এই নগৰ বিনষ্ট কৰিব। কিন্তু যোঁৱায়েকহঁতে
১৫ তেওঁক ধেমালি কৰা যেন বুজিলে। পাছে ৰাতি
পুৱালত,সেই দুজন দূতে লোটক বেগাবেগি কৰাই
কলে, উঠা, তোমাৰ তিৰুতাক, আৰু ইয়াত থকা
তোমাৰ দুজনী জীয়েৰাক লোৱা; নহলে নগৰৰ
১৬ দণ্ডেৰে তুমিও বিনষ্ট হবা। কিন্তু তেওঁ পলম কৰি
থকাত,তেওঁলৈ যিহোৱাৰ দয়া থকা হেতুকে, সেই
পুৰুষ দুজনে তেওঁক, তেওঁৰ তিৰুতাক, আৰু তেওঁৰ
দুজনী জীয়েককো হাতত ধৰি উলিয়াই নি,
১৭ নগৰৰ বাহিৰকৈ থলেগৈ। এই ৰূপে সিবিলাকক
বাহিৰ কৰিলত, তেওঁবিলাকৰ এজনে লোটক
কলে, প্ৰাণৰক্ষাৰ অৰ্থে পলোৱা; পাছলৈ নেচাবা,
আৰু এই সমথলৰ কোনো ঠাইত নেথাকিবা;
পৰ্ব্বতটোলৈ পলাই যোৱা; নহলে বিনষ্ট হবা।
১৮ তাতে লোটে তেওঁবিলাকক কলে, হে মোৰ প্ৰভো,
১৯ তেনে নহওক; দেখোক, আপোনাৰ দাসে আপো-
নাৰ দৃষ্টিত অনুগ্ৰহ পাইছে, আৰু মোৰ প্ৰাণ
ৰাখি, আপুনি মোলৈ মহাদয়া কৰিলে; কিন্তু
ময় পৰ্ব্বতটোলৈ পলাই যাব নোৱাৰোঁ; পাছে
জানো সেই আপদে মোক পালে, ময় মৰোঁ।
২০ চাওকচোন, সৌখন নগৰলৈকে পলাবলৈ ওচৰ,
আৰু সি সৰুও; তালৈকে পলাবলৈ আজ্ঞা দিওক;
সি জানো সৰু নহয়? তাতেই মোৰ প্ৰাণ ৰক্ষা
২১ পড়িব। তেতিয়া তেওঁ কলে, বাৰু, ময় এই
বিষয়েও তোমালৈ অনুগ্ৰহ কৰি, সেই যি নগৰৰ
২২ কথা কৈছা, তাক ময় উচ্ছন্ন নকৰোঁ; বেগাই
সেই ঠাইলৈকে পলোৱা; কিয়নো তুমি সেই
ঠাই নোপোৱামানে,ময় একো কৰিব নোৱাৰোঁ।
এই হেতুকে সেই নগৰৰ নাম চোৱৰ [সৰু] বুলি
২৩ মতা হল। পাছে পৃথিবীত সূৰ্য্য উদয় হলত,
২৪ লোট চোৱৰ পালেগৈ। এনেতে যিহোৱাই
আপোনাৰ ওচৰৰ পৰা, আকাশৰ পৰা, চদোম
আৰু ঘমোৰাৰ ওপৰলৈ গন্ধক আৰু অগ্নি বৰষাই,
২৫ সেই নগৰবিলাক, গোটেইখন সমথল, নগৰৰ
সমুদায় নিবাসীবিলাক, আৰু ভূমিত গজা
২৬ বস্তুবিলাক সংহাৰ কৰিলে। কিন্তু লোটৰ তিৰু-
তাই তেওঁৰ পাছফালৰ পৰা উভটি চালে; তাতে
২৭ তাই লবণৰ স্তম্ভ হল। পাছে অব্ৰাহামে পুৱাতে
উঠি, পূৰ্ব্বে যি ঠাইত যিহোৱাৰ সাক্ষাতে থিয়
২৮ হৈছিল, সেই ঠাইলৈ গৈ, চদোম আৰু ঘমোৰা,
আৰু সেই গোটেইখন সমথলৰ ফাললৈ চাই,
অগ্নিকুণ্ডৰ ধূঁৱাৰ দৰে সেই দেশৰ ধূঁৱা উঠা
দেখিলে।
২৯ ঈশ্বৰে সমথলৰ নগৰবিলাক উচ্ছন্ন কৰা
সময়ত, ঈশ্বৰে অব্ৰাহামক সোঁৱৰণ কৰিলে;
আৰু লোটে বাস কৰা নগৰবিলাক সংহাৰ কৰা
সময়ত, লোটক সেই সংহাৰৰ মাজৰ পৰা তেওঁ
উলিয়াই পঠালে।
৩০ তাৰ পাছে লোটে চোৱৰৰ পৰা ওলাই গৈ,
আপোনাৰ দুজনী জীয়েকে সৈতে পৰ্ব্বতটোত
নিবাস কৰিলেগৈ; কিয়নো তেওঁ চোৱৰত নিবাস
কৰিবলৈ ভয় কৰিছিল; তেওঁ আপোনাৰ দুজনী
জীয়েকে সৈতে এটা গুহাত বাস কৰিলে।
৩১ পাছে বড় জনীয়ে সৰু জনীক কলে, আমাৰ
পিতৃ বৃদ্ধ, আৰু গোটেই সংসাৰৰ ব্যৱহাৰৰ
দৰে আমাত গমন কৰিবলৈ, এই দেশত কোনো
৩২ পুৰুষ নাই; আহাঁ, আমাৰ পিতৃৰ পৰা বংশ
ৰাখিবৰ নিমিত্তে, আমাৰ পিতৃক দ্ৰাক্ষাৰস
পান কৰাই তেওঁৰ লগত আমি শয়ন কৰোঁহক।
৩৩ তাতে সিহঁতে সেই ৰাতি আপোনাৰ বাপেকক
দ্ৰাক্ষাৰস পান কৰালত, বড় জনীয়ে সোমাই
গৈ, তেওঁৰ লগত শয়ন কৰিলে; কিন্তু তাই
শোৱা, আৰু উঠি যোৱাৰো তেওঁ গম নেপালে।
৩৪ পাছে পাছদিনা বড় জনীয়ে সৰু জনীক কলে,
দেখা, কালি ৰাতি পিতৃৰ লগত ময় শয়ন
কৰিলোঁ; আহাঁ, আজি ৰাতিও আমি পিতৃক
দ্ৰাক্ষাৰস পান কৰাওঁ; পাছে আমাৰ পিতৃৰ
পৰা বংশ ৰাখিবৰ নিমিত্তে, তুমিও সোমাই
৩৫ গৈ, তেওঁৰ লগত শয়ন কৰিবা; তাতে সিহঁতে
সেই ৰাতিও আপোনাৰ পিতৃক দ্ৰাক্ষাৰস পান
কৰালত, সৰু জনীয়ে উঠি গৈ, তেওঁৰে সৈতে শয়ন
কৰিলে; কিন্তু তায়ো শোৱাৰ আৰু উঠি যোৱাৰ
৩৬ গম তেওঁ নেপালে। এই ৰূপে লোটৰ দুয়ো
জনী জীয়েক আপোন বাপেকৰ পৰাই গৰ্ভৱতী
৩৭ হল। পাছে বড় জনীয়ে এটী পুত্ৰ প্ৰসৱ কৰি,
তাৰ নাম মোৱাব ৰাখিলে; সিয়েই আজি-
৩৮ কালিৰ মোৱাবীয়াহঁতৰ আদিপিতৃ। আৰু সৰু
জনীয়েও এটী পুত্ৰ প্ৰসৱ কৰি, তাৰ নাম বিন-
অম্মী থলে; সিয়েই আজিকালিৰ অম্মো-
নীয়াহঁতৰ আদিপিতৃ।

অবীমেলকৰ তাত চাৰাৰ সতীত্ব ৰক্ষা।

২০ পাছে অব্ৰাহামে সেই ঠাইৰ পৰা কনা-
নৰ দক্ষিণ অঞ্চললৈ যাত্ৰা কৰি, কাদেচ আৰু
চূৰৰ মাজ ঠাইত থাকিল, আৰু গৰাৰত প্ৰবাস
২ কৰিলে। আৰু অব্ৰাহামে আপোন ভাৰ্য্যা
চাৰাৰ বিষয়ে কলে, এওঁ মোৰ ভনী; তাতে
গৰাৰৰ ৰজা অবীমেলকে মানুহ পঠাই চাৰাক
৩ নিয়ালে। কিন্তু ৰাতি সপোনত ঈশ্বৰে অবী-
মেলকৰ ওচৰলৈ আহি, তেওঁক কলে, দেখা, তুমি
অমা তিৰুতাৰ কাৰণে তুমি মৰিব লাগিব; কিয়নো
৪ তেওঁ এজন পুৰুষৰ ভাৰ্য্যা। (কিন্তু অবীমেলকে
সেই তিৰুতাৰ ওচৰলৈ যোৱা নাছিল) তেতিয়া
তেওঁ কলে, হে প্ৰভো, আপুনি নিৰ্দ্দোষী জাতিকো
৫ সংহাৰ কৰিব নে? এওঁ মোৰ ভনী, এই বুলি
তেওঁ জানো নিজে মোক কোৱা নাই? আৰু

সেই তিৰুতায়ো নিজে, এওঁ মোৰ ককাই বুলি
জানো কোৱা নাই ? মোৰ সৰল মনেৰে আৰু
নিৰ্দোষী হাতেৰেহে মই ইয়াক কৰিলোঁ।
৬ তেতিয়া ঈশ্বৰে সপোনত তেওঁক কলে, হয়, তুমি
যে সৰল মনেৰে ইয়াক কৰিলা, তাক মই
জানিছোঁ, আৰু মোৰ অহিতে পাপ নকৰাকৈ
তোমাক ৰাখিলোঁও ; এই হেতুকে তেওঁক স্পৰ্শ
৭ কৰিবলৈ তোমাক নিদিলোঁ। এতেকে এতিয়া
সেই পুৰুষৰ ভাৰ্য্যাক ওভোটাই দিয়া ;
কিয়নো তেওঁ এজন ভাববাদী, আৰু তেওঁ তোমাৰ
অৰ্থে প্ৰাৰ্থনা কৰিব ; তাতে তুমি জীবা।
কিন্তু যদি ওভোটাই নিদিয়া, তেন্তে তুমি
নিশ্চয়ে সপৰিবাৰে মৰিবা, ইয়াকে জানিবা।
৮ পাছে অবীমেলকে অতি ৰাতিপুৱাতে উঠি
আপোন পাত্ৰমন্ত্ৰীবিলাকক মাতি, এই সকলো
কথা আটায়ে শুনাকৈ সিবিলাকৰ আগত
কলে ; তাতে সেই মানুহবিলাকৰ অতিশয়
৯ ভয় লাগিল। তেতিয়া অবীমেলকে অব্ৰাহামক
মাতি আনি কলে, তুমি আমালৈ এইটো
কি কাম কৰিলা ? তুমি যে মোক, আৰু মোৰ
ৰাজ্যক এনে মহাপাপগ্ৰস্ত কৰিলা, মই নো
তোমাৰ কি দোষ কৰিলোঁ ? তুমি মোলৈ কৰিব
১০ নলগা কৰ্ম্ম কৰিলা। অবীমেলকে অব্ৰাহামক আৰু
কলে, তুমি কি দেখি এনে কাৰ্য্য কৰিলা ?
১১ তেতিয়া অব্ৰাহামে কলে, স্বৰূপেই এই ঠাইত
ঈশ্বৰলৈ ভয় নাই, এতেকে মোৰ তিৰুতাৰ
কাৰণে, ইহঁতে মোক বধ কৰিব, ইয়াকে মই
১২ ভাবিছিলোঁ। আৰু বাস্তবিকে তেওঁ মোৰ ভনীও
হয় ; তেঁও মোৰ পিতৃৰ জীয়েক, কিন্তু মোৰ
মাতৃৰ জীয়েক নহয় ; এতেকে তেওঁ মোৰ তিৰুতা
১৩ হল। ঈশ্বৰে মোক আপোন পিতৃৰ ঘৰৰ পৰা
ভ্ৰমণ কৰোৱা কালত, মই তেওঁক কৈছিলোঁ,
তুমি মোলৈ এই অনুগ্ৰহ কৰিবা, যে, যি যি
ঠাইলৈকে আমি যাওঁ, সেই সেই ঠাইতে মোৰ
১৪ বিষয়ে, তেওঁ মোৰ ককাই, এই বুলি কবা। পাছে
অবীমেলকে মেৰ, ছাগ, গৰু, আৰু বন্দী বেটীকো
আনি অব্ৰাহামক দিলে, আৰু অব্ৰাহামৰ ভাৰ্য্যা
১৫ চাৰাকো ওভোটাই দিলে। আৰু অবীমেলকে
কলে, দেখা, মোৰ দেশখনেই তোমাৰ আগত
আছে ; তোমাৰ চকুৰে যতে ভাল দেখা, ততে
১৬ থাকা। আৰু তেওঁ চাৰাকো কলে, দেখা, তোমাৰ
ককায়েৰাক মই এক হাজাৰ ৰূপ দিছোঁ ; তোমালৈ
যি যি ঘটিছিল, সেই সকলোৰে নিমিত্তে সেয়ে
তোমাৰ চকুৰ আবৰণস্বৰূপ হব ; ইয়াৰেই সকলো
বিষয়ে তোমাৰ বিচাৰ নিষ্পত্তি কৰা হল।
১৭ পাছে, অব্ৰাহামে ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰি-
লত, ঈশ্বৰে অবীমেলকক, তেওঁৰ ভাৰ্য্যাক, আৰু
তেওঁৰ দাসীহঁতকো সুস্থ কৰিলে ; তাতে সিহঁতে
১৮ সন্তান প্ৰসৱ কৰিলে। কিয়নো যিহোৱাই
অব্ৰাহামৰ ভাৰ্য্যা চাৰাৰ কাৰণে, অবীমেলকৰ
ঘৰত থকা সকলোবিলাকৰ গৰ্ব্ভ বন্ধ কৰিছিল।

ইচ্‌হাকৰ জন্ম। ইশ্মায়েলক খেদি দিয়া।
অবীমেলকে সৈতে অব্ৰাহামে স্থাপন
কৰা নিয়ম।

২১ পাছে যিহোৱাই আপোন বাক্যৰ দৰেই,
চাৰালৈ অনুগ্ৰহ প্ৰকাশ কৰিলে ; আৰু
যিহোৱাই যি কৈছিল, তাক তেওঁ চাৰালৈ সিদ্ধও
২ কৰিলে। চাৰাই গৰ্ব্ভৱতী হৈ, ঈশ্বৰে অব্ৰাহামক
কোৱা সেই নিৰূপিত সময়ত, তেওঁৰ বৃদ্ধ কালত
৩ তেওঁলৈ এটী পুত্ৰ প্ৰসৱ কৰিলে। তেতিয়া
অব্ৰাহামে, চাৰাই তেওঁলৈ প্ৰসৱ কৰা, চাৰাৰ
গৰ্ব্ভত জন্মা সেই আপোন পুত্ৰৰ নাম ইচ্‌হাক
৪ ৰাখিলে। পাছে অব্ৰাহামে আপোন পুত্ৰ ইচ্-
হাকৰ জন্মৰ আঠ দিনৰ দিনা, ঈশ্বৰৰ আজ্ঞা
৫ অনুসাৰে তাৰ চুন্নৎ কৰিলে। অব্ৰাহামৰ পুত্ৰ
ইচ্‌হাকৰ জন্মৰ সময়ত, তেওঁৰ এশ বছৰ বয়স
৬ আছিল। পাছে চাৰাই কলে, ঈশ্বৰে মোক
হঁহুৱালে ; আৰু শুনাবিলাকৰ প্ৰতিজনেও মোৰ
৭ বিষয়ে হাঁহিব। তেওঁ আৰু কলে, চাৰাই সন্তান-
বোৰক পিয়াহ দিব, এনে কথা অব্ৰাহামক কোনে
কব পাৰিলেহেঁতেন ? কিয়নো মই এতিয়া তেওঁৰ
বুঢ়া কালত তেওঁলৈ এটী পুত্ৰ প্ৰসৱ কৰিলোঁ।
৮ পাছে লৰা বুজন হলত, পিয়াহ এৰুৱালে ;
আৰু ইচ্‌হাকক পিয়াহ এৰুউৱা দিনা, অব্ৰাহামে
৯ বড় ভোজ পাতিলে। পাছে চাৰাই, মিচৰীয়া
হাগাৰে আব্ৰাহামলৈ প্ৰসৱ কৰা পুত্ৰই পৰি-
১০ হাস কৰা দেখিলে। তাতে তেওঁ অব্ৰাহামক কলে,
তুমি এই বেটীক আৰু এইৰ পুতেকক খেদি
দিয়া ; কিয়নো মোৰ পুত্ৰ ইচ্‌হাকে সৈতে
১১ এই বেটীৰ পুতেক উত্তৰাধিকাৰী নহব। এই
কথা শুনি অব্ৰাহামে পুতেকৰ নিমিত্তে অতিশয়
১২ অসন্তুষ্ট হল। কিন্তু ঈশ্বৰে অব্ৰাহামক কলে,
লৰাটিৰ আৰু তোমাৰ সেই বেটীৰ কাৰণে সেই
কথাত তুমি অসন্তুষ্ট নহবা ; চাৰাই তোমাক
কোৱা সকলো কথা তুমি শুনা ; কিয়নো ইচ্-
হাকৰ পৰাহে তোমাৰ বংশ তোমাৰ বুলি
১৩ বিখ্যাত হব। আৰু সেই বেটীৰ পুতেক তোমাৰ
সন্তান হোৱা হেতুকে, মই তাৰ পৰাও এক জাতি
১৪ উৎপন্ন কৰিম। তাতে অব্ৰাহামে নিচেই পুৱাতে
উঠি, পিঠা, আৰু পানীৰে ভৰা এটা মোট লৈ,
হাগাৰৰ কান্ধত তুলি, আৰু লৰাকো সোধাই দি,
তাইক বিদায় কৰিলে ; তাতে তাই গুচি গৈ বেৰ-
১৫ চেবা অৰণ্যত ভ্ৰমি ফুৰিলে। পাছে সেই মোটৰ
পানী টুকালত, হাগাৰে এটা জোপাৰ তলত লৰা
১৬ এৰি থৈ, নিজে তাৰ সন্মুখৰ পৰা এক কাঁড়ৰ

বাটমান আঁতরত বহিলগৈ ; কিয়নো তাই কলে,
লরার মৃত্যু ময় নেচাওঁ। এতেকে তাই তার
সম্মুখর পরা আঁতরত বহি, রাওজুরি কান্দি-
১৭ বলৈ ধরিলে। তেতিয়া ঈশ্বরে লরাটীর মাত
শুনিলত, ঈশ্বরর দূতে আকাশর পরা মাতি
কলে, হেরা হাগার, তোমার কি হল ? ভয়
নকরিবা ; কিয়নো তেনে অবস্থাত থকা লরাটীর
১৮ মাত ঈশ্বরে শুনিলে। উঠা, লরাটীক তুলি
হাতেরে ধরাগৈ ; কিয়নো ময় তার পরা এক
১৯ মহাজাতি উৎপন্ন করিম। তেতিয়া ঈশ্বরে তাইর
চকু মুকলি করিলত, তাই পানীর এটা ভুমুক
দেখিলে ; তাতে তাই গৈ, মোটত পানী ভরাই
২০ নি লরাক পান করালে। পাছে ঈশ্বর সেই
লরার সহায় হোৱাত, সি ডাঙর হৈ অরণ্যত
২১ বাস করি ধনুর্দ্ধর হল। সি পারণ অরণ্যত বসতি
করিলে ; পাছে তার বিবাহর অর্থে মাকে
মিচর দেশর পরা এজনী ছোৱালী আনিলে।
২২ সেই কালত অবীমেলকে, আরু ফীখোল
নামেরে তেওঁর প্রধান সেনাপতিয়ে অব্রাহামক
কলে, তুমি করা সকলো কার্য্যতে ঈশ্বর তোমার
২৩ সহায় আছে ; এই হেতুকে এতিয়া, ময় তোমালৈ
আরু তোমার পো নাতিলৈকো বিশ্বাসঘাতক
নহৈ, তুমি মোলৈ যি রূপ অনুগ্রহ ব্যৱহার
করিলা, ময় তোমালৈ, আরু ময় প্রবাস করা এই
দেশলৈকো সেই রূপ অনুগ্রহ ব্যৱহার করিম,
এই বুলি তুমি মোর আগত এই ঠাইতে ঈশ্বরর
২৪ শপথ করি কোৱা। তাতে অব্রাহামে, ময় শপথ
২৫ করিম বুলি কলে। কিন্তু অবীমেলকর বন্দীহঁতে
বলেরে অধিকার করা নাদটোর কথাত হলে,
২৬ অব্রাহামে অবীমেলকক দোষ ধরিলে। তাতে
অবীমেলকে কলে, এই কাম কোনে করিলে,
তাক ময় নেজানো ; তুমি মোক কোৱাও নাই,
আরু ময়ো শুনা নাই, কেৱল আজিহে শুনিছোঁ।
২৭ তেতিয়া অব্রাহামে মের, ছাগ, আরু গরু আনি
অবীমেলকক দি, দুয়ো জনে এটা নিয়ম স্থির
২৮ করিলে। আরু অব্রাহামে জাকর পরা সাত জনী
২৯ চেঁউরী মের পোৱালি পৃথক করি থলে। তাতে
অবীমেলকে অব্রাহামক সুধিলে, তুমি কি অভি-
প্রায়েরে এই সাত জনী চেঁউরী মের পোৱালি
৩০ পৃথক করি থৈছা ? তেওঁ কলে, এইটো নাদ যে
ময় খানিলোঁ, তার সাক্ষ্যর অর্থে মোর পরা
এই সাত জনী চেঁউরী মের পোৱালি তুমি লব
৩১ লাগিব। এতেকে, সেই ঠাইতে তেওঁবিলাক দুয়ো
শপথ করা বাবে, তেওঁ সেই ঠাইর নাম
৩২ বের-চেবা রাখিলে। এই রূপে তেওঁবিলাকে বের-
চেবাত নিয়ম স্থির করার পাছে, অবীমেলক আরু
তেওঁর সেনাপতি ফীখোলো উঠি, পলেষ্টীয়া-
৩৩ বিলাকর দেশলৈ উভটি গল। পাছে অব্রাহামে
বের-চেবাত এজোপা ঝাউ গছ রুই, সেই ঠাইতে
৩৪ অনন্ত ঈশ্বর যিহোৱার নামেরে প্রার্থনা করিলে।
আরু পলেষ্টীয়াবিলাকর দেশতে অব্রাহামে
বহু দিন প্রবাস করিলে।

### অব্রাহামর মহাপরীক্ষা।

২২ এইবোর ঘটনার পাছত, ঈশ্বরে অব্রাহামর
পরীক্ষা করি তেওঁক কলে, হে অব্রাহাম ;
২ তেওঁ কলে, দেখা, ময় আছোঁ। তেতিয়া তেওঁ
কলে, তুমি আপোন পুত্রক, তুমি প্রেম করা
তোমার সেই একেটী পুত্র ইচ্‌হাককে লৈ,
মোরিয়া দেশলৈ যোৱা ; আরু সেই ঠাইর
পর্ব্বতবিলাকর মাজর যি এটা পর্ব্বতর কথা ময়
তোমাক কম, তার ওপরতে তাক হোমর অর্থে
৩ বলিদান করাগৈ। তাতে, অব্রাহামে পুৱাতে উঠি,
আপোনার গাধ সজাই, আপোন দাসবিলাকর
দুটাক আরু আপোন পুত্র ইচ্‌হাককো লগত
ললে ; আরু হোমর নিমিত্তে কাঠো ফালি লৈ,
ঈশ্বরে যি ঠাইর কথা তেওঁক কৈছিল, সেই
৪ ঠাইলৈকে যাত্রা করিলে। তিন দিনর দিনা
অব্রাহামে চকু তুলি চাই, দূরৈর পরা সেই ঠাই
৫ দেখি, আপোনার দাস দুটাক কলে, তোমালোকে
গাধই সৈতে ইয়াতে থাকা ; ময় আরু লরাই
সৌখিনিলৈ গৈ সেৱা করোঁ ; পাছে তোমালোকর
৬ ওচরলৈ ওলটি আহিম। তেতিয়া অব্রাহামে
হোমর কাঠখিনি লৈ, আপোন পুত্র ইচ্‌হাকর
কান্ধত দি, অগ্নি আরু ছুরিখন আপোনার হাতত
ললে। পাছে দুয়ো একেলগে চলি যাওঁতে,
৭ ইচ্‌হাকে আপোন পিতৃ অব্রাহামক কলে, হে
মোর পিতৃ ; তাতে তেওঁ কলে, বোপা, দেখা, ময়
আছোঁ। তেতিয়া সি কলে, দেখোক, জুই আরু
কাঠো আছে ; কিন্তু হোমর অর্থে মের পোৱালি
৮ কত ? তাতে অব্রাহামে কলে, বোপা, ঈশ্বরে
আপুনি হোমর অর্থে মের পোৱালি যোগাব।
৯ পাছে, সিবিলাক দুয়ো একেলগে চলি গৈ, ঈশ্বরে
যি ঠাইর কথা তেওঁক কৈছিল, সিবিলাকে সেই
ঠাই পালেগৈ ; অব্রাহামে সেই ঠাইতে যজ্ঞবেদি
সাজি, তার ওপরত কাঠ সজাই, আপোন পুত্র
ইচ্‌হাকক বান্ধি যজ্ঞবেদির কাঠর ওপরত থলে।
১০ তেতিয়া অব্রাহামে আপোন পুত্রক বধ করিবলৈ
১১ হাত মেলি ছুরিখন ললে। এনেতে আকাশর পরা
যিহোৱার দূতে তেওঁক মাতি কলে, হে অব্রাহাম,
১২ অব্রাহাম ; তেওঁ কলে, দেখোক, ময় আছোঁ।
তাতে দূতে কলে, তুমি লরার গাত হাত নিদিবা,
আরু তুমি তাক একোকে নকরিবা ; কিয়নো
তুমি যে ঈশ্বরর ভয়কারী লোক, তাক ময় এতিয়া
জানিছোঁ ; কারণ তোমার পুত্র, তোমার একেটী
১৩ পুত্রকে মোক দিবলৈ অসম্মত নহলা। তেতিয়া,

অব্রাহামে চকু তুলি চাই, আপোনাৰ পাছফালে
আউলীয়া জোপাত শিঙ লাগি থকা এটা মতা মেৰ
ছাগ দেখিলে; তাতে অব্রাহামে গৈ সেই মেৰটো
আনি, আপোন পুত্ৰৰ সলনি তাকে হোমৰ অৰ্থে
১৪ বলিদান করিলে। আৰু অব্রাহামে সেই ঠাইৰ
নাম যিহোৱা-যিরি [যিহোৱাই যোগাব]
ৰাখিলে; এই কাৰণে আজিলৈকে লোকে কয়,
বোলে, যিহোৱাৰ পৰ্ব্বতটোত যোগোৱা হব।
১৫ পাছে ঈশ্বৰৰ দূতে আকাশৰ পৰা দুনাই মাত
১৬ লগাই, অব্রাহামক কলে, যিহোৱাই কৈছে, ময়
আপোন নামেৰে শপথ করি কৈছোঁ, তুমি এই
কাৰ্য্য করা হেতুকে, তোমাৰ পুত্ৰ, তোমাৰ একেটী
১৭ পুত্ৰকে মোক দিবলৈ অসম্মত নোহোৱা হেতুকে,
ময় নিশ্চয়ে তোমাক আশীৰ্ব্বাদ করি, আকাশৰ
তৰাবিলাকৰ আৰু সাগৰৰ তীৰত থকা বালিৰ
দৰে, তোমাৰ বংশ অতিশয়ৰূপে বঢ়াম; আৰু
তোমাৰ বংশই আপোন শত্ৰুবিলাকৰ নগৰবোৰৰ
১৮ দুৱাৰ অধিকাৰ করিব। আৰু পৃথিবীৰ সমুদায়
জাতি তোমাৰ বংশতে আশীৰ্ব্বাদপ্ৰাপ্ত হব;
১৯ কিয়নো তুমি মোৰ বাক্য পালন করিলা। পাছে
অব্রাহামে আপোন দাসবিলাকৰ ওচৰলৈ উভটি
আহিল, আৰু সিবিলাক সকলোৱে উঠি একে-
লগে বেৰ-চেবালৈ গল; আৰু সেই বেৰ-চেবাতে
অব্রাহামে বসতি করিলে।
২০ এইবিলাক ঘটনাৰ পাছে অব্রাহামলৈ এই
বাৰ্ত্তা আহিল, দেখা, তোমাৰ ককাই নাহোৰলৈ
২১ মিল্কায়ো সন্তান প্ৰসৱ করিলে। তেওঁৰ বৰ
পুতেক উচ, আৰু তাৰ ভায়েক বুজ, আৰু
২২ অৰামৰ পিতৃ কমুৱেল। আৰু কেচদ, হজো,
২৩ পিল্দচ, যিদ্লফ, আৰু বথূৱেল। এই বথূৱেলৰ
ঔৰসতেই ৰিবিকা জন্মিল। মিল্কাই অব্রাহামৰ
ককায়েক নাহোৰলৈ এই আঠ জনক প্ৰসৱ
২৪ করিলে। আৰু ৰূমা নামেৰে তেওঁৰ উপপত্নীয়েও
টেবহ, গহম, তহচ, আৰু মাখা, এইবিলাকক
প্ৰসৱ করিলে।

চাৰাৰ মৃত্যু, আৰু তেওঁক মৈদাম দিয়া।

২৩ চাৰাৰ আয়ুষ এশ সাতাইশ বছৰ
আছিল; তেওঁৰ আয়ুষ ইমান বছৰ হলত,
কনান দেশত থকা কিৰিয়ৎ-অৰ্ব্বত, অৰ্থাৎ
হিব্রোণত তেওঁৰ মৃত্যু হল; তাতে অব্রাহামে
চাৰাৰ অৰ্থে শোক আৰু বিলাপ করিবলৈ গল।
৩ পাছে অব্রাহামে আপোন মৃতকৰ ওচৰৰ পৰা
৪ উঠি গৈ, হেতৰ সন্তানবিলাকক কলে, ময় তোমা-
লোকৰ মাজত বিদেশী আৰু প্ৰবাসী হৈ আছোঁ;
ময় আপোন মৃতকক চকুৰ আগৰ পৰা গুচাই
মৈদাম দিবলৈ, মোক তোমালোকৰ মাজত
৫ মৈদামৰ ঠাইৰ অধিকাৰ দিয়া। তাতে হেতৰ
৬ সন্তানবিলাকে অব্রাহামক কলে, হে প্ৰভো,
আমাৰ কথা শুনোক; আপুনি আমাৰ মাজত
এজন পৰাক্ৰমী ৰজাস্বৰূপ হৈছে; আমাৰ
মৈদামবোৰৰ মাজৰ যিটো উত্তম, তাতেই
আপোনাৰ মৃতকৰ মৈদাম দিওকগৈ; আপোনাৰ
মৃতকৰ মৈদাম দিবৰ অৰ্থে আমাৰ কোনেও নিজ
মৈদাম আপোনাক নিদিয়াকৈ নেথাকিব।
৭ তেতিয়া অব্রাহামে উঠি, সেই দেশীয় লোক হেতৰ
৮ সন্তানবিলাকৰ আগত প্ৰণিপাত করি, সিবি-
লাকে সৈতে কথাবাৰ্ত্তা হৈ কলে, ময় আপোন
চকুৰ আগৰ পৰা নি মৃতকৰ মৈদাম দিবলৈ,
যদি তোমালোক সম্মত হৈছা, তেন্তে মোৰ কথা
৯ শুনা, চোহৰৰ পুত্ৰ ইফ্ৰোণৰ পথাৰৰ মূৰত তেওঁৰ
যি মক্পেলাৰ গুহা আছে, তাক মোক দিবলৈ,
তেওঁৰ আগত মোৰ নিমিত্তে নিবেদন করা; তেওঁ
তাৰ সম্পূৰ্ণ দাম লৈ, ময় তোমালোকৰ মাজত
মৈদামৰ ঠাইৰ অধিকাৰী হবলৈ, তাকেই মোক
১০ দিওক। সেই ইফ্ৰোণ তেতিয়া হেতৰ সন্তান-
বিলাকৰ মাজতে বহি আছিল; এতেকে হেতৰ
সন্তানবিলাকে শুনাকৈ, নগৰৰ দুৱাৰেদি সো-
মোৱা সকলোৱে শুনাকৈ, হিত্তীয়া ইফ্ৰোণে অব্রা-
১১ হামক উত্তৰ দি কলে, নহয়, মোৰ প্ৰভো, মোৰ
কথা শুনোক, পথাৰখন ময় আপোনাক দিছোঁ,
আৰু তাত থকা গুহাকো ময় আপোনাক দিছোঁ;
ময় স্বজাতীয়বিলাকৰ সাক্ষাতেই তাক আপোনাক
দিছোঁ; আপোনাৰ মৃতকৰ মৈদাম দিওকগৈ।
১২ তাতে অব্রাহামে সেই দেশীয় লোকবিলাকৰ
১৩ আগত প্ৰণিপাত করিলে; আৰু সেই দেশীয়
লোকবিলাকে শুনাকৈ ইফ্ৰোণক কলে, নহয়,
তোমাৰ যদি ইচ্ছা হয়, তেন্তে ময় নিবেদন কৰোঁ,
মোৰ কথা শুনা; ময় সেই পথাৰৰ মূল্য দিওঁ;
তুমি মোৰ পৰা তাক লোৱা; পাছে ময় সেই
১৪ ঠাইত আপোন মৃতকৰ মৈদাম দিম। তেতিয়া
১৫ ইফ্ৰোণে অব্রাহামক উত্তৰ দি কলে, হে মোৰ
প্ৰভো, মোৰ কথা শুনোক; সেয়ে চাৰি শ চেকল
ৰূপৰ মাটী; আপোনাৰে মোৰে মাজত সি নো কি
বস্তু? এতেকে আপোনাৰ মৃতকৰ মৈদাম দিওক-
১৬ গৈ। পাছে অব্রাহামে ইফ্ৰোণৰ কথাত মান্তি
হৈ, হেতৰ সন্তানবিলাকে শুনাকৈ তেওঁ যি ৰূপৰ
কথা কৈছিল, সেই চাৰি শ চেকল বণিকাইতৰ
১৭ চলতি ৰূপ জুখি তেওঁক দিলে। এই ৰূপে মম্ৰিৰ
সম্মুখত মক্পেলাত ইফ্ৰোণৰ যি পথাৰ আছিল,
সেই পথাৰ আৰু তাত থকা গুহা, আৰু সেই
পথাৰৰ আটাই গছ, তাৰ চাৰিও সীমনাৰ
১৮ ভিতৰত থকা সকলো গছ, এই সকলোতে, হেতৰ
সন্তানবিলাকৰ, তাৰ নগৰৰ দুৱাৰেদি সোমোৱা
সকলোৱে আগতে অব্রাহামৰ স্বত্বাধিকাৰ নিশ্চয়
১৯ করা হল। পাছে অব্রাহামে কনান দেশৰ মম্ৰিৰ

অর্থাৎ হিব্রোণর সম্মুখত থকা মক্‌পেলার
পথারর গুহাত আপোন ভার্য্যা চাৰাক মৈদাম
২০ দিলে। এই রূপে, মৈদামর ঠাইর অধিকারর
অর্থে, সেই পথার আরু তাত থকা গুহাত, হেতর
সন্তানবিলাকর দ্বারায় অব্রাহামর স্বত্বাধিকার
স্থির করা হল।

ইচ্‌হাকর বিবাহ।

২৪ তেতিয়া অব্রাহাম বুড়া আরু অতিশয় বৃদ্ধ
আছিল; আরু যিহোৱাই সকলোতে অব্রা-
২ হামক আশীর্ব্বাদ করিছিল। পাছে অব্রাহামে
সকলো কার্য্য চলাওঁতা আপোনার ঘরর বৃদ্ধ
দাসক কলে, বিনয় করোঁ, তুমি মোর করঙনর
৩ তলত হাত দিয়া; ময় এই যি কনানীয়া লোকর
মাজত নিবাস করিছোঁ, তুমি মোর পুত্রর নিমিত্তে
৪ ইহঁতর কোনো ছোৱালী নানি, মোর দেশলৈ
মোর জ্ঞাতিবিলাকর ওচরলৈ গৈ, মোর পুত্র
ইচ্‌হাকলৈ ছোৱালী আনিবলৈ, ময় তোমাক
স্বর্গ আরু পৃথিবীরো ঈশ্বর যিহোৱার নামেরে
৫ শপথ করাওঁ। তেতিয়া সেই দাসে তেওঁক কলে,
কিজানি ছোৱালী মোর লগত এই দেশলৈ
আহিবলৈ মান্তি নহব; পাছে, আপুনি যি দেশর
পরা ওলাই আহিল, আপোনার পুত্রক আকৌ
৬ সেই দেশলৈকে নিব লাগিব নে? অব্রাহামে
তাক কলে, সাৱধান হোৱা, তুমি মোর পুত্রক সেই
৭ দেশলৈ কেতিয়াও ওলোটাই নিনিবা। যি জনাই
মোর পৈতৃক ঘর আরু মোর জন্মভূমির পরাও
মোক আনিলে, আরু মোক কথা কৈ, ময়
তোমার বংশক এই দেশ দিম বুলি মোর আগত
শপথ করিলে, স্বর্গর ঈশ্বর সেই যিহোৱাই
তোমার আগে আগে আপোন দূত পঠাই দিব;
তাতে তুমি মোর পুত্রর নিমিত্তে সেই ঠাইর
৮ পরাই ছোৱালী আনিব পারিবা। যদি ছোৱালী
তোমার লগত আহিবলৈ মান্তি নহয়, তেন্তে
তুমি এই শপথর পরা মুক্ত হবা; কিন্তু মোর
৯ পুত্রক হলে তালৈ ওলোটাই নিনিবা। তাতে,
সেই দাসে আপোন প্রভু অব্রাহামর করঙনর
তলত হাত দি, সেই বিষয়ে তেওঁর আগত শপথ
১০ করিলে। পাছে সেই দাসে আপোন প্রভুর
উটবোরর মাজর দহোটা উট ললে; আরু
আপোন প্রভুর সকলো উত্তম উত্তম বস্তু হাতত
লৈ প্রস্থান করিলে। এই রূপে সি উঠি অরাম-নহ-
১১ রয়িমর নাহোরর নগরলৈ যাত্রা করিলে। পাছে,
গোধূলি বেলিকা, যি সময়ত তিরুতাবিলাকে
পানী তুলিবলৈ ওলাই আহে, সেই সময়তে
নগরর বাহিরত নাদটোর ওচরত সি উটবোরক
১২ বৈঠ পেলাই রাখি কলে, হে মোর প্রভু অব্রা-
হামর ঈশ্বর যিহোৱা, ময় বিনয় করোঁ, আজি
মোর কর্ম্ম সাফল করি, মোর প্রভু অব্রাহামলৈ
১৩ অনুগ্রহ প্রকাশ করোক। দেখোক, ময় এই
ভুমুকর ওচরত থিয় হৈ আছোঁ; পাছে, সেই
নগরীয়া মানুহর জীয়ারীবিলাকে পানী তুলিবলৈ
১৪ যেতিয়া ওলাই আহিব, তেতিয়া, বিনয় করোঁ, তুমি
কলহ নমাই মোক পানী খাবলৈ দিয়া, এই কথা
ময় যি ছোৱালীক কম, সেই ছোৱালীয়ে যদি কয়,
খাওক, আরু আপোনার উটবোরকো খুৱাম,
তেন্তে সেই ছোৱালীয়েই আপোনার দাস ইচ্‌-
হাকর নিমিত্তে আপোনার নিরূপিত কন্যা হওক;
আরু ইয়ার দ্বারায়, আপুনি যে মোর প্রভুলৈ
১৫ দয়া করিছে, তাক ময় জানিম। পাছে সি কথা
কৈ নৌ এঁটাওঁতেই, দেখা, অব্রাহামর ককায়েক
নাহোরর ভার্য্যা মিল্‌কার পুতেক বথূৱেলর
ঔরসত জন্মা রিবিকাই কান্ধত কলহ লৈ বাহিরলৈ
১৬ ওলাই আহিল। সেই ছোৱালী দেখিবলৈ পরম-
সুন্দরী, কুমারী,* আরু কোনো পুরুষে স্পর্শ
করা নাছিল। তাই ভুমুকলৈ নামি, কলহ ভরাই
১৭ লৈ উঠি আহিছিল; এনেতে, দাসে লড়ি গৈ,
তাইরে সৈতে সাক্ষাৎ করি কলে, বিনয় করোঁ,
তোমার কলহর পরা মোক অলপমান পানী
১৮ খাবলৈ দিয়া। তাতে তাই কলে, খাওক আপ;
এই বুলি তাই বেগতে হাতলৈ কলহ নমাই,
১৯ তাক পানী খাবলৈ দিলে। আরু তাক খুৱাই
এঁটাই কলে, আপোনার উটবোরে খাই নেটাই-
২০ মানে ময় সিহঁতলৈকো তুলিম। এই বুলি তাই
বেগতে খোলনিত কলহর পানী বাকি দি, আকৌ
পানী তুলিবলৈ নাদলৈ লড়ি গৈ, সকলো উট-
২১ বোরলৈ পানী তুলি দি আছিল। তেতিয়া সেই
পুরুষে, আপোন যাত্রা যিহোৱাই সাফল করে
নে নকরে, তাকে জানিবর নিমিত্তে মনে মনে
২২ থাকি, তাইলৈ একেঠরে চাই আছিল। উটবোরে
পানী খাই এঁটালত, সেই পুরুষে আধা চেকল
সোণর এক নথ, আরু তাইর হাতর নিমিত্তে দহ
২৩ চেকল সোণর এযোড় খারু লৈ কলে, বিনয়
করোঁ, তুমি কার জীয়েক, তাক মোক কোৱা;
আরু আমি রাতি থাকিবলৈ তোমার পিতৃর ঘরত
২৪ ঠাই আছে নে? তাতে তাই কলে, মিল্‌কাই
নাহোরলৈ প্রসর করা পুত্র যি বথূৱেল, ময়
২৫ তেওঁরে জীয়েক। তাই তাক আরু কলে, আমার
তাত খের আরু দানা বহুৎ আছে, আরু রাতি
২৬ থাকিবলৈ ঠায়ো আছে। তেতিয়া সেই পুরুষে
মূর দোঁৱাই যিহোৱার আগত প্রণিপাত করি
২৭ কলে, মোর প্রভু অব্রাহামর ঈশ্বর যিহোৱা ধন্য;
তেওঁ মোর প্রভুলৈ অনুগ্রহ আরু সত্য আচরণ

---

* ইয়াতে পুরুষে স্পর্শ নকরা অবিবাহিতা যুবতী
কন্যা বুজায়।

কৰিবলৈ এড়া নাই ; আৰু যিহোৱাই মোক
মোৰ প্ৰভুৰ জ্ঞাতিবিলাকৰ ঘৰৰ বাটেদি
২৮ আনিলে। পাছে সেই ছোৱালীয়ে লৰি গৈ,
আপোন মাকৰ ঘৰৰবিলাকক এই সকলো কথা
২৯ কলে। ৰিবিকাৰ লাবন নামেৰে এজন ককায়েক
আছিল; সেই লাবন ওলাই ভুমুকৰ ওচৰত
৩০ থকা সেই পুৰুষৰ ওচৰলৈ লৰি গল, অৰ্থাৎ
সেই নথ আৰু ভনীয়েকৰ হাতত খাৰু দেখি,
আৰু সেই পুৰুষ জনে মোক এনে তেনে কথা
কলে বুলিও আপোন ভনী ৰিবিকাৰ মুখে শুনি,
সেই পুৰুষৰ ওচৰলৈ গল। আৰু উটবোৰে সৈতে
৩১ ভুমুকৰ কোষত তাক থিয় হৈ থকা দেখি তেওঁ কলে,
হে যিহোৱাৰ আশীৰ্ব্বাদপ্ৰাপ্ত লোক, ভিতৰলৈ
আহঁা; বাহিৰত কেলেই থিয় হৈ আছা ?
কিয়নো ময় ঘৰ আৰু উটবোৰলৈ ঠায়ো যুগুত
৩২ কৰিছোঁ। তেতিয়া সেই পুৰুষ গৈ ঘৰত সোমা-
লত, তেওঁ উটবোৰৰ গাদি খহালে, উটবোৰক
খেৰ আৰু দানা দিলে, আৰু তাক ও তাৰ লগৰ
৩৩ মানুহবিলাককো ভৰি ধুবলৈ পানী দিলে। পাছে
তাৰ আগত আহাৰ যুগুতাই দিয়া হল ; কিন্তু সি
কলে, মোৰ কব লগীয়া কথা নকওঁমানে, ময়
৩৪ আহাৰ নকৰোঁ ; তাতে তেওঁ কলে, কোৱা। তেতিয়া
৩৫ সি কলে, ময় অব্ৰাহামৰ দাস। যিহোৱাই মোৰ
প্ৰভুক অতিশয়ৰূপে আশীৰ্ব্বাদ কৰাত, তেওঁ বড়
মানুহ হৈছে ; আৰু যিহোৱাই তেওঁক মেৰ, ছাগ,
আৰু গৰুৰ জাক, সোণ আৰু ৰূপ, বন্দী আৰু বেটী,
৩৬ উট আৰু গাধ, এই সকলোকে দিছে। তাত বাজে
মোৰ প্ৰভুৰ ভাৰ্য্যা চাৰাই আপোনাৰ বৃদ্ধ
কালত মোৰ প্ৰভুলৈ এটী পুত্ৰ প্ৰসৱ কৰিলে ;
৩৭ আৰু তাকেই তেওঁ আপোন সৰ্ব্বস্ব দিছে। আৰু
মোৰ প্ৰভুৱে মোক শপথ খুৱাই কলে, ময় প্ৰবাস
কৰা এই দেশৰ কনানীয়া লোকৰ কোনো ছোৱালী
৩৮ মোৰ পুত্ৰৰ নিমিত্তে নানি, মোৰ পৈতৃক ঘৰলৈ
গৈ, মোৰ গোষ্ঠীৰ ছোৱালী মোৰ পুত্ৰৰ নিমিত্তে
৩৯ আনিবা। তেতিয়া ময় আপোন প্ৰভুক কলোঁ,
৪০ কিজানি ছোৱালী মোৰ লগত নাহে। তেতিয়া
তেওঁ মোক কলে, যি জনাৰ সাক্ষাতে ময় চলিছোঁ,
সেই যিহোৱাই আপোন দূতক তোমাৰ লগত
পঠাই তোমাৰ যাত্ৰা সাফল কৰিব ; তাতে তুমি
মোৰ পুত্ৰৰ নিমিত্তে মোৰ গোষ্ঠীৰ আৰু পিতৃ-
৪১ বংশৰ ছোৱালী আনিব পাৰিবা। তুমি মোৰ
জ্ঞাতিবিলাকৰ ওচৰলৈ গৈ তাকে কৰিলেহে,
মোৰ শপথৰ পৰা মুক্ত হবা ; যদি সিবিলাকে
তোমাক নিদিয়েও, তথাপি মোৰ শপথৰ পৰা
৪২ মুক্ত হবা। এই বুলি কোৱাতে, ময় আহি আজি
ভুমুকৰ ওচৰ পাই কলোঁ, হে মোৰ প্ৰভু অব্ৰা-
হামৰ ঈশ্বৰ যিহোৱা, ময় কৰা এই মোৰ যাত্ৰা
৪৩ আপুনি যদি সাফল কৰে, তেন্তে চাওক, ময়
এতিয়া এই ভুমুকৰ কোষত থিয় হৈ আছোঁ ;
তাতে, পানী তুলিবলৈ ওলাই অহা যি জনী
ছোৱালীক ময় কম, যে, বিনয় কৰোঁ, তোমাৰ
কলহৰ পৰা মোক অলপমান পানী খাবলৈ দিয়া,
৪৪ সেই ছোৱালীয়ে যদি মোক কয়, তুমিও খোৱা,
আৰু তোমাৰ উটবোৰলৈকো পানী তুলি দিম,
তেন্তে সেই ছোৱালীয়েই মোৰ প্ৰভুৰ পুত্ৰলৈ
৪৫ যিহোৱাই নিৰূপণ কৰা কন্যা হওক। এই কথা
ময় মনতে কৈ নো এটাওঁতেই, দেখা, ৰিবিকাই
কান্ধত কলহ লৈ ওলাই গৈ, ভুমুকলৈ নামি
পানী তুলিলত, ময় তেওঁক কলোঁ, বিনয় কৰোঁ,
৪৬ মোক পানী খাবলৈ দিয়া। তেতিয়া তেওঁ বেগতে
কান্ধৰ পৰা কলহ নমাই কলে, খোৱা, ময়
তোমাৰ উটবোৰকো খুৱাম। তাতে ময় খালোঁ,
৪৭ আৰু তেওঁ উটবোৰকো খুৱালে। পাছে ময়
তেওঁক সুধিলোঁ, তুমি কাৰ জীয়েক ? তেওঁ কলে,
মিল্‌কাই নাহোৰলৈ প্ৰসৱ কৰা পুত্ৰ যি বথূৱেল,
ময় তেওঁৰে জীয়েক। তেতিয়া ময় তেওঁৰ নাকত
সেই নথ, আৰু হাতত সেই খাৰুও পিন্ধালোঁ।
৪৮ পাছে ময় মুৰ দোঁৱাই যিহোৱাৰ আগত প্ৰণি-
পাত কৰিলোঁ ; আৰু যি জনাই মোৰ প্ৰভু অব্ৰা-
হামৰ পুত্ৰৰ নিমিত্তে তেওঁৰ ককায়েকৰ জীয়েকক
নিবলৈ, মোক স্বৰূপ বাটেদি আনিলে, সেই
৪৯ ঈশ্বৰ যিহোৱাৰ ধন্যবাদ কৰিলোঁ। এতিয়া যদি
তোমালোকে মোৰ প্ৰভুলৈ দয়া আৰু সত্য
আচৰণ কৰিবলৈ সম্মত হোৱা, তেন্তে মোক
কোৱা ; যদি নোহোৱাহে, তাকো মোক কোৱা ;
তেতিয়া ময় সোঁফালে বা বাওঁফালেই চলিম।
৫০ তেতিয়া লাবন আৰু বথূৱেলেও উত্তৰ দি কলে,
এই কথা যিহোৱাৰ পৰা হৈছে ; ইয়াতে আমি
৫১ ভাল মন্দ তোমাক একোকে কব নোৱাৰোঁ। দেখা,
ৰিবিকা তোমাৰ আগতে আছে ; তাইক লৈ
যোৱা ; যিহোৱাই কোৱাৰ দৰেই তাই তোমাৰ
৫২ প্ৰভুৰ পুত্ৰৰ ভাৰ্য্যা হওক। তেতিয়া অব্ৰাহামৰ
দাসে সিবিলাকৰ কথা শুনি, মাটিত পড়ি
৫৩ যিহোৱাৰ আগত প্ৰণিপাত কৰিলে। পাছে
দাসে ৰূপ আৰু সোণৰ অলঙ্কাৰ, আৰু বস্ত্ৰকো
উলিয়াই ৰিবিকাক দিলে ; আৰু তাইৰ ককায়েক
৫৪ আৰু মাককো বহুমূল্য দ্ৰব্য দিলে। পাছে সি
আৰু তাৰ লগৰ মানুহবিলাকেও ভোজন পান
কৰি ৰাতি থাকিল। আৰু সিবিলাকে পুৱা
উঠিলত, দাসে কলে, মোৰ প্ৰভুৰ ওলৈ যাবলৈ
৫৫ মোক বিদায় কৰা। তেতিয়া তাইৰ ককায়েক
আৰু মাকে কলে, ছোৱালী আমাৰ লগত কিছু
দিন থাকোক ; অতি কমেও দহ দিনমান
৫৬ থাকোক ; পাছে যাব। কিন্তু সি সিবিলাকক
কলে, যিহোৱাই মোৰ যাত্ৰা সাফল কৰিছে ;
এতেকে মোক পলমকৈ নেৰাখিবাহঁক ; মোৰ

রাখিলে; কারণ সিহঁতে তেওঁর লগত বিবাদ
২১ করিছিল। পাছে আরু এটা নাদ খানিলত,
সিহঁতে তার নিমিত্তেও বিবাদ করিলে; তাতে
ইচ্‌হাকে তার নাম চিত্‌না [বিপক্ষতা] রাখিলে।
২২ আকৌ তেওঁ তার পরা গৈ, আন এটা নাদ
খানিলে; তার নিমিত্তে হলে সিহঁতে বিবাদ
নকরিলে; তাতে তেওঁ তার নাম রহোবোৎ
[বহল] রাখি কলে, এতিয়াহে যিহোৱাই আমাক
বহল ঠাই দিছে; এতেকে আমি দেশত বৃদ্ধি
২৩ হম। পাছে তেওঁ তার পরা বের-চেবালৈ গলত,
২৪ সেই রাতিয়েই যিহোৱাই তেওঁক দর্শন দি কলে,
ময় তোমার পিতৃ অব্রাহামর ঈশ্বর; ভয় নকরিবা;
কিয়নো ময় তোমার সঙ্গী হৈ তোমাক আশীর্ব্বাদ
করিম, আরু মোর আপোন দাস অব্রাহামলৈ
২৫ চাই তোমার বংশ বৃদ্ধি করিম। পাছে ইচ্‌হাকে
সেই ঠাইতে যজ্ঞবেদি নির্ম্মাণ করি যিহোৱার
নামেরে প্রার্থনা করিলে, আরু তাতে আপোন
তাম্বু তরিলে। পাছে ইচ্‌হাকর বন্দীহঁতে তাত
২৬ এটা নাদ খানিলে। তার পাছে অবীমেলকে
অহুজ্জৎ নামেরে আপোনার এজন বন্ধুক, আরু
তেওঁর প্রধান সেনাপতি ফীখোলকো লগত লৈ,
২৭ গরারর পরা ইচ্‌হাকর ওচরলৈ গল। তাতে
ইচ্‌হাকে তেওঁবিলাকক কলে, তোমালোকে
মোক ঘিণ করি আপোনাবিলাকর ওচরর
পরা খেদি পঠালা; এতিয়া নো মোর ওচরলৈ
২৮ তোমালোক কেলেই আহিছা? তাতে তেওঁবি-
লাকে কলে, যিহোৱা যে তোমার সঙ্গী, তাক
আমি নিশ্চয়ে জানিলোঁ; আরু আমার মাজত,
তোমারে আমারে মাজত এক শপথ হবলৈ,
২৯ আরু আমি যেনেকৈ তোমাক স্পর্শ করা নাই,
আরু তোমার মঙ্গলর বাহিরে একো করা নাই'
বরং কুশলে বিদায় করিছিলোঁ, তেনেকৈ তুমি
যিহতে আমালৈ হিংসা নকরিবা, তোমারে সৈতে
এনে নিয়ম স্থির করিবলৈ আমি কোৱামেলা
করিলোঁ; তুমি এতিয়া যিহোৱার আশীর্ব্বাদ
৩০ প্রাপ্ত হলা। তেতিয়া, ইচ্‌হাকে তেওঁবিলাকলৈ
ভোজ যুগুত করিলত, তেওঁবিলাকে ভোজন পান
৩১ করিলে। পাছে তেওঁবিলাক দুজনে নিচেই রাতি-
পুৱাতে উঠি, ইজনে সিজনর আগত শপথ
করিলে; তেতিয়া ইচ্‌হাকে তেওঁবিলাকক বিদায়
করিলত, তেওঁবিলাক কুশলে তেওঁর ওচরর পরা
৩২ গুচি গল। আরু সেই দিনাই ইচ্‌হাকর বন্দীবোরে
আহি, সিহঁতে খনা এটা নাদর বিষয়ে তেওঁক
৩৩ সংবাদ দিলেহি, বোলে, আমি পানী পালোঁ।
তাতে তেওঁ সেই নাদর নাম চিবিয়া [শপথ]
রাখিলে; এই হেতুকে আজিলৈকে সেই নগরর
নাম বের-চেবা বুলি প্রখ্যাত।
৩৪ পাছে এচৌরে চল্লিশ বছর বয়সত, হিত্তীয়া
বেরীর জীয়েক যিহূদীৎ আরু হিত্তীয়া এলোনর
৩৫ জীয়েক বাচমতক বিয়া করিলে; কিন্তু ইহঁত
দুজনী ইচ্‌হাক আরু রিবিকার মনত দুঃখ
দিওঁতা হল।

যাকোবে ছলকৈ পিতৃর আশীর্ব্বাদ লোৱা।

২৭ তার পাছে ইচ্‌হাক বৃদ্ধ হলত, চকু দুর্ব্বল
হোৱা হেতুকে তেওঁর চকুরে মনিব নোৱরা
হল; এনে সময়ত তেওঁ আপোনার বড় পুতেক
এচৌক মাতি নি কলে, বোপা; তেওঁ কলে, দেখোক
২ ময় আছোঁ; তাতে ইচ্‌হাকে কলে, দেখা, ময়
বৃদ্ধ হলোঁ; কোন দিনা মরিম, তাক ময় নেজানো।
৩ এতেকে বিনয় করোঁ, তোমার অস্ত্রশস্ত্র, তোমার
তূণ আরু ধনু লৈ, বনলৈ গৈ মোলৈ পশু মারি
৪ আনাগৈ; আরু মোর মৃত্যুর পূর্ব্বেই, তোমাক
মোর আত্মাই আশীর্ব্বাদ করিবর নিমিত্তে, ময়
ভাল পোৱা সুস্বাদু আহার যুগুত করি, ময় খাবলৈ
৫ মোর ওচরলৈ আনিবা। ইচ্‌হাকে আপোন পুত্র
এচৌক এই কথা কোৱা রিবিকাই শুনি আছিল।
পাছে এচৌরে পশু মারি আনিবর নিমিত্তে বনলৈ
৬ গলত, রিবিকাই আপোন পুত্র যাকোবক কলে,
দেখা, মোর মৃত্যুর পূর্ব্বেই, ময় খাই যিহোৱার
৭ আগত তোমাক আশীর্ব্বাদ করিবর নিমিত্তে, তুমি
মোলৈ পশু মারি আনি মোর নিমিত্তে সুস্বাদু
আহার যুগুত করা, এই বুলি তোমার পিতৃয়ে
তোমার ককায়েরা এচৌক কোৱা ময় শুনিলোঁ।
৮ এতেকে, বোপা, এতিয়া ময় তোমাক যি আজ্ঞা
দিওঁ, তুমি মোর কথা শুনি, সেই দরেই করা।
৯ তুমি জাকলৈ গৈ, তার পরা দুটা উত্তম ছাগলী
পোৱালি মোলৈ আমাগৈ; তারে ময়, তোমার
পিতৃয়ে ভাল পোৱা সুস্বাদু আহার তেওঁলৈ যুগুত
১০ করোঁ; পাছত তুমি, তোমার পিতৃর মৃত্যুর পূর্ব্বেই,
তেওঁ তোমাক আশীর্ব্বাদ করিবর নিমিত্তে, তেওঁ
১১ খাবলৈ, তাক তেওঁর ওচরলৈ লৈ যাবা। তেতিয়া
যাকোবে আপোন মাক রিবিকাক কলে, দেখা,
মোর ককাই এচৌ নোমাল মানুহ; কিন্তু ময় হলে
১২ নোমাল মানুহ নহওঁ। কিজানি মোক পিতৃয়ে
হাত ফুরাই চাব; তাতে ময় তেওঁর আগত প্রবঞ্চক
হম; সেরে হলে, ময় নিজলৈ আশীর্ব্বাদ নমাই
১৩ শাও মাখোন অনাম। কিন্তু তেওঁর মাকে কলে,
বোপা, তোমার সেই শাও মোর ওপরত পড়োক;
১৪ কেৱল মোর কথা মানি তাক আমাগৈ। তেতিয়া
তেওঁ গৈ তাক আনি মাকক দিলেহি; তাতে মাকে,
তেওঁর পিতৃয়ে ভাল পোৱা সুস্বাদু আহার যুগুত
১৫ করিলে। পাছে, ঘরত আপোনার ওচরত বড়
পুতেক এচৌর যি উত্তম বস্ত্র আছিল, রিবিকাই
তাকে লৈ তেওঁর সরু পুতেক যাকোবক পিন্ধালে।
১৬ আরু সেই ছাগলী পোৱালি দুটার চাল দুখনো

লৈ, তেওঁৰ হাত দুখনত, আৰু ডিঙিৰ নোম
১৭ নোহোৱা ঠাইতো লগাই দি, নিজে যুগুত কৰা
সেই সুস্বাদু আহাৰ আৰু পিঠা আপোন পুত্ৰ
১৮ যাকোবৰ হাতত দিলে। তেতিয়া যাকোবে
আপোন পিতৃৰ ওচৰলৈ গৈ কলে, হে পিতৃ;
তাতে তেওঁ কলে, দেখা, ময় আছোঁ ; বোপা,
১৯ তুমি কোন ? যাকোবে আপোন পিতৃক কলে,
ময় আপোনাৰ বড় পুত্ৰেক এচৌ ; আপুনি মোক
আজ্ঞা দিয়াৰ দৰে, ময় কৰিলোঁ ; বিনয় কৰোঁ,
উঠি বহোক ; আৰু আপোনাৰ আত্মাই মোক
আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে মোৰ পহু মঙহ
২০ ভোজন কৰোক। তেতিয়া ইচ্‌হাকে আপোন
পুত্ৰক কলে, বোপা, তুমি ইমান বেগতে তাক
কেনেকৈ পালা ? তেওঁ কলে, আপোনাৰ ঈশ্বৰ
২১ যিহোৱাই মোক অনুগ্ৰহ কৰিলে। ইচ্‌হাকে
যাকোবক আৰু কলে, বোপা, মোৰ ওচৰলৈ
চাপি আহাঁ ; তুমি স্বৰূপেই মোৰ পুত্ৰ এচৌ
হোৱা নে নোহোৱা, তাক ময় হাত ফুৱাই চাওঁ।
২২ তেতিয়া যাকোবে আপোন পিতৃ ইচ্‌হাকৰ ওচৰলৈ
চাপি গলত, তেওঁ হাত ফুৱাই চাই কলে, মাত
২৩ হলে যাকোবৰ, কিন্তু হাত হলে এচৌৰ। এই
ৰূপে, তেওঁৰ হাত তেওঁৰ ককায়েক এচৌৰ হাতৰ
দৰে নোমাল হোৱাতে, তেওঁ চিনিব নোৱাৰি,
২৪ তেওঁক আশীৰ্ব্বাদ কৰিলে। তেওঁ কলে, তুমি
স্বৰূপেই মোৰ পুত্ৰ এচৌ হোৱা নে ? তাতে তেওঁ
২৫ কলে, ময় হওঁ। তেতিয়া ইচ্‌হাকে কলে, মোৰ
ওচৰলৈ আনা ; মোৰ আত্মাই তোমাক আশীৰ্ব্বাদ
কৰিবৰ নিমিত্তে, মোৰ পুত্ৰই অনা পহু মঙহ
ময় খাওঁ। তাতে তেওঁ নি দিলত, ইচ্‌হাকে
ভোজন কৰিলে ; পাছে দ্ৰাক্ষাৰসো নি দিলত,
২৬ তেওঁ তাকো পান কৰিলে। তেতিয়া তেওঁৰ বাপেক
ইচ্‌হাকে কলে, বোপা, তুমি ওচৰলৈ আহি মোক
২৭ চুমা খোৱাহি। পাছে তেওঁ ওচৰলৈ গৈ চুমা
খালত, তেওঁৰ কাপড়ৰ ঘ্ৰাণ পাই, তেওঁ এই কথা
কৈ তেওঁক আশীৰ্ব্বাদ কৰিলে,

দেখা, মোৰ পুত্ৰৰ সুঘ্ৰাণ
যিহোৱাই আশীৰ্ব্বাদ কৰা ক্ষেত্ৰৰ সুঘ্ৰাণৰ
নিচিনা।
২৮ ঈশ্বৰে তোমাক আকাশৰ নিয়ৰত
আৰু পৃথিবীৰ উৰ্ব্বৰতাত উৎপন্ন
বহু শস্য আৰু দ্ৰাক্ষাৰস দিওক।
২৯ নানা বংশৰ লোক তোমাৰ বন্দী হওক,
আৰু নানা জাতিয়ে তোমাৰ আগত প্ৰণিপাত
কৰোক।
তুমি আপোন ভাইবিলাকৰ প্ৰভু হোৱা ;
আৰু তোমাৰ মাতৃৰ সন্তানবিলাকে তোমাৰ
আগত প্ৰণিপাত কৰোক।
তোমাক শাও দিওঁতাবোৰ শাপগ্ৰস্ত হওক,
আৰু তোমাক আশীৰ্ব্বাদ কৰোঁতাবিলাক
আশীৰ্ব্বাদপ্ৰাপ্ত হওক।

৩০ তাৰ পাছে ইচ্‌হাকে যাকোবক আশীৰ্ব্বাদ দি
এঁটালত, যাকোবে আপোন পিতৃ ইচ্‌হাকৰ
আগৰ পৰা বাহিৰ হৈ যোৱা মাত্ৰকেই, তেওঁৰ
ককায়েক এচৌ চিকাৰৰ পৰা আহি পালেহি।
৩১ পাছে তেওঁো সুস্বাদু আহাৰ যুগুত কৰি, আপোনাৰ
বাপেকৰ ওচৰলৈ নি, তেওঁক কলে, হে মোৰ
পিতৃ, উঠোক ; আপোনাৰ আত্মাই মোক আশী-
ৰ্ব্বাদ কৰিবৰ নিমিত্তে, আপোনাৰ পোৱাঁই মাৰি
৩২ অনা পহুৰ মঙহ ভোজন কৰোক। তাতে তেওঁৰ
বাপেক ইচ্‌হাকে তেওঁক কলে, তুমি নো কোন ?
তেওঁ কলে, ময় আপোনাৰ জ্যেষ্ঠ পুত্ৰ এচৌ।
৩৩ তেতিয়া ইচ্‌হাকে অতি বড় কম্পনেৰে কম্পমান
হৈ কলে, তেন্তে যিজনে চিকাৰ কৰি মোলৈ
পহুৰ মঙহ আনিলে, সি কোন ? তুমি অহাৰ
আগেয়েই ময় সেই সকলোকে খালোঁ, আৰু
তাক আশীৰ্ব্বাদো কৰিলোঁ, আৰু সিয়েই আ-
৩৪ শীৰ্ব্বাদযুক্ত থাকিব। বাপেকৰ এই কথা শুনি
এচৌৱে অতিশয় বেজাৰ পাই, হুৰাওৰাওকৈ
কান্দি আপোন বাপেকক কলে, হে মোৰ পিতৃ,
৩৫ মোকো আশীৰ্ব্বাদ কৰোক। তাতে তেওঁ কলে,
তোমাৰ ভায়েৰাই আহি ছল কৰি, তুমি পাব
৩৬ লগীয়া আশীৰ্ব্বাদ ললে। তেতিয়া তেওঁ কলে,
স্বৰূপেই তাৰ নাম যাকোব দিয়া নাই নে ?
কিয়নো সি মোৰ স্বত্ব এই বাৰেৰে দুবাৰ বুজি
কৰি ললে ; সি মোৰ জ্যেষ্ঠাধিকাৰ ললে, আৰু
দেখা, এতিয়া মোৰ আশীৰ্ব্বাদো ললে। তেওঁ
আকৌ কলে, আপুনি জানো মোলৈ একো
৩৭ আশীৰ্ব্বাদ ৰখা নাই ? তেতিয়া ইচ্‌হাকে এচৌক
উত্তৰ দি কলে, দেখা, ময় তাক তোমাৰ ওপৰত
প্ৰভু পাতিলোঁ, আৰু তাৰ সকলো জ্ঞাতি-
বিলাককো তাৰেই বন্দী কৰি দিলোঁ ; আৰু তাৰ
প্ৰতিপালনৰ অৰ্থে ময় তাক শস্য আৰু দ্ৰাক্ষাৰস
দিলোঁ ; এতিয়া হে বোপা, তোমাৰ অৰ্থে নো কি
৩৮ কৰিব পাৰোঁ ? তাতে এচৌৱে আকৌ আপো-
নাৰ বাপেকক কলে, হে পিতৃ, আপোনাৰ কেৱল
একেটা আশীৰ্ব্বাদহে আছিল নে ? হে মোৰ
পিতৃ, মোকো আশীৰ্ব্বাদ কৰোক, এই বুলি কৈ
৩৯ এচৌৱে বড়কৈ কান্দিবলৈ ধৰিলে। পাছে
তেওঁৰ বাপেক ইচ্‌হাকে কলে,

দেখা, তোমাৰ বসতি পৃথিবীৰ সাৰুৱা মাটিৰ
পৰা,
আৰু আকাশৰ নিয়ৰ বৰষা ঠাইৰ পৰা
দূৰৈত হব।
৪০ তুমি আপোন তৰোৱালৰ দ্বাৰায় জীবা,
আৰু আপোন ভায়াৰ অধীন হৈ থাকিবা ;
পাছে তুমি অনবৰত যত্ন কৰি,

আপোন ডিঙিৰ পৰা তাৰ যুঁৱলি ভাঙি
পেলাবা।
৪১ পাছে যাকোবক তেওঁৰ বাপেকে যি আশীৰ্ব্বাদেৰে
বৰ দিছিল, তাৰ নিমিত্তে এচৌৱে যাকোবক
ঘিণ কৰি আপোন মনতে কলে, মোৰ পিতৃ-
শোকৰ দিন ওচৰ চাপিছে, ইয়াৰ পাছে যাকোব
৪২ ভাইক বধ কৰিম। কিন্তু বৰ পুতেক এচৌৰ সেই
কথা লোকে ৰিবিকাৰ আগত কলত, তেওঁ মানুহ
পঠাই সৰু পুতেক যাকোবক মতাই নি কলে,
দেখা, তোমাৰ ককায়েৰা এচৌৱে তোমাক বধ
কৰিম বুলি কৈ আপোনাকে সান্ত্বনা কৰিছে।
৪৩ এই হেতুকে, বোপা, মোৰ কথা শুনা; উঠা, তুমি
হাৰণলৈ, মোৰ ককাই লাবনৰ ওচৰলৈ পলাই
৪৪ যোৱা; আৰু তোমাৰ ককায়েৰাৰ খং মাৰ নে-
৪৫ যায়মানে, তোমাৰ ককায়েৰাৰ খং মাৰ গৈ, তুমি
তালৈ যি কৰিলা, তাক সি নেপাহৰেমানে, কিছু
দিন তেওঁৰ লগত থাকাগৈ; পাছে মই মানুহ
পঠাই তাৰ পৰা তোমাক অনাম; একে দিনাই
তোমালোক দুয়োৰো পৰা মই কিয় বিৰহিত হম?

হাৰণলৈ যাকোবৰ প্ৰস্থান।

৪৬ পাছে ৰিবিকাই ইচ্‌হাকক কলে, এই হিত্তীয়া
জীয়াৰীবিলাকৰ কাৰণে, মোৰ জীৱনত ঘিণ
লাগিছে; যদি যাকোবেও ইহঁতৰ নিচিনা এই
দেশীয় লোকৰ জীয়াৰীবিলাকৰ কোনো হিত্তীয়া
ছোৱালী বিয়া কৰে, তেন্তে মই জীয়াই থকাৰ কি
২৮ লাভ? তেতিয়া ইচ্‌হাকে যাকোবক মাতি
আশীৰ্ব্বাদ কৰিলে; আৰু এই আজ্ঞা দি
তেওঁক কলে, তুমি কনান দেশীয় কোনো ছোৱালী
২ বিয়া নকৰিবা; উঠা, পদ্দন-অৰামলৈ আপোন
মাতামহ বথূৱেলৰ ঘৰলৈ গৈ, তাৰ পৰা তোমাৰ
মোমায়েৰা লাবনৰ জীয়েকহঁতৰ মাজৰ কোনো
৩ এজনীক বিয়া কৰি আনাগৈ। তোমাৰ পৰা
জাতিসমূহ হব পৰাকৈ, সৰ্ব্বশক্তিমান ঈশ্বৰে
তোমাক আশীৰ্ব্বাদ দি বহুবংশ আৰু বৃদ্ধি
৪ কৰোক; আৰু তুমি প্ৰবাসী হৈ থকা এই যি
দেশ ঈশ্বৰে অব্ৰাহামক দিলে, তুমি ইয়াক অধি-
কাৰ কৰিবৰ নিমিত্তে, তেওঁ অব্ৰাহামলৈ দিয়া
আশীৰ্ব্বাদো তোমালৈ আৰু তোমাৰে সৈতে
৫ তোমাৰ বংশলৈ সকল কৰোক। পাছে ইচ্‌হাকে
যাকোবক বিদায় দিলত, তেওঁ পদ্দন-অৰামলৈ,
অৰামীয়া বথূৱেলৰ পুত্ৰ, যাকোব আৰু এচৌৰ
মাক ৰিবিকাৰ ককায়েক লাবনৰ ওচৰলৈ গল।
৬ এই ৰূপে ইচ্‌হাকে যাকোবক আশীৰ্ব্বাদ কৰি,
পদ্দন-অৰামৰ পৰা ছোৱালী বিয়া কৰি আনি-
বলৈ পঠোৱা, আৰু তেওঁক আশীৰ্ব্বাদ কৰোঁতে,
তুমি কনানীয়া জীয়াৰীহঁতৰ কোনো ছোৱালী
৭ বিয়া নকৰিবা বুলি আজ্ঞাও দিয়া, আৰু যাকোবে
আপোন পিতৃ মাতৃৰ আজ্ঞা মানি, পদ্দন-অৰা-
৮ মলৈ যোৱা যেতিয়া এচৌৱে জানিলে, আৰু
তাত বাজে, এই কনানীয়া জীয়াৰীহঁতত আপোন
পিতৃ ইচ্‌হাকৰ সন্তোষ নাই বুলিও যেতিয়া
৯ বুজিলে, তেতিয়া এচৌৱে আপোনাৰ দুজনী
তিৰুতা থকাতো, তেওঁ ইশ্মায়েলৰ ওচৰলৈ গৈ,
অব্ৰাহামৰ পুতেক ইশ্মায়েলৰ জীয়েক, নবায়োতৰ
ভনীয়েক মহলতক বিয়া কৰি আনিলে।

বাটত যাকোবে সপোন দেখা।

১০ পাছে যাকোবে বেৰ-চেবাৰ পৰা ওলাই হাৰণৰ
১১ ফাললৈ যাত্ৰা কৰিলে; আৰু বেলি মাৰ যোৱাত,
এখন ঠাই পাই তাতে তেওঁ ৰাতি থাকিল; আৰু
সেই ঠাইৰ শিল এটা লৈ, তাক মূৰৰ তলত দি,
১২ সেই ঠাইতে পৰি শুই থাকিল। পাছে সপোনত,
এটা মূৰ পৃথিবীত লগা, আনটো মূৰ আকাশত
লগা, এনে এখন জখলা তেওঁ দেখিলে, আৰু তাৰ
ওপৰেদি ঈশ্বৰৰ দূতবিলাকক উঠিবৰ আৰু
১৩ নামিবৰ দেখিলে। আৰু দেখা, যিহোৱাই
তেওঁৰ ওচৰত থিয় হৈ কলে, ময়েই তোমাৰ
ওপৰপিতৃ অব্ৰাহামৰ ঈশ্বৰ যিহোৱা, আৰু ইচ্‌-
হাকৰো ঈশ্বৰ; এই যি ভূমিত তুমি শয়ন কৰিছা,
ইয়াক মই তোমাক আৰু তোমাৰ বংশকো দিম।
১৪ তোমাৰ বংশ পৃথিবীৰ ধূলিৰ নিচিনা অসংখ্য হব;
তুমি পূব, পশ্চিম, উত্তৰ, আৰু দক্ষিণলৈ বিস্তা-
ৰিত হৈ যাবা; তোমাত আৰু তোমাৰ বংশতেই
পৃথিবীৰ সমুদায় গোষ্ঠী আশীৰ্ব্বাদপ্ৰাপ্ত হব।
১৫ আৰু দেখা, মই তোমাৰ লগত আছোঁ; যি যি
ঠাইলৈ তুমি যাবা, সেই সেই ঠাইতে মই
তোমাক ৰক্ষা কৰিম; আৰু পুনৰায় এই দেশলৈ
তোমাক ওলোটাই আনিম; কিয়নো মই তোমাক
কোৱা সকলো কথাকে সিদ্ধ নকৰোঁমানে, মই
১৬ তোমাক ত্যাগ নকৰোঁ। পাছে যাকোবে টোপনিৰ
পৰা সাৰ পাই কলে, ষৰুপেই এই ঠাইত
যিহোৱা আছে; কিন্তু মই তাক জনা নাছিলোঁ।
১৭ আৰু তেওঁ ভয় পাই কলে, ই কেনে ভয়ানক
ঠাই! ই ঈশ্বৰৰ গৃহ মাথোন, আন একো নহয়;
১৮ আৰু এয়েই স্বৰ্গৰো দুৱাৰ। পাছে যাকোবে
অতি ৰাতিপুৱাতে উঠি, তেওঁ যি শিল মূৰৰ তলত
লৈছিল, তাকে স্তম্ভস্বৰূপে স্থাপন কৰি, তাৰ
১৯ ওপৰত তেল বাকি দিলে। আৰু তেওঁ সেই ঠাইৰ
নাম বৈৎ-এল [ঈশ্বৰৰ গৃহ] ৰাখিলে; কিন্তু পূৰ্ব্বে
২০ সেই নগৰৰ নাম লূজ আছিল। পাছে যাকোবে
সঙ্কল্প কৰি এই প্ৰতিজ্ঞা কৰিলে, বোলে, যদি
ঈশ্বৰ মোৰ সঙ্গী হয়, মই যাব লগীয়া এই বাটত
মোক ৰক্ষা কৰে, আৰু খাবলৈ আহাৰ, পিন্ধিব-
২১ লৈকো বস্ত্ৰ দিয়ে, আৰু তাতেই যদি মই পিতৃৰ
ঘৰলৈ পুনৰায় কুশলে আহিবলৈ পাওঁ, তেন্তে

২২ যিহোৱাই মোৰ ঈশ্বৰ হব, আৰু ময় স্তম্ভৰূপে
স্থাপন কৰা এই শিল ঈশ্বৰৰ গৃহ হব; আৰু
তুমি মোক যি যি দিবা, ময় তাৰ দহ ভাগৰ একভাগ
নিশ্চয়ে তোমাক দিম।

যাকোবৰ বিবাহ। তেওঁৰ এঘাৰ জন পুত্ৰৰ জন্ম।

২৯ পাছে যাকোবে তাৰ পৰা উঠি যাত্ৰা কৰি,
পূব দেশীয় সন্তানবিলাকৰ দেশ পালেগৈ।
২ তাতে তেওঁ দেখিলে, যে, পথাৰত এটা নাদ
আছে, আৰু তাৰ ওচৰত তিনি জাক মেৰ শুই
আছে; কিয়নো মানুহে সেই নাদৰ পৰা জাক-
বোৰক পানী খুৱায়; আৰু সেই নাদৰ মুখ
৩ ঢকা শিল ডাঙৰ। পাছে নাদৰ ওচৰত আটাই-
বিলাক জাক গোট খোৱা হলে, মানুহে তাৰ
মুখৰ শিল বগৰাই, মেৰক পানী খুৱাই এঁটাই,
পুনৰায় নাদৰ মুখত শিলটো আগৰ দৰে দি
৪ থয়। পাছে যাকোবে সিবিলাকক সুধিলে, হে
ভাইসকল, তোমালোক ক'ৰ মানুহ? তাতে
৫ সিবিলাকে কলে, আমি হাৰণৰ মানুহ। তেতিয়া
তেওঁ সিবিলাকক সুধিলে, তোমালোকে নাহোৰৰ
নাতিয়েক লাবনক চিনি পোৱা নে? সিবিলাকে
৬ কলে, আমি চিনি পাওঁ। তাতে তেওঁ সিবিলাকক
সুধিলে, তেওঁ কুশলে আছে নে? সিবিলাকে
কলে, হয়, কুশলে আছে; আৰু সৌৱা, চোৱা,
তেওঁৰ জীয়েক ৰাহেলে মেৰৰ জাক লৈ আহিছে।
৭ তেতিয়া তেওঁ কলে, দেখা, এতিয়া বেলি বহুৎ
আছে, মেৰৰ জাক গোটাবৰ সময় নৌ হয়;
তোমালোকে মেৰক পানী খুৱাই আকৌ চৰো-
৮ ৱাগৈ। কিন্তু সিবিলাকে কলে, আটাইবিলাক
জাক গোট নেখায়মানে, তাক আমি কৰিব
নোৱাৰোঁ; পাছে নাদৰ মুখৰ পৰা শিল বগ-
ৰোৱা হলে, আমি মেৰবোৰক পানী খুৱাম।
৯ এই ৰূপে তেওঁ সিবিলাকে সৈতে কথাবাৰ্ত্তা হৈ
থাকোঁতেই, ৰাহেলে আপোনাৰ বাপেকৰ মেৰ
লৈ পালেহি; কিয়নো তাই সেইবোৰক ৰখি-
১০ ছিল। তেতিয়া যাকোবে আপোনাৰ মোমায়েক
লাবনৰ জীয়েক ৰাহেলক, আৰু আপোনাৰ
মোমায়েক লাবনৰ মেৰবোৰক দেখি, তেওঁ ওচৰ
চাপি গৈ নাদৰ মুখৰ পৰা শিল বগৰাই দি,
আপোন মোমায়েক সেই লাবনৰ মেৰ জাকক
১১ পানী খুৱালে। পাছে যাকোবে ৰাহেলক চুমা
১২ খাই বৰকৈ কান্দিবলৈ ধৰিলে। আৰু আপুনি
যে তেওঁৰ বাপেকৰ ভাগিনেক, ৰিবিকাৰ পুতেক,
ইয়াকে যাকোবে ৰাহেলক কলত, তাই লৰি গৈ
১৩ আপোনাৰ বাপেকক সংবাদ দিলে। তেতিয়া
লাবনে আপোন ভাগিনেক যাকোবৰ বাৰ্ত্তা পাই,
তেওঁক আগ বঢ়াই নিবলৈ লৰি আহিল; আৰু
তেওঁক সাবটি মাৰি ধৰি চুমা খাই আপোনাৰ
ঘৰলৈ লৈ গল। পাছে তেওঁ লাবনক সেই সকলো
১৪ কথা কলত, লাবনে কলে, তুমি নিশ্চয়ে মোৰ
হাড় আৰু মোৰ মঙহ। পাছে যাকোব তেওঁৰ
১৫ ঘৰত পূৰা এমাহ থাকিল। তেতিয়া লাবনে
যাকোবক কলে, তুমি মোৰ ভাগিন হোৱা হেতুকে
জানো বিনামূল্যে মোৰ বন কৰিব লাগে? তুমি
১৬ কি বেচ লবা, তাক মোক কোৱা। সেই সময়ত
লাবনৰ দুজনী জীয়েক আছিল; তাৰে বৰ জনীৰ
১৭ নাম লেয়া, আৰু সৰু জনীৰ নাম ৰাহেল। লেয়াৰ
চকু নিস্তেজ আছিল; কিন্তু ৰাহেল হলে সুন্দৰী
১৮ আৰু দেখনীয়াৰ আছিল। আৰু যাকোবে
ৰাহেলক প্ৰেম কৰিছিল; এই নিমিত্তে তেওঁ
কলে, তোমাৰ সৰু জীয়েৰা ৰাহেলৰ নিমিত্তে
ময় তোমাৰ ইয়াত সাত বছৰ খাটি দিম।
১৯ তাতে লাবনে কলে, তাইক আন মানুহক
দিয়াতকৈ তোমাক দিয়াই ভাল; বাৰু, তুমি
২০ মোৰ লগতে থাকা। এই ৰূপে যাকোবে ৰাহেলৰ
নিমিত্তে সাত বছৰ খাটি দিলে; আৰু তাইক
প্ৰেম কৰাৰ কাৰণে, তেওঁৰ মানত সেয়ে অলপ
২১ দিন যেনহে লাগিল। পাছে যাকোবে লাবনক
কলে, মোৰ নিয়মিত কাল পূৰ হল; এতেকে
মোৰ ভাৰ্য্যা মোক দিয়া, ময় তেওঁত গমন কৰোঁ।
২২ তেতিয়া লাবনে সেই ঠাইৰ সকলো মানুহক
২৩ গোটাই এটা ভোজ দিলে। পাছে সন্ধ্যা হলত,
আপোনাৰ জীয়েক লেয়াক নি তেওঁৰ ওচৰত
২৪ দিলে; তাতে তেওঁ লেয়াত গমন কৰিলে। আৰু
লাবনে জিল্পা নামেৰে আপোন বেটীকো,
তেওঁৰ জীয়েক লেয়াৰ বেটী হবলৈ লেয়াক দিলে।
২৫ কিন্তু ৰাতি পুৱালত তেওঁ দেখিলে, যে, তেওঁ
দেখোন লেয়াহে; তাতে তেওঁ লাবনক কলে, তুমি
মোলৈ এইটো কি কাম কৰিলা? ৰাহেলৰ নিমিত্তে
জানো ময় তোমাক খাটি দিয়া নাই? তেন্তে
২৬ মোক কিয় ছল কৰিলা? তেতিয়া লাবনে কলে,
বৰ জনীৰ আগেয়ে সৰু জনীক দিয়া আমাৰ
২৭ ইয়াত দস্তুৰ নাই। এতিয়া এইৰ সাত দিন পূৰ
কৰা। তেতিয়া আমি তোমাক সিজনীও দিম;
আৰু তাইৰ নিমিত্তেও তুমি মোৰ ইয়াত সাত বছৰ
২৮ খাটি দিবা। তাতে যাকোবে সেই দৰে কৰিলে;
আৰু সাত দিন পূৰ হলত, লাবনে আপোনাৰ
জীয়েক ৰাহেলকো তেওঁৰ লগত বিয়া দিলে।
২৯ আৰু লাবনে আপোনাৰ জীয়েক ৰাহেলকো,
বিল্হা নামেৰে তেওঁৰ বেটীক ৰাহেলৰ বেটী হবলৈ
৩০ তেওঁক দিলে। তেতিয়া তেওঁ ৰাহেলত গমন কৰি-
লে; আৰু লেয়াতকৈ তেওঁ ৰাহেলক অধিক
প্ৰেম কৰিলে; পাছে তেওঁ লাবনৰ তাত আৰু
সাত বছৰ খাটি দিলে।
৩১ লেয়াক বেয়া পোৱা দেখি যিহোৱাই তেওঁক
গৰ্ব্ভধাৰণৰ শক্তি দিলে; কিন্তু ৰাহেল বাঁজী

৩২ হল। তাতে লেয়া গৰ্ব্ভৱতী হৈ এটী পুত্ৰ প্ৰসৱ
করি, তার নাম রুবেণ [ পুত্ৰক দেখা ] ৰাখিলে ;
কিয়নো তেওঁ কলে, যিহোৱাই মোর দুঃখলৈ
চালে ; কারণ এতিয়া স্বামীয়ে মোক প্ৰেম করিব।
৩৩ পাছে তেওঁ পুনরায় গৰ্ব্ভৱতী হৈ এটী পুত্ৰ প্ৰসৱ
করি কলে, মোক যে ভাল নেপায়, তাক যিহো-
ৱাই শুনি মোক এইটোও দিলে ; পাছে তেওঁ
৩৪ তার নাম চিমিয়োন [শ্ৰবণ] ৰাখিলে। পুনরায়
তেওঁ গৰ্ব্ভৱতী হৈ এটী পুত্ৰ প্ৰসৱ করি কলে, এই
বার হলে, মোর স্বামী মোত আসক্ত হব ;
কিয়নো ময় তেওঁলৈ তিনটী পুত্ৰ প্ৰসৱ করিলোঁ ;
এতেকে তার নাম লেবী [আসক্ত] ৰাখিলে।
৩৫ পাছে তেওঁ পুনরায় গৰ্ব্ভৱতী হৈ এটী পুত্ৰ প্ৰসৱ
করি কলে, এই বার হলে ময় যিহোৱার প্ৰশংসা
করোঁ ; এতেকে তেওঁ তার নাম যিহূদা [যিহোৱার
প্ৰশংসা] ৰাখিলে ; তার পাছে তেওঁ প্ৰসৱ
করিবলৈ এড়িলে।

৩০ ৰাহেলে যাকোবলৈ আপোনার সন্তান
নজন্মা দেখি, বায়েকক অসূয়া করিবলৈ
ধরিলে ; আরু ৰাহেলে যাকোবক কলেও, মোলে,
২ মোক সন্তান দিয়া ; নহলে ময় মরিম। তাতে,
ৰাহেললৈ যাকোবর ক্ৰোধ প্ৰজ্বলিত হলত, তেওঁ
ৰাহেলক কলে, যি ঈশ্বরে তোমাক গৰ্ব্ভফল
নিদিয়াকৈ ৰাখিছে, ময় জানো তেওঁর প্ৰতিনিধি
৩ হৈছোঁ ? পাছে ৰাহেলে কলে, চোৱাছোন,
মোর যি বিল্হা বেটী আছে, তুমি তাইত গমন
করা ; পাছে তাই মোর কোলাত পুত্ৰ প্ৰসৱ করিব ;
৪ তাতে ময়ো তাইর দ্বারায় সন্তান পাম। তেতিয়া
ৰাহেলে আপোনার বেটী বিল্হাক তেওঁর তিরুতা
করি দিলে; তাতে যাকোবে তাইত গমন করিলত,
৫ বিল্হাই গৰ্ব্ভৱতী হৈ যাকোবলৈ এটী পুত্ৰ প্ৰসৱ
৬ করিলে। তেতিয়া ৰাহেলে কলে, ঈশ্বরে মোর
সোধবিচার করি, আরু মোর কাকূতিও শুনি,
মোক এটী পুত্ৰ দিছে ; এই হেতুকে তেওঁ তার
৭ নাম দান [সোধ] ৰাখিলে। পাছে ৰাহেলর বেটী
বিল্হাই পুনৰ্ব্বার গৰ্ব্ভৱতী হৈ, যাকোবলৈ দ্বিতীয়
৮ পুত্ৰ প্ৰসৱ করিলে। তেতিয়া ৰাহেলে কলে, ময়
বায়ে সৈতে মহামালযুদ্ধ করি জিকিলোঁ; এতেকে
৯ তেওঁ তার নাম নপ্তালী [মালযুদ্ধ] থলে। পাছে
লেয়াই নিজে প্ৰসৱ করিবলৈ এড়া দেখি, তেৱোঁ
আপোনার বেটী জিল্পাক নি, যাকোবর তিরুতা
১০ করি দিলে। তাতে লেয়ার বেটী জিল্পাই যাকো-
১১ বলৈ এটী পুত্ৰ প্ৰসৱ করিলত, লেয়াই কলে,
কেনে সুভাগ্য। আরু তেওঁ তার নাম গাদ [সুভাগ্য]
১২ ৰাখিলে। পাছে লেয়ার বেটী জিল্পাই যাকোব-
১৩ লৈ দ্বিতীয় পুত্ৰ প্ৰসৱ করিলে। তাতে লেয়াই
কলে, ময় সুখীয়া ; কিয়নো তিরুতা লোকে মোক
ধন্য ধন্য বুলি কব ; এতেকে তেওঁ তার নাম
১৪ আচের [সুখীয়া] ৰাখিলে। পাছে ঘেঁহ ধান
দোৱার সময়ত, রুবেণে ওলাই গৈ পথারত দূদা
ফল পাই, আপোনার মাক লেয়াক আনি দিলে ;
তেতিয়া ৰাহেলে লেয়াক কলে, তোমার পোৱাঁই
১৫ অনা দূদা ফলর দুটামান মোকো দিয়া। তাতে
তেওঁ কলে, তুমি মোর স্বামীকে ললা, সেইটো
জানো সরু কথা ? এতিয়া মোর পোর দূদা ফলকো
লব খোজা নে ? তেতিয়া ৰাহেলে কলে, তোমার
পোৱাঁর দূদা ফলর সলনি তেওঁ আজি ৰাতি
১৬ তোমারে সৈতে শয়ন করিবগৈ। পাছে গোধূলি
বেলিকা, যাকোব পথারর পরা আহোঁতে, লেয়াই
তেওঁক আগ বঢ়াই আনিবলৈ বাহিরলৈ গৈ
তেওঁক কলে, তুমি মোত গমন করিব লাগে ;
কিয়নো তার বেচ ময় আপোন পোর দূদা ফল
দিলোঁ ; তাতে তেওঁ সেই ৰাতি লেয়াই সৈতে
১৭ শয়ন করিলে। আরু ঈশ্বরে লেয়ার প্ৰাৰ্থনা
শুনিলত, তেওঁ পুনৰ্ব্বার গৰ্ব্ভৱতী হৈ যাকোবলৈ
১৮ পঞ্চম পুত্ৰ প্ৰসৱ করিলে। তেতিয়া লেয়াই
কলে, ময় স্বামীক আপোন বেটী দিছিলোঁ, তার
বেচ ঈশ্বরে মোক দিলে ; এই হেতুকে তেওঁ
১৯ তার নাম ইচাখর [বেচ] থলে। পাছে লেয়া
পুনৰ্ব্বার গৰ্ব্ভৱতী হৈ, যাকোবলৈ ষষ্ঠ পুত্ৰ প্ৰসৱ
২০ করিলে। তেতিয়া লেয়াই কলে, ঈশ্বরে মোক
উত্তম যৌতুক দিলে ; এতিয়া মোর স্বামী মোর
লগত থাকিব ; কিয়নো ময় তেওঁলৈ ছয়টী পুত্ৰ
প্ৰসৱ করিলোঁ ;তাতে তেওঁ তার নাম জবূলূন
২১ [থকা] ৰাখিলে। তার পাছে তেওঁ এজনী ছোৱালী
২২ প্ৰসৱ করি তাইর নাম দীনা ৰাখিলে। পাছে
ঈশ্বরে ৰাহেলক সুঁৱরি, আরু তেওঁর প্ৰাৰ্থনাও
২৩ শুনি, তেওঁকো গৰ্ব্ভধারণর শক্তি দিলে। তেতিয়া
তেওঁ গৰ্ব্ভৱতী হৈ এটী পুত্ৰ প্ৰসৱ করি কলে,
২৪ ঈশ্বরে মোর অপযশ দূর করিলে। পাছে তেওঁ,
যিহোৱাই মোক আরু এটী পুত্ৰ দিওক বুলি, তার
নাম যোচেফ [বৃদ্ধি] ৰাখিলে।

লাবনে সৈতে যাকোবর নতুন বন্দোবস্ত।

২৫ পাছে ৰাহেলে যোচেফক প্ৰসৱ করার পাছত,
যাকোবে লাবনক কলে, ময় নিজ ঠাইলৈ আরু
২৬ নিজ দেশলৈ যাওঁ, মোক বিদায় দিয়া। আরু
ময় যিবিলাকর নিমিত্তে তোমার ইয়াত খাটি
দিলোঁ, মোর সেই ভাৰ্য্যা আরু সন্তানবিলাক মোক
দিয়া, ময় যাওঁ ; কিয়নো ময় যি রূপ পরিশ্ৰমেরে
তোমার ইয়াত খাটি দিলোঁ, তাক তুমি নিজে
২৭ জানিছা। তেতিয়া লাবনে তেওঁক কলে, বিনয়
করোঁ, যদি তোমার দৃষ্টিত ময় অনুগ্ৰহপ্ৰাপ্ত
হৈছোঁ, তেন্তে থাকা ; যিহোৱাই যে মোক
তোমালৈ চাই আশীৰ্ব্বাদ করিছে, তাক ময় অনু-
২৮ মান করি বুজিছোঁ। তেওঁ আরু কলে, তোমার

খাটনি-বেচৰ নিৰূপণ কৰি কোৱা, ময় দিম।
২৯ তেতিয়া যাকোবে তেওঁক কলে, ময় কেনেকৈ
তোমাৰ ইয়াত খাটি দিছোঁ, আৰু তোমাৰ পশুৰ
জাকবোৰ বা মোৰ লগত কি ৰূপে আছে, তাক
৩০ তুমি নিজে জানিছা। কিয়নো ময় অহাৰ
আগেয়ে তোমাৰ অলপ্হে আছিল ; এতিয়া
হলে বাঢ়ি বাঢ়ি অনেক জাকসমূহ হৈ গৈছে ;
এই ৰূপে ময় যলৈকে গলোঁ, তত্তে যিহোৱাই
তোমাক আশীৰ্ব্বাদ কৰিলে ; কিন্তু মোৰ আপোন
পৰিয়ালৰ নিমিত্তে নো ময় কেতিয়া কাম কৰিম ?
৩১ তেতিয়া লাবনে কলে, ময় তোমাক কি দিম ?
যাকোবে কলে, তুমি মোক আন একোকে নিদি,
যদি মোলৈ এই ৰূপ কাৰ্য্য কৰা, তেন্তে ময়
পুনৰায় তোমাৰ পশুৰ জাক চৰাই প্ৰতিপাল
৩২ কৰিম। আজি ময় তোমাৰ আটাইবোৰ জাকৰ
মাজেদি গৈ, সকলোৰে ফুটুকাফুটুকী, চিলাপখৰা,
আৰু কলা বৰণেৰে মেৰবিলাক, আৰু চিলা-
পখৰা ও ফুটুকাফুটুকী ছাগলীবোৰকো বেলেগ
বেলেগ কৰোঁগৈ ; আৰু তেনেকুৱাবিলাকেই
৩৩ মোৰ বেচ হব। তাতে, আগলৈ যেতিয়া তুমি
মোৰ বেচ চাবলৈ আহিবা, তেতিয়া মোৰ
ন্যায় কাৰ্য্যই তোমাৰ আগত মোৰ বিৰুদ্ধে সাক্ষ্য
দিব ; ছাগলীবোৰৰ মাজৰ ফুটুকাফুটুকী আৰু
চিলাপখৰা নোহোৱা, আৰু মেৰবোৰৰ মাজত
কলা নোহোৱা এনে পশু মোৰ লগত পালে,
৩৪ সেয়ে চুৰি বুলি গণিত হব। তেতিয়া লাবনে
৩৫ কলে, বাৰু, তোমাৰ কথাৰ দৰেই হওক। পাছে
লাবনে সেই দিনাই ঢেকীয়াপতীয়া আঁচেৰে,
আৰু চিলাপখৰা মতা ছাগবোৰক, আৰু
ফুটুকাফুটুকী ও চিলাপখৰা, অৰ্থাৎ যিবোৰৰ
বগা দাগ আছিল, এনে মাইকী ছাগলীবোৰকো,
আৰু কলা বৰণেৰে মেৰবিলাককো বেলেগ কৰি
আপোন পুতেকহঁতৰ হাতত সোধাই দিলে ;
৩৬ আৰু তেওঁ আপোন জাকৰ পৰা যাকোবৰ জাক
তিন দিনৰ বাটলৈ আঁতৰাই পঠালে ; পাছে
যাকোবে লাবনৰ অৱশিষ্ট জাকবোৰ চৰাবলৈ
৩৭ ধৰিলে। তাৰ পাছে যাকোবে লিব্‌নি, লূজ,
আৰু অৰ্ম্মোণ গছৰ কেঁচা ডাল কাটি আনি,
আঁচআঁচকৈ সেইবোৰৰ ছাল এচাই, কাঠৰ
৩৮ বগা বগা আঁচ উলিয়ালে ; আৰু যি ঠাইত
জাকবোৰে পানী খাবলৈ আহে, সেই ঠাইতে
সিহঁতৰ সম্মুখত পানী খোৱা খোলনিৰ মাজত
সেই ডালবিলাক থিয়কৈ থয় ; তাতে পানী
৩৯ খোৱা সময়ত সিহঁত গাভিনী হয় ; পাছে, জাক-
বোৰ সেই ডালবোৰৰ সম্মুখত গাভিনী হোৱাত,
সিহঁতে ঢেকীয়াপতীয়া আঁচেৰে, আৰু ফুটুকা-
৪০ ফুটুকী ও চিলাপখৰা পোৱালি জগায়। তেতিয়া
যাকোবে সেইবোৰ পোৱালি বেলেগ কৰি, লাবনৰ
জাকত থকা সেই ঢেকীয়াপতীয়া আঁচেৰে পো-
ৱালিবোৰত, আৰু কলা বৰণীয়া মেৰ পোৱালি-
বোৰতো চকু পৰাকৈ, তালৈ মুকৈ জাকবোৰ
ৰাখে ; এই ৰূপে লাবনৰ জাকে সৈতে তেওঁ
আপোন জাকবোৰ নেৰাখি, সিহঁতক পৃথক
৪১ কৰি থয়। আৰু যেতিয়া বলী পশুবোৰ গাভিনী
হয়, তেতিয়া সেই ডালবোৰৰ সম্মুখেহে যেন
গাভিনী হয়, এই নিমিত্তে খোলনিৰ মাজত
৪২ যাকোবে সেই ডালবোৰ থয় ; কিন্তু দুৰ্ব্বল
পশুবোৰৰ আগত হলে নথয় ; তাতে দুৰ্ব্বলবোৰ
লাবনৰ, আৰু বলী পশুবোৰ যাকোবৰ হয়।
৪৩ এই ৰূপে সেই মানুহ সম্পত্তিৰে অতিশয়ৰূপে
বৃদ্ধি পাই, তেওঁৰ বিস্তৰ পশু, বন্দী, বেটী, উট,
আৰু গাধও হল।

যাকোব পলাই যোৱা। তেওঁ লাবনে সৈতে
কৰা নিয়ম।

৩১ পাছে যাকোবে, লাবনৰ পুতেকহঁতে এই
কথা কোৱা শুনিলে, বোলে, যাকোবে
আমাৰ পিতৃৰ সকলোকে হৰণ কৰিলে ; আৰু
আমাৰ পিতৃৰ যি আছিল, তাৰ পৰাহে সি
২ ইমান ঐশ্বৰ্য্য পাইছে। আৰু যাকোবে লাবনৰ
মুখ দেখি বুজিলে, যে, তেওঁৰ মুখ তেওঁলৈ
৩ আগৰ দৰে নহয়। পাছে যিহোৱাই যাকোবক
কলে, তুমি আপোন পৈতৃক দেশলৈ তোমাৰ
জ্ঞাতিবিলাকৰ তলৈ উভটি যোৱা ; ময় তোমাৰ
৪ সঙ্গী হম। তেতিয়া যাকোবে মানুহ পঠাই
ৰাহেল আৰু লেয়াক আপোনাৰ জাকৰ ওচৰলৈ
৫ পথাৰলৈ মতাই সিবিলাকক কলে, ময় দেখিছোঁ
তোমালোকৰ পিতৃৰ মুখ মোলৈ পূৰ্ব্বৰ দৰে
নহয় ; কিন্তু মোৰ পিতৃৰ ঈশ্বৰ হলে, মোৰ
৬ সঙ্গী হৈয়েই আছে। মোৰ শক্তিয়ে আঁটেমানে-
লৈকে ময় যে তোমালোকৰ পিতৃৰ ইয়াত খাটি
৭ দিছোঁ, তাক তোমালোকেই জানা। তথাপি
তোমালোকৰ পিতৃয়ে মোক ছল কৰি, মোৰ বেচ
দহবাৰ সলনি কৰিছে ; কিন্তু ঈশ্বৰে হলে,
৮ তেওঁক মোৰ হানি কৰিবলৈ দিয়া নাই। তেওঁ
যদি কয়, ফুটুকাফুটুকীবোৰ তোমাৰ বেচ হব,
তেতিয়া জাকৰ আটাইবিলাকে ফুটুকাফুটুকী
পোৱালি জগায় ; আৰু তেওঁ যদি কয়, ঢেকীয়া-
পতীয়া আঁচেৰেবিলাক তোমাৰ বেচ হব,
তেতিয়া জাকৰ আটাইবিলাকে ঢেকীয়াপতীয়া
৯ আঁচেৰে পোৱালি জগায়। এই ৰূপে ঈশ্বৰে
তোমালোকৰ পিতৃৰ পশুবিলাক নি মোক দিছে।
১০ পশুবোৰ গাভিনী হোৱা সময়ত, ময় সপোনত চকু
তুলি দেখিলোঁ, যে, জাকৰ মাইকী ছাগলীবোৰৰ
ওপৰত যিমান মতা ছাগ উঠিছে, সেই সকলোৱেই
ঢেকীয়াপতীয়া আঁচেৰে, আৰু ফুটুকাফুটুকী ও

১১ পথৰাপথৰা। তেতিয়া ঈশ্বৰৰ দূতে সপোনত
মোক কলে, হে যাকোব; তাতে ময় কলোঁ,
১২ দেখোক, ময় আছোঁ। তেওঁ কলে, সোঁৱা, মূৰ
দাঙি চোৱা, জাকৰ মাইকী ছাগলীবোৰৰ ওপৰত
যিমান মটা ছাগ উঠিছে, সেই আটাইবিলাক
ঢেকীয়াপতীয়া আঁচেৰে, আৰু ফুটুকাফুটুকী ও
পথৰাপথৰী; কিয়নো লাবনে তোমালৈ যি যি
১৩ কৰিছে, সেই সকলোকে ময় দেখিছোঁ। যি ঠাইত
তুমি স্তম্ভ অভিষেক কৰিছিলা, আৰু সঙ্কল্প কৰি
মোৰ অৰ্থে প্ৰতিজ্ঞা কৰিছিলা, সেই বৈৎ-এলৰ
ঈশ্বৰ ময়; এতিয়া তুমি উঠা, আৰু এই দেশৰ
পৰা ওলাই, আপোন জন্মভূমিলৈ উভটি
১৪ যোৱা। তাতে ৰাহেল আৰু লেয়াই উত্তৰ দি
তেওঁক কলে, পিতৃৰ ঘৰত এতিয়ালৈকে আমাৰ
১৫ কিবা ভাগ বা অধিকাৰ আছে নে? আমি জানো
তেওঁৰ আগত বিদেশিনীৰূপে গণ্য হোৱা নাই?
কিয়নো তেওঁ আমাক বেচিলে, আৰু বেচি পোৱা
১৬ ধনকো তেওঁ গ্ৰাস কৰিলে। কিয়নো ঈশ্বৰে
আমাৰ পিতৃৰ পৰা যিবিলাক সম্পত্তি নিলে, নি-
শ্চয়ে সেই সকলোবোৰ আমাৰ আৰু আমাৰ
সন্তানবিলাকৰেই; এতেকে এতিয়া ঈশ্বৰে তোমাক
১৭ কোৱাৰ দৰে কাৰ্য্য কৰা। তেতিয়া যাকোবে উঠি,
আপোনাৰ সন্তান আৰু তিৰুতাবিলাককো উটত
১৮ তুলি, আপোনাৰ উপাৰ্জ্জিত পশুৰ জাক আদি
সম্পত্তি, অৰ্থাৎ পদ্দন-অৰামত যিবোৰ পশুৰ
জাক আদি আৰ্জ্জিছিল, সেই সকলোকে লৈ,
কনান দেশলৈ আপোন পিতৃ ইচ্‌হাকৰ তলৈ
১৯ যাবৰ নিমিত্তে যাত্ৰা কৰিলে। সেই সময়ত
লাবনে মেৰৰ নোম কাটিবলৈ গৈছিল; তাতে
ৰাহেলে আপোন বাপেকৰ গৃহদেৱতাবোৰ চুৰকৈ
২০ আনিলে। পাছে, অৰামীয়া লাবনে নজনাকৈ,
যাওঁ বুলি যাকোবে তেওঁক একো সংবাদ নি-
২১ দিয়াকৈ পলাল। এই ৰূপে তেওঁ উঠি, আপোনাৰ
সৰ্ব্বস্ব লৈ পলাই, নদী পাৰ হৈ গিলিয়দ পৰ্ব্বতৰ
কাললৈ মুখকৈ যাত্ৰা কৰিলে।
২২ পাছে যাকোব পলোৱাৰ বাৰ্ত্তা তৃতীয় দিনা
২৩ লাবনক কোৱা হলত, তেওঁ আপোনাৰ কুটুম্ব-
বিলাকক লগত লৈ, যাকোবৰ পাছে পাছে সাদি-
নৰ বাটলৈকে খেদি আহি, গিলিয়দ পৰ্ব্বতত তেওঁৰ
২৪ লগ ধৰিলে। কিন্তু ৰাতি সপোনত ঈশ্বৰে অৰা-
মীয়া লাবনৰ ওচৰলৈ আহি তেওঁক কলে, বোলে,
সাৱধান হোৱা, তুমি যাকোবক ভাল বেয়া
২৫ একোকে নকবা। লাবনে যাকোবৰ লগ ধৰা
কালত, যাকোবৰ তাম্বু পৰ্ব্বতত তৰা আছিল;
পাছে লাবনেও আপোনাৰ কুটুম্ববিলাকে সৈতে
২৬ গিলিয়দ পৰ্ব্বতত তাম্বু তৰিলে। পাছে লাবনে
যাকোবক কলে, ময় নজনাকৈ যে তুমি গুচি
আহিলা, আৰু তৰোৱালেৰে বন্দী কৰি অনা
লোকৰ দৰে মোৰ জীয়েকক লৈ আহিলা, এইটো
২৭ নো তুমি কি কাম কৰিলা? ময় খঞ্জৰি আৰু
বীণাবাদ্যেৰে গান কৰি কৰি হৰিষেৰে তোমাক
বিদায় দিবলৈ তুমি মোক একোকে নকৈ,
ময় নজনাকৈ গুপুতে কিয় পলাই আহিলা?
২৮ মোৰ পো জীবিলাকক চুমা খাবলৈকো মোক
নিদিলা, ইয়াতে তুমি অজ্ঞানৰ কৰ্ম্ম কৰিলা।
২৯ তোমালোকৰ হানি কৰিবলৈ মোৰ শক্তি আছে;
কিন্তু যোৱা ৰাতি তোমালোকৰ পৈতৃক ঈশ্বৰে
মোক এই কথা কলে, সাৱধান হোৱা, যাকোবক
৩০ তুমি ভাল বেয়া একোকে নকবা। এতিয়া তুমি
আপোন পিতৃৰ ঘৰলৈ যাবলৈ হাবিয়াহ কৰাৰ
নিমিত্তে যাব লাগে হয়, কিন্তু মোৰ দেৱতাবোৰ
৩১ চুৰকৈ আনিলা কিয়? তাতে যাকোবে উত্তৰ
কৰি লাবনক কলে, ময় ভয় কৰিলোঁ; কিয়নো
ময় ভাবিছিলোঁ, যে, তুমি আপোন জীয়েৰাইঁতক
৩২ কিজানি মোৰ পৰা বলেৰে কাঢ়ি লবা। তোমাৰ
দেৱতাবোৰ হলে, যাৰ তাত পাবা, সি জীয়াই
নেথাকিব; মোৰ ইয়াত তোমাৰ কি কি বস্তু
আছে, কুটুম্ববিলাকৰ আগতে তাক চিনি লৈ
যোৱা। কিয়নো ৰাহেলে যে সেইবোৰ চুৰ
কৰি আনিছিল, তাক যাকোবে জনা নাছিল।
৩৩ তাতে লাবনে যাকোবৰ তাম্বুত, লেয়াৰ তাম্বুত,
আৰু দুজনী বেটীৰ তাম্বুতো সোমাই বিচাৰি
নেপালে; তেতিয়া তেওঁ লেয়াৰ তাম্বুৰ পৰা ওলাই,
৩৪ ৰাহেলৰ তাম্বুত সোমালগৈ। কিন্তু ৰাহেলে সেই
মূৰ্ত্তিবোৰ লৈ উটৰ গাদিৰ ভিতৰত সুমুৱাই থৈ,
তাৰ ওপৰতে বহি আছিল; আৰু লাবনে
তাম্বুটোৰ সকলোখিনিতে পাতপাতকৈ বিচাৰি
৩৫ নেপালে। ৰাহেলে আপোনাৰ বাপেকক কলে,
ময় আপোনাৰ আগত উঠিব নোৱাৰোঁ, ইয়াতে
মোৰ প্ৰভুৰে বেজাৰ নকৰিব; কিয়নো ময় বিধৃতি
হৈছোঁ। এই ৰূপে তেওঁ বিচাৰিলত, সেই মূৰ্ত্তি-
৩৬ বোৰ নেপালে। তেতিয়া যাকোবে খং উঠি,
লাবনে সৈতে বিবাদ কৰিবলৈ ধৰিলে; আৰু
যাকোবে লাবনক উত্তৰ দি কলে, মোৰ কি দোষ,
কি পাপ আছে, যে, তুমি ইমান প্ৰজ্বলিত হৈ
৩৭ মোৰ পাছত খেদি আহিছা? তুমি মোৰ সকলো
বস্তু পাতপাতকৈ খপিয়াই চাই, তোমাৰ ঘৰৰ
কি বস্তু পালা? তাক মোৰ আৰু তোমাৰ কুটুম্ব-
বিলাকৰ আগত ইয়াত থোৱা; সিবিলাকে
৩৮ আমাৰ উভয়ৰ মাজত সোধবিচাৰ কৰোক। এই
বিশ বছৰ ময় তোমাৰ তাত আছিলোঁ; তোমাৰ
মেৰবোৰে বা ছাগলীবোৰে পোৱালি বিনষ্ট
কৰা নাই; আৰু তোমাৰ জাকৰ কোনো মটা মেৰ
৩৯ ময় খোৱা নাই। তাত বাঘে হিংসক জন্তুৱে
মৰা পশু ময় তোমাৰ ওচৰলৈ অনা নাই; ময়
নিজে তাৰ লোকচান ভৰিলোঁ; দিনত বা ৰাতি

পুত্ৰেক বিন্যামীন ভায়েকক দেখি কলে, তহঁতে
যি সৰু ভায়েৰৰ কথা মোক কৈছিলি, সেইটো
ইয়েই নে? তেওঁ আৰু কলে, বোপা, ঈশ্বৰে
৩০ তোমালৈ অনুগ্ৰহ কৰোক। তাতে, আপোন
ভায়েকলৈ যোচেফৰ অতিশয় মৰম লগাত,
তেওঁ বেগাই কান্দিবলৈ ঠাই বিচাৰি, আপোনাৰ
কোঁঠালিত সোমাই তাত ক্ৰন্দন কৰিলেগৈ।
৩১ পাছে তেওঁ মুখ ধুই বাহিৰলৈ আহি আপোনাৰ
মন থিৰ কৰি ৰাখি, আহাৰ বাঢ়িবলৈ কলে।
৩২ তেতিয়া সিহঁতে তেওঁলৈ, আৰু তেওঁৰ ভায়েক
ককায়েকবিলাকলৈ, আৰু তেওঁৰ সৈতে খাওঁতা মি-
চৰীয়াবিলাকলৈকো বেলেগ বেলেগকৈ বাঢ়িলে;
কিয়নো ইব্ৰীয়াবিলাকে সৈতে মিচৰীয়াবিলাকে
খোৱাবোৱা কৰিব নেপায়; কাৰণ, সেয়ে
মিচৰীয়াবিলাকৰ মানত ঘিণলগীয়া কাৰ্য্য।
৩৩ পাছে যোচেফৰ আগত সিবিলাকৰ জ্যেষ্ঠই
জ্যেষ্ঠৰ ঠাইত, আৰু কনিষ্ঠই কনিষ্ঠৰ ঠাইত
বহিল; তাতে সিবিলাকে ইজনে সিজনলৈ
৩৪ চোৱাচুই কৰি আশ্চৰিত মানিলে। পাছে তেওঁ
আপোনাৰ সন্মুখৰ পৰা ভোজনৰ ভাগ তোলাই
নি সিবিলাকক দিয়ালে; কিন্তু সিবিলাকৰ
আন সকলো ভাগতকৈ বিন্যামীনৰ ভাগ হলে
পাঁচ গুণে অধিক আছিল। তেতিয়া সিবিলাকে
পান কৰি তেওঁৰ সৈতে ৰঙ্গ কৰিলে।

### যাকোবৰ পুত্ৰবিলাকৰ শেষ পৰীক্ষা।

৪৪ পাছে যোচেফে আপোনাৰ ঘৰগিৰিক
আজ্ঞা দি কলে, মানুহবিলাকে নিব পাৰে-
মানে, সিহঁতৰ মুটৰিত শস্য ভৰাই দিবি, আৰু
প্ৰতিজন মানুহৰ ধনো তাৰ মুটৰিৰ মুখতে
২ থবি। আৰু সৰুটোৰ মুটৰিৰ মুখত হলে,
মোৰ বাটি, মোৰ ৰূপৰ বাটিটো তাৰ শস্য কিনা
ধনে সৈতে থবি; তাতে সি যোচেফে কোৱাৰ
৩ দৰেই কৰিলে। পাছে ৰাতি পুৱাৱমাত্ৰে, সেই
মানুহবিলাকক সিবিলাকৰ গাধবোৰে সৈতে
৪ বিদায় দিয়া হলত, সিবিলাকে নগৰৰ পৰা
ওলাই অধিক দূৰ নৌ যাওঁতেই, যোচেফে
আপোন ঘৰগিৰিক কলে, উঠ, সেই মানুহ-
বিলাকৰ পাছত খেদি যা; আৰু সিহঁতক লগ
পালে কবি, যে, তহঁতে উপকাৰৰ সলনি কিয়
৫ অপকাৰ কৰিলিহঁক? মোৰ প্ৰভুৱে যিহত পান
কৰে, আৰু যিহেৰে মঙ্গলো চায়, সেয়ে জানো
নহয়? এই কৰ্ম্ম কৰাতে তহঁত দোষী হৈছা।
৬ পাছে সি সিবিলাকৰ লগ ধৰি এইবিলাক কথা
৭ কলত, সিবিলাকে তাক কলে, আমাৰ প্ৰভুৱে
কেনেকৈ এনে কথা কৈছে? আপোনাৰ বন্দী-
৮ হঁতে এনে কৰ্ম্ম কৰা দূৰ হওক। দেখোক, আমাৰ
মুটৰিৰ মুখত যি ধন আমি পাইছিলোঁ,
তাকো আমি কনান দেশৰে পৰা আপোনালৈ
ওভোটাই আনিলোঁ; তেন্তে আপোনাৰ প্ৰভুৰ
ঘৰৰ পৰা সোণ বা ৰূপকে আমি কেনেকৈ চুৰ
৯ কৰিম? আপোনাৰ বন্দীহঁতৰ মাজত যাৰ তাত
তাক পোৱা যায়, সি মৰোক; আৰু আমিও
১০ প্ৰভুৰ বন্দী হমহঁক। তাতে সি কলে, বাৰু,
তহঁতৰ কথাৰ দৰেই হওক; যাৰ তাতে তাক
পোৱা যায়, সি মোৰ বন্দী হব; কিন্তু তহঁত
১১ হলে নিৰ্দ্দোষী হবি। তেতিয়া সিবিলাকে বেগতে
আপোনাবিলাকৰ মুটৰি মাটীলৈ নমাই, প্ৰতি-
১২ জনে আপোন আপোন মুটৰি মেলিলে। তাতে
সি বৰটোৰ পৰা আৰম্ভ কৰি, সৰুটোলৈকে
বিচাৰিলত, বিন্যামীনৰ মুটৰিত সেই বাটি
১৩ পোৱা গল। তেতিয়া সিবিলাকে আপোনা-
বিলাকৰ কাপোৰ ছিৰিলে, আৰু আপোন আপোন
১৪ গাধত বোজাই দি নগৰলৈ উভটি গল। পাছে
যিহূদা আৰু তাৰ ভায়েক ককায়েকবিলাক যোচে-
ফৰ ঘৰ পালে; আৰু তেওঁ তেতিয়ালৈকে তাতে
আছিল। তেতিয়া সিবিলাকে তেওঁৰ আগত
১৫ মাটীত পৰিল। তাতে যোচেফে সিবিলাকক কলে,
তহঁতে নো এইটো কি কাম কৰিলিহঁক? মোৰ
নিচিনা পুৰুষে যে অৱশ্যে মঙ্গল চাব পাৰে,
১৬ তাক তহঁতে নেজান নে? তেতিয়া যিহূদাই
কলে, প্ৰভুৰ আগত আমি কি কম? কি উত্তৰ
দিম? আৰু কেনেকৈ নো নিজকে নিৰ্দ্দোষী
কৰিম? ঈশ্বৰে আপোনাৰ এই বন্দীহঁতৰ অপৰাধ
প্ৰকাশ কৰিলে; দেখোক, যাৰ হাতত বাটি
পোৱা গৈছে, তাৰে সৈতে আমিও প্ৰভুৰ বন্দী
১৭ হলোঁ। তাতে যোচেফে কলে, এনে কৰ্ম্ম মোৰ
পৰা দূৰ হওক; যাৰ হাতত বাটিটো পোৱা
গৈছে, সেই মানুহহে মোৰ বন্দী হব; তহঁত
হলে আপোনাৰ বাপেৰৰ ওচৰলৈ কুশলে
যাগৈ।

১৮ তেতিয়া যিহূদাই তেওঁৰ ওচৰলৈ গৈ কলে, হে
মোৰ প্ৰভো, মই মিনতি কৰোঁ, আপোনাৰ এই
বন্দীক মোৰ প্ৰভুৰ কাণত এটা কথা জনাবলৈ
দিওক, আৰু আপোনাৰ এই বন্দীলৈ আপোনাৰ
ক্ৰোধ নজ্বলোক; কিয়নো ফৰৌণ যেনে, আপুনিও
১৯ তেনে। মোৰ প্ৰভুৱে আপোনাৰ এই বন্দীহঁতক
সুধিছিল, যে, তহঁতৰ বাপেৰ বা ভায়েৰেই আছে
২০ নে? তাতে আমি প্ৰভুক কৈছিলোঁ, আমাৰ
বোপাই আছে, তেওঁ বুঢ়া, আৰু তেওঁৰ বুঢ়া কালৰ
এটি সুমলীয়া লৰাও আছে; তাৰ ককায়েক হলে
মৰিল; তাৰ মাকৰ সিয়েইহে থাকিল, আৰু তাৰ
২১ বাপেকে তাক স্নেহ কৰে। পাছে আপুনি এই
বন্দীহঁতক কলে, তহঁতে তাক মোৰ ইয়ালৈ
২২ আনগৈ; মই তাক নিজ চকুৰে চাম। তেতিয়া
আমি প্ৰভুক কলোঁ, লৰাই বাপেকক এৰিব

নোৱাৰে ; কিয়নো সি বাপেকক এড়িলেই, তেওঁ
২৩ মৰিব। কিন্তু আপুনি এই বন্দীবোৰক কলে,
তইঁতৰ সৰু ভায়েৰ তইঁতৰ লগত নাহিলে, মোৰ
২৪ মুখ আকৌ দেখা নেপাবি। তাতে, আপোনাৰ
বন্দী মোৰ বোপাইৰ ওচৰলৈ গৈ, আমি প্ৰভুৰ
২৫ কথাবিলাক বোপাইৰ আগত জনালোঁ। পাছে
আমাৰ বোপায়ে কলে, তইঁতে পুনৰায় গৈ
২৬ আমালৈ কিছুমান শস্য কিনি আনগৈ। তাতে
আমি কলোঁ, আমি যাব নোৱাৰোঁ ; সৰু ভাই
আমাৰ লগত গলেহে আমি যাম ; কিয়নো সৰু
ভাই আমাৰ লগত নহলে, আমি সেই জন পুৰুষৰ
২৭ মুখকে দেখা পাব নোৱাৰিম। তেতিয়া আপোনাৰ
বন্দী মোৰ বোপায়ে আমাক কলে, মোৰ ভাৰ্য্যাই
মোলৈ দুটী পুত্ৰ প্ৰসৱ কৰিলে, ইয়াক তইঁতে
২৮ জান ; তাৰে এটী মোৰ পৰা গলত, ময় কলোঁ,
নিশ্চয়ে তাক ডোখৰ ডোখৰ কৰা হল ; আৰু
তেতিয়াৰে পৰা ময় তাক দেখিবলৈ পোৱা নাই ;
২৯ আৰু এতিয়া তইঁতে ইয়াকো মোৰ ওচৰৰ পৰা
লৈ গলে, যদি ইয়াৰো কিবা আপদ ঘটে, তেন্তে
শোকতে মোৰ এই পকা চুলিয়ে সৈতে তইঁতে মোক
৩০ চিয়োললৈ পঠাবিহঁক। এতেকে, যেতিয়া আপো-
নাৰ বন্দী মোৰ বোপাইৰ ওচলৈ যাম, আৰু যদি
লৰা আমাৰ লগত নেথাকে তেতিয়া, তেওঁৰ প্ৰাণ
৩১ লৰাৰ প্ৰাণে সৈতে বন্ধা হোৱাত, লৰাক নে-
দেখিলেই তেওঁ মৰিব ; তাতে আপোনাৰ বন্দীহঁত
আমি আপোনাৰ বন্দী আমাৰ বোপাইক তেওঁৰ
পকা চুলিয়ে সৈতে শোকতে চিয়োললৈ পঠাম-
৩২ হঁক ; কিয়নো আপোনাৰ বন্দী ময় মোৰ বোপা-
ইৰ আগত এই লৰাৰ জামিন হৈ কৈছিলোঁ, যে,
ময় যদি তাক তোমাৰ ওচৰলৈ নানো, তেন্তে
ময় সদাকাললৈকে মোৰ পিতৃৰ আগত দায়ী হম।
৩৩ এই হেতুকে ময় বিনয় কৰোঁ, লৰাৰ সলনি প্ৰভুৰ
ইয়াত আপোনাৰ বন্দী ময়ে বন্দী হৈ থাকোঁ ;
৩৪ লৰা হলে, ককায়েকহঁতে সৈতে যাওক। কিয়নো,
মোৰ লগত লৰা নহলে, ময় বোপাইৰ ওচৰলৈ
কেনেকৈ যাম ? গলে, বোপাইলৈ যি আপদ
ঘটিব, তাক ময় চাব নোৱাৰোঁ।

যোচেফে ভায়েক ককায়েকবিলাকক চিনাকী দিয়া।

৪৫ পাছে, যোচেফে তেওঁৰ ওচৰত থকাবিলাকৰ
আগত আপোনাকে আৰু ধৈৰ্য্যেৰে ৰাখিব
নোৱাৰি, মাত লগাই কলে, মোৰ আগৰ পৰা
প্ৰতিজন মানুহ ওলাই যাওক ; তাতে যোচেফে
ভায়েক ককায়েকবিলাকক চিনাকী দিওঁতে, কো-
২ নো মানুহ তেওঁৰ লগত নেথাকিল। তেতিয়া তেওঁ
বড়কৈ কান্দিব ধৰিলে ; তাতে মিচৰীয়াবিলাকে
আৰু ফৰৌণৰ ঘৰত থকা লোকবিলাকেও শুনিলে।
৩ আৰু যোচেফে আপোনাৰ ককায়েকবিলাকক
কলে, ময় যোচেফ ; মোৰ পিতৃ এতিয়াও জীয়াই
আছে নে ? কিন্তু তেওঁৰ ককায়েকবিলাকে তেওঁৰ
সাক্ষাতে ব্যাকুল হোৱাত, তেওঁক একো উত্তৰ
৪ দিব নোৱাৰিলে। পাছে যোচেফে আপোনাৰ
ককায়েকবিলাকক কলে, বিনয় কৰোঁ, মোৰ
ওচৰলৈ চাপি আহাঁ ; তাতে সিবিলাকে তেওঁৰ
ওচৰলৈ চাপি গল। তেতিয়া তেওঁ কলে, তোমা-
লোকে যাক মিচৰ দেশলৈ বেচি পঠাইছিলা,
৫ তোমালোকৰ সেই যোচেফ ভায়াঁ ময়েই। কিন্তু,
তোমালোকে যে মোক ইয়ালৈ বেচি পঠালা,
এতিয়া তাত অসন্তোষ পাই আপোনাআপুনি
বেজাৰ নকৰিবা ; কিয়নো প্ৰাণ ৰাখিবৰ
অৰ্থেহে ঈশ্বৰে মোক তোমালোকতকৈ আগেয়ে
৬ পঠালে। কাৰণ, এই দুবছৰ দেশত আকাল
হৈছে ; তাত বাজে আৰু পাঁচ বছৰ আছে ; সেই
কেইবছৰত হাল বোৱা আৰু শস্য দোৱা নহব।
৭ তাতে, ঈশ্বৰে পৃথিবীত তোমালোকৰ বংশ অৱ-
শিষ্ট ৰাখিবলৈ, আৰু মহৎ উদ্ধাৰৰ দ্বাৰায়
তোমালোকৰ প্ৰাণ ৰক্ষা কৰিবলৈ, তোমা-
৮ লোকতকৈ আগেয়ে মোক পঠালে। এতেকে,
ইয়ালৈ মোক তোমালোকেহে যে পঠালা, এনে
নহয় ; ঈশ্বৰেহে পঠালে ; আৰু তেওঁ মোক
ফৰৌণৰ পিতৃস্বৰূপ, তেওঁৰ ঘৰৰ প্ৰভু, আৰু
গোটেইখন মিচৰ দেশৰ শাসনকৰ্ত্তা পাতিছে।
৯ তোমালোকে বেগতে মোৰ বোপাইৰ ওচৰলৈ গৈ
তেওঁক কোৱাগৈ, যে, তোমাৰ পোৱাঁ যোচেফে
এই কথা কৈছে, ঈশ্বৰে মোক সমুদায় মিচৰ
দেশৰ প্ৰভু পাতিছে ; মোৰ ওচৰলৈ নামি আহাঁ ;
১০ পলম নকৰিবা। তুমি গোচন দেশত নিবাস
কৰিবা ; তাতে তুমি, তোমাৰ পো, নাতি, আৰু
মেৰ, ছাগ, আৰু গৰুৰ জাক আদি তোমাৰ যি যি
আছে, সেই সকলোৰে সৈতে মোৰ ওচৰত
১১ থাকিবা। তুমি, তোমাৰ পৰিয়াল, আৰু তোমাৰ
যি যি আছে, সেই সকলো দৰিদ্ৰ নহবৰ নিমিত্তে,
ময় সেই ঠাইত তোমাক প্ৰতিপালন কৰিম ;
কিয়নো এতিয়া আৰু পাঁচ বছৰলৈ আকাল
১২ আছে। আৰু দেখা, ময় যে আপোন মুখেৰে
তোমালোকক কথা কৈছোঁ, ইয়াক তোমালোকৰ
চকুৱে, আৰু মোৰ ভাই বিন্যামীনৰ চকুৱেও
১৩ দেখিছে। আৰু মিচৰ দেশত মোৰ সকলো
ঐশ্বৰ্য্য আদি যি যি দেখিছা, সেই সকলোকে
মোৰ বোপাইৰ আগত জনাবাগৈ ; আৰু
তোমালোকে শীঘ্ৰে মোৰ বোপাইক ইয়ালৈ
১৪ আনাগৈ। তেতিয়া তেওঁ আপোনাৰ ভায়েক
বিন্যামীনৰ ডিঙিত ধৰি কান্দিলে, আৰু বিন্যা-
১৫ মীনেও তেওঁৰ ডিঙিত ধৰি কান্দিলে। তাত
বাজে তেওঁ ককায়েকহঁতকো চুমা খাই খাই

চিবিলাকর ভিতিত ধরি ক্রন্দন করিলে ; তার
পাছে তেওঁর ককায়েকবিলাকে তেওঁর লগত
কথা পাতিলে ।
১৬ পাছে যোচেফর ভায়েক ককায়েকবিলাক আ-
হিছে, এনে বাৰ্ত্তা ফরৌণর ঘরত শুনিবলৈ পালে ;
তাতে ফরৌণ আরু তেওঁর পাত্রমন্ত্রীবিলাকো সন্তুষ্ট
১৭ হল । তেতিয়া ফরৌণে যোচেফক কলে, তোমার
ভায়েরা ককায়েরাইঁতক কোৱা, যে, তোমালোকে
এই কৰ্ম করা; আপোনাবিলাকর পশুবোরত বো-
১৮ ঝাই দি তোমালোক কনান দেশলৈ যোৱা, আরু
তোমালোকর বাপেরাক আরু সপরিৱারকে লৈ,
তোমালোক মোর ইয়ালৈ আহাঁহঁক ; আরু ময়
তোমালোকক মিচর দেশর অতি উত্তম বস্তু দিম ;
তাতে তোমালোকে দেশর সার ভাগ ভোগ
১৯ করিবলৈ পাবা । তুমি আজ্ঞা পালা ; এতেকে
তোমালোকে ইয়াকে করা, তোমালোকর লরা
তিরুতাবিলাকর নিমিত্তে মিচর দেশর পরা রথ
নি, তোমালোকর বাপেরাক লৈ আহাঁহঁক ।
২০ তোমালোকে আপোনাবিলাকর বস্তুলৈ নেচাবা ;
কিয়নো সমুদায় মিচর দেশর উত্তম দ্রব্য তোমা-
২১ লোকর । তেতিয়া ইস্রায়েলর পুত্রবিলাকে সেই
দরে করিলে ; যোচেফে ফরৌণর আজ্ঞার দরে
২২ চিবিলাকক রথ আরু পথর সমলো দিলে । তেওঁ
চিবিলাকর আটাইকে গাইপতি এক এক যোড়
কাপড় দিলে ; কিন্তু বিন্যামীনক হলে, তেওঁ
তিনি শ রূপ আরু পাঁচ যোড় কাপড় দিলে ।
২৩ আরু তেওঁ আপোন বাপেকলৈ এই এই বস্তু
পঠালে, মিচর দেশর উত্তম উত্তম বস্তুরে বোজাই
দিয়া দহোটা গাধ, আরু বাপেকর বাটর সমলর
নিমিত্তে শস্য আরু পিঠা আদি খোৱা বস্তুরে
২৪ বোজাই দিয়া দহ জনী গাধী । এই দরে তেওঁ
আপোনার ভায়েক ককায়েকবিলাকক বিদায়
দিলত, চিবিলাক গল ; আরু তেওঁ চিবিলাকক
কলে, সাৱধান, তোমালোকে বাটত কন্দল
২৫ নকরিবা । পাছে চিবিলাকে মিচর দেশর পরা
কনান দেশলৈ আপোনাবিলাকর পিতৃ যাকোবর
২৬ ওচরলৈ গৈ, তেওঁক কলে, যোচেফ এতিয়াও
জীয়াই আছে, আরু তেওঁ গোটেই মিচর দেশর
শাসনকৰ্ত্তা হৈছে । তাতে যাকোব তধা লাগিল ;
কিয়নো তেওঁ চিবিলাকর কথা নপতিয়ালে ।
২৭ পাছে, যোচেফে চিবিলাকক কোৱা সকলো কথা
যেতিয়া তেওঁক কলে, তাত বাজে যোচেফে তেওঁক
নিবলৈ পঠোৱা রথবোরকো যেতিয়া তেওঁ
দেখিলে, তেতিয়াহে চিবিলাকর বাপেক যাকো-
২৮ বর মনে চেতন পালে । তাতে ইস্রায়েলে কলে,
মোর পুত্র যোচেফ যে এতিয়াও জীয়াই আছে,
এয়ে যথেষ্ট ; ময় গৈ মরার পূর্ব্বেই তাক
দেখিবলৈ পাম ।

যাকোব সপরিবারে মিচরলৈ যোৱা ।

৪৬ পাছে ইস্রায়েলে সপরিবারে যাত্রা করি
বের-চেবা পাই, তেওঁ আপোন পিতৃ ইচ-
২ হাকর ঈশ্বরর উদ্দেশে বলি উৎসর্গ করিলে ।
তাতে রাতি ঈশ্বরে ইস্রায়েলক দর্শন দি কলে,
হে যাকোব, হে যাকোব ; তেওঁ কলে, দেখা, ময়
৩ আছোঁ । তেতিয়া তেওঁ কলে, ময় ঈশ্বর, তোমার
পিতৃর ঈশ্বর । তুমি মিচরলৈ নামি যাবলৈ ভয়
নকরিবা ; কিয়নো ময় সেই ঠাইতে তোমার
৪ পরা এক মহাজাতি উৎপন্ন করিম । ময়েই
তোমার লগত মিচরলৈ নামি যাম ; আরু ময়েই
তোমাক তার পরা ওভোটাই আনিম ; আরু
৫ যোচেফে তোমার চকুত হাত দিব । পাছে যাকোব
বের-চেবার পরা উঠিল ; ইস্রায়েলর পুত্রবিলাকে
আপোনাবিলাকর বাপেক যাকোবক, আরু
চিবিলাকর লরা তিরুতাবিলাকক, ফরৌণে তেওঁক
৬ নিবলৈ পঠোৱা রথবোরত তুলি নিলে । আরু
চিবিলাকে আপোনাবিলাকর পশুর জাকবোর
আরু কনান দেশত পোৱা আটাই সম্পত্তি লৈ,
যাকোব আরু তেওঁর সকলো বংশই সৈতে মিচর
৭ দেশলৈ গল । এই রূপে যাকোবে আপোন পুতেক,
নাতিয়েক, জীয়েক, নাতিনীয়েক আদি সমুদায়
বংশকে আপোনার লগত মিচর দেশলৈ নিলে ।
৮ মিচরলৈ যোৱা ইস্রায়েলর সন্তানবিলাকর,
অর্থাৎ যাকোব আরু তেওঁর সন্তানবিলাকর এই
৯ এই নাম ; যাকোবর জ্যেষ্ঠ পুত্র রূবেণ । রূবেণর
১০ পুতেক হনোক, পল্লূ, হিষ্রোণ, আরু কর্ম্মী । আরু
চিমিয়োনর পুতেক যিমূৱেল, যামীন, ওহদ,
যাখীন, চোহর, আরু তার কনানীয়া তিরুতার
১১ পুতেক চৌল । আরু লেবীর পুতেক গের্চোন,
১২ কহাৎ, আরু মরারী । যিহূদার পুতেক এর,
ওনন, চেলা, পেরচ, আরু জেরহ ; কিন্তু এর আরু
ওনন হলে কনান দেশতে মরিল । আরু পেরচর
১৩ পুতেক হিষ্রোণ আরু হামূল । ইচাখরর পুতেক
১৪ তোলা, পূৱা, যোব, আরু চিম্রোণ । আরু
জবূলূনর পুতেক চেরদ, এলোন, আরু যহলেল ।
১৫ এইবিলাক পদ্দন-অরামত লেয়াই যাকোবলৈ
তেওঁর জীয়েক দানাই সৈতে উৎপন্ন করা সন্তান ;
পুতেক জীয়েকে সৈতে সৰ্ব্বমোট তেত্রিশ জন
১৬ প্রাণী । গাদর পুতেক চিফোন, হগ্গী, চূনী,
১৭ ইচ্বোন, এরী, অরোদী, আরু অরেলী । আরু
আচেরর পুতেক যিম্না, যিচ্বা, যিচ্বী, বরীয়া,
আরু সিহঁতর ভনায়েক চেরহ ; বরীয়ার পুতেক
১৮ হেবর আরু মল্কীয়েল । লাবনে আপোনার
জীয়েক লেয়ার লগত দিয়া জিল্পার এইবিলাক
সন্তান ; তাইর পরা যাকোবলৈ এই ষোল জন
১৯ প্রাণী উৎপন্ন হল । যাকোবর ভাৰ্য্যা রাহেলর

২০ পুত্ৰ যোচেফ আৰু বিন্যামীন্।* ওন নগরর
পুরোহিত পোটী-ফেরার জীয়েক আচনতে প্ৰসব
করা যি মনচি আৰু ইফ্ৰয়িম, যোচেফর সেই
২১ দুই পুত্ৰ মিচর দেশত জন্মিল। বিন্যামীনর
পুতেক বিলা, বেখর, অচ্‌বেল, গেরা, নামন,
এহী, রোচ, মুপ্‌পীম, হুপ্‌পীম, আৰু অর্দ।
২২ এইবিলাক যাকোবলৈ জন্মা রাহেলর সন্তান;
২৩ ইবিলাক সর্ব্বমোট চৌদ্দ জন প্ৰাণী। দানর
২৪ পুতেক হুচীম। নপ্তালীর পুতেক যহচিয়েল,
২৫ গূনী, যেচর, আৰু চিল্লেম। লাবনে আপোনার
জীয়েক রাহেলর লগত দিয়া বিল্‌হার এইবিলাক
সন্তান; তাইর পরা যাকোবলৈ উৎপন্ন হোৱা
২৬ সর্ব্বমোট সাত জন প্ৰাণী। যাকোবর পো-বো-
ৱারীয়েকহঁতর বাহিরে, তেওঁর ঔরসত জন্মা
আৰু তেওঁর লগত মিচর দেশলৈ যোৱা আটাই
২৭ প্ৰাণী সর্ব্বমোট ছয়ষষ্টি জন প্ৰাণী। আৰু মিচর
দেশত যোচেফলৈ যি পুত্ৰ জন্মিছিল, সিবিলাক
দুই প্ৰাণী। মিচরলৈ যোৱা যাকোবর বংশর
প্ৰাণী সর্ব্বমোট সত্তর জন আছিল।
২৮ পাছে আপোনার আগৈয়ে গোচনর বাট
দেখুৱাবর নিমিত্তে, যাকোবে আপোনার
আগৈয়ে যিহূদাক যোচেফর ওরিলৈ পঠালে।
তার পাছে সিবিলাকে গৈ গোচন পালত,
২৯ যোচেফে আপোন রথ সজাই, তেওঁর পিতৃ ইস্ৰা-
য়েলে সৈতে সাক্ষাৎ করিবলৈ গোচনলৈ গল;
পাছে তেওঁক দেখা দি, তেওঁর ডিঙিত সাবট
মারি বহু পরলৈকে ডিঙিত ধরি ক্ৰন্দন করিলে।
৩০ তেতিয়া ইস্ৰায়েলে যোচেফক কলে, এতিয়া মোর
মরণ হওক; কিয়নো ময় তোমার মুখ দেখিবলৈ
পালোঁ; তুমি এতিয়ালৈকে জীয়াই আছা।
৩১ পাছে যোচেফে ভায়েক ককায়েকবিলাক আৰু
বাপেকর ঘরর সকলোকে কলে, ময় গৈ ফরৌ-
ণক জনাই তেওঁর আগত কওঁগৈ, যে, কনান
দেশত থকা মোর ভাই ককাইবিলাক আৰু
পিতৃর ঘরর সকলোৱেই মোর ওচরলৈ আহিল।
৩২ সেই মানুহবিলাক পশুপালক; কিয়নো পশু
ৰখাই সিবিলাকর ব্যৱসায়; সিবিলাকর মের,
ছাগ, আৰু গরুর জাক আদি যি যি আছিল,
৩৩ সেই সকলোকে সিবিলাকে আনিছে। তাতে,
ফরৌণে যেতিয়া তোমালোকক মাতি নি, তোমা-
৩৪ লোকর কি ব্যৱসায় বুলি সুধিব, তেতিয়া তোমা-
লোকে গোচন দেশত থাকিবর নিমিত্তে, তোমা-
লোকে তেওঁক কবা, যে, আপোনার বন্দীহঁত আমি
আৰু আমার পিতৃ সকলোৱেই সরু কালরে পরা
এতিয়ালৈকে পশুপালক। কারণ পশুপালকবিলাক
মিচরীয়াবিলাকর মানত ঘৃণার পাত্ৰ।

৪৭ পাছে যোচেফে গৈ ফরৌণর আগত
কলে, মোর পিতৃ আৰু ভাই ককাইবিলাক
আৰু সিবিলাকর মের, ছাগ, আৰু গরুর জাক
আদি যি যি আছিল, সেই সকলো কনান দেশর
পরা আহিল; আৰু দেখোক, সিবিলাক গোচন
২ দেশত আছেহি। পাছে যোচেফে আপোনার
ভায়েক ককায়েকবিলাকর মাজর পাঁচ জনক নি,
৩ ফরৌণর আগত উপস্থিত করিলে। তেতিয়া
ফরৌণে যোচেফর সেই ভায়েক ককায়েকবিলাকক
সুধিলে, তোমালোকর কি ব্যৱসায়? তাতে
সিবিলাকে ফরৌণক কলে, আপোনার এই বন্দী-
হঁত পশুপালক, আমি আৰু আমার ওপরপিতৃ-
৪ বিলাকো। সিবিলাকে ফরৌণক আৰু কলে,
আমি এই দেশত প্ৰবাস করিবলৈ আহিছোঁ;
কিয়নো কনান দেশত অতিশয় আকাল হোৱাত,
আপোনার এই বন্দীহঁতর পশুর জাক চরাবলৈ
ঠাই নাইকিয়া; এতেকে আমি বিনয় করোঁ, আ-
পোনার এই বন্দীহঁতক গোচন দেশত থাকিবলৈ
৫ দিয়ক। তাতে ফরৌণে যোচেফক কলে, তোমার
পিতৃ আৰু তোমার ভাই ককাইবিলাকো তোমার
৬ ওচরলৈ আহিছে। মিচর দেশখনেই তোমার
সম্মুখত আছে; দেশর যি অতি উত্তম ঠাই,
তাতেই তোমার পিতৃ আৰু তোমার ভাই ককাই-
বিলাকক বাস করিবলৈ দিয়া; সিবিলাক গোচন
দেশত থাকোক। আৰু সিবিলাকর মাজর কামত
পার্গত কোনো মানুহক যদি জানা, তেন্তে মোর জা-
কর ওপরত সিবিলাকক প্ৰধান পশু-রখীয়া পাতা।
৭ পাছে যোচেফে আপোনার পিতৃ যাকোবক নি,
ফরৌণর আগত উপস্থিত করিলে; তাতে যাকোবে
৮ ফরৌণক আশীর্ব্বাদ করিলে। তেতিয়া ফরৌণে
যাকোবক সুধিলে, তোমার কিমান বছর বয়স
৯ হৈছে? যাকোবে ফরৌণক কলে, মোর প্ৰবাসর
কাল এশ ত্ৰিশ বছর; মোর আয়ুষর দিন অলপ
আৰু দুঃখজনক; আৰু মোর ওপরপিতৃবিলাকে
সিবিলাকর প্ৰবাসর কালত যিমান আয়ুষ পালে,
১০ ময় সিমান পোৱা নাই। পাছে যাকোবে ফরৌণক
আশীর্ব্বাদ করি, ফরৌণর আগর পরা ওলাই গল।
১১ তেতিয়া যোচেফে ফরৌণর আজ্ঞা অনুসারে, মিচর
দেশর উত্তম অঞ্চলত রামিচেচ প্ৰদেশত অধিকার
দি, আপোন বাপেক আৰু ভায়েক ককায়েক-
১২ বিলাকক বসতি করালে। আৰু যোচেফে আপোন
বাপেক আৰু ভায়েক ককায়েক আদি করি
গোটেই পিতৃবংশক প্ৰত্যেকর পরিয়াল অনুসারে
আহার দি প্ৰতিপালন করিলে।

যোচেফে ফরৌণর নিমিত্তে মিচরীয়াবিলাকর
আটাই পও আৰু মাটী লোৱা।

১৩ সেই সময়ত গোটেই দেশতে আহার নাইকিয়া
হল; কিয়নো আকাল অতিশয় টান হৈ গল;
তাতে মিচর আৰু কনান দেশ আকালর গুণে

১৪ দুঃখত মগ্ন হল। পাছে মিচর দেশত আরু
কনান দেশতো যিমান ধন আছিল, লোকে তাক
দি শস্য কিনাত, যোচেফে যি ধন পালে, তাক
১৫ গোটাই যোচেফে ফরৌণর ঘরলৈ নিলে। তাতে,
মিচর আরু কনান দেশর ধন টুকালত, আটাই
মিচরীয়াবিলাকে যোচেফর ওচরলৈ আহি কলে,
আমাক আহার দিওক; কারণ আপোনার আগত
আমি কেলেই মরোঁ? কিয়নো আমার ধন টুকাল।
১৬ তাতে যোচেফে কলে, তোমালোকর পশুবোর
দিয়া; যদি ধন টুকাল, তেন্তে ময় পশুর সল-
১৭ নিয়েই শস্য দিম। তেতিয়া লোকবিলাকে
যোচেফর ওচরলৈ আপোন আপোন পশুবোর
আনিলত, যোচেফে সিবিলাকর ঘোঁড়া, মের,
ছাগ, আরু গরুর জাক, আরু গাধবিলাকর সলনি
সিবিলাকক শস্য দিলে; এই রূপে যোচেফে সেই
বছর সিবিলাকর আটাই পশুবোর লৈ, সি-
১৮ বিলাকক আহার দি প্রতিপালন করিলে। পাছে
সেই বছর অতীত হলত, দ্বিতীয় বছরত লোক-
বিলাকে যোচেফর ওচরলৈ আহি তেওঁক কলে,
আমার ধন যে টুকাল, তাক আমি প্রভুর
পরা লুকুৱাই নেরাখোঁ; আরু আমার পশুর
জাকো প্রভুরেই হল; শরীর আরু মাটীর
বাহিরে প্রভুরে দেখাত আমার আরু একো নাই।
১৯ আমি আপোন আপোন মাটীয়ে সৈতে আপো-
নার চকুর আগত কিয় বিনষ্ট হম? আহার
দি, আমাক আরু আমার মাটীকো কিনি লওক;
আমি আপোন আপোন মাটীয়ে সৈতে ফরৌণর
বন্দী হম; আরু আমাক কঠিয়াও দিওক; তাতে
আমি নমরি জীয়াই থাকিম, আরু আমার মাটীও
২০ চন পড়ি নেথাকিব। এই রূপে যোচেফে সমুদায়
মিচর দেশর মাটী ফরৌণলৈ কিনি ললে;
কিয়নো, মিচরীয়াবিলাকে সহিব পড়াতকৈয়ো
আকাল টান হলত, সিবিলাক প্রতিজন মানুহে
আপোন আপোন মাটী বেচিলে; তাতে মাটী
২১ ফরৌণর হল। আরু প্রজাবিলাকক হলে, তেওঁ
মিচর দেশর এক সীমার পরা আন সীমালৈকে
২২ নগরবোরলৈ তুলি আনিলে। কেৱল পুরোহিত-
বিলাকর মাটীহে তেওঁ নিকিনিলে; কিয়নো
পুরোহিতবিলাকে ফরৌণর পরা আপোনার ভাগ
পায়; আরু ফরৌণে সিবিলাকক যি ভাগ দিয়ে,
তাকেই ভোগ করে; এই হেতুকে সিবিলাকে
২৩ আপোনার মাটী নেবেচিলে। তেতিয়া যোচেফে
প্রজাবিলাকক কলে, দেখা, আজি ময় তোমা-
লোকক আরু তোমালোকর মাটী ফরৌণলৈ
কিনিলোঁ। দেখা, তোমালোকর নিমিত্তে কঠিয়া
এইয়া; এতিয়া তোমালোকে মাটীত বোৱাগৈহঁক।
২৪ তাতে, শস্য গোটোৱা কালত, তার পাঁচ ভাগর
এভাগ ফরৌণক দিবা; আন চারি ভাগ হলে,
মাটীর কঠিয়ার নিমিত্তে, আরু তোমালোকর ও
আপোন আপোন পরিয়াল আরু লরা ছোৱালী-
বিলাকর আহারর নিমিত্তে তোমালোকলৈ
২৫ থাকিব। তাতে সিবিলাকে কলে, আপুনি আমার
প্রাণ রক্ষা করিলে; প্রভুর দৃষ্টিত আমি অনুগ্রহ
২৬ পালেই ফরৌণর বন্দী হম। এই হেতুকে, পাঁচ
ভাগর এভাগ ফরৌণর হব, এইটো বিধি মিচরর
ভূমির বিষয়ে যোচেফে স্থাপন করিলে; সেয়ে
আজিলৈকে চলি আছে; কেৱল পুরোহিত-
২৭ বিলাকর মাটীহে ফরৌণর নহল। আরু ইস্রায়েলে
মিচর দেশর গোচন অঞ্চলত নিবাস করিলে;
আরু সিবিলাকে তাত অধিকার পাই বহুবংশ
হৈ অতিশয়রূপে বৃদ্ধি পালে।

যাকোবে যোচেফর দুই পুত্রক আশীর্ব্বাদ
দিয়া।

২৮ মিচর দেশত যাকোব সোতের বছর জীয়াই
আছিল; তাতে যাকোবর বয়স সর্ব্বমোট এশ
২৯ সাতচল্লিশ বছর হল। পাছে, ইস্রায়েলর মরণর
কাল ওচর চাপিলত, তেওঁ আপোন পুত্র
যোচেফক মাতি নি তেওঁক কলে, ময় যদি তোমার
দৃষ্টিত অনুগ্রহপ্রাপ্ত হৈছোঁ, তেন্তে বিনয় করোঁ,
মোর করঙনর তলত তোমার হাত দিয়া, আরু
মোরে সৈতে দয়া আরু সত্য ব্যৱহার করিবা;
বিনয় করোঁ, মোক মিচরত মৈদাম নিদিবা;
৩০ কিন্তু, ময় যেতিয়া ওপরপিতৃবিলাকর লগত শয়ন
করিম, তেতিয়া তুমি মোক মিচরর পরা লৈ গৈ,
সিবিলাকর মৈদামর ঠাইত মোক মৈদাম দিবা।
তাতে তেওঁ কলে, তুমি কোৱার দরেই ময় করিম।
৩১ পাছে যাকোবে পুনরায় কলে, মোর আগত
শপথ করা; তাতে তেওঁ যাকোবর আগত শপথ
করিলে। তেতিয়া ইস্রায়েলে শয্যার মূরশিতানত
মূর দোঁৱালে।

৪৮ এইবিলাক ঘটনার পাছত, কোনোৱে
যোচেফক কলে, দেখা, তোমার পিতৃ নরীয়া
পড়িছে; তাতে তেওঁ আপোনার দুজন পুত্র
২ মনচি আরু ইফ্রয়িমক লগত লৈ গল। পাছে
কোনোৱে যাকোবক কলে, দেখোক, আপোনার
পুত্র যোচেফ আপোনার ওচরলৈ আহিছে;
তেতিয়া ইস্রায়েলে বল দি, শয্যাত উঠি বহিল।
৩ পাছে যাকোবে যোচেফক কলে, সর্ব্বশক্তিমান
ঈশ্বরে কনান দেশর লূজত মোক দর্শন দিলে,
৪ আরু মোক আশীর্ব্বাদ করি কলে, দেখা, ময়
তোমাক বহুবংশ করি অতিশয়রূপে বঢ়াম,
আরু তোমার পরাই জাতিসমূহ উৎপন্ন করিম;
আরু সদাকালর অধিকারর অর্থে ময় তোমার
৫ ভাবিবংশক এই দেশ দিম। ময় মিচরলৈ
তোমার ওচরলৈ অহার আগেয়ে, তোমালৈ যি

দুটী পুত্র মিচর দেশত জন্মিল, সিবিলাক মোৰেই;
ৰুবেণ আৰু চিমিয়োনর দরে ইফ্রয়িম আৰু
৬ মনচি মোরেই হব। আৰু সিবিলাকর পাছত
তোমালৈ যিবিলাক জন্ম হব, সেইবিলাক হলে
তোমার হব; আৰু সেই দুজন ভায়েক ককায়েকর
নাম অনুসারেই সিবিলাকর১ অধিকারত সি-
৭ বিলাক প্রখ্যাত হব। মোর কথাত হলে, পদ্দনর
পরা ময় অহা কালত, কনান দেশত, ইফ্রাথ
পাবলৈ কিছু বাট থাকোঁতেই, রাহেল বাটতে
মোর ওচরিত মরিল; আৰু ময় সেই ঠাইতে
ইফ্রাথ অর্থাৎ বৈৎ-লেহমলৈ যোৱা বাটর
৮ কাষরতে ময় তেওঁক মৈদাম দিলোঁ। পাছে
ইস্রায়েলে যোচেফর পুত্র দুজনক দেখি সুধিলে,
৯ ইবিলাক কোন? তাতে যোচেফে আপোনার
বাপেকক কলে, ঈশ্বরে মোক ইয়াত দিয়া ইবি-
লাকেই মোর পুত্র। তেওঁ কলে, বিনয় করোঁ,
সিবিলাকক মোর ওচরলৈ আনা, ময় সিবিলাকক
১০ আশীর্ব্বাদ দিওঁ। তেতিয়া ইস্রায়েলে বৃদ্ধ হো-
ৱার কারণে চকু দুর্ব্বল হোৱাত, মনিব নো-
ৱারিলে; পাছে যোচেফে সিবিলাকক তেওঁর
ওচরলৈ নিলত, তেওঁ সিবিলাকক চুমা খালে,
১১ আৰু সাবট মারি ধরিলে। আৰু ইস্রায়েলে
যোচেফক কলে, ময় ভাবিছিলোঁ, তোমার
মুখকেই ময় দেখিবলৈ নেপাম; কিন্তু দেখা,
ঈশ্বরে মোক তোমার সন্তানকো দেখুৱালে।
১২ তেতিয়া যোচেফে তেওঁর আঁঠু দুটার মাজর পরা
সিবিলাকক উলিয়াই, মাটীত মুখ দি প্রণিপাত
১৩ করিলে। আৰু যোচেফে সিবিলাক দুয়োকো
লৈ, ইফ্রয়িমক আপোনার সোঁ হাতেরে ধরি
ইস্রায়েলর বাওঁহাতলৈ, আৰু মনচিক আপো-
নার বাওঁ হাতেরে ধরি ইস্রায়েলর সোঁহাতলৈ,
১৪ এই রূপে বাপেকর ওচরলৈ নিলে। কিন্তু
ইস্রায়েলে আপোনার সোঁ হাত মেলি ইফ্রয়িম
সরুটোর মূরত, আৰু বাওঁ হাত মনচির মূরত
দিলে; তেওঁ বুঝিবাঝি হাত দিলে; কিয়নো
১৫ মনচি জ্যেষ্ঠ পুত্র। পাছে তেওঁ যোচেফক
আশীর্ব্বাদ করি কলে, যি ঈশ্বরর সাক্ষাতে মোর
ওপরপিতৃ অব্রাহাম আৰু ইচ্হাক চলিছিল,
যি ঈশ্বরে পূর্ব্বরে পরা আজিলৈকে মোক প্রতি-
১৬ পালন করি আহিছে, যি দূতে আটাই আপদর
পরা মোক মুক্ত করিলে, তেৱেঁই এই লরাইঁতক
আশীর্ব্বাদ করোক; আৰু মোর নাম ও মোর
ওপরপিতৃ অব্রাহাম আৰু ইচ্হাকর নাম ইবিলা-
কর দ্বারায় প্রখ্যাত হওক; আৰু ইবিলাক বাঢ়ি
১৭ বাঢ়ি পৃথিবীর মাজত বহুবংশ হওক। পাছে
যোচেফে আপোনার বাপেকর সোঁ হাত ইফ্রয়িমর
মূরত দিয়া দেখি, অসন্তোষ পালে; তাতে তেওঁ
ইফ্রয়িমর মূরর পরা মনচির মূরত দিবলৈ, বাপে-
১৮ কর হাত দাঙি বাপেকক কলে, এনে নহয় পিতৃ;
কিয়নো ইহে জ্যেষ্ঠ; ইয়ার মূরতেই আপোনার
১৯ সোঁ হাত দিওক। কিন্তু তেওঁর বাপেকে অমান্তি
হৈ কলে, বোপা, তাক ময় জানিছোঁ, মর
জানিছোঁ; ইও এক জাতি হব, আৰু ইও মহান
হব; তথাপি ইয়ার সরু ভায়েক হলে, ইয়াত-
কৈয়ো মহান হব, আৰু তার বংশ জাতিসমূহ
২০ হবগৈ। তেওঁ সেই দিনাই সিবিলাকক আশীর্ব্বাদ
করি কলে, ইস্রায়েল লোকে আশীর্ব্বাদ করা
সময়ত, তোমার নাম করি কব, ঈশ্বরে তোমাক
ইফ্রয়িম আৰু মনচির নিচিনা করোক; এই
রূপে তেওঁ মনচিতকৈ ইফ্রয়িমক অগ্রগণ্য করিলে।
২১ পাছে ইস্রায়েলে যোচেফক কলে, দেখা, ময়
এতিয়া মরোঁহে; কিন্তু ঈশ্বর তোমালোকর সঙ্গী
হব, আৰু তোমালোকক পুনরায় তোমালোকর
২২ ওপরপিতৃবিলাকর দেশলৈ লৈ যাব। আৰু ময়
আপোন তরোৱাল আৰু ধনুরে ইমোরী-
য়াইঁতর হাতর পরা লোৱা সেই এডোখর মাটী
তোমার ভাই ককাইবিলাকতকৈ তোমাক বেচী-
কৈ দিছোঁ।

যাকোবর পুত্রবিলাকর বিষয়ে তেওঁর
ভাববাণী; আৰু তেওঁর মৃত্যু।

৪৯ পাছে যাকোবে আপোনার পুত্রবিলাকক
মাতি কলে, তোমালোক গোট খোৱা;
আগলৈ তোমালোকর যি যি ঘটিব, তাক ময়
তোমালোকক জনাওঁ।

২ হে যাকোবর পুত্রবিলাক, গোট খাই শুনা;
তোমালোকর পিতৃ ইস্রায়েলর বাক্য
শ্রবণ করা।
৩ হে ৰুবেণ, তুমি মোর জ্যেষ্ঠ পুত্র, মোর বল,
আৰু মোর শক্তির প্রথম ফল;
তুমি মহিমা আৰু পরাক্রমত প্রধান।
৪ তুমি উত্তলা পানীর নিচিনা হোৱাত,
তোমাত প্রাধান্য নেথাকিব;
কিয়নো তুমি আপোন পিতৃর শোৱা খাটলৈ
উঠি গৈছিলা।
তেতিয়া তুমি অপবিত্র কর্ম্ম করিছিলা। সি
মোর শয্যালৈ উঠি গৈছিল।
৫ চিমিয়োন আৰু লেবী একে মাকরে সন্তান;
সিহঁতর তরোৱাল বলাৎকারর অস্ত্র।
৬ হে মোর মন, তুমি সিহঁতর সন্তাত
নোসোমাবা;
হে মোর গৌরব, সিহঁতর সমাজত যোগ
নিদিবা;
কিয়নো সিহঁতে ক্রোধত নরহত্যা করিলে,
আৰু আপোন-ময়মত্তেরে ভতরার পাছ-ঠেঙর
শির ছেদন করিলে।

৭ সিহঁতর খং শাপগ্রস্ত হওক, কিয়নো সেয়ে প্রচণ্ড;
আরু সিহঁতর ক্রোধ, কারণ সেয়ে নিষ্ঠুর।
ময় যাকোবর মাজত সিহঁতক ভাগ ভাগ করিম;
ইস্রায়েলর মাজত সিহঁতক ছিন্নভিন্ন করিম।
৮ হে যিহূদা, তোমাক হলে, আপোন ভাই-বিলাকে প্রশংসা করিব;
তোমার হাতে শত্রুবোরর ডিঙি ধরিব;
তোমার পিতৃর সন্তানবিলাকে তোমার আগত প্রণিপাত করিব।
৯ যিহূদা যুবা সিংহ;
হে মোর বোপা, তুমি পশু চিরি পেলোৱার পরা উঠি আহিলা।
সি সিংহর দরে পড়ি শুইছে,
এনে কি, সিংহিনীর দরে শুইছে; কোনে তাক জগাব?
১০ চালো মাহেমানে,
যিহূদার পরা রাজদণ্ড নেযাব,
আরু তার ভরি দুখনর মাজর পরা বিচার-দণ্ড নুগুচিব;
লোকসমূহ সেই জনার আজ্ঞাধীন হব।
১১ সি দ্রাক্ষালতাত আপোনার ভেকা গাধ,
আরু উত্তম দ্রাক্ষালতাত আপোনার গাধ পোৱালি বান্ধি,
আপোন বস্ত্র দ্রাক্ষারসত,
আরু আপোন কাপড় দ্রাক্ষাগুটীর তেজরূপ রসত ধুইছে।
১২ তার চকু দ্রাক্ষারসেরে রঙা,
আরু তার দাঁত গাখীরেরে বগা।
১৩ জবূলূনে সমুদ্রর তীরত বসতি করিব;
সি জাহাজবিলাকর আশ্রয়র তীর হব;
আরু চীদোনলৈকে তার সীমা হব।
১৪ ইচাখর বলৱান গাধ;
সি দুটা গড়ালর মাজত শোৱে।
১৫ সি জিরণিক ভাল দেখি,
আরু দেশক সুন্দর দেখি,
তার ববলৈ আপোনার কান্ধ পাতি দি,
কাম করি দিব লগীয়া বন্দী হল।
১৬ দান ইস্রায়েলর এক ফৈদ হৈ,
আপোন লোকবিলাকর সোধবিচার করিব।
১৭ ঘোঁড়াত উঠা জন পাছফালে পড়াকৈ,
যি সাপে ঘোঁড়ার ঠেঙত খোঁটে,
দান বাটত থকা এনেকুৱা সাপ,
পথত থকা এনেকুৱা বিষাল সর্প হব।
১৮ হে যিহোৱা, ময় তোমার পরিত্রাণলৈ অপেক্ষা করিছোঁ।
১৯ গাদক হলে সৈন্য এদলে আক্রমণ করিব;
কিন্তু সি সিহঁতর পাছফালে আক্রমণ করিব।
২০ আচেরর মাজর পরা আপোনার উত্তম আহার জন্মিব;
সি রজাই খাব পরা সুখাদ্য আহার যোগাব।
২১ নপ্তালী মুকলি হোৱা হরিণ;
সি মনোহর কথা কয়।
২২ যোচেফ ফলৱান বৃক্ষর ডাল,
ভুমুকর ওচরত থকা লাগমী গছর ডাল;
তার ডালবোর গড়র ওপরলৈকে জুরি যায়।
২৩ ধনুর্দ্ধরবিলাকে তাক বড়কৈ ক্লেশ দিলে,
আরু তালৈ কঁড়িয়াই তাক তাড়না করিলে;
২৪ কিন্তু তার ধনু শকত হৈ থাকিল,
আরু যাকোবর পরাক্রমী জনার হাতর দ্বারায়,
(তেওঁর পরা মের-রক্ষীয়া ইস্রায়েলর শিলা)
২৫ তোমার পিতৃর ঈশ্বরর দ্বারায়, (তেওঁ তোমাক উপকার করিব)
সর্ব্বশক্তিমান জনার দ্বারায়,
(তেওঁ ওপরত থকা আকাশর আশীর্ব্বাদেরে,
তলত থকা অগাধ জলর আশীর্ব্বাদেরে,
স্তন আরু গর্ভর আশীর্ব্বাদেরে, তোমাক আশী-র্ব্বাদ করিব)
তার হাত চলোৱা বাহু বলী করা হল।
২৬ মোর ওপরপিতৃবিলাকর আশীর্ব্বাদতকৈ,
তোমার আপোন পিতৃর আশীর্ব্বাদ ফল-দায়ক হৈ,
সদাকালর পর্ব্বতর সীমালৈকে ব্যাপিল।
আরু সেয়ে যোচেফর মূরত থাকিব; ,
ভায়েক ককায়েকবিলাকর পরা পৃথকে থকা জনর মূরর তালুত থাকিব।
২৭ বিন্যামীন পশু চিরি পেলাওঁতা রাংকুকুর;
রাতিপুৱা সি মৃগ ভক্ষণ করিব;
সন্ধ্যা পরত লুটদ্রব্য ভাগ বাঁটি দিব।
২৮ এই সকলোরেই ইস্রায়েলর বার ফৈদ; আরু
সিবিলাকর বাপেকে আশীর্ব্বাদ করি সিবিলাকক
কোৱা কথাও এয়ে; সিবিলাকর প্রতিজনকে তেওঁ
বিশেষ বিশেষ আশীর্ব্বাদেরে আশীর্ব্বাদ করিলে।
২৯ পাছে তেওঁ সিবিলাকক আজ্ঞা করি কলে, মোক
আপোন লোকবিলাকর লগলৈ নিয়া হব;
৩০ এই হেতুকে, কনান দেশত, মম্রির সম্মুখত থকা
মক্পেলার যি গুহা মৈদামর অধিকারর অর্থে
অব্রাহামে হিত্তীয়া ইফ্রোণর পরা পথারে সৈতে
কিনি লৈছিল, সেই হিত্তীয়া ইফ্রোণর পথারর
গুহাতে মোর ওপরপিতৃবিলাকর লগত মোকো
৩১ মৈদাম দিবা। সেই ঠাইতে অব্রাহাম আরু তেওঁর
ভার্য্যা চারাক মৈদাম দিয়া হল; সেই ঠাইতে
ইচ্হাক আরু তেওঁর ভার্য্যা রিবিকাকো মৈদাম
দিয়া হল; আরু সেই ঠাইতে ময়ো লেয়াক
৩২ মৈদাম দিলোঁ। সেই পথার আরু তার মাজত

থকা গুহা হেতৰ সন্তানবিলাকৰ পৰা কিনা হৈ-
৩৩ ছিল। এই ৰূপে যাকোবে আপোনাৰ পুত্ৰবিলাকক
আজ্ঞা দি এঁটাই, শয্যাৰ ওপৰত আপোনাৰ
ভৰি দুখন কোঁচাই প্ৰাণত্যাগ কৰিলত, তেওঁক
আপোন লোকবিলাকৰ লগলৈ নিয়া হল।
৫০ তেতিয়া যোচেফে আপোনাৰ বাপেকৰ মুখৰ
ওপৰত মুখ দি পৰি, কান্দি কান্দি তেওঁক
২ চুমা খালে। পাছে যোচেফে আপোনাৰ বাপে-
কৰ মৃত দেহ সুগন্ধিদ্ৰব্যযুক্ত কৰি ৰাখিবলৈ,
আপোনাৰ দাস বেজবিলাকক আজ্ঞা দিলে;
তাতে বেজবিলাকে ইস্ৰায়েলৰ দেহ সুগন্ধিদ্ৰব্য-
৩ যুক্ত কৰিলে। সিবিলাকে সেই কাৰ্য্যত চল্লিশ
দিন নিয়ালে; কিয়নো সেই কাৰ্য্য কৰিবলৈ
সিমান দিন লাগে। পাছে মিচৰীয়াবিলাকে
তেওঁৰ নিমিত্তে সত্তৰ দিন শোক কৰিলে।

যাকোবক মৈদাম দিয়া। যোচেফৰ মৃত্যু।

৪ সেই শোকৰ দিন অতীত হলত, যোচেফে
ফৰৌণৰ ঘৰৰবিলাকক কলে, মই যদি তোমা-
লোকৰ আগত অনুগ্ৰহপ্ৰাপ্ত হৈছোঁ, তেন্তে বিনয়
কৰোঁ, ফৰৌণৰ কাণত এই কথা জনোৱাগৈ, যে,
৫ মোৰ পিতৃয়ে মোক শপত কৰাই কলে, দেখা,
মই এতিয়া মৰোঁহে; কনান দেশত মই মোৰ
নিজৰ অৰ্থে খন্দা মৈদামতেই তুমি মোক
মৈদাম দিবাগৈ। এতেকে, মই বিনয় কৰোঁ,
এতিয়া মোৰ পিতৃক মৈদাম দিবলৈ মোক
যাব দিওক; পাছে মই আকৌ ঘূৰি আহিম।
৬ তাতে ফৰৌণে কলে, যোৱা; তোমাৰ পিতৃয়ে
তোমাক শপত কৰোৱাৰ দৰেই, তুমি তেওঁক
৭ মৈদাম দিয়াগৈ। তেতিয়া যোচেফে আপোনাৰ
বাপেকক মৈদাম দিবলৈ যাত্ৰা কৰিলে; তাতে,
ফৰৌণৰ পাত্ৰমন্ত্ৰীবিলাক, তেওঁৰ ঘৰৰ বৃদ্ধ-
৮ বিলাক, মিচৰ দেশৰ সকলো বৃদ্ধবিলাক, যোচেফৰ
আটাই পৰিয়াল, তেওঁৰ ভায়েক ককায়েকবিলাক,
আৰু বাপেকৰ পৰিয়ালো তেওঁৰ লগত গল;
কেৱল সিবিলাকে আপোনাৰ লৰা তিৰুতা-
বিলাক আৰু মেৰ, ছাগ, আৰু গৰু আদিৰ
৯ জাকবোৰহে গোচনত এৰি গল। তেওঁৰ লগত
ৰথ, আৰু ঘোঁড়াত উঠাবিলাক গল; অতি বৃহৎ
১০ দল হল। পাছে সিবিলাকে গৈ, যৰ্দ্দনৰ সি-
পাৰে থকা আটদৰ মড়ণা মৰা ঠাই পাই,
সেই ঠাইতে অতিশয় দাৰুণ মহাবিলাপেৰে
বিলাপ কৰিলে; এই ৰূপে তেওঁ আপোনাৰ
বাপেকৰ নিমিত্তে সাত দিনলৈকে শোক কৰিলে।
১১ তাতে, সেই দেশনিবাসী কনানীয়াইঁতে সি-
বিলাকক আটদৰ মড়ণা মৰা ঠাইত এই ৰূপে
শোক কৰা দেখি কলে, মিচৰীয়াবিলাকৰ এয়ে
অতি দাৰুণ শোক; এই হেতুকে যৰ্দ্দনৰ সিপাৰে
থকা সেই ঠাই আবেল-মিজ্ৰয়িম [মিচৰীয়াবিলা-
১২ কৰ শোক] নামেৰে প্ৰখ্যাত হল। পাছে যাকোবে
আপোনাৰ পুত্ৰবিলাকক আজ্ঞা দিয়াৰ দৰেই,
১৩ সিবিলাকে তেওঁলৈ কৰিলে; কিয়নো তেওঁৰ
পুত্ৰবিলাকে তেওঁক কনান দেশলৈ নি, মম্ৰিৰ
সন্মুখত থকা মক্পেলাৰ পথাৰৰ যি গুহা অব্ৰা-
হামে পথাৰে সৈতে মৈদামৰ অধিকাৰৰ অৰ্থে
হিত্তীয়া ইফ্ৰোণৰ পৰা কিনি লৈছিল, সেই
গুহাতে সিবিলাকে তেওঁক মৈদাম দিলে।
১৪ বাপেকক মৈদাম দিয়াৰ পাছে, যোচেফ আৰু
তেওঁৰ ভায়েক ককায়েকবিলাক, আৰু বাপেকক
মৈদাম দিবলৈ তেওঁৰ লগত যোৱা সকলো
১৫ লোক মিচৰ দেশলৈ উলটি আহিল। পাছে
যোচেফৰ ককায়েকবিলাকে আপোনাৰ বাপে-
কৰ মৃত্যু হোৱা দেখি কোৱাকুই কৰিলে,
বোলে, যোচেফে কিজানি আমাক ঘিণ কৰি,
আমি তাক যি যি দুৰ্গতি কৰিছিলোঁ, তাৰ
১৬ প্ৰতিফল আমাক দিব। তাতে সিবিলাকে
যোচেফলৈ কৈ পঠালে, বোলে, তোমাৰ পিতৃয়ে
তেওঁৰ মৃত্যুৰ আগেয়ে এই আদেশ দিছিল,
১৭ যে, তোমালোকে যোচেফক এই দৰে কবা,
বিনয় কৰোঁ, তুমি আপোন ককায়েৰাইঁতৰ
জগৰ, আৰু সিবিলাকৰ পাপ ক্ষমা কৰা;
কিয়নো সিবিলাকে তোমাক দুৰ্গতি কৰি-
ছিল। এতেকে, আমি এতিয়া বিনয় কৰোঁ,
আপুনি আপোন পিতৃৰ ঈশ্বৰৰ দাসবিলাকৰ
দোষ ক্ষমা কৰোক। তাতে, সিবিলাকে যোচেফ-
লৈ এই কথা কৈ পঠোৱাত, তেওঁ কান্দি
১৮ পেলালে। তাৰ পাছে তেওঁৰ ককায়েকবিলাকো
গৈ, তেওঁৰ আগত পৰি কলে, দেখোক, আমি
১৯ আপোনাৰেই বন্দী। তেতিয়া যোচেফে সিবি-
লাকক কলে, ভয় নকৰিবা; কিয়নো, মই
২০ জানো ঈশ্বৰৰ প্ৰতিনিধি? তোমালোকে মোৰ
বিৰুদ্ধে অনিষ্টৰ কল্পনা কৰিছিলা হয়, কিন্তু
এতিয়া যি ৰূপে দেখিছা, সেই ৰূপে অনেক
লোকৰ প্ৰাণ ৰক্ষা কৰা কাৰ্য্য সিদ্ধ কৰিবৰ
অভিপ্ৰায়েৰে, ঈশ্বৰে তাক মঙ্গলৰ কল্পনা
২১ কৰিলে। এতিয়া তোমালোকে ভয় নকৰিবা;
মই তোমালোকক আৰু তোমালোকৰ লৰা
তিৰুতাবিলাককো প্ৰতিপালন কৰিম; তেওঁ
এই ৰূপে সিবিলাকক সান্ত্বনা কৰিলে, আৰু
মৰমৰ কথা কলে।
২২ পাছে যোচেফ আৰু তেওঁৰ পিতৃবংশই মিচৰ
দেশতে নিবাস কৰি থাকিল। আৰু যোচেফ
২৩ এশ দহ বছৰ জীয়াই থাকি, ইফ্ৰয়িমৰ
পৰিনাতিলৈকে দেখিবলৈ পালে, আৰু মনচিৰো
পুতেক মাখীৰৰ সন্তানবিলাক জন্মিলত, তেওঁ
২৪ কোলাত লবলৈ পালে। পাছে যোচেফে

আপোনাৰ ভায়েক ককায়েকবিলাকক কলে, ময়
এতিয়া মৰোঁহে ; কিন্তু ঈশ্বৰে তোমালোকলৈ
অৱশ্যে দৃষ্টি কৰি, অব্ৰাহাম, ইচহাক, আৰু
যাকোবৰ আগত যি দেশ দিম বুলি শপথ
কৰিছিল, সেই দেশলৈ তোমালোকক এই দেশৰ
২৫ পৰা লৈ যাব । পাছে যোচেফে ইস্ৰায়েলৰ
সন্তানবিলাকক শপথ কৰাই কলে, ঈশ্বৰে
অৱশ্যে তোমালোকলৈ দৃষ্টি কৰিব ; তেতিয়া
তোমালোকে ইয়াৰ পৰা মোৰ অস্থি লৈ যাবা ।
২৬ এই ৰূপে যোচেফ এশ দহ বছৰ বয়সত
মৰিল ; পাছে তেওঁক সুগন্ধিদ্ৰব্যযুক্ত কৰি,
মিচৰত এটা পেৰাত ভৰাই ৰখা হল ।

---

# যাত্ৰাপুস্তক

## অৰ্থাৎ

## মোচিয়ে লিখা দ্বিতীয় পুস্তক ।

---

**ইস্ৰায়েলৰ সন্তানবিলাকৰ বৃদ্ধি ।**

১ যাকোবৰ লগত, ইস্ৰায়েলৰ যিবিলাক
পুত্ৰই আপোন আপোন পৰিয়াল লৈ মিচৰ
দেশলৈ আহিছিল, সিবিলাকৰ নাম এই এই ;
২,৩ ৰূবেণ, চিমিয়োন, লেবী, আৰু যিহূদা ; ইচাখৰ,
৪ জবূলূন, আৰু বিন্যামীন ; দান আৰু নপ্তালী ;
৫ গাদ আৰু আচেৰ । যাকোবৰ পৰা উৎপন্ন হোৱা
প্ৰাণী সৰ্ব্বমোট সত্তৰ জন ; যোচেফ হলে মিচৰ-
৬ তেই আছিল । পাছে যোচেফ, তেওঁৰ ভায়েক
ককায়েকবিলাক, আৰু সেই কালৰ সকলো লোক
৭ মৰিল । তাৰ পাছে ইস্ৰায়েলৰ সন্তানবিলাক
বহুবংশ হৈ অতিশয় অধিক হল, আৰু বাঢ়ি
বাঢ়ি অতিশয় বলৱন্ত হল ; তাতে সিবিলাকেৰেই
দেশ পৰিপূৰ্ণ হল ।

**ইস্ৰায়েলৰ সন্তানবিলাকে উপদ্ৰৱ পোৱা ।**

৮ সেই কালত মিচৰৰ ওপৰত, যোচেফক নজনা
৯ এনে এজন নতুন ৰজা হল । তেওঁ আপোনাৰ
প্ৰজাবিলাকক কলে, দেখা, ইস্ৰায়েল জাতি
১০ আমাতকৈ সৰহ আৰু বলৱন্ত । আহাঁ, আমি
সিহঁতৰ লগত টেঙৰালিৰূপে ব্যৱহাৰ কৰোঁহঁক ;
তেনে নকৰিলে, সিহঁত আৰু বাঢ়িব ; তাতে,
কোনো যুদ্ধ হলে, সিহঁতেও আমাৰ শত্ৰুবোৰৰ
লগত যোগ হৈ, আমাৰে সৈতে যুদ্ধ কৰিব,
১১ আৰু দেশৰ পৰা ওলাই যাব । এই হেতুকে,
মিচৰীয়াহঁতে সিবিলাকক ভাৰ বোৱাই দুঃখ
দিবৰ নিমিত্তে, সিবিলাকৰ ওপৰত কাৰ্য্যাধ্যক্ষ
নিযুক্ত কৰিলে । পাছে সিবিলাকে ফৰৌণৰ
নিমিত্তে পিথোম আৰু ৰামিচেচ নামেৰে, শস্য
সাঁচি থোৱা দুখন নগৰ নিৰ্ম্মাণ কৰিলে ।
১২ কিন্তু সিবিলাকক যিমানকৈ দুঃখ দিলে,
সিবিলাক সিমানকৈ বৃদ্ধি পাবলৈ আৰু
ব্যাপ্ত হবলৈ ধৰিলে । তাতে, ইস্ৰায়েলৰ সন্তান-
বিলাকৰ পৰা মিচৰীয়াহঁতে অতিশয় ভয় পাই,
১৩ ইস্ৰায়েলৰ সন্তানবিলাকক নিৰ্দ্দয়াৰূপে বন্দীকাম
১৪ কৰাই, বোকা, ইটা, আৰু পথাৰৰ সকলো
বিধৰ টান কামৰ দ্বাৰায় সিবিলাকৰ জীৱনত
তিতা লগালে ; সিহঁতে সিবিলাকক যি যি বন্দী-
কাম কৰাইছিল, সেই সকলোকে নিৰ্দ্দয়াৰূপে
কৰাইছিল ।
১৫ পাছে মিচৰৰ ৰজাই চিফ্ৰা আৰু পূৱা
১৬ নামেৰে দুজনী ইব্ৰীয়া ধাত্ৰীক কলে, যি সময়ত
তহঁতে ইব্ৰীয়া তিৰুতাবিলাকক প্ৰসৱ কৰাৰ,
আৰু প্ৰসৱৰ আসনত দেখ, তেতিয়া লৰা হলে
তাক বধ কৰিবি, ছোৱালী হলে তাই জীয়াই
১৭ থাকিব । কিন্তু ধাত্ৰী দুজনীয়ে ঈশ্বৰলৈ ভয় কৰি,
মিচৰৰ ৰজাৰ আজ্ঞামতে নচলি, লৰাবিলাকক
১৮ জীয়াই ৰাখিলে । তাতে মিচৰৰ ৰজাই ধাত্ৰী
দুজনীক মতাই নি কলে, তহঁতে এনে কাম কিয়

করিলি? লরাবোরক নো কিয় জীয়াই রাখিলি-
১৯ ইক? তেতিয়া ধাত্রী দুজনীয়ে ফরৌণক কলে,
ইব্রীয়া তিরুতাবিলাক মিচরীয়া তিরুতাবিলাকর
নিচিনা নহয়; কিয়নো সিহঁত বলী, আরু
সিহঁতর ওচরলৈ ধাত্রী যোৱার পূর্ব্বেই, সিহঁতে
২০ প্রসব করে। পাছে ঈশ্বরে সেই ধাত্রী দুজনীর
মঙ্গল করিলে; আরু লোকবিলাক বৃদ্ধি পাই
২১ অতিশয় বলবন্ত হল। ধাত্রী দুজনীয়ে ঈশ্বরলৈ
ভয় করা হেতুকে, তেওঁ সিহঁতর বংশ বৃদ্ধি
২২ করিলে। পাছে ফরৌণে আপোনার সকলো
প্রজাকে এই আজ্ঞা করি কলে, তোমালোকে
নতুনকৈ জন্মা প্রত্যেক লরাক নদীত পেলাই
দিবা, কিন্তু প্রতিজনী ছোৱালীক হলে জীয়াই
রাখিবা।

### মোচি জন্ম পাই ডাঙর দীঘল হোৱা।

২ পাছে লেবী বংশর এজন মানুহে গৈ,
এজনী লেবীয়া ছোৱালী বিয়া করিলত,
২ সেই তিরুতা গর্ভৱতী হৈ এটী পুত্র প্রসব করিলে;
তাই তাক সুন্দর দেখি, তিনি মাহ লুকুৱাই
৩ রাখিছিল। কিন্তু আরু লুকুৱাই রাখিব নোৱারি,
নলেরে সজা জঁপা এটা লৈ, তাক শিলাজতু
আরু এঁঠারে এঁঠাই, তাত লরাটী সুমুৱাই, নদীর
৪ কাষরত নলনীত থলেগৈ। আরু তার নো কি
দশা ঘটে, তাকে জানিবর নিমিত্তে, তার বায়েক
৫ দূরৈত থিয় হৈ থাকিল। পাছে ফরৌণর জীয়েকে
নদীত গা ধুবলৈ নামি গৈছিল, আরু তেওঁর
লিগিরীবিলাক নদীর তীরত ফুরিছিল; এনেতে
তেওঁ নলনীর মাজত সেই জঁপাটো দেখি, আপো-
৬ নার দাসী এজনীক পঠাই তাক অনালে। আরু
জঁপাটো মেলি লরাটীক দেখিলে; আরু দেখা,
লরাটীয়ে কান্দিবলৈ ধরিলে; তাতে তেওঁর মরম
৭ লাগি তেওঁ কলে, ই ইব্রীয়াইঁতর লরা। তেতিয়া
তার বায়েকে ফরৌণর জীয়েকক কলে, আপোনার
নিমিত্তে এই লরাক পিয়াহ খুৱাই তুলিবলৈ,
পিয়াহ দিয়া এজনী ইব্রীয়া তিরুতাক ময়
৮ আপোনার নিমিত্তে মাতি আনিমগৈ নে? তাতে
ফরৌণর জীয়েকে কলে, যোৱা; তেতিয়া সেই
ছোৱালীয়ে লরার মাকক মাতি নিলেগৈ।
৯ পাছে ফরৌণর জীয়েকে তাইক কলে, তুমি এই
লরাটী নি, মোর নিমিত্তে পিয়াহ খুৱাই তোলা-
গৈ; ময় তোমাক দরমহা দিম; তাতে সেই
তিরুতাই লরাটী নি, পিয়াহ খুৱাই তুলিলেগৈ।
১০ পাছে, লরাটী ডাঙর হলত, তাই তাক ফরৌণর
জীয়েকর ওচরলৈ নিলে, আরু সি তেওঁর পুত্র হল;
পাছে তেওঁ তার নাম মোচি রাখি কলে, ইয়ার
নাম মোচি; কিয়নো ময় ইয়াক পানীর পরা
তুলি আনিলোঁ।
১১ কালক্রমে, মোচি ডাঙর হলত, এদিন তেওঁ
আপোন ভাইবিলাকর ওচরলৈ ওলাই গৈ,
সিবিলাকর ভার বোৱালৈ চাই দেখিলে, যে,
আপোনার ভাইবিলাকর মাজর এজন ইব্রীয়াক
১২ এজন মিচরীয়াই মারিছে। তেতিয়া, মোচিয়ে
ইফালে সিফালে চাই কাকো নেদেখি, সেই
১৩ মিচরীয়াটোক বধ করি বালিত পুতি থলে। তার
পাছদিনাও তেওঁ ওলাই গৈ, দুজন ইব্রীয়াক
বিবাদ করা দেখি, দোষী জনক কলে, তোমার
১৪ ভাইক কিয় মারিছা? তাতে সি কলে, আমার
ওপরত তোক কোনে অধিপতি আরু সোধারু
পাতিছে? সেই মিচরীয়াটোক যেনেকৈ তয় বধ
করিলি, তেনেকৈ মোকো বধ করিব খুজিছ নে
কি? তাতে মোচিয়ে ভয় পাই মনতে কলে,
১৫ স্বরূপেই সেই কথাটো জনাজাত হল। পাছে
ফরৌণে সেই কথা শুনি মোচিক বধ করিবলৈ
উপায় করাত, তেওঁ ফরৌণর আগর পরা পলাই,
মিদিয়ন দেশত বাস করিবলৈ গৈ, এটা নাদর
১৬ ওচরত বহিল। মিদিয়নীয়া পুরোহিতর সাত
জনী জীয়েক আছিল; সিবিলাকে তালৈ আহি,
বাপেকর মেরর জাকক পানী খুৱাবলৈ, পানী তুলি
১৭ ঘোলনিত ভরাইছিল। তাতে মের-রক্ষীয়াবিলাকে
সিবিলাকক খেদাবলৈ ধরিলেহি; কিন্তু মোচিয়ে
উঠি সিবিলাকক রক্ষা করিলে, আরু সিবিলাকর
১৮ মের জাককো পানী খুৱালে। পাছে সিবিলাকে
আপোনাবিলাকর বাপেক রূৱেলর ওচরলৈ গলত,
তেওঁ সিবিলাকক সুধিলে, তহঁতে আজি নো
১৯ কেনেকৈ ইমান সোনকালে আহিলিইক? তেতিয়া
সিবিলাকে কলে, এজন মিচরীয়া মানুহে রক্ষীয়া-
বিলাকর হাতর পরা আমাক রক্ষা করিলে; তাত
বাঝে তেওঁ আমার নিমিত্তে পানী তুলি মের জাকক
২০ খুৱালে। তেতিয়া তেওঁ আপোনার জীয়েকইঁতক
সুধিলে, তেওঁ ক'ত? তহঁতে সেই পুরুষক কিয়
এড়ি আহিলি? মাতি আন্‌গৈ; তেওঁ আহার
২১ করোকহি। পাছে মোচিয়ে সেই মানুহর লগতে
থাকিবলৈ মান্তি হলত, তেওঁ আপোনার জীয়েক
২২ চিপ্পোরাক মোচির লগত বিয়া দিলে। পাছে
সেই তিরুতাই এটা পুত্র প্রসব করিলত, মোচিয়ে
তার নাম গের্চোম [ইয়াত প্রবাসী] রাখিলে;
কিয়নো তেওঁ কলে, ময় বিদেশত প্রবাসী হৈ
আছোঁ।

### ঈশ্বরে মোচিক আমন্ত্রণ করা।

২৩ বহু কালর পাছে, মিচরর রজার মৃত্যু হল।
পাছে, ইস্রায়েলর সন্তানবিলাকে বন্দীকামর
নিমিত্তে হুমুনিয়াহ ছাড়ি কাতরোক্তি করিবলৈ
ধরিলে; তাতে বন্দীকামর নিমিত্তে করা সি-
বিলাকর সেই কাতরোক্তি ঈশ্বরলৈ উঠিল।

২৪ তেতিয়া ঈশ্বরে সিবিলাকর কেঁকনি শুনি, অব্রা-
হাম, ইচ্‌হাক, আরু যাকোবর লগত করা
২৫ আপোন নিয়মটী সুঁৱরিলে; আরু ইস্রায়েলর
সন্তানবিলাকলৈ দৃষ্টি করি, সিবিলাকর বুজ-
বিচার ললে।

৩ পাছে মোচিয়ে মিদিয়নীয়া পুরোহিত
যিথ্রো নামেরে আপোন শহুরেকর মেরর
জাক চরাওঁতে, এদিন তেওঁ অৰণ্যর পাছকালেদি
মের জাকক নি, হোরেব নামেরে ঈশ্বরর পর্ব্বত
২ পালেগৈ। তেতিয়া যিহোৱার দূতে এটা জোপার
মাজর পরা অগ্নিশিখাত তেওঁক দর্শন দিলে;
তাতে তেওঁ চাই দেখিলে, যে, জোপাটোত জুই
৩ জ্বলিছে, তথাপি জোপাটো পোড়া নাই। তাতে
মোচিয়ে কলে, জোপাটো নো কিয় পোড়া নাই,
এই মহৎ দর্শন ময় এফলীয়া হৈ গৈ চাওঁ-
৪ গৈছোন। কিন্তু চাবর নিমিত্তে, তেওঁক যেতিয়া
যিহোৱাই এফলীয়া হৈ যোৱা দেখিলে, তেতিয়া
জোপার মাজর পরা ঈশ্বরে তেওঁক মাতি কলে,
হে মোচি, হে মোচি; তেওঁ কলে, দেখা, ময়
৫ আছোঁ। পাছে যিহোৱাই কলে, ইয়ালৈ চাপি
নাহিবা; তোমার ভরির পরা জুতা সোলো-
কোৱা, কিয়নো তুমি যি ঠাইত থিয় হৈ আছা,
৬ সেয়ে পবিত্র ভূমি। তেওঁ আরু কলে, ময় তোমার
ওপরপিতৃবিলাকর ঈশ্বর, অব্রাহাম, ইচ্‌হাক,
আরু যাকোবর ঈশ্বর। তাতে মোচিয়ে আপোন
মুখ ঢাকিলে; কিয়নো তেওঁ ঈশ্বরলৈ চাবলৈ ভয়
৭ করিলে। পাছে যিহোৱাই কলে, মিচরত থকা
মোর প্রজাবিলাকর দুঃখলৈ ময় নিশ্চয়ে দৃষ্টি
করিছোঁ, আরু কার্য্যাধ্যক্ষবিলাকর কারণে করা
সিবিলাকর কাতরোক্তি শুনিছোঁ; কিয়নো সিবি-
৮ লাকর যাতনা ময় জানিছোঁ। এতেকে, ময় সিবি-
লাকক মিচরীয়াবিলাকর হাতর পরা উদ্ধার করি-
বলৈ, আরু সেই দেশর পরা উলিয়াই, দুগ্ধ মধু
বৈ থকা এখন উত্তম আরু বহল দেশলৈ, কনা-
নীয়া, হিত্তীয়া, ইমোরীয়া, পরিজ্জীয়া, হিব্বীয়া,
যিবূচীয়া, এইবিলাকর ঠাইলৈ নিবলৈ ময় নামি
৯ আহিলোঁ। এতিয়া দেখা, ইস্রায়েলর সন্তান-
বিলাকর কাতরোক্তি মোর ওচরলৈ আহিল;
আরু মিচরীয়াবিলাকে সিবিলাকক যি উপ-
দ্রবেরে উপদ্রব করিছে, তাকো ময় দেখিছোঁ।
১০ এই হেতুকে, এতিয়া আহাঁ, মোর প্রজা
ইস্রায়েলর সন্তানবিলাকক মিচরর পরা উলি-
য়াই আনিবলৈ, ময় তোমাক ফরৌণর ওচ-
১১ রলৈ পঠাওঁ। তাতে মোচিয়ে ঈশ্বরক কলে, ময়
নো কোন, যে, ফরৌণর ওচরলৈ গৈ, ইস্রায়েলর
সন্তানবিলাকক মিচরর পরা উলিয়াই আনিম?
১২ পাছে তেওঁ কলে, ময় অৱশ্যে তোমার সঙ্গী হম;
আরু ময়েই যে তোমাক পঠালোঁ, ইয়ার চিন
তোমালৈ এয়ে হব, যে, তুমি মিচরর পরা
লোকবিলাকক উলিয়াই আনিলে, তোমালোকে
১৩ এই পর্ব্বততে ঈশ্বরর ভজনা করিবা। পাছে
মোচিয়ে ঈশ্বরক কলে, দেখা, ময় ইস্রায়েলর
সন্তানবিলাকর ওচরলৈ গৈ, সিবিলাকক যেতিয়া
এই কথা কম, যে, তোমালোকর ওপরপিতৃবিলা-
কর ঈশ্বরে মোক তোমালোকর ওচরলৈ পঠালে,
তেতিয়া সিবিলাকে তেওঁর নাম কি বুলি যদি
সোধে, তেন্তে ময় সিবিলাকক কি উত্তর দিম?
১৪ তেতিয়া ঈশ্বরে মোচিক কলে, ময় যি আছোঁ,
সেয়েই আছোঁ। তেওঁ আরু কলে, ইস্রায়েলর
সন্তানবিলাকক এই রূপে কবা, "আছোঁ"
জনাই মোক তোমালোকর ওচরলৈ পঠালে।
১৫ ঈশ্বরে পুনরায় মোচিক কলে, তুমি ইস্রায়েলর
সন্তানবিলাকক এই রূপে কবা, যে, তোমালোকর
ওপরপিতৃবিলাকর ঈশ্বরে, অব্রাহাম, ইচ্‌হাক,
আরু যাকোবর ঈশ্বর যিহোৱাই মোক তোমা-
লোকর ওচরলৈ পঠালে; এয়ে মোর সদাকালর
নাম, আরু ইয়ার দ্বারায় পুরুষানুক্রমে ময়
১৬ সোঁৱরণীয় হম। তুমি গৈ ইস্রায়েলর বৃদ্ধ
লোকবিলাকক গোটাই, সিবিলাকর আগত এই
কথা কবা, যে, তোমালোকর ওপরপিতৃবিলাকর
ঈশ্বরে, অব্রাহাম, ইচ্‌হাক, আরু যাকোবর ঈশ্বর
যিহোৱাই মোক দর্শন দি কলে, ময় তোমা-
লোকর বুজবিচার ললোঁ, আরু মিচরত তোমা-
লোকলৈ যি যি করা হৈছে, তালৈ দৃষ্টি
১৭ করিলোঁ। এই হেতুকে ময় কলোঁ, মিচর দেশত
পোৱা দুঃখর পরা তোমালোকক উদ্ধার করি,
কনানীয়া, হিত্তীয়া, ইমোরীয়া, পরিজ্জীয়া,
হিব্বীয়া, আরু যিবূচীয়াবিলাকর দেশলৈ, দুগ্ধ
মধু বৈ থকা দেশলৈ ময় তোমালোকক লৈ যাম।
১৮ তাতে সিবিলাকে তোমার কথা শুনিব; তেতিয়া,
তুমি আরু ইস্রায়েলর বৃদ্ধ লোকবিলাকে মিচরর
রজার ওচরলৈ গৈ, তেওঁক এই কথা কবা, যে,
ইব্রীয়াবিলাকর ঈশ্বর যিহোৱা আমার আগত
সাক্ষাৎ হল; এই হেতুকে, বিনয় করোঁ, আমার
ঈশ্বর যিহোৱার উদ্দেশে বলিদান করিবর
নিমিত্তে, আমাক তিন দিনর বাট অরণ্যর ভিত-
১৯ রলৈ যাবলৈ আজ্ঞা দিয়ক। কিন্তু ময় জানো,
মিচরর রজাই তোমালোকক যাবলৈ নিদিব;
২০ বাহুবল দেখুৱালেও নিদিব। পাছে ময় আপোন
হাত মেলি, দেশর মাজত মোর করিব লগীয়া
সকলো আশ্চর্য্যত কর্ম্মেরে মিচর দেশক আঘাত
করিম; তেতিয়াহে তেওঁ তোমালোকক এড়ি দিব।
২১ আরু ময় মিচরীয়াবিলাকর পরা সেই লোক-
বিলাকক অনুগ্রহপ্রাপ্ত করিম। তাতে, তোমালোকে
২২ যোৱা কালত সুদাহাতে যাবলৈ নেপাবা; কিন্তু
প্রতিজনী তিরুতাই আপোন আপোন ওচর-

চুবুৰীয়ামীৰ, আৰু আপোন ঘৰত প্ৰবাসী হৈ
থকা তিৰুতাৰ পৰাও ৰূপ আৰু সোণৰ অলঙ্কাৰ
আৰু বস্ত্ৰ খুজি লব ; আৰু তোমালোকে সেইবোৰ
আপোন আপোন লৰা ছোৱালীৰ গাত পিন্ধাবা ;
এই ৰূপে তোমালোকে মিচৰীয়াবিলাকক লুট
৪ কৰা যেন কৰিবা। তাতে মোচিয়ে উত্তৰ
কৰি কলে, কিন্তু দেখা, সিবিলাকে মোক
প্ৰত্যয় নকৰিব, আৰু মোৰ কথাও নুশুনিব ;
কিয়নো সিবিলাকে কব, যিহোৱাই তোমাক
২ দৰ্শন দিয়া নাই। তেতিয়া যিহোৱাই তেওঁক
কলে, তোমাৰ হাতত সেই ভাল কি ? তেওঁ কলে,
৩ লাখুটি। পাছে তেওঁ কলে, তাক মাটীত
পেলোৱা। তাতে, তেওঁ তাক মাটীত পেলালত,
সেয়ে সাপ হল ; আৰু মোচি তাৰ আগৰ পৰা
৪ পলাল। তেতিয়া যিহোৱাই মোচিক কলে,
সিবিলাকৰ ওপৰপিতৃবিলাকৰ ঈশ্বৰে, অব্ৰাহাম,
ইচ্‌হাক, আৰু যাকোবৰ ঈশ্বৰ যিহোৱাই যে
তোমাক দৰ্শন দিলে, ইয়াক সিবিলাকে প্ৰত্যয়
৫ কৰিবৰ নিমিত্তে, তুমি আপোন হাত মেলি তাৰ
নেগুৰত ধৰা ; তাতে তেওঁ আপোন হাত মেলি
তাক ধৰিলত, সেয়ে তেওঁৰ হাতত লাখুটি
৬ হল। আৰু যিহোৱাই তেওঁক পুনৰায় কলে,
তুমি আপোন হাত বুকত দিয়া। তাতে
তেওঁ হাতখন বুকত দি উলিয়ালত, দেখিলে, যে,
তেওঁৰ হাত কুষ্ঠ ৰোগেৰে হিমৰ নিচিনা বগা।
৭ পাছে তেওঁ কলে, তুমি আপোনাৰ হাত পুনৰায়
বুকত দিয়া। (তেতিয়া তেওঁ আপোন হাত
পুনৰায় বুকত দি বুকৰ পৰা উলিয়ালত, দেখিলে,
৮ যে, সেয়ে গাৰ আন মঙহৰ নিচিনা।) তাতে,
সিবিলাকে যদি তোমাক প্ৰত্যয় নকৰে, আৰু
সেই প্ৰথম চিনকো নেমানে, তেন্তে পাছৰ
৯ চিনত প্ৰত্যয় কৰিব। আৰু এই দুই চিনতো
যদি সিবিলাকে প্ৰত্যয় নকৰে, আৰু তোমাৰ
কথাও নুশুনে, তেন্তে তুমি নদীৰ পৰা কিছু পানী
লৈ বামত ঢালিবা ; তাতে, তুমি নদীৰ পৰা
১০ লোৱা সেই পানীয়েই বামত তেজ হব। তেতিয়া
মোচিয়ে যিহোৱাক কলে, হে মোৰ প্ৰভো,
মিনতি কৰিছোঁ, ময় বাক্‌পটু নহওঁ ; ইয়াৰ
পূৰ্ব্বে, বা আপোন দাসক আপুনি কথা কো-
ৱাৰ পাছতো নহওঁ ; কিয়নো মোৰ মুখ আৰু
১১ জিবাও গধুৰ। তাতে যিহোৱাই মোচিক কলে,
মানুহৰ মুখ কোনে নিৰ্ম্মাণ কৰিলে ? বোবা বা
কলা, নাইবা চকু থকা বা অন্ধ কোনে কৰে ? ময়
১২ যিহোৱাই জানো তাক নকৰোঁ ? এতেকে এতিয়া
তুমি যোৱা ; ময় তোমাৰ মুখৰ সহায় হৈ, তুমি
১৩ কব লগীয়া কথা তোমাক শিকাম। তাতে তেওঁ
কলে, হে মোৰ প্ৰভো, ময় বিনয় কৰোঁ, যাৰ
হতুৱাই পঠাবৰ ইচ্ছা, তাৰ হতুৱাই পঠাওক।
১৪ তেতিয়া মোচিলৈ যিহোৱাৰ ক্ৰোধ প্ৰজ্বলিত
হল ; আৰু তেওঁ কলে, তোমাৰ ককায়েৰা লেবীয়া
হাৰোণ আছে নহয় ? ময় জানো, তেওঁ ভালকৈ
কথা কব পাৰে। আৰু দেখা, তেওঁ তোমাৰ লগ
পাবলৈ আহিছেও ; আৰু তেওঁ তোমাক দেখিলে,
১৫ তেওঁৰ মনত আনন্দ হব। তুমি তেওঁক কবা,
আৰু বাক্য তেওঁৰ মুখত দিবা ; আৰু ময় তোমাৰ
ও তেওঁৰো মুখৰ সহায় হৈ, কি কৰিব লাগিব,
১৬ তাক তোমালোকক জনাম। তেওঁ লোকবিলাকৰ
আগত তোমাৰ সলনি কথা কওঁতা হব ; তেওঁ
তোমাৰ মুখস্বৰূপ হব, আৰু তুমি তেওঁৰ ঈশ্বৰ-
১৭ স্বৰূপ হবা। এই লাখুটিডাল তুমি আপোন
হাতত লবা ; ইয়াৰেই তুমি সেই চিন দেখুৱাবা।

মোচি মিচৰ দেশলৈ উভটি যোৱা।

১৮ পাছে, মোচিয়ে আপোন শহুৰেক যিথ্ৰোৰ
ওচৰলৈ উভটি গৈ, তেওঁক কলে, ময় বিনয়
কৰোঁ, মিচৰত থকা মোৰ ভাইবিলাক এতিয়া-
লৈকে জীয়াই আছে নে নাই, তাক চাবৰ
নিমিত্তে সিবিলাকৰ ওচৰলৈ উভটি যাবলৈ
মোক বিদায় দিওক ; তাতে যিথ্ৰোৱে মোচিক
১৯ কলে, বাৰু, কুশলে যোৱা। আৰু যিহোৱাই
মিদিয়নতে মোচিক কলে, তুমি মিচৰলৈ উভটি
যোৱা ; কিয়নো যিবিলাক মানুহে তোমাৰ
প্ৰাণ লবলৈ বিচাৰিছিল, সেই সকলোবোৰ
২০ মৰিল। তেতিয়া মোচিয়ে আপোন লৰা তিৰু-
তাক এটা গাধত তুলি লৈ, মিচৰ দেশলৈ উভটি
গল ; আৰু মোচিয়ে ঈশ্বৰৰ সেই লাখুটিকো
২১ আপোন হাতত ললে। আৰু যিহোৱাই মোচিক
কৈছিল, তুমি যেতিয়া মিচৰলৈ উভটি যাবা,
তেতিয়া, ময় তোমাৰ হাতত যি সকলো অদ্ভুত
লক্ষণ সমৰ্পণ কৰি দিলোঁ, তাক যেন ফৰোণৰ
সাক্ষাতে কৰিবা, তালৈ সাৱধান হোৱা। কিন্তু
ময় তেওঁৰ মন কঠিন কৰিম ; তাতে তেওঁ লোক-
২২ বিলাকক এৰি নিদিব। আৰু তুমি ফৰোণক
কবা, যিহোৱাই এই ৰূপে কৈছে, ইস্ৰায়েল
২৩ মোৰ পুত্ৰ, মোৰ জ্যেষ্ঠ পুত্ৰ ; ময় তোমাক কলোঁ,
মোৰ সেৱা কৰিবৰ অৰ্থে মোৰ পুত্ৰক এৰি দিয়া ;
কিন্তু তাক এৰি দিবলৈ তুমি অসম্মত হলা ;
এতেকে, দেখা, ময় তোমাৰ পুত্ৰ, তোমাৰ জ্যেষ্ঠ
২৪ পুত্ৰকে বধ কৰিম। পাছে, বাটত, ৰাতি ৰোৱা
ঠাইত, যিহোৱাই তেওঁৰ ওচৰত উপস্থিত হৈ,
২৫ তেওঁক বধ কৰিব খুজিলত, চিপ্পোৰাই এটুকুৰা
পাথৰ লৈ আপোন পুত্ৰৰ লিঙ্গাগ্ৰচৰ্ম্ম ছেদন
কৰি, তাক তেওঁৰ ভৰিত পেলাই দি কলে, নিশ্চয়ে
আপুনি মোৰ পক্ষে তেজৰ দ্বাৰায় পোৱা দৰা।
২৬ তাতে, যিহোৱাই তেওঁক এৰি দিলত, তাই কলে,
চুন্নতৰ কথাত আপুনি তেজৰ দ্বাৰায় পোৱা দৰা।

২৭ যিহোৱাই হাৰোণক কৈছিল, তুমি মোচিৰে
সৈতে সাক্ষাৎ কৰিবলৈ অৰণ্যলৈ যোৱা। তাতে,
হাৰোণে গৈ, ঈশ্বৰৰ পৰ্ব্বতত তেওঁৰ লগ ধৰি
২৮ তেওঁক চুমা খালে। তেতিয়া, যিহোৱাই মোচিক
পঠাওঁতে কোৱা সকলো বাক্য, আৰু আজ্ঞা কৰা
আটাই চিনৰ কথাকো মোচিয়ে হাৰোণৰ আগত
২৯ জনালে। পাছে, মোচি আৰু হাৰোণ দুয়ো গৈ,
ইস্ৰায়েলৰ সন্তানবিলাকৰ বৃদ্ধ লোকবিলাকক
৩০ গোট খুৱালত, যিহোৱাই মোচিক কোৱা
সকলো কথা হাৰোণে কলে, আৰু লোকবিলাকৰ
৩১ আগত সেই চিনকো দেখুৱালে। তাতে লোক-
বিলাকে বিশ্বাস কৰিলে ; আৰু যিহোৱাই যে
ইস্ৰায়েলৰ সন্তানবিলাকৰ বুজবিচাৰ ললে, আৰু
সিবিলাকৰ দুখলৈ চালে, তাকে শুনি সিবি-
লাকে মূৰ দোঁৱাই প্ৰণিপাত কৰিলে।

মোচি আৰু হাৰোণ ফৰৌণৰ সাক্ষাৎ হোৱা ।
তেওঁবিলাকৰ বৎণাৱলি ।

৫ পাছে মোচি আৰু হাৰোণে গৈ ফৰৌণক
কলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই ৰূপে
কৈছে, অৰণ্যত মোৰ উদ্দেশে উৎসৱ কৰিবলৈ,
২ তুমি মোৰ প্ৰজাবিলাকক এৰি দিয়া। তাতে
ফৰৌণে কলে, যিহোৱা নো কোন, যে, ময় তেওঁৰ
কথা শুনি ইস্ৰায়েলক এৰি দিম ? ময় যিহো-
ৱাক নেজানো, আৰু ইস্ৰায়েলকো এৰি নিদিওঁ।
৩ পাছে তেওঁবিলাকে কলে, ইব্ৰীয়াবিলাকৰ ঈশ্বৰ
আমাৰ আগত সাক্ষাৎ হল ; আমি বিনয়
কৰোঁ, তেওঁৰ উদ্দেশে বলিদান কৰিবৰ অৰ্থে
আমাক তিন দিনৰ বাট অৰণ্যৰ ভিতৰলৈ
যাবলৈ দিওক ; নহলে, আমাৰ ঈশ্বৰ যিহোৱাই
আমাক মহামাৰী কি তৰোৱালেৰে আক্ৰমণ
৪ কৰিব। তাতে মিচৰৰ ৰজাই তেওঁবিলাকক কলে,
হেৰৌ মোচি আৰু হাৰোণ, তহঁতে লোকবিলাকক
কামৰ পৰা কিয় এৰুৱাইছ ? তহঁতৰ ভাৰ বোৱা
৫ কামলৈ যা। ফৰৌণে আৰু কলে, দেখ, দেশৰ
লোকবিলাক এতিয়া অনেক হৈছে, আৰু তহঁতে
৬ সিহঁতৰ ভাৰ বোৱা বন খতি কৰাইছ। পাছে
ফৰৌণে সেই দিনাই লোকবিলাকৰ কাৰ্য্যাধ্যক্ষ
আৰু সিবিলাকৰ দাফাদাৰবিলাকক এই আজ্ঞা
৭ দি কলে, তোমালোকে আগৰ দৰে লোকবিলাকক
ইটা কৰিবলৈ নড়া আৰু নিদিবা ; সিহঁতে গৈ
৮ নিজে নিজে নড়া বিচাৰি লওক। কিন্তু সিহঁতে
আগেয়ে যি পৰিমাণে ইটা কৰিছিল, এতিয়াও
সিহঁতক সিমানকৈ কৰোৱা, তাৰ একেৰিও
কম নকৰাবা ; কিয়নো সিহঁত এলেহুৱা ; এই
নিমিত্তে, আপোন ঈশ্বৰৰ উদ্দেশে বলিদান কৰি-
বলৈ আমাক যাবলৈ দিওক বুলি এৰাও কৰিছে।
৯ মানুহবোৰে কামত ব্যস্ত হৈ থাকিবৰ নিমিত্তে,
সিহঁতৰ ওপৰত বনৰ ভাৰ আৰু গধুৰ হওক ;
১০ সিহঁতে মিছা কথাত মন নিদিওক। পাছে, লোক-
বিলাকৰ কাৰ্য্যাধ্যক্ষ আৰু সিবিলাকৰ দাফাদাৰ-
বিলাকে ওলাই গৈ সিবিলাকক কলে, ফৰৌণে
এই ৰূপে কৈছে, ময় তহঁতক নড়া আৰু নিদিওঁ,
১১ তহঁতে নিজে নিজে যতে পাব, তৰে পৰা বিচাৰি
লগৈহঁক ; কিয়নো তহঁতৰ বন একেৰিও কম
১২ কৰা নহব। তাতে, লোকবিলাকে নড়াৰ সলনি
নড়াৰ মূঢ়া বিচাৰি বিচাৰি, গোটেইখন মিচৰ
১৩ দেশত গোট গোট হল। তথাপি কাৰ্য্যাধ্যক্ষ-
বিলাকে খৰখেদা কৰাই কলে, তহঁতে নড়া
পাওঁতে যেনেকৈ কৰিছিলি, তেনেকৈ এতিয়াও
১৪ প্ৰতিদিনৰ নিৰূপিত কাম পূৰ কৰহঁক। আৰু
ফৰৌণৰ কাৰ্য্যাধ্যক্ষবিলাকে লোকবিলাকৰ ওপ-
ৰত ইস্ৰায়েলবংশীয় যি দাফাদাৰবিলাক পাতি-
ছিল, সিবিলাকো প্ৰহাৰিত হল ; আৰু সিবি-
লাকক দাই ধৰি সুধিলেও, আজিকালি নো তহঁতে
আগৰ দৰে কিয় নিৰূপিত ইটা পূৰ কৰোৱা
১৫ নাই ? তাতে ইস্ৰায়েলবংশীয় দাফাদাৰবিলাকে
গৈ, ফৰৌণৰ আগত কাকুতি কৰি কলে, আপো-
নাৰ বন্দীহঁতলৈ আপুনি কিয় এনে ব্যৱহাৰ
১৬ কৰিছে ? আপোনাৰ বন্দীহঁতক নড়া নিদিয়ে ;
তথাপি ইটা কৰ কৰ বুলি সিবিলাকে আমাক
কয় ; আৰু দেখোক, আপোনাৰ এই বন্দীহঁত
প্ৰহাৰিতো হৈছোঁ ; কিন্তু দোষ হলে আপোনাৰ
১৭ লোকবিলাকৰহে। তাতে তেওঁ কলে, তহঁত এলে-
হুৱা, তহঁত এলেহুৱা ; এই নিমিত্তেহে কৱ,
আমাৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে বলিদান কৰি-
১৮ বলৈ আমাক যাবলৈ দিওক। এতেকে এতিয়া
গুচি যা, কাম কৰি থাকগৈ ; কিন্তু নড়া হলে
তহঁতক আৰু দিয়া নহব, তথাপি লেখ পূৰাই
১৯ ইটা দিব লাগিব। তাতে, তহঁতে প্ৰতিদিনৰ
নিৰূপিত ইটাৰ অলপো কম নকৰিবি বুলি
কোৱা এই কথাতে, ইস্ৰায়েলবংশীয় দাফা-
দাৰবিলাকে আপোনাবিলাকক টানত পড়া
২০ দেখিলে। পাছে, সিবিলাকে ফৰৌণৰ আগৰ
পৰা ওলাই আহোঁতে, সিবিলাকলৈ বাট চাই
থিয় হৈ থকা মোচি আৰু হাৰোণক লগ পাই,
২১ তেওঁবিলাকক কলে, যিহোৱাই তোমালোকলৈ
চকু কৰি দণ্ড দিওক ; কিয়নো তোমালোকে
ফৰৌণৰ আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ সাক্ষাতে
আমাৰ সুগন্ধ দুৰ্গন্ধ কৰি, আমাৰ প্ৰাণনাশৰ
অৰ্থে সিবিলাকৰ হাতত তৰোৱাল দিলা।
২২ তেতিয়া মোচিয়ে যিহোৱাৰ ওচৰলৈ উভটি গৈ
তেওঁক কলে, হে প্ৰভো, তুমি এই লোকবিলাকৰ
অমঙ্গল কিয় কৰিলা ? আৰু মোক বা পঠালা
২৩ কিয় ? কিয়নো, যেতিয়াৰে পৰা ময় তোমাৰ
নামেৰে ফৰৌণৰ আগত কথা কবলৈ উপস্থিত

হলোঁ, তেতিয়াৰে পৰা তেওঁ এই লোকবিলাকৰ
অমঙ্গল কৰিছে; আৰু তুমি আপোন প্ৰজা-
৬ বিলাকক সমূলি উদ্ধাৰ কৰা নাই। তেতিয়া
যিহোৱাই মোচিক কলে, ময় ফৰৌণলৈ
যি কৰিম, তাক তুমি এতিয়া দেখিবলৈ পাবা;
কিয়নো, বাহুবল দেখুৱালে, তেওঁ সিবিলাকক
এৰি দিব; আৰু বাহুবল দেখুৱালেই, আপোন
দেশৰ পৰা সিবিলাকক খেদাই দিব।
২ পাছে ঈশ্বৰে মোচিৰে সৈতে কথা কৈ তেওঁক
৩ কলে, ময় যিহোৱা; ময় অব্ৰাহামৰ আগত,
ইচ্‌হাকৰ আগত, আৰু যাকোবৰ আগতো সৰ্ব্ব-
শক্তিমান ঈশ্বৰ বুলি দৰ্শন দিছিলোঁ, কিন্তু
মোৰ যিহোৱা নামৰ দ্বাৰায় ময় সিবিলাকক
৪ পৰিচয় দিয়া নাই। তাত বাজে, যি কনান
দেশত সিবিলাকে প্ৰবাস কৰিছিল, সিবিলাকৰ
সেই প্ৰবাসৰ দেশ দিবলৈ ময় সিবিলাকে
৫ সৈতে আপোন নিয়মটীও স্থিৰ কৰিলোঁ। অধি-
কন্তু, মিচৰীয়াবিলাকে বন্দীকামত লগোৱা
ইস্ৰায়েলৰ সন্তানবিলাকৰ কেঁকনি শুনি মোৰ
৬ সেই নিয়মটী সুঁৱৰিলোঁ। এই হেতুকে ইস্ৰা-
য়েলৰ সন্তানবিলাকক কোৱা, ময় যিহোৱা;
ময় মিচৰীয়াবিলাকৰ ভাৰ বোৱা কামৰ
পৰা তোমালোকক উলিয়াই আনিম, সিইঁতৰ
বন্দীকামৰ পৰা তোমালোকক মুক্ত কৰিম,
আৰু মেলা বাহু ও মহাদণ্ডেৰে তোমালোকক
৭ উদ্ধাৰ কৰিম। আৰু ময় তোমালোকক মোৰ
আপোন প্ৰজা কৰি লম, আৰু ময় তোমা-
লোকৰ ঈশ্বৰ হম; তাতে, মিচৰীয়াইঁতৰ ভাৰ
বোৱা কামৰ পৰা তোমালোকক উলিয়াই
আনোতা যি ময়, ময়েই যে তোমালোকৰ ঈশ্বৰ
৮ যিহোৱা, ইয়াক তোমালোকে জানিবা। পাছে,
যি দেশ অব্ৰাহাম, ইচ্‌হাক, আৰু যাকোবক
দিম বুলি ময় হাত দাঙি শপথ কৰিছিলোঁ,
সেই দেশলৈ তোমালোকক নিম, আৰু তোমা-
লোকৰ অধিকাৰৰ অৰ্থেও তাক ময় তোমালোকক
৯ দিম; ময়েই যিহোৱা। তাতে মোচিয়ে ইস্ৰা-
য়েলৰ সন্তানবিলাকক সেই ৰূপে কলেগৈ; কিন্তু
সিবিলাকে মনৰ অধৈৰ্য্য, আৰু কঠিন বন্দীকামৰ
কাৰণে মোচিৰ কথালৈ কাণ নিদিলে।
১০,১১ পাছে যিহোৱাই মোচিক কলে, তুমি
সোমাই গৈ মিচৰৰ ৰজা ফৰৌণক, আপোন
দেশৰ পৰা ইস্ৰায়েলৰ সন্তানবিলাক ওলাই যাবৰ
নিমিত্তে, সিবিলাকক এৰি দিবলৈ কোৱাগৈ।
১২ তাতে মোচিয়ে যিহোৱাৰ আগত কলে, দেখা,
ইস্ৰায়েলৰ সন্তানবিলাকেই মোৰ কথালৈ কাণ
নিদিলে; তেন্তে, অচুন্নৎ ওঁঠেৰে যি মই, মোৰ
১৩ কথালৈ নো ফৰৌণে কাণ দিব নে? এই ৰূপে
যিহোৱাই মোচি আৰু হাৰোণক কথা কৈ,
ইস্ৰায়েলৰ সন্তানবিলাকক মিচৰ দেশৰ পৰা
উলিয়াই দিবৰ অৰ্থে, ইস্ৰায়েলৰ সন্তানবিলাকৰ
আগত, আৰু মিচৰৰ ৰজা ফৰৌণৰ আগতো কব
লগীয়া কথা কবলৈ সিবিলাকক আদেশ কৰিলে।
১৪ এইবিলাকেই আপোন আপোন পিতৃবংশৰ
মূল মানুহ আছিল; ইস্ৰায়েলৰ জ্যেষ্ঠ পুত্ৰ
ৰুবেণৰ সন্তান হনোক, পল্লু, হিষ্ৰোণ, আৰু
১৫ কৰ্ম্মী; এইবিলাক ৰুবেণৰ গোষ্ঠী। আৰু
চিমিয়োনৰ সন্তান যিমূৱেল, যামীন, ওহদ,
যাখীন, চোহৰ, আৰু কনানীয়া তিৰুতাৰ পুত্ৰেক
১৬ চৌল; এইবিলাক চিমিয়োনৰ গোষ্ঠী। আপোন
আপোন বংশাৱলি অনুসাৰে লেবীৰ সন্তান-
বিলাকৰ নাম এই, গেৰ্চোন, কহাৎ, আৰু
মৰাৰী; লেবীৰ আয়ুস এশ সাতত্ৰিশ বছৰ
১৭ হৈছিল। আপোন আপোন গোষ্ঠী অনুসাৰে
১৮ গেৰ্চোনৰ পুত্ৰ লিব্‌নী আৰু চিমিয়ী। আৰু
কহাতৰ সন্তান অম্ৰম, যিচ্‌হৰ, হিব্ৰোণ, আৰু
উজ্জীয়েল; কহাতৰ আয়ুস এশ তেত্ৰিশ
১৯ বছৰ হৈছিল। আৰু মৰাৰীৰ সন্তান মহলী
আৰু মূচী। এইবিলাকেই আপোন আপোন
২০ বংশাৱলি অনুসাৰে লেবীৰ গোষ্ঠী। আৰু অম্ৰমে
আপোনাৰ পেহীয়েক যোকেবদক বিয়া কৰিলে;
আৰু তাই তেওঁলৈ হাৰোণ আৰু মোচিক প্ৰসৱ
কৰিলে; অম্ৰমৰ আয়ুস এশ সাতত্ৰিশ বছৰ
২১ হৈছিল। আৰু যিচ্‌হৰৰ সন্তান কোৰহ, নেফগ,
২২ আৰু জিখ্ৰী। আৰু উজ্জীয়েলৰ সন্তান মীচায়েল,
২৩ ইলিচাফন, আৰু চিথ্ৰী। আৰু হাৰোণে অম্মী-
নাদবৰ জীয়েক নহচোনৰ ভনীয়েক ইলীচেবাক
বিয়া কৰিলে; আৰু তাই তেওঁলৈ নাদব,
অবীহূ, ইলিয়াজৰ, আৰু ঈথামৰ, এইবিলাকক
২৪ প্ৰসৱ কৰিলে। আৰু কোৰহৰ সন্তান অচীৰ,
ইল্‌কানা, আৰু অবীয়াচফ; এইবিলাকেই কোৰ-
২৫ হীয়া গোষ্ঠী। আৰু হাৰোণৰ পুত্ৰ ইলিয়াজৰে
পুটীয়েলৰ এজনী জীয়েকক বিয়া কৰিলে; আৰু
তাই তেওঁলৈ পীনহচক প্ৰসৱ কৰিলে। আপোন
আপোন গোষ্ঠী অনুসাৰে এইবিলাকেই লেবীয়া-
২৬ বিলাকৰ পিতৃবংশৰ মূল মানুহ আছিল। এই
যি হাৰোণ আৰু মোচি, এওঁবিলাককেই যি-
হোৱাই কৈছিলে, যে, তোমালোকে ইস্ৰায়েলৰ
সন্তানবিলাকক সৈন্যশ্ৰেণীক্ৰমে মিচৰ দেশৰ পৰা
২৭ বাহিৰ কৰি আনাগৈ। যিবিলাকে মিচৰৰ পৰা
ইস্ৰায়েলৰ সন্তানবিলাকক বাহিৰ কৰি আনিবৰ
নিমিত্তে, মিচৰৰ ফৰৌণ ৰজাক কৈছিলগৈ, তেওঁ-
বিলাকেই এই মোচি আৰু হাৰোণ।
২৮ মিচৰ দেশত যিহোৱাই মোচিক কথা
২৯ কোৱা কালত, যিহোৱাই মোচিক কলে, ময়
যিহোৱা; ময় তোমাক যি যি কথা কওঁ, সেই
সকলোকে তুমি মিচৰৰ ৰজা ফৰৌণৰ আগত

৩০ কবাগৈ। তাতে মোচিয়ে যিহোৱাৰ আগত
কলে, দেখা, অচুন্নৎ ওঁঠেৰে যি ময়, মোৰ
৭ কথালৈ ফৰৌণে কিয় কাণ দিব? তেতিয়া
যিহোৱাই মোচিক কলে, দেখা, ময় ফৰৌণৰ
আগত তোমাক ঈশ্বৰস্বৰূপ কৰিলোঁ; আৰু তো-
মাৰ ককায়েৰা হাৰোণ তোমাৰ ভাববাদী হব।
২ ময় তোমাক যি যি আজ্ঞা দিওঁ, সেই সকলোকে
তুমি কবা; তাতে, ফৰৌণে ইস্রায়েলৰ সন্তান-
বিলাকক আপোন দেশৰ পৰা যাবৰ নিমিত্তে
এড়ি দিবলৈ, তোমাৰ ককায়েৰা হাৰোণে তেওঁক
৩ কব। কিন্তু ময় হলে, ফৰৌণৰ মন কঠিন কৰিম,
আৰু মিচৰ দেশত মোৰ চিন আৰু অদ্ভুত লক্ষণ
৪ অধিকৰূপে প্ৰকাশ কৰিম। তথাপি ফৰৌণে
তোমালোকৰ কথা নুশুনিব; তেতিয়া, ময় মিচৰৰ
ওপৰত হাত দি, মহাদণ্ডেৰে মিচৰ দেশৰ পৰা
আপোন সৈন্যসমূহক, আপোন প্ৰজা ইস্রায়েলৰ
৫ সন্তানবিলাকক বাহিৰ কৰি আনিম। এই ৰূপে
ময় মিচৰৰ ওপৰলৈ আপোন হাত মেলি, মিচৰ
দেশৰ পৰা ইস্রায়েলৰ সন্তানবিলাকক বাহিৰ
কৰি আনিলে, ময় যে যিহোৱা, তাক মিচৰীয়া-
৬ হঁতে জানিব। পাছে মোচি আৰু হাৰোণে সেই
ৰূপে কৰিলে; যিহোৱাই আজ্ঞা কৰাৰ দৰেই
৭ তেওঁবিলাকে কাৰ্য্য কৰিলে। আৰু তেওঁবিলাকে
ফৰৌণক কথা কোৱা কালত, মোচিৰ আশী বছৰ
আৰু হাৰোণৰ তিৰাশী বছৰ বয়স হৈছিল।

### চিন দেখুউৱা। প্ৰথম উৎপাত।

৮ পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে,
৯ বোলে, যেতিয়া ফৰৌণে তোমালোকক কব,
তোমালোকে কোনো অদ্ভুত লক্ষণ দেখুউৱা, তেতি-
য়া তুমি হাৰোণক কবা, যে, তোমাৰ লাখুটি সাপ
হবৰ নিমিত্তে, তাক ফৰৌণৰ সম্মুখত পেলোৱা।
১০ তেতিয়া, হাৰোণে ফৰৌণৰ ওচৰলৈ সোমাই গৈ,
যিহোৱাই আজ্ঞা দিয়াৰ দৰেই কাৰ্য্য কৰিলে।
হাৰোণে আপোন লাখুটি ফৰৌণৰ আৰু তেওঁৰ
পাত্ৰমন্ত্ৰীবিলাকৰ আগত পেলাই দিলে; তাতে
১১ সেয়ে সাপ হল। তেতিয়া ফৰৌণে বিদ্বান আৰু
মায়াবীবিলাকক মতাই আনিলে; তাতে সেই
মিচৰীয়া শাস্ত্ৰজ্ঞবিলাকেও আপোন আপোন
১২ মায়াকৰ্ম্মেৰে সেই ৰূপেই কৰিলে। কিয়নো সিহঁ-
তৰ প্ৰতিজনে আপোন আপোন লাখুটি পেলাই
দিলত, সেইবোৰো সাপ হল; কিন্তু হাৰোণৰ
লাখুটিয়ে সিহঁতৰ লাখুটিবোৰ গিলি পেলালে।
১৩ আৰু যিহোৱাই কোৱাৰ দৰেই, ফৰৌণৰ মন
কঠিন হলত, তেওঁ তেওঁবিলাকৰ কথা নুশুনিলে।
১৪ পাছে যিহোৱাই মোচিক কলে, ফৰৌণৰ
মন গধুৰ হৈছে, তেওঁ লোকবিলাকক এড়ি দিবলৈ
১৫ বাঞ্ছি নহয়। তুমি ৰাতিপুৱাতে ফৰৌণৰ ওচ-
ৰলৈ যাবা; দেখা, তেওঁ পানীৰ ওচৰলৈ যাব;
তাতে, তুমি তেওঁৰে সৈতে সাক্ষাৎ কৰিবলৈ
নদীৰ কাষৰত থিয় হৈ থাকিবাগৈ; আৰু যি
লাখুটি সাপ হৈছিল, তাকো তোমাৰ হাতত লবা।
১৬ আৰু তুমি তেওঁক কবা, ইব্ৰীয়াবিলাকৰ ঈশ্বৰ
যিহোৱাই আপোনাৰ ওচৰলৈ মোক কৈ পঠা-
ইছে, বোলে, অৰণ্যত মোৰ সেৱা কৰিবৰ অৰ্থে
মোৰ প্ৰজাবিলাকক এড়ি দিয়া; কিন্তু দেখা,
১৭ তুমি এতিয়ালৈকে শুনা নাই। যিহোৱাই এই
ৰূপে কৈছে, ময় যে যিহোৱা, তাক তুমি ইয়াৰ
দ্বাৰায় জানিবা; দেখা, ময় আপোন হাতত থকা
এই লাখুটিৰে নদীৰ পানীত প্ৰহাৰ কৰিম,
১৮ তাতে সেয়ে তেজ হৈ যাব। আৰু নদীত থকা
মাছবোৰ মৰিব, আৰু নদী দুৰ্গন্ধ হব; তাতে
মিচৰীয়াবিলাকে নদীৰ পানী খাবলৈ ঘিণ
১৯ কৰিব। পাছে যিহোৱাই মোচিক কলে, হাৰো-
ণক এই কথা কোৱা, তুমি আপোন লাখুটি লৈ,
মিচৰ দেশৰ পানীবোৰৰ ওপৰলৈ, তাৰ নদী,
খাল, বিল, আৰু আন আন জলাশয়ৰ ওপৰলৈ
তোমাৰ হাত মেলা; তাতে সেই সকলোবোৰৰ
পানী তেজ হব; এই ৰূপে গোটেই মিচৰ দেশত
২০ কাঠৰ আৰু শিলৰ পাত্ৰতো তেজ হব। তেতিয়া
মোচি আৰু হাৰোণে, যিহোৱাই আজ্ঞা দিয়াৰ
দৰেই সেই কাৰ্য্য কৰিলে; তেওঁ লাখুটি
দাঙি ফৰৌণ আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ
আগতে নদীৰ পানীত প্ৰহাৰ কৰিলে; তাতে
২১ নদীৰ সকলো পানী তেজ হল। আৰু নদীৰ
মাছবোৰ মৰিল, আৰু নদী দুৰ্গন্ধ হল; তাতে
মিচৰীয়াবিলাকে নদীৰ পানী খাব নোৱাৰিলে;
আৰু সেই তেজ গোটেই মিচৰ দেশতে হল।
২২ তেতিয়া মিচৰীয়া শাস্ত্ৰজ্ঞবিলাকেও আপোন
আপোন মায়াকৰ্ম্মেৰে সেই ৰূপেই কৰিলে;
তাতে, যিহোৱাই কোৱাৰ দৰে ফৰৌণৰ মন কঠিন
২৩ হলত, তেওঁ তেওঁবিলাকৰ কথা নুশুনিলে। পাছে
ফৰৌণে ইয়াতো মন নিদি, আপোন ঘৰলৈ উলটি
২৪ গল। আৰু আটাই মিচৰীয়াবিলাকে নদীৰ পানী
খাব নোৱৰাত, খোৱা পানী পাবৰ আশাৰে,
সিহঁত সকলোৱে নদীৰ ইফালে সিফালে গাঁত
২৫ খানিলে। পাছে যিহোৱাই নদী প্ৰহাৰ কৰাৰ
পৰা সাত দিন পূৰ হল।

### দ্বিতীয়, তৃতীয়, আৰু চতুৰ্থ উৎপাত।

৮ পাছে যিহোৱাই মোচিক কলে, তুমি
ফৰৌণৰ ওচৰলৈ সোমাই গৈ, তেওঁক কোৱা-
গৈ, যে, যিহোৱাই এই ৰূপে কৈছে, মোৰ সেৱা
কৰিবৰ অৰ্থে মোৰ প্ৰজাবিলাকক এড়ি দিয়া।
২ যদি এড়ি দিবলৈ তুমি মান্তি নোহোৱা, তেন্তে ময়
বেঙেৰে তোমাৰ আটাই অঞ্চলত উপদ্ৰৱ কৰিম।

৩ নদী বেঙেৰে পৰিপূৰ্ণ হব; সেইবোৰ উঠি তোমাৰ
ঘৰত, তোমাৰ শোৱা খোঁটালিত, তোমাৰ
শয্যাত, আৰু তোমাৰ পাত্ৰমন্ত্ৰীবিলাকৰ ঘৰত
সোমাব, তোমাৰ প্ৰজাবিলাকৰ গাৰ ওপৰত
উঠিব, তোমাৰ তুন্দুৰত আৰু তোমাৰ আটাগুৰি
৪ সনা পাত্ৰতো সোমাব; তোমাৰ, তোমাৰ প্ৰজা-
বিলাকৰ, আৰু তোমাৰ পাত্ৰমন্ত্ৰীবিলাকৰ গাৰ
৫ ওপৰতেই সেই বেঙবোৰ উঠিব। পাছে যিহো-
ৱাই মোচিক কলে, তুমি হাৰোণক কোৱাগৈ,
যে, নদী, খাল, আৰু বিলৰ ওপৰলৈ তুমি
লাখুটি লৈ আপোন হাত মেলি, মিচৰ দেশৰ
৬ ওপৰলৈ বেঙ তুলি আনা। তাতে, হাৰোণে মিচৰ
দেশৰ পানীবোৰৰ ওপৰলৈ আপোন হাত মেলি-
লত, বেঙবোৰ উঠি আহি, মিচৰ দেশখনকে
৭ ঢাকিলে। পাছে শাস্ত্ৰজ্ঞবিলাকেও আপোন
আপোন মায়াকৰ্ম্মেৰে সেই ৰূপে কৰি, মিচৰ
৮ দেশৰ ওপৰলৈ বেঙ তুলি আনিলে। তেতিয়া
ফৰৌণে মোচি আৰু হাৰোণক মতাই নি কলে,
যিহোৱাই যেন মোৰ পৰা আৰু মোৰ প্ৰজা-
বিলাকৰ পৰাও বেঙবোৰ গুচায়, এই নিমিত্তে
তেওঁৰ আগত প্ৰাৰ্থনা কৰা; তাতে ময় লোক-
বিলাকক যিহোৱাৰ উদ্দেশে বলিদান কৰিবলৈ
৯ এৰি দিম। তেতিয়া মোচিয়ে ফৰৌণক কলে,
বেঙবোৰ বিনষ্ট হৈ আপোনাৰ আৰু আপো-
নাৰ ঘৰবিলাকৰ পৰা যেন নাইকিয়া হব,
আৰু কেৱল নদীতহে থাকিব, এই নিমিত্তে
আপোনাৰ অৰ্থে, আৰু আপোনাৰ পাত্ৰ-
মন্ত্ৰী ও প্ৰজাবিলাকৰ অৰ্থে কোন সময়ত
প্ৰাৰ্থনা কৰিম, তাক মোৰ ওপৰত দৰ্প কৰি
১০ কওক। তাতে তেওঁ কলে, কাইলৈ। তেতিয়া
মোচিয়ে কলে, আমাৰ ঈশ্বৰ যিহোৱাৰ তুল্য যে
কোনো নাই, ইয়াক যেন আপুনি জানিব পাৰে,
এই নিমিত্তে আপোনাৰ কথাৰ দৰেই হওক।
১১ আপোনাৰ, আপোনাৰ ঘৰবোৰৰ, আপোনাৰ
পাত্ৰমন্ত্ৰীবিলাকৰ, আৰু আপোনাৰ প্ৰজা-
বিলাকৰ পৰাও বেঙবোৰ নাইকিয়া হব, কেৱল
১২ নদীতহে থাকিব। তেতিয়া মোচি আৰু হাৰোণ
ফৰৌণৰ ওচৰৰ পৰা বাহিৰ ওলাই গল; আৰু
ফৰৌণৰ বিৰুদ্ধে যিহোৱাই অনোৱা বেঙবোৰৰ
কাৰণে মোচিয়ে যিহোৱাৰ আগত কাতৰোক্তি
১৩ কৰিলে। পাছে যিহোৱাই মোচিৰ কথাৰ দৰেই
কৰিলে; ঘৰ, চোঁতাল, আৰু পথাৰতো বেঙবোৰ
১৪ মৰিল। তেতিয়া মানুহবিলাকে সেইবোৰ গোটাই
দ'ম দ'ম কৰিলে; আৰু গোটেইখন দেশতে দুৰ্গন্ধ
১৫ হল। কিন্তু আপদ গুচা দেখি, যিহোৱাই কোৱাৰ
দৰে, ফৰৌণে পুনৰায় আপোন মন গধুৰ কৰি
তেওঁবিলাকৰ কথা নুশুনিলে।
১৬ পাছে যিহোৱাই মোচিক কলে, হাৰোণক
কোৱা, গোটেই মিচৰ দেশত পৃথিবীৰ ধুলি ওকণি
হবৰ নিমিত্তে, তুমি আপোন লাখুটি দাঙি
১৭ ধুলিত প্ৰহাৰ কৰা। তেতিয়া তেওঁবিলাকে সেই
ৰূপেই কৰিলে; হাৰোণে আপোন লাখুটি লৈ,
হাত দাঙি দেশৰ ধুলিত প্ৰহাৰ কৰিলত, মানুহত
আৰু পশুবোৰতো ওকণি হল; এই ৰূপে
গোটেই মিচৰ দেশত, দেশৰ আটাইবোৰ ধুলি
১৮ ওকনি হল। তেতিয়া শাস্ত্ৰজ্ঞবিলাকেও আপোন
আপোন মায়াকৰ্ম্মেৰে সেই ৰূপে ওকনি উৎপন্ন
কৰিবলৈ যত্ন কৰিছিল, কিন্তু কৰিব নোৱাৰিলে;
এই ৰূপে মানুহত আৰু পশুবোৰতো ওকনি
১৯ হল। তেতিয়া শাস্ত্ৰজ্ঞবিলাকে ফৰৌণক কলে,
এই কৰ্ম্ম ঈশ্বৰৰ আঙুলিৰে কৰা; পাছে যিহো-
ৱাই কোৱাৰ দৰে, ফৰৌণৰ মন কঠিন হলত,
তেওঁ তেওঁবিলাকৰ কথা নুশুনিলে।
২০ পাছে যিহোৱাই মোচিক কলে, তুমি ৰাতি-
পুৱাতে উঠি গৈ, ফৰৌণৰ আগত থিয় হবা;
দেখা, তেওঁ পানীৰ ওচৰলৈ যাব; আৰু তুমি
তেওঁক কবা, যিহোৱাই এই ৰূপে কৈছে, মোৰ
সেৱা কৰিবৰ অৰ্থে মোৰ প্ৰজাবিলাকক এৰি
২১ দিয়া। কিন্তু যদি মোৰ প্ৰজাবিলাকক এৰি
নিদিয়া, তেন্তে দেখা, ময় তোমালৈ, তোমাৰ
পাত্ৰমন্ত্ৰীবিলাকলৈ, তোমাৰ প্ৰজাবিলাকলৈ,
আৰু তোমাৰ ঘৰবোৰৰ ভিতৰলৈকো জাকে
জাকে ডাঁহ পঠাম; তাতে মিচৰীয়াবিলাকৰ
ঘৰ, আৰু সিইঁতে বাস কৰা ভূমিও সেই
২২ ডাঁহৰ জাকেৰে পৰিপূৰ্ণ হব। কিন্তু, পৃথিবীৰ
মাজত ময়েই যে যিহোৱা, তাক তুমি জানি-
বৰ নিমিত্তে, মোৰ প্ৰজাবিলাক থকা গোচন
দেশত ডাঁহৰ জাক নহবলৈ, ময় সেই দিনা
২৩ তাক পৃথক কৰিম। এই ৰূপে মোৰ প্ৰজা-
বিলাকৰ, আৰু তোমাৰ প্ৰজাবিলাকৰ মাজত
ময় প্ৰভেদ কৰিম; কাইলৈকে এই চিন
২৪ হব। পাছে যিহোৱাই সেই দৰেই কৰিলে;
ফৰৌণৰ আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ ঘৰত
জাকে জাকে দুঃখ দিওঁতা ডাঁহবোৰ উপস্থিত
হল; আৰু গোটেই মিচৰ দেশতে সেই ডাঁহৰ
২৫ জাকৰ উৎপাতত ভূমি নষ্ট হল। তেতিয়া
ফৰৌণে মোচি আৰু হাৰোণক মতাই নি কলে,
তোমালোকে এই দেশৰ ভিতৰতে তোমালোকৰ
২৬ ঈশ্বৰৰ উদ্দেশে বলিদান কৰাগৈ। তাতে মো-
চিয়ে কলে, সেই ৰূপে কৰিবলৈ আমাৰ উচিত
নহয়; কিয়নো আমাৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে
বলিদান কৰিবৰ হলে, সেয়ে মিচৰীয়াবিলাকৰ
ঘৃণাজনক বলিদান হব; তেন্তে মিচৰীয়াবিলাকৰ
সাক্ষাতে সিবিলাকৰ ঘৃণাজনক বলিদান কৰিলে,
সিবিলাকে আমাক শিল দলিয়াই নেমাৰিব
২৭ নে? আমাৰ ঈশ্বৰ যিহোৱাই আমাক আজ্ঞা

দিয়াৰ দৰে, তেওঁৰ উদ্দেশে বলিদান কৰিবৰ
নিমিত্তে, আমাক তিন দিনৰ বাট অৰণ্যৰ ভিত-
২৮ ৰলৈ যাবলৈ দিওক। পাছে ফৰৌণে কলে,
বাৰু, তোমালোকে অৰণ্যত আপোন ঈশ্বৰ
যিহোৱাৰ উদ্দেশে বলিদান কৰিবৰ নিমিত্তে,
ময় তোমালোকক এড়ি দিছোঁ; কিন্তু বহুৎ
দূৰলৈ হলে নেযাবা; তোমালোকে মোৰ
২৯ নিমিত্তে প্ৰাৰ্থনা কৰা। তাতে মোচিয়ে কলে,
দেখোক, ময় আপোনাৰ ওচৰৰ পৰা গৈয়েই
যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিম; তাতে, ফৰৌ-
ণৰ, তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ, আৰু প্ৰজাবিলা-
কৰ পৰা কাইলৈ দাঁহৰ জাকবোৰ গুচিব;
কেৱল যিহোৱাৰ উদ্দেশে বলিদান কৰিবৰ অৰ্থে
লোকবিলাকক এড়ি দিয়া কথাত ফৰৌণে মাথোন
৩০ পুনৰায় প্ৰবঞ্চনা নকৰোক। পাছে মোচিয়ে
ফৰৌণৰ ওচৰৰ পৰা ওলাই গৈ, যিহোৱাৰ
৩১ আগত প্ৰাৰ্থনা কৰিলে। তাতে যিহোৱাই
মোচিৰ কথাৰ দৰেই কৰিলে; ফৰৌণৰ, তেওঁৰ
পাত্ৰমন্ত্ৰীবিলাকৰ, আৰু তেওঁৰ প্ৰজাবিলাকৰ
পৰাও তেওঁ দাঁহৰ জাকবোৰ গুচালে; এটাও
৩২ অৱশিষ্ট নেথাকিল। তথাপি ফৰৌণে সেই
বাৰো মন গধূৰ কৰি, মানুহবিলাকক এড়ি
নিদিলে।

পঞ্চম, ষষ্ঠ, আৰু সপ্তম উৎপাত।

৯ পাছে যিহোৱাই মোচিক কলে, তুমি
ফৰৌণৰ ওচৰলৈ সোমাই গৈ তেওঁক
কোৱাগৈ, ইব্ৰীয়াবিলাকৰ ঈশ্বৰ যিহোৱাই এই
ৰূপে কৈছে, মোৰ সেৱা কৰিবৰ অৰ্থে মোৰ
২ প্ৰজাবিলাকক এড়ি দিয়া। কিয়নো, যদি
সিবিলাকক এড়ি দিবলৈ অমান্তি হৈ এতিয়াও
৩ ৰাখিছে থোৱা, তেন্তে দেখা, পথাৰত থকা
তোমাৰ পশুৰ ওপৰত, ঘোঁড়া, গাধ, আৰু উট-
বিলাকৰ, গৰু, মেৰ, আৰু ছাগৰ জাকবোৰৰ
ওপৰত যিহোৱাই হাত লগাব; তাতে অতিশয়
৪ মহামাৰী হব। কিন্তু যিহোৱাই ইস্ৰায়েলীয়া-
বিলাকৰ পশুবোৰৰ আৰু মিচৰীয়াবিলাকৰ পশু-
বোৰৰ মাজত প্ৰভেদ কৰিব; তাতে ইস্ৰায়েলৰ
৫ সন্তানবিলাকৰ এটা পশুও নমৰিব। আৰু যিহো-
ৱাই সময় নিৰূপণ কৰি কলে, কাইলৈ যিহো-
৬ ৱাই দেশত এই কৰ্ম্ম কৰিব। পাছদিনা যিহো-
ৱাই সেই কৰ্ম্ম কৰিলত, মিচৰৰ আটাইবোৰ
পশু মৰিল; কিন্তু ইস্ৰায়েলৰ সন্তানবিলাকৰ
৭ পশুবোৰৰ মাজৰ এটাও নমৰিল। তেতিয়া
ফৰৌণে মানুহ পঠাই চোৱাই দেখিলে, যে,
ইস্ৰায়েলীয়াবিলাকৰ পশুবোৰৰ মাজৰ এটাও
মৰা নাই। তথাপি ফৰৌণৰ মন গধূৰ হলত,
তেওঁ লোকবিলাকক যাবলৈ এড়ি নিদিলে।

৮ পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে,
তোমালোকে মুঠি ভৰাই অগ্নিকুণ্ডৰ আলাজু
লোৱাগৈ; আৰু মোচিয়ে ফৰৌণৰ সাক্ষাতে
৯ তাক আকাশৰ ফাললৈ চটিয়াই পঠাওক। তাতে,
সেয়ে গোটেইখন মিচৰ দেশত মিহি ধূলি হৈ,
মিচৰ দেশৰ সকলো ঠাইৰ মানুহ আৰু পশু-
বোৰৰ গাত অনেক কোঁহা উঠি উঠি হোৱা এবিধ
১০ বিষম খহু জন্মাব। তেতিয়া তেওঁবিলাকে অগ্নি-
কুণ্ডৰ আলাজু লৈ, ফৰৌণৰ আগত থিয় হলগৈ;
আৰু মোচিয়ে তাক আকাশলৈ চটিয়াই পঠালত,
সেয়ে মানুহবিলাকৰ আৰু পশুবোৰৰ গাতো
অনেক কোঁহা উঠি উঠি হোৱা এবিধ বিষম খহু
১১ জন্মালে। তাতে, শাস্ত্ৰজ্ঞবিলাকে সেই বিষম
খহুৰ কাৰণে মোচিৰ আগত থিয় হবই নোৱা-
ৰিলে; কিয়নো শাস্ত্ৰজ্ঞ আদি সমুদায় মিচৰীয়া
লোকৰ গাত সেই বিষম খহু ওলাইছিল।
১২ তথাপি যিহোৱাই মোচিক কোৱাৰ দৰে, তেওঁ
ফৰৌণৰ মন কঠিন কৰিলত, ফৰৌণে তেওঁবিলাকৰ
কথা নুশুনিলে।
১৩ পাছে যিহোৱাই মোচিক কলে, তুমি ৰাতি-
পুৱাতে উঠি, ফৰৌণৰ আগত থিয় হৈ, তেওঁক
এই কথা কোৱাগৈ, ইব্ৰীয়াবিলাকৰ ঈশ্বৰ যিহো-
ৱাই এই ৰূপে কৈছে, মোৰ সেৱা কৰিবৰ অৰ্থে
১৪ মোৰ প্ৰজাবিলাকক এড়ি দিয়া। কিয়নো
গোটেইখন পৃথিবীত মোৰ তুল্য যে কোনো নাই,
ইয়াক তুমি জানিবৰ নিমিত্তে, ময় এই বাৰ
তোমাৰ হৃদয় বিদাৰিবলৈ তোমাৰ পাত্ৰমন্ত্ৰী-
বিলাকৰ আৰু তোমাৰ প্ৰজাবিলাকৰ ওপৰলৈ
১৫ মোৰ সকলো উৎপাত পঠাম। কাৰণ, ময়
আপোন হাত মেলি, তোমাক আৰু তোমাৰ
প্ৰজাবিলাকক মহামাৰীৰে প্ৰহাৰ কৰা হলে,
১৬ তুমি পৃথিবীৰ পৰা উচ্ছন্ন হলাহঁতেন; কিন্তু
তোমাক যেন মোৰ শক্তি দেখুৱাম, আৰু গোটেই
পৃথিবীত মোৰ নামো যেন খ্যাতিমন্ত হব, এই
নিমিত্তেহে পতিত নোহোৱাকৈ ময় তোমাক
১৭ ৰাখিলোঁ। এতিয়ালৈকে তুমি মোৰ প্ৰজা-
বিলাকৰ ওপৰত অহঙ্কাৰ কৰি, সিবিলাকক এড়ি
১৮ দিবলৈ অসম্মত আছা। দেখা, মিচৰ দেশ
স্থাপন কৰা দিনৰে পৰা আজিলৈকে যেনে
শিলাবৃষ্টি কেতিয়াও হোৱা নাই, তেনে অতিশয়
কষ্টদায়ক শিলাবৃষ্টি ময় কাইলৈ ইমান পৰতে
১৯ বৰষাম। এতেকে, তুমি এতিয়া মানুহ পঠাই,
পথাৰত থকা তোমাৰ পশু আদি সকলোকে
বেগাই ভিতৰলৈ অনোৱা; কিয়নো, যিবোৰ
মানুহ আৰু পশু ঘৰলৈ ননাকৈ পথাৰত থাকিব,
সেইবোৰৰ ওপৰত শিলাবৃষ্টি হোৱাত, সিহঁত
২০ মৰিব। তেতিয়া ফৰৌণৰ পাত্ৰমন্ত্ৰী আদি কৰি
বিষয়াবিলাকৰ মাজৰ যি কোনোৱে যিহোৱাৰ

কথাত ভয় কৰিলে, সি আপোন বন্দী আৰু পশু-
২১ বোৱক ঘৰলৈ বেগাই আনিলে। কিন্তু যি
কোনোৱে যিহোৱাৰ কথালৈ মন নিদিলে, সি
আপোন বন্দী আৰু পশুবোৱক পথাৰতে
এড়িলে।
২২ পাছে যিহোৱাই মোচিক কলে, গোটেই
মিচৰ দেশত, গোটেই মিচৰ দেশৰ মানুহ,
পশু, আৰু পথাৰত থকা সকলো তৃণ আদিৰ
ওপৰত শিলাবৃষ্টি হবৰ নিমিত্তে তুমি আকাশৰ
২৩ ফাললৈ আপোন হাত মেলা। তাতে, মো-
চিয়ে আকাশলৈ আপোন লাখুটি দাঙিলত,
যিহোৱাই মেঘগৰ্জ্জন আৰু শিলাবৃষ্টি কৰিলে,
আৰু অগ্নি ভূমিৰ ওপৰলৈ বেগেৰে নামি
আহিল; এই ৰূপে যিহোৱাই মিচৰ দেশত
২৪ শিলাবৃষ্টি বৰষালে। এই ৰূপে শিলাবৃষ্টি, আৰু
সেই শিলাবৃষ্টিৰ লগত মিহলি হোৱা অগ্নিবৃষ্টিও
হোৱাত, সেয়ে অতিশয় কষ্টদায়ক হল; এনে-
কুৱা শিলাবৃষ্টি গোটেই মিচৰ দেশত, ৰাজ্য
স্থাপন কৰাৰে পৰা কেতিয়াও হোৱা নাই।
২৫ তাতে, গোটেইখন মিচৰ দেশৰ পথাৰত থকা
মানুহ পশু আদি সকলোকে শিলাবৃষ্টিয়ে বিনষ্ট
কৰিলে; তাত বাজে শিলাবৃষ্টিয়ে পথাৰৰ
সকলো তৃণ আদিকো খুন্দিলে, আৰু পথাৰৰ
২৬ সকলো গছবোৰকো ভাঙিলে। কেৱল ইস্ৰায়েলৰ
সন্তানবিলাক থকা গোচন দেশতহে শিলাবৃষ্টি
২৭ নহল। পাছে ফৰৌণে মানুহ পঠাই মোচি আৰু
হাৰোণক মতাই নি কলে, এই বাৰ ময় পাপ
কৰিলোঁ; যিহোৱা ধাৰ্ম্মিক, কিন্তু ময় আৰু
২৮ মোৰ প্ৰজাবিলাক হলে দুষ্ট। তোমালোকে
যিহোৱাৰ আগত প্ৰাৰ্থনা কৰাহঁক; কিয়নো মহা-
গৰ্জ্জন আৰু শিলাবৃষ্টি ইমানেই জুৰিছে; ময়
তোমালোকক এড়ি দিম; যাবলৈ তোমালোকৰ
২৯ আৰু পলম নহব। তেতিয়া মোচিয়ে তেওঁক কলে,
ময় নগৰৰ পৰা ওলাই গৈয়েই যিহোৱালৈ হাত
মেলিম; তেতিয়া পৃথিবী যে যিহোৱাৰহে,
ইয়াক আপুনি জানিবৰ নিমিত্তে মেঘগৰ্জ্জন
৩০ গুচিব, শিলাবৃষ্টিও আৰু নহব। কিন্তু আপুনি
আৰু আপোনাৰ পাত্ৰমন্ত্ৰীবিলাকে যে এতিয়াও
যিহোৱালৈ ভয় নকৰিব, তাক ময় জানো।
৩১ সেই সময়ত শণ আৰু যৱ ধান নষ্ট হল;
কিয়নো যৱ ধানৰ থোক ওলাইছিল, আৰু শণো
৩২ ফুলিছিল। কিন্তু ঘেঁহু আৰু জনৰা ধান পুলি
৩৩ হোৱা হেতুকে নষ্ট নহল। পাছে মোচিয়ে ফৰৌ-
ণৰ আগৰ পৰা নগৰৰ বাহিৰ হৈ গৈ, যিহোৱা-
লৈ হাত মেলিলত, মেঘগৰ্জ্জন আৰু শিলাবৃষ্টিও
গুচিল, আৰু পৃথিবীত ধাৰাষাৰে বৰষিবলৈ
৩৪ এড়িলে। তেতিয়া ফৰৌণে বৰষুণ, শিলাবৃষ্টি,
আৰু মেঘগৰ্জ্জন গুচিবৰ দেখি, তেওঁ আৰু
অধিক পাপহে কৰিলে; তেওঁ আৰু তেওঁৰ
পাত্ৰমন্ত্ৰীবিলাকে আপোন আপোন মন গধুৰ
৩৫ কৰিলে। এই ৰূপে যিহোৱাই মোচিৰ দ্বাৰায়
কোওৱাৰ দৰে, ফৰৌণৰ মন কঠিন হলত, তেওঁ
ইস্ৰায়েলৰ সন্তানবিলাকক যাবলৈ এড়ি নিদিলে।

অষ্টম আৰু নৱম উৎপাত।

১০ পাছে যিহোৱাই মোচিক কলে, তুমি
ফৰৌণৰ ওচৰলৈ সোমাই যোৱা; কিয়নো,
ময় যেন মিচৰ দেশৰ মাজত মোৰ এই চিন-
বিলাক দেখুৱাম, আৰু ময় মিচৰীয়াবিলাক-
লৈ কৰা কাৰ্য্যৰ আৰু সিহঁতৰ মাজত ময়
দেখুউৱা চিনবিলাকৰ বৃত্তান্ত যেন তুমি আ-
পোন পো নাতিহঁতৰ আগত কবা, আৰু ময়
যে যিহোৱা, তাক যেন তোমালোকে জানিবা,
২ এই নিমিত্তে ময় তেওঁৰ আৰু তেওঁৰ পাত্ৰমন্ত্ৰী-
৩ বিলাকৰ মন গধুৰ কৰিলোঁ। তেতিয়া মোচি
আৰু হাৰোণে ফৰৌণৰ ওচৰলৈ সোমাই গৈ,
তেওঁক কলে, ইব্ৰীয়াবিলাকৰ ঈশ্বৰ যিহোৱাই
এই ৰূপে কৈছে, তুমি মোৰ আগত নম্ৰ হবলৈ
কিমান কাল অমান্তি হৈ থাকিবা? মোৰ সেৱা
কৰিবৰ অৰ্থে মোৰ প্ৰজাবিলাকক এড়ি দিয়া।
৪ কিন্তু, যদি মোৰ প্ৰজাবিলাকক এড়ি দিবলৈ
মান্তি নোহোৱা, তেন্তে দেখা, কাইলৈ তোমাৰ
৫ সীমাৰ ভিতৰলৈ কাকতি কড়িঙ আনিম। সেই-
বোৰে গোটেইখন দেশ এনেকৈ ঢাকি ধৰিব,
যে, কোনেও মাটীকে দেখা পাব নোৱাৰিব;
তাতে, শিলাবৃষ্টিৰ পৰা ৰক্ষা পোৱা যি অৱশিষ্ট
ভাগ তোমালোকৰ নিমিত্তে বাকী আছে, তাকো
সেইবোৰে খাব, আৰু তোমালোকৰ নিমিত্তে
বাড়ীয়ে পথাৰে উৎপন্ন হোৱা সমুদায় গছকো
৬ খাই পেলাব; আৰু তোমাৰ ঘৰবিলাক, আৰু
তোমাৰ পাত্ৰমন্ত্ৰী আদি সকলো মিচৰীয়া-
বিলাকৰ ঘৰবিলাক সেইবোৰেৰে ভৰি পড়িব;
তোমাৰ ওপৰপিতৃবিলাকৰ আৰু সিবিলাকৰো
ওপৰপিতৃবিলাকৰ জন্মৰ পৰা আজিলৈকে
কেতিয়াও সেই ৰূপ দেখা নেযায়। পাছে তেওঁ
মুখ ঘুৰাই ফৰৌণৰ আগৰ পৰা বাহিৰলৈ গল।
৭ তেতিয়া ফৰৌণৰ পাত্ৰমন্ত্ৰীবিলাকে ফৰৌণক
কলে, এই মানুহটো নো আমালৈ কিমান কাল-
লৈকে ফান্দস্বৰূপ হৈ থাকিব? সেই লোক-
বিলাকে আপোন ঈশ্বৰ যিহোৱাৰ সেৱা কৰিবৰ
অৰ্থে, সিহঁতক যাবলৈ এড়ি দিওক; মিচৰ দেশ
যে নষ্ট হল, তাক আপুনি এতিয়ালৈকে বুজা
৮ নাই নে? তেতিয়া মোচি আৰু হাৰোণক ফৰৌ-
ণৰ আগলৈ পুনৰায় অনোৱা হলত, ফৰৌণে তেওঁ-
বিলাকক কলে, যা, তহঁতৰ ঈশ্বৰ যিহোৱাৰ সেৱা
৯ কৰগৈ; কিন্তু কোন কোন যাব? মোচিয়ে কলে,

আমি লৰা বুঢ়া সকলো যাম; আপোন আপোন
পো জীবিলাকক, আৰু মেৰ, ছাগ, আৰু গৰুৰ
জাকবোৰকো লগত লৈ যাম; কিয়নো যিহোৱাৰ
১০ উদ্দেশে আমি উৎসৱ কৰিব লাগিব। তাতে
ফৰৌণে তেওঁবিলাকক কলে, হয় হয়, ময় যি দৰে
তহঁতক আৰু তহঁতৰ লৰা তিৰুতাবোৰক যাবলৈ
এৰি দিম, সেই দৰে যিহোৱা তহঁতৰ লগত
থাকোক; চাবি, কাৰণ তহঁতৰ আগত অনিষ্ট
১১ আছে। সেয়ে নহব; তহঁত পুৰুষবোৰ যা, যিহো-
ৱাৰ সেৱা কৰগৈ; কিয়নো তাকেহে তহঁতে বিচা-
ৰিছ। তাতে ফৰৌণৰ আগৰ পৰা তেওঁবিলাকক
খেদাই দিয়া হল।
১২ পাছে যিহোৱাই মোচিক কলে, কাকতি
ফৰিঙবোৰ মিচৰ দেশলৈ আহি, শিলাবৃষ্টিৰ
পৰা অৱশিষ্ট থকা দেশৰ তৃণ আদি সকলোকে
খাবলৈ, তুমি কাকতি ফৰিঙৰ নিমিত্তে মিচৰ
১৩ দেশৰ ওপৰলৈ আপোন হাত মেলা। তেতিয়া
মোচিয়ে মিচৰ দেশৰ ওপৰলৈ আপোন লাখুটি
দাঙিলত, সেই গোটেই দিন গোটেই ৰাতি
যিহোৱাই দেশৰ ওপৰলৈ পূবৰ বায়ু বলো-
ৱালে; পাছে ৰাতিপুৱা পৰত সেই পূবৰ
১৪ বতাহে কাকতি ফৰিঙ আনিলে। তাতে ফৰিঙ-
বোৰে গোটেইখন মিচৰ দেশলৈ আহি, মিচৰৰ
আটাই অঞ্চল জুৰি ললেহি; সেইবোৰ অতিশয়
কষ্টদায়ক; সেই ৰূপ ফৰিঙ পূৰ্ব্বে কেতিয়াও
১৫ হোৱা নাই, আৰু পাছেও নহব। কিয়নো, সেই-
বোৰে গোটেইখন দেশ ঢাকি ধৰিলত, দেশখনেই
আন্ধাৰ হল; আৰু সেইবোৰে দেশৰ তৃণ আদি
সমুদায় বন, আৰু শিলাবৃষ্টিৰ পৰা অৱশিষ্ট
থকা গছৰ সকলো গুটিকো খালে; তাতে
গোটেইখন মিচৰ দেশত গছ, বা পথাৰৰ তৃণ
আদি একোৱেই কেঁচা বৰণীয়া নেথাকিল।
১৬ তেতিয়া ফৰৌণে মোচি আৰু হাৰোণক বেগাই
মতাই নি কলে, ময় তোমালোকৰ ঈশ্বৰ যিহো-
ৱাৰ বিৰুদ্ধে আৰু তোমালোকৰ বিৰুদ্ধেও পাপ
১৭ কৰিলোঁ। এতেকে বিনয় কৰোঁ, কেৱল এই বাৰ
মোৰ পাপ ক্ষমা কৰা, আৰু তোমালোকৰ ঈশ্বৰ
যিহোৱাই যেন মোৰ পৰা এই কালস্বৰূপ উৎ-
পাত গুচায়, তেওঁৰ আগত এনে প্ৰাৰ্থনা কৰা।
১৮ তেতিয়া তেওঁ ফৰৌণৰ ওচৰৰ পৰা বাহিৰ ওলাই
১৯ গৈ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলত, যিহো-
ৱাই পশ্চিমৰ পৰা অতিশয় প্ৰবল বতাহ ওভো-
টাই অনালে; তাতে সেই বতাহে ফৰিঙবোৰ
নি চুফ সমুদ্ৰত পেলাই দিলত, মিচৰৰ কোনো
২০ অঞ্চলত এটা ফৰিঙো নেথাকিল। কিন্তু যিহো-
ৱাই ফৰৌণৰ মন কঠিন কৰিলত, তেওঁ ইস্ৰায়েলৰ
সন্তানবিলাকক এৰি নিদিলে।
২১ পাছে যিহোৱাই মোচিক কলে, মিচৰ দেশত
আন্ধাৰ হবৰ নিমিত্তে, তুমি আকাশৰ ফাললৈ
আপোন হাত মেলা; সেই আন্ধাৰ এনে দোৰ্ঘোৰ
২২ হব, যে, তাক স্পৰ্শ কৰিব পৰা হব। তেতিয়া
মোচিয়ে আকাশৰ ফাললৈ আপোন হাত মেলি-
লত, তিনি দিনলৈকে মিচৰ দেশৰ গোটেইখনতে
২৩ ঘোৰ আন্ধাৰ হল; কোনোৱে কাকো দেখা পাব
নোৱাৰিলে, আৰু তিনি দিনলৈকে কোনেও
আপোন ঠাইৰ পৰা নুঠিলে; কিন্তু ইস্ৰায়েলৰ
সন্তানবিলাকৰ নিমিত্তে, সিবিলাকৰ থকা ঠাইত
২৪ পোহৰ আছিল। তেতিয়া ফৰৌণে মোচিক মতাই
নি কলে, তোমালোক যোৱা, যিহোৱাৰ সেৱা
কৰাগৈ; কেৱল তোমালোকৰ মেৰ, ছাগ, আৰু
গৰুৰ জাকবোৰ থাকোক; তোমালোকৰ লৰা
২৫ তিৰুতাবিলাকো লগত যাওক। তাতে মোচিয়ে
কলে, আমাৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে বলিদান
কৰিবলৈ, বলি আৰু হোমদ্ৰব্যকো আপুনি
২৬ আমাৰ হাতত দিব লাগে। আমাৰ লগত আমাৰ
পশুবিলাকো যাব, এটা খুৰাও বাকী নেথাকিব;
কিয়নো, আমাৰ ঈশ্বৰ যিহোৱাৰ সেৱা কৰিবলৈ,
সেইবোৰৰ পৰাই আমি বলি লব লাগিব;
আৰু কিহেৰে যিহোৱাৰ সেৱা কৰিম, তাক আমি
২৭ সেই ঠাই নেপাওঁগৈমানে নেজানো। কিন্তু
যিহোৱাই ফৰৌণৰ মন কঠিন কৰিলত, তেওঁ
২৮ সিবিলাকক এৰি দিবলৈ মান্তি নহল। তেতিয়া
ফৰৌণে তেওঁক কলে, মোৰ আগৰ পৰা গুচি
যা; সাৱধান, মোৰ মুখ আৰু নেচাবি; কিয়নো
যি দিনাই মোৰ মুখ চাবি, সেই দিনাই মৰিবি।
২৯ তাতে মোচিয়ে কলে, আপুনি ভাল কৈছে; ময়
আপোনাৰ মুখ আৰু কেতিয়াও নেচাম।

সকলো বড় পুতেকক মৰা। নিস্তাৰপৰ্ব্ব স্থাপন, আৰু
তাৰ পালনীয় বিধি।

১১ যিহোৱাই মোচিক এই কথা কৈছিল,
ময় ফৰৌণৰ ওপৰলৈ, আৰু মিচৰ দেশৰ
ওপৰলৈকো আৰু এক উৎপাত উপস্থিত কৰিম;
তাৰ পাছত তেওঁ তোমালোকক ইয়াৰ পৰা
যাবলৈ এৰি দিব। আৰু এৰি দিয়া সময়ত, তেওঁ
তোমালোক সকলোকে নিশ্চয়ে ইয়াৰ পৰা
২ খেদায়ো দিব। এতেকে এতিয়া লোকবিলাকৰ
আগত কোৱা, প্ৰতিজন পুৰুষে আপোন আপোন
ওচৰচুবুৰীয়াৰ পৰা, আৰু প্ৰতিজনী তিৰুতাই
আপোন আপোন ওচৰচুবুৰীয়ানীৰ পৰা ৰূপ আৰু
৩ সোণৰ অলঙ্কাৰ খুজি খুজি লওক। আৰু যিহো-
ৱাই মিচৰীয়াবিলাকৰ দৃষ্টিত লোকবিলাকক
অনুগ্ৰহপ্ৰাপ্ত কৰিলে। তাত বাজে, মিচৰ দেশত
ফৰৌণৰ পাত্ৰমন্ত্ৰীবিলাকৰ আৰু প্ৰজাবিলাকৰ
দৃষ্টিত মোচি অতি মহান পুৰুষ আছিল।
৪ মোচিয়ে কলে, যিহোৱাই এই ৰূপে কৈছে,
ময় ৰাতি মাজ নিশামানত মিচৰৰ ভিতৰলৈ

৫ যাব ; তাতে, সিংহাসনত বহা ফৰৌণৰ জ্যেষ্ঠ
পুত্ৰৰ পৰা যাঁত ঘুৰুৱা বেটীৰ বড় পুত্ৰেকলৈকে,
মিচৰ দেশত থকা সকলো প্ৰথমে জন্মাবিলাক,
আৰু পশুবোৰৰো সকলো প্ৰথমে জগাবিলাক
৬ মৰিব। তাতে, যি ৰূপ ক্ৰন্দন কেতিয়াও হোৱা
নাই, আৰু নহব, গোটেই মিচৰ দেশত এনে
৭ মহাক্ৰন্দন হব। কিন্তু যিহোৱাই যে মিচৰীয়া-
বিলাকৰ আৰু ইস্ৰায়েলীয়াবিলাকৰ মাজত প্ৰভেদ
কৰে, ইয়াক যেন তোমালোকে জানিব পা-
ৰিবা, এই নিমিত্তে ইস্ৰায়েলৰ সন্তানবিলাকৰ
মানুহ হওক বা পশুৱেই হওক, সিবিলাকৰ
অহিতে এটা কুকুৰেও আপোন জিবা নলৰাব।
৮ তাতে তোমাৰ এই পাত্ৰমন্ত্ৰীবিলাকে মোৰ
ওচৰলৈ নামি যাব, আৰু মোৰ আগত প্ৰণিপাত
কৰি কব, আপুনি আৰু আপোনাৰ অনুগামী
লোকবিলাক ওলাই যাওক ; তেতিয়া মই ওলাই
যাম। এই বুলি তেওঁ বড় ক্ৰোধেৰে ফৰৌণৰ
ওচৰৰ পৰা ওলাই আহিল।
৯ যিহোৱাই মোচিক কৈছিল, মোৰ অদ্ভুত
লক্ষণ যেন মিচৰ দেশত অধিক্‌কৈ দেখুউৱা যাব,
এই নিমিত্তে ফৰৌণে তোমাৰ কথা নুশুনিব।
১০ মোচি আৰু হাৰোণে ফৰৌণৰ সাক্ষাতে সেই
সকলো অদ্ভুত লক্ষণ দেখুৱাইছিল ; কিন্তু যিহো-
ৱাই ফৰৌণৰ মন কঠিন কৰিলত, তেওঁ আপোন
দেশৰ পৰা ইস্ৰায়েলৰ সন্তানবিলাকক যাবলৈ
এড়ি নিদিলে।

১২ পাছে যিহোৱাই মিচৰ দেশতে মোচি
২ আৰু হাৰোণক কলে, এই মাহেই তোমা-
লোকলৈ সকলো মাহৰ আদি ; এয়ে বছৰৰ
সকলো মাহৰ মাজত তোমালোকলৈ প্ৰথম মাহ
৩ হব। তোমালোকে ইস্ৰায়েলৰ গোটেই মণ্ডলীক
কোৱা, এই মাহৰ দশম দিনা সিবিলাকে আপোন
আপোন পিতৃবংশ অনুসাৰে প্ৰত্যেক পৰিয়ালৰ
৪ নিমিত্তে এটা এটা মেৰ পোৱালি লব। আৰু
সেই পোৱালি ভোজন কৰিবলৈ যদি কোনোৰ
পৰিয়াল তাকৰ হয়, তেন্তে সি আৰু তাৰ ঘৰৰ
ওচৰত থকা ওচৰচুবুৰীয়াই প্ৰাণীৰ সংখ্যা বুজি
এটা মেৰ পোৱালি লব ; তোমালোকৰ এজন
এজন মানুহে খাব পৰা শক্তি অনুসাৰে সেই
মেৰ পোৱালিৰ বিষয়ে তোমালোকে লেখ
৫ কৰিবা। তোমালোকৰ সেই পোৱালি এবছৰীয়া
আৰু নিৰ্ঘুণী মটা পোৱালি হব লাগিব ;
তোমালোকে তাক মেৰ বা ছাগবোৰৰ পৰা লবা।
৬ আৰু তোমালোকে তাক এই মাহৰ চৌদ্ধ দিনৰ
দিনালৈকে ৰাখিবা ; পাছে ইস্ৰায়েলৰ মণ্ডলীৰ
গোটেই সমাজে সন্ধ্যা পৰত তাক মাৰিব।
৭ পাছে সিবিলাকে তাৰ কিছু তেজ লৈ, যি যি
ঘৰত তাক ভোজন কৰিব, সেই সেই ঘৰৰ দুৱাৰৰ
চৌকাঠৰ দুই দাঁতিৰ দুভালত, আৰু ওপৰৰ
৮ ভালতো লগাব। আৰু সেই ৰাতিয়েই সি-
বিলাকে তাক খৰিকাত দি খমীৰ নিদিয়া
পিঠাৰে তাৰ মঙহ খাব ; সিবিলাকে তাক তিতা
৯ শাকেৰেও ভোজন কৰিব। তোমালোকে তাক
কেঁচাই, নাইবা পানীত সিজায়ো নেখাবা ; কিন্তু
তাৰ মূৰ, ঠেং, আৰু অন্তৰত থকা ভাগে সৈতে
১০ তাক খৰিকাত দিহে খাবা। আৰু ৰাতিপুৱালৈ
তাৰ একেৰিও অৱশিষ্ট নেৰাখিবা ; কিন্তু ৰাতি-
পুৱালৈ যি অৱশিষ্ট থাকে, তাক তোমালোকে
১১ জুইত পুড়ি ভস্ম কৰিবা। আৰু তোমালোকে
তাক এই ৰূপে খাবা ; কাপড় চপাই কঁকাল বান্ধি,
ভৰিত জুতা পিন্ধি, আৰু হাতত লাখুটি লৈ,
বেগাবেগিকৈ ভোজন কৰিবা ; সেয়ে যিহোৱাৰ
১২ নিস্তাৰপৰ্ব্বৰ বলি হব। কিয়নো মই সেই ৰাতি-
য়েই মিচৰ দেশৰ মাজেদি গৈ, মানুহৰ বা
পশুৰেই হওক, মিচৰ দেশৰ সকলো প্ৰথমে জন্মা-
বিলাকক সংহাৰ কৰিম, আৰু মিচৰীয়া সকলো
১৩ দেৱতাবোৰক দণ্ড দিম ;ময়েই যিহোৱা। আৰু
তোমালোকে যি যি ঘৰত থাকা, সেই সেই ঘৰত
সেই তেজেই তোমালোকৰ অৰ্থে চিন হব ; তাতে,
মই সেই তেজ দেখি, তোমালোকক এড়ি থৈ
যাম ; আৰু মই মিচৰ দেশত সংহাৰ কৰোঁতে,
তোমালোকক বিনষ্ট কৰিবলৈ কোনো আপদে
১৪ তোমালোকক নেপাব। আৰু সেই দিন তোমা-
লোকলৈ সোঁৱৰণীয় হব ; আৰু তোমালোকে
সেই দিন যিহোৱাৰ উৎসৱৰ দিন বুলি পালন
কৰিবা ; পুৰুষানুক্ৰমে চিৰস্থায়ী বিধিমতে তাক
১৫ পালন কৰিবা। তোমালোকে সাত দিন খমীৰ
নিদিয়া পিঠা ভোজন কৰিবা ; এনে কি, প্ৰথম
দিনাই আপোন আপোন ঘৰৰ পৰা খমীৰ দূৰ
কৰিবা। কিয়নো যি কোনোৱে প্ৰথম দিনাৰ
পৰা সপ্তম দিনলৈকে খমীৰ দিয়া পিঠা খাব,
১৬ তাক ইস্ৰায়েলৰ পৰা উচ্ছন্ন কৰা হব। আৰু
প্ৰথম দিনা তোমালোকৰ পবিত্ৰ সভা হব,
আৰু সপ্তম দিনাও তোমালোকৰ পবিত্ৰ সভা
হব ; সেই দুদিন প্ৰতিজন মানুহে খোৱাবোৱা
কামৰ বাহিৰে কোনো কাম নকৰিব, কেৱল
১৭ তাকেহে কৰিব। এই ৰূপে তোমালোকে খমীৰ
নিদিয়া পিঠাৰ পৰ্ব্ব পালন কৰিবা ; কিয়নো
সেই দিনাই তোমালোকক সৈন্যশ্ৰেণীক্ৰমে মোৰ
দ্বাৰায় মিচৰ দেশৰ পৰা বাহিৰ কৰি অনা হব।
এতেকে তোমালোকে পুৰুষানুক্ৰমে চিৰস্থায়ী
১৮ বিধিমতে সেই দিন পালন কৰিবা। তোমা-
লোকে প্ৰথম মাহৰ চৌদ্ধ দিনৰ দিনাৰ গো-
ধূলিৰে পৰা একৈশ দিনৰ দিনাৰ গোধূলিলৈকে
১৯ খমীৰ নিদিয়া পিঠাহে ভোজন কৰিবা। সাতদিন-
লৈকে তোমালোকৰ ঘৰত খমীৰ নেথাকোক ;

কিয়নো বিদেশী হওক বা স্বদেশীয়েই হওক, যি
কোনোৱে খমীর দিয়া কোনো বস্তু খাব, তাক
২০ ইস্রায়েলর মণ্ডলীর পরা উচ্ছন্ন করা হব। তোমা-
লোকে খমীর দিয়া কোনো বস্তুকেই নেখাবা;
তোমালোকে বাস করা সকলো ঠাইত, খমীর
নিদিয়া পিঠাহে খাবা।
২১ তেতিয়া মোচিয়ে ইস্রায়েলর সমুদায় বৃদ্ধ
লোকক মতাই নি সিবিলাকক কলে, তোমালোকে
আপোন আপোন গোষ্ঠী অনুসারে মেরর জাকর
পরা পোৱালি উলিয়াই আনি নিস্তারপর্ব্বর
২২ বলি কাটা। আরু এচোব বন একোঁচা লৈ,
পাত্রটোত ধরা তেজত জুবুরিয়াই, দুৱারর
চৌকাঠর ওপরর ভালত আরু দুই দাঁতির দুভা-
লত, পাত্রটোত ধরা তেজর পরা কিছু লগাই
দিবা; আরু রাতিপুৱালৈকে তোমালোক কোনেও
আপোন আপোন ঘরর দুৱারর বাহ্ন নহবা।
২৩ কিয়নো যিহোৱাই মিচরীয়াইঁতক আঘাত করি-
বর নিমিত্তে, তোমালোকর ওচরেদি গমন করিব;
তাতে, দুৱারর চৌকাঠর ওপরর ভালত, আরু
তার দুই দাঁতির দুভালত সেই তেজ দেখি,
যিহোৱাই সেই দুৱার এড়ি যাব, আরু তোমা-
লোকক বিনষ্ট করিবর নিমিত্তে, তোমালোকর
২৪ ঘরত সংহারকর্ত্তাক সোমাবলৈ নিদিব। তোমা-
লোকে আরু তোমালোকর সন্তানবিলাকেও সদা-
কাললৈকে পালন করিব লগীয়া বিধি বুলি, এই
২৫ রীতি পালন করি থাকিবা। আরু যিহোৱাই
আপোন প্রতিজ্ঞার দরে তোমালোকক যি দেশ
দিব, সেই দেশত যেতিয়া তোমালোক সোমাবা,
তেতিয়াও তোমালোকে এই সেৱার কার্য্য করিবা।
২৬ পাছে, তোমালোকর সন্তানবিলাকে এই সেৱার
২৭ কার্য্যর অর্থ কি বুলি সুধিলে, তোমালোকে কবা,
যি যিহোৱাই মিচরীয়া লোকক আঘাত কৰোঁতে
মিচরত থকা ইস্রায়েলর সন্তানবিলাকর ঘর-
বিলাক এড়ি থৈ, আমার ঘরবিলাক নিস্তার
করিলে, সেই যিহোৱার উদ্দেশে করা এয়ে
নিস্তারপর্ব্বর বলিদান। তেতিয়া লোকবিলাকে
২৮ মূর দোঁৱাই প্রণিপাত করিলে। পাছে ইস্রায়েলর
সন্তানবিলাকে গৈ সেই দরে করিলে; যিহোৱাই
মোচি আরু হারোণক দিয়া যিহোৱার আজ্ঞার
দরেই করিলে।
২৯ পাছে, যিহোৱাই রাতির মাঝ নিশাত
সিংহাসনত বহা ফরৌণর জ্যেষ্ঠ পুত্ররে পরা
বন্দী করি নি অন্ধকূপত থোৱা লোকর বড় পুতেক-
লৈকে, মিচর দেশর প্রথমে জন্মা সকলোবিলাকক
আরু পশুবোরর প্রথমে জগাবিলাককো সংহার
৩০ করিলে। তাতে, ফরৌণ আরু তেওঁর পাত্রমন্ত্রী
আদি মিচরর সমুদায় লোক রাতিয়েই উঠিল,
আরু মিচরত মহাক্রন্দন হল; কিয়নো যি ঘরত
৩১ কোনো মরা নাই, এনে ঘরেই নাছিল। তেতিয়া
রাতিয়েই ফরৌণে মোচি আরু হারোণক মতাই
নি কলে, উঠা, তোমালোক আরু ইস্রায়েলর
সন্তানবিলাকো মোর প্রজাবিলাকর মাজর পরা
বাহির হৈ যোৱাহঁক; আরু তোমালোকে
৩২ কোৱার দরেই যিহোৱার সেৱা করাগৈ। তোমা-
লোকে কোৱার দরেই আপোন আপোন মের,
ছাগ, আরু গরু আদির জাকবোরকো লৈ যোৱা;
৩৩ আরু মোকো আশীর্ব্বাদ করি যোৱা। তেতিয়া
মিচরীয়াইঁতে লোকবিলাকক শীঘ্রে দেশর পরা
পঠাবর নিমিত্তে তভাতৈয়া লগালে; কিয়নো
সিহঁতে কলে, আমি সকলোবিলাক মরা পড়ি-
৩৪ লোঁ। তাতে, লোকবিলাকে খমীর নিদিয়াকৈ
সুদাই সনা আপোন আপোন আটাগুরি লৈ,
আপোন আপোন সনা পাত্র গার কাপড়ত বান্ধি,
৩৫ আপোন আপোন কান্ধত ললে। আরু ইস্রায়েলর
সন্তানবিলাকে মোচির কথার দরেই করিলে;
সিবিলাকে মিচরীয়াইঁতর পরা সোণ আরু রূপর
৩৬ অলঙ্কার, আরু বস্ত্রও খুজি খুজি ললে। আরু
যিহোৱাই মিচরীয়াইঁতর আগত লোকবিলাকক
অনুগ্রহপ্রাপ্ত করিলত, সিবিলাকে খোজার দরেই
সিবিলাকক দিলে: এই রূপে সিবিলাকে
মিচরীয়াইঁতক লুট করা যেন করিলে।

মিচরর পরা ইস্রায়েল লোকর প্রস্থান।
নানা বিধি।

৩৭ পাছে ইস্রায়েলর সন্তানবিলাকে রামিচেচর
পরা চুক্কোতলৈ যাত্রা করি গল; সিবিলাক
লরা তিরুতাত বাজে, ছয় লাখমান পদাতিক
৩৮ পুরুষ আছিল। তাত বাজে নানা জাতীয় লোক-
সমূহ, আরু মের, ছাগ, গরু আদি অতি অধিক
৩৯ পশুও সিবিলাকর লগত গল। তার পাছে,
সিবিলাকে মিচরর পরা সানি নিয়া যি আটা-
গুরি, তারে খমীর নিদিয়া পিঠা যুগুত করিলে,
কিয়নো সেইবোরত খমীর দিয়া নাছিল; কারণ,
সিবিলাকক মিচরর পরা শীঘ্রে খেদাই দিয়া
হল, আরু সিবিলাকে পলম করি থাকিব নোৱা-
রাত, আপোনার নিমিত্তে বাটর একো সমলো
৪০ যুগুত করি লব নোৱারিলে। ইস্রায়েলর সন্তান-
বিলাকে মিচর দেশত প্রবাসী হৈ থকা কাল
৪১ চারি শ ত্রিশ বছর। আরু সেই চারি শ ত্রিশ
বছরর শেষর যি দিন, সেই দিনাই যিহোৱার
সকলো বাহিনীবিলাক মিচর দেশর পরা বাহির
৪২ হৈ গল। যিহোৱাই মিচর দেশর পরা সিবি-
লাকক বাহির করার কারণে, সেয়ে তেওঁর উদ্দেশে
অতিশয় পালনীয় রাতি; সেই রাতি ইস্রায়েলর
সকলো সন্তানবিলাকর পুরুষানুক্রমে যিহোৱার
উদ্দেশে সিবিলাকর অতিশয় পালনীয়।

৪৩ পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে,
নিস্তাৰপৰ্ব্বৰ বলিৰ বিধি এই। আন জাতিৰ
৪৪ কোনো লোকে তাক ভোজন নকৰিব। কিন্তু
প্ৰতিজনৰ ধনে-কিনা বন্দীক যদি তুমি চুন্নৎ কৰা,
৪৫ তেহে সি ভোজন কৰিব পাৰিব। প্ৰবাসী বা
বেচ খোৱা চাকৰে হলে তাক খাব নোৱাৰিব।
৪৬ তাক একেটা ঘৰতে ভোজন কৰিব লাগিব; সেই
মাংসৰ এফেৰিও ঘৰৰ বাহিৰলৈ নিনিবা, আৰু
৪৭ তাৰ এডালি হাড়ো নেভাঙ্গিবা। ইস্ৰায়েলৰ
৪৮ গোটেই মণ্ডলীয়ে তাক পালন কৰিব। আৰু
তোমাৰ লগত প্ৰবাসী কোনো বিদেশী লোকে
যদি যিহোৱাৰ নিস্তাৰপৰ্ব্ব পালন কৰিব খোজে,
তেন্তে তাৰ ঘৰৰ আটাইবিলাক পুৰুষৰ চুন্নৎ
হওক; তেতিয়াহে সি তাক পালন কৰিবলৈ
ওচৰ চাপিব পাৰিব, আৰু দেশত জন্মা লোকৰ
নিচিনা হব; কিন্তু চুন্নৎ নোহোৱা কোনো
৪৯ লোকে তাক ভোজন কৰিব নেলাগে। দেশত
জন্মা লোকৰ নিমিত্তে, আৰু তোমালোকৰ
মাজত প্ৰবাসী হৈ থকা বিদেশী লোকৰ নিমিত্তেও
৫০ একেটা বিধিয়েই হব। তাতে ইস্ৰায়েলৰ সকলো
সন্তানে সেই ৰূপে কৰিলে; মোচি আৰু হাৰোণক
৫১ দিয়া যিহোৱাৰ আজ্ঞাৰ দৰেই কৰিলে। এই
ৰূপে যিহোৱাই সেই দিনাই ইস্ৰায়েলৰ সন্তান-
বিলাকক সৈন্যশ্ৰেণীক্ৰমে মিচৰ দেশৰ পৰা
বাহিৰ কৰি নিলে।

১৩ পাছে যিহোৱাই মোচিক কলে, ইস্ৰা-
য়েলৰ সন্তানবিলাকৰ মানুহৰেই হওক বা
পশুৰেই হওক, গৰ্ব্ভ ভেদ কৰি ওলোৱা সকলো
প্ৰথম গৰ্ব্ভফল মোৰ উদ্দেশে পবিত্ৰ কৰা; সি
মোৰেই।
৩ পাছে মোচিয়ে লোকবিলাকক কলে, তোমা-
লোকে বন্দীঘৰস্বৰূপ মিচৰৰ পৰা ওলাই অহা
এই দিন সুঁৱৰিবা; কিয়নো যিহোৱাই বাহু-
বলেৰেই তোমালোকক তাৰ পৰা বাহিৰ কৰি
আনিলে; আৰু খমীৰ দিয়া পিঠা ভোজন কৰা
৪ নহব। আবীব মাহৰ এই দিনাই তোমালোক
৫ বাহিৰ হৈ আহিছা। আৰু কনানীয়া, হিত্তীয়া,
ইমোৰীয়া, হিব্বীয়া, আৰু যিবূচীয়া লোক-
বিলাকৰ যি দেশ তোমালোকক দিবলৈ, যিহো-
ৱাই তোমালোকৰ ওপৰপিতৃবিলাকৰ আগত
শপথ কৰিছিল, সেই দুগ্ধ মধু বৈ থকা দেশত,
যেতিয়া তেওঁ তোমালোকক সুমুৱাব, তেতিয়াও
তোমালোকে এই মাহতে এই সেৱাৰ কাৰ্য্য
৬ কৰিবা। সাদিনলৈকে খমীৰ নিদিয়া পিঠা
ভোজন কৰিবা; আৰু সপ্তম দিনা যিহোৱাৰ
৭ উদ্দেশে উৎসৱ হব। সেই সাদিন খমীৰ
নিদিয়া পিঠা ভোজন কৰিব লাগিব; খমীৰ
দিয়া কোনো পিঠা তোমালোকৰ তাত দেখা
নেযাওক, আৰু তোমালোকৰ গোটেই সীমাৰ
ভিতৰতো তোমালোকৰ তাত খমীৰ দেখা নে-
৮ যাওক। আৰু সেই দিনা তুমি আপোন পুত্ৰক
ইয়াকে জনাবা, যে, মিচৰৰ পৰা আমি ওলাই
অহা সময়ত যিহোৱাই আমালৈ যি কৰিছিল,
৯ তাৰ কাৰণে ইয়াক কৰা হৈছে। আৰু যিহোৱাৰ
ব্যৱস্থা যেন তোমাৰ মুখত থাকিব, এই নিমিত্তে,
এয়ে চিনস্বৰূপে তোমাৰ হাতত, আৰু সোঁৱৰণৰ
উপায়স্বৰূপে তোমাৰ দুই চকুৰ মাজত থাকিব;
কিয়নো যিহোৱাই বাহুবলেৰেই মিচৰৰ পৰা
১০ তোমাক বাহিৰ কৰি আনিলে। এই হেতুকে
তুমি বছৰে বছৰে নিৰূপিত সময়ত এই বিধি
পালন কৰি থাকিবা।
১১ আৰু যিহোৱাই তোমাৰ ও তোমাৰ ওপৰ-
পিতৃবিলাকৰ আগত শপথ কৰাৰ দৰে, যেতিয়া
তেওঁ তোমাক কনানীয়াবিলাকৰ দেশত সুমুৱাই
১২ সেই দেশ তোমাক দিব, তেতিয়া, গৰ্ব্ভ ভেদ কৰি
ওলোৱা সকলোকে, আৰু পশুৰো গৰ্ব্ভ ভেদ কৰি
ওলোৱা যি প্ৰথম গৰ্ব্ভফল তোমালৈ হব, তাকো
যিহোৱাৰ উদ্দেশে পৃথক কৰিবা; তেনেকুৱা
১৩ মটাবিলাক যিহোৱাৰ হব। কিন্তু গাধৰ হলে, গৰ্ব্ভ
ভেদ কৰি ওলোৱা প্ৰত্যেক পোৱালিৰ নিমিত্তে
এটা মেৰ বা ছাগ পোৱালি দি তাক মুক্ত
কৰিবা: যদি মুক্ত নকৰা, তেন্তে তাৰ ডিঙি
ভাঙ্গিবা; আৰু তোমাৰ পুত্ৰবিলাকৰ মাজত
মানুহৰ প্ৰথমে জন্মা সকলোকে মুক্ত কৰিব
১৪ লাগিব। পাছে আগলৈ তোমাৰ পুত্ৰই ইয়াৰ
নো অৰ্থ কি বুলি যেতিয়া তোমাক সুধিব,
তেতিয়া তুমি তাক কবা, যে, যিহোৱাই বাহু-
বলেৰেই বন্দীঘৰস্বৰূপ মিচৰৰ পৰা আমাক
১৫ উলিয়াই আনিলে; আৰু যেতিয়া ফৰৌণে
আমাক এৰি দিবলৈ আপোন মন কঠিন কৰিলে,
তেতিয়া যিহোৱাই মানুহৰ প্ৰথমে জন্মাৰে পৰা
পশুৰ প্ৰথমে জগালৈকে মিচৰ দেশৰ সকলো
প্ৰথমে জন্মাবোৰৰ প্ৰাণ নষ্ট কৰিলে। এই
হেতুকে, গৰ্ব্ভ ভেদ কৰি ওলোৱা সকলো গৰ্ব্ভফল
মটা হলে, মই যিহোৱাৰ উদ্দেশে বলিদান
কৰোঁ; কিন্তু মোৰ প্ৰথমে জন্মা পুত্ৰবিলাকক
১৬ হলে, মুক্ত কৰোঁ। এয়ে চিনস্বৰূপে তোমাৰ
হাতত, আৰু ভূষণস্বৰূপে তোমাৰ দুই চকুৰ
মাজত থাকিব; কিয়নো যিহোৱাই বাহুবলেৰেই
আমাক মিচৰৰ পৰা বাহিৰ কৰি আনিলে।

ইস্ৰায়েলৰ সন্তানবিলাকে চূফ সাগৰ পাৰ হৈ
যোৱা। ফৰৌণৰ সৈন্যসমূহৰ বিনাশ।

১৭ পাছে ফৰৌণে যেতিয়া লোকবিলাকক যাবলৈ
এৰি দিলে, তেতিয়া পলেষ্টীয়াবিলাকৰ দেশেদি

বাট চমু হোৱাতো, ঈশ্বৰে সিবিলাকক সেই
বাটেদি নিনিলে; কিয়নো ঈশ্বৰে কলে, কিজানি
যুদ্ধ দেখিলে লোকবিলাকে বেজাৰ পাই মিচৰলৈ
১৮ উলটি যাব। এই নিমিত্তে ঈশ্বৰে লোকবিলাকক
চূফ সাগৰৰ অৰণ্যৰ বাটেদি ঘুৰাই নিলে;
আৰু ইস্ৰায়েলৰ সন্তানবিলাকে সুসজ্জিত হৈ
১৯ মিচৰ দেশৰ পৰা যাত্ৰা কৰিলে। আৰু মোচিয়ে
যোচেফৰ অস্থিকো আপোনাৰ লগত ললে;
কিয়নো তেওঁ ইস্ৰায়েলৰ সন্তানবিলাকক গুৰুতৰ
শপথ কৰাই কৈছিল, ঈশ্বৰে তোমালোকলৈ
অৱশ্যে দৃষ্টি কৰিব; তেতিয়া তোমালোকে
আপোনাবিলাকৰ লগত মোৰ অস্থিকো ইয়াৰ
২০ পৰা লৈ যাবা। পাছে সিবিলাকে চুক্কোতৰ পৰা
যাত্ৰা কৰি, অৰণ্যৰ দাঁতিত থকা এথমত ছাউনি
২১ পাতিলে। আৰু সিবিলাক দিনে ৰাতিয়ে যাবৰ
নিমিত্তে, যিহোৱাই দিনত সিবিলাকক বাট
দেখুৱাবলৈ মেঘস্তম্ভত, আৰু ৰাতি সিবিলাকক
পোহৰ দিবলৈ অগ্নিস্তম্ভত সিবিলাকৰ আগে
২২ আগে চলিছিল। আৰু লোকবিলাকৰ আগৰ
পৰা দিনত মেঘস্তম্ভ, আৰু ৰাতি অগ্নিস্তম্ভ
নুগুচিছিল।

১৪ পাছে যিহোৱাই মোচিক কলে, ইস্ৰা-
য়েলৰ সন্তানবিলাকে ঘুৰি গৈ, পী-হহী-
ৰোতৰ আগত, মিগ্‌দোলৰে আৰু সাগৰৰে
মাজত, বাল-চফোনৰ সম্মুখত ছাউনি পাতিবলৈ
তুমি সিবিলাকক কোৱাগৈ; তোমালোকে তাৰ
সম্মুখত সাগৰৰ দাঁতিতে ছাউনি পাতিবাগৈ।
৩ তাতে ফৰৌণে ইস্ৰায়েলৰ সন্তানবিলাকৰ বিষয়ে
এই বুলি কব, সিহঁত দেশৰ মাজত আটকি
আছে, অৰণ্যই সিহঁতক বন্ধ কৰি ৰাখিছে।
৪ আৰু ময় ফৰৌণৰ মন কঠিন কৰিম; তাতে
তেওঁ সিবিলাকৰ পাছে পাছে খেদি আহিব;
তেতিয়া ময় ফৰৌণৰ আৰু তেওঁৰ সকলো সৈন্য-
সমূহৰ দ্বাৰায় গৌৰৱান্বিত হম; আৰু ময় যে
যিহোৱা, তাক মিচৰীয়াইঁতে জানিবলৈ পাব।
৫ তেতিয়া সিবিলাকে সেই দৰেই কৰিলে। পাছে
লোকবিলাক পলাই গল বুলি মিচৰৰ ৰজাক
জনালত, ফৰৌণৰ আৰু তেওঁৰ পাত্ৰমন্ত্ৰী-
বিলাকৰ মন লোকবিলাকলৈ বেলেগ হল;
তাতে সিবিলাকে কলে, আমাৰ বন্দীকামৰ পৰা
ইস্ৰায়েলক এড়ি দি আমি কি কাম কৰিলোঁ?
৬ তেতিয়া তেওঁ আপোনাৰ ৰথ সজোৱালে, আৰু
৭ আপোনাৰ লোকবিলাকক লগত ললে; আৰু
তেওঁ মনোনীত ছশ ৰথ, আৰু মিচৰৰ আন আন
আটাই ৰথ, আৰু সেই সকলোবোৰৰ ওপৰত
৮ নিযুক্ত সেনাপতিবিলাককো ললে। এই ৰূপে
যিহোৱাই মিচৰৰ ৰজা ফৰৌণৰ মন কঠিন
কৰিলত, তেওঁ ইস্ৰায়েলৰ সন্তানবিলাকৰ পাছে
পাছে খেদি গল; তেতিয়া ইস্ৰায়েলৰ সন্তান-
বিলাক যিহোৱাৰ পৰাক্ৰমী বাহুৰে ওলাই
৯ গৈছিল। এই ৰূপে মিচৰীয়াইঁতে, অৰ্থাৎ ফৰৌ-
ণৰ সকলো ঘোঁড়া, ৰথ, আৰু অশ্বাৰোহী
আদি কৰি সৈন্যসামন্তই সিবিলাকৰ পাছে
পাছে খেদি গৈ, বাল-চফোনৰ সম্মুখত পী-
হহীৰোতৰ ওচৰত সাগৰৰ দাঁতিত সিবিলাকে
ছাউনি পাতি থকা ঠাইত, সিবিলাকৰ লগ
১০ ধৰিলে। পাছে, ফৰৌণ ওচৰ চাপিলত, ইস্ৰা-
য়েলৰ সন্তানবিলাকে চকু তুলি চাই দেখিলে,
যে, সিবিলাকৰ পাছে পাছে মিচৰীয়াইঁত
আহিছে; তাতে ইস্ৰায়েলৰ সন্তানবিলাকে
অতিশয় ভয় পাই যিহোৱাৰ আগত কাতৰোক্তি
১১ কৰিলে। আৰু সিবিলাকে মোচিক কলে,
মিচৰত মৈদাম নাই নে কি, যে, আমি অৰণ্যত
মৰিবলৈ, তুমি আমাক আনিলা? তুমি আমাক
মিচৰৰ পৰা উলিয়াই আনি, আমালৈ কিয়
১২ এনেকুৱা কৰিলা? আমি মিচৰতে তোমাক এই
কথা কোৱা নাছিলোঁ নে, যে, আমাক মিচৰীয়া-
ইঁতৰ বন্দীকাম কৰিবলৈকে এড়ি দিয়া? কিয়নো
অৰণ্যত মৰাতকৈ মিচৰীয়াইঁতৰ বন্দীকাম কৰাই
১৩ আমালৈ ভাল আছিল। পাছে মোচিয়ে লোক-
বিলাকক কলে, তোমালোকে ভয় নকৰিবা, থিৰে
থাকা; যিহোৱাই আজি তোমালোকলৈ যি
পৰিত্ৰাণৰ কাৰ্য্য সিদ্ধ কৰিব, তাক দেখিবা;
কিয়নো এই যি মিচৰীয়াবোৰক আজি তোমা-
লোকে দেখিছা, ইহঁতক আৰু কেতিয়াও নে-
১৪ দেখিবা। যিহোৱাই তোমালোকৰ নিমিত্তে যুদ্ধ
কৰিব; তোমালোক হলে মনে মনে থাকিবা।
১৫ পাছে যিহোৱাই মোচিক কলে, তুমি মোলৈ
কিয় কাতৰোক্তি কৰিছা? ইস্ৰায়েলৰ সন্তান-
১৬ বিলাকক আগুৱাই যাবলৈ কোৱা। আৰু তুমি
আপোন লাখুটি লৈ সাগৰৰ ওপৰলৈ তোমাৰ
হাত মেলি, তাক দুভাগ কৰা; তাতে ইস্ৰায়েলৰ
সন্তানবিলাকে শুকান বাটেদি সাগৰৰ মাজলৈ
১৭ সোমাব। আৰু দেখা, ময়, ময়েই মিচৰীয়া-
ইঁতৰ মন কঠিন কৰিম; তাতে সিহঁতেও
সিবিলাকৰ পাছে পাছে সোমাব; তেতিয়া
ময় ফৰৌণৰ, আৰু তেওঁৰ সকলো ৰথ ও অশ্বা-
ৰোহী আদি কৰি সৈন্যবিলাকৰ দ্বাৰায়
১৮ গৌৰৱান্বিত হম। তাতে, ফৰোণৰ, আৰু তেওঁৰ
ৰথ ও অশ্বাৰোহীবিলাকৰ দ্বাৰায় ময় গৌৰ-
ৱান্বিত হলে, ময়েই যে যিহোৱা, ইয়াক
১৯ মিচৰীয়াইঁতে জানিব। পাছে ঈশ্বৰৰ যি দূত
ইস্ৰায়েলৰ সৈন্যৰ আগে আগে গৈছিল, তেওঁ
সিবিলাকৰ আগৰ পৰা পাছলৈ গল; আৰু
মেঘস্তম্ভও সিবিলাকৰ আগৰ পৰা পাছলৈ গৈ,
২০ মিচৰীয়া সৈন্যসমূহ, আৰু ইস্ৰায়েলীয়া সৈন্য

সমূহৰ মাজত থাকিলগৈ ; সেয়ে ইদললৈ অন্ধ-
কাৰময় মেঘ হল, কিন্তু সিদললৈ ৰাতি পোহৰ
দিওঁতা হল ; তাতে ওৰেৰাতি ইদলে সিদলৰ
২১ ওচৰ চাপি নগল। পাছে, মোচিয়ে সাগৰৰ
ওপৰলৈ আপোনাৰ হাত মেলিলত, যিহোৱাই
সেই গোটেই নিশা পূব ফালৰ প্ৰবল বতাহেৰে
সাগৰ হোঁহোকাই নি, তাক শুকান ভূমি কৰিলে ;
২২ তাতে পানী দুভাগ কৰা হল। তেতিয়া ইস্ৰায়েলৰ
সন্তানবিলাক শুকান বাটেদি সাগৰৰ মাজলৈ
সোমাল ; আৰু সিবিলাকৰ সোঁহাতে ও বাঁও-
হাতে জলসমূহেই সিবিলাকলৈ গড়স্বৰূপ হল।
২৩ পাছে মিচৰীয়াবিলাক, অৰ্থাৎ ফৰৌণৰ ঘোঁড়া,
ৰথ, আৰু অশ্বাৰোহীবিলাক সিবিলাকৰ পাছে
২৪ পাছে সাগৰৰ মাজলৈকে সোমাই গল। তেতিয়া
ৰাতিৰ শেষ পৰত, যিহোৱাই অগ্নি আৰু মেঘ-
স্তম্ভৰ মাজৰ পৰা মিচৰীয়া সৈন্যসমূহলৈ চাই,
২৫ মিচৰীয়া সৈন্যসমূহক ব্যাকুল কৰিলে ; আৰু
তেওঁ সিহঁতৰ ৰথৰ ঘিলাবোৰো সোলোকালত,
সিহঁতে অতি কষ্টেৰেহে ৰথ চলাব পাৰিলে।
তেতিয়া মিচৰীয়াবিলাকে কলে, আহাঁ, আমি
ইস্ৰায়েলৰ সম্মুখৰ পৰা পলাওঁহঁক ; কিয়নো
যিহোৱাই সিহঁতৰ ফলীয়া হৈ, মিচৰীয়া-
বিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিছে।
২৬ পাছে যিহোৱাই মোচিক কলে, মিচৰীয়া-
হঁতৰ ওপৰলৈ, সিহঁতৰ ৰথ আৰু অশ্বাৰোহী-
বিলাকৰ ওপৰলৈ যেন পুনৰায় জলসমূহ আহিব,
এই নিমিত্তে তুমি সাগৰৰ ওপৰলৈ আপোন
২৭ হাত মেলা। পাছে মোচিয়ে সাগৰৰ ওপৰলৈ
আপোনাৰ হাত মেলিলত, ৰাতিপুৱা পৰত
সাগৰ পুনৰায় সমান হল ; আৰু মিচৰীয়া-
বিলাক পলাওঁতে তাৰ সম্মুখত পড়িল ; এই
ৰূপে যিহোৱাই মিচৰীয়াবিলাকক সাগৰৰ
২৮ মাজত পেলালে। আৰু জলসমূহ উভটি আহি,
ৰথ আৰু অশ্বাৰোহীবিলাকক, অৰ্থাৎ সি-
বিলাকৰ পাছে পাছে সাগৰত সোমোৱা ফৰৌণৰ
সকলো সৈন্যসমূহক ঢাকিলে ; তাতে সিহঁতৰ
২৯ এটাও অৱশিষ্ট নেথাকিল। কিন্তু ইস্ৰায়েলৰ
সন্তানবিলাক সাগৰৰ মাজেদি শুকান বাটে
চলি গল ; আৰু সিবিলাকৰ সোঁহাতে ও
বাঁওহাতে জলসমূহ সিবিলাকলৈ গড়স্বৰূপ হল।
৩০ এই ৰূপে সেই দিনা যিহোৱাই মিচৰীয়া-
বিলাকৰ হাতৰ পৰা ইস্ৰায়েলক পৰিত্ৰাণ
কৰিলে ; আৰু ইস্ৰায়েলে মিচৰীয়াবিলাকক
৩১ সাগৰৰ তীৰত মৰি মৰি থকা দেখিলে। আৰু
যিহোৱাই মিচৰীয়াবিলাকৰ বিৰুদ্ধে এই যি
মহৎ কৰ্ম্ম কৰিলে, তাক ইস্ৰায়েলে দেখিলে ; তাতে
লোকবিলাকে যিহোৱালৈ ভয় কৰি, যিহোৱাত
আৰু তেওঁৰ দাস মোচিতো বিশ্বাস কৰিলে।

চূফ সাগৰৰ দাঁতিত গোৱা মোচিৰ গীত।

১৫ তেতিয়া মোচি আৰু ইস্ৰায়েলৰ সন্তান-
বিলাকে যিহোৱাৰ উদ্দেশে এই গীত গান
কৰিলে ; সিবিলাকে কলে,
মই যিহোৱাৰ উদ্দেশে গান কৰিম, কিয়নো
তেওঁ মহাগৌৰৱান্বিত হল ;
তেওঁ ঘোঁড়া আৰু তাত উঠা জনকো সমুদ্ৰত
পেলাই দিলে।
২ যিহোৱা মোৰ বল আৰু গান ;
তেওঁ মোৰ পৰিত্ৰাণকৰ্ত্তা হল ;
তেওঁ মোৰ ঈশ্বৰ, মই তেওঁৰ প্ৰশংসা কৰিম ;
তেওঁ মোৰ পিতৃৰো ঈশ্বৰ, মই তেওঁৰ গুণ
গান কৰিম।
৩ যিহোৱা পৰাক্ৰমী যুদ্ধাৰু ;
যিহোৱা তেওঁৰ নাম।
৪ তেওঁ ফৰৌণৰ ৰথ আৰু সৈন্যসমূহক সমুদ্ৰত
পেলালে ;
তেওঁৰ মনোনীত সেনাপতিবিলাক চূফ সমু-
দ্ৰত ডুবিল।
৫ জলসমূহে সিহঁতক ঢাকিলে ;
শিলৰ দৰে সিহঁত অগাধ জলৰ তলিলৈ
গল।
৬ হে যিহোৱা, তোমাৰ সোঁ হাত পৰাক্ৰমত
মহিমান্বিত হল ;
হে যিহোৱা, তোমাৰ সোঁ হাতে শত্ৰুক গুৰি
কৰিছে।
৭ তুমি আপোন প্ৰচুৰ মহিমাৰে তোমাৰ
বিৰুদ্ধে উঠাবোৰক বিনষ্ট কৰিছা ;
তুমি পঠোৱা আপোন ক্ৰোধাগ্নিয়ে সিহঁ-
তক নড়াৰ দৰে ভস্ম কৰিছে।
৮ তোমাৰ নাকৰ নিশ্বাসতে জলসমূহ দ'ম
খালে ;
সোঁতবোৰো হাদামৰ দৰে থিয় হৈ ৰল ;
সমুদ্ৰগৰ্ভত অগাধ জলো গোট বান্ধিলে।
৯ শত্ৰুৱে কৈছিল,
মই সিহঁতৰ পাছে পাছে খেদি যাম, সিহঁতক
ধৰিম, লুটদ্ৰব্য ভাগ কৰি লম ;
সিহঁতত মোৰ হাবিয়াহ পূৰ হব ;
মই তৰোৱাল উলিয়াম, মোৰ হাতে সিহঁতক
সংহাৰ কৰিব।
১০ তুমি আপোন বায়ুৰে ফুঁ দিলত, সাগৰে
সিহঁতক ঢাকিলে ;
সিহঁত সীহৰ দৰে মহাজলত তল গল।
১১ হে যিহোৱা, দেৱতাবোৰৰ মাজত তোমাৰ
তুল্য কোন আছে ?
পবিত্ৰতাত তোমাৰ নিচিনা আদৰণীয়ই
বা কোন ?

প্ৰশংসাত ভয়ানক, আশ্চৰ্য্যিত কৰ্ম্মকাৰীয়েই
বা কোন ?
১২ তুমি আপোন সোঁ হাত মেলিলতেই,
পৃথিবীয়ে সিহঁতক গ্ৰাস কৰিলে।
১৩ তুমি উদ্ধাৰ কৰা আপোন লোকক নিজ
দয়াৰে চলাইছা ;
তুমি আপোন পৰাক্ৰমেৰেই সিবিলাকক
তোমাৰ পবিত্ৰ নিবাসলৈ লৈ গৈছা।
১৪ জাতিবিলাকে ইয়াকে শুনি কঁপিব লাগিছে ;
পলেষ্টিয়াবাসীবিলাকক ত্ৰাসে ধৰিছে।
১৫ তাতেই ইদোমৰ গামবিলাক ব্যাকুল হল ;
মোৱাবৰ পৰাক্ৰমীবিলাকক কঁপনিয়ে
ধৰিলে ;
কনানবাসী সকলোৱেই দ্ৰৱ হৈ গল।
১৬ ভয় আৰু ত্ৰাসে সিহঁতক আক্ৰমণ কৰিছে ;
তাতে, হে যিহোৱা, তোমাৰ লোকবিলাক
পাৰ নহয়মানে,
তুমি কিনা প্ৰজাবিলাক পাৰ নহয়মানে,
তোমাৰ বাহুবলৰ দ্বাৰায় সিহঁত শিলৰ দৰে
মনে মনে আছে।
১৭ হে যিহোৱা, তুমি যি ঠাই তোমাৰ নিবাসৰ
অৰ্থে যুগুত কৰিলা,
হে প্ৰভো, যি ধৰ্ম্মধাম তুমি নিজ হাতেৰে
নিৰ্ম্মাণ কৰিলা,
তুমি অধিকাৰ কৰা সেই পৰ্ব্বতলৈ সি-
বিলাকক নি তাত ৰুবাগৈ।
১৮ যিহোৱাই যুগে যুগে অনন্ত কাল ৰাজত্ব
কৰিব।
১৯ কিয়নো ফৰৌণৰ ঘোঁড়াবিলাক তেওঁৰ ৰথ আৰু
অশ্বাৰোহীবিলাকে সৈতে সমুদ্ৰৰ মাজলৈ
সোমালত, যিহোৱাই সমুদ্ৰৰ জল সিহঁতৰ
ওপৰলৈ ওলোটাই আনিলে ; কিন্তু ইস্ৰায়েলৰ
সন্তানবিলাক হলে, সমুদ্ৰৰ মাজেদি শুকান বাটে
২০ চলি গল। তেতিয়া হাৰোণৰ বায়েক মিৰিয়ম
ভাববাদিনীয়ে আপোনাৰ হাতত খঞ্জৰি ললে ;
আৰু তেওঁৰ পাছে পাছে, আন সকলো তিৰুতা-
বিলাকেও হাতে হাতে খঞ্জৰি লৈ, নাচি নাচি
২১ ওলাই গল। আৰু মিৰিয়মে লোকবিলাকৰ
আগত গানৰ এই ধুৱা ধৰিলে,—
তোমালোকে যিহোৱাৰ উদ্দেশে গান কৰা,
কিয়নো তেওঁ মহাগৌৰৱান্বিত হল ;
তেওঁ ঘোঁড়া আৰু তাত উঠা জনকো সমুদ্ৰত
পেলাই দিলে।

চুফ সমুদ্ৰৰ তীৰৰ পৰা ইস্ৰায়েলৰ যাত্ৰা। বটা চৰাই
আৰু মান্না দিয়া।

২২ পাছে মোচিয়ে ইস্ৰায়েলক চুফ সাগৰৰ তীৰৰ
পৰা যাত্ৰা কৰালত, সিবিলাকে চূৰ অৰণ্যত সো-
মাল ; আৰু সেই অৰণ্যেদি তিনি দিন গল, আৰু
২৩ যাওঁতে পানী নেপালে। পাছে সিবিলাকে মাৰা
পালত, মাৰাৰ পানী তিতা হোৱাৰ কাৰণে, তাক
সিবিলাকে পান কৰিব নোৱাৰিলে ; এই কাৰণে
২৪ তাৰ নাম মাৰা [তিতা] ৰখা হল। তেতিয়া লোক-
বিলাকে মোচিৰ অহিতে বকি বকি কলে, আমি
২৫ কি পান কৰিম ? তাতে তেওঁ যিহোৱাৰ আগত
কাতৰোক্তি কৰিলত, যিহোৱাই তেওঁক এজোপা
গছ দেখুৱালে ; তেতিয়া তেওঁ তাকে নি পানীত
পেলাই দিলত, পানী মিঠা হল। সেই ঠাইতে
যিহোৱাই সিবিলাকৰ অৰ্থে এক বিধি আৰু
শাসনপ্ৰণালী নিৰুপণ কৰিলে, আৰু সেই
২৬ ঠাইত সিবিলাকক পৰীক্ষা কৰিলে ; আৰু
তেওঁ কলে, তুমি যদি আপোন ঈশ্বৰ যিহো-
ৱাৰ বাক্য আগ্ৰহেৰে শুনা, তেওঁৰ দৃষ্টিত
যি উচিত তাক কৰা, আৰু তেওঁৰ আজ্ঞালৈ
কাণ দি তেওঁৰ সকলো বিধি পালন কৰা, তেন্তে,
মই মিচৰীয়াহঁতক যি সকলো ৰোগ দিছিলোঁ,
সেইবোৰৰ কোনো ৰোগ তোমাক নিদিম,
কিয়নো মই তোমাৰ আৰোগ্যকাৰী যিহোৱা।
২৭ পাছে সিবিলাক এলীমত উপস্থিত হল ; সেই
ঠাইত পানীৰ বাৰটা ভুমুক, আৰু সত্তৰ জোপা
খৰ্জ্জুৰ গছ আছিল ; সিবিলাকে সেই ঠাইতে
১৬ পানীৰ কাষৰত ছাউনি পাতিলে। পাছে
ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীয়ে
এলীমৰ পৰা যাত্ৰা কৰি, মিচৰ দেশৰ পৰা
ওলাই অহাৰ পাছে, দ্বিতীয় মাহৰ পোন্ধৰ
দিনৰ দিনা, এলীম আৰু চীনয় এই দুয়োৰো
২ মাজত থকা চীন অৰণ্য পালেগৈ। তেতিয়া
ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীয়ে
মোচি আৰু হাৰোণৰ অহিতে অৰণ্যত বকিবলৈ
৩ ধৰিলে। আৰু ইস্ৰায়েলৰ সন্তানবিলাকে তেওঁ-
বিলাকক কলে, আমি যেতিয়া মঙহ ৰন্ধা পাত্ৰৰ
ওচৰত বহি হেঁপাহ নপলাইমানে আহাৰ কৰি-
ছিলোঁ, হায় হায় ! আমি তেতিয়াই মিচৰ
দেশতে যিহোৱাৰ হাতত মৰা হলেই ভাল
আছিল ; কিয়নো, এই গোটেই সমাজক ভোকত
মাৰিবলৈহে তোমালোকে আমাক এই অৰণ্যলৈ
৪ উলিয়াই আনিলা। তেতিয়া যিহোৱাই মোচিক
কলে, লোকবিলাকে মোৰ ব্যৱস্থাত চলিব নে
নচলে, তাৰ পৰীক্ষা কৰিবৰ নিমিত্তে, দেখা, মই
তোমালোকলৈ আকাশৰ পৰা পিঠা বৰষাম,
আৰু লোকবিলাকে ওলাই গৈ দিনৰ আহাৰ
৫ দিনে গোটাব। ষষ্ঠ দিনা সিবিলাকে যি আনিব,
তাক যুগুত কৰিলে, দিনে দিনে যিমান গোটায়,
৬ তাৰ দুগুণ হব। পাছে মোচি আৰু হাৰোণে
ইস্ৰায়েলৰ সকলো সন্তানবিলাকক কলে, গোধূলি
হলে, তোমালোকে জানিবা, যে, যিহোৱাইহে

তোমালোকক মিচৰৰ পৰা উলিয়াই আনিলে।
৭ আৰু ৰাতিপুৱা হলে, তোমালোকে যিহোৱাৰ
প্ৰতাপ দেখিবলৈ পাবা ; কিয়নো যিহোৱাৰ
বিৰুদ্ধে তোমালোকে যি বকিলা, তাক তেওঁ
শুনিলে। আমি নো কোন, যে, তোমালোকে
৮ আমাৰ বিৰুদ্ধে বকা ? মোচিয়ে আৰু কলে,
যেতিয়া যিহোৱাই গোধূলি পৰত, তোমালোকক
খাবলৈ মঙহ, আৰু ৰাতিপুৱা পৰত, হেঁপাহ
পলোৱাকৈ পিঠা দিব, তেতিয়া দেখিবা।
কিয়নো যিহোৱাৰ বিৰুদ্ধে তোমালোকৰ যি
বকনি, তাক তেওঁ শুনিলে। আমি নো কোন ?
তোমালোকৰ সেই বকনি আমাৰ বিৰুদ্ধে নহয়,
৯ যিহোৱাৰ বিৰুদ্ধেহে হৈছে। আৰু মোচিয়ে
হাৰোণক কলে, তুমি ইস্ৰায়েলৰ সন্তানবিলাকৰ
গোটেই মণ্ডলীক কোৱা, তোমালোক যিহোৱাৰ
আগলৈ চাপি আহাঁ ; কিয়নো তেওঁ তোমা-
১০ লোকৰ বকনি শুনিলে। পাছে হাৰোণে ইস্ৰা-
য়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীক ইয়াকে
কওঁতেই, সিবিলাকে মুখ ঘুৰাই অৰণ্যৰ ফাললৈ
চাই দেখিলে, যে, মেঘস্তম্ভৰ মাজত যিহোৱাৰ
১১ প্ৰতাপ প্ৰকাশিত হৈছে। তাতে যিহোৱাই
১২ মোচিক কলে, ময় ইস্ৰায়েলৰ সন্তানবিলাকৰ
বকনি শুনিলোঁ ; তুমি সিবিলাকক কোৱা,
গোধূলি হলে, তোমালোকে মঙহ খাবলৈ পাবা,
আৰু ৰাতিপুৱা হলে, হেঁপাহ পলোৱাকৈ পিঠা
খাবলৈ পাবা ; তাতে, ময়েই যে তোমালোকৰ
ঈশ্বৰ যিহোৱা, ইয়াক তোমালোকে জানিবলৈ
১৩ পাবা। পাছে গোধূলি হলত, বটা চৰাইবোৰ
আহি ছাউনি ঢাকি পৰিলে। আৰু ৰাতিপুৱা
১৪ ছাউনিৰ চাৰিওফালে নিয়ৰ পৰিল। পাছে পৰি
থকা সেই নিয়ৰবোৰ নাইকিয়া হলত, দেখা,
গোট বন্ধা নিয়ৰৰ নিচিনা সৰু এবিধ ঘুৰণীয়া
সৰু সৰু বস্তু গোটেইখন অৰণ্যৰ ভূমিত পৰি
১৫ আছে। তেতিয়া ইস্ৰায়েলৰ সন্তানবিলাকে তাকে
দেখি ইজনে সিজনক কলে, মান-হু ? [এইয়া কি ?]
কিয়নো সেয়ে নো কি, তাক সিবিলাকে নেজা-
নিলে। তেতিয়া মোচিয়ে সিবিলাকক কলে, এয়েই
যিহোৱাই তোমালোকক খাবলৈ দিয়া পিঠা।
১৬ যিহোৱাই যি আজ্ঞা কৰিছিল, সেয়ে এই,
তোমালোক প্ৰতিজনে আপুনি খাব পৰা শক্তি
অনুসাৰে তাক গোটোৱা ; তোমালোক প্ৰতিজনে
আপোন আপোন তাম্বুত থকা প্ৰাণীবিলাকৰ
সংখ্যা অনুসাৰে এক এক জনৰ নিমিত্তে এক এক
১৭ ওমৰ পৰিমাণে তাক গোটাই লোৱা। তাতে
ইস্ৰায়েলৰ সন্তানবিলাকে সেই ৰূপেই কৰিলে ;
কোনোৱে অধিক, কোনোৱে তাকৰকৈ গোটালে।
১৮ পাছে তাক ওমৰত জুখিলত, যেয়ে অধিককৈ
গোটালে, তাৰ অতিৰিক্ত নহল, আৰু যেয়ে
তাকৰকৈ গোটালে, তাৰো অভাৱ নহল।
সিবিলাক প্ৰতিজনে খাব পৰা শক্তি অনুসাৰে
১৯ গোটালে। পাছে মোচিয়ে সিবিলাকক কলে,
কোনেও ৰাতিপুৱালৈ ইয়াৰ অৱশিষ্ট নে-
২০ ৰাখোক। তথাপি কোনো কোনোৱে মোচিৰ কথা
নুশুনি, ৰাতিপুৱালৈ তাৰ অৱশিষ্ট ৰাখিলে ;
পাছে তাত পোক জন্মিল, আৰু দুৰ্গন্ধও হল ;
২১ তাতে মোচিয়ে সিবিলাকক খং কৰিলে। এই
ৰূপে সিবিলাকে ৰাতিপুৱা ৰাতিপুৱা প্ৰতিজন
মানুহে খাব পৰা শক্তি অনুসাৰে তাক গোটাই
লয় ; কিন্তু ৰ'দ উঠি আহিলে, সি পমি যায়।
২২ পাছে ষষ্ঠ দিনা সিবিলাকে দুগুণ, অৰ্থাৎ প্ৰতি-
জনৰ নিমিত্তে দুই দুই ওমৰ পিঠা গোটালে ;
তাতে মণ্ডলীৰ সকলো অধ্যক্ষবিলাকে আহি
২৩ মোচিক জনালে। তেতিয়া তেওঁ সিবিলাকক কলে,
যিহোৱাই কোৱা কথা এই, কাইলৈ সম্পূৰ্ণ
বিশ্ৰামৰ বিশ্ৰামদিন, যিহোৱাৰ উদ্দেশে পবিত্ৰ
বিশ্ৰামদিন ; তোমালোকে যি ভাজিব খোজা
ভাজা, যি সিজাব খোজা সিজোৱা ; আৰু তাৰ
যি অৱশিষ্ট থাকে, তাক ৰাতিপুৱাৰ নিমিত্তে
২৪ থৈ দিবা। পাছে সিবিলাকে মোচিৰ আজ্ঞাৰ
দৰে, ৰাতিপুৱালৈ তাক থৈ দিলে ; তথাপি তাত
২৫ দুৰ্গন্ধ নহল, আৰু পোকো নহল। পাছে মোচিয়ে
কলে, আজি তাকে ভোজন কৰা ; কিয়নো
আজি যিহোৱাৰ উদ্দেশে বিশ্ৰামদিন ; আজি
২৬ পথাৰত তাক নেপাবা। তোমালোকে ছদিন
তাক গোটাবা ; কিন্তু সপ্তম দিন বিশ্ৰামদিন ;
২৭ সেই দিনা তাক পোৱা নেযাব। তথাপি সপ্তম
দিনাও লোকবিলাকৰ মাজৰ কোনো কোনোৱে
গোটাবলৈ ওলাই গল ; কিন্তু একোকে নেপালে।
২৮ তেতিয়া যিহোৱাই মোচিক কলে, তোমালোকে
মোৰ আজ্ঞা আৰু ব্যৱস্থাবিলাক পালন কৰিবলৈ
২৯ কিমান কাল অমান্তি হৈ থাকিবা ? দেখা, যিহো-
ৱাই তোমালোকক বিশ্ৰামদিন দিলে ; এই
হেতুকে তেওঁ ষষ্ঠ দিনা তোমালোকক দুদিনৰ
আহাৰ দিয়ে ; তোমালোক প্ৰতিজনে আপোন
আপোন ঠাইতে থাকা ; সপ্তম দিনা কোনেও
আপোন আপোন ঠাইৰ পৰা বাহিৰলৈ ওলাই
৩০ নেযাওক। তেতিয়া লোকবিলাকে সপ্তম দিনা
৩১ বিশ্ৰাম কৰিলে। পাছে ইস্ৰায়েল বংশই সেই
আহাৰৰ নাম মান্না ৰাখিলে ; সেয়ে ধনীয়া
গুটীৰ নিচিনা, আৰু বগা ; আৰু তাৰ আস্বাদ
৩২ মৌ মিহলোৱা পিঠাৰ সদৃশ আছিল। পাছে
মোচিয়ে কলে, যিহোৱাই কৰা আজ্ঞা এই, ময়
তোমালোকক মিচৰ দেশৰ পৰা বাহিৰ কৰি
আনোতে, অৰণ্যত যি পিঠা তোমালোকক খুৱাই-
ছিলোঁ, তাক যেন তোমালোকৰ ভাবিবংশই
দেখিবলৈ পাব, এই নিমিত্তে তাৰ পুৰা এক

ওমর তোমালোকর পুরুষানুক্রমে রাখি থবা।
৩৩ তেতিয়া মোচিয়ে হারোণক কলে, তুমি এটা পাত্র
লৈ, তাত পূরা এক ওমর মান্না ভরাই, তোমা-
লোকর পুরুষানুক্রমে থাকিবলৈ, যিহোৱার
৩৪ সন্মুখত থৈ দিয়াগৈ। তেতিয়া, যিহোৱাই
মোচিক দিয়া আজ্ঞার দরেই, সেয়ে সদায় থাকি-
বর নিমিত্তে, হারোণে তাক সাক্ষ্যফলির আগত
৩৫ থৈ দিলেগৈ। আরু ইস্রায়েলর সন্তানবিলাকে
নিবাসর দেশ নোপোৱালৈকে চল্লিশ বছর সেই
মান্না খাইছিল; সিবিলাকে কনান দেশর সীমা
নোপোৱালৈকে সেই মান্নাকেহে ভোজন করি-
৩৬ ছিল। এক ওমর ঐফার দহ ভাগর এভাগ।

লোকবিলাকক পানী দিয়া।॰ অমালেকে সৈতে যুদ্ধ।

১৭ পাছে ইস্রায়েলর সন্তানবিলাকর গোটেই
মণ্ডলীয়ে যিহোৱার আজ্ঞার দরে, চীন
অরণ্যর পরা যাত্রা করি, রব লগা ঠাইত থাকি
থাকি রফীদীম পাই, তাত ছাউনি পাতিলেগৈ;
কিন্তু সেই ঠাইত লোকবিলাকে খাবলৈ পানী
২ নাছিল। এই কারণে লোকবিলাকে মোচিরে
সৈতে বিবাদ করি কলে, খাবলৈ আমাক পানী
দিয়া। তাতে মোচিয়ে সিবিলাকক কলে, তোমা-
লোকে কিয় মোরে সৈতে বিবাদ করিছা? কিয়
৩ যিহোৱার পরীক্ষা করিছা? তেতিয়া লোকবিলাকে
সেই ঠাইত পানীর পিয়াহত ব্যাকুল হৈ, মোচির
অহিতে বকি কলে, তুমি আমাক, আমার সন্তান-
বিলাকক, আরু পশুবোরকো পিয়াহত মারিবলৈ
৪ মিচরর পরা কিয় আমাক আনিলা? তাতে মো-
চিয়ে যিহোৱার আগত কাতরোক্তি করি কলে, ময়
এই লোকবিলাকর অর্থে কি করিম? সিবিলাকে
মোক শিল দলিয়াই মারিবলৈ প্রায় যুগুত
৫ আছে। তেতিয়া যিহোৱাই মোচিক কলে, তুমি
ইস্রায়েলর বৃদ্ধ লোকর কেইজনমানক লগত লৈ,
লোকসমূহর সাক্ষাতে ওলাই যোৱা; আরু তুমি
যিহেরে নদী প্রহার করিছিলা, তোমার সেই
৬ লাখুটিকো হাতত লৈ যোৱা। দেখা, ময় হোরে-
বর সেই ঠাইত শিলটোর ওপরত তোমার
সন্মুখত থিয় হমগৈ; তুমি সেই শিলটোতে
প্রহার করিবা, তাতে লোকবিলাকে খাবলৈ, তার
পরাই পানী ওলাব। তেতিয়া মোচিয়ে ইস্রা-
য়েলর বৃদ্ধ লোকবিলাকর আগতে সেই রূপে
৭ করিলে। তাতে ইস্রায়েলর সন্তানবিলাকে বিবাদ
করার নিমিত্তে, আরু যিহোৱা আমার মাজত
আছে নে নাই, এই কথা কৈ যিহোৱার পরীক্ষা
করার কারণেও, তেওঁ সেই ঠাইর নাম মঃসা আরু
মিরীবা [পরীক্ষা আরু বিবাদ] রাখিলে।
৮ সেই সময়ত অমালেকে আহি রফীদীমত
৯ ইস্রায়েলে সৈতে যুদ্ধ করিলে। তাতে মোচিয়ে
যিহোচূৱাক কলে, তুমি আমার নিমিত্তে কেও-
বিলাক মানুহ বাচি লৈ, অমালেকে সৈতে যুদ্ধ
করিবলৈ ওলাই যোৱা; কাইলৈ ময় ঈশ্বরর
লাখুটি হাতত লৈ পর্ব্বতর টিঙত থিয় হমগৈ।
১০ তেতিয়া যিহোচূৱাই মোচির আজ্ঞার দরেই
কার্য্য করি, অমালেকে সৈতে যুদ্ধ করিলে। পাছে
মোচি, হারোণ, আরু হূরে পর্ব্বতর টিঙত উঠিল-
১১ গৈ। তাতে মোচিয়ে আপোন হাত দাঙি থাকে-
মানে ইস্রায়েল জয়ী হয়; কিন্তু আপোন হাত
১২ নমালেই, অমালেক জয়ী হয়। এই রূপে করি
করি মোচির হাত ভাৰ হলত, তেওঁবিলাকে এচটা
শিল আনি, তেওঁর ওচরত থলে; আরু তেওঁ
তার ওপরত বহিলত, হারোণ আরু হূরে এজনে
একালে, আন জনে আন কালে তেওঁর হাত
দুখন ধরি রাখিলে; তাতে বেলি মার নোযোৱা-
১৩ লৈকে তেওঁর হাত থিরে থাকিল। এই হেতুকে
যিহোচূৱাই অমালেক আরু তার লোকবোরক
১৪ তরোৱালর ধারেরে পরাজয় করিলে। পাছে
যিহোৱাই মোচিক কলে, সোঁৱরণর অর্থে এই
কথা পুস্তকত লিখা, আরু যিহোচূৱার কাণত তাক
শুনুৱা; কিয়নো ময় আকাশর তলর পরা অমা-
১৫ লেকর নাম নিচেইকৈ লুপ্ত করিম। তেতিয়া
মোচিয়ে এটা যজ্ঞবেদি নির্ম্মাণ করি, তার নাম
যিহোৱা-নিচ্চী [ যিহোৱা মোর ধ্বজা ] রাখিলে;
১৬ আরু তেওঁ কলে, যিহোৱাই শপথ করিলে; পুরু-
ষানুক্রমে অমালেকে সৈতে যিহোৱার যুদ্ধ হব।

মোচিক দিয়া যিথ্রোর পরামর্শ।

১৮ পাছে, ঈশ্বরে মোচিলৈ আরু আপোন
প্রজা-ইস্রায়েললৈ যি যি কর্ম্ম করিলে,
বিশেষকৈ যিহোৱাই মিচরর পরা ইস্রায়েলক
যি রূপে বাহির করি আনিলে, সেই সকলো
কথা মোচির শহুরেক মিদিয়নীয়া পুরোহিত
২ যিথ্রোৱে শুনিবলৈ পালে। তেতিয়া মোচির শহু-
রেক যিথ্রোৱে, আপোন ঘরলৈ পঠোৱা মোচির
ভার্য্যা চিপ্পোরাক, আরু তেওঁর দুজন পুত্রক লগত
৩ ললে। সেই দুজন পুত্রর এজনর নাম গের্চোম,
কিয়নো মোচিয়ে কৈছিল, ময় পরর দেশত
৪ প্রবাসী হৈ আছোঁ। আরু এজনর নাম ইলীয়ে-
জর; কিয়নো তেওঁ কৈছিল, মোর পিতৃর ঈশ্বর
মোর সহকারী হৈ, ফরৌণর তরোৱালর পরা
৫ মোক উদ্ধার করিলে। যিথ্রোৱে আপোন জোঁ-
ৱায়েক মোচির দুজন পুত্রক আরু ভার্য্যাক লগত
লৈ, মোচিয়ে ঈশ্বরর পর্ব্বতর যি ঠাইত ছাউনি
পাতি থাকিছিল, সেই অরণ্যত তেওঁর ওচর
৬ পালেগৈ। আরু তেওঁ মোচিক এই সংবাদ দিলে,
বোলে, তোমার শহুরেরা ময় যিথ্রোৱে তোমার
ওচরলৈ, আরু তায়ে সৈতে তাইর লরা দুটীক

৭ তোমার ওচরলৈ লৈ আহিছোঁ। তেতিয়া মোচিয়ে
আপোন শহুরেকক আগ বঢ়াবর নিমিত্তে
বাহিরলৈ ওলাই গৈ, তেওঁক প্ৰণাম করি চুমা
খালে ; আরু ইজনে সিজনে কুশলবার্ত্তা সোধা-
৮ সুধি করি, তেওঁবিলাক তাম্বুত সোমাল। পাছে
যিহোৱাই ফরৌণ আরু মিচরীয়াবিলাকলৈ ইস্রা-
য়েলর নিমিত্তে যি যি করিছিল, আরু বাটত
সিবিলাকর যি যি ক্লেশ ঘটিছিল, আরু যিহো-
ৱাই যি রূপে সিবিলাকক উদ্ধার করিলে, সেই
সকলোরে বৃত্তান্ত মোচিয়ে আপোন শহুরেকক
৯ কলে। তাতে, যিহোৱাই মিচরীয়াবিলাকর হাতর
পরা ইস্রায়েলক উদ্ধার করি, সিবিলাকর যি যি
মঙ্গল করিলে, সেই সকলোর কারণে যিথ্ৰোৱে
১০ আনন্দ পালে। আরু যিথ্ৰোৱে কলে, যি জনাই
মিচরীয়াইঁতর হাতর পরা, আরু ফরৌণর হাতর
পরা তোমালোকক উদ্ধার করিলে, যি জনাই
মিচরীয়াইঁতর অধীনতার পরা লোকবিলাকক
১১ উদ্ধার করিলে, সেই যিহোৱা ধন্য। যিহোৱা
যে সকলো দেৱতাবোরত্কৈ মহান, তাক ময়
এতিয়া জানিলোঁ ; বিশেষকৈ, মিচরীয়াইঁতে
ইবিলাকর অহিতে গর্ব্ব করা বিষয়তেই তেওঁ
১২ মহান। পাছে মোচির শহুরেক যিথ্ৰোৱে ঈশ্বরর
উদ্দেশে এক হোমবলি, আরু কেইটামান মঙ্গ-
লার্থক বলি আনি উৎসর্গ করিলে ; আরু হারোণ
ও ইস্রায়েলর সকলো বৃদ্ধ লোকবিলাকে আহি,
ঈশ্বরর সম্মুখত মোচির শহুরেকে সৈতে ভোজন
১৩ করিলে। তার পাছদিনা মোচিয়ে লোকবিলাকর
সোধবিচার করিবলৈ বহিলত, রাতিপুৱারে পরা
সন্ধ্যালৈকে লোকবিলাক তেওঁর চারিওফালে থিয়
১৪ হৈ আছিল। পাছে, মোচিয়ে লোকবিলাকলৈ
করা সকলো কর্ম্ম তেওঁর শহুরেকে দেখি তেওঁক
কলে, তুমি লোকবিলাকলৈ এইটো নো কি কর্ম্ম
করিছা ? তুমি কিয় অকলেই বহি থাকা, আরু
লোকবিলাক রাতিপুৱার পরা সন্ধ্যালৈকে
১৫ তোমার চারিওফালে থিয় হৈ থাকে ? তাতে
মোচিয়ে আপোন শহুরেকক কলে, তার কারণ
এই, ঈশ্বরক কোনো কথা সুধিবলৈ লোকবিলাকে
১৬ মোর ওচরলৈ আহে ; সিবিলাকর কিবা কথা
থাকিলে, তাক মোর ওচরলৈ আনে, আরু ময়
এচরীয়া পদকীয়ার মাজত সোধবিচার করোঁ ;
আরু ময় ঈশ্বরর বিধি আরু ব্যৱস্থাবিলাক বুজাই
১৭ দিওঁ। তেতিয়া মোচির শহুরেকে মোচিক কলে,
১৮ তুমি এই যি কর্ম্ম করিছা, ই ভাল নহয় ; ইয়াতে
তুমি আরু তোমার লগর এই লোকবিলাকো
নিচেইকৈ হঁত হৈ যাবা ; কিয়নো এই কার্য্য
তোমার শক্তির অতিরিক্ত ; তুমি অকলেই তাক
১৯ চলাব নোৱারা। এতেকে মোর কথা শুনা, ময়
তোমাক বুদ্ধি দিওঁ, আরু ঈশ্বরো তোমার সহায়
হওক ; তুমি ঈশ্বরর সম্মুখত লোকবিলাকর
প্ৰতিনিধি হৈ, সিবিলাকর কথা ঈশ্বরক জনোৱা।
২০ আরু তুমি সিবিলাকক বিধি আরু ব্যৱস্থাবিলাক
শিকোৱা ; আরু সিবিলাকে চলিব লগীয়া পথ
আরু করিব লগীয়া কর্ম্মকো সিবিলাকক দেখুউৱা।
২১ আরু তুমি এই লোকবিলাকর মাজর পরা কর্ম্ম-
নিপুণ, ঈশ্বর-ভয়কারী, সত্যবাদী, আরু লোভ-
ঘৃণাকারী মানুহবিলাকক মনোনীত করি, লোক-
বিলাকর ওপরত সহস্রপতি, শতপতি, পঞ্চাশ-
২২ পতি, আরু দশপতি করি নিযুক্ত করা ; সিবি-
লাকে সকলো সময়ত লোকবিলাকর সোধবিচার
করোক ; কোনো ডাঙর বিচার হলে, তোমার
ওচরলৈ তাক আনিব, কিন্তু সরু সরু বিচার-
বিলাক হলে সিবিলাকে নিজেই করিব ; এই
রূপে সিবিলাকে তোমারে সৈতে ভার বলে,
২৩ তোমালৈ লঘু হব। তুমি যদি এই কর্ম্ম করা, আরু
ঈশ্বরে তোমাক এই রূপে আজ্ঞাও দিয়ে, তেতিয়া
তুমি সহিব পারিবা, আরু এই লোকবিলাক
২৪ কুশলে আপোনাবিলাকর ঠাইলৈ যাব। তাতে
মোচিয়ে আপোন শহুরেকর কথা শুনি, তেওঁ
২৫ কোৱার দরেই চলি, সমুদায় ইস্রায়েলর মাজর
পরা কর্ম্মনিপুণ মানুহবিলাকক মনোনীত করি,
লোকবিলাকর ওপরত সহস্রপতি, শতপতি,
পঞ্চাশপতি, আরু দশপতি, এই এই প্ৰধান লোক
২৬ নিযুক্ত করিলে। তাতে সিবিলাকে সকলো সময়তে
লোকবিলাকর সোধবিচার করে ; টান টান বিচার
সিবিলাকে মোচির আগলৈ নিয়ে, কিন্তু সরু
সরু বিচারবিলাক হলে, সিবিলাকে নিজে
২৭ নিজেই করে। পাছে মোচিয়ে শহুরেকক বিদায়
দিলত, তেওঁ আপোন দেশলৈ গুচি গল।

ঈশ্বরর ব্যৱস্থার অর্থে লোকবিলাকক যুগুত
করোৱা।

১৯ ইস্রায়েলর সন্তানবিলাকে মিচর দেশর
পরা ওলাই যোৱার পাছে, তৃতীয় মাহর
প্ৰথম দিনাই সিবিলাকে চীনয় অরণ্য পালেগৈ।
২ সিবিলাকে রফীদীমর পরা যাত্ৰা করি, চীনয়
অরণ্য পাই সেই অরণ্যতে ছাউনি পাতিলে ;
ইস্রায়েলে সেই ঠাইতে পর্ব্বতর সম্মুখত ছাউনি
৩ স্থাপন করিলে। পাছে মোচিয়ে ঈশ্বরর ওচরলৈ
উঠি গলত, যিহোৱাই পর্ব্বতর পরা তেওঁক মাত
লগাই কলে, তুমি যাকোবর বংশক এই কথা কোৱা,
আরু ইস্রায়েলর সন্তানবিলাকক ইয়াক জনোৱা,
৪ ময় মিচরীয়াইঁতলৈ যি করিলোঁ, আরু যেনেকৈ
কুরর পক্ষীর তেউকার ডাঙরায়, তেনেকৈ তোমা-
লোকক বৈ যে নিজর ওচরলৈ আনিলোঁ, তাক
৫ তোমালোকে দেখিলা। আরু এতিয়া যদি তোমা-
লোকে নিশ্চয়ে মোর কথা শুনা, আরু মোর

নিয়মটি পালন কৰা, তেন্তে, তোমালোক সকলো
জাতিবিলাকৰ মাজৰ পৰা লোৱা মোৰ বিশেষ
বস্তু থকা ধনস্বৰূপ লোক হবা; কিয়নো সমুদায়
৬ পৃথিবী মোৰেই। আৰু মোৰ নিমিত্তে তোমা-
লোক ৰাজকীয় পুৰোহিতসমূহ আৰু পবিত্ৰ
জাতি হবা। এইবিলাক কথা তুমি ইস্ৰায়েলৰ
৭ সন্তানবিলাকক কোৱা। পাছে মোচিয়ে আহি
লোকবিলাকৰ বৃদ্ধ লোকক মাতি নি, যিহো-
ৱাই তেওঁক আজ্ঞা কৰা সেই সকলো কথা সি-
৮ বিলাকৰ আগত প্ৰকাশ কৰিলে। তাতে সমুদায়
লোকে একেলগে উত্তৰ দি কলে, যিহোৱাই যি
যি কৈছে, সেই সকলোকে আমি কৰিম। তেতিয়া
মোচিয়ে যিহোৱাৰ আগত লোকবিলাকৰ কথা
৯ জনালে। তাতে যিহোৱাই মোচিক কলে, দেখা,
লোকবিলাকে তোমাৰ লগত ময় কথা হোৱা
শুনিবলৈ পাই তোমাত যেন সদায় বিশ্বাস
কৰিব, এই নিমিত্তে ময় ঘোৰ মেঘত তোমাৰ
ওচৰলৈ আহিম। পাছে মোচিয়ে যিহোৱাৰ
১০ আগত লোকবিলাকৰ কথা কলত, যিহোৱাই
মোচিক কলে, তুমি লোকবিলাকৰ ওচৰলৈ গৈ,
আজি আৰু কাইলৈ সিবিলাকক পবিত্ৰ কৰা,
আৰু সিবিলাকে আপোন আপোন কাপড়-
১১ কানি ধুই, তৃতীয় দিনৰ নিমিত্তে সিবিলাক
যুগুত হওক; কিয়নো তৃতীয় দিনা যিহোৱা
সকলো লোকবিলাকৰ সাক্ষাতে চীনয় পৰ্ব্বতৰ
১২ ওপৰলৈ নামি আহিব। আৰু তুমি লোক-
বিলাকলৈ চাৰিওফালে সীমা নিৰূপণ কৰি এই
কথা কোৱা, তোমালোক পৰ্ব্বতত নুঠিবলৈ, আৰু
তাৰ সীমা নুচুবলৈ সাৱধান হোৱা; যি
কোনোৱে পৰ্ব্বত চুব, তাৰ অৱশ্যে প্ৰাণদণ্ড
১৩ হব; কোনোৱে সেই মানুহক হাতেৰে নুচুব,
কিন্তু শিলৰ দলিত বা কাঁড়ৰ দ্বাৰায় তাক মৰা
হব; পশু হওক, বা মানুহেই হওক, সি
জীয়াই নেথাকিব; যেতিয়া দীঘলীয়াকৈ শিঙা
বাজিব, তেতিয়া সিবিলাক পৰ্ব্বতলৈ উঠিব।
১৪ পাছে মোচিয়ে পৰ্ব্বতৰ পৰা নামি, লোক-
বিলাকৰ ওচৰলৈ আহি লোকবিলাকক পবিত্ৰ
কৰিলে; আৰু সিবিলাকে আপোন আপোন
১৫ কাপড়কানিও ধুলে। আৰু তেওঁ লোকবিলাকক
কলে, তোমালোক তৃতীয় দিনৰ নিমিত্তে যুগুত
১৬ হোৱা; তিৰুতাৰ ওচৰলৈ নেযাবা। পাছে
তৃতীয় দিনা ৰাতি পুৱালত, মেঘগৰ্জ্জন, বিজুলী,
পৰ্ব্বতৰ ওপৰত ঘোৰ মেঘ, আৰু অতিশয় ভয়া-
নক শিঙাধ্বনি হল; তাতে ছাউনিত থকা
১৭ সমুদায় লোক কঁপিব ধৰিলে। পাছে মোচিয়ে
ঈশ্বৰৰ সন্মুখলৈ লোকবিলাকক ছাউনিৰ পৰা
উলিয়াই নিলত, সিবিলাক পৰ্ব্বতৰ তল
১৮ ভাগত থিয় হলগৈ। তেতিয়া যিহোৱা চীনয়
পৰ্ব্বতৰ ওপৰলৈ অগ্নিত নামি অহাত, সেই
গোটেই পৰ্ব্বত ধুঁৱামময় হল; আৰু অগ্নি-
কুণ্ডৰ ধুঁৱাৰ নিচিনাকৈ তাৰ ধুঁৱা উঠিল, আৰু
১৯ গোটেই পৰ্ব্বত বৰকৈ কঁপিব ধৰিলে। পাছে
শিঙাধ্বনি অতিশয়ৰূপে বাঢ়ি গলত, মোচিয়ে
কথা কলে, আৰু ঈশ্বৰে আকাশীবাণীৰে তেওঁক
২০ উত্তৰ দিলে। এই ৰূপে যিহোৱা চীনয় পৰ্ব্বতলৈ
পৰ্ব্বতৰ টিঙলৈ নামিল; আৰু যিহোৱাই
মোচিক পৰ্ব্বতৰ টিঙলৈকে মাতিলত, তেওঁ উঠি
২১ গল। তেতিয়া যিহোৱাই মোচিক কলে, লোক-
বিলাকে চাবৰ নিমিত্তে যিহোৱাৰ ওচৰলৈ যেন
সীমা লঙ্ঘন কৰি নাহে, আৰু সিহঁতৰ অনেক
লোক যেন বিনষ্ট নহয়, এই নিমিত্তে তুমি নামি
২২ গৈ সিবিলাকক শকত আজ্ঞা দিয়া। আৰু যি
পুৰোহিতবিলাক যিহোৱাৰ ওচৰলৈ আহে,
সিবিলাকক যিহোৱাই যেন আক্ৰমণ নকৰে,
এই নিমিত্তে সিবিলাকেও আপোনাবিলাকক
২৩ পবিত্ৰ কৰোক। তাতে মোচিয়ে যিহোৱাক কলে,
লোকবিলাক চীনয় পৰ্ব্বতৰ ওপৰলৈ আহিব
নোৱাৰে; কিয়নো, পৰ্ব্বতৰ সীমা নিৰূপণ কৰি
তাক পবিত্ৰ কৰা বুলি তুমি আমাক শকত আজ্ঞা
২৪ দিছিলা। তেতিয়া যিহোৱাই তেওঁক কলে,
যোৱা, তুমি নামি যোৱা; পাছে উঠি আহিবা,
আৰু হাৰোণো তোমাৰ লগত আহোক; কিন্তু
পুৰোহিতবিলাকে আৰু লোকবিলাকে হলে,
যিহোৱাই সিবিলাকক আক্ৰমণ নকৰিবৰ
নিমিত্তে, যিহোৱাৰ ওচৰলৈ উঠি আহিবলৈ
২৫ সীমা লঙ্ঘন নকৰোক। তেতিয়া মোচিয়ে লোক-
বিলাকৰ ওচৰলৈ নামি আহি, সিবিলাকৰ
আগত সেই কথা কলে।

ঈশ্বৰে দহোটা আজ্ঞা দিয়া।

২০ পাছে ঈশ্বৰে এই সকলো কথা কলে, বোলে,
বন্দীঘৰস্বৰূপ মিচৰ দেশৰ পৰা তোমাক
উলিয়াই অনা তোমাৰ ঈশ্বৰ যিহোৱা ময়েই।
৩ মোৰ আগত তোমাৰ আন কোনো দেৱতা
নেথাকোক।
৪ তুমি আপোনালৈ কোনো কটা প্ৰতিমা, বা
ওপৰত থকা স্বৰ্গত, তলত থকা পৃথিবীত, আৰু
পৃথিবীৰ তলত থকা পানীত যি যি আছে,
সেইবোৰৰ আকৃতিৰে কোনো মূৰ্ত্তি নেসাজিবা।
৫ সেইবোৰৰ আগত তুমি প্ৰণিপাত নকৰিবা,
আৰু সেইবোৰক সেৱাপূজাও নকৰিবা; কিয়নো
তোমাৰ ঈশ্বৰ যিহোৱা ময় আপোন মৰ্য্যাদা
ৰখাত উদ্যোগী ঈশ্বৰ, মোক যিণাওঁতাবোৰৰ
তৃতীয় চতুৰ্থ পুৰুষলৈকে, সন্তানবিলাকৰ ওপৰত
৬ পিতৃবিলাকৰ অপৰাধৰ প্ৰতিফল দিওঁতা, আৰু
মোক প্ৰেম কৰা ও মোৰ আজ্ঞা পালন কৰা-

বিলাকৰ হাজাৰ হাজাৰ পুৰুষলৈকে দয়া কৰোঁতা
ঈশ্বৰ।
৭ তুমি আপোন ঈশ্বৰ যিহোৱাৰ নাম অনৰ্থক-
ৰূপে নলবা; কিয়নো, যি কোনোৱে তেওঁৰ
নাম অনৰ্থকৰূপে লয়, যিহোৱাই তাক নিৰ্দ্দোষী
নকৰিব।
৮ তুমি বিশ্ৰামদিন সোঁৱৰণ কৰি পবিত্ৰ কৰা।
৯ ছদিন পৰিশ্ৰম কৰি তোমাৰ সকলো কাৰ্য্য কৰা;
১০ কিন্তু সপ্তম দিন তোমাৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে
বিশ্ৰামদিন; সেই দিনা তুমি, তোমাৰ পো বা
জী, তোমাৰ বন্দী বা বেটী, তোমাৰ পশু বা
তোমাৰ নগৰৰ দুৱাৰৰ ভিতৰত থকা বিদেশী,
১১ কোনোৱে একো কাম নকৰিবা; কিয়নো যিহো-
ৱাই আকাশমণ্ডল, পৃথিবী, সমুদ্ৰ, আৰু সেই-
বোৰত থকা সকলোকে ছদিনে নিৰ্ম্মাণ কৰি, সপ্তম
দিনা বিশ্ৰাম কৰিলে; এই হেতুকে যিহোৱাই
বিশ্ৰামদিনক আশীৰ্ব্বাদ কৰি পবিত্ৰ কৰিলে।
১২ তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যি দেশ দিছে,
সেই দেশত তোমাৰ আয়ুস দীঘল হবৰ নিমিত্তে,
তুমি আপোন পিতৃ মাতৃক সন্মান কৰিবা।
১৩ তুমি নৰবধ নকৰিবা।
১৪ তুমি পৰস্ত্ৰী গমন নকৰিবা।
১৫ তুমি চুৰ নকৰিবা।
১৬ তুমি লোকৰ অহিতে মিছা সাক্ষ্য নিদিবা।
১৭ তুমি লোকৰ ঘৰলৈ লোভ নকৰিবা; লোকৰ
তিৰুতা, বা বন্দী, বা বেটী, বা তাৰ গৰু, বা
তাৰ গাধ, বা তাৰ আন কোনো বস্তুলৈকে
লোভ নকৰিবা।
১৮ তেতিয়া সকলো লোকে মেঘগৰ্জ্জন, বিজুলী,
শিঙ্গাধ্বনি, আৰু পৰ্ব্বত ধূঁৱাময় হোৱা দেখিলে;
তাকে দেখি লোকবিলাকে কম্পমান হৈ দূৰৈত
১৯ থিয় হলগৈ। পাছে সিবিলাকে মোচিক কলে,
তুমিয়েই আমাক কথা কোৱা, আমি তাক শুনিম;
কিন্তু ঈশ্বৰে আমাক কথা নকওক, কলে আমি
২০ মৰিম। তাতে মোচিয়ে লোকবিলাকক কলে,
ভয় নকৰিবা; তোমালোকক পৰীক্ষা কৰিবৰ
নিমিত্তে, আৰু তেওঁলৈ যি ভয়, তোমালোকে
পাপ নকৰিবৰ অৰ্থে সেয়ে যেন তোমালোকৰ
আগত থাকে, এই নিমিত্তে ঈশ্বৰ আহিল।
২১ তেতিয়া লোকবিলাক দূৰৈতে থিয় হৈয়েই
আছিল; কিন্তু মোচি হলে, যি ঠাইত ঈশ্বৰ
আছিল, সেই ঘোৰ অন্ধকাৰৰ ওচৰলৈকে
চাপি গল।

### ইস্ৰায়েলৰ সন্তানবিলাকে পালন কৰিব লগীয়া নানা বিধি।

২২ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰা-
য়েলৰ সন্তানবিলাকক এই কথা কোৱা, ময় যে
আকাশৰ পৰা তোমালোকক কথা কলোঁ, ইয়াক
২৩ তোমালোকে নিজে দেখিলা। তোমালোকে
মোকো লগ কৰি সেৱা কৰিবলৈ, একো নে-
সাজিবা; আপোনাবিলাকৰ নিমিত্তে ৰূপৰ বা
২৪ সোণৰ দেৱমূৰ্ত্তি নেসাজিবা। তুমি মোৰ নিমিত্তে
মাটিৰে এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰিবা, আৰু তাৰ
ওপৰতে তোমাৰ হোমবলি আৰু মঙ্গলাৰ্থক বলি,
তোমাৰ মেৰ, ছাগ, আৰু গৰু উৎসৰ্গ কৰিবা; যি
যি ঠাইত ময় আপোন নাম সোঁৱৰণ কৰাম, সেই
সকলো ঠাইতে ময় তোমাৰ ওচৰলৈ আহি তো-
২৫ মাক আশীৰ্ব্বাদ কৰিম। আৰু তুমি যদি মোৰ অৰ্থে
শিলৰ যজ্ঞবেদি নিৰ্ম্মাণ কৰা, তেন্তে তুমি তাক
কটা শিলেৰে নকৰিবা; কিয়নো, তাৰ ওপৰত
যদি তুমি আপোন অস্ত্ৰ লগোৱা, তেন্তে তুমি
২৬ তাক অপবিত্ৰহে কৰিবা। আৰু মোৰ বেদিৰ
ওপৰত তোমাৰ উলঙ্গতা যেন দেখা নেযায়, এই
নিমিত্তে তুমি তালৈ খটখটিয়েদি নুঠিবা।

২১ তুমি যি যি শাসনপ্ৰণালী সিবিলাকৰ
আগত প্ৰকাশ কৰিবা, সেয়ে এই,
২ তুমি কোনো ইব্ৰীয়া বন্দী কিনি ললে, সি ছব-
ছৰ বন্দী হৈ থাকিব; কিন্তু সপ্তম বছৰত সি
৩ বিনামূল্যে মুক্ত হৈ ওলাই যাব। সি যদি অকলে
আহে, তেন্তে সি অকলে যাব; আৰু যদি সি
তিৰুতাই সৈতে আহে, তেন্তে তাৰ তিৰুতাও তাৰ
৪ লগত যাব। যদি তাৰ প্ৰভুৱে তাক এজনী তিৰুতা
বিয়া কৰাই দিয়ে, আৰু তাই তালৈ লৰা বা
ছোৱালী প্ৰসৱ কৰে, তেন্তে, সেই তিৰুতা আৰু
তাইৰ সন্তানবিলাকৰ ওপৰত তাইৰ প্ৰভুৰ স্বত্ব
৫ থাকিব, আৰু সি অকলে ওলাই যাব। কিন্তু সেই
বন্দীয়ে যদি স্পষ্টৰূপে কয়, যে, ময় আপোন
প্ৰভু, আপোন তিৰুতা, আৰু সন্তানবিলাকক
৬ প্ৰেম কৰোঁ, মুক্ত হৈ নেযাওঁ, তেন্তে তাৰ প্ৰভুৱে
তাক ঈশ্বৰৰ ওচৰলৈ লৈ যাব, আৰু তাক দুৱাৰ
বা দুৱাৰৰ চৌকাঠৰ দুই দাঁতিৰ এডাললৈ নি,
তাৰ প্ৰভুৱে বিন্ধনাৰে তাৰ কাণ বিন্ধিব;
তেতিয়াৰে পৰা সি সদায় সেই প্ৰভুৰ বন্দী
হৈ থাকিব।
৭ আৰু কোনো মানুহে যদি আপোন জীয়েৰক
বেটী হবলৈ বেচে, তেন্তে বন্দীবিলাকৰ দৰে
৮ তাই ওলাই নেযাব। তাইৰ প্ৰভুৱে তাইক
নিজে বিয়া কৰিবলৈ প্ৰতিজ্ঞা কৰিও, পাছত যদি
তাইলৈ অসন্তুষ্ট হয়, তেন্তে সি তাইক মুক্ত
হবলৈ দিব; তাইক ছল কৰাত, সি তাইক অন্য
জাতি লোকলৈ বেচিবৰ অধিকাৰ নেথাকিব।
৯ নাইবা সেই প্ৰভুৱে যদি আপোন পুতেকৰ
নিমিত্তে তাইক প্ৰতিজ্ঞা কৰি লয়, তেন্তে সি
তাইলৈ জীয়েকৰ নিয়মৰ দৰে ব্যৱহাৰ কৰিব।
১০ যদি সি তাৰ নিমিত্তে আৰু এজনী আনে, তেন্তে

সি সিজনীৰ অন্ন, বস্ত্ৰ, আৰু স্ত্ৰীপুৰুষৰ ব্যৱ-
১১ হাৰৰ বিষয়ে ক্ৰুটি কৰিব নোৱাৰিব। যদি সি
তাইলৈ এই তিনিওটা নকৰে, তেন্তে সেই তিৰুতা
এনেই ওলাই যাব, ধন নেলাগিব।
১২ কোনো লোকে যদি কোনো মানুহক এনেকৈ
মাৰে, যে, তাতেই সি মৰি যায়, তেন্তে অৱশ্যে
১৩ তাৰ প্ৰাণদণ্ড হব। আৰু যদি কোনো মানুহে
কোনো জনক বধ কৰিবলৈ উপায় নিবিচাৰে,
কিন্তু ঈশ্বৰে তাক তাৰ হাতত মৰিবলৈ দিয়ে,
তেন্তে যি ঠাইলৈ সি পলাই যাব পাৰে, এনে
১৪ ঠাই ময় তোমাৰ নিমিত্তে নিৰূপণ কৰিম। কিন্তু
যদি কোনোবাই ছলেৰে দুঃসাহীয়াল হৈ কোনো
লোকক বধ কৰে, তেন্তে তাৰ প্ৰাণদণ্ড কৰিবৰ
নিমিত্তে, তাক মোৰ যজ্ঞবেদিৰ ওচৰৰ পৰাই
লৈ যাবা।
১৫ আৰু যি কোনোৱে আপোন বাপেক বা মাকক
প্ৰহাৰ কৰে, তা ৰ অৱশ্যে প্ৰাণদণ্ড হব।
১৬ আৰু কোনোৱে যদি কোনো মানুহক চুৰ
কৰি নি বেচে, বা তাৰ হাতত তাক পোৱা যায়,
তেন্তে তাৰো অৱশ্যে প্ৰাণদণ্ড হব।
১৭ আৰু যি কোনোৱে আপোন বাপেকক বা
মাকক শাও দিয়ে, অৱশ্যে তাৰো প্ৰাণদণ্ড হব।
১৮ আৰু মানুহবিলাকে বিবাদ কৰোঁতে, এজনে
আন জনক শিল দলিয়ালে বা ভুকু মাৰিলে সি
১৯ যদি নমৰি শয্যাগত হয়, কিন্তু পাছত উঠি
লাখুটিত ভৰ দি বাহিৰত ফুৰে, তেন্তে সেই
প্ৰহাৰক নিৰ্দ্দোষী হব; কেৱল তাৰ কাম খতি
হোৱাৰ বেচ, আৰু তাক সম্পূৰ্ণকৈ চিকিৎসা
কৰাৰ খৰছ দিব লাগিব।
২০ আৰু কোনোৱে আপোন বন্দী বা বেটীক
লাখুটিৰে মাৰোঁতে, সি যদি তাৰ হাতত মৰে,
২১ তেন্তে সি অৱশ্যে দণ্ড পাব। কিন্তু সি যদি দুই
এক দিন জীয়াই থাকে, তেন্তে সি দণ্ড নেপাব;
কিয়নো সি তাৰ ধনস্বৰূপ।
২২ পুৰুষবিলাকে বিবাদ কৰি কোনো গৰ্ব্ভৱতী
তিৰুতাক ঠেলা মাৰোঁতে, যদি তাইৰ গৰ্ব্ভপাত
হয়, কিন্তু পাছত আৰু কোনো আপদ নঘটে,
তেন্তে সেই তিৰুতাৰ গিৰিয়েকে নিৰূপণ কৰাৰ
দৰে তাক জৰিমানা কৰা হব; আৰু সি বিচাৰ-
২৩ কৰ্ত্তাবিলাকৰ বিচাৰমতে ধন দিব। কিন্তু যদি কিবা
২৪ আপদ ঘটে, তেন্তে প্ৰাণৰ সলনি প্ৰাণ, চকুৰ
সলনি চকু, দাঁতৰ সলনি দাঁত, হাতৰ সলনি হাত,
২৫ ভৰিৰ সলনি ভৰি, পোড়াৰ সলনি পোড়া, ঘাৰ
সলনি ঘা, সাঁচৰ সলনি সাঁচ তুমি দিব লাগিব।
২৬ আৰু কোনোৱে আপোন বন্দী কি বেটীৰ
চকুত মাৰোঁতে, যদি সেয়ে নষ্ট হয়, তেন্তে তাৰ
চকুৰ নিমিত্তে সি তাক মুকলি কৰি পঠাই দিব।
২৭ আৰু সি যদি মাৰি আপোন বন্দী বা বেটীৰ
দাঁত সৰায়, তেন্তে সেই দাঁতৰ কাৰণে সি তাক
মুকলি কৰি পঠাই দিব।
২৮ আৰু গৰুৱে কোনো পুৰুষ বা তিৰুতা মানুহক
শিঙেৰে খোঁচোঁতে, সি যদি মৰে, তেন্তে লোক-
বিলাকে সেই গৰুক অৱশ্যে শিল দলিয়াই বধ
কৰিব, আৰু তাৰ মাংস খোৱা নেযাব; কিন্তু
২৯ গৰুৰ গৰাকী নিৰ্দ্দোষী হব। কিন্তু যদি সেই
গৰুৱে আগেপিছে শিঙেৰে খোঁচে, আৰু তাৰ
প্ৰমাণ যদি তাৰ গৰাকীৰ আগত দিয়া হয়,
আৰু গৰাকীয়ে তাক সাৱধানে নৰখাত, যদি সি
কোনো পুৰুষক বা তিৰুতা মানুহক খুঁচি মাৰে,
তেন্তে সেই গৰুক শিল দলিয়াই বধ কৰা হব,
৩০ আৰু তাৰ গৰাকীৰো প্ৰাণদণ্ড হব। যদি তাৰ
নিমিত্তে প্ৰায়শ্চিত্ত নিৰূপিত হয়, তেন্তে নিৰূপণ
কৰাৰ দৰে, তাৰ প্ৰাণৰ মুক্তিৰ নিমিত্তে সি
৩১ সকলো মূল্য দিব। সেই গৰুৱে যদি কোনোৰ
পুতেক বা জীয়েকক খোঁচে, তেন্তে এই বিচাৰ
৩২ অনুসাৰেই তালৈ কৰা যাব। আৰু সেই গৰুৱে
যদি কোনোৰ বন্দী বা বেটীক খোঁচে, তেন্তে
গৰুৰ গৰাকীয়ে তাৰ প্ৰভুক ত্ৰিশ চেকল ৰূপ
দিব, আৰু গৰুটোক শিল দলিয়াই বধ কৰা হব।
৩৩ আৰু কোনোৱে যদি কোনো গাঁত মুকলি কৰি
ৰাখে, বা গাঁত খানি তাক নেঢাকে, তেন্তে, তাত
৩৪ কোনো গৰু বা গাধ পৰিলে, সেই গাঁতৰ গৰা-
কীয়ে তাৰ গৰাকীক ধন দি তাৰ ক্ষতিপূৰণ
কৰিব; কিন্তু সেই মৰা জন্তুটো নিজৰ হব।
৩৫ এজনৰ গৰুৱে আন জনৰ গৰুক খোঁচোঁতে, সি
যদি মৰে, তেন্তে সিহঁত দুয়ো জীয়া গৰুটো বেচি
তাৰ মূল্য দুভাগ কৰিব, আৰু সেই মৰা গৰু-
৩৬ টোকো দুভাগ কৰি লব। কিন্তু যদি সেই গৰুৱে
আগেপিছে খোঁচে, ইয়াক জানিবলৈ পাৰো তাৰ
গৰাকীয়ে তাক সাৱধানে নেৰাখে, তেন্তে সি সেই
গৰুৰ সলনি আন গৰু দি ক্ষতিপূৰণ কৰিব,
আৰু মৰা গৰুটো নিজৰ হব।

২২ যদি কোনোৱে গৰু, বা মেৰ, বা ছাগ চুৰ
কৰি নি বধ কৰে কি বেচে, তেন্তে সি এটা
গৰুৰ সলনি পাঁচোটা গৰু, আৰু এটা মেৰ বা
ছাগৰ সলনি চাৰিটা মেৰ বা ছাগ দি ক্ষতি-
২ পূৰণ কৰিব। আৰু চোৰে সিন্ধি দিওঁতে ধৰা
পৰিলে, প্ৰহাৰিত হোৱাত যদি সি মৰে, তেন্তে
৩ ৰক্তপাতৰ দোষ তাৰ নহব। কিন্তু যদি সিন্ধি
দি থাকোঁতেই সূৰ্য্য উদয় হয়, তেন্তে ৰক্তপাতৰ
দোষ তাৰ হব। চোৰে অৱশ্যে ক্ষতিপূৰণ কৰিব
লাগিব; যদি তাৰ একো নেথাকে, তেন্তে চুৰ
৪ কৰা বস্তুৰ বাবে সি নিজে বেচা যাব। গৰু,
গাধ, মেৰ, বা ছাগ হওক, চুৰ কৰা বস্তু যদি
চোৰৰ হাতত জীয়াই পোৱা যায়, তেন্তে সি
তাৰ দুগুণ দিব।

৫ কোনোৱে যদি শস্যক্ষেত্ৰত বা দ্ৰাক্ষাবাড়ীত
পশু চৰায়, বা আপোন পশু মেলি দিওঁতে যদি
অন্যৰ ক্ষেত্ৰত চৰেগৈ, তেন্তে সি আপোন ক্ষেত্ৰৰ
উত্তম শস্য, বা আপোন দ্ৰাক্ষাবাড়ীৰ উত্তম ফল
দি ক্ষতিপূৰণ কৰিব।
৬ জুই বাঢ়ি গৈ কাঁইটত লাগি যদি কোনোৰ
দ'মাই থোৱা শস্য, বা নোদোৱা শস্য, বা ক্ষেত্ৰ
পোড়ে, তেন্তে যি জনে সেই জুই লগায়, সি
অৱশ্যে ক্ষতিপূৰণ কৰিব।
৭ কোনোৱে যদি ধন বা বস্তু আন লোকৰ হাতত
থবলৈ দিয়ে, আৰু সেয়ে যদি সেই লোকৰ ঘৰৰ
পৰা চুৰি হয়, তেন্তে চোৰ ধৰা পৰিলে, চোৰে
৮ তাৰ দুগুণ দিব। কিন্তু চোৰ ধৰা নপৰিলে,
সেই জনৰ বস্তুত ঘৰৰ গৰাকীয়ে হাত দিছে
নে দিয়া নাই, তাক জানিবৰ নিমিত্তে ঈশ্বৰৰ
৯ আগলৈ তাক নিয়া হব। কিয়নো সকলো প্ৰকাৰ
অপৰাধৰ বিষয়ে, অৰ্থাৎ গৰু, গাধ, মেৰ বা
ছাগ, বা কাপোড় আদি যি কোনো হেৰোৱা বস্তুৰ
বিষয়ে কোনোৱে কয়, যে, এয়ে সেই বস্তু, তেনে
বিষয়ত দুই জনৰ কথা ঈশ্বৰৰ আগত উপস্থিত
হব; ঈশ্বৰে যাক দোষী কৰিব, সি আন জনক
তাৰ দুগুণ দিব।
১০ কোনোৱে যদি এটা গাধ, বা গৰু, বা মেৰ কি
ছাগ, বা আন কোনো পশু কোনো লোকৰ তাত
প্ৰতিপালন কৰিবলৈ থৈ দিয়ে, আৰু কোনোৱে
নেদেখাতে সেই পশু মৰে, বা তাৰ ঠেং ভাগে, বা
১১ তাক কোনোৱে খেদি নিয়ে, তেন্তে, মই এই মানু-
হৰ বস্তুত হাত দিয়া নাই, এই বুলি এজনে আন
জনৰ আগত যিহোৱাৰ নামেৰে শপত কৰিব;
তাতে পশুৰ গৰাকীয়ে সেই শপতত মান্তি হব;
১২ আন জনে ক্ষতিপূৰণ নকৰিব। কিন্তু যদি সেই পশু
তাৰ ঘৰৰ পৰা চুৰি হয়, তেন্তে সি তাৰ গৰাকীৰ
১৩ ক্ষতিপূৰণ কৰিব। যদি সেই পশু হিংসক জন্তুৰ
দ্বাৰায় কেনেবাকৈ চিৰা হয়, তেন্তে সি তাৰ
প্ৰমাণৰ নিমিত্তে তাক আনিব, আৰু চিৰা পশুৰ
নিমিত্তে ক্ষতিপূৰণ কৰিব নেলাগিব।
১৪ আৰু কোনোৱে যদি অন্যৰ পশু কিছু দিনৰ
নিমিত্তে খুজি আনে, আৰু তাৰ গৰাকী তাৰ
লগত নথাকোঁতে তাৰ ঠেং ভাগে, বা সি মৰে,
১৫ তেন্তে সি অৱশ্যে ক্ষতিপূৰণ কৰিব। কিন্তু যদি
তাৰ গৰাকী তাৰ লগত থাকে, তেন্তে সি ক্ষতি-
পূৰণ নকৰিব; আৰু সেয়ে যদি ভেৰেণে লোৱা
পশু হয়, তেন্তে তাৰ ভেৰণতে যাব।
১৬ আৰু কোনোৱে যদি বাগ্দান নকৰা কোনো
এজনী ছোৱালীক ফুচুলাই তাইৰ লগত শয়ন
কৰে, তেন্তে সি অৱশ্যে ছোৱালীৰ গা-ধন দি
১৭ তাইক বিয়া কৰিব লাগিব। যদি বাপেকে সেই
জনৰ লগত তাইক বিয়া দিবলৈ নিচেইকৈ
অসম্মত হয়, তেন্তে ছোৱালীৰ গা-ধন অনুসাৰে
ধন দিব লাগিব।
১৮ তুমি মায়াবিনীক জীয়াই থাকিব নিদিবা।
১৯ পশুত পতিত হোৱা লোকৰ অৱশ্যে প্ৰাণ-
দণ্ড হব।
২০ যি জনে যিহোৱাৰ বাহিৰে আন কোনো
দেৱতাৰ আগত বলিদান কৰে, সি নিঃশেষে
বিনষ্ট হব।
২১ তুমি বিদেশীক অন্যায় নকৰিবা, আৰু তাক
উপদ্ৰৱ নকৰিবা; কিয়নো মিচৰ দেশত তোমা-
২২ লোকো বিদেশী আছিলা। তোমালোকে বিধ-
ৱাক বা পিতৃহীন সন্তানক ক্লেশ নিদিবা।
২৩ সিহঁতক কেনেবাকৈ ক্লেশ দিলে, সিহঁতে যদি
মোৰ আগত কাতৰোক্তি কৰে, তেন্তে মই
২৪ অৱশ্যে সিহঁতৰ কাতৰোক্তি শুনিম; আৰু
মোৰ ক্ৰোধ প্ৰজ্বলিত হব, আৰু মই তোমালোকক
তৰোৱালেৰে সংহাৰ কৰিম; তাতে তোমা-
লোকৰ তিৰুতাবিলাক বিধৱা, আৰু সন্তান-
বিলাক পিতৃহীন হব।
২৫ তুমি যদি মোৰ প্ৰজাবিলাকৰ মাজত, তোমাৰ
ওচৰচুবুৰীয়াৰ কোনো দৰিদ্ৰক ধন ধাৰে দিয়া,
তেন্তে তুমি তালৈ সুদগ্ৰাহকৰ নিচিনা নহবা;
২৬ তোমালোকে তাৰ পৰা সুদ নলবা। যদি তুমি
কেতিয়াবা কোনো মানুহৰ কাপোড় বন্ধক লোৱা,
তেন্তে বেলি মাৰ যোৱাৰ আগেয়ে তাক ওলো-
২৭ টাই দিবা; কিয়নো সেয়ে তাৰ একেখন গা
ঢকা কাপোড়, আৰু উলঙ্গতা ঢাকিবৰ নিমিত্তে
সেয়ে তাৰ বস্ত্ৰ; সি কিহত শুব? আৰু সি
যদি মোৰ আগত কাতৰোক্তি কৰে, তেন্তে মই
তাক শুনিম; কিয়নো মই দয়ালু।
২৮ তুমি ঈশ্বৰনিন্দা নকৰিবা, আৰু স্বজাতীৰ
২৯ অধ্যক্ষক শাও নিদিবা। তোমাৰ অধিক শস্যৰ
পৰা, আৰু পেয় দ্ৰব্যৰ পৰা কিছু উৎসৰ্গ
কৰিবলৈ পলম নকৰিবা। তোমাৰ প্ৰথমে জন্মা
৩০ পুত্ৰ মোক দিবা। তোমাৰ গৰু, মেৰ, আৰু ছাগৰ
জাকৰ বিষয়েও সেই ৰূপে কৰিবা; সি সাত
দিন আপোন মাকৰ লগত থাকিব, অষ্টম দিনা
৩১ তুমি তাক মোক দিবা। আৰু তোমালোক মোৰ
উদ্দেশে পবিত্ৰ লোক হব লাগে; এই কাৰণে
পথাৰত জন্তুৱে চিৰা মাংস নেখাবা; তাক কুকুৰৰ
আগত পেলাই দিবা।

২৩ তুমি মিছা কথাৰ ঢৌ নুতুলিবা। তুমি
অন্যায় সাক্ষী হৈ দুৰ্জনক সহায় নকৰিবা।
২ তুমি কুকৰ্ম্ম কৰিবলৈ বহু লোকৰ অনুগামী
নহবা, আৰু বিচাৰত অন্যায় কৰিবলৈ বহু
৩ লোকৰ পক্ষ হৈ সিদ্ধান্ত নকৰিবা; দৰিদ্ৰৰ
বিচাৰত তাকো আদৰ নকৰিবা।
৪ তোমাৰ শত্ৰুৰ গৰু বা গাধক বাট হেৰুওৱা

দেখিলে, তুমি অৱশ্যে তাৰ ওচৰলৈ তাক ওলো-
৫ টাই লৈ যাবা। তুমি আপোন বৈৰীৰ গাধক ভাৰৰ
তলত পড়ি থকা দেখিলে, যদি তাক ভাৰৰ পৰা
মুক্ত কৰিবলৈ তোমাৰ ইচ্ছা নাই, তথাপি
অৱশ্যে তাৰ লগত তাক ভাৰৰ পৰা মুক্ত কৰিবা।
৬ তোমাৰ ওচৰচুবুৰীয়া কোনো দৰিদ্ৰৰ বিচাৰত
৭ তাক অন্যায় নকৰিবা। মিছা কথাৰ পৰা আঁতৰ
হৈ থাকিবা; নিৰ্দ্দোষী আৰু ধাৰ্ম্মিকৰ প্ৰাণ নষ্ট
নকৰিবা; কিয়নো ময় দুষ্টক নিৰ্দ্দোষী নকৰিম।
৮ তুমি ভেঁটি নেখাবা; কিয়নো ভেঁটিয়ে চকু থকা-
বিলাকক কণা কৰে, আৰু ধাৰ্ম্মিকবিলাকৰ কথা-
৯ বোৰ ওলোটায়। তুমি বিদেশীক উপদ্ৰৱ ন-
কৰিবা; কিয়নো তোমালোকো মিচৰ দেশত
বিদেশী হৈ থকাত, বিদেশীৰ মন কেনে, তাক
তোমালোকৰ জনা আছে।
১০ তুমি আপোন মাটীত ছবছৰলৈকে গুটী
সিঁচিবা, আৰু তাত উৎপন্ন হোৱা শস্য চপাবা।
১১ কিন্তু সপ্তম বছৰত, তাক চন পেলাই এনেই
থাকিব দিবা; তাতে তোমাৰ স্বজাতীয় দৰিদ্ৰ-
বিলাকে খাবলৈ পাব; আৰু সিহঁতে যি এড়িব,
তাক বনৰীয়া পশুবোৰে খাব। এই ৰূপে
তোমাৰ দ্ৰাক্ষাবাড়ী আৰু জিতবৃক্ষৰ বাড়ীৰ
১২ বিষয়েও কৰিবা। তোমাৰ গৰু গাধই যেন
জিৰণি পায়, আৰু তোমাৰ বেটীৰ পুতেক আৰু
বিদেশী লোকৰ যেন প্ৰাণ জুড়ায়, এই নিমিত্তে
তুমি ছদিন আপোন কাম কৰি সপ্তম দিনা
১৩ বিশ্ৰাম কৰিবা। ময় তোমালোকক যি যি কলোঁ,
সেই সকলো বিষয়তে সাৱধান হবা; ইতৰ
দেৱতাবোৰৰ নাম উল্লেখ নকৰিবা, আৰু তোমা-
লোকৰ মুখত সেইবোৰৰ নাম শুনা নেযাওক।
১৪ তুমি বছৰৰ ভিতৰত তিনিবাৰ মোৰ অৰ্থে
১৫ পৰ্ব্ব কৰিবা। তুমি খমীৰ নিদিয়া পিঠাৰ পৰ্ব্ব
পালন কৰি, মোৰ আজ্ঞা অনুসাৰে, নিৰূপিত
সময়ত, আবীব মাহত সাত দিন খমীৰ নিদিয়া
পিঠা ভোজন কৰিবা; কিয়নো সেই মাহতে
তুমি মিচৰ দেশৰ পৰা বাহিৰ হৈ আহিলা।
কোনেও সুদাহাতে মোৰ ওচৰত উপস্থিত হব
১৬ নেলাগে। আৰু তুমি শস্য দোৱাৰ পৰ্ব্ব, অৰ্থাৎ
পথাৰত যি যি বলা, তাৰ প্ৰথম ফলৰ পৰ্ব্ব
পালন কৰিবা। আৰু বছৰৰ শেষত ক্ষেতিৰ ফল
চপোৱা কালত, ফল চপোৱাৰ পৰ্ব্ব পালন
১৭ কৰিবা। বছৰৰ মাজত তোমাৰ সকলো পুৰুষ
তিনিবাৰ প্ৰভু যিহোৱাৰ আগত উপস্থিত
হব লাগে।
১৮ তুমি খমীৰ দিয়া পিঠাৰে সৈতে মোৰ বলিৰ
তেজ উৎসৰ্গ নকৰিবা; আৰু মোৰ পৰ্ব্বত খোৱা
উত্তম ভাগ ৰাতিপুৱালৈকে থাকিব নেলাগে।
১৯ তোমাৰ মাটীৰ প্ৰথম ফলৰ আগ ভাগ তোমাৰ
ঈশ্বৰ যিহোৱাৰ গৃহলৈ আনিবা। ছাগলী
পোৱালিক তাৰ মাকৰ গাখীৰত নিসিজাবা।

ঈশ্বৰীয় প্ৰতিজ্ঞা আৰু নিয়মস্থাপন।

২০ দেখা, বাটত তোমাক ৰক্ষা কৰিবলৈ, আৰু ময়
যি ঠাই যুগুত কৰিলোঁ, সেই ঠাইলৈ তোমাক
নিবলৈ, তোমাৰ আগে আগে এজনা দূত ময়
২১ পঠাইছোঁ। তেওঁলৈ সাৱধান হবা, আৰু তেওঁৰ
কথা শুনিবা; তেওঁক বেজাৰ নিদিবা; কাৰণ
তেওঁ তোমালোকৰ অপৰাধ ক্ষমা নকৰিব;
২২ কিয়নো মোৰ নাম তেওঁৰ অন্তৰত আছে। কিন্তু
তুমি যদি নিশ্চয়ে তেওঁৰ কথা শুনা, আৰু ময়
যি যি কওঁ, সেই সকলোকে কৰা, তেন্তে ময়
তোমাৰ শত্ৰুবোৰৰ শত্ৰু, আৰু বৈৰীবোৰৰ বৈৰী
২৩ হম। কিয়নো মোৰ দূতে তোমাৰ আগে আগে
গৈ, ইমোৰীয়া, হিত্তীয়া, পৰিজ্জীয়া, কনানীয়া,
হিব্বীয়া, আৰু যিবুচীয়া লোকবিলাকৰ দেশলৈ
তোমাক লৈ যাব; আৰু ময় সিহঁতক উচ্ছন্ন
২৪ কৰিম। তুমি সিহঁতৰ দেৱতাবোৰৰ আগত
প্ৰণিপাত নকৰিবা, সেইবোৰক সেৱাপূজাও
নকৰিবা, আৰু সিহঁতৰ কাৰ্য্যৰ নিচিনা কোনো
কাৰ্য্য নকৰিবা; কিন্তু সেইবোৰক নিচে-
ইকৈ বিনষ্ট কৰিবা, আৰু সিহঁতৰ স্তম্ভবোৰ
২৫ একেবাৰে ভাঙি পেলাবা। তোমালোকে
আপোন ঈশ্বৰ যিহোৱাৰ সেৱা কৰিবা; তাতে
তেওঁ তোমাৰ অন্নজলক আশীৰ্ব্বাদ কৰিব; আৰু
ময় তোমাৰ মাজৰ পৰা ৰোগ দূৰ কৰিম।
২৬ তোমাৰ দেশত কাৰো গৰ্ত্তপাত নহব, আৰু
কোনো বাঁজী নহব; ময় তোমাৰ আয়ুস সম্পূৰ্ণ
২৭ কৰিম। তোমাৰ আগে আগে মোৰ বিষয়ৰ
ভয় পঠাম; আৰু তুমি যিবিলাক জাতিৰ ওচৰত
উপস্থিত হবা, সেই সকলো জাতিক ব্যাকুল
কৰিম; আৰু ময় তোমাৰ আটাই শত্ৰুবিলাকক
২৮ তোমালৈ পিঠি দিয়াম। ময় তোমাৰ আগে
আগে কোদো পঠাম; সি হিব্বীয়া, কনানীয়া,
আৰু হিত্তীয়াবিলাকক তোমাৰ আগৰ পৰা
২৯ খেদাই দিব। দেশ যেন ধ্বংস নহয়, আৰু
তোমাৰ বিৰুদ্ধে বনৰীয়া জন্তুবোৰ যেন বৃদ্ধি
নেপায়, এই নিমিত্তে ময় একে বছৰতে সিহঁতক
৩০ তোমাৰ আগৰ পৰা নেখেদিম। তুমি বাঢ়ি
বাঢ়ি দেশ অধিকাৰ নকৰামানে, ময় সিহঁতক
তোমাৰ আগৰ পৰা ক্ৰমে ক্ৰমেহে খেদি থাকিম।
৩১ আৰু ময় চুফ সাগৰৰ পৰা পলেষ্টীয়া সমুদ্ৰলৈ,
আৰু অৰণ্যৰে পৰা ফৰাৎ নদীলৈকে তোমাৰ
সীমা নিৰূপণ কৰিম; কিয়নো সেই দেশনিবাসী-
বিলাকক ময় তোমাৰ হাতত সমৰ্পণ কৰিম,
আৰু তোমাৰ আগৰ পৰা তুমি সিহঁতক খেদাই
৩২ দিবা। তুমি সিহঁতে সৈতে, বা সিহঁতৰ দেৱতা-

বোৰে সৈতে কোনো নিয়ম স্থিৰ নকৰিবা।
৩৩ সিইঁতে তোমাৰ দেশত বাস কৰিব নেলাগে; বাস
কৰিলে, সিইঁতে তোমাক মোৰ বিৰুদ্ধে পাপ
কৰাব। কিয়নো তুমি যদি সিইঁতৰ দেৱতাবোৰক
পূজা কৰা, তেন্তে সেয়ে নিশ্চয়ে তোমালৈ ফান্দ-
স্বৰূপ হব।

২৪ যিহোৱাই মোচিক আৰু কলে, তুমি
হাৰোণ, নাদব, অবীহূ, আৰু ইস্ৰায়েলৰ
বৃদ্ধ লোকবিলাকৰ সত্তৰ জনে সৈতে যিহোৱাৰ
সম্মুখলৈ উঠি আহাঁ; আৰু তোমালোকে দূৰৈৰ
২ পৰা প্ৰণিপাত কৰাহি। কেৱল মোচি যিহোৱাৰ
ওচৰলৈ আহিব; কিন্তু সিবিলাক ওচৰ নেচাপিব;
৩ আৰু লোকবিলাক তেওঁৰ লগত নুঠিব। তেতিয়া
মোচিয়ে গৈ, যিহোৱাৰ সকলো বাক্য আৰু
শাসনপ্ৰণালীৰ কথা লোকবিলাকক কলত,
সিবিলাক সকলোৱে একে মাতেৰে উত্তৰ দি
কলে, যিহোৱাই যি যি কথা কৈছে, সেই
৪ সকলোকে আমি পালন কৰিম। পাছে
মোচিয়ে যিহোৱাৰ সকলো বাক্য লিখিলে;
আৰু তেওঁ ৰাতিপুৱাই উঠি, পৰ্ব্বতৰ তলত
এটা যজ্ঞবেদি, আৰু ইস্ৰায়েলৰ বাৰ ফৈদ অনু-
৫ সাৰে বাৰটা স্তম্ভ নিৰ্ম্মাণ কৰিলে। পাছে তেওঁ
ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ কেতবিলাক
ডেকা লোকক পঠালত, সিবিলাকে যিহোৱাৰ
উদ্দেশে হোমাৰ্থক আৰু মঙ্গলাৰ্থক বলিস্বৰূপে
৬ ভতৰা গৰু উৎসৰ্গ কৰিলে। তেতিয়া মোচিয়ে
তাৰ আধা তেজ লৈ, কেইটামান চৰিয়াত থলে,
৭ আৰু আধা বেদিৰ ওপৰত চটিয়াই দিলে। আৰু
তেওঁ নিয়মপুস্তকখনি লৈ, লোকবিলাকে শুনাকৈ
পাঠ কৰিলত, সিবিলাকে কলে, যিহোৱাই যি
যি কৈছে, সেই সকলোকে আমি পালন কৰিম,
৮ আৰু তেওঁৰ আজ্ঞাধীন হম। পাছে মোচিয়ে
সেই তেজ লৈ লোকবিলাকৰ ওপৰত চটিয়াই
কলে, দেখা, যিহোৱাই এই সকলো বাক্যৰ
বিষয়ে তোমালোকে সৈতে যি নিয়মটী কৰিলে,
৯ এয়ে সেই নিয়মটীৰ তেজ। তেতিয়া মোচি,
হাৰোণ, নাদব, অবীহূ, আৰু ইস্ৰায়েলৰ বৃদ্ধ-
১০ বিলাকৰ মাজৰ সত্তৰ জনে উঠি গৈ, ইস্ৰায়েলৰ
ঈশ্বৰক দৰ্শন কৰিলে; তেওঁৰ চৰণতলৰ ঠাই
নীলকান্ত মণিৰে কৰা শিলৰ কাৰ্য্যৰ নিচিনা,
আৰু নিৰ্ম্মলতাত সাক্ষাৎ আকাশৰ তুল্য দেখা
১১ গৈছিল। কিন্তু তেওঁ ইস্ৰায়েলৰ সন্তানবিলাকৰ
মুখ্যবিলাকৰ ওপৰত হাত নলগালে; বৰং সি-
বিলাকে ঈশ্বৰক দৰ্শন কৰি ভোজন পান কৰিলে।
১২ পাছে যিহোৱাই মোচিক কলে, তুমি পৰ্ব্বত-
লৈ মোৰ ওচৰলৈ উঠি আহি এই ঠাইত থাকা;
ময় তোমাক শিলৰ ফলি, তুমি লোকবিলাকক
শিক্ষা দিবৰ নিমিত্তে ময় লিখা ব্যৱস্থা আৰু
১৩ আজ্ঞা দিম। তাতে মোচি আৰু তেওঁৰ
পৰিচাৰক যিহোচূৱা উঠিল; আৰু মোচি
১৪ ঈশ্বৰৰ পৰ্ব্বতলৈ গল। আৰু তেওঁ বৃদ্ধ-
বিলাকক কৈছিল, আমি তোমালোকৰ ওচৰলৈ
উলটি নাহোঁমানে, তোমালোকে ইয়াতে আমালৈ
বাট চাই থাকিবা; দেখা, হাৰোণ আৰু হূৰ
তোমালোকৰ লগত আছে; কোনোৰ কিবা কথা
১৫ থাকিলে, সি তেওঁবিলাকৰ ওচৰলৈ যাব। মোচি
যেতিয়া পৰ্ব্বতলৈ উঠিছিল, তেতিয়া পৰ্ব্বত
১৬ মেঘেৰে ঢকা আছিল। আৰু সেই চীনয় পৰ্ব্বতৰ
ওপৰত যিহোৱাৰ প্ৰতাপ আছিল, আৰু ছদিন
মেঘেৰে ঢকা আছিল; পাছে সপ্তম দিনা তেওঁ
১৭ মেঘৰ মাজৰ পৰা মোচিক মাতিলে। আৰু
ইস্ৰায়েলৰ সন্তানবিলাকৰ দৃষ্টিত, যিহোৱাৰ
প্ৰতাপ পৰ্ব্বতৰ টিঙত গ্ৰাসকাৰী অগ্নিৰ নিচিনা-
১৮ কৈ প্ৰকাশিত হল। আৰু মোচি মেঘৰ মাজত
সোমাই পৰ্ব্বতলৈ উঠিল; আৰু মোচি সেই
পৰ্ব্বতত চল্লিশ দিন চল্লিশ ৰাতি থাকিল।

উপহাৰ, নিয়মচন্দুক, মেজ, আৰু দীপাধাৰৰ
বিষয়ে আদেশ।

২৫ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক মোৰ নিমিত্তে
উপহাৰ আনিবলৈ কবা; যিবিলাকে মনৰ
ইচ্ছাৰে দিব, সিবিলাক প্ৰত্যেকজনৰ পৰা তোমা-
৩ লোকে মোৰ সেই উপহাৰ গ্ৰহণ কৰিবা। আৰু
তুমি সিবিলাকৰ পৰা গ্ৰহণ কৰিব লগা উপহাৰ
৪ এই, সোণ, ৰূপ, পিত্তল, আৰু নীল বৰণীয়া,
বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা, মিহি
৫ শণ সূতা, ছাগৰ নোম, ৰোলাই ৰঙা কৰা মেৰৰ
৬ চাল, তহচ জন্তুৰ চাল, চিটীম কাঠ, প্ৰদীপৰ
নিমিত্তে তেল, অভিষেকাৰ্থক তেলৰ আৰু
৭ সুগন্ধি ধূপৰ নিমিত্তে গন্ধদ্ৰব্য, আৰু এফোদ
ও বুকুপটাৰ নিমিত্তে গোমেদক আদি খটাব
৮ লগীয়া মণি। আৰু ময় সিবিলাকৰ মাজত বাস
কৰিবৰ নিমিত্তে, সিবিলাকে মোৰ অৰ্থে এটা
৯ ধৰ্ম্মধাম নিৰ্ম্মাণ কৰোক। সেই আবাস আৰু
তাৰ সকলো বস্তুৰ যি নমুনা ময় তোমাক দেখু-
ৱাম, তোমালোকে তাৰ দৰে সকলোকে কৰিবা।
১০ আৰু সিবিলাকে চিটীম কাঠৰ আঢৈ হাত
দীঘল, ডেড় হাত বহল, আৰু ডেড় হাত ওখকৈ
১১ এটা চন্দুক সাজিব। পাছে তুমি তাত শুদ্ধ
সোণৰ পতা মাৰিবা, তাৰ ভিতৰে বাহিৰে
মাৰিবা; আৰু তাৰ ওপৰত চাৰিওকালে সোণৰ
১২ চিৰি মাৰিবা। আৰু তাৰ নিমিত্তে সোণৰ
চাৰিটাল খাৰুৱা সাঁচত ঢালি, তাৰ একোষে
দুডাল, আৰু আন কোষে দুডাল, এই ৰূপে তাৰ
১৩ চাৰিওটা খুৰাত লগাবা। আৰু তুমি চিটীম কাঠৰ

দুডাল কাণমাৰি সাজি, তাতো সোণৰ পতা
১৪ মাৰিবা । আৰু চন্দুক বৈ নিবৰ নিমিত্তে, সেই
কাণমাৰি চন্দুকৰ দুই কোষে থকা খাৰুৱাত
১৫ সুমুৱাবা । সেই কাণমাৰি চন্দুকৰ খাৰুৱাৰ ভিত-
১৬ ৰতে থাকিব, তাৰ পৰা উলিয়াব নেলাগে । আৰু
ময় তোমাক যি সাক্ষ্যকলি দিম, তাক সেই চন্দুকত
১৭ ৰাখিবা । তাৰ পাছে তুমি শুদ্ধ সোণৰ আঢ়ৈ
হাত দীঘল, ডেড় হাত বহলকৈ এখন পাপাবৰণ
১৮ সাজিবা । আৰু তুমি সোণৰ দুটা কৰূব সাজিবা ;
সোণ পিটাই সেই পাপাবৰণৰ দুই মূৰত সেই
১৯ কেইটা সাজিবা । এক মূৰত এটা কৰূব, আন মূৰত
আন কৰূব সাজিবা ; পাপাবৰণৰ দুই মূৰত
তাৰে সৈতে একে জোখৰ সোণতে সেই দুটা
২০ কৰূব সাজিবা । আৰু কৰূব দুটাই ওপৰলৈ
ডেউকা মেলি আপোন ডেউকাৰে পাপাবৰণক
ঢাকিব ; সেই কেইটাই মুখামুখি হৈ থাকিব ;
২১ আৰু কৰূব দুটাৰ দৃষ্টি পাপাবৰণলৈ থাকিব । তুমি
সেই পাপাবৰণ সেই চন্দুকৰ ওপৰত ৰাখিবা ;
আৰু ময় তোমাক যি সাক্ষ্যকলি দিম, তাক সেই
২২ চন্দুকৰ ভিতৰত থবা । আৰু ময় সেই ঠাইতে
তোমাৰে সৈতে সাক্ষাৎ কৰিম ; পাপাবৰণৰ
ওপৰৰ পৰা, সাক্ষ্যকলিৰ চন্দুকৰ ওপৰত থকা
কৰূব দুটাৰ মাঝৰ পৰা, ইস্ৰায়েলৰ সন্তান-
বিলাকৰ নিমিত্তে যি যি আজ্ঞা দিম, তাৰ বিষয়ে
তোমাৰে সৈতে কথাবাৰ্ত্তা হম ।

২৩ পাছে তুমি দুহাত দীঘল, এহাত বহল, আৰু
ডেড় হাত ওখকৈ চিটীম কাঠৰ এখন মেজ সাজি,
২৪ তাত শুদ্ধ সোণৰ পতা মাৰিবা, আৰু তাৰ
২৫ চাৰিওকালে সোণৰ চিৰি মাৰিবা । আৰু তাৰ
চাৰিওকালে চাৰি আঙ্গুলীয়া জোখৰ এচটা
কোষৰ কাঠ কৰি দিবা, আৰু সেই কাঠৰ চাৰিও-
২৬ দাঁতিয়ে সোণৰ চিৰি মাৰিবা । আৰু তাৰ
নিমিত্তে সোণৰ চাইডাল খাৰুৱা সাজি, সেই
খাৰুৱা তাৰ চাইটা পায়াৰ চাইটা চুকত লগাই
২৭ দিবা । মেজ বৈ নিবলৈ কাণমাৰি সুমুউৱা
ঠাই হবৰ নিমিত্তে, সেই খাৰুৱা কোষৰ কাঠৰ
২৮ ওচৰত থাকিব । তুমি মেজ বৈ নিবৰ নিমিত্তে,
চিটীম কাঠৰ দুডাল কাণমাৰি সাজি, তাতো
২৯ সোণৰ পতা মাৰিবা । তাৰ থাল, পিয়লা, আৰু
দ্ৰাক্ষাৰস ঢালিবৰ নিমিত্তে তাৰ চামচ আৰু
বাটি গঢ়াবা ; এই সকলোকে শুদ্ধ সোণেৰে
৩০ গঢ়াবা । আৰু তুমি সেই মেজৰ ওপৰত মোৰ
আগত সদায় দৰ্শনপিঠা ৰাখিবা ।

৩১ তুমি শুদ্ধ সোণৰ এটা দীপাধাৰ সাজিবা ; সেই
দীপাধাৰ সোণ পিটি সজা হব লাগে ; তাৰ
খুৰা, গা ভাগ, ভাত কটা বাটি, কলি, আৰু
৩২ ফুল একে জোখৰ সোণতেই হব । আৰু তাৰ
একালৰ পৰা তিনিটা ডাল, আৰু আন কালৰ
পৰা তিনিটা ডাল, এই ৰূপে সেই দীপাধাৰৰ
৩৩ দুই কালৰ পৰা ছটা ডাল ওলাব । তাৰ এটা
ডালত বাদাম ফুলৰ আকৃতিৰে তিনিটা বাটি, এটা
কলি, আৰু এটা ফুল থাকিব ; আৰু আন ডালতো
বাদাম ফুলৰ আকৃতিৰে তিনিটা বাটি, এটা কলি,
আৰু এটা ফুল থাকিব ; গা ভাগৰ পৰা ওলোৱা
৩৪ ছওটা ডালত এই একে ৰূপেই হব । সেই দীপা-
ধাৰৰ গা ভাগতো বাদাম ফুলৰ আকৃতিৰে চাইটা
৩৫ বাটি, তাৰ কলি, আৰু ফুল থাকিব । আৰু সেই
দীপাধাৰৰ গা ভাগৰ পৰা ওলোৱা ছটা ডালৰ
দুডালৰ তলত একে জোখৰ সোণতে এটা কলি,
আৰু দুডালৰ তলতো একে জোখৰ সোণতে এটা
কলি, আৰু আন দুডালৰ তলতো একে জোখৰ
৩৬ সোণতে এটা কলি থাকিব । সেইবোৰৰ কলি
আৰু সেইবোৰৰ ডাল একে জোখৰ সোণতে
হব ; সেই সকলোৱেই শুদ্ধ সোণৰ পিটি
৩৭ কৰোৱা একেটা বস্তু হব । আৰু তুমি তাৰ
নিমিত্তে সাতোটা প্ৰদীপ সাজিবা ; পাছে সেই
প্ৰদীপ তাৰ সম্মুখত পোহৰ পৰাকৈ জ্বলাব ।
৩৮ তাৰ শলাকানি-কটা আৰু এজেৰুৱা-ধৰা শুদ্ধ
৩৯ সোণৰ হব । সেই দীপাধাৰ আৰু তাৰ লগৰ সেই
সকলো বস্তু এক কিক্কৰ শুদ্ধ সোণেৰে নিৰ্ম্মাণ কৰা
৪০ হব । সাৱধান, ময় তোমাক পৰ্ব্বতত দেখুউৱা সেই-
বোৰৰ নমুনাৰ দৰেই সেই সকলোকে কৰিবা ।

ঈশ্বৰৰ আবাসৰ বিষয়ে আদেশ ।

২৬ তুমি দহখন কাপড় লৈ, আবাস যুগুত
কৰিবা ; সেই কাপড় কেইখন পকোৱা মিহি
শণ সূতা, আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া,
আৰু ৰঙ্গা বৰণীয়া সূতাৰে নিপুণ শিল্পকাৰৰ
দ্বাৰায় কৰূববিলাকৰ আকৃতি তুলি বোৱা হব
২ লাগিব । সেই প্ৰত্যেক কাপড় আঁঠাইশ হাত
দীঘল, আৰু চাৰি হাত বহল হব ; আৰু
৩ সকলোবিলাক কাপড় একে জোখৰ হব । পাঁচ-
খন কাপড় ইখনে সিখনে একেলগে যোড়া
দিব লাগিব ; আৰু আন পাঁচখন কাপড়ো
ইখনে সিখনে একেলগে যোড়া দিব লাগিব ।
৪ প্ৰথমে যোড়া দিয়া পাঁচখন কাপড়ৰ শেষৰ
খনৰ আওঁচিত, আৰু দ্বিতীয়তে যোড়া দিয়া
পাঁচখন কাপড়ৰো শেষৰ খনৰ আওঁচিত নীল
৫ বৰণীয়া সূতাৰে গুণঠি কৰি দিবা । সেই
প্ৰথমখন কাপড়ৰ আওঁচিত পঞ্চাশটা গুণঠি,
আৰু যোড়া দিয়া দ্বিতীয়খন কাপড়ৰ আওঁ-
চিতো পঞ্চাশটা গুণঠি কৰি দিবা ; সেই গুণঠি
৬ দুশাৰি ইয়ে সিয়ে মুখামুখি হব । আৰু সোণৰ
পঞ্চাশটা হাঁকোটা গঢ়াই সেই হাঁকোটাৰে
কাপড় দুখন ইখনে সিখনে বন্ধ কৰিবা ; তাতে
৭ সেই আবাস একেটা হব । আৰু সেই আবাসৰ

ওপরর তাম্বুর নিমিত্তে ছাগর নোমেরে কাপড়
যুগুত করিবা; তুমি এঘারখন কাপড় যুগুত
৮ করিবা। তার প্রতিখন কাপড় দীঘলে ত্রিশ হাত
আরু বহলে চারি হাত হব; সেই এঘারখন কাপড়
৯ একে জোখর হব। পাছে পাঁচখন কাপড় ইখনে
সিখনে যোড়া দি বেলেগে রাখিবা, আন ছখন
কাপড়ো যোড়া দি বেলেগে রাখিবা; আরু
ষষ্ঠ কাপড়খনর এভাগ তাম্বুর আগফালে ওলো-
১০ মাই থবা। আরু প্রথমে যোড়া দিয়া পাঁচখন
কাপড়র শেষর খনর আওঠিত পঞ্চাশটা গুণঠি,
আরু সেই রূপে, যোড়া দিয়া দ্বিতীয়খন কাপড়র
শেষর খনর আওঠিতো পঞ্চাশটা গুণঠি করি
১১ দিবা। পাছে পিত্তলর পঞ্চাশটা হাঁকোটা গঢ়াই
গুণঠিত সেই হাঁকোটা সুমুৱাই তাম্বু লগ করিবা;
১২ তাতে সেয়ে একেটা তাম্বু হব। সেই তাম্বুর
কাপড় কেইখনর ওলমি থাকিব লগা যি ভাগ
বাঢ়ি থাকিব, অর্থাৎ যি আধা কাপড় বাঢ়ি
থাকিব, সেয়ে আবাসর পাছফালে ওলমি
১৩ থাকিব। তাম্বুর কাপড় কেইখনর দীঘলর যি
ভাগ একোষে এহাত, আরু আন কোষে এহাত
বাঢ়িব, সেয়ে ঢাকিবর নিমিত্তে আবাসর ওপরত
ইফালে সিফালে দুই কোষে ওলমি থাকিব।
১৪ পাছে তুমি, বোলাই রঙা করা মেরর চালেরে
তাম্বুর নিমিত্তে এক আবরণ যুগুত করিবা;
আকৌ তার ওপরতো তহচর চালেরে আরু এক
আবরণ যুগুত করিবা।

১৫ পাছে তুমি আবাসর নিমিত্তে চিটীম কাঠর
১৬ থিয়কৈ দিয়া তক্তা যুগুত করিবা। এখন এখন
তক্তা দহ হাত দীঘল, আরু ডেড় হাত বহল
১৭ হব। প্রতিখন তক্তাত একে রকমর দুটা দুটা
আল করিবা; এই রূপে আবাসর সকলো তক্তাত
১৮ করিবা। আরু তুমি আবাসর নিমিত্তে যি
তক্তা যুগুত করিবা, তার মাজর বিশখন তক্তা
১৯ দক্ষিণদিশে দক্ষিণ ফালর নিমিত্তে হব। আরু
সেই বিশখন তক্তার তলত রূপর চল্লিশটা চুঙি
গঢ়াই দিবা; এখন তক্তার তলত তার দুটা
আলর নিমিত্তে দুটা চুঙি, আরু আন আন
তক্তার তলতো সেইবোরর দুটা দুটা আলর
২০ নিমিত্তে দুটা দুটা চুঙি হব। আরু আবাসর
দ্বিতীয় ফালর নিমিত্তে উত্তরদিশে বিশখন
২১ তক্তা, আরু সেইবোরর নিমিত্তে রূপর চল্লিশটা
চুঙি হব; এখন তক্তার তলত দুটা চুঙি, আরু
আন আন তক্তার তলতো দুটা দুটা চুঙি
২২ থাকিব। আরু আবাসর পশ্চিমদিশে পাছফালর
২৩ নিমিত্তে ছখন তক্তা যুগুত করিবা। আরু
আবাসর পাছফালর চুক দুটার নিমিত্তে দুখন
২৪ তক্তা যুগুত করিবা। প্রত্যেক চুকর তক্তা তলর পরা
দোহোরা হব, আরু মূরলৈকে মিল হৈ একেডাল
থাকুৰার কথাত এখন তক্তা হব; এই রূপে দুয়ো-
২৫ খন হব; সেয়ে দুই চুকর নিমিত্তে হব; তাতে
তক্তা আঠখন হব, আরু সেইবোরর রূপর চুঙি
ষোলটা হব; এখন তক্তার তলত দুটা, আরু
আন আন তক্তার তলতো দুটা দুটা চুঙি থাকিব।
২৬ আরু তুমি আবাসর এফালর তক্তার নিমিত্তে
২৭ পাঁচডাল, আরু আবাসর আন ফালর তক্তার
নিমিত্তে পাঁচডাল, আরু আবাসর পশ্চিমদিশে
থকা পাছফালর তক্তার নিমিত্তেও পাঁচডাল,
২৮ চিটীম কাঠর ডাং সাজিবা। কিন্তু মাজর ডাং-
ডাল তক্তাবিলাকর মাজেদি এমূরর পরা আন
২৯ মূরলৈকে যাব। আরু সেই তক্তাবোরত সোণর
পতা মারিবা, আরু ডাংবোরর সুমুউৱা ঠাই হবর
নিমিত্তে, সেইবোরলৈ সোণর খাৰুৱা গঢ়াবা;
৩০ আরু ডাংবোরতো সোণর পতা মারিবা। তোমাক
পর্ব্বতত আবাসর যি নিয়মপ্রণালী দেখুউৱা গল,
তুমি সেই দরেই তাক স্থাপন করিবা।

৩১ আরু তুমি নীল বরণীয়া, বেঙেনা বরণীয়া, আরু
রঙা বরণীয়া সূতা ও পকোৱা মিহি শণ সূতারে
এখন প্রভেদক বস্ত্র যুগুত করিবা; সেয়ে নিপুণ
৩২ শিল্পকারে করুবর আকৃতি তুলি বোৱা হব লাগিব।
তুমি তাক, সোণর পতা মৰোৱা চিটীম কাঠর
চাইটা খুঁটার ওপরত লগাই দিবা; সেইবোরর
হাঁকোটা সোণর হব, আরু সেই খুঁটা রূপর
৩৩ চাইটা চুঙির ওপরত থাকিব। আরু তুমি প্রভেদক
বস্ত্রখন কাপড়ত লগোৱা হাঁকোটাবোরর তলত
আরি, তালৈ প্রভেদক বস্ত্রর ভিতরলৈ সাক্ষ্য-
ফলির চন্দুক আনিবা; আরু সেই প্রভেদক বস্ত্র-
খনে পবিত্রস্থানর আরু অতি পবিত্রস্থানর মাজত
৩৪ তোমালোকর নিমিত্তে প্রভেদ রাখিব। আরু
তুমি অতি পবিত্রস্থানত সাক্ষ্যফলির চন্দুকর
৩৫ ওপরত পাপাবরণ থবা। আরু মেজখন প্রভেদক
বস্ত্রর বাহিরে রাখিবা, মেজর আগত আবাসর
দক্ষিণফালে দীপাধার রাখিবা, আরু উত্তরফালে
৩৬ মেজ থবা। আরু তাম্বুর দুৱারর নিমিত্তে, নীল
বরণীয়া, বেঙেনা বরণীয়া, আরু রঙা বরণীয়া সূতা
ও পকোৱা মিহি শণ সূতারে বোৱা নিপুণ শিল্প-
৩৭ কারে বুটা দিয়া এখন পর্দ্দা যুগুত করিবা। সেই
পর্দ্দার নিমিত্তে চিটীম কাঠর পাঁচোটা খুঁটা যুগুত
করি, সেইবোরত সোণর পতা মারিবা; সেই-
বোরর হাঁকোটা সোণর হব; আরু সেইবোরর
নিমিত্তে পিত্তলর পাঁচোটা চুঙি সাঁচত ঢালিবা।

যজ্ঞবেদি আরু চোতালর বিষয়ে আদেশ।

২৭ পাছে তুমি যজ্ঞবেদিটো চিটীম কাঠেরে
সাজিবা। সেইবেদি দীঘলে পাঁচ হাত, বহলে
পাঁচ হাত আরু ওখই তিনি হাত করি, চারি
কোষ আরু চারিওটা চুক সমানকৈ করিবা

২ আৰু তাৰ চাৰিওটা চুকত তাৰ চাইটা শিঙ
সাজি দিবা; তাৰ শিঙ একে ডোখৰ কাঠতে
হব; আৰু তুমি যজ্ঞবেদিটোত পিত্তলৰ পতা
৩ মাৰিবা। আৰু তাৰ ছাই পেলোৱা পাত্ৰ, ছাই
উলিওৱা হেঁতা, তেজ চটিওৱা পাত্ৰ, ত্ৰিশূল, আৰু
আঙ্ঠা-ধৰা পাত্ৰ কৰিবা; তাৰ সকলো সঁজুলি
৪ পিত্তলৰ গঢ়াবা। আৰু তাৰ নিমিত্তে জালৰ নি-
চিনা পিত্তলৰ এক জালিকটা গঢ়াবা, আৰু সেই
জালিকটাৰ চাৰিওটা চুকত পিত্তলৰ চাইডাল
৫ খাৰুৱা কৰি লগাই দিবা। আৰু তুমি সেই
জালিকটা, বেদিৰ তল ভাগত তাৰ চাৰিওকালে
থকা ঠাকৰ তলত লগাই দিবা; আৰু সেই
৬ জালিকটা বেদিৰ আদৃখিনিলৈকে পাব। আৰু
বেদিৰ নিমিত্তে চিটীম কাঠৰ কাণমাৰি সাজিবা,
৭ আৰু তাত পিত্তলৰ পতা মাৰিবা। আৰু তাৰ
কাণমাৰি খাৰুৱাৰ ভিতৰত সুমুউৱা হব; বেদি
বৈ নিয়া সময়ত, তাৰ দুয়ো কোষে সেই কাণ-
৮ মাৰি থাকিব। তুমি সেই বেদি কোঁপোলা কৰি
তক্তাৰে সাজিবা; পৰ্ব্বতত তোমাক যেনেকৈ
দেখুউৱা গল, তেনেকৈয়ে তাক কৰিব লাগিব।
৯ পাছে তুমি আবাসৰ চোঁতাল কৰিবা; দক্ষিণ-
দিশে চোঁতালৰ দক্ষিণকালে, পকোৱা মিহি
শণ সূতাৰে বোৱা আৰ-কাপড়বোৰ থাকিব;
একালে সেইবোৰ লগালে এশ হাত দীঘল
১০ হব; তাৰ খুঁটা বিশটা হব, আৰু সেইবোৰৰ
নিমিত্তে পিত্তলৰ বিশটা চুঙি হব; খুঁটাবোৰৰ
১১ হাঁকোটা আৰু শলি ৰূপৰ হব। সেই ৰূপে
উত্তৰকালেও আৰ-কাপড়বোৰ থাকিব; সেই-
বোৰ লগালে এশ হাত দীঘল হব; আৰু
তাৰ খুঁটা বিশটা হব, আৰু সেইবোৰৰ নিমিত্তে
পিত্তলৰ বিশটা চুঙি হব; খুঁটাবোৰৰ হাঁকোটা
১২ আৰু শলি ৰূপৰ হব। সেই চোঁতালৰ পথা-
লিৰ নিমিত্তে, পশ্চিমকালে আৰ-কাপড়-
বোৰ থাকিব; সেইবোৰ লগালে পঞ্চাশ হাত
দীঘল হব; আৰু সেইবোৰৰ খুঁটা দহোটা, আৰু
১৩ সেই খুঁটাবোৰৰ চুঙি দহোটা হব। আৰু পূব-
কালে পূবদিশে চোঁতাল পথালিয়ে পঞ্চাশ হাত
১৪ হব। আৰু দুৱাৰৰ একালে আৰ-কাপড়বোৰ
থাকিব; সেইবোৰ লগালে পোন্ধৰ হাত হব;
সেইবোৰৰ তিনিটা খুঁটা, আৰু সেই খুঁটাবোৰৰ
১৫ তিনিটা চুঙি হব। আৰু আন কালেও আৰ-কাপড়-
বোৰ থাকিব; সেইবোৰ লগালে পোন্ধৰ হাত
হব; সেইবোৰৰ তিনিটা খুঁটা, আৰু সেই খুঁটা-
১৬ বোৰৰ তিনিটা চুঙি হব। আৰু চোঁতালৰ দুৱাৰৰ
নিমিত্তে নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা
বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে বোৱা,
নিপুণ শিল্পকাৰে বুটা দিয়া বিশ হতীয়া এখন
পৰ্দ্দা হব, আৰু তাৰ চাইটা খুঁটা, আৰু সেই
১৭ খুঁটাবোৰৰ চাইটা চুঙি হব। আৰু চোঁতালৰ
চাৰিওকালৰ খুঁটাবোৰত ৰূপৰ শলি লগোৱা
হব; আৰু সেইবোৰৰ হাঁকোটা ৰূপৰ আৰু চুঙি
১৮ পিত্তলৰ হব। আৰু চোঁতাল দীঘলে এশ হাত,
পথালিয়ে সকলো ঠাইতে পঞ্চাশ হাত, আৰু
পকোৱা মিহি শণ সূতাৰে বোৱা আৰ-কাপড়-
বোৰ ওখই পাঁচ হাত হব, আৰু খুঁটাবোৰৰ চুঙি
১৯ পিত্তলৰ হব। আবাসৰ কাৰ্য্যসম্বন্ধীয় সকলো
হাতিয়াৰ, খুঁটি, আৰু চোঁতালৰ আটাই খুঁটি
পিত্তলৰ হব।
২০ আৰু সদায় প্ৰদীপ জলাই পোহৰ কৰিবলৈ,
খুন্দি উলিওৱা জিতবৃক্ষৰ গুটীৰ নিৰ্ম্মল তেল
তোমাৰ ওচৰলৈ আনিবৰ নিমিত্তে, তুমি ইস্ৰা-
২১ য়েলৰ সন্তানবিলাকক আজ্ঞা কৰিবা। সাক্ষাৎ
কৰা তাম্বুৰ ভিতৰত সাক্ষ্যফলিৰ চন্দুকৰ আগত
থকা প্ৰচ্ছেদক বস্ত্ৰৰ বাহিৰে হাৰোণ আৰু তেওঁৰ
পুত্ৰবিলাকে যিহোৱাৰ আগত গোধূলি আৰু
ৰাতিপুৱা তাক যুগুত কৰি থব; এয়ে ইস্ৰা-
য়েলৰ সন্তানবিলাকে পুৰুষানুক্ৰমে পালন কৰিব
লগা চিৰস্থায়ী বিধি।

### পুৰোহিতবিলাকে পিন্ধিব লগা পবিত্ৰ বস্ত্ৰৰ বিষয়ে আদেশ।

২৮ পাছে তুমি, মোৰ অৰ্থে পুৰোহিতকৰ্ম্ম
কৰিবলৈ, ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ
পৰা তোমাৰ ককায়েৰা হাৰোণক, আৰু তেওঁৰ
লগত তেওঁৰ পুত্ৰবিলাকক তোমাৰ ওচৰলৈ
আনিবা; হাৰোণ, আৰু হাৰোণৰ পুত্ৰ নাদব,
অবীহূ, ইলিয়াজৰ, আৰু ঈথামৰক আনিবা।
২ মৰ্য্যাদা আৰু শোভাৰ নিমিত্তে, তোমাৰ ককায়েৰা
৩ হাৰোণলৈ পবিত্ৰ বস্ত্ৰ যুগুত কৰিবা। আৰু
মোৰ অৰ্থে পুৰোহিতকৰ্ম্ম কৰিবলৈ হাৰোণক
পবিত্ৰ কৰিবৰ নিমিত্তে, ময় জ্ঞানদায়ক আত্মাৰে
পৰিপূৰ্ণ কৰা জ্ঞানী লোকবিলাকক তেওঁৰ বস্ত্ৰ
৪ যুগুত কৰিবলৈ তুমি আজ্ঞা কৰিবা। সিবিলাকে
যুগুত কৰিব লগীয়া বস্ত্ৰ এই, বুকুপটা, এফোদ,
জামা, গাৰি দিয়া অঙ্গৰক্ষক বস্ত্ৰ, পাগ, আৰু
টঙালি। তোমাৰ ককায়েৰা হাৰোণে মোৰ অৰ্থে
পুৰোহিতকৰ্ম্ম কৰিবলৈ, তেওঁৰ আৰু তেওঁৰ
পুত্ৰবিলাকৰ নিমিত্তে সিবিলাকে পবিত্ৰ বস্ত্ৰ
৫ যুগুত কৰিব। সিবিলাকে সেই সোণ, আৰু
নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া
সূতা ও মিহি শণ সূতা লব।
৬ সিবিলাকে সোণ, আৰু নীল বৰণীয়া, বেঙেনা
বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি
শণ সূতাৰে এফোদ বস্ত্ৰখন যুগুত কৰিব; সেয়ে
৭ নিপুণ শিল্পকাৰৰ কাৰ্য্য হব। সেয়ে লগ লাগি
থাকিবৰ নিমিত্তে, তাৰ দুমূৰে দুগছ কন্ধপটি
৮ থাকিব। আৰু এফোদ কঁকালত বান্ধিবৰ নিমিত্তে,

তার লগত, নিপুণরূপে বোৱা যি কঁকালি কাপড়
থাকিব, সেয়ে তার নিচিনাকৈ বন করা হব, আরু
তারে একে ডোখর কাপড় হব ; তাক সোণ, আরু
নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙ্গা বরণীয়া
৯ সূতা ও পকোৱা মিহি শণ সূতারে করা হব।
পাছে তুমি দুটা গোমেদক মণি লৈ, তার ওপরত
১০ ইস্রায়েলর পুত্রবিলাকর নাম কাটিবা। সিবি-
লাকর জন্মর ক্রম অনুসারে ছটা নাম এটা মণির
ওপরত, আরু বাকী ছটা নাম আন মণিটোর
১১ ওপরত কাটিবা। পাথরর খনিকরে করা কার্য্যর
দরে, মোহর কটা নিচিনাকৈ সেই দুটা মণির
ওপরত ইস্রায়েলর পুত্রবিলাকর নাম কাটিবা;
আরু সেই দুটা মণি দুটা সোণর ঘরত খুৱাই
১২ দিবা। আরু ইস্রায়েলর সন্তানবিলাকর স্মর-
ণার্থক মণি হবলৈ, তুমি সেই দুটা মণি এফোদর
স্কন্ধপটি দুগছত লগাই দিবা ; তাতে হারোণে
সোঁৱরণর অর্থে যিহোৱার সাক্ষাতে আপোনার
দুই কান্ধত সিবিলাকর নাম বব।
১৩,১৪ আরু তুমি সোণর দুটা ঘর করিবা ; আরু
রচির দরে পকোৱা মালার নিচিনা দুডাল শুদ্ধ
সোণর শিকলি করি, সেই পকোৱা শিকলি
১৫ সেই দুটা ঘরত লগাই দিবা। আরু তুমি
বিচারার্থক এক বুকুপটা করিবা ; সেয়ে নিপুণ
শিল্পকারর কার্য্য হব ; এফোদ বস্ত্র করার দরে
তাক করিবা ; সোণ, আরু নীল বরণীয়া, বেঙেনা
বরণীয়া, আরু রঙ্গা বরণীয়া সূতা ও পকোৱা মিহি
১৬ শণ সূতারে তাক যুগুত করিবা। তার চারিও কোষ
আরু চারিওটা চুক সমান ; সেয়ে দুভরপীয়া
হব ; সেয়ে দীঘলে এবেগেত আরু পথালিয়েও
১৭ এবেগেত হব। তাত চারি শারিকৈ মণি
খুৱাবা ; তার প্রথম শারিত চুনী, পীতমণি,
১৮ আরু মরকত ; দ্বিতীয় শারিত পদ্মরাগ, নীল-
১৯ কান্ত, আরু হীরা ; তৃতীয় শারিত পেরোজ,
২০ যিস্ম, আরু কটাহেলা ; আরু চতুর্থ শারিত
বৈদূর্য্য, গোমেদক, আরু সূর্য্যকান্ত ; এই আ-
টাইবোর আপোন আপোন ঘরত সোণেরে
২১ পতোৱা হব। এই মণি ইস্রায়েলর পুত্রবিলাকর
নাম অনুসারে হব, সিবিলাকর নাম অনুসারেই
বারটা হব ; মোহর কটা নিচিনাকৈ প্রত্যেক
মণিত বার ফৈদর নিমিত্তে এজন এজন পুত্রর নাম
২২ কটা থাকিব। বুকুপটাত লগাবলৈ, তুমি রচির
দরে পকোৱা মালার নিচিনা দুডাল শুদ্ধ
২৩ সোণর শিকলি করিবা। আরু তুমি বুকুপটার
নিমিত্তে সোণর দুটা আঙ্গঠি গঢ়াই, সেই দুটা
২৪ আঙ্গঠি বুকুপটার দুই মূরত লগাবা। আরু
মালার দরে গঁথা সোণর সেই দুডাল শিকলি
বুকুপটার দুই মূরত থকা আঙ্গঠি দুটাত লগাবা।
২৫ আরু মালার দরে গঁথা শিকলি দুডালর দুই
মূর, সেই ঘর দুটাত বন্ধ করি, এফোদর আগ-
ফালে সেই স্কন্ধপটি দুগছর ওপরত লগাবা।
২৬ আরু তুমি সোণর দুটা আঙ্গঠি গঢ়াই, বুকুপটার
দুই মূরত, এফোদর সম্মুখত থকা ভিতর দাঁতিত
২৭ লগাবা। তুমি আরু দুটা সোণর আঙ্গঠি গঢ়াই,
এফোদর স্কন্ধপটি দুগছর তল ভাগত, তার আগ-
ফালে, যোড়া দিয়া ঠাইর ওচরত, এফোদর
নিপুণরূপে বোৱা কঁকালির ওপরত তাক লগাবা।
২৮ তাতে, বুকুপটা যেন এফোদর নিপুণরূপে বোৱা
কঁকালির ওপরত থাকে, আরু এফোদর পরা
এৰাই নেযায়, এই নিমিত্তে সিবিলাকে নীল
বরণীয়া ফিতারে সেই বুকুপটাক তার আঙ্গঠিরে
২৯ সৈতে এফোদর আঙ্গঠিত বান্ধিব। যি সময়ত,
হারোণ পবিত্রস্থানত সোমাব, সেই সময়ত,
যিহোৱার সম্মুখত সদাকালর সোঁৱরণর অর্থে,
তেওঁ বিচারার্থক বুকুপটাত ইস্রায়েলর পুত্র-
৩০ বিলাকর নাম আপোন বুকত বব। সেই বিচা-
রার্থক বুকুপটাত উরীম আরু তুম্মীম দিবা ;
তাতে, হারোণে যি সময়ত যিহোৱার আগলৈ
প্রবেশ করিব, সেই সময়ত হারোণর বুকর
ওপরত সেইবোর থাকিব ; আরু হারোণে ইস্রা-
য়েলর সন্তানবিলাকর বিচারভার যিহোৱার
আগত সদায় আপোনার বুকত বব।
৩১ তুমি এফোদর জামা গোটেইটো নীল বরণীয়া
৩২ সূতারে করিবা। তার সোঁ মাজত, মূর সুমুৱাবলৈ
এটা বাট থাকিব ; আরু সেয়ে নেফাটিবর
নিমিত্তে,কৱচর ভিত্তির দরে সেই বাটটোর চারিও-
৩৩ মেরে, তাঁতিয়ে বোৱা ফিতা লগোৱা হব। আরু
তুমি তার তল দাঁতিত চারিওমেরে, নীল বরণীয়া,
বেঙেনা বরণীয়া, আরু রঙ্গা বরণীয়া সূতারে
দালিম তুলিবা, আরু তার মাজে মাজে চারিও-
৩৪ মেরে সোণর ঝুনুকা থাকিব ; সেই জামার তল
দাঁতিত চারিওমেরে, এটা সোণর ঝুনুকা এটা
দালিম, আরু এটা সোণর ঝুনুকা এটা দালিম,
৩৫ এই রূপে থাকিব। আরু হারোণে পরিচর্য্যা
করিবর নিমিত্তে তাক পিন্ধিব ; তাতে, তেওঁ
যেতিয়া যিহোৱার আগলৈ পবিত্রস্থানত সোমাব,
আরু তার পরা ওলাই আহিব, তেতিয়া তার
শব্দ শুনা যাব, আরু তেওঁ নমরিব।
৩৬ পাছে তুমি শুদ্ধ সোণর এচটা পত্তা করি,
মোহর কটা নিচিনাকৈ তার ওপরত "যিহোৱার
৩৭ উদ্দেশে পবিত্র" এই কথা কাটিবা। আরু তুমি
তাক নীল বরণীয়া ফিতাত লগাই পাগটোর
৩৮ ওপরত আগফালে খুৱাই দিবা। আরু সেয়ে
হারোণর কঁপালত থাকিব; তাতে, ইস্রায়েলর
সন্তানবিলাকে আপোন আপোন পবিত্র দান
দি যি যি দ্রব্য পবিত্র করিব, সেই সকলো
পবিত্র দ্রব্যর অপরাধ হারোণে বব ; আরু

সিবিলাক যেন যিহোৱাৰ আগত গ্ৰহণীয়
হয়, এই নিমিত্তে সেয়ে সদায় তেওঁৰ কঁপা-
৩৯ লৰ ওপৰত থাকিব। তুমি অঙ্গৰক্ষক বস্ত্ৰ
গাৰি দি মিহি শণ সূতাৰে ববা, পাগটো
শণ সূতাৰে যুগুত কৰিবা, আৰু টঙালি উত্তম-
৪০ ৰূপে বুটা দি কৰিবা। আৰু হাৰোণৰ পুত্ৰ-
বিলাকৰ নিমিত্তে অঙ্গৰক্ষক বস্ত্ৰ আৰু টঙালি
কৰিবা; মৰ্য্যাদা আৰু শোভাৰ অৰ্থে সিবি-
৪১ লাকৰ নিমিত্তে পাগুৰি কৰিবা। পাছে তোমাৰ
ককায়েৰা হাৰোণক, আৰু তেওঁৰে সৈতে তেওঁৰ
পুত্ৰবিলাকক সেইবোৰ পিন্ধাবা, আৰু মোৰ
অৰ্থে পুৰোহিতকৰ্ম্ম কৰিবৰ নিমিত্তে, তুমি
সিবিলাকক অভিষিক্ত, আৰু পুৰোহিতপদত
৪২ নিযুক্ত কৰি পবিত্ৰ কৰিবা। সিবিলাকৰ গাৰ
উলঙ্গতা ঢাকিবৰ নিমিত্তে, কঁকালৰ পৰা কৰঙণ-
লৈকে তুমি সিবিলাকলৈ শণ সূতাৰ জাঙিয়া
৪৩ কৰিবা। আৰু যেতিয়া হাৰোণ আৰু তেওঁৰ পুত্ৰ-
বিলাক সাক্ষাৎ কৰা তাম্বুৰ ভিতৰলৈ সোমাব,
বা পবিত্ৰস্থানত পৰিচৰ্য্যা কৰিবৰ নিমিত্তে
বেদিৰ ওচৰ চাপিব, তেতিয়া, সিবিলাকে যেন
অপৰাধ বৈ নমৰে, এই নিমিত্তে সিবিলাকে এই
বস্ত্ৰ পিন্ধিব; এয়ে হাৰোণ আৰু তেওঁৰ ভাবি-
বংশৰ পালন কৰিব লগীয়া চিৰস্থায়ী বিধি।

পুৰোহিতবিলাকক কামত নিযুক্ত কৰাৰ বিষয়ে
আদেশ।

২৯ পাছে, মোৰ অৰ্থে পুৰোহিতকৰ্ম্ম কৰিবৰ
নিমিত্তে সিবিলাকক পবিত্ৰ কৰিবলৈ, তুমি
সিবিলাকলৈ এই কৰ্ম্ম কৰিবা। এটা নিৰ্ঘুণী
২ দমৰা গৰু আৰু দুটা মটা মেৰ লবা; আৰু
খমীৰ নিদিয়া পিঠা কেইটামান, তেল মিহ-
লোৱা খমীৰ নিদিয়া বিন্ধা থকা পিঠা কেই-
টামান, আৰু তেল ঢলা খমীৰ নিদিয়া পাতল
চাকলীয়া পিঠা কেইটামান লবা; সেইবোৰ
৩ মিহি আটাগুৰিৰে সাজিবা। আৰু এটা
খৰাহিত সেইবোৰ ৰাখিবা; আৰু খৰাহিয়ে
সৈতে সেইবোৰ, দমৰা গৰুটো, আৰু মেৰ
৪ দুটা আনিবা। আৰু হাৰোণক, আৰু তেওঁৰ
পুত্ৰবিলাকক সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখলৈ
৫ আনি গা ধুৱাবা। পাছে সেই বস্ত্ৰবোৰ লৈ,
হাৰোণক অঙ্গৰক্ষক বস্ত্ৰ, একোদৰ জামা,
একোদ, আৰু বুকুপটা পিন্ধাবা, আৰু একো-
দৰ নিপুণৰূপে বোৱা কঁকালি কাপড় তেওঁক
৬ বান্ধিবা; আৰু তেওঁৰ মূৰত পাগ পিন্ধাই
তাৰ ওপৰত মুকুটস্বৰূপে সেই পবিত্ৰ পতা
৭ লগাবা। পাছে তুমি অভিষেকাৰ্থক তেল লৈ,
তেওঁৰ মূৰৰ ওপৰত ঢালি তেওঁক অভিষেক
৮ কৰিবা। তাৰ পাছে তুমি তেওঁৰ পুত্ৰবিলাকক
৯ আনি অঙ্গৰক্ষক বস্ত্ৰ পিন্ধাবা। আৰু হাৰোণ ও
তেওঁৰ পুত্ৰবিলাকৰ কঁকালত টঙালি বান্ধিবা,
আৰু সিবিলাকৰ মূৰত পাগুৰি মৰাই দিবা;
তাতে, পুৰোহিতপদত সিবিলাকৰ অধিকাৰ
থাকিবলৈ এক চিৰস্থায়ী বিধি হব। এই ৰূপে
তুমি হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকক পুৰো-
১০ হিতপদত নিযুক্ত কৰিবা। পাছে তুমি সাক্ষাৎ
কৰা তাম্বুৰ সম্মুখলৈ সেই দমৰা গৰুটো আনিবা;
তেতিয়া হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে গৰু-
১১ টোৰ মূৰত হাত দিব। আৰু তুমি সাক্ষাৎ কৰা
তাম্বুৰ দুৱাৰমুখত যিহোৱাৰ সম্মুখত সেই
১২ দমৰা গৰুটো কাটিবা। পাছে সেই গৰুটোৰ
কিছু তেজ লৈ, আঙুলিৰে বেদিৰ শিঙত লগাবা,
আৰু বাকী তেজখিনি বেদিৰ মূলত ঢালি দিবা।
১৩ আৰু তাৰ নাড়ীভুঁৰু ঢকা আটাই তেল,
কলিজাৰ ওচৰত থকা তেলীয়া ভাগ, ঘিলা
দুটা, আৰু সেই দুটাৰ ওপৰত থকা তেল লৈ
১৪ বেদিত দগ্ধ কৰিবা। কিন্তু সেই দমৰাটোৰ
মঙহ, চাল, আৰু গোবৰ ছাউনিৰ বাহিৰত
জুইত পুড়ি ভস্ম কৰিবা; সেয়ে পাপাৰ্থক
১৫ বলি। পাছে তুমি প্ৰথমটো মেৰ লবা; তেতিয়া
হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে সেই
১৬ মেৰটোৰ মূৰত হাত দিব। আৰু তুমি সেই
মেৰটো কাটি, তাৰ তেজ লৈ বেদিৰ ওপৰত
১৭ চাৰিওফালে চটিয়াই দিবা। পাছে তুমি মেৰটো
খণ্ড খণ্ড কৰি, তাৰ নাড়ীভুঁৰু আৰু ঠেং ধুই
পেলাই খণ্ডবিলাকৰ আৰু মূৰৰ লগত থবা।
১৮ পাছে গোটেইটো মেৰ বেদিত দগ্ধ কৰিবা;
সেয়ে যিহোৱাৰ উদ্দেশে হোমবলি আৰু সু-
ঘ্ৰাণৰ অৰ্থে যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপ-
১৯ হাৰ। পাছে তুমি দ্বিতীয়টো মেৰ লবা; তেতিয়া
হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে সেই মেৰটোৰ
২০ মূৰত হাত দিব। আৰু তুমি সেই মেৰ কাটি
তাৰ অলপমান তেজ লৈ, হাৰোণ আৰু তেওঁৰ
পুত্ৰবিলাকৰ সোঁ কাণৰ মূৰত, সিবিলাকৰ সোঁ
হাতৰ বুঢ়া আঙুলিত, আৰু সোঁ ভৰিৰ বুঢ়া
আঙুলিত লগাবা; আৰু বাকী তেজখিনি বেদিৰ
২১ ওপৰত চাৰিওফালে চটিয়াই দিবা। পাছে
তুমি বেদিৰ ওপৰত থকা তেজৰ, আৰু অভি-
ষেকাৰ্থক তেলৰ কিছু লৈ, হাৰোণৰ ওপৰত
আৰু তেওঁৰ বস্ত্ৰৰ ওপৰত, আৰু তেওঁৰে সৈতে
তেওঁৰ পুত্ৰবিলাকৰ ওপৰত আৰু সিবিলাকৰ
বস্ত্ৰৰ ওপৰতো চটিয়াই দিবা; তাতে তেওঁ
আৰু তেওঁৰ বস্ত্ৰ, তেওঁৰ পুত্ৰবিলাক আৰু সি-
২২ বিলাকৰ বস্ত্ৰ পবিত্ৰীকৃত হব। পাছে তুমি
মেৰটোৰ তেল, নেগুৰ, নাড়ীভুঁৰু ঢকা তেল,
কলিজাৰ ওচৰত থকা তেলীয়া ভাগ, ঘিলা
দুটা, সেই দুটাৰ ওপৰত থকা তেল, আৰু

সোঁ পাছ-পিৰা লবা ; কিয়নো সেয়ে নিযুক্ত-
২৩ কৰণাৰ্থক মেৰ। পাছে, তুমি যিহোৱাৰ সন্মুখত
থকা খমীৰ নিদিয়া পিঠাৰ সেই খৰাহিটোৰ
পৰা এটা পিঠা, তেল মিহলোৱা বিস্কা থকা
এটা পিঠা, আৰু এটা পাতল চাকলীয়া পিঠা লৈ,
২৪ হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকৰ হাতত সেই
সকলোকে দি, দোলনীয় নৈবেদ্যৰ অৰ্থে
২৫ যিহোৱাৰ সন্মুখত তাক দোলাবা। পাছে তুমি
সিবিলাকৰ হাতৰ পৰা সেই সকলোকে লৈ,
যিহোৱাৰ সন্মুখত সুঘ্ৰাণৰ অৰ্থে, বেদিত সেই
হোমবলিৰ ওপৰত দগ্ধ কৰিবা ; সেয়ে যিহো-
২৬ ৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ। পাছে তুমি
হাৰোণৰ নিযুক্তকৰণাৰ্থক মেৰৰ আমঠু লৈ,
দোলনীয় নৈবেদ্যৰ অৰ্থে যিহোৱাৰ সন্মুখত
তাক দোলাবা ; সেই খণ্ড তোমাৰ ভাগ হব।
২৭ হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকৰ নিযুক্তকৰ-
ণাৰ্থক মেৰটোৰ দোলনীয় উপহাৰ যি আমঠু
দোলোৱা হব, আৰু উত্তোলনীয় উপহাৰ যি
সোঁ পাছ-পিৰা তোলা হব, তাক তুমি পবিত্ৰ
২৮ কৰিবা। তাতে, হাৰোণ আৰু তেওঁৰ সন্তান-
বিলাকে ইস্ৰায়েলৰ সন্তানবিলাকৰ পৰা তাক
পাবলৈ, সেয়ে চিৰস্থায়ী বিধি হব ; কিয়নো
সেয়ে উত্তোলনীয় উপহাৰ ; আৰু এই উত্তোল-
নীয় উপহাৰ ইস্ৰায়েলৰ সন্তানবিলাকৰ মঙ্গ-
লাৰ্থক বলিৰ পৰা দিব লগীয়া ; এয়ে যিহোৱাৰ
উদ্দেশে সিবিলাকৰ উত্তোলনীয় উপহাৰ।
২৯ বস্ত্ৰ পিন্ধি অভিষিক্ত আৰু নিযুক্ত হবৰ নিমিত্তে,
হাৰোণৰ পবিত্ৰ বস্ত্ৰবিলাক তেওঁৰ পাছত তেওঁৰ
৩০ পুত্ৰবিলাকৰ হব। তেওঁৰ পুত্ৰবিলাকৰ মাজৰ
যি জনে তেওঁৰ সলনি পুৰোহিত হৈ পবিত্ৰ-
স্থানত পৰিচৰ্য্যা কৰিবলৈ সাক্ষাৎ কৰা তাম্বুত
সোমাব, সেই জনেই সেই বস্ত্ৰ সাত দিন
৩১ পিন্ধিব। পাছে তুমি সেই নিযুক্তকৰণাৰ্থক
মেৰটোৰ মাংস লৈ, কোনো এক পবিত্ৰ ঠাইত
৩২ সিজাবা। পাছে হাৰোণ আৰু তেওঁৰ পুত্ৰ-
বিলাকে সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত সেই
মেৰটোৰ মাংস, আৰু খৰাহিত থকা সেই পিঠা
৩৩ ভোজন কৰিব। আৰু নিযুক্ত কৰি সিবিলাকক
পবিত্ৰ কৰিবৰ নিমিত্তে যিহেৰে প্ৰায়শ্চিত্ত কৰা
হব, তাক সিবিলাকে ভোজন কৰিব ; কিন্তু
আন কোনো লোকে তাক ভোজন নকৰিব, কাৰণ
৩৪ সেই সকলো পবিত্ৰ বস্তু। আৰু সেই নিযুক্ত-
কৰণাৰ্থক মাংস আৰু পিঠাৰ পৰা যদি ৰাতি-
পুৱালৈ কিছু অৱশিষ্ট থাকে, তেন্তে সেই অৱশিষ্ট
ভাগ জুইত পুড়ি ভস্ম কৰিবা ; কোনেও তাক
৩৫ ভোজন নকৰিব, কিয়নো সেয়ে পবিত্ৰ বস্তু। ময়
তোমাক দিয়া সকলো আজ্ঞা অনুসাৰে, হাৰোণ-
লৈ আৰু তেওঁৰ পুত্ৰবিলাকলৈ সেই ৰূপে কৰিবা ;
সিবিলাকক নিযুক্ত কৰোঁতে সাত দিন নিয়াবা।
৩৬ আৰু তুমি প্ৰায়শ্চিত্তৰ নিমিত্তে প্ৰতিদিনে
পাপাৰ্থক বলিস্বৰূপে এটা এটা দমৰা গৰু উৎ-
সৰ্গ কৰিবা ; আৰু বেদি প্ৰায়শ্চিত্ত কৰি, তাক
শুচি কৰিবা, আৰু তাক পবিত্ৰ কৰিবৰ নিমিত্তে
৩৭ তাক অভিষেক কৰিবা। তুমি বেদি প্ৰায়শ্চিত্ত
কৰি পবিত্ৰ কৰোঁতে সাত দিন নিয়াবা ; তাতে
বেদি অতি পবিত্ৰ হব ; যি কোনোৱে বেদি
স্পৰ্শ কৰিব, সি পবিত্ৰ হব।
৩৮ সেই যজ্ঞবেদিৰ ওপৰত তুমি এই এই বলি
উৎসৰ্গ কৰিবা ; তুমি দিনে দিনে সদায় দুটা
৩৯ দুটা একছৰীয়া মেৰ পোৱালি লবা ; তাৰে
এটা ৰাতিপুৱা, আনটো গোধূলি উৎসৰ্গ
৪০ কৰিবা। প্ৰথম মেৰ পোৱালিটোৰ লগত
হীনৰ চাৰি ভাগৰ এভাগ খুন্দি উলিওৱা তেল
মিহলোৱা ঐফাৰ দহ ভাগৰ এভাগ মিহি আটা-
গুৰি, আৰু পেয় নৈবেদ্যৰ নিমিত্তে হীনৰ চাৰি
৪১ ভাগৰ এভাগ দ্ৰাক্ষাৰস দিবা। পাছে দ্বিতীয়
মেৰ পোৱালিটো গোধূলি উৎসৰ্গ কৰিবা ;
ৰাতিপুৱাৰ ভক্ষ্য আৰু পেয় নৈবেদ্যৰ দৰেই
তালৈ কৰিবা ; সেয়ে সুঘ্ৰাণৰ অৰ্থে যিহোৱাৰ
৪২ উদ্দেশে অগ্নিকৃত উপহাৰ। তোমাক কথা কবলৈ
য'ত ময় তোমালোকে সৈতে সাক্ষাৎ কৰিম,
তাত সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত যিহোৱাৰ
সন্মুখত এয়ে তোমালোকৰ পুৰুষানুক্ৰমে কৰিব
৪৩ লগীয়া নিত্য হোম। সেই ঠাইত ময় ইস্ৰায়েলৰ
সন্তানবিলাকে সৈতে সাক্ষাৎ কৰিম ; তাতে মোৰ
প্ৰতাপৰ দ্বাৰায় সেই তাম্বু পবিত্ৰীকৃত হব।
৪৪ আৰু ময় সেই সাক্ষাৎ কৰা তাম্বু আৰু যজ্ঞবেদি
পবিত্ৰ কৰিম, আৰু মোৰ অৰ্থে পুৰোহিতকৰ্ম্ম
কৰিবৰ নিমিত্তে হাৰোণক আৰু তেওঁৰ পুত্ৰ-
৪৫ বিলাককো পবিত্ৰ কৰিম। আৰু ময় ইস্ৰায়েলৰ
সন্তানবিলাকৰ মাজত বাস কৰিম, আৰু সি-
৪৬ বিলাকৰ ঈশ্বৰ হম ; তাতে, যি জনাই সি-
বিলাকৰ মাজত বাস কৰিবলৈ সিবিলাকক
মিচৰ দেশৰ পৰা উলিয়াই আনিলে, সি-
বিলাকৰ সেই ঈশ্বৰ যিহোৱা যে ময়েই, তাক
সিবিলাকে জানিব। ময়েই সিবিলাকৰ ঈশ্বৰ
যিহোৱা।

ধূপবেদি, প্ৰায়শ্চিত্তৰ ধন, প্ৰক্ষালনপাত্ৰ, অভিষে-
কাৰ্থক তেল, আৰু ধূপৰ বিষয়ে আদেশ।

৩০ আৰু তুমি ধূপ জ্বলাবৰ নিমিত্তে এটা
বেদি নিৰ্ম্মাণ কৰিবা ; তাক চিটীম কাঠেৰে
২ নিৰ্ম্মাণ কৰিবা। সেয়ে এহাত দীঘল, এহাত
বহল হব ; তাৰ চাৰিও কোষ আৰু চাৰিওটা
চুক সমান হব, আৰু ওখই দুহাত হব ; তাৰ
৩ শিঙবোৰ তাৰ একে ভোখৰ কাঠতে হব। তুমি

তাত, অৰ্থাৎ তাৰ ওপৰ ভাগত, চাৰিও কোষত,
আৰু তাৰ শিঙত শুদ্ধ সোণৰ পতা মাৰিবা;
আৰু তাৰ চাৰিওফালে সোণৰ চিৰি মাৰিবা।
৪ আৰু তুমি তাৰ নিমিত্তে সোণৰ দুডাল খাৰুৱা
গঢ়াই, তাৰ চিৰিৰ তলত দুই কোষৰ আৰু দুই
চুকৰ ওচৰত লগাই দিবা; তাক বৈ নিবৰ
৫ নিমিত্তে সেয়ে কাণমাৰি সুমুউৱা ঠাই হব। সেই
কাণমাৰি চিটীম কাঠেৰে সাজি, তাত সোণৰ
৬ পতা মাৰিবা। আৰু সাক্ষ্যফলিৰ চন্দুকৰ ওচৰত
থকা প্ৰভেদক বস্ত্ৰৰ আগফালে, সাক্ষ্যফলিৰ
চন্দুকৰ ওপৰত থকা পাপাবৰণৰ সম্মুখত তাক
ৰাখিবা; সেই ঠাইতে মই তোমাৰে সৈতে সাক্ষাৎ
৭ কৰিম। হাৰোণে তাৰ ওপৰত সুগন্ধি ধূপ জলাব:
প্ৰতিৰাতিপুৱা প্ৰদীপ পৰিষ্কাৰ কৰা সময়ত তেওঁ
৮ সেই ধূপ জলাব। আৰু গোধূলি পৰত প্ৰদীপ
জলোৱা সময়ত তেওঁ তাক জলাব; সেয়ে
তোমালোকৰ পুৰুষানুক্ৰমে যিহোৱাৰ সম্মুখত
৯ নিত্য ধূপদাহ হব। তোমালোকে তাৰ ওপৰত
সাধাৰণ ধূপ, বা হোমবলি, বা ভক্ষ্য নৈবেদ্য
উৎসৰ্গ নকৰিবা, আৰু তাৰ ওপৰত পেয় নৈবেদ্যও
১০ নেঢালিবা। আৰু বছৰৰ ভিতৰত হাৰোণে এবাৰ
তাৰ শিঙ প্ৰায়শ্চিত্ত কৰিব; তোমালোকৰ
পুৰুষানুক্ৰমে প্ৰায়শ্চিত্তাৰ্থক পাপবলিৰ তেজেৰে
তেওঁ বছৰেকত এবাৰ প্ৰায়শ্চিত্ত কৰিব; এই
বেদি যিহোৱাৰ উদ্দেশে অতি পবিত্ৰ।
১১,১২ পাছে যিহোৱাই মোচিক কলে, যেতিয়া তুমি
ইস্ৰায়েলৰ সন্তানবিলাকৰ লেখ লব লগীয়া-
বিলাকৰ লেখ লবা, তেতিয়া, তুমি সিবিলাকৰ
লেখ লোৱা সময়ত, সিবিলাকৰ প্ৰতিজনে যিহো-
ৱাৰ উদ্দেশে আপোন আপোন প্ৰাণৰ অৰ্থে মুক্তি-
ধন দিব; তাতে, তুমি লেখ লোৱা সময়ত সিবি-
১৩ লাকৰ মাজত মহামাৰী নহব। সিবিলাকে দিব
লগীয়া এই; যি কোনো লোক লেখ লব লগীয়া-
বিলাকৰ মাজত পৰিব, সি পবিত্ৰস্থানৰ চেকল অনু-
সাৰে আধা চেকল দিব; সেই চেকলত বিশ গেৰা
হয়; সেই আধা চেকল যিহোৱাৰ উদ্দেশে দিব
১৪ লগীয়া উপহাৰ। বিশ বছৰ কি তাতকৈ অধিক
বয়সীয়া যি কোনো লোক লেখ লব লগীয়াবিলাকৰ
মাজত পৰিব, সিয়েই যিহোৱাৰ সেই উপহাৰ
১৫ দিব। তোমালোকৰ প্ৰাণৰ অৰ্থে প্ৰায়শ্চিত্ত
কৰিবলৈ যিহোৱাৰ সেই উপহাৰ দিওঁতে, ধনীয়ে
আধা চেকলতকৈ অধিক নিদিব, আৰু দুঃখীয়ায়ো
১৬ তাতকৈ কম নিদিব। তুমি ইস্ৰায়েলৰ সন্তান-
বিলাকৰ পৰা সেই প্ৰায়শ্চিত্তৰ ধন লৈ, সাক্ষাৎ
কৰা তাম্বুৰ কাৰ্য্যৰ অৰ্থে তাক দিবা; তাতে,
তোমালোকৰ প্ৰাণৰ প্ৰায়শ্চিত্তৰ নিমিত্তে সেয়ে
ইস্ৰায়েলৰ সন্তানবিলাকৰ সোঁৱৰণৰ অৰ্থে
যিহোৱাৰ আগত থাকিব।

১৭,১৮ পাছে যিহোৱাই মোচিক কলে, ধোৱাপখলা
কৰিবৰ নিমিত্তে তুমি পিত্তলৰ এটা প্ৰক্ষালন-
পাত্ৰ, আৰু পিত্তলেৰে তাৰ খুৰা গঢ়াবা; তুমি
তাক সাক্ষাৎ কৰা তাম্বুৰ আৰু হোমবেদিৰ মাজত
১৯ থৈ, তাত পানী ৰাখিবা। হাৰোণ আৰু তেওঁৰ
পুত্ৰবিলাকে তাৰ পৰা আপোন আপোন হাত
২০ ভৰি ধুব। সাক্ষাৎ কৰা তাম্বুত সোমাওঁতে, বা
যিহোৱাৰ পৰিচৰ্য্যা কৰিবৰ অৰ্থে, তেওঁৰ
উদ্দেশে অগ্নিকৃত উপহাৰ দগ্ধ কৰিবৰ অৰ্থে
বেদিৰ ওচৰলৈ আহোঁতে, সিবিলাক যেন নমৰে,
এই নিমিত্তে সিবিলাকে আপোন আপোন হাত
২১ ভৰি ধুব। এই ৰূপে, সিবিলাকে নমৰিবৰ নিমিত্তে
আপোন আপোন হাত ভৰি ধুব; এয়ে তেওঁৰ
আৰু তেওঁৰ বংশৰ পুৰুষানুক্ৰমে পালন কৰিব
লগীয়া চিৰস্থায়ী বিধি।
২২,২৩ পাছে যিহোৱাই মোচিক কলে, তুমি আপো-
নাৰ নিমিত্তে বিশেষ বিশেষ সুগন্ধি দ্ৰব্য, অৰ্থাৎ
পবিত্ৰস্থানৰ চেকল অনুসাৰে, পাঁচ শ চেকল
দ্ৰব গন্ধৰস, আৰু তাৰ আধা, অৰ্থাৎ দুশ পঞ্চাশ
চেকল সুগন্ধি দালচিনি, দুশ পঞ্চাশ চেকল
২৪ সুগন্ধি বচ, পাঁচ শ চেকল তেজপাত, আৰু এক
২৫ হীন জিত তেল লৈ, সেইবোৰেৰে তুমি অভি-
ষেকৰ অৰ্থে পবিত্ৰ তেল, অৰ্থাৎ সুগন্ধিদ্ৰব্য-
ব্যৱসায়ীৰ নিয়মেৰে কৰা সুগন্ধি তেল যুগুত
কৰিবা; সেয়ে অভিষেকাৰ্থক পবিত্ৰ তেল হব।
২৬ তাৰে তুমি সাক্ষাৎ কৰা তাম্বু, সাক্ষ্যফলিৰ
২৭ চন্দুক, মেজ আৰু তাৰ সকলো সঁজুলি, দীপাধাৰ
২৮ আৰু তাৰ সঁজুলিবোৰ, ধূপবেদি, হোমবেদি আৰু
তাৰ সকলো সঁজুলি, প্ৰক্ষালনপাত্ৰ আৰু তাৰ
২৯ খুৰা অভিষেক কৰি, সেই সকলোকে পবিত্ৰ
কৰিবা; তাতে সেই সকলো অতি পবিত্ৰ হব; যি
কোনোৱে সেইবোৰ স্পৰ্শ কৰিব, সি পবিত্ৰ
৩০ হব। আৰু মোৰ পুৰোহিতকৰ্ম্ম কৰিবৰ নিমিত্তে,
তুমি হাৰোণক আৰু তেওঁৰ পুত্ৰবিলাকক অভি-
৩১ ষেক কৰি সিবিলাকক পবিত্ৰ কৰিবা। আৰু
তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কবা, তোমা-
লোকৰ পুৰুষানুক্ৰমে মোৰ নিমিত্তে সেয়ে অভি-
৩২ ষেকাৰ্থক পবিত্ৰ তেল হব। মানুহৰ গাত তাক
ঢলা নেযাব; আৰু তাৰ দ্ৰব্যৰ পৰিমাণ অনু-
সাৰে, তাৰ নিচিনা আন কোনো তেল যুগুত
নকৰিবা; সেয়ে পবিত্ৰ, তোমালোকলৈ পবিত্ৰ
৩৩ হব। যি কোনোৱে তাৰ নিচিনা তেল যুগুত
কৰিব, বা যি কোনোৱে অন্যৰ গাত তাৰ অলপ
দিব, সি আপোন লোকবিলাকৰ মাজৰ পৰা
উচ্ছন্ন হব।
৩৪ পাছে যিহোৱাই মোচিক কলে, তুমি আপো-
নাৰ নিমিত্তে সুগন্ধি দ্ৰব্য, অৰ্থাৎ নাটাফ, নখী,
হেল্‌বনা এই সকলো সুগন্ধি দ্ৰব্যৰ, আৰু নিৰ্ম্মল

৩৫ কুম্ভুৰুৰ প্ৰত্যেকটা সমভাগ কৰি লবা। আৰু
তাৰ দ্বাৰায় সুগন্ধিদ্ৰব্যব্যৱসায়ীৰ নিয়মেৰে কৰা
লোণ মিহলোৱা এক নিৰ্ম্মল পৱিত্ৰ সুগন্ধি ধূপ
৩৬ যুগুত কৰিবা। তাৰ অলপ গুৰি কৰি, যি সাক্ষাৎ
কৰা তাম্বুত ময় তোমাৰে সৈতে সাক্ষাৎ কৰিম,
তাত সাক্ষ্যফলিৰ চন্দুকৰ সম্মুখত তাক থবা ;
৩৭ সেয়ে তোমালোকলৈ অতি পৱিত্ৰ হব। আৰু তুমি
যি সুগন্ধি ধূপ কৰিবা, তাৰ দ্ৰব্যৰ পৰিমাণ অনু-
সাৰে তোমালোকে আপোনাবিলাকৰ নিমিত্তে
তাক নকৰিবা ; সেয়ে তোমাৰ মানত যিহোৱাৰ
৩৮ উদ্দেশে পৱিত্ৰ হব। যি কোনোৱে নিজে ঘ্ৰাণ
লবৰ নিমিত্তে, তাৰ নিচিনা ধূপ যুগুত কৰিব,
তাক আপোন লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন
কৰা হব।

ধৰ্ম্মধাম নিৰ্ম্মাণ কৰাওঁতাবিলাকৰ কথা, আৰু
বিশ্ৰামদিনৰ বিষয়ে আদেশ।

৩১ তাৰ পাছে যিহোৱাই মোচিক কলে,
দেখা, ময় যিহূদা ফৈদৰ হূৰৰ নাতিয়েক
৩ ঊৰীৰ পুত্ৰ বচলেলৰ নাম কাঢ়িলোঁ ; আৰু
কৌশলৰ কাৰ্য্য কল্পনা কৰিবলৈ, সোণ, ৰূপ,
৪ আৰু পিত্তলৰ কাম কৰিবলৈ, খটাব লগীয়া মণি,
আৰু কাঠৰ কাম আদি সকলো প্ৰকাৰ শিল্প-
৫ কৰ্ম্ম কৰিবলৈ, ময় তেওঁক জ্ঞান, বুদ্ধি, বিদ্যা,
আৰু সকলো প্ৰকাৰ শিল্পকৌশলদায়ক ঈশ্বৰীয়
৬ আত্মাৰে পৰিপূৰ্ণ কৰিলোঁ। আৰু দেখা, ময়
দান ফৈদৰ অহীচামকৰ পুত্ৰ অহলীয়াবক তেওঁৰ
সহকাৰী কৰি দিলোঁ। আৰু সকলো জ্ঞানী
লোকৰ হৃদয়ত জ্ঞান দিলোঁ ; তাতে ময় তোমাক
যি যি আজ্ঞা কৰিলোঁ, সেই সকলোকে সিবি-
৭ লাকে নিৰ্ম্মাণ কৰিব। অৰ্থাৎ সাক্ষাৎ কৰা
তাম্বু, সাক্ষ্যফলিৰ চন্দুক, আৰু তাৰ ওপৰত থকা
৮ পাপাবৰণ, আৰু তাম্বুৰ সকলো বস্তু ; মেজ আৰু
তাৰ সঁজুলি, নিৰ্ম্মল সোণৰ দীপাধাৰ আৰু তাৰ
৯ সকলো সঁজুলি, ধূপবেদি, হোমবেদি আৰু তাৰ
সকলো সঁজুলি, প্ৰক্ষালনপাত্ৰ আৰু তাৰ খুৰা ;
১০ আৰু পুৰোহিতকৰ্ম্ম কৰিবৰ নিমিত্তে, নিপুণৰূপে
কৰা মিহি বস্ত্ৰ, হাৰোণ পুৰোহিতৰ পৱিত্ৰ
১১ বস্ত্ৰ, আৰু তেওঁৰ পুত্ৰবিলাকৰ বস্ত্ৰ ; অভিষে-
কাৰ্থক তেল, আৰু পৱিত্ৰস্থানৰ নিমিত্তে সুগন্ধি
ধূপ। ময় তোমাক যেনেকৈ আজ্ঞা কৰিলোঁ, সেই
ৰূপেই সিবিলাকে কৰিব।
১২,১৩ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰা-
য়েলৰ সন্তানবিলাকক এই কথা কোৱা, তোমা-
লোকে অৱশ্যে মোৰ বিশ্ৰামদিন পালন কৰিবা ;
কিয়নো, ময়েই যে তোমালোকৰ পৱিত্ৰকাৰী
যিহোৱা, ইয়াক যেন তোমালোকে জানিব পাৰা,
এই নিমিত্তে তোমালোকৰ পুৰুষানুক্ৰমে মোৰ
১৪ আৰু তোমালোকৰ মাজত এয়ে এক চিন হব। এই
হেতুকে তোমালোকে বিশ্ৰামদিন পালন কৰিবা ;
কিয়নো তোমালোকৰ নিমিত্তে সেয়ে পৱিত্ৰ। যি
জনে তাক অপৱিত্ৰ কৰিব, অৱশ্যে তাৰ প্ৰাণদণ্ড
হব ; কিয়নো যি কোনোৱে সেই দিনা কাম
কৰিব, তাক আপোন লোকবিলাকৰ মাজৰ পৰা
১৫ উচ্ছন্ন কৰা হব। ছদিন কাম কৰা হব, কিন্তু
সপ্তম দিন সম্পূৰ্ণ বিশ্ৰামৰ বিশ্ৰামদিন ; সেয়ে
যিহোৱাৰ উদ্দেশে পৱিত্ৰ ; সেই বিশ্ৰামদিনত
যি কোনোৱে কাম কৰিব, তাৰ অৱশ্যে প্ৰাণ-
১৬ দণ্ড হব। এই হেতুকে, ইস্ৰায়েলৰ সন্তান-
বিলাকে চিৰস্থায়ী নিয়ম বুলি পুৰুষানুক্ৰমে
মান্য কৰিবৰ নিমিত্তে, তোমালোকে বিশ্ৰামদিন
১৭ পালন কৰিবা ; মোৰ আৰু ইস্ৰায়েলৰ সন্তান-
বিলাকৰ মাজত এয়ে চিৰস্থায়ী চিন হব ; কিয়নো
যিহোৱাই ছদিনে আকাশমণ্ডল আৰু পৃথিবী
নিৰ্ম্মাণ কৰি সপ্তম দিনা বিশ্ৰাম কৰি তৃপ্ত
হৈছিল।
১৮ পাছে যিহোৱাই চীনয় পৰ্ব্বতত মোচিৰে
সৈতে কথা হৈ এঁটাই, সাক্ষ্যফলি দুখন, ঈশ্বৰৰ
আঙ্গুলিৰে লিখা শিলৰ ফলি দুখন তেওঁক
দিলে।

ইস্ৰায়েলৰ সন্তানবিলাকৰ বিপথগমন,
আৰু তাৰ দণ্ড।

৩২ পাছে, পৰ্ব্বতৰ পৰা নামিবলৈ মোচিৰ
পলম হোৱা দেখি, লোকবিলাকে হাৰোণৰ
ওচৰত গোট খাই তেওঁক কলে, উঠা, আমাৰ
আগে আগে যাবৰ নিমিত্তে আমাৰ অৰ্থে এজন
দেৱতা নিৰ্ম্মাণ কৰা ; কিয়নো যি মোচিয়ে
আমাক মিচৰ দেশৰ পৰা উলিয়াই আনিলে,
সেই মানুহৰ কি হল, তাক আমি নেজানো।
২ তাতে হাৰোণে সিবিলাকক কলে, তোমালোকে
আপোনাবিলাকৰ লৰা তিৰুতাবোৰৰ কাণৰ
সোণৰ কুণ্ডলবোৰ বেগাই সোলোকাই মোৰ
৩ ওচৰলৈ আনা। তাতে সকলো লোকে আপোন
আপোন কাণৰ পৰা সোণৰ কুণ্ডলবোৰ বেগাই
সোলোকাই হাৰোণৰ ওচৰলৈ আনিলে।
৪ তেতিয়া তেওঁ সিবিলাকৰ হাতৰ পৰা তাক গ্ৰহণ
কৰি শিল্পৰ অস্ত্ৰেৰে গঠন কৰিলে, আৰু তাক
সাঁচত ঢলা এটা দামুড়ি কৰিলে ; তেতিয়া সি-
বিলাকে কবলৈ ধৰিলে, হে ইস্ৰায়েল, মিচৰ
দেশৰ পৰা তোমাক উলিয়াই অনা ঈশ্বৰ এইয়া।
৫ হাৰোণে তাকে দেখি, তাৰ আগত এটা যজ্ঞবেদি
নিৰ্ম্মাণ কৰিলে ; আৰু কাইলৈ যিহোৱাৰ
উদ্দেশে উৎসৱ হব, এই বুলি তেওঁ ঘোষণা
৬ কৰিলে। তাতে লোকবিলাকে তাৰ পাছদিনা অতি
ৰাতিপুৱাতে উঠি হোমবলি উৎসৰ্গ কৰিলে,

আরু মঙ্গলার্থক বলি আনিলে ; আরু লোক-
বিলাকে ভোজন পান করিবলৈ বহিল, পাছে রঙ্গ
ধেমালি করিবলৈ উঠিল ।
৭ তেতিয়া যিহোৱাই মোচিক কলে, তুমি নামি
যোৱা ; কিয়নো তোমার যি লোকবিলাকক
তুমি মিচর দেশর পরা উলিয়াই আনিলা, সি-
৮ বিলাক ভ্রষ্ট হল । ময় সিবিলাকক যি পথর
বিষয়ে আজ্ঞা দিছিলোঁ, সিবিলাক বেগতে তার
পরা ঘুরিল ; সিবিলাকে আপোনাবিলাকর
নিমিত্তে সাঁচত ঢলা এটা দামুড়ি নির্ম্মাণ করি,
তার আগত প্রণিপাত করিলে ; আরু তার
উদ্দেশে বলিদান করি কলে, হে ইস্রায়েল,
মিচর দেশর পরা তোমাক উলিয়াই অনা ঈশ্বর
৯ এইয়া । যিহোৱাই মোচিক আরু কলে, ময়
সেই লোকবিলাকক দেখিলোঁ, দেখা, সিবিলাক
১০ ঠরডিঙীয়া জাতি ; এই হেতুকে, সিবিলাকর
বিরুদ্ধে মোর ক্রোধ প্রজ্বলিত হবলৈ, আরু ময়
সিবিলাকক সংহার করিবলৈ তুমি মোক এড়ি
দিয়া ; পাছত তোমার পরা এক মহাজাতি
১১ উৎপন্ন করিম । তেতিয়া মোচিয়ে আপোন ঈশ্বর
যিহোৱাক মিনতি করি কলে, হে যিহোৱা,
তোমার যি প্রজাবিলাকক তুমি মহাপরাক্রম
আরু বলৱান হাতেরে মিচর দেশর পরা উলি-
য়াই আনিলা, সিবিলাকর বিরুদ্ধে তোমার
১২ ক্রোধ কিয় প্রজ্বলিত হব ? অপকারর নিমিত্তে,
পর্ব্বতীয়া অঞ্চলত সিহঁতক বিনষ্ট করি পৃথি-
বীর পরা লুপ্ত করিবর নিমিত্তে, তেওঁ সি-
হঁতক বাহির করি নিলে, এই বুলি মিচরীয়া-
বিলাকে কিয় কব ? তুমি আপোন প্রচণ্ড ক্রোধর
পরা ঘুরি আপোন প্রজাবিলাকর অপকার
১৩ করার বিষয়ে ক্ষান্ত হোৱা । তুমি আপোন দাস
অব্রাহাম, ইচ্হাক, আরু ইস্রায়েলক সোঁৱরা ;
তেওঁবিলাকর আগত তুমি নিজ নামেরে শপথ
করি তেওঁবিলাকক কৈছিলা, ময় আকাশর তরা-
বিলাকর নিচিনাকৈ তোমালোকর বংশ বৃদ্ধি
করিম, আরু এই যি দেশর কথা কলোঁ, এই
গোটেইখন দেশ তোমালোকর বংশক দিম ;
১৪ সিবিলাকে চিরকাল অধিকার করিব । তেতিয়া
যিহোৱাই আপোন প্রজাবিলাকর যি অপকার
করিম বুলি কৈছিল, তার পরা ক্ষান্ত হল ।
১৫ তার পাছে মোচিয়ে মুখ ঘুরাই, সাক্ষ্যফলি
দুখন হাতত লৈ পর্ব্বতর পরা নামিল ; সেই
ফলির ইপিঠিয়ে সিপিঠিয়ে দুই পিঠিয়ে লিখা
১৬ আছিল । সেই ফলি দুখন ঈশ্বরে করা, আরু
সেই দুখন ফলিত লিখাও, ঈশ্বরে কাটি লিখা ।
১৭ পাছে যিহোচূৱাই লোকবিলাকে এরাও করা
শুনি মোচিক কলে, ছাউনিত যুদ্ধর শব্দ হৈছে ।
১৮ তাতে তেওঁ কলে, এয়ে জয়ধ্বনির শব্দ নহয়,
বা পরাজয়ধ্বনিরো শব্দ নহয় ; কিন্তু গান
১৯ করারহে শব্দ ময় শুনিবলৈ পাইছোঁ । পাছে,
মোচিয়ে ছাউনির ওচর চাপিলত, সেই দামুড়ি,
আরু নাচ করা দেখিলে ; তাতে তেওঁ খঙত জলি
উঠি, আপোনার হাতর পরা সেই ফলি দুখন
২০ পর্ব্বতর তললৈ পেলাই দি ভাজি পেলালে ; আরু
সিবিলাকে নির্ম্মাণ করা দামুড়িটো লৈ জুইত
পুড়িলে, আরু তাক পিহি ধূলির নিচিনা করি,
পানীর ওপরত চটিয়াই ইস্রায়েলর সন্তান-
২১ বিলাকক পান করালে । পাছে মোচিয়ে হারো-
ণক কলে, এই লোকবিলাকে তোমাক কি করি-
ছিল, যে তুমি সিবিলাকক এনে মহাপাপত
২২ পেলালা ? তাতে হারোণে কলে, মোর প্রভুর
ক্রোধ প্রজ্বলিত নহওক ; আপুনি লোকবিলাকক
২৩ জানেই, যে, সিহঁত দুষ্টতাত আসক্ত । সিহঁতেই
মোক কলে, যে, আমার আগে আগে যাবর
নিমিত্তে আমার অর্থে এজন দেৱতা নির্ম্মাণ
করা ; কিয়নো যি মোচিয়ে আমাক মিচর দেশর
পরা উলিয়াই আনিলে, সেই মানুহর কি হল,
২৪ তাক আমি নেজানো । তেতিয়া ময় সিহঁতক কলোঁ,
তোমালোকর মাজত যার যি সোণর অলঙ্কার
আছে, সি তাক বেগাই সোলোকাই দিওক ;
তাতে, সিহঁতে মোক দিলত, ময় তাক জুইত
পেলাই দিলোঁ ; তারে পরা সেই দামুড়ি ওলাল ।
২৫ পাছে মোচিয়ে দেখিলে, যে, লোকবিলাক
আপোন-ময়মত হল ; কিয়নো হারোণে শত্রু-
বোরর মাজত সিবিলাকক হাঁহিয়াত করাবলৈ,
সিবিলাকক ইচ্ছামতে চলিবলৈ এড়ি দিলে ।
২৬ তেতিয়া মোচিয়ে ছাউনির দুৱারমুখত থিয়
হৈ কলে, যি জন যিহোৱার ফলীয়া, সি মোর
ওচরলৈ আহোক ; তাতে লেবীর সকলো সন্তান-
২৭ বিলাক তেওঁর ওচরত গোট খালেহি । পাছে
তেওঁ সিবিলাকক কলে, ইস্রায়েলর ঈশ্বর যিহো-
ৱাই এই কথা কৈছে, তোমালোক প্রত্যেকজনে
আপোন আপোন করঙ্গত তরোৱাল বান্ধি
ছাউনির মাজেদি এখন দুৱারর পরা আন
দুৱারলৈ অহাযোৱা করা, আরু প্রত্যেকজনে
আপোন আপোন ভাই, বন্ধু, আরু চুবুরীয়াক
২৮ বধ করা । তাতে লেবীর সন্তানবিলাকে মোচির
বাক্যর দরেই করিলে ; সেই দিনা লোকবিলাকর
মাজত তিনি হাজারমান লোক মরা পড়িল ।
২৯ কিয়নো মোচিয়ে কৈছিল, যিহোৱাই আজি
তোমালোকক আশীর্ব্বাদ করিবর নিমিত্তে,
তোমালোক প্রত্যেকজনে আজি যিহোৱার উদ্দেশে
আপোনাবিলাকক উৎসর্গ করা, এনে কি,
আপোন আপোন পুত্র আরু ভাইর অহিতেই
৩০ উৎসর্গ করা । তার পাছদিনা মোচিয়ে লোক-
বিলাকক কলে, তোমালোকে মহাপাপ করিলা ;

এতেকে ময় এতিয়া যিহোৱাৰ ওচৰলৈ উঠি
যাওঁ ; যদি পাৰোঁ, তোমালোকৰ পাপৰ প্ৰায়-
৩১ শ্চিত্ত কৰিম। পাছে মোচিয়ে যিহোৱাৰ ওচৰলৈ
উলটি গৈ কলে, হায় হায়, সেই লোকবিলাকে
মহাপাপ কৰিলে ; সিবিলাকে আপোনা-
বিলাকৰ নিমিত্তে এটা সোণৰ দেৱতা নিৰ্ম্মাণ
৩২ কৰিলে। তথাপি এতিয়াও তুমি সিবিলাকৰ
পাপ ক্ষমা কৰা যদি, কৰা ; নকৰা যদি, ময়
বিনয় কৰিছোঁ, তুমি লিখা তোমাৰ পুস্তকৰ পৰা
৩৩ মোৰ নাম কাটি পেলোৱা। তাতে যিহোৱাই
মোচিক কলে, যি জনে মোৰ বিৰুদ্ধে পাপ
কৰিলে, তাৰহে নাম ময় মোৰ পুস্তকৰ পৰা
৩৪ কাটি পেলাম। এতেকে এতিয়া যোৱা, ময়
যি দেশৰ বিষয়ে তোমাক কৈছিলোঁ, সেই
দেশলৈকে লোকবিলাকক লৈ যোৱা ; দেখা,
মোৰ দূত তোমাৰ আগে আগে যাব ; কিন্তু ময়
প্ৰতিফল দিবৰ দিনা সিবিলাকৰ পাপৰ প্ৰতি-
৩৫ ফল দিম। এই ৰূপে যিহোৱাই লোকবিলাকক
আঘাত কৰিলে ; কিয়নো লোকবিলাকে হাৰোণৰ
দ্বাৰায় দামুড়ি নিৰ্ম্মাণ কৰাইছিল।

৩৩ পাছে যিহোৱাই মোচিক কলে, তুমি
যোৱা, যি দেশ তোমাৰ বংশক দিম বুলি
ময় অব্ৰাহাম, ইচ্‌হাক, আৰু যাকোবৰ আগত
শপথ কৰিছিলোঁ, সেই দেশলৈ, মিচৰ দেশৰ
পৰা বাহিৰ কৰি অনা লোকবিলাকে সৈতে
২ তুমি ইয়াৰ পৰা উঠি যোৱা। ময় তোমাৰ আগে
আগে এজন দূত পঠাই, কনানীয়া, ইমোৰীয়া,
হিত্তীয়া, পৰিজ্জীয়া, হিব্বীয়া, আৰু যিবূচীয়া
৩ লোকবিলাকক খেদোৱাই, দুগ্ধ মধু বৈ থকা এখন
দেশলৈ তোমাক নিয়াম। কিয়নো ময় তোমাৰ
মাজত নেযাম ; কাৰণ তুমি ঠৰডিঙীয়া জাতি ;
ময় গলে কিজানি বাটত তোমাক বিনষ্ট কৰিম।
৪ পাছে লোকবিলাকে সেই অমঙ্গলৰ কথা শুনি
শোক কৰিলে, আৰু কোনেও আপোন গাত
৫ অলঙ্কাৰ নিপিন্ধিলে। যিহোৱাই মোচিক কলে,
তুমি ইস্ৰায়েলৰ সন্তানবিলাকক এই কথা কোৱা,
তোমালোক ঠৰডিঙীয়া জাতি ; যদি ময় তোমা-
লোকৰ মাজলৈ এক নিমিষৰ নিমিত্তেই যাওঁ,
তেন্তে ময় তোমালোকক বিনষ্ট কৰিম ; এতেকে
এতিয়া আপোন আপোন গাৰ পৰা অলঙ্কাৰ
গুচুৱা ; তাতে, তোমালোকৰ বিষয়ে ময় কি
৬ কৰিব লাগিব, তাক ময় জানিম। তাতে ইস্ৰা-
য়েলৰ সন্তানবিলাকে হোৰেব পৰ্ব্বতৰ পৰাই
আপোন আপোন অলঙ্কাৰবিলাক দূৰ কৰিলে।
৭ পাছে মোচিয়ে তাম্বুটো লৈ, ছাউনিৰ
বাহিৰে কিছু দূৰত তৰিলে ; আৰু তাৰ নাম
সাক্ষাৎ কৰা তাম্বু ৰাখিলে। আৰু যিহোৱাক
বিচৰা প্ৰতিজনে ছাউনিৰ বাহিৰে থকা সেই
৮ সাক্ষাৎ কৰা তাম্বুলৈ যায়। আৰু যেতিয়া মোচি
বাহিৰ ওলাই সেই তাম্বুলৈ যায়, তেতিয়া সকলো
লোকে উঠি প্ৰতিজনে আপোন আপোন তাম্বুৰ
দুৱাৰমুখত থিয় হয়, আৰু মোচিয়ে সেই
তাম্বুত সোমোমাইমানলৈকে তেওঁৰ পাছলৈ চাই
৯ থাকে। আৰু মোচি তাম্বুত সোমোৱাৰ পাছে,
মেঘস্তম্ভ নামি আহি তাম্বুৰ দুৱাৰমুখত স্থিতি
হয়, আৰু যিহোৱাই মোচিৰে সৈতে কথাবাৰ্ত্তা
১০ হয়। তাম্বুৰ দুৱাৰমুখত স্থিতি হোৱা মেঘস্তম্ভ
দেখামাত্ৰে, সকলো লোকে উঠি প্ৰতিজনে
আপোন আপোন তাম্বুৰ দুৱাৰমুখত থাকি
১১ প্ৰণিপাত কৰে। মানুহে যেনেকৈ আপোন বন্ধুৰ
আগত কথা কয়, যিহোৱাই তেনেকৈ সম্মুখা-
সম্মুখিকৈ মোচিক কথা কয় ; পাছে মোচি
ছাউনিলৈ উলটি আহে, কিন্তু তেওঁৰ ডেকা
পৰিচাৰক, নূনৰ পুত্ৰ যিহোচূৱাই তাম্বুৰ ভিতৰৰ
পৰা নাহে।

ইস্ৰায়েলৰ সন্তানবিলাকৰ নিমিত্তে মোচিৰ
প্ৰাৰ্থনা।

১২ পাছে মোচিয়ে যিহোৱাক কলে, দেখা, এই
লোকবিলাকক লৈ যাবলৈ তুমি মোক কৈছা ;
কিন্তু মোৰ লগত যি জনক পঠাবা, তেওঁৰ পৰিচয়
মোক দিয়া নাই। তথাপি কৈছা, নামৰ দ্বাৰায়
ময় তোমাক জানো, আৰু তুমি মোৰ দৃষ্টিত
১৩ অনুগ্ৰহো পালা। বাৰু, ময় যদি তোমাৰ দৃষ্টিত
অনুগ্ৰহ পালোঁ, তেন্তে, বিনয় কৰিছোঁ, ময়
যেন তোমাক জানি তোমাৰ দৃষ্টিত অনুগ্ৰহ পাওঁ,
এই নিমিত্তে মোক তোমাৰ পথ জনোৱা ;
আৰু এই জাতি যে তোমাৰেই প্ৰজা, ইয়াকো
১৪ বিবেচনা কৰা। তেতিয়া তেওঁ কলে, ময় স্বয়ং
তোমাৰ লগত যাম, আৰু ময় তোমাক বিশ্ৰাম
১৫ দিম। তাতে মোচিয়ে তেওঁক কলে, যদি তুমি
স্বয়ং মোৰ লগত নোযোৱা, তেন্তে আমাক ইয়াৰ
১৬ পৰা লৈ নেযাবা। কিয়নো, ময় আৰু তোমাৰ
এই প্ৰজাবিলাক যে তোমাৰ দৃষ্টিত অনুগ্ৰহ
পাইছোঁ, ইয়াক কিহৰ দ্বাৰায় জনা যাব ? তুমি
আমাৰ লগত যোৱাৰ দ্বাৰায় নহয় নে ? তাৰ
দ্বাৰায়েই ময় আৰু তোমাৰ প্ৰজাবিলাক
গোটেই পৃথিবীত থকা সকলো জাতিৰ পৰা
বিভিন্ন হওঁ।
১৭ পাছে যিহোৱাই মোচিক কলে, এই যি কথা
তুমি কলা, তাকো ময় কৰিম ; কিয়নো তুমি মোৰ
দৃষ্টিত অনুগ্ৰহ পাইছা, আৰু ময় নামৰ দ্বাৰায়
১৮ তোমাক জানো। তেতিয়া তেওঁ কলে, বিনয়
কৰিছোঁ, তুমি মোক তোমাৰ প্ৰতাপ দেখিবলৈ
১৯ দিয়া। তাতে যিহোৱাই কলে, ময় তোমাৰ
আগেদি মোৰ সকলো উত্তমতা গমন কৰাম,

আরু তোমার আগত যিহোৱাৰ নাম ঘোষণা
করিম ; যাক ময় অনুগ্রহ করিব খোজোঁ, তাক
ময় অনুগ্রহ করিম, আরু যাক ময় দয়া করিব
২০ খোজোঁ, তাক ময় দয়া করিম। তেওঁ আরু কলে,
তুমি মোর মুখ দেখা পাব নোৱারা ; কারণ
২১ মানুহে মোক দেখিলে নিজীব। যিহোৱাই কলে,
দেখা, মোর ওচরত এডোখর ঠাই আছে, আরু
২২ তুমি শিলটোর ওপরত থিয় হবাগৈ ; তাতে,
তোমার আগেদি মোর প্রতাপ গমন করা সময়ত,
ময় তোমাক শিলটোর ফাটত থম, আরু মোর
গমনর শেষ নহয়মানে মোর হাতর তলুৱারে
২৩ তোমাক ঢাকি ধরিম ; পাছে ময় হাত গুচালে,
তুমি মোর পাছফাল দেখিবলৈ পাবা, কিন্তু মোর
মুখ দেখা নেযাব।

পুনরায় নিয়ম স্থাপন করা।

৩৪ পাছে যিহোৱাই মোচিক কলে, তুমি
আগর নিচিনা শিলর দুখন ফলি কাটা ;
তুমি ভঙা আগর সেই ফলি দুখনত যি যি
লিখা আছিল, সেই সকলো কথা ময় সেই
২ দুখন ফলিতো লিখিম। আরু তুমি রাতিপুৱাতে
যুগুত হবা ; আরু রাতিপুৱাতে চীনয় পর্ব্বতলৈ
উঠি গৈ, তাত পর্ব্বতর টিঙত মোর ওচরত উপ-
৩ স্থিত হবা। কিন্তু তোমার লগত কোনো মানুহ
নুঠোক ; আরু গোটেই পর্ব্বতত ক'তো কোনো
মানুহ দেখা নেযাওক ; আরু গরু মের আদির
৪ জাকো সেই পর্ব্বতর আগত নচরোক। পাছে
মোচিয়ে আগর নিচিনা শিলর দুখন ফলি কাটি,
যিহোৱার আজ্ঞা অনুসারে রাতিপুৱাই উঠি
চীনয় পর্ব্বতলৈ উঠিল ; আরু শিলর সেই ফলি
৫ দুখনো হাতত ললে। তেতিয়া যিহোৱা মেঘ-
ডোখরেরে চকা হৈ নামিল ; আরু তাত তেওঁর
লগত থিয় হৈ, যিহোৱার নাম ঘোষণা করিলে।
৬ যিহোৱাই তেওঁর আগেদি গমন করি ইয়াকে
ঘোষণা করিলে, "যিহোৱা, যিহোৱাই কৃপা
আরু দয়ারে পরিপূর্ণ ঈশ্বর, ক্রোধত ধীর, দয়া
৭ আরু সত্যতাত মহান ; হাজার হাজার পুরুষ-
লৈকে দয়া করোঁতা ; অপরাধ, আজ্ঞালঙ্ঘন,
আরু পাপ ক্ষমা করোঁতা ; তথাপি তেওঁ নিশ্চয়ে
দোষীক নির্দ্দোষী নকরে ; তৃতীয় চতুর্থ পুরুষলৈকে
পুত্রেক আরু নাতিয়েকহঁতর ওপরত পিতৃবিলাকর
৮ অপরাধর প্রতিফল দিওঁতা।" তেতিয়া মোচিয়ে
বেগাই মাটীলৈ মূর দোঁৱাই প্রণিপাত করিলে,
৯ আরু কলে, হে প্রভো, ময় যদি আপোনার
দৃষ্টিত অনুগ্রহ পাইছোঁ, তেন্তে, বিনয় করিছোঁ,
মোর প্রভু আমার মাজত যাওক ; কিয়নো
ইবিলাক ঠরডিঙীয়া জাতি ; আরু আমার
অপরাধ ও পাপ ক্ষমা করি, আমাক আপোন
১০ অধিকারর অর্থে গ্রহণ করোক। তেতিয়া যিহো-
ৱাই কলে, দেখা, ময় এটা নিয়ম করোঁ ; গোটেই
পৃথিবীত, বা কোনো জাতির মাজত যেনেকুৱা
কেতিয়াও করা হোৱা নাই, তেনেকুৱা আশ্চরিত
কর্ম্ম ময় তোমার সকলো লোকর আগত করিম ;
তাতে তুমি যিবিলাক লোকর মাজত আছা,
সিহঁত সকলোরে যিহোৱার সেই কর্ম্ম দেখিব,
কিয়নো তোমার আগত ময় যি করিম, সেয়ে
১১ ভয়ঙ্কর হব। আজি ময় তোমাক যি আজ্ঞা
দিম, তাক পালন করা ; দেখা, ময় ইমো-
রীয়া, কনানীয়া, হিত্তীয়া, পরিজ্জীয়া, হিব্বীয়া,
আরু যিবূচীয়াবিলাকক তোমার আগর পরা
১২ খেদাই দিম। সাৱধান, যি দেশলৈ তুমি গৈছা,
সেই দেশত নিবাস করা লোকবিলাকে সৈতে
কোনো নিয়ম স্থির নকরিবা ; যদি করা, তেন্তে
১৩ সেয়ে তোমার মাজত ফান্দস্বরূপ হব। কিন্তু
তোমালোকে সিহঁতর যজ্ঞবেদিবিলাক ভাঙিবা,
সিহঁতর স্তম্ভবিলাক খণ্ড খণ্ড করিবা, আরু
১৪ সিহঁতর আচেরা মূর্ত্তিবোর কাটি পেলাবা। কি-
য়নো তুমি কোনো ইতর দেৱতার আগত প্রণি-
পাত করিব নেলাগে ; কারণ, যি যিহোৱা আ-
পোন মর্য্যাদা রখাত উদ্যোগী নামেরে প্রখ্যাত,
তেওঁ আপোন মর্য্যাদা রখাত উদ্যোগী ঈশ্বর।
১৫ সাৱধান, তুমি সেই দেশনিবাসী লোকবিলাকে
সৈতে নিয়ম নকরিবা ; করিলে, যি সময়ত
সিহঁতে আপোন দেৱতাবোরর অনুগামী হৈ
ব্যভিচার করে, আরু আপোন দেৱতাবোরর
আগত বলিদান করে, সেই সময়ত কোনোৱে
তোমাক মাতিলে, তুমি তার বলিদ্রব্য খাবা ;
১৬ বা তুমি আপোন পুত্রবিলাকর নিমিত্তে সিহঁ-
তর জীয়ারীবোরক গ্রহণ করিলে, সিহঁতর
জীয়ারীবোরে আপোন দেৱতাবোরর অনুগামী হৈ
ব্যভিচার করি, তোমার পুত্রবিলাককো সিহঁতর
দেৱতাবোরর অনুগামী করাই ব্যভিচার করাব।
১৭ তুমি আপোনার নিমিত্তে সাঁচত ঢলা কোনো
১৮ দেৱমূর্ত্তি নির্ম্মাণ নকরিবা। তুমি খমীর নিদিয়া
পিঠার পর্ব্ব পালন করিবা। ময় তোমাক আজ্ঞা
করার দরে, আবীব মাহর নিরূপিত কালত সাত
দিন খমীর নিদিয়া পিঠা খাবা ; কিয়নো সেই
আবীব মাহতে তুমি মিচর দেশর পরা ওলাই
১৯ আহিলা। গর্ভ ভেদ করি ওলোৱা সকলো গর্ভ-
ফল, আরু গরু, মের, বা ছাগর জাকর মাজতো
গর্ভ ভেদ করি ওলোৱা সকলো মতা পশু মোর।
২০ গর্ভ ভেদ করি ওলোৱা গাধর গর্ভফলর সলনি,
তুমি মের বা ছাগ পোৱালি দি তাক মুক্ত করিবা ;
যদি মুক্ত নকরা, তেন্তে তার ডিঙি ভাঙিবা।
তোমার প্রথমে জন্মা আটাই পুত্রক তুমি মুক্ত
করিবা। আরু কোনেও সুদাহাতে মোর আগত

২১ উপস্থিত হব নেলাগে। তুমি ছদিন পৰিশ্ৰম
কৰিবা, কিন্তু সপ্তম দিনা বিশ্ৰাম কৰিবা; হাল
বোৱা আৰু শস্য দোৱা সময়তো বিশ্ৰাম কৰিবা।
২২ তুমি সপ্তাহবিলাকৰ পৰ্ব্ব, অৰ্থাৎ দোৱা ঘেঁহু
ধানৰ প্ৰথম ফলৰ পৰ্ব্ব, আৰু বছৰৰ শেষত ফল
২৩ চপোৱাৰ পৰ্ব্ব পালন কৰিবা। বছৰৰ ভিতৰত
তিনিবাৰ তোমালোকৰ আটাই পুৰুষবিলাক
ইস্ৰায়েলৰ ঈশ্বৰ প্ৰভু যিহোৱাৰ আগত উপস্থিত
২৪ হব লাগে। কিয়নো ময় তোমাৰ আগৰ পৰা
পৰজাতিবিলাকক দূৰ কৰি, তোমাৰ সীমা বৃদ্ধি
কৰিম; আৰু তুমি বছৰৰ ভিতৰত তিনিবাৰ
আপোন ঈশ্বৰ যিহোৱাৰ আগত উপস্থিত হবলৈ
গলে, তোমাৰ ভূমিলৈ কোনেও লোভ নকৰিব।
২৫ তুমি মোৰ বলিৰ তেজ খমীৰ দিয়া পিঠাৰে
সৈতে উৎসৰ্গ নকৰিবা; আৰু নিস্তাৰপৰ্ব্বৰ
২৬ বলিৰ অলপো ৰাতিপুৱালৈ নেৰাখিবা। তুমি
আপোন মাটিৰ প্ৰথম ফলৰ আগ ভাগ আপোন
ঈশ্বৰ যিহোৱাৰ গৃহলৈ আনিবা। তুমি ছাগলী
পোৱালিক তাৰ মাকৰ গাখীৰত নিসিজাবা।
২৭ পাছে যিহোৱাই মোচিক কলে, তুমি এই
সকলো বাক্য লিখা; কিয়নো ময় এই সকলো
বাক্য অনুসাৰে তোমাৰ আৰু ইস্ৰায়েলৰ লগত
২৮ এটা নিয়ম স্থিৰ কৰিলোঁ। সেই সময়ত মোচিয়ে
যিহোৱাৰ লগত চল্লিশ দিন চল্লিশ ৰাতি ভোজন
পান নকৰাকৈ সেই ঠাইত থাকিল; আৰু তেওঁ
সেই দুখন ফলিত নিয়মটাৰ বাক্য, অৰ্থাৎ দহ
আজ্ঞা লিখিলে।
২৯ পাছে যেতিয়া মোচিয়ে সেই দুখন ফলি
হাতত লৈ চীনয় পৰ্ব্বতৰ পৰা নামিল, তেতিয়া,
নামিবৰ সময়ত, যিহোৱাৰ লগত কথাবাৰ্ত্তা
হোৱাত আপোন মুখ যে উজ্জ্বল হৈছিল, তাক
৩০ মোচিয়ে নেজানিলে। পাছে যেতিয়া হাৰোণ
আৰু ইস্ৰায়েলৰ সকলো সন্তানবিলাকে মোচিক
দেখিবলৈ পালে, তেতিয়া তেওঁৰ মুখ উজ্জ্বল দেখি,
সিবিলাকে তেওঁৰ ওচৰলৈ যাবলৈ ভয় কৰিলে,
৩১ কিন্তু মোচিয়ে সিবিলাকক মাতিলত,হাৰোণ আৰু
মণ্ডলীৰ সকলো অধ্যক্ষবিলাক তেওঁৰ ওচৰলৈ
উলটি গল; তাতে মোচিয়ে সিবিলাকক কথা
৩২ কলে। তাৰ পাছে, ইস্ৰায়েলৰ আটাই সন্তান-
বিলাক ওচৰ চাপিলত, চীনয় পৰ্ব্বতত যিহোৱাই
কোৱা সকলো আজ্ঞা তেওঁ সিবিলাকক জনালে।
৩৩ পাছে সিবিলাকে সৈতে কথাবাৰ্ত্তা হৈ এঁটাই,
৩৪ মোচিয়ে আপোনাৰ মুখত ওৰণি ললে। কিন্তু
মোচিয়ে যেতিয়া যিহোৱাৰ লগত কথা হবলৈ
ভিতৰলৈ তেওঁৰ সম্মুখলৈ যায়, তেতিয়া বাহিৰ
ওলাই নাহেমানে, সেই ওৰণি গুচাই থয়;
পাছে, যি সকলো আজ্ঞা পায়, বাহিৰ ওলাই
ইস্ৰায়েলৰ সন্তানবিলাকক সেই সকলো কয়;
৩৫ তেতিয়া ইস্ৰায়েলৰ সন্তানবিলাকে তেওঁৰ মুখলৈ
চাই, তেওঁৰ মুখ উজ্জ্বল দেখে; পাছে মোচিয়ে
যিহোৱাৰ লগত কথা হবলৈ ভিতৰলৈ নেযায়-
মানে, আপোন মুখত পুনৰায় ওৰণি লয়।

লোকবিলাকে উপহাৰ আনি দিয়া। ধৰ্ম্মধাম
নিৰ্ম্মাণ কৰাওঁতাবিলাকৰ বিষয়।

৩৫ পাছে মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলা-
কৰ গোটেই মণ্ডলীক গোট খুৱাই সিবিলা-
কক কলে, তোমালোকে পালন কৰিবৰ অৰ্থে
২ যিহোৱাই দিয়া আজ্ঞা এই। ছদিন কাম কৰা
যাব, কিন্তু সপ্তম দিন তোমালোকলৈ পবিত্ৰ দিন
হব; সেয়ে যিহোৱাৰ উদ্দেশে সম্পূৰ্ণ বিশ্ৰামৰ
বিশ্ৰামদিন হব; যি কোনোৱে সেই দিনা কাম
৩ কৰিব, তাৰ প্ৰাণদণ্ড হব। তোমালোকে বিশ্ৰাম-
দিনত আপোনাবিলাকৰ বসতিৰ কোনো ঠাইত
জুই নজ্বলাবা।
৪ পাছে মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকৰ
গোটেই মণ্ডলীক কলে, যিহোৱাই এই আজ্ঞা
৫ দিছে; তোমালোকে যিহোৱাৰ নিমিত্তে
আপোনাবিলাকৰ পৰা উপহাৰ আনা; মনত
যাৰ যাৰ ইচ্ছা আছে, সি যিহোৱাৰ উপহাৰ-
স্বৰূপে এই সকলো দ্ৰব্য আনোক; সোণ, ৰূপ,
৬ আৰু পিত্তল; নীল বৰণীয়া, বেঙেনা বৰণীয়া,
আৰু ৰঙা বৰণীয়া সূতা, মিহি শণ সূতা, আৰু
৭ ছাগৰ নোম; বোলাই ৰঙা কৰা মেৰৰ চাল,
৮ তহচ জন্তুৰ চাল, আৰু চিটীম কাঠ; প্ৰদীপৰ
নিমিত্তে তেল, আৰু অভিষেকাৰ্থক তেলৰ ও সুগন্ধি
৯ ধূপৰ নিমিত্তে গন্ধদ্ৰব্য; আৰু এফোদৰ ও বুকু-
পটাৰ নিমিত্তে গোমেদক আদি খটাব লগীয়া
১০ মণি। তোমালোকৰ মাজৰ প্ৰত্যেক জ্ঞানী মনৰ
লোকে আহি যিহোৱাই আজ্ঞা কৰা সকলোকে
১১ নিৰ্ম্মাণ কৰোক, অৰ্থাৎ আবাস, তাৰ তাম্বু,
আবৰণ, হাঁকোটা, তক্তা, ডাং, খুঁটা, আৰু
১২ চুঙি; চন্দুক আৰু তাৰ কাণমাৰি, পাপাবৰণ
১৩ আৰু আৰ কৰি ৰখা প্ৰভেদক বস্ত্ৰ; মেজ, তাৰ
কাণমাৰি, আৰু তাৰ সকলো সঁজুলি, ও দৰ্শন-
১৪ পিঠা; দীপ্তিৰ নিমিত্তে দীপাধাৰ আৰু তাৰ
সঁজুলি, প্ৰদীপবোৰ, আৰু প্ৰদীপৰ নিমিত্তে
১৫ তেল; ধূপবেদি আৰু তাৰ কাণমাৰি, অভি-
ষেকাৰ্থক তেল, সুগন্ধি ধূপ, আৰু আবাসলৈ
১৬ সোমোৱা দুৱাৰৰ নিমিত্তে পৰ্দ্দা; হোমবেদি
আৰু তাৰ পিত্তলৰ জালিকটা, তাৰ কাণমাৰি,
আৰু তাৰ সকলো সঁজুলি; প্ৰক্ষালনপাত্ৰ আৰু
১৭ তাৰ খুৰা; চোঁতালৰ আৰ-কাপড়বোৰ, তাৰ
খুঁটা, চুঙি, আৰু চোঁতালৰ দুৱাৰৰ পৰ্দ্দা;
১৮ আবাসৰ খুঁটি, চোঁতালৰ খুঁটি, আৰু সেইবোৰৰ
১৯ ৰচি; আৰু পবিত্ৰস্থানত পৰিচৰ্য্যা কৰিবৰ

নিমিত্তে নিপুণৰূপে কৰা মিহি বস্ত্ৰ, পুৰোহিত-
কৰ্ম্ম কৰিবৰ নিমিত্তে, হাৰোণ পুৰোহিতৰ পবিত্ৰ
বস্ত্ৰ, আৰু তেওঁৰ পুত্ৰবিলাকৰ বস্ত্ৰ, এই সকলো
কৰোক।
২০ পাছে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই
২১ মণ্ডলী মোচিৰ আগৰ পৰা গৈ, যাৰ যাৰ হৃদয়ত
উৎসাহ জন্মিল, আৰু যাৰ যাৰ মনত ইচ্ছা হল,
সিবিলাকে সাক্ষাৎ কৰা তাম্বু নিৰ্ম্মাণ কৰিবৰ
নিমিত্তে, আৰু তাৰ সম্বন্ধীয় সকলো কাৰ্য্য আৰু
পবিত্ৰ বস্ত্ৰৰ নিমিত্তে যিহোৱাৰ উদ্দেশে উপ-
২২ হাৰ আনিলে। আৰু স্ত্ৰী ও পুৰুষ যিমান
লোকৰ ইচ্ছা জন্মিল, সিবিলাক সকলোৱে নথ,
কুণ্ডল, আংঠি, আৰু হাৰ আদি কৰি সোণৰ
সকলো প্ৰকাৰ অলঙ্কাৰ আনি দিলেহি; যেয়ে
সোণৰ উপহাৰ যিহোৱাৰ উদ্দেশে আগ কৰি
২৩ থৈছিল, সিয়ে আনি দিলেহি। আৰু যিবিলাকৰ
ভাত নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙ্গা
বৰণীয়া সূতা ও মিহি শণ সূতা, ছাগৰ নোম,
বোলাই ৰঙ্গা কৰা মেৰৰ চাল, আৰু তহচ
জন্তুৰ চাল আছিল, সিবিলাক প্ৰতিজনে তাক
২৪ আনিলে। আৰু যিবিলাকে ৰূপ আৰু পিত্তল
উপহাৰস্বৰূপে আগ কৰি থৈছিল, সিবিলাক
সকলোৱে যিহোৱাৰ উদ্দেশে উপহাৰ আনিলে।
আৰু যাৰ ভাত, কোনো কাৰ্য্যত লগাব পৰা
২৫ চিটীম কাঠ আছিল, সি তাক আনিলে। আৰু
সকলো জ্ঞানী মনৰ তিৰুতাবিলাকে আপোন
আপোন হাতে কাটি, নীল বৰণীয়া, বেঙেনা বৰ-
ণীয়া, আৰু ৰঙ্গা বৰণীয়া সূতা ও মিহি শণ সূতা আ-
২৬ নিলে। আৰু জ্ঞানৰ দ্বাৰায় উৎসাহ জন্মা সকলো
২৭ তিৰুতাবিলাকে ছাগৰ নোমৰ সূতা কাটিলে। আৰু
অধ্যক্ষবিলাকে এফোদৰ আৰু বুকুপটাৰ নিমিত্তে,
২৮ গোমেদক আদি খটাব লগীয়া মণি, আৰু
প্ৰদীপৰ, অভিষেকাৰ্থক তেলৰ, আৰু সুগন্ধি
ধূপৰ নিমিত্তে সুগন্ধি দ্ৰব্য আৰু তেল আনিলে।
২৯ এই ৰূপে ইস্ৰায়েলৰ সন্তানবিলাকে আপোন
ইচ্ছাৰে যিহোৱাৰ উদ্দেশে নৈবেদ্য আনিলে;
যিহোৱাই মোচিৰ দ্বাৰায় যি যি কৰিবলৈ
আজ্ঞা কৰিছিল, তাৰ সকলো কাৰ্য্যৰ অৰ্থে
যিবিলাক স্ত্ৰী আৰু পুৰুষৰ মনত ইচ্ছা জন্মিল,
সিবিলাক সকলোৱে নৈবেদ্য আনিলে।
৩০ পাছে মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকক
কলে, দেখা, যিহোৱাই যিহুদা ফৈদৰ হূৰৰ
নাতিয়েক ঊৰীৰ পুত্ৰ বচলেলৰ নাম কাঢ়িলে।
৩১ আৰু কৌশলৰ কাৰ্য্য কল্পনা কৰিবলৈ, সোণ,
৩২ ৰূপ, আৰু পিত্তলৰ কাম কৰিবলৈ, খটাব লগীয়া
মণি, আৰু কাঠৰ কাম আদি সকলো প্ৰকাৰ
৩৩ শিল্পকৰ্ম্ম কৰিবলৈ, তেওঁক জ্ঞান, বুদ্ধি, বিদ্যা,
আৰু সকলো প্ৰকাৰ শিল্পকৌশলদায়ক ঈশ্বৰীয়
৩৪ আত্মাৰে পৰিপূৰ্ণ কৰিলে। এই সকলোৰ শিক্ষা
দিবলৈ, তেওঁৰ আৰু দান ফৈদৰ অহীচামকৰ পুত্ৰ
৩৫ অহলীয়াবৰ মনত জ্ঞান দিলে। আৰু মণি
আদি কটা কৰ্ম্ম, শিল্পকৰ্ম্ম, আৰু নীল বৰণীয়া,
বেঙেনা বৰণীয়া, আৰু ৰঙ্গা বৰণীয়া সূতা ও মিহি
শণ সূতাৰে বুটা দিয়া কৰ্ম্ম, আৰু তাঁতীৰ কৰ্ম্ম
আদি সকলো বিধৰ কাম, অৰ্থাৎ সকলো প্ৰ-
কাৰ শিল্পকৰ্ম্ম, আৰু কৌশলৰ কাৰ্য্য কল্পনা
কৰিবলৈ, সিবিলাকৰ হৃদয় জ্ঞানেৰে পৰিপূৰ্ণ
কৰিলে। এই হেতুকে, পবিত্ৰস্থানৰ সকলো কাৰ্য্য
৩৬ কৰিবলৈ জানিবৰ অৰ্থে যিহোৱাই বচলেল
আৰু অহলীয়াব আদি কৰি যিবিলাকক
জ্ঞান আৰু বুদ্ধি দিলে, সেই সকলো জ্ঞানী
মনৰ লোকে যিহোৱাৰ সকলো আজ্ঞা অনু-
সাৰে কাৰ্য্য কৰিব।

ঈশ্বৰৰ আবাস নিৰ্ম্মাণ কৰা।

২ পাছে, বচলেল আৰু অহলীয়াব আদি কৰি
যিবিলাকৰ হৃদয়ত যিহোৱাই জ্ঞান দিছিল,
সেই সকলো জ্ঞানী মনৰ লোকক, অৰ্থাৎ সেই
কাম কৰিবৰ নিমিত্তে ওচৰ চাপিবলৈ যিবিলা-
কৰ মনত উৎসাহ জন্মিল, সিবিলাকক মোচিয়ে
৩ মাতিলে। তাতে সিবিলাকে, পবিত্ৰস্থানৰ
নিৰ্ম্মাণকাৰ্য্যৰ নিমিত্তে ইস্ৰায়েলৰ সন্তান-
বিলাকে আনি দিয়া সেই সকলো উপহাৰ
মোচিৰ পৰা ললে; আৰু লোকবিলাকে তেতি-
য়াও প্ৰতিৰাতিপুৱাই আপোন ইচ্ছাৰে আৰু
৪ বস্তু আনি দি আছিল। তেতিয়া পবিত্ৰস্থানৰ
সকলো প্ৰকাৰ কামত ব্যস্ত থকা সকলো জ্ঞানী
লোকবিলাকে আপোন আপোন কামৰ পৰা
৫ আহি মোচিক কলে, যিহোৱাই যি যি কাম কৰি-
বলৈ আজ্ঞা কৰিছিল, লোকবিলাকে সেই সকলো
কাৰ্য্যৰ নিমিত্তে অতিৰিক্ত বস্তু আনি আছে।
৬ তাতে মোচিয়ে আজ্ঞা দি ছাউনিৰ সকলো ফালে
এই জাননী দিয়ালে, যে, পুৰুষ বা স্ত্ৰীয়ে পবিত্ৰ-
স্থানৰ কাৰ্য্যৰ নিমিত্তে আৰু উপহাৰ যুগুত
নকৰোক; এই ৰূপে আৰু উপহাৰ আনিবলৈ
৭ লোকবিলাকক নিবাৰণ কৰা হল; কিয়নো সিবি-
লাকে যি বস্তু পাইছিল, সকলো কৰ্ম্ম কৰিবলৈ
সেয়ে যথেষ্ট হৈছিল, আৰু অতিৰিক্তও হৈছিল।
৮ পাছে কাৰ্য্য কৰোঁতা জ্ঞানী লোকবিলাকে
দহখন কাপড় লৈ আবাস যুগুত কৰিলে; সেই
কাপড় কেইখন পকোৱা মিহি শণ সূতা, আৰু
নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙ্গা বৰণীয়া
সূতাৰে নিপুণ শিল্পকাৰৰ দ্বাৰায় কৰুববিলাকৰ
৯ আকৃতি তুলি বোৱা হল। সেই প্ৰত্যেক কাপড়
আঠাইশ হাত দীঘল, আৰু চাৰি হাত বহল;
আৰু সকলোবিলাক কাপড় একে জোখৰ।

১০ পাছে তেওঁ পাঁচখন কাপড় ইখনে সিখনে একে-
লগে যোড়া দিলে, আৰু আন পাঁচখনো একে-
১১ লগে যোড়া দিলে। পাছে প্ৰথমে যোড়া
দিয়া পাঁচখন কাপড়ৰ শেষৰ খনৰ আওচিত,
আৰু দ্বিতীয়তে যোড়া দিয়া পাঁচখন কাপড়ৰো
শেষৰ খনৰ আওচিত নীল বৰণীয়া সূতাৰে গুনাচি
১২ কৰি দিলে। সেই প্ৰথমখন কাপড়ৰ আওচিত
পঞ্চাশটা গুনাচি, আৰু যোড়া দিয়া দ্বিতীয়
কাপড়খনৰ আওচিতো পঞ্চাশটা গুনাচি কৰি
দিলে ; সেই গুনাচি দুশাৰি হৈয়ে গৈয়ে মুখামুখি
১৩ হল। পাছে সোণৰ পঞ্চাশটা হাঁকোটা গঢ়াই
সেই হাঁকোটাৰে কাপড় দুখন ইখনে সিখনে বন্ধ
কৰিলে ; তাতে সেই আবাস একেটা হল।
১৪ পাছে সেই আবাসৰ ওপৰৰ তাম্বুৰ নিমিত্তে
ছাগৰ নোমেৰে কাপড় যুগুত কৰিলে ; তেওঁ
১৫ এঘাৰখন কাপড় যুগুত কৰিলে। তাৰ প্ৰতিখন
কাপড় দীঘে ত্ৰিশ হাত, আৰু বহলে চাৰি হাত ;
আৰু সেই এঘাৰখন কাপড় একে জোখৰ।
১৬ পাছে তেওঁ পাঁচখন কাপড় ইখনে সিখনে যোড়া
দি বেলেগে ৰাখিলে, আন দুখন কাপড়ো যোড়া
১৭ দি বেলেগে ৰাখিলে। আৰু প্ৰথমে যোড়া দিয়া
পাঁচখন কাপড়ৰ শেষৰ খনৰ আওচিত পঞ্চাশটা
গুনাচি, আৰু সেই ৰূপেই যোড়া দিয়া দ্বিতীয়খন
কাপড়ৰো শেষৰ খনৰ আওচিত পঞ্চাশটা গুনাচি
১৮ কৰি দিলে। আৰু যোড়া দি কেৱল একেটা তাম্বু
কৰিবৰ অৰ্থে পিত্তলৰ পঞ্চাশটা হাঁকোটা
১৯ গঢ়ালে। পাছে বোলাই ৰঙা কৰা মেৰৰ চালেৰে
তাম্বুৰ নিমিত্তে এক আবৰণ, আৰু তাৰ ওপৰতো
তহচ জন্তুৰ চালেৰে আৰু এক আবৰণ যুগুত
কৰিলে।
২০ পাছে তেওঁ আবাসৰ নিমিত্তে চিটীম কাঠৰ
২১ থিয়কৈ দিয়া তক্তা যুগুত কৰিলে। তাৰ এখন
তক্তা দহ হাত দীঘল, আৰু ডেড় হাত বহল।
২২ প্ৰতিখন তক্তাত তেওঁ একে ৰকমৰ দুটা দুটা
আল কৰিলে ; এই ৰূপে আবাসৰ সকলো
২৩ তক্তাত কৰিলে। আৰু আবাসৰ নিমিত্তে যি
তক্তা কৰিলে, তাৰ মাজৰ বিশখন তক্তা দক্ষিণ-
দিশে দক্ষিণ ফালৰ নিমিত্তে যুগুত কৰিলে।
২৪ আৰু সেই বিশখন তক্তাৰ তলত ৰূপৰ চল্লিশটা
চুঙি গঢ়াই দিলে ; এখন তক্তাৰ তলত তাৰ দুটা
আলৰ নিমিত্তে দুটা চুঙি, আৰু আন আন
তক্তাৰ তলতো সেইবোৰৰ দুটা দুটা আলৰ নি-
২৫ মিত্তে দুটা দুটা চুঙি গঢ়াই দিলে। আৰু আবা-
সৰ দ্বিতীয় ফালৰ নিমিত্তে উত্তৰদিশে বিশখন
২৬ তক্তা যুগুত কৰিলে, আৰু সেইবোৰৰ নিমিত্তে
ৰূপৰ চল্লিশটা চুঙি গঢ়াই দিলে ; এখন তক্তাৰ
তলত দুটা চুঙি, আৰু আন আন তক্তাৰ তলতো
২৭ দুটা দুটা চুঙি দিলে। আৰু আবাসৰ পশ্চিম-
দিশে পাছফালৰ নিমিত্তে ছখন তক্তা যুগুত
২৮ কৰিলে। আৰু আবাসৰ পাছফালৰ চুক দুটাৰ
২৯ নিমিত্তে দুখন তক্তা যুগুত কৰিলে। প্ৰত্যেক
চুকৰ তক্তা তলৰ পৰা দোহোৰা, আৰু মূৰলৈকে
মিল হৈ একেডাল খাৰুৱাৰ কথাত এখন তক্তা
হল ; এই ৰূপে দুটা চুকৰ নিমিত্তে দুয়োখন
৩০ কৰা হল। তাতে তক্তা আঁঠখন, আৰু সেইবোৰৰ
ৰূপৰ চুঙি ষোলটা হল ; প্ৰত্যেক তক্তাৰ তলত
৩১ দুটা দুটা চুঙি হল। পাছে তেওঁ আবাসৰ একা-
৩২ লৰ তক্তাৰ নিমিত্তে পাঁচডাল, আৰু আবাসৰ
আন ফালৰ তক্তাৰ নিমিত্তে পাঁচডাল, আৰু
আবাসৰ পশ্চিমদিশে থকা পাছফালৰ তক্তাৰ
নিমিত্তেও পাঁচডাল চিটীম কাঠৰ ডাং যুগুত
৩৩ কৰিলে। কিন্তু মাজৰ ডাংডাল তক্তাবিলাকৰ
মাজেদি এমূৰৰ পৰা আন মূৰলৈকে যোৱাকৈ
৩৪ কৰিলে। পাছে, সেই তক্তাবোৰত সোণৰ পতা
মাৰিলে, আৰু ডাংবোৰৰ সুমুউৱা ঠাই হবৰ
নিমিত্তে, সেইবোৰলৈ সোণৰ খাৰুৱা গঢ়ালে ;
আৰু ডাংবোৰতো সোণৰ পতা মাৰিলে।
৩৫ পাছে তেওঁ নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু
ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি শণ সূতাৰে
এখন প্ৰভেদক বস্ত্ৰ যুগুত কৰিলে ; তাক নিপুণ
শিল্পকাৰৰ দ্বাৰায় কৰূবৰ আকৃতি তুলি বোৱা
৩৬ হল। আৰু তাৰ নিমিত্তে চিটীম কাঠৰ চাৰিটা
খুঁটা কৰি, সেইবোৰত সোণৰ পতা মাৰিলে ;
সেইবোৰৰ হাঁকোটা সোণৰ কৰিলে, আৰু সেই-
বোৰৰ নিমিত্তে ৰূপৰ চাৰিটা চুঙি সাঁচত ঢালিলে।
৩৭ পাছে তেওঁ তাম্বুৰ দুৱাৰৰ নিমিত্তে, নীল বৰণীয়া,
বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা
মিহি শণ সূতাৰে বোৱা, শিল্পকাৰে বুটা দিয়া
৩৮ এখন পৰ্দ্দা যুগুত কৰিলে। আৰু তাৰ পাঁচোটা
খুঁটা আৰু সেইবোৰৰ হাঁকোটা কৰিলে, আৰু
খুঁটাবোৰৰ মাথলাত আৰু শলিবোৰত সোণৰ
পতা মাৰিলে ; আৰু সেইবোৰৰ নিমিত্তে
পাঁচোটা পিত্তলৰ চুঙি কৰিলে।

নিয়মচন্দুক, মেজ, দীপাধাৰ, আৰু ধূপবেদি
নিৰ্ম্মাণ কৰা।

৩৭ পাছে বচলেলে চিটীম কাঠৰ আঢ়ৈ হাত
দীঘল, ডেড় হাত বহল, আৰু ডেড় হাত
২ ওখকৈ চন্দুক সাজিলে ; আৰু বাহিৰে ভিতৰে
শুদ্ধ সোণৰ পতা মাৰিলে, আৰু চাৰিওকালে
৩ সোণৰ চিৰি মাৰিলে। আৰু তাৰ নিমিত্তে
সোণৰ চাৰিডাল খাৰুৱা সাঁচত ঢালি, তাৰ
একোষে দুডাল আন কোষে দুডাল, এই ৰূপে
৪ তাৰ চাৰিটা খুৰাত লগালে। আৰু তেওঁ চিটীম
কাঠৰ দুডাল কাণমাৰি সাজি, তাতো সোণৰ পতা
৫ মাৰিলে। আৰু চন্দুক বৈ নিবৰ নিমিত্তে, সেই

কাণমারি চন্দুকর দুই কোষে থকা খারুৱাত
৬ সুমুৱালে। পাছে তেওঁ শুদ্ধ সোণর আঢ়ৈ
হাত দীঘল আরু ডেড় হাত বহলকৈ এখন পাপা-
৭ বরণ সাজিলে। আরু তেওঁ সোণর দুটা করূব সা-
জিলে, সোণ পিটাই সেই পাপাবরণর দুই মূরত
৮ সাজিলে ; এক মূরত এটা করূব, আরু আন মূরত
আন করূব সাজিলে ; পাপাবরণর দুই মূরত
তারে সৈতে একে ডোখর সোণতে সেই দুটা
৯ করূব সাজিলে। তাতে করূবে ওপরলৈ ডেউকা
মেলি আপোন ডেউকারে পাপাবরণক ঢাকিলে ;
আরু সেইবোর মুখামুখিকৈ থাকিল ; আরু
করূবর দৃষ্টি পাপাবরণলৈ হল।
১০ পাছে তেওঁ দুহাত দীঘল, এহাত বহল, আরু
ডেড় হাত ওখকৈ চিটীম কাঠর মেজ সাজি,
১১ তাত শুদ্ধ সোণর পতা মারিলে, আরু তার
১২ চারিওকালে সোণর চিরি মারিলে। আরু তার
চারিওকালে চারি আঙ্গুলীয়া জোখর এচটা কোষর
কাঠ যুগুত করি, সেই কাঠর চারিওদাঁতিয়ে
১৩ সোণর চিরি মারিলে। আরু তার নিমিত্তে
সোণর চাইডাল খারুৱা সাঁচত ঢালি, সেই
খারুৱা তার চাইটা পায়ার চাইটা চুকত লগাই
১৪ দিলে। মেজ বৈ নিবলৈ কাণমারি সুমুউৱা ঠাই
হবর নিমিত্তে, সেই খারুৱা কোষর কাঠর ওচরত
১৫ থাকিল। পাছে তেওঁ মেজ বৈ নিবর কারণে
চিটীম কাঠর দুডাল কাণমারি সাজি, তাতো
১৬ সোণর পতা মারিলে। আরু মেজর ওপরত থকা
পাত্রবোর, অর্থাৎ তার থাল, পিয়লা, আরু
দ্রাক্ষারস ঢালিবর নিমিত্তে তার বাটি আরু
চামচ শুদ্ধ সোণেরে গঢ়ালে।
১৭ পাছে তেওঁ শুদ্ধ সোণর এটা দীপাধার
সাজিলে ; সেই দীপাধার সোণ পিটাই গঢ়ালে ;
তার খুরা, গা ভাগ, তাত কটা বাটি, কলি, আরু
১৮ ফুল একে ডোখর সোণতেই হল। তার এফালর
পরা তিনিটা ডাল, আরু আন ফালর পরা তিনিটা
ডাল, এই রূপে সেই দীপাধারর দুই ফালর পরা
১৯ ছটা ডাল ওলাল। তার এটা ডালত বাদাম ফুলর
আকৃতিরে তিনিটা বাটি, এটা কলি, আরু এটা
ফুল, আরু আন ডালতো বাদাম ফুলর আকৃতিরে
তিনিটা বাটি, এটা কলি, আরু এটা ফুল করিলে ;
গা ভাগর পরা ওলোৱা ছওটা ডালত এই একে
২০ রূপেই করিলে। সেই দীপাধারর গা ভাগতো
বাদাম ফুলর আকৃতিরে চাইটা বাটি, তার কলি
২১ আরু ফুল করিলে। আরু সেই দীপাধারর গা
ভাগর পরা ওলোৱা ছটা ডালর দুডালর তলত
একে ডোখর সোণতে এটা কলি, আন দুডালর
তলত একে ডোখর সোণতে এটা কলি, আরু
আন দুডালর তলতো ,একে ডোখর সোণতে
২২ এটা কলি করিলে। সেইবোরর কলি আরু
সেইবোরর ডাল একে ডোখর সোণতেই হল ;
সেই সকলোরেই শুদ্ধ সোণর পিটি করোৱা
২৩ একেটা বস্তু হল। আরু তেওঁ তার সাতোটা
প্রদীপ, আরু তার শলাকাচি-কটা আরু একে-
২৪ রুৱা-ধরা শুদ্ধ সোণেরে গঢ়ালে। সেই দীপাধার
আরু তার লগর এই সকলো বস্তু এক কিক্কর
শুদ্ধ সোণেরে নির্ম্মাণ করিলে।
২৫ পাছে তেওঁ চিটীম কাঠেরে ধূপবেদি নির্ম্মাণ
করিলে ; সেই বেদি এহাত দীঘল, আরু এহাত
বহল ; তার চারিও কোষ আরু চারিওটা চুক
সমান ; তার ওখই দুহাত; আরু তার শিঙবোর
একে ডোখর কাঠতেই হল। তেওঁ তাত, অর্থাৎ
২৬ তার ওপর ভাগত, চারিও কোষত, আরু তার
শিঙত শুদ্ধ সোণর পতা মারিলে ; আরু তার
২৭ চারিওকালে সোণর চিরি মারিলে ; আরু তাক
বৈ নিবর নিমিত্তে কাণমারি সুমুউৱা ঠাই হবলৈ,
তার নিমিত্তে তেওঁ সোণর দুডাল খারুৱা গঢ়াই,
তার চিরির তলত দুই কোষর আরু দুই চুকর
২৮ ওচরত লগাই দিলে। আরু চিটীম কাঠেরে তার
২৯ কাণমারি সাজি, তাত সোণর পতা মারিলে।
আরু তেওঁ সুগন্ধিদ্রব্যব্যৱসায়ীবিলাকর নিয়ম
অনুসারে, অভিষেকার্থক পবিত্র তেল, আরু
নির্ম্মল সুগন্ধি ধূপ যুগুত করিলে।

যজ্ঞবেদি আরু প্রক্ষালনপাত্র নির্ম্মাণ ও চোঁতাল যুগুত
করা। ধর্ম্মধামত খরছ করা ধাতুর জোখ।

৩৮ পাছে তেওঁ চিটীম কাঠেরে পাঁচ হাত
দীঘল, পাঁচ হাত বহল, আরু তিনি হাত
ওখকৈ চারিও কোষ আরু চারিওটা চুক সমানকৈ
২ হোমবেদি সাজিলে। আরু তার চারিওটা চুকত
তার চাইটা শিঙ সাজি দিলে ; সেই শিঙবোর
একে ডোখর কাঠতেই হল ; আরু তাত পিত্তলর
৩ পতা মারিলে। আরু তেওঁ বেদির সকলো সঁজুলি,
অর্থাৎ ছাই পেলোৱা পাত্র, ছাই উলিওৱা
হেঁতা, তেজ ছটিওৱা পাত্র, ত্রিশূল, আরু আঙঠা-
ধরা পাত্র করিলে ; তার সকলো সঁজুলি পিত্ত-
৪ লেরে গঢ়ালে। আরু তেওঁ বেদির নিমিত্তে জালর
নিচিনা পিত্তলর জালিকটা করি, বেদির আদ-
খিনিলৈকে পোৱাকৈ তার ঠাকর তলত লগালে।
৫ আরু কাণমারি সুমুউৱা ঠাই হবর নিমিত্তে,
চাইডাল খারুৱা সাঁচত ঢালি, সেই পিত্তলর
৬ জালিকটার চারি চুকত লগালে। পাছে তেওঁ
চিটীম কাঠেরে কাণমারি সাজি, তাত পিত্তলর
৭ পতা মারিলে। আরু বেদি বৈ নিবর নিমিত্তে,
তেওঁ তার কোষত থকা সেই খারুৱাত সেই কাণ-
মারি সুমুৱালে ; তেওঁ সেই বেদি তক্তারে কোঁপো-
লাকৈ নির্ম্মাণ করিলে।
৮ পাছে, যি তিরুতাবিলাকে সাক্ষাৎ করা তাম্বুর

দুৱাৰমুখত সেৱাৰ অৰ্থে শাৰি পাতে, সেই
শাৰি পতা তিৰুতাবিলাকৰ পিত্তলৰ দৰ্পণেৰে
তেওঁ প্ৰক্ষালনপাত্ৰ আৰু তাৰ খুৰা গঢ়ালে।
৯ পাছে তেওঁ চোঁতাল যুগুত কৰিলে, অৰ্থাৎ
দক্ষিণদিশে চোঁতালৰ দক্ষিণ ফালৰ নিমিত্তে,
পকোৱা মিহি শণ সূতাৰে চোঁতালৰ আৰ-কাপড়-
বোৰ যুগুত কৰিলে; সেইবোৰ লগালত, এশ হাত
১০ দীঘল হল। সেইবোৰৰ খুঁটা বিশটা; আৰু
খুঁটাবোৰৰ বিশটা চুঙি পিত্তলৰ হল, আৰু
খুঁটাবোৰৰ হাঁকোটা আৰু শলি ৰূপৰ হল।
১১ আৰু উত্তৰ ফালৰ নিমিত্তেও আৰ-কাপড়বোৰ
যুগুত কৰিলে; সেইবোৰ লগালত, এশ হাত
দীঘল হল; সেইবোৰৰ খুঁটা বিশটা; আৰু
খুঁটাবোৰৰ বিশটা চুঙি পিত্তলৰ হল, আৰু
সেই খুঁটাবোৰৰ হাঁকোটা আৰু শলি ৰূপৰ হল।
১২ আৰু পশ্চিম ফালৰ নিমিত্তেও আৰ-কাপড়বোৰ
যুগুত কৰিলে; সেইবোৰ লগালত, পঞ্চাশ হাত
দীঘল হল; সেইবোৰৰ খুঁটা দহোটা, আৰু খুঁটা-
বোৰৰ চুঙি দহোটা; আৰু খুঁটাবোৰৰ হাঁকোটা
১৩ আৰু শলি ৰূপৰ হল। আৰু পূবদিশে পূব
ফালৰ নিমিত্তেও আৰ-কাপড়বোৰ যুগুত কৰিলে;
সেইবোৰ লগালত, পঞ্চাশ হাত দীঘল হল।
১৪ আৰু দুৱাৰৰ একোষৰ নিমিত্তে আৰ-কাপড়বোৰ
যুগুত কৰিলে; সেইবোৰ লগালত, পোন্ধৰ
হাত দীঘল হল; সেইবোৰৰ খুঁটা তিনিটা, আৰু
১৫ খুঁটাবোৰৰ চুঙি তিনিটা; আন ফালেও সেই
একে ৰূপে কৰিলে। চোঁতালৰ দুৱাৰৰ ইকোষে
সিকোষে আৰ-কাপড়বোৰ লগালে; সেইবোৰ
লগালত, পোন্ধৰ হাত পোন্ধৰ হাত দীঘল হল;
সেইবোৰৰ খুঁটা তিনিটা তিনিটা, আৰু খুঁটাবোৰৰ
১৬ চুঙিও তিনিটা তিনিটা হল। চোঁতালৰ চাৰিও-
ফালৰ আটাইবোৰ আৰ-কাপড় পকোৱা মিহি শণ
১৭ সূতাৰে বোৱা হল। আৰু খুঁটাবোৰৰ চুঙি পিত্তলৰ
হল; সেইবোৰৰ হাঁকোটা আৰু শলিবোৰ ৰূপৰ
হল; সেইবোৰৰ মাথলাত ৰূপৰ পতা মৰা হল;
আৰু চোঁতালৰ আটাইবোৰ খুঁটাত ৰূপৰ শলি
১৮ লগোৱা হল। আৰু চোঁতালৰ দুৱাৰৰ পৰ্দ্দা,
নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা বৰণীয়া
সূতা ও মিহি শণ সূতাৰে বোৱা, আৰু শিল্প-
কাৰে বুটা দি কৰা; তাৰ দীঘ বিশ হাত, আৰু
চোঁতালৰ আৰ-কাপড়ৰ দৰে ওখই অৰ্থাৎ
১৯ বহলে পাঁচ হাত। তাৰ খুঁটা চাৰিটা, আৰু পিত্ত-
লৰ চুঙি চাৰিটা; আৰু সেইবোৰৰ হাঁকোটা
ৰূপৰ হল, আৰু সেইবোৰৰ মাথলাত ৰূপৰ পতা
২০ মৰা হল; তাৰ শলিবোৰ ৰূপৰ হল। আৰু
আবাসৰ ও চোঁতালৰ চাৰিওফালৰ খুঁটিবোৰ
পিত্তলৰ হল।
২১ মোচিৰ আজ্ঞা অনুসাৰে, হাৰোণ পুৰোহিতৰ
পুত্ৰ ঈথামৰৰ দ্বাৰায় লেবীয়াবিলাকক লগাই
গণনা কৰোৱা, আবাসৰ অৰ্থাৎ সাক্ষ্যকলি থকা
আবাসৰ সকলো বস্তুৰ সংখ্যাৰ বৃত্তান্ত এই।
২২ যিহূদা ফৈদৰ হূৰৰ নাতিয়েক, ঊৰীৰ পুত্ৰ
বচলেলে, যিহোৱাই মোচিক আজ্ঞা দিয়া সক-
২৩ লোকে কৰিলে। আৰু দান ফৈদৰ অহীচামকৰ
পুত্ৰ অহলীয়াব তেওঁৰ সহকাৰী আছিল, তেওঁ
বহুমূল্য পাথৰৰ খনিকৰ, নিপুণ শিল্পকাৰ,
আৰু নীল বৰণীয়া, বেঙেনা বৰণীয়া, আৰু ৰঙা
বৰণীয়া সূতা ও মিহি শণ সূতাৰে বুটা দিওঁতা
২৪ আছিল। পবিত্ৰস্থানৰ আটাই কামত খৰছ কৰা
সকলো সোণ, অৰ্থাৎ উপহাৰৰ সোণ, পবিত্ৰ-
স্থানৰ চেকল অনুসাৰে ঊনত্ৰিশ কিক্কৰ সাত
২৫ শ ত্ৰিশ চেকল আছিল। আৰু মণ্ডলীৰ মাজত
যিমান লোকক গণনা কৰা হল, সিবিলাকৰ ৰূপ
পবিত্ৰস্থানৰ চেকল অনুসাৰে এশ কিক্কৰ এক
২৬ হাজাৰ সাত শ পঁয়সত্তৰ চেকল আছিল। বিশ
বছৰ বা তাতকৈ অধিক বয়সীয়া হৈ লেখত পৰা
ছয় লাখ তিনি হাজাৰ পাঁচ শ পঞ্চাশ জন
লোকৰ প্ৰতিজনে এক এক বেকা, অৰ্থাৎ পবিত্ৰ-
স্থানৰ চেকল অনুসাৰে আধা চেকল আধা চেকল-
২৭ কৈ ৰূপ দিছিল। তাৰ এশ কিক্কৰ ৰূপ পবিত্ৰ-
স্থানৰ আৰু প্ৰভেদক বস্ত্ৰৰ চুঙি ঢালিবলৈ খৰছ
কৰা হল, অৰ্থাৎ প্ৰত্যেক চুঙিত এক এক কিক্কৰকৈ
এশ চুঙিৰ নিমিত্তে এশ কিক্কৰ ৰূপ খৰছ কৰা
২৮ হল। তাৰ এক হাজাৰ সাত শ পঁয়সত্তৰ
চেকল ৰূপেৰে তেওঁ খুঁটাবিলাকৰ হাঁকোটা
কৰিলে, সেইবোৰৰ মূৰত ৰূপৰ পতা মাৰিলে,
২৯ আৰু সেইবোৰত শলি লগালে। আৰু উপ-
হাৰৰ পিত্তল সত্তৰ কিক্কৰ দুই হাজাৰ চাৰি
৩০ শ চেকল আছিল। তাৰে তেওঁ সাক্ষাৎ কৰা
তাম্বুৰ দুৱাৰৰ চুঙি, পিত্তলৰ বেদি, তাৰ লগৰ
পিত্তলৰ জালিকটা, আৰু বেদিৰ সকলো সঁজুলি,
৩১ চোঁতালৰ চাৰিওফালৰ চুঙি, আৰু চোঁতালৰ
দুৱাৰৰ চুঙি, আবাসৰ সকলো খুঁটি, আৰু
চোঁতালৰ চাৰিওফালৰ আটাইবোৰ খুঁটি গঢ়ালে।

পুৰোহিতবিলাকে পিন্ধিব লগা বস্ত্ৰ যুগুত কৰা।

৩৯ পাছে সিবিলাকে, যিহোৱাই মোচিক
আজ্ঞা দিয়াৰ দৰে, নীল বৰণীয়া, বেঙেনা
বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতাৰে, পবিত্ৰস্থানত
পৰিচৰ্য্যা কৰিবৰ নিমিত্তে নিপুণৰূপে কৰা মিহি
বস্ত্ৰ, আৰু হাৰোণৰ নিমিত্তে পবিত্ৰ বস্ত্ৰ যুগুত
কৰিলে।
২ আৰু তেওঁ সোণ, আৰু নীল বৰণীয়া, বেঙেনা
বৰণীয়া, আৰু ৰঙা বৰণীয়া সূতা ও পকোৱা মিহি
শণ সূতাৰে এফোদ বস্ত্ৰখন যুগুত কৰিলে।
৩ সিবিলাকে সোণ পিটাই পিটাই পতা কৰি,

নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙ্গা বরণীয়া
সূতা ও মিহি শণ সূতার মাজত নিপুণ শিল্পকার্য্যর
দ্বারায় ববর নিমিত্তে, তাক কাটি গুণা করিলে।
৪ তাক লগ লগাবর নিমিত্তে, সিবিলাকে তালৈ
দুগছ স্কন্ধপটি যুগুত করিলে; আরু একোদর দুই
৫ মূর লগ লগোৱা হল। একোদ কঁকালত বান্ধিবর
নিমিত্তে, তার লগত নিপুণরূপে বোৱা যি কঁকালি
কাপড় আছিল, তাক একোদর নিচিনাকৈ বন
কৰা হল; সেয়ে তার একে ভোখর কাপড়; তাক
সোণ, আরু নীল বরণীয়া, বেঙেনা বরণীয়া, আরু
রঙ্গা বরণীয়া সূতা ও পকোৱা মিহি শণ সূতারে
কৰা হল। যিহোৱাই মোচিক আজ্ঞা দিয়ার দরে
সিবিলাকে সকলোকে করিলে।
৬ আরু সিবিলাকে, মোহর কটার দরে কটা,
ইস্রায়েলর পুত্রবিলাকর নাম থকা, সোণর ঘরত
পতোৱা গোমেদক মণি দুটা যুগুত করিলে।
৭ আরু সেয়ে ইস্রায়েলর পুত্রবিলাকর স্মরণার্থক
মণি বুলি, তাক একোদর স্কন্ধপটি দুগছর ওপরত
লগালে। যিহোৱাই মোচিক আজ্ঞা দিয়ার
দরেই সকলোকে করিলে।
৮ পাছে একোদর কার্য্যর দরে, তেওঁ সোণ, আরু
নীল বরণীয়া, বেঙেনা বরণীয়া, আরু রঙ্গা বরণীয়া
সূতা ও পকোৱা মিহি শণ সূতারে নিপুণ শিল্প-
৯ কার্য্যেরে বুকুপটা যুগুত করিলে। তাক সিবি-
লাকে চারিও কোষ আরু চারিওটা চুক সমানকৈ
দুভরপ করি সাজিলে; সেয়ে দীঘে এবেগেত,
১০ বহলে এবেগেত দুভরপীয়া আছিল। আরু তাত
চারি শারি মণি খুৱালে; তার প্রথম শারিত চুণী,
১১ পীতমণি, আরু মরকত; দ্বিতীয় শারিত পদ্মরাগ,
১২ নীলকান্ত আরু হীরা; তৃতীয় শারিত পেরোজ,
১৩ যিস্ক, আরু কটাহেলা; আরু চতুর্থ শারিত
বৈদূর্য্য, গোমেদক, আরু সূর্য্যকান্ত আছিল; এই
১৪ সকলো মণি সোণর ঘরত পতোৱা হল। এই মণি
ইস্রায়েলর সন্তানবিলাকর নাম অনুসারে, অর্থাৎ
সিবিলাকর নামর দরে বারটা হল; মোহর
কটা নিচিনাকৈ প্রত্যেক মণিত বার কৈদর
১৫ নিমিত্তে এক এক পুত্রর নাম কটা হল। পাছে
সিবিলাকে রচির দরে পকোৱা মালার নিচিনা
দুডাল শুদ্ধ সোণর শিকলি করি, বুকুপটাত
১৬ লগাই দিলে। আরু সোণর দুটা ঘর, আরু
সোণর দুটা আঙঠি করি, বুকুপটার দুই মূরত
১৭ সেই আঙঠি দুটা বন্ধ করিলে। আরু মালার
দরে গঁথা সোণর সেই শিকলি দুডাল বুকুপটার
১৮ দুই মূরত থকা আঙঠি দুটাত লগালে। আরু
মালার দরে গঁথা শিকলি দুডালর দুই মূর ঘর
দুটাত বন্ধ করি, একোদর আগফালে স্কন্ধপটি
১৯ দুগছর ওপরত লগালে। আরু সোণর দুটা
আঙঠি গঢ়াই, বুকুপটার দুই মূরত একোদর
২০ সম্মুখত থকা ভিতর দাঁতিত লগালে। তার পাছে
আরু দুটা আঙঠি গঢ়াই, একোদর স্কন্ধপটি
দুগছর তল ভাগত তার আগফালে, যোড়া দিয়া
ঠাইর ওচরত, একোদর নিপুণরূপে বোৱা কঁকালির
২১ ওপরত তাক লগালে। আরু বুকুপটা যেন একো-
দর নিপুণরূপে বোৱা কঁকালির ওপরত থাকে,
আরু একোদর পরা এড়াই নেযায়, এই নিমিত্তে
সিবিলাকে নীল বরণীয়া ফিতারে বুকুপটাক তার
আঙঠিরে সৈতে একোদর আঙঠিত বান্ধিলে।
যিহোৱাই মোচিক দিয়া আজ্ঞা অনুসারে সিবি-
লাকে সকলোকে করিলে।
২২ পাছে তেওঁ তাঁতীয়ে বোৱা একোদর জামা
২৩ বনালে, সেয়ে গোটেইটো নীল বরণীয়া। সেই
জামার ডিঙি কৱচর ডিঙির দরে সোঁ মাজত
আছিল; সেয়ে নেফাটিবর নিমিত্তে, ডিঙির
২৪ চারিওফেরে ফিতা লগালে। আরু সিবিলাকে
সেই জামার তল দাঁতিত, নীল বরণীয়া, বেঙেনা
বরণীয়া, আরু রঙ্গা বরণীয়া সূতা ও পকোৱা মিহি
২৫ শণ সূতারে দালিম তুলিলে। আরু সিবিলাকে
শুদ্ধ সোণর ঝুনুকা গঢ়াই, সেই ঝুনুকাবোর
দালিমর মাঝে মাঝে জামার তল দাঁতির চারিও-
২৬ ফেরে লগাই দিলে। পরিচর্য্যা কৰোঁতে পিন্ধিব-
লৈ, জামার তল দাঁতিত এটা ঝুনুকা এটা দালিম,
এটা ঝুনুকা এটা দালিম, এই দরে জামার চারিও-
ফেরে লগাই দিলে। যিহোৱাই মোচিক দিয়া
আজ্ঞা অনুসারে সিবিলাকে সকলোকে করিলে।
২৭ পাছে যিহোৱাই মোচিক আজ্ঞা দিয়ার দরে,
সিবিলাকে হারোণ আরু তেওঁর পুত্রবিলাকর
নিমিত্তে মিহি শণ সূতারে তাঁতীয়ে বোৱা অঙ্গ-
২৮ রক্ষক বস্ত্র, মিহি শণ সূতারে বোৱা পাগ, মিহি
শণ সূতারে কৰা ধুনীয়া পাগুরি, পকোৱা
২৯ মিহি শণ সূতারে কৰা শণর জাঙিয়া, আরু
পকোৱা মিহি শণ সূতা ও নীল বরণীয়া, বেঙেনা
বরণীয়া, আরু রঙ্গা বরণীয়া সূতারে, শিল্পকারে
বুটা দিয়া টঙালি যুগুত করিলে।
৩০ পাছে, যিহোৱাই মোচিক আজ্ঞা দিয়ার দরে,
সিবিলাকে মুকুটস্বরূপে শুদ্ধ সোণর পবিত্র পতা
যুগুত করি, মোহরত কটার দরে তার ওপরত
"যিহোৱার উদ্দেশে পবিত্র," এই বচন কাটি,
৩১ তাক পাগটোর ওপরত বান্ধিবর নিমিত্তে, তাত
নীল বরণীয়া ফিতা লগালে।
৩২ এই রূপে সাক্ষাৎ কৰা তাম্বুর আবাসর সকলো
কার্য্য করি এঁটোৱা হল; যিহোৱাই মোচিক
আজ্ঞা দিয়ার দরেই ইস্রায়েলর সন্তানবিলাকে
সকলো কর্ম্ম করিলে।
৩৩ পাছে সিবিলাকে মোচির ওচরলৈ সেই
আবাস নিলে; অর্থাৎ তাম্বু, আরু তার
সকলো বস্তু, তার হাঁকোটা, তক্তা, ডাং, খুঁটা,

৩৪ আৰু চুড়ি; বোলাই ৰঙ্গা কৰা মেৰৰ চালৰ
আবৰণ, তহচ জন্তুৰ চালৰ আবৰণ, আৰু আৰ
৩৫ কৰি ৰখা প্ৰভেদক বস্ত্ৰ; সাক্ষ্যফলিৰ চন্দুক আৰু
৩৬ তাৰ কাণমাৰি, আৰু পাপাবৰণ; মেজ, তাৰ
৩৭ সকলো সঁজুলি, আৰু দৰ্শনপিঠা; নিৰ্ম্মল
সোণৰ দীপাধাৰ আৰু তাৰ প্ৰদীপ অৰ্থাৎ যুগুত-
তাই থোৱা প্ৰদীপবিলাক, তাৰ সকলো সঁজুলি,
৩৮ আৰু প্ৰদীপৰ অৰ্থে তেল; সোণৰ বেদি, অভি-
ষেকাৰ্থক তেল, সুগন্ধি ধূপ, আৰু তাম্বুৰ দুৱাৰৰ
৩৯ নিমিত্তে পৰ্দ্দা; পিত্তলৰ বেদি, তাৰ লগৰ পিত্ত-
লৰ জালিকটা, তাৰ কাণমাৰি, আৰু তাৰ সকলো
৪০ সঁজুলি; প্ৰক্ষালনপাত্ৰ আৰু তাৰ খুৰা; চোঁতা-
লৰ আৰ-কাপড়বোৰ, তাৰ খুঁটা আৰু চুড়ি, আৰু
চোঁতালৰ দুৱাৰৰ পৰ্দ্দা, তাৰ ৰচি আৰু খুঁটি,
আৰু সাক্ষাৎ কৰা তাম্বুৰ নিমিত্তে আবাসৰ
৪১ কাৰ্য্যৰ সকলো হাতিয়াৰ; পবিত্ৰস্থানত পৰি-
চৰ্য্যা কৰিবৰ নিমিত্তে নিপুণৰূপে কৰা মিহি
বস্ত্ৰ, আৰু পুৰোহিতকৰ্ম্ম কৰিবৰ নিমিত্তে
হাৰোণ পুৰোহিতৰ পবিত্ৰ বস্ত্ৰ, আৰু তেওঁৰ
৪২ পুত্ৰবিলাকৰ বস্ত্ৰ। যি যি কৰিববৈলৈ যিহোৱাই
মোচিক আজ্ঞা কৰিছিল, সেই সকলোকে ইস্ৰা-
৪৩ য়েলৰ সন্তানবিলাকে কৰিলে। পাছে মোচিয়ে
সেই সকলো কাম চকু ফুৰাই চাই দেখিলে,
যে, সিবিলাকে তাক কৰিলে; যিহোৱাৰ আজ্ঞা
অনুসাৰেই সকলোকে কৰিলে; তাতে মোচিয়ে
সিবিলাকক আশীৰ্ব্বাদ কৰিলে।

ধৰ্ম্মধাম স্থাপন কৰা।

৪০ পাছে যিহোৱাই মোচিক কলে, তুমি
প্ৰথম মাহৰ প্ৰথম দিনা সাক্ষাৎ কৰা তাম্বুৰ
৩ আবাস স্থাপন কৰিবা। আৰু তুমি তাৰ ভিতৰত
সাক্ষ্যফলিৰ চন্দুক ৰাখি, প্ৰভেদক বস্ত্ৰেৰে সেই
৪ চন্দুক আৰ কৰি ৰাখিবা। পাছে মেজ ভিতৰলৈ
আনি, তাক সজাই ৰাখিবা; আৰু দীপাধাৰ ভি-
তৰলৈ আনি, তাৰ ওপৰত প্ৰদীপবিলাক জ্বলাই
৫ দিবা। আৰু ধূপ জ্বলাবৰ নিমিত্তে সোণৰ বেদিটো
সাক্ষ্যফলিৰ চন্দুকৰ আগত ৰাখিবা, আৰু আবা-
৬ সৰ দুৱাৰৰ পৰ্দ্দা আৰি দিবা। আৰু সাক্ষাৎ কৰা
তাম্বুৰ আবাসৰ দুৱাৰৰ সম্মুখত হোমবেদি ৰা-
৭ খিবা। আৰু সাক্ষাৎ কৰা তাম্বু আৰু হোমবেদিৰ
৮ মাজত প্ৰক্ষালনপাত্ৰ থৈ, তাত পানী ভৰাবা। আৰু
চাৰিওকালে চোঁতাল যুগুত কৰিবা, আৰু চোঁতা-
৯ লৰ দুৱাৰৰ পৰ্দ্দা আৰিবা। পাছে তুমি অভিষে-
কাৰ্থক তেল লৈ, আবাস আৰু তাৰ সকলোকে
অভিষেক কৰি, তাক আৰু তাৰ সকলো বস্তু
১০ পবিত্ৰ কৰিবা; তাতে সেয়ে পবিত্ৰ হব। আৰু
তুমি হোমবেদিটো আৰু তাৰ সকলো সঁজুলি
অভিষেক কৰি, সেই বেদি পবিত্ৰ কৰিবা; তাতে
১১ সেই বেদি অতি পবিত্ৰ হব। আৰু তুমি প্ৰক্ষা-
লনপাত্ৰ আৰু তাৰ খুৰা অভিষেক কৰি তাক
১২ পবিত্ৰ কৰিবা। পাছে তুমি হাৰোণক আৰু
তেওঁৰ পুত্ৰবিলাকক সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-
১৩ মুখলৈ আনি, পানীত গা ধুৱাবা। আৰু হাৰো-
ণক পবিত্ৰ বস্ত্ৰ পিন্ধাই, মোৰ অৰ্থে পুৰোহিত-
কৰ্ম্ম কৰিববৈলে, তেওঁক অভিষেক কৰি পবিত্ৰ
১৪ কৰিবা। আৰু তেওঁৰ পুত্ৰবিলাককো আনি,
১৫ অঙ্গৰক্ষক বস্ত্ৰ পিন্ধাবা। আৰু সিবিলাকৰ পিতৃক
যেনেকৈ অভিষেক কৰিবা, তেনেকৈ, সিবিলাকে
মোৰ অৰ্থে পুৰোহিতকৰ্ম্ম কৰিবৰ নিমিত্তে সিবি-
লাককো অভিষেক কৰিবা; তাতে সেই অভি-
ষেকেই সিবিলাকৰ পুৰুষানুক্ৰমে চিৰস্থায়ী
১৬ পুৰোহিতপদৰ চিন হব। মোচিয়ে সেই দৰেই
কৰিলে; যিহোৱাই আজ্ঞা দিয়াৰ দৰেই তেওঁ
সকলোকে কৰিলে।
১৭ পাছে দ্বিতীয় বছৰৰ প্ৰথম মাহৰ প্ৰথম দিনা
১৮ আবাস স্থাপন কৰা হল। যিহোৱাই মোচিক
আজ্ঞা দিয়াৰ দৰে, তেওঁ আবাস স্থাপন কৰিববৈলে,
তাৰ চুড়ি বহুৱাই, তক্তা থুৱাই, ভাং সুমুৱাই,
১৯ আৰু তাৰ খুঁটাবিলাক তুলি, সেই আবাসৰ
ওপৰত তাম্বু তৰিলে, আৰু তাৰ ওপৰত তাম্বুৰ
২০ আবৰণ লগালে। পাছে যিহোৱাই মোচিক
আজ্ঞা দিয়াৰ দৰে, তেওঁ সাক্ষ্যফলি দুখন লৈ
চন্দুকটোৰ ভিতৰত ৰাখি, চন্দুকত কাণমাৰি
২১ লগাই, চন্দুকৰ ওপৰত পাপাবৰণ থৈ, আৰু
আবাসৰ ভিতৰলৈ চন্দুকটো নি, আৰু কৰি ৰখা
প্ৰভেদক বস্ত্ৰ আৰি সাক্ষ্যফলিৰ চন্দুক আৰ
২২ কৰিলে। পাছে যিহোৱাই মোচিক আজ্ঞা
দিয়াৰ দৰে, তেওঁ আবাসৰ উত্তৰকালে প্ৰভেদক
বস্ত্ৰৰ বাহিৰে সাক্ষাৎ কৰা তাম্বুত মেজ ৰাখিলে,
২৩ আৰু তাৰ ওপৰত যিহোৱাৰ সম্মুখত পিঠা সজাই
২৪ থলে। পাছে যিহোৱাই মোচিক আজ্ঞা দিয়াৰ
দৰে, তেওঁ সাক্ষাৎ কৰা তাম্বুত মেজৰ সম্মুখত
২৫ আবাসৰ দক্ষিণকালে দীপাধাৰ ৰাখিলে, আৰু
যিহোৱাৰ সম্মুখত প্ৰদীপবিলাক জ্বলাই দিলে।
২৬ পাছে যিহোৱাই মোচিক আজ্ঞা দিয়াৰ দৰে, তেওঁ
সাক্ষাৎ কৰা তাম্বুত প্ৰভেদক বস্ত্ৰৰ আগত সোণৰ
২৭ বেদি ৰাখিলে, আৰু তাৰ ওপৰত সুগন্ধি ধূপ
২৮ জ্বলালে। পাছে যিহোৱাই মোচিক আজ্ঞা
দিয়াৰ দৰে, তেওঁ আবাসৰ দুৱাৰত পৰ্দ্দা আৰি
২৯ দিলে, আৰু সাক্ষাৎ কৰা তাম্বুৰ আবাসৰ দুৱাৰ-
মুখত হোমবেদি ৰাখি, তাৰ ওপৰত হোমবলি
৩০ আৰু ভক্ষ্য নৈবেদ্য উৎসৰ্গ কৰিলে। পাছে
যিহোৱাই মোচিক আজ্ঞা দিয়াৰ দৰে, তেওঁ
সাক্ষাৎ কৰা তাম্বুৰ আৰু হোমবেদিৰ মাজ ঠাইত
প্ৰক্ষালনপাত্ৰ ৰাখি, ধোৱাপখলা কৰিবৰ নিমিত্তে
৩১ তাত পানী ভৰাই থলে; তাৰ পৰাই মোচি,

হাৰোণ, আৰু তেওঁৰ পুত্ৰবিলাকে আপোন
৩২ আপোন হাত ভৰি ধোৱে। যেতিয়া সিবিলাকে
সাক্ষাৎ কৰা তাম্বুত সোমায়, বা বেদিৰ ওচৰলৈ
৩৩ আহে, তেতিয়া ধোৱে। পাছে তেওঁ আবাসৰ
আৰু হোমবেদিৰ চাৰিওফালে চোঁতাল যুগুত
কৰিলে ; আৰু চোঁতালৰ দুৱাৰত পৰ্দ্দা আৰি
দিলে। এই ৰূপে মোচিয়ে কাৰ্য্য সমাপ্ত কৰিলে।
৩৪ পাছে মেঘভোখৰে সাক্ষাৎ কৰা তাম্বুটো
ঢাকি ধৰিলে, আৰু যিহোৱাৰ প্ৰতাপে আবাস
৩৫ পৰিপূৰ্ণ কৰিলে। তʼতে মোচিয়ে সাক্ষাৎ কৰা
তাম্বুত সোমাব নোৱাৰিলে ; কিয়নো মেঘ তাৰ
ওপৰত আছিল, আৰু যিহোৱাৰ প্ৰতাপে আবাস
৩৬ পৰিপূৰ্ণ কৰিছিল। পাছে আবাসৰ ওপৰৰ পৰা
মেঘ উঠিলে, ইস্ৰায়েলৰ সন্তানবিলাকে আপোনা-
৩৭ বিলাকৰ যাত্ৰা আৰম্ভ কৰে। কিন্তু মেঘ নুঠিলে,
যেতিয়ালৈকে নুঠে, তেতিয়ালৈকে সিবিলাকে
৩৮ যাত্ৰা নকৰে। কিয়নো গোটেই ইস্ৰায়েল বংশৰ
চকুৰ আগত, সিবিলাকৰ আটাই যাত্ৰাত, দিনত
যিহোৱাৰ মেঘ আবাসৰ ওপৰত আছিল, আৰু
ৰাতি অগ্নি আবাসৰ ভিতৰত আছিল।

---

# লেবীয়া পুস্তক

## অৰ্থাৎ

## মোচিয়ে লিখা তৃতীয় পুস্তক।

---

হোমবলিৰ নিয়ম।

১ পাছে যিহোৱাই মোচিক মাতি, সাক্ষাৎ
কৰা তাম্বুৰ পৰা তেওঁক এই কথা কলে,
২ তুমি ইস্ৰায়েলৰ সন্তানবিলাকক এই কথা কোৱা,
তোমালোকৰ মাজৰ কোনোৱে যদি যিহোৱাৰ
উদ্দেশে উপহাৰ উৎসৰ্গ কৰে, তেন্তে সেয়ে গৰু
আৰু মেৰ বা ছাগৰ জাকৰ পৰা অনা পশু
হব লাগিব।
৩ যদি তাৰ উপহাৰ গৰুৰ জাকৰ পৰা অনা
হোমবলি হয়, তেন্তে সি নিৰ্ঘুণী মটা গৰু উৎসৰ্গ
কৰিব ; যিহোৱাৰ আগত সি গ্ৰাহ্য হবৰ নিমিত্তে,
সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত তাক উৎসৰ্গ
৪ কৰিব। পাছে সি হোমবলিৰ মূৰত হাত দিব ;
তাতে সেই বলি তাৰ প্ৰায়শ্চিত্তৰ অৰ্থে তাৰ
৫ পক্ষে গ্ৰাহ্য হব। আৰু যিহোৱাৰ সম্মুখত সেই
দমৰা গৰুটো কটা হব ; তেতিয়া হাৰোণৰ পুত্ৰ
পুৰোহিতবিলাকে তাৰ তেজ আনি, সাক্ষাৎ কৰা
তাম্বুৰ দুৱাৰৰ সম্মুখত থকা যজ্ঞবেদিত চাৰিও-
৬ ফালে সেই তেজ চটিয়াই দিব। পাছে সেই বলিৰ
৭ ছাল বখলিয়াই তাক খণ্ড খণ্ড কৰা হব। আৰু হা-
ৰোণ পুৰোহিতৰ পুত্ৰবিলাকে বেদিৰ ওপৰত জুই
ৰাখিব, আৰু জুইৰ ওপৰত কাঠ জাপি দিব।
৮ আৰু হাৰোণৰ পুত্ৰ পুৰোহিতবিলাকে সেই
বেদিৰ ওপৰত থকা জুই আৰু কাঠৰ ওপৰত
সেই খণ্ডবিলাক, মূৰ, আৰু তেল ঠিক্মতে
৯ ৰাখিব। কিন্তু তাৰ নাড়ীভুঁৰু আৰু ঠেং পানীত
ধুব লাগিব ; পাছে পুৰোহিতে বেদিৰ ওপৰত
সেই সকলোকে দগ্ধ কৰিব ; সেয়ে হোমবলি,
যিহোৱাৰ উদ্দেশে সুঘ্ৰাণ দিয়া অগ্নিকৃত
উপহাৰ।
১০ আৰু যদি তাৰ উপহাৰ মেৰ বা ছাগৰ জাকৰ
পৰা অনা হোমবলি হয়, তেন্তে সি নিৰ্ঘুণী মটা
১১ পশু উৎসৰ্গ কৰিব। আৰু যজ্ঞবেদিৰ কোষত
উত্তৰফালে যিহোৱাৰ সম্মুখত তাক কটা হব ;
তেতিয়া হাৰোণৰ পুত্ৰ পুৰোহিতবিলাকে বেদিত
১২ চাৰিওফালে তাৰ তেজ চটিয়াব। পাছে তাক
খণ্ড খণ্ড কৰা হব ; আৰু পুৰোহিতে মূৰ আৰু
তেলে সৈতে তাক বেদিৰ ওপৰত থকা জুই আৰু
১৩ কাঠৰ ওপৰত ঠিক্মতে ৰাখিব। কিন্তু তাৰ নাড়ী-
ভুঁৰু আৰু ঠেং পানীত ধুব লাগিব ; পাছে পুৰো-
হিতে সেই সকলোকে উৎসৰ্গ কৰি, বেদিৰ ওপ-

ৰত দগ্ধ কৰিব ; সেয়ে হোমবলি, যিহোৱাৰ
উদ্দেশে সুঘ্ৰাণ দিয়া অগ্নিকৃত উপহাৰ।
১৪ আৰু যদি যিহোৱাৰ উদ্দেশে দিয়া তাৰ উপ-
হাৰ পক্ষীবিলাকৰ মাজৰ পৰা অনা হোমবলি
হয়, তেন্তে সি কপৌবিলাকৰ বা পাৰ পোৱালি-
বোৰৰ মাজৰ পৰা আপোন উপহাৰ উৎসৰ্গ
১৫ কৰিব। পাছে পুৰোহিতে তাক বেদিৰ ওচৰলৈ
আনি, মুচড়ি মূৰটো চিঙি বেদিত দগ্ধ কৰিব ;
আৰু তাৰ তেজ বেদিৰ গাত টুপিওৱাই টুপিও-
১৬ ৱাই দিব লাগিব। পাছে তাৰ পাখিবোৰ আৰু
আগঠুটো লৈ, বেদিৰ কোষত পূবফালে ছাই
১৭ পেলোৱা ঠাইত পেলাই দিব লাগিব। পাছে
পুৰোহিতে তাৰ ডেউকাৰ যোড়া কাটিব, কিন্তু
নিচেইকৈ নেডুৱাব ; আৰু বেদিত, জুই আৰু
কাঠৰ ওপৰত তাক দগ্ধ কৰিব ; সেয়ে হোম-
বলি, যিহোৱাৰ উদ্দেশে সুঘ্ৰাণ দিয়া অগ্নিকৃত
উপহাৰ।

ভক্ষ্য নৈবেদ্যৰ নিয়ম।

২ আৰু কোনোৱে যেতিয়া যিহোৱাৰ
উদ্দেশে ভক্ষ্য নৈবেদ্য উৎসৰ্গ কৰে, তেতিয়া
মিহি আটাগুৰি তাৰ উপহাৰ হব ; আৰু সি
তাৰ ওপৰত তেল ঢালি তাৰ ওপৰত কুন্দুৰু দিব,
২ আৰু তাক হাৰোণৰ পুত্ৰ পুৰোহিতবিলাকৰ
ওচৰলৈ আনিব ; পাছে পুৰোহিতবিলাকৰ এজনে
তাৰ পৰা এমুঠি মিহি আটাগুৰি, এচলু তেল,
আৰু আটাইখিনি কুন্দুৰু লৈ, তাৰ স্মৰণাৰ্থক
অংশ বুলি তাক বেদিৰ ওপৰত দগ্ধ কৰিব ; সেয়ে
যিহোৱাৰ উদ্দেশে সুঘ্ৰাণ দিয়া অগ্নিকৃত উপ-
৩ হাৰ। সেই ভক্ষ্য নৈবেদ্যৰ বাকীখিনি হাৰো-
ণৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ নিমিত্তে হব ;
যিহোৱাৰ অগ্নিকৃত উপহাৰবিলাকৰ মাজত সেয়ে
অতি পবিত্ৰ।
৪ আৰু যেতিয়া তুমি তুন্দুৰত তাও দিয়া ভক্ষ্য
নৈবেদ্য উপহাৰস্বৰূপে উৎসৰ্গ কৰিবা, তেতিয়া
তেল মিহলোৱা মিহি আটাগুৰিৰে কৰা খমীৰ
নিদিয়া বিস্কা থকা কেইটামান পিঠা, বা তেল
ঢলা খমীৰ নিদিয়া কেইটামান পাতল চাকলীয়া
৫ পিঠা দিব লাগিব। আৰু যদি তাৱাত তাও দিয়া
ভক্ষ্য নৈবেদ্য তোমাৰ উপহাৰ হয়, তেন্তে খমীৰ
নিদিয়া তেল মিহলোৱা মিহি আটাগুৰিৰে কৰা
৬ পিঠা হব। তুমি তাক ডোখৰ ডোখৰ কৰি, তাৰ
৭ ওপৰত তেল ঢালিবা ; সেয়ে ভক্ষ্য নৈবেদ্য। আৰু
যদি কেৰাহিত ভজা ভক্ষ্য নৈবেদ্য তোমাৰ উপহাৰ
হয়, তেন্তে তেলত ভাজি মিহি আটাগুৰিৰে কৰিব
৮ লাগিব। এইবিলাক নিয়মৰ কোনো নিয়মেৰে
যুগুত কৰা ভক্ষ্য নৈবেদ্য তুমি যিহোৱাৰ উদ্দেশে
আনিবা ; আৰু তাক পুৰোহিতক দিয়া হব।
৯ তাতে তেওঁ তাক বেদিৰ ওচৰলৈ আনিব ; আৰু
পুৰোহিতে সেই নৈবেদ্যৰ স্মৰণাৰ্থক অংশ লৈ
বেদিত দগ্ধ কৰিব ; সেয়ে যিহোৱাৰ উদ্দেশে
১০ সুঘ্ৰাণ দিয়া অগ্নিকৃত উপহাৰ। আৰু সেই নৈবে-
দ্যৰ বাকীখিনি হাৰোণৰ আৰু তেওঁৰ পুত্ৰবিলা-
কৰ হব ; যিহোৱাৰ অগ্নিকৃত উপহাৰবিলাকৰ
১১ মাজত সেয়ে অতি পবিত্ৰ। তোমালোকে যিহো-
ৱাৰ উদ্দেশে যি কোনো ভক্ষ্য নৈবেদ্য উৎসৰ্গ
কৰিবা, তাক খমীৰেৰে যুগুত কৰা হব নেলাগে ;
কিয়নো খমীৰ বা মৌ, ইয়াৰ একোকে যিহোৱাৰ
উদ্দেশে অগ্নিকৃত উপহাৰস্বৰূপে তোমালোকে
১২ দগ্ধ নকৰিবা। তোমালোকে প্ৰথম ফলৰ উপহাৰ
বুলি তাক যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিব
পাৰা ; কিন্তু সুঘ্ৰাণৰ অৰ্থে বেদিৰ ওপৰত তাক
১৩ তোলা নেযাব। আৰু তুমি আপোন ভক্ষ্য নৈবে-
দ্যৰ প্ৰত্যেক উপহাৰত লোণ সানিবা ; তুমি
আপোন ভক্ষ্য নৈবেদ্যত, আপোন ঈশ্বৰৰ নিয়ম-
টীৰ চিন যি লোণ, তাক দিবলৈ ত্ৰুটি নকৰিবা ;
তোমাৰ সকলো উপহাৰ লোণে সৈতে উৎসৰ্গ
কৰিবা।
১৪ আৰু যদি তুমি যিহোৱাৰ উদ্দেশে শস্যৰ
প্ৰথম ফলৰ নৈবেদ্য উৎসৰ্গ কৰা, তেন্তে তুমি
শস্যৰ প্ৰথম ফলৰ নৈবেদ্যস্বৰূপে জুইত পোড়া
থোক, অৰ্থাৎ মোহাৰি উলিওৱা শস্যৰ নতুন
১৫ গুটী উৎসৰ্গ কৰিবা। আৰু তাৰ ওপৰত তেল
১৬ আৰু কুন্দুৰু দিবা ; সেয়ে ভক্ষ্য নৈবেদ্য। পাছে
পুৰোহিতে তাৰ স্মৰণাৰ্থক অংশ বুলি কিছু
মোহৰা শস্য, কিছু তেল, আৰু আটাইখিনি
কুন্দুৰু দগ্ধ কৰিব ; সেয়ে যিহোৱাৰ উদ্দেশে
অগ্নিকৃত উপহাৰ।

মঙ্গলাৰ্থক বলিৰ নিয়ম।

৩ যদি কোনো মানুহৰ উপহাৰ মঙ্গলাৰ্থক
বলি হয়, তেন্তে গৰুৰ জাকৰ মতা বা
মাইকী উৎসৰ্গ কৰিলে, সি যিহোৱাৰ সম্মু-
২ খত নিৰ্দ্দুণী পশু উৎসৰ্গ কৰিব। পাছে সি
আপোন উপহাৰৰ মূৰত হাত দি, সাক্ষাৎ কৰা
তাম্বুৰ দুৱাৰমুখত তাক কাটিব ; তেতিয়া হাৰো-
ণৰ পুত্ৰ পুৰোহিতবিলাকে তাৰ তেজ বেদিত
৩ চাৰিওফালে চটিয়াই দিব। পাছে সি সেই
মঙ্গলাৰ্থক বলিৰ পৰা যিহোৱাৰ উদ্দেশে অগ্নি-
কৃত উপহাৰস্বৰূপে তাৰ নাড়ীভুঁৰু ঢকা তেল,
৪ নাড়ীত লাগি থকা আটাই তেল, যিলা দুটা,
আৰু কিনাৰত লাগি থকা তাৰ ওপৰৰ তেল,
আৰু কলিজাৰ ওচৰত থকা তেলীয়া ভাগ উৎসৰ্গ
কৰিব ; সেই ভাগ যিলালৈকে এড়ুৱাই লব।
৫ তেতিয়া হাৰোণৰ পুত্ৰবিলাকে বেদিত, জুই, কাঠ
আৰু হোমৰ ওপৰত তাক দগ্ধ কৰিব ; সেয়ে

যিহোৱাৰ উদ্দেশে সুঘ্ৰাণ দিয়া অগ্নিকৃত
উপহাৰ।
৬ আৰু যদি সি যিহোৱাৰ উদ্দেশে মঙ্গলাৰ্থক
বলিৰ উপহাৰ মেৰ আৰু ছাগৰ জাকৰ পৰা দিয়ে,
তেন্তে সি নিৰ্ঘুণী মতা বা মাইকী পশু উৎসৰ্গ
৭ কৰিব। আপোন উপহাৰৰ অৰ্থে যদি সি মেৰ
পোৱালি উৎসৰ্গ কৰে, তেন্তে সি তাক যিহোৱাৰ
৮ সন্মুখলৈ আনি, আপোন উপহাৰৰ মূৰত হাত দি,
সাক্ষাৎ কৰা তাম্বুৰ আগত তাক কাটিব; তেতিয়া
হাৰোণৰ পুত্ৰবিলাকে বেদিত চাৰিওফালে তাৰ
৯ তেজ চটিয়াই দিব। পাছে সি সেই মঙ্গলাৰ্থক
বলিৰ পৰা যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ-
স্বৰূপে তাৰ তেল, গোটেইডাল নেগুৰ, (সেই
নেগুৰ ৰাজহাড়ৰ ওচৰৰ পৰা এড়ুৱাই লব)
নাড়ীভুঁৰু ঢকা তেল, আৰু নাড়ীত লাগি থকা
১০ আটাই তেল, ঘিলা দুটা, আৰু কিনাৰত লাগি
থকা তাৰ ওপৰৰ তেল, আৰু কলিজাৰ ওচৰত
থকা তেলীয়া ভাগ উৎসৰ্গ কৰিব; সেই ভাগ
১১ ঘিলালৈকে এড়ুৱাই লব। পাছে পুৰোহিতে
তাক বেদিত দগ্ধ কৰিব; সেয়ে যিহোৱাৰ
উদ্দেশে দিয়া অগ্নিকৃত উপহাৰস্বৰূপ ভক্ষ্য দ্ৰব্য।
১২ আৰু যদি তাৰ উপহাৰ ছাগ হয়, তেন্তে সি
১৩ তাক যিহোৱাৰ সন্মুখলৈ আনি, তাৰ মূৰত হাত
দি, সাক্ষাৎ কৰা তাম্বুৰ সন্মুখত তাক কাটিব;
তেতিয়া হাৰোণৰ পুত্ৰবিলাকে বেদিত চাৰিও-
১৪ ফালে তাৰ তেজ চটিয়াই দিব। পাছে সি তাৰ
পৰা আপোনাৰ নৈবেদ্য, অৰ্থাৎ যিহোৱাৰ
উদ্দেশে অগ্নিকৃত উপহাৰস্বৰূপে নাড়ীভুঁৰু ঢকা
১৫ তেল, নাড়ীত লাগি থকা আটাই তেল, ঘিলা
দুটা, আৰু কিনাৰত লাগি থকা তাৰ ওপৰৰ
তেল, আৰু কলিজাৰ ওচৰত থকা তেলীয়া ভাগ
উৎসৰ্গ কৰিব; সেই ভাগ ঘিলালৈকে এড়ুৱাই
১৬ লব। তেতিয়া পুৰোহিতে বেদিৰ ওপৰত সেই
সকলোকে দগ্ধ কৰিব; সেয়ে সুঘ্ৰাণ দিয়া অগ্নি-
কৃত উপহাৰস্বৰূপ ভক্ষ্য দ্ৰব্য; সকলো তেল
১৭ যিহোৱাৰ। তোমালোকে তেল আৰু তেজ যে
খাব নেলাগে, এয়ে তোমালোকৰ পুৰুষানুক্ৰমে,
তোমালোকে বাস কৰা সকলো ঠাইতে পালন
কৰিব লগীয়া চিৰস্থায়ী বিধি।

### পাপাৰ্থক আৰু দোষাৰ্থক বলিৰ নিয়ম।

৪ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, যেতিয়া
কোনো মানুহে, যিহোৱাই নিষেধ কৰা কোনো
৩ কৰ্ম্ম কৰি অজনাকৈ পাপ কৰে, তেতিয়া লোক-
বিলাকক দোষত পেলোৱাকৈ পাপ কৰা জন যদি
অভিষিক্ত পুৰোহিত হয়, তেন্তে তেওঁ নিজে কৰা
পাপৰ নিমিত্তে, যিহোৱাৰ উদ্দেশে এটা নিৰ্ঘুণী
দমড়া গৰু পাপাৰ্থক বলিস্বৰূপে উৎসৰ্গ কৰিব।
৪ পাছে তেওঁ সেই দমড়া গৰুটো সাক্ষাৎ কৰা
তাম্বুৰ দুৱাৰমুখলৈ যিহোৱাৰ আগলৈ আনি,
গৰুটোৰ মূৰত হাত দি, যিহোৱাৰ সন্মুখত তাক
৫ কাটিব। পাছে সেই অভিষিক্ত পুৰোহিতে দমড়া
গৰুটোৰ অলপ তেজ সাক্ষাৎ কৰা তাম্বুৰ ভিত-
৬ ৰলৈ আনিব; আৰু পুৰোহিতে সেই তেজত
আপোন আঙুলি জুবুৰিয়াই, পবিত্ৰস্থানৰ প্ৰভে-
দক বস্ত্ৰৰ আগফালে যিহোৱাৰ সন্মুখত সাতবাৰ
৭ তাৰ কিছু তেজ চটিয়াই দিব। পাছে পুৰোহিতে
সেই তেজৰ কিছু লৈ, সাক্ষাৎ কৰা তাম্বুৰ ভিতৰত
যিহোৱাৰ সন্মুখত থকা সুগন্ধি ধূপৰ বেদিৰ
শিঙত লগাব; পাছে গৰুটোৰ বাকী তেজখিনি
সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত থকা হোমবেদিৰ
৮ মূলত ঢালি দিব। আৰু পাপাৰ্থক বলিস্বৰূপে
উৎসৰ্গ কৰা গৰুটোৰ আটাইবোৰ তেল এড়ুৱাই
লব, অৰ্থাৎ মঙ্গলাৰ্থক বলিস্বৰূপে উৎসৰ্গ কৰা
গৰুটোৰ তেল যেনেকৈ এড়ুৱাই লয়, তেনেকৈ
ইয়াৰো নাড়ীভুঁৰু ঢকা তেল, নাড়ীত লাগি
৯ থকা আটাই তেল, ঘিলা দুটা, আৰু কিনাৰত
লাগি থকা তাৰ ওপৰৰ তেল, আৰু কলিজাৰ
ওচৰত থকা তেলীয়া ভাগ এড়ুৱাই লব; সেই
১০ ভাগ ঘিলালৈকে এড়ুৱাই লব। তেতিয়া পুৰো-
হিতে সেই সকলোকে হোমবেদিৰ ওপৰত দগ্ধ
১১ কৰিব। পাছে সেই গৰুটোৰ ছাল, আটাই
মঙহ, মূৰ, ঠেং, নাড়ীভুঁৰু, আৰু গোবৰে সৈতে
১২ গোটেইটো গৰু লৈ, ছাউনিৰ বাহিৰলৈ ছাই
পেলোৱা শুচি ঠাইলৈ নি, কাঠৰ ওপৰত জুইত
পুড়ি ভস্ম কৰিব লাগিব; ছাই পেলাই দিয়া
ঠাইতেই তাক পুড়ি ভস্ম কৰিব লাগিব।
১৩ আৰু ইস্ৰায়েলৰ গোটেই মণ্ডলীয়ে যদি কিবা
ভুল কৰে, আৰু সমাজে যদি তাক নেদেখাকৈ
থাকে, আৰু যিহোৱাই নিষেধ কৰা কোনো কৰ্ম্ম
১৪ কৰি যদি দোষী হয়, তেন্তে, সিবিলাকে কৰা সেই
পাপ যেতিয়া প্ৰকাশ পাব, তেতিয়া সমাজে
পাপাৰ্থক বলিস্বৰূপে এটা দমড়া গৰু উৎসৰ্গ
কৰিব; সিবিলাকে তাক সাক্ষাৎ কৰা তাম্বুৰ
১৫ সন্মুখলৈ আনিব। পাছে মণ্ডলীৰ বৃদ্ধ লোকে
যিহোৱাৰ সন্মুখত সেই গৰুটোৰ মূৰত হাত
দিব, আৰু সিবিলাকৰ এজনে যিহোৱাৰ সন্মুখত
১৬ তাক কাটিব। পাছে অভিষিক্ত পুৰোহিতে গৰু-
টোৰ কিছু তেজ সাক্ষাৎ কৰা তাম্বুৰ ভিতৰলৈ
১৭ আনিব; আৰু পুৰোহিতে সেই তেজত আপোন
আঙুলি জুবুৰিয়াই, তাৰ কিছু তেজ প্ৰভেদক
বস্ত্ৰৰ আগফালে যিহোৱাৰ সন্মুখত সাতবাৰ
১৮ চটিয়াব। সেই তেজৰ আৰু কিছু লৈ, সাক্ষাৎ

করা তাম্বুর ভিতরত যিহোৱার সম্মুখত থকা
বেদির শিঙ্গত লগাব ; পাছে বাকী তেজখিনি
সাক্ষাৎ করা তাম্বুর দুৱারমুখত থকা হোমবেদির
১৯ মূলত ঢালি দিব। আরু বলির পরা তার আটাই-
বোর তেল এডুৱাই লৈ, বেদির ওপরত দগ্ধ
২০ করিব। এই রূপে তেওঁ সেই দমরা গরুটো
করিব ; পাপার্থক বলিস্বরূপে উৎসর্গ করা
গরুটো যি রূপে করে, ইয়াকো সেই রূপেই
করিব ; এই রূপে পুরোহিতে সিবিলাকক প্রা-
য়শ্চিত্ত করিব, তাতে সিবিলাকর পাপর ক্ষমা
২১ হব। পাছে গরুটো ছাউনির বাহিরলৈ নি,
প্রথম গরুটোর নিচিনাকৈ ইয়াকো পুড়ি ভস্ম
করিব লাগিব ; এয়ে সমাজর পাপার্থক বলি।
২২ আরু যদি কোনো অধ্যক্ষই পাপ করে, অর্থাৎ
নেজানি আপোন ঈশ্বর যিহোৱাই নিষেধ করা
২৩ কোনো কর্ম্ম করি দোষী হয়, তেন্তে নিজে করা
সেই পাপ যেতিয়া তেওঁ জ্ঞাত হব, তেতিয়া
আপোন উপহারস্বরূপে এটা নির্দ্দুনী মতা ছাগ
২৪ আনি, সেই ছাগর মূরত হাত দি, হোমবলি কটা
ঠাইত যিহোৱার সাক্ষাতে তাক কাটিব ; সেয়ে
২৫ পাপার্থক বলি। পাছে পুরোহিতে আপোন
আঙ্গুলিরে সেই পাপার্থক বলির অলপ তেজ
লৈ, হোমবেদির শিঙ্গত লগাব ; আরু তার
বাকী তেজখিনি হোমবেদির মূলত ঢালি
২৬ দিব। আরু মঙ্গলার্থক বলির তেলর দরে তার
আটাই তেল বেদিত দগ্ধ করিব ; এই রূপে
পুরোহিতে তেওঁর পাপমোচনর অর্থে প্রায়শ্চিত্ত
করিব, তাতে তেওঁর পাপর ক্ষমা হব।
২৭ আরু সাধারণ লোকর মাজর যদি কোনোৱে,
যিহোৱাই নিষেধ করা কোনো কর্ম্ম করি নজনা-
২৮ কৈ পাপ করে, আরু দোষী হয়, তেন্তে, নিজে
করা পাপ যেতিয়া জ্ঞাত হব, তেতিয়া নিজে করা
সেই পাপর নিমিত্তে আপোন উপহারস্বরূপে
জাকর মাজর পরা এজনী নির্দ্দুনী ছাগলী আনি,
২৯ সেই পাপার্থক বলির মূরত হাত দি, হোমবলি
৩০ কটা ঠাইত সেই পাপার্থক বলি কাটিব। পাছে
পুরোহিতে আঙ্গুলিরে তার কিছু তেজ লৈ,
হোমবেদির শিঙ্গত লগাব, আরু তার বাকী
৩১ তেজখিনি বেদির মূলত ঢালি দিব। আরু মঙ্গ-
লার্থক বলির পরা তেল এডুৱাই লোৱার দরে,
ইয়ারো আটাইবোর তেল এডুৱাই লব ; পাছে
পুরোহিতে যিহোৱার উদ্দেশে সুঘ্রাণর অর্থে
বেদির ওপরত তাক দগ্ধ করিব ; এই রূপে
পুরোহিতে তাক প্রায়শ্চিত্ত করিব, তাতে তার
পাপর ক্ষমা হব।
৩২ যদি সি পাপার্থক বলির উপহারস্বরূপে মের
পোৱালি আনে, তেন্তে সি এজনী নির্দ্দুনী চেঁউরী
৩৩ মের আনি, সেই পাপার্থক বলির মূরত হাত দি
হোমবলি কটা ঠাইত পাপার্থক বলিস্বরূপে তাক
৩৪ কাটিব। পাছে পুরোহিতে আপোন আঙ্গুলিরে
সেই পাপার্থক বলির কিছু তেজ লৈ হোমবেদির
শিঙ্গত লগাব, আরু বাকী তেজখিনি বেদির মূলত
৩৫ ঢালি দিব। পাছে, মঙ্গলার্থক বলির মের পোৱা-
লির তেল এডুৱাই লোৱার দরে, ইয়ারো আটাই-
বোর তেল এডুৱাই লব, আরু যিহোৱার উদ্দেশে
দিয়া অগ্নিকৃত উপহারর বিধিমতে পুরোহিতে
বেদিত তাক দগ্ধ করিব ; এই রূপে পুরোহিতে
সি করা পাপর অর্থে প্রায়শ্চিত্ত করিব, তাতে
তার পাপর ক্ষমা হব।

৫ যদি কোনোৱাই শপথ করাবর কথা
শুনি, যি দেখিলে বা জানে, তার বিষয়ে
সাক্ষ্য দিব পরা হৈয়ো তাক প্রকাশ নকরি পাপ
করে, তেন্তে সি আপোন অপরাধর ফল ভোগ
২ করিব। অশুচি বনরীয়া জন্তুর শব, বা অশুচি
ঘরচীয়া পশুর শব, বা অশুচি উরগ আদি জন্তুর
শব হওক, যদি কোনোৱাই কোনো অশুচি বস্তু
নজনাকৈ স্পর্শ করি অশুচি হয়, তেন্তে সি দোষী
৩ হব ; বা মানুহর যি কোনো রকম অশৌচ
হওক, তাক যদি কোনোৱে নজনাকৈ স্পর্শ করে,
৪ তেন্তে সি তাক জানিলে দোষী হব ; বা মানুহে
অবিবেচনারে যি যি বিষয়ে শপথ করে, সেই
সেই বিষয়ে ভাল কার্য্যেই হওক বা বেয়া
কার্য্যেই হওক, করিম বুলি যদি কোনোৱে
আপোন ওঁঠেরে অবিবেচনারে, আগলৈ কি
হব তাক নজনাকৈ শপথ করে, তেন্তে সি তাক
জানিলে, সেই সেই বিষয়ত সি দোষী হব।
৫ আরু সেইবোরর কোনো বিষয়ত দোষী হলে,
৬ সি আপোন পাপ স্বীকার করিব লাগিব। পাছে
সি পাপার্থক বলিদানর নিমিত্তে, জাকর পরা
এজনী চেঁউরী মের বা চেঁউরী ছাগলী আপুনি
করা পাপর দণ্ডস্বরূপে যিহোৱার উদ্দেশে
আনিব ; তাতে পুরোহিতে তার পাপর নিমিত্তে
৭ তাক প্রায়শ্চিত্ত করিব। যদি সি মের বা ছাগলী
আনিবলৈ অসমর্থ হয়, তেন্তে আপুনি করা
পাপর দণ্ডস্বরূপে যিহোৱার উদ্দেশে দুটা কপৌ
বা দুটা পার পোৱালি আনিব ; তার এটা
পাপার্থক বলির নিমিত্তে, আনটো হোমবলির
৮ নিমিত্তে হব। সি সেই দুটাক পুরোহিতর ওচ-
রলৈ আনিব ; পাছে পুরোহিতে আগৈয়ে পা-
পার্থক বলি উৎসর্গ করি, তার মূরর ওচরত
ডিঙি মুচড়িব,কিন্তু মূরটো নিচেইকৈ নেছুৱাব।
৯ পাছত পাপার্থক বলির অলপ তেজ বেদির গাত
ছটিয়াব, আরু বাকী তেজখিনি বেদির মূলত
টুপিওৱাই টুপিওৱাই দিব লাগিব ; এয়ে
১০ পাপার্থক বলি। পাছে তেওঁ বিধিমতে দ্বিতী-
য়টো হোমর অর্থে উৎসর্গ করিব। এই রূপে

পুৰোহিতে, সি কৰা পাপৰ নিমিত্তে তাক প্ৰায়-
শ্চিত্ত কৰিব ; তাতে তাৰ পাপৰ ক্ষমা হব ।
১১ আৰু সি যদি দুটা কপৌ বা দুটা পাৰ পোৱা-
লিও আনিবলৈ অসমৰ্থ হয়, তেন্তে, আপুনি কৰা
পাপৰ নিমিত্তে, আপোন উপহাৰস্বৰূপে ঐফাৰ
দহ ভাগৰ এভাগ মিহি আটাগুৰি পাপাৰ্থক
নৈবেদ্যস্বৰূপে আনিব ; তাৰ ওপৰত তেল
নিদিব, আৰু কুন্দুৰুও নিদিব, কিয়নো সেয়ে
১২ পাপাৰ্থক নৈবেদ্য । পাছে সি তাক পুৰোহিতৰ
ওচৰলৈ আনিব ; পুৰোহিতে তাৰ স্মৰণাৰ্থক
অংশ বুলি তাৰ পৰা এমুঠি লৈ, যিহোৱাৰ অগ্নি-
কৃত উপহাৰৰ বিধিমতে তাক বেদিত দগ্ধ কৰিব ;
১৩ সেয়ে পাপাৰ্থক নৈবেদ্য । এই ৰূপে, পুৰোহিতে
সেইবোৰৰ ভিতৰৰ কোনো এটা বিষয়ত, সি
কৰা পাপৰ নিমিত্তে তাক প্ৰায়শ্চিত্ত কৰিব ;
তাতে তাৰ পাপৰ ক্ষমা হব ; আৰু অৱশিষ্ট
ভাগ ভক্ষ্য নৈবেদ্যৰ দৰে পুৰোহিতৰ হব ।
১৪,১৫ পাছে যিহোৱাই মোচিক কলে, যদি কোনোৱে
যিহোৱাৰ পবিত্ৰ বস্তুৰ কোনো এটা বস্তু ৰাখি,
আজ্ঞা লঙ্ঘন কৰি নজনাকৈ পাপ কৰে, তেন্তে
সি জাকৰ পৰা, পবিত্ৰস্থানৰ চেকল অনুসাৰে
তুমি নিৰূপণ কৰাৰ দৰে, অতি কমেও দুই দুই
চেকল দামৰ এটা নিৰ্খুনী মটা মেৰ দোষাৰ্থক
১৬ বলিস্বৰূপে যিহোৱাৰ উদ্দেশে আনিব । আৰু
যি পবিত্ৰ বস্তু ৰাখি সি পাপ কৰিলে, তাৰ ক্ষতি-
পূৰণ কৰিব, আৰু তাৰ লগত পাঁচ ভাগৰ এভাগ
পুৰোহিতক বেচীকৈ দিব ; পাছে পুৰোহিতে
সেই দোষাৰ্থক মেৰবলিটোৰ দ্বাৰায় তাক প্ৰা-
য়শ্চিত্ত কৰিব, তাতে তাৰ পাপৰ ক্ষমা হব ।
১৭ আৰু কোনোৱে যদি যিহোৱাই নিষেধ কৰা
কোনো কৰ্ম্ম কৰি পাপ কৰে, তেন্তে সি তাক
নেজানিলেও দোষী হব ; আৰু সি আপোন
১৮ অপৰাধৰ ফল ভোগ কৰিব । সি দোষাৰ্থক বলি-
দানৰ নিমিত্তে, জাকৰ পৰা তোমাৰ নিৰূপিত
মূল্যৰ এটা নিৰ্খুনী মটা মেৰ পুৰোহিতৰ ওচৰলৈ
আনিব ; আৰু পুৰোহিতে, সি নেজানি কৰা
দোষৰ নিমিত্তে তাক প্ৰায়শ্চিত্ত কৰিব, তাতে
১৯ তাৰ পাপৰ ক্ষমা হব । এয়ে দোষাৰ্থক বলি ;
সি অৱশ্যে যিহোৱাৰ সাক্ষাতে দোষী ।

৬ পাছে যিহোৱাই মোচিক কলে, কোনোৱে
যদি যিহোৱাৰ বিৰুদ্ধে আজ্ঞা লঙ্ঘন কৰি
পাপ কৰে, অৰ্থাৎ কোনো লোকৰ ভাত বস্তু
থোৱা, বা বন্ধক ৰখা, বা অপহৰণ কৰা কোনো
বস্তুৰ বিষয়ে লোকৰ আগত মিছা কথা কোৱা,
৩ বা লোকক অত্যাচাৰ কৰা, বা হেৰোৱা বস্তু পাই
ৰাখি মিছা কথা কোৱা, আৰু মিছা শপথ কৰা
আদি যি সকলো কৰ্ম্মৰ দ্বাৰায় মানুহ পাপী হয়,
৪ সেইবোৰৰ এটা কৰ্ম্ম কৰি যদি পাপ কৰে, আৰু
দোষী হয়, তেন্তে সি যি বস্তু অপহৰণ কৰিলে,
বা অত্যাচাৰ কৰি পালে, বা যি বস্তু থবলৈ তাৰ
হাতত গতাই দিয়া হল, বা যি হেৰোৱা বস্তু
৫ পাই ৰাখিলে, বা যি কোনো বিষয়ত সি মিছা
শপথ কৰিলে, সম্পূৰ্ণৰূপে সেই বস্তুৰ ক্ষতিপূৰণ
কৰিব ; তাৰ লগত পাঁচ ভাগৰ এভাগ বেচীকৈ
দিব, আৰু তাৰ দোষ প্ৰকাশিত হোৱা দিনা
৬ তাক সি বস্তুৰ আচল গৰাকীক দিব । সি দো-
ষাৰ্থক বলিদানৰ নিমিত্তে জাকৰ পৰা তোমাৰ
নিৰূপিত মূল্যৰ এটা নিৰ্খুনী মটা মেৰ আপোনাৰ
দোষাৰ্থক বলিস্বৰূপে পুৰোহিতৰ ওচৰলৈ
৭ আনিব । তেতিয়া পুৰোহিতে যিহোৱাৰ সম্মুখত
তাক প্ৰায়শ্চিত্ত কৰিব ; তাতে যি কোনো কৰ্ম্মৰ
দ্বাৰায় সি দোষী হয়, সেই দোষৰ পৰা ক্ষমা
পাব ।

বলিৰ আৰু নৈবেদ্য আদিৰ বিষয়ে পুৰোহিত-
বিলাকে পালন কৰিব লগীয়া বিধি ।

৮,৯ পাছে যিহোৱাই মোচিক কলে, তুমি হাৰো-
ণক আৰু তেওঁৰ পুত্ৰবিলাকক এই আজ্ঞা কৰা,
হোমৰ নিয়ম এই । হোমদ্ৰব্য ৰাতিপুৱালৈকে
ওৰেৰাতি বেদিৰ ওপৰত জুইশালত থাকিব,
১০ আৰু বেদিৰ জুই তাতেই জ্বলি থাকিব । আৰু
পুৰোহিতে নিজৰ শণ সূতাৰ কাপড়, আৰু শণ
সূতাৰ জাঙিয়া পিন্ধিব, আৰু বেদিৰ ওপৰত
অগ্নিকৃত হোমৰ যি ভস্ম থাকে, তাক গুচাই
১১ বেদিৰ দাঁতিত থব । পাছে তেওঁ আপোনাৰ সেই
বস্ত্ৰ সোলোকাই আন বস্ত্ৰ পিন্ধি, ছাউনিৰ
বাহিৰৰ কোনো শুচি ঠাইলৈ সেই ভস্ম লৈ
১২ যাব । আৰু বেদিৰ ওপৰৰ জুই তাত সদায়
জ্বলি থাকিব, নুনুমাব ; পুৰোহিতে প্ৰতিৰাতি-
পুৱা তাৰ ওপৰত কাঠ দি জুই জ্বলাব, আৰু
তাৰ ওপৰত হোমবলি সজাই দিব, আৰু মঙ্গ-
লাৰ্থক বলিৰ তেলখিনি তাৰ ওপৰত দগ্ধ কৰিব ।
১৩ বেদিৰ ওপৰত অগ্নি সদায় জ্বলি থাকিব,
নুনুমাব ।
১৪ আৰু ভক্ষ্য নৈবেদ্যৰ নিয়ম এই । হাৰোণৰ
পুত্ৰবিলাকে বেদিৰ আগত যিহোৱাৰ সম্মুখত
১৫ তাক উৎসৰ্গ কৰিব । পাছে পুৰোহিতে ভক্ষ্য
নৈবেদ্যৰ পৰা এমুঠি মিহি আটাগুৰি, এচলু
তেল, আৰু নৈবেদ্যৰ ওপৰত থকা আটাইখিনি
কুন্দুৰু লৈ, তাৰ স্মৰণাৰ্থক অংশ বুলি সুঘ্ৰাণৰ
অৰ্থে যিহোৱাৰ উদ্দেশে বেদিত দগ্ধ কৰিব ।
১৬ আৰু তাৰ বাকীখিনি হাৰোণ আৰু তেওঁৰ পুত্ৰ-
বিলাকে ভোজন কৰিব ; খমীৰ নিদিয়াকৈ
কোনো পবিত্ৰ ঠাইত তাক ভোজন কৰিব লাগিব ;
সাক্ষাৎ কৰা তাম্বুৰ চোতালত সিবিলাকে তাক
১৭ ভোজন কৰিব । খমীৰেৰে সৈতে তাক তুন্দুৰত

তাও দিয়া নহব। ময় আপোন অগ্নিকৃত উপ-
হাৰৰ পৰা সিবিলাকৰ পাব লগীয়া ভাগ বুলি
তাক দিলোঁ; পাপাৰ্থক বলি আৰু দোষাৰ্থক
১৮ বলিৰ দৰে সেয়ে অতি পবিত্ৰ। হাৰোণৰ সন্তান-
বিলাকৰ মাজত যেই সেই পুৰুষে তাক ভোজন
কৰিব পাৰিব; যিহোৱাৰ অগ্নিকৃত উপহাৰৰ
পৰা এয়ে পুৰুষানুক্ৰমে চিৰকাল তোমালোকৰ
অধিকাৰ হব। যি কোনোৱে তাক চুব, সি
পবিত্ৰ হব।
১৯,২০ পাছে যিহোৱাই মোচিক কলে, হাৰোণ
অভিষিক্ত হোৱা দিনা তেওঁ আৰু তেওঁৰ পুত্ৰ-
বিলাকে যিহোৱাৰ উদ্দেশে যি উপহাৰ উৎসৰ্গ
কৰিব, সেয়ে এই; সিবিলাকে নিত্য ভক্ষ্য
নৈবেদ্যৰ অৰ্থে, ঐফাৰ দহ ভাগৰ এভাগ মিহি
আটাগুৰি লৈ, ৰাতিপুৱা আধা আৰু গোধূলি
২১ আধা উৎসৰ্গ কৰিব। তাক তেলেৰে তাৱাত ঘৃতত
কৰিব লাগিব; সেয়ে ভেজিলে তাক তুমি ভিত-
ৰলৈ আনিবা; তুমি যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ
অৰ্থে, সেই ভক্ষ্য নৈবেদ্যৰ সিজোৱা খণ্ডবিলাক
২২ উৎসৰ্গ কৰিবা। পাছে হাৰোণৰ পুত্ৰবিলাকৰ
মাজৰ যি জন তেওঁৰ পদত অভিষিক্ত পুৰোহিত
হব, তেওঁ তাক উৎসৰ্গ কৰিব; তাক যে যিহো-
ৱাৰ উদ্দেশে সম্পূৰ্ণৰূপে দগ্ধ কৰা হব, সেয়ে
২৩ চিৰস্থায়ী বিধি হব। পুৰোহিতে দিয়া প্ৰত্যেক
ভক্ষ্য নৈবেদ্য সম্পূৰ্ণৰূপে দগ্ধ কৰিব লাগিব,
তাৰ একোকে খাব নেলাগিব।
২৪,২৫ পাছে যিহোৱাই মোচিক কলে, তুমি হা-
ৰোণ আৰু তেওঁৰ পুত্ৰবিলাকক কোৱা, পাপাৰ্থক
বলিদানৰ নিয়ম এই। যি ঠাইত হোমবলি কটা
হব, সেই ঠাইতে যিহোৱাৰ সম্মুখত পাপাৰ্থক
২৬ বলিও কটা হব; সেয়ে অতি পবিত্ৰ। যি পুৰো-
হিতে পাপৰ অৰ্থে তাক উৎসৰ্গ কৰিব, তেৱেঁই
তাক ভোজন কৰিব; সাক্ষাৎ কৰা তম্বুৰ চোঁতা-
লত কোনো পবিত্ৰ ঠাইত তাক ভোজন কৰিব
২৭ লাগিব। যি কোনোৱে তাৰ মাংস স্পৰ্শ কৰিব,
সি পবিত্ৰ হব; আৰু যদি তাৰ তেজৰ কিছু
কোনো বস্ত্ৰত চিটা লাগে, তেন্তে তুমি সেই তেজ
২৮ লগা বস্ত্ৰ কোনো পবিত্ৰ ঠাইত ধুবা। কিন্তু যি
মাটিৰ পাত্ৰত সেই মাংস সিজোৱা হব, তাক
ভাঙি পেলাব লাগিব; যদি পিতলৰ পাত্ৰত তাক
সিজোৱা হয়, তেন্তে তাক মাজি পানীত আও-
২৯ খালি পৰিষ্কাৰ কৰিব লাগিব। পুৰোহিত-
বিলাকৰ মাজৰ যেই সেই পুৰুষে তাক ভোজন
৩০ কৰিব পাৰিব; সেয়ে অতি পবিত্ৰ। কিন্তু পবিত্ৰ-
স্থানত প্ৰায়শ্চিত্ত কৰিবলৈ যি কোনো পাপাৰ্থক
বলিৰ তেজ সাক্ষাৎ কৰা তম্বুৰ ভিতৰলৈ অনা
হব, সেই বলিৰ অলপো ভোজন কৰা নহব;
তাক জুইত পোড়া যাব।

৭ আৰু দোষাৰ্থক বলিদানৰ নিয়ম এই;
২ সেয়ে অতি পবিত্ৰ। যি ঠাইত হোমবলি
কটা হব, সেই ঠাইতে দোষাৰ্থক বলিও কটা
হব; আৰু পুৰোহিতে বেদিৰ ওপৰত চাৰিওকালে
৩ তাৰ তেজ চটিয়াই দিব। আৰু তেওঁ তাৰ আটাই
তেল, অৰ্থাৎ নেগুৰভাল, নাড়ীভুঁৰু ঢকা তেল,
৪ ঘিলা দুটা, আৰু কিনাৰত লাগি থকা তাৰ ওপৰৰ
তেল, আৰু কলিজাৰ ওচৰত থকা তেলীয়া
ভাগ উৎসৰ্গ কৰিব; সেই ভাগ ঘিলালৈকে
৫ এৰুৱাই লব। পাছে পুৰোহিতে সেই সকলোকে
যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰস্বৰূপে বে-
দিৰ ওপৰত দগ্ধ কৰিব; সেয়ে দোষাৰ্থক বলি।
৬ পুৰোহিতবিলাকৰ মাজৰ যেই সেই পুৰুষে তাক
ভোজন কৰিব পাৰিব; কোনো পবিত্ৰ ঠাইত তাক
ভোজন কৰিব লাগিব; সেয়ে অতি পবিত্ৰ।
৭ পাপাৰ্থক বলি যেনে, দোষাৰ্থক বলিও তেনে;
আৰু দুয়োৰো নিয়ম একে; যি পুৰোহিতে তাৰ
৮ দ্বাৰায় প্ৰায়শ্চিত্ত কৰিব, সেয়ে তেওঁৰ হব। আৰু
যি পুৰোহিতে কোনোৰ হোমবলি উৎসৰ্গ কৰিব,
আপুনি উৎসৰ্গ কৰা সেই হোমবলিৰ চাল
৯ তেওঁৰ নিজৰ হব। আৰু তুন্দুৰত তাও দিয়া
প্ৰত্যেক ভক্ষ্য নৈবেদ্য, আৰু কেৰাহিত ভজা, বা
তাৱাত তাও দিয়া সকলো বস্তু উৎসৰ্গকাৰী
১০ পুৰোহিতৰ হব। আৰু তেল মিহলোৱা বা
শুকান প্ৰত্যেক ভক্ষ্য নৈবেদ্য হাৰোণৰ পুত্ৰ-
বিলাকে সমানে পাব।
১১ আৰু যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰা মঙ্গ-
১২ লাৰ্থক বলিৰ নিয়ম এই। কোনোৱে যদি অনু-
গ্ৰহ মনা বলি উৎসৰ্গ কৰে, তেন্তে সি অনুগ্ৰহ
মানি দিয়া বলিৰে সৈতে, তেল মিহলোৱা
খমীৰ নিদিয়া বিন্ধা থকা কেইটামান পিঠা, তেল
ঢলা খমীৰ নিদিয়া কেইটামান পাতল চাকলীয়া
পিঠা, আৰু তেলত ভজা মিহি আটাগুৰিৰে কৰা
তেল মিহলোৱা বিন্ধা থকা কেইটামান পিঠা উৎ-
১৩ সৰ্গ কৰিব। আৰু অনুগ্ৰহ মানি দিয়া আপোন
মঙ্গলাৰ্থক বলিৰে সৈতে খমীৰ দিয়া বিন্ধা থকা
কেইটামান পিঠাৰ উপহাৰো উৎসৰ্গ কৰিব।
১৪ আৰু সি প্ৰত্যেক উপহাৰৰ পৰা এটা এটা
পিঠা লৈ, উত্তোলনীয় উপহাৰস্বৰূপে যিহোৱাৰ
উদ্দেশে উৎসৰ্গ কৰিব; যি পুৰোহিতে মঙ্গলাৰ্থক
১৫ বলিৰ তেজ চটিয়াব, তেৱেঁই তাক পাব। অনু-
গ্ৰহ মানি দিয়া তাৰ মঙ্গলাৰ্থক বলিৰ মাংস,
উপহাৰ দিয়া দিনাই ভোজন কৰিব লাগিব; তাৰ
১৬ অলপো ৰাতিপুৱালৈ ৰাখিব নেলাগিব। কিন্তু
সি উৎসৰ্গ কৰা বলি যদি সঙ্কল্প কৰা বা নিজৰ
ইচ্ছামতে এনেই দিয়া উপহাৰ হয়, তেন্তে বলি
উৎসৰ্গ কৰা দিনাই তাক ভোজন কৰিব লাগিব;
আৰু পাছদিনাও তাৰ অৱশিষ্ট ভাগ ভোজন

১৭ কৰিব পাৰিব ; কিন্তু তৃতীয় দিনা, বলিৰ অৱশিষ্ট
১৮ মাংস জুইত পুড়ি ভস্ম কৰিব লাগিব। যদি
তৃতীয় দিনাও তাৰ মঙ্গলাৰ্থক বলিৰ অলপ মাংস
ভোজন কৰে, তেন্তে সেই বলি গ্ৰাহ্য নহব, আৰু
সেই বলি উৎসৰ্গকাৰীৰ পক্ষে গণিত নহব ;
সেয়ে ঘিণলগীয়া হব, আৰু যি জনে তাক
ভোজন কৰিব, সি আপোন অপৰাধৰ ফল
১৯ ভোগ কৰিব। আৰু যি মঙহ কোনো
অশুচি বস্তুত লাগিব, তাক খোৱা নহব ; তাক
জুইত পুড়ি ভস্ম কৰা হব। আন মঙহ হলে,
২০ প্ৰত্যেক শুচি মানুহে খাব পাৰিব ; যি কো-
নোৱে অশুচি হৈ থাকি, যিহোৱাৰ উদ্দেশে
উৎসৰ্গ কৰা মঙ্গলাৰ্থক বলিৰ মাংস ভোজন
কৰিব, সেই মানুহক আপোন লোকবিলাকৰ
২১ মাজৰ পৰা উচ্ছন্ন কৰা হব। আৰু যদি কোনোৱে
কোনো অশুচি দ্ৰব্য, অৰ্থাৎ মানুহৰ অশৌচ
বা অশুচি পশু, বা কোনো অশুচি ঘিণলগীয়া
বস্তু চুই, যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰা মঙ্গ-
লাৰ্থক বলিৰ মাংস ভোজন কৰে, তেন্তে সেই
মানুহক আপোন লোকবিলাকৰ মাজৰ পৰা
উচ্ছন্ন কৰা হব।
২২,২৩ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰা-
য়েলৰ সন্তানবিলাকক কোৱা, তোমালোকে
গৰুৰ, কি মেৰৰ, কি ছাগলীৰ তেল নেখাবা ;
২৪ আৰু আপোনাআপুনি মৰা, বা জন্তুৰ দ্বাৰায়
চিৰা পশুৰ তেল কোনো কামত লগাব পাৰা,
কিন্তু তাক তোমালোকে কোনোমতে নেখাবা ;
২৫ কিয়নো, যি কোনো পশুৰ পৰা যিহোৱাৰ
উদ্দেশে অগ্নিকৃত উপহাৰ উৎসৰ্গ কৰা যায়,
সেই পশুৰ তেল যি কোনোৱে খাব, সেই
খোৱা জনক আপোন লোকবিলাকৰ মাজৰ পৰা
২৬ উচ্ছন্ন কৰা হব। আৰু বাস কৰা তোমা-
লোকৰ কোনো ঠাইত, পক্ষীৰে হওক বা
পশুৰেই হওক, তোমালোকে একোৰো তেজ
২৭ নেখাবা। যি কোনোৱে কোনো ৰকমৰ তেজ খাব,
সেই মানুহক আপোন লোকবিলাকৰ মাজৰ পৰা
উচ্ছন্ন কৰা হব।
২৮,২৯ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰা-
য়েলৰ সন্তানবিলাকক কোৱা, যি জনে যিহোৱাৰ
উদ্দেশে আপোনাৰ মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিব,
সেই জনে আপোনাৰ মঙ্গলাৰ্থক বলিৰ পৰা
যিহোৱাৰ উদ্দেশে আপোন উপহাৰ আনিব।
৩০ সি নিজ হাতে যিহোৱাৰ অগ্নিকৃত উপহাৰ
আনিব ; দোলনীয় নৈবেদ্যস্বৰূপে বলিৰ আমঠু
যিহোৱাৰ সম্মুখত দোলোৱা হবলৈ, আমঠুৰে
৩১ সৈতে সি তেলখিনি আনিব। আৰু পুৰোহিতে
সেই তেল বেদিৰ ওপৰত দগ্ধ কৰিব ; কিন্তু
আমঠুটো হাৰোণৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ
৩২ হব। আৰু তোমালোকে আপোন আপোন
মঙ্গলাৰ্থক বলিৰ সোঁ পাছ-পিৰাটো উত্তোলনীয়
৩৩ উপহাৰৰ অৰ্থে পুৰোহিতক দিবা। হাৰোণৰ
পুত্ৰবিলাকৰ মাজৰ যি জনে মঙ্গলাৰ্থক বলিৰ
তেজ আৰু তেল উৎসৰ্গ কৰিব, সি আপোনাৰ
৩৪ অংশস্বৰূপে সেই সোঁ পাছ-পিৰা পাব। ইস্ৰা-
য়েলৰ সন্তানবিলাকৰ পৰা মই সিবিলাকৰ
প্ৰত্যেক মঙ্গলাৰ্থক বলিৰ দোলনীয় উপহাৰ যি
আমঠু, আৰু উত্তোলনীয় উপহাৰ যি সোঁ পাছ-
পিৰা, তাক লৈ ইস্ৰায়েলৰ সন্তানবিলাকে দিব
লগীয়া বুলি চিৰস্থায়ী অধিকাৰস্বৰূপে হাৰোণ
পুৰোহিত আৰু তেওঁৰ পুত্ৰবিলাকক দিলোঁ।
৩৫ যি দিনা তেওঁ হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকক
যিহোৱাৰ পুৰোহিতকৰ্ম্ম কৰিবলৈ উপস্থিত
কৰিলে, সেই দিনা যিহোৱাৰ অগ্নিকৃত উপহাৰৰ
৩৬ পৰা সেয়ে সিবিলাকে পাব লগীয়া ভাগ। তেওঁ
সিবিলাকক অভিষেক কৰা দিনা, পুৰুষানুক্ৰমে
ইস্ৰায়েলৰ সন্তানবিলাকে দিব লগীয়া বুলি
চিৰস্থায়ী অধিকাৰস্বৰূপে তাক সিবিলাকক
৩৭ দিবলৈ যিহোৱাই আজ্ঞা কৰিলে। এইবিলা-
কেই হোমবলিৰ, ভক্ষ্য নৈবেদ্যৰ, পাপাৰ্থক
বলিৰ, দোষাৰ্থক বলিৰ, নিযুক্তকৰণাৰ্থক বলিৰ,
৩৮ আৰু মঙ্গলাৰ্থক বলিৰ নিয়ম। যিহোৱাই যি
দিনা চীনয় অৰণ্যত ইস্ৰায়েলৰ সন্তানবিলাকক
যিহোৱাৰ উদ্দেশে আপোন আপোন উপহাৰ
উৎসৰ্গ কৰিবলৈ আজ্ঞা কৰিলে, সেই দিনা
তেওঁ চীনয় পৰ্ব্বতত মোচিক এইবিলাকৰ বিষয়ে
আজ্ঞা দিলে।

হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকক কাৰ্য্যত
নিযুক্ত কৰা।

৮ পাছে যিহোৱাই মোচিক কলে, তুমি
হাৰোণক, আৰু তেওঁৰ লগত তেওঁৰ পুত্ৰ-
বিলাকক, বস্ত্ৰবিলাক, অভিষেকাৰ্থক তেল,
পাপাৰ্থক বলিদানৰ দমৰা গৰুটো, মতা মেৰ
দুটা, আৰু খমীৰ নিদিয়া পিঠাৰ খৰাহিটো
৩ লগত লোৱা, আৰু সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-
৪ মুখত গোটেই মণ্ডলীক গোট খুওৱা। তাতে,
মোচিয়ে যিহোৱাৰ আজ্ঞাৰ দৰে কৰিলত,
সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত মণ্ডলী গোট
৫ খালে। তেতিয়া মোচিয়ে মণ্ডলীক কলে, যিহো-
৬ ৱাই এই কৰ্ম্ম কৰিবলৈ আজ্ঞা কৰিলে; এই
বুলি মোচিয়ে হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকক
৭ ওচৰলৈ নি পানীত পা ধুৱালে। আৰু তেওঁ
হাৰোণক অঙ্গৰক্ষক বস্ত্ৰখন পিন্ধাই, টঙালিগছ
বান্ধি জামাটো পিন্ধালে, আৰু তেওঁক একোদ
পিন্ধাই একোদৰ নিপুণৰূপে বোৱা কঁকালি
কাপড় কঁকালত মেৰাই তাৰে সৈতে একোদ

৮ বান্ধিলে। আৰু তেওঁৰ বুকুত বুকুপটা দিলে,
আৰু বুকুপটাত উৰীম আৰু তুম্মীম দিলে;
৯ আৰু তেওঁৰ মূৰত পাগ্‌টো পিন্ধাই দিলে, আৰু
পাগ্‌টোৰ ওপৰত আগফালে পবিত্ৰ মুকুটস্বৰূপ
সোণৰ পতাখন লগাই দিলে। মোচিক দিয়া
যিহোৱাৰ আজ্ঞাৰ দৰেই তেওঁ এই সকলোকে
১০ কৰিলে। পাছে মোচিয়ে অভিষেকাৰ্থক তেল
লৈ, আবাস আৰু তাৰ সকলোকে অভিষেক কৰি
১১ পবিত্ৰ কৰিলে। তাৰে আৰু কিছু লৈ, যজ্ঞবেদিৰ
ওপৰত সাতবাৰ চটিয়ালে, আৰু বেদি ও তাৰ
সকলো সঁজুলি, প্ৰক্ষালনপাত্ৰ আৰু তাৰ খুৰা
১২ পবিত্ৰ কৰিবৰ অৰ্থে অভিষেক কৰিলে। পাছে
অভিষেকাৰ্থক তেলৰ কিছু লৈ, হাৰোণৰ মূৰত
ঢালি দি, তেওঁক পবিত্ৰ কৰিবৰ অৰ্থে অভিষেক
১৩ কৰিলে। পাছে হাৰোণৰ পুত্ৰবিলাকক ওচৰ-
লৈ নি সিবিলাকক অঙ্গৰক্ষক বস্ত্ৰ পিন্ধাই,
কঁকালত টঙালি বান্ধি, মূৰত পাগুৰি মৰাই
দিলে। মোচিক দিয়া যিহোৱাৰ আজ্ঞাৰ দৰেই
১৪ তেওঁ এই সকলোকে কৰিলে। পাছে, পাপাৰ্থক
বলিদানৰ দমৰা গৰুটো নিয়া হলত, হাৰোণ
আৰু তেওঁৰ পুত্ৰবিলাকে সেই পাপাৰ্থক গৰুটোৰ
১৫ মূৰত হাত দিলে। তেতিয়া, তাক কটা হলত,
মোচিয়ে তাৰ কিছু তেজ লৈ, আঙুলিৰে বেদিৰ
চাৰিওফালৰ শিঙত লগাই, বেদিটো পাপৰ পৰা
মুক্ত কৰিলে; আৰু বাকী তেজখিনি বেদিৰ
মূলত ঢালি দিলে, আৰু তাক প্ৰায়শ্চিত্ত কৰি
১৬ পবিত্ৰ কৰিলে। পাছে, নাড়ীভুঁৰুত লাগি থকা
আটাই তেল, আৰু কলিজাৰ ওচৰত থকা তেলীয়া
ভাগ, ঘিলা দুটা আৰু তাৰ তেল এড়ুৱা হলত,
মোচিয়ে বেদিৰ ওপৰত সেইবোৰ দগ্ধ কৰিলে।
১৭ কিন্তু চাল, মাংস, আৰু গোবৰে সৈতে গৰুটো
ছাউনিৰ বাহিৰত জুইত পুড়ি ভস্ম কৰা হল।
যিহোৱাই দিয়া আজ্ঞাৰ দৰেই মোচিয়ে এই সক-
১৮ লোকে কৰিলে। পাছে হোমবলিৰ মেৰটো নিয়া
হলত, হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে সেই
১৯ মেৰৰ মূৰত হাত দিলে। তেতিয়া, তাক কটা
হলত, মোচিয়ে বেদিত চাৰিওফালে তাৰ তেজ
২০ চটিয়াই দিলে। আৰু মেৰটো খণ্ড খণ্ড কৰা
হলত, মোচিয়ে মূৰটো, খণ্ডবিলাক, আৰু তেল
২১ দগ্ধ কৰিলে। আৰু তাৰ নাড়ীভুঁৰু আৰু ঠেং
পানীত ধোৱা হলত, মোচিয়ে গোটেইটো মেৰ
বেদিত দগ্ধ কৰিলে; এয়ে হোমবলি, সুঘ্ৰাণৰ
অৰ্থে যিহোৱাৰ উদ্দেশে দিয়া অগ্নিকৃত উপ-
হাৰ। যিহোৱাই দিয়া আজ্ঞাৰ দৰেই মোচিয়ে
২২ এই সকলোকে কৰিলে। পাছে, দ্বিতীয় মেৰটো,
অৰ্থাৎ নিযুক্তকৰণাৰ্থক মেৰটো নিয়া হলত,
হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে সেই মেৰৰ
২৩ মূৰত হাত দিলে। তেতিয়া, তাক কটা হলত,
মোচিয়ে তাৰ অলপ তেজ লৈ, হাৰোণৰ সোঁ
কাণৰ মূৰত, সোঁ হাতৰ বুঢ়া আঙুলিত, আৰু
২৪ সোঁ ভৰিৰ বুঢ়া আঙুলিতো লগাই দিলে। পাছে,
হাৰোণৰ পুত্ৰবিলাকক ওচৰলৈ নিয়া হলত,
মোচিয়ে সেই তেজৰ অলপমান সিবিলাকৰো
সোঁ কাণৰ মূৰত, সোঁ হাতৰ বুঢ়া আঙুলিত, আৰু
সোঁ ভৰিৰ বুঢ়া আঙুলিত লগাই দিলে, আৰু
বাকী তেজখিনি বেদিত চাৰিওফালে চটিয়াই
২৫ দিলে। পাছে তেওঁ তেলখিনি, অৰ্থাৎ নেগুৰ-
ডাল, নাড়ীভুঁৰুত লাগি থকা আটাই তেল,
আৰু কলিজাৰ ওচৰত থকা তেলীয়া ভাগ, ঘিলা
দুটা আৰু তাৰ তেল, আৰু সোঁ পাছ-পিৰাটো
২৬ ললে; আৰু যিহোৱাৰ সন্মুখত থকা খমীৰ
নিদিয়া পিঠাৰ খৰাহিৰ পৰা এটা খমীৰ নিদিয়া
বিস্কা থকা পিঠা, এটা তেল দিয়া বিস্কা থকা
পিঠা, আৰু এটা পাতল চাকলীয়া পিঠা লৈ,
সেই তেলবোৰৰ আৰু সোঁ পাছ-পিৰাটোৰ
২৭ ওপৰত থলে। আৰু হাৰোণৰ ও তেওঁৰ পুত্ৰ-
বিলাকৰ হাতত সেই সকলোকে দি, যিহো-
ৱাৰ সন্মুখত দোলনীয় নৈবেদ্যৰ অৰ্থে দোলালে।
২৮ পাছে মোচিয়ে সিবিলাকৰ হাতৰ পৰা সেই-
বোৰ লৈ, বেদিত হোমবলিৰ ওপৰত দগ্ধ
কৰিলে; এয়ে সুঘ্ৰাণৰ অৰ্থে দিয়া নিযুক্তকৰ-
ণাৰ্থক নৈবেদ্য; এয়ে যিহোৱাৰ উদ্দেশে দিয়া
২৯ অগ্নিকৃত উপহাৰ। পাছে তেওঁ আমঠুটো লৈ,
যিহোৱাৰ সন্মুখত দোলনীয় নৈবেদ্যৰ অৰ্থে
দোলালে; নিযুক্তকৰণাৰ্থক মেৰৰ এই আমঠুটো
মোচিৰ ভাগ হল। যিহোৱাই দিয়া আজ্ঞাৰ
৩০ দৰেই মোচিয়ে এই সকলোকে কৰিলে। পাছে
মোচিয়ে অভিষেকাৰ্থক তেলৰ পৰা আৰু বেদিৰ
ওপৰত থকা তেজৰো পৰা কিছু লৈ, হাৰোণৰ
ওপৰত আৰু তেওঁৰ বস্ত্ৰৰ ওপৰত, আৰু তেওঁৰে
সৈতে তেওঁৰ পুত্ৰবিলাকৰ ওপৰত আৰু সিবিলা-
কৰ বস্ত্ৰৰ ওপৰতো চটিয়াই দি, হাৰোণক আৰু
তেওঁৰ বস্ত্ৰবিলাক, আৰু তেওঁৰে সৈতে তেওঁৰ
পুত্ৰবিলাকক আৰু সিবিলাকৰ বস্ত্ৰবিলাক পবিত্ৰ
৩১ কৰিলে। পাছে মোচিয়ে হাৰোণ আৰু তেওঁৰ পুত্ৰ-
বিলাকক কলে, সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত
তোমালোকে মঙহখিনি সিজাবা; আৰু, হাৰোণ
ও তেওঁৰ পুত্ৰবিলাকে তাক ভোজন কৰিব লাগে,
এই বুলি কোৱা মোৰ আজ্ঞাৰ দৰে তোমালোকে
সেই ঠাইত তাক আৰু নিযুক্তকৰণাৰ্থক খৰাহিত
৩২ থকা পিঠা ভোজন কৰিবা। পাছে বাকী থকা
মাংস আৰু পিঠা জুইত পুড়ি ভস্ম কৰিবা।
৩৩ আৰু তোমালোকে সাত দিনলৈকে, অৰ্থাৎ
তোমালোকক নিযুক্ত কৰা দিন শেষ নোহোৱা-
লৈকে, সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰৰ পৰা বাহিৰ
নহবা; কাৰণ তোমালোকক নিযুক্ত কৰোঁতে

৩৪ সাত দিন লাগিব। আজি যি রূপে করা গল,
তোমালোকক প্রায়শ্চিত্ত করিবর অর্থে সেই
৩৫ রূপে করিবলৈ যিহোৱাই আজ্ঞা দিলে। এই
হেতুকে, তোমালোকে মরা নপড়িবর নিমিত্তে,
সাত দিনলৈকে দিনে রাতিয়ে সাক্ষাৎ করা
তাম্বুর দুৱারমুখত থাকি যিহোৱার পালনীয়
পালন করিবা ; কিয়নো মই এনে আজ্ঞা পালোঁ।
৩৬ যিহোৱাই মোচির দ্বারায় যি সকলো করিবলৈ
আজ্ঞা দিছিল, হারোণ আরু তেওঁর পুত্রবিলাকে
সেই সকলোকে করিলে।

৯ পাছে অষ্টম দিনা মোচিয়ে হারোণক
আরু তেওঁর পুত্রবিলাকক, আরু ইস্রায়েলর
২ বৃদ্ধ লোকক মাতি, হারোণক কলে, তুমি নিজর
অর্থে, পাপার্থক বলির নিমিত্তে এটা নির্দ্দুনী দমড়া
গরু আরু হোমবলির নিমিত্তে এটা নির্দ্দুনী মতা
৩ মের লৈ, যিহোৱার সম্মুখত উৎসর্গ করা। আরু
ইস্রায়েলর সন্তানবিলাকক কোৱা, তোমালোকে
যিহোৱার সম্মুখত বলিদান করিবর অর্থে,
পাপার্থক বলির নিমিত্তে এটা মতা ছাগ, আরু
হোমর নিমিত্তে এটা এবছরীয়া নির্দ্দুনী দমড়া গরু
৪ আরু এটা মের পোৱালি, আরু মঙ্গলার্থক বলির
নিমিত্তে এটা ভতরা আরু এটা মতা মের, আরু
তেল মিহলোৱা ভক্ষ্য নৈবেদ্য লোৱা ; কিয়নো
৫ আজি যিহোৱাই তোমালোকক দর্শন দিব। তে-
তিয়া সিবিলাকে, মোচিয়ে আজ্ঞা করা সকলোকে
সাক্ষাৎ করা তাম্বুর দুৱারমুখলৈ নিলে, আরু
গোটেই মণ্ডলী ওচর চাপি যিহোৱার সম্মুখত
৬ থিয় হল। পাছে মোচিয়ে কলে, যিহোৱাই
তোমালোকক এই কর্ম্ম করিবলৈ আজ্ঞা করিলে ;
ইয়াকে করিলে তোমালোকলৈ যিহোৱার প্রতাপ
৭ প্রকাশিত হব। পাছে মোচিয়ে হারোণক কলে,
তুমি বেদির ওচরলৈ গৈ, যিহোৱার আজ্ঞা অনু-
সারে তোমার পাপার্থক বলি আরু হোমবলি
উৎসর্গ করি, নিজক আরু লোকবিলাকক প্রা-
য়শ্চিত্ত করা ; আরু লোকবিলাকরো উপহার উৎ-
৮ সর্গ করি, সিবিলাককো প্রায়শ্চিত্ত করা। তাতে
হারোণে বেদির ওচরলৈ গৈ, নিজর অর্থে লোৱা
পাপার্থক বলিদানর দমড়া গরুটো কাটিলে।
৯ পাছে হারোণর পুত্রবিলাকে সেই বলির তেজ
তেওঁর ওচরলৈ নিলত, তেওঁ আপোন আঙ্গুলি
তেজত জুবুরিয়াই বেদির শিঙত লগালে, আরু
১০ বাকী তেজখিনি বেদির মূলত ঢালি দিলে। কিন্তু
পাপার্থক বলির তেল, যিলা দুটা, আরু কলি-
জার ওচরত থকা তেলীয়া ভাগ বেদিত দগ্ধ
করিলে। যিহোৱাই দিয়া আজ্ঞার দরেই
১১ মোচিয়ে এই সকলোকে করিলে। আরু তার
মঙহখিনি আরু ছালখন ছাউনির বাহিরত জুইত
১২ পুড়ি ভস্ম করা হল। পাছে হোমবলিটো
কটা হলত, হারোণর পুত্রবিলাকে তার তেজ-
খিনি তেওঁর ওচরলৈ নি দিলে ; তাতে তেওঁ বেদিত
১৩ চারিওকালে তাক চটিয়াই দিলে। পাছে সিবি-
লাকে হোমবলির মাংস খণ্ড খণ্ড করি মুরটোরে
সৈতে খণ্ডবিলাক তেওঁর ওচরলৈ নি দিলত, তেওঁ
সেই সকলোকে বেদির ওপরত দগ্ধ করিলে।
১৪ পাছে নাড়ীভুঁরুখিনি আরু ঠেংকেইটা ধুই, বেদিত
১৫ হোমর ওপরত দগ্ধ করিলে। পাছে লোকবিলা-
কর উপহার ওচরলৈ নিয়া হলত, তেওঁ লোক-
বিলাকর পাপার্থক বলিদানর ছাগটো লৈ,
প্রথমটোর নিচিনাকৈ কাটি পাপর অর্থে উৎসর্গ
১৬ করিলে। আরু হোমবলিটোও নিয়া হলত,
১৭ তেওঁ বিধিমতে তাক উৎসর্গ করিলে। আরু ভক্ষ্য
নৈবেদ্য নিয়া হলত, তেওঁ তার পরা মুঠি ভরাই
লৈ, বেদির ওপরত দগ্ধ করিলে ; রাতিপুৱার
হোমবলির বাহিরেও তেওঁ ইয়াক করিলে।
১৮ পাছে তেওঁ লোকবিলাকর মঙ্গলার্থক বলিদানর
ভতরা আরু মেরটো কাটিলে ; তেতিয়া হারোণর
পুত্রবিলাকে তেওঁর ওচরলৈ সেই বলির তেজ
নি দিলত, তেওঁ বেদিত চারিওকালে তাক চটি-
১৯ য়াই দিলে। পাছে সিবিলাকে ভতরাটোর
আরু মেরটোর তেলখিনি অর্থাৎ নাড়ীভুঁরু ঢকা
তেল, যিলা দুটা, আরু কলিজার ওচরত থকা
২০ তেলীয়া ভাগ আরু মেরটোর নেগুরভাল লৈ, সেই
সকলো তেল আমঠু দুটার ওপরত থলে ; তাতে
২১ তেওঁ বেদির ওপরত সেই তেল দগ্ধ করিলে। আরু
মোচির আজ্ঞা অনুসারে, হারোণে যিহোৱার
সম্মুখত আমঠু দুটা আরু সোঁ পাচ-পিরাটো
২২ দোলনীয় উপহারর অর্থে দোলালে। পাছে
হারোণে লোকবিলাকর ফাললৈ আপোনার হাত
দাঙি সিবিলাকক আশীর্ব্বাদ করিলে ; এই রূপে
তেওঁ পাপার্থক বলি, হোমবলি, আরু মঙ্গলার্থক
২৩ বলি উৎসর্গ করি নামি আহিল। পাছে মোচি
আরু হারোণ সাক্ষাৎ করা তাম্বুর ভিতরত সোমাল,
আরু তেওঁবিলাকে বাহির ওলাই লোকবিলাকক
আশীর্ব্বাদ করিলে ; তেতিয়া সকলো লোক-
বিলাকর আগত যিহোৱার প্রতাপ প্রকাশিত
২৪ হল। আরু যিহোৱার সম্মুখর পরা অগ্নি ওলাই,
বেদির ওপরত থকা হোমবলি আরু তেলখিনি
পুড়ি ভস্ম করিলে ; তাকে দেখি সকলো লোকে
আনন্দধ্বনি করি উবুড়ি হৈ পড়িল।

১০ পাছে হারোণর পুত্র নাদব আরু অবী-
হূরে আপোন আপোন আঙ্ঠা-ধরা লৈ,
তাত জুই রাখি তার ওপরত ধূপ দি, যিহোৱাই
আজ্ঞা নিদিয়া সাধারণ জুই যিহোৱার সম্মুখত
২ উৎসর্গ করিলে। তাতে যিহোৱার সম্মুখর
পরা অগ্নি ওলাই সিবিলাকক গ্রাস করিলে ;
সিবিলাকে যিহোৱার সম্মুখত প্রাণত্যাগ

৩ কৰিলে। তেতিয়া মোচিয়ে হাৰোণক কলে,
যিহোৱাই ইয়াকে কৈছিলেই, বোলে, যিবিলাক
মোৰ ওচৰ চাপিব, সিবিলাকৰ মাজত ময়
পবিত্ৰীকৃত হম, আৰু ইস্ৰায়েলৰ সকলো লোকৰ
আগত গৌৰৱান্বিত হম ; তাতে হাৰোণ অবাক
৪ হৈ থাকিল। পাছে মোচিয়ে হাৰোণৰ দদায়েক
উজ্জীয়েলৰ পুত্ৰ মীচায়েল আৰু ইলীচাফনক
মাতি নি কলে, তোমালোকে ওচৰলৈ গৈ
তোমালোকৰ জ্ঞাতি দুজনক তুলি, পবিত্ৰস্থানৰ
সম্মুখৰ পৰা ছাউনিৰ বাহিৰলৈ লৈ যোৱা।
৫ তাতে সিবিলাকে মোচিৰ আজ্ঞা অনুসাৰে, ওচ-
ৰলৈ গৈ, অঙ্গৰক্ষক বস্ত্ৰে সৈতে সিবিলাকক
৬ তুলি ছাউনিৰ বাহিৰলৈ লৈ গল। পাছে
মোচিয়ে হাৰোণক আৰু তেওঁৰ পুত্ৰ ইলিয়াজৰ
ও ঈথামৰক কলে, তোমালোক যেন মৰা
নপড়া, আৰু গোটেই মণ্ডলীলৈ যেন তেওঁৰ ক্ৰোধ
প্ৰজ্বলিত নহয়, এই নিমিত্তে তোমালোকে আপোন
আপোন মূৰৰ চুলি গৰকলিকৈ নেৰাখিবা, আৰু
আপোন আপোন কাপড় নেফালিবা ; কিন্তু
যিহোৱাৰ ক্ৰোধাগ্নি জ্বলাৰ কাৰণে তোমা-
লোকৰ ভাই গোটেই ইস্ৰায়েল বংশই ক্ৰন্দন
৭ কৰোক। আৰু তোমালোক যেন মৰা নপড়া,
এই নিমিত্তে সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰৰ পৰা
বাহিৰ নহবা ; কিয়নো, তোমালোকৰ গাত
যিহোৱাৰ অভিষেকাৰ্থক তেল আছে। তাতে
সিবিলাকে মোচিৰ বাক্য অনুসাৰে সেই দৰে
কৰিলে।
৮,৯ পাছে যিহোৱাই হাৰোণক কলে, তোমা-
লোক মৰা নপড়িবৰ নিমিত্তে, তুমি বা তোমাৰে
সৈতে তোমাৰ পুত্ৰবিলাক সাক্ষাৎ কৰা তাম্বুত
সোমোৱা কালত, দ্ৰাক্ষাৰস বা সুৰা পান নক-
ৰিবা ; এয়ে তোমালোকে পুৰুষানুক্ৰমে পালন
১০ কৰিব লগীয়া চিৰস্থায়ী বিধি। আৰু তোমা-
লোকে যেন পবিত্ৰ ও সামান্য বিষয়ৰ, আৰু
শুচি ও অশুচি বিষয়ৰ প্ৰভেদ কৰিব পাৰিবা,
১১ আৰু মোচিৰ দ্বাৰায় যিহোৱাই ইস্ৰায়েলৰ
সন্তানবিলাকক দিয়া সকলো বিধিৰ শিক্ষা
তোমালোকে যেন সিবিলাকক দিব পাৰিবা, এই
অভিপ্ৰায়েই সেই বিধি তোমালোকক দিয়া হল।
১২ পাছে মোচিয়ে হাৰোণক আৰু তেওঁৰ অৱ-
শিষ্ট পুত্ৰ ইলিয়াজৰ ও ঈথামৰ এই দুজনক
কলে, যিহোৱাৰ অগ্নিকৃত উপহাৰবোৰৰ অৱশিষ্ট
ভক্ষ্য নৈবেদ্য লৈ গৈ, বেদিৰ কাষত খমিৰ
নোহোৱাকৈ ভোজন কৰিবা ; কিয়নো সেয়ে
১৩ অতি পবিত্ৰ। কোনো পবিত্ৰ ঠাইত তাক ভোজন
কৰিবা ; কিয়নো যিহোৱাৰ অগ্নিকৃত উপহাৰ-
বোৰৰ মাজত সেয়ে তোমাৰ আৰু তোমাৰ পুত্ৰ-
বিলাকৰ পাব লগীয়া ভাগ ; কাৰণ ময় এই
১৪ আজ্ঞা পালোঁ। আৰু দোলনীয় উপহাৰ যি
আমঠু, আৰু উত্তোলনীয় উপহাৰ যি সোঁ পাছ-
পিৰা, তাক তুমি তোমাৰ পো জীবিলাকে
সৈতে কোনো শুচি ঠাইত ভোজন কৰিবা ;
কিয়নো ইস্ৰায়েলৰ সন্তানবিলাকৰ মঙ্গলাৰ্থক
বলিৰ পৰা, তাক তোমাক আৰু তোমাৰ সন্তান-
বিলাকক পাব লগীয়া ভাগ বুলি দিয়া হল।
১৫ অগ্নিকৃত উপহাৰৰ অৰ্থে দিয়া তেলখিনিয়ে
সৈতে, উত্তোলনীয় উপহাৰ যি সোঁ পাছ-পিৰা,
আৰু যিহোৱাৰ সম্মুখত দোলনীয় উপহাৰৰ
অৰ্থে দোলাবলৈ দোলনীয় উপহাৰ যি আমঠু,
তাক আনিব লাগিব ; যিহোৱাৰ আজ্ঞাৰ দৰে
সেয়ে তোমাৰ আৰু তোমাৰ সন্তানবিলাকৰ
চিৰস্থায়ী অধিকাৰ হব।
১৬ পাছে মোচিয়ে পুৰুষাৰ্থ কৰি, পাপাৰ্থক
বলিদানৰ অৰ্থে দিয়া ছাগটো বিচাৰ কৰি
দেখিলে, যে, তাক পুড়ি ভস্ম কৰা হল ; তাতে
তেওঁ হাৰোণৰ অৱশিষ্ট পুত্ৰ ইলিয়াজৰ আৰু
ঈথামৰ এই দুজনলৈ ক্ৰুদ্ধ হৈ সিবিলাকক কলে,
১৭ তোমালোকে সেই পাপাৰ্থক বলি পবিত্ৰস্থানৰ
কোনো ঠাইত কিয় ভোজন নকৰিলা ? কাৰণ সেয়ে
অতি পবিত্ৰ, আৰু মণ্ডলীৰ অপৰাধ বৈ যিহোৱাৰ
সম্মুখত সিবিলাকক প্ৰায়শ্চিত্ত কৰিবৰ অৰ্থে তাক
১৮ তোমালোকক দিয়া হল। দেখা, পবিত্ৰস্থানৰ
ভিতৰলৈ তাৰ তেজ নিয়া নহল; মোৰ আজ্ঞা
অনুসাৰে তোমালোকে অৱশ্যে তাক পবিত্ৰস্থানত
১৯ ভোজন কৰিব লাগিছিল। তেতিয়া হাৰোণে
মোচিক কলে, দেখা, সিহঁত দুটাই আজি যিহো-
ৱাৰ উদ্দেশে আপোন পাপাৰ্থক বলি আৰু
আপোন হোমবলি উৎসৰ্গ কৰিলে ; তথাপি
মোলৈ এনে ঘটিল ; যদি ময় আজি পাপাৰ্থক
বলি ভোজন কৰিলোঁহেঁতেন, তেন্তে যিহোৱাই
২০ তাত সন্তোষ পালেহেঁতেন নে ? মোচিয়ে ইয়াকে
শুনি সন্তুষ্ট হল।

শুচি অশুচি জন্তুৰ বিষয়।

১১ পাছে যিহোৱাই মোচি আৰু হাৰোণক
২ কলে, তোমালোকে ইস্ৰায়েলৰ সন্তানবিলা-
কক কোৱা, সকলো ভূচৰ পশুবোৰৰ মাজত এই-
৩ বোৰ জন্তু তোমালোকে খাব পাৰিবা। পশু-
বোৰৰ মাজত যি কোনো জন্তুৰ খুৰা সম্পূৰ্ণৰূপে
দুফাল, আৰু যাঁহ পাগুলে, তাক তোমালোকে খাব
৪ পাৰিবা। তথাপি যাঁহ পাগুলা বা খুৰা দুফাল
হোৱাবোৰৰ মাজত তোমালোকে কোনোমতে
খাব নলগীয়া পশু এইবোৰ ; উট, কিয়নো সি
যাঁহ পাগুলে হয়, কিন্তু দুফলীয়া খুৰা থকা নহয়,
৫ সি তোমালোকৰ পক্ষে অশুচি; আৰু চাফন পশু,
কিয়নো সিও যাঁহ পাগুলে হয়, তথাপি দুফলীয়া

খুৰা থকা নহয়, সি তোমালোকৰ পক্ষে অশুচি ;
৬ শহা, কিয়নো সিও ঘাঁহ পাগুলে, কিন্তু দুফলীয়া
খুৰা থকা নহয়, সি তোমালোকৰ পক্ষে অশুচি ;
৭ আৰু গাহৰি, কিয়নো তাৰ খুৰা সম্পূৰ্ণৰূপে
দুফাল হয়, তথাপি সি ঘাঁহ নেপাগুলে, তোমা-
৮ লোকৰ পক্ষে সিও অশুচি। তোমালোকে সেই-
বোৰৰ মাংস ভোজন নকৰিবা, আৰু সেই-
বোৰৰ শৱকো নুচুবা ; সেইবোৰ তোমালোকৰ
পক্ষে অশুচি ।
৯ জলজন্তুবোৰৰ মাজত তোমালোকে এইবোৰ
খাব পাৰিবা ; সমুদ্ৰত কি নদীত, বা আন
পানীত থকা জন্তুৰ মাজত, পাখি আৰু বাকলি
১০ থকা জন্তু তোমালোকে খাব পাৰিবা। কিন্তু
সমুদ্ৰত বা নদীত থকা জলচৰবোৰৰ মাজত,
বা পানীত থকা সকলো প্ৰাণীৰ মাজত যিবোৰৰ
পাখি আৰু বাকলি নাই, সেইবোৰ তোমালোকৰ
১১ পক্ষে ঘিণলগীয়া। সেইবোৰ তোমালোকৰ পক্ষে
সদায় ঘিণলগীয়া হব ; তোমালোকে সেই-
বোৰৰ মাংস ভোজন নকৰিবা, আৰু সেইবোৰৰ
১২ শৱকো ঘিণ কৰিবা। জলজন্তুৰ মাজত যিবোৰৰ
পাখি আৰু বাকলি নাই, সেই সকলোৱেই
তোমালোকৰ পক্ষে ঘিণলগীয়া ।
১৩ আৰু পক্ষীবোৰৰ মাজত এইবোৰ তোমা-
লোকে ঘিণ কৰিবা, এইবোৰ খাব নেলাগে,
এইবোৰেই ঘিণলগীয়া ; কুৰৰ, হাড়গিলা, আৰু
১৪ উৎক্ৰোশ'; মটীয়া চিলনী, আৰু সকলো বিধৰ
১৫ ৰঙা চিলনী ; আৰু সকলো বিধৰ কাউৰি ;
১৬ আৰু উট চৰাই, ৰাতি-শেন, গঙ্গা-চিলনী, আৰু
১৭ সকলো বিধৰ শেন ; ফেঁচা, মাছৰোকা, আৰু
১৮ হদু ; দীঘল ডিঙীয়া হাঁহ, টৌৰা, আৰু সৰু
১৯ শগুণ ; বড়টোকোলা, সকলো বিধৰ বগলি,
খোবৰখোঁচৰা, আৰু বাদুলি ।
২০ চাৰি ঠেঙেৰে ফুৰা সকলো পাখি লগা বগাই
ফুৰা জন্তু তোমালোকৰ পক্ষে ঘিণলগীয়া ।
২১ তথাপি চাৰি ঠেঙেৰে ফুৰা পাখি লগা বগাই
ফুৰা জন্তুৰ মাজত, মাটীত ভৰ দি জাপ মাৰিবৰ
নিমিত্তে যিবোৰৰ চাৰি ভৰিৰ ওপৰত দুটা
২২ ঠেং থাকে, অৰ্থাৎ সকলো বিধৰ কাকতি ফড়িঙ,
সকলো বিধৰ খগা ফড়িঙ, সকলো বিধৰ উচি-
ৰিঙা, আৰু সকলো বিধৰ তামুলী ফড়িঙ, এই
২৩ সকলোকে তোমালোকে খাব পাৰিবা। কিন্তু চাৰি
ঠেঙীয়া সকলো পাখি লগা বগাই ফুৰা জন্তু
তোমালোকৰ পক্ষে ঘিণলগীয়া ।
২৪ এই সকলোৰ দ্বাৰায় তোমালোক অশুচি হৈ
পৰিবা ; যি কোনোৱে সেইবোৰৰ শৱ চুব, সি
২৫ সন্ধ্যালৈকে অশুচি হৈ থাকিব ; আৰু যি
কোনোৱে সেইবোৰৰ শৱ লৈ যাব, সি আপোন
কাপোৰ ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ
২৬ থাকিব। আৰু যিবোৰ জন্তুৰ খুৰা দুফাল হলেও
সম্পূৰ্ণৰূপে দুফাল নহয়, আৰু যি যি জন্তুৱে
ঘাঁহ নেপাগুলে, সেইবোৰ তোমালোকৰ পক্ষে
অশুচি; যি কোনোৱে সেইবোৰৰ শৱ চুব, সি
২৭ অশুচি হব। আৰু চাৰি ঠেঙেৰে ফুৰা সকলো
জন্তুৰ মাজত যিবোৰে ভৰিৰ তলুৱাৰে খোজ
কাঢ়ে, সেইবোৰ তোমালোকৰ পক্ষে অশুচি ;
যি কোনোৱে সেইবোৰৰ শৱ চুব, সি সন্ধ্যা-
২৮ লৈকে অশুচি হৈ থাকিব। আৰু যি কোনোৱে
সেইবোৰৰ শৱ লৈ যাব, সি আপোন বস্ত্ৰ ধুব,
আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব ; সেই-
বোৰেই তোমালোকৰ পক্ষে অশুচি ।
২৯ মাটীত বগাই ফুৰা সকলো বিধৰ উৰগ জন্তুৰ
মাজত এইবোৰ তোমালোকৰ পক্ষে অশুচি ;
৩০ নেউল, এন্দুৰ, সকলো বিধৰ গুঁই, জেঠি,
নাইপিয়া, তেজপিয়া, সোণগুঁই, আৰু মটীয়া
৩১ গুঁই। বগাই ফুৰা জন্তুৰ মাজত এই সকলো-
বোৰ তোমালোকৰ পক্ষে অশুচি; সেইবোৰ
মৰিলে, যি কোনোৱে সেইবোৰৰ শৱ চুব,
৩২ সি সন্ধ্যালৈকে অশুচি হৈ থাকিব। আৰু সেই-
বোৰৰ মাজৰ কোনো শৱ যি বস্তুৰ ওপৰত
পৰিব, সিও অশুচি হব ; কাঠৰ পাত্ৰ, বা বস্ত্ৰ,
বা চাল, বা মোনা, যি কোনো কামত লগা বস্তু-
ৱেই হওক, তাক পানীত জুবুৰিয়াব লাগিব,
আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব, পাছে
৩৩ শুচি হব। আৰু কোনো মাটীৰ পাত্ৰৰ ভিতৰত
সেইবোৰৰ শৱ পৰিলে, তাৰ ভিতৰত থকা
সকলো বস্তু অশুচি হব, আৰু তোমালোকে তাক
৩৪ ভাঙি পেলাবা। তাৰ ভিতৰত থকা পানী দি
সিজোৱা সকলো খোৱা বস্তু অশুচি হব, আৰু
তেনেকুৱা সকলো পাত্ৰত থকা সকলো প্ৰকাৰ
৩৫ পেয় দ্ৰব্য অশুচি হব। আৰু ভুম্বুৰেই হওক
বা চুলাই হওক, যি কোনো বস্তুৰ ওপৰত সেই-
বোৰৰ শৱ পৰিব, সেয়ে অশুচি হব; তাক ভাঙি
পেলাব লাগিব ; সেইবোৰ অশুচি, তোমালোকৰ
৩৬ পক্ষে সেইবোৰ অশুচি হৈ থাকিব। তথাপি
ভুমুক বা যি নাদত অনেক পানী জমা হৈ থাকে,
সেয়ে শুচি হব ; কিন্তু যি জনে সেইবোৰৰ মৰা
৩৭ শৱ চুব, সি অশুচি হব। আৰু সেইবোৰৰ শৱ
যদি কোনো বব লগীয়া গুটীত পৰে, তেন্তে সেয়ে
৩৮ শুচি হৈ থাকিব ; কিন্তু গুটীৰ ওপৰত পানী
দিলে, যদি সেইবোৰৰ শৱ তাৰ ওপৰত পৰে,
তেন্তে সেয়ে তোমালোকৰ পক্ষে অশুচি ।
৩৯ তোমালোকে খাব পৰা পশুৰ মাজত কোনো
পশু মৰিলে, যি কোনোৱে তাৰ শৱ চুব,
৪০ সি সন্ধ্যালৈকে অশুচি হৈ থাকিব। আৰু যি
কোনোৱে তাৰ মাংস খাব, সি আপোনাৰ কাপোৰ
ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব ; আৰু

যি কোনোৱে তাৰ শৱ লৈ যাব, সিও আপোনাৰ
বস্ত্ৰ ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব।
৪১ আৰু মাটীত বগাই ফুৰা প্ৰত্যেক উৰগ জন্তু
৪২ ঘিণলগীয়া ; তাক খাব নেলাগে। মাটীত বগাই
ফুৰা উৰগ আদি যিবোৰ জন্তু পেটেৰে যায়, বা
চাৰি ঠেঙেৰে যায়, বা যিবোৰৰ অধিক ভৰি
থাকে, সেইবোৰ তোমালোকে নেখাবা; কিয়নো
৪৩ সেইবোৰ ঘিণলগীয়া। সেই সকলো বগাই ফুৰা
উৰগ আদি জন্তুবোৰৰ দ্বাৰায় তোমালোকে আ-
পোনাবিলাকক ঘিণলগীয়া নকৰিবা, আৰু অশুচি
হবলৈ সেইবোৰৰ দ্বাৰায় আপোনাবিলাকক
৪৪ অশুচি নকৰিবা। কাৰণ ময় তোমালোকৰ ঈশ্বৰ
যিহোৱা ; এই হেতুকে তোমালোকে আপোনা-
বিলাকক পবিত্ৰ কৰি পবিত্ৰ হোৱা ; কিয়নো
ময় পবিত্ৰ ; তোমালোকে মাটীৰ ওপৰত বগাই
ফুৰা ভূচৰ জন্তুবোৰৰ দ্বাৰায় আপোনাবিলাকক
৪৫ অশুচি নকৰিবা। কিয়নো, তোমালোকৰ ঈশ্বৰ
হবলৈ তোমালোকক মিচৰ দেশৰ পৰা উলিয়াই
অনা যিহোৱা ময় ; এই হেতুকে তোমালোক
পবিত্ৰ হোৱা, কাৰণ ময় পবিত্ৰ।
৪৬ শুচি অশুচি বস্তুৰ, আৰু খাব পৰা খাব
৪৭ নোৱৰা জন্তুৰ প্ৰভেদ জনাবৰ নিমিত্তে, পশু,
পক্ষী, জলচৰ, আৰু বগাই ফুৰা উৰগ আদি
প্ৰাণীবিলাকৰ বিষয়ে এই নিয়ম।

### প্ৰসৱকাৰিণী শুচি হোৱাৰ নিয়ম।

১২ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, কোনো
তিৰুতাই প্ৰসৱ কৰিলে, তাইৰ যদি লৰা হয়,
তেন্তে তাই সাত দিন অশুচি হৈ থাকিব ;
তাইৰ মাহেকীয়া অশৌচৰ কালৰ অশুচিতাৰ
৩ দৰে তাই অশুচি হৈ থাকিব। পাছে অষ্টম
দিনা লৰাটীৰ লিঙ্গাগ্ৰচৰ্ম্ম ছেদন কৰা হব।
৪ আৰু সেই তিৰুতাই ৰক্তস্ৰাবৰ পৰা শুচি হবৰ
অৰ্থে তাই তেত্ৰিশ দিন থাকিব ; ৰক্তস্ৰাবৰ অৱ-
স্থাৰ পৰা শুচি নহয়মানে তাই পবিত্ৰ বস্তু নুচুব
৫ আৰু ধৰ্ম্মধামত নোসোমাব। যদি তাইৰ ছোৱালী
হয়, তেন্তে মাহেকীয়া অশৌচৰ কালৰ দৰে দু-
সপ্তাহ অশুচি হৈ থাকিব ; আৰু ৰক্তস্ৰাবৰ পৰা
শুচি হবৰ নিমিত্তে, তাই ছয়ষষ্ঠি দিন থাকিব।
৬ পাছে ৰক্তস্ৰাবৰ পৰা শুচি হোৱা দিন পূৰ
হলে, লৰা বা ছোৱালীৰ অৰ্থে তাই হোমবলিৰ
নিমিত্তে এটা এবছৰীয়া মেৰ পোৱালি, আৰু
পাপাৰ্থক বলিৰ নিমিত্তে এটা পাৰ পোৱালি
বা এটা কপৌ সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখলৈ
৭ পুৰোহিতৰ ওচৰলৈ আনিব। তেতিয়া তেওঁ
যিহোৱাৰ সম্মুখত তাক উৎসৰ্গ কৰি, সেই
তিৰুতাক প্ৰায়শ্চিত্ত কৰিব ; তাতে তাই আপোন
ৰক্তস্ৰাবৰ পৰা শুচি হব। লৰা বা ছোৱালী প্ৰসৱ
৮ কৰা তিৰুতাৰ নিমিত্তে এই নিয়ম। যদি তাই মেৰ
পোৱালি আনিবলৈ অসমৰ্থ হয়, তেন্তে তাই
দুটা কপৌ বা দুটা পাৰ পোৱালি লৈ, তাৰ
এটা হোমৰ অৰ্থে, আনটো পাপাৰ্থক বলিৰ অৰ্থে
দিব, আৰু পুৰোহিতে তাইক প্ৰায়শ্চিত্ত কৰিব:
তাতে তাই শুচি হব।

### কুষ্ঠৰোগৰ বিষয়।

১৩ পাছে যিহোৱাই মোচি আৰু হাৰোণক
২ কলে, যদি কোনো মানুহৰ গাৰ চালত
দমলা বান্ধি উঠে, বা নিকৰি বান্ধি উঠে, বা
জিলিকা দাগ হয়, আৰু সেয়ে যদি গাৰ চালত
কুষ্ঠৰোগৰ ঘা হৈ যায়, তেন্তে তাক হাৰোণ
পুৰোহিতৰ বা তেওঁৰ পুত্ৰ পুৰোহিতবিলাকৰ
৩ মাজৰ একজনৰ ওচৰলৈ অনা হব। তেতিয়া পুৰো-
হিতে তাৰ গাৰ চালত থকা সেই ঘা চাব; যদি
ঘাৰ নোম বগা হৈ উঠে, আৰু ঘা যদি গাৰ
চালতকৈ দ যেন বোধ হয়, তেন্তে সেয়ে কুষ্ঠ-
ৰোগৰ ঘা ; তাক চাই পুৰোহিতে অশুচি বুলি
৪ কব। আৰু জিলিকা দাগ যদি তাৰ ঘাৰ চালত
বগা হয়, কিন্তু চালতকৈ দ যেন বোধ নহয়,
আৰু তাৰ নোম বগা হৈ যোৱা নাই, তেন্তে ঘা
হোৱা মানুহটোক পুৰোহিতে সাত দিন বন্ধ
৫ কৰি ৰাখিব। পাছে সপ্তম দিনা পুৰোহিতে তাক
চাই, যদি তেওঁৰ দৃষ্টিত ঘা সেই একে ৰূপে থাকে,
চালত ঘা ব্যাপি যোৱা নাই, তেন্তে পুৰোহিতে
৬ তাক আৰু সাত দিন বন্ধ কৰি ৰাখিব। আৰু
সপ্তম দিনা পুৰোহিতে তাক আকৌ চাব:
তেতিয়া যদি সেই ঘা গোমা হয়, আৰু চালত
ব্যাপি যোৱা নাই, তেন্তে পুৰোহিতে তাক শুচি
বুলি কব; সেয়ে কেৱল নিকৰি বন্ধা ঘাহে:
৭ পাছে সি আপোনাৰ বস্ত্ৰ ধুই শুচি হব। কিন্তু
তাৰ শুচিৰ অৰ্থে আপোনাকে পুৰোহিতক
দেখুউৱাৰ পাছে, যদি সেই নিকৰি বন্ধা ঘা
চালত ব্যাপি যায়, তেন্তে সি পুনৰায় আপোনাকে
৮ পুৰোহিতক দেখুৱাব লাগিব। তাতে, পুৰোহিতে
চাই যদি তাৰ নিকৰি বন্ধা ঘা চালত ব্যাপি
যোৱা দেখে, তেন্তে তেওঁ তাক অশুচি বুলি কব:
সেয়ে কুষ্ঠৰোগ।
৯ কোনো মানুহৰ কুষ্ঠৰোগৰ ঘা হলে, তাক
১০ পুৰোহিতৰ ওচৰলৈ অনা হব। পাছে পুৰোহিতে
তাক চাব ; যদি তাৰ চালত বগা বৰণৰ দমলা
বান্ধে, আৰু তাৰ দ্বাৰায় তাৰ নোম বগা হৈ
১১ উঠে, আৰু দমলাত কেঁচা মঙহ থাকে, তেন্তে
তাৰ গাৰ চালত সেয়ে পুৰণি কুষ্ঠৰোগ ; তাতে
পুৰোহিতে তাক অশুচি বুলি কব ; তেওঁ তাক
১২ বন্ধ নকৰিব, কিয়নো সি অশুচি। আৰু যদি

চালৰ সকলোতে কুষ্ঠৰোগ ব্যাপি যায়, আৰু
পুৰোহিতৰ যিমানলৈকে চকু পৰে, সিমানলৈকে
সেই ঘা থকা মানুহটোৰ মূৰৰ পৰা ভৰিলৈকে
১৩ গোটেই চাল কুষ্ঠৰোগেৰে ঢাকে, তেন্তে তাৰ
গোটেই গা কুষ্ঠৰোগেৰে ঢকা দেখি, পুৰোহিতে
ঘা থকা মানুহটোক শুচি বুলি কব; তাৰ গোটেই
১৪ গা বগা; সি শুচি। কিন্তু যেতিয়া তাত কেঁচা
১৫ মঙহ দেখা যাব, তেতিয়া সি অশুচি হব। আৰু
পুৰোহিতে চাই সেই কেঁচা মঙহ দেখি, তাক
অশুচি বুলি কব; সেই কেঁচা মঙহ অশুচি; সেয়ে
১৬ কুষ্ঠৰোগ। আৰু সেই কেঁচা মঙহ যদি পুনৰায়
বগা হৈ যায়, তেন্তে সি পুৰোহিতৰ ওচৰলৈ যাব।
১৭ তেতিয়া পুৰোহিতে তাক চাব, আৰু দেখা, যদি
তাৰ ঘা বগা হৈ উঠে, তেন্তে পুৰোহিতে সেই
ঘা থকা মানুহটোক শুচি বলি কব; সি শুচি।
১৮ আৰু গাৰ চালত কোঁহোৰা হৈ ভাল হোৱাৰ
১৯ পাছে, যদি সেই কোঁহোৰাৰ ঠাইত বগা বৰণৰ
দমলা বান্ধে, বা বগা আৰু অলপ ৰঙা বৰণৰ
জিলিকা দাগ হয়, তেন্তে তাক পুৰোহিতক
২০ দেখুউৱা হব। তাতে পুৰোহিতে তাক চাব;
যদি সেয়ে চালতকৈ দ যেন বোধ হয়, আৰু
তাৰ নোম বগা হৈ গল, তেন্তে পুৰোহিতে তাক
অশুচি বুলি কব; সেয়ে কোঁহোৰাত ওলোৱা
২১ কুষ্ঠৰোগৰ ঘা। কিন্তু যদি পুৰোহিতে চাই
তাত বগা নোম নেদেখে, আৰু সেয়ে চালতকৈ
দ নহয়, কিন্তু গোমা হয়, তেন্তে পুৰোহিতে তাক
২২ সাত দিন বন্ধ কৰি ৰাখিব। পাছে সেয়ে যদি
চালত ব্যাপি যায়, তেন্তে পুৰোহিতে তাক
২৩ অশুচি বুলি কব; সেয়ে কুষ্ঠৰোগৰ ঘা। কিন্তু
যদি জিলিকা দাগ আপোন ঠাইতে থাকে, আৰু
ব্যাপি নেযায়, তেন্তে সেয়ে কোঁহোৰাৰ দাগ
মাত্ৰ; পুৰোহিতে তাক শুচি বুলি কব।
২৪ যদি গাৰ চালত জুয়ে পোড়াৰ দাগ হয়,
আৰু সেই দাগৰ নতুন চাল ৰঙচীয়া বগা বা
২৫ শুদ্ধ বগা জিলিকা দাগ হয়, তেন্তে পুৰোহিতে
তাক চাব; যদি জিলিকা দাগত থকা নোম বগা
হৈ গল, আৰু আন চালতকৈ দ যেন দেখা যায়,
তেন্তে সেয়ে জুয়ে পোড়া দাগত ওলোৱা কুষ্ঠ-
ৰোগ; পুৰোহিতে তাক অশুচি বুলি কব; সেয়ে
২৬ কুষ্ঠৰোগৰ ঘা। কিন্তু যদি পুৰোহিতে চাই
জিলিকা দাগত বগা নোম নেদেখে, আৰু সেই
দাগ চালতকৈ দ নহয়, কিন্তু গোমা হয়, তেন্তে
পুৰোহিতে তাক সাত দিন বন্ধ কৰি ৰাখিব।
২৭ পাছে সপ্তম দিনা পুৰোহিতে তাক চাব; তাতে
যদি চালত সেয়ে ব্যাপি যায়, তেন্তে পুৰোহিতে
তাক অশুচি বুলি কব; সেয়ে কুষ্ঠৰোগৰ ঘা।
২৮ আৰু যদি সেই জিলিকা দাগ আপোন ঠাইতে
থাকে, আৰু চালত ব্যাপি নেযায়, কিন্তু গোমা হয়,
তেন্তে সেয়ে পোড়া ঠাইত উঠা দমলা মাথোন;
পুৰোহিতে তাক শুচি বুলি কব; কিয়নো সেয়ে
জুয়ে পোড়া ঘাৰ দাগহে মাথোন।
২৯ পুৰুষ কি স্ত্ৰীৰ মূৰত, বা দাঁড়িৰ মাজত ঘা
৩০ হলে, পুৰোহিতে সেই ঘা চাব; সেয়ে যদি
চালতকৈ দ যেন বোধ হয়, আৰু তাত হালধীয়া
মিহি নোম থাকে, তেন্তে পুৰোহিতে তাক অশুচি
বুলি কব; সেয়ে চুলি কি দাঁড়ি সৰা ৰোগ; সেয়ে
৩১ মূৰৰ চুলিৰ বা দাঁড়িৰ কুষ্ঠ। আৰু পুৰোহিতে
চুলি কি দাঁড়ি সৰা ৰোগৰ ঘা চালে, যদি সেয়ে
চালতকৈ দ যেন বোধ নহয়, আৰু তাত ক'লা
নোম নেথাকে, তেন্তে পুৰোহিতে সেই চুলি কি
দাঁড়ি সৰা ৰোগ থকা মানুহটোক সাত দিন
৩২ বন্ধ কৰি ৰাখিব। পাছে পুৰোহিতে সপ্তম
দিনা সেই ঘা চাব; যদি সেই ঘা ব্যাপি যোৱা
নাই, আৰু তাত হালধীয়া নোম নাই, আৰু
৩৩ চালতকৈ ঘাৰ চাল দ যেন বোধ নহয়, তেন্তে
তাৰ মূৰ খুৰুৱা হব, কিন্তু ঘা থকা ঠাইডোখৰ
নুখুৰাব; পাছে পুৰোহিতে সেই ঘা থকা
মানুহটোক আৰু সাত দিন বন্ধ কৰি ৰাখিব।
৩৪ পাছে সপ্তম দিনা পুৰোহিতে সেই ঘা চাব;
তাতে, যদি সেই ঘা চালত ব্যাপি যোৱা
নাই, আৰু চালতকৈ দ যেন বোধ নহয়, তেন্তে
পুৰোহিতে তাক শুচি বুলি কব; পাছে সি
৩৫ আপোন বস্ত্ৰ ধুই শুচি হব। সি শুচি হোৱাৰ
৩৬ পাছে, যদি চালত সেই ঘা ব্যাপি যায়, তেন্তে
পুৰোহিতে তাক চাব; যদি তাৰ চালত সেই
ঘা ব্যাপি যোৱা দেখে, তেন্তে পুৰোহিতে
হালধীয়া নোম নিবিচাৰিব; সি অশুচি।
৩৭ কিন্তু তেওঁৰ দৃষ্টিত যদি সেই ঘা একে দৰে থাকে,
আৰু তাৰ মাজত ক'লা নোম গজে, তেন্তে
সেই ৰোগ ভাল হল; সি শুচি; পুৰোহিতে
তাক শুচি বুলি কব।
৩৮ আৰু যদি কোনো পুৰুষ কি স্ত্ৰীৰ গাৰ চালত
ঠায়ে ঠায়ে জিলিকা দাগ, অৰ্থাৎ জিলিকা বগা
৩৯ দাগ হয়, তেন্তে পুৰোহিতে তাক চাব; যদি
তাৰ চালত হোৱা জিলিকা দাগবিলাক গোমা
বৰণীয়া বগা হয়, তেন্তে সেয়ে চালত উৎপন্ন
হোৱা এবিধ কোঁহা; সি শুচি।
৪০ আৰু যদি কোনো মানুহৰ মূৰৰ চুলি সৰি
৪১ যায়, তেন্তে সি টকলা-মূৰা; সি শুচি। আৰু
যদি তাৰ মূৰৰ আগফালৰ চুলি সৰি যায়,
৪২ তেন্তে সি তপা; সিও শুচি। কিন্তু যদি টকলা
বা তপা মূৰত ৰঙচীয়া বগা ঘা হয়, তেন্তে সেয়ে
তাৰ টকলা মূৰত বা তপা মূৰত হোৱা কুষ্ঠ।
৪৩ তেতিয়া পুৰোহিতে তাক চাব; যদি গাৰ চালত
হোৱা কুষ্ঠৰোগৰ দৰে তাৰ টকলা বা তপা
মূৰত সেই ঘাৰ দমলা ৰঙচীয়া বগা হয়,

৪৪ তেন্তে সি কুষ্ঠরোগী; সি অশুচি; অবশ্যে
পুৰোহিতে তাক অশুচি বুলি কব; তাৰ কুষ্ঠ-
ৰোগৰ ঘা তাৰ মুৰতে আছে।
৪৫ যি কুষ্ঠরোগীৰ গাত কুষ্ঠরোগৰ ঘা থাকে,
তাৰ বস্ত্ৰ ফলা যাব, আৰু তাৰ মুৰৰ চুলি
মুকলি কৰি ৰখা হব, আৰু সি আপোনাৰ ওপৰ
৪৬ ওঁঠ ঢাকি অশুচি অশুচি বুলি চিঁয়ৰিব। যিমান
দিন তাৰ গাত সেই কুষ্ঠৰ ঘা থাকিব, সিমান
দিন সি অশুচি হৈ থাকিব; অশুচি হোৱাত
সি অকলে থাকিব; তাৰ থকা ঠাই ছাউনিৰ
বাহিৰত হব।
৪৭ আৰু নোমৰ কি শণ সূতাৰ কোনো বস্ত্ৰত,
৪৮ বা শণৰ কি নোমৰ দীঘ সূতা কি বানি
সূতাত, বা কোনো চালত, কি চালেৰে সজা
৪৯ কোনো বস্তুত কুষ্ঠরোগৰ দাগ থাকিলে, বস্ত্ৰ
বা চালত, বা দীঘ সূতা কি বানি সূতাত, বা
চালৰ কোনো বস্তুত থকা সেই দাগ যদি অলপ
কেঁচা বৰণীয়া বা ৰঙচীয়া হয়, তেন্তে সেয়ে কুষ্ঠ-
ৰোগৰ দাগ; তাক পুৰোহিতক দেখুউৱা যাব।
৫০ পাছে পুৰোহিতে সেই দাগ চাই, দাগ থকা বস্তুটো
৫১ সাত দিন বন্ধ কৰি ৰাখিব। পাছে সপ্তম দিনা
পুৰোহিতে সেই দাগ চাই যদি কাপড়ত, বা
দীঘ সূতা কি বানি সূতাত, বা কোনো কামৰ
নিমিত্তে ব্যৱহাৰ কৰা চালত সেই দাগ ব্যাপি
যোৱা দেখে, তেন্তে সেই দাগ সংহাৰক কুষ্ঠ-
৫২ ৰোগৰ দাগ; সেয়ে অশুচি। এই হেতুকে, যি
বস্ত্ৰত, বা নোমৰ কি শণৰ যি দীঘ সূতা কি
বানি সূতাত, বা চালেৰে সজা যি বস্তুত সেই
দাগ হয়, তেওঁ তাক পুড়ি ভস্ম কৰিব; কিয়নো
সেয়ে সংহাৰক কুষ্ঠ; তাক জুইত পুড়ি ভস্ম কৰা
৫৩ হব। কিন্তু পুৰোহিতে চাই যদি সেই দাগ
কাপড়ত, বা দীঘ সূতা কি বানি সূতাত, বা
চালৰ কোনো বস্তুত দাগ ব্যাপি যোৱা নেদেখে,
৫৪ তেন্তে পুৰোহিতে সেই দাগ থকা বস্তুটো ধুবলৈ
আজ্ঞা দিব; পাছে আৰু সাত দিন সেই বস্তুটো
৫৫ বন্ধ কৰি ৰাখিব। সেই দাগ থকা বস্তু ধোৱাৰ
পাছে পুৰোহিতে সেই দাগ চাব; আৰু সেই
দাগ ব্যাপি নগলেও যদি আন বৰণ ধৰা নাই,
তেন্তে সেয়ে অশুচি; তুমি তাক জুইত পুড়ি
ভস্ম কৰিবা; সেয়ে ইলুটিয়ে সিলুটিয়ে জিম
৫৬ সৰা টকলা ঠাই। কিন্তু ধোৱাৰ পাছে পুৰো-
হিতে চাই যদি সেই দাগ গোমা দেখে, তেন্তে
তেওঁ সেই বস্ত্ৰৰ পৰা, বা চালৰ পৰা, বা দীঘ
সূতা কি বানি সূতাৰ পৰা তাক চিঙি পেলাব।
৫৭ তথাপি যদি সেই বস্ত্ৰত, বা দীঘ সূতা কি
বানি সূতাত, বা চালেৰে সজা কোনো বস্তুত
তাক পুনৰায় দেখা যায়, তেন্তে সেয়ে ব্যাপি
যোৱা কুষ্ঠ; সেই দাগ থকা বস্তুটো তুমি জুইত
৫৮ পুড়ি ভস্ম কৰিবা। আৰু ধোৱাৰ পাছত যদি
সেই দাগ বস্ত্ৰৰ পৰা, বা দীঘ সূতা কি বানি
সূতাৰ পৰা, বা চালৰ কোনো বস্তুৰ পৰা এৰায়,
তেন্তে দ্বিতীয় বাৰ তাক ধোৱা হব; তাতে সেয়ে
৫৯ শুচি হব। নোমৰ বা শণ সূতাৰ বস্ত্ৰত, বা দীঘ
সূতা কি বানি সূতাত, বা চালৰ কোনো বস্তুত
হোৱা কুষ্ঠরোগৰ দাগৰ বিষয়ে শুচি অশুচি বুলি
কোৱা নিয়ম এই।

১৪ পাছে যিহোৱাই মোচিক কলে, কুষ্ঠরোগী
শুচি হোৱা দিনা তাৰ পক্ষে এই নিয়ম
হব; তাক পুৰোহিতৰ ওচৰলৈ অনা হব।
৩ পাছে পুৰোহিতে ছাউনিৰ বাহিৰলৈ ওলাই
গৈ চাই যদি কুষ্ঠরোগীৰ কুষ্ঠরোগ ভাল হোৱা
৪ দেখে, তেন্তে পুৰোহিতে সেই শুচি কৰিব লগা
মানুহটোৰ নিমিত্তে, দুটা জীয়া শুচি চৰাই,
এডোখৰ এৰচ কাঠ, অলপ ৰঙা নোম, আৰু
একোঁচা এচোব বন, এই সকলোকে লবলৈ আজ্ঞা
৫ দিব। আৰু মাটীৰ পাত্ৰত ধোৱা বোৱতী
পানীৰ ওপৰত তাৰ এটা চৰাই কাটিবলৈ
৬ পুৰোহিতে আজ্ঞা কৰিব। পাছে তেওঁ জীয়া
চৰাইটো, এৰচ কাঠডোখৰ, ৰঙা নোমখিনি,
আৰু এচোব বনকোঁচা, এই সকলোকে লৈ, সেই
বোৱতী পানীৰ ওপৰত কটা চৰাইটোৰ তেজত
৭ জীয়া চৰাইটোৰে সৈতে জুবুৰিয়াই, কুষ্ঠৰ পৰা
শুচি হব লগীয়া মানুহটোৰ ওপৰত সাতবাৰ
চটিয়াই তাক শুচি বুলি কব, আৰু জীয়া
চৰাইটো পথাৰৰ ফাললৈ উড়ুৱাই দিব।
৮ আৰু সেই শুচি হব লগীয়া মানুহটোৱে
আপোন বস্ত্ৰ ধুই, চুলি দাঁড়ি আদি গাৰ আটাই
নোম ক্ষুৰাই পানীত গা ধুব; তাতে সি শুচি
হব; তাৰ পাছে সি ছাউনিত সোমাব পাৰিব,
কিন্তু সাত দিন আপোন তম্বুৰ বাহিৰত থা-
৯ কিব লাগিব। পাছে সপ্তম দিনা সি আপোন
মুৰৰ চুলি, দাঁড়ি, চেলাউৰি আদি গোটেই
গাৰ নোম ক্ষুৰাব, আৰু আপোন বস্ত্ৰ ধুই,
আৰু নিজেও পানীত গা ধুই শুচি হব।
১০ পাছে অষ্টম দিনা সি দুটা নিৰ্খুঁনী মতা
মেৰ পোৱালি, এজনী এবছৰীয়া নিৰ্খুঁনী
চেঁউৰী মেৰ পোৱালি, ভক্ষ্য নৈবেদ্যৰ অৰ্থে
তেল মিহলোৱা আটাগুৰিৰ ঐফাৰ দহ ভাগৰ
তিনি ভাগ, আৰু এক লোগ তেল লব।
১১ পাছে শুচি কৰোঁতা পুৰোহিতে, সেই শুচি
হব লগীয়া মানুহটোক, আৰু সেই বস্তু-
বিলাক লৈ সাক্ষাৎ কৰা তম্বুৰ দুৱাৰৰ ওচৰত
১২ যিহোৱাৰ সন্মুখত থব। পাছে পুৰোহিতে
মেৰ পোৱালি দুটাৰ এটা পোৱালি সেই এক
লোগ তেলে সৈতে দোষাৰ্থক বলিস্বৰূপে উৎসৰ্গ
কৰিব, আৰু দোলনীয় নৈবেদ্যৰ অৰ্থে সেই-

১৩ বোৰ যিহোৱাৰ সন্মুখত দোলাব। আৰু যি
ঠাইত পাপাৰ্থক বলি আৰু হোমবলি কটা যায়,
পবিত্ৰস্থানৰ সেই ঠাইতে সেই মেৰ পোৱালিটো
কাটিব লাগিব ; কিয়নো পাপাৰ্থক বলিৰ দৰে
সেই দোষাৰ্থক বলি পুৰোহিতৰ ভাগ, আৰু সেয়ে
১৪ অতি পবিত্ৰ। পাছে পুৰোহিতে সেই দোষাৰ্থক
বলিৰ কিছু তেজ লৈ, সেই শুচি হব লগীয়া
মানুহটোৰ সোঁ কাণৰ মূৰত, সোঁ হাতৰ বুঢ়া
আঙ্গুলিত, আৰু সোঁ ভৰিৰ বুঢ়া আঙ্গুলিত লগাই
১৫ দিব। আৰু পুৰোহিতে সেই লোগ তেলৰ কিছু
লৈ আপোনাৰ বাঁও হাতৰ তলুৱাত বাকিব।
১৬ পাছে পুৰোহিতে সেই বাঁও হাতৰ তলুৱাত
থকা তেলত আপোনাৰ সোঁ হাতৰ আঙ্গুলি
জুবুৰিয়াই, আঙ্গুলিৰে সেই তেলৰ পৰা অলপ
অলপকৈ যিহোৱাৰ সন্মুখত সাতবাৰ চটিয়াব।
১৭ আৰু পুৰোহিতে আপোনাৰ হাতৰ তলুৱাত থকা
অৱশিষ্ট তেলৰ কিছু লৈ, শুচি হব লগীয়া
মানুহটোৰ সোঁ কাণৰ মূৰত, সোঁ হাতৰ বুঢ়া
আঙ্গুলিত, আৰু সোঁ ভৰিৰ বুঢ়া আঙ্গুলিত
পূৰ্ব্বে দিয়া দোষাৰ্থক বলিৰ তেজৰ ওপৰত
১৮ লগাই দিব। পাছে পুৰোহিতে আপোনাৰ
হাতৰ তলুৱাত থকা অৱশিষ্ট তেলখিনি সেই
শুচি হব লগীয়া মানুহটোৰ মূৰত দিব, আৰু
পুৰোহিতে যিহোৱাৰ সন্মুখত তাক প্ৰায়শ্চিত্ত
১৯ কৰিব। আৰু পুৰোহিতে পাপাৰ্থক বলিটো
উৎসৰ্গ কৰিব, আৰু সেই শুচি হব লগীয়া
মানুহটোৰ অশৌচৰ নিমিত্তে তাক প্ৰায়শ্চিত্ত
২০ কৰিব ; তাৰ পাছে হোমবলি কাটিব। আৰু
পুৰোহিতে হোমবলিটো আৰু ভক্ষ্য নৈবেদ্য-
খিনি বেদিত উৎসৰ্গ কৰিব, আৰু তাক প্ৰা-
য়শ্চিত্ত কৰিব ; তাতে সি শুচি হব।
২১ সেই মানুহটো যদি দৰিদ্ৰ হয়, ইমান আনি-
বলৈ তাৰ সমৰ্থ নেথাকে, তেন্তে, সি আপোনাৰ
নিমিত্তে প্ৰায়শ্চিত্ত কৰাবলৈ দোলনীয় নৈবেদ্যৰ
অৰ্থে দোষাৰ্থক বলিস্বৰূপে এটা মতা মেৰ
পোৱালি, ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা
আটাগুৰিৰ ঐফাৰ দহ ভাগৰ এভাগ, এক
২২ লোগ তেল, আৰু আপোন সমৰ্থ অনুসাৰে
দুটা কপৌ বা দুটা পাৰ পোৱালি আনিব ;
তাৰ এটা পাপাৰ্থক বলি, আনটো হোমবলি
২৩ হব। পাছে অষ্টম দিনা, সি আপোনাকে শুচি
কৰিবৰ অৰ্থে সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখলৈ
যিহোৱাৰ আগলৈ পুৰোহিতৰ ওচৰলৈ সেই-
২৪ বোৰ আনিব। পাছে পুৰোহিতে দোষাৰ্থক
বলিৰ মেৰ পোৱালিটো আৰু সেই লোগ তেল
লৈ, যিহোৱাৰ সন্মুখত দোলনীয় নৈবেদ্যৰ অৰ্থে
২৫ দোলাব। পাছে তেওঁ সেই দোষাৰ্থক বলিৰ মেৰ
পোৱালিটো কাটিব লাগিব ; আৰু পুৰোহিতে
সেই দোষাৰ্থক বলিৰ কিছু তেজ লৈ, শুচি হব
লগীয়া মানুহটোৰ সোঁ কাণৰ মূৰত, সোঁ হাতৰ বুঢ়া
আঙ্গুলিত, আৰু সোঁ ভৰিৰ বুঢ়া আঙ্গুলিত লগাই
২৬ দিব। পাছে পুৰোহিতে সেই তেলৰ অলপ আপো-
২৭ নাৰ বাঁও হাতৰ তলুৱাত বাকিব। আৰু পুৰো-
হিতে সোঁ আঙ্গুলিৰে বাঁও হাতৰ তলুৱাত থকা
সেই তেলৰ পৰা অলপ অলপকৈ সাতবাৰ
২৮ যিহোৱাৰ সন্মুখত চটিয়াব। পাছে পুৰোহিতে
আপোনাৰ হাতৰ তলুৱাত থকা তেলৰ পৰা
কিছু লৈ, শুচি হব লগীয়া মানুহটোৰ সোঁ
কাণৰ মূৰত, সোঁ হাতৰ বুঢ়া আঙ্গুলিত, আৰু
সোঁ ভৰিৰ বুঢ়া আঙ্গুলিত, পূৰ্ব্বে দিয়া সেই
দোষাৰ্থক বলিৰ তেজ থকা ঠাইৰ ওপৰত দিব।
২৯ আৰু শুচি হব লগীয়া মানুহটোক যিহোৱাৰ
সন্মুখত প্ৰায়শ্চিত্ত কৰিবলৈ, পুৰোহিতে আপো-
নাৰ হাতত থকা অৱশিষ্ট তেলখিনি তাৰ মূৰত
৩০ দিব। পাছে সি সমৰ্থ অনুসাৰে আনা সেই
কপৌ দুটাৰ বা পাৰ পোৱালি দুটাৰ মাজৰ এটা
৩১ উৎসৰ্গ কৰিব, অৰ্থাৎ তাৰ সমৰ্থ অনুসাৰে আনা
সেই দুটাৰ এটা পাপাৰ্থক বলি, আনটো হোম-
বলিস্বৰূপে ভক্ষ্য নৈবেদ্যখিনিয়ে সৈতে উৎসৰ্গ
কৰিব, আৰু শুচি হব লগীয়া মানুহটোক
পুৰোহিতে যিহোৱাৰ সন্মুখত প্ৰায়শ্চিত্ত
৩২ কৰিব। কুষ্ঠৰোগৰ ঘা থকা যি মানুহ আপো-
নাকে শুচি কৰা সময়ত নিয়মিত বলিদান আদি
দিবলৈ অসমৰ্থ, তাৰ এই নিয়ম।
৩৩ পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে,
৩৪ মই যি দেশ অধিকাৰৰ অৰ্থে তোমালোকক
দিম, সেই কনান দেশত তোমালোক সোমোৱাৰ
পাছে, তোমালোকে অধিকাৰ কৰা দেশৰ কোনো
ঘৰত যদি মই কুষ্ঠৰোগৰ দাগ উৎপন্ন কৰোঁ,
৩৫ তেন্তে ঘৰৰ গৰাকীয়ে আহি পুৰোহিতক জনাব,
যে, মোৰ ঘৰত কুষ্ঠৰোগৰ দাগ যেন দেখিছোঁ।
৩৬ তাৰ পাছে, ঘৰৰ সকলো বস্তু যেন অশুচি নহয়,
এই নিমিত্তে, সেই দাগ চাবলৈ পুৰোহিতে ঘৰ
সোমোৱাৰ পূৰ্ব্বেই ঘৰ খালি কৰিবলৈ পুৰো-
হিতে আজ্ঞা কৰিব ; পাছত পুৰোহিতে ঘৰ
৩৭ চাবলৈ সোমাব। পাছে তেওঁ সেই দাগ চাব ;
যদি সেই দাগ ঘৰৰ দেৱালত অলপ কেঁচা বৰ-
ণীয়া বা ৰঙ্গচীয়া চকলাচকলি হয়, আৰু দেৱা-
৩৮ লতকৈ দ যেন বোধ হয়, তেন্তে পুৰোহিতে
ঘৰৰ পৰা দুৱাৰমুখলৈ ওলাই সাত দিন সেই
৩৯ ঘৰ বন্ধ কৰি ৰাখিব। সপ্তম দিনা পুৰোহিতে
পুনৰায় আহি তাক চাই, যদি ঘৰৰ দেৱালত
৪০ সেই দাগ ব্যাপি যোৱা দেখে, তেন্তে, মানুহে
যেন সেই দাগ থকা শিলবিলাক উলিয়াই
নগৰৰ বাহিৰত অশুচি ঠাইত পেলাই দিয়ে,
৪১ পুৰোহিতে এনে আজ্ঞা কৰিব। পাছে সেই

ঘৰৰ ভিতৰৰ চাৰিওফালৰ দেৱাল তেওঁ চুঁচাই
পেলোৱাব, আৰু চুঁচি পেলোৱা কৰালবোৰ
সিহঁতে নগৰৰ বাহিৰত অশুচি ঠাইত পেলাই
৪২ দিব। আৰু সিহঁতে আন শিল লৈ সেই
শিলৰ ঠাইত বহুৱাব, আৰু আন কৰাল লৈ
৪৩ ঘৰ লিপিব। এই ৰূপে শিল উলিওৱা, ঘৰ
চুঁচা, আৰু লিপাৰ পাছে, যদি পুনৰায় ঘৰত
৪৪ সেই দাগ ওলায়, তেতিয়া পুৰোহিতে আহি
চাই, যদি সেই ঘৰত দাগ ব্যাপি যোৱা দেখে,
তেন্তে সেই ঘৰত সংহাৰক কুষ্ঠ আছে; সেয়ে
৪৫ অশুচি। তেতিয়া মানুহে সেই ঘৰ ভাঙি
পেলাব, আৰু তাৰ শিল, কাঠ, আৰু কৰাল
আদি সকলোকে নগৰৰ বাহিৰলৈ অশুচি
৪৬ ঠাইলৈ লৈ যাব। আৰু সেই ঘৰ বন্ধ থাকে-
মানে যি কোনোৱে তাৰ ভিতৰত সোমাব, সি
৪৭ সন্ধ্যালৈকে অশুচি হৈ থাকিব। আৰু যি
কোনোৱে সেই ঘৰত শুব, সি আপোন বস্ত্ৰ
ধুব, আৰু যি কোনোৱে সেই ঘৰত আহাৰ কৰিব,
৪৮ সিও আপোন বস্ত্ৰ ধুব লাগিব। আৰু সেই ঘৰ
লিপাৰ পাছে পুৰোহিতে সোমাই যদি সেই
দাগ ব্যাপি নোযোৱা দেখে, তেন্তে পুৰোহিতে
সেই ঘৰ শুচি বুলি কব; কিয়নো তাৰ কুষ্ঠ ভাল
৪৯ হল। পাছে তেওঁ সেই ঘৰ শুচি কৰিবৰ নিমিত্তে,
দুটা চৰাই, এডোখৰ এৰচ কাঠ, অলপ ৰঙা
৫০ নোম, আৰু এৰ্কোচা এচোব বন লৈ, মাটিৰ
পাত্ৰত থোৱা বোৱতী পানীৰ ওপৰত তাৰ এটা
৫১ চৰাই কাটিব। পাছে তেওঁ সেই এৰচ কাঠ-
ডোখৰ, এচোব বনকোঁচা, ৰঙা নোমখিনি,
আৰু জীয়া চৰাইটো, এই সকলোকে লৈ, সেই
কটা চৰাইৰ তেজত আৰু বোৱতী পানীত জুবু-
৫২ ৰিয়াই সাত্‌বাৰ ঘৰত চটিয়াব। এই ৰূপে
চৰাইৰ তেজ, বোৱতী পানী, জীয়া চৰাই, এৰচ
কাঠ, এচোব বন, আৰু ৰঙা নোম, এই সকলোৰে
৫৩ দ্বাৰায় সেই ঘৰ শুচি কৰিব। পাছে নগৰৰ
বাহিৰলৈ পথাৰৰ ফাললৈ সেই জীয়া চৰাইটো
উড়ুৱাই দিব; এই ৰূপে তেওঁ ঘৰ প্ৰায়শ্চিত্ত
কৰিব; তাতে সেই ঘৰ শুচি হব।
৫৪ এয়ে চুলি দাঁড়ি সৰা, কাপড় আৰু ঘৰত
৫৫ হোৱা কুষ্ঠ, দমলা বন্ধা, নিকৰি বন্ধা, জিলিকা
৫৬ দাগ, এই সকলো প্ৰকাৰ কুষ্ঠৰোগৰ চিনৰ নিয়ম;
৫৭ এই সকলো কোন সময়ত শুচি আৰু কোন
সময়ত অশুচি, তাক জনোৱাই তাৰ অভিপ্ৰায়;
এয়ে কুষ্ঠৰোগৰ নিয়ম।

নানা অশৌচৰ পৰা শুচি হোৱাৰ নিয়ম।

১৫ পাছে যিহোৱাই মোচি আৰু হাৰোণক
২ কলে, তোমালোকে ইস্ৰায়েলৰ সন্তানবিলা-
কক এই কথা কোৱা, কোনো পুৰুষৰ, গাৰ পৰা
কিবা বৈ থকা ৰোগ হলে, সেই ৰোগৰ নিমিত্তে
৩ সি অশুচি হব। সেই ৰোগ থাকেমানে, সি
অশুচি হৈ থাকিব; তাৰ গাৰ পৰা যি বৈ
থাকে, সেয়ে বৈ থাকোক বা বৈ থকাৰ পৰা বন্ধ
হওক, তথাপি সি অশুচি অৱস্থাত থাকিব।
৪ সেই ৰোগী শোৱা প্ৰত্যেক শয্যা অশুচি, আৰু
৫ বহা প্ৰত্যেক আসনো অশুচি। যি কোনোৱে
তাৰ শয্যা চুব, সি আপোন বস্ত্ৰ ধুব, পানীত
গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব।
৬ আৰু সেই ৰোগী বহা আসনত যদি কোনোবা
বহে, তেন্তে সি আপোন বস্ত্ৰ ধুব, পানীত গা
৭ ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। আৰু
যি কোনোৱে সেই ৰোগীৰ গা চুব, সি
আপোন বস্ত্ৰ ধুব, পানীত গা ধুব, আৰু সন্ধ্যা-
৮ লৈকে অশুচি হৈ থাকিব। আৰু সেই ৰোগীয়ে
যদি কোনো শুচি মানুহৰ গাত থুই পেলায়,
তেন্তে সি আপোন বস্ত্ৰ ধুব, পানীত গা ধুব,
৯ আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। আৰু সেই
ৰোগী যি কোনো বাহনত উঠিব, সেয়ে অশুচি
১০ হব। আৰু যি কোনোৱে তাৰ তলত থকা কোনো
বস্তু চুব, সি সন্ধ্যালৈকে অশুচি হৈ থাকিব;
আৰু যি কোনোৱে সেই বস্তু তুলি নিব, সি
আপোন বস্ত্ৰ ধুব, পানীত গা ধুব, আৰু সন্ধ্যা-
১১ লৈকে অশুচি হৈ থাকিব। সেই ৰোগীয়ে হাত
নোধোৱাকৈ যাক চুব, সি আপোন বস্ত্ৰ ধুব,
পানীত গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ
১২ থাকিব। আৰু সেই ৰোগীয়ে যি কোনো মাটিৰ
পাত্ৰ চুব, তাক ভাঙি পেলাব লাগিব, আৰু
১৩ সকলো কাঠৰ পাত্ৰ পানীত ধুব লাগিব। পাছে
সেই ৰোগী যেতিয়া আপোন ৰোগৰ পৰা সুস্থ
হব, তেতিয়া সি আপোন শুচিৰ অৰ্থে, সাত
দিন বাট চাই থাকি আপোন বস্ত্ৰ ধুব, আৰু
বোৱতী পানীত গা ধুব; তাতে সি শুচি হব।
১৪ অষ্টম দিনা সি আপোনাৰ নিমিত্তে, দুটা কপৌ
বা দুটা পাৰ পোৱালি লৈ, সাক্ষাৎ কৰা তম্বুৰ
দুৱাৰমুখলৈ যিহোৱাৰ আগলৈ আহি সেই-
১৫ বোৰ পুৰোহিতক দিব। তাতে পুৰোহিতে তাৰ
এটা পাপাৰ্থক বলিস্বৰূপে আনটো হোমবলি-
স্বৰূপে উৎসৰ্গ কৰিব; এই ৰূপে পুৰোহিতে
তাৰ সেই ৰোগৰ কাৰণে যিহোৱাৰ সন্মুখত তাক
প্ৰায়শ্চিত্ত কৰিব।
১৬ আৰু যদি কোনো পুৰুষৰ বীৰ্য্যপাত হয়,
তেন্তে সি আপোনাৰ গোটেই গা পানীত ধুব,
১৭ আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব। আৰু
যি কোনো বস্ত্ৰত বা চালত বীৰ্য্য লাগিব, তাক
পানীত ধুব লাগিব, আৰু সেয়ে সন্ধ্যালৈকে
১৮ অশুচি হৈ থাকিব। আৰু কোনো পুৰুষে
তিৰুতাই সৈতে শয়ন কৰোঁতে বীৰ্য্যপাত হলে,

সিইঁত দুয়ো পানীত গা ধুব, আরু সন্ধ্যালৈকে
অশুচি হৈ থাকিব।
১৯ আরু যদি কোনো তিরুতার গার পরা কিবা
বৈ থাকে, আরু তাইর গার পরা সেই বৈ থকা
বস্তু যদি তেজ হয়, তেন্তে তাই সাত দিন অশুচি
হৈ থাকিব; যি কোনোৱে তাইক চুব, সি
২০ সন্ধ্যালৈকে অশুচি হৈ থাকিব। আরু সেই
অশৌচর কালত তাই যিহর ওপরত শুব,
সেয়ে অশুচি হব; আরু যিহর ওপরত তাই
২১ বহিব, সেইটোও অশুচি হব। আরু যি কোনোৱে
তাইর শয্যা চুব, সি আপোন বস্ত্র ধুব, পানীত
গা ধুব, আরু সন্ধ্যালৈকে অশুচি হৈ থাকিব।
২২ আরু যি কোনোৱে তাই বহা কোনো আসন
চুব, সিও আপোন বস্ত্র ধুব, পানীত গা ধুব,
২৩ আরু সন্ধ্যালৈকে অশুচি হৈ থাকিব। আরু তাইর
শয্যার ওপরত বা আসনর ওপরত থকা কিবা
বস্তু যদি সি চোৱে, তেন্তে সি সন্ধ্যালৈকে অশুচি
২৪ হৈ থাকিব। আরু যদি কোনো পুরুষে তাইরে
সৈতে শয়ন করে, আরু তাইর তেজ তার গাত
লাগে, তেন্তে সি সাত দিন অশুচি হৈ থাকিব,
আরু যি কোনো শয্যাত সি শুব, সেই শয্যাও
অশুচি হব।
২৫ আরু মাহেকীয়া অশৌচর কালত রক্তস্রাব
নহৈ, যদি অসময়ত কোনো তিরুতার বহুদিন-
লৈকে রক্তস্রাব হয়, বা মাহেকীয়া অশৌচর
কালতকৈ যদি অনেক দিনলৈ রক্তস্রাব হয়,
তেন্তে মাহেকীয়া অশৌচর কালর দরে, সেই
অশুচি রক্তস্রাবর সকলো দিন তাই অশুচি হৈ
২৬ থাকিব; তাই অশুচি। সেই রক্তস্রাবর সকলো
দিন যি কোনো শয্যাত তাই শুব, সেয়ে মাহে-
কীয়া অশৌচর কালর শয্যার দরে অশুচি হব;
আরু যি কোনো আসনর ওপরত তাই বহিব,
সেয়ে মাহেকীয়া অশৌচর কালর অশুচিতার দরে
২৭ অশুচি হব। আরু যি কোনোৱে সেইবোর
চুব, সি অশুচি হব, আরু বস্ত্র ধুই পানীত গা
২৮ ধুব, আরু সন্ধ্যালৈকে অশুচি হৈ থাকিব। পাছে
সেই তিরুতা রক্তস্রাবর পরা সুস্থ হলে, তাই
সাত দিন থাকিব; তার পাছে তাই শুচি হব।
২৯ পাছে অষ্টম দিনা, তাই আপোনার নিমিত্তে
দুটা কপৌ বা দুটা পার পোৱালি লৈ, সাক্ষাৎ
কৰা তাম্বুর দুৱারমুখলৈ পুরোহিতর ওচরলৈ
৩০ আহিব। পুরোহিতে তার এটা পাপার্থক বলি-
স্বরূপে, আরু আনটো হোমবলিস্বরূপে উৎসর্গ
করিব; এই রূপে তাইর অশুচি রক্তস্রাবর
কারণে পুরোহিতে যিহোৱার সম্মুখত তাইক
প্রায়শ্চিত্ত করিব।
৩১ ইস্রায়েলর সন্তানবিলাকে সিবিলাকর মাজত
থকা মোর আবাস অশুচি করি সিবিলাকে
আপোন আপোন অশৌচর কারণে যরা মপড়ি-
বর নিমিত্তে, এই রূপে তোমালোকে সিবি-
লাকক আপোন আপোন অশৌচর পরা পৃথক
করিবা।
৩২ গার পরা কিবা বৈ থকা রোগী, বীর্য্যপাতত
৩৩ অশুচি হোৱা লোক, রজস্বলা হোৱা তিরুতা,
গার পরা কিবা বৈ থকা রোগী পুরুষ কি স্ত্রী,
আরু অশুচি তিরুতারে সৈতে শয়নকারী পুরুষ,
এই সকলোর নিমিত্তে এই নিয়ম।

মহাপ্রায়শ্চিত্তদিনর কার্য্য।

১৬ হারোণর যি দুজন পুত্র যিহোৱার ওচরলৈ
গৈ মরা পড়িল, সিবিলাকর মৃত্যুর পাছত
২ যিহোৱাই মোচিক কলে; তেওঁ মোচিক এই কথা
কলে, হারোণ মরা মপড়িবর নিমিত্তে, চন্দুকর
ওপরত থকা পাপাবরণর সম্মুখলৈ প্রভেদক
বস্ত্রর ভিতরর পবিত্রস্থানলৈ সকলো সময়ত
নোসোমাবর নিমিত্তে আজ্ঞা করা; কিয়নো মই
৩ পাপাবরণর ওপরত মেঘত দর্শন দিম। হারোণে
এই রূপে পবিত্রস্থানত সোমাব; পাপার্থক বলির
নিমিত্তে এটা দমড়া গরু, আরু হোমর অর্থে
৪ এটা মটা মের লগত লব। তেওঁ শণ সূতার পবিত্র
বস্ত্রখন গাত লব, শণর জাঙিয়াটো পিন্ধিব, শণর
টঙালিগছ কঁকালত বান্ধিব, আরু শণর পাগুটো
পিন্ধিব; এইবিলাক পবিত্র বস্ত্র; তেওঁ পানীত
৫ গা ধুই এইবিলাক পিন্ধিব। পাছে তেওঁ ইস্রা-
য়েলর সন্তানবিলাকর মণ্ডলীর পরা, পাপার্থক
বলি উৎসর্গ করিবলৈ দুটা ছাগ, আরু হোমর
৬ অর্থে এটা মটা মের লব। আরু হারোণে
আপোনার নিমিত্তে লোৱা পাপার্থক বলির
দমড়া গরুটো আনি নিজক আরু নিজ বংশক
৭ প্রায়শ্চিত্ত করিব। পাছে ছাগ দুটা লৈ, সাক্ষাৎ
করা তাম্বুর দুৱারমুখত যিহোৱার আগত উপ-
৮ স্থিত করিব। পাছে হারোণে সেই দুটা ছাগর
বিষয়ে চিঠি খেলিব; এটা গুটী যিহোৱার
নিমিত্তে, আনটো অজাজেলর নিমিত্তে হব।
৯ আরু যি ছাগর অর্থে যিহোৱার নামত গুটী
উঠিব, হারোণে সেই ছাগটো লৈ, পাপার্থক
১০ বলিস্বরূপে উৎসর্গ করিব। কিন্তু যি ছাগর অর্থে
অজাজেলর নামত গুটী উঠিব, তাক অজাজেললৈ
অরণ্যর ভিতরলৈ পঠাবর নিমিত্তে, তারে প্রা-
য়শ্চিত্ত করিবলৈ যিহোৱার সম্মুখত তাক জীয়াই
১১ জীয়াই উপস্থিত করিব লাগিব। পাছে হারোণে
আপোনার নিমিত্তে লোৱা পাপার্থক বলির
দমড়া গরুটো আনি নিজক আরু নিজ বংশক
প্রায়শ্চিত্ত করিব; তেওঁ নিজর নিমিত্তে লোৱা
সেই পাপার্থক বলির দমড়া গরুটো কাটিব।
১২ আরু যিহোৱার সম্মুখত থকা বেদির ওপরর

পরা জ্বলা আঙ্গঠারে এটা আঙ্গঠা-ধরা ভরাই,
আরু মিহিকৈ গুরি করা দুমুঠি সুগন্ধি ধূপ
১৩ লৈ প্রভেদক বস্ত্রর ভিতরলৈ আহিব। আরু
তেওঁ মরা নপড়িবর নিমিত্তে সাক্ষ্যফলির চন্দুকর
ওপরত থকা পাপাবরণক যেন ধূপর ধূঁৱাই ঢাকে,
এই নিমিত্তে সেই সুগন্ধি ধূপ যিহোৱার সম্মুখত
১৪ জুইত দিব। পাছে তেওঁ সেই দমড়ার অলপমান
তেজ লৈ, পূবফালে পাপাবরণত আঙ্গুলিরে চটি-
য়াব; আরু আঙ্গুলিরে পাপাবরণর সম্মুখতো
১৫ সেই তেজর কিছু লৈ সাত্‌বার চটিয়াব। পাছে
তেওঁ লোকবিলাকর পাপার্থক বলির ছাগ্‌টো
কাটি, তার তেজ প্রভেদক বস্ত্রর ভিতরলৈ আনি,
দমড়ার তেজ যেনেকৈ করে, তেনেকৈ ইয়ার তেজ-
কো করিব; অর্থাৎ পাপাবরণত আরু পাপা-
১৬ বরণর সম্মুখত তাক চটিয়াব। এই রূপে, ইস্রা-
য়েলর সন্তানবিলাকর সকলো প্রকার অশৌচ আরু
অপরাধর কারণে, সিবিলাকর আটাই পাপর
নিমিত্তেই তেওঁ পবিত্রস্থান প্রায়শ্চিত্ত করিব;
আরু যি সাক্ষাৎ করা তাম্বু সিবিলাকর লগত
সিবিলাকর সকলো প্রকার অশৌচর মাজত
১৭ আছে, তাকো তেওঁ সেই রূপে করিব। আরু
প্রায়শ্চিত্ত করিবলৈ পবিত্রস্থানত তেওঁ সোমো-
ৱারে পরা নিজক, নিজ বংশক, আরু ইস্রা-
য়েলর গোটেই সমাজক প্রায়শ্চিত্ত করি ওলাই
নোলোৱালৈকে, কোনো মানুহ সাক্ষাৎ করা
১৮ তাম্বুত নেথাকিব। তেওঁ ওলাই যিহোৱার সম্মুখত
থকা বেদির ওচরলৈ গৈ, তাক প্রায়শ্চিত্ত
করিব; তেওঁ সেই দমড়াটোর অলপ তেজ, আরু
ছাগ্‌টোর অলপ তেজ লৈ, বেদির চারিওফালর
১৯ শিঙ্গ কেইটাত লগাই দিব। আরু তেওঁ আপোন
আঙ্গুলিরে তেজর কিছু লৈ তার ওপরত সাত্‌বার
চটিয়াই তাক শুচি করিব, আরু ইস্রায়েলর
সন্তানবিলাকর সকলো প্রকার অশৌচর পরা
২০ শুচি করি তাক পবিত্র করিব। এই রূপে পবিত্র-
স্থান, সাক্ষাৎ করা তাম্বু, আরু বেদি প্রায়শ্চিত্ত
করি ওলোৱার পাছত, হারোণে সেই জীয়া
২১ ছাগ্‌টো আনিব। পাছে তেওঁ আপোনার হাত
দুখন সেই জীয়া ছাগ্‌টোর মূরত দিব; আরু
ইস্রায়েলর সন্তানবিলাকর সকলো অপরাধ,
আরু সিবিলাকর আটাই অধর্ম্ম, সিবিলাকর
সকলো পাপকেই তার ওপরত স্বীকার করি,
তেওঁ সেই সকলোকে সেই ছাগর মূরত অর্পণ
করিব; পাছে যুগুতে থকা মানুহ এটার
২২ হতুৱাই তাক অরণ্যলৈ পঠাই দিব। আরু
ছাগ্‌টোৱে নিজর ওপরত সিবিলাকর সকলো
অপরাধ নির্জ্জন ঠাইলৈ বৈ নিব; সি সেই ছাগ
২৩ অরণ্যত এড়ি দিব। পাছে হারোণে সাক্ষাৎ
করা তাম্বুত সোমাব, আরু পবিত্রস্থানত সোমো-
ৱার সময়ত যি শণর বস্ত্রবিলাক পিন্ধে, তাক
২৪ সোলোকাই সেই ঠাইতে থব। পাছে তেওঁ
কোনো পবিত্র ঠাইত গা ধুই, আপোন বস্ত্র
পিন্ধি ওলাব; আরু আপোনার হোমবলি ও
লোকবিলাকর হোমবলি উৎসর্গ করি নিজক
২৫ আরু লোকবিলাকক প্রায়শ্চিত্ত করিব। আরু
পাপার্থক বলিটোর তেলখিনি বেদিত দগ্ধ
২৬ করিব। আরু যি জনে অজাজেলর নিমিত্তে
ছাগ্‌টো এড়ি দিব, সি আপোন বস্ত্র আরু গা
ধুব, আরু তার পাছে ছাউনিত সোমাব পারিব।
২৭ আরু পাপার্থক বলির যি দমড়া গরু, আরু পা-
পার্থক বলির যি ছাগ, যিবোরর তেজ প্রায়শ্চিত্ত
করিবর নিমিত্তে পবিত্রস্থানর ভিতরলৈ অনা হব,
সেইবোর ছাউনির বাহিরলৈ নিয়া হব, আরু
সেইবোরর চাল, মঙহ, আরু গোবর জুইত
২৮ পুড়ি ভস্ম করা হব। আরু যি জনে সেইবোর
পুড়িব, সি আপোন বস্ত্র ধুব, আরু পানীত
গা ধুব, আরু তার পাছে ছাউনিত সোমাব
পারিব।
২৯ তোমালোকর নিমিত্তে চিরস্থায়ী বিধি এই।
সপ্তম মাহর দশম দিনা, স্বদেশীয় হওক বা
তোমালোকর মাজত প্রবাস করা বিদেশীয়েই
হওক, তোমালোক সকলোৱেই আপোন আপোন
প্রাণক দুঃখ দিবা, আরু কোনো কর্ম্ম নকরিবা।
৩০ কিয়নো, সেই দিনা তোমালোকক শুচি করিবর
অর্থে তোমালোকক প্রায়শ্চিত্ত করা হব; তাতে
তোমালোক সকলোৱেই পাপর পরা যিহোৱার
৩১ সাক্ষাতে শুচি হবা। সেয়ে তোমালোকর সম্পূর্ণ
বিশ্রামর বিশ্রামদিন; তোমালোকে আপোন
আপোন প্রাণক দুঃখ দিবা; এয়ে চিরস্থায়ী
৩২ বিধি। বাপেকর সলনি পুরোহিতকর্ম্ম করিবলৈ
যাক অভিষিক্ত আরু নিযুক্ত করা হব, সেই
পুরোহিতে প্রায়শ্চিত্ত করিব, আরু শণ সূতার
৩৩ বস্ত্র অর্থাৎ পবিত্র বস্ত্রবিলাক পিন্ধিব। আরু
তেওঁ পবিত্রস্থান প্রায়শ্চিত্ত করিব, সাক্ষাৎ করা
তাম্বু আরু বেদি প্রায়শ্চিত্ত করিব, আরু পুরো-
হিতবিলাকক ও সমাজর সকলো লোকবিলাকক
৩৪ প্রায়শ্চিত্ত করিব। ইস্রায়েলর সন্তানবিলাকক
সিবিলাকর সকলো পাপর কারণে বছরর ভিত-
রত এবার প্রায়শ্চিত্ত করাটোৱেই তোমালোকর
নিমিত্তে চিরস্থায়ী বিধি হব। তেতিয়া হারোণে
মোচিক দিয়া যিহোৱার আজ্ঞা অনুসারেই
কার্য্য করিলে।

বলিদান আরু তেজর বিধি।

১৭ পাছে যিহোৱাই মোচিক কলে, তুমি
হারোণক, তেওঁর পুত্রবিলাকক, আরু ইস্রা-
য়েলর আটাই সন্তানবিলাকক এই কথা কোৱা,

৩ যিহোৱাই এই আজ্ঞা কৰিছে, ইস্ৰায়েলবংশীয়
৪ যি কোনোৱে গৰু, বা মেৰ, বা ছাগলী, যিহো-
ৱাৰ আবাসৰ সম্মুখত যিহোৱাৰ উদ্দেশে
উপহাৰস্বৰূপে উৎসৰ্গ কৰিবলৈ সাক্ষাৎ কৰা
তাম্বুৰ দুৱাৰমুখলৈ নআনি, ছাউনিৰ ভিতৰত বা
বাহিৰত কাটিব, সেই মানুহটোলৈ ৰক্তপাতৰ
দোষ গণিত হব; সেই মানুহে ৰক্তপাত কৰাত,
তাক আপোন লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন
৫ কৰা হব। ইয়াৰ অভিপ্ৰায় এই, যে, ইস্ৰায়েলৰ
সন্তানবিলাকে মুকলি পথাৰত যি যি পশু বলি-
দান কৰে, সেই সকলোকে সিবিলাকে যেন
সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখলৈ যিহোৱাৰ
উদ্দেশে পুৰোহিতৰ ওচৰলৈ আনি, যিহোৱাৰ
উদ্দেশে মঙ্গলাৰ্থক বলিস্বৰূপে উৎসৰ্গ কৰে।
৬ পুৰোহিতে সেই মঙ্গলাৰ্থক বলিৰ তেজ সাক্ষাৎ
কৰা তাম্বুৰ দুৱাৰমুখত যিহোৱাৰ বেদিৰ ওপৰত
ছটিয়াব লাগিব, আৰু তাৰ তেলখিনি সুঘ্ৰাণৰ
অৰ্থে যিহোৱাৰ উদ্দেশে দগ্ধ কৰিব লাগিব।
৭ সিবিলাকে যি বন-দেৱতাবোৰৰ অনুগামী হৈ
ব্যভিচাৰ কৰি আছিছে, সেইবোৰৰ উদ্দেশে আৰু
বলিদান কৰিব নেলাগে। এয়ে সিবিলাকৰ
পুৰুষানুক্ৰমে পালন কৰিব লগীয়া চিৰস্থায়ী
বিধি হব।
৮ আৰু তুমি সিবিলাকক কোৱা, ইস্ৰায়েল-
বংশীয় যি কোনো মানুহে, বা সিবিলাকৰ মাজত
প্ৰবাস কৰা যি কোনো বিদেশীয়ে আপোনাৰ
৯ হোমবলি বা মঙ্গলাৰ্থক বলি, যিহোৱাৰ উদ্দেশে
উৎসৰ্গ কৰিবলৈ সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-
মুখলৈ নআনি উৎসৰ্গ কৰিব, সি আপোন
লোকবিলাকৰ মাজৰ পৰা উচ্ছন্ন হব।
১০ ইস্ৰায়েলবংশীয় যি কোনো মানুহে, বা
সিবিলাকৰ মাজত প্ৰবাস কৰা যি কোনো বিদে-
শীয়ে কোনো প্ৰকাৰ তেজ খাব, ময় সেই তেজ
খোৱা জনলৈ কোপদৃষ্টি কৰিম, আৰু তাৰ
লোকবিলাকৰ মাজৰ পৰা তাক উচ্ছন্ন কৰিম।
১১ কিয়নো শৰীৰৰ প্ৰাণ তেজত থাকে; আৰু
তোমালোকৰ প্ৰাণ প্ৰায়শ্চিত্ত কৰিবৰ অৰ্থে ময়
সেই তেজ বেদিৰ ওপৰত দিবলৈ তোমালোকক
দিলোঁ; কিয়নো প্ৰাণৰ গুণে তেজেই প্ৰায়শ্চিত্ত-
১২ সাধক। এই হেতুকে ময় ইস্ৰায়েলৰ সন্তানবিলা-
কক কলোঁ, তোমালোকৰ মাজৰ কোনেও তেজ
খাব নেলাগে, আৰু তোমালোকৰ মাজত প্ৰবাস
কৰা কোনো বিদেশীয়েও তেজ খাব নেলাগে।
১৩ আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ যি
কোনো লোকে, বা সিবিলাকৰ মাজত প্ৰবাস
কৰা যি কোনো বিদেশীয়ে কোনো খাব পৰা পশু
বা চৰাই চিকাৰত মাৰিব, সি তাৰ তেজ উলিয়াই
১৪ ধূলিৰে ঢাকি থব। কিয়নো প্ৰত্যেক প্ৰাণীৰ প্ৰাণ
তেজত থাকে; এই হেতুকে ময় ইস্ৰায়েলৰ
সন্তানবিলাকক কলোঁ, তোমালোকে কোনো প্ৰাণীৰ
তেজ নেখাবা; কিয়নো প্ৰত্যেক প্ৰাণীৰ তেজেই
তাৰ প্ৰাণ; যি কোনোৱে তাক খাব, সি উচ্ছন্ন
১৫ হব। স্বদেশীয় বা বিদেশীয়ৰ মাজৰ যি কোনোৱে
আপোনাআপুনি মৰা, বা হিংসক জন্তুৱে ছিৰা
পশু ভোজন কৰিব, সি আপোন বস্ত্ৰ ধুব, পানীত
গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ থাকিব;
১৬ তাৰ পাছে সি শুচি হব। কিন্তু যদি সি বস্ত্ৰ বা
গা নোধোৱে, তেন্তে সি আপোন অপৰাধৰ ফল
ভোগ কৰিব।

বিবাহ আদিৰ বিষয়ে বিধি।

১৮ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক এই কথা কোৱা,
৩ ময় তোমালোকৰ ঈশ্বৰ যিহোৱা। তোমালোকে
যি মিচৰ দেশত বাস কৰিছিলা, সেই দেশৰ
আচাৰৰ দৰে আচৰণ নকৰিবা, আৰু ময়
তোমালোকক যি কনান দেশলৈ লৈ আহিছোঁ,
সেই দেশৰ আচাৰৰ দৰেও আচৰণ নকৰিবা,
আৰু সিহঁতৰ বিধি অনুসাৰেও নচলিবা।
৪ তোমালোকে মোৰ শাসনপ্ৰণালীমতে কাৰ্য্য
কৰিবা, আৰু মোৰেই বিধিবিলাক পালন কৰি
সেই অনুসাৰে আচৰণ কৰিবা; ময় তোমালোকৰ
৫ ঈশ্বৰ যিহোৱা। এই হেতুকে, মোৰ যি বিধি
আৰু শাসনপ্ৰণালীবিলাক মানুহে পালন কৰিলে
তাৰ দ্বাৰায় জীয়ে, সেই সকলোকে তোমালোকে
পালন কৰিবা। ময় যিহোৱা।
৬ তোমালোক কোনেও উলঙ্গতা অনাবৃত কৰি-
বলৈ, আপোন বংশ পৰিয়ালৰ কাৰো ওচৰলৈ
৭ নেযাবা; ময় যিহোৱা। তুমি আপোন পিতৃৰ
উলঙ্গতা, তোমাৰ মাতৃৰ উলঙ্গতাকেই অনাবৃত
নকৰিবা; তেওঁ তোমাৰ মাতৃ; তেওঁৰ উলঙ্গতা
৮ অনাবৃত নকৰিবা। তোমাৰ পিতৃভাৰ্য্যাৰ উলঙ্গতা
অনাবৃত নকৰিবা; সেয়ে তোমাৰ পিতৃৰ উলঙ্গতা।
৯ তোমাৰ বাই, ভনী, তোমাৰ পিতৃৰ জীয়েক, বা
তোমাৰ মাতৃৰ জীয়েক ঘৰত জন্মাই হওক, বা
আন ঠাইতে জন্মা হওক, সিহঁতৰ উলঙ্গতা
১০ অনাবৃত নকৰিবা। তোমাৰ পো-নাতিনীয়েৰাৰ, বা
জী-নাতিনীয়েৰাৰ উলঙ্গতা অনাবৃত নকৰিবা;
কিয়নো সিহঁতৰ উলঙ্গতা তোমাৰ নিজৰেই
১১ উলঙ্গতা। তোমাৰ পিতৃৰ ঔৰসত জন্মা তোমাৰ
পিতৃভাৰ্য্যাৰ জীয়েকৰ উলঙ্গতা অনাবৃত নকৰিবা;
১২ তাই তোমাৰ ভনী। তোমাৰ পিতৃৰ বায়েক
বা ভনীয়েকৰ উলঙ্গতা অনাবৃত নকৰিবা; তাই
১৩ তোমাৰ পিতৃৰ ওচৰসম্বন্ধীয়া। তোমাৰ মাতৃৰ
বায়েক বা ভনীয়েকৰ উলঙ্গতা অনাবৃত নকৰিবা;
কিয়নো তাই তোমাৰ মাতৃৰ ওচৰসম্বন্ধীয়া।

১৪ তোমার পিতৃর ককায়েক বা ভায়েকর উলঙ্গতা
অনাবৃত নকরিবা ; তুমি তার তিরুতার ওচরলৈ
১৫ নেযাবা ; তাই তোমার বড় মারা বা খুরি। তো-
মার বোৱাৰীয়েরার উলঙ্গতা অনাবৃত নকরিবা ;
কিয়নো তাই তোমার পোর তিরুতা ; তাইর উল-
১৬ ঙ্গতা অনাবৃত নকরিবা। তোমার ককায়েরা বা
ভায়েরার তিরুতার উলঙ্গতা অনাবৃত নকরিবা ;
সেয়ে তোমার ককায়েরা বা ভায়েরার উলঙ্গতা।
১৭ কোনো তিরুতার আরু তাইর জীয়েকর উলঙ্গতা
অনাবৃত নকরিবা ; উলঙ্গতা অনাবৃত করিবলৈ
তাইর পো-নাতিনীয়েক বা জী-নাতিনীয়েকক
বিয়া নকরিবা ; সিহঁত ওচরসম্বন্ধীয়া ; এয়ে
১৮ লম্পটতা। আপোন তিরুতার সতিনী খটাবলৈ,
তাই জীয়াই থকা কালত, উলঙ্গতা অনাবৃত
করিবর অর্থে তাইর লগত বায়েক বা ভনী-
১৯ য়েকক বিয়া নকরিবা। আরু কোনো তিরুতা
মাহেকীয়া অশৌচেরে অশুচি হৈ থাকেমানে,
তাইর উলঙ্গতা অনাবৃত করিবলৈ তাইর ওচ-
২০ রলৈ নেযাবা। আরু তুমি আপোনাকে অশুচি
করিবলৈ লোকর তিরুতাত গমন নকরিবা।
২১ আরু তোমার সন্তানর কাকো মোলক দেব-
তার উদ্দেশে অগ্নির মাজেদি গমন করাই,
তোমার ঈশ্বরর নাম অপবিত্র নকরিবা ; ময়
২২ যিহোৱা। তুমি তিরুতা মানুহর লগত শয়ন
করার দরে পুরুষে সৈতে শয়ন নকরিবা ; সেয়ে
২৩ ঘিণলগীয়া কর্ম্ম। আরু তুমি নিজকে অশুচি
করিবলৈ, কোনো জন্তুত পতিত নহবা ; আরু
কোনো তিরুতাই আপোনারে সৈতে সংসর্গ
করাবলৈ, কোনো পশুর আগত থিয় নহব ; সেয়ে
স্বভাবর বিরুদ্ধ কার্য্য।

২৪ তোমালোকে এই সকলো কার্য্যর কোনো
কার্য্যর দ্বারায় আপোনাবিলাকক অশুচি নক-
রিবা ; কিয়নো যি যি জাতিক ময় তোমালোকর
সম্মুখর পরা খেদিম, সিহঁত এই সকলো কর্ম্মর
২৫ দ্বারায় অশুচি হল। আরু সেই দেশখনো অশুচি
হল ; এই হেতুকে ময় তার অপরাধর ফল তাক
ভোগ করাম, আরু সেই দেশে আপোন নিবাসী-
২৬ বিলাকক বঁতিয়াই পেলাব। এই হেতুকে তোমা-
লোকে মোর বিধি আরু শাসনপ্রণালীবিলাক
পালন করিবা, আরু স্বদেশীয়, বা তোমালোকর
মাজত প্রবাস করা বিদেশীয়েই হওক, তোমালোকে
সেই সকলো ঘিণলগীয়া কার্য্যর মাজর কোনো
২৭ কার্য্য নকরিবা। (কিয়নো তোমালোকর পূর্ব্বে থকা
লোকবিলাকে এই সকলো ঘিণলগীয়া কর্ম্ম করাত,
২৮ সেই দেশ অশুচি হল।) করিলে, সেই দেশে
তোমালোকর পূর্ব্বে থকা সেই জাতিক বঁতিয়াই
পেলোৱা নিচিনাকৈ, তোমালোকে সেই দেশ
অশুচি করিলে, সেই দেশে তোমালোককো বঁতি-
২৯ য়াই পেলাব। কিয়নো যি যি লোকে এই-
বিলাক ঘিণলগীয়া কার্য্যর কোনো কার্য্য
করিব, ঘিণলগীয়া কার্য্য করা সেই সকলো-
কেই আপোন লোকবিলাকর মাজর পরা
৩০ উচ্ছন্ন করা হব। এই হেতুকে তোমালোকর
পূর্ব্বে প্রচলিত হোৱা ঘিণলগীয়া রীতিনীতিবোরর
মাজর একোকে তোমালোকে যেন নাচরা, আরু
তার দ্বারায় আপোনাবিলাকক যেন অশুচি নকরা,
এই নিমিত্তে মোর পালনীয় পালন করিবা ;
ময় তোমালোকর ঈশ্বর যিহোৱা।

নানা বিষয়র নানা আদেশ।

১৯ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্রায়েলর সন্তানবিলাকর গোটেই মণ্ডলীক
এই কথা কোৱা, তোমালোক পবিত্র হব লাগে ;
কিয়নো তোমালোকর ঈশ্বর যিহোৱা যি ময়,
৩ ময় পবিত্র। তোমালোক প্রতিজনে আপোন
আপোন মাতৃক, আরু আপোন আপোন পিতৃক
ভয় করিবা, আরু মোর বিশ্রামদিন পালন
করিবা ; ময় তোমালোকর ঈশ্বর যিহোৱা।
৪ তোমালোকে প্রতিমাবোরর ফাললৈ মুখ নক-
রিবা ; আরু আপোনাবিলাকর নিমিত্তে সাঁচত
ঢলা মূর্ত্তি নির্ম্মাণ নকরিবা ; ময় তোমালোকর
৫ ঈশ্বর যিহোৱা। আরু যেতিয়া তোমালোকে
যিহোৱার উদ্দেশে মঙ্গলার্থক বলি উৎসর্গ
করিবা, তেতিয়া তোমালোকে গ্রাহ্য হবর নিমিত্তেই
৬ তাক উৎসর্গ করিবা। তোমালোকে তাক উৎসর্গ
করা দিনা, আরু তার পাছদিনা তাক ভোজন
করিব লাগিব ; তৃতীয় দিনলৈ যদি অৱশিষ্ট
থাকে, তেন্তে তাক জুইত পুড়ি ভস্ম করিব
৭ লাগিব। তৃতীয় দিনা যদি কেনেবাকৈ তার
অলপ খোৱা যায়, তেন্তে সেয়ে ঘিণলগীয়া আরু
৮ অগ্রাহ্য হব। কিন্তু ভোজন করা জনে আপোন
অপরাধর ফল ভোগ করিব, কিয়নো সি যিহো-
ৱার পবিত্র বস্তু অপবিত্র করিলে ; সেই মানু-
হক আপোন লোকবিলাকর মাজর পরা উচ্ছন্ন
করা হব।

৯ আরু তোমালোকে আপোন আপোন ভূমিত
উৎপন্ন হোৱা শস্য দাবর কালত, কেতির চুকত
থকা শস্য শেষ নহকাকৈ নেদাবা, আরু তোমার
১০ কেতির এড়ি যোৱা শস্য নুবুটলিবা। আরু
আপোন আপোন দ্রাক্ষাবাড়ীর এড়ি যোৱা
দ্রাক্ষাফল নিচিঙিবা, আরু দ্রাক্ষাবাড়ীর সরি
পড়া দ্রাক্ষাফল নুবুটলিবা ; তুমি দুঃখীয়া আরু
বিদেশীর নিমিত্তে তাক এড়ি যাবা ; ময় তোমা-
১১ লোকর ঈশ্বর যিহোৱা। তোমালোকে চুর নক-
রিবা ; আরু ইজনে সিজনক ছল নকরিবা, আরু
১২ মিছা কথা নকবা। আরু তুমি মোর নাম লৈ

মিছা শপথ কৰি তোমাৰ ঈশ্বৰৰ নাম অপবিত্ৰ
১৩ নকৰিবা ; ময় যিহোৱা। তুমি লোকক অত্যাচাৰ
নকৰিবা, আৰু তাৰ বস্তু অপহৰণ নকৰিবা ; বেচ-
লৈ কাম কৰা চাকৰৰ বেচ ৰাতিপুৱালৈকে ওৰে-
১৪ ৰাতি নেৰাখিবা। তুমি কলাক শাও নিদিবা, আৰু
অন্ধৰ আগত উজুটি খোৱা মুচা নথবা, কিন্তু
তোমাৰ ঈশ্বৰলৈ ভয় ৰাখিবা ; ময় যিহোৱা।
১৫ তোমালোকে বিচাৰত অন্যায় নকৰিবা ; বিচাৰত
তুমি দুঃখীয়াৰ মুখলৈ নৈচাবা, আৰু সম্ভ্ৰান্ত
লোকক সমাদৰ নকৰিবা ; কিন্তু তুমি ধৰ্ম্মমতে
আপোন ওচৰচুবুৰীয়াৰ বিচাৰ নিষ্পত্তি কৰিবা।
১৬ তুমি আপোন লোকবিলাকৰ মাজত চৰ্চ্চি ফুৰোঁতা
নহবা ; আৰু তোমাৰ ওচৰচুবুৰীয়াৰ ৰক্তপাতৰ
নিমিত্তে উঠি থিয় নহবা ; ময় যিহোৱা।
১৭ আপোন ভাইক মনত ঘিণ নকৰিবা ; তুমি
আপোন ওচৰচুবুৰীয়াক অৱশ্যে সতৰ্ক কৰিবা,
তাতে তুমি তাৰ নিমিত্তে পাপৰ ভাৰ নববা।
১৮ তুমি স্বজাতীয়ৰ সন্তানবিলাকৰ প্ৰতিকাৰ নেসা-
ধিবা, বা সিবিলাকৰ বিৰুদ্ধে আখেজ নেৰাখিবা ;
কিন্তু আপোন ওচৰচুবুৰীয়াক আপোনাৰ নিচি-
১৯ নাকৈ প্ৰেম কৰিবা ; ময় যিহোৱা। তোমালোকে
মোৰ বিধিবিলাক পালন কৰিবা। তোমাৰ পশুৰে
সৈতে, তুমি আন বিধৰ পশুক জাক ফুৰিবলৈ
নিদিবা ; তোমাৰ পথাৰত একে ভোথৰ মাটীত
দুবিধ গুটী নববা ; আৰু দুই প্ৰকাৰ সূতা
২০ মিহলি কৰি বোৱা বস্ত্ৰ নিপিন্ধিবা। ধনেৰে বা
আন ৰূপে মুক্ত নোহোৱা এনে যি বাগ্‌দান কৰা
বেটী, তাইৰে সৈতে যদি কোনোৱে শয়ন কৰে,
তেন্তে সিহঁত দুয়ো দণ্ডনীয় হব, কিন্তু সিহঁতৰ
প্ৰাণদণ্ড নহব ; কিয়নো তাই মুক্ত হোৱা নাই।
২১ আৰু সেই পুৰুষে সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-
মুখলৈ, যিহোৱাৰ উদ্দেশে আপোনাৰ দোষাৰ্থক
বলি, অৰ্থাৎ দোষাৰ্থক বলিৰ নিমিত্তে এটা মতা
২২ মেৰ আনিব। আৰু পুৰোহিতে যিহোৱাৰ
সাক্ষাতে সেই দোষাৰ্থক মেৰটোৰ দ্বাৰায়, সি
কৰা পাপৰ নিমিত্তে তাক প্ৰায়শ্চিত্ত কৰিব ;
২৩ তাতে সি কৰা পাপৰ ক্ষমা হব। আৰু তোমা-
লোকে যেতিয়া দেশত সোমাই, গুটী খাবৰ অৰ্থে
সকলো প্ৰকাৰ গছ ৰুবা, তেতিয়া তাৰ ফল অচুন্নৎ
যেন গণ্য কৰিবা ; তিনি বছৰলৈকে সেয়ে তোমা-
লোকৰ মানত অচুন্নৎ হৈ থাকিব ; তাক খাব
২৪ নেলাগে। পাছে চতুৰ্থ বছৰত তাৰ সকলো ফল
যিহোৱাৰ প্ৰশংসাৰ্থক উপহাৰস্বৰূপে পবিত্ৰ
২৫ হব। আৰু গছে ফল উৎপন্ন কৰি থাকিবৰ
নিমিত্তে, তোমালোকে পঞ্চম বছৰত তাৰ
ফল খাবা ; ময় তোমালোকৰ ঈশ্বৰ যিহোৱা।
২৬ তোমালোকে তেজে সৈতে একো মঙহ নেখাবা ;
মন্ত্ৰ অন্তত লক্ষণ নেমানিবা, আৰু গণকৰ
২৭ বিদ্যা ব্যৱহাৰ নকৰিবা। তোমালোকে আ-
পোন আপোন মূৰৰ চুলি ঘূৰণীয়াকৈ নেকা-
টিবা, আৰু আপোন আপোন দাঁড়িৰ চুক
২৮ অসুৰনীকৈ মূকুৰাবা। আৰু মৰা লোকৰ নিমিত্তে
তোমালোকে আপোন আপোন গা কাটকুট নক-
ৰিবা, আৰু গাত কাটি বা বিন্ধি দাগ নলগাবা ;
২৯ ময় যিহোৱা। তুমি আপোন জীয়েৰাক বেশ্যা
হবলৈ দি তাইক ভ্ৰষ্টা নকৰিবা ; দিলে দেশ
ব্যভিচাৰত পতিত হব, আৰু দেশ দুষ্টতাৰে
৩০ পৰিপূৰ্ণ হব। তোমালোকে মোৰ বিশ্ৰামদিন
পালন কৰিবা, আৰু মোৰ ধৰ্ম্মধামলৈ ভয়
৩১ ৰাখিবা ; ময় যিহোৱা। ভূত পোহা আৰু
গুণমন্ত্ৰ জনাবিলাকৰ কাষলৈ মুখ নকৰিবা ;
আপোনাবিলাকক অশুচি কৰিবৰ নিমিত্তে
সিহঁতক সুধিবলৈ সিহঁতৰ ওচৰলৈ নেযাবা ;
৩২ ময় তোমালোকৰ ঈশ্বৰ যিহোৱা। তুমি পকা-
মূৰীয়া জনৰ আগত উঠি থিয় হবা, বৃদ্ধ লোকক
সমাদৰ কৰিবা, আৰু আপোন ঈশ্বৰলৈ ভয়
৩৩ ৰাখিবা ; ময় যিহোৱা। আৰু কোনো বিদেশী
লোকে যদি তোমালোকৰ দেশত তোমালোকে
সৈতে বাস কৰে, তেন্তে তোমালোকে তাক উপদ্ৰৱ
৩৪ নকৰিবা। তোমালোকৰ মাজত স্বদেশীয় লোক
যেনে, তোমালোকৰ মাজত প্ৰবাস কৰা বিদেশী
লোকো তোমালোকৰ পক্ষে তেনে হব, আৰু তুমি
তাক আপোনাৰ নিচিনাকৈ প্ৰেম কৰিবা ; কিয়নো
মিচৰ দেশত তোমালোকো বিদেশী আছিলা ; ময়
৩৫ তোমালোকৰ ঈশ্বৰ যিহোৱা। তোমালোকে
বিচাৰত, বা পৰিমাণত, বা ওজনত, বা দ্ৰব্য দ্ৰব্যৰ
৩৬ জোখত অন্যায় নকৰিবা ; তোমালোকে ঠিক
পাল্লা, ঠিক ভগা, ঠিক ঐকা, আৰু ঠিক হীন
ৰাখিবা ; মিচৰ দেশৰ পৰা তোমালোকক উলি-
য়াই অনা তোমালোকৰ ঈশ্বৰ যিহোৱা ময়।
৩৭ এতেকে তোমালোকে মোৰ সকলো বিধি আৰু
সকলো শাসনপ্ৰণালী পালন কৰি, সেই অনুসাৰে
আচৰণ কৰিবা ; ময় যিহোৱা।

নানা দোষৰ নানা দণ্ড।

২০ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক আৰু কোৱা,
ইস্ৰায়েলৰ সন্তানবিলাকৰ যি কোনোৱে বা
ইস্ৰায়েলৰ মাজত প্ৰবাস কৰা যি কোনো বিদে-
শীয়ে আপোন সন্তানৰ কোনো এজনক মোলক
দেৱতাৰ উদ্দেশে দান কৰিব, তাৰ অৱশ্যে প্ৰাণদণ্ড
হব। দেশীয় লোকবিলাকে তাক শিল দলিয়াই
৩ বধ কৰিব। আৰু ময়ো সেই মানুহলৈ কোপ্দো-
ৰাকৈ চাই, তাৰ লোকবিলাকৰ মাজৰ পৰা তাক
উচ্ছন্ন কৰিম ; কিয়নো, মোৰ ধৰ্ম্মধাম অশুচি
কৰিবলৈ, আৰু মোৰ পবিত্ৰ নাম অপবিত্ৰ কৰি-

বলৈ, সি আপোন সন্তানর কোনো এজনক
৪ মোলক দেৱতার উদ্দেশে দান করিলে। আরু
যি সময়ত সেই মানুহে আপোন সন্তানর কোনো
এজনক মোলক দেৱতার উদ্দেশে দান করে, সেই
সময়ত যদি দেশীয় লোকবিলাকে সেই মানুহর
৫ কার্য্যলৈ চকু মুদে, আরু তাক বধ নকরে, তেন্তে
ময়েই সেই মানুহলৈ আরু তার গোষ্ঠীলৈ
কোন্দোৱাকৈ চাই, তাক আরু মোলক দেৱতারে
সৈতে ব্যভিচার করিবর অর্থে তার অনুগামী
হোৱা আটাই ব্যভিচারীক সিহঁতর লোকবিলা-
৬ কর মাজর পরা উচ্ছন্ন করিম। আরু যি কোনো
মানুহে ভূত পোহা আরু গুণমন্ত্র জনাবিলাকর
অনুগামী হৈ ব্যভিচার করিবলৈ সিহঁতর
কাললৈ মুখ করিব, ময় সেই মানুহলৈ কোন্দো-
ৱাকৈ চাই, তার লোকবিলাকর মাজর পরা তাক
৭ উচ্ছন্ন করিম। এই হেতুকে তোমালোকে
আপোনাবিলাকক পবিত্র করি পবিত্র হোৱা;
৮ কিয়নো ময় তোমালোকর ঈশ্বর যিহোৱা। আরু
তোমালোকে মোর বিধিবিলাক পালন করিবা,
আরু সেই অনুসারে আচরণ করিবা; ময় তোমা-
৯ লোকর পবিত্রকারী যিহোৱা। কিয়নো যি
কোনোৱে আপোন পিতৃ বা মাতৃক শাও দিব,
তার অৱশ্যে প্রাণদণ্ড হব; পিতৃ মাতৃক শাও
দিয়াত তার রক্তপাতর দোষ তার নিজর গাতে
১০ থাকিব। আরু যি মানুহে পরস্ত্রীয়ে সৈতে ব্যভি-
চার করিব, যি মানুহে ওচরচুবুরীয়ার তিরুতারে
সৈতে ব্যভিচার করিব, সেই ব্যভিচারী আরু সেই
১১ ব্যভিচারিণী দুয়োরো অৱশ্যে প্রাণদণ্ড হব। আরু
যি মানুহে আপোন পিতৃভার্য্যারে সৈতে শয়ন
করিব, সি আপোন পিতৃর উলঙ্গতা অনাবৃত করা
হব; অৱশ্যে সিহঁত দুয়োরো প্রাণদণ্ড হব;
সিহঁতর রক্তপাতর দোষ সিহঁতর গাতে থাকিব।
১২ আরু কোনোৱে যদি আপোন পো-বোৱারীয়েকর
লগত শয়ন করে, তেন্তে অৱশ্যে সিহঁত দুয়োরো
প্রাণদণ্ড হব; সিহঁতে স্বভাৱর বিরুদ্ধ কার্য্য করে;
সিহঁতর রক্তপাতর দোষ সিহঁতর গাতে থাকিব।
১৩ আরু কোনো পুরুষে যদি তিরুতার দরে পুরুষে
সৈতে শয়ন করে, তেন্তে সিহঁত দুয়ো ঘিণলগীয়া
কর্ম্ম করে; সিহঁতর প্রাণদণ্ড অৱশ্যে হব; সিহঁ-
তর রক্তপাতর দোষ সিহঁতর গাতে থাকিব।
১৪ আরু কোনোৱে যদি কোনো তিরুতাক আরু তাইর
মাকক গ্রহণ করে, তেন্তে সেয়ে কুকর্ম্ম; তোমা-
লোকর মাজত যেন এনে কুকর্ম্ম নহয়, এই
নিমিত্তে তাক আরু সিহঁতক, তিনিওটাকে জুইত
১৫ পুড়ি ভস্ম করা হব। আরু যদি কোনো লোক
পশুত পতিত হয়, তার অৱশ্যে প্রাণদণ্ড হব;
আরু তোমালোকে সেই পশুকো বধ করিবা।
১৬ আরু কোনো তিরুতাই যদি পশুরে সৈতে সংসর্গ
করিবলৈ তার ওচরলৈ যায়, তেন্তে তুমি সেই
তিরুতাক আরু পশুক বধ করিবা; সিহঁতর
অৱশ্যে প্রাণদণ্ড হব; সিহঁতর রক্তপাতর দোষ
১৭ সিহঁতর গাতে থাকিব। আরু যদি কোনো লোকে
আপোনার বায়েক কি ভনীয়েক, অর্থাৎ বাপেকর
জীয়েক বা মাকর জীয়েকক গ্রহণ করি উভয়ে
উভয়র উলঙ্গতা দেখে, তেন্তে সেয়ে বড় লাজর
বিষয়; সিহঁত আপোন জাতির সন্তানবিলাকর
সাক্ষাতে উচ্ছন্ন হব; সি আপোনার বায়েক কি
ভনীয়েকর উলঙ্গতা অনাবৃত করাত, সি আপোন
১৮ অপরাধর ফল ভোগ করিব। আরু যদি কোনোবাই
মাহেকীয়া অশৌচ হোৱা তিরুতারে সৈতে শয়ন
করে, তাইর উলঙ্গতা অনাবৃত করে, তেন্তে সেই
পুরুষে তাইর ভুমুক অনাবৃত করাত, আরু সেই
তিরুতায়ো আপানার তেজর ভুমুক অনাবৃত
করাত, সিহঁত দুয়ো আপোন লোকবিলাকর
১৯ মাজর পরা উচ্ছন্ন হব। আরু তুমি আপোন
মাতৃর বা পিতৃর বায়েক কি ভনীয়েকর উলঙ্গতা
অনাবৃত নকরিবা; কিয়নো তাক করিলে, আপোন
ওচরসম্বন্ধীয়ার উলঙ্গতা অনাবৃত করা হয়;
সিহঁত দুয়ো আপোন আপোন অপরাধর ফল
২০ ভোগ করিব। আরু যদি কোনো মানুহে আপোন
বড় মাক বা খুরীয়েকে সৈতে শয়ন করে, তেন্তে
সি আপোন বড় বাপেকর বা দদায়েকর উলঙ্গতা
অনাবৃত করা হয়; সিহঁতে আপোন আপোন
পাপর ফল ভোগ করিব; সিহঁত নিঃসন্তান হৈ
২১ মরিব। আরু যদি কোনোবাই আপোন ককায়েক
কি ভায়েকর তিরুতাক গ্রহণ করে, তেন্তে সেয়ে
অশুচি কর্ম্ম; আপোন ককায়েক কি ভায়েকর
তিরুতার উলঙ্গতা অনাবৃত করাত, সিহঁত নিঃ-
সন্তান হৈ থাকিব।
২২ এই হেতুকে তোমালোকে বাস করিবর নিমিত্তে
যি দেশলৈ ময় তোমালোকক লৈ আহিছোঁ, সেই
দেশে যেন তোমালোকক বমিয়াই নেপেলায়, এই
নিমিত্তে তোমালোকে মোর সকলো বিধি আরু
সকলো শাসনপ্রণালী পালন করিবা, আরু সেই
২৩ অনুসারে আচরণ করিবা। ময় তোমালোকর
সন্মুখর পরা যি জাতিক খেদিম, তার রীতি-
নীতির দরে তোমালোকে আচরণ নকরিবা;
কিয়নো সিহঁতে সেই সকলো কার্য্য করাত, ময়
২৪ সিহঁতক ঘিণ করিলোঁ। কিন্তু ময় তোমালোকক
কলোঁ, তোমালোকেই সিহঁতর দেশ অধিকার
করিবা; ময় তোমালোককেই অধিকারর অর্থে
সেই দুগ্ধ মধু বৈ থকা দেশ দিম; আন
জাতিবিলাকর পরা তোমালোকক পৃথক করা
২৫ তোমালোকর ঈশ্বর যিহোৱা ময়েই। এতেকে
তোমালোকে শুচি অশুচি পশুর, আরু শুচি
অশুচি পক্ষীর প্রভেদ করিবা; ময় যি যি

পশু, পক্ষী, আৰু ভূচৰ পোক পৰুৱা আদি
মনুহ অশুচি বুলি তোমালোকৰ পৰা পৃথক
কৰিলোঁ, সেইবোৰৰ কোনো এটাৰ দ্বাৰায় তোমা-
লোকে আপোনাবিলাকক ঘিণলগীয়া নকৰিবা।
২৬ তোমালোক মোৰ উদ্দেশে পবিত্ৰ হব লাগে;
কিয়নো ময় যিহোৱা পবিত্ৰ, আৰু তোমালোক
মোৰ হবলৈ, ময় তোমালোকক আন জাতি-
বিলাকৰ পৰা পৃথক কৰিলোঁ।
২৭ যি পুৰুষ কি স্ত্ৰীয়ে ভূত পুহিব, বা গুণী হব,
তাৰ প্ৰাণদণ্ড অৱশ্যে হব; লোকবিলাকে সিহঁ-
তক শিল দলিয়াই বধ কৰিব; সিহঁতৰ ৰক্তপাতৰ
দোষ সিহঁতৰ গাতে থাকিব।

পুৰোহিতবিলাকৰ বিষয়ে নানা বিধি।

২১ পাছে যিহোৱাই মোচিক কলে, তুমি
হাৰোণৰ পুত্ৰ পুৰোহিতবিলাকক কোৱা,
আপোন লোকবিলাকৰ মাজৰ কোনো মানুহ
মৰিলে, তাৰ নিমিত্তে কোনেও আপোনাকে অশুচি
২ কৰিব নেলাগে; কেৱল আপোনাৰ ওচৰ-
সম্বন্ধীয়া একে তেজৰ, অৰ্থাৎ আপোনাৰ মাক,
বাপেক, পুতেক, জীয়েক, ককায়েক, আৰু ভায়ে-
কৰ নিমিত্তে আপোনাকে অশুচি কৰিব পাৰে;
৩ আৰু যি ছোৱালী বিয়া হোৱা নাই, এনে ওচৰ-
সম্বন্ধীয়া আপোনাৰ বায়েক কি ভনীয়েক মৰিলে,
তাৰ নিমিত্তেও আপোনাকে অশুচি কৰিব পাৰে।
৪ আপোন লোকবিলাকৰ মাজত এজন প্ৰধান লোক
হোৱাৰ কাৰণে, তেওঁ আপোনাকে অপবিত্ৰ কৰি-
বৰ অৰ্থে আপোনাকে অশুচি কৰিব নোৱাৰে।
৫ সিবিলাকে আপোন আপোন মূৰৰ কোনো ঠাই
খুৰাই টকলা নকৰিব, দাঁড়িৰ চুক নুখুৰাব,
আৰু আপোন আপোন গা কাটকুট নকৰিব।
৬ সিবিলাক আপোনাবিলাকৰ ঈশ্বৰৰ উদ্দেশে
পবিত্ৰ হব, আপোনাবিলাকৰ ঈশ্বৰৰ নাম
অপবিত্ৰ নকৰিব; কিয়নো সিবিলাকে যিহো-
ৱাৰ অগ্নিকৃত উপহাৰ, আপোনাবিলাকৰ ঈশ্ব-
ৰৰ ভক্ষ্য উৎসৰ্গ কৰে; এই হেতুকে সিবি-
৭ লাক পবিত্ৰ হব লাগে। আৰু পুৰোহিতে বেশ্যা
বা ভ্ৰষ্টা তিৰুতা গ্ৰহণ নকৰিব, আৰু গিৰি-
য়েকে ত্যাগ কৰা তিৰুতাকো গ্ৰহণ নকৰিব;
কিয়নো তেওঁ আপোন ঈশ্বৰৰ উদ্দেশে পবিত্ৰ।
৮ এই কাৰণে তুমি তেওঁক পবিত্ৰ কৰি ৰাখিবা;
কিয়নো তেওঁ তোমাৰ ঈশ্বৰৰ ভক্ষ্য দ্ৰব্য উৎসৰ্গ
কৰে; তেওঁ তোমাৰ পক্ষে পবিত্ৰ হব লাগে;
কিয়নো তোমালোকক পবিত্ৰ কৰোঁতা যিহোৱা
৯ যি ময়, ময় পবিত্ৰ। আৰু কোনো পুৰোহিতৰ
জীয়েকে যদি বেশ্যাকৰ্ম্ম কৰি আপোনাকে অপ-
বিত্ৰ কৰে, তেন্তে তাই আপোনাৰ বাপেককো
অপবিত্ৰ কৰা হয়; তাইক জুইত পোড়া যাব।
১০ আৰু আপোন ভাইবিলাকৰ মাজত যি প্ৰধান
পুৰোহিতৰ মূৰত অভিষেকাৰ্থক তেল ঢলা গল,
আৰু পবিত্ৰ বস্ত্ৰবিলাক পিন্ধিবৰ নিমিত্তে নিযুক্ত
কৰা হল, তেওঁ আপোনাৰ মূৰৰ চুলি মুকলিকৈ
নেৰাখিব, আৰু আপোনাৰ কাপড় নেফালিব;
১১ আৰু তেওঁ কোনো মৰা শৱৰ ওচৰলৈ নেযাব;
আপোন পিতৃ কি মাতৃৰ নিমিত্তেও তেওঁ আপো-
১২ নাকে অশুচি নকৰিব, আৰু ধৰ্ম্মধামৰ পৰা বাহিৰ
হৈ নেযাব, আৰু আপোন ঈশ্বৰৰ ধৰ্ম্মধাম অপ-
বিত্ৰ নকৰিব; কিয়নো আপোন ঈশ্বৰৰ অভি-
ষেকাৰ্থক তেল কিৰীটিস্বৰূপে তেওঁৰ মূৰত আছে;
১৩ ময় যিহোৱা। তেওঁ কেৱল পুৰুষে স্পৰ্শ নকৰা
১৪ ছোৱালীহে বিয়া কৰিব। বিধৱা, বা স্বামীয়ে
ত্যাগ কৰা, ভ্ৰষ্টা, বা বেশ্যা, এনে তিৰুতা তেওঁ
বিয়া নকৰিব; কিন্তু আপোন লোকবিলাকৰ
মাজৰ, পুৰুষে স্পৰ্শ নকৰা কোনো ছোৱালী
১৫ বিয়া কৰিব। তেওঁ আপোন লোকবিলাকৰ মাজত
আপোন বংশ অপবিত্ৰ নকৰিব; কিয়নো ময়
তেওঁক পবিত্ৰ কৰোঁতা যিহোৱা।
১৬,১৭ যিহোৱাই মোচিক আৰু কলে, তুমি হাৰো-
ণক কোৱা, পুৰুষানুক্ৰমে তোমাৰ বংশৰ মাজত
যাৰ গাত খুণ থাকিব, সি আপোন ঈশ্বৰৰ ভক্ষ্য
১৮ উৎসৰ্গ কৰিবলৈ ওচৰ নেচাপিব। কিয়নো, যি
কোনো লোকৰ খুণ থাকিব, সি ওচৰ নেচাপিব;
১৯ কণা, খোঁৰা, কেঁচা-নকা, অধিক অঙ্গ থকা, কি
২০ ভৰি ভগা, কি হাত ভগা, কি কুঁজা, কি বাওনা,
কি চকুৰোগী, কি খজুলি থকা, কি নিকৰি থকা,
২১ কি অণ্ডকোষ কড়া, আদি কৰি কোনো খুণ থকা যি
পুৰুষ হাৰোণ পুৰোহিতৰ বংশৰ মাজত থাকিব,
সি যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ উৎসৰ্গ
কৰিবলৈ ওচৰ নেচাপিব; তাৰ খুণ আছে; সি
আপোন ঈশ্বৰৰ ভক্ষ্য উৎসৰ্গ কৰিবলৈ ওচৰ
২২ নেচাপিব। ঈশ্বৰৰ ভক্ষ্য, অৰ্থাৎ অতি পবিত্ৰ
আৰু পবিত্ৰ বস্তু দুয়োকো সি ভোজন কৰিব
২৩ পাৰিব; কেৱল প্ৰভেদক বস্ত্ৰৰ ভিতৰলৈ নোসো-
মাব, আৰু যজ্ঞবেদিৰ ওচৰ নেচাপিব, কিয়নো
তাৰ খুণ আছে; তাতে সি মোৰ পবিত্ৰ ঠাই-
বিলাক অপবিত্ৰ নকৰিব; কিয়নো ময় সেই
২৪ সকলোকে পবিত্ৰ কৰোঁতা যিহোৱা। এই ৰূপে
মোচিয়ে হাৰোণক, তেওঁৰ পুত্ৰবিলাকক, আৰু
ইস্ৰায়েলৰ আটাই সন্তানবিলাকক কলে।

উৎসৰ্গ কৰা পবিত্ৰ বস্তুৰ বিষয়ে নানা বিধি।

২২ পাছে যিহোৱাই মোচিক কলে, ইস্ৰা-
য়েলৰ সন্তানবিলাকে মোৰ উদ্দেশে যি বস্তু
পবিত্ৰ কৰে, সিবিলাকৰ সেই পবিত্ৰ বস্তুৰ পৰা
যেন নিজকে নিজে পৃথকে ৰাখে, আৰু মোৰ
পবিত্ৰ নাম অপবিত্ৰ নকৰে, এনে আজ্ঞা তুমি

হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকক দিয়া ; ময়
৩ যিহোৱা। তুমি সিবিলাকক কোৱা, ইস্ৰায়েলৰ
সন্তানবিলাকে যিহোৱাৰ উদ্দেশে পবিত্ৰ কৰা
পবিত্ৰ বস্তুৰ ওচৰলৈ, পুৰুষানুক্ৰমে তোমালোকৰ
বংশৰ মাজৰ যি কোনোৱে অশুচি হৈ ওচৰ চা-
পিব, তাক মোৰ সম্মুখৰ পৰা উচ্ছন্ন কৰা হব ; ময়
৪ যিহোৱা। হাৰোণৰ বংশৰ মাজত যি কোনো
লোক কুষ্ঠৰোগী হব, বা যি কোনোৰ গাৰ পৰা
কিবা বৈ থকা ৰোগ হব, সি শুচি নহয়মানে
পবিত্ৰ বস্তুৰ একোকে ভোজন নকৰিব ; আৰু যি
কোনোৱে মৰা শৱৰ দ্বাৰায় অশুচি হোৱা বস্তু
৫ চুব, বা যাৰ বীৰ্য্যপাত হব, বা যি বস্তুৰ
দ্বাৰায় মানুহ অশুচি হব পাৰে, এনে বগাই
ফুৰা জন্তু, বা যি কোনো প্ৰকাৰ অশৌচ মানু-
হৰ পৰা লাগিব পাৰে, অশৌচ থকা এনে
৬ মানুহক চুব, সেই চোৱা মানুহটো সন্ধ্যালৈকে
অশুচি হৈ থাকিব, আৰু পানীত আপোনাৰ
৭ গা নুধুলে পবিত্ৰ বস্তু ভোজন নকৰিব। বেলি
মাৰ গলে, সি শুচি হব ; পাছে পবিত্ৰ বস্তু ভোজন
কৰিব পাৰিব ; কিয়নো সেয়ে তাৰ আহাৰ।
৮ পুৰোহিতে আপোনাকে অশুচি কৰিবৰ অৰ্থে,
আপুনি মৰা, বা হিংসক জন্তুৱে চিৰা পশুৰ মঙহ
৯ নেখাব ; ময় যিহোৱা। এই হেতুকে সিবিলাকে
মোৰ পালনীয় পালন কৰিব লাগে ; নতুবা সিবি-
লাকে তাক অপবিত্ৰ কৰিলে, তাৰ কাৰণে সিবি-
লাক পাপত পৰিব, আৰু তাৰ নিমিত্তে মৰিব ;
ময় সিবিলাকক পবিত্ৰ কৰোঁতা যিহোৱা।
১০ পুৰোহিত বংশৰ নোহোৱা কোনো লোকে পবিত্ৰ
বস্তু নেখাব ; পুৰোহিতৰ ঘৰত থকা আলহি,
বা বেচ খোৱা চাকৰে পবিত্ৰ বস্তু ভোজন নক-
১১ ৰিব। কিন্তু যদি পুৰোহিতে ধন দি কোনো
লোকক কিনি লয়, তেন্তে সি তাক ভোজন কৰিব ;
আৰু তেওঁৰ ঘৰ-ওপজা লোকবিলাকেও তেওঁৰ
১২ আহাৰ, খাব। আৰু পুৰোহিতৰ জীয়েক যদি
আন বংশৰ মানুহে সৈতে বিয়া হয়, তেন্তে উপ-
হাৰস্বৰূপে দিয়া পবিত্ৰ বস্তু তাই ভোজন নক-
১৩ ৰিব। আৰু পুৰোহিতৰ জীয়েক যদি বিধৱা, বা
স্বামীয়ে ত্যাগ কৰা হয়, আৰু তাইৰ যদি সন্তান
নেথাকে, আৰু আপোন বাপেকৰ ঘৰলৈ আহি
জীয়াৰী কালৰ দৰে থাকে, তেন্তে তাই বাপেকৰ
আহাৰ খাব পাৰে ; কিন্তু পুৰোহিত বংশৰ
নোহোৱা কোনো লোকে তাক ভোজন নকৰিব।
১৪ আৰু যদি কোনোৱে অজ্ঞানত পবিত্ৰ বস্তু খায়,
তেন্তে সি পুৰোহিতক তাৰ ক্ষতিপূৰণ কৰিব,
আৰু তাৰ পাঁচ ভাগৰ একভাগ বেচীকৈ দিব।
১৫ এই ৰূপে, ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাৰ
উদ্দেশে উৎসৰ্গ কৰা পবিত্ৰ বস্তুবিলাক পুৰো-
১৬ হিতবিলাকে অপবিত্ৰ কৰি, ইস্ৰায়েলৰ সন্তান-
বিলাকে আপোনাবিলাকৰ পবিত্ৰ বস্তু খোৱা
সময়ত, সিবিলাকক দোষত পেলাই অপৰাধৰ
ফল ভোগ কৰাব নেলাগে ; কিয়নো ময় সিবি-
লাকক পবিত্ৰ কৰোঁতা যিহোৱা।
১৭,১৮ পাছে যিহোৱাই মোচিক কলে, তুমি
হাৰোণক, তেওঁৰ পুত্ৰবিলাকক, আৰু ইস্ৰায়েলৰ
সকলো সন্তানবিলাকক কোৱা, প্ৰতিজ্ঞা সিদ্ধ
কৰিবৰ অৰ্থে দিয়া, বা ইচ্ছামতে এনেই দিয়া,
যিহোৱাৰ উদ্দেশে হোমবলিস্বৰূপে অন্য উপ-
হাৰবিলাকৰ মাজৰ আপোনাৰ উপহাৰ যদি
ইস্ৰায়েল বংশৰ কোনো মানুহে, নাইবা ইস্ৰা-
য়েলৰ মাজত প্ৰবাস কৰা কোনো বিদেশী লোকে
১৯ আনে, তেন্তে সেয়ে গ্ৰাহ্য হবৰ নিমিত্তে, গৰুৰ,
বা মেৰৰ, বা ছাগৰ পৰা নিৰ্খুঁতী মতা পশু
২০ উৎসৰ্গ কৰিব লাগে। কিন্তু তোমালোকে খুঁত
থকা একোকে উৎসৰ্গ নকৰিবা ; কিয়নো
২১ সেয়ে তোমালোকৰ পক্ষে গ্ৰাহ্য নহব। কোনো
লোকে যদি প্ৰতিজ্ঞা সিদ্ধ কৰিবৰ অৰ্থে,
নাইবা ইচ্ছামতে এনেই দিবৰ অৰ্থে, গৰু, কি
মেৰ, কি ছাগৰ জাকৰ পৰা মঙ্গলাৰ্থক বলি
যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰে, তেন্তে গ্ৰাহ্য
হবৰ নিমিত্তে সেয়ে নিৰ্খুঁত হব লাগে ; তাত
২২ কোনো খুঁত থাকিব নেলাগে। কণা, কি ঠেং
ভগা, কি খুন হোৱা, কি পুঁজ পানী বৈ থকা, কি
খহুৰা, কি নিকৰি বচা, এনে পশু তোমালোকে
যিহোৱাৰ উদ্দেশে উৎসৰ্গ নকৰিবা ; আৰু তাৰ
একোকে যিহোৱাৰ নিমিত্তে অগ্নিকৃত উপহাৰ-
২৩ স্বৰূপে যজ্ঞবেদিত নুতুলিবা। আৰু অধিক অঙ্গ
কি কম্‌তি অঙ্গ থকা গৰু, মেৰ বা ছাগ পোৱালি
ইচ্ছামতে এনেই দিয়া উপহাৰস্বৰূপে উৎসৰ্গ
কৰিব পাৰা ; কিন্তু প্ৰতিজ্ঞা সিদ্ধ কৰিবৰ অৰ্থে
২৪ সেয়ে গ্ৰাহ্য নহব। আৰু অণ্ডকোষ চেপি ভঙা,
কি খুন্দা, কি মুচড়ি চিঙা, কি কটা, একোকে
যিহোৱাৰ উদ্দেশে উৎসৰ্গ নকৰিবা ; আৰু
তোমালোকৰ দেশত তেনে পশু বলিদান নকৰিবা।
২৫ আৰু বিদেশীৰ হাতৰ পৰাও সেইবোৰৰ মাজৰ
কিবা লৈ, তোমালোকৰ ঈশ্বৰৰ ভক্ষ্যস্বৰূপে
উৎসৰ্গ নকৰিবা ; কিয়নো সেইবোৰত দোষ
আছে, সেইবোৰত খুঁত আছে ; সেইবোৰ তোমা-
লোকৰ পক্ষে গ্ৰহণীয় নহব।
২৬,২৭ পাছে যিহোৱাই মোচিক কলে, গৰু, কি
মেৰ, কি ছাগ, জগাৰ পাছে সাত দিনলৈকে মাকৰ
লগত থাকিব ; পাছে অষ্টম দিনৰ পৰা, যিহো-
ৱাৰ উদ্দেশে আগ কৰা অগ্নিকৃত উপহাৰৰ
২৮ নিমিত্তে, তাক গ্ৰহণ কৰা হব। গাই গৰু হওক
কি মাইকী মেৰ বা ছাগলী হওক, তাইক তাইৰ
পোৱালিয়ে সৈতে একে দিনাই মাৰিব নেলাগে।
২৯ তোমালোকে যি সময়ত যিহোৱাৰ উদ্দেশে

অনুগ্রহ মনা বলি উৎসর্গ করিবা, সেই সময়ত,
গ্রাহ্য হবর নিমিত্তেহে তাক উৎসর্গ করিবা।
৩০ সেই একে দিনাই তাক ভোজন করিব লাগিব;
তোমালোকে রাতিপুৱালৈ তার একোকে অৱ-
৩১ শিষ্ট নেৰাখিবা; ময় যিহোৱা। এই হেতুকে
তোমালোকে মোর আজ্ঞাবিলাক পালন করি,
সেই অনুসারে কার্য্য করিবা; ময় যিহোৱা।
৩২ আরু তোমালোকে মোর পবিত্র নাম অপবিত্র
নকরিবা; কিন্তু ময় ইস্রায়েলর সন্তানবিলাকর
৩৩ মাজত পবিত্রীকৃত হম। তোমালোকর ঈশ্বর
হবর নিমিত্তে মিচর দেশর পরা তোমালোকক
উলিয়াই অনা তোমালোকক পবিত্র কৰোঁতা
যিহোৱা ময়, ময় যিহোৱা।

পর্ব্বর আরু প্রায়শ্চিত্তদিনর বিষয়।

২৩ তার পাছে যিহোৱাই মোচিক কলে,
২ তুমি ইস্রায়েলর সন্তানবিলাকক কোৱা,
সিবিলাকক এই কথা কোৱা, তোমালোকে
যিহোৱার যি সকলো পর্ব্ব পবিত্র সভা বুলি
ঘোষণা করিবা, মোর সেইবিলাক পর্ব্ব এই।
৩ ছদিন কাম করা যাব; কিন্তু সপ্তম দিন সম্পূর্ণ
বিশ্রামর বিশ্রামদিন; সেই দিনা পবিত্র সভা
হব; সেই দিনা তোমালোকে কোনো প্রকার
কাম নকরিবা; সেয়ে তোমালোক থকা সকলো
ঠাইতে যিহোৱার উদ্দেশে বিশ্রামদিন হব।
৪ যিহোৱার যিবিলাক পর্ব্ব, যিবিলাক পবিত্র
সভা তোমালোকে আপোন আপোন নিরূপিত
৫ সময়ত ঘোষণা করিবা, সেইবিলাক এই। প্রথম
মাহর চতুর্দ্দশ দিনর সন্ধ্যা সময়ত যিহোৱার
৬ উদ্দেশে নিস্তারপর্ব্ব হব। আরু সেই মাহর পঞ্চ-
দশ দিনা যিহোৱার উদ্দেশে খমীর নিদিয়া
পিঠার উৎসৱ হব; তোমালোকে সাত দিন
৭ খমীর নিদিয়া পিঠা ভোজন করিবা। প্রথম দিনা
তোমালোকর পবিত্র সভা হব; সেই দিনা তোমা-
৮ লোকে কোনো ব্যৱসায়র কর্ম্ম নকরিবা। কিন্তু
সাত দিন যিহোৱার উদ্দেশে অগ্নিকৃত উপহার
উৎসর্গ করিবা; সপ্তম দিনা পবিত্র সভা হব;
সেই দিনা তোমালোকে কোনো ব্যৱসায়র কর্ম্ম
নকরিবা।
৯,১০ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্রা-
য়েলর সন্তানবিলাকক কোৱা, ময় তোমালোকক
যি দেশ দিম, সেই দেশত সোমালে তোমালোকে
যেতিয়া তাত শস্য দাবা, তেতিয়া, তোমালোকে
দোৱা শস্যর আগ ভাগ বুলি একাওরি পুরোহিতর
১১ ওচরলৈ আনিবা। তোমালোক গ্রাহ্য হবর নি-
মিত্তে, তেওঁ যিহোৱার আগত সেই আওরি দো-
১২ লাব; বিশ্রামবারর পাছদিনা পুরোহিতে তাক
দোলাব। আরু যি দিনা তোমালোকে সেই
আওরি দোলোৱাবা, সেই দিনা যিহোৱার
উদ্দেশে হোমর অর্থে এটা একছরীয়া নির্দ্দোষী
১৩ মতা মের পোৱালি উৎসর্গ করিবা। তার ভক্ষ্য
নৈবেদ্য ঐফার দহ ভাগর দুভাগ তেল মিহ-
লোৱা মিহি আটাগুরি; সেয়ে যিহোৱার
উদ্দেশে সুঘ্রাণর অর্থে অগ্নিকৃত উপহার হব;
আরু তার পেয় নৈবেদ্য এক হীন দ্রাক্ষারসর
১৪ চারি ভাগর একভাগ হব। আরু তোমালোকে
আপোন ঈশ্বরর উদ্দেশে এই উপহার নমা দিন-
লৈকে, পিঠা, বা ভজা শস্য, বা চিওা নতুন ঠেঁই
ভোজন নকরিবা; তোমালোকে থকা আটাই
ঠাইতে এয়ে পুরুষানুক্রমে পালন করিব লগীয়া
সদাকালর বিধি।
১৫ সেই বিশ্রামবারর পাছদিনার পরা, দোলনীয়
নৈবেদ্যস্বরূপে আওরি অনা দিনার পরা তোমা-
১৬ লোকে পূরা সাত বিশ্রামবার লেখ করিবা। এই
রূপে সপ্তম বিশ্রামবারর পাছদিনালৈকে তোমা-
লোকে পঞ্চাশ দিন লেখ করি, যিহোৱার
উদ্দেশে নতুন ভক্ষ্য নৈবেদ্য উৎসর্গ করিবা।
১৭ তোমালোকে থকা ঠাইর পরা দোলনীয় নৈবেদ্যর
অর্থে ঐফার দহ ভাগর দুভাগর দুটা পিঠা
আনিবা; সেইবোর মিহি আটাগুরিরে যুগুত
করা আরু খমীর দি তন্দুরত তাও দিয়া হব লাগে;
সেইবোর যিহোৱার উদ্দেশে প্রথমে পকা শস্যর
১৮ আগ ভাগ হব। আরু তোমালোকে সেই দুটা
পিঠার লগত সাতোটা একছরীয়া নির্দ্দোষী মের
পোৱালি, আরু এটা দমৰা গরু, আরু দুটা মতা
মের উৎসর্গ করিবা; সেইবোরর আপোন
আপোন ভক্ষ্য নৈবেদ্য আরু পেয় নৈবেদ্যেরে
সৈতে সেইবোর যিহোৱার উদ্দেশে হোমবলি,
যিহোৱার উদ্দেশে সুঘ্রাণ দিয়া অগ্নিকৃত উপহার
১৯ হব। আরু তোমালোকে পাপার্থক বলির নিমিত্তে
এটা মতা ছাগ, আরু মঙ্গলার্থক বলির নিমিত্তে
দুটা একছরীয়া মতা মের পোৱালি উৎসর্গ
২০ করিবা। আরু পুরোহিতে সেই প্রথমে পকা শস্যর
পিঠারে সৈতে, যিহোৱার আগত দোলনীয়
নৈবেদ্যস্বরূপে সেইবোর দোলাব; মের পোৱালি
দুটারে সৈতে সেইবোর পুরোহিতর নিমিত্তে
২১ যিহোৱার উদ্দেশে পবিত্র হব। আরু সেই
দিনাই তোমালোকে ঘোষণা করিবা; তোমা-
লোকর পবিত্র সভা হব; তোমালোকে কোনো
ব্যৱসায়র কর্ম্ম নকরিবা; এয়ে তোমালোকে
থকা সকলো ঠাইতে পুরুষানুক্রমে পালন করিব
লগীয়া সদাকালর বিধি।
২২ আরু তোমালোকে আপোন আপোন ভূমিত
উৎপন্ন হোৱা শস্য দাবর কালত, খেতির চুকত
থকা শস্য শেষ নথকাকৈ নেদাবা, আরু তোমার
খেতির এৰি যোৱা শস্য নুবুটলিবা; তুমি

দুঃখীয়া আৰু বিদেশীৰ নিমিত্তে তাক এৰি যাবা;
ময় তোমালোকৰ ঈশ্বৰ যিহোৱা।
২৩,২৪ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্রা-
য়েলৰ সন্তানবিলাকক কোৱা, সপ্তম মাহৰ প্ৰথম
দিনা তোমালোকৰ সম্পূৰ্ণ বিশ্ৰামৰ বিশ্ৰামদিন,
শিঙা বজাই সোঁৱৰণ কৰোৱা দিন, আৰু
২৫ পবিত্ৰ সভা হব। সেই দিনা তোমালোকে কোনো
ব্যৱসায়ৰ কৰ্ম্ম নকৰিবা, আৰু তোমালোকে
যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ উৎসৰ্গ
কৰিবা।
২৬,২৭ আৰু যিহোৱাই মোচিক কলে, সেই সপ্তম
মাহৰ দশম দিন অৱশ্যে প্ৰায়শ্চিত্তৰ দিন হব;
সেই দিনা তোমালোকৰ পবিত্ৰ সভা হব, আৰু
তোমালোকে আপোন আপোন প্ৰাণক দুঃখ
দিবা, আৰু যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ
২৮ উৎসৰ্গ কৰিবা। আৰু সেই দিনা তোমালোকে
কোনো প্ৰকাৰ কাম নকৰিবা; কিয়নো তোমা-
লোকৰ ঈশ্বৰ যিহোৱাৰ আগত তোমালোকক
প্ৰায়শ্চিত্ত কৰিবলৈ সেয়ে প্ৰায়শ্চিত্তৰ দিন হব।
২৯ কিয়নো যি কোনোৱে সেই দিনা আপোন
প্ৰাণক দুঃখ নিদিব, তাক আপোন লোকবিলা-
৩০ কৰ মাজৰ পৰা উচ্ছন্ন কৰা হব। আৰু যি কোনো
লোকে সেই দিনা কোনো প্ৰকাৰ কাম কৰিব,
ময় তাক তাৰ লোকবিলাকৰ মাজৰ পৰা বিনষ্ট
৩১ কৰিম। তোমালোকে কোনো প্ৰকাৰ কাম নক-
ৰিবা; এয়ে তোমালোকৰ আটাই নিবাসৰ
ঠাইত পুৰুষানুক্ৰমে পালন কৰিব লগীয়া চিৰ-
৩২ স্থায়ী বিধি। সেই দিন তোমালোকৰ সম্পূৰ্ণ
বিশ্ৰামৰ বিশ্ৰামদিন হব; তোমালোকে আপোন
আপোন প্ৰাণক দুঃখ দিবা; সেই মাহৰ নৱম
দিনা সন্ধ্যা কালত, এক সন্ধ্যাৰ পৰা আন সন্ধ্যা-
লৈকে তোমালোকে আপোনাবিলাকৰ সেই
বিশ্ৰামদিন পালন কৰিবা।
৩৩,৩৪ আৰু যিহোৱাই মোচিক কলে, তুমি ইস্রা-
য়েলৰ সন্তানবিলাকক কোৱা, সেই সপ্তম মাহৰ
পঞ্চদশ দিনাৰ পৰা সাত দিনলৈকে যিহোৱাৰ
৩৫ উদ্দেশে পঁজাপৰ্ব্ব হব। প্ৰথম দিনা পবিত্ৰ সভা
হব; সেই দিনা তোমালোকে কোনো ব্যৱসায়ৰ
৩৬ কৰ্ম্ম নকৰিবা। সাত দিনলৈকে যিহোৱাৰ উদ্দে-
শে অগ্নিকৃত উপহাৰ উৎসৰ্গ কৰিবা; অষ্টম দিনা
তোমালোকৰ পবিত্ৰ সভা হব, আৰু তোমালোকে
যিহোৱাৰ উদ্দেশে অগ্নিকৃত উপহাৰ উৎসৰ্গ
কৰিবা; সেয়ে ধৰ্ম্মসভা; সেই দিনা তোমালোকে
কোনো ব্যৱসায়ৰ কৰ্ম্ম নকৰিবা।
৩৭ যিহোৱাৰ বিশ্ৰামবাৰবিলাকৰ বাহিৰে, আৰু
তোমালোকে যিহোৱাৰ উদ্দেশে যি যি দান
দিয়া, প্ৰতিজ্ঞা সিদ্ধ কৰিবৰ অৰ্থে, আৰু ইচ্ছা-
মতে এনেই দিবৰ অৰ্থে যিহোৱাৰ উদ্দেশে
তোমালোকে যি যি উপহাৰ দিয়া, সেইবোৰৰ
৩৮ বাহিৰে, অগ্নিকৃত উপহাৰ, অৰ্থাৎ হোমবলি,
ভক্ষ্য নৈবেদ্য, মঙ্গলাৰ্থক বলি, আৰু পেয়
নৈবেদ্য আপোন আপোন দিনত উৎসৰ্গ কৰি-
বলৈ, তোমালোকে পবিত্ৰ সভা বুলি ঘোষণা
কৰিব লগীয়া যিহোৱাৰ পৰ্ব্ব এইবিলাক।
৩৯ ভূমিত উৎপন্ন হোৱা শস্য চপোৱাৰ পাছে,
সপ্তম মাহৰ পঞ্চদশ দিনাৰ পৰা সাত দিন
তোমালোকে অৱশ্যে যিহোৱাৰ উদ্দেশে উৎসৱ
পালন কৰিবা; প্ৰথম দিন সম্পূৰ্ণ বিশ্ৰামৰ
বিশ্ৰামদিন, আৰু অষ্টম দিনাও সম্পূৰ্ণ বিশ্ৰামৰ
৪০ বিশ্ৰামদিন হব। আৰু প্ৰথম দিনা তোমালোকে
সুৱনী গছৰ গুটী, খৰ্জ্জুৰ গছৰ পাত, ঘনপত্ৰীয়া
গছৰ ডাল, আৰু জুৰীৰ পাৰত থকা বাইচী গছ
লৈ, তোমালোকৰ ঈশ্বৰ যিহোৱাৰ আগত সাত
৪১ দিন আনন্দ কৰিবা। আৰু তোমালোকে বছৰে
বছৰে সাত দিন যিহোৱাৰ উদ্দেশে সেই উৎসৱ
পালন কৰিবা; এয়ে তোমালোকৰ পুৰুষানুক্ৰমে
পালন কৰিব লগীয়া চিৰস্থায়ী বিধি; সপ্তম
মাহত তোমালোকে সেই উৎসৱ পালন কৰিবা।
৪২ ময় ইস্রায়েলৰ সন্তানবিলাকক মিচৰ দেশৰ পৰা
উলিয়াই অনা সময়ত যে পঁজাত বাস কৰাই-
ছিলোঁ, তাক তোমালোকৰ ভাবিবংশই জানিবৰ
৪৩ নিমিত্তে, তোমালোকে সাত দিন পঁজাত বাস
কৰিবা, ইস্রায়েল বংশত ওপজা সকলোৱে পঁজাত
বাস কৰিব; ময় তোমালোকৰ ঈশ্বৰ যিহোৱা।
৪৪ তেতিয়া মোচিয়ে ইস্রায়েলৰ সন্তানবিলাকক
যিহোৱাৰ সকলো পৰ্ব্বৰ কথা জনালে।

প্ৰদীপ, দৰ্শনপিঠা, ঈশ্বৰৰ নাম নিন্দা কৰা
আদি বিষয়ৰ বিধি।

২৪ পাছে যিহোৱাই মোচিক কলে, সদায়
প্ৰদীপ জ্বলাই পোহৰ কৰিবৰ নিমিত্তে,
খুন্দি উলিওৱা জিতবৃক্ষৰ গুটীৰ নিৰ্ম্মল তেল
তোমাৰ ওচৰলৈ আনিবলৈ, তুমি ইস্রায়েলৰ
৩ সন্তানবিলাকক আজ্ঞা কৰা। সাক্ষাৎ কৰা তম্বুৰ
ভিতৰত সাক্ষ্যকলিৰ চন্দুকৰ আগত থকা প্ৰভেদক
বস্ত্ৰৰ বাহিৰে, হাৰোণে যিহোৱাৰ আগত গো-
ধূলি আৰু ৰাতিপুৱা নিত্যে নিত্যে তাক যুগুত
কৰি থব; এয়ে তোমালোকে পুৰুষানুক্ৰমে পালন
৪ কৰিব লগীয়া চিৰস্থায়ী বিধি। তেওঁ শুদ্ধ সোণৰ
দীপাধাৰৰ ওপৰত যিহোৱাৰ সন্মুখত, নিত্যে
নিত্যে সেই প্ৰদীপবোৰ যুগুত কৰি থব।
৫ আৰু তুমি মিহি আটাগুৰি লৈ, বাৰটা পিঠা
তন্দুৰত তাও দিবা; প্ৰত্যেক পিঠাত ঐফাৰ দহ
৬ ভাগৰ দুভাগ আটাগুৰি হব। পাছে তুমি
শাৰিত ছটাকৈ দুশাৰি কৰি, যিহোৱাৰ আগত
শুদ্ধ সোণৰ মেজখনৰ ওপৰত সেইবোৰ ৰাখিবা।

৭ আৰু প্ৰত্যেক শাৰিৰ ওপৰত নিৰ্ম্মল ধূনাৰু
দিবা ; তাতে সেই পিঠাৰ ওপৰত সেয়ে সোঁৱৰণৰ
অৰ্থে হব ; সেয়ে যিহোৱাৰ উদ্দেশে অগ্নিকৃত
৮ উপহাৰ হব । আৰু পুৰোহিতে প্ৰত্যেক বিশ্ৰাম-
বাৰে যিহোৱাৰ আগত সেই পিঠা নিত্যে নিত্যে
সজাই থব ; এটী চিৰস্থায়ী নিয়মৰ চিনস্বৰূপে
তাক ইস্ৰায়েলৰ সন্তানবিলাকৰ পক্ষে দিয়া যায় ।
৯ আৰু সেয়ে হাৰোণৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ
হব ; সিবিলাকে কোনো পবিত্ৰ ঠাইত তাক
ভোজন কৰিব ; কিয়নো যিহোৱাৰ উদ্দেশে দিয়া
অগ্নিকৃত উপহাৰবিলাকৰ মাজত সেযে তেওঁৰ
অৰ্থে অতি পবিত্ৰ ; সেয়ে তেওঁৰ চিৰস্থায়ী
অধিকাৰ ।
১০ পাছে মাক ইস্ৰায়েলীয়া, কিন্তু বাপেক মিচ-
ৰীয়া, এনে এজন মানুহ ওলাই ইস্ৰায়েলৰ
সন্তানবিলাকৰ মাজলৈ গল ; তাতে ছাউনিৰ
মাজত সেই ইস্ৰায়েলীয়া তিৰুতাৰ পুতেকে সৈতে
১১ এটা ইস্ৰায়েলীয়া মানুহৰ দ্বন্দ্ব লাগিল । তেতিয়া
সেই ইস্ৰায়েলীয়া তিৰুতাৰ লৰাই যিহোৱাৰ
নামৰ নিন্দা কৰি শাও দিয়াত, লোকবিলাকে
তাক মোচিৰ ওৰিলৈ নিলে । তাৰ মাকৰ নাম
চলোমীথ ; তাই দান ফৈদীয়া, দিব্ৰীৰ জীয়েক ।
১২ পাছে লোকবিলাকে তাক বন্ধ কৰি ৰাখি, যিহো-
ৱাৰ মুখৰ পৰা ঠিক আদেশ পাবলৈ বাট চাই
থাকিল ।
১৩, ১৪ তাতে যিহোৱাই মোচিক কলে, তুমি সেই
শাও দিয়াটোক ছাউনিৰ বাহিৰলৈ লৈ যোৱা ;
পাছে যিবিলাকে শুনিলে, সেই সকলোবিলাকে
তাৰ মূৰত হাত দিওক, আৰু গোটেই মণ্ড-
১৫ লীয়ে শিল দলিয়াই তাক বধ কৰোক । আৰু
তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, যি
কোনোৱে আপোনাৰ ঈশ্বৰক শাও দিব, সি
১৬ আপোনাৰ পাপৰ ফল ভোগ কৰিব । আৰু যি
জনে যিহোৱাৰ নামৰ নিন্দা কৰিব, সেই জনৰ
অৱশ্যে প্ৰাণদণ্ড হব ; গোটেই মণ্ডলীয়ে শিল
দলিয়াই তাক অৱশ্যে বধ কৰিব ; যেতিয়া কো-
নোৱে সেই নামৰ নিন্দা কৰিব, তেতিয়া বিদেশী
১৭ হওক বা স্বদেশীয়েই হওক, তাৰ প্ৰাণদণ্ড হব । আৰু
যি কোনোৱে মানুহক মৰাকৈ মাৰিব, তাৰ প্ৰাণদণ্ড
১৮ অৱশ্যে হব । আৰু যি কোনোৱে পশুক মৰাকৈ
মাৰিব, সি তাৰ সলনি দিব ; প্ৰাণীৰ সলনি
১৯ প্ৰাণী । আৰু যদি কোনোৱে কোনো লোকৰ
গা ঘুণীয়া কৰে, তেন্তে সি যেনে কৰিলে,
২০ তাৰৈকো তেনে কৰা যাব ; অঙ্গ ভঙ্গাৰ সলনি
অঙ্গ ভঙ্গা, চকুৰ সলনি চকু, দাঁতৰ সলনি দাঁত,
মানুহৰ যাক যেনেকৈ ঘুণীয়া কৰে, তাক তেনেকৈ
২১ কৰা যাব । যি জনে পশু বধ কৰিব, সি তাৰ
সলনি দিব ; কিন্তু যি জনে মানুহ বধ কৰিব,
২২ তাৰ প্ৰাণদণ্ড হব । তোমালোকৰ স্বদেশীয় আৰু
বিদেশীয় উভয়ৰ নিমিত্তে একে ৰূপ বিধি হব ;
কিয়নো মই তোমালোকৰ ঈশ্বৰ যিহোৱা ।
২৩ পাছে মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকলৈ এই
আজ্ঞা প্ৰকাশ কৰিলত, সিবিলাকে সেই শাও
দিয়াটোক ছাউনিৰ বাহিৰলৈ নি, শিল দলি-
য়াই বধ কৰিলে । যিহোৱাই মোচিক আজ্ঞা
কৰাৰ দৰেই, ইস্ৰায়েলৰ সন্তানবিলাকে কাৰ্য্য
কৰিলে ।

### বিশ্ৰামবছৰ আৰু যোবেল বছৰৰ বিষয় ।

২৫ পাছে যিহোৱাই চীনয় পৰ্ব্বতত মোচিক
২ কলে, তুমি ইস্ৰায়েলৰ সন্তানবিলাকক
কোৱা, মই তোমালোকক যি দেশ দিম, তোমা-
লোকে সেই দেশত সোমালে, যিহোৱাৰ উদ্দেশে
৩ ভূমিয়ে বিশ্ৰাম ভোগ কৰিব : তুমি ছবছৰ
আপোন পথাৰত গুটী ববা, আৰু ছবছৰ আপোন
বাৰীৰ দ্ৰাক্ষালতা কলম দিবা, আৰু তাৰ গুটী
৪ চপাবা । কিন্তু সপ্তম বছৰ ভূমিৰ সম্পূৰ্ণ বিশ্ৰামৰ
বিশ্ৰামকাল হব, যিহোৱাৰ উদ্দেশে বিশ্ৰামকাল
হব ; সেই বছৰত তুমি আপোন পথাৰত গুটী
৫ নববা, আৰু দ্ৰাক্ষালতা কলম নিদিবা । তুমি
আপোন পথাৰত আপুনি হোৱা শস্য নেদাবা,
আৰু কলম নিদিয়া দ্ৰাক্ষালতাৰ গুটী নচপাবা ;
৬ সেয়ে ভূমিৰ সম্পূৰ্ণ বিশ্ৰামৰ বছৰ হব । তাতে,
বিশ্ৰামবছৰত হোৱা ভূমিৰ শস্য তোমালোকলৈ
আহাৰ হব ; অৰ্থাৎ তোমাৰ পথাৰত উৎপন্ন
হোৱা সকলো শস্য তোমাৰ, আৰু তোমাৰ বন্দাৰ,
বেটীৰ, তোমাৰ লগত থকা বেচ খোৱা চাকৰ
৭ ও বিদেশীৰ, আৰু তোমাৰ পশুৰ, আৰু দেশত
থকা বনৰীয়া পশুৰ আহাৰৰ অৰ্থে হব ।
৮ তুমি আপোনাৰ নিমিত্তে সাত বিশ্ৰামবছৰ,
সাত গুণ সাত বছৰ লেখ কৰিবা ; তাতে সাত
বিশ্ৰামবছৰৰ কাল ঊনপঞ্চাশ বছৰ হব ।
৯ তেতিয়া সপ্তম মাহৰ দশম দিনা দেশৰ সকলো
ফালে বৰ মাতৰ শিঙ্গা বজাবা ; প্ৰায়শ্চিত্তৰ
দিনা তোমালোকৰ দেশৰ সকলো ফালে শিঙ্গা
১০ বজাবা । তোমালোকে পঞ্চাশ বছৰৰ বছৰ
পবিত্ৰ বুলি মানিবা, আৰু গোটেই দেশত তাৰ
সকলো নিবাসীবিলাকলৈ মুক্তি ঘোষণা কৰিবা ;
সেয়ে তোমালোকৰ নিমিত্তে যোবেল [অৰ্থাৎ
শিঙ্গা বজোৱা বছৰ] হব ; আৰু তোমালোক
প্ৰতিজন আপোন আপোন অধিপত্যলৈ উলটি
যাবা, আৰু তোমালোক প্ৰতিজন আপোন আ-
১১ পোন গোষ্ঠীৰ ওচৰলৈ উভটি যাবা । সেই পঞ্চাশ
বছৰৰ বছৰ তোমালোকৰ নিমিত্তে যোবেল বছৰ
হব ; সেই বছৰত তোমালোকে গুটী নববা,
আপুনি হোৱা শস্যও নেদাবা, আৰু কলম নি-
১২ দিয়া দ্ৰাক্ষালতাৰ গুটীও নচপাবা । কিয়নো

সেয়ে যোবেল বছর ; সেয়ে তোমালোকলৈ
পবিত্র হব ; তোমালোকে সেই বছরত আপুনি
উৎপন্ন হোৱা শস্য পথাৰৰ পৰা আনিয়েই
১৩ খাবা। সেই যোবেল বছরত তোমালোক প্ৰতি-
জন আপোন আপোন আধিপত্যলৈ উলটি যাবা।
১৪ যদি তুমি লোকক কোনো মাটী বেচা, বা লোকৰ
পৰা কিনা, তেতিয়া তোমালোকে ইজনে সিজনক
১৫ অন্যায় নকৰিবা। তুমি যোবেলৰ পাছত হোৱা
বছৰৰ লেখ অনুসাৰে লোকৰ পৰা মাটী কিনিবা,
আৰু শস্য উৎপন্ন হোৱা বছৰৰ সংখ্যা অনুসাৰে
১৬ সি তোমাক বেচিব। যোবেললৈ বেচী বছৰ থা-
কিলে বেচী দাম কৰিবা, আৰু কম বছৰ থাকিলে
কম দাম কৰিবা ; কিয়নো সি শস্য উৎপন্ন হোৱা
বছৰৰ সংখ্যা অনুসাৰে তোমাক মাটী বেচে।
১৭ আৰু তোমালোকে ইজনে সিজনক অন্যায় নক-
ৰিবা, কিন্তু আপোন ঈশ্বৰক ভয় কৰিবা ;
১৮ কিয়নো ময় তোমালোকৰ ঈশ্বৰ যিহোৱা। এই
কাৰণে তোমালোকে মোৰ বিধি অনুসাৰে আচ-
ৰণ কৰিবা, আৰু মোৰ শাসনপ্ৰণালী পালন
কৰি, সেই অনুসাৰে কাৰ্য্য কৰিবা ; তাতে তোমা-
১৯ লোকে দেশত নিৰ্ভয়ে বাস কৰিবা। আৰু ভূমিয়ে
নিজ শস্য উৎপন্ন কৰিব ; তাতে তোমালোকে
হেঁপাহ পলোৱাকৈ খাবলৈ পাবা, আৰু দেশত
২০ নিৰ্ভয়ে থাকিবা। আৰু দেখা, পথাৰত নবলে,
আৰু তাত উৎপন্ন হোৱা গুটী নচপালে, আমি
সপ্তম বছৰত কি খাম ? এনে কথা যদি তোমা-
২১ লোকে কোৱা, তেনে হলে, ময় ষষ্ঠ বছৰত তোমা-
লোকৰ ওপৰত আশীৰ্ব্বাদ পড়িবলৈ আদেশ
কৰিম ; তাতে ভূমিয়ে সেই বছৰত তিনি বছৰলৈ
২২ জোৱাকৈ শস্য উৎপন্ন কৰিব। পাছে অষ্টম
বছৰত তোমালোকে গুটী ববা, কিন্তু তেতিয়াও
পুৰণী শস্য খাবা ; নৱম বছৰৰ শস্য নহয়মানে
২৩ তোমালোকে পুৰণী শস্য খাই থাকিবা। আৰু
মাটী চিৰকালৰ নিমিত্তে বেচা নহব ; কিয়নো
মাটী মোৰেই, আৰু তোমালোক মোৰ লগত
২৪ অতিথি আৰু প্ৰবাসী আছা। আৰু তোমালোকৰ
আধিপত্যৰ সকলো দেশত মাটী মোকোলাবলৈ
ক্ষমতা দিবা।
২৫ তোমাৰ ভাই যদি দুঃখীয়া হৈ তাৰ আধি-
পত্যৰ মাটীৰ কিছু বেচে, তেন্তে তাক মোক-
লাব পৰা ওচৰসম্বন্ধীয়াই আহি, আপোন
২৬ ভায়েকে বেচা মাটী মোকলাই দিব। আৰু যাৰ
মুকলি কৰোঁতা গৰাকী নাই, কিন্তু সি চহকী
হোৱাত, তাৰ যদি আপুনি মুকলি কৰিব পৰা
২৭ সমৰ্থ হয়, তেন্তে সি তাক বেচা বছৰ লেখ কৰি,
বাকী থকা ধন বেচা জনক ওলোটাই দিব ;
তেতিয়া সি পুনৰায় তাৰ নিজৰ আধিপত্য পাব।
২৮ কিন্তু যদি সি তাক ওলোটাই লবলৈ অসমৰ্থ হয়,
তেন্তে সেই বেচা মাটী যোবেল বছৰলৈকে কিনা
জনৰ হাতত থাকিব ; পাছে যোবেল বছৰত
সেয়ে মুকলি হব, তেতিয়া তাৰ আধিপত্য সি
পুনৰায় পাব।
২৯ আৰু যদি গড়েৰে আবৃত থকা নগৰৰ ভিতৰত
বাস কৰা ঘৰ কোনোৱে বেচে, তেন্তে সি বেচাৰ
পাছত সম্পূৰ্ণ এবছৰৰ ভিতৰত তাক মুকলি
কৰিব পাৰিব ; গোটেই বছৰৰ ভিতৰত তাক
৩০ মুকলি কৰিবলৈ তাৰ ক্ষমতা থাকিব। কিন্তু
যদি পূৰা এবছৰৰ ভিতৰত তাক মুকলি কৰা
নহয়, তেন্তে গড়েৰে আবৃত থকা নগৰৰ সেই ঘৰ
পুৰুষানুক্ৰমে চিৰকাললৈ কিনা জনৰ অধিকাৰ
হব ; সেয়ে যোবেল বছৰতো মুকলি নহব।
৩১ কিন্তু গড়েৰে আবৃত নোহোৱা গাঁৱত থকা যি-
বোৰ ঘৰ, সেইবোৰ নগৰৰ বাহিৰৰ মাটীৰ লগত
লেখ কৰা হব ; সেইবোৰক মোকলাব পাৰে,
আৰু যোবেল বছৰত সেইবোৰ মুকলি হৈ যাব।
৩২ তথাপি লেবীয়াবিলাকৰ আধিপত্য থকা নগৰৰ
ঘৰবোৰ লেবীয়াবিলাকে যেতিয়াই তেতিয়াই
৩৩ মুকলি কৰিব পাৰিব। যদি লেবীয়াবিলাকৰ মাজৰ
কোনেও তাক মুকলি নকৰে, তেন্তে লেবীয়াবিলা-
কৰ আধিপত্যত থকা সেই বেচা ঘৰ যোবেল
বছৰত মুকলি হৈ যাব ; কিয়নো লেবীয়াবিলাকৰ
নগৰৰ ঘৰবোৰ ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত
৩৪ থকা সিবিলাকৰ আধিপত্য। কিন্তু সিবিলাকৰ
নগৰৰ চৰণী পথাৰ বেচা নহব ; কিয়নো সেয়ে
সিবিলাকৰ চিৰকলীয়া আধিপত্য।
৩৫ আৰু তোমাৰ ভাই যদি দুঃখীয়া হয়, আৰু
তোমাৰ আগত কঙ্গাল হৈ পৰে, তেন্তে তাক তুমি
সহায় কৰিবা ; সি বিদেশী আৰু প্ৰবাসীৰ
নিচিনাকৈ তোমাৰ লগত জীৱনধাৰণ কৰিব।
৩৬ তোমাৰ ভাই তোমাৰ লগত জীৱনধাৰণ কৰি-
বলৈ, তুমি তাৰ পৰা সুদ বা বাঢ়ি নলবা, কিন্তু
৩৭ আপোন ঈশ্বৰক ভয় কৰিবা। তুমি সুদলৈ তাক
ধন নিদিবা, বা বাঢ়িলৈ তাক অন্ন নিদিবা।
৩৮ যি জনাই তোমালোকক কনান দেশ দিবৰ
নিমিত্তে, তোমালোকৰ ঈশ্বৰ হবলৈ তোমা-
লোকক মিচৰ দেশৰ পৰা উলিয়াই আনিলে,
তোমালোকৰ সেই ঈশ্বৰ যিহোৱা ময়।
৩৯ আৰু তোমাৰ ভাই যদি তোমাৰ গুৰিত
দুঃখীয়া হৈ, আপোনাকে আপুনি তোমাৰ গুৰিত
বেচে, তেন্তে তুমি তাক বন্দীৰ নিচিনাকৈ কাম
৪০ নকৰাবা। সি বেচ খোৱা চাকৰ আৰু প্ৰবাসীৰ
নিচিনাকৈ তোমাৰ লগত থাকি, যোবেল বছৰ
৪১ লৈকে তোমাক খাটি দিব। পাছে সি আপোন
সন্তানবিলাকে সৈতে মুকলি হৈ আপোন
গোষ্ঠীৰ ওচৰলৈ উলটি যাব, আৰু আপোন
৪২ পৈতৃক আধিপত্যলৈ উলটি যাব। কিয়নে

সিবিলাক, মই মিচৰ দেশৰ পৰা উলিয়াই অনা
মোৰ দাস ; সিবিলাকক বন্দীস্বৰূপে বেচা নহব।
৪৩ তুমি তালৈ কঠিন ব্যৱহাৰ নকৰিবা, কিন্তু
৪৪ আপোন ঈশ্বৰক ভয় কৰিবা। তোমাক বন্দী
আৰু বেটী লাগিলে, তোমালোকৰ চাৰিওকালে
থকা জাতিবিলাকৰ মাজৰ পৰা সিহঁতক কিনি
৪৫ লবা। আৰু তোমালোকৰ মাজত প্ৰবাস কৰা
আন জাতিৰ সন্তানবিলাকৰ, আৰু তোমালোকৰ
দেশত সিহঁতৰ পৰা জন্মা সিহঁতৰ যি যি গোষ্ঠী
তোমালোকৰ লগত বাস কৰিছে, সিহঁতৰ পৰাও
কিনিবা ; সিহঁতৰ ওপৰত তোমালোকৰ অধিকাৰ
৪৬ থাকিব। আৰু তোমালোকে আপোন আপোন
ভাবিসন্তানবিলাকৰ আধিপত্যৰ নিমিত্তে দিব
লগা ভাগস্বৰূপে সিহঁতক দিব পাৰিবা, আৰু
চিৰকাললৈকে সিহঁতক বন্দীকাম কৰাব পাৰিবা ;
কিন্তু আপোন ভাই ইস্ৰায়েলৰ সন্তানবিলাকৰ
মাজত হলে, তোমালোক কোনেও কাৰো ওপৰত
কঠিন ব্যৱহাৰ নকৰিবা।

৪৭ আৰু যদি তোমালোকৰ মাজত কোনো
প্ৰবাসী বা বিদেশী লোক ধনী হয়, আৰু তাৰ
ওচৰত থকা তোমাৰ ভাই দৰিদ্ৰ হৈ, সেই প্ৰবা-
সীৰ বা বিদেশীৰ ওৰিত, বা বিদেশীৰ গোষ্ঠীত
৪৮ জন্মা লোকৰ ওৰিত নিজকে বেচে, তেন্তে, বেচাৰ
পাছে তাক মোকলাব পাৰে; তাৰ ভায়েকবিলা-
৪৯ কৰ মাজৰ কোনোৱে তাক মোকলাব পাৰে; বা
তাৰ দদায়েক কি মোমায়েক, বা দদায়েকৰ পুতেক
কি মোমায়েকৰ পুতেকে তাক মুকলি কৰিব পাৰে ;
বা তাৰ গোষ্ঠীৰ মাজৰ তাৰ ওচৰসম্বন্ধীয়াই তাক
মুকলি কৰিব পাৰে ; নাইবা যদি সি ধনী হয়,
তেন্তে সি আপুনি আপোনাকে মুকলি কৰিব
৫০ পাৰে। তাতে, তাক বেচা বছৰৰে পৰা যোবেল
বছৰলৈকে, কিনা জনে সৈতে হিচাব কৰি, বছৰৰ
সংখ্যা অনুসাৰে মুক্তিৰ ধন দিব ; বেচ খোৱা
চাকৰৰ নিৰিখেৰে, সি কিনা জনৰ লগত থাকিব।
৫১ যদি অনেক বছৰ বাকী থাকে, তেন্তে সেই বছৰৰ
সংখ্যা অনুসাৰে, যিমান ধন দি তাক কিনি
লৈছিল, সি সেই ধনৰ পৰা আপোনাকে মুকলি
৫২ কৰা ধন ওলোটাই দিব। আৰু যদি যোবেল
বছৰলৈকে অলপ বছৰহে বাকী থাকে, তেন্তে
সি কিনা জনে সৈতে হিচাব কৰি, আপোনাৰ
থাকিব লগা বছৰৰ সংখ্যা অনুসাৰে, আপো-
৫৩ নাকে মুকলি কৰা ধন ওলোটাই দিব। বছৰে
বছৰে বেচ খোৱা চাকৰৰ দৰে, সি তাৰে
সৈতে থাকিব ; তোমাৰ সাক্ষাতে সি তাৰ ওপৰত
৫৪ কঠিন ব্যৱহাৰ নকৰিব। আৰু যদি সি এইবি-
লাক উপায়েৰে মুক্ত হব নোৱাৰে, তেন্তে আপোন
সন্তানবিলাকে সৈতে যোবেল বছৰত মুকলি হৈ
৫৫ যাব। কিয়নো ইস্ৰায়েলৰ সন্তানবিলাক মোৰেই
দাস, সিবিলাক মিচৰ দেশৰ পৰা মই উলি-
য়াই অনা মোৰ দাস ; মই তোমালোকৰ ঈশ্বৰ
যিহোৱা।

ঈশ্বৰীয় প্ৰতিজ্ঞা আৰু শাও।

২৬ তোমালোকে আপোনাবিলাকৰ নিমিত্তে
প্ৰতিমা নেসাজিবা, আৰু কটা মূৰ্ত্তি বা স্তম্ভ
স্থাপন নকৰিবা, আৰু পড়ি সেৱা কৰিবৰ নি-
মিত্তে, তোমালোকৰ দেশত নকচা কটা কোনো
শিল স্থাপন নকৰিবা; কিয়নো মই তোমালোকৰ
২ ঈশ্বৰ যিহোৱা। তোমালোকে মোৰ বিশ্ৰাম-
বাৰ পালন কৰিবা, আৰু মোৰ ধৰ্ম্মধামলৈ ভয়
ৰাখিবা ; মই যিহোৱা।
৩ যদি তোমালোকে মোৰ বিধিমতে চলা, আৰু
মোৰ আজ্ঞা পালন কৰি সেই অনুসাৰে কাৰ্য্য
৪ কৰা, তেন্তে মই উচিত সময়ত তোমালোকলৈ
বৰষুণ বৰষাম ; তাতে ভূমিয়ে আপোনাৰ শস্য
উৎপন্ন কৰিব, আৰু বাড়ীৰ গছবোৰত গুটী
৫ লাগিব। তোমালোকৰ শস্য মৰা কাল দ্ৰাক্ষাগুটী
চিঙা কাললৈকে, আৰু দ্ৰাক্ষাগুটী চিঙা কাল
শস্য বোৱা কাললৈকে থাকিব ; আৰু তোমা-
লোকে হেঁপাহ পলোৱাকৈ আপোনাবিলাকৰ
আহাৰ ভোজন কৰিবা, আৰু নিৰ্ভয়ে আপোনা-
৬ বিলাকৰ দেশত বাস কৰিবা। আৰু মই দেশত
শান্তি দান কৰিম ; তাতে তোমালোকক কোনেও
ভয় নুখুউৱাকৈ তোমালোকে শুবলৈ পাবা ; মই
তোমালোকৰ দেশৰ পৰা হিংসক জন্তুবোৰ নাই-
কিয়া কৰিম, আৰু তোমালোকৰ দেশৰ মাজেদি
৭ তৰোৱাল নচলিব। আৰু তোমালোকে আপোনা-
বিলাকৰ শত্ৰুবোৰক খেদি দিবা, আৰু তোমা-
লোকৰ আগতে সিহঁত তৰোৱালৰ দ্বাৰায় পতিত
৮ হব। আৰু তোমালোকৰ পাঁচ জনে এশ জনক
আৰু তোমালোকৰ এশ জনে দহ হাজাৰ লোকক
খেদি দিব, আৰু তোমালোকৰ শত্ৰুবোৰ তোমা-
লোকৰ আগতে তৰোৱালৰ দ্বাৰায় পতিত হব।
৯ মই তোমালোকলৈ দৃষ্টি কৰি তোমালোকক বহু-
বংশ কৰিম, আৰু অতিশয়ৰূপে বৃদ্ধি কৰিম ; আৰু
মই তোমালোকৰ লগত কৰা মোৰ নিয়মটী সিদ্ধ
১০ কৰিম। আৰু তোমালোকে বহুদিনৰ পৰা সাঁচি
থোৱা পুৰণী শস্য ভোজন কৰিবা, আৰু নতুন
১১ শস্য থবলৈ পুৰণী উলিয়াবা। মই তোমালোকৰ
মাজত মোৰ আবাস স্থাপন কৰিম, আৰু মোৰ
১২ মনে তোমালোকক ঘিণ নকৰিব। আৰু মই
তোমালোকৰ মাজত অহাযোৱা কৰিম, তোমা-
লোকৰ ঈশ্বৰ হম, আৰু তোমালোক মোৰ প্ৰজা
১৩ হবা। মিচৰীয়াহঁতৰ বন্দী নহবৰ নিমিত্তে যি
জনাই মিচৰ দেশৰ পৰা তোমালোকক উলিয়াই
আনিলে, তোমালোকৰ সেই ঈশ্বৰ যিহোৱা

মৰ ; মই তোমালোকৰ যুঁৰলিৰ সলমাৰি ভাঙি,
তোমালোকক মুৰ দঙাই গমন কৰালোঁ।
১৪ কিন্তু যদি তোমালোকে মোৰ বাক্যলৈ কাণ
নিদিয়া, মোৰ এই সকলো আজ্ঞামতে কাৰ্য্য
১৫ নকৰা, মোৰ বিধি অগ্ৰাহ্য কৰা, আৰু মনতে মোৰ
শাসনপ্ৰণালীবিলাক ঘিণ কৰি মোৰ আজ্ঞা-
মতে কাৰ্য্য নকৰা, কিন্তু মোৰ নিয়মটী লঙ্ঘন
১৬ কৰা, তেন্তে ময়ো তোমালোকলৈ এই ৰূপে
আচৰণ কৰিম; মই তোমালোকৰ ওপৰত চকুনাশ-
কাৰী আৰু প্ৰাণক্ষয়কাৰী ব্যাকুলতা, যক্ষ্মাৰোগ,
আৰু পোৰণি জ্বৰ নিৰূপণ কৰিম ; আৰু তোমা-
লোকে মিছাৰে গুটী ববা ; কিয়নো তোমালোকৰ
১৭ শত্ৰুৱে তাক খাব। আৰু মই তোমালোকলৈ
কোপদৃষ্টিৰে চাম, তাতে তোমালোক আপোনা-
বিলাকৰ শত্ৰুবোৰৰ আগত ঘাটিবা, তোমালো-
কক ঘিণাওঁতাবোৰে তোমালোকৰ ওপৰত শাসন
কৰিব, আৰু কোনেও তোমালোকক নেখে-
১৮ দিলেও তোমালোক পলাই যাবা। আৰু যদি
তোমালোকে ইমানতো মোৰ বাক্যলৈ কাণ
নিদিয়া, তেন্তে মই তোমালোকৰ পাপৰ নিমিত্তে
১৯ তোমালোকক আৰু সাত গুণ দণ্ড দিম। মই
তোমালোকৰ বলৰ গৰ্ব্ব খৰ্ব্ব কৰিম, আৰু
তোমালোকৰ আকাশ লোহা যেন, আৰু মাটী
২০ পিত্তল যেন কৰিম। তাতে তোমালোকৰ পৰি-
শ্ৰম বিফল হব ; কিয়নো তোমালোকৰ ভূমিয়ে
শস্য উৎপন্ন নকৰিব, আৰু দেশৰ গছবোৰত
২১ গুটী নেলাগিব। আৰু যদি তোমালোকে মোৰ
বিপৰীত আচৰণ কৰা, আৰু মোৰ বাক্য
শুনিবলৈ অসম্মত হোৱা, তেন্তে মই তোমা-
লোকৰ পাপ অনুসাৰে তোমালোকলৈ আৰু
২২ সাত গুণ আপদ ঘটাম। তোমালোকৰ মাজলৈ
বনৰীয়া জন্তুবোৰ পঠাম ; সেইবোৰে তোমা-
লোকৰ সন্তান নাইকিয়া কৰিব, তোমালোকৰ পশু
নষ্ট কৰিব, আৰু তোমালোকক তাকৰ কৰিব ;
আৰু তোমালোকৰ ৰাজ-আলিবোৰ শূন্য হৈ
২৩ পড়িব। ইমানতো যদি তোমালোকে মোৰ শিকনি
নোলোৱা, কিন্তু মোৰ বিপৰীত আচৰণ কৰা,
২৪ তেন্তে ময়ো তোমালোকৰ বিপৰীত আচৰণ
কৰিম, আৰু তোমালোকৰ পাপৰ নিমিত্তে, মই,
ময়েই তোমালোকলৈ সাত গুণ আপদ ঘটাম।
২৫ আৰু নিয়মটীৰ উল্লঙ্ঘনৰ প্ৰতিফল দিবলৈ তোমা-
লোকলৈ তৰোৱাল আনিম, আৰু তোমালোকে
নগৰৰ মাজত গোট খালে, তোমালোকৰ মাজলৈ
মহামাৰি পঠাম ; আৰু তোমালোকক শত্ৰুৰ
২৬ হাতত সোধাই দিয়া যাব। মই তোমালোকৰ
অন্নৰূপ লাখুটি ভঙা কালত, দহ জনী তিৰুতাই
একেটা তুন্দুৰত তোমালোকৰ পিঠা তাও দিব,
আৰু সিহঁতে জুখি জুখি তোমালোকৰ পিঠা
তোমালোকক দিব, আৰু তাক খাই তোমালোকৰ
ভোক নপলাব।
২৭ ইমানতো তোমালোকে যদি মোৰ বাক্যলৈ কাণ
২৮ নিদি মোৰ বিপৰীত আচৰণ কৰা, তেন্তে ময়ো
ক্ৰোধত তোমালোকৰ বিপৰীত আচৰণ কৰিম,
আৰু তোমালোকৰ পাপৰ নিমিত্তে তোমালোকক
২৯ সাত গুণ দণ্ড দিম। তোমালোকে আপোন আ-
৩০ পোন পো জীহঁতৰ মঙহ খাবা। মই তোমালো-
কৰ ওখ ঠাইবিলাক নষ্ট কৰিম, তোমালোকৰ
সূৰ্য্যপ্ৰতিমা কাটি পেলাম, আৰু তোমালোকৰ
মূৰ্ত্তিবোৰৰ শবৰ ওপৰত তোমালোকৰ শব
পেলাম ; আৰু মোৰ মনে তোমালোকক ঘিণ
৩১ কৰিব। মই তোমালোকৰ নগৰবোৰ ধ্বংস
কৰিম, তোমালোকৰ ধৰ্ম্মধামবিলাক উচ্ছন্ন
কৰিম, আৰু তোমালোকৰ সুগন্ধ বস্তুৰ ঘ্ৰাণ গ্ৰহণ
৩২ নকৰিম। আৰু মই দেশখন উচ্ছন্ন কৰিম;
তাতে দেশত থকা তোমালোকৰ শত্ৰুবোৰে
৩৩ তাকে দেখি আশ্চৰিত মানিব। মই জাতিবোৰৰ
মাজত তোমালোকক গোট গোট কৰিম, আৰু
ফাঁকৰ পৰা তৰোৱাল উলিয়াই তোমালোকৰ
পাছত খেদি যাম; তাতে তোমালোকৰ
দেশ উচ্ছন্ন, আৰু নগৰবোৰ ধ্বংস কৰা হব।
৩৪ যেতিয়ালৈকে দেশ উচ্ছন্ন হৈ থাকিব, আৰু
তোমালোক শত্ৰুবোৰৰ দেশত থাকিবা, তেতিয়া-
লৈকে দেশে আপোনাৰ বিশ্ৰামবছৰবিলাক
ভোগ কৰিব ; সেই কালত দেশে বিশ্ৰাম পাই,
আপোনাৰ বিশ্ৰামবছৰবিলাক ভোগ কৰিব।
৩৫ যিমান কাল সেয়ে উচ্ছন্ন হৈ থাকিব, সিমান
কাল বিশ্ৰাম কৰিব ; তোমালোকে দেশত বাস
কৰা কালত তোমালোকৰ বিশ্ৰামবছৰবিলাকত
যি বিশ্ৰাম ভোগ কৰা নাই, দেশে তাক ভোগ
৩৬ কৰিব। আৰু শত্ৰুৰ দেশত থকা তোমালোকৰ
মাজৰ অৱশিষ্ট লোকবিলাকৰ মনলৈ ব্যাকুলতা
পঠাম ; আৰু সৰি পড়া পাতৰ শবদে সিবি-
লাকক পলুৱাব ; যেনেকৈ তৰোৱালৰ আগৰ
পৰা পলায়, তেনেকৈ পলাব ; আৰু কোনেও
সিবিলাকক খেদি নিদিলেও সিবিলাক পতিত
৩৭ হব। আৰু কোনেও সিবিলাকক খেদি নিদি-
লেও, তৰোৱালৰ আগৰ পৰা পলাওঁতে খুন্দা
খাই পড়াৰ দৰে, সিবিলাকে ইজনে সিজনত
খুন্দা খাই পড়িব ; আৰু শত্ৰুবোৰৰ সন্মুখত
৩৮ থিয় হবলৈ তোমালোকৰ শক্তি নেথাকিব। আৰু
তোমালোক জাতিবিলাকৰ মাজত বিনষ্ট হবা,
আৰু তোমালোকৰ শত্ৰুবোৰৰ দেশে তোমা-
৩৯ লোকক গ্ৰাস কৰিব। আৰু তোমালোকৰ মাজৰ
অৱশিষ্ট ভাগ আপোন আপোন অপৰাধৰ
নিমিত্তে শত্ৰুবোৰৰ দেশত ক্ষীণ হৈ যাব, আৰু
সিবিলাকৰ নিজৰ ও পূৰ্ব্বপুৰুষবিলাকৰ অপৰা-

৪০ ৰ নিমিত্তেও ক্ষীণ হৈ যাব। আৰু যদি সিবি-
লাকে মোৰ সত্যলঙ্ঘন কৰা বাবে হোৱা আপোন
আপোন অপৰাধ, আৰু আপোন পূৰ্ব্বপুৰুষ-
বিলাকৰ অপৰাধ গাত লয়, আৰু সিবিলাকে
৪১ মোৰ বিপৰীত আচৰণ কৰাত, ময়ো সিবিলাকৰ
বিপৰীত আচৰণ কৰি, সিবিলাকক শত্ৰুবিলাকৰ
দেশলৈ অনাকো স্বীকাৰ কৰে, বিশেষকৈ যদি
সিবিলাকে আপোনাৰ অচুন্নৎ মন নম্ৰ কৰে,
আৰু আপোনাৰ পাপৰ দণ্ড যোগ্য যেন মানে,
৪২ তেন্তে যাকোবে সৈতে কৰা মোৰ নিয়মটী ময়
সুঁৱৰিম, আৰু ইচ্‌হাকে সৈতে কৰা মোৰ নিয়মটী
ও অব্ৰাহামে সৈতে কৰা মোৰ নিয়মটীও সুঁৱ-
৪৩ ৰিম; আৰু ময় দেশকো সোঁৱৰণ কৰিম। দেশ
সিবিলাকৰ দ্বাৰায় পৰিত্যক্ত হব, আৰু সিবি-
লাক নথকাকৈ দেশ উচ্ছন্ন হৈ থাকেমানে
আপোনাৰ বিশ্ৰামবছৰবিলাক ভোগ কৰিব;
আৰু সিবিলাকে আপোন আপোন অপৰাধৰ
দণ্ড যোগ্য যেন মানিব; কিয়নো সিবিলাকে মোৰ
শাসনপ্ৰণালীবিলাক অগ্ৰাহ্য কৰিলে, আৰু সিবি-
লাকৰ মনে মোৰ বিধিবিলাক ঘিণ কৰিলে।
৪৪ তথাপি যেতিয়া সিবিলাক শত্ৰুবোৰৰ দেশত
থাকিব, তেতিয়াও ময় শেষ নথকাকৈ বিনষ্ট কৰি-
বৰ অৰ্থে, বা সিবিলাকে সৈতে কৰা মোৰ
নিয়মটী ভাঙিবৰ নিমিত্তে সিবিলাকক অগ্ৰাহ্য
কি ঘিণ নকৰিম; কিয়নো ময় সিবিলাকৰ ঈশ্বৰ
৪৫ যিহোৱা। কিন্তু ময় সিবিলাকৰ ঈশ্বৰ হবৰ
অৰ্থে সিবিলাকৰ যি পূৰ্ব্বপুৰুষবিলাকক জাতি-
বিলাকৰ আগতে মিচৰ দেশৰ পৰা উলিয়াই
আনিলোঁ, সিবিলাকৰ সেই পূৰ্ব্বপুৰুষবিলাকে
সৈতে কৰা মোৰ নিয়মটী সিবিলাকৰ মঙ্গলৰ
অৰ্থে সুঁৱৰিম; ময় যিহোৱা।
৪৬ চীনয় পৰ্ব্বতত যিহোৱাই মোচিৰ দ্বাৰায়
আপোনাৰ আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ
মাজত এইবিলাক বিধি, শাসনপ্ৰণালী, আৰু
ব্যৱস্থা স্থাপন কৰিলে।

মঙ্গল কৰা বস্তু আদি বিষয়ৰ বিধি।

২৭ আৰু যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, তোমাৰ
নিৰূপিত মূল্য অনুসাৰে যদি কোনোৱে যিহো-
ৱাৰ উদ্দেশে মানুহ দিয়া সঙ্কল্প সিদ্ধ কৰিব
৩ খোজে, তেন্তে বিশ বছৰতকৈ অধিক আৰু
ষাইঠ বছৰতকৈ কম বয়স হোৱা পুৰুষৰ নিমিত্তে
হলে, পবিত্ৰস্থানৰ চেকল অনুসাৰে তোমাৰ
৪ নিৰূপিত মূল্য পঞ্চাশ চেকল ৰূপ হব; কিন্তু
স্ত্ৰীৰ নিমিত্তে হলে, তোমাৰ নিৰূপিত মূল্য ত্ৰিশ
৫ চেকল হব। আৰু যদি সেই মানুহ পাঁচ বছৰতকৈ
অধিক আৰু বিশ বছৰতকৈ কম বয়সীয়া হয়,
তেন্তে লৰাৰ নিমিত্তে তোমাৰ নিৰূপিত মূল্য
বিশ চেকল হব, ছোৱালীৰ নিমিত্তে দহ চেকল
৬ হব। আৰু যদি সি এমাহতকৈ অধিক আৰু
পাঁচ বছৰতকৈ কম বয়সীয়া হয়, তেন্তে
লৰাৰ নিমিত্তে তোমাৰ নিৰূপিত মূল্য পাঁচ
চেকল ৰূপ হব, আৰু ছোৱালীৰ নিমিত্তে
৭ তিনি চেকল ৰূপ হব। আৰু যদি ষাইঠ বছৰ ও
তাতকৈ অধিক বয়সীয়া হয়, তেনে হলে, পুৰুষৰ
নিমিত্তে তোমাৰ নিৰূপিত মূল্য পোন্ধৰ চেকল,
৮ আৰু স্ত্ৰীৰ নিমিত্তে দহ চেকল ৰূপ হব। কিন্তু যদি
দুঃখীয়া হোৱা হেতুকে তুমি নিৰূপণ কৰা মূল্য
সি দিব নোৱাৰে, তেন্তে পুৰোহিতৰ ওচৰলৈ
তাক অনা হব, আৰু পুৰোহিতে তাৰ মূল্য
স্থিৰ কৰিব; সঙ্কল্প কৰা মানুহৰ সমৰ্থ অনু-
সাৰে পুৰোহিতে তাৰ মূল্য স্থিৰ কৰিব।
৯ আৰু যদি যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিব
পৰা পশু হয়, তেন্তে সেই পশুবোৰৰ মাজৰ
যি পশু কোনো মানুহে যিহোৱাৰ উদ্দেশে দিয়ে,
১০ সেই পশু পবিত্ৰ হব। সি তাৰ অন্যথা বা সলনি
নকৰিব; বেয়াৰ সলনি ভাল, ভালৰ সলনি
বেয়া নিদিব; যদি সি কোনো ৰূপে পশু
সলনি কৰে, তেন্তে সেইটো আৰু তাৰ সলনি
১১ দিয়াটো, দুয়ো পবিত্ৰ হব। আৰু যিহোৱাৰ
উদ্দেশে উৎসৰ্গ কৰিব নোৱৰা কোনো অশুচি
পশু যদি হয়, তেন্তে সি সেই পশু পুৰোহিতৰ
১২ ওচৰলৈ আনিব। সেই পশুৰ ভাল বেয়া
বিবেচনা কৰি পুৰোহিতে তাৰ মূল্য স্থিৰ কৰিব;
তুমি পুৰোহিতে নিৰূপণ কৰাৰ দৰে তাৰ মূল্য
১৩ স্থিৰ হব। সি যদি কোনো ৰূপে তাক মুকলি
কৰিব খোজে, তেন্তে সি তোমাৰ নিৰূপিত মূল্যৰ
পাঁচ ভাগৰ এভাগ বেচীকৈ দিব।
১৪ আৰু যদি কোনো মানুহে যিহোৱাৰ উদ্দেশে
আপোনাৰ ঘৰ পবিত্ৰ হবলৈ পবিত্ৰ কৰে,
তেন্তে সেই ঘৰৰ ভাল বেয়া বিবেচনা কৰি,
পুৰোহিতে তাৰ মূল্য স্থিৰ কৰিব; পুৰোহিতে
১৫ নিৰূপণ কৰাৰ দৰে তাৰ মূল্য স্থিৰ হব। আৰু
তাক পবিত্ৰ কৰা লোকে যদি আপোনাৰ ঘৰ
মোকলাব খোজে, তেন্তে সি তোমাৰ নিৰূপিত
মূল্যৰ পাঁচ ভাগৰ এভাগ বেচীকৈ দিব; তাতে
সেই ঘৰ তাৰ হব।
১৬ আৰু যদি কোনোৱে আপোনাৰ আধিপত্যৰ
মাটিৰ কোনো ভাগ যিহোৱাৰ উদ্দেশে পবিত্ৰ
কৰে, তেন্তে সি তাত সিঁচা কঠিয়া অনুসাৰে
তোমাৰ নিৰূপিত মূল্য হব; এক হোমৰ যৱ ধান
সিঁচিব পৰা মাটিৰ পঞ্চাশ চেকল ৰূপ হব।
১৭ যদি সি যোবেল বছৰ যোৱা মাত্ৰকে আপো-
নাৰ সেই ভোথৰ মাটি পবিত্ৰ কৰে, তেন্তে
তোমাৰ নিৰূপিত মূল্য অনুসাৰে সেয়ে স্থিৰ

১৮ হব। আৰু যদি সি যোবেল বছৰৰ কিছু কালৰ
পাছত আপোনাৰ মাটী পবিত্ৰ কৰে, তেন্তে
পুৰোহিতে যোবেল বছৰলৈকে বাকী থকা বছৰৰ
সংখ্যা অনুসাৰে তাৰ হিচাব কৰিব, আৰু
১৯ তোমাৰ নিৰূপিত মূল্য কম কৰা হব। আৰু
যদি সেই মাটী পবিত্ৰ কৰা জনে কোনো ৰূপে
তাক মুকলি কৰিব খোজে, তেন্তে সি তোমাৰ
নিৰূপিত মূল্যৰ পাঁচ ভাগৰ একভাগ বেচীকৈ দিব,
২০ তাতে সেয়ে তাৰ নিজৰ হব। কিন্তু যদি সি সেই
মাটী মুকলি নকৰে, বা যদি আন কোনোক বেচে,
২১ তেন্তে তাক আৰু মোকলোৱা নেযাব। কিন্তু
সেই মাটী যোবেল বছৰত মুকলি হৈ, বৰ্জ্জিত
কৰি দিয়া মাটীৰ নিচিনাকৈ যিহোৱাৰ উদ্দেশে
পবিত্ৰ হব; আৰু তাত পুৰোহিতৰ অধিকাৰ
২২ থাকিব। আৰু যদি কোনোৱে আপোনাৰ পৈতৃক
ভূমিৰ বাহিৰে আপুনি কিনি লোৱা মাটী একো-
২৩ খৰ যিহোৱাৰ উদ্দেশে পবিত্ৰ কৰে, তেন্তে
যোবেল বছৰলৈকে তুমি নিৰূপণ কৰা মূল্য
পুৰোহিতে তাক হিচাব কৰি দিব; সি সেই দি-
নাই, যিহোৱাৰ উদ্দেশে পবিত্ৰ হোৱা বস্তুৰূপে
২৪ তোমাৰ নিৰূপিত মূল্য দিব। সেই মাটী যাৰ
পৰা কিনা হৈছিল, সি, সেই মাটীত যাৰ স্বত্ব
আছিল, সিয়েই যোবেল বছৰত তাক পুনৰায়
২৫ পাব। আৰু তুমি নিৰূপণ কৰা আটাই মূল্য
পবিত্ৰস্থানৰ চেকল অনুসাৰে হব; বিশ গেৰাই
এক চেকল হয়।

২৬ তথাপি প্ৰথমে জগা বুলি যি পশু যিহোৱাৰ,
পশুবোৰৰ মাজৰ সেই প্ৰথমে জগা পশু
কোনেও পবিত্ৰ কৰিব নোৱাৰিব; গৰু, মেৰ,
২৭ বা ছাগ হওক, সেয়ে যিহোৱাৰেই। যদি সেই
পশু অশুচি পশু হয়, তেন্তে উৎসৰ্গ কৰা জনে
তোমাৰ নিৰূপিত মূল্যৰ পাঁচ ভাগৰ একভাগ
বেচীকৈ দি তাক মোকলাব পাৰে; মোকলোৱা
নহলে, তুমি নিৰূপণ কৰা মূল্যত তাক বেচা যাব।
২৮ তথাপি মানুহ কি পশু হওক, বা আপোন
আধিপত্যৰ মাটী হওক, যি বস্তু কোনো মানুহে
আপোনাৰ সৰ্ব্বস্বৰ পৰা যিহোৱাৰ উদ্দেশে
বৰ্জ্জিত কৰি দিয়ে, সেই বৰ্জ্জিত বস্তু বেচা
বা মোকলোৱা নেযাব; প্ৰত্যেক বৰ্জ্জিত বস্তু
২৯ যিহোৱাৰ উদ্দেশে পবিত্ৰ। মানুহৰ মাজত যাক
বৰ্জ্জিত কৰি দিয়া হয়, সেই বৰ্জ্জিত মানুহক
মোকলোৱা নেযাব; নিশ্চয়ে তাক বধ কৰা হব।
৩০ আৰু ভূমিৰ শস্য বা গছৰ গুটীয়েই হওক,
ভূমিৰ উৎপন্ন সকলো বস্তুৰ দশম ভাগ যিহো-
ৱাৰ হব; সেয়ে যিহোৱাৰ উদ্দেশে পবিত্ৰ।
৩১ আৰু যদি কোনোৱে আপোনাৰ দশম ভাগৰ
পৰা কিছু মোকলাব খোজে, তেন্তে সি তাৰ পাঁচ
৩২ ভাগৰ একভাগ বেচীকৈ দিব। আৰু গৰু, কি মেৰ,
কি ছাগৰ জাকৰ আটাই দশম ভাগ, লাখুটিৰ
তলেদি যোৱাবোৰৰ দশম ভাগ যিহোৱাৰ
৩৩ উদ্দেশে পবিত্ৰ হব। তাৰ ভাল বেয়া বিচাৰ
নকৰিব, আৰু তাক নসলাব; কিন্তু যদি সি কোনো
প্ৰকাৰে তাক সলায়, তেন্তে সেইটো আৰু সলনি
দিয়াটো, দুয়ো পবিত্ৰ হব; তাক মোকলোৱা
নেযাব।

৩৪ যিহোৱাই চীনয় পৰ্ব্বতত ইস্ৰায়েলৰ
সন্তানবিলাকৰ নিমিত্তে মোচিক দিয়া আজ্ঞা
এইবিলাক।

# গণনাপুস্তক

## অর্থাৎ

## মোচিয়ে লিখা চতুর্থ পুস্তক।

---

ইস্রায়েলৰ কৈদবিলাকক গণনা কৰা।

১ পাছে মিচৰ দেশৰ পৰা লোকবিলাক
ওলাই যোৱাৰ দ্বিতীয় বছৰৰ দ্বিতীয় মাহৰ
প্ৰথম দিনা, যিহোৱাই চীনয় অৰণ্যত সাক্ষাৎ
২ কৰা তাম্বুত মোচিক কলে, তোমালোকে গোষ্ঠী
অনুসাৰে আৰু পিতৃবংশমতে মামৰ সংখ্যা
অনুসাৰে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই
মণ্ডলীৰ, অৰ্থাৎ প্ৰত্যেক পুৰুষৰ মূৰ গণনা কৰা।
৩ বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া যিমান
পুৰুষ ইস্ৰায়েলৰ মাজত যুদ্ধলৈ যাব পৰা হয়,
সিবিলাকৰ সৈন্যদল অনুসাৰে তুমি আৰু
৪ হাৰোণে সিবিলাকক গণনা কৰা। আৰু প্ৰত্যেক
কৈদৰ এজন এজন, আপোন আপোন পিতৃবংশৰ
মূল মানুহ তোমালোকৰ লগত সহায় কৰোঁতা
৫ হব। আৰু যি মানুহবিলাক তোমালোকৰ
সহায় কৰোঁতা হব, সিবিলাকৰ এই এই নাম;
৬ ৰূবেণ কৈদৰ চদেয়ূৰৰ পুত্ৰ ইলীচূৰ। চিমি-
য়োন কৈদৰ চূৰীচদ্দয়ৰ পুত্ৰ চলমীয়েল।
৭ যিহুদা কৈদৰ অম্মীনাদবৰ পুত্ৰ নহচোন।
৮, ৯ ইচাখৰ কৈদৰ চূৱাৰৰ পুত্ৰ নথনেল। জবূ-
১০ লূন কৈদৰ হেলোনৰ পুত্ৰ ইলীয়াব। যোচে-
ফৰ সন্তানবিলাকৰ মাজত ইফ্ৰয়িম কৈদৰ
অম্মীহূদৰ পুত্ৰ ইলীচামা; মনচি কৈদৰ পদা-
১১ চূৰৰ পুত্ৰ গম্লীয়েল। বিন্যামীন কৈদৰ
১২ গিদিয়োনীৰ পুত্ৰ অবীদান। দান কৈদৰ
১৩ অম্মীচদ্দয়ৰ পুত্ৰ অহীয়েজৰ। আচেৰ কৈদৰ
১৪ অক্ৰণৰ পুত্ৰ পগীয়েল। গাদ কৈদৰ দূৱেলৰ
১৫ পুত্ৰ ইলিয়াচফ। নপ্তালী কৈদৰ ঐননৰ
১৬ পুত্ৰ অহীৰা। এইবিলাক লোকেই মণ্ডলীৰ
আমন্ত্ৰিত লোক; ইবিলাক আপোন আপোন
পিতৃকৈদৰ অধ্যক্ষ, আৰু ইস্ৰায়েলৰ গোষ্ঠীবিলা-
১৭ কৰ মূল মানুহ আছিল। তেতিয়া মোচি আৰু
হাৰোণে ওপৰে নাম কোৱা সেই লোকবিলাকক
১৮ লগত ললে। আৰু তেওঁবিলাকে দ্বিতীয় মাহৰ
প্ৰথম দিনাই গোটেই মণ্ডলীক গোট খুৱালত,
মণ্ডলীৰ লোকে আপোন আপোন গোষ্ঠী অনু-
সাৰে আৰু পিতৃবংশমতে বিশ বছৰ আৰু
তাতকৈ অধিক বয়সীয়া লোকবিলাকৰ নামৰ
আৰু মূৰৰ সংখ্যা অনুসাৰে সকলোৱে বংশাৱলি
১৯ লিখালে। এই ৰূপে মোচিয়ে যিহোৱাৰ আজ্ঞা
অনুসাৰে চীনয় অৰণ্যত সিবিলাকক গণনা
কৰিলে।

২০ গোষ্ঠী অনুসাৰে পিতৃবংশমতে, যুদ্ধলৈ যাব
পৰা বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া
আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে,
ইস্ৰায়েলৰ জ্যেষ্ঠ পুত্ৰ ৰূবেণৰ পুত্ৰেকবিলাকৰ
পৰা উৎপন্ন হোৱা লোকক গণনা কৰা হল;
২১ ৰূবেণ কৈদৰ গণনা কৰা সেই লোকৰ সংখ্যা
ছয়চল্লিশ হাজাৰ পাঁচ শ জন।

২২ গোষ্ঠী অনুসাৰে পিতৃবংশমতে, যুদ্ধলৈ যাব
পৰা বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া
আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে,
চিমিয়োনৰ পুত্ৰেকবিলাকৰ পৰা উৎপন্ন হোৱা
২৩ লোকক গণনা কৰা হল; চিমিয়োন কৈদৰ
গণনা কৰা সেই লোকৰ সংখ্যা উনষাইঠ
হাজাৰ তিনি শ জন।

২৪ গোষ্ঠী অনুসাৰে পিতৃবংশমতে, যুদ্ধলৈ যাব
পৰা বিশ বছৰ আৰু তাতকৈ অধিক বয়সীয়া
আটাই পুৰুষৰ নাম আৰু মূৰৰ সংখ্যা অনুসাৰে,
গাদৰ পুত্ৰেকবিলাকৰ পৰা উৎপন্ন হোৱা লোকক
২৫ গণনা কৰা হল; গাদ কৈদৰ গণনা কৰা সেই
লোকৰ সংখ্যা পঞ্চল্লিশ হাজাৰ ছশ পঞ্চাশ জন।

২৬ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনুসারে,
যিহূদার পুত্রেকবিলাকর পরা উৎপন্ন হোৱা
২৭ লোকক গণনা করা হল; যিহূদা কৈদর গণনা
করা সেই লোকর সংখ্যা চৌসত্তর হাজার
ছশ জন।

২৮ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনুসারে,
ইচাখরর পুত্রেকবিলাকর পরা উৎপন্ন হোৱা লো-
২৯ কক গণনা করা হল; ইচাখর কৈদর গণনা করা
সেই লোকর সংখ্যা চৌৱন্ন হাজার চারি শ
জন।

৩০ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনুসারে,
জবূলূনর পুত্রেকবিলাকর পরা উৎপন্ন হোৱা
৩১ লোকক গণনা করা হল; জবূলূন কৈদর গণনা
করা সেই লোকর সংখ্যা সাতাৱন্ন হাজার
চারি শ জন।

৩২ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনুসারে,
যোচেফর সন্তানবিলাকর মাজর ইফ্রয়িমর পুত্রেক-
বিলাকর পরা উৎপন্ন হোৱা লোকক গণনা
৩৩ করা হল; ইফ্রয়িম কৈদর গণনা করা সেই
লোকর সংখ্যা চল্লিশ হাজার পাঁচ শ জন।

৩৪ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনু-
সারে, মনচির পুত্রেকবিলাকর পরা উৎপন্ন হোৱা
৩৫ লোকক গণনা করা হল; মনচি কৈদর গণনা
করা সেই লোকর সংখ্যা বত্রিশ হাজার দুশ জন।

৩৬ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনুসারে,
বিন্যামীনর পুত্রেকবিলাকর পরা উৎপন্ন হোৱা
৩৭ লোকক গণনা করা হল; বিন্যামীন কৈদর
গণনা করা সেই লোকর সংখ্যা পঁয়ত্রিশ হাজার
চারি শ জন।

৩৮ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনু-
সারে, দানর পুত্রেকবিলাকর পরা উৎপন্ন
৩৯ হোৱা লোকক গণনা করা হল; দান কৈদর
গণনা করা সেই লোকর সংখ্যা বাবষ্টি হাজার
সাত শ জন।

৪০ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনুসারে,
আচেরর পুত্রেকবিলাকর পরা উৎপন্ন হোৱা
৪১ লোকক গণনা করা হল; আচের কৈদর গণনা
করা সেই লোকর সংখ্যা একচল্লিশ হাজার
পাঁচ শ জন।

৪২ গোষ্ঠী অনুসারে পিতৃবংশমতে, যুদ্ধলৈ যাব
পরা বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া
আটাই পুরুষর নাম আরু মূরর সংখ্যা অনুসারে,
নপ্তালীর পুত্রেকবিলাকর পরা উৎপন্ন হোৱা
৪৩ লোকক গণনা করা হল; নপ্তালী কৈদর
গণনা করা সেই লোকর সংখ্যা তেপন্ন হাজার
চারি শ জন।

৪৪ গণনা করা এইবিলাক লোকক মোচি আরু
হারোণে, আরু আপোন আপোন পিতৃবংশর
এজন এজনকৈ ইস্রায়েলর বার জন অধ্যক্ষই
৪৫ গণনা করিলে। আপোন আপোন পিতৃবংশ
অনুসারে, ইস্রায়েলর সন্তানবিলাকে, অর্থাৎ
বিশ বছর আরু তাতৃকৈ অধিক বয়সীয়া, ইস্রা-
য়েলর মাজত যিমান লোক যুদ্ধলৈ যাব পারে,
ইস্রায়েলর সন্তানবিলাকর মাজর সেই আটাই
৪৬ লোকক এই রূপে গণনা করা হলত, গণনা করা
লোকর সংখ্যা ছয় লাখ তিনি হাজার পাঁচ শ
পঞ্চাশ জন হল।

৪৭ কিন্তু লেবীয়াবিলাকক আপোন পিতৃকৈদ
অনুসারে সিবিলাকর মাজত গণনা করা নহল;
৪৮, ৪৯ কিয়নো যিহোৱাই মোচিক কৈছিল, তুমি
কেৱল লেবী কৈদক গণনা নকরিবা; ইস্রায়েলর
সন্তানবিলাকর মাজত সিবিলাকর লেখ নলবা;
৫০ কিন্তু সাক্ষ্যকলি থকা আবাস, তার সকলো বস্তু,
আরু তার সম্পর্কীয় সকলোরে ওপরত লেবীয়া-
বিলাকক নিযুক্ত করিবা; সিবিলাকে আবাস আরু
তার আটাই বস্তু তার বৈ নিব, আরু তার পরি-
চর্য্যা করিব, আরু আবাসর চারিওকালে
৫১ তাম্বু তরি থাকিব। আরু আবাস নিয়া সময়ত
লেবীয়াবিলাকে তাক ভাঙিব; আরু আবাস
স্থাপন করিব লগা সময়ত সিবিলাকে তাক
তরিব; আন কৈদর যি লোক তার ওচরলৈ যাব,
৫২ তার প্রাণদণ্ড হব। ইস্রায়েলর সন্তানবিলাকে
আপোন আপোন সৈন্যদল অনুসারে আপোন
আপোন ধ্বজার ওরিত, আপোন আপোন ছাউ-
৫৩ নির ঠাইত তাম্বু তরিব। কিন্তু ইস্রায়েলর সন্তান
বিলাকর মণ্ডলীলৈ ক্রোধ নপজিবর নিমিত্তে
সাক্ষ্যকলি থকা আবাসর চারিওকালে লেবীয়া
বিলাকে তাম্বু তরি থাকিব; আরু সাক্ষ্যকলি
থকা আবাস লেবীয়াবিলাকর জিমাত থাকিব
৫৪ পাছে ইস্রায়েলর সন্তানবিলাকে সেই দ

করিলে ; যিহোৱাই মোচিক আজ্ঞা কৰাৰ দৰেই
চিবিলাকে আটাই কাৰ্য্য করিলে ।

ইস্রায়েলৰ সন্তানবিলাকে ছাউনি পতা,
আৰু প্ৰস্থান কৰা ক্ৰম ।

২ পাছে যিহোৱাই মোচি আৰু হাৰো-
২ ণক কলে, ইস্রায়েলৰ সন্তানবিলাকে আপোন
আপোন ধ্বজাৰ ওচৰত, আপোন আপোন
পিতৃবংশৰ চিচানৰ ওৰিত তাম্বু তৰি থাকিব ;
চিবিলাকে সাক্ষাৎ কৰা তাম্বুলৈ মুখ করি,
৩ চাৰিওফালে তাম্বু তৰি থাকিব । যিহুদাৰ ছাউ-
নিৰ ধ্বজাৰ অধীনে থকা লোকবিলাকে আপোন
আপোন সৈন্যদল অনুসাৰে, পূবদিশে সূৰ্য্য
উদয় হোৱা কালে তাম্বু তৰি থাকিব ; আৰু
অম্মীনাদবৰ পুত্র নহচোন যিহুদাৰ সন্তান-
৪ বিলাকৰ অধ্যক্ষ হব ; তেওঁৰ সৈন্যসমূহৰ গণিত
৫ লোক চৌসত্তৰ হাজাৰ ছশ জন । চিবিলাকৰ
কোষত ইচাখৰ ফৈদে তাম্বু তৰি থাকিব ; আৰু
চূহাৰৰ পুত্র নথনেল ইচাখৰৰ সন্তানবিলাকৰ
৬ অধ্যক্ষ হব ; তেওঁৰ সৈন্যসমূহৰ গণিত লোক
৭ চৌৱন হাজাৰ চাৰি শ জন । চিবিলাকৰ
পাছত জবূলূন ফৈদ ; হেলোনৰ পুত্র ইলীয়াব
৮ জবূলূনৰ সন্তানবিলাকৰ অধ্যক্ষ হব ; তেওঁৰ
সৈন্যসমূহৰ গণিত লোক সাতাৱন হাজাৰ চাৰি
৯ শ জন । যিহুদাৰ ছাউনিৰ গণিত লোক,
আপোন আপোন সৈন্যদল অনুসাৰে, সৰ্ব্বমোট
এক লাখ ছিয়াশী হাজাৰ চাৰি শ জন ; প্ৰথমে
চিবিলাকে প্ৰস্থান করিব ।
১০ আৰু দক্ষিণদিশে আপোন আপোন সৈন্যদল
অনুসাৰে, রূবেণৰ ছাউনিৰ ধ্বজাৰ অধীনে থকা
লোকবিলাক থাকিব ; আৰু চদেয়ূৰৰ পুত্র
ইলীচূৰ রূবেণৰ সন্তানবিলাকৰ অধ্যক্ষ হব ;
১১ তেওঁৰ সৈন্যসমূহৰ গণিত লোক ছয়চল্লিশ
১২ হাজাৰ পাঁচ শ জন । চিবিলাকৰ কোষত চিমি-
য়োন ফৈদে তাম্বু তৰি থাকিব ; আৰু চূৰী-
চদ্দয়ৰ পুত্র চলূমীয়েল চিমিয়োনৰ সন্তান-
১৩ বিলাকৰ অধ্যক্ষ হব ; তেওঁৰ সৈন্যসমূহৰ গণিত
১৪ লোক উনষাইঠ হাজাৰ তিনি শ জন । চিবি-
লাকৰ পাছত গাদ ফৈদ ; আৰু রূৱেলৰ পুত্র
ইলিয়াচফ গাদৰ সন্তানবিলাকৰ অধ্যক্ষ হব ;
১৫ তেওঁৰ সৈন্যসমূহৰ গণিত লোক পঞ্চল্লিশ হাজাৰ
১৬ ছশ পঞ্চাশ জন । রূবেণৰ ছাউনিৰ গণিত লোক,
আপোন আপোন সৈন্যদল অনুসাৰে, সৰ্ব্বমোট
এক লাখ একাৱন হাজাৰ চাৰি শ পঞ্চাশ জন ;
চিবিলাকে দ্বিতীয় হৈ প্ৰস্থান করিব ।
১৭ তাৰ পাছত ছাউনিবিলাকৰ মাজত লেবীয়া-
বিলাকৰ ছাউনি ৰাখি, সাক্ষাৎ কৰা তাম্বু নিয়া
হব ; প্ৰতিজনে যি রূপে তাম্বু তৰে, সেই রূপে
আপোন আপোন শ্ৰেণীত থাকি, আপোন
আপোন ধ্বজাৰ ওচৰে ওচৰে প্ৰস্থান
করিব ।
১৮ আৰু পশ্চিমদিশে, আপোন আপোন সৈন্য-
দল অনুসাৰে, ইফ্রয়িমৰ ছাউনিৰ ধ্বজাৰ অধীনে
থকা লোকবিলাক থাকিব ; আৰু অম্মীহূদৰ
পুত্র ইলীচামা ইফ্রয়িমৰ সন্তানবিলাকৰ অধ্যক্ষ
১৯ হব ; তেওঁৰ সৈন্যসমূহৰ গণিত লোক চল্লিশ
২০ হাজাৰ পাঁচ শ জন । চিবিলাকৰ কোষত মনচি
ফৈদ থাকিব ; আৰু পদাচূৰৰ পুত্র গম্-
লীয়েল মনচিৰ সন্তানবিলাকৰ অধ্যক্ষ হব ;
২১ তেওঁৰ সৈন্যসমূহৰ গণিত লোক বত্ৰিশ হাজাৰ
২২ দুশ জন । চিবিলাকৰ পাছত বিন্যামীন ফৈদ ;
আৰু গিদিয়োনীৰ পুত্র অবীদান বিন্যামীনৰ
২৩ সন্তানবিলাকৰ অধ্যক্ষ হব ; তেওঁৰ সৈন্যসমূহৰ
গণিত লোক পঁয়ত্ৰিশ হাজাৰ চাৰি শ জন ।
২৪ ইফ্রয়িমৰ ছাউনিৰ গণিত লোক, আপোন
আপোন সৈন্যদল অনুসাৰে, সৰ্ব্বমোট এক লাখ
আঁঠ হাজাৰ এশ জন ; চিবিলাকে তৃতীয় হৈ
প্ৰস্থান করিব ।
২৫ উত্তৰদিশে আপোন আপোন সৈন্যদল অনু-
সাৰে, দানৰ ছাউনিৰ ধ্বজাৰ অধীনে থকা
লোকবিলাক থাকিব ; আৰু অম্মীচদ্দয়ৰ পুত্র
অহীয়েজৰ দানৰ সন্তানবিলাকৰ অধ্যক্ষ হব ;
২৬ তেওঁৰ সৈন্যসমূহৰ গণিত লোক বাষষ্টি হাজাৰ
২৭ সাত শ জন । চিবিলাকৰ কোষতে আচেৰ ফৈদে
তাম্বু তৰি থাকিব ; আৰু অক্ৰণৰ পুত্র পগীয়েল
২৮ আচেৰৰ সন্তানবিলাকৰ অধ্যক্ষ হব ; তেওঁৰ
সৈন্যসমূহৰ গণিত লোক একচল্লিশ হাজাৰ পাঁচ
২৯ শ জন । চিবিলাকৰ পাছত নপ্তালী ফৈদ, আৰু
ঐননৰ পুত্র অহীৰা নপ্তালীৰ সন্তানবিলাকৰ
৩০ অধ্যক্ষ হব ; তেওঁৰ সৈন্যসমূহৰ গণিত লোক
৩১ ত্ৰেপন্ন হাজাৰ চাৰি শ জন । দানৰ ছাউনিৰ
গণিত লোক সৰ্ব্বমোট এক লাখ সাতাৱন হাজাৰ
ছশ জন ; চিবিলাকে আপোন আপোন ধ্বজা
লৈ, শেষত প্ৰস্থান করিব ।
৩২ ইস্রায়েলৰ সন্তানবিলাকৰ পিতৃবংশ অনুসাৰে
গণিত লোক এইবিলাক ; সৈন্যদল অনুসাৰে
ছাউনিবিলাকৰ গণিত লোক সৰ্ব্বমোট ছয় লাখ
৩৩ তিনি হাজাৰ পাঁচ শ পঞ্চাশ জন । কিন্তু যিহো-
ৱাই মোচিক দিয়া আজ্ঞা অনুসাৰে লেবীয়া-
বিলাকক ইস্রায়েলৰ সন্তানবিলাকৰ মাজত গণনা
৩৪ কৰা নহল । ইস্রায়েলৰ সন্তানবিলাকে সেই
দৰে করিলে ; যিহোৱাই মোচিক দিয়া সকলো
আজ্ঞাৰ দৰে চিবিলাকে আপোন আপোন
গোষ্ঠী আৰু পিতৃবংশ অনুসাৰে আপোন
আপোন ধ্বজাৰ ওৰিত তাম্বু তৰিলে, আৰু সেই
দৰেই প্ৰস্থান করিলে ।

লেবীয়াবিলাকক গণনা করা, তাম্বুর সকলো বস্তু
সিবিলাকর জিমা করি দিয়া, আরু প্রথমে
জন্মাবিলাকক মোকলোয়া।

৩ যি কালত চীনয় পর্ব্বতত যিহোৱাই
মোচিক কথা কলে, সেই কালর হারোণ
২ আরু মোচির বংশাৱলি এই। হারোণর
পুত্রবিলাকর নাম এই এই, প্রথমে জন্মা নাদব,
তার পাছত অবীহূ, ইলিয়াজর, আরু ঈথামর;
৩ পুরোহিতকর্ম্ম করিবলৈ যিবিলাকক তেওঁ
নিযুক্ত করিছিল, সেই অভিষিক্ত পুরোহিত
৪ হারোণর পুত্রবিলাকর নাম এয়ে। কিন্তু নাদব
আরু অবীহূৱে চীনয় পর্ব্বতর অরণ্যত যিহোৱার
আগলৈ সাধারণ জুই নিওঁতে যিহোৱার
আগতে প্রাণত্যাগ করিলে, আরু সিবিলাকর
সন্তান নাছিল; এই হেতুকে ইলিয়াজর আরু
ঈথামরে আপোন পিতৃ হারোণর সাক্ষাতে
পুরোহিতকর্ম্ম করিলে।
৫,৬ আরু যিহোৱাই মোচিক কলে, হারোণ
পুরোহিতর পরিচর্য্যা করিবর নিমিত্তে, তুমি
৭ লেবী ফৈদক তেওঁর আগত আনি রাখা; আবা-
সর কার্য্য করি, সাক্ষাৎ করা তাম্বুর আগত, তেওঁর
আরু গোটেই মণ্ডলীর যি যি করিব লগীয়া,
৮ তাক সিবিলাকে করিব। আবাসর কার্য্য করি
সাক্ষাৎ করা তাম্বুর আটাই বস্তুর নিমিত্তে
যি যি করিব লগীয়া, আরু ইস্রায়েলর সন্তান-
বিলাকর যি যি করিব লগীয়া, তাক সিবিলাকে
৯ করিব। আরু তুমি লেবীয়াবিলাকক হারোণ
আরু তেওঁর পুত্রবিলাকক দিবা; ইস্রায়েলর
সন্তানবিলাকর মাজর পরা সিবিলাকক নিচেইকৈ
১০ তেওঁক দিয়া হল। আরু তুমি হারোণক আরু
তেওঁর পুত্রবিলাকক নিযুক্ত করিবা; সিবিলাকে
আপোনাবিলাকর পৌরোহিত্য রক্ষা করিব;
আন বংশর যি কোনো লোক ওচরলৈ আহিব,
তার প্রাণদণ্ড হব।
১১,১২ আরু যিহোৱাই মোচিক কলে, দেখা, ইস্রা-
য়েলর সন্তানবিলাকর মাজত গর্ব্ভ ভেদ করি অহা
প্রথমে জন্মার সলনি, ময় ইস্রায়েলর সন্তান-
বিলাকর মাজর পরা লেবীয়াবিলাকক ললোঁ;
এই হেতুকে লেবীয়াবিলাক মোরেই হব।
১৩ কিয়নো সকলো প্রথমে জন্মাবিলাক মোরেই;
যি দিনা ময় মিচর দেশত সকলো প্রথমে
জন্মাবিলাকক মারিছিলোঁ, সেই দিনা মানুহরে
পরা পশুলৈকে ইস্রায়েলর আটাই প্রথমে জন্মা-
বিলাকক মোর অর্থে পবিত্র করিলোঁ; এতেকে
সিবিলাক মোরেই হব; ময় যিহোৱা।
১৪ পাছে চীনয় অরণ্যত যিহোৱাই মোচিক কলে,
১৫ তুমি আপোন আপোন পিতৃবংশ আরু গোষ্ঠী
অনুসারে লেবীর সন্তানবিলাকক গণনা করা;
এমাহ আরু তাতৃকৈ অধিক বয়সীয়া আটাই
১৬ পুরুষক গণনা করিব লাগে। তাতে, মোচিয়ে
যেনেকৈ আজ্ঞা পালে, তেনেকৈ যিহোৱার বাক্যর
১৭ দরেই সিবিলাকক গণনা করিলে। লেবীর পুত্র-
বিলাকর নাম এই এই, গের্চোন, কহাৎ, আরু
১৮ মরারী। আরু আপোন আপোন গোষ্ঠী অনু-
সারে গের্চোনর পুতেকবিলাকর নাম লিব্নী
১৯ আরু চিমিয়ী। আরু আপোন আপোন গোষ্ঠী
অনুসারে কহাতর পুতেকবিলাকর নাম অম্রম,
২০ যিচ্হর, হিব্রোণ, আরু উজ্জীয়েল। আরু
আপোন আপোন গোষ্ঠী অনুসারে মরারীর
পুতেকবিলাকর নাম মহলী আরু মূচী। আপোন
আপোন পিতৃবংশ অনুসারে এইবিলাক লেবীয়া-
বিলাকর গোষ্ঠী।
২১ গের্চোনর পরা লিব্নীয়াবিলাকর গোষ্ঠী আরু
চিমিয়ীয়াবিলাকর গোষ্ঠী উৎপন্ন হল; ইবি-
২২ লাক গের্চোনীয়াবিলাকর গোষ্ঠী। ইবিলাকর
এমাহ আরু তাতৃকৈ অধিক বয়সীয়া আটাই
পুরুষকে গণনা করা হল; ইবিলাকর গণিত
২৩ লোক সাত হাজার পাঁচ শ জন। গের্চোনীয়া-
বিলাকর দুই গোষ্ঠী পশ্চিমদিশে আবাসর
২৪ পাছফালে তাম্বু তরি থাকিব। আরু লায়েলর
পুত্র ইলিয়াচফ গের্চোনীয়াবিলাকর পিতৃবংশর
২৫ অধ্যক্ষ হব। আরু আবাস, তাম্বু, তার আবরণ,
২৬ সাক্ষাৎ করা তাম্বুর দুৱারর পর্দ্দা, আবাসর আরু
যজ্ঞবেদির চারিওফালে থকা চোঁতালর আর-
কাপড়বোর আরু তার দুৱারর পর্দ্দা, আরু তার
আটাই কামর রচি, সাক্ষাৎ করা তাম্বুর এই-
বিলাক বস্তু গের্চোনর সন্তানবিলাকর জিমাত
থাকিব।
২৭ আরু কহাতর পরা অম্রমীয়াবিলাকর গোষ্ঠী,
যিচ্হরীয়াবিলাকর গোষ্ঠী, হিব্রোণীয়াবিলাকর
গোষ্ঠী, আরু উজ্জীয়েলীয়াবিলাকর গোষ্ঠী
উৎপন্ন হল; এই সকলো কহাতীয়াবিলাকর
২৮ গোষ্ঠী। ইবিলাকর এমাহ আরু তাতৃকৈ
অধিক বয়সীয়া আটাই পুরুষর সংখ্যা আঠ
হাজার ছশ জন; পবিত্রস্থানর যি যি করিব
২৯ লগীয়া, তাক ইবিলাকে করিব। কহাতর সন্তান-
বিলাকর গোষ্ঠীবিলাকে দক্ষিণফালে আবাসর
৩০ কোষত তাম্বু তরি থাকিব। আরু উজ্জীয়েলর
পুত্র ইলিচাফন কহাতীয়া গোষ্ঠীবিলাকর পিতৃ-
৩১ বংশর অধ্যক্ষ হব। আরু চন্দুক, মেজ, দীপা-
ধার, বেদি দুটা, পবিত্রস্থানর পরিচর্য্যা করা
আটাই বস্তু, আরু আর করি রখা বস্ত্র, এইবিলাক
সিবিলাকর জিমাত থাকিব, আরু তার সম্পর্কীয়
৩২ সকলো কার্য্য সিবিলাকে করিব। আরু হারোণ
পুরোহিতর পুত্র ইলিয়াজর লেবীয়াবিলাকর

অধ্যক্ষরো অধ্যক্ষ হব, আরু যিবিলাকর
জিমাত পবিত্রস্থান থাকিব, সিবিলাকর ওপরত
তেওঁ নিযুক্ত হব।
৩৩ আরু মরারীর পরা মহলীয়াবিলাকর গোষ্ঠী
আরু মূচীয়াবিলাকর গোষ্ঠী উৎপন্ন হল ; ইবি-
৩৪ লাকেই মরারীয়াবিলাকর গোষ্ঠী। ইবিলাকর
এমাহ আরু তাতকৈ অধিক বয়সীয়া আটাই
৩৫ পুরুষর সংখ্যা ছয় হাজার দুশ জন। আরু অবী-
হয়িলর পুত্র চূরীয়েল মরারীর গোষ্ঠীবিলাকর
পিতৃবংশর অধ্যক্ষ হব ; সিবিলাকে উত্তরফালে
৩৬ আবাসর কোষত তাম্বু তরি থাকিব। আরু আবা-
সর তক্তা, তার ডাং, তার খুঁটা, তার চুঙি আরু
তার সকলো বস্তু মরারীর সন্তানবিলাকর জিমাত
থাকিব, আরু তার সম্পর্কীয় আটাই কার্য্য সিবি-
৩৭ লাকে করিব ; আরু চোঁতালর চারিওফালে থকা
খুঁটাবোর, আরু সেইবোরর চুঙি, খুঁটি, আরু রচি
৩৮ সিবিলাকর জিমাত থাকিব। পাছে মোচি, হা-
রোণ, আরু তেওঁর পুত্রবিলাকে পূবফালে আবাসর
আগত, সূর্য্য উদয় হোৱা কালে, সাক্ষাৎ করা
তাম্বুর আগত তাম্বু তরি থাকিব ; ইস্রায়েলর
সন্তানবিলাকে পবিত্রস্থানর বিষয়ে যি করিব
লগীয়া, তার কার্য্য সিবিলাকর জিমাত থাকিব ;
অন্য বংশর যি কোনো মানুহ তার ওচর চাপিব,
৩৯ তার প্রাণদণ্ড হব। মোচি আরু হারোণে যিহো-
ৱার আজ্ঞার দরে আপোন আপোন গোষ্ঠী অনু-
সারে যি লেবীয়াবিলাকক গণনা করিলে, লেবীয়া-
বিলাকর সেই গণিত লোক, এমাহ আরু তাতকৈ
অধিক বয়সীয়া পুরুষর সংখ্যা সর্ব্বমোট বাইশ
হাজার।
৪০ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্রা-
য়েলর সন্তানবিলাকর মাজর, এমাহ আরু তাতকৈ
অধিক বয়সীয়া প্রথমে জন্মা সকলো পুরুষক
গণনা করা, আরু সিবিলাকর নামর লেখ লোৱা।
৪১ আরু মোর অর্থে, (মই যিহোৱা) তুমি ইস্রা-
য়েলর সন্তানবিলাকর প্রথমে জন্মা আটাই
মানুহর সলনি লেবীয়াবিলাকক, আরু ইস্রা-
য়েলর সন্তানবিলাকর প্রথমে জগা আটাই
পশুর সলনি লেবীয়াবিলাকর পশুবোর গ্রহণ
৪২ করা। তাতে, মোচিয়ে যিহোৱার আজ্ঞার দরে,
ইস্রায়েলর সন্তানবিলাকর মাজর প্রথমে জন্মা
৪৩ আটাই লোকবিলাকক গণনা করিলত, সিবিলাকর
এমাহ আরু তাতকৈ অধিক বয়সীয়া প্রথমে জন্মা
সকলো পুরুষর নামর সংখ্যা বাইশ হাজার
দুশ তেসত্তর জন হল।
৪৪,৪৫ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্রা-
য়েলর সন্তানবিলাকর প্রথমে জন্মা আটাই
লোকর সলনি লেবীয়াবিলাকক, আরু সিবি-
লাকর পশুবোরর সলনি লেবীয়াবিলাকর পশু-
বোর লোৱা ; লেবীয়াবিলাক মোরেই হব ; মই
৪৬ যিহোৱা। ইস্রায়েলর সন্তানবিলাকর প্রথমে
জন্মাবিলাকর মাজত লেবীয়াবিলাকর সংখ্যাতকৈ
বঢ়া যি দুশ তেসত্তর জন লোক, সিবিলাকক
৪৭ মোকলাবর নিমিত্তে, তুমি সিবিলাকর একজন
একজনর সলনি পাঁচ পাঁচ চেকল লবা ; তুমি
পবিত্রস্থানর চেকল অনুসারেই লবা ; বিশ
৪৮ গেরাই এক চেকল হয়। আরু সেই সংখ্যাতকৈ
বঢ়া লোকবিলাকক যি ধনেরে মোকলোৱা হব,
তাক হারোণক আরু তেওঁর পুত্রবিলাকক
৪৯ দিবা। তাতে, লেবীয়াবিলাকর দ্বারায় মোক-
লোৱা লোকবিলাকর বাহিরে যি লোক বাঢ়ি
আছিল, সিবিলাকক মোকলোৱা ধন মোচিয়ে
৫০ ললে ; তেওঁ ইস্রায়েলর সন্তানবিলাকর প্রথমে
জন্মা লোকবিলাকর পরা পবিত্রস্থানর চেকল
অনুসারে সেই ধন এক হাজার তিনি শ পঁয়ষষ্ঠি
৫১ চেকল ললে। পাছে যিহোৱার বাক্যমতেই,
যিহোৱাই মোচিক দিয়া আজ্ঞা অনুসারেই,
মোচিয়ে সেই মোকলোৱা ধন হারোণক আরু
তেওঁর পুত্রবিলাকক দিলে।

লেবীয়াবিলাকর পুরুষে করা কার্য্য, আরু সেই কার্য্য
করা পুরুষবিলাকক গণনা করা।

৪ পাছে যিহোৱাই মোচি আরু হারো-
২ ণক কলে, তোমালোকে লেবীর সন্তানবিলা-
কর মাজত আপোন আপোন গোষ্ঠী আরু পিতৃ-
৩ বংশ অনুসারে কহাতর সন্তানবিলাকর, ত্রিশ
বছর বয়সর পরা পঞ্চাশ বছর বয়সলৈকে যিমান
লোক সাক্ষাৎ করা তাম্বুর কার্য্য করিবলৈ কর্ম্ম-
কারীবিলাকর শ্রেণীত সোমায়, সেইবিলাকর
৪ লেখ লোৱা। অতিশয় পবিত্র বস্তুর বিষয়ে
কহাতীয়াবিলাকে সাক্ষাৎ করা তাম্বুর করিব
৫ লগা কাম এই। যেতিয়া ছাউনি উঠিব লগা হব,
তেতিয়া হারোণ আরু তেওঁর পুত্রবিলাকে ভিতরত
সোমাই, আর করি রখা প্রভেদক বস্ত্র নমাই
৬ তারে সাক্ষ্যফলির চন্দুক ঢাকিব, আরু তার ওপরত
তহচর চালর এক আবরণ দিব, আরু তার ওপরত
সম্পূর্ণ নীল বরণীয়া বস্ত্র এখন মেলি দিব ;
৭ পাছে তার কাণমারি সুমুৱাব। আরু দর্শন-
পিঠার মেজর ওপরত এখন নীল বরণীয়া কাপড়
পারিব ; আরু তার ওপরত থাল, পিয়লা, বাটি,
আরু পেয় নৈবেদ্য ঢালিবরসর পাত্র থব, আরু
৮ নিত্য পিঠা তার ওপরত রাখিব। সেইবিলাকর
ওপরত সিবিলাকে রঙা বরণীয়া কাপড় এখন
মেলি দিব, আরু তহচর চালর এক আবরণেরে
তাক ঢাকিব ; পাছে তার কাণমারি সুমুৱাই
৯ দিব। আরু এখন নীল বরণীয়া কাপড় লৈ,
দীপাধার, তার প্রদীপ, শলাকাণি-কটা, এক্ষে-

রুৱা-ধৰা, আৰু তাৰ পৰিচৰ্য্যা কৰা আটাই
১০ তেলৰ পাত্ৰ ঢাকিব। তাক আৰু তাৰ সকলো
সঁজুলি তহচৰ চালৰ এক আবৰণেৰে মেৰাই,
১১ বৈ নিয়া যতনৰ ওপৰত দিব। পাছে সিবিলাকে
সোণৰ বেদিৰ ওপৰত নীল বৰণীয়া কাপড় পাৰি,
তহচৰ চালৰ এক আবৰণেৰে তাক ঢাকিব ; পাছে
১২ কাণমাৰি সুমুৱাই দিব। আৰু সিবিলাকে পবিত্ৰ-
স্থানত পৰিচৰ্য্যা কৰিব লগা সকলো পাত্ৰ লৈ,
নীল বৰণীয়া কাপড়েৰে মেৰাব, আৰু তহচৰ চালৰ
এক আবৰণেৰে তাক ঢাকি, বৈ নিয়া যতনৰ
১৩ ওপৰত ৰাখিব। আৰু যজ্ঞবেদিৰ পৰা ছাই
পেলাই দি, তাৰ ওপৰত এখন বেঙেনা বৰণীয়া
১৪ কাপড় পাৰিব। আৰু তাৰ ওপৰত, তাৰ পৰিচৰ্য্যা
কৰিব লগা আটাই সঁজুলি অৰ্থাৎ আঙঠা-ধৰা,
ত্ৰিশূল, ছাই উলিওৱা হেঁতা, তেজ চটিওৱা পাত্ৰ
আদি বেদিৰ সকলো পাত্ৰ ৰাখিব ; পাছে সিবি-
লাকে তাৰ ওপৰত তহচৰ চালৰ এক আবৰণ দি,
১৫ কাণমাৰি সুমুৱাই দিব। ছাউনি উঠিব লগা
সময়ত, হাৰোণ আৰু তেওঁৰ পুত্ৰবিলাকে পবিত্ৰ-
স্থান আৰু পবিত্ৰস্থানৰ সকলো বস্তু এই ৰূপে ঢাকি
এঁটোৱাৰ পাছে, কহাতৰ সন্তানবিলাকে তাক বৈ
নিবলৈ আহিব ; কিন্তু সিবিলাকে মৰা নপড়িবৰ
নিমিত্তে পবিত্ৰ বস্তু নুচুব। কহাতৰ সন্তান-
বিলাকে বৈ নিব লগা, সাক্ষাৎ কৰা তাম্বুৰ বস্তু
১৬ এইবিলাক। আৰু প্ৰদীপৰ অৰ্থে তেল, সুগন্ধি
ধূপ, নিত্য ভক্ষ্য নৈবেদ্য, আৰু অভিষেকাৰ্থক
তেল হাৰোণ পুৰোহিতৰ পুত্ৰ ইলিয়াজৰৰ
জিমাত থাকিব ; গোটেই আবাস আৰু তাত থকা
সকলো, পবিত্ৰস্থান আৰু তাৰ সকলো বস্তু
তেওঁৰ জিমাত থাকিব।
১৭ পাছে যিহোৱাই মোচি আৰু হাৰোণক
১৮ কলে, তোমালোকে লেবীয়াবিলাকৰ মাজৰ পৰা
কহাতীয়া গোষ্ঠীৰ বংশক উচ্ছন্ন হবলৈ নিদিবা।
১৯ কিন্তু, যেতিয়া সিবিলাকে অতি পবিত্ৰস্থানৰ ওচৰ
চাপে, তেতিয়া সিবিলাক মৰা নপড়ি জীয়াই
থাকিবৰ নিমিত্তে, তোমালোকে সিবিলাকলৈ
এই ৰূপে কৰিবা ; হাৰোণ আৰু তেওঁৰ পুত্ৰ-
বিলাকে ভিতৰত সোমাই সিবিলাকৰ প্ৰতিজনক
আপোন আপোন কৰিব লগা কামত আৰু ভাৰত
২০ লগাব ; কিন্তু সিবিলাকে মৰা নপড়িবৰ নিমিত্তে
পবিত্ৰ বস্তু খন্তেকো চাবলৈ ভিতৰলৈ নাহিব।
২১,২২ পাছে যিহোৱাই মোচিক কলে, তুমি
পিতৃবংশ আৰু গোষ্ঠী অনুসাৰে গেৰ্চোনৰ সন্তান-
২৩ বিলাকৰো লেখ লোৱা ; ত্ৰিশ বছৰ বয়সৰে পৰা
পঞ্চাশ বছৰ বয়সলৈকে যিমান লোক সাক্ষাৎ
কৰা তাম্বুৰ কাৰ্য্য কৰিবলৈ কৰ্ম্মকাৰীবিলাকৰ
শ্ৰেণীত সোমায়, সিবিলাকক গণনা কৰা।
২৪ গেৰ্চোনীয়া গোষ্ঠীবিলাকৰ ভাৰ বোৱা কাম এই ;
২৫ সিবিলাকে আবাসৰ কাপড়বোৰ, সাক্ষাৎ কৰা
তাম্বু, তাৰ আবৰণ, তাৰ ওপৰত থকা তহচৰ
চালৰ আবৰণ, সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰৰ
২৬ পৰ্দ্দা, আবাসৰ আৰু যজ্ঞবেদিৰ চাৰিওফালে
থকা চোঁতালৰ আৰ-কাপড়বোৰ আৰু তাৰ
দুৱাৰৰ পৰ্দ্দা, সেইবোৰৰ ৰচি, আৰু তাৰ কাম
কৰা আটাই হাতিয়াৰ, এইবিলাক বব, আৰু
এইবিলাকৰ সম্পৰ্কীয় যি যি কাম কৰিব লগা
২৭ হব, তাকো কৰিব। গেৰ্চোনৰ সন্তানবিলাকৰ
সকলো ভাৰ বোৱা কাৰ্য্য, হাৰোণ আৰু তেওঁৰ
পুত্ৰবিলাকৰ আজ্ঞা অনুসাৰে হব ; ভাৰ বোৱা
আটাই বস্তু তোমালোকে সিবিলাকৰ জিমাকৈ
২৮ দিবা। গেৰ্চোনৰ সন্তানবিলাকৰ গোষ্ঠীবিলাকে
সাক্ষাৎ কৰা তাম্বুৰ কৰিব লগা কাম এয়ে ; আৰু
সিবিলাকে কৰিব লগা কাম হাৰোণৰ পুত্ৰ
ঈথামৰৰ জিমাত থাকিব।
২৯ পাছে আপোন আপোন গোষ্ঠী আৰু পিতৃ
বংশ অনুসাৰে মৰাৰীৰ সন্তানবিলাককো তুমি
৩০ গণনা কৰা ; ত্ৰিশ বছৰ বয়সৰে পৰা পঞ্চাশ
বছৰ বয়সলৈকে যিমান লোক সাক্ষাৎ কৰা
তাম্বুৰ কাৰ্য্য কৰিবলৈ কৰ্ম্মকাৰীবিলাকৰ শ্ৰেণীত
৩১ সোমায়, সিবিলাকক গণনা কৰা। আৰু সাক্ষাৎ
কৰা তাম্বুৰ সিবিলাকৰ সকলো কাৰ্য্য অনুসাৰে
সিবিলাকৰ জিমাত থকা সিবিলাকে বৈ নিব
লগা বস্তু এই, আবাসৰ তক্তা, তাৰ ভাং, খুঁটা,
৩২ চুঙি, আৰু চোঁতালৰ চাৰিওফালে থকা খুঁটা,
সেইবোৰৰ চুঙি, খুঁটি, ৰচি, আৰু তাৰ আটাই
কাৰ্য্যৰ হাতিয়াৰ ; তোমালোকে নাম ধৰি ধৰি,
সিবিলাকে বৈ নিব লগা সকলো বস্তু সিবিল-
৩৩ কক গতাই দিবা। মৰাৰীৰ সন্তানবিলাকৰ গোষ্ঠী-
বিলাকে সিবিলাকৰ সকলো কাৰ্য্য অনুসাৰে
সাক্ষাৎ কৰা তাম্বুৰ কৰিব লগা কাৰ্য্য এয়ে ;
সিবিলাকৰ কাৰ্য্য হাৰোণ পুৰোহিতৰ পুত্ৰ
ঈথামৰৰ জিমাত থাকিব।
৩৪ পাছে মোচি, হাৰোণ, আৰু মণ্ডলীৰ অধ্যক্ষ-
সকলে কহাতৰ সন্তানবিলাকৰ গোষ্ঠী আৰু
৩৫ পিতৃবংশ অনুসাৰে, সিবিলাকৰ মাজৰ ত্ৰিশ
বছৰ বয়সৰে পৰা পঞ্চাশ বছৰ বয়সলৈকে
যিমান লোক সাক্ষাৎ কৰা তাম্বুৰ কাৰ্য্য কৰিবলৈ
কৰ্ম্মকাৰীবিলাকৰ শ্ৰেণীত সোমাল, সিবিলাকক
৩৬ গণনা কৰিলে। তাতে সিবিলাকৰ গোষ্ঠী অনু
সাৰে সিবিলাকৰ গণিত লোক দুই হাজাৰ
৩৭ সাত শ পঞ্চাশ জন হল। মোচিৰ দ্বাৰায় দিয়
যিহোৱাৰ আজ্ঞামতে যিবিলাকক মোচি আৰু
হাৰোণে গণনা কৰিলে, সাক্ষাৎ কৰা তাম্বুৰ কা
কৰা, কহাতীয়া গোষ্ঠীবিলাকৰ সেই গণিত লো
এইবিলাক।
৩৮ গেৰ্চোনৰ সন্তানবিলাকৰ মাজত যিবিলাক

আপোন আপোন গোষ্ঠী আরু পিতৃবংশ অনু-
৩৯ সারে গণনা করা হল, ত্রিশ বছর বয়সরে পরা
পঞ্চাশ বছর বয়সলৈকে যিমান লোক সাক্ষাৎ
করা তাম্বুর কাম করিবলৈ কর্ম্মকারীবিলাকর
৪০ শ্রেণীত সোমাল, আপোন আপোন গোষ্ঠী আরু
পিতৃবংশ অনুসারে সিবিলাকর মাজর সেই গণিত
৪১ লোক দুই হাজার ছশ ত্রিশ জন হল। যিহো-
ৱাই আজ্ঞা করার দরে মোচি আরু হারোণে
যিবিলাকক গণনা করিলে, সাক্ষাৎ করা তাম্বুর
কার্য্য করা গের্চোনর গোষ্ঠীবিলাকর সেই গণিত
লোক এইবিলাক।

৪২ আরু মরারীর সন্তানবিলাকর গোষ্ঠীবিলাকর
মাজত যিবিলাকক আপোন আপোন গোষ্ঠী
৪৩ আরু পিতৃবংশ অনুসারে গণনা করা হল, ত্রিশ
বছর বয়সরে পরা পঞ্চাশ বছর বয়সলৈকে
যিমান লোক সাক্ষাৎ করা তাম্বুর কার্য্য করিবলৈ
৪৪ কর্ম্মকারীবিলাকর শ্রেণীত সোমাল, আপোন
আপোন গোষ্ঠী অনুসারে সিবিলাকর মাজর
সেই গণিত লোক তিনি হাজার দুশ জন হল।
৪৫ মোচির দ্বারায় যিহোৱাই আজ্ঞা করার দরে
মোচি আরু হারোণে যিবিলাকক গণনা করিলে,
মরারীর সন্তানবিলাকর গোষ্ঠীবিলাকর সেই
গণিত লোক এইবিলাক!

৪৬ আপোন আপোন গোষ্ঠী আরু পিতৃবংশ
অনুসারে, মোচি, হারোণ, আরু ইস্রায়েলর
অধ্যক্ষসকলে গণনা করা, লেবীয়া লোকবিলাকর
৪৭ যিমান লোকক গণনা করা হল, ত্রিশ বছর বয়-
সরে পরা পঞ্চাশ বছর বয়সলৈকে যিমান লোক
দাস্যকর্ম্ম করিবলৈ, সাক্ষাৎ করা তাম্বুর ভার
৪৮ বোৱা কাম করিবলৈ সোমাল, সিবিলাকর
মাজর সেই গণিত লোক আঠ হাজার পাঁচ শ
৪৯ আশী জন হল। কি কি কামত আরু কি কি ভারত
কিমান মানুহ লাগিব, তাক যিহোৱার আজ্ঞার
দরে মোচির দ্বারায় গণনা করা হল। এই রূপে
মোচিক দিয়া যিহোৱার আজ্ঞা অনুসারেই
সিবিলাক তেওঁর দ্বারায় গণিত হল।

**কুষ্ঠ আদি রোগীক বাহির করা। পরপুরুষে সৈতে ব্যভিচার করা তিরুতা, অন্তর্জ্বালা আদি বিষয়র বিধি।**

৫ তার পাছে যিহোৱাই মোচিক কলে,
২ তুমি প্রতিজন কুষ্ঠরোগীক, আরু গার পরা
কিবা বৈ থকা প্রতিজন রোগীক, আরু মরা শর
চুই অশুচি হোৱা প্রতিজনক ছাউনির পরা
বাহির করিবলৈ, ইস্রায়েলর সন্তানবিলাকক
৩ আজ্ঞা করা। তোমালোকে পুরুষ আরু স্ত্রী
দুয়োকো বাহির করিব লাগে; সিবিলাকর যি
ছাউনির মাজতময় বাস করোঁ, সিহঁতে তাক
অশুচি নকরিবলৈ, সিহঁতক ছাউনির পরা বাহির
৪ করিব লাগে। তেতিয়া ইস্রায়েলর সন্তানবিলাকে
সেই রূপেই কার্য্য করিলে, সিহঁতক ছাউনির পরা
বাহির করি দিলে; মোচিক দিয়া যিহোৱার
আজ্ঞা অনুসারেই ইস্রায়েলর সন্তানবিলাকে
সেই কার্য্য করিলে।

৫,৬ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্রা-
য়েলর সন্তানবিলাকক কোৱা, পুরুষ হওক, কি
স্ত্রীয়েই হওক, যদি কোনোবাই মানুহে করা
কোনো পাপ করি যিহোৱার অহিতে অপরাধ
৭ করে, আরু সেই মানুহ দোষী হয়, তেন্তে সেই
পুরুষ কি স্ত্রীয়ে আপুনি করা পাপ স্বীকার
করিব লাগিব, আরু যি বস্তুর বাবে সি দোষ
করে, সি সম্পূর্ণরূপে তার ক্ষতিপূরণ করিব লাগিব,
আরু পাঁচ ভাগর এভাগ বেচীকৈ দিব লাগিব,
যার অহিতে দোষ করে, তাক দিব লাগিব।
৮ আরু যাক দোষর বাবে ক্ষতিপূরণ করা যাব
পারে, এনে ওচরসম্বন্ধীয়া যদি সেই মানুহর
নেথাকে, তেন্তে, যি প্রায়শ্চিত্তর মটা মেরচোর
দ্বারায় তাক প্রায়শ্চিত্ত করা হব, সেই মেরচোর
বাহিরে, দোষর বাবে যিহোৱার উদ্দেশে করিব
৯ লগা ক্ষতিপূরণ পুরোহিতে পাব। আরু ইস্রা-
য়েলর সন্তানবিলাকে আপোনাবিলাকর পবিত্র
বস্তুর মাজর যিমান উত্তোলনীয় উপহার পুরো-
হিতর ওচরলৈ আনিব, সেই সকলো তেওঁ-
১০ রেই হব। প্রতিজনর পবিত্রীকৃত বস্তু তেওঁরেই
হব; মানুহে যি কোনো বস্তু পুরোহিতক দিব,
সিও তেওঁরেই হব।

১১,১২ আরু যিহোৱাই মোচিক কলে, তুমি ইস্রা-
য়েলর সন্তানবিলাকক কোৱা, কোনো মানুহর
তিরুতাই যদি অবাটে গৈ, তার বিরুদ্ধে সত্য-
১৩ লঙ্ঘন করে, অর্থাৎ গিরিয়েকে নেদেখাকৈ আন
পুরুষে যদি তাইরে সৈতে শয়ন করি বীর্য্য-
পাত করে, তাই গুপুতে অশুচি হয়, তাইর
অহিতে সাক্ষী নেথাকে, আরু তাই ধরা
১৪ নপরে, আরু ঘৈণীয়েক অশুচি হলে, গিরিয়েকর
অন্তর্জ্বালাযুক্ত মন হয়, সি আপোন ঘৈণীয়েকলৈ
অন্তর্জ্বালারে জ্বলে, নাইবা ঘৈণীয়েক অশুচি
নহলেও, যদি তার অন্তর্জ্বালাযুক্ত মন হয়,
সি আপোন ঘৈণীয়েকলৈ অন্তর্জ্বালারে জ্বলে,
১৫ তেন্তে সেই পুরুষে আপোনার তিরুতাক পুরো-
হিতর ওচরলৈ আনিব, আরু তাইর নিমিত্তে
তাইর উপহার, অর্থাৎ ঐফার দহ ভাগর এভাগ
যবর আটাগুরি আনিব; কিন্তু তার ওপরত
তেল নেঢালিব, আরু কুন্দুরু নিদিব; কিয়নো
সেয়ে অন্তর্জ্বালার ভক্ষ্য নৈবেদ্য, অপরাধ সোঁৱ-
১৬ রণ করাওঁতা স্মরণার্থক ভক্ষ্য নৈবেদ্য। পাছে
পুরোহিতে সেই তিরুতাক আনি যিহোৱা

১৭ আগত উপস্থিত কৰিব। আৰু পুৰোহিতে মাটীৰ
পাত্ৰত পবিত্ৰ জল ৰাখি, আবাসৰ মজিয়াৰ
১৮ কিছু ধূলি লৈ সেই জলত দিব। পাছে পুৰো-
হিতে সেই তিৰুতাক যিহোৱাৰ আগত উপস্থিত
কৰি, তাইৰ মূৰৰ চুলি মুকলি কৰিবলৈ দিব,
আৰু সেই স্মৰণাৰ্থক নৈবেদ্য, অন্তৰ্জ্বালাৰ
ভক্ষ্য নৈবেদ্য তাইৰ হাতত থব, আৰু শাও
জন্মাওঁতা সেই তিতা পানী পুৰোহিতে আপোনাৰ
১৯ হাতত লব। আৰু পুৰোহিতে সেই তিৰুতাক
শপথ কৰাই কব, কোনো পুৰুষে যদি তোমাৰে
সৈতে শয়ন কৰা নাই, আৰু তুমি আপোন
স্বামীৰ অধীন হৈ অশুচি হবলৈ অবাটে যোৱা
নাই, তেন্তে শাও জন্মাওঁতা এই তিতা পানী
২০ তোমালৈ নিষ্ফল হব। কিন্তু তুমি আপোন
স্বামীৰ অধীন হৈয়ো যদি অবাটে গৈ অশুচি
হলা, আৰু তোমাৰ স্বামীৰ বাহিৰে আন
কোনো পুৰুষ যদি তোমাৰ লগত শয়ন কৰিছে,
২১ তেন্তে যিহোৱাই তোমাৰ কৰঙণ শুকুৱাই আৰু
তোমাৰ পেট উখহাই তোমাৰ লোকবিলাকৰ
মাজত তোমাক শাও আৰু শপথৰ বিষয় কৰিব ;
২২ আৰু এই শাও জন্মাওঁতা পানী তোমাৰ পেট
উখহাবলৈ আৰু কৰঙণ শুকুৱাবলৈ তোমাৰ
পেটত সোমাব, এইবিলাক কথা কৈ পুৰোহিতে
শাও জন্মাওঁতা শপথেৰে সেই তিৰুতাক শপথ
কৰাব ; তেতিয়া সেই তিৰুতাই, এনে হওক,
২৩ এনে হওক, এই বুলি কব। আৰু পুৰোহিতে
এইবিলাক শাও এখনী পুথীত লিখিব, আৰু
২৪ মচি সেই তিতা পানীত পেলাই দিব। পাছে
পুৰোহিতে সেই শাও জন্মাওঁতা তিতা পানী সেই
তিৰুতাক পান কৰাব ; তাতে সেই শাও জন্মাওঁতা
তিতা পানী তাইৰ পেটত সোমাই তিতা হব।
২৫ পুৰোহিতে সেই তিৰুতাৰ হাতৰ পৰা সেই
অন্তৰ্জ্বালাৰ ভক্ষ্য নৈবেদ্য লৈ যিহোৱাৰ
সাক্ষাতে দোলাই যজ্ঞবেদিৰ ওচৰলৈ আনিব।
২৬ আৰু পুৰোহিতে সেই ভক্ষ্য নৈবেদ্যৰ এমুঠি
লৈ, তাৰ স্মৰণাৰ্থক অংশস্বৰূপে যজ্ঞবেদিৰ
ওপৰত দগ্ধ কৰিব ; পাছে তেওঁ সেই তিৰুতাক
২৭ সেই পানী পান কৰাব। আৰু তাই যদি আপোন
স্বামীৰ বিৰুদ্ধে কুকৰ্ম্ম কৰি অশুচি হৈছে, তেন্তে
তিৰুতাক পানী খুওৱাৰ পাছে, সেই শাও জন্মা-
ওঁতা পানী তাইৰ পেটত সোমাই তিতা হব,
তাইৰ পেট উখহিব, আৰু কৰঙণ শুকাই যাব ;
আৰু সেই তিৰুতা আপোন লোকবিলাকৰ মাজত
২৮ শাওৰ বিষয় হব। আৰু যদি সেই তিৰুতা
অশুচি নহৈ শুচি আছে, তেন্তে তাই শাওৰ পৰা
২৯ মুক্ত হব, আৰু গৰ্ব্ভধাৰণ কৰিব। যেতিয়া কোনো
তিৰুতাই আপোন স্বামীৰ অধীন হৈয়ো অবাটে
৩০ গৈ অশুচি হয়, বা যেতিয়া কোনো মানুহৰ
অন্তৰ্জ্বালাযুক্ত মন হৈ, সি আপোনাৰ ঘৈণীয়ে-
কলৈ অন্তৰ্জ্বালাৰে জ্বলে, সেই সময়ৰ এই বিধি;
সেই সময়ত সি সেই তিৰুতাক যিহোৱাৰ আগত
উপস্থিত কৰিব, আৰু পুৰোহিতে তাইৰ বিষয়ে
৩১ এই সকলো বিধি পালন কৰিব। তাতে সেই
পুৰুষ অপৰাধৰ পৰা মুক্ত হব, আৰু সেই তিৰু-
তাই আপোন অপৰাধৰ ফল ভোগ কৰিব।

নাচৰীয়া লোকৰ, আৰু আশীৰ্ব্বাদৰ বিধি।

৬ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, কোনো
পুৰুষ কি স্ত্ৰীয়ে যিহোৱাৰ উদ্দেশে পৃথক হৈ
থাকিবৰ নিমিত্তে, যেতিয়া বিশেষ ব্ৰত, নাচৰীয়া
৩ ব্ৰত ধৰিব, তেতিয়া সি দ্ৰাক্ষাৰস আৰু সুৰাপানৰ
পৰা পৃথক হৈ থাকিব, দ্ৰাক্ষাৰসৰ চিৰ্কা বা সুৰাৰ
চিৰ্কা পান নকৰিব, আৰু দ্ৰাক্ষাগুটীৰ পৰা চেপি
উলিওৱা নতুন ৰসকো পান নকৰিব, আৰু
৪ কেঁচা কি শুকান দ্ৰাক্ষাগুটী নেখাব। সি পৃথকে
থকা সকলো কালত, গুটীৰ পৰা বাকলিলৈকে
দ্ৰাক্ষাগুটীৰে যুগুত কৰা কোনো বস্তু ভোজন
৫ নকৰিব। আৰু ব্ৰত ধৰি পৃথকে থকা সকলো
কালত তাৰ মূৰত ক্ষুৰ নলগাব ; যিহোৱাৰ
উদ্দেশে পৃথকে থকা দিনৰ সংখ্যা পূৰ নহয়-
মানে, সি পবিত্ৰ হৈ থাকিব, আপোনাৰ মূৰৰ
৬ চুলি বাঢ়িবলৈ দিব। সি যেতিয়ালৈকে যিহো-
ৱাৰ উদ্দেশে পৃথকে থাকে, তেতিয়ালৈকে কোনো
৭ মৰা শৱৰ ওচৰলৈ নেযাব। তাৰ বাপেক বা
মাক, ককায়েক বা ভনীয়েক মৰিলে, সি সিবিলা-
কৰ নিমিত্তে আপোনাকে অশুচি নকৰিব;
কিয়নো তাৰ মূৰত আপোন ঈশ্বৰৰ উদ্দেশে পৃথক
৮ হৈ থকাৰ চিন আছে। সি পৃথক হৈ থকা
সকলো কালত যিহোৱাৰ উদ্দেশে পবিত্ৰ হৈ
৯ থাকিব। আৰু যদি কোনো মানুহ অকস্মাৎ তাৰ
ওচৰত মৰাত, সি পৃথক হৈ থকাৰ চিন লগা
আপোনাৰ মূৰ অশুচি কৰে, তেন্তে সি শুচি হোৱা
দিনা, আপোনাৰ মূৰ ক্ষুৰাব, সপ্তম দিনাই তাক
১০ ক্ষুৰাব। অষ্টম দিনা সি দুটা কপৌ, বা দুটা
পাৰ পোৱালি সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-
১১ মুখলৈ পুৰোহিতৰ ওৰিলৈ আনিব। আৰু
পুৰোহিতে তাৰে এটা পাপাৰ্থক বলিস্বৰূপে,
আৰু আনটো হোমবলিস্বৰূপে উৎসৰ্গ কৰি,
মৰা শৱৰ নিমিত্তে হোৱা পাপৰ কাৰণে তাৰ
প্ৰায়শ্চিত্ত কৰিব ; আৰু সেই দিনাই সি
১২ আপোন মূৰ পবিত্ৰ কৰিব। আৰু আপুনি
পৃথক হৈ থাকিব লগা আটাই দিন সি যিহো-
ৱাৰ উদ্দেশে পুনৰায় পৃথক হৈ থাকিব ; আৰু
দোষাৰ্থক বলিস্বৰূপে এটা এবছৰীয়া মেৰ
পোৱালি আনিব। তাৰ পৃথকস্থিতি অশুচি

হোৱা হেতুকে, সি পূৰ্ব্বে ধৰা ব্ৰতৰ দিনবোৰ
মিছা হব।
১৩ নাচৰীয়া লোক পৃথক হৈ থকা কাল পূৰ হলে,
সি পালন কৰিব লগা বিধি এই। তাক সাক্ষাৎ
১৪ কৰা তাম্বুৰ দুৱাৰমুখলৈ অনা হব। পাছে সি
হোমবলিৰ নিমিত্তে এটা এবছৰীয়া নিৰ্ঘুণী
মতা মেৰ পোৱালি, পাপাৰ্থক বলিৰ নিমিত্তে
এজনী এবছৰীয়া নিৰ্ঘুণী চেঁউৰী মেৰ পোৱালি,
আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে এটা নিৰ্ঘুণী
১৫ মতা মেৰ, আৰু সেইবোৰৰ ভক্ষ্য নৈবেদ্য আৰু
পেয় নৈবেদ্যই সৈতে এখৰাহি খমীৰ নিদিয়া
পিঠা, অৰ্থাৎ তেল মিহলোৱা মিহি আটাগুৰিৰ
বিন্ধা থকা পিঠা কেইটামান, আৰু খমীৰ নিদিয়া
তেল ঢলা পাতল চাকলীয়া পিঠা কেইটামান, এই
সকলো উপহাৰ যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰি-
১৬ বলৈ আনিব। তাতে পুৰোহিতে এই সকলোকে
যিহোৱাৰ আগলৈ আনি তাৰ পাপাৰ্থক বলি
১৭ আৰু হোমবলি উৎসৰ্গ কৰিব। পাছে খমীৰ
নিদিয়া পিঠাৰ খৰাহিটোৰে সৈতে মঙ্গলাৰ্থক
বলিৰ মেৰটো যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিব;
পুৰোহিতে তাৰ লগৰ ভক্ষ্য নৈবেদ্য আৰু পেয়
১৮ নৈবেদ্যও উৎসৰ্গ কৰিব। পাছে নাচৰীয়া
লোকে সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত, আপুনি
পৃথক হৈ থকাৰ চিন লগা মূৰ খুৰাই, পৃথকে
থকাৰ চিন যি মূৰৰ চুলি, তাক লৈ, মঙ্গলাৰ্থক
১৯ বলিৰ তলত থকা অগ্নিত পেলাই দিব। আৰু
নাচৰীয়া লোকে পৃথকে থকাৰ চিন লগা মূৰ
খুৰোৱাৰ পাছে, পুৰোহিতে পানীত সিজোৱা
মেৰৰ আগ-পিৰাটো, আৰু খৰাহিৰ পৰা খমীৰ
নিদিয়া বিন্ধা থকা পিঠা এটা, আৰু খমীৰ নি-
দিয়া পাতল চাকলীয়া পিঠা এটা লৈ, নাচৰীয়া
২০ লোকৰ হাতত দিব। আৰু পুৰোহিতে সেই
সকলোকে দোলনীয় নৈবেদ্যস্বৰূপে যিহোৱাৰ
সাক্ষাতে দোলাব; দোলনীয় আমঠু আৰু উত্তো-
লনীয় পাছ-পিৰাই সৈতে সেয়ে পুৰোহিতৰ
অৰ্থে পবিত্ৰ হব। তাৰ পাছত নাচৰীয়া লোকে
২১ দ্ৰাক্ষাৰস পান কৰিব পাৰিব। নাচৰীয়া ব্ৰত
ধৰোঁতা মানুহৰ, আৰু পৃথকে থকাৰ নিমিত্তে
যিহোৱাক দিব লগা তাৰ উপহাৰৰ এই বিধি;
ইয়াৰ বাহিৰে সি আপোনাৰ শক্তি অনুসাৰে
যি অলপ দিবলৈ আগ কৰে, তাকো দিব; সি
যি ব্ৰত ধৰে, সেই ব্ৰত অনুসাৰে সি আপুনি
পৃথকে থকা বিধি পালন কৰিব লাগে।
২২,২৩ পাছে যিহোৱাই মোচিক কলে, তুমি হাৰোণ-
ক আৰু তেওঁৰ পুত্ৰবিলাকক কোৱা, তোমা-
লোকে ইস্ৰায়েলৰ সন্তানবিলাকক এই ৰূপে
আশীৰ্ব্বাদ কৰিবা; তোমালোকে সিবিলাকক
এই ৰূপে কবা,

২৪ যিহোৱাই তোমাক আশীৰ্ব্বাদ কৰি ৰাখোক।
২৫ যিহোৱাই তোমালৈ আপোন মুখ উজ্জ্বল
কৰোক, আৰু তোমাক অনুগ্ৰহ কৰোক।
২৬ যিহোৱাই তোমালৈ দৃষ্টি কৰোক, আৰু
তোমাক শান্তি দান কৰোক।
২৭ এই ৰূপে সিবিলাকে ইস্ৰায়েলৰ সন্তান-
বিলাকৰ ওপৰত মোৰ নাম স্থাপন কৰিব; তাতে
ময় সিবিলাকক আশীৰ্ব্বাদ কৰিম।

ইস্ৰায়েলৰ অধ্যক্ষসকলে দিয়া উপহাৰ।

৭ পাছে যি দিনা মোচিয়ে আবাস স্থাপন
কৰি এঁটালে, আৰু তাক অভিষেক ও পবিত্ৰ
কৰিলে, আৰু তাৰ সকলো বস্তু, যজ্ঞবেদি আৰু
তাৰ সকলো সঁজুলি অভিষেক ও পবিত্ৰ কৰিলে,
২ সেই দিনা ইস্ৰায়েলৰ অধ্যক্ষ পিতৃবংশৰ মূল
মানুহবিলাকে আপোন আপোন উপহাৰ আনি-
লে; তেওঁবিলাক ফৈদবিলাকৰ অধ্যক্ষ; তেওঁ-
বিলাক গণিত লোকবিলাকৰ ওপৰত নিযুক্ত
৩ লোক। তেওঁবিলাকে যিহোৱাৰ উদ্দেশে আপোন
আপোন উপহাৰস্বৰূপে ঢাকনি থকা ছখন গাড়ী,
বাৰটা গৰু, অৰ্থাৎ দুজন দুজন অধ্যক্ষই এখন
এখন গাড়ী, আৰু প্ৰতিজনে এটা এটা গৰু আনি
৪ আবাসৰ আগত উপস্থিত কৰিলে। তেতিয়া
৫ যিহোৱাই মোচিক কলে, সাক্ষাৎ কৰা তাম্বুৰ
কামত লগাবৰ নিমিত্তে, তুমি সিবিলাকৰ পৰা
সেইবোৰ লোৱা, আৰু তুমি সেই সকলোকে
লেবীয়াবিলাকক দিবা, অৰ্থাৎ এক এক দলক
৬ আপোন আপোন কাৰ্য্য অনুসাৰে দিবা। পাছে
মোচিয়ে সকলো গাড়ী আৰু গৰু লৈ লেবীয়া-
৭ বিলাকক দিলে। গেৰ্চোনৰ সন্তানবিলাকক সি-
বিলাকৰ কাৰ্য্য অনুসাৰে দুখন গাড়ী আৰু
৮ চাৰিটা গৰু দি, আৰু মৰাৰীৰ সন্তানবিলাকক
সিবিলাকৰ কাৰ্য্য অনুসাৰে চাৰিখন গাড়ী
আৰু আঠোটা গৰু দি, হাৰোণ পুৰোহিতৰ
৯ পুত্ৰ ঈথামৰৰ হাতত গতাই দিলে। কিন্তু কহাতৰ
সন্তানবিলাকক একোকে নিদিলে; কিয়নো
পবিত্ৰস্থানৰ বস্তুবিলাকৰ ভাৰ সিবিলাকৰ
ওপৰত আছিল; সিবিলাকে কান্ধত্ কৈ তাক
১০ বয়। পাছে যজ্ঞবেদি অভিষেক কৰা দিনা,
অধ্যক্ষবিলাকে তাৰ প্ৰতিষ্ঠাৰ অৰ্থে উপহাৰ
আনিলে; তেওঁবিলাকে আপোন আপোন উপহাৰ
১১ যজ্ঞবেদিৰ আগত উপস্থিত কৰিলে। আৰু
যিহোৱাই মোচিক কলে, একন একন অধ্যক্ষই
একদিন একদিন যজ্ঞবেদিৰ প্ৰতিষ্ঠাৰ অৰ্থে আপোন
আপোন উপহাৰ আনিব লাগে।
১২ তাতে প্ৰথম দিনা যিহূদা ফৈদৰ অম্মীনাদবৰ
পুত্ৰ নহচোন আপোনাৰ উপহাৰ আনিলে।
১৩ তেওঁৰ উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনুসাৰে

এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু
সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা
পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা
১৪ মিহি আটাগুৰিৰে ভৰা আছিল; ধূপেৰে পূৰ
হোৱা দহ চেকল জোখৰ সোণৰ এটা পিয়লা;
১৫ হোমৰ অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ,
আৰু এটা এবছৰীয়া মটা মেৰ পোৱালি;
১৬ পাপাৰ্থক বলিৰ নিমিত্তে এটা মটা ছাগ;
১৭ আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে দুটা গৰু,
পাঁচোটা মটা মেৰ, পাঁচোটা মটা ছাগ, আৰু
পাঁচোটা এবছৰীয়া মটা মেৰ পোৱালি। এয়ে
অম্মীনাদবৰ পুত্ৰ নহচোনৰ উপহাৰ।
১৮ দ্বিতীয় দিনা ইচাখৰৰ অধ্যক্ষ চুৱাৰৰ পুত্ৰ
১৯ নথনেলে আপোনাৰ উপহাৰ আনিলে। তেওঁ
অনা উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনুসাৰে
এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু
সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা
পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা
২০ মিহি আটাগুৰিৰে ভৰা আছিল; ধূপেৰে পূৰ
হোৱা দহ চেকল জোখৰ সোণৰ এটা পিয়লা;
২১ হোমৰ অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ,
আৰু এটা এবছৰীয়া মটা মেৰ পোৱালি;
২২ পাপাৰ্থক বলিৰ নিমিত্তে এটা মটা ছাগ;
২৩ আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে দুটা গৰু,
পাঁচোটা মটা মেৰ, পাঁচোটা মটা ছাগ, আৰু
পাঁচোটা এবছৰীয়া মটা মেৰ পোৱালি। এয়ে
চুৱাৰৰ পুত্ৰ নথনেলৰ উপহাৰ।
২৪ তৃতীয় দিনা জবূলূনৰ সন্তানবিলাকৰ অধ্যক্ষ
হেলোনৰ পুত্ৰ ইলীয়াবে উপহাৰ আনিলে।
২৫ তেওঁৰ উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনুসাৰে
এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু
সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা
পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা
২৬ মিহি আটাগুৰিৰে ভৰা আছিল; ধূপেৰে পূৰ
হোৱা দহ চেকল জোখৰ সোণৰ এটা পিয়লা;
২৭ হোমৰ অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ,
আৰু এটা এবছৰীয়া মটা মেৰ পোৱালি;
২৮ পাপাৰ্থক বলিৰ নিমিত্তে এটা মটা ছাগ;
২৯ আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে দুটা গৰু,
পাঁচোটা মটা মেৰ, পাঁচোটা মটা ছাগ, আৰু
পাঁচোটা এবছৰীয়া মটা মেৰ পোৱালি। এয়ে
হেলোনৰ পুত্ৰ ইলীয়াবৰ উপহাৰ।
৩০ চতুৰ্থ দিনা ৰূবেণৰ সন্তানবিলাকৰ অধ্যক্ষ
চদেয়ূৰৰ পুত্ৰ ইলীচূৰে উপহাৰ আনিলে।
৩১ তেওঁৰ উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনুসাৰে
এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু
সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা
পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা মিহি
৩২ আটাগুৰিৰে ভৰা আছিল; ধূপেৰে পূৰ হোৱা
৩৩ দহ চেকল জোখৰ সোণৰ এটা পিয়লা; হোমৰ
অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ, আৰু
৩৪ এটা এবছৰীয়া মটা মেৰ পোৱালি; পাপাৰ্থক
৩৫ বলিৰ নিমিত্তে এটা মটা ছাগ; আৰু মঙ্গলাৰ্থক
বলিৰ নিমিত্তে দুটা গৰু, পাঁচোটা মটা মেৰ,
পাঁচোটা মটা ছাগ, আৰু পাঁচোটা এবছৰীয়া
মটা মেৰ পোৱালি। এয়ে চদেয়ূৰৰ পুত্ৰ
ইলীচূৰৰ উপহাৰ।
৩৬ পঞ্চম দিনা চিমিয়োনৰ সন্তানবিলাকৰ অধ্যক্ষ
চূৰীচদ্দয়ৰ পুত্ৰ চলুমীয়েলে উপহাৰ আনিলে।
৩৭ তেওঁৰ উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনুসাৰে
এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু
সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা
পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা মিহি
৩৮ আটাগুৰিৰে ভৰা আছিল; ধূপেৰে পূৰ হোৱা
৩৯ দহ চেকল জোখৰ সোণৰ এটা পিয়লা; হোমৰ
অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ, আৰু
৪০ এটা এবছৰীয়া মটা মেৰ পোৱালি; পাপাৰ্থক
৪১ বলিৰ নিমিত্তে এটা মটা ছাগ; আৰু মঙ্গলাৰ্থক
বলিৰ নিমিত্তে দুটা গৰু, পাঁচোটা মটা মেৰ,
পাঁচোটা মটা ছাগ, আৰু পাঁচোটা এবছৰীয়া
মটা মেৰ পোৱালি। এয়ে চূৰীচদ্দয়ৰ পুত্ৰ
চলুমীয়েলৰ উপহাৰ।
৪২ ষষ্ঠ দিনা গাদৰ সন্তানবিলাকৰ অধ্যক্ষ দূৱেলৰ
৪৩ পুত্ৰ ইলিয়াচফে উপহাৰ আনিলে। তেওঁৰ
উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনুসাৰে
এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন থাল, আৰু
সত্তৰ চেকল জোখৰ ৰূপৰ এটা বাটি, এই দুটা
পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে তেল মিহলোৱা
৪৪ মিহি আটাগুৰিৰে ভৰা আছিল; ধূপেৰে পূৰ
হোৱা দহ চেকল জোখৰ সোণৰ এটা পিয়লা;
৪৫ হোমৰ অৰ্থে এটা দমৰা গৰু, এটা মটা মেৰ,
আৰু এটা এবছৰীয়া মটা মেৰ পোৱালি;
৪৬ পাপাৰ্থক বলিৰ নিমিত্তে এটা মটা ছাগ;
৪৭ আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে দুটা গৰু,
পাঁচোটা মটা মেৰ, পাঁচোটা মটা ছাগ, আৰু
পাঁচোটা এবছৰীয়া মটা মেৰ পোৱালি। এয়ে
দূৱেলৰ পুত্ৰ ইলিয়াচফৰ উপহাৰ।
৪৮ সপ্তম দিনা ইফ্ৰয়িমৰ সন্তানবিলাকৰ অধ্যক্ষ
অম্মীহূদৰ পুত্ৰ ইলীচামাই উপহাৰ আনিলে।
৪৯ তেওঁৰ উপহাৰ এই, পবিত্ৰস্থানৰ চেকল অনু-
সাৰে এশ ত্ৰিশ চেকল জোখৰ ৰূপৰ এখন
থাল, আৰু সত্তৰ চেকল জোখৰ ৰূপৰ এটা
বাটি, এই দুটা পাত্ৰ ভক্ষ্য নৈবেদ্যৰ অৰ্থে
তেল মিহলোৱা মিহি আটাগুৰিৰে ভৰা
৫০ আছিল; ধূপেৰে পূৰ হোৱা দহ চেকল জোখৰ
৫১ সোণৰ এটা পিয়লা; হোমৰ অৰ্থে এটা

দমড়া গরু, এটা মটা মের, আরু এটা এবছরীয়া
৫২ মটা মের পোৱালি ; পাপার্থক বলির নিমিত্তে
৫৩ এটা মটা ছাগ ; আরু মঙ্গলার্থক বলির নিমিত্তে
দুটা গরু, পাঁচোটা মটা মের, পাঁচোটা মটা
ছাগ, আরু পাঁচোটা এবছরীয়া মটা মের
পোৱালি। এয়ে অম্মীহূদর পুত্র ইলীচামার
উপহার।
৫৪ অষ্টম দিনা মনচির সন্তানবিলাকর অধ্যক্ষ
পদাচূরর পুত্র গম্‌লীয়েলে উপহার আনিলে।
৫৫ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনুসারে
এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু
সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা
পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি
৫৬ আটাগুরিরে ভরা আছিল ; ধূপেরে পূর হোৱা
৫৭ দহ চেকল জোখর সোণর এটা পিয়লা ; হোমর
অর্থে এটা দমড়া গরু, এটা মটা মের, আরু এটা
৫৮ এবছরীয়া মটা মের পোৱালি ; পাপার্থক
৫৯ বলির নিমিত্তে এটা মটা ছাগ ; আরু মঙ্গলার্থক
বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের,
পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া
মটা মের পোৱালি। এয়ে পদাচূরর পুত্র
গম্‌লীয়েলর উপহার।
৬০ নৱম দিনা বিন্যামীনর সন্তানবিলাকর অধ্যক্ষ
গিদিয়োনীর পুত্র অবীদানে উপহার আনিলে।
৬১ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনুসারে
এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু
সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা
পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা
৬২ মিহি আটাগুরিরে ভরা আছিল ; ধূপেরে পূর
হোৱা দহ চেকল জোখর সোণর এটা পিয়লা ;
৬৩ হোমর অর্থে এটা দমড়া গরু, এটা মটা মের,
৬৪ আরু এটা এবছরীয়া মটা মের পোৱালি ; পা-
৬৫ পার্থক বলির নিমিত্তে এটা মটা ছাগ ; আরু
মঙ্গলার্থক বলির নিমিত্তে দুটা গরু, পাঁচোটা
মটা মের, পাঁচোটা মটা ছাগ, আরু পাঁচোটা
এবছরীয়া মটা মের পোৱালি। এয়ে গিদিয়ো-
নীর পুত্র অবীদানর উপহার।
৬৬ দশম দিনা দানর সন্তানবিলাকর অধ্যক্ষ
অম্মীচদ্দয়র পুত্র অহীয়েজরে উপহার আ-
৬৭ নিলে। তেওঁর উপহার এই, পবিত্রস্থানর চেকল
অনুসারে এশ ত্রিশ চেকল জোখর রূপর এখন
থাল, আরু সত্তর চেকল জোখর রূপর এটা
বাটি, এই দুটা পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল
মিহলোৱা মিহি আটাগুরিরে ভরা আছিল ;
৬৮ ধূপেরে পূর হোৱা দহ চেকল জোখর সোণর
৬৯ এটা পিয়লা ; হোমর অর্থে এটা দমড়া গরু,
এটা মটা মের, আরু এটা এবছরীয়া মটা মের
৭০ পোৱালি ; পাপার্থক বলির নিমিত্তে এটা মটা
৭১ ছাগ ; আরু মঙ্গলার্থক বলির নিমিত্তে দুটা
গরু, পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ,
আরু পাঁচোটা এবছরীয়া মটা মের পোৱালি।
এয়ে অম্মীচদ্দয়র পুত্র অহীয়েজরর উপহার।
৭২ একাদশ দিনা আচেরর সন্তানবিলাকর অধ্যক্ষ
অক্রণর পুত্র পগীয়েলে উপহার আনিলে।
৭৩ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনুসারে
এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু
সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা
পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা মিহি
৭৪ আটাগুরিরে ভরা আছিল ; ধূপেরে পূর হোৱা
৭৫ দহ চেকল জোখর সোণর এটা পিয়লা ; হোমর
অর্থে এটা দমড়া গরু, এটা মটা মের, আরু
৭৬ এটা এবছরীয়া মটা মের পোৱালি ; পাপার্থক
৭৭ বলির নিমিত্তে এটা মটা ছাগ ; আরু মঙ্গলার্থক
বলির নিমিত্তে দুটা গরু, পাঁচোটা মটা মের,
পাঁচোটা মটা ছাগ, আরু পাঁচোটা এবছরীয়া
মটা মের পোৱালি। এয়ে অক্রণর পুত্র পগীয়ে-
লর উপহার।
৭৮ দ্বাদশ দিনা নপ্তালীর সন্তানবিলাকর অধ্যক্ষ
ঐননর পুত্র অহীরাই উপহার আনিলে।
৭৯ তেওঁর উপহার এই, পবিত্রস্থানর চেকল অনুসারে
এশ ত্রিশ চেকল জোখর রূপর এখন থাল, আরু
সত্তর চেকল জোখর রূপর এটা বাটি, এই দুটা
পাত্র ভক্ষ্য নৈবেদ্যর অর্থে তেল মিহলোৱা
৮০ মিহি আটাগুরিরে ভরা আছিল ; ধূপেরে পূর
হোৱা দহ চেকল জোখর সোণর এটা পিয়লা ;
৮১ হোমর অর্থে এটা দমড়া গরু, এটা মটা মের,
আরু এটা এবছরীয়া মটা মের পোৱালি ;
৮২ পাপার্থক বলির নিমিত্তে এটা মটা ছাগ ;
৮৩ আরু মঙ্গলার্থক বলির নিমিত্তে দুটা গরু,
পাঁচোটা মটা মের, পাঁচোটা মটা ছাগ, আরু
পাঁচোটা এবছরীয়া মটা মের পোৱালি। এয়ে
ঐননর পুত্র অহীরার উপহার।
৮৪ যজ্ঞবেদি অভিষেক করা দিনা, তার প্রতিষ্ঠার
অর্থে, এইবিলাক উপহার ইস্রায়েলর অধ্যক্ষ-
সকলর দ্বারায় দিয়া হল ; রূপর বারখন থাল
রূপর বারটা বাটি, আরু সোণর বারটা পিয়লা ;
৮৫ তার প্রতিখন থাল এশ ত্রিশ চেকল জোখর
রূপর, আরু প্রত্যেক বাটি সত্তর চেকল জোখর
রূপর আছিল ; সর্ব্বমোট এই সকলো পাত্রর
রূপ পবিত্রস্থানর চেকল অনুসারে দুই হাজার
৮৬ চারি শ চেকল আছিল ; ধূপেরে পূর হোৱা
সোণর বারটা পিয়লা ; প্রত্যেক পিয়লা পবিত্র-
স্থানর চেকল অনুসারে দহ চেকল জোখর সোণর ;
আটাই কেইটা পিয়লার সোণ সর্ব্বমোট এশ
৮৭ বিশ চেকল আছিল ; হোমর অর্থে সর্ব্বমোট
বারটা দমড়া গরু, বারটা মটা মের, বারটা

এবছৰীয়া মতা মেৰ পোৱালি, আৰু সেইবোৰৰ
ভক্ষ্য নৈবেদ্য ; পাপাৰ্থক বলিৰ নিমিত্তে বাৰটা
৮৮ মতা ছাগ ; আৰু মঙ্গলাৰ্থক বলিৰ নিমিত্তে
সৰ্ব্বমোট চব্বিশটা গৰু, ষাইঠটা মতা মেৰ,
ষাইঠটা মতা ছাগ, আৰু ষাইঠটা এবছৰীয়া
মতা মেৰ পোৱালি। যজ্ঞবেদি অভিষেক কৰাৰ
পাছে, তাৰ প্ৰতিষ্ঠা কৰাৰ উপহাৰ এইবিলাক।
৮৯ পাছে মোচিয়ে যেতিয়া ঈশ্বৰে সৈতে কথা
হবলৈ সাক্ষাৎ কৰা তাম্বুত সোমাল, তেতিয়া
সাক্ষ্যফলিৰ চন্দুকৰ ওপৰত থকা পাপাবৰণৰ
পৰা, কৰূব দুটাৰ মাজৰ পৰা আপোনাক কথা
কোৱা ঈশ্বৰৰ বাক্যৰ শবদ শুনিলে ; এই ৰূপে
তেওঁ মোচিক কথা কলে।

লেবীয়াবিলাকক উৎসৰ্গ কৰা।

৮ তাৰ পাছে যিহোৱাই মোচিক কলে,
২ তুমি হাৰোণক কোৱা, যেতিয়া তুমি
প্ৰদীপবোৰ জলাবা, তেতিয়া সেই সাতোটা
প্ৰদীপ দীপাধাৰৰ সম্মুখত পোহৰ কৰাকৈ ৰা-
৩ খিবা। তাতে হাৰোণে সেই ৰূপে কৰিলে ;
মোচিক দিয়া যিহোৱাৰ আজ্ঞা অনুসাৰেই
দীপাধাৰৰ সম্মুখত পোহৰ কৰাকৈ তেওঁ
৪ প্ৰদীপবোৰ জলালে। সেই দীপাধাৰ সোণ
পিটাই সজা, গা ভাগৰ পৰা ফুললৈকে তাক
সোণ পিটাই সজা ; যিহোৱাই মোচিক দে-
খুউৱা নমুনাৰ দৰেই তেওঁ সেই দীপাধাৰ
সাজিলে।
৫,৬ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰা-
য়েলৰ সন্তানবিলাকৰ মাজৰ পৰা লেবীয়া-
৭ বিলাকক লৈ সিবিলাকক শুচি কৰা। সিবিলাকক
শুচি কৰিবলৈ, সিবিলাকলৈ এই কাম কৰা ; সি-
বিলাকৰ ওপৰত পাপনাশক জল চটিওৱা, আৰু
সিবিলাকে আপোন আপোন গোটেই গা খুৰাই
আৰু কাপড় ধুই আপোনাবিলাকক শুচি কৰোক।
৮ পাছে সিবিলাকে এটা দমৰা গৰু আৰু তেল
মিহলোৱা মিহি আটাগুৰিৰে যুক্ত কৰা তাৰ
ভক্ষ্য নৈবেদ্য আনোক ; আৰু তুমি পাপাৰ্থক
বলিৰ নিমিত্তে আৰু এটা দমৰা গৰু লৰা।
৯ আৰু তুমি লেবীয়াবিলাকক সাক্ষাৎ কৰা তাম্বুৰ
আগত উপস্থিত কৰিবা, আৰু ইস্ৰায়েলৰ সন্তান-
১০ বিলাকৰ গোটেই মণ্ডলীক গোটাবা। আৰু
লেবীয়াবিলাকক যিহোৱাৰ আগত উপস্থিত
কৰিলে, ইস্ৰায়েলৰ সন্তানবিলাকে সিবিলাকৰ
১১ গাত হাত দিব। পাছে লেবীয়াবিলাক যিহোৱাৰ
কাৰ্য্যত নিযুক্ত হবলৈ, ইস্ৰায়েলৰ সন্তান-
বিলাকৰ পক্ষে দোলনীয় নৈবেদ্যস্বৰূপে সি-
বিলাকক যিহোৱাৰ আগত হাৰোণে উৎসৰ্গ
১২ কৰিব। পাছে লেবীয়াবিলাকে সেই দুটা দমৰাৰ
মূৰত হাত দিব ; আৰু তুমি লেবীয়াবিলাকক
প্ৰায়শ্চিত্ত কৰিবৰ নিমিত্তে, যিহোৱাৰ উদ্দেশে
এটা দমৰা পাপাৰ্থক বলিস্বৰূপে, আৰু আনটো
১৩ হোমবলিস্বৰূপে উৎসৰ্গ কৰিবা। এই ৰূপে
তুমি হাৰোণৰ আৰু তেওঁৰ পুত্ৰবিলাকৰ আগত
লেবীয়াবিলাকক উপস্থিত কৰি, দোলনীয় নৈ-
বেদ্যস্বৰূপে সিবিলাকক যিহোৱাৰ উদ্দেশে উৎ-
১৪ সৰ্গ কৰিবা। এই দৰে তুমি ইস্ৰায়েলৰ সন্তান-
বিলাকৰ মাজৰ পৰা লেবীয়াবিলাকক পৃথক
কৰিবা ; তাতে লেবীয়াবিলাক মোৰেই হব।
১৫ তাৰ পাছে লেবীয়াবিলাকে সাক্ষাৎ কৰা তাম্বুৰ
কাৰ্য্য কৰিবলৈ সোমাব পাৰিব। এই ৰূপে তুমি
সিবিলাকক শুচি কৰি, দোলনীয় নৈবেদ্যস্বৰূপে
১৬ উৎসৰ্গ কৰিবা। কিয়নো সিবিলাকক ইস্ৰায়েলৰ
সন্তানবিলাকৰ মাজৰ পৰা মোক নিচেইকৈ দিয়া
হল ; ময় ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ
গৰ্ভ ভেদ কৰি ওলোৱা সকলো প্ৰথমে জন্মাবি-
লাকৰ সলনি সিবিলাকক মোৰ নিমিত্তে গ্ৰহণ
১৭ কৰিলোঁ। কাৰণ মানুহ হওক, বা পশু হওক,
ইস্ৰায়েলৰ মাজত প্ৰথমে জন্মা সকলো মোৰেই ;
যি দিনা ময় মিচৰ দেশৰ প্ৰথমে জন্মা সক-
লোকে মাৰিলোঁ, সেই দিনা মোৰ নিমিত্তে
১৮ সিবিলাকক পবিত্ৰ কৰিছিলোঁ। এই নিমিত্তে
ইস্ৰায়েলৰ সন্তানবিলাকৰ প্ৰথমে জন্মা সকলো
সন্তানবিলাকৰ সলনি ময় লেবীয়াবিলাকক গ্ৰহণ
১৯ কৰিলোঁ। আৰু সাক্ষাৎ কৰা তাম্বুত ইস্ৰায়েলৰ
সন্তানবিলাকৰ কৰিব লগীয়া কাৰ্য্য কৰিবলৈ,
আৰু ইস্ৰায়েলৰ সন্তানবিলাকক প্ৰায়শ্চিত্ত
কৰিবলৈ, ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ
পৰা লেবীয়াবিলাকক, হাৰোণ আৰু তেওঁৰ
পুত্ৰবিলাকক দানস্বৰূপে দিলোঁ ; তাতে
ইস্ৰায়েলৰ সন্তানবিলাকে পবিত্ৰস্থানৰ ওচৰ
চাপিলে, ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত
২০ কোনো আপদ নঘটিব। পাছে মোচি, হাৰোণ,
আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ড-
লীয়ে লেবীয়াবিলাকলৈ সেই দৰে কৰিলে ;
যিহোৱাই লেবীয়াবিলাকৰ বিষয়ে মোচিক
দিয়া সকলো আদেশ অনুসাৰেই, ইস্ৰায়েলৰ
২১ সন্তানবিলাকে সিবিলাকলৈ কৰিলে। আৰু
লেবীয়াবিলাকে আপোনাবিলাকক পাপৰ পৰা
মুক্ত কৰিলে, আৰু আপোন আপোন কাপড়
ধুলে ; আৰু হাৰোণে সিবিলাকক যিহোৱাৰ
আগত দোলনীয় নৈবেদ্যস্বৰূপে উৎসৰ্গ কৰিলে,
আৰু সিবিলাকক শুচি কৰিবৰ নিমিত্তে সি-
২২ বিলাকক প্ৰায়শ্চিত্ত কৰিলে। তেতিয়াৰে পৰা
লেবীয়াবিলাকে হাৰোণৰ আগত আৰু তেওঁৰ
পুত্ৰবিলাকৰ আগত সাক্ষাৎ কৰা তাম্বুত
আপোন আপোন কাৰ্য্য কৰিবলৈ সোমাল ;

লেবীয়াবিলাকৰ বিষয়ে যিহোৱাই মোচিক
দিয়া আজ্ঞা অনুসাৰেই, সিবিলাকে সিবিলা-
কলৈ কাৰ্য্য কৰিলে ।
২৩,২৪ পাছে যিহোৱাই মোচিক কলে, লেবীয়া-
বিলাকৰ বিষয়ে এই নিয়ম। পঁচিশ বছৰ
বয়সৰে পৰা লেবীয়াবিলাকে সাক্ষাৎ কৰা
তাম্বুত কাম কৰিবলৈ কৰ্ম্মকাৰীবিলাকৰ শ্ৰেণীত
২৫ সোমাব। আৰু পঞ্চাশ বছৰ বয়স হলে, সেই
কৰ্ম্মকাৰীবিলাকৰ শ্ৰেণীৰ পৰা ওলাব, কাম
২৬ আৰু নকৰিব। কিন্তু সিবিলাকে সাক্ষাৎ কৰা
তাম্বুত বস্তুৰ বুজবিচাৰ লৈ আপোনাৰ ভাই-
বিলাকক সহায় কৰোঁতা হব, দাস্যকৰ্ম্ম আৰু
নকৰিব। লেবীয়াবিলাকে কৰিব লগীয়া কাৰ্য্যৰ
বিষয়ে তুমি সিবিলাকলৈ এই ৰূপে কৰিবা।

চীনয় অৰণ্যত নিস্তাৰপৰ্ব্ব পালন কৰা।
যাত্ৰা কৰা নিয়ম।

৯ ইস্রায়েল লোক মিচৰ দেশৰ পৰা ওলাই
অহাৰ পাছে, দ্বিতীয় বছৰৰ প্ৰথম মাহত,
২ চীনয় অৰণ্যত যিহোৱাই মোচিক কলে, ইস্রা-
য়েলৰ সন্তানবিলাকে নিৰূপিত সময়ত নিস্তাৰ-
৩ পৰ্ব্ব পালন কৰিব লাগে। এই মাহৰ চতুৰ্দ্দশ
দিনা সন্ধ্যা পৰত নিৰূপিত সময়ত তোমালোকে
তাক পালন কৰিবা; তাৰ সকলো বিধি আৰু
শাসনপ্ৰণালী অনুসাৰে তাক পালন কৰিবা।
৪ তেতিয়া মোচিয়ে ইস্রায়েলৰ সন্তানবিলাকক
নিস্তাৰপৰ্ব্ব পালন কৰিবলৈ আজ্ঞা কৰিলে।
৫ তাতে সিবিলাকে প্ৰথম মাহৰ চতুৰ্দ্দশ দিনা
সন্ধ্যা পৰত চীনয় অৰণ্যত নিস্তাৰপৰ্ব্ব পালন
কৰিলে; যিহোৱাই মোচিক দিয়া সকলো
আজ্ঞাৰ দৰেই, ইস্রায়েলৰ সন্তানবিলাকে
৬ সকলোকে কৰিলে। কিন্তু কিছুমান লোকে
মানুহৰ শৱ চুই অশুচি হোৱা হেতুকে সেই
দিনা নিস্তাৰপৰ্ব্ব পালন কৰিব নোৱাৰিলে;
এই কাৰণে সিবিলাক সেই দিনা মোচি আৰু
৭ হাৰোণৰ ওচৰলৈ গল। সেই লোকবিলাকে
তেওঁক কলে, আমি মানুহৰ শৱ চুই অশুচি
হলোঁ; ইস্রায়েলৰ সন্তানবিলাকৰ মাজত
নিৰূপিত সময়ত যিহোৱাৰ উদ্দেশে উপহাৰ
উৎসৰ্গ কৰিবলৈ আমি কিয় নিবাৰিত হম?
৮ তাতে মোচিয়ে সিবিলাকক কলে, তোমালোক
অলপ ৰ'বা; তোমালোকৰ বিষয়ে যিহোৱাই
কি আজ্ঞা কৰে, তাক শুনো।
৯,১০ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্রা-
য়েলৰ সন্তানবিলাকক কোৱা, তোমালোকৰ
মাজত, নাইবা তোমালোকৰ ভাবিবংশৰ মাজত
যদি কোনোৱে শৱ চুই অশুচি হয়, বা দূৰ
বাটত পথিক হৈ থাকে, তথাপি সি যিহোৱাৰ
১১ নিস্তাৰপৰ্ব্ব পালন কৰিব লাগিব। দ্বিতীয় মাহৰ
চতুৰ্দ্দশ দিনা সন্ধ্যা পৰত সিবিলাকে তাক পালন
কৰিব; সিবিলাকে খমীৰ নিদিয়া পিঠা আৰু
১২ তিতা শাকেৰে নিস্তাৰপৰ্ব্বৰ বলি খাব; ৰাতি-
পুৱালৈ তাৰ একোকে অৱশিষ্ট নেৰাখিব, আৰু
তাৰ কোনো হাড় নেভাঙিব; সিবিলাকে নিস্তাৰ-
পৰ্ব্বৰ সকলো বিধি অনুসাৰে তাক পালন কৰিব।
১৩ কিন্তু যি কোনোৱে শুচি হৈ থাকে, আৰু পথিক
নহয়, সি যদি নিস্তাৰপৰ্ব্ব পালন কৰিবলৈ হেলা
কৰে, তেন্তে সেই মানুহ আপোন লোকবিলাকৰ
মাজৰ পৰা উচ্ছন্ন হব; কাৰণ, নিৰূপিত কালত
যিহোৱাৰ উদ্দেশে উপহাৰ নিদিয়াত, সি
১৪ আপোনাৰ পাপৰ ফল ভোগ কৰিব। আৰু
কোনো বিদেশী লোকে তোমালোকৰ মাজত প্ৰবাসী
হৈ থাকি যিহোৱাৰ উদ্দেশে যদি নিস্তাৰপৰ্ব্ব
পালন কৰিব খোজে, তেন্তে সি নিস্তাৰপৰ্ব্বৰ
বিধিমতে, আৰু তাৰ শাসনপ্ৰণালী অনুসাৰে
তাক পালন কৰিব; স্বদেশত জন্মা, বা বিদেশত
জন্মা দুয়োৰো নিমিত্তে তোমালোকৰ একেটা
বিধি হব।
১৫ আৰু যি দিনা আবাস স্থাপন কৰা হল, সেই
দিনা মেঘে সেই আবাস, সেই সাক্ষ্যফলি থকা
তাম্বু ঢাকি ধৰিলে, আৰু সন্ধ্যা বেলাৰ পৰা
ৰাতিপুৱালৈকে সেই আবাসৰ ওপৰত তাক জুই
১৬ যেন দেখা গৈছিল। এই ৰূপে সদায় আছিল;
মেঘে তাক ঢাকিছিল, আৰু ৰাতি জুইৰ নিচিনা
১৭ দেখা গৈছিল। পাছে তাম্বুৰ ওপৰৰ পৰা সেই
মেঘ ওপৰলৈ নিয়া হলে, ইস্রায়েলৰ সন্তান-
বিলাকে যাত্ৰা কৰে; আৰু সেই মেঘ যি ঠাইত
থাকে, ইস্রায়েলৰ সন্তানবিলাকেও সেই ঠাইতে
১৮ ছাউনি পাতি থাকে। যিহোৱাৰ আজ্ঞা অনু-
সাৰেই ইস্রায়েলৰ সন্তানবিলাকে যাত্ৰা কৰে,
আৰু তেওঁৰ আজ্ঞাৰ দৰেই ছাউনি পাতি
থাকে; সেই মেঘ যেতিয়ালৈকে আবাসৰ
ওপৰত থাকে, তেতিয়ালৈকে সিবিলাক ছাউ-
১৯ নিত থাকে। আৰু সেই মেঘে যেতিয়া আবাসৰ
ওপৰত বহুদিন পলম কৰি থাকে, তেতিয়া
ইস্রায়েলৰ সন্তানবিলাকেও যাত্ৰা নকৰি, যি-
হোৱাৰ উদ্দেশে যি কৰিব লগীয়া, তাকে কৰে।
২০ আৰু সেই মেঘ কোনো কোনো সময়ত আবাসৰ
ওপৰত অলপ দিন থাকে; তেতিয়াও যিহোৱাৰ
আজ্ঞামতে সিবিলাকে ছাউনিত থাকে, আৰু
২১ যিহোৱাৰ আজ্ঞামতে যাত্ৰাও কৰে। আৰু
কোনো কোনো সময়ত মেঘ সন্ধ্যা পৰৰে পৰা
ৰাতিপুৱালৈকে থাকে; আৰু ৰাতিপুৱা ওপৰলৈ
নিয়া হলে, সিবিলাকে যাত্ৰা কৰে; দিনত কি
ৰাতিয়েই হওক, মেঘ ওপৰলৈ নিয়া হলেই
২২ সিবিলাকে যাত্ৰা কৰে। দুদিন, বা এমাহ,

মাহবা এবছৰ হওক, যিমান দিন আবাসৰ
ওপৰত মেঘে পলম কৰি থাকে, ইস্রায়েলৰ
সন্তানবিলাকেও সিমান দিন যাত্ৰা নকৰি ছাউ-
নিত থাকে ; কিন্তু তাক ওপৰলৈ নিয়া হলেই,
২৩ সিবিলাকে যাত্ৰা কৰে। যিহোৱাৰ আজ্ঞামতেই
সিবিলাকে ছাউনিত থাকে, আৰু যিহোৱাৰ
আজ্ঞামতেই যাত্ৰাও কৰে ; এই ৰূপে, মোচিৰ
দ্বাৰায় দিয়া যিহোৱাৰ আজ্ঞা অনুসাৰে সি-
বিলাকে যিহোৱাৰ উদ্দেশে কৰিব লগীয়া
কাৰ্য্য কৰে।

ৰূপৰ দুটা তূৰীৰ বিষয়।
চীনয় অৰণ্যৰ পৰা ইস্রায়েলৰ সন্তানবিলাকৰ
প্ৰস্থান।

১০ পাছে যিহোৱাই মোচিক কলে, তুমি
ৰূপৰ দুটা তূৰী সাজা, তাক ৰূপ পিটাই
গঢ়াবা ; মণ্ডলীক মাতিবৰ নিমিত্তে আৰু ছাউনি-
বিলাক উঠি যাবৰ নিমিত্তে তুমি তাক ব্যৱহাৰ
৩ কৰিবা। সেই দুটা তূৰী বজালে, গোটেই মণ্ডলী
সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত তোমাৰ ওচৰত
৪ গোট খাব। কিন্তু এটা তূৰী বজালে, অধ্যক্ষ-
বিলাক ইস্রায়েলৰ সন্তানবিলাকৰ গোষ্ঠীবিলাকৰ
৫ মূল মানুহ তোমাৰ ওচৰত গোট খাব। আৰু
তোমালোকে ৰণত বজোৱাৰ দৰে তূৰী বজালে,
৬ পূবফালে থকা ছাউনিবিলাক উঠি যাব ; আৰু
দ্বিতীয় বাৰ ৰণত বজোৱাৰ দৰে তূৰী বজালে,
দক্ষিণফালে থকা ছাউনিবিলাক উঠি যাব। এই
ক্ৰমে, সিবিলাকে উঠি যাবলৈ ৰণৰ দৰে তূৰী
৭ বজাব লাগিব। সমাজ গোট খাবৰ হলেও,
তোমালোকে তূৰী বজাবা, কিন্তু ৰণত বজোৱাৰ
৮ দৰে নবজাবা। হাৰোণৰ পুত্ৰ পুৰোহিত-
বিলাকে সেই দুটা তূৰী বজাব ; তোমালোকৰ
পুৰুষানুক্ৰমে চিৰস্থায়ী বিধিৰ নিমিত্তে তোমা-
৯ লোকে তাক ৰাখিবা। আৰু যি সময়ত তোমা-
লোকে আপোনাবিলাকৰ দেশত, উপদ্ৰৱ কৰোঁতা
শত্ৰুবোৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ ওলাবা, সেই
সময়ত সেই দুটা তূৰী ৰণত বজোৱাৰ দৰে
বজাবা ; তাতে তোমালোকৰ ঈশ্বৰ যিহোৱাই
তোমালোকক সোঁৱৰণ কৰিব, আৰু তোমালোকে
আপোনাবিলাকৰ শত্ৰুবোৰৰ পৰা নিস্তাৰ পাবা।
১০ আৰু আমোদৰ দিনত, পৰ্ব্বৰ দিনত, আৰু মাহৰ
আৰম্ভনত, তোমালোকৰ হোমবলিৰ আৰু
মঙ্গলাৰ্থক বলিৰ কোষত তোমালোকে সেই তূৰী
বজাবা ; তাতে সেয়ে তোমালোকৰ ঈশ্বৰৰ
সাক্ষাতে তোমালোকৰ সোঁৱৰণৰ উপায় হব।
ময় তোমালোকৰ ঈশ্বৰ যিহোৱা।
১১ পাছে দ্বিতীয় বছৰৰ দ্বিতীয় মাহৰ বিশ দিনৰ
দিনা সেই মেঘ সাক্ষ্যকলি থকা আবাসৰ ওপৰৰ
১২ পৰা নিয়া হল। তাতে ইস্রায়েলৰ সন্তানবিলাকে
যাত্ৰা কৰাৰ নিয়ম অনুসাৰে চীনয় অৰণ্যৰ
পৰা প্ৰস্থান কৰিলে ; পাছে সেই মেঘ পাৰণ
১৩ অৰণ্যত ৰল। মোচিৰ দ্বাৰায় যিহোৱাই আজ্ঞা
কৰাৰ দৰে, সিবিলাকে এই প্ৰথম বাৰ যাত্ৰা
১৪ কৰিলে। প্ৰথমে যিহূদাৰ সন্তানবিলাকৰ ছাউ-
নিৰ ধ্বজাৰ অধীনে থকা লোকবিলাকে আপোন
আপোন সৈন্যদল অনুসাৰে প্ৰস্থান কৰিলে ;
আৰু অম্মীনাদবৰ পুত্ৰ নহচোন সিবিলাকৰ
১৫ সেনাপতি আছিল। আৰু চূৱাৰৰ পুত্ৰ নথ-
১৬ নেল ইচাখৰ ফৈদৰ সেনাপতি আছিল। আৰু
হেলোনৰ পুত্ৰ ইলীয়াব জবূলূন ফৈদৰ সেনা-
১৭ পতি আছিল। পাছে আবাস ভঙ্গা হল, আৰু
গেৰ্চোনৰ সন্তানবিলাকে আৰু মৰাৰীৰ সন্তান-
বিলাকে সেই আবাস ভাৰ বৈ প্ৰস্থান কৰিলে।
১৮ তাৰ পাছে ৰূবেণৰ ছাউনিৰ ধ্বজাৰ অধীনে
থকা লোকবিলাকে আপোন আপোন সৈন্যদল
অনুসাৰে প্ৰস্থান কৰিলে ; আৰু চদেয়ূৰৰ পুত্ৰ
১৯ ইলীচূৰ সিবিলাকৰ সেনাপতি আছিল। আৰু
চূৰীচদ্দয়ৰ পুত্ৰ চলূমীয়েল চিমিয়োন ফৈদৰ
২০ সেনাপতি আছিল। আৰু দূৱেলৰ পুত্ৰ ইলিয়া-
২১ চফ গাদ ফৈদৰ সেনাপতি আছিল। পাছে
পবিত্ৰস্থানৰ বস্তু ভাৰ বওঁতা কহাতীয়া লোক-
বিলাকে প্ৰস্থান কৰিলে ; আৰু সিবিলাকে
সৈ নৌ পাওঁতেই, আনবিলাকে আবাস স্থাপন
২২ কৰিলে। পাছে ইফ্ৰয়িমৰ ছাউনিৰ ধ্বজাৰ
অধীনে থকা লোকবিলাকে আপোন আপোন
সৈন্যদল অনুসাৰে প্ৰস্থান কৰিলে ; আৰু
অম্মীহূদৰ পুত্ৰ ইলীচামা সিবিলাকৰ সেনা-
২৩ পতি আছিল। আৰু পদাচূৰৰ পুত্ৰ গম্লীয়েল
২৪ মনচি ফৈদৰ সেনাপতি আছিল। আৰু
গিদিয়োনীৰ পুত্ৰ অবীদান বিন্যামীন ফৈদৰ
২৫ সেনাপতি আছিল। পাছে সকলো ছাউনিৰ
পাছত, আপোন আপোন সৈন্যদল অনুসাৰে
দানৰ সন্তানবিলাকৰ ছাউনিৰ ধ্বজাৰ অধীনে
থকা লোকবিলাকে প্ৰস্থান কৰিলে ; আৰু অম্মী-
চদ্দয়ৰ পুত্ৰ অহীয়েজৰ সিবিলাকৰ সেনাপতি
২৬ আছিল। আৰু অক্ৰণৰ পুত্ৰ পগীয়েল আচেৰ
২৭ ফৈদৰ সৈনাপতি আছিল। আৰু ঐননৰ পুত্ৰ
অহীৰা নপ্তালী ফৈদৰ সেনাপতি আছিল।
২৮ প্ৰস্থান কৰা কালত ইস্রায়েলৰ সন্তানবিলাকে
আপোন আপোন সৈন্যদল অনুসাৰে এই ৰূপে
প্ৰস্থান কৰিলে।
২৯ পাছে মোচিয়ে আপোনাৰ শহুৰেক মিদিয়ন
দেশৰ ৰূৱেলৰ পুত্ৰ হোববক কলে, যিহোৱাই
আমাক যি দেশ দিম বুলি কৈছে, আমি সেই
দেশলৈ যাত্ৰা কৰিছোঁ ; তুমিও আমাৰ লগত
বলা, তাতে আমি তোমাৰ মঙ্গল কৰিম ; কিয়নো

যিহোৱাই ইস্ৰায়েলৰ মঙ্গল কৰিবলৈ অঙ্গী-
৩০ কাৰ কৰিছে। তাতে তেওঁ উত্তৰ কৰিলে, ময়
নেযাওঁ, ময় আপোন দেশৰ জাতিবিলাকৰ
৩১ ওচৰলৈ যাম। মোচিয়ে আকৌ কলে, মিনতি
কৰিছোঁ, তুমি আমাক নেত্যজিবা; কিয়নো অৰণ্যৰ
মাজত কোন ঠাইত আমাৰ ছাউনি স্থাপন
কৰিব লগা হব, তাক তুমি জানা; এই কাৰণে
৩২ তুমি আমাৰ চকুস্বৰূপ হবা। আৰু যদি তুমি
আমাৰ লগত যোৱা, তেনে হলে, যিহোৱাই
আমাৰ যি মঙ্গল কৰিব, আমি তোমাকো সেই
মঙ্গল ভোগ কৰাম।

৩৩ পাছে সিবিলাকে যিহোৱাৰ পৰ্ব্বতৰ পৰা
তিনি দিনৰ বাট প্ৰস্থান কৰিলে; আৰু যিহো-
ৱাৰ নিয়মচন্দুকে সিবিলাকৰ নিমিত্তে বিশ্ৰামৰ
ঠাই বিচাৰি বিচাৰি তিনি দিনৰ বাট সিবিলা-
৩৪ কৰ আগে আগে গল। আৰু ছাউনি ভাঙ্গি
প্ৰস্থান কৰা সময়ত যিহোৱাৰ মেঘ দিনত সি-
বিলাকৰ ওপৰত থাকিছিল।

৩৫ আৰু চন্দুক যোৱা সময়ত মোচিয়ে কয়, হে
যিহোৱা, উঠা, তোমাৰ শত্ৰুবোৰ ছিন্নভিন্ন
হওক, আৰু তোমাক ঘিণ কৰোঁতাবোৰ তোমাৰ
৩৬ আগৰ পৰা পলাই যাওক। আৰু ৰোৱা সময়ত
তেওঁ কয়, হে যিহোৱা, তুমি ইস্ৰায়েলৰ হাজাৰ
হাজাৰ গোষ্ঠীৰ ওচৰলৈ উলটি আহাঁ।

তবিয়েৰাত আৰু কিব্ৰোৎ-হত্তাবাত কৰা
লোকবিলাকৰ বলকনি।

১১ পাছে লোকবিলাকে, যিহোৱাৰ কাণত
পৰাকৈ বাটৰ দুঃখৰ নিমিত্তে বকা লোকৰ
নিচিনাকৈ আচৰণ কৰিলে, তাকে শুনি যিহো-
ৱাৰ ক্ৰোধ জ্বলি উঠিল; তাতে সিবিলাকৰ
বিৰুদ্ধে যিহোৱাৰ ক্ৰোধাগ্নি জ্বলি উঠি ছাউনিৰ
শেষ ভাগত লোকবিলাকক গ্ৰাস কৰিবলৈ
২ ধৰিলে। এই কাৰণে লোকবিলাকে মোচিৰ
ওৰিত কাতৰোক্তি কৰিলে; তাতে মোচিয়ে
যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলত, সেই অগ্নি
৩ নুমাল। তেতিয়া সেই ঠাইৰ নাম তবিয়েৰা
[দাহ] ৰখা হল; কিয়নো যিহোৱাৰ অগ্নিয়ে
সিবিলাকৰ বিৰুদ্ধে দাহ কৰিছিল।

৪ তাৰ পাছে সিবিলাকৰ মাজত থকা মিশ্ৰিত
লোকবিলাকে খঁকুৱা স্বভাৱ কৰিবলৈ ধৰিলে,
আৰু ইস্ৰায়েলৰ সন্তানবিলাকেও পুনৰায় কান্দি
কান্দি কলে, আমাক মঙহ খাবলৈ কোনে দিব?
৫ আমি মিচৰ দেশত বিনামূলে যি যি মাছ
খাইছিলোঁ তালৈ, আৰু তিঁয়হ, খৰমুজা,
৬ নহৰু, পিঁয়াজ, আৰু নহৰুলৈ মনত পৰে; আৰু
এতিয়া আমাৰ প্ৰাণ শুকাল; আমাৰ আগত এই
৭ মান্নাৰ বাহিৰে আৰু একোৱেই নাই। সেই
মান্না ধনীয়া গুটিৰ নিচিনা, আৰু তাৰ বৰণ
৮ গুগ্‌গুলুৰ বৰণৰ নিচিনা আছিল। লোক-
বিলাকে ইকালে সিকালে ফুৰি তাক চপায়,
আৰু যাঁতত পিহি বা খুৰলিত খুন্দি গুৰি কৰি
টৌত সিজায়, আৰু তাৰ দ্বাৰায় পিঠা বনায়;
তাৰ আস্বাদ তেলেৰে যুগুত কৰা সুস্বাদু আহাৰৰ
৯ আস্বাদৰ নিচিনা আছিল। ৰাত্ৰি ছাউনিৰ ওপ-
ৰত নিয়ৰ পৰা কালত, নিয়ৰৰ লগত সেই মান্না
১০ পৰি থাকে। পাছে মোচিয়ে লোকবিলাকৰ
গোষ্ঠী অনুসাৰে আপোন আপোন তাম্বুৰ দুৱা-
ৰৰ ওচৰত প্ৰতিজনে ক্ৰন্দন কৰা শুনিলে; তাতে
যিহোৱাৰ ক্ৰোধ অতিশয়ৰূপে জ্বলি উঠিল,
১১ আৰু মোচিয়েও অসন্তোষ কৰিলে। পাছে
মোচিয়ে যিহোৱাক জনালে, তুমি কি নিমিত্তে
আপোন দাসক ইমান ক্লেশ দিছা? কি নিমিত্তে
বা ময় তোমাৰ দৃষ্টিত অনুগ্ৰহ পোৱা নাই,
যে তুমি এই সকলো লোকৰ ভাৰ মোৰ
১২ ওপৰত দিছা? ময় জানো এই সকলো লোকক
গৰ্ব্ভধাৰণ কৰিলোঁ, বা এই সকলো লোকক
প্ৰসৱ কৰিলোঁ, যে, তুমি ইবিলাকৰ পূৰ্ব্বপুৰুষ-
বিলাকৰ আগত যি দেশ দিবলৈ অঙ্গীকাৰ
কৰিছিলা, সেই দেশলৈ, গাখীৰ খোৱা কেঁচুৱাক
পালন কৰোঁতা বাপেকৰ দৰে ইবিলাকক বুকত
১৩ বান্ধি নিবলৈ মোক আজ্ঞা দিছা? এই সকলো
লোকক দিবৰ নিমিত্তে ময় ক'ত মাংস পাম?
কিয়নো ইবিলাক সকলোৱে মোৰ ওৰিত কান্দি
কৈছে, আমাক মাংস দিয়া, আমি খাওঁ।
১৪ এই আটাই লোকৰ ভাৰ ময় অকলেই বব
নোৱাৰোঁ; কিয়নো সেয়ে মোৰ শক্তিতকৈয়ো
১৫ গধুৰ। তুমি যদি মোলৈ এনে ব্যৱহাৰ কৰা,
তেন্তে ময় বিনয় কৰিছোঁ, ময় যদি তোমাৰ
দৃষ্টিত অনুগ্ৰহপ্ৰাপ্ত হৈছোঁ, তেন্তে এতিয়া মোক
একেবাৰে মাৰা, আৰু মোৰ দুৰ্গতি মোক দেখি-
বলৈ নিদিবা।

১৬ তেতিয়া যিহোৱাই মোচিক কলে, তুমি লোক-
বিলাকৰ মাজত যিবিলাকক বৃদ্ধ আৰু লোক-
বিলাকৰ অধ্যক্ষ বুলি জানা, ইস্ৰায়েলৰ এনে
সত্তৰ জন বৃদ্ধ লোকক চপাই সাক্ষাৎ কৰা তাম্বুৰ
দুৱাৰলৈ আনা; সিবিলাকে তোমাৰ লগত সেই
১৭ ঠাইত থিয় হওক। পাছে ময় সেই ঠাইলৈ
নামি আহি তোমাৰে সৈতে কথা হম, আৰু
তোমাত যি আত্মা আছে, তাৰ কিছু লৈ সি-
বিলাকত ৰাখিম; তাতে, তুমি যেন অকলেই
লোকবিলাকৰ ভাৰ নোবোৱা, এই নিমিত্তে
সিবিলাকে তোমাৰ লগত লোকবিলাকৰ ভাৰ
১৮ বব। আৰু তুমি লোকবিলাকক কোৱা, তোমা-
লোকে কালিৰ নিমিত্তে আপোনাবিলাকক পবিত্ৰ
কৰা; তেতিয়া তোমালোকে মাংস খাবলৈ পাবা;

কিয়নো তোমালোকে কান্দি কান্দি কৈছিলা, আ-
মাক মাংস খাবলৈ কোনে দিব ? কিয়নো মিচর
দেশত আমার ভাল আছিল। এই হেতুকে যিহো-
ৱাই তোমালোকক মাংস দিব ; তাতে তোমা-
১৯ লোকে খাবলৈ পাবা। তোমালোকে এদিন, বা
দুদিন, বা পাঁচ দিন, বা দহ দিন, বা বিশ দিন
২০ যে তাক খাবা, এনে নহয় ; সম্পূর্ণ এমাহলৈকে
খাবা, যেতিয়ালৈকে সেয়ে তোমালোকর নাকেদি
নোলায় আরু ঘিণ লগা নহয়, তেতিয়ালৈকে তাক
খাবা ; কিয়নো তোমালোকে আপোনাবিলাকর
মাজত থকা যিহোৱাক অগ্রাহ্য করি, তেওঁর আগত
কান্দি কান্দি এই কথা কৈছিলা, যে, আমি কিয়
২১ মিচর দেশর পরা বাহির হৈ আহিলোঁ ? তেতিয়া
মোচিয়ে কলে, ময় যি লোকবিলাকর মাজত
আছোঁ, সিবিলাক ছয় লাখ পদাতিক ; তথাপি
তুমি কৈছা, সম্পূর্ণ এমাহ খাবর নিমিত্তে ময়
২২ সিবিলাকক মঙহ দিম। সিবিলাকক জঁটাকৈ
মের, ছাগ, আরু গরুর জাক মারিব লাগে নে ?
নাইবা সিবিলাকক জঁটাকৈ সাগরর আটাই মাছ
গোটাব লাগে নে ?
২৩ তাতে যিহোৱাই মোচিক কলে, যিহোৱার
হাত জানো চুঁটী হল ? তোমার আগত মোর
বাক্য সিদ্ধ হব নে নহব, তাক তুমি এতিয়া দেখি-
২৪ বলৈ পাবা। তেতিয়া মোচিয়ে বাহিরলৈ গৈ,
যিহোৱার বাক্য লোকবিলাকক কলে, আরু
সিবিলাকর বৃদ্ধ লোকর মাজর সত্তর জনক
গোটাই তাম্বুর চারিওফালে থিয় করিলে।
২৫ তাতে যিহোৱাই মেঘত নামি তেওঁক কথা কলে,
আরু যি আত্মা মোচিত আছিল, তার কিছু
লৈ, সেই সত্তর জন বৃদ্ধ লোকত রাখিলে ; তাতে,
সেই আত্মা সিবিলাকত থকাত, সিবিলাকে
ভাববাণী প্রচার করিলে ; কিন্তু তার পাছে
২৬ আরু নকরিলে। কিন্তু দুজন মানুহ ছাউনিত
থাকিল, এজনর নাম ইল্‌দদ, আন জনর নাম
মেদদ ; এই দুজনতো আত্মা থাকিল ; সিবিলাক
বহিত নাম লিখা লোকবিলাকর মাজত আছিল
হয়, কিন্তু ওলাই তাম্বুর ওচরলৈ যোৱা নাছিল ;
সিবিলাকে ছাউনিত ভাববাণী প্রচার করিবলৈ
২৭ ধরিলে। তাতে এটা ডেকা মানুহে লরি গৈ
মোচিক কলে, ইল্‌দদ আরু মেদদে ছাউনিত
২৮ ভাববাণী প্রচার করিছে। তেতিয়া মোচির
পরিচারক, তেওঁর মনোনীত লোক নূনর পুত্র
যিহোচূৱাই উত্তর দি কলে, হে মোর প্রভু মোচি,
২৯ সিবিলাকক নিষেধ করোক। তাতে মোচিয়ে
তেওঁক কলে, তুমি মোর পক্ষ হৈ ঈর্ষা করিছা নে ?
যিহোৱার আটাইবিলাক লোক ভাববাদী হোৱা
হলে, আরু যিহোৱাই সিবিলাকর ওপরত
আপোন আত্মা থাকিবলৈ দিয়া হলে, ময়
৩০ কেনে সন্তোষ পালোঁহেঁতেন ! পাছে মোচি
আরু ইস্রায়েলর বৃদ্ধবিলাক ছাউনিলৈ গল।
৩১ পাছে যিহোৱার ওচরর পরা বায়ু ওলাই সমুদ্রর
পরা ইমান বটা চরাই আনি ছাউনির ওপরত
পেলালে, যে, ছাউনির চারিওফালে ইকোষে
সিকোষে এদিনর বাটলৈকে সেইবোর দুহাত ওখ
৩২ হৈ মাটীর ওপরত পড়িল। তাতে লোকবিলাকে
সেই গোটেদিন গোটেরাতি, আরু পাছদিনাও
গোটেই দিন উঠি সেই বটা চরাইবোর গো-
টালে ; সিবিলাকর মাজত যেয়ে সকলোতকৈ
তাকরকৈ গোটালে, তারো দহ হোমর আছিল ;
পাছে সিবিলাকে ছাউনির চারিওফালে
আপোনাবিলাকর নিমিত্তে, তাক শুকাবলৈ মেলি
৩৩ দিলে। কিন্তু সিবিলাকে দুই দাঁতর মাজত মঙহ
কামোড় মারি ধরোঁতেই, চোবোৱার আগেয়ে
লোকবিলাকলৈ যিহোৱার ক্রোধ জ্বলি উঠিল ;
তাতে যিহোৱাই লোকবিলাকক অতিশয় মহা-
৩৪ মারীর দ্বারায় আঘাত করিলে। আরু সেই
ঠাইর নাম কিব্রোৎ-হত্তাবা [থঁকুৱা স্বভাব করা-
বোরর মৈদাম] রখা হল ; কিয়নো সেই ঠাইত
সিবিলাকে থঁকুৱা স্বভাব করাবোরক মৈদাম
৩৫ দিলে। পাছে লোকবিলাকে কিব্রোৎ-হত্তাবার
পরা হচেরোতলৈ যাত্রা করি সেই ঠাইতে
থাকিল।

হারোণ আরু মিরিয়মে মোচির অহিতে দোষ
করা, আরু তার দণ্ড।

১২ মোচিয়ে কুচ দেশীয় যি তিরুতা বিয়া
করিছিল, সেই তিরুতার কারণে মিরিয়ম
আরু হারোণে মোচির অহিতে কথা কলে ;
কারণ তেওঁ এজনী কুচীয়া তিরুতা বিয়া করিলে।
২ সিবিলাকে কলে, যিহোৱাই জানো কেৱল
মোচির দ্বারায়হে কথা কয় ? আমার দ্বারায়ো
নকয় জানো ? আরু যিহোৱাই সেই কথা
৩ শুনিলে। পৃথিবীত থকা মানুহবিলাকর মাজত
মোচি সকলোতকৈ অতিশয় নম্র লোক আছিল।
৪ পাছে যিহোৱাই অকস্মাতে মোচি, হারোণ,
আরু মিরিয়মক কলে, তোমালোক তিনিও
জন বাহির হৈ সাক্ষাৎ করা তাম্বুর ওরিলৈ
আহাঁ ; তাতে সিবিলাক তিনিও জন ওলাই
৫ গল। তেতিয়া যিহোৱাই মেঘস্তম্ভত নামি
আহি তাম্বুর দুৱারমুখত স্থিতি হৈ হারোণ
আরু মিরিয়মক মাতিলে ; তাতে সিবিলাক দুয়ো
৬ আগ বাঢ়ি গলত, তেওঁ কলে, তোমালোকে
মোর বাক্য শুনা ; তোমালোকর মাজত যদি
কোনো ভাববাদী হয়, তেন্তে ময় যিহোৱাই
তেওঁর আগত কোনো দর্শনর দ্বারায় নিজকে
চিনাকী দিম, নাইবা সপোনত তেওঁর লগত

৭ কথা হয়। মোৰ দাস মোচি তেনে নহয় ; তেওঁ
মোৰ ঘৰৰ আটাই লোকৰ মাজত বিশ্বাসী।
৮ তেওঁৰে সৈতেময় নিগূঢ় বাক্যৰ দ্বাৰায় কথা
নহওঁ, কিন্তু মুখামুখি হৈ প্ৰকাশৰূপে কথা হওঁ,
আৰু তেওঁ যিহোৱাৰ আকাৰ দেখে ; এই
হেতুকে মোৰ দাস মোচিৰ অহিতে কথা কবলৈ
৯ তোমালোকে কিয় ভয় নকৰিলা ? তাতে সি-
বিলাকলৈ যিহোৱাৰ ক্ৰোধ জ্বলি উঠিল, আৰু
১০ তেওঁ প্ৰস্থান কৰিলে। পাছে তাম্বুৰ ওপৰৰ পৰা
মেঘ গুচিলত, দেখা, মিৰিয়মৰ গাত হিমৰ
দৰে কুষ্ঠৰোগ হল ; তাতে হাৰোণে মিৰি-
য়মৰ ফাললৈ মুখ ঘুৰাই চাই তেওঁক কুষ্ঠৰোগী
১১ দেখিলে। তেতিয়া হাৰোণে মোচিক কলে,
হায় হায় মোৰ প্ৰভো, আমি মূৰ্খৰ দৰে
কাৰ্য্য কৰি যি পাপ কৰিলোঁ, বিনয় কৰিছোঁ,
সেই পাপৰ ফল আমাক ভোগ কৰিবলৈ
১২ নিদিওক। মাকৰ গৰ্ভৰ পৰা ওলোৱা কালত
যাৰ মাংস আধা নষ্ট, এনে মৰা গৰ্ভফলৰ দৰে
১৩ এওঁৰ হবলৈ নিদিওক। তাতে মোচিয়ে যিহোৱাৰ
আগত কাতৰোক্তি কৰি কলে, হে ঈশ্বৰ, বিনয়
১৪ কৰিছোঁ, এওঁক সুস্থ কৰা। পাছে যিহোৱাই
মোচিক কলে, তেওঁৰ বাপেকে তেওঁৰ মুখত যদি
কেৱল থুই পেলালেহেঁতেন, তেনে হলে তেওঁ
জানো সাদিনলৈকে লাজ কৰি নেথাকিলহেঁতেন ?
এই হেতুকে তেওঁ সাদিন ছাউনিৰ বাহিৰে বন্ধ
হৈ থাওক, পাছত তেওঁক পুনৰায় ভিতৰলৈ অনা
১৫ হব। তাতে মিৰিয়মক সাদিন ছাউনিৰ বাহিৰে
বন্ধ কৰি ৰখা হল ; যেতিয়ালৈকে মিৰিয়মক
ভিতৰলৈ অনা নহল, তেতিয়ালৈকে লোকবিলাকে
১৬ যাত্ৰা নকৰিলে। পাছে লোকবিলাকে হচেৰো-
তৰ পৰা যাত্ৰা কৰি, পাৰণ অৰণ্যত ছাউনি
পাতিলে।

কনান দেশ চাবলৈ চোৰাংচোৱা পঠোৱা ; উভটি
আহি কুসংবাদ দিয়া।

১৩ পাছে যিহোৱাই মোচিক কলে, ময়
ইস্ৰায়েলৰ সন্তানবিলাকক যি দেশ দিম,
তাক গুপুতে চাবলৈ তুমি কেইজনমান মানুহ
পঠোৱা ; তোমালোকে সিবিলাকৰ আপোন
আপোন পিতৃবংশৰ এক এক ফৈদৰ এজন এজন
৩ অধ্যক্ষ পঠোৱা। তাতে যিহোৱাৰ আজ্ঞা
অনুসাৰে মোচিয়ে পাৰণ অৰণ্যৰ পৰা সি-
বিলাকক পঠালে ; সিবিলাক আটাইবিলাক
ইস্ৰায়েলৰ সন্তানবিলাকৰ মূল মানুহ আছিল।
৪ সিবিলাকৰ নাম এই এই ; ৰূবেণ ফৈদৰ
৫ মাজৰ জক্কূৰৰ পুত্ৰ চম্মূৱা ; চিমিয়োন ফৈদৰ
৬ মাজৰ হোৰীৰ পুত্ৰ চাফট ; যিহূদা ফৈদৰ
৭ মাজৰ যিফুন্নিৰ পুত্ৰ কালেব ; ইচাখৰ
৮ ফৈদৰ মাজৰ যোচেফৰ পুত্ৰ যিগাল ; ইফ্ৰ-
য়িম ফৈদৰ মাজৰ নূনৰ পুত্ৰ হোচেয়া ;
৯ বিন্যামীন ফৈদৰ মাজৰ ৰাফূৰ পুত্ৰ পল্‌টী ;
১০ জবূলূন ফৈদৰ মাজৰ চোদীৰ পুত্ৰ গদ্দীয়েল ;
১১ যোচেফ ফৈদৰ অৰ্থাৎ মনচি ফৈদৰ মাজৰ
১২ চূচীৰ পুত্ৰ গদ্দী ; দান ফৈদৰ মাজৰ গমল্লীৰ
১৩ পুত্ৰ অম্মীয়েল ; আচেৰ ফৈদৰ মাজৰ মীখা-
১৪ য়েলৰ পুত্ৰ চথুৰ ; নপ্তালী ফৈদৰ মাজৰ
১৫ বফ্‌চীৰ পুত্ৰ নহ্‌বী ; গাদ ফৈদৰ মাজৰ মাখীৰ
১৬ পুত্ৰ গূৱেল। এই এই নামৰ লোকবিলাকক
মোচিয়ে গুপুতে দেশ চাবলৈ পঠালে। মো-
চিয়ে নূনৰ পুত্ৰ হোচেয়াৰ নাম যিহোচূৱা
১৭ ৰাখিলে। কনান দেশ চাবলৈ পঠোৱা সময়ত
মোচিয়ে সিবিলাকক কলে, তোমালোক এই
১৮ দক্ষিণ অঞ্চলেদি গৈ পৰ্ব্বতত উঠাগৈ। আৰু সেই
দেশ কেনেকুৱা, আৰু তাত বাস কৰা লোকবিলাক
১৯ বলী নে নিৰ্ব্বলী, আৰু তাকৰ নে সৰহ ; আৰু
সিহঁতে যি দেশত বাস কৰিছে, সেই দেশ কেনে-
কুৱা, ভাল নে বেয়া ; আৰু যি যি নগৰত সিহঁতে
বাস কৰিছে, সেইবোৰ নগৰ কেনে, মুকলি নে
২০ বা গড়েৰে আবৃত হোৱা ; আৰু সিহঁতৰ মাটী
কেনেকুৱা, সাৰোৱা নে, বা অসাৰোৱা, তাৰ
মাজত গছগছনি আছে নে নাই, এই সকলোকে
তোমালোকে চাবা ; তোমালোক সাহীয়াল
হোৱা, আৰু সেই দেশৰ কোনো কোনো গুটী
লগত আনিবা। তেতিয়া প্ৰথমে পকা দ্ৰাক্ষাগুটীৰ
২১ সময় আছিল। তাতে সিবিলাকে উঠি গৈ,
ছিন অৰণ্যৰ পৰা ৰহোবলৈ, হমাতৰ প্ৰবেশ-
২২ স্থানলৈকে দেশখন গুপুতে চালে। সিবিলাক
দক্ষিণ অঞ্চলেদি গৈ, হিব্ৰোণলৈকে উঠিল ;
সেই ঠাইতে অহীমন, চেচয়, আৰু তল্‌ময়,
এই তিনি জন অনাকৰ সন্তান আছিল। মিচৰ
দেশত থকা চোৱন নগৰ স্থাপন কৰাৰ সাত
বছৰৰ আগেয়ে হিব্ৰোণ স্থাপন কৰা হল।
২৩ পাছে সিবিলাকে ইস্কোল উপত্যকালৈ আহি,
সেই ঠাইতে, এথোপা দ্ৰাক্ষাগুটী থকা দ্ৰাক্ষা-
লতাৰ এটা ডাল কাটি, কাণমাৰি লগাই দুজনে
সাঙি কৰি ললে, আৰু কিছুমান দালিম আৰু
২৪ ডিমৰু গুটীও লগত ললে। ইস্ৰায়েলৰ সন্তান
বিলাকে সেই ঠাইতে সেই দ্ৰাক্ষাৰ থোপা কাটিলে
দেখি, সেই ঠাইৰ নাম ইস্কোল উপত্যকা
২৫ ৰখা হল। চল্লিশ দিনৰ পাছে সিবিলাকে দেশ
২৬ চাই উলটি আহিল। পাছে সিবিলাকে পাৰণ
অৰণ্যৰ কাদেচলৈ, মোচি, হাৰোণ, আৰু
ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই মণ্ডলীৰ
ওচৰলৈ আহি, তেওঁবিলাকক আৰু গোটেই
মণ্ডলীক সংবাদ দিলে, আৰু সেই দেশৰ গুটী
২৭ সিবিলাকক দেখুৱালে। আৰু সিবিলাকে তেওক

কলে, তুমি আমাক যি দেশলৈ পঠাইছিলা,
আমি সেই দেশলৈ গৈছিলোঁ; স্বৰূপেই
সেই দেশ দুগ্ধ মধু বৈ থকা দেশ; চোৱা,
২৮ এইয়া তাৰ গুটি। আপত্তি এই মাথোন, যে,
সেই দেশত থকা লোকবিলাক বলী, আৰু নগৰ-
বিলাক গড়েৰে আবৃত, আৰু অতি ডাঙৰ;
আৰু সেই ঠাইতে আমি অনাকীয়া সন্তানইতকো
২৯ দেখিলোঁ। দক্ষিণ অঞ্চলত অমালেকে বাস কৰিছে;
আৰু পৰ্ব্বতত হিত্তীয়া, যিবূচীয়া, আৰু ইমোৰীয়া
লোকবিলাকে বাস কৰিছে; সমুদ্ৰৰ দাঁতিত আৰু
যৰ্দ্দনৰ পাৰত কনানীয়া লোকবিলাকে বাস
৩০ কৰিছে। পাছে কালেবে মোচিৰ আগত লোক-
বিলাকক শান্ত কৰিবৰ অৰ্থে কলে, আহাঁ, আমি
একেবাৰে উঠি গৈ, তাক অধিকাৰ কৰোঁ;
কিয়নো তাক জয় কৰিবলৈ অৱশ্যে আমাৰ
৩১ অধিক শক্তি আছে। কিন্তু যি লোকবিলাক
তেওঁৰ লগত গৈছিল, সিবিলাকে কলে, আমি
সেই লোকবিলাকৰ বিৰুদ্ধে উঠি যাব নোৱাৰোঁ;
৩২ কিয়নো আমাতকৈ সিহঁত বলী। এই ৰূপে,
সিবিলাকে যি দেশ চাবলৈ গৈছিল, ইস্ৰায়েলৰ
সন্তানবিলাকৰ আগত সেই দেশৰ দুৰ্যশ কৰি
কলে, আমি যি দেশৰ মাজেদি চাই চাই
গৈছিলোঁ, সেই দেশ আপোনাৰ নিবাসী-
বিলাকক গ্ৰাস কৰোঁতা দেশ; আৰু তাৰ মাজত
আমি যিমান মানুহ দেখিলোঁ, সিহঁত সকলোৰে
৩৩ কায় দীঘল। আৰু তাত নাফিল * বংশ অনাকৰ
সন্তান নাফিলবিলাকক দেখি, আমাৰ মানত
আমি ফড়িঙ্গৰ নিচিনা হলোঁ; আৰু সিহঁতৰ
দৃষ্টিতো তেনেকুৱাই আছিলোঁ।

ইস্ৰায়েলৰ সন্তানবিলাকে বিদ্ৰোহ আচৰণ কৰা,
আৰু তাৰ দণ্ড।

১৪ পাছে গোটেই মণ্ডলীয়ে বড়কৈ এৰাও
কৰিলে; সেই ৰাতি লোকবিলাকে কান্দিলে।
২ আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ সকলোৱে
মোচি আৰু হাৰোণৰ অহিতে বদ্বিবলৈ ধৰিলে;
আৰু গোটেই মণ্ডলীয়ে তেওঁবিলাকৰ আগতে
কলে, হায় হায়, আমি মিচৰ দেশতে মৰা হলে,
নাইবা এই অৰণ্যতে মৰা হলে কেনে ভাল আ-
৩ ছিল! যিহোৱাই আমাক তৰোৱালৰ ধাৰত
পেলাবলৈ, আৰু আমাৰ লৰা তিৰুতাবোৰক লুট
কৰাবলৈ এই দেশলৈ আমাক কিয় আনিছে?
মিচৰ দেশলৈ উলটি যোৱা জানো আমাৰ ভাল
৪ নহয়? পাছে সিবিলাকে ইজনে সিজনক কলে,

আমি এজনক প্ৰধান কৰি লৈ মিচৰ দেশলৈ
৫ উলটি যাওঁ বলা। তাতে মোচি আৰু হাৰোণে
ইস্ৰায়েলৰ সন্তানবিলাকৰ মণ্ডলীৰ, সিবিলাকৰ
৬ গোটেই সমাজৰ আগত উবুড়ি হৈ পড়িল। দেশ
বুপুতে চাই অহাবিলাকৰ মাজত নূনৰ পুত্ৰ যিহো-
চূৱা আৰু যিফুন্নিৰ পুত্ৰ কালেবে আপোন আ-
৭ পোন কাপড় ফালি, ইস্ৰায়েলৰ সন্তানবিলাকৰ
গোটেই মণ্ডলীক কলে, আমি যি দেশ চাবলৈ
দেশৰ মাজেদি গৈছিলোঁ, সেয়ে যাৰ পৰ নাই
৮ উত্তম দেশ। যিহোৱাই যদি আমাত সন্তোষ
পায়, তেন্তে তেওঁ আমাক সেই দেশলৈ নিব, আৰু
৯ দুগ্ধ মধু বোৱা সেই দেশ আমাক দিব। কেৱল
তোমালোকে কোনো ৰূপে যিহোৱাৰ বিৰুদ্ধে
বিদ্ৰোহ আচৰণ নকৰিবা, আৰু সেই দেশৰ
লোকবিলাকলৈ ভয় নকৰিবা; কিয়নো সিহঁত
আমাৰ ভক্ষ্যস্বৰূপ, সিহঁতৰ আশ্ৰয় সিহঁতৰ
পৰা গুচিল, আৰু যিহোৱা আমাৰ সঙ্গত আছে;
১০ সিহঁতলৈ ভয় নকৰিবা। কিন্তু গোটেই মণ্ড-
লীয়ে তেওঁবিলাকক শিল দলিয়াই বধ কৰি-
বলৈ কলে; তাতে সাক্ষাৎ কৰা তাম্বুত যিহো-
ৱাৰ প্ৰতাপ ইস্ৰায়েলৰ সন্তানবিলাকৰ আগত
প্ৰকাশিত হল।
১১ পাছে যিহোৱাই মোচিক কলে, এই লোক-
বিলাকে কিমান দিন মোক হেয়জ্ঞান কৰিব?
আৰু ইবিলাকৰ মাজত ময় দেখুউৱা আটাই
চিন দেখিও, ইবিলাকে কিমান কাল মোলৈ
১২ অবিশ্বাসী হৈ থাকিব? ময় মহামাৰীৰ দ্বাৰায়
ইবিলাকক আঘাত কৰিম, আৰু ইবিলাকৰ
আধিপত্য গুচাম, আৰু ইবিলাকতকৈ তোমাকেই
১৩ ডাঙৰ আৰু বলৱান জাতি কৰিম। তাতে মো-
চিয়ে যিহোৱাক কলে, তেনে কৰিলে, মিচৰীয়া-
বিলাকে তাক শুনিবলৈ পাব; কিয়নো সিহঁতৰেই
মাজৰ পৰা তুমি আপোন শক্তিৰ দ্বাৰায় এই
১৪ লোকবিলাকক উলিয়াই আনিলা; আৰু সিহঁতে
এই দেশনিবাসীবিলাককো সংবাদ দিব। সিহঁতে
শুনিছে, যে, তুমি যিহোৱা এই লোকবিলাকৰ
মাজত আছা, তুমি যিহোৱাই সম্মুখাসম্মুখি-
কৈ ইবিলাকক দৰ্শন দি থাকা, তোমাৰ মেঘ
ইবিলাকৰ ওপৰত আছে, আৰু তুমি দিনত
মেঘস্তম্ভত ৰাতি অগ্নিস্তম্ভত ইবিলাকৰ আগে
১৫ আগে যোৱা। এতিয়া যদি তুমি এই লোক-
বিলাকক এজনক মৰাৰ দৰে মাৰা, তেন্তে
এই যি আন জাতিবিলাকে তোমাৰ যশস্যাৰ
১৬ কথা শুনিছে, সিহঁতে কব, যিহোৱাই এই
লোকবিলাকক যি দেশ দিবলৈ শপথ কৰিছিল,
সেই দেশলৈ সিহঁতক নিবলৈ তেওঁ অসমৰ্থ হল,
১৭ এই নিমিত্তে অৰণ্যত সিহঁতক মাৰিলে। এতিয়া
ময় এই নিবেদন কৰোঁ, যিহোৱা ক্ৰোধত ধীৰ

* এই শব্দে কোনো এক জাতি মানুহ বুজায়, কিন্তু
কোন জাতি মানুহ, তাৰ নিশ্চয় নাই।

আৰু দয়াতো মহান, অপৰাধ আৰু আজ্ঞা-
লঙ্ঘন ক্ষমা কৰোঁতা, তথাপি তেওঁ অৱশ্যে
দোষীক নির্দ্দোষী নকৰে, আৰু তৃতীয়, চতুর্থ
পুৰুষলৈকে সন্তানবিলাকক পিতৃবিলাকৰ অপ-
১৮ ৰাধৰ প্ৰতিফল দিওঁতা, তুমি এই কথা কোৱা-
১৯ মতে প্ৰভুৰ মহৎ প্ৰতাপ দেখা যাওক। বিনয়
কৰোঁ, তুমি মিচৰ দেশৰ পৰা এতিয়ালৈকে এই
লোকবিলাকক যেনেকৈ ক্ষমা কৰি আহিছা,
তেনেকৈ তোমাৰ মহৎ কৃপাৰ দৰে ইবিলাকৰ এই
২০ অপৰাধ ক্ষমা কৰা। তেতিয়া যিহোৱাই কলে,
তোমাৰ বাক্যমতে ময় সিবিলাকক ক্ষমা কৰিলোঁ।
২১ তথাপি ময় যদি স্বৰূপেই জীৱন্ত ঈশ্বৰ হওঁ,
আৰু গোটেই পৃথিবী যদি যিহোৱাৰ প্ৰতা-
২২ পেৰে পৰিপূর্ণ হয়, তেন্তে ইবিলাকৰ মাজত
যিমান লোকে মোৰ প্ৰতাপ, আৰু মিচৰত ও
অৰণ্যত দেখুউৱা মোৰ চিন দেখিও, এই দহবাৰ
মোক পৰীক্ষা কৰিছে, আৰু মোৰ বাক্যলৈ
২৩ কাণ দিদিয়া হৈছে, ইবিলাকৰ পূর্ব্বপুৰুষ-
বিলাকৰ আগত ময় যি দেশ দিবলৈ শপথ কৰি-
ছিলোঁ, ইবিলাকৰ কোনেও সেই দেশ দেখিবলৈ
নেপাব, মোক হেয়জ্ঞান কৰাবিলাকৰ মাজৰ
২৪ কোনেও তাক দেখা নেপাব। কিন্তু মোৰ দাস
কালেবৰ মন বেলেগ, তেওঁ সম্পূর্ণৰূপে মোৰ
আজ্ঞামতে চলিলে; এতেকে তেওঁ যি দেশত
সোমাল, সেই দেশৰ ভিতৰলৈ ময় তেওঁক
নিম, আৰু তেওঁৰ বংশই তাক অধিকাৰ কৰিব।
২৫ অমালেকীয়া আৰু কনানীয়া লোকবিলাকে
উপত্যকাত বাস কৰিছে; কাইলৈ তোমা-
লোকে মুখ ঘুৰাই চূফ সাগৰৰ বাটেদি
অৰণ্যলৈ যাবা।
২৬ পাছে যিহোৱাই মোচি আৰু হাৰোণক কলে,
২৭ মোৰ বিৰুদ্ধে বকি থকা এই দুষ্ট মণ্ডলীৰ ভাৰ
ময় কিমান কাল সহিম? ইস্ৰায়েলৰ সন্তান-
বিলাকে মোৰ বিৰুদ্ধে যি যি বকিছিল, তাক
২৮ ময় শুনিলোঁ। তুমি সিবিলাকক কোৱা, যিহো-
ৱাই এই কথা কৈছে, মোৰ জীৱনৰ শপথ,
তোমালোকে মোৰ কাণত যি কলা, অৱশ্যে ময়
২৯ তোমালোকলৈ তাক কৰিম। তোমালোকৰ
সম্পূর্ণ সংখ্যা অনুসাৰে গণিত হোৱা বিশ বছৰ
আৰু তাতকৈয়ো অধিক বয়সীয়া তোমালোকৰ
যি সকলো লোকে মোৰ অহিতে বকিছিল,
তোমালোকৰ সেই সকলোৰে শৱ এই অৰণ্যত
৩০ পতিত হব। ময় তোমালোকক যি দেশত বাস
কৰাবলৈ শপথ কৰিছিলোঁ, সেই দেশত তোমা-
লোকে সোমাবলৈ নেপাবা; কেৱল যিফুন্নিৰ
পুত্ৰ কালেব আৰু নূনৰ পুত্ৰ যিহোচূৱা সো-
৩১ মাব। কিন্তু তোমালোকে আপোনাবিলাকৰ
যি লৰা ছোৱালীবোৰৰ বিষয়ে লুটদ্ৰব্য হব
বুলি কৈছিলা, ময় সিহঁতক তাত সুমুৱাম;
আৰু তোমালোকে যি দেশ অগ্ৰাহ্য কৰিলা,
৩২ সিহঁতে তাৰ পৰিচয় পাব। কিন্তু তোমালোকৰ
বিষয়ে হলে, তোমালোকৰ শৱ এই অৰণ্যত
৩৩ পতিত হব। আৰু তোমালোকৰ সন্তানবিলাকে
চল্লিশ বছৰ এই অৰণ্যত ভ্ৰমি ফুৰি, অৰণ্যত
তোমালোকৰ শৱৰ সংখ্যা পূৰ নহয়মানলৈকে
তোমালোকৰ ব্যভিচাৰৰ ফল সিহঁতে ভোগ
৩৪ কৰিব। তোমালোকে যি চল্লিশ দিন দেশ চাই
ফুৰিছিলা, সেই দিনৰ লেখ অনুসাৰে চল্লিশ
বছৰ, অর্থাৎ এক এক দিনৰ নিমিত্তে এক এক
বছৰ তোমালোকে আপোন আপোন অপৰাধৰ
ফল ভোগ কৰিবা; আৰু মোৰ বিপক্ষতা কেনে,
৩৫ তাক জানিবলৈ পাবা। ময় যিহোৱাই ইয়াক
কলোঁ, মোৰ বিপৰীতে গোট খোৱা এই গোটেই
দুষ্ট মণ্ডলীলৈ ময় ইয়াক অৱশ্যে কৰিম; এই
অৰণ্যত সিবিলাক নিচেইকৈ বিনষ্ট হব, এই
৩৬ ঠাইতে সিবিলাক মৰিব। পাছে দেশ চাবলৈ
মোচিয়ে পঠোৱা যি মানুহবিলাকে উলটি
আহি সেই দেশৰ কুযশ কৰি তেওঁৰ অহিতে
৩৭ গোটেই মণ্ডলীক বকাইছিল, দেশৰ কুযশ কৰা
সেই মানুহবিলাক যিহোৱাৰ আগত মহামাৰীৰ
৩৮ দ্বাৰায় মৰিল। দেশ চাবলৈ যোৱা সেই মানুহ-
বিলাকৰ মাজত কেৱল নূনৰ পুত্ৰ যিহোচূৱা
আৰু যিফুন্নিৰ পুত্ৰ কালেব জীয়াই থাকিল।
৩৯ মোচিয়ে ইস্ৰায়েলৰ সন্তানবিলাকক সেই সকলো
কথা কলত, লোকবিলাকে অতিশয় শোক
৪০ কৰিলে। পাছে সিবিলাকে ৰাতিপুৱাতে ওলাই
পর্ব্বতৰ টিঙলৈ উঠিবলৈ উদ্যত হৈ কলে, দেখা,
এইয়া আমি আছোঁ, যিহোৱাই যি ঠাইৰ বিষয়ে
প্ৰতিজ্ঞা কৰিছিল, আমি সেই ঠাইলৈ যাওঁ;
৪১ কিয়নো আমি পাপ কৰিলোঁ। তাতে মোচিয়ে
কলে, এতিয়া যিহোৱাৰ আজ্ঞা কিয় লঙ্ঘন
কৰিছা? তোমালোকৰ সেই কার্য্য সাফল
৪২ নহব; তোমালোক উঠি নেযাবা, কাৰণ যিহোৱা
তোমালোকৰ মাজত নাই; গলে শত্ৰুৰ আগত
৪৩ ঘাটিবা। কিয়নো অমালেকীয়া আৰু কনানীয়া
লোকবিলাক সেই ঠাইত তোমালোকৰ আগত
আছে, আৰু তোমালোক তৰোৱালৰ ধাৰত
পতিত হবা; তোমালোক যিহোৱাৰ পাছত
চলিবলৈ বিমুখ হোৱাত, যিহোৱা তোমালোকৰ
৪৪ লগত নেথাকিব। তথাপি সিবিলাকে কুসাহ
কৰি, পর্ব্বতৰ টিঙলৈ উঠি গল; কিন্তু যিহোৱাৰ
নিয়মচন্দুক আৰু মোচি ছাউনিৰ পৰা নগল।
৪৫ তেতিয়া সেই পর্ব্বতত থকা অমালেকীয়া আৰু
কনানীয়া লোকবিলাকে নামি আহি সিবিলাকৰ
কিছুমানক বধ কৰিলে, আৰু হৰ্মালৈকে সিবি-
লাকক আঘাত কৰি কৰি খেদিলে।

ভক্ষ্য নৈবেদ্য আদি বিষয়ৰ বিধি। বিশ্ৰামবাৰ লঙ্ঘন
কৰা লোকৰ প্ৰাণদণ্ড।

১৫ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, সি-
বিলাকক এই আজ্ঞা দিয়া, ময় তোমালোকক যি
দেশ দিম, তোমালোকে বসতি কৰিব লগা সেই
৩ দেশত সোমোৱাৰ পাছে, যেতিয়া তোমালোকে
প্ৰতিজ্ঞাসিদ্ধিৰ অৰ্থে, বা আপোন ইচ্ছাৰে
এনেই দিবৰ অৰ্থে, নাইবা তোমালোকৰ পৰ্ব্বৰ
দিনত, গৰু, কি মেৰ, কি ছাগৰ জাকৰ পৰা
আনি যিহোৱাক সুঘ্ৰাণ দিবৰ নিমিত্তে, হোম-
বলি বা মঙ্গলাৰ্থক বলি আদি অগ্নিকৃত উপহাৰ
৪ যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিবা, তেতিয়া
যিহোৱাৰ উদ্দেশে উপহাৰ উৎসৰ্গ কৰা লোকে
হোমবলি আৰু আন বলিৰ অৰ্থে দিয়া প্ৰত্যেক
মেৰে সৈতে, হীনৰ চাৰি ভাগৰ এভাগ তেল
মিহলোৱা মিহি আটাগুৰিৰ দহ ভাগৰ এভাগ
৫ ভক্ষ্য নৈবেদ্য আনিব, আৰু তুমি হীনৰ চাৰি
ভাগৰ এভাগ দ্ৰাক্ষাৰসৰ পেয় নৈবেদ্য যুগুত
৬ কৰিবা। বা এটা মতা মেৰে সৈতে, তুমি যিহোৱাৰ
উদ্দেশে সুঘ্ৰাণৰ অৰ্থে, হীনৰ তিনি ভাগৰ এভাগ
তেল মিহলোৱা মিহি আটাগুৰিৰ দহ ভাগৰ
৭ দুভাগেৰে ভক্ষ্য নৈবেদ্য যুগুত কৰিবা, আৰু
পেয় নৈবেদ্যৰ নিমিত্তে হীনৰ তিনি ভাগৰ
৮ এভাগ দ্ৰাক্ষাৰস উৎসৰ্গ কৰিবা। আৰু যিহো-
ৱাৰ উদ্দেশে প্ৰতিজ্ঞা সিদ্ধ কৰিবলৈ, বা মঙ্গ-
লাৰ্থক বলিৰ অৰ্থে যেতিয়া তুমি হোমবলি বা
আন বলিস্বৰূপে দমৰা গৰু উৎসৰ্গ কৰিবা,
৯ তেতিয়া সেই দমৰাই সৈতে, হীনৰ আধা ভাগ
তেল মিহলোৱা দহ ভাগৰ তিনি ভাগ মিহি
১০ আটাগুৰিৰ ভক্ষ্য নৈবেদ্য অনা হব ; আৰু পেয়
নৈবেদ্যৰ অৰ্থে হীনৰ আধা ভাগ দ্ৰাক্ষাৰস
আনিবা ; সেয়ে যিহোৱাৰ উদ্দেশে সুঘ্ৰাণ
১১ দিয়া অগ্নিকৃত উপহাৰ হব। প্ৰত্যেক দমৰা,
নাইবা প্ৰত্যেক মতা মেৰ, বা প্ৰত্যেক মতা মেৰ
পোৱালি, বা প্ৰত্যেক ছাগ পোৱালিৰ নিমিত্তে
১২ এই ৰূপে কৰিব লাগিব। তোমালোকে যিমান
পশু উৎসৰ্গ কৰিবা, সেইবোৰৰ সংখ্যা অনুসাৰে
প্ৰত্যেক পশুলৈ এই ৰূপে ব্যৱহাৰ কৰিবা।
১৩ স্বদেশীয় লোকবিলাকে যিহোৱাৰ উদ্দেশে
সুঘ্ৰাণৰ অৰ্থে অগ্নিকৃত উপহাৰ উৎসৰ্গ কৰিবৰ
সময়ত, সিবিলাক আটায়ে এই নিয়মৰ দৰে
১৪ সেই সকলো যুগুত কৰিব। আৰু তোমালোকৰ
লগত প্ৰবাস কৰা কোনো বিদেশী লোকে, নাইবা
তোমালোকৰ মাজত পুৰুষানুক্ৰমে বাস কৰা
কোনো লোকে যদি যিহোৱাৰ উদ্দেশে সুঘ্ৰাণ
দিবৰ অৰ্থে অগ্নিকৃত উপহাৰ উৎসৰ্গ কৰিব
খোজে, তেন্তে তোমালোকে যি ৰূপে কৰা, সিও
১৫ সেই ৰূপে কৰিব। সমাজৰ নিমিত্তে হলে,
তোমালোক আৰু তোমালোকৰ মাজত প্ৰবাস কৰা
বিদেশী লোক, উভয়ৰে একেটা বিধি হব ; এয়ে
তোমালোকৰ পুৰুষানুক্ৰমে পালন কৰিব লগীয়া
চিৰস্থায়ী বিধি ; যিহোৱাৰ আগত তোমালোক
১৬ যেনে, বিদেশীও তেনে। তোমালোকৰ আৰু
তোমালোকৰ মাজত প্ৰবাস কৰা বিদেশী, উভয়ৰে
একে বিধি আৰু একে শাসনপ্ৰণালী হব।
১৭,১৮ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰা-
য়েলৰ সন্তানবিলাকক কোৱা, সিবিলাকক এই
আজ্ঞা দিয়া, ময় তোমালোকক যি দেশলৈ লৈ
আহিছোঁ, সেই দেশত সোমোৱাৰ পাছে,
১৯ তোমালোকে সেই দেশৰ অন্ন ভোজন কৰা
কালত যিহোৱাৰ উদ্দেশে উত্তোলনীয় নৈবেদ্য
২০ উৎসৰ্গ কৰিবা। তোমালোকে প্ৰথমে উৎপন্ন
হোৱা শস্যৰ খৰচিয়া আটাৰ এটা পিঠা
উত্তোলনীয় নৈবেদ্যস্বৰূপে উৎসৰ্গ কৰিবা ; মৰণা
মৰা খোলাৰ উত্তোলনীয় নৈবেদ্যৰ নিচিনাকৈ
২১ ইয়াকো উৎসৰ্গ কৰিবা। তোমালোকে পুৰুষানু-
ক্ৰমে প্ৰথমে উৎপন্ন হোৱা শস্যৰ আপোন
আপোন খৰচিয়া আটাৰ কিছু উত্তোলনীয়
নৈবেদ্যস্বৰূপে যিহোৱাৰ উদ্দেশে উৎসৰ্গ
কৰিবা।
২২ আৰু মোচিক যিহোৱাই কোৱা এই সকলো
২৩ আজ্ঞা, অৰ্থাৎ যিহোৱাই যি দিনা তোমালোকক
আজ্ঞা দিছিল, সেই দিনাৰ পৰা তোমালোকৰ
পুৰুষানুক্ৰমে তেওঁ মোচিৰ দ্বাৰায় যি যি আজ্ঞা
কৰিছিল, সেই সকলোকে যেতিয়া তোমালোকে
২৪ ভুলক্ৰমে পালন নকৰা, তেতিয়া সেয়ে যদি মণ্ডলী-
য়ে নজনাকৈ ভুলক্ৰমে কৰা হয়, তেন্তে গোটেই
মণ্ডলীয়ে যিহোৱাৰ উদ্দেশে সুঘ্ৰাণৰ অৰ্থে
হোমৰ নিমিত্তে এটা দমৰা, আৰু নিয়মমতে
তাৰ ভক্ষ্য ও পেয় নৈবেদ্য, আৰু পাপাৰ্থক
বলিৰ নিমিত্তে এটা মতা ছাগ উৎসৰ্গ কৰিব।
২৫ আৰু পুৰোহিতে ইস্ৰায়েলৰ সন্তানবিলাকৰ
গোটেই মণ্ডলীক প্ৰায়শ্চিত্ত কৰিব ; তাতে সি-
বিলাকক ক্ষমা কৰা হব ; কিয়নো তাক ভুলক্ৰমে
কৰা হল, আৰু সিবিলাকে সেই ভুলৰ নিমিত্তে
যিহোৱাৰ উদ্দেশে আপোনাবিলাকৰ উপহাৰ,
আপোনাবিলাকৰ অগ্নিকৃত উপহাৰ আনিলে,
আৰু যিহোৱাৰ উদ্দেশে আপোনাবিলাকৰ
২৬ পাপাৰ্থক বলিও আনিলে। এই ৰূপে ইস্ৰায়েলৰ
সন্তানবিলাকৰ গোটেই মণ্ডলীক, আৰু সিবিলাকৰ
মাজত প্ৰবাস কৰা বিদেশীক ক্ষমা কৰা হব :
কিয়নো সকলো লোকৰ সম্পৰ্কে সেই কাৰ্য্য ভুল-
২৭ ক্ৰমে কৰা হল। আৰু যদি কোনো মানুহে ভুল-
ক্ৰমে পাপ কৰে, তেন্তে সি পাপাৰ্থক বলিস্বৰূপে

২৮ এজনী এবছৰীয়া ছাগলী উৎসৰ্গ কৰিব। আৰু
যিহোৱাৰ সাক্ষাতে সেই লোকে ভুলক্ৰমে পাপ
কৰাত, সেই ভুল কৰা লোকক প্ৰায়শ্চিত্ত কৰিব-
লৈ পুৰোহিতে তাৰ নিমিত্তে প্ৰায়শ্চিত্তৰ কাৰ্য্য
২৯ কৰিব; তাতে তাক ক্ষমা কৰা হব। ইস্ৰায়েলৰ
সন্তানবিলাকৰ স্বজাতীয় বা সিবিলাকৰ মাজত
প্ৰবাস কৰা বিদেশী হওক উভয়ৰে নিমিত্তে,
ভুলক্ৰমে কোনো কাৰ্য্য কৰা লোকৰ অৰ্থে একেটা
৩০ বিধি হব। কিন্তু স্বদেশীয় কি বিদেশীয় যি
মানুহে কৰোঁ বুলি পাপ কৰিব, সি যিহোৱাক
অপমান কৰা হব; সেই মানুহক আপোন লোক-
৩১ বিলাকৰ মাজৰ পৰা উচ্ছন্ন কৰা হব। কিয়নো
সি যিহোৱাৰ বাক্য হেয়জ্ঞান কৰিলে, আৰু
তেওঁৰ আজ্ঞা লঙ্ঘন কৰিলে; অৱশ্যে সেই
মানুহক উচ্ছন্ন কৰা হব, আৰু তাৰ দোষ তাৰ
গাতে থাকিব।
৩২ আৰু ইস্ৰায়েলৰ সন্তানবিলাক যেতিয়া অৰণ্যত
আছিল, তেতিয়া সিবিলাকে বিশ্ৰামদিনত এজনক
৩৩ খৰি বোটলা পালে। আৰু যিবিলাকে তাক খৰি
বোটলা পাইছিল, সিবিলাকে মোচি, হাৰোণ,
আৰু গোটেই মণ্ডলীৰ আগলৈ তাক আনিলে।
৩৪ আৰু সিবিলাকে তাক বন্ধ কৰি ৰাখিলে;
কিয়নো তালৈ কি কৰা উচিত, সেয়ে ঠিককৈ
৩৫ প্ৰকাশিত হোৱা নাছিল। পাছে যিহোৱাই
মোচিক কলে, সেই মানুহৰ প্ৰাণদণ্ড অৱশ্যে
হব লাগে; গোটেই মণ্ডলীয়ে তাক ছাউনিৰ
৩৬ বাহিৰলৈ নি শিল দলিয়াই বধ কৰিব। তেতিয়া,
যিহোৱাই মোচিক আজ্ঞা কৰাৰ দৰে, গোটেই
মণ্ডলীয়ে তাক ছাউনিৰ বাহিৰলৈ লৈ গৈ, সি
মৰাকৈ, তালৈ শিল দলিয়ালে।
৩৭,৩৮ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰা-
য়েলৰ সন্তানবিলাকক কোৱা, সিবিলাকক এই
আজ্ঞা দিয়া; সিবিলাকে পুৰুষানুক্ৰমে আপোন
আপোন কাপোৰৰ চুকত আৰিবলৈ সূতাৰ থোপা
সাজোক, আৰু আপোন আপোন কাপোৰৰ চুকত
লগাব লগীয়া থোপাত নীল বৰণীয়া ফিতা লগাওক।
৩৯ তোমালোকে যেন সেই থোপা দেখি, যিহোৱাৰ
আজ্ঞাবিলাক সোঁৱৰণ কৰি পালন কৰা, আৰু
আপোনাৰ যি মন আৰু চকুৰ পাছত চলি
তোমালোক ব্যভিচাৰী হৈছিলা, সেই মন আৰু
৪০ চকুৰ পাছত যেন আৰু নচলা, কিন্তু মোৰ সকলো
আজ্ঞা সুঁৱৰি পালন কৰি, আপোন ঈশ্বৰৰ
উদ্দেশে যেন পবিত্ৰ হোৱা, এই নিমিত্তে তোমা-
৪১ লোকলৈ সেই থোপা হব। তোমালোকৰ ঈশ্বৰ
যিহোৱা হবৰ নিমিত্তে, যি জনাই তোমালোকক
মিচৰ দেশৰ পৰা উলিয়াই আনিলে, ময়েই
তোমালোকৰ সেই ঈশ্বৰ যিহোৱা; মই তোমা-
লোকৰ ঈশ্বৰ যিহোৱা।

কোৰহৰ চক্ৰান্ত।

১৬ পাছে লেবীৰ পৰিনাতি, কহাতৰ নাতিয়েক,
যিচ্‌হৰৰ পুতেক কোৰহ, আৰু ৰূবেণৰ
সন্তানবিলাকৰ মাজৰ, ইলীয়াবৰ পুতেক দাথন
আৰু অবীৰাম, আৰু পেলতৰ পুতেক ওনে
২ ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ দুশ পঞ্চাশ
জন মণ্ডলীৰ অধ্যক্ষ আৰু সমাজভুক্ত নাম জনা
লোকক লগত লৈ, মোচিৰ বিৰুদ্ধে উঠিল।
৩ সিহঁতে মোচি আৰু হাৰোণৰ বিৰুদ্ধে গোট
খাই তেওঁবিলাকক কলে, তোমালোকে আপোনা-
বিলাকৰ পদ বড় বুলি মানিছা; কিয়নো
গোটেই মণ্ডলীৰ প্ৰতিজনেই পবিত্ৰ, আৰু
যিহোৱা সিবিলাকৰ মাজত আছে; তেন্তে তোমা-
লোকে কিয় যিহোৱাৰ সমাজৰ ওপৰত আপোনা-
৪ বিলাকক ওখ কৰিছা? তেতিয়া মোচিয়ে তাকে
৫ শুনি উবুড়ি হৈ পড়িল। আৰু তেওঁ কোৰহক
আৰু তাৰ গোটেই দলক কলে, যিহোৱাৰ লোক
কোন, আৰু কোন পবিত্ৰ, যিহোৱাই তাক
ৰাতিপুৱাই জনাব, আৰু তাক আপোনাৰ ওচৰ
চপাব; তেওঁ যাকে মনোনীত কৰিব, তাকে
৬ আপোনাৰ ওচৰ চপাব। হে কোৰহ, আৰু
৭ তোমাৰ গোটেই দল, এই কাম কৰা; তোমা-
লোকে আঙঠা-ধৰা লৈ, তাত জুই দি, কাইলৈ
যিহোৱাৰ আগত তাৰ ওপৰত ধূপ দিবা; তাতে
যিহোৱাই যাক মনোনীত কৰিব, সেই মানুহেই
পবিত্ৰ হব; হে লেবীৰ সন্তানবিলাক, তোমা-
লোকে আপোনাবিলাকক বড় বুলি মানিছা।
৮ পাছে মোচিয়ে কোৰহক কলে, হে লেবীৰ
৯ সন্তানবিলাক, মোৰ কথা শুনা; ইস্ৰায়েলৰ
ঈশ্বৰে যে তোমালোকক ইস্ৰায়েলৰ মণ্ডলীৰ পৰা
পৃথক কৰি, যিহোৱাৰ আবাসৰ দাস্যকৰ্ম্ম
কৰিবলৈ, আৰু মণ্ডলীৰ আগত থিয় হৈ তাৰ
পৰিচৰ্য্যা কৰিবলৈ আপোনাৰ ওচৰ চপাই
ৰাখিছে, ই জানো তোমালোকৰ মানত সৰু
১০ কথা? তেওঁ তোমাক, আৰু তোমাৰে সৈতে
তোমাৰ ভাই লেবীৰ সন্তানবিলাকক আপোনাৰ
ওচৰ চপাই ৰাখিছে, তথাপি তোমালোকে
১১ পুৰোহিতৰ বাবলৈকো চেষ্টা কৰিছা নে? এতেকে
তুমি আৰু তোমাৰ গোটেই দলে যিহোৱাৰ
বিৰুদ্ধে গোট খাইছা; হাৰোণ নো কোন, যে,
১২ তোমালোকে তেওঁৰ অহিতে বকিছা? পাছে মো-
চিয়ে ইলীয়াবৰ পুতেক দাথনক আৰু অবীৰামক
মাতিবলৈ মানুহ পঠালে; কিন্তু সিবিলাকে
১৩ কলে, আমি নেযাওঁ; তুমি আমাক অৰণ্যত
মাৰিবলৈ দুগ্ধ মধু বোৱা দেশৰ পৰা আনিছা
এয়ে জানো সৰু কথা? তুমি সদায় আমাৰ
১৪ ওপৰত অধিকাৰ কৰি থাকিবা নে? অকল

এয়ে নহয়, তুমি আমাক দুগ্ধ মধু বোৱা দেশলৈ
নিয়া নাই, আরু শস্যর ক্ষেতি ও দ্রাক্ষাবাড়ীরো
অধিকার দিয়া নাই ; তুমি এই লোকবিলাকক
১৫ অন্ধ করিবা নে ? আমি নেযাওঁ। তাতে মোচিয়ে
অতিশয় ক্রুদ্ধ হৈ যিহোৱাক কলে, বোলে,
ইহঁতর উপহার গ্রহণ নকরিবা ; ময় ইহঁতর
পরা এটা গাধও লোৱা নাই, আরু ইহঁতর এ-
১৬ জনকো দুঃখ দিয়া নাই। পাছে মোচিয়ে
কোরহক কলে, তুমি আরু তোমার গোটেই দল
কাইলৈ হারোণে সৈতে যিহোৱার আগত
১৭ উপস্থিত হবা। তোমালোক প্রতিজনে আঙ্গঠা-ধরা
লৈ তার ওপরত ধূপ দি, আপোন আপোন
আঙ্গঠা-ধরা যিহোৱার আগলৈ আনিবা ; দুশ
পঞ্চাশ আঙ্গঠা-ধরা আগ করিবা ; তুমি আরু
হারোণেও আপোন আপোন আঙ্গঠা-ধরা লবা।
১৮ পাছে সিবিলাক প্রতিজনে আপোন আপোন
আঙ্গঠা-ধরা লৈ, তার ওপরত জুই রাখি, ধূপ
দি, মোচি আরু হারোণর লগত সাক্ষাৎ করা
১৯ তাম্বুর দুৱারমুখত থিয় হল। আরু কোরহে
সাক্ষাৎ করা তাম্বুর দুৱারর ওচরত তেওঁবিলাকর
অহিতে গোটেই মণ্ডলীকে গোট খুৱালে ;
তেতিয়া যিহোৱার প্রতাপ গোটেই মণ্ডলীলৈ
প্রকাশিত হল।
২০ পাছে যিহোৱাই মোচি আরু হারোণক কলে,
২১ তোমালোক এই মণ্ডলীর মাঝর পরা পৃথক
হোৱা ; ময় এক নিমিষতে ইবিলাকক সংহার
২২ করোঁ। তাতে তেওঁবিলাকে উবুড়ি হৈ পড়ি কলে,
হে ঈশ্বর, হে সকলোরে শরীরত থকা আত্মার
ঈশ্বর, একনে পাপ করাত তোমার কোপ জানো
২৩ গোটেই মণ্ডলীর ওপরত হব লাগে ? তেতিয়া
২৪ যিহোৱাই মোচিক কলে, তুমি মণ্ডলীক কোৱা,
তোমালোক কোরহ, দাথন, আরু অবীরামর
২৫ বসতির ঠাইর চারিওফালর পরা গুচি যোৱা।
তাতে মোচি উঠি দাথন আরু অবীরামর ওচর-
লৈ গল, আরু ইস্রায়েলর বৃদ্ধবিলাক তেওঁর পাছে
২৬ পাছে গল। পাছে তেওঁ মণ্ডলীক কলে, বিনয়
করোঁ, তোমালোকে এই দুষ্ট মানুহবোরর তাম্বুর
ওচরর পরা আঁতরি যোৱা, আরু ইহঁতর একো
বস্তু নুচুবা ; নহলে ইহঁতর পাপসমূহত বিনষ্ট
২৭ হবা। তাতে সিবিলাক কোরহ, দাথন, আরু
অবীরামর বসতির ঠাইর চারিওফালর পরা
আঁতরি গল ; কিন্তু দাথন আরু অবীরাম ওলাই
আপোন আপোন লরা তিরুতাই সৈতে আপোন
২৮ আপোন তাম্বুর দুৱারমুখত থিয় হল। পাছে
মোচিয়ে কলে, এই সকলো কার্য্য করিবলৈ
মোক যে যিহোৱাই পঠালে, তাক ইয়ার দ্বারায়
জানিবলৈ পাবা ; কিয়নো ময় আপোন ইচ্ছারে
২৯ তাক করা নাই। আন মানুহবোর যি মরণেরে
মরে, এই মানুহবোরো যদি তেনে মরণেরে
মরে, বা আন মানুহবিলাকলৈ যেনে আপদ ঘটে,
এই মানুহবিলাকলৈকো যদি তেনে আপদ ঘটে,
৩০ তেন্তে যিহোৱাই মোক পঠোৱা নাই ; কিন্তু
যিহোৱাই যদি নতুন কার্য্য করে, আরু যদি
পৃথিবীয়ে আপোনার মুখ মেলি ইহঁতক, আরু
ইহঁতর সকলোকে গ্রাস করে, আরু ইহঁত জীয়াই
জীয়াই চিয়োললৈ নামি যায়, তেন্তে ইহঁতে যে
যিহোৱাক হেয়জ্ঞান করিলে, তাক তোমালোকে
৩১ জানিবলৈ পাবা। পাছে মোচিয়ে এইবিলাক
কথা কৈ শেষ করা মাত্রকে, সিহঁতর তলত থকা
৩২ মাটী ফাটিল, আরু পৃথিবীয়ে আপোন মুখ
মেলি সিহঁতক আরু সিহঁতর পরিয়ালবোরক
আরু কোরহর আটাই মানুহক আরু সিহঁতর
৩৩ সর্ব্বস্ব গ্রাস করিলে। এই রূপে সিহঁত আরু
সিহঁতর লগর সকলোরেই জীয়াই জীয়াই
চিয়োললৈ নামি গল ; আরু পৃথিবী সিহঁতর
ওপরত জাপ খাই পড়িলত, সিহঁত সমাজর
৩৪ মাঝর পরা লুপ্ত হল। তাতে সিহঁতর চারিও-
ফালে থকা গোটেই ইস্রায়েলে সিহঁতর চিঞর
শুনি পলাল ; কিয়নো সিবিলাকে কৈছিল, পৃথি-
৩৫ বীয়ে কিজানি আমাকো গ্রাস করিব। পাছে
যিহোৱার পরা অগ্নি ওলাই ধূপ উৎসর্গ করা
সেই দুশ পঞ্চাশ জনক গ্রাস করিলে।
৩৬,৩৭ পাছে যিহোৱাই মোচিক কলে, তুমি হারো-
ণর পুত্র ইলিয়াজর পুরোহিতক অগ্নিয়ে গ্রাস
করা ঠাইর পরা এই সকলো আঙ্গঠা-ধরা তুলি
নিবলৈ, আরু তার জুই দূরৈত সিচরতি করি
পেলাই দিবলৈ কোৱা ; কিয়নো সেইবোর
৩৮ আঙ্গঠা-ধরা পবিত্র। আপোনার প্রাণর বিরুদ্ধে
পাপ করা সেই লোকবিলাকর আঙ্গঠা-ধরাবোর
পিটাই যজ্ঞবেদি ঢাকিবর নিমিত্তে লোকবিলাকে
পতা করোক ; কিয়নো সিহঁতে সেইবোর যিহো-
ৱার আগত উৎসর্গ করিলে ; এই হেতুকে সেই-
বোর পবিত্র ; আরু সেইবোর ইস্রায়েলর সন্তান-
৩৯ বিলাকলৈ চিন হব। তাতে সেই গ্রাসিত লোক-
বিলাকে উৎসর্গ করা পিত্তলর আঙ্গঠা-ধরাবোর
৪০ ইলিয়াজর পুরোহিতে নিলে, আরু মোচির দ্বারায়
যিহোৱাই দিয়া আজ্ঞা অনুসারে, ইস্রায়েলর
সন্তানবিলাকর সোঁৱরণর অর্থে, অর্থাৎ হারোণর
বংশর বাহিরর আন বংশর কোনো মানুহ যেন
যিহোৱার আগত ধূপ উৎসর্গ করিবর নিমিত্তে
ওচর নেচাপে, আরু কোরহর ও তার দলর
সিচিনা নহয়, এই নিমিত্তে সেইবোর পিটাই
যজ্ঞবেদির ঢাকনির অর্থে পতা করা হল।
৪১ তথাপি পাছদিনা ইস্রায়েলর সন্তানবিলাকর
গোটেই মণ্ডলীয়ে মোচি আরু হারোণর বিরুদ্ধে
বকি কলে, তোমালোকেই যিহোৱার প্রজা-

৪২ বিলাকক বধ করিলা। পাছে মণ্ডলীয়ে মোচি
আরু হারোণর বিরুদ্ধে গোট খালত, সিবিলাকে
সাক্ষাৎ করা তাম্বুলৈ মুখ ঘুরাই দেখিলে, যে, মেঘে
তাক ঢাকিছে আরু যিহোৱার প্রতাপ প্রকাশিত
৪৩ হৈছে। তেতিয়া মোচি আরু হারোণ সাক্ষাৎ
৪৪ করা তাম্বুর আগলৈ গল। তাতে যিহোৱাই
৪৫ মোচিক কলে, তোমালোক এই মণ্ডলীর মাজর
পরা আঁতরি যোৱা, ময় এক নিমিষতে ইহঁতক
সংহার করোঁ; তেতিয়া তেওঁবিলাক উবুড়ি হৈ
৪৬ পড়িল। পাছে মোচিয়ে হারোণক কলে, তোমার
আঙঠা-ধরা লোৱা, আরু যজ্ঞবেদির ওপরর পরা
জুই লৈ তাত ধূপ দি, শীঘ্রে মণ্ডলীর ওরিলৈ
লৈ যোৱা, আরু সিবিলাকক প্রায়শ্চিত্ত করা;
কিয়নো যিহোৱার আগর পরা ক্রোধ বাহির
৪৭ হোৱাত মহামারী আরম্ভ হল। তাতে হারোণে
মোচির আজ্ঞা অনুসারে আঙঠা-ধরা লৈ,
সমাজর মাজলৈ লড়ি গল; তেতিয়া দেখা,
লোকবিলাকর মাজত মহামারী আরম্ভ হৈছে;
তাতে তেওঁ ধূপ দি লোকবিলাকক প্রায়শ্চিত্ত
৪৮ করিলে। আরু মরা ও জীয়া লোকবিলাকর
মাজত তেওঁ থিয় হোৱাত, মহামারী নিবারণ
৪৯ হল। যিবিলাক লোক কোরহর দোষত মরিছিল,
সেইবিলাকর বাহিরে চৌদ্দ হাজার সাত শ লোক
৫০ এই মহামারীত মরিল। পাছে মহামারী নিবারণ
হলত, হারোণ সাক্ষাৎ করা তাম্বুর দুৱারমুখলৈ
মোচির ওরিলৈ উলটি আহিল।

হারোণর পৌরোহিত্যর প্রমাণ দেখুউৱা।

১৭ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্রায়েলর সন্তানবিলাকক কথা কৈ সি-
বিলাকর পিতৃবংশর অধ্যক্ষবিলাকর পরা এক
এক পিতৃবংশর নিমিত্তে এডাল এডাল লাখুটি,
এই রূপে বারডাল লাখুটি লোৱা, আরু প্রত্যে-
৩ কর লাখুটিত তেওঁর নাম লিখা। আরু লেবীর
লাখুটিত হারোণর নাম লিখা; কিয়নো সি-
বিলাকর প্রত্যেক পিতৃবংশর মুখ্য লোকর নিমিত্তে
৪ এডাল এডাল লাখুটি হব। আরু সাক্ষাৎ
করা তাম্বুত যি ঠাইত ময় তোমালোকে সৈতে
সাক্ষাৎ হওঁ, সেই ঠাইতে সাক্ষ্যকলির চন্দুকর
৫ আগত সেই সকলোকে থবা। পাছে মোর
মনোনীত লোকর লাখুটিত কলি ধরিব;
তাতে ইস্রায়েলর সন্তানবিলাকে তোমালোকর
বিরুদ্ধে বকা বকনি মোর ওচরর পরা ময় দূর
৬ করিম। পাছে মোচিয়ে ইস্রায়েলর সন্তান-
বিলাকক এই সকলো কলত, সিবিলাকর অধ্যক্ষ-
বিলাকর প্রতিজনে আপোন আপোন পিতৃবংশর
নিমিত্তে এডাল এডাল লাখুটি, এই রূপে বার-
ডাল লাখুটি তেওঁক দিলে; আরু হারোণর
লাখুটি সিবিলাকর লাখুটিবোরর মাজত আছিল।
৭ তাতে মোচিয়ে সেই সকলো লাখুটি লৈ, সাক্ষ্য-
কলি থকা তাম্বুত যিহোৱার আগত থলে।
৮ আরু পাছদিনা মোচিয়ে সাক্ষ্যকলি থকা
তাম্বুত সোমাই দেখিলে, যে, লেবী বংশর নিমিত্তে
লোৱা হারোণর লাখুটিত কুঁহি ওলাই কলি ধরি
তুলিল, আরু বাদামর পকা গুটী লাগিল।
৯ তেতিয়া মোচিয়ে যিহোৱার সম্মুখর পরা সেই
সকলো লাখুটি উলিয়াই ইস্রায়েলর সন্তান-
বিলাকর আগলৈ আনিলে, আরু সিবিলাক
প্রতিজনে চাই চাই আপোন আপোন লাখুটি
১০ ললে। পাছে যিহোৱাই মোচিক কলে, এই
বিদ্রোহ আচরণ করা সন্তানবিলাকর বিরুদ্ধে
চিন থাকিবর নিমিত্তে তুমি হারোণর লাখুটি-
ডাল পুনরায় সাক্ষ্যকলির চন্দুকর আগত রাখা;
তাতে, সিবিলাক নমরিবর নিমিত্তে, মোর বিরুদ্ধে
হোৱা সিবিলাকর বকনি সাইকিয়া করিবা।
১১ তেতিয়া মোচিয়ে সেই দরেই করিলে; যিহোৱাই
আজ্ঞা দিয়ার দরেই তেওঁ কার্য্য করিলে।
১২ পাছে ইস্রায়েলর সন্তানবিলাকে মোচিক কলে,
দেখা, আমি মরিলোঁ, আমি বিনষ্ট হলোঁ, আমি
১৩ সকলোরেই বিনষ্ট হলোঁ। যি কোনো লোক ওচর
চাপে, যি কোনো লোক যিহোৱার আবাসর ওচর
চাপে, সিয়েই মরা পড়ে; আমি সকলোরেই
মরা পড়িম নে কি?

লেবীয়াবিলাকে করিব লগীয়া কার্য্য, আরু
পাব লগীয়া ভাগ।

১৮ পাছে যিহোৱাই হারোণক কলে, তুমি
আরু তোমারে সৈতে তোমার পুত্রবিলাকে
আরু তোমার পিতৃবংশই পবিত্রস্থানত হোৱা
অপরাধর ভার ববা, আরু তুমি ও তোমারে
সৈতে তোমার পুত্রবিলাকে পুরোহিতপদত
২ হোৱা অপরাধর ভার ববা। আরু তোমার
ভাই লেবী ফৈদ, অর্থাৎ তোমার পিতৃফৈদক
লগত আনিবা; সিবিলাকে তোমার লগ লৈ,
তোমার পরিচর্য্যা করিব লাগে; কিন্তু তুমি
আরু তোমারে সৈতে তোমার পুত্রবিলাকে
৩ সাক্ষ্যকলি থকা তাম্বুর আগত থাকিবা। আরু
সিবিলাকে তোমার আরু গোটেই তাম্বুর করিব
লগীয়া কার্য্য করিব; কিন্তু, সিবিলাক আরু
তোমালোক মরা নপড়িবর নিমিত্তে, সিবি-
লাক পবিত্রস্থানর বস্তুর আরু যজ্ঞবেদির
৪ ওচরলৈ নেযাব। সিবিলাকে তোমার লগ লৈ
সাক্ষাৎ করা তাম্বুর আটাই দাস্যকর্ম্মর সম্বন্ধে
যি করিব লাগে, সাক্ষাৎ করা তাম্বুর সেই কার্য্য
করিব; আন বংশর কোনো মানুহ তোমালোকর
৫ ওচর নেচাপিব। আরু ইস্রায়েলর সন্তানবিলা-

কলৈ যেন আরু ক্রোধ নহয়, এই নিমিত্তে তোমা-
লোকে পবিত্রস্থানর আরু যজ্ঞবেদির করিব
৬ লগীয়া কার্য্য করিবা। আরু দেখা, ময় ময়েই
তোমালোকর ভাই লেবীয়াবিলাকক ইস্রায়েলর
সন্তানবিলাকর মাজর পরা গ্রহণ করিলোঁ;
সাক্ষাৎ করা তাম্বুর দাস্যকর্ম্ম করিবর অর্থে,
যিহোৱার উদ্দেশে সিবিলাকক তোমালোকলৈ
৭ দান দিয়া হল। এই হেতুকে তুমি আরু তোমারে
সৈতে তোমার পুত্রবিলাকে যজ্ঞবেদিসম্বন্ধীয়
সকলো বিষয়ত, আরু প্রত্যেক বস্ত্রর ভিতরর
সকলো বিষয়ত, আপোন আপোন পুরোহিত-
পদর করিব লগীয়া কার্য্য করিবা; তোমালোকে
দাস্যকর্ম্ম করিবা; ময় দানস্বরূপেই পুরোহিত-
পদর কার্য্য তোমালোকক দিলোঁ; কিন্তু আন
বংশর যি কোনো লোক ওচর চাপিব, তার
প্রাণদণ্ড হব।

৮ পাছে যিহোৱাই হারোণক কলে, দেখা, মোর
উত্তোলনীয় নৈবেদ্য অর্থাৎ ইস্রায়েলর সন্তান-
বিলাকর সকলো পবিত্রীকৃত বস্তুর মাজর পরা
অনা মোর উত্তোলনীয় নৈবেদ্যবোর রাখি-
বলৈ দিলোঁ; ময় তোমাক আরু তোমার পুত্র-
বিলাকক, অংশস্বরূপে সেই সকলোকে তোমা-
লোকক দিলোঁ; তোমালোকে সেইবোর পাবলৈ
৯ চিরস্থায়ী বিধি হব। অগ্নিত নিদিয়াকৈ রখা অতি
পবিত্র বস্তুর মাজর এই এইবোর তোমার হব;
মোর উদ্দেশে অনা সিবিলাকর প্রত্যেক ভক্ষ্য
নৈবেদ্য, প্রত্যেক পাপার্থক বলি, আরু প্রত্যেক
দোষার্থক বলি, এই সকলো উপহার তোমার
আরু তোমার পুত্রবিলাকর পক্ষে অতি পবিত্র হব।
১০ তুমি সেইবোর অতি পবিত্র বস্তু বুলি খাবা;
প্রতিজন পুরুষে সেইবোর খাব; সেইবোর তো-
১১ মার পক্ষে পবিত্র হব। আরু এইবোরো তোমার
হব, অর্থাৎ ইস্রায়েলর সন্তানবিলাকে দান দিয়া
সকলো উত্তোলনীয় নৈবেদ্য, আরু সিবিলাকর
সকলো দোলনীয় নৈবেদ্য; সদাকালর অধি-
কারর অর্থে ময় তোমাক আরু তোমারে সৈতে
তোমার পো জীবিলাকক সেইবোর দিলোঁ;
তোমার বংশর সকলো শুচি লোকে সেইবোর ভো-
১২ জন করিব পারিব। সিবিলাকে সকলো উত্তম তেল,
উত্তম দ্রাক্ষারস, আরু শস্য আদির যি যি আগ
ভাগ যিহোৱার উদ্দেশে দিব, সেইবোর ময়
১৩ তোমাক দিলোঁ। সিবিলাকর ভূমিত উৎপন্ন হোৱা
ফল আদির প্রথমে পকা যি ভাগ সিবিলাকে
যিহোৱার উদ্দেশে আনিব, সিও তোমারেই হব;
তোমার বংশর সকলো শুচি লোকে তাক ভোজন
১৪ করিব পারিব। ইস্রায়েলর মাজত বর্জ্জিত করি
১৫ দিয়া সকলো বস্তু তোমারেই হব। মানুহ হওক
বা পশু হওক, সকলো প্রাণীর মাজত গর্ভ ভেদ
করি প্রথমে ওলোৱা যিবোরক সিবিলাকে যিহো-
ৱার অর্থে আগ করিব, সেই সকলো তোমারেই
হব; কিন্তু মানুহর প্রথমে জন্মাক তুমি অৱশ্যে
মোকলাই দিবা, আরু অশুচি পশুর প্রথমে
১৬ জন্মাকো তুমি মোকলাই দিবা। সেইবিলাকর
মাজর এমাহ বয়সরে পরা মোকলাই দিব লগা
প্রতিজনক পবিত্রস্থানর চেকল অনুসারে, তুমি
নিরূপণ করার দরে পাঁচ চেকল রূপলৈ মোকলাই
১৭ দিবা; বিশ গেরাই এক চেকল হয়। কিন্তু
গরুর, বা মেরর, বা ছাগলীর প্রথমে জন্মাক
তুমি মোকলাই নিদিবা, সেইবোর পবিত্র; তুমি
যজ্ঞবেদির ওপরত সেইবোরর তেজ ছটিয়াবা, আরু
যিহোৱার উদ্দেশে সুঘ্রাণর অর্থে অগ্নিকৃত উপ-
হারর নিমিত্তে সেইবোরর তেল দগ্ধ করিবা।
১৮ পাছে সেইবোরর মঙহ তোমার হব; দোল-
নীয় নৈবেদ্যর অর্থে দিয়া আমঠু আরু সোঁ
পাছ-পিরাটো যেনেকৈ তোমার হয়, তেনেকৈ
১৯ সেইবোরর মঙহো তোমার হব। ইস্রায়েলর
সন্তানবিলাকে যিহোৱার উদ্দেশে উৎসর্গ করা
পবিত্র বস্তুর মাজর আটাই উত্তোলনীয় নৈবেদ্য
তোমাক আরু তোমারে সৈতে তোমার পো
জীবিলাকক চিরকালর অধিকারর অর্থে দিলোঁ;
তোমার আরু তোমারে সৈতে তোমার বংশর
পক্ষে এয়ে যিহোৱার সাক্ষাতে লোণর চিরস্থায়ী
২০ নিয়মর চিন হব। পাছে যিহোৱাই হারোণক
কলে, সিবিলাকর মাটিত তোমার কোনো অধি-
কার নেথাকিব, আরু সিবিলাকর মাজত তুমি
কোনো ভাগ নেপাবা; ইস্রায়েলর সন্তানবিলাকর
মাজত তোমার ভাগ আরু আধিপত্য ময়েই।
২১ আরু দেখা, লেবীর সন্তানবিলাকে করা দাস্য-
কর্ম্মর, সাক্ষাৎ করা তাম্বুর কার্য্যর বেচস্বরূপে
ময় সিবিলাকর আধিপত্যর অর্থে ইস্রায়েলর
২২ মাজর আটাই দশম ভাগ দিলোঁ। আরু
ইস্রায়েলর সন্তানবিলাকে পাপ বৈ যেন নমরে,
এই নিমিত্তে এতিয়ার পরা সিবিলাকে সাক্ষাৎ
২৩ করা তাম্বুর ওচর চাপিব নেলাগে। কিন্তু
লেবীয়াবিলাকেই সাক্ষাৎ করা তাম্বুর দাস্যকর্ম্ম
করিব, আরু সিবিলাকে আপোন আপোন
অপরাধর ভার বব; এয়ে তোমালোকর পুরুষানু-
ক্রমে পালন করিব লগীয়া চিরস্থায়ী বিধি;
আরু ইস্রায়েলর সন্তানবিলাকর মাজত সিবি-
২৪ লাকে কোনো অধিকার নেপাব। কিয়নো
ইস্রায়েলর সন্তানবিলাকে যিহোৱার উদ্দেশে
উত্তোলনীয় উপহারস্বরূপে যি দশম ভাগ উৎসর্গ
করিব, তাকে ময় লেবীয়াবিলাকর আধিপত্যর
অর্থে দিলোঁ; এই নিমিত্তে সিবিলাকক কলোঁ,
ইস্রায়েলর সন্তানবিলাকর মাজত সিবিলাকে
কোনো অধিকার নেপাব।

২৫,২৬ পাছে যিহোৱাই মোচিক কলে, তুমি লেবী-
য়াবিলাকক কোৱা, সিবিলাকক এই আজ্ঞা দিয়া,
মই তোমালোকৰ আধিপত্যৰ অৰ্থে ইস্ৰায়েলৰ
সন্তানবিলাকৰ পৰা যি দশম ভাগ সিবিলাকক
দিলোঁ, তাক যেতিয়া তোমালোকে ইস্ৰায়েলৰ
সন্তানবিলাকৰ পৰা গ্ৰহণ কৰিবা, তেতিয়া
তোমালোকে যিহোৱাৰ উদ্দেশে উত্তোলনীয়
উপহাৰস্বৰূপে সেই দশম ভাগৰো দশম ভাগ
২৭ উৎসৰ্গ কৰিবা। তোমালোকৰ সেই উপহাৰ
মৰণা মৰা ঠাইৰ শস্য, আৰু কুণ্ড পূৰ কৰা
দ্ৰাক্ষাৰস যেন বুলি তোমালোকৰ পক্ষে গণিত
২৮ হব। তোমালোকে ইস্ৰায়েলৰ সন্তানবিলাকৰ
পৰা যি দশম ভাগ গ্ৰহণ কৰিবা, তাৰ পৰা
তোমালোকেও এই ৰূপে যিহোৱাৰ উদ্দেশে
উত্তোলনীয় উপহাৰ উৎসৰ্গ কৰিবা; তাৰ পৰা
যিহোৱাৰ উদ্দেশে দিয়া সেই উত্তোলনীয়
উপহাৰ তোমালোকে হাৰোণ পুৰোহিতক দিবা।
২৯ যিহোৱাই পাব লগা এই সকলো উত্তোলনীয়
উপহাৰ তোমালোকে লোৱা দানৰ পৰাই উৎসৰ্গ
কৰিবা, অৰ্থাৎ তাৰ সকলো উত্তম ভাগৰ পৰা
৩০ পবিত্ৰীকৃত ভাগ উৎসৰ্গ কৰিবা। এই হেতুকে
তুমি সিবিলাকক কোৱা, তোমালোকে যেতিয়া
তাৰ পৰা তাৰ উত্তম ভাগ উত্তোলনীয় উপহাৰ-
স্বৰূপে উৎসৰ্গ কৰিবা, তেতিয়া সেয়ে লেবীয়াবি-
লাকৰ পক্ষে মৰণা মৰা ঠাইত মৰা শস্য, আৰু
কুণ্ডৰ পৰা উলিওৱা দ্ৰাক্ষাৰস যেন গণিত হব।
৩১ তোমালোকে আৰু তোমালোকৰ পৰিয়ালবিলাকে
যেই সেই ঠাইত তাক ভোজন কৰিবা; কিয়নো
সেয়ে সাক্ষাৎ কৰা তাম্বুত কৰা তোমালোকৰ
কাৰ্য্যৰ নিমিত্তে তোমালোকৰ বেচস্বৰূপ হব।
৩২ আৰু তাৰ পৰা তাৰ উত্তম ভাগ উত্তোলনীয়
উপহাৰস্বৰূপে উৎসৰ্গ কৰিলে, তাৰ কাৰণে
পাপৰ ভাৰ নববা, আৰু মৰা নপৰিবৰ নিমিত্তে
ইস্ৰায়েলৰ সন্তানবিলাকৰ পবিত্ৰ বস্তু অপবিত্ৰ
নকৰিবা।

অশুচিতানাশক জলৰ বিধি।

১৯ পাছে যিহোৱাই মোচি আৰু হাৰোণক
২ কলে, যিহোৱাই আজ্ঞা কৰা ব্যৱস্থাৰ
বিধি এই, ইস্ৰায়েলৰ সন্তানবিলাকক নিখুঁত,
নিঘূণী, আৰু যুৱলি নোলোৱা ৰাঙলী চেঁউৰী
গৰু এজনী তোমাৰ ওচৰলৈ আনিবলৈ আজ্ঞা
৩ দিয়া। পাছে তোমালোকে তাইক ইলিয়াজৰ
পুৰোহিতক দিবা, আৰু তেওঁ তাইক ছাউনিৰ
বাহিৰলৈ নিব, আৰু তেওঁৰ সাক্ষাতে কোনোৱে
৪ তাইক বধ কৰিব। পাছে ইলিয়াজৰ পুৰোহিতে
আপোনাৰ আঙুলিৰে তাৰ কিছু তেজ লৈ,
সাক্ষাৎ কৰা তাম্বুৰ আগলৈ সাতবাৰ ছটিয়াব;
৫ পাছে তেওঁৰ সাক্ষাতে সেই গৰু জনী কোনোৱে
দগ্ধ কৰিব; তাইৰ গোবৰে সৈতে তাইৰ চাল,
৬ মঙহ, আৰু তেজ দগ্ধ কৰিব; পাছে পুৰোহিতে
এৰোৱৰ এডুচ কাঠ, একোঁচা এচোব বন, আৰু
অলপ ৰঙা নোম লৈ, গৰু জনী পোৰা জুইৰ
৭ মাজত পেলাই দিব। তাৰ পাছে পুৰোহিতে
আপোনাৰ কাপড় ধুব, আৰু গা ধুব, পাছে
ছাউনিত সোমাব পাৰিব; তথাপি পুৰোহিত
৮ সন্ধ্যালৈকে অশুচি হৈ থাকিব। আৰু যি জনে
গৰু জনী পুৰিব, সিও পানীত আপোনাৰ কাপড়
ধুব, গা ধুব, আৰু সন্ধ্যালৈকে অশুচি হৈ
৯ থাকিব। পাছে কোনো শুচি লোকে সেই
গৰু জনীৰ ছাই গোটাই, ছাউনিৰ বাহিৰত
কোনো শুচি ঠাইত ৰাখিব; তাক ইস্ৰায়েলৰ
সন্তানবিলাকৰ মণ্ডলীৰ কাৰণে অশুচিতানাশক
জলৰ নিমিত্তে ৰখা যাব; সেয়ে পাপাৰ্থক বলি।
১০ আৰু যি মানুহে গৰু জনীৰ ছাই গোটাব, সিও
আপোনাৰ কাপড় ধুব, আৰু সন্ধ্যালৈকে অশুচি
হৈ থাকিব। এয়ে ইস্ৰায়েলৰ সন্তানবিলাকৰ
আৰু সিবিলাকৰ মাজত প্ৰবাস কৰা বিদেশীয়ো
১১ পালন কৰিব লগা চিৰস্থায়ী বিধি। যি
কোনোৱে মৰা মানুহৰ শৱ চুব, সি সাত
১২ দিন অশুচি হৈ থাকিব। সি তৃতীয় দিনা আৰু
সপ্তম দিনা তাৰ দ্বাৰায় আপোনাকে শুচি
কৰিব, তাৰ পাছে শুচি হব; কিন্তু যদি তৃতীয়
দিনা আৰু সপ্তম দিনা আপোনাকে শুচি নকৰে,
১৩ তেন্তে শুচি নহব। যি কোনোৱে মৰা মানুহৰ
শৱ চুই, আপোনাকে শুচি নকৰিব, সি যিহো-
ৱাৰ আবাস অশুচি কৰা হব; সেই মানুহক
ইস্ৰায়েলৰ মাজৰ পৰা উচ্ছন্ন কৰা হব; কিয়নো
তাৰ ওপৰত অশুচিতানাশক জল নছটিওৱাত সি
অশুচি; তাৰ অশুচিতা তাত লাগি আছে।
১৪ যেতিয়া কোনো মানুহ তাম্বুৰ ভিতৰত মৰিব,
তেতিয়া এই নিয়ম চলিব; সেই তাম্বুৰ ভিতৰত
সোমোৱা সকলো মানুহ, আৰু তাম্বুৰ ভিতৰত
থকা সকলো মানুহ সাত দিন অশুচি হৈ থাকিব।
১৫ আৰু ৰচিৰে বন্ধা ঢাকনি নথকা সকলো মুকলি
১৬ পাত্ৰ অশুচি হব। আৰু যি কোনো লোকে
মুকলি ঠাইত, তৰোৱালত হত হোৱা বা এনেই
মৰা লোকৰ শৱ, নাইবা মৰা মানুহৰ হাড়, বা
মৈদাম চুব, সি সাত দিন অশুচি হৈ থাকিব।
১৭ আৰু সেই অশুচি মানুহৰ নিমিত্তে পাপাৰ্থক
বলিৰ সেই পোৰা ছাইৰ কিছু পাত্ৰত ৰাখি,
তাৰ ওপৰত ভুমুকৰ পানী দিয়া যাব।
১৮ পাছে কোনো শুচি মানুহে একোঁচা এচোব
বন লৈ, সেই পানাত জুবুৰিয়াই, সেই তাম্বুৰ
ওপৰত, আৰু তাত থকা সকলো বস্তুৰ আৰু
আটাই প্ৰাণীৰ ওপৰত, আৰু হাড়, বা হত

হোৱা বা এনেই মৰা লোকৰ শৱ, নাইবা মৈদাম
স্পৰ্শ কৰা মানুহৰ ওপৰতো তাক চটিয়াব।
১৯ সেই শুচি লোকে তৃতীয় দিনা আৰু সপ্তম দিনা
সেই অশুচি লোকৰ ওপৰত সেই জল চটিয়াব ;
পাছে সপ্তম দিনা সি তাক শুচি বুলি কব ; তাতে
সেই মানুহে আপোনাৰ কাপড় ধুব, আৰু
পানীত গা ধুব, পাছে সন্ধ্যা সময়ত শুচি হব।
২০ কিন্তু যি মানুহে অশুচি হৈয়ো আপোনাকে
শুচি নকৰিব, সেই মানুহক সমাজৰ মাজৰ পৰা
উচ্ছন্ন কৰা হব ; কিয়নো সি যিহোৱাৰ পবিত্ৰ-
স্থান অশুচি কৰিলে; তাৰ ওপৰত অশুচিতানাশক
২১ জল চটিওৱা নহল ; সি অশুচি। এয়ে সিবি-
লাকে পালন কৰিব লগীয়া চিৰস্থায়ী বিধি হব।
আৰু যি জনে সেই অশুচিতানাশক জল চটিয়াব,
সি আপোনাৰ কাপড় ধুব ; আৰু যি জনে সেই
অশুচিতানাশক জল চুব, সিও সন্ধ্যালৈকে
২২ অশুচি হৈ থাকিব। আৰু সেই অশুচি লোকে
যি কিছু চুব, সেয়ে অশুচি হব ; আৰু যি
মানুহে তাক চুব, সিও সন্ধ্যালৈকে অশুচি
হৈ থাকিব।

মিৰিয়মৰ মৃত্যু। শিলৰ পৰা পানী উলিওৱা। ইদোমৰ
মাজেদি যাব নিদিয়া। হাৰোণৰ মৃত্যু।

২০ পাছে ইস্ৰায়েলৰ সন্তানবিলাকৰ গোটেই
মণ্ডলীয়ে প্ৰথম মাহত চিন অৰণ্য পা-
লেগৈ, লোকবিলাক কাদেচত থাকিল, আৰু
সেই ঠাইতে মিৰিয়ম মৰিল ; আৰু তাতে
২ তেওঁক মৈদাম দিয়া হল। সেই ঠাইত মণ্ডলীৰ
নিমিত্তে পানী নথকাত, লোকবিলাকে মোচি
৩ আৰু হাৰোণৰ অহিতে গোট খালে। আৰু
মোচিৰে সৈতে বিবাদ কৰি কলে, যিহোৱাৰ
আগত আমাৰ ভাইবিলাক মৰা কালত আমিও
মৰা হলে কেনে ভাল আছিল ! আমি আৰু
৪ আমাৰ পশুবোৰ মৰিবৰ নিমিত্তে যিহোৱাৰ
সমাজক তোমালোকে কেলেই এই অৰণ্যলৈ
৫ আনিলা ? এই কুচ্ছিত ঠাইলৈ আনিবৰ
নিমিত্তে আমাক মিচৰৰ পৰা কেলেই উলিয়াই
আনিলা ? এয়ে শস্য, বা ডিমৰু, বা দ্ৰাক্ষা,
বা দালিমৰ ঠাই নহয়, আৰু খাবলৈকো
৬ পানী নাই। পাছে মোচি আৰু হাৰোণে
সমাজৰ আগৰ পৰা সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰ-
মুখলৈ গৈ উবুড়ি হৈ পড়িল ; তাতে যিহোৱাৰ
৭ প্ৰতাপ তেওঁবিলাকৰ আগত প্ৰকাশিত হল। আৰু
৮ যিহোৱাই মোচিক কলে, তুমি লাখুটীডাল
লোৱা, আৰু তুমি ও তোমাৰ ভায়া হাৰোণে
মণ্ডলীক গোটাই, শিলুটোৰে পানী উলিয়াই
দিবৰ নিমিত্তে, তোমালোকে সিবিলাকৰ আগতে
শিলুটোক আজ্ঞা কৰা ; এই ৰূপে তুমি সিবি-
লাকৰ নিমিত্তে শিলটোৰ পৰা পানী উলিয়াই
মণ্ডলীক আৰু সিবিলাকৰ পশুবোৰকো খুৱাবা।
৯ তেতিয়া মোচিয়ে যিহোৱাৰ আজ্ঞা অনুসাৰে
১০ তেওঁৰ আগৰ পৰা লাখুটি ললে। আৰু মোচি
ও হাৰোণে শিলটোৰ আগত সমাজক গোটা-
লত, তেওঁ সিবিলাকক কলে, হে বিদ্ৰোহীইঁত,
শুন, তইঁতৰ নিমিত্তে আমি এই শিলৰ পৰা
১১ পানী উলিয়াম নে ? এই বুলি মোচিয়ে আপো-
নাৰ হাত দাঙি, সেই লাখুটিৰে শিলটোত দুবাৰ
কোব মাৰিলে ; তাতে অধিক পানী ওলাল,
আৰু মণ্ডলীয়ে ও সিবিলাকৰ পশুবোৰেও পানী
১২ খালে। পাছে যিহোৱাই মোচি আৰু হাৰোণক
কলে, তোমালোকে ইস্ৰায়েলৰ সন্তানবিলাকৰ
আগত মোক পবিত্ৰ কৰিবলৈ মোত দৃঢ়ৰূপে
বিশ্বাস নকৰিলা ; এই হেতুকেময় এই সমাজক
দিয়া দেশত তোমালোকে সিবিলাকক নুসু-
১৩ মুৱাবা। সেই জলৰ নাম মিৰীবা [বিবাদ]
ৰাখিলে ; কিয়নো ইস্ৰায়েলৰ সন্তানবিলাকে
যিহোৱাৰে সৈতে বিবাদ কৰিলে ; আৰু তেওঁ
সিবিলাকৰ মাজত পবিত্ৰীকৃত হল।
১৪ পাছে মোচিয়ে কাদেচৰ পৰা ইদোমৰ ৰজাৰ
ওচৰলৈ দূত পঠাই কলে, তোমাৰ ভায়া ইস্ৰা-
য়েলে এই কথা কৈছে, আমালৈ যি সকলো
১৫ দুঃখ ঘটিল, তাক তুমি জানি আছা। আমাৰ
পূৰ্ব্বপুৰুষবিলাক মিচৰলৈ নামি গৈছিল ; সেই
মিচৰতে আমি অনেক দিন বাস কৰি আছিলোঁ ;
আৰু মিচৰীয়াবিলাকে আমালৈ আৰু আমাৰ
১৬ পূৰ্ব্বপুৰুষবিলাকলৈ কুব্যৱহাৰ কৰিলে। তেতিয়া
আমি যিহোৱাৰ আগত কাতৰোক্তি কৰিলত,
তেওঁ আমাৰ বাক্যলৈ কাণ পাতিলে ; তেওঁ দূত
পঠাই মিচৰৰ পৰা আমাক উলিয়াই আনিলে ;
আৰু এতিয়া দেখা, আমি তোমাৰ দেশৰ
১৭ সীমাত থকা কাদেচ নগৰত আছোঁ। বিনয়
কৰোঁ, তোমাৰ দেশৰ মাজেদি আমাক যাবলৈ
দিয়া ; আমি শস্যক্ষেত্ৰ বা দ্ৰাক্ষাক্ষেত্ৰেদি নেযাওঁ,
আৰু নাদৰ পানীও পান নকৰোঁ, কেৱল ৰাজ-
বাটেদি যাম ; যেতিয়ালৈকে তোমাৰ দেশৰ সীমা
পাৰ নহওঁ, তেতিয়ালৈকে সোঁহাতে কি বাঁওহাতে
১৮ নুঘুৰিম। তাতে ইদোমে তেওঁক কলে, তুমি
মোৰ দেশৰ মাজেদি যাব নোৱাৰা ; গলে ময়
১৯ তৰোৱাল লৈ তোমাৰ বিৰুদ্ধে ওলাম। তেতিয়া
ইস্ৰায়েলৰ সন্তানবিলাকে তেওঁক কলে, আমি
কেৱল ৰাজবাটেদি যাম ; যদি ময় আৰু মোৰ
পশুবোৰে তোমাৰ পানী খাওঁ, তেন্তে ময়
তাৰ মূল্য দিম ; মোক আন একোকে নেলাগে,
২০ কেৱল মোক খোজ কাঢ়ি যাব দিয়া। তাতে
তেওঁ উত্তৰ কৰিলে, তুমি যাবলৈ নেপাবা ;

পাছে ইদোমে অনেক লোক লগত লৈ বাহুবল
২১ দেখুৱাই তেওঁৰ বিৰুদ্ধে ওলাল। এই ৰূপে
ইদোমে ইস্রায়েলক আপোন অঞ্চলৰ মাজেদি
যাবলৈ অনুমতি দিবলৈ অমান্তি হল; তাতে
ইস্রায়েল তেওঁৰ পৰা আন বাটেদি গল।
২২ তাৰ পাছে ইস্রায়েলৰ সন্তানবিলাকৰ গোটেই
মণ্ডলীয়ে কাদেচৰ পৰা যাত্ৰা কৰি হোৰ পৰ্ব্বত
২৩ পালেগৈ। তেতিয়া ইদোম দেশৰ সীমাৰ ওচৰত
থকা হোৰ পৰ্ব্বতত যিহোৱাই মোচি আৰু
২৪ হাৰোণক কলে, হাৰোণক আপোন লোকবিলা-
কৰ লগলৈ নিয়া হব; কিয়নো ময় ইস্রায়েলৰ
সন্তানবিলাকক দিয়া দেশত তেওঁ নোসোমাব;
'কাৰণ মিৰীবা জলৰ ওচৰত তোমালোকে মোৰ
২৫ বাক্যৰ বিৰুদ্ধে আচৰণ কৰিলা। তুমি হাৰোণক
আৰু তেওঁৰ পুত্ৰ ইলিয়াজৰক হোৰ পৰ্ব্বতলৈ
২৬ লৈ যোৱা; আৰু হাৰোণৰ বস্ত্ৰ সোলোকাই
তেওঁৰ পুত্ৰ ইলিয়াজৰক পিন্ধোৱা; হাৰোণক আ-
পোন লোকবিলাকৰ লগলৈ নিয়া হব; তেওঁ সেই
২৭ ঠাইতে মৰিব। তেতিয়া মোচিয়ে যিহোৱাৰ
আজ্ঞা অনুসাৰে কৰিলে; তেওঁবিলাক গোটেই
২৮ মণ্ডলীৰ আগতে হোৰ পৰ্ব্বতলৈ উঠি গল। আৰু
মোচিয়ে হাৰোণৰ বস্ত্ৰ সোলোকাই তেওঁৰ
পুত্ৰ ইলিয়াজৰক পিন্ধালে, আৰু হাৰোণ সেই
ঠাইত পৰ্ব্বতৰ টিঙত মৰিল; পাছে মোচি আৰু
২৯ ইলিয়াজৰ পৰ্ব্বতৰ পৰা নামি আহিল। যেতিয়া
গোটেই মণ্ডলীয়ে হাৰোণক মৰা দেখিলে,
তেতিয়া ইস্রায়েলৰ গোটেই বংশই হাৰোণৰ
নিমিত্তে ত্ৰিশ দিনলৈকে ক্ৰন্দন কৰিলে।

লোকবিলাকক সাপে দংশা। চীহোন আৰু ওগক
পৰাজয় কৰা।

২১ পাছে দক্ষিণ অঞ্চলত থকা অৰাদৰ কনা-
নীয়া ৰজাই অথাৰীমৰ বাটেদি ইস্রায়েল
আহিছে বুলি শুনি, সিবিলাকৰ বিৰুদ্ধে যুদ্ধ
কৰি কিছুমান লোকক বন্দী কৰি নি ৰাখিলে।
২ তাতে ইস্রায়েলে যিহোৱাৰ আগত অঙ্গীকাৰ
কৰি কলে, যদি তুমি এই লোকবিলাকক মোৰ
হাতত সমৰ্পণ কৰা, তেন্তে ময় সিহঁতৰ নগৰবোৰ
৩ নিঃশেষে বিনষ্ট কৰিম। তেতিয়া যিহোৱাই
ইস্রায়েলৰ বাক্যলৈ কাণ দি, সেই কনানীয়া-
হঁতক সমৰ্পণ কৰিলে; তাতে সিবিলাকে
সিহঁতক আৰু সিহঁতৰ নগৰবোৰ নিঃশেষে
বিনষ্ট কৰিলে; আৰু সেই ঠাইৰ নাম হৰ্মা
ৰখা হল।
৪ পাছে সিবিলাকে ইদোম দেশ ঘুৰিবৰ অৰ্থে,
চুফ সাগৰৰ বাটেদি হোৰ পৰ্ব্বতৰ পৰা যাত্ৰা
কৰিলে; আৰু বাটৰ কাৰণে লোকবিলাকৰ
৫ মন অতিশয় অধৈৰ্য্য হল। আৰু লোকবিলাকে
ঈশ্বৰ ও মোচিৰ বিৰুদ্ধে কবলৈ ধৰিলে, বোলে,
অৰণ্যত মৰিবলৈ তোমালোকে মিচৰৰ পৰা
আমাক কেলেই উলিয়াই আনিলা? কিয়নো
আহাৰো নাই, পানীও নাই; আৰু আমাৰ
৬ মনে এই সামান্য আহাৰ ঘিণ কৰিছে। তেতিয়া
যিহোৱাই লোকবিলাকৰ মাজলৈ পোড়নি
ধৰোৱা সাপ পঠালে; তাতে সেইবোৰে দং-
শিলত, ইস্রায়েলৰ মাজত অনেক লোক মৰিল।
৭ পাছে লোকবিলাকে মোচিৰ ওৰিলৈ আহি
কলে, আমি পাপ কৰিলোঁ, কাৰণ আমি
যিহোৱা আৰু তোমাৰ বিৰুদ্ধে কথা কলোঁ;
আমাৰ ওচৰৰ পৰা যিহোৱাই সাপবোৰ
দূৰ কৰিবৰ নিমিত্তে, তুমি তেওঁৰ আগত
প্ৰাৰ্থনা কৰা। তাতে মোচিয়ে লোকবিলাকৰ
৮ নিমিত্তে প্ৰাৰ্থনা কৰিলে। পাছে যিহোৱাই
মোচিক কলে, তুমি এটা পোড়নি ধৰোৱা সাপ
বনাই এডাল খুঁটিৰ ওপৰত নিচানস্বৰূপে তুলি
ৰাখিবা; তাতে সাপে দংশা যি কোনো মানুহে
৯ তালৈ চাব, সি জীব। তেতিয়া মোচিয়ে পিত্তলৰ
এটা সাপ বনাই নিচানস্বৰূপে এডাল খুঁটিত
তুলি ৰাখিলে; পাছে যেতিয়া সাপে কোনো
মানুহক দংশিলে, তেতিয়া সি সেই পিত্তলৰ
১০ সাপলৈ দৃষ্টি কৰিলত, সি জীলে। পাছে,
ইস্রায়েলৰ সন্তানবিলাকে যাত্ৰা কৰি ওবোতত
১১ ছাউনি পাতিলে। আৰু ওবোতৰ পৰা যাত্ৰা
কৰি সূৰ্য্য ওলোৱা দিশে মোৱাবৰ সম্মুখে থকা
১২ অৰণ্যৰ ইয়ে-অবাৰীমত ছাউনি পাতিলে। পাছে
তাৰ পৰা যাত্ৰা কৰি জেৰদ উপত্যকাত ছাউনি
১৩ পাতিলে। আৰু তাৰ পৰা যাত্ৰা কৰি ইমোৰীয়া-
হঁতৰ সীমাৰ পৰা ওলোৱা, অৰণ্যত থকা
অৰ্ণোনৰ আন পাৰে ছাউনি পাতিলে; কিয়নো
মোৱাবৰ আৰু ইমোৰীয়াহঁতৰ মাজত থকা
১৪ অৰ্ণোন মোৱাবৰ সীমা আছিল। এই হেতুকে
যিহোৱাৰ যুদ্ধপুস্তকত কোৱা গৈছে, বোলে,

চুফাত বাহেবক,
অৰ্ণোনৰ উপত্যকাবোৰক,
১৫ আৰু আৰ নামেৰে লোকালয়লৈ মুখ কৰা
ও মোৱাবৰ সীমাত লগা
চাওলীয়া উপত্যকাবোৰ তেওঁ জয় কৰিলে।

১৬ তাৰ পৰা সিবিলাকে বেৰলৈ, অৰ্থাৎ যি নাদৰ
বিষয়ে যিহোৱাই মোচিক কৈছিল, তুমি লোক-
বিলাকক গোটোৱা, ময় সিবিলাকক পানী
১৭ দিম, সেই নাদলৈ যাত্ৰা কৰিলে। সেই কালত
ইস্রায়েলে এই গীত গান কৰিলে,

হে নাদ, উথাল খোৱা; তোমালোকে ইয়াৰ
উদ্দেশে গান কৰা;
১৮ এয়ে অধ্যক্ষসকলে খনা নাদ;
লোকবিলাকৰ প্ৰধানবিলাকে ৰাজদণ্ডেৰে

আরু আপোন আপোন লাখুটিয়ে ইয়াক
খনন করিলে।
পাছে সিবিলাকে অৰণ্যৰ পৰা মত্তানালৈ,
১৯ মত্তানাৰ পৰা নহলীয়েললৈ, নহলীয়েলৰ পৰা
২০ বামোতলৈ, আরু বামোতৰ পৰা উপত্যকাইদি
যিচীমোনৰ ফাললৈ মুখ করি থকা পিচ্‌গা
পর্ব্বতৰ টিঙলৈ গল।
২১ পাছে ইস্রায়েলে ইমোৰীয়াইঁতৰ ৰজা চীহো-
নৰ ওচৰলৈ দূতৰ দ্বাৰায় এই কথা কৈ পঠালে,
২২ বোলে, তুমি আপোন দেশৰ মাজেদি মোক
যাবলৈ দিয়া ; আমি বাট এড়ি শস্যক্ষেত্ৰত বা
দ্রাক্ষাক্ষেত্ৰত নোসোমাওঁ, আরু নাদৰ পানীও
নেখাওঁ ; তোমাৰ সীমা পাৰ নহওঁমানে ৰাজ-
২৩ বাটে গৈ থাকিম। তথাপি চীহোনে আপোন
অঞ্চলৰ মাজেদি ইস্রায়েলক যাবলৈ নিদিলে ;
কিন্তু চীহোনে আপোনাৰ সকলো প্ৰজাক
গোটাই ইস্রায়েলৰ বিরুদ্ধে অৰণ্যলৈ ওলাল,
আরু যহচলৈ গৈ ইস্রায়েলে সৈতে যুদ্ধ করিলে।
২৪ তাতে ইস্রায়েলে তৰোৱালৰ ধাৰত তেওঁক
আঘাত করি, অর্ণোনৰ পৰা যব্বোকলৈকে
অম্মোনৰ সন্তানবিলাকৰ সীমালৈকে তেওঁৰ দেশ
অধিকাৰ করিলে ; কাৰণ অম্মোনৰ সন্তান-
২৫ বিলাকৰ সীমা গড়েৰে দৃঢ় আছিল। এই ৰূপে
ইস্রায়েলে সেই সকলো নগৰ হাত করি ললে ;
আরু ইস্রায়েলে ইমোৰীয়াইঁতৰ আটাই নগৰত,
হিচ্‌বোনত আরু তাৰ সকলো উপনগৰবোৰত
২৬ বাস করিবলৈ ধরিলে ; কিয়নো হিচ্‌বোন ইমো-
ৰীয়াইঁতৰ ৰজা চীহোনৰ নগৰ আছিল ;
সেই চীহোনে মোৱাবৰ আগৰ ৰজাৰ অহিতে
যুদ্ধ করি তেওঁৰ হাতৰ পৰা অর্ণোনলৈকে তেওঁৰ
২৭ আটাই দেশ লৈছিল। এই নিমিত্তে কবি-
সকলে কয়,

তোমালোক হিচ্‌বোনলৈ আহাঁ,
চীহোনৰ নগৰ সজা আরু দৃঢ় কৰা হওক ;
২৮ কিয়নো হিচ্‌বোনৰ পৰা অগ্নি,
চীহোনৰ নগৰৰ পৰা অগ্নিশিখা ওলাই
মোৱাবৰ আৰ নগৰ গ্ৰাস করিলে,
আরু অর্ণোনৰ ওখ ঠাইবোৰৰ প্ৰভুসকলক
গ্ৰাস করিলে।
২৯ হে মোৱাব, তোমাৰ সন্তাপ হল,
আরু হে কমোচৰ প্ৰজা, তুমি বিনষ্ট হলা ;
সি আপোনাৰ পুতেকবিলাকক পলাবলৈ,
আরু আপোনাৰ জীয়েকহঁতক বন্দী অৱ-
স্থাত পড়িবলৈ এড়ি দিলে,
ইমোৰীয়াইঁতৰ ৰজা চীহোনৰ হাতত সমর্পণ
করিলে।
৩০ আরু আমি সিহঁতলৈ বাণ মারিলোঁ ; দীবোনলৈকে হিচ্‌বোন বিনষ্ট হল ;
মেদবালৈ বিস্তৃত নোফহলৈকে আমি সক-
লোকে ধ্বংস করিলোঁ।

৩১ এই ৰূপে ইস্রায়েলে ইমোৰীয়াইঁতৰ দেশত বাস
৩২ করিবলৈ ধরিলে। মোচিয়ে যাজেৰক গুপুতে
চাবলৈ মানুহ পঠালে ; তাৰ পাছত লোক-
বিলাকে তাৰ সকলো উপনগৰ হাত করি লৈ,
৩৩ তাত থকা ইমোৰীয়াইঁতক দূৰ করিলে। পাছে
সিবিলাক ঘূরি বাচানৰ বাটেদি উঠি গল ;
তাতে সিবিলাকৰ বিরুদ্ধে ইদ্রেয়ীত যুদ্ধ করিবলৈ
বাচানৰ ৰজা ওগ আরু তেওঁৰ সকলো প্ৰজা-
৩৪ বিলাক ওলাল। তেতিয়া যিহোৱাই মোচিক
কলে, তুমি তেওঁলৈ ভয় নকরিবা ; কিয়নো
ময় তেওঁক, তেওঁৰ আটাই প্ৰজাক, আরু তেওঁৰ
দেশকো তোমাৰ হাতত সোধাই দিলোঁ ; তুমি
হিচ্‌বোনত থকা ইমোৰীয়া ৰজা চীহোনলৈ
৩৫ যেনে করিলা, তেওঁলৈকো তেনে করিবা। তাতে
সিবিলাকে তেওঁৰ কোনো শেষ নথকাকৈ, তেওঁক,
তেওঁৰ পুতেকবিলাকক, আরু তেওঁৰ আটাই
প্ৰজাক মারি, তেওঁৰ দেশ অধিকাৰ করি
২২ ললে। পাছে ইস্রায়েলৰ সন্তানবিলাকে
যাত্ৰা করি, যিৰীহোৰ সম্মুখত থকা যর্দ্দ-
নৰ পূব পাৰত মোৱাবৰ সমথলত ছাউনি
পাতিলে।

বালাক আরু বিলিয়মৰ বিবৰণ।

২ তেতিয়া ইস্রায়েলে ইমোৰীয়াইঁতলৈ কৰা
আটাইকে চিপ্পোৰৰ পুত্ৰ বালাকে দেখি আ-
৩ ছিল। আরু মোৱাবে লোকবিলাকৰ কাৰণে
অতিশয় ভয় পালে, কিয়নো সিবিলাক অধিক
আছিল ; আরু মোৱাব ইস্রায়েলৰ সন্তান-
৪ বিলাকৰ কাৰণে অতিশয় ব্যাকুল হল। পাছে
মোৱাবে মিদিয়নৰ বৃদ্ধ লোকসকলক কলে,
গরুৱে পথাৰৰ কোমল ঘাঁহ চেলেকাদি, এই
লোকসমূহে আমাৰ চারিওফালে থকা সকলোকে
চেলেকিব। সেই কালত চিপ্পোৰৰ পুত্ৰ বা-
৫ লাক মোৱাবৰ ৰজা আছিল। তেওঁ বিয়োৰৰ
পুত্ৰ বিলিয়মক মাতিবলৈ, তেওঁৰ স্বজাতীয়
লোকবিলাকৰ দেশলৈ ফৰাৎ নদীৰ পাৰত থকা
পথোৰ নগৰলৈ দূত পঠাই তেওঁক কলে, দেখা,
মিচৰৰ পৰা এক জাতি ওলাই আহিছে ; দেখা,
সিহঁতে পৃথিৱী ঢাকি আমাৰ সম্মুখত আছে।
৬ ময় নিবেদন কৰোঁ, আপুনি আহি মোৰ নিমিত্তে
সেই জাতিক শাও দিওক ; কিয়নো সিহঁত
মোতকৈ বলৱন্ত ; কিজানি সিহঁতক জয় করি
দেশৰ পৰা খেদিবলৈ মোৰ সাধ্য হব ; কিয়নো
ময় জানো, আপুনি যাক আশীর্ব্বাদ কৰে, সি
আশীর্ব্বাদ পায়, আরু যাক শাও দিয়ে, সি শাও
৭ পায়। পাছে মোৱাবৰ বৃদ্ধবিলাকে আরু

মিদিয়নর বৃদ্ধবিলাকে মঙ্গল চোৱার বেচ হাতত
লৈ প্ৰস্থান করিলে ; আরু সিবিলাকে বিলিয়মর
৮ ওচর পাই বালাকর কথা তেওঁক কলে। তাতে
তেওঁ সিবিলাকক উত্তর দিলে, তোমালোক এই
ঠাইতে রাতি থাকা ; পাছে যিহোৱাই মোক
যিহকে কব, সেই দরেই ময় তোমালোকক উত্তর
দিম ; তাতে মোৱাবর অধ্যক্ষসকলে বিলিয়মর
৯ লগত রাতি থাকিল। পাছে ঈশ্বরে বিলিয়মর
ওচরলৈ আহি তেওঁক কলে, তোমার লগত থকা
১০ এই লোকবিলাক কোন ? তাতে বিলিয়মে ঈশ্বরক
কলে, মোৱাবর রজা চিপ্পোরর পুত্র বালাকে
১১ মোর ওচরলৈ ইয়াকে কৈ পঠাইছে, দেখা,
মিচরর পরা ওলাই অহা জাতিয়ে পৃথিবী
ঢাকিছে। এতিয়া তুমি আহি মোর নিমিত্তে
সিহঁতক শাও দিয়া ; কিজানি ময় যুদ্ধ করি সিহঁ-
১২ তক খেদিব পারিম। তাতে ঈশ্বরে বিলিয়মক
কলে, তুমি সিবিলাকর লগত নেযাবা ; তুমি সেই
জাতিক শাও নিদিবা ; কিয়নো সিবিলাক আ-
১৩ শীর্ব্বাদ পোৱা লোক। পাছে বিলিয়মে রাতি-
পুৱাতে উঠি বালাকর অধ্যক্ষসকলক কলে,
তোমালোক আপোন দেশলৈ উচি যোৱা ;
কিয়নো যিহোৱাই তোমালোকর লগত মোক
১৪ যাবলৈ অনুমতি নিদিলে। তাতে মোৱাবর
অধ্যক্ষসকলে উঠি বালাকর ওরিলৈ আহি কলে,
আমার লগত আহিবলৈ বিলিয়ম অসম্মত হল।
১৫ পাছে বালাকে সিবিলাকতকৈ অধিক আরু
অতিশয় সম্ভ্রান্ত আন অধ্যক্ষসকলক পঠালে।
১৬ তাতে সিবিলাকে বিলিয়মর ওচরলৈ গৈ
তেওঁক কলে, চিপ্পোরর পুত্র বালাকে এই
কথা কৈছে, ময় নিবেদন করোঁ, মোর ওচরলৈ
আহিবলৈ আপোনাক একোৱে বাধা নিদিওক।
১৭ কিয়নো ময় আপোনাক অতিশয়রূপে সম্মানিত
করিম, আরু যি যি আজ্ঞা দিব, তাকে করিম ;
এই হেতুকে বিনয় করোঁ, আপুনি আহি মোর
১৮ নিমিত্তে সেই জাতিক শাও দিওক। তাতে
বিলিয়মে বালাকর দাসবিলাকক উত্তর করিলে,
যদিও বালাকে রূপ আরু সোণেরে পূর হোৱা
আপোনার ঘর মোক দিয়ে, তথাপি ময় ক্ষুদ্র কি
মহৎ কার্য্য করিবলৈ আপোন ঈশ্বর যিহোৱার
১৯ আজ্ঞা উল্লঙ্ঘন করিব নোৱারোঁ। এতিয়া
নিবেদন করোঁ, তোমালোকো এই ঠাইতে রাতি
থাকা, যিহোৱাই মোক আরু যি কব, তাক ময়
২০ জানিম। পাছে ঈশ্বরে রাতি বিলিয়মর ওচরলৈ
আহি তেওঁক কলে, সেই মানুহবিলাকে যদি
তোমাক মাতিবলৈ আহিছে, তেন্তে তুমি উঠি
সিবিলাকর লগত যোৱা ; কিন্তু ময় তোমাক যি-
২১ হকে কম, তাকেহে তুমি করিবা। তাতে বিলিয়মে
রাতিপুৱাতে উঠি আপোনার গাধী সজাই,
মোৱাবর অধ্যক্ষসকলর লগত প্রস্থান করিলে।
২২ পাছে তেওঁ যোৱাতে ঈশ্বরর ক্রোধ জ্বলি উঠিল,
আরু যিহোৱার দূত তেওঁর বিরুদ্ধকারী হৈ বাটর
মাজত থিয় হল। তেতিয়া তেওঁ আপোনার
গাধীত উঠি আপোনার দুজন দাসে সৈতে
২৩ গৈছিল। পাছে সেই গাধী জনীয়ে খোলা
তরোৱাল ধরা যিহোৱার দূতক বাটর মাজত
থিয় হৈ থকা দেখিলে ; এই হেতুকে গাধীয়ে
বাট এড়ি পথারর ফাললৈ গৈছিল ; তাতে
বিলিয়মে গাধীক বাটলৈ আনিবর নিমিত্তে
২৪ কোবালে। পাছে যিহোৱার দূত দুই ফালে
গড় থকা দ্রাক্ষাবাড়ীর ঠেক বাটত থিয় হল।
২৫ তেতিয়া গাধী জনীয়ে যিহোৱার দূতক দেখি
গড়ত গা ঘঁহাই যাওঁতে, বিলিয়মর ভরি গড়ত
ঘঁহা খালে ; তাতে তেওঁ আকৌ তাইক কোবালে।
২৬ পাছে যিহোৱার দূত আরু অলপমান আগলৈ
গৈ, সোঁফালে কি বাঁওফালে ঘুরিবলৈ ঠাই
নোহোৱা এনে এক চেপ ঠাইত থিয় হল।
২৭ তেতিয়া গাধীয়ে যিহোৱার দূতক দেখি বিলিয়মে
সৈতে আঁঠু কাঢ়ি পড়িল ; তাতে বিলিয়মর
খং উঠিলত, তেওঁ গাধী জনীক লাখুটিরে কোবা-
২৮ বলৈ ধরিলে। তেতিয়া যিহোৱাই গাধীক কথা
কবলৈ শক্তি দিলে ; তাতে গাধীয়ে বিলিয়মক
কলে, ময় তোমাক কি করিলোঁ, যে, তুমি এই
২৯ তিনিবার মোক কোবালা ? বিলিয়মে গাধী
জনীক কলে, তয় মোক অমান্য করিছ ; মোর
হাতত তরোৱাল থকা হলে বড় ভাল আছিল ;
সেয়ে হোৱা হলে, ময় এতিয়াই তোক বধ করিলোঁ-
৩০ হেঁতেন। পাছে গাধীয়ে বিলিয়মক কলে, যার
ওপরত তুমি আজিলৈকে তোমার সমস্ত জীৱন
উঠি আহিছা, ময় জানো তোমার সেই গাধী
নহওঁ ? ময় জানো কেতিয়াবা তোমালৈ এনে
ব্যৱহার করিছিলোঁ ? তাতে তেওঁ কলে, নাই
৩১ করা। তেতিয়া যিহোৱাই বিলিয়মর চকু মুকলি
করিলত, খোলা তরোৱাল হাতত লোৱা
যিহোৱার দূতক বাটর মাজত থিয় হৈ থকা
তেওঁ দেখিলে ; তাতে তেওঁ মূর দোঁৱাই উবুড়ি
৩২ হৈ পড়িল। তেতিয়া যিহোৱার দূতে তেওঁক কলে,
তুমি সেই তিনিবার আপোনার গাধীক কিয়
মারিলা ? দেখা, ময় তোমার বিরুদ্ধকারী হৈ
ওলাইছোঁ ; কিয়নো মোর সাক্ষাতে তুমি অপথে
৩৩ গৈছা। আরু গাধীয়ে মোক দেখি এই তিনিবার
মোর সম্মুখর পরা ঘূরিল ; তাই মোর সম্মুখর
পরা নুঘুরা হলে ময় নিশ্চয়ে তোমাক বধ
করিলোঁহেঁতেন, কিন্তু তাইক জীয়াই রাখিলোঁ-
৩৪ হেঁতেন। তাতে বিলিয়মে যিহোৱার দূতক কলে,
ময় পাপ করিলোঁ ; কিয়নো তুমি যে মোর
বিরুদ্ধে বাটত থিয় হৈ আছা, তাক ময় নে-

জানিলোঁ; কিন্তু এতিয়া যদি ইয়াত তোমার
৩৫ বেজাৰ হৈছে, তেন্তে মই উলটি যাওঁ। তেতিয়া
যিহোৱাৰ দূতে বিলিয়মক কলে, সেই লোক-
বিলাকে সৈতে যোৱা, কিন্তু মই যি কথা তোমাক
কম, কেৱল তাকেহে কবা; তাতে বিলিয়ম
৩৬ বালাকৰ অধ্যক্ষসকলে সৈতে গল। পাছে
বিলিয়ম অহাৰ বার্ত্তা শুনি বালাকে তেওঁক
আগ বঢ়াই নিবলৈ দেশৰ সীমাৰ দাঁতিত
অর্ণোনৰ সীমাত থকা মোৱাবৰ নগৰলৈ গল।
৩৭ পাছে বালাকে বিলিয়মক কলে, মই আপোনাক
মাতিবলৈ জানো অতি যতনেৰে মানুহ পঠোৱা
নাই? আপুনি মোৰ ওচৰলৈ কিয় নহাকৈ
আছিল? আপোনাক সম্মানিত কৰিবলৈ মই
৩৮ জানো নিচেই অসমর্থ? তাতে বিলিয়মে
বালাকক কলে, এইয়া দেখা, মই তোমাৰ ওচৰলৈ
আহিছোঁ, তথাপি এতিয়াও কোনো কথা কবলৈ
জানো মোৰ ক্ষমতা আছে? ঈশ্বৰে মোৰ মুখত
৩৯ যি বাক্য দিব, তাকেহে মই কম। পাছে বিলিয়মে
বালাকৰ লগত আহি কিৰিয়ৎ-হুচোৎ পালেহি।
৪০ আৰু বালাকে গৰু আৰু মেৰ বলিদান কৰি,
বিলিয়ম আৰু তেওঁৰ লগৰ অধ্যক্ষসকললৈ মাংস
৪১ পঠালে। পাছে ৰাতিপুৱাতে বালাকে বিলিয়মক
বালৰ ওখ ঠাইবোৰলৈ লৈ গল; তাৰ পৰা তেওঁ
লোকবিলাকৰ একাল দেখা পালে। তাতে

২৩ বিলিয়মে বালাকক কলে, তুমি এই ঠাইত
মোৰ নিমিত্তে সাতোটা যজ্ঞবেদি নির্ম্মাণ কৰোৱা,
আৰু এই ঠাইতে মোৰ নিমিত্তে সাতোটা ভতৰা
২ আৰু সাতোটা মটা মেৰ আয়োজন কৰা। তাতে
বালাকে বিলিয়মৰ কথাৰ দৰেই কৰিলে;
তেতিয়া বালাক আৰু বিলিয়মে এটা এটা যজ্ঞ-
বেদিত এটা এটা ভতৰা আৰু এটা এটা মটা মেৰ
৩ উৎসর্গ কৰিলে। পাছে বিলিয়মে বালাকক
কলে, তুমি আপোনাৰ হোমবলিৰ ওচৰত থিয়
হোৱা; মই যাওঁ, কিজানি যিহোৱাই মোৰে
সৈতে সাক্ষাৎ কৰিব; সেয়ে হলে, তেওঁ মোক
যিহকে জনাব, তাকে মই তোমাক কম। পাছে
৪ তেওঁ গছ নথকা ওখ ঠাইলৈ গল। তেতিয়া ঈশ্বৰে
বিলিয়মে সৈতে সাক্ষাৎ কৰিলত, বিলিয়মে
তেওঁক কলে, মই সাতোটা যজ্ঞবেদি যুগুত
কৰিলোঁ, আৰু প্রত্যেক যজ্ঞবেদিত এটা এটা
ভতৰা আৰু এটা এটা মটা মেৰ উৎসর্গ কৰিলোঁ।
৫ তেতিয়া যিহোৱাই বিলিয়মৰ মুখত এক বাক্য
দি তেওঁক কলে, তুমি বালাকৰ ওচৰলৈ উলটি
৬ গৈ তেওঁক এই কথা কোৱা। তেতিয়া বিলিয়ম
তেওঁৰ ওৰিলৈ উলটি গল; দেখা, সেই সময়ত
মোৱাবৰ অধ্যক্ষসকলে সৈতে বালাক আপো-
নাৰ হোমবলিৰ ওচৰত থিয় হৈ আছিল।
৭ পাছে বিলিয়মে আপোনাৰ পদ্য গাই কলে,

বালাকে অৰামৰ পৰা মোক অনালে;
মোৱাবৰ ৰজাই পূবকালৰ পর্ব্বতৰ পৰা
মোক অনালে।
আহাঁ, মোৰ নিমিত্তে যাকোবক শাও দিয়া,
আহাঁ, ইস্রায়েলক ধিক্কাৰ দিয়া;
৮ কিন্তু ঈশ্বৰে শাও নিদিয়া লোকক মই
কেনেকৈ শাও দিম?
আৰু যিহোৱাই ধিক্কাৰ নিদিয়া লোকক মই
কেনেকৈ ধিক্কাৰ দিম?
৯ কিয়নো মই শিলবোৰৰ টিঙৰ পৰা সেই
জনক দেখা পাইছোঁ,
আৰু পর্ব্বতৰ পৰা সেই জনক দেখিছোঁ।
দেখা, সিবিলাক অকলে বাস কৰা লোক;
জাতিবিলাকৰ মাজত সিবিলাক গণিত
নহয়।
১০ যাকোবৰ ধূলি কোনে লেখ কৰিব পাৰে?
বা ইস্রায়েলৰ চাৰি ভাগৰ একভাগকে কোনে
গণিব পাৰে?
ধার্ম্মিকৰ মৃত্যুৰ নিচিনা মোৰ মৃত্যু হওক,
আৰু তেওঁৰ শেষগতিৰ নিচিনা মোৰ শেষ-
গতি হওক।
১১ তেতিয়া বালাকে বিলিয়মক কলে, আপুনি মোলৈ
এইয়া কি কৰিলে? মোৰ শত্রুবোৰক শাও
দিবলৈ মই আপোনাক অনালোঁ; আপুনি
সিহঁতক সকলো ভাৱে আশীর্ব্বাদহে কৰিলে।
১২ তাতে তেওঁ উত্তৰ দি কলে; যিহোৱাই মোৰ
মুখত যি কথা দিব, সাৱধান হৈ মই তাকে
১৩ নকম নে? পাছে বালাকে তেওঁক কলে, মই
নিবেদন কৰোঁ, আপুনি যি ঠাইৰ পৰা সিহঁতক
দেখিবলৈ পাব, এনেকুৱা আন ঠাইলৈ মোৰ
লগত আহোক; আপুনি সিহঁতৰ সকলোকে
দেখিবলৈ পোৱা নাই, অকল একালহে দেখি-
বলৈ পাইছে; সেই ঠাইৰ পৰা মোৰ নিমিত্তে
১৪ সিহঁতক শাও দিব। তেতিয়া বালাকে তেওঁক
চোফীম পথাৰৰ মাজলৈ পিচ্গাৰ টিঙলৈ লৈ
গল; সেই ঠাইতে তেওঁ সাতোটা যজ্ঞবেদি নি-
র্ম্মাণ কৰিলে, আৰু প্রত্যেক যজ্ঞবেদিত এটা এটা
ভতৰা আৰু এটা এটা মটা মেৰ উৎসর্গ কৰিলে।
১৫ পাছে তেওঁ বালাকক কলে, তুমি এই ঠাইতে
আপোনাৰ হোমবলিৰ ওচৰত থিয় হৈ থাকা;
মই হলে, সৌ তাত ঈশ্বৰৰ সাক্ষাৎ কৰোঁগৈ।
১৬ পাছে যিহোৱাই বিলিয়মে সৈতে সাক্ষাৎ কৰি,
তেওঁৰ মুখত এক বাক্য দি তেওঁক কলে, তুমি বালা-
কৰ ওচৰলৈ উলটি গৈ তেওঁক এই কথা কোৱা।
১৭ তাতে বিলিয়ম তেওঁৰ ওচৰলৈ আহিল; সেই
সময়ত মোৱাবৰ অধ্যক্ষসকলে সৈতে বালাক
আপোনাৰ হোমবলিৰ ওৰিত থিয় হৈ আছিল।
তেতিয়া বালাকে তেওঁক সুধিলে, যিহোৱাই কি

১৮ কলে ; বিলিয়মে আপোনার পদ্য গাই কলে,
হে বালাক, উঠি শুনা,
হে চিপ্পোরর পুত্র, মোর কথালৈ কাণ পাতা ;
১৯ ঈশ্বর মনুষ্য নহয়, যে মিছা কথা কব,
তেওঁ মানুহর সন্তানো নহয়, যে তেওঁ মন পালটাব।
তেওঁ কৈ জানো সিদ্ধ নকরিব ?
তেওঁ বাক্য কৈ জানো সাফল নকরিব ?
২০ দেখা, ময় আশীর্ব্বাদ করিবলৈ আজ্ঞা পালোঁ ;
তেওঁ আশীর্ব্বাদ করিলে; ময় তার অন্যথা করিব নোৱারোঁ।
২১ তেওঁ যাকোবত অধর্ম্ম দেখা নাই,
বা ইস্রায়েলর মাজত দুষ্টতা দেখা নাই ;
আপোন ঈশ্বর যিহোৱা তেওঁর লগত থাকে,
আরু সিবিলাকর মাজত রজার জয়ধ্বনি আছে।
২২ ঈশ্বরে মিচর দেশর পরা সিবিলাকক আনিছে ;
তেওঁর বল মেথনর বলর নিচিনা।
২৩ নিশ্চয়ে যাকোবর মাজত লক্ষণ চোৱা দস্তর নাই ;
ইস্রায়েলর মাজত মঙ্গল চোৱা কার্য্য নাই।
এতিয়া যাকোব আরু ইস্রায়েলর বিষয়ে কোৱা যাব,
ঈশ্বরে কেনে কার্য্য করিলে !
২৪ দেখা, সেই লোকসমূহ সিংহীর দরে উঠিছে,
সিংহর দরে আপোনার গা দাঙিছে ;
তেওঁ ধরা পশু নেখায়মানে নুশুব,
আরু বধ করা লোকর তেজ পান নকরেমানে শয়ন নকরিব।
২৫ পাছে বালাকে বিলিয়মক কলে, আপুনি সিহঁতক
সমুলি শাবো নিদিব, আরু সমুলি আশীর্ব্বাদো
২৬ নকরিব। তেতিয়া বিলিয়মে উত্তর করি বালাকক
কলে, যিহোৱাই মোক যি যি কব, ময় তাকেই
করিম, এই বুলি জানো ময় তোমাক কোৱা
২৭ নাই ? তথাপি বালাকে বিলিয়মক কলে, বিনয়
করি কওঁ, আহোক, ময় আপোনাক আন ঠাইলৈ
লৈ যাওঁ; সেই ঠাইতে মোর নিমিত্তে আপুনি
সিহঁতক শাও দিবলৈ কিজানি ঈশ্বর সন্তুষ্ট হব
২৮ পারে। পাছে বালাকে যিচীমোনর ফাললৈ
মুখ করা পিয়োরর টিঙলৈ বিলিয়মক লৈ গল।
২৯ তাতে বিলিয়মে বালাকক কলে, এই ঠাইত মোর
নিমিত্তে সাতোটা যজ্ঞবেদি নির্ম্মাণ করোৱা,
আরু ইয়াতো মোর কারণে সাতোটা ভতরা আরু
৩০ সাতোটা মতা মের আয়োজন করা। তেতিয়া
বালাকে বিলিয়মর বাক্য অনুসারে কার্য্য করি,
প্রত্যেক যজ্ঞবেদিতে এটা এটা ভতরা আরু এটা

২৪ এটা মতা মের উৎসর্গ করিলে। পাছে
ইস্রায়েলক আশীর্ব্বাদ করিবলৈ যিহোৱা
তুষ্ট আছে, ইয়াকে দেখি বিলিয়মে আগর
দরে লক্ষণ চাবর নিমিত্তে নগৈ, অরণ্যর ফাললৈ
২ মুখ করিলে। তাতে বিলিয়মে আপোনার চকু
তুলি ফৈদ অনুসারে বাস করা ইস্রায়েলক
দেখিলে; আরু ঈশ্বরর আত্মা তেওঁত স্থিতি
৩ হল। তেতিয়া তেওঁ আপোনার পদ্য গাই কলে,
বিয়োরর পুত্র বিলিয়মে কৈছে,
যার চকু মুদা আছিল, সেই পুরুষে কৈছে,
৪ যি জনে ঈশ্বরর বাক্য শুনে,
যি জনে সর্ব্বশক্তিমানক দর্শন পায়,
তেওঁ মাটীত পড়ি চকু মেলি কৈছে,
৫ হে যাকোব, তোমার তাম্বুবোর কেনে সুন্দর !
হে ইস্রায়েল, তোমার আবাসবোর কেনে মনোহর !
৬ সেইবোর উপত্যকার নিচিনা বিস্তৃত,
আরু নদীর পারত থকা বাড়ীবোরর সদৃশ,
যিহোৱাই রোৱা অগুরু বৃক্ষর নিচিনা,
আরু পানীর ওচরত থকা এরচ গছর তুল্য।
৭ তেওঁর কলহর পরা পানী উথাল খাই পড়িছে ;
তেওঁর গুটী অনেক পানার কোষত সিঁচা হব,
তেওঁর রজা অগাগতকৈয়ো ওখ হব,
তেওঁর রাজ্যর উন্নতি হব।
৮ ঈশ্বরে মিচরর পরা তেওঁক উলিয়াই আনিছে;
তেওঁর বল মেথনর বলর নিচিনা ;
তেওঁ আপোনার বিরুদ্ধী জাতিবোরক গ্রাস করিব,
আরু সিহঁতর হাড় গুরি করিব,
আরু আপোন বাণর দ্বারায় সিহঁতক সরকাই পেলাব।
৯ তেওঁ সিংহর দরে পড়ি শুলে,
সিংহীর দরে শয়ন করিলে ; কোনে তেওঁক জগাব ?
তোমাক আশীর্ব্বাদ দিওঁতা প্রতিজন আশীর্ব্বাদপ্রাপ্ত হওক,
আরু তোমাক শাও দিওঁতা প্রতিজন শাপগ্রস্ত হওক।
১০ তেতিয়া বিলিয়মলৈ বালাকর ক্রোধ জ্বলি উঠিলত,
তেওঁ আপোনার হাতত চাপর মারিলে; আরু
বালাকে বিলিয়মক কলে, মোর শত্রুবোরক শাও
দিবলৈ ময় তোমাক অনালোঁ, দেখা, এই তিনি-
বার তুমি সকলো প্রকারে সিহঁতক আশীর্ব্বাদহে
১১ করিলা। এই হেতুকে নিজ ঠাইলৈ পলাই যোৱা।
ময় তোমাক অতিশয় সম্মানিত করিম বুলি
কৈছিলোঁ; কিন্তু দেখা, যিহোৱাই তোমাক
১২ সম্মানিত করিবলৈ বাধা করিলে। তাতে বিলি-

য়মে বালাকক কলে, যদি বালাকে সোণ আৰু
ৰূপেৰে পূৰ হোৱা আপোনাৰ ঘৰ মোক
দিয়ে, তথাপি ময় আপোন ইচ্ছাৰে ভাল
বা বেয়া কাৰ্য্য কৰিবলৈ যিহোৱাৰ আজ্ঞা
উল্লঙ্ঘন কৰিব নোৱাৰোঁ ; যিহোৱাই যিহকে
১৩ কব, ময় তাকেই কম, তুমি পঠোৱা দূতবিলাকৰ
১৪ আগত জানো ময় ইয়াকে কোৱা নাই ? এতিয়া
দেখা, ময় স্বজাতীয় লোকবিলাকৰ ওৰিলৈ
যাওঁ ; আহাঁ, এই জাতিয়ে পাছত তোমাৰ
প্ৰজাবিলাকক কি কৰিব, তাক ময় তোমাক
১৫ জনাওঁ। পাছে তেওঁ আপোনাৰ পদ্য গাই কলে,
বিয়োৰৰ পুত্ৰ বিলিয়মে কৈছে,
যাৰ চকু মুঁদা আছিল, সেই পুৰুষে কৈছে,
১৬ যি জনে ঈশ্বৰৰ বাক্য শুনে,
আৰু সৰ্ব্বোপৰি জনাৰ তত্ত্ব জানে,
যি জনে সৰ্ব্বশক্তিমানক দৰ্শন পায়,
সেই জনে মাটীত পড়ি চকু মেলি কৈছে,
১৭ ময় তেওঁক দেখিছোঁ, কিন্তু বৰ্ত্তমানে নাই ;
তেওঁক দৰ্শন পাইছোঁ, কিন্তু তেওঁ ওচৰত
থকা নাই।
যাকোবৰ মাজৰ পৰা এটা তৰা উদয় হব,
ইস্ৰায়েলৰ মাজৰ পৰা এক ৰাজদণ্ড উঠিব ;
সেয়ে মোৱাবৰ দীৰ্ঘপ্ৰস্থ ওৰি কৰিব,
আৰু হুৰামুৰা কৰা গোটেই বংশক সংহাৰ
কৰিব।
১৮ তেওঁৰ শত্ৰু ইদোম এক আধিপত্য হব,
তেওঁৰ শত্ৰু চেয়ীৰেই এক আধিপত্য হব ;
তেতিয়া ইস্ৰায়েলে বীৰৰ কাৰ্য্য কৰিব।
১৯ যাকোবৰ পৰা উৎপন্ন হোৱা এজনে ৰাজত্ব
কৰিব,
আৰু নগৰৰ অৱশিষ্ট লোকবিলাকক বিনষ্ট
কৰিব।
২০ পাছে তেওঁ অমালেকলৈ দৃষ্টি কৰি আপোনাৰ
পদ্য গাই কলে,
এই অমালেক জাতিবিলাকৰ মাজত প্ৰথম ;
কিন্তু তাৰ শেষদশা সৰ্ব্বনাশ।
২১ পাছে তেওঁ কেনীয়াবিলাকলৈ দৃষ্টি কৰি আপো-
নাৰ পদ্য গাই কলে,
তোমাৰ নিবাস অতি দৃঢ়,
আৰু তোমাৰ বাহ শিলত পতা ;
২২ তথাপি কেনীয়া লোক বিনষ্ট হব,
শেষত অচূৰে তোমাক বন্দী কৰি লৈ যাব।
২৩ পাছে তেওঁ আপোনাৰ পদ্য গাই কলে,
হায় হায়, যেতিয়া ঈশ্বৰে ইয়াক কৰিব,
তেতিয়া কোন জীয়াই থাকিব পাৰিব ?
২৪ আৰু কিত্তীমৰ তীৰৰ পৰা জাহাজ আহিব ;
সেইবোৰে অচূৰক ক্লেশ দিব, আৰু এবৰকো
ক্লেশ দিব,
আৰু তাৰো বিনাশ ঘটিব।
২৫ পাছে বিলিয়ম উঠি নিজ ঠাইলৈ উলটি গল,
আৰু বালাকো আপোন বাটে গুচি গল।

### ইস্ৰায়েলৰ সন্তানবিলাকৰ দেৱপূজা আৰু ব্যভিচাৰ।

২৫ পাছে ইস্ৰায়েলে চিটীমত বাস কৰিলত,
লোকবিলাকে মোৱাবৰ জীয়াৰীবোৰে সৈতে
২ ব্যভিচাৰ কৰিবলৈ ধৰিলে ; কিয়নো সেই
জীয়াৰীবোৰে সিবিলাকক আপোন দেৱতাৰ
বলিদান দিয়ালৈ মাতিলত, লোকবিলাকে ভোজন
কৰি সিহঁতৰ দেৱতাৰ আগত প্ৰণিপাত কৰিলে।
৩ ইস্ৰায়েল বাল্-পিয়োৰ দেৱতাত আসক্ত হোৱাত,
ইস্ৰায়েলৰ অহিতে যিহোৱাৰ ক্ৰোধ জ্বলি উঠিল।
৪ তাতে যিহোৱাই মোচিক কলে, যিহোৱাৰ প্ৰচণ্ড
ক্ৰোধ ইস্ৰায়েলৰ পৰা গুচিবৰ নিমিত্তে, তুমি
লোকবিলাকৰ আটাই মূল মানুহক নি, যিহো-
ৱাৰ উদ্দেশে সূৰ্য্যৰ সম্মুখত সিহঁতক আৰি
৫ থোৱা। তেতিয়া মোচিয়ে ইস্ৰায়েলৰ বিচাৰ-
কৰ্ত্তাবিলাকক কলে, তোমালোক প্ৰতিজনে বাল-
পিয়োৰত আসক্ত হোৱা আপোন লোকবিলাকক
৬ বধ কৰা। পাছে ইস্ৰায়েলৰ সন্তানবিলাকে
সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত ক্ৰন্দন কৰি
থাকোঁতে, মোচিৰ আৰু গোটেই মণ্ডলীৰ
সাক্ষাতে ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ এজন
পুৰুষে আপোন জাতিবিলাকৰ ওৰিলৈ এজনী
৭ মিদিয়নীয়া তিৰুতা আনিলে। তাকে দেখি,
হাৰোণ পুৰোহিতৰ নাতিয়েক ইলিয়াজৰৰ
পুত্ৰ পীনহচে মণ্ডলীৰ মাজৰ পৰা উঠি হাতত
৮ বৰ্শা লৈ, সেই ইস্ৰায়েলীয়া পুৰুষৰ পাছে
পাছে খেদি গৈ, খোঁটালিত সোমাই সেই দুই
জনক, সেই ইস্ৰায়েলীয়া পুৰুষক আৰু সেই
তিৰুতা জনীৰ পেটত খুঁচিলে ; তাতে ইস্ৰায়েলৰ
সন্তানবিলাকৰ মাজৰ পৰা মহামাৰী স্থগিত
৯ হল। আৰু যিবোৰ মহামাৰীত মৰিল, সিহঁত
চব্বিশ হাজাৰ লোক আছিল।
১০,১১ পাছে যিহোৱাই মোচিক কলে, হাৰোণ
পুৰোহিতৰ নাতিয়েক ইলিয়াজৰৰ পুত্ৰ পীনহচে
ইস্ৰায়েলৰ মাজত মোৰ অন্তৰ্জ্বালাৰে জ্বলি
উঠি ইস্ৰায়েলৰ সন্তানবিলাকৰ পৰা মোৰ
ক্ৰোধ ঘুৰুৱাত, ময় আপোন অন্তৰ্জ্বালাৰে
ইস্ৰায়েলৰ সন্তানবিলাকক বিনষ্ট নকৰিলোঁ।
১২ এই হেতুকে তুমি এই কথা কোৱা, দেখা, ময়
তেওঁলৈ কুশলদায়ক নিয়মটীৰ প্ৰতিজ্ঞা সিদ্ধ
১৩ কৰোঁ ; সেয়ে তেওঁৰ পক্ষে আৰু তেওঁৰ ভাবি-
বংশৰ পক্ষেও চিৰস্থায়ী পুৰোহিতপদৰ নিয়ম
হব ; কিয়নো তেওঁ আপোন ঈশ্বৰৰ পক্ষে অন্ত-
ৰ্জ্বালাৰে জ্বলিছিল, আৰু ইস্ৰায়েলৰ সন্তান-

১৪ বিলাকক প্ৰায়শ্চিত্ত কৰিলে। হত হোৱা যি
ইস্ৰায়েলীয়া পুৰুষক সেই মিদিয়নীয়া তিৰুতাৰ
লগত বধ কৰা হৈছিল, তাৰ নাম চালুৰ পুতেক
জিম্ৰী; সি চিমিয়োনীয়াবিলাকৰ পিতৃবংশৰ
১৫ এজন অধ্যক্ষ আছিল। আৰু সেই হত হোৱা
মিদিয়নীয়া তিৰুতা জনীৰ নাম চূৰৰ জীয়েক
কজ্বী; চূৰ মিদিয়নৰ মাজত পিতৃবংশৰ লোক-
বিলাকৰ মূল মানুহ আছিল।
১৬,১৭ পাছে যিহোৱাই মোচিক কলে, তুমি মিদিয়-
নীয়া লোকবিলাকৰ শত্ৰুতা আচৰণ কৰি
১৮ সিহঁতক প্ৰহাৰ কৰা . কিয়নো পিয়োৰ দেৱতাৰ
বিষয়ে, আৰু সেই পিয়োৰৰ নিমিত্তে মহামাৰীৰ
দিনা হত হোৱা সিহঁতৰ আপোন জাতিৰ কজ্বী
নামেৰে মিদিয়নীয়া অধ্যক্ষৰ জীয়েকৰ বিষয়েও
সিহঁতে তোমালোকক প্ৰতাৰণা কৰি ছলেৰে
তোমালোকলৈ শত্ৰুতা আচৰণ কৰিলে।

ইস্ৰায়েলৰ সন্তানবিলাকক দ্বিতীয়বাৰ গণনা কৰা।

২৬ এই মহামাৰীৰ পাছত যিহোৱাই মোচিক
আৰু হাৰোণৰ পুত্ৰ ইলিয়াজৰ পুৰো-
২ হিতক কলে, তোমালোকে ইস্ৰায়েলৰ সন্তান-
বিলাকৰ গোটেই মণ্ডলীৰ মাজত, আপোন
আপোন পিতৃবংশ অনুসাৰে, ইস্ৰায়েলৰ মাজত
ৰণলৈ যাব পৰা বিশ বছৰ বয়সীয়া আৰু
তাতকৈ অধিক বয়সীয়া যিমান লোক আছে,
৩ সিবিলাকক গণনা কৰা। তাতে মোচি আৰু
ইলিয়াজৰ পুৰোহিতে যিৰীহোৰ সম্মুখত যৰ্দ্দনৰ
ওচৰত মোৱাবৰ সমথলত সিবিলাকক কলে,
৪ মোচিক, আৰু মিচৰ দেশৰ পৰা ওলাই অহা
ইস্ৰায়েলৰ সন্তানবিলাকক দিয়া যিহোৱাৰ আজ্ঞা
অনুসাৰে, বিশ বছৰ বয়সীয়া আৰু তাতকৈ
অধিক বয়সীয়া লোকক গণনা কৰা।
৫ ৰূবেণ ইস্ৰায়েলৰ জ্যেষ্ঠ পুত্ৰ ; ৰূবেণৰ সন্তান
এইবিলাক ; হনোকৰ পৰা হনোকীয়া গোষ্ঠী,
৬ পল্লুৰ পৰা পল্লুইয়া গোষ্ঠী, হিষ্ৰোণৰ পৰা
হিষ্ৰোণীয়া গোষ্ঠী, কৰ্ম্মীৰ পৰা কৰ্ম্মীয়া গোষ্ঠী।
৭ এইবিলাকেই ৰূবেণৰ গোষ্ঠী ; সিবিলাকৰ মাজৰ
গণিত লোক তিয়াল্লিশ হাজাৰ সাত শ ত্ৰিশ
৮ জন। আৰু পল্লুৰ সন্তান ইলীয়াব ; ইলীয়াবৰ
সন্তান নমূৱেল, দাথন, আৰু অবীৰাম। কোৰহৰ
দলে যেতিয়া যিহোৱাৰ বিৰুদ্ধে বিবাদ কৰি-
ছিল, তেতিয়া মোচি আৰু হাৰোণৰ অহিতে বি-
বাদ কৰা মণ্ডলীভুক্ত লোক সেই দাথন আৰু অবী-
১০ ৰাম। সেই সময়ত পৃথিবীয়ে মুখ মেলি সিহঁতক
আৰু কোৰহকো গ্ৰাস কৰিলে, তাতে সেই দল
মৰিল ; অগ্নিয়ে দুশ পঞ্চাশ জনক পুৰি ভস্ম
কৰিলে, আৰু সিবিলাকেই দৃষ্টান্তস্বৰূপ হল।
১১ কিন্তু কোৰহৰ সন্তানবোৰ হলে মৰা নাছিল।

১২ আপোন আপোন গোষ্ঠী অনুসাৰে এইবিলাক
চিমিয়োনৰ সন্তান ; নমূৱেলৰ পৰা নমূৱেলীয়া
গোষ্ঠী, যামীনৰ পৰা যামীনীয়া গোষ্ঠী, যাখীনৰ
১৩ পৰা যাখীনীয়া গোষ্ঠী, জেৰহৰ পৰা জেৰহীয়া
১৪ গোষ্ঠী, চৌলৰ পৰা চৌলীয়া গোষ্ঠী। চিমি-
য়োনীয়া এই গোষ্ঠীবিলাকৰ লোক বাইশ হাজাৰ
দুশ জন আছিল।
১৫ আপোন আপোন গোষ্ঠী অনুসাৰে এইবিলাক
গাদৰ সন্তান ; চফোনৰ পৰা চফোনীয়া গোষ্ঠী,
হগ্গীৰ পৰা হগ্গীয়া গোষ্ঠী, চূনীৰ পৰা চূনীয়া
১৬ গোষ্ঠী, অজ্নীৰ পৰা অজ্নীয়া গোষ্ঠী, এৰীৰ
১৭ পৰা এৰীয়া গোষ্ঠী, অৰোদৰ পৰা অৰোদীয়া
১৮ গোষ্ঠী, অৰেলীৰ পৰা অৰেলীয়া গোষ্ঠী। গাদৰ
সন্তানবিলাকৰ এই গোষ্ঠীবিলাক গণনা কৰা
হলত, চল্লিশ হাজাৰ পাঁচ শ লোক হল।
১৯ যিহূদাৰ পুতেক এৰ আৰু ওনন; এই এৰ আৰু
২০ ওনন কনান দেশতেই মৰিল। আপোন আপোন
গোষ্ঠী অনুসাৰে এইবিলাক যিহূদাৰ সন্তান ;
চেলাৰ পৰা চেলানীয়া গোষ্ঠী, পেৰচৰ পৰা
পেৰচীয়া গোষ্ঠী, জেৰহৰ পৰা জেৰহীয়া গোষ্ঠী।
২১ পেৰচৰ এইবিলাক সন্তান ; হিষ্ৰোণৰ পৰা হিষ্ৰো-
ণীয়া গোষ্ঠী, হামূলৰ পৰা হামূলীয়া গোষ্ঠী।
২২ যিহূদাৰ এই গোষ্ঠীবিলাক গণনা কৰা হলত,
ছয়সত্তৰ হাজাৰ পাঁচ শ লোক হল।
২৩ আপোন আপোন গোষ্ঠী অনুসাৰে এইবিলাক
ইচাখৰৰ সন্তান ; তোলাৰ পৰা তোলাইয়া
২৪ গোষ্ঠী, পূৱাৰ পৰা পূনীয়া গোষ্ঠী, যাচুবৰ
পৰা যাচুবীয়া গোষ্ঠী, চিম্ৰোণৰ পৰা চিম্ৰোণীয়া
২৫ গোষ্ঠী। ইচাখৰৰ এই গোষ্ঠীবিলাক গণনা কৰা
হলত, চৌষষ্টি হাজাৰ তিনি শ লোক হল।
২৬ আপোন আপোন গোষ্ঠী অনুসাৰে এইবিলাক
জবূলূনৰ সন্তান ; চেৰদৰ পৰা চেৰদীয়া গোষ্ঠী,
এলোনৰ পৰা এলোনীয়া গোষ্ঠী, যহলেলৰ পৰা
২৭ যহলেলীয়া গোষ্ঠী। জবূলূনৰ এই গোষ্ঠীবিলাক
গণনা কৰা হলত, ষাইঠ হাজাৰ পাঁচ শ
লোক হল।
২৮ আপোন আপোন গোষ্ঠী অনুসাৰে যোচেফৰ
২৯ পুত্ৰ মনচি আৰু ইফ্ৰিম। মনচিৰ সন্তান ;
মাখীৰৰ পৰা মাখীৰীয়া গোষ্ঠী ; মাখীৰৰ
পুতেক গিলিয়দ ; সেই গিলিয়দৰ পৰা গিলিয়-
৩০ দীয়া গোষ্ঠী। গিলিয়দৰ সন্তান এইবিলাক ;
ঈয়েজৰৰ পৰা ঈয়েজৰীয়া গোষ্ঠী, হেলকৰ পৰা
৩১ হেলকীয়া গোষ্ঠী, অস্ৰীয়েলৰ পৰা অস্ৰীয়েলীয়া
গোষ্ঠী, চেখমৰ পৰা চেখমীয়া গোষ্ঠী, চমী-
৩২ দাৰ পৰা চমীদাইয়া গোষ্ঠী, আৰু হেফৰৰ
৩৩ পৰা হেফৰীয়া গোষ্ঠী। সেই হেফৰৰ পুতেক
চলফাদ ; সেই চলফাদৰ পুত্ৰসন্তান নাছিল,
কেৱল জীয়েক আছিল ; সেই চলফাদৰ জীয়েক-

ইঁতর নাম মহলা, নোৱা, হগ্‌লা, মিল্‌কা, আরু
৩৪ তির্চা। ইবিলাকেই মনচির গোষ্ঠী; ইবিলাকর
গণিত লোক বাবন্ন হাজার সাত শ জন।
৩৫ আপোন আপোন গোষ্ঠী অনুসারে এইবিলা-
কেই ইফ্রয়িমর সন্তান; চূথেলহর পরা চূথেলহীয়া
গোষ্ঠী, বেখরর পরা বেখরীয়া গোষ্ঠী, তহনর
৩৬ পরা তহনীয়া গোষ্ঠী। আরু চূথেলহর সন্তান এই-
৩৭ বিলাক; এরণর পরা এরণীয়া গোষ্ঠী। ইফ্রয়িমর
সন্তানবিলাকর এই গোষ্ঠীবিলাক গণনা করা
হলত, বত্রিশ হাজার পাঁচ শ লোক হল। আপোন
আপোন গোষ্ঠী অনুসারে এইবিলাকেই যোচে-
ফর সন্তান।
৩৮ আপোন আপোন গোষ্ঠী অনুসারে বিন্যা-
মীনর সন্তান এইবিলাক; বেলার পরা বেলাইয়া
গোষ্ঠী, অচ্‌বেলর পরা অচ্‌বেলীয়া গোষ্ঠী, অহী-
৩৯ রামর পরা অহীরামীয়া গোষ্ঠী, চূফুফমর পরা
চূফমীয়া গোষ্ঠী, হূফমর পরা হূফমীয়া গোষ্ঠী।
৪০ আরু বেলার সন্তান অর্দ্‌ আরু নামন; অর্দর
পরা অর্দীয়া গোষ্ঠী, নামনর পরা নামনীয়া
৪১ গোষ্ঠী। আপোন আপোন গোষ্ঠী অনুসারে
ইবিলাকেই বিন্যামীনর সন্তান; ইবিলাকর
গণিত লোক পঞ্চল্লিশ হাজার ছশ জন।
৪২ আপোন আপোন গোষ্ঠী অনুসারে দানর
সন্তান এইবিলাক; চূহমর পরা চূহমীয়া গোষ্ঠী।
আপোন আপোন গোষ্ঠী অনুসারে ইবিলাক
৪৩ দানর গোষ্ঠী। চূহমীয়া আটাই গোষ্ঠী গণনা
করা হলত, চৌষট্টি হাজার চারি শ জন হল।
৪৪ আপোন আপোন গোষ্ঠী অনুসারে আচেরর
সন্তান এইবিলাক; যিম্নার পরা যিম্নীয়া
গোষ্ঠী, যিচ্‌বীর পরা যিচ্‌বীয়া গোষ্ঠী, বরীয়ার
৪৫ পরা বরীয়াইয়া গোষ্ঠী। বরীয়ার সন্তান এই-
বিলাক; হেবরর পরা হেবরীয়া গোষ্ঠী, মল্কী-
৪৬ য়েলর পরা মল্কীয়েলীয়া গোষ্ঠী। আচেরর
৪৭ জীয়েকর নাম চেরহ। আচেরর সন্তানবিলাকর
এই গোষ্ঠীবিলাক গণনা করা হলত, ত্রেপন
হাজার চারি শ জন হল।
৪৮ আপোন আপোন গোষ্ঠী অনুসারে নপ্তালীর
সন্তান এইবিলাক; যহচিয়েলর পরা যহচি-
৪৯ য়েলীয়া গোষ্ঠী, গূণীর পরা গূণীয়া গোষ্ঠী, যেচরর
পরা যেচরীয়া গোষ্ঠী, চিল্লেমর পরা চিল্লেমীয়া
৫০ গোষ্ঠী। আপোন আপোন গোষ্ঠী অনুসারে
এইবিলাক নপ্তালীর গোষ্ঠী; ইবিলাকর গণিত
লোক পঞ্চল্লিশ হাজার চারি শ জন।
৫১ ইস্রায়েলর সন্তানবিলাকর মাজত গণনা করা
লোকবিলাকর সংখ্যা ছয় লাখ এক হাজার সাত
শ ত্রিশ জন আছিল।
৫২,৫৩ পাছে যিহোৱাই মোচিক কলে, নামর সংখ্যা
অনুসারে আধিপত্যর অর্থে ইবিলাকর মাজত
৫৪ দেশ ভাগ করা হব। অধিকক অধিক আধিপত্য
দিবা, আরু কমক কম আধিপত্য দিবা; যার
যিমান গণিত লোক, তাক সিমান আধিপত্য
৫৫ দিয়া যাব। কিন্তু চিঠি খেলাই দেশ ভাগ করা
হব; আপোন আপোন পিতৃকেদর নাম অনু-
৫৬ সারে সিবিলাকে আধিপত্য পাব। লোক অধিক বা
কম হওক, চিঠিখেলর দ্বারায়হে সিবিলাকর আধি-
পত্য সিবিলাকর মাজত ভাগ বাঁটি দিয়া হব।
৫৭ আপোন আপোন গোষ্ঠী অনুসারে লেবী
কৈদর মাজত গণিত লোক এইবিলাক; গের্চোনর
পরা গের্চোনীয়া গোষ্ঠী, কহাতর পরা কহাতীয়া
৫৮ গোষ্ঠী, মরারীর পরা মরারীয়া গোষ্ঠী। লেবীয়া
গোষ্ঠী এইবিলাক; লিব্‌নীয়া গোষ্ঠী, হিব্রোণীয়া
গোষ্ঠী, মহলীয়া গোষ্ঠী, মূচীয়া গোষ্ঠী, কোরহীয়া
৫৯ গোষ্ঠী। কহাতর পুতেক অম্রম; অম্রমর
ভার্য্যার নাম যোকেবদ; তেওঁ লেবীর জীয়েক;
তেওঁর মাকে তেওঁক লেবীলৈ মিচর দেশত
জন্মালে; তেওঁ অম্রমলৈ হারোণ, মোচি, আরু
তেওঁবিলাকর বায়েক মিরিয়মক জন্মালে।
৬০ হারোণলৈ নাদব, অবীহূ, ইলিয়াজর, আরু ঈথা-
৬১ মর জন্মিল। কিন্তু নাদব আরু অবীহূরে যিহো-
রার সাক্ষাতে সাধারণ জুই উৎসর্গ করাত,
৬২ সিবিলাক মরা পড়িল। সিবিলাকর মাজত
এমাহ বয়সীয়া আরু তাতৃকৈ অধিক বয়সীয়া
পুরুষবিলাকক গণনা করা হলত, তেইশ হাজার
জন হল; কিয়নো, ইস্রায়েলর সন্তানবিলাকর
মাজত সিবিলাকক কোনো আধিপত্য নিদিয়ার
কারণে, ইস্রায়েলর সন্তানবিলাকর মাজত সি-
বিলাক গণিত নহল।
৬৩ এইবিলাক লোকক মোচি আরু পুরোহিত
ইলিয়াজরর দ্বারায় গণনা করা হল; তেওঁবিলাকে
যিরীহোর সম্মুখত যর্দ্দনর ওচরত মোৱাবর
সমথলত ইস্রায়েলর সন্তানবিলাকক গণনা
৬৪ করিলে। কিন্তু চীনয় অরণ্যত ইস্রায়েলর সন্তান-
বিলাকক গণনা করা মোচি আরু হারোণ
পুরোহিতর দ্বারায় যিবিলাকক গণনা করা হৈ-
ছিল, সিবিলাকর এজনো ইবিলাকর মাজত
৬৫ নাছিল। কারণ যিহোৱাই সিবিলাকর বিষয়ে
কৈছিল, সিবিলাক নিশ্চয়ে অরণ্যত মরিব।
এই হেতুকে সিবিলাকর মাজত যিফুন্নির পুত্র
কালেব, আরু নূনর পুত্র যিহোচূয়ার বাহিরে
এজনো অরশিষ্ট নেথাকিল।

চলফাদর জীয়েকবিলাকক আধিপত্য দিয়া, আরু সেই
বিষয়র বিধি। মোচির পদত যিহোচূয়াক নিযুক্ত করা।

২৭ পাছে যোচেফর পুত্র মনচির গোষ্ঠী-
বিলাকর মাজর মনচির বৃদ্ধ পরিনাতি,
মাখীরর পরিনাতি, গিলিয়দর নাতি হেফরর

পুত্ৰেক চলফাদৰ জীয়েক যি মহলা, নোৱা,
হগ্‌লা, মিল্‌কা, আৰু তিৰ্চা, সিহঁতে আহি,
২ মোচি, ইলিয়াজৰ পুৰোহিত, অধ্যক্ষবিলাক,
আৰু গোটেই মণ্ডলীৰ আগত সাক্ষাৎ কৰা
তাম্বুৰ দুৱাৰমুখত থিয় হৈ এই কথা কলে,
৩ আমাৰ পিতৃ অৰণ্যতে মৰিল; তেওঁ কোৰহৰ
দলৰ মাজত, যিহোৱাৰ বিৰুদ্ধে আলচ পতা-
বিলাকৰ দলৰ মাজত নাছিল, তেওঁ আপোন
পাপতহে মৰিল; আৰু তেওঁৰ পুত্ৰসন্তান
৪ নাছিল। আমাৰ পিতৃৰ পুত্ৰসন্তান নথকাত
তেওঁৰ গোষ্ঠীৰ মাজৰ পৰা তেওঁৰ নাম কিয়
লোপ পাব? আমাৰ পিতৃবংশৰ ভাইবিলাকৰ
৫ মাজত আমাকেই আধিপত্য দিয়ক। তেতিয়া মো-
৬ চিয়ে যিহোৱাৰ আগত সিহঁতৰ কথা কলে। তাতে
৭ যিহোৱাই মোচিক কলে, চলফাদৰ জীয়েক-
হঁতে যথাৰ্থ কৈছে; তুমি সিহঁতৰ পিতৃবংশৰ
ভাইবিলাকৰ মাজত অৱশ্যে সিহঁতক স্বত্বাধিকাৰ
দিবা; সিহঁতৰ বাপেকৰ আধিপত্য সিহঁতক
৮ গতাই দিবা। আৰু ইস্ৰায়েলৰ সন্তানবিলাকক
কোৱা, কোনো লোক যদি অপুত্ৰক হৈ মৰে, তে-
তিয়া তোমালোকে তাৰ আধিপত্য তাৰ জীয়েকক
৯ গতাই দিবা। যদি তাৰ জীয়েক নেথাকে, তেন্তে
তাৰ ভায়েক ককায়েকক তাৰ আধিপত্য দিবা।
১০ যদি তাৰ ভাই ককাই নেথাকে, তেন্তে তাৰ খুড়
বাপেক বা দদায়েকক তাৰ আধিপত্য দিবা।
১১ যদি তাৰ খুড় বাপেক বা দদায়েক নেথাকে,
তেন্তে তাৰ গোষ্ঠীৰ মাজৰ ওচৰসম্বন্ধীয়া লোকক
তাৰ আধিপত্য দিবা; সি তাক অধিকাৰ কৰিব।
মোচিলৈ দিয়া যিহোৱাৰ আজ্ঞাৰ দৰে এয়ে
ইস্ৰায়েলৰ সন্তানবিলাকৰ স্বত্ববিষয়ক বিধি
হব।

১২ পাছে যিহোৱাই মোচিক কলে, তুমি এই
অবাৰীম পৰ্ব্বত উঠি, যি দেশ মই ইস্ৰায়েলৰ
১৩ সন্তানবিলাকক দিলোঁ, তাক চোৱা। তাক
দেখাৰ পাছে তোমাৰ ককায়েৰা হাৰোণৰ
নিচিনাকৈ তোমাকো আপোন লোকবিলাকৰ
১৪ সপলৈ নিয়া হব। কিয়নো চিন অৰণ্যত মণ্ডলীৰ
বিবাদত, তোমালোকে জলৰ ওচৰত লোক-
বিলাকৰ আগত মোক পবিত্ৰৰূপে মান্য কৰিবলৈ
দিয়া আজ্ঞা উলঙ্ঘন কৰিলা। (সেই জল চিন
১৫ অৰণ্যৰ কাদেচত থকা মিৰীবাৰ জল।) তাতে
১৬ মোচিয়ে যিহোৱাক কলে, যিহোৱাৰ মণ্ডলী
ৰখীয়া নোহোৱা মেৰৰ জাকৰ নিচিনা নহবৰ
নিমিত্তে, ইস্ৰায়েলৰ সন্তানবিলাকৰ আগত
অহাযোৱা কৰিব পৰা, আৰু সিহঁতক
১৭ বাহিৰলৈ ভিতৰলৈ নিব পৰা এজন মানুহ
মণ্ডলীৰ ওপৰত, সকলোৰে শৰীৰস্থ থকা আত্মাৰ
১৮ ঈশ্বৰ যিহোৱাই নিযুক্ত কৰোক। তাতে যিহো-
ৱাই মোচিক কলে, আত্মা থকা লোক নূনৰ
১৯ পুত্ৰ যিহোচূৱাক লৈ তেওঁৰ মূৰত হাত দিয়া, আৰু
ইলিয়াজৰ পুৰোহিতৰ আৰু গোটেই মণ্ডলীৰ
আগত তেওঁক উপস্থিত কৰি সিবিলাকৰ আগতে
২০ তেওঁক আদেশ দিয়া। আৰু ইস্ৰায়েলৰ সন্তান-
বিলাকৰ গোটেই মণ্ডলীয়ে তেওঁৰ আজ্ঞা মানিবৰ
নিমিত্তে তেওঁক আপোন সম্মানৰ ভাগী কৰা।
২১ তেওঁ ইলিয়াজৰ পুৰোহিতৰ সন্মুখত থিয় হব,
আৰু ইলিয়াজৰে তেওঁৰ নিমিত্তে উৰীমৰ বিচাৰৰ
দ্বাৰায় যিহোৱাক সুধিব; তেওঁ আৰু তেওঁৰ
লগত ইস্ৰায়েলৰ সকলো সন্তানবিলাকে, গোটেই
মণ্ডলীয়ে ইলিয়াজৰৰ আজ্ঞাতে বাহিৰলৈ ভিতৰ-
২২ লৈ অহাযোৱা কৰিব। পাছে মোচিয়ে যিহোৱাই
দিয়া আজ্ঞাৰ দৰেই কাৰ্য্য কৰিলে; তেওঁ যিহো-
চূৱাক নি, ইলিয়াজৰ পুৰোহিত আৰু গোটেই
২৩ মণ্ডলীৰ আগত উপস্থিত কৰি, তেওঁৰ মূৰত হাত
দি, মোচিৰ দ্বাৰায় কোৱা যিহোৱাৰ বাক্য
অনুসাৰে তেওঁক আদেশ দিলে।

নিৰূপিত সময়ত দিব লগা বলিদানবিষয়ক বিধি।

২৮ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক আজ্ঞা কৰা,
সিবিলাকক এই কথা কোৱা, মোৰ উপহাৰ,
মোৰ সুঘ্ৰাণাৰ্থক মোৰ ভক্ষ্যস্বৰূপ মোৰ অগ্নিকৃত
উপহাৰ আনি আপোন নিয়মিত সময়ত
মোৰ অৰ্থে উৎসৰ্গ কৰিবলৈ তোমালোক
৩ সাৱধানে থাকিবা। এই হেতুকে তুমি সি-
বিলাকক কোৱা, তোমালোকে যিহোৱাৰ উদ্দেশে
উৎসৰ্গ কৰিব লগা অগ্নিকৃত উপহাৰ এই, প্ৰতি-
দিনে নিত্য হোমৰ অৰ্থে দুটা এবছৰীয়া নিৰ্খুঁত
৪ মতা মেৰ পোৱালি। তাৰে এটা মেৰ পোৱালি
ৰাতিপুৱা উৎসৰ্গ কৰিবা, আৰু আনটো মেৰ
৫ পোৱালি সন্ধ্যা পৰত উৎসৰ্গ কৰিবা। আৰু
ভক্ষ্য নৈবেদ্যৰ নিমিত্তে হীনৰ চাৰি ভাগৰ
একাগ খুন্দি উলিওৱা তেল মিহলোৱা ঐফাৰ
৬ দহ ভাগৰ একাগ মিহি আটাগুৰি। এয়ে নিত্য
হোম; যিহোৱাৰ উদ্দেশে সুঘ্ৰাণাৰ্থক অগ্নিকৃত
উপহাৰস্বৰূপে চীনয় পৰ্ব্বতত এয়ে নিৰূপিত
৭ হৈছিল। আৰু তাৰ প্ৰথম মেৰ পোৱালিৰ
নিমিত্তে হীনৰ চাৰি ভাগৰ একাগ তাৰ পেয়
নৈবেদ্য হব; তুমি পবিত্ৰস্থানত যিহোৱাৰ
উদ্দেশে পেয় নৈবেদ্যস্বৰূপে ৰাষীয়াল ৰস ঢালি
৮ দিবা। আৰু দ্বিতীয় মেৰ পোৱালিটো সন্ধ্যা
পৰত উৎসৰ্গ কৰিবা; ৰাতিপুৱা দিয়া ভক্ষ্য
নৈবেদ্য আৰু তাৰ পেয় নৈবেদ্যৰ নিচিনাকৈ,
তাকো যিহোৱাৰ উদ্দেশে সুঘ্ৰাণাৰ্থক অগ্নিকৃত
উপহাৰস্বৰূপে উৎসৰ্গ কৰিবা।
৯ আৰু বিশ্ৰামদিনত দুটা এবছৰীয়া নিখুঁতি

মটা মেরর পোয়ালি, আরু তেল মিহলোয়া ঐকার
দহ ভাগর দুভাগ ভক্ষ্য নৈবেদ্য আরু তার
১০ পেয় নৈবেদ্য উৎসর্গ করিবা। নিত্য হোম
আরু তার পেয় নৈবেদ্যর বাহিরেও প্রতি-
বিশ্রামবারে এই হোম হব।
১১ আরু প্রত্যেক মাহর আরম্ভনত তোমালোকে
যিহোৱার উদ্দেশে হোমর নিমিত্তে দুটা দমড়া
গরু, এটা মটা মেরর, আরু সাতোটা একছরীয়া
নির্দুখী মটা মেরর পোয়ালি, এই সকলোকে
১২ উৎসর্গ করিবা। আরু প্রত্যেক দমড়া গরুর
নিমিত্তে ভক্ষ্য নৈবেদ্যস্বরূপে ঐকার দহ ভাগর
তিনি ভাগ, তেল মিহলোয়া মিহি আটাগুরি,
আরু মটা মেরটোর নিমিত্তে ভক্ষ্য নৈবেদ্য-
স্বরূপে দহ ভাগর দুভাগ, তেল মিহলোয়া মিহি
১৩ আটাগুরি, আরু প্রত্যেক মেরর পোয়ালির
নিমিত্তে ভক্ষ্য নৈবেদ্যস্বরূপে দহ ভাগর একভাগ,
তেল মিহলোয়া মিহি আটাগুরি উৎসর্গ করিবা;
সেয়ে সুঘ্রাণার্থক হোমবলি, যিহোৱার উদ্দেশে
১৪ অগ্নিকৃত উপহার। আরু প্রত্যেক দমড়া গরুর
নিমিত্তে হীনর আধা ভাগ, আরু মটা মেরটোর
নিমিত্তে হীনর তিনি ভাগর একভাগ, আরু
প্রত্যেক মেরর পোয়ালির নিমিত্তে হীনর চারি
ভাগর একভাগ দ্রাক্ষারস সেইবোরর পেয় নৈবেদ্য
হব; এয়ে বছরর প্রত্যেক মাহত করিব লগীয়া
১৫ মাহেকীয়া হোম। আরু যিহোৱার উদ্দেশে
পাপার্থক বলিস্বরূপে এটা মটা ছাগ উৎসর্গ
করিবা; নিত্য হোম আরু তার পেয় নৈবেদ্যর
বাহিরেও ইয়াক করিব লাগিব।
১৬ পাছে প্রথম মাহর চতুর্দশ দিনা যিহো-
১৭ ৱার নিস্তারপর্ব হব। আরু সেই মাহর পঞ্চদশ
দিনা উৎসৱ হব, সাত দিন খমীর নিদিয়া
১৮ পিঠা ভোজন করিব লাগিব। প্রথম দিনা
পবিত্র সভা হব; সেই দিনা তোমালোকে কোনো
১৯ ব্যৱসায়র কর্ম নকরিবা; কিন্তু যিহোৱার
উদ্দেশে হোমবলির অর্থে অগ্নিকৃত উপহার-
স্বরূপে দুটা দমড়া গরু, এটা মটা মেরর, আরু
সাতোটা একছরীয়া মটা মেরর পোয়ালি উৎসর্গ
২০ করিবা; সেইবোর নির্দুখী পশু হব; আরু
প্রত্যেক দমড়া গরুর নিমিত্তে দহ ভাগর তিনি
ভাগ, মটা মেরটোর নিমিত্তে দহ ভাগর দুভাগ,
২১ আরু মেরর পোয়ালি সাতোটার প্রত্যেক পোয়া-
লির নিমিত্তে দহ ভাগর একভাগ, তেল মিহলোয়া
মিহি আটাগুরি সেইবোরর ভক্ষ্য নৈবেদ্য হব;
২২ আরু তোমালোকক প্রায়শ্চিত্ত করিবলৈ পাপার্থক
২৩ বলিস্বরূপে এটা মটা ছাগ উৎসর্গ করিবা। নিত্য
হোমর অর্থে প্রাতিপুৱার যি হোমবলি, তার
২৪ বাহিরেও এই সকলোকে উৎসর্গ করিবা। এই
নিয়ম অনুসারে তোমালোকে সাত দিনলৈকে
প্রতিদিনে যিহোৱার উদ্দেশে সুঘ্রাণর অর্থে
ভক্ষ্যস্বরূপ অগ্নিকৃত উপহার উৎসর্গ করিবা;
নিত্য হোম আরু তার পেয় নৈবেদ্যর বাহিরেও
২৫ ইয়াক উৎসর্গ করিবা। আরু সপ্তম দিনা তোমা-
লোকর পবিত্র সভা হব; সেই দিনা তোমালোকে
কোনো ব্যৱসায়র কর্ম নকরিবা।
২৬ যি দিনা তোমালোকে সাত সপ্তাহর অন্ত
হোৱা পর্যন্ত যিহোৱালৈ কোনো নতুন ভক্ষ্য
নৈবেদ্য উৎসর্গ করা, প্রথমে পকা শস্য দিয়া
সেই দিনা তোমালোকর পবিত্র সভা হব;
সেই দিনা কোনো ব্যৱসায়র কর্ম নকরিবা;
২৭ কিন্তু যিহোৱার উদ্দেশে সুঘ্রাণর অর্থে হোম-
বলিস্বরূপে দুটা দমড়া গরু, এটা মটা মেরর,
আরু সাতোটা একছরীয়া মটা মেরর পোয়ালি,
২৮ আরু প্রত্যেক দমড়া গরুর নিমিত্তে দহ ভাগর
তিনি ভাগ, মটা মেরটোর নিমিত্তে দহ ভাগর
২৯ দুভাগ, আরু মেরর পোয়ালি সাতোটার প্রত্যেক
পোয়ালির নিমিত্তে দহ ভাগর একভাগ, তেল
মিহলোয়া মিহি আটাগুরি সেইবোরর ভক্ষ্য
৩০ নৈবেদ্য উৎসর্গ করিবা; আরু তোমালোকক
প্রায়শ্চিত্ত করিবলৈ এটা মটা ছাগ উৎসর্গ
৩১ করিবা। নিত্য হোমবলি আরু তার ভক্ষ্য
নৈবেদ্যর বাহিরেও তোমালোকে এই সকলোকে,
আরু এইবোরর পেয় নৈবেদ্য উৎসর্গ করিবা;
এই সকলো নির্দুখী পশু হব লাগিব।

২৯ আরু সপ্তম মাহত, মাহর প্রথম দিনা
তোমালোকর পবিত্র সভা হব; সেই দিনা
তোমালোকে কোনো ব্যৱসায়র কর্ম নকরিবা;
সেই দিন তোমালোকর তূরী বজোৱা দিন হব।
২ সেই দিনা তোমালোকে যিহোৱার উদ্দেশে
সুঘ্রাণর অর্থে হোমবলিস্বরূপে এটা দমড়া গরু,
এটা মটা মেরর, আরু সাতোটা নির্দুখী একছরীয়া
৩ মটা মেরর পোয়ালি, আরু সেই দমড়া গরুটোর
নিমিত্তে দহ ভাগর তিনি ভাগ; মটা মেরটোর
৪ নিমিত্তে দহ ভাগর দুভাগ, আরু মেরর পোয়ালি
সাতোটার প্রত্যেক পোয়ালির নিমিত্তে দহ
ভাগর একভাগ, তেল মিহলোয়া মিহি আটাগুরি
৫ সেইবোরর ভক্ষ্য নৈবেদ্য উৎসর্গ করিবা; আরু
তোমালোকক প্রায়শ্চিত্ত করিবলৈ পাপার্থক
বলিস্বরূপে এটা মটা ছাগ উৎসর্গ করিবা।
৬ নতুন জোনর হোমবলি আরু তার ভক্ষ্য নৈবেদ্য,
নিত্য হোমবলি আরু তার ভক্ষ্য নৈবেদ্য, আরু
সেইবোরর পেয় নৈবেদ্যর বাহিরেও; সেইবোরর
বিধিমতে তোমালোকে সুঘ্রাণর অর্থে যিহোৱার
উদ্দেশে অগ্নিকৃত উপহারস্বরূপে এই সকলোকে
উৎসর্গ করিবা।
৭ সেই সপ্তম মাহর দশম দিনা তোমালোকর
পবিত্র সভা হব; সেই দিনা তোমালোকে

আপোন আপোন প্রাণক দুঃখ দিবা, আরু
৮ কোনো কার্য্য নকরিবা; কিন্ত যিহোৱার উদ্দেশে
সুঘ্রাণর অর্থে হোমবলিস্বরূপে এটা দমড়া গরু,
এটা মটা মের, আরু সাতোটা এবছরীয়া মটা
মের পোৱালি উৎসর্গ করিবা; সেইবোর
৯ নির্দ্দোষী পশু হব লাগিব; আরু দমড়া গরুটোর
নিমিত্তে দহ ভাগর তিনি ভাগ, মটা মেরটোর
১০ নিমিত্তে দহ ভাগর দুভাগ, আরু মের পোৱালি
সাতোটার প্রত্যেক পোৱালির নিমিত্তে দহ
ভাগর এভাগ, তেল মিহলোৱা মিহি আটাগুরি
১১ সেইবোরর ভক্ষ্য নৈবেদ্য হব; আরু পাপার্থক
বলিস্বরূপে এটা মটা ছাগ উৎসর্গ করিবা।
প্রায়শ্চিত্তর পাপার্থক বলির, নিত্য হোমবলির,
তার ভক্ষ্য নৈবেদ্যর, আরু সেইবোরর পেয়
নৈবেদ্যর বাহিরেও, এই সকলোক উৎসর্গ
করিবা।

১২ আরু সপ্তম মাহর পঞ্চদশ দিনা তোমা-
লোকর পবিত্র সভা হব; সেই দিনা তোমা-
লোকে কোনো ব্যৱসায়র কর্ম্ম নকরিবা; আরু
তোমালোকে সাত দিনলৈকে যিহোৱার উদ্দেশে
১৩ উৎসব পালন করিবা; আরু যিহোৱার উদ্দেশে
সুঘ্রাণর অর্থে অগ্নিকৃত উপহারস্বরূপে হোমবলির
নিমিত্তে তেরটা দমড়া গরু, দুটা মটা মের,
আরু চৌদ্দটা এবছরীয়া মটা মের পোৱালি
উৎসর্গ করিবা; সেইবোর নির্দ্দোষী পশু হব
১৪ লাগিব; আরু দমড়া গরু তেরটার প্রত্যেক
গরুর নিমিত্তে দহ ভাগর তিনি ভাগ, আরু
মটা মের দুটার প্রত্যেক মেরর নিমিত্তে দহ
১৫ ভাগর দুভাগ, আরু মটা মের-পোৱালি চৌদ্দটার
প্রত্যেক মের পোৱালির নিমিত্তে দহ ভাগর
এভাগ, তেল মিহলোৱা মিহি আটাগুরি সেই-
১৬ বোরর ভক্ষ্য নৈবেদ্য হব; আরু পাপার্থক
বলির নিমিত্তে এটা মটা ছাগ উৎসর্গ করিবা।
নিত্য হোমবলি আরু তার ভক্ষ্য ও পেয় নৈবে-
দ্যর বাহিরেও তোমালোকে এই সকলোকে উৎসর্গ
করিবা।

১৭ আরু দ্বিতীয় দিনা বারটা দমড়া গরু, দুটা
মটা মের, আরু চৌদ্দটা এবছরীয়া নির্দ্দোষী মটা
১৮ মের পোৱালি উৎসর্গ করিবা; আরু দমড়া
গরুর, মেরর, আরু মের পোৱালির সংখ্যা
অনুসারে বিধিমতে সেইবোরর ভক্ষ্য আরু পেয়
নৈবেদ্য হব; আরু পাপার্থক বলির নিমিত্তে
১৯ এটা মটা ছাগ উৎসর্গ করিবা। নিত্য হোমবলি
আরু তার ভক্ষ্য ও সেইবোরর পেয় নৈবেদ্যর
বাহিরেও তোমালোকে এই সকলোকে উৎসর্গ
করিবা।

২০ আরু তৃতীয় দিনা এঘারটা দমড়া গরু, দুটা
মটা মের, আরু চৌদ্দটা এবছরীয়া নির্দ্দোষী মটা
২১ মের পোৱালি উৎসর্গ করিবা; আরু দমড়া
গরুর, মেরর, আরু মের পোৱালির সংখ্যা
অনুসারে বিধিমতে সেইবোরর ভক্ষ্য আরু পেয়
২২ নৈবেদ্য হব; আরু পাপার্থক বলির অর্থে এটা
মটা ছাগ উৎসর্গ করিবা। নিত্য হোমবলি আরু
তার ভক্ষ্য ও পেয় নৈবেদ্যর বাহিরেও তোমা-
লোকে এই সকলোকে উৎসর্গ করিবা।

২৩ আরু চতুর্থ দিনা দহোটা দমড়া গরু, দুটা
মটা মের, আরু চৌদ্দটা এবছরীয়া নির্দ্দোষী মটা
২৪ মের পোৱালি উৎসর্গ করিবা; আরু দমড়া
গরুর, মেরর, আরু মের পোৱালির সংখ্যা
অনুসারে বিধিমতে সেইবোরর ভক্ষ্য আরু পেয়
২৫ নৈবেদ্য হব; আরু পাপার্থক বলির নিমিত্তে
এটা মটা ছাগ উৎসর্গ করিবা। নিত্য হোমবলি,
আরু তার ভক্ষ্য ও পেয় নৈবেদ্যর বাহিরেও
তোমালোকে এই সকলোক উৎসর্গ করিবা।

২৬ আরু পঞ্চম দিনা নটা দমড়া গরু, দুটা মটা
মের, আরু চৌদ্দটা এবছরীয়া নির্দ্দোষী মটা মের
২৭ পোৱালি উৎসর্গ করিবা; আরু দমড়া গরুর,
মেরর, আরু মের পোৱালির সংখ্যা অনুসারে
বিধিমতে সেইবোরর ভক্ষ্য আরু পেয় নৈবেদ্য
২৮ হব; আরু পাপার্থক বলির নিমিত্তে এটা মটা
ছাগ উৎসর্গ করিবা। নিত্য হোমবলি আরু তার
ভক্ষ্য ও পেয় নৈবেদ্যর বাহিরেও তোমালোকে
এই সকলোকে উৎসর্গ করিবা।

২৯ আরু ষষ্ঠ দিনা আঠোটা দমড়া গরু, দুটা
মটা মের, আরু চৌদ্দটা এবছরীয়া নির্দ্দোষী মটা
৩০ মের পোৱালি উৎসর্গ করিবা; আরু দমড়া
গরুর, মেরর, আরু মের পোৱালির সংখ্যা
অনুসারে বিধিমতে সেইবোরর ভক্ষ্য আরু পেয়
৩১ নৈবেদ্য হব; আরু পাপার্থক বলির নিমিত্তে
এটা মটা ছাগ উৎসর্গ করিবা। নিত্য হোম-
বলি আরু তার ভক্ষ্য ও পেয় নৈবেদ্যর বাহিরেও
তোমালোকে এই সকলোকে উৎসর্গ করিবা।

৩২ আরু সপ্তম দিনা সাতোটা দমড়া গরু, দুটা
মটা মের, আরু চৌদ্দটা এবছরীয়া নির্দ্দোষী মটা
৩৩ মের পোৱালি উৎসর্গ করিবা; আরু দমড়া
গরুর, মেরর, আরু মের পোৱালির সংখ্যা
অনুসারে বিধিমতে সেইবোরর ভক্ষ্য আরু পেয়
৩৪ নৈবেদ্য হব; আরু পাপার্থক বলির নিমিত্তে
এটা মটা ছাগ উৎসর্গ করিবা। নিত্য হোমবলি
আরু তার ভক্ষ্য নৈবেদ্য ও তার পেয় নৈবেদ্য-
বিলাকর বাহিরেও তোমালোকে এই সকলোকে
উৎসর্গ করিবা।

৩৫ অষ্টম দিনা তোমালোকর ধর্ম্মসভা হব; সেই
দিনা তোমালোকে কোনো ব্যৱসায়র কর্ম্ম
৩৬ নকরিবা; কিন্ত যিহোৱার উদ্দেশে সুঘ্রাণর
অর্থে অগ্নিকৃত উপহারস্বরূপে হোমবলির

নিমিত্তে এটা দমড়া গরু, এটা মটা মের, আরু
সাতোটা এবছরীয়া নিখুঁত মটা মের পোৱালি
৩৭ উৎসর্গ করিবা ; আরু দমড়া গরুর, মেরর, আরু
মের পোৱালির সংখ্যা অনুসারে বিধিমতে
৩৮ সেইবোরর ভক্ষ্য আরু পেয় নৈবেদ্য হব ; আরু
পাপার্থক বলির নিমিত্তে এটা মটা ছাগ উৎসর্গ
করিবা। নিত্য হোম আরু তার ভক্ষ্য ও পেয়
নৈবেদ্যর বাহিরেও তোমালোকে এই সকলোকে
উৎসর্গ করিবা।
৩৯ সঙ্কল্প সিদ্ধ করিবর নিমিত্তে দিয়া আরু
ইচ্ছামতে এনেই দিয়া তোমালোকর উপহারর
বাহিরে, তোমালোকর ভক্ষ্য ও পেয় নৈবেদ্যর
নিমিত্তে, আরু তোমালোকর মঙ্গলার্থক বলির
নিমিত্তে এইবোর তোমালোকে আপোনার
নিরূপিত পর্ব্ববিলাকত যিহোৱার উদ্দেশে
৪০ উৎসর্গ করিবা। পাছে মোচিয়ে যিহোৱার পরা
পোৱা সকলো আজ্ঞা অনুসারে ইস্রায়েলর
সন্তানবিলাকক এই সকলো কথা কলে।

সঙ্কল্প আরু ব্রতবিষয়ক বিধি।

৩০ পাছে মোচিয়ে ইস্রায়েলর সন্তানবিলাকর
ফৈদর মূল-মানুহবিলাকক কলে, যিহোৱাই
২ এই আজ্ঞা করিছে, কোনো পুরুষে যদি যিহো-
ৱার উদ্দেশে সঙ্কল্প করে, বা ব্রতবন্ধনেরে
আপোন প্রাণ বন্ধ করিবলৈ শপথ করে, তেন্তে
সি আপোনার বাক্য ব্যর্থ নকরি, আপোনার
মুখর পরা ওলোৱা আটাই বাক্য সিদ্ধ করিব
৩ লাগিব। আরু কোনো তিরুতাই যদি জীয়ারী
কালত বাপেকর ঘরত থাকোঁতে যিহোৱার
উদ্দেশে কোনো সঙ্কল্প করে, বা ব্রতবন্ধনেরে
৪ আপোনাকে বন্ধ করে, আরু তাইর বাপেকে
যদি, তাই সকল্প করা, বা ব্রতবন্ধনেরে তাই
আপোনাকে বন্ধ করা কথা শুনিও, তাইক একো
নকৈ মনে মনে থাকে, তেন্তে তাইর সকলো
সঙ্কল্প সিদ্ধ করিব লাগিব, আরু যি বন্ধনেরে
তাই আপোনাকে বন্ধ করে, তাকো সিদ্ধ করিব
৫ লাগিব। কিন্তু শুনা দিনা যদি তাইর বাপেকে
তাইক নিষেধ করে, তেন্তে তাইর সঙ্কল্প, বা
যি বন্ধনেরে তাই আপোনাকে বন্ধ করিলে,
সেই আটাই কথা সিদ্ধ করিব নেলাগিব ; আরু
তাইর বাপেকে নিষেধ করা হেতুকে যিহোৱাই
৬ তাইক ক্ষমা দিব। আরু তাই সঙ্কল্পর অধীন
থকা, বা অবিবেচনারূপে মুখর পরা ওলোৱা
বাক্যেরে আপোনাকে বন্ধ করা কালত, যদি
৭ তাইক বিয়া দিয়া হয়, আরু তাইর স্বামীয়ে
তাক শুনিও, শুনা দিনা তাইক একো নকৈ মনে
মনে থাকে, তেন্তে তাইর সঙ্কল্পবিলাক সিদ্ধ
করিব লাগিব, বা যি যি বন্ধনেরে তাই আপো-
নাকে বন্ধ করিলে, তাকো সিদ্ধ করিব লাগিব।
৮ কিন্তু শুনা দিনা যদি তাইর স্বামীয়ে তাইক
নিষেধ করে, তেন্তে তাই যি সঙ্কল্পর অধীন,
আরু অবিবেচনারূপে আপোন মুখর পরা
ওলোৱা যি বাক্যর দ্বারায় তাই আপোনাকে
বন্ধ করিলে, স্বামীয়ে তাক ব্যর্থ করিব, আরু
৯ যিহোৱাই তাইক ক্ষমা দিব। কিন্তু রাঁড়ী, বা
স্বামীয়ে ত্যাগ করা তিরুতাই সঙ্কল্প আদি
বন্ধনেরে আপোনাকে বন্ধ করা সকলো কথা
১০ সিদ্ধ করিব লাগিব। আরু তাই যদি স্বামীর
ঘরত থাকোঁতে সঙ্কল্প করে, বা শপথ করি
১১ আপোনাকে ব্রতবন্ধনেরে বন্ধ করে, আরু তাইর
স্বামীয়ে তাক শুনি তাইক একো নকৈ যদি মনে
মনে থাকে, তাইক নিষেধ নকরে, তেন্তে তাইর
সকলো সঙ্কল্প সিদ্ধ করিব লাগিব, আরু
তাই যি বন্ধনেরে আপোনাকে বন্ধ করিলে,
১২ তাকো সিদ্ধ করিব লাগিব। কিন্তু শুনা দিনা
তাইর স্বামীয়ে যদি সেই সকলোকে কোনো রূপে
ব্যর্থ করে, তেন্তে তাইর সঙ্কল্প, আরু তাইর ব্রত-
বন্ধনর বিষয়ে তাইর মুখর পরা যি বাক্য ওলাই-
ছিল, তাকো সিদ্ধ করিব নেলাগিব ; তাইর
স্বামীয়ে তাক ব্যর্থ করিলে, আরু যিহোৱাই
১৩ তাইক ক্ষমা দিব। তিরুতার প্রত্যেক সঙ্কল্প,
আরু আপোনাকে দুঃখ দিবলৈ আপোনাকে
বন্ধ করা শপথ তাইর স্বামীয়ে সিদ্ধও করিব
পারে, তাইর স্বামীয়ে তাক ব্যর্থও করিব পারে।
১৪ কিন্তু তাইর স্বামীয়ে যদি কেইবা দিনলৈকে
তাইক একো নকৈ সকলোতারে মনে মনে থাকে,
তেন্তে তাইর সকলো সঙ্কল্প, আরু আপোনাকে
বন্ধ করা সকলো কথা সি সিদ্ধ করিব লগীয়া
করে ; কিয়নো শুনা দিনা একো নকৈ মনে মনে
থকাত, সি তাক সিদ্ধ করিব লগীয়া করিলে।
১৫ কিন্তু তাক শুনার পাছে যদি কোনো রূপে সি
তাক ব্যর্থ করে, তেন্তে স্বামীয়ে তাইর অপরাধর
১৬ ফল ভোগ করিব। স্বামী আরু ভার্য্যার বিষয়ে,
বাপেক আরু যৌবন কালত তার ঘরত থকা
জীয়েকর বিষয়ে যিহোৱাই মোচিক আজ্ঞা করা
বিধি এইবিলাক।

মিদিয়নীয়াহঁতর পরাজয় আরু বিনাশ।

৩১ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্রায়েলর সন্তানবিলাকর নিমিত্তে মিদিয়-
নীয়াবিলাকর প্রতিকার সাধা ; পাছত তোমাক
৩ আপোন লোকবিলাকর লগলৈ নিয়া হব। তাতে
মোচিয়ে লোকবিলাকক কলে, যিহোৱার নিমিত্তে
মিদিয়নর প্রতিকার সাধিবলৈ, মিদিয়নর বিরুদ্ধে
যুদ্ধযাত্রা করিবর নিমিত্তে তোমালোকর মাজর
কিছুমান লোকক যুদ্ধলৈ সুসজ্জিত করা।

৪ তোমালোকে ইস্রায়েলর আটাই ফৈদর প্রত্যেক
ফৈদর এক এক হাজার লোকক যুদ্ধলৈ পঠাবা ।
৫ তাতে ইস্রায়েলর গোষ্ঠীবিলাকর পরা প্রত্যেক
ফৈদর এক এক হাজার লোক, এই রূপে যুদ্ধলৈ
সুসজ্জিত যোদ্ধা বার হাজার লোক উলিওৱা
৬ হল। পাছে মোচিয়ে সিবিলাকক, প্রত্যেক
ফৈদর এক এক হাজার লোকক আরু ইলিয়াজর
পুরোহিতর পুত্র পীনহচক যুদ্ধলৈ পঠালে;
পবিত্রস্থানর বস্তু, রণবাদ্যর অর্থে তূরী সেই
৭ পীনহচর হাতত আছিল। তাতে, মোচিক দিয়া
যিহোৱার আজ্ঞা অনুসারে সিবিলাকে মিদিয়-
নর বিরুদ্ধে যুদ্ধ করি সিহঁতর সকলো পুরুষকে
৮ বধ করিলে। আরু সিবিলাকে আন আন হত
লোকর লগত মিদিয়নর রজাবিলাকক, অর্থাৎ
ইবী, রেকম, চূর, হূর, রেবা, এই এই নামর
মিদিয়নীয়া পাঁচ জন রজাক বধ করিলে; আরু
বিয়োরর পুত্রেক বিলিয়মকো তরোৱালেরে বধ
৯ করিলে। আরু ইস্রায়েলর সন্তানবিলাকে
মিদিয়নর আটাই তিরুতা মানুহবিলাকক আরু
লরা ছোৱালীবিলাকক বন্দী করি লৈ গল, আরু
সিহঁতর গরু মের আদি সকলো পশু আরু
১০ সকলো সম্পত্তি লুটিলে। সিহঁতে যি যি ঠাইত
বাস করিছিল, সেই সেই ঠাইত থকা সিহঁতর
সকলো নগর, আরু সিহঁতর আটাই ছাউনি
১১ পুড়ি পেলালে। আরু সিবিলাকে লুটি লোৱা
সকলো সম্পত্তি, আরু মানুহ কি পশু সকলো
১২ জীয়া প্রাণী লগত ললে। যিরীহোর সম্মুখত
যর্দ্দনর পারর মোৱাবর সমথলত থকা ছাউনিলৈ,
মোচির, ইলিয়াজর পুরোহিতর, আরু ইস্রায়েলর
সন্তানবিলাকর গোটেই মণ্ডলীর ওচরলৈ, সেই
বন্দী করি নিয়া লোকবোর, যুদ্ধত ধরা পশুবোর,
আরু লুটি লোৱা সম্পত্তিবোর অনা হল।
১৩ তাতে মোচি আরু ইলিয়াজর পুরোহিত
আরু মণ্ডলীর আটাই অধ্যক্ষবিলাকে সিবিলাকক
সাক্ষাৎ করিবলৈ ছাউনির বাহিরলৈ গল।
১৪ তেতিয়া যুদ্ধর পরা উভতি অহা সহস্রপতি আরু
শতপতি এই সেনাপতিবিলাকক মোচিয়ে খং
১৫ করি কলে, তোমালোকে আটাই তিরুতা মানুহ-
১৬ বিলাকক জীয়াই রাখিছা নে কি? দেখা,
বিলিয়মর আলচত সিহঁতেই পিয়োর দেৱতার
কথাত ইস্রায়েলর সন্তানবিলাকক যিহোৱার
বিরুদ্ধে সত্যলঙ্ঘন করাইছিল; সেই কারণেই
যিহোৱার মণ্ডলীত মহামারী হৈ আছিল।
১৭ এই হেতুকে তোমালোকে এতিয়া লরা ছোৱালী-
বিলাকর মাজর আটাই লরাবোরক বধ করা,
আরু পুরুষে সৈতে শয়ন করি পুরুষক জনা
১৮ সকলো তিরুতা মানুহক বধ করা। কিন্তু ছো-
ৱালীবিলাকর মাজর যিবোরে পুরুষে সৈতে
শয়ন করি পুরুষক জনা নাই, সিহঁতক তোমা-
লোকে আপোনাবিলাকর নিমিত্তে জীয়াই রাখা।
১৯ আরু তোমালোকে সাত দিনলৈকে ছাউনির
বাহিরত ছাউনি পাতি থাকা; তোমালোকর
যিমান লোকে মানুহ বধ করিছা, হত লোককো
চুইছা, সেই সকলোৱে, আরু তোমালোকর বন্দী
করি অনা লোকবিলাকে তৃতীয় দিনা আরু সপ্তম
২০ দিনা আপোনাবিলাকক শুচি করা। আরু
সকলো কাপড়, আরু চালেরে সজা ও ছাগর
নোমেরে বুৱত করা, আরু কাঠেরে সজা আটাই
বস্তুর বিষয়ে আপোনাবিলাকক শুচি করা।
২১ পাছে ইলিয়াজর পুরোহিতে রণলৈ যোৱা
যুদ্ধারুবিলাকক কলে, যিহোৱাই মোচিক দিয়া
২২ ব্যৱস্থার ইও এটা বিধি; কেৱল সোণ, রূপ,
পিতল, লোহা, বগিতাম, আর সীহ আদি
২৩ যিবোর বস্তু জুইত টিকে, সেই সকলোকে জুইর
মাজেদি নিবা, তাতে সি শুচি হব; তথাপি তাক
অশুচিতানাশক জলর দ্বারায় শুচি করিব লাগিব;
কিন্তু যি যি বস্তু জুইত নিটিকে, তাক তোমালোকে
২৪ পানীর মাজেদি নিবা। আরু সপ্তম দিনা তোমা-
লোকে আপোন আপোন কাপড় ধুবা; তাতে
শুচি হবা; পাছে ছাউনিত সোমাব পারিবা।
২৫,২৬ পাছে যিহোৱাই মোচিক কলে, তুমি,
ইলিয়াজর পুরোহিত, আরু মণ্ডলীর পিতৃবংশর
মুখ্যবিলাকে মানুহ কি পশু যুদ্ধত ধরা আটাই
২৭ প্রাণীর লেখ লোৱা; আরু যুদ্ধত ধরা সেই
প্রাণীবিলাকক দুভাগ করি, রণলৈ যোৱা যুদ্ধারু-
বিলাকর আরু গোটেই মণ্ডলীর মাজত ভাগ
২৮ করি দিয়া; আরু যুদ্ধলৈ যোৱা যুদ্ধারুবিলাকর
পরা মানুহ, গরু, গাধ, আরু মেরর কি ছাগর পাঁচ
শ পাঁচ শ প্রাণীর মাজর এটা এটা প্রাণী যিহোৱার
২৯ নিমিত্তে কর লোৱা; সিবিলাকর আধা ভাগর
পরা তাক লৈ, যিহোৱার উত্তোলনীয় উপহার-
৩০ স্বরূপে ইলিয়াজর পুরোহিতক দিয়া। আরু ইস্রা-
য়েলর সন্তানবিলাকর আধা ভাগর পরা, মানুহ,
গরু, গাধ, আরু মের আক আদি আটাই প্রাণীরেই
পঞ্চাশটা পঞ্চাশটার মাজর এটা এটা লৈ
যিহোৱার আবাসর রক্ষীয়া লেবীয়াবিলাকক
৩১ দিয়া। তাতে, মোচিক দিয়া যিহোৱার আজ্ঞা
অনুসারে মোচি আরু ইলিয়াজর পুরোহিতে
৩২ সেই কার্য্য করিলে। রণুৱাবিলাকে লুটি অনা
সম্পত্তির বাহিরে ধরি অনা প্রাণী এইবিলাক;
৩৩ ছয় লাখ পঁয়সত্তর হাজার মের আরু ছাগ, বা-
৩৪ সত্তর হাজার গরু, এষষ্ঠি হাজার গাধ, আরু
পুরুষে সৈতে শয়ন করি পুরুষক নজনা ছোৱালী
৩৫ সর্ব্বমোট বত্রিশ হাজার। তাতে যুদ্ধলৈ যোৱা
সৈন্যবিলাকর আধা ভাগ প্রাণীর সংখ্যা তিনি
লাখ সাতত্রিশ হাজার পাঁচ শ মের আরু ছাগ;

৩৭ সেই মের আরু ছাগর পরা লোৱা যিহোৱার
৩৮ কর ছশ পঁয়সত্তরটা। গরু ছয়ত্রিশ হাজার;
সেইবোরর মাজর পরা লোৱা যিহোৱার কর
৩৯ বাসত্তরটা। গাধ ত্রিশ হাজার পাঁচ শ; সেই-
বোরর মাজর পরা লোৱা যিহোৱার কর এক-
৪০ ষষ্টিটা। আরু মানুহ ষোল হাজার; সিইতর পরা
৪১ লোৱা যিহোৱার কর বত্রিশটা মানুহ। তাতে,
মোচিক দিয়া যিহোৱার আজ্ঞা অনুসারে, সেই
কর তেওঁ যিহোৱার উত্তোলনীয় উপহারস্বরূপে
৪২ ইলিয়াজর পুরোহিতক দিলে। আরু ইস্রায়েলর
সন্তানবিলাকর যি আধা ভাগ, যুদ্ধারুবিলাকর
৪৩ ভাগর পরা মোচিয়ে পৃথকে রাখিলে, (মণ্ডলীর
সেই আধা ভাগর সংখ্যা তিনি লাখ সাতত্রিশ
৪৪ হাজার পাঁচ শ মের আরু ছাগ, ছয়ত্রিশ হাজার
৪৫ গরু, ত্রিশ হাজার পাঁচ শ গাধ, আরু ষোল
৪৬ হাজার মানুহ আছিল;) ইস্রায়েলর সন্তান-
বিলাকর সেই আধা ভাগর পরা মানুহ আরু
পশুর পঞ্চাশটা পঞ্চাশটার মাজর এটা এটা লৈ,
মোচিক দিয়া যিহোৱার আজ্ঞা অনুসারে
তেওঁ যিহোৱার আবাসর রক্ষীয়া লেবীয়াবিলাকক
৪৮ দিলে। পাছে সহস্রপতি আরু শতপতি, সৈন্য-
সমূহর হাজার হাজারর ওপরত থকা এই সেনা-
৪৯ পতিবিলাকে মোচির ওচরলৈ আহি তেওঁক
কলে, আপোনার এই দাসবিলাকে নিজর নিজর
অধীনে থকা যুদ্ধারুবিলাকর লেখ লৈছোঁ;
৫০ আমার মাজর এজনো কম হোৱা নাই। এই
হেতুকে আমি প্রতিজনে যি সোণর অলঙ্কার,
অর্থাৎ নেপুর, খারু, আঙঠি, কুণ্ডল, হার
এইবোর পাইছোঁ, তাক আমি যিহোৱার
আগলৈ, আপোনাবিলাকর প্রাণ প্রায়শ্চিত্ত
করিবলৈ যিহোৱার উপহারস্বরূপে আনিলোঁ।
৫১ তেতিয়া মোচি আরু ইলিয়াজর পুরোহিতে
সিবিলাকর পরা সেই সোণ, অর্থাৎ শিল্পকারে
৫২ বনোৱা আটাই অলঙ্কার ললে। সহস্রপতি আরু
শতপতিবিলাকে যিহোৱার উদ্দেশে উৎসর্গ করা
উত্তোলনীয় উপহারর সেই সোণ ষোল হাজার
৫৩ সাত শ পঞ্চাশ চেকল আছিল; (কিয়নো যুদ্ধারু-
বিলাকর প্রতিজনে আপোনার নিমিত্তে লুটদ্রব্য
৫৪ আনিছিল।) পাছে মোচি আরু ইলিয়াজর
পুরোহিতে সহস্রপতি আরু শতপতি এই এই
সেনাপতিবিলাকর পরা সেই সোণ লৈ, যিহো-
ৱার আগত ইস্রায়েলর সন্তানবিলাকর স্মরণার্থক
চিন হবলৈ, তাক সাক্ষাৎ করা তাম্বুত রাখিলে।

যৰ্দ্দনর সিপারর দেশ ভাগ বাঁটি দিয়া।

৩২ রুবেণর সন্তানবিলাকর আরু গাদর
সন্তানবিলাকর অতিশয় অধিক পশুর জাক
আছিল; এই কারণে সিবিলাকে যাজের আরু
গিলিয়দ দেশ চাই বুজিলে, যে, এয়ে পশুবোরর
২ ঠাই। পাছে গাদর আরু রুবেণর সন্তানবিলাকে
আহি মোচিক, ইলিয়াজর পুরোহিতক, আরু
৩ মণ্ডলীর অধ্যক্ষবিলাকক কলে, অটারোৎ, দীবোন,
যাজের, নিম্রা, হিচ্বোন, ইলিয়ালি, চিবাম,
৪ নবো, আরু বিয়োন, এই যি যি দেশ যিহোৱাই
ইস্রায়েলর মণ্ডলীর আগত পরাজয় করিলে, এয়ে
পশুবোরর যোগ্য দেশ, আরু আপোনার এই বন্দী-
৫ হঁতর পশুর জাক আছে। সিবিলাকে আরু কলে,
আমি যদি আপোনার দৃষ্টিত অনুগ্রহ পাইছোঁ,
তেন্তে অধিপত্যর অর্থে আপোনার এই বন্দী-
বিলাকক এই দেশ দিওক, আমাক যৰ্দ্দন পার
৬ করি নিনিব। তাতে মোচিয়ে গাদর আরু
রুবেণর সন্তানবিলাকক কলে, তোমালোকর
ভাইবিলাকে যুদ্ধ করিবলৈ যাব, পাছে তোমা-
লোকে এই ঠাইত বহি থাকিবা নে কি?
৭ যিহোৱাই ইস্রায়েলর সন্তানবিলাকক দিয়া
দেশলৈ সিবিলাকে পার হৈ নেযাবলৈ সি-
৮ বিলাকর মন কেলেই নিরুৎসাহ করিছা? যি
কালতময় তোমালোকর পিতৃবিলাকক দেশ
চাবর নিমিত্তে কাদেচ-বর্ণেয়ার পরা পঠাইছিলোঁ,
সেই কালত সিবিলাকেও সেই দরে করিছিল।
৯ কিয়নো সিবিলাকে ইস্কোল উপত্যকালৈকে
গৈ দেশ চাই, যিহোৱাই দিয়া সেই দেশত
নোসোমাবলৈ ইস্রায়েলর সন্তানবিলাকর মন
১০ নিরুৎসাহ করিছিল। এই নিমিত্তে সেই দিনা
যিহোৱার ক্রোধ জ্বলি উঠিলত, তেওঁ শপথ করি
১১ এই কথা কৈছিল, ময় অব্রাহাম, ইচ্হাক, আরু
যাকোবক যি দেশ দিম বুলি শপথ করিছিলোঁ,
মিচরর পরা অহা লোকবিলাকর মাজত বিশ
বছর আরু তাতকৈ অধিক বয়সীয়া কোনোৱে
সেই দেশ দেখিবলৈ নেপাব; কিয়নো সিবিলাকে
১২ মোর পথত সম্পূর্ণরূপে নচলিলে; কেবল
কনিজীয়া যিফুন্নির পুত্র কালেব, আরু নূনর
পুত্র যিহোচূৱাই তাক দেখিব, কারণ তেওঁ-
বিলাকে যিহোৱার পথত সম্পূর্ণরূপে চলিলে।
১৩ এই রূপে ইস্রায়েললৈ যিহোৱার ক্রোধ জ্বলি
উঠাত, যিহোৱার দৃষ্টিত কুকর্ম করা আটাই
বংশর শেষ নোহোৱালৈকে, তেওঁ চল্লিশ বছর
১৪ সিবিলাকক অরণ্যত ভ্রমণ করালে। এতিয়া
দেখা, ইস্রায়েলর বিরুদ্ধে যিহোৱার প্রচণ্ড ক্রোধ
আরু বঢ়াবলৈ, পাপী লোকবিলাকর সন্তান যি
তোমালোক, তোমালোকে আপোনাবিলাকর
১৫ পিতৃবিলাকর ঠাইত উঠিছা। কিয়নো, যদি
তোমালোকে এই রূপে তেওঁর পাছর পরা বিমুখ
হোৱা, তেনে হলে, তেওঁ পুনরায় ইস্রায়েলক
অরণ্যত ত্যাগ করিব; তাতে তোমালোকে এই
১৬ সকলো লোকক বিনষ্ট করাবা। পাছে সি-

বিলাকে তেওঁৰ ওচৰলৈ আহি কলে, আমি এই
ঠাইত আপোন পশুবোৰৰ নিমিত্তে গড়াল
সাজিম, আৰু লৰা তিৰুতাবিলাকৰ নিমিত্তে
১৭ নগৰ নিৰ্ম্মাণ কৰিম ; আৰু আমি ইস্ৰায়েলৰ
সন্তানবিলাকক নিজ ঠাইলৈ নিনিওঁমানে আমি
নিজে ৰণলৈ সাজু হৈ, সিবিলাকৰ আগে আগে
গৈ থাকিম ; কেৱল আমাৰ লৰা তিৰুতাবিলাক
দেশনিবাসীবিলাকৰ ভয়ত গড়েৰে আবৃত নগ-
১৮ ৰত বাস কৰিব। ইস্ৰায়েলৰ সন্তানবিলাকৰ
প্ৰতিজনে আপোন আপোন আধিপত্য অধিকাৰ
নকৰেমানে আমি আপোন আপোন ঘৰলৈ
১৯ উলটি নাহিম। কিয়নো আমি যৰ্দ্দনৰ সিপাৰে
আৰু তাৰ আগত সিবিলাকে সৈতে আধিপত্য
নলওঁ ; কাৰণ পূবদিশে যৰ্দ্দনৰ এই পাৰে
২০ আমি আধিপত্য পালোঁ। পাছে মোচিয়ে সি-
বিলাকক কলে, যদি তোমালোকে এই কাৰ্য্য
কৰা, যদি তোমালোকে সুসজ্জিত হৈ যিহোৱাৰ
২১ সাক্ষাতে যুদ্ধলৈ যোৱা, আৰু তেওঁ আপোন
শত্ৰুবোৰক আপোনাৰ আগৰ পৰা দূৰ নকৰে-
মানে, আৰু তেওঁৰ আগত দেশ বশীভূত নহয়-
মানে, ৰণলৈ সাজু হোৱা তোমালোক সকলোৱে
২২ যদি যিহোৱাৰ সাক্ষাতে যৰ্দ্দন পাৰ হৈ গৈ থাকা,
তেন্তে পাছত তোমালোক উলটি আহিলে, যিহো-
ৱাৰ দৃষ্টিত আৰু ইস্ৰায়েলৰ দৃষ্টিত নিৰ্দ্দোষী হবা,
আৰু যিহোৱাৰ সাক্ষাতে এই দেশ তোমালোকৰ
২৩ আধিপত্য হব ; কিন্তু যদি সেই ৰূপে নকৰা,
তেন্তে দেখা, তোমালোকে যিহোৱাৰ অহিতে
পাপ কৰিলা, আৰু তোমালোকৰ পাপে তোমা-
২৪ লোকক ধৰিব, ইয়াক নিশ্চয় জানিবা। তোমা-
লোকে আপোন আপোন লৰা তিৰুতাবিলাকৰ
নিমিত্তে নগৰ, মেৰ আৰু ছাগৰ জাকৰ নিমিত্তে
গড়াল সাজা, আৰু আপোনাবিলাকৰ মুখৰ পৰা
২৫ ওলোৱা বাক্যৰ দৰেই কাৰ্য্য কৰা। তেতিয়া
গাদৰ আৰু ৰূবেণৰ সন্তানবিলাকে মোচিক কলে,
আমাৰ প্ৰভুৱে যি আজ্ঞা কৰিলে, আপোনাৰ এই
২৬ বন্দীহঁতে তাকেই কৰিম। আমাৰ লৰা ছোৱালী
ও তিৰুতাবিলাক, আৰু মেৰ, ছাগ, গৰু আদি
আটাই পশুৰ জাক এই ঠাইৰ গিলিয়দৰ নগৰ-
২৭ বোৰত থাকিব ; কিন্তু আমাৰ প্ৰভুৰ কথাৰ দৰে,
আপোনাৰ এই বন্দীবিলাকৰ সকলোৱে সাজু
হৈ যুদ্ধ কৰিবৰ নিমিত্তে যিহোৱাৰ সাক্ষাতে
পাৰ হৈ যাব।
২৮ তেতিয়া মোচিয়ে সিবিলাকৰ বিষয়ে ইলিয়া-
সৰ পুৰোহিতক, নূনৰ পুত্ৰ যিহোচূৱাক, আৰু
ইস্ৰায়েলৰ সন্তানবিলাকৰ সকলো ফৈদৰ পিতৃ-
২৯ বংশৰ মূল মানুহক আজ্ঞা কৰি কলে,
গাদৰ আৰু ৰূবেণৰ সন্তানবিলাকৰ প্ৰতিজনে
যুদ্ধলৈ সুসজ্জিত হৈ, যিহোৱাৰ সাক্ষাতে
তোমালোকৰ লগত যদি যৰ্দ্দন পাৰ হৈ যায়,
তেন্তে, দেশ তোমালোকৰ আগত বশীভূত হলে,
তোমালোকে অধিকাৰ কৰিবৰ অৰ্থে সিবি-
৩০ লাকক এই গিলিয়দ দেশ দিবা ; কিন্তু যদি
সিবিলাক সুসজ্জিত হৈ তোমালোকৰ লগত
পাৰ নহয়, তেন্তে সিবিলাকে তোমালোকৰ
৩১ মাজত কনান দেশত আধিপত্য পাব। তেতিয়া
গাদৰ আৰু ৰূবেণৰ সন্তানবিলাকে উত্তৰ দি
কলে, যিহোৱাই আপোনাৰ এই বন্দীবিলাকক যি
৩২ আজ্ঞা কৰিলে, তাকেই আমি কৰিম। আমি
সুসজ্জিত হৈ, যিহোৱাৰ সাক্ষাতে পাৰ হৈ
কনান দেশত সোমাম, আৰু যৰ্দ্দনৰ ইপাৰত
৩৩ আমাৰ আধিপত্যত আমাৰ স্বত্ব থাকিব। পাছে
মোচিয়ে সিবিলাকক, গাদৰ আৰু ৰূবেণৰ
সন্তানবিলাকক, আৰু যোচেফৰ পুত্ৰ মনচিৰ
আধা ফৈদক ইমোৰীয়াবিলাকৰ ৰজা চীহোনৰ
ৰাজ্য আৰু বাচানৰ ৰজা ওগৰ ৰাজ্য, নিজ নিজ
অঞ্চলে সৈতে নগৰ থকা দেশ, এই ৰূপে চাৰিও-
৩৪ কালে থকা দেশৰ আটাই নগৰ দিলে। তাতে
গাদৰ সন্তানবিলাকে দীবোন, অটাৰোৎ, অৰো-
৩৫ য়েৰ, অট্ৰোৎ-চোফন, যাজেৰ, যগ্‌বেহা,
৩৬ বৈৎ-নিম্ৰা, আৰু বৈৎ-হাৰণ, গড়েৰে আবৃত এই
এই নগৰ পুনৰায় নিৰ্ম্মাণ কৰিলে, আৰু মেৰৰ
৩৭ গড়াল সাজিলে। আৰু ৰূবেণৰ সন্তানবিলাকে
৩৮ হিচ্‌বোন, ইলিয়ালি, কিৰিয়াথয়িম, নবো,
আৰু বাল-মিয়োন নাম সলনি কৰি পুনৰায়
নিৰ্ম্মাণ কৰিলে, আৰু চিব্‌মাও নিৰ্ম্মাণ কৰিলে ;
সিবিলাকে পুনৰায় নিৰ্ম্মাণ কৰা নগৰৰ
৩৯ নাম নতুনকৈ দিলে। আৰু মনচিৰ পুত্ৰ
মাখীৰৰ সন্তানবিলাকে গিলিয়দলৈ গৈ, তাক
হাত কৰি লৈ, তাত থকা ইমোৰীয়াবিলাকক দূৰ
৪০ কৰিলে। আৰু মোচিয়ে মনচিৰ পুত্ৰ মাখীৰক
গিলিয়দ দেশ দিলে ; সি তাৰ মাজত বাস কৰি-
৪১ লে। আৰু মনচিৰ সন্তান যায়ীৰে গৈ, সিহঁতৰ
গাঁওবোৰ হাত কৰি লৈ, সেইবোৰৰ নাম হব্বোৎ-
৪২ যায়ীৰ [অৰ্থাৎ যায়ীৰৰ গাঁও] ৰাখিলে। আৰু
নোবহে গৈ, কনাৎ নগৰ আৰু তাৰ গাঁওবোৰ
হাত কৰি লৈ, আপোনাৰ নামৰ দৰেই তাৰো
নাম নোবহ দিলে।

ইস্ৰায়েলৰ সন্তানবিলাকে বাটে বাটে থাকি যাওঁতা
থোৱা ঠাইবোৰৰ তালিকা।

৩৩ ইস্ৰায়েলৰ সন্তানবিলাকে মোচি আৰু
হাৰোণৰ অধীনে আপোন সৈন্যদল অনু-
সাৰে মিচৰ দেশৰ পৰা ওলাই আহোঁতে, সি-
বিলাকে যি যি যাত্ৰা কৰিছিল, সেই সকলো
২ যাত্ৰাৰ বিৱৰণ এই। মোচিয়ে যিহোৱাৰ আজ্ঞা-
মতেই সিবিলাকৰ সকলো যাত্ৰা অনুসাৰে লি-

বিলাকে থাকি ৰাওনা হোৱা ঠাইৰ তালিকা
লিখিলে ; সিবিলাকে থাকি ৰাওনা হোৱা ঠাই
৩ অনুসাৰে সিবিলাকৰ এই এই যাত্ৰা। প্ৰথম
মাহত, প্ৰথম মাহৰ পঞ্চদশ দিনা ইস্ৰায়েলৰ
সন্তানবিলাকে ৰামিচেচৰ পৰা যাত্ৰা কৰি,
নিস্তাৰপৰ্ব্বৰ পাছদিনা আটাই মিচৰীয়া লোকৰ
সাক্ষাতে যিহোৱাৰ পৰাক্ৰমী বাহুৰে ওলাই
৪ গল। তেতিয়া মিচৰীয়াহঁতে, যিহোৱাই সিহঁ-
তৰ মাজত বধ কৰা সিহঁতৰ প্ৰথমে ওপজা-
বোৰৰ মৰা শৱ পুতি আছিল, আৰু যিহো-
ৱাই সিহঁতৰ দেৱতাবোৰকো দণ্ড দিছিল।
৫ ৰামিচেচৰ পৰা যাত্ৰা কৰি, ইস্ৰায়েলৰ সন্তান-
৬ বিলাকে চুক্কোতত ছাউনি পাতিলে। আৰু
চুক্কোতৰ পৰা যাত্ৰা কৰি, অৰণ্যৰ দাঁতিত থকা
৭ এথমত ছাউনি পাতিলে। আৰু এথমৰ পৰা
যাত্ৰা কৰি, বাল্-চফোনৰ আগত থকা পী-হহী-
ৰোতলৈ ঘূৰি আহি মিগ্‌দোলৰ সন্মুখত ছাউনি
৮ পাতিলে। পাছে হহীৰোতৰ সন্মুখৰ পৰা যাত্ৰা
কৰি, সমুদ্ৰৰ মাজেদি গৈ অৰণ্যত সোমাল, আৰু
এথম অৰণ্যত তিনি দিনৰ বাট যাত্ৰা কৰি,
৯ মাৰাত ছাউনি পাতিলে। আৰু মাৰাৰ পৰা
যাত্ৰা কৰি, এলীম পালে ; এলীমত বাৰটা জলৰ
ভুমুক, আৰু সত্তৰি জোপা খৰ্জ্জুৰ গছ আছিল ;
আৰু সিবিলাকে সেই ঠাইত ছাউনি পাতিলে।
১০ পাছে এলীমৰ পৰা যাত্ৰা কৰি, চূফ সাগৰৰ ওচৰত
১১ ছাউনি পাতিলে। আৰু চূফ সাগৰৰ পৰা যাত্ৰা
১২ কৰি ছিন অৰণ্যত ছাউনি পাতিলে। পাছে ছিন
অৰণ্যৰ পৰা যাত্ৰা কৰি, দফ্‌কাত ছাউনি পাতিলে।
১৩ আৰু দফ্‌কাৰ পৰা যাত্ৰা কৰি, আলূচত ছাউনি
১৪ পাতিলে। আৰু আলূচৰ পৰা যাত্ৰা কৰি,
ৰফীদীমত ছাউনি পাতিলে ; সেই ঠাইত লোক-
১৫ বিলাকে খাবলৈ পানী নাছিল। পাছে সি-
বিলাকে ৰফীদীমৰ পৰা যাত্ৰা কৰি, চীনয়
১৬ অৰণ্যত ছাউনি পাতিলে। আৰু চীনয় অৰণ্যৰ
পৰা যাত্ৰা কৰি, কিব্ৰোৎ-হত্তাবাত ছাউনি
১৭ পাতিলে। আৰু কিব্ৰোৎ-হত্তাবাৰ পৰা যাত্ৰা
১৮ কৰি, হচেৰোতত ছাউনি পাতিলে। আৰু
হচেৰোতৰ পৰা যাত্ৰা কৰি, ৰিৎমাত ছাউনি
১৯ পাতিলে। আৰু ৰিৎমাৰ পৰা যাত্ৰা কৰি,
২০ ৰিম্মোন-পেৰচত ছাউনি পাতিলে। আৰু
ৰিম্মোন-পেৰচৰ পৰা যাত্ৰা কৰি, লিব্‌নাত ছা-
২১ উনি পাতিলে। আৰু লিব্‌নাৰ পৰা যাত্ৰা কৰি,
২২ ৰিচ্ছাত ছাউনি পাতিলে। আৰু ৰিচ্ছাৰ পৰা
২৩ যাত্ৰা কৰি, কহেলাথাত ছাউনি পাতিলে। আৰু
কহেলাথাৰ পৰা যাত্ৰা কৰি, চেফৰ পৰ্ব্বতত
২৪ ছাউনি পাতিলে। পাছে সিবিলাকে চেফৰ
পৰ্ব্বতৰ পৰা যাত্ৰা কৰি, হৰাদাত ছাউনি
২৫ পাতিলে। আৰু হৰাদাৰ পৰা যাত্ৰা কৰি,
২৬ মখেলোতত ছাউনি পাতিলে। আৰু মখেলোতৰ
২৭ পৰা যাত্ৰা কৰি, তহতত ছাউনি পাতিলে। আৰু
তহতৰ পৰা যাত্ৰা কৰি, তেৰহত ছাউনি পাতিলে।
২৮ আৰু তেৰহৰ পৰা যাত্ৰা কৰি, মিৎকাত ছাউনি
২৯ পাতিলে। আৰু মিৎকাৰ পৰা যাত্ৰা কৰি, হচ্-
৩০ মোনাত ছাউনি পাতিলে। আৰু হচ্‌মোনাৰ পৰা
যাত্ৰা কৰি, মোচেৰোতত ছাউনি পাতিলে।
৩১ আৰু মোচেৰোতৰ পৰা যাত্ৰা কৰি, বনেই-
৩২ যাকনত ছাউনি পাতিলে। আৰু বনেই-যাকনৰ
পৰা যাত্ৰা কৰি, হোৰ-হগিদ্‌গদত ছাউনি
৩৩ পাতিলে। আৰু হোৰ-হগিদ্‌গদৰ পৰা যাত্ৰা
৩৪ কৰি যট্‌বাথাত ছাউনি পাতিলে। আৰু যট্‌বা-
থাৰ পৰা যাত্ৰা কৰি,অব্ৰোণাত ছাউনি পাতিলে।
৩৫ আৰু অব্ৰোণাৰ পৰা যাত্ৰা কৰি, ইচিয়োন-
৩৬ গেবৰত ছাউনি পাতিলে। আৰু ইচিয়োন-
গেবৰৰ পৰা যাত্ৰা কৰি, ছিন অৰণ্যত থকা
৩৭ কাদেচত ছাউনি পাতিলে। আৰু কাদেচৰ পৰা
যাত্ৰা কৰি, ইদোম দেশৰ কোষত থকা হোৰ
৩৮ পৰ্ব্বতত ছাউনি পাতিলে। এই সময়ত হাৰোণ
পুৰোহিত যিহোৱাৰ আজ্ঞা অনুসাৰে হোৰ
পৰ্ব্বতত উঠি, মিচৰৰ পৰা ইস্ৰায়েলৰ সন্তান-
বিলাক ওলাই অহাৰ চল্লিশ বছৰৰ পঞ্চম
৩৯ মাহৰ প্ৰথম দিনা সেই ঠাইতে মৰিল। হোৰ
পৰ্ব্বতত হাৰোণ মৰা কালত, তেওঁৰ এশ
৪০ তেইশ বছৰ বয়স হৈছিল। আৰু কনানৰ
দক্ষিণ অঞ্চলত থকা অৰাদৰ কনানীয়া ৰজাই
ইস্ৰায়েলৰ সন্তানবিলাক অহা সংবাদ পালে।
৪১ পাছে সিবিলাকে হোৰ পৰ্ব্বতৰ পৰা যাত্ৰা কৰি,
৪২ চল্‌মোনাত ছাউনি পাতিলে। আৰু চল্‌মোনাৰ
পৰা যাত্ৰা কৰি, পূনোনত ছাউনি পাতিলে।
৪৩ আৰু পূনোনৰ পৰা যাত্ৰা কৰি, ওবোতত ছাউনি
৪৪ পাতিলে। আৰু ওবোতৰ পৰা যাত্ৰা কৰি,
মোৱাবৰ সীমাৰ ওচৰত থকা ইয়্যে-অবাৰীমত
৪৫ ছাউনি পাতিলে। আৰু ইয়ীমৰ পৰা যাত্ৰা কৰি,
৪৬ দীবোন-গাদত ছাউনি পাতিলে। আৰু দীবোন-
গাদৰ পৰা যাত্ৰা কৰি, অল্‌মোন-দিব্লাথয়িমত
৪৭ ছাউনি পাতিলে। আৰু অল্‌মোন-দিব্লাথয়িমৰ
পৰা যাত্ৰা কৰি, নবোৰ সন্মুখত থকা অবাৰীম
৪৮ পৰ্ব্বতৰ মাজত ছাউনি পাতিলে। আৰু অবাৰীম
পৰ্ব্বতবোৰৰ পৰা যাত্ৰা কৰি, যিৰীহোৰ সন্মুখত
থকা যৰ্দ্দনৰ ওচৰত মোৱাবৰ সমথলত ছাউনি
৪৯ পাতিলে। আৰু সিবিলাকে যৰ্দ্দনৰ ওচৰত,
বৈৎ-যিচীমোতৰ পৰা আবেল-চিটীমলৈকে
মোৱাবৰ সমথলত ছাউনি পাতিলে।
৫০ তেতিয়া যিৰীহোৰ সন্মুখত যৰ্দ্দনৰ ওচৰত
মোৱাবৰ সমথলত যিহোৱাই মোচিক কলে,
৫১ তুমি ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, সি-
বিলাকক এই আজ্ঞা দিয়া, তোমালোকে যেতিয়া

৫২ যৰ্দ্দন পাৰ হৈ কনান দেশত সোমাবা, তেতিয়া
আপোনাবিলাকৰ আগৰ পৰা সেই দেশনিবাসী
সকলো লোকক দূৰ কৰিবা, আৰু সিহঁতৰ সকলো
নক্চা কটা শিলবোৰ, আৰু আটাই সাঁচত ঢলা
প্ৰতিমাবোৰ নষ্ট কৰিবা, আৰু সিহঁতৰ ওখ
৫৩ ঠাইবোৰ উচ্ছন্ন কৰিবা। আৰু তোমালোকে
সেই দেশ অধিকাৰ কৰি, তাৰ মাজত বাস
কৰিবা; কিয়নো মই আধিপত্যৰ অৰ্থে সেই
৫৪ দেশ তোমালোকক দিলোঁ। আৰু তোমালোকে
চিঠিখেলেৰে আপোন আপোন গোষ্ঠী অনুসাৰে
দেশ অধিকাৰ কৰি লবা; অধিকক অধিক আধি-
পত্য, আৰু কমক কম আধিপত্য দিবা; আৰু যাৰ
ভাগ যি ঠাইত পৰে, তাৰ ভাগ সেই ঠাইতে
হব; তোমালোকে আপোন আপোন পিতৃফৈদ
৫৫ অনুসাৰে তাক অধিকাৰ কৰি লবা। কিন্তু যদি
তোমালোকে আপোনাবিলাকৰ আগৰ পৰা সেই
দেশনিবাসীবোৰক দূৰ নকৰা, তেন্তে, তোমা-
লোকে যিবিলাকক অৱশিষ্ট ৰাখিবা, সিহঁতেই
তোমালোকৰ চকুত কাঁইট, আৰু তোমালোকৰ
গাৰ কোষত হুলস্বৰূপ হব, আৰু তোমালোকে
নিবাস কৰা সেই দেশত সিহঁতে তোমা-
৫৬ লোকক ক্লেশ দিব। আৰু মই সিহঁতলৈ
যি কৰিবৰ মন কৰিছোঁ, তাক তোমালোকলৈ
কৰিম।

কনান দেশৰ সীমা, আৰু দেশ ভাগ কৰি দিয়া
লোকৰ তালিকা।

৩৪ পাছে যিহোৱাই মোচিক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক এই আজ্ঞা কৰা,
'সিবিলাকক এই কথা কোৱা, যেতিয়া তোমা-
লোক কনান দেশত সোমাবা, (তোমালোকে
অধিকাৰৰ অৰ্থে পাব লগা দেশ এই, চাৰি সীমা
৩ অনুসাৰে এয়ে কনান দেশ,) তেতিয়া ইদোমৰ
কোষত থকা ছিন অৰণ্যৰ পৰা তোমালোকৰ
দক্ষিণ অঞ্চল হব; তোমালোকৰ দক্ষিণ সীমা
৪ লৱণসমুদ্ৰৰ অন্তৰ পৰা পূবফালে হব। আৰু
তোমালোকৰ সীমা পৰ্ব্বত পাৰ হৈ যোৱা অক্ৰ-
ব্বীম নামেৰে ঠাইৰ দক্ষিণে ঘূৰি ছিনলৈকে
যাব, আৰু কাদেচ-বৰ্ণেয়াৰ দক্ষিণফালে ওলাব,
আৰু হচৰ-অদ্দৰ ওলাই অচ্‌মোনলৈকে যাব।
৫ পাছে এই সীমা অচ্‌মোনৰ পৰা মিচৰ জুৰীলৈ
ঘূৰি আহিব, আৰু সমুদ্ৰত এই সীমাৰ শেষ হব।
৬ আৰু তোমালোকৰ পশ্চিম সীমা হলে, মহাসাগৰ
আৰু তাৰ অঞ্চল; এয়ে তোমালোকৰ পশ্চিম
৭ সীমা হব। আৰু তোমালোকৰ উত্তৰ সীমা এই;
তোমালোকে মহাসাগৰৰ পৰা হোৰ পৰ্ব্বত লক্ষ্য
৮ কৰিবা। পাছে হোৰ পৰ্ব্বতৰ পৰা হমাতৰ
প্ৰৱেশস্থানলৈকে ঠিক কৰিবা, আৰু তাৰ পৰা
৯ সেই সীমা ওলাই চদাদ পাব। আৰু সেই সীমা
বাহিৰ হৈ জিফ্ৰোণলৈ যাব, আৰু হচৰ-ঐননত
তাৰ শেষ হব। সেয়ে তোমালোকৰ উত্তৰ সীমা
১০ হব। আৰু তোমালোকে হচৰ-ঐননৰ পৰা
চফামলৈকে তোমালোকৰ পূব সীমা ঠিক কৰিবা।
১১ পাছে সেই সীমা চফামৰ পৰা ঐনৰ পূবফাল
হৈ ৰিব্লালৈ নামি যাব; সেয়ে আৰু নামি কিন্নে-
১২ ৰৎ সাগৰৰ পূব চুকত লাগিব। পাছে সেই
সীমা যৰ্দ্দনলৈ নামি লৱণসমুদ্ৰত তাৰ শেষ হব।
সেই চাৰিফালৰ সীমা অনুসাৰেই সেয়ে তোমা-
১৩ লোকৰ দেশ হব। পুনৰায় মোচিয়ে ইস্ৰায়েলৰ
সন্তানবিলাকক এই আজ্ঞা কৰিলে, যি দেশ
তোমালোকে চিঠিখেলেৰে অধিকাৰ কৰিবা, যি
দেশ যিহোৱাই ন ফৈদ আধা ফৈদক দিবলৈ
১৪ আজ্ঞা কৰিছে, সেয়ে এই দেশ। কিয়নো
আপোন আপোন পিতৃবংশ অনুসাৰে ৰূবেণৰ
সন্তানবিলাকৰ ফৈদ, আৰু আপোন আপোন
পিতৃবংশ অনুসাৰে গাদৰ সন্তানবিলাকৰ
ফৈদ, আৰু মনচিৰ আধা ফৈদে আপোন
১৫ আপোন আধিপত্য ললে। যিৰীহোৰ সম্মুখত
যৰ্দ্দনৰ পূব পাৰত সূৰ্য্য ওলোৱা ফালে
সেই আঢ়ৈ ফৈদে আপোন আপোন আধিপত্য
ললে।
১৬,১৭ পাছে যিহোৱাই মোচিক কলে, যিবিলাকে
দেশ ভাগ কৰি তোমালোকক দিব, সিবিলাকৰ
নাম এই, ইলিয়াজৰ পুৰোহিত আৰু নূনৰ
১৮ পুত্ৰ যিহোচূৱা। আৰু আধিপত্যৰ অৰ্থে দেশ
ভাগ কৰিবলৈ প্ৰত্যেক ফৈদৰ এজন এজন অধ্যক্ষ
১৯ লবা। সেই লোকবিলাকৰ নাম এই: যিহূদা
২০ ফৈদৰ যিফুন্নিৰ পুত্ৰ কালেব; আৰু চিমিয়ো-
নৰ সন্তানবিলাকৰ ফৈদৰ অম্মীহূদৰ পুত্ৰ
২১ চমূৱেল; আৰু বিন্যামীন ফৈদৰ কিচ্‌লোনৰ
২২ পুত্ৰ ইলীদদ; আৰু দানৰ সন্তানবিলাকৰ
২৩ ফৈদৰ অধ্যক্ষ যগ্‌লীৰ পুত্ৰ বুক্কী; আৰু যোচে-
ফৰ পুত্ৰবিলাকৰ মাজত মনচিৰ সন্তানবিলা-
কৰ ফৈদৰ অধ্যক্ষ এফোদৰ পুত্ৰ হন্নীয়েল,
২৪ আৰু ইফ্ৰয়িমৰ সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ
২৫ চিপ্তনৰ পুত্ৰ কমূৱেল; আৰু জবূলূনৰ সন্তান-
বিলাকৰ ফৈদৰ অধ্যক্ষ পৰ্ণাকৰ পুত্ৰ ইলি-
২৬ চাফন; আৰু ইচাখৰৰ সন্তানবিলাকৰ ফৈদৰ
২৭ অধ্যক্ষ অজ্জনৰ পুত্ৰ পল্টীয়েল; আৰু আচেৰৰ
সন্তানবিলাকৰ ফৈদৰ অধ্যক্ষ চলোমীৰ পুত্ৰ
২৮ অহীহূদ; আৰু নপ্তালীৰ সন্তানবিলাকৰ ফৈদৰ
২৯ অধ্যক্ষ অম্মীহূদৰ পুত্ৰ পদহেল। কনান দেশত
ইস্ৰায়েলৰ সন্তানবিলাকৰ নিমিত্তে আধিপত্য
ভাগ কৰি দিবলৈ যিহোৱাই এই সকলো লোকক
আজ্ঞা কৰিলে।

লেবীয়াবিলাকৰ নগৰ, আৰু আশ্ৰয়নগৰ নিৰূপণ।

৩৫ পাছে যিহোৱাই মোৱাবৰ সমথলত
যিৰীহোৰ সম্মুখত যৰ্দ্দনৰ ওচৰত মোচিক
২ কলে, তুমি ইস্ৰায়েলৰ সন্তানবিলাকক সিবিলা-
কৰ স্বত্ব থকা আধিপত্যৰ পৰা কেইখনমান নগৰ,
বাস কৰিবৰ নিমিত্তে লেবীয়াবিলাকক দিবলৈ,
আৰু সেই নগৰে সৈতে তাৰ চাৰিওফালে থকা
চৰণী ঠাই সিবিলাকক দিবলৈ আজ্ঞা দিয়া।
৩ তাতে, সিবিলাকে নিবাস কৰিবৰ নিমিত্তে সেই
সকলো নগৰ হব, আৰু সেই নগৰৰ চৰণী ঠাই
সিবিলাকৰ গৰু, মেৰ, ছাগ আদি পশু চৰাবৰ
৪ নিমিত্তে হব। আৰু তোমালোকে যি যি নগৰ
লেবীয়াবিলাকক দিবা, তাৰ চৰণী ঠাই নগৰৰ
চাৰিওফালে গড়ৰ বাহিৰে এক হাজাৰ হাতলৈকে
৫ হব। আৰু তোমালোকে নগৰৰ বাহিৰে, পূব-
দিশে দুই হাজাৰ হাত, আৰু দক্ষিণদিশে দুই
হাজাৰ হাত, আৰু পশ্চিমদিশে দুই হাজাৰ
হাত, আৰু উত্তৰদিশে দুই হাজাৰ হাত জুখি
দিবা; তাৰ মাজ ঠাইত নগৰ থাকিব; এয়ে সিবি-
৬ লাকৰ নগৰৰ চৰণী ঠাই হব। তোমালোকে যি
যি নগৰ লেবীয়াবিলাকক দিবা, সেইবোৰ নগৰৰ
মাজত, মানুহবধী পলাবৰ নিমিত্তে ছখন আশ্ৰয়-
নগৰ হব লাগিব; আৰু তাৰ বাহিৰেও বিয়া-
লিশখন নগৰ তোমালোকে সিবিলাকক দিবা।
৭ তোমালোকে সৰ্ব্বমোট আঁঠচল্লিশখন নগৰ তাৰ
৮ চৰণী ঠায়ে সৈতে দিবা। আৰু ইস্ৰায়েলৰ
সন্তানবিলাকৰ আধিপত্যৰ পৰা যি যি নগৰ
দিবা, সেইবোৰ নগৰৰ বিষয়ে হলে, তোমা-
লোকে অধিকৰ পৰা অধিক, কমৰ পৰা কম লবা;
এই ৰূপে প্ৰত্যেক ফৈদে নিজে পোৱা আ-
পোন আধিপত্য অনুসাৰে, আপোন আপোন
নগৰবিলাকৰ পৰা কেইখনমান নগৰ লেবীয়া-
বিলাকক দিব।
৯,১০ পাছে যিহোৱাই মোচিক কলে, তুমি ইস্ৰা-
য়েলৰ সন্তানবিলাকক কোৱা, সিবিলাকক এই
আজ্ঞা দিয়া, তোমালোকে যেতিয়া যৰ্দ্দন পাৰ
১১ হৈ কনান দেশত সোমাবা, তেতিয়া, অজ্ঞানত
কোনো লোকৰ প্ৰাণ হানি কৰা কোনো মানুহ-
বধী পলাই যাবলৈ, তোমালোকে আপোনা-
বিলাকৰ নিমিত্তে কেইখনমান নগৰ আশ্ৰয়নগৰ
১২ নিৰূপণ কৰিবা। তাতে, মানুহবধীটো বিচাৰৰ
অৰ্থে মণ্ডলীৰ আগলৈ নো আহোঁতেই যেন
নমৰে, এই নিমিত্তে সেই নগৰ প্ৰতিকাৰসাধকৰ
হাতৰ পৰা তোমালোক ৰক্ষা পোৱা আশ্ৰয়স্থান
১৩ হব। আৰু যি যি নগৰ তোমালোকে দিবা,
সেইবোৰৰ মাজৰ তোমালোকৰ ছখন আশ্ৰয়-
১৪ নগৰ হব। তোমালোকে তাৰ মাজৰ তিনিখন
নগৰ যৰ্দ্দনৰ পূৱ পাৰত, আৰু আন তিনিখন
কনান দেশত দিবা; সেইবোৰ আশ্ৰয়নগৰ হব।
১৫ যি কোনোৱে অজ্ঞানত মানুহক বধ কৰে, সি যেন
সেই ঠাইলৈ পলাব পাৰে, এই নিমিত্তে ইস্ৰা-
য়েলৰ সন্তানবিলাকলৈ, বিদেশীলৈ, আৰু সিবি-
লাকৰ মাজত প্ৰবাস কৰা লোকলৈ সেই ছখন
১৬ নগৰ আশ্ৰয়স্থান হব। কিন্তু যদি সি লোহাৰ
অস্ত্ৰেৰে তাক মৰাকৈ মাৰে, তেন্তে সি মানুহবধী;
১৭ তেনে মানুহবধীৰ অৱশ্যে প্ৰাণদণ্ড হব। নাইবা
যিহেৰে মানুহ মৰিব পাৰে, সি হাতত এনে
শিল লৈ যদি তাক মৰাকৈ মাৰে, তেন্তে সি
মানুহবধী; অৱশ্যে তেনে মানুহবধীৰ প্ৰাণদণ্ড
১৮ হব। নাইবা যিহৰ দ্বাৰায় মৰিব পাৰে, এনে
কাঠৰ বস্তু হাতত লৈ যদি তাক মৰাকৈ মাৰে,
তেন্তে সি মানুহবধী; অৱশ্যে তেনে মানুহবধীৰ
১৯ প্ৰাণদণ্ড হব। ৰক্তপাতৰ প্ৰতিকাৰসাধকে নিজে
তেনে মানুহবধীক বধ কৰিব পাৰিব; সি তাক
২০ লগ পালেই বধ কৰিব পাৰিব। আৰু যদি সি
হিংসা কৰি তাক আঘাত কৰে, বা খাপ দি থাকি
তাৰ ওপৰলৈ কিবা বস্তু দলি মাৰে, আৰু সি
২১ যদি তাতে মৰে, নাইবা শত্ৰুভাব কৰি তাক
হাতেৰে মৰাকৈ মাৰে, তেন্তে, যি জনে তাক মাৰে,
অৱশ্যে তাৰ প্ৰাণদণ্ড হব; সি মানুহবধী;
ৰক্তপাতৰ প্ৰতিকাৰসাধকে তেনে মানুহবধীক লগ
২২ পালেই তাক বধ কৰিব পাৰিব। কিন্তু যদি শত্ৰু-
ভাব নকৰাকৈ অকস্মাতে তাক আঘাত কৰে, বা
খাপ দি নথকাকৈ তাৰ গালৈ কিবা দলি মাৰে,
২৩ বা যিহৰ দ্বাৰায় মৰিব পাৰে, এনে শিল তাৰ
ওপৰত তাক নেদেখাকৈ পেলায়, আৰু তাতে সি
মৰে, তথাপি সি তাৰ শত্ৰু, বা অনিষ্টকাৰী
২৪ নাছিল, তেন্তে মণ্ডলীয়ে সেই প্ৰহাৰকৰ, আৰু
ৰক্তপাতৰ প্ৰতিকাৰসাধকৰ মাজত এই শাসন
২৫ অনুসাৰে বিচাৰ কৰিব। আৰু মণ্ডলীয়ে ৰক্ত-
পাতৰ প্ৰতিকাৰসাধকৰ হাতৰ পৰা সেই মানুহ-
বধীক উদ্ধাৰ কৰিব; আৰু সি যি ঠাইলৈ
পলাইছিল, আপোনাৰ সেই আশ্ৰয়নগৰলৈ
মণ্ডলীয়ে তাক পুনৰায় পঠাই দিব; আৰু পবিত্ৰ
তেলেৰে অভিষিক্ত হোৱা প্ৰধান পুৰোহিতৰ
মৃত্যু নহওমানলৈকে সি সেই নগৰতে থাকিব।
২৬ কিন্তু এই মানুহবধী যদি কোনো সময়ত, পলাই
২৭ যোৱা আশ্ৰয়নগৰৰ সীমাৰ-বাহিৰ হয়, আৰু
ৰক্তপাতৰ প্ৰতিকাৰসাধকে আশ্ৰয়নগৰৰ সীমাৰ
বাহিৰে তাক পাই যদি বধ কৰে, তেন্তে সি ৰক্ত-
২৮ পাতৰ দোষী নহব; কিয়নো প্ৰধান পুৰোহিতৰ
মৃত্যু নোহোৱালৈকে সি আপোনাৰ আশ্ৰয়নগৰত
থাকিব লাগিছিল; কিন্তু প্ৰধান পুৰোহিতৰ
মৃত্যুৰ পাছে সেই মানুহবধী আপোন আধি-
২৯ পত্যৰ দেশলৈ উলটি যাব পাৰিব। আৰু তোমা-

লোকৰ পুৰুষানুক্ৰমে, তোমালোকে নিবাস কৰা
সকলো ঠাইতে এয়ে তোমালোকৰ বিচাৰৰ বিধি
৩০ হব। যি মানুহে কোনো লোকক বধ কৰে, সেই
মানুহবধীক সাক্ষীৰ মুখেই বধ কৰা হব ; কিন্তু
এজন সাক্ষীৰ কথা কোনো লোকৰ বিৰুদ্ধে প্ৰাণ-
৩১ দণ্ডৰ নিমিত্তে গ্ৰাহ্য নহব। আৰু প্ৰাণদণ্ডৰ যোগ্য
মানুহবধীৰ প্ৰাণৰ নিমিত্তে তোমালোকে কোনো
প্ৰায়শ্চিত্ত নলবা ; কিন্তু তাৰ প্ৰাণদণ্ড অৱশ্যে
৩২ হব। আৰু যি মানুহ আশ্ৰয়নগৰ[illegible],
সেই মানুহ পুৰোহিত নো মৰোঁতেই দেশত বাস
কৰিবলৈ উলটি আহিবৰ নিমিত্তে প্ৰায়শ্চিত্ত
৩৩ নলবা। এই ৰূপে, তোমালোকে থকা দেশ অশুচি
নকৰিবা ; কিয়নো তেজে দেশ অশুচি কৰে, আৰু
তাত যি ৰক্তপাত কৰা হয়, তাৰ নিমিত্তে ৰক্ত-
পাতীৰ ৰক্তপাতৰ বিনে দেশৰ প্ৰায়শ্চিত্ত হব
৩৪ নোৱাৰে। এই হেতুকে, তোমালোকে নিবাস
কৰা যি দেশৰ মাজত ময় বাস কৰোঁ, সেই দেশ
তোমালোকে অশুচি নকৰিবা ; কিয়নো ময়
যিহোৱাই ইস্ৰায়েলৰ মাজত বাস কৰোঁ।

উত্তৰাধিকাৰিণীৰ বিষয়ে দিয়া বিধি।

৩৬ পাছে যোচেফৰ সন্তানবিলাকৰ গোষ্ঠী-
বিলাকৰ মাজৰ মনচিৰ নাতিয়েক মাখীৰৰ
পুত্ৰ গিলিয়দৰ গোষ্ঠীৰ পিতৃবংশৰ মূল মানুহ-
বিলাকে মোচিৰ, আৰু ইস্ৰায়েলৰ সন্তানবিলা-
কৰ পিতৃবংশৰ মূল মানুহ যি অধ্যক্ষবিলাক,
২ সিবিলাকৰ ওচৰলৈ আহি এই কথা কলে, ইস্ৰা-
য়েলৰ সন্তানবিলাকক আধিপত্যৰ অৰ্থে এই দেশ
চিঠি খেলাই দিবলৈ, যিহোৱাই মোৰ প্ৰভুক
আজ্ঞা কৰিলে, আৰু আমাৰ ভাই চলফাদৰ
আধিপত্য তেওঁৰ জীয়েকহঁতক দিবলৈ মোৰ
৩ প্ৰভুৱে যিহোৱাৰ পৰা আজ্ঞা পালে। কিন্তু
ইস্ৰায়েলৰ সন্তানবিলাকৰ আন ফৈদৰ কোনো
লোকে সৈতে যদি সিহঁত বিয়া হয়, তেন্তে
আমাৰ পিতৃৰ আধিপত্যৰ পৰা সিহঁতৰ অধিকাৰ
কটা যাব, আৰু সিহঁত যি ফৈদৰ হব, সেই
ফৈদৰ আধিপত্যৰ লগত তাক যোগ কৰা হব ;
এই ৰূপে তাক আমাৰ আধিপত্যৰ ভাগৰ পৰা
৪ কটা যাব। আৰু যেতিয়া ইস্ৰায়েলৰ সন্তান-
বিলাকৰ যোবেল বছৰ হব, তেতিয়া, সিহঁত যি
ফৈদৰ হব, সেই ফৈদৰ আধিপত্যৰ লগত সিহঁ-
তৰ আধিপত্য যোগ কৰা হব ; এই ৰূপে আমাৰ
পিতৃফৈদৰ ভাগৰ পৰা সিহঁতৰ আধিপত্য কটা
৫ যাব। তাতে মোচিয়ে যিহোৱাৰ বাক্য অনুসাৰে
ইস্ৰায়েলৰ সন্তানবিলাকক এই আজ্ঞা কৰিলে,
যোচেফৰ সন্তানবিলাকৰ ফৈদে যথাৰ্থ কৈছে।
৬ যিহোৱাই চলফাদৰ জীয়েকহঁতৰ বিষয়ে এই
আজ্ঞা কৰিছে, সিহঁতে যাক ভাল পায়, তাৰে
সৈতে বিয়া হব পাৰিব ; কিন্তু কেৱল আপো-
নাৰ পিতৃফৈদৰ কোনো গোষ্ঠীৰ মাজতহে
৭ বিয়া হব পাৰিব। এই ৰূপে ইস্ৰায়েলৰ সন্তান-
বিলাকৰ কোনো আধিপত্য এক ফৈদৰ পৰা
আন ফৈদলৈ নেযাব ; কিয়নো ইস্ৰায়েলৰ
সন্তানবিলাকৰ প্ৰতিজনে আপোন আপোন
৮ পিতৃফৈদৰ আধিপত্যতে থাকিব লাগিব। আৰু
ইস্ৰায়েলৰ সন্তানবিলাকে প্ৰতিজনে যেন আ-
পোন আপোন পিতৃৰ আধিপত্য ভোগ কৰে,
এই নিমিত্তে ইস্ৰায়েলৰ সন্তানবিলাকৰ কোনো
ফৈদৰ মাজত আধিপত্য পোৱা প্ৰতিজনী
জীয়েকে আপোন পিতৃফৈদৰ গোষ্ঠীৰ মাজৰ
কোনো পুৰুষে সৈতে বিয়া হব লাগিব।
৯ তাতে এক ফৈদৰ পৰা আন ফৈদলৈ কোনো
আধিপত্য নেযাব ; কিয়নো ইস্ৰায়েলৰ সন্তান-
বিলাকৰ প্ৰত্যেক ফৈদ আপোন আপোন
১০ আধিপত্যতে থাকিব লাগিব। চলফাদৰ জী-
য়েকহঁতে মোচিক দিয়া যিহোৱাৰ আজ্ঞা অনু-
১১ সাৰে কাৰ্য্য কৰিলে। কিয়নো মহলা, তিৰ্চা,
হগ্‌লা, মিল্‌কা, আৰু নোৱা চলফাদৰ এই
জীয়েক কেইজনীয়ে আপোনাবিলাকৰ বৰ
বাপেক কি দদায়েকৰ পুতেকহঁতে সৈতে বিয়া
১২ হল। যোচেফৰ পুত্ৰ মনচিৰ সন্তানবিলাকৰ
গোষ্ঠীৰ মাজত সিহঁতৰ বিয়া হোৱাত, সিহঁতৰ
আধিপত্য সিহঁতৰ পিতৃগোষ্ঠীৰ ফৈদতেই
থাকিল।
১৩ যিহোৱাই যিৰীহোৰ সন্মুখত যৰ্দ্দনৰ ওচৰত
মোৱাবৰ সমথলত মোচিৰ দ্বাৰায় ইস্ৰায়েলৰ
সন্তানবিলাকক এই সকলো আজ্ঞা আৰু শাসন-
প্ৰণালী দিলে।

# দ্বিতীয় বিবরণ

অর্থাৎ

## মোচিয়ে লিখা পঞ্চম পুস্তক।

---

মোচিয়ে কোৱা ইস্রায়েলৰ ইতিহাস।

১ পাছে মোচিয়ে যৰ্দ্দনৰ সিপাৰে অৰণ্যত,
চূফৰ সম্মুখত অৰাবাত, পাৰণ, আৰু তোফল,
লাবন, হচেৰোৎ, ও দী-জাহবৰ মাঝ ঠাইত
গোটেই ইস্রায়েলক এইবিলাক কথা কলে।
২ চেয়ীৰ পৰ্ব্বতেদি হোৰেবৰ পৰা কাদেচ-বৰ্ণে-
৩ য়ালৈ এঘাৰ দিনৰ বাট। ইমোৰীয়াবিলাকৰ
হিচবোননিবাসী ৰজা চীহোনক প্ৰহাৰ কৰা, আৰু
অষ্টাৰোৎনিবাসী বাচানৰ ৰজা ওগক ইদ্ৰেয়ীত
৪ প্ৰহাৰ কৰাৰ পাছে, ইস্রায়েলৰ সন্তানবিলাকৰ
নিমিত্তে যিহোৱাই মোচিক দিয়া আটাই আজ্ঞা
অনুসাৰে মোচিয়ে চল্লিশ বছৰৰ বছৰিৰ একাদশ
মাহত মাহৰ প্ৰথম দিনা সিবিলাকক কথা কলে।
৫ যৰ্দ্দনৰ সিপাৰে মোৱাবৰ দেশত মোচিয়ে এই
৬ ব্যৱস্থা বুঝাই কবলৈ ধৰিলে, আমাৰ ঈশ্বৰ
যিহোৱাই হোৰেবত আমাক কৈছিল, তোমা-
৭ লোকে এই পৰ্ব্বতত বহুকাল থাকিলা; এতিয়া
তোমালোকে মুখ ঘুৰাই যাত্ৰা কৰা, আৰু ইমো-
ৰীয়াইতৰ পৰ্ব্বতীয়া দেশ, আৰু তাৰ ওচৰৰ
অৰাবা, পৰ্ব্বতীয়া অঞ্চল, নিম্নভূমি, দক্ষিণ
অঞ্চল, আৰু সমুদ্ৰতীৰত, ও মহানদী ফৰাৎ
নদীলৈকে কনানীয়া দেশ আৰু লিবানোনত
৮ সোমোৱা। দেখা, ময় সেই দেশ তোমালোকৰ
আগত ৰাখিছোঁ; তোমালোকৰ ওপৰপিতৃ
অব্ৰাহামক, ইচ্হাকক, যাকোবক, আৰু সিবি-
লাকৰ ভাবিবংশকো যি দেশ দিবলৈ যিহো-
ৱাই সেই ওপৰপিতৃবিলাকৰ আগত শপথ
কৰিছিল, তোমালোকে সেই দেশত সোমাই
৯ তাক অধিকাৰ কৰা। সেই কালত ময় তোমা-
লোকক এই কথা কৈছিলোঁ, তোমালোকৰ
১০ ভাৰ ময় অকলেই বব নোৱাৰোঁ; তোমালোকৰ
ঈশ্বৰ যিহোৱাই তোমালোকক বৃদ্ধি কৰিলে;
আৰু দেখা, বৰ্ত্তমানে তোমালোক আকাশৰ
১১ তৰাৰ নিচিনা অধিক হৈছা। তোমালোকৰ
ওপৰপিতৃবিলাকৰ ঈশ্বৰ যিহোৱাই বৰ্ত্তমানতকৈয়ো তোমালোকক হাজাৰ গুণে বৃদ্ধি কৰোক;
আৰু তেওঁ তোমালোকক কোৱাৰ দৰেই তোমা-
১২ লোকক আশীৰ্ব্বাদ কৰোক। ময় কেনেকৈ অকলে
তোমালোকৰ ইমান বোজা, ভাৰ, আৰু বিবাদ
১৩ সহিব পাৰিম? তোমালোকে আপোন আপোন
ফৈদৰ মাজত জ্ঞানৱান, বুদ্ধিমান, আৰু নাম
জলা লোকবিলাকক বাচি লোৱা; ময় সিবিলা-
কক তোমালোকৰ ওপৰত মূল মানুহ পাতিম।
১৪ মোৰ এই কথাত তোমালোকে উত্তৰ কৰি
কৈছিলা, তুমি যি কলা, আমি তাকে কৰা ভাল।
১৫ পাছে ময় তোমালোকৰ ফৈদৰ মূল মানুহ-
বিলাকক, জ্ঞানৱান আৰু নাম জলা লোকক
লৈ তোমালোকৰ ফৈদ অনুসাৰে তোমালোকৰ
ওপৰত মূল মানুহ, অৰ্থাৎ সহস্ৰপতি, শতপতি,
পঞ্চাশপতি, দশপতি, আৰু বিষয়া পাতিলোঁ।
১৬ সেই কালত ময় তোমালোকৰ বিচাৰকৰ্ত্তাবিলাকক
এই আজ্ঞা কৰিছিলোঁ, তোমালোকে আপোন
আপোন ভাইবিলাকৰ গোচৰ শুনি, দুই পক্ষৰ
মাজত মানুহ আৰু তাৰ ভাই, আৰু তাৰ লগত
থকা বিদেশীৰ মাজতো ন্যায়ৰূপে বিচাৰ কৰিবা।
১৭ তোমালোকে বিচাৰত কাৰো মুখলৈ নেচাবা;
সৰু বা বড়ৰ কথা সমানে শুনিবা; আৰু মানুহৰ
মুখ দেখি ভয় নেখাবা; কিয়নো বিচাৰ ঈশ্বৰৰ;
আৰু যি গোচৰ তোমালোকলৈ কঠিন হয়,
তাক মোৰ ওৰিলৈ আনিবা, ময় তাক শুনিম।
১৮ সেই সময়ত, তোমালোকে কৰিব লগীয়া কাৰ্য্যৰ
বিষয়ে ময় আজ্ঞা কৰিছিলোঁ।
১৯ পাছে আমি আপোন ঈশ্বৰ যিহোৱাৰ আজ্ঞা
অনুসাৰে, হোৰেবৰ পৰা যাত্ৰা কৰিলোঁ, আৰু
তোমালোকে দেখা সেই ভাওৰ আৰু ভয়ানক গো-
টেই অৰণ্যৰ মাজেদি যাত্ৰা কৰি, ইমোৰীয়াইতৰ

পর্ব্বতীয়া অঞ্চলর বাটেদি গৈ কাদেচ-বর্ণেয়া
২০ পাইছিলোঁ। আরু মই তোমালোকক কৈছিলোঁ,
আমার ঈশ্বর যিহোৱাই আমাক যি দেশ দিছে,
সেই ইমোৰীয়া পর্ব্বতীয়া অঞ্চল তোমালোকে
২১ পালা। দেখা, তোমার ঈশ্বর যিহোৱাই তোমার
আগত সেই দেশ রাখিছে; আপোন ওপর পিতৃ-
বিলাকর ঈশ্বর যিহোৱাই আজ্ঞা করার দরে উঠি
গৈ তাক অধিকার করা; ভয় নকরিবা, আরু ব্যা-
২২ কুল নহবা। তেতিয়া তোমালোকর প্রতিজনে মোর
ওরিলৈ আহি কৈছিলা, আগৈয়ে আমি লোক
পঠাওঁ, সিবিলাকে আমার নিমিত্তে দেশ চাই,
আমি কোন বাটেদি যাব লাগিব, আরু কোন
কোন নগরর ওচরত উপস্থিত হব লাগিব, তার
২৩ বার্ত্তা লৈ আহিব। তাতে, মই সেই কথাত সন্তোষ
পোৱাত, তোমালোকর প্রত্যেক ফৈদর এজন
২৪ এজন এই রূপে বার জনক বাচি ললোঁ। পাছে
সিবিলাকে মুখ ঘুরাই পর্ব্বতীয়া অঞ্চলৈ উঠি,
২৫ ইক্কোল উপত্যকালৈকে গৈ দেশ চালে। আরু
হাতত সেই দেশর কিছু কিছু গুটী লৈ, আমার
ওরিলৈ নামি আহি এই বার্ত্তা দি কলে, আমার
ঈশ্বর যিহোৱাই আমাক যি দেশ দিছে, সেই
২৬ দেশ উত্তম দেশ। তথাপি তোমালোকে উঠি
যাব নুখুজি, তোমালোকর ঈশ্বর যিহোৱার
২৭ আজ্ঞার বিরুদ্ধে আচরণ করিছিলা। আরু
আপোন আপোন তাম্বুত বহি বহি কৈছিলা,
যিহোৱাই আমাক হিংসা করি, বিনাশর অর্থে
ইমোৰীয়াবিলাকর হাতত সোধাই দিবলৈ
২৮ আমাক মিচরর পরা উলিয়াই আনিলে। আমি
কলৈ গৈছোঁ? আমাতকৈ সেই জাতি ডাঙর আরু
দীঘল, আরু সিহঁতর নগরবিলাক অতি ডাঙর,
আরু আকাশ লগা গড়েরে আবৃত আছে; তাত
বাজে সেই ঠাইত আমি অনাকীয়াবিলাকর
সন্তানবোরকো দেখিলোঁ, এই এই কথা কৈ
আমার ভাইবিলাকে আমার মন দ্রব করিলে।
২৯ তেতিয়া মই তোমালোকক কলোঁ, তোমালোকে
সিহঁতলৈ কম্পমান নহবা, আরু সিহঁতলৈ ভয়
৩০ নকরিবা। তোমালোকর আগে আগে যাওঁতা
ঈশ্বর যিহোৱাই, তোমালোকর চকুর আগতে
মিচরত আরু অরণ্যত তোমালোকর নিমিত্তে
তেওঁ করা আটাই কার্য্য অনুসারে তোমালোকর
৩১ পক্ষে যুদ্ধ করিব। বাপেকে আপোনার পুতেকক
কোলাকৈ নিয়াদি, তোমালোকে এই ঠাই নো-
পোৱালৈকে, তোমালোক অহা আটাই বাটত
তোমার ঈশ্বর যিহোৱাই যে তোমাক কোলাত
লৈ আনিছে, ইয়াকে সেই অরণ্যত তোমালোকে
৩২ দেখিলা। তথাপি ইমানতো তোমালোকে
আপোনাবিলাকর ঈশ্বর যিহোৱাত বিশ্বাস নে-
৩৩ রাখিলা; তোমালোকর ছাউনি পাতিবর ঠাই
বিচারিবর নিমিত্তে, তোমালোকে যাব লগা পথ
দেখুৱাবলৈ রাতি অগ্নিত, আরু দিনত মেঘত তেওঁ
৩৪ তোমালোকর আগে আগে গৈছিল। পাছে
যিহোৱাই তোমালোকর কথা শুনি ক্রুদ্ধ হৈ
৩৫ এই শপথ করিছিল, মই তোমালোকর ওপর-
পিতৃবিলাকক যি দেশ দিম বুলি শপথ করি-
ছিলোঁ, এই দুষ্ট বংশর মানুহবোরর মাজর
কোনেও সেই উত্তম দেশ নিশ্চয়ে দেখিবলৈ
৩৬ নেপাব; কেৱল যিফুন্নির পুত্র কালেবে তাক
দেখিব; তেওঁ যি ঠাইত ভরি দিছিল, সেই
ভূমি মই তেওঁক আরু তেওঁর সন্তানবিলাকক
দিম; কিয়নো তেওঁ যিহোৱার পথত সম্পূর্ণরূপে
৩৭ চলিলে। আরু যিহোৱাই তোমালোকর কারণে
মোলৈকো ক্রুদ্ধ হৈ কলে, তুমিও সেই ঠাইত
৩৮ সোমাবলৈ নেপাবা; তোমার পরিচারক নূনর
পুত্র যিহোচূৱাহে সেই দেশত সোমাব; তুমি
তেওঁক আশ্বাস দিয়া, কিয়নো তেওঁহে ইস্রা-
৩৯ য়েলক দেশ অধিকার করাব। আরু তোমা-
লোকে আপোনাবিলাকর যি লরা ছোৱালী-
বোরর বিষয়ে, ইহঁত লুটদ্রব্য হব বুলি কৈছিলা,
সেই লরা ছোৱালীবোর, আরু তোমালোকর যি
সন্তানবিলাকে বর্ত্তমানে ভাল বেয়া নেজানে,
সিহঁতহে সেই ঠাইত সোমাব, সিহঁতকেই মই
সেই দেশ দিম, আরু সিহঁতেইহে তাক অধিকার
৪০ করিব। কিন্তু তোমালোক হলে, ঘুরি চূফ সাগরর
৪১ বাটেদি অরণ্যর ভিতরলৈ যাত্রা করা। তাতে
তোমালোকে মোক উত্তর দি কৈছিলা, আমি
যিহোৱার বিরুদ্ধে পাপ করিলোঁ; আমাক
ঈশ্বর যিহোৱাই দিয়া সকলো আজ্ঞা অনুসারে
আমিয়েই উঠি যুদ্ধ করোঁগৈ, এই বুলি তোমা-
লোক প্রতিজনে যুদ্ধর অস্ত্র কঁকালত বান্ধি পর্ব্বত
৪২ উঠিবলৈ লঘু জ্ঞান করিছিলা। তেতিয়া যিহো-
ৱাই মোক কৈছিল, তুমি সিবিলাকক কোৱা,
তোমালোকে নুঠিবাও যুদ্ধো নকরিবা; কিয়নো
মই তোমালোকর মাজত নথকাত, যুদ্ধ করিলে
৪৩ তোমালোকে শত্রুবোরর আগত হাটিবা। তাতে
মই তোমালোকক সেই কথা কৈছিলোঁ; কিন্তু
তোমালোকে তাক নুশুনি যিহোৱার আজ্ঞার
বিরুদ্ধে আচরণ করি, আরু দুঃসাহসীয়াল হৈ
৪৪ পর্ব্বতত উঠিছিলা। এই নিমিত্তে সেই পর্ব্বতত
থকা ইমোৰীয়া লোকবিলাকে তোমালোকর
বিরুদ্ধে ওলাই, মৌমাখীর দরে তোমালোকক
খেদালে, আরু চেয়ীরত হর্মালৈকে আঘাত করি
৪৫ করি গল। তেতিয়া তোমালোকে উলটি আহি
যিহোৱার আগত ক্রন্দন করিছিলা; কিন্তু
যিহোৱাই তোমালোকর কথা নুশুনি, তোমা-
৪৬ লোকর বাক্যলৈ কাণ নেপাতিলে। তাতে,
তোমালোক কাদেচত যিমান কাল আছিলা,

সিমান কাল অর্থাৎ অনেক দিন সেই ঠাইত
থাকিলা।

২ পাছে, মোক কোৱা যিহোৱাৰ বাক্য অনু-
সাৰে আমি উলটি চুক সাগৰৰ বাটেদি
অৰণ্যৰ ভিতৰলৈ যাত্রা কৰিলোঁ, আৰু চেয়ীৰ
পর্ব্বত ঘুৰি আহোঁতে অনেক দিন নিয়ালোঁ।
২ আৰু যিহোৱাই মোক কৈছিল, তোমালোকে
এই পর্ব্বত ঘুৰি আহোঁতে বহুকাল নিয়ালা;
৪ এতিয়া উত্তৰ কাললৈ ঘূৰা। তুমি লোকবিলাকক
এই আজ্ঞা কৰা, তোমালোক চেয়ীৰনিবাসী
তোমালোকৰ ভাই, এচোৰ সন্তানবিলাকৰ সীমাৰ
ওচৰেদি যাব লাগে, তাতে সিহঁতে তোমালোকৰ
পৰা ভয় পাব; এই হেতুকে তোমালোক সাৱধান
৫ হবা, তোমালোকে সিহঁতে সৈতে যুদ্ধ নকৰিবা;
কিয়নো মই তোমালোকক সিহঁতৰ দেশৰ মাটী
অলপো নিদিওঁ, এনে কি, এখোজ মাটীকে নি-
দিওঁ; কাৰণ অধিকাৰ কৰিবৰ নিমিত্তে চেয়ীৰ
৬ পর্ব্বত মই এচোক দিলোঁ। তোমালোকে ধন দি
সিহঁতৰ পৰা আহাৰ কিনি খাবা; আৰু ধন দি
৭ পানী কিনি খাবা। কিয়নো তোমাৰ ঈশ্বৰ
যিহোৱাই তোমাৰ হাতৰ সকলো কার্য্যত
তোমাক আশীর্ব্বাদ কৰিলে; এই মহা-অৰণ্যৰ
মাজেদি যোৱা কালত তেওঁ তোমাৰ বুজবিচাৰ
লৈ আছে; এই চল্লিশ বছৰ তোমাৰ ঈশ্বৰ
যিহোৱা তোমাৰ সহায় আছে; তোমালোকৰ
৮ একোৰে অভাৱ হোৱা নাই। এই দৰে আমি
অৰাবাৰ বাট এড়ি, আৰু এলৎ ও ইচিয়োন-
গেবৰলৈ নগৈ, চেয়ীৰনিবাসী আমাৰ ভাই,
এচোৰ সন্তানবিলাকৰ ওচৰেদি আহিলোঁ।
৯ পাছে আমি ঘুৰি মোৱাবৰ অৰণ্যৰ বাটেদি
যাত্রা কৰিলোঁ। তাতে যিহোৱাই মোক কলে,
তুমি মোৱাবক দুঃখ নিদিবা, আৰু সিহঁতৰ
লগত যুদ্ধ নকৰিবা; কিয়নো মই অধিকাৰৰ
অর্থে সিহঁতৰ দেশৰ অলপো তোমাক নিদিওঁ;
কাৰণ মই লোটৰ সন্তানবিলাকক অধিকাৰৰ
১০ অর্থে আৰ নগৰ দিলোঁ। (পূর্ব্বে এই ঠাইত
এমীয়াইঁতে বাস কৰিছিল, সিহঁত অনাকীয়া-
ইঁতৰ দৰে মহৎ, অধিক, আৰু দীর্ঘকায় জাতি;
১১ অনাকীয়াইঁতৰ দৰে সিহঁতো ৰফায়ীয়াবোৰৰ
মাজত গণিত আছে; কিন্তু মোৱাবীয়া লোক-
১২ বিলাকে সিহঁতক এমীয়া বোলে। আগেয়ে
হোৰীয়াইঁতো চেয়ীৰত বাস কৰিছিল, কিন্তু
এচোৰ সন্তানবিলাকে সিহঁতৰ আধিপত্য লৈ,
আৰু আপোনাবিলাকৰ আগৰ পৰা সিহঁতক
বিনষ্ট কৰি, সিহঁতৰ ঠাইত বাস কৰিলে;
ইস্রায়েলে যেনেকৈ যিহোৱাই দিয়া আপোন
আধিপত্যৰ দেশক কৰিছিল, ইহঁতেও তেনেকৈ
১৩ সিহঁতক কৰিলে।) এতিয়া তোমালোক উঠা,
আৰু জেৰদ জুৰী পাৰ হোৱা। তেতিয়া আমি
১৪ জেৰদ জুৰী পাৰ হলোঁ। কাদেচ-বর্ণেয়াৰ পৰা
জেৰদ জুৰী পাৰ হোৱালৈকে আমি যাত্রা কৰা
আঠত্রিশ বছৰ হল; সেই কালৰ মাজত, যিহো-
ৱাই সিবিলাকৰ আগত কৰা শপথ অনুসাৰে
ছাউনিৰ মাজৰ পৰা সেই কালৰ সকলো যুদ্ধাৰু-
১৫ বিলাক উচ্ছন্ন হল; অধিকন্তু সিহঁত উচ্ছন্ন
নোহোৱালৈকে, ছাউনিৰ মাজৰ পৰা সিহঁতক
বিনষ্ট কৰিবলৈ, যিহোৱাৰ হাত সিহঁতৰ
বিৰুদ্ধে আছিল।
১৬ সকলো যুদ্ধাৰুবিলাক মৰি লোকবিলাকৰ মা-
১৭ জৰ পৰা উচ্ছন্ন হলত, যিহোৱাই মোক কৈছিল,
১৮ আজি তুমি মোৱাবৰ সীমা অর্থাৎ আৰৰ ওচৰেদি
১৯ যাব লাগে। যেতিয়া অম্মোনৰ সন্তানবিলাকৰ
সীমাৰ সন্মুখলৈ যাবা, তেতিয়া তুমি সিহঁতক
দুঃখ নিদিবা, আৰু সিহঁতে সৈতে যুদ্ধ নকৰিবা;
কিয়নো মই তোমাক অধিকাৰৰ অর্থে অম্মোনৰ
সন্তানবিলাকৰ দেশৰ অলপকেই নিদিওঁ, কাৰণ
মই অধিকাৰৰ অর্থে লোটৰ সন্তানবিলাকক তাক
২০ দিলোঁ। (সেই দেশো ৰফায়ীয়াইঁতৰ দেশ বুলি
গণিত হৈছে; পূর্ব্বে ৰফায়ীয়াইঁত তাত বাস কৰি-
ছিল; কিন্তু অম্মোনীয়াইঁতে সিহঁতক জম্জুমীয়া
২১ বোলে; সিহঁত অনাকীয়াইঁতৰ দৰে মহৎ, অধিক,
আৰু দীর্ঘকায় জাতি। কিন্তু যিহোৱাই সিহঁতক
ইহঁতৰ আগৰ পৰা বিনষ্ট কৰিলে; আৰু ইহঁতে
সিহঁতৰ আধিপত্য লৈ সিহঁতৰ ঠাইত বসতি
২২ কৰিলে; তেওঁ চেয়ীৰনিবাসী এচোৰ সন্তান-
বিলাকৰ নিমিত্তে সেই ৰূপ কার্য্য কৰিলে,
অর্থাৎ সিবিলাকৰ সন্মুখৰ পৰা হোৰীয়াইঁতক
বিনষ্ট কৰিলে; তাতে সিবিলাকে সিহঁতৰ আধি-
পত্য লৈ, সিহঁতৰ ঠাইত আজিলৈকে বাস কৰি
২৩ আছে; আৰু কপ্তোৰৰ পৰা ওলাই অহা
কপ্তোৰীয়াইঁতে ঘচালৈকে গাঁৱে গাঁৱে বাস কৰা
অব্বীয়াইঁতক বিনষ্ট কৰি সিহঁতৰ ঠাইত বাস
২৪ কৰিলে।) তোমালোক উঠা, আৰু যাত্রা কৰি
অর্ণোনৰ উপত্যকা পাৰ হোৱা; দেখা, মই
হিচ্বোনৰ ৰজা ইমোৰীয়া চীহোনক আৰু তেওঁৰ
দেশকো তোমাৰ হাতত সমর্পণ কৰিলোঁ; তুমি
তাক অধিকাৰ কৰিবলৈ ধৰা, তেওঁৰে সৈতে যুদ্ধ
২৫ কৰা। আজিৰ পৰাই মই আকাশৰ তলত থকা
আটাই জাতিৰ মনত তোমাৰ বিষয়ে আশঙ্কা
আৰু ত্রাস জন্মাবলৈ ধৰিম; তোমাৰ কথা শুনা-
মাত্রকে সিহঁত তোমাৰ কাৰণে কম্পবান আৰু
অতিশয় ত্রাসিত হব।
২৬ পাছে মই কদেমোৎ অৰণ্যৰ পৰা দূতৰ
হাতত হিচ্বোনৰ ৰজা চীহোনলৈ শান্তিৰ
২৭ বাক্য কৈ পঠালোঁ, যে, তুমি আপোন দেশৰ
মাজেদি মোক যাবলৈ দিয়া; মই সোঁ বা বাওঁ—

২৮ কালে নুযুৰোঁ, ৰাজবাটেদি যাম; ময় খাবৰ
নিমিত্তে, তুমি ধন লৈ মোক আহাৰ বেচিবা,
আৰু পান কৰিবৰ নিমিত্তে, ধন লৈ পানী
দিবা ; কেৱল তোমাৰ দেশেদি মোক খোজ
২৯ কাঢ়ি যাবলৈ দিয়া ; চেয়ীৰনিবাসী এচোৰ
সন্তানবিলাকে আৰু আৰনিবাসী মোৱাবীয়া
লোকবিলাকে মোলৈ যেনে কৰিলে, তুমিও সেই
ৰূপে কৰা ; আমাৰ ঈশ্বৰ যিহোৱাই আমাক
যি দেশ দিছে, ময় যৰ্দ্দন পাৰ হৈ সেই দেশ
৩০ লৈ পাওঁমানে মোক যাবলৈ দিয়া। কিন্তু হিচ্-
বোনৰ ৰজা চীহোনে আপোন দেশৰ মাজেদি
যাবলৈ আমাক অনুমতি নিদিলে ; কিয়নো,
তোমাৰ ঈশ্বৰ যিহোৱাই, আজি ঘটা নিচিনাকৈ
তোমাৰ হাতত তেওঁক সোধাই দিবলৈ তেওঁৰ
মন কঠিন কৰিলে, আৰু তেওঁৰ হৃদয় টান
৩১ কৰিলে। আৰু যিহোৱাই মোক কলে, দেখা,
ময় চীহোন আৰু তেওঁৰ দেশ তোমাৰ হাতত
সোধাই দিবলৈ ধৰিছোঁ ; তুমিও আধিপত্যৰ
৩২ অৰ্থে তেওঁৰ দেশ লবলৈ ধৰা। তাতে যহচত যুদ্ধ
কৰিবলৈ, চীহোন আৰু তেওঁৰ সকলো প্ৰজা
৩৩ আমাৰ অহিতে ওলাই আহিল। তেতিয়া
আমাৰ ঈশ্বৰ যিহোৱাই আমাৰ আগত তেওঁক
দিলে ; তাতে আমি তেওঁক, তেওঁৰ পুত্ৰেকহঁতক,
আৰু তেওঁৰ প্ৰজাবোৰকো আঘাত কৰিলোঁ।
৩৪ সেই সময়ত আমি তেওঁৰ সকলো নগৰ হাত
কৰি লৈ, লৰা তিৰুতাই সৈতে নিঃশেষে বিনষ্ট
৩৫ কৰিলোঁ, কাকো অৱশিষ্ট নেৰাখিলোঁ : কেৱল
পশুবোৰ, আৰু আমি হাত কৰি লোৱা নগৰৰ
সকলো লুটদ্ৰব্য আমি আপোনাবিলাকৰ
৩৬ নিমিত্তে ললোঁ। অৰ্ণোনৰ উপত্যকাৰ দাঁতিত
থকা অৰোয়েৰৰ পৰা, আৰু উপত্যকাৰ মাজত
থকা নগৰৰ পৰা গিলিয়দলৈকে, আমি জয়
কৰিব নোৱৰা এনে কোনো দৃঢ় নগৰ নাছিল ;
আমাৰ ঈশ্বৰ যিহোৱাই সেই সকলোকে আমাক
৩৭ সোধাই দিলে ; কেৱল অম্মোনৰ সন্তানবিলাকৰ
দেশৰ ওচৰলৈ তুমি যোৱা নাই ; যব্বোক জুৰীৰ
কোষত থকা আটাই অঞ্চল, আৰু পৰ্ব্বতীয়া
দেশৰ নগৰ আদি যি দেশৰ বিষয়ে আমাৰ
ঈশ্বৰ যিহোৱাই নিষেধ কৰিছিল, তাৰ ওচৰলৈ
তুমি যোৱা নাই।

৩ পাছে আমি বাচানৰ বাটেদি ঘূৰি গলোঁ ;
তাতে, ইদ্ৰেয়ীত যুদ্ধ কৰিবলৈ বাচানৰ ৰজা
ওগ আৰু তেওঁৰ আটাই প্ৰজা আমাৰ বিৰুদ্ধে
২ ওলাই আহিল। তেতিয়া যিহোৱাই মোক কলে,
তুমি তেওঁলৈ ভয় নকৰিবা ; কিয়নো ময় তেওঁক,
তেওঁৰ প্ৰজাবোৰক, আৰু তেওঁৰ দেশ তোমাৰ
হাতত সোধাই দিছোঁ ; তুমি যেনেকৈ ইমো-
ৰীয়াহঁতৰ হিচ্বোননিবাসী ৰজা চীহোনলৈ
৩ কৰিছিলা, তেনেকৈ তেওঁলৈকো কৰিবা। এই
ৰূপে আমাৰ ঈশ্বৰ যিহোৱাই বাচানৰ ৰজা ওগক
আৰু তেওঁৰ প্ৰজাবোৰকো আমাৰ হাতত সোধাই
দিলে ; তাতে আমি তেওঁক এনেকৈ প্ৰহাৰ কৰিলোঁ,
৪ যে, তেওঁৰ কোনো অৱশিষ্ট নেথাকিল। সেই
কালত আমি তেওঁৰ সকলো নগৰ হাত কৰি
ললোঁ ; সিহঁতৰ পৰা আমি হাত কৰি নোলোৱা
কোনো নগৰ নেথাকিল ; ষাইঠখন নগৰ, আটাই
অৰ্গোব অঞ্চল, বাচানৰ ৰজা ওগৰ ৰাজ্য ললোঁ।
৫ সেই সকলো নগৰ ওখ গড়েৰে, দুৱাৰেৰে, আৰু
ডাঙেৰে ভালকৈ ৰখা আছিল ; তাত বাজে গড়
নাইকিয়া অতিশয় অধিক নগৰো আছিল।
৬ আমি হিচ্বোনৰ ৰজা চীহোনলৈ যেনে কৰি-
ছিলোঁ, সেই ৰূপে সিহঁতকো নিঃশেষে বিনষ্ট
কৰিলোঁ ; লৰা তিৰুতাই সৈতে বসতি কৰা
৭ প্ৰত্যেক নগৰ নিঃশেষে বিনষ্ট কৰিলোঁ। কিন্তু
আটাই পশু আৰু নগৰৰ লুটদ্ৰব্য আমি নিজৰ
৮ নিমিত্তে লুটি ললোঁ। সেই সময়ত আমি
যৰ্দ্দনৰ পূব পাৰত থকা ইমোৰীয়াহঁতৰ দুজন
ৰজাৰ হাতৰ পৰা, অৰ্ণোনৰ উপত্যকাৰে পৰা
হৰ্মোণ পৰ্ব্বতলৈকে আটাই দেশ হাত কৰি
৯ ললোঁ। (এই হৰ্মোনক চীদোনীয়াহঁতে চিৰি-
য়োন বোলে, আৰু ইমোৰীয়াহঁতে চনীৰ
১০ বোলে ; ) আমি সমথলৰ সকলো নগৰ, গোটেই
গিলিয়দ, চল্খা আৰু ইদ্ৰেয়ীলৈকে গোটেই
বাচান, বাচানত থকা ওগৰ ৰাজ্যৰ নগৰবিলাক
১১ হাত কৰি ললোঁ। (কিয়নো অৱশিষ্ট থকা
ৰফায়ীয়াহঁতৰ মাজত বাচানৰ ৰজা ওগেইহে
অৱশিষ্ট আছিল ; দেখা, তেওঁৰ খাট লোহাৰ
খাট ; সেয়ে জানো অম্মোনৰ সন্তানবোৰৰ
ৰব্বাত নাই ? মানুহৰ হাতৰ জোখ অনুসাৰে
সেয়ে দীঘলে ন হাত, আৰু বহলে চাৰি হাত
১২ আছিল। ) সেই সময়ত এই দেশ আমি অধি-
কাৰ কৰিলোঁ ; অৰ্ণোনৰ উপত্যকাৰ দাঁতিত থকা
অৰোয়েৰৰ পৰা গিলিয়দৰ আধা পৰ্ব্বতীয়া
অঞ্চল, আৰু তাৰ নগৰবোৰ ময় ৰূবেণীয়া আৰু
১৩ গাদীয়াবিলাকক দিলোঁ। আৰু গিলিয়দৰ আন
ভাগ, আৰু ওগৰ ৰাজ্য গোটেই বাচান, গোটেই
অৰ্গোব অঞ্চল ময় মনচিৰ আধা ফৈদক দিলোঁ।
(সেই গোটেই বাচানক ৰফায়ীয়াহঁতৰ দেশ
১৪ বোলে। মনচিৰ পুত্ৰ যায়ীৰে গচুৰীয়া আৰু
মাখাথীয়াহঁতৰ সীমালৈকে গোটেই অৰ্গোব
অঞ্চল লৈ আপোন নাম অনুসাৰে সেইবোৰ
অৰ্থাৎ বাচানৰ নাম হব্বোৎ-যায়ীৰ ৰাখিলে ;
১৫ এই নাম আজিলৈকে আছে।) ময় মাখীৰক গিলি-
১৬ য়দ দিলোঁ। আৰু গিলিয়দৰ পৰা অৰ্ণোনৰ উপত্য-
কাৰ মাজৰ জুৰীলৈকে, (সেই জুৰী তাৰ সীমা)
আৰু অম্মোনৰ সন্তানবিলাকৰ সীমা যব্বোক

জুৰীলৈকে, ৰুবেণীয়া আৰু গাদীয়াবিলাকক
১৭ দিলোঁ ; আৰু কিন্নেৰতৰ পৰা পিচ্‌গাৰ চাও-
লীয়া ঠাইবোৰৰ তলত থকা অৰাবা, অৰ্থাৎ
লবণসমুদ্ৰলৈকে অৰাবাও দিলোঁ ; তাৰ সীমা
যৰ্দ্দন।
১৮ আৰু সেই সময়ত মই তোমালোকক এই
আজ্ঞা দিছিলোঁ, তোমালোকৰ ঈশ্বৰ যিহোৱাই
অধিকাৰৰ অৰ্থে এই দেশ তোমালোকক দিছে ;
তোমালোক সকলো যুদ্ধাৰু লোক সুসজ্জিত হৈ,
তোমালোকৰ ভাই ইস্রায়েলৰ সন্তানবিলাকৰ
১৯ আগে আগে পাৰ হৈ যাবা। কিন্তু যিহোৱাই
তোমালোকৰ নিচিনাকৈ তোমালোকৰ ভাই-
বিলাককো জিৰণি নিদিয়েমানে, অৰ্থাৎ যৰ্দ্দনৰ
সিপাৰে যি দেশ তোমালোকৰ ঈশ্বৰ যিহোৱাই
সিবিলাকক দিছে, সেই দেশ সিবিলাকেও
২০ অধিকাৰ নকৰামানে, তোমালোকৰ লৰা তিৰুতা-
বিলাক আৰু তোমালোকৰ পশুবোৰ, (তোমা-
লোকৰ অনেক পশু আছে বুলি জানিছোঁ ; ) মই
তোমালোকক দিয়া নগৰবোৰত থাকিব ; পাছে
তোমালোক প্ৰতিজনে মই তোমালোকক দিয়া
আপোন আপোন আধিপত্যলৈ উলটি আহিবা।
২১ আৰু সেই সময়ত মই যিহোচূৱাক এই আজ্ঞা
কৰিছিলোঁ, তোমালোকৰ ঈশ্বৰ যিহোৱাই সেই
দুজন ৰজালৈ কৰা আটাই কাৰ্য্য তুমি নিজ চকুৰে
দেখিলা ; তুমি পাৰ হৈ যি ৰাজ্যৰ অহিতে
যাবা, সেই সকলো ৰাজ্যলৈ যিহোৱাই সেই
২২ ৰূপে কৰিব। তোমালোকে সিহঁতলৈ ভয় ন-
কৰিবা ; কিয়নো তোমালোকৰ ঈশ্বৰ যিহোৱা
নিজে তোমালোকৰ পক্ষে যুদ্ধ কৰোঁতা।
২৩ সেই সময়ত মই যিহোৱাৰ অনুগ্ৰহ প্ৰাৰ্থনা
২৪ কৰিছিলোঁ, যে, হে প্ৰভু যিহোৱা, তুমি আপোন
দাসৰ আগত আপোন মহিমা আৰু বলৱান হাত
দেখুৱাবলৈ ধৰিলা ; কিয়নো তোমাৰ কাৰ্য্য আৰু
মহৎ কৰ্ম্মৰ দৰে কৰিব পৰা, স্বৰ্গত কি পৃথিবীত
২৫ এনে ঈশ্বৰ আৰু কোন আছে ? বিনয় কৰোঁ,
যৰ্দ্দনৰ সিপাৰে থকা সেই উত্তম দেশ, সুন্দৰ
পৰ্ব্বতময় দেশ, আৰু লিবানোন দেখিবলৈ
২৬ মোক পাৰ হৈ যাব দিয়া। কিন্তু যিহোৱাই
তোমালোকৰ কাৰণে মোলৈ ক্ৰুদ্ধ হৈ, মোৰ
কথা নুশুনি মোক কলে, তোমাৰ পক্ষে এয়ে
যথেষ্ট, এই বিষয়ে আৰু মোক কথা নকবা ;
২৭ পিচ্‌গাৰ টিঙলৈ উঠি যোৱা, আৰু পশ্চিম,
উত্তৰ, দক্ষিণ, আৰু পূব কাললৈ চকু তুলি
চোৱা, আপোনাৰ চকুৰে দেখা ; কিয়নো তুমি
২৮ সেই যৰ্দ্দন পাৰ হবলৈ নেপাবা। কিন্তু তুমি
যিহোচূৱাক আদেশ কৰা, তেওঁক আশ্বাস
দিয়া, আৰু তেওঁক সবল কৰা ; কিয়নো তেৱেঁই
এই লোকবিলাকৰ আগে আগে পাৰ হৈ যাব,
যি দেশ তুমি দেখিবা, তাক তেৱেঁই সিবিলাকক
২৯ অধিকাৰ কৰাব। এই ৰূপে আমি বৈৎ-পিয়োৰৰ
সন্মুখত থকা উপত্যকাত বাস কৰিলোঁ।

ইস্রায়েলৰ উন্নতিৰ বিষয়ে মোচিয়ে দিয়া উপদেশ।
আশ্ৰয়নগৰ নিৰূপণ।

৪ হে ইস্রায়েল, তোমালোকে জীয়াই থাকি,
তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ ঈশ্বৰ যি-
হোৱাই তোমালোকক যি দেশ দিছে, তাৰ মাজত
সোমাই তাক অধিকাৰ কৰিবলৈ, এতিয়া যি যি
বিধি আৰু শাসনপ্ৰণালী পালন কৰিবৰ নিমিত্তে
মই তোমালোকক শিকাওঁ, সেইবোৰলৈ কাণ
২ দিয়া। তোমালোকক দিয়া ঈশ্বৰ যিহোৱাৰ আজ্ঞা
তোমালোকে পালন কৰিবৰ নিমিত্তে, মই তোমা-
লোকক আজ্ঞা কৰা বাক্যত তোমালোকে আৰু
একো কথা যোগ নিদিবা, আৰু তাৰ একো কমো
৩ নকৰিবা। যিহোৱাই বাল-পিয়োৰৰ কাৰণে যি
কৰিছিল, তাক তোমালোকে আপোন চকুৰে
দেখিলা ; কিয়নো তোমাৰ ঈশ্বৰ যিহোৱাই
বাল-পিয়োৰৰ পাছত যোৱা আটাই লোকক
৪ তোমাৰ মাজৰ পৰা উচ্ছন্ন কৰিলে। কিন্তু
আপোন ঈশ্বৰ যিহোৱাত আসক্ত হৈ থকা যি
তোমালোক, তোমালোক প্ৰতিজন এতিয়াও
৫ জীয়াই আছা। দেখা, তোমালোকে যি দেশ
অধিকাৰ কৰিবলৈ তাত সোমাবা, সেই দেশত,
মোৰ ঈশ্বৰ যিহোৱাই মোক আজ্ঞা কৰা বিধি
আৰু শাসনপ্ৰণালী অনুসাৰে যেন তোমালোক
চলিবা, এই নিমিত্তে মই তোমালোকক সেই
৬ বিধি আৰু শাসনপ্ৰণালী শিকালোঁ। এই হেতুকে
সেইবোৰ পালন কৰি সেই মতে কাৰ্য্য কৰা ;
কিয়নো জাতিবিলাকৰ আগত সেয়েই তোমা-
লোকৰ জ্ঞান আৰু বুদ্ধিৰ প্ৰমাণ হব ; এই
সকলো বিধি শুনি সিহঁতে কব, বাস্তৱিক এই
৭ মহাজাতি জ্ঞানৱান আৰু বুদ্ধিমান জাতি। আৰু
আমাৰ ঈশ্বৰ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰা
কালত তেওঁ যেনেকুৱা আমাৰ ওচৰত থাকোঁতা,
কোন মহাজাতিৰ তেনেকুৱা ওচৰত থাকোঁতা ঈশ্বৰ
৮ আছে ? আৰু মই আজি তোমালোকৰ আগত
যি ব্যৱস্থা প্ৰকাশ কৰিছোঁ, তাৰ বিধি আৰু
শাসনপ্ৰণালীৰ নিচিনা ন্যায় বিধি আৰু শাসন-
৯ প্ৰণালী কোন মহাজাতিৰ আছে ? তুমি আপোন
চকুৰে যি যি দেখিলা, সেইবোৰ যেন নেপাহৰা,
তোমাৰ জীৱনৰ সকলো কালত তোমাৰ মনৰ পৰা
সেইবোৰ যেন লুপ্ত নহয়, এই নিমিত্তে কেৱল
আপোনাৰ বিষয়ে সাৱধান হোৱা, আপোনাৰ
প্ৰাণৰ বিষয়ে অতিশয় সাৱধান হোৱা ; তুমি আ-
পোনাৰ পো নাতিবিলাককো সেইবোৰ শিকাবা।
১০ বিশেষকৈ যি দিনা তুমি হোৰেবত তোমাৰ ঈশ্বৰ

যিহোৱাৰ আগত থিয় হৈছিলা, তাক নে-
পাহৰিবা । সেই দিনা যিহোৱাই মোক কৈছিল,
যে, লোকবিলাকে পৃথিবীত থাকোঁতে জীৱনৰ
সকলো কালত যেন মোলৈ ভয় কৰিবলৈ শিকিব,
আৰু আপোনাৰ সন্তানবিলাককো যেন তাক
শিকাব, এই নিমিত্তে তুমি মোৰ ওচৰত লোক-
বিলাকক গোটোৱা, আৰু মই আপোন বাক্য
১১ সিবিলাকক শুনাম । তাতে তোমালোকে ওচৰ
চাপি পৰ্ব্বতটোৰ তলত থিয় হৈ আছিলা ;
আৰু পৰ্ব্বতটো আকাশ লগা অগ্নিৰে জ্বলিছিল,
আৰু আন্ধাৰ, মেঘ, ও ঘোৰ অন্ধকাৰে জুৰি
১২ আছিল । তেতিয়া অগ্নিৰ মাজৰ পৰা যিহোৱাই
তোমালোকক কথা কৈছিল ; তোমালোকে তেওঁৰ
বাক্যৰ শবদ শুনিছিলা, কিন্তু কোনো মূৰ্ত্তি নে-
১৩ দেখিছিলা, কেৱল শবদ মাত্ৰ শুনিছিলা । আৰু
তেওঁ আপোনাৰ যি নিয়মটী পালন কৰিবলৈ
তোমালোকক আজ্ঞা কৰিছিল, সেই নিয়মটী
অৰ্থাৎ দহ আজ্ঞা তেওঁ তোমালোকক জনালে,
১৪ আৰু দুখন শিলৰ ফলিত তাক লিখিলে । তোমা-
লোকে যি দেশ অধিকাৰ কৰিবলৈ পাৰ হৈ
যাবা, সেই দেশত তোমালোকে পালন কৰিবৰ
নিমিত্তে বিধি আৰু শাসনপ্ৰণালী তোমালোকক
শিকাবলৈ যিহোৱাই সেই সময়ত মোকেই আজ্ঞা
১৫ কৰিলে । এই হেতুকে তোমালোক আপোনা-
বিলাকৰ বিষয়ে সাৱধান হোৱা ; কিয়নো,
যিহোৱাই হোৰেবত অগ্নিৰ মাজৰ পৰা তোমা-
লোকক কথা কোৱা দিনা, তোমালোকে তেওঁৰ
১৬ কোনো প্ৰকাৰ আকাৰ দেখা নাছিলা ; নহলে
তোমালোকে ভ্ৰষ্ট হৈ আপোনাবিলাকৰ নিমিত্তে
১৭ কোনো আকাৰৰ মূৰ্ত্তিৰে কটা প্ৰতিমা সাজিবা, বা
১৮ পুৰুষ কি স্ত্ৰীৰ আকৃতিৰে, নাইবা পৃথিবীত
থকা কোনো পশুৰ আকৃতিৰে, বা আকাশত
উড়ি ফুৰা ডেউকা লগা চৰাইৰ আকৃতিৰে,
নাইবা মাটিত বগাই ফুৰা কোনো জন্তুৰ আকৃ-
তিৰে, বা পৃথিবীৰ তলৰ পানীত থকা কোনো
১৯ মাছৰ আকৃতিৰে সাজিবা, নাইবা আকাশলৈ
চকু তুলি, সূৰ্য্য, চন্দ্ৰ, আৰু তৰা আদি আকাশৰ
সকলো বাহিনী দেখি, যিবোৰক তোমাৰ ঈশ্বৰ
যিহোৱাই গোটেই আকাশৰ তলত থকা সকলো
জাতিবোৰকহে ভাগ বাঁটি দিলে, আকৰ্ষিত হৈ
সেইবোৰৰ আগত প্ৰণিপাত কৰিবা, আৰু সেই-
২০ বোৰক সেৱাপূজা কৰিবা । কিন্তু তোমালোকক
হলে, আজিৰ দিচিনাকৈ যিহোৱাৰ আধিপত্যৰ
জাতি হবলৈ, লোহা গলোৱা কুণ্ডস্বৰূপ মিচৰৰ
২১ পৰা তেওঁ উলিয়াই আনিলে । তাত বাজে
তোমালোকৰ নিমিত্তে যিহোৱাই মোলৈ ক্ৰুদ্ধ
হৈ, তুমি যৰ্দ্দন পাৰ নহবা, ইস্ৰায়েলৰ ঈশ্বৰ
যিহোৱাই সিবিলাকক যি দেশ অধিকাৰ কৰিব-
লৈ দিছে, সেই উত্তম দেশত তুমি নোসোমাবা,
২২ এই বুলি শপথ কৰিলে । মই হলে, এই দেশতে
মৰিব লাগিব, মই যৰ্দ্দন পাৰ হৈ যাবলৈ নে-
পাম ; কিন্তু তোমালোকে হলে পাৰ হৈ সেই
২৩ উত্তম দেশ অধিকাৰ কৰিবা । তোমালোকে সৈতে
স্থিৰ কৰা আপোন ঈশ্বৰ যিহোৱাৰ নিয়মটী
যেন নেপাহৰা, আৰু তোমাৰ ঈশ্বৰ যিহোৱাই
তোমাক নিষেধ কৰা কোনো বস্তুৰ আকৃতিৰে
কোনো কটা প্ৰতিমা যেন নেসাজা, এই নিমিত্তে
তোমালোকে আপোনাবিলাকৰ বিষয়ে সাৱধান
২৪ হোৱা ; কিয়নো তোমাৰ ঈশ্বৰ যিহোৱা গ্ৰাস
কৰোঁতা অগ্নিস্বৰূপ, আৰু আপোন মৰ্য্যাদা ৰখাত
উদ্যোগী ঈশ্বৰ ।
২৫ সেই দেশত পো নাতিৰ জন্ম দি বহুকাল
বাস কৰাৰ পাছত, যদি তোমালোকে ভ্ৰষ্ট হৈ
কোনো বস্তুৰ আকৃতিৰে প্ৰতিমা সাজি, আপোন
ঈশ্বৰ যিহোৱাক বেজাৰ দিবৰ নিমিত্তে তেওঁৰ
২৬ আগত কুকৰ্ম্ম কৰা, তেন্তে মই আজি তোমা-
লোকৰ বিৰুদ্ধে আকাশ আৰু পৃথিবীক সাক্ষী
কৰি কৈছোঁ, তোমালোকে যি দেশ অধিকাৰ
কৰিবলৈ যৰ্দ্দন পাৰ হৈ যাবা, সেই দেশৰ পৰা
তোমালোক শীঘ্ৰে নিঃশেষে বিনষ্ট হবা ; সেই
দেশত তোমালোক দীৰ্ঘজীৱী নহবা, কিন্তু
২৭ নিঃশেষে বিনষ্ট হবা । আৰু যিহোৱাই জাতি-
বিলাকৰ মাজত তোমালোকক গোট গোট কৰিব ;
যিহোৱাই তোমালোকক যি ঠাইলৈ লৈ যাব,
সেই ঠাইত জাতিবিলাকৰ মাজত তোমালোক অ-
২৮ লপ মাত্ৰ অৱশিষ্ট থাকিবা । আৰু সেই সেই ঠা-
ইত, মানুহৰ হাতেৰে কৰা দেৱমূৰ্ত্তিবোৰক, অৰ্থাৎ
দেখিব নোৱৰা, শুনিব নোৱৰা, খাব নোৱৰা,
আৰু গন্ধ লব নোৱৰা এনে কাঠ আৰু শিলক
২৯ সেৱাপূজা কৰিবা । কিন্তু সেই ঠাইত থাকি
যদি তোমালোকে আপোন ঈশ্বৰ যিহোৱাক
বিচাৰ কৰা, তেন্তে, তুমি সকলো মনেৰে আৰু
সকলো প্ৰাণেৰে বিচাৰ কৰিলে তেওঁক পাবা ।
৩০ যেতিয়া তুমি ঠেকত পৰা, আৰু এই সকলো
তোমালৈ ঘটিব, তেতিয়া সেই ভবিষ্যত কালত
তুমি আপোন ঈশ্বৰ যিহোৱালৈ উলটিবা, আৰু
৩১ তেওঁৰ বাক্যলৈ কাণ পাতিবা । কিয়নো তোমাৰ
ঈশ্বৰ যিহোৱা দয়ালু ঈশ্বৰ ; তেওঁ তোমাক ত্যাগ
নকৰিব, আৰু তোমাক বিনষ্ট নকৰিব, আৰু
তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে সৈতে শপথ
৩২ খাই কৰা নিয়মটী তেওঁ নেপাহৰিব । কিন্তু দেখা,
পৃথিবীত ঈশ্বৰে মানুহ সৃষ্টি কৰা দিনৰে পৰা,
তোমাৰ পূৰ্ব্বে হৈ যোৱা কালৰ বিষয়ে আকাশৰ
আদিৰ পৰা অন্তলৈকে সোধা, যে, এই মহৎ
কাৰ্য্যৰ নিচিনা আন কোনো কাৰ্য্য জানো
কেতিয়াবা কৰা হল, বা তাৰ নিচিনা কাৰ্য্যৰ

৩৩ কথা শুনা গল? আৰু অগ্নিৰ মাজৰ পৰা
ঈশ্বৰে কোৱা বাক্যৰ শব্দ তোমাৰ দৰে শুনি
৩৪ কোনো জাতি জীয়াই থাকিল নে? নাইবা তোমা-
লোকৰ ঈশ্বৰ যিহোৱাই মিচৰত তোমালোকৰ
সাক্ষাতে কৰা আটাই কাৰ্য্য অনুসাৰে, নানা
পৰীক্ষা, চিন, আৰু অদ্ভুত লক্ষণ, আৰু যুদ্ধ,
বলৱান হাত, মেলা বাহু, আৰু নানা ভয়ানক
মহৎ কাৰ্য্যৰ দ্বাৰায় ঈশ্বৰে আন জাতিৰ মাজৰ
পৰা আপোনাৰ নিমিত্তে এক জাতিক লবলৈ
৩৫ উপায় কৰিছিল নে? যিহোৱায়েই যে ঈশ্বৰ,
তেওঁৰ বাহিৰে আৰু কোনো নাই, ইয়াক
জানিবৰ নিমিত্তে এই সকলোকে তোমাকেইহে
৩৬ দেখুউৱা হল। তেওঁ তোমাক শিক্ষা দিবৰ
নিমিত্তে, স্বৰ্গৰ পৰা তোমাক আপোনাৰ মাত
শুনালে, আৰু পৃথিবীত আপোনাৰ মহা-অগ্নি
তোমাক দেখুৱালে; আৰু তুমি অগ্নিৰ মাজৰ
৩৭ পৰা তেওঁৰ বাক্য শুনিবলৈ পালা। আৰু তেওঁ
তোমাতকৈ মহান আৰু বলৱান জাতিবোৰক
তোমাৰ আগৰ পৰা দূৰ কৰি, তোমাক সুমুৱাই,
আধিপত্যস্বৰূপে সিহঁতৰ দেশ আজিৰ দৰে
৩৮ তোমাক দিবৰ নিমিত্তে, তেওঁ তোমাৰ পূৰ্ব্ব-
পুৰুষবিলাকক প্ৰেম কৰা হেতুকে, সিবিলাকৰ
ভাবিবংশক মনোনীত কৰি লৈ, মিচৰৰ পৰা
নিজেই মহাবলেৰে তোমাক উলিয়াই আনিলে।
৩৯ এই হেতুকে, ওপৰত থকা স্বৰ্গত আৰু তলত থকা
পৃথিবীতো যিহোৱায়েই যে ঈশ্বৰ, আন কোনো
নাই, ইয়াক তুমি আজি জানিব লাগে, আৰু
৪০ আপোনাৰ মনত ৰাখিব লাগে। আৰু তোমাৰ ও
তোমাৰ ভাবিসন্তানবিলাকৰো যেন মঙ্গল হয়,
আৰু তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যি দেশ
সদাকালৰ নিমিত্তে দিছে, তাত যেন তোমাৰ আয়ুস
দীঘল হয়, এই নিমিত্তে মই আজি তোমাক
দিয়া বিধি আৰু আজ্ঞাবিলাক পালন কৰা।

৪১ পাছে, যি কোনোৱে আগৰে পৰা হিংসা
৪২ নকৰাকৈ অজ্ঞানত কোনো মানুহক বধ কৰে, সেই
মানুহবধী পলাই সাৰিবৰ নিমিত্তে, যৰ্দ্দনৰ
সিপাৰে সূৰ্য্য উদয় হোৱা কালে, তিনিখন নগৰ
মোচিয়ে পৃথকে ৰাখিলে; সি পলাই সেই
তিনিখন নগৰৰ এখনত সোমাই জীয়াই থাকিবৰ
নিমিত্তেই সেইবোৰ পৃথকে ৰাখিলে। সেইবোৰ
৪৩ নগৰৰ নাম এই, ৰুবেণীয়াবিলাকৰ নিমিত্তে অৰ-
ণ্যত সমথলত থকা বেচৰ, আৰু গাদীয়াবিলাকৰ
নিমিত্তে গিলিয়দত থকা ৰামোৎ, আৰু মনচীয়া-
বিলাকৰ নিমিত্তে বাচানত থকা গোলন।

দহ আজ্ঞা পুনৰায় প্ৰকাশ কৰা, আৰু
লোকবিলাকৰ ভয়।

৪৪ ইস্ৰায়েলৰ সন্তানবিলাকৰ আগত মোচিয়ে
৪৫ স্থাপন কৰা ব্যৱস্থা এই; মোচিয়ে যৰ্দ্দনৰ
সিপাৰে, বৈৎ-পিয়োৰৰ সম্মুখৰ উপত্যকাত,
ইমোৰীয়াইঁতৰ হিচ্‌বোননিবাসী ৰজা চীহোনৰ
দেশত, ইস্ৰায়েলৰ সন্তানবিলাকে মিচৰৰ পৰা
ওলাই অহা কালত সিবিলাকৰ আগত কোৱা
সাক্ষ্য, বিধি, আৰু শাসনপ্ৰণালী এইবিলাক।
৪৬ মোচি আৰু ইস্ৰায়েলৰ সন্তানবিলাকে মিচৰৰ
পৰা ওলাই অহা কালত, সেই চীহোন ৰজাক
৪৭ প্ৰহাৰ কৰি, তেওঁৰ, আৰু বাচানৰ ৰজা ওগৰ,
যৰ্দ্দনৰ সিপাৰে সূৰ্য্য ওলোৱা কালে থকা
ইমোৰীয়াইঁতৰ এই দুজন ৰজাৰ দেশ অধিকাৰ
৪৮ কৰি ললে। এই ৰূপে, সিবিলাকে অৰ্ণোনৰ উপত্য-
কাৰ দাঁতিত থকা অৰোয়েৰৰ পৰা চীয়োন অৰ্থাৎ
৪৯ হৰ্মোন পৰ্ব্বতলৈকে আটাই দেশ, আৰু পিচ্‌গাৰ
চাওনীয়া ঠাইবোৰৰ তলত থকা অৰাবা সমুদ্ৰ-
লৈকে, যৰ্দ্দনৰ সিপাৰে পূবফালে থকা গোটেই
অৰাবা অধিকাৰ কৰি ললে।

৫ তেতিয়া মোচিয়ে গোটেই ইস্ৰায়েলক
মাতি কলে, হে ইস্ৰায়েল, তোমালোকে
শিকিবৰ নিমিত্তে, আৰু পালন কৰি সেই
মতে কাৰ্য্য কৰিবৰ নিমিত্তে, তোমালোকৰ কাণত
আজি মই যিবিলাক বিধি আৰু শাসনপ্ৰণালী
২ জনাওঁ, সেইবিলাক শুনা। আমাৰ ঈশ্বৰ যিহো-
ৱাই হোৰেবত আমাৰে সৈতে এটা নিয়ম কৰিলে।
৩ যিহোৱাই আমাৰ পূৰ্ব্বপুৰুষবিলাকে সৈতে,
সেইটো নিয়ম কৰা নাই; কিন্তু আমাৰে সৈতে,
আজি আমি যিমান লোক জীয়াই আছোঁ,
৪ আমাৰ আটাইৰে সৈতেহে কৰিলে। যিহোৱাই
পৰ্ব্বতত অগ্নিৰ মাজৰ পৰা তোমালোকৰ লগত
৫ মুখামুখি হৈ কথা কলে। (সেই সময়ত, মই
তোমালোকক যিহোৱাৰ বাক্য জনাবলৈ, যিহোৱা
আৰু তোমালোকৰ মাজত থিয় হৈছিলোঁ;
কিয়নো অগ্নিৰ কাৰণে ভয় পোৱাত তোমালোক
পৰ্ব্বতলৈ নুঠিলা।) তেওঁৰ বাক্য এই,
৬ বন্দীঘৰস্বৰূপ মিচৰ দেশৰ পৰা তোমাক
উলিয়াই অনা তোমাৰ ঈশ্বৰ যিহোৱাময়েই।
৭ মোৰ আগত তোমাৰ আন কোনো দেৱতা
নেথাকোক।
৮ তুমি আপোনালৈ কোনো কটা প্ৰতিমা,
ওপৰত থকা স্বৰ্গত, তলত থকা পৃথিবীত, আৰু
পৃথিবীৰ তলত থকা পানীত যি যি আছে,
সেইবোৰৰ আকৃতিৰে কোনো মূৰ্ত্তি নেসাজিবা।
৯ সেইবোৰৰ আগত তুমি প্ৰণিপাত নকৰিবা,
আৰু সেইবোৰক সেৱাপূজাও নকৰিবা; কিয়নো
তোমাৰ ঈশ্বৰ যিহোৱা মই আপোন মৰ্য্যাদা
ৰখাত উদ্যোগী ঈশ্বৰ, মোক ঘিণাওঁতাবোৰৰ
তৃতীয় চতুৰ্থ পুৰুষলৈকে, সন্তানবিলাকৰ ওপৰত
১০ পিতৃবিলাকৰ অপৰাধৰ প্ৰতিফল দিওঁতা, আৰু

মোক প্ৰেম কৰা ও মোৰ আজ্ঞা পালন কৰা-
বিলাকৰ হাজাৰ হাজাৰ পুৰুষলৈকে দয়া
কৰোঁতা ঈশ্বৰ।
১১ তুমি আপোন ঈশ্বৰ যিহোৱাৰ নাম অনৰ্থক-
ৰূপে নলবা ; কিয়নো, যি কোনোৱে তেওঁৰ নাম
অনৰ্থকৰূপে লয়, যিহোৱাই তাক নিৰ্দ্দোষী
নকৰিব।
১২ তোমাক দিয়া ঈশ্বৰ যিহোৱাৰ আজ্ঞা অনু-
সাৰে তুমি বিশ্ৰামদিন পালন কৰি পবিত্ৰ
১৩ কৰা। ছদিন পৰিশ্ৰম কৰি তোমাৰ সকলো
১৪ কাৰ্য্য কৰা ; কিন্তু সপ্তম দিন তোমাৰ ঈশ্বৰ
যিহোৱাৰ উদ্দেশে বিশ্ৰামদিন ; সেই দিনা
তুমি, তোমাৰ পো বা জী, তোমাৰ বন্দী বা
বেটী, আৰু তোমাৰ গৰু বা গাধ, নাইবা আন
কোনো পশু, আৰু তোমাৰ নগৰৰ দুৱাৰৰ
ভিতৰত থকা বিদেশী, কোনোৱে একো কাম ন-
কৰিবা, তোমাৰ বন্দী বেটীয়ে যেন তোমাৰ
১৫ নিচিনাকৈয়ে বিশ্ৰাম পায়। সোঁৱৰণ কৰা,
মিচৰ দেশত তুমি বন্দী আছিলা ; কিন্তু তোমাৰ
ঈশ্বৰ যিহোৱাই বলৱান হাত আৰু মেলা
বাহুৰে তাৰ পৰা তোমাক উলিয়াই আনিলে ;
এই নিমিত্তে তোমাৰ ঈশ্বৰ যিহোৱাই বিশ্ৰাম-
দিন পালন কৰিবলৈ তোমাক আজ্ঞা কৰিছে।
১৬ তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক যি দেশ
দিছে, সেই দেশত তোমাৰ আয়ুস দীঘল হবৰ
নিমিত্তে, আৰু তোমাৰ মঙ্গল হবৰ নিমিত্তে,
তোমাক দিয়া ঈশ্বৰ যিহোৱাৰ আজ্ঞা অনুসাৰে
তুমি আপোন পিতৃ মাতৃক সন্মান কৰিবা।
১৭ তুমি নৰবধ নকৰিবা।
১৮ তুমি পৰস্ত্ৰী গমন নকৰিবা।
১৯ তুমি চুৰ নকৰিবা।
২০ তুমি লোকৰ অহিতে মিছা সাক্ষ্য নিদিবা।
২১ তুমি লোকৰ তিৰুতালৈ লোভ নকৰিবা ; তুমি
লোকৰ ঘৰ, বা খেতি, বা বন্দী, বা বেটী, বা
তাৰ গৰু, বা তাৰ গাধ, বা তাৰ আন কোনো
বস্তুলৈকে হাবিয়াহ নকৰিবা।
২২ যিহোৱাই পৰ্ব্বতত, অগ্নি, মেঘ, আৰু ঘোৰ
অন্ধকাৰৰ মাজৰ পৰা তোমালোকৰ গোটেই
সমাজৰ আগত এইবিলাক বাক্যহে বৰ মাতেৰে
কৈছিল ; তেওঁ আৰু একোকে কোৱা নাই। পাছে
তেওঁ এইবিলাক দুখন শিলৰ ফলিত লিখি মোক
২৩ দিলে। কিন্তু, পৰ্ব্বত অগ্নিৰে জ্বলি থাকোঁতে,
যেতিয়া তোমালোকে আন্ধাৰৰ মাজৰ পৰা
সেই বাক্য শুনিলা, তেতিয়া তোমালোকে,
তোমালোকৰ ফৈদৰ মুখ্যবিলাকে, আৰু বৃদ্ধ-
২৪ বিলাকে মোৰ ওচৰলৈ আহি কলা, দেখা, আমাৰ
ঈশ্বৰ যিহোৱাই আমাৰ আগত আপোন
প্ৰতাপ আৰু মহিমা দেখুৱালে, আৰু আমি
অগ্নিৰ মাজৰ পৰা তেওঁৰ মাত শুনিলোঁ ; তাতে,
মানুহৰ সৈতে ঈশ্বৰে কথা কোৱাতো যে সি
জীয়াই থাকিব পাৰে, ইয়াক আজি আমি
২৫ জানিলোঁ। কিন্তু আমি এতিয়া কেলেই মৰিম ?
কিয়নো এই মহা-অগ্নিয়ে আমাক গ্ৰাস কৰিব ;
যদি আমি আপোন ঈশ্বৰৰ বাক্য আৰু শুনো,
২৬ তেন্তে আমি তৎক্ষণাৎ মৰিম। কিয়নো মৰ্ত্ত্য লোকৰ
মাজত, অগ্নিৰ মাজৰ পৰা বাক্য কোৱা জীৱন্ত
ঈশ্বৰৰ মাত আমাৰ দৰে শুনি কোন জীলে ?
২৭ আপুনিয়েই ওচৰলৈ গৈ, আমাৰ ঈশ্বৰ যিহো-
ৱাই যি যি বাক্য কব, তাক শুনোক ; তেওঁ যি
সকলো বাক্য আপোনাক কব, সেই সকলো বাক্য
আপুনি আমাক কব ; আমি তাক শুনি পালন
২৮ কৰিম, এই বুলি যেতিয়া তোমালোকে মোক
কলা, তেতিয়া যিহোৱাই তোমালোকৰ সেই
কথা শুনি মোক কলে, এই লোকবিলাকে তোমাক
যি যি কলে, তাক মই শুনিলোঁ ; সিবিলাকে
২৯ যি যি কৈছে, ভালকে কৈছে। সিবিলাক আৰু
সিবিলাকৰ সন্তানবিলাক চিৰকাল মঙ্গলে থাকি-
বৰ নিমিত্তে, মোক ভয় কৰিবলৈ আৰু মোৰ
আজ্ঞা পালন কৰিবলৈ, সিবিলাকৰ তেনে মন
৩০ সদায় থকা হলে কেনে ভাল আছিল। তুমি গৈ
সিবিলাকক আপোন আপোন তাম্বুলৈ উলটি
৩১ যাবলৈ কোৱা। কিন্তু তুমি হলে মোৰ ওচৰত
এই ঠাইতে থিয় হৈ থাকিবাহি ; যি দেশ
অধিকাৰ কৰিবৰ অৰ্থে সিবিলাকক দিছোঁ, সেই
দেশত পালন কৰিবৰ নিমিত্তে যি গোটেই ব্য-
ৱস্থা, বিধিবিলাক বিধি, আৰু শাসনপ্ৰণালী তুমি
সিবিলাকক শিকাবা, সেইবিলাক মই তোমাক
৩২ কম। এতেকে, তোমালোকৰ ঈশ্বৰ যিহোৱাই
তোমালোকক আজ্ঞা দিয়াৰ দৰে আচৰণ কৰি,
কাৰ্য্য কৰা ; সোঁ কি বাঁওফালে নুঘূৰিবা।
৩৩ তোমালোক জীয়াই থাকিবৰ নিমিত্তে, তোমা-
লোকৰ মঙ্গল হবৰ নিমিত্তে, আৰু যি দেশ
তোমালোকে অধিকাৰ কৰিবা, তাত তোমালোকৰ
আয়ুস দীঘল হবৰ নিমিত্তে, তোমালোকৰ ঈশ্বৰ
যিহোৱাই যি যি পথত চলিবলৈ আজ্ঞা দিলে,
সেই সকলো পথত তোমালোকে চলিবা।

আজ্ঞাৰ বশ হবলৈ শিক্ষা দিয়া।

৬ তোমালোকে যি দেশ অধিকাৰ কৰিবলৈ
পাৰ হৈ যাবা, সেই দেশত তুমি আৰু
তোমাৰ পো নাতি আদিক্ৰমে তোমাৰ জীৱনৰ
সকলো কালত তোমাৰ ঈশ্বৰ যিহোৱালৈ ভয়
কৰি, মই তোমাক দিয়া তেওঁৰ আটাই বিধি
আৰু আজ্ঞা যেন পালন কৰা, আৰু তোমালোকৰ
২ আয়ুস যেন দীঘল হয়, এই নিমিত্তে, সেই দেশত
পালন কৰিবৰ অৰ্থে যি ব্যৱস্থা, যিবিলাক বিধি

তেওঁ মোর যি যি বাক্য কব; তালৈ যি জনে কাণ
২০ নিদিব, ময় তার প্রতিশোধ লম। কিন্তু ময় যি
কবলৈ দিয়া নাই, তেনে বাক্য যি কোনো ভাব-
বাদীয়ে গর্ব্ব করি মোর নামেরে কব, নাইবা
আন কোনো দেবতার নামেরে কব, সেই ভাব-
২১ বাদীর প্রাণদণ্ড হব। আরু যিহোৱাই যি বাক্য
কোৱা নাই, তাক ময় কি রূপে জানিম? এই
২২ বুলি যদি তুমি মনত ভাবা, তেন্তে শুনা, কোনো
ভাববাদীয়ে যিহোৱার নামেরে কথা কলে, যদি
সেই বাক্য পাছত সিদ্ধ নহয়, আরু একো ফল
নধরে, তেন্তে সেই কথা যিহোৱাই কোৱা নাই;
সেই ভাববাদীয়ে তাক গর্ব্ব করি কৈছে; তুমি
তালৈ ভয় নকরিবা।

আশ্রয়নগর। সীমনার চিন। মিছা সাক্ষীর দণ্ড।

১৯ তোমার ঈশ্বর যিহোৱাই যি দেশ তোমাক
দিছে, তেওঁ তার জাতিবিলাকক উচ্ছন্ন করার
পাছে, যেতিয়া তুমি সিহঁতর আধিপত্য লৈ
সিহঁতর নগরত আরু ঘরত বাস করিবলৈ ধরিবা,
২ তেতিয়া, যি দেশ তোমার ঈশ্বর যিহোৱাই
অধিকারর অর্থে তোমাক দিছে, তোমার সেই
দেশর মাঝর তিনিখন নগর তোমার নিমিত্তে
৩ পৃথক করিবা। আরু প্রতিজন মানুহবধী পলাব-
লৈ, তোমার নিমিত্তে পথ যুগুত করিবা, আরু
তোমার ঈশ্বর যিহোৱাই যি দেশ তোমাক অধি-
কার করাব, সেই দেশর ভূমি তুমি তিনি ভাগ
৪ করিবা। যি মানুহবধীয়ে সেই ঠাইলৈ পলাই গৈ
জীয়াই থাকিব পারে, তার কথা এই; যি জনে
পূর্ব্বে চুবুরীয়াক হিংসা নকরি অজ্ঞানত তাক বধ
৫ করে, যেনে, কোনোৱে আপোন চুবুরীয়াই সৈতে
কাঠ কাটিবর নিমিত্তে হাবিলৈ গৈ, গছ কাটিবলৈ
কুঠার দাঙিলত, যদি সেই কুঠার নালর পরা
সুলকি চুবুরীয়ার গাত এনেকৈ লাগে, যে, তাতেই
সি মরে, তেতিয়া সেই জনে সেই তিনিখনর
মাঝর কোনো এখন নগরলৈ পলাই গৈ জীয়াই
৬ থাকিব পারিব; সেয়ে নহলে, রক্তপাতর প্রতি-
কারসাধকর মনত ক্রোধ জ্বলি উঠাত, সি
মানুহবধীর পাছে পাছে খেদি গৈ, বাট বহু দূরর
কারণে তাক ধরি বধ করিব; কিন্তু সি প্রাণদণ্ডর
যোগ্য নহয়, কারণ সি আগেয়ে তাক হিংসা
৭ করা নাছিল। এই কারণে ময় তোমাক আপো-
নার নিমিত্তে তিনিখন নগর পৃথক করিবলৈ
৮ আজ্ঞা করিছোঁ। আরু ময় আজি তোমাক যি
ব্যবস্থা দিওঁ, তুমি সেই গোটেই ব্যবস্থা পালন
করি সেই মতে কার্য্য করি, সকলো কালত আপোন
ঈশ্বর যিহোৱাক প্রেম করিলে, আরু তেওঁর পথত
৯ চলিলে, যদি তোমার ঈশ্বর যিহোৱাই তোমার
পূর্ব্বপুরুষবিলাকলৈ শপথ করার দরে তেওঁ তোমার
সীমা বৃদ্ধি করে, আরু তোমার পূর্ব্বপুরুষবিলাকর
আগত তেওঁ প্রতিজ্ঞা করা গোটেই দেশ তোমাক
দিয়ে, তেন্তে সেই তিনিখন নগরর বাহিরে
আরু তিনিখন নগর তোমার নিমিত্তে নিরূপণ
১০ করিবা; তাতে, তোমার ঈশ্বর যিহোৱাই আধি-
পত্যর অর্থে তোমাক যি দেশ দিছে, তোমার
সেই দেশর মাজত নির্দ্দোষী লোকর রক্তপাত
নহব, আরু তোমার গাত রক্তপাতর দোষ নে-
১১ লাগিব। কিন্তু যদি কোনোৱে আন মানুহক
হিংসা করি খাপ দি থাকি, তার বিরুদ্ধে উঠি
তাক সাংঘাতিকরূপে এনেকৈ মারে, যে, সি
তাতেই মরে, আরু মানুহবধীটো পলাই যদি সেই
তিনিখন নগরর মাঝর কোনো এখন নগরত
১২ সোমায়, তেন্তে তার নগরর বৃদ্ধ লোকে মানুহ
পঠাই সেই নগরর পরা তাক অনাই, বধ করিবর
নিমিত্তে তাক রক্তপাতর প্রতিকারসাধকর হাতত
১৩ সোধাই দিব। তুমি তালৈ কৃপাদৃষ্টি নকরিবা,
কিন্তু তোমার মঙ্গলর নিমিত্তে ইস্রায়েলর মাঝর
পরা নির্দ্দোষীর রক্তপাতর দোষ দূর করিবা।
১৪ তোমার ঈশ্বর যিহোৱাই আধিপত্যর অর্থে
তোমাক যি দেশ দিছে, সেই দেশত তুমি পাব লগা
আধিপত্যত পূর্ব্বকালর লোকবিলাকে স্থাপন করা
তোমার ওচরচুবুরীয়ার সীমার চিন নলরাবা।
১৫ কোনো বিধর অপরাধর নিমিত্তে, বা যি
পাপেরে মানুহ পাপী হব পারে, এনে পাপর
নিমিত্তে কোনো মানুহর বিরুদ্ধে এজন সাক্ষী
নুঠিব; দুই বা তিনি জন সাক্ষীর মুখেরেহে
১৬ বিচার নিষ্পত্তি হব। যদি কোনো অন্যায়
সাক্ষীয়ে, কোনো লোকর অহিতে সি দোষ
১৭ করিছে বুলি সাক্ষ্য দিবলৈ উঠে, তেন্তে সেই
বাদী প্রতিবাদী উভয়ে, যিহোৱার আগত, সেই
কালর পুরোহিত আরু বিচারকর্ত্তাবিলাকর
১৮ আগতেই থিয় হব। তাতে, বিচারকর্ত্তাবিলাকে
যত্নেরে বিচার করিব; আরু দেখা, সি যদি মিছা
সাক্ষী হয়, আরু আপোন ভাইর অহিতে মিছা
১৯ সাক্ষ্য দিছে, তেন্তে, সি আপোন ভাইলৈ যি রূপে
করিব খুজিছিল, তোমালোকে তালৈ সেই রূপে
করিবা; এই দরে তুমি আপোনার মাঝর পরা
২০ তেনে দুষ্টতা দূর করিবা। তাতে, অরশিষ্ট থকা
লোকবিলাকে তাকে শুনি ভয় পাই, তেতিয়ার
পরা তোমার মাজত তেনে কুকর্ম্ম আরু নকরিব।
২১ তুমি কৃপাদৃষ্টি নকরিবা; প্রাণর সলনি প্রাণ,
চকুর সলনি চকু, দাঁতর সলনি দাঁত, হাতর
সলনি হাত, ভরির সলনি ভরি যাব।

যুদ্ধবিষয়ক বিধি।

২০ তুমি আপোন শত্রুবোরর বিরুদ্ধে রণ
করিবলৈ ওলাই যাওঁতে, যদি ঘোঁড়া, রথ,
আরু আপোনাতকৈ অধিক লোক দেখা, তেন্তে

সেইবোৰলৈ ভয় নকৰিবা ; কিয়নো, মিচৰ দেশৰ
পৰা তোমাক উলিয়াই অনা তোমাৰ ঈশ্বৰ যি-
২ হোৱা তোমাৰ লগত আছে। আৰু তোমালোকে
যুদ্ধৰ নিমিত্তে ওচৰ চাপিলে, পুৰোহিতে আহি
৩ লোকবিলাকৰ আগত কব, সিবিলাকক এই কথা
কব, হে ইস্ৰায়েল, শুনা, তোমালোকে আপোন
শত্ৰুবোৰৰ লগত যুদ্ধ কৰিবলৈ আজি ওচৰ
চাপিছা ; তোমালোকৰ হৃদয় সাহশূন্য নহওক ;
তোমালোকে ভয় নকৰিবা, নকঁপিবা, আৰু
৪ সিহঁতক দেখি ত্ৰাসিত নহবা। কিয়নো, তোমা-
লোকক ৰক্ষা কৰিবৰ নিমিত্তে শত্ৰুবোৰৰ বিৰুদ্ধে
তোমালোকৰ পক্ষে যুদ্ধ কৰিবলৈ তোমালোকৰ
লগত যাওঁতা জনা তোমালোকৰ ঈশ্বৰ যিহো-
৫ ৱাহে। পাছে বিষয়াবিলাকে লোকবিলাকক এই
কথা কব, নতুন ঘৰ সাজি তাৰ প্ৰতিষ্ঠা নকৰা
কোন মানুহ আছে? যদি আছে, তেন্তে সি
আপোন ঘৰলৈ উলটি যাওক ; নহলে সি ৰণত
৬ মৰিলে, আন লোকে তাৰ প্ৰতিষ্ঠা কৰিব। আৰু
দ্ৰাক্ষাবাড়ী পাতি তাৰ ফল ভোগ কৰিবলৈ
নোপোৱা কোন আছে? যদি আছে, তেন্তে সি
আপোন ঘৰলৈ উলটি যাওক ; নহলে সি ৰণত
৭ মৰিলে, আন লোকে তাক ভোগ কৰিব। আৰু
বাগ্দান কৰা হোৱাতো বিয়া কৰিবলৈ নোপোৱা
কোন আছে? যদি আছে, তেন্তে সিও আপোন
ঘৰলৈ উলটি যাওক ; নহলে সি ৰণত মৰিলে,
আন মানুহে সেই ছোৱালী বিয়া কৰিব।
৮ বিষয়াবিলাকে লোকবিলাকক আৰু কব, যে,
ভয়াতুৰ আৰু সাহশূন্য হৃদয়ৰ লোক কোন
আছে? যদি আছে, তেন্তে সি আপোন ঘৰলৈ
উলটি যাওক ; নহলে, তাৰ হৃদয়ৰ দৰে তাৰ
৯ ভাইবিলাকৰ হৃদয় ভয়ত দ্ৰৱ হৈ যাব। পাছে,
বিষয়াবিলাকে লোকবিলাকক কথা কৈ এঁটোৱাৰ
পাছত, লোকবিলাকৰ ওপৰত সেনাপতিবিলাকক
নিযুক্ত কৰা হব।
১০ যেতিয়া তুমি কোনো নগৰৰ বিৰুদ্ধে যুদ্ধ
কৰিবলৈ তাৰ ওচৰ চাপা, তেতিয়া প্ৰথমতে তাৰ
১১ আগত সন্ধিৰ কথা প্ৰচাৰ কৰিবা। তাতে, যদি
সেই নগৰৰ লোকে সন্ধি বুলি উত্তৰ দি তোমালৈ
দুৱাৰ মেলি দিয়ে, তেন্তে সেই নগৰত যিবিলাক
লোক পোৱা যায়, সেইবিলাক তোমাৰ বন্দী
১২ হৈ তোমাৰ নিমিত্তে বন্দীকাম কৰিব। আৰু
সিহঁতে যদি সন্ধি বুলি নকয়, কিন্তু তোমাৰ
লগত যুদ্ধ কৰে, তেন্তে তুমি সেই নগৰ অৱৰোধ
১৩ কৰিবা ; আৰু তোমাৰ ঈশ্বৰ যিহোৱাই তাক
তোমাৰ হাতত দিলে, তুমি তাৰ সকলো
১৪ পুৰুষক তৰোৱালৰ ধাৰেৰে বধ কৰিবা ; কিন্তু
তিৰুতা, লৰা, ছোৱালী, আৰু পশু আদি কৰি
নগৰত থকা আটাইকে, অৰ্থাৎ তাৰ আটাই
লুটদ্ৰব্য তুমি আপোনাৰ নিমিত্তে লুট কৰি
লবা, আৰু তোমাৰ ঈশ্বৰ যিহোৱাই দিয়া
১৫ শত্ৰুবোৰৰ লুটদ্ৰব্য ভোগ কৰিবা। যিবোৰ
নগৰ এই জাতিবোৰৰ নগৰ নহয়, তোমাৰ পৰা
অতি দূৰত থকা সেই সকলো নগৰলৈ এই
১৬ ৰূপে কৰিবা। কিন্তু এই জাতিবোৰৰ যি যি নগৰ
তোমাৰ ঈশ্বৰ যিহোৱাই আধিপত্যৰ অৰ্থে
তোমাক দিছে, সেইবোৰৰ মাজৰ কোনো প্ৰাণীকে
১৭ জীয়াই নেৰাখিবা ; কিন্তু তোমালোকৰ ঈশ্বৰ
যিহোৱাৰ বিৰুদ্ধে তোমালোকক পাপ কৰাবৰ
অভিপ্ৰায়ে, সিহঁতে আপোনাবিলাকৰ দেৱতা-
বোৰৰ উদ্দেশে কৰা ঘিণলগীয়া কাৰ্য্যৰ দৰে
কৰিবলৈ তোমালোকক নিশিকাবৰ নিমিত্তে,
১৮ তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক দিয়া আজ্ঞা
অনুসাৰে সিহঁতক, অৰ্থাৎ হিত্তীয়া, ইমোৰীয়া,
কনানীয়া, পৰিজ্জীয়া, হিব্বীয়া, আৰু যিবূচীয়া
লোকবিলাকক তুমি নিঃশেষে বিনষ্ট কৰিবা।
১৯ যেতিয়া তুমি কোনো নগৰ হাত কৰি লবৰ
নিমিত্তে তাৰ অহিতে যুদ্ধ কৰি অৱৰোধ কৰোঁতে
অনেক দিন যায়, তেতিয়া কুঠাৰ মাৰি তাৰ
গছবোৰ নষ্ট নকৰিবা ; কিয়নো সেইবোৰ তুমি
খাব পৰা গুটী লগা গছ, এই কাৰণে তাক
নেকাটিবা ; কাৰণ বাড়ীৰ গছ জানো মানুহ, যে,
২০ তাক তোমাৰ দ্বাৰায় অৱৰোধ কৰা হব? কিন্তু
যি গছৰ গুটী খাব পৰা নেযায় বুলি জানা,
কেৱল তেনে গছ্হে নষ্ট কৰিবা ; তুমি সেইবোৰ
কাটি, তোমাৰ লগত যুদ্ধ কৰা নগৰৰ পতন
নোহোৱালৈকে, সেই নগৰৰ বিৰুদ্ধে হাদাম
বান্ধিব পাৰিবা।

হত লোকৰ নিমিত্তে কৰা প্ৰায়শ্চিত্ত। বন্দী কৰি
নিয়া তিৰুতাৰ কথা। জ্যেষ্ঠাধিকাৰ আৰু
অবাধ্য লৰাৰ বিষয়।

২১ তোমাৰ ঈশ্বৰ যিহোৱাই অধিকাৰৰ অৰ্থে
যি দেশ তোমাক দিছে, তাৰ মাজত যদি
পথাৰত পড়ি থকা কোনো হত লোক পোৱা
যায়, কিন্তু তাক কোনে বধ কৰিলে তাক জনা
২ নেযায়, তেন্তে তোমাৰ বৃদ্ধ লোক আৰু বিচাৰ-
কৰ্ত্তাবিলাকে বাহিৰলৈ গৈ, সেই হত লোকৰ
শবৰ চাৰিওফালে থকা নগৰবিলাকলৈ জুখি
৩ চাব ; তাতে, যি নগৰ সেই শবৰ ওচৰ হব,
সেই নগৰৰ বৃদ্ধ লোকবিলাকে, যাৰ দ্বাৰায়
যুঁৱলি টনা আদি কৰি কোনো কাম কৰোৱা
৪ নাই, এনে এজনী চেঁউৰী গৰু লব। পাছে সেই
নগৰৰ বৃদ্ধ লোকবিলাকে চেঁউৰী গৰু জনী লৈ,
হাল নোবোৱা এটী জিৰিচা পানী বৈ থকা এনে
উপত্যকালৈ নামি গৈ, সেই উপত্যকাত গৰু
৫ জনীৰ ডিঙি ভাঙিব। আৰু লেবীৰ সন্তান

পুৰোহিতবিলাক ওচৰলৈ আহিব; কিয়নো
তোমাৰ ঈশ্বৰ যিহোৱাই আপোনাৰ পৰিচৰ্য্যা
কৰিবলৈ আৰু যিহোৱাৰ নামেৰে আশীৰ্ব্বাদ
কৰিবলৈ সিবিলাককেই মনোনীত কৰিলে; আৰু
সিবিলাকৰ বাক্য অনুসাৰে প্ৰত্যেক বিবাদ আৰু
৬ আঘাতৰ বিচাৰ নিষ্পত্তি হব। পাছে সেই
শৱৰ ওচৰত থকা, সেই নগৰৰ আটাই বৃদ্ধ-
বিলাকে উপত্যকাত ডিঙি ভঙা গৰু জনীৰ ওপৰত
৭ আপোন আপোন হাত ধুব, আৰু সিবিলাকে
উত্তৰ দি কব, আমাৰ হাতে এই ৰক্তপাত কৰা
নাই, আৰু আমাৰ চকুৱে ইয়াক দেখা নাই।
৮ হে যিহোৱা, তুমি মুক্ত কৰা তোমাৰ প্ৰজা
ইস্ৰায়েলক ক্ষমা কৰি, তোমাৰ প্ৰজা ইস্ৰায়েলৰ
গাত নিৰ্দ্দোষীৰ ৰক্তপাতৰ দোষ নেপেলাবা।
তাতে সিবিলাকলৈ সেই ৰক্তপাতৰ দোষ ক্ষমা
৯ কৰা হব; এই ৰূপে তুমি যিহোৱাৰ দৃষ্টিত যি
ভাল, তাকেই কৰি, তোমাৰ মাজৰ পৰা নিৰ্দ্দো-
ষীৰ সেই ৰক্তপাতৰ দোষ দূৰ কৰিবা।
১০ তুমি আপোন শত্ৰুবোৰৰ বিৰুদ্ধে যুদ্ধ কৰি-
বলৈ ওলাই গলে, যদি তোমাৰ ঈশ্বৰ যিহোৱাই
সিহঁতক তোমাৰ হাতত দিয়ে, আৰু তুমি সেই-
১১ বোৰক বন্দী কৰি আনা, আৰু সেই বন্দী কৰি
অনা লোকবিলাকৰ মাজত কোনো সুন্দৰী
তিৰুতাক দেখি, তাইত আসক্ত হৈ যদি তুমি
১২ তাইক বিয়া কৰিব খোজা, তেন্তে তাইক আপোন
ঘৰলৈ নিবা, আৰু তাই আপোনাৰ মুৰ খুৰাই
১৩ নখ কাটি, বন্দী-অৱস্থাৰ কাপড় সোলোকাই
থৈ, তোমাৰ ঘৰত থাকি আপোন বাপেক
মাকৰ নিমিত্তে পূৰা এমাহ বিলাপ কৰিব;
তাৰ পাছত তুমি তাইত গমন কৰিব পাৰিবা,
তুমি তাইৰ স্বামী হবা, আৰু তাই তোমাৰ
১৪ ভাৰ্য্যা হব। পাছে যদি তুমি তাইত সন্তোষ
নোপোৱা, তেন্তে তাইৰ যি ঠাইলৈ যাবৰ
ইচ্ছা হয়, সেই ঠাইলৈ তাইক যাব দিবা; কিন্তু
কোনো ৰূপে ধন লৈ তাইক নেবেচিবা; তুমি
তাইলৈ বেটীৰ নিচিনাকৈ ব্যৱহাৰ নকৰিবা;
কিয়নো তুমি তাইৰ মান হানি কৰিলা।
১৫ যদি কোনো পুৰুষৰ প্ৰিয়া আৰু অপ্ৰিয়া
দুজনী তিৰুতা থাকে, আৰু প্ৰিয়া অপ্ৰিয়া দুয়ো
জনীয়ে তালৈ সন্তান জন্মায়, কিন্তু যদি বড়
১৬ পুতেক অপ্ৰিয়া জনীৰ সন্তান হয়, তেন্তে আপোন
পুতেকহঁতক সম্পত্তিৰ অধিকাৰ কৰোৱা দিনা,
অপ্ৰিয়া জনীৰ পৰা হোৱা বড় পুতেক থাকোঁতে,
সি প্ৰিয়া জনীৰ পুতেকক জ্যেষ্ঠাধিকাৰ দিব
১৭ নোৱাৰিব। কিন্তু সি আপোনাৰ সকলো সম্প-
ত্তিৰ দুভাগ দি অপ্ৰিয়া জনীৰ পুতেককে বড়
পো বুলি স্বীকাৰ কৰিব; কাৰণ সি তাৰ শক্তিৰ
প্ৰথম ফল; জ্যেষ্ঠাধিকাৰ তাৰেইহে।
১৮ মাক বাপেকৰ কথা নুশুনা, আৰু শাস্তি
দিলেও সিবিলাকলৈ কাণ নিদিয়া এনে অবাধ্য
আৰু বিৰোধী লৰা কোনো মানুহৰ থাকিলে,
১৯ তাৰ বাপেক মাকে তাক ধৰি, আপোনাৰ নগৰৰ
বৃদ্ধবিলাকৰ ওৰিলৈ, সি নিবাস কৰা নগৰৰ
২০ দুৱাৰমুখলৈ লৈ গৈ, নগৰৰ বৃদ্ধ লোকবিলাকক
কব, আমাৰ এই পো অবাধ্য আৰু বিৰোধী,
আমাৰ কথা নুশুনে; সি খাবৈচ্য আৰু মদপী।
২১ তেতিয়া সি নিবাস কৰা নগৰৰ সকলো লোকে
তাক শিল দলিয়াই বধ কৰিব; এই ৰূপে তুমি
আপোনাৰ মাজৰ পৰা তেনে দুষ্টতা দূৰ কৰিবা;
তাতে আটাই ইস্ৰায়েলে শুনি ভয় পাব।
২২ আৰু কোনো মানুহে প্ৰাণদণ্ডৰ যোগ্য পাপ
কৰিলে, যদি তাৰ প্ৰাণদণ্ড হয়, আৰু তুমি তাৰ
২৩ শৱ কাঠ এডালত আৰি ৰাখা, তেন্তে তাৰ শৱ
ৰাতি কাঠডালৰ ওপৰত থাকিবলৈ নিদিবা,
কিন্তু নিশ্চয়ে সেই দিনাই তাক পুতিবা; কিয়নো
যাৰ শৱ আৰি থোৱা হয়, সি ঈশ্বৰৰ শাপগ্ৰস্ত।
তাতে, তোমাৰ ঈশ্বৰ যিহোৱাই অধিকাৰৰ
অৰ্থে যি দেশ তোমাক দিছে, সেই দেশ তুমি
অশুচি নকৰিবা।

ওচৰচুবুৰীয়াক দয়া কৰিবলৈ আদেশ। চৰাইৰ বাহ,
নতুন ঘৰ কৰা আদি নানা কথা। সতীত্ব আৰু
বিবাহবিষয়ক বিধি।

২২ তোমাৰ কোনো ভাইৰ গৰু, বা মেৰ, বা
ছাগকে বাট হেৰুউৱা দেখিলে, তুমি তালৈ
অৱহেলা নকৰিবা, আপোন ভাইৰ ওৰিলৈ
২ অৱশ্যে তাক ওভোটাই নিবা। যদি তোমাৰ
সেই ভাই তোমাৰ ওচৰত নাই, বা সেই ভাই
কোন তাক জনা নেযায়, তেন্তে সেই পশুক তুমি
আপোন ঘৰলৈ নি, সেই ভায়ে বিচাৰি
নাহেমানে তাক তোমাৰ ঘৰত ৰাখিবা; পাছে
৩ তুমি তাক ওলোটাই দিবা। তুমি তাৰ গাধলৈ
আৰু কাপড়লৈকো সেই ৰূপেই কৰিবা; তোমাৰ
ভাইৰ হেৰোৱা যি কোনো বস্তু তুমি পোৱা,
সেই সকলো বিষয়তে তুমি সেই দৰে কৰিবা;
তুমি তালৈ অৱহেলা কৰা অনুচিত।
৪ তোমাৰ ভাইৰ গাধ বা গৰুক বাটত পৰি
থকা দেখিলে, তুমি সেইবোৰলৈ অৱহেলা
নকৰিবা; সেইবোৰক তুলিবলৈ অৱশ্যে তুমি
তাক সহায় কৰিবা।
৫ পুৰুষে যি পিন্ধে, তাক তিৰুতা মানুহে পিন্ধিব
নেলাগে, বা পুৰুষে তিৰুতা মানুহৰ কাপড়
পিন্ধিব নেলাগে; কিয়নো যি কোনোৱে তেনে
কাৰ্য্য কৰে, সি তোমাৰ ঈশ্বৰ যিহোৱাৰ ঘিণ-
লগীয়া।
৬ যদি তুমি বাটৰ কোনত থকা গছত বা মাটীত

পোৱালি বা কণি থকা কোনো চৰাইৰ বাহ
অকস্মাৎ দেখা, আৰু মাকে সেই পোৱালি বা
কণিৰ ওপৰত ওমনি লৈ আছে, তেন্তে তুমি
পোৱালিবোৰে সৈতে মাইকী জনী নধৰিবা;
৭ তোমাৰ মঙ্গল হবলৈ, আৰু তোমাৰ আয়ুষ
দীঘল হবলৈ, তুমি মাকক অৱশ্যে এৰি দিবা,
কিন্তু পোৱালি হলে আপোনাৰ নিমিত্তে
লব পাৰা।
৮ কোনো মানুহ তোমাৰ ঘৰৰ চালৰ পৰা
পৰিলে তুমি আপোন ঘৰৰ ওপৰত ৰক্তপাতৰ
দোষ নঘটাবৰ নিমিত্তে, তুমি নতুন ঘৰ সাজিলে,
তাৰ চালৰ ওপৰত চাৰিওফালে বেৰ নিৰ্ম্মাণ
৯ কৰিবা। তোমাৰ দ্ৰাক্ষাবাড়ীত দুবিধ গুটী নি-
সিঁচিবা; সিঁচিলে, তুমি বোৱা গুটী আৰু দ্ৰাক্ষা-
বাড়ীৰ ফল উভয়েই পবিত্ৰীকৃত হব।
১০,১১ গৰুকে গাধকে জুঁটি হাল নেবাবা। নোম
আৰু শণসূতা মিহলোৱা কাপড় নিপিন্ধিবা।
১২ তোমাৰ গাত লোৱা কাপড়ৰ চাৰি চুকত,
পকোৱা সূতাৰে বনোৱা থোপা লগাবা।
১৩ কোনো পুৰুষে এজনী তিৰুতা বিয়া কৰি,
তাইত গমন কৰাৰ পাছে যদি তাইক ঘিণ কৰে,
১৪ আৰু তাইৰ অহিতে অনৰ্থক অপবাদ দিয়ে,
আৰু তাইৰ দুৰ্নাম কৰি কয়, ময় এই তিৰুতাক
বিয়া কৰিলোঁ হয়, কিন্তু ময় তাইত গমন কৰা
কালত, তাই যে কুমাৰী* তাৰ চিন নেপালোঁ,
১৫ তেন্তে সেই ছোৱালীৰ বাপেক মাকে, তাই যে
কুমাৰী, তাৰ চিন নগৰখনৰ বৃদ্ধবিলাকৰ ওৰিলৈ
১৬ নগৰৰ দুৱাৰমুখলৈ লৈ যাব; আৰু ছোৱালীৰ
বাপেকে বৃদ্ধ লোকবিলাকক কব, ময় এই মানুহে
সৈতে মোৰ জীক বিয়া দিছিলোঁ; ই তাইক
১৭ ঘিণ কৰে; আৰু দেখা, তোমাৰ জীয়েৰা যে
কুমাৰী, তাৰ চিন ময় পোৱা নাই, এনে কথা
কৈ, সি তাইক অনৰ্থক অপবাদ দিছে; কিন্তু
মোৰ জী যে কুমাৰী, তাৰ চিন এইয়া দেখা, এই
বুলি কোৱাৰ পাছে সিবিলাকে নগৰৰ বৃদ্ধ লোক-
বিলাকৰ আগত সেই কাপড় মেলি দেখুৱাব।
১৮ পাছে নগৰৰ বৃদ্ধবিলাকে সেই পুৰুষক ধৰি
১৯ শাস্তি দিব; আৰু এশ চেকল ৰূপ তাৰ জৰিমাণা
কৰি ছোৱালীৰ বাপেকক দিব। কিয়নো সেই
মানুহে ইস্ৰায়েলীয়া কুমাৰীৰ দুৰ্নাম কৰিলে;
পাছত তায়েই তাৰ তিৰুতা হব, আৰু সি
জীয়াই থাকেমানে তাইক এৰিব নোৱাৰিব।
২০ কিন্তু সেই ছোৱালী যে কুমাৰী, তাৰ চিন
২১ নোপোৱা কথা যদি সঁচা হয়, তেন্তে সিবিলাকে
সেই ছোৱালী জনীক আপোনাৰ বাপেকৰ ঘৰৰ
দুৱাৰমুখলৈ উলিয়াই নিব, আৰু নগৰৰ লোক-
বিলাকে তাই মৰাকৈ তাইলৈ শিল দলিয়াব;
কিয়নো তাই আপোনাৰ বাপেকৰ ঘৰত ব্যভি-
চাৰ কৰি ইস্ৰায়েলৰ মাজত দুৰ্যশৰ কাম কৰিলে;
এই ৰূপে তুমি ইস্ৰায়েলৰ মাজৰ পৰা তেনে
দুষ্টতা দূৰ কৰিবা।
২২ কোনো পুৰুষে যদি স্বামী থকা তিৰুতাৰ লগত
শয়ন কৰোঁতে ধৰা পৰে, তেন্তে তিৰুতাৰ লগত
শয়ন কৰা পুৰুষ আৰু তিৰুতা জনী দুইটাৰে
প্ৰাণদণ্ড হব; এই ৰূপে তুমি ইস্ৰায়েলৰ মাজৰ
পৰা তেনে দুষ্টতা দূৰ কৰিবা।
২৩ যদি কোনো লোকলৈ বাগ্দান কৰা কুমাৰী
ছোৱালীক কোনো মানুহে নগৰৰ মাজত পাই
২৪ তাইৰ লগত শয়ন কৰে, তেন্তে তোমালোকে
সিহঁত দুইটাকে সেই নগৰখনৰ দুৱাৰমুখলৈ
উলিয়াই নি, সিহঁত মৰাকৈ সিহঁতলৈ শিল
দলিয়াবা; নগৰৰ মাজত থাকিও ছোৱালীয়ে
চিঁয়ৰ নমৰাৰ কাৰণে ছোৱালী জনীক, আৰু
পুৰুষে লোকৰ তিৰুতা নষ্ট কৰাৰ কাৰণে পুৰুষ-
টোক বধ কৰিবা। এই ৰূপে তুমি আপোনাৰ
মাজৰ পৰা তেনে দুষ্টতা দূৰ কৰিবা।
২৫ কিন্তু যদি সেই পুৰুষে, বাগ্দান কৰা ছোৱালী
জনীক পথাৰতে পাই, তাইক ধৰি তাইৰ লগত
শয়ন কৰে, তেন্তে কেৱল তাইৰ লগত শয়ন
২৬ কৰা পুৰুষটোৰহে প্ৰাণদণ্ড হব; কিন্তু ছোৱালী-
জনীক একো নকৰিবা, তাইৰ প্ৰাণদণ্ডৰ যোগ্য
দোষ নাই; কিয়নো, যেনেকৈ কোনো মানুহে
লোকৰ বিৰুদ্ধে উঠি তাক বধ কৰে, ইও সেই
২৭ ৰূপ হয়; কাৰণ সেই পুৰুষে পথাৰতে তাইক
পালে, তাতে সেই বাগ্দান কৰা ছোৱালী জনীয়ে
চিঁয়ৰ মাৰিলে হয়, কিন্তু তাইক নিস্তাৰ কৰিবলৈ
কোনো নাছিল।
২৮ যদি কোনো মানুহে, বাগ্দান নকৰা এজনী
কুমাৰী ছোৱালীক পাই তাইক ধৰি তাইৰ লগত
২৯ শয়ন কৰে, আৰু সিহঁত ধৰা পৰে, তেন্তে তাইৰ
লগত শয়ন কৰা পুৰুষে ছোৱালী জনীৰ বাপেকক
পঞ্চাশ চেকল ৰূপ দিব, আৰু সি তাইৰ মান
হানি কৰা বাবে তায়েই তাৰ তিৰুতা হব; সি
জীয়াই থাকেমানে তাইক এৰিব নোৱাৰিব।
৩০ কোনো পুৰুষে আপোন বাপেকৰ ঘৈণীয়েকক
গ্ৰহণ নকৰিব, আৰু আপোন বাপেকৰ আবৰণীৰ
কাপড় নুগুচাব।

সমাজভুক্ত হব নোৱৰা লোকৰ বিষয়। ছাউনি
শুচি ৰখা, বন্দী ওলোটাই দিয়া আদি
নানা নিষেধ।

২৩ অণ্ডকোষ খুন্দা, বা গুপুত অঙ্গ কটা মানুহ
যিহোৱাৰ সমাজত নোসোমাব।
২ জাৰজ মানুহ যিহোৱাৰ সমাজত নোসোমাব;

*ইয়াতে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা বুজায়।

তার দহ পুরুষলৈকে তার কোনেও যিহোৱার
সমাজত সোমাব নোৱারিব।
৩ অম্মোনীয়া বা মোৱাবীয়া লোক যিহোৱার
সমাজত সোমাব নোৱারিব; দহ পুরুষলৈকে
কেতিয়াও সিহঁতর মাজর কোনেও যিহোৱার
৪ সমাজত সোমাব নোৱারিব; কিয়নো মিচরর
পরা তোমালোক অহা সময়ত সিহঁতে অন্ন জল
লৈ তোমালোকে লৈতে বাটত সাক্ষাৎ নহল,
আরু তোমাক শাও দিবলৈ তোমার অহিতে
অরাম-নহরয়িমত থকা পথোরনিবাসী বিয়োরর
৫ পুতেক বিলিয়মক ধন দিছিল। তথাপি তোমার
ঈশ্বর যিহোৱাই বিলিয়মর কথা শুনিবলৈ সম্মত
নহল; কিন্তু তোমার ঈশ্বর যিহোৱাই তোমাক
প্রেম করার কারণে তোমার পক্ষে সেই শাও
৬ আশীর্ব্বাদত পরিণত করিলে। তুমি জীয়াই
থকামানে কেতিয়াও সিহঁতর মঙ্গল কি উন্নতিলৈ
চেষ্টা নকরিবা।
৭ তুমি কোনো ইদোমীয়া লোকক ঘিণ নকরিবা,
কিয়নো সি তোমার ভাই; কোনো মিচরীয়া লো-
কক ঘিণ নকরিবা, কারণ তুমি তার দেশত বিদেশী
৮ আছিলা। সিহঁতর পরা উৎপন্ন হোৱা সন্তান তৃ-
তীয় পুরুষত যিহোৱার সমাজত সোমাব পারিব।
৯ তুমি শত্রুবোরর বিরুদ্ধে ওলাই যুদ্ধযাত্রা
করা সময়ত, আটাই মন্দর পরা আপোনাক
১০ রাখিবা। তোমার মাজত যদি কোনো মানুহ
রাতি ঘটা ঘটনারে অশুচি হয়, তেন্তে সি
ছাউনির বাহিরলৈ যাব, ছাউনির ভিতরত
১১ নোসোমাব; কিন্তু গোধূলি হলে, সি পানীত
গা ধুব; আরু সূর্য্য মার যোৱার পাছত
১২ সি ছাউনিত সোমাব পারিব। আরু তুমি
ছাউনির বাহিরত এটা ঠাই নিরূপণ করিবা;
বাহির ফুরিব লাগিলে সেই ঠাইলৈকে যাবা;
১৩ আরু তোমার সামগ্রীর মাজত এখন খন্তি থাকিব;
বাহির ফুরিবলৈ যাওঁতে বহা কালত তারে
মাটি খানিবা, পাছে ঘুরি তোমার পরা বাহির
১৪ হোৱা মল পুতি থবা; কিয়নো, তোমাক রক্ষা
করিবলৈ, আরু তোমার শত্রুবোরক তোমার
হাতত দিবলৈ তোমার ঈশ্বর যিহোৱাই তোমার
ছাউনির মাজত অহাযোৱা করে; এই হেতুকে,
তেওঁ তোমার মাজত কোনো অশুচি বস্তু দেখি
তোমার পরা বিমুখ নহবলৈ, তোমার ছাউনি
পবিত্র হব লাগে।
১৫ কোনো বন্দী আপোন গরাকীর পরা তোমার
ওচরলৈ পলাই গলে, তুমি তাক আপোন গরা-
১৬ কীর হাতত সোধাই নিদিবা। সি তোমার কোনো
এখন নগরর দুৱারর ভিতরত আপোন ইচ্ছারে
মনোনীত করা ঠাইত তোমার মাজত বাস করিব;
তুমি তাক উপদ্রব নকরিবা।
১৭ ইস্রায়েলর জীয়ারীবিলাকর মাজত কোনো
নটী,* আরু ইস্রায়েলর ভেকাবিলাকর মাজত
১৮ কোনো নট নহওক; কোনো সঙ্কল্পসিদ্ধির অর্থে
বেশ্যার ধন, বা কুকুরর ধন তোমার ঈশ্বর যিহো-
ৱার গৃহলৈ নানিবা, কিয়নো সেই দুয়ো
তোমার ঈশ্বর যিহোৱার ঘিণলগীয়া।
১৯ তুমি বাঢ়ির অর্থে আপোন ভাইক ধার
নিদিবা; রূপ বা খোৱা বস্তু, নাইবা যি বস্তু
বাঢ়ির অর্থে ধারে দিব পারি, সেই বস্তুর বাঢ়ি
২০ নলবা। তুমি পরজাতিক বাঢ়ির অর্থে ধার দিব
পারা; কিন্তু, তুমি যি দেশ অধিকার করিবলৈ
গৈছা, সেই দেশত তোমার হাতে করা সকলো
কার্য্যত তোমার ঈশ্বর যিহোৱাই তোমাক
আশীর্ব্বাদ করিবর নিমিত্তে, আপোন ভাইক হলে
বাঢ়ির অর্থে ধার নিদিবা।
২১ তুমি আপোন ঈশ্বর যিহোৱার উদ্দেশে
সঙ্কল্প করিলে, তাক সিদ্ধ করিবলৈ পলম
নকরিবা; কিয়নো তোমার ঈশ্বর যিহোৱাই
তোমার পরা তাক নিশ্চয়ে দাওয়া করিব;
২২ নিদিলে তোমার পাপ হব। কিন্তু যদি তুমি
সঙ্কল্পর পরা ক্ষান্ত থাকা, তেন্তে তাত তোমার
২৩ পাপ নহব। তুমি আপোন মুখে প্রতিজ্ঞা করার,
আপোন ঈশ্বর যিহোৱার উদ্দেশে ইচ্ছামতে
সঙ্কল্প করার দরে, তোমার মুখর পরা ওলোৱা
বাক্য পালন করি সেই মতে কার্য্য করিবা।
২৪ লোকর দ্রাক্ষাবাড়ীলৈ গলে, তুমি আপোন
ইচ্ছামতে হেপাহ পলোৱাকৈ দ্রাক্ষাগুটী খাব
পারিবা, কিন্তু তোমার পাত্রত অলপো নলবা।
২৫ অন্যর নোদোৱা ধানর ক্ষেতিত সোমালে,
তুমি আপোন হাতেরে তার থোঁক চিঙিব পারিবা,
কিন্তু অন্যর নোদোৱা শস্যত কাচি নলগাবা।

ভিরুতাক ত্যাগপত্র দিয়া, আরু অলপতে বিয়া
করা আদি নানা বিষয়র বিধি।

২৪ কোনো পুরুষে কোনো তিরুতাক বিয়া করার পাছে, যদি তাইত কোনো দোষ
পোৱার কারণে তাই তার দৃষ্টিত অনুগ্রহ
নেপায়, তেন্তে সেই পুরুষে তাইর নিমিত্তে এখন
ত্যাগপত্র লিখি তাইর হাতত দি, তাইক
২ আপোন ঘরর পরা বিদায় করিব পারিব। আরু
সেই তিরুতাই তার ঘরর পরা ওলাই গৈ, আন
৩ পুরুষে লৈতে বিয়া হব পারিব। কিন্তু পাছর
গিরিয়েকেও যদি তাইক ঘিণ করে, আরু তাইর
নিমিত্তে এখন ত্যাগপত্র লিখি তাইর হাতত দি,

* এই শব্দে দেৱদেৱীর উদ্দেশে ভ্রষ্টাচারী হোৱা
তিরুতা বুজায়, আরু "নট" শব্দে তেনেকুৱা হোৱা
পুরুষ বুজায়।

আপোনাৰ ঘৰৰ পৰা তাইক বিদায় কৰে,
মাইবা পাছে বিয়া কৰা গিৰিয়েকটো যদি মৰে,
৪ তেন্তে তাইক বিদায় কৰা প্ৰথমটো গিৰিয়েকে,
তাই অশুচি হৈ পৰাৰ পাছে, আকৌ তাইক
বিয়া কৰিব নোৱাৰিব; কিয়নো যিহোৱাৰ
দৃষ্টিত সেয়ে ঘিণলগীয়া কাৰ্য্য; তোমাৰ ঈশ্বৰ
যিহোৱাই অধিকাৰৰ অৰ্থে তোমাক যি দেশ
দিছে, তাক পাপত নেপেলাবা।
৫ অলপতে বিয়া কৰা পুৰুষ সৈন্যসমূহৰ লগত
ওলাই নেযাব, আৰু তাক কোনো কাৰ্য্যৰ ভাৰ
দিয়া নেযাব; সি এবছৰলৈকে স্বচ্ছন্দে আপোন
ঘৰত থাকি, আপুনি বিয়া কৰা তিৰুতাক
৬ আনন্দিত কৰিব। কোনোৱে কাৰো যাঁত শিল
বা তাৰ ওপৰ ভাগ বন্ধক নলব; তাকে কৰিলে
প্ৰাণ বন্ধক লোৱা হয়।
৭ কোনো মানুহে যদি আপোন ভাই ইস্ৰায়েলৰ
সন্তানবিলাকৰ মাজৰ কোনোক চুৰ কৰে, আৰু
তালৈ বন্দীৰূপে ব্যৱহাৰ কৰে বা তাক বেচে,
আৰু ধৰা পৰে, তেন্তে সেই চোৰৰ প্ৰাণদণ্ড
হব; এই ৰূপে তুমি আপোনাৰ মাজৰ পৰা
তেনে দুষ্টতা দূৰ কৰিবা।
৮ লেবীয়া পুৰোহিতবিলাকে তোমালোকক দিয়া
শিক্ষামতে যত্নেৰে কাৰ্য্য কৰিবলৈ, কুষ্ঠ ৰোগৰ
বিষয়ে তুমি সাৱধান হবা; ময় সিবিলাকক যি যি
আজ্ঞা দিছোঁ, তাক পালন কৰি সেই মতে কাৰ্য্য
৯ কৰিবা। মিচৰ দেশৰ পৰা তোমালোক অহা
সময়ত বাটত, তোমালোকৰ ঈশ্বৰ যিহোৱাই
মিৰিয়মলৈ কি কৰিছিল, তাক সোঁৱৰণ কৰিবা।
১০ তোমাৰ ওচৰচুবুৰীয়াক কিবা ধাৰে দিলে,
বন্ধকী বস্তু আনিবৰ নিমিত্তে তাৰ ঘৰত তুমি
১১ নোসোমাবা। তুমি বাহিৰত থিয় হৈ থাকিবা,
আৰু ধৰুৱাই বন্ধকী বস্তু উলিয়াই তোমাৰ
১২ ওৰিলৈ আনিব। আৰু সি যদি দুঃখীয়া মানুহ
হয়, তেন্তে তুমি তাৰ বন্ধকী বস্তু ৰাখি নিদ্ৰা
১৩ নেযাবা। সূৰ্য্য মাৰ যোৱা সময়ত তুমি তাৰ
সেই বস্তু তাক অৱশ্যে ওলোটাই দিবা; তাতে
সি আপোনাৰ কাপোৰ লৈ শয়ন কৰি তোমাক
আশীৰ্ব্বাদ দিব, আৰু তোমাৰ ঈশ্বৰ যিহোৱাৰ
সাক্ষাতে সেয়ে তোমাৰ ধাৰ্ম্মিকতাস্বৰূপ হব।
১৪ তোমাৰ ভাই হওক, বা তোমাৰ দেশৰ নগৰৰ
দুৱাৰৰ ভিতৰত থকা বিদেশীয়েই হওক, দিনে
বেচ খোৱা দুঃখীয়া দৰিদ্ৰ চাকৰক উপদ্ৰৱ ন-
১৫ কৰিবা। সেই দিনাই তাৰ বেচ তাক দিবা,
সূৰ্য্য মাৰ যোৱালৈকে তাক নেৰাখিবা; কিয়নো
সি দুঃখীয়া, আৰু সেই ধনত তাৰ প্ৰাণ লাগি
আছে; নিদিলে, সি তোমাৰ অহিতে যিহোৱাৰ
আগত কাতৰোক্তি কৰিলে, তোমাৰ পাপ হব।
১৬ সন্তানৰ দোষত পিতৃৰ, বা পিতৃৰ দোষত
সন্তানৰ প্ৰাণদণ্ড কৰা নহব; প্ৰতিজনে আপোন
আপোন পাপৰ কাৰণে প্ৰাণদণ্ড ভোগ কৰিব।
১৭ তুমি বিদেশীৰ বা পিতৃহীনৰ বিচাৰত অন্যায়
নকৰিবা, আৰু বিধৱাৰ কাপোৰ বন্ধক নলবা;
১৮ কিন্তু তুমি যে মিচৰত বন্দী আছিলা, আৰু
তোমাৰ ঈশ্বৰ যিহোৱাই যে তাৰ পৰা তোমাক
মুক্ত কৰিলে, তাক সোঁৱৰণ কৰিবা; এই নিমিত্তে
ময় তোমাক এই কাৰ্য্য কৰিবলৈ আজ্ঞা দিছোঁ।
১৯ তুমি কেতিৰ শস্য দোৱা সময়ত, যদি মুঠি
এটা পাহৰি এৰি আহাঁ, তেন্তে তাক আনিবলৈ
উলটি নেযাবা; সেয়ে বিদেশীৰ, পিতৃহীনৰ, আৰু
বিধৱাৰ নিমিত্তে হব; তোমাৰ ঈশ্বৰ যিহোৱাই
তোমাৰ হাতে কৰা আটাই কাৰ্য্যত তোমাক
আশীৰ্ব্বাদ দিবৰ নিমিত্তে, ইয়াকে কৰিবা।
২০ যেতিয়া তুমি আপোন জিতবৃক্ষৰ গুটী পাৰা,
তেতিয়া তুমি অৱশিষ্ট থকা গুটীৰ নিমিত্তে ডাল-
বোৰ নেচাবা; সেয়ে বিদেশীৰ, পিতৃহীনৰ, আৰু
২১ বিধৱাৰ হব। যেতিয়া তোমাৰ দ্ৰাক্ষাবাৰীৰ
দ্ৰাক্ষাগুটী চপোৱা, তেতিয়া এৰি যোৱা গুটী
তুমি নিচিচিবা; সেয়ে বিদেশীৰ, পিতৃহীনৰ,
২২ আৰু বিধৱাৰ হব। কিন্তু তুমি যে মিচৰ দেশত
বন্দী আছিলা, তাক সোঁৱৰণ কৰিবা; এই
নিমিত্তে ময় তোমাক এই কাৰ্য্য কৰিবলৈ
আজ্ঞা দিছোঁ।

প্ৰহাৰ কৰাৰ নিয়ম। মৃত ভায়েক কি ককায়েকৰ ঘৈণীয়েকক বিয়া কৰা। ঠিক ডগা আৰু জোখ।

২৫ মানুহবিলাকৰ মাজত বিবাদ হলে, সিহঁতে
যদি বিচাৰস্থানলৈ যায়, আৰু বিচাৰ-
কৰ্ত্তাবিলাকে সিহঁতৰ বিচাৰ কৰে, তেন্তে সি-
বিলাকে নিৰ্দ্দোষীক নিৰ্দ্দোষী কৰিব, আৰু
২ দোষীক দোষী কৰিব; তাতে, যদি দোষী লোক
প্ৰহাৰৰ যোগ্য হয়, তেন্তে বিচাৰকৰ্ত্তাই তাক
শুৱাই লৈ, তাৰ দোষ অনুসাৰে গণি গণি
৩ আপোনাৰ সাক্ষাতে তাক কোবোৱাব। তেওঁ
তাক চল্লিশ কোব মৰাব পাৰে, তাৰ অধিক
নহব; নতুবা যদি অধিক হয়, সিমান কোবত্ৰকৈ
অধিক কোব মৰায়, তেন্তে তোমাৰ ভাই তোমাৰ
আগত নীহ যেন হব।
৪ শস্য মাৰোঁতে গৰুৰ মুখত মোখোৰা নে-
বান্ধিবা।
৫ যদি ককাই ভাইবিলাক একেলগে থাকে,
আৰু সিহঁতৰ মাজৰ এজন সন্তান নাইকিয়া হৈ
মৰে, তেন্তে সেই মৃতকৰ তিৰুতাই বাহিৰৰ আন
পুৰুষক বিয়া নকৰিব; তাইৰ দেওৰেক বা
বৰ-জনাই তাইক বিয়া কৰি তাইত গমন
কৰিব, আৰু তাইলৈ দেওৰেক বা বৰ-জনাই

৬ কৰিব লগীয়া কাৰ্য্য কৰিব। পাছে সেই
তিৰুতাই যি প্ৰথম সন্তান জন্মাব, ইস্ৰায়েলৰ
মাজৰ পৰা মৃতকৰ নাম লুপ্ত নহবৰ নিমিত্তে,
৭ সি তাৰ নামে উত্তৰাধিকাৰী হব। আৰু সেই
পুৰুষে যদি আপোন ভায়েক বা ককায়েকৰ
তিৰুতাক গ্ৰহণ কৰিব নোখোজে, তেন্তে তাৰ
ককায়েক বা ভায়েকৰ সেই তিৰুতাই নগৰৰ
দুৱাৰমুখলৈ বৃদ্ধ লোকবিলাকৰ ওচৰলৈ গৈ
কব, মোৰ দেওৰ বা বৰ-জনাই ইস্ৰায়েলৰ মাজত
আপোন ককায়েক বা ভায়েকৰ নাম ৰাখিবলৈ
অসম্মত; সি মোলৈ দেওৰ বা বৰ-জনাই কৰিব
৮ লগীয়া কাৰ্য্য কৰিবলৈ ইচ্ছা নকৰে। তেতিয়া
তাৰ নগৰৰ বৃদ্ধ লোকবিলাকে তাক মাতি আনি
কব; তাতে, যদি সি উঠি থিয় হৈ, এইক লবলৈ
৯ মোৰ ইচ্ছা নাই, এই বুলি কয়, তেন্তে তাৰ
ককায়েক বা ভায়েকৰ ঘৈণীয়েকে বৃদ্ধ লোক-
বিলাকৰ সাক্ষাতে দেওৰেক বা বৰ-জনাৰ ওচৰলৈ
গৈ তাৰ ভৰিৰ পৰা জোতা সোলোকাব, আৰু
তাৰ মুখত থু পেলাই উত্তৰ দি কব, যি কোনোৱে
আপোন ককায়েক বা ভায়েকৰ বংশ উৎপন্ন
১০ নকৰিব, তালৈ এই ৰূপে কৰা যাব। আৰু ইস্ৰা-
য়েলৰ মাজত তাৰ নাম জোতা সোলোকা বংশ
বুলি প্ৰখ্যাত হব।

১১ পুৰুষবিলাকে ইজনে সিজনে কাজিয়া কৰিলে,
সিহঁতৰ এজনৰ তিৰুতাই যদি প্ৰহাৰ কৰোঁতাৰ
হাতৰ পৰা গিৰিয়েকক এৰুৱাবলৈ গৈ হাত
মেলি প্ৰহাৰ কৰোঁতাৰ গুপুত অঙ্গত ধৰে,
১২ তেন্তে তুমি তাইৰ হাত কাটি পেলাবা, তুমি
কৃপাদৃষ্টি নকৰিবা।

১৩ তোমাৰ মোনাত সৰু বৰ দুই ৰকম জগা
১৪ নেথাকোক। তোমাৰ ঘৰত সৰু বৰ দুবিধৰ
১৫ ঐকা জোখ থাকিব নেলাগে। তোমাৰ ঈশ্বৰ
যিহোৱাই তোমাক যি দেশ দিছে, সেই দেশত
তোমাৰ আয়ুষ দীঘল হবৰ নিমিত্তে তুমি ঠিক
আৰু ন্যায্য জগা, ঠিক আৰু ন্যায় ঐকা জোখ
১৬ ৰাখিবা। কাৰণ, যিবোৰে এনে কাৰ্য্য কৰে,
আৰু যিবোৰে অন্যায় কৰে, সেই সকলোবোৰ
তোমাৰ ঈশ্বৰ যিহোৱাৰ ঘিণলগীয়া।

১৭ মিচৰৰ পৰা তুমি ওলাই আহোঁতে বাটত
১৮ অমালেকে তোমালৈ কি কৰিলে, তোমাক বাটত
লগ পাই তোমাৰ পাছে পাছে গৈ, তুমি
শ্ৰান্ত আৰু ক্লান্ত হোৱা কালত সি ঈশ্বৰক ভয়
নকৰি তোমাৰ পাছত থোৱা দুৰ্ব্বল লোকবিলাকক
কেনেকৈ বধ কৰিলে, তাক সোঁৱৰণ কৰিবা।
১৯ এই হেতুকে, তোমাৰ ঈশ্বৰ যিহোৱাই যি দেশ
অধিকাৰ কৰিবৰ অৰ্থে আধিপত্যস্বৰূপে তোমাক
দিছে, সেই দেশত তোমাৰ ঈশ্বৰ যিহোৱাই
চাৰিওফালে থকা সকলো শত্ৰুৰ পৰা যেতিয়া
তোমাক বিশ্ৰাম দিব, তেতিয়া তুমি আকাশৰ
তলৰ পৰা অমালেকৰ সোঁৱৰণৰ চিন লুপ্ত কৰিবা,
ইয়াক নেপাহৰিবা।

শস্যৰ আগ ভাগ আৰু দশম ভাগ দিয়া
সময়ত ধন্যবাদ আৰু প্ৰাৰ্থনা কৰা।

২৬ তোমাৰ ঈশ্বৰ যিহোৱাই অধিকাৰৰ অৰ্থে
যি দেশ তোমাক দিছে, তুমি যেতিয়া সেই
দেশত সোমাই তাক অধিকাৰ কৰি তাৰ মাজত
২ বাস কৰিবা, তেতিয়া আপোন ঈশ্বৰ যিহোৱাই
দিয়া আপোনাৰ সেই দেশৰ ভূমিত উৎপন্ন
হোৱা সকলো শস্যৰ যি প্ৰথমে পকা ফল তুমি
উৎসৰ্গ কৰিবা, তাৰ কিছু কিছু লৈ পাচিত
ভৰাই, তোমাৰ ঈশ্বৰ যিহোৱাই আপোন নাম
থাকিবৰ নিমিত্তে যি ঠাই মনোনীত কৰিব,
৩ সেই ঠাইলৈ যাবা। আৰু সেই কালৰ পুৰো-
হিত জনৰ আগলৈ গৈ তেওঁক কবা, যিহো-
ৱাই আমাক যি দেশ দিম বুলি আমাৰ পূৰ্ব্ব-
পুৰুষবিলাকৰ আগত শপত কৰিছিল, সেই
দেশত মই সোমালোঁ, ইয়াক আজি তোমাৰ
৪ ঈশ্বৰ যিহোৱাৰ আগত স্বীকাৰ কৰিছোঁ। তাতে
পুৰোহিত জনে তোমাৰ হাতৰ পৰা পাচিটো
লৈ, তোমাৰ ঈশ্বৰ যিহোৱাৰ যজ্ঞবেদিৰ আগত
৫ থব। আৰু তুমি আপোন ঈশ্বৰ যিহোৱাৰ
আগত উত্তৰ কৰি কবা, এজন মৰিব লগা অৰা-
মীয়া লোক মোৰ ওপৰপিতৃ আছিল; তেওঁ অলপ
লোক লগত লৈ, মিচৰলৈ নামি গৈ তাত প্ৰবাস
কৰিলে; আৰু সেই ঠাইত মহৎ, পৰাক্ৰমী,
৬ আৰু বহু প্ৰজাপূৰ্ণ এক জাতি হৈ উঠিল। পাছে
মিচৰীয়া লোকবিলাকে আমাক উপদ্ৰৱ কৰিলে,
আমাক দুঃখ দিলে, আমাক কঠিনৰূপে বন্দীকাম
৭ কৰালে; তেতিয়া আমি আপোন পিতৃবিলাকৰ
ঈশ্বৰ যিহোৱাৰ আগত কাতৰোক্তি কৰিলোঁ,
তাতে যিহোৱাই আমাৰ কাতৰোক্তি শুনি,
আমাৰ দুঃখ, শ্ৰম, আৰু উপদ্ৰৱলৈ দৃষ্টি কৰিলে;
৮ আৰু যিহোৱাই বলৱান হাত, মেলা বাহু, মহা-
ভয়ানক কাৰ্য্য, নানা চিন, আৰু অদ্ভুত লক্ষণেৰে
৯ মিচৰৰ পৰা আমাক উলিয়াই, এই ঠাইলৈ
আনি, দুগ্ধ মধু বোৱা এই দেশ আমাক দিলে।
১০ এতিয়া হে যিহোৱা, এইয়া দেখা, তুমি মোক
যি ভূমি দিছা, তাৰ ফলৰ প্ৰথমে পকা
ভাগ মই আনিছোঁ, এই বুলি তুমি আপোন
ঈশ্বৰ যিহোৱাৰ আগত তাক থৈ আপোন
১১ ঈশ্বৰ যিহোৱাৰ আগত প্ৰণিপাত কৰিবা; আৰু
তোমাৰ ঈশ্বৰ যিহোৱাই তোমাক আৰু তোমাৰ
পৰিয়ালক যি যি মঙ্গল কৰিছে, সেই সকলোতে
তুমি তোমাৰ মাজত থকা লেবীয়া আৰু বিদেশী
লোকে সৈতে আনন্দ কৰিবা।

১২ তৃতীয় বছরত, অর্থাৎ দশম ভাগর বছরত
আপোনার ভূমিত উৎপন্ন হোৱা দ্রব্যর দশম
ভাগ পৃথক করি এঁটোৱার পাছত, তুমি
লেবীয়াক, বিদেশীক, পিতৃহীনক, আরু বিধৱাক
তাক দিবা ; তাতে সিবিলাকে তোমার নগরর
১৩ দুৱারর ভিতরত তাক খাই তৃপ্ত হব। আরু তুমি
আপোন ঈশ্বর যিহোৱার আগত এই কথা কবা,
তুমি মোক দিয়া তোমার গোটেই ব্যৱস্থা অনু-
সারে ময় আপোন ঘরর পরা পবিত্রীকৃত দ্রব্য
উলিয়াই আনি, লেবীয়াক, বিদেশীক, পিতৃ-
হীনক, আরু বিধৱাক দিলোঁ ; তোমার আজ্ঞা-
বিলাকর মাঝর কোনো আজ্ঞা লঙ্ঘন করা নাই,
১৪ আরু পাহরাও নাই ; শোকর কালত ময় তার
অলপো খোৱা নাই, আরু অশুচি হোৱা কালত
তার একোকে উলিওৱা নাই, আরু মরা লোকর
নিমিত্তেও তার অলপকে দিয়া নাই ; মোর
ঈশ্বর যিহোৱার বাক্য শুনি, তুমি মোক দিয়া
আটাই আজ্ঞার দরেই ময় কার্য্য করিলোঁ।
১৫ তুমি আপোন পবিত্র নিবাস স্বর্গর পরা দৃষ্টি
করি, আপোনার প্রজা ইস্রায়েলক, আরু আমার
পূর্ব্বপুরুষবিলাকর আগত তুমি করা শপথ অনু-
সারে যি ভূমি আমাক দিছা, সেই দুগ্ধ মধু
বোৱা দেশক আশীর্ব্বাদ করা।
১৬ আজি তোমার ঈশ্বর যিহোৱাই এই বিধি
আরু শাসনপ্রণালীবিলাক পালন করিবলৈ
তোমাক আজ্ঞা করিছে ; এই হেতুকে তুমি
সকলো মন আরু সকলো প্রাণেরে সেইবিলাক
১৭ পালন করি সেই মতে কার্য্য করিবা। ময় তোমার
ঈশ্বর হম, আরু তুমি মোর পথত চলি মোর
বিধি, আজ্ঞা, আরু শাসনপ্রণালীবিলাক পালন
করিবা, আরু মোর বাক্যলৈ কাণ দিবা, এনে
কথা আজি তুমি যিহোৱাক কবলৈ কারণ
১৮ দিলা ; আরু, তোমার প্রতিজ্ঞা অনুসারে ময়
তোমার বিশেষ প্রজা হম, আরু তোমার সকলো
১৯ আজ্ঞা পালন করিম, তাতে তুমি প্রজা সকলো
জাতিতকৈ, প্রশংসা, যশস্যা, আরু মর্য্যাদাত তুমি
মোক শ্রেষ্ঠ করিবা, আরু তোমার বাক্য অনুসারে
ময় আপোন ঈশ্বর যিহোৱার উদ্দেশে পবিত্র
প্রজা হম, এনে কথা যিহোৱায়ো আজি তোমাক
কবলৈ কারণ দিলে।

কনান দেশত ব্যৱস্থা লিখিবলৈ, আরু এবল পর্ব্বতত
শাও প্রকাশ করিবলৈ আদেশ।

২৭ পাছে মোচিয়ে আরু ইস্রায়েলর বৃদ্ধ-
সকলে লোকবিলাকক এই আজ্ঞা করিলে,
আজি ময় তোমালোকক দিয়া গোটেই ব্যৱস্থা
২ তোমালোকে পালন করিবা। আরু তোমার
ঈশ্বর যিহোৱাই তোমাক যি দেশ দিছে, তুমি
যর্দ্দন পার হৈ যেতিয়া সেই দেশ পাবাগৈ,
তেতিয়া আপোনার নিমিত্তে কেইটামান ডাঙর
৩ শিল স্থাপন করি তাক চূণেরে লিপিবা। আরু
তোমার পূর্ব্বপুরুষবিলাকর ঈশ্বর যিহোৱাই
তোমালৈ প্রতিজ্ঞা করার দরে, তেওঁ তোমাক যি
দুগ্ধ মধু বোৱা দেশ দিছে, তাত যেন তুমি
সোমাব পারা, এই নিমিত্তে তুমি পার হোৱার
পাছত সেই শিলবোরর ওপরত এই ব্যৱস্থার
৪ সকলো কথা লিখিবা। ময় আজি যি শিলবোরর
বিষয়ে তোমালোকক আজ্ঞা করিলোঁ, তোমা-
লোকে যর্দ্দন পার হলে এবল পর্ব্বতত সেই
সকলো শিল স্থাপন করি তাক চূণেরে লিপিবা।
৫ আরু যি শিলর ওপরত লোহার অস্ত্র তোলা
নাই, এনে শিলেরে সেই ঠাইতে তুমি আপোন
ঈশ্বর যিহোৱার উদ্দেশে এটা যজ্ঞবেদি নির্ম্মাণ
৬ করিবা। তুমি আপোন ঈশ্বর যিহোৱার সেই
বেদি নকটা শিলেরে নির্ম্মাণ করি, তার ওপরত
আপোন ঈশ্বর যিহোৱার উদ্দেশে হোমবলি উৎ-
৭ সর্গ করিবা ; আরু মঙ্গলার্থক বলিও দি, সেই
ঠাইত ভোজন করি আপোন ঈশ্বর যিহোৱার
৮ আগত আনন্দ করিবা। আরু সেই শিলবোরর
ওপরত এই ব্যৱস্থার সকলো কথা অতি স্পষ্টরূপে
লিখিবা।
৯ পাছে মোচি আরু লেবীয়া পুরোহিত-
বিলাকে গোটেই ইস্রায়েলক কলে, হে ইস্রায়েল,
মনে মনে থাকি শুনা ; আজি তুমি আপোন
১০ ঈশ্বর যিহোৱার প্রজা হলা। এই কারণে
আপোন ঈশ্বর যিহোৱার বাক্যলৈ কাণ দি
আজি ময় তোমাক আদেশ করা তেওঁর আজ্ঞা
আরু বিধিবিলাক তুমি পালন করিবা।
১১ সেই দিনা মোচিয়ে লোকবিলাকক এই আজ্ঞা
১২ করিলে, তোমালোকে যর্দ্দন পার হলে, লোক-
বিলাকক আশীর্ব্বাদ করিবলৈ, চিমিয়োন, লেবী
যিহুদা, ইচাখর, যোচেফ, আরু বিন্যামীন,
ইবিলাকে গরিজ্জীম পর্ব্বতত উঠি থিয় হব ;
১৩ আরু রূবেণ, গাদ, আচের, জবুলূন, দান, আরু
নপ্তালী, ইবিলাকে শাও দিবলৈ এবল পর্ব্বতত
১৪ থিয় হব। তার পাছে লেবীয়াবিলাকে মাত
লগাই ইস্রায়েলর সকলো লোকক বড় মা-
তেরে কব।
১৫ যি মানুহে শিল্পকারর হাতে করা, যিহোৱার
ঘিণলগীয়া, কটা বা সাঁচত ঢলা কোনো মূর্ত্তি
নির্ম্মাণ করি গুপুতে তাক স্থাপন করিব, সি
শাপগ্রস্ত হওক ; তাতে সকলো লোকে উত্তর দি,
সেয়ে হওক বুলি কব।
১৬ যি কোনোৱে আপোন পিতৃ মাতৃক অমান্য
করিব, সি শাপগ্রস্ত হওক ; তাতে সকলো লোকে
সেয়ে হওক বুলি কব।

১৭ যি কোনোৱে ওচৰচুবুৰীয়াৰ মাটীৰ সীমাৰ
চিন লৰাব, সি শাপগ্ৰস্ত হওক; তাতে সকলো
লোকে সেয়ে হওক বুলি কব।
১৮ যি কোনোৱে অন্ধকৰ বাট হেৰুৱাব, সি
শাপগ্ৰস্ত হওক; তাতে সকলো লোকে সেয়ে
হওক বুলি কব।
১৯ যি কোনোৱে বিদেশী, পিতৃহীন, আৰু বিধ-
ৱাৰ বিচাৰত অন্যায় কৰিব, সি শাপগ্ৰস্ত হওক;
তাতে সকলো লোকে সেয়ে হওক বুলি কব।
২০ যি কোনোৱে বাপেকৰ তিৰুতাৰে সৈতে শয়ন
কৰিব, সি আপোনাৰ বাপেকৰ আবৰণীয় কাপড়
ধুচুৱাত সি শাপগ্ৰস্ত হওক; তাতে সকলো লোকে
সেয়ে হওক বুলি কব।
২১ যি কোনোৱে পশুত পতিত হব, সি শাপগ্ৰস্ত
হওক; তাতে সকলো লোকে সেয়ে হওক
বুলি কব।
২২ যি কোনোৱে আপোন ভনীয়েক কি বায়েকে
সৈতে, অৰ্থাৎ বাপেকৰ জীয়েক বা মাকৰ
জীয়েকৰ লগত শয়ন কৰিব, সি শাপগ্ৰস্ত হওক;
তাতে সকলো লোকে সেয়ে হওক বুলি কব।
২৩ যি কোনোৱে শাহুৱেকে সৈতে শয়ন কৰিব,
সি শাপগ্ৰস্ত হওক; তাতে সকলো লোকে সেয়ে
হওক বুলি কব।
২৪ যি কোনোৱে ওচৰচুবুৰীয়াক গুপুতে বধ কৰিব,
সি শাপগ্ৰস্ত হওক; তাতে সকলো লোকে সেয়ে
হওক বুলি কব।
২৫ যি কোনোৱে নিৰ্দ্দোষীক বধ কৰিবলৈ ভেঁটি
খাব, সি শাপগ্ৰস্ত হওক; তাতে সকলো লোকে
সেয়ে হওক বুলি কব।
২৬ যি কোনোৱে এই ব্যৱস্থাৰ সকলো বাক্য
পালন কৰি সিদ্ধ নকৰিব, সি শাপগ্ৰস্ত হওক;
তাতে সকলো লোকে সেয়ে হওক বুলি কব।

আচৰণ অনুসাৰে ইস্ৰায়েলীয়াবিলাকে ভোগ কৰিব
লগা আশীৰ্ব্বাদ বা শাও।

২৮ তুমি যদি আপোন ঈশ্বৰ যিহোৱাৰ
বাক্যলৈ যত্নেৰে কাণ দি, ময় আজি তোমাক
দিয়া তেওঁৰ আটাই আজ্ঞা পালন কৰি, সেই
মতে কাৰ্য্য কৰা, তেন্তে তোমাৰ ঈশ্বৰ যিহোৱাই
পৃথিবীত থকা সকলো জাতিতকৈ তোমাক প্ৰধান
২ কৰিব। আৰু তুমি আপোন ঈশ্বৰ যিহোৱাৰ
বাক্যলৈ কাণ দিলে, এই সকলো আশীৰ্ব্বাদ
তোমাৰ ওপৰত পড়িব, আৰু তোমাতে ফলিয়াব।
৩ তুমি নগৰত আশীৰ্ব্বাদ পাবা, আৰু গাঁৱেভূঁয়ে
৪ আশীৰ্ব্বাদ পাবা। তোমাৰ গৰ্ত্তফল, ভূমিৰ ফল,
আৰু পশুৰ গৰ্ত্তফল, অৰ্থাৎ গৰুৰ দামুড়ি, আৰু
মেৰ ও ছাগলীৰ পোৱালিয়েও আশীৰ্ব্বাদ পাব।
৫ তোমাৰ পাচি আৰু তোমাৰ আটাগুৰি খচা
৬ পাত্ৰয়ো আশীৰ্ব্বাদ পাব। তুমি ভিতৰলৈ যোৱা
সময়ত আশীৰ্ব্বাদ পাবা, আৰু বাহিৰলৈ অহা
৭ কালতো আশীৰ্ব্বাদ পাবা। যিহোৱাই তোমাৰ
বিৰুদ্ধে উঠা শত্ৰুবোৰক তোমাৰ আগত ঘটুৱাব;
সিহঁতে এক বাটেদি তোমাৰ অহিতে আহি,
তোমাৰ আগৰ পৰা সাত বাটেদি পলাই যাব।
৮ যিহোৱাই তোমাৰ ভঁড়ালত, আৰু তোমাৰ
হাতে কৰা আটাই কাৰ্য্যত তোমাৰ ওপৰত আ-
শীৰ্ব্বাদ পড়িবলৈ আজ্ঞা দিব; তোমাৰ ঈশ্বৰ
যিহোৱাই তোমাক যি দেশ দিছে, তেওঁ তাত
৯ তোমাক আশীৰ্ব্বাদ কৰিব। যদি তুমি আপোন
ঈশ্বৰ যিহোৱাৰ আজ্ঞাবিলাক পালন কৰা আৰু
তেওঁৰ পথত চলা, তেন্তে যিহোৱাই তোমাৰ
আগত শপথ কৰাৰ দৰে, তোমাক আপোনাৰ এক
১০ পবিত্ৰ প্ৰজা কৰিব। তাতে, পৃথিবীত থকা
সকলো জাতিবোৰে, যিহোৱাৰ নামেৰে তুমি
১১ প্ৰখ্যাত হোৱা দেখি তোমালৈ ভয় কৰিব। আৰু
যিহোৱাই তোমাক যি দেশ দিম বুলি তোমাৰ
পূৰ্ব্বপুৰুষবিলাকৰ আগত শপথ কৰিছিল, সেই
দেশত তেওঁ তোমাৰ গৰ্ত্তফল, তোমাৰ পশুৰ গৰ্ত্ত-
ফল, আৰু ভূমিৰ ফলেৰে মঙ্গলৰ অৰ্থে তোমাক
১২ ঐশ্বৰ্য্যৱন্ত কৰিব। উচিত সময়ত তোমাৰ ভূমিত
বৰষুণ দিবলৈ, আৰু তোমাৰ হাতে কৰা সকলো
কাৰ্য্যত আশীৰ্ব্বাদ দিবলৈ, যিহোৱাই আপোনাৰ
উত্তম আকাশ-ভঁড়াল মুকলি কৰিব; তাতে তুমি
অনেক জাতিক ধাৰ দিবা, কিন্তু তুমি নিজে ধাৰ
১৩ নকৰিবা। তুমি পালন কৰি সেই মতে কাৰ্য্য
কৰিবলৈ, তোমাৰ যিহোৱাৰ যি যি আজ্ঞা আজি
ময় তোমাক দিছোঁ, সেইবোৰলৈ তুমি কাণ দি,
আজি ময় তোমাক যি যি আদেশবাক্য কৈছোঁ,
তুমি আন দেৱতাবোৰক পূজা কৰিবৰ অৰ্থে
সেইবোৰৰ পাছত চলি, সেই আদেশবাক্য-
বিলাকৰ এটা বাক্যৰ সোঁ বা বাঁওফালে নুঘূৰিলে,
১৪ যিহোৱাই তোমাক মূৰ কৰিব, নেগুৰ নকৰিব;
তুমি কেৱল ওপৰ হৈ থাকিবা, তল হৈ
নেথাকিবা।
১৫ কিন্তু ময় আজি তোমাক তেওঁৰ যি যি আজ্ঞা
আৰু বিধি দিছোঁ, সেই সকলোকে পালন কৰি
সেই মতে কাৰ্য্য কৰিবলৈ যদি তুমি আপোন
ঈশ্বৰ যিহোৱাৰ বাক্যলৈ কাণ নিদিয়া, তেন্তে
এই সকলো শাও তোমাৰ ওপৰত পড়িব, আৰু
১৬ তোমাত ফলিয়াব। তুমি নগৰত শাও পাবা,
১৭ আৰু গাঁৱেভূঁয়ে শাও পাবা। তোমাৰ পাচি
আৰু তোমাৰ আটাগুৰি খচা পাত্ৰয়ো শাও
১৮ পাব। তোমাৰ গৰ্ত্তফল, ভূমিৰ ফল, গৰুৰ
দামুড়ি, আৰু মেৰ ও ছাগলীৰ পোৱালিয়েও
১৯ শাও পাব। তুমি ভিতৰলৈ যোৱা কালত শাও
পাবা, আৰু বাহিৰলৈ অহা কালতো শাও পাবা।

২০ তুমি মন্দ কার্য্য করি মোক ত্যাগ করার কারণে,
তুমি সংহার আরু শীঘ্রে বিনষ্ট নোহোৱালৈকে,
করিবলৈ হাত দিয়া তোমার সকলো কার্য্য তুমি
করি থাকোঁতে, যিহোৱাই তোমার মাজলৈ শাও,
২১ ব্যাকুলতা, আরু ধমকি পঠাই থাকিব। তুমি
অধিকারর অর্থে যি দেশত সোমাবলৈ গৈছা,
সেই দেশর পরা যিহোৱাই তোমাক উচ্ছন্ন
২২ নকরেমানে তোমাত মহামারী লগাই থব। যিহো-
ৱাই যক্ষ্মারোগ, জ্বর, পোড়নি, দাহ, তরোৱাল,
কৰ্কতুমীয়া, আরু রজাবুরীয়া, এইবোরর দ্বারায়
তোমাক মারিব; তুমি বিনষ্ট নোহোৱামানে
২৩ সেইবোরে তোমার লগ নেড়িব। আরু তোমার
মূরর ওপরত থকা আকাশখন পিত্তল যেন, আরু
২৪ তলত থকা পৃথিবীখন লোহা যেন হব। যিহো-
ৱাই তোমার দেশত বরষুণর সলনি ধূলি আরু
বালি বরষাব; তুমি বিনষ্ট নোহোৱালৈকে,
সেয়ে আকাশর পরা তোমার ওপরত পড়ি
২৫ থাকিব। যিহোৱাই তোমার শত্রুবোরর আগত
তোমাক ঘটুৱাব; তুমি এক বাটে সিহঁতর অহিতে
ওলাই যাবা, কিন্তু সাত বাটেদি সিহঁতর আগর
পরা পলাই আহিবা; আরু পৃথিবীর সকলো
২৬ রাজ্যর মাজত তুমি ত্রাসর বিষয় হবা। আরু তো-
মার শব আকাশর আটাই চরাইর আরু পৃথি-
বীর জন্তুবোরর আহার হব; সিহঁতক খেদাবলৈ
২৭ কোনো নহব। যিহোৱাই তোমাক মিচরীয়া
বিষকোঁহোরা, খহু, ফাঁপর, আরু খজুলি, এই-
বিলাক সুস্থ করিব নোৱরা রোগেরে প্রহার
২৮ করিব। যিহোৱাই তোমাক পাগলামি, অন্ধতা,
২৯ আরু মনর ব্যাকুলতারে আঘাত করিব; অন্ধকে
যেনেকৈ আন্ধারত খপিয়াই ফুরে, তেনেকৈ তুমি
দিনদুপরতে খপিয়াই ফুরিবা, আরু কোনো
কার্য্যত উন্নতি নেপাবা; সদায় তোমাক কেৱল
উপদ্রব আরু লুট করা হব, আরু তোমাক
৩০ রক্ষা করিবলৈ কোনো নেথাকিব। তোমালৈ
কোনো ছোৱালী বাগ্দান করা হব, কিন্তু
আন পুরুষে তাইর লগত শয়ন করিব; তুমি
ঘর সাজিবা, কিন্তু তুমি তাত বাস করিবলৈ
নেপাবা; তুমি দ্রাক্ষাবাড়ী পাতিবা, কিন্তু তার
৩১ গুটী ভোগ করিবলৈ নেপাবা। তোমার গরু
তোমার আগতেই বধ করা হব, কিন্তু তুমি
তাক খাবলৈ নেপাবা; তোমার গাধ তোমার
আগর পরা বলেরে নিয়া হব, কিন্তু তোমাক
ওলোটাই দিয়া নেযাব; তোমার মেরর আরু
ছাগর জাক তোমার শত্রুবোরক দিয়া হব, কিন্তু
তোমার পক্ষে নিস্তার করোঁতা কোনো নেথাকিব।
৩২ তোমার পো জীবোরক আন জাতিলৈ দিয়া হব,
আরু গোটেই দিন সিহঁতলৈ বাট চাওঁতেই চকু
বিধাব; আরু তোমার হাতত বল নাইকিয়া হব।
৩৩ তুমি নজনা এক জাতিয়ে তোমার ভূমির শস্য
আরু তোমার শ্রমর সকলো ফল ভোগ করিব;
তোমাক সদায় কেৱল উপদ্রব আরু গুরি করা
৩৪ হব; তাতে, তুমি চকুরে যি দেখিবা, তার
৩৫ কারণেই বলীয়া হবা। যিহোৱাই তোমার আঁঠু,
করঙন, আরু ভরিতলুৱার পরা মূরলৈকে, সুস্থ
করিব নোৱরা বিষকোঁহোরারে তোমাক প্রহার
৩৬ করিব। যিহোৱাই তোমাক, আরু যি রজাক
তুমি আপোনার ওপরত পাতিবা, তেওঁকো তুমি
আরু তোমার পূর্ব্বপুরুষবিলাকেও নজনা এনে
এক জাতির ওচরলৈ লৈ যাব; সেই ঠাইত
তুমি কাঠ আরু শিলর আন দেৱতাবোরর
৩৭ মূর্ত্তিক সেৱাপূজা করিবা। আরু যিহোৱাই
তোমাক যিবিলাক জাতির মাজলৈ লৈ যাব,
সেইবোরর মাজত তুমি বিস্ময়, দৃষ্টান্ত, আরু
৩৮ বিদ্রূপর বিষয় হবা। তুমি বহুৎ কঠিয়া ক্ষেতিলৈ
লৈ যাবা, কিন্তু অলপ্হে গোটাবা; কিয়নো
৩৯ কাকতি ফড়িঙে তাক বিনষ্ট করিব। তুমি
দ্রাক্ষাবাড়ী পাতি তাক আপ্ভাল করিবা, কিন্তু
দ্রাক্ষারস পান করিবলৈ বা দ্রাক্ষাগুটী চপাবলৈ
নেপাবা; কিয়নো পোকে তাক খাই পেলাব।
৪০ তোমার ভূমির আটাই সীমাত তোমার জিতবৃক্ষ
হব, কিন্তু তুমি তেল ঘঁহিবলৈ নেপাবা; কিয়নো
৪১ তোমার জিত ফল সরি যাব। তোমার লরা
ছোৱালী জন্মিব, কিন্তু সিহঁত তোমার নহব;
৪২ কিয়নো সিহঁতক বন্দী করি নিয়া হব। ফড়িঙে
তোমার সকলো গছ, আরু তোমার ভূমির
৪৩ ফল ভোগ করিব। তোমার মাজত থকা বিদেশী
লোক ক্রমে ক্রমে তোমার ওপর হব, কিন্তু
৪৪ তুমি ক্রমে ক্রমে তললৈ যাবা। সি তোমাক
ধার দিব, কিন্তু তুমি তাক ধার দিব নোৱারিবা;
৪৫ সি মূর হব, তুমি নেগুর হবা। আরু এই সকলো
শাও তোমার ওপরত পড়িব, তোমার পাছে
পাছে খেদি তোমাক ধরি, তুমি বিনষ্ট নোহোৱা-
লৈকে তোমার লগ নেড়িব; কারণ, তোমার
ঈশ্বর যিহোৱাই তোমাক দিয়া আজ্ঞা আরু
বিধিবিলাক পালন করিবলৈ যিহোৱার বাক্যলৈ
৪৬ কাণ নিদিলা। আরু সেইবোর শাও তোমার
আরু তোমার বংশর ওপরত সদাকাললৈ চিন
৪৭ আরু অদ্ভুত লক্ষণস্বরূপে থাকিব; কারণ, তোমার
সকলো বস্তু অধিক হোৱাত, তুমি আনন্দেরে
আরু মনর উল্লাসেরে আপোন ঈশ্বর যিহো-
৪৮ ৱার সেৱা নকরিলা; এই কারণে, যিহো-
ৱাই তোমার বিরুদ্ধে যি শত্রুবোরক পঠাব,
তুমি ভোক, পিয়াহ, আরু উলঙ্গতারে আটাই
বস্তুর অভারত সেই শত্রুবোরর বন্দীকাম করিবা,
আরু তেওঁ তোমাক বিনষ্ট নকরালৈকে, তোমার
৪৯ ডিঙিত লোহার যুঁৱলি থৈ দিব। যার ভাষা

৫০ তুমি বুজিব নোৱাৰা, যি জাতিয়ে বুঢ়াক নে-
মানিব, ডেকাক দয়া নকৰিব, এনে কঠিন মুৰ্ত্তিৰ
কোনো এক জাতিক, যিহোৱাই তোমাৰ বিৰুদ্ধে
দূৰৰ পৰা, পৃথিবীৰ সিমূৰৰ পৰা কুৰৰ পক্ষীৰ
৫১ বেগৰ দৰে আনিব। তুমি বিনষ্ট নোহোৱালৈকে
সেই জাতিয়ে তোমাৰ পশুৰ গৰ্ত্তফল আৰু ভূমিৰ
ফল খাই পেলাব ; সেই জাতিয়ে তোমাৰ বিনাশ
নেহোৱালৈকে, শস্য, দ্ৰাক্ষাৰস, তেল, গৰুৰ
দামুড়ি, আৰু মেৰ ও ছাগলীৰ পোৱালিকো
৫২ তোমালৈ অৱশিষ্ট নেৰাখিব। আৰু তোমাৰ
গোটেই দেশৰ যিবোৰ ওখ আৰু দৃঢ় গড়ত
তুমি বিশ্বাস কৰা, সেয়ে নপৰেমানে, তোমাৰ
ঈশ্বৰ যিহোৱাই তোমাক দিয়া তোমাৰ গোটেই
দেশৰ আটাই নগৰৰ দুৱাৰৰ ভিতৰত সেই
৫৩ জাতিয়ে তোমাক অৱৰোধ কৰি ৰাখিব। অৱ-
ৰোধৰ কালত, আৰু যি টান অৱস্থাত তোমাৰ
শত্ৰুবোৰে তোমাক পেলাব, সেই অৱস্থাত তুমি
আপোন গৰ্ত্তফল, তোমাৰ ঈশ্বৰ যিহোৱাই
তোমাক দিয়া আপোন লৰা ছোৱালীবোৰৰ
৫৪ মঙহ খাব লগা হবা। অৱৰোধৰ কালত, আৰু
যি টান অৱস্থাত তোমাৰ শত্ৰুৱে তোমাৰ
আটাই নগৰৰ দুৱাৰৰ ভিতৰত তোমাক
পেলাব, সেই অৱস্থাত, তোমাৰ মাজত থকা
কোমল আৰু অতি আলসুৱা মানুহে আপোন
ভাই, আপোন মৰমৰ তিৰুতা, আৰু অৱশিষ্ট
থকা আপোনাৰ লৰা ছোৱালীবিলাকলৈকো এনে
৫৫ কুদৃষ্টি কৰিব, যে, সি খাব লগা আপোন
সন্তানবিলাকৰ মঙহৰ অলপো সিহঁতৰ কাকো
নিদিব : কাৰণ সেইখিনিৰ বাহিৰে তাৰ আৰু
৫৬ একো নহব। অৱৰোধৰ কালত, আৰু যি টান
অৱস্থাত তোমাৰ শত্ৰুৱে তোমাৰ নগৰৰ দুৱাৰৰ
ভিতৰত তোমাক পেলাব, সেই অবস্থাত, কোমল
আৰু আলসুৱাৰ কাৰণে মাটীত ভৰি দিবলৈ
ইচ্ছা নকৰা, তোমাৰ মাজত থকা কোমল আৰু
আলসুৱা তিৰুতাই আপোনাৰ মৰমৰ গিৰি-
৫৭ য়েক আৰু পুতেক জীয়েকলৈ, এনে কি, আপো-
নাৰ দুই ভৰিৰ মাজৰ পৰা ওলোৱা পাছ-
সাল আৰু আপুনি প্ৰসৱ কৰা আপোনাৰ
সন্তানবিলাকলৈ কুদৃষ্টি কৰিব ; কিয়নো সকলো
বস্তুৰ অভাৱত তাই সেইবোৰ মনে মনে খাব।
৫৮ তোমাৰ ঈশ্বৰ যিহোৱা, এই প্ৰতাপী আৰু
ভয়ানক নাম ভয় কৰিবৰ অৰ্থে যদি তুমি এই
পুস্তকত লিখা এই ব্যৱস্থাৰ সকলো বাক্য পালন
৫৯ কৰি সেই মতে কাৰ্য্য নকৰা, তেন্তে যিহোৱাই
তোমাক আৰু তোমাৰ বংশকো নানা আশ্চৰ্য্যিত
আপদত পেলাব, মহা-আপদ, এনে কি, অধিক
কাল থকা নানা আপদত আৰু বহু দিনলৈ থকা
৬০ নানা বিষম ৰোগত পেলাব। আৰু যিহলৈ তুমি
ভয় কৰিছিলা, সেই সকলো মিচৰীয়া ৰোগ
পুনৰায় তেওঁ তোমাৰ গাত দিব, আৰু সেইবোৰ
৬১ তোমাত লাগি থাকিব। তাৰ বাহিৰে এই
ব্যৱস্থাপুস্তকত নিলিখা প্ৰত্যেক আপদ, তুমি
বিনষ্ট নোহোৱামানে যিহোৱাই তোমালৈ
৬২ ঘটাব। তুমি আকাশৰ তৰাৰ নিচিনা অসংখ্য
হলেও লেখত তাকৰ হৈ অৱশিষ্ট থাকিবা।
৬৩ আৰু তোমালোকৰ মঙ্গল ও তোমালোকক বৃদ্ধি
কৰিবলৈ যি ৰূপে যিহোৱাই আনন্দ কৰিছিল,
সেই ৰূপে তোমালোকক বিনষ্ট আৰু সংহাৰ
কৰিবলৈ যিহোৱাই তোমালোকত আনন্দ কৰিব ;
আৰু অধিকাৰ কৰিবলৈ তোমালোকে যি দেশত
সোমাবা, তাৰ পৰা তোমালোকক উঘলা যাব।
৬৪ আৰু যিহোৱাই তোমাক পৃথিবীৰ ইমূৰৰ পৰা সি-
মূৰলৈকে জাতিবোৰৰ মাজত গোট গোট কৰিব ;
সেই ঠাইত, তুমি বা তোমাৰ পূৰ্ব্বপুৰুষবিলাকেও
নজনা কাঠৰ আৰু শিলৰ আন দেৱতাবোৰক
৬৫ সেৱাপূজা কৰিবা। আৰু সেই জাতিবোৰৰ মাজত
তুমি একো সুখ নেপাবা, আৰু তোমাৰ ভৰি-
তলুৱাই জিৰণি নেপাব ; কিন্তু যিহোৱাই সেই
ঠাইত তোমাৰ বুকু কঁপাব, চকু দুৰ্ব্বল কৰিব,
৬৬ আৰু প্ৰাণ শুকুৱাব ; আৰু তোমাৰ প্ৰাণ তোমাৰ
আগত, চিগোঁ চিগোঁ হৈ থকা সূতাত ওলমি
থাকিব, আৰু তুমি দিনে ৰাতিয়ে ভয় কৰিবা,
আৰু তোমাৰ প্ৰাণৰ একো আশা নেথাকিব ;
৬৭ তুমি মনত যি ভয় কৰিবা, আৰু চকুত যি
দৰ্শন পাবা, তাৰ কাৰণে তুমি ৰাতিপুৱা কবা,
ইচ, কেতিয়া সন্ধ্যা হব ! আৰু সন্ধ্যা হলে
৬৮ কবা, ইচ, কেতিয়া ৰাতি পুৱাব ! সেই পথ
তুমি আকৌ দেখা নেপাবা বুলি যি পথৰ
বিষয়ে ময় তোমাক কৈছিলোঁ, যিহোৱাই সেই
পথেদি মিচৰ দেশলৈ জাহাজেৰে তোমাক
পুনৰায় লৈ যাব, আৰু সেই ঠাইত তোমালোকক
আপোন শত্ৰুবোৰৰ ওচৰত বন্দীবেটীস্বৰূপে
বেচিবলৈ নিয়া হব, কিন্তু তোমাক কিনোতা
কোনো নহব।

ঈশ্বৰীয় নিয়মটীৰ সামৰণী।

২৯ যিহোৱাই হোৰেবত ইস্ৰায়েলৰ সন্তান;
বিলাকে সৈতে কৰা নিয়মটীৰ বাহিৰে,
মোৱাব দেশত সিবিলাকে সৈতে তেওঁ যি নিয়ম
কৰিবলৈ মোচিক আজ্ঞা কৰিলে, সেই নিয়মটীৰ
বাক্য এইবিলাক।
২ পাছে মোচিয়ে গোটেই ইস্ৰায়েলক মাতি
কলে, যিহোৱাই মিচৰ দেশত ফৰৌণ আৰু তেওঁৰ
সকলো পাত্ৰমন্ত্ৰীবিলাকলৈ, আৰু গোটেই দেশ-
লৈকো তোমালোকৰ চকুৰ আগত যি যি কৰি-
ছিলে, সেই আটাই কাৰ্য্য তুমি দেখিবলৈ পালা ;

৩ সেই নানা পৰীক্ষা, চিন, আৰু সেই মহা-অদ্ভুত
৪ লক্ষণ তোমালোকে দেখিবলৈ পালা ; কিন্তু
যিহোৱাই তোমালোকক বুজিবলৈ মন, দেখিবলৈ
চকু, আৰু শুনিবলৈ কাণ আজিলৈকে দিয়া নাই।
৫ আৰু ময় চল্লিশ বছৰ তোমালোকক অৰণ্যত
ভ্ৰমণ কৰাইছোঁ ; তোমালোকৰ গাত তোমা-
লোকৰ কাপড় পুৰণী হৈ ফটা নাই; আৰু
তোমালোকৰ ভৰিৰ জুতাও পুৰণী হৈ ফাটি
৬ যোৱা নাই ; ময় যে তোমালোকৰ ঈশ্বৰ
যিহোৱা, ইয়াক যেন তোমালোকে জানিব
পাৰা, এই নিমিত্তে তোমালোকে পিঠা ভোজন
কৰা নাই, আৰু দ্ৰাক্ষাৰস কি সুৰা পান কৰা
৭ নাই। আৰু তোমালোকে এই ঠাই পোৱাত,
হিচ্‌বোনৰ চীহোন ৰজা, আৰু বাচানৰ ওগ
ৰজাই আমাৰে সৈতে যুদ্ধ কৰিবলৈ ওলাই
আহিলত, আমি সিহঁতক পৰাজয় কৰিলোঁ ;
৮ আৰু সিহঁতৰ দেশ লৈ, অধিকাৰৰ অৰ্থে
ৰুবেণীয়া ও গাদীয়াবিলাকক, আৰু মনচিৰ আধা
৯ ফৈদক দিলোঁ। এই হেতুকে তোমালোকে যি
যি কৰিবা, সেই সকলোতে যেন তোমালোক
কৃতকাৰ্য্য হোৱা, এই নিমিত্তে এই নিয়মটীৰ
বাক্য পালন কৰি সেই মতে কাৰ্য্য কৰিবা।
১০ যিহোৱাই তোমাক যেনেকৈ কৈছিল, আৰু
তোমাৰ পূৰ্ব্বপুৰুষ অব্ৰাহাম, ইচ্‌হাক, আৰু
১১ যাকোবৰ আগত যি ৰূপে শপথ কৰিছিলে, সেই
ৰূপে তেওঁ যেন আজি তোমাক আপোন প্ৰজা
১২ বুলি স্থাপন কৰে, আৰু তোমাৰ ঈশ্বৰ হয়, এই
নিমিত্তে যি নিয়ম তোমাৰ ঈশ্বৰ যিহোৱাই
আজি তোমাৰ লগত স্থিৰ কৰিব, আৰু যি শপথ
কৰিব, সেই দৰে আপোনাকে বান্ধিবলৈ, তো-
মালোক সকলোৱে, অৰ্থাৎ তোমালোকৰ মূল
মানুহ, তোমালোকৰ ফৈদবিলাক, তোমালোকৰ
বৃদ্ধবিলাক, তোমালোকৰ বিষয়াবিলাক আদি
১৩ কৰি ইস্ৰায়েলৰ আটাই পুৰুষ, তোমালোকৰ
লৰা ছোৱালী, তোমালোকৰ তিৰুতাবোৰ, আৰু
তোমালোকৰ ছাউনিৰ মাজত থকা তোমা-
লোকৰ খৰি-কটীয়াৰে পৰা পানী-যোগনিয়াৰ-
লৈকে বিদেশী লোক আজি আপোন ঈশ্বৰ
১৪ যিহোৱাৰ আগত থিয় হৈ আছা। আৰু ময়
এই নিয়মটী যে কেৱল তোমালোকৰেই লগত
স্থিৰ কৰিছোঁ, আৰু এই শপথ কৰিছোঁ, সেয়ে
১৫ নহয় ; কিন্তু, আমাৰে সৈতে আজি এই ঠাইত
আমাৰ ঈশ্বৰ যিহোৱাৰ আগত যি লোক থিয়
হৈছে, আৰু যি লোক আজি আমাৰ আগত
বৰ্ত্তমান নাই, উভয়ৰ লগতো এই নিয়ম স্থিৰ
১৬ কৰিছোঁ, আৰু এই শপথ কৰিছোঁ ; (কিয়নো,
আমি মিচৰ দেশত কি ৰূপে বাস কৰিছিলোঁ,
আৰু যি নানা জাতিবিলাকৰ মাজেদি তোমা-
লোক আহিলা, সিহঁতৰ মাজেদি কি ৰূপে
১৭ আমি আহিলোঁ, তাক তোমালোকেই জানি
আছা ; আৰু সিহঁতৰ মাজত থকা ঘিণলগীয়া বস্তু,
কাঠৰ, শিলৰ, ৰূপৰ, আৰু সোণৰ প্ৰতিমাবোৰ
১৮ দেখিলা ;) স্থিৰ নকৰিলে; এই জাতিবিলাকৰ
দেৱতাবোৰৰ পাছত চলোঁতা হৈ সেইবোৰক
সেৱাপূজা কৰিবলৈ আমাৰ ঈশ্বৰ যিহোৱাৰ
পৰা আজি বিমুখ মন হোৱা কোনো পুৰুষ বা
তিৰুতা, বা গোষ্ঠী, বা ফৈদ, তোমালোকৰ মাজত
হব ; আৰু স্থিৰ নকৰিলে, বিহ গছ বা নাগদানা
১৯ গজা মূল তোমালোকৰ মাজত ওলাব, আৰু সি
শাওৰ কথা শুনা কালত, তিতাৰে সৈতে শুকানক
নষ্ট কৰিবলৈ, মনতে আপোনাকে ধন্য বুলি কব,
যে, ময় মোৰ আপোন মনৰ কঠিনতা অনুসাৰে
২০ চলিলেও মোৰ মঙ্গল হব ; যিহোৱাই তাক ক্ষমা
কৰিবলৈ সম্মত নহব, কিন্তু সেই সময়ত যিহো-
ৱাৰ ক্ৰোধ আৰু অন্তৰ্জ্বালা সেই মানুহৰ অহিতে
জ্বলিব, আৰু এই পুস্তকত লিখা সকলো শাও তাৰ
ওপৰত পড়ি থাকিব, আৰু যিহোৱাই আকাশ-
২১ মণ্ডলৰ তলৰ পৰা তাৰ নাম লুপ্ত কৰিব। আৰু
এই ব্যৱস্থাপুস্তকত লিখা নিয়মটীৰ সকলো শাও
অনুসাৰে যিহোৱাই তাক ইস্ৰায়েলৰ আটাই
২২ ফৈদৰ পৰা অমঙ্গলৰ অৰ্থে পৃথক কৰিব। তাতে,
এই দেশলৈ ঘটা নানা আপদ, আৰু যিহোৱাই
তাক দিয়া নানা ৰোগ যেতিয়া তোমালোকৰ ভাবি-
বংশ তোমালোকৰ পাছত জন্মিব লগা সন্তান-
বিলাকে, আৰু দূৰ দেশৰ পৰা অহা পৰজাতিয়ে
২৩ দেখিব, আৰু যিহোৱাই আপোন ক্ৰোধ আৰু
কোপত যি চদোম, ঘমোৰা, অদ্মা, আৰু চবোয়ীম
নগৰ উৎপাত কৰিছিল, তাৰ নিচিনাকৈ এই দেশৰ
সকলো মাটী যে গন্ধক, লোণ, আৰু অগ্নিৰে
পূৰ, ইয়াত একোকে বোৱা নেযায়, আৰু ইয়াত
কোনো গুটীও উৎপন্ন নহয়, আৰু ইয়াত কোনো
ঘাঁহ নগজে, এইবোৰ যেতিয়া সিবিলাকে দেখিব,
২৪ তেতিয়া সিবিলাকে কব, এনে কি, আটাই জাতিয়ে
কব, যিহোৱাই এই দেশলৈ কিয় এনে কৰিলে ?
২৫ এই মহাক্ৰোধ জ্বলাৰ কাৰণ কি ? তাতে মানুহে
কব, কাৰণ এই, সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকৰ ঈশ্বৰ
যিহোৱাই মিচৰ দেশৰ পৰা সিহঁতৰ সেই পূৰ্ব্ব-
পুৰুষবিলাকক উলিয়াই অনা কালত সিহঁতৰ লগত
তেওঁ যি নিয়ম পাতিছিল, সেই নিয়মটী সিহঁতে
২৬ ত্যাগ কৰিলে, আৰু সিহঁতে গৈ সিহঁতে নজনা,
আৰু তেওঁ সিহঁতক ভাগ বাঁটি নিদিয়া আন দেৱ-
তাবোৰক সেৱাপূজা কৰিলে, আৰু সেইবোৰৰ
২৭ আগত প্ৰণিপাত কৰিলে ; এই হেতুকে, এই
পুস্তকত লিখা সকলো শাও এই দেশত ফলি-
য়াবলৈ সিহঁতলৈ যিহোৱাৰ ক্ৰোধ প্ৰজ্বলিত
২৮ হল ; যিহোৱাই ৰাগত, ক্ৰোধত, আৰু মহা-

কোপত সিইতর দেশর পরা উঘালি আজির
২৯ দরে আন দেশত সিইতক পেলাই দিলে। নিগূঢ়
বিষয়বিলাক আমার ঈশ্বর যিহোৱার অধিকার;
কিন্তু আমি যেন এই ব্যবস্থার আটাই বাক্য
অনুসারে কার্য্য করোঁ, এই নিমিত্তে প্রকাশিত
বিষয়বিলাক আমার আরু আমার সন্তানবিলাকর
যুগে যুগে অধিকার আছে।

৩০ এই সকলো বাক্য, মই তোমার আগত
রখা আশীর্ব্বাদ আরু শাও যেতিয়া তোমাত
ফলিয়াব, তেতিয়া, তোমার ঈশ্বর যিহোৱাই যি
জাতিবিলাকর মাজলৈ তোমাক খেদিব, সেই
আটাই জাতিবিলাকর মাজত যদি এইবোর কথা
২ তোমার মনত পড়ে, আরু তুমি ও তোমার সন্তান-
বিলাকে যদি সকলো মনেরে আরু সকলো
প্রাণেরে আপোন ঈশ্বর যিহোৱালৈ ঘুরি, আজি
মই তোমাক যিবোর আজ্ঞা দিওঁ, সেইবোরর দরে
৩ তেওঁর বাক্যলৈ কাণ দিয়া, তেন্তে তোমার ঈশ্বর
যিহোৱাই তোমার বন্দী-অৱস্থা সলনি করিব,
আরু তোমালৈ কৃপাদৃষ্টি করি, যিবিলাক জা-
তির মাজত তেওঁ তোমাক ছিন্নভিন্ন করিব, সেই
আটাই জাতির পরা পুনরায় তোমাক আনি
৪ গোটাব। খেদি পঠোৱা তোমার কোনো লোক
আকাশমণ্ডলর অন্তভাগত থাকিলেও, তোমার
ঈশ্বর যিহোৱাই তার পরাই তোমাক আনি
গোটাব, তার পরাই তেওঁ তোমাক লৈ আহিব;
৫ আরু তোমার পূর্ব্বপুরুষবিলাকে অধিকার করা
দেশলৈ তোমার ঈশ্বর যিহোৱাই তোমাক
আনিব, আরু তুমি তাক অধিকার করিবা; আরু
তেওঁ তোমার মঙ্গল করি তোমার পূর্ব্বপুরুষ-
৬ বিলাকতকৈয়ো তোমাক অধিকরূপে বঢ়াব। আরু
তুমি সকলো মনেরে ও সকলো প্রাণেরে আপোন
ঈশ্বর যিহোৱাক প্রেম করি জীয়াই থাকিবর
নিমিত্তে, তোমার ঈশ্বর যিহোৱাই তোমার মন
৭ আরু তোমার বংশরো মন চুন্নৎ করিব। আরু
তোমার ঈশ্বর যিহোৱাই তোমার শত্রুবোরর
আরু তোমাক তাড়না করা বৈরীবোরর ওপরত
৮ এইবিলাক শাও ফলিওৱাব। আরু তুমি উলটি
যিহোৱার বাক্যলৈ কাণ দি, মই আজি তোমাক
তেওঁর যি যি আজ্ঞা দিছোঁ, সেইবোরর দরে কার্য্য
৯ করিবা। যদি তুমি আপোন ঈশ্বর যিহোৱার
বাক্যলৈ কাণ দি এই ব্যবস্থাপুস্তকত লিখা তেওঁর
আজ্ঞা আরু বিধিবিলাক পালন করা, আরু সকলো
মনেরে ও সকলো প্রাণেরে আপোন ঈশ্বর যিহো-
১০ ৱালৈ ঘুরা, তেন্তে তোমার ঈশ্বর যিহোৱাই
মঙ্গলর অর্থে, তোমার হাতে করা আটাই কার্য্য
সাফল্য করি তোমার গর্ভফলেরে, পশুর গর্ভ-
ফলেরে, আরু ভূমির ফলেরে তোমাক ঐশ্বর্য্যযুক্ত
করিব; কিয়নো, যিহোৱাই তোমার পূর্ব্বপুরুষ-
বিলাকত যি রূপে আনন্দ করিছিল, মঙ্গলর অর্থে
পুনরায় তোমাতো সেই রূপে আনন্দ করিব।
১১ কিয়নো মই আজি তোমাক যি ব্যবস্থা দিছোঁ,
সেয়ে তোমার জ্ঞানে ঢুকি পাব নোৱরা নহয়,
১২ আরু সেয়ে তোমার পরা দূরো নহয়। সেয়ে
আকাশত নহয়, যে, আমি তাক পালন করিবর
নিমিত্তে, কোনে আমার কারণে আকাশলৈ উঠি
তাক আনি আমাক শুনাব? এই বুলি কব লা-
১৩ গিব; আরু সেয়ে সমুদ্রর সিপারেও নহয়, যে,
আমি তাক পালন করিবর নিমিত্তে, কোনে
আমার কারণে সমুদ্র পার হৈ তাক আনি আমাক
১৪ শুনাব? এই বুলি কব লাগিব। কিন্তু পালন
করিবর নিমিত্তে সেই বাক্য তোমার নিচেই ওচরত,
তোমার মুখত, আরু তোমার হৃদয়তে আছে।
১৫ দেখা, মই আজি তোমার আগত জীৱন আরু
১৬ মঙ্গল, মৃত্যু আরু অমঙ্গল রাখিছোঁ। তো-
মার ঈশ্বর যিহোৱাক প্রেম করিবলৈ, তেওঁর
পথত চলিবলৈ, আরু তেওঁর আজ্ঞা, বিধি ও
শাসনপ্রণালীবিলাক পালন করিবলৈ মই আজি
তোমাক আজ্ঞা দিছোঁ; তাকে করিলে, তুমি
জীয়াই থাকিবা আরু বৃদ্ধি পাবা, আরু যি
দেশ অধিকার করিবলৈ গৈছা, সেই দেশত
তোমার ঈশ্বর যিহোৱাই তোমাক আশীর্ব্বাদ
১৭ করিব; কিন্তু যদি তোমার মন এফলীয়া হয়,
আরু তুমি কথালৈ কাণ নিদি আকর্ষিত হৈ ইতর
দেৱতাবোরর আগত প্রণিপাত করা, আরু
১৮ সেইবোরক সেৱাপূজা করা, তেন্তে আজি মই
তোমালোকক জনাইছোঁ, যে, তোমালোক নিশ্চয়ে
বিনষ্ট হবা, আরু তুমি আধিপত্যর অর্থে যি
দেশত সোমাবলৈ যর্দ্দন পার হৈ যাবা, সেই
১৯ দেশত তোমালোক দীর্ঘজীৱী নহবা। মই আজি
তোমালোকর বিরুদ্ধে আকাশমণ্ডল আরু পৃথিবীক
সাক্ষী করি কৈছোঁ, যে, মই তোমার আগত জীৱন
আরু মরণ, আশীর্ব্বাদ আরু শাও রাখিছোঁ;
২০ এই হেতুকে, যিহোৱাই তোমার পূর্ব্বপুরুষ অব্রা-
হাম, ইচ্হাক, আরু যাকোবক যি দেশ দিম
বুলি সিবিলাকর আগত শপথ করিছিল, সেই
দেশত তুমি বাস করিবর অর্থে, তুমি যেন তোমার
ঈশ্বর যিহোৱাক প্রেম করা, তেওঁর বাক্যলৈ কাণ
দিয়া, আরু তেওঁত আসক্ত হোৱা, (কিয়নো সেয়ে
তোমার জীৱন আরু তোমার দীঘল আয়ুষ;) এই
নিমিত্তে, তুমি গোটেই বংশই সৈতে জীয়াই
থাকিবলৈ জীৱনক মনোনীত করা।

মোচিয়ে আশ্বাস দিয়া, ব্যবস্থা সোধাই দিয়া, আরু
যিহোচূৱাক আদেশ করা।

৩১ পাছে মোচিয়ে গৈ, গোটেই ইস্রায়েলক
২ এই কথা কলে, বোলে, এতিয়া মোর এশ

বিশ বছর বয়স, ময় আরু বাহির ভিতর করি
ফুরিব নোৱারোঁ ; আরু যিহোৱাই মোক কলে,
৩ তুমি সেই যৰ্দ্দন পার নহবা। তোমার ঈশ্বর
যিহোৱা নিজেই তোমার আগত পার হৈ
যাব ; তেওঁহেই তোমার আগর পরা এই জাতি-
বিলাকক বিনষ্ট করিব, তাতে তুমি ইহঁতর
আধিপত্য লবা ; যিহোৱার আজ্ঞা অনুসারে
৪ যিহোচূৱা তোমার আগত পার হৈ যাব। আরু
যিহোৱাই বিনষ্ট করা ইমোরীয়াহঁতর চীহোন
আরু ওগ এই দুজন রজালৈ, আরু সিবিলাকর
দেশলৈ তেওঁ যেনে করিছিল, সিহঁতলৈকো তেনে
৫ করিব। আরু যিহোৱাই সিহঁতক তোমালোকর
হাতত সোধাই দিব ; আরু তোমালোকক ময়
দিয়া আটাই আজ্ঞা অনুসারে সিহঁতলৈ ব্যৱহার
৬ করিবা। তোমালোকে বলৱান হোৱা, অতিশয়
সাহায়াল হোৱা, ভয় নকরিবা, আরু সিহঁতক
দেখি নকঁপিবা ; কিয়নো তোমার ঈশ্বর যিহোৱা
নিজেই তোমার লগত যাওঁতা, তেওঁ তোমাক
৭ নেড়িব, তোমাক ত্যাগ নকরিব। পাছে মোচিয়ে
যিহোচূৱাক মাতি, গোটেই ইস্রায়েলর সাক্ষাতে
তেওঁক কলে, তুমি বলৱান হোৱা, আরু অতিশয়
সাহীয়াল হোৱা ; কিয়নো যিহোৱাই ইবিলা-
কক যি দেশ দিম বুলি ইবিলাকর পূৰ্ব্বপুরুষ-
বিলাকর আগত শপথ করিছিল, সেই দেশত এই
লোকবিলাকে সৈতে তুমিহে সোমাবা, আরু
ইবিলাকক সেই দেশ তুমিহে অধিকার করাবা।
৮ আরু যিহোৱা নিজেই তোমার আগত যাওঁতা ;
তেওঁহেই তোমার সহায় হব ; তেওঁ তোমাক নেড়িব,
তোমাক ত্যাগ নকরিব ; তুমি ভয় নকরিবা আরু
ব্যাকুল নহবা।
৯ পাছে মোচিয়ে এই ব্যৱস্থা লিখি, যিহো-
ৱার নিয়মচন্দুক বৈ নিওঁতা লেবীর সন্তান
পুরোহিতবিলাকক আরু ইস্রায়েলর সকলো
১০ বৃদ্ধ লোকক সোধাই দিলে। আরু মোচিয়ে
১১ সিবিলাকক এই আজ্ঞা করিলে, তোমার ঈশ্বর
যিহোৱাই যি ঠাই মনোনীত করিব, সেই
ঠাইত গোটেই ইস্রায়েলে তেওঁক সাক্ষাৎ
করিবলৈ উপস্থিত হোৱা সময়ত, প্রত্যেক
সাত বছরর মূরত, ধার ক্ষমা করা বছরর
নিরূপিত কালত, পঞ্জাপৰ্ব্বত, গোটেই ইস্রায়েলে
শুনাকৈ তুমি সিবিলাকর আগত তাক পাঠ
১২ করিবা। পুরুষ, স্ত্রী, আরু লরা ছোৱালী
আদি করি লোকবিলাকে, আরু আপোনার
নগরর দুৱারর ভিতরত থকা বিদেশীয়ে শুনি
শিক্ষা পাই, আরু তোমালোকর ঈশ্বর যিহো-
ৱালৈ ভয় করি, এই ব্যৱস্থার সকলো বাক্য
১৩ পালন করি তার দরে কার্য্য করিবর নিমিত্তে,
আরু এইবোর নজনা সিবিলাকর সন্তানবিলাকে
শুনি, যি দেশ অধিকার করিবলৈ তোমালোকে
যৰ্দ্দন পার হৈ যাবা, সেই দেশত তোমালোক
জীয়াই থাকামানে সিবিলাকে তোমালোকর
ঈশ্বর যিহোৱাক ভয় করিবলৈ শিকিবর নিমিত্তে,
তুমি সেই সকলোবিলাকক গোট খুৱাবা।
১৪ পাছে যিহোৱাই মোচিক কলে, দেখা,
তোমার মরণর দিন ওচর ; তুমি যিহোচূৱাক
মাতা, আরু তোমালোক দুয়ো সাক্ষাৎ করা
তাম্বুত উপস্থিত হোৱা, ময় তেওঁক আজ্ঞা দিম ;
তেতিয়া মোচি আরু যিহোচূৱা গৈ সাক্ষাৎ
১৫ করা তাম্বুত উপস্থিত হল। আরু যিহোৱাই
সেই তাম্বুত মেঘস্তম্ভর মাজত থাকি দেখা দিলে ;
সেই মেঘস্তম্ভ তাম্বুর দুৱারর ওপরত রৈ আছিল।
১৬ তেতিয়া যিহোৱাই মোচিক কলে, দেখা, তুমি
আপোন ওপরপিতৃবিলাকর লগত শয়ন করার
পাছে, যি দেশর লোকবিলাকর মাজত এই
লোকবিলাক সোমাবলৈ গৈছে, সিবিলাকে
উঠি সেই দেশর পরজাতীয় দেৱতাবোরর পাছত
চলি ব্যভিচার করিব, আরু মোক এড়ি, ময়
সিবিলাকে সৈতে করা মোর নিয়মটী ভাঙ্গিব।
১৭ তেতিয়া সেই দিনা সিবিলাকর বিরুদ্ধে মোর
ক্রোধ প্রজ্বলিত হব, আরু ময় সিবিলাকক
এড়িম, আরু সিবিলাকলৈ আপোন মুখ
ঢাকিম ; তাতে সিবিলাকক গ্রাস করা হব,
আরু অনেক বিধ অমঙ্গল ও আপদ সিবিলাকলৈ
ঘটিব ; আরু সেই কালত সিবিলাকে কব, যে,
আমার ঈশ্বর আমার মাজত নোহোৱার কার-
ণেই আমালৈ এইবোর অমঙ্গল নঘটিল নে?
১৮ আরু সিবিলাকে ইতর দেৱতাবোরলৈ ঘূরি
যি যি কুকৰ্ম্ম করিব, তার নিমিত্তে সেই দিনা
ময় অৱশ্যে আপোন মুখ ঢাকিম। এই হেতুকে
১৯ এতিয়া তোমালোকে আপোনাবিলাকর নিমিত্তে
এই গীত লিখি রাখা, আরু তুমি ইস্রায়েলর
সন্তানবিলাকক তাক শিকোৱা, আরু এই গীত
ইস্রায়েলর সন্তানবিলাকর অহিতে মোর সাক্ষী
হবলৈ সিবিলাকক তাক মুখস্থ করোৱা।
২০ কিয়নো, যি দেশ দিম বুলি ময় সিবিলাকর
পূৰ্ব্বপুরুষবিলাকর আগত শপথ করিছিলোঁ,
সেই দুগ্ধ মধু বোৱা দেশর মাজলৈ যে-
তিয়া সিবিলাকক লৈ যাম, আরু যেতিয়া
সিবিলাকে ভোজন করি তৃপ্ত হৈ হৃষ্টপুষ্ট হব,
তেতিয়া, সিবিলাকে ইতর দেৱতাবোরলৈ ঘূরি,
সেইবোরক সেৱাপূজা করি মোক হেয়জ্ঞান করিব,
২১ আরু মোর নিয়মটী ভাঙ্গিব। তাতে, যেতিয়া
সিবিলাকলৈ অনেক বিধ অমঙ্গল আরু আপদ
ঘটিব, তেতিয়া এই গীতে সাক্ষীস্বরূপ হৈ
সিবিলাকর আগত সাক্ষ্য দিব ; কিয়নো
সিবিলাকর সন্তানে মুখস্থ করা এই গীত নেপাহ-

যিহোৱাই ইস্রায়েলৰ সাক্ষাতে সিহঁতক ব্যাকুল
কৰাত, ইস্রায়েলে গিবিয়োনত মহাসংহাৰেৰে
সিহঁতক সংহাৰ কৰিলে ; আৰু বৈৎ-হোৰোণলৈ
উঠি যোৱা বাটেদি সিহঁতক খেদি খেদি, অজেকা
১১ আৰু মক্কেদালৈকে আঘাত কৰিলে। ইস্রায়েলৰ
সন্মুখৰ পৰা পলাই যোৱা কালত, যেতিয়া সিহঁত
বৈৎ-হোৰোণৰ পৰা নামি যোৱা বাটত আছিল,
তেতিয়া যিহোৱাই অজেকালৈকে সিহঁতৰ ওপৰত
আকাশৰ পৰা মহাশিলা বৰষালে, তাতে সিহঁত
মৰিল ; ইস্রায়েলৰ সন্তানবিলাকে সিহঁতৰ
যিমান মানুহ তৰোৱালেৰে বধ কৰিলে,
তাতকৈয়ো অধিক লোক শিলাবৃষ্টিত মৰিল।
১২ সেই কালত, যিহোৱাই ইস্রায়েলৰ সন্তান-
বিলাকৰ হাতত ইমোৰীয়াবিলাকক সমৰ্পণ কৰা
দিনা, যিহোচূৱাই যিহোৱাক কলে, তেওঁ ইস্রা-
য়েলৰ সাক্ষাতে কলে,

হে সূৰ্য্য, তুমি গিবিয়োনৰ ওপৰত ৰৈ থাকা ;
আৰু হে চন্দ্ৰ, তুমি অয়ালোনৰ উপত্যকাৰ
ওপৰত থাকা ।

১৩ তাতে, যেতিয়ালৈকে লোকবিলাকে আপো-
নাৰ শত্ৰুবোৰক প্ৰতিফল নিদিলে,
তেতিয়ালৈকে সূৰ্য্য স্থগিত হল, আৰু চন্দ্ৰও
ৰৈ থাকিল।

এই কথা জাচেৰ পুস্তকত লিখা নাই ?
এই ৰূপে সূৰ্য্য আকাশৰ মাজ ঠাইত থিৰে থাকি
প্ৰায় সম্পূৰ্ণ এক দিন মাৰ যাবলৈ বেগ নকৰিলে।
১৪ ইয়াৰ পূৰ্ব্বে কি পাছে, যিহোৱাই যে মনুষ্যৰ
বাক্যলৈ এই ৰূপে কাণ দিলে, এনে আৰু কোনো
দিন হোৱা নাই ; কিয়নো যিহোৱাই ইস্রায়েলৰ
পক্ষে যুদ্ধ কৰিছিল।
১৫ পাছে যিহোচূৱাই গোটেই ইস্রায়েলক লগত
লৈ, গিল্গলৰ ছাউনিলৈ উলটি আহিল।
১৬ আৰু সেই পাঁচ জন ৰজা পলাই গৈ, মক্কেদাৰ
১৭ গুহাত লুকাই থাকিল। পাছে কোনো লোকে
যিহোচূৱাক বাৰ্ত্তা দি কলে, সেই পাঁচ জন ৰজাক
মক্কেদাৰ গুহাত লুকাই থকা পোৱা গৈছে।
১৮ তাতে যিহোচূৱাই কলে, তোমালোকে সেই
গুহাৰ মুখত কেতবোৰ ডাঙৰ শিল বগৰাই দি,
সিবিলাকক পহৰা দিবলৈ তাৰ ওচৰত মানুহ
১৯ ৰাখাগৈ ; কিন্তু তোমালোকে পলম নকৰি শত্ৰু-
বোৰৰ পাছে পাছে খেদি গৈ সিহঁতৰ পাছৰ
লোকবিলাকক সংহাৰ কৰা ; সিহঁতক আপোন
আপোন নগৰত সোমাবলৈ নিদিবা ; কিয়নো
তোমালোকৰ ঈশ্বৰ যিহোৱাই সিহঁতক তোমা-
২০ লোকৰ হাতত সমৰ্পণ কৰিলে। পাছে, যিহো-
চূৱা আৰু ইস্রায়েলৰ সন্তানবিলাকে যেতিয়া
মহাসংহাৰেৰে সিহঁতক নিঃশেষে সংহাৰ
কৰিলে, আৰু সিহঁতৰ অৱশিষ্ট লোক গড়েৰে
২১ আবৃত নগৰবোৰত সোমালগৈ, তেতিয়া সকলো
লোকবিলাক মক্কেদাৰ ছাউনিলৈ যিহোচূৱাৰ
ওৰিলৈ কুশলে উলটি আহিল ; ইস্রায়েলৰ
সন্তানবিলাকৰ মাজৰ কাৰো বিৰুদ্ধে কোনেও
২২ জিবা লৰালে। পাছে যিহোচূৱাই আজ্ঞা
কৰিলে, যোলে, তোমালোকে সেই গুহাৰ মুখ
মেলি, সেই পাঁচ জন ৰজাক উলিয়াই মোৰ
২৩ ওচৰলৈ আনাগৈ। তাকে কৰি সিবিলাকে
যিৰূচালেমৰ ৰজা, হিব্ৰোণৰ ৰজা, যৰ্মূতৰ ৰজা,
লাখীচৰ ৰজা, আৰু ইগ্লোনৰ ৰজা, এই পাঁচ
জন ৰজাক সেই গুহাৰ পৰা উলিয়াই, তেওঁ
২৪ ওৰিলৈ আনিলে। এই ৰূপে সেই ৰজাবিলাকক
তেওঁৰ ওৰিলৈ অনা হলত, যিহোচূৱাই ইস্রা-
য়েলৰ আটাই পুৰুষবিলাকক মাতি আনি,
আপোনাৰ লগত যোৱা সেনাপতিবিলাকক আজ্ঞা
কৰিলে, যোলে, তোমালোকে ওচৰলৈ আহি
এই ৰজাবিলাকৰ ডিঙিত ভৰি দিয়া ; তাতে
সিবিলাকে ওচৰলৈ আহি সিবিলাকৰ ডিঙিত
২৫ ভৰি দিলে। পাছে যিহোচূৱাই সিবিলাকক
কলে, তোমালোকে ভয় নকৰিবা, আৰু ব্যাকুল
নহবা ; তোমালোক বলৱান আৰু সাহীয়াল
হোৱা ; কিয়নো, তোমালোকে যি যি শত্ৰুবোৰে
সৈতে যুদ্ধ কৰিবা, সিহঁতৰ সকলোলৈকে যিহো-
২৬ ৱাই এই ৰূপে কৰিব। পাছে যিহোচূৱাই সেই
পাঁচ জন ৰজাক আঘাত কৰি বধ কৰিলে, আৰু
পাঁচডাল কাঠত অৰাই থলে ; তাতে সিহঁত গো-
২৭ ধূলিলৈকে কাঠত ওলমি থাকিল। পাছে, সূৰ্য্য
মাৰ যোৱা সময়ত, লোকবিলাকে যিহোচূৱাৰ
আজ্ঞাৰে সিহঁতক কাঠৰ পৰা নমাই, সিহঁত লুকাই
থকা গুহাতে সিহঁতক পেলাই দি, তাৰ মুখত বৰ
বৰ শিল দি থলে ; সেয়ে আজিলৈকে আছে।
২৮ সেই দিনাই যিহোচূৱাই মক্কেদা হাত কৰি
ললে, আৰু তৰোৱালৰ ধাৰেৰে তাক আঘাত
কৰি, তাত থকা ৰজা আদি সকলো মানুহক
নিঃশেষে বিনষ্ট কৰিলে, কাকো অৱশিষ্ট নে-
ৰাখিলে ; যিৰীহোৰ ৰজালৈ যেনে কৰিছিল,
মক্কেদাৰ ৰজালৈকো তেনে কৰিলে।
২৯ তাৰ পাছে যিহোচূৱাই গোটেই ইস্রায়েলক
লগত লৈ, মক্কেদাৰ পৰা লিব্নালৈ গৈ, লিব্নাৰ
৩০ বিৰুদ্ধে যুদ্ধ কৰিলে। তাতে যিহোৱাই লিব্না
আৰু তাৰ ৰজাক ইস্রায়েলৰ হাতত দিলত,
সিবিলাকে তাক আৰু তাৰ ভিতৰত থকা সকলো
মানুহক তৰোৱালেৰে আঘাত কৰিলে, তাৰ
মাজত কাকো অৱশিষ্ট নেৰাখিলে ; যিৰীহোৰ
ৰজালৈ যি ৰূপে কৰিছিল, তাৰ ৰজালৈকো সেই
ৰূপে কৰিলে।
৩১ তাৰ পাছে যিহোচূৱাই আটাই ইস্রায়েলক
লগত লৈ, লিব্নাৰ পৰা লাখীচলৈ গৈ, তাৰ

অহিতে ছাউনি পাতি তাৰ বিৰুদ্ধে যুদ্ধ কৰিলে।
৩২ তাতে যিহোৱাই লাখীচকো ইস্রায়েলৰ হাতত
দিয়াত, সিবিলাকে দ্বিতীয় দিনা তাক হাত কৰি
লৈ, লিব্‌নালৈ যি ৰূপে কৰিছিল, লাখীচলৈকো
সেই ৰূপে কৰি, তাক আৰু তাৰ মাজত থকা
সকলো মানুহক তৰোৱালেৰে আঘাত কৰিলে।
৩৩ তেতিয়া গেজৰৰ হোৰম ৰজাই লাখীচৰ সহায়
কৰিবলৈ আহিলত, যিহোচূৱাই তাৰ কোনো
অৱশিষ্ট নথকাকৈ, তাক আৰু তাৰ লোক-
বিলাকক আঘাত কৰিলে।
৩৪ পাছে যিহোচূৱাই গোটেই ইস্রায়েলক লগত
লৈ, লাখীচৰ পৰা ইগ্লোনলৈ গল; আৰু সি-
বিলাকে তাৰ অহিতে ছাউনি পাতি তাৰ বিৰুদ্ধে
৩৫ যুদ্ধ কৰিলে। আৰু সেই দিনা সিবিলাকে তাক
হাত কৰি লৈ, যি ৰূপে লাখীচলৈ কৰিছিল,
সেই ৰূপে তৰোৱালেৰে তাকো আঘাত কৰি,
সেই দিনা তাৰ ভিতৰত থকা আটাই মানুহক
নিঃশেষে সংহাৰ কৰিলে।
৩৬ তাৰ পাছে যিহোচূৱাই গোটেই ইস্রায়েলক
লগত লৈ ইগ্লোনৰ পৰা হিব্ৰোণলৈ যাত্ৰা কৰিলে,
আৰু সিবিলাকে তাৰ বিৰুদ্ধে যুদ্ধ কৰিলে।
৩৭ আৰু সিবিলাকে তাক হাত কৰি, তাক আৰু তাৰ
ৰজাক, তাৰ সৰু সৰু নগৰবোৰ, আৰু তাৰ
ভিতৰত থকা সকলো মানুহক তৰোৱালেৰে
আঘাত কৰিলে; ইগ্লোনলৈ যি যি কৰিছিল,
সেই সকলোৰ দৰে কাকো অৱশিষ্ট নেৰাখিলে,
তাক আৰু তাৰ ভিতৰত থকা সকলো মানুহক
নিঃশেষে সংহাৰ কৰিলে।
৩৮ পাছে যিহোচূৱাই আটাই ইস্রায়েলক লগত
লৈ,দবীৰলৈ ঘূৰি আহি তাৰ অহিতে যুদ্ধ কৰিলে।
৩৯ তেওঁ তাক আৰু তাৰ ৰজাক, আৰু তাৰ সৰু সৰু
নগৰবোৰ হাত কৰি ললে; সিবিলাকে তৰো-
ৱালেৰে আঘাত কৰি, তাৰ মাজত থকা সকলো
মানুহক নিঃশেষে সংহাৰ কৰিলে; তেওঁ তাৰ
কাকো অৱশিষ্ট নেৰাখিলে; যেনেকৈ হিব্ৰোণলৈ,
আৰু লিব্‌না ও তাৰ ৰজালৈ কৰিছিল, সেই দৰে
দবীৰ আৰু তাৰ ৰজালৈকো কৰিলে।
৪০ এই ৰূপে যিহোচূৱাই পৰ্ব্বতীয়া অঞ্চল, দক্ষিণ
অঞ্চল, নিম্নভূমি, আৰু উপপৰ্ব্বতৰ অঞ্চল, এই
সকলো দেশ পৰাজয় কৰি, তাৰ সকলো ৰজাক
বধ কৰিলে, কাকো অৱশিষ্ট নেৰাখিলে; তেওঁ
ইস্রায়েলৰ ঈশ্বৰ যিহোৱাৰ আজ্ঞা অনুসাৰে
উশাহ লোৱা সকলোকে নিঃশেষে বিনষ্ট
৪১ কৰিলে। এই ৰূপে যিহোচূৱাই কাদেচ-বৰ্ণেয়াৰ
পৰা ঘচালৈকে সিহঁতক, আৰু গিবিয়োনলৈকে
৪২ গোচনৰ সকলো দেশ পৰাজয় কৰিলে। যিহো-
চূৱাই এই সকলো ৰজাক আৰু সিবিলাকৰ
দেশ একে বাৰতে হাত কৰি ললে; কিয়নো
ইস্রায়েলৰ ঈশ্বৰ যিহোৱাই ইস্রায়েলৰ পক্ষে
৪৩ যুদ্ধ কৰিছিল। পাছে যিহোচূৱাই গোটেই
ইস্রায়েলক লগত লৈ, গিল্‌গলৰ ছাউনিলৈ
উলটি আহিল।

কনান দেশৰ উত্তৰ ভাগ জয় কৰা, আৰু গোটেই
দেশৰ পৰাজয়।

১১ পাছে হাচোৰৰ ৰজা যাবীনে যেতিয়া
সেই কথা শুনিলে, তেতিয়া তেওঁ মাদোনৰ
যোবব ৰজাৰ, চিম্রোণৰ ৰজাৰ, আৰু অক্‌চফৰ
২ ৰজাৰ ওৰিলৈ, আৰু উত্তৰ ফালৰ পৰ্ব্বতীয়া
অঞ্চলত, কিন্নেৰতৰ দক্ষিণফালে থকা অৰাবাত,
নিম্নভূমিত, আৰু পশ্চিমফালে দোৰৰ ওখ
ঠাইত বসতি কৰা ৰজাবিলাকৰ ওচৰলৈ,
৩ পূব আৰু পশ্চিমে থকা কনানীয়াবিলাকৰ,
ইমোৰীয়াবিলাকৰ, হিত্তীয়াবিলাকৰ, পৰি-
জ্জীয়াবিলাকৰ, পৰ্ব্বতীয়া অঞ্চলনিবাসী যিবু-
চীয়াবিলাকৰ, আৰু হৰ্মোণৰ তলত থকা মিস্পা
দেশীয় হিব্বীয়াবিলাকৰ ওচৰলৈ মানুহ পঠালে।
৪ তাতে সিহঁতে সকলো সৈন্যে সৈতে, সমুদ্ৰৰ
পাৰৰ বালিৰ নিচিনা অসংখ্য লোকসমূহ,
আৰু অতিশয় অধিক ঘোঁড়া ও ৰথ লৈ
৫ ওলাল। আৰু সেই আটাই ৰজাবিলাকে
গোট খাই, ইস্রায়েলৰ লগত যুদ্ধ কৰিবলৈ আহি
মেৰোম নামেৰে সৰোবৰৰ ওচৰত একেলগে
৬ ছাউনি পাতিলে। পাছে যিহোৱাই যিহোচূৱাক
কলে, তুমি সিহঁতলৈ ভয় নকৰিবা; কিয়নো
কালৈ এনে সময়ত ময় ইস্রায়েলৰ আগত
সিহঁত সকলোকে মাৰি সমৰ্পণ কৰিম; তুমি
সিহঁতৰ ঘোঁড়াৰ ভৰিৰ শিৰ কাটিবা, আৰু
৭ ৰথবোৰ জুইত পুড়ি পেলাবা। পাছে যিহো-
চূৱাই সকলো লোক লগত লৈ, সিহঁতৰ বিৰুদ্ধে
মেৰোম সৰোবৰৰ ওচৰত অকস্মাতে ওলাই
৮ সিহঁতক আক্ৰমণ কৰিলে। তাতে, যিহোৱাই
সিহঁতক ইস্রায়েলৰ হাতত সমৰ্পণ কৰাত, সি-
বিলাকে সিহঁতক মাৰিলে; আৰু মহাচীদোন
ও মিস্রফোৎ-ময়িমলৈকে, আৰু পূব ফালৰ
মিস্পীৰ উপত্যকালৈকে সিহঁতক খেদি নিলে,
আৰু সিহঁতক সংহাৰ কৰি সিহঁতৰ কাকো
৯ অৱশিষ্ট নেৰাখিলে। পাছে, যিহোৱাই আজ্ঞা
দিয়াৰ দৰে যিহোচূৱাই সিহঁতলৈ কাৰ্য্য কৰিলে;
তেওঁ সিহঁতৰ ঘোঁড়াৰ শিৰ কাটিলে, আৰু ৰথ-
বোৰ জুইত পুড়ি পেলালে।
১০ সেই সময়ত যিহোচূৱাই ঘূৰি আহি, হাচোৰ
হাত কৰি লৈ, তাৰ ৰজাক তৰোৱালেৰে বধ
কৰিলে; কিয়নো হাচোৰ পূৰ্ব্বৰে পৰা সেই
১১ সকলো ৰাজ্যৰ মাজত প্ৰধান আছিল। তাত
বাস কৰা সকলো মানুহকে সিবিলাকে তৰো-

ৱালেৰে বধ কৰি নিঃশেষে বিনষ্ট কৰিলে ; উশাহ
লোৱা একোৱেই অৱশিষ্ট নেথাকিল ; পাছে
১২ তেওঁ হাচোৰক পুড়ি পেলালে। আৰু যিহোচূৱাই
সেই ৰজাবিলাকৰ আটাই নগৰ আৰু সেইবোৰৰ
সকলো ৰজাক হাত কৰি লৈ, যিহোৱাৰ দাস
মোচিৰ আজ্ঞা অনুসাৰে সিহঁতক তৰোৱালেৰে
১৩ বধ কৰি নিঃশেষে বিনষ্ট কৰিলে। কিন্তু যি যি
নগৰ আপোন আপোন পৰ্ব্বতত আছিল, ইস্রা-
য়েলে হাচোৰৰ বাহিৰে সেইবোৰ পুড়ি নে-
পেলালে ; কেৱল তাক্হে যিহোচূৱাই পুড়িলে।
১৪ আৰু ইস্রায়েলৰ সন্তানবিলাকে সেই নগৰবোৰৰ
আটাই লুটদ্ৰব্য আৰু পশুবোৰ আপোনা-
বিলাকৰ নিমিত্তে লুট কৰি ললে ; কিন্তু আটাই
মানুহবিলাকক হলে তৰোৱালেৰে বধ কৰি,
সিহঁতক নিঃশেষে বিনষ্ট কৰিলে, উশাহ লোৱা
১৫ একোকে অৱশিষ্ট নেৰাখিলে। যিহোৱাই
আপোনাৰ দাস মোচিক যেনে আজ্ঞা কৰিছিল,
মোচিয়েও যিহোচূৱাক তেনে আজ্ঞা কৰিছিল ;
আৰু যিহোচূৱাই সেই দৰে কাৰ্য্য কৰিলে ;
যিহোৱাই মোচিক দিয়া সকলো আদেশৰ এটী
কথাও তেওঁ নকৰাকৈ নেথাকিল।
১৬ এই ৰূপে যিহোচূৱাই চেয়ীৰলৈ বিস্তৃত হোৱা
হালক পৰ্ব্বতৰ পৰা হৰ্মোণ পৰ্ব্বতৰ তলত থকা
১৭ লিবানোনৰ উপত্যকাৰ বাল্-গাদলৈকে সেই
গোটেই দেশ, অৰ্থাৎ পৰ্ব্বতীয়া অঞ্চল, গোটেই
দক্ষিণ অঞ্চল, গোটেই গোচন দেশ, নিম্নভূমি,
অৰাবা, আৰু ইস্রায়েলৰ পৰ্ব্বতীয়া অঞ্চল ও তাৰ
নিম্নভূমি হাত কৰি ললে, আৰু তেওঁ সেইবোৰৰ
আটাই ৰজাক ধৰি আঘাত কৰি বধ কৰিলে।
১৮ যিহোচূৱাই সেই ৰজাবিলাকে সৈতে বহুকাল
১৯ যুদ্ধ কৰি আছিল। গিবিয়োননিবাসী হিব্বীয়া
লোকৰ বাহিৰে আন কোনো নগৰৰ লোকে
ইস্রায়েলৰ সন্তানবিলাকে সৈতে সন্ধি
স্থাপন নকৰিলে ; সিবিলাকে সকলোকেই
২০ যুদ্ধত হাত কৰি ললে। কিয়নো, তেওঁ
যেন সিহঁতক নিঃশেষে বিনষ্ট কৰে, সিহঁতক
একো দয়া নকৰে, কিন্তু মোচিক যিহোৱাই
আজ্ঞা কৰাৰ দৰে যেন সিহঁতক উচ্ছন্ন কৰে, এই
নিমিত্তে ইস্রায়েলৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ সিহঁত
আহিবৰ অৰ্থে সিহঁতৰ হৃদয় কঠিন কৰা যিহো-
ৱাৰ পৰা হৈছিল।
২১ সেই কালত যিহোচূৱাই আহি পৰ্ব্বতীয়া
অঞ্চল, হিব্ৰোণ, দবীৰ, অনাব, আৰু যিহুদা ও
ইস্রায়েলৰ আটাই পৰ্ব্বতীয়া অঞ্চলৰ পৰা
অনাকীয়াবিলাকক উচ্ছন্ন কৰিলে ; যিহোচূৱাই
সিহঁতৰ নগৰে সৈতে সিহঁতক নিঃশেষে বিনষ্ট
২২ কৰিলে। ইস্রায়েলৰ সন্তানবিলাকৰ দেশত
অনাকীয়াহঁতৰ কোনো অৱশিষ্ট নেথাকিল ;
কেৱল ঘচাত, গাতত, আৰু অচ্দোদতহে কোনো
২৩ কোনো অৱশিষ্ট থাকিল। এই ৰূপে, যিহোৱাই
মোচিক যি যি কৈছিল, সেই সকলো কথাৰ
দৰে যিহোচূৱাই সেই সকলো দেশ হাত কৰি
লৈ, প্ৰত্যেক ফৈদৰ ভাগ অনুসাৰে অধিকাৰৰ
অৰ্থে ইস্রায়েলক দিলে ; তেতিয়াৰে পৰা যুদ্ধ
গুচি দেশ সুখিল হল।

যিহোচূৱাই পৰাজয় কৰা ৰজাবিলাকৰ তালিকা।

১২ ইস্রায়েলৰ সন্তানবিলাকে যি দুজন
ৰজাক বধ কৰি, যৰ্দ্দনৰ সিপাৰে সূৰ্য্য উদয়
হোৱা ফালে অৰ্ণোনৰ উপত্যকাৰ পৰা হৰ্মোণ
পৰ্ব্বতলৈকে সিবিলাকৰ দেশ, আৰু পূবদিশে
থকা গোটেই অৰাবা অধিকাৰ কৰিলে, সেই
২ দুজন ৰজা এই ; ইমোৰীয়াবিলাকৰ হিচ্বোন-
নিবাসী চীহোন ৰজা ; তেওঁ অৰ্ণোনৰ উপত্য-
কাৰ দাঁতিত থকা অৰোয়েৰৰ পৰা, আৰু সেই
উপত্যকাৰ মাজত থকা নগৰখনৰ পৰা অম্মোনৰ
সন্তানবিলাকৰ সীমা যব্বোক নদীলৈকে আধা
৩ গিলিয়দ দেশত, আৰু পূব পাৰে কিন্নেৰৎ সাগৰ-
লৈকে, আৰু পূব পাৰে বৈৎ-যিচীমোতলৈ
যোৱা বাটত থকা অৰাবা সমুদ্ৰ অৰ্থাৎ লবণ-
সমুদ্ৰলৈকে অৰাবাত, আৰু দক্ষিণে পিচ্গাৰ
চাওলীয়া ঠাইবোৰৰ তলত থকা দেশত শাসন
৪ কৰিছিল ; অষ্টাৰোৎ আৰু ইদ্ৰেয়ীনিবাসী
ৰফায়ীয়াহঁতৰ অৱশিষ্ট থকা বংশত উৎপন্ন
৫ হোৱা বাচানৰ ওগ ৰজাৰ দেশৰ সীমা ; তেওঁ
হৰ্মোণ পৰ্ব্বতত, চল্খাত, গচূৰীয়া আৰু মাখা-
থীয়াবিলাকৰ সীমালৈকে গোটেই বাচান দেশত,
আৰু হিচ্বোনৰ চীহোন ৰজাৰ সীমালৈকে
৬ আধা গিলিয়দ দেশত শাসন কৰিছিল। যিহো-
ৱাৰ দাস মোচিয়ে আৰু ইস্রায়েলৰ সন্তানবিলাকে
সিবিলাকক বধ কৰিলে ; আৰু যিহোৱাৰ দাস
মোচিয়ে অধিকাৰৰ অৰ্থে সেই দেশ ৰুবেণীয়া
ও গাদীয়াবিলাকক, আৰু মনচিৰ আধা
ফৈদক দিলে।
৭ যৰ্দ্দনৰ সিপাৰে পশ্চিমফালে, লিবানোনৰ
উপত্যকাত থকা বাল্-গাদৰ পৰা চেয়ীৰলৈ বিস্তৃত
হোৱা হালক পৰ্ব্বতলৈকে যিহোচূৱা আৰু ইস্রা-
য়েলৰ সন্তানবিলাকে যি যি ৰজাক বধ কৰিলে,
আৰু যিহোচূৱাই যিবিলাকৰ দেশ অধিকাৰৰ
অৰ্থে আপোন আপোন ভাগ অনুসাৰে ইস্রায়ে-
লৰ ফৈদবিলাকক বাঁটি দিলে, সেইবিলাক ৰজা,
৮ অৰ্থাৎ পৰ্ব্বতীয়া অঞ্চলত, নিম্নভূমিত, অৰাবাত,
উপপৰ্ব্বতত, অৰণ্যত, আৰু দক্ষিণ অঞ্চলত
থকা হিত্তীয়া, ইমোৰীয়া, কনানীয়া, পৰিজ্জীয়া,
হিব্বীয়া, আৰু যিবূচীয়াবিলাকৰ ৰজা এই এই,
৯ যিৰীহোৰ ৰজা একজন, বৈৎ-এলৰ ওচৰত থকা

১০ অয়ৰ ৰজা এজন, যিৰূচালেমৰ ৰজা এজন,
১১ হিব্ৰোণৰ ৰজা এজন, যৰ্মূতৰ ৰজা এজন, লাখীচৰ
১২ ৰজা এজন, ইগ্লোনৰ ৰজা এজন, গেজৰৰ ৰজা
১৩ এজন, দবীৰৰ ৰজা এজন, গেদৰৰ ৰজা এজন,
১৪ হৰ্মাৰ ৰজা এজন, অৰাদৰ ৰজা এজন, লিব্নাৰ
১৬ ৰজা এজন, অদুল্লমৰ ৰজা এজন, মক্কেদাৰ ৰজা
১৭ এজন, বৈৎ-এলৰ ৰজা এজন, তপ্পূহৰ ৰজা
১৮ এজন, হেফৰৰ ৰজা এজন, অফেকৰ ৰজা এজন,
১৯ লচাৰোণৰ ৰজা এজন, মাদোনৰ ৰজা এজন,
২০ হাচোৰৰ ৰজা এজন, চিম্ৰোণ-মৰোণৰ ৰজা
২১ এজন, অকচফৰ ৰজা এজন, তানকৰ ৰজা এজন,
২২ মগিদ্দোৰ ৰজা এজন, কেদচৰ ৰজা এজন,
২৩ কৰ্মিলত থকা যক্নিয়ামৰ ৰজা এজন, দোৰৰ
ওখ ঠাইবোৰত থকা দোৰৰ ৰজা এজন, গিল্গলত
২৪ থকা গোয়ীমৰ ৰজা এজন, তিৰ্চাৰ ৰজা এজন,
সৰ্ব্বমোট একত্ৰিশ জন ৰজা।

দেশ ভাগ বাঁটি দিবলৈ ঈশ্বৰৰ আদেশ। আঢ়ৈ ফৈদৰ সীমা নিৰূপণ।

১৩ যিহোচূৱা বুঢ়া আৰু অতিশয় বৃদ্ধ হলত,
যিহোৱাই তেওঁক কলে, তুমি বুঢ়া আৰু
অতিশয় বৃদ্ধ হলা; তথাপি অধিকাৰ কৰিবলৈ
২ আৰু অনেক দেশ বাকী আছে। বাকী থকা দেশ
এই এই; মিচৰৰ সম্মুখত থকা চীহোৰৰ পৰা
উত্তৰফালে ইক্ৰোণৰ সীমালৈকে, কনানীয়া-
বিলাকৰ অধিকাৰৰূপে গণিত হোৱা পলেষ্টীয়া-
বিলাকৰ আটাইবোৰ দেশ, আৰু গচূৰীয়া-
৩ বিলাকৰ গোটেই অঞ্চল; ঘচাতীয়া, অচ্-
দোদীয়া, অস্কিলোনীয়া, গাতীয়া, আৰু ইক্ৰোণীয়া,
পলেষ্টীয়াবিলাকৰ এই পাঁচ জন অধিপতি আৰু
৪ দক্ষিণফালে থকা অব্বীয়াবিলাকো; কনানীয়া-
হঁতৰ গোটেই দেশ, আৰু অফেকালৈকে, ইমো-
ৰীয়াবিলাকৰ সীমালৈকে চীদোনীয়াহঁতৰ অধীনৰ
৫ মিয়াৰা; গিব্লীয়াবিলাকৰ দেশ, আৰু হৰ্মোণ
পৰ্ব্বতৰ তলত থকা বাল্-গাদৰ পৰা হমাতৰ
প্ৰবেশস্থানলৈকে সূৰ্য্য উদয় হোৱা ফালে
৬ গোটেই লিবানোন; আৰু লিবানোনৰ পৰা
মিস্ৰফোৎ-মযিমলৈকে পৰ্ব্বতীয়া অঞ্চলনিবাসী
আটাইবোৰ, আটাই চীদোনীয়াবিলাক; ইস্ৰা-
য়েলৰ সন্তানবিলাকৰ আগৰ পৰা সিহঁতক ময়েই
দূৰ কৰিম; ময় তোমাক আজ্ঞা কৰাৰ দৰে,
আধিপত্যৰ অৰ্থে তুমি ইস্ৰায়েলক চিঠিখেলেৰে
৭ তাক ভাগ কৰি দিয়া মাথোন। এতেকে এতিয়া
তুমি অধিকাৰৰ অৰ্থে ন ফৈদক, আৰু মনচিৰ
৮ আধা ফৈদক এই দেশ ভাগ কৰি দিয়া। আৰু
আধা ফৈদে সৈতে ৰূবেণীয়া আৰু গাদীয়া-
বিলাকে যৰ্দ্দনৰ পূব পাৰে, যিহোৱাৰ দাস
মোচিয়ে দিয়া অনুসাৰে, মোচিয়ে দিয়া
৯ আপোন আপোন আধিপত্য ললে; সেই
আধিপত্য এই এই; অৰ্ণোনৰ উপত্যকাৰ কোষত
থকা অৰোয়েৰৰ পৰা, আৰু উপত্যকাৰ মাজত
থকা নগৰখনৰ পৰা, আৰু দীবোনলৈকে মেদ-
১০ বাৰ গোটেই সমথল; আৰু অম্মোনৰ সন্তান-
বিলাকৰ সীমালৈকে, হিচ্বোনত শাসন কৰা
ইমোৰীয়াবিলাকৰ চীহোন ৰজাৰ আটাইবোৰ
১১ নগৰ; গিলিয়দ, আৰু গচূৰীয়াবিলাকৰ ও
মাখাথীয়াবিলাকৰ অঞ্চল, আৰু গোটেই হৰ্মোণ
পৰ্ব্বত, আৰু চল্খালৈকে গোটেই বাচান;
১২ অষ্টাৰোতত আৰু ইদ্ৰেয়ীত শাসন কৰা ৰফায়ীয়া-
বিলাকৰ মাজৰ অৱশিষ্ট থকা বাচানৰ ওগ ৰজাৰ
সকলো ৰাজ্য। কিয়নো মোচিয়ে এইবিলাকক
১৩ প্ৰহাৰ কৰি দূৰ কৰিছিল। তথাপি, ইস্ৰায়েলৰ
সন্তানবিলাকে গচূৰীয়া আৰু মাখাথীয়াবিলাকক
দূৰ নকৰাত, সেই গচূৰীয়া আৰু মাখাথীয়া-
বিলাকে ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত বাস
১৪ কৰি আছে। কেৱল লেবী ফৈদক মোচিয়ে কোনো
আধিপত্য নিদিলে; তেওঁলৈ কোৱা যিহোৱাৰ
বাক্য অনুসাৰে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ
উদ্দেশে দিয়া অগ্নিকৃত উপহাৰহে সিবিলাকৰ
আধিপত্য হল।

১৫ মোচিয়ে ৰূবেণৰ সন্তানবিলাকৰ ফৈদক
সিবিলাকৰ গোষ্ঠী অনুসাৰে আধিপত্য দিলে।
১৬ সিবিলাকৰ সীমা অৰ্ণোন উপত্যকাৰ কোষত
থকা অৰোয়েৰৰ পৰা, আৰু উপত্যকাৰ মাজত
থকা নগৰখনৰ পৰা, আৰু মেদবাৰ ওচৰত থকা
১৭ গোটেই সমথল; হিচ্বোন আৰু সমথলত থকা
তাৰ সকলো নগৰ; দীবোন, বামোৎ-বাল, বৈৎ-
১৮ বাল-মিয়োন, যহচ, কদেমোৎ, মেফাৎ, কিৰিয়া-
থয়িম, চিব্মা, উপত্যকাৰ পৰ্ব্বত্‌চৌত থকা চেৰৎ-
২০ চহৰ, বৈৎ-পিয়োৰ, পিচ্গাৰ চাওলীয়া ঠাই-
বোৰৰ তলত থকা দেশ, আৰু বৈৎ-যিচীমোৎ;
২১ আৰু সমথলত থকা আন সকলো নগৰ, আৰু
ইবী, ৰেকম, চূৰ, হূৰ, ৰেবা, এই পাঁচ জন তল
তীয়া মিদিয়নীয়া ৰজাই সৈতে যাক মোচিয়ে
বধ কৰিলে, হিচ্বোনত শাসন কৰা ইমোৰীয়া-
বিলাকৰ সেই চীহোন ৰজাৰ সমুদায় ৰাজ্য।
২২ ইস্ৰায়েলৰ সন্তানবিলাকে যিবিলাকক বধ কৰি-
ছিল, সেইবিলাকৰ মাজত বিয়োৰৰ পুতেক মঙ্গল
চাওঁতা বিলিয়মকো সিবিলাকে তৰোৱালেৰে বধ
২৩ কৰিলে। যৰ্দ্দন আৰু তাৰ অঞ্চল ৰূবেণৰ সন্তান-
বিলাকৰ সীমা আছিল। নগৰ আৰু গাঁৱে
সৈতে ৰূবেণৰ সন্তানবিলাকৰ আপোন আপোন
গোষ্ঠী অনুসাৰে এয়ে সিবিলাকৰ আধিপত্য।

২৪ মোচিয়ে গাদৰ ফৈদক, গাদৰ সন্তানবিলাকক
সিবিলাকৰ গোষ্ঠী অনুসাৰে আধিপত্য দিলে।
২৫ সিবিলাকৰ সীমা, যাজেৰ আৰু গিলিয়দৰ সকলে

নগৰ, আৰু ৰব্বাৰ সম্মুখে থকা অৰোয়েৰলৈকে
২৬ অম্মোনৰ সন্তানবিলাকৰ আধা দেশ; আৰু
হিচ্‌বোনৰ পৰা ৰামৎ-মিস্পি ও বটোনীম-
লৈকে, আৰু মহনয়িমৰ পৰা দবীৰৰ সীমালৈকে;
২৭ আৰু উপত্যকাত বৈৎ-হাৰম, বৈৎ-নিম্ৰা, চুক্কোৎ,
চাফোন, হিচ্‌বোনৰ চীহোন ৰজাৰ অৱশিষ্ট
ৰাজ্য, যৰ্দ্দনৰ পূব পাৰে কিন্নেৰৎ সাগৰৰ কোষৰ-
২৮ লৈকে যৰ্দ্দন আৰু তাৰ অঞ্চল। নগৰ আৰু গাঁৱে
সৈতে গাদৰ সন্তানবিলাকৰ আপোন আপোন
গোষ্ঠী অনুসাৰে এয়ে সিবিলাকৰ আধিপত্য।
২৯ আৰু মোচিয়ে মনচিৰ আধা ফৈদক আধিপত্য
দিলে; মনচিৰ আধা ফৈদে সেই আধিপত্য
আপোন আপোন গোষ্ঠী অনুসাৰে পালে।
৩০ সিবিলাকৰ সীমা মহনয়িমৰ পৰা গোটেই
বাচান, বাচানৰ ওগ ৰজাৰ গোটেই ৰাজ্য, আৰু
বাচানত থকা যায়ীৰৰ সকলো নগৰ অৰ্থাৎ
৩১ ষাইঠ্‌থন নগৰ; আৰু আধা গিলিয়দ দেশ,
অষ্টাৰোৎ আৰু ইদ্ৰেয়ী নগৰ, ওগৰ বাচান
ৰাজ্যত থকা এইবিলাক নগৰ মনচিৰ পুত্ৰ
মাখীৰৰ সন্তানবিলাকৰ, অৰ্থাৎ গোষ্ঠী অনুসাৰে
মাখীৰৰ সন্তানবিলাকৰ আধাৰ আধিপত্য।
৩২ যিৰীহোৰ পূবফালে যৰ্দ্দনৰ সিপাৰে মোৱাবৰ
সমথলত, মোচিয়ে লোকবিলাকক ভাগ বাঁটি দিয়া
৩৩ আধিপত্য এইবিলাক। কিন্তু লেবী ফৈদক হলে
মোচিয়ে কোনো আধিপত্য নিদিলে; সিবিলাকক
কোৱা আপোন বাক্য অনুসাৰে ইস্ৰায়েলৰ ঈশ্বৰ
যিহোৱায়েই সিবিলাকৰ আধিপত্য হল।

ন ফৈদ আৰু আধা ফৈদৰ সীমা নিৰূপণ।

১৪ কনান দেশত ইস্ৰায়েলৰ সন্তানবিলাকে যি
যি আধিপত্য ললে, সেইবোৰ এইবিলাক;
ইলিয়াজৰ পুৰোহিত, নূনৰ পুত্ৰ যিহোচূৱা,
আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ সকলো ফৈদৰ
পিতৃবংশৰ মূল মানুহবিলাকে এই এই আধি-
২ পত্য ন ফৈদ আৰু আধা ফৈদক, যিহোৱাই
মোচিৰ দ্বাৰায় দিয়া আজ্ঞা অনুসাৰে চিঠিখেলৰ
৩ দ্বাৰায় ভাগ বাঁটি দিলে। কিয়নো যৰ্দ্দনৰ পূব
পাৰে মোচিয়ে আঢ়ৈ ফৈদক আধিপত্য দিছিল;
কিন্তু লেবীয়াবিলাকক হলে তেওঁ সিবিলাকৰ
৪ মাজত একো আধিপত্য নিদিলে। কাৰণ যোচে-
ফৰ সন্তানবিলাক দুই ফৈদ হল, মনচি
আৰু ইফ্ৰয়িম; লেবীয়াবিলাকক দেশৰ মাজত
একো ভাগ দিয়া নগল; কেৱল বাস কৰিবলৈ
কিছু নগৰ, আৰু পশু আদি সম্পত্তিৰ নিমিত্তে
৫ তাৰ চাৰিওফালৰ ঠাই দিলে। যিহোৱাই
মোচিক যি আজ্ঞা দিছিল, ইস্ৰায়েলৰ সন্তান-
বিলাকে সেই দৰে কাৰ্য্য কৰি দেশ ভাগ
কৰি ললে।

৬ সেই সময়ত যিহূদাৰ সন্তানবিলাক গিল্‌গল-
লৈ যিহোচূৱাৰ ওচৰলৈ আহিলত, কনিজীয়া
যিফুন্নিৰ পুত্ৰ কালেবে তেওঁক কলে, যিহোৱাই
মোৰ আৰু তোমাৰ বিষয়ে কাদেচ-বৰ্ণেয়াত
ঈশ্বৰৰ লোক মোচিক কোৱা কথা তুমি জানি
৭ আছা। ঈশ্বৰৰ দাস মোচিয়ে যি সময়ত
কাদেচ-বৰ্ণেয়াৰ পৰা দেশৰ বুজবিচাৰ লৈ
আহিবৰ নিমিত্তে মোক পঠাইছিলে, সেই কালত
মোৰ বয়স চল্লিশ বছৰ আছিল; তেতিয়া ময়
সৰল মনেৰে সংবাদ আনি তেওঁক দিছিলোঁ।
৮ তথাপি, মোৰ লগত যোৱা মোৰ ভাইবিলাকে
ভয় লগাই লোকবিলাকৰ হৃদয় পমালে; কিন্তু
ময় সম্পূৰ্ণৰূপে আপোন ঈশ্বৰ যিহোৱাৰ ইচ্ছা-
৯ মতে চলিলোঁ। আৰু সেই দিনা মোচিয়ে শপথ
কৰি কলে, যি ভূমিৰ ওপৰত তুমি ভৰি
দিলাগৈ, সেই ভূমি নিশ্চয়ে তোমাৰ আৰু
তোমাৰ সন্তানবিলাকৰ যুগে যুগে আধিপত্য
হব; কিয়নো তুমি মোৰ ঈশ্বৰ যিহোৱাৰ ইচ্ছা-
১০ মতে সম্পূৰ্ণৰূপে চলিলা। এতিয়া দেখা, ইস্ৰা-
য়েলে অৰণ্যত ভ্ৰমি ফুৰোঁতে যি সময়ত যিহো-
ৱাই মোচিক সেই কথা কৈছিল, তেতিয়াৰে পৰা
যিহোৱাই আপোন বাক্যৰ দৰে এই পঞ্চল্লিশ
বছৰ মোক জীয়াই ৰাখিছে; আৰু দেখা,
১১ আজি মোৰ বয়স পঞ্চাশী বছৰ হল। মোচিয়ে
মোক পঠোৱা কালত ময় যেনে বলী আছিলোঁ,
এতিয়াও তেনে আছোঁ; যুদ্ধৰ অৰ্থে আৰু অহা-
যোৱা কৰিবৰ নিমিত্তে তেতিয়া মোৰ যেনে শক্তি
১২ আছিল, এতিয়াও তেনে আছে। এই হেতুকে, সেই
দিনা যিহোৱাই এই যি পৰ্ব্বতৰ বিষয়ে কৈছিল,
এইটো পৰ্ব্বত মোক দিয়া; কিয়নো অনাকীয়া-
হঁত তাত থাকে, আৰু নগৰবোৰ ডাঙৰ ও
গড়েৰে আবৃত, ইয়াক তুমি সেই দিনা শুনি-
ছিলা; বোধ কৰোঁ, যিহোৱা মোৰ লগত থাকিব,
আৰু যিহোৱাৰ বাক্য অনুসাৰে ময় সিহঁতক
১৩ দূৰ কৰিম। তাতে যিহোচূৱাই যিফুন্নিৰ পুত্ৰ
কালেবক আশীৰ্ব্বাদ কৰি তেওঁৰ আধিপত্যৰ
১৪ অৰ্থে হিব্ৰোণ দিলে। এই নিমিত্তে হিব্ৰোণ কনি-
জীয়া যিফুন্নিৰ পুত্ৰ কালেবৰ আধিপত্য হৈ
আজিলৈকে আছে; কিয়নো তেওঁ ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাৰ ইচ্ছামতে সম্পূৰ্ণৰূপে চলিলে।
১৫ আগেয়ে হিব্ৰোণৰ নাম কিৰিয়ৎ-অৰ্ব্ব আছিল;
সেই অৰ্ব্ব অনাকীয়াবিলাকৰ মাজত এজন মহৎ
লোক আছিল। পাছে যুদ্ধ সোধোৱাত দেশ
সুথিৰ হল।

১৫ পাছে চিঠিখেলেৰে আপোন আপোন
গোষ্ঠী অনুসাৰে যিহূদাৰ সন্তানবিলাকৰ
ফৈদৰ অংশ দক্ষিণ কনানৰ অন্তৰ্ভাগত ইদোমৰ
সীমালৈকে দক্ষিণফালে চিন অৰণ্যলৈকে নিৰূ-

২ পণ কৰা হল। আৰু তাৰ দক্ষিণ সীমা লবণ-
সমুদ্ৰৰ অন্তৰ পৰা অৰ্থাৎ দক্ষিণ ফাললৈ বাঢ়ি
যোৱা জিভাৰ আকৃতিৰ ভাগৰ পৰা আৰম্ভ কৰি,
৩ পৰ্ব্বত পাৰ হৈ যোৱা অক্ৰব্বীম নামেৰে ঠাইৰ
দক্ষিণফালে ওলাই ছিনলৈকে গল; আৰু
কাদেচ-বৰ্ণেয়াৰ দক্ষিণফালে উঠি হিষ্ৰোণেদি
৪ গৈ, অদ্দৰলৈ উঠি কৰ্কালৈকে ঘুৰি গল; পাছে
অচ্মোনলৈ গৈ মিচৰ জুৰীত ওলালগৈ; সেই
সীমাৰ অন্ত সমুদ্ৰত আছিল। এয়ে তোমালোকৰ
৫ দক্ষিণ সীমা হব। আৰু পূব সীমা যৰ্দ্দনৰ মুখ-
লৈকে লবণসমুদ্ৰ। আৰু উত্তৰ ফালৰ সীমা
যৰ্দ্দনৰ মুখৰ পৰা অৰ্থাৎ সমুদ্ৰৰ জিভাৰ আকৃ-
৬ তিৰ ভাগৰ পৰা, বৈৎ-হগ্লালৈ উঠি গৈ বৈৎ-
অৰাবাৰ উত্তৰফালে গল; পাছে সেই সীমা
ৰূবেণৰ সন্তান বোহনৰ শিল্‌টোলৈকে উঠি
৭ গল; আৰু সেই সীমা আখোৰ উপত্যকাৰ
পৰা দবীৰলৈ উঠি গৈ, পাছে জুৰীৰ দক্ষিণ
পাৰত থকা অদুম্মীমলৈ উঠি যোৱা বাটৰ
সম্মুখৰ গিল্‌গললৈ মুখ কৰি, উত্তৰ ফাললৈ
গৈ অয়িন-চেমচ পানীলৈকে গল; আৰু তাৰ
৮ শেষ ভাগ অয়িন-ৰোগেলত আছিল; সেই সীমা
বিন-হিন্নোমৰ উপত্যকাইদি উঠি যিবূচী অৰ্থাৎ
যিৰূচালেমৰ দক্ষিণ কোষলৈ গল; আৰু সেই
সীমা, পশ্চিমফালে বিন-হিন্নোমৰ উপত্যকাৰ
সম্মুখত থকা আৰু উত্তৰফালে ৰফায়ীম উপত্য-
কাৰ অন্তভাগত থকা পৰ্ব্বতৰ টিঙলৈকে গল;
৯ পাছে সেই সীমা সেই পৰ্ব্বতৰ টিঙৰ পৰা
নেপ্তোহ জলভুমুকলৈকে থিৰ কৰা হৈ,
ইফ্ৰোণ পৰ্ব্বতৰ নগৰবোৰত ওলালগৈ; পাছে
সেই সীমা বালা অৰ্থাৎ কিৰিয়ৎ-যিয়াৰীমলৈকে
১০ থিৰ কৰা হল; আৰু সেই সীমা বালাৰ পৰা
পশ্চিমফালে চেয়ীৰ পৰ্ব্বতলৈকে ঘুৰি যিয়াৰীম
পৰ্ব্বতৰ উত্তৰ কোষ অৰ্থাৎ কচালোনলৈকে গল;
পাছে বৈৎ-চেমচেদি নামি গৈ তিম্নালৈকে
১১ গল; আৰু সেই সীমা ইক্ৰোণৰ উত্তৰ কোষত
ওলালত, পাছে চিক্কৰোণলৈকে থিৰ কৰা হল,
আৰু বালা পৰ্ব্বতলৈ গৈ যব্‌নিয়েলত ওলালগৈ;
১২ আৰু সেই সীমাৰ অন্ত সমুদ্ৰত আছিল। আৰু
পশ্চিম সীমা মহাসাগৰ আৰু তাৰ অঞ্চল
আছিল। এয়ে আপোন আপোন গোষ্ঠী
অনুসাৰে যিহূদাৰ সন্তানবিলাকৰ চাৰিওফালে
থকা সীমা।

১৩ আৰু যিহোচূৱালৈ কৰা যিহোৱাৰ আজ্ঞা
অনুসাৰে, তেওঁ যিহূদাৰ সন্তানবিলাকৰ মাজত
যিফুন্নিৰ পুত্ৰ কালেবক আপোন অংশৰ অৰ্থে
কিৰিয়ৎ-অৰ্ব্ব অৰ্থাৎ হিব্ৰোণ দিলে; সেই অৰ্ব্ব
১৪ অনাকৰ পিতৃ আছিল। আৰু কালেবে তাৰ পৰা
অনাকৰ বংশৰ চেচয়, অহীমন, আৰু তল্‌ময়
নামেৰে অনাকৰ এই তিনি জন সন্তানক দূৰ
১৫ কৰিলে। পাছে তাৰ পৰা তেওঁ দবীৰনিবাসী-
বিলাকৰ অহিতে উঠি গল; পূৰ্ব্বে দবীৰৰ নাম
১৬ কিৰিয়ৎ-চেফৰ আছিল। সেই সময়ত কালেবে
কলে, যি জনে কিৰিয়ৎ-চেফৰ আক্ৰমণ কৰি
হাত কৰি লব, তাৰে সৈতে মই মোৰ জী
১৭ অক্‌চাক বিয়া দিম। তাতে কালেবৰ ভায়েক
কনজৰ সন্তান অৎনীয়েলে তাক হাত কৰি ললত,
তেওঁ তাৰে সৈতে আপোনাৰ জীয়েক অক্‌চাক
১৮ বিয়া দিলে। পাছে, ছোৱালী জনীয়ে অহা
কালত আপোন বাপেকক এখন পথাৰ খুজিবলৈ
স্বামীক অনুৰোধ কৰিলে; আৰু তাই গাধৰ
পৰা নামিলত, কালেবে তাইক কলে, তোক কি
১৯ লাগে? তাই উত্তৰ কৰিলে, আপুনি মোক এক
বৰ দিওক; কিয়নো আপুনি মোক দক্ষিণ
অঞ্চলৰ ভূমি দিলে; এতিয়া জলৰ ভুমুকো মোক
দিওক। তাতে তেওঁ ওপৰত থকা আৰু তলত থকা
ভুমুক তাইক দিলে।

২০ যিহূদাৰ সন্তানবিলাকৰ আপোন আপোন
গোষ্ঠী অনুসাৰে সিবিলাকৰ সন্তানবিলাকৰ
ফৈদৰ আধিপত্য এয়ে।

২১ দক্ষিণ অঞ্চলত ইদোমৰ সীমাৰ ফালে মূৰত
থকা যিহূদা ফৈদৰ নগৰ কব্‌চেল, এদৰ, যাগূৰ,
২২ কীনা, দীমোনা, অদাদা, কেদচ, হাচোৰ,
২৪ যিৎনন, জীফ, টেলম, বালোৎ, হাচোৰ-হদত্তা,
২৬ কৰিয়োৎ-হিষ্ৰোণ অৰ্থাৎ হাচোৰ, অমাম, চম্মা,
২৭ মোলদা, হচৰ-গদ্দা, হিচ্‌মোন, বৈৎ-পেলট,
২৮ হচৰ-চূৱাল, বেৰ-চেবা, বিজিয়োথিয়া, বালা,
৩০ ইয়ীম, এচম, ইল্‌তোলদ, কচীল, হৰ্মা, চিক্লগ,
৩২ মদ্‌মন্না, চন্‌চন্না, লবায়োৎ, চিল্‌হীম, ঐন,
ৰিম্মোন, গাঁৱে সৈতে সৰ্ব্বমোট উন্‌ত্ৰিশখন
নগৰ।

৩৩ আৰু নিম্নভূমিত থকা নগৰ ইষ্টায়োল, চৰা,
৩৪ অচ্‌না, জানোহ, অয়িন-গন্নীম, তপ্পূহ, ঐনম,
৩৫ যৰ্মূৎ, অদুল্লম, চোকো, অজেকা, চাৰয়িম,
অদীথয়িম, গদেৰা, আৰু গদেৰোথয়িম, গাঁৱে
সৈতে চৌদ্ধখন নগৰ।

৩৭ চনান, হদাচা, মিগ্‌দল্‌-গাদ, দিলিয়ন, মিস্পি,
৩৯ যক্তেল, লাখীচ, বস্কৎ, ইগ্লোন, কব্বোন, লহ্‌মচ,
৪১ কিৎলীচ, গদেৰোৎ, বৈৎ-দাগোন, নয়মা, আৰু
মক্কেদা, গাঁৱে সৈতে ষোলখন নগৰ।

৪২ লিব্‌না, এথৰ, আচন, যিপ্তহ, অচ্‌না, নচীব,
৪৪ কয়ীলা, অক্‌জীব, আৰু মাৰেচা, গাঁৱে সৈতে
নখন নগৰ।

৪৫ ইক্ৰোণ, তাৰ উপনগৰ আৰু গাঁও; ইক্ৰোণৰ
পৰা সমুদ্ৰলৈকে অচ্‌দোদৰ ওচৰত থকা সকলো
উপনগৰ আৰু সেইবোৰৰ গাঁও।

৪৭ মিচৰ জুৰী, মহাসমুদ্ৰ আৰু তাৰ সীমালৈকে

অচ্‌দোদ আৰু তাৰ উপনগৰ আৰু গাঁও, ঘচা,
তাৰ উপনগৰ আৰু গাঁও।
৪৮ পৰ্ব্বতীয়া অঞ্চলৰ নগৰ চামীৰ, যত্তীৰ, চোকো,
৪৯ দন্না, কিৰিয়ৎ-চন্না অৰ্থাৎ দবীৰ, অনাব,
৫১ ইষ্টিমোৱা, আনীম, গোচন, হোলোন, আৰু
গিলো, গাঁৱে সৈতে এঘাৰখন নগৰ।
৫২ অৰাব, দূমা, ইচিয়ন, যানীম, বৈৎ-তপ্পূহ,
৫৪ অফেকা, হুম্‌টা, কিৰিয়ৎ-অৰ্ব্ব অৰ্থাৎ হিব্ৰোণ,
আৰু চীয়োৰ, গাঁৱে সৈতে নখন নগৰ।
৫৫ মায়োন, কৰ্ম্মিল, জীফ, যুটা, যিজ্ৰিয়েল, যক্‌-
৫৭ দিয়াম, জানোহ, কয়িন, গিবিয়া, আৰু তিম্না,
গাঁৱে সৈতে দহখন নগৰ।
৫৮ হল্‌হূল, বৈৎ-চূৰ, গদোৰ, মাৰৎ, বৈৎ-
অনোৎ, আৰু ইল্‌তকোন, গাঁৱে সৈতে ছখন
নগৰ।
৬০ কিৰিয়ৎ-বাল অৰ্থাৎ কিৰিয়ৎ-যিয়াৰীম,
আৰু ৰব্বা, গাঁৱে সৈতে দুখন নগৰ।
৬১ অৰণ্যত বৈৎ-অৰাবা, মিদ্দীন, চকাকা, নিব্‌-
চন, লবণ নগৰ, আৰু অয়িন-গদী, গাঁৱে সৈতে
ছখন নগৰ।
৬৩ কিন্তু যিৰূচালেমনিবাসী যিবূচীয়াবিলাকক
হলে, যিহূদাৰ সন্তানবিলাকে দূৰ কৰিব নো-
ৱাৰিলে; যিবূচীয়াবিলাকে আজিলৈকে যিহূ-
দাৰ সন্তানবিলাকে সৈতে যিৰূচালেমত বাস
কৰি আছে।

১৬ পাছে চিঠিখেলৰ দ্বাৰায় যোচেফৰ সন্তান-
বিলাকৰ অংশ নিৰূপিত হল; তাৰ সীমা
যিৰীহোৰ সম্মুখত থকা যৰ্দ্দনৰ পৰা, পূবদিশে
থকা যিৰীহোৰ ভুমুকৰ পানীয়েদি বৈৎ-এল
পৰ্ব্বতলৈ যিৰীহোৰ পৰা উঠি যোৱা অৰণ্যলৈ
২ গল, আৰু বৈৎ-এলৰ পৰা ওলাই লূজলৈ
গল, আৰু অৰ্কীয়াবিলাকৰ সীমাইদি অটাৰো-
৩ তলৈ গল; আৰু পশ্চিমফালে যফ্‌লেটীয়া-
বিলাকৰ সীমাইদি তল বৈৎ-হোৰোণৰ সীমা-
লৈ, গেজৰলৈ নামি গল, আৰু সমুদ্ৰত তাৰ
৪ অন্ত পৰিল। যোচেফৰ সন্তান মনচি আৰু
ইফ্ৰয়িমে এই ৰূপে আপোন আপোন আধিপত্য
৫ গ্ৰহণ কৰিলে। আপোন আপোন গোষ্ঠী অনু-
সাৰে ইফ্ৰয়িমৰ সন্তানবিলাকৰ সীমা এই; পূব-
ফালে ওপৰ বৈৎ-হোৰোণলৈকে অটৰোৎ-অদ্দৰ
৬ সিবিলাকৰ আধিপত্যৰ সীমা; পাছে সেই
সীমা পশ্চিমফালে মিক্‌মথতৰ উত্তৰে ওলাল,
আৰু পূবফালে ঘূৰি তানৎ-চীলোলৈ গৈ তাৰ
৭ ওচৰেদি জানোহৰ পূব ফাললৈ গল; পাছে
জানোহৰ পৰা অটাৰোৎ আৰু নাৰতেদি গৈ,
৮ যিৰীহোত লাগি যৰ্দ্দনত ওলাল; আৰু সেই
সীমা তপ্পূহৰ পৰা পশ্চিমফালে কানা জুৰীলৈ
গৈ সমুদ্ৰত তাৰ অন্ত পৰিল। আপোন আপোন
গোষ্ঠী অনুসাৰে ইফ্ৰয়িমৰ সন্তানবিলাকৰ কৈদৰ
৯ এই আধিপত্য হল। ইয়াৰ বাহিৰে মনচি
সন্তানবিলাকৰ আধিপত্যৰ মাজত ইফ্ৰয়িমৰ
সন্তানবিলাকৰ নিমিত্তে পৃথক কৰা, গাঁৱে সৈতে
১০ কেইবাখনো নগৰ আছিল। আৰু সিবিলাকে
গেজৰত থকা কনানীয়াইতক দূৰ নকৰাত, সিহঁত
আজিলৈকে ইফ্ৰয়িমৰ সন্তানবিলাকৰ মাজত
বাস কৰি, সিবিলাকৰ কাম কৰি দিব লগীয়া
বন্দী হৈ আছে।

১৭ পাছে চিঠিখেলৰ দ্বাৰায় মনচিৰ কৈদৰ
ভাগ নিৰূপণ কৰা হল; কিয়নো তেওঁ
যোচেফৰ জ্যেষ্ঠ পুত্ৰ। গিলিয়দৰ পৰাকী,
অৰ্থাৎ মনচিৰ জ্যেষ্ঠ পুত্ৰ মাখীৰ বড় যুদ্ধাৰু
হোৱাৰ নিমিত্তে তেওঁ গিলিয়দ আৰু বাচান
২ পালে। আৰু মনচিৰ আন আন সন্তান-
বিলাকৰ যি ভাগ, তাক সিবিলাকৰ গোষ্ঠী
অনুসাৰে থিৰ কৰা হল, অৰ্থাৎ অবীয়েজৰৰ
সন্তানবিলাক, হেলকৰ সন্তানবিলাক, অস্ৰী-
য়েলৰ সন্তানবিলাক, চেখমৰ সন্তানবিলাক,
হেফৰৰ সন্তানবিলাক, আৰু চমীদাৰ সন্তান-
বিলাক, এইবিলাকৰ অংশ হল; এই সকলো
আপোন আপোন গোষ্ঠী অনুসাৰে যোচে-
৩ ফৰ পুত্ৰ মনচিৰ পুত্ৰসন্তান আছিল। তথাপি
মনচিৰ বৃদ্ধ পৰিনাতি, মাখীৰৰ পৰিনাতি
গিলিয়দৰ নাতি, হেফৰৰ পুতেক চলফাদৰ
পুতেক নাছিল, কেৱল কেইজনীমান জীয়েক
আছিল; তেওঁৰ জীয়েকবিলাকৰ নাম এই,
মহলা, নোৱা, হগ্‌লা, মিল্‌কা, আৰু তিৰ্চা।
৪ ইবিলাকে ইলিয়াজৰ পুৰোহিত, নূনৰ পুত্ৰ
যিহোচূৱা, আৰু অধ্যক্ষবিলাকৰ ওচৰিলৈ
আহি কলে, আমাৰ ভাইবিলাকৰ মাজত
আমাকো এক আধিপত্য দিবলৈ যিহোৱাই
মোচিক আজ্ঞা কৰিলে; তাতে যিহোৱাৰ
আজ্ঞা অনুসাৰে তেওঁ সিবিলাকৰ বাপেকৰ
ভায়েকবিলাকৰ মাজত সিবিলাককো এক আধি-
৫ পত্য দিলে। এতেকে যৰ্দ্দনৰ সিপাৰে থকা
গিলিয়দ আৰু বাচানৰ বাহিৰে মনচিৰ দহ ভাগ
৬ হল; কিয়নো পুত্ৰসন্তানবিলাকৰ মাজত মন-
চিৰ জীয়াৰীবোৰেও আধিপত্য পালে; আৰু
মনচিৰ আন সন্তানবিলাকে গিলিয়দ দেশ
৭ পালে। মনচিৰ সীমা আচেৰৰ পৰা চেখমৰ
সম্মুখত থকা মিক্‌মথতলৈকে আছিল; পাছে
সেই সীমা সোঁহাতে গৈ, অয়িন-তপ্পূহনিবাসী-
৮ বিলাকৰ ওচৰলৈকে গল। মনচিয়ে তপ্পূহ
দেশ পালে; কিন্তু মনচিৰ সীমাত থকা তপ্পূহ
৯ নগৰ ইফ্ৰয়িমৰ সন্তানবিলাকে পালে। সেই
সীমা কানা জুৰীৰ দক্ষিণ পাৰলৈ নামি গল;
মনচিৰ নগৰবিলাকৰ মাজৰ এইবোৰ নগৰ

ইফ্রয়িমর অধিকার হল; আরু মনচির সীমা
মূরার উত্তরফালে আছিল, আরু তার অন্ত
১০ সমুদ্রত পড়িল। দক্ষিণফালে ইফ্রয়িমর আরু
উত্তরফালে মনচির আধিপত্য আছিল, আরু
সমুদ্রেই তার সীমা আছিল; আরু সিবিলাক
দুয়ো উত্তরফালে আচেরর কোষ, আরু পূবফালে
১১ ইচাখরর কোষ পালে। ইচাখরর আরু আচেরর
মাজর, উপনগরে সৈতে বৈৎ-চান, উপনগরে
সৈতে যিব্লিয়াম, উপনগরে সৈতে দোরনিবাসী-
বিলাক, উপনগরে সৈতে অয়িন-দোরনিবাসী,
উপনগরে সৈতে তানকনিবাসী, আরু উপনগরে
সৈতে মগিদ্দোনিবাসীবিলাক মনচির অধি-
কার আছিল; এই তিনুটা ওখ ঠাই আছিল।
১২ তথাপি, মনচির সন্তানবিলাকে সেই নগর-
নিবাসীবিলাকক দূর করিব নোৱরাত, কনানীয়া
লোকে সেই দেশত থাকিবলৈ সাহ দিলে।
১৩ পাছে ইস্রায়েলর সন্তানবিলাকে পরাক্রমী হৈ,
কনানীয়াইঁতক কাম করি দিব লগীয়া বন্দী
করিলে, কিন্তু সিহঁতক নিচেইকৈ দূর করিব
নোৱারিলে।
১৪ পাছে যোচেফর বংশই যিহোচূৱার আগত
নিবেদন করি কলে, আপুনি আধিপত্যর অর্থে
চিঠি খেলাই মোক কেৱল এক অংশ, কেৱল
এক ভাগ কিয় দিলে? এই কাললৈকে যিহো-
ৱাই মোক আশীর্ব্বাদ করাত, ময় বহুপ্রজা
১৫ হৈছোঁ। তাতে যিহোচূৱাই সিবিলাকক কলে,
যদি তুমি বহুপ্রজা হৈছা, তেন্তে ইফ্রয়িম পর্ব্বত
তোমার নিমিত্তে ঠেক দেখি সেই কাঠনীলৈ উঠি
গৈ তাত পরিজ্জীয়াবিলাকর আরু রফায়ীয়া-
বিলাকর দেশত আপোনার নিমিত্তে গছ কাটি
১৬ পেলোৱাগৈ। তাতে যোচেফর সন্তানবিলাকে
কলে, পর্ব্বতীয়া দেশে আমাক নাটে; আরু উপ-
নগরে সৈতে বৈৎ-চান আরু যিজ্রিয়েলর সমথল
এই উভয়ত থকা সমথলনিবাসী আটাই
১৭ কনানীয়া লোকর লোহার রথ আছে। পাছে
যিহোচূৱাই যোচেফর বংশক অর্থাৎ ইফ্রয়িম
আরু মনচিক কলে, তুমি বহুপ্রজা আরু বড়
শক্তিমন্ত; কেৱল এভাগে তোমালোকর নহব;
১৮ কিন্তু পর্ব্বতীয়া দেশো তোমার হব; কিয়নো,
সেয়ে কাঠনী হলেও তুমি তাক কাটি পেলাবা,
আরু তার নামনী ভাগো তোমার হব; কারণ,
কনানীয়াইঁতর লোহার রথ থাকিলেও, আরু
সিহঁত শক্তিমন্ত হলেও, তুমি সিহঁতক দূর করিব
পারিবা।

১৮ পাছে ইস্রায়েলর সন্তানবিলাকর গোটেই
মণ্ডলীয়ে চালোত গোট খাই, সেই ঠাইতে
সাক্ষাৎ করা তাম্বু স্থাপন করিলে; সিবিলাকর
২ আগত দেশ বশীভূত আছিল। সেই কালত
ইস্রায়েলর সন্তানবিলাকর মাজত আধিপত্য
৩ নোপোৱা সাত ফৈদ অৱশিষ্ট আছিল। পাছে
যিহোচূৱাই ইস্রায়েলর সন্তানবিলাকক কলে,
তোমালোকর পূর্ব্বপুরুষবিলাকর ঈশ্বর যিহোৱাই
তোমালোকক দিয়া দেশ অধিকার করিবর অর্থে
যাবলৈ তোমালোকে আরু কিমান কাললৈ
৪ এলাহ করি থাকিবা? তোমালোকে আপোনা-
বিলাকর এক এক ফৈদর পরা তিনি জন তিনি
জন মানুহ বাচি লোৱা; ময় সিবিলাকক পঠাম;
সিবিলাকে গৈ দেশর সকলো ফালে ফুরি চাই
আপোন আপোন আধিপত্য অনুসারে তাক
৫ লিখি লৈ মোর ওচরলৈ আহিব। আরু সি-
বিলাকে তাক সাত ভাগ করিব; দক্ষিণফালে
আপোনার সীমাত যিহূদা থাকিব, আরু উত্তর-
ফালে আপোনার সীমাত যোচেফর বংশ থাকিব।
৬ এই রূপে তোমালোকে দেশখন সাত অংশ করি
তার বর্ণনা লিখি মোর ওচরলৈ আহিবা; ময়
ইয়াত আমার ঈশ্বর যিহোৱার সাক্ষাতে তোমা-
৭ লোকর নিমিত্তে চিঠি খেলাম। কারণ তোমা-
লোকর মাজত লেবীয়াবিলাকর কোনো ভাগ নাই;
কিয়নো যিহোৱার পুরোহিতপদেই সিবিলাকর
আধিপত্য; গাদ, রূবেণ, আরু মনচির আধা
ফৈদে যর্দ্দনর পূব পারে যিহোৱার দাস মোচিয়ে
৮ দিয়া আপোন আপোন আধিপত্য পালে। পাছে
সেই মানুহবিলাক উঠি গল; আরু যিহোচূৱাই
দেশর বর্ণনা লিখি আনিবলৈ যোৱাবিলাকক
এই আজ্ঞা দি কলে, তোমালোকে গৈ দেশর
সকলো ফালে ফুরি দেশর বর্ণনা লিখি, পাছে
মোর ওচরলৈ উলটি আহিবা; তাতে ময় ইয়াত
চীলোত যিহোৱার সাক্ষাতে তোমালোকর
৯ নিমিত্তে চিঠি খেলাম। তাতে সেই মানুহবিলাকে
গৈ দেশর সকলো ফালে ফুরি, নগর অনুসারে
সাত ভাগ করি, এটা বহিত তার বর্ণনা লিখিলে;
পাছে সিবিলাকে চীলোর ছাউনিলৈ যিহো-
১০ চূৱার ওচরলৈ আহিল। তেতিয়া যিহোচূৱাই
চীলোত যিহোৱার সাক্ষাতে সিবিলাকর অর্থে
চিঠি খেলালে; এই রূপে যিহোচূৱাই সেই
ঠাইতে ইস্রায়েলর সন্তানবিলাকর ভাগ অনু-
সারে দেশ ভাগ করি সিবিলাকক দিলে।
১১ তার পাছে চিঠি খেলাওঁতে, আপোন আপোন
গোষ্ঠী অনুসারে এভাগ বিন্যামীনর সন্তান-
বিলাকর ফৈদর নামে উঠিল; সিবিলাকর অংশর
সীমা যিহূদার সন্তানবিলাকর আরু যোচেফর
১২ সন্তানবিলাকর মাজত পড়িল। সিবিলাকর উত্তর
ফালর সীমা যর্দ্দনর পরা; সেই সীমা যিরীহোর
উত্তর কোষলৈ গৈ, পর্ব্বতর মাজেদি পশ্চিম
ফাললৈ গৈ বৈৎ-আবনর অরণ্যত তার শেষ
১৩ পড়িল; তার পরা সেই সীমা লূজ অর্থাৎ

বৈৎ-এলর দক্ষিণ দাঁতিলৈ গল, আৰু তল বৈৎ-
হোৰোণর দক্ষিণে থকা পর্ব্বতেদি অটরোৎ-
১৪ অদ্দরলৈ নামি গল। তার পরা সেই সীমা ধির
করা হৈ, ঘুরি পশ্চিম মুখ হৈ, বৈৎ-হোরোণর
দক্ষিণে থকা পর্ব্বতর পরা দক্ষিণকালে গৈ, যিহূ-
দার সন্তানবিলাকর নগর কিরিয়ৎ-বাল অর্থাৎ
কিরিয়ৎ-যিয়ারীমত তার অন্ত পড়িল ; এয়ে
১৫ পশ্চিম সীমা। আরু তার দক্ষিণ কালর সীমা
কিরিয়ৎ-যিয়ারীমর অন্তর পরা আছিল ; আরু
সেই সীমা পশ্চিমফালে ওলাই নেপ্তোহ নামেরে
১৬ জলভুমুকত তার শেষ পড়িল ; আরু সেই
সীমা বিন-হিন্নোমর উপত্যকার সম্মুখে আরু
রফায়ীম পর্ব্বতর উত্তরফালে থকা পর্ব্বতর অন্ত-
লৈকে নামি গৈ, হিন্নোমর উপত্যকাইদি যিবূচীর
দক্ষিণ কোষলৈ নামি অয়িন-রোগেললৈ গল ;
১৭ পাছে উত্তরফাললৈ ধির করা হৈ অয়িন-চেমচত
ওলাল, আরু অদুম্মীমলৈ উঠি যোৱা বাটর
সম্মুখত থকা গলীলোতত ওলাল, আরু তার
পরা রুবেণর সন্তান বোহনর শিল্‌টোলৈকে নামি
১৮ গল ; আরু উত্তরে অরাবার সম্মুখর কোষেদি
১৯ গৈ অরাবালৈ নামি গল ; আরু সেই সীমা
বৈৎ-হগ্লার উত্তর কোষলৈকে গৈ, উত্তর ফালর
লবণসমুদ্রর জিবার আকৃতির ভাগত অর্থাৎ
যর্দ্দনর দক্ষিণ মূরত অন্ত পড়িল। এয়ে দক্ষিণ
২০ সীমা। আরু পূবফালে যর্দ্দনেই তার সীমা
আছিল। আপোন আপোন গোষ্ঠী অনুসারে
বিন্যামীনর সন্তানবিলাকর চারিওফালে সেই
২১ সীমা থকা আধিপত্য এয়ে। আপোন আপোন
গোষ্ঠী অনুসারে বিন্যামীনর সন্তানবিলাকর কৈদর
নগর এই, যিরীহো, বৈৎ-হগ্লা, এমক-কচীচ,
২২ বৈৎ-অরাবা, চমারয়িম, বৈৎ-এল, অব্বীম, পারা,
২৪ অফ্রা, কফর-অম্মোনী, অফ্‌নী, আরু গেবা, গাঁৱে
২৫ সৈতে বারখন নগর ; গিবিয়োন, রামা, বেরোৎ,
২৬ মিস্পি, কফীরা, মোচা, রেকম, যির্পেল, তরলা,
২৮ চেলা, এলফ, আরু যিবূচী অর্থাৎ যিরূচালেম,
গিবিয়ৎ, আরু কিরিয়ৎ, গাঁৱে সৈতে চৌদ্দখন
নগর। আপোন আপোন গোষ্ঠী অনুসারে
বিন্যামীনর সন্তানবিলাকর আধিপত্য এয়ে।

১৯ পাছে চিঠি খেলাওঁতে, দ্বিতীয় অংশ
চিমিয়োনর নামে, আপোন আপোন গোষ্ঠী
অনুসারে চিমিয়োনর সন্তানবিলাকর কৈদর নামে
উঠিল ; সিবিলাকর আধিপত্য যিহূদার সন্তান-
২ বিলাকর আধিপত্যর মাজতে হল। সিবিলাকর
৩ আধিপত্যর মাজত বের-চেবা, বা চেবা, মোলদা;
হচরচূৱাল, বালা, চম, ইল্‌তোলদ, বথূল, হর্মা,
৫ চিক্লগ, বৈৎ-মর্কাবোৎ, হচর-চূচা, বৈৎ-লবা-
য়োৎ, আরু চারুহন, গাঁৱে সৈতে তেরখন
৭ নগর ; ঐন, রিম্মোন, এথর, আরু আচন, গাঁৱে
৮ সৈতে চারিখন নগর ; আরু বালৎ-বের অর্থাৎ
দক্ষিণ অঞ্চলর রামালৈকে সেই সেই নগরর
চারিওফালে থকা আটাই গাঁও। এয়েই আপোন
আপোন গোষ্ঠী অনুসারে চিমিয়োনর সন্তান-
৯ বিলাকর কৈদর আধিপত্য। চিমিয়োনর সন্তান-
বিলাকর আধিপত্য যিহূদার সন্তানবিলাকর
অংশর মাজত আছিল ; কিয়নো যিহূদার সন্তান-
বিলাকর অংশ আপোনাবিলাকর প্রয়োজনতকৈ
অধিক হৈছিল ; এই কারণে চিমিয়োনর সন্তান-
বিলাকে সিবিলাকর আধিপত্যর মাজত আধি-
পত্য পালে।

১০ পাছে আকৌ চিঠি খেলাওঁতে, আপোন
আপোন গোষ্ঠী অনুসারে জবূলূনর সন্তান-
বিলাকর নামে তৃতীয় অংশ উঠিল। সিবিলাকর
১১ আধিপত্যর সীমা চারীদলৈকে হল ; সিবিলাকর
সীমা পশ্চিমফালে উঠি মরালালৈকে গল,
আরু দব্বেচতত লাগি যক্নিয়ামর সম্মুখত থকা
১২ জুরীত লাগিল্‌গৈ ; আরু সেই সীমা চারীদর
পরা পূব ফাললৈ সূর্য্য উদয় হোৱা পোনে
ঘুরি, কিচ্‌লোৎ-তাবোরর সীমালৈকে গল ; পাছে
১৩ দাবরতত ওলাই যাফীয়ালৈকে উঠি গল ; আরু
তার পরা পূব ফাল হৈ গৎ-হেফর আরু এৎ-
কাচীনেদি গৈ, নেয়ালৈকে বিস্তৃত হোৱা
১৪ রিম্মোনলৈ গল ; আরু সেই সীমাই উত্তরফালে
তাক মেরাই হন্নাথোনলৈকে গল, আরু যিপ্তহ-
১৫ এল উপত্যকাত তার অন্ত হল ; আরু কটৎ,
নহলাল, চিম্রোণ, যিদালা, আরু বৈৎ-লেহম,
১৬ গাঁৱে সৈতে বারখন নগর। এইবিলাক নগর
আরু এইবিলাকর গাঁৱে সৈতে আপোন আপোন
গোষ্ঠী অনুসারে জবূলূনর সন্তানবিলাকর
আধিপত্য এয়ে।

১৭ পাছে আকৌ চিঠি খেলাওঁতে, চতুর্থ অংশ
ইচাখরর নামে, আপোন আপোন গোষ্ঠী অনু-
সারে ইচাখরর সন্তানবিলাকর নামে উঠিল।
১৮ সিবিলাকর সীমা যিজ্রিয়েল, কচূল্লোৎ, চূনেম,
১৯ হফারয়িম, চায়োন, অনহরৎ, রব্বীৎ, কিচিয়োন,
২১ এবচ, রেমৎ, অয়িন-গন্নীম, অয়িন-হদ্দা, আরু
২২ বৈৎ-পচেচলৈ হল ; আরু সেই সীমা তাবোর,
চহচীমা, আরু বৈৎ-চেমচত লাগিল ; আরু সি-
বিলাকর সীমার অন্ত যর্দ্দনত পড়িল ; আপোন
২৩ আপোন গাঁৱে সৈতে ষোলখন নগর। নগর-
বিলাক আরু সেইবিলাকর গাঁৱে সৈতে আপোন
আপোন গোষ্ঠী অনুসারে ইচাখরর সন্তান-
বিলাকর কৈদর আধিপত্য এয়ে।

২৪ পাছে আকৌ চিঠি খেলাওঁতে, আপোন
আপোন গোষ্ঠী অনুসারে আচেরর সন্তান-
বিলাকর কৈদর নামে পঞ্চম অংশ উঠিল।
২৫ সিবিলাকর সীমা হিল্‌কৎ, হলী, বেটন, অক্চফ,

২৬ অলম্মেলক, অমাদ, আৰু মিচাল আছিল;
আৰু সেই সীমা পশ্চিমফালে কৰ্ম্মিল আৰু
২৭ চীহোৰ-লিব্‌নতত লাগিল; আৰু সেই সীমা
সূৰ্য্য উদয় হোৱা ফালে ঘুৰি বৈৎ-দাগোনলৈ
গল, আৰু বৈৎ-এমকৰ ও নীয়েলৰ উত্তৰফালে
জবুলূন, আৰু যিপ্তহ-এল উপত্যকাত লাগি
২৮ বাওঁফালে কাবুল, এব্ৰোণ, ৰহোব, হম্মোন, কানা,
২৯ আৰু মহাচীদোনলৈকে ওলাই গল; পাছে
তাৰ পৰা ঘুৰি ৰামা আৰু গড়েৰে আবৃত থকা
তূৰ নগৰলৈ গল; পাছে আকৌ ঘুৰি হোচালৈ
গৈ তাৰ অন্ত অক্‌জীবৰ অঞ্চলত সমুদ্ৰত পড়িল;
৩০ আৰু উম্মা, অফেক, আৰু ৰহোব; গাঁৱে সৈতে
৩১ বাইশখন নগৰ। এইবিলাক নগৰ আৰু এই-
বিলাকৰ গাঁৱে সৈতে, আপোন আপোন গোষ্ঠী
অনুসাৰে আচেৰৰ সন্তানবিলাকৰ ফৈদৰ
আধিপত্য এয়ে।
৩২ পুনৰায় চিঠি খেলাওঁতে, নপ্তালীৰ সন্তান-
বিলাকৰ নামে, আপোন আপোন গোষ্ঠী অনু-
সাৰে নপ্তালীৰ সন্তানবিলাকৰ নামে ষষ্ঠ অংশ
৩৩ উঠিল। সিবিলাকৰ সীমা হেলফ, চনন্নীমৰ
ওচৰত থকা এলোন গছ, অদামী-নেকব, আৰু
যব্‌নিয়েলৰ পৰা লক্কুমলৈ, আৰু যৰ্দ্দনত তাৰ
৩৪ অন্ত পড়িল; আৰু সেই সীমা পশ্চিম ফাললৈ
ঘুৰি অস্‌নোৎ-তাবোৰলৈকে গল, আৰু তাৰ পৰা
হুক্কোকলৈ গৈ দক্ষিণফালে জবূলূনত, পশ্চিম-
ফালে আচেৰত, পূবফালে যিহূদাত যৰ্দ্দনৰ ওচৰত
৩৫ লাগিল। আৰু গড়েৰে আবৃত নগৰ এই এই,
৩৬ চিদ্দীম, চেৰ, হম্মৎ, ৰক্কৎ, কিন্নেৰৎ, অদামা,
ৰামা, হাচোৰ, কেদচ, ইদ্ৰেয়ী, আৰু অয়িন-
৩৮ হাচোৰ, যিৰোণ, মিগ্‌দল-এল, হৰেম, বৈৎ-
অনাৎ, আৰু বৈৎ-চেমচ, গাঁৱে সৈতে ঊনৈশ-
৩৯ খন নগৰ। নগৰবিলাক আৰু সেইবিলাকৰ
গাঁৱে সৈতে আপোন আপোন গোষ্ঠী অনুসাৰে
নপ্তালীৰ সন্তানবিলাকৰ ফৈদৰ আধিপত্য এয়ে।
৪০ পাছে আকৌ চিঠি খেলাওঁতে, আপোন
আপোন গোষ্ঠী অনুসাৰে দানৰ সন্তানবিলাকৰ
৪১ ফৈদৰ নামে সপ্তম অংশ উঠিল। সিবিলাকৰ
আধিপত্যৰ সীমা চৰা, ইষ্টায়োল, ঈৰ-চেমচ,
৪২ চাল্‌বীন, অয়ালোন, যিৎলা, এলোন, তিম্না,
৪৪ ইক্ৰোণ, ইল্‌তকি, গিব্বথোন, বালাৎ, যীহূদ,
৪৫ বনে-বৰক, গৎ-ৰিম্মোন, মে-যৰ্কোণ, ৰক্কোন,
৪৭ আৰু যাফোৰ সম্মুখে থকা অঞ্চল। কিন্তু দানৰ
সন্তানবিলাকৰ সেই সকলো ঠাই পাৰ হৈ গল;
কিয়নো দানৰ সন্তানবিলাকে লেচমৰ বিৰুদ্ধে
যুদ্ধযাত্ৰা কৰি, তাক হাত কৰি ললে; আৰু তাৰ
নিবাসীবোৰক তৰোৱালেৰে আঘাত কৰি, তাক
অধিকাৰ কৰি তাত বসতি কৰিলে; আৰু
আপোনাৰ পূৰ্ব্বপুৰুষ দানৰ নামেৰে লেচমৰ
৪৮ নামো দান ৰাখিলে। এইবিলাক নগৰ আৰু
এইবিলাকৰ গাঁৱে সৈতে আপোন আপোন
গোষ্ঠী অনুসাৰে দানৰ সন্তানবিলাকৰ ফৈদৰ
আধিপত্য এয়ে।
৪৯ এই ৰূপে আপোন আপোন সীমা অনুসাৰে
দেশ ভাগ বাঁটি এঁটাই ইস্ৰায়েলৰ সন্তানবিলাকে
আপোনাবিলাকৰ মাজত নূনৰ পুত্ৰ যিহো-
৫০ চূৱাক এক আধিপত্য দিলে; ইফ্ৰয়িম পৰ্ব্বতত
থকা তেওঁ খোজা তিম্নৎ-চেৰহ নগৰ যিহোৱাৰ
বাক্য অনুসাৰে সিবিলাকে তেওঁক দিলে; তাতে
তেওঁ সেই নগৰ পুনৰায় সাজি তাত বাস
কৰিলে।
৫১ ইলিয়াজৰ পুৰোহিত, নূনৰ পুত্ৰ যিহো-
চূৱা, আৰু ইস্ৰায়েলৰ সন্তানবিলাকৰ ফৈদ-
বোৰৰ পিতৃবংশৰ মূল মানুহে চীলোত যিহো-
ৱাৰ আগত সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত চিঠি
খেলাই অধিকাৰৰ অৰ্থে ভাগ বাঁটি দিয়া
আধিপত্য এইবিলাক। এই ৰূপে সিবিলাকে
দেশ ভাগ কৰি এঁটালে।

আশ্ৰয়নগৰ নিৰূপণ কৰা।

২০ পাছে যিহোৱাই যিহোচূৱাক কলে, তুমি
ইস্ৰায়েলৰ সন্তানবিলাকক কোৱা, যি মানুহে
অকস্মাৎ অজ্ঞানত কোনোক বধ কৰিব, সেই মানুহ-
বধী পলাবৰ নিমিত্তে, যি আশ্ৰয়নগৰৰ কথা মই
৩ মোচিৰ দ্বাৰায় তোমালোকক কৈছিলোঁ, তোমা-
লোকে আপোনাবিলাকৰ নিমিত্তে সেই নগৰ
নিৰূপণ কৰা; তাতে সেইবোৰ, ৰক্তপাতৰ প্ৰতি-
কাৰসাধকৰ পৰা তোমালোকে ৰক্ষা পোৱা ঠাই
৪ হব। আৰু সেই মানুহে সেইবোৰ নগৰৰ মাজৰ
কোনো নগৰলৈ পলাই গৈ, নগৰৰ দুৱাৰমুখত
থিয় হৈ নগৰৰ বৃদ্ধবিলাকে শুনাকৈ আপোনাৰ
কথা কব; পাছে সিবিলাকে নগৰৰ ভিতৰত
আপোনাবিলাকৰ ওৰিলৈ তাক নি, আপোনা-
৫ বিলাকৰ মাজত বাস কৰিবলৈ ঠাই দিব। আৰু
ৰক্তপাতৰ প্ৰতিকাৰসাধকে তাৰ পাছে পাছে
খেদি গলে, সিবিলাকে তাৰ হাতত সেই মানুহ-
বধীক সোধাই নিদিব; কিয়নো সি অজ্ঞানৰূপে
আপোনাৰ চুবুৰীয়াক বধ কৰিলে, আগেয়ে
৬ তালৈ তাৰ হিংসা নাছিল। এতেকে, বিচাৰৰ
অৰ্থে সি মণ্ডলীৰ সাক্ষাতে থিয় নহয়মানলৈকে,
আৰু সেই কালৰ বড় পুৰোহিতৰ মৃত্যু নোহোৱা-
লৈকে, সি সেই নগৰতে বাস কৰিব; পাছে
সেই মানুহবধীয়ে যি নগৰৰ পৰা পলাই আহি-
ছিল, আপোনাৰ সেই নগৰ আৰু নিজৰ ঘৰলৈ
৭ উলটি যাব। তাতে সিবিলাকে নপ্তালী পৰ্ব্বতৰ
গালীলত কেদচ, ইফ্ৰয়িম পৰ্ব্বতত চিখিম, আৰু
যিহূদা পৰ্ব্বতত কিৰিয়ৎ-অৰ্ব্ব অৰ্থাৎ হিব্ৰোণ

৮ পৃথক করিলে। আৰু যৰ্দ্দনৰ সিপাৰে যিৰী-
হোৰ পূবফালে ৰূবেণ ফৈদৰ ভিতৰত সমথলৰ
অৰণ্যত বেচৰ, গাদ ফৈদৰ ভিতৰত গিলিয়দত
ৰামোৎ, আৰু মনচি ফৈদৰ ভিতৰত বাচানত
৯ গোলন নিৰূপণ করিলে। কোনোৱে অজ্ঞানৰূপে
মানুহ বধ করিলে, মণ্ডলীৰ সাক্ষাতে সি থিয়
নহয়মানে, সেই ঠাইলৈ পলাই গৈ যেন
প্ৰতিকাৰসাধকৰ হাতত মৰা নপৰে, এই নিমিত্তে
ইস্ৰায়েলৰ আটাই সন্তানবিলাকৰ কাৰণে, আৰু
সিবিলাকৰ মাজত বসতি কৰা বিদেশী লোকৰ
নিমিত্তেও নিৰূপণ কৰা নগৰ এইবিলাক।

লেবীয়াবিলাকৰ নগৰ নিৰূপণ কৰা।

২১ পাছে লেবীয়াবিলাকৰ পিতৃবংশৰ মূল
মানুহবিলাকে ইলিয়াজৰ পুৰোহিতৰ নূনৰ
পুত্ৰ যিহোচূৱাৰ, আৰু ইস্ৰায়েলৰ সন্তান-
বিলাকৰ ফৈদবোৰৰ পিতৃবংশৰ মূল মানুহ-
২ বিলাকৰ ওচৰলৈ আহিল, আৰু কনান দেশৰ
চীলোত সিবিলাকক কলে, আমি থাকিবৰ অৰ্থে
নগৰ, আৰু পশুবিলাক চৰাবৰ নিমিত্তে তাৰ
চৰণী ঠাই দিয়াৰ আজ্ঞা যিহোৱাই মোচিৰ
৩ দ্বাৰায় দিছিল। তাতে যিহোৱাৰ আজ্ঞাৰ দৰে
ইস্ৰায়েলৰ সন্তানবিলাকে আপোন আপোন
আধিপত্যৰ পৰা লেবীয়াবিলাকক এই এই নগৰ,
আৰু সেইবোৰৰ চৰণী ঠায়ো দিলে।
৪ চিঠি খেলাওঁতে কহাতীয়া গোষ্ঠীৰ নামে
উঠিলত, লেবীয়াবিলাকৰ মাজৰ হাৰোণ পুৰো-
হিতৰ সন্তানবিলাকে চিঠিখেলৰ দ্বাৰায় যিহূদা
ফৈদৰ, চিমিয়োন ফৈদৰ, আৰু বিন্যামীন ফৈদৰ
পৰা তেৰখন নগৰ পালে।
৫ আৰু কহাতৰ অৱশিষ্ট সন্তানবিলাকে চিঠি-
খেলৰ দ্বাৰায় ইফ্ৰয়িম ফৈদৰ গোষ্ঠীবিলাকৰ
পৰা, দান ফৈদৰ আৰু মনচিৰ আধা ফৈদৰ
পৰা দহখন নগৰ পালে।
৬ আৰু গেৰ্চোনৰ সন্তানবিলাকে চিঠিখেলৰ
দ্বাৰায় ইচাখৰ ফৈদৰ গোষ্ঠীবিলাকৰ পৰা,
আচেৰ ফৈদৰ আৰু নপ্তালী ফৈদৰ পৰা, আৰু
বাচানত থকা মনচিৰ আধা ফৈদৰ পৰা তেৰখন
নগৰ পালে।
৭ আৰু মৰাৰীৰ সন্তানবিলাকে আপোন
আপোন গোষ্ঠী অনুসাৰে ৰূবেণ ফৈদৰ, গাদ
ফৈদৰ, আৰু জবূলূন ফৈদৰ পৰা বাৰখন নগৰ
পালে।
৮ এই ৰূপে মোচিৰ দ্বাৰায় যিহোৱাই আজ্ঞা
কৰাৰ দৰে ইস্ৰায়েলৰ সন্তানবিলাকে চিঠিখেলৰ
দ্বাৰায় লেবীয়া লোকবিলাকক সেইবোৰ নগৰ
৯ আৰু সেইবোৰৰ চৰণী ঠাই দিলে। পাছে সি-
বিলাকে যিহূদাৰ সন্তানবিলাকৰ ফৈদৰ পৰা
আৰু চিমিয়োনৰ সন্তানবিলাকৰ ফৈদৰ পৰা
১০ ইয়াত নাম কোৱা এই এই নগৰ দিলে ; এই
নগৰ লেবীৰ সন্তান কহাতীয়া গোষ্ঠীবিলাকৰ
মাজত থকা হাৰোণৰ সন্তানবিলাকৰ হল,
কিয়নো সিবিলাকৰ নামে প্ৰথমেই উঠিল।
১১ ইস্ৰায়েলৰ সন্তানবিলাকে সিবিলাকক যিহূদাৰ
পৰ্ব্বতীয়া অঞ্চলত চাৰিওফালৰ চৰণী ঠায়ে সৈতে
কিৰিয়ৎ-অৰ্ব্ব অৰ্থাৎ হিব্ৰোণ দিলে ; সেই অৰ্ব্ব
১২ অনাকৰ পিতৃ আছিল। কিন্তু সেই নগৰৰ পথাৰ
আৰু তাৰ গাঁওবিলাক সিবিলাকে আধিপত্যৰ
অৰ্থে যিফুন্নিৰ পুত্ৰ কালেবক দিলে।
১৩ সিবিলাকে হাৰোণ পুৰোহিতৰ সন্তান-
বিলাকক চৰণী ঠায়ে সৈতে মানুহবধীৰ আশ্ৰয়-
নগৰ হিব্ৰোণ, আৰু চৰণী ঠায়ে সৈতে লিব্না,
১৪ চৰণী ঠায়ে সৈতে যত্তীৰ, চৰণী ঠায়ে সৈতে
১৫ ইষ্টমোৱা, চৰণী ঠায়ে সৈতে হোলোন, চৰণী
১৬ ঠায়ে সৈতে দবীৰ, চৰণী ঠায়ে সৈতে ঐন,
চৰণী ঠায়ে সৈতে যুত্তা, আৰু চৰণী ঠায়ে সৈতে
বৈৎ-চেমচ, সেই দুই ফৈদৰ পৰা এই নখন নগৰ
১৭ দিলে। আৰু বিন্যামীন ফৈদৰ পৰা চৰণী ঠায়ে
১৮ সৈতে গিবিয়োন, চৰণী ঠায়ে সৈতে গেবা, চৰণী
ঠায়ে সৈতে অনাথোৎ, আৰু চৰণী ঠায়ে সৈতে
১৯ অল্‌মোন এই চাৰিখন নগৰ দিলে। আপোন
আপোন চৰণী ঠায়ে সৈতে সৰ্ব্বমোট তেৰখন
নগৰ হাৰোণৰ সন্তান পুৰোহিতবিলাকে পালে।
২০ আৰু কহাতৰ অৱশিষ্ট সন্তানবিলাকে, অৰ্থাৎ
কহাতৰ সন্তান লেবীয়া গোষ্ঠীবিলাকে ইফ্ৰয়িম
ফৈদৰ পৰা আপোন আধিপত্য নগৰ পালে।
২১ ইস্ৰায়েলৰ সন্তানবিলাকে চৰণী ঠায়ে সৈতে
মানুহবধীৰ আশ্ৰয়নগৰ ইফ্ৰয়িম পৰ্ব্বতীয়া
অঞ্চলত থকা চিখিম, চৰণী ঠায়ে সৈতে গেজৰ,
২২ চৰণী ঠায়ে সৈতে কিব্‌চয়িম, আৰু চৰণী ঠায়ে
সৈতে বৈৎ-হোৰোন, এই চাৰিখন নগৰ দিলে।
২৩ আৰু দান ফৈদৰ পৰা চৰণী ঠায়ে সৈতে ইল্‌তকি,
২৪ চৰণী ঠায়ে সৈতে গিব্বথোন, চৰণী ঠায়ে সৈতে
অয়ালোন, চৰণী ঠায়ে সৈতে গৎ-ৰিম্মোন, এই
২৫ চাৰিখন নগৰ দিলে। আৰু মনচিৰ আধা ফৈদৰ
পৰা চৰণী ঠায়ে সৈতে তানক আৰু চৰণী ঠায়ে
সৈতে গৎ-ৰিম্মোন এই দুখন নগৰ সিবিলাকক
২৬ দিলে। কহাতৰ অৱশিষ্ট সন্তানবিলাকৰ গোষ্ঠী-
বিলাকে আপোন আপোন চৰণী ঠায়ে সৈতে
সৰ্ব্বমোট দহখন নগৰ পালে।
২৭ পাছে সিবিলাকে লেবীয়াবিলাকৰ গোষ্ঠী-
বোৰৰ মাজৰ গেৰ্চোনৰ সন্তানবিলাকক মনচিৰ
আধা ফৈদৰ পৰা চৰণী ঠায়ে সৈতে মানুহবধীৰ
আশ্ৰয়নগৰ বাচানত থকা গোলন আৰু চৰণী
২৮ ঠায়ে সৈতে বেষ্টৰা এই দুখন নগৰ দিলে। আৰু
ইচাখৰ ফৈদৰ পৰা চৰণী ঠায়ে সৈতে কিচিয়োন,

২৯ চৰণী ঠায়ে সৈতে যাৰ্মুৎ, চৰণী ঠায়ে সৈতে যৰ্মূৎ,
চৰণী ঠায়ে সৈতে অয়িন-গন্নীম, এই চাৰিখন
৩০ নগৰ দিলে। আৰু আচেৰ ফৈদৰ পৰা চৰণী
ঠায়ে সৈতে মিচাল, চৰণী ঠায়ে সৈতে অব্দোন,
৩১ চৰণী ঠায়ে সৈতে হিল্কৎ, আৰু চৰণী ঠায়ে সৈতে
৩২ ৰহোব, এই চাৰিখন নগৰ দিলে। আৰু নপ্তালী
ফৈদৰ পৰা, চৰণী ঠায়ে সৈতে মানুহবধীৰ
আশ্ৰয়নগৰ গালীলত থকা কেদচ, চৰণী ঠায়ে
সৈতে হম্মোৎ-দোৰ, আৰু চৰণী ঠায়ে সৈতে
৩৩ কৰ্তন, এই তিনিখন নগৰ দিলে। আপোন
আপোন গোষ্ঠী অনুসাৰে গেৰ্চোনীয়াবিলাকে
আপোন আপোন চৰণী ঠায়ে সৈতে সৰ্ব্বমোট
তেৰখন নগৰ পালে।

৩৪ পাছে সিবিলাকে মৰাৰীৰ সন্তানবিলাকৰ
গোষ্ঠীবোৰক অৰ্থাৎ অৱশিষ্ট লেবীয়াবিলাকক
জবূলূন ফৈদৰ পৰা চৰণী ঠায়ে সৈতে যক্নিয়াম,
৩৫ চৰণী ঠায়ে সৈতে কৰ্ত্তা, চৰণী ঠায়ে সৈতে দিম্না,
চৰণী ঠায়ে সৈতে নহলাল, এই চাৰিখন নগৰ
৩৬ দিলে। আৰু ৰূবেণ ফৈদৰ পৰা, চৰণী ঠায়ে সৈতে
৩৭ বেচৰ, চৰণী ঠায়ে সৈতে যহচ, চৰণী ঠায়ে
সৈতে কদেমোৎ, আৰু চৰণী ঠায়ে সৈতে মেফাৎ,
৩৮ এই চাৰিখন নগৰ দিলে। আৰু গাদ ফৈদৰ
পৰা, চৰণী ঠায়ে সৈতে মানুহবধীৰ আশ্ৰয়নগৰ
গিলিয়দত থকা ৰামোৎ, চৰণী ঠায়ে সৈতে
৩৯ মহনয়িম, চৰণী ঠায়ে সৈতে হিচ্বোন, আৰু
চৰণী ঠায়ে সৈতে যাজেৰ, এই চাৰিখন নগৰ
৪০ দিলে। লেবীয়াবিলাকৰ অৱশিষ্ট গোষ্ঠীবোৰৰ,
অৰ্থাৎ মৰাৰীৰ সন্তানবিলাকৰ আপোন আপোন
গোষ্ঠী অনুসাৰে এইবোৰ নগৰ হল; সিবিলাকে
চিঠিখেলৰ দ্বাৰায় বাৰখন নগৰ পালে।

৪১ ইস্ৰায়েলৰ সন্তানবিলাকৰ আধিপত্যৰ মাজত
থকা লেবীয়াবিলাকৰ আটাই নগৰ চৰণী ঠায়ে
সৈতে সৰ্ব্বমোট আঁঠচল্লিশখন নগৰ আছিল।
৪২ সেইবিলাকৰ প্ৰত্যেক নগৰৰ চাৰিওকোণে চৰণী
ঠাই আছিল; সকলো নগৰ সেই ৰূপেই
আছিল।

৪৩ এই ৰূপে, যিহোৱাই ইস্ৰায়েল লোকৰ পূৰ্ব্ব-
পুৰুষবিলাকৰ আগত যি দেশ দিম বুলি শপথ
কৰিছিল, সেই গোটেই দেশ তেওঁ সিবিলাকক
দিলে; আৰু সিবিলাকে তাক অধিকাৰ কৰি
৪৪ তাৰ মাজত নিবাস কৰিলে। যিহোৱাই সি-
বিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ আগত শপথ কৰাৰ
দৰে চাৰিওফালে তেওঁ সিবিলাকক জিৰণি
দিলে; সিবিলাকৰ শত্ৰুবোৰৰ মাজৰ কোনেও
সিবিলাকৰ আগত থিয় হব নোৱাৰিলে;
যিহোৱাই সিবিলাকৰ সকলো শত্ৰুক সিবিলা-
৪৫ কৰ হাতত দিলে। যিহোৱাই ইস্ৰায়েল বংশলৈ
যি যি মঙ্গলৰ বাক্য কৈছিল, তাৰ মাজৰ
এটী বাক্যও নিষ্ফল নহল; সকলোবিলাক
সিদ্ধ হল।

ইস্ৰায়েলৰ আঢ়ৈ ফৈদ আপোন আধিপত্যলৈ
উলটি যোৱা।

২২ সেই কালত যিহোচূৱাই ৰূবেণীয়া ও
গাদীয়াবিলাকক, আৰু মনচিৰ আধা ফৈদক
২ মতাই আনি কলে, যিহোৱাৰ দাস মোচিয়ে
তোমালোকক যি যি আজ্ঞা দিছিল, তাক তোমা-
লোকে পালন কৰি আছিছা; আৰু মযো তোমা-
লোকক যি যি আজ্ঞা কৰিলোঁ, সেই সকলোতে
৩ মোৰ বাক্যলৈ কাণ দিলা। বহুদিনৰ পৰা
আজিলৈকে তোমালোকে আপোন ভাইবিলাকক
ত্যাগ নকৰি, আপোন ঈশ্বৰ যিহোৱাৰ আজ্ঞা
৪ পালন কৰি আছিছাহঁক। এতিয়া তোমালোকৰ
ঈশ্বৰ যিহোৱাই তোমালোকৰ ভাইবিলাকক
কোৱাৰ দৰে, সিবিলাকক জিৰণি দিলে; এতেকে
এতিয়া তোমালোকে ঘূৰি, আপোন আপোন
তাম্বুলৈ, যিহোৱাৰ দাস মোচিয়ে যৰ্দ্দনৰ সিপাৰে
তোমালোকক দিয়া আধিপত্যৰ দেশলৈ যোৱা।
৫ কিন্তু, যিহোৱাৰ দাস মোচিয়ে তোমালোকক
আদেশ কৰা আজ্ঞা আৰু ব্যৱস্থাৰ দৰে কাৰ্য্য
কৰিবলৈ, ঈশ্বৰ যিহোৱাক প্ৰেম কৰিবলৈ, তেওঁৰ
পথত সকলোতাৰে চলিবলৈ, তেওঁৰ আজ্ঞাবিলাক
পালন কৰিবলৈ, তেওঁত আসক্ত হবলৈ, আৰু
সকলো মন ও সকলো প্ৰাণেৰে তেওঁৰ আৰাধনা
৬ কৰিবলৈ যত্নৱান হবা মাথোন। এই ৰূপে, যিহো-
চূৱাই সিবিলাকক আশীৰ্ব্বাদ কৰি বিদায় দিলত,
সিবিলাক আপোন আপোন তাম্বুলৈ গল।

৭ মোচিয়ে মনচিৰ আধা ফৈদক বাচানত আধি-
পত্য দিছিল; কিন্তু তাৰ আন আধা ফৈদক
যিহোচূৱাই যৰ্দ্দনৰ পশ্চিম পাৰে আপোন
৮ ভাইবিলাকৰ মাজত আধিপত্য দিছিল। আৰু
আপোন আপোন তাম্বুলৈ বিদায় দিয়া সময়ত,
যিহোচূৱাই সিবিলাকক আশীৰ্ব্বাদ দি কলে,
তোমালোকে জাকে জাকে পশু, আৰু ৰূপ, সোণ,
পিত্তল, লো, আৰু বহুৎ কাপড় আদি সম্পত্তি
লগত লৈ, আপোন আপোন তাম্বুলৈ উলটি
যোৱা; শত্ৰুৰ পৰা লুট কৰি অনা বস্তুবোৰ
আপোন ভাইবিলাকে সৈতে ভাগ বাঁটি
লোৱাহঁক।

৯ তেতিয়া ৰূবেণৰ ও গাদৰ সন্তানবিলাকে, আৰু
মনচিৰ আধা ফৈদে কনান দেশৰ চীলোৰ পৰা,
ইস্ৰায়েলৰ সন্তানবিলাকৰ পৰা বিদায় হৈ,
মোচিৰ দ্বাৰায় কোৱা যিহোৱাৰ বাক্য অনু-
সাৰে পোৱা আপোনাৰ আধিপত্য গিলিয়দ
১০ দেশলৈ ঘূৰি যাবলৈ ধৰিলে। পাছে, সিবিলাকে
কনান দেশত থকা যৰ্দ্দনৰ অঞ্চল পালত, ৰূবেণৰ

ও গাদৰ সন্তানবিলাকে, আৰু মনচিৰ আধা
কৈদে সেই ঠাইতে যৰ্দ্দনৰ দাঁতিত এটা যজ্ঞবেদি
নিৰ্ম্মাণ কৰিলে; সেই বেদি দেখিবলৈ বৰ ডাঙৰ
১১ আছিল। তেতিয়া ইস্রায়েলৰ সন্তানবিলাকে
শুনিলে, যে, দেখা, ৰুবেণৰ ও গাদৰ সন্তান-
বিলাকে, আৰু মনচিৰ আধা কৈদে কনান দেশৰ
সম্মুখত যৰ্দ্দনৰ অঞ্চলত ইস্রায়েলৰ সন্তান-
বিলাকে অধিকাৰ কৰা পাৰত এটা যজ্ঞবেদি
১২ নিৰ্ম্মাণ কৰিলে। ইস্রায়েলৰ সন্তানবিলাকে সেই
কথা শুনিলত, ইস্রায়েলৰ সন্তানবিলাকৰ গোটেই
মণ্ডলীয়ে সিবিলাকৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিবৰ
নিমিত্তে চীলোত গোট খালে।
১৩ পাছে ইস্রায়েলৰ সন্তানবিলাকে ৰুবেণৰ ও
গাদৰ সন্তানবিলাকৰ, আৰু মনচিৰ আধা কৈদৰ
শুৰিলৈ ইলিয়াজৰ পুৰোহিতৰ পুত্ৰ পীনহচক,
১৪ আৰু ইস্রায়েলৰ প্ৰত্যেক কৈদৰ পিতৃবংশৰ পৰা
এজন এজন অধ্যক্ষ এই ৰূপে দহ জন অধ্যক্ষ
তেওঁৰ লগত গিলিয়দ দেশলৈ পঠাই দিলে;
সিবিলাকৰ প্ৰতিজন ইস্রায়েলৰ গোষ্ঠীবিলাকৰ
মাজত আপোন আপোন পিতৃবংশৰ মূল মানুহ
১৫ আছিল। পাছে তেওঁবিলাকে গিলিয়দ দেশলৈ
ৰুবেণৰ ও গাদৰ সন্তানবিলাকৰ, আৰু মনচিৰ
আধা কৈদৰ ওচৰলৈ গৈ, সিবিলাকক এই কথা
১৬ কলে, যিহোৱাৰ গোটেই মণ্ডলীয়ে এই কথা
কৈছে, আজি যিহোৱাৰ অহিতে বিদ্ৰোহী হবৰ
মনেৰে, তোমালোকে আপোনাবিলাকৰ অৰ্থে
এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰি, যিহোৱাৰ পাছত
চলিবলৈ আজি বিমুখ হৈ, তোমালোকে ইস্রা-
য়েলৰ ঈশ্বৰৰ বিৰুদ্ধে যে সত্যলঙ্ঘন কৰিলা, ই
১৭ কি কথা? যিহোৱাৰ মণ্ডলীৰ ভিতৰত মহামাৰী
হোৱাতো, যি অপৰাধৰ পৰা আমি আজিলৈকে
আপোনাবিলাকক শুচি কৰা নাই, পিয়োৰ-
বিষয়ক সেই অপৰাধ তোমালোকে সৰু বুলি
১৮ ভাবিছা নে, যে তোমালোকে যিহোৱাৰ পাছত
চলিবলৈ আজি বিমুখ হব খুজিছা? তোমা-
লোকে আজি তেওঁৰ বিৰুদ্ধে বিদ্ৰোহী হোৱাত,
তেওঁ কালৈ ইস্রায়েলৰ গোটেই মণ্ডলীলৈ ক্ৰোধ
১৯ কৰিব। আৰু কওঁ, তোমালোকৰ আধিপত্যৰ
দেশ যদি অশুচি হয়, তেন্তে পাৰ হৈ, যিহোৱাৰ
আবাস থকা, যিহোৱাই অধিকাৰ কৰা দেশলৈ
আহি আমাৰ মাজত আধিপত্য গ্ৰহণ কৰা; কিন্তু
আমাৰ ঈশ্বৰ যিহোৱাৰ যজ্ঞবেদিৰ বাহিৰে
আন যজ্ঞবেদি নিৰ্ম্মাণ কৰি যিহোৱাৰ আৰু
২০ আমাৰো বিদ্ৰোহী নহবাহঁক। জেৰহৰ পুতেক
আখনে বৰ্জ্জিত বস্তুৰ কথাত দোষ কৰিলত,
ইস্রায়েলৰ গোটেই মণ্ডলীলৈ জানো ঈশ্বৰৰ
ক্ৰোধ নহৈছিল? সেই মানুহ আপোন অপ-
ৰাধত অকলে বিনষ্ট নহল।
২১ তেতিয়া ৰুবেণৰ ও গাদৰ সন্তানবিলাকে,
আৰু মনচিৰ আধা কৈদে ইস্রায়েলৰ গোষ্ঠী-
বিলাকৰ মূল মানুহবিলাকক এই উত্তৰ দিলে,
২২ ঈশ্বৰবিলাকৰ ঈশ্বৰ যিহোৱাই, ঈশ্বৰবিলাকৰ
ঈশ্বৰ যিহোৱায়েই জানে, আৰু ইস্রায়েলেও
জানিব; স্বৰূপেই যে আমি বিদ্ৰোহীভাৱে, বা
যিহোৱাৰ আগত সত্যলঙ্ঘন কৰি, (আজি তুমি
২৩ আমাক ৰক্ষা নকৰিবা,) যিহোৱাৰ পাছত চলি-
বলৈ বিমুখ হবৰ অৰ্থে, বা হোম কি নৈবেদ্য
উৎসৰ্গ কৰিবৰ অৰ্থে, বা মঙ্গলাৰ্থক বলিদান
কৰিবৰ নিমিত্তে যজ্ঞবেদি নিৰ্ম্মাণ কৰিলোঁ, সেয়ে
নহয়; যদি কৰিলোঁ, তেন্তে যিহোৱাই নিজে তাৰ
২৪ প্ৰতিশোধ লওক। স্বৰূপেই আমি এটা বিশেষ
কথাৰ আশঙ্কাতহে ইয়াকে কৰিলোঁ; অৰ্থাৎ
আগলৈ তোমালোকৰ সন্তানবিলাকে আমাৰ
সন্তানবিলাকক কব, ইস্রায়েলৰ ঈশ্বৰ যিহোৱাৰে
২৫ সৈতে তোমালোকৰ কি সম্পৰ্ক? কিয়নো হে
ৰুবেণৰ সন্তানবিলাক, হে গাদৰ সন্তানবিলাক,
তোমালোক আৰু আমাৰ মাজত যিহোৱাই
যৰ্দ্দনক সীমা কৰি ৰাখিছে, যিহোৱাত তোমা-
লোকৰ কোনো ভাগ নাই, এই বুলি কৈ পাছে
জানো তোমালোকৰ সন্তানবিলাকে আমাৰ
সন্তানবিলাকক যিহোৱাৰ ভয়ৰ পৰা এৰুৱাব।
২৬ এই হেতুকে আমি কলোঁ, আহাঁ, আমি এটা বেদি
নিৰ্ম্মাণ কৰিবলৈ ধৰোঁহঁক; সেই বেদি হোম বা
২৭ আন বলিদানৰ অৰ্থে নহব। কিন্তু আমাৰ হোম-
বলি, আন আন বলি, আৰু মঙ্গলাৰ্থক বলিদানৰ
দ্বাৰাই যিহোৱাৰ সাক্ষাতে তেওঁৰ আৰাধনা
কৰিবলৈ আমাৰ যে অধিকাৰ আছে, এয়ে তোমা-
লোকৰ আৰু আমাৰ মাজত, আৰু আমাৰ পাছত
আমাৰ ভাবিবংশৰ মাজত ইয়াৰ সাক্ষী হব;
তাতে, যিহোৱাত তোমালোকৰ কোনো ভাগ নাই,
এনে কথা ভবিষ্যতে তোমালোকৰ সন্তানবিলাকে
২৮ আমাৰ সন্তানবিলাকক কব নোৱাৰিব। এই
হেতুকে আমি কলোঁ, সিবিলাকে যদি আমাক,
বা আমাৰ ভাবিবংশক এনে কথা আগলৈ কব,
তেন্তে, আমি এই উত্তৰ দিম, আমাৰ ওপৰপিতৃ-
বিলাকে নিৰ্ম্মাণ কৰা যিহোৱাৰ যজ্ঞবেদিৰ নমুনা
দেখা; সিবিলাকে হোম বা আন বলিদানৰ অৰ্থে
নিৰ্ম্মাণ কৰা বেদি নহয়, কিন্তু সেয়ে তোমালোক
২৯ আৰু আমাৰ মাজত সাক্ষ্য মাত্ৰ। আমি যে হোম
বা নৈবেদ্য, বা বলিদানৰ অৰ্থে, আপোনা-
বিলাকৰ ঈশ্বৰ যিহোৱাই নিবাস কৰা গৃহৰ
আগত থকা তেওঁৰ যজ্ঞবেদিৰ বাহিৰে আন যজ্ঞ-
বেদি নিৰ্ম্মাণ কৰি যিহোৱাৰ বিদ্ৰোহী হব
খুজিছোঁ, বা যিহোৱাৰ পাছত চলিবলৈ আজি
বিমুখ হব খুজিছোঁ, এনে কথা আমাৰ পৰা
দূৰ হওক।

৩০ যেতিয়া পীনহচ পুৰোহিত আৰু মণ্ডলীৰ অধ্যক্ষ-
বিলাকে, তেওঁৰ লগৰ ইস্রায়েলৰ গোষ্ঠী-
বিলাকৰ মূল মানুহবিলাকে ৰুবেণৰ, গাদৰ,
আৰু মনচিৰ সন্তানবিলাকৰ এই কথা শুনিলে,
৩১ তেতিয়া তেওঁবিলাকে বড় সন্তোষ পালে। আৰু
ইলিয়াজৰ পুৰোহিতৰ পুত্ৰ পীনহচে ৰুবেণৰ,
গাদৰ, আৰু মনচিৰ সন্তানবিলাকক কলে,
তোমালোকে যিহোৱাৰ বিৰুদ্ধে যে সেই অপৰাধ
কৰা নাই, ইয়াতে আমি আজি জানিলোঁ, যে,
যিহোৱা আমাৰ মাজত আছে ; এতিয়া তোমা-
লোকে ইস্রায়েলৰ সন্তানবিলাকক যিহোৱাৰ
৩২ হাতৰ পৰা উদ্ধাৰ কৰিলা। পাছে ইলিয়াজৰ
পুৰোহিতৰ পুত্ৰ পীনহচে, আৰু অধ্যক্ষ-
বিলাকে ৰুবেণৰ ও গাদৰ সন্তানবিলাকৰ পৰা
বিদায় হৈ, গিলিয়দ দেশৰ পৰা কনান
দেশলৈ, ইস্রায়েলৰ সন্তানবিলাকৰ ওচৰলৈ
৩৩ উলটি আহি, সিবিলাকক বাৰ্ত্তা দিলেহি। তাতে
ইস্রায়েলৰ সন্তানবিলাকে সেই কথাত সন্তোষ
পালে, আৰু ইস্রায়েলৰ সন্তানবিলাকে ঈশ্বৰৰ
ধন্যবাদ কৰিলে ; আৰু ৰুবেণৰ ও গাদৰ সন্তান-
বিলাকে থকা দেশ বিনষ্ট কৰিবৰ অৰ্থে, সি-
বিলাকৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰাৰ কথা আৰু
৩৪ নকলে। পাছে ৰুবেণৰ ও গাদৰ সন্তানবিলাকে
সেই বেদিৰ নাম এদ [ সাক্ষী ] ৰাখিলে ; কিয়নো
সিবিলাকে কলে, যিহোৱাই যে ঈশ্বৰ, এয়ে
আমাৰ মাজত সাক্ষী।

যিহোচূৱাৰ বিদায়বক্তৃতা, তেওঁৰ আৰু
ইলিয়াজৰৰ মৃত্যু।

২৩ এই ৰূপে যিহোৱাই ইস্রায়েলক সিবিলা-
কৰ চাৰিওফালে থকা আটাই শত্ৰুৰ পৰা
জিৰণি দিলত,বহুকালৰ পাছে যিহোচূৱা যেতিয়া
২ বুঢ়া আৰু অতিশয় বৃদ্ধ হল, তেতিয়া তেওঁ
গোটেই ইস্রায়েলক, সিবিলাকৰ বৃদ্ধ আৰু
অধ্যক্ষবিলাকক, বিচাৰকৰ্ত্তা আৰু বিষয়াবিলাকক
মতাই নি সিবিলাকক কলে, মই বুঢ়া আৰু
৩ অতিশয় বৃদ্ধ হলোঁ। তোমালোকৰ ঈশ্বৰ
যিহোৱাই তোমালোকৰ কাৰণে এই সকলো
জাতিলৈ যি যি কৰিলে, তাক তোমালোকে দেখি
আছা ; কিয়নো তোমালোকৰ ঈশ্বৰ যিহোৱাই
৪ নিজে তোমালোকৰ পক্ষে যুদ্ধ কৰিলে। দেখা,
যি যি জাতিক মই উচ্ছন্ন কৰিলোঁ, সিহঁতৰ
দেশে সৈতে, যৰ্দ্দনৰ পৰা সূৰ্য্য মাৰ যোৱা ফালে
মহাসমুদ্ৰলৈকে, সকলো অৱশিষ্ট থকা জাতিৰ
দেশ মই তোমালোকৰ ফৈদবোৰৰ আধিপত্যৰ
অৰ্থে চিঠিপ্ৰেলৰ দ্বাৰাই তোমালোকক ভাগ বাঁটি
৫ দিলোঁ। তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমা-
লোকৰ আগৰ পৰা সিহঁতক খেদি খেদি পঠাব,

আৰু তোমালোকৰ চকুৰ আগৰ পৰা সিহঁতক দূৰ
কৰিব ; তাতে, তোমালোকৰ ঈশ্বৰ যিহোৱাই
তোমালোকক কোৱাৰ দৰে, তোমালোকে সিহঁতৰ
৬ দেশ অধিকাৰ কৰিবা। এতেকে, তোমালোকে
মোচিৰ ব্যৱস্থাপুস্তকৰ পৰা সোঁ কি বাঁওফালে
৭ যেন নুঘুৰা, তোমালোকৰ মাজত অৱশিষ্ট থকা
এই জাতিবিলাকৰ মাজত নোসোমোৱা, সিহঁতৰ
দেৱতাৰ নাম নোলোৱা, সেইবোৰৰ নামেৰে
শপত নকৰা, সেইবোৰক পূজা নকৰা, আৰু
৮ সেইবোৰৰ আগত প্ৰণিপাত নকৰা, কিন্তু আজি-
লৈকে যেনেকৈ কৰি আহিছা, তেনেকৈ যেন
আপোন ঈশ্বৰ যিহোৱাত আসক্ত হৈ থাকা,
এই নিমিত্তে মোচিৰ ব্যৱস্থাপুস্তকত লিখা সকলো
কথা পালন কৰি, তাৰ দৰে আচৰণ কৰিবলৈ
৯ অতিশয় সাহ কৰা। কিয়নো যিহোৱাই তোমা-
লোকৰ আগৰ পৰা মহৎ আৰু বলৱান জাতি-
বিলাকক দূৰ কৰিলে ; আৰু তোমালোকৰ আগত
আজিলৈকে কোনেও থিয় হব পৰা নাই।
১০ তোমালোকৰ এজনে হাজাৰ জনক খেদি দিব ;
কিয়নো, তোমালোকৰ ঈশ্বৰ যিহোৱাই তোমা-
লোকক যেনেকৈ কৈছিল, তেনেকৈ তেওঁ নিজেই
১১ তোমালোকৰ পক্ষে যুদ্ধ কৰোঁতা। এই হেতুকে
তোমালোকে আপোন আপোন প্ৰাণৰ বিষয়ে
অতিশয় সাৱধান হৈ, আপোনাবিলাকৰ ঈশ্বৰ
১২ যিহোৱাক প্ৰেম কৰা। নাইবা যদি কোনো
প্ৰকাৰে বিমুখ হৈ, সেই জাতিবোৰৰ বাকী থকা
যি অৱশিষ্ট লোক তোমালোকৰ মাজত আছে,
সিহঁতত আসক্ত হোৱা, সিহঁতৰ লগত বিবাহৰ
সম্বন্ধ কৰা, আৰু তোমালোকৰ লগত সিহঁতৰ,
সিহঁতৰ লগত তোমালোকৰ আলাপ ব্যৱহাৰ
১৩ হয়, তেন্তে, নিশ্চয়ে জানিবা, যে, তোমালোকৰ
ঈশ্বৰ যিহোৱাই তোমালোকৰ আগৰ পৰা সেই
জাতিবিলাকক আৰু দূৰ নকৰিব ; কিন্তু তোমা-
লোকৰ ঈশ্বৰ যিহোৱাই তোমালোকক দিয়া এই
উত্তম দেশৰ পৰা তোমালোক বিনষ্ট নোহোৱা-
লৈকে, সিহঁত তোমালোকৰ জাল আৰু ফান্দ,
গাত কোবোৱা চাবুক আৰু চকুত লগা কাঁইট-
১৪ স্বৰূপ হৈ থাকিব। দেখা, গোটেই পৃথিবীৰ
লোকে যোৱা পথেদি মই আজি যাওঁ। আৰু
তোমালোকে সকলো মনেৰে সকলো প্ৰাণেৰে
ইয়াক জ্ঞাত হোৱা, যে, তোমালোকৰ ঈশ্বৰ
যিহোৱাই তোমালোকৰ বিষয়ে যিমান কুশলৰ
বাক্য কলে, তাৰ এটাও বিফল হোৱা নাই ;
তোমালোকৰ পক্ষে সেই সকলো সিদ্ধ হল,
১৫ এটাও নিষ্ফল হোৱা নাই। কিন্তু, তোমালোকৰ
ঈশ্বৰ যিহোৱাই তোমালোকক যি যি কুশলৰ
বাক্য কৈছিল, সেই সকলো যেনেকৈ তোমা-
লোকৰ পক্ষে সিদ্ধ হল, সেই ৰূপে, তোমালোকৰ

ঈশ্বৰ যিহোৱাই তোমালোকক দিয়া এই উত্তম
দেশৰ পৰা তোমালোকক বিনষ্ট কৰি নেটাই-
মানে, তেওঁ তোমালোকলৈ সকলো অমঙ্গল-
১৬ বাক্যও সিদ্ধ কৰিব। তোমালোকে যদি আপোন
ঈশ্বৰ যিহোৱাই তোমালোকক আদেশ কৰা
নিয়মটী লঙ্ঘন কৰা, আৰু গৈ আন দেৱতাবোৰক
পূজা কৰা, আৰু সেইবোৰৰ আগত প্ৰণিপাত
কৰা, তেন্তে তোমালোকৰ ঈশ্বৰ যিহোৱাৰ
ক্ৰোধ তোমালোকৰ অহিতে জ্বলি উঠিব, আৰু
তেওঁ তোমালোকক দিয়া এই উত্তম দেশৰ পৰা
তোমালোক বেগাই বিনষ্ট হবা।

২৪ পাছে যিহোচূৱাই ইস্ৰায়েলৰ সকলো
ফৈদক চিখিমত গোটাই, সিবিলাকৰ বৃদ্ধ
লোকক, মূল মানুহবিলাকক, বিচাৰকৰ্ত্তাবিলাকক,
আৰু বিষয়াবিলাকক মতাই আনিলে; তাতে
২ সিবিলাক ঈশ্বৰৰ সাক্ষাতে থিয় হল। তেতিয়া
যিহোচূৱাই সকলো লোকক কলে, ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাই এই কথা কৈছে, আগৰ কালত
অব্ৰাহামৰ আৰু নাহোৰৰ পিতৃ তেৰহ আদি
তোমালোকৰ ওপৰপিতৃবিলাকে নদীৰ সিপাৰে
বাস কৰিছিল, আৰু ইতৰ দেৱতাবোৰক পূজা
৩ কৰিছিল। পাছে ময় তোমালোকৰ আদিপিতৃ
অব্ৰাহামক নদীৰ সিপাৰৰ পৰা আনি, কনান
দেশৰ সকলো ফালে লৈ ফুৰালোঁ, আৰু ময়
তেওঁৰ বংশ বৃদ্ধি কৰিলোঁ; ময় তেওঁক ইচ্হাকক
৪ দিলোঁ, আৰু ইচ্হাকক যাকোব আৰু এচৌক
দিলোঁ; সেই এচৌৰ অধিকাৰৰ অৰ্থে ময় তেওঁক
চেয়ীৰ পৰ্ব্বত দিলোঁ; কিন্তু যাকোব আৰু তেওঁৰ
৫ সন্তানবিলাক হলে, মিচৰলৈ নামি গল। পাছে
ময় মোচি আৰু হাৰোণক পঠালোঁ; আৰু
মিচৰৰ মাজত কৰা মোৰ কাৰ্য্যৰ দ্বাৰায় ময়
সিহঁতলৈ মহা-আপদ ঘটালোঁ; তাৰ পাছে ময়
৬ তোমালোকক উলিয়াই আনিলোঁ। ময় মিচৰৰ
পৰা তোমালোকৰ পিতৃবিলাকক উলিয়াই অনাৰ
পাছে, তোমালোকে যেতিয়া সমুদ্ৰ পালাহি,
তেতিয়া মিচৰীয়া লোকে ৰথ আৰু অশ্বাৰোহী
সৈন্য লৈ চূফ সমুদ্ৰলৈকে তোমালোকৰ ওপৰ-
৭ পিতৃবিলাকৰ পাছে পাছে আহিল। তাতে,
সিবিলাকে যিহোৱাৰ আগত কাতৰোক্তি
কৰিলত, যিহোৱাই মিচৰীয়াহঁতৰ আৰু তোমা-
লোকৰ মাজত অন্ধকাৰ স্থাপন কৰিলে, আৰু
সিহঁতৰ ওপৰলৈ সমুদ্ৰ আনি, সিহঁতক ঢাকি
পেলালে; ময় মিচৰত কৰা কাৰ্য্য তোমালোকে
আপোন চকুৰে দেখিলা; পাছে তোমালোকে
৮ বহুকাল অৰণ্যত বাস কৰিলা। তাৰ পাছে ময়
তোমালোকক যৰ্দ্দনৰ সিপাৰে থকা ইমোৰীয়া-
বিলাকৰ দেশলৈ আনিলোঁ; আৰু সিহঁতে
তোমালোকে সৈতে যুদ্ধ কৰিলত, ময় তোমা-
লোকৰ হাতত সিহঁতক সমৰ্পণ কৰিলোঁ; তাতে
তোমালোকে সিহঁতৰ দেশ অধিকাৰ কৰিলা;
এই ৰূপে ময় তোমালোকৰ আগৰ পৰা সিহঁতক
৯ বিনষ্ট কৰিলোঁ। পাছে চিপ্পোৰৰ পুতেক
মোৱাবৰ ৰজা বালাকে উঠি, ইস্ৰায়েলে সৈতে
যুদ্ধ কৰিলে; আৰু তোমালোকক শাও দিবৰ
নিমিত্তে, মানুহ পঠাই বিয়োৰৰ পুতেক বিলিয়-
১০ মক মাতিলে। কিন্তু ময় বিলিয়মৰ কথাত মন
দিবলৈ সম্মত নহলোঁ; তাতে সি তোমালোকক
আশীৰ্ব্বাদহে কৰিলে; এই ৰূপে ময় তাৰ হাতৰ
১১ পৰা তোমালোকক উদ্ধাৰ কৰিলোঁ। পাছে
তোমালোকে যৰ্দ্দন পাৰ হৈ যিৰীহো পালাহি;
আৰু যিৰীহোৰ গৃহস্থবিলাকে, ইমোৰীয়া, পৰি-
জ্জীয়া, কনানীয়া, হিত্তীয়া, গিৰ্গাচীয়া, হিব্বীয়,
আৰু যিবূচীয়া লোকবিলাকে তোমালোকৰ
বিৰুদ্ধে যুদ্ধ কৰিলত, ময় সিহঁতক তোমালোকৰ
১২ হাতত সোধাই দিলোঁ। আৰু ময় তোমালোকৰ
আগে আগে কোদো পঠালোঁ; তাতে সেই
কোদোয়ে তোমালোকৰ আগৰ পৰা সিহঁতক,
বিশেষকৈ ইমোৰীয়াহঁতৰ দুজন ৰজাক দূৰ
কৰিলে; তোমালোকৰ তৰোৱাল আৰু ধনুৰ
১৩ দ্বাৰায় সিহঁতক দূৰ কৰা নহৈছিল। আৰু
তোমালোকে যিহৰ নিমিত্তে শ্ৰম কৰা নাই, এনে
এক দেশ, আৰু যিহক তোমালোকে স্থাপন
কৰা নাই, এনে অনেক নগৰ ময় তোমালোকক
দিলোঁ; তোমালোকে তাৰ মাজত বাস কৰি
আছা; আৰু যি দ্ৰাক্ষালতা ও জিতবৃক্ষৰ
বাড়ী তোমালোকে পতা নাই, এনে বাড়ীৰ ফল
১৪ তোমালোকে ভোগ কৰি আছা। এই হেতুকে
এতিয়া তোমালোকে যিহোৱাক ভয় কৰা, সৰল
মনেৰে আৰু সত্যেৰে তেওঁৰ আৰাধনা কৰা,
আৰু তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে নদীৰ
সিপাৰে আৰু মিচৰত পূজা কৰা দেৱতাবোৰ
১৫ দূৰ কৰা, আৰু যিহোৱাৰ আৰাধনা কৰা। যদি
যিহোৱাৰ আৰাধনা কৰাত বেয়া লাগিছে, তেন্তে
নদীৰ সিপাৰে থকা তোমালোকৰ ওপৰপিতৃ-
বিলাকে পূজা কৰা দেৱতাবোৰেই হওক, বা যি-
বিলাকৰ দেশত তোমালোকে বাস কৰিছা, সেই
ইমোৰীয়াবিলাকৰ দেৱতাবোৰেই হওক, যাৰ
আৰাধনা কৰিবা, তাক আজি মনোনীত কৰা;
কিন্তু ময় আৰু মোৰ পৰিয়ালে হলে যিহোৱাৰ
১৬ আৰাধনা কৰিম। তেতিয়া লোকবিলাকে উত্তৰ
কৰি কলে, আমি আন দেৱতাবোৰক পূজা
কৰিবৰ নিমিত্তে যে যিহোৱাক ত্যাগ কৰিম,
১৭ আমাৰ পৰা এনে কথা দূৰ হওক; কিয়নো
যি জনাই আমাক আৰু আমাৰ ওপৰপিতৃ-
বিলাকক বন্দীঘৰস্বৰূপ মিচৰ দেশৰ পৰা
আনিলে, আৰু আমাৰ চকুৰ আগতে সেই

যহং চিনবিলাক দেখুৱালে, আৰু যি বাটেদি
আমি আহিলোঁ, সেই গোটেই বাটত, আৰু যি
জাতিবোৰৰ মাজেদি আমি পাৰ হৈ আহিলোঁ,
সেই জাতিবোৰৰ মাজতো আমাক ৰক্ষা কৰিলে,
১৮ সেই জনাই আমাৰ ঈশ্বৰ যিহোৱা ; সেই
যিহোৱায়েই এই দেশত থকা ইমোৰীয়া আদি
কৰি সকলো জাতিক আমাৰ আগৰ পৰা দূৰ
কৰিলে; এই হেতুকে আমিও যিহোৱাৰহে
আৰাধনা কৰিম ; কিয়নো তেৱেঁই আমাৰ ঈশ্বৰ।
১৯ তাতে যিহোচূৱাই লোকবিলাকক কলে, তোমা-
লোকে যিহোৱাৰ আৰাধনা কৰিব নোৱাৰিবা ;
কিয়নো তেওঁ পবিত্র ঈশ্বৰ, আপোন মৰ্য্যাদা
ৰখাত উদ্যোগী ঈশ্বৰ ; তেওঁ তোমালোকৰ অধৰ্ম্ম
২০ আৰু পাপসমূহ ক্ষমা নকৰিব। তোমালোকে যদি
যিহোৱাক ত্যাগ কৰি বিজাতীয় দেৱতাক পূজা
কৰা, তেন্তে তেওঁ তোমালোকৰ মঙ্গল কৰাৰ পৰা
ঘূৰি, তোমালোকৰ অমঙ্গল কৰিব, আৰু তোমা-
২১ লোকক সংহাৰ কৰিব। তাতে লোকবিলাকে
যিহোচূৱাক কলে, নহয়, আমি যিহোৱাৰহে
২২ আৰাধনা কৰিম। তেতিয়া যিহোচূৱাই লোক-
বিলাকক কলে, তোমালোকে আৰাধনা কৰিবৰ
অৰ্থে যিহোৱাক যে মনোনীত কৰিলা, এই কথাত
তোমালোকে আপোনাৰ বিৰুদ্ধে আপুনি সাক্ষী
হৈছা। সিবিলাকে কলে, হয়, আমি সাক্ষী
২৩ হৈছোঁ। তেওঁ কলে, তেন্তে এতিয়া আপোনা-
বিলাকৰ মাজত থকা বিজাতীয় দেৱতাবোৰ দূৰ
কৰা, আৰু আপোন আপোন হৃদয় ইস্রায়েলৰ
২৪ ঈশ্বৰ যিহোৱাত লগোৱা। পাছে লোকবিলাকে
যিহোচূৱাক কলে, আমি আমাৰ ঈশ্বৰ যিহো-
ৱাৰেই আৰাধনা কৰিম, আৰু তেওঁৰেই বাক্যলৈ
২৫ কাণ দিম। এই ৰূপে যিহোচূৱাই সেই দিনা
লোকবিলাকে সৈতে এটা নিয়ম স্থিৰ কৰিলে,
আৰু চিখিমত সিবিলাকৰ নিমিত্তে এক বিধি
আৰু শাসনপ্রণালী স্থাপন কৰিলে।

২৬ তাৰ পাছে যিহোচূৱাই সেই সকলো কথা
ঈশ্বৰৰ ব্যৱস্থাপুস্তকখনিত লিখি থলে ; আৰু
এটা ডাঙৰ শিল লৈ, যিহোৱাৰ ধৰ্ম্মধামৰ
ওচৰত থকা এলা গছৰ তলত স্থাপন কৰিলে।
২৭ পাছে যিহোচূৱাই সকলো লোকবিলাকক কলে,
দেখা, এই শিলেই আমাৰ অহিতে সাক্ষী
হব ; কিয়নো আমাৰ আগত যিহোৱাই
কোৱা সকলো কথা ই শুনিলে ; এই হেতুকে,
তোমালোকে আপোনাবিলাকৰ ঈশ্বৰক আসৈ
নকৰিবৰ নিমিত্তে, এয়ে তোমালোকৰ অহিতে
২৮ সাক্ষী হব। পাছে যিহোচূৱাই লোক-
বিলাকক আপোন আপোন আধিপত্যলৈ বিদায়
দিলে।

২৯ এই সকলো ঘটনাৰ পাছে, যিহোৱাৰ দাস
নূনৰ পুত্র যিহোচূৱা এশ দহ বছৰ বয়সীয়া
৩০ হৈ মৰিল। তাতে লোকবিলাকে গাচ পৰ্ব্ব-
তৰ উত্তৰকালে, ইফ্রয়িম পৰ্ব্বতীয়া অঞ্চলত থকা
তিম্নৎ-চেৰহত তেওঁৰ আধিপত্যৰ সীমাৰ ভিত-
৩১ ৰত তেওঁক মৈদাম দিলে। যিহোচূৱাৰ আয়ু-
ষৰ সকলো কালত, আৰু যি বৃদ্ধ লোকবিলাক
যিহোচূৱাৰ মৰণৰ পাছে জীয়াই আছিল, আৰু
ইস্রায়েলৰ নিমিত্তে যিহোৱাই কৰা সকলো
কৰ্ম্ম জানিছিল, সিবিলাক জীয়াই থকালৈকে
ইস্রায়েলে যিহোৱাৰ আৰাধনা কৰি আছিল।
৩২ ইস্রায়েলৰ সন্তানবিলাকে মিচৰ দেশৰ পৰা অনা
যোচেফৰ অস্থিবোৰ চিখিমত এডোখৰ মাটিত
মৈদাম দিলে ; সেই মাটী যাকোবে চিখিমৰ
বাপেক হমোৰৰ পুত্রেকহঁতৰ পৰা এশ ৰূপ দি
কিনি লৈছিল ; আৰু সেয়ে যোচেফৰ সন্তান-
৩৩ বিলাকৰ আধিপত্য হল। তাৰ পাছে হাৰোণৰ
পুত্র ইলিয়াজৰৰ মৃত্যু হল ; তাতে লোক-
বিলাকে ইফ্রয়িম পৰ্ব্বতীয়া অঞ্চলত তেওঁৰ
পুত্র পীনহচক দিয়া গিবিয়াত তেওঁক মৈদাম
দিলে।

---

# বিচাৰকৰ্ত্তাবিলাকৰ বিবৰণ।

---

কনানীয়াবিলাকে সৈতে ইস্রায়েলে যুদ্ধ কৰা।

১ যিহোচূৱাৰ মৃত্যুৰ পাছে ইস্রায়েলৰ
সন্তানবিলাকে যিহোৱাক সুধিলে, কনানীয়া-
বিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ, সিহঁতৰ অহিতে
২ আমাৰ মাজৰ প্রথমে কোন যাব ? তাতে যিহো-
ৱাই কলে, যিহূদা যাব ; দেখা,ময় তেওঁৰ
৩ হাতত দেশ সমৰ্পণ কৰিলোঁ। পাছে যিহূদাই
আপোন ভায়েক চিমিয়োনক কলে, তুমি মোৰ
নিৰূপিত অংশলৈ মোৰ লগত আহাঁ, আমি
কনানীয়াহঁতে সৈতে যুদ্ধ কৰোঁ ; পাছে ময়ো
তোমাৰ নিৰূপিত অংশলৈ তোমাৰ লগত যাম।
৪ তাতে চিমিয়োন তেওঁৰ লগত গল। পাছে যিহূদা

আগত প্রণিপাত করিছিল ; সিবিলাকর ওপর-
পিতৃবিলাকে যিহোৱার আজ্ঞা পালন করি যি
পথে গমন করিছিল, সিবিলাকে সেই পথে
নচলি সেই পথর পরা বেগতে বাহির হল।
১৮ আরু যিহোৱাই যেতিয়া সিবিলাকর নিমিত্তে
কোনো বিচারকর্ত্তা উৎপন্ন করিছিল, তেতিয়া
তেওঁ সেই বিচারকর্ত্তার লগত থাকি, সেই
বিচারকর্ত্তা জীয়াই থকালৈকে শত্রুবোরর হাতর
পরা সিবিলাকক নিস্তার করিছিল ; কারণ,
উপদ্রৱ আরু তাড়না করোঁতাবিলাকর আগত
সিবিলাকে কেঁকোৱা দেখি যিহোৱার দয়া জন্মি-
১৯ ছিল। কিন্তু পাছত সেই বিচারকর্ত্তা মরিলেই,
সিবিলাকে ঘুরি, ইতর দেৱতাবোরক পূজা
করিবর নিমিত্তে আরু সেইবোরর আগত প্রণি-
পাত করিবর নিমিত্তে সেইবোরর পাছত চলা
কথাত আপোনাবিলাকর ওপরপিতৃবিলাকত-
কৈয়ো দুরাচারী হয় ; সিবিলাকে আপোন
আপোন কুকর্ম্ম আরু অদমন আচার ব্যৱহার
২০ এফেরিও নেড়ে। তাতে ইস্রায়েলর বিরুদ্ধে
যিহোৱার ক্রোধ জলি উঠিলে তেওঁ কয়, ময়
ইবিলাকর পূর্ব্বপুরুষবিলাকক আদেশ করা মোর
নিয়মটী এই জাতিয়ে উল্লঙ্ঘন করিলে, মোর
২১ বাক্যলৈ কাণ নিদিলে ; এই হেতুকে ময়ো,
যিহোচূৱাই আপোনার মরণর কালত যি যি
পরজাতিক অৱশিষ্ট রাখি গল, ইবিলাকর
আগর পরা সিহঁতর মাঝর আরু কাকো দূর
২২ নকরিম। যেনেকৈ ইবিলাকর পূর্ব্বপুরুষবিলাকে
যিহোৱার পথত চলি তেওঁর আজ্ঞা পালন
করিছিল, তেনেকৈ ইবিলাকেও করে নে নকরে,
ইয়াকে জানিবর নিমিত্তে, সেই জাতিবিলাকর
২৩ দ্বারায় ময় ইস্রায়েলক পরীক্ষা করি চাওঁ। এই
বুলি যিহোৱাই সেই জাতিবিলাকক শীঘ্রে
নেখেদি, আরু যিহোচূৱার হাতত সমর্পণ নকরি
অৱশিষ্ট রাখিলে।

৩ ইস্রায়েলর মাঝত যিমান লোকে কনানর
আটাই রণ নেজানিছিল, সিমান লোকক
২ পরীক্ষা করি চাবর নিমিত্তে, আরু ইস্রায়েলর
সন্তানবিলাকর ভাবিবংশই, বিশেষকৈ রণর
কথা আগেয়ে নজনাবিলাকে রণ শিকি জানিবর
অভিপ্রায়েরেহে যিহোৱাই এই এই জাতিক
৩ অৱশিষ্ট রাখিলে ; পলেষ্টীয়াবিলাকর পাঁচ
জন অধিপতি, আরু বাল-হর্ম্মোণ পর্ব্বতরে পরা
হমাতর প্রবেশস্থানলৈকে সকলো কনানীয়া,
চীদোনীয়া, আরু লিবানোন পর্ব্বতত বাস করা
৪ হিব্বীয়াবিলাক। যিহোৱাই সিবিলাকর ওপর-
পিতৃবিলাকক মোচির দ্বারায় দিয়া আজ্ঞা
সিবিলাকে মানে নে নেমানে ইস্রায়েলক পরীক্ষা
করি তাকে জানিবর নিমিত্তে ইহঁত অৱশিষ্ট
৫ রল। তাতে ইস্রায়েলর সন্তানবিলাকে সেই
কনানীয়া, হিত্তীয়া, ইমোরীয়া, পরিজ্জীয়া,
হিব্বীয়া, আরু যিবুচীয়া লোকবিলাকর মাঝত
৬ বাস করিলে ; আরু সিহঁতর জীয়ারীবিলাকক
বিয়া করিবলৈ, আরু সিহঁতর লরাবিলাকে
সৈতে আপোন আপোন জীয়ারীবিলাকক বিয়া
দিবলৈ, আরু সিহঁতর দেৱতাবোরক পূজা করি-
বলৈ ধরিলে।

অরামীয়া আরু মোৱাবীয়াবিলাকর উপদ্রৱর পরা
ইস্রায়েলর উদ্ধার।

৭ পাছে ইস্রায়েলর সন্তানবিলাকে যিহোৱার
সাক্ষাতে কু-আচরণ করিলে, আরু আপোনা-
বিলাকর ঈশ্বর যিহোৱাক পাহরি বাল দেৱতা-
বোরক আরু আচেরা মূর্ত্তিবোরক পূজা করিলে।
৮ এই হেতুকে ইস্রায়েললৈ যিহোৱার ক্রোধ জলি
উঠাত, তেওঁ সিবিলাকক অরাম-নহরয়িমর রজা
কূচন-রিচাথয়িমর হাতত বেচি পেলালে ; আরু
ইস্রায়েলর সন্তানবিলাকে আঠ বছরলৈকে কূচন-
৯ রিচাথয়িমর অধীন হৈ থাকিল। পাছে ইস্রায়েলর
সন্তানবিলাকে যিহোৱার আগত কাতরোক্তি
করিলত, যিহোৱাই ইস্রায়েলর সন্তানবিলাকর
নিমিত্তে এজন উদ্ধারকর্ত্তা কালেবর ভায়েক
কনজর সন্তান অৎনীয়েলক উৎপন্ন করিলে ;
১০ সেই জনে সিবিলাকক উদ্ধার করিলে। আরু
যিহোৱার আত্মা তেওঁর ওপরত স্থিতি হোৱাত,
তেওঁ ইস্রায়েলর সোধবিচার করিলে ; আরু
তেওঁ যুদ্ধলৈ ওলাই গলত, সেই অরামীয়া রজা
কূচন-রিচাথয়িমক যিহোৱাই তেওঁর হাতত
সমর্পণ করিলে ; আরু কূচন-রিচাথয়িমর ওপরত
১১ তেওঁর হাত বলৱান হৈ উঠিল। তাতে চল্লিশ
বছরলৈকে দেশ সুখিলে থাকিল। পাছে কনজর
সন্তান অৎনীয়েলর মৃত্যু হল।
১২ পাছে ইস্রায়েলর সন্তানবিলাকে যিহোৱার
সাক্ষাতে পুনরায় কু-আচরণ করিলে ; এই
হেতুকে, সিবিলাকে যিহোৱার দৃষ্টিত কু-আচরণ
করাত, যিহোৱাই মোৱাবর রজা ইগ্লোনক ইস্রা-
১৩ য়েলর অহিতে সবল করিলে। ইগ্লোনে অম্মোনর
সন্তানবিলাকক আরু অমালেকক আপোনার
লগত গোটাই লৈ আহি ইস্রায়েলক আঘাত
১৪ করি খর্জ্জুরপুর অধিকার করিলে। তাতে ইস্রা-
য়েলর সন্তানবিলাকে ওঁঠর বছরলৈকে মোৱা-
১৫ বীয়া ইগ্লোন রজার অধীন হৈ থাকিল। পাছে
ইস্রায়েলর সন্তানবিলাকে যিহোৱার আগত
কাতরোক্তি করিলত, যিহোৱাই সিবিলাকর
নিমিত্তে উদ্ধারকর্ত্তা বিন্যামীনর কৈদর গেরার
পুত্র বাঁওহতীয়া এহূদক উৎপন্ন করিলে ; আরু
ইস্রায়েলর সন্তানবিলাকে মোৱাবর রজা ইগ্লো-

মৰ ওচৰলৈ তেওঁৰ দ্বাৰায় কিছু উপহাৰ পঠাই
১৬ দিলে। এহূদে আপোনাৰ নিমিত্তে এখন এহাত
দীঘল দুধৰীয়া তৰোৱাল গঢ়াইছিল, আৰু
আপোনাৰ সোঁ কৰঙনত কাপোৰৰ তলত তাক
১৭ বান্ধি লৈছিল। পাছে তেওঁ মোৱাবৰ ইগ্লোন
ৰজাক সেই উপহাৰ দিলে ; সেই ইগ্লোন অতি
১৮ থূলকায় মানুহ আছিল। আৰু তেওঁ উপহাৰ
দি এঁটোৱাৰ পাছে, উপহাৰ অনা লোকক বিদায়
১৯ দিলে। কিন্তু তেওঁ নিজে গিল্‌গলত থকা নক্‌চা
কটা শিলবোৰৰ ওচৰৰ পৰা ঘূৰি আহি কলে,
হে মহাৰাজ, আপোনাৰ আগত মোৰ এটা
গুপুত কথা আছে ; পাছে ৰজাই মনে মনে
থাক বুলি কলত, তেওঁৰ ওচৰত থিয় হৈ থকা
২০ সকলো মানুহ বাহিৰলৈ গল। সেই সময়ত
ৰজাই ওপৰতলাৰ এটা বতাহ লোৱা খোঁটালিত
অকলে বহি আছিল ; তাতে এহূদে তেওঁৰ
ওচৰলৈ চাপি গৈ কলে, আপোনাক ঈশ্বৰৰ এটা
বাক্য মোৰ কব লগা আছে ; তেতিয়া তেওঁ
২১ আপোনাৰ আসনৰ পৰা উঠিল। তাতে এহূদে
বাঁও হাত মেলি, সোঁ কৰঙনৰ পৰা সেই তৰো-
ৱাল লৈ তেওঁৰ পেটত এনেকৈ খোঁচ মাৰিলে,
২২ যে, তৰোৱাল নালে সৈতে পেটত সোমাল ; আৰু
তৰোৱালখন তেলে ঢাকি ধৰিলে, কিয়নো তেওঁ
ইগ্লোনৰ পেটৰ পৰা তৰোৱাল নুলিয়ালে ;
২৩ আৰু সেয়ে বহিৰৰ দুৱাৰে বাহিৰ হল। পাছে
এহূদে বাহিৰ হৈ বাৰাণ্ডালৈ আহি, সেই বতাহ
লোৱা খোঁটালিৰ দুৱাৰ জঁপাই, তেওঁক ভিতৰত
২৪ থৈ চাবি মাৰিলে। পাছে তেওঁ বাহিৰ ওলাই
গলত, ৰজাৰ দাসবিলাকে আহি সেই বতাহ
লোৱা খোঁটালিৰ দুৱাৰ বন্ধ দেখি কলে, ৰজাই
অৱশ্যে বতাহ লোৱা খোঁটালিৰ ভিতৰত ভৰি
২৫ ঢাকিছে। পাছে সিহঁতে বাট চাই বহু বেলি
থাকি আমনি লাগি বতাহ লোৱা খোঁটালিৰ
দুৱাৰ ৰজাই নেমেলা দেখি, চাবি লৈ দুৱাৰ
মেলি আপোনাবিলাকৰ প্ৰভুক মৰি পড়ি থকা
২৬ দেখিলে। সিহঁতে পলম কৰা কালত এহূদে
পলাই নক্‌চা কটা শিলবোৰ পাৰ হৈ চিয়ীৰালৈ
২৭ গৈ ৰক্ষা পালে। সেই ঠাই পাই ইফ্ৰয়িম
পৰ্ব্বতত শিঙা বজালে ; পাছে ইস্ৰায়েলৰ
সন্তানবিলাকে তেওঁৰ সৈতে পৰ্ব্বতৰ পৰা নামো-
ত্তে, তেওঁ সিবিলাকৰ আগে আগে চলিল।
২৮ তেওঁ সিবিলাকক কলে, মোৰ পাছে পাছে আহি
থাকা ; কিয়নো যিহোৱাই তোমালোকৰ শত্ৰু
মোৱাবীয়াহঁতক তোমালোকৰ হাতত দিলে।
তেতিয়া সিবিলাকে তেওঁৰ পাছে পাছে নামি
গৈ মোৱাবৰ সন্মুখত যৰ্দ্দনৰ পাৰঘাটবোৰ
হাত কৰি লৈ এটা মানুহকো পাৰ হব নিদিলে।
২৯ সেই কালত সিবিলাকে মোৱাবৰ প্ৰায় দহ
হাজাৰ লোকক বধ কৰিলে ; সিহঁত সকলো
শকত আৰু বীৰপুৰুষ ; সিহঁতৰ কোনেও
৩০ নিস্তাৰ নেপালে। এই ৰূপে সেই দিনা ইস্ৰা-
য়েলৰ দ্বাৰায় মোৱাবক বশীভূত কৰা হল।
পাছে আশী বছৰলৈকে দেশ সুস্থিৰে থাকিল।
৩১ তেওঁৰ পাছত, গৰু খেদোৱা বাৰিৰে পলে-
ষ্টীয়াবিলাকৰ ছশ লোকক বধ কৰা অনাতৰ
পুত্ৰ চম্‌গৰ উৎপন্ন হল ; তেওঁৱো ইস্ৰায়েলক
নিস্তাৰ কৰিলে।

যাবীন ৰজাৰ উপদ্ৰৱৰ পৰা ইস্ৰায়েলৰ উদ্ধাৰ।

৪ এহূদ মৰাৰ পাছত, ইস্ৰায়েলৰ সন্তান-
বিলাকে যিহোৱাৰ দৃষ্টিত আকৌ কু-আচৰণ
২ কৰিলে। তাতে যিহোৱাই হাচোৰত শাসন কৰা
কনানীয়াবিলাকৰ ৰজা যাবীনৰ হাতত সি-
বিলাকক বেচিলে ; হৰোচৎ-গোয়ীমত থকা
৩ চীচৰা সেই ৰজাৰ সেনাপতি আছিল। পাছে
ইস্ৰায়েলৰ সন্তানবিলাকে যিহোৱাৰ আগত
কাতৰোক্তি কৰিলে ; কিয়নো, সেই সেনাপতিৰ
নশ লোহাৰ ৰথ থকাত তেওঁ বিশ বছৰলৈকে
ইস্ৰায়েলৰ সন্তানবিলাকক বৰকৈ উপদ্ৰৱ
কৰিছিল।
৪ সেই সময়ত লপ্পীদোতৰ ভাৰ্য্যা দবোৰা
নামেৰে ভাববাদিনীয়ে ইস্ৰায়েলৰ বিচাৰ কৰি
৫ ছিল। তেওঁ ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত, ৰামা
আৰু বৈৎ-এলৰ মাজত থকা দবোৰাৰ খৰ্জ্জুৰ
নামেৰে খৰ্জ্জুৰ গছৰ তলত বহে, আৰু বিচাৰৰ
অৰ্থে ইস্ৰায়েলৰ সন্তানবিলাকে তেওঁৰ ওৰিলৈ
৬ উঠি যায়। পাছে তেওঁ মানুহ পঠাই নপ্তালীৰ
কেদচৰ পৰা অবীনোৱমৰ পুত্ৰ বাৰাকক মাতি
আনি কলে, বোলে, তুমি নপ্তালীৰ আৰু জবূ-
লূনৰ সন্তানৰ দহ হাজাৰ লোকক লগত লৈ
তাবোৰ পৰ্ব্বতলৈ চাপি যোৱা, এই বুলি ইস্ৰা-
য়েলৰ ঈশ্বৰ যিহোৱাই জানো আজ্ঞা কৰা
৭ নাই ? আৰু মই যাবীনৰ সেনাপতি চীচৰাক,
তেওঁৰ ৰথ আৰু তেওঁৰ লোকসমূহক কীচোন
নদীৰ ওচৰত তোমাৰ ওৰিলৈ চপাম, আৰু
৮ মই তোমাৰ হাতত তেওঁক সমৰ্পণ কৰিম। তেতিয়া
বাৰাকে তেওঁক কলে, তুমি যদি মোৰ লগত
যোৱা, তেনে হলে মই যাম ; কিন্তু তুমি মোৰ
৯ লগত নগলে, মই নেযাওঁ। তেওঁ কলে, মই
অৱশ্যে তোমাৰ লগত যাম ; কিন্তু তোমাৰ এই
যুদ্ধযাত্ৰাত তোমাৰ যশ নহব ; কিয়নো যিহো-
ৱাই চীচৰাক এজনী তিৰুতাৰ হাতত বেচিব।
তাৰ পাছে দবোৰাই উঠি বাৰাকে সৈতে কেদ-
১০ চলৈ গল। পাছে বাৰাকে জবূলূন আৰু নপ্তা-
লীক কেদচলৈ মাতি গোটাই আনাত, দহ হাজাৰ
লোক তেওঁৰ পাছে পাছে উঠি গল, আৰু

১১ দবোৰাও তেওঁৰ লগত গল। সেই কালত কেনীয়া
হেবৰে কেনীয়াবিলাকৰ পৰা, মোচিৰ শহুৰেক
হোববৰ সন্তানবিলাকৰ পৰা বেলেগ হৈ
কেদচৰ ওচৰৰ চনন্নীমত থকা এলোন গছলৈকে
১২ আপোনাৰ তাম্বু তৰিছিল। পাছে অবীনোৱমৰ
পুত্ৰ বাৰাক তাবোৰ পৰ্ব্বতত উঠিল, এই
১৩ সংবাদ পাই, চীচৰাই আপোনাৰ সকলো ৰথ
অৰ্থাৎ আপোনাৰ ন শ লোহাৰ ৰথ, আৰু সকলো
লোকক গোটাই লৈ হৰোচৎ-গোয়ীমৰ পৰা
১৪ কীচোন নদীৰ ওচৰলৈ আহিল। তেতিয়া দবো-
ৰাই বাৰাকক কলে, উঠা ; কিয়নো আজিয়েই
যিহোৱাই চীচৰাক তোমাৰ হাতত দিলে ;
যিহোৱা জানো তোমাৰ আগত যুদ্ধলৈ ওলোৱা
নাই ? তেতিয়া বাৰাক আৰু তেওঁৰ পাছে পাছে
যোৱা দহ হাজাৰ লোক তাবোৰ পৰ্ব্বতৰ পৰা
১৫ নামিল। পাছে যিহোৱাই চীচৰাক, তেওঁৰ
সকলো ৰথ আৰু তেওঁৰ গোটেই সৈন্যসামন্তক
বাৰাকৰ আগত তৰোৱালৰ ধাৰেৰে নিচেইকৈ
ঘটুৱালে ; তাতে চীচৰাই ৰথৰ পৰা নামি খোজ
১৬ কাঢ়ি পলাল। কিন্তু বাৰাকে হৰোচৎ-গোয়ীম-
লৈকে তেওঁৰ সকলো ৰথ আৰু সৈন্যসামন্তৰ
পাছে পাছে খেদি গল ; আৰু চীচৰাৰ
সকলো সৈন্য তৰোৱালৰ ধাৰত পড়িল, এজনো
শেষ নেথাকিল।
১৭ কিন্তু চীচৰাই খোজ কাঢ়ি সেই কেনীয়া হেবৰৰ
তিৰুতা যায়েলৰ তাম্বুলৈ পলাল ; কিয়নো সেই
সময়ত হাচোৰৰ যাবীন ৰজাৰে আৰু কেনীয়া
১৮ হেবৰৰ বংশৰে মিল আছিল। আৰু যায়েলে
চীচৰাক আগ বঢ়াই আনিবলৈ ওলাই গৈ তেওঁক
কলে, হে মোৰ প্ৰভো, ভিতৰলৈ আহোক, মোৰ
ঘৰিলৈ ভিতৰলৈ আহোক, ভয় নকৰিব ; তাতে
চীচৰাই তেওঁৰ ঘৰিলৈ তাম্বুৰ ভিতৰলৈ গলত,
তেওঁ এখন কম্বল কাপড়েৰে তেওঁক ঢাকিলে।
১৯ তেতিয়া চীচৰাই তেওঁক কলে, বিনয় কৰোঁ, পান
কৰিবলৈ মোক অলপ পানী দিয়া ; কিয়নো
মোৰ পিয়াহ লাগিছে। তাতে তেওঁ গাখীৰৰ
মোট মেলি পান কৰিবলৈ দি তেওঁক ঢাকি
২০ ৰাখিলে। পাছে চীচৰাই তেওঁক কলে, তুমি তাম্বুৰ
দুৱাৰমুখত থিয় হৈ থাকা ; যদি কোনো মানুহে
আহি তোমাক সোধে, যে, ইয়াত কোনো মানুহ
আছে নে ? তেতিয়া তুমি কবা, কোনো নাই।
২১ তাৰ পাছে হেবৰৰ তিৰুতা যায়েলে তাম্বুৰ
এটা খুঁটি আৰু হাতুড়ি হাতত লৈ মনে মনে
তেওঁৰ ওচৰলৈ গৈ, তেওঁৰ কুমত সেই খুঁটি
মাৰিলে, আৰু খুঁটিটো ফুৰ সৰকি মাটিত
সোমাল ; কাৰণ তেওঁ ভাগৰ লাগি বৰ টোপনি
২২ গৈছিল। এই ৰূপে তেওঁ মৰিল। পাছে বাৰাকে
চীচৰাৰ পাছে পাছে খেদি আহোঁতে, যায়েলে
বাহিৰ ওলাই আগ বাঢ়ি গৈ তেওঁক কলে,
আহাঁ, তুমি যি মানুহক বিচাৰিছা, মই তেওঁক
দেখুৱাই দিওঁ; তাতে বাৰাকে তেওঁৰ তাম্বুত সোমাই
দেখিলে, চীচৰা মৰি পৰি আছে, আৰু তেওঁৰ
২৩ কুমত খুঁটি মৰা আছে। এই ৰূপে যিহোৱাই
সেই দিনা কনানীয়া যাবীন ৰজাক ইস্ৰায়েলৰ
সন্তানবিলাকৰ আগত বশীভূত কৰিলে। পাছে
২৪ ইস্ৰায়েলৰ সন্তানবিলাকে কনানীয়া ৰজা যাবীনক
সংহাৰ নকৰালৈকে কনানীয়া যাবীনৰ বিৰুদ্ধে
সিবিলাকৰ হাত ক্ৰমে প্ৰবল হৈ উঠিল।

দবোৰাৰ গীত।

৫ সেই দিনা দবোৰা আৰু অবীনোৱমৰ
পুত্ৰ বাৰাকে এই গীত গালে,

২ ইস্ৰায়েলৰ মাজত নায়কবিলাক আগ হৈ গল,
লোকবিলাকে ইচ্ছা-মনেৰে আপোনাবিলা-
কক উৎসৰ্গ কৰিলে ;
এই হেতুকে যিহোৱাৰ ধন্যবাদ কৰা।
৩ হে ৰজাসকল, শুনা, হে অধিপতিবিলাক,
কাণ পাতা ;
মই মইয়েই যিহোৱাৰ উদ্দেশে গান কৰোঁ ;
মই ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে
প্ৰশংসাৰ গীত গাওঁ।
৪ হে যিহোৱা, তুমি চেয়ীৰৰ পৰা ওলাই অহা
কালত,
তুমি ইদোম দেশৰ পৰা যাত্ৰা কৰা সময়ত,
পৃথিবী কঁপিল, আৰু আকাশে টোপাটোপে
বৰষালে,
এনে কি, মেঘবোৰে টোপাটোপে জল
বৰষালে।
৫ যিহোৱাৰ সাক্ষাতে পৰ্ব্বতবিলাক পমি বৈ
গল,
এনে কি, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ
সাক্ষাতে সেই চীনয়ো পমি বৈ গল।
৬ অনাতৰ পুত্ৰ চম্‌গৰৰ দিনত,
যায়েলৰ দিনত ৰাজ-আলিবোৰ এড়া
পড়িছিল ;
পথিকবোৰে বেঁকা সুৰুকীয়া বাটেদি গৈ-
ছিল।
৭ মই দবোৰা উৎপন্ন নহলৌমানে,
মই ইস্ৰায়েলৰ মাজত মাতৃ হৈ উৎপন্ন ন-
হলৌঁমানে,
ইস্ৰায়েলৰ মাজত গাঁওবোৰ এড়া পড়িল,
সেইবোৰ এড়া পড়িল।
৮ লোকবিলাকে নতুন দেৱতা মনোনীত কৰি-
ছিল ;
তেতিয়া নগৰৰ দুৱাৰত যুদ্ধ লাগিল ;
ইস্ৰায়েলৰ চল্লিশ হাজাৰ লোকৰ মাজত,

এখন ঢাল, বা এপাত জাঠি জানো দেখা
গৈছিল ?
৯ যিবিলাকে প্ৰজাবিলাকৰ মাজত ইচ্ছা-মনেৰে
আপোনাবিলাকক উৎসৰ্গ কৰিলে,
ইস্ৰায়েলৰ এনে অধ্যক্ষবিলাকলৈ মোৰ মন
আকৰ্ষিত হৈছে ;
তোমালোকে যিহোৱাৰ ধন্যবাদ কৰা ।
১০ হে বগা গাধত উঠোঁতাসকল,
হে দলিচাত বহোঁতাসকল,
আৰু হে বাটত ফুৰোঁতাবিলাক, তোমালোকে
ইয়াৰ বিষয়ে কোৱা ।
১১ পানী তোলা ঘাটত, ধনুৰ্দ্ধৰবিলাকৰ ধ্বনিৰ
পৰা দূৰৈত,
লোকবিলাকে যিহোৱাৰ ধৰ্ম্মকাৰ্য্য,
ইস্ৰায়েলত কৰা তেওঁৰ শাসনৰ ধৰ্ম্মকাৰ্য্য-
বিলাক বৰ্ণাইছে ।
সেই কালত যিহোৱাৰ প্ৰজাবিলাক নগৰৰ
দুৱাৰলৈ নামি গল ।
১২ হে দবোৰা, সাৰ পোৱা, সাৰ পোৱা ;
সাৰ পোৱা, সাৰ পোৱা, গীত গান কৰা ;
হে বাৰাক, উঠা, হে অবীনোৱমৰ পুত্ৰ,
তুমি বন্দী কৰাবোৰক বন্দী কৰি লৈ
যোৱা ।
১৩ সেই কালত প্ৰধান লোকবিলাকৰ অৱশিষ্ট
ভাগ আৰু লোকবিলাক নামিল ;
যিহোৱা মোৰ কাৰণে বীৰবোৰৰ অহিতে
নামি আহিল ।
১৪ ইফ্ৰয়িমৰ মাজৰ পৰা অমালেকত শিপা ধৰা-
বিলাকো নামি আহিল ;
তোমাৰ লোকবিলাকৰ মাজত তোমাৰ পাছে
পাছে বিন্যামীন আহিল ;
মাখীৰৰ মাজৰ পৰা অধ্যক্ষবিলাক,
আৰু জবূলূনৰ মাজৰ পৰা সৈন্যগণনাকাৰী
দণ্ড ধৰোঁতাবিলাক নামিল ।
১৫ দবোৰাৰ লগত ইচাখৰৰ মুখ্যবিলাক
আহিল ;
ইচাখৰ যেনে, বাৰাকো তেনে ;
তেওঁৰ পাছে পাছে লোকবিলাক শীঘ্ৰে উপ-
ত্যকালৈ নামিল ।
ৰূবেণৰ জুৰীবোৰৰ ওচৰত বড় বড় সঙ্কল্প
কৰা হল ।
১৬ তুমি মেৰ-ৰখীয়াবিলাকৰ বাঁহীৰ শব্দ
শুনিবলৈ,
মেৰৰ গড়ালৰ মাজত কেলেই বহি থাকিলা ?
ৰূবেণৰ জুৰীবোৰৰ ওচৰত বড় বড় চিন্তা
কৰা গল ।
১৭ গিলিয়দ যৰ্দ্দনৰ সিপাৰে থাকিল ;
আৰু দান কিয় জাহাজত ৰল ?
আচেৰে সমুদ্ৰৰ তীৰত বহি থাকিল,
আৰু আপোন বন্দৰবোৰত ৰল ।
১৮ জবূলূন মৰণলৈকে প্ৰাণক তুচ্ছজ্ঞান কৰা
লোক,
আৰু নপ্তালীও ৰণস্থলিৰ ওখ ঠাইবোৰত
প্ৰাণক হেয়জ্ঞান কৰা লোক ।
১৯ ৰজাবিলাকে আহি যুদ্ধ কৰিলে ;
সেই কালত মগিদ্দো পানীৰ সোঁতত থকা
তানকত,
কনানৰ ৰজাবিলাকে ৰণ কৰিলে ;
সিবিলাকে এতোখৰ ৰূপো লাভলৈ নেপালে ।
২০ আকাশমণ্ডলৰ পৰা যুদ্ধ হল ;
আপোন আপোন পথত তৰাবিলাকেও
চীচৰাৰ বিৰুদ্ধে ৰণ কৰিলে ।
২১ কীচোন নদীয়ে সিহঁতক উটাই নিলে ;
প্ৰাচীন নদী সেই কীচোন নদীয়েই সিহঁতক
উটাই নিলে ।
হে মোৰ মন, তুমি উৎসাহেৰে আগ বাঢ়া ।
২২ তেতিয়া, ঘোঁড়া লড়ুৱাই নিয়াত,
সিবিলাকৰ বীৰবিলাকে ঘোঁড়া লড়ুৱাই
নিয়াত,
ঘোঁড়াৰ খুৰা বাজিল ।
২৩ যিহোৱাৰ দূতে কৈছে, তোমালোকে মেৰোজক শাও দিয়া,
তাৰ নিবাসীবিলাকক অত্যন্ত শাও দিয়া ;
কিয়নো যিহোৱাৰ সহায়ৰ অৰ্থে সিহঁত
অহা নাই,
বীৰবিলাকৰ বিৰুদ্ধে যিহোৱাৰ সহায়ৰ
অৰ্থে সিহঁত নাহিল ।
২৪ কেনীয়া হেবৰৰ ভাৰ্য্যা যায়েল,
তিৰুতাবিলাকৰ মাজত ধন্যা ;
তাম্বুত থাকোঁতা তিৰুতাবিলাকৰ ভিতৰত
তেওঁ ধন্যা ।
২৫ তেওঁক পানী খুজিলত, তেওঁ গাখীৰ দিলে ;
তেওঁ ৰাজযোগ্য পাত্ৰত দৈ আনি দিলে ।
২৬ তেওঁ খুঁটিটোলৈ আপোনাৰ হাত মেলিলে,
আৰু মিস্ত্ৰীৰ হাতুড়িটোলৈ সোঁ হাত বঢ়ালে ;
তেওঁ চীচৰাক হাতুড়িৰে মাৰিলে,
তেওঁৰ মূৰ সৰকাই পেলালে ;
এনে কি, তেওঁ বিন্ধি তেওঁৰ কুষ ফুটাই
পেলালে ।
২৭ তেওঁৰ ভৰিত তেওঁ আঁঠু পাৰিলে, দীঘল
দিলে, পড়ি থাকিল ;
তেওঁৰ ভৰিত তেওঁ আঁঠু পাৰিলে, দীঘল
দিলে,
তেওঁ আঁঠু পৰা ঠাইতে মৰা পৰিল ।
২৮ চীচৰাৰ মাতৃয়ে খিলিকি দুৱাৰেদি চাই
চিঁঞৰি কলে,

তেওঁ খিলিকিৰ চিলিঙিয়েদি চিঁয়ৰি কলে,
তেওঁৰ ৰথ আহিবলৈ কিয় ইমান পলম
হৈছে ?
তেওঁৰ ৰথৰ চক্ৰ কিয় ধীৰে ধীৰে চলিছে ?
২৯ তেওঁৰ জ্ঞানৱতী লিগিৰীবিলাকে তেওঁক উত্তৰ
কৰিলে,
এনে কি, তেওঁ নিজকে নিজে উত্তৰ দিলে,
৩০ সিবিলাকে লুটদ্ৰব্য পাইছে নহয় ?
সিবিলাকে তাক ভাগ কৰি লৈছে নহয় ?
প্ৰতিজন পুৰুষে এজনী দুজনী ছোৱালী,
লুটি অনা নানা বৰণীয়া বস্ত্ৰ,
লুটি অনা নানা বৰণীয়া কাৰ্চেপি বন কৰা
বস্ত্ৰ,
লুট কৰি অনা, লোকৰ ডিঙিত পিন্ধা দুই
কিনাৰে কাৰ্চেপি বন কৰা নানা বৰণীয়া
বস্ত্ৰ চৌচৰাই জানো পোৱা নাই ?
৩১ হে যিহোৱা, তোমাৰ সকলো শত্ৰু সেই দৰে
বিনষ্ট হওক ;
কিন্তু তেওঁক প্ৰেম কৰোঁতাবিলাক নিজ প্ৰতা-
পেৰে উদয় হোৱা সূৰ্য্যৰ নিচিনা হওক।
পাছে চল্লিশ বছৰলৈকে দেশ সুখিলে থাকিল।

মিদিয়নীয়াহঁতৰ উপদ্ৰৱৰ পৰা উদ্ধাৰ কৰিবলৈ
গিদিয়োনক আমন্ত্ৰণ কৰা।

৬ পাছে ইস্ৰায়েলৰ সন্তানবিলাকে যিহো-
ৱাৰ সাক্ষাতে কু-আচৰণ কৰিলত, যিহোৱাই
সিবিলাকক মিদিয়নৰ হাতত সাত বছৰলৈকে
২ সোধাই দিলে। তাতে, ইস্ৰায়েলৰ ওপৰত মিদিয়-
নৰ হাত প্ৰবল হলত, ইস্ৰায়েলৰ সন্তানবিলাকে
মিদিয়নৰ ভয়ত পৰ্ব্বতৰ মাজত থকা গহ্বৰ,
৩ গুহা, আৰু দুৰ্গম ঠাইবোৰ যুগুত কৰিলে। ইস্ৰা-
য়েলে কঠিয়া সিঁচাৰ পাছে, সেই মিদিয়নীয়া,
অমালেকীয়া, আৰু পূব দেশৰ লোকবিলাক
আহে; আৰু সিহঁতে সিবিলাকৰ বিৰুদ্ধে আহি,
৪ সিবিলাকৰ সন্মুখত ছাউনি পাতি ঘচালৈকে
ভূমিত উৎপন্ন হোৱা সকলো শস্য নষ্ট কৰে, আৰু
ইস্ৰায়েল দেশত খোৱা বস্তু, আৰু মেৰ, গৰু, কি
৫ গাধ একোকে নেৰে। কাৰণ সিহঁতে আপোন
আপোন পশু আৰু তাম্বু লগত লৈ আহে,
বাহুল্যৰ কাৰণে কাড়িঙৰ জাকৰ দৰে আহে ;
সিহঁত আৰু সিহঁতৰ উট অসংখ্য আছিল; আৰু
উচ্ছন্ন কৰিবৰ অৰ্থে সিহঁত দেশত সোমায়।
৬ তাতে ইস্ৰায়েল মিদিয়নৰ আগত অতিশয়
বলহীন হোৱাত, ইস্ৰায়েলৰ সন্তানবিলাকে
যিহোৱালৈ কাতৰোক্তি কৰিলে।
৭ ইস্ৰায়েলৰ সন্তানবিলাকে মিদিয়নৰ কাৰণে
৮ যিহোৱাৰ আগত কাতৰোক্তি কৰিলত, যিহো-
ৱাই ইস্ৰায়েলৰ সন্তানবিলাকৰ ওচৰলৈ এজন
ভাববাদী পঠালে ; আৰু তেওঁ সিবিলাকক কলে,
ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, মই
তোমালোকক মিচৰৰ পৰা আনিলোঁ, বন্দী-ঘৰৰ
৯ পৰা উলিয়াই আনিলোঁ, আৰু মিচৰীয়াহঁতৰ
হাতৰ পৰা, তোমালোকক উপদ্ৰৱ কৰোঁতাবোৰৰ
হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিলোঁ, আৰু
তোমালোকৰ আগৰ পৰা সিহঁতক দূৰ কৰি,
১০ সিহঁতৰ দেশ তোমালোকক দিলোঁ। আৰু
তোমালোকক কৈছিলোঁ, মই তোমালোকৰ ঈশ্বৰ
যিহোৱা ; তোমালোকে যি ইমোৰীয়াবিলাকৰ
দেশত বাস কৰিছা, সিহঁতৰ দেৱতাবোৰলৈ
ভয় নকৰিবা। কিন্তু তোমালোকে মোৰ বাক্য
নুশুনিলা।
১১ পাছে যিহোৱাৰ দূত আহি, অবীয়েজ্ৰীয়া
যোৱাচ সম্বন্ধী হোৱা অফ্ৰাত থকা এলা গছ-
জোপাৰ তলত বহিল ; সেই কালত তাৰ পুত্ৰ
গিদিয়োনে মিদিয়নীয়াহঁতৰ পৰা শস্য ৰক্ষা
কৰিবৰ অৰ্থে দ্ৰাক্ষাকুণ্ডত ঘেঁহু ধান মাৰি আছিল।
১২ তেতিয়া যিহোৱাৰ দূতে তেওঁক দৰ্শন দি কলে,
হে মহাবীৰ, যিহোৱা তোমাৰ লগত আছে।
১৩ গিদিয়োনে তেওঁক কলে, হায় হায়, হে মোৰ
প্ৰভো, যিহোৱা যদি আমাৰ লগত আছে, তেন্তে
আমালৈ কিয় এই সকলো ঘটিল ? যিহোৱাই
আমাক মিচৰ দেশৰ পৰা আনিলে নে ? এই বুলি
আমাৰ ওপৰপিতৃবিলাকে তেওঁৰ যি সকলো
আশ্চৰ্য্যিত কৰ্ম্মৰ কথা আমাক কৈছিল, সেইবোৰ
কত ? কিন্তু এতিয়া যিহোৱাই আমাক ত্যাগ
কৰি মিদিয়নীয়াবিলাকৰ হাতত সমৰ্পণ কৰিলে।
১৪ তেতিয়া যিহোৱাই তেওঁলৈ কৃপাদৃষ্টি কৰি তেওঁক
কলে, তুমি আপোনাৰ এই বলেৰে গৈ, মিদিয়নৰ
হাতৰ পৰা ইস্ৰায়েলক নিস্তাৰ কৰা ; মই তোমাক
১৫ পঠাইছোঁ নহয় নে ? তাতে তেওঁ দূতক কলে,
হায় হায়, হে মোৰ প্ৰভো, মই কিহেৰে ইস্ৰা-
য়েলক নিস্তাৰ কৰিম ? দেখোক, মনচিৰ মাজত
মোৰ গোষ্ঠী সকলোতকৈ দুৰ্ব্বল, আৰু মোৰ
১৬ পিতৃবংশতো মই আটাইতকৈ সৰু। তেতিয়া
যিহোৱাই তেওঁক কলে, মই নিশ্চয়ে তোমাৰ
সঙ্গী হম ; তাতে তুমি মিদিয়নক এজন মানুহক
১৭ মৰাৰ দৰে মাৰিবা। পাছে তেওঁ আকৌ দূতক
কলে, মই যদি আপোনাৰ দৃষ্টিত অনুগ্ৰহপ্ৰাপ্ত
হৈছোঁ, তেন্তে আপুনিয়েই যে মোৰ সৈতে কথা
১৮ হৈছে, ইয়াৰ এক চিন মোক দিওক। বিনয়
কৰোঁ, মই যেতিয়ালৈকে মোৰ নৈবেদ্য আনি
আপোনাৰ আগত উৎসৰ্গ নকৰোঁহি, তেতিয়া-
লৈকে আপুনি ইয়াৰ পৰা নেযাব। তাতে দূতে
তেওঁক কলে, বাৰু, তুমি উলটি নাহামানে মই
১৯ থাকিম। তেতিয়া গিদিয়োনে ভিতৰলৈ গৈ এটা
ছাগলী পোৱালি যুগুত কৰি, আৰু এক ঐফা

আটাগুরি লৈ খমীর পিঠিয়াকৈ কেইটামান
পিঠা বনাই, সেই মাংস আদি এটা ডালিত
ভরাই, আরু জোল এটা পাত্রত লৈ, সেই এলা
গছজোপার তললৈ তেওঁর ওচরলৈ আনি তেওঁক
২০ দিলে। তাতে ঈশ্বরর দূতে তেওঁক কলে, এই
মাংস আরু এই খমীর নোহোৱা পিঠাকেইটা
লৈ এই শিলর ওপরত থোৱা, আরু জোলখিনি
ঢালি দিয়া ; তেতিয়া তেওঁ সেই রূপেই করিলে।
২১ পাছে যিহোৱার দূতে তেওঁর হাতত থকা দণ্ড-
ডালি আগ বঢ়াই সেই মাংস আরু খমীর
নোহোৱা পিঠাখিনি স্পর্শ করিলে ; তাতে সেই
শিলর পরা অগ্নি ওলাই সেই মাংস আরু
পিঠাখিনি পুড়ি পেলালে। পাছে যিহোৱার
২২ দূত তেওঁর চকুর আগর পরা গল। তাতে
তেওঁ যে যিহোৱার দূত, গিদিয়োনে তাকে
বুজি কলে, হায় হায়, হে প্রভু যিহোৱা, মই
সম্মুখাসম্মুখি হৈ যিহোৱার দূতক দেখিলোঁ।
২৩ তাতে যিহোৱাই তেওঁক কলে, তোমার কুশল
২৪ হওক, ভয় নকরিবা, তুমি নমরা। তার পাছে
গিদিয়োনে সেই ঠাইতে যিহোৱার অর্থে এটা
যজ্ঞবেদি নির্ম্মাণ করি তার নাম যিহোৱা-চালোম
[যিহোৱার শান্তি] রাখিলে; সেয়ে অবীয়েজ্রীয়াবিলাকর অফ্রাত আজিলৈকে আছে।
২৫ তার পাছে সেই রাতিতে যিহোৱাই তেওঁক
কলে, তুমি আপোন পিতৃর ভতরা, অর্থাৎ
সাত বছর বয়সীয়া দ্বিতীয় ভতরাটো লোৱা,
আরু বাল দেৱতার যি যজ্ঞবেদি তোমার পিতৃর
আছে, তাক ভাঙা, আরু তার ওচরত থকা
২৬ আচেরা মূর্ত্তিটো কাটি পেলোৱা ; আরু এই দুর্গর
টিঙত আপোন ঈশ্বর যিহোৱার উদ্দেশে পরি-
পাটিকৈ এটা যজ্ঞবেদি নির্ম্মাণ করি, পাছত
সেই দ্বিতীয় ভতরাটো লৈ, তুমি কাটি পেলাব
লগা আচেরা মূর্ত্তির কাঠেরে হোমবলি উৎসর্গ
২৭ করা। তেতিয়া গিদিয়োনে আপোনার দাসবিলা-
কর মাজর দহ জনক সঙ্গত লৈ যিহোৱার বাক্য
অনুসারে কার্য্য করিলে; কিন্তু আপোনার
পিতৃবংশলৈ আরু নগরত থকা লোকবিলাকলৈ
ভয় করার কারণে, তেওঁ দিনর ভিতরত তাক
২৮ নকরি, রাতি করিলে। পাছে নগরর লোক-
বিলাকে রাতিপুরাতে উঠি দেখিলে, যে, বালর
যজ্ঞবেদি ভঙা, আরু তার ওচরত থকা আচেরা
মূর্ত্তি কটা হল, আরু নতুনকৈ সজা যজ্ঞবেদির
ওপরত দ্বিতীয় ভতরাটো উৎসর্গ করা হল।
২৯ তেতিয়া সিহঁতে ইটো সিটোক কলে, এই কাম
কোনে করিলে ? পাছে তালৈক বিচারি-সোধাত
লোকে কলে, যোৱাচর পুত্র গিদিয়োনে ইয়াক
৩০ করিলে। তাতে নগরত থকা মানুহবোরে যোৱা-
চক কলে, তোমার পুত্রক বাহিরলৈ উলিয়াই
আনা, সি মরিব লাগে ; কিয়নো সি বালর
যজ্ঞবেদি ভাঙিলে, আরু তার ওচরত থকা
৩১ আচেরা মূর্ত্তি কাটি পেলালে। তেতিয়া যোৱাচে
আপোনার বিরুদ্ধে থিয় হৈ থকা লোকবিলাকক
কলে, বালর পক্ষ হৈ তোমালোকেই বিবাদ
করিবা নে ? তোমালোকেই জানো তাক উদ্ধার
করিবা ? যি জনে তার পক্ষ হৈ বিবাদ করিব,
আজি রাতিপুরাই তার প্রাণদণ্ড হওক ; বাল
যদি দেৱতা হয়, তেন্তে সি আপোনার বিবাদ
আপুনি করোক ; কিয়নো তারেই যজ্ঞবেদি
৩২ ভঙা হল। এই হেতুকে, বালে ইয়ার সৈতে
বিবাদ করোক, কিয়নো ই তার যজ্ঞবেদি
ভাঙিলে, সি এই কথা কৈ সেই দিনা গিদিয়ো-
নর নাম যিরুব্বাল রাখিলে।

গিদিয়োনে মিদিয়নীয়াসকলক
পরাজয় করা।

৩৩ সেই সময়ত সকলো মিদিয়নীয়া, অমালেকীয়া,
আরু পূব দেশীয় লোকবিলাকে গোট খাই পার
হৈ আহি, যিজ্রীয়েল সমথলত ছাউনি পাতিলে।
৩৪ তেতিয়া যিহোৱার আত্মা গিদিয়োনত স্থিতি
হল ; তাতে, তেওঁ শিঙা বজালত, অবীয়েজ্রীয়া
লোকবিলাকে তার পাছত যাবলৈ গোট খালেহি।
৩৫ আরু তেওঁ মনচির সকলো অঞ্চললৈ দূত পঠালত,
সিবিলাকেও তেওঁর পাছত যাবলৈ গোট
খালেহি ; পাছে তেওঁ আচের, সবূলূন, আরু
নপ্তালীর মাজলৈ দূত পঠালত, সিবিলাকেও
৩৬ এবিলাকর লগ লবলৈ উঠি আহিল। তার পাছে
গিদিয়োনে ঈশ্বরক কলে, তুমি যদি আপোন
বাক্য অনুসারে মোর হাতেরে ইস্রায়েলক উদ্ধার
৩৭ করিবা, তেন্তে দেখা, মই মরণা মরা খলাত এটা
মেরর পরা কটা লোমখিনি থম ; যদি অকল
সেই লোমর ওপরত নিয়র পরে, আরু আটাই
মাটি শুকানে থাকে, তেন্তে তোমার বাক্য অনু-
সারে তুমি মোর হাতেরে ইস্রায়েলক উদ্ধার
৩৮ করিবা, ইয়াক বুজিম। পাছে সেই রূপেই
ঘটিল ; কিয়নো তার পাছদিনা তেওঁ প্রভাতে
উঠি সেই লোম চেপি তার পরা পূরা এবাটি
৩৯ নিয়র উলিয়ালে। তেতিয়া গিদিয়োনে ঈশ্বরক
কলে, মোর বিরুদ্ধে তোমার ক্রোধ প্রজ্বলিত
নহওক, মই কেৱল আরু এটা কথা কওঁ ; বিনয়
করোঁ, মই লোমর দ্বারায় আরু এবার পরীক্ষা
চাওঁ ; এতিয়া অকল লোম শুকানে থাকক, আরু
৪০ সকলো মাটির ওপরত নিয়র পরোক। পাছে
ঈশ্বরে সেই রাতিও তেনে করিলে ; কিয়নো
অকল লোম শুকানে থাকিল, আরু সকলো
মাটিত নিয়র পরিল।

৭ পাছে যিৰুব্বাল-গিদিয়োন আৰু তেওঁৰ
লগৰ সকলো লোকে ৰাতিপুৱাতে উঠি
হাৰোদ ভুমুকৰ ওচৰত ছাউনি পাতিলে; তেতিয়া
মিদিয়নৰ ছাউনি সিবিলাকৰ উত্তৰফালে মোৰি
পৰ্ব্বতৰ ওৰিত সমথলত আছিল।
২ পাছে যিহোৱাই গিদিয়োনক কলে, তোমাৰ
লগৰ লোকবিলাকৰ সংখ্যা ইমান অধিক, যে,
ময় মিদিয়নক সিবিলাকৰ হাতত নিদিম; যদি
দিওঁ, তেন্তে ইস্ৰায়েলে মোৰ অহিতে অহঙ্কাৰ
কৰি কব, ময় নিজ হাতেৰে নিস্তাৰ পালোঁ।
৩ এই হেতুকে তুমি লোকবিলাকৰ আগত এই
কথা ঘোষণা কৰা, যি কোনো ভয়াতুৰ আৰু
ত্ৰাসযুক্ত, সি উলটি যাওক, গিলিয়দ পৰ্ব্বতৰ
পৰা গুচি যাওক; তাতে লোকবিলাকৰ মাজৰ
পৰা বাইশ হাজাৰ লোক উভটি গল, কেৱল দহ
হাজাৰ অৱশিষ্ট থাকিল।
৪ পাছে যিহোৱাই গিদিয়োনক কলে, লোক-
বিলাক এতিয়াও অধিক আছে; তুমি সিবিলাকক
পানীৰ ওচৰলৈ নমাই নিয়া; সেই ঠাইত ময়
তোমাৰ নিমিত্তে সিবিলাকক পৰীক্ষা কৰি চাম।
তাতে, যাৰ বিষয়ে ময় তোমাক কম, যে, এই মানুহ
তোমাৰ লগত যাব, সি যাব; আৰু যাৰ বিষয়ে
ময় তোমাক কম, যে, এই মানুহ তোমাৰ লগত
৫ নেযাব, সি নেযাব। তাতে, তেওঁ লোকবিলাকক
পানীৰ ওচৰলৈ নমাই লৈ গলত, যিহোৱাই
গিদিয়োনক কলে, যি কোনোৱে কুকুৰৰ নিচিনা-
কৈ জিবাৰে পানী চেলেকি খাব তাক, আৰু যি
কোনোৱে পানী পিবলৈ আঁঠু পাৰি চাপৰিব
৬ তাকো পৃথকে ৰাখিবা; তাতে মুখলৈ হাত
তুলি পানী চেলেকি খোৱা মানুহ লেখত তিনি
শ হল; কিন্তু আন সকলো লোকে পানী পিবলৈ
৭ আঁঠু পাৰি চাপৰিলে। পাছে যিহোৱাই
গিদিয়োনক কলে, চেলেকি পানী খোৱা এই
তিনি শ লোকৰ দ্বাৰায় ময় তোমালোকক উদ্ধাৰ
কৰিম, আৰু মিদিয়নীয়াইতক তোমাৰ হাতত
সমৰ্পণ কৰিম; আন সকলো লোক আপোন
৮ আপোন ঠাইলৈ গুচি যাওক। পাছে সিবিলাকে
লোকবিলাকৰ খোৱা বস্তু আৰু শিঙাবোৰ ললে;
আৰু গিদিয়োনে ইস্ৰায়েলৰ আটাই মানুহক
আপোন আপোন তাম্বুলৈ যাবলৈ বিদায় দি,
সেই তিনি শ মানুহ লগত ৰাখিলে। সেই
সময়ত মিদিয়নৰ ছাউনি তাৰ তলত সমথলত
আছিল।
৯ পাছে সেই ৰাতি যিহোৱাই তেওঁক কলে,
উঠা, সেই ছাউনিৰ বিৰুদ্ধে নামি যোৱা;
কিয়নো ময় তোমাৰ হাতত তাক সমৰ্পণ কৰিলোঁ।
১০ যদি তুমি যাবলৈ ভয় কৰা, তেন্তে তোমাৰ দাস
পূৰাক লগত লৈ ছাউনিলৈ নামি যোৱা;
১১ তাতে, সিহঁতে কি কয়, তাক শুনি, ছাউনিৰ
বিৰুদ্ধে যাবলৈ তোমাৰ হাত সবল হৈ যাব।
তেতিয়া তেওঁ আপোন দাস পূৰাক লগত লৈ,
তালকৈ সাজু হৈ থকা লোকবিলাকৰ ছাউনিৰ
১২ সন্মুখলৈ নামি গল। সেই মিদিয়নীয়া, অমা-
লেকীয়া, আৰু পূব দেশীয় লোকবিলাক বাহু-
ল্যৰ কাৰণে ফৰিঙৰ জাকৰ দৰে সমথলত পৰি
আছিল, আৰু সিহঁতৰ উটবোৰো বাহুল্যৰ
কাৰণে তীৰত থকা বালিৰ দৰে অসংখ্য আছিল।
১৩ পাছে গিদিয়োন ওচৰলৈ আহিলত, সিহঁতৰ
মাজৰ এজনে আপোন লগৰীয়াক এই সপোনৰ
কথা কৈছিল, দেখা, ময় এটা সপোন দেখিলোঁ,
যে, যবৰ এটা পিঠা বাগৰি মিদিয়নৰ ছাউনিৰ
মাজলৈ আহিল, আৰু ৰজাৰ তাম্বুটোলৈ গৈ
তাত খুন্দা খালে; তাতে তাম্বুটো লুটি খাই
১৪ দীঘল হৈ পৰিল। তেতিয়া তাৰ লগৰীয়াই
উত্তৰ দি কলে, তাক ইস্ৰায়েলীয়া যোৱাচৰ
পুত্ৰ গিদিয়োনৰ তৰোৱালৰ বাহিৰে আন একো
নুহুৱায়; ঈশ্বৰে মিদিয়নক আৰু গোটেই ছাউ-
নিক তেওঁৰ হাতত সমৰ্পণ কৰিলে।
১৫ তেতিয়া গিদিয়োনে সেই সপোনৰ কথা,
আৰু তাৰ অৰ্থ শুনি প্ৰণিপাত কৰিলে; পাছে
তেওঁ ইস্ৰায়েলৰ ছাউনিলৈ উলটি আহি কলে,
উঠা; কিয়নো যিহোৱাই তোমালোকৰ হাতত
১৬ মিদিয়নৰ ছাউনি সোধাই দিলে। পাছে তেওঁ
সেই তিনি শ লোকক তিনি দল কৰি প্ৰতিজনৰ
হাতত এটা শিঙা, এটা সুদা ঘট, আৰু প্ৰত্যেক
১৭ ঘটৰ ভিতৰত এটা এটা আৰিয়া দিলে। আৰু
সিবিলাকক কলে, তোমালোকে মোলৈ চাই
থাকি মোৰ দৰেই কৰিবা; দেখা, ময় ছাউনিৰ
মূৰ পালেগৈ যেনে কৰিম, তোমালোকেও তেনে
১৮ কৰিবা। ময় আৰু মোৰ আটাই সঙ্গীবোৰে
শিঙা বজালে তোমালোকেও গোটেই ছাউনিৰ
চাৰিওকোষে থাকি শিঙা বজাবা, আৰু যিহোৱা
ও গিদিয়োনৰ জয়, এই বুলি কবা।
১৯ পাছে মধ্য প্ৰহৰৰ আৰম্ভণত সিহঁতে নতুন
পহৰীয়া স্থাপন কৰাবাৰে গিদিয়োন আৰু তেওঁৰ
লগৰ এশ লোক ছাউনিৰ মূৰলৈ গৈ শিঙা
বজালে, আৰু আপোন আপোন হাতত থকা ঘট
২০ ভাঙি পেলালে। এই ৰূপে তিনিও দলৰ লোকে
শিঙা বজালে আৰু ঘট ভাঙি পেলালে; আৰু
বাওঁ হাতেৰে আৰিয়া, আৰু সোঁ হাতেৰে বজাবৰ
নিমিত্তে শিঙা ধৰিলে, আৰু বৰকৈ চিঞৰিয়াই
কবলৈ ধৰিলে, বোলে, "যিহোৱা আৰু গিদি-
২১ য়োনৰ তৰোৱাল।" আৰু ছাউনিৰ চাৰিওফালে
প্ৰতিজনে আপোন আপোন ঠাইত থিয় হৈ ৰল;
তাতে ছাউনিত থকা সকলো লোক লৰাঢপৰা
২২ কৰি চিঞৰি পলাবলৈ ধৰিলে। সেই তিনি শ

পিয়া বক্সালত, যিহোৱাই সিহঁতর প্রতিজনর
তরোৱাল আপোন আপোন লগরীয়া আরু সকলো
সৈন্যর অহিতে চলোৱালে; তাতে সৈন্যবিলাক
চরেরার কাললৈ বৈৎ-চিত্তালৈকে, আরু টব্বতর
ওচরত থকা আবেল-মহোলার সীমালৈকে
২৩ পলাল। পাছে নপ্তালী, আচের, আরু মনচির
আটাই দেশর পরা ইস্রায়েলর লোকবিলাকে গোট
২৪ খাই মিদিয়নর পাছে পাছে খেদি গল। আরু
গিদিয়োনে ইফ্রয়িম পর্ব্বতীয়া অঞ্চলর সকলো
ঠাইলৈ দূত পঠাই, এই কথা কলে, তোমালোকে
মিদিয়নর বিরুদ্ধে নামি যোৱা, আরু সিহঁতর
আগেয়ে বৈৎ-বারালৈকে সকলো পানী, আরু
যর্দ্দনর পারঘাট হাত করি লোৱাগৈ। তাতে
ইফ্রয়িমর সকলো লোকে গোট খাই বৈৎ-বারা-
লৈকে আটাই পানী, আরু যর্দ্দনর পারঘাটো
২৫ হাত করি ললে। আরু সিবিলাকে ওরেব আরু
জেব নামেরে মিদিয়নর দুজন অধিপতিক ধরি,
ওরেব নামেরে শিলত ওরেবক বধ করিলে,
আরু জেব নামেরে দ্রাক্ষাকুণ্ডর ওচরত জেবক বধ
করিলে। আরু সিবিলাকে মিদিয়নর পাছে পাছে
খেদি গল; আরু ওরেবর ও জেবর মূর যর্দ্দনর
সিপারলৈ গিদিয়োনর ওরলৈ আনিলে।

৮ পাছে ইফ্রয়িমর লোকবিলাকে গিদিয়ো-
নক কলে, তুমি মিদিয়নে সৈতে যুদ্ধ করিব-
লৈ যোৱা সময়ত আমাক যে নেমাতিলা, ইয়াতে
আমালৈ কেনে ব্যৱহার করিলা? এই বুলি
সিবিলাকে তেওঁৰে সৈতে বরকৈ বিবাদ করিলে।
২ তেতিয়া তেওঁ সিবিলাকক কলে, এতিয়া তোমা-
লোকর কার্য্যর নিচিনা মই কি কার্য্য করিলোঁ?
অবীয়েজরর দ্রাক্ষাগুটী খোটোৱাতকৈ ইফ্রয়িমর
চের পরা দ্রাক্ষাগুটী গোটোৱাই জানো উত্তম
৩ নহয়? তোমালোকর হাতত তো ঈশ্বরে মিদিয়নর
অধিপতি ওরেব আরু জেবক সমর্পণ করিলে;
তোমালোকর এই কার্য্যর নিচিনা কোন কার্য্য
করিবলৈ মোর সাধ্য হল? যেতিয়া তেওঁ এই কথা
৪ কলত, তেওঁলৈ সিবিলাকর খং গুচিল। পাছে
গিদিয়োন আরু তেওঁর লগর তিনি শ লোকে
খেদি গৈ গৈ, শ্রান্ত হৈয়ো যর্দ্দন পাই পার হৈ
৫ চুক্কোতর মানুহক কলে, বিনয় করোঁ; তোমা-
লোকে মোর লগত পাছে পাছে অহা লোক-
বিলাকক পিঠা দিয়া; কিয়নো সিবিলাক শ্রান্ত
হৈছে, আরু মই মিদিয়নর রজা জেবহ আরু
৬ চল্‌মুন্নার পাছে পাছে খেদি আহিছোঁ। তেতিয়া
চুক্কোতর অধ্যক্ষবিলাকে কলে, জেবহ আরু চল্‌-
মুন্না জানো এতিয়া তোমার হাতত পড়িল, যে,
আমি তোমার সৈন্যবিলাকক পিঠা দিম?
৭ তেতিয়া গিদিয়োনে কলে, বারু, যেতিয়া যিহো-
ৱাই জেবহক আরু চল্‌মুন্নাক মোর হাতত দিব,
তেতিয়া মই কাঁইটীয়া বন আরু কাঁইট গছেরে
৮ তহঁতর গার মঙহ চিরিম। পাছে তেওঁ তার পরা
পনূয়েললৈ উঠি গৈ, তার লোকবিলাককো সেই
রূপে কলে; তাতে চুক্কোতর লোকবিলাকে যেনে
উত্তর দিছিল, পনূয়েলর লোকবিলাকেও তেওঁক
৯ তেনে উত্তর দিলে। তেতিয়া তেওঁ পনূয়েলর
লোকবিলাককো কলে, কুশলে উলটি অহা কালত
মই এই কোঁঠ ভাঙি পেলাম।
১০ সেই সময়ত জেবহ, চল্‌মুন্না, আরু সিবি-
লাকর লোকের হাজারমান সৈন্য কর্কোরত
আছিল; পূব দেশীয়বিলাকর সকলো সৈন্য-
বিলাকর মাজত ইহঁতেই মাত্র অৱশিষ্ট আছিল;
কিয়নো সিহঁতর তরোৱাল ধরা লোক এক লাখ
১১ বিশ হাজার রণত পড়িল। পাছে গিদিয়োনে
নোবহ আরু যগ্‌বেহার পূবফালে তাম্বুত থকা-
বিলাকর বাটেদি উঠি গৈ, সেই সৈন্যসমূহক
আঘাত করিলে; কিয়নো সেই সৈন্যসমূহ
১২ নিশ্চিন্তে আছিল। তেতিয়া জেবহ আরু চল্‌মুন্না
পলাই যোৱাত, তেওঁ সিবিলাকর পাছে পাছে
খেদি গৈ মিদিয়নর সেই দুজন রজা জেবহ আরু
চল্‌মুন্নাক ধরিলে, আরু তেওঁ আটাই সৈন্য-
১৩ সমূহক ব্যাকুল করিলে। পাছে যোৱাচর পুত্র
গিদিয়োনে হেরচলৈ উঠি যোৱা বাটেদি যুদ্ধর
১৪ পরা উলটি আহোঁতে, চুক্কোতর লোকবিলাকর
এজন ডেকাক ধরি সোধাপোচা করিলে; তাতে
সি চুক্কোতর অধ্যক্ষ আরু বৃদ্ধ লোকবিলাকর
সাতসত্তর জনর নাম তেওঁর নিমিত্তে লিখি দিলে।
১৫ পাছে তেওঁ চুক্কোতর লোকবিলাকর ওচরলৈ গৈ
কলে, জেবহ আরু চল্‌মুন্না জানো তোমার হাতত
পড়িল, যে, আমি তোমার শ্রান্ত হোৱা লোক-
বোরক পিঠা দিম? এই বুলি তহঁতে যার নাম
লৈ মোক ধিক্কার দিছিলি, সেই জেবহ আরু
১৬ চল্‌মুন্না এইয়া চা। তেতিয়া তেওঁ সেই নগরর
বৃদ্ধ লোকবিলাকক ধরি আনি কাঁইটীয়া বন,
আরু কাঁইট গছ লৈ তারে চুক্কোতর সেই লোক-
১৭ বিলাকক শিকনি দিলে। আরু তেওঁ পনূয়েলর
কোঁঠটো ভাঙি পেলালে, আরু সেই নগরর লোক-
১৮ বিলাকক বধ করিলে। তার পাছে তেওঁ জেবহ
আরু চল্‌মুন্নাক সুধিলে, তহঁতে তাবোরত যি
লোকবিলাকক বধ করিছিলি, সিহঁত কেনেকুৱা
মানুহ? তাতে সিহঁতে উত্তর করিলে, আপুনি
যেনেকুৱা, সিবিলাকো তেনেকুৱা; প্রতিজন
১৯ রজার কোঁৱরর নিচিনা আছিল। তাতে তেওঁ
কলে, সিবিলাক মোর ভাই আছিল, আমি
একে আইরে; জীৱন্ত ঈশ্বরর শপত, তহঁতে
সিবিলাকক জীয়াই রখা হলে, মই তহঁতক
২০ বধ নকরিলোঁহেঁতেন। পাছে তেওঁ আপোন
বর পুতেক যেথরক কলে, উঠ, ইহঁতক বধ

কর। কিন্তু সেই লরাই আপোনার তরোরাল
নুলিয়ালে; কারণ তেতিয়াও সি লরা আছিল;
২১ সেই কারণে সি ভয় করিলে। তাতে জেবহ আরু
চলমুন্নাই গিদিয়োনক কলে, আপুনিয়েই উঠি
আমাক বধ করোক; কিয়নো যি যেনে
মানুহ, তার তেনে বল। তেতিয়া গিদিয়োনে
উঠি জেবহক আরু চলমুন্নাক বধ করিলে,
আরু সিবিলাকর উটর ডিঙির চন্দ্রহারবোর
ললে।
২২ পাছে ইস্রায়েলর লোকবিলাকে গিদিয়োনক
কলে, আপুনি পো নাতি আদিক্রমে আমার
ওপরত শাসন করোক; কিয়নো আপুনি মিদিয়-
২৩ নর হাতর পরা আমাক উদ্ধার করিলে। তেতিয়া
গিদিয়োনে কলে, মই তোমালোকর ওপরত
শাসন নকরোঁ, আরু মোর পুত্রয়ো তোমালোকর
ওপরত শাসন নকরিব; যিহোৱাইহে তোমা-
২৪ লোকর ওপরত শাসন করিব। পাছে গিদিয়োনে
কলে, মই তোমালোকর ওরিত এটা নিবেদন
করোঁ, তোমালোক প্রতিজনে লুটি অনা আপোন
আপোন কুণ্ডল মোক দিয়া; (কিয়নো শত্রুবোর
ইশ্মায়েলীয়া লোক, এই নিমিত্তে সিহঁতর সোণর
২৫ কুণ্ডল আছিল।) তাতে সিবিলাকে উত্তর করিলে,
আমি অৱশ্যে দিম। পাছে সিবিলাকে এখান
কাপোর পারি তার মাজত প্রতিজনে লুটি অনা
২৬ আপোন আপোন কুণ্ডল পেলালে। তাতে তেওঁ
খোজা কুণ্ডল জোখত এক হাজার সাত শ চেকল
সোণ হল; ইয়ার বাহিরে চন্দ্রহার, উলি,
আরু মিদিয়নীয়া রজাবিলাকে পিন্ধা বেঙেনা
বরণীয়া বস্ত্র, আরু সিহঁতর উটর ডিঙির হার আ-
২৭ ছিল। পাছে গিদিয়োনে তাক লৈ এখন এফোদ
বস্ত্র তৈয়ার করি আপোন নগর অফ্রাত তাক
থলে; তাতে গোটেই ইস্রায়েলে সেই ঠাইতে তার
পাছে পাছে চলি ব্যভিচারী হল; এয়ে গিদি-
২৮ য়োন আরু তেওঁর বংশলৈ কান্দস্বরূপ হল। এই
রূপে মিদিয়নে ইস্রায়েলর সন্তানবিলাকর বশ
হৈ মূর দাঙিব আরু নোৱারিলে। আরু গিদি-
য়োনর কালত চল্লিশ বছরলৈকে দেশ সুখিলে
থাকিল।
২৯ তার পাছে যোৱাচর পুত্র যিরুব্বালে
৩০ আপোন ঘরত বাস করিলেগৈ। সেই গিদিয়ো-
নর ঔরসত হোৱা সত্তর জন পুতেক আছিল;
৩১ কিয়নো তেওঁর অনেক তিরুতা আছিল। আরু
চিখিমত তেওঁর যি উপপত্নী আছিল, তায়ো
তেওঁলৈ এক পুত্র জন্মালে; তাতে তেওঁ তার নাম
৩২ অবীমেলক রাখিলে। পাছে যোৱাচর পুত্র
গিদিয়োন বৃদ্ধ অরস্থাত মরিলত, অবীয়েজ্রীয়া-
বিলাকর অফ্রাত তেওঁর বাপেক যোৱাচর মৈদা-
মেই তেওঁর মৈদাম হল।

অবীমেলকর বিবরণ।

৩৩ গিদিয়োনর মৃত্যু হোৱামাত্রকে ইস্রায়েলর
সন্তানবিলাকে পুনরায় বাল দেৱতাবোরর পাছত
চলি ব্যভিচারী হৈ বাল্-বরীতক আপোনা-
৩৪ বিলাকর ইষ্ট দেৱতা বুলি ললে। যি জনাই
চারিওফালে থকা আটাই শত্রুবোরর হাতর
পরা সিবিলাকক উদ্ধার করিছিল, ইস্রায়েলর
সন্তানবিলাকে আপোনাবিলাকর সেই ঈশ্বর
৩৫ যিহোৱাক সোঁৱরণ নকরিলে। আরু যিরুব্বাল-
গিদিয়োনে ইস্রায়েললৈ যি রূপ মঙ্গল করিছিল,
সিবিলাকে সেই রূপে তেওঁর বংশলৈ দয়া
ব্যৱহার নকরিলে।

৯ পাছে যিরুব্বালর পুতেক অবীমেলকে
চিখিমলৈ আপোনার মোমায়েকহঁতর ওরি-
লৈ গৈ, সিহঁতে সৈতে আরু আপোন মাকর
পিতৃবংশর সকলো গোষ্ঠীরে সৈতে কথাবার্ত্তা
২ হৈ কলে, নিবেদন করোঁ, তোমালোকে চিখিমর
সকলো গৃহস্থর আগত এই কথা কোৱা, তোমা-
লোকর ওপরত সত্তর জনে, অর্থাৎ যিরুব্বালর
আটাই পুতেকহঁতে শাসন করা ভাল নে, বা
এজনে করা ভাল? মই তোমালোকর হাড়র
৩ হাড় আরু মঙহর মঙহ, ইয়াকো সোঁৱরা। তাতে
তার মোমায়েকহঁতে তার অর্থে চিখিমর সকলো
গৃহস্থবিলাকর আগত সেই আটাই কথা কলত,
সিহঁতে অবীমেলকর পাছত চলিবলৈ সিহঁতর
মনত প্রবৃত্তি জন্মিল; কিয়নো সিহঁতে কলে, তেওঁ
৪ আমার ভাই। পাছে সিহঁতে বাল-বরীতর মন্দিরর
পরা তাক সত্তর তোথর রূপ দিলে; তাতে অবী-
মেলকে অসার আরু পাতল মনর লোকবিলাকক
সেই রূপ বেচ দিলত, সিহঁত তার পাছত চলোঁতা
৫ হল। পাছে সি অফ্রালৈ আপোনার বাপেকর
ঘরলৈ গৈ, আপোনার ভাই যিরুব্বালর সত্তর
জন পুতেকক একেটা শিলর ওপরত বধ করিলে;
কেৱল, যিরুব্বালর সরু পুতেক যোথম লুকাই
থকাত, সি অৱশিষ্ট রল।
৬ পাছে চিখিমর গৃহস্থবিলাক আরু বৈৎ-মিল্লোর
সকলো লোক গোট খাই, চিখিমর ওচর
ওচরত থকা এলোন গছজোপার ওরিলৈ গৈ
৭ অবীমেলকক রজা পাতিলে। পাছে যোথমে
সেই বার্ত্তা পাই, গরিজীম পর্ব্বতর টিঙলৈ
গৈ থিয় হৈ বরকৈ চিঞরিয়াই সিহঁতক কলে,
হে চিখিমর গৃহস্থবিলাক, ঈশ্বরে যেন তোমা-
লোকলৈ কাণ দিব, এই নিমিত্তে তোমালোকেও
৮ মোর কথালৈ কাণ দিয়া। বৃক্ষবিলাকে আপোনা-
বিলাকর ওপরত রজা অভিষেক করিবর অর্থে
রজা বিচারি গৈ জিতবৃক্ষক কলে, তুমি আ-
৯ মার ওপরত রজা হোৱা। কিন্তু জিতবৃক্ষই

সিইঁতক কলে, মোত থকা যি তেলেরে লোকে
ঈশ্বর আরু মানুহক সম্মান দিয়ে, তাক এড়ি ময়
জানো বৃক্ষবিলাকর ওপরত শাসন করিবলৈ
১০ যাম? পাছে বৃক্ষবিলাকে ডিমরু গছক কলে,
আহাঁ, তুমিয়েই আমার ওপরত রজা হোৱা।
১১ কিন্তু ডিমরু গছে সিইঁতক কলে, ময় জানো
আপোনার সোৱাদ আরু উত্তম ফল ত্যাগ করি
বৃক্ষবিলাকর ওপরত শাসন করিবলৈ যাম?
১২ পাছে বৃক্ষবিলাকে দ্রাক্ষালতাক কলে, তুমিয়েই
১৩ আহি আমার ওপরত রজা হোৱা। কিন্তু দ্রাক্ষা-
লতাই সিইঁতক কলে, মোর যি রসে ঈশ্বর
আরু মানুহক সন্তোষ লগায়, তাক এড়ি ময়
জানো বৃক্ষবিলাকর ওপরত শাসন করিবলৈ
১৪ যাম? পাছে আটাই বৃক্ষবিলাকে কাঁইট গছক
কলে, তুমিয়েই আহি আমার ওপরত রজা
১৫ হোৱা। তাতে কাঁইট গছে বৃক্ষবিলাকক কলে,
তোমালোকে আপোনাবিলাকর ওপরত রজা
হবলৈ মোক যদি স্বরূপেই অভিষেক করা,
তেন্তে মোর ছাঁয়াত আশ্রয় লোৱাহি; যদি
নোলোৱা, তেন্তে কাঁইট গছর পরা জুই ওলাই
লিবানোনর এরচ গছবিলাক পুড়ি পেলাওক।
১৬ দেখা, এতিয়া অবীমেলকক রজা পাতি তোমা-
লোকে যদি সত্যভাবে আরু সরল মনেরে ঠিক
আচরণ করিলা, আরু যদি যিরুব্বালর আরু তেওঁর
বংশলৈকো সদ্ব্যবহার করিলা, আরু তেওঁর হাতর
১৭ কর্ম্ম অনুসারে তেওঁলৈ ব্যবহার করিলা, (কিয়নো
মোর পিতৃয়ে তোমালোকর নিমিত্তে যুদ্ধ করিলে,
আরু আপোন প্রাণ তুচ্ছজ্ঞান করিও মিদিয়নর
১৮ হাতর পরা তোমালোকক উদ্ধার করিলে; কিন্তু
তোমালোকে আজি মোর পিতৃবংশর বিরুদ্ধে
উঠি একোটা শিলর ওপরতে তেওঁর সত্তর জন
পুতেকক বধ করি তেওঁর বেটীর পুতেক অবী-
মেলকক আমার ভাই বুলি চিখিমর গৃহস্থ-
১৯ বিলাকর ওপরত রজা পাতিলা।) আজি যদি
তোমালোকে যিরুব্বালর আরু তেওঁর বংশলৈ
সত্য আরু ন্যায় আচরণ করিলা, তেন্তে অবী-
মেলকতে আনন্দ করা, আরু সিও তোমালোকতে
২০ আনন্দ করোক। কিন্তু যদি সেয়ে নহয়, তেন্তে
অবীমেলকর পরা জুই ওলাই চিখিমর গৃহস্থ-
বিলাকক আরু বৈৎ-মিল্লোর লোকবিলাকক
পুড়ি পেলাওক, আরু চিখিমর গৃহস্থবিলাকর
পরা আরু বৈৎ-মিল্লোর লোকবিলাকর পরা
জুই ওলাই অবীমেলককো পুড়ি পেলাওক।
২১ এই বুলি যোথমে লড় মারি পলাই গল, আরু
বেরলৈ গৈ আপোন ভায়েক অবীমেলকর ভয়ত
সেই ঠাইতে বাস করিলে।
২২ তার পাছে অবীমেলকে ইস্রায়েলর ওপরত
২৩ তিনি বছর শাসন করিলে। পাছে, যিরুব্বালর
সত্তর জন পুতেকলৈ করা অত্যাচারর প্রতিফল
যেন ঘটে, আরু সিইঁতক বধ করা সিইঁতর ভায়েক
অবীমেলকর ওপরত, আরু ভায়েকহঁতক বধ
করিবলৈ তেওঁক সহায় করা চিখিমর গৃহস্থ-
বিলাকর ওপরত সেই রক্তপাতর দোষ যেন
২৪ পড়ে, এই নিমিত্তে, ঈশ্বরে অবীমেলকর আরু
চিখিমর গৃহস্থবিলাকর মাজলৈ হিংসা জন্মাওঁতা
আত্মা পঠাই দিলে, আরু চিখিমর গৃহস্থ-
বিলাকে অবীমেলকলৈ বিশ্বাসঘাতকতা করিলে।
২৫ আরু চিখিমর গৃহস্থবিলাকে তেওঁর বিরুদ্ধে পর্ব্বতর
টিঙত মানুহ লুকুৱাই রাখিলে; তাতে যিমান
মানুহ সিইঁতর ওচরর বাটেদি যায়, সেই আটা-
ইরে বস্তু সিইঁতে লুটি লয়; পাছে অবীমেলকে
তার বার্ত্তা পালে।
২৬ তার পাছে এবদর পুতেক গালে আপোনার
জাতিকুটুম্ববিলাকক লগত লৈ চিখিমলৈ আ-
হিল; তাতে চিখিমর গৃহস্থবিলাকে তাক বিশ্বাস
২৭ করিলে। পাছে সিইঁতে ওলাই আপোন আপোন
দ্রাক্ষাক্ষেতিলৈ গৈ, দ্রাক্ষাগুটা চপাই আরু গচকি
প্রশংসার অর্থে উপহার আনি, আপোনাবিলাকর
দেৱতাবোরর মন্দিরলৈ গৈ ভোজন পান করি
২৮ অবীমেলকক শাও দিলে। বিশেষকৈ এবদর
পুতেক গালে কলে, অবীমেলক কোন, আরু
চিখিম কোন, যে, আমি তার অধীন হৈ থাকিম?
সি জানো যিরুব্বালর পুতেক নহয়? আরু
জবুল জানো তার নগরর অধ্যক্ষ নহয়? তোমা-
লোকে চিখিমর বাপেক হমোরবংশীয় লোক-
বিলাকর অধীন হোৱা; আমি সেই মানুহর
২৯ অধীন কেলেই হম? অস, এই লোকবিলাক
মোর হাতত হোৱা হলে কেনে ভাল আছিল!
ময় অবীমেলকক দূর করিলোঁহেঁতেন। পাছে
সি অবীমেলকলৈ কৈ পঠালে, বোলে, তুমি
সৈন্য অধিককৈ বঢ়াই লৈ ওলাই আহাঁ।
৩০ এবদর পুতেক গালর সেই কথা নগরর অধ্যক্ষ
জবুলে শুনিলত, তার ক্রোধ জ্বলি উঠিল।
৩১ তাতে সি অবীমেলকর ওচরলৈ দূত পঠাই কলে,
দেখা, এবদর পুতেক গাল আরু তার জাতি-
কুটুম্ববিলাক চিখিমলৈ আহিল, আরু দেখা,
সিইঁতে তোমার বিরুদ্ধে নগরর লোকবিলাকক
৩২ কুবুদ্ধি দিছে। এই হেতুকে তুমি আপোনার লগর
লোকবিলাকে সৈতে রাতিতে উঠি ক্ষেতির মাজত
৩৩ লুকাই থাকিবা। পাছে রাতিপুৱা সূর্য্য উদয়
হোৱামাত্রে তুমি উঠি আহি নগর আক্রমণ
করিবা; তাতে দেখা, সি আরু তার লগর লোক-
বিলাক তোমার বিরুদ্ধে ওলাব; তেতিয়া তুমি
যি করিব পারা, তাকে সিইঁতলৈ করিবা।
৩৪ পাছে অবীমেলক আরু তেওঁর লগর লোক-
বিলাক রাতিতে উঠি, চারি দল হৈ চিখিমর

৩৫ বিৰুদ্ধে লুকাই ৰলহঁগে। আৰু এবদৰ পুতেক গাল ওলাই গৈ নগৰৰ দুৱাৰমুখত থিয় হল। পাছে অবীমেলক আৰু তেওঁৰ লগৰ লোক-বিলাক লুকাই থকা ঠাইৰ পৰা ওলাই আহোঁতে,
৩৬ গালে সেই লোকবিলাকক দেখি জবুলক কলে, সৌৱা দেখা, পৰ্ব্বতৰ টিঙৰ পৰা লোকসমূহ নামি আহিছে; তাতে জবুলে তাক কলে, তুমি
৩৭ পৰ্ব্বতৰ ছাঁয়াকেহে মানুহ যেন দেখিছা। পাছে গালে আকৌ কলে, দেখা, দেশৰ উচ্চভূমিৰ পৰা লোকবিলাক নামি আহিছে, আৰু গনক-বিলাকৰ এলোন গছজোপাৰ বাটেদি আৰু এদল
৩৮ লোক আহিছে। তাতে জবুলে কলে, যি মুখেৰে কৈছিলি, অবীমেলক কোন, যে, আমি তাৰ অধীন হম? এতিয়া তোৰ সেই মুখ ক'ত? তই যি লোকবিলাকক তুচ্ছ কৰিছিলি, সিহঁত জানো সেইবোৰ নহয়? এতিয়া ওলাই যা, সিহঁতে
৩৯ সৈতে যুদ্ধ কৰগৈ। পাছে গালে চিখিমৰ গৃহস্থবিলাকৰ অগ্ৰগামী হৈ বাহিৰলৈ ওলাই গৈ,
৪০ অবীমেলকে সৈতে যুদ্ধ কৰিলে। তাতে অবী-মেলকে তাক খেদিলত, সি তেওঁৰ আগৰ পৰা পলাল; আৰু দুৱাৰমুখলৈকে অনেক লোক
৪১ মৰা পৰিল। পাছে অবীমেলক অৰুমাত থাকিল, আৰু জবুলে গালক আৰু তাৰ জাতিকুটুম্ববিলাকক
৪২ খেদি দি চিখিমত আৰু থাকিব নিদিলে। তাৰ পাছদিনা ৰাতিপুৱা লোকবিলাকে নগৰৰ বাহিৰ ওলাই খেতিলৈ গল। তাতে অবীমেলকে তাৰ
৪৩ বাৰ্ত্তা পাই আপোনাৰ লগৰ মানুহবিলাকক তিনি ভাগ কৰি লৈ খেতিৰ মাজত লুকাই থাকিল; পাছে লোকবিলাকক নগৰৰ পৰা বাহিৰ হৈ অহা দেখি, তেওঁ সিহঁতৰ বিৰুদ্ধে
৪৪ গৈ সিহঁতক আঘাত কৰিলে। অবীমেলক আৰু তেওঁৰ লগৰ দলে বেগেৰে গৈ নগৰৰ দুৱাৰমুখত থিয় হৈ ৰল, আৰু আন দুদলে, খেতিত থকা সকলো লোকক আক্ৰমণ কৰি প্ৰহাৰ কৰিলে।
৪৫ তাৰ পাছে অবীমেলকে সেই ওৰেদিনটো সেই নগৰৰ বিৰুদ্ধে যুদ্ধ কৰিলে; আৰু শেষত নগৰ হাত কৰি লৈ তাৰ ভিতৰত থকা লোকবিলাকক বধ কৰিলে, আৰু নগৰখন ভূমিৰে সমান কৰি তাৰ ওপৰত লোণ সিঁচিলে।
৪৬ পাছে চিখিম দুৰ্গত থকা গৃহস্থবোৰে এই কথা শুনি এল-বৰীৎ নামেৰে দেৱতাৰ মন্দিৰত
৪৭ থকা এটা দৃঢ় ঘৰত সোমালহঁগে। পাছে চিখিম দুৰ্গত থকা আটাই গৃহস্থবোৰ একে লগ হৈছে,
৪৮ এনে কথা অবীমেলকে শুনিলত, অবীমেলক আৰু তেওঁৰ লগৰ সকলো লোকবিলাক চল্‌মোন পৰ্ব্বত-লৈ উঠি গল; আৰু অবীমেলকে হাতত কুঠাৰ লৈ গছৰ এটা ডাল কাটি আপোনাৰ কান্ধত লৈ আপোনাৰ লগৰ লোকবিলাকক কলে, তোমা-লোকে মোক যিহকে কৰিবৰ দেখিছা, বেগাই
৪৯ তেনে কৰা। তাতে আটাই লোকবিলাকেও এটা এটা ডাল কাটি লৈ, অবীমেলকৰ পাছে পাছে গৈ সেই ডালবোৰ সেই দৃঢ় ঘৰৰ গাতে দি, সিহঁতৰে সৈতে সেই দৃঢ় ঘৰত জুই লগাই দিলে; এই ৰূপে চিখিম দুৰ্গত থকা সকলো লোক মৰিল; সিহঁত মতাই তিৰুতাই প্ৰায় এক হাজাৰ লোক আছিল।
৫০ পাছে অবীমেলকে তেবেচলৈ গৈ তাৰ বিৰুদ্ধে
৫১ ছাউনি পাতি তাক হাত কৰি ললে। কিন্তু সেই নগৰৰ ভিতৰত এটা দৃঢ় কোঁঠ থকাত, মতা আৰু তিৰুতা, আৰু নগৰৰ সকলো গৃহস্থ লোকে পলাই গৈ, তাৰ ভিতৰত সোমাই তাৰ
৫২ দুৱাৰ মাৰি কোঁঠৰ চালৰ ওপৰত উঠিল। পাছে অবীমেলকে সেই কোঁঠৰ ওচৰলৈ আহি তাৰ বিৰুদ্ধে যুদ্ধ কৰিলে, আৰু দুৱাৰখন জুই লগাই
৫৩ পুৰিবৰ নিমিত্তে তাৰ ওচৰলৈকে গল। তাতে এজনী তিৰুতাই যাঁতৰ ওপৰৰ শিলচটা লৈ, অবীমেলকৰ মূৰৰ ওপৰত পেলাই দি তেওঁৰ
৫৪ মূৰৰ লাউখোলা ভাঙিলে। তাতে তেওঁ বেগাই আপোনাৰ অস্ত্ৰ ধৰা ডেকাক মাতি কলে, তয় তৰোৱাল উলিয়াই মোক বধ কৰ; নকৰিলে পাছত মানুহে মোৰ বিষয়ে কব, এজনী তিৰুতা মানুহে তেওঁক বধ কৰিলে। তাতে সেই ডেকাই
৫৫ খুঁচিলত তেওঁ মৰিল। পাছে অবীমেলক মৰা দেখি ইস্ৰায়েল লোকবিলাকৰ প্ৰতিজনে আপোন
৫৬ আপোন ঠাইলৈ গুচি গল। এই ৰূপে, আপো-নাৰ সত্তৰ জন ভায়েকক বধ কৰি তেওঁ আপোনাৰ বাপেকৰ বিৰুদ্ধে যি কুকৰ্ম্ম কৰিছিল, ঈশ্বৰে
৫৭ তাৰ সমুচিত দণ্ড তেওঁক দিলে; আৰু চিখিমৰ লোকবিলাকৰো মূৰৰ ওপৰলৈ ঈশ্বৰে সিহঁতৰ সকলো কুকৰ্ম্মৰ প্ৰতিফল আনিলে; আৰু যিৰুব্বালৰ পুতেক যোথমৰ শাও সিহঁতত ফলিয়ালে।

তোলা আৰু যায়ীৰৰ বিষয়। যিপ্তহৰ বিবৰণ। ইব্‌চন, এলোন, আৰু অব্দোনৰ বিষয়।

১০ অবীমেলকৰ পাছত, ইচাখৰৰ বংশৰ দোদোৰ নাতিয়েক পূৱাৰ পুত্ৰ তোলা ইস্ৰায়েলক নিস্তাৰ কৰিবলৈ উৎপন্ন হল; তেওঁ ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত চামীৰত বাস কৰি-
২ ছিল। তেওঁ তেইশ বছৰ ইস্ৰায়েলৰ বিচাৰ কৰিলে; পাছে তেওঁৰ মৃত্যু হলত, চামীৰত তেওঁক মৈদাম দিয়া হল।
৩ তেওঁৰ পাছত গিলিয়দীয়া যায়ীৰ উৎপন্ন হৈ, বাইশ বছৰলৈকে ইস্ৰায়েলৰ বিচাৰ কৰিলে।
৪ তেওঁৰ ত্ৰিশ জন পুতেক আছিল; সিবিলাকে ত্ৰিশটা গাধত উঠি ফুৰে; আৰু সিবিলাকৰ

বিশ্‌খন নগৰ আছিল; গিলিয়দত থকা সেই-
বোৰ নগৰক আজিলৈকে হব্বোৎ-যায়ীৰ বোলা
৫ যায়। পাছে যায়ীৰ মৰিলত, তেওঁৰ মৈদাম
কামোনত দিয়া হল।
৬ পাছে ইস্রায়েলৰ সন্তানবিলাকে যিহোৱাৰ
সাক্ষাতে আকৌ কু-আচৰণ কৰিলে, আৰু বাল
দেৱতাবোৰৰ, অষ্টাৰেৎ দেৱীবোৰৰ, আৰু
অৰাম, চীদোন, মোৱাব, আৰু অম্মোনৰ সন্তান-
বিলাকৰ, আৰু পলেষ্টীয়াবিলাকৰ দেৱতাবোৰক
পূজা কৰিবলৈ ধৰিলে, কিন্তু যিহোৱাক ত্যাগ
৭ কৰি, তেওঁক সেৱাভক্তি নকৰিলে। এই হেতুকে
ইস্রায়েলৰ বিৰুদ্ধে যিহোৱাৰ ক্ৰোধ জ্বলি
উঠাত, তেওঁ পলেষ্টীয়াবিলাকৰ আৰু অম্মোনৰ
৮ সন্তানবিলাকৰ হাতত সিইঁতক বেচিলে। আৰু
সিইঁতে সেই বছৰত ইস্রায়েলৰ সন্তানবিলাকক
দুঃখ দি উপদ্ৰৱ কৰিলে; সিইঁতে ওঁঠৰ বছৰ-
লৈকে যৰ্দ্দনৰ সিপাৰে থকা গিলিয়দৰ অধীনৰ
ইমোৰীয়া দেশত বাস কৰা ইস্রায়েলৰ সন্তান
৯ সকলোকে উপদ্ৰৱ কৰিলে। আৰু অম্মোনৰ
সন্তানবিলাকে যিহূদা, বিন্যামীন, আৰু ইফ্ৰয়িমৰ
বংশই সৈতে যুদ্ধ কৰিবলৈ যৰ্দ্দন পাৰ হল;
১০ তাতে ইস্রায়েল বড় ঠেকত পৰিল। পাছে
ইস্রায়েলৰ সন্তানবিলাকে যিহোৱাৰ আগত
কাতৰোক্তি কৰি কলে, আমি আপোন ঈশ্বৰক
ত্যাগ কৰি, আৰু বাল দেৱতাবোৰক পূজা
১১ কৰি তোমাৰ বিৰুদ্ধে পাপ কৰিলোঁ। তাতে
যিহোৱাই ইস্রায়েলৰ সন্তানবিলাকক কলে,
মিচৰীয়া, ইমোৰীয়া, অম্মোনীয়া, আৰু
পলেষ্টীয়া লোকৰ পৰাময় জানো তোমালোকক
১২ উদ্ধাৰ কৰা নাই? আৰু চীদোনীয়া, অমা-
লেকীয়া, আৰু মায়োনীয়াইঁতে যেতিয়া তোমা-
লোকক উপদ্ৰৱ কৰিছিল, তেতিয়া, তোমালোকে
মোৰ আগত কাতৰোক্তি কৰাত, ময় সিইঁতৰ
হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিলোঁ।
১৩ তথাপি তোমালোকে মোক ত্যাগ কৰি ইতৰ
দেৱতাবোৰক পূজা কৰিলা; এই হেতুকে ময়
১৪ তোমালোকক আৰু নিস্তাৰ নকৰিম। তোমা-
লোকে গৈ আপোনাবিলাকৰ মনোনীত সেই
দেৱতাবোৰৰ ওচৰত কাতৰোক্তি কৰাগৈ; তোমা-
লোকৰ সঙ্কটৰ কালত সিইঁতেই তোমালোকক
১৫ নিস্তাৰ কৰোক। তাতে ইস্রায়েলৰ সন্তানবিলাকে
যিহোৱাক কলে, আমি পাপ কৰিলোঁ; এতিয়া
তোমাৰ দৃষ্টিত যিহকে ভাল দেখা, তাকেই আমালৈ
কৰা; কেৱল আমাক আজি উদ্ধাৰ কৰা, আমি
১৬ এই নিবেদন কৰোঁ। তাৰ পাছত সিবিলাকে
আপোনাবিলাকৰ মাজৰ পৰা পৰজাতীয় দেৱতা-
বোৰ দূৰ কৰি, যিহোৱাৰ সেৱা কৰিলে; তাতে
ইস্রায়েলৰ দুঃখ দেখি তেওঁ অধৈৰ্য্য হল।

১৭ সেই কালত অম্মোনৰ সন্তানবিলাকে গোট খাই
আহি গিলিয়দত ছাউনি পাতিলে, আৰু ইস্রা-
য়েলৰ সন্তানবিলাকে গোট খাই মিস্পাত ছাউনি
১৮ পাতিলে। তাতে গিলিয়দৰ লোকে বিশেষকৈ
সিবিলাকৰ অধ্যক্ষবিলাকে ইজনে সিজনক
কলে, অম্মোনৰ সন্তানবিলাকে সৈতে যুদ্ধ কৰিব-
লৈ কোনে আৰম্ভ কৰিব? যি জনে কৰিব, তেওঁ
গিলিয়দনিবাসী সকলো লোকৰ ওপৰত মূল
মানুহ হব।

১১ সেই কালত গিলিয়দীয়া যিপ্তহ নামেৰে
এজন মহাবীৰ আছিল; তেওঁ এজনী বেশ্যাৰ
পুতেক; গিলিয়দৰ ঔৰসত তেওঁ জন্ম পাইছিল।
২ আৰু গিলিয়দৰ ভাৰ্য্যায়ো তেওঁলৈ কেইবাটাও
পুতেক জন্মালে; পাছে ভাৰ্য্যাত জন্মা সেই পুতেক-
বিলাক যেতিয়া ডাঙৰ হল, তেতিয়া সিইঁতে
যিপ্তহক খেদি দি কলে, আমাৰ পিতৃবংশৰ
মাজত তয় অধিকাৰ নেপাবা; কিয়নো তয়
৩ সামান্য তিৰুতাৰ পুতেক। তাতে যিপ্তহ আপো-
নাৰ ভায়েকবিলাকৰ আগৰ পৰা পলাই গৈ,
টোব দেশত প্ৰবাস কৰিলে, আৰু কেতবোৰ
অসাৰ মনৰ মানুহে যিপ্তহে সৈতে গোট খাই
তেওঁৰ লগত ফুৰিলে।
৪ কিছু কালৰ পাছে অম্মোনৰ সন্তানবিলাকে
৫ ইস্রায়েলে সৈতে ৰণ কৰিবলৈ ধৰিলে। তেতিয়া,
ইস্রায়েলে সৈতে অম্মোনৰ সন্তানবিলাকে ৰণ
কৰাত, গিলিয়দৰ বৃদ্ধবিলাকে যিপ্তহক টোব
৬ দেশৰ পৰা আনিবলৈ গল। আৰু সিবিলাকে
যিপ্তহক কলে, তুমি আহি আমাৰ সেনাপতি
হোৱা; আমি অম্মোনৰ সন্তানবিলাকে সৈতে
৭ যুদ্ধ কৰোঁ। তাতে যিপ্তহে গিলিয়দৰ বৃদ্ধবিলাকক
কলে, তোমালোকেই জানো মোক ঘিণ কৰি মোৰ
পিতৃবংশৰ মাজৰ পৰা খেদি দিয়া নাই? এতিয়া
টানত পৰি মোৰ ওচৰলৈ কেলেই আহিছা?
৮ তাতে গিলিয়দৰ বৃদ্ধবিলাকে যিপ্তহক কলে, সেই
কাৰণেইহে আমি তোমাৰ ওচৰলৈ আহিছোঁ;
তুমি আমাৰ লগত গৈ অম্মোনৰ সন্তানবিলাকে
সৈতে যুদ্ধ কৰা; তাতে তুমি আমাৰ অৰ্থাৎ গিলি-
য়দত থকা সকলো লোকৰ ওপৰত মূল মানুহ
৯ হবা। তেতিয়া যিপ্তহে গিলিয়দৰ বৃদ্ধবিলাকক
কলে, তোমালোকে যদি অম্মোনৰ সন্তানবিলাকে
সৈতে যুদ্ধ কৰিবলৈ মোক আপোন দেশলৈ
ওলোটাই নিয়া, আৰু যিহোৱাই যদি মোৰ
হাতত সিইঁতক সমৰ্পণ কৰে, তেন্তে ময়েই তোমা-
১০ লোকৰ ওপৰত মূল মানুহ হম। তাতে গিলিয়দৰ
বৃদ্ধবিলাকে কলে, যিহোৱা আমাৰ মাজত সাক্ষী;
১১ আমি অৱশ্যে তোমাৰ কথাৰ দৰে কৰিম। পাছে,
যিপ্তহ গিলিয়দৰ বৃদ্ধবিলাকে সৈতে গল, আৰু
লোকবিলাকে তেওঁক আপোনাবিলাকৰ ওপৰত

যুল মানুহ আৰু লেমাপতি পাতি ললে ; তাৰ
পাছে যিপ্তহে মিস্পাত যিহোৱাৰ আগত আপো-
নাৰ সকলো কথা জনালে।
১২ তাৰ পাছে যিপ্তহে অম্মোনৰ সন্তানবিলাকৰ
ৰজাৰ ওৰিলৈ দূত পঠাই কলে, মোৰ লগত
তোমাৰ কি কথা আছে, যে, তুমি মোৰ দেশৰ
বিৰুদ্ধে যুদ্ধ কৰিবলৈ মোৰ ওচৰলৈ আহিলা ?
১৩ তাতে অম্মোনৰ সন্তানবিলাকৰ ৰজাই যিপ্তহৰ
দূতবিলাকক কলে, কাৰণ এই, যে, ইস্রায়েল
যেতিয়া মিচৰ দেশৰ পৰা বাহিৰ হৈ আহিছিল,
তেতিয়া সিবিলাকে অৰ্ণোনৰ পৰা যব্বোক আৰু
যৰ্দ্দনলৈকে মোৰ মাটী কাঢ়ি ললে ; এই হেতুকে
১৪ এতিয়া নিৰ্ব্বিৰোধে তাক ওলোটাই দিয়া। তাতে
যিপ্তহে অম্মোনৰ সন্তানবিলাকৰ ৰজাৰ ওৰিলৈ
১৫ আকৌ দূত পঠাই তেওঁক কলে, যিপ্তহে এই কথা
কৈছে,মোৱাবৰ মাটী বা অম্মোনৰ সন্তানবিলাকৰ
১৬ মাটী ইস্রায়েলে কাঢ়ি লোৱা নাই। কিন্তু মিচৰ
দেশৰ পৰা অহা কালত, ইস্রায়েলে চূফ সাগৰ-
লৈকে অৰণ্যৰ মাজত ভ্ৰমণ কৰি যেতিয়া কাদেচ
১৭ পালেহি, তেতিয়া ইস্রায়েলে ইদোমৰ ৰজাৰ
ওচৰলৈ দূত পঠাই কলে, বিনয় কৰোঁ, তোমাৰ
দেশৰ মাজেদি মোক যাব দিয়া ; কিন্তু ইদোমৰ
ৰজাই সেই কথা নুশুনিলে। আৰু সেই ৰূপে
মোৱাবৰ ৰজাৰ ভালৈকো কৈ পঠালত, তেওঁ৷
সম্মত নহল ; এই হেতুকে ইস্রায়েল কাদেচত
১৮ থাকিল। পাছে সিবিলাকে অৰণ্যৰ মাজেদি গৈ
ইদোম আৰু মোৱাবৰ দেশ ঘুৰি মোৱাবৰ দেশৰ
পূবফালেদি আহি অৰ্ণোনৰ সিপাৰে ছাউনি
পাতিলে ; সিবিলাকে মোৱাবৰ সীমাৰ মাজত
নোসোমাল, কিয়নো অৰ্ণোন মোৱাবৰ সীমা।
১৯ পাছে ইস্রায়েলে হিচ্‌বোনৰ ইমোৰীয়া ৰজা
চীহোনৰ ওৰিলৈ দূত পঠাই এই কথা কলে,
আমি বিনয় কৰোঁ, তোমাৰ দেশৰ মাজেদি
আমি যাব লগীয়া ঠাইলৈ আমাক যাব দিয়া।
২০ তাতে চীহোনেও আপোন সীমাৰ মাজেদি যাবলৈ
দিবলৈ ইস্রায়েলক বিশ্বাস নকৰি, আপোনাৰ
সকলো লোকক গোট খুৱাই যহচত ছাউনি পাতি
২১ ইস্রায়েলে সৈতে যুদ্ধ কৰিলে। তেতিয়া, ইস্রা-
য়েলৰ ঈশ্বৰ যিহোৱাই চীহোনক আৰু তেওঁৰ
সকলো লোকক ইস্রায়েলৰ হাতত সমৰ্পণ কৰাত,
সিবিলাকে সিহঁতক আঘাত কৰিলে ; এই ৰূপে
ইস্রায়েলে সেই দেশনিবাসী ইমোৰীয়াবিলাকৰ
২২ গোটেই দেশ অধিকাৰ কৰিলে। সিবিলাকে
অৰ্ণোনৰ পৰা যব্বোকলৈকে, আৰু অৰণ্যৰ পৰা
যৰ্দ্দনলৈকে ইমোৰীয়াবিলাকৰ আটাই অঞ্চল
২৩ অধিকাৰ কৰিলে। এই ৰূপে ইস্রায়েলৰ ঈশ্বৰ
যিহোৱাই আপোন প্ৰজা ইস্রায়েলৰ আগতে
ইমোৰীয়াবিলাকক অধিকাৰ নাইকিয়া কৰিলত,
তুমি জানো সিহঁতৰ দেশ অধিকাৰ কৰিবা ?
২৪ তোমাৰ দেৱতা কমোচে তোমাক অধিকাৰ কৰি-
বলৈ যি দিছে, তুমি তাকেই অধিকাৰ নকৰিবা
নে ? সেই ৰূপে, আমাৰ ঈশ্বৰ যিহোৱাই আমাৰ
আগত যিবোৰক অধিকাৰ নাইকিয়া কৰিছে,
সেই সকলোৰে অধিকাৰ আমি পাইছোঁ।
২৫ কোৱাছোঁন, মোৱাবৰ ৰজা চিপ্পোৰৰ পুতেক
বালাকতকৈ তুমি জানো উত্তম ? তেওঁ জানো
ইস্রায়েলৰ অহিতে বিবাদ কৰিছিল ? বা সি-
২৬ বিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিছিল ? হিচ্‌বোনত
আৰু তাৰ উপনগৰত, অৰোয়েৰত আৰু তাৰ
উপনগৰত, আৰু অৰ্ণোনৰ পাৰৰ ওচৰত থকা
সকলো নগৰত তিনি শ বছৰৰ পৰা ইস্রা-
য়েলে বাস কৰি আছে ; ইমান দিনৰ ভিতৰত
২৭ তোমালোকে তাক কেলেই ওভোটাই নললা ? মই
হলে তোমাৰ বিৰুদ্ধে কোনো দোষ কৰা নাই ;
কিন্তু তুমি আমাৰে সৈতে যুদ্ধ কৰি মোলৈ
অন্যায় কৰিছা ; বিচাৰকৰ্ত্তা যিহোৱাই আজি
ইস্রায়েলৰ আৰু অম্মোনৰ সন্তানবিলাকৰ মাজত
২৮ বিচাৰ কৰোক। তথাপি, যিপ্তহে কৈ পঠোৱা
সেই সকলো কথাত অম্মোনৰ সন্তানবিলাকৰ
ৰজাই কাণ নিদিলে।
২৯ পাছে যিহোৱাৰ আত্মা যিপ্তহৰ ওপৰত স্থিতি
হোৱাত, তেওঁ গিলিয়দ আৰু মনচিৰ মাজেদি
গিলিয়দৰ মিস্পিলৈ গল ; আৰু গিলিয়দৰ
মিস্পিৰ পৰা অম্মোনৰ সন্তানবিলাকৰ ওচৰ
৩০ পালেগৈ। সেই সময়ত যিপ্তহে যিহোৱাৰ
উদ্দেশে সঙ্কল্প কৰি কলে, তুমি যদি অম্মোনৰ
সন্তানবিলাকক স্বৰূপেই মোৰ হাতত সমৰ্পণ
৩১ কৰা, তেন্তে, মই অম্মোনৰ সন্তানবিলাকৰ পৰা
কুশলে উলটি অহা কালত, মোক আগ বঢ়াই
নিবলৈ, মোৰ ঘৰৰ দুৱাৰৰ পৰা যেয়ে ওলাব,
সি নিশ্চয়ে যিহোৱাৰ হব, মই তাক হোমবলি-
৩২ স্বৰূপে উৎসৰ্গ কৰিম। সেই ৰূপে যিপ্তহে
অম্মোনৰ সন্তানবিলাকৰ লগত যুদ্ধ কৰিবলৈ
সিহঁতৰ ওচৰলৈ পাৰ হৈ গলত, যিহোৱাই সিহঁ-
৩৩ তক তেওঁৰ হাতত দিলে। তাতে তেওঁ অৰোয়েৰৰ
পৰা মিন্নীতলৈকে আৰু আবেল-কৰামীমলৈকে,
বিশ্‌খন নগৰ জয় কৰি মহাসংহাৰেৰে সিহঁতক
সংহাৰ কৰিলে। এই ৰূপে অম্মোনৰ সন্তান-
বিলাক ইস্রায়েলৰ সন্তানবিলাকৰ বশীভূত হল।
৩৪ তাৰ পাছে যিপ্তহে মিস্পালৈ আপোন ঘৰলৈ
উলটি আহিছিল, এনেতে, দেখা, তেওঁক আগ
বঢ়াবলৈ তেওঁৰ জীয়েকে খঞ্জৰি হাতত লৈ
বজাই নাচি নাচি বাহিৰ ওলাই আহিল ;
তাই তেওঁৰ একে জনী মাথোন জীয়েক ; তাইৰ
বাহিৰে তেওঁৰ পুতেক বা জীয়েক আৰু নাছিল।
৩৫ তেতিয়া তেওঁ আপোনাৰ জীয়েকক দেখা পোৱা-

মাত্রে আপোনার কাপড় ফালি কলে, হায় হায়,
মোর পোনা, তুমি মোক বঢ় ব্যাকুলত পেলালা,
মোক ক্লেশ দিওঁতাবোরর মাজর তুমিও এজন
হলা; কিয়নো মই যিহোৱার উদ্দেশে মুখ
৩৬ মেলিলোঁ, তাক আরু নুঘুরাব নোৱারোঁ। তাতে
তাই বাপেকক কলে, হে মোর পিতৃ, তুমি
যিহোৱার উদ্দেশে মুখ মেলিলা, তোমার
মুখর পরা ওলোৱা বাক্যর দরে মোলৈ করা:
কিয়নো যিহোৱাই তোমার নিমিত্তে তোমার
শত্রু অম্মোনর সন্তানবিলাকর ওপরত প্রতিকার
৩৭ সাধিলে। পাছে তাই বাপেকক কলে, মোর অর্থে
এটী কাম করা যাওক; দুমাহলৈ মোক বিদায়
দিয়া; মই পর্ব্বতলৈ গৈ মোর কুমারীত্বর অর্থে
৩৮ মোর সখীবিলাকে সৈতে বিলাপ করোঁগৈ। তাতে
তেওঁ যোৱা বুলি তাইক দুমাহলৈ বিদায় দিলে;
তেতিয়া তাই আপোন সখীবিলাকে সৈতে গৈ
পর্ব্বতবিলাকর ওপরত আপোন কুমারীত্বর অর্থে
৩৯ বিলাপ করিলে। পাছে দুমাহর মূরত তাই
বাপেকর ওচরলৈ উলটি আহিল; তাইর বা-
পেকে আপুনি করা সঙ্কল্পর দরে তাইলৈ
করিলে; তাই কোনো পুরুষর মুখ দেখা নাছিল।
তেতিয়ারে পরা ইস্রায়েলর মাজত এই রীতি
৪০ প্রচলিত হল, যে, বছরে বছরে গিলিয়দীয়া
যিপ্তহর জীয়েকর নিমিত্তে বিলাপ করিবলৈ
ইস্রায়েলর জীয়ারীবিলাকে বছরর ভিতরত চারি
দিন যায়।

১২ পাছে ইফ্রয়িমর লোকবিলাকে গোট খাই
চাফোনলৈ গৈ যিপ্তহক কলে, তোমার লগত
যাবলৈ আমাক নেমাতি, তুমি অম্মোনর সন্তান-
বিলাকর লগত যুদ্ধ করিবলৈ কিয় পার হৈ
গৈছিলা? আমি তোমারে সৈতে তোমার ঘর
২ জুই দি পুড়িম। তাতে যিপ্তহে সিহঁতক
কলে, অম্মোনর সন্তানবিলাকে সৈতে মোর
আরু মোর মানুহবিলাকর বড় যুদ্ধ হলত,
মই তোমালোকক মাতিছিলোঁ, কিন্তু তোমা-
লোকে মোক সিহঁতর হাতর পরা উদ্ধার করা
৩ নাই। পাছে তোমালোকে মোক উদ্ধার নকরা
দেখি, মই আপোন প্রাণ আঁচলর আগত
বান্ধি লৈ অম্মোনর সন্তানবিলাকর বিরুদ্ধে পার
হৈ গলোঁ; তাতে যিহোৱাই মোর হাতত
সিহঁতক সমর্পণ করিলে; এতেকে তোমালোকে
মোরে সৈতে যুদ্ধ করিবলৈ আজি কিয় মোর
৪ ওচরলৈ আহিলা? পাছে যিপ্তহে গিলিয়দর
সকলো লোকক গোটাই ইফ্রয়িমে সৈতে যুদ্ধ
করিলে; তাতে গিলিয়দর লোকে ইফ্রয়িমর
লোকবিলাকক আঘাত করিলে; কিয়নো সি-
হঁতে কৈছিল, হের গিলিয়দীয়াহঁত, তহঁত ইফ্র-
য়িমর আরু মনচির মাজর পরা পলাই ভাগি
৫ অহা ইফ্রয়িমীয়া মানুহ। পাছে গিলিয়দীয়া-
বিলাকে ইফ্রয়িমর মানুহর আগেয়ে গৈ যর্দ্দনর
পারঘাটবোর হাত করি ললে; তাতে ইফ্রয়িমর
পলাই যোৱা কোনো মানুহে যদি কয়, মোক
পার হবলৈ দিয়া, তেতিয়া গিলিয়দর মানুহে
তাক সোধে, তুমি জানো ইফ্রয়িমীয়া মানুহ
৬ নোহোৱা? আরু সি যদি কয়, নহওঁ, তেতিয়া
সিবিলাকে কয়, এবার "শিব্বোলেৎ" বোলা-
চোন; তাতে, সি শুদ্ধরূপে উচ্চারণ করিব
নোৱারি, "চিব্বোলেৎ" বুলি কলেই, সিবিলাকে
তাক ধরি যর্দ্দনর পারঘাটত বধ করে। সেই সময়ত
ইফ্রয়িমর বিয়াল্লিশ হাজার লোক মরা পড়িল।
৭ যিপ্তহে ছবছরলৈকে ইস্রায়েলর বিচার
করিলে। পাছে গিলিয়দীয়া যিপ্তহর মৃত্যু হলত,
গিলিয়দর কোনো এখন নগরত তেওঁক মৈদাম
দিয়া হল।
৮ তেওঁর পাছে বৈৎ-লেহমীয়া ইব্‌চন ইস্রায়েলর
৯ বিচারকর্ত্তা হল। তেওঁর ত্রিশ জন পুতেক আছিল;
আরু তেওঁ ত্রিশ জনী জীয়েকক উলিয়াই দি,
আপোন পুতেকহঁতর নিমিত্তে ত্রিশ জনী ছোৱালী
বাহিরর পরা আনিলে। তেওঁ সাত বছরলৈকে
১০ ইস্রায়েলর বিচার করিলে। পাছে ইব্‌চনর মৃত্যু
হলত, তেওঁক বৈৎ-লেহমত মৈদাম দিয়া হল।
১১ তেওঁর পাছত জবূলূনীয়া এলোন ইস্রায়েলর
বিচারকর্ত্তা হল; তেওঁ দহ বছরলৈকে ইস্রা-
১২ য়েলর বিচার করিলে। জবূলূনীয়া এলোনর
মৃত্যু হলত, জবূলূন দেশত থকা অয়ালোনত
তেওঁক মৈদাম দিয়া হল।
১৩ তেওঁর পাছত পিরিয়াথোনীয়া হিল্লেলর পুত্র
১৪ অব্দোন ইস্রায়েলর বিচারকর্ত্তা হল। তেওঁর
চল্লিশ জন পুতেক, আরু ত্রিশ জন নাতিয়েক
আছিল; সিবিলাকে সত্তরটা গাধত উঠি ফুরে;
তেওঁ আঠ বছরলৈকে ইস্রায়েলর বিচার করিলে।
১৫ পাছে পিরিয়াথোনীয়া হিল্লেলর পুত্র অব্দো-
নর মৃত্যু হলত, অমালেকীয়াবিলাকর পর্ব্বতীয়া
অঞ্চলত ইফ্রয়িম দেশত পিরিয়াথোনত তেওঁক
মৈদাম দিয়া হল।

চিম্‌চোনর জন্ম।

১৩ পাছে ইস্রায়েলর সন্তানবিলাকে যিহো-
ৱার সাক্ষাতে পুনরায় কু-আচরণ করিলে;
১ তাতে যিহোৱাই চল্লিশ বছরলৈকে সিবিলাকক
পলেষ্টীয়াবিলাকর হাতত সোধাই দিলে।
২ সেই কালত দানীয়া গোষ্ঠীর মাজত চরা-
নিবাসী মানোহ নামেরে এজন মানুহ আছিল;
তেওঁর তিরুতা বাঁজী হোৱাত তাই সন্তান প্রসব
৩ নকরিলে। পাছে যিহোৱার দূতে সেই তিরুতাক
দর্শন দি কলে, দেখা, তুমি বাঁজী আরু সন্তান

প্ৰসৱ কৰা নাই; তথাপি গৰ্ত্তধাৰণ কৰি এটী পুত্ৰ
৪ প্ৰসৱ কৰিবা। এই হেতুকে তুমি সাৱধান হোৱা;
দ্ৰাক্ষাৰস কি সুৰা পান নকৰিবা, আৰু কোনো
৫ অশুচি বস্তুকো ভোজন নকৰিবা। কাৰণ দেখা,
তুমি গৰ্ত্তধাৰণ কৰি এটী পুত্ৰ প্ৰসৱ কৰিবা; তাৰ
মূৰত ক্ষুৰ লগোৱা নহব; কিয়নো সেই লৰা গৰ্ত্তৰে
পৰা ঈশ্বৰৰ উদ্দেশে নাচৰীয়া হব; আৰু পলে-
ষ্টীয়াইঁতৰ হাতৰ পৰা ইস্ৰায়েলক উদ্ধাৰ কৰিব-
৬ লৈ সি আৰম্ভ কৰিব। তাতে সেই তিৰুতাই
গৈ আপোন স্বামীক কলে, ঈশ্বৰৰ এজন লোক
মোৰ ওৰিলৈ আহিছিল; তেওঁৰ ৰূপ ঈশ্বৰৰ
দূতৰ ৰূপৰ নিচিনা, অতি ভয়ঙ্কৰ; তেওঁ ক'ৰ
পৰা আহিল, তাক ময় সুধিবলৈ নহল, আৰু
৭ তেৱোঁ আপোন নাম মোক নকলে; কিন্তু তেওঁ
মোক কলে, দেখা, তুমি গৰ্ত্তধাৰণ কৰি এটী পুত্ৰ
প্ৰসৱ কৰিবা; এই হেতুকে তুমি দ্ৰাক্ষাৰস বা
সুৰা পান নকৰিবা, আৰু কোনো অশুচি বস্তুও
ভোজন নকৰিবা; কিয়নো সেই লৰা গৰ্ত্তৰে
পৰা মৰণৰ দিনলৈকে ঈশ্বৰৰ উদ্দেশে নাচৰীয়া
৮ হব। তেতিয়া মানোহে যিহোৱাৰ আগত বিনয়
কৰি কলে, হে প্ৰভো, মিনতি কৰোঁ, আপুনি
পঠোৱা ঈশ্বৰৰ সেই লোকক আমাৰ ওচৰলৈ
পুনৰায় আহিব দিওক, আৰু যি লৰা জন্মিব,
তালৈ আমি কি কৰিব লাগিব, তেওঁ তাক আমাক
৯ বুজাই দিওকহি। তেতিয়া ঈশ্বৰে মানোহৰ
কথাত কাণ দিয়াত, ঈশ্বৰৰ দূত আকৌ সেই
তিৰুতাৰ ওৰিলৈ আহিল; সেই সময়ত তাই
পথাৰত বহি আছিল, কিন্তু তাইৰ স্বামী মানোহ
১০ তাইৰ লগত নাছিল। পাছে সেই তিৰুতাই
বেগাই লৰি গৈ, আপোন স্বামীক সংবাদ দি
কলে, দেখা, সেই দিনাখোন যি জনা লোক মোৰ
ওচৰলৈ আহিছিল, তেওঁ এতিয়াও মোক দৰ্শন
১১ দিছে। তেতিয়া মানোহে উঠি আপোন তিৰুতাৰ
পাছে পাছে সেই পুৰুষ জনাৰ ওচৰলৈ গৈ
তেওঁক সুধিলে, এই তিৰুতাই লৈতে যি জনাই
কথা হৈছিল, সেই জনা আপুনিয়েই নে? তেওঁ
১২ কলে, ময়েই হওঁ। পাছে মানোহে কলে, আপোনাৰ
বাক্য যেতিয়া সাফল হব, তেতিয়া সেই লৰালৈ
১৩ কি বিধি আৰু কি কৰ্ত্তব্য? তাতে যিহোৱাৰ
দূতে মানোহক কলে, ময় এই তিৰুতাক যি
সকলো কথা কলোঁ, সেই সকলো বিষয়ত তাই
১৪ সাৱধান থাকোক। তাই দ্ৰাক্ষালতাৰ পৰা
উৎপন্ন হোৱা কোনো বস্তু ভোজন নকৰিব,
দ্ৰাক্ষাৰস কি সুৰা পান নকৰিব, আৰু কোনো
অশুচি বস্তু নেখাব; ময় তাইক যি যি আজ্ঞা
কৰিলোঁ, তাই সেই সকলোকে পালন কৰোক।
১৫ পাছে মানোহে যিহোৱাৰ দূতক কলে, আপুনি
আমাৰ মিনতি গ্ৰহণ কৰি অলপ পলম কৰোক,
আমি আপোনাৰ আগলৈ এটী ছাগলী পোৱালি
১৬ ৰুন্ধত কৰি আনি দিওঁ। তেতিয়া যিহোৱাৰ দূতে
মানোহক কলে, তুমি মোক ৰাখিলেও ময়
তোমাৰ খোৱা বস্তু ভোজন নকৰিম; কিন্তু তুমি
যদি হোমবলি যুগুত কৰা, তেন্তে যিহোৱাৰ
উদ্দেশেই তাক উৎসৰ্গ কৰিব লাগিব। কিয়নো
তেওঁ যে যিহোৱাৰ দূত, মানোহে তাক নেজানি-
১৭ ছিল। তেতিয়া মানোহে যিহোৱাৰ দূতক
সুধিলে, আপোনাৰ বাক্য সিদ্ধ হলে আমি
আপোনাক মৰ্য্যাদা কৰিবলৈ, আপোনাৰ নাম
১৮ কি কওকচোন। তাতে যিহোৱাৰ দূতে কলে,
মোৰ নাম কেলেই সুধিছা? কিয়নো সেই নাম
১৯ অতি আশ্চৰ্য্য। পাছে মানোহে ভক্ষ্য নৈবেদ্যৰে
সৈতে সেই ছাগলী পোৱালি লৈ, যিহোৱাৰ
উদ্দেশে শিলটোৰ ওপৰত উৎসৰ্গ কৰিলে;
তাতে মানোহ আৰু তেওঁৰ তিৰুতাৰ চকুৰ আগতে
সেই দূতে আশ্চৰিত ব্যাপাৰ সাধন কৰিলে।
২০ কিয়নো, যেতিয়া অগ্নিশিখা যজ্ঞবেদিৰ পৰা
আকাশৰ ফালে ওপৰলৈ উঠিল, তেতিয়া মানোহ
আৰু তেওঁৰ তিৰুতাই দেখাতে যিহোৱাৰ দূত
সেই যজ্ঞবেদিৰ শিখাত ওপৰলৈ উঠি গল;
২১ তাতে সিবিলাকে মাটীত মুখ দি পৰিল। তাৰ
পাছত যিহোৱাৰ দূতে মানোহক আৰু তেওঁৰ
তিৰুতাক পুনৰায় দৰ্শন নিদিলে। তেওঁ যে
যিহোৱাৰ দূত, তাক মানোহে তেতিয়াহে
২২ জানিলে। পাছে মানোহে আপোন তিৰুতাক
কলে, আমি নিশ্চয়ে মৰিম; কিয়নো আমি ঈশ্বৰক
২৩ দেখা পালোঁ। কিন্তু তেওঁৰ তিৰুতাই তেওঁক কলে,
আমাক বধ কৰিবলৈ যদি ঈশ্বৰৰ ইচ্ছা হলহেঁ-
তেন, তেন্তে তেওঁ আমাৰ পৰা হোম আৰু নৈবেদ্য
গ্ৰহণ নকৰিলেহেঁতেন, আৰু এই সকলো আমাক
নেদেখুৱালেহেঁতেন, আৰু এই সময়ত আমাক
২৪ এনে কথাও নুশুনালেহেঁতেন। পাছে সেই তিৰু-
তাই এটী পুত্ৰ প্ৰসৱ কৰি তাৰ নাম চিম্চোন
ৰাখিলে; তাৰ পাছে সেই লৰা বাঢ়ি ডাঙৰ
হল, আৰু যিহোৱাই তাক আশীৰ্ব্বাদ কৰিলে।
২৫ প্ৰথমে যিহোৱাৰ আত্মাই চৰা আৰু ইষ্টায়োলৰ
মাজ ঠাইত থকা মহনে-দানত চিম্চোনক
চলাবলৈ ধৰিলে।

চিম্চোনৰ বিবাহ।

১৪ পাছে চিম্চোনে তিম্নালৈ নামি গৈ,
সেই ঠাইত পলেষ্টীয়াবিলাকৰ জীয়াৰী-
বোৱৰ মাজত এজনী ছোৱালী দেখা পালে।
২ আৰু উলটি আহি আপোনাৰ মাক বাপেকক
কলে, ময় তিম্নাত পলেষ্টীয়াবিলাকৰ জীয়াৰী-
বোৱৰ মাজত এজনী ছোৱালী দেখিলোঁ; তোমা-
লোকে তাইক আনি মোৰে সৈতে বিয়া দিয়া।

৩ তেতিয়া তেওঁৰ বাপেক মাকে তেওঁক কলে, তোমাৰ
ভাইবিলাকৰ মাজত আৰু মোৰ সকলো স্বজাতীয়-
বিলাকৰ মাজত জানো ছোৱালী নাই, যে, তুমি
সেই অচুন্নৎ পলেষ্টীয়াবিলাকৰ ছোৱালী আনি-
বলৈ যাব খুজিছা? চিম্চোনে আপোন বাপেকক
কলে, তুমি মোৰ নিমিত্তে তাইকেই অনোৱা,
৪ কিয়নো মোৰ দৃষ্টিত তায়েই মনোহৰী। কিন্তু
তেওঁৰ মাক বাপেকে নেজানিলে, যে, সেয়ে
যিহোৱাৰ পৰা হৈছে; কাৰণ তেওঁ পলেষ্টীয়া-
বিলাকৰ বিৰুদ্ধে ছিদ্ৰ বিচাৰিছিল। সেই
কালত পলেষ্টীয়াবিলাকে ইস্ৰায়েলক শাসন
কৰিছিল।
৫ পাছে চিম্চোন আৰু তেওঁৰ বাপেক মাক
তিম্নালৈ নামি গৈ তিম্নাত থকা দ্ৰাক্ষাবাৰী
পালত, এটা ডেকা সিংহই চিম্চোনৰ বিৰুদ্ধে
৬ গৰ্জ্জন কৰি খেদি আহিল। তেতিয়া যিহোৱাৰ
আত্মা তেওঁৰ ওপৰত স্থিতি হলত, তেওঁৰ হাতত
একো নথকাতো, ছাগলী পোৱালি ছিৰা নিচি-
নাকৈ তেওঁ সেই সিংহক ছিৰি পেলালে;
কিন্তু তেওঁ কি কৰিলে, তাক আপোনাৰ মাক
৭ বাপেকক নকলে। পাছে চিম্চোনে গৈ সেই
ছোৱালীৰ লগত কথাবাৰ্ত্তা হলত, তাই তেওঁৰ
৮ দৃষ্টিত মনোহৰী হল। কিছু কালৰ পাছত,
তেওঁ যেতিয়া সেই ছোৱালীক বিয়া কৰি আনি-
বলৈ পুনৰায় সেই ঠাইলৈ গৈছিল, তেতিয়া
সেই সিংহৰ শৱ চাবলৈ বাট এৰি গৈ দেখিলে,
সিংহৰ শৱৰ ভিতৰত এজাক মৌমাখী আৰু
৯ মৌ আছে। তেতিয়া তেওঁ তাক আনি হাতত লৈ
খাই খাই গল, আৰু বাপেক মাকৰ ওচৰ পাই
সিবিলাককো কিছু দিলত, সিবিলাকেও খালে;
কিন্তু তেওঁ যে সেই মৌ সিংহৰ শৱৰ পৰা
১০ আনিলে, তাক তেওঁ সিবিলাকক নকলে। পাছে
তেওঁৰ বাপেক সেই ছোৱালীৰ ওচৰলৈ গলত,
চিম্চোনে সেই ঠাইতে ভোজ যুগুত কৰিলে;
কিয়নো ডেকা লোকবিলাকৰ তেনে নিয়ম
১১ আছিল। পাছে তেওঁক দেখি পলেষ্টীয়াবিলাকে
তেওঁৰ ওচৰত থাকিবলৈ ত্ৰিশ জন সখীয়েক
১২ আনিলে। পাছে চিম্চোনে সিহঁতক কলে, মই
তোমালোকক এটা সাঁথৰ কওঁ, তোমালোকে
উৎসৱৰ এই সাত দিনৰ ভিতৰতে যদি মোক
তাৰ অৰ্থ ঠিকৰূপে বুজাই কব পাৰা, তেন্তে মই
তোমালোকক গাত লোৱা শণৰ ত্ৰিশখন বস্ত্ৰ আৰু
১৩ ত্ৰিশ যোৰ কাপোৰ দিম। কিন্তু যদি মোক তাৰ
অৰ্থ কব নোৱাৰা, তেন্তে তোমালোকে মোক
গাত লোৱা শণৰ ত্ৰিশখন বস্ত্ৰ আৰু ত্ৰিশ যোৰ
কাপোৰ দিবা। তাতে সিহঁতে তেওঁক কলে,
তোমাৰ সাঁথৰ কোৱা, আমি তাক শুনো।
১৪ তেতিয়া তেওঁ সিহঁতক কলে,

খাওঁতাৰ পৰা খোৱা দ্ৰব্য,
আৰু বলৱানৰ পৰা মধু ওলাল।

তাতে সিহঁতে তিন দিনৰ ভিতৰত সেই সাঁথৰৰ
১৫ অৰ্থ কব নোৱাৰিলে। পাছে সপ্তম দিন হলত,
সিহঁতে চিম্চোনৰ ঘৈণীয়েকক কলে, যিহতে
তোৰ গিৰিয়েৰে সাঁথৰৰ অৰ্থ আমাক কয়, এই
নিমিত্তে তয় তাক ফুচুলাবি, নহলে আমি তোক
আৰু তোৰ পিতৃবংশক জুইত পুৰিম; তহঁতে
আমাক দৰিদ্ৰ কৰিবৰ অৰ্থেহে নিমন্ত্ৰণ কৰি-
১৬ ছিলি, এয়ে নহয় জানো? পাছে চিম্চোনৰ
ঘৈণিয়েকে গিৰিয়েকৰ ওৰিত কান্দি কলে,
তুমি মোক কেৱল ঘিণ কৰিছা, একেৰিও মৰম
নকৰা; মোৰ স্বজাতীয়বিলাকক এটা সাঁথৰ কলা,
কিন্তু মোক তাৰ অৰ্থ বুজাই নকলা। তাতে তেওঁ
তাইক কলে, চা, মোৰ বোপাই আইকে তাক
বুজাই কোৱা নাই, তেন্তে তোক বুজাই কম নে
১৭ তথাপি তেওঁৰ ঘৈনিয়েকে উৎসৱৰ সাত দিনৰ
শেষলৈকে তেওঁৰ ওৰিত কান্দি কান্দি থাকিল;
পাছে, তাই তেওঁক বৰকৈ ধৰাত, তেওঁ সপ্তম
দিনা তাইক বুজাই কলে; তাতে তাই স্বজাতীয়-
১৮ বিলাকক সাঁথৰৰ অৰ্থ কৈ দিলে। পাছে সপ্তম
দিনা সূৰ্য্য মাৰ যোৱাৰ আগেয়ে সেই নগৰত
থকা লোকবিলাকে তেওঁক কলে, মৌতকৈ মিঠা
কি? আৰু সিংহতকৈ বলৱান কোন? তাতে
তেওঁ সিহঁতক কলে,

তহঁতে মোৰ চেঁউৰী গৰুৰে হাল নোবোৱা
হলে,
মোৰ সাঁথৰৰ অৰ্থ উলিয়াব নোৱাৰিলি-
হেঁতেন।

১৯ পাছে, যিহোৱাৰ আত্মা তেওঁৰ ওপৰত স্থিতি
হলত, তেওঁ অস্কিলোনলৈ নামি গৈ, তাৰ ত্ৰিশ
জন মানুহক বধ কৰি, সিহঁতৰ কাপোৰ সোলোকাই
আনি, সেই কাপোৰৰে এযোৰ এযোৰ সাঁথৰৰ
অৰ্থ কোৱাবোৰক দিলে; আৰু খঙত জ্বলি
উঠি আপোনাৰ বাপেকৰ ঘৰলৈ গুচি গল।
২০ পাছে চিম্চোনৰ যি সখীয়েক তেওঁৰ মিত্ৰ
আছিল, তাকে তেওঁৰ তিৰুতাক দিয়া হল।

পলেষ্টীয়াবিলাকৰ ওপৰত চিম্চোনে
প্ৰতিকাৰ লবা।

১৫ কিছু কালৰ পাছে ঘেঁহু ধান দাবৰ সময়ত
চিম্চোনে এটা ছাগলী পোৱালি লগত লৈ
আপোনাৰ তিৰুতাৰে সাক্ষাৎ হবৰ নিমিত্তে গৈ
কলে, মই মোৰ তিৰুতাৰ ওৰিলৈ ভিতৰ খোটালি-
লৈ যাওঁ; কিন্তু তাইৰ বাপেকে তেওঁক ভিতৰলৈ
২ যাব নিদিলে। আৰু তাইৰ বাপেকে কলে, বৰূপেই
তুমি তাইক ঘিণ কৰিলা বুলি ভাবি, মই তাইক
তোমাৰ সখীয়েৰাক দিলোঁ; তাইৰ সৰু ভনীয়েক

জানো তাইতকৈ সুন্দৰী নহয় ? মই নিবেদন কৰোঁ,
৩ তাইৰ সলনি তায়ে তোমাৰ তিৰুতা হওক। তাতে
চিম্চোনে সিহঁতক কলে, এই বাৰ মই পলেষ্টী-
য়াইঁতলৈ কোনো বিষম ব্যৱহাৰ কৰিলেও সিহঁতৰ
৪ ধৰিত মই নিৰ্দ্দোষী হম। পাছে চিম্চোনে গৈ
তিনি শ শিয়াল ধৰি, নেজে নেজে জুঁটি দুতাল
৫ দুতাল নেজত এটা এটা আৰিয়া বান্ধিলে। পাছে
সেই আৰিয়াত জুই লগাই, পলেষ্টীয়াবিলাকৰ
থিয় হৈ থকা পকা ধাননীৰ মাজত এৰি দিলে;
তাতে বন্ধা মুঠি, আৰু নোদোৱা থিয় হৈ থকা
ধান, আৰু জিতবৃক্ষৰ বাড়ীবোৰ পুৰি পেলালে।
৬ তেতিয়া পলেষ্টীয়াবিলাকে সুধিলে, এই কাম
কোনে কৰিলে ? মানুহে কলে, তিম্নায়ীয়াৰ
জোঁৱায়েক চিম্চোনে এই কাম কৰিলে, কিয়নো
তাৰ শহুৰেকে তাৰ ঘৈনীয়েকক লৈ তাৰ সখী-
য়েকক দিলে; তাতে পলেষ্টীয়াবিলাকে আহি
সেই তিৰুতাক আৰু তাইৰ বাপেকক জুই দি
৭ পুৰিলে। পাছে চিম্চোনে সিহঁতক কলে, তহঁতে
যদি এনে কাম কৰা লোক, তেন্তে মই তহঁতৰ
৮ ওপৰত প্ৰতিকাৰ নেসাধোঁমানে নেৰোঁ; ইয়াকে
কৈ তেওঁ নিৰ্দ্দয়ৰূপে সিহঁতক প্ৰহাৰ কৰি
সিহঁতৰ অধিক লোকক বধ কৰিলে; পাছে তেওঁ
এথম শিলৰ গুহালৈ গৈ তাতে থাকিল।
৯ সেই সময়ত পলেষ্টীয়াবিলাকে উঠি গৈ যিহূ-
১০ দাত ছাউনি পাতি লেহীত ব্যাপিল। তাতে যিহূ-
দাৰ মানুহবিলাকে সুধিলে, তোমালোকে আমাৰ
বিৰুদ্ধে কেলেই উঠি আহিলা ? সিহঁতে কলে,
আমি চিম্চোনক বান্ধিবলৈ আহিলোঁ, সি আমা-
লৈ যেনে কৰিলে, আমিও তাক তেনে কৰিবলৈ
১১ আহিলোঁ। তেতিয়া যিহূদাৰ তিনি হাজাৰ লোকে
এথম শিলৰ গুহালৈ নামি গৈ চিম্চোনক কলে,
পলেষ্টীয়াবিলাক যে আমাৰ শাসনকৰ্ত্তা, তাক
তুমি নেজানা নে ? তেন্তে আমাৰ বিৰুদ্ধে এইটো
কি কাম কৰিলা ? তাতে তেওঁ সিবিলাকক কলে,
সিহঁতে মোলৈ যেনে কৰিলে, ময়ো সিহঁতলৈ
১২ তেনে কৰিলোঁ। সিবিলাকে তেওঁক কলে, এতিয়া
আমি পলেষ্টীয়াবিলাকৰ হাতত সোধাই দিবৰ
অৰ্থে তোমাক বান্ধি নিবলৈ নামি আহিলোঁ।
চিম্চোনে সিবিলাকক কলে, তোমালোকে মোক
১৩ বধ নকৰোঁ বুলি শপত কৰা। সিবিলাকে কলে,
নহয়, কেৱল আমি তোমাক শকতকৈ বান্ধি নি
সিহঁতৰ হাতত সোধাই দিম; আমি নিশ্চয়ে
তোমাক বধ নকৰোঁ। পাছে সিবিলাকে দুগছ
নতুন লেজুৰে তেওঁক বান্ধি সেই শিলৰ পৰা লৈ
১৪ গল। পাছে তেওঁ লেহী পালত, পলেষ্টীয়া-
বিলাকে তেওঁক পাই বৰকৈ জয়ধ্বনি কৰিলে।
তেতিয়া যিহোৱাৰ আত্মা তেওঁৰ ওপৰত স্থিতি
হলত, তেওঁৰ বাহুত বন্ধা লেজু দুগছ জুয়ে পোৰা
শণৰ নিচিনা হল, আৰু তেওঁৰ হাতৰ পৰা বেণ্ডী
১৫ খহি পৰিল। পাছে তেওঁ গাধৰ গালৰ এডাল
কেঁচা হাড় পাই হাত মেলি তাকে লৈ, তাৰেই
১৬ এক হাজাৰ লোকক বধ কৰিলে। তেতিয়া চিম্-
চোনে কলে,

গাধৰ গালৰ হাড়ডালেৰে দ'মৰ উপৰি দ'ম
কৰিলোঁ;
গাধৰ গালৰ হাড়ডালেৰে এক হাজাৰ
লোকক বধ কৰিলোঁ।

১৭ পাছে কথা কৈ এঁটাই, হাতৰ পৰা সেই হাড়-
ডাল পেলাই দিলে; তাতে সেই ঠাইৰ নাম ৰামৎ-
১৮ লেহী হল। পাছে তেওঁৰ বৰকৈ পিয়াহ লগাত,
তেওঁ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে, তুমি
আপোনাৰ এই দাসৰ হাতেৰে এই মহানিস্তাৰ
কৰিলা; এতিয়া মই পিয়াহত মৰি সেই অচুন্নৎ-
১৯ ইঁতৰ হাতত পৰিম; তাতে যিহোৱাই লেহীত
থকা, কুণ্ডৰ নিচিনা দ ঠাইত শিল কালি বাট
উলিওৱাত, তাৰ পৰা পানী ওলাল। তেতিয়া তেওঁ
জল পান কৰি প্ৰাণত তত পাই চেতন পালে;
এই হেতুকে তাৰ নাম অয়িন-হক্কোৰি [প্ৰাৰ্থনা
কৰা জলৰ ভুমুক] ৰখা হল; সেয়ে এতিয়ালৈকে
২০ লেহীত আছে। পলেষ্টীয়াবিলাকৰ দিনত তেওঁ
বিশ বছৰলৈকে ইস্ৰায়েলৰ বিচাৰ কৰিলে।

চিম্চোনৰ পতন। তেওঁ প্ৰতিকাৰ সধা,
আৰু তেওঁৰ মৃত্যু।

১৬ পাছে চিম্চোনে ঘচালৈ গৈ, তাত এজনী
বেশ্যা তিৰুতাক দেখি তাইৰ ওচৰলৈ গল।
২ তাতে, চিম্চোন এই ঠাইলৈ আহিল, এনে কথা
শুনি ঘচাতীয়াইঁতে তেওঁক বেৰি ধৰি, নগৰৰ
দুৱাৰত লুকাই ওৰেৰাতি তেওঁলৈ খাপ দি
থাকিল, আৰু ৰাতিপুৱালৈকে থাওক, দিন হলে
আমি তাক বধ কৰিম, এই বুলি কৈ ওৰেৰাতি
৩ মনে মনে থাকিল। কিন্তু চিম্চোনে মাজ নিশা-
লৈকে শুই থাকি মাজ নিশাতে উঠি, নগৰৰ
দুৱাৰ দুখলপা, আৰু খুঁটা দুটা হাতেৰে ধৰি
উঘালি ডাঙে সৈতে কান্ধত তুলি, হিব্ৰোণৰ
আগত থকা পৰ্ব্বতৰ টিঙলৈ লৈ গল।
৪ তাৰ পাছত তেওঁ চোৰেক উপত্যকাত থকা
দলীলা নামেৰে এজনী তিৰুতাৰ প্ৰেমত মোহ
৫ গল। তাতে পলেষ্টীয়াবিলাকৰ অধিপতিবি-
লাকে তাইৰ ঘৰলৈ আহি তাইক কলে, তই তাক
ফুচুলাই, কিহত তাৰ এনে মহাবল আছে, আৰু
আমি তাক দুৰ্গতি কৰিবলৈ বান্ধিবৰ নিমিত্তে
কিহেৰে তাক বলে পাৰিম, তাৰ বুজ ল; ইয়াকে
কৰিলে আমি প্ৰতিজনে তোক এঘাৰ শ চেকল
৬ ৰূপ দিম। পাছে দলীলাই চিম্চোনক কলে,
বিনয় কৰোঁ, কিহত তোমাৰ এনে মহাবল আছে,

আৰু দুৰ্গতি কৰিবলৈ তোমাক কিহেৰে বান্ধিব
৭ লাগে, তাক মোক কোৱা। তাতে চিম্চোনে
তাইক কলে, মুগুকুৱা এনে সাত্গছ চালৰ কেঁচা
বৰটিৰে যদি মোক বান্ধে, তেন্তিয়া মই দুৰ্ব্বল হৈ
৮ আন মানুহৰ নিচিনা হম। পাছে পলেষ্টীয়া-
বিলাকৰ অধিপতিবিলাকে মুগুকুৱা সাত্গছ
কেঁচা বৰটি আনি সেই তিৰুতাক দিলে; তাতে
৯ তাই তাৰে চিম্চোনক বান্ধিলে। সেই সময়ত
তাইৰ ঘৰৰ ভিতৰ খোঁটালিত গুপুতে মানুহ
বহি আছিল; পাছে দলীলাই চিম্চোনক কলে,
হেৰা চিম্চোন, পলেষ্টীয়াইঁতে তোমাক ধৰেহে;
তাতে জুইৰ তাপত শণ সূতা যেনেকৈ ছিগে,
তেনেকৈ তেওঁ সেই বৰটিবোৰ ছিঙি পেলালে;
এই ৰূপে তেওঁৰ বলৰ একো বুজ পোৱা নগল।
১০ পাছে দলীলাই চিম্চোনক কলে, দেখা, তুমি
মোক ভাঁড়িলা, আৰু মিছা কথা কলা; এতিয়া
বিনয় কৰোঁ, কিহেৰে তোমাক বান্ধিব পৰা
১১ যায়, তাক মোক কোৱা। তাতে তেওঁ তাইক কলে,
যি লেজুৰে কোনো কাম কৰা নাই, এনে কেইবা-
ডালো নতুন লেজুৰে যদি সিহঁতে মোক বান্ধে,
তেন্তিয়া মই দুৰ্ব্বল হৈ আন মানুহৰ নিচিনা
১২ হম। তাতে দলীলাই নতুন লেজু লৈ তাৰে তেওঁক
বান্ধিলে; তেন্তিয়া তাইৰ ঘৰৰ ভিতৰ খোঁটালিত
গুপুতে মানুহ বহি আছিল; পাছে দলীলাই
তেওঁক কলে, হেৰা চিম্চোন, পলেষ্টীয়াইঁতে
তোমাক ধৰেহে; তেন্তিয়া তেওঁ আপোনাৰ হাতৰ
পৰা সেইবোৰক সূতাৰ নিচিনাকৈ ছিঙি
১৩ পেলালে। পাছে দলীলাই আকৌ চিম্চোনক
কলে, তুমি এতিয়াও মোক ভাঁড়ি আছা, আৰু
মিছা কথাও কৈ আছা; কিহেৰে তোমাক বান্ধিব
পৰা যায়, তাক মোক কোৱা। চিম্চোনে তাইক
কলে, তয় যদি মোৰ মূৰৰ চুলি সাত্কোঁচা তাঁতৰ
১৪ লগত বৰ, তেন্তিয়া হলে সেয়ে হব পাৰে। তাতে
তাই তাঁতৰ খুঁটিৰ লগত তাক বন্ধ কৰি, তেওঁক কলে,
হেৰা চিম্চোন, পলেষ্টীয়াইঁতে তোমাক ধৰেহে;
তাতে তেওঁ টোপনিৰ পৰা সাৰ পাই তাঁতে
১৫ সৈতে তাঁতৰ খুঁটি উঘালি পেলালে। পাছে
দলীলাই তেওঁক কলে, তুমি মোত বিশ্বাস কৰা
নাই; তেন্তে, মই তোমাক প্ৰেম কৰোঁ, এনে কথা
কেনেকৈ কব পাৰা? চোৱা, এই তিনিবাৰ
তুমি মোক ভাঁড়িলা; কিহত তোমাৰ এনে
১৬ মহাবল আছে, তাক মোক নকলা। এই ৰূপে
তাই নিত্যে নিত্যে কৈ তেওঁক ইমান্কৈ ধৰিলে,
যে, আপোন প্ৰাণত বেজাৰ লাগি তেওঁ মৰিবলৈ
১৭ ইচ্ছা কৰিলে। তাতে তেওঁ আপোনাৰ মনৰ
সকলো কথা ভাঙি কলে, যে, মোৰ মূৰত
কেতিয়াও ক্ষুৰ উঠা নাই, কিয়নো মাতৃৰ গৰ্ভৰে
পৰা মই ঈশ্বৰৰ উদ্দেশে নাচৰীয়া মানুহ; মূৰ
ক্ষুৰালেই মোৰ বলে মোক এৰি যাব; তাতে
মই দুৰ্ব্বল হৈ আন মানুহৰ নিচিনা হম।
১৮ তেতিয়া, তেওঁ মনৰ সকলো কথা ভাঙি কলে
বুলি দলীলাই বুজি, মানুহ পঠাই পলেষ্টীয়া-
বিলাকৰ অধিপতিবিলাকক মতাই কলে, এই বাৰ
আহাঁ; কিয়নো সি মোক আপোন মনৰ সকলো
কথা ভাঙি কলে। তাতে পলেষ্টীয়াবিলাকৰ
অধিপতিবিলাকে ধন হাতত লৈ, তাইৰ ওচৰলৈ
১৯ আহিল। পাছে তাই আপোনাৰ কোলাত তেওঁক
শুৱাই টোপনি অনাই, এটা মানুহ মাতি আনি
তেওঁৰ মূৰৰ চুলি সাত্কোঁচা ক্ষুৰুৱালে; আৰু
তেওঁক দুখ দিবলৈ ধৰিলে; তাতে তেওঁৰ বলে
২০ তেওঁক এৰি গল। পাছে তাই কলে, হেৰা চিম্-
চোন, পলেষ্টীয়াইঁতে তোমাক ধৰেহে; তাতে
তেওঁ টোপনিৰ পৰা সাৰ পাই মনতে ভাবিলে,
আন আন সময়ৰ নিচিনাকৈ বাহিৰলৈ গৈ গা
জোকাৰিম; কিন্তু যিহোৱাই যে তেওঁক ত্যাগ
২১ কৰিলে, তাক তেওঁ নেজানিলে। পাছে পলেষ্টীয়া-
ইঁতে তেওঁক ধৰি তেওঁৰ চকু দুটা কাঢ়ি, তেওঁক
ঘচালৈ আনি পিতলৰ দুডাল শিকলিৰে
বান্ধিলে, আৰু তেওঁ কাটেকত যাঁত পিহিলে।
২২ তথাপি ক্ষুৰুৱাৰ পাছে তেওঁৰ মূৰৰ চুলি আকৌ
বাঢ়িবলৈ ধৰিলে।
২৩ তাৰ পাছে পলেষ্টীয়াবিলাকৰ অধিপতি-
বিলাকে আপোনাবিলাকৰ দেৱতা দাগোনৰ
উদ্দেশে মহাযজ্ঞ, আৰু ৰঙ ধেমালি কৰিবলৈ
গোট খালে; কিয়নো সিহঁতে কলে, আমাৰ দেৱ-
তাই আমাৰ শত্ৰু চিম্চোনক আমাৰ হাতত
২৪ দিলে। আৰু তেওঁক দেখি লোকবিলাকে আপোনা-
বিলাকৰ দেৱতাক প্ৰশংসা কৰিলে; কিয়নো
সিহঁতে কলে, আমাৰ অনেক লোকক বধ কৰা
আমাৰ শত্ৰুক, আমাৰ দেশ নষ্ট কৰাটোক
আমাৰ দেৱতাই আমাৰ হাতত সমৰ্পণ কৰিলে।
২৫ পাছে সিহঁতৰ মন হৰ্ষতে মত্ত হলত, সিহঁতে
কলে, চিম্চোনক মাত, সি আমাৰ আগত ৰঙ
দেখুৱাওক। তাতে লোকবিলাকে বন্দীশালৰ
পৰা চিম্চোনক মাতি নিলত, তেওঁ সিহঁতৰ
আগত ৰঙ দেখুৱালে; পাছে সিহঁতে স্তম্ভ দুটাৰ
২৬ মাজত তেওঁক থিয় কৰালে। তেতিয়া চিম্চোনে
আপোনাৰ হাতত ধৰি থকা লৰাটোক কলে,
মোক এৰি দি, যি দুটা স্তম্ভৰ ওপৰত ঘৰৰ ভৰ
আছে, তাক মোক চুবলৈ দে, মই তাত আওজি
২৭ থিয় হওঁ। সেই সময়ত মতাই তিৰুতাই সেই
ঘৰ ভৰি আছিল; আৰু পলেষ্টীয়াবিলাকৰ
আটাই অধিপতি তাত আছিল, আৰু ঘৰৰ
চালৰ ওপৰত মতা আৰু তিৰুতা প্ৰায় তিনি
হাজাৰ লোকে চিম্চোনে দেখুওৱা ৰঙ চাই
২৮ আছিল। তেতিয়া চিম্চোনে যিহোৱাৰ আগত

প্ৰাৰ্থনা কৰি কলে, হে প্ৰভু যিহোৱা, মই যেন
মোৰ চকু দুটাৰ নিমিত্তে পলেষ্টীয়াবিলাকৰ
ওপৰত একেবাৰে প্ৰতিকাৰ সাধিব পাৰোঁ, এই
নিমিত্তে অনুগ্ৰহ কৰি মোক সোঁৱৰণ কৰা, হে
২৯ ঈশ্বৰ, এই বাৰ মাথোন মোক বলবান কৰা। তাতে,
মাজত থকা যি স্তম্ভ দুটাৰ ওপৰত ঘৰৰ ভৰ
আছিল, চিম্‌চোনে তাৰ এটাক সোঁ হাতেৰে,
আনটোক বাঁও হাতেৰে ধৰি চাপৰি, পলেষ্টীয়া-
৩০ ইতে সৈতে মোৰ প্ৰাণ যাওক, এই বুলি
কৈ, আপোনাৰ সকলো বলেৰে ভৰ দিলে;
তাতে সেই ঘৰ, তাৰ ভিতৰত থকা অধিপতি
আদি সকলো লোকৰ ওপৰত পৰিল; এই
ৰূপে তেওঁ জীৱনৰ কালত বধ কৰা লোকতকৈ,
৩১ মৰণৰ কালত বধ কৰা লোক অধিক হল। পাছে
তেওঁৰ ভাইবিলাক আদি কৰি সকলো পিতৃ-
বংশই নামি আহি, তেওঁক লৈ গৈ চৰা আৰু
ইষ্টায়োলৰ মাজ ঠাইত তেওঁৰ পিতৃ মানোহৰ
মৈদামত তেওঁকো মৈদাম দিলে। তেওঁ বিশ
বছৰ ইস্ৰায়েলৰ বিচাৰ কৰিছিল।

দানীয়াবিলাকৰ প্ৰতিমাপূজা।

১৭ ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত মীখা নামেৰে
২ এজন মানুহ আছিল। সি আপোনাৰ
মাকক কলে, তোমাৰ পৰা নিয়া যি এঘাৰ শ
চেকল ৰূপৰ বাবে তুমি শাও দিছিলা, আৰু
তাক মই শুনাকৈ কৈছিলা, দেখা, সেই ৰূপ মোৰ
হাতত আছে; ময়েই তাক নিলোঁ। তাতে
তাৰ মাকে তাক কলে, যিহোৱাৰ পৰা মোৰ
৩ পো আশীৰ্ব্বাদপ্ৰাপ্ত হওক। পাছে সি সেই
এঘাৰ শ চেকল ৰূপ আপোন মাকক ওলো-
টাই দিলত, মাকে কলে, মই এই ৰূপ যিহো-
ৱাৰ উদ্দেশে পবিত্ৰ কৰিছোঁ; এটা কটা
মূৰ্ত্তি, আৰু এটা সাঁচত ঢলা প্ৰতিমা সাজি-
বৰ অৰ্থে তাক মোৰ হাতৰ পৰা মোৰ পোৱে
পাওক; এতেকে এতিয়া তাক তোমাক ওভো-
৪ টাই দিছোঁ। সি মাকক সেই ৰূপ ওলোটাই
দিলত, তাৰ মাকে তাৰে দুশ চেকল ৰূপ লৈ
সোণাৰীক দিলে; তাতে, সোণাৰীয়ে এটা কটা
মূৰ্ত্তি, আৰু এটা সাঁচত ঢলা প্ৰতিমা বনালত,
৫ সেই মূৰ্ত্তি মীখাৰ ঘৰত থাকিল। মীখা বুলি-
বৰ সেই মানুহটোৰ এটা দেৱালয় আছিল;
সি এযোৰ এফোদ আৰু কেইবাটাও গৃহদেৱতা
বনালে, আৰু আপোন পুতেকহঁতৰ এজনক
নিযুক্ত কৰিলত, সি তাৰ পুৰোহিত হল।
৬ সেই সময়ত ইস্ৰায়েলৰ মাজত ৰজা না-
ছিল; যেয়ে যিহকে উচিত দেখিছিল, সি
তাকেই কৰিছিল।

৭ সেই কালত যিহূদাৰ গোষ্ঠীৰ যিহূদাৰ
বৈৎ-লেহমৰ পৰা এজন লেবীয়া ডেকা মানুহ গৈ
৮ সেই ঠাইত প্ৰবাস কৰিছিল। সেই মানুহে
যতে পাই ততে থাকিবৰ নিমিত্তে যিহূদাৰ বৈৎ-
লেহম নগৰৰ পৰা ওলাই গৈ গৈ ইফ্ৰয়িম
পৰ্ব্বতীয়া অঞ্চলত থকা সেই মীখাৰ ঘৰ
৯ পালেগৈ। তাতে মীখাই তাক সুধিলে, তুমি
ক'ৰ পৰা আহিছা? তাতে সি তাক কলে,
মই যিহূদাৰ বৈৎ-লেহমৰ এজন লেবীয়া মানুহ;
যতে পাই ততে থাকিবৰ নিমিত্তে আহিছোঁ।
১০ তেতিয়া মীখাই তাক কলে, তুমি মোৰ লগত
থাকি মোৰ পিতৃ আৰু পুৰোহিত হোৱা; মই
বছৰেকত তোমাক দহ চেকল ৰূপ দিম, আৰু
এযোড় কাপড় ও তোমাৰ খোৱা বস্তু দিম।
তাতে সেই লেবীয়াই মানুহটোৰ ঘৰলৈ গৈ,
১১ তাৰ লগত থাকিবলৈ সম্মত হল; তেতি-
য়াৰে পৰা সেই ডেকা তাৰ এজন পুতেকৰ
১২ নিচিনা হল। পাছে মীখাই সেই লেবীয়াক
নিযুক্ত কৰি ললে, আৰু সেই ডেকা মীখাৰ
১৩ পুৰোহিত হৈ তাৰ ঘৰত থাকিল। তাতে মীখাই
কলে, যিহোৱাই মোৰ মঙ্গল কৰিব, ইয়াক
মই এতিয়া জানিলোঁ; কিয়নো সেই লেবীয়া
মোৰ পুৰোহিত হল।

১৮ সেই সময়ত ইস্ৰায়েলৰ মাজত ৰজা
নাছিল, আৰু সেই কালত দান ফৈদে
নিজে বাস কৰিবৰ অৰ্থে আধিপত্য পাবলৈ
চেষ্টা কৰি আছিল; কিয়নো সেই দিনলৈকে
ইস্ৰায়েলৰ ফৈদবিলাকৰ মাজত সেই ফৈদে
২ আপোন আধিপত্য পোৱা নাই। তেতিয়া দানৰ
সন্তানবিলাকে আপোনাবিলাকৰ গোষ্ঠীৰ সকলো
মানুহৰ মাজৰ পৰা পাঁচ জন বীৰক দেশ চাই
বুজবিচাৰ লবলৈ, চৰা আৰু ইষ্টায়োলৰ পৰা
পঠাই দিলে; আৰু সিবিলাকক কলে, তোমা-
লোকে গৈ দেশৰ বুজবিচাৰ লোৱা। তাতে
সিবিলাকে গৈ ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলৰ
সেই মীখাৰ ঘৰৰ ওচৰ পাই তাতে ৰাতি
৩ থাকিল। সিবিলাকে মীখাৰ ঘৰৰ ওচৰত
থাকোঁতে, সেই লেবীয়া ডেকাৰ উচ্চাৰণত তাক
চিনি, ওচৰলৈ গৈ তাক সুধিলে, এই ঠাইলৈ
তোমাক কোনে আনিলে? আৰু ইয়াত তুমি কি
৪ কৰিছা? আৰু ইয়াত তোমাৰ কি কাম? তাতে
সি সিবিলাকক কলে, মীখাই মোলৈ এই এই
দৰে ব্যৱহাৰ কৰিলে; তেওঁ মোক বেচ দিবলৈ
স্বীকাৰ কৰাত, মই তেওঁৰ পুৰোহিত হলোঁ।
৫ তেতিয়া সিবিলাকে কলে, আমি বিনয় কৰোঁ,
আমি যাব লগীয়া পথত আমাৰ মঙ্গল হব নে
নহব, তাক আমি জানিবৰ নিমিত্তে, তুমি ঈশ্বৰৰ

৬ গমিত যোৱা। তাতে সেই পুৰোহিতে সিবি-
লাকক কলে, কুশলে যোৱা; তোমালোকে যাব
লগীয়া পথ যিহোৱাৰ সাক্ষাতে আছে।
৭ তাৰ পাছে সেই পাঁচ জনে প্ৰস্থান কৰি লয়িচ
পাই দেখিলে, তাত থকা লোকবিলাক চীদোনীয়া
লোকবিলাকৰ নিচিনাকৈ শান্তভাৱে, আৰু
নিশ্চিন্ত হৈ নিৰ্ভয়ে বাস কৰিছে; কিয়নো সেই
দেশত সিহঁতক কোনো কথাত হানি কৰিব পৰা
ক্ষমতা থকা কোনো মানুহ নাছিল, আৰু চীদো-
নীয়াইতৰ পৰা সিহঁত দূৰত আছিল, আৰু আন
৮ কাৰো লগত সিহঁতে সম্পৰ্ক নেৰাখিছিল। পাছে
সিবিলাকে চৰা আৰু ইষ্টায়োললৈ আপোন
ভাইবিলাকৰ ওচৰলৈ উলটি গলত, সিবিলাকৰ
ভাইবিলাকে সুধিলে, তোমালোকৰ সংবাদ কি?
৯ তাতে সিবিলাকে কলে, বলা, আমি সেই লোক-
বিলাকৰ বিৰুদ্ধে উঠি যাওঁ; কিয়নো আমি সেই
দেশ দেখিলোঁ; দেখা, সেয়ে অতি উত্তম;
তোমালোকে কেলেই একো নকৰাকৈ আছা?
সেই দেশলৈ যাবলৈ আৰু তাক অধিকাৰ কৰিবৰ
১০ নিমিত্তে সোমাবলৈ এলাহ নকৰিবা; গলেই
তোমালোকে লোকবিলাকক নিশ্চিন্তে থকা পাবা;
আৰু সেই দেশ বহল; কিয়নো ঈশ্বৰে তোমা-
লোকৰ হাতত সেই দেশ সমৰ্পণ কৰিলে; আৰু
তাত পৃথিবীত থকা কোনো বস্তুৰ অভাৱ নাই।
১১ তাতে যুদ্ধৰ অস্ত্ৰেৰে ভালকৈ সাজু হোৱা,
দানীয়া গোষ্ঠীৰ ছশ লোকে তাৰ পৰা, অৰ্থাৎ
১২ চৰা আৰু ইষ্টায়োলৰ পৰা যাত্ৰা কৰিলে। আৰু
সিবিলাকে উঠি গৈ যিহূদাৰ কিৰিয়ৎ-যিয়া-
ৰীমত ছাউনি পাতিলে; এই কাৰণে আজিলৈকে
সেই ঠাইক মহনে-দান বোলে; সেয়ে কিৰিয়ৎ-
১৩ যিয়াৰীমৰ পাছত আছে। পাছে সিবিলাকে
তাৰ পৰা ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চললৈ গৈ মীখাৰ
১৪ ঘৰ পালেগৈ। তেতিয়া লয়িচ দেশৰ বুজবিচাৰ
লবলৈ যোৱা সেই পাঁচ জনে আপোনাৰ ভাই-
বিলাকক কলে, তোমালোকে জানা নে? এই
ঘৰবোৰত এখন একোদ, কেইটামান গৃহদেৱতা,
এটা কটা মূৰ্ত্তি, আৰু সাঁচত ঢলা এটা প্ৰতিমা
আছে। এই হেতুকে এতিয়া তোমালোকে কি
১৫ কৰা উচিত, তাক বিবেচনা কৰা। তাৰ পাছে
সিবিলাকে বাট এৰি সেই ফাললৈ গৈ, মীখাৰ
ঘৰ সেই লেবীয়া ডেকাৰ ঘৰ পাই তাক তাৰ
১৬ মঙ্গল সুধিলে। আৰু দানৰ সন্তানবিলাকৰ
মাজৰ যুদ্ধৰ অস্ত্ৰেৰে সাজু হোৱা সেই ছশ
১৭ পুৰুষ দুৱাৰমুখত থিয় হৈ ৰল। তেতিয়া দেশৰ
বুজবিচাৰ লবলৈ আগেয়ে যোৱা সেই পাঁচ
জনে উঠি গৈ, তাত সোমাই কটা মূৰ্ত্তিটো,
একোদখন, গৃহদেৱতাকেইটা, আৰু সাঁচত ঢলা
প্ৰতিমাটো ললে; সেই সময়ত যুদ্ধৰ অস্ত্ৰেৰে
সাজু হোৱা সেই ছশ পুৰুষৰ লগত সেই
পুৰোহিত দুৱাৰমুখত থিয় হৈ আছিল।
১৮ যেতিয়া সিবিলাকে মীখাৰ ঘৰত সোমাই কটা
মূৰ্ত্তিটো, একোদখন, গৃহদেৱতাকেইটা, আৰু
সাঁচত ঢলা প্ৰতিমাটো ললে, তেতিয়া সেই
পুৰোহিতে সিবিলাকক কলে, তোমালোকে কি
১৯ কৰিছা? তাতে সিবিলাকে তাক কলে, মনে
মনে থাকা, আৰু মুখত হাত দি আমাৰ লগত
বলা, আৰু আমাৰ পিতৃ আৰু পুৰোহিত
হোৱাগৈ। এজন মানুহৰ পৰিয়ালৰ পুৰোহিত
হোৱা তোমাৰ ভাল নে, নাইবা ইস্ৰায়েলৰ এক
ফৈদ আৰু এক গোষ্ঠীৰ পুৰোহিত হোৱা ভাল?
২০ তাতে পুৰোহিতৰ মন তুলি পৰিল, আৰু সি
একোদখন, গৃহদেৱতাকেইটা, আৰু কটা মূৰ্ত্তিটো
২১ লৈ সেই লোকবিলাকৰ মাজলৈ গল। তাৰ
পাছে সিবিলাকে মুখ ঘূৰাই তাৰ পৰা প্ৰস্থান
কৰিলে, আৰু লৰা ছিৰুতা, পশু, আৰু বহুমূল্য
২২ বস্তুবোৰ আপোনাৰ আগ কৰি ললে। সিবিলাকে
মীখাৰ ঘৰৰ পৰা কিছু আঁতৰ হৈ গলত, মীখাৰ
ঘৰৰ ওচৰত থকা ঘৰবোৰৰ লোকবিলাকে গোট
খাই দানৰ সন্তানবিলাকৰ পাছত গৈ ওচৰ পাই
২৩ দানৰ সন্তানবিলাকক মাতিবলৈ ধৰিলে। তাতে
সিবিলাকে মুখ ঘূৰাই মীখাক কলে, তোৰ কি
হল, যে তয় অনেক লোকক মাতি লগত লৈ
২৪ আহিছ? সি উত্তৰ দি কলে, ময় সজা মূৰ্ত্তিবোৰ
আৰু পুৰোহিতকো তোমালোকে লৈ গৈছা;
এতিয়া মোৰ আৰু কি আছে? এনে স্থলত তোৰ
২৫ কি হল বুলি মোক কিয় সুধিছা? তাতে দানৰ
সন্তানবিলাকে তাক কলে, আমাৰ মাজত তোৰ
মাত শুনা নেযাওক; নহলে খঙাল মানুহবোৰে
তহঁতক আক্ৰমণ কৰিলে সপৰিবাৰে তোৰ প্ৰাণ
২৬ নষ্ট হব। পাছে দানৰ সন্তানবিলাকে আপোনাৰ
বাটেদি ওলাই গল, আৰু মীখায়ো সিবিলাকক
আপোনাতকৈ অধিক বলৱান দেখি, মুখ ঘূৰাই
২৭ আপোনাৰ ঘৰলৈ উলটি গল। এই ৰূপে
সিবিলাকে মীখাই সজা বস্তুবিলাক, আৰু তাৰ
নিজৰ পুৰোহিতকো লগত লৈ লয়িচলৈ, শান্ত-
ভাৱে আৰু নিশ্চিন্তে থকা সেই লোকবিলাকৰ
ওচৰলৈ গৈ সিহঁতক তৰোৱালৰ ধাৰেৰে প্ৰহাৰ
২৮ কৰিলে, আৰু নগৰখন জুই দি পুৰিলে। সিহঁ-
তক উদ্ধাৰ কৰোঁতা কোনো নাছিল; কিয়নো
সেই নগৰ চীদোনৰ পৰা দূৰত আছিল, আৰু
কাৰো লগত সিহঁতে সম্পৰ্ক নেৰাখিছিল; আৰু
সেই নগৰ বৈৎ-ৰহোবলৈকে বিস্তৃত হোৱা
সমথলত আছিল। পাছে সিবিলাকে সেই
নগৰ আকৌ সাজি, তাৰ মাজত বাস কৰিলে।
২৯ আৰু আপোনাবিলাকৰ পূৰ্ব্বপুৰুষ ইস্ৰায়েলৰ
পুত্ৰ যি দান, তেওঁৰ নামেৰে সেই নগৰৰ

নামো দান রাখিলে; কিন্তু আগেয়ে সেই নগরর
৩০ নাম লয়িচ আছিল। পাছে দানর সন্তানবিলাকে
আপোনাবিলাকর নিমিত্তে সেই কটা মূর্ত্তি স্থাপন
করিলে; তাতে দেশর লোকবিলাকক দেশান্তরলৈ
নিয়ালৈকে, মোচির নাতিয়েক গের্চোমর পুত্র
যোনাথন আরু তার সন্তানবিলাক দান কৈদর
৩১ পুরোহিত হল। যেতিয়ালৈকে চীলোত ঈশ্বরর
গৃহ আছিল, তেতিয়ালৈকে সিবিলাকে আপোনা-
বিলাকর নিমিত্তে, মীখাই নির্ম্মাণ করা সেই
কটা মূর্ত্তি স্থাপন করি রাখিলে।

গিবিয়ানিবাসীবিলাকর ঘিণলগীয়া অপরাধ
আরু তার দণ্ড।

১৯ যি সময়ত ইস্রায়েলর মাঝত রজা নাছিল,
সেই সময়ত ইফ্রয়িম পর্ব্বতীয়া অঞ্চলর শেষ
ভাগত এজন লেবীয়া প্রবাস করিছিল; সি যিহূ-
দার বৈৎ-লেহমর পরা এজনী উপপত্নী আনি-
২ ছিল। তার সেই উপপত্নীয়ে তার অহিতে
বেশ্যাকর্ম্ম করিলে, আরু তাক এড়ি যিহূদার
বৈৎ-লেহমলৈ আপোনার বাপেকর ঘরলৈ গৈ
৩ তাত চারি মাহমান থাকিল। পাছে তাইর
গিরিয়েকে উঠি, তাইক বুঝাইবরাই আকৌ
আপোনার ঘরলৈ আনিবলৈ তাইর ওচরলৈ
গল; তার লগত এজন দাস আরু দুটা গাধ
আছিল। তার উপপত্নীয়ে তাক বাপেকর
ঘরর ভিতরলৈ নিলত, সেই যুবতীর বাপেকে
সেই মানুহক দেখি, আনন্দেরে তার লগত
৪ সাক্ষাৎ করিলে। তার শহুরেকে, সেই যুবতীর
বাপেকে আগ্রহেরে তাক রখাত, সেই লেবীয়া
তার লগত তিনি দিন থাকিল; এই রূপে সি-
বিলাকে সেই ঠাইতে ভোজন পান করি
৫ থাকিল। পাছে চতুর্থ দিনা সিবিলাক রাতি-
পুৱাই উঠিল, আরু সি যাবলৈ ওলাল; তেতিয়া
সেই যুবতীর বাপেকে জোঁৱায়েকক কলে, তুমি
অলপ আহার করি মন সুস্থির করা, পাছত
৬ আপোনার বাটে গুচি যাবা। তাতে সিবিলাক
দুয়ো একেলগে বহি ভোজন পান করিলে; আরু
সেই যুবতীর বাপেকে তাক কলে, মিনতি করোঁ,
অনুগ্রহ করি তুমি এই রাতিও থাকি মন প্রফুল্লিত
৭ করা। তথাপি সেই মানুহ যাবলৈ উঠিল; কিন্তু
তার শহুরেকে তাক থাকিবলৈ বড়কৈ ধরাত, সি
৮ সেই রাতিও থাকিল। পাছে পঞ্চম দিনা সি
যাবর নিমিত্তে রাতিপুৱাতে উঠিলত, যুবতীর
বাপেকে তাক কলে, নিবেদন করোঁ, তুমি
আপোনার মন সুস্থির করা, আরু আবেলিলৈকে
থাকা; তাতে সিবিলাক দুয়ো থাকি ভোজন
৯ করিলে। পাছে সেই মানুহ, আরু তার উপপত্নী
ও তার দাস যাবলৈ উঠিলত, তার শহুরেকে, সেই
যুবতীর বাপেকে তাক কলে, দেখা, দিন প্রায় শেষ
হল, বিনয় করোঁ, তুমি ইয়াতে আজি রাতিও
থাকা; দেখা, বেলি প্রায় বহিব লগা হল;
তুমি এই ঠাইতে রাতি থাকি প্রফুল্লিত হোৱা;
কাইলৈ তোমালোকে আপোনাবিলাকর ঘরলৈ
যাবর নিমিত্তে সোনকালে উঠি আপোন বাটে
১০ গুচি যাবা। কিন্তু সেই মানুহে সেই রাতি থাকি-
বলৈ অসম্মত হৈ, উঠি যাত্রা করি যিবূচ অর্থাৎ
যিরূচালেমর আগ পালেহি; তার লগত দুটা
সজোৱা গাধ আরু তার উপপত্নী আছিল।
১১ সিবিলাকে যিবূচর আগ পালত দিন প্রায় শেষ
হল; তাতে দাসে আপোনার গরাকীক কলে,
নিবেদন করোঁ, আহোক, আমি যিবূচীয়াইতর
১২ এই নগরত সোমাই রাতি থাকোঁ। কিন্তু তার
গরাকীয়ে তাক কলে, যি নগর ইস্রায়েলর সন্তান-
বিলাকর নহয়, এনে পরজাতিবিলাকর নগরত
আমি নোসোমাওঁ; আমি আগ বাঢ়ি গিবিয়া-
১৩ লৈ যাওঁ। সি আপোনার দাসক আরু কলে,
আহাঁ, আমি এই অঞ্চলর কোনো ঠাইলৈ চাপি
১৪ গৈ গিবিয়া বা রামাত রাতি থাকিম। এই রূপে
সিবিলাক আগ বাঢ়ি বাটে বাটে গল, আরু
বিন্যামীনর অধিকারত থকা গিবিয়ার ওচর পালত
১৫ বেলি মার গল। তেতিয়া সিবিলাকে বাট এড়ি,
রাতি থাকিবর নিমিত্তে গিবিয়ালৈ সোমাই
গল; আরু সি সোমাই গৈ সেই নগরর চকত*
বহিল; কিয়নো কোনেও আপোনার ঘরত রাতি
থাকিবর নিমিত্তে সিবিলাকক ঠাই নিদিলে।
১৬ সেই সময়ত এজন বুড়া মানুহ পথারত বন করার
পরা সন্ধ্যা পরত আহিছিল; সেই মানুহ
ইফ্রয়িম পর্ব্বতীয়া অঞ্চলর লোক আছিল, আরু
গিবিয়াত প্রবাস করিছিল; কিন্তু নগরর লোক-
১৭ বিলাক হলে বিন্যামীনীয়া লোক আছিল। সেই
বুড়া মানুহে মূর দাঙি চাই নগরর চকত সেই
পথিকক দেখি সুধিলে, তুমি কলৈ যোৱা? আরু
১৮ ক'র পরা আহিছা? সি তাক কলে, আমি যিহূদার
বৈৎ-লেহমর পরা আহিছোঁ, ইফ্রয়িম পর্ব্বতীয়া
অঞ্চলর সিকাললৈ যাওঁ; ময় তারে মানুহ; ময়
যিহূদার বৈৎ-লেহমলৈ গৈছিলোঁ; ময় যিহোৱার
গৃহলৈ যাওঁ, কিন্তু কোনেও মোক ঘরত ঠাই
১৯ নিদিয়ে। আমার গাধবোরর নিমিত্তে ধান খের
আরু দানা, আরু মোর নিমিত্তে ও আপোনার এই
বেটীর নিমিত্তে, আরু আপোনার দাসদাসীর লগত

* নগরর মাজর বা রাজহুৱার ওচরর যি মুকলি ঠাইত মানুহে কোনো কাম কার্য্য আরু বেহা বেপার করে, আরু মোকৰ্দ্দমাবিচার করা যায়, এনে ঠাই বুজায়।

অহা এই ভেকার নিমিত্তে পিঠা আরু দ্রাক্ষারস
২০ আছে, কোনো বস্তুর অভাব নাই। তাতে সেই
বুঢ়াই কলে, তোমার কুশল হওক; তোমার প্রয়ো-
জনীয় সকলোরে ভার মোর ওপরত থাকোক;
তুমি কোনো রূপে এই চকত রাতি নেথাকিবা।
২১ পাছে সেই বুঢ়াই তাক আপোনার ঘরলৈ নি
গাধবোরক ঘাঁহ দিলে, আরু সিবিলাকে
২২ ভরি ধুই ভোজন পান করিলে। এই রূপে
সিবিলাকে আপোন আপোন মনত রঙ্গ
করা সময়ত, সেই নগরর কেতবোর পাষণ্ড
লোক আহি তার ঘরর চারিওকালে বেরি ধরি
দুৱারত ঢকিয়াই সেই ঘরর গরাকী বুঢ়াক কলে,
তোর ঘরলৈ যি পুরুষ আহিছে, তাক বাহির
২৩ করি আন, আমি তার পরিচয় লওঁ। তাতে ঘরর
গরাকীয়ে বাহির হৈ সিহঁতর ওচরলৈ গৈ কলে,
হে মোর ভাইবিলাক, নহয় নহয়, ময় বিনয়
করিছোঁ, এনে দুষ্কর্ম্ম নকরিবা; সেই পুরুষ
মোর ঘরত অতিথি হৈ আছে, এই হেতুকে
২৪ তেওঁলৈ এনে মূর্খতার কর্ম্ম নকরিবা। দেখা,
ইয়াত মোর এজনী কুমারী * জী আরু
তেওঁর উপপত্নী আছে; ময় সিহঁতক বাহির
করি আনো, তোমালোকে সিহঁতরে মান
ভ্রষ্ট করা, সিহঁতলৈ তোমালোকর যি ইচ্ছা
তাকে করা; কিন্তু সেই পুরুষলৈ এনে মূর্খতার
২৫ কর্ম্ম নকরিবা। তথাপি সিহঁতে তার কথা
শুনিবলৈ অসম্মত হল; তেতিয়া সেই পুরুষে
তার উপপত্নীক ধরি সিহঁতর আগলৈ উলি-
য়াই দিলে; তাতে সিহঁতে তাইর পরিচয়
ললে, আরু রাতিপুৱালৈকে ওরেরাতি সিহঁতে
তাইলৈ অত্যাচার করিলে; পাছে অরুণোদয়র
২৬ কালত সিহঁতে তাইক এড়ি গুচি গল। পাছে
প্রভাত হলত, সেই তিরুতাই আপোনার গিরি-
য়েকে আলহি হৈ থকা বুঢ়ার ঘরর দুৱারর ওচর-
লৈ আহি পোহর নোহোৱালৈকে দুৱারমুখত
২৭ পড়ি থাকিল। পাছে রাতি পুৱালত তাইর গিরি-
য়েকে যেতিয়া আপোন পথে যাবলৈ ওলাই
ঘরর দুৱার মেলি বাহির হল, তেতিয়া দেখিলে,
তার উপপত্নী ঘরর দুৱারডলির ওপরত হাত
২৮ পেলাই পড়ি আছে। তাতে সি তাইক কলে,
উঠ, আমি যাওঁ, কিন্তু তাই একো উত্তর নিদিলে;
পাছে সেই পুরুষে গাধর ওপরত তাইক তুলি
২৯ লৈ যাত্রা করি আপোন ঠাইলৈ গল। তার
পাছে সি আপোন ঘর পাই, কটারি লৈ
সেই উপপত্নীক ধরি হাড়ে সৈতে বার ডোখর
করি কাটি, ইস্রায়েলর আটাই অঞ্চললৈ পঠাই
৩০ দিলে। তাতে, যি কোনোৱে তাক দেখিলে,
সিয়ে কলে, ইস্রায়েলর সন্তানবিলাক মিচর
দেশর পরা ওলাই অহা দিনরে পরা আজিলৈকে
এনেকুৱা কেতিয়াও হোৱা নাই, আরু দেখা
নাই; এই বিষয়ে ভালকৈ মন দি বিবেচনা
করি, কি করা উচিত তাক কোৱা।

২০ পাছে, ইস্রায়েলর সকলো সন্তানবিলাক
ওলাল, আরু গিলিয়দ দেশে সৈতে গো-
টেই মণ্ডলীয়ে দানরে পরা বের-চেবালৈকে এজন
মানুহ যেন হৈ মিস্পাত যিহোৱার সাক্ষাতে
২ গোট খালে। সকলো লোকবিলাকর, অর্থাৎ
ইস্রায়েলর আটাই ফৈদবিলাকর মুখ্যবিলাক
ঈশ্বরর প্রজাবিলাকর সেই সমাজত উপস্থিত
হল; তাত চারি লাখ তরোৱাল ধরা পদাতিক
৩ লোক আছিল। (ইস্রায়েলর সন্তানবিলাক
মিস্পালৈ উঠি যোৱা কথা বিন্যামীনর সন্তান-
বিলাকে শুনিলে।) পাছে ইস্রায়েলর সন্তান-
বিলাকে সুধিলে, কোৱাছোন, এই দুষ্কর্ম্ম কেনেকৈ
৪ হল? তাতে সেই হত হোৱা তিরুতা জনীর
গিরিয়েক লেবীয়া পুরুষে উত্তর করি কলে, ময়
আরু মোর উপপত্নী রাতি থাকিবর নিমিত্তে
বিন্যামীনর অধিকারত থকা গিবিয়াত সোমাই-
৫ ছিলোঁ। তাতে গিবিয়ার গৃহস্থবিলাকে মোর
অহিতে উঠি রাতি মোর নিমিত্তে ঘরর চারিও-
কালে বেরি ধরিলে; সিহঁতে মোক বধ করিবলৈ
চেষ্টা করিছিল, আরু সিহঁতে মোর উপপত্নীক
৬ বলাৎকার করাত তাই মরিল। পাছে ময় মোর
উপপত্নীক ধরি ডোখর ডোখর করি ইস্রায়েলর
অধিকারত থকা দেশর সকলো ফালে পঠালোঁ;
কিয়নো সিহঁতে ইস্রায়েলর মাজত কুকর্ম্ম আরু
৭ অজ্ঞানতার কার্য্য করিলে। দেখা, হে ইস্রায়েলর
সন্তানবিলাক, তোমালোক সকলোৱেই আপোন
৮ আপোন মত কৈ মন্ত্রণা স্থির করা। তাতে
সকলো মানুহে এজন মানুহ যেন হৈ উঠি কলে,
আমি কোনেও আপোন আপোন তাম্বুলৈ নেযাওঁ,
৯ আপোন আপোন ঘরলৈ উলটি নেযাওঁ; কিন্তু
এতিয়া গিবিয়ালৈ এই কাম করিম, চিঠিখেলর
১০ দ্বারায় বুজি তার বিরুদ্ধে যাম; আমি বিন্যা-
মীনর গিবিয়ালৈ গৈ ইস্রায়েলর মাজত করা
আটাই অজ্ঞানতার কার্য্য অনুসারে যেন সিহঁতক
প্রতিফল দিব পারোঁ, এই নিমিত্তে, লোকবিলাকর
অর্থে খোৱা বস্তু আনিবলৈ ইস্রায়েলর ফৈদ-
বিলাকর মাজর পরা এশ লোকলৈ দহ জনক,
আরু হাজার লোকলৈ এশ জনক, আরু দহ
হাজার লোকলৈ এক হাজার জন লোকক আমি
১১ লওঁ। এই রূপে আটাই ইস্রায়েল লোকে এজন
মানুহর নিচিনাকৈ একযোগ হৈ সেই নগরখনর
অহিতে গোট খালে।

* ইয়াতে পুরুষে স্পর্শ নকরা অবিবাহিতা যুবতী
কন্যা বুজায়।

১২ ইস্রায়েলর ফৈদবিলাকে বিন্যামীন ফৈদর
সকলো ফাললৈ মানুহ পঠাই এই কথা কলে,
তোমালোকর মাজত এয়ে কি দুষ্কর্ম্ম হৈছে?
১৩ এতিয়া তোমালোকে সেই গিবিয়ানিবাসী পাষণ্ড-
বোরক সোধাই দিয়া; আমি সিহঁতক বধ করি
ইস্রায়েলর পরা দুষ্টতা দূর করোঁ। কিন্তু বিন্যা-
মীনর সন্তানবিলাকে আপোন ভাই ইস্রায়েলর
১৪ সন্তানবিলাকর কথা শুনিব নুখুজিলে, বরং
ইস্রায়েলর সন্তানবিলাকর লগত যুদ্ধ করিবর
অর্থে ওলাই যাবর নিমিত্তে বিন্যামীনর সন্তান-
বিলাকে নগরবোরর পরা বাহির হৈ গিবিয়াত
১৫ গোট খালে। সেই দিনা গিবিয়ানিবাসী-
বিলাকর বাহিরে নগরবোরর পরা অহা বিন্যা-
মীনর সন্তানবিলাকর তরোৱাল ধরা লোক লেখত
ছাব্বিশ হাজার আছিল; সেই গিবিয়ানিবাসী-
বিলাক লেখত সাত শ মনোনীত লোক আছিল।
১৬ সেই সকলো লোকর মাজত সাত শ মনোনীত
লোক বাঁওহতীয়া আছিল; সিহঁতর প্রতিজনে
এডাল চুলির সমান বস্তুলৈ নিচান করি ফিঙার
শিল মারি তাত লগাব পারে।
১৭ বিন্যামীনর বাহিরে ইস্রায়েলর তরোৱাল
ধরা লোক লেখত চারি লাখ হল: সেই
১৮ সকলো লোক যুদ্ধারু আছিল। পাছে ইস্রা-
য়েলর সন্তানবিলাকে ওলাই বৈৎ-এললৈ উঠি
গৈ ঈশ্বরর ধরিত সুধিলে, বোলে, বিন্যামীনর
সন্তানবিলাকে সৈতে যুদ্ধ করিবলৈ আমার মাজর
কোন প্রথমে যাব? তাতে যিহোৱাই কলে,
১৯ প্রথমে যিহূদা যাব। পাছে ইস্রায়েলর সন্তান-
বিলাকে রাতিপুৱাতে উঠি গিবিয়ার বিরুদ্ধে
২০ ছাউনি পাতিলে। আরু ইস্রায়েল লোকবিলাকে
বিন্যামীনে সৈতে যুদ্ধ করিবলৈ ওলাই গৈ,
গিবিয়ার ওচরত সিহঁতর বিরুদ্ধে সৈন্যর ব্যূহ
২১ পাতিলে; তাতে বিন্যামীনর সন্তানবিলাকে গিবি-
য়ার পরা বাহির ওলাই আহি, সেই দিনা ইস্রা-
য়েলর মাজর বাইশ হাজার লোকক সংহার করি
২২ মাটীত পেলালে। পাছে ইস্রায়েল লোকবিলাকে
আপোনাবিলাকক আশ্বাস দি, প্রথম দিনা যি
ঠাইত সৈন্যর ব্যূহ পাতিছিল, আকৌ তাতে ব্যূহ
২৩ পাতিলে। (ইস্রায়েলর সন্তানবিলাকে উঠি গৈ
সন্ধ্যালৈকে যিহোৱার সাক্ষাতে ক্রন্দন করিছিল,
আরু যিহোৱার ধরিত সুধিছিল, বোলে, আমি
আপোন ভাই বিন্যামীনর সন্তানবিলাকর লগত
যুদ্ধ করিবলৈ আকৌ যাম নে? তাতে যিহোৱাই
কৈছিল, সিহঁতর বিরুদ্ধে যোৱা।)
২৪ আরু ইস্রায়েলর সন্তানবিলাকে দ্বিতীয় দিনা
বিন্যামীনর সন্তানবিলাকর বিরুদ্ধে গলত,
২৫ বিন্যামীনে সেই দ্বিতীয় দিনা সিবিলাকর
বিরুদ্ধে গিবিয়ার পরা ওলাই আহি পুনরায়
ইস্রায়েলর মাজর ওঠের হাজার লোকক সংহার
করি মাটীত পেলালে; সেই সকলো তরোৱাল
২৬ ধরা লোক আছিল। পাছে ইস্রায়েলর সকলো
সন্তানবিলাকে আটাই লোকবিলাকে বৈৎ-
এললৈ উঠি গৈ, সেই ঠাইতে যিহোৱার
সাক্ষাতে ক্রন্দন করি করি বহি থাকিল, আরু
সেই দিনা সন্ধ্যালৈকে লঘোনে থাকিল, আরু
যিহোৱার সাক্ষাতে হোম আরু মঙ্গলার্থক বলি
২৭ উৎসর্গ করিলে। আরু ইস্রায়েলর সন্তানবিলাকে
যিহোৱাক সুধিলে, (কিয়নো সেই সময়ত ঈশ্বরর
২৮ নিয়মচন্দুক সেই ঠাইত আছিল, আরু সেই
কালত হারোণর নাতিয়েক ইলিয়াজরর পুত্র
পীনহচে তার আগত পরিচর্য্যা করি আছিল;)
আমি আপোন ভাই বিন্যামীনর সন্তানবিলাকর
লগত যুদ্ধ করিবলৈ আকৌ যাম নে, বা ক্ষান্ত
হম? তাতে যিহোৱাই কলে, যোৱা; কিয়নো
কাইলৈ মই তোমালোকর হাতত সিহঁতক সোধাই
২৯ দিম। পাছে ইস্রায়েলে চারিওফালে গিবিয়ার
বিরুদ্ধে মানুহ লুকুৱাই রাখিলে।
৩০ পাছে তৃতীয় দিনা ইস্রায়েলর সন্তানবিলাকে
বিন্যামীনর সন্তানবিলাকর বিরুদ্ধে উঠি গৈ
আগর দরে গিবিয়ার অহিতে সৈন্যর ব্যূহ
৩১ পাতিলে। তাতে বিন্যামীনর সন্তানবিলাক লোক-
বিলাকর বিরুদ্ধে ওলাল, আরু সিহঁতক নগরর
পরা দূরৈলৈ নিয়া হল, আরু সিহঁতে আগর
দরে লোকবিলাকর মাজত প্রহার করি বধ করিব-
লৈ ধরি, বৈৎ-এললৈ যোৱা আরু পথারর
মাজেদি গিবিয়ালৈ যোৱা এই দুই রাজবাটত
ইস্রায়েলর মাজর ত্রিশ জনমান লোকক বধ
৩২ করিলে। তেতিয়া বিন্যামীনর সন্তানবিলাকে
কলে, সিহঁতে আমার আগত আগর দরে ঘাটিছে।
কিন্তু ইস্রায়েলর সন্তানবিলাকে কলে, আহাঁ,
আমি পলাই সিহঁতক নগরর পরা রাজবাটলৈ
৩৩ আনোহঁক। এতেকে ইস্রায়েলর সকলো লোকে
আপোন আপোন ঠাইর পরা উঠি গৈ বাল্-
তামরত সৈন্যর ব্যূহ পাতিলে; আরু ইয়ার
ভিতরতে ইস্রায়েলর লুকাই থকা লোকবিলাকে
আপোন আপোন ঠাইর পরা অর্থাৎ মারেহ-
৩৪ গেবার পরা ওলাই আহিল। আরু গোটেই
ইস্রায়েলর মাজত মনোনীত হোৱা দহ হাজার
লোক গিবিয়ার আগলৈ আহিলত ঘোর যুদ্ধ
হল; কিন্তু অমঙ্গল যে সিহঁতলৈ ঘটিব লগা
৩৫ হল, তাক সিহঁতে নেজানিলে। তেতিয়া যিহো-
ৱাই ইস্রায়েলর আগত বিন্যামীনক প্রহার
করাতে, সেই দিনা ইস্রায়েলর সন্তানবিলাকে
বিন্যামীনর মাজর পঁচিশ হাজার এশ লোকক
বিনষ্ট করিলে; সেই সকলো তরোৱাল ধরা
লোক আছিল।

৩৬ বিন্যামীনর সন্তানবিলাকে দেখিলে, যে,
সিবিলাক ঘাটিল; কিয়নো ইস্রায়েলর লোক-
বিলাকে বিন্যামীনর পরা হঁহকি গৈছিল;
কারণ সিবিলাকে যিবোর লোক গিবিয়ার
বিরুদ্ধে থৈছিল, সেইবোর লোকর ওপরত নিৰি-
৩৭ লাকে নির্ভর করিছিল। পাছে সেই লুকাই থকা
লোকবিলাকে বেগেরে গিবিয়া আক্রমণ করি,
সোমাই গৈ তরোয়ালর ধারেরে গোটেইখন নগর
৩৮ সংহার করিলে। সেই লুকাই থকাবিলাকে
ইস্রায়েল লোকবিলাকে সৈতে এই চিন
স্থির করিছিল, যে, সিবিলাকে নগরর পরা
মেঘতুল্য দরে বড়কৈ ধূঁৱা উৎপন্ন করিব।
৩৯ এতেকে, ইস্রায়েল লোকবিলাকে যুদ্ধত মুখ
ঘুরালত, বিন্যামীনে সিবিলাকর মাজত প্রহার
করি বধ করিবলৈ ধরি প্রায় ত্রিশ জন মানু-
হক বধ করিলে; কিয়নো সিহঁতে কৈছিল,
প্রথম যুদ্ধর নিচিনাকৈ ইহঁত আমার আগত
৪০ নিশ্চয়ে ঘাটিছে। কিন্তু যেতিয়া নগরর পরা
স্তম্ভর আকৃতিরে ধূঁৱা উঠিবলৈ ধরিলে, তেতিয়া
বিন্যামীনে পাছলৈ চাই দেখিলে, যে, গোটেই
নগর ধূঁৱাময় হৈ আকাশলৈ উঠি গৈছে।
৪১ আরু ইস্রায়েল লোকবিলাকেও মুখ ঘুরালত,
অমঙ্গল আমালৈ ঘটিল, ইয়াকে দেখি বিন্যা-
৪২ মীনর লোকবিলাক অতিশয় বিহ্বল হল, আরু
ইস্রায়েল লোকবিলাকর সাক্ষাতে, অরণ্যর বাটেদি
যাবর নিমিত্তে পিঠি দিলে; তথাপি রণে সিহঁতর
পাছ নেৰিলে; আরু নগরবোরর পরা ওলাই
অহা লোকবিলাকে সেই বাটর মাজতে সিহঁতক
৪৩ সংহার করিলে; সিবিলাকে বিন্যামীনীয়া-
হঁতক চারিওকালে বেরি ধরি খেদি নি, জিরোৱা
ঠাইত সূর্য্য উদয় হোৱা কালে গিবিয়ার আগত
থকা ঠাইলৈকে মাটিত পেলাই গচকিবলৈ
৪৪ ধরিলে। তাতে বিন্যামীনীয়াহঁতর ওঠৈর হাজার
লোক মরা পরিল; সেই সকলো বীরপুরুষ আ-
৪৫ ছিল। পাছে সিহঁতে ঘুরি অরণ্যর কাললৈ
রিম্মোন শিললৈ পলাবলৈ ধরোঁতে, সিহঁতর অব-
শিষ্ট লোকর মাজত আর পাঁচ হাজার লোকক
সিবিলাকে রাজ-আলিত বধ করিলে; আরু সিহঁ-
তর পাছে পাছে গিদোমলৈকে বেগেরে খেদি গৈ,
সিহঁতর আরু দুই হাজার লোকক বধ করিলে।
৪৬ এই রূপে সেই দিনা বিন্যামীনীয়াহঁতর মাজর
সর্ব্বমোট তরোৱাল ধরা পঁচিশ হাজার লোক
মরা পরিল; সিহঁত সকলো বীরপুরুষ আ-
৪৭ ছিল। কিন্তু ছশ লোকে ঘুরি অরণ্যর কাললৈ
রিম্মোন শিললৈ পলাই গৈ, সেই রিম্মোন
৪৮ শিলত চারি মাহ থাকিল। আরু ইস্রায়েল
লোকবিলাকে বিন্যামীনর সন্তানবিলাকর বিরুদ্ধে
পুনরায় ঘুরি আহি নগরত থকা আটাই মানুহ
আরু পশু আদি যি যি পালে, সেই সকলোকে
তরোৱালর ধারেরে আঘাত করিলে; আরু
যিমান নগর পোৱা গল, সেই সকলোকে জুই
দি পুরি ভস্ম করিলে।

২১ ইস্রায়েল লোকবিলাকে মিস্পাত এই
শপথ করি কৈছিল, বোলে, আমার কোনেও
বিন্যামীনর মাজর কারো লগত আপোন জীয়েকক
২ বিয়া দিব নেলাগে। পাছে লোকবিলাকে বৈৎ-
এললৈ আহি ঈশ্বরর সাক্ষাতে সন্ধ্যালৈকে সেই
৩ ঠাইত বহি থাকি বর মাতেরে ক্রন্দন করি কলে,
হে ইস্রায়েলর ঈশ্বর যিহোৱা, আজি যে ইস্রা-
য়েলর মাজর এক ফৈদ লুপ্ত হল, ইস্রায়েলর
৪ মাজত কিয় এনে ঘটিল? পাছদিনা লোকবিলাকে
পুরাতে উঠি, সেই ঠাইতে এটা যজ্ঞবেদি সাজি
হোমবলি আরু মঙ্গলার্থক বলি উৎসর্গ করিলে।
৫ পাছে ইস্রায়েলর সন্তানবিলাকে কলে, সমাজলৈ
যিহোৱার ওচরলৈ নহা ইস্রায়েলর ফৈদবিলাকর
মাজত এনে কোন মানুহ আছে? কিয়নো, মিস্পালৈ
যিহোৱার ওচরলৈ যেয়ে নাহিব, তার প্রাণদণ্ড
অবশ্যে হব বুলি সিবিলাকে মহাশপথ করি-
৬ ছিল। আরু ইস্রায়েলর সন্তানবিলাকে আপোন
ভাই বিন্যামীনর অর্থে বেজার করি কলে, ইস্রা-
য়েলর মাজর পরা আজি এক ফৈদ উচ্ছন্ন হল;
৭ এতিয়া আমার অবশিষ্ট থকা লোকবিলাকর বিয়ার
বিষয়ে কি করা উচিত? কিয়নো আমার
আপোন আপোন জীহঁতক সিহঁতে সৈতে বিয়া
নিদিওঁ বুলি কৈ আমি যিহোৱার নামেরে শপথ
৮ করিলোঁ। এই হেতুকে সিবিলাকে কলে, মিস্পাত
যিহোৱার ওচরলৈ নহা ইস্রায়েলর ফৈদবিলাকর
মাজর এনে কোন মানুহ আছে? দেখা, যাবেচ-
গিলিয়দর কোনো মানুহ ছাউনির সমাজলৈ
৯ অহা নাই। কিয়নো, লোকবিলাকক লেখ করা
কালত দেখিলে, যে, যাবেচ-গিলিয়দনিবাসী-
১০ বিলাকর একনো সেই ঠাইত নাই। তাতে
মণ্ডলীয়ে বলৱানবিলাকর মাজর পরা বার
হাজার লোকক সেই ঠাইলৈ পঠাই এই আজ্ঞা
করিলে, তোমালোকে গৈ যাবেচ-গিলিয়দ-
নিবাসীবিলাকক লরা তিরুতাই সৈতে সকলোকে
১১ তরোৱালর ধারেরে বধ করা; আরু এই কাম
করিবা, প্রতিজন পুরুষক আরু পুরুষে সৈতে
শয়ন করি জ্ঞাত হোৱা প্রতিজনী তিরুতাক
১২ নিঃশেষে বিনষ্ট করিবা। তাতে সিবিলাকে গৈ,
পুরুষে সৈতে শয়ন করি জ্ঞাত নোহোৱা
চারি শ জনী কুমারী * ছোৱালী যাবেচ-

* ইয়াতে পুরুষে স্পর্শ নকরা অবিবাহিতা যুবতী কন্যা বুজায়।

গিলিয়দনিবাসীবিলাকৰ মাজত পাই, কনান
দেশত থকা চীলোৰ ছাউনিলৈ সিহঁতক
আনিলে।
১৩ পাছে গোটেই মণ্ডলীয়ে দূতৰ দ্বাৰায় ৰিম্মোন
শিলত থকা বিন্যামীনৰ সন্তানবিলাকলৈ কথা
কৈ পঠালে, আৰু সিহঁতৰ আগত সন্ধিৰ ঘোষণা
১৪ কৰিলে। সেই সময়ত বিন্যামীনৰ লোকবিলাক
উলটি আহিলত, সিবিলাকে যাবেচ-গিলিয়দীয়া
তিৰুতাবিলাকৰ মাজৰ জীয়াই ৰখা ছোৱালী-
বোৰক সিহঁতে সৈতে বিয়া দিলে; তথাপি
১৫ সিহঁতৰ মাটনি হল। যিহোৱাই ইস্ৰায়েলৰ
ফৈদস্বৰূপ গড়ত এটা বিচ্ছা কৰিছিল; এই
নিমিত্তে লোকবিলাকে বিন্যামীনৰ অৰ্থে অতিশয়
বেজাৰ কৰিলে।
১৬ পাছে মণ্ডলীৰ বৃদ্ধবিলাকে কলে, বিন্যামীনৰ
পৰা স্ত্ৰীজাতি উচ্ছন্ন হোৱাত, অৱশিষ্টবিলাকক
বিয়া দিবৰ নিমিত্তে আমি কি কৰা উচিত?
১৭ সিবিলাকে আৰু কলে, ইস্ৰায়েলৰ মাজৰ এক
ফৈদ লুপ্ত নহবৰ নিমিত্তে, বিন্যামীনৰ ৰক্ষা
পোৱা লোকবিলাকৰ অৰ্থে অৱশ্যে এক আধিপত্য
১৮ থকা আৱশ্যক। কিন্তু আমি সিহঁতে সৈতে
আমাৰ জীয়াৰীবোৰ বিয়া দিব নোৱাৰোঁ;
কিয়নো, যি কোনোৱে বিন্যামীনক ছোৱালী
দিব, সি শাপগ্ৰস্ত হব বুলি ইস্ৰায়েলৰ সন্তান-
১৯ বিলাকে শপথ কৰিছিল। শেষত সিবিলাকে
কলে, দেখা, বৈৎ-এলৰ উত্তৰকালে, বৈৎ-এলৰ
পৰা চিখিমলৈ উঠি যোৱা ৰাজপথৰ পূবকালে,
আৰু লবোণাৰ দক্ষিণকালে থকা চীলোত বছৰে
বছৰে যিহোৱাৰ উদ্দেশে এক উৎসৱ হৈ থাকে।
২০ আৰু সিবিলাকে বিন্যামীনৰ সন্তানবিলাকক
আজ্ঞা কৰিলে, বোলে, তোমালোকে গৈ দ্ৰাক্ষা-
২১ বাৰীবোৰত লুকাই চাই থাকিবা; পাছে চীলোৰ
জীয়াৰীবোৰে যেতিয়া নাচ্‌বাগ কৰিবলৈ ওলাই
যাব, তেতিয়া তোমালোক প্ৰতিজনে বাৰীবোৰৰ
মাজৰ পৰা বাহিৰ হৈ চীলোৰ জীয়াৰীবিলাকৰ
মাজৰ পৰা আপোন আপোন তিৰুতা ধৰি লৈ
২২ বিন্যামীন দেশলৈ গুচি যাবা। সিহঁতৰ
বাপেক বা ভায়েক ককায়েকবিলাকে যদি গোচৰ
কৰিবৰ নিমিত্তে আমাৰ ওচৰলৈ আহে, তেতিয়া
আমি সিবিলাকক কম, তোমালোকে আমালৈ
চাই অনুগ্ৰহ কৰি সিহঁতক দান কৰা; কিয়নো
যুদ্ধৰ সময়ত, আমি সিহঁত প্ৰতিজনৰ নিমিত্তে
তিৰুতা নেপালোঁ; সিহঁতক যে তোমালোকে দিলা,
এনে নহয়: দিয়া হলে, অপৰাধী হলাহেঁতেন।
২৩ তাতে বিন্যামীনৰ সন্তানবিলাকে তেনেকৈ কৰি,
আপোনাবিলাকৰ সংখ্যা অনুসাৰে নাচ কৰা
ছোৱালীবোৰৰ মাজৰ পৰা ছোৱালী ধৰি নি
তিৰুতা কৰি ললে; আৰু সিহঁতে আপোন
আধিপত্যলৈ উলটি গৈ পুনৰায় নগৰবোৰ সাজি
২৪ লৈ তাৰ মাজত বাস কৰিলে। আৰু সেই সময়ত
ইস্ৰায়েলৰ সন্তানবিলাকৰ প্ৰতিজনে তাৰ পৰা
আপোন আপোন ফৈদ আৰু গোষ্ঠীৰ ওচৰলৈ
প্ৰস্থান কৰিলে, আৰু আপোন আপোন আধি-
২৫ পত্যলৈ গল। সেই কালত ইস্ৰায়েলৰ মাজত
ৰজা নাছিল; যেয়ে যিহকে ভাল দেখিছিল, সি
তাকেই কৰিছিল।

---

# ৰূথৰ বিৱৰণ।

---

ৰূথ শাহুৱেকৰ লগত বৈৎ-লেহমলৈ যোৱা।

১ বিচাৰকৰ্ত্তাবিলাকে শাসন কৰা কালত,
দেশত এবাৰ আকাল হৈছিল; তাতে যিহু-
দাৰ বৈৎ-লেহমৰ এজন পুৰুষ, তেওঁৰ ভাৰ্য্যা,
আৰু দুজন পুতেক মোৱাব দেশত প্ৰবাস কৰিব-
২ লৈ গল। সেই মানুহৰ নাম ইলীমেলক, তেওঁৰ
ভাৰ্য্যাৰ নাম নয়মী, আৰু তেওঁৰ পুতেক দুজনৰ
নাম মহলোন আৰু কিলিয়োন; ইহঁলাক
যিহূদাৰ বৈৎ-লেহমনিবাসী ইফ্ৰাথীয়া মানুহ।
ইহঁবিলাকে মোৱাব দেশ পাই তাতে থাকিল।
৩ পাছে নয়মীৰ স্বামী ইলীমেলক মৰিলত, তেওঁ
৪ আৰু তেওঁৰ পুতেক দুজন অৱশিষ্ট ৰল। আৰু
সিবিলাকে অৰ্পা ও ৰূথ নামেৰে দুজনী মোৱাবীয়া
ছোৱালী বিয়া কৰি প্ৰায় দহ বছৰলৈকে সেই
৫ ঠাইত বাস কৰিলে। পাছে মহলোন আৰু
কিলিয়োন এই দুজন পুতেকো মৰিল; তাতে
নয়মী পুত্ৰ আৰু স্বামীহীনা হৈ থাকিল।
৬ তেতিয়া তেওঁ আপোনাৰ বোৱাৰীয়েক দুজনীক
লগত লৈ মোৱাব দেশৰ পৰা উলটি যাবলৈ
ওলাল; কিয়নো, যিহোৱাই আপোন লোক-
বিলাকলৈ অনুগ্ৰহ কৰি সিবিলাকক খোৱা দ্ৰব্য
দিছে, এই কথা তেওঁ মোৱাব দেশত শুনিবলৈ
৭ পাইছিল। তেওঁ আৰু তেওঁৰ বোৱাৰীয়েক দুজনী
আপোন ঠাইৰ পৰা ওলাই যেতিয়া যিহূদা
৮ দেশলৈ উলটি যোৱা বাটে গৈছিল, তেতিয়া
নয়মীয়ে বোৱাৰীয়েক দুজনীক কলে, তোমা-
লোক আপোন আপোন মাৰাৰ ঘৰলৈ উলটি

যোৱা ; মৃত কেইজনলৈ আৰু মোলৈকো তোমা-
লোকে যেনে দয়া কৰিছিলা, যিহোৱাই তোমা-
৯ লোকলৈকো তেনে দয়া কৰোক। তোমালোক
প্ৰতিজনে যেন আপোন আপোন স্বামীৰ ঘৰত
বিশ্ৰাম পোৱা, যিহোৱাই তোমালোকক এনে
বৰ দিওক, এই বুলি তেওঁ সিহঁতক চুমা খালে।
১০ তাতে সিহঁতে বৰকৈ চিঁঞৰি কান্দি তেওঁক কলে,
নহয়, আমি তোমাৰ লগতে তোমাৰ লোকবিলাকৰ
১১ ওচৰলৈ যাম। তাতে নয়মীয়ে কলে, হে মোৰ
আইহঁত, উভটি যোৱা ; তোমালোকে মোৰ
লগত কেলেই যাব লাগিছে ? তোমালোকৰ স্বামী
হবৰ নিমিত্তে এতিয়াও জানো মোৰ গৰ্ভজ পুত্ৰ
১২ আছে ? হে মোৰ আইহঁত, আপোন বাটে
উভটি যোৱা ; কিয়নো মই বুঢ়ী, আকৌ বিয়া
হব নোৱাৰোঁ। আৰু যদিও মোৰ আশা আছে
বুলি মই কওঁ, আৰু মই বিয়া হৈ আজি ৰাতি
১৩ যদি পুত্ৰ প্ৰসৱ কৰোঁ, তেন্তে তোমালোকে জানো
সিহঁত ডাঙৰ হোৱালৈকে সিহঁতৰ নিমিত্তে বাট
চাই বিয়া নোহোৱাকৈ থাকিবা ? হে মোৰ আই-
হঁত, সেয়ে নহয়, কিয়নো মই তোমালোকতকৈয়ো বড় দুঃখিত হৈছোঁ ; কাৰণ যিহোৱাৰ
১৪ হাত মোৰ বিৰুদ্ধে মেলা হল। তাতে সিহঁতে
আকৌ বৰকৈ চিঁঞৰি কান্দিলে ; পাছে অৰ্পাই
আপোনাৰ শাহুৱেকক চুমা খাই বিদায় ললে ;
কিন্তু ৰূথে তেওঁক নেৰি তেওঁৰ লগতে থাকিল।
১৫ তেতিয়া নয়মীয়ে কলে, সোৱা চোৱা, তোমাৰ
জায়েৰাই আপোন লোকবিলাকৰ আৰু আপোন
দেৱতাৰ ওচৰলৈ উভটি গৈছে ; তুমি আপোন
১৬ জায়েৰাৰ পাছে পাছে উভটি যোৱা। কিন্তু ৰূথে
কলে, তোমাক এৰি তোমাৰ পাছৰ পৰা উভটি
যাবলৈ মোক নধৰিবা ; কিয়নো, তুমি যলৈকে
যোৱা,ময়ো তলৈকে যাম, আৰু তুমি য'ত থা-
কিবা, ময়ো তাতে থাকিম, তোমাৰ লোকেই মোৰ
লোক, আৰু তোমাৰ ঈশ্বৰেই মোৰো ঈশ্বৰ হব ;
১৭ তুমি যি ঠাইত মৰিবা, ময়ো সেই ঠাইতে মৰিম,
আৰু তাতেই মোৰ মৈদাম হব ; কেৱল মৃত্যুৰ
বাহিৰে আন কোনোৱেই যদি মোক তোমাৰ পৰা
পৃথক কৰিব পাৰে, তেন্তে যিহোৱাই মোক অমুক
১৮ আৰু তাতকৈয়ো অধিক দণ্ড দিওক। তাতে, আপো-
নাৰ লগত যাবলৈ ৰূথৰ দৃঢ় মন আছে, ইয়াকে
১৯ দেখি তেওঁ তাইক কথা কবলৈ এৰিলে। পাছে সি-
বিলাক দুয়ো গৈ গৈ শেষত বৈৎ-লেহম পালেগৈ ;
আৰু সিবিলাকে বৈৎ-লেহম পালত, সিবিলাকৰ
বিষয়ে গোটেই নগৰতে কোৱামেলা হলত,
২০ তিৰুতাবিলাকে সুধিলে, এওঁৱেই নয়মী নে ? তাতে
তেওঁ সিবিলাকক কলে, মোক নয়মী [ সুখিনী ]
বুলি নেমাতিবা, কিন্তু মাৰা [দুঃখিনী]
বুলি মাতিবা ; কিয়নো সৰ্ব্বশক্তিমান জনাই
২১ মোক বৰ দুঃখত পেলালে। মই পৰিপূৰ্ণ হৈ
গৈছিলোঁ ; কিন্তু এতিয়া যিহোৱাই মোক সুদা-
হাতে উলোটাই আনিলে। তোমালোকে মোক
নয়মী বুলি কিয় মাতিছা ? যিহোৱাই মোৰ বিৰুদ্ধে
সাক্ষ্য দিছে, আৰু সৰ্ব্বশক্তিমান জনাই মোক
২২ নিগ্ৰহ কৰিলে। এই ৰূপে নয়মী মোৱাব দেশৰ পৰা
অহা তেওঁৰ বোৱাৰীয়েক সেই মোৱাবীয়া ৰূথে
সৈতে উভটি আহিল ; যৱ ধান দাবলৈ আৰম্ভ কৰা
কালত সিবিলাকে আহি বৈৎ-লেহম পালে।

ৰূথে বোৱজৰ পথাৰত ধান বোটলা।

২ ইলীমেলকৰ গোষ্ঠীৰ মাজৰ বোৱজ
নামেৰে এজন ভদ্ৰ আৰু ধনৱান লোক নয়মীৰ
২ স্বামীৰ সম্বন্ধীয়া আছিল। পাছে মোৱাবীয়া
ৰূথে নয়মীক কলে, নিবেদন কৰোঁ, মই পথাৰলৈ
গৈ, যাৰ দৃষ্টিত অনুগ্ৰহ পাওঁ, তাৰ পাছে পাছে
শস্যৰ পৰি থকা থোক বোটলোঁগৈ। তাতে
৩ নয়মীয়ে তেওঁক কলে, আইটী, যোৱা। পাছে
তেওঁ গৈ কোনো পথাৰ পাই ধান দোৱাবিলাকৰ
পাছে পাছে, পৰি থকা থোক বুটলিবলৈ ধৰিলে ;
ঘটনাক্ৰমে তেওঁ ইলীমেলকৰ গোষ্ঠীৰ মাজৰ
সেই বোৱজৰ মাটিভোগৰতে উপস্থিত হল।
৪ পাছে দেখা, বোৱজে বৈৎ-লেহমৰ পৰা আহি
ধান দোৱাবিলাকক কলে, যিহোৱা তোমালোকৰ
সঙ্গী হওক ; সিহঁতে উত্তৰ কৰিলে, যিহোৱাই
৫ আপোনাক আশীৰ্ব্বাদ কৰোক। পাছে বোৱজে
ধান দোৱাবিলাকৰ ওপৰত নিযুক্ত থকা আপোন
৬ দাসক সুধিলে, সেই গাভৰু কাৰ ? তেতিয়া ধান
দোৱাবিলাকৰ ওপৰত নিযুক্ত থকা দাসে কলে,
তাই নয়মীৰ লগত মোৱাব দেশৰ পৰা অহা
৭ সেই মোৱাবীয়া গাভৰু ; তাই মোক কলে,
অনুগ্ৰহ কৰি ধান দোৱাবিলাকৰ পাছে পাছে
মুঠিৰ মাজে মাজে পৰি থকা থোকবোৰ বুটলি
গোটাবলৈ মোক দিয়া, এই বুলি তাই আহি
ৰাতিপুৱাৰে পৰা এতিয়ালৈকে বুটলি আছে ;
৮ তাই ঘৰত অলপ পৰহে বহি আছিল। পাছে
বোৱজে ৰূথক কলে, আইটী, শুনাছোন, তুমি
বুটলিবলৈ আন পথাৰলৈ নেযাবা ; এই ঠাইৰ
পৰা নগৈ মোৰ দাসীবোৰৰ লগে লগে
৯ থাকা। পথাৰৰ যি ভাগতে শস্য দোৱা হয়,
তালৈকে চকু দি তুমি দাসীবিলাকৰ পাছত
যাবা ; তোমাক চুবলৈ মই জানো ডেকা-
বোৰক নিষেধ কৰা নাই ? আৰু পিয়াহ লাগিলে
তুমি পাত্ৰৰ ওচৰলৈ গৈ ডেকাবোৰে তুলি
১০ অনাকে খাবাগৈ। তাতে তেওঁ তললৈ মুখ কৰি
মাটিত পৰি প্ৰণিপাত কৰি তেওঁক কলে,
বিদেশিনী যি মই, মোলৈ যে আপুনি কৃপাদৃষ্টি
কৰিছে, আপোনাৰ আগত এই অনুগ্ৰহ মই কিয়

১১ পালোঁ? বোৱজে উত্তৰ কৰি কলে, তোমাৰ
স্বামীৰ মৃত্যুৰ পাছে তুমি শাহুৱেৰালৈ যেনে
ব্যৱহাৰ কৰি আছা, আৰু আপোন পিতৃ
মাতৃ ও জন্মভূমি এড়ি আগৈয়ে তুমি নজনা
লোকবিলাকৰ ওৰিলৈ আহিছা, এই সকলো
১২ কথা সম্পূৰ্ণকৈ ময় শুনিবলৈ পালোঁ। যিহোৱাই
তোমাৰ কৰ্ম্মৰ ফল দিওক; তুমি ইস্রায়েলৰ যি
যিহোৱাৰ ডেউকা দুখনিৰ তলত আশ্ৰয় লবলৈ
আহিছা, তেৱেঁই তোমাক সম্পূৰ্ণৰূপে পুৰস্কাৰ
১৩ দিওক। তাতে তেওঁ কলে, হে মোৰ প্ৰভো,
আপুনি মোলৈ কৃপাদৃষ্টি কৰোক; কিয়নো
আপুনি মোক সান্ত্বনা কৰিলে, আৰু ময় আপো-
নাৰ এজনী দাসীৰ নিচিনা নোহোৱাতো আপুনি
১৪ এই দাসীক মৰমৰ কথা কলে। পাছে ভোজনৰ
সময়ত বোৱজে তেওঁক কলে, তুমি এই ঠাইলৈ
আহি পিঠাৰ পৰা লৈ খোৱা, আৰু তুমি লোৱা
পিঠাডোখৰ টেঙা দ্ৰাক্ষাৰসত জুবুৰিওৱা। তে-
তিয়া, তেওঁ ধান দোৱাবিলাকৰ কোষত বহিলত,
বোৱজে হাত মেলি ভজা যৱ তেওঁক দিলে;
তাতে তেওঁ ভোজন কৰি তৃপ্ত হল, আৰু কিছুমান
১৫ অৱশিষ্ট ৰাখিলে। পাছে, তেওঁ ধান বুটলিবলৈ
উঠিলত, বোৱজে আপোনাৰ ডেকাবিলাকক আজ্ঞা
কৰিলে, বোলে, তাইক গুচিবোৰৰ মাজতো
১৬ বুটলিবলৈ দে, আৰু তাইক অপমান নকৰিবি;
আৰু বন্ধা মুঠিৰ পৰা কিছু কিছু টানি উলিয়াই
তাই বুটলিবৰ নিমিত্তে এড়িবি, আৰু তাইক ডাবি
১৭ নিদিবি। তাতে তেওঁ সন্ধ্যালৈকে সেই পথাৰত
ধান বুটলিলে; আৰু আপুনি বোটলা ধান
১৮ মাৰিলত প্ৰায় এক ঐফা যৱ হল। পাছে তেওঁ
তাক লৈ নগৰলৈ গলত, তেওঁ বুটলি গোটোৱা
ধান শাহুৱেকে চালে; আৰু তেওঁ খাই তৃপ্ত
হোৱাৰ পাছে যি অৱশিষ্ট ভাগ ৰাখিছিল, তাক
১৯ উলিয়াই শাহুৱেকক দিলে। তেতিয়া তেওঁৰ
শাহুৱেকে তেওঁক কলে, তুমি আজি ক'ত ধান
বুটলিছিলা? ক'ত শ্ৰম কৰিছিলা? যি মানুহে
তোমাক ইমান মৰম কৰিলে, তেওঁ ধন্য হওক।
তেতিয়া তেওঁ কাৰ তাত শ্ৰম কৰিছিল, তাক শাহু-
ৱেকক জনাই কলে, যি মানুহৰ তাত ময় আজি
২০ শ্ৰম কৰিছিলোঁ, তেওঁৰ নাম বোৱজ। তাতে
নয়মীয়ে আপোন বোৱাৰীয়েকক কলে, যি জনাই
জীয়া আৰু মৰা লোকলৈ দয়া কৰিবলৈ এড়া
নাই, সেই যিহোৱাৰ পৰা তেওঁ আশীৰ্ব্বাদ
পাওক। নয়মীয়ে আৰু কলে, সেই মানুহ আমাৰ
সম্বন্ধীয়া, তেওঁ আমাৰ মুক্তিকৰ্ত্তা জ্ঞাতিবিলাকৰ
২১ মাজৰ এজন। পাছে মোৱাবীয়া ৰূথে কলে, তেওঁ
মোক ইয়াকো কলে, যে, মোৰ ধান দাটাইবোৰ
দাই শেষ নহয়মানে তুমি মোৰ দাস দাসী-
২২ বিলাকৰ লগ নেৰিবা। পাছে নয়মীয়ে আপোন
বোৱাৰীয়েক ৰূথক কলে, আইটী, তুমি তেওঁৰ
দাসীবিলাকৰ লগে লগে যোৱা ভাল; সেয়ে
নহলে, আন কোনো পথাৰত কোনোবাই তোমাক
২৩ অপমান কৰিব পাৰে। এই ৰূপে যৱ আৰু ঘেঁহু
ধান দাই নেটাইমানলৈকে তেওঁ ধান বুটলি বুটলি
বোৱজৰ দাসীবিলাকৰ লগে লগে থাকিল, আৰু
আপোন শাহুৱেকৰ লগত বাস কৰিলে।

বোৱজৰ লগত ৰূথৰ বিবাহ।

৩ পাছে তেওঁৰ শাহুৱেক নয়মীয়ে তেওঁক
কলে, হে মোৰ আইটী, যিহতে তোমাৰ
মঙ্গল হয়, এনে বিশ্ৰামস্থান ময় জানো তোমাৰ
২ নিমিত্তে নিবিচাৰিম? এতেকে শুনা, তুমি যি
বোৱজৰ দাসীবিলাকৰ লগত আছিলা, তেওঁ
জানো আমাৰ সম্বন্ধীয়া নহয়? দেখা, তেওঁ
আজি ৰাতি মড়ণা মৰা ঠাইত যৱ জাৰি আছে।
৩ এই নিমিত্তে এতিয়া তুমি গা ধোৱা, আৰু গাত
তেল ঘঁহা, আৰু আপোনাৰ কাপড় পিন্ধি সেই
শস্য মৰা ঠাইলৈ নামি যোৱা; কিন্তু সেই
মানুহে ভোজন পান কৰি নেটোৱালৈকে তুমি
৪ তেওঁক দেখা নিদিবা। তেওঁ যেতিয়া শুব, তেতিয়া
তুমি তেওঁৰ শোৱা ঠাই চাই ঠিক কৰি লবা;
পাছে সেই ঠাইলৈ গৈ তেওঁৰ ভৰি ফালৰ কাপড়
গুচাই তাতে শুবা; তেতিয়া তেওঁ নিজে, তুমি
৫ কি কৰিব লাগিব তাক কব। ৰূথে তেওঁক কলে,
তুমি যি কৈছা, ময় সেই সকলোকে কৰিম।
৬ পাছে তেওঁ সেই শস্য মৰা ঠাইলৈ নামি গৈ
আপোন শাহুৱেকৰ আদেশ অনুসাৰে সকলোকে
৭ কৰিলে। বোৱজে ভোজন পান কৰি সন্তুষ্ট
মনেৰে গৈ শস্যৰ দ'মৰ মূৰত শুলত, ৰূথে ধীৰে
ধীৰে আহি তেওঁৰ ভৰি ফালৰ কাপড় গুচাই
৮ শুলে। পাছে মাজ নিশাত সেই পুৰুষে উচাপ
খাই, কোষ সলাওঁতে, আপোনাৰ ভৰিৰ ওচৰত
৯ এজনী তিৰুতা মানুহ শুই থকা দেখ পালে।
তেতিয়া তেওঁ সুধিলে, তুমি কোন? তাতে তেওঁ
কলে, ময় আপোনাৰ দাসী ৰূথ; এতেকে আপো-
নাৰ এই দাসীৰ ওপৰলৈ আপোনাৰ কাপড়ৰ
আঁচল মেলি দিওক; কাৰণ আপুনি মুক্তিকৰ্ত্তা
১০ সম্বন্ধীয়া। তাতে তেওঁ কলে, আইটী, তুমি
যিহোৱাৰ আশীৰ্ব্বাদপ্ৰাপ্ত হোৱা; কিয়নো ধনী
কি দৰিদ্ৰ কোনো ডেকা পুৰুষৰ পাছত নোযো-
ৱাত, তুমি আগতকৈ শেষত অধিক প্ৰেম দেখু-
১১ ৱালা। এতেকে আইটী, তুমি ভয় নকৰিবা; তুমি
কোৱা আটাইকে ময় কৰিম; কিয়নো তুমি যে
সতী, ইয়াক মোৰ আপোন জাতিৰ নগৰৰ
দুৱাৰৰ ভিতৰত থকা সকলোৱে জানি- আছে?
১২ এতিয়া শুনা, ময় যে মুক্তিকৰ্ত্তা সম্বন্ধীয়া, সেয়ে
ৰূপ; কিন্তু মোতকৈ ওচৰসম্বন্ধীয়া মুক্তিকৰ্ত্তা

১৩ আৰু এজন আছে । আজি ৰাতি থাকা ; ৰাতিপুৱা
তেওঁ যদি তোমাক মুক্ত কৰে, তেন্তে ভাল, তেৱেঁই
মুক্ত কৰোক ; কিন্তু তোমাক মুক্ত কৰিবলৈ যদি
তেওঁৰ ইচ্ছা নহয়, তেন্তে যিহোৱাৰ জীৱনৰ
শপথ, মৱেই তোমাক মুক্ত কৰিম ; তুমি ৰাতি-
১৪ পুৱালৈকে শুই থাকা । তাতে ৰূথে ৰাতিপুৱা-
লৈকে তেওঁৰ ভৰিৰ ওচৰত শুই থাকিল ; পাছে
ইজনে সিজনক চিনিব পৰা সময় নৌ হওঁতেই
তেওঁ উঠিল ; কাৰণ বোৱজে কৈছিল, কন্যা মৰা
ঠাইলৈ তিৰুতা মানুহ অহা কথা কোনেও
১৫ জানিব নেলাগে । তেওঁ আৰু কলে, তুমি গাত
লোৱা ওপৰৰ কাপড় পাতি ধৰা ; তাতে ৰূথে
তাক পাতিলত, তেওঁ ছদোন যৱ ধান জুখি
১৬ মূৰত তুলি দি নগৰলৈ গুচি গল । পাছে ৰূথ
আপোনাৰ শাহুৱেকৰ ওৰিলৈ আহিলত, তেওঁৰ
শাহুৱেকে কলে, আইটী, তোমাৰ কথা কি হল ?
তাতে তেওঁ সেই পুৰুষে তেওঁলৈ কৰা আটাই কথা
১৭ শাহুৱেকক কলে । তেওঁ আৰু কলে, শাহুৱেৰাৰ
ওচৰলৈ সুদাহাতে যাব নেলাগে, এই বুলি কৈ
১৮ তেওঁ মোক এই ছদোন যৱ ধান দিলে । তেতিয়া
তেওঁৰ শাহুৱেকে তেওঁক কলে, আইটী, এই
বিষয়ে কি ঘটিব, তাক যেতিয়ালৈকে নেজানা,
তেতিয়ালৈকে বহি থাকা ; কিয়নো সেই পুৰুষে
আজি এই কাৰ্য্য নিষ্পত্তি নকৰাকৈ নেথাকিব ।

৪ পাছে বোৱজে নগৰৰ দুৱাৰলৈ উঠি গৈ
তাতে বহিল ; এনেতে দেখা, যি ওচৰসম্বন্ধীয়া
মুক্তিকৰ্ত্তাৰ কথা তেওঁ কৈছিল, সেই মানুহ বাটেদি
আহিছিল ; তাতে বোৱজে তেওঁক মাতি কলে,
হেৰা আমুকা, এই পোনে আহি বহাহোন ;
২ তাতে তেওঁ বাটৰ পৰা আহি বহিল । তেতিয়া
বোৱজে নগৰৰ বৃদ্ধবিলাকৰ মাজৰ দহ জনমানক
মাতি আনি কলে, তোমালোকেও এই ঠাইতে
৩ বহা ; তাতে সিবিলাকো বহিল । তেতিয়া
বোৱজে সেই ওচৰসম্বন্ধীয়াক কলে, আমাৰ ভাই
ইলীমেলকৰ যি মাটীভোখৰ আছিল, তাক
মোৱাব দেশৰ পৰা উলটি অহা নয়মীয়ে বেচিছে ;
৪ এই হেতুকে মৱ তোমাক এই কথা জনাবলৈ মন
কৰিলোঁ, যে, এই বহি থকাবিলাকৰ আগত আৰু
আপোন জাতিবিলাকৰ বৃদ্ধসকলৰ আগত তুমি
তাক কিনা ; তুমি যদি মুক্ত কৰা, তেন্তে কৰা ;
কিন্তু যদি নকৰা, তেন্তে মোক কোৱা,
মৱ জানিব খোজোঁ ; কিয়নো মুক্ত কৰিবলৈ
তোমাতকৈ ওচৰসম্বন্ধীয়া কোনো নাই, কিন্তু
তোমাৰ পাছে মৱেই কৰিব পাৰোঁ । তাতে তেওঁ
৫ কলে, মৱ মুক্ত কৰিম । তেতিয়া বোৱজে কলে,
তুমি যি দিনা নয়মীৰ হাতৰ পৰা মাটীভোখৰ
কিনিবা, সেই দিনা, মৃত লোকৰ অধিকাৰত
তাৰ নাম ৰাখিবৰ অৰ্থে তাৰ তিৰুতা
মোৱাবীয়া ৰূথৰ পৰাও তাক কিনিব লাগিব ।
৬ তাতে সেই ওচৰসম্বন্ধীয়া জনে কলে, তেনে হলে
মৱ নিজৰ নিমিত্তে তাক মুক্ত কৰিব নোৱাৰোঁ ;
কৰিলে মোৰ নিজ অধিকাৰ হানি কৰিম ; মৱ
মুক্ত কৰিব লগীয়াক তুমিয়েই মুক্ত কৰা,
৭ কিয়নো মৱ মুক্ত কৰিব নোৱাৰোঁ । মুক্ত কৰা
আৰু সলোৱাৰ বিষয়ে, সকলো কথা স্থিৰ কৰি-
বলৈ আগৰ কালত ইস্ৰায়েলৰ মাজত এই ৰূপ
ৰীতি চলিছিল, যে, এজনে আপোনাৰ জুতা
সোলোকাই আন জনক দিয়ে, সেয়েই ইস্ৰায়েলৰ
৮ মাজত সাক্ষীস্বৰূপ আছিল । এই হেতুকে সেই
ওচৰসম্বন্ধীয়া মুক্তিকৰ্ত্তাই তুমি নিজে তাক কিনা
বুলি বোৱজক কৈ, আপোনাৰ জুতা সোলো-
৯ কাই দিলে । পাছে বোৱজে বৃদ্ধবিলাক আৰু
আটাই লোকবিলাকক কলে, ইলীমেলকৰ যি যি
আছিল, আৰু কিলিয়োন ও মহলোনৰ যি যি
আছিল, সেই সকলোকে মৱ নয়মীৰ হাতৰ পৰা,
কিনিলোঁ ; আজি তোমালোক ইয়াৰ সাক্ষী হলা ।
১০ আৰু আপোনাৰ ভাইবিলাকৰ মাজৰ পৰা,
আপুনি বসতি কৰা ঠাইৰ দুৱাৰৰ পৰা সেই মৃত
লোকৰ নাম যেন লুপ্ত নহয়, এই নিমিত্তে সেই মৃত
লোকৰ অধিকাৰত তাৰ নাম ৰাখিবৰ অৰ্থে মৱ
আপোন ভাৰ্য্যাস্বৰূপে মহলোনৰ ভাৰ্য্যা মোৱা-
বীয়া ৰূথকো কিনিলোঁ ; আজি তোমালোক
১১ সকলোৱে সাক্ষী হলা । তাতে দুৱাৰত থকা
সকলো লোক আৰু বৃদ্ধবিলাকে কলে, আমি সাক্ষী
হলোঁ ; যি তিৰুতা তোমাৰ বংশত সোমাল,
যিহোৱাই তাইক ইস্ৰায়েলৰ বংশ স্থাপন কৰা যি
ৰাহেল আৰু লেয়া, সিবিলাক দুজনীৰ নিচিনা
কৰোক, আৰু ইফ্ৰাথাত তোমাৰ পৰাক্ৰম, আৰু
১২ বৈৎ-লেহমত তোমাৰ সুখ্যাতি হওক ; যিহোৱাই
সেই যুবতীৰ গৰ্ভৰ পৰা তোমাক যি সন্তান
দিব, তাৰ দ্বাৰায়, তামৰৰ গৰ্ভত যিহূদালৈ
জন্মা পেৰচৰ বংশৰ দৰে তোমাৰ বংশ
১৩ হওক । পাছে বোৱজে ৰূথক বিয়া কৰিলত,
ৰূথ তেওঁৰ ভাৰ্য্যা হল ; আৰু বোৱজে
তেওঁত গমন কৰিলত, তেওঁ যিহোৱাৰ পৰা গৰ্ভ-
ধাৰণৰ শক্তি পাই এটী পুত্ৰ প্ৰসৱ কৰিলে ।
১৪ পাছে তিৰুতাবিলাকে নয়মীক কলে, ধন্য
যিহোৱা,* তেওঁ আজি তোমাৰ মুক্তিকৰ্ত্তা ওচৰ-
সম্বন্ধীয়া নাইকিয়া কৰি ৰখা নাই ; ইয়াৰ
১৫ নামো ইস্ৰায়েলৰ মাজত প্ৰখ্যাত হওক ; ই
তোমাৰ প্ৰাণৰ শান্তিদাতা, আৰু বৃদ্ধ অৱস্থাত
তোমাৰ প্ৰতিপালক হব ; কিয়নো তোমাক
প্ৰেম কৰোঁতা, আৰু সাত জন পুত্ৰতকৈয়ো উত্তম
হওঁতা তোমাৰ বোৱাৰীয়েৰাই ইয়াক প্ৰসৱ
১৬ কৰিলে । তেতিয়া নয়মীয়ে লৰাটীক আপোনাৰ
কোলাত ললে, আৰু তেওঁ তাৰ ধাই মাতৃস্বৰূপ

১৭ হল। পাছে নয়মীৰ এটী পুত্ৰ জন্মিল, এই বুলি
তেওঁৰ ওচৰচুবুৰীয়া তিৰুতাবিলাকে তাৰ নাম
থলে ; সিবিলাকে তাৰ নাম ওবেদ থলে। তেওঁ
দায়ূদৰ ককাক, অৰ্থাৎ যিচয়ৰ বাপেক।
১৮ পেৰচৰ বংশাৱলি। পেৰচৰ পুতেক হিষ্ৰোণ,
১৯ হিষ্ৰোণৰ পুতেক ৰাম, ৰামৰ পুতেক অম্মীনাদব,
২০ অম্মীনাদবৰ পুতেক নহচোন, নহচোনৰ পুতেক
চল্‌মোন, চল্‌মোনৰ পুতেক বোৱজ, বোৱজৰ
২১ পুতেক ওবেদ, ওবেদৰ পুতেক যিচয়, যিচয়ৰ
পুতেক দায়ূদ।

---

# চমূৱেলৰ প্ৰথম পুস্তক।

---

চমূৱেলৰ জন্ম, আৰু তেওঁক উৎসৰ্গ কৰা।
হান্নাৰ গীত।

১ ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলৰ ৰামাথয়িম-
চোফীমনিবাসী ইল্‌কানা নামেৰে এজন ইফ্ৰ-
য়িমীয়া মানুহ আছিল ; তেওঁ চূফৰ বৃদ্ধ পৰি-
নাতি, তহূৰ পৰিনাতি, ইলীহূৰ নাতি, যিৰো-
২ হমৰ পুতেক। তেওঁৰ দুজনী তিৰুতা আছিল ;
এজনীৰ নাম হান্না, আৰু জনীৰ নাম পিনিন্না।
পিনিন্নাৰ সন্তান আছিল, কিন্তু হান্না নিঃসন্তান
৩ আছিল। সেই লোকে চীলোত বাহিনীবিলাকৰ
যিহোৱাৰ আগত প্ৰণিপাত আৰু বলিদান
কৰিবলৈ বছৰে বছৰে আপোন নগৰৰ পৰা
যায়। সেই ঠাইত এলীৰ দুজন পুতেক হফ্‌নী
আৰু পীনহচ যিহোৱাৰ পুৰোহিত আছিল।
৪ যজ্ঞ কৰা দিনা ইল্‌কানাই আপোন তিৰুতা
পিনিন্নাক আৰু তাইৰ আটাই পুতেক জীয়েককো
৫ এভাগ এভাগ দিয়ে ; কিন্তু হান্নাক দুভাগ দিয়ে ;
কিয়নো যিহোৱাই হান্নাৰ গৰ্ভ বন্ধ কৰিলেও,
৬ তেওঁ হান্নাক প্ৰেম কৰিছিল। কিন্তু যিহোৱাই
হান্নাৰ গৰ্ভ বন্ধন কৰাত, সতিনীয়েকে তেওঁৰ মনত
অসন্তোষ জন্মাবলৈ তেওঁক বেজাৰ দিছিল।
৭ যিহোৱাৰ গৃহলৈ হান্না যিমান বাৰ যায়, তেওঁৰ
স্বামীয়ে সিমান বাৰ তেওঁলৈ সেই ৰূপে বছৰে
বছৰে কৰে, আৰু পিনিন্নায়ো সেই দৰে তেওঁক
বেজাৰ দিয়ে ; এই হেতুকে তেওঁ ভোজন
৮ নকৰি কান্দি কান্দি থাকে। তাতে তেওঁৰ স্বামী
ইল্‌কানাই কয়, হান্না, তুমি কিয় কান্দিছা ?
ভোজন নকৰা কিয় ? তোমাৰ মনত অসন্তোষ
কিয় ? তোমাৰ আগত মই দুই পুত্ৰতকৈয়ো
৯ উত্তম নহওঁ নে ? এদিন সিবিলাকে চীলোত
ভোজন পান কৰি এঁটালত, হান্না উঠি থিয় হল ;
সেই সময়ত যিহোৱাৰ মন্দিৰৰ দুৱাৰৰ খুঁটাৰ
ওচৰত এলী পুৰোহিত আপোন আসনৰ ওপৰত
১০ বহি আছিল। তেতিয়া হান্নাই মনৰ বেজাৰেৰে
যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি বহুৎ ক্ৰন্দন
১১ কৰিলে। আৰু তেওঁ সঙ্কল্প কৰি কলে, হে বাহিনী-
বিলাকৰ যিহোৱা, তুমি যদি আপোন বেটীৰ
দুঃখলৈ দৃষ্টি কৰি মোক সোঁৱৰণ কৰা, আৰু
আপোন বেটীক নেপাহৰি এটী পুত্ৰসন্তান দিয়া,
তেন্তে মযো সি জীয়াই থাকেমানে যিহোৱাৰ
উদ্দেশে তাক দিম ; আৰু তাৰ মূৰত ক্ষুৰ
১২ লগোৱা নহব। হান্নাই যিহোৱাৰ সাক্ষাতে
দীঘল প্ৰাৰ্থনা কৰোঁতে, এলীয়ে তেওঁৰ মুখলৈ
১৩ চাই আছিল। হান্নাই মনে মনে কথা
কৈছিল ; কেৱল তেওঁৰ ওঁঠ লৰিছিল, কিন্তু তাৰ
১৪ শবদ শুনা নগল ; এই হেতুকে এলীয়ে তেওঁক
মত্তলীয়া যেন ভাবি কলে, তুমি কিমান পৰলৈ
মত্তলীয়া হৈ থাকিবা ? তোমাৰ দ্ৰাক্ষাৰস তোমাৰ
১৫ পৰা দূৰ কৰা। তাতে হান্নাই উত্তৰ দি কলে, হে
মোৰ প্ৰভো, তেনে নহয়, মই দুঃখিনী তিৰুতা ;
দ্ৰাক্ষাৰস কি সুৰা মই পান কৰা নাই, কিন্তু
যিহোৱাৰ আগত মোৰ মনৰ কথা ভাঙ্গি কৈছোঁ।
১৬ আপোনাৰ এই বেটীক আপুনি দুষ্ট তিৰুতা বুলি
নেভাবিব ; কিয়নো, মোৰ মনৰ বহুৎ বেজাৰ
আৰু অসন্তোষৰ কাৰণেহে মই ইমান কাললৈ
১৭ কথা কৈছোঁ। তাতে এলীয়ে উত্তৰ দি কলে, তুমি
কুশলে যোৱা ; ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ
আগত তুমি যিহৰ অৰ্থে প্ৰাৰ্থনা কৰিলা, তাক
১৮ তেওঁ তোমাক দিওক। পাছে তেওঁ কলে, আপো-
নাৰ দৃষ্টিত আপোনাৰ এই বেটী অনুগ্ৰহপ্ৰাপ্ত
হওক। তেতিয়া সেই তিৰুতাই আপোন বাটে
গুচি গৈ ভোজন কৰিলে ; তেওঁৰ মুখ আৰু বিবৰ্ণ
১৯ নহল। পাছে সিবিলাকে পুৱাতে উঠি যিহো-
ৱাৰ আগত প্ৰণিপাত কৰি ৰামালৈ আপোন
ঘৰলৈ উভটি আহিল ; তাৰ পাছে ইল্‌কানাই
আপোন ভাৰ্য্যা হান্নাৰ পৰিচয় লওঁত,
২০ যিহোৱাই তেওঁক সোঁৱৰিলে ; তাতে হান্নাই
গৰ্ভধাৰণ কৰি, কাল সম্পূৰ্ণ হওঁত, এটী পুত্ৰ
প্ৰসৱ কৰিলে ; আৰু মই যিহোৱাৰ পৰা ইহাক
খুজি ললোঁ, এই বুলি তাৰ নাম চমূৱেল ৰাখিলে।

২১ পাছে সেই মানুহ ইল্‌কানা আৰু তেওঁৰ আটাই
পৰিয়ালে যিহোৱাৰ উদ্দেশে বাৰ্ষিক বলিদান
কৰিবলৈ আৰু আপোনাৰ সঙ্কল্প সিদ্ধ কৰিবলৈ
২২ গল। কিন্তু হান্না হলে নগল; কিয়নো তেওঁ
আপোন স্বামীক কলে, লৰাটীয়ে পিয়াহ এৰি-
লেহে ময় যাম, সি যিহোৱাৰ আগত উপস্থিত
হৈ সদায় তাত থাকিবৰ নিমিত্তে, ময় তেতিয়াহে
২৩ তাক লৈ যাম। তেতিয়া তেওঁৰ স্বামী ইল্‌কানাই
তেওঁক কলে, তুমি যি ভাল দেখিছা, তাকে কৰা;
তুমি তাক পিয়াহ নেডুৱালৈকে পলম কৰি থাকা,
যিহোৱাই মাথোন আপোন বাক্য সাফল
কৰোক। তাতে, লৰাটীক পিয়াহ নেডুৱালৈকে
সেই তিৰুতাই ঘৰত থাকি, তাক পিয়াহ খুৱালে।
২৪ পাছে তেওঁ তাক পিয়াহ এডুৱালত, তেওঁ তিনুটা
ভতৰা, এক ঐফা আটাগুৰি, আৰু এক মোট দ্ৰাক্ষা-
ৰসে সৈতে তাক চীলোলৈ যিহোৱাৰ গৃহলৈ লৈ
গল। তেতিয়া লৰাটী অলপ বয়সীয়া আছিল।
২৫ পাছে সিবিলাকে ভতৰা গৰুটো মাৰি, লৰাটীক
২৬ এলীৰ ওচৰলৈ নিলে। আৰু হান্নাই কলে, হে
মোৰ প্ৰভো, শুনোক, ময় আপোনাৰ আগত
শপথ কৰি কৈছোঁ, হে মোৰ প্ৰভো, যি তিৰুতাই
যিহোৱাৰ উদ্দেশে প্ৰাৰ্থনা কৰি কৰি এই ঠাইত
আপোনাৰ আগত থিয় হৈ আছিল, ময়েই
২৭ সেই তিৰুতা; এই লৰাৰ নিমিত্তেই ময় প্ৰাৰ্থনা
কৰিছিলোঁ; আৰু যিহোৱাৰ আগত ময় যি খুজি-
২৮ ছিলোঁ, তাকে তেওঁ মোক দিলে। এতেকে ময়ো
ইয়াক যিহোৱাক দিলোঁ; ই জীয়াই থকালৈকে
যিহোৱাক দিয়া হল। আৰু ইল্‌কানাই সেই
ঠাইত যিহোৱাৰ আগত প্ৰণিপাত কৰিলে।

২ পাছে হান্নাই প্ৰাৰ্থনা কৰি কলে,
মোৰ মনে যিহোৱাত আনন্দ কৰিছে;
যিহোৱাত মোৰ শিং ওখ হৈছে;
শত্ৰুবোৰৰ আগত মোৰ মুখ বহল্‌কৈ মেলা
হল;
কিয়নো ময় তোমাৰ পৰিত্ৰাণত আনন্দ
কৰিছোঁ।
২ যিহোৱাৰ নিচিনা পবিত্ৰ কোনো নাই;
কিয়নো তোমাৰ বাহিৰে আৰু কোনো নাই;
আৰু আমাৰ ঈশ্বৰৰ সদৃশ কোনো শিলা নাই।
৩ তোমালোকে ইমান অহঙ্কাৰৰ কথা আৰু
নকবা;
তোমালোকৰ মুখৰ পৰা দৰ্পৰ কথা নোলাওক;
কিয়নো যিহোৱা সকলোকে জানোঁতা ঈশ্বৰ,
আৰু তেওঁৰ দ্বাৰায় কাৰ্য্যবিলাক ওজ‌ন্‌ত
জোখা হয়।
৪ বীৰবিলাকৰ ধনু ভঙা হল,
আৰু বলৰূপ টঙালিৰে উজুটি খোৱাবিলাকৰ
কঁকাল বন্ধা হল।
৫ তৃপ্ত হোৱাবিলাকে আহাৰৰ নিমিত্তে বেচলৈ
কাম কৰিব লগা হল;
ভোকত থকাবিলাকে বিশ্ৰাম পালে,
এনে কি, বাঁজী তিৰুতাই সাতোটা প্ৰসৱ
কৰিলে,
আৰু অধিক সন্তান থকা জনী ক্ষীণ হৈ গল।
৬ যিহোৱাই মাৰে আৰু জীয়ায়;
তেওঁ চিয়োললৈ নমায় আৰু পুনৰায় তোলে;
৭ যিহোৱাই দৰিদ্ৰ কৰে আৰু ধনী কৰে;
তেওঁ চাপৰ কৰে আৰু ওখও কৰে।
৮ অধিপতিবিলাকৰ লগত বহুৱাবলৈ,
আৰু প্ৰতাপী সিংহাসন অধিকাৰ কৰিবলৈ,
তেওঁ ধূলিৰ পৰা কঙালক তোলে, আৰু
গোবৰৰ দ'মৰ পৰা দৰিদ্ৰক উঠায়;
কিয়নো পৃথিবীৰ স্তম্ভবিলাক যিহোৱাৰেই;
তেওঁ তাৰ ওপৰত জগতখন স্থাপন কৰিলে।
৯ তেওঁ আপোন সাধু লোকবিলাকৰ চৰণ ৰক্ষা
কৰিব;
কিন্তু দুষ্টবোৰক আন্ধাৰত অবাক কৰা হব;
কিয়নো কোনো মানুহে বলেৰে জিকিব
নোৱাৰিব।
১০ যিহোৱাৰ লগত বিবাদ কৰাবিলাকক খণ্ড
খণ্ড কৰা হব;
তেওঁ স্বৰ্গত সিহঁতৰ অহিতে গৰ্জ্জন কৰিব।
যিহোৱাই পৃথিবীৰ অন্তলৈকে বিচাৰ কৰিব;
তেৱেঁই আপোন ৰজাক বল দিব,
আৰু আপোন অভিষিক্ত জনৰ শিং ওখ
কৰিব।
১১ তাৰ পাছে ইল্‌কানাই ৰামালৈ আপোন
ঘৰলৈ গল, কিন্তু লৰাটীয়ে এলী পুৰোহিতৰ
আগত যিহোৱাৰ পৰিচৰ্য্যা কৰিবলৈ ধৰিলে।

এলীৰ পুতেকবিলাকৰ দুষ্টতা আৰু তাৰ ফল।

১২ এলীৰ পুতেক দুজন দুষ্ট আছিল; সিহঁতে
১৩ যিহোৱাক নেজানিছিল। পুৰোহিতবিলাকে
লোকবিলাকৰ লগত এই ৰূপ ব্যৱহাৰ কৰিছিল,
যে, যেতিয়া কোনো মানুহে বলিদান কৰে,
তেতিয়া, মঙহ সিজাওঁতে, পুৰোহিতৰ দাসে
১৪ এডাল ত্ৰিশূল হাতত লৈ আহি, লুহিয়াত, বা
কেৰাহিত, বা টৌত, বা ডেকাত তাক মাৰি দিয়ে;
তাতে সেই ত্ৰিশূলত যি লাগি আহে, সেই সক-
লোকে পুৰোহিতে সেই ত্ৰিশূলডালে লৈতে লৈ
যায়। ইস্ৰায়েলৰ যিমান লোক চীলোলৈ আহে,
সেই সকলোলৈকে সিহঁতে সেই ৰূপ ব্যৱহাৰ
১৫ কৰে। তাত বাজে, তেল নো পোৰোঁতেই, পুৰো-
হিতৰ দাসে আহি বলিদান কৰা জনক কয়,
খৰিকাত দিবলৈ পুৰোহিতক মঙহ দিয়া; কিয়নো
তেওঁ তোমাৰ পৰা সিজোৱা মঙহ নলয়, কেঁচা লব।

১৬ তাতে সেই মানুহে যদি তাক কয়, তেল অৱশ্যে
এতিয়াই পোড়া যাব, পোড়া হলে তোমাৰ
মনৰ ইচ্ছাৰ দৰে যিমান লাগে সিমান লবা,
তেতিয়া সি উত্তৰ দি কয়, নহয়, এতিয়াই দে,
১৭ নিদিলে বলেৰে লম। ইয়াতে যিহোৱাৰ
সাক্ষাতে সেই ডেকাহঁতৰ পাপ অতিশয় অধিক
হল ; কিয়নো সেই মানুহবিলাকে যিহোৱাৰ
নৈবেদ্য হেয়জ্ঞান কৰিছিল।
১৮ সেই কালত চমূৱেল লৰাই এথম শণ সূতাৰ
একোদ বস্ত্ৰ পিন্ধি যিহোৱাৰ পৰিচৰ্য্যা কৰি-
১৯ ছিল। তাত বাহে তেওঁৰ মাকে তেওঁৰ নিমিত্তে এটা
এটা সৰু জামা যুগুত কৰি, আপোন স্বামীৰ লগত
বছৰেকীয়া বলিদান উৎসৰ্গ কৰিবলৈ যোৱা
২০ কালত বছৰে বছৰে নি তেওঁক দিছিল। পাছে
এলীয়ে ইল্‌কানাক আৰু তেওঁৰ ভাৰ্য্যাকো
আশীৰ্ব্বাদ কৰি কলে, খুজি লৈ যিহোৱাক
দিয়া এই লৰাৰ সলনি যিহোৱাই তোমাক এই
তিৰুতাৰ পৰা আৰু সন্তান দিওক ; তেতিয়া সি-
২১ বিলাকে আপোন ঠাইলৈ গল। পাছে যিহো-
ৱাই হান্নালৈ কৃপা কৰিলত, তেওঁ গৰ্ভৱতী হৈ
কালক্ৰমে তিনুটা লৰা আৰু দুজনী ছোৱালী
প্ৰসৱ কৰিলে। ইয়াৰ ভিতৰতে চমূৱেল লৰা
যিহোৱাৰ সাক্ষাতে বাঢ়ি গল।
২২ এলী বয়সত অতিশয় বৃদ্ধ আছিল ; গোটেই
ইস্ৰায়েললৈ কৰা আপোনাৰ পুতেকহঁতৰ কুব্যৱ-
হাৰৰ কথা, আৰু সাক্ষাৎ কৰা তাম্বুৰ দুৱাৰমুখত
পৰিচৰ্য্যা কৰা তিৰুতাবোৰৰ লগত শয়ন কৰাৰ
২৩ কথাও শুনি, তেওঁ সিহঁতক কলে, তহঁতে এনে
কৰ্ম্ম কিয় কৰিছহঁক? কিয়নো এই আটাই
মানুহৰ মুখে ময় তহঁতৰ কুকৰ্ম্মৰ কথা শুনিছোঁ।
২৪ হে মোৰ বোপাহঁত, নহয় নহয়, তেনে নকৰিবা ;
কিয়নো ময় যি কথা শুনিছোঁ, সেয়ে ভাল নহয় ;
তোমালোকে যিহোৱাৰ লোকবিলাকক আজ্ঞা
২৫ লঙ্ঘন কৰাইছাহঁক। কোনো এজন মানুহে যদি
আন মানুহৰ অহিতে দোষ কৰে, তেন্তে ঈশ্বৰে
তাৰ বিচাৰ কৰিব ; কিন্তু কোনোৱে যদি যিহো-
ৱাৰ বিৰুদ্ধে পাপ কৰে, তেন্তে তাৰ পক্ষে কোনে
অনুৰোধ কৰিব? তথাপি সিহঁতে আপোন
বাপেকৰ কথালৈ মন নকৰিলে ; কিয়নো যিহো-
২৬ ৱাই সিহঁতক মাৰিবলৈ ইচ্ছা কৰিলে। কিন্তু
চমূৱেল লৰা ক্ৰমে ক্ৰমে বাঢ়ি গৈ, যিহোৱাৰ
আৰু মানুহৰ সাক্ষাতেও অনুগ্ৰহপ্ৰাপ্ত হল।
২৭ পাছে ঈশ্বৰৰ এজন লোক এলীৰ ওচৰলৈ
আহি তেওঁক কলে, যিহোৱাই এই কথা কৈছে,
যি কালত তোমাৰ পিতৃৰ বংশ মিচৰত ফৰৌণৰ
বংশৰ অধীনে আছিল, তেতিয়া ময় সিবিলাকক
২৮ দৰ্শন নিদিলোঁ নে? আৰু মোৰ পুৰোহিত
হবলৈ, মোৰ যজ্ঞবেদিৰ ওপৰত উঠিবলৈ, ধূপ
জলাবলৈ, আৰু মোৰ সাক্ষাতে একোদ বস্ত্ৰ
পিন্ধিবলৈ, ইস্ৰায়েলৰ আটাই ফৈদৰ পৰা ময়
তেওঁক মনোনীত নকৰিলোঁ নে? আৰু ইস্ৰায়েলৰ
সন্তানবিলাকৰ অগ্নিকৃত উপহাৰ তোমাৰ পিতৃৰ
২৯ বংশক নিদিলোঁ নে? এই হেতুকে, ময় আপোন
নিবাসৰ ঠাইত আজ্ঞা কৰা মোৰ বলি আৰু
নৈবেদ্যৰ ওপৰত তোমালোকে কিয় গোৰ
মাৰিছা? আৰু মোৰ প্ৰজা ইস্ৰায়েল লোক-
বিলাকৰ সকলো উপহাৰৰ আগ ভাগৰ দ্বাৰায়
যিহতে তোমালোক হৃষ্টপুষ্ট হোৱা, এই
আশয়েৰে তুমি মোতকৈ কিয় আপোন পোহঁতক
৩০ অধিক আদৰ কৰিছা? এই হেতুকে ইস্ৰা-
য়েলৰ ঈশ্বৰ যিহোৱাই কৈছে, তোমাৰ বংশই
আৰু তোমাৰ পিতৃৰ বংশই মোৰ আগত
সদায় অহাযোৱা কৰিব, এই বুলি ময় নিশ্চয়ে
কৈছিলোঁ ; কিন্তু এতিয়া যিহোৱাই কৈছে, সেয়ে
মোৰ পৰা দূৰ হওক ; কিয়নো মোক মৰ্য্যাদা
কৰোঁতাবিলাকক ময় মৰ্য্যাদা কৰিম, কিন্তু
মোক তুচ্ছ কৰোঁতাবিলাকক হেয়জ্ঞান কৰা হব।
৩১ দেখা, ময় যি কালত তোমাৰ বাহু আৰু তোমাৰ
পিতৃৰ বংশৰ বাহু, তোমাৰ বংশত এজনো বৃদ্ধ
লোক নথকাকৈ ছেদন কৰিম, এনে কাল আহিছে।
৩২ তাতে, ঈশ্বৰে ইস্ৰায়েলক দিয়া সকলো মঙ্গলৰ
মাজত তুমি মোৰ এই আবাসৰ দুৰ্গতি দেখিবা ;
আৰু তোমাৰ বংশত কেতিয়াও কোনো বুঢ়া
৩৩ নহব। আৰু ময় আপোন যজ্ঞবেদিৰ পৰা
তোমাৰ যি মানুহক ছেদন নকৰিম, সি তোমাৰ
চকু দুৰ্ব্বল কৰিবলৈ আৰু তোমাৰ মনত বেজাৰ
জন্মাবলৈহে থাকিব ; আৰু তোমাৰ বংশত
উৎপন্ন হোৱা সকলো লোক যৌবন অৱস্থাতে
৩৪ মৰিব। হফ্‌নী আৰু পীনহচ তোমাৰ এই দুজন
পুত্ৰলৈ যি ঘটিব, সেয়ে তোমালৈ এক চিন হব ;
৩৫ সিহঁত দুয়ো একে দিনাই মৰিব। আৰু ময়
নিজৰ নিমিত্তে এজন বিশ্বাসী পুৰোহিত উৎপন্ন
কৰিম ; তেওঁ মোৰ মনৰ আৰু মোৰ ইচ্ছাৰ দৰে
কাৰ্য্য কৰিব ; আৰু ময় তেওঁৰ এক চিৰস্থায়ী বংশ
স্থাপন কৰিম ; তেওঁ সদায় মোৰ অভিষিক্ত জনৰ
৩৬ সন্মুখত অহাযোৱা কৰিব। আৰু তোমাৰ বংশৰ
মাজৰ অৱশিষ্ট থকা প্ৰতিজনে আহি এডোখৰ ৰূপ
আৰু এটা পিঠাৰ নিমিত্তে তেওঁৰ আগত প্ৰণিপাত
কৰি কব, বিনয় কৰোঁ, ময় যিহতে এডোখৰ পিঠা
খাবলৈ পাম, তাৰ নিমিত্তে পুৰোহিতপদৰ
কোনো এক ঠাইত মোক সুমুৱাই লওক।

ভাববাদী হবলৈ চমূৱেলক আমন্ত্ৰণ কৰা।

৩ ইয়াৰ ভিতৰতে চমূৱেল লৰাই এলীৰ
সাক্ষাতে যিহোৱাৰ পৰিচৰ্য্যা কৰি আছিল।
আৰু সেই কালত যিহোৱাৰ বাক্য দুৰ্লভ আছিল,

২ দৰ্শন যেতিয়াই তেতিয়াই নহৈছিল। আৰু সেই
কালত এলীৰ চকু দুৰ্ব্বল হোৱাত, তেওঁ দেখিব
নোৱাৰিছিল; এদিন এলীয়ে আপোন ঠাইত
৩ শুই আছিল, আৰু ঈশ্বৰীয় চন্দুক থকা যিহো-
ৱাৰ মন্দিৰৰ মাজত, ঈশ্বৰীয় প্ৰদীপ নুনুমুৱাৰ
৪ পূৰ্ব্বে চমূৱেল শুই আছে, এনেতে যিহোৱাই
চমূৱেলক মাতিলে; তাতে তেওঁ উত্তৰ কৰিলে,
৫ মই আছোঁ। পাছে তেওঁ এলীৰ ওচৰলৈ লৰি
গৈ কলে, মই উপস্থিত আছোঁ; কিয়নো আপুনি
মোক মাতিলে। তাতে তেওঁ কলে, মই মতা
নাই; তুমি ঘূৰি শোৱাগৈ; তাতে তেওঁ গৈ
৬ শুই থাকিল। পাছে যিহোৱাই পুনৰায় মাতিলে,
হে চমূৱেল; তাতে চমূৱেলে উঠি এলীৰ ওচৰলৈ
গৈ কলে, মই উপস্থিত আছোঁ; কিয়নো আপুনি
মোক মাতিলে; তেওঁ কলে, বোপা, মই মতা
৭ নাই; তুমি উলটি গৈ শোৱাগৈ। সেই সময়ত
চমূৱেলে যিহোৱাৰ পৰিচয় পোৱা নাছিল,
আৰু তেওঁলৈ যিহোৱাৰ বাক্যও প্ৰকাশিত হোৱা
৮ নাছিল। পাছে যিহোৱাই তৃতীয়বাৰ চমূৱেলক
মাতিলে। তাতে তেওঁ উঠি এলীৰ ওচৰলৈ গৈ
কলে, মই উপস্থিত আছোঁ; কিয়নো আপুনি
৯ মোক মাতিলে। তেতিয়া, যিহোৱাই যে সেই
লৰাক মাতিছে, ইয়াকে এলীয়ে বুজি চমূৱেলক
কলে, তুমি গৈ শুই থাকা; যদি তেওঁ তোমাক
মাতে, তেন্তে কবা, হে যিহোৱা, কওক, কিয়নো
আপোনাৰ দাসে শুনিছে। তাতে চমূৱেল গৈ
১০ আপোন ঠাইত শুই থাকিল। পাছে যিহোৱাই
আহি থিয় হৈ, আগৰ দৰে মাতি কলে, চমূৱেল,
চমূৱেল। তাতে চমূৱেলে উত্তৰ কৰিলে, কওক,
১১ কিয়নো আপোনাৰ দাসে শুনিছে। তেতিয়া
যিহোৱাই চমূৱেলক কলে, দেখা, মই ইস্ৰায়েলৰ
মাজত এক কৰ্ম্ম কৰিম; তাক যেয়ে যেয়ে শুনিব,
১২ সেই আটাইৰে দোন কাণ শিঁয়ৰি উঠিব। মই এলীৰ
অহিতে তেওঁৰ বংশৰ বিষয়ে যি যি কৈছিলোঁ,
সেই সকলোকে প্ৰথমৰে পৰা শেষলৈকে সেই
১৩ দিনা সিদ্ধ কৰিম। কিয়নো মই তেওঁক কলোঁ,
তেওঁ জনা অপৰাধৰ নিমিত্তে মই সদাকাললৈকে
তেওঁৰ বংশক দণ্ড দিম; কাৰণ তেওঁৰ পুতেকহঁতে
আপোনাবিলাকক শাপগ্ৰস্ত কৰিছে, তথাপি
১৪ তেওঁ সিহঁতক ক্ষান্ত কৰা নাই। এতেকে এলীৰ
বংশলৈ মই এই শপথ কৰিলোঁ, যে, এলীৰ
বংশৰ যি অপৰাধ, তাক বলিদান কি নৈবেদ্যৰ
১৫ দ্বাৰায় কেতিয়াও মোচন কৰা নহব। পাছে
চমূৱেল ৰাতিপুৱালৈকে শুই থাকিল; পাছত
তেওঁ যিহোৱাৰ গৃহৰ দুৱাৰবোৰ মেলিলে, কিন্তু
এলীৰ আগত সেই দৰ্শনৰ কথা জনাবলৈ
১৬ ভয় কৰিলে। পাছে এলীয়ে চমূৱেলক মাতি
কলে, বোপা চমূৱেল। তেওঁ কলে, মই আছোঁ।
১৭ তেতিয়া এলীয়ে সুধিলে, যিহোৱাই তোমাক
কি কথা কলে? মই বিনয় কৰোঁ, তুমি মোৰ
পৰা তাক লুকুৱাবা; ঈশ্বৰে তোমাক যি
যি কথা কলে, তাৰ কোনো কথা যদি মোৰ
পৰা গুপুতে ৰাখা, তেন্তে তেওঁ তোমাক অমুক
১৮ আৰু তাতকৈয়ো অধিক দণ্ড দিওক। তেতিয়া
চমূৱেলে তেওঁৰ আগত সেই সকলোকে কলে,
তেওঁৰ পৰা এটা কথাও গুপুতে নাৰাখিলে; তাতে
এলীয়ে কলে, তেওঁ যিহোৱা; তেওঁৰ দৃষ্টিত
১৯ যি ভাল, তাকেই কৰক। পাছে, চমূৱেল ডাঙৰ
হলত, যিহোৱা তেওঁৰ লগত থাকিল, আৰু তেওঁৰ
২০ এটা কথাকো বিফলে যাব নিদিলে। তাতে,
চমূৱেল যে যিহোৱাৰ ভাববাদী হবৰ অৰ্থে
বিশ্বাসৰ পাত্ৰ হৈছে, তাক দানৰ পৰা বেৰ-
২১ চেবালৈকে গোটেই ইস্ৰায়েলে জানিলে। আৰু
যিহোৱাই আকৌ চীলোত দৰ্শন দিলে; কিয়নো
যিহোৱাই চীলোত চমূৱেলৰ আগত যিহোৱাৰ
বাক্যৰ দ্বাৰায় আপোনাকে প্ৰকাশ কৰিছিল।

৪ আৰু গোটেই ইস্ৰায়েলৰ ওচৰলৈ চমূৱেলৰ
বাক্য আহিছিল।

নিয়মচন্দুক শত্ৰুৰ হাতত পৰা। এলী আৰু তেওঁৰ
পুতেকহঁতৰ মৰণ।

পাছে ইস্ৰায়েলে যুদ্ধৰ অৰ্থে পলেষ্টীয়া-
বিলাকৰ অহিতে ওলাই গৈ এবন-এজৰৰ ওচৰত
ছাউনি পাতিলে, আৰু পলেষ্টীয়াবিলাকে অফে-
২ কত ছাউনি পাতিলে। পাছে পলেষ্টীয়াবিলাকে
ইস্ৰায়েলৰ বিৰুদ্ধে সৈন্যৰ বেহু পাতিলে;
আৰু যুদ্ধ লাগিলত, পলেষ্টীয়াবিলাকৰ আগত
ইস্ৰায়েল হাৰিল; সিহঁতে সেই যুদ্ধক্ষেত্ৰত
সৈন্যসমূহৰ প্ৰায় চাৰি হাজাৰ লোকক বধ
৩ কৰিলে। পাছে লোকবিলাক ছাউনিলৈ আহিলত,
ইস্ৰায়েলৰ বৃদ্ধ লোকবিলাকে কলে, যিহোৱাই
পলেষ্টীয়াবিলাকৰ আগত আমাক আজি কিয়
ঘটুৱালে? যিহোৱাৰ নিয়মচন্দুক আমাৰ মাজ-
লৈ আহি, শত্ৰুবোৰৰ হাতৰ পৰা যেন আমাক
নিস্তাৰ কৰিব, এই নিমিত্তে আহাঁ, আমি চীলোৰ
৪ পৰা তাক আনোঁ। তাতে লোকবিলাকে চীলোলৈ
দূত পঠাই, কৰূব দুটাৰ মাজত বসতি কৰা
বাহিনীবিলাকৰ যিহোৱাৰ নিয়মচন্দুক আনালে;
তেতিয়া এলীৰ দুজন পুতেক হফ্‌নী আৰু পীনহচ
সেই ঠাইত যিহোৱাৰ নিয়মচন্দুকৰ লগত
৫ আছিল। পাছে যিহোৱাৰ নিয়মচন্দুক ছাউনি-
লৈ আহিলত, গোটেই ইস্ৰায়েলে এনে মহাধ্বনি
কৰিলে, যে, পৃথিবীও কঁপিবলৈ ধৰিলে।
৬ তেতিয়া পলেষ্টীয়াবিলাকে সেই ধ্বনিৰ শব্দ
শুনি সুধিলে, ইব্ৰীয়াহঁতৰ ছাউনিত সেই মহা-
৭ ধ্বনিৰ শব্দ কিয় হৈছে? পাছে যিহোৱাৰ

নিয়মচন্দুক ছাউনিলৈ আহিছে বুলি বুজি,
পলেষ্টীয়াবিলাকৰ ভয় লাগিল ; কিয়নো সিহঁতে
কলে, ছাউনিলৈ ঈশ্বৰ আহিছে। সিহঁতে
আৰু কলে, আমাৰ সন্তাপ হব ; কিয়নো ইয়াৰ
৮ পূৰ্ব্বে কেতিয়াও এনে হোৱা নাই। আমাৰ
সন্তাপ হব ; সেই পৰাক্ৰমী দেৱতাবিলাকৰ
হাতৰ পৰা আমাক কোনে ৰক্ষা কৰিব ? যি
দেৱতাবিলাকে অৰণ্যৰ মাজত সকলো প্ৰকাৰ
আঘাতেৰে মিচৰীয়াবিলাকক আঘাত কৰিলে,
৯ এইবিলাকেই সেই দেৱতা। ইব্ৰীয়াইঁত যেনেকৈ
তোমালোকৰ অধীন আছিল, তেনেকৈ তোমা-
লোক সিহঁতৰ অধীন যেন নহবা, এই নিমিত্তে হে
পলেষ্টীয়াবিলাক, তোমালোকে বলৱান হোৱা
আৰু পুৰুষালি দেখুওৱা ; পুৰুষালি দেখুৱাই
১০ যুদ্ধ কৰা। তাতে পলেষ্টীয়াবিলাকে যুদ্ধ কৰিলত,
ইস্ৰায়েল লোকবিলাক পৰাজয় হৈ প্ৰতিজন আ-
পোন আপোন তাম্বুলৈ পলাল; তেতিয়া এনে
মহাসংহাৰ হল, যে, ইস্ৰায়েলৰ মাজত ত্ৰিশ
১১ হাজাৰ পদাতিক লোক মৰা পৰিল। আৰু ঈশ্বৰৰ
চন্দুক শত্ৰুৰ হাতত পৰিল, আৰু এলীৰ দুজন
পুতেক হফ্নী আৰু পীনহচক বধ কৰা হল।
১২ তেতিয়া এজন বিন্যামীনীয়া মানুহে সৈন্যৰ মাজৰ
পৰা লৰি গৈ সেই দিনাই চীলো পালে ; তাৰ
১৩ কাপোৰ ফটা, আৰু মূৰত মাটী আছিল। সি
অহা সময়ত বাটৰ কাষত এলীয়ে আপোন
আসনত বহি বাট চাই আছিল ; কিয়নো তেওঁৰ
মন যিহোৱাৰ চন্দুকৰ নিমিত্তে কঁপি আছিল।
আৰু সেই মানুহটোৱে নগৰত সোমাই সেই
সংবাদ দিলত, নগৰত থকা সকলো লোকে
১৪ চিঁয়ৰিবলৈ ধৰিলে। পাছে এলীয়ে সেই চিঁয়ৰৰ
শবদ শুনি সুধিলে, এই কোলাহলৰ কাৰণ কি ?
তেতিয়া সেই মানুহে বেগাই আহি এলীক
১৫ জনালে। সেই কালত এলী আঠানব্বই বছৰ
বয়সীয়া হৈছিল ; আৰু তেওঁ দৃষ্টিহীন হোৱাত,
১৬ একো দেখিব নোৱাৰিলে। সেই মানুহে এলীক
কলে, ময় সৈন্যসমূহৰ পৰা অহা মানুহ ;
আজিয়েই ময় সৈন্যসমূহৰ পৰা পলাই
আহিলোঁ। তাতে এলীয়ে সুধিলে, বোপা, কি
১৭ হৈছে ? বাৰ্ত্তা অনা লোকে উত্তৰ কৰিলে, ইস্ৰা-
য়েল পলেষ্টীয়াবিলাকৰ আগৰ পৰা পলাইছে,
আৰু লোকবিলাকৰ মাজত মহাসংহাৰ হল ;
বিশেষকৈ তোমাৰ দুজন পুত্ৰ হফ্নী আৰু পীন-
হচো মৰিল, আৰু ঈশ্বৰৰ চন্দুক শত্ৰুৰ হাতত
১৮ পৰিল। পাছে, সেই মানুহে ঈশ্বৰৰ চন্দুকৰ নাম
কোৱামাত্ৰকে এলী দুৱাৰৰ কাষত আসনৰ পৰা
চুটি খাই পৰিল, আৰু ডিঙি ভাগি যোৱাত
মৰিল ; কিয়নো তেওঁ বুঢ়া আৰু গধুৰ পুৰুষ
আছিল। তেওঁ চল্লিশ বছৰলৈকে ইস্ৰায়েলৰ
১৯ বিচাৰ কৰিছিল। সেই সময়ত তেওঁৰ পো-
বোৱাৰী পীনহচৰ ঘৈনীয়েক গৰ্ভৱতী অৱস্থাত
থকাত, তাইৰ প্ৰসৱৰ কাল ওচৰ আছিল ; পাছে
যিহোৱাৰ চন্দুক শত্ৰুৰ হাতত পৰা, আৰু
আপোনাৰ শহুৰেক ও গিৰিয়েক মৰা সংবাদ
শুনামাত্ৰকে তাইৰ প্ৰসৱবেদনা হোৱাত, তাই
২০ আঁঠু পাৰি প্ৰসৱ কৰিলে। তেতিয়া তাইৰ মৰণৰ
কালত, তাইৰ ওচৰত থিয় হৈ থকা তিৰুতা-
বিলাকে তাইক কলে, ভয় নকৰিবা ; কিয়নো
তুমি এটি পুত্ৰ জন্মালা। কিন্তু তাই একো উত্তৰ
২১ নিদিলে আৰু মন নকৰিলে। পাছে ঈশ্বৰৰ
চন্দুক শত্ৰুৰ হাতত পৰা, আৰু তাইৰ শহু-
ৰেক ও গিৰিয়েকো মৰা দেখি, তাই লৰাটোৰ
নাম ঈখাবোদ ৰাখি কলে, ইস্ৰায়েলৰ পৰা
২২ প্ৰতাপ গল। তাই আকৌ কলে, ইস্ৰায়েলৰ
পৰা প্ৰতাপ গল ; কিয়নো শত্ৰুৰ হাতত ঈশ্বৰৰ
চন্দুক পৰিল।

নিয়মচন্দুক পলেষ্টীয়াবিলাকৰ দেশত থকা।

৫ ইয়াৰ ভিতৰতে পলেষ্টীয়াবিলাকে ঈশ্বৰৰ
চন্দুক লোৱাৰ পাছে, তাক এবন-এজৰৰ পৰা
২ অচ্দোদলৈ নিলে। তাৰ পাছে পলেষ্টীয়া-
বিলাকে ঈশ্বৰৰ চন্দুক দাগোনৰ মন্দিৰলৈ নি,
৩ দাগোনৰ কাষত ৰাখিলে। তাৰ পাছদিনা
অচ্দোদৰ লোকবিলাকে ৰাতিপুৱাতে উঠি
দেখিলে, যে, যিহোৱাৰ চন্দুকৰ আগত দাগোনে
মাটীত মুখ দি পৰি আছে ; তাতে সিহঁতে
দাগোনক তুলি আকৌ তাক আপোন ঠাইত
৪ ৰাখিলে। পাছে তাৰ পাছদিনাও সিহঁতে
পুৱাতে উঠি দেখিলে, যে, যিহোৱাৰ চন্দুকৰ
সন্মুখত দাগোন মাটীত উবুৰি হৈ পৰি আছে,
আৰু দাগোনৰ মূৰটো আৰু হাত দুখন কটা হৈ
দুৱাৰডলিত পৰি আছে ; কেৱল তাৰ গাতোখৰ
৫ মাথোন অৱশিষ্ট থাকিল। এই নিমিত্তে
দাগোনৰ পুৰোহিত আদি কৰি যিমান লোক
দাগোনৰ মন্দিৰত সোমায়, সিহঁতৰ মাজৰ
কোনেও অচ্দোদত থকা দাগোনৰ দুৱাৰডলিত
আজিলৈকে ভৰি নিদিয়ে।
৬ কিন্তু অচ্দোদীয়া লোকবিলাকৰ ওপৰত
যিহোৱাৰ হাত গধুৰ আছিল, আৰু তেওঁ সিহঁতক
সংহাৰ কৰিলে, আৰু অচ্দোদ ও তাৰ সীমাৰ
অনেক লোকক বিষফোঁহোৰাৰে আঘাত কৰিলে।
৭ পাছে অচ্দোদীয়াবিলাকে তাকে দেখি কলে,
ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক আমাৰ ওচৰত থাকিব
নোৱাৰে ; কিয়নো আমাৰ ওপৰত আৰু আমাৰ
দেৱতা দাগোনৰো ওপৰত তেওঁৰ হাত ক্লেশদায়ক
৮ হৈছে। এই হেতুকে সিহঁতে মানুহ পঠাই
পলেষ্টীয়াবিলাকৰ আটাই অধিপতিবিলাকক

আপোনাৰ ওচৰত গোটাই কলে, ইস্ৰায়েলৰ
ঈশ্বৰৰ চন্দুকৰ কথাত আমি কি কৰিম? সি-
বিলাকে কলে, ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক গাতলৈ
নিয়া হওক; তাতে সিহঁতে ইস্ৰায়েলৰ ঈশ্বৰৰ
৯ চন্দুক সেই ঠাইলৈ লৈ গল। তাক নিয়া হলত,
যিহোৱাৰ হাত নগৰখনৰ বিৰুদ্ধে অতিশয়
ত্ৰাসজনক হল; তেওঁ নগৰখনৰ বড় কি সৰু
সকলোকে আঘাত কৰাত, সিহঁতৰ গাত বিষ-
১০ কোঁহোৰা ওলাল। পাছে সিহঁতে যিহোৱাৰ
চন্দুক ইক্ৰোণলৈ পঠালে। কিন্তু যিহোৱাৰ চন্দুক
ইক্ৰোণলৈ আহিলত, ইক্ৰোণীয়াহঁতে বড়কৈ
এঁটাহ পাৰি কলে, আমাক আৰু আমাৰ মানুহ-
বোৰক বধ কৰিবৰ নিমিত্তে সিহঁতে আমাৰ
ওচৰলৈ ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক আনিলে।
১১ পাছে সিহঁতে মানুহ পঠাই পলেষ্টীয়াবিলাকৰ
আটাই অধিপতিবিলাকক গোট খুৱাই কলে,
আমাক আৰু আমাৰ লোকবিলাকক যেন বধ
নকৰে, এই নিমিত্তে ইস্ৰায়েলৰ ঈশ্বৰৰ চন্দুক
পঠাই দিয়া; সেয়ে আপোন ঠাইলৈ উলটি
যাওক। কিয়নো নগৰৰ সকলো ফালে মহামাৰীৰ
ভয়ত লোকবিলাক ব্যাকুল হৈছিল; সেই ঠাইত
১২ ঈশ্বৰৰ হাত অতিশয় গধুৰ আছিল। আৰু যি
লোকবিলাক নমৰাকৈ আছিল, সিহঁত বিষকোঁ-
হোৰাৰে পীড়িত হল; এই হেতুকে নগৰৰ লোক-
বিলাকৰ আৰ্ত্তৰাৱ আকাশলৈকে উঠিল।

নিয়মচন্দুক ইস্ৰায়েল দেশলৈ
ওলোটাই পঠোৱা।

৬ যিহোৱাৰ চন্দুক পলেষ্টীয়াবিলাকৰ দেশত
২ সাত মাহলৈকে আছিল। পাছে পলেষ্টীয়া-
বিলাকে পুৰোহিত আৰু মঙ্গলতিবিলাকক মতাই
আনি কলে, আমি যিহোৱাৰ চন্দুকৰ বিষয়ে কি
কৰিম? কোৱাচোন, আমি কিহেৰে তাক
৩ আপোন ঠাইলৈ পঠাই দিম? সিবিলাকে কলে,
তোমালোকে যদি ইয়াৰ পৰা ইস্ৰায়েলৰ ঈশ্বৰৰ
চন্দুক পঠাই দিয়া, তেন্তে সুদাকৈ নপঠাবা,
কিন্তু কোনোমতে দোষাৰ্থক উপহাৰ তেওঁৰ তালৈ
পঠাই দিয়া; তেহে তোমালোক সুস্থ হব পাৰিবা,
আৰু তেওঁৰ হাত তোমালোকৰ পৰা কিয় নুগুচে,
৪ তাকো তোমালোকে জ্ঞাত হবা। সিহঁতে সুধিলে,
দোষাৰ্থক উপহাৰস্বৰূপে আমি তেওঁলৈ কি পঠাই
দিম? সিবিলাকে কলে, পলেষ্টীয়াবিলাকৰ
অধিপতিৰ সংখ্যা অনুসাৰে বিষকোঁহোৰাবোৰৰ
আকৃতিৰে সজা পাঁচোটা বস্তু, আৰু সোণৰ
পাঁচোটা নিগণি দি পঠোৱা; কিয়নো তোমা-
লোক সকলোৰে আৰু তোমালোকৰ অধিপতি-
৫ বিলাকৰো একে ৰূপ উৎপাত ঘটিছে। এই
হেতুকে তোমালোকে আপোনাবিলাকৰ বিষ-
কোঁহোৰাৰ আৰু দেশ বিনষ্ট কৰা নিগণিৰ
আকৃতিৰে মূৰ্ত্তি নিৰ্ম্মাণ কৰা, আৰু ইস্ৰা-
য়েলৰ ঈশ্বৰক গৌৰৱান্বিত কৰা; কিজানি তেওঁ
তোমালোকৰ পৰা, আৰু তোমালোকৰ দেৱতা-
বিলাকৰ পৰা, আৰু তোমালোকৰ দেশৰ পৰাও
৬ আপোনাৰ হাত আঁতৰাব। মিচৰীয়া লোকে
আৰু ফৰৌণ ৰজাই যি ৰূপে আপোনাবিলাকৰ
মন কঠিন কৰিছিল, তেনেকৈ তোমালোকে কিয়
মন কঠিন কৰিবা? তেওঁ সিবিলাকৰ মাজত
অদ্ভুত কাৰ্য্য কৰিলত, সিবিলাকে লোকবিলাকক
এৰি নিদিলে নে? আৰু লোকবিলাক নগল
৭ নে? এই হেতুকে এতিয়া কাঠ লৈ এখন নতুন
ৰথ সাজা, আৰু কান্ধত যুঁৱলি নুঠা এনে দুজনী
খিৰতী গাই গৰু আনি ৰথত লগোৱা, আৰু
সিহঁতৰ পোৱালি সিহঁতৰ লগৰ পৰা ঘৰলৈ
৮ আনিবা। আৰু যিহোৱাৰ চন্দুক সেই ৰথৰ
ওপৰত তুলি দিবা; আৰু সেই যি সোণৰ
বস্তুবোৰ দোষাৰ্থক উপহাৰস্বৰূপে তেওঁক দিবা,
তাক এটা পেৰাত ভৰাই তাৰ একালে দিবা;
৯ পাছে তাক পঠাই দিবা, সি যাওক। আৰু চাবা,
সেই ৰথ যদি আপোন সীমাৰ বাটেদি বৈৎ-
চেমচলৈ যায়, তেন্তে আমালৈ এই মহা-আপদ
তেৱেঁই ঘটালে; আৰু যদি নেযায়, তেন্তে, বি
হাতে আমাক প্ৰহাৰ কৰিলে, সেয়ে তেওঁৰ নহয়,
ইয়াকে আমি জানিম; দৈবক্ৰমেহে আমালৈ
১০ এই ঘটনা হল। পাছে মানুহবিলাকে সেই
দৰেই কৰিলে; দুজনী খিৰতী গাই গৰু আনি
ৰথত লগালে, আৰু সিহঁতৰ পোৱালি দুটাক
১১ ঘৰত বান্ধি থলে। পাছে সিহঁতে যিহোৱাৰ
চন্দুক, আৰু সোণৰ নিগণি ও বিষকোঁহোৰাৰ
আকৃতিৰে সজা বস্তুবোৰৰ পেৰাটোও ৰথৰ
১২ ওপৰত তুলি দিলে। পাছে সেই গৰু দুজনীয়ে
বৈৎ-চেমচৰ পোন ধৰি হেম্বেলিয়াই হেম্বেলিয়াই
ৰাজবাটেদি গল; সোঁহাতে কি বাওঁহাতে
নুঘুৰিলে; আৰু পলেষ্টীয়াবিলাকৰ অধিপতি-
বিলাক বৈৎ-চেমচৰ সীমালৈকে সিহঁতৰ
১৩ পাছে পাছে গল। সেই কালত বৈৎ-চেমচ-
নিবাসীবিলাকে উপত্যকাত ঘেঁহু ধান দাওঁতে,
ওপৰলৈ মূৰ দাঙি চাই চন্দুকটো দেখিলে, আৰু
১৪ তাকে দেখি সিবিলাকে আনন্দ কৰিলে। তেতিয়া
সেই ৰথখন বৈৎ-চেমচনিবাসী যিহোচূৱাৰ
পথাৰ সোমাই, যতে এটা বড় শিল আছিল,
সেই ঠাইতে ৰল্হি; তাতে সিবিলাকে ৰথৰ
কাঠ ফালি, সেই গৰু দুজনীক হোমৰ অৰ্থে
১৫ যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিলে। পাছে
লেবীয়াবিলাকে যিহোৱাৰ চন্দুক আৰু তাৰ
লগৰ সোণৰ বস্তু থকা পেৰাটোও নমাই সেই
বড় শিলৰ ওপৰত ৰাখিলে; আৰু বৈৎ-চেমচৰ

লোকবিলাকে সেই দিনাই যিহোৱাৰ উদ্দেশে
হোমবলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে।
১৬ আৰু পলেষ্টীয়াবিলাকৰ পাঁচ জন অধিপতিয়ে
তাকে দেখি, সেই দিনাই ইক্ৰোণলৈ উলটি গল।
১৭ যিহোৱাৰ উদ্দেশে দোষাৰ্থক উপহাৰস্বৰূপে
পলেষ্টীয়াবিলাকে পঠাই দিয়া বিষফোঁহোৰাৰ
আকৃতিৰে সজা সোণৰ বস্তু এইবিলাক; অচ্-
দোদৰ নিমিত্তে এটা, ঘজাৰ নিমিত্তে এটা,
অস্কিলোনৰ নিমিত্তে এটা, গাতৰ নিমিত্তে
১৮ এটা, আৰু ইক্ৰোণৰ নিমিত্তে এটা; আৰু
গড়েৰে আবৃত হোৱা নগৰ হওক বা গাঁও হওক,
পাঁচ জন অধিপতিৰ অধীনে পলেষ্টীয়াবিলাকৰ
যিমান নগৰ আছিল, সিমান সোণৰ নিগনি;
যিহোৱাৰ চন্দুক যিহৰ ওপৰত ৰখা হৈছিল,
সেই মহাশিল ইয়াৰ সাক্ষী; বৈৎ-চেমচীয়া
যিহোচূৱাৰ পথাৰত সেই শিল আজিলৈকে
১৯ আছে। পাছে তেওঁ বৈৎ-চেমচৰ লোকবিলাকৰ
মাজৰ কেতবিলাকক আঘাত কৰিলে; কাৰণ
সিবিলাকে যিহোৱাৰ চন্দুকলৈ চাইছিল;
অৰ্থাৎ তেওঁ লোকবিলাকৰ মাজৰ সত্তৰ জনক
[আৰু পঞ্চাশ হাজাৰ] বধ কৰিলে; তাতে
যিহোৱাই সেই মহাসংহাৰেৰে আঘাত কৰাত,
২০ সিহঁতে বিলাপ কৰিলে। আৰু বৈৎ-চেমচৰ
লোকবিলাকে কলে, এই পবিত্ৰ ঈশ্বৰ যিহোৱাৰ
সন্মুখত কোন থিয় হব পাৰিব? আৰু তেওঁ
২১ আমাৰ পৰা কাৰ ওচৰলৈ যাব? পাছে সিবি-
লাকে কিৰিয়ৎ-যিয়াৰীমনিবাসী লোকবিলাকৰ
ওচৰলৈ দূত পঠাই কলে, পলেষ্টীয়াবিলাকে
যিহোৱাৰ চন্দুক ওভোটাই আনিলে; তোমা-
লোকে নামি আহি তাক আপোনাবিলাকৰ ওচৰ-
৭ লৈ লৈ যোৱা। তাৰ পাছে কিৰিয়ৎ-যিয়া-
ৰীমৰ লোকবিলাকে আহি যিহোৱাৰ চন্দুক
লৈ গৈ পৰ্ব্বতত থকা অবীনাদবৰ ঘৰত ৰাখিলে;
আৰু যিহোৱাৰ সেই চন্দুক ৰাখিবৰ নিমিত্তে
তেওঁৰ পুত্ৰেক ইলিয়াজৰক পবিত্ৰ কৰিলে।

ইস্ৰায়েলৰ মন পালটন। পলেষ্টীয়াবিলাক ঘটা।
চমূৱেলৰ বিচাৰ।

২ যিহোৱাৰ চন্দুক কিৰিয়ৎ-যিয়াৰীমত থকাতে
বহুকাল গল, একেবাৰে বিশ বছৰ গল; আৰু
ইস্ৰায়েলৰ আটাই বংশই যিহোৱাৰ পাছত
৩ চলিবৰ ইচ্ছাৰে বিলাপ কৰিলে। আৰু চমূৱেলে
ইস্ৰায়েলৰ আটাই বংশক কলে, তোমালোকে
যদি আপোনাৰ সকলো চিত্তেৰে যিহোৱালৈ
পালটা, তেন্তে তোমালোকৰ মাজৰ পৰা বিজাতীয়
দেৱতাবোৰ আৰু অষ্টাৰোৎ দেৱীবোৰ দূৰ
কৰা, আৰু যিহোৱালৈ আপোন আপোন মন
যুগুত কৰি অকল তেওঁৰেই সেৱা কৰা; তেতিয়া
তেওঁ পলেষ্টীয়াবিলাকৰ হাতৰ পৰা তোমা-
৪ লোকক উদ্ধাৰ কৰিব। তাতে ইস্ৰায়েলৰ সন্তান-
বিলাকে বাল দেৱতাবোৰ আৰু অষ্টাৰোৎ দেৱী-
বোৰক দূৰ কৰি কেৱল যিহোৱাৰ সেৱা কৰিব-
লৈ ধৰিলে।
৫ পাছে চমূৱেলে কলে, তোমালোকে গোটেই
ইস্ৰায়েলক মিস্পাত গোটোৱা; তাতে মই তোমা-
লোকৰ অৰ্থে যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিম।
৬ তেতিয়া সিবিলাকে মিস্পাত গোট খাই, পানী
তুলি যিহোৱাৰ আগত ঢালি দিলে, আৰু সেই
দিনা লঘোন দি সেই ঠাইত কলে, আমি যিহো-
ৱাৰ বিৰুদ্ধে পাপ কৰিলোঁ। এই ৰূপে চমূৱেলে
মিস্পাত ইস্ৰায়েলৰ সন্তানবিলাকৰ বিচাৰ কৰিলে।
৭ পাছে ইস্ৰায়েলৰ সন্তানবিলাকে মিস্পাত গোট
খাইছে, পলেষ্টীয়াবিলাকে এই সংবাদ পোৱাত,
পলেষ্টীয়াবিলাকৰ অধিপতিবিলাক ইস্ৰায়েলৰ
বিৰুদ্ধে উঠি আহিল; তাতে ইস্ৰায়েলৰ সন্তান-
বিলাকে তাক শুনি পলেষ্টীয়াবিলাকলৈ ভয়
৮ কৰিলে। তেতিয়া ইস্ৰায়েলৰ সন্তানবিলাকে চমূ-
ৱেলক কলে, আমাৰ ঈশ্বৰ যিহোৱাই পলেষ্টীয়া-
বিলাকৰ হাতৰ পৰা যেন আমাক উদ্ধাৰ কৰে,
এই নিমিত্তে তুমি তেওঁৰ আগত আমাৰ অৰ্থে
৯ কাতৰোক্তি কৰিবলৈ নেৰিবা। তেতিয়া চমূ-
ৱেলে পিয়াহ খোৱা মেৰ পোৱালি এটি লৈ,
গোটেইটো যিহোৱাৰ উদ্দেশে হোমবলি উৎসৰ্গ
কৰিলে, আৰু চমূৱেলে ইস্ৰায়েলৰ নিমিত্তে
যিহোৱাৰ আগত কাতৰোক্তি কৰিলত, যিহো-
১০ ৱাই তেওঁক উত্তৰ দিলে। আৰু চমূৱেলে সেই
হোমবলি উৎসৰ্গ কৰোঁতে, পলেষ্টীয়াবিলাকে
ইস্ৰায়েলৰ লগত যুদ্ধ কৰিবলৈ ওচৰ চাপিল;
কিন্তু সেই দিনা যিহোৱাই পলেষ্টীয়াবিলা-
কৰ ওপৰত বৰকৈ মেঘগৰ্জ্জন কৰি সিহঁতক
ব্যাকুল কৰিলে; তাতে সিহঁত ইস্ৰায়েলৰ
১১ সন্মুখত ঘাটিল। তেতিয়া, ইস্ৰায়েল লোকবিলাকে
মিস্পাৰ পৰা ওলাই, পলেষ্টীয়াবিলাকৰ পাছে
পাছে খেদি বৈৎ-কৰৰ নামনিলৈকে সিহঁতক
১২ আঘাত কৰি গল। তাতে চমূৱেলে এটা শিল
লৈ, মিস্পাৰ আৰু চেনৰ মাজ ঠাইত স্থাপন
কৰিলে; আৰু এতিয়ালৈকে যিহোৱাই আমাক
সহায় কৰিলে, এই বুলি তাৰ নাম এবন-এজৰ
১৩ ৰাখিলে। এই ৰূপে পলেষ্টীয়াবিলাক নত হৈ
ইস্ৰায়েলৰ অঞ্চললৈ আৰু নাহিল। আৰু চমূ-
ৱেলৰ জীৱনৰ গোটেই কালত যিহোৱাৰ হাত
১৪ পলেষ্টীয়াবিলাকৰ অহিতে আছিল। ইক্ৰোণৰ
পৰা গাতলৈকে যিবোৰ নগৰ পলেষ্টীয়াবিলাকে
ইস্ৰায়েলৰ পৰা কাঢ়ি লৈছিল, সেইবোৰ নগৰ
পুনৰায় ইস্ৰায়েলৰ অধীন হল; আৰু ইস্ৰায়েলে
পলেষ্টীয়াবিলাকৰ হাতৰ পৰা সেইবোৰৰ

সকলো উদ্ধার করিলে। আরু ইমোরীয়াইঁতর
১৫ সৈতে ইস্রায়েলর সন্ধি হল। চমূয়েলে আপো-
নার আয়ুষর আটাই কালত ইস্রায়েলর বিচার
১৬ করিলে। তেওঁ বছরে বছরে বৈৎ-এল, গিল্গল,
আরু মিস্পালৈ ঘূরি গৈ, সেই সেই ঠাইত ইস্রা-
১৭ য়েলর বিচার করি, রামালৈ উলটি আহে;
কিয়নো সেই ঠাইতে তেওঁর ঘর আছিল; আরু
সেই ঠাইতো তেওঁ ইস্রায়েলর বিচার করে;
আরু সেই ঠাইত তেওঁ যিহোবার উদ্দেশে এটা
যজ্ঞবেদি নির্ম্মাণ করিলে।

ইস্রায়েল লোকবিলাকে রজা খোজা।

৮ পাছে চমূয়েল বৃদ্ধ হলত, তেওঁ আপোন
পুত্রবিলাকক ইস্রায়েলর ওপরত বিচারকর্ত্তা
২ নিযুক্ত করিলে। তেওঁর বড় পুতেকর নাম যোয়েল,
দ্বিতীয় পুতেকর নাম অবিয়া আছিল; সিবিলাকে
৩ বের-চেবাত বিচার করে। কিন্তু তেওঁর পুতেক-
বিলাকে বাপেকর পথত নচলি অপথে গৈ,
ভেটী খাই অন্যায় বিচার করিবলৈ
ধরিলে।

৪ এই হেতুকে ইস্রায়েলর সকলো বৃদ্ধবিলাকে
গোট খাই রামালৈ চমূয়েলর ওচরলৈ আহি
৫ তেওঁক কলে, দেখা, তুমি বৃদ্ধ হলা, আরু তোমার
পুত্রবিলাক তোমার পথত নচলে; এতেকে
আন জাতিবিলাকর নিচিনাকৈ আমার বিচার
করিবলৈ তুমি আমার ওপরত এজন রজা নিযুক্ত
৬ করি দিয়া। কিন্তু, আমার বিচার করিবলৈ
আমাক এজন রজা দিয়া বুলি যেতিয়া সিবিলাকে
কৈছিল, তেতিয়া সেই কথাত চমূয়েলে অসন্তোষ
পালে। তাতে, চমূয়েলে যিহোবার আগত
৭ প্রার্থনা করিলত, যিহোবাই চমূয়েলক কলে,
এই লোকবিলাকে তোমার আগত যি যি কথা
কৈছে, সেই সকলোতে সিইঁতর কথালৈ কাণ
দিয়া; কিয়নো সিইঁতে যে তোমাক অগ্রাহ্য
করিলে, এনে নহয়, কিন্তু ময় যেন সিইঁতর
ওপরত রাজত্ব নকরিম, এই আশয়েরে মো-
৮ কেইহে অগ্রাহ্য করিলে। ময় মিচরর পরা
সিইঁতক বাহির করি অনা দিনরে পরা আজি-
লৈকে সিইঁতে যোটেল যি রূপ ব্যবহার করি
আহিছে, অর্থাৎ মোক ত্যাগ করি ইতর দেবতা-
বোরক পূজা করি আহিছে, সেইরূপে তোমা-
৯ লৈকো ব্যবহার করিছে। এতেকে এতিয়া সিইঁতর
কথালৈ কাণ দিয়া; তথাপি সিইঁতর অহিতে
সাক্ষ্যরূপে সাক্ষ্য দিয়া; আরু সিইঁতর ওপরত
যি রজাই রাজত্ব করিব, সেই রজার নিয়ম-
প্রণালী সিইঁতক বুজাই দিয়া।
১০ পাছে যি লোকবিলাকে চমূয়েলর প্রার্থিত-রজা
খুজিছিল, সিবিলাকর আগত তেওঁ যিহোবার
১১ সেই সকলো কথা জনালে। আরু কলে, তোমা-
লোকর ওপরত যি রজাই রাজত্ব করিব, তেওঁর
এই রূপ নিয়মপ্রণালী হব; তেওঁ তোমালোকর
পুত্রবিলাকক লৈ আপোনার রথ আরু ঘোঁরার
ওপরত নিযুক্ত করিব, আরু সিইঁত তেওঁর রথর
১২ আগে আগে লরি যাব; আরু তেওঁ সিইঁতক
আপোনার সহস্রপতি ও পঞ্চাশপতি পাতিব;
আরু আপোনার মাটিত হাল বাবলৈ, শস্য
দাবলৈ, আরু যুদ্ধর অস্ত্র ও রথর সঁজুলি গঢ়াবলৈ
১৩ নিযুক্ত করি লব। আরু তেওঁ তোমালোকর
জীয়ারীবিলাকক লৈ সুগন্ধি বস্তু করোঁতা, রান্ধনী,
১৪ আরু পিঠা বনাওঁতা করিব। আরু তোমা-
লোকর উত্তম উত্তম শস্যক্ষেত্র, দ্রাক্ষাবাড়ী, আরু
জিতবৃক্ষর বাড়ীবোর লৈ আপোন দাসবিলাকক
১৫ দিব। আরু তোমালোকর উৎপন্ন শস্যর, আরু
দ্রাক্ষাবাড়ীর ফলর দহ ভাগর এভাগ লৈ
আপোন নপুংসক আরু দাসবিলাকক দিব।
১৬ আরু তেওঁ তোমালোকর বন্দী, বেটী, আরু
সকলোতকৈ উত্তম ডেকা পুরুষবিলাকক, আরু
তোমালোকর গাধবোরকো লৈ আপোনার কামত
১৭ লগাব। আরু তেওঁ তোমালোকর মের ও ছাগ-
বিলাকর দহ ভাগর এভাগ লব; আরু তোমালোক
১৮ তেওঁর বন্দী হবা। সেই সময়ত তোমালোকে
আপুনি মনোনীত করি লোরা রজার নিমিত্তে
কাতরোক্তি করিবা; কিন্তু যিহোবাই সেই দিনা
১৯ তোমালোকক উত্তর নিদিব। তথাপি লোক-
বিলাকে চমূয়েলর কথাত অমান্তি হৈ কলে, নহয়
২০ নহয়, আমি আন জাতিবিলাকর নিচিনা হবর
নিমিত্তে, আমার রজাই আমার বিচার করিবর
নিমিত্তে, আরু আমার অগ্রগামী হৈ আমার
পক্ষে যুদ্ধ করিবর নিমিত্তে আমার ওপরতো
২১ এজন রজা হওক। তেতিয়া চমূয়েলে লোক-
বিলাকর সকলো কথা শুনি যিহোবার কাণত
২২ কলে। তাতে যিহোবাই চমূয়েলক কলে, তুমি
লোকবিলাকর কথালৈ কাণ দি সিইঁতর ওপরত
এজন রজা পাতি দিয়া। পাছে চমূয়েলে ইস্রায়েল
লোকবিলাকক কলে, তোমালোক প্রতিজন
আপোন আপোন নগরলৈ যোরা।

চমূয়েলে চৌলক রাজপদত অভিষেক করা।

৯ সেই কালত বিন্যামীন কৈশ্বর, অবীয়র
বৃদ্ধ পরিনাতি, বখোরতর পরিনাতি, জরো-
রর নাতি, অবীয়েলর পুতেক কীচ নামেরে
এজন ভদ্র ধনী বিন্যামীনীয়া লোক আছিল;
২ আরু চৌল নামেরে তেওঁর এজন সুন্দর ডেকা
পুত্র আছিল; ইস্রায়েলর সন্তানবিলাকর
মাজত তেওঁতকৈ সুন্দর কোনো পুরুষ নাছিল।
আরু আন সকলো লোকতকৈ তেওঁ এমূর ওখ

৩ আছিল। এদিন সেই চৌলর বাপেক কীচর
গাধীবোর হেৰাল ; তেতিয়া কীচে আপোন পুত্ৰ
চৌলক কলে, তুমি দাসবোরর মাজর এটাক
৪ লগত লৈ, গাধীবোর বিচারি যোৱা। তাতে
তেওঁ ইফ্ৰয়িম পৰ্ব্বতেদি ফুৰি চালিচা প্ৰদেশেদি
গল ; কিন্তু সিবিলাকে গাধীবোর নেপালে।
পাছে সিবিলাক চালীম প্ৰদেশেদি গল, তাতো
নাই ; তার পাছে বিন্যামীন দেশেদি গল, কিন্তু
৫ সেই ঠাইতো নেপালে। পাছে সিবিলাকে চূফ
প্ৰদেশ পালত, চৌলে আপোনার লগত যোৱা
দাসক কলে, আহাঁ, আমি উভটি যাওঁ ; কিজানি
মোর পিতৃয়ে গাধীবোরর নিমিত্তে চিন্তা করিবলৈ
৬ এড়ি আমার নিমিত্তেহে ভাবনা করিব। তাতে সি
কলে, দেখোক, এই নগরত ঈশ্বরর এজন লোক
আছে ; তেওঁ মান্যৱান লোক ; আরু তেওঁ যি যি
কয়, সকলো নিশ্চয়ে সিদ্ধ হয় : এতেকে আহোক,
আমি এতিয়া সেই ঠাইলৈ যাওঁ ; কিজানি তেওঁ
৭ আমি যাব লগীয়া বাট জনাব পারিব। তেতিয়া
চৌলে আপোনার দাসক কলে, দেখা, যদি আমি
যাওঁ, তেন্তে সেই লোকর ওচরলৈ কি লৈ যাম ?
কিয়নো আমার পাত্রর পিঠা ওর পড়িল ; ঈশ্বরর
লোকলৈ উপহারস্বরূপে নিবলৈ আমার একো
৮ নাই ; আমার লগত কি আছে ? তাতে সেই
দাসে উত্তর দি চৌলক কলে, এইয়া দেখোক, মোর
হাতত এক চেকল রূপর চতুৰ্থ ভাগ আছে ;
আমাক বাট জনাবর নিমিত্তে ময় ঈশ্বরর লোকক
৯ ইয়াকে দিম। ( আগর কালত ইস্ৰায়েলর মাজত
ঈশ্বরর প্ৰশ্নিত সুধিবর অৰ্থে যাব লগা হলে
লোকবিলাকে এই রূপে কয়, আহাঁ, আমি
দৰ্শকর ওচরলৈ যাওঁ। কিয়নো আজিকালি
যাক ভাববাদী বোলা যায়, আগর কালত তাক
১০ দৰ্শক বোলা গৈছিল। ) তাতে চৌলে আপোনার
দাসক কলে, ভাল কৈছা ; আহাঁ, আমি যাওঁ।
তেতিয়া সিবিলাক ঈশ্বরর লোক থকা নগরলৈ
১১ গল। সিবিলাকে নগরলৈ উঠি যোৱা বাটেদি
যাওঁতে, পানী তুলিবর অৰ্থে বাহিরলৈ অহা
কেইজনীমান যুবতীর লগ পাই সুধিলে, দৰ্শক
১২ এই ঠাইত আছে নে ? সিহঁতে উত্তর দি কলে,
আছে ; দেখা, তেওঁ তোমার সম্মুখত আছে ;
এতিয়াই বেগাই যোৱা ; কিয়নো তেওঁ আজি নগর-
লৈ আহিল, কারণ ওখ ঠাইখনত আজি লোক-
১৩ বিলাকর এক যজ্ঞ হব। নগরর মাজত তোমালোক
সোমোৱামাত্রে, ওখ ঠাইত ভোজন করিবর অৰ্থে
তেওঁ নৌ যোৱার আগেয়ে, তোমালোকে তেওঁক
লগ পাব পারিবা ; কিয়নো তেওঁ গৈ নেপাই-
মানে লোকবিলাকে ভোজন নকরিব ; কারণ তেওঁ
যজ্ঞবস্তত আশীৰ্ব্বাদ করার পাছেহে নিমন্ত্রিত-
বিলাকে ভোজন করিব। এতেকে তোমালোক
এতিয়াই উঠি যোৱা ; কিয়নো এই সময়তে
১৪ তেওঁক লগ পাবা। তেতিয়া সিবিলাকে নগরলৈ
উঠি গৈ নগরর দুৱারর ভিতরত সোমালত, দেখা,
চমূৱেলে ওখ ঠাইলৈ যাবর নিমিত্তে ওলাই
আহি সিবিলাকর লগ পালে।
১৫ চৌল আহি পোৱার আগ দিনা যিহোৱাই
চমূৱেলর আগত এই কথা প্ৰকাশ করিলে, বোলে,
১৬ কাইলৈ ইমান পরত ময় বিন্যামীন প্ৰদেশর
পরা এজন মানুহ তোমার ওচরলৈ পঠাম ; মোর
প্ৰজা ইস্ৰায়েলর ওপরত অধিপতি হবলৈ, তুমি
তাক অভিষেক করিবা ; তাতে সি মোর প্ৰজাক
পলেষ্টীয়াবিলাকর হাতর পরা উদ্ধার করিব ;
কিয়নো, মোর প্ৰজাবিলাকর কাতরোক্তির শবদ
মোর কাণত পৱাত, ময় সিহঁতলৈ দৃষ্টি করিলোঁ।
১৭ পাছে চমূৱেলে চৌলক দেখা পালত, যিহোৱাই
তেওঁক কলে, দেখা, যার বিষয়ে ময় তোমাক কৈ-
ছিলোঁ, এই জনেই সেই মানুহ ; এই জনেই মোর
১৮ প্ৰজাবিলাকর ওপরত শাসন করিব। তেতিয়া
চৌলে দুৱারর ভিতরত চমূৱেলর ওচর পাই সুধিলে,
বিনয় করোঁ, দৰ্শকর ঘর ক'ত, তাক মোক কোৱা।
১৯ তাতে চমূৱেলে চৌলক উত্তর দি কলে, ময়েই
সেই দৰ্শক; মোর আগে আগে ওখ ঠাইলৈ বলা,
কিয়নো তোমালোকে আজি মোর লগত ভোজন
করিবাগৈ ; কাইলৈ রাতিপুৱাই ময় তোমাক
বিদায় করিম, আরু তোমার মনর সকলো কথা
২০ তোমার আগত বুজাই কম। আরু আজি তিনি দিন
হল, তোমার যি গাধীবোর হেৰাইছিল, সেই-
বোরর নিমিত্তে মনত চিন্তা নকরিবা ; কিয়নো
সেইবোর পোৱা গল। আরু ইস্ৰায়েলর সকলো
বাঞ্ছনীয় দ্রব্য কার ? সেয়ে জানো তোমার আরু
২১ তোমার সমুদায় পিতৃবংশর নহয় ? তাতে চৌলে
উত্তর দি কলে, ইস্ৰায়েলর ফৈদবিলাকর মাজর
ময় সকলোতকৈ সরু ফৈদর বিন্যামীনীয়া মানুহ
নহওঁ নে ? আরু বিন্যামীন ফৈদর আটাই
গোষ্ঠীবিলাকর মাজত মোর গোষ্ঠী সকলোতকৈ
সরু নহয় নে ? তেন্তে আপুনি মোর আগত
২২ এনে কথা কিয় কৈছে ? পাছে চমূৱেলে চৌলক
আরু তেওঁর দাসক ভোজনর খোঁটালিটোলৈ লৈ
গল ; আরু ত্ৰিশ জন্মান নিমন্ত্রিত হোৱা লোকর
মাজত প্ৰধান ঠাইত সিবিলাকক বহুৱালে।
২৩ পাছে চমূৱেলে রান্ধনীক কলে, তোমার ওচরত
রাখিবা বুলি কৈ ময় তোমাক যি ভাগ দিছিলোঁ।
২৪ তাক লৈ আহাঁ। তাতে রান্ধনীয়ে পাছ-পিয়াটো
আরু তার ওপরত যি আছিল, তাক আনি
চৌলর আগত থলে। তেতিয়া চমূৱেলে কলে,
দেখা, ইয়াক রখা গৈছিল ; তুমি ইয়াক আপো-
নার আগত লৈ ভোজন করা ; কিয়নো ময়
লোকবিলাকক নিমন্ত্রণ করিছোঁ দেখি, এই

নিরূপিত সময়লৈকে তোমার নিমিত্তে থৈ
রখা হল। এই রূপে সেই দিনা চৌলে চমূয়েলর
২৫ লগত ভোজন করিলে। পাছে, সিবিলাক ওখ
ঠাইর পরা নামি নগরলৈ আহিলত, চমূয়েলে
ঘরর চালর ওপরত চৌলে সৈতে কথোপকথন
২৬ করিলে। আরু সিবিলাক রাতিপুরাতে উঠিলত,
চমূয়েলে সূর্য্যোদয়র সময়ত ঘরর চালর
ওপরত শোৱা চৌলক মাতি কলে, উঠা, ময়
তোমাক বিদায় করোঁ; তাতে চৌল উঠিলত,
তেওঁ আরু চমূয়েল দুয়ো জন বাহিরলৈ ওলাই
২৭ গল। পাছে সিবিলাকে নামি নগরর মূর
পালত, চমূয়েলে চৌলক কলে, তোমার দাসক
আমার আগ হৈ যাবলৈ কোৱা, (তাতে দাস
আগ হৈ গল,) কিন্তু তুমি অলপ পর থিয় হৈ
রোৱা, ময় তোমাক ঈশ্বরর বাক্য শুনাওঁ।

১০ তার পাছে চমূয়েলে তেলর কুপা লৈ,
চৌলর মূরর ওপরত তেল ঢালি তেওঁক
চুমা খাই কলে, যিহোৱায় আপোন আধি-
পত্যর ওপরত অধিপতি হবলৈ, তেওঁ তো-
২ মাক জানো অভিষেক করা নাই? আজি তুমি
যেতিয়া মোর ওচরর পরা যাবা, তেতিয়া
বিন্যামীনর সীমাত থকা চেল্‌চহত রাহেলর
মৈদামর ওচরত দুজন মানুহ লগ পাবা; সিহঁতে
তোমাক কব, তুমি যি গাধীবোর বিচারি গৈছিলা,
সেইবোর পোৱা হল; আরু দেখা, এতিয়া
তোমার পিতৃয়ে গাধীবোরলৈ চিন্তা করিবলৈ
এরি, মোর পোর নিমিত্তে কি করিম বুলি, তোমা-
৩ লোকর কারণেহে ভাবনা করিছে। পাছে তুমি তার
পরা আগ বাঢ়ি তাবোরর এলোন গছজোপার
ওচর পাবা; তেতিয়া, তিনিটা ছাগ পোৱালি
অনা মানুহ এটা, তিনিটা পিঠা অনা এটা, আরু
এক মোট দ্রাক্ষারস অনা এটা, এনেকুৱা তিনিটা
মানুহে বৈৎ-এললৈ ঈশ্বরর আগলৈ আহোঁতে,
৪ সেই ঠাইতে তোমাক লগ পাব। সিহঁতে তোমাক
মঙ্গলবাদ করিব, আরু তোমাক দুটা পিঠা দিব;
৫ তুমি সিহঁতর হাতর পরা তাক লবা। পাছে
পলেষ্টীয়াবিলাকর প্রহরী সৈন্যদল থকা ঈশ্বরর
পর্ব্বত পাবাগৈ; আরু তার নগর পালেই, নেবল,
খঞ্জরি, বাঁহি, আরু বীণার শবদে সৈতে ভাব-
বাদী প্রচার করি করি ওখ ঠাইখনর পরা নামি
অহা এদল ভাববাদীর লগত তোমার সাক্ষাৎ
৬ হব। তেতিয়া যিহোৱার আত্মা তোমাত স্থিতি
হব; তাতে তুমিও সিবিলাকর লগত ভাববাদী
প্রচার করিবা, আরু তুমি আন প্রকার মানুহ
৭ হৈ উঠিবা। এই সকলো চিন তোমালৈ ঘটার
পাছত, তুমি উপস্থিত প্রয়োজন অনুসারে কার্য্য
করিবা; কিয়নো যিহোৱা তোমার সঙ্গী। আরু
৮ তুমি মোর আগেয়ে গিল্‌গললৈ নামি যাবা;
দেখা; হোমবলি, আরু মঙ্গলার্থক বলিবোর উৎ-
সর্গ করিবলৈ ময় তোমার ওচরলৈ যাম; আরু
ময় যেতিয়ালৈকে তোমার ওচরলৈ গৈ তুমি
করিব লগীয়া কার্য্য তোমাক নুবুজাওঁ, তেতিয়া-
৯ লৈকে তুমি সাতদিন বাট চাই থাকিবা। পাছে
তেওঁ চমূয়েলর ওচরর পরা যাবলৈ পিঠি
ঘুরালত, যিহোৱাই তেওঁক আন মন দিলে; আরু
সেই দিনতে সেই সকলো চিন ঘটিল।
১০ আরু সিবিলাকে সেই ঠাইর পর্ব্বত পালত,
দেখা, এদল ভাববাদীয়ে তেওঁর লগ পালে;
তাতে যিহোৱার আত্মা তেওঁর ওপরত স্থিতি
হোৱাত, সিবিলাকর মাজত তেওঁ ভাববাদী
১১ প্রচার করিলে। তেতিয়া, যিবিলাকে তেওঁক
আগরে পরা চিনে, সিবিলাকে ভাববাদীবিলা-
কর মাজত তেওঁক ভাববাদী প্রচার করা দেখি,
সকলোরে ইটো সিটোক কলে, কীচর পুতেকর কি
হল? চৌলো জানো ভাববাদীবিলাকর মাজর
১২ এজন? তাতে তাত থকা এজন মানুহে উত্তর
করিলে, সিবিলাকর বাপেক কোন? এই রূপে,
চৌলো জানো ভাববাদীবিলাকর মাজর এজন,
১৩ এই কথা চলতি কথা হৈ উঠিল। পাছে তেওঁ
ভাববাদী প্রচার করি এঁটাই ওখ ঠাইলৈ গল।
১৪ পাছে চৌলর দদায়েকে তেওঁক আরু তেওঁর
দাসক সুধিলে, তোমালোক কলৈ গৈছিলা?
তাতে তেওঁ কলে, গাধীবোর বিচারি গৈছিলোঁ;
কিন্তু গাধীবোর কতো বিচারি নেপাই আমি
১৫ চমূয়েলর ওচরলৈ গলোঁ। চৌলর দদায়েকে
কলে, কোৱাচোন, চমূয়েলে তোমালোকক কি
১৬ কলে? তাতে চৌলে আপোনার দদায়েকক কলে,
তেওঁ আমাক স্পষ্টরূপে কলে, যে, গাধীবোর
পোৱা গৈছে। কিন্তু রাজত্বর বিষয়ে যি কথা
চমূয়েলে তেওঁক কৈছিল, সেই কথা তেওঁ
দদায়েকক নকলে।

চমূয়েলে রজা হবলৈ চৌলক মনোনীত করা।

১৭ পাছে চমূয়েলে লোকবিলাকক মিস্পাত
১৮ যিহোৱার গুরিত গোট খুৱাই, ইস্রায়েলর
সন্তানবিলাকক কলে, ইস্রায়েলর ঈশ্বর যিহোৱাই
এই রূপে কৈছে, ময় ইস্রায়েলক মিচরর পরা
আনিলোঁ, আরু তোমালোকক উপদ্রব করা
মিচরীয়া আদি নানা রাজ্যর লোকবিলাকর
১৯ হাতর পরা তোমালোকক উদ্ধার করিলোঁ। কিন্তু
তোমালোকক সকলো আপদ আরু সঙ্কটর পরা
নিস্তার করা যি তোমালোকর ঈশ্বর, তোমা-
লোকে তেওঁকেই আজি অগ্রাহ্য করিলা; আরু
তোমালোকে তেওঁক কলা, যি হওক, আমার ওপ-
রত এজন রজা নিযুক্ত করা। এতেকে তোমা-
লোক এতিয়া আপোন আপোন ফৈদ অনুসারে

আরু আপোন আপোন গোষ্ঠী অনুসারে
২০ যিহোৱার আগত উপস্থিত হোৱা। যাতে
চমূয়েলে ইস্রায়েলর সকলো ফৈদক ওচরলৈ
আনিলত, চিঠিখেলর দ্বারায় বিন্যামীন ফৈদক
২১ নিশ্চয় করা হল। আরু এক এক গোষ্ঠী অনু-
সারে বিন্যামীন ফৈদক ওচরলৈ আনিলত,
মট্রীয়াবিলাকর গোষ্ঠীক নিশ্চয় করা হল,
আরু তার মাজত কীচর পুত্র চৌলক নিশ্চয়
করা হল; কিন্তু সিবিলাকে তেওঁক বিচারি
২২ নেপালে। এই হেতুকে সিবিলাকে পুনরায়
যিহোৱার ওরিত সুধিলে, সেই পুরুষ এতিয়াও
এই ঠাইলৈ অহা নাই নে? তাতে যিহোৱাই
উত্তর দি কলে, দেখা, সেই পুরুষ মালবস্তর
২৩ মাজত লুকাই আছে। পাছে সিবিলাকে
লরি গৈ তার পরা তেওঁক আনিলে: তাতে
তেওঁ লোকবিলাকর মাজত থিয় হলত, আন-
২৪ বিলাক লোকতকৈ একূর ওখ হল। পাছে
চমূয়েলে সকলো লোকবিলাকক কলে, এইয়া
দেখা, যিহোৱার মনোনীত পুরুষ; সকলো
লোকর মাজত এওঁর নিচিনা কোনো নাই;
তাতে সকলো লোকে জয়ধ্বনি করি কলে, রজা
চিরজীবী হওক।

২৫ পাছে চমূয়েলে লোকবিলাকর আগত রাজ-
নীতি প্রকাশ করিলে, আরু তাক এখনী পুস্তকত
লিখি যিহোৱার সাক্ষাতে রাখিলে। আরু
চমূয়েলে লোকবিলাকক আপোন আপোন ঘরলৈ
২৬ বিদায় দিলে। আরু চৌলো গিবিয়ালৈ আপোন
ঘরলৈ গল; ঈশ্বরে যিবিলাকর হৃদয় স্পর্শ
করিলে, এনে একদল সৈন্য তেওঁর লগত গল।
২৭ কিন্তু, এই মানুহে আমাক কেনেকৈ রক্ষা করিব?
এই বুলি কেতবিলাক দুর্জ্জন মানুহে তেওঁক
হেয়জ্ঞান করি, তেওঁলৈ একো উপহার নিনিলে;
তথাপি তেওঁ মনে মনে থাকিল।

চৌলে অম্মোনীয়াহঁতক জয় করা। তেওঁক
রজা পতা।

১১ পাছে অম্মোনীয়া নাহচে উঠি আহি,
যাবেচ-গিলিয়দর বিরুদ্ধে ছাউনি পাতিলে।
তাতে যাবেচর আটাই লোকে নাহচক কলে,
তুমি আমারে সৈতে এটা নিয়ম স্থির করা; তেহে
২ আমি তোমার অধীন হম। কিন্তু অম্মোনীয়া
নাহচে সিবিলাকক কলে, মই এই ভাবে তোমা-
লোকর লগত নিয়ম স্থির করিম, যে, তোমা-
লোক সকলোরে সোঁ চকু কঢ়া যাব, আরু
তার দ্বারায় মই গোটেই ইস্রায়েলক অপ-
৩ মান দিম। তেতিয়া যাবেচর বৃদ্ধ লোকবিলাকে
কলে, আমি যেন ইস্রায়েল দেশর সকলো ফালে
দূত পঠাব পারোঁ, এই নিমিত্তে তুমি সাত দিন
আমালৈ ক্ষান্ত হোৱা; তাতে, কোনেও যদি
আমাক নিস্তার নকরে, তেন্তে আমি বাহির হৈ
৪ তোমার ওচরলৈ যাম। পাছে দূতবিলাকে
চৌলর ঠাই গিবিয়ালৈ গৈ, লোকবিলাকর
আগত সেই সকলোরে সংবাদ দিলে; তাতে
সকলো লোকবিলাকে বর মাতেরে কান্দিবলৈ
৫ ধরিলে। পাছে দেখা, চৌলে ক্ষেত্রর পরা বলদ-
বোরর পাছে পাছে আহি সুধিলে, লোকবিলা-
কর কি হল, যে, সিবিলাকে কান্দিছে? তাতে
লোকবিলাকে যাবেচর লোকবিলাকর সেই কথা
৬ তেওঁক কলে। তেতিয়া সেই বার্ত্তা শুনামাত্রকে
ঈশ্বরর আত্মা চৌলত স্থিতি হলত, তেওঁর ক্রোধ
৭ অতিশয়রূপে জ্বলি উঠিল। আরু তেওঁ এহাল
বলদ লৈ ডোখর ডোখর করি কাটি, সেই দূত-
বিলাকর দ্বারায় ইস্রায়েল দেশর সকলো ফাললৈ
পঠাই কলে, যি কোনোৱে চৌল আরু চমূয়েলর
পাছত ওলাই নাহিব, এই দরে তার বলদলৈকো
করা যাব; তাতে যিহোৱার পরা লোকবিলাকর
ভয় হোৱাত, সিবিলাক একে মানুহর নিচিনা-
৮ কৈ বাহির ওলাল। পাছে তেওঁ বেজকত সি-
বিলাকক গণনা করিলত, ইস্রায়েলর সন্তান-
বিলাকর তিনি লাখ, আরু যিহূদার ত্রিশ হাজার
৯ লোক হল। পাছে সিবিলাকে সেই অহা দূত-
বিলাকক কলে, তোমালোকে গৈ যাবেচ-
গিলিয়দর লোকবিলাকক এই কথা কবা, কাইলৈ
টান র'দ ওলোৱা সময়ত তোমালোকে নিস্তার
পাবা; তাতে দূতবিলাকে আহি যাবেচর লোক-
বিলাকক সেই কথা কলত, সিবিলাক আনন্দিত
১০ হল। এই হেতুকে যাবেচর লোকবিলাকে নাহচক
কলে, কাইলৈ আমি তোমালোকর ওচরলৈ ওলাই
যাম; তাতে তোমালোকর দৃষ্টিত যি ভাল,
১১ তাকে আমালৈ করিবা। আর পাছদিনা চৌলে
আপোনার লোকবিলাকক তিনি দল করিলে,
আরু পুরতী নিশা ছাউনির মাজত সোমাই টান
র'দ হোৱালৈকে অম্মোনীয়াবিলাকক প্রহার
করিলে; তাতে সিহঁতর অবশিষ্ট লোকবিলাক
এনেকৈ ছিন্নভিন্ন হল, যে, কতো সিহঁতর দুজন
১২ লোক একেলগে নেথাকিল। পাছে লোকবিলাকে
চমূয়েলক কলে, চৌল আমার ওপরত রজা হব
নে বুলি কোৱাবোর কোন? তোমালোকে সেই
মানুহবোরক আনা, আমি সিহঁতর প্রাণদণ্ড
১৩ করোঁ। কিন্তু চৌলে কলে, আজি কারো প্রাণদণ্ড
নহব; কিয়নো আজি যিহোৱাই ইস্রায়েলর
মাজত নিস্তার সাধন করিলে।

১৪ পাছে চমূয়েলে লোকবিলাকক কলে, আহাঁ,
আমি গিল্গললৈ গৈ সেই ঠাইত রাজত্ব পুনরায়
১৫ স্থির করোঁ। তাতে সকলো লোকে গিল্গললৈ
গৈ, সেই গিল্গলতে যিহোৱার সাক্ষাতে চৌলক

রজা পাতিলে; আরু তাতে যিহোৱার উদ্দেশে
মঙ্গলার্থক বলি উৎসর্গ করিলে; আরু সেই
ঠাইতে চৌল আরু ইস্রায়েলর সকলো লোকে
মহা-আনন্দ করিলে।

চমূৱেলর বিদায়বক্তৃতা।

১২ পাছে চমূৱেলে গোটেই ইস্রায়েলক কলে,
দেখা, তোমালোকে মোক যি যি কলা, সেই
সকলো কথাতে মই কাণ দি তোমালোকর ওপরত
২ এজন রজা পাতি দিলোঁ। আরু এতিয়া দেখা,
রজাই তোমালোকর আগত অহাযোৱা করিছে;
কিন্তু মই বুঢ়া আরু পকাচুলীয়া হলোঁ, আরু
দেখা, মোর পোৱালি তোমালোকর লগতে আছে;
আরু মই লরা কালরে পরা আজিলৈকে তোমা-
৩ লোকর আগত অহাযোৱা করি আহিছোঁ। দেখা,
মই ইয়াতে আছোঁ; মই কার গরু ললোঁ, বা
কার গাধ লিলোঁ, বা কাক ছল করিলোঁ, বা কাক
উপদ্রৱ করিলোঁ, নাইবা মোর আপোন চকু অন্ধ
করিবলৈ কার হাতর পরা ভেঁটি ললোঁ, তোমা-
লোকে যিহোৱার সাক্ষাতে আরু তেওঁর অভি-
ষিক্ত জনর আগত মোর বিরুদ্ধে সাক্ষ্য দি
কোৱা, মই তোমালোকক তাক ওভোতাই দিম।
৪ সিবিলাকে কলে, আপুনি আমাক একো ছল
করা নাই, আরু একো উপদ্রৱো করা নাই,
আরু কারো হাতর পরা একো লোৱাও নাই।
৫ পাছে তেওঁ সিবিলাকক কলে, তোমালোকে মোর
হাতত কোনো বস্তু পোৱা নাই, ইয়াতে আজি
যিহোৱা তোমালোকর বিরুদ্ধে সাক্ষী আছে,
আরু তেওঁর অভিষিক্ত জনো সাক্ষী আছে।
৬ সিবিলাকে কলে, হয়, তেওঁ সাক্ষী আছে। পাছে
চমূৱেলে লোকবিলাকক কলে, সেই যিহোৱায়েই
মোচি আরু হারোণক উৎপন্ন করিছিল, আরু
তোমালোকর পূর্ব্বপুরুষবিলাকক মিচর দেশর
৭ পরা বাহির করি আনিলে। এই হেতুকে তোমা-
লোক এতিয়া থিয় হোৱা; তোমালোকলৈ
আরু তোমালোকর পূর্ব্বপুরুষবিলাকলৈ যিহো-
ৱাই যিবিলাক সাধুকার্য্য করিলে, তার বিষয়ে
যিহোৱার সাক্ষাতে মই তোমালোকর লগত
৮ বাদবিবাদ করোঁ। যাকোব মিচরলৈ অহার
পাছে যেতিয়া তোমালোকর পূর্ব্বপুরুষবিলাকে
যিহোৱার আগত কাতরোক্তি করিলে, তেতিয়া
যিহোৱাই মোচি আরু হারোণক পঠালে;
তেওঁবিলাকে মিচরর পরা তোমালোকর পূর্ব্ব-
পুরুষবিলাকক বাহির করি আনিলে, আরু
৯ এই ঠাইতে সিবিলাকক বাস করালে। কিন্তু
সিবিলাকে আপোনাবিলাকর ঈশ্বর যিহোৱাক
পাহরিলে; তাতে তেওঁ হাচোরর সেনাপতি
চীচরার, পলেষ্টীয়াবিলাকর, আরু মোৱা-
বর রজার হাতত সিবিলাকক বেচিলে; আরু
১০ সিহঁতে সিবিলাকর লগত যুদ্ধ করিলে। পাছে
সিবিলাকে যিহোৱার ওচরত কাতরোক্তি করি
কলে, আমি পাপ করিলোঁ; কারণ আমি যিহো-
ৱাক ত্যাগ করি বাল দেৱতাবোরক আরু অষ্টা-
রৎ দেৱীবোরক পূজা করিলোঁ; কিন্তু এতিয়া
তুমি আমাক শত্রুর হাতর পরা উদ্ধার করা;
১১ তাতে আমি তোমার আরাধনা করিম। তার
পাছে যিহোৱাই যিরুব্বাল, বদান, যিপ্তহ,
আরু চমূৱেলক পঠাই তোমালোকর চারিওকালে
থকা শত্রুবোরর হাতর পরা তোমালোকক উদ্ধার
করিলে; তাতে তোমালোকে নিরাপদে বাস
১২ করিলা। পাছে, অম্মোনর সন্তানবিলাকর রজা
নাহচ তোমালোকর অহিতে ওলাই অহা যেতিয়া
দেখিলা, তেতিয়া, তোমালোকর ঈশ্বর যিহোৱা
তোমালোকর রজা হৈ থকাতো তোমালোকে
মোক কলা, নহয় নহয়, কিন্তু কোনো রজাই
১৩ আমার ওপরত রাজত্ব করোক। এই হেতুকে
এইয়া দেখা, তোমালোকে মনোনীত করা আরু
খোজা রজা; চোৱা, যিহোৱাই তোমালোকর
১৪ ওপরত এজন রজা নিযুক্ত করি দিলে। যদি
তোমালোকে যিহোৱালৈ ভয় রাখি তেওঁর
আরাধনা করা, তেওঁর বাক্যলৈ কাণ দিয়া,
যিহোৱার আজ্ঞার বিরুদ্ধে আচরণ নকরা, আরু
তোমালোক ও তোমালোকর ওপরত রাজত্ব করা
রজা উভয়ে যদি আপোন ঈশ্বর যিহোৱার পাছত
১৫ চলোঁতা হোৱা, তেন্তে ভাল; কিন্তু যদি তোমা-
লোকে যিহোৱার বাক্যলৈ কাণ নিদি, যিহো-
ৱার আজ্ঞার বিরুদ্ধে আচরণ করা, তেন্তে, যিহো-
ৱার হাত যেনেকৈ তোমালোকর ওপরপিতৃ-
বিলাকর বিরুদ্ধে আছিল, তেনেকৈ তোমা-
১৬ লোকরো বিরুদ্ধে হব। এই হেতুকে তোমালোকে
এতিয়া থিয় হৈ, যিহোৱাই তোমালোকর
আগত যি মহৎ কর্ম্ম করিব, তাক দেখা।
১৭ আজি ঘেহুঁ দাই ধান দোৱা সময় নহয়?
যিহোৱাই যেন মেঘগর্জ্জনেরে বৃষ্টি বরষায়, এই
নিমিত্তে মই যিহোৱার আগত প্রার্থনা করিম;
তাতে, তোমালোকে আপোনাবিলাকর নিমিত্তে
এজন রজা খোজাতে যিহোৱার দৃষ্টিত তোমা-
লোকে করা দুষ্টতা কেনে বর, তাক বুজিব আরু
১৮ দেখিব পারিবা। পাছে চমূৱেলে যিহোৱার
আগত প্রার্থনা করিলত, যিহোৱাই সেই দিনাই
মেঘগর্জ্জনেরে বৃষ্টি বরষালে; তাতে সকলো
লোকে যিহোৱালৈ আরু চমূৱেললৈ অতিশয়
১৯ ভয় করিলে। আরু সকলো লোকে চমূৱেলক
কলে, আমি যেন নমরোঁ, এই নিমিত্তে আপুনি
আপোনার দাসবিলাকর কারণে আপোন ঈশ্বর
যিহোৱার আগত প্রার্থনা করোক; কিয়নো আমি

আপোনাবিলাকৰ নিমিত্তে ৰজা খোজাতে পাপৰ
২০ উপৰি পাপ কৰিলোঁ। পাছে চমূৱেলে লোক-
বিলাকক কলে, ভয় নকৰিবা ; তোমালোকে এই
সকলো দুষ্কৰ্ম্ম কৰিছা হয়, কিন্তু কোনো ৰূপে
যিহোৱাৰ পাছত চলা পথ ত্যাগ নকৰি,
আপোনাবিলাকৰ সকলো মনে সৈতে যিহোৱাৰ
২১ আৰাধনা কৰা ; কোনো ৰূপে অপথে নেযাবা ;
কিয়নো গলে, অসাৰ হোৱাৰ কাৰণে যিবোৰে
উপকাৰ আৰু ৰক্ষা কৰিব নোৱাৰে, এনে অসাৰ
২২ বস্তুৰ পাছত চলোঁতা হবা। কিয়নো যিহোৱাই
আপোন মহান নামৰ গুণে আপোন প্ৰজা-
বিলাকক ত্যাগ নকৰিব ; কাৰণ তোমালোকক
আপোন প্ৰজা কৰিবলৈ যিহোৱাৰ সন্তোষ
২৩ আছে। মোৰ কথাত হলে, ময় যে তোমালোকৰ
নিমিত্তে প্ৰাৰ্থনা কৰিবলৈ এড়াৰ দ্বাৰায় যিহো-
ৱাৰ বিৰুদ্ধে পাপ কৰিম, এনে নহওক ; ময়
উত্তম আৰু সৰল পথ তোমালোকক শিকাম।
২৪ তোমালোকে কেৱল যিহোৱালৈ ভয় ৰাখা, আৰু
সত্যভাৱে সকলো হৃদয়েৰে সৈতে তেওঁৰ আৰা-
ধনা কৰা ; কিয়নো বিবেচনা কৰা, তেওঁ তোমা-
২৫ লোকৰ পক্ষে কেনে মহৎ কৰ্ম্ম কৰিলে ! কিন্তু
যদি তোমালোকে ইয়াৰ পাছেও বেয়া আচৰণ
কৰা, তেন্তে তোমালোক আৰু তোমালোকৰ ৰজা
উভয়ে বিনষ্ট হবা।

চৌলৰ ৰাজত্ব। তেওঁৰ আজ্ঞালঙ্ঘন। যোনাথনৰ
বীৰকাৰ্য্য। পলেষ্টীয়াইঁত ঘটা।

১৩ চৌলে ত্ৰিশ বছৰ বয়সত ৰাজত্ব কৰিবলৈ
আৰম্ভ কৰি, ইস্ৰায়েলৰ ওপৰত দুবছৰ
২ ৰাজশাসন কৰিলে। আৰু চৌলে আপোনাৰ
নিমিত্তে ইস্ৰায়েলৰ মাজৰ পৰা তিনি হাজাৰ
সৈন্য মনোনীত কৰি ললে ; তাৰে দুই হাজাৰ
মিক্‌মচত আৰু বৈৎ-এল পৰ্ব্বতত চৌলৰ লগত
থাকিল, এক হাজাৰ বিন্যামীন প্ৰদেশৰ গিবি-
য়াত যোনাথনৰ লগত থাকিল, আৰু আন-
বিলাক লোকক তেওঁ আপোন আপোন তাম্বুলৈ
৩ বিদায় দিলে। পাছে যোনাথনে গেবাত থকা
পলেষ্টীয়াবিলাকৰ প্ৰহৰী সৈন্যদলক আঘাত
কৰিলে, আৰু পলেষ্টীয়াবিলাকে তাক শুনিলে।
তেতিয়া চৌলে দেশৰ সকলো ফালে শিঙা বজাই
ঘোষণা কৰি কলে, ইব্ৰীয়াবিলাকে শুনোক।
৪ তাতে, পলেষ্টীয়াবিলাকৰ সেই সৈন্যদলক যে
চৌলৰ দ্বাৰায় আঘাত কৰা হল, আৰু ইস্ৰায়েল
পলেষ্টীয়াবিলাকৰ আগত ঘৃণাৰ পাত্ৰ হল, ইয়াকে
ইস্ৰায়েলে শুনিলে ; পাছে লোকবিলাকে চৌলৰ
পাছত যাবৰ অৰ্থে গিল্‌গলত গোট খালে।
৫ পাছে পলেষ্টীয়াবিলাকে ইস্ৰায়েলৰ লগত
যুদ্ধ কৰিবলৈ গোট খালে ; সিহঁতৰ ত্ৰিশ
হাজাৰ ৰথ, ছয় হাজাৰ অশ্বাৰোহী, আৰু
সাগৰৰ তীৰত থকা বালিৰ নিচিনা অসংখ্য
পদাতিক সৈন্য আছিল ; সিহঁতে আহি মিক্‌-
মচত বৈৎ-আবনৰ পূবদিশে ছাউনি পাতিলে।
৬ তাতে, যেতিয়া ইস্ৰায়েল লোকবিলাকে আপোনা-
বিলাকক আপদত পৰা দেখিলে, (কিয়নো
লোকবিলাকে উপদ্ৰৱ পাইছিল ;) তেতিয়া
লোকবিলাকে গুহাত, হাবিত, শিলৰ খোৰোঙত,
দুৰ্গম ঠাইত, আৰু গাঁতত আপোনাবিলাকক
৭ লুকুৱালে। আৰু কেতবিলাক ইব্ৰীয়া লোকে যৰ্দ্দন
পাৰ হৈ, গাদ আৰু গিলিয়দ দেশলৈ গল ;
কিন্তু সেই সময়ত চৌল হলে গিল্‌গলত থাকিল,
আৰু তেওঁৰ পাছত চলা সকলো লোকে কঁপি-
বলৈ ধৰিলে।
৮ পাছে, চমূৱেলে নিৰূপণ কৰাৰ দৰে চৌলে
সাত দিন বাট চাই থাকিল ; কিন্তু চমূৱেল
গিল্‌গললৈ নাহিল, আৰু লোকবিলাক তেওঁৰ
ওচৰৰ পৰা ছিন্নভিন্ন হৈ যাবলৈ ধৰিলে।
৯ তাতে চৌলে কলে, এই ঠাইলৈ মোৰ ওচৰলৈ
হোমবলিটো আৰু মঙ্গলাৰ্থক বলিবোৰ আনা।
১০ তেতিয়া তেওঁ হোমবলি উৎসৰ্গ কৰিলে। হোম-
বলি উৎসৰ্গ কৰি এঁটোৱামাত্ৰকে চমূৱেল আহি
পালেহি ; তাতে চৌলে তেওঁক মঙ্গলবাদ কৰিব-
১১ লৈ আগ বাঢ়ি গল। পাছে চমূৱেলে কলে, তুমি
কি কৰিলা ? চৌলে কলে, লোকবিলাক মোৰ
ওচৰৰ পৰা ছিন্নভিন্ন হৈ গৈছে, আৰু নিৰূপিত
দিনৰ ভিতৰত আপুনিও অহা নাই, আৰু
পলেষ্টীয়াবিলাক মিক্‌মচত গোট খাই আছে,
১২ এই দেখি ময় মনতে কলোঁ, পলেষ্টীয়াবিলাক
এতিয়া মোৰ অহিতে গিল্‌গললৈ নামি আহিব,
কিন্তু ময় যিহোৱাক প্ৰসন্ন কৰা নাই ; এই
নিমিত্তে ময় সাহ কৰি হোমবলি উৎসৰ্গ
১৩ কৰিলোঁ। তাতে চমূৱেলে চৌলক কলে, তুমি
অজ্ঞানৰ কৰ্ম্ম কৰিলা ; তোমাৰ ঈশ্বৰ যিহোৱাই
তোমাক যি আজ্ঞা দিছিল, তাক পালন নকৰিলা।
কিয়নো কৰা হলে যিহোৱাই এতিয়া ইস্ৰায়েলৰ
ওপৰত তোমাৰ ৰাজত্ব চিৰস্থায়ী কৰিলেহেঁতেন।
১৪ কিন্তু এতিয়া তোমাৰ ৰাজত্ব থিৰে নেথাকিব ;
যিহোৱাই আপোন মনৰ দৰে এজনক বিচাৰি,
তাকেই আপোন প্ৰজাবিলাকৰ ওপৰত অধিপতি-
পদত নিযুক্ত কৰিলে ; কিয়নো যিহোৱাই
তোমাক যি আজ্ঞা কৰিছিল, তুমি তাক পালন
নকৰিলা।
১৫ তাৰ পাছে চমূৱেল উঠি গিল্‌গলৰ পৰা
বিন্যামীনৰ গেবালৈ গল। তেতিয়া চৌলে
আপোনাৰ লগত থকা লোকবিলাকক গণনা
১৬ কৰি, প্ৰায় ছশ লোক পালে। চৌল আৰু
তেওঁৰ পুত্ৰ যোনাথন আৰু তেওঁৰ লগৰ লোক—

বিলাক বিন্যামীনর গেবাত থাকিল, আৰু পলে-
ষ্টীয়াবিলাকে মিক্‌মচত ছাউনি পাতি বল।
১৭ পাছে পলেষ্টীয়াবিলাকর ছাউনির পরা লুট
কৰোঁতা সৈন্যবোর তিনি দল হৈ ওলাল;
সিহঁতর এদল অফ্রার বাটেদি চুৱাল প্রদেশর
১৮ ফাললৈ গল; আৰু আন দলে মুখ ঘুৰাই বৈৎ-
হোরোণর বাটেদি গল, আৰু তৃতীয় দল অরণ্যর
ফালে চবোয়ীম উপত্যকালৈ মুখ করা ওপর
অঞ্চলর বাটেদি গল।
১৯ সেই সময়ত গোটেই ইস্রায়েল দেশত কোনো
কমার পোৱা নাছিল; কারণ পলেষ্টীয়াবিলাকে
কয়, কমার থাকিলে ইব্রীয়াবিলাকে আপো-
নার নিমিত্তে তরোৱাল কি যাঠি গঢ়াই লব।
২০ এই হেতুকে আপোন আপোন ফাল, ধার থকা
অস্ত্র, বা কুঠার, বা কোড় শানত দিবর
নিমিত্তে, গোটেই ইস্রায়েল লোকবিলাক পলে-
ষ্টীয়াবিলাকর ওচরলৈ নামি যাব লগা হয়;
২১ এই নিমিত্তে সকলোরে কোড়, ধার থকা অস্ত্র,
ত্রিশূল, কুঠার, আৰু আচারির কাঁটি ভোটা
২২ আছিল। এতেকে যুদ্ধর কালত চৌলর আৰু
যোনাথনর লগর সৈন্যবিলাকর হাতত তরোৱাল
বা যাঠি নাছিল; কেৱল চৌল আৰু তেওঁর
২৩ পুত্র যোনাথনর হাতহে আছিল। পাছে
পলেষ্টীয়াবিলাকর প্রহরী সৈন্যদল ওলাই মিক্‌-
মচর বাটলৈ আছিল।

১৪ এদিন চৌলর পুত্র যোনাথনে আপো-
নার অস্ত্রবাহক ডেকাক কলে, আহাঁ, আমি
সেইকালে থকা পলেষ্টীয়াবিলাকর প্রহরী সৈন্য-
দলর ওচরলৈ যাওঁ; কিন্তু তেওঁ এই কথা আপো-
২ নার বাপেকর আগত নকলে। সেই কালত চৌল
গিবিয়ার শেষ ভাগত মিগ্রোণত থকা এজোপা
ডালিম গছর তলত বহি আছিল, আৰু তেওঁর
৩ লগর লোক প্রায় ছশ আছিল; আৰু যি এলী
চিলোত যিহোৱার পুরোহিত আছিল, তেওঁর
পরিনাতি, পীনহচর নাতি, ঈখাবোদর ককায়েক
অহীটুবর পুত্র যি অহিয়া, তেওঁ এফোদ বস্ত্র
পিন্ধি তেওঁর লগত আছিল; আৰু যোনাথন
যে গল, সেই কথা লোকবিলাকে জনা নাছিল।
৪ আৰু যি যি বাটেদি যোনাথনে পলেষ্টীয়া-
বিলাকর প্রহরী সৈন্যদলর ওচরলৈ যাব খুজি-
ছিল, সেইবোর বাটর মাজ ঠাইত ইফালে এটা,
সিফালে এটা দাঁতর আকৃতিরে শিলাময় পর্বত
আছিল; তার এটার নাম বোচেচ আৰু আন-
৫ টোর নাম চেনি। আৰু তার মাজর এটা উত্তর-
ফালে মিক্‌মচর সন্মুখত, আৰু দ্বিতীয়টো
দক্ষিণফালে গেবার সন্মুখত জোঙা হৈ উঠি-
৬ ছিল। যোনাথনে আপোনার অস্ত্রবাহক ডেকাক
কলে, আহাঁ, আমি সেই অচুন্নৎ প্রহরী সৈন্য-
দলর ওচরলৈ যাওঁ, কিজানি যিহোৱাই আমাক
সহায় করিব; কিয়নো অনেকর দ্বারায় হওক বা
অলপর দ্বারায় হওক, নিস্তার করিবলৈ যিহোৱাক
৭ বাধা কৰোঁতা কোনো নাই। তাতে তেওঁর অস্ত্র-
বাহকে কলে, আপোনার মনত যি আছে, তাকেই
করোক; আগ হৈ বলোক, দেখোক, মই আপো-
৮ নার ইচ্ছার মতে আপোনার লগত আছোঁ। তাতে
যোনাথনে কলে, দেখা, আমি সেই লোকবিলা-
কর ফাললৈ আগ বাঢ়ি গৈ সিহঁতক দেখা দিওঁ।
৯ যদি সিহঁতে আমাক কয়, তাতে রা, আমি তহঁতর
ওচরলৈ গৈছোঁ, তেন্তে আমি আপোন ঠাইতে
১০ থাকিম, সিহঁতর ওচরলৈ উঠি নেযাম; কিন্তু
আমার ওচরলৈ উঠি আহ, এনে কথা যদি কয়,
তেন্তে আমি উঠি যাম; কিয়নো যিহোৱাই
আমার হাতত সিহঁতক সোধাই দিলে; এয়ে
১১ আমালৈ চিন হব। পাছে সিবিলাক দুয়ো জনে
পলেষ্টীয়াবিলাকর সৈন্যদলর আগত আপোনা-
বিলাকক দেখা দিলত, পলেষ্টীয়াবিলাকে কলে,
সোৱা দেখা, ইব্রীয়াবিলাক যি যি গাঁতত লুকাই
১২ আছিল, সেইবোরর পরা এতিয়া ওলাইছে। পাছে
সেই প্রহরী সৈন্যদলর লোকবিলাকে যোনাথনক
আৰু অস্ত্রবাহকক কলে, আমার ওচরলৈ উঠি
আহ, আমি তহঁতক কিবা শিকাম; তাতে যোনা-
থনে আপোনার অস্ত্রবাহকক কলে, আহাঁ, মোর
পাছে পাছে উঠি আহাঁ; কিয়নো যিহোৱাই
সিহঁতক ইস্রায়েলর হাতত সমর্পণ করিলে।
১৩ পাছে যোনাথনে হাতে ভরিয়ে বগাই উঠি গল,
আৰু তেওঁর অস্ত্রবাহক তেওঁর পাছত গল; তাতে
সেই লোকবিলাক যোনাথনর আগে আগে পড়ি-
বলৈ ধরিলে, আৰু তেওঁর অস্ত্রবাহকে তেওঁর
১৪ পাছে পাছে বধ করিবলৈ ধরিলে। যোনাথনে
আৰু তেওঁর অস্ত্রবাহকে করা এই প্রথম বধত,
এহাল বলদেরে বাব পরা মাটির আধা সিরলুর
দীর্ঘত প্রায় বিশ জনমান লোকক বধ করা হল।
১৫ তাতে যাই ছাউনি আদি আটাই সৈন্যর মাজত
কম্পন হল; মিক্‌মচত থকা প্রহরী সৈন্যদল আৰু
লুট কৰোঁতাবোরেও কঁপিবলৈ ধরিলে, আৰু
পৃথিবীও কঁপিল; এই রূপে ঈশ্বরে করা মহা-
১৬ কম্পন হল। তেতিয়া বিন্যামীনর গিবিয়াত
থকা চৌলর প্রহরীবিলাকে চাই দেখিলে, যে,
লোকসমূহ চুকাই গৈছে, আৰু ইফালে সিফালে
ছিন্নভিন্ন হৈ গৈছে।
১৭ তাতে চৌলে আপোনার লগত থকা লোক-
বিলাকক কলে, আমার মাজর পরা কোনোবা
গৈছে নে কি এবার লেখ করি চোৱা। পাছে
সিবিলাকে লোকবিলাকক লেখ করিলত, দেখিলে,
১৮ যোনাথন আৰু তেওঁর অস্ত্রবাহক নাই। তেতিয়া
চৌলে অহিয়াক কলে, ঈশ্বরর চন্দুক ইয়ালৈ

আমা। কিয়নো সেই কালত ঈশ্বরর চন্দুক ইস্রায়ে-
১৯ লর সন্তানবিলাকর লগত আছিল। তার পাছে
চৌলে পুরোহিতর লগত কথা কৈ থাকোঁতে,
পলেষ্টীয়াবিলাকর ছাউনির মাজত কোলাহল
ক্রমে ক্রমে বাঢ়ি গল ; তাতে চৌলে পুরোহিতক
২০ কলে, কান্ত হোৱা। পাছে চৌল আরু তেওঁর
লগর সকলো লোকে গোট খাই রণর ঠাইলৈ
গল ; তেতিয়া দেখা, সেই লোকবিলাকে ইটে
সিটে তরোৱালেরে কটাকটি করাত অতিশয়
২১ কোলাহল হৈছিল। আগরে পরা পলেষ্টীয়া-
বিলাকর লগত থকা যি ইব্রীয়াবিলাক সিহঁতর
লগত চারিওকালর পরা ছাউনিলৈ আহিছিল,
সিবিলাকেও চৌলর আরু যোনাথনর লগর
২২ ইস্রায়েলর ফলীয়া হল। আরু যি ইস্রায়েল
লোকবিলাক ইফ্রিয়ম পর্ব্বতীয়া অঞ্চলত লুকাই
আছিল, সিবিলাকেও পলেষ্টীয়াবিলাক পলো-
ৱার বার্ত্তা শুনি যুদ্ধত সিহঁতর পাছে পাছে
২৩ খেদি গল। এই রূপে যিহোৱাই সেই দিনা
ইস্রায়েলক নিস্তার করিলে ; আরু বৈৎ-আবনর
২৪ সিকাললৈকে যুদ্ধ চলি গল। সেই দিনা ইস্রা-
য়েল লোকবিলাকে বড় ভাগর পালে ; তথাপি
চৌলে লোকবিলাকক এই শপত দিলে, যে, মই
শত্রুবোরর ওপরত প্রতিকার নলওঁমানে সন্ধ্যার
আগেয়ে যি কোনোৱে আহার করিব, সি শাপ-
গ্রস্ত হব। এই নিমিত্তে কোনো লোকে খোৱা
২৫ বস্ত নুচুলেই। পাছে আটাই মানুহ কাঠনীর
২৬ মাজলৈ গলত, মাটির ওপরত মৌ দেখিলে। কিন্তু
লোকবিলাকে কাঠনীত সোমাই সেই মধু বৈ
থকা দেখিও কোনেও মুখলৈ হাত নুতুলিলে ;
কিয়নো লোকবিলাকে সেই শপতলৈ ভয় করিলে।
২৭ কিন্তু যোনাথনে, তেওঁর বাপেকে লোকবিলাকক
শপত দিয়া কথা শুনা নাছিল ; এই নিমিত্তে
তেওঁ আপোনার হাতত থকা লাখুটির আগ
মৌকোঁহর মাজত সুমুৱাই দিলে, আরু হাতত
লৈ মুখত দিলে ; তাতে তেওঁর চকু উজ্জ্বল হল।
২৮ তেতিয়া লোকবিলাকর মাজর এটাই কলে,
আপোনার পিতৃয়ে লোকবিলাকক শপত দি
এই দৃঢ় আজ্ঞা করিছিল, যে, যি জনে আজি
আহার করিব, সি শাপগ্রস্ত হওক ; আরু লোক-
২৯ বিলাক ক্লান্ত হল। তেতিয়া যোনাথনে কলে,
মোর পিতৃয়ে লোকবিলাকক দুঃখ দিছে ; দেখা-
হোন, এই অকনমান মৌ চাকি চোৱাত মোর
৩০ চকু কেনে উজ্জ্বল হৈ গল ! এই হেতুকে লোক-
বিলাকে আজি যদি শত্রুবোরর ওচরত পোৱা
লুটদ্রব্যর পরা ইচ্ছামতে আহার করিবলৈ
পালেহেঁতেন, তেন্তে ইয়াতকৈ কেনে ভাল হলহেঁ-
তেন ! কিয়নো এতিয়াও পলেষ্টীয়াবিলাকর মাজত
৩১ মহাসংহার হোৱা নাই। সেই দিনা সিবিলাকে
মিক্মচর পরা অয়ালোনলৈকে পলেষ্টীয়া-
বিলাকক প্রহার করিলে ; তাতে লোকবিলাক
৩২ অতিশয় ক্লান্ত হল। আরু লোকবিলাকে লুট-
দ্রব্যলৈ উড়া মারি, মের, ছাগ, গরু, আরু দামুৰি
ধরি মাটিত বধ করি তেজে সৈতে মঙহ খাবলৈ
৩৩ ধরিলে। তাতে কোনো কোনোৱে চৌলক কলে,
দেখা, লোকবিলাকে তেজে সৈতে মঙহ ভোজন
করি যিহোৱার বিরুদ্ধে পাপ করিছে। তাতে
তেওঁ কলে, তোমালোক বিশ্বাসঘাতক হলা ;
মোর ওচরলৈ আজি এটা ডাঙর শিল বগরাই
৩৪ আনা। চৌলে আরু কলে, তোমালোকে লোক-
বিলাকর মাজে মাজে গৈ সিবিলাকক কোৱা,
তোমালোক প্রতিজনে আপোন আপোন গরু,
মের, আরু ছাগ মোর ওচরলৈ আনি, ইয়ার ওপ-
রতে মারি ভোজন করা ; তেজে সৈতে মঙহ খাই
যিহোৱার বিরুদ্ধে পাপ নকরিবা। তাতে
আটাই লোকবিলাকে আপোন আপোন গরু
সেই রাতি লগত আনি তার ওপরত বধ করিলে।
৩৫ আরু চৌলে যিহোৱার উদ্দেশে এটা যজ্ঞবেদি
নির্ম্মাণ করিলে ; সেয়ে যিহোৱার উদ্দেশে তেওঁ
নির্ম্মাণ করা প্রথম বেদি।
৩৬ পাছে চৌলে কলে, আহাঁ, আমি এই রাতি
পলেষ্টীয়াবিলাকর পাছত খেদি গৈ, অরুণোদয়-
লৈকে সিহঁতর বস্ত লুট করোঁ, আরু সিহঁতর
এটাকো অরশিষ্ট নেরাখোঁ ; তাতে সিবিলাকে
কলে, আপোনার দৃষ্টিত যি ভাল দেখে, তাকেই
করোক। তেতিয়া পুরোহিতে কলে, আহাঁ, আমি
৩৭ ইয়াতে ঈশ্বরর ওচর চাপোঁ। তার পাছে চৌলে
ঈশ্বরর ওচরত সুধিলে, মই পলেষ্টীয়াবিলাকর
পাছত যাম নে ? তুমি সিহঁতক ইস্রায়েলর হাতত
সমর্পণ করিবা নে ? কিন্তু সেই দিনা যিহোৱাই
৩৮ তেওঁক উত্তর নিদিলে। তেতিয়া চৌলে কলে,
হে লোকবিলাকর অধিপতিসকল, তোমালোক
ওচরলৈ চাপি আহাঁ, আরু আজির এই পাপ কি
৩৯ দোষত হল, তার অনুবিচার করি চোৱা। কিয়নো,
ইস্রায়েলর নিস্তারকর্ত্তা যিহোৱার জীৱনর শপত,
যদিও মোর পো যোনাথনর দোষত সেয়ে হল,
তথাপি সিও নিশ্চয়ে মরিব। কিন্তু আটাই
লোকবিলাকর মাজত কোনেও তেওঁক উত্তর
৪০ নিদিলে। পাছে তেওঁ গোটেই ইস্রায়েলক
কলে, তোমালোক একালে থাকা, মই আরু
মোর পো যোনাথন আন কালে থাকোঁ ;
তাতে লোকবিলাকে চৌলক কলে, আপোনার
৪১ দৃষ্টিত যি ভাল দেখে, তাকেই করোক। চৌলে
ইস্রায়েলর ঈশ্বর যিহোৱাক কলে, যথার্থ কি,
তাক দেখুৱাই দিয়া ; তাতে চিঠিখেলর
দ্বারায় যোনাথন আরু চৌলক নির্ণয় করা
৪২ হল, কিন্তু লোকসমূহ এরা পরিল। তেতিয়া

চৌলে কলে, মোৰ আৰু মোৰ পো যোনাথনৰ
মাজত চিটিখেল কৰা ; তাতে যোনাথনক নিৰ্ণয়
৪৩ কৰা হল। তেতিয়া চৌলে যোনাথনক কলে,
তুমি কি কৰিলা, তাক মোক কোৱা ; তাতে
যোনাথনে তেওঁক কলে, মোৰ হাতত থকা লাখু-
টিৰ আগেৰে যৎকিঞ্চিৎ মৌৰস লৈ বক্ষপেই
চাকিছিলোঁ হয় ; দেখোক, ময় মৰিব লগা হওঁ।
৪৪ পাছে চৌলে কলে, ঈশ্বৰে অমুক আৰু তাতকৈয়ো
অধিক দণ্ড মোক দিওক ; কিয়নো হে যোনাথন,
৪৫ তুমি অৱশ্যে মৰিব লাগিব। কিন্তু লোকবিলাকে
চৌলক কলে, যি জনে ইস্ৰায়েলৰ মাজত এনে
মহানিস্তাৰ সাধন কৰিলে, সেই যোনাথন মৰিব
লাগিব নে ? এনে নহওক ; যিহোৱাৰ জীৱনৰ
শপথ, তেওঁৰ মূৰৰ এডালী চুলিও মাটিত ন-
পৰিব ; কিয়নো তেওঁ আজি ঈশ্বৰে সৈতে কাৰ্য্য
কৰিলে। এই ৰূপে লোকবিলাকে যোনাথনক
৪৬ ৰক্ষা কৰাতে তেওঁৰ মৃত্যু নহল। পাছে চৌলে
পলেষ্টীয়াবিলাকৰ পাছত খেদি যোৱাৰ পৰা
উভটি আহিল ; আৰু পলেষ্টীয়াবিলাকো
আপোন আপোন ঠাইলৈ গুচি গল।
৪৭ চৌলে ইস্ৰায়েলৰ ৰাজত্ব পোৱাৰ পাছে,
মোৱাবৰ, অম্মোনৰ সন্তানবিলাকৰ, ইদোমৰ,
চোবাৰ ৰজাবিলাকৰ, আৰু পলেষ্টীয়াবিলাক
আদি কৰি আপোনাৰ চাৰিওকালে থকা সকলো
শত্ৰুবোৰৰ বিৰুদ্ধে যুদ্ধ কৰিলে; আৰু তেওঁ যি যি
কালে মুখ ঘূৰায়, সেই সেই কালেই সকলোকে
জয় কৰে। আৰু তেওঁ পৰাক্ৰমেৰে কাৰ্য্য কৰি
৪৮ অমালেকীয়াবিলাকক আঘাত কৰিলে ; আৰু
লুট কৰোঁতাবিলাকৰ হাতৰ পৰা ইস্ৰায়েলক
উদ্ধাৰ কৰিলে।
৪৯ যোনাথন, যিচ্‌বী, আৰু মল্কীচূৱা, চৌলৰ এই
তিনি জন পুত্ৰেক আছিল ; আৰু দুজনী জীয়েক
আছিল ; বড় জনীৰ নাম মেৰব, আৰু সৰু জনীৰ
৫০ নাম মীখল। আৰু চৌলৰ ভাৰ্য্যাৰ নাম অহী-
নোৱম, তেওঁ অহীমাচৰ জীয়েক আছিল ; আৰু
তেওঁৰ সেনাপতিৰ নাম অব্‌নেৰ, তেওঁ চৌলৰ
৫১ দদায়েক নেৰৰ পুত্ৰ আছিল। আৰু চৌলৰ
বাপেকৰ নাম কীচ ; আৰু অব্‌নেৰৰ বাপেকৰ
নাম নেৰ, তেওঁ অবীয়েলৰ পুত্ৰ আছিল।
৫২ চৌলৰ জীৱনৰ সকলো কালত পলেষ্টীয়া-
বিলাকে সৈতে ঘোৰ যুদ্ধ থকাত, চৌলে কোনো
বীৰপুৰুষক আৰু কোনো বলৱান পুৰুষক দেখি-
লেই, তেওঁ তাক আপোনাৰ নিমিত্তে লয়।

চৌলক ৰাজ্যৰ পৰা খেদি দিয়া।

১৫ পাছে চমূৱেলে চৌলক কলে, যিহোৱাই
আপোন প্ৰজা ইস্ৰায়েলৰ ওপৰত ৰজা হবৰ
অৰ্থে তোমাক অভিষেক কৰিবলৈ মোকেই
পঠাইছিল ; এই হেতুকে এতিয়া তুমি যিহোৱাৰ
২ বাক্য শুনা। বাহিনীবিলাকৰ যিহোৱাই এই
কথা কৈছে, ইস্ৰায়েললৈ অমালেকে যি কৰিছিল,
মিচৰৰ পৰা ইস্ৰায়েল ওলাই অহা কালত সি
বাটৰ মাজত তেওঁক যি ৰূপে আক্ৰমণ কৰিছিল,
৩ তালৈ ময় লক্ষ্য কৰিলোঁ। এতেকে তুমি উঠি গৈ
অমালেকক প্ৰহাৰ কৰা, আৰু তাৰ সকলোকে
নিঃশেষে বিনষ্ট কৰা, সিহঁতলৈ দয়া নকৰিবা ;
কিন্তু মতা আৰু তিৰুতা, শিশু আৰু পিয়াহ খোৱা
কেঁচুৱা, গৰু, মেৰ, ছাগ, উট, আৰু গাধ, সকলো-
কে বধ কৰিবা।
৪ পাছে চৌলে লোকবিলাকক মতাই আনি
টলায়ীমত সিবিলাকক গণনা কৰিলে ; তাতে
দুই লাখ পদাতিক আৰু যিহূদাৰ দহ হাজাৰ
৫ লোক হল। পাছে চৌলে অমালেকৰ নগৰলৈ
৬ গৈ উপত্যকাত থাপ দি লুকাই থাকিল। তেতিয়া
চৌলে কেনীয়াইতক কলে, ময় যেন অমালেকীয়া-
ইঁতৰ লগত তোমালোককো বিনষ্ট নকৰোঁ, এই
নিমিত্তে তোমালোক আন ঠাইলৈ যোৱা,
অমালেকীয়াইঁতৰ মাজৰ পৰা প্ৰস্থান কৰা ;
কিয়নো মিচৰৰ পৰা ইস্ৰায়েলৰ সন্তানবিলাক
ওলাই অহা কালত তোমালোকে সিবিলাকলৈ
দয়া কৰিলা। এই হেতুকে কেনীয়াইঁত অমালেকৰ
৭ মাজৰ পৰা প্ৰস্থান কৰিলে। পাছে চৌলে হবী-
লাৰ পৰা মিচৰৰ সন্মুখত থকা চূৰৰ ওচৰলৈকে
৮ অমালেকীয়াইঁতক আঘাত কৰিলে। তেওঁ অমা-
লেকীয়াইঁতৰ ৰজা অগাগক জীয়াই ধৰিলে,
আৰু সকলো লোকবিলাকক তৰোৱালেৰে নিঃ-
৯ শেষে বিনষ্ট কৰিলে। কিন্তু চৌল আৰু লোক-
বিলাকে অগাগক, আৰু উত্তম উত্তম মেৰ, ছাগ,
গৰু, হৃষ্টপুষ্ট দামুড়ি, আৰু মেৰ পোৱালি-
বিলাক, আৰু আটাই উত্তম বস্তবোৰ ৰাখিলে,
সেই সকলো নিঃশেষে বিনষ্ট কৰিবলৈ সন্মত
নহল ; কিন্তু যিবোৰ ঘিণলগীয়া আৰু ৰুগীয়া,
সেইবোৰকহে নিঃশেষে বিনষ্ট কৰিলে।
১০ পাছে চমূৱেললৈ যিহোৱাৰ বাক্য আহিল,
১১ বোলে, ময় যে চৌলক ৰজা কৰিলোঁ, তাৰ
নিমিত্তে ময় বেজাৰ পাইছোঁ ; কিয়নো তেওঁ
মোৰ পৰা বিমুখ হল, মোৰ আজ্ঞাবিলাক
পালন নকৰিলে। তাতে চমূৱেলৰ ক্ৰোধ হল,
আৰু ওৰেৰাতি যিহোৱাৰ আগত কাতৰোক্তি
১২ কৰিলে। পাছে চমূৱেলে চৌলৰ লগত সাক্ষাৎ
কৰিবলৈ ৰাতিপুৱাতে উঠি যাওঁতে, চমূৱেলক
এই সংবাদ দিয়া হল, বোলে, দেখা, চৌলে
কৰ্ম্মিললৈ আহি নিজৰ নিমিত্তে এটা জয়স্তম্ভ
স্থাপন কৰি, তাৰ পৰা ঘূৰি গিল্‌গললৈ নামি
১৩ গল। পাছে চমূৱেল চৌলৰ ওচৰ পালত, চৌলে
তেওঁক কলে, আপুনি যিহোৱাৰ আশীৰ্ব্বাদপ্ৰাপ্ত

হওক; ময় যিহোৱাৰ আজ্ঞা পালন কৰিলোঁ।
১৪ তাতে চমূৱেলে কলে, তেন্তে মোৰ কাণত মেৰ আৰু
ছাগৰ সেই বেবনি হৈছে কিয়? আৰু গৰুৰ যি
১৫ হেম্বেলনি ময় শুনিছোঁ, সেয়ে কিয়? চৌলে কলে,
সেইবিলাক অমালেকীয়াহঁতৰ পৰা অনা হৈছে;
কিয়নো আপোন ঈশ্বৰ যিহোৱাৰ উদ্দেশে বলি-
দান কৰিবৰ নিমিত্তে লোকবিলাকে উত্তম উত্তম
মেৰ ও ছাগ, আৰু উত্তম উত্তম গৰু ৰাখিলে; কিন্তু
অৱশিষ্টবোৰ আমি নিঃশেষে বিনষ্ট কৰিলোঁ।
১৬ তেতিয়া চমূৱেলে চৌলক কলে, ৰবা, যোৱা ৰাতি
যিহোৱাই মোক যি কলে, তাক ময় তোমাক
১৭ কওঁ; তেওঁ কলে, কওক। পাছে চমূৱেলে কলে,
যদিও তুমি আপোনাৰ দৃষ্টিত সৰু আছিলা,
তথাপি ইস্ৰায়েলৰ কৈদবিলাকৰ মাজত তোমাক
মুখ্য লোক কৰা নহল নে? আৰু যিহোৱাই
তোমাক ইস্ৰায়েলৰ ওপৰত ৰজা অভিষেক
১৮ কৰিলে। পাছে যিহোৱাই তোমাক যুদ্ধৰ বাটত
পঠাই দি কলে, যোৱা, সেই পাপিষ্ঠ অমালে-
কীয়াহঁতক নিঃশেষে বিনষ্ট কৰা; আৰু সিহঁত
বিনষ্ট নোহোৱালৈকে সিহঁতৰ অহিতে যুদ্ধ কৰি
১৯ থাকা। তেন্তে তুমি যিহোৱাৰ বাক্যলৈ কিয়
কাণ নিদিলা? কিয় লুটদ্ৰব্যলৈ উড়া মাৰি
২০ যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰিলা? তাতে
চৌলে চমূৱেলক কলে, ময় দেখোন যিহোৱাৰ
বাক্যলৈ কাণ দিলোঁ; আৰু তেওঁ মোক যি
বাটেদি পঠাইছিল, সেই বাটেই গলোঁ, আৰু
অমালেকৰ ৰজা অগাগক আনিলোঁ, আৰু অমা-
২১ লেকীয়াহঁতক নিঃশেষে বিনষ্ট কৰিলোঁ। কিন্তু
লোকবিলাকে গিল্‌গলত আপোনাৰ ঈশ্বৰ যিহো-
ৱাৰ উদ্দেশে বলিদান কৰিবৰ অৰ্থে নিঃশেষে
বিনষ্ট কৰিব লগীয়া বস্তুৰ আগ ভাগ বুলি লুট-
দ্ৰব্যৰ মাজৰ কেতবোৰ মেৰ, ছাগ, আৰু গৰু আনি-
২২ লে। তাতে চমূৱেলে কলে, যিহোৱাৰ বাক্য পালন
কৰাত যেনেকৈ তেওঁ সন্তোষ পায়, তেনেকৈ হোম
আৰু বলিদানত জানো তেওঁ সন্তোষ পায়? দেখা,
বলিদানতকৈ আজ্ঞাপালন উত্তম, আৰু মেৰৰ
২৩ তেলতকৈ বাক্যলৈ কাণ দিয়া উত্তম। কিয়নো
বিদ্ৰোহ আচৰণ কৰা, মঙ্গলতিৰ পাপৰ তুল্য;
আৰু অৱশ হোৱা, দেৱপূজা কৰা আৰু গৃহ-
দেৱতা মনাৰ সমান। তুমি যিহোৱাৰ বাক্য
অগ্ৰাহ্য কৰিলা, এই নিমিত্তে তেওঁ তোমাক
২৪ অগ্ৰাহ্য কৰি ৰজাবাবৰ পৰা গুচালে। পাছে
চৌলে চমূৱেলক কলে, ময় পাপ কৰিলোঁ;
কিয়নো যিহোৱাৰ আজ্ঞা আৰু আপোনাৰ বাক্য
লঙ্ঘন কৰিলোঁ; কাৰণ ময় লোকবিলাকলৈ ভয়
২৫ কৰি সিহঁতৰ কথা শুনিলোঁ। এতিয়া ময় বিনয়
কৰোঁ, মোৰ পাপ ক্ষমা কৰোক, আৰু আপুনি
মোৰ লগত উলটি আহোক; ময় যিহোৱাক
২৬ প্ৰণিপাত কৰোঁ। তাতে চমূৱেলে চৌলক কলে,
ময় তোমাৰ লগত উলটি নেযাওঁ; কিয়নো তুমি,
যিহোৱাৰ বাক্য অগ্ৰাহ্য কৰিলা, আৰু যিহোৱায়ো
তোমাক অগ্ৰাহ্য কৰি ইস্ৰায়েলৰ ওপৰত হোৱা
২৭ তোমাৰ ৰজাবাব গুচালে। তেতিয়া চমূৱেলে যাব-
লৈ মুখ ঘূৰালত, চৌলে তেওঁৰ জামাৰ দাঁতিত ধৰি
২৮ টনাত, সেয়ে ফাটি এড়াই গল। তাতে চমূৱেলে
তেওঁক কলে, যিহোৱাই আজি তোমাৰ পৰা
ইস্ৰায়েলৰ ৰাজত্ব টানি ফালিলে, আৰু তোমাতকৈ
২৯ কৈ উত্তম তোমাৰ এজন চুবুৰীয়াক দিলে। আৰু
ইস্ৰায়েলৰ বিশ্বাসভূমিয়ে মিছা কথা নকয়, আৰু
মন নেপালটায়; কিয়নো তেওঁ যে মন পালটাব,
৩০ তেওঁ মানুহ নহয়। তেতিয়া তেওঁ কলে, ময় পাপ
কৰিলোঁ; তথাপি ময় বিনয় কৰোঁ, মোৰ প্ৰজা-
বিলাকৰ বৃদ্ধ লোকসকলৰ আৰু ইস্ৰায়েলৰ আগত
মোৰ মান ৰাখোক, আৰু মোৰ লগত উলটি
আহোক; ময় আপোনাৰ ঈশ্বৰ যিহোৱাৰ
৩১ আগত প্ৰণিপাত কৰোঁ। তাতে চমূৱেল চৌলৰ
পাছত উলটি গলত, চৌলে যিহোৱাৰ আগত
প্ৰণিপাত কৰিলে।
৩২ তাৰ পাছে চমূৱেলে কলে, তোমালোকে অমা-
লেকৰ ৰজা অগাগক মোৰ ওচৰলৈ আনা। তাতে,
অগাগে মৃত্যুযন্ত্ৰণা গল বুলি ভাবি ৰঙ্গ মনেৰে
৩৩ তেওঁৰ ওচৰলৈ আহিল। চমূৱেলে কলে, তোমাৰ
তৰোৱালে যেনেকৈ অনেক তিৰুতাক সন্তানহীনা
কৰিলে, তেনেকৈ তিৰুতাবিলাকৰ মাজত তোমাৰ
মাতৃও সন্তানহীনা হব; এই বুলি চমূৱেলে
গিল্‌গলত যিহোৱাৰ সাক্ষাতে অগাগক ডোখৰ
ডোখৰ কৰি কাটিলে।
৩৪ পাছে চমূৱেল ৰামালৈ গল; আৰু চৌল
চৌলৰ গিবিয়ালৈ আপোনাৰ ঘৰলৈ গল।
৩৫ কিন্তু তেতিয়াৰে পৰা মৰণদিনলৈকে চমূৱেলে
তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ নাহিল; কিয়নো
চমূৱেলে চৌলৰ নিমিত্তে শোক কৰিলে। আৰু
যিহোৱাই ইস্ৰায়েলৰ ওপৰত চৌলক যে ৰজা
কৰিলে, তাৰ নিমিত্তে তেওঁ বেজাৰ কৰিলে।

চমূৱেলে দায়ূদক অভিষেক কৰা; আৰু দায়ূদে
চৌলৰ ৰাজসভাত সোমোৱা।

১৬ পাছে যিহোৱাই চমূৱেলক কলে, ময়
চৌলক অগ্ৰাহ্য কৰি ইস্ৰায়েলৰ ওপৰত
হোৱা তেওঁৰ ৰজাবাব গুচুৱা দেখি, তুমি নো কি-
মান কাল চৌলৰ নিমিত্তে শোক কৰি থাকিবা?
তোমাৰ শিঙটো তেলেৰে পূৰ কৰি লৈ যোৱা,
ময় তোমাক বৈৎ-লেহমীয়া যিচয়ৰ ওচৰলৈ
পঠাওঁ; কিয়নো ময় তেওঁৰ পুত্ৰবিলাকৰ মাজৰ
২ এজনক ৰজা হবৰ অৰ্থে ললোঁ। তাতে চমূৱেলে
কলে, ময় কেনেকৈ যাম? চৌলে যদি এই কথা

শুনে, তেন্তে তেওঁ মোক বধ করিব। যিহোৱাই
কলে, তুমি এজনী চেঁউরী গরু লগত লৈ যোৱা,
আরু কবা, ময় যিহোৱার উদ্দেশে যজ্ঞ করিবলৈ
৩ আহিছোঁ। আরু সেই যজ্ঞলৈ যিচয়কো নিমন্ত্রণ
করিবা; পাছে তুমি যি করিব লাগিব, তাক ময়
তোমাক বুজাম; ময় তোমার আগত যি জনর বি-
ষয়ে কম, তুমি মোর নিমিত্তে সেই জনকে অভিষেক
৪ করিবা। পাছে চমূয়েলে যিহোৱার সেই বাক্য
অনুসারে কার্য্য করিলে; যেতিয়া তেওঁ বৈৎ-লেহম
পালেগৈ, তেতিয়া নগরর বৃদ্ধবিলাকে কঁপি কঁপি
তেওঁক আগ বঢ়াবলৈ আহি সুধিলে, আপুনি
৫ মঙ্গলর অর্থে আহিছে নে? তেওঁ কলে, মঙ্গলর
অর্থে; ময় যিহোৱার উদ্দেশে যজ্ঞ করিবলৈ
আহিছোঁ; তোমালোকে আপোনাবিলাকক
পবিত্র করি মোর লগত যজ্ঞলৈ আহাঁ। আরু
তেওঁ যিচয়ক আরু তেওঁর পুত্রবিলাকক পবিত্র
৬ করি যজ্ঞলৈ নিমন্ত্রণ করিলে। পাছে সিবিলাক
আহিলত, চমূয়েলে ইলীয়াবলৈ চাই মনতে কলে,
যিহোৱার আগত উপস্থিত হোৱা এই মানুহেই
৭ অৱশ্যে তেওঁর অভিষিক্ত জন। কিন্তু যিহোৱাই
চমূয়েলক কলে, তুমি ইয়ার মুখলৈ আরু দীর্ঘ-
কায়লৈ দৃষ্টি নকরিবা; কারণ ময় তাক অগ্রাহ্য
করিলোঁ; কিয়নো মানুহে যি রূপে চায়, যিহো-
ৱাই সেই রূপে নেচায়; কারণ মানুহে, যি
দেখিব পারি, তালৈ চায়, কিন্তু যিহোৱাই
৮ মনলৈ দৃষ্টি রাখে। পাছে যিচয়ে অবীনাদবক
মাতি, চমূয়েলর আগেদি যাবলৈ দিলে; তাতে
চমূয়েলে যিচয়ক কলে, যিহোৱাই ইয়াকো মনো-
৯ নীত করা নাই। পাছে যিচয়ে চম্মাক আগেদি
যাবলৈ দিলে; তাতে তেওঁ কলে, যিহোৱাই
১০ ইয়াকো মনোনীত করা নাই। এই রূপে যিচয়ে
আপোনার পুত্রবিলাকর মাজর সাত জনক
আগেদি যাবলৈ দিলে; কিন্তু চমূয়েলে যিচয়ক
কলে, যিহোৱাই ইবিলাকক মনোনীত করা
১১ নাই। পাছে চমূয়েলে যিচয়ক কলে, তোমার
আটাইবোর সন্তান এয়ে নে? তেওঁ কলে, কেৱল
সরুটো বাকী আছে; দেখা, সি মের চরাইছে।
চমূয়েলে যিচয়ক কলে, মানুহ পঠাই তাক
আনোৱা; কিয়নো সি ইয়ালৈ নাহেমানে আমি
১২ ভোজনত নবহোঁ। পাছে তেওঁ মানুহ পঠাই
তেওঁক অনালে। তেওঁর বরণ অলপ রঙচীয়া, তেওঁ
সুনয়ন, আরু দেখিবলৈ সুন্দর আছিল। পাছে
যিহোৱাই কলে, উঠা, ইয়াকে অভিষেক করা;
১৩ কিয়নো ইয়েই সেই মানুহ। তেতিয়া চমূয়েলে
তেলর শিঙটো লৈ, তেওঁর ককায়েকবিলাকর মাজত
তেওঁকেই অভিষেক করিলে; তাতে সেই দিনার
পরা যিহোৱার আত্মা অতিশয়রূপে দায়ূদত স্থিতি
হল। পাছে চমূয়েল উঠি রামালৈ গল।

১৪ কিন্তু যিহোৱার আত্মা চৌলর পরা গল, আরু
যিহোৱার পরা অহা এক দুষ্ট আত্মাই আহি
১৫ তেওঁক ব্যাকুল করিবলৈ ধরিলে। পাছে চৌলর
দাসবিলাকে তেওঁক কলে, দেখোক, ঈশ্বরর পরা
অহা এক দুষ্ট আত্মাই আপোনাক ব্যাকুল করিছে।
১৬ এই হেতুকে আমার প্রভুরে আপোনার আগত
থকা দাসবিলাকক এজন নিপুণ বীণা বজাওঁতা
বিচারিবলৈ আজ্ঞা করোক; পাছে, যি সময়ত
ঈশ্বরর পরা অহা সেই দুষ্ট আত্মাই আপোনাক
ধরিব, সেই সময়ত সেই মানুহে হাতেরে বীণা
১৭ বজালে আপুনি উপশম পাব। তাতে চৌলে
আপোনার দাসবিলাকক আজ্ঞা করিলে, বারু,
তালকৈ বীণা বজাব পরা এজন লোক বিচারি
১৮ মোর ওচরলৈ আনাগৈ। তাতে দাসবিলাকর
এজনে কলে, দেখোক, বৈৎ-লেহমীয়া যিচয়র এজন
পুতেকক দেখিলোঁ; তেওঁ বীণা বজোৱাত অতি
পার্গত, আরু পরাক্রমী বীর, যুদ্ধারু, কথা কোৱাত
বিবেচক, আরু রূপৱান, আরু যিহোৱা তেওঁর
১৯ লগত আছে। পাছে চৌলে যিচয়র ওচরলৈ দূত
পঠাই কলে, দায়ূদ নামেরে তোমার যি পুত্রই
মের চরাইছে, তাক মোর ওচরলৈ পঠাই দিয়া।
২০ পাছে যিচয়ে এটা গাধত পিঠা বোজাই দি,
এক মোট দ্রাক্ষারস, আরু এটা ছাগলী পো-
ৱালি লৈ আপোনার পুতেক দায়ূদর হাতত
২১ দি চৌললৈ পঠাই দিলে। পাছে দায়ূদ চৌলর
ওচরলৈ আহি তেওঁর আগত থিয় হলত, তেওঁ
দায়ূদক অতিশয় ভাল পাবলৈ ধরিলে; আরু
২২ দায়ূদ তেওঁর অস্ত্রবাহক হল। পাছে চৌলে
যিচয়লৈ কৈ পঠালে, বোলে, ময় বিনয় করোঁ,
দায়ূদক মোর আগত থাকিবলৈ দিয়া; কিয়নো
২৩ সি মোর অনুগ্রহপ্রাপ্ত হল। পাছে, ঈশ্বরর পরা
অহা দুষ্ট আত্মাই যেতিয়া চৌলক ধরে, তেতিয়া
দায়ূদে বীণা লৈ হাতেরে বজায়; তাতে চৌল
সুস্থ হয়, তেওঁ উপশম পায়, আরু সেই দুষ্ট
আত্মাই তেওঁক এৰি যায়।

দায়ূদে গলিয়াথক বধ করা।

১৭ তার পাছে পলেষ্টীয়াবিলাকে যুদ্ধ করিব-
লৈ আপোনার সৈন্যসামন্তক গোট খুৱাই,
যিহূদার অধিকারত থকা চোকোত একে লগ হৈ,
চোকো আরু অজেকার মাজত একচ-দম্মীমত
২ ছাউনি পাতিলে। চৌল আরু ইস্রায়েল লোক-
বিলাকে গোট খাই এলা উপত্যকাত ছাউনি
পাতি, পলেষ্টীয়াবিলাকর বিরুদ্ধে সৈন্যর বেহ
৩ পাতিলে। তাতে পলেষ্টীয়াবিলাক একালে
এটা পর্ব্বতত, আরু ইস্রায়েল আন কালে আন
এটা পর্ব্বতত থিয় হৈ থাকিল; আরু উভয়রে
৪ মাজত এক উপত্যকা আছিল। পাছে গাৎনিবাসী

গলিয়াথ নামেৰে ছুহাত এবেগত ধৈৰ্ঘ্য এনে
এজন মহাবীৰ পলেষ্টীয়াবিলাকৰ ছাউনিৰ
৫ পৰা ওলাল। তাৰ মূৰত পিতলৰ শিৰোৰক্ষক
আছিল, আৰু সি মাছৰ বাকলিৰ নিচিনা সাঁজৰ
পিন্ধিছিল, আৰু সেই সাঁজৰ পৰিমাণ পাঁচ
৬ হাজাৰ চেকল পিতল আছিল। তাৰ ভৰি
পিতলৰ পতাৰে ঢকা, আৰু তাৰ দুই কান্ধৰ
মাজত এপাত পিতলৰ চুটী জাঠি আছিল।
৭ তাৰ বৰ্চ্ছাৰ কুৰা তাঁতীৰ চৌলোঠাৰ সমান,
আৰু তাৰ বৰ্চ্ছাপাত ছশ চেকল লোহাৰ লোহাৰ
আছিল, আৰু তাৰ আগে আগে তাৰ এজন
৮ ঢালবৰ্তী চলিছিল। পাছে সি থিয় হৈ, ইস্ৰা-
য়েলৰ শ্ৰেণী পতা সৈন্যবিলাকৰ ফাললৈ
৷ৰিঙিয়াই কলে, তহঁতে যুদ্ধ কৰিবৰ অৰ্থে বেহু
পাতিবলৈ বাহিৰ ওলাই কিয় আহিছহঁক? ময়
জানো এজন পলেষ্টীয়া নহওঁ? আৰু তহঁত জানো
চৌলৰ বন্দী নহয়? তহঁতে আপোনাবিলাকৰ
নিমিত্তে এটাক বাচি ল; সি মোৰ ওচৰলৈ নামি
৯ আহোক। সি যদি মোৰে সৈতে যুদ্ধ কৰি জিকি
মোক বধ কৰে, তেন্তে আমি সকলো তহঁতৰ বন্দী
হম; কিন্তু যদি ময় তাক পৰাজয় কৰি তাক
বধ কৰোঁ, তেন্তে তহঁত আমাৰ বন্দী হৈ আমাৰ
১০ গোলাম কাম কৰিবি। সেই পলেষ্টীয়াই আৰু
কলে, আজি ময় ইস্ৰায়েলৰ সৈন্যশ্ৰেণীবোৰক
ইতিকিং কৰিছোঁ; তহঁতে মোক এটা মানুহ
১১ উলিয়াই দে, আমি দুয়ো যুদ্ধ কৰোঁ। তেতিয়া
চৌল আৰু গোটেই ইস্ৰায়েলে সেই পলেষ্টীয়াৰ
তেনে কথা শুনি, নিৰাশ হৈ অতিশয় ভয়-
প্ৰাপ্ত হল।

১২ দায়ূদ যিহূদাৰ বৈৎ-লেহমনিবাসী যিচয় না-
মেৰে সেই ইফ্ৰাথীয়া পুৰুষৰ পুতেক আছিল;
সেই পুৰুষৰ আঠোটা পুতেক; চৌলৰ দিনত সেই
পুৰুষ অতি বুঢ়া আৰু লোকবিলাকৰ মাজত অতি
১৩ বৃদ্ধ আছিল। যিচয়ৰ তিনিটা ডাঙৰ পুতেক
চৌলৰ পাছে পাছে যুদ্ধলৈ গৈছিল; আৰু
যুদ্ধলৈ যোৱা তেওঁৰ তিনিটা পুতেকৰ মাজৰ বৰ-
টোৰ নাম ইলীয়াব, তাৰ পাছৰটোৰ নাম
১৪ অবীনাদব, আৰু তৃতীয়টোৰ নাম চম্মা। আৰু
দায়ূদ সবাতকৈ সৰু আছিল; আৰু ডাঙৰ
১৫ তিনিটা চৌলৰ পাছত চলোঁতা হৈছিল। কিন্তু
দায়ূদে চৌলৰ ওচৰৰ পৰা, বৈৎ-লেহমত বাপেকৰ
মেৰ চৰাবৰ নিমিত্তে অহাযোৱা কৰি থাকিছিল।
১৬ আৰু সেই পলেষ্টীয়া মানুহে চল্লিশ দিনলৈকে
ৰাতিপুৱা আৰু গোধূলি বেলা ওচৰলৈ আহি
আপোনাকে দেখা দি আছিল।

১৭ সেই সময়ত যিচয়ে আপোনাৰ পুতেক
দায়ূদক কলে, তুমি আপোন ককায়েৰাহঁতৰ
নিমিত্তে এই এক ঐফা ভজা শস্য আৰু দহোটা
পিঠা লৈ, ছাউনিলৈ ককায়েৰাহঁতৰ ওচৰলৈ
১৮ লৰি যোৱা; আৰু এই দহ লদা ছেনা সহস্ৰ-
পতিৰ গোষ্ঠীৰ সেনাপতিলৈ লৈ যোৱা; আৰু
তোমাৰ ককায়েৰাহঁতৰ মঙ্গল সুধিবা, আৰু
১৯ সিবিলাকৰ পৰা কোনো চিন আনিবা। চৌল
আৰু সিবিলাক, আৰু ইস্ৰায়েলৰ আটাই-
বিলাক মানুহ এলা উপত্যকাত পলেষ্টীয়া-
২০ বিলাকে সৈতে যুদ্ধ কৰি আছে। পাছে দায়ূদে
ৰাতিপুৱাতে উঠি মেৰবোৰ এটা ৰক্ষীয়াৰ
হাতত গতাই দি, যিচয়ৰ আজ্ঞা অনুসাৰে সেই
বস্তুবোৰ লৈ গল। যি সময়ত সৈন্য ৰণলৈ
ওলাই ৰণৰ নিমিত্তে ধ্বনি কৰিছিল, সেই সম-
২১ য়তে তেওঁ ৰথবোৰৰ থোৱা ঠাই পালেগৈ। তেতিয়া
ইস্ৰায়েলে আৰু পলেষ্টীয়াবিলাকে সম্মুখা-
২২ সম্মুখি হৈ ৰণলৈ বেহু পাতিছিল। পাছে
দায়ূদে বস্তু-ৰক্ষীয়াৰ হাতত আপোনাৰ বস্তুবোৰ
থৈ, সৈন্যশ্ৰেণীৰ মাজলৈ লৰি গৈ আপোনাৰ
২৩ ককায়েৰাহঁতক মঙ্গলবাদ কৰিলে। আৰু তেওঁ
সিবিলাকৰ লগত কথা হৈ থাকোঁতেই, দেখা,
গাৎনিবাসী গলিয়াথ নামেৰে পলেষ্টীয়া মহা-
বীৰৰ পলেষ্টীয়াবিলাকৰ সৈন্যশ্ৰেণীৰ পৰা
বাহিৰ হৈ আহি আগৰ দৰে কথা কলে, আৰু
২৪ দায়ূদে তাক শুনিবলৈ পালে। কিন্তু ইস্ৰায়েলৰ
সকলো লোকে সেই মানুহক দেখি, অতিশয়
২৫ ভয় কৰি তাৰ সম্মুখৰ পৰা পলাল। আৰু
ইস্ৰায়েল লোকবিলাকে পৰস্পৰে কলে, উঠি
অহা সেই মানুহটোক দেখিছা নে? সি নিশ্চয়ে
ইস্ৰায়েলক ইতিকিং কৰিবলৈহে উঠি আহিল;
তাক যি কোনোৱে বধ কৰিব, ৰজাই তাক অধিক
ধনেৰে ধনৱান কৰিব, আৰু তাৰ লগত আপোনাৰ
জীয়েকক বিয়া দিব, আৰু ইস্ৰায়েলৰ মাজত
২৬ তাৰ পিতৃবংশক নিষ্কৰ কৰিব। তেতিয়া দায়ূদে
আপোনাৰ ওচৰত থিয় হৈ থকা মানুহবিলাকক
সুধিলে, সেই পলেষ্টীয়াটোক বধ কৰি যি জনে
ইস্ৰায়েলৰ পৰা অপমান দূৰ কৰিব, তালৈ কি
কৰা যাব? কিয়নো সেই অচুন্নৎ পলেষ্টীয়াটো
নো কোন, যে, সি জীৱন্ত ঈশ্বৰৰ সৈন্যবিলাকক
২৭ ইতিকিং কৰিব? তাতে লোকবিলাকে সেই বাক্য
অনুসাৰেই তেওঁক কলে, বোলে, তাক বধ কৰাটো-
২৮ লৈ আমুক তামুক কৰা হব। লোকবিলাকে
সৈতে দায়ূদে কথাবাৰ্ত্তা হওঁতে, তেওঁৰ বৰ ককা-
য়েক ইলীয়াবে তেওঁৰ কথা শুনি তেওঁলৈ ক্ৰুদ্ধ হৈ
কলে, তয় কিয় নামি আহিলি? পথাৰৰ মাজত
সেই তাকৰীয়া মেৰকেইটাক কাৰ হাতত দি
আহিলি? তোৰ আপোন-মৰমতালি আৰু মনৰ
দুষ্টতা ময় জানো; কিয়নো তয় কেৱল ৰণ চাব-
২৯ লৈহে আহিলি। তাতে দায়ূদে কলে, ময় নো কি
কৰিলোঁ? কেৱল কথা মাথোন নহয় জানো? পাছে

৩০ তেওঁ তার পরা আন কোনোর মুখর কাললৈ ঘুরি
সেই একে রূপেই সুধিলে; তাতে লোকবিলাকে
৩১ আগর কথার দরেই উত্তর দিলে। আরু যেতিয়া
দায়ূদে কোরা কথা লোকবিলাকে শুনিলে,
তেতিয়া চৌলর আগত তার সংবাদ দিলত, তেওঁ
৩২ দায়ূদক আপোনার ওচরলৈ অনালে। পাছে
দায়ূদে চৌলক কলে, তার কারণে কারো মন
নিরাশ নহওক; আপোনার এই দাসে গৈ
৩৩ সেই পলেষ্টীয়াটোর লগত যুদ্ধ করিব। তাতে
চৌলে দায়ূদক কলে, তুমি সেই পলেষ্টীয়ার
বিরুদ্ধে যুদ্ধ করিবলৈ যাবলৈ অসমর্থ; কিয়নো
তুমি কেবল লরা, কিন্তু সি লরা কালরে পরা
৩৪ যুদ্ধার। তেতিয়া দায়ূদে চৌলক কলে, আপোনার
এই দাসে পিতৃর মের রখোঁতে, এটা সিংহ
আরু এটা ভালুকো আহি জাকর মাজর পরা
৩৫ মের ধরি ললে; তাতে ময় তার পাছত খেদি
গৈ তাক প্রহার করি, তার মুখর পরা তাক রক্ষা
করিলোঁ; সি মোর অহিতে উঠি থিয় হলত, ময়
তার দাড়িত ধরি আঘাত করি তাক বধ করিলোঁ।
৩৬ আপোনার এই দাসে সিংহ আরু ভালুক
দুয়োকো মারিলে; এতিয়া এই অচুন্নৎ পলে-
ষ্টীয়াটোও সেই দুটার মাজর এটার নিচিনা
হব; কারণ সি জীবন্ত ঈশ্বরর সৈন্যবিলাকক
৩৭ ইতিকিং করিছে। দায়ূদে আরু কলে, যি জনাই
সিংহ আরু ভালুকর হাতর পরা মোক রক্ষা
করিলে, সেই যিহোৱাই সেই পলেষ্টীয়াটোর
হাতর পরাও মোক উদ্ধার করিব। তাতে চৌলে
দায়ূদক কলে, যোৱা, যিহোৱা তোমার সঙ্গী
৩৮ হওক। পাছে চৌলে আপোনার সাজেরে দায়ূদক
সজাই তেওঁর মূরত পিত্তলর শিরোরক্ষক আরু
৩৯ গাত সাঁজোর পিন্ধালে। তেতিয়া দায়ূদে আপো-
নার সাজর ওপরত তেওঁর তরোৱাল বান্ধি
ফুরিবলৈ চেষ্টা করিলে; কিয়নো তেওঁ আগেয়ে
তাক অভ্যাস করা নাই। পাছে দায়ূদে চৌলক
কলে, ময় এইবোরেরে ফুরিব নোৱারোঁ; কিয়নো
ময় ইয়াক অভ্যাস করা নাই। এই হেতুকে
৪০ দায়ূদে সেইবোর সোলোকাই থলে। পাছে
তেওঁ আপোনার লাখুটি হাতত ললে, আরু জুরীর
পরা পাঁচোটা শীতল শিল বাচি লৈ, মের-
রখীয়ার লাগতিয়াল বস্তু থোৱা আপোনার যি
মোনোটো আছিল, তাত ভরাই ললে; আরু
ফিঙাখন হাতত লৈ সেই পলেষ্টীয়াটোর ওচরলৈ
৪১ গল। তাতে সেই পলেষ্টীয়াই আগ বাঢ়ি দায়ূদর
ওচর চাপিল, আরু তার আগে আগে ঢালবোৱা
৪২ চলিল। পাছে পলেষ্টীয়াই চারিওফাললৈ চাই
দায়ূদক দেখা পাই তেওঁক হেয়জ্ঞান করিলে;
কিয়নো তেওঁ লরা, তেওঁর বরণ অলপ রঙচীয়া,
৪৩ আরু মুখ সুন্দর আছিল। পাছে সেই পলেষ্টীয়াই
দায়ূদক কলে, ময় জানো কুকুর, যে, তুমি লাখুটি
লৈ মোর ওচরলৈ আহিছা? এই বুলি সেই পলে-
ষ্টীয়াই আপোন দেৱতাবোরর নাম লৈ দায়ূদক
৪৪ শাও দিলে। পলেষ্টীয়াই দায়ূদক আরু কলে, তুমি
মোর ওচরলৈ আহা; ময় তোর মঙহ আকাশর
চরাইবিলাকক আরু বনরীয়া জন্তুবোরক দিওঁ।
৪৫ তাতে দায়ূদে সেই পলেষ্টীয়াক কলে, তুমি
তরোৱাল, বরছা, আরু যাঠি লৈ মোর ওচরলৈ
আহিছা; কিন্তু ময় হলে, তুমি ইতিকিং করা
ইস্রায়েলর সৈন্যশ্রেণীবিলাকর ঈশ্বরর, বাহিনী-
বিলাকর যিহোৱার নামেরে তোমার ওচরলৈ
৪৬ আহিছোঁ। আজি যিহোৱাই তোমাক মোর
হাতত সোধাই দিব; আরু ময় তোমাক আঘাত
করি তোমার মূর ছেদন করিম, আরু পলেষ্টীয়া-
বিলাকর সৈন্যসমূহর শব আজি ময় আকাশর
চরাই আরু বনরীয়া জন্তুবোরক দিম; তাতে
ইস্রায়েলর মাজত যে এজনা ঈশ্বর আছে, ইয়াকে
৪৭ গোটেই পৃথিবীয়ে জানিব। আরু যিহোৱাই
তরোৱাল ও বরছার দ্বারায় যে নিস্তার নকরে,
তাকো এই সকলো সমাজে জানিব; কিয়নো
যুদ্ধ যিহোৱারেই, আরু তেওঁ তোমালোকক আমার
৪৮ হাতত সমর্পণ করিব। পাছে সেই পলেষ্টীয়াই
আগ বাঢ়ি দায়ূদর লগ পাবলৈ আহিলত, দায়ূদো
বেগাই পলেষ্টীয়ার লগ পাবর নিমিত্তে সৈন্য-
৪৯ শ্রেণীর ফাললৈ লরি গল। পাছে দায়ূদে আপো-
নার মোনোটাত হাত সুমুৱাই এটা শিল
উলিয়াই ফিঙাত থৈ পাক দি সেই পলেষ্টীয়ার
কপালত এনেকৈ মারিলে, যে, সেই শিল তার
কপালত বহি গল; তাতে সি মাটিত তললৈ মুখ
৫০ করি পড়ি গল। (এই রূপে দায়ূদে এগছ ফিঙা
আরু এটা শিলেরে সেই পলেষ্টীয়াটোক জয়
করিলে, আরু তাক আঘাত করি বধ করিলে;
কিন্তু দায়ূদর হাতত তরোৱাল নাছিল।)
৫১ তেতিয়া দায়ূদে লরি গৈ পলেষ্টীয়াটোর ওপরত
থিয় হৈ তার তরোৱাল কাঁকর পরা উলিয়াই
তারেই তাক বধ করিলে, তার দ্বারায়েই তার
মূর কাটি পেলালে। তেতিয়া পলেষ্টীয়াবিলাকে
আপোনাবিলাকর সেই মহাবীর মরা দেখি
৫২ পলাল। তার পাছে ইস্রায়েলর আরু যিহূদার
লোকবিলাকে ওলাই জয়ধ্বনি করি গয়লৈকে
আরু ইক্রোণর দুৱারলৈকে পলেষ্টীয়াবিলাকর
পাছে পাছে খেদি গল; তাতে পলেষ্টীয়া-
বিলাকর হত লোকবোর চারয়িমর বাটত গাৎ
৫৩ আরু ইক্রোণলৈকে পড়ি পড়ি গল। পাছে
ইস্রায়েলর সন্তানবিলাকে পলেষ্টীয়াবিলাকর
পাছে পাছে খেদি যোৱার পরা উভটি আহি
৫৪ সিহঁতর ছাউনি লুট করিলে। আরু দায়ূদে
সেই পলেষ্টীয়াটোর মূর যিরূচালেমলৈ নৈ

গল; কিন্তু তাৰ ৰণৰ সাজ আপোনাৰ তাম্বুত
ৰাখিলে।

দায়ুদৰ লগত যোনাথনৰ বন্ধুতা। তেওঁলৈ চৌলৰ ঈৰ্ষা।

৫৫ সেই পলেষ্টীয়াটোৰ বিৰুদ্ধে দায়ুদ ওলাই
যোৱা দেখি, চৌলে আপোনাৰ সেনাপতি
অব্নেৰক কলে, অব্নেৰ, সেই ডেকা কাৰ
পুত্ৰেক? তাতে অব্নেৰে কলে, মহাৰাজ,
আপোনাৰ জীৱনৰ শপথ, ময় তাক কব নো-
৫৬ ৱাৰোঁ। পাছে ৰজাই কলে, তুমি সোধাচোন,
৫৭ সেই লৰা কাৰ পুত্ৰেক? পাছে দায়ুদে যেতিয়া
পলেষ্টীয়াটোক বধ কৰি ঘুৰি আহিছিল, তেতিয়া
অব্নেৰে তেওঁক ধৰি চৌলৰ ওচৰলৈ লৈ গল,
আৰু তেওঁৰ হাতত পলেষ্টীয়াৰ মূৰ আছিল।
৫৮ তাতে চৌলে তেওঁক সুধিলে, হে ডেকা, তুমি কাৰ
পুত্ৰেক? দায়ুদে উত্তৰ কৰিলে, ময় আপোনাৰ
দাস বৈৎ-লেহমীয়া যিচয়ৰ পুত্ৰেক।
১৮ চৌলে সৈতে তেওঁ কথা কৈ এঁটালত, যোনাথনৰ
প্ৰাণ দায়ুদৰ প্ৰাণৰ লগত গঁথা হল, আৰু
যোনাথনে আপোন প্ৰাণৰ দৰে তেওঁক প্ৰেম
২ কৰিবলৈ ধৰিলে। আৰু চৌলে সেই দিনা তেওঁক
গ্ৰহণ কৰি, তেওঁক আপোন বাপেকৰ ঘৰলৈ
৩ আৰু উলটি যাব নিদিলে। আৰু যোনাথনে
দায়ুদক আপোন প্ৰাণৰ দৰে প্ৰেম কৰাত, তেওঁৰ
৪ লগত এটা নিয়ম বান্ধিলে। আৰু যোনাথনে
আপোনাৰ গাত থকা জামা সোলোকাই দায়ুদক
দিলে, নিজৰ সাজ, এনে কি, তৰোৱাল, ধনু
৫ আৰু টঙালিও দিলে। পাছে চৌলে দায়ুদক যি
কোনো ঠাইলৈ পঠায়, সেই ঠাইলৈকে দায়ুদে
ওলাই যায়, আৰু বুদ্ধিৰে চলে; এই নিমিত্তে
চৌলে যুদ্ধাৰুবিলাকৰ ওপৰত তেওঁক অধ্যক্ষ
পাতিলে, তাত আটাই লোকে আৰু চৌলৰ
সকলো দাসবিলাকেও সন্তোষ পালে।
৬ কিন্তু সৈন্যবিলাক উলটি অহা কালত, যেতিয়া
দায়ুদ পলেষ্টীয়াটোক বধ কৰাৰ পৰা উলটি
আহিছিল, তেতিয়া চৌল ৰজাক আগ বঢ়াবৰ
অৰ্থে ইস্ৰায়েলৰ সকলো নগৰৰ পৰা তিৰুতা-
বিলাক খঞ্জৰি আদি বাদ্যযন্ত্ৰ লৈ গীত গাই
৭ নাচিবাগি ৰঙ্গ কৰি কৰি ওলাই আহিল। সেই
ৰঙ্গ কৰা তিৰুতাবিলাকে গীত গাই উত্তৰ-
প্ৰত্যুত্তৰ ক্ৰমে কলে,

চৌলে বধিলে হাজাৰ হাজাৰ লোকক,
দায়ুদে বধিলে অযুত অযুত লোকক।

৮ তাতে চৌলে অতিশয় ক্ৰুদ্ধ হৈ, বিশেষকৈ সেই
বাক্যত অসন্তোষ পাই কলে, সিহঁতে দায়ুদক
অযুত অযুতেক, মোক হলে হাজাৰ হাজাৰক জয়
কৰা বুলি কলে; ইয়াতে ৰাজত্বৰ বাহিৰে সি
৯ নোপোৱাকৈ আৰু কি থাকিল? সেই দিনৰে
পৰা চৌলে দায়ুদক কটাক্ষেৰে চালে।
১০ তাৰ পাছদিনা ঈশ্বৰৰ পৰা অহা এটা দুষ্ট
আত্মা চৌলৰ ওপৰত স্থিতি হলত, তেওঁ বলীয়াৰ
নিচিনাকৈ ঘৰৰ ভিতৰত কথা বকিবলৈ ধৰিলে;
আৰু দায়ুদে আন সময়ৰ নিচিনাকৈ হাতেৰে
বাদ্য বজালে। তেতিয়া চৌলৰ হাতত আপোন
১১ বৰশী থকাত, চৌলে সেই বৰশী মাৰিবলৈ
টোৱাই কলে, ময় দায়ুদক গড়ে সৈতে গাঁথিম;
কিন্তু দায়ুদ দুবাৰ তেওঁৰ ওচৰৰ পৰা ওলাই
১২ গল। পাছে, যিহোৱাই চৌলক ত্যাগ কৰি
দায়ুদৰ লগত থকাত, চৌলে দায়ুদলৈ ভয়
১৩ কৰিলে। এই হেতুকে চৌলে আপোনাৰ ওচৰৰ
পৰা তেওঁক দূৰ কৰি আপোনাৰ এজন সহস্ৰ-
পতি পাতিলে; তাতে তেওঁ লোকবিলাকৰ
১৪ আগত অহাযোৱা কৰিলে। আৰু দায়ুদে আপো-
নাৰ আটাই কাৰ্য্যতে বুদ্ধিৰে চলিলে, আৰু
১৫ যিহোৱা তেওঁৰ লগত আছিল। তাতে তেওঁক
অতি বুদ্ধিৰে কাৰ্য্য কৰা দেখি তেওঁৰ কাৰণে
১৬ চৌল ত্ৰাসযুক্ত হল। কিন্তু গোটেই ইস্ৰায়েলে
আৰু যিহূদাই দায়ুদক ভাল পালে; কিয়নো
তেওঁ সিবিলাকৰ আগত অহাযোৱা কৰিলে।
১৭ পাছে চৌলে দায়ুদক কলে, দেখা, মেৰব
নামেৰে মোৰ বৰ জীক ময় তোমাক সৈতে বিয়া
দিম; তুমি মাথোন মোৰ পক্ষে সাহীয়াল হৈ
যিহোৱাৰ নিমিত্তে যুদ্ধ কৰা। কিয়নো চৌলে
মনতে কৈছিল, মোৰ হাত ইয়াৰ অহিতে নহওক,
কিন্তু পলেষ্টীয়াবিলাকৰ হাত ইয়াৰ বিৰুদ্ধে
১৮ হওক। তাতে দায়ুদে চৌলক কলে, ময় কোন,
আৰু মোৰ জাতিকুটুম কোন, ইস্ৰায়েলৰ মাজত
মোৰ পিতৃৰ গোষ্ঠীয়েই বা কি, যে, ময় মহাৰাজৰ
১৯ জোঁৱাই হম? কিন্তু চৌলৰ জীয়েক মেৰবক
বিয়া কৰিব লগা সময়ত, তাইক মহোলাতীয়া
২০ অদ্ৰীয়েলে সৈতে বিয়া দিয়া হল। পাছে চৌলৰ
জীয়েক মীখলে দায়ুদক প্ৰেম কৰিলে; তেতিয়া,
লোকবিলাকে সেই কথা চৌলক জনোৱাত, তেওঁ
২১ তাত সন্তোষ পালে। আৰু চৌলে মনতে কৈছিল,
তাই তালৈ যেন ফান্দস্বৰূপ হয়, আৰু পলেষ্টীয়া-
বিলাকৰ হাতো যেন তাৰ বিৰুদ্ধে হয়, এই
নিমিত্তে ময় তাক মোৰ জীক দিম। এই হেতুকে
চৌলে দায়ুদক কলে, তুমি আজি দ্বিতীয়বাৰ
২২ মোৰ জোঁৱাই হোৱা। আৰু চৌলে আপোনাৰ
দাসবিলাকক আজ্ঞা দি কলে, তোমালোকে
গুপুতে দায়ুদক এই কথা কোৱা, দেখা, ৰজা
তোমাত সন্তুষ্ট আছে, আৰু তেওঁৰ আটাই
দাসে তোমাক ভাল পায়; এই হেতুকে তুমি
২৩ ৰজাৰ জোঁৱাই হোৱা। তাতে, চৌলৰ দাস-
বিলাকে দায়ুদৰ আগত সেইবোৰ কথা কওঁতে,

দায়ূদে কলে, ৰজাৰ জোঁৱাই হোৱা লঘু বিষয়
বুলি তোমালোকে ভাবিছা নে? ময় দৰিদ্ৰ
২৪ মানুহ, মোৰ অলপ মান্য। পাছে চৌলৰ
দাসবিলাকে তেওঁক কলে, দায়ূদে এই এই ৰূপে
২৫ কথা কলে। তেতিয়া চৌলে কলে, তোমালোকে
দায়ূদক এই ৰূপে কোৱাগৈ, যে, ৰজাই একো
যৌ-ধন নোখোজে, ৰজাৰ শত্ৰুবোৰৰ প্ৰতিকাৰ
সাধিবৰ নিমিত্তে পলেষ্টীয়াবিলাকৰ এশ
লিঙ্গাগ্ৰচৰ্ম্ম মাথোন খুজিছে; ইয়াতে পলে-
ষ্টীয়াবিলাকৰ হাতৰ দ্বাৰায় দায়ূদক বধ কৰাবলৈ
২৬ চৌলৰ ভাব আছিল। পাছে, তেওঁৰ দাসবিলাকে
দায়ূদক সেই কথা কলত, দায়ূদে ৰজাৰ জোঁৱাই
হবলৈ সন্তোষ পালে। তাৰ পাছে নিৰূপিত
২৭ কাল পূৰ নৌ হওঁতেই, দায়ূদে আপোনাৰ লোক-
বিলাকে সৈতে উঠি গৈ পলেষ্টীয়াবিলাকৰ দুশ
জনক বধ কৰি, ৰজাৰ জোঁৱাই হবৰ নিমিত্তে
তেওঁ পূৰ সংখ্যাৰ দৰে সিহঁতৰ লিঙ্গাগ্ৰচৰ্ম্ম
আনি ৰজাক দিলে; তাতে চৌলে তেওঁৰ লগত
২৮ আপোন জীয়েক মীখলক বিয়া দিলে। পাছে
যিহোৱা যে দায়ূদৰ লগত আছে, আৰু চৌলৰ
জীয়েক মীখলে যে তেওঁক প্ৰেম কৰিলে, ইয়াকে
২৯ চৌলে স্পষ্টকৈ বুজিলে। তাতে, দায়ূদৰ কাৰণে
আগতকৈ চৌলৰ আৰু ভয় হোৱাত, তেওঁ জীৱনৰ
সকলো কালত দায়ূদৰ শত্ৰু হৈ থাকিল।
৩০ পাছে পলেষ্টীয়াবিলাকৰ অধ্যক্ষবিলাক ওলা-
বলৈ ধৰিলে; কিন্তু যিমান বাৰ ওলাই আহে,
সিমান বাৰ চৌলৰ দাসবিলাকৰ মাজত সক-
লোতকৈ দায়ূদে বুজিৰে চলে; তাতে তেওঁৰ
নাম অতিশয় মান্য হল।

দায়ূদে সৈতে চৌলৰ অলপদিনীয়া মিলন।
দায়ূদ পলাই যোৱা।

১৯ পাছে চৌলে আপোন পুত্ৰ যোনাথনৰ
আৰু আপোনাৰ সকলো দাসবিলাকৰ আগত
২ দায়ূদক বধ কৰিবৰ কথা কলে। কিন্তু চৌলৰ
পুত্ৰ যোনাথনে দায়ূদক অতিশয় প্ৰেম কৰিলে:
আৰু যোনাথনে দায়ূদক কলে, মোৰ পিতৃ চৌলে
তোমাক বধ কৰিবলৈ চেষ্টা কৰিছে; এই
হেতুকে ময় বিনয় কৰোঁ, তুমি ৰাতিপুৱা সাৱধান
হবা, আৰু কোনো গুপুত ঠাইত আশ্ৰয় লৈ লুকাই
৩ থাকিবাগৈ। আৰু তুমি যি পথাৰত থাকিবা,
সেই ঠাইলৈকে ময় ওলাই যাম, আৰু মোৰ
পিতৃৰ কোষত থিয় হৈ তোমাৰ বিষয়ে পিতৃৰ
লগত কথাবাৰ্ত্তা হোৱাৰ পাছে, তেওঁ কি কয়,
৪ তাক বুজি ময় তোমাক কম। তাৰ পাছে যোনা-
থনে আপোন পিতৃ চৌলৰ আগত দায়ূদৰ পক্ষে
ভাল কথা কলে; তেওঁ কলে, মহাৰাজে আপোন
দাস দায়ূদৰ বিৰুদ্ধে পাপ নকৰোক; কিয়নো
তেওঁ আপোনাৰ অহিতে পাপ কৰা নাই, কিন্তু
তেওঁৰ সকলো কৰ্ম্ম আপোনাৰ পক্ষে অতি মঙ্গল-
৫ জনক। কিয়নো তেওঁ আপোন প্ৰাণ আঁচলৰ
আগত বান্ধি লৈ পলেষ্টীয়াটোক বধ কৰিলে;
তাতে যিহোৱাই গোটেই ইস্ৰায়েলৰ পক্ষে মহা-
নিস্তাৰ সাধন কৰিলে; তাকে দেখি আপুনি
আনন্দ কৰিছিল; এই হেতুকে এতিয়া অকাৰণে
দায়ূদক বধ কৰি নিৰ্দ্দোষীৰ ৰক্তপাত কৰি কিয়
৬ পাপ কৰিব খুজিছে? তাতে চৌলে যোনাথনৰ
কথা শুনি শপথ খাই কলে, যিহোৱাৰ জীৱনৰ
৭ শপথ, তাক বধ কৰা নহব। পাছে যোনাথনে
দায়ূদক মাতি আনি সেই আটাই কথা তেওঁক
জনালে। আৰু যোনাথনে দায়ূদক চৌলৰ ওচৰলৈ
আনিলে; তাতে তেওঁ আগৰ দৰে তেওঁৰ সাক্ষাতে
থাকিল।
৮ তাৰ পাছে পুনৰায় ৰণ ওলালত, দায়ূদে বাহিৰ
হৈ গৈ পলেষ্টীয়াবিলাকে সৈতে যুদ্ধ কৰি
সিহঁতৰ মাজত মহাসংহাৰ কৰিলে; তাতে
৯ তেওঁৰ সম্মুখৰ পৰা সিহঁত পলাই গল। পাছে
যি সময়ত চৌলে বৰ্ছা হাতত লৈ আপোনাৰ
ঘৰত বহি আছিল, আৰু দায়ূদে হাতেৰে
বাদ্য বজাই আছিল, সেই সময়ত যিহোৱাৰ
পৰা অহা এটা দুষ্ট আত্মা তেওঁত স্থিতি হলত,
১০ চৌলে বৰ্ছাৰে দায়ূদক গড়ে সৈতে গাঁথিবলৈ
চেষ্টা কৰিলে; কিন্তু তেওঁ চৌলৰ সম্মুখৰ
পৰা হঁহকি যোৱাত, তেওঁৰ বৰ্ছা গড়ত
সোমাল; আৰু দায়ূদ পলাই গৈ সেই ৰাতি
১১ সাৰিল। দায়ূদক ৰখি থাকিবলৈ, আৰু ৰাতি-
পুৱা তেওঁক বধ কৰিবলৈ চৌলে দায়ূদৰ ঘৰৰ
ওচৰলৈ দূত পঠালে; কিন্তু দায়ূদৰ ভাৰ্য্যা
মীখলে তেওঁক বাৰ্ত্তা দি কলে, তুমি যদি এই
ৰাতিয়েই আপোন প্ৰাণ ৰক্ষা নকৰা, তেন্তে
১২ কাইলৈ মৰা পৰিবা। পাছে মীখলে এখন
খিৰিকি দুৱাৰেদি দায়ূদক নমাই দিলে; তাতে
১৩ তেওঁ পলাই গৈ ৰক্ষা পালে। আৰু মীখলে গৃহ-
দেৱতাৰ মূৰ্ত্তিটো লৈ শয্যাত শয়ন কৰালে, আৰু
তাৰ মূৰত ছাগলীৰ নোমৰ গাৰু এটা দি তাক
১৪ কাপোৰখনেৰে ঢাকি ৰাখিলে। পাছে চৌলে
দায়ূদক ধৰিবলৈ দূতবিলাকক পঠালত, মীখলে
১৫ কলে, তেওঁ নৰীয়া পৰিছে। তাতে চৌলে
দায়ূদক চাবলৈ দূতবিলাকক পঠাই কলে, ময়
বধ কৰিবৰ নিমিত্তে তাক খাটে সৈতে মোৰ
১৬ ওচৰলৈ আনাগৈ। পাছে দূতবিলাকে ভিতৰলৈ
গৈ শয্যাত সেই গৃহদেৱতাৰ মূৰ্ত্তি আৰু তাৰ মূৰত
১৭ ছাগলীৰ নোমৰ গাৰু দেখিলে। তেতিয়া চৌলে
মীখলক কলে, তয় মোক কিয় এই ৰূপে প্ৰবঞ্চনা
কৰিলি? মোৰ শত্ৰুক কিয় পলাই সাৰিবলৈ
দিলি? তাতে মীখলে চৌলক উত্তৰ দি কলে,

তেওঁ মোক কৈছিল, মোক যাবলৈ দে, মই কিয়
তোক বধ কৰিম ?
১৮ ইয়াৰ ভিতৰতে দায়ুদে পলাই ৰক্ষা পাই
ৰামালৈ চমূৱেলৰ ওচৰলৈ গৈ, আপোনালৈ
চৌলে কৰা সকলো ব্যৱহাৰৰ কথা তেওঁক
জনালে। তাৰ পাছে তেওঁ আৰু চমূৱেল দুয়ো
১৯ গৈ নায়োতত নিবাস কৰিলে। পাছে দেখা,
দায়ুদ ৰামাত থকা নায়োতত আছে, এই বুলি
২০ কোনোবাই চৌলক কলত, চৌলে দায়ুদক ধৰিবলৈ
দূতবিলাকক পঠালে ; তাতে দূতবিলাকে যেতিয়া
ভাববাণী প্ৰচাৰ কৰা ভাববাদীদলক আৰু
সিবিলাকৰ অধ্যক্ষস্বৰূপে থিয় হোৱা চমূৱেলক
দেখিলে, তেতিয়া ঈশ্বৰৰ আত্মা চৌলৰ দূত-
বিলাকত স্থিতি হলত, সিবিলাকেও ভাববাণী
২১ প্ৰচাৰ কৰিবলৈ ধৰিলে। পাছে তাৰ বাৰ্ত্তা
চৌলক দিলত, তেওঁ আন দূতবিলাকক পঠালে ;
কিন্তু সিবিলাকেও ভাববাণী প্ৰচাৰ কৰিবলৈ
ধৰিলে। পাছে চৌলে তৃতীয়বাৰ দূত পঠালত,
সিবিলাকেও ভাববাণী প্ৰচাৰ কৰিবলৈ ধৰিলে।
২২ তাতে তেওঁ নিজে ৰামালৈ গৈ চেখুত থকা
ডাঙৰ নাদটোৰ কাষ পাই, চমূৱেল আৰু দায়ুদ
ক'ত আছে ? এই বুলি সুধিলে। তাতে লোক-
বিলাকে কলে, দেখোক, তেওঁবিলাক ৰামাত থকা
২৩ নায়োতত আছে। পাছে চৌল ৰামাত থকা
নায়োতলৈ গল, আৰু ঈশ্বৰৰ আত্মা তেওঁতো
স্থিতি হলত, ৰামাত থকা নায়োত নোপোৱা-
লৈকে গৈ গৈ তেওঁ ভাববাণী প্ৰচাৰ কৰিলে।
২৪ আৰু আপোনাৰ কাপড় সোলোকাই চমূৱেলৰ
আগত ভাববাণী প্ৰচাৰ কৰিলে, আৰু সেই
গোটেই ৰাতি গোটেই দিন উদং গাৰে পৰি
থাকিল। এই কাৰণে লোকবিলাকে কয়, চৌলো
জানো ভাববাদীবিলাকৰ মাজৰ এজন ?

দায়ুদে সৈতে চৌলক পুনৰায় মিলাবলৈ
যোনাথনে চেষ্টা কৰা।

২০ ইয়াৰ ভিতৰতে দায়ুদে ৰামাত থকা
নায়োতৰ পৰা পলাই যোনাথনৰ ওচৰলৈ
আহি কলে, মই নো কি কৰিলোঁ ? তোমাৰ পিতৃৰ
ওচৰত মোৰ অপৰাধ কি, মোৰ পাপ কি, যে,
২ তেওঁ মোৰ প্ৰাণ লবলৈ চেষ্টা কৰিছে ? তাতে
তেওঁ কলে, সেয়ে নহওক, তুমি নমৰিবা ; দেখা,
মোৰ পিতৃয়ে মোৰ আগত প্ৰকাশ নকৰাকৈ বড়
কি সৰু একো কাৰ্য্য নকৰে ; তেন্তে মোৰ পিতৃয়ে
এই কথা কেলেই মোৰ পৰা গুপুতে ৰাখিব ?
৩ সেয়ে হব নোৱাৰে। তেতিয়া দায়ুদে শপত কৰি
কলে, মই তোমাৰ দৃষ্টিত যে অনুগ্ৰহপ্ৰাপ্ত
হৈছোঁ, তাক তোমাৰ পিতৃয়ে ভালকৈ জানি
আছে ; এই কাৰণে কয়, যোনাথনে এই কথা
নেজানোক, জানিলে সি অসন্তোষ পাব। কিন্তু
যিহোৱাৰ জীৱনৰ আৰু তোমাৰ জীৱনৰ শপথ,
মোৰ আৰু মৃত্যুৰ মাজত নিশ্চয়ে এখোজহে
৪ অন্তৰ আছে। তেতিয়া যোনাথনে দায়ুদক কলে,
তোমাৰ মনত যিহকে বাঞ্ছা কৰা, মই তোমাৰ
৫ নিমিত্তে তাকেই কৰিম। তেতিয়া দায়ুদে যোনা-
থনক কলে, দেখা, কাইলৈ ন জোন উলাব ;
তাতে মইয়েই ৰজাৰ লগত ভোজনত বহিব
লাগিব ; কিন্তু তুমি মোক যাবলৈ দিয়া, মই
তৃতীয় দিনৰ গোধূলি পৰলৈকে পথাৰত লুকাই
৬ থাকোঁগৈ। তাতে, তোমাৰ পিতৃয়ে যদি মই
নথকালৈ মন কৰে, তেন্তে তুমি কবা, দায়ুদে
আপোন নগৰ বৈৎ-লেহমলৈ বেগাই যাবৰ
নিমিত্তে মোৰ আগত বড় আগ্ৰহেৰে অনুমতি
খুজিলে ; কিয়নো সেই ঠাইত গোটেই গোষ্ঠীৰ
৭ নিমিত্তে এটা বছৰেকীয়া যজ্ঞ হৈছে। তাতে তেওঁ
যদি কয়, বাৰু ; তেন্তে তোমাৰ এই দাসৰ মঙ্গল
হব ; নতুবা যদি তেওঁৰ ক্ৰোধ হয়, তেন্তে তেওঁৰ
দ্বাৰায় অমঙ্গল স্থিৰ কৰা হৈছে, ইয়াকে বুজিবা।
৮ এই হেতুকে তুমি এই আপোন দাসলৈ অনুগ্ৰহ
কৰিবা ; কিয়নো তুমি তোমাৰ এই দাসক তোমাৰে
সৈতে যিহোৱাৰ এক নিয়মেৰে বন্ধ কৰিলা।
তথাপি যদি মোৰ কোনো অপৰাধ থাকে, তেন্তে
তুমি নিজেই মোক বধ কৰা ; তোমাৰ পিতৃৰ
৯ ওচৰলৈ মোক নিয়াৰ প্ৰয়োজন কি ? তাতে
যোনাথনে কলে, এনে ভয় তোমাৰ পৰা দূৰ
হওক ; কিয়নো মোৰ পিতৃয়ে তোমালৈ অমঙ্গল
ঘটাবলৈ স্থিৰ কৰা কথা যদি মই কেনেবাকৈ
জানিব পাৰোঁ, তেন্তে মই জানো তোমাক কৈ
১০ নিদিম ? তেতিয়া দায়ুদে যোনাথনক কলে,
দৈবাৎ তোমাৰ পিতৃয়ে তোমাক কটু উত্তৰ দিলে,
১১ তাক কোনে মোক কব ? পাছে যোনাথনে দায়ুদক
কলে, আহাঁ, আমি পথাৰলৈ ওলাই যাওঁহঁক ;
তাতে তেওঁবিলাক দুয়ো পথাৰলৈ ওলাই গল।
১২ পাছে যোনাথনে দায়ুদক কলে, মই ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাক সাক্ষী কৰি কৈছোঁ, যে, কাইলৈ
বা পৰ্হিলৈ অনুমান এই সময়ত মোৰ পিতৃৰ
মন চাম ; তাতে, তোমালৈ অনুগ্ৰহ থকাৰ প্ৰমাণ
পালে, মই তেতিয়াই তোমালৈ মানুহ পঠাই
১৩ তাক তোমাৰ কাণত নেপেলাম নে ? যদি তোমাৰ
অমঙ্গল কৰিবলৈ মোৰ পিতৃৰ মন থাকে,
আৰু মই তাক তোমাৰ কাণত নেপেলাওঁ, তেন্তে
যিহোৱাই যোনাথনক অমুক আৰু তাতকৈয়ো
অধিক দণ্ড দিওক ; তেনেকুৱা হলে, তোমাক
বিদায় দিম ; তাতে তুমি কুশলে যাবা ; আৰু
যিহোৱা মোৰ পিতৃৰ লগত থকাৰ দৰে তোমাৰো
১৪ লগত থাকোক। মই নমৰিবৰ নিমিত্তে, তুমি যে
কেৱল মই জীয়াই থকা কালত যিহোৱাৰ অনুগ্ৰহ

১৫ [illegible] দেখুৱাবা, সেয়ে নহয়; কিন্তু মোর বংশ-
লৈয়ো দয়া করিবলৈ কেতিয়াও ত্রুটি নকরিবা;
এনে কি, যেতিয়া যিহোৱাই দায়ূদর শত্রুবোরর
প্রতিজনক পৃথিবীর পরা উচ্ছন্ন করিব, তেতিয়াও
১৬ নকরিবা। এই রূপে, যিহোৱাই দায়ূদর শত্রুবোরর
হাতর পরা প্রতিশোধ লওক বুলি কৈ যোনা-
থনে দায়ূদর বংশই সৈতে এটা নিয়ম বান্ধিলে।
১৭ পাছে যোনাথনে দায়ূদলৈ থকা আপোন প্রেমর
কারণে পুনরায় তেওঁক শপথ করালে; কিয়নো
তেওঁ আপোন প্রাণর দরে তেওঁক প্রেম করিছিল।
১৮ পাছে যোনাথনে দায়ূদক কলে, কাইলৈ ন জোন
ওলাব; তাতে তোমার আসন শূন্য থাকিলে,
১৯ তুমি নথকা প্রকাশ পাব। তুমি পর্ব্ব হলে অতি
বেগাই নামি আহি, পূর্ব্বকার্য্যর দিনা যি ঠাইত
লুকাই আছিলা, সেই ঠাই পাই এজল নামেরে
২০ শিলটোর ওরিতে থাকিবা। ময় মিচান করি
মরার ছলেরে তার কোরলৈ তিনুটা কাঁড় মারিম।
২১ পাছে দেখা, ময় লরাটোক পঠাই কম, তয় গৈ
সেই কাঁড়বোর বুটলি আন্‌গৈ। তাতে, দেখ,
তোর এই কালে কাঁড় কেইডাল আছে, তাক তুলি
আন, এনে কথা যদি ময় সেই লরাটোক কওঁ, তেন্তে
তুমি আহিবা; কিয়নো যিহোৱার জীৱনর শপথ,
২২ তোমার মঙ্গলহে, কোনো ভয় নাই। কিন্তু দেখ,
তোর সিকালে কাঁড় আছে, এনে কথা যদি ময়
সেই লরাটোক কওঁ, তেন্তে তুমি আপোন বাটেদি
গুচি যাবা; কিয়নো যিহোৱাই তোমাক বিদায়
২৩ করিছে। আরু দেখা, তোমার আরু মোর মাজত
হোৱা এই কথোপকথনর বিষয়ে যিহোৱা সর্ব্ব-
দায় তোমারে আরু মোরে মাজত সাক্ষী আছে।
২৪ পাছে দায়ূদ পথারত লুকাই থাকিল; আরু
২৫ ন জোন ওলালত রজা ভোজনত বহিল। আরু
রজাই আন কালর নিচিনাকৈ আপোনার আস-
নত অর্থাৎ বেরালর ওচরত থকা আসনত
বহিল; পাছে যোনাথন উঠি থিয় হল, আরু
অব্নের চৌলর কোষত বহিল, কিন্তু দায়ূদর ঠাই
২৬ শূন্য হৈ থাকিল। তথাপি সেই দিনা চৌলে
একোকেই নকলে: কিয়নো তেওঁ মনতে ভাবিলে,
তার কিবা ঘটিছে, সি শুচি নহয়, সি অবশ্যে
২৭ অশুচি হৈ আছে। ন জোনর পাছদিনা অর্থাৎ
মাহর দ্বিতীয় দিনাও দায়ূদর ঠাই শূন্য থকাত,
চৌলে আপোনার পুত্র যোনাথনক সুধিলে,
যিচয়র পুত্রেক কালি আরু আজিও ভোজলৈ কিয়
২৮ অহা নাই? তাতে যোনাথনে উত্তর দি চৌলক
কলে, দায়ূদে বৈৎ-লেহমলৈ যাবর নিমিত্তে বর
২৯ আগ্রহেরে মোর পরা অনুমতি খুজিলে, আরু
কৈছিল, ময় মিনতি করিছোঁ, মোক যাবলৈ
দিয়া; কিয়নো নগরত আমার গোষ্ঠীর এক যজ্ঞ
হয়, আরু মোর ককায়ে মোক তাত উপস্থিত হবলৈ
আজ্ঞা করিছে; এই হেতুকে ময় যদি তোমার
দৃষ্টিত অনুগ্রহপ্রাপ্ত হৈছোঁ, তেন্তে বিনয় করোঁ,
মোক যাবলৈ দিয়া; ময় আপোন ভাইবিলাকক
বেগাই চাই আহোঁগৈ। এই কারণে তেওঁ মহা-
৩০ রাজর মেজলৈ অহা নাই। তেতিয়া যোনাথনলৈ
চৌলর ক্রোধ জ্বলি উঠিলত, তেওঁ যোনাথনক
কলে, হের বিপথগামিনী আরু বিদ্রোহিনী তিরু-
তার পুত্রেক, তয় আপোন লাজ, আরু তোর মারক
বিবস্ত্র করার লাজ প্রকাশ করিবলৈ যে যিচয়র
পুত্রেকক মনোনীত করিলি, তাক জানো ময়
৩১ নেজানো? কিন্তু যিচয়র পুত্রেক যেতিয়ালৈকে
পৃথিবীত জীয়াই থাকিব, তেতিয়ালৈকে তয়
থিরে থাকিব নোৱারিবি, আরু তোর রাজ্যও
থিরে নেথাকিব; এই হেতুকে এতিয়া মানুহ
পঠাই তাক মোর আগলৈ আন; কিয়নো সি
৩২ মরিবই লাগিব। তাতে যোনাথনে উত্তর করি
আপোনার বাপেক চৌলক কলে, তেওঁ কিয়
৩৩ মরিব? তেওঁ নো কি করিলে? কিন্তু চৌলে
তেওঁক মারিবলৈ তেওঁর ফাললৈ বরশী চৌ-
রালে। তাতে বাপেক চৌলে দায়ূদক বধ
করিবলৈ স্থির করিছে, ইয়াকে যোনাথনে
৩৪ বুজিলে। তেতিয়া যোনাথনে অতিশয় ক্রুদ্ধ হৈ
মেজর পরা উঠি গল, মাহর সেই দ্বিতীয় দিনা
একো ভোজন নকরিলে; কিয়নো দায়ূদর কারণে
তেওঁ মনত বেজার পালে, কারণ তেওঁর বাপেকে
তেওঁক অপমান করিছিল।
৩৫ পাছে রাতি পুৱালত, যোনাথনে এটা সরু
লরাক লগত লৈ বাহির ওলাই, পথারলৈ দায়ূদে
৩৬ সৈতে নিরূপণ করা ঠাইলৈ গল। আরু তেওঁ
আপোনার লরাটিক কলে, ময় যি যি কাঁড়
মারিম, তয় লরি গৈ তাক বুটলি আনিবি;
তাতে লরাটীয়ে লর মারোঁতে, তেওঁ তার সিকালে
৩৭ পরাকৈ কাঁড় মারিলে। আরু লরাটী গৈ যোনা-
থনে মরা কাঁড়র ওচর পালত, যোনাথনে লরা-
টীক মাতি কলে, তোর সিকালে জানো কাঁড়
৩৮ নাই? পাছে যোনাথনে আকৌ লরাটীক মাতি
কলে, বেগাই লরি আহ, পলম নকরিবি; তাতে
যোনাথনর সেই লরাটীয়ে কাঁড়বোর বুটলি লৈ
৩৯ আপোন গরাকীর ওচরলৈ আহিল। কিন্তু সেই
লরাটীয়ে একোকে নেজানিলে; সেই বিষয় কেৱল
৪০ যোনাথন আরু দায়ূদর জনা আছিল। পাছে
যোনাথনে আপোনার ধনু কাড় আদি আপোনার
সেই লরাটীক দি কলে, এইবোর নগরলৈ লৈ
৪১ যা। লরাটী যোৱামাত্রে, দক্ষিণকালে থকা কোনো
ঠাইর পরা দায়ূদে ওলাই আহি তললৈ মুখ করি
পরি তিনিবার প্রণিপাত করিলে, আরু সি-
বিলাকে ইজনে সিজনে চুমা খোৱাখুই করি পরি
ক্রন্দন করিলে; দায়ূদে অধিককৈ ক্রন্দন করিলে

৪২ পাছে যোনাথনে দায়ূদক কলে, তুমি কুশলে
যোৱা ; কিয়নো আমি দুয়ো যিহোৱাৰ নামেৰে
এই শপথ কৰিলোঁ, যে, যিহোৱা মোৰে তোমাৰে
মাজত, আৰু মোৰ বংশৰে ও তোমাৰ বংশৰে
মাজত সদাকাল থাকিব। পাছে তেওঁ উঠি গুচি
গল, আৰু যোনাথন নগৰত সোমাল।

চোৰ আৰু গাতলৈ দায়ূদ পলাই যোৱা।

২১ পাছে দায়ূদ নোবলৈ অহীমেলক পুৰো-
হিতৰ ওচৰলৈ আহিল ; তাতে অহীমেলকে
কঁপি কঁপি দায়ূদৰ লগত সাক্ষাৎ কৰি, তেওঁক
কলে, তুমি অকলে কিয় ? তোমাৰ লগত কোনো
২ নাই দেখোন ? তাতে দায়ূদে অহীমেলক পুৰো-
হিতক কলে, ৰজাই মোক কোনো কাৰ্য্যৰ ভাৰ
দি কলে, ময় তোমাক যি কাৰ্য্যৰ নিমিত্তে
পঠাইছোঁ, আৰু যি আদেশ কৰিছোঁ, তাৰ একো
কথা কোনেও নেজানোক ; আৰু মোৰ লগৰ
ডেকা কেইজনক ময় আমুক তামুক ঠাইলৈ
৩ যাবলৈ দিলোঁ। এতিয়া তোমাৰ ইয়াত কি
আছে ? পাঁচোটা পিঠাই হওক, বা আন যি
৪ হওক, তাক মোৰ হাতত দিয়া। তাতে পুৰোহিতে
দায়ূদক উত্তৰ কৰিলে, মোৰ ইয়াত সাধাৰণ পিঠা
নাই, অকল পবিত্ৰ পিঠা আছে ; যদি সেই
ডেকাবোৰ কেৱল তিৰুতাৰ পৰা পৃথক হৈ আছে,
৫ তেন্তে তাকে দিব পাৰোঁ। তেতিয়া দায়ূদে পুৰো-
হিতক উত্তৰ দি কলে, স্বৰূপেই প্ৰায় এই তিন দিন
আমাৰ পৰা তিৰুতা মানুহ পৃথক আছে ; যেতিয়া
ময় ওলাই আহিলোঁ, তেতিয়া, যাত্ৰা সাধাৰণ
হলেও, ডেকাবোৰৰ পাত্ৰ পবিত্ৰ আছিল ; এতেকে
আজি সিবিলাকৰ পাত্ৰবিলাক আৰু কিমান বা
৬ পবিত্ৰ ! তাতে পুৰোহিতে তেওঁক পবিত্ৰ পিঠা
দিলে ; কিয়নো আগৰ পিঠা তুলি নিবৰ দিনা,
তপত পিঠা ৰাখিবৰ নিমিত্তে যি দৰ্শনপিঠা
যিহোৱাৰ আগৰ পৰা গুচুৱা হৈছিল, সেই
দৰ্শনপিঠাৰ বাহিৰে সেই ঠাইত আন পিঠা
৭ নাছিল। সেই দিনা চৌলৰ দাসবিলাকৰ মাজৰ
ইদোমীয়া দোৱেগ নামেৰে এজন লোক যিহোৱাৰ
সাক্ষাতে, কোনো গতিকে যাব নোৱৰা হৈ আ-
৮ ছিল ; সি চৌলৰ প্ৰধান পশুপালক। পাছে
দায়ূদে অহীমেলকক কলে, তোমাৰ এই ঠাইত
বৰশা বা তৰোৱাল একো নাই নে ? কিয়নো, ময়
ৰজাৰ কাৰ্য্য বেগাই কৰিব লগা হোৱাত, ময় আ-
পোন তৰোৱাল বা অস্ত্ৰ লগত আনিবলৈ নহল।
৯ তাতে পুৰোহিতে কলে, এলা উপত্যকাত তুমি যাক
বধ কৰিছিলা, সেই পলেষ্টীয়া গলিয়াথৰ
তৰোৱাল আছে ; দেখা, সেয়ে একোদৰ পাছ-
ফালে কাপোৰেৰে মেৰোৱা আছে। তাকে যদি
নিব খোজা, তেন্তে নিয়া ; কিয়নো তাৰ বাহিৰে
আন তৰোৱাল ইয়াত নাই। তাতে দায়ূদে কলে,
তাৰ সমান আৰু নাই ; তাকে মোক দিয়া।
১০ তাৰ পাছে দায়ূদ উঠি চৌলৰ ভয়ত পলাই
সেই দিনাই গাতৰ ৰজা আখীচৰ ওচৰলৈ গল।
১১ তাতে আখীচৰ দাসবিলাকে তেওঁক কলে, এই
মানুহ জানো দেশৰ ৰজা দায়ূদ নহয় ?
চৌলে বধিলে হাজাৰ হাজাৰ লোকক,
দায়ূদে বধিলে অযুত অযুত লোকক,
এই বুলি লোকে উত্তৰপ্ৰত্যুত্তৰ কৰি, নাচি
নাচি ইয়াৰ বিষয়ে জানো গান কৰা নাই ?
১২ তেতিয়া দায়ূদে সেই কথা মনত ৰাখি গাতৰ ৰজা
১৩ আখীচলৈ অতিশয় ভয় কৰিলে। পাছে তেওঁ
বুদ্ধিৰে সিহঁতৰ আগত বিপৰীত ভাব দেখুৱালে ;
তেওঁ সিহঁতৰ ওচৰত থাকোঁতে, দুৱাৰত আঁকি
আৰু আপোনাৰ দাঁড়িৰ ওপৰত লালটি বোৱাই
১৪ বলীয়া যেন দেখুৱালে। তাতে আখীচে আপো-
নাৰ দাসবিলাকক কলে, দেখা, ই যে বলীয়া, তাক
তোমালোকে দেখিবলৈ পাইছা ; তেন্তে ইয়াক
১৫ মোৰ ওচৰলৈ কিয় আনিলা ? মোৰ জানো বলীয়া
মানুহৰ অভাৱ আছে, যে, মোৰ ওচৰত উন্মত্ত
ব্যৱহাৰ কৰিবলৈ তোমালোকে ইয়াক আনিলা ?
এই মানুহ মোৰ গৃহত সোমাব নে ?

দায়ূদে মোৱাব আৰু যিহূদাত বাস কৰা।
পুৰোহিতবিলাকক বধ কৰা।

২২ পাছে দায়ূদে তাৰ পৰা গুচি গৈ, অদুল্লম
নামেৰে এটা গুহাত আশ্ৰয় ললে ; তাতে
তেওঁৰ ককায়েকবিলাক আদি কৰি সকলো পিতৃ-
বংশই তাক শুনি, সেই ঠাইলৈ তেওঁৰ ওচৰলৈ
২ নামি গল। আৰু দুখ পোৱা, ধৰুৱা, আৰু
বেজাৰ পোৱা আটাই লোক তেওঁৰ ওচৰত
গোট খালে ; তাতে তেওঁ সিহঁতৰ অধিপতি
হল ; এই ৰূপে প্ৰায় চাৰি শ লোক তেওঁৰ
সঙ্গী হল।
৩ পাছে দায়ূদে তাৰ পৰা মোৱাবৰ মিস্পীলৈ গৈ
মোৱাবৰ ৰজাক কলে, ময় বিনয় কৰোঁ, ঈশ্বৰে
মোলৈ কি কৰিব, তাক জনা পৰ্য্যন্তমানে, মোৰ
পিতৃ মাতৃয়ে ওলাই আপোনালোকৰ মাজত
প্ৰবাস কৰিবলৈ সিবিলাকক অনুমতি দিয়ক।
৪ পাছে তেওঁ সিবিলাকক মোৱাবৰ ৰজাৰ আগলৈ
নিলে ; তাতে, যেতিয়ালৈকে দায়ূদ সেই দুৰ্গম
ঠাইত থাকিল, তেতিয়ালৈকে সিবিলাকে ৰজাৰ
৫ লগত প্ৰবাস কৰিলে। পাছে গাদ ভাববাদীয়ে
দায়ূদক কলে, তুমি এই দুৰ্গম ঠাইত আৰু
নেথাকিবা, ইয়াৰ পৰা প্ৰস্থান কৰি যিহূদা দেশ-
লৈ যোৱা ; তাতে দায়ূদে প্ৰস্থান কৰি হেৰৎ
কাঠনিত ওলালগৈ।
৬ পাছে, দায়ূদৰ আৰু তেওঁৰ লগৰ লোকবিলাকৰ

উপেক্ষ পোৱা গল, ইয়াক চৌলে শুনিবলৈ
পালে। সেই সময়ত চৌলে হাতত বৰ্চ্চা লৈ
গিবিয়াৰ এখন ওখ ঠাইত ঝাউ গছৰ তলত
বহি আছিল, আৰু তেওঁৰ চাৰিওকালে তেওঁৰ
৭ দাসবিলাক থিয় হৈ আছিল। তাতে চৌলে
চাৰিওকালে থিয় হৈ থকা আপোনাৰ দাস-
বিলাকক কলে, হে বিন্যামীনীয়াহঁত, তহঁতে মন
দি শুন, যিচয়ৰ পুত্ৰেকে তহঁতৰ প্ৰতিজনকে
শস্যক্ষেত্ৰ আৰু দ্ৰাক্ষাবাৰী দিব নে কি, আৰু
তহঁতৰ সকলোকে সহস্ৰপতি ও শতপতি
৮ পাতিব নে কি? কিয়নো তহঁত সকলোৱে মোৰ
বিৰুদ্ধে চক্ৰান্ত কৰিছহঁক, আৰু মোৰ পোৱে
যিচয়ৰ পুত্ৰেকে সৈতে নিয়ম বন্ধা কথা কোনেও
মোক কোৱা নাই; আৰু আজিকালিৰ দৰে
খাপ দি লুকাই থাকিবলৈ মোৰ অহিতে মোৰ
দাসক মোৰ পোৱে উচটোৱা কথা মোৰ নিমিত্তে
বেজাৰ কৰি তহঁতৰ মাজৰ কোনেও মোক কোৱা
৯ নাই। পাছে চৌলৰ দাসবিলাকৰ ওচৰত থিয় হৈ
থকা সেই ইদোমীয়া দোৱেগে উত্তৰ কৰি কলে,
মই যিচয়ৰ পুত্ৰেকক নোবলৈ অহীটূবৰ পুত্ৰেক
অহীমেলকৰ ওচৰলৈ যোৱা দেখিছিলোঁ;
১০ অহীমেলকে তাৰ কাৰণে যিহোৱাৰ আগত
সুধিছিলে, আৰু তাক খোৱা সমল দিলে, আৰু
পলেষ্টীয়া গলিয়াথৰ তৰোৱালো তাক দিলে।
১১ তাতে ৰজাই মানুহ পঠাই অহীটূবৰ পুত্ৰ অহী
মেলক পুৰোহিতক আৰু তেওঁৰ সকলো পিতৃ-
বংশক, অৰ্থাৎ নোবত থকা পুৰোহিতবিলাকক
মতাই আনিলে। পাছে, সিবিলাক সকলোৱেই
১২ ৰজাৰ আগলৈ আহিলত, চৌলে কলে, হেৰ
অহীটূবৰ পুত্ৰেক, শুন; তেওঁ উত্তৰ কৰিলে,
১৩ হে মোৰ প্ৰভো, মই আছোঁ। চৌলে তেওঁক
কলে, যিচয়ৰ পুত্ৰেকে মোৰ অহিতে উঠি
আজিকালিৰ দৰে খাপ দি থাকিবৰ নিমিত্তে,
তয় তাক খোৱা বস্তু আৰু তৰোৱাল দি,
আৰু তাৰ নিমিত্তে ঈশ্বৰৰ আগত সুধি, তয়
আৰু যিচয়ৰ পুত্ৰেকে মোৰ বিৰুদ্ধে কিয় চক্ৰান্ত
১৪ কৰিলি? তাতে অহীমেলকে ৰজাক উত্তৰ
দি কলে, আপোনাৰ সকলো দাসবিলাকৰ
মাজত দায়ূদৰ নিচিনা বিশ্বাসী কোন? তেওঁ
তো মহাৰাজৰ জোঁৱাই, আৰু আপোনাৰ গুপ্ত
মন্ত্ৰণা জানিবৰ সমাজী, আৰু আপোনাৰ গৃহৰ
১৫ এজন মান্যমান লোক। এই প্ৰথমবাৰহে জানো
মই তেওঁৰ নিমিত্তে ঈশ্বৰৰ আগত সুধিলোঁ?
সেয়ে মোৰ পৰা দূৰ হওক। মহাৰাজ, আপো-
নাৰ এই দাসক আৰু মোৰ সকলো পিতৃবংশক
দোষ নিদিব; কিয়নো আপোনাৰ দাসে এই
বিষয়ৰ অলপ কি অধিক একোকে বুজ পোৱা
১৬ নাছিল। কিন্তু ৰজাই কলে, হেৰ অহীমেলক,
তয় আৰু তোৰ সকলো পিতৃবংশ মৰিব লাগিব।
১৭ পাছে ৰজাই আপোনাৰ চাৰিওকালে থকা
ৰক্ষীয়া-সেনাবিলাকক কলে, তহঁতে ঘূৰি যিহোৱাৰ
এই পুৰোহিতবিলাকক বধ কৰ; কিয়নো ইহঁতো
দায়ূদৰ সহায়কাৰী, আৰু সি পলোৱাৰ কথা
ইহঁতে জানিও মোৰ আগত নকলে। কিন্তু যিহো-
ৱাৰ পুৰোহিতবিলাকক আক্ৰমণ কৰিবৰ অৰ্থে
হাত মেলিবলৈ ৰজাৰ দাসবিলাক সন্মত নহল।
১৮ পাছে ৰজাই দোৱেগক কলে, তয় ঘূৰি পুৰোহিত-
বিলাকক আক্ৰমণ কৰ; তাতে ইদোমীয়া
দোৱেগে ঘূৰি পুৰোহিতবিলাকক আক্ৰমণ কৰি
সেই দিনাতে শণ সূতাৰ একোদ বস্ত্ৰ পিন্ধা পঁচাশী
১৯ জনক বধ কৰিলে। তেওঁ তৰোৱালৰ ধাৰেৰে
পুৰোহিতবিলাকৰ নোব নগৰ আঘাত কৰি মতা,
তিৰুতা, লৰা, আৰু পিয়াহ খোৱা কেঁচুৱা, আৰু
গৰু, গাধ, মেৰ আদি সকলোকে তৰোৱালৰ
২০ ধাৰেৰে সংহাৰ কৰিলে। সেই সময়ত অহীটূবৰ
পুত্ৰ অহীমেলকৰ এজন পুত্ৰেক মাথোন ৰক্ষা
পৰিল; তাৰ নাম অবিয়াথৰ; সি দায়ূদৰ
২১ ওচৰলৈ পলাই গল। চৌলে যিহোৱাৰ পুৰো-
হিতবিলাকক বধ কৰা কথা সেই অবিয়াথৰে
২২ দায়ূদক কলে। তাতে দায়ূদে অবিয়াথৰক কলে,
ইদোমীয়া দোৱেগ সেই ঠাইত থকাতে মই সেই
দিনা বুজিছিলোঁ, যে, সি অৱশ্যে চৌলক সংবাদ
দিব; ময়েই তোমাৰ পিতৃবংশৰ সকলো প্ৰাণীৰ
২৩ বধৰ কাৰণ হলোঁ। তুমি মোৰ লগত থাকা, ভয়
নকৰিবা; কিয়নো যি জনে মোৰ প্ৰাণনাশৰ
চেষ্টা কৰিছে, সেই জনে তোমাৰো প্ৰাণনাশৰ
চেষ্টা কৰিছে। কাৰণ মোৰ লগত তুমি নিৰ্ভয়ে
থাকিবা।

দায়ূদে কিয়ীলা ৰক্ষা কৰা। তেওঁ জীফ আৰু মায়োন
অৰণ্যত থকা। তেওঁ চৌলক দয়া কৰা।

২৩ তাৰ পাছে পলেষ্টীয়াবিলাকে কিয়ীলাৰ
অহিতে যুদ্ধ কৰি মৰণা মৰা খলাবোৰৰ শস্য
লুট কৰিছে বুলি লোকবিলাকে দায়ূদক সংবাদ
২ দিলে। এই হেতুকে দায়ূদে যিহোৱাৰ ওচৰত
সুধিলে, মই সেই পলেষ্টীয়াবিলাকক আঘাত
কৰিবলৈ যাম নে? তাতে যিহোৱাই দায়ূদক কলে,
যোৱা; সেই পলেষ্টীয়াবিলাকক আঘাত কৰি
৩ কিয়ীলাক নিস্তাৰ কৰা। কিন্তু দায়ূদৰ লোকবিলাকে
তেওঁক কলে, দেখা, আমি এই যিহূদা দেশত থকাই
ভয়ৰ কথা হৈছে; পাছে আকৌ যদি পলেষ্টীয়া-
বিলাকৰ অহিতে কিয়ীলালৈ যাওঁ, তেন্তে ইয়াতকৈয়ো
৪ কৈয়ো সেয়ে কেনে ভয়ৰ কথা হব! তেতিয়া দায়ূদে
পুনৰায় যিহোৱাৰ ওচৰত সোধাত, যিহোৱাই
উত্তৰ দিলে, তুমি উঠি কিয়ীলালৈ নামি যোৱা;
কিয়নো মই পলেষ্টীয়াবিলাকক তোমাৰ হাতত

৫ সমৰ্পণ কৰিম। তাতে দায়ূদ আৰু তেওঁৰ লোক-
বিলাকে কয়ীলালৈ গৈ পলেষ্টীয়াবিলাকৰ লগত
যুদ্ধ কৰি সিহঁতৰ পশুবোৰ লৈ আনিলে, আৰু সিহঁ-
তৰ মাজত মহাসংহাৰ কৰিলে। এই ৰূপে দায়ূদে
কয়ীলানিবাসীবিলাকক নিস্তাৰ কৰিলে।
৬ অহীমেলকৰ পুত্ৰ অবিয়াথৰ যেতিয়া কয়ী-
লালৈ পলাই দায়ূদৰ ওচৰলৈ আহিছিল, তে-
তিয়া সি হাতত এফোদ লৈ আহিছিল।
৭ পাছে চৌলে, দায়ূদ কয়ীলা পোৱা বাৰ্ত্তা পাই
কলে, তেন্তে যিহোৱাই তাক মোৰ হাতত সমৰ্পণ
কৰিছে; কিয়নো দুৱাৰ আৰু ডাং থকা নগৰত
৮ সোমোৱাতে সি বদ্ধ হল। পাছে দায়ূদ আৰু
তেওঁৰ লোকবিলাকক অৱৰোধ কৰিবৰ নিমিত্তে,
চৌলে যুদ্ধৰ অৰ্থে কয়ীলালৈ নামি যাবলৈ
৯ সকলো লোকক মাতিলে। তাতে, চৌলে মোৰ
বিৰুদ্ধে হিংসাৰ আলচ কৰিছে, ইয়াকে দায়ূদে
বুজি, অবিয়াথৰ পুৰোহিতক কলে, এই ঠাইলৈ
১০ এফোদ আনা। পাছে দায়ূদে কলে, হে ইস্ৰা-
য়েলৰ ঈশ্বৰ যিহোৱা, চৌলে কয়ীলালৈ আহি
মোৰ কাৰণে এই নগৰখনক উচ্ছন্ন কৰিবলৈ
চেষ্টা কৰিছে, তোমাৰ দাস মই ইয়াক নিশ্চয়ে
১১ শুনিলোঁ; এতেকে কয়ীলাৰ গৃহস্থবিলাকে
তেওঁৰ হাতত মোক সমৰ্পণ কৰি দিব নে?
তোমাৰ দাসে শুনাৰ দৰে চৌল স্বৰূপেই
নামি আহিব নে? হে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা,
বিনয় কৰোঁ, তোমাৰ দাসক তাক জনোৱা।
১২ যিহোৱাই কলে, তেওঁ আহিব। তাতে দায়ূদে
সুধিলে, কয়ীলাৰ গৃহস্থবিলাকে মোক আৰু মোৰ
লোকবিলাকক জানো চৌলৰ হাতত শোধাই দিব?
১৩ যিহোৱাই কলে, শোধাই দিব। তেতিয়া দায়ূদ
আৰু তেওঁৰ লগৰ প্ৰায় ছশ লোক উঠি কয়ীলাৰ
পৰা বাহিৰ ওলাই, যেয়ে যলৈকে পালে,
তালৈকে গল। পাছে দায়ূদ কয়ীলাৰ পৰা সাৰি
গল, ইয়াকে কোনোবাই আহি চৌলৰ আগত
কলত, চৌল তালৈ যাবলৈ নহল।
১৪ তাৰ পাছে দায়ূদে অৰণ্যত থকা নানা দুৰ্গম
ঠাইত, বিশেষকৈ পৰ্ব্বতময় অঞ্চলৰ জীফ অৰ-
ণ্যত বাস কৰিলে; তাতে চৌলে সদায় তেওঁক
বিচাৰিলে, কিন্তু ঈশ্বৰে তেওঁৰ হাতত তেওঁক
১৫ সমৰ্পণ নকৰিলে। দায়ূদ জীফ অৰণ্যৰ কাঠনাৰ
মাজত, থকা কালত, তেওঁ দেখিলে, যে, চৌলে
মোৰ প্ৰাণনাশৰ চেষ্টাৰে ওলাই আহিছে।
১৬ পাছে চৌলৰ পুত্ৰ যোনাথনে উঠি কাঠনালৈ
দায়ূদৰ ওচৰলৈ গৈ, ঈশ্বৰত তেওঁৰ হাত সবল
১৭ কৰিলে। আৰু তেওঁ দায়ূদক কলে, ভয় নকৰিবা।
কিয়নো মোৰ পিতৃ চৌলৰ হাতে তোমাক ধৰিব-
লৈ নেপাব; তুমি ইস্ৰায়েলৰ ৰজা হবা, আৰু
মই তোমাৰ দ্বিতীয় হম; ইয়াক মোৰ পিতৃ
১৮ চৌলেও জানিছে। পাছে তেওঁবিলাক দুয়ো জনে
যিহোৱাৰ সাক্ষাতে এটা নিয়ম বান্ধিলে; তাৰ
পাছে দায়ূদ কাঠনাত থাকিল, কিন্তু যোনাথন
১৯ ঘৰলৈ গল। এনে সময়ত জীফীয়া লোকবিলাকে
গিবিয়ালৈ চৌলৰ ওচৰলৈ গৈ কলে, দায়ূদ
আমাৰ ওচৰত যিচীমোনৰ দক্ষিণফালে, থকা
হখীলা পৰ্ব্বতৰ কাঠনাৰ নানা দুৰ্গম ঠাইত জানো
২০ লুকাই থকা নাই? এই হেতুকে হে মহাৰাজ,
নামি আহিবৰ আপোনাৰ সকলো মনৰ বাঞ্ছা
অনুসাৰে নামি আহক; মহাৰাজৰ হাতত তাক
২১ ধৰি দিয়াৰ ভাৰ আমাৰ পাত। তাতে চৌলে কলে,
তোমালোক যিহোৱাৰ আশীৰ্ব্বাদপ্ৰাপ্ত হোৱা;
কিয়নো তোমালোকে মোলৈ অনুগ্ৰহ কৰিলা।
২২ মই বিনয় কৰিছোঁ, তোমালোকে গৈ আৰু
ঠিককৈ বিচাৰ কৰা; তাৰ ভৰি থোৱা ঠাই ক'ত,
আৰু সেই ঠাইত তাক কোনে দেখিলে, তাক
চাই তাৰ বুজ লোৱা; কিয়নো মানুহে মোক
২৩ কয়, সি বৰ চৈধ্যালিকৈ ফুৰে। এতেকে
আটাই গুপুত ঠাইৰ মাজৰ কোন ঠাইত সি
আপোনাক লুকুৱাইছে, তাকে চাই তাৰ বুজ
লোৱা; পাছে মোৰ আগলৈ ঠিক বাৰ্ত্তা লৈ
আহিবা, তাতে মই তোমালোকৰ লগত যাম;
সি যদি দেশত থাকে, তেন্তে মই যিহূদাৰ আটাই
গোষ্ঠীবিলাকৰ মাজত তাক বিচাৰি উলি-
২৪ য়াম। তাতে সিহঁত উঠি চৌলৰ আগেয়ে
জীফলৈ গল; কিন্তু দায়ূদ আৰু তেওঁৰ লোক-
বিলাক যিচীমোনৰ দক্ষিণে অৰাবাত থকা
২৫ মায়োন অৰণ্যত আছিল। চৌল আৰু তেওঁৰ
লোকবিলাকে তেওঁক বিচাৰিবলৈ গলত, লোকে
দায়ূদক তাৰ সংবাদ দিলে; তাতে তেওঁ শিলাময়
পৰ্ব্বতেদি নামি আহি মায়োন অৰণ্যত থাকিল।
চৌলে সেই কথা শুনি, মায়োন অৰণ্যলৈ
২৬ দায়ূদৰ পাছে পাছে খেদি গল। পাছে চৌল
পৰ্ব্বতৰ একোষে গল, দায়ূদ আৰু তেওঁৰ লোক-
বিলাক পৰ্ব্বতৰ সিকোষে গল; আৰু দায়ূদে
চৌলৰ ভয়ত তাৰ পৰা আন ঠাইলৈ যাবলৈ
লৰালৰি কৰোঁতে, আৰু তেওঁক ও তেওঁৰ লোক-
বিলাকক ধৰিবলৈ চৌলে আপোনাৰ লোক-
২৭ বিলাকেৰে তেওঁক বেৰি ধৰোঁতে, এজন দূতে
চৌলৰ ওচৰলৈ আহি কলে, আপুনি বেগাই
আহক; কিয়নো পলেষ্টীয়াবিলাকে দেশ
২৮ আক্ৰমণ কৰিছে। তেতিয়া চৌলে দায়ূদৰ পাছত
খেদি যোৱাৰ পৰা ঘূৰি পলেষ্টীয়াবিলাকৰ
বিৰুদ্ধে যাত্ৰা কৰিলে; এই কাৰণে সেই ঠাইৰ
নাম চেলা-হম্মহলকোথ [পলাই সৰা শিলাময়
২৯ পৰ্ব্বত] হল। পাছে দায়ূদে তাৰ পৰা ওলাই
গৈ অয়িন-গদীৰ নানা দুৰ্গম ঠাইত বাস
কৰিলে।

হাজাৰ ছাগলী আছিল ; সেই মানুহে কৰ্ম্মিলত
আপোনাৰ মেৰবোৰৰ নোম কাটি আছিল।
৩ সেই মানুহটোৰ নাম নাবল, আৰু তাৰ ভাৰ্য্যাৰ
নাম অবীগল ; সেই তিৰুটী সুবুদ্ধি আৰু সুন্দৰী,
কিন্তু মানুহটো কঠিনমনা আৰু দুষ্ট ; সি
৪ কালেবৰ বংশৰ আছিল। পাছে নাবলে আপো-
নাৰ মেৰবোৰৰ নোম কটাইছে, দায়ূদে ইয়াকে
৫ অৰণ্যৰ মাজত শুনি দহ জন ডেকাক পঠাই
সিহঁতক কলে, তোমালোকে কৰ্ম্মিললৈ উঠি
নাবলৰ ওচৰলৈ গৈ, মোৰ নাম কৈ তেওঁক মঙ্গল-
৬ বাদ কৰিবা, আৰু কুশলে থকা সেই মানুহক এই
কথা কবা, আপোনাৰ মঙ্গল, আপোনাৰ ঘৰৰ
মঙ্গল, আৰু আপোনাৰ সকলোৰে মঙ্গল হওক।
৭ ময় শুনিলোঁ, আপোনাৰ এই ঠাইত নোম
কটা হৈছে : এতিয়া নিবেদন এই, আপোনাৰ
মেৰ-ৰখীয়াবিলাক আমাৰ লগত থাকোঁতে, আমি
সিবিলাকৰ অপকাৰ কৰা নাছিলোঁ ; আৰু
সিবিলাক যেতিয়ালৈকে কৰ্ম্মিলত আছিল,
তেতিয়ালৈকে সিবিলাকৰ একো হেৰোৱা নাছিল।
৮ আপোনাৰ ডেকাবিলাকক সোধোক, সিবিলাকে
আপোনাক কব ; এই হেতুকে এই ডেকাবিলাক
আপোনাৰ দৃষ্টিত অনুগ্ৰহপ্ৰাপ্ত হওক, কিয়নো
আমি শুভ দিনতে আহিছোঁ ; আমি বিনয়
কৰিছোঁ, আপোনাৰ দাসবিলাকক, আৰু আপো-
নাৰ পুত্ৰ দায়ূদক আপোনাৰ শক্তি অনুসাৰে
৯ কিছু দান কৰোক। পাছে দায়ূদৰ ডেকাবিলাকে
গৈ, দায়ূদৰ নাম কৰি নাবলক সেই আটাই
১০ কথা কৈ মনে মনে থাকিল। পাছে নাবলে উত্তৰ
কৰি দায়ূদৰ দাসবিলাকক কলে, দায়ূদ কোন ?
আৰু যিচয়ৰ পুত্ৰেক বা কোন ? আজিকালি
আপোন প্ৰভুকৰ পৰা ভাগি অহা বন্দী অনেক
১১ আছে ; তেন্তে ময় আপোন পিঠা আৰু পানী,
আৰু মোৰ মেৰৰ নোমকটীয়াবিলাকৰ নিমিত্তে
ময় মৰা পশুৰ মঙহ লৈ জানো কৰবাৰ অচিনাকী
১২ মানুহবোৰক দিম ? তাতে দায়ূদৰ ডেকাবিলাকে
মুখ ঘূৰাই আপোন বাটেদি উভটি আহিল, আৰু
তেওঁৰ ওচৰলৈ উলটি আহি সেই সকলো কথা
১৩ তেওঁক কলে। তেতিয়া দায়ূদে আপোনাৰ লোক-
বিলাকক কলে, প্ৰতিজনে তৰোৱাল বান্ধা ;
তাতে সিহঁত প্ৰতিজনে আপোন আপোন
তৰোৱাল বান্ধিলে, আৰু দায়ূদেও আপোনাৰ
তৰোৱাল বান্ধিলে ; পাছে দায়ূদৰ লগত প্ৰায়
চাৰি শ লোক গল, আৰু সামগ্ৰী ৰাখিবৰ
১৪ নিমিত্তে দুশ লোক থাকিল। ইয়াৰ ভিতৰতে
দাসবিলাকৰ এটাই নাবলৰ ভাৰ্য্যা অবীগলক
কলে, দেখা, দায়ূদে আমাৰ প্ৰভুক মঙ্গলবাদ
কৰিবলৈ অৰণ্যৰ পৰা দূতবিলাকক পঠাইছিল ;
তাতে আমাৰ প্ৰভুৱে কটু কথা কৈ সিবিলাকক
১৫ খেদি দিলে। কিন্তু সেই লোকবিলাক আমাৰ
পক্ষে বৰ ভাল আছিল ; যেতিয়া আমি পথাৰত
আছিলোঁ, তেতিয়া যিমান দিন সিবিলাকে সৈতে
আছিলোঁ, সিমান দিনলৈকে আমাৰ অপকাৰ
হোৱা নাছিল, আৰু একো হেৰোৱাও নাছিল।
১৬ আমি যেতিয়ালৈকে সিবিলাকৰ ওচৰত থাকি
মেৰ ৰখিছিলোঁ, তেতিয়ালৈকে সিবিলাক দিনে
ৰাতিয়ে আমাৰ চাৰিওকালে গড়স্বৰূপ হৈ
১৭ আছিল। এতেকে, এতিয়া কি কৰা উচিত,
তাক আপুনি বিবেচনা কৰি চাওক ; কিয়নো
আমাৰ প্ৰভুৰ আৰু তেওঁৰ আটাই বংশৰ বিৰুদ্ধে
অমঙ্গল থিৰ কৰা হৈছে ; কাৰণ তেওঁ এনে
দুৰ্জ্জন, যে, তেওঁক কোনো কথাকে কব পৰা
১৮ নেযায়। তাতে অবীগলে লৰালৰিকৈ দুশ পিঠা,
দুই মোট দ্ৰাক্ষাৰস, পাঁচোটা যুগুত কৰা মেৰ,
পাঁচ চেৱা ভজা শস্য, এশ থোপা শুকান দ্ৰাক্ষা-
গুটী, আৰু দুশ লদা ডিমৰু গুটী লৈ গাধবোৰৰ
১৯ ওপৰত ভৰা দিলে। আৰু তেওঁ আপোনাৰ দাস-
বিলাকক কলে, তহঁত আগ হৈ যা, দেখ, ময়
তহঁতৰ পাছে পাছে গৈছোঁ ; কিন্তু তেওঁ এই কথা
আপোনাৰ গিৰিয়েক নাবলৰ আগত নকলে।
২০ পাছে তেওঁ গাধত উঠি পৰ্ব্বতৰ মাজেদি নামুহে
দেখা পাব নোৱৰা বাটেদি নামি গৈছিল,
এনেতে দেখা, দায়ূদ আৰু তেওঁৰ লোকবিলাক
সন্মুখেদি নামি আহিল ; তাতে তেওঁ সিবিলাকক
২১ লগ পালে। আগেয়ে দায়ূদে কৈছিলে, বোলে,
অৰণ্যত থকা তাৰ বস্তুবোৰ ময় বৃথাই এনেকৈ
ৰক্ষা কৰিলোঁ, যে, তাৰ সকলো বস্তুৰ মাজৰ
একোৱেই নেহেৰাল ; সি উপকাৰৰ সলনি মোলৈ
২২ অপকাৰহে কৰিলে। মই যদি তাৰ পুৰুষবিলাকৰ
মাজৰ এটা লৰাকো বেলি ওলোৱালৈকে অৱশিষ্ট
ৰাখোঁ, তেন্তে ঈশ্বৰে দায়ূদৰ শত্ৰুবোৰলৈ
২৩ অমুক আৰু তাতকৈ অধিক দণ্ড দিওক। পাছে
অবীগলে দায়ূদক দেখামাত্ৰে গাধৰ পৰা বেগাই
নামি, দায়ূদৰ আগত মাটিলৈ মুখ কৰি পৰি
২৪ প্ৰণিপাত কৰিলে। আৰু তেওঁৰ ভৰিত পৰি
কলে, হে মোৰ প্ৰভো, মোৰ ওপৰত, মোৰ
ওপৰতেই এই অপৰাধ পৰোক ; আৰু ময়
বিনয় কৰোঁ, আপোনাৰ বেটীক আপোনাৰ আগত
কথা কবলৈ অনুমতি দিওক, আৰু আপোনাৰ
২৫ বেটীৰ কথা শুনোক। ময় বিনয় কৰোঁ, মোৰ
প্ৰভুৱে সেই দুৰ্জ্জন মানুহ নাবলৰ কথা মনত
নেৰাখিব ; কিয়নো তাৰ নাম যেনে, সিও তেনে ;
তাৰ নাম নাবল [মূৰ্খ], আৰু মূৰ্খতা তাৰ
অন্তৰত আছে। কিন্তু মোৰ প্ৰভুৰ পঠোৱা সেই
ডেকাবিলাকক আপোনাৰ এই বেটীয়ে দেখা
২৬ নাছিল। এই হেতুকে এতিয়া হে মোৰ প্ৰভো,
ময় যিহোৱাৰ জীৱনৰ আৰু আপোনাৰ জীৱনৰো

শপত করি কৈছোঁ, ৰক্তপাত কৰা দোষত দোষী
হবলৈ, আৰু আপোন হাতেৰে আপোনাৰ প্ৰতি-
কাৰ সাধিবলৈ যিহোৱাই আপোনাক নিবাৰণ
কৰিলে, এই দেখি এতিয়া আপোনাৰ শত্ৰু-
বোৰ, মোৰ প্ৰভুৰ অনিষ্টলৈ চেষ্টা কৰোঁতা-
২৭ বিলাক নাবলৰ নিচিনা হওক। এতিয়া আপো-
নাৰ বেটীয়ে আমাৰ প্ৰভুলৈ অনা এই উপহাৰ
প্ৰভুৰ পাছত অহা ডেকাবিলাকক দিয়া হওক।
২৮ মই বিনয় কৰোঁ, আপোনাৰ বেটীৰ অপৰাধ
ক্ষমা কৰক: কিয়নো যিহোৱাই মোৰ প্ৰভুৰ
নিমিত্তে চিৰস্থায়ী বংশ স্থাপন কৰিব, কাৰণ
মোৰ প্ৰভুৱে যিহোৱাৰ নিমিত্তেই যুদ্ধ কৰিছে;
আৰু আপোনাৰ জীৱনৰ সকলো কালত আপো-
২৯ নাৰ কোনো অমঙ্গল দেখা নেযাব। আৰু আপো-
নাৰ পাছে পাছে খেদি যাবলৈ আৰু আপোনাৰ
প্ৰাণনাশৰ চেষ্টা কৰিবলৈ মানুহ উঠিলেও,
আপোনাৰ ঈশ্বৰ যিহোৱাৰ ওচৰত মোৰ প্ৰভুৰ
প্ৰাণ জীৱনকূপ মোকোচাত বন্ধা থাকিব; কিন্তু
আপোন শত্ৰুবোৰৰ প্ৰাণ ফিঙাৰ দলিৰ দৰে
৩০ পেলাই দিব। যিহোৱাই মোৰ প্ৰভুৰ বিষয়ে
যিবোৰ মঙ্গলৰ কথা কৈছে, সেইবোৰ যেতিয়া
তেওঁ সাফল করি আপোনাক ইস্ৰায়েলৰ ওপৰত
৩১ অধিপতি নিযুক্ত কৰিব, তেতিয়া অকাৰণে
হোৱা ৰক্তপাতৰ, আৰু আত্মপ্ৰতিকাৰসাধনৰ
বিষয়ে বা মনৰ শোক মোৰ প্ৰভুৰ নজন্মিব;
আৰু যেতিয়া যিহোৱাই মোৰ প্ৰভুৰ মঙ্গল
কৰিব, তেতিয়া আপোনাৰ এই বেটীক সোঁ-
৩২ ৱৰণ কৰিব। পাছে দায়ূদে অবীগলক কলে,
আজি মোৰ লগত সাক্ষাৎ কৰিবলৈ যি জনাই
তোমাক পঠালে, ইস্ৰায়েলৰ ঈশ্বৰ সেই যিহোৱা
৩৩ ধন্য: আৰু তোমাৰ সুবিচাৰ ধন্য, আৰু
ৰক্তপাতৰ দোষৰ ও আত্মপ্ৰতিকাৰসাধনৰ
পৰা মোক নিবাৰণ কৰা যি তুমি, তুমিও
৩৪ ধন্য। কিয়নো, তোমাক হিংসা কৰিবলৈ যি
জনাই মোক বাধা কৰিলে, ইস্ৰায়েলৰ ঈশ্বৰ
সেই যিহোৱাৰ জীৱনৰ শপত, তুমি মোক আগ
বঢ়াবলৈ শীঘ্ৰে নহা হলে, নিশ্চয়ে নাবলৰ
সম্পৰ্কীয় পুৰুষবিলাকৰ মাজৰ এটা লৰাও ৰাতি-
৩৫ পুৱালৈ অৱশিষ্ট নেথাকিলহঁতেন। তেতিয়া
দায়ূদে আপোনাৰ নিমিত্তে তেওঁ অনা বস্তুবিলাক
তেওঁৰ হাতৰ পৰা লৈ তেওঁক কলে, তুমি কুশলে
ঘৰলৈ যোৱা; দেখা, মই তোমাৰ কথা শুনি
৩৬ তোমাক গ্ৰাহ্য কৰিলোঁ। পাছে, যেতিয়া অবীগল
নাবলৰ ওচৰলৈ আহিল, তেতিয়া দেখা, সি ৰজাৰ
ভোজৰ দৰে তাৰ ঘৰত ভোজ পাতিছিল, আৰু
সি অতিশয় মত্তাৱস্থাত থোৱাত, তাৰ মন প্ৰ-
ফুল্লিত হৈ আছিল; এই হেতুকে অবীগলে ৰাতি-
পুৱাৰ আগেয়ে, সেই বিষয়ৰ অলপ বা অধিক
৩৭ একোকে তাৰ আগত নকলে। পাছে ৰাতিপুৱা
নাবলৰ দ্ৰাক্ষাৰসৰ ৰাগি গুচিলত, তাৰ ভাৰ্য্যাই
তাৰ আগত সেইবোৰ কথা কওঁতে অন্তৰত তাৰ
হৃদয় ঠৰ হৈ গল, আৰু সি শিলৰ নিচিনা হল;
৩৮ আৰু তাৰ দহ দিনমানৰ পাছে, যিহোৱাই নাব-
৩৯ লক আঘাত কৰিলত, সি মৰিল। পাছে নাবল
মৰা কথা শুনি, দায়ূদে কলে, যিহোৱা ধন্য; মই
নাবলৰ পৰা পোৱা অপমানৰ বিষয়ে মোৰ গোচৰ
তেওঁ নিষ্পত্তি কৰিলে, আৰু আপোন দাসক কুকা-
ৰ্য্যৰ পৰা ৰক্ষা কৰিলে; আৰু নাবলৰ যি দুষ্কৰ্ম্ম,
তাৰ প্ৰতিফল যিহোৱাই তাৰ মূৰত দিলে।
পাছে দায়ূদে মানুহ পঠাই অবীগলক বিবাহ
৪০ কৰিবৰ কথা তেওঁক জনালে। আৰু দায়ূদৰ দাস-
বিলাকে কৰ্মিললৈ অবীগলৰ ওচৰলৈ গৈ তেওঁক
কলে, দায়ূদে আপোনাক বিবাহ কৰিবৰ অৰ্থে
আপোনাক নিবলৈ আপোনাৰ ওচৰলৈ আমাক
৪১ পঠালে। তাতে তেওঁ উঠি মাটিলৈ মুখে পৰি
প্ৰণিপাত কৰি কলে, দেখোক, আপোনাৰ এই
বেটী মোৰ প্ৰভুৰ দাসবিলাকৰ ভৰি ধুৱাবলৈ
৪২ যুগুত আছে। পাছে অবীগলে বেগাই ওলাই
গাধত উঠি, আপোনাৰ অনুচৰী পাঁচ জনী
যুৱতীৰে সৈতে দায়ূদৰ দূতবিলাকৰ পাছত গল,
৪৩ আৰু দায়ূদৰ ভাৰ্য্যা হল। আৰু দায়ূদে যিজ্ৰিয়ে-
লীয়া অহীনোৱমকো বিয়া কৰিছিল; তাতে
৪৪ এই দুয়ো জনী তেওঁৰ ভাৰ্য্যা হল। কিন্তু চৌলে
আপোনাৰ জীয়েক দায়ূদৰ ভাৰ্য্যা মীখলক
লৈ, গল্লীমনিবাসী লয়িচৰ পুতেক পল্টিক
দিছিল।

চৌলে পুনৰায় দায়ূদক বিচৰা। দায়ূদে
তেওঁক দয়া কৰা।

২৬ পাছে জীফীয়াবিলাকে গিবিয়ালৈ চৌলৰ
ওচৰলৈ গৈ কলে, দায়ূদ জানো যিচীমোনৰ
২ সম্মুখত হখীলা পৰ্ব্বতত লুকাই থকা নাই? তাতে
জীফ অৰণ্যত দায়ূদক বিচাৰিবৰ নিমিত্তে চৌলে
উঠি ইস্ৰায়েলৰ তিনি হাজাৰ মনোনীত লোক
৩ লগত লৈ জীফ অৰণ্যলৈ নামি গল। পাছে
চৌলে বাটৰ কোষত, যিচীমোনৰ সম্মুখে থকা
হখীলা পৰ্ব্বতত ছাউনি পাতিলে; কিন্তু দায়ূদে
অৰণ্যৰ মাজত থাকিল। পাছে চৌল মোৰ পাছত
খেদি অৰণ্যলৈ আহিছে, ইয়াৰ গম পোৱাতে,
৪ দায়ূদে চোৰাংচোৱাবোৰক পঠাই, চৌল যে
৫ নিশ্চয়ে আহিল, তাক জানিবলৈ পালে। পাছে
দায়ূদে উঠি চৌলৰ ছাউনি পতা ঠাইৰ ওচৰলৈ
গৈ, চৌলৰ আৰু তেওঁৰ সেনাপতি নেৰৰ পুত্ৰ
অব্নেৰৰ শোৱা ঠাই চালে; চৌল ৰথবেষ্টনৰ

মাজত শুই আছিল, আৰু লোকবিলাকে ছাউনি
৬ পাতি তেওঁৰ চাৰিওকালে থাকিছিল। পাছে
দায়ূদে মাত লগাই, হিত্তীয়া অহীমেলকক, আৰু
চৰুয়াৰ পুত্ৰ যোৱাবৰ ভায়েক অবীচয়ক কলে,
সেই ছাউনিলৈ চৌলৰ ওচৰলৈ মোৰ লগত
কোন যাব? তাতে অবীচয়ে কলে, তোমাৰ লগত
৭ ময় যাম। পাছে ৰাতি দায়ূদ আৰু অবীচয়ে
লোকবিলাকৰ ওচৰলৈ গৈ দেখিলে, চৌল ৰথ-
বোৰৰ মাজত শুই টোপনি গৈছে, আৰু তেওঁৰ
মূৰশিতানৰ ওচৰত তেওঁৰ বৰ্চ্চা মাটিত খোঁচ
মাৰি থোৱা আছে, আৰু চাৰিওকালে অব্নেৰ
৮ আৰু আটাই লোকবিলাক শুই আছে। তেতিয়া
অবীচয়ে দায়ূদক কলে, আজি ঈশ্বৰে আপো-
নাৰ শত্ৰুক আপোনাৰ হাতত সমৰ্পণ কৰিছে;
এতেকে এতিয়া বৰ্চ্চাপাতেৰে তাক একে-
বাৰে মাটীয়ে সৈতে পালিবলৈ মোক অনুমতি
৯ দিয়ক; ময় তাক দুবেলি নেমাৰোঁ। কিন্তু
দায়ূদে অবীচয়ক কলে, তেওঁক বিনষ্ট নকৰিবা;
কিয়নো যিহোৱাৰ অভিষিক্ত জনৰ অহিতে
হাত দাঙি কোন নিৰপৰাধী হব পাৰে?
১০ দায়ূদে আৰু কলে, যিহোৱাৰ জীৱনৰ শপথ,
তেওঁক যিহোৱাই আঘাত কৰিব, বা তেওঁৰ
অন্তিম কাল আহিলে তেওঁ নিজে মৰিব, নাইবা
তেওঁ ৰণলৈ নামি গৈ তাতেই বিনষ্ট হব।
১১ ময় যে যিহোৱাৰ অভিষিক্ত জনৰ বিৰুদ্ধে
হাত দাঙিম, যিহোৱাই মোৰ পৰা ইয়াক দূৰ
কৰোক; কিন্তু ময় বিনয় কৰোঁ, তুমি এতিয়া
গৈ, তেওঁৰ মূৰশিতানৰ ওচৰত থকা বৰ্চ্চাপাত
আৰু জলপাত্ৰটো দাঙি লৈ আহাঁগৈ, পাছে
১২ আমি গুচি যাম। এই ৰূপে দায়ূদে চৌলৰ মূৰ-
শিতানৰ ওচৰৰ পৰা সেই বৰ্চ্চাপাত আৰু
জলপাত্ৰটো লৈ গুচি গল, কিন্তু কোনেও তাক
নেদেখিলে আৰু নেজানিলে, আৰু কোনেও
সাৰো নেপালে; কিয়নো সকলোৱেই নিদ্ৰিত
আছিল, কাৰণ যিহোৱাই সিবিলাকক ঘোৰ
১৩ নিদ্ৰাত পেলালে। পাছে দায়ূদ সিকাললৈ গৈ
পৰ্ব্বতৰ টিঙত দূৰৈত থিয় হল; সিবিলাকৰ
১৪ মাজত বৰ বহল ঠাই আছিল। তেতিয়া দায়ূদে
লোকবিলাকক আৰু নেৰৰ পুত্ৰ অব্নেৰক মাতি
ৰিঙিয়াই কলে, হে অব্নেৰ, তুমি জানো উত্তৰ
নিদিয়া? তাতে অব্নেৰে উত্তৰ দি কলে, ৰজালৈ
১৫ চিঞৰি কোৱা তুমি কোন? পাছে দায়ূদে
অব্নেৰক কলে, তুমি জানো বীৰ নোহোৱা?
আৰু ইস্ৰায়েলৰ মাজত তোমাৰ নিচিনা কোন
আছে? তেন্তে তুমি আপোন প্ৰভু ৰজাক কিয়
ৰক্ষা নকৰিলা? কিয়নো দেখা, তোমাৰ প্ৰভু
ৰজাক বিনষ্ট কৰিবলৈ লোকবিলাকৰ মাজত
১৬ কোনোবা এজন সোমাইছিল। তুমি কৰা কৰ্ম্ম
ভাল কৰা নাই। যিহোৱাৰ জীৱনৰ শপথ, তোমা-
লোক প্ৰাণদণ্ডৰ যোগ্য; কিয়নো তোমালোকে
যিহোৱাৰ অভিষিক্ত তোমালোকৰ প্ৰভুক ৰক্ষা
কৰা নাই। আৰু তুমি এতিয়া চোৱা, ৰজাৰ
মূৰশিতানৰ ওচৰত থকা বৰ্চ্চা আৰু জলপাত্ৰ
১৭ ক'ত আছে? তেতিয়া চৌলে দায়ূদৰ মাত
চিনি পাই কলে, হে মোৰ বোপা দায়ূদ, এয়ে তোমাৰ
মাত নে? তাতে দায়ূদে কলে, হয় প্ৰভু মহাৰাজ,
১৮ মোৰ মাত। তেওঁ আৰু কলে, মোৰ প্ৰভুৱে
আপোনাৰ দাসৰ পাছে পাছে কিয় খেদি
আহিছে? ময় নো কি কৰিলোঁ? আৰু মোৰ
১৯ হাতত বা কি অনিষ্ট আছে? এই হেতুকে
ময় বিনয় কৰোঁ, মোৰ প্ৰভু মহাৰাজে আপোনাৰ
দাসৰ কথা শুনক। যদি যিহোৱাই মোৰ
বিৰুদ্ধে আপোনাক উদগাই থাকে, তেন্তে তেওঁ
নৈবেদ্যৰ ঘ্ৰাণ গ্ৰহণ কৰোক; কিন্তু যদি মানুহৰ
সন্তানবিলাকেহে তাক কৰে, তেন্তে সিহঁত যি-
হোৱাৰ সাক্ষাতে শাপগ্ৰস্ত হওক; কিয়নো ময়
যেন যিহোৱাৰ আধিপত্যৰ ভাগী নহম, এই
নিমিত্তে সিহঁতে অন্য দেৱতাবোৰৰ আৰাধনা
কৰাগৈ বুলি মোক আজি বাহিৰ কৰি খেদিলে।
২০ এই হেতুকে এতিয়া যিহোৱাৰ অসাক্ষাতে মোৰ
তেজ ভূমিত নপৰোক; কিয়নো পৰ্ব্বতত কইৰা
চৰাইৰ পাছত খেদি ফুৰা চিকাৰীৰ নিচিনাকৈ,
ইস্ৰায়েলৰ ৰজাই এটা কুকুৰচিচিকাক বিচাৰিবলৈ
২১ ওলাই আহিছে। তাতে চৌলে কলে, ময় পাপ
কৰিলোঁ। হে মোৰ বোপা দায়ূদ, তুমি উলটি
আহাঁ; ময় তোমাক আৰু হিংসা নকৰোঁ;
কিয়নো আজি মোৰ প্ৰাণ তোমাৰ দৃষ্টিত মহা-
মূল্যৱান হল; দেখা, ময় অজ্ঞানৰ কৰ্ম্ম কৰিলোঁ,
২২ আৰু অতিশয় ভুলত পৰিলোঁ। পাছে দায়ূদে
উত্তৰ দি কলে, হে মহাৰাজ, বৰ্চ্চাপাত দেখোক;
ডেকাবিলাকৰ কোনো এজনে আহি ইয়াক লৈ
২৩ যাওক। যিহোৱাই প্ৰতিজনক তাৰ ধাৰ্ম্মিকতা
আৰু বিশ্বস্ততা অনুসাৰে প্ৰতিফল দিব; কিয়নো
যিহোৱাই আজি আপোনাক মোৰ হাতত
সোধাই দিছিল, কিন্তু ময় যিহোৱাৰ অভিষিক্ত
জনৰ বিৰুদ্ধে হাত দাঙিবলৈ সম্মত নহলোঁ।
২৪ এই হেতুকে দেখোক, আজি যেনেকৈ মোৰ
সাক্ষাতে আপোনাৰ প্ৰাণ মহামূল্যৱান হল,
তেনেকৈ যিহোৱাৰ সাক্ষাতে মোৰ প্ৰাণো মহা-
মূল্যৱান হওক, আৰু তেওঁ সকলো সঙ্কটৰ
২৫ পৰা মোক উদ্ধাৰ কৰোক। পাছে চৌলে
দায়ূদক কলে, হে মোৰ বোপা দায়ূদ, তুমি
ধন্য; তুমি অৱশ্যে মহৎ কৰ্ম্ম কৰিবা, আৰু
কৃতকাৰ্য্যও হবা। পাছে দায়ূদ আপোন বাটেদি
গুচি গল, আৰু চৌলো আপোন ঠাইলৈ
উলটি গল।

দায়ূদ পলেষ্টীয়া দেশৰ চিক্লগত থকা।

২৭ পাছে দায়ূদে মনতে ভাবিলে, ইয়াৰ
ভিতৰতে ময় কোনো এদিনা চৌলৰ হাতত
বিনষ্ট হম। পলেষ্টীয়াবিলাকৰ দেশলৈ পলাই
যোৱাৰ বাহিৰে, মোৰ আৰু উপায় নাই ; তালৈ
গলে চৌলে ইস্রায়েলৰ আটাই অঞ্চলত মোক
বিচাৰিবলৈ ক্ষান্ত হব, আৰু ময় তেওঁৰ হাতৰ
২ পৰা সাৰিম। এই হেতুকে দায়ূদে উঠি আপো-
নাৰ লগৰ ছশ লোক লৈ, মায়োকৰ পুত্ৰ
৩ গাতৰ ৰজা আখীচৰ ওচৰলৈ গল। আৰু দায়ূদ
আৰু তেওঁৰ লোকবিলাকে আপোন আপোন
পৰিয়ালে সৈতে গাতত আখীচৰ ওচৰত বাস
কৰিলে, বিশেষকৈ দায়ূদ আৰু যিজ্রিয়েলীয়া
অহীনোৱম ও মৃত নাবলৰ তিৰুতা কৰ্মিলীয়া
অবীগল আপোনাৰ এই দুজনী ভাৰ্য্যা তাত
৪ প্ৰবাস কৰিলে। পাছে দায়ূদ পলাই যোৱা
সংবাদ চৌলে শুনি তেওঁক আৰু নিবিচাৰিলে।
৫ তাৰ পাছে দায়ূদে আখীচক কলে, ময় যদি
আপোনাৰ দৃষ্টিত অনুগ্ৰহপ্ৰাপ্ত হৈছোঁ, তেন্তে
দেশৰ নগৰবিলাকৰ মাজৰ কোনো এখন নগৰত
থাকিবলৈ মোক ঠাই দিওক ; কিয়নো আপোনাৰ
এই দাসে আপোনাৰ লগত ৰাজধানীত কেলেই
৬ বসতি কৰিব ? তাতে আখীচে সেই দিনা চিক্লগ
নগৰ তেওঁক দিলে; এই কাৰণে আজিলৈকে চিক্লগ
যিহূদাৰ ৰজাবিলাকৰ অধিকাৰত আছে।
৭ দায়ূদে পলেষ্টীয়াবিলাকৰ দেশত বাস কৰা
৮ কালৰ লেখ পূৰা এবছৰ চাৰি মাহ। সেই
সময়ত দায়ূদ আৰু তেওঁৰ লোকবিলাকে গৈ,
গচূৰীয়া, গিৰ্জীয়া, আৰু অমালেকীয়া লোক-
বিলাকক আক্ৰমণ কৰিছিল ; কিয়নো সেই
জাতিবিলাকে চূৰৰ কাললৈ মিচৰলৈকে বিস্তৃত
হোৱা দেশত পূৰ্ব্বকালৰে পৰা বাস কৰি
৯ আছিল। দায়ূদে সেই দেশত থকা লোকবিলাকক
আঘাত কৰি, সিহঁতৰ মতা কি তিৰুতা কাকো
জীয়াই নেৰাখে ; আৰু মেৰ, গৰু, গাধ, উট,
আৰু কাপড় আদি লৈ উভতি আখীচৰ ওচৰলৈ
১০ আহে ; তাতে, আজি তোমালোকে কলৈ গৈ লুট
কৰিছিলা ? এই বুলি আখীচে সুধিলে দায়ূদে
যিহূদাৰ দক্ষিণ অঞ্চল বুলি, বা যিৰহমেলীয়া-
বিলাক থকা দক্ষিণ অঞ্চল বুলি, বা কেনীয়াবিলাক
১১ থকা দক্ষিণ অঞ্চল বুলি কয়। কিন্তু, দায়ূদে এনে
তেনে কৰ্ম্ম কৰিলে বুলি আমাৰ অহিতে সিহঁতে
কব, এই বুলি দায়ূদে কোনো মতা বা তিৰুতাক
গাতলৈ আনিবৰ অৰ্থে জীয়াই নেৰাখে ; তেওঁ
পলেষ্টীয়াবিলাকৰ দেশত বাস কৰা গোটেই কালত
১২ এই ৰূপ ব্যৱহাৰ কৰিছিল। আৰু দায়ূদে নিজ
জাতি ইস্রায়েলৰ আগত আপোনাক ঘিণৈ
লগীয়া কৰিছে, এতেকে সি সদায় মোৰ
দাস হৈ থাকিব, এনে বুলি আখীচে দায়ূদত
বিশ্বাস কৰিলে।

দায়ূদে পলেষ্টীয়া সৈন্যসামন্তৰ লগ লোৱা।
চৌলে এজনী ভূত পোহা তিৰুতাৰ
ওচৰলৈ যোৱা।

২৮ সেই কালত পলেষ্টীয়া লোকবিলাকে
ইস্রায়েলে সৈতে ৰণ কৰিবৰ অভিপ্ৰায়েৰে
আপোনাবিলাকৰ সৈন্যসামন্ত গোটালে। তাতে
আখীচে দায়ূদক কলে, তুমি আৰু তোমাৰ লোক-
বিলাকে সৈন্যসামন্তৰ মাজত সোমাই মোৰ লগত
২ যাব লাগিব, ইয়াক নিশ্চয়ে জানিবা। তেতিয়া
দায়ূদে আখীচক কলে, ভাল, আপোনাৰ এই দাসে
কি কৰিব পাৰে, তাক আপুনি জানিব পাৰিব।
তাতে আখীচে দায়ূদক কলে, বাৰু, জীয়াই থাকোঁ-
মানে ময়ো তোমাক মোৰ গা-ৰক্ষীয়া পাতিম।
৩ চমূৱেলৰ মৃত্যু হলত, গোটেই ইস্রায়েলে তেওঁৰ
নিমিত্তে বিলাপ কৰি তেওঁৰ আপোন নগৰ ৰামাত
তেওঁক মৈদাম দিয়াৰ পাছে, আৰু ভূত পোহা ও
গুণমন্ত্ৰ জনা লোকবিলাকক চৌলে দেশৰ পৰা
৪ দূৰ কৰাৰ পাছে, পলেষ্টীয়াবিলাকে গোট খাই
আহি চূনেমত ছাউনি পাতিলে, আৰু চৌলেও
আটাই ইস্রায়েলক গোট খুৱাই গিল্‌বোৱাত
৫ ছাউনি পাতিলে। কিন্তু চৌলে পলেষ্টীয়া-
বিলাকৰ সৈন্যসামন্ত দেখি ভয় কৰিলে, আৰু
৬ তেওঁৰ হৃদয় বৰকৈ কঁপিল। আৰু চৌলে
যিহোৱাৰ ওৰিত সুধিলত, যিহোৱাই সপো-
নৰ দ্বাৰায়, কি ঊৰীমৰ দ্বাৰায়, কি ভাব-
বাদীবিলাকৰ দ্বাৰায়, কাৰো দ্বাৰায় তেওঁক উত্তৰ
৭ নিদিলে। তেতিয়া চৌলে আপোনাৰ দাস-
বিলাকক কলে, তোমালোকে মোৰ অৰ্থে কোনো
ভূত পোহা তিৰুতা বিচাৰা ; ময় তাইৰ ওচৰলৈ
গৈ তাইক সুধিম। পাছে তেওঁৰ দাসবিলাকে
তেওঁক কলে, দেখোক, অয়িন্-দোৰত এজনী ভূত
৮ পোহা তিৰুতা আছে। তাতে চৌলে বেলেগ
কাপড় পিন্ধি ছদ্মবেশ ধৰি, দুজন মানুহ লগত
লৈ যাত্ৰা কৰিলে ; আৰু সিবিলাক ৰাতিয়েই
সেই তিৰুতাৰ ওচৰলৈ গলত, তেওঁ কলে, ময়
বিনয় কৰোঁ, তুমি মোৰ নিমিত্তে এবেলি ভৌতিক
বিদ্যাৰে কাৰ্য্য কৰি, ময় যাৰ নাম কম, তাক
৯ তুলি আনা। তাতে সেই তিৰুতাই তেওঁক কলে,
দেখা, চৌলে কি কৰিলে, তেওঁ কেনেকৈ ভূত
পোহাবোৰক আৰু গুণমন্ত্ৰ জনাবিলাকক দেশৰ
পৰা উচ্ছন্ন কৰিলে, তাক তুমি জানি আছা ;
এই হেতুকে মোক বধ কৰিবলৈ মোৰ প্ৰাণৰ
১০ বিৰুদ্ধে কিয় ফান্দ পাতিছা ? তাতে চৌলে
যিহোৱাৰ নামেৰে তাইৰ আগত শপত কৰি

কলে, যিহোৱাৰ জীৱনৰ শপথ, ইয়াতে
১১ তোমালৈ কোনো দণ্ড নঘটিব। তেতিয়া সেই
তিৰুতাই সুধিলে, মই তোমাৰ কাৰণে কাক
তুলি আনিম? তাতে তেওঁ কলে, চমূৱেলক তুলি
১২ আনা। পাছে সেই তিৰুতাই চমূৱেলক দেখা
পাই, বৰকৈ চিঞৰ মাৰিলে; আৰু তাই চৌলক
কলে, আপুনি মোক কিয় ভাণ্ডিলে? কিয়নো
১৩ আপুনিয়েই চৌল। তেতিয়া ৰজাই তাইক কলে,
ভয় নকৰিবা; তুমি কি দেখিছা? তাতে সেই
তিৰুতাই চৌলক কলে, এজন দেৱতা ভূমিৰ
১৪ পৰা উঠিবৰ দেখিছোঁ। চৌলে সুধিলে, তেওঁৰ
ৰূপ কেনেকুৱা? তাই কলে, এজন বৃদ্ধ উঠিছে;
তেওঁ জামাৰে ঢকা আছে। তাতে চৌলে তেওঁক
চমূৱেল বুলি বুজি আঁঠু পাৰি মাটিত মুখ
১৫ লগাই প্ৰণিপাত কৰিলে। পাছে চমূৱেলে
চৌলক সুধিলে, তুমি মোক তুলি কিয় আমনি
কৰিছা? তাতে চৌলে উত্তৰ কৰিলে, মই
অতিশয় সঙ্কটত আছোঁ; কিয়নো পলেষ্টীয়া-
বিলাকে মোৰ বিৰুদ্ধে যুদ্ধ কৰিছে, যিহোৱাই
মোক ত্যাগ কৰিলে, ভাববাদীৰ দ্বাৰায় কি
সপোনৰ দ্বাৰায় মোক আৰু উত্তৰ নিদিয়ে;
এতেকে মই কি কৰা উচিত, তাকে মোক
১৬ জনাবৰ নিমিত্তে আপোনাক মতালোঁ। তাতে
চমূৱেলে কলে, যিহোৱাই তোমাক ত্যাগ কৰি
তোমাৰ শত্ৰু হল; তেন্তে তুমি মোক কিয়
১৭ সুধিছা? যিহোৱাই মোৰ দ্বাৰায় যি ৰূপে
কোৱাইছিল, তেওঁ সেই ৰূপেই কৰিলে;
যিহোৱাই তোমাৰ হাতৰ পৰা ৰাজ্য কাঢ়ি
১৮ লৈ তোমাৰ চুবুৰীয়া দায়ূদক দিলে। তুমি
যিহোৱাৰ বাক্য মনা নাই, আৰু অমালেকলৈ
তেওঁৰ প্ৰচণ্ড কোপ সিদ্ধ কৰা নাই; এই
কাৰণে আজি যিহোৱাই তোমালৈ এই কৰ্ম্ম
১৯ কৰিলে। ইয়াত বাজে যিহোৱাই তোমাৰ লগত
ইস্ৰায়েলকো পলেষ্টীয়াবিলাকৰ হাতত সোধাই
দিব, আৰু কাইলৈ তুমি আৰু তোমাৰ পুত্ৰ-
বিলাকো মোৰ লগত হবা; যিহোৱাই ইস্ৰা-
য়েলৰ সৈন্যসামন্তকো পলেষ্টীয়াবিলাকৰ হাতত
২০ সমৰ্পণ কৰিব। তাতে চৌল তেতিয়াই মাটিত
দীঘল হৈ পৰিল; কিয়নো তেওঁ চমূৱেলৰ বাক্যত
বৰ ভয় পালে; আৰু গোটেই দিন গোটেই
ৰাতি অনাহাৰে থকাত, তেওঁৰ গাত একো শক্তি
২১ নোথাকিল। পাছে সেই তিৰুতাই চৌলৰ ওচৰলৈ
আহি তেওঁক অতিশয় বিহ্বল হোৱা দেখি কলে,
দেখোক, আপোনাৰ বেটী মই আপোনাৰ বাক্য
মানি আঁচলৰ আগত আপোন প্ৰাণ বান্ধি লৈ,
আপুনি মোক কোৱা বাক্যৰ দৰে কৰিলোঁ।
২২ এই হেতুকে বিনয় কৰোঁ, এতিয়া আপুনিও এই
বেটীৰ বাক্যলৈ কাণ দিওক, মই আপোনাৰ
আগত কিছুমান খোৱা বস্তু আনি দিওঁ, আপুনি
ভোজন কৰোক; তাতে যাত্ৰত যাবলৈ কিছু শক্তি
২৩ পাব। কিন্তু তেওঁ অমান্তি হৈ কলে, মই ভোজন
নকৰোঁ; তথাপি তেওঁৰ দাসবিলাকে আৰু সেই
তিৰুতাই বৰকৈ ধৰি মিনতি কৰাত, তেওঁ সিহঁতৰ
কথা শুনি, মাটীৰ পৰা উঠি খাটত বহিল।
২৪ তেতিয়া, সেই তিৰুতাৰ ঘৰত এটা পুষ্ট দামুৰি
থকাত তাই তাক বেগাই মাৰিলে, আৰু আটা লৈ
খচি খমীৰ নিদিয়া পিঠা তাও দি যুগুত কৰিলে।
২৫ পাছে চৌলৰ আৰু তেওঁৰ দাসবিলাকৰ আগত
তাক দি দিলত, সিবিলাকে তাক ভোজন কৰিলে।
পাছে সেই ৰাতিয়েই সিবিলাক উঠি গুচি গল।

দায়ূদে পলেষ্টীয়া সৈন্যসামন্তৰ লগ এৰা। তেওঁ
অমালেকীয়াহঁতৰ ওপৰত প্ৰতিকাৰ লবা।

২৯ পাছে পলেষ্টীয়াবিলাকে আপোন সৈন্য-
সামন্তক অফেকত গোট খুৱালে, আৰু
ইস্ৰায়েল লোকবিলাকে যিজ্ৰিয়েলত থকা ভুমু-
২ কৰ ওচৰত ছাউনি পাতিলে। আৰু যেতিয়া
পলেষ্টীয়া অধিপতিবিলাকে শয়ে শয়ে হাজাৰে
হাজাৰে সৈন্য লৈ ক্ৰমেৰে আগ বাঢ়ি গৈছিল,
তেতিয়া সকলোৰে শেষত আখীচৰ লগত দায়ূদ
৩ আৰু তেওঁৰ লোকবিলাকো চলিছিল। তাতে
পলেষ্টীয়া অধিপতিবিলাকে সুধিলে, এই ইব্ৰীয়া-
বিলাকে ইয়াত কি কৰে? তেতিয়া আখীচে
পলেষ্টীয়া অধিপতিবিলাকক উত্তৰ দি কলে,
সেই মানুহ জানো ইস্ৰায়েলৰ ৰজা চৌলৰ দাস
দায়ূদ নহয়? সি কত দিন আৰু কত বছৰ মোৰ
লগত বাস কৰিছে; আৰু সি যি দিনৰে পৰা
মোৰ ফলীয়া হল, সেই দিনৰে পৰা আজিলৈকে
৪ মই তাৰ কোনো দোষ পোৱা নাই। কিন্তু তেওঁৰ
ওপৰত পলেষ্টীয়া অধিপতিবিলাকৰ খং উঠিল,
আৰু পলেষ্টীয়া অধিপতিবিলাকে তেওঁক কলে,
তুমি তাক ওলোটাই পঠাই দিয়া; তুমি যি
ঠাই তাক নিৰূপণ কৰি দিছিলা, সি আপোনাৰ
সেই ঠাইলৈ উলটি যাওক, আমাৰ লগত যুদ্ধলৈ
নাহোক, আহিলে কিজানি যুদ্ধত সি আমাৰ শত্ৰু
হব; কিয়নো সি কিহেৰে আপোন প্ৰভুক প্ৰসন্ন
৫ কৰিব? এই লোকবিলাকৰ মূৰেৰে নহয় নে? যাৰ
বিষয়ে লোকবিলাকে নাচনাগ কৰি উত্তৰ-
প্ৰত্যুত্তৰক্ৰমে এই ৰূপে গান কৰিছিলে, বোলে,
চৌলে বধিলে হাজাৰ হাজাৰ লোকক,
দায়ূদে বধিলে অযুত অযুত লোকক,
৬ ই জানো সেই দায়ূদ নহয়? তেতিয়া আখীচে
দায়ূদক মতাই কলে, যিহোৱাৰ জীৱনৰ শপথ,
তুমি সৰল লোক, আৰু সৈন্যসামন্তৰ মাজত
মোৰ লগত তুমি অহাযোৱা কৰা মই ভাল
দেখিছোঁ; কিয়নো তুমি মোৰ ওচৰলৈ অহা

দিনরে পরা আজিলৈকে মই তোমার কোনো
দোষ পোৱা নাই ; তথাপি অধিপতিবিলাকর
৭ দৃষ্টিত তুমি ভাল নোহোৱা । এতেকে প-
লেষ্টীয়া অধিপতিবিলাকক বেজার নিদিবর নি-
মিত্তে তুমি এতিয়া কুশলে উভটি যোৱা ।
৮ তাতে দায়ূদে আখীচক কলে, কিন্তু মই কি
করিলোঁ ? যেতিয়ারে পরা আপোনার আগত
আছোঁ, তেতিয়ারে পরা আজিলৈকে আপুনি
এই দাসত কি দোষ পালে, যে মই আপোন প্রভু
মহারাজর শত্রুবোরর লগত যুদ্ধ করিবলৈ যাব
৯ নোৱারোঁ ? তাতে আখীচে দায়ূদক উত্তর দি
কলে, মই জানিছোঁ, যে, ঈশ্বরর দূতর নিচিনা তুমি
মোর দৃষ্টিত উত্তম ; তথাপি পলেষ্টীয়া অধিপতি-
বিলাকে কৈছে, সেই মানুহ আমার লগত রণলৈ
১০ যাব নোৱারে । এই হেতুকে তুমি আরু তোমার
লগত অহা তোমার প্রভুর দাসবিলাকে রাতি-
পুৱাই উঠিবা, আরু উঠি পোহর হলেই প্রস্থান
১১ করিবা । তাতে দায়ূদ আরু তেওঁর লোকবিলাকে
প্রভাতে উঠি, পুৱাতে যাত্রা করি পলেষ্টীয়া-
বিলাকর দেশলৈ উভটি গল । আরু পলেষ্টীয়া-
বিলাক যিজ্রিয়েললৈ গল ।

৩০ তার পাছে দায়ূদ আরু তেওঁর লোক
বিলাকে তৃতীয় দিনা চিক্লগ পালেগৈ ।
সেই সময়র ভিতরতে অমালেকীয়াবিলাকে দক্ষিণ
অঞ্চল আরু চিক্লগ নোমাই আক্রমণ করি, চিক্ল-
২ গক আঘাত করি জুই দি পুড়িলে ; আরু তার
ভিতরত থকা তিরুতা আদি সরু বড় সকলোকে
বন্দী করি লৈ গল, সিহঁতে কাকো বধ নকরি
৩ সকলোকে লৈ আপোনার বাটে চলি গল । আরু
দায়ূদ ও তেওঁর লোকবিলাকে সেই নগরলৈ
আহি যেতিয়া দেখিলে, যে, নগর জুইরে ভস্ম
করা হল, আরু সিবিলাকর তিরুতা ও পো
৪ জীবোরক বন্দী করি নিয়া হল, তেতিয়া দায়ূদ
আরু তেওঁর লগর লোকবিলাকে বড় মাতেরে
এনেকৈ কান্দিলে, যে, শেষত কান্দিবলৈ সি-
৫ বিলাকর আরু শক্তি নহল । সেই সময়ত যিজ্রি-
য়েলীয়া অহীনোৱম আরু কর্ম্মিলীয়া মৃত নাব-
লর তিরুতা অবীগল দায়ূদর এই দুজনী ভার্য্যাক
৬ বন্দী করি নিয়া হৈছিল । তেতিয়া দায়ূদ মহা-
সঙ্কটত পরিল ; কারণ লোকবিলাকর প্রতিজনর
মন আপোন আপোন পো জীর নিমিত্তে বেজার
লগাত, লোকবিলাকে দায়ূদক শিল দলিয়াই
মারিবর কথা কবলৈ ধরিলে । তথাপি দায়ূদে
আপোন ঈশ্বর যিহোৱাত আপোনাক সবল
করিলে ।
৭ পাছে দায়ূদে অহীমেলকর পুত্র অবিয়াথর
পুরোহিতক কলে, অনুগ্রহ করি এতিয়া মোর
ওচরলৈ একোদখন আনা । তাতে অবিয়াথরে
৮ দায়ূদর ওচরলৈ একোদখন আনিলে । তেতিয়া
দায়ূদে যিহোৱার ওরিত সুধিলে, মই সেই
সৈন্যদলর পাছত খেদি গলে সিহঁতক লগ
পাম নে ? তাতে যিহোৱাই তেওঁক কলে,
সিহঁতর পাছত যোৱা ; কিয়নো অৱশ্যে সিহঁতক
লগ পাবা, আরু নিশ্চয়ে সকলোকে উদ্ধারো
৯ করিবা । পাছে দায়ূদ আরু তেওঁর লগর ছশ
লোকে গৈ বিচোর জুরী পালেগৈ ; সেই ঠাইত
১০ কেতবোর পাছ পরা লোক থাকিল । কিন্তু দায়ূদ
আরু তেওঁর সঙ্গী চারি শ লোকে শত্রুবোরর
পাছত খেদি গল ; কিয়নো দুশ লোক ক্লান্ত
হোৱার নিমিত্তে বিচোর জুরী পার হব নোৱারাত
১১ তাতে থাকিল । পাছে লোকবিলাকে পথারর
মাজত এটা মিচরীয়া মানুহক পাই দায়ূদর
ওচরলৈ আনিলে, আরু সিবিলাকে তাক খাবলৈ
খোৱা বস্তু দিয়াত, সি খালে, আরু খাবলৈ
১২ তাক পানীও দিলে । বিশেষকৈ সিবিলাকে
ডিমরু লদার এডোখর আরু দোধোপা শুকান
দ্রাক্ষাগুটী তাক দিলে ; তাকে খাই সি শক্তি
পালে, কিয়নো সি তিন দিন তিনি রাতি একো
১৩ ভোজন পান নকরাকৈ আছিল । পাছে দায়ূদে
তাক সুধিলে, তয় কার মানুহ ? আরু ক'র পরা
আহিলি ? সি কলে, মই এজন অমালেকীয়ার
বন্দী মিচরীয়া ডেকা মানুহ ; আজি তিন দিন
হল, মই নরীয়া পরিলত মোর গরাকীয়ে মোক
১৪ এরি গল । আমি করেথীয়াহঁতর দক্ষিণ অঞ্চল
আরু যিহূদার অধিকার, আরু কালেবর অধি-
কারর দক্ষিণ অঞ্চললৈ গৈ লুট করিছিলোঁ, আরু
১৫ চিক্লগ জুই দি পুরিছিলোঁ । পাছে দায়ূদে
তাক সুধিলে, তয় সেই দলর ওচরলৈ মোক
নমাই লৈ যাব পারিবি নে ? তাতে সি কলে,
আপুনি মোক বধ নকরোঁ বুলি আরু মোর গরা-
কীর হাতলৈ সোধাই নিদিওঁ বুলি যদি ঈশ্বরর
নামেরে শপথ করে, তেন্তে মই সেই দলর
১৬ ওচরলৈ আপোনাক নমাই লৈ যাম । পাছে সি
তেওঁক নমাই লৈ গল ; তাতে দেখা, পলেষ্টীয়া-
বিলাকর আরু যিহূদা দেশর পরা বহুৎ লুটদ্রব্য
অনার নিমিত্তে, সিহঁতে গোটেই দেশ জুরি
ভোজন পান আরু উৎসৱ করি আছিল ।
১৭ তেতিয়া দায়ূদে সন্ধ্যাকালরে পরা পাছদিনার
সন্ধ্যালৈকে সিহঁতক আঘাত করিলে ; তাতে
উটত উঠি পলোৱা চারি শ মানুহর বাহিরে
সিহঁতর মাজর আরু কোনেও রক্ষা নেপালে ।
১৮ আরু অমালেকীয়াবোরে যি যি লৈ গৈছিল,
সেই আটাইকে দায়ূদে আকৌ পালে, বিশেষকৈ
দায়ূদে আপোনার দুজনী ভার্য্যাকো উদ্ধার
১৯ করিলে ; সিবিলাকর সরু কি বড, পুত্রেক
কি জীয়েক, আরু লুটদ্রব্য আদি করি সিহঁতে

যি যি লুট করি লৈ গৈছিল, তাৰ একোৱেই
বাকী নেথাকিল ; দায়ূদে সকলোকে ওলোটাই
২০ আনিলে। আৰু দায়ূদে সিহঁতৰ আটাই গৰু
আৰু মেৰ জাক আপোনাৰ নিমিত্তে ললে, আৰু
লোকবিলাকে সেইবোৰক উদ্ধাৰ কৰা আন পশু
জাকৰ আগে আগে খেদি নি কলে, এয়ে দায়ূদে
২১ লুট কৰা বস্তু। পাছে, ক্লান্ত হোৱাৰ কাৰণে দায়ূ-
দৰ পাছত যাব নোৱৰাত, যি দুশ লোকক সিবি-
লাকে বিচোৰ জুৰীত থৈ গৈছিল, সিবিলাকে
সিহঁতৰ ওচৰ পালত, সিহঁতে দায়ূদক আৰু তেওঁৰ
লগৰ লোকবিলাকক আগ বঢ়াই আনিবলৈ
ওলাল; তাতে দায়ূদে সিহঁতৰ ওচৰ পাই সিহঁতক
২২ মঙ্গলবাদ কৰিলে। কিন্তু দায়ূদৰ লগত যোৱা-
বিলাকৰ মাজৰ দুৰ্জ্জন আৰু অধম লোকবিলাকে
কলে, সিহঁত আমাৰ লগত যোৱা নাই ; এতেকে
ওলোটাই অনা লুটদ্ৰব্যৰ একোকে সিহঁতক
নিদিওঁ ; কেৱল আমি সিহঁতৰ প্ৰতিজনক
আপোন আপোন তিৰুতা আৰু লৰা ছোৱালীহে
২৩ দিম, সিহঁতে তাকে লৈ গুচি যাওক। তেতিয়া
দায়ূদে কলে, হে মোৰ ভাইবিলাক, আমাক ৰক্ষা
কৰি আমাৰ বিৰুদ্ধে অহা সৈন্যদলক আমাৰ
হাতত সোধাই দিয়া যিহোৱাই আমাক যি
দিলে, তালৈ তোমালোকে সেই ৰূপে নকৰিবা।
২৪ কোনে নো এই বিষয়ে তোমালোকৰ কথা শুনিব ?
কিয়নো যুদ্ধলৈ যোৱা লোকে যেনে ভাগ পাব,
বস্তুৰ ওচৰত থকা লোকেও তেনে ভাগ পাব ; দুয়ো
২৫ সমান ভাগ পাব। সেই দিনৰে পৰা এই কথা
ইস্ৰায়েলৰ নিমিত্তে বিধি আৰু শাসনপ্ৰণালী
হল; এয়ে আজিলৈকে চলি আছে ।
২৬ পাছে, দায়ূদ যেতিয়া চিক্লগলৈ আহিল,
তেতিয়া তেওঁ আপোন বন্ধু যিহূদাৰ বৃদ্ধ লোক-
বিলাকৰ ওচৰলৈ, লুটি অনা বস্তুৰ কিছু কিছু
পঠাই দি কলে, দেখা, যিহোৱাৰ শত্ৰুবোৰৰ পৰা
লুটি অনা বস্তুৰ মাজৰ পৰা এয়ে তোমালোকৰ নি-
২৭ মিত্তে পঠোৱা উপহাৰ। বৈৎ-এল, দক্ষিণ অঞ্চলৰ
২৮ ৰামোৎ, যত্তীৰ, অৰোয়েৰ, চিফ্‌মোৎ, ইষ্টিমোৱা,
২৯ ৰাখল, যিৰহমেলীয়াবিলাকৰ নগৰবোৰ, কেনীয়া-
৩০ বিলাকৰ নগৰবোৰ, হৰ্মা, কোৰ-আচন, অথাক,
৩১ আৰু হিব্ৰোণ আদি যি যি ঠাইত দায়ূদ আৰু
তেওঁৰ লোকবিলাক থাকিছিল, সেই সকলো ঠাইৰ
বৃদ্ধবিলাকৰ ওচৰলৈ তেওঁ তাক পঠাই দিলে।

চৌল আৰু তেওঁৰ পুত্ৰবিলাকৰ মৃত্যু।

৩১ পাছে পলেষ্টীয়াবিলাকে ইস্ৰায়েলৰ
বিৰুদ্ধে যুদ্ধ কৰিলত, ইস্ৰায়েল লোকবিলাক
পলেষ্টীয়াবিলাকৰ সন্মুখৰ পৰা পলাল, আৰু
অনেক লোক গিল্‌বোৱা পৰ্ব্বতত হত হৈ পৰিব-
২ লৈ ধৰিলে। আৰু পলেষ্টীয়াবিলাকে চৌলৰ
আৰু তেওঁৰ পুত্ৰবিলাকৰ পাছে পাছে বঢ়কৈ
খেদি গৈ, চৌলৰ পুত্ৰ যোনাথনক, অবীনাদবক,
৩ আৰু মল্‌কীচূৱাক বধ কৰিলে। পাছে চৌলৰ
বিৰুদ্ধে ঘোৰ যুদ্ধ হল, আৰু ধনুৰ্দ্ধৰবিলাকে তেওঁক
লগ পালত, তেওঁ সেই ধনুৰ্দ্ধৰবিলাকৰ আগত
৪ অতিশয় ত্ৰাসযুক্ত হল। তাতে চৌলে আপো-
নাৰ অস্ত্ৰবাহকক কলে, তোৰ তৰোৱাল কাঢ়
পৰা উলিয়াই সৰকি যোৱাকৈ তাৰে মোক খোঁচ ;
নহলে, সেই অচুন্নৎহঁতে আহি সৰকি যোৱাকৈ
মোক খুঁচিব, আৰু মোক অপমান কৰিব। কিন্তু
তেওঁৰ অস্ত্ৰবাহকে অতিশয় ভয় পোৱাৰ কাৰণে
মান্তি নহল ; এই হেতুকে চৌলে আপোনাৰ
৫ তৰোৱাল লৈ তাৰ ওপৰত পৰিল। তাতে
চৌল মৰা দেখি, তেওঁৰ অস্ত্ৰবাহকেও আপো-
নাৰ তৰোৱালৰ ওপৰত পৰি তেওঁৰ লগত
৬ মৰিল। এই ৰূপে সেই একে দিনাই চৌল,
তেওঁৰ তিনি জন পুত্ৰ, তেওঁৰ অস্ত্ৰবাহক,
আৰু তেওঁৰ আটাই পুৰুষ একেলগে মৰিল।
৭ পাছে ইস্ৰায়েল লোকবিলাক পলোৱা, আৰু
চৌল ও তেওঁৰ পুত্ৰবিলাক মৰা যেতিয়া সমথ-
লৰ সিকোষত আৰু যৰ্দ্দনৰ পাৰত থকা ইস্ৰায়েল
লোকবিলাকে দেখিলে, তেতিয়া সিবিলাকে
নগৰবোৰ এৰি পলাল; তাতে পলেষ্টীয়াবিলাকে
আহি সেইবোৰত বাস কৰিলে।
৮ তাৰ পাছদিনা পলেষ্টীয়াবিলাকে হত লোক-
বিলাকৰ সাজ সোলোকাই লবলৈ আহি, গিল্-
বোৱা পৰ্ব্বতত চৌলক আৰু তেওঁৰ তিনি জন
৯ পুত্ৰক পৰি থকা পালে। তেতিয়া সিহঁতে
তেওঁৰ মূৰ কাটি আৰু ৰণৰ সাজ সোলোকাই
লৈ, আপোনাবিলাকৰ দেৱতাবোৰৰ ঘৰত
আৰু লোকবিলাকৰ মাজত বাৰ্ত্তা জনাবৰ নি-
মিত্তে, পলেষ্টীয়াবিলাকৰ দেশৰ সকলো ফালে
১০ পঠাই দিলে। পাছে সিহঁতে তেওঁৰ সাজ
অষ্টাৰেৎ দেবীবোৰৰ মন্দিৰত ৰাখিলে, আৰু
তেওঁৰ গাডোখৰ বৈৎ-চানৰ গড়ত আৰি
১১ থলে। পাছে যেতিয়া যাবেচ-গিলিয়দনিবাসী-
বিলাকে, পলেষ্টীয়াবিলাকে চৌললৈ কৰা সেই
১২ কৰ্ম্মৰ বাৰ্ত্তা পালে, তেতিয়া সিবিলাকৰ আটাই
বীৰবিলাকে উঠি, সেই ওৰেৰাতি গৈ চৌলৰ
আৰু তেওঁৰ পুত্ৰবিলাকৰ শৱবোৰ বৈৎ-
চানৰ গড়ৰ পৰা নমাই যাবেচলৈ লৈ আহি,
১৩ তাত পুৰি পেলালে ; আৰু সিবিলাকৰ অস্থি
লৈ যাবেচত থকা ঝাউ গছজোপাৰ তলত
পুতি থলে, আৰু সাত দিন লঘোন দিলে।

# চমূৱেলৰ দ্বিতীয় পুস্তক।

---

দায়ূদে চৌলৰ মৃত্যুসংবাদ পোৱা।
তেওঁ কৰা বিলাপৰ গীত।

১ চৌলৰ মৃত্যুৰ পাছে, দায়ূদে অমালেকীয়া-
বিলাকক বধ কৰি উলটি আহি চিক্লগত
২ দুদিন থাকিল। পাছে তৃতীয় দিনা এটা মানুহ
সৈন্যসামন্তৰ পৰা বাহিৰ হৈ চৌলৰ ওচৰৰ
পৰা আহিল; তাৰ কাপড় ফলা আৰু মূৰত মাটী
লোৱা; সি দায়ূদৰ ওচৰ পাই মাটীলৈ মুখ
৩ কৰি পৰি প্ৰণিপাত কৰিলে। তাতে দায়ূদে
তাক সুধিলে, তুমি ক'ৰ পৰা আহিছা? সি
তেওঁক কলে, মই ইস্ৰায়েলৰ সৈন্যসামন্তৰ পৰা
৪ পলাই আহিছোঁ। দায়ূদে তাক সুধিলে, কি হল?
মোক কোৱাছোন। সি কলে, লোকবিলাক যুদ্ধৰ
পৰা পলাল, আৰু লোকবিলাকৰ মাজত অনেক
মৰা পৰিল; আৰু চৌল ও তেওঁৰ পুত্ৰ যোনাথনো
৫ মৰিল। পাছে দায়ূদে সেই সংবাদ দিয়া ডেকাক
সুধিলে, চৌল আৰু তেওঁৰ পুত্ৰ যোনাথন যে
৬ মৰিল, তাক তুমি কেনেকৈ জানিলা? তাতে বাৰ্ত্তা
দিয়া সেই ডেকাই কলে, ঘটনাক্ৰমে মই গিল্‌বোৱা
পৰ্ব্বতত আছিলোঁ; তাতে দেখা, চৌলে বৰ্চাৰ
ওপৰত ভৰ দি আছিল, আৰু ৰথ ও অশ্বাৰোহী-
বিলাকে তেওঁৰ পাছে পাছে বৰকৈ খেদি আহি-
৭ ছিল। এনেতে তেওঁ পাছলৈ মুখ ঘূৰাই মোক
দেখি মাতিলে। তেতিয়া, মই আছোঁ বুলি কলত,
৮ তেওঁ মোক সুধিলে, তুমি কোন? মই কলোঁ, মই
৯ অমালেকীয়া মানুহ। পাছে তেওঁ মোক কলে, মই
বিনয় কৰোঁ, তুমি মোৰ ওচৰত থিয় হৈ মোক বধ
কৰা; কাৰণ মোক শিৰামূৰিয়ে ধৰিছে, আৰু
১০ এতিয়াও প্ৰাণ মোত সম্পূৰ্ণ আছে। তাতে মই
সৈ তেওঁৰ ওচৰত থিয় হৈ তেওঁক বধ কৰিলোঁ;
কিয়নো, পৰাজিত হোৱাৰ পাছে যে তেওঁ আৰু
জীয়াই নেথাকিব, তাক মই নিশ্চয়ে জানিছিলোঁ;
আৰু মই তেওঁৰ মূৰৰ কিৰীটি, আৰু বাহুৰ
বাজু লৈ এই ঠাইলৈ মোৰ প্ৰভুৰ ওচৰলৈ
১১ আহিছোঁ। তেতিয়া দায়ূদে আপোনাৰ কাপড়
ধৰি ফালিলে, আৰু তেওঁৰ সঙ্গৰ আটাই লোক-
১২ বিলাকেও সেই দৰে কৰিলে। চৌল, তেওঁৰ পুত্ৰ
যোনাথন, আৰু যিহোৱাৰ প্ৰজা ইস্ৰায়েল বংশ
তৰোৱালত পতিত হোৱাতে সিবিলাকে শোক
কৰি কান্দিলে, আৰু সন্ধ্যালৈকে লঘোনে থাকিল।
১৩ পাছে দায়ূদে সেই বাৰ্ত্তা অনা ডেকাক কলে,
তুমি ক'ৰ মানুহ? সি কলে, মই এজন প্ৰবাসী
১৪ অমালেকীয়া মানুহ। দায়ূদে তাক কলে, তুমি
যিহোৱাৰ অভিষিক্ত জনক নষ্ট কৰিবৰ অৰ্থে
আপোনাৰ হাত মেলিবলৈ ভয় নকৰিলা, ই
১৫ কেনে কথা? পাছে দায়ূদে ডেকাবিলাকৰ মাজৰ
এটাক মাতি আজ্ঞা দি কলে, তুমি ওচৰলৈ
গৈ তাক আক্ৰমণ কৰা; তাতে সি গৈ তাক
১৬ এনেকৈ প্ৰহাৰ কৰিলে, যে, সি মৰিল। আৰু
দায়ূদে তাক কলে, তোৰ ৰক্তপাতৰ দোষ তোৰ
মূৰতেই থাকোক; কিয়নো, ময়েই যিহোৱাৰ
অভিষিক্ত জনক বধ কৰিলোঁ বুলি তোৰ আপোন
মুখেই তোৰ বিৰুদ্ধে সাক্ষ্য দিলে।
১৭ পাছে দায়ূদে চৌলৰ আৰু তেওঁৰ পুত্ৰ যোনা-
থনৰ বিষয়ে এই বিলাপেৰে বিলাপ কৰিলে।
১৮ আৰু তেওঁ যিহূদাৰ সন্তানবিলাকক এই ধনুৰ্গীত
শিকাবলৈ দিলে; দেখা, সেয়ে যাচেৰ পুস্তক-
খনিত লিখা আছে।

১৯ হে ইস্ৰায়েল, তোমাৰ উচ্চস্থানবিলাকত ৰত্ন
দুটী বধ কৰা হল;
হায় হায়, বীৰবিলাক কেনেকৈ পতিত হল!
২০ গাতত তাক প্ৰকাশ নকৰিবা,
অস্কিলোনৰ বাটত তাক প্ৰচাৰ নকৰিবা;
কৰিলে পলেষ্টীয়াইঁতৰ জীয়াৰীবিলাকে
আনন্দ কৰিব,
অচুন্নৎইঁতৰ জীয়াৰীবিলাকে উল্লাস কৰিব।
২১ হে গিল্‌বোৱাৰ পৰ্ব্বত্‌কেইটা,
তোমালোকৰ ওপৰত নিয়ৰ কি বৰষুণ, বা
উত্তোলনীয় নৈবেদ্যৰ পথাৰ নহওক;
কিয়নো সেই ঠাইত বীৰবিলাকৰ ঢাল
পেলোৱা হল,
তেলেৰে অভিষিক্ত নোহোৱা চৌলৰ ঢাল
পেলোৱা হল।
২২ হত লোকবিলাকৰ তেজ আৰু বীৰবিলাকৰ
তেলৰ পৰা যোনাথনৰ ধনু বিমুখ
নহৈছিল,
চৌলৰ তৰোৱালো সুদাই উলটি নাহিছিল।
২৩ চৌল আৰু যোনাথন জীৱনৰ কালত প্ৰিয়
আৰু সন্তোষজনক আছিল,

আৰু মৰণৰ কালতো সিবিলাক দুজন পৃথক
নহল ;
তেওঁবিলাক কুৰৰ পক্ষীতকৈয়ো বেগী
আছিল ;
তেওঁবিলাক সিংহতকৈয়ো বলৱান আছিল।
২৪ হে ইস্রায়েলৰ জীয়াৰীবিলাক, চৌলৰ
নিমিত্তে ক্রন্দন কৰা ;
তেওঁ তোমালোকক ৰঙ্গা বৰণীয়া বস্ত্র পিন্ধাই
ভূষিত কৰিছিল,
তেওঁ তোমালোকৰ বস্ত্রৰ ওপৰত সোণৰ
অলঙ্কাৰ পিন্ধাইছিল।
২৫ হায় হায়, যুদ্ধৰ মাজত বীৰবিলাক কেনেকৈ
পতিত হল!
তোমাৰ উচ্চস্থানবিলাকত যোনাথন হত
হল।
২৬ হে মোৰ ভাই যোনাথন, তোমাৰ নিমিত্তে
ময় দুঃখিত হৈছোঁ ;
তুমি মোৰ অতিশয় সন্তোষজনক আছিলা ;
নাৰীবিলাকৰ প্রেমতকৈয়ো তোমাৰ প্রেম
মোৰ পক্ষে চমৎকাৰ আছিল।
২৭ হায় হায়, বীৰবিলাক কেনেকৈ পতিত হল!
আৰু যুদ্ধৰ অস্ত্রবিলাক কেনেকৈ নষ্ট হল!

দায়ূদে যিহূদাৰ ওপৰত ৰাজত্ব পোৱা।
গিবিয়োনত যুদ্ধ কৰা।

২ তাৰ পাছে দায়ূদে যিহোৱাৰ ওচৰত
সুধিলে, ময় যিহূদাৰ কোনো এখন নগৰলৈ
উঠি যাম নে? তাতে যিহোৱাই কলে, উঠি
যোৱা। দায়ূদে সুধিলে, কলৈ উঠি যাম? তেওঁ
২ কলে, হিব্রোণলৈ। এই হেতুকে দায়ূদে যিজ্রিয়ে-
লীয়া অহীনোৱম আৰু কর্মিলীয়া মৃত নাবলৰ
তিৰুতা অবীগল আপোনাৰ এই দুজনী ভাৰ্য্যাক
৩ লগত লৈ সেই ঠাইলৈ গল। আৰু দায়ূদে
আপোনাৰ লগৰবিলাকক প্রতিজনৰ আপোন
আপোন পৰিয়ালে সৈতে লৈ গল ; তাতে সিবি-
৪ লাকে হিব্রোণৰ নগৰবিলাকত বাস কৰিলে। পাছে
যিহূদাৰ লোকবিলাকে আহি, সেই ঠাইতে দায়ূদক
যিহূদা বংশৰ ওপৰত ৰজা অভিষেক কৰিলে।
তাৰ পাছে যিবিলাকে চৌলক মৈদাম দিছিল,
সিবিলাক যাবেচ-গিলিয়দৰ মানুহ বুলি লোকে
৫ দায়ূদক বার্ত্তা দিলত, দায়ূদে যাবেচ-গিলিয়দৰ
লোকবিলাকৰ ওচৰলৈ দূত পঠাই কলে, তোমা-
লোকে আপোন প্রভু চৌলক মৈদাম দি যি
দয়া ব্যৱহাৰ কৰিলা, তাৰ কাৰণে তোমালোক
৬ যিহোৱাৰ আশীর্ব্বাদপ্রাপ্ত হোৱা। আৰু এতিয়া
যিহোৱাই তোমালোকলৈ দয়া আৰু সত্য
ব্যৱহাৰ কৰোক ; আৰু তোমালোকে সেই কার্য্য
কৰা হেতুকে ময়ো তোমালোকলৈ সেই দয়াৰ
৭ সলনি অনুগ্রহ কৰিম। এই হেতুকে এতিয়া তোমা-
লোকৰ হাত সবল হওক, আৰু তোমালোক সাহী-
য়াল হোৱা ; কিয়নো তোমালোকৰ প্রভু চৌলৰ
মৃত্যু হোৱাত, যিহূদা বংশই আপোনাবিলাকৰ
ওপৰত মোকেই ৰজা অভিষেক কৰিলে।
৮ ইয়াৰ ভিতৰতে নেৰৰ পুত্র যি অবনেৰ
চৌলৰ সেনাপতি আছিল, তেওঁ চৌলৰ পুত্র
৯ ঈচবোচতক মহনয়িমলৈ লৈ গৈ, গিলিয়দৰ,
অচূৰীয়াবিলাকৰ, যিজ্রিয়েলৰ, ইফ্রয়িমৰ, বিন্যা-
মীনৰ, আৰু গোটেই ইস্রায়েলৰ ওপৰত ৰজা
১০ পাতিলে। (চৌলৰ পুত্র ঈচবোচতে চল্লিশ
বছৰ বয়সত ইস্রায়েলৰ ওপৰত ৰাজত্ব কৰিবলৈ
আৰম্ভ কৰি দুবছৰ ৰাজশাসন কৰিলে ;) কিন্তু
যিহূদা বংশ দায়ূদৰ পাছত চলোঁতা আছিল।
১১ আৰু দায়ূদে হিব্রোণত যিহূদা বংশৰ ওপৰত
সাত বছৰ ছমাহ ৰাজত্ব কৰিলে।
১২ এদিন নেৰৰ পুত্র অবনেৰ আৰু চৌলৰ পুত্র
ঈচবোচতৰ দাসবিলাক মহনয়িমৰ পৰা গিবি-
১৩ য়োনলৈ গৈছিল ; এনেতে চৰুয়াৰ পুত্র যোৱাব
আৰু দায়ূদৰ দাসবিলাক ওলাই গিবিয়োনৰ
পুখুৰিৰ ওচৰত সিবিলাকৰ সন্মুখত উপস্থিত
হলত, এদল পুখুৰিৰ ইপাৰে আন দল পুখুৰিৰ
১৪ সিপাৰে বহিল। পাছে অবনেৰে যোৱাবক
কলে, বিনয় কৰোঁ, ডেকাবিলাকে উঠি আমাৰ
আগত যুদ্ধক্রীড়া কৰোক ; তাতে যোৱাবে কলে,
১৫ সিবিলাক উঠোক। তেতিয়া সংখ্যা অনুসাৰে
চৌলৰ পুত্র ঈচবোচতৰ আৰু বিন্যামীনৰ
পক্ষে বাৰ জন, আৰু দায়ূদৰ দাসবিলাকৰ মাজৰ
১৬ বাৰ জন উঠি আগ বাঢ়িল। পাছে সিহঁত
প্রতিজনে আপোনাৰ অৰিতে যুদ্ধ কৰা জনৰ
মূৰত ধৰি কোখত তৰোৱালেৰে খোঁচাত, সকলো
একেলগে মৰা পৰিল ; এই হেতুকে সেই
ঠাই হিল্‌কৎ-হচূৰীম নামেৰে প্রখ্যাত হল ;
১৭ সেয়ে গিবিয়োনত আছে। পাছে সেই দিনা
ঘোৰ যুদ্ধ হলত, অবনেৰ আৰু ইস্রায়েল লোক-
বিলাক দায়ূদৰ দাসবিলাকৰ আগত হাৰিল।
১৮ সেই ঠাইত যোৱাব, অবীচয়, আৰু অচাহেল
নামেৰে চৰুয়াৰ এই তিনি জন পুত্র আছিল ;
সেই অচাহেল বননীয়া হৰিণৰ নিচিনা বেগী
১৯ আছিল। পাছে অচাহেলে সোঁ কি বাওঁফালে
নুঘুৰি অবনেৰৰ পাছে পাছে খেদি গল।
২০ তেতিয়া অবনেৰে পাছলৈ ঘূৰি চাই সুধিলে,
তুমি অচাহেল হোৱা নে? তেওঁ কলে, ময় হওঁ।
২১ তাতে অবনেৰে তেওঁক কলে, তুমি সোঁহাতে বা
বাওঁহাতে ঘূৰি, সেই ডেকাহঁতৰ কোনো এটাক
ধৰি তাৰ গাৰ সাজ লোৱাগৈ ; কিন্তু অচাহেলে
তেওঁৰ পাছত খেদি যোৱাৰ পৰা ঘূৰিবলৈ মান্তি
২২ নহল। পাছে অবনেৰে অচাহেলক পুনৰায়

কলে, মোৰ পাছৰ পৰা গুচ; মই কিয় তোক
আঘাত কৰি মাটীত পেলাম? আৰু তাকে কৰিলে,
তোৰ ককায়েৰ যোৱাবৰ আগত মই কি ৰূপে মুখ
২৩ দেখুৱাম? তথাপি তেওঁ গুচিবলৈ মান্তি নহল;
এই কাৰণে অব্‌নেৰে বৰ্চ্ছাৰ কুৰাৰে তেওঁৰ পেটত
এনেকৈ খুঁচিলে, যে, কুৰাডাল পিঠিয়েদি বাহিৰ
ওলাল; তাতে তেওঁ সেই ঠাইতে পৰি তেতিয়াই
মৰিল। আৰু যিমান মানুহ অচাহেল পৰি মৰা
ঠাইলৈ আহিছিল, সেই সকলোয়েই থিয় হৈ
২৪ ৰল। কিন্তু যোৱাব আৰু অবীচয়ে অব্‌নেৰৰ
পাছে পাছে খেদি গৈ গিবিয়োন অৰণ্যৰ বাটৰ
ওচৰত থকা গীহৰ সন্মুখৰ অম্মা পৰ্ব্বতত পাওঁতে
২৫ বেলি মাৰ গল। পাছে বিন্যামীনৰ সন্তান-
বিলাক অব্‌নেৰৰ পাছত যাবলৈ গোট খাই
এদল হৈ এটা পৰ্ব্বতৰ টিঙত থিয় হৈ ৰল।
২৬ তেতিয়া অব্‌নেৰে যোৱাবক মাতি কলে, তৰো-
ৱালে জানো সদাকাল গ্ৰাস কৰিব? শেষত ইয়াৰ
ফল যে অতি তিতা হব, তাক তুমি নেজানা নে?
এই হেতুকে তুমি আপোন ভাইবিলাকৰ পাছে
পাছে খেদি অহাৰ পৰা ওভোটাবলৈ, আপোনাৰ
লোকবিলাকক কিমান কাললৈ আজ্ঞা নিদিয়াকৈ
২৭ থাকিবা? তাতে যোৱাবে কলে, যিহোৱাৰ
জীৱনৰ শপথ, তুমি কথা নোকোৱা হলে ৰাতি-
পুৱাই লোকবিলাক নিশ্চয়ে ওচি গলহেঁতেন,
আৰু প্ৰতিজনে আপোন আপোন ভাইৰ পাছত
২৮ খেদি নগলহেঁতেন। পাছে যোৱাবে শিঙা বজা-
লত, সকলো মানুহ ৰল, ইস্ৰায়েলৰ পাছত
কোনেও আৰু খেদি নগল, আৰু যুদ্ধো নকৰিলে।
২৯ তাৰ পাছে অব্‌নেৰে আৰু তেওঁৰ লোকবিলাকে
অৰাবাইদি ওৰেৰাতি গৈ যৰ্দ্দন পাৰ হৈ,
গোটেই বিথ্ৰোনেদি গৈ মহনয়িম পালেগৈ।
৩০ পাছে যোৱাবে অব্‌নেৰৰ পাছত খেদি যোৱাৰ
পৰা উভটি আটাই লোকবিলাকক গোটালত,
দায়ূদৰ দাসবিলাকৰ মাজৰ উনৈশ জনক আৰু
৩১ অচাহেলক নাইকিয়া পালে। কিন্তু দায়ূদৰ
দাসবিলাকে বিন্যামীনৰ আৰু অব্‌নেৰৰ লোক-
বিলাকক এনেকৈ আঘাত কৰিলে, যে, সিবিলাকৰ
৩২ তিনি শ ষাঠি জন মৰিল। পাছে লোকবিলাকে
অচাহেলক তুলি নি, বৈৎ-লেহমত তেওঁৰ বাপে-
কৰ মৈদামত মৈদাম দিলে; আৰু যোৱাব ও
তেওঁৰ লোকবিলাকে ওৰেৰাতি গৈ ৰাতিপুৱা
হিব্ৰোণ পালেগৈ।

দায়ূদৰ বলবৃদ্ধি। যোৱাবে অব্‌নেৰক বধ কৰা।

৩ চৌলৰ বংশ আৰু দায়ূদৰ বংশ উভয়ৰ
মাজত বহুকাল যুদ্ধ হল; তাতে দায়ূদ ক্ৰমে
বলৱান হৈ উঠিল, কিন্তু চৌলৰ বংশ হলে ক্ৰমে
হীন হৈ গল।
২ হিব্ৰোণত দায়ূদৰ কেইবাটাও পুত্ৰেক জন্মিল।
তেওঁৰ বৰ পুত্ৰেক অম্নোন, সি যিষ্ৰিয়েলীয়া
৩ অহীনোৱমৰ সন্তান; তেওঁৰ দ্বিতীয় পুত্ৰেক
কিলিয়াব, সি কৰ্ম্মিলীয়া মৃত নাবলৰ ভাৰ্য্যা
অবীগলৰ সন্তান; তৃতীয় অব্‌চালোম, সি
গচুৰৰ তল্‌ময় ৰজাৰ জীয়েক মাথাৰ সন্তান;
৪ চতুৰ্থ অদোনিয়া, সি হগীতৰ সন্তান; পঞ্চম চফ-
৫ টিয়া, সি অবীটলৰ সন্তান; আৰু ষষ্ঠ যিত্ৰিয়ম,
সি দায়ূদৰ তিৰুতা ইগ্লাৰ সন্তান। এই আটাই-
বিলাক হিব্ৰোণত দায়ূদৰ ঔৰসত জন্মিল।
৬ যি সময়ত চৌলৰ বংশ আৰু দায়ূদৰ বংশ
এই উভয়ৰ মাজত যুদ্ধ আছিল, সেই সময়ত
অব্‌নেৰে চৌলৰ বংশৰ পক্ষে আপোনাক পৰা-
৭ ক্ৰমী দেখুৱাইছিল। কিন্তু অয়াৰ জীয়েক ৰিস্পা
নামেৰে চৌলৰ এজনী উপপত্নী আছিল; তাইৰ
বিষয়ে ঈচ্‌বোচতে অব্‌নেৰক কলে, তুমি মোৰ
৮ পিতৃৰ উপপত্নীত কিয় গমন কৰিলা? ঈচ্‌বোচতৰ
এই কথাত অব্‌নেৰে অতিশয় ক্ৰুদ্ধ হৈ কলে, মই
জানো যিহূদাৰ কলীয়া কুকুৰৰ মূৰ? আজিলৈকে
মই তোমাৰ পিতৃ চৌলৰ বংশলৈ আৰু তেওঁৰ
ভাই বন্ধুবিলাকলৈ দয়া কৰি আছোঁ, আৰু
তোমাক দায়ূদৰ হাতত সোধাই দিয়া নাই;
তথাপি তুমি আজি সেই তিৰুতা জনীৰ বিষয়ে
৯ মোক দোষী কৰিছা। চৌলৰ বংশৰ পৰা ৰাজ্য
লৈ, দানৰে পৰা বেৰ-চেবালৈকে গোটেই ইস্ৰা-
য়েলৰ ওপৰত আৰু যিহূদাৰ ওপৰত দায়ূদৰ
১০ সিংহাসন স্থাপন কৰিবলৈ, দায়ূদৰ আগত
যিহোৱাই শপথ কৰাৰ দৰে যদি মই তেওঁলৈ
কাৰ্য্য নকৰোঁ, তেন্তে ঈশ্বৰে অব্‌নেৰক অমুক
১১ আৰু তাতকৈয়ো অধিক দণ্ড দিওক। তাতে তেওঁ
অব্‌নেৰক আৰু এটা কথাও কব নোৱাৰিলে;
কাৰণ অব্‌নেৰলৈ তেওঁ ভয় কৰিলে।
১২ পাছে অব্‌নেৰে দায়ূদৰ পক্ষ হৈ তেওঁৰ ওচৰলৈ
দূতবোৰ পঠাই কলে, এই দেশ কাৰ? আৰু
আপুনি যদি মোৰ লগত এটা নিয়ম কৰে, তেন্তে
দেখোক, মই গোটেই ইস্ৰায়েলক আপোনাৰ
১৩ ফাললৈ নিবলৈ আপোনাৰ সহায় হম। তাতে
দায়ূদে কলে, বাৰু, মই তোমাৰ লগত এটা নিয়ম
কৰিম; কেৱল এটা বিষয় মই তোমাক খোজোঁ;
যেতিয়া তুমি মোক দেখা কৰিবলৈ আহিবা,
তেতিয়া, প্ৰথমে চৌলৰ জীয়েক মীখলক নানিলে,
১৪ মোক দেখা নেপাবা। পাছে দায়ূদে চৌলৰ
পুত্ৰ ঈচ্‌বোচতৰ ওচৰলৈ দূত পঠাই কলে, মই
পলেষ্টীয়াবিলাকৰ এশ লিঙ্গাগ্ৰচৰ্ম্ম দিয়াত, যাক
মোলৈ বাগ্দান কৰা হল, মোৰ সেই ভাৰ্য্যা মীখ-
১৫ লক মোক দিয়া। তাতে ঈচ্‌বোচতে মানুহ পঠাই
লয়িচৰ পুত্ৰেক পল্টীয়েল নামেৰে মীখলৰ গিৰি-
১৬ য়েকৰ পৰা তেওঁক লৈ আহিল। তেতিয়া তেওঁৰ

গিৰিয়েকে তেওঁৰ পাছত কান্দি কান্দি বহুৰী-
মলৈকে তেওঁৰ লগত আহিল। পাছে অব্‌নেৰে তাক
কলে, যা উভটি যা ; তাতে সি উভটি গল।
১৭ পাছে অব্‌নেৰে ইস্রায়েলৰ বৃদ্ধ লোকবিলাকৰ
লগত কথোপকথন কৰি কলে, দায়ূদক তোমা-
লোকৰ ওপৰত ৰজা পাতিবলৈ তোমালোকে
১৮ পূৰ্ব্বে চেষ্টা কৰিছিলা ; এতিয়া তাকে কৰা-
হঁক, কিয়নো যিহোৱাই দায়ূদৰ বিষয়ে কৈ-
ছিল, যোলে, ময় আপোন দাস দায়ূদৰ
হতুৱাই মোৰ প্ৰজা ইস্রায়েলক পলেষ্টীয়া-
বিলাকৰ হাতৰ পৰা আৰু সিবিলাকৰ সকলো
১৯ শত্ৰুৰ হাতৰ পৰাও উদ্ধাৰ কৰিম। আৰু অব্‌নেৰে
বিন্যামীনৰ বংশৰ কাণতো সেই কথা কলে ;
আৰু ইস্রায়েল বংশ ও বিন্যামীনৰ গোটেই
বংশই যি ভাল দেখিলে, তাকে অব্‌নেৰে দায়ূদৰ
২০ আগত জনাবৰ নিমিত্তে হিব্ৰোণলৈ গল। এই
ৰূপে অব্‌নেৰে বিশ জন লোকক আপোনাৰ লগত
লৈ হিব্ৰোণলৈ দায়ূদৰ আগলৈ আহিল। তাতে
দায়ূদে অব্‌নেৰ আৰু তেওঁৰ লগৰ মানুহবিলাকৰ
২১ নিমিত্তে ভোজ পাতিলে। আৰু অব্‌নেৰে দায়ূদক
কলে, গোটেই ইস্রায়েলে যেন আপোনাৰে সৈতে
এটা নিয়ম পাতিব, আৰু আপুনি আপোনাৰ মনৰ
ইচ্ছাৰ দৰে যেন সকলোৰে ওপৰত ৰাজত্ব কৰিব,
এই নিমিত্তে ময় উঠি গৈ মোৰ প্ৰভু মহাৰাজৰ
ওৰিলৈ সিবিলাক সকলোকে গোটাই আনোগৈ।
পাছে দায়ূদে অব্‌নেৰক বিদায় দিলত, তেওঁ
২২ কুশলে প্ৰস্থান কৰিলে। তাৰ পাছে দেখা,
দায়ূদৰ দাসবিলাক আৰু যোৱাবে কোনো ঠাইত
লুট কৰি উভটি আহিছিল, আৰু লগত বহুৎ
লুটদ্ৰব্য আনিছিল। তেতিয়া অব্‌নেৰ দায়ূদৰ
লগত হিব্ৰোণত নাছিল ; কিয়নো দায়ূদে তেওঁক
বিদায় কৰিলত, তেওঁ কুশলে প্ৰস্থান কৰিছিল।
২৩ পাছে যোৱাব আৰু তেওঁৰ লগৰ আটাই সৈন্য-
দল আহিলত, লোকবিলাকে যোৱাবক কলে,
নেৰৰ পুতেক অব্‌নেৰ ৰজাৰ ওচৰলৈ আহিছিল ;
আৰু ৰজাই তেওঁক বিদায় দিলত, তেওঁ কুশলে
২৪ প্ৰস্থান কৰিলে। তেতিয়া যোৱাবে ৰজাৰ আগলৈ
গৈ কলে, আপুনি কি কৰিলে ? দেখোক, অব্‌নেৰ
আপোনাৰ ওচৰলৈ আহিছিল ; আপুনি তাক
২৫ বিদায় দি কিয় কুশলে যাবলৈ দিলে? আপুনি
দেখোন নেৰৰ পুতেক অব্‌নেৰক জানেই ;
আপোনাক ভুলাবলৈ, আৰু আপোনাৰ অহা-
যোৱা জানিবলৈ, আৰু আপুনি যি যি কৰিছে,
সেই সকলোকে বুজিবলৈহে সি আহিছিল।
২৬ পাছে যোৱাবে দায়ূদৰ ওচৰৰ পৰা বাহিৰ ওলাই
অব্‌নেৰৰ পাছত দূত পঠাই দিলত, সিহঁতে গৈ
চিৰা নাদৰ ওচৰৰ পৰা তেওঁক ওভোটাই আনিলে;
২৭ কিন্তু দায়ূদে এই কথাৰ বুজ নেপালে। পাছে
অব্‌নেৰ হিব্ৰোণলৈ আহিলত, যোৱাবে তেওঁক
গুপুতে কথা কবৰ ছলেৰে নগৰৰ দুৱাৰৰ ভিতৰ-
লৈ তেওঁক একলীয়াকৈ লৈ গৈ, আপোন
ভায়েক অচাহেলৰ ৰক্তপাতৰ কাৰণে, সেই
ঠাইতে তেওঁৰ পেটত এনেকৈ আঘাত কৰিলে,
২৮ যে, তেওঁ মৰিল। পাছে, যেতিয়া দায়ূদে সেই
কথা শুনিলে, তেতিয়া তেওঁ কলে, নেৰৰ পুত্ৰ
অব্‌নেৰৰ ৰক্তপাতৰ বিষয়ে ময় আৰু মোৰ ৰাজ্য
২৯ যিহোৱাৰ দৃষ্টিত সদাকাললৈকে নিৰ্দ্দোষী। সেই
ৰক্তপাতৰ দোষ যোৱাবৰ আৰু তাৰ গোটেই
পিতৃবংশৰ ওপৰত পৰোক ; আৰু যোৱাবৰ
বংশত প্ৰমেহ ৰোগী, কুষ্ঠী, লাখুটিত ভৰ দিওঁতা,
তৰোৱালৰ দ্বাৰায় পৰা, বা খাবলৈ নোপোৱা,
৩০ এনে এনে প্ৰকাৰ লোকৰ অভাব নহওক। এই
ৰূপে যোৱাবে আৰু তেওঁৰ ভায়েক অবীচয়ে,
গিবিয়োনৰ যুদ্ধত আপোনাৰ ভাই অচাহেলক
বধ কৰাৰ কাৰণে অব্‌নেৰক বধ কৰিলে।
৩১ পাছে দায়ূদে যোৱাব আৰু তেওঁৰ লগৰ লোক-
বিলাকক কলে, তোমালোকে আপোনাবিলাকৰ
কাপোৰ ফালি কঁকালত চট পিন্ধা, আৰু শোক
কৰি কৰি অব্‌নেৰৰ আগে আগে চলা। আৰু
দায়ূদ ৰজাও মৰা শৱৰ চাঙৰ পাছে পাছে
৩২ চলিল। পাছে সিবিলাকে হিব্ৰোণত অব্‌নেৰক
মৈদাম দিলে ; সেই সময়ত ৰজাই অব্‌নেৰৰ
মৈদামৰ ওচৰত বৰ মাতেৰে ক্ৰন্দন কৰিলে,
৩৩ আৰু আন সকলো লোকেও কান্দিলে। পাছে
ৰজাই অব্‌নেৰৰ বিষয়ে বিলাপ কৰি কলে,

অব্‌নেৰো অজ্ঞানৰ দৰে মৰিব লাগে নে ?
৩৪ তোমাৰ হাত বন্ধা নাছিল, আৰু তোমাৰ
ভৰিতো বেড়ী লগোৱা নাছিল ;
অন্যায় কৰোঁতা লোকৰ আগত পতিত হোৱা
জনৰ দৰে তুমি পতিত হলা।

পাছে সকলো লোকে তেওঁৰ কাৰণে পুনৰায়
৩৫ ক্ৰন্দন কৰিলে। পাছে আটাই লোকে বেলি থকা-
কোঁতে দায়ূদক ভোজন কৰাবলৈ আহিলত, দায়ূদে
এই শপথ কৰিলে, বেলি মাৰ নৌ যাওঁতে ময়
যদি পিঠা বা আন কিবা বস্তুৰেই আস্বাদ লওঁ,
তেন্তে ঈশ্বৰে মোক অমুক আৰু তাতকৈয়ো অধিক
৩৬ দণ্ড দিওক। তাতে সকলো লোকে তেওঁৰ এই
ব্যৱহাৰ দেখি তাত সন্তোষ পালে; আৰু ৰজাই
যি যি কৰিছিল, তাতো সকলো লোক সন্তুষ্ট
৩৭ হৈছিল। আৰু নেৰৰ পুত্ৰ অব্‌নেৰক বধ কৰা
কৰ্ম্মত ৰজাৰ যে অনুমতি নাই, তাক আটাই
লোকে আৰু সকলো ইস্রায়েলেও সেই দিনা
৩৮ বুজিলে। পাছে ৰজাই আপোনাৰ দাসবিলাকক
কলে, আজি যে ইস্রায়েলৰ মাজত প্ৰধান আৰু
মহান লোক এজন পতিত হল, তাক জানো
৩৯ তোমালোকে নেজানা ? ময় অভিষিক্ত ৰজা

হলেও আজি দুৰ্ব্বল ; আৰু এই কেইজন লোক
চৰুয়াৰ পুতেকবিলাক মোৰ অবাধ্য ; কিন্তু
যিহোৱাই কুকৰ্ম্ম কৰাটোক তাৰ কুকৰ্ম্মৰ দৰে
প্ৰতিফল দিওক।

ঈচ্‌বোচতক বধ কৰা, আৰু তাৰ দণ্ড।

৪ পাছে চৌলৰ পুত্ৰই অবনেৰক হিব্ৰো-
ণত মৰা কথা শুনিলত, তেওঁৰ হাত দুৰ্ব্বল
হল, আৰু আটাই ইস্ৰায়েল ব্যাকুল হল।
২ চৌলৰ পুত্ৰৰ দুজন দলপতি আছিল ; প্ৰথম
জনৰ নাম বানা, আৰু দ্বিতীয় জনৰ নাম ৰেখব ;
সিহঁত বিন্যামীনৰ বংশৰ বেৰোতীয়া ৰিম্মোনৰ
পুতেক ; ( কিয়নো বেৰোতো বিন্যামীনৰ আধি-
৩ পত্যৰ মাজত গণিত হৈছিল, আৰু বেৰোতীয়া-
বিলাক গিত্তয়িমলৈ পলাই গৈ সেই ঠাইতে
আজিলৈকে প্ৰবাস কৰি আছে। )
৪ আৰু চৌলৰ পুত্ৰ যোনাথনৰ, দুয়োখন ভৰি
খোড়া হোৱা এটী পুতেক আছিল। যিজ্ৰিয়েলৰ
পৰা যেতিয়া চৌল আৰু যোনাথনৰ মৃত্যুৰ
সংবাদ আহিছিল, তেতিয়া তাৰ পাঁচ বছৰ বয়স
আছিল, আৰু তাৰ ধায়ে তাক লৈ পলাই
গৈছিল ; তাতে তাই বেগেৰে পলাই যাওঁতে সি
পড়ি খোড়া হৈছিল। তাৰ নাম মফীবোচৎ।
৫ পাছে বেৰোতীয়া ৰিম্মোনৰ পুতেক সেই
ৰেখব আৰু বানাই গৈ দিনৰ টাম ৰ'দৰ কালত
ঈচ্‌বোচতৰ ঘৰ পালেগৈ ; তেতিয়া তেওঁ
দুপৰ বেলাৰ সময়ত খাটৰ ওপৰত শুই
৬ আছিল। তাতে সিহঁতে যেঁহু ধান অনাৰ
ছলেৰে ঘৰৰ ভিতৰলৈ সোমাই গৈ, তাতেই
তেওঁৰ পেটত আঘাত কৰিলে ; পাছে ৰেখব
আৰু তাৰ ককায়েক বানা দুয়ো পলাই গল।
৭ তেওঁ শোৱা খোঁটালিত আপোন খাটত শুই
থাকোঁতেই, সিহঁতে ভিতৰলৈ সোমাই গৈ
আঘাত কৰি তেওঁক বধ কৰিলে ; পাছে তেওঁৰ
মূৰ কাটি, সেই মূৰ লৈ অৰাবাৰ বাটেদি ওৰে-
৮ ৰাতি গল। আৰু সিহঁতে ঈচ্‌বোচতৰ মূৰটো
হিব্ৰোণলৈ দায়ূদৰ ওচৰলৈ নি ৰজাক কলে,
দেখোক, আপোনাৰ প্ৰাণনাশৰ চেষ্টা কৰা শত্ৰু
চৌলৰ পুতেক ঈচ্‌বোচতৰ মূৰ এইয়া ; যিহো-
ৱাই আজি মোৰ প্ৰভু মহাৰাজৰ পক্ষে চৌল
আৰু তেওঁৰ বংশৰ ওপৰত প্ৰতিকাৰ সাধিলে।
৯ কিন্তু দায়ূদে বেৰোতীয়া ৰিম্মোনৰ পুতেক ৰেখব
আৰু তাৰ ককায়েক বানাক এই উত্তৰ কৰিলে,
যি জনাই সকলো সঙ্কটৰ পৰা মোৰ প্ৰাণ উদ্ধাৰ
১০ কৰিলে, সেই যিহোৱাৰ জীৱনৰ শপথ, যেতিয়া
কোনো এজন মানুহে শুভবাৰ্ত্তা আনিছোঁ বুলি
ভাবি, মোৰ আগত চৌল মৰিল বুলি কৈছিল,
তেতিয়া মই তাক ধৰি চিক্লগত বধ কৰিলোঁ ;
১১ এইটোকে বাৰ্ত্তা অনা বক্‌চিচ দিছিলোঁ। পাছে,
এতিয়া দুষ্টবোৰে এজন ধাৰ্ম্মিক লোকক তেওঁৰ
ঘৰৰ ভিতৰত তেওঁৰ খাটৰ ওপৰত বধ কৰাত,
তহঁতৰ হাতৰ পৰা তেওঁৰ ৰক্তপাতৰ প্ৰতিশোধ
ভাছুকৈ অধিক নলম নে? আৰু পৃথিবীৰ পৰা
১২ তহঁতক উচ্ছন্ন নকৰিম নে? পাছে দায়ূদে
আপোনাৰ ডেকাবিলাকক আজ্ঞা কৰাত, সি-
বিলাকে সিহঁতক বধ কৰি সিহঁতৰ হাত ভৰি
কাটি পেলালে, আৰু হিব্ৰোণৰ পুখুৰিৰ পাৰত
সিহঁতৰ শৱ আৰি থলে ; কিন্তু ঈচ্‌বোচতৰ মূৰটো
লৈ হিব্ৰোণত অবনেৰৰ মৈদামতে থলে।

গোটেই ইস্ৰায়েলৰ ওপৰত দায়ূদ ৰজা হোৱা।
পলেষ্টীয়াহঁতক জয় কৰা।

৫ পাছে ইস্ৰায়েলৰ সকলো ফৈদে হিব্ৰোণ-
লৈ দায়ূদৰ ওচৰলৈ আহি কলে, দেখোক,
আমি আপোনাৰে হাড় আৰু আপোনাৰে মঙহ ;
২ আৰু আগেয়ে যেতিয়া চৌল আমাৰ ৰজা আছিল,
তেতিয়াও আপুনিয়েই ইস্ৰায়েলক বাহিৰলৈ
ভিতৰলৈ অনা নিয়া কৰিছিল ; আৰু যিহোৱাই
আপোনাক কৈছিল, যে, তুমিয়েই মোৰ প্ৰজা
ইস্ৰায়েলক চৰাবা, আৰু ইস্ৰায়েলৰ ওপৰত
৩ অধিপতি হবা। এই ৰূপে ইস্ৰায়েলৰ আটাই
বৃদ্ধ লোক হিব্ৰোণলৈ ৰজাৰ ওচৰলৈ আহিলত,
দায়ূদ ৰজাই হিব্ৰোণত যিহোৱাৰ সাক্ষাতে
সিবিলাকৰ লগত এটী নিয়ম কৰিলে ; আৰু
সিবিলাকে ইস্ৰায়েলৰ ওপৰত দায়ূদক ৰজা
অভিষেক কৰিলে।
৪ দায়ূদে ত্ৰিশ বছৰ বয়সত ৰজা হৈ চল্লিশ
৫ বছৰ ৰাজত্ব কৰিলে। তেওঁ হিব্ৰোণত যিহূদাৰ
ওপৰত সাত বছৰ ছমাহ ৰাজত্ব কৰিলে ; পাছে
যিৰূচালেমত গোটেই ইস্ৰায়েলৰ আৰু যিহূদাৰ
ওপৰত তেত্ৰিশ বছৰ ৰাজত্ব কৰিলে।
৬ পাছে ৰজা আৰু তেওঁৰ লোকবিলাকে দেশ-
নিবাসী যিবূচীয়াবিলাকৰ বিৰুদ্ধে যিৰূচালেমলৈ
যাত্ৰা কৰিলে ; সিহঁতে দায়ূদক কলে, তুমি
এই ঠাইত সোমাবলৈ নেপাবা : কিয়নো কণা-
বোৰে আৰু খোড়াবোৰেই তোমাক খেদাই দিব ;
সিহঁতে ভাবিছিল, দায়ূদ এই ঠাইত সোমাব
৭ নোৱাৰিব। কিন্তু দায়ূদে চিয়োন দুৰ্গ হাত কৰি
৮ ললে ; সেয়ে দায়ূদৰ নগৰ। সেই দিনাই দায়ূদে
কৈছিল, যি কোনোৱে যিবূচীয়াবিলাকক আঘাত
কৰিব খোজে, সি পানীৰ নলাইদি উঠি গৈ
দায়ূদৰ ঘিণলগীয়া সেই কণা আৰু খোড়াবোৰক
আঘাত কৰোক ; এই কাৰণে মানুহে কয়, কণা
আৰু খোড়াবোৰ আছে, সি ঘৰৰ ভিতৰত সোমাব
৯ নোৱাৰিব। পাছে দায়ূদে সেই দুৰ্গত নিবাস
কৰি, তাৰ নাম দায়ূদৰ নগৰ ৰাখিলে ; আৰু

মিল্লোর পরা ভিতৰলৈকে চাৰিওফালে গড়
১০ নির্ম্মাণ কৰিলে। পাছে দায়ূদ ক্ৰমেৰে বৃদ্ধি পাই
মহান হল; কিয়নো বাহিনীবিলাকৰ ঈশ্বৰ
যিহোৱা তেওঁৰ সঙ্গে সঙ্গে আছিল।
১১ পাছে তূৰৰ ৰজা হীৰমে দায়ূদৰ ওচৰলৈ দূত
পঠালে, আৰু এৰচ কাঠ, কাঠমিস্ত্ৰীবিলাক,
আৰু ৰাজমিস্ত্ৰীবিলাক পঠাই দিলে, আৰু সিহঁতে
১২ দায়ূদৰ নিমিত্তে এটা গৃহ নির্ম্মাণ কৰিলে। তাতে,
যিহোৱাই যে ইস্ৰায়েলৰ ওপৰত তেওঁক ৰজা
পাতিলে, আৰু আপোন প্ৰজা ইস্ৰায়েল লোক-
বিলাকৰ নিমিত্তে তেওঁৰ ৰাজ্যৰ উন্নতি কৰিলে,
তাক দায়ূদে বুজিলে।
১৩ দায়ূদে হিব্ৰোণৰ পৰা অহাৰ পাছে, যিৰূ-
চালেমত আন আন তিৰুতা আৰু উপপত্নী ললে;
তাতে দায়ূদৰ আৰু অধিক পো জী জন্মিল।
১৪ যিৰূচালেমত তেওঁৰ যিবিলাক পুত্ৰ জন্মিল, সি-
বিলাকৰ নাম এই এই, চম্মূৱা, চোবব, নাথন,
১৫ চলোমন, যিভৰ, ইলীচূৱা, নেফগ, যাফীয়া,
১৬ ইলীচামা, ইলিয়াদা, আৰু ইলীফেলট।
১৭ পাছে দায়ূদক ইস্ৰায়েলৰ ওপৰত ৰজা অভি-
ষেক কৰা সংবাদ পাই আটাই পলেষ্টীয়াবিলাকে
দায়ূদক বিচাৰি উঠি আহিল। দায়ূদে তাকে
১৮ শুনি দুর্গলৈ নামি গল। কিন্তু পলেষ্টীয়াবিলাকে
১৯ আহি ৰফায়ীম উপত্যকা জুৰি ললে। তেতিয়া
দায়ূদে যিহোৱাৰ ওৰিত সুধিলে, ময় পলেষ্টীয়া-
বিলাকৰ বিৰুদ্ধে উঠি যাম নে? তুমি সিহঁতক
মোৰ হাতত সমর্পণ কৰিবা নে? তাতে যিহোৱাই
দায়ূদক কলে, উঠি যোৱা; কিয়নো ময় নিশ্চয়ে
পলেষ্টীয়াবিলাকক তোমাৰ হাতত সমর্পণ কৰিম।
২০ পাছে দায়ূদে বাল্-পৰাচীমলৈ আহি তাত
সিহঁতক আঘাত কৰিলে, আৰু কলে, যিহোৱাই
মোৰ শত্ৰুবোৰক মোৰ সম্মুখত, বাণ পানীয়ে
সেতু ভঙ্গাৰ দৰে ভাঙ্গিলে; এই কাৰণে সেই
ঠাইৰ নাম বাল-পৰাচীম [ভঙ্গ স্থান] ৰখা হল।
২১ সেই ঠাইত সিহঁতে আপোনাবিলাকৰ মূর্ত্তিবোৰ
এড়ি গল; তাতে দায়ূদ আৰু তেওঁৰ লোকবিলাকে
সেইবোৰ লৈ আহিল।
২২ তাৰ পাছে পলেষ্টীয়াবিলাকে আকৌ আহি
২৩ ৰফায়ীম উপত্যকা জুৰি ললে। তাতে দায়ূদে
যিহোৱাৰ ওৰিত সুধিলত, তেওঁ কলে, তুমি উঠি
নেযাবা; কিন্তু সিহঁতৰ পাছফালেদি ঘূৰি গৈ,
তুনি গছ কেইজোপাৰ সম্মুখত সিহঁতৰ আগত
২৪ উপস্থিত হবা। সেই তুনি গছ কেইজোপাৰ
আগত সৈন্য যোৱাৰ সিচিনা শবদ শুনিলে,
তুমি উদ্যোগী হবা; কিয়নো তেতিয়াই যিহো-
ৱাই পলেষ্টীয়াবিলাকৰ সৈন্যসামন্তক আঘাত
কৰিবৰ অর্থে তোমাৰ আগত যাওঁতা হব।
২৫ পাছে দায়ূদে যিহোৱাৰ আজ্ঞা অনুসাৰে কার্য্য
কৰি, গেবাৰ পৰা গেজৰলৈকে পলেষ্টীয়াবিলাকক
আঘাত কৰিলে।

যিৰূচালেমলৈ নিয়মচন্দুক অনা।

৬ পাছে, দায়ূদে পুনৰায় ইস্ৰায়েলৰ আটাই
মনোনীত ত্ৰিশ হাজাৰ লোকক গোটালে।
২ তাৰ পাছে দায়ূদ আৰু তেওঁৰ লগৰ আটাই
লোকে উঠি, ঈশ্বৰৰ নাম অর্থাৎ কৰূব দুটাৰ
মাজত বহা বাহিনীবিলাকৰ যিহোৱাৰ
নামেৰে প্ৰখ্যাত সেই ঈশ্বৰৰ চন্দুক বালি-যিহূ-
৩ দাৰ পৰা আনিবলৈ যাত্ৰা কৰিলে। পাছে
সিবিলাকে ঈশ্বৰৰ চন্দুকে এখন নতুন ৰথত তুলি,
পর্ব্বতত থকা অবীনাদবৰ ঘৰৰ পৰা উলিয়ালে;
অবীনাদবৰ পুতেক উজ্জা আৰু অহিয়োৱে সেই
৪ নতুন ৰথ চলালে। সিবিলাকে পর্ব্বতত থকা
অবীনাদবৰ ঘৰৰ পৰা ঈশ্বৰৰ চন্দুকে সৈতে
ৰথখন উলিয়াই আনিলে, আৰু অহিয়ো চন্দুকৰ
৫ আগে আগে চলিল। দায়ূদ আৰু ইস্ৰায়েলৰ
আটাই বংশই যিহোৱাৰ আগত, দেবদাৰু
কাঠেৰে সজা নানা বাদ্যযন্ত্ৰ আৰু বীণা, নেবল,
খঞ্জৰি, ঘুঁটিতাল, আৰু তোটতাল আদি বজাই
৬ ৰঙ্গ দেখুৱালে। পাছে সিবিলাকে নাখোনৰ
মড়ণা মৰা ঠাই পালত, গৰুহালে পিচল খোৱাত
উজ্জাই হাত মেলি যিহোৱাৰ চন্দুক ধৰিলে;
৭ তেতিয়া উজ্জালৈ যিহোৱাৰ ক্ৰোধ প্ৰজ্বলিত
হলত, তাৰ ভ্ৰান্তিৰ নিমিত্তে ঈশ্বৰে সেই ঠাইতে
তাক আঘাত কৰিলে; তাতে সি সেই ঠাইতে
৮ ঈশ্বৰৰ চন্দুকৰ কোষত মৰিল। যিহোৱাই উজ্জাক
আঘাত কৰাৰ কাৰণে দায়ূদে মনত অসন্তোষ
পালে; পাছে সেই ঠাইৰ নাম পেৰচ-উজ্জা
[উজ্জাৰ আঘাত] ৰাখিলে; আজিলৈকে সেই
৯ নাম আছে। আৰু দায়ূদে সেই দিনা যিহোৱা-
লৈ ভয় লাগি কলে, যিহোৱাৰ চন্দুক মোৰ
১০ ওচৰলৈ কি ৰূপে আহিব? এই হেতুকে দায়ূদে
যিহোৱাৰ চন্দুক দায়ূদৰ নগৰলৈ আপোনাৰ
ওচৰলৈ আনিবলৈ ইচ্ছা নকৰি, বাটৰ পৰা নি
১১ গাতীয়া ওবেদ-ইদোমৰ ঘৰত থলেগৈ। যিহোৱাৰ
চন্দুক গাতীয়া ওবেদ-ইদোমৰ ঘৰত তিনি মাহ
থাকিল; তাতে যিহোৱাই ওবেদ-ইদোমক আৰু
১২ তাৰ গোটেই ঘৰক আশীর্ব্বাদ কৰিলে। তাৰ
পাছে যিহোৱাই ঈশ্বৰৰ চন্দুকৰ নিমিত্তে ওবেদ-
ইদোমৰ ঘৰ আৰু তাৰ সকলোকে আশীর্ব্বাদ
কৰিছে, এই বুলি দায়ূদৰ আগত কোৱা হল;
তাতে দায়ূদে গৈ ওবেদ-ইদোমৰ ঘৰৰ পৰা
আনন্দেৰে ঈশ্বৰৰ চন্দুক দায়ূদৰ নগৰলৈ
১৩ আনিলে। আৰু যিহোৱাৰ চন্দুক বৈ অনা-
বিলাক ছখোজ আগ বাঢ়ি গলত, তেওঁ এটা গৰু
আৰু এটা হৃষ্টপুষ্ট গৰু পোৱালি বলিদান

১৪ কৰিলে। আৰু দায়ূদে শণ সূতাৰ এফোদ
পিন্ধি যিহোৱাৰ আগত পায়েমানে নাচিলে।
১৫ এই ৰূপে দায়ূদ আৰু ইস্রায়েলৰ সকলো বংশই
জয়ধ্বনি আৰু শিঙাৰ বাদ্যে সৈতে যিহোৱাৰ
১৬ চন্দুক আনিলে। পাছে যিহোৱাৰ চন্দুক দায়ূদৰ
নগৰত সোমাওঁতে, চৌলৰ জীয়েক মীখলে
খিলিকি দুৱাৰেদি চাই, যিহোৱাৰ আগত দায়ূদ
ৰজাক ডেও দি নাচ কৰা দেখি, মনতে তেওঁক
১৭ হেয়জ্ঞান কৰিলে। পাছে লোকবিলাকে যিহো-
ৱাৰ চন্দুক ভিতৰলৈ আনি, দায়ূদে তাৰ নিমিত্তে
তৰা তাম্বুৰ ভিতৰত তাৰ ঠাইত ৰাখিলে; আৰু
দায়ূদে যিহোৱাৰ সাক্ষাতে হোমবলি আৰু
১৮ মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে। পাছে হোমবলি
আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰি এঁটোৱাৰ
পাছে, দায়ূদে বাহিনীবিলাকৰ যিহোৱাৰ
১৯ নামেৰে লোকবিলাকক আশীৰ্ব্বাদ কৰিলে। আৰু
সকলো লোকৰ মাজত অৰ্থাৎ ইস্রায়েলৰ গোটেই
লোকসমূহৰ মাজত প্ৰতিজন পুৰুষক আৰু প্ৰতি-
জনী তিৰুতাক এটা এটা পিঠা, কিছু কিছু মাংস-
ৰস, আৰু এলদা এলদা শুকান দ্ৰাক্ষাগুটী
বিলাই দিলে। পাছে সকলো লোক আপোন
২০ আপোন ঘৰলৈ গুচি গল। পাছে দায়ূদে
আপোনাৰ ঘৰক আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে
উভটি আহিলত, চৌলৰ জীয়েক মীখলে দায়ূদক
আগ বঢ়াবলৈ ওলাই গৈ কলে, আজি ইস্রা-
য়েলৰ ৰজা কেনে গৌৰৱান্বিত হল! যেনেকৈ
কোনো অসাৰ চিত্তৰ লোক বিলাজৰূপে বি-
বস্ত্ৰ হয়, তেনেকৈ তেওঁ আজি আপোন দাস-
২১ বিলাকৰ বেটীহঁতৰ আগত বিবস্ত্ৰ হল। তেতিয়া
দায়ূদে মীখলক কলে, যিহোৱাৰ প্ৰজা ইস্রায়েল
লোকৰ অধ্যক্ষপদত মোক নিযুক্ত কৰিবৰ নিমিত্তে
যি জনাই তোমাৰ পিতৃ আৰু তেওঁৰ সকলো বং-
শতকৈ মোক মনোনীত কৰিলে, সেই যিহোৱাৰ
সাক্ষাতেই তাক কৰিলোঁ। এই হেতুকে ময়
সেই যিহোৱাৰ সাক্ষাতেই আমোদ কৰিম,
২২ ইয়াতকৈয়ো আৰু লঘু হম, আৰু মোৰ আপোন
দৃষ্টিত আৰু নীহ হম; কিন্তু তুমি যি বেটীহঁতৰ
কথা কলা, সিহঁতৰ আগতেই আদৰ পোৱা হম।
২৩ পাছে চৌলৰ জীয়েক মীখলৰ মৰণ কাললৈকে
সন্তান নহল।

দায়ূদৰ আগত ঈশ্বৰৰ প্ৰতিজ্ঞা, আৰু ঈশ্বৰৰ
আগত তেওঁৰ প্ৰাৰ্থনা।

৭ পাছে, ৰজাই যেতিয়া আপোনাৰ গৃহত
বাস কৰিবলৈ ধৰিলে, আৰু যিহোৱাই
চাৰিওকালে থকা সকলো শত্ৰুৰ পৰা ৰজাক
২ বিশ্ৰাম দিলে, তেতিয়া ৰজাই নাথন ভাববাদীক
কলে, এতিয়া দেখা, ময় এৰচ কাঠেৰে সজা গৃহত
বাস কৰিছোঁ; কিন্তু ঈশ্বৰৰ চন্দুক আৰু-কাপোৰৰ
৩ ভিতৰত থাকিছে। তাতে নাথনে ৰজাক কলে,
যাওক, আপোনাৰ মনত যি আছে, তাকে কৰক;
কিয়নো যিহোৱা আপোনাৰ লগত আছে।
৪ পাছে নাথনৰ ওচৰলৈ সেই ৰাতিয়েই যিহোৱাৰ
৫ বাক্য আহিল, বোলে, তুমি গৈ মোৰ দাস
দায়ূদক কোৱা, যিহোৱাই এই কথা কৈছে,
তুমিয়েই জানো মোৰ বসতিগৃহ নিৰ্ম্মাণ কৰিবা?
৬ কিয়নো ময় ইস্রায়েলৰ সন্তানবিলাকক মিচৰ
দেশৰ পৰা উলিয়াই অনা দিনৰে পৰা আজি-
লৈকে কোনো গৃহত বাস কৰা নাই, কেৱল মোৰ
আবাস যি তাম্বু, তাত থাকি ভ্ৰমণ কৰিছোঁ।
৭ গোটেই ইস্রায়েলৰ সন্তানবিলাকৰ মাজত ময়
অহাযোৱা কৰা কোনো এক ঠাইত, ময় যাক
মোৰ প্ৰজা ইস্রায়েল লোকবিলাকক প্ৰতিপালন
কৰিবলৈ ভাৰ দিছিলোঁ, ইস্রায়েলৰ এনে কোনো
ফৈদক জানো কেতিয়াবা এই কথা কৈছিলোঁ,
যে, তোমালোকে কিয় মোৰ নিমিত্তে এৰচ কাঠৰ
৮ গৃহ নিৰ্ম্মাণ কৰা নাই? এই হেতুকে এতিয়া
তুমি মোৰ দাস দায়ূদক কোৱা, বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, মোৰ প্ৰজা ইস্রায়েলৰ
ওপৰত অধিপতি হবলৈ ময় তোমাক মেৰৰ চৰণী
ঠাইৰ পৰা আৰু জাকৰ পাছে পাছে যোৱাৰ
৯ পৰা গ্ৰহণ কৰিলোঁ; আৰু তুমি যি যি ঠাইলৈ
গৈছিলা, সেই সকলোতে ময় তোমাৰ সঙ্গী হৈ
তোমাৰ সম্মুখৰ পৰা তোমাৰ আটাই শত্ৰুবোৰক
উচ্ছন্ন কৰিলোঁ, আৰু পৃথিবীত থকা মহৎ লোকৰ
১০ নামৰ দৰে তোমাৰো নাম মহৎ কৰিম। আৰু
ময় আপোন প্ৰজা ইস্রায়েলৰ নিমিত্তে এটা ঠাই
নিশ্চয় কৰি সিবিলাকক ৰোপণ কৰিম; তাতে
সিবিলাকে আপোন আপোন ঠাইতে বাস কৰিব,
১১ সিবিলাকক লৰোৱা নহব আৰু। আগৰ কালৰ
নিচিনাকৈ, যেতিয়াৰে পৰা ময় আপোন প্ৰজা
ইস্রায়েল লোকবিলাকৰ ওপৰত বিচাৰকৰ্ত্তা-
বিলাকক নিযুক্ত কৰিছিলোঁ, তেতিয়াৰে পৰা
যেনে হৈছিল, সেই ৰূপে দুৰ্জ্জনৰ সন্তানবিলাকে
সিবিলাকক আৰু দুঃখ নিদিব; ময় সকলো
শত্ৰুবোৰৰ পৰা তোমাক বিশ্ৰাম দিম। আৰু
যিহোৱাই কৈছে, তোমাৰ নিমিত্তে যিহোৱাই
১২ এক বংশ উৎপন্ন কৰিব। তোমাৰ আয়ুস সম্পূৰ্ণ
হলে, যেতিয়া তুমি আপোন ওপৰপিতৃবিলাকৰ
লগত নিদ্ৰিত হবা, তেতিয়া তোমাৰ ঔৰসত
উৎপন্ন হোৱা তোমাৰ পাছৰ বংশৰ এজন
লোকক ময় স্থাপন কৰিম, আৰু তেওঁৰ ৰাজ্য
১৩ স্থিৰ কৰিম। মোৰ নামৰ নিমিত্তে তেওঁহে এটা
গৃহ নিৰ্ম্মাণ কৰিব, আৰু ময় তেওঁৰ ৰাজসিংহাসন
১৪ চিৰস্থায়ী কৰিম। ময় তেওঁৰ পিতৃ হম, আৰু
তেওঁ মোৰ পুত্ৰ হব। তেওঁ অপৰাধী হলে ময় মনুষ্য-

বিলাকৰ দণ্ডেৰে আৰু মনুষ্যসন্তানবিলাকৰ
১৫ প্ৰহাৰৰ দ্বাৰায়. তেওঁক শাস্তি দিম ; কিন্তু মই যি
জনক তোমাৰ আগৰ পৰা দূৰ কৰিলোঁ, সেই
চৌলৰ পৰা মই যেনেকৈ মোৰ দয়া গুচালোঁ,
১৬ তেনেকৈ তেওঁৰ পৰা মোৰ দয়া নুগুচিব। আৰু
তোমাৰ বংশ ও ৰাজত্ব সদাকাললৈ তোমাৰ
আগত থিৰে থাকিব; তোমাৰ সিংহাসন চিৰ-
১৭ স্থায়ী হব। এই সকলো বাক্য আৰু এই গোটেই
দৰ্শন অনুসাৰে নাথনে দায়ূদক কলে।
১৮ তেতিয়া দায়ূদ ৰজাই ভিতৰলৈ গৈ যিহোৱাৰ
আগত বহি কলে, হে প্ৰভু যিহোৱা, মই নো
কোন, আৰু মোৰ বংশই বা কি, যে, তুমি মোক
১৯ ইমান ওখ থাপলৈ আনিছা? তথাপি হে প্ৰভু
যিহোৱা, তোমাৰ দৃষ্টিত ইও সৰু বিষয়
আছিল; তুমি আপোন দাসৰ বংশৰ বিষয়েও
সুদীৰ্ঘকালৰ কথা কলা; হে প্ৰভু যিহোৱা,
২০ ইয়াক তুমি মানুহৰ বিধিৰ দৰে কৰিলা; ইয়াৰ
পাছত দায়ূদে তোমাক আৰু কি কব ? কাৰণ হে
প্ৰভু যিহোৱা, তুমি আপোন দাসক জানি আছা।
২১ কিয়নো, তুমি আপোন বাক্যৰ কাৰণে আৰু
আপোনাৰ মনৰ মতে এই সমস্ত মহৎ কৰ্ম্ম সাধন
২২ কৰি, তোমাৰ দাসক জনালা। এই হেতুকে হে
ঈশ্বৰ যিহোৱা, তুমি মহান; কিয়নো, আমি
আপোন কাণে যি যি শুনিলোঁ, সেই সকলোৰ
দৰে তোমাৰ তুল্য কোনো নাই, আৰু তোমাত
২৩ বাজে আৰু কোনো ঈশ্বৰ নাই। আৰু তোমাৰ
প্ৰজা ইস্ৰায়েল লোকৰ তুল্য, যাক ঈশ্বৰে আপো-
নাৰ নিমিত্তে মুক্ত কৰি নিজ প্ৰজা কৰিবলৈ,
আৰু আপোনাৰ নাম কীৰ্ত্তিমন্ত কৰিবলৈ, আৰু
মিচৰৰ পৰা অৰ্থাৎ পৰজাতিবিলাকৰ আৰু
সিহঁতৰ দেৱতাবোৰৰ মাজৰ পৰা তুমি মুক্ত কৰা
তোমাৰ প্ৰজাৰ আগত আমাৰ পক্ষে মহৎ কৰ্ম্ম,
আৰু তোমাৰ দেশৰ পক্ষে নানা ভয়ঙ্কৰ কৰ্ম্ম সিদ্ধ
কৰিবলৈ তুমি আগমন কৰিলা, পৃথিবীৰ মাজত
২৪ এনে আন কোন জাতি আছে? আৰু সদাকাল
তোমাৰ প্ৰজা হবৰ অৰ্থে তোমাৰ নিমিত্তে তো-
মাৰ প্ৰজা ইস্ৰায়েল লোকক তুমি স্থাপন
কৰিলা; আৰু হে যিহোৱা, তুমি সিবি-
২৫ লাকৰ ঈশ্বৰ হলা। এই হেতুকে এতিয়া হে ঈশ্বৰ
যিহোৱা, তুমি আপোন দাসৰ আৰু তাৰ বংশৰ
বিষয়ে যি বাক্য কলা, তাক সদাকাললৈ থিৰ
কৰা; আৰু যেনেকৈ কলা, তেনেকৈয়ে কৰা।
২৬ বাহিনীবিলাকৰ যিহোৱা ইস্ৰায়েলৰ ওপৰত
থকোঁতা ঈশ্বৰ, আৰু তোমাৰ দাস দায়ূদৰ বংশ
তোমাৰ সাক্ষাতে থিৰে থাকিব, এই বুলি লোকে
কোৱাত, তোমাৰ নাম সদাকাল মহিমান্বিত হওক।
২৭ কিয়নো, হে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱা, মই তোমাৰ নিমিত্তে এক বংশ স্থাপন
কৰিম বুলি তুমিয়েই তোমাৰ দাসৰ আগত প্ৰকাশ
কৰিলা; এই কাৰণে তোমাৰ আগত এই প্ৰাৰ্থনা
২৮ কৰিবলৈ তোমাৰ দাসৰ মনত সাহ জন্মিল। আৰু
এতিয়া হে প্ৰভু যিহোৱা, তুমিয়েই ঈশ্বৰ, তোমাৰ
বাক্য সত্য, আৰু তুমিয়েই আপোন দাসলৈ এই
২৯ মঙ্গলপ্ৰতিজ্ঞা কৰিলা। এই হেতুকে তোমাৰ দাসৰ
বংশ যেন তোমাৰ আগত সদাকাল থাকে, এই
নিমিত্তে অনুগ্ৰহ কৰি তাক আশীৰ্ব্বাদ কৰা;
কিয়নো হে প্ৰভু যিহোৱা, তুমি নিজে প্ৰতিজ্ঞা
কৰিলা, আৰু তোমাৰ আশীৰ্ব্বাদৰ গুণে তোমাৰ
এই দাসৰ বংশ সদাকাল আশীৰ্ব্বাদপ্ৰাপ্ত হওক।

দায়ূদে নানা জাতিক জয় কৰা। তেওঁৰ
পাত্ৰমন্ত্ৰীবিলাকৰ তালিকা।

৮ পাছে দায়ূদে পলেষ্টীয়াবিলাকক আঘাত
কৰি বশীভূত কৰিলে, আৰু সিহঁতৰ হাতৰ
২ পৰা প্ৰধান নগৰৰ অধিকাৰ ললে। আৰু তেওঁ
মোৱাবীয়াবিলাকক আঘাত কৰি সিহঁতক
মাটিত বগৰাই লেজুৰে জুখিলে, অৰ্থাৎ বধ
কৰিবৰ অৰ্থে দুই লেজু, আৰু জীয়াই ৰাখিবৰ
অৰ্থে সম্পূৰ্ণ এক লেজু জুখিলে; পাছে মোৱা-
বীয়াবিলাকে দায়ূদৰ তলতীয়া হৈ উপহাৰ আনি-
৩ বলৈ ধৰিলে। আৰু চোবাৰ ৰজা ৰহোবৰ পুত্ৰ
হদদেজৰে নদীৰ ওচৰত আপোনাৰ অধিকাৰ
পুনৰায় স্থাপন কৰিবলৈ যাওঁতে, দায়ূদে তেওঁক
৪ আঘাত কৰি, তেওঁৰ এক হাজাৰ সাত শ অশ্বা-
ৰোহী আৰু বিশ হাজাৰ পদাতিক সৈন্য হাত
কৰি ললে; আৰু তেওঁৰ ৰথৰ আটাই ঘোঁড়াবোৰৰ
পাছ-ঠেঙৰ শিৰ কাটিলে, কিন্তু তাৰ মাজত এশ
৫ ৰথৰ নিমিত্তে ঘোঁড়া ৰাখিলে। পাছে দম্মেচকৰ
অৰামীয়াবিলাকে চোবাৰ হদদেজৰ ৰজাক সহায়
কৰিবলৈ আহিলত, দায়ূদে সেই অৰামীয়াবিলাকৰ
৬ মাজৰ বাইশ হাজাৰ লোকক বধ কৰিলে। তাৰ
পাছে দায়ূদে দম্মেচকৰ অৰাম দেশত সৈন্যদল
স্থাপন কৰিলে; তাতে অৰামীয়াবিলাকে দায়ূদৰ
তলতীয়া হৈ উপহাৰ আনিলে। এই ৰূপে দায়ূদ
যি যি ঠাইলৈ যায়, সেই সকলোতে যিহোৱাই
৭ তেওঁক জয়ী হবলৈ দিয়ে। আৰু দায়ূদে হদ-
দেজৰৰ দাস কেইজনৰ গাত থকা সোণৰ ঢাল-
বিলাক সোলোকাই যিৰূচালেমলৈ লৈ গল।
৮ আৰু দায়ূদ ৰজাই হদদেজৰৰ বেটহ আৰু
বেৰোথয় নগৰৰ পৰা অতিশয় অধিক পিত্তল
৯ আনিলে। পাছে হদদেজৰৰ সকলো সৈন্য-
১০ সামন্তক আঘাত কৰা কথা হমাতৰ ৰজা তোৱীয়ে
শুনি, দায়ূদ ৰজাৰ মঙ্গল সুধিবলৈ, আৰু যুদ্ধত
হদদেজৰক আঘাত কৰা বাবে তেওঁক ধন্যবাদ
দিবলৈ আপোনাৰ পুত্ৰ যোৰামক তেওঁৰ ওচৰ-
লৈ পঠালে; কিয়নো হদদেজৰৰ লগত তোৱীৰো

যুদ্ধ আছিল। পাছে যোৱামে ৰূপৰ, সোণৰ,
১১ আৰু পিত্তলৰ পাত্ৰ হাতত লৈ আহিল ; দায়ূদ
ৰজাই অৰাম, মোৱাব, অম্মোনৰ সন্তান-
বিলাক, পলেষ্টীয়া লোক, আৰু অমালেক আদি
১২ যিবিলাক জাতিক বশীভূত কৰিছিল, সিহঁতৰ
পৰা লাভ পোৱা আৰু চোবাৰ ৰজা ৰহোবৰ
পুত্ৰ হদদেজৰৰ পৰা লুট কৰি অনা যিবোৰ ৰূপ
আৰু সোণ তেওঁ উৎসৰ্গ কৰিলে, তাৰ লগতে এই-
১৩ বোৰকো যিহোৱাৰ আগত উৎসৰ্গ কৰিলে। আৰু
দায়ূদে লৱণ উপত্যকাত অৰামীয়াহঁতৰ মাজৰ
ওঠৰ হাজাৰ লোকক বধ কৰি উভটি অহা সময়ত
১৪ অতিশয় নাম জলা হল। পাছে দায়ূদে ইদোমত
নানা সৈন্যদল স্থাপন কৰিলে ; ইদোমৰ সকলো
কালে সৈন্যদল স্থাপন কৰিলত, সকলো ইদো-
মীয়া লোক দায়ূদৰ তলতীয়া হল। আৰু দায়ূদ
যি যি ঠাইলৈ যায়, সেই সকলোতে যিহোৱাই
তেওঁক জয়ী হবলৈ দিয়ে।
১৫ এই ৰূপে গোটেই ইস্ৰায়েলৰ ওপৰত ৰাজত্ব
কৰি দায়ূদে আপোনাৰ সকলো প্ৰজাৰ নিমিত্তে
১৬ বিচাৰ আৰু ন্যায় সাধন কৰিলে। চৰুয়াৰ পুত্ৰ
যোৱাব প্ৰধান সেনাপতি আছিল ; অহীলূদৰ
পুত্ৰ যিহোচাফট ইতিহাসলিখক আছিল ;
১৭ অহীটূবৰ পুত্ৰ চাদোক, আৰু অবিয়াথৰৰ পুত্ৰ
অহীমেলক পুৰোহিত আছিল ; চৰায়া ৰাজ-
১৮ লিখক আছিল ; যিহোয়াদাৰ পুত্ৰ বনায়া কৰে-
থীয়া আৰু পলেথীয়াবিলাকৰ অধ্যক্ষ আছিল ;
আৰু দায়ূদৰ পুত্ৰবিলাক মন্ত্ৰী আছিল।

মফীবোচতলৈ দায়ূদৰ দয়া অনা।

৯ পাছে দায়ূদে সুধিলে, ময় যোনাথনৰ
কাৰণে যাক দয়া ব্যৱহাৰ কৰিব পাৰিম,
চৌলৰ বংশৰ এনে কোনো এতিয়াও অৱশিষ্ট
২ আছে নে ? তাতে চীবা নামেৰে চৌলৰ যি এজন
দাস আছিল, তাক দায়ূদৰ ওচৰলৈ মতালত,
ৰজাই তাক সুধিলে, তুমি চীবা হোৱা নে ? সি
৩ কলে, আপোনাৰ বন্দী সেয়ে হওঁ। পাছে ৰজাই
সুধিলে, ময় ঈশ্বৰলৈ চাই যাক দয়া কৰিব পাৰোঁ,
চৌলৰ বংশৰ এনে কোনো অৱশিষ্ট নাই নে ?
তাতে চীবাই ৰজাক কলে, যোনাথনৰ দুয়োখন
ভৰি খোড়া হোৱা এটী পুত্ৰ এতিয়াও অৱশিষ্ট
৪ আছে। ৰজাই তাক সুধিলে, সি ক'ত আছে ?
চীবাই ৰজাক কলে, দেখোক, তেওঁ লো-দবাৰত
অম্মীয়েলৰ পুতেক মাখীৰৰ ঘৰত আছে।
৫ তেতিয়া দায়ূদ ৰজাই লো-দবাৰলৈ মানুহ পঠাই
অম্মীয়েলৰ পুতেক মাখীৰৰ ঘৰৰ পৰা তেওঁক
৬ অনালে। পাছে চৌলৰ নাতিয়েক যোনাথনৰ
পুত্ৰ সেই মফীবোচতে দায়ূদৰ ওচৰলৈ আহি,
মাটিলৈ মুখ কৰি পৰি তেওঁক প্ৰণিপাত কৰিলে।
তাতে দায়ূদে কলে, হে মফীবোচৎ ; তেওঁ উত্তৰ
৭ কৰিলে, দেখোক, আপোনাৰ দাস আছোঁ। তেতিয়া
দায়ূদে তেওঁক কলে, ভয় নকৰিবা ; কিয়নো ময়
তোমাৰ পিতৃ যোনাথনৰ কাৰণে অৱশ্যে তোমা-
লৈ দয়া কৰিম, আৰু তোমাৰ পিতামহ চৌলৰ
সকলো মাটী তোমাক ওলোটাই দিম ; আৰু তুমি
৮ সদায় মোৰ মেজতে ভোজন কৰিবা। তাতে তেওঁ
প্ৰণিপাত কৰি কলে, আপোনাৰ দাস ময় নো
কোন, যে মৰা কুকুৰৰ সদৃশ যি ময়, মোলৈ
৯ আপুনি সুদৃষ্টি কৰিছে ? পাছে ৰজাই চৌলৰ
দাস সেই চীবাক মতাই কলে, ময় তোমাৰ প্ৰভুৰ
পুত্ৰক চৌলৰ আৰু তেওঁৰ সকলো বংশৰ সৰ্ব্বস্বকে
১০ দিলোঁ। এই হেতুকে তুমি আৰু তোমাৰ পোৱালী-
হঁতে আৰু তোমাৰ বন্দীবোৰেও তেওঁৰ সেই
মাটীত খেতি কৰিবা ; আৰু তোমাৰ প্ৰভুৰ পুত্ৰৰ
আহাৰৰ নিমিত্তে তাত উৎপন্ন হোৱা শস্য আনি
দিবা ; কিন্তু তোমাৰ প্ৰভুৰ পুত্ৰ মফীবোচতে
সদায় মোৰ মেজত ভোজন কৰিব। সেই চীবাৰ
পোন্ধৰটা পুতেক আৰু বিশটা বন্দী আছিল।
১১ পাছে চীবাই ৰজাক কলে, মোৰ প্ৰভু মহাৰাজে
আপোনাৰ এই দাসক যি আজ্ঞা দিছে, সেই দৰে
আপোনাৰ এই দাসে সকলোকেই কৰিব। তাতে
মফীবোচতে ৰাজকোঁৱৰৰ এজনৰ দৰে ৰজাৰ
১২ মেজত ভোজন কৰিবলৈ ধৰিলে। সেই মফী-
বোচতৰ মীখা নামেৰে এটী সৰু পুতেক আছিল।
চীবাৰ ঘৰত থকা আটাই লোক মফীবোচতৰ
১৩ বন্দী হল। কিন্তু মফীবোচতে যিৰূচালেমত নিবাস
কৰিলে ; কিয়নো তেওঁ নিত্যে নিত্যে ৰজাৰ
মেজত ভোজন কৰে ; আৰু তেওঁৰ দুয়োখন ভৰি
খোড়া আছিল।

অৰামীয়া আৰু অম্মোনীয়াহঁতে সৈতে
দায়ূদে যুদ্ধ কৰা।

১০ পাছে অম্মোনৰ সন্তানবিলাকৰ ৰজা
মৰিলত, তেওঁৰ পুতেক হানূন তেওঁৰ পদত
২ ৰজা হল। তাতে দায়ূদে কলে, হানূনৰ পিতৃ
নাহচে মোক যি ৰূপে অনুগ্ৰহ কৰিছিল, সেই
ৰূপে ময়ো হানূনক অনুগ্ৰহ কৰিম, এই বুলি
দায়ূদে তেওঁৰ পিতৃৰ নিমিত্তে সান্ত্বনা কৰিবলৈ
আপোনাৰ কেতবিলাক দাস পঠালে। তাতে, দায়ূ-
দৰ দাসবিলাকে অম্মোনৰ সন্তানবিলাকৰ দেশ
৩ পালত, অম্মোনৰ সন্তানবিলাকৰ অধ্যক্ষবিলাকে
আপোন প্ৰভু হানূনক কলে, দায়ূদে আপোনাৰ
পিতৃক আদৰ কৰে দেখি, আপোনাক সান্ত্বনা
কৰিবলৈ আপোনাৰ ওচৰলৈ লোক পঠাইছে
বুলি আপুনি ভাবিছে নে ? দায়ূদে জানো নগৰ
চাবলৈ, তাৰ বুজবিচাৰ লবলৈ, আৰু তাক নষ্ট
৪ কৰিবলৈ দাসবিলাকক পঠোৱা নাই ? তাতে

হাচূনে দায়ূদর দাসবিলাকক ধৰি সিবিলাকৰ
একাল একাল দাঁড়ি খুৰালে, আৰু সিবিলাকৰ
পিন্ধা কাপড়ৰ আধা টিকায় ধৰিত কাটি
৫ সিবিলাকক বিদায় দিলে। পাছে সিবিলাকে
দায়ূদৰ আগলৈ কৈ পঠালত, ৰজাই সিবি-
লাকে সৈতে সাক্ষাৎ কৰিবলৈ মানুহ পঠালে ;
কিয়নো সিবিলাকে অতিশয় লাজ পাইছিল।
আৰু ৰজাই সিবিলাকক আজ্ঞা দিলে, বোলে,
তোমালোকৰ দাঁড়ি মহয়মানে তোমালোক
যিৰীহোত থাকা ; পাছে উলটি আহিবা।
৬ পাছে অম্মোনৰ সন্তানবিলাকে দায়ূদৰ আগত
ঘিণলগীয়া হলোঁ বুলি জানি, মানুহ পঠাই
বৈৎ-ৰহোবৰ আৰু চোবাৰ বিশ হাজাৰ
অৰামীয়া পদাতিক সৈন্যক, আৰু মাখাৰ
ৰজাক ও তেওঁৰ এক হাজাৰ লোকক, আৰু টোবৰ
৭ বাৰ হাজাৰ লোকক বেচ দি অনালে। পাছে
দায়ূদে সেই সংবাদ পাই যোৱাবক আৰু পৰা-
ক্ৰমী গোটেই সৈন্যসামন্তক তালৈ পঠাই দিলে।
৮ তাতে অম্মোনৰ সন্তানবিলাকে বাহিৰলৈ আহি
নগৰৰ দুৱাৰমুখত যুদ্ধ কৰিবৰ অৰ্থে সৈন্যৰ
বেহ পাতিলে, আৰু চোবাৰ ও ৰহোবৰ অৰা-
মীয়া লোকবিলাক আৰু টোবৰ ও মাখাৰ লোক-
৯ বিলাক পৃথকে পৃথকে পথাৰত থাকিল। এই
ৰূপে আগফালে পাছফালে, দুয়োফালে যুদ্ধ হব
দেখি, যোৱাবে ইস্ৰায়েলৰ আটাই মনোনীত
লোকৰ মাজত মানুহ বাচি লৈ অৰামীয়াবিলাকৰ
১০ বিৰুদ্ধে বেহ পাতিলে ; আৰু অৱশিষ্ট লোক-
বিলাকক আপোন ভায়েক অবীচয়ৰ হাতত
সোধাই দিলে, তাতে তেওঁ অম্মোনৰ সন্তান-
১১ বিলাকৰ বিৰুদ্ধে বেহ পাতিলে। আৰু যোৱাবে
কলে, যদি অৰামীয়াবোৰ মোতকৈ বলৱান হয়,
তেন্তে তুমি আহি মোক সহায় কৰিবাহি ; আৰু
যদি তোমাতকৈ অম্মোনৰ সন্তানবিলাক বলৱান
হয়, তেন্তে মই গৈ তোমাক সহায় কৰিমগৈ।
১২ তুমি সাহীয়াল হোৱা ; আমি স্বজাতীয় লোক-
বিলাকৰ আৰু আমাৰ ঈশ্বৰৰ নগৰবিলাকৰ নি-
মিত্তে পুৰুষালি দেখুৱাওঁহঁক; আৰু যিহো-
ৱাই আপোন দৃষ্টিত যিহকে ভাল দেখে, তাকেই
১৩ কৰোক। পাছে যোৱাব আৰু তেওঁৰ লগৰ লোক-
বিলাকে অৰামীয়াবিলাকে সৈতে যুদ্ধ কৰিবলৈ
ওচৰ চাপিলত, সিহঁত তেওঁৰ আগৰ পৰা পলাল।
১৪ আৰু অৰামীয়াবিলাক পলোৱা দেখি, অম্মোনৰ
সন্তানবিলাকেও অবীচয়ৰ আগৰ পৰা পলাই
নগৰত সোমালগৈ। তেতিয়া যোৱাব অম্মোনৰ
সন্তানবিলাকৰ ওচৰৰ পৰা যিৰূচালেমলৈ উলটি
১৫ আহিল। পাছে অৰামীয়াবিলাকে ইস্ৰায়েলৰ
সম্মুখত আপোনাবিলাকক ঘটা দেখি গোট
১৬ খালে। আৰু হদদেজৰে মানুহ পঠাই নদীৰ
সিপাৰে থকা অৰামীয়াবিলাকক বাহিৰ কৰি
আনিলত, সিহঁত হেলমলৈ আহিল; হদদেজৰৰ
সেনাপতি চোবক সিহঁতৰ অগ্ৰগামী হৈ আহিল।
১৭ পাছে দায়ূদৰ আগত এই বাৰ্ত্তা দিয়া হলত, তেওঁ
গোটেই ইস্ৰায়েলক গোটাই লৈ যৰ্দ্দন পাৰ
হৈ হেলমলৈ গল। তাতে অৰামীয়া লোক-
বিলাকে দায়ূদৰ বিৰুদ্ধে বেহ পাতি তেওঁৰ লগত
১৮ যুদ্ধ কৰিলে। কিন্তু অৰামীয়াবিলাক ইস্ৰায়েলৰ
সম্মুখৰ পৰা পলাল ; আৰু দায়ূদে অৰামীয়া-
হঁতৰ সাত শ ৰথীসৈন্য আৰু চল্লিশ হাজাৰ
অশ্বাৰোহী বধ কৰিলে, আৰু সিহঁতৰ সেনাপতি
চোবকক এনেকৈ প্ৰহাৰ কৰিলে, যে, তেওঁ তাতে
১৯ মৰিল। পাছে ইস্ৰায়েলৰ সম্মুখত আপোনা-
বিলাকক ঘটা দেখি, হদদেজৰৰ অধীনে থকা
সকলো ৰজাই সন্ধি পাতি সিবিলাকৰ অধীন হল।
তেতিয়াৰে পৰা অৰামীয়া লোকে অম্মোনৰ
সন্তানবিলাকক সহায় কৰিবলৈ ভয় কৰিলে।

দায়ূদৰ মহাপাপৰ বিবৰণ।

১১ পাছে বছৰ ঘূৰিলত, যি কালত ৰজাবিলাক
যুদ্ধলৈ যায়, এনে কালত দায়ূদে যোৱাবক
আৰু তেওঁৰ লগত তেওঁৰ দাসবিলাকক আৰু
গোটেই ইস্ৰায়েলক পঠালে ; সিবিলাকে গৈ
অম্মোনৰ সন্তানবিলাকৰ দেশ নষ্ট কৰি ৰব্বা
নগৰ অৱৰোধ কৰিলে ; কিন্তু দায়ূদ যিৰূচালেমত
থাকিল।
২ পাছে এদিন সন্ধ্যা কালত, দায়ূদে শয্যাৰ
পৰা উঠি ৰাজগৃহৰ চালত ফুৰোঁতে, চালৰ
ওপৰৰ পৰা চাই এজনী তিৰুতাক গা
ধোৱা দেখিলে ; তিৰুতা জনী দেখিবলৈ অতি
৩ সুন্দৰী আছিল। তাতে দায়ূদে মানুহ পঠাই
সেই তিৰুতাৰ কথা সুধিলত, কোনো এটাই
কলে, তেওঁ ইলীয়ামৰ জীয়েক হিত্তীয়া
উৰিয়াৰ ভাৰ্য্যা বৎ-চেবা জানো নহয় ?
৪ তেতিয়া দায়ূদে দূত পঠাই তাইক অনালে ;
আৰু তাই দায়ূদৰ ওচৰলৈ আহিলত, দায়ূদে
তাইৰ লগত শয়ন কৰিলে, ( কিয়নো সেই তিৰু-
তাই আপোনাৰ অশৌচৰ পৰা শুচি হৈছিল ; )
আৰু তাই আপোনাৰ ঘৰলৈ উলটি গল।
৫ পাছে সেই তিৰুতা গৰ্ভৱতী হোৱাত, মানুহ
পঠাই দায়ূদক বাৰ্ত্তা দি কলে, মোৰ গৰ্ভ হল।
৬ তেতিয়া দায়ূদে যোৱাবৰ ওচৰলৈ কৈ পঠালে,
বোলে, হিত্তীয়া উৰিয়াক মোৰ ওচৰলৈ পঠাই
দিয়া ; তাতে যোৱাবে উৰিয়াক দায়ূদৰ ওচৰলৈ
৭ পঠাই দিলে। পাছে উৰিয়া তেওঁৰ ওচৰলৈ
আহিলত, দায়ূদে তেওঁক যোৱাবৰ মঙ্গল,
লোকবিলাকৰ মঙ্গল, আৰু যুদ্ধৰ বাৰ্ত্তা সুধিলে।
৮ পাছে দায়ূদে উৰিয়াক কলে, তুমি আপোন

ঘৰলৈ নামি গৈ আপোনাৰ ভৰি ধোৱা ; তাতে
উৰিয়া ৰজাৰ ঘৰৰ পৰা ওলাই গল, আৰু ৰজাৰ
৯ ওচৰৰ পৰা তেওঁৰ পাছত ভেঁটি গল। কিন্তু উৰি-
য়াই আপোন প্ৰভুৰ দাসবিলাকে সৈতে ৰাজ-
গৃহৰ দুৱাৰমুখত শুই থাকিল, আপোন
১০ ঘৰলৈ নগল। পাছে উৰিয়া আপোন ঘৰলৈ
নোযোৱা কথা দায়ূদৰ আগত মানুহবোৰে জনা-
লত, দায়ূদে উৰিয়াক কলে, তুমি যাত্ৰাৰ পৰা
অহা নাই নে ? তেন্তে আপোন ঘৰলৈ কিয়
১১ নগলা ? তাতে উৰিয়াই দায়ূদক কলে, চন্দুকটো,
ইস্ৰায়েল, আৰু যিহূদা পজাত বাস কৰি আছে ;
আৰু মোৰ প্ৰভু যোৱাব, আৰু মোৰ প্ৰভুৰ দাস-
বিলাক ছাউনি পাতি মুকলিত আছে ; তেন্তে
ময় জানো ভোজন পান কৰিবলৈ আৰু তিৰুতাৰ
লগত শয়ন কৰিবলৈ আপোন ঘৰলৈ যাব
পাৰো ? আপোনাৰ জীৱনৰ আৰু আপোনাৰ
জীয়া প্ৰাণৰ শপথ, ময় এনে কৰ্ম্ম নকৰিম।
১২ তেতিয়া দায়ূদে উৰিয়াক কলে, তুমি আজিও
ইয়াতে থাকা, কাইলৈ ময় তোমাক বিদায়
কৰিম। তাতে উৰিয়াই সেই দিনা আৰু তাৰ
১৩ পাছদিনাও যিৰূচালেমত থাকিল। আৰু দায়ূদে
তেওঁক নিমন্ত্ৰণ কৰি আপোনাৰ সাক্ষাতে ভোজন
পান কৰাই তেওঁক মতোৱাল কৰিলে ; তথাপি
তেওঁ সন্ধ্যা কালত আপোন প্ৰভুৰ দাসবিলাকৰ
লগত আপোন শয্যাত শুবলৈ বাহিৰলৈ গল,
১৪ আপোন ঘৰলৈ নামি নগল। পাছে ৰাতিপুৱা
দায়ূদে এখন পত্ৰ লিখি উৰিয়াৰ হাতত যোৱাবৰ
১৫ ওৰিলৈ পঠালে। পত্ৰখনত তেওঁ ইয়াকে লিখি-
ছিল, বোলে, তোমালোকে এই উৰিয়াক টান যুদ্ধৰ
সন্মুখত ৰাখিবা, আৰু ই আঘাত পাই মৰিবৰ
নিমিত্তে তোমালোক ইয়াৰ পাছৰ পৰা হঁহকি
১৬ যাবা। পাছে, যোৱাবে নগৰ অৱৰোধ কৰা কালত,
যি কোনো ঠাইত সাহীয়াল লোক আছে বুলি
১৭ জানিছিল, সেই ঠাইতে উৰিয়াক থলে। পাছে
নগৰত থকা লোকবিলাকে বাহিৰ ওলাই যোৱাবৰ
লগত যুদ্ধ কৰিলত, লোকবিলাকৰ মাজৰ, অৰ্থাৎ
দায়ূদৰ দাসবিলাকৰ মাজৰ কেইবা জনো পতিত
হল, বিশেষকৈ সেই হিত্তীয়া উৰিয়াও মৰা
১৮ পৰিল। পাছে যোৱাবে দূত পঠাই সেই যুদ্ধৰ
১৯ সকলো বিবৰণ দায়ূদক জনালে ; তেওঁ দূতক
আজ্ঞা দি কৈছিল, বোলে, তুমি ৰজাৰ আগত
২০ ৰণৰ আটাই বাৰ্ত্তা কৈ এঁটোৱাৰ পাছে, যদি
ৰজাই খং উঠি তোমাক কয়, তোমালোকে যুদ্ধ
কৰোঁতে নগৰৰ গড়ৰ ইমান ওচৰ চাপি কিয়
গৈছিলা ? সিহঁতে গড়ৰ ওপৰৰ পৰা কাঁড়
মাৰিব বুলি তোমালোকে নেজানিছিলা নে ?
২১ যিৰুব্বেচতৰ পুত্ৰ অবীমেলকক কোনে মাৰি-
ছিল ? এজনী তিৰুতাই গড়ৰ ওপৰৰ পৰা যাঁত
শিলৰ ওপৰৰ চলা তেওঁৰ ওপৰত পেলোৱাত, তেওঁ
তেবেচত নমৰিল নে ? তোমালোকে গড়ৰ ইমান
ওচৰলৈ কিয় গৈছিলা ? তেতিয়া তুমি কবা,
২২ আপোনাৰ দাস হিত্তীয়া উৰিয়াও মৰিল। পাছে
সেই দূতে গৈ দায়ূদৰ ওৰিত উপস্থিত হৈ,
যোৱাবে কৈ পঠোৱা সকলো কথা দায়ূদৰ আগত
২৩ জনালে। সেই দূতে দায়ূদক কলে, সেই লোক-
বিলাক আমাৰ বিৰুদ্ধে প্ৰবল হৈ পথাৰলৈ
আমাৰ ওচৰলৈকে ওলাই আহিছিল। তেতিয়া
আমি দুৱাৰমুখলৈকে সিহঁতৰ পাছে পাছে
২৪ খেদি যোৱাত, কাঁড়িয়তীবোৰে গড়ৰ ওপৰৰ
পৰা আপোনাৰ দাসবিলাকলৈ কাঁড় মাৰিলে;
তাতে মহাৰজাৰ কেতবিলাক দাস মৰিল,
আৰু আপোনাৰ দাস হিত্তীয়া উৰিয়াও মৰিল।
২৫ তেতিয়া দায়ূদে সেই দূতক কলে, তুমি
গৈ যোৱাবক এই ৰূপে কবা, ইয়াত তুমি
অসন্তোষ নকৰিবা, কিয়নো তৰোৱালে যেনেকৈ
এজনক, তেনেকৈ আন এজনকো গ্ৰাস কৰে ; তুমি
নগৰৰ বিৰুদ্ধে আৰু ঘোৰ যুদ্ধ কৰি তাক উচ্ছন্ন
২৬ কৰা। এই ৰূপে তেওঁক আশ্বাস দিবা। পাছে
উৰিয়াৰ তিৰুতাই আপোন গিৰিয়েক উৰিয়াৰ
মৃত্যুসংবাদ পাই গিৰিয়েকৰ নিমিত্তে বিলাপ
২৭ কৰিলে। পাছে শোকৰ দিন শেষ হলত, দায়ূদে
মানুহ পঠাই তাইক আপোনাৰ ঘৰলৈ অনালে ;
তাতে তাই তেওঁৰ তিৰুতা হৈ, তেওঁলৈ এটী পুত্ৰ
প্ৰসৱ কৰিলে ; কিন্তু দায়ূদে কৰা সেই কৰ্ম্মত
যিহোৱাই অসন্তোষ পালে।

১২ পাছে যিহোৱাই দায়ূদৰ ওচৰলৈ নাথনক
পঠালে। তেওঁ দায়ূদৰ ওচৰলৈ আহি তেওঁক
কলে, এখন নগৰত দুজন মানুহ আছিল, এজন
২ ধনৱান আৰু এজন দৰিদ্ৰ। সেই ধনৱান জনৰ
৩ গৰু মেৰ আদিৰ বহুৎ জাক আছিল ; কিন্তু সেই
দৰিদ্ৰ জনৰ এজনী সৰু চেঁউৰী মেৰ পোৱালিৰ
বাহিৰে আৰু একোৱেই নাছিল ; সি তাইক
কিনি লৈ পুহিছিল ; সেই মেৰ পোৱালিটী
তাৰ আৰু তাৰ লৰা ছোৱালীৰ লগত থাকি
ডাঙৰ হৈছিল ; তাই তাৰ খোৱা বস্তুকে খায়,
তাৰ পাত্ৰতে পান কৰে, তাৰ বুকতে শোৱে,
আৰু তাই তাৰ এজনী জীয়েকৰ নিচিনা আছিল।
৪ পাছে সেই ধনৱান জনৰ ঘৰলৈ এজন পথিক
আহিলত, সি আপোনাৰ ঘৰলৈ অহা সেই
পথিকৰ নিমিত্তে ৰান্ধিবলৈ, আপোনাৰ গৰু
মেৰ আদিৰ জাকৰ পৰা একো আনিবলৈ মন
নকৰি, দৰিদ্ৰ জনৰ মেৰ পোৱালিটীকে লৈ
আপোনাৰ ওচৰলৈ অহা মানুহটোৰ নিমিত্তে
৫ ৰান্ধিলে। তাতে দায়ূদে সেই মানুহলৈ অতিশয়
ক্ৰুদ্ধ হৈ নাথনক কলে, যিহোৱাৰ জীৱনৰ
শপথ, যি মানুহে সেই কাম কৰিলে, সি

৬ মৃত্যুর যোগ্য; আৰু সি একো দয়া নকৰি এনে
কাম কৰাতে, সি সেই মেৰ পোৱালিৰ চাৰি
গুণ ওভোটাই দিব।
৭ তেতিয়া নাথনে দায়ূদক কলে, তুমিয়েই সেই
মানুহ। ইস্রায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা
কৈছে, ময়েই তোমাক ইস্রায়েলৰ ওপৰত ৰজা
অভিষেক কৰিলোঁ, আৰু চৌলৰ হাতৰ পৰা
৮ তোমাক উদ্ধাৰ কৰিলোঁ; আৰু তোমাৰ প্ৰভুৰ
গৃহ তোমাক দিলোঁ, প্ৰভুৰ পত্নীবিলাকো তো-
মাৰ বুকত দিলোঁ, আৰু ইস্রায়েল ও যিহূদাৰ
বংশ তোমাক দিলোঁ; আৰু সেয়ে অলপ হোৱা
হলে, ময় তোমাক আমুক তামুক বস্তু আৰু
৯ দিলোঁহেঁতেন। তুমি কিয় যিহোৱাৰ বাক্য তুচ্ছ
কৰি তেওঁৰ সাক্ষাতে কু-আচৰণ কৰিলা? তুমি
হিত্তীয়া ঊৰিয়াক তৰোৱালৰ দ্বাৰায় মাৰি
পেলালা, তাৰ তিৰুতাকো আনি আপোনাৰ
তিৰুতা কৰিলা, আৰু অম্মোনৰ সন্তানবিলাকৰ
১০ তৰোৱালৰ দ্বাৰায় ঊৰিয়াক বধ কৰিলা। এতেকে
তৰোৱালে কেতিয়াও তোমাৰ বংশক এড়ি নে-
যাব; কিয়নো তুমি মোক হেয়জ্ঞান কৰি হিত্তীয়া
ঊৰিয়াৰ তিৰুতাক আনি আপোনাৰ তিৰুতা
১১ কৰিলা। যিহোৱাই এই কথা কৈছে, দেখা, ময়
তোমাৰ নিজ বংশৰ পৰা তোমাৰ বিৰুদ্ধে অমঙ্গল
উৎপন্ন কৰিম, আৰু তোমাৰ আগতে তোমাৰ
তিৰুতাবোৰ লৈ তোমাৰ চুবুৰীয়াক দিম;
তাতে সি সেৌ সূৰ্য্যৰ সাক্ষাতে তোমাৰ তিৰুতা-
১২ বোৰৰ লগত শয়ন কৰিব। কিয়নো তুমি গুপুতে
এই কৰ্ম্ম কৰিলা, কিন্তু ময় হলে সকলো ইস্রায়ে-
লৰ আৰু সূৰ্য্যৰ সাক্ষাতে এই কৰ্ম্ম কৰাম।
১৩ তেতিয়া দায়ূদে নাথনক কলে, ময় যিহোৱাৰ
বিৰুদ্ধে পাপ কৰিলোঁ। তাতে নাথনে দায়ূদক
কলে, যিহোৱায়ো তোমাৰ পাপ দূৰ কৰিলে;
১৪ তুমি নমৰিবা। কিন্তু তুমি এই কৰ্ম্মৰ দ্বাৰায়,
যিহোৱাৰ শত্ৰুবোৰে নিন্দা কৰিবলৈ সিহঁতক
অতি ছল দিলা; এই হেতুকে তোমাৰ ঔৰসত
১৫ জন্মা লৰাটী নিশ্চয়ে মৰিব। পাছে নাথন
আপোনাৰ ঘৰলৈ গুচি গল।
পাছে যিহোৱাই ঊৰিয়াৰ ভাৰ্য্যাত জন্মা
দায়ূদৰ পুত্ৰটীক আঘাত কৰিলত, সি অতিশয়
১৬ নৰীয়া পড়িল। এই হেতুকে দায়ূদে লৰাৰ
নিমিত্তে যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিলে,
লঘোন দিলে, আৰু ভিতৰত সোমাই
১৭ ওৰেৰাতি মাটীত পড়ি থাকিল। তেতিয়া তেওঁৰ
ঘৰৰ বৃদ্ধ লোকবিলাকে উঠি তেওঁক মাটীৰ পৰা
তুলিবলৈ তেওঁৰ ওচৰলৈ গৈ থিয় হল; কিন্তু তেওঁ
উঠিবলৈ সম্মত নহল, আৰু সিবিলাকে সৈতে
১৮ ভোজনো নকৰিলে। পাছে সপ্তম দিনা লৰাটী
মৰিল। তাতে লৰাটী মৰা কথা দায়ূদৰ আগত
কবলৈ তেওঁৰ দাসবিলাকে ভয় কৰিলে; কিয়নো
সিহঁতে কলে, দেখা, লৰাটী জীয়াই থাকোঁতে
আমি তেওঁক অনেক কথা কলতো, তেওঁ আমাৰ
কথালৈ কাণ নিদিলে; এতিয়া লৰাটী মৰিল
বুলি কেনেকৈ তেওঁক কম? কলে, তেওঁ নিজকে
১৯ নিজে কিবা অপকাৰ কৰিব। কিন্তু দাসবিলাকে
ইটে সিটে কণাকণি কৰা দেখি, লৰা মৰিল বুলি
দায়ূদে বুজি আপোনাৰ দাসবিলাকক সুধিলে,
লৰাটী মৰিল নে কি? তাতে সিহঁতে কলে, হয়,
২০ মৰিল। তেতিয়া দায়ূদে মাটীৰ পৰা উঠি গা
ধুলে, আৰু গাত তেল ঘঁহিলে, আৰু কাপড়
সলাই যিহোৱাৰ গৃহত সোমাই তেওঁক প্ৰণি-
পাত কৰিলে; পাছে আপোনাৰ গৃহলৈ গল,
আৰু তেওঁৰ আজ্ঞামতে সিহঁতে তেওঁৰ আগত
২১ আহাৰ দিলত, তেওঁ ভোজন কৰিলে। ইয়াতে
তেওঁৰ দাসবিলাকে তেওঁক কলে, এইটো নো
আপোনাৰ কেনে ব্যৱহাৰ, যে, লৰাটী জীয়াই
থাকোঁতে আপুনি তাৰ নিমিত্তে লঘোন দি
ক্ৰন্দন কৰিছিল, কিন্তু এতিয়া লৰাটী মৰিলতেই
২২ উঠি ভোজন কৰিলে? তাতে তেওঁ কলে, লৰাটী
জীয়াই থাকোঁতে ময় লঘোন দি ক্ৰন্দন কৰি-
ছিলোঁ, কাৰণ ময় ভাবিছিলোঁ, লৰাটী জীয়াই
থাকিবৰ নিমিত্তে কিজানি যিহোৱাই মোলৈ
২৩ কৃপা কৰিব; কিন্তু এতিয়া সি মৰিল, এই
হেতুকে ময় কি কাৰণে লঘোন দিম, ময় জানো
তাক ওভোটাই আনিব পাৰিম? ময় তাৰ
ওচৰলৈ যাম, কিন্তু সি মোৰ ওচৰলৈ উভটি
২৪ নাহিব। পাছে দায়ূদে আপোন তিৰুতা বৎ-
চেবাক সান্ত্বনা কৰিলে, আৰু তাইৰ ওচৰলৈ
গৈ তাইৰ লগত শয়ন কৰিলে; আৰু তাই
এটী পুত্ৰ প্ৰসৱ কৰিলত, তেওঁ তাৰ নাম চলোমন
[শান্তিযুক্ত] ৰাখিলে। আৰু যিহোৱাই তাক
২৫ প্ৰেম কৰিলে, আৰু নাথন ভাববাদীক পঠাই
যিহোৱাৰ কাৰণে তাৰ নাম যিদীদীয়া [যিহো-
ৱাৰ প্ৰিয়] ৰখালে।
২৬ ইয়াৰ ভিতৰতে যোৱাবে অম্মোনৰ সন্তান-
বিলাকৰ ৰব্বা নগৰৰ অহিতে যুদ্ধ কৰি ৰাজনগৰ
২৭ ললে। তেতিয়া যোৱাবে দায়ূদৰ ওচৰলৈ দূতৰ
দ্বাৰায় কৈ পঠালে, বোলে, ময় ৰব্বাৰ বিৰুদ্ধে
২৮ যুদ্ধ কৰি জলপুৰী ললোঁ; এতিয়া আপুনি
অৱশিষ্ট লোকবিলাকক গোটাই লৈ নগৰৰ
বিৰুদ্ধে ছাউনি পাতি তাক লওকহি; নহলে
ময় হাত কৰি ললে, নগৰখন মোৰ নামেৰে
২৯ প্ৰখ্যাত হব। তাতে দায়ূদে আটাই লোকক
গোটাই ৰব্বালৈ গৈ, তাৰ অহিতে যুদ্ধ কৰি
৩০ তাক ললে। আৰু তেওঁ সিহঁতৰ ৰজাৰ মূৰৰ
পৰা তেওঁৰ ৰাজমুকুটটী ললে; তাৰ সোণৰ
পৰিমাণ এক কিকৰ আছিল, আৰু তাত অনেক

বহমূল্য মণি আছিল ; তাক দায়ূদর মূৰত দিয়া
হল। তেওঁ সেই নগৰৰ পৰা অতিশয় অধিক
৩১ লূটদ্ৰব্য উলিয়াই আনিলে। পাছে দায়ূদে তাৰ
ভিতৰত থকা লোকবিলাকক বাহিৰলৈ আনি
কৰতৰ তলত, আৰু লোহাৰ মৈ ও কূঠাৰৰ
তলত দিলে, আৰু ইটাৰ পাগশালিৰ মাজেদি
অহাযোৱা কৰালে। তেওঁ অম্মোনৰ সন্তান-
বিলাকৰ আটাই নগৰলৈ এই ৰূপে কৰিলে।
পাছে দায়ূদ আৰু তেওঁৰ সকলো লোক যিৰূ-
চালেমলৈ উভটি আহিল।

অম্নোনে কৰা ঘিণলগীয়া কাৰ্য্য। অব্চালোমে
তাক বধ কৰি পলাই যোৱা।

১৩ তাৰ পাছে এই ৰূপ ঘটনা হল, যে, দায়ূদৰ
পুত্ৰ অব্চালোমৰ তামৰ নামেৰে এজনী
সুন্দৰী ভনীয়েক আছিল। আৰু দায়ূদৰ পুতেক
২ অম্নোন তাইলৈ কামাসক্ত হল ; আৰু মনতে
এনে দুঃখ পালে, যে, সি আপোন ভনীয়েক
তামৰৰ নিমিত্তে নৰীয়া পৰিল ; কিয়নো তাই
কুমাৰী * আছিল, আৰু অম্নোনে তাইলৈ কিবা
৩ কৰিবলৈ দুঃসাধ্য বুলি ভাবিলে। কিন্তু দায়ূদৰ
ককায়েক চিমিয়াৰ পুতেক যোনাদব নামেৰে
অম্নোনৰ এজন বন্ধুৱেক আছিল, আৰু যোনাদব
৪ বৰ চতুৰ আছিল। সি অম্নোনক সুধিলে, হে
ৰাজপুত্ৰ, তুমি দিনে দিনে এনেকৈ ক্ষীণাই গৈছা
কিয় ? তাক মোক নোকোৱা নে ? তাতে অম্নোনে
কলে, মোৰ ককাই অব্চালোমৰ ভনীয়েক তামৰ-
৫ লৈ প্ৰেমাসক্ত আছোঁ। তেতিয়া যোনাদবে তাক
কলে, তুমি আপোনাৰ খাটৰ ওপৰত শুই
নৰীয়াৰ ভাও ধৰা ; পাছে তোমাৰ পিতৃয়ে
তোমাক চাবলৈ আহিলে, তেওঁক কবা, অনু-
গ্ৰহ কৰি মোৰ ভনী তামৰক মোৰ ওচৰলৈ
আহিবলৈ আজ্ঞা কৰোক, তাই মোক আহাৰ
দিওক, আৰুময় দেখি যেন তাইৰ হাতে ভোজন
কৰোঁ, এই নিমিত্তে মোৰ আগতে তাক যুগুত
৬ কৰোক। পাছে অম্নোনে নৰীয়াৰ ভাও ধৰি
পৰি থাকিল ; তাতে ৰজাই তাক চাবলৈ
আহিলত, অম্নোনে ৰজাক কলে, ময় বিনয় কৰোঁ,
মোৰ ভনী তামৰক আহিবলৈ দিওক, ময় তাইৰ
হাতে ভোজন কৰিবৰ নিমিত্তে তাই মোৰ
৭ আগতে দুটামান পিঠা যুগুত কৰোক। তেতিয়া
দায়ূদে তামৰৰ ঘৰলৈ মানুহ পঠাই কলে,
বোলে, এতিয়া তুমি আপোন ককাই অম্নোনৰ ঘৰ-
লৈ গৈ, তাৰ নিমিত্তে আহাৰ যুগুত কৰি দিয়া।
৮ তাতে তামৰ আপোন ককাই অম্নোনৰ ঘৰলৈ
গল ; তেতিয়া সি শুই আছিল। পাছে তামৰে
আটাগুৰি লৈ খচি, তাৰ আগতে পিঠা বনাই
৯ ভাও দিলে। আৰু তাৱাই সৈতে লৈ গৈ, তাৰ
আগত ঢালি দিলে ; কিন্তু সি খাবলৈ অমান্তি
হল ; আৰু অম্নোনে কলে, মোৰ ওচৰৰ পৰা
মানুহবোৰ বাহিৰলৈ যাব লাগে ; তাতে আটাই-
১০ বোৰ তাৰ ওচৰৰ পৰা বাহিৰলৈ গল। তেতিয়া
অম্নোনে তামৰক কলে, ময় তোমাৰ হাতে
ভোজন কৰিবৰ নিমিত্তে খোৱা বস্তু ভিতৰ খোঁটা-
লিলৈ আনা ; তাতে তামৰে আপুনি কৰা সেই
পিঠা লৈ ভিতৰ খোঁটালিলৈ আপোনাৰ ককাই
১১ অম্নোনৰ ওচৰলৈ গল। পাছে তাই তাক খুৱা-
বৰ নিমিত্তে তাৰ ওচৰলৈ তাক নিলত, অম্নোনে
তাইক ধৰি কলে, হে মোৰ ভনী, আহাঁ, মোৰ
১২ লগত শয়ন কৰা। তাতে তাই উত্তৰ দি কলে,
নহয় নহয়, মোৰ ককাই, মোক বলাৎকাৰ নক-
ৰিবা ; কিয়নো ইস্ৰায়েলৰ মাজত এনে কৰ্ম্ম কৰা
১৩ অযুগুত ; তুমি এনে মূৰ্খৰ কৰ্ম্ম নকৰিবা। ময়
কলৈ গৈ মোৰ লাজ ঢাকিম ? আৰু তুমিও ইস্ৰা-
য়েলৰ মাজত এজন মূৰ্খৰ নিচিনা হবা। এই
হেতুকে এতিয়া ময় বিনয় কৰোঁ, তুমি ৰজাৰ
আগত জনোৱা ; কিয়নো তেওঁ মোক তোমালৈ
১৪ দিবলৈ অসম্মত নহব। কিন্তু অম্নোনে তাইৰ
কথা শুনিবলৈ অসম্মত হৈ, নিজে তাইতকৈ বলী
হোৱা হেতুকে, সি তাইক বলেৰে ধৰি তাইৰ
১৫ লগত শয়ন কৰিলে। পাছে অম্নোনে তাইক
অতিশয় ঘিণ কৰিব ধৰিলে ; কিয়নো সি যি পৰি-
মাণে তাইলৈ কামাসক্ত আছিল, তাতকৈ অধিক
পৰিমাণে সি তাইক ঘিণ কৰিব ধৰিলে। এই
১৬ হেতুকে অম্নোনে তাইক কলে, উঠি গুচি যা। তাতে
তাই তাক কলে, এনে নকৰিবা ; কিয়নো তুমি
মোলৈ কৰা প্ৰথম দোষতকৈ, মোক বাহিৰ কৰি
উলিয়াই খেদা অধিক বেয়া। কিন্তু অম্নোনে তাইৰ
১৭ কথা শুনিবলৈ অমান্তি হৈ, আপোনাৰ পৰিচৰ্য্যা
কৰা দাসক মাতি কলে, এইক মোৰ ওচৰৰ পৰা
উলিয়াই দে, আৰু তাইৰ পাছত দুৱাৰ ভাং দে।
১৮ সেই কন্যাৰ গাত দীঘল আস্তিনৰ জামা আছিল,
কিয়নো বিয়া নিদিয়া ৰাজকুমাৰীবিলাকে সেই
ৰূপ জামা পিন্ধে। পাছে তাৰ দাসে তাইক
বাহিৰ কৰি দি তাইৰ পাছত দুৱাৰ ভাং দিলে।
১৯ তেতিয়া তামৰে আপোনাৰ মূৰত ছাই ললে,
আৰু আপোনাৰ গাত থকা সেই দীঘল আস্তি-
নৰ জামা ফালি মূৰত হাত দি চিঁয়ৰি কান্দি কান্দি
২০ গুচি আহিল। তাৰ পাছে তাইৰ ককায়েক অব্-
চালোমে তাইক সুধিলে, তোমাৰ ককাই অম্নোন
তোমাৰ লগত আছিল নে কি ? কিন্তু এতিয়া হে
মোৰ ভনী, মনে মনে থাকা, সি তোমাৰ ককাই ;
এই কথাত বৰকৈ দুঃখ নকৰিবা। তেতিয়াৰে

* ইয়াতে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী
কন্যা বুজায়।

পৰা তামৰ বিবাদ মনেৰে আপোন ককাই
২১ অব্চালোমৰ ঘৰত থাকিল। পাছে দায়ূদ ৰজাই
২২ এই সকলো কথা শুনি অতিশয় ক্ৰুদ্ধ হল। আৰু
অব্চালোমে অম্নোনক ভাল বেয়া একোকে নকলে;
কিয়নো তেওঁৰ ভনীয়েক তামৰক অম্নোনে বলাৎ-
কাৰ কৰাৰ কাৰণে অব্চালোমে তাক ঘিণ
কৰিলে।
২৩ পূৰা দুবছৰৰ পাছে ইফ্ৰয়িমৰ ওচৰত থকা
বাল-হাচোৰত অব্চালোমৰ মেৰৰ নোম কাটিব
লগা আছিল; তাতে অব্চালোমে আটাই
২৪ কেউজন ৰাজকোঁৱৰক নিমন্ত্ৰণ কৰিলে। অব্-
চালোমে ৰজাৰ ওচৰলৈ আহি কলে, দেখোক,
আপোনাৰ এই দাসৰ মেৰৰ নোম কাটিব লগা
হৈছে; এই কাৰণেময় বিনয় কৰোঁ, মহাৰাজ
আৰু মহাৰাজৰ দাসবিলাক আপোনাৰ এই দাসৰ
২৫ লগত আহোক। তাতে ৰজাই অব্চালোমক কলে,
সেয়ে নহয়, বোপা, আমি আটাইবিলাক নেযাওঁ;
গলে তোমাৰ অধিক ভাৰ হব। তথাপি তেওঁ
বড়কৈ ধৰিলে; কিন্তু ৰজাই যাবলৈ মান্তি নহৈ,
২৬ তেওঁক আশীৰ্ব্বাদ কৰিলে। তেতিয়া অব্চালোমে
কলে, যদি সেয়ে নহয়, তেন্তে মোৰ ভাই
অম্নোনক আমাৰ লগত যাবলৈ অনুমতি দিওক।
ৰজাই তেওঁক কলে, সি কিয় তোমাৰ লগত যাব?
২৭ কিন্তু অব্চালোমে বড়কৈ ধৰাত, ৰজাই অম্নোনক
আৰু সকলো ৰাজকোঁৱৰক তেওঁৰ লগত যাবলৈ
২৮ অনুমতি দিলে। পাছে অব্চালোমে আপোনাৰ
দাসবিলাকক এই আজ্ঞা কৰিলে, বোলে, অম্নোনৰ
মন কোন সময়ত দ্ৰাক্ষাৰসত প্ৰফুল্লিত হয়, তহঁতে
তাক ভালকৈ চাবি, আৰু যেতিয়া তাক মাৰ
বুলি! ময় তহঁতক কম, তেতিয়া তাক বধ কৰিবি,
ভয় নকৰিবি; ময় তহঁতক জানো হুকুম দিয়া
২৯ নাই? সাহীয়াল হৈ বীৰত্ব দেখুৱা। পাছে অব্চা-
লোমৰ দাসবিলাকে অব্চালোমৰ আজ্ঞাৰ দৰে
অম্নোনক কৰিলে। তেতিয়া আন আটাই ৰাজ-
কোঁৱৰবিলাক উঠি প্ৰতিজনে আপোন আপোন
৩০ খছৰত উঠি পলাল। সিবিলাক বাটত থাকোঁতেই
দায়ূদলৈ এই বাৰ্ত্তা আহিল, বোলে, অব্চালোমে
আটাই কেউজন ৰাজকোঁৱৰক বধ কৰিলে, সি-
৩১ বিলাকৰ এজনো অৱশিষ্ট নাই। তাতে ৰজাই
উঠি আপোনাৰ কাপড় কালি মাটিত দীঘল হৈ
পড়িল; আৰু তেওঁৰ দাসবিলাকেও আপোন
আপোন কাপড় কালি ৰজাৰ ওচৰত থিয় হল।
৩২ তেতিয়া দায়ূদৰ ককায়েক চিমিয়াৰ পুতেক সেই
যোনাদবে মাত লগাই কলে, আটাইবোৰ ৰাজ-
কোঁৱৰ যে হত হল, মোৰ প্ৰভুৱে এনে ভাব
নকৰোক; কিয়নো অকল অম্নোনহে মৰিছে।
কাৰণ অব্চালোমৰ ভনী তামৰক বলাৎকাৰ কৰা
দিনৰে পৰা অব্চালোমে ইয়াক থিৰ কৰিছিল।
৩৩ এতেকে আটাইবোৰ ৰাজকোঁৱৰ মৰা কথা মোৰ
প্ৰভু ৰজাই আপোন মনত ঠাই নিদিয়ক; কিয়নো
৩৪ অম্নোনহে মৰিছে। কিন্তু ইয়াৰ ভিতৰতে অব্-
চালোম পলাল। পাছে ভেকা পহৰীয়াই চকু
তুলি চাই পৰ্ব্বতৰ কোষৰ পৰা আপোনাৰ
পাছফালে থকা বাটেদি অনেক লোকক অহা
৩৫ দেখিলে। তাতে যোনাদবে ৰজাক কলে, সৌৱা,
দেখোক, ৰাজকোঁৱৰবিলাক আহিছে; আপো-
৩৬ নাৰ দাসৰ কথাৰ দৰে হেয়েই ঘটিল। ইয়াকে
কোৱামাত্ৰে ৰাজকোঁৱৰবিলাক আহি পাই,
চিঁয়ৰি কান্দিবলৈ ধৰিলে; তাতে ৰজা আৰু
তেওঁৰ আটাই দাসবিলাকেও বড়কৈ কান্দিলে।
৩৭ ইয়াৰ ভিতৰতে অব্চালোম পলাই গচূৰৰ ৰজা
অম্মীহূৰৰ পুত্ৰ তল্ময়ৰ ওচৰলৈ গল। আৰু
দায়ূদে দিনে দিনে আপোনাৰ পুতেকৰ নিমিত্তে
শোক কৰিলে।
৩৮ এই ৰূপে অব্চালোম পলাই গচূৰলৈ গৈ,
৩৯ তাত তিনি বছৰ থাকিল। পাছে দায়ূদ ৰজাই
অব্চালোমৰ ওচৰলৈ যাবলৈ হাবিয়াহ কৰিলে।
কিয়নো তেওঁ অম্নোনৰ মৃত্যু হোৱা জানি তাৰ
বিষয়ে সান্ত্বনাপ্ৰাপ্ত হৈছিল।

অব্চালোম যিৰূচালেমলৈ উলটি অহা।

১৪ পাছে চৰুয়াৰ পুত্ৰ যোৱাবে ৰজাৰ মন
২ অব্চালোমৰ পক্ষে হোৱা বুজি, তকোৱালৈ
মানুহ পঠাই, তাৰ পৰা এজনী বুদ্ধিয়ক তিৰুতা
অনাই তাইক কলে, এতিয়া তুমি শোক কৰা
ভাও ধৰা, শোকবস্ত্ৰ পিন্ধা, আৰু গাত তেল
নঘঁহিবা; কিন্তু মৃত লোকৰ নিমিত্তে বহুকাল
৩ শোক কৰা তিৰুতা যেন হোৱা; আৰু ৰজাৰ
ওচৰলৈ সোমাই গৈ তেওঁক এনে তেনে কথা
কোৱাগৈ, এই বুলি যোৱাবে কব লগীয়া কথা
৪ তাইক শিকাই দিলে। পাছে, তকোৱাৰ তিৰুতা
জনীয়ে ৰজাক কোৱা কালত, তাই মাটিলৈ মুখ
কৰি পড়ি প্ৰণিপাত কৰি কলে, হে মহাৰাজ,
৫ উপকাৰ কৰোক। ৰজাই সুধিলে, তোমাৰ কি
হল? তাতে তাই কলে, ময় স্বৰূপেই বিধৱা;
৬ মোৰ স্বামী মৰিল। আৰু আপোনাৰ বেটীৰ
দুটী পো আছিল, আৰু সিহঁত দুয়ো পথাৰত
কাজিয়া কৰিলে; তাতে সিহঁতক এৰুৱাবলৈ
কোনো নথকাত, এটাই আনুটোক প্ৰহাৰ কৰি
৭ বধ কৰিলে। এতিয়া দেখোক, গোটেই গোষ্ঠীয়ে
আপোনাৰ বেটীৰ বিৰুদ্ধে উঠি কৈছে, তয় সেই
ভ্ৰাতৃবধীটোক সোধাই দে; তাৰ বধ কৰা ভায়ে-
কৰ প্ৰাণৰ সলনি আমি তাৰ প্ৰাণ লম; তাতে
আমি উত্তৰাধিকাৰীকো বিনষ্ট কৰিম। এই ৰূপে
সিহঁতে মোৰ বাকী থকা আঙঠাটি নুমাই,

পৃথিৱীত মোৰ স্বামীৰ নাম আদি একো
৮ নথকা কৰিব খুজিছে। তেতিয়া ৰজাই সেই তিৰো-
তাক কলে, ঘৰলৈ যোৱা, মই তোমাৰ বিষয়ে
৯ আজ্ঞা দিম। পাছে সেই তকোৱাৰ তিৰুতাই ৰজাক
কলে, হে মোৰ প্ৰভু মহাৰাজ, মোৰ আৰু মোৰ
পিতৃবংশৰ ওপৰতেই এই দোষ পৰোক; মহাৰাজ
আৰু আপোন সিংহাসন হলে নিৰ্দ্দোষী হওক।
১০ তেতিয়া ৰজাই কলে, কোনোৱে যদি তোমাক
কিবা কয়, তেন্তে তাক মোৰ আগলৈ আনিবা;
১১ তাতে সি আৰু তোমাক নুচুব। পাছে সেই তিৰু-
তাই কলে, মই মিনতি কৰিছোঁ, প্ৰতিকাৰসাধকক
নষ্ট কৰিবলৈ নিদিবলৈ মহাৰাজে আপোন
ঈশ্বৰ যিহোৱাৰ নাম উচ্চাৰণ কৰোক; নেয়ে
নহলে, সিহঁতে মোৰ পোক বিনষ্ট কৰিব।
ৰজাই কলে, জীৱন্ত যিহোৱাৰ শপত, তোমাৰ
১২ পোৱাঁৰ এডালী চুলিও মাটিত নপৰিব। তেতিয়া
সেই তিৰুতাই কলে, মই বিনয় কৰোঁ, আপোনাৰ
বেটীক মোৰ প্ৰভু মহাৰাজৰ আগত এটি কথা
১৩ কবলৈ দিওক; তাতে ৰজাই কলে, কোৱা। পাছে
সেই তিৰুতাই কলে, ঈশ্বৰৰ প্ৰজাৰ বিৰুদ্ধে
আপুনি কিয় সেই ৰূপ কল্পনা কৰিছে? সেই
কথা কোৱাতে মহাৰাজ দোষী লোক যেন হৈছে;
কাৰণ মহাৰাজে খেদি দিয়া জনক ওলোটাই
১৪ আনিব নোখোজে। কিয়নো আমি অৱশ্যে
মৰিম; আৰু আমি পুনৰায় গোটাব নোৱৰা
মাটিত পৰা পানীৰ নিচিনা হম; ঈশ্বৰে প্ৰাণ
নিনিয়ে, কিন্তু আপোনাৰ পৰা দেশান্তৰ কৰা
লোক যিহতে দেশান্তৰিত হৈ নেথাকে, তাৰ
১৫ উপায় চিন্তা কৰে। এতিয়া মই যে এই কথা
মোৰ প্ৰভু মহাৰাজৰ আগত কবলৈ আহিলোঁ,
লোকবিলাকে মোক ভয় লগোৱাৰ কাৰণেহে
আহিলোঁ; আপোনাৰ বেটীয়ে মনতে ভাবিলোঁ,
মই মহাৰাজৰ আগত এই কথা জনাম, কিজানি
মহাৰাজে আপোনাৰ বেটীৰ নিবেদন অনুসাৰে
১৬ কাৰ্য্য কৰিব। কিয়নো যেয়ে মোক আৰু মোৰ
পোক একেলগে যিহোৱাৰ আধিপত্যৰ পৰা
উচ্ছন্ন কৰিবলৈ খুজিছে, তাৰ হাতৰ পৰা
আপোনাৰ বেটীক উদ্ধাৰ কৰিবলৈ মহাৰাজে
১৭ মোৰ কথা শুনিব। আপোনাৰ দাসীয়ে আৰু
ভাবিলোঁ, মোৰ প্ৰভু মহাৰাজৰ বাক্য অৱশ্যে
সান্ত্বনাদায়ক হব; কিয়নো ভাল বেয়া বিবেচনা
কৰাত মোৰ প্ৰভু মহাৰাজ ঈশ্বৰৰ দূতৰ তুল্য;
আৰু আপোনাৰ ঈশ্বৰ যিহোৱা আপোনাৰ
১৮ লগত থাকোক। পাছে ৰজাই উত্তৰ দি সেই
তিৰুতাক কলে, মই বিনয় কৰোঁ, তোমাক
মই যি সুধিম, তাৰ একোকে মোৰ পৰা গুপুতে
নেৰাখিবা। তাতে তাই কলে, মোৰ প্ৰভু
১৯ মহাৰাজ কওক। ৰজাই কলে, তোমাৰ এই
সকলো কথাত যোৱাবে জানো হাত দিয়া নাই;
তাতে সেই তিৰুতাই উত্তৰ কৰি কলে, হে মোৰ
প্ৰভু মহাৰাজ, আপোনাৰ জীৱনৰ শপত, মোৰ
প্ৰভু মহাৰাজে কোৱা কথাৰ পৰা সোঁ কি
বাঁওফালে ঘূৰিবৰ কাৰো সাধ্য নাই; আপোনাৰ
দাস যোৱাবেই মোক আদেশ কৰিলে, আৰু
এই আটাই কথা আপোনাৰ বেটীক শিকাই
২০ দিলে। কথাটো পৰিবৰ্ত্তন কৰিবলৈহে আপো-
নাৰ দাস যোৱাবে এই কাৰ্য্য কৰিলে; সেয়ে যি
হওক, পৃথিৱীত থকা সকলো বিষয় জানিবলৈ,
২১ মোৰ প্ৰভু ঈশ্বৰৰ দূতৰ নিচিনা জ্ঞানী। পাছে
ৰজাই যোৱাবক কলে, এতিয়া দেখা, মই এই
কৰ্ম্ম কৰিলোঁৱেই; এই হেতুকে যোৱা, সেই
২২ ডেকা অব্চালোমক পুনৰায় আনাগৈ। তাতে
যোৱাবে মাটিত মুখ লগাই পৰি প্ৰণিপাত
কৰিলে, আৰু ৰজাক ধন্যবাদ দি কলে, হে মোৰ
প্ৰভু মহাৰাজ, আপুনি আপোনাৰ দাসৰ নিবে-
দন অনুসাৰে কাৰ্য্য কৰিলে, ইয়াতে মই যে
আপোনাৰ দৃষ্টিত অনুগ্ৰহ পাইছোঁ, তাক আজি
২৩ আপোনাৰ দাসে জানিলোঁ। পাছে যোৱাব
উঠি গচূৰলৈ গৈ অব্চালোমক যিৰূচালেমলৈ
২৪ আনিলে। পাছে ৰজাই কলে, সি আপোন
ঘৰলৈ উলটি যাওক; কিন্তু মোৰ মুখ হলে সি
দেখিবলৈ নেপাওক। তাতে অব্চালোমে আপো-
নাৰ ঘৰলৈ উলটি গল, আৰু ৰজাৰ মুখ দেখিব-
লৈ নেপালে।
২৫ গোটেই ইস্ৰায়েলৰ মাজত অব্চালোমৰ
নিচিনা আপোনাৰ সৌন্দৰ্য্যৰ কথাত প্ৰশংসনীয়
কোনো পুৰুষ নাছিল; তেওঁৰ ভৰিৰ তলুৱাৰ
পৰা মূৰৰ তালুলৈকে তেওঁত একো ঘুণ নাছিল।
২৬ যেতিয়া তেওঁ আপোনাৰ মূৰৰ চুলি কাটে, (তেওঁ
প্ৰত্যেক বছৰৰ মূৰত আপোনাৰ মূৰৰ চুলি
কাটে; তেওঁৰ মূৰৰ চুলি অতি গধূৰ হোৱাত তেওঁ
তাক কাটে;) তেতিয়া তেওঁ তাক জুখি ৰাজ-
২৭ পৰিমাণ অনুসাৰে দুশ চেকল পায়। অব্চা-
লোমৰ তিনিটা পুতেক, আৰু তামৰ নামেৰে
এজনী জীয়েক আছিল; সেই জনী ছোৱালী
বৰ সুন্দৰী।
২৮ পাছে অব্চালোমে সম্পূৰ্ণ দুবছৰ যিৰূ-
চালেমত নিবাস কৰিও ৰজাৰ মুখ দেখিবলৈ
২৯ নেপালে। তাৰ পাছে অব্চালোমে ৰজাৰ ওচৰ-
লৈ পঠাবৰ নিমিত্তে যোৱাবক মতালে; কিন্তু
যোৱাব তেওঁৰ ওচৰলৈ আহিবলৈ সন্মত নহল।
পাছে দ্বিতীয়বাৰ মানুহ পঠালত, তেতিয়াও
৩০ তেওঁ আহিবলৈ মান্তি নহল। এই কাৰণে অব্-
চালোমে আপোনাৰ দাসবিলাকক কলে, দেখা,
মোৰ মাটিৰ ওচৰতে যোৱাবৰ এখন শস্যক্ষেত্ৰ
আছে, আৰু তাত তেওঁৰ যৱ ধান আছে; তহঁতে

গৈ তাত জুই লগাই দে। তাতে অব্চালোমর
দাসবিলাকে সেই ক্ষেতিত জুই লগাই দিলে।
৩১ পাছে যোৱাবে উঠি অব্চালোমর ঘরলৈ তেওঁর
ওচরলৈ আহি তেওঁক কলে, তোমার দাসবিলাকে
৩২ মোর ক্ষেতিত কিয় জুই লগাই দিলে? তাতে
অব্চালোমে যোৱাবক কলে, দেখা, ময় গচূরর
পরা কেলেই আহিলোঁ? এতিয়ালৈকে তাত থকা
হলে মোর ভাল আছিল; এতিয়া মোক রজার
মুখ দেখিবলৈ দিওক; যদি মোত কিবা অপরাধ
আছে, তেন্তে মোক বধ করোক, এই বুলি
রজার আগত কবর নিমিত্তে তোমাক পঠাব-
লৈ ইয়ালৈ আহা বুলি তোমাক মাতি পঠাই-
৩৩ ছিলোঁ। পাছে যোৱাবে রজার আগলৈ গৈ
তেওঁক সেই কথা জনালত, রজাই অব্চালোমক
মতালে; তাতে তেওঁ রজার আগলৈ গৈ মাটীত
মুখ লগাই রজার আগত প্রণিপাত করিলে;
তেতিয়া রজাই অব্চালোমক চুমা খালে।

অব্চালোমর বিদ্রোহ। দায়ুদ
পলাই যোৱা।

১৫ সেই সময়র পাছে, অব্চালোমে আপো-
নার নিমিত্তে এখন রথ, কেইটামান ঘোঁড়া,
আরু আপোনার আগে আগে লর ধরিবর কারণে
২ পঞ্চাশ জন মানুহ যুগুত করি ললে। অব্চা-
লোমে রাতিপুৱাতে উঠি, নগরর দুৱারর
বাটর কাষত থিয় হয়; তাতে বিচারর অর্থে
রজার ওচরলৈ আহিব লগা কোনো মানুহর
গোচর থাকিলে, অব্চালোমে তাক মাতি সোধে,
তুমি কোন নগরর মানুহ? তাতে সি, আপোনার
বন্দী ময় ইস্রায়েলর অমুক ফৈদর মানুহ, এই
৩ বুলি উত্তর করিলে অব্চালোমে তাক কয়, দেখা,
তোমার গোচরর কথা ভাল আরু ন্যায়, কিন্তু
তোমার কথা শুনিবলৈ রজার নিযুক্ত লোক
৪ কোনো নাই। অব্চালোমে আরু কয়, অহ,
মোক দেশর বিচারকর্ত্তা পতা হলে, কেনে ভাল
আছিল! তাকে করা হলে, মকর্দ্দমা বা গোচর
থকা প্রতিজন মানুহ মোর ওচরলৈ আহিল-
হেঁতেন, আরু ময় তার ন্যায় বিচার করিলোঁ-
৫ হেঁতেন। আরু যি কোনোৱে তেওঁর আগত প্রণি-
পাত করিবলৈ তেওঁর ওচরলৈ আহে, তাক তেওঁ
৬ হাত মেলি ধরি চুমা খায়। ইস্রায়েলর যিমান
মানুহ রজার ওচরলৈ বিচারর অর্থে যায়, সেই
আটাইলৈকে অব্চালোমে সেই রূপ ব্যৱহার
করে। এই প্রকারে অব্চালোমে ইস্রায়েল
লোকবিলাকর মন তেওঁর কাললৈ নিলে।
৭ তার পাছে চারি বছর গলত, অব্চালোমে
রজাক কলে, ময় বিনয় করিছোঁ, ময় যিহোৱালৈ
যি এটা সঙ্কল্প করিলোঁ, তাক হিব্রোণত পালন
করিবর নিমিত্তে মোক যাবলৈ অনুমতি দিওক।
৮ কিয়নো আপোনার দাস ময় যেতিয়া অরাম
দেশর গচূরত প্রবাস করি আছিলোঁ, তেতিয়া
ময় এই সঙ্কল্প করি কৈছিলোঁ, যদি যিহোৱাই
মোক নিশ্চয়ে যিরূচালেমলৈ ওভোটাই নিয়ে,
তেন্তে ময় যিহোৱাক সেৱাভক্তি করিম। তাতে
৯ রজাই কলে, কুশলে যোৱা। তেতিয়া তেওঁ উঠি
১০ হিব্রোণলৈ গল। কিন্তু অব্চালোমে ইস্রায়েলর
আটাই ফৈদর ওচরলৈ চোরাংচোৱার দ্বারায়
কৈ পঠালে, বোলে, শিঙার শবদ শুনামাত্রে
১১ তোমালোকে কবা, অব্চালোম হিব্রোণত রজা
হল। আরু অব্চালোমর লগত যিরূচালেমর পরা
দুশ নিমন্ত্রিত লোক গৈছিল; সিবিলাকে
১২ একোরো বুজ নেপাই সরল মনেরে গৈছিল।
পাছে অব্চালোমে বলিদান করা সময়ত মানুহ
পঠাই দায়ুদর মন্ত্রী গিলোনীয়া অহীথোফলক
তেওঁর নগর গিলোর পরা মতাই আনিলে; আরু
চক্রান্ত শকত হৈ উঠিল; কিয়নো অব্চালোমর
পক্ষর লোক ক্রমে ক্রমে বাঢ়ি গল।
১৩ পাছে এজন দূতে দায়ুদর ওচরলৈ আহি এই
সংবাদ দিলে, বোলে, ইস্রায়েলর লোকবিলাকর
১৪ মন অব্চালোমর পক্ষে হল। তাতে দায়ুদে
আপোনার ওচরত যিরূচালেমত থকা সকলো
দাসবিলাকক কলে, আহা, আমি ওলাই পলাওঁ;
নহলে অব্চালোমর হাতর পরা আমি এজনো
সারিব নোৱারিম। এতেকে যাবলৈ খর করা;
নহলে সি বেগাই আমার লগ ধরি, আ-
মার ওপরত অমঙ্গল ঘটাব, আরু তরোৱালর
১৫ ধারেরে নগরর লোকক আঘাত করিব। তাতে
রজার দাসবিলাকে রজাক কলে, দেখোক, মোর
প্রভু মহারাজে যি করিবলৈ মন করিছে, তাক
করিবলৈ আপোনার দাসবিলাক যুগুত হৈ
১৬ আছে। পাছে রজা ওলাই গল, আরু তেওঁর
সকলো পরিয়াল তেওঁর পাছে পাছে গল;
তথাপি রাজগৃহ রাখিবর নিমিত্তে দহ জনী উপ-
১৭ পত্নী থৈ গল। পাছে রজা আরু তেওঁর পাছত
যোৱা সকলো মানুহ ওলাই গৈ বৈৎ-মির্হকত
১৮ রল। তেওঁর আটাই দাসবিলাক তেওঁর ওচরেদি
চলি গল; আরু আটাই করেথীয়া, আটাই
পলেথীয়া, আরু আটাই গাতীয়া লোক অর্থাৎ
তেওঁর পাছে পাছে গাতর পরা অহা ছশ লোক
১৯ রজার আগেদি চলি গল। পাছে রজাই গাতীয়া
ইত্তয়ক কলে, তুমিও আমার লগত কিয় যাবা?
তুমি উভটি গৈ রজার লগত থাকা; কিয়নো তুমি
বিদেশী আরু দেশান্তর হোৱা মানুহ; তোমার
২০ নিজ ঠাইলৈ উলটি যোৱা। তুমি কালিপরহি
মাথোন আহিলা; আজি জানো ময় তোমাক
ইফালে সিফালে আমার লগত লৈ ফুরাম? ময়

যলৈকে পাওঁ, তলৈকে যাম ; তুমি উলটি যোৱা,
আৰু আপোন ভাইবিলাককো লৈ যোৱা ;
যিহোৱাই তোমাৰ লগত দয়া আৰু সত্য ব্যৱহাৰ
২১ কৰোক। তাতে ইত্তয়ে ৰজাক উত্তৰ দি কলে,
জীৱন্ত যিহোৱাৰ শপথ, আৰু মোৰ প্ৰভু মহা-
ৰাজৰ জীৱনৰ শপথ, মৰিবৰ অৰ্থেই হওক, বা
জীবৰ অৰ্থেই হওক, মোৰ প্ৰভু মহাৰাজ যি
ঠাইত থাকিব, আপোনাৰ এই দাসো সেই ঠাই-
২২ তেই থাকিব। পাছে দায়ূদে ইত্তয়ক কলে, তেন্তে
তুমি আগ বাঢ়ি গৈ পাৰ হোৱা। তাতে গাতীয়া
ইত্তয় ও তেওঁৰ সমুদায় লোক, আৰু তেওঁৰ লগত
অহা আটাই লৰা তিৰুতাবিলাকেও পাৰ হৈ
২৩ গল। আৰু সকলো লোকে পাৰ হৈ যাওঁতে, দেশ
গোটেইখনে বৰকৈ ক্ৰন্দন কৰিলে ; পাছে
ৰজাই নিজেও কিদ্ৰোণ জুৰী পাৰ হল ; এই
ৰূপে আটাই লোকবিলাকে পাৰ হৈ অৰণ্যৰ
২৪ বাটেদি গল। আৰু দেখা, চাদোকো আছিল,
তেওঁৰ লগত লেবীয়া লোকবিলাকে ঈশ্বৰৰ নিয়ম-
চন্দুক বৈ লৈ আছিল ; আৰু নগৰৰ পৰা আটাই
লোক একেবাৰে ওলাই নাহিলমানে সিবিলাকে
যিহোৱাৰ চন্দুক নমাই ৰাখিলে, আৰু অবিয়াথৰ
২৫ উঠি আছিল। পাছে ৰজাই চাদোকক কলে,
তুমি ঈশ্বৰৰ চন্দুক পুনৰায় নগৰলৈ লৈ যোৱা ;
যদি যিহোৱাৰ দৃষ্টিত ময় অনুগ্ৰহ পাওঁ, তেন্তে
তেওঁ পুনৰায় মোক ওলোটাই আনিব, আৰু তাক
২৬ ও তেওঁৰ বাসস্থান মোক দেখুৱাব ; কিন্তু যদি তেওঁ
এই দৰে কয়, তোমাত মোৰ একো সন্তোষ নাই,
তেন্তে দেখা, ময় আছোঁ, তেওঁৰ দৃষ্টিত যি
২৭ ভাল দেখে, মোলৈ তেওঁ তাকেই কৰোক। পাছে
ৰজাই চাদোক পুৰোহিতক আৰু কলে, তুমি
দৰ্শক নোহোৱা নে ? তুমি তোমাৰ পোৱালি অহী-
মাচ, আৰু অবিয়াথৰৰ পুতেক যোনাথন,
তোমালোকৰ এই দুই পোৱালিক লগত লৈ,
২৮ কুশলে নগৰলৈ উলটি যোৱা। দেখা, তোমা-
লোকৰ ওচৰৰ পৰা মোলৈ ঠিক খবৰ নাহে-
মানে, ময় অৰণ্যৰ পাৰঘাটত বাট চাই থা-
২৯ কিম। এতেকে চাদোক আৰু অবিয়াথৰে ঈশ্বৰৰ
চন্দুক আকৌ যিৰূচালেমলৈ লৈ গৈ, সেই
ঠাইতে থাকিল।
৩০ পাছে দায়ূদ জৈতুন পৰ্ব্বত উঠি যোৱা বাটেদি
উঠি গল, আৰু তেওঁ ওপৰলৈ উঠি যাওঁতে
কান্দি কান্দি গল, আৰু তেওঁ মূৰ ঢাকি খুদা-
ভৰিয়ে গল ; আৰু তেওঁৰ লগৰ লোকবিলাকৰ
প্ৰতিজনেও আপোন আপোন মূৰ ঢাকিলে,
আৰু ওপৰলৈ উঠি যাওঁতে কান্দি কান্দি
৩১ গল। পাছে কোনো এজনে দায়ূদক কলে, অব্-
চালোমৰ লগত চক্ৰান্তকাৰীবোৰৰ মাজত অহী-
থোফলো আছে। তাতে দায়ূদে কলে, হে
যিহোৱা, ময় বিনয় কৰোঁ, অহীথোফলৰ মন্ত্ৰণা
৩২ মূৰ্খৰ মন্ত্ৰণা কৰোক। পাছে যি ঠাইত লোক-
বিলাকে যিহোৱাৰ আৰাধনা কৰে, দায়ূদে
পৰ্ব্বতৰ সেই টিং পালত, অৰ্কীয়া হূচয়ে আপো-
নাৰ কাপোৰ ফালি মূৰত মাটি লৈ দায়ূদৰ লগ
৩৩ ধৰবলৈ আহিল। তাতে দায়ূদে তেওঁক কলে, তুমি
যদি মোৰ লগত যোৱা, তেন্তে তুমি মোলৈ ভাৰহে
৩৪ হবা ; কিন্তু যদি তুমি নগৰলৈ উলটি গৈ অব্-
চালোমক কোৱা, যে, হে মহাৰাজ, ময় আপো-
নাৰ দাস হম, আগেয়ে যেনেকৈ আপোনাৰ
পিতৃৰ দাস আছিলোঁ, তেনেকৈ আপোনাৰো
দাস হম, তেন্তে মোৰ নিমিত্তে তুমি অহীথোফ-
৩৫ লৰ মন্ত্ৰণা ব্যৰ্থ কৰিব পাৰিবা। সেই ঠাইতে
চাদোক আৰু অবিয়াথৰ পুৰোহিত জানো তো-
মাৰ লগত নেথাকিব ? এই হেতুকে তুমি ৰাজগৃহত
যি যি কথা শুনিবা, সেই আটাইকে চাদোক
৩৬ আৰু অবিয়াথৰ পুৰোহিতক কবা। দেখা, সেই
ঠাইত সিবিলাকৰ লগত সিবিলাকৰ দুজন
পুতেক, চাদোকৰ পুতেক অহীমাচ আৰু অবি-
য়াথৰৰ পুতেক যোনাথন আছে ; তোমালোকে
যি কোনো কথা শুনিবা, সিহঁতৰ দ্বাৰায় মোৰ
৩৭ ওৰিলৈ তাৰ বাৰ্ত্তা পঠাই দিবা। তাতে দায়ূদৰ
বন্ধু হূচয় নগৰলৈ গল, আৰু তেতিয়া অব্-
চালোমো যিৰূচালেমত সোমাল।

১৬ তাৰ পাছে দায়ূদে পৰ্ব্বতৰ টিং পাছ
পেলাই অলপ আগ হলত, দেখা, মফীবোচতৰ
দাস চীবাই সজোৱা দুটা গাধ লগত লৈ গৈ
তেওঁৰ ওৰিত উপস্থিত হল ; সেই গাধৰ ওপৰত
দুশ পিঠা, এশ থোপা শুকান দ্ৰাক্ষাগুটি, এশ জদা
খৰ্জ্জুৰ গুটী, আৰু এক মোট দ্ৰাক্ষাৰস আছিল।
২ পাছে ৰজাই চীবাক সুধিলে, তুমি এইবোৰ
অনাৰ অভিপ্ৰায় কি ? তাতে চীবাই কলে, এই
গাধ দুটা ৰজাৰ পৰিয়াল উঠি যাবৰ নিমিত্তে, এই
পিঠা আৰু খৰ্জ্জুৰ গুটী ডেকাবিলাকৰ আহাৰৰ
নিমিত্তে, আৰু দ্ৰাক্ষাৰস অৰণ্যত ক্লান্ত হোৱা
৩ লোকবিলাকে পান কৰিবৰ অৰ্থে। পাছে ৰজাই
কলে, তোমাৰ প্ৰভুৰ লৰাটো ক'ত ? তাতে চীবাই
ৰজাক কলে, দেখোক, তেওঁ যিৰূচালেমত আছে ;
কিয়নো তেওঁ কলে, ইস্ৰায়েল বংশই আজি মোৰ
৪ পৈতৃক ৰাজ্য মোক ওলোটাই দিব। তাতে ৰজাই
চীবাক কলে, দেখা, মফীবোচতৰ সৰ্ব্বস্ব তোমা-
ৰেই। চীবাই কলে, হে মোৰ প্ৰভু মহাৰাজ, ময়
প্ৰণিপাত কৰিছোঁ ; বিনয় কৰোঁ, মোক আপোনাৰ
দৃষ্টিত অনুগ্ৰহপ্ৰাপ্ত কৰোক।
৫ পাছে দায়ূদ ৰজাই বহুৰীম পালত, চৌলৰ
বংশৰ গোষ্ঠীৰ ভিতৰৰ গেৰাৰ পুতেক চিমিয়ী
নামেৰে এটা মানুহ তাৰ পৰা ওলাল ; সি ওলাই
৬ শাও দি দি আহিল। সি দায়ূদলৈ আৰু দায়ূদ

ৰজাৰ সকলো দাসলৈ শিল দলিয়ালে; তেতিয়া
সকলো লোক আৰু সকলো বীৰ তেওঁৰ সোঁ
৭ আৰু বাঁওকালে আছিল। চিমিয়ীয়ে শাও দি
দি কৈছিল, হেৰৌ ৰক্তপাতী পাষণ্ড, যা, ওচি
৮ যা; তয় যাৰ পদত ৰজা হলি, সেই চৌলৰ
বংশৰ সকলো ৰক্তপাতৰ প্ৰতিফল যিহোৱাই
তোক দিছে; যিহোৱাই তোৰ পুতেৰ অব্চালোমৰ
হাতত ৰাজ্য সমৰ্পণ কৰিলে; দেখ, তয় আপোন
দুষ্টতাত ধৰা পৰিলি, কিয়নো তয় ৰক্তপাতী
৯ মানুহ। তেতিয়া চৰুয়াৰ পুত্ৰ অবীচয়ে ৰজাক
কলে, সেই মৰা কুকুৰে মোৰ প্ৰভু মহাৰাজক
কিয় শাও দিয়ে? আপুনি অনুমতি কৰে যদি,
১০ ময় পাৰ হৈ গৈ তাৰ মূৰ কাটি পেলাওঁ। কিন্তু
ৰজাই কলে, হে চৰুয়াৰ পুতেকবিলাক, তোমা-
লোকৰ লগত মোৰ কি সম্পৰ্ক? যি স্থলত
যিহোৱাই দায়ূদক শাও দে বুলি তাক কৈছে,
এনে স্থলত, সি শাও দিয়াত, তয় এনে কিয়
১১ কৰিছ বুলি কোনে কব? দায়ূদে অবীচয়ক আৰু
আপোনাৰ সকলো দাসক আৰু কলে, দেখা,
মোৰ ঔৰসত জন্মা মোৰ পুত্ৰই মোৰ প্ৰাণ লবলৈ
বিচাৰিছে; তেন্তে সেই বিন্যামীনীয়াটোৱে
কিমান অধিক পৰিমাণে বিচাৰিব! তাক থাকিব
দিয়া, সি শাও দিওক; কিয়নো যিহোৱাই তাক
১২ অনুমতি দিছে। কিজানি মোলৈ কৰা অন্যায়লৈ
যিহোৱাই দৃষ্টি কৰিব, আৰু সি আজি মোক
দিয়া শাওৰ সলনি যিহোৱাই মোৰ মঙ্গল
১৩ কৰিব। এই ৰূপে দায়ূদ আৰু তেওঁৰ লোকবিলাক
বাটেদি গৈ আছিল, আৰু সেই চিমিয়ীয়েও
তেওঁৰ সম্মুখে পৰ্ব্বতৰ চালেদি, শাও দি দি
তেওঁলৈ শিল মাৰি মাৰি আৰু মাটী দলিয়াই
১৪ দলিয়াই গৈ আছিল। পাছে ৰজাই আপোনাৰ
লগৰ লোকবিলাকে সৈতে অয়েফীমলৈ আহি,
সেই ঠাইত জিৰালে।

যিৰূচালেমত অব্চালোমৰ প্ৰবেশ। অহী-
থোফলৰ আৰু হূচয়ৰ মন্ত্ৰণা।

১৫ এনেতে অব্চালোম আৰু তেওঁৰ লগত অহী-
থোফল, আৰু ইস্ৰায়েলৰ আটাই লোক যিৰূ-
১৬ চালেমলৈ আহিল। পাছে, যেতিয়া দায়ূদৰ বন্ধু
অৰ্কীয়া হূচয় অব্চালোমৰ ওচৰলৈ আহিল,
তেতিয়া হূচয়ে অব্চালোমক কলে, মহাৰাজ
চিৰজীবী হওক, মহাৰাজ চিৰজীবী হওক।
১৭ তাতে অব্চালোমে হূচয়ক কলে, তোমাৰ
বন্ধুলৈ এনেকুৱাহে মৰম নে? তুমি আপোন
১৮ বন্ধুৰ লগত কিয় নগলা? তাতে হূচয়ে
অব্চালোমক কলে, নহয়, কিন্তু যি জনক যিহো-
ৱাই, এই লোকবিলাকে, আৰু ইস্ৰায়েলৰ সকলো
লোকে মনোনীত কৰিলে, ময় তেওঁৰ কলীয়াহে,
১৯ তেওঁৰ লগতহে ময় থাকিম। আৰু কওঁ, ময় কাৰ
দাস্যকৰ্ম্ম কৰিম? তেওঁৰ পুত্ৰৰ সাক্ষাতে নকৰিম
নে? যেনেকৈ আপোনাৰ পিতৃৰ সাক্ষাতে
দাস্যকৰ্ম্ম কৰিলোঁ, তেনেকৈ আপোনাৰ আগতো
২০ কৰিম। পাছে অব্চালোমে অহীথোফলক
কলে, এতিয়া আমি কি কৰা উচিত, সেই বিষয়ে
২১ তোমালোকে মন্ত্ৰণা দিয়া। তেতিয়া অহী-
থোফলে অব্চালোমক কলে, আপোনাৰ পিতৃয়ে
আপোন ঘৰ ৰাখিবৰ নিমিত্তে যি উপপত্নীবোৰ
থৈ গৈছে, আপুনি সেইবোৰত গমন কৰোকগৈ;
তাতে আপুনি যে আপোন পিতৃৰ ঘিণলগীয়া
হৈছে, তাক গোটেই ইস্ৰায়েলে শুনিব, আৰু
আপোনাৰ লগৰ আটাই লোকৰ হাত বলৱান
২২ হব। পাছে অব্চালোমৰ নিমিত্তে গৃহৰ চালৰ
ওপৰত এটা তাম্বু তৰি দিয়া হলত, অব্চালোমে
আটাই ইস্ৰায়েলৰ সাক্ষাতে আপোন পিতৃৰ
২৩ উপপত্নীবোৰত গমন কৰিলে। সেই কালত
অহীথোফলে যি যি মন্ত্ৰণা দিছিল, সেইবোৰ
ঈশ্বৰৰ বাক্যৰ দ্বাৰাৰ উত্তৰ পোৱাৰ নিচিনা
আছিল; দায়ূদক দিয়া আৰু অব্চালোমক
দিয়া অহীথোফলৰ সকলো মন্ত্ৰণা তেনেকুৱা
আছিল।

১৭ পাছে অহীথোফলে অব্চালোমক আৰু
কলে, আপোনাৰ অনুমতি হয় যদি, ময় বাৰ
হাজাৰ লোক বাচি লৈ, আজি ৰাতিয়েই উঠি
২ দায়ূদৰ পাছত খেদা দিওঁ; তেওঁ ক্লান্ত হোৱা আৰু
তেওঁৰ হাত দুৰ্ব্বল হোৱা সময়ত, ময় হঠাৎ তেওঁক
আক্ৰমণ কৰি ত্ৰাসত পেলাম; তাতে তেওঁৰ লগৰ
আটাই মানুহ পলাই যাব, আৰু ময় অকল
৩ ৰজাকহে বধ কৰিবলৈ পাম; এই ৰূপে ময়
সকলো লোকক আপোনাৰ কাললৈ আনিম;
আপুনি যাক বিচাৰিছে, তেওঁৰেই মৰণ, আৰু
সকলো লোক উভটি অহা দুয়ো সমান; তাতে
৪ আটাই লোক কুশলে থাকিব। তেতিয়া অব্চালোম
আৰু ইস্ৰায়েলৰ সকলো বৃদ্ধ লোকে সেই কথাতে
সন্তোষ পালে।
৫ পাছে অব্চালোমে কলে, এতিয়া অৰ্কীয়া
হূচয়ক মাতা; তেওঁ কি কয়, তাকো আমি শুনো।
৬ তেতিয়া হূচয় অব্চালোমৰ ওচৰলৈ আহিলত,
অব্চালোমে তেওঁক কলে, অহীথোফলে এনে
তেনে কথা কৈছে; তেওঁ কোৱাৰ দৰে আমি কৰিম
নে? যদি কৰিব নেলাগে, তেন্তে তুমি কোৱা।
৭ পাছে হূচয়ে অব্চালোমক কলে, অহীথোফলে
৮ এই বাৰ দিয়া মন্ত্ৰণা ভাল নহয়। হূচয়ে আৰু
কলে, আপোনাৰ পিতৃক আৰু তেওঁৰ লোকবিলা-
কক আপুনি জানে, যে, সিবিলাক বীৰপুৰুষ,
আৰু পোৱালি নিয়া বনৰ ভালুকৰ দৰে সি-
বিলাকৰ খং উঠি থাকে। আৰু আপোনাৰ পিতৃ

ঘূচাৰ; তেওঁ লোকবিলাকৰ লগত ৰাতি
৯ নেথাকে। দেখোক, এতিয়া তেওঁ কোনো গাঁতত,
নাইবা আন কোনো ঠাইত লুকাই আছে; পাছে,
আৰম্ভতে লোকবিলাকৰ মাজত কেতুবোৰ
পতিত হলে, তাক শুনা মানুহে কব, অব্-
চালোমৰ পাছত যাওঁতা লোকবিলাকৰ মাজত
১০ হত্যা হৈছে। তেন্তে যি মানুহ সাহীয়াল, যাৰ
মন সিংহৰ মনৰ নিচিনা, সিও একেবাৰে
গলি যাব; কাৰণ আপোনাৰ পিতৃ যে বীৰপুৰুষ,
আৰু তেওঁৰ লগৰ লোকবিলাকো সাহীয়াল, তাক
১১ গোটেই ইস্ৰায়েলে জানে। কিন্তু ময় এই মন্ত্ৰণা
দিওঁ; দানৰে পৰা বেৰ-চেবালৈকে সাগৰৰ
তীৰত থকা বালিৰ নিচিনা অসংখ্যকৈ সকলো
ইস্ৰায়েলক আপোনাৰ ওচৰত গোট খুউৱা হওক,
১২ আৰু আপুনি নিজে যুদ্ধলৈ ওলাওক। তাতে যি
কোনো ঠাইত তেওঁক পোৱা যাব, সেই ঠাইতে
আমি তেওঁৰ ওৰিত উপস্থিত হৈ, মাটীত নিয়ৰ
পড়াৰ দৰে তেওঁৰ ওপৰত পড়িমহঁক; তাতে
তেওঁক, বা তেওঁৰ লগত যোৱা মানুহৰ মাজৰ
১৩ এজনকে অৱশিষ্ট নেৰাখিম। আৰু যদি তেওঁ
কোনো নগৰত আশ্ৰয় লয়, তেন্তে গোটেই ইস্ৰা-
য়েলে সেই নগৰখনলৈ লেজু আনিব, আৰু আমি
নগৰখন বান্ধি, এটা সৰু শিলো নথকাকৈ
১৪ জুৰীলৈকে তাক টানি লৈ যাম। পাছে অব্-
চালোম আৰু ইস্ৰায়েলৰ সকলো লোকে কলে,
অহীথোফলৰ মন্ত্ৰণাতকৈ অৰ্কীয়া হূচয়ৰ মন্ত্ৰণা
উত্তম; কিয়নো অব্চালোমৰ ওপৰত অমঙ্গল
ঘটাবৰ নিমিত্তে, অহীথোফলৰ উত্তম মন্ত্ৰণা ব্যৰ্থ
কৰিবলৈ যিহোৱাই ইয়াক থিৰ কৰিছিল।

১৫ পাছে হূচয়ে চাদোক আৰু অবিয়াথৰ এই
দুজন পুৰোহিতক কলে, অহীথোফলে অব্-
চালোমক আৰু ইস্ৰায়েলৰ বৃদ্ধ লোকবিলাকক
এনে তেনে মন্ত্ৰণা দিছিল; কিন্তু ময় হলে, এনে
১৬ তেনে মন্ত্ৰণা দিলোঁ। এতেকে তোমালোকে বেগাই
দায়ূদৰ ওচৰলৈ মানুহ পঠাই তেওঁক কোওৱা, যে,
আপুনি অৰণ্যৰ পাৰঘাটত এই ৰাতি নেথাকিব,
কিন্তু কোনো প্ৰকাৰে পাৰ হৈ যাব; নহলে, মহা-
ৰাজ আৰু আপোনাৰ লগৰ সকলো লোক গ্ৰাসিত
১৭ হব পাৰে। সেই কালত যোনাথন আৰু অহীমাচ
অয়িন-ৰোগেলত আছিল, আৰু এজনী বেটীয়ে
গৈ সিবিলাকক বাৰ্ত্তা দি আছিল, আৰু সি-
বিলাকে গৈ দায়ূদ ৰজাক বাৰ্ত্তা দিলে; কিয়নো
সিবিলাক নগৰত সোমোৱা কোনো লোকে দেখা
১৮ তাল নাছিল। কিন্তু এটা লৰাই সিবিলাকক
দেখি অব্চালোমৰ আগত কোৱাত, সিবিলাক
দুয়ো শীঘ্ৰে ওচি গৈ, বহুৰীমত থকা এজন মানুহৰ
ঘৰ পালেগৈ; তাৰ চোতালত এটা নাদ আছিল,
১৯ আৰু সিবিলাক সেই নাদলৈ নামিল। পাছে
সেই ঘৰৰ ঘৈনীয়ে নাদৰ মুখত কাপড় এখন
পাৰি, তাৰ ওপৰত খৰচিয়া পিঠাগুৰি মেলি
দিলে; তাতে তাক কোনেও জানিবলৈ নেপালে।
২০ পাছে অব্চালোমৰ দাসবোৰে সেই ঘৰৰ ঘৈনীৰ
ওচৰলৈ গৈ সুধিলে, অহীমাচ আৰু যোনাথন
ক'ত আছে? তেতিয়া সেই তিৰুতাই সিহঁতক কলে,
সিবিলাকে জুৰীখন পাৰ হৈ গল; তাতে সিহঁতে
সিবিলাক দুজনক বিচাৰি নেপাই যিৰূচালেমলৈ
২১ উভটি আহিল। সিহঁত ওচি যোৱাৰ পাছে,
সেই দুজনে নাদৰ পৰা উঠি গৈ দায়ূদ ৰজাক
বাৰ্ত্তা দি কলে, আপোনালোক উঠোক, বেগাই
পানীখিনি পাৰ হৈ যাওক; কিয়নো অহী-
থোফলে আপোনালোকৰ বিৰুদ্ধে এনে তেনে
২২ মন্ত্ৰণা দিলে। তাতে দায়ূদ আৰু তেওঁৰ লগৰ
সকলো লোকে উঠি যৰ্দ্দন পাৰ হল; যৰ্দ্দন
পাৰ নোহোৱাকৈ ৰাতিপুৱালৈ সিবিলাকৰ
২৩ এজনো অৱশিষ্ট নেথাকিল। পাছে, আপোনাৰ
মন্ত্ৰণাৰ দৰে কাম নকৰা দেখি অহীথোফলে
আপোনাৰ গাধ সজাই তাত উঠি, আপোনাৰ
নগৰলৈ আপোনাৰ ঘৰলৈ গল, আৰু আপো-
নাৰ ঘৰৰ বিষয়ে দিহা দি, নিজে নিজৰ ডিঙিত
ফাঁহ লগাই মৰিল; পাছে পৈতৃক মৈদামত তাক
মৈদাম দিয়া হল।

অবচালোমক পৰাজয় কৰা আৰু তেওঁৰ মৰণ।

২৪ পাছে দায়ূদে মহনয়িম পালেগৈ, আৰু
অব্চালোমে সকলো ইস্ৰায়েল লোকে সৈতে
২৫ যৰ্দ্দন পাৰ হল। আৰু অব্চালোমে যোৱা-
বৰ সলনি অমাচাক প্ৰধান সেনাপতি পাতিলে।
অমাচা ইস্ৰায়েলীয়া যিথ্ৰা নামেৰে এজন মানুহৰ
পুত্ৰ; সেই মানুহে যোৱাবৰ মাক চৰুয়াৰ
ভনীয়েক নাহচৰ জীয়েক অবীগলত গমন কৰি-
২৬ ছিল। পাছে ইস্ৰায়েল আৰু অব্চালোমে
গিলিয়দ দেশত ছাউনি পাতিলে।

২৭ তাৰ পাছে দায়ূদে মহনয়িম পালত, অম্মো-
নৰ সন্তানবিলাকৰ ৰব্বাত থকা নাহচৰ পুত্ৰ
চোবীয়ে, আৰু লো-দবাৰত থকা অম্মীয়েলৰ
পুত্ৰ মাখীৰে, আৰু ৰোগেলীমত থকা গিলিয়-
দীয়া বৰ্জিল্লয়ে দায়ূদৰ আৰু তেওঁৰ লগৰ লোক-
২৮ বিলাকৰ নিমিত্তে শয্যা, চৰিয়া, মাটীৰ পাত্ৰ, আৰু
খাবৰ নিমিত্তে ঘেঁহু, যৱ, আটাগুৰি, ভজা শস্য,
২৯ লেচেৰা মাহ, মচুৰ মাহ, ভজা মাহ, মৌ, দৰ্খি,
মেৰৰ জাক, আৰু গৰু গাখীৰৰ পনীৰ আনিলে;
কিয়নো সিহঁতে ভাবিছিল, যে, লোকবিলাক
অৰণ্যত ক্ষুধাতুৰ, শ্ৰান্ত, আৰু তৃষ্ণাতুৰ হৈছে।

১৮ পাছে দায়ূদে আপোনাৰ লগৰ লোক-
বিলাকক গণনা কৰিলে, আৰু সিবিলা-
কৰ ওপৰত সহস্ৰপতি ও শতপতি নিযুক্ত

২ করিলে। আৰু দায়ূদে যোৱাবৰ হাতত লোক-
বিলাকৰ এভাগ, আৰু যোৱাবৰ ভায়েক চৰু-
য়াৰ পুত্ৰ অবীচয়ৰ হাতত এভাগ, আৰু গা-
তীয়া ইত্তয়ৰ হাতত এভাগ সমৰ্পণ কৰি পঠাই
দিলে। আৰু ৰজাই লোকবিলাকক কলে, ময়
৩ নিজেও নিশ্চয়ে তোমালোকৰ লগত যাম। কিন্তু
লোকবিলাকে কলে, আপুনি যাব নেলাগে।
কিয়নো আমি পলালে, আমাৰ নিমিত্তে সিহঁতে
চিন্তা নকৰিব, আমাৰ অৰ্দ্ধেক লোক মৰিলেও
আমাৰ নিমিত্তে চিন্তা নকৰিব; কিন্তু আপুনি
আমাৰ দহ হাজাৰৰ সমান। এই হেতুকে
আপুনি নগৰৰ পৰা আমাক সহায় কৰিবৰ অৰ্থে
৪ আপুনি যুগুত হৈ থাকিলে ভাল হয়। তাতে
ৰজাই সিবিলাকক কলে, তোমালোকে যিহকে
ভাল দেখা, ময় তাকেই কৰিম। পাছে ৰজা
নগৰৰ দুৱাৰৰ কোষত থিয় হৈ ৰল, আৰু
সকলো লোক শ শকৈ হাজাৰ হাজাৰকৈ ওলাই
৫ গল। তেতিয়া ৰজাই যোৱাব, অবীচয়, আৰু
ইত্তয়ক আজ্ঞা কৰি কলে, তোমালোকে মোলৈ
চাই, সেই ডেকা পুৰুষ অব্চালোমলৈ মৃদু ব্যৱ-
হাৰ কৰিবা। অব্চালোমৰ বিষয়ে সেনাপতি-
বিলাকক ৰজাই এই আজ্ঞা দিয়া সময়ত সকলো
৬ লোকে তাক শুনিলে। এই ৰূপে লোকবিলাক
ইস্ৰায়েলৰ বিৰুদ্ধে বাহিৰলৈ ওলাই গল, আৰু
৭ ইফ্ৰয়িম কাঠনীত যুদ্ধ লাগিল। সেই ঠাইত ইস্ৰা-
য়েল লোকবিলাক দায়ূদৰ দাসবিলাকৰ সন্মু-
খত হাৰিল; তাতে সেই দিনা তাত মহাসংহাৰ
৮ হোৱাত বিশ হাজাৰ লোক মৰিল। কিয়নো যুদ্ধ
সেই অঞ্চলত বেমেলি হল, আৰু সেই দিনা তাত
তৰোৱালে যিমান লোক গ্ৰাস কৰিলে, কাঠনীয়ে
৯ তাতৈকে অধিক লোক গ্ৰাস কৰিলে। পাছে
অব্চালোম দায়ূদৰ দাসবিলাকৰ আগত হঠাৎ
উপস্থিত হল; অব্চালোম আপোনাৰ খছৰৰ
ওপৰত উঠি যাওঁতে, সেই খছৰ তাত থকা
এজোপা ডাঙৰ এলা গছৰ ঘন ডালৰ তলেদি
যোৱাত, সেই এলা গছত অব্চালোমৰ মূৰ
লাগিলত, তেওঁ আকাশ আৰু পৃথিবীৰ মাজত
ওলমি থাকিল, আৰু তলৰ পৰা খছৰ চলি
১০ গল। পাছে এটা মানুহে তাকে দেখি যোৱা-
বক কলে, দেখা, ময় এলা গছত অব্চালোমক
১১ ওলমি থকা দেখিলোঁ। তেতিয়া যোৱাবে সেই
বাৰ্ত্তা দিয়া মানুহটোক কলে, যদি তয় তেনেকুৱা
দেখিছিলি, তেন্তে কিয় সেই ঠাইতে তাক মাৰি
মাটিত নেপেলালি? তাকে কৰা হলে, ময়
তোক দহ চেকল ৰূপ আৰু এগছ টঙালি
১২ দিলোঁহেঁতেন। তেতিয়া মানুহটোৱে যোৱাবক
কলে, ময় যদিও হাজাৰ চেকল ৰূপ জুখি হাতৰ
তলুৱাত লওঁ, তথাপি ময় সেই ৰাজকোঁৱৰৰ
অহিতে হাত নেমেলোঁ; কিয়নো আমি শুনা-
কৈ, ৰজাই আপোনাক, অবীচয়ক, আৰু
ইত্তয়ক এই আজ্ঞা দিছিল, বোলে, সাৱধান,
তোমালোকে কোনেও সেই ডেকা অব্চালোমক
১৩ নুচুবা। নতুবা ময় যদি তেওঁৰ প্ৰাণৰ অহিতে
বিশ্বাসঘাতকতা কৰিলোঁহেঁতেন, (আৰু ৰজাৰ
পৰা কোনো কথা গুপুত নেথাকে,) তেন্তে আপুনি
নিজেই মোৰ পৰা আঁতৰি থাকিলহেঁতেন।
১৪ তেতিয়া যোৱাবে, তোৰে সৈতে ময় এই ৰূপে
পলম কৰি থাকিব নোৱাৰোঁ বুলি কৈ, আপো-
নাৰ হাতত তিনুডাল শূল লৈ গৈ, অব্চালোম
এলা গছৰ মাজত জীয়াই থাকোঁতেই, তেওঁৰ
১৫ বুকত সুমুৱাই দিলে; আৰু যোৱাবৰ দহ
জন অস্ত্ৰধাৰী ডেকাই অব্চালোমক বেৰি ধৰি
১৬ আঘাত কৰি বধ কৰিলে। পাছে, যোৱাবে
শিঙা বজালত, লোকবিলাক ইস্ৰায়েলৰ পাছত
খেদি যোৱাৰ পৰা উভটি আহিল; কিয়নো
১৭ যোৱাবে লোকবিলাকক ৰাখিলে। পাছে সি-
বিলাকে অব্চালোমক নমাই আনি, কাঠনীৰ
মাজত থকা বড় গাঁতটোত পেলাই তেওঁৰ ওপৰত
শিলৰ এটা বড় দ'ম কৰিলে; আৰু আটাই
ইস্ৰায়েল আপোন আপোন তাম্বুলৈ পলাই গল।
১৮ ৰজাৰ উপত্যকাত যি স্তম্ভ আছে, তাক অব্চা-
লোমে জীয়াই থকা কালত নিৰ্ম্মাণ কৰাই,
আপোনাৰ নিমিত্তে স্থাপন কৰিছিল; কিয়নো
তেওঁ ভাবিছিল, যে, মোৰ নাম ৰাখিবলৈ মোৰ
পো নাই; এই নিমিত্তে তেওঁ আপোনাৰ নাম অনু-
সাৰে সেই স্তম্ভৰ নাম ৰাখিলে; সেয়ে আজি-
লৈকে অব্চালোমৰ স্তম্ভ বুলি প্ৰখ্যাত আছে।
১৯ পাছে চাদোকৰ পুত্ৰ অহীমাচে কলে, যিহো-
ৱাই কি ৰূপে ৰজাৰ পক্ষে তেওঁৰ শত্ৰুবোৰৰ
প্ৰতিকাৰ সাধিলে, তাৰ শুভবাৰ্ত্তা ৰজাক দিবলৈ
২০ মোক লড়ি যাবলৈ দিওক। কিন্তু যোৱাবে
তাক কলে, তুমি আজিৰ বাৰ্ত্তা দিয়া লোক হব
নেলাগে, কিন্তু আন দিনাখোনৰ বাৰ্ত্তা তুমি
দিবা; আজি হলে তুমি বাৰ্ত্তা নিদিবা, কাৰণ
২১ ৰজাৰ কোঁৱৰ মৰিল। পাছে যোৱাবে কূচী-
য়াক কলে, তয় যা, যি দেখিলি, তাক ৰজাক
জনাগৈ; তাতে কূচীয়াই যোৱাবক প্ৰণিপাত
২২ কৰি লৰ ধৰিলে। পাছে চাদোকৰ পুত্ৰ অহীমাচে
আকৌ যোৱাবক কলে, যি হওক, অনুগ্ৰহ কৰি
কূচীয়াৰ পাছত মোকো লড়ি যাবলৈ দিওক।
তাতে যোৱাবে কলে, বোপা, তুমি কিয় লড়ি
২৩ যোৱা? তুমি বাৰ্ত্তাৰ বটা নেপাবা। সি কলে,
যি হওক, মোক লড়ি যাবলৈ দিওক। তাতে
যোৱাবে কলে, লৰ ধৰা। তেতিয়া অহীমাচে
সমথলৰ বাটেদি লড়ি লড়ি গৈ কূচীয়াক পাছ
পেলালে।

২৪ সেই সময়ত দায়ূদ নগরর দুই দুৱারর
মাজত বহি আছিল ; তেতিয়া প্ৰহৰীয়ে নগরর
দুৱারর ওপর তাগত গড়র ওপরত উঠি চকু তুলি
দেখিলে, এটা মানুহ অকলেই লড়ি আহিছে ।
২৫ পাছে প্ৰহৰীয়ে রিঙি মারি রজাক তাক জনালত,
রজাই কলে, সি যদি অকল হয়, তেন্তে তার
মুখত বার্ত্তা আছে । সি আহি আহি ওচর চাপি-
২৬ লত, প্ৰহৰীয়ে আরু এজনক লড়ি অহা দেখি
রিঙি মারি দুৱরীটোক কলে, দেখা, আরু এজন
অকলেই লড়ি আহিছে ; তাতে রজাই কলে,
২৭ সিও বার্ত্তা আনিছে । পাছে প্ৰহৰীয়ে কলে,
প্ৰথম মানুহর লড় চাদোকর পুত্ৰ অহীমাচর
লড়র নিচিনা দেখিছোঁ । রজাই কলে, তেওঁ
ভাল মানুহ, তেওঁ ভাল সংবাদ আনিছে ।
২৮ তেতিয়া অহীমাচে রিঙি মারি রজাক কলে,
আপোনার মঙ্গল হওক । পাছে সি মাটীত মুখ
লগাই রজার আগত প্ৰণিপাত করি কলে, যি
জনাই মোর প্ৰভু রজার অহিতে হাত তোলা
লোকবিলাকক সোধাই দিলে, আপোনার সেই
২৯ ঈশ্বর যিহোৱা ধন্য । পাছে রজাই সুধিলে, ডেকা
পুরুষ অব্‌চালোমর মঙ্গল নে ? তাতে অহীমাচে
উত্তর করি কলে, যি সময়ত যোৱাবে মহারাজর
দাসক, আরু আপোনার দাস মোক পঠালে,
তেতিয়া বড় হুরামুরা হোৱা দেখিলোঁ ; কিন্তু কি
৩০ হৈছে, তাক জানিবলৈ নেপালোঁ । রজাই কলে,
একোবে গৈ থিয় হোৱা ; তাতে সি একোবে গৈ
৩১ থিয় হল । তেতিয়া দেখা, কুচীয়াই আহি কলে,
মোর প্ৰভু মহারাজলৈ বার্ত্তা আনিছোঁ ; কিয়নো
আপোনার অহিতে উঠা আটাই মানুহর ওপরত
আজি আপোনার পক্ষে যিহোৱাই প্ৰতিকার
৩২ সাধিলে । তাতে রজাই কুচীয়াক সুধিলে, ডেকা
পুরুষ অব্‌চালোমর মঙ্গল নে ? কুচীয়াই কলে,
মোর প্ৰভু মহারাজর শত্ৰুবোর, আরু আপো-
নার অনিষ্ট করিবলৈ আপোনার বিরুদ্ধে উঠা
আটাইবোর সেই ডেকা পুরুষর নিচিনা হওক ।
৩৩ তেতিয়া রজাই অধৈর্য্য হৈ, নগরর দুৱারর ওপরর
খোটালিলৈ উঠি ক্ৰন্দন করিবলৈ ধরিলে ; আরু
ইকালে সিকালে ফুরি কলে, হায়, মোর পুত্ৰ অব্‌-
চালোম ! হায়, মোর পুত্ৰ ! হায়, মোর পুত্ৰ অব্‌-
চালোম ! তোমার সলনি ময় মরাই ভাল আছিল !
হায়, অব্‌চালোম ! হায়, মোর পুত্ৰ ! মোর পুত্ৰ !

দায়ূদ উলটি অহা, আরু পুনরায় তেওঁ
রাজত্ব পোৱা ।

১৯ পাছে কোনোৱে যোৱাবক কলে, দেখোক,
রজাই অব্‌চালোমর নিমিত্তে ক্ৰন্দন আরু
২ শোক করিছে । সেই দিনর জয় সকলো লোকর
পক্ষে শোকলৈহে গৰ্তিল ; কারণ সেই দিনা লোক-
বিলাকে, রজাই আপোন পুত্ৰর বিষয়ে বেজার
৩ করিছে বুলি শুনিলে । যুদ্ধর পরা পলাই যোৱা
লোকবিলাকে যেনেকৈ লাজ পাই চোরর দরে
যায়, তেনেকৈ লোকবিলাকে সেই দিনা চোরর
৪ নিচিনাকৈ নগরত সোমাল । আরু রজাই
আপোনার মুখ ঢাকি, বড় মাতেরে চিঞরি কান্দি
কলে, হায়, মোর পুত্ৰ অব্‌চালোম ! হায়, অব্‌-
৫ চালোম ! হায়, মোর পুত্ৰ ! মোর পুত্ৰ ! পাছে
যোৱাবে ঘরর ভিতরলৈ রজার ওচরলৈ গৈ কলে,
যিবিলাকে আপোনার প্ৰাণ, আপোনার পো জী-
বিলাকর প্ৰাণ, আপোনার ভাৰ্য্যাবিলাকর আরু
উপপত্নীবিলাকর প্ৰাণ রক্ষা করিলে, আপো-
নার সেই দাসবিলাকর মুখত, আজি আপো-
নাক ঘিণাওঁতাবোরক আপুনি প্ৰেম করি, আরু
আপোনাক প্ৰেম কৰোঁতাবোরক আপুনি ঘিণ
৬ করি, লাজ লগালে । কিয়নো আজি আপুনি
প্ৰকাশ করিলে, যে, অধ্যক্ষ আরু দাসবিলাক
আপোনার আগত একোরেই নহয় ; কারণ আজি
ময় জানিবলৈ পাইছোঁ, যে, যদি অব্‌চালোম
জীয়াই থাকিলহেঁতেন, আরু আমি সকলো-
বিলাক মরিলোঁহেঁতেন, তেন্তে আপুনি ভাল
৭ পালেহেঁতেন । এই হেতুকে এতিয়া আপুনি উঠি
বাহিরলৈ গৈ, আপোনার দাসবিলাকক সান্ত্বনার
কথা কওক ; কিয়নো ময় যিহোৱার নামেরে শপথ
করি কৈছোঁ, যদি আপুনি বাহিরলৈ নেযায়,
তেন্তে এই রাতি আপোনার লগত এজন লোকো
নেথাকিব ; আরু আপোনার যৌবন কালরে পরা
এতিয়ালৈকে আপোনালৈ যিমান অমঙ্গল ঘটিছে,
সেই আটাইবিলাকতকৈ আপোনার এই অমঙ্গল
৮ অতি গুরুতর হব । তাতে রজা উঠি নগরর
দুৱারত বহিল । তেতিয়া, রজা নগরর দুৱারত
বহি আছে বুলি সকলো লোকক কোৱা গল, আরু
সকলো লোক রজার আগলৈ আহিল ।
ইয়ার ভিতরতে ইস্ৰায়েল লোক প্ৰতিজনে
৯ আপোন আপোন তাম্বুলৈ পলাই গল । পাছে
ইস্ৰায়েলর আটাই ফৈদর মাজত পরস্পরে বিবাদ
করি কলে, রজাই শত্ৰুবোরর হাতর পরা আমাক
নিস্তার করিছিল, আরু পলেষ্টীয়াবিলাকর হাতর
পরাও আমাক উদ্ধার করিছিল ; তেওঁ এতিয়া
অব্‌চালোমর ভয়ত দেশর পরা পলাই গল ।
১০ আরু আমি যি অব্‌চালোমক আমার ওপরত
রজা অভিষেক করিছিলোঁ, তেওঁ রণত মরিল ।
এই হেতুকে এতিয়া তোমালোকে রজাক ওভোটাই
অনার বিষয়ে কিয় এটি কথাও নোকোৱা ?
১১ পাছে দায়ূদ রজাই চাদোক আরু অবিয়াথর
পুরোহিতর ওচরলৈ দূত পঠাই কলে, তোমা-
লোকে যিহূদার বৃদ্ধবিলাকক কোৱা, রজাক
আপোনার গৃহলৈ ওভোটাই নিবলৈ, শেষতেহে

ইস্রায়েলর নিবেদন রজার ওচরত উপস্থিত হল;
এতেকে তেওঁক আপোন গৃহলৈ ওভোটাই নিবলৈ
তোমালোক কিয় সকলোতকৈ পাছ পৰিছাহঁক?
১২ তোমালোকেই মোর ভাই, মোর হাড়রো হাড়,
আরু মঙহরো মঙহ; তেন্তে তোমালোকে রজাক
ওভোটাই নিবলৈ কিয় সকলোতকৈ পাছ পড়ি-
১৩ ছাহঁক? আরু তোমালোকে অমাচাকো কব।
তুমি জানো মোর হাড়রো হাড় আরু মঙহরো
মঙহ নোহোৱা? তুমি যদি মোর সাক্ষাতে চির-
কাললৈকে যোৱাবর বাবত প্রধান সেনাপতি
নোহোৱা, তেন্তে ঈশ্বরে মোক আমুক ভামুক, আরু
১৪ তাতকৈয়ো অধিক দণ্ড দিওক। আরু তেওঁ যিহু-
দার সকলো লোকবিলাকর মন ঘুরাই এজন
লোকর মন যেন করিলে; তাতে সিবিলাকে
রজালৈ এই কথা কৈ পঠালে, বোলে, আপুনি
আরু আপোনার দাসবিলাক পুনরায় উভটি
১৫ আহোক; তেতিয়া রজাই উভটি আহি যর্দ্দন
পালে। সেই সময়তে যিহূদার লোকবিলাকে
রজাক যর্দ্দন পার করি আগ বঢ়াই আনিবলৈ
গিল্‌গললৈ গল।
১৬ তেতিয়া দায়ূদ রজাক আগ বঢ়াবর অর্থে, বহু-
রীমনিবাসী গেরার পুতেক বিন্যামীনীয়া চিমি-
য়ীয়ে লড়াখেদাকৈ যিহূদার লোকবিলাকর লগত
১৭ গল। আরু তেওঁর লগত বিন্যামীনীয়া এক
হাজার লোক, আরু চৌলর বংশর দাস চীবা
আরু তার লগত পুতেক পোন্ধেরটা, আরু বন্দী
বিশটা আছিল; সিহঁতে রজার সাক্ষাতে বেগাই
১৮ যর্দ্দনলৈ নামি পার হল। তেতিয়া পার করা
নাওখন রজার পরিয়ালবিলাকক পার করিবর
নিমিত্তে, আরু তেওঁ যি ভাল দেখে, তাকে করিবর
কারণে সিপারলৈ নিয়া হৈছিল। আরু রজাই
যর্দ্দন পার হবর সময়তেই গেরার পুতেক সেই
১৯ চিমিয়ী রজার আগত দীঘল হৈ পড়িল, আরু তেওঁ
রজাক কলে, মোর প্রভুৱে মোক অপরাধী বুলি
গণনা নকরিব; মোর প্রভু মহারাজ যিরূচালে-
মর পরা ওলাই অহা দিনা আপোনার এই দাসে
যি অকর্ম্ম করিছিল, তাক আপুনি সোঁৱরণ করি
২০ মনত নেরাখিব। কিয়নো ময় যে পাপ করিলোঁ,
তাক আপোনার এই দাসে জানিছে; এই হেতুকে
মোর প্রভু মহারাজক আগ বঢ়াই নিবলৈ যোচে-
ফর সকলো বংশর মাজত প্রথমে ময়েই আজি
২১ নামি আহিছোঁ। কিন্তু চরূয়ার পুত্র অবীচয়ে
উত্তর দি কলে, সেই নিমিত্তেই জানো চিমিয়ীর
প্রাণদণ্ড নহব? কারণ সি যিহোৱার অভিষিক্ত
২২ জনক শাও দিছিল। তাতে দায়ূদে কলে, হে
চরূয়ার পুতেকবিলাক, তোমালোকর লগত মোর
কি সম্পর্ক আছে, যে আজি তোমালোক মোর
বিরুদ্ধকারী হৈছা? আজি ইস্রায়েলর মাজত
জানো কোনোর প্রাণদণ্ড হোৱা উচিত? কিয়নো,
আজি যে ময় ইস্রায়েলর ওপরত রজা হলোঁ,
২৩ ইয়াক জানো ময় জনা নাই? পাছে রজাই
চিমিয়ীক কলে, তোমার প্রাণদণ্ড নহব; এই
বুলি রজাই তার আগত শপথ করিলে।
২৪ পাছে চৌলর নাতিয়েক মফীবোচতে রজারে
সৈতে সাক্ষাৎ করিবর অর্থে নামি আহিল; রজা
ওলাই যোৱা দিনারে পরা কুশলে ঘরলৈ উলটি
অহা দিনলৈকে তেওঁ আপোনার ভরি ধোৱা নাই,
তেওঁর গোঁফ ছটা নাই, আরু কাপড়ো ধোৱা
২৫ নাই। তেওঁ যিরূচালেমলৈ রজাক দেখা করিবলৈ
আহিলত, রজাই তেওঁক কলে, হে মফীবোচৎ,
২৬ তুমি মোর লগত কিয় নগলা? তাতে তেওঁ উত্তর
করি কলে, হে মোর প্রভু মহারাজ, মোর দাসে
মোক প্রবঞ্চনা করিলে; কারণ আপোনার এই
দাসে কৈছিল, ময় গাধ সজোৱাই তার ওপরত
উঠি, মহারাজর লগত যাম; কিয়নো আপোনার
২৭ এই দাস খোড়া। সি মোর প্রভু মহারাজর আগত,
আপোনার এই দাসর বদ্‌নাম করিলে; কিন্তু
মোর প্রভু মহারাজ ঈশ্বরর দূতর তুল্য; এতেকে
আপোনার দৃষ্টিত যিহকে ভাল দেখে, আপুনি
২৮ তাকে করোক। কিয়নো মোর প্রভু মহারাজর
সাক্ষাতে মোর সকলো পিতৃবংশ কেৱল মৃত্যুর
যোগ্য আছিল, তথাপি আপুনি আপোনার মেজত
ভোজন করোঁতাবিলাকর মাজত আপোনার এই
দাসক বহুৱালা; এই হেতুকে রজার আগত আরু
কাতরোক্তি করিবলৈ মোর কি অধিকার আছে?
২৯ তাতে রজাই তেওঁক কলে, তুমি এতিয়াও আপো-
নার কথা আরু কিয় কৈ আছা? ময় কৈছোঁ,
তুমি আরু চীবা, দুয়ো সেই মাটী ভাগ বাঁটি
৩০ লোৱা। তেতিয়া মফীবোচতে রজাক কলে,
সি সকলোকে লওক; কারণ মোর প্রভু মহারাজ
কুশলে আপোন গৃহলৈ উলটি আহিল।
৩১ পাছে গিলিয়দীয়া বর্জিল্লয়ে রোগেলীমর পরা
আহি, যর্দ্দনর সিপারে আগ বঢ়াই থবলৈ
৩২ রজার লগত যর্দ্দন পার হল। সেই বর্জিল্লয়
অতি বুড়া, আশী বছর বয়সীয়া, আরু রজা মহ-
নয়িমত থকা কালত তেওঁ রজাক আহার যোগাই-
ছিল; কারণ তেওঁ অতিশয় বড় লোক আছিল।
৩৩ পাছে রজাই বর্জিল্লয়ক কলে, তুমি মোর লগত
পার হৈ আহাঁ, ময় তোমাক যিরূচালেমত মোর
৩৪ লগত প্রতিপালন করিম। কিন্তু বর্জিল্লয়ে রজাক
কলে, মোর আয়ুষর আরু কিমান দিন আছে,
যে, ময় মহারাজর লগত যিরূচালেমলৈ উঠি
৩৫ যাম? এতিয়া মোর আশী বছর বয়স; ময় ভাল
বেয়া ভেদ করিব জানো পারোঁ? বা যি ভোজন
করোঁ, আরু যি পান করোঁ, আপোনার দাস ময়
জানো তার কিবা সোৱাদ বুজিব পারোঁ? বা

এতিয়াও গায়ক আরু গায়িকাবিলাকর গানর
সুর শুনিবলৈ জানো পাওঁ? এনে হলত আপো-
নার দাস ময় মোর প্রভু মহারাজর কিয় ভার হওঁ?
৩৬ আপোনার দাস ময় কেৱল মহারাজক যর্দ্দন পার
করি থৈ আহিম; তেন্তে রজাই ইয়ার সলনি
৩৭ কেলেই এনে অনুগ্রহ করিব লাগিছে? কিন্তু
মিনতি করোঁ, আপোনার এই দাসক উলটি যাব-
লৈ দিওক, ময় আপোন নগরত আপোন পিতৃ
মাতৃর মৈদামর ওচরত মরিম। কিন্তু দেখোক,
এইয়া আপোনার দাস কিম্‌হম; ইয়াক মোর
প্রভু মহারাজর লগত পার হৈ যাবলৈ দিওক,
আরু আপোনার দৃষ্টিত যিহকে ভাল দেখে,
৩৮ আপুনি ইয়ালৈ তাকেই করোক। রজাই উত্তর
করিলে, কিম্‌হম মোর লগত পার হৈ যাব; তুমি
যিহকে ভাল দেখা, ময় ইয়ালৈ তাকে করিম,
আরু তুমি মোক যি করিবলৈ কোৱা, ময় তোমালৈ
৩৯ সেই তাকেই করিম। পাছে সকলো মানুহে যর্দ্দন
পার হল, আরু রজাও পার হল; পাছে রজাই
বর্জিল্লয়ক চুমা খাই বিদায় দিলে, আরু তেওঁ
আপোন ঠাইলৈ উলটি গল।

ইস্রায়েলর মাজত বিবাদ, আরু চেবার বিদ্রোহ।

৪০ এই রূপে রজাই পার হৈ গিল্‌গললৈ গল;
কিম্‌হমেও তেওঁর লগত পার হৈ গল; আরু
যিহূদার সকলো লোকে, আরু ইস্রায়েলর
৪১ অর্দ্ধেক লোকে রজাক পার করি দিলে। পাছে
দেখা, ইস্রায়েলর সকলো লোকে রজার ওচরলৈ
আহি রজাক কলে, আমার ভাই যিহূদার লোক-
বিলাকে আপোনাক চুর করি মহারাজক, আপো-
নার পরিয়ালক, আরু দায়ূদর লগত তেওঁর সকলো
৪২ লোকক যর্দ্দন পার করি কিয় আনিলে? তাতে
যিহূদার সকলো লোকে ইস্রায়েল লোকবিলাকক
উত্তর দি কলে, রজা আমার ওচরসম্বন্ধীয়া; তেন্তে
এই কথাতে তোমালোকর কিয় খং উঠিছে?
আমি জানো রজার কিবা খাইছোঁ? নাইবা তেওঁ
৪৩ জানো আমাক কিবা তেঁটি দিছে? পাছে ইস্রা-
য়েল লোকবিলাকে যিহূদার লোকবিলাকক উত্তর
দি কলে, রজাত আমার দহ ভাগ অধিকার আছে,
আরু দায়ূদত তোমালোকতকৈ আমারো অধিক
স্বত্ব আছে; এই হেতুকে আমাক কিয় হেয়জ্ঞান
করিলাহঁক? আরু আমার রজাক ওভোটাই
আনিবর কথা জানো প্রথমে আমি কোৱা নাই?
তেতিয়া ইস্রায়েল লোকবিলাকর কথাতকৈ যিহূ-
দার লোকবিলাকর কথা টান হৈ উঠিল।

২০ সেই সময়ত সেই ঠাইতে বিন্যামীনীয়া
বিখ্রীর পুতেক চেবা নামেরে এটা পাষণ্ড
মানুহ আছিল; সি শিঙা বজাই কলে, দায়ূদত
আমার কোনো ভাগ নাই, আরু যিচয়র পুতেকত
আমার অধিকার নাই; হে ইস্রায়েল, তোমা-
লোক প্রতিজন আপোন আপোন তম্বুলৈ গুচি
২ যোৱা। তাতে ইস্রায়েলর আটাই লোক দায়ূদর
পাছর পরা উলটি, বিখ্রীর পুতেক সেই চেবার
পাছত যাওঁতা হল; কিন্তু যর্দ্দনর পরা যিরূ-
চালেমলৈকে যিহূদার লোকবিলাক আপোন
রজাত আসক্ত হৈ থাকিল।
৩ পাছে দায়ূদ যিরূচালেমলৈ আপোনার ঘরলৈ
আহিল; আরু রজাই ঘর রাখিবর অর্থে
আপোনার যি দহ জনী উপপত্নী থৈ গৈছিল,
সিহঁতক আনি বন্ধ করি প্রতিপালন করিলে, কিন্তু
সিহঁতত গমন নকরিলে। এই রূপে সিহঁত বিধৱা
অৱস্থাত মরণ কাললৈকে বন্ধ হৈ থাকিল।
৪ পাছে রজাই অমাচাক কলে, তুমি তিন দিনর
ভিতরত যিহূদার লোকবিলাকক মতাই মোর
ওচরত গোট খুৱাবা, আরু তুমিও ইয়াত উপস্থিত
৫ হবা। তাতে অমাচাই যিহূদার লোকবিলাকক
মতাই গোট খুৱাবলৈ গল; কিন্তু নিরূপিত
৬ কালতকৈ তেওঁর অধিক পলম হল। তেতিয়া
দায়ূদে অবীচয়ক কলে, এতিয়া বিখ্রীর পুতেক
চেবাই অব্‌চালোমতকৈ আমার অধিক অনিষ্ট
করিব; তুমি আপোন প্রভুর দাসবিলাকক
লৈ তার পাছে পাছে খেদি যোৱা; নহলে সি
গড়েরে আবৃত হোৱা কোনো কোনো নগর পাই
৭ আমার চকুর আগর পরা সারিব। তাতে যোৱাবর
লোকবিলাক, করেথীয়া আরু পলেথীয়া লোক,
আরু সকলো বীরপুরুষ তেওঁর পাছে পাছে
ওলাই গল; বিখ্রীর পুতেক চেবার পাছে পাছে
খেদি যাবর নিমিত্তে সিবিলাক যিরূচালেমর পরা
৮ বাহিরলৈ গল। পাছে সিবিলাকে গিবিয়োনত
থকা মহাশিলটোর ওচর পালত, অমাচা আহি
সিবিলাকর আগত উপস্থিত হল; তেতিয়া
যোৱাবর কঁকালত রণর সাজ বন্ধা আছিল, আরু
তার ওপরত আপোনার কঁকালত বন্ধা কাকত থকা
তরোৱালে সৈতে এগছ টঙালি আছিল; পাছে
তেওঁ আগ বাঢ়ি যাওঁতে সেয়ে মাটিত পড়িল
৯ আরু যোৱাবে অমাচাক কলে, মোর ভাই, তুমি
মঙ্গলে আছা নে? এই বুলি যোৱাবে তেওঁক
চুমা খাবলৈ সোঁ হাতেরে অমাচার দাঁড়িত
১০ ধরিলে। কিন্তু অমাচাই যোৱাবর হাতত থকা
তরোৱাললৈ মন নকরিলে; তাতে যোৱাবে তারে
তেওঁর পেটত খোঁচ মারি মাটিত তেওঁর নাড়ীভুঁরু
উলিয়াই পেলালে, পুনরায় আরু তেওঁক নে-
মারিলে; তাতে তেওঁ মরিল। পাছে যোৱাব
আরু তেওঁর ভায়েক অবীচয়ে বিখ্রীর পুতেক
১১ চেবার পাছে পাছে খেদি গল। মরা শরর
ওচরত যোৱাবর এটা ডেকাই থিয় হৈ কলে,
যি জনে যোৱাবক ভাল পায়, আরু দায়ূদর

পক্ষীয়া হয়, সি যোৱাবর পাছত যাওক।
১২ তেতিয়ালৈকে অমাচা রাজবাটর মাজত আপোনার তেজত লেটিপেটি হৈ পড়ি আছিল ; আরু সেই মানুহটোৱে আটাই লোকক রৈ থকা দেখি,
অমাচাক বাটর পরা পথারলৈ আঁতরাই নি,
তার ওপরত এখন কাপড় পেলাই দিলে ; তার ওচরেদি যোৱা আটাই মানুহ থিয় হৈ রৈ থকা
১৩ দেখিয়েই সি তাকে করিলে। তেতিয়া, অমাচাক রাজবাটর পরা নিয়া হলত, আটাই লোকে বিক্রীর পুতেক চেবার পাছে পাছে খেদি যাবর নিমিত্তে
১৪ যোৱাবর পাছত গল। পাছে তেওঁ ইস্রায়েলর সকলো ফৈদর মাজেদি আবেল আরু বৈৎ-মাখালৈকে, আরু আটাই বেরীয়াবিলাকর অঞ্চললৈকে গল ; আরু সিবিলাকেও গোট খাই
১৫ তেওঁর পাছত গল। পাছে সিবিলাকে আহি আবেল-বৈৎ-মাখাত তাক বেরি ধরিলে, আরু নগরর বিরুদ্ধে এক হাদাম বান্ধিলে ; আরু সেই হাদাম গড়র সমানে বন্ধা হলত, যোৱাবর লগর আটাই লোকে গড় ভাঙিবলৈ চেষ্টা করিলে।
১৬ তেতিয়া নগরর ভিতরর পরা এজনী বুদ্ধিমতী তিরুতাই রিঙি মারি কলে, শুনাহঁক, শুনাহঁক, অনুগ্রহ করি যোৱাবক এই ঠাইলৈ আহিবলৈ
১৭ কোৱা, ময় তেওঁর লগত কথা হম। পাছে যোৱাব তাইর ওচরলৈ গলত, তাই সুধিলে, আপুনি যোৱাব হয় নে ? তেওঁ উত্তর করিলে, হয়, ময় হওঁ। তাতে তিরুতা জনীয়ে কলে, আপোনার বেটীর কথা শুনোক। তেওঁ কলে,
১৮ বারু কোৱা। তেতিয়া সেই তিরুতাই কলে, পূর্ব্ব-কালত লোকবিলাকে এই কথা কয়, বোলে, সিবিলাকে আবেলীয়াইঁতক সুধিবই সুধিব ;
১৯ পাছে সেই রূপেই কার্য্য সিদ্ধ হৈছিল। ময় ইস্রায়েলর মাজত নির্ব্বিরোধী আরু বিশ্বাসী ; আপুনি ইস্রায়েলর মাতৃস্বরূপ এখন নগর নষ্ট করিবলৈ কার্য্যার করিছে ; আপুনি কিয়
২০ যিহোৱার আধিপত্য গ্রাস করিব ? তাতে যোৱাবে উত্তর দি কলে, গ্রাস করা বা বিনষ্ট করা দূরে থাকোক, মোর পরা দূরে থাকোক।
২১ সেই কথা নহয়, কিন্তু বিক্রীর পুতেক চেবা নামেরে এটা ইফ্রয়িম পর্ব্বতীয়া অঞ্চলর মানুহে দায়ূদ রজার বিরুদ্ধে হাত দাঙিছে ; তোমালোকে অকল তাকে সমর্পণ করি দিয়া ; তাতে ময় নগরখনর পরা গুচি যাম। তে-তিয়া সেই তিরুতাই যোৱাবক কলে, দেখোক, গড়র ওপরেদি তার মূর আপোনালৈ পেলাই
২২ দিয়া যাব। পাছে সেই তিরুতাই লোক-বিলাকর ওচরলৈ গৈ বুদ্ধি দিলত, লোক-বিলাকে বিক্রীর পুতেক চেবার মূর কাটি যোৱাবর ওচরলৈ দলিয়াই পেলাই দিলে। তাতে তেওঁ
শিঙা বজালত, লোকবিলাক নগরর পরা ছিন্ন-ভিন্ন হৈ আপোন আপোন তাম্বুলৈ গুচি আহিল, আরু যোৱাব যিরূচালেমলৈ রজার ওচরলৈ উলটি আহিল।
২৩ সেই সময়ত যোৱাব ইস্রায়েলর প্রধান সেনাপতি আছিল ; যিহোয়াদার পুত্র বনায়া করেথীয়া আরু পলেথীয়াবিলাকর ওপরত অধ্যক্ষ
২৪ আছিল ; অদোরাম বন্দীকাম করি দিব লগীয়া-বিলাকর অধ্যক্ষ আছিল ; অহীলূদর পুত্র
২৫ যিহোচাফট ইতিহাসলিখক আরু চেয়া রাজ-লিখক আছিল ; চাদোক আরু অবিয়াথর পুরো-
২৬ হিত আছিল ; আরু যায়ীরীয়া ঈরাও দায়ূদর মন্ত্রী আছিল।

তিনি বছর আকাল হোৱা। নানা বীরকার্য্য।

২১ দায়ূদর রাজত্বর কালত ক্রমান্বয়ে তিনি বছরলৈকে আকাল হল ; তাতে দায়ূদে যিহোৱার ওচরত সুধিলত, যিহোৱাই উত্তর দি কলে, চৌল আরু তেওঁর রক্তপাতী বংশর কারণে এয়ে হৈছে, কিয়নো তেওঁ গিবিয়োনীয়া লোক-
২ বিলাকক বধ করিলে। তেতিয়া রজাই গিবিয়ো-নীয়াবিলাকক মতাই নি কলে ; (এই গিবিয়ো-নীয়াবিলাক ইস্রায়েলর সন্তানবিলাকর মাজর নহয়, কিন্তু ইমোরীয়াবিলাকর অবশিষ্ট থকা ভাগর লোক ; আরু ইস্রায়েলর সন্তানবিলাকে ইহঁতর পক্ষে শপথ করিছিল চৌলে ইস্রায়েলর সন্তানবিলাকর আরু যিহুদার পক্ষে উদ্যোগী হৈ ইহঁতক বধ করিবলৈ চেষ্টা করিছিল।)
৩ দায়ূদে গিবিয়োনীয়াবিলাকক কলে, ময় তোমা-লোকর নিমিত্তে কি করিম ? তোমালোকে যিহতে যিহোৱার আধিপত্যক আশীর্ব্বাদ করিবা, তার নিমিত্তে ময় কি কি প্রায়শ্চিত্ত করিম ? তাতে
৪ গিবিয়োনীয়াবিলাকে তেওঁক কলে, চৌল কি তেওঁর বংশই সৈতে আমার রূপ কি সোণর বিষয়ে বিবাদ নাই, আরু ইস্রায়েলর মাজত কোনো মানুহক বধ করা আমার কাম নহয়। পাছে তেওঁ কলে, তেন্তে তোমালোকে যি কোৱা, ময় তোমা-
৫ লোকর নিমিত্তে তাকে করিম। তাতে সিহঁতে রজাক কলে, যি মানুহে আমাক সংহার করিছিল, আরু আমি বিনষ্ট হৈ ইস্রায়েলর সীমার মাজর কোনো প্রদেশত অবশিষ্ট নেথাকিবর
৬ নিমিত্তে আমার বিরুদ্ধে কুমন্ত্রণা করিছিল, সেই মানুহর পুতেকহঁতর মাজর সাত জনক আমার হাতত সমর্পণ করি দিয়া হওক ; আমি যিহোৱার মনোনীত লোক চৌলর গিবিয়াত যিহোৱার উদ্দেশে সিহঁতক আরি থম। তাতে রজাই কলে,
৭ ময় সিহঁতক দিম। তথাপি, দায়ূদর আরু চৌলর পুত্র যোনাথনর মাজত যিহোৱার নামেরে

কৰা শপথৰ কাৰণে, ৰজাই চৌলৰ নাতিয়েক
যোনাথনৰ পুত্ৰ মফীবোচতক দয়া কৰি ৰক্ষা
৮ কৰিলে। কিন্তু অয়াৰ জীয়েক ৰিস্পাই চৌলৰ
ঔৰসত অৰ্মোণী আৰু মফীবোচৎ নামেৰে যি
দুটা পুতেক জন্মাইছিল, আৰু মহোলাতীয়া
বৰ্জিল্লয়ৰ পুতেক অদ্ৰীয়েলৰ ঔৰসত চৌলৰ
জীয়েক মীখলে যি পাঁচোটা পুতেক জন্মাই-
৯ ছিল, সিহঁতকে ৰজাই লৈ, গিবিয়োনীয়া-
বিলাকৰ হাতত সোধাই দিলে; তাতে সিহঁতে
পৰ্ব্বতত যিহোৱাৰ সন্মুখত সিহঁতক আৰি
থলে; সেই সাত জন একে সময়তে মৰা
পৰিল; শস্য দাবৰ কালত, অৰ্থাৎ যৱ ধান
দাবলৈ আৰম্ভ কৰা কালতে সিহঁতক বধ কৰা
১০ হল। পাছে অয়াৰ জীয়েক ৰিস্পাই চট কাপড়
লৈ, শস্য দোৱাৰ আৰম্ভণৰে পৰা সিহঁতৰ
ওপৰত আকাশৰ পৰা বৰষুণ নপৰালৈকে
শিলৰ ওপৰত অপোনাৰ নিমিত্তে সেই চটখন
পাৰিলে; আৰু দিনত আকাশৰ চৰাইবোৰক
সিহঁতৰ ওপৰত পৰিব নিদিলে, আৰু ৰাতি বন-
১১ ৰীয়া জন্তুক ওচৰলৈ আহিব নিদিলে। পাছে
চৌলৰ উপপত্নী অয়াৰ জীয়েক ৰিস্পাই যি
কাৰ্য্য কৰিছিল, তাক দায়ূদক জনোৱা গল।
১২ তাতে, পলেষ্টীয়াবিলাকে গিল্বোৱাত চৌলক
বধ কৰা দিনা চৌল আৰু তেওঁৰ পুত্ৰ যোনা-
থনক আৰি থোৱা বৈৎ-চানৰ চকৰ * পৰা
তেওঁবিলাকৰ হাড় চুৰ কৰি অনা যাবেচ-গিলি-
য়দৰ গৃহস্থবিলাকৰ হাতৰ পৰা দায়ূদে সেইবোৰ
১৩ ললেগৈ; আৰু তেওঁ সেই ঠাইৰ পৰা চৌলৰ আৰু
তেওঁৰ পুত্ৰ যোনাথনৰ হাড়বোৰ আনিলে, আৰু
সেই আৰি থোৱাবিলাকৰো হাড়বোৰ গোটোৱা
১৪ হল। পাছে চৌলৰ আৰু তেওঁৰ পুত্ৰ যোনাথনৰ
হাড়বোৰ বিন্যামীন দেশৰ চেলাত চৌলৰ
বাপেক কীচৰ মৈদামত থোৱা হল, আৰু ৰজাৰ
আজ্ঞাৰ দৰে সকলো কাৰ্য্য কৰা হল। তাৰ পাছে
ঈশ্বৰে দেশৰ নিমিত্তে প্ৰাৰ্থনা গ্ৰহণ কৰিলে।
১৫ আৰু এবাৰ পলেষ্টীয়াবিলাকৰ লগত ইস্ৰা-
য়েলৰ ৰণ লাগিলত, দায়ূদে আপোনাৰ দাস-
বিলাকক লৈতে নামি গৈ পলেষ্টীয়াবিলাকে
সৈতে যুদ্ধ কৰিলে; তাতে দায়ূদ ক্লান্ত হল।
১৬ এনে সময়ত, তিনি শ চেকল জোখৰ পিতলৰ
বৰশা ধৰা আৰু নতুন তৰোৱালেৰে সাজু হোৱা
যিচ্‌বী-বনোব নামেৰে ৰফাৰ এজন সন্তানে
১৭ দায়ূদক বধ কৰিবলৈ মন কৰিছিল। কিন্তু চৰু-
য়াৰ পুত্ৰ অবীচয়ে তেওঁৰ সহায় হৈ পলেষ্টীয়া-
টোক আঘাত কৰি তাক বধ কৰিলে। তেতিয়া
দায়ূদৰ লোকবিলাকে তেওঁৰ আগত শপথ কৰি
কলে, ইস্ৰায়েলৰ প্ৰদীপ নুনুমাবৰ নিমিত্তে
আপুনি আমাৰ লগত আৰু যুদ্ধলৈ নেযাব।
১৮ তাৰ পাছে আৰু এবাৰ গোবত পলেষ্টীয়া-
বিলাকৰ লগত ৰণ লাগিল; সেই সময়ত হূচা-
তীয়া চিব্বকয়ে চফ নামেৰে ৰফাৰ এজন সন্তানক
১৯ বধ কৰিলে। পুনৰায় পলেষ্টীয়াবিলাকে সৈতে
গোবত ৰণ লাগিলত, যাৰে-ওৰগীমৰ পুত্ৰ বৈৎ-
লেহমীয়া ইল্‌হাননে গাতীয়া গলিয়াথক বধ
কৰিলে; তাৰ বৰশাৰ কুৰা তাঁতোঠাৰ সমান
২০ আছিল। আৰু এবাৰ গাতত ৰণ লাগিল; তাত
অতি দীৰ্ঘকায় আৰু প্ৰত্যেক হাতে ভৰিয়ে
ছটা ছটা আঙুলি সৰ্ব্বমোট চব্বিশটা আঙুলি
২১ থকা ৰফাৰ এজন সন্তান আছিল। সি ইস্ৰায়েলক
ইতিকিং কৰিলত, দায়ূদৰ ককায়েক চিমিয়াৰ
২২ পুত্ৰ যোনাথনে তাক বধ কৰিলে। এই চাৰি জন
ৰফাৰ ঔৰসত গাতত জন্মা লোক; ইহঁত দায়ূদ
আৰু তেওঁৰ দাসবিলাকৰ হাতত মৰা পৰিল।

দায়ূদৰ জয়গীত।

২২ যি কালত যিহোৱাই দায়ূদক চৌল আদি
সকলো শত্ৰুৰ হাতৰ পৰা উদ্ধাৰ কৰিলে,
সেই কালত তেওঁ যিহোৱাৰ উদ্দেশে এই গীতৰ
২ কথা কলে; তেওঁ কলে,
যিহোৱা মোৰ শিলা, মোৰ কোঁঠ, আৰু
মোৰ উদ্ধাৰকৰ্ত্তা।
৩ তেওঁ মোৰ দুৰ্গস্বৰূপ ঈশ্বৰ; মই তেওঁতে
আশ্ৰয় লৈছোঁ।
তেওঁ মোৰ ঢাল, মোৰ ত্ৰাণৰ শিং, মোৰ
উচ্চ দুৰ্গ, আৰু আশ্ৰয়স্থান।
তুমি মোৰ ত্ৰাণকৰ্ত্তা; তুমি মোক উপদ্ৰৱৰ
পৰা নিস্তাৰ কৰোঁতা।
৪ প্ৰশংসাৰ যোগ্য যি যিহোৱা, মই তেওঁৰ
আগত প্ৰাৰ্থনা কৰোঁ;
তাতে মোৰ শত্ৰুবোৰৰ পৰা মই উদ্ধাৰ পাওঁ।
৫ কিয়নো মৃত্যুৰ ঢৌৱে মোক বেৰি ধৰিছিল,
আৰু অধৰ্ম্মৰূপ চল পানীয়ে মোক ভয়
লগাইছিল।
৬ চিয়োলৰ জৰীয়ে মোক আগুৰিছিল,
আৰু মৃত্যুপাশে মোক মেৰাই ধৰিছিল।
৭ মই সঙ্কটৰ কালত যিহোৱাৰ আগত প্ৰাৰ্থনা
কৰিলোঁ,
আৰু মোৰ ঈশ্বৰৰ আগত কাতৰোক্তি
কৰিলোঁ;
তাতে তেওঁ আপোন মন্দিৰৰ পৰা মোৰ
মাত শুনিলে,
তেওঁৰ সন্মুখত কৰা মোৰ কাতৰোক্তি তেওঁৰ
কাণত পৰিল।

* নগৰৰ বাহিৰ বা ৰাজদুৱাৰৰ ওচৰৰ যি মুকলি ঠাইত মানুহে কোনো কাম কাৰ্য্য আৰু বেহা বেপাৰ আদি কৰে, আৰু সোধবিচাৰ কৰা যায়, এনে ঠাই বুজায়।

৮ তেতিয়া পৃথিবী কঁপিল, জোকাৰ খালে,
আৰু পৰ্ব্বতবিলাকৰ মূলবিলাক জোকাৰ খাই লৰিল;
কিয়নো তেওঁৰ ক্ৰোধ জ্বলি উঠিল।
৯ তেওঁৰ নাকৰ পৰা ধূঁৱা ওলাই ওপৰলৈ গল,
তেওঁৰ মুখৰ পৰা ওলোৱা অগ্নিয়ে গ্ৰাস কৰিলে;
তাৰ পৰা জ্বলি থকা আঙঠা ওলাই জ্বলি থাকিল।
১০ তেতিয়া তেওঁ আকাশক দোঁৱাই নামিল;
তেওঁৰ চৰণৰ তলত ঘোৰ অন্ধকাৰ আছিল।
১১ তেওঁ কৰূবত উঠি আছিল,
এনে কি, বায়ুৰূপ ডেউকাৰে উৰা মাৰি আহি দৰ্শন দিলে।
১২ তেওঁ অন্ধকাৰক আপোনাৰ চাৰিওফালৰ আবাস কৰিলে;
তেওঁ জলৰাশিক, আৰু আকাশখনৰ ডাঠ মেঘসমূহক তাম্বুৰূপে স্থাপন কৰিলে।
১৩ তেওঁৰ সম্মুখত থকা দীপ্তিৰ পৰা জ্বলন্ত আঙঠা ওলাই ওলাই পৰিল।
১৪ যিহোৱাই আকাশৰ পৰা গৰ্জ্জন কৰিলে;
সৰ্ব্বোপৰি জনাই আপোনাৰ মাত শুনালে।
১৫ তেওঁ বাণ মাৰি সিহঁতক গোট গোট কৰিলে,
আৰু বজ্ৰ মাৰি সিহঁতক ব্যাকুল কৰিলে।
১৬ যিহোৱাৰ তৰ্জ্জনত আৰু তেওঁৰ নাকৰ নিশ্বাসপ্ৰশ্বাস বায়ুত,
সমুদ্ৰৰ তলি দেখা গল, আৰু পৃথিৱীৰ মূলবিলাক অনাবৃত হল।
১৭ তেওঁ ওপৰৰ পৰা হাত মেলি মোক ললে,
তেওঁ মহাজলসমূহৰ পৰা মোক তুলি আনিলে;
১৮ তেওঁ মোৰ বলৱন্ত শত্ৰুৰ পৰা মোক নিস্তাৰ কৰিলে,
মোৰ বৈৰীবোৰৰ পৰা উদ্ধাৰ কৰিলে;
কিয়নো সিহঁত মোতকৈ অতি বলৱন্ত আছিল।
১৯ মোৰ বিপদৰ কালত সিহঁতে মোক আক্ৰমণ কৰিছিল;
কিন্তু যিহোৱা মোৰ উপকাৰক হল।
২০ তেওঁ মোক বহল ঠাইলৈ উলিয়াই আনিলে;
তেওঁ মোক উদ্ধাৰ কৰিলে, কিয়নো তেওঁ মোত সন্তোষ পালে।
২১ যিহোৱাই মোৰ ধাৰ্ম্মিকতা অনুসাৰে মোক পুৰস্কাৰ দিলে,
মোৰ সোঁ হাতৰ শুদ্ধতাৰ দৰে মোক ফল দিলে।
২২ কিয়নো মই যিহোৱাৰ পথত চলিলোঁ,
কুকৰ্ম্ম কৰি মোৰ ঈশ্বৰক এৰা নাই;
২৩ কাৰণ তেওঁৰ সকলো শাসন মোৰ সম্মুখত আছে,
মই তেওঁৰ বিধিবিলাক মোৰ পৰা দূৰ কৰা নাই;
২৪ তেওঁৰ দৃষ্টিত মই সিদ্ধও আছিলোঁ,
আৰু নিজ অপৰাধৰ পৰা মই নিজকে আঁতৰে ৰাখিলোঁ।
২৫ এই হেতুকে যিহোৱাই মোৰ ধাৰ্ম্মিকতা অনুসাৰে মোক ফল দিলে,
তেওঁৰ চকুৰ আগত থকা মোৰ হাতৰ শুদ্ধতাৰ দৰেই মোক ফল দিলে।
২৬ তুমি দয়ালু জনলৈ দয়া ব্যৱহাৰ কৰোঁতা,
সৰল জনলৈ সৰল ব্যৱহাৰ কৰোঁতা;
২৭ তুমি শুচি লোকলৈ শুচি ব্যৱহাৰ কৰোঁতা,
আৰু খজুৱা লোকলৈ চতুৰ ব্যৱহাৰ কৰোঁতা;
২৮ তুমি দুখ পোৱা লোকক পৰিত্ৰাণ দিওঁতা,
কিন্তু গৰ্ব্বী চকুক তল কৰোঁতা।
২৯ কিয়নো হে যিহোৱা, তুমি মোৰ প্ৰদীপ;
আৰু যিহোৱাই মোৰ অন্ধকাৰক পোহৰ কৰি দিয়ে;
৩০ কিয়নো তোমাৰ সহায়ত মই সৈন্যদলৰ বিৰুদ্ধে খেদি যাওঁ;
আৰু মোৰ ঈশ্বৰৰ সহায়ত মই জাঁপ মাৰি গড় পাৰ হওঁ।
৩১ ঈশ্বৰৰ পথ হলে সিদ্ধ;
যিহোৱাৰ বাক্য নিৰ্ভাজ;
তেওঁ আপোনাত আশ্ৰয় লোৱা লোকৰ ঢালস্বৰূপ।
৩২ কিয়নো যিহোৱাৰ বাহিৰে কোন ঈশ্বৰ আছে?
আমাৰ ঈশ্বৰত বাজে আৰু কোন শিলা আছে?
৩৩ সেই ঈশ্বৰ মোৰ দৃঢ় কোঁঠ;
তেওঁ সিদ্ধ লোকক আপোন পথত চলায়।
৩৪ তেওঁ মোৰ ভৰি হৰিণীৰ ঠেংৰ সদৃশ কৰে;
আৰু মোৰ ওখ ঠাইত তেওঁ মোক থিয় কৰায়।
৩৫ তেওঁ মোৰ হাতক ৰণ কৰিবলৈ শিকায়;
তাতে মোৰ বাহুৱে পিতলৰ ধনুকো ভিৰায়।
৩৬ তুমি আপোন পৰিত্ৰাণৰূপ ঢাল মোক দিলা;
তোমাৰ মৃদুতাই মোক মহান কৰিলে।
৩৭ তুমি মোৰ ভৰিৰ তলৰ ঠাই বহল কৰিলা;
তাতে মোৰ ভৰি পিচলি নগল।
৩৮ মই মোৰ শত্ৰুবোৰৰ পাছত খেদি গৈ সিহঁতক বিনষ্ট কৰিলোঁ;
সিহঁত বিনষ্ট নহলমানে মই উভটি নাহিলোঁ।
৩৯ মই সিহঁতক সংহাৰ কৰি এনেকৈ ভৰি কৰিলোঁ, যে, সিহঁতে উঠিব নোৱাৰিলে;

এনে কি, সিহঁত মোৰ ভৰিৰ তলত পতিত হল।
৪০ কিয়নো যুদ্ধ কৰিবৰ অৰ্থে তুমি মোক বলৰূপ কটিবন্ধন দিলা ;
তুমি মোৰ বিৰুদ্ধে উঠাবোৰক মোৰ তলতীয়া কৰিলা।
৪১ তুমি মোৰ শত্ৰুবোৰক মোলৈ পিঠি দিয়ালা ;
তাতে মোক ঘিণ কৰোঁতাবোৰক মই সংহাৰ কৰিলোঁ।
৪২ সিহঁতে চালে, কিন্তু পৰিত্ৰাণ কৰোঁতা কোনো নাছিল ;
সিহঁতে যিহোৱালৈ চালে, কিন্তু তেওঁ সিহঁতক উত্তৰ নিদিলে।
৪৩ তাতে পৃথিবীৰ ধূলিৰ নিচিনাকৈ মই সিহঁতক গুৰি কৰিলোঁ ;
আৰু বাটৰ বোকাৰ দৰে মই সিহঁতক গচকিলোঁ, আৰু মৰ্দ্দন কৰিলোঁ।
৪৪ তুমি মোৰ লোকবিলাকৰ বিবাদৰ পৰা মোক ৰক্ষা কৰিলা ;
তুমি মোক জাতিবিলাকৰ অধিপতি হবলৈ ৰাখিলা ;
মোৰ অপৰিচিত এক জাতি মোৰ দাস হল।
৪৫ পৰজাতিবিলাক মোৰ বশীভূত হল,
শুনামাত্ৰকে সিহঁতে মোৰ আজ্ঞা পালন কৰিলে।
৪৬ পৰজাতিবিলাক নিৰুৎসাহী হৈ,
আপোন আপোন দুৰ্গৰ পৰা কঁপি কঁপি ওলাই আহিল।
৪৭ যিহোৱা জীৱন্ত ; মোৰ শিলা ধন্য হওক,
মোৰ পৰিত্ৰাণৰ শিলাস্বৰূপ ঈশ্বৰ গৌৰৱান্বিত হওক।
৪৮ যি জনাই মোৰ হৈ প্ৰতিকাৰ সাধে,
আৰু জাতিবিলাকক মোৰ ভৰিৰ তলত চাপৰ কৰে,
৪৯ আৰু মোৰ শত্ৰুবোৰৰ মাজৰ পৰা মোক উলিয়াই আনে, সেই ঈশ্বৰ গৌৰৱান্বিত হওক ;
এনে কি, তুমি মোৰ বিৰুদ্ধে উঠাবোৰৰ ওপৰত মোক তোলা,
আৰু উপদ্ৰৱকাৰীবোৰৰ পৰাও মোক উদ্ধাৰ কৰা।
৫০ এই হেতুকে, হে যিহোৱা, মই জাতিবিলাকৰ মাজত তোমাৰ ধন্যবাদ কৰিম,
আৰু তোমাৰ নামৰ উদ্দেশে প্ৰশংসাৰ গান কৰিম।
৫১ তেওঁ আপোন ৰজাক মহাপৰিত্ৰাণ দিয়ে,
তেওঁ আপোনাৰ অভিষিক্ত জনক দয়া কৰে ;
সদাকাললৈকে দায়ূদ আৰু তেওঁৰ বংশক দয়া কৰিব।

দায়ূদৰ শেষবাক্য। তেওঁৰ বীৰবিলাকৰ তালিকা।

২৩ এয়ে দায়ূদৰ অন্তিম কালৰ কথা।
যিচয়ৰ পুত্ৰ দায়ূদৰ বাক্য,
ওখ পদত স্থাপিত পুৰুষ জনৰ,
যাকোবৰ ঈশ্বৰৰ অভিষিক্ত জনৰ,
ইস্ৰায়েলৰ মধুৰ গীত গাওঁতা জনৰ বাক্য ;
২ মোৰ দ্বাৰায় যিহোৱাৰ আত্মাই কথা কলে,
তেওঁৰ বাক্য মোৰ জিবাত আছিল ;
৩ ইস্ৰায়েলৰ ঈশ্বৰে কলে, ইস্ৰায়েলৰ শিলাই মোক কলে,
মানুহবিলাকৰ ওপৰত যি জনে ন্যায়ৰূপে ৰাজত্ব কৰে,
যি জনে ঈশ্বৰলৈ ভয় ৰাখি শাসন কৰে,
৪ তেওঁ সূৰ্য্য উদয় হোৱা কালৰ প্ৰভাতৰ দীপ্তিস্বৰূপ,
বৰষুণৰ পাছত সূৰ্য্যৰ কিৰণত
পৃথিবীত তৃণ গজা কালৰ,
মেঘ নথকা প্ৰভাতৰ সদৃশ।
৫ স্বৰূপেই ঈশ্বৰৰ আগত মোৰ বংশ তেনে নহয় নে ?
কিয়নো তেওঁ মোৰ লগত এটা চিৰস্থায়ী নিয়ম স্থাপন কৰিলে ;
সেয়ে সম্পূৰ্ণ আৰু সত্য ;
কাৰণ মোলৈ প্ৰতিজ্ঞা কৰা মোৰ সকলো পৰিত্ৰাণ আৰু মঙ্গল তেওঁ উৎপন্ন নকৰিব নে ?
৬ কিন্তু আটাই দুষ্ট লোক পেলাব লগা কাঁইটস্বৰূপ ;
কিয়নো সেইবোৰক হাতেৰে ধৰা নেযায়,
৭ কিন্তু যি মানুহে সেইবোৰক চুব,
সি লোহা আৰু বৰশাৰ কুৰা হাতত লব লাগিব ;
পাছে সেইবোৰ থকা ঠাইতে সেইবোৰক জুইৰে নিচেইকৈ পোৰা যাব।
৮ দায়ূদৰ যিবিলাক বীৰ আছিল, সিবিলাকৰ
নাম এই। তখমোনীয়া যোচেব-বচেবৎ সেনা-
পতিবিলাকৰ অধ্যক্ষ ; তেওঁ একে সময়তে বধ
কৰা আঠ শ লোকৰ অহিতে বৰশা চলালে।
৯ তেওঁৰ পাছত অহোহীয়া দোদয়ৰ পুত্ৰ ইলিয়া-
জৰ ; যি কালত দায়ূদৰ তিনি জন বীৰপুৰুষে
যুদ্ধলৈ গোট খোৱা পলেষ্টীয়াবিলাকক ইতিকিং
কৰিছিল, আৰু যি সময়ত ইস্ৰায়েল লোক-
বিলাক যুদ্ধলৈ উঠি গৈছিল, সেই কালৰ
দায়ূদৰ লগত থকা সেই তিনি জন বীৰপুৰুষৰ
১০ মাজৰ তেওঁ এজন ; তেওঁ উঠি হাত ক্লান্ত
নহয়মানে পলেষ্টীয়াবিলাকক প্ৰহাৰ কৰি আ-

ছিল; শেষত তৰোৱালখন তেওঁৰ হাতত লাগি
ৰল; আৰু সেই দিনা যিহোৱাই মহানিস্তাৰ
কৰিলে, আৰু লোকবিলাকে কেৱল লুট কৰিব-
১১ লৈ তেওঁৰ পাছে পাছে গল। আৰু তেওঁৰ পাছত
হৰৰীয়া আগিৰ পুত্ৰ চম্মা। যি ঠাইত মচুৰ
মাহৰ কেঁতি আছিল, সেই ঠাইতে পলেষ্টীয়া-
বিলাকে থোপ খাই দল পাতিছিল, আৰু লোক-
বিলাক পলেষ্টীয়াবিলাকৰ আগৰ পৰা পলাল;
১২ কিন্তু তেওঁ কেঁতিৰ মাজত থিয় হৈ তাক ৰক্ষা কৰিলে,
আৰু পলেষ্টীয়াবিলাকক বধ কৰিলে; এই ৰূপে
১৩ যিহোৱাই মহানিস্তাৰ কৰিলে। ত্ৰিশ জন প্ৰধান
লোকৰ মাজৰ তিনি জন লোক শস্য দোৱা সময়ত
অদুল্লম গুহালৈ দায়ূদৰ ওচৰলৈ নামি গল;
তেতিয়া পলেষ্টীয়াবিলাকৰ দলে ৰফায়ীম উপত্য-
১৪ কাত ছাউনি পাতি থাকি আছিল। সেই কালত
দায়ূদ দুৰ্গত আছিল, আৰু তেতিয়া বৈৎ-লেহমত
পলেষ্টীয়াবিলাকৰ প্ৰহৰী সৈন্যদল আছিল।
১৫ পাছে দায়ূদে বৰ হাবিয়াহ কৰি কলে, অহ, বৈৎ-
লেহমৰ দুৱাৰৰ ওচৰত থকা নাদৰ পৰা মোক
খাবলৈ পানী আনি দিয়া হলে, মই কেনে ভাল
১৬ পালোঁহেঁতেন! তাতে সেই তিনি জন বীৰে
পলেষ্টীয়াবিলাকৰ সৈন্যবোৰ ভেদ কৰি গৈ,
বৈৎ-লেহমৰ দুৱাৰৰ ওচৰত থকা নাদৰ পানী
তুলি লৈ দায়ূদৰ ওচৰলৈ আনিলে; কিন্তু তেওঁ
তাক পান কৰিবলৈ ইচ্ছা নকৰি যিহোৱাৰ
১৭ উদ্দেশে ঢালি দিলে। আৰু তেওঁ কলে, হে যি-
হোৱা, এনে কাম কৰা মোৰ পৰা দূৰে থাকোক;
এয়ে জানো আঁচলত আপোন প্ৰাণ লৈ যোৱা
মানুহবিলাকৰ তেজ নহয়? এই কাৰণে তেওঁ তাক
পান কৰিবলৈ ইচ্ছা নকৰিলে। সেই বীৰ তিনি
১৮ জনে এইবিলাক কৰ্ম্ম কৰিছিল। আৰু চৰূয়াৰ
পুত্ৰ যোৱাবৰ ভায়েক অবীচয় তিনি জনৰ
মাজত প্ৰধান আছিল; তেওঁ তিনি শ লোকৰ
বিৰুদ্ধে আপোনাৰ বৰছা চলাই সিহঁতক বধ
কৰিলে, আৰু তিনি জনৰ মাজত নাম পালে।
১৯ তেওঁ জানো সেই তিনি জনৰ মাজত অধিক
মৰ্য্যাদা পোৱা নহয়? এই হেতুকে তেওঁ সি-
বিলাকৰ সেনাপতি হল; তথাপি তেওঁ প্ৰথম
২০ তিনি জনৰ সমান হোৱা নাছিল। আৰু অনেক
মহৎ কাৰ্য্য কৰা এজন কবচেলীয়া বীৰপুৰুষৰ
নাতিয়েক যিহোয়াদাৰ পুত্ৰ যি বনায়া, তেওঁ
মোৱাবীয়া অৰীয়েলৰ দুজন পুতেকক বধ কৰিলে;
তাৰ বাহিৰে তেওঁ হিম পৰা কালত গৈ গাঁতৰ
২১ ভিতৰত এটা সিংহ মাৰিলে। আৰু তেওঁ এটা
বৰ সুন্দৰ মিচৰীয়াক বধ কৰিলে; সেই
মিচৰীয়াৰ হাতত এপাত বৰছা আছিল, কিন্তু
তেওঁ এডাল লাখুটি লৈ সেই মিচৰীয়াটোৰ
ওচৰলৈ নামি গৈ, তাৰ হাতৰ পৰা বৰছাপাত
কাঢ়ি লৈ, তাৰ বৰছাৰেই তাক বধ কৰিলে।
২২ যিহোয়াদাৰ পুত্ৰ বনায়াই এইবিলাক কাৰ্য্য
কৰিলে, আৰু তেওঁ সেই তিনি জন বীৰৰ মাজত
২৩ নাম পালে। তেওঁ ত্ৰিশ জনতকৈ অধিক মৰ্য্যাদা
পোৱা হল; তথাপি তেওঁ প্ৰথম তিনি জনৰ
সমান হোৱা নাছিল। পাছে দায়ূদে তেওঁক
আপোনাৰ গা-ৰখীয়া সৈন্যদলৰ ওপৰত অধ্যক্ষ
পাতিলে।
২৪ যোৱাবৰ ভায়েক অচাহেল ত্ৰিশ জনৰ মাজৰ
এজন আছিল; বৈৎ-লেহমীয়া দোদোৰ পুত্ৰ
২৫ ইল্‌হানন; হাৰোদীয়া চম্মা, হাৰোদীয়া ইলীকা;
২৬ পল্টীয়া হেলচ, তকোইয়া ইক্কেচৰ পুত্ৰ ঈৰা;
২৭ অনাথোতীয়া অবীয়েজৰ, হুচাতীয়া মবুন্নয়;
২৮ অহোহীয়া চল্‌মোন, নটোফাতীয়া মহৰয়;
২৯ নটোফাতীয়া বানাৰ পুত্ৰ হেলেব, বিন্যামীনৰ
সন্তানবিলাকৰ গিবিয়ানিবাসী ৰীবয়ৰ পুত্ৰ
৩০ ইত্তয়; পিৰাথোনীয়া বনায়া, গাচ উপত্যকা-
৩১ নিবাসী হিদ্দয়; অৰ্বাতীয়া অবী-অল্‌বোন,
৩২ বৰ্হুমীয়া অজ্‌মাবৎ; চাল্‌বোনীয়া ইলিয়হবা,
৩৩ বনে-যাচেন, যোনাথন; হৰাৰীয়া চম্মা, অৰাৰীয়া
৩৪ চাৰৰৰ পুত্ৰ অহীয়াম; মাখাতীয়া অহচ্‌বয়ৰ
পুত্ৰ ইলীফেলেট, গিলোনীয়া অহীথোফলৰ পুত্ৰ
৩৫ ইলীয়াম; কৰ্ম্মিলীয়া হিষ্ৰো, অৰ্বীয়া পাৰয়;
৩৬ চোবানিবাসী নাথনৰ পুত্ৰ যিগাল, গাদীয়া
৩৭ বানী; চৰূয়াৰ পুত্ৰ যোৱাবৰ অস্ত্ৰবাহক
৩৮ অম্মোনীয়া চেলক আৰু বেৰোতীয়া নহৰয়;
৩৯ যিত্ৰীয়া ঈৰা, যিত্ৰীয়া গাৰেব; আৰু হিত্তীয়া
উৰিয়া; সৰ্ব্বমুঠ সাতত্ৰিশ জন।

লোকবিলাকক গণনা কৰাৰ দোষ; আৰু
তাৰ দণ্ড।

২৪ পাছে ইস্ৰায়েলৰ অৰ্থে যিহোৱাৰ ক্ৰোধ
পুনৰায় জ্বলি উঠাত, ইস্ৰায়েলক আৰু
যিহূদাক গণনা কৰাগৈ বুলি কৈ, তেওঁ সি-
বিলাকৰ বিৰুদ্ধে দায়ূদৰ প্ৰবৃত্তি জন্মালে।
২ তাতে ৰজাই আপোনাৰ ওচৰত থকা প্ৰধান
সেনাপতি যোৱাবক আজ্ঞা কৰি কলে, মই ইস্ৰা-
য়েল লোকবিলাকৰ সংখ্যা জানিবৰ নিমিত্তে,
তুমি দানৰে পৰা বেৰ-চেবালৈকে ইস্ৰায়েলৰ
সকলো ফৈদৰ মাজত ফুৰা, আৰু তোমালোকে
৩ লোকবিলাকক গণনা কৰা। তেতিয়া যোৱাবে
ৰজাক কলে, এতিয়া যিমান লোক আছে,
আপোনাৰ ঈশ্বৰ যিহোৱাই তাৰ এশ গুণ বৃদ্ধি
কৰোক, আৰু মোৰ প্ৰভু মহাৰাজে তাক আপোন
চকুৰে দেখোক; কিন্তু মোৰ প্ৰভু মহাৰাজে এনে
৪ কাৰ্য্যত কিয় সন্তোষ পাইছে? তথাপি যোৱাব
আৰু সেনাপতিবিলাকৰ আগত ৰজাৰ বাক্য
প্ৰবল হল; তাতে যোৱাব আৰু সেনাপতি-

বিলাকে ইস্রায়েল লোকবিলাকক গণনা করিবলৈ
৫ রজার আগর পরা গল। পাছে সিবিলাকে যর্দ্দন
পার হৈ অরোয়েরর, উপত্যকার মাজত থকা
নগরখনর সোঁফালে ছাউনি পাতিলে; আরু
৬ সিবিলাক গাদ ও যাজেরলৈকে গল। তার
পাছে সিবিলাকে গিলিয়দ আরু তহ্তীম-হদ্চী
দেশ পালেগৈ, আরু দান-যানলৈ গৈ ঘূরি চী-
৭ দোনলৈ আহিল। পাছে সিবিলাক তূর দুর্গলৈ,
আরু হিব্বীয়া ও কনানীয়াবিলাকর সকলো নগ-
রলৈ গল; আরু শেষত সিবিলাক যিহূদার
৮ দক্ষিণ অঞ্চলত, বের-চেবাত উপস্থিত হল। এই
রূপে সিবিলাকে দেশর আটাই ঠাইতে ফুরি
ন মাহ বিশ দিনর মূরত যিরূচালেমলৈ উভটি
৯ আহিল। পাছে যোৱাবে গণনা করা লোক-
বিলাকর সংখ্যা রজার ওরিত আনি দিলে;
তার মোট, ইস্রায়েলর তরোৱাল ধরোঁতা আঠ
লাখ বলৱান লোক, আরু যিহূদার পাঁচ
লাখ লোক।
১০ এই রূপে দায়ূদে লোকবিলাকক গণনা করো-
ৱার পাছে, তেওঁর মনে তেওঁক দুষিলে। তাতে
দায়ূদে যিহোৱাক কলে, এই কর্ম্ম করাতে ময়
মহাপাপ করিলোঁ; কিন্তু হে যিহোৱা, বিনয়
করোঁ, আপোন দাসর অপরাধ ক্ষমা করা, কিয়নো
১১ ময় অতিশয় অজ্ঞানর কর্ম্ম করিলোঁ। পাছে
দায়ূদ রাতিপুৱা উঠিলত, দায়ূদর দর্শক গাদ
ভাববাদীর ওচরলৈ যিহোৱার বাক্য আহিল,
১২ বোলে, তুমি গৈ দায়ূদক কোৱা, যিহোৱাই
এই কথা কৈছে, ময় তোমার আগত তিনটা
দণ্ড রাখিছোঁ; তার মাজর এটা বাচি লোৱা,
১৩ ময় তাকেই তোমালৈ করিম। তাতে গাদে দায়ূদর
ওচরলৈ গৈ তেওঁক কলে, তোমার দেশত সাত
বছর আকাল হব লাগে নে, বা তোমার শত্রু-
বোরে তোমার পাছে পাছে খেদি যাওঁতে, তুমি
সিহঁতর আগে আগে তিনি মাহলৈকে পলাই
থাকিবা? নাইবা তোমার দেশত তিন দিনলৈকে
মহামারী হব? মোক পঠোৱা জনাক কি উত্তর
১৪ দিম, তাক এতিয়া বিবেচনা করি চোৱা। তাতে
দায়ূদে গাদক কলে, ময় বড় ঠেকত পড়িছোঁ:
আমি যিহোৱার হাতত পড়া ভাল, কিয়নো
তেওঁর দয়া প্রচুর; কিন্তু মোক মানুহর হাতত
১৫ পড়িবলৈ নিদিওক। পাছে সেই রাতিপুৱারে
পরা নিরূপিত সময়লৈকে যিহোৱাই ইস্রায়েল-
লৈ মহামারী পঠালে; তাতে দানরে পরা বের-
চেবালৈকে সত্তর হাজার লোক মরা পড়িল।

১৬ পাছে যেতিয়া দূতে যিরূচালেমক বিনষ্ট করিব-
লৈ তার ফাললৈ হাত মেলিলে, তেতিয়া যিহো-
ৱাই সেই আপদর নিমিত্তে খেদ করি সংহারক
দূতক কলে, এয়ে জুরিছে, এতিয়া তোমার হাত
কোঁচোৱা। সেই সময়ত যিহোৱার সেই দূত
যিবূচীয়া অরৌণার মড়ণা মরা খলার ওচরত
১৭ আছিল। পাছে যি দূতে সংহার করিছিল,
দায়ূদে সেই দূতক দেখি যিহোৱাক কলে, ময়হে
পাপ করিলোঁ, ময়হে অপরাধী হলোঁ; কিন্তু
এই মেরবিলাকে কি করিলে? ময় বিনয় করোঁ,
তোমার হাত মোরেই বিরুদ্ধে আরু মোর পিতৃ-
বংশরেই বিরুদ্ধে হওক।
১৮ সেই দিনা গাদে দায়ূদর ওচরলৈ আহি
তেওঁক কলে, তুমি উঠি গৈ অরৌণার মড়ণা মরা
খলাত যিহোৱার উদ্দেশে এটা যজ্ঞবেদি স্থাপন
১৯ করাগৈ। তাতে দায়ূদ যিহোৱার আজ্ঞামতে,
২০ গাদর বাক্য অনুসারে উঠি গল। পাছে অরৌণাই
চাই আপোনার ফাললৈ রজাক আরু তেওঁর
দাসবিলাকক অহা দেখিলে; তাতে অরৌণাই
আহি রজার আগত মাটিত মুখ লগাই প্রণিপাত
২১ করিলে। আরু অরৌণাই সুধিলে, মোর প্রভু
মহারাজ আপোনার বন্দীর ওচরলৈ কি কারণে
আহিল? দায়ূদে কলে, লোকবিলাকর মাজর পরা
মহামারী গুচিবর নিমিত্তে, যিহোৱার উদ্দেশে
এটা যজ্ঞবেদি নির্ম্মাণ করিবর অর্থে ময় তোমার
পরা এই মড়ণা মরা খলা কিনিবলৈ আহিছোঁ।
২২ তাতে অরৌণাই দায়ূদক কলে, মোর প্রভু
মহারাজর দৃষ্টিত যিহকে ভাল দেখে, তাকে লৈ
উৎসর্গ করোক; দেখোক, হোমবলির নিমিত্তে
এই গরুবোর, আরু খরির নিমিত্তে মড়ণা মরা
২৩ যন্ত্র আরু গরুবোরর সঁজুলি আছে; হে মহা-
রাজ, অরৌণাই মহারাজক এই সকলোকে দিছে।
অরৌণাই রজাক আরু কলে, আপোনার ঈশ্বর
২৪ যিহোৱাই আপোনাক গ্রাহ্য করোক। পাছে
রজাই অরৌণাক কলে, সেয়ে হব নোৱারে, ময়
মূল্য দি তোমার পরা সকলো কিনিহে লম; ময়
আপোন ঈশ্বর যিহোৱার উদ্দেশে বিনামূল্যে
হোমবলি উৎসর্গ নকরোঁ, এই বুলি দায়ূদে
পঞ্চাশ চেকল রূপ দি, সেই মড়ণা মরা খলা আরু
২৫ গরুবোর কিনি ললে। আরু দায়ূদে সেই ঠাইতে
যিহোৱার উদ্দেশে এটা যজ্ঞবেদি নির্ম্মাণ করি,
হোমবলি আরু মঙ্গলার্থক বলি উৎসর্গ করিলে।
তাতে যিহোৱাই দেশর পক্ষে প্রার্থনা শুনিলে,
আরু ইস্রায়েলর পরা মহামারী গুচিল।

# ৰাজাৱলিৰ প্ৰথম পুস্তক।

দায়ূদৰ আয়ুষৰ শেষদিন। চলোমনক ৰাজপদত নিযুক্ত কৰা।

১ পাছে দায়ূদ ৰজা বুঢ়া আৰু অতিশয় বৃদ্ধ
হলত, তেওঁৰ গাত অনেক কাপোৰ দিয়াতো
২ তেওঁ উম নেপালে। এই হেতুকে তেওঁৰ দাস-
বিলাকে তেওঁক কলে, আমাৰ প্ৰভু মহাৰাজৰ
নিমিত্তে এজনী যুৱতী কুমাৰী * বিচাৰ কৰা
যাওক; তাই মহাৰাজৰ আগত থাকি ৰজাৰ
আলপৈচান ধৰিব, আৰু আমাৰ প্ৰভু মহাৰাজৰ
গাত উম লাগিবৰ নিমিত্তে আপোনাৰ বুকত
৩ শয়ন কৰিব। পাছে লোকবিলাকে ইস্ৰায়েলৰ
আটাই অঞ্চলত সুন্দৰী ছোৱালী বিচাৰ কৰি,
চূনেমীয়া অবীচগক পাই ৰজাৰ ওচৰলৈ
৪ আনিলে। সেই ছোৱালী অতিশয় সুন্দৰী আছিল,
আৰু তাই ৰজাৰ আলপৈচান ধৰি তেওঁৰ
শুশ্ৰূষা কৰিলে; কিন্তু ৰজাই তাইৰ পৰি-
৫ চয় নললে। সেই কালত হগ্গীতৰ পুত্ৰ অদো-
নিয়াই ময়েই ৰজা হম বুলি অহঙ্কাৰ কৰিলে;
আৰু আপোনাৰ নিমিত্তে ৰথ ও অশ্বাৰোহী
সৈন্যবোৰ, আৰু আপোনাৰ আগে আগে
লৰ ধৰিবৰ কাৰণে পঞ্চাশ জন মানুহ যুগুত কৰি
৬ ৰাখিলে। তেওঁৰ বাপেকে তেওঁক, তুমি কিয়
এনে কৰিছা? এই বুলি কৈ কেতিয়াও তেওঁৰ
মনত দুঃখ দিয়া নাই। তেওঁ বৰ সুন্দৰ পুৰুষো,
৭ আৰু অবচালোমৰ পাছত জন্মিছিল। তেওঁ
চৰুয়াৰ পুত্ৰ যোৱাবৰ আৰু অবিয়াথৰ পুৰো-
হিতৰ লগত মন্ত্ৰণা কৰিলে; এই হেতুকে
তেওঁবিলাকে অদোনিয়াৰ পক্ষ হৈ তেওঁৰ সহায়
৮ কৰিলে। কিন্তু চাদোক পুৰোহিত, যিহোয়াদাৰ
পুত্ৰ বনায়া, নাথন ভাববাদী, চিমিয়ী, ৰেয়ী,
আৰু দায়ূদৰ বীৰবিলাক অদোনিয়াৰ পক্ষ নহল।
৯ পাছে অদোনিয়াই অগ্নি-ৰোগেলৰ কোষত থকা
জোহেলৎ শিলৰ ওচৰত মেৰ, ছাগ, ভতৰা, আৰু
পুষ্ট পুষ্ট গৰু পোৱালি বলিদান কৰিলে, আৰু
আপোনাৰ ভাই সকলো ৰাজকোঁৱৰবিলাকক,
আৰু ৰজাৰ দাস যিহুদাৰ আটাই লোকবিলাকক
১০ নিমন্ত্ৰণ কৰিলে। কিন্তু নাথন ভাববাদীক,
বনায়াক, বীৰবিলাকক, আৰু আপোন ভায়েক
১১ চলোমনক নিমন্ত্ৰণ নকৰিলে। তেতিয়া নাথনে
চলোমনৰ মাক বৎ-চেবাক কলে, আমাৰ প্ৰভু
দায়ূদে নজনাকৈ হগ্গীতৰ পুতেক অদোনিয়া
যে ৰজা হল, ইয়াক জানো তুমি শুনা নাই!
১২ এই হেতুকে আহাঁ, তুমি আপোন প্ৰাণ, আৰু
তোমাৰ পুত্ৰ চলোমনৰ প্ৰাণ ৰাখিবৰ নিমিত্তে,
১৩ ময় এতিয়া তোমাক পৰামৰ্শ দিওঁ; বলা, দায়ূদ
ৰজাৰ ওচৰলৈ গৈ তেওঁক কোৱাগৈ, যে, হে
মোৰ প্ৰভু মহাৰাজ, আপুনি জানো শপথ খাই
আপোনাৰ দাসীক কোৱা নাই, যে, মোৰ পাছত
তোমাৰ পুত্ৰ চলোমন অৱশ্যে ৰজা হব, আৰু
সিয়েই মোৰ সিংহাসনত বহিব? তেন্তে অদো-
১৪ নিয়া ৰজা হল কিয়? আৰু দেখা, সেই ঠাইত
ৰজাৰ আগত তোমাৰ কথাৰ শেষ নৌ হওঁতেই,
ময়ো তোমাৰ পাছত সোমাই গৈ তোমাৰ কথাত
১৫ ভৰ দিম। পাছে বৎ-চেবা ভিতৰ খোঁটালিলৈ
ৰজাৰ ওচৰলৈ সোমাই গল; সেই সময়ত
ৰজা অতিশয় বৃদ্ধ হোৱাত চূনেমীয়া অবীচগে
১৬ ৰজাৰ শুশ্ৰূষা কৰি আছিল। তেতিয়া বৎ-
চেবাই মূৰ দোঁৱাই ৰজাৰ আগত প্ৰণিপাত
কৰিলে। তাতে ৰজাই সুধিলে, তোমাক কি
১৭ লাগে? তাতে তেওঁ কলে, হে মোৰ প্ৰভো, মোৰ
পাছত তোমাৰ পুত্ৰ চলোমন ৰজা হব, আৰু
মোৰ সিংহাসনৰ ওপৰত সিয়েই বহিব, এই বুলি
আপুনি আপোনাৰ ঈশ্বৰ যিহোৱাৰ নামেৰে
শপথ খাই আপোনাৰ বেটীৰ আগত কৈছিল।
১৮ কিন্তু এতিয়া, হে মোৰ প্ৰভু মহাৰাজ, দেখোক,
আপুনি নজনাকৈ অদোনিয়া ৰজা হল,
১৯ আৰু ভতৰা, পুষ্ট পুষ্ট গৰু পোৱালি, আৰু মেৰ
ও ছাগ অধিককৈ বলিদান কৰি সকলো ৰাজ-
কোঁৱৰবিলাকক, অবিয়াথৰ পুৰোহিতক, আৰু
প্ৰধান সেনাপতি যোৱাবক নিমন্ত্ৰণ কৰিলে;
কিন্তু আপোনাৰ দাস চলোমনক নিমন্ত্ৰণ ন-
২০ কৰিলে। আৰু হে মোৰ প্ৰভু মহাৰাজ, আপো-
নাৰ পাছত মোৰ প্ৰভু মহাৰাজৰ সিংহাসনত
কোন বহিব, তাক আপুনি লোকবিলাকক জনাব

* ইয়াতে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুবতী কন্যা বুজায়।

বুলি গোটেই ইস্রায়েলৰ দৃষ্টি আপোনাতেই
২১ আছে। আপুনি তাক নকৰিলে, মোৰ প্ৰভু
মহাৰাজ ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হলে,
মই আৰু মোৰ পুত্ৰ চলোমন অপৰাধী বুলি
২২ গণিত হম। তেতিয়া দেখা, ৰজাৰ লগত তেওঁ
কথা হৈ থাকোঁতেই নাথন ভাববাদী আহিল।
২৩ তাতে কোনোৱে ৰজাক কলে, দেখোক, নাথন
ভাববাদী আহিছে। পাছে নাথনে ৰজাৰ
আগলৈ গৈ আঁঠু পাৰি মাটিত মুখ লগাই ৰজাৰ
২৪ আগত প্ৰণিপাত কৰি কলে, হে মোৰ প্ৰভু
মহাৰাজ, মোৰ পাছত অদোনিয়া ৰজা হব,
আৰু মোৰ সিংহাসনত সিয়েই বহিব, এনে বুলি
২৫ আপুনি কলে নে কি? কিয়নো তেওঁ আজি নামি
গৈ, ভতৰা, পুষ্ট পুষ্ট গৰু পোৱালি, আৰু মেৰ
ও ছাগ অধিক্কৈ বলিদান কৰি সকলো ৰাজ-
কোঁৱৰবিলাকক, সেনাপতিবিলাকক, আৰু অবি-
য়াথৰ পুৰোহিতক নিমন্ত্ৰণ কৰিলে; আৰু
দেখোক, সিবিলাকে তেওঁৰ আগত ভোজন পান
কৰিছে, আৰু কৈছে, অদোনিয়া ৰজা চিৰজীৱী
২৬ হওক। কিন্তু আপোনাৰ দাস যি মই, মোক হলে,
আৰু চাদোক পুৰোহিত, যিহোয়াদাৰ পুত্ৰ বনায়া,
আৰু আপোনাৰ দাস চলোমনক তেওঁ নিমন্ত্ৰণ
২৭ নকৰিলে। এই কাৰ্য্য মোৰ প্ৰভু মহাৰাজৰ
আদেশত হল নে কি? আৰু মোৰ প্ৰভু মহাৰাজৰ
পাছত আপোনাৰ সিংহাসনত কোন বহিব,
তাক আপোনাৰ দাসবিলাকক জনোৱা নাই
২৮ জানো? তেতিয়া দায়ূদ ৰজাই উত্তৰ কৰি কলে,
বৎ-চেবাক মোৰ ওচৰলৈ মাতি আনা। তাতে
তেওঁ ৰজাৰ ওচৰলৈ আহি ৰজাৰ আগত থিয়
২৯ হলত, ৰজাই শপত কৰি কলে, যি জনাই সকলো
সঙ্কটৰ পৰা মোৰ প্ৰাণ মুক্ত কৰিলে, সেই জীৱন্ত
৩০ যিহোৱাৰ শপত, মোৰ পাছত তোমাৰ পুত্ৰ
চলোমন ৰজা হব, আৰু সিয়েই মোৰ পদত
মোৰ সিংহাসনত বহিব, এই বুলি তোমাৰ
আগত ইস্রায়েলৰ ঈশ্বৰ যিহোৱাৰ নাম লৈ
যি শপত কৰিছিলোঁ, আজিয়েই তাৰ দৰে কাৰ্য্য
৩১ কৰিম। তেতিয়া বৎ-চেবাই আঁঠু পাৰি মাটিত
মূৰ লগাই ৰজাৰ আগত প্ৰণিপাত কৰি কলে,
৩২ মোৰ প্ৰভু দায়ূদ ৰজা চিৰজীৱী হওক। পাছে
দায়ূদ ৰজাই কলে, চাদোক পুৰোহিতক, নাথন
ভাববাদীক, আৰু যিহোয়াদাৰ পুত্ৰ বনায়াক
মোৰ ওচৰলৈ মাতি আনা; তেতিয়া তেওঁবিলাক
৩৩ ৰজাৰ ওচৰলৈ আহিল। তাতে ৰজাই তেওঁ-
বিলাকক কলে, তোমালোকে আপোন প্ৰভুৰ দাস-
বিলাকক লগত লৈ, মোৰ পুত্ৰ চলোমনক মোৰ
আপোন খছৰত তুলি গীহোনলৈ লৈ যোৱা;
৩৪ সেই ঠাইতে চাদোক পুৰোহিত আৰু নাথন
ভাববাদীয়ে ইস্রায়েলৰ ওপৰত তাক ৰজা অভি-
ষেক কৰোক; আৰু তোমালোকে শিঙা বজাই
৩৫ কবা, চলোমন ৰজা চিৰজীৱী হওক। পাছত
তোমালোক তাৰ পাছে পাছে উঠি আহিবা;
আৰু সি আহি মোৰ সিংহাসনত বহিব;
কিয়নো মোৰ সলনি সিয়েই ৰজা হব, ইস্রায়েলৰ
আৰু যিহূদাৰ ওপৰত অধ্যক্ষ হবলৈ মই তাকেই
৩৬ নিযুক্ত কৰিলোঁ। তেতিয়া যিহোয়াদাৰ পুত্ৰ
বনায়াই উত্তৰ দি ৰজাক কলে, সেই দৰে হওক;
মোৰ প্ৰভু মহাৰাজৰ ঈশ্বৰ যিহোৱায়ো সেই
৩৭ দৰেই হওক বুলি কওক; যিহোৱা যেনেকৈ মোৰ
প্ৰভু মহাৰাজৰ লগত আছিল, তেনেকৈ চলো-
মনৰ লগতো থাকোক, আৰু মোৰ প্ৰভু দায়ূদ
ৰজাৰ সিংহাসনতকৈ তেওঁৰ সিংহাসন মহৎ
৩৮ কৰোক। পাছে চাদোক পুৰোহিত, নাথন ভাব-
বাদী, যিহোয়াদাৰ পুত্ৰ বনায়া, আৰু কৰে-
থীয়া ও পলেথীয়াবিলাকে নামি গৈ, দায়ূদ
ৰজাৰ খছৰৰ ওপৰত চলোমনক তুলি, গীহোন-
৩৯ লৈ লৈ গল। পাছে চাদোক পুৰোহিতে তেলেৰে
ভৰা শিঙটো তাম্বুৰ পৰা লৈ চলোমনক অভি-
ষেক কৰিলে; পাছে শিঙা বজালত সকলো
৪০ লোকে কলে, চলোমন ৰজা চিৰজীৱী হওক। তাৰ
পাছত সকলো লোক তেওঁৰ পাছে পাছে উঠি
আহিল, আৰু লোকসমূহে এনেহে বাঁহী বজালে,
আৰু মহা-আনন্দ কৰিলে, যে, তাৰ শবদত
৪১ পৃথিৱী ফাটিল। তেতিয়া অদোনিয়া আৰু তেওঁৰ
লগৰ নিমন্ত্ৰিত লোকবিলাকে ভোজন কৰি
এঁটোৱামাত্ৰে সেই শবদ শুনিলে। আৰু
যোৱাবে শিঙাৰ শবদ শুনি কলে, নগৰত ইমান
৪২ কোলাহল কিয় হৈছে? তেওঁ এই কথা কওঁতেই,
অবিয়াথৰ পুৰোহিতৰ পুত্ৰ যোনাথন আহি
পালেহি; তাতে অদোনিয়াই তেওঁক কলে,
সোমাই আহাঁ; কিয়নো তুমি ভাল পুৰুষ, আৰু
৪৩ শুভবাৰ্ত্তা আনিছা। তেতিয়া যোনাথনে অদো-
নিয়াক উত্তৰ দি কলে, যৰূপেই আমাৰ প্ৰভু
দায়ূদ ৰজাই চলোমনক ৰাজপদত নিযুক্ত
৪৪ কৰিলে; আৰু ৰজাই চাদোক পুৰোহিতক,
নাথন ভাববাদীক, যিহোয়াদাৰ পুত্ৰ বনায়াক,
আৰু কৰেথীয়া ও পলেথীয়াবিলাকক তেওঁৰ লগত
পঠালে, আৰু সিবিলাকে তেওঁক ৰজাৰ খছৰত
৪৫ তুলিলে; আৰু চাদোক পুৰোহিত ও নাথন
ভাববাদীয়ে তেওঁক গীহোনত ৰজা অভিষেক
কৰিলে; আৰু সিবিলাকে তাৰ পৰা এনেহে
আনন্দ কৰি কৰি উঠি আহিছে, যে, তাৰে
গোটেই নগৰ প্ৰতিধ্বনিত হৈ উঠিল। তোমা-
লোকে যি শবদ শুনিছিলা; সেয়ে সেই ধ্বনি।
৪৬ আৰু চলোমন ৰাজসিংহাসনত বহিল।
৪৭ তাত বাজে ৰজাৰ দাসবিলাকে আহি আমাৰ প্ৰভু
দায়ূদ ৰজাক এই বুলি আশীৰ্ব্বাদ কৰিলে,

আপোনাৰ ঈশ্বৰে আপোনাৰ নামতকৈয়ো
চলোমনৰ নাম মহান কৰোক, আৰু তেওঁৰ
সিংহাসন আপোনাৰ সিংহাসনতকৈয়ো মহৎ
কৰোক; তাতে ৰজাই শয্যাত প্ৰণিপাত কৰিলে।
৪৮ আৰু ৰজায়ো এই কথা কলে, ইস্ৰায়েলৰ ঈশ্বৰ
যিহোৱা ধন্য হওক ; তেওঁ আজি মোৰ সিংহা-
সনৰ ওপৰত বহিবলৈ মোক এজন দিলে, আৰু
৪৯ মোৰ চকুৱে তাক দেখিবলৈ পালে। তাতে
অদোনিয়াৰ লগৰ আটাই নিমন্ত্ৰিত লোক-
বিলাকে ভয় পাই প্ৰতিজন উঠি আপোন
৫০ আপোন বাটে গুচি গল। আৰু অদো-
নিয়াই চলোমনলৈ ভয় কৰি উঠি গৈ যজ্ঞ-
৫১ বেদিৰ শিঙত ধৰিলেগৈ। পাছে চলোমনৰ
আগত কোনোবাই এই কথা কলে, দেখোক,
অদোনিয়াই চলোমন ৰজালৈ ভয় কৰিছে;
কিয়নো দেখোক, তেওঁ যজ্ঞবেদিৰ শিঙত ধৰি
কৈছে, চলোমন ৰজাই আপোনাৰ দাসক
তৰোৱালেৰে বধ নকৰিবলৈ মোৰ আগত আজি
৫২ শপত কৰোক। তাতে চলোমনে কলে, সি যদি
আপোনাকে ভাল পুৰুষ দেখুৱায়, তেন্তে তাৰ
এডালি চুলিও মাটিত নপৰিব ; কিন্তু যদি তাৰ
ভিতৰত দুষ্টতা পোৱা যায়, তেন্তে তাৰ
৫৩ প্ৰাণ যাব, এই বুলি চলোমন ৰজাই মানুহ
পঠাই তেওঁক যজ্ঞবেদিৰ ওপৰৰ পৰা নমাই
আনিলে। তাতে তেওঁ আহি চলোমন ৰজাৰ
আগত প্ৰণিপাত কৰিলে, আৰু চলোমনে তেওঁক
কলে, ঘৰলৈ যোৱা।

দায়ূদৰ শেষ-আজ্ঞা আৰু মৃত্যু। চলোমনে
আপোনাৰ ৰাজ্য দৃঢ় কৰা।

২ পাছে দায়ূদৰ মৰণৰ কাল ওচৰ চাপিলত,
তেওঁ আপোন পুত্ৰ চলোমনক এই আদেশ
২ দি কলে, সকলো মৰ্ত্ত্য যোৱা পথে ময় যাওঁ;
তুমি বলৱান হোৱা, আৰু আপোনাৰ পুৰুষালি
৩ দেখুওৱা ; আৰু তোমাৰ সন্তানবিলাকে যদি
আপোনাবিলাকৰ পথৰ বিষয়ে সাৱধান হৈ,
সত্যভাৱে সকলো চিত্তেৰে আৰু সকলো প্ৰাণেৰে
মোৰ আগত চলে, তেন্তে, ইস্ৰায়েলৰ সিংহাসনত
বহিবলৈ তোমাৰ সম্বন্ধীয়া লোক এজনৰো
৪ অভাৱ নহব, মোৰ বিষয়ে যিহোৱাই কোৱা
এই বাক্য যেন তেওঁ সিদ্ধ কৰিব, এই নিমিত্তে,
তুমি যি যি কাৰ্য্য কৰিবা, আৰু যি কালে যাবলৈ
মুখ কৰিবা, সেই সকলোতে কুশলপ্ৰাপ্ত হবৰ
অৰ্থে তুমি আপোন ঈশ্বৰ যিহোৱাৰ পালনীয়
পালন কৰি তেওঁৰ পথত চলা, আৰু মোচিৰ
ব্যৱস্থাপুস্তকত লিখা তেওঁৰ বিধি, আজ্ঞা, শাসন-
৫ প্ৰণালী, আৰু সাক্ষ্য অনুসাৰে কাৰ্য্য কৰা। আৰু
চৰুয়াৰ পুত্ৰ যোৱাবে মোৰ বিৰুদ্ধে যি কৰিলে,
অৰ্থাৎ নেৰৰ পুত্ৰ অব্‌নেৰ আৰু যেথৰৰ
পুত্ৰ অমাচা ইস্ৰায়েলৰ এই দুজন সেনাপতিলৈ
যি কৰিলে, তাক তুমি জানি আছা; সি
তেওঁবিলাকক বধ কৰি যুদ্ধৰ সময়ৰ চিনিনাকৈ
শান্তিৰ সময়ত ৰক্তপাত কৰিলে, আৰু সেই
ৰক্ত তাৰ কটিবন্ধনত আৰু তাৰ ভৰিৰ জোতাত
৬ লগালে। এতেকে তুমি আপোন জ্ঞান অনু-
সাৰে তালৈ ব্যৱহাৰ কৰিবা, আৰু তাৰ পকা
চুলি শান্তিৰে চিয়োললৈ নামিব নিদিবা।
৭ কিন্তু গিলিয়দীয়া বৰ্জিল্লয়ৰ পুতেকবিলাকক
দয়া ব্যৱহাৰ কৰিবা, আৰু তোমাৰ মেজত
খওঁতাবিলাকৰ মাজত সিবিলাককো ঠাই দিবা;
কিয়নো, তোমাৰ ককাই অব্‌চালোমৰ আগত ময়
পলোৱা কালত সিবিলাকে সেই ৰূপে ব্যৱহাৰ
৮ কৰি মোৰ ওচৰলৈ আহিছিল। আৰু দেখা,
বহুৰীমত থকা বিন্যামীনীয়া গেৰাৰ পুতেক
চিমিয়ী তোমাৰ লগত আছে ; ময় মহনয়িমলৈ
যোৱা দিনা সি মোক অতিশয়ৰূপে শাও
দিছিল ; কিন্তু পাছত সি মোৰ লগত সাক্ষাৎ
কৰিবলৈ যৰ্দ্দনলৈ আহিছিল ; তাতে ময়
যিহোৱাৰ নামেৰে শপত কৰি তাক কলোঁ, ময়
৯ তোমাক তৰোৱালেৰে বধ নকৰোঁ। এই হেতুকে
তুমি এতিয়া তাক নিৰ্দ্দোষী যেন নেভাবিবা,
কাৰণ তুমি জ্ঞানৱান পুৰুষ; আৰু তালৈ
কি কৰা উচিত, তাক তুমি জানি, তাৰ পকা
চুলি তেজেৰে সৈতে চিয়োললৈ নমাই দিবা।
১০ পাছে দায়ূদ আপোনাৰ ওপৰপিতৃবিলাকৰ
লগত নিদ্ৰিত হলত, দায়ূদৰ নগৰত তেওঁক
১১ মৈদাম দিয়া হল। দায়ূদে ইস্ৰায়েলৰ ওপৰত
চল্লিশ বছৰ ৰাজত্ব কৰিলে; তেওঁ সাত বছৰ
হিব্ৰোণত, আৰু তেত্ৰিশ বছৰ যিৰূচালেমত
ৰাজত্ব কৰিলে।
১২ পাছে চলোমন আপোন পিতৃ দায়ূদৰ
সিংহাসনত বহিলত, তেওঁৰ ৰাজ্য অতিশয় দৃঢ়
১৩ হল। সেই সময়ত হগ্গীতৰ পুত্ৰ অদোনিয়া
চলোমনৰ মাক বৎ-চেবাৰ ওচৰলৈ গল। তাতে
তেওঁ সুধিলে, ভালৰ অৰ্থে আহিছা নে? তেওঁ
১৪ উত্তৰ কৰি কলে, ভালৰ অৰ্থে। তেওঁ আৰু কলে,
তোমাৰ আগত মোৰ কিছু কথা কব লগা আছে।
১৫ তাতে তেওঁ কলে, কোৱা। পাছে তেওঁ কলে,
তুমি জানা, ৰাজ্য মোৰহে আছিল, আৰু মযহে
ৰজা হম বুলি গোটেই ইস্ৰায়েলে মোৰ মুখলৈ
চাই আছিল ; তথাপি ৰাজ্য সলনি হৈ মোৰ
ভাইৰ হল ; কিয়নো যিহোৱাৰ দ্বাৰায়হে তেওঁৰ
১৬ হল। এই হেতুকে এতিয়া ময় তোমাৰ আগত এটি
নিবেদন কৰোঁ, তাক তুমি নুই নকৰিবা। তাতে
১৭ তেওঁ কলে, কোৱা। তেতিয়া অদোনিয়াই কলে,
অনুগ্ৰহ কৰি চলোমন ৰজাক কোৱা, যেন তেওঁ

চুনেমীয়া অবীচগক মোৰ লগত বিবাহ দিয়ে ;
১৮ কিয়নো তেওঁ তোমাক নুই নকৰিব । তেতিয়া বৎ-
চেবাই কলে, বাৰু, মই তোমাৰ নিমিত্তে ৰজাক
১৯ কম ; এই বুলি বৎ-চেবাই অদোনিয়াৰ নিমিত্তে
কবলৈ চলোমন ৰজাৰ ওচৰলৈ গল । তাতে
ৰজাই তেওঁক আগ বঢ়াই নিবলৈ উঠি আহি
তেওঁৰ আগত প্ৰণিপাত কৰিলে ; পাছে তেওঁ
আপোনাৰ সিংহাসনত বহিল, আৰু ৰাজমাওৰ
কাৰণে আসন যুগুত কৰালত, তেওঁ ৰজাৰ সোঁ-
২০ কালে বহিল । আৰু তেওঁ কলে, মই তোমাৰ
আগত এটা সৰু বিষয় নিবেদন কৰোঁ, তাক
তুমি নুই নকৰিবা । তাতে ৰজাই কলে, হে
মাতৃ, খোজোক ; কিয়নো মই আপোনাক নুই
২১ নকৰোঁ । পাছে বৎ-চেবাই কলে, তোমাৰ ককাই
অদোনিয়াৰ লগত চুনেমীয়া অবীচগক বিয়া
২২ দিয়া হওক । তাতে চলোমন ৰজাই উত্তৰ কৰি
আপোনাৰ মাকক কলে, আপুনি অদোনিয়াৰ
নিমিত্তে চুনেমীয়া অবীচগক কিয় খুজিছে ? তাৰ
নিমিত্তে ৰাজ্যখনকে খোজোকছোন ; কিয়নো সি
মোৰ বৰ ককাই ; এনে কি, অবিয়াথৰ পুৰো-
হিতৰ, আৰু চৰুয়াৰ পুতেক যোৱাবৰ নিমিত্তেও
২৩ খোজোক । পাছে চলোমন ৰজাই যিহোৱাৰ
নামেৰে শপত কৰি কলে, অদোনিয়াই যদি
আপোনাৰ প্ৰাণ হানি হোৱাকৈ এই কথা কোৱা
নাই, তেন্তে ঈশ্বৰে মোক অমুক আৰু তাতকৈ
২৪ অধিক দণ্ড দিওক । এই হেতুকে এতিয়া যি জনাই
আপোন প্ৰতিজ্ঞা অনুসাৰে, মোক সুস্থিৰ কৰি
মোৰ পিতৃ দায়ূদৰ সিংহাসনত মোক বহুৱালে,
আৰু মোৰ বংশ স্থাপন কৰিলে, সেই যিহোৱাৰ
জীৱনৰ শপত, আজি নিশ্চয়ে অদোনিয়াৰ প্ৰাণ-
২৫ দণ্ড হব । তেতিয়া চলোমন ৰজাই যিহোয়া-
দাৰ পুত্ৰ বনায়াক পঠালত, তেওঁ আক্ৰমণ কৰি
২৬ তেওঁক বধ কৰিলে । পাছে ৰজাই অবিয়াথৰ
পুৰোহিতক কলে, তুমি অনাথোতলৈ আপোন
আধিপত্য ভূমিলৈ যোৱা, কিয়নো তুমিও
মৃত্যুৰ যোগ্য ; তথাপি মই এই সময়ত তোমাৰ
প্ৰাণদণ্ড নকৰোঁ, কাৰণ তুমি মোৰ পিতৃ দায়ূদৰ
আগত প্ৰভু যিহোৱাৰ চন্দুক বৈ নিছিলা, আৰু
মোৰ পিতৃৰ সকলো দুঃখভোগত তুমিও দুঃখ
২৭ ভোগ কৰিছিলা । এই ৰূপে, চীলোত এলীৰ বংশৰ
অহিতে যিহোৱাই কোৱা বাক্য যেন সিদ্ধ হয়,
এই নিমিত্তে চলোমনে অবিয়াথৰ পুৰোহিতক
যিহোৱাৰ পুৰোহিতপদৰ পৰা দূৰ কৰি দিলে ।
২৮ পাছে সেই ঘটনাৰ বাৰ্ত্তা যোৱাবলৈ আহিলত,
তেওঁ যিহোৱাৰ তাম্বুৰ ভিতৰলৈ পলাই
গৈ যজ্ঞবেদিৰ শিঙত ধৰি থাকিল ; কিয়নো,
যোৱাব যদিও অবচালোমৰ কলীয়া নাছিল,
২৯ তথাপি অদোনিয়াৰ কলীয়া হৈছিল । পাছে
যোৱাব যিহোৱাৰ তাম্বুৰ ভিতৰলৈ পলাই
গল, আৰু দেখা, তেওঁ যজ্ঞবেদিৰ কোষত
আছে, এই বুলি কোনোবাই চলোমন ৰজাক
কলত, তেওঁ যিহোয়াদাৰ পুত্ৰ বনায়াক পঠাই
৩০ কলে, যোৱা, তাক আক্ৰমণ কৰা । তেতিয়া
বনায়াই যিহোৱাৰ তাম্বুলৈ গৈ তেওঁক কলে,
ৰজাই কৈছে, তুমি বাহিৰলৈ আহাঁ ; তাতে
তেওঁ কলে, নহয়, মই এই ঠাইতে মৰিম । তেতিয়া
বনায়াই ৰজাক বাৰ্ত্তা দি কলে, যোৱাবে এনে
তেনে কথা কলে, আৰু মোক এনে তেনে উত্তৰ
৩১ দিলে । তাতে ৰজাই কলে, তুমি তাৰ কথাৰ
দৰেই কাৰ্য্য কৰা, তাক আক্ৰমণ কৰা, পাছত
তাক মৈদাম দিবা ; তাক কৰিলে, যোৱাবে যি
নিৰ্দ্দোষীৰ ৰক্তপাত কৰিছিল, সেই ৰক্তপাতৰ
দোষ তুমি মোৰ পৰা আৰু মোৰ পিতৃবংশৰ
৩২ পৰা দূৰ কৰিবা । আৰু যিহোৱাই তাৰ ৰক্ত-
পাতৰ দোষ তাৰেই মূৰত থব ; কিয়নো, সি
মোৰ পিতৃ দায়ূদে নজনাকৈ, আপোনাতকৈ
ধাৰ্ম্মিক আৰু উত্তম দুজন মানুহক, অৰ্থাৎ ইস্ৰা-
য়েলৰ প্ৰধান সেনাপতি নেৰৰ পুত্ৰ অব্‌নেৰক
আৰু যিহুদাৰ প্ৰধান সেনাপতি যেথৰৰ পুত্ৰ
অমাচাক আক্ৰমণ কৰি তৰোৱালৰ দ্বাৰায় বধ
৩৩ কৰিছিল । তেওঁবিলাকৰ ৰক্তপাতৰ দোষ যোৱা-
বৰ মূৰত আৰু তাৰ বংশৰ মূৰত সদাকাললৈকে
থাকিব ; কিন্তু দায়ূদলৈ, তেওঁৰ সন্তানবিলাক-
লৈ, তেওঁৰ বংশলৈ, আৰু তেওঁৰ সিংহাসনলৈ
৩৪ যিহোৱাৰ পৰা সৰ্ব্বদায় কুশল হব । তেতিয়া
যিহোয়াদাৰ পুত্ৰ বনায়াই উঠি গৈ তেওঁক
আক্ৰমণ কৰি বধ কৰিলে ; পাছত অৰণ্যত তেওঁৰ
৩৫ নিজৰ ঘৰত তেওঁক মৈদাম দিয়া হল । পাছে
ৰজাই তেওঁৰ পদত যিহোয়াদাৰ পুত্ৰ বনায়াক
প্ৰধান সেনাপতি পাতিলে, আৰু ৰজাই অবিয়া-
থৰৰ পদত চাদোকক পুৰোহিত নিযুক্ত কৰিলে ।
৩৬ তাৰ পাছে ৰজাই মানুহ পঠাই চিমিয়ীক মতাই
আনি কলে, তুমি যিৰূচালেমত আপোনাৰ
নিমিত্তে এটা ঘৰ সাজি ইয়াত বাস কৰাহি, আৰু
৩৭ ইয়াৰ পৰা কোনো ফালে নেযাবা । কিয়নো,
তুমি যি দিনা বাহিৰ হৈ কিদ্ৰোণ জুৰী পাৰ
হবা, সেই দিনাই অৱশ্যে তোমাৰ প্ৰাণ যাব,
ইয়াকে জানিবা ; তোমাৰ ৰক্তপাতৰ দোষ
৩৮ তোমাৰেই মূৰত থাকিব । তাতে চিমিয়ীয়ে
ৰজাক কলে, এই কথা উত্তম ; মোৰ প্ৰভু মহা-
ৰাজে যেনেকৈ কলে, আপোনাৰ এই দাসে সেই
দৰেই কৰিব । পাছে চিমিয়ীয়ে অনেক কাল-
৩৯ লৈকে যিৰূচালেমত বাস কৰিলে । কিন্তু তিনি
বছৰৰ মূৰত চিমিয়ীৰ দুটা বন্দী পলাই
মাখাৰ পুত্ৰ আখীচ নামেৰে গাতৰ ৰজাৰ
ওচৰলৈ গল । তাতে দেখা, তোমাৰ বন্দীইত

গাতত আছে, এই বুলি কোনোবাই চিমিয়ীক
৪০ কলে; তেতিয়া চিমিয়ীয়ে উঠি গাধ সজাই আপো-
নাৰ বন্দীবোৰ বিচাৰি গাতলৈ আখীচৰ ওচৰলৈ
গৈ, গাতৰ পৰা আপোনাৰ বন্দীবোৰক আনিলে।
৪১ পাছে, চিমিয়ী যিৰূচালেমৰ পৰা গাতলৈ গৈ
এতিয়া ঘুৰি আহিল, এই বুলি কোনোবাই চলো-
৪২ মনক জনালে। তাতে ৰজাই মানুহ পঠাই চিমি-
য়ীক মতাই নি তাক কলে, যি দিনা তুমি বাহিৰ
ওলাই কোনো ফালে যাবা, সেই দিনাই অৱশ্যে
তোমাৰ প্ৰাণ যাব, ইয়াকে জানিবা, এই বুলি ময়
জানো যিহোৱাৰ নামেৰে তোমাক শপথ দিয়া
নাই? আৰু দৃঢ়ৰূপে জানো তোমাক কোৱা নাই?
তাতে তুমি কৈছিলা, ময় যি শুনিলোঁ, সেয়ে
৪৩ উত্তম। তেন্তে যিহোৱাৰ নামেৰে দিয়া শপথ আৰু
ময় তোমাক দিয়া আজ্ঞা তুমি কিয় পালন কৰা
৪৪ নাই? ৰজাই চিমিয়ীক আৰু কলে, মোৰ পিতৃ
দায়ূদলৈ কৰা তোমাৰ যি দুষ্টতাৰ বিষয়ে তোমাৰ
মনে সাক্ষ্য দিয়ে, তাক তুমি জানি আছা; এতেকে
এতিয়া যিহোৱাই তোমাৰ দুষ্টতাৰ ফল তোমাৰ
৪৫ নিজ মূৰতে দিব। কিন্তু চলোমন ৰজাই আশীৰ্ব্বাদ
পাব, আৰু যিহোৱাৰ সম্মুখত দায়ূদৰ সিংহাসন
৪৬ সদাকাললৈকে থিৰে থাকিব। পাছে ৰজাই
যিহোয়াদাৰ পুত্ৰ বনায়াক আজ্ঞা কৰিলত, তেওঁ
ওলাই গৈ তাক আক্ৰমণ কৰি বধ কৰিলে। এই
ৰূপে চলোমনৰ হাতত ৰাজ্য দৃঢ় হল।

চলোমনৰ বিবাহ। গিবিয়োনত ঈশ্বৰে তেওঁক দৰ্শন দিয়া। তেওঁ এক বিচাৰ নিষ্পত্তি কৰা।

৩ পাছে চলোমনে মিচৰৰ ফৰৌণ ৰজাৰ
লগত মিত্ৰি কৰি, ফৰৌণৰ জীয়েকক বিয়া
কৰি আনি, আপোনাৰ গৃহ, যিহোৱাৰ গৃহ,
আৰু যিৰূচালেমৰ চাৰিওফালৰ গড় নিৰ্ম্মাণ
কৰি নোহোৱালৈকে, তেওঁক দায়ূদৰ নগৰত
২ ৰাখিলে। কেৱল লোকবিলাকে নাম্লা ওখ ঠাইত
বলিদান কৰিছিল, কাৰণ সেই কাললৈকে
যিহোৱাৰ নামৰ উদ্দেশে কোনো গৃহ নিৰ্ম্মাণ
৩ কৰা নাছিল। চলোমনে আপোন পিতৃ দায়ূদৰ
বিধি অনুসাৰে আচৰণ কৰি যিহোৱাক প্ৰেম
কৰিছিল; কেৱল ওখ ঠাইত তেওঁ বলিদান
কৰিছিল আৰু ধূপ জলাইছিল।
৪ পাছে ৰজাই বলিদান কৰিবৰ অৰ্থে গিবি-
য়োনলৈ গল, কিয়নো সেয়ে আটাইতকৈ প্ৰধান
ওখ ঠাই আছিল; আৰু চলোমনে তাত থকা
যজ্ঞবেদিৰ ওপৰত এক হাজাৰ হোমবলি দিলে।
৫ গিবিয়োনতে যিহোৱাই ৰাতি সপোনত চলো-
মনক দৰ্শন দিলে; আৰু ঈশ্বৰে কলে, ময় তোমাক
৬ কি বৰ দিম, তাক খোজা। তাতে চলোমনে
কলে, তোমাৰ দাস মোৰ পিতৃ দায়ূদে তোমাৰ
দৃষ্টিত সত্যতাৰে, ধাৰ্ম্মিকতাৰে, আৰু সৰল
চিত্তেৰে যি আচৰণ কৰিলে, তুমি তেওঁক তাৰ
দৰেই অতিশয় দয়া কৰিলা, বিশেষকৈ তেওঁক এই
মহা-অনুগ্ৰহ কৰিলা, যে, আজিৰ দৰে তেওঁৰ
সিংহাসনত বহিবলৈ তেওঁক এজন পুত্ৰ দিলা।
৭ এতিয়া হে মোৰ ঈশ্বৰ যিহোৱা, তুমি মোৰ পিতৃ
দায়ূদৰ পদত তোমাৰ এই দাসক ৰজা পাতিলা;
কিন্তু ময় সৰু লৰা মাথোন, বাহিৰলৈ ওলাবলৈ
আৰু ভিতৰলৈ সোমাবলৈকো নেজানো।
৮ আৰু তোমাৰ এই দাস তোমাৰ মনোনীত প্ৰজা-
বিলাকৰ মাজত আছে; সিবিলাক বাহুল্যৰ
কাৰণে গণিব নোৱৰা অসংখ্য এক মহাজাতি।
৯ এতেকে তোমাৰ প্ৰজাবিলাকৰ বিচাৰ কৰিবৰ
অৰ্থে, ভাল বেয়া বুজিবলৈ তোমাৰ দাসক জ্ঞান-
যুক্ত মন দিয়া; কিয়নো যাৰ তাৰ বলেৰে গধূৰ,
তোমাৰ এনে জাতিৰ বিচাৰ কৰা কাৰ সাধ্য!
১০ চলোমনে এনে বৰ খোজাত, প্ৰভুৱে তেওঁৰ এই
১১ প্ৰাৰ্থনাত সন্তোষ পালে। আৰু ঈশ্বৰে তেওঁক কলে,
তুমি এনে বৰ খুজিলা, তোমাৰ নিমিত্তে দীঘল
আয়ুষ নুখুজিলা, তোমাৰ নিমিত্তে ঐশ্বৰ্য্য নুখু-
জিলা, আৰু আপোনাৰ শত্ৰুৰ প্ৰাণ নুখুজিলা, কিন্তু
গোচৰ শুনিবলৈ তোমাৰ নিমিত্তে জ্ঞান খুজিলা;
১২ এই কাৰণে দেখা, ময় তোমাৰ বাক্যৰ দৰেই
কৰিলোঁ। চোৱা, তোমাক ময় এনে জ্ঞান আৰু
বুদ্ধি থকা মন দিলোঁ, যে, তোমাৰ আগেয়ে
তোমাৰ তুল্য কোনো হোৱা নাই, আৰু তোমাৰ
১৩ পাছতো উৎপন্ন নহব; তাৰ বাহিৰে, তুমি যি
খোজা নাই, এনে ঐশ্বৰ্য্য আৰু মৰ্য্যাদা তোমাক
দিলোঁ, যে, তোমাৰ সমস্ত জীৱনৰ কালত ৰজা-
বিলাকৰ মাজত কোনো তোমাৰ তুল্য নহব।
১৪ আৰু তোমাৰ পিতৃ দায়ূদে চলাৰ দৰে যদি তুমি
মোৰ পথত চলি মোৰ বিধি আৰু আজ্ঞাবিলাক
পালন কৰা, তেন্তে ময় তোমাৰ আয়ুষ দীঘল
১৫ কৰিম। পাছে চলোমনে সাৰ পাই দেখিলে,
যে, সেয়ে সপোনহে। পাছে তেওঁ যিৰূচালেমলৈ
আহি যিহোৱাৰ নিয়মচন্দুকৰ সম্মুখত থিয় হৈ
হোমবলি আৰু মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে,
আৰু আপোনাৰ সকলো দাসবিলাকৰ নিমিত্তে
এটা ভোজ পাতিলে।
১৬ সেই সময়ত দুজনী বেশ্যা তিৰুতা ৰজাৰ
১৭ ওচৰলৈ আহি তেওঁৰ আগত থিয় হল। আৰু
প্ৰথম জনীয়ে কলে, হে মোৰ প্ৰভো, নিবেদন
এই, ময় আৰু এই জনী তিৰুতা দুয়ো একে ঘৰতে
থাকোঁ, আৰু ময় এয়ে সৈতে ঘৰত থকা কালত
১৮ ময় এটী লৰা প্ৰসৱ কৰিলোঁ। আৰু ময় প্ৰসৱ
কৰাৰ তৃতীয় দিনা এই জনী তিৰুতাজনীয়ো এটী লৰা
প্ৰসৱ কৰিলে; তেতিয়া আমি একেলগে
আছিলোঁ, ঘৰত আমাৰ লগত আন কোনো

মানুহ নাছিল, ঘৰত অকল আমি দুজনী
১৯ আছিলোঁ। পাছে ৰাতি এইৰ লৰাটো মৰিল,
২০ কাৰণ এই তাৰ ওপৰত শুলে। তাতে এই মাৰ
নিশা উঠি, আপোনাৰ এই বেটী টোপনিত
থাকোঁতে, মোৰ লৰাটী মোৰ কাষৰ পৰা নি
নিজৰ বুকুত শুৱালে, আৰু নিজৰ মৰা লৰাটো
২১ আনি মোৰ বুকুত শুৱাই থলে। পাছে
ৰাতিপুৱা শৰত মই মোৰ লৰাটিক পিয়াহ
দিবলৈ উঠি দেখিলোঁ, সি মৰা; কিন্তু ৰাতি-
পুৱা মই তালটৈক চাই দেখিলোঁ, যে, সি মই
২২ জন্মোৱা লৰা নহয়। দ্বিতীয় জনী তিৰুতাই
কলে, নহয়, জীয়া লৰাটো মোৰ, মৰা লৰাটো
তোৰ; তাতে প্ৰথম জনীয়ে কলে, নহয় নহয়,
মৰাটো তোৰ, জীয়াটো মোৰ। এই ৰূপে সিহঁত
দুয়ো জনীয়ে ৰজাৰ আগত নিবেদন কৰিলে।
২৩ তেতিয়া ৰজাই কলে, একজনীয়ে কৈছে, জীয়া
লৰাটো মোৰ, মৰা লৰাটো তোৰ; আৰু আন
জনীয়ে কৈছে, নহয় নহয়, মৰা লৰাটো তোৰ,
২৪ জীয়া লৰাটো মোৰ। পাছে ৰজাই আজ্ঞা
কৰিলে, মোলৈ এখন তৰোৱাল আন; তাতে
২৫ ৰজাৰ আগলৈ এখন তৰোৱাল অনা হল। তেতিয়া
ৰজাই কলে, এই জীয়া লৰাটো দুভোখৰ কৰি,
একজনীক একাল, আৰু আন জনীক একাল দে।
২৬ তেতিয়া জীয়া লৰাটি যি জনী তিৰুতাৰ আছিল,
মৰমত সেই তিৰুতাৰ* পেট পোৰাত, তাই
ৰজাক নিবেদন কৰি কলে, হে মোৰ প্ৰভো,
বিনয় কৰোঁ, জীয়া লৰাটি এইকে দিওক, লৰাটীক
কোনো মতেই বধ নকৰিব; কিন্তু আন জনীয়ে
কলে, সি মোৰো নহওক তোৰো নহওক, তোমা-
২৭ লোকে দুভোখৰ কৰা। তেতিয়া ৰজাই উত্তৰ
দি কলে, এই জনীকে জীয়া লৰাটো দে, কোনো
মতে বধ নকৰিবি; এই জনীয়েই তাৰ মাক।
২৮ ৰজাই এই যি বিচাৰ নিষ্পত্তি কৰিলে, ইয়াকে
শুনি গোটেই ইস্ৰায়েলে ৰজালৈ ভয় কৰিলে;
কিয়নো সিবিলাকে দেখিলে, যে, বিচাৰ
কৰিবৰ অৰ্থে তেওঁৰ ভিতৰত ঈশ্বৰে দিয়া জ্ঞান
আছে।

চলোমনৰ বিষয়াবিলাক। তেওঁৰ পৰাক্ৰম
আৰু জ্ঞান।

৪ চলোমন ৰজা গোটেই ইস্ৰায়েলৰ ওপৰত
২ ৰজা হল। তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকৰ নাম
এই; চাদোকৰ পুত্ৰ অজৰিয়া পুৰোহিত
৩ আছিল; চীচাৰ পুত্ৰ ইলীহোৰফ আৰু অহিয়া
ৰাজলিখক আছিল; অহীলূদৰ পুত্ৰ যিহোচাফট
৪ ইতিহাসলিখক, যিহোয়াদাৰ পুত্ৰ বনায়া
প্ৰধান সেনাপতি, আৰু চাদোক ও অবিয়াথৰ
৫ পুৰোহিত আছিল; আৰু নাথনৰ পুত্ৰ অজ-
ৰিয়া বিষয়াবিলাকৰ ওপৰত অধ্যক্ষ আছিল;
নাথনৰ পুত্ৰ জাবুদ সভাসদ আৰু ৰজাৰ
৬ সুহৃদ বন্ধু আছিল; আৰু অহীচাৰ ৰাজঘৰগিৰি,
আৰু অব্দাৰ পুত্ৰ অদোনীৰাম বন্দীকাম কৰা-
৭ বিলাকৰ ওপৰত অধ্যক্ষ আছিল। আৰু গোটেই
ইস্ৰায়েলৰ ওপৰত চলোমনে নিযুক্ত কৰা বাৰ
জন বিষয়া আছিল; তেওঁবিলাকে ৰজাৰ আৰু
ৰাজগৃহৰ নিমিত্তে খোৱা বস্তু যোগায়; বছৰৰ
ভিতৰত এমাহ এমাহৰ সমল যোগোৱা প্ৰত্যেকৰ
৮ ভাৰ আছিল। তেওঁবিলাকৰ নাম এই; ইফ্ৰয়িম
৯ পৰ্ব্বতত বিন-হুৰ; মাকচত, চালবীমত, বৈৎ-
চেমচত, আৰু এলোন-বৈৎ-হাননত বিন-দেকৰ
১০ আছিল; আৰু অৰুব্বোতত বিন-হেচদ, তেওঁৰ
অধীনে চোকো আৰু গোটেই হেফৰ প্ৰদেশ
১১ আছিল; গোটেই দোৰ উপপৰ্ব্বতত অবীনাদব
আছিল, তেওঁ চলোমনৰ জীয়েক টাফতক বিয়া
১২ কৰিলে; আৰু তানক, মগিদ্দো, আৰু চৰ্তনৰ
ওচৰত যিজ্ৰিয়েলৰ তলত থকা গোটেই বৈৎ-চান
অৰ্থাৎ বৈৎ-চানৰ পৰা আবেল-মহোলা আৰু
যক্‌মিয়ামৰ সিফাললৈকে, অহীলূদৰ পুত্ৰ বানাৰ
১৩ অধিকাৰ আছিল; ৰামোৎ-গিলিয়দত বিন-
গেবৰ, তেওঁৰ অধীনে গিলিয়দত থকা মনচিৰ
পুত্ৰ যায়ীৰৰ আটাই গাঁও, আৰু বাচানত
থকা অৰ্গোব অঞ্চল অৰ্থাৎ গড়েৰে বেষ্টিত
আৰু পিতলৰ ভাং থকা বাইঠখন ডাঙৰ নগৰ
১৪ আছিল; মহনয়িমত ইদ্দোৰ পুত্ৰ অহীনাদব;
১৫ নপ্তালীত অহীমাচ, তেওঁ চলোমনৰ জীয়েক
১৬ বাচমতক বিয়া কৰিলে; আচেৰত আৰু বালো-
১৭ তত হূচয়ৰ পুত্ৰ বানা; ইচাখৰত পাৰুহৰ পুত্ৰ
১৮ যিহোচাফট; বিন্যামীনত এলাৰ পুত্ৰ চিমিয়ী;
১৯ আৰু গিলিয়দ দেশত, অৰ্থাৎ ইমোৰীয়াবিলাকৰ
চীহোন ৰজাৰ আৰু বাচানৰ ওগ ৰজাৰ দেশত
উৰীৰ পুত্ৰ গেবৰ, সেই দেশত কেৱল তেৱেঁই
২০ বিষয়া আছিল। তেতিয়া যিহূদা আৰু ইস্ৰায়েল
সমুদ্ৰৰ তীৰত থকা বালিৰ নিচিনা অসংখ্য
আছিল, আৰু সিবিলাকে ভোজন পান ও ৰঙ
ধেমালি কৰিছিল।

২১ আৰু ফৰাৎ নদীৰে পৰা পলেষ্টীয়াবিলাকৰ
দেশলৈ আৰু মিচৰ দেশৰ সীমালৈকে, সকলো
ৰাজ্যৰ ওপৰত চলোমনে ৰাজত্ব কৰিছিল;
চলোমনৰ গোটেই আয়ুসৰ কালত সিহঁতে
তেওঁলৈ উপহাৰ আনিছিল, আৰু তেওঁৰ তল-
২২ তীয়া হৈ থাকিল। চলোমনৰ প্ৰতিদিনৰ আহা-
ৰীয় দ্ৰব্য ত্ৰিশ কোৰ উত্তম মিহি আটাগুৰি,
২৩ ত্ৰিশ কোৰ সাধাৰণ আটাগুৰি, দহোটা পুষ্ট
গৰু, চৰণী ঠাইৰ পৰা অনা বিশটা আন
গৰু, আৰু এশ মেৰ; ইয়াৰ বাহিৰে হৰিণা,
২৪ কৃষ্ণসাৰ, মৃগৰ পহু, আৰু পুষ্ট পক্ষী। কিয়নো

তেওঁ টিপ্চহর পরা ঘচালৈকে ফরাৎ নদীর
ইপারে থকা সমুদায় দেশর, নদীর ইপারে থকা
সকলো রজার ওপরত রাজত্ব করিলে। আরু
তেওঁর চারিওফালর অঞ্চলত শান্তি আছিল;
২৫ চলোমনর গোটেই রাজত্বর কালত, দানরে পরা
বের-চেবালৈকে, যিহূদা আরু ইস্রায়েলর প্রতি-
জনে আপোন আপোন দ্রাক্ষালতার, আরু
আপোন আপোন ডিমরু গছর তলত নির্ভয়ে
২৬ বাস করিছিল। চলোমনর রথর ঘোঁড়ার
নিমিত্তে চল্লিশ হাজার ঘোঁড়াশাল, আরু বার
২৭ হাজার অশ্বারোহী আছিল। আরু চলোমন
রজার নিমিত্তে, আরু চলোমন রজার মেজলৈ
অহা সকলোবিলাকর নিমিত্তে সেই প্রতিজন
বিষয়াই আপোন আপোন নিরূপিত মাহত
খোরা সমল যোগাইছিল, কোনো বস্তুত ত্রুটি
২৮ নকরিছিল। সিবিলাকর প্রতিজনে আপোন
আপোন নিরূপিত কার্য্যর দরে, সাধারণ আরু
বেগী ঘোঁড়ার নিমিত্তে, দিব লগীয়া ঠাইলৈ
যব ধান আরু খের নি দিছিল।

২৯ আরু ঈশ্বরে চলোমনক অতিশয় অধিক জ্ঞান
আরু বুদ্ধি দিলে, আরু সমুদ্রর তীরত থকা
বালির নিচিনা অধিক বিষয় ধরিব পরা বহল
৩০ তাওর মন দিলে। তাতে পূব দেশীয় সকলো
লোকর জ্ঞান, আরু মিচরীয়া লোকবিলাকর
সকলো জ্ঞানতকৈ চলোমনর অধিক জ্ঞান
৩১ হল। কিয়নো তেওঁ সকলোতকৈ জ্ঞানবান; তেওঁ
ইস্রাহীয়া এথন্, মাহোলর পুত্র হেমন, কল্-
কোল, আরু দর্দা, এইবিলাকতকৈয়ো অধিক
জ্ঞানবান হল; তেওঁর যশস্যা চারিওফালে থকা
৩২ সকলো জাতিবিলাকর মাজত ব্যাপি গল। তেওঁ
তিনি হাজার নীতিবাক্য কৈছিল; তেওঁর গীত
৩৩ এক হাজার পাঁচোটা আছিল। তেওঁ লিবানোনত
থকা এরচ বৃক্ষর পরা গড়র গাত গজা এচোব
বনলৈকে সকলো বৃক্ষর বিষয়ে কথা কৈছিল;
তেওঁ পশু, পক্ষী, উরগ জন্তু, আরু মাছর বিষয়েও
৩৪ কথা কৈছিল। আরু পৃথিবীত থকা যি যি রজা-
বিলাকে চলোমনর জ্ঞানর বার্ত্তা শুনিছিল,
সিবিলাকর ওচরর পরা সকলো দেশীয় লোকে
চলোমনর জ্ঞানর বাক্য শুনিবলৈ আহিছিল।

মন্দিরনির্ম্মাণর আয়োজন।

৫ তার পাছে, লোকবিলাকে চলোমনক
আপোন পিতৃর সলনি রজা অভিষেক করা
কথা তূরর রজা হীরমে শুনাত, তেওঁ চলোমনর
ওচরলৈ আপোনার দাসবিলাকক পঠালে;
কিয়নো দায়ূদে সৈতে হীরমর সদায় বন্ধুতা
২ আছিল। তাতে চলোমনে হীরমলৈ কৈ
৩ পঠালে, বোলে, আপুনি জানিছে, যে, মোর
পিতৃ দায়ূদে আপোন ঈশ্বর যিহোৱার নাম
উদ্দেশে গৃহ নির্ম্মাণ করিব নোৱারিলে;
কিয়নো, যেতিয়ালৈকে যিহোৱাই তেওঁর শত্রু-
বোরক ভরির তল নকরিলে, তেতিয়ালৈকে তেওঁর
৪ চারিওফালে যুদ্ধ আছিল। আরু এতিয়া মোর
ঈশ্বর যিহোৱাই চারিওফালে মোক বিশ্রাম
দিছে, কোনো শত্রু নাই, আরু আপদ ঘটনাও
৫ একো নাই। আরু দেখোক, ময় তোমার পদত
তোমার যি পুত্রক তোমার সিংহাসনত বহুৱাম,
সিয়েই মোর নামর উদ্দেশে গৃহ নির্ম্মাণ
করিব, যিহোৱাই মোর পিতৃ দায়ূদর আগত
এই যি কথা কৈছিল, তার দরে ময় আপোন
ঈশ্বর যিহোৱার নামর উদ্দেশে এটা গৃহ সাজি-
৬ বলৈ মন করিছোঁ। এই হেতুকে আপুনি এতিয়া
আপোনার লোকবিলাকক মোর নিমিত্তে লিবা-
নোনর পরা এরচ কাঠ কাটি আনিবলৈ আজ্ঞা
করোক; আরু মোর দাসবিলাক আপোনার
দাসবিলাকর লগত থাকিব; আরু আপুনি যি
কব, সেই দরেই ময় আপোনার দাসবিলাকর
বেচ আপোনাক দিম। কিয়নো আপুনি
জানিছে, যে, চীদোনীয়াবিলাকর নিচিনা কাঠ
৭ কাটিব জনা মানুহ আমার মাজত নাই। তাতে
হীরমে চলোমনর কথা শুনি বড় আনন্দিত
হৈ কলে, যি জনাই সেই মহান জাতির
ওপরত রাজত্ব করিবলৈ দায়ূদক এজন জ্ঞানী
পুত্র দান করিলে, আজি সেই যিহোৱা ধন্য।
৮ পাছে হীরমে চলোমনর ওচরলৈ কৈ পঠালে,
বোলে, আপুনি যি কথা মোলৈ কৈ পঠালে,
তাক ময় শুনিলোঁ; ময় এরচ কাঠ আরু দেব-
দারু কাঠর বিষয়ে আপোনার মনর সকলো বাঞ্ছা
৯ সিদ্ধ করিম। মোর দাসবিলাকে লিবানোনর
পরা সেইবোর নমাই সাগরলৈ আনিব; পাছে
ময় ভুর বান্ধি সমুদ্রপথে আপোনার টিকনার
ঠাইলৈ পঠাই দিম; আরু সেই ঠাইত ভুর
মেলিলে, আপুনি তাক লব; আরু আপুনি
মোর ঘরর নিমিত্তে খোরা বস্তু যোগাই মোর
১০ বাঞ্ছা সিদ্ধ করিব। এই রূপে হীরমে চলো-
মনর মনর সকলো বাঞ্ছার দরে এরচ আরু
১১ দেবদারু কাঠ দিলে। আরু চলোমনে হীরমর
ঘরর আহারর নিমিত্তে তেওঁক বিশ হাজার কোর
ঘেঁহু ধান, আরু বিশ কোর নির্ম্মল তেল দিলে;
এই রূপে চলোমনে বছরে বছরে হীরমক দিয়ে।
১২ আরু যিহোৱাই আপোন প্রতিজ্ঞার দরে চলো-
মনক জ্ঞান দিলে; আরু হীরম ও চলোমন
দুয়োরো মাজত শান্তি আছিল, আরু তেওঁবিলাক
দুজনে এটা নিয়ম করিলে।

১৩ পাছে চলোমন রজাই গোটেই ইস্রায়েলর
মাজর পরা বন্দীকাম করিবলৈ মানুহ গোটালে;

সেই গোট খোৱা লোক ত্ৰিশ হাজাৰ হল।
১৪ পাছে তেওঁ মাহেকীয়া পালক্ৰমে সিহঁতৰ দহ
হাজাৰ লোকক লিবানোনলৈ পঠায় ; সিহঁত
এমাহ এমাহ লিবানোনত থাকে, আৰু দুমাহ
দুমাহ ঘৰত থাকে ; সেই গোটেৱা লোকবিলা-
১৫ কৰ ওপৰত অদোনীৰাম অধ্যক্ষ আছিল। আৰু
চলোমনৰ সত্তৰ হাজাৰ ভৰ বোৱা লোক, আৰু
পৰ্ব্বতত আশী হাজাৰ শিল-কটীয়া লোক আছিল।
১৬ তাৰ বাহিৰে কাম কৰা লোকবিলাকৰ ওপৰত
চলোমনৰ তিনি হাজাৰ তিনি শ প্ৰধান বিষয়া
১৭ আছিল। আৰু ৰজাই আজ্ঞা কৰাত, সিহঁতে
কটা শিলৰ দ্বাৰায় গৃহৰ ভিত্তিমূল স্থাপন কৰি-
বৰ নিমিত্তে, বড় বড় শিল, বহুমূল্য শিল কাটি
১৮ আনিলে। চলোমনৰ আৰু হীৰমৰ ঘৰ-সজীয়া
লোকবিলাক আৰু গিব্লীয়া লোকবিলাকে সেই-
বোৰ কাটিলে ; এই ৰূপে সিহঁতে গৃহ নিৰ্ম্মাণ
কৰিবলৈ কাঠ আৰু শিল যুগুত কৰিলে।

মন্দিৰ নিৰ্ম্মাণ কৰা।

৬ ইস্ৰায়েলৰ সন্তানবিলাক মিচৰ দেশৰ
পৰা ওলাই অহাৰ চাৰি শ আশী বছৰৰ
বছৰি, চলোমনে ইস্ৰায়েলৰ ওপৰত ৰাজত্ব কৰাৰ
চতুৰ্থ বছৰৰ জীব নামেৰে দ্বিতীয় মাহত, চলো-
মনে যিহোৱাৰ গৃহ নিৰ্ম্মাণ কৰিবলৈ আৰম্ভ
২ কৰিলে। চলোমন ৰজাই যিহোৱাৰ উদ্দেশে
যি গৃহ নিৰ্ম্মাণ কৰিলে, সেয়ে দীঘলে ষাইঠ
হাত, বহলে বিশ হাত, আৰু ওখই বিশ
৩ হাত। সেই গৃহৰ মন্দিৰৰ আগত এক বাৰাণ্ডা
আছিল ; সেয়ে গৃহৰ বহল অনুসাৰে দীঘলে
বিশ হাত, আৰু গৃহৰ আগত তাৰ বহল দহ
৪ হাত আছিল। আৰু গৃহৰ নিমিত্তে চিলিঙি
৫ দিয়া খিলিকি কৰিলে। আৰু তেওঁ গৃহৰ দেৱালৰ
গাতে চাৰিওকালে, অৰ্থাৎ মন্দিৰৰ আৰু অন্তঃ-
স্থানৰ চাৰিওকালে দেৱালৰ গাতে খাপ্‌খাপ্‌কৈ
কুঠৰীবোৰ নিৰ্ম্মাণ কৰিলে ; এই ৰূপে তেওঁ
৬ চাৰিওকালে কোষৰ কুঠৰীবোৰ সাজিলে। তাৰ
তলৰ খাপৰ কুঠৰীবোৰ পাঁচ হাত বহল, মাজৰ
খাপৰ কুঠৰীবোৰ ছহাত বহল, আৰু ওপৰ
খাপৰ কুঠৰীবোৰ সাত বহল কৰিলে ; কিয়নো,
চটিবোৰ যেন দেৱালত বন্ধ নহয়, এই নিমিত্তে
তেওঁ বাহিৰে গৃহৰ চাৰিওকালে দেৱালবোৰত
৭ জখলাৰ দৰে খাপ খাপ কৰিলে। আৰু সেই
গৃহ নিৰ্ম্মাণ কৰোঁতে, খানি উলিওৱা ঠাইত
যুগুত কৰা শিলেৰে নিৰ্ম্মাণ কৰা হল ; আৰু
নিৰ্ম্মাণ কৰা কালত, গৃহৰ ভিতৰত হাতুড়ি বা
কটাৰি আদি লোহাৰ অস্ত্ৰৰ শব্দ শুনা নগল।
৮ আৰু মাজৰ খাপৰ কুঠৰীবোৰৰ দুৱাৰ গৃহৰ
সোঁকালে আছিল, আৰু লোকবিলাকে পকোৱা-
শকি চিৰিয়েদি মাজৰ খাপলৈ উঠে, আৰু মাজৰ
৯ খাপৰ পৰা তৃতীয় খাপলৈ উঠে। এই ৰূপে
তেওঁ গৃহ সাজি এঁটালে ; তেওঁ এৰচ কাঠৰ কেচি
১০ আৰু তক্তাৰে গৃহ ঢাকিলে। আৰু খাপৰ কুঠৰী-
বোৰ হলে পাঁচ হাত ওখকৈ গৃহৰ গাতে চাৰিও-
কালে সাজিলে, আৰু সেইবোৰ এৰচ কাঠেৰে
গৃহৰ লগ লগালে।
১১ পাছে চলোমনৰ ওচৰলৈ যিহোৱাৰ বাক্য
১২ আহিল, বোলে, তুমি এই গৃহ সাজিছা, ভাল
কৰিছা ; যদি মোৰ সকলো বিধিমতে চলা, আৰু
মোৰ শাসনপ্ৰণালী সিদ্ধ কৰি, আৰু মোৰ
আটাই আজ্ঞা পালন কৰি সেই মতে কাৰ্য্য
কৰা, তেন্তে ময় তোমাৰ পিতৃ দায়ূদক যি কৈ-
ছিলোঁ, মোৰ সেই বাক্য তোমাৰ পক্ষে সিদ্ধ
১৩ কৰিম। ময় ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজত
বসতি কৰিম, আৰু মোৰ প্ৰজা ইস্ৰায়েল লোকক
ত্যাগ নকৰিম।
১৪ চলোমনে গৃহটী এই ৰূপে সাজি এঁটালে।
১৫ তেওঁ গৃহৰ ভিতৰকালে দেৱালবিলাকৰ গাত
এৰচ কাঠৰ তক্তা দিলে ; তেওঁ ভিতৰে গৃহৰ
মজিয়াৰ পৰা ছটত দেৱাল লগা ঠাইলৈকে
ভিতৰকালে সেই কাঠেৰে সেইবোৰ ঢাকিলে ;
আৰু গৃহৰ মজিয়া দেবদাৰু কাঠেৰে ঢাকিলে।
১৬ আৰু গৃহৰ অন্তভাগৰ বিশ হাত জোখৰ ঠাইখন
মজিয়াৰ পৰা কেচিলৈকে এৰচ কাঠেৰে সাজিলে ;
এই ৰূপে তেওঁ ভিতৰে অন্তঃস্থান অৰ্থাৎ অতি
১৭ পবিত্ৰস্থান হবলৈ তাক যুগুত কৰিলে। আৰু
গৃহটী অৰ্থাৎ অন্তঃস্থানৰ আগত থকা মন্দিৰটী
১৮ চল্লিশ হাত দীঘল আছিল। ভিতৰে গৃহৰ গাত
কলি আৰু মুকলি হোৱা ফুল কটা এৰচ কাঠ
আছিল; গোটেইটোত এৰচ কাঠহে হল ; কোনো
১৯ শিল দেখা নগল। আৰু যিহোৱাৰ নিয়মচন্দুক
থবৰ নিমিত্তে ভিতৰত গৃহৰ মাজত অন্তঃস্থান
২০ যুগুত কৰিলে। অন্তঃস্থানখন বিশ হাত দীঘল,
বিশ হাত বহল, আৰু বিশ হাত ওখ আছিল ;
তাত শুদ্ধ সোণৰ পতা মাৰিলে ; আৰু ধূপবেদিত
২১ এৰচ কাঠ লগালে। এই ৰূপে চলোমনে গৃহৰ
ভিতৰত শুদ্ধ সোণৰ পতা মাৰিলে ; আৰু অন্তঃ-
স্থানৰ আগত ইফালৰ পৰা সিফাললৈকে সোণৰ
শিকলিবোৰ লগালে ; আৰু তাত সোণৰ পতা
২২ মাৰিলে। গোটেইটো গৃহ সমাপ্ত নোহোৱা-
লৈকে তেওঁ গোটেই গৃহত সোণৰ পতা মাৰি
আছিল, আৰু অন্তঃস্থানৰ ওচৰত থকা বেদিটো
২৩ সম্পূৰ্ণৰূপে সোণৰ পতা মাৰিলে। আৰু তেওঁ
অন্তঃস্থানৰ ভিতৰত দহ হাত ওখ জিত কাঠৰ
২৪ দুটা ৰূৰব নিৰ্ম্মাণ কৰিলে। এটা ৰূৰবৰ এখন
ডেউকা পাঁচ হাত, আৰু আনখন ডেউকাও
পাঁচ হাত ; তাতে এখন ডেউকাৰ আগৰ পৰা

আনখন ডেউকাৰ আগলৈকে দহ হাত হল।
২৫ আৰু দ্বিতীয় কৰুবকো দহ হাত; দুয়োটা
২৬ কৰুব একে জোখৰ আৰু একে আকাৰৰ। প্ৰথম
কৰুব দহ হাত ওখ, আৰু দ্বিতীয় কৰুবো দহ
২৭ হাত ওখ আছিল। পাছে তেওঁ কৰুব দুটা
ভিতৰ গৃহত স্থাপন কৰিলে; আৰু কৰুব দুটাৰ
ডেউকা এনেকৈ মেলিলে, যে, এটাৰ ডেউকাই
এখন দেৱাল, আনটোৰ ডেউকাই আনখন দেৱাল
চুলে; আৰু সেইবোৰৰ ডেউকাই গৃহৰ মাজত
২৮ ইটো সিটোক চুলে। আৰু তেওঁ কৰুব দুটাত
২৯ সোণৰ পতা মাৰিলে। আৰু গৃহটীৰ আটাইবোৰ
দেৱালৰ গাত ভিতৰে বাহিৰে চাৰিওফালে কৰুব,
খৰ্জ্জুৰ গছ, আৰু মুকলি হোৱা ফুলৰ আকৃতি
৩০ কাটিলে; আৰু গৃহৰ মজিয়াত বাহিৰে ভিতৰে
৩১ সোণৰ পতা মাৰিলে। আৰু তেওঁ অন্তঃস্থানৰ
প্ৰৱেশস্থানৰ নিমিত্তে জিত কাঠৰ দুৱাৰ
সাজিলে; আৰু চৌকাঠৰ ওপৰভাগ আৰু দুই
দাঁতিৰ দুভাল দেৱালৰ পাঁচ ভাগৰ এভাগ
৩২ আছিল। এই ৰূপে জিত কাঠৰ দুৱাৰ দুখলপা
সাজিলে; আৰু তাত কৰুব, খৰ্জ্জুৰ গছ, আৰু
মুকলি হোৱা ফুলৰ আকৃতি কাটিলে, আৰু
সোণৰ পতা কৰি, সেই সোণ সেই কৰুব আৰু
৩৩ খৰ্জ্জুৰ গছত লগালে। সেই ৰূপে তেওঁ মন্দিৰৰ
প্ৰৱেশস্থানৰ নিমিত্তেও দেৱালৰ চাৰি ভাগৰ
এভাগত জিত কাঠৰ চৌকাঠৰ দুই দাঁতিৰ দুভাল
৩৪ কৰিলে; আৰু দেবদাৰু কাঠৰ দুখলপীয়া দুৱাৰ
কৰিলে; এখলপাত ঘূৰাব পৰা দুচলা তক্তা, আৰু
আন খলপাতো ঘূৰাব পৰা দুচলা তক্তা আছিল;
৩৫ তাত কৰুব, খৰ্জ্জুৰ গছ, আৰু মুকলি হোৱা
ফুলৰ আকৃতি কাটিলে, আৰু সোণৰ পতা কৰি,
৩৬ সেই সোণ সেই কটা কামত লগালে। পাছে
তেওঁ তিনি শাৰি কটা শিল দি, আৰু এশাৰি
চাৰি সিৰীয়া এৰচ কাঠ দি ভিতৰ চোতাল
৩৭ কৰিলে। চতুৰ্থ বছৰৰ জীব মাহত যিহোৱাৰ
৩৮ গৃহৰ ভিত্তিমূল স্থাপন কৰা হল। আৰু একাদশ
বছৰৰ বূল নামেৰে অষ্টম মাহত নিৰূপিত
আকাৰ অনুসাৰে সকলো অংশতেই গৃহ নিৰ্ম্মাণ
কৰি এঁটোৱা হল। এই ৰূপে তেওঁ তাক নিৰ্ম্মাণ
কৰোঁতে সাত বছৰ লাগিল।

### ৰাজগৃহ আৰু মন্দিৰৰ স্তম্ভ আদি বস্তুবিলাক নিৰ্ম্মাণ কৰা।

৭ পাছে চলোমনে আপোনাৰ গৃহনিৰ্ম্মাণত
তেৰ বছৰ লাগি, আপোনাৰ গোটেই
২ গৃহ সাজি এঁটালে। কিয়নো তেওঁ লিবানোনৰ
কাঠনীৰ গৃহ সাজিলে; তাৰ দীঘে এশ হাত,
বহলে পঞ্চাশ হাত, আৰু ওখই ত্ৰিশ হাত;
তাক এৰচ কাঠৰ চতি লগোৱা এৰচ কাঠৰ
৩ চাৰি শাৰি খুঁটাৰ ওপৰত নিৰ্ম্মাণ কৰিলে। খুঁটা-
বোৰৰ ওপৰত শাৰিত পোন্ধৰটাকৈ থকা
খোঁটালি আছিল; তাৰ ওপৰত এৰচ কাঠৰ চাল
৪ আছিল। আৰু তিনি শাৰি খিলিকি, ওপৰাওপৰি-
কৈ তিনি শাৰি পোহৰ সোমোৱা বাট আছিল।
৫ খিলিকিয়ে সৈতে সকলো দুৱাৰ আৰু চৌকাঠ-
বোৰ চাৰিচুকীয়া; আৰু ওপৰাওপৰিকৈ তিনি
৬ শাৰি পোহৰ সোমোৱা বাট আছিল। আৰু
তেওঁ স্তম্ভ থকা পঞ্চাশ হাত দীঘল, আৰু ত্ৰিশ
হাত বহল এক গৃহ, আৰু সেইবোৰৰ আগত এক
বাৰাণ্ডা সাজিলে; আৰু সেইবোৰৰ আগত আন
৭ স্তম্ভ আৰু চিৰি আছিল। আৰু যি গৃহত তেওঁ
বিচাৰ কৰিব, আপোনাৰ এনে সিংহাসনৰ গৃহ
অৰ্থাৎ বিচাৰালয় সাজিলে; আৰু এক মজি-
য়াৰ পৰা আন মজিয়ালৈ এৰচ কাঠেৰে ঢকা
৮ হল। সেই গৃহৰ পাছফালে থকা আন চোতালত,
নিজে বাস কৰা গৃহ সেই একে ৰূপেই সজা
হল। আৰু চলোমনে বিবাহ কৰা ফৰৌণৰ
জীয়েকৰ নিমিত্তেও সেই গৃহৰ নিচিনাকৈ এটা
৯ গৃহ সাজিলে। এই আটাইবোৰ তেওঁ ভিত্তিমূলৰ
পৰা দেৱালৰ কাণলৈকে, আৰু বাহিৰে বড়
চোতাললৈকে নানা পৰিমাণ অনুসাৰে ভিতৰে
বাহিৰে কৰতেৰে কটা বটালিৰে কটা বহুমূলীয়া
১০ শিলেৰে নিৰ্ম্মাণ কৰিলে। আৰু ভিত্তিমূলটো
দহ হাত আৰু আঠ হাত জোখৰ বহুমূলীয়া
১১ ডাঙৰ ডাঙৰ শিলৰ আছিল। আৰু তাৰ ওপৰত
নানা পৰিমাণ অনুসাৰে বহুমূল্য কটা শিল
১২ আৰু এৰচ কাঠ আছিল। আৰু যিহোৱাৰ গৃহৰ
ভিতৰ চোতাল আৰু গৃহৰ বাৰাণ্ডাৰ দৰে,
বড় চোতালৰ চাৰিওফালে তিনি শাৰি কটা
শিল আৰু এশাৰি চাৰি সিৰীয়া এৰচ কাঠ
আছিল।
১৩ পাছে চলোমন ৰজাই মানুহ পঠাই তূৰৰ
১৪ পৰা হীৰমক অনালে। সেই হীৰম নপ্তালী
ফৈদৰ এজনী বিধৱাৰ পুত্ৰ; তেওঁৰ বাপেক
পিত্তলৰ কাম কৰা তূৰীয়া লোক আছিল; তেওঁ
পিত্তলৰ সকলো প্ৰকাৰ কাৰ্য্য কৰিবলৈ, জ্ঞান,
বুদ্ধি, আৰু কৌশলেৰে পূৰ্ণ আছিল। পাছে
তেওঁ চলোমন ৰজাৰ ওচৰলৈ আহি, তেওঁৰ
১৫ সকলো কাৰ্য্য কৰিলে। কিয়নো তেওঁ পিত্তলৰ
দুটা স্তম্ভ নিৰ্ম্মাণ কৰিলে; সেইবোৰৰ প্ৰত্যেকটো
ওঠৰ হাত ওখ; আৰু প্ৰত্যেক স্তম্ভ মেৰাবলৈ
১৬ বাৰ হতীয়া সূতা লাগে। আৰু সেই দুয়োটা
স্তম্ভৰ মূৰত লগাবৰ নিমিত্তে, তেওঁ পিত্তলৰ দুটা
মাথলা সাঁচত ঢালিলে; এটা মাথলা ওখই পাঁচ
১৭ হাত, আনটো মাথলাও ওখই পাঁচ হাত। আৰু
স্তম্ভৰ মূৰৰ সেই মাথলাৰ নিমিত্তে জিলি-
কিৰ দৰে জাল, আৰু শিকলিৰ দৰে পকোৱা

মালা কৰা হল। তাৰ এটা মাথ্লাৰ কাৰণে
সাত থাৰ, আৰু আনুটো মাথ্লাৰ কাৰণেও
১৮ সাত থাৰ কৰিলে। এই ৰূপে তেওঁ স্তম্ভ দুটা
সাজিলে; আৰু সেই স্তম্ভৰ মূৰৰ মাথ্লা ঢাকি-
বৰ নিমিত্তে জালৰ পোটেই যেৰে দুশাৰি
দালিম আছিল; আৰু আনুটো মাথ্লাৰ নি-
১৯ মিত্তেও সেই ৰূপেই করিলে। আৰু বাৰাণ্ডাত
স্তম্ভ দুটাৰ মূৰৰ মাথ্লাত চাৰি হাতলৈকে
২০ কনাফুলৰ আকৃতি কৰা আছিল। জালৰ
যোৰ ঘূৰণীয়া ভাগৰ ওচৰত ওপৰে সেই
স্তম্ভ দুটাৰ ওপৰত আৰু মাথ্লা আছিল; আৰু
প্ৰত্যেক মাথ্লাত চাৰিওফালে সেই দালিমবোৰ
২১ শাৰিশাৰিকৈ দুশ আছিল। পাছে তেওঁ সেই
স্তম্ভ দুটা মন্দিৰৰ বাৰাণ্ডাত স্থাপন কৰিলে;
আৰু তেওঁ সোঁফালৰ স্তম্ভ স্থাপন করি তাৰ নাম
যাখীন, আৰু বাঁওফালৰ স্তম্ভ স্থাপন কৰি
২২ তাৰ নাম বোৱজ ৰাখিলে। এই দুটা স্তম্ভৰ
মূৰত কনাফুলৰ আকৃতি কৰা আছিল; এই
২৩ ৰূপে স্তম্ভৰ কাৰ্য্য সমাপ্ত হল। পাছে তেওঁ
সাঁচত ঢলা এটা ঘূৰণীয়া সমুদ্ৰপাত্ৰ নিৰ্ম্মাণ
কৰিলে; সেয়ে এক কাণৰ পৰা আন কাণলৈ
দহ হাত, আৰু ওখই পাঁচ হাত; আৰু তাক
২৪ মেৰাবলৈ ত্ৰিশ হতীয়া সূতা লাগে। চাৰিওফালে
কাণৰ তলে, প্ৰত্যেক হাতৰ জোখৰ ভিতৰত,
দহোটা দহোটাকৈ সমুদ্ৰপাত্ৰটো মেৰাই কলিৰ
আকৃতি আছিল; আৰু পাত্ৰটো ঢলা সময়ত
২৫ সেই কলি দুশাৰিকৈ সাঁচত ঢলা গৈছিল। আৰু
সেই সমুদ্ৰপাত্ৰটো বাৰটা গৰুৰ ওপৰত ৰখা
হল; সেইবোৰৰ তিনিটাই পশ্চিমলৈ, তিনি-
টাই দক্ষিণলৈ, আৰু তিনিটাই পূবলৈ মুখ
কৰিছিল; আৰু সেই সমুদ্ৰপাত্ৰটো সেইবোৰৰ
ওপৰত ৰখোৱা হল; আৰু সেইবোৰৰ পাছ-
২৬ ফাল ভিতৰলৈ আছিল। সেই পাত্ৰ চাৰি
আঙুল ডাঠ; আৰু তাৰ কাণ বাটিৰ কাণ ও
কনাফুলৰ নিচিনাকৈ কৰা হল; তাত দুই
২৭ হাজাৰ বৎ ধৰে। আৰু হীৰমে পিত্তলৰ দহোটা
আধাৰ নিৰ্ম্মাণ কৰিলে; প্ৰত্যেক আধাৰ দীঘে
চাৰি হাত, বহলে চাৰি হাত, আৰু ওখই তিনি
২৮ হাত। সেই আধাৰবোৰ এই ৰূপে কৰা হল;
সেইবোৰৰ মাৰজোখৰ খাল পড়া আছিল;
আৰু সেই খাল পড়া ঠাই বাৰৰ মাজে মাজে
২৯ আছিল; সেই বাৰৰ মাজৰ খাল পড়া ঠাইত
সিংহ, গৰু, আৰু কৰূবৰ আকৃতি আছিল;
আৰু ওপৰ ভাগত বাৰৰ ওপৰে বৈঠক আছিল;
আৰু সিংহ ও গৰুৰ তলত ওলমি থকা মালাৰ
৩০ আকৃতি কৰা আছিল। প্ৰত্যেক আধাৰত চাৰিটা
চাৰিটা চাকা, আৰু পিত্তলৰ ধুৰা আছিল; তাৰ
চাৰিটা খুৰাত প্ৰক্ষালনপাত্ৰ-ধৰা আছিল; আৰু
প্ৰক্ষালনপাত্ৰ-ধৰাবোৰ প্ৰক্ষালনপাত্ৰৰ তলত
ঢলা আছিল; আৰু প্ৰত্যেক্টাৰ দাঁতিত মালাৰ
৩১ আকৃতি কৰা আছিল। আৰু মাথ্লাৰ ভিতৰত
আৰু ওপৰে তাৰ মুখ এহাত আছিল; কিন্তু তাৰ
মুখ বৈঠকৰ আকৃতিৰ দৰে ঘূৰণীয়া আৰু ডেৰ
হাত জোখৰ; আৰু তাৰ মুখৰ দাঁতিতো নক্চা
৩২ কৰা আছিল। আৰু চাকা চাৰিটা সেই খাল
পড়া ঠাইবোৰৰ তলৰ, আৰু সেই চাকাৰ ধুৰা
আধাৰৰ লগৰ আছিল; প্ৰত্যেক চাকা ডেৰ
৩৩ হাত ওখ। সেই চাকাবোৰ ৰথৰ চাকাৰ দৰে
সজা হল, তাৰ ধুৰা, পুঠি, পাহি, আৰু মাদলি
৩৪ সকলো ঢলা আছিল। আৰু প্ৰত্যেক আধাৰৰ
চাৰি চুকত চাৰিটা প্ৰক্ষালনপাত্ৰ-ধৰা আছিল;
সেই প্ৰক্ষালনপাত্ৰ-ধৰাবোৰ আধাৰৰ লগৰ
৩৫ আছিল। সেই আধাৰৰ মূৰত আধা হাত ওখ
ঘূৰণীয়া সাঁফৰ আছিল; আৰু আধাৰৰ ওপৰ
ভাগত থকা তাৰ ধৰণী আৰু তাৰ খাল পড়া
৩৬ ঠাইবোৰ তাৰ লগৰ আছিল। আৰু তেওঁ ধৰণী
কেইচটাত, আৰু তাৰ খাল পড়া ঠাইবোৰত
প্ৰত্যেকৰ ঠাই বুজি কৰূব, সিংহ, আৰু খৰ্জ্জুৰ
গছবোৰ কাটিলে, আৰু চাৰিওফালে মালা
৩৭ কাটিলে। এই ৰূপে তেওঁ একে সাঁচতে একে
জোখেৰে একে আকৃতিৰে পিত্তলৰ সেই দহোটা
৩৮ আধাৰ কৰিলে। পাছে হীৰমে পিত্তলৰ দহোটা
প্ৰক্ষালনপাত্ৰ সাজিলে; তাৰ প্ৰত্যেক পাত্ৰত
চল্লিশ বৎ ধৰে; প্ৰত্যেক পাত্ৰ চাৰি হাত জোখৰ
আছিল; আৰু সেই দহোটা আধাৰৰ এটা
এটা আধাৰৰ ওপৰত এটা এটা পাত্ৰ থাকে;
৩৯ আৰু তেওঁ গৃহৰ সোঁকোষে পাঁচোটা আধাৰ,
আৰু বাঁওকোষে পাঁচোটা আধাৰ ৰাখিলে;
আৰু গৃহৰ সোঁকোষে পূবদিশে দক্ষিণফালে
৪০ সমুদ্ৰপাত্ৰ স্থাপন কৰিলে। সেইবোৰ প্ৰক্ষালন-
পাত্ৰ, ছাই উলিওৱা হেঁতা, আৰু তেজ চটিওৱা
পাত্ৰ হীৰমে নিৰ্ম্মাণ কৰিলে। এই ৰূপে হীৰমে
চলোমন ৰজাৰ নিমিত্তে যিহোৱাৰ গৃহত কৰা
৪১ আটাইবোৰ কাৰ্য্য করি ওঁটালে। সেই স্তম্ভ
দুটা, সেই স্তম্ভৰ মূৰৰ মাথ্লাৰ ঘূৰণীয়া ভাগ
দুটা, সেই স্তম্ভৰ মূৰৰ মাথ্লাৰ ঘূৰণীয়া ভাগ দুটা
৪২ ঢাকিবৰ অৰ্থে দুখন জাল, সেই দুখন জালৰ
নিমিত্তে সেই চাৰি শ দালিম অৰ্থাৎ স্তম্ভ দুটাৰ
ওপৰৰ মাথ্লাৰ ঘূৰণীয়া ভাগ দুটা ঢাকি-
বৰ অৰ্থে প্ৰত্যেক জালৰ নিমিত্তে দুশাৰি
৪৩ দালিম, সেই দহোটা আধাৰ, সেই আধাৰৰ
৪৪ ওপৰৰ দহোটা প্ৰক্ষালনপাত্ৰ, সেই সমুদ্ৰ-
পাত্ৰ, সেই সমুদ্ৰপাত্ৰৰ তলৰ বাৰটা গৰু,
৪৫ ছাই পেলোৱা পাত্ৰ, ছাই উলিওৱা হেঁতা,
আৰু তেজ চটিওৱা পাত্ৰ, এই আটাইবোৰ
হীৰমে চলোমন ৰজাৰ নিমিত্তে যিহোৱাৰ গৃহত

৪৬ চক্‌চকীয়া পিতলেরে নির্ম্মাণ কৰিলে। ৰজাই
যৰ্দ্দনৰ সমথলত, চুক্কোৎ আৰু চৰ্ত্তনৰ মাজত
৪৭ থকা আলতীয়া মাটিত তাক ঢলালে। আৰু সেই
পাত্ৰবোৰ অতি বহুৎ হোৱাৰ কাৰণে চলোমনে
সেইবোৰৰ ওজন নোজোখাকৈ এড়িলে; তাৰ পিতলৰ ওজন
৪৮ কিমান, তাক জনা নগল। আৰু চলোমনে
যিহোৱাৰ গৃহৰ সকলো বস্তু নিৰ্ম্মাণ কৰালে,
অৰ্থাৎ সোণৰ বেদি, দৰ্শনপিঠা থবৰ নিমিত্তে
৪৯ সোণৰ মেজ, অন্তঃস্থানৰ সন্মুখত সোঁফালে
পাঁচোটা আৰু বাঁওফালে পাঁচোটা নিৰ্ম্মল সোণৰ
দীপাধাৰ, সোণৰ ফুল, প্ৰদীপ, আৰু শলাকাধৰি-
৫০ কটা, নিৰ্ম্মল সোণৰ বাটি, কটাৰি, তেল
চটিওৱা পাত্ৰ, পিয়লা, আৰু এঙেৰুৱা-ধৰা,
আৰু অন্তৰ্গৃহ অৰ্থাৎ মহাপবিত্ৰস্থানৰ দুৱাৰৰ
নিমিত্তে, আৰু গৃহৰ অৰ্থাৎ মন্দিৰৰ দুৱাৰৰ
৫১ নিমিত্তে সোণৰ কব্জা কৰিলে। এই ৰূপে যিহো-
ৱাৰ গৃহৰ নিমিত্তে চলোমনে কৰা সকলো কাৰ্য্য
সমাপ্ত হল। পাছে চলোমনে আপোন পিতৃ
দায়ুদে উৎসৰ্গ কৰি দিয়া ৰূপ, সোণ, আৰু
পাত্ৰ আদি আটাই বস্তু অনাই যিহোৱাৰ গৃহৰ
ভঁড়ালত থলে।

চলোমনে মন্দিৰ প্ৰতিষ্ঠা কৰা।

৮ পাছে, চলোমনে দায়ুদৰ নগৰ অৰ্থাৎ
চিয়োনৰ পৰা যিহোৱাৰ নিয়মচন্দুক আ-
নিবৰ নিমিত্তে, ইস্ৰায়েলৰ বৃদ্ধবিলাকক আৰু
ফৈদৰ মূল মানুহবিলাকক, ইস্ৰায়েলৰ সন্তান-
বিলাকৰ পিতৃবংশৰ অধ্যক্ষবিলাকক যিৰূচালে-
২ মত চলোমন ৰজাৰ ওচৰত গোট খুৱালে। তাতে
এথানীম নামেৰে সপ্তম মাহত উৎসৱৰ সময়ত
ইস্ৰায়েলৰ সকলো লোকে চলোমন ৰজাৰ ওচৰ-
৩ লৈ আহি গোট খালে। পাছে ইস্ৰায়েলৰ সকলো
বৃদ্ধ লোক আহিলত, পুৰোহিতবিলাকে চন্দুক
৪ তুলি ললে। আৰু সিবিলাকে যিহোৱাৰ চন্দুক,
সাক্ষাৎ কৰা তাম্বু, আৰু তাম্বুৰ ভিতৰত থকা
সকলো পবিত্ৰ বস্তু আনিলে; সেই সকলোকে
৫ পুৰোহিত আৰু লেবীয়াবিলাকে আনিলে। তাতে
চলোমন ৰজাই তেওঁৰ ওচৰত গোট খোৱা
ইস্ৰায়েলৰ গোটেই মণ্ডলীয়ে সৈতে, চন্দুকৰ
আগত মেৰ গৰু আদি বলিদান কৰি আছিল;
সেয়ে বাহুল্যৰ কাৰণে অসংখ্য আৰু অগণ্য
৬ আছিল। পাছে পুৰোহিতবিলাকে যিহো-
ৱাৰ নিয়মচন্দুক গৃহৰ অন্তঃস্থানলৈ, অৰ্থাৎ
মহাপবিত্ৰস্থানলৈ লৈ গৈ কৰূব দুটাৰ ডেউকাৰ
৭ তলত তাৰ নিজ ঠাইত স্থাপন কৰিলে। কিয়নো
কৰূব দুটাই চন্দুকৰ ঠাইৰ ওপৰত ডেউকা মেলি
থাকিছিল, আৰু কৰূব দুটাই চন্দুক আৰু তাৰ
৮ কাণমাৰি ঢাকি ধৰিছিল। সেই দুডাল কাণ-
মাৰি ইমান দীঘল, যে, তাৰ মূৰ অন্তঃস্থানৰ
আগত পবিত্ৰস্থানৰ পৰা দেখা যায়; কিন্তু তাক
বাহিৰৰ পৰা দেখা নেযায়; সেইবোৰ আজি-
৯ লৈকে সেই ঠাইত আছে। মিচৰ দেশৰ পৰা
ইস্ৰায়েলৰ সন্তানবিলাক ওলাই অহা কালত,
যিহোৱাই সিবিলাকে সৈতে এটা নিয়ম পতা
সময়ত, হোৰেব পৰ্ব্বতত মোচিয়ে চন্দুকৰ ভিতৰত
যি দুখন শিলৰ ফলি ৰাখিছিল, তাৰ বাহিৰে
১০ তাত আৰু একো নাছিল। পাছে, পুৰোহিত-
বিলাক পবিত্ৰস্থানৰ পৰা ওলাই আহিলত,
যিহোৱাৰ গৃহ মেঘেৰে এনেকৈ পৰিপূৰ্ণ হল
১১ যে, তাৰ কাৰণে পুৰোহিতবিলাকে পৰিচৰ্য্যা
কৰিবৰ অৰ্থে থিয় হব নোৱৰা হল; কিয়নো
যিহোৱাৰ গৃহ যিহোৱাৰ প্ৰতাপেৰে পৰিপূৰ্ণ
আছিল।
১২ তেতিয়া চলোমনে কলে, যিহোৱাই ঘোৰ অন্ধ-
১৩ কাৰত বাস কৰিব খুজিছে। মই নিশ্চয়ে তোমাৰ
নিমিত্তে এটা বাস কৰা গৃহ নিৰ্ম্মাণ কৰিলোঁ,
১৪ এয়ে যুগে যুগে তোমাৰ বাসস্থান হব, এই বুলি
ৰজাই মুখ ঘূৰাই ইস্ৰায়েলৰ গোটেই সমাজক
আশীৰ্ব্বাদ কৰিলে; সেই সময়ত গোটেই
১৫ ইস্ৰায়েল থিয় হৈ আছিল। তেওঁ আৰু কলে,
ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা ধন্য; তেওঁ মোৰ
পিতৃ দায়ুদক আপোন মুখে এই কথা কৈছিল,
আৰু নিজ হাতেৰে আপোনাৰ এই বাক্য সিদ্ধ
১৬ কৰিছিল, যে, মোৰ প্ৰজা ইস্ৰায়েলক মিচৰ
পৰা উলিয়াই অনা দিনৰে পৰা, মই আপোন
নাম ৰাখিবৰ অৰ্থে গৃহ নিৰ্ম্মাণ কৰিবলৈ
ইস্ৰায়েলৰ আটাই ফৈদৰ মাজৰ কোনো নগৰ
মনোনীত কৰা নাই; কিন্তু মোৰ প্ৰজা ইস্ৰা-
য়েলৰ ওপৰত অধ্যক্ষ হবৰ নিমিত্তে দায়ুদক
১৭ মনোনীত কৰিলোঁ। আৰু ইস্ৰায়েলৰ ঈশ্বৰ যি-
হোৱাৰ নামৰ উদ্দেশে এটা গৃহ নিৰ্ম্মাণ কৰি-
১৮ বলৈ মোৰ পিতৃ দায়ুদৰ মন আছিল। কিন্তু
যিহোৱাই মোৰ পিতৃ দায়ুদক কলে, মোৰ নামৰ
উদ্দেশে এটা গৃহ নিৰ্ম্মাণ কৰিবলৈ তুমি মন
১৯ কৰিছা, ভাল কৰিছা; তথাপি তুমি সেই গৃহ
নিৰ্ম্মাণ কৰিবলৈ নেপাবা, কিন্তু তোমাৰ ঔৰসত
যি পুত্ৰ জন্মিব, তেৱেঁই মোৰ নামৰ উদ্দেশে সেই
২০ গৃহ নিৰ্ম্মাণ কৰিব। এই বাক্য যিহোৱাই
কৈছিল, আৰু তেওঁ তাক সাফল কৰিলে;
কিয়নো যিহোৱাৰ প্ৰতিজ্ঞা অনুসাৰে মই আপোন
পিতৃ দায়ুদৰ পদত নিযুক্ত হৈ, আৰু ইস্ৰায়েলৰ
সিংহাসনৰ ওপৰত বহি, ইস্ৰায়েলৰ ঈশ্বৰ
যিহোৱাৰ নামৰ উদ্দেশে এই গৃহ নিৰ্ম্মাণ
২১ কৰিলোঁ। আৰু যিহোৱাই আমাৰ পূৰ্ব্বপুৰুষ-
বিলাকক মিচৰ দেশৰ পৰা উলিয়াই অনা কা-
লত সিবিলাকে সৈতে কৰা নিয়মটি থকা যি

সুক, তাৰ নিমিত্তে মই ইয়াত এটা ঠাই যুগুত
কৰিলোঁ।
২২ পাছে চলোমনে ইস্রায়েলৰ গোটেই সমাজৰ
সাক্ষাতে যিহোৱাৰ যজ্ঞবেদিৰ আগত থিয় হৈ,
২৩ আৰু স্বৰ্গৰ ফাললৈ হাত মেলিলে। আৰু তেওঁ
কলে, হে ইস্রায়েলৰ ঈশ্বৰ যিহোৱা, ওপৰত থকা
স্বৰ্গত আৰু তলত থকা পৃথিবীত তোমাৰ তুল্য
ঈশ্বৰ নাই; সকলো হৃদয়েৰে তোমাৰ আগত
আচৰণ কৰোঁতা তোমাৰ দাসবিলাকলৈ তুমি দয়া
২৪ আৰু নিয়মটি ৰক্ষা কৰোঁতা; তোমাৰ দাস মোৰ
পিতৃ দায়ূদৰ আগত তুমি যি প্ৰতিজ্ঞা কৰিছিলা,
তাক তুমি তেওঁৰ পালন কৰিলা; এনে কি, তুমি
আপোন মুখে কৈ আজিৰ দৰে আপোন
২৫ হাতেৰে তাক সিদ্ধও কৰিলা। এই হেতুকে
এতিয়া, হে ইস্রায়েলৰ ঈশ্বৰ যিহোৱা, তুমি
মোৰ আগত যেনেকৈ চলিলা, তোমাৰ সন্তান-
বিলাকে কেৱল যদি মোৰ আগত সেইৰূপে চলি-
বলৈ আপোন আপোন পথত সাৱধানে থাকে,
তেনে হলে, মোৰ দৃষ্টিত ইস্রায়েলৰ সিংহাসনৰ
ওপৰত বহিবলৈ তোমাৰ সম্বন্ধীয় মানুহৰ অভাৱ
নহব, এই বুলি তোমাৰ দাস মোৰ পিতৃ দায়ূ-
দৰ আগত যি প্ৰতিজ্ঞা কৰিছিলা, তাক তোমাৰ
২৬ দাসলৈ পালন কৰা। এতিয়া হে ইস্রায়েলৰ
ঈশ্বৰ, মই বিনয় কৰোঁ, তোমাৰ দাস মোৰ পিতৃ
দায়ূদক তুমি যি বাক্য কৈছিলা, সেয়ে সফল
২৭ হওক। কিন্তু বাস্তৱিকে ঈশ্বৰে পৃথিবীত বাস
কৰিব নে? দেখা, স্বৰ্গই আৰু স্বৰ্গৰো স্বৰ্গই
তোমাক ধাৰণ কৰিব নোৱাৰে, তেন্তে মই নিৰ্মাণ
২৮ কৰা গৃহই জানো পাৰিব? তথাপি, হে মোৰ
ঈশ্বৰ যিহোৱা, এই গৃহৰ ফাললৈ, মোৰ নাম
তাত হব বুলি এই যি ঠাইৰ বিষয়ে তুমি কৈছিলা,
এই ঠাইৰ ফাললৈ তোমাৰ চকু যেন দিনে ৰাতিয়ে
২৯ মুকলি হৈ থাকিব, এই নিমিত্তে, তোমাৰ দাসে
এই ঠাইৰ ফাললৈ মুখ কৰি কৰা প্ৰাৰ্থনা শুনি-
বলৈ, তুমি তোমাৰ দাসৰ প্ৰাৰ্থনা আৰু মিনতি
গ্ৰাহ্য কৰি, তোমাৰ দাসে আজি তোমাৰ আগত
কৰা কাতৰোক্তি আৰু প্ৰাৰ্থনালৈ কাণ দিয়া।
৩০ আৰু যেতিয়া তোমাৰ দাস ও তোমাৰ প্ৰজা
ইস্রায়েলে এই ঠাইৰ ফাললৈ মুখ কৰি প্ৰাৰ্থনা
কৰিব, তেতিয়া তুমি সিবিলাকৰ মিনতিলৈ
কাণ দিবা, এনে কি, তুমি আপোন বাসস্থান
স্বৰ্গত থাকি তাক শুনিবা, আৰু শুনি ক্ষমা
৩১ কৰিবা। কোনোৱে আপোন চুবুৰীয়াৰ অহিতে
পাপ কৰিলে, যদি তাক এক শপত খাবলৈ দিয়া
যায়, আৰু সি আহি এই গৃহত তোমাৰ যজ্ঞ-
৩২ বেদিৰ আগত শপত খায়, তেন্তে তুমি স্বৰ্গত থাকি
তাক শুনিবা; আৰু কাৰ্য্য কৰি, তোমাৰ দাস-
বিলাকৰ বিচাৰ নিষ্পত্তি কৰি, দোষীক দোষী
কৰি তাৰ কৰ্ম্মৰ ফল তাৰ মূৰত দিবা, আৰু
নিৰ্দ্দোষীক নিৰ্দ্দোষী কৰি তাৰ ধাৰ্ম্মিকতাৰ ফল
৩৩ তাক দিবা। তোমাৰ প্ৰজা ইস্রায়েলে তোমাৰ
বিৰুদ্ধে পাপ কৰাৰ কাৰণে শত্ৰুৰ আগত ঘটাৰ
পাছে, যদি তোমালৈ ঘূৰি তোমাৰ নাম স্বীকাৰ
কৰি এই গৃহত তোমাৰ আগত প্ৰাৰ্থনা আৰু
৩৪ মিনতি কৰে, তেন্তে তুমি স্বৰ্গত থাকি তাক শুনি
আপোন প্ৰজা ইস্রায়েলৰ পাপ ক্ষমা কৰিবা,
আৰু তুমি সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকক
দিয়া দেশলৈ সিবিলাকক ওলোটাই আনিবা।
৩৫ সিবিলাকে তোমাৰ অহিতে পাপ কৰাৰ
কাৰণে যেতিয়া আকাশ বন্ধ হোৱাত বৰষুণ
নাইকিয়া হব, তেতিয়া যদি সিবিলাকে এই
ঠাইৰ ফাললৈ মুখ কৰি প্ৰাৰ্থনা কৰে, আৰু তুমি
সিবিলাকক দুঃখ দিয়া সময়ত তোমাৰ নাম
স্বীকাৰ কৰি আপোন আপোন পাপৰ পৰা
৩৬ ঘূৰে, তেন্তে তুমি স্বৰ্গত থাকি তাক শুনিবা,
আৰু তোমাৰ দাসবিলাকৰ ও তোমাৰ
প্ৰজা ইস্রায়েলৰ পাপ ক্ষমা কৰি, সিবিলাকে
যাব লগীয়া ভাল পথৰ বিষয়ে সিবিলাকক
শিক্ষা দিবা, আৰু তুমি আপোন লোক-
বিলাকক আধিপত্যৰ অৰ্থে দিয়া দেশত
৩৭ বৰষুণ বৰষাবা। দেশৰ মাজত যদি আকাল
কি মহামাৰী হয়, শস্য কৰ্কটুৱীয়া কি ৰঙা-
মুৰীয়া হয়, মাৰিয়া কড়িং কি পোক হয়, আৰু
যদি সিবিলাকৰ শত্ৰুৱে সিবিলাকৰ দেশৰ
৩৮ নগৰবোৰত সিবিলাকক অৱৰোধ কৰে, তেন্তে
যি কোনো আপদ বা ৰোগ হওক, যদি কোনো
মানুহে, বা তোমাৰ প্ৰজা ইস্রায়েলৰ মাজৰ
কোনো লোকে আপোন মনৰ পীড়া জানি এই
৩৯ গৃহৰ ফাললৈ আপোন হাত মেলে, তেন্তে তাৰ
যি কোনো প্ৰাৰ্থনা কি মিনতি হওক, তুমি
আপোন বাসস্থান স্বৰ্গত থাকি তাক শুনিবা, ক্ষমা
কৰিবা, আৰু কাৰ্য্য কৰি প্ৰতিজন লোকৰ মন
জানি, (কিয়নো তুমি, কেৱল তুমিহে আটাই
মনুষ্যসন্তানবিলাকৰ মন জানা;) সিবিলাকৰ
৪০ আপোন আপোন কৰ্ম্মৰ দৰে ফল দিবা; আমাৰ
পূৰ্ব্বপুৰুষবিলাকক তুমি দিয়া দেশত সিবিলাকে
জীয়াই থকা আটাই দিনত তোমাক ভয় কৰিবৰ
৪১ নিমিত্তেই তাকে কৰিবা। অধিকন্তু তোমাৰ প্ৰজা
ইস্রায়েল লোকৰ মাজৰ নোহোৱা পৰজাতীয়
লোকে যেতিয়া তোমাৰ নামৰ গুণে দূৰ দেশৰ
৪২ পৰা আহিব, (কিয়নো সিহঁতে তোমাৰ মহান
নাম, বলৱান হাত, আৰু মেলা বাহুৰ কথা
শুনিব;) আৰু আহি এই গৃহৰ ফাললৈ মুখ কৰি
৪৩ প্ৰাৰ্থনা কৰিব, তেতিয়া, তোমাৰ প্ৰজা ইস্রায়েলৰ
দৰে তোমাক ভয় কৰিবৰ অৰ্থে, পৃথিবীৰ আটাই
জাতিয়ে যেন তোমাৰ নাম জানিব, আৰু মই

সজা এই গৃহ যে তোমার নামেরে প্রখ্যাত, তাক
যেন জানিব, এই নিমিত্তে তোমার বাসস্থান
স্বর্গত থাকি তাক শুনিবা, আরু সেই বিদেশী
লোকে তোমালৈ কৰা আটাই প্রার্থনার দরে
৪৪ তালৈ কার্য্য করিবা। আরু তুমি আপোন প্রজাক
যি কোনো বাটেদি পঠোৱা, সেই বাটেদি যদি
সিবিলাকে আপোনাবিলাকর শত্রুরে সৈতে
যুদ্ধ করিবলৈ ওলাই যায়, আরু তোমার মনো-
নীত নগরর কাললৈ আরু তোমার নামর নিমিত্তে
মই সজা গৃহর কাললৈ মুখ করি যিহোৱার আগত
৪৫ প্রার্থনা করে, তেন্তে তুমি স্বর্গত থাকি সিবিলাকর
প্রার্থনা আরু মিনতি শুনি, সিবিলাকর বিচার
৪৬ নিষ্পত্তি করিবা। আরু সিবিলাকে যদি তোমার
বিরুদ্ধে পাপ করে, (কিয়নো পাপ নকরা মানুহ
কোনো নাই ;) আরু তুমি সিবিলাকলৈ ক্রুদ্ধ
হৈ সিবিলাকক শত্রুর হাতত সোধাই দিয়া,
তাতে যদি সিবিলাকর শত্রুবোরে সিবিলাকক
বন্দী করি দূরত বা ওচরত থকা শত্রুর দেশলৈ
৪৭ লৈ যায়, তথাপি সিবিলাকক বন্দী করি নিয়া
দেশত যদি সিবিলাকে মনত বিবেচনা করি
ঘুরি, সিবিলাকক বন্দী করি নিয়াবিলাকর
দেশত থাকি তোমার আগত প্রার্থনা করি, আমি
পাপ করিলোঁ, আমি অপথে গলোঁ, আমি কুকর্ম্ম
৪৮ করিলোঁ, এই বুলি সিবিলাকক বন্দী করি নিয়া
আপোনাবিলাকর শত্রুর দেশত সকলো মনে
সকলো চিত্তে তোমালৈ উলটি, সিবিলাকর ওপর-
পিতৃবিলাকক তুমি দিয়া সিবিলাকর দেশর
কাললৈ, তোমার মনোনীত নগরর কাললৈ,
আরু তোমার নামর নিমিত্তে মই নির্ম্মাণ করা
গৃহর কাললৈ মুখ করি যদি তোমার আগত
৪৯ প্রার্থনা করে, তেন্তে তুমি আপোন বাসস্থান
স্বর্গত থাকি সিবিলাকর প্রার্থনা আরু মিনতি
৫০ শুনি, সিবিলাকর বিচার নিষ্পত্তি করিবা ; আরু
তোমার বিরুদ্ধে পাপ করা তোমার প্রজাবিলাকক
ক্ষমা করিবা, আরু তোমার বিরুদ্ধে করা সিবিলা-
কর সকলো অপরাধ ক্ষমা করিবা ; আরু সিবিলা-
কক বন্দী করি নিয়াবিলাকে যেন সিবিলাকক দয়া
করিব, এই নিমিত্তে সিবিলাকলৈ সিহঁতর দয়া
৫১ জন্মাবা। কিয়নো সিবিলাক লোহার কুণ্ডস্বরূপ
মিচর দেশর পরা অনা তোমার প্রজা আরু
৫২ তোমার আধিপত্য। তোমার দাস আরু তোমার
প্রজা ইস্রায়েল লোকবিলাকে যি কোনো সময়ত
প্রার্থনা করিব, সেই সময়ত সিবিলাকর প্রার্থনা-
লৈ কাণ দিবলৈ তোমার দাস আরু তোমার
প্রজার সেই মিনতিলৈ তোমার চকু যেন মুকলি হৈ
থাকে, এই নিমিত্তে সিবিলাকর প্রার্থনা শুনিবা।
৫৩ কিয়নো, হে প্রভু যিহোৱা, আমার ওপরপিতৃ-
বিলাকক মিচর দেশর পরা অনা কালত তোমার
দাস মোচির দ্বারায় যেনেকৈ কৈছিলা, তেনেকৈ
তোমার আধিপত্য হবলৈ সিবিলাকক পৃথিবীর
আটাই জাতিবিলাকর পরা তুমিয়েই পৃথক
করিলা।
৫৪ যিহোৱার আগত এই গোটেই প্রার্থনা আর
নিবেদন করি এটোৱা হলত, চলোমনে যিহো-
ৱার যজ্ঞবেদির সম্মুখত স্বর্গর কাললৈ হাত
মেলি আঁঠু পারি থকার পরা উঠি থিয় হৈ,
৫৫ বড় মাতেরে এই কথা কৈ ইস্রায়েলর গোটেই
৫৬ সমাজক আশীর্ব্বাদ করিলে, যি জনাই আপোনার
সকলো প্রতিজ্ঞা অনুসারে আপোনার প্রজা
ইস্রায়েলক বিশ্রাম দিছে, সেই যিহোৱা ধন্য
হওক ; তেওঁ আপোন দাস মোচির দ্বারায়
যি প্রতিজ্ঞা করিছিল, সেই উত্তম প্রতিজ্ঞার
৫৭ এটী কথাও বিফল হোৱা নাই। আরু আ-
মার ঈশ্বর যিহোৱা যেনেকৈ আমার ওপর-
পিতৃবিলাকর লগত আছিল, তেনেকৈ তেওঁ
আমারো লগত থাকোক ; আমাক ত্যাগ নকরোক,
৫৮ আমাক এড়ি নেযাওক। তেওঁর সকলো পথত
চলিবলৈ, আরু আমার পূর্ব্বপুরুষবিলাকক দিয়া
তেওঁর আজ্ঞা, বিধি, আরু শাসনপ্রণালী-
বিলাক পালন করিবলৈ আমার মন নিজলৈ
৫৯ আকর্ষণ করোক। আরু যিহোৱায়েই যে ঈশ্বর,
তেওঁর বাহিরে আরু কোনো ঈশ্বর নাই, ইয়াক
পৃথিবীর সকলো জাতিয়ে জানিবর নিমিত্তে,
৬০ দিনে দিনে যেনে প্রয়োজন, তেনেকৈ তেওঁ
আপোন দাস আরু আপোন প্রজা ইস্রায়েলর
বিচার নিষ্পত্তি করিবলৈ, এই যি সকলো কথার
দ্বারায় মই যিহোৱার আগত প্রার্থনা করিলোঁ,
মোর এই সকলো কথা দিনে রাতিয়ে আমার
ঈশ্বর যিহোৱার আগত উপস্থিত হৈ থাকোক।
৬১ এই হেতুকে আজির দরে তেওঁর বিধিমতে আচরণ
করিবলৈ, আরু তেওঁর আজ্ঞা পালন করিবলৈ
আমার ঈশ্বর যিহোৱার আগত তোমালোকর
৬২ মন সিদ্ধ হওক। পাছে রজা আরু তেওঁরে সৈতে
গোটেই ইস্রায়েলে যিহোৱার সাক্ষাতে বলিদান
৬৩ করিলে। আরু চলোমনে যিহোৱার উদ্দেশে
দিয়া মঙ্গলার্থক বলিস্বরূপে বাইশ হাজার গরু,
আরু এক লাখ বিশ হাজার মের ও ছাগ
উৎসর্গ করিলে। এই রূপে রজা আরু ইস্রায়েলর
সকলো সন্তানে যিহোৱার গৃহ প্রতিষ্ঠা করিলে।
৬৪ সেই দিনা রজাই যিহোৱার গৃহর সম্মুখত
থকা চোতালর মাজ ভাগ পবিত্র করিছিল ;
কিয়নো সেই ঠাইতেই তেওঁ হোমবলি, ভক্ষ্য
নৈবেদ্য, আরু মঙ্গলার্থক বলির তেল উৎসর্গ
করিছিল ; কারণ হোমবলি, ভক্ষ্য নৈবেদ্য,
আরু মঙ্গলার্থক বলির তেল ধরিবলৈ যিহোৱার
সম্মুখত থকা পিতলর যজ্ঞবেদি সরু আছিল।

৬৫ এই ৰূপে সেই সময়ত চলোমন আৰু তেওঁৰ
লগৰ গোটেই ইস্ৰায়েলে হমাতৰ প্ৰৱেশস্থানৰ
পৰা মিচৰ জুৰীলৈকে মহাসমাজ হৈ, সাত
দিন আৰু সাত দিন, চৌধ্য দিন আমাৰ ঈশ্বৰ
৬৬ যিহোৱাৰ সাক্ষাতে উৎসৱ কৰিলে। পাছে
অষ্টম দিনা তেওঁ লোকবিলাকক বিদায় দিলত,
সিবিলাকে ৰজাক ধন্যবাদ কৰি, যিহোৱাই
আপোন দাস দায়ূদ, আৰু আপোন প্ৰজা
ইস্ৰায়েল লোকবিলাকলৈ কৰা মঙ্গলৰ কাৰণে
আনন্দিত আৰু সন্তুষ্ট হৈ আপোন আপোন
তাম্বুলৈ গুচি গল।

ঈশ্বৰে চলোমনৰ প্ৰাৰ্থনাৰ উত্তৰ দিয়া। চলো-
মনে বন্দীকামৰ নিমিত্তে মানুহ গোটোৱা।
নগৰ আদি নিৰ্ম্মাণ কৰা।

৯ পাছে চলোমনে যিহোৱাৰ গৃহ, ৰাজগৃহ,
আৰু আপোন ইচ্ছামতে যি যি কৰ্ম্ম কৰিবলৈ
তেওঁ স্থিৰ কৰিছিল, সেই আটাইকে কৰি
২ উঠালত, যিহোৱাই গিবিয়োনত দৰ্শন দিয়াৰ
৩ দৰে, চলোমনক দ্বিতীয়বাৰ দৰ্শন দিলে। আৰু
যিহোৱাই তেওঁক কলে, তুমি মোৰ আগত কৰা
তোমাৰ প্ৰাৰ্থনা আৰু মিনতি মই শুনিলোঁ;
তুমি নিৰ্ম্মাণ কৰা এই গৃহত মোৰ নাম সদা-
কাললৈকে স্থাপন কৰিবৰ নিমিত্তে মই তাক
পবিত্ৰ কৰিলোঁ, আৰু সদায় এই ঠাইলৈ মোৰ
৪ চকু আৰু হিয়াও মোৰ মন থাকিব। আৰু তুমিও
যদি তোমাৰ পিতৃ দায়ূদৰ দৰে একান্ত মনে
সৰলভাৱে মোৰ সাক্ষাতে চলি, মই তোমাক
দিয়া সকলো আজ্ঞা অনুসাৰে কাৰ্য্য কৰা, আৰু
মোৰ বিধি ও শাসনপ্ৰণালীবিলাক পালন
৫ কৰা, তেন্তে, ইস্ৰায়েলৰ সিংহাসনৰ ওপৰত
বহিবলৈ তোমাৰ সম্বন্ধীয়া মানুহৰ অভাৱ নহব,
এই কথা কৈ তোমাৰ পিতৃ দায়ূদৰ আগত মই
প্ৰতিজ্ঞা কৰাৰ দৰে, মই ইস্ৰায়েলৰ ওপৰত
তোমাৰ ৰাজসিংহাসন সদাকাললৈকে স্থাপন
৬ কৰিম। কিন্তু যদি তোমালোকে, বা তোমালোকৰ
সন্তানবিলাকে কোনো ৰূপে মোৰ পাছত চলাৰ
পৰা ঘুৰা, আৰু তোমালোকৰ আগত স্থাপন কৰা
মোৰ আজ্ঞা আৰু বিধিবিলাক পালন নকৰা, কিন্তু
চলি গৈ ইতৰ দেৱতাবোৰক সেৱাপূজা কৰা,
৭ আৰু সিহঁতৰ আগত প্ৰণিপাত কৰা, তেন্তে মই
ইস্ৰায়েলক দিয়া দেশৰ পৰা সিবিলাকক উচ্ছন্ন
কৰিম, আৰু আপোন নামৰ নিমিত্তে মই পবিত্ৰ
কৰা এই গৃহ আপোন দৃষ্টিৰ পৰা দূৰ কৰিম,
তাতে সকলো জাতিৰ মাজত ইস্ৰায়েল দৃষ্টান্ত
৮ আৰু বিদ্ৰূপৰ বিষয় হব। আৰু এই গৃহ ইমান
ওখ হলেও, যি কোনো লোক ইয়াৰ ওচৰেদি যাব,
সি আশ্চৰ্য্যিত মানিব, আৰু ইচ ইচ কৰিব; আৰু
লোকে সুধিব, এই দেশলৈ আৰু এই গৃহলৈ
৯ যিহোৱাই কিয় এই ৰূপ কাৰ্য্য কৰিলে? তাতে
লোকে কব, ইহঁতৰ পূৰ্ব্বপুৰুষবিলাকক মিচৰ দেশৰ
পৰা বাহিৰ কৰি অনা আপোনাবিলাকৰ ঈশ্বৰ
যিহোৱাক ইহঁতে ত্যাগ কৰিলে, আৰু ইতৰ
দেৱতাবোৰত আসক্ত হৈ সেইবোৰৰ আগত
প্ৰণিপাত কৰিলে, সেইবোৰক সেৱাপূজা
কৰিলে; এই নিমিত্তে যিহোৱাই ইহঁতৰ ওপৰত
এই আটাই অমঙ্গল ঘটালে।
১০ চলোমনে যিহোৱাৰ গৃহ আৰু ৰাজগৃহ, এই
১১ দুই গৃহ সাজিবলৈ বিশ বছৰ লাগিল; সেই
বিশ বছৰৰ মূৰত চলোমন ৰজাই হীৰমক
গালীল দেশত থকা বিশখন নগৰ দিলে। তূৰৰ
ৰজা হীৰমে চলোমনৰ সকলো ইচ্ছাৰ দৰে,
এৰচ কাঠ, দেবদাৰু কাঠ, আৰু সোণ যোগাই
১২ দিছিল। পাছে হীৰমে চলোমনে দিয়া নগৰ
চাবৰ নিমিত্তে তূৰৰ পৰা আহি, তাক দেখি
১৩ সন্তোষ নেপালে। তাতে তেওঁ কলে, হে মোৰ
ভাই, মোক এই যি নগৰবোৰ দিলা, এইবোৰ
কেনেকুৱা নগৰ? এই হেতুকে তেওঁ সেইবোৰৰ
নাম কাবুল দেশ ৰাখিলে, আজিলৈকে তাৰ সেই
১৪ নাম আছে। হীৰমে এশ বিশ কিক্কৰ সোণ
ৰজালৈ পঠাই দিছিল।
১৫ আৰু চলোমনে যিহোৱাৰ গৃহ, নিজৰ গৃহ,
মিল্লো, যিৰূচালেমৰ গড়, হাচোৰ, মগিদ্দো,
আৰু গেজৰ নিৰ্ম্মাণ কৰিবলৈ বন্দীকাম কৰিব
লগীয়া মানুহবোৰ গোটোৱাৰ বিবৰণ এই।
১৬ মিচৰৰ ৰজা ফৰৌণে উঠি গৈ গেজৰ হাত কৰি
লৈ জুইৰে পুড়িছিল, আৰু সেই নগৰনিবাসী
কনানীয়াবোৰক বধ কৰি তাক আপোনাৰ জীয়েক
১৭ চলোমনৰ ভাৰ্য্যাৰ যৌতুকত দিছিল। আৰু
১৮ চলোমনে গেজৰ, তলৰ বৈৎ-হোৰোণ, বালৎ,
১৯ দেশৰ অৰণ্যত থকা তামৰ, ভঁড়াল-নগৰবোৰ,
ৰথৰ আৰু অশ্বাৰোহীবিলাকৰ নগৰবোৰ
আদি যিৰূচালেমত ও লিবানোনত, আৰু নিজে
শাসন কৰা দেশৰ সকলো কালে যি যি নিৰ্ম্মাণ
কৰিবলৈ চলোমনৰ ইচ্ছা আছিল, সেই সক-
২০ লোকে তেওঁ নিৰ্ম্মাণ কৰিলে। ইস্ৰায়েলৰ
সন্তানবিলাকৰ মাজৰ নোহোৱা অৱশিষ্ট থকা
ইমোৰীয়া, হিত্তীয়া, পৰিজ্জীয়া, হিব্বীয়া, আৰু
২১ যিবূচীয়া লোকবিলাকৰ যি সন্তানবোৰ দেশত
অৱশিষ্ট থাকিল, যিবোৰক ইস্ৰায়েলৰ সন্তান-
বিলাকে নিঃশেষে বিনষ্ট কৰিব নোৱাৰিলে, সিহঁ-
তৰ মাজৰ পৰাহি বন্দীকামৰ নিমিত্তে চলোমনে
মানুহ গোটালে; সিহঁতে আজিলৈকে তাকেই
২২ কৰি আছে। কিন্তু চলোমনে ইস্ৰায়েলৰ সন্তান-
বিলাকৰ মাজৰ কাকো বন্দীকামত নলগালে।
কিন্তু সিবিলাক ৰণুৱা, তেওঁৰ মন্ত্ৰী, তেওঁৰ বিষয়া,

সেনাপতি, আৰু সাৰথি ও অশ্বাৰোহীৰ অধ্যক্ষ
২৩ হল। সিবিলাকৰ মাজৰ পাঁচ শ পঞ্চাশ জন
লোক চলোমনৰ কাৰ্য্যত নিযুক্ত কৰা প্ৰধান
বিষয়া আছিল; সিবিলাকে কাম কৰোঁতাবিলা-
২৪ কক চলাইছিল। পাছে ফৰৌণৰ জীয়েক দায়ূদৰ
নগৰৰ পৰা, তেওঁৰ নিমিত্তে চলোমনে সজা
আপোন ঘৰলৈ অহাযাত্রে চলোমনে মিল্লো
২৫ নিৰ্ম্মাণ কৰিলে। আৰু চলোমনে যিহোৱাৰ
নিমিত্তে যি যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে, তাৰ
ওপৰত বছৰৰ ভিতৰত তিনিবাৰ হোমবলি আৰু
মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিছিল, আৰু তাৰে
সৈতে তেওঁ যিহোৱাৰ সন্মুখত থকা বেদিত ধূপ
জলাইছিল। এই ৰূপে তেওঁ গৃহটীৰ কাৰ্য্য সমাপ্ত
কৰিলে।
২৬ আৰু চলোমন ৰজাই ইদোম দেশত চূফ
সাগৰৰ তীৰত থকা এলতৰ ওচৰৰ ইচিয়োন-
২৭ গেবৰত জাহাজ সজালে। তাতে হীৰমে চলো-
মনৰ দাসবিলাকৰ লগত, সামুদ্রিক কাৰ্য্যত
নিপুণ আপোনাৰ নাবিক দাসবিলাকক জাহাজত
২৮ পঠালে। সিহঁতে ওফীৰলৈ গৈ, তাৰ পৰা চাৰি
শ বিশ কিক্কৰ সোণ লৈ চলোমন ৰজাৰ ওৰিলৈ
আহিল।

চলোমনৰ ওচৰলৈ চিবাৰ ৰাণী অহা। চলোমনৰ
ধন আৰু ঐশ্বৰ্য্য।

১০ পাছে চিবা দেশৰ ৰাণীয়ে, যিহোৱাৰ
নামৰ দ্বাৰায় পোৱা চলোমনৰ যশস্যাৰ
কথা শুনি, নিগূঢ় বাক্যৰ দ্বাৰায় তেওঁক পৰীক্ষা
২ কৰিবলৈ আহিল। তেওঁ সুগন্ধি দ্ৰব্য, অতিশয়
অধিক সোণ, আৰু বহুমূল্য মণি বোজাই দিয়া
অনেক উট, আৰু অতিশয় অধিক লোকে সৈতে
যিৰূচালেমলৈ আহিল; আৰু চলোমনৰ ওচৰলৈ
আহি আপোনাৰ মনত যি যি আছিল, সকলোকে
৩ তেওঁক কলে। তাতে চলোমনে তেওঁৰ সকলো প্ৰশ্নৰ
উত্তৰ দিলে: ৰজাই বুজিব নোৱৰা একোৱেই
৪ নাছিল, তেওঁ ৰাণীক সকলোকে কলে। এই ৰূপে
চিবাৰ ৰাণীয়ে চলোমনৰ সকলো জ্ঞান, তেওঁ
৫ নিৰ্ম্মাণ কৰা গৃহ, তেওঁৰ মেজৰ আহাৰীয় দ্ৰব্য,
মন্ত্ৰীসকল বহা, পৰিচাৰকবিলাক থিয় হোৱা
আৰু সিবিলাকৰ সাজ, তেওঁৰ পানপাত্ৰ ধৰা-
বিলাক, আৰু যিহোৱাৰ গৃহলৈ তেওঁ উঠা খট্‌খটি,
৬ এই সকলোকে দেখি তেওঁ বিচূৰ্ত্তি খালে। পাছে
তেওঁ ৰজাক কলে, মই নিজ দেশত আপোনাৰ
বাক্য আৰু জ্ঞানৰ বিষয়ে যি কথা শুনি-
৭ ছিলোঁ, সেয়ে যথাৰ্থ আছিল। কিন্তু মই আহি
যেতিয়ালৈকে আপোন চকুৰে নেদেখিলোঁ,
তেতিয়ালৈকে মই সেই কথাত প্ৰত্যয় নকৰিলোঁ;
আৰু দেখা, ইয়াৰ আধাও মোক কোৱা
নাছিল; মই যি কথা শুনিছিলোঁ, তাতকৈয়ো
৮ আপোনাৰ জ্ঞান আৰু উন্নতি অধিক। আপোনাৰ
এই যি লোকবিলাকে, আপোনাৰ এই যি
দাসবিলাকে আপোনাৰ আগত সদায় থিয় হৈ
৯ আপোনাৰ জ্ঞানৰ কথা শুনে, ইবিলাক ধন্য। যি
জনাই আপোনাক ইস্ৰায়েলৰ সিংহাসনৰ ওপৰত
বহুৱাবলৈ আপোনাত সন্তোষ পালে, আপোনাৰ
সেই ঈশ্বৰ যিহোৱা ধন্য; যিহোৱাই ইস্ৰায়েলক
সদাকাললৈকে প্ৰেম কৰে, এই দেখি তেওঁ
বিচাৰ আৰু ধৰ্ম্ম প্ৰচলিত কৰিবলৈ আপোনাক
১০ ৰাজপদত নিযুক্ত কৰিলে। পাছে তেওঁ ৰজাক
এশ বিশ কিক্কৰ সোণ, অতি অধিক সুগন্ধি
দ্ৰব্য, আৰু বহুমূল্য মণি দিলে। চিবাৰ
ৰাণীয়ে চলোমন ৰজাক যিমান সুগন্ধি দ্ৰব্য
দিলে, সিমান অধিক সুগন্ধি দ্ৰব্য তালৈ আৰু
১১ কেতিয়াও অহা নাছিল। হীৰমৰ যি জাহাজে
ওফীৰৰ পৰা সোণ আনে, সেই জাহাজৰ
দ্বাৰায় ওফীৰৰ পৰা বিস্তৰ অল্‌মুগ কাঠ, আৰু
১২ বহুমূল্য মণিও আহে। ৰজাই সেই অল্‌মুগ
কাঠেৰে যিহোৱাৰ গৃহ আৰু ৰাজগৃহৰ নিমিত্তে
খুঁটা কৰিলে, আৰু গায়কবিলাকৰ নিমিত্তে
বীণা আৰু নেবল সজালে; তেনেকুৱা অল্‌মুগ
কাঠ আজিলৈকে অহা নাই, আৰু কোনেও
১৩ দেখাও নাই। পাছে চলোমনে ৰজা হোৱাৰ
কাৰণে দিবলৈ বাধ্য হোৱা বস্তুৰ বাহিৰে, চিবাৰ
ৰাণীয়ে খোজাৰ দৰে, তেওঁৰ সকলো মনৰ বাঞ্ছা
পূৰ কৰিলে। পাছে ৰাণী আৰু তেওঁৰ দাস-
বিলাক আপোন দেশলৈ উলটি গল।
১৪ বেপাৰীবিলাকৰ পৰা, আৰু বণিকবিলাকৰ
বাণিজ্যৰ পৰা, আৰু মিশ্ৰিত লোকৰ সকলো
ৰজা আৰু দেশাধ্যক্ষবিলাকৰ পৰা যিমান সোণ
১৫ পালে, তাৰ বাহিৰেও এবছৰৰ ভিতৰত ছশ
১৬ ছয়ষষ্ঠি কিক্কৰ সোণ চলোমনলৈ আহিল। আৰু
চলোমন ৰজাই সোণ পিটাই দুশ ঢাল কৰিলে,
তাৰ প্ৰত্যেক ঢালত ছশ চেকল সোণ খৰছ
১৭ হৈছিল; আৰু সোণ পিটাই তিনি শ বাৰ
ধুণত কৰিলে, তাৰ প্ৰত্যেক বাৰত তিনি মানি
সোণ খৰছ হৈছিল। পাছে ৰজাই সেইবোৰ
১৮ লিবানোনৰ কাঠনীৰ গৃহত ৰাখিলে। ইয়াৰ
বাহিৰে ৰজাই হাতিদাঁতৰ এখন ডাঙৰ সিংহা
সন সজাই তাৰ ওপৰত উত্তম সোণৰ পতা
১৯ মাৰিলে। সেই সিংহাসনৰ ছখপীয়া খট্‌খটি
আছিল, আৰু সিংহাসনৰ ওপৰ ভাগ পাছফালে
ঘূৰণীয়া আছিল; আৰু বহা ঠাইৰ দুয়ো কালে
এটা এটা হাত আছিল, আৰু সেই হাতৰ ওচৰত
২০ দুটা সিংহৰ মূৰ্ত্তি থিয় হৈ আছিল। আৰু সেই
ছয় খাপৰ ওপৰত দুই মূৰে বাৰটা সিংহৰ মূৰ্ত্তি
থিয় হৈ আছিল; এনেকুৱা সিংহাসন আৰু

২১ কোনো ৰাজ্যত সজা নাছিল। চলোমন ৰজাৰ
সকলো পানপাত্ৰ সোণৰ আছিল, আৰু লিবা-
নোনৰ গৃহৰ আটাই পাত্ৰ শুদ্ধ সোণৰ আছিল;
ৰূপৰ একোৱেই নাছিল; চলোমনৰ ৰাজত্বৰ
কালত সেয়ে একোৱো মানত গণ্য নাছিল।
২২ কিয়নো সমুদ্ৰত হীৰমৰ জাহাজবিলাকৰ লগত
তৰ্চীচৰ জাহাজবিলাক আছিল; সেই তৰ্চীচৰ
জাহাজবিলাকে সোণ, ৰূপ, হাতিদাঁত, বান্দৰ,
আৰু ম'ৰা চৰাই লৈ, প্ৰত্যেক তিনি বছৰৰ
২৩ মূৰত এবাৰ এবাৰ আহে। এই ৰূপে ঐশ্বৰ্য্য
আৰু জ্ঞানত চলোমন ৰজা পৃথিবীত থকা
২৪ সকলো ৰজাতকৈ প্ৰধান হল। ঈশ্বৰে চলো-
মনৰ মনত যি জ্ঞান দিছিল, তেওঁৰ সেই জ্ঞানৰ
কথা শুনিবলৈ গোটেই পৃথিবীৰ মানুহে
তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ চেষ্টা কৰিছিল।
২৫ আৰু প্ৰতিজনে আপোন আপোন উপহাৰ,
অৰ্থাৎ ৰূপৰ আৰু সোণৰ পাত্ৰ, বস্ত্ৰ, অস্ত্ৰ,
সুগন্ধি দ্ৰব্য, ঘোঁৰা, আৰু খছৰ আনে, এই
২৬ ৰূপে প্ৰতি বছৰে আনে। আৰু চলোমনে ৰথ
ও অশ্বাৰোহী লোকবিলাক গোটালে; তেওঁৰ এক
হাজাৰ চাৰি শ ৰথ, আৰু বাৰ হাজাৰ অশ্বা-
ৰোহী আছিল; তেওঁ সিহঁতক নানা ৰথ-নগৰত
আৰু ৰজাৰ লগত যিৰূচালেমতো ৰাখিলে।
২৭ ৰজাই যিৰূচালেমত ৰূপক শিলৰ নিচিনা, আৰু
এৰচ কাঠক নিম্নভূমিত থকা ডিমৰু গছৰ নিচিনা
২৮ অধিক কৰিলে। আৰু চলোমনৰ যি ঘোঁৰাবোৰ
আছিল, সেই ঘোঁৰাবোৰ মিচৰৰ পৰা অনা;
আৰু সেই ঘোঁৰাবোৰ ৰজাঘৰীয়া বেপাৰীহঁতে
২৯ মূল্য দি জাকে জাকে আনে। আৰু মিচৰৰ পৰা
কিনি অনা এখন এখন ৰথৰ দাম ছশ চেকল
ৰূপ, আৰু এটা এটা ঘোঁৰাৰ দাম এশ পঞ্চাশ
চেকল ৰূপ; এই দৰে সিহঁতৰ দ্বাৰায় হিত্তীয়া
আৰু অৰামীয়া সকলো ৰজাৰ নিমিত্তেও
তাক অনা হয়।

চলোমনৰ বহুবিবাহ আৰু দেৱপূজা। তেওঁৰ
শত্ৰু। তেওঁৰ মৃত্যু।

১১ চলোমন ৰজাই ফৰৌণৰ জীয়েকৰ বাহি-
ৰেও অনেক বিদেশী তিৰুতাক, অৰ্থাৎ মোৱা-
বীয়া, অম্মোনীয়া, ইদোমীয়া, চীদোনীয়া, আৰু
২ হিত্তীয়া তিৰুতাবিলাকক প্ৰেম কৰিছিল; যি যি
জাতিবিলাকৰ বিষয়ে যিহোৱাই ইস্ৰায়েলৰ
সন্তানবিলাকক কৈছিল, যে, তোমালোকে সিহঁতৰ
মাজলৈ নেযাবা, আৰু সিহঁতকো তোমালোকৰ
মাজলৈ আহিব নিদিবা, কিয়নো সিহঁতে অৱশ্যে
তোমালোকৰ মন সিহঁতৰ দেৱতাবোৰলৈ ঘূৰাব,
৩ সিহঁতৰেই প্ৰেমত চলোমন আসক্ত হল। তেওঁৰ
সাত শ ৰাজকুঁৱৰী পত্নী আছিল, আৰু তেওঁৰ
তিনি শ উপপত্নী আছিল; সেই তিৰুতাবিলাকে
৪ তেওঁৰ মন অপথে নিলে। কিয়নো, চলোমনৰ বৃদ্ধ
অৱস্থাত তেওঁৰ তিৰুতাবিলাকে তেওঁৰ মন অপথে
নি ইতৰ দেৱতাবোৰৰ পাছত চলালে; এই
হেতুকে তেওঁৰ পিতৃ দায়ূদৰ মনৰ দৰে তেওঁৰ
মন আপোন ঈশ্বৰ যিহোৱাৰ আগত সিদ্ধ
৫ নাছিল। কাৰণ চলোমন চীদোনীয়াহঁতৰ দেৱী
অষ্টাৰেতৰ আৰু অম্মোনীয়াহঁতৰ দেৱতা ঘিণ-
৬ লগীয়া মিল্‌কমৰ পাছত চলোঁতা হল। এই ৰূপে
চলোমনে যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰিলে,
আপোন পিতৃ দায়ূদৰ নিচিনাকৈ সকলো
৭ ভাৱে যিহোৱাৰ পাছত নচলিল। সেই কালত
চলোমনে যিৰূচালেমৰ সন্মুখত থকা পৰ্ব্বতত
মোৱাবৰ দেৱতা ঘিণলগীয়া কমোচৰ নিমিত্তে,
আৰু অম্মোনৰ সন্তানবিলাকৰ দেৱতা ঘিণলগীয়া
মোলকৰ নিমিত্তে ওখ ঠাই নিৰ্ম্মাণ কৰিলে।
৮ তেওঁৰ যিমান পৰজাতীয় তিৰুতাবিলাকে আপোন
আপোন দেৱতাৰ উদ্দেশে ধূপ জ্বলায় আৰু
বলিদান কৰে, সেই আটাইৰে নিমিত্তে তেওঁ সেই
ৰূপে কৰিলে।
৯ পাছে যিহোৱা চলোমনৰ ওপৰত ক্ৰুদ্ধ হল;
কিয়নো তেওঁৰ মন ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ
পৰা অপথে গল; তেওঁ দুবাৰ তেওঁক দৰ্শন দিছিল,
১০ আৰু এই বিষয়ে তেওঁক আজ্ঞা দি অন্য দেৱতা-
বোৰৰ পাছত যাবলৈ নিষেধ কৰিছিল, কিন্তু
যিহোৱাই দিয়া সেই আজ্ঞা তেওঁ পালন
১১ নকৰিলে। এই হেতুকে যিহোৱাই চলোমনক
কলে, তোমাৰ এনে আচৰণ হোৱাত, আৰু মোৰ
নিয়মটী ও মই তোমাক দিয়া বিধিবিলাক তুমি
পালন নকৰাত, মই নিশ্চয়ে তোমাৰ পৰা ৰাজ্য
১২ কাঢ়ি লৈ তোমাৰ দাসক দিম। কিন্তু তোমাৰ
পিতৃ দায়ূদলৈ চাই তোমাৰ দিনতে তাক নকৰি,
তোমাৰ পুত্ৰৰ হাতৰ পৰা তাক কাঢ়ি লম।
১৩ তথাপি গোটেই ৰাজ্য কাঢ়ি নলম; কিন্তু মোৰ
দাস দায়ূদলৈ চাই আৰু মোৰ মনোনীত যিৰূ-
চালেমলৈ চাই তোমাৰ পুত্ৰক এক ফৈদ দিম।
১৪ পাছে যিহোৱাই ইদোমীয়া হদদ নামেৰে
চলোমনৰ এজন শত্ৰু উৎপন্ন কৰিলে; সেই
১৫ মানুহ ইদোম দেশীয় ৰাজবংশৰ লোক। কিয়নো
যি সময়ত দায়ূদ ইদোম দেশত আছিল, আৰু
সেনাপতি যোৱাবে হত লোকবিলাকক পুতি
গৈ ইদোমৰ সকলো পুৰুষবিলাকক বধ কৰি-
১৬ ছিল, (কিয়নো যোৱাব আৰু ইস্ৰায়েলৰ
আটাই লোক ইদোমত ছমাহ থাকি ইদোমৰ
১৭ সকলো পুৰুষবিলাকক সংহাৰ কৰিলে;) সেই
কালত হদদ আৰু তাৰ পিতৃৰ কেতবোৰ
ইদোমীয়া দাস মিচৰলৈ যাবৰ মনেৰে পলাল;
১৮ তেতিয়া হদদ সৰু লৰা আছিল। সিহঁত

মিদিয়নর পরা ওলাই পারণলৈ গল ; আরু
মানুহ লগত লৈ পারণর পরা ওলাই মিচরলৈ
মিচরর ফরৌণ রজার ওচরলৈ গল ; ফরৌণ
রজাই তাক এটা ঘর দিলে, আরু জীবিকার
১৯ উপায় নিরূপণ করি তাক মাটিও দিলে। আরু
হদদে ফরৌণর আগত ইমান অধিক অনুগ্রহ
পালে, যে, ফরৌণে আপোন ভার্য্যা তহ্পিনেচ
রাণীর ভনীয়েকক লৈতে তাক বিয়া দিলে।
২০ পাছে তহ্পিনেচর ভনীয়েকে গনুবৎ নামেরে
এটী পুত্র প্রসব করিলে ; তাক তহ্পিনেচে
ফরৌণর ঘরতে পিয়াহ এড়ুরালে ; আরু
গনুবৎ ফরৌণর ঘরতে ফরৌণর কোঁৱরবিলাকর
২১ মাজত থাকিল। পাছে দায়ূদ আপোন ওপর-
পিতৃবিলাকর লগত নিদ্রিত হোৱা, আরু সেনা-
পতি যোৱাব মরা কথা হদদে মিচর দেশত
শুনি ফরৌণক কলে, মোক বিদায় দিয়ক, ময়
২২ আপোন দেশলৈ যাওঁ। তাতে ফরৌণে তাক
কলে, মোর ইয়াত তোমার কি অভাব আছে,
যে, তুমি আপোন দেশলৈ যাবলৈ ইচ্ছা করিছা?
সি কলে, একোরো অভাব নাই ; তথাপি মোক
বিদায় করোক।
২৩ ঈশ্বরে চলোমনর আরু এজন শত্রু অর্থাৎ
ইলিয়াদার পুতেক রজোনক উৎপন্ন করিলে ;
সি আপোন প্রভু চোবার রজা হদদেজরর পরা
২৪ পলাই গৈছিল; আরু যি কালত দায়ূদে চোবীয়া-
হঁতক আঘাত করিছিল, সেই কালত সি আপো-
নার লগত মানুহ গোটাই দলর ওপরত দলপতি
হৈছিল ; পাছে সিহঁতে দম্মেচকলৈ গৈ তাত
নিবাস করি, দম্মেচকর ওপরত শাসন করিলে।
২৫ আরু হদদে করা অপকারর বাহিরেও, সি চলো-
মনর গোটেই আয়ুষর কালত ইস্রায়েলর শত্রু
আছিল ; আরু সি ইস্রায়েলক ঘিণ করিলে,
আরু অরামর ওপরত রাজত্ব করিলে।
২৬ আরু চরেদাত থকা ইফ্রিমীয়া নবাটর পুত্র
যারবিয়াম, চলোমনর দাস আছিল ; তেওঁর
মাকর নাম চরুৱা, তাই বিধৱা তিরুতা ; তেওঁ
২৭ রজার বিরুদ্ধে হাত দাঙিলে। তেওঁ রজার বিরুদ্ধে
হাত দঙার কারণ এই। চলোমনে মিল্লো
নির্ম্মাণ করিছিল, আরু আপোন পিতৃ দায়ূ-
দর নগরর ভগা ঠাই এজোখর বন্ধ করিছিল।
২৮ সেই যারবিয়াম কার্য্যর উপযুক্ত উৎসাহী পুরুষ
আছিল ; এতেকে চলোমনে সেই ডেকাক পরি-
শ্রমী দেখি, তেওঁক যোচেফর বংশর সকলো
ভার বোৱা লোকর ওপরত অধ্যক্ষ পাতিলে।
২৯ পাছে যারবিয়াম যিরূচালেমর পরা বাহিরলৈ
যাওঁতে, চীলোনীয়া অহিয়া ভাববাদীয়ে তেওঁক
বাটত লগ পালে; তেতিয়া অহিয়ার গাত নতুন
কাপড় আছিল ; আরু পথারত তেওঁবিলাক
৩০ দুজন অকলে আছিল। তাতে অহিয়াই আপো-
নার গাত থকা সেই নতুন কাপড়ত ধরি তাক
৩১ চিরি বার ডোখর করিলে, আরু যারবিয়ামক
কলে, তুমি ইয়ার দহ ডোখর লোৱা ; কিয়নো
ইস্রায়েলর ঈশ্বর যিহোৱাই এই রূপে কৈছে,
দেখা, ময় চলোমনর হাতর পরা রাজ্য কাঢ়ি লৈ
৩২ দহ ফৈদ তোমাক দিম। (কিন্তু মোর দাস
দায়ূদর কারণে, আরু ইস্রায়েলর আটাই
ফৈদর মাজর পরা ময় মনোনীত করা যিরূ-
৩৩ চালেমর কারণেও তেওঁ এক ফৈদ পাব।) কারণ
সিবিলাকে মোক ত্যাগ করি, চীদোনীয়া-
বিলাকর অষ্টারেৎ দেৱীক, মোৱাবর কমোচ
দেৱতাক, আরু অম্মোনর সন্তানবিলাকর মিল্-
কম দেৱতাক সেৱাপূজা করিলে ; আরু
আপোন পিতৃ দায়ূদর নিচিনাকৈ, মোর দৃষ্টিত
যি ভাল তাক করিবলৈ, আরু মোর বিধি ও
শাসনপ্রণালীবিলাক পালন করিবলৈ সিবিলাকে
৩৪ মোর পথত চলা নাই। তথাপি ময় তেওঁর হাতর
পরা গোটেই রাজ্য নলম, কিন্তু মোর আজ্ঞা আরু
বিধিবিলাক পালন করার কারণে ময় মনোনীত
করা মোর দাস দায়ূদলৈ চাই, তেওঁ জীয়াই থাকে-
৩৫ মানে ময় তেওঁক অধিপতি পদত রাখিম। কিন্তু
তেওঁর পুতেকর হাতর পরা রাজ্য লৈ তোমাক
৩৬ দিম, তোমাক দহ ফৈদ দিম। আরু মোর নাম
স্থাপন করিবর নিমিত্তে ময় মনোনীত করা যিরূ-
চালেম নগরর মাজত মোর সম্মুখে যেন মোর
দাস দায়ূদর প্রদীপ সদায় জ্বলে, এই নিমিত্তে
৩৭ তেওঁর পুতেকক এক ফৈদ দিম। আরু ময় তোমাক
গ্রহণ করিম; তাতে তুমি আপোন মনর সকলো
ইচ্ছার দরে রাজত্ব করিবা, আরু ইস্রায়েলর
৩৮ রজা হবা। আরু যদি তুমি মোর দাস দায়ূদে
করা নিচিনাকৈ, মোর বিধি আরু আজ্ঞা পালন
করিবলৈ, মোর সকলো আদেশত মনোযোগ
করা, মোর পথত চলা, আরু মোর দৃষ্টিত
যি ভাল তাক করা, তেন্তে ময় তোমার লগত
থাকিম ; আরু ময় যেনেকৈ দায়ূদর নিমিত্তে
করিলোঁ, তেনেকৈ তোমার নিমিত্তেও এক দৃঢ়
বংশ স্থাপন করিম, আরু তোমাক ইস্রায়েলক
৩৯ দিম। সেই কারণত ময় দায়ূদর বংশক ক্লেশ
৪০ দিম, কিন্তু সদাকাললৈ নহয়। এই কারণে
চলোমনে যারবিয়ামক বধ করিবলৈ বিচারিলে,
কিন্তু যারবিয়াম উঠি মিচরলৈ, মিচরর রজা
চীচকর ওচরলৈ পলাই গল, আরু চলোমনর মৃত্যু
নোহোৱালৈকে মিচরতে থাকিল।
৪১ চলোমনর অৱশিষ্ট বৃত্তান্ত, তেওঁর সকলো
কার্য্য, আরু জ্ঞানর কথা জানো চলোমনর
৪২ জীৱনচরিত্রর পুস্তকত লিখা নাই? চলোমনে
যিরূচালেমত গোটেই ইস্রায়েলর ওপরত চল্লিশ

৪৩ বছৰ ৰাজত্ব কৰিলে। পাছে চলোমন আপোন
ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হলত, তেওঁক
আপোন পিতৃ দায়ূদৰ নগৰত মৈদাম দিয়া
হল; আৰু তেওঁৰ পুত্ৰ ৰহবিয়াম তেওঁৰ পদত
ৰজা হল।

দহ কৈদৰ বিদ্ৰোহ। যাৰবিয়ামৰ ৰাজত্ব।
বৈৎ-এলত কৰা দেৱপূজা।

১২ পাছে ৰহবিয়াম চিখিমলৈ গল; কিয়নো
তেওঁক ৰজা পাতিবৰ নিমিত্তে গোটেই
২ ইস্রায়েল চিখিমলৈ গৈছিল। এনেতে নবাটৰ
পুত্ৰ যাৰবিয়ামে সেই বাৰ্ত্তা পালত, (কিয়নো
তেওঁ সেই সময়ত মিচৰত আছিল; চলোমন
ৰজাৰ ভয়ত তেওঁ তালৈ পলাই গৈ তাত বাস
৩ কৰিছিল, আৰু লোকবিলাকে মানুহ পঠাই
মাতি আনিছিল;) তেওঁ আৰু ইস্রায়েলৰ
গোটেই সমাজে আহি ৰহবিয়ামক এই কথা
৪ কলে, আপোনাৰ পিতৃয়ে আমাৰ ওপৰত অসহ-
নীয় যুঁৱলি দি গল; এই হেতুকে আপোনাৰ
পিতৃয়ে আমাক যি অসহনীয় দাস্যকৰ্ম্মত লগাই
দি, আৰু গধুৰ যুঁৱলি দি গল, আপুনি তাৰ
কিছু লঘু কৰোক; তেতিয়া আমি আপোনাৰ
৫ দাস হৈ থাকিম। তাতে তেওঁ সিবিলাকক কলে,
তিনি দিনলৈ দিন দিছোঁ, তোমালোক এতিয়া
৬ যোৱা; তেতিয়া লোকবিলাক গুচি গল। পাছে
ৰহবিয়াম ৰজাই, আপোন পিতৃ চলোমন
জীয়াই থকা কালত যি বৃদ্ধবিলাক তেওঁৰ আগত
থিয় হৈ থাকিছিল, সিবিলাকৰ লগত মন্ত্ৰণা
কৰি সুধিলে, ময় সেই লোকবিলাকক উত্তৰ
৭ দিবলৈ তোমালোকে কি পৰামৰ্শ দিয়া? তাতে
সিবিলাকে তেওঁক কলে, আপুনি যদি আজি
সেই লোকবিলাকৰ দাস হৈ সিবিলাকৰ কথাত
মাস্তি হয়, আৰু ভাল কথা কৈ সিবিলাকক উত্তৰ
দিয়ে, তেন্তে সিবিলাক সদাকাললৈকে আপো-
৮ নাৰ দাস হৈ থাকিব। কিন্তু তেওঁক বৃদ্ধবিলাকে
দিয়া পৰামৰ্শ তেওঁ ত্যাগ কৰি, আপোনাৰ
আগত থিয় হৈ থাকোঁতা তেওঁৰে একে সমানে
ডাঙৰ দীঘল হোৱা ডেকাবিলাকে সৈতে মন্ত্ৰণা
৯ কৰিলে। তেওঁ সিবিলাকক সুধিলে, আপোনাৰ
পিতৃয়ে আমাৰ ওপৰত যি যুঁৱলি দি গল, তাৰ
কিছু লঘু কৰোক বুলি মোৰ আগত কোৱা সেই
লোকবিলাকক আমি উত্তৰ দিবৰ নিমিত্তে
১০ তোমালোকে কি পৰামৰ্শ দিয়া? তাতে তেওঁৰে
একে সমানে ডাঙৰ দীঘল হোৱা সেই ডেকা-
বিলাকে তেওঁক কলে, আপোনাৰ পিতৃয়ে আমাৰ
ওপৰত গধুৰ যুঁৱলি দি গল, কিন্তু আপুনি তাৰ
কিছু লঘু কৰোক বুলি আপোনাৰ আগত কোৱা
সেই লোকবিলাকক এই কথা কব, মোৰ কেঁয়া
আঙুলি মোৰ পিতৃৰ কঁকালতকৈয়ো ডাঙৰ।
১১ এই হেতুকে শুনা, মোৰ পিতৃয়ে তোমালোকৰ
ওপৰত গধুৰ যুঁৱলিৰ ভাৰ দি গল, কিন্তু ময়
তাক আৰু গধুৰ কৰিম; মোৰ পিতৃয়ে তোমা-
লোকক চাবুকেৰে শাস্তি দিছিল, কিন্তু ময় হলে
তোমালোকক কেঁকোড়াবিচাৰে শাস্তি দিম, এই
১২ বুলি সিবিলাকক কব। পাছে, তৃতীয় দিনা মোৰ
ওচৰলৈ আকৌ আহিবা, ৰজাই কোৱা এই কথাৰ
দৰেই যাৰবিয়াম আদি সকলো লোক তৃতীয়
১৩ দিনা ৰহবিয়ামৰ ওচৰলৈ আহিল। তাতে ৰজাই
লোকবিলাকক টান টান কথাৰে উত্তৰ দিলে,
আৰু তেওঁক বৃদ্ধবিলাকে দিয়া পৰামৰ্শ তেওঁ ত্যাগ
১৪ কৰি, সেই ডেকাবিলাকৰ পৰামৰ্শ অনুসাৰে
সিবিলাকক এই কথা কলে, মোৰ পিতৃয়ে তোমা-
লোকৰ ওপৰত গধুৰ যুঁৱলি দি গল, কিন্তু ময়
তাক আৰু গধুৰ কৰিম; মোৰ পিতৃয়ে তোমা-
লোকক চাবুকেৰে শাস্তি দিছিল, কিন্তু ময় হলে
১৫ তোমালোকক কেঁকোড়াবিচাৰে শাস্তি দিম। এই
ৰূপে ৰজাই লোকবিলাকৰ কথালৈ কাণ নিদিলে;
কিয়নো, চীলোনীয়া অহীয়াৰ মুখে নবাটৰ পুত্ৰ
যাৰবিয়ামক যিহোৱাই কোৱা আপোন বাক্য
সিদ্ধ কৰিবৰ অৰ্থে যিহোৱাৰ পৰা এই ঘটনা
১৬ হল। যেতিয়া গোটেই ইস্রায়েলে ৰজাক সি-
বিলাকৰ কথালৈ কাণ নিদিয়া দেখিলে, তেতিয়া
লোকবিলাকে ৰজাক উত্তৰ দি কলে, দায়ূদত
আমাৰ কি ভাগ আছে? যিচয়ৰ পুত্ৰত আমাৰ
কোনো অধিকাৰ নাই; হে ইস্রায়েল, আপোন
আপোন তাম্বুলৈ গুচি যোৱা; হে দায়ূদ,
এতিয়া তুমি আপোন বংশলৈ চোৱা। তাতে
ইস্রায়েল আপোন আপোন তাম্বুলৈ গুচি গল।
১৭ কিন্তু যিহূদাৰ নগৰবোৰত বাস কৰা ইস্রায়েলৰ
সন্তানবিলাকৰ ওপৰত হলে, ৰহবিয়াম ৰজা
১৮ হৈ থাকিল। পাছে ৰহবিয়াম ৰজাই বন্দীকাম
কৰাবোৰৰ অধ্যক্ষ অদোৰামক পঠালত, গোটেই
ইস্রায়েলে তেওঁলৈ এনেকৈ শিল দলিয়ালে, যে,
তেওঁ তাতে মৰিল; আৰু ৰহবিয়াম ৰজাই যিৰু-
চালেমলৈ পলাই যাবৰ নিমিত্তে বেগাবেগিকৈ
১৯ আপোনাৰ ৰথত উঠিল। এই ৰূপে ইস্রায়েলে
দায়ূদৰ বংশৰ বিৰুদ্ধে বিদ্ৰোহ আচৰণ কৰিলে,
২০ আজিলৈকে সেই ভাৱেই আছে। পাছে গোটেই
ইস্রায়েলে যাৰবিয়াম ঘূৰি অহা কথা শুনি, দূত
পঠাই তেওঁক মণ্ডলীৰ ওচৰলৈ মতাই আনি
গোটেই ইস্রায়েলৰ ওপৰত ৰজা পাতিলে; তাতে
কেৱল যিহূদা কৈদৰ বাহিৰে, আন কোনেও
দায়ূদৰ বংশৰ পাছত চলোঁতা নহল।
২১ ৰহবিয়াম যেতিয়া যিৰূচালেমলৈ আহিল,
তেতিয়া চলোমনৰ পুত্ৰ ৰহবিয়ামৰ অধীনলৈ
ৰাজ্য পুনৰায় আনিবৰ নিমিত্তে, ইস্রায়েল বংশৰ

বিরুদ্ধে যুদ্ধ করিবলৈ, যিহূদার গোটেই বংশ
আরু বিন্যামীন কৈদক, অর্থাৎ এক লাখ আশী
হাজার মনোনীত যুদ্ধারু লোকক তেওঁ গোটালে।
২২ কিন্তু ঈশ্বরর লোক চমযিয়ার ওচরলৈ ঈশ্বরর
২৩ বাক্য আহিল, বোলে, তুমি যিহূদার রজা চলো-
মনর পুত্র রহবিয়ামক, যিহূদার আরু বিন্যা-
মীনর গোটেই বংশক, আরু আন লোকবিলাকক
২৪ কোৱা, যিহোৱাই এই কথা কৈছে, তোমালোকে
উঠি নেযাবা, আরু আপোন ভাই ইস্রায়েলর
সন্তানবিলাকর বিরুদ্ধে যুদ্ধ নকরিবা; প্রতিজন
আপোন আপোন ঘরলৈ উভটি যোৱা; কিয়নো
মোর দ্বারায়হে এই কথা হৈছে। তাতে লোক-
বিলাকে যিহোৱার বাক্যলৈ কাণ দিলে, আরু
যিহোৱার বাক্য অনুসারে আপোন আপোন
বাটেদি উলটি গুচি গল।
২৫ পাছে যারবিয়ামে ইফ্রয়িম পর্ব্বতীয়া অঞ্চলত
চিখিম দৃঢ় করি তার মাজতে বসতি করিলে,
২৬ আরু তার পরা গৈ পনূয়েল দৃঢ় করিলে। আরু
যারবিয়ামে আপোনার মনতে কলে, এতিয়া
২৭ দায়ূদর বংশলৈ রাজ্য পুনরায় যাব; এই লোক-
বিলাকে যদি যিরূচালেমত থকা যিহোৱার গৃহত
বলিদান করিবলৈ যায়, তেন্তে আপোনাবিলাকর
প্রভু যিহূদার রজা রহবিয়ামলৈ এই লোক-
বিলাকর মন ঘুরিব; তাতে সিবিলাকে মোক
বধ করি, পুনরায় যিহূদার রজা রহবিয়ামর
২৮ অনুগত হব। এই হেতুকে রজাই মন্ত্রণা করি
সোণর দুটা দামুড়ি নির্ম্মাণ করাই লোকবিলাকক
কলে, যিরূচালেমলৈ যোৱা তোমালোকলৈ
বাহুল্যমাত্র; এতেকে হে ইস্রায়েল, দেখা, যি
জনাই মিচর দেশর পরা তোমালোকক বাহির
করি আনিলে, তোমালোকর সেই ঈশ্বর এয়েঁই।
২৯ পাছে তেওঁ সেইবোরর এটা বৈৎ-এলত, আরু
৩০ আনুটো দানত স্থাপন করিলে। এই কার্য্য পাপর
কারণ হল; কিয়নো লোকবিলাকে সিটো
প্রতিমার আগত সেৱা করিবলৈ দানলৈকে
৩১ যায়। আরু তেওঁ ওখ ঠাইত ঘর সাজিলে, আরু
যিবোর লেবীর সন্তান নহয়, এনে সকলো লোক-
৩২ বিলাকর মাজর পরা পুরোহিত পাতিলে। পাছে
যারবিয়ামে অষ্টম মাহর পঞ্চদশ দিনা, যিহূদার
উৎসৱর নিচিনা এক উৎসৱ নিরূপণ করি যজ্ঞ-
বেদিলৈ উঠি গল; তেওঁ বৈৎ-এলত এই রূপে
করি, নিজে নির্ম্মাণ করা দামুড়ি কেইটার আগত
বলি উৎসর্গ করিলে; আরু আপুনি করা
ওখ ঠাইর পুরোহিতবোরক বৈৎ-এলত থলে।
৩৩ অষ্টম মাহত, অর্থাৎ যি মাহ তেওঁ আপোন
ইচ্ছামতে নিরূপণ করিছিল, সেই অষ্টম মাহর
পঞ্চদশ দিনা বৈৎ-এলত তেওঁ নির্ম্মাণ করা
যজ্ঞবেদিলৈ উঠি গল; আরু তেওঁ ইস্রায়েলর
সন্তানবিলাকর নিমিত্তে এক উৎসৱ নিরূপণ
করিলে, আরু ধূপ জলাবর নিমিত্তে যজ্ঞবেদি-
লৈ উঠি গল।

যারবিয়ামর দেৱপূজার বিরুদ্ধে কোৱা ভাববাণী।

১৩ পাছে, যারবিয়ামে ধূপ জলাবর নিমিত্তে
যজ্ঞবেদির ওপরত থিয় হৈ থাকোঁতে, দেখা,
ঈশ্বরর এজন লোক যিহোৱার বাক্যর প্রভাৱত
২ যিহূদার পরা বৈৎ-এললৈ আহিল। আরু তেওঁ
যজ্ঞবেদির বিরুদ্ধে যিহোৱার বাক্যর প্রভাৱত
এই কথা ঘোষণা করিলে, হে বেদি, বেদি,
যিহোৱাই এই কথা কৈছে, দেখা, দায়ূদর
বংশত যোচিয়া নামেরে এটী পুত্র জন্মিব; আরু
তোমার ওপরত ধূপ জলাওঁতা ওখ ঠাইর পুরো-
হিতবোরক তেওঁ তোমার ওপরত বলিদান করিব,
আরু তোমার ওপরত মনুষ্যর হাড় দগ্ধ করা
৩ যাব। আরু সেই দিনাই তেওঁ এটা চিন নিরূপণ
করি কলে, যিহোৱাই কোৱা চিন এই, দেখা,
এই যজ্ঞবেদি ফাটি যাব, আরু ইয়ার ওপরত
৪ থকা ভস্ম মাটীত পড়ি যাব। পাছে যেতিয়া
রজাই, বৈৎ-এলত থকা যজ্ঞবেদির বিরুদ্ধে
ঘোষণা করা সেই ঈশ্বরর লোকর কথা শুনিলে,
তেতিয়া যারবিয়ামে যজ্ঞবেদির পরা হাত মেলি
কলে, তাক ধর; তাতে, তেওঁর বিরুদ্ধে মেলা
আপোন হাত এনেকৈ শুকাই গল, যে, তেওঁ
৫ তাক আরু কোঁচাব নোৱারিলে। আরু ঈশ্বরর
লোকে ঈশ্বরর বাক্যর প্রভাৱত যি চিন নিরূপণ
করিছিল, সেই অনুসারে যজ্ঞবেদি ফাটি গল,
৬ আরু যজ্ঞবেদির পরা ভস্ম পড়ি গল। তেতিয়া
রজাই ঈশ্বরর লোকক উত্তর করি কলে, মোর
হাত যেন সুস্থ হয়, এই নিমিত্তে তুমি আপোন
ঈশ্বর যিহোৱার আগত অনুগ্রহ যাচ্ঞা করি
মোর নিমিত্তে প্রার্থনা করা; তাতে ঈশ্বরর
লোকে যিহোৱার অনুগ্রহ যাচ্ঞা করিলত, রজার
৭ হাত সুস্থ হৈ আগর নিচিনা হল। পাছে রজাই
ঈশ্বরর লোকক কলে, তুমি মোর লগত ঘরলৈ
আহি প্রাণ জুড়ুৱা, আরুময় তোমাক উপহার
৮ দিম। কিন্তু ঈশ্বরর লোকে রজাক কলে, যদি
তুমি মোক আপোন ঘরর আদৃখিনি দিয়া,
তথাপি তোমার লগত নোসোমাম, আরু এই
ঠাইত অন্ন ভোজন, বা জল পান নকরিম;
৯ কিয়নো যিহোৱার বাক্যর দ্বারায় মোক এই
রূপে আজ্ঞা দিয়া হৈছে, যে, তুমি অন্ন ভোজন,
আরু জল পান নকরিবা, আরু যি বাটেদি যাবা,
১০ সেই বাটেদি উলটিও নাহিবা। তাতে তেওঁ যি
বাটেদি বৈৎ-এললৈ আহিছিল, সেই বাটে
নগৈ আন বাটেদি প্রস্থান করিলে।
১১ সেই সময়ত বৈৎ-এলত এজন বৃদ্ধ ভাববাদী

বাস কৰিছিল; তেওঁৰ পুতেকবিলাকৰ এজনে
আহি, সেই দিনা বৈৎ-এলত ঈশ্বৰৰ লোকে
কৰা আটাই কৰ্ম্মৰ কথা তেওঁক কলে, আৰু
ৰজাৰ আগত যি কথা কৈছিল, সিহঁতে তাকো
১২ আপোনাৰ বাপেকৰ আগত কলে। তাতে
সিহঁতৰ বাপেকে সিহঁতক সুধিলে, তেওঁ কোন
বাটেদি গল? কিয়নো যিহূদাৰ পৰা অহা ঈশ্বৰৰ
সেই লোক কোন বাটে গৈছিল, তাক তেওঁৰ
১৩ পুতেকবিলাকে দেখিছিল। তেতিয়া তেওঁ আপো-
নাৰ পুতেকবিলাকক কলে, মোৰ নিমিত্তে গাধত
জিন লগোৱা। তাতে সিহঁতে তেওঁৰ নিমিত্তে
গাধত জিন লগাই দিলত, তেওঁ তাৰ ওপৰত উঠি,
১৪ ঈশ্বৰৰ লোকৰ পাছত গৈ, এজোপা এলা গছৰ
তলত তেওঁক বহি থকা পাই সুধিলে, যিহূদাৰ
পৰা অহা ঈশ্বৰৰ লোক তুমিয়েই নে? তেওঁ
১৫ কলে, মোৱেই হওঁ। তেতিয়া বৃদ্ধ ভাববাদীয়ে কলে,
১৬ মোৰ লগত ঘৰলৈ আহি ভোজন কৰা। তাতে
তেওঁ বৃদ্ধ ভাববাদীক কলে, মই তোমাৰ লগত
উভটি যাব, আৰু তোমাৰ লগত ঘৰত সোমাব
নোৱাৰোঁ; আৰু তোমাৰ লগত সেই ঠাইত অন্ন
১৭ ভোজন, আৰু জল পান নকৰোঁ; কিয়নো যিহো-
ৱাৰ বাক্যৰ দ্বাৰায় মোক আজ্ঞা দিয়া হৈছে,
যে, তুমি অন্ন ভোজন, আৰু জল পান নকৰিবা,
আৰু যি বাটেদি যাবা, সেই বাটেদি উলটিও
১৮ নাহিবা। তাতে বৃদ্ধ ভাববাদীয়ে তেওঁক কলে,
তোমাৰ নিচিনা মইয়ো এজন ভাববাদী; এজন
দূতে যিহোৱাৰ বাক্যৰ দ্বাৰায় মোক এই কথা
কলে, তেওঁ অন্ন ভোজন, আৰু জল পান কৰিবৰ
নিমিত্তে, তুমি তেওঁক তোমাৰ ঘৰলৈ ওভোটাই
আনাগৈ। কিন্তু বৃদ্ধ ভাববাদীয়ে তেওঁৰ আগত
১৯ মিছা কথা কলে। পাছে তেওঁ সেই বৃদ্ধ ভাববাদীৰ
লগত উভটি আহি, তেওঁৰ ঘৰত অন্ন ভোজন, আৰু
২০ জল পান কৰিলে। তেওঁবিলাক মেজত বহি
থাকোঁতেই, তেওঁক ওভোটাই অনা ভাববাদীৰ
২১ ওচৰলৈ যিহোৱাৰ বাক্য আহিল; তাতে, যিহূ-
দাৰ পৰা অহা ঈশ্বৰৰ লোকৰ আগত তেওঁ ঘোষণা
কৰি কলে, যিহোৱাই এই কথা কৈছে, তুমি
যিহোৱাৰ বাক্যৰ বিৰুদ্ধে আচৰণ কৰিলা, তো-
মাৰ ঈশ্বৰ যিহোৱাই তোমাক দিয়া আজ্ঞা
২২ পালন নকৰিলা, কিন্তু তুমি অন্ন ভোজন, আৰু
জল পান নকৰিবা বুলি তেওঁ যি ঠাইৰ বিষয়ে
তোমাক কৈছিল, তুমি ঘূৰি আহি সেই ঠাইতে
অন্ন ভোজন, আৰু জল পান কৰিলা; এই
হেতুকে তোমাৰ শৱ তোমাৰ পৈতৃক মৈদামত
২৩ নোসোমাব। পাছে তেওঁ ভোজন পান কৰি
উঠিলত, তেওঁৰ নিমিত্তে, অৰ্থাৎ বৃদ্ধ ভাববাদীয়ে
ওভোটাই অনা ভাববাদী জনৰ নিমিত্তে তেওঁ
২৪ গাধত জিন লগালে; তাতে তেওঁ প্ৰস্থান কৰিলত,
বাটৰ মাজত এটা সিংহই তেওঁক পাই বধ
কৰিলে; তেওঁৰ শৱ বাটত পৰি থাকিল, আৰু
তাৰ কাষত গাধটো থিয় হৈ থাকিল; আৰু শৱৰ
২৫ কাষত সিংহও থিয় হৈ ৰল। পাছে লোক-
বিলাকে সেই বাটেদি অহাযোৱা কৰোঁতে, বাটত
পৰি থকা শৱটো, আৰু শৱৰ কাষত থিয় হৈ
থকা সিংহটো দেখি, সেই বৃদ্ধ ভাববাদীয়ে
নিবাস কৰা নগৰলৈ আহি বাৰ্ত্তা দিলে।
২৬ পাছে তেওঁক বাটৰ পৰা ওভোটাই অনা ভাব-
বাদীয়ে সেই বাৰ্ত্তা শুনি কলে, তেওঁ ঈশ্বৰৰ
সেই লোক; তেওঁ যিহোৱাৰ বাক্যৰ বিৰুদ্ধে
আচৰণ কৰিছিল; এই হেতুকে যিহোৱাই তেওঁক
কোৱা বাক্য অনুসাৰে তেওঁক সিংহৰ হাতত
সোধাই দিলে; তাতে সিংহই তেওঁক চিৰি বধ
২৭ কৰিলে। পাছে তেওঁ আপোনাৰ পুতেকবিলাকক
কলে, মোৰ নিমিত্তে গাধত জিন লগোৱা।
২৮ পাছে সিহঁতে জিন লগালত, তেওঁ গৈ, বাটত
পৰি থকা সেই শৱৰ কাষত থিয় হৈ থকা গাধ
আৰু সিংহকো পালে; সিংহই শৱ খোৱা নাই,
২৯ আৰু গাধকো চিৰা নাই। পাছে সেই ভাববাদীয়ে
ঈশ্বৰৰ লোকৰ শৱ তুলি লৈ গাধৰ ওপৰত তৰা
দি উলটি, তেওঁৰ নিমিত্তে বিলাপ কৰিবলৈ, আৰু
তেওঁক মৈদাম দিবলৈ আপুনি থকা নগৰলৈ
৩০ আহিল। আৰু তেওঁ আপোনাৰ মৈদামত তেওঁৰ
শৱ থলে; আৰু লোকে, হায় হায় মোৰ ভাই!
৩১ এই বুলি তেওঁৰ নিমিত্তে বিলাপ কৰিলে। তেওঁক
মৈদাম দিয়াৰ পাছে, তেওঁ আপোনাৰ পুতেক-
বিলাকক কলে, মই যেতিয়া মৰিম, তেতিয়া, এই
যি মৈদামত ঈশ্বৰৰ এই লোকক মৈদাম দিয়া
হল, ইয়াৰ ভিতৰতে মোকো মৈদাম দিবা, এওঁৰ
৩২ অস্থিৰ কাষত মোৰ অস্থি ৰাখিবা। কিয়নো,
বৈৎ-এলত থকা যজ্ঞবেদিটোৰ বিৰুদ্ধে, আৰু চম-
ৰিয়াৰ নগৰবোৰত থকা ওখ ঠাইবোৰৰ আটাই
ঘৰৰ বিৰুদ্ধে যিহোৱাৰ বাক্যৰ দ্বাৰায় এওঁ যি
কথা ঘোষণা কৰিছিল, সেয়ে অৱশ্যে সিদ্ধ হব।
৩৩ এই ঘটনাৰ পাছে যাৰবিয়ামে আপোনাৰ
কুপথৰ পৰা ঘূৰিৰিল, কিন্তু পুনৰায় প্ৰজাবিলাকৰ
মাজৰ পৰা লোকবিলাকক ওখ ঠাইবোৰৰ পুৰো-
হিত নিযুক্ত কৰিলে; আৰু ওখ ঠাইবোৰৰ যেন
পুৰোহিত হব পাৰে, এই নিমিত্তে যেয়ে ইচ্ছা
৩৪ কৰিলে, তাকেই নিযুক্ত কৰিলে। যাৰবিয়ামৰ
বংশ উচ্ছন্ন হৈ পৃথিবীৰ পৰা লুপ্ত হবলৈ, এই
কাৰ্য্যৰ দ্বাৰায় যাৰবিয়ামৰ বংশৰ পাপ হল।

যাৰবিয়ামৰ বিৰুদ্ধে অহিয়াই কোৱা ভাববাণী।
যাৰবিয়ামৰ মৃত্যু। ৰহবিয়ামৰ ৰাজত্ব।

১৪ সেই কালত যাৰবিয়ামৰ পুত্ৰ অবিয়া
২ নৰীয়া পৰিল। তাতে যাৰবিয়ামে আপোন
তিৰোতাক কলে, হেৰা উঠা, তোমাক যাৰবিয়ামৰ

তিৰুতা বুলি নেজানিবৰ নিমিত্তে তুমি ছদ্মবেশ
ধৰি চীলোলৈ যোৱা; দেখা, যি অহিয়া ভাব-
বাদীয়ে, এই জাতিৰ ওপৰত মষ় ৰজা হবৰ কথা
৩ কৈছিল, তেওঁ সেই ঠাইতে আছে। তুমি
আপোনাৰ হাতত দহোটা পিঠা, কেতুমোৰ
মুৰমুৰিয়া পিঠা, আৰু এটেকেলি মৌ লৈ
তেওঁৰ ওচৰলৈ যোৱা; লৰাটীৰ কি ঘটিব, তাক
৪ তেওঁ তোমাক কব। পাছে যাৰবিয়ামৰ তিৰুতাই
সেই ৰূপে কৰি, উঠি চীলোলৈ অহিয়াৰ ঘৰলৈ
গল। অহিয়াই মনিব নোৱাৰিছিল; কাৰণ
বৰ বুঢ়া হোৱাৰ নিমিত্তে তেওঁৰ চকু দৃষ্টি-
৫ হীন হৈছিল। ইয়াৰ ভিতৰতে যিহোৱাই
অহিয়াক কলে, দেখা, যাৰবিয়ামৰ তিৰুতাই
আপোন লৰাটীৰ বিষয়ে সুধিবলৈ তোমাৰ
ওচৰলৈ আহিছে, কিয়নো সি নৰীয়া পৰিছে;
তুমি তাইক আমুক তামুক কথা কবা; কাৰণ
তাই যেতিয়া সোমাবহি, তেতিয়া তাই আন
৬ তিৰুতাৰ বেশ ধৰি সোমাব। পাছে তাই দুৱাৰত
সোমাওঁতে, অহিয়াই তাইৰ ভৰিৰ শব্দ শুনা-
মাত্রে কলে, হে যাৰবিয়ামৰ তিৰুতা, ভিতৰলৈ
আহাঁ, তুমি কিয় আন তিৰুতাৰ বেশ ধৰিছা?
কিয়নো তোমাক টান কথা কবলৈ মষ় আজ্ঞা
৭ পালোঁ। তুমি গৈ যাৰবিয়ামক কোৱাগৈ,
ইস্রায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে,
মষ় প্রজাবিলাকৰ মাজৰ পৰা তোমাক ওখ পদত
নিযুক্ত কৰিলোঁ, মোৰ প্রজা ইস্রায়েলৰ ওপৰত
৮ তোমাক অধিপতি কৰিলোঁ, দায়ূদৰ বংশৰ
পৰা ৰাজ্য কাঢ়ি লৈ তোমাক দিলোঁ; তথাপি
মোৰ দাস যি দায়ূদে মোৰ আজ্ঞা পালন
কৰিছিল, আৰু মোৰ দৃষ্টিত যি ন্যায়, অকল
তাকেই কৰিবলৈ আপোনাৰ সকলো মনে
সৈতে মোৰ পাছত চলিছিল, তুমি তেওঁৰ
৯ নিচিনা হোৱা নাই; কিন্তু তোমাৰ পূৰ্ব্বৰ
সকলো লোকবিলাকতকৈয়ো তুমি অধিক কুকৰ্ম্ম
কৰিলা; বিশেষকৈ মোক বেজাৰ দিবলৈ তুমি
গৈ আপোনাৰ নিমিত্তে ইতৰ দেৱতাবোৰ,
আৰু সাঁচত ঢলা প্রতিমাবোৰ নিৰ্ম্মাণ কৰিলা;
কিন্তু মোক হলে, পিঠিৰ পাছলৈ পেলাই দিলা।
১০ এই হেতুকে দেখা, মষ় যাৰবিয়ামৰ বংশলৈ
অমঙ্গল ঘটাম, আৰু যাৰবিয়ামৰ সম্বন্ধীয়া
প্রত্যেক পুৰুষক, ইস্রায়েলৰ মাজৰ বদ্ধ আৰু
মুক্ত হোৱা উভয়কে উচ্ছন্ন কৰিম; আৰু মানুহে
যেনেকৈ ছাগলীৰ লাদ একেবাৰে নাইকিয়া-
কৈ সাৰি পেলায়, তেনেকৈ মষ় যাৰবিয়ামৰ
১১ বংশক একেবাৰে সাৰি পেলাম। যাৰবিয়ামৰ
যি কোনো লোক নগৰত মৰিব, তাক কুকুৰবোৰে
খাব; আৰু যি কোনো লোক নগৰৰ বাহিৰত
মৰিব, তাক আকাশৰ চৰাইচিৰিকটিবোৰে খাব;
১২ কিয়নো ইয়াক যিহোৱাই কলে। এই হেতুকে
তুমি উঠি ঘৰলৈ যোৱা; কিন্তু তুমি নগৰত
১৩ ভৰি দিয়ামাত্রে লৰাটী মৰিব। আৰু তাৰ কাৰণে
গোটেই ইস্রায়েলে বিলাপ কৰি তাক মৈদাম
দিব, কিয়নো যাৰবিয়ামৰ সম্বন্ধীয়া কেৱল
সিয়েইহে মৈদাম পাব; কাৰণ যাৰবিয়ামৰ
বংশৰ মাজত ইস্রায়েলৰ-ঈশ্বৰ যিহোৱাৰ পক্ষে
১৪ তাতেইহে কিছু সদ্ব্যৱহাৰ পোৱা গল। ইয়াত
বাজে যিহোৱাই আপোনাৰ নিমিত্তে ইস্রায়েলৰ
ওপৰত এজন ৰজা উৎপন্ন কৰিব; তেওঁ যাৰ-
বিয়ামৰ বংশক সেই দিনাই উচ্ছন্ন কৰিব; আৰু
১৫ কি? এতিয়াই উচ্ছন্ন কৰিব। কিয়নো যিহোৱাই
ইস্রায়েলক এনেকৈ আঘাত কৰিব, যে, নিগনীৰ
সোঁতত লৰি থকা নলৰ নিচিনা হব, আৰু তেওঁ
ইস্রায়েলক, সিবিলাকৰ ওপৰপিতৃবিলাকক দিয়া
উত্তম দেশৰ পৰা উঘালি, নদীৰ সিপাৰে
সিঁচৰতি কৰিব; কাৰণ সিবিলাকে আপোন
আপোন আচেৰা মূৰ্ত্তি নিৰ্ম্মাণ কৰি যিহোৱাক
১৬ বেজাৰ দিলে। যাৰবিয়ামে যি যি পাপ কৰিলে,
আৰু যিবোৰ পাপৰ দ্বাৰায় ইস্রায়েলক পাপ
কৰালে, যাৰবিয়ামৰ সেইবোৰ পাপৰ কাৰণে
১৭ তেওঁ ইস্রায়েলক ত্যাগ কৰিব। পাছে যাৰবিয়ামৰ
তিৰুতাই উঠি গৈ তিৰ্চা পালে; আৰু তাই
দুৱাৰডলিত ভৰি দিয়ামাত্রকে লৰাটী মৰিল।
১৮ পাছে যিহোৱাই আপোন দাস অহিয়া ভাব-
বাদীৰ মুখে যি কথা কৈছিল, সেই দৰে গোটেই
ইস্রায়েলে তাক মৈদাম দিলে, আৰু তাৰ
১৯ নিমিত্তে বিলাপ কৰিলে। যাৰবিয়ামৰ অৱশিষ্ট
বৃত্তান্ত, অৰ্থাৎ তেওঁ কি ৰূপে যুদ্ধ কৰিলে, আৰু
কি প্রকাৰে ৰাজ্য শাসন কৰিলে, দেখা, তাৰ
বিবৰণ ইস্রায়েলৰ ৰজাবিলাকৰ ইতিহাসপুস্তক
২০ খনত লিখা আছে। যাৰবিয়ামে বাইশ বছৰ
ৰাজত্ব কৰি, আপোন ওপৰপিতৃবিলাকৰ লগত
নিদ্রিত হল; পাছে তেওঁৰ পুত্র নাদব তেওঁৰ
পদত ৰজা হল।
২১ চলোমনৰ পুত্র ৰহবিয়াম যিহূদা দেশৰ ওপৰত
ৰজা হল; ৰহবিয়ামে একচল্লিশ বছৰ বয়সত
ৰজা হৈ, যিহোৱাই আপোন নাম স্থাপন
কৰিবৰ অৰ্থে ইস্রায়েলৰ আটাই ফৈদৰ
মাজৰ পৰা মনোনীত কৰা নগৰ যিৰূচালেমত
সোতৰ বছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ
২২ নাম অম্মোনীয়া নয়মা। কিন্তু যিহূদাই যিহো-
ৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; সিবিলাকে
আপোনাবিলাকৰ পূৰ্ব্বপুৰুষবিলাকে কৰা কাৰ্য্যতকৈ-
য়ো আপোনাবিলাকৰ পাপকৰ্ম্মৰ দ্বাৰায়
২৩ তেওঁৰ অন্তৰ্জ্বালা অধিককৈ জন্মালে। কিয়নো
সিবিলাকেও প্রত্যেক ওখ পৰ্ব্বতত, আৰু প্রত্যেক
কেঁচাপতীয়া গছৰ তলত আপোনাবিলাকৰ

নিমিত্তে ওখ ঠাই, স্তম্ভ, আরু আচেরা মূর্ত্তিবোর
২৪ স্থাপন করিলে ; আরু দেশত, নষ্ট * লোকো
আছিল ; যিহোৱাই ইস্রায়েলর সন্তানবিলাকর
সম্মুখর পরা যি জাতিবোরক দূর করিছিল, সিহঁ-
তর সকলো ঘিণলগীয়া কার্য্যর দরে সিবিলাকে
২৫ কার্য্য করিলে । পাছে রহবিয়ামর রাজত্বর পঞ্চম
বছরত মিচরর রজা চীচকে যিরূচালেমর বিরুদ্ধে
২৬ আহি, যিহোৱার গৃহত আরু রাজগৃহত সাঁচি
থোৱা বস্তুবোর লৈ গল ; তেওঁ সকলোকে নিলে,
আরু চলোমনে সজোৱা সোণর ঢালবোরো লৈ
২৭ গল । পাছে রহবিয়াম রজাই সেইবোরর সলনি
পিত্তলর ঢাল করাই রাজগৃহর দুৱার-রখীয়া
প্রহরীবোরর অধ্যক্ষবিলাকর হাতত শোধাই
২৮ দিলে । তাতে যিমান বার রজা যিহোৱার গৃহত
সোমায়, সিমান বার প্রহরীবোরে সেই ঢাল-
বোর লৈ যায়, পাছত আকৌ প্রহরীর থোঁটালি-
২৯ লৈ ওভোটাই আনে । রহবিয়ামর অৱশিষ্ট
বৃত্তান্ত, তেওঁ করা সকলো কার্য্যর কথা জানো
যিহুদার রজাবিলাকর ইতিহাসপুস্তকখনিত
৩০ লিখা নাই ? রহবিয়াম আরু যারবিয়ামর
৩১ মাজত সদায় যুদ্ধ আছিল । পাছে রহবিয়াম
আপোন ওপরপিতৃবিলাকর লগত নিদ্রিত হল,
আরু আপোন ওপরপিতৃবিলাকর লগত দায়ূদর
নগরত তেওঁক মৈদাম দিয়া হল ; তেওঁর মাকর
নাম অম্মোনীয়া নয়মা ; পাছে তেওঁর পুত্র
অবিয়াম তেওঁর পদত রজা হল ।

যিহুদার ওপরত অবিয়ামর আরু আচার রাজত্ব ।

১৫ নবাটর পুত্র যারবিয়ামর রাজত্বর অষ্টা-
দশ বছরত অবিয়ামে যিহুদার ওপরত রজা
২ হৈ, তিনি বছর যিরূচালেমত রাজত্ব করিলে ;
তেওঁর মাকর নাম অবীচালোমর জীয়েক মাখা
৩ আছিল । তেওঁর পূর্ব্বে তেওঁর বাপেকে করা পাপর
দরে তেওঁ পাপাচরণ করিলে ; তেওঁর ওপরপিতৃ
দায়ূদর মন যেনে সিদ্ধ আছিল, তেওঁর মন
আপোন ঈশ্বর যিহোৱার আগত তেনে সিদ্ধ
৪ নাছিল । তথাপি তেওঁর পাছত তেওঁর সন্তানক
স্থাপন করিবলৈ, আরু যিরূচালেমক স্থির
করিবলৈ, তেওঁর ঈশ্বর যিহোৱাই দায়ূদর কারণে
৫ তেওঁক যিরূচালেমত এক প্রদীপ দিলে । কিয়নো,
যিহোৱার দৃষ্টিত যি ন্যায়, দায়ূদে তাকেই
করিছিল ; হিত্তীয়া উরিয়ার কথার বাহিরে,
তেওঁ আপোনার আয়ুষর গোটেই কালত,
যিহোৱাই তেওঁক দিয়া কোনো আজ্ঞার পরা
৬ বিমুখ হোৱা নাছিল । রহবিয়াম আরু যার-
বিয়ামর মাজত যি যুদ্ধ আছিল, সেয়ে তেওঁর
৭ আয়ুষর সকলো কালত চলিল । অবিয়ামর
অৱশিষ্ট বৃত্তান্ত, তেওঁর সকলো কার্য্যর কথা
যিহুদার রজাবিলাকর ইতিহাসপুস্তকখনিত
জানো লিখা নাই ? আরু অবিয়াম ও যার-
৮ বিয়ামর মাজত যুদ্ধ চলি আছিল । পাছে
অবিয়াম আপোন ওপরপিতৃবিলাকর লগত
নিদ্রিত হল, আরু লোকবিলাকে তেওঁক দায়ূদর
নগরত মৈদাম দিলে ; পাছে তেওঁর পুত্র আচা
তেওঁর পদত রজা হল ।
৯ ইস্রায়েলর রজা যারবিয়ামর রাজত্বর বিশ
১০ বছরর বছরি আচাই যিহুদার রজা হৈ, একচল্লিশ
বছর যিরূচালেমত রাজত্ব করিলে ; তেওঁর বুড়ী
মাকর নাম অবীচালোমর জীয়েক মাখা আছিল ।
১১ আচাই আপোন ওপরপিতৃ দায়ূদর দরে,
যিহোৱার দৃষ্টিত যি ন্যায়, তাকেই করিলে ।
১২ তেওঁ দেশর পরা নষ্ট * লোকবোরক দূর করিলে,
আরু আপোন ওপরপিতৃবিলাকে স্থাপন করা
১৩ মূর্ত্তিবোর গুচালে । আরু তেওঁর বুড়ী মাক মাখাই
আচেরা মূর্ত্তি বুলি এটা ঘিণলগীয়া প্রতিমা স্থাপন
করিছিল দেখি, আচাই তেওঁর রাজমাও-
পদ গুচালে, আরু তেওঁ স্থাপন করা মূর্ত্তিকো
কাটি কিদ্রোণ জুরীর কোষত পুড়ি পেলালে ।
১৪ কিন্তু ওখ ঠাইবোর গুচুওৱা নহল ; তথাপি
আচার মন আপোন আয়ুষর সকলো কালত
১৫ যিহোৱার দৃষ্টিত সিদ্ধ আছিল । আরু তেওঁ
আপোন পিতৃয়ে পবিত্র করা আরু আপুনি
পবিত্র করা বস্তু, অর্থাৎ রূপ, সোণ, আরু পাত্র-
১৬ বিলাকে যিহোৱার গৃহলৈ আনিলে । আচার
আরু ইস্রায়েলর বাচা রজার মাজত তেওঁবিলাকর
১৭ আয়ুষর গোটেই কালত যুদ্ধ আছিল । আরু
যিহুদার রজা আচার কাললৈ কাকো অহাযোৱা
করিবলৈ নিদিবর আশয়েরে, ইস্রায়েলর রজা
বাচাই যিহুদার বিরুদ্ধে যাত্রা করি রামা দৃঢ়
১৮ করিবলৈ ধরিলে । তাতে আচাই যিহোৱার
গৃহর ভঁড়ালর অৱশিষ্ট রূপ, সোণ, আরু রাজ-
গৃহর ভঁড়ালরো ধন লৈ আপোন দাসবিলাকর
হাতত দিলে ; আরু আচা রজাই হিজিয়োনর
নাতিয়েক টব্রিম্মোনর পুত্র বিন-হদদ নামেরে
দম্মেচকত থকা অরামীয়া রজার ওচরলৈ লৈই-
১৯ বোর পঠাই এই কথা কোৱালে, বোলে, মোর
পিতৃ আরু আপোনার পিতৃর মাজত যেনে নিয়ম
বন্ধা আছিল, তেনে নিয়ম মোর আরু আপোনার
মাজত বন্ধা আছে ; দেখোক, মই আপোনালৈ
রূপ আরু সোণ কিছু উপহার পঠাইছোঁ ; আপুনি
গৈ, ইস্রায়েলর বাচা রজা মোর ওচরর পরা এচি

* এই শব্দে দেৱদেৱীর উদ্দেশে ভ্রষ্টাচারী হোৱা
মনুষ্য বুজায় ।

* ১৪ ; ২৪ পদ দ্রষ্টব্য ।

যাবৰ নিমিত্তে, আপুনি তেওঁৰ লগত বন্ধা নিয়মটো
২০ ভাঙোক। তাতে বিন-হদদে আচা ৰজাৰ কথা
শুনি, ইস্ৰায়েলৰ নগৰবোৰৰ বিৰুদ্ধে আপোন
সৈন্যসামন্তৰ সেনাপতিবিলাকক পঠাই, ইয়োন,
দান, আবেল-বৈৎ-মাখা, গোটেই কিন্নেৰৎ, আৰু
নপ্তালীৰ সকলো দেশকে আঘাত কৰিলে।
২১ তেতিয়া বাচাই এই সংবাদ পাই ৰামা দৃঢ় কৰি-
২২ বলৈ এৰি তিৰ্চাত থাকিল। পাছে আচা ৰজাই
গোটেই যিহুদাক মাতিলে, কাকো নেৰিলে;
আৰু বাচাই যি শিল আৰু কাঠবোৰেৰে ৰামা
দৃঢ় কৰিছিল, ৰামাৰ সেই শিল আৰু কাঠবোৰ
সিবিলাকে লৈ গল; আচা ৰজাই তাৰ দ্বাৰায়
বিন্যামীনৰ গেবা আৰু মিস্পা দৃঢ় কৰিলে।
২৩ আচাৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো পৰাক্ৰম,
তেওঁ কৰা সকলো কাৰ্য্য, আৰু তেওঁ দৃঢ় কৰা
নগৰবোৰৰ কথা জানো যিহুদাৰ ৰজাবিলাকৰ
ইতিহাসপুস্তকখনিত লিখা নাই? কিন্তু বৃদ্ধ
২৪ অৱস্থাত তেওঁৰ ভৰিত বেমাৰ হল। পাছে আচা
আপোন ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হল,
আৰু আপোন ওপৰপিতৃ দায়ূদৰ নগৰত
আপোন ওপৰপিতৃবিলাকৰ লগত তেওঁক মৈদাম
দিয়া হল; পাছে তেওঁৰ পুত্ৰ যিহোচাফট তেওঁৰ
পদত ৰজা হল।

ইস্ৰায়েলৰ ওপৰত নাদব, বাচা, এলা, জিম্ৰী
আৰু অম্ৰীৰ ৰাজত্ব।

২৫ যিহুদাৰ আচা ৰজাৰ ৰাজত্বৰ দ্বিতীয় বছৰত
যাৰবিয়ামৰ পুত্ৰ নাদবে ইস্ৰায়েলৰ ওপৰত ৰজা
হৈ, ইস্ৰায়েলৰ ওপৰত দুবছৰ ৰাজত্ব কৰিলে।
২৬ তেওঁ যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰিলে; তেওঁ
আপোন পিতৃৰ পথত, তেওঁৰ পিতৃয়ে যি পাপৰ
দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল, সেই পাপত
২৭ চলিছিল। পাছে ইচাখৰৰ বংশৰ অহিয়াৰ
পুত্ৰ বাচাই তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰি,
পলেষ্টীয়াবিলাকৰ অধীনত থকা গিব্বথোনত
তেওঁক মাৰিলে; কিয়নো নাদব আৰু গোটেই
ইস্ৰায়েলে গিব্বথোন অৱৰোধ কৰিছিল।
২৮ যিহুদাৰ আচা ৰজাৰ ৰাজত্বৰ তৃতীয় বছৰত
বাচাই নাদবক বধ কৰি, তেওঁৰ পদত নিজে ৰজা
২৯ হল। ৰজা হোৱামাত্ৰকে তেওঁ যাৰবিয়ামৰ
গোটেই বংশকে উচ্ছন্ন কৰিলে; যিহোৱাই
আপোন দাস চীলোনীয়া অহিয়াৰ মুখে কোৱা
বাক্য অনুসাৰে,তেওঁ যাৰবিয়ামৰ সম্বন্ধীয়া উশাহ
লোৱা কাকো অৱশিষ্ট নেৰাখিলে, সকলোকে
৩০ সংহাৰ কৰিলে। যাৰবিয়ামে যি যি পাপ নিজে
কৰিছিল, আৰু যিবোৰ পাপৰ দ্বাৰায় তেওঁ
ইস্ৰায়েলক পাপ কৰাইছিল, আৰু যি অসন্তোষ-
জনক কাৰ্য্যৰ দ্বাৰায় ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক
বেজাৰ দিছিল, তাৰ কাৰণে এনে ঘটিল।
৩১ নাদবৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা সকলো
কাৰ্য্যৰ কথা ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-
৩২ পুস্তকখনিত জানো লিখা নাই? আচা আৰু
ইস্ৰায়েলৰ বাচা ৰজাৰ মাজত তেওঁবিলাকৰ
আয়ুষৰ গোটেই কালত যুদ্ধ আছিল।
৩৩ যিহুদাৰ আচা ৰজাৰ ৰাজত্বৰ তৃতীয় বছৰত
অহিয়াৰ পুত্ৰ বাচাই তিৰ্চাত গোটেই ইস্ৰা-
য়েলৰ ওপৰত ৰজা হৈ চাব্বিশ বছৰ ৰাজত্ব
৩৪ কৰিলে। তেওঁ যিহোৱাৰ দৃষ্টিত কু-আচৰণ
কৰিলে, আৰু যাৰবিয়ামৰ পথত, যাৰবিয়ামে
যি পাপৰ দ্বাৰায় ইস্ৰায়েলক পাপ কৰাইছিল,
সেই পাপত তেওঁ চলিলে। পাছে হনানীৰ
১৬ পুত্ৰ যেহুৰ ওচৰলৈ বাচাৰ বিৰুদ্ধে যিহো-
২ ৱাৰ বাক্য আহিল, বোলে, মই তোমাক
ধূলিৰ পৰা তুলি আপোন প্ৰজা ইস্ৰায়েলৰ
ওপৰত অধিপতি পাতিলোঁ; কিন্তু তুমি যাৰ-
বিয়ামৰ পথত চলি, মোৰ প্ৰজা ইস্ৰায়েলৰ
পাপৰ দ্বাৰায় মোক বেজাৰ দিবলৈ সিবিলাকক
৩ পাপ কৰালা; দেখা, মই বাচা আৰু তেওঁৰ
বংশক নিচেইকৈ সাৰি পেলাম; আৰু নবাটৰ
পুতেক যাৰবিয়ামৰ বংশৰ দৰে তোমাৰ বংশকো
৪ কৰিম। বাচাৰ যি কোনো লোক নগৰত মৰিব,
তাক কুকুৰবোৰে খাব; আৰু তেওঁৰ যি কোনো
লোক নগৰৰ বাহিৰত মৰিব, তাক আকা-
৫ শৰ চৰাইবোৰে খাব। বাচাৰ অৱশিষ্ট বৃত্তান্ত,
তেওঁ কৰা কাৰ্য্য, আৰু পৰাক্ৰমৰ কথা জানো
ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত
৬ লিখা নাই? পাছে বাচা আপোন ওপৰপিতৃ-
বিলাকৰ লগত নিদ্ৰিত হল, আৰু তিৰ্চাত তেওঁক
মৈদাম দিয়া হল; পাছে তেওঁৰ পুত্ৰ এলা
৭ তেওঁৰ পদত ৰজা হল। আৰু বাচাই আপোন
হাতৰ কাৰ্য্যৰ দ্বাৰায় যিহোৱাক বেজাৰ দিবৰ
নিমিত্তে যাৰবিয়ামৰ বংশৰ নিচিনা হৈ যিহো-
ৱাৰ সাক্ষাতে তেওঁ কৰা সকলো কুকৰ্ম্মৰ কাৰণে,
আৰু যাৰবিয়ামক বধ কৰাৰ কাৰণেও হনানীৰ
পুত্ৰ যেহু ভাববাদীৰ দ্বাৰায় বাচাৰ আৰু তেওঁৰ
বংশৰ অহিতে যিহোৱাৰ বাক্য আহিছিল।
৮ যিহুদাৰ আচা ৰজাৰ ৰাজত্বৰ চাব্বিশ বছৰৰ
বছৰি বাচাৰ পুত্ৰ এলাই ইস্ৰায়েলৰ ওপৰত
৯ তিৰ্চাত ৰজা হৈ দুবছৰ ৰাজত্ব কৰিলে। পাছে
তেওঁৰ সৈন্যৰ আধা লোকৰ অধ্যক্ষ জিম্ৰী নামেৰে
তেওঁৰ দাসে তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰিলে।
১০ এলাই তিৰ্চাত আপোনাৰ ঘৰগিৰি অৰ্চাৰ ঘৰত
পান কৰি মতলীয়া হলত, জিম্ৰীয়ে সোমাই
গৈ, যিহুদাৰ আচা ৰজাৰ ৰাজত্বৰ সাতাইশ
বছৰৰ বছৰি তেওঁক প্ৰহাৰ কৰি বধ কৰিলে,
১১ আৰু তেওঁৰ পদত নিজে ৰজা হল। পাছে তেওঁ

ৰজা হৈ সিংহাসনত বহামাত্রে, বাচাৰ সকলো
বংশকে বধ কৰিলে; তেওঁ বাচাৰ সম্বন্ধীয়া কোনো
পুৰুষ, বা তেওঁৰ জ্ঞাতিকুটুম্ব, বা কোনো বন্ধুৰ
১২ কাকো অৱশিষ্ট নেৰাখিলে। এই ৰূপে, যেহু
ভাববাদীৰ দ্বাৰায় বাচাৰ বিৰুদ্ধে কোৱা যিহো-
ৱাৰ বাক্য অনুসাৰে জিম্ৰীয়ে তেওঁৰ আটাই বংশ
১৩ বিনষ্ট কৰিলে। বাচা আৰু তেওঁৰ পুত্ৰ এলাই
আপোনাৰ অসাৰ প্ৰতিমাৰ দ্বাৰায় ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাক বেজাৰ দিবলৈ যি যি পাপ
কৰিছিল, আৰু যিহৰ দ্বাৰায় ইস্ৰায়েলক পাপ
কৰাইছিল, সেই সকলো পাপৰ কাৰণে এয়ে
১৪ ঘটিল। এলাৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো
কাৰ্য্যৰ কথা জানো ইস্ৰায়েলৰ ৰজাবিলাকৰ
ইতিহাসপুস্তকখনিত লিখা নাই?
১৫ যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ সাতাইশ বছৰৰ
বছৰি জিম্ৰীয়ে সাত দিন তিৰ্চাত ৰাজত্ব কৰি-
ছিল। সেই সময়ত লোকবিলাকে পলেষ্টীয়া-
বিলাকৰ অধীনৰ গিব্বথোনৰ বিৰুদ্ধে ছাউনি
১৬ পাতিছিল। পাছে জিম্ৰীয়ে চক্ৰান্ত কৰি ৰজাক
বধ কৰা কথা সেই ছাউনিত থকা লোক-
বিলাকে শুনিলত, গোটেই ইস্ৰায়েলে সেই
দিনা ছাউনিৰ মাজত অম্ৰী নামেৰে সেনাপতিক
১৭ ইস্ৰায়েলৰ ওপৰত ৰজা পাতিলে। পাছে অম্ৰী
আৰু তেওঁৰ লগত গোটেই ইস্ৰায়েলে গিব্ব-
থোনৰ পৰা যাত্ৰা কৰি গৈ তিৰ্চা অৱৰোধ
১৮ কৰিলে। তাতে, নগৰখন হাত কৰি লোৱা
দেখি জিম্ৰীয়ে ৰাজগৃহৰ দুৰ্গত সোমাই নিজৰ
চাৰিওকালে জুই লগাই দি প্ৰাণত্যাগ কৰিলে।
১৯ তেওঁ যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰি, যাৰ-
বিয়ামৰ পথত, তেওঁ যিহৰ দ্বাৰায় ইস্ৰায়েলক
পাপ কৰাইছিল, সেই পাপত চলি যি যি পাপ
কৰিছিল, সেইবোৰৰ কাৰণে তেওঁৰ এই গতি
২০ হল। জিম্ৰীৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা চক্ৰান্তৰ
কথা জানো ইস্ৰায়েলৰ ৰজাবিলাকৰ ইতিহাস-
পুস্তকখনিত লিখা নাই?
২১ সেই সময়ত ইস্ৰায়েল লোকবিলাক দুভাগ
হল; এভাগ লোকে গীনতৰ পুত্ৰ তিব্নীক
ৰজা কৰিবলৈ তেওঁৰ পাছত চলোঁতা হল, আৰু
আন ভাগ লোকে অম্ৰীৰ পাছত চলিলে।
২২ কিন্তু, অম্ৰীৰ পাছত চলা লোকবোৰে গীনতৰ
পুত্ৰ তিব্নীৰ পাছত চলাবিলাকক পৰাজয়
কৰিলে; তাতে তিব্নী মৰিলত, অম্ৰী ৰজা
২৩ হল। যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ এক-
ত্ৰিশ বছৰৰ বছৰি অম্ৰীয়ে ইস্ৰায়েলৰ ওপৰত
ৰজা হৈ বাৰ বছৰ ৰাজত্ব কৰিলে; তেওঁ তিৰ্চাত
২৪ ছবছৰ ৰাজত্ব কৰিলে। পাছে তেওঁ দুই কিক্কৰ
ৰূপ দি চেমৰৰ পৰা চমৰিয়া পৰ্ব্বত কিনি লৈ,
তাৰ ওপৰত এখন নগৰ সাজিলে; পাছে সেই
পৰ্ব্বতৰ গৰাকী চেমৰৰ নাম অনুসাৰেই, তেওঁ
নিজে সজা সেই নগৰৰ নাম চমৰিয়া ৰাখিলে।
২৫ কিন্তু অম্ৰীয়ে যিহোৱাৰ দৃষ্টিত কু-আচৰণ
কৰিলে, আৰু তেওঁৰ আগেয়ে যিবিলাক
আছিল, সিবিলাকতকৈয়ো অধিক দুৰাচাৰী
২৬ হল। কিয়নো নবাটৰ পুতেক যাৰবিয়ামৰ
আটাই পথত, আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক
সিবিলাকৰ অসাৰ প্ৰতিমাৰ দ্বাৰায় বেজাৰ
দিবলৈ যিবোৰ পাপৰ দ্বাৰায় তেওঁ ইস্ৰায়েলক
পাপ কৰাইছিল, তেওঁৰ সেইবোৰ পাপতে
২৭ অম্ৰীয়ে চলিলে। অম্ৰীৰ অৱশিষ্ট কাৰ্য্যৰ বৃত্তান্ত,
তেওঁ দেখুওৱা পৰাক্ৰমৰ কথা ইস্ৰায়েলৰ
ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত জানো লিখা
২৮ নাই? পাছে অম্ৰী আপোন ওপৰপিতৃ-
বিলাকৰ লগত নিদ্ৰিত হল, আৰু তেওঁক
চমৰিয়াত মৈদাম দিয়া হল; পাছে তেওঁৰ
পুত্ৰ আহাব তেওঁৰ পদত ৰজা হল।

আহাবৰ ৰাজত্ব। এলিয়াই বিধৱাৰ ল'ৰা এটীক
পুনৰায় জীউৱা।

২৯ যিহূদাৰ আচা ৰজাৰ ৰাজত্বৰ আঁঠত্ৰিশ বছৰৰ
বছৰি, অম্ৰীৰ পুত্ৰ আহাব ইস্ৰায়েলৰ ওপৰত
ৰজা হল; আৰু অম্ৰীৰ পুত্ৰ আহাবে বাইশ
৩০ বছৰ চমৰিয়াত ৰাজত্ব কৰিলে। তেওঁৰ আগেয়ে
যিবিলাক আছিল, সেই সকলোতকৈয়ো অম্ৰীৰ
পুত্ৰ আহাবে যিহোৱাৰ দৃষ্টিত কু-আচৰণ
৩১ কৰিলে। আৰু নবাটৰ পুতেক যাৰবিয়ামৰ
পাপত চলা তেওঁলৈ ইমান লঘু যেন হল, যে,
তেওঁ চীদোনীয়াবিলাকৰ এৎবাল ৰজাৰ ঈজেবল
নামেৰে জীয়েকক বিয়া কৰিলে, আৰু গৈ বালক
পূজা কৰিবলৈ আৰু তাৰ আগত প্ৰণিপাত কৰি-
৩২ বলৈ ধৰিলে। আৰু তেওঁ চমৰিয়াত নিৰ্ম্মাণ
কৰা বালৰ ঘৰত বালৰ নিমিত্তে এটা যজ্ঞবেদিও
৩৩ স্থাপন কৰিলে। আৰু আহাবে তাত থকা আচেৰা
মূৰ্ত্তি সাজিলে; এই ৰূপে, আপোনাৰ পূৰ্ব্বে থকা
ইস্ৰায়েলৰ সকলো ৰজাতকৈ, তেওঁ ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাক বেজাৰ দিবলৈ অধিক কাৰ্য্য
৩৪ কৰিলে। তেওঁ ৰাজত্ব কৰা কালত বৈৎ-এলীয়া
হীয়েলে পুনৰায় যিৰীহো নিৰ্ম্মাণ কৰিলে।
তাতে, যিহোৱাই নূনৰ পুত্ৰ যিহোচূৱাৰ মুখে
কোৱা বাক্য অনুসাৰে, সি আপোন বৰ পুতেক
অবীৰামক দণ্ডস্বৰূপে দি তাৰ ভিত্তিমূল স্থাপন
কৰিলে, আৰু আপোন সৰু পুতেক চগূবক দণ্ড-
স্বৰূপে দি তাৰ দুৱাৰ লগালে।

১৭ পাছে গিলিয়দপ্ৰবাসীবিলাকৰ মাজৰ
তিচ্‌বীয়া এলিয়াই আহাবক কলে, মই যি
জনাৰ সাক্ষাতে থিয় হৈ আছোঁ, সেই ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাৰ জীৱনৰ শপথ, এই কেইবছৰ

নিশ্চয় কি বৰষুণ নপৰিব, কেৱল মোৰ বাক্য
২ অনুসাৰেহে পৰিব। পাছে তেওঁৰ ওচৰলৈ
৩ যিহোৱাৰ বাক্য আহিল, বোলে, তুমি এই ঠাইৰ
পৰা প্ৰস্থান কৰা, আৰু পূব দিশলৈ গৈ যৰ্দ্দনৰ
সম্মুখত থকা কৰীৎ জুৰীৰ কোষত লুকাই থাকা-
৪ গৈ। তুমি সেই জুৰীৰ পানী পান কৰিবলৈ
পাবা, আৰু সেই ঠাইত তোমাৰ খোৱা বস্তু
যোগাবলৈ মই কাউৰিবোৰক আজ্ঞা কৰিলোঁ।
৫ তাতে তেওঁ গৈ যিহোৱাৰ বাক্য অনুসাৰে কাৰ্য্য
কৰিলে; কিয়নো তেওঁ গৈ যৰ্দ্দনৰ সম্মুখত থকা
৬ কৰীৎ জুৰীৰ কোষত বাস কৰিলেগৈ। তাতে
কাউৰিবোৰে তেওঁৰ নিমিত্তে ৰাতিপুৱা পিঠা
আৰু মঙহ, আৰু গোধূলিও পিঠা আৰু মঙহ
আনি দিছিল, আৰু তেওঁ সেই জুৰীৰ পানী
৭ পান কৰিছিল। কিছু কালৰ পাছে দেশত
বৰষুণ নোহোৱা হেতুকে, সেই জুৰীৰ পানী
শুকাই গল।

৮ পাছে তেওঁৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল,
৯ বোলে, তুমি উঠি চীদোনৰ অধীনৰ চাৰিফতলৈ
গৈ, তাত বাস কৰাগৈ; দেখা, তাৰ এজনী বিধৱা
তিৰুতাক তোমাৰ খোৱা বস্তু যোগাবলৈ মই
১০ আজ্ঞা কৰিলোঁ। তাতে তেওঁ উঠি চাৰিফতলৈ যাত্ৰা
কৰিলে; পাছে সেই নগৰৰ দুৱাৰমুখ পাই
দেখিলে, যে, সেই ঠাইত এজনী বিধৱা তিৰুতাই
খৰি বুটলিছে; তাতে তেওঁ তাইক মাতি কলে,
বিনয় কৰোঁ, মই পান কৰিবলৈ তুমি এটা পাত্ৰত্
১১ কৈ অলপমান পানী আমাথৈ। তেতিয়া সেই
তিৰুতাই তাক আনিবলৈ যাওঁতে, তেওঁ তাইক
আকৌ মাতি কলে, বিনয় কৰোঁ, তুমি মোৰ
নিমিত্তে এডুখৰি পিঠাও হাতত্কৈ আনিবা।
১২ তাতে তাই কলে, তোমাৰ ঈশ্বৰ যিহোৱাৰ
জীৱনৰ শপথ, মোৰ ঘৰত এটা পিঠাও নাই;
কেৱল কলহত এমুঠিমান আটাগুৰি, আৰু
টেকেলিত এটোপামান তেল আছে; দেখা, মই
দুডালমান খৰি বুটলিছোঁ, ইয়াকে লৈ গৈ মোৰ
আৰু মোৰ লৰাটিৰ নিমিত্তে তাক সিজাম; পাছে
১৩ আমি তাকে খাই মৰিম। তেতিয়া এলিয়াই
তাইক কলে, ভয় নকৰিবা; যিহকে কলা, তাকে
কৰাগৈ; কিন্তু প্ৰথমে তাৰে মোৰ নিমিত্তে এটা
সৰু পিঠা কৰি আনিবা, পাছত তোমাৰ, আৰু
১৪ তোমাৰ পুতেৰাৰ নিমিত্তে কৰিবা। কিয়নো
ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে,
যিহোৱাই পৃথিবীত বৰষুণ নেপেলাইমানলৈকে
কলহৰ আটাগুৰি নুটুকাব, আৰু টেকেলিৰ
১৫ তেলো ওৰ নপৰিব। পাছে তাই গৈ এলিয়াৰ
বাক্যৰ দৰেই কৰিলে; তেতিয়াসে লৰা তাই,
তেওঁ, আৰু তাইৰ পৰিয়ালবিলাকে বহুদিন-
১৬ লৈকে খাবলৈ পালে। যিহোৱাই এলিয়াৰ
মুখেৰে কোৱা বাক্য অনুসাৰে কলহৰ আটাগুৰি
নুটুকাল, আৰু টেকেলিৰ তেলো ওৰ নপৰিল।
১৭ এইবিলাক ঘটনাৰ পাছত, ঘৰৰ গৃহিণী সেই
তিৰুতাৰ পুতেক নৰীয়া পৰিল; আৰু তাৰ
নৰীয়া এনেহে টান হল, যে, তাৰ আৰু উশাহ
১৮ নেথাকিল। তাতে সেই তিৰুতাই এলিয়াক কলে,
হে ঈশ্বৰৰ লোক, আপোনাৰ লগত মোৰ কি
সম্বন্ধ? আপুনি মোৰ অপৰাধ সোঁৱৰাবলৈ
আৰু মোৰ পুত্ৰক মাৰি পেলাবলৈ আহিল।
১৯ তাতে এলিয়াই তাইক কলে, তোমাৰ পোৱালিক
মোক দিয়া। পাছে তেওঁ তাইৰ কোলাৰ পৰা
লৰাটী লৈ আপুনি থকা ওপৰ কোঁঠালিলৈ তুলি
২০ নি, আপোনাৰ শয্যাত শুৱালে। আৰু তেওঁ
যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে, হে মোৰ
ঈশ্বৰ যিহোৱা, মই যি বিধৱাৰ ঘৰত প্ৰবাস কৰি
আছোঁ, তুমি নো তাইৰ পুত্ৰকে মাৰি পেলাই
২১ তাইলৈ অমঙ্গল কৰিলা নে? পাছে তেওঁ লৰাটিৰ
ওপৰত তিনিবাৰ দীঘল হৈ পৰি যিহোৱাৰ
আগত প্ৰাৰ্থনা কৰি কলে, হে মোৰ ঈশ্বৰ
যিহোৱা, মই বিনয় কৰোঁ, এই লৰাটিৰ ভিতৰলৈ
২২ প্ৰাণ উলটি আহিবলৈ দিওক। তেতিয়া যিহোৱাই
এলিয়াৰ কথালৈ কাণ দিলত, লৰাটিৰ প্ৰাণ তাৰ
২৩ ভিতৰলৈ উলটি আহিল, আৰু সি পুনৰায়
জীলে। পাছে এলিয়াই লৰাটি লৈ ওপৰ কোঁঠা-
লিৰ পৰা ঘৰৰ ভিতৰলৈ নামি আহি, তাৰ মাকৰ
ওচৰত সোধাই দিলে; আৰু এলিয়াই কলে,
২৪ দেখা, এইয়া, তোমাৰ পোৱালী জীলে। তাতে সেই
তিৰুতাই এলিয়াক কলে, এতিয়া মই জানিলোঁ,
যে, আপুনি ঈশ্বৰৰ লোক, আৰু আপোনাৰ মুখত
থকা যিহোৱাৰ বাক্যও সত্য।

এলিয়াই আহাবৰ সাক্ষাৎ হোৱা, আৰু বালৰ
ভাববাদীবিলাকক বধ কৰা।

১৮ বহু দিনৰ পাছত, তৃতীয় বছৰত যিহো-
ৱাৰ বাক্য এলিয়ালৈ আহিল, বোলে, তুমি
গৈ আহাবক দৰ্শন দিয়া; পাছে মই দেশলৈ
২ বৃষ্টি পঠাম। তাতে এলিয়াই আহাবক দৰ্শন
দিবলৈ গল। সেই কালত চমৰিয়াত আকাল
৩ বৰ টান আছিল। পাছে আহাবে ৰাজগৃহৰ
অধিকাৰী ওবদিয়াক মাতিলে; (সেই ওবদিয়া
যিহোৱাৰ অতিশয় ভয়কাৰী লোক আছিল;
৪ কিয়নো, যি সময়ত ঈজেবলে যিহোৱাৰ ভাব-
বাদীবিলাকক উচ্ছন্ন কৰিছিল, সেই সময়ত
ওবদিয়াই এশ ভাববাদীক লৈ পঞ্চাশ জন পঞ্চাশ
জনকৈ গুহাত লুকুৱাই ৰাখি, অন্ন জল দি
৫ প্ৰতিপালন কৰিছিল।) আৰু আহাবে সেই
ওবদিয়াক কলে, দেশত থকা সকলো ভুমুক
আৰু জুৰী আদিলৈ, তুমি সেইবোৰলৈকে যোৱা;

কিজানি আমি কিছু ঘাঁহ পাওঁ; তাতে ঘোঁরা
আরু খচ্চরবিলাকর প্রাণ রক্ষা করিব পারিম;
নেতে হলে, আমি আটাইবিলাক পশু নোহেরু-
৬ ৱাম। পাছে তেওঁবিলাকে দেশর মাজেদি ভ্রমণ
করিবলৈ, তেওঁবিলাক দুয়োজনা মাজতে দেশ
ভাগ করিলে; আহাব অকলেই এক বাটেদি
গল, আরু ওবদিয়াও অকলে আন বাটেদি গল।
৭ পাছে ওবদিয়া বাটত যাওঁতে, দেখা, এলিয়াই
তেওঁক লগ পালে; তাতে ওবদিয়াই তেওঁক
চিনি পাই ভূমিলৈ মুখে পরি তেওঁক কলে, আ-
৮ পুনি মোর প্রভু এলিয়া হয় নে? তাতে তেওঁ
কলে, ময় হওঁ; তুমি যোৱা, আরু এলিয়া ইয়াত
৯ আছে বুলি তোমার প্রভুক কোৱাগৈ। তেওঁ
কলে, ময় কি পাপ করিলোঁ, যে আপুনি আপো-
নার দাস মোক বধ করিবর অর্থে আহাবর
১০ হাতত শোধাই দিছে? আপোনার ঈশ্বর যিহো-
ৱার জীৱনর শপথ, মোর প্রভু রজাই আপোনাক
বিচারিবলৈ নপঠিওৱা এনে কোনো জাতি বা
রাজ্য নাই; আরু সেই জাতি বা রাজ্যর লোকে
যেতিয়া তেওঁ ইয়াত নাই বুলি কৈছিল, তেতিয়া
আপোনাক যে পোৱা নাই, তাক নিশ্চয় করিবর
অর্থে তেওঁ সেই জাতি আরু রাজ্যর লোকক শপথ
১১ খুৱাইছিল। এতিয়া আপুনি কৈছে, দেখা, এলিয়া
ইয়াতে আছে, এই বুলি তোমার প্রভুর আগত
১২ কোৱাগৈ। কিন্তু ময় আপোনার ওচরর পরা যোৱা-
মাত্রকে, ময় নজনা কোনো এক ঠাইলৈ যিহোৱার
আত্মাই আপোনাক লৈ যাব; তাতে ময় গৈ
আহাবক সংবাদ দিলে, যদি তেওঁ আপোনাক লগ
নেপায়, তেতিয়া তেওঁ মোক বধ করিব; কিন্তু
আপোনার দাস ময় লরা কালরে পরা যিহোৱার
১৩ ভয়কারী লোক আছোঁ। ঈজেবলে যিহোৱার
ভাববাদীবিলাকক বধ করা কালত ময় কি করি-
ছিলোঁ, ময় যিহোৱার এশ ভাববাদীক পঞ্চাশ জন
পঞ্চাশ জনকৈ গুহাত লুকুৱাই রাখি, সিবিলাকক
অন্ন জল দি কেনেকৈ প্রতিপালন করিছিলোঁ,
১৪ তাক জানো মোর প্রভুর শুনা নাই? তথাপি
এতিয়া আপুনি কৈছে, যোৱা, দেখা, এলিয়া
ইয়াত আছে, এই বুলি তোমার প্রভুক কোৱাগৈ;
১৫ তেওঁ দেখোন মোক বধ করিব। তাতে এলিয়াই
কলে, ময় যিজনার আগত থিয় হৈ আছোঁ,
সেই বাহিনীবিলাকর যিহোৱার জীৱনর শপথ,
১৬ ময় আজি নিশ্চয়ে তেওঁক দেখা দিম। পাছে
ওবদিয়াই আহাবর আগত সাক্ষাৎ করি তেওঁক
সংবাদ দিলে; তাতে আহাব এলিয়ার লগত
১৭ সাক্ষাৎ করিবলৈ গৈ, এলিয়াক দেখা পোৱা-
মাত্রকে কলে, হে ইস্রায়েলক দুখ দিওঁতা
১৮ জন, তুমি আহিলা নে? এলিয়াই কলে, ময়
ইস্রায়েলক দুখ দিয়া নাই; কিন্তু তুমি আরু
তোমার পিতৃবংশইহে দুখ দিলা; কিয়নো
তোমালোকে যিহোৱার আজ্ঞা ত্যাগ করিলা,
১৯ আরু তুমি বাল দেৱতার পাছত চলিলা। এতিয়া
তুমি মানুহ পঠাই, গোটেই ইস্রায়েলক, আরু
ঈজেবলর মেজত ভোজন কৰোঁতা বালর ভাববাদী
চারি শ পঞ্চাশ জনক, আরু আচেরার ভাববাদী
চারি শ জনক মোর ওচরত কর্মিল পর্ব্বতত
২০ গোটোৱা। তাতে আহাবে ইস্রায়েলর সকলো
সন্তানর ওচরলৈ মানুহ পঠাই সেই ভাববাদী-
২১ বিলাকক কর্মিল পর্ব্বতত গোট খুৱালে। পাছে
এলিয়াই সকলো লোকর ওচরলৈ আহি কলে,
তোমালোকে কিমান কাললৈ দুই মারত দুই ভরি
দি থাকিবা? যিহোৱা যদি ঈশ্বর হয়, তেন্তে
তেওঁর পাছত চলা; কিন্তু বাল যদি ঈশ্বর হয়,
তেন্তে তারে পাছত চলা। কিন্তু লোকবিলাকে
২২ তেওঁক একো উত্তর নিদিলে। তাতে এলিয়াই
লোকবিলাকক কলে, যিহোৱার একজনমাত্র ভাব-
বাদী ময়হে অৱশিষ্ট আছোঁ; কিন্তু বালর ভাব-
২৩ বাদী চারি শ পঞ্চাশ জন আছে। এই হেতুকে
আমাক দুটা ভতরা দিয়া হওক; সিবিলাকে
আপোনাবিলাকর নিমিত্তে এটা ভতরা লওক, আরু
তাক ডোখর ডোখর করি কাটি খরির ওপরত
থওক, কিন্তু তার তলত জুই নিদিওক; আরু
ময়ো আনটো ভতরা যুগুত করি খরির ওপরত
২৪ রাখিম, আরু তার তলত জুই নিদিম। পাছে
তোমালোকে আপোনাবিলাকর দেৱতার নামেরে
প্রার্থনা করিবা, আরু ময়ো যিহোৱার নামেরে
প্রার্থনা করিম; তাতে যি দেৱতাই অগ্নির
দ্বারাই উত্তর দিব, তেৱেঁই ঈশ্বর হওক। তাতে
সকলো লোকে উত্তর করিলে, এইটো ভাল কথা।
২৫ আরু এলিয়াই বালর ভাববাদীবিলাকক কলে,
প্রথমে তোমালোকে আপোনাবিলাকর নিমিত্তে
এটা ভতরা লৈ তাক যুগুত করা, কিয়নো তোমা-
লোক অনেক আছা; পাছে তোমালোকে
আপোনাবিলাকর দেৱতার নামেরে প্রার্থনা
২৬ করিবা, কিন্তু তলত জুই নিদিবা। তাতে
সিহঁতক দিয়া ভতরাটো লৈ সিহঁতে যুগুত
করিলে, আরু রাতিপুৱারে পরা দুপরীয়ালৈকে
হে বাল, আমাক উত্তর দিয়া, এই বুলি কৈ
বালর নামেরে প্রার্থনা করিলে; কিন্তু কোনো
বাণী নহল, আরু কোনেও উত্তরো নিদিলে।
তাতে সিহঁতে সজা যজ্ঞবেদির চারিওফালে
২৭ জাপ দি ফুরিবলৈ ধরিলে। পাছে দুপর বেলা
এলিয়াই সিহঁতক বিদ্রূপ করি কলে, বরকৈ
চিঞরাহঁক; কিয়নো সি দেৱতা, ধ্যান করিছে,
বা কোনো ঠাইলৈ গৈছে, বা যাত্রা করিছে,
নাইবা টোপনিতে আছে, তাক জগাব লাগে।
২৮ পাছে সিহঁতে বরকৈ চিঞঁরি মাতিলে,

আৰু আপোনাবিলাকৰ ৰীতিৰ দৰে, ধাৰেৰে
তেজ নোবোৱালৈকে কটাৰিৰে আৰু শূলেৰে
২৯ আপোনাবিলাকক ক্ষতবিক্ষত কৰিলে। দুপৰ
বেলা গলত, সিহঁতে সন্ধ্যাৰ নৈবেদ্য দিয়া
সময়লৈকে ভাববাণী প্ৰচাৰ কৰিলে ; তথাপি
কোনো বাণী নহল, কোনোৱে উত্তৰ কি মনো-
৩০ যোগো নকৰিলে। পাছে এলিয়াই আটাই
লোকবিলাকক কলে, মোৰ ওচৰলৈ আহাঁ ;
তাতে সকলো লোক তেওঁৰ ওচৰলৈ গল। পাছে
তেওঁ যিহোৱাৰ ভগা যজ্ঞবেদি মেৰামত কৰিলে।
৩১ তোমাৰ নাম ইস্ৰায়েল হব বুলি যি যাকোবৰ
ওচৰলৈ যিহোৱাৰ বাক্য আহিছিল, তেওঁৰ
সন্তানবিলাকৰ ফৈদৰ সংখ্যা অনুসাৰে এলিয়াই
৩২ বাৰটা শিল লৈ, সেই শিলবোৰেৰে তেওঁ
যিহোৱাৰ নামেৰে এটা যজ্ঞবেদি নিৰ্ম্মাণ
কৰিলে ; আৰু বেদিৰ চাৰিওকালে, দুই চেয়া
৩৩ কঠিয়া ধৰিব পৰা এটা খাল খান্দিলে। পাছে
তেওঁ খৰি ৰীতিমতে সজাই, ভতৰাটো ডোখৰ
ডোখৰ কৰি কাটি খৰিৰ ওপৰত দি কলে,
চাৰি কলহ পানী ভৰাই এই হোমবলিৰ
ওপৰত আৰু খৰিবোৰৰ ওপৰত ঢালি দিয়া।
৩৪ পাছে তেওঁ কলে, দ্বিতীয়বাৰো কৰা ; তাতে
সিবিলাকে দ্বিতীয়বাৰো তাক কৰিলে। আৰু
তেওঁ কলে, তৃতীয়বাৰো কৰা ; তাতে সিবিলাকে
৩৫ তৃতীয়বাৰো তাক কৰিলে। তেতিয়া বেদিৰ
চাৰিওকালে পানী বৈ গল, আৰু তেওঁ সেই
৩৬ খালো পানীৰে পূৰ কৰিলে। পাছে সন্ধ্যা
বেলাৰ নৈবেদ্য দিয়া সময়ত এলিয়া ভাববাদীয়ে
ওচৰলৈ আহি কলে, হে অব্ৰাহামৰ, ইচ্হাকৰ,
আৰু ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা, ইস্ৰায়েলৰ মা-
জত তুমিয়েই যে ঈশ্বৰ, আৰু মই তোমাৰ দাস,
আৰু তোমাৰ বাক্যৰ প্ৰভাৱত মই যে এই সকলো
কাৰ্য্য কৰিছোঁ, ইয়াক আজি সকলোৱে জানোক।
৩৭ হে যিহোৱা, তুমিয়েই যে ঈশ্বৰ, আৰু তুমিয়েই
যে ইবিলাকৰ মন পালটোৱাইছা, তাক এই
লোকবিলাকে জানিবৰ নিমিত্তে, হে যিহোৱা,
৩৮ মোক উত্তৰ দিয়া, মোক উত্তৰ দিয়া। তেতিয়া
যিহোৱাৰ অগ্নি পৰি, সেই হোমবলি, খৰি,
শিল, আৰু মাটী গ্ৰাস কৰিলে, আৰু খালত
৩৯ থকা পানীকো চেলেকি পেলালে। আটাই
লোকবিলাকে তাকে দেখি ভূমিলৈ মূৰে পৰি
কলে, যিহোৱায়েই ঈশ্বৰ, যিহোৱায়েই ঈশ্বৰ।
৪০ পাছে এলিয়াই সিবিলাকক কলে, তোমালোকে
বালৰ ভাববাদীবিলাকক ধৰা ; সিহঁতৰ মাজৰ
এটাকো সাৰি যাব নিদিবা। পাছে সিবি-
লাকে সিহঁতক ধৰিলত, এলিয়াই সিহঁতক
কীচোন জুৰীলৈ লৈ গৈ, তাত সিহঁতক বধ
৪১ কৰিলে। পাছে এলিয়াই আহাবক কলে, তুমি
উঠি গৈ ভোজন পান কৰা ; কিয়নো বৰ বৰষুণৰ
৪২ শবদ হৈছে। তাতে আহাবে ভোজন পান কৰিব-
লৈ উঠি গল। আৰু এলিয়াই কৰ্ম্মিল পৰ্ব্বতৰ
টিঙলৈ গৈ, মাটীলৈ চাপৰি আঁঠু দুটাৰ মাজত
৪৩ আপোনাৰ মুখ ৰাখিলে। পাছে তেওঁ আপো-
নাৰ দাসক কলে, এতিয়া উঠি সাগৰৰ ফালে
চাই আহাঁগৈ ; তাতে সি উঠি গৈ চাই আহি
কলে, একোৱেই নাই। তেতিয়া এলিয়াই কলে,
তুমি আকৌ যোৱা, সাতবাৰ এই ৰূপে কৰা।
৪৪ পাছে সপ্তম বাৰত সি কলে, দেখোক, মানুহৰ
হাতৰ নিচিনা সৰু এখন মেঘ সাগৰৰ পৰা
উঠিছে। তেতিয়া এলিয়াই কলে, তুমি উঠি গৈ
আহাবক কোৱা, আপুনি ৰথ সজাই নামি যাওক ;
নহলে যাবলৈ বৰষুণে আপোনাৰ বাধা জন্মাব।
৪৫ ইয়াৰ অলপৰ পাছে মেঘেৰে আৰু বতাহেৰে
আকাশ ক'লা হৈ উঠিল, আৰু বৰ বৰষুণ হল।
আৰু আহাবে ৰথত উঠি যিজ্ৰিয়েললৈ গল।
৪৬ পাছে যিহোৱাৰ হাত এলিয়াৰ ওপৰত স্থিতি
হলত, তেওঁ কঁকাল বান্ধি যিজ্ৰিয়েলত সোমোৱা
ঠাইলৈকে আহাবৰ আগে আগে লৰ ধৰিলে।

এলিয়া পলাই যোৱা। তেওঁক ঈশ্বৰে দৰ্শন
দিয়া। ইলীচাক আমন্ত্ৰণ কৰা।

১৯ পাছে আহাবে, এলিয়াই কৰা সেই সকলো
কাৰ্য্যৰ কথা, বিশেষকৈ তৰোৱালৰ দ্বাৰাই
আটাই ভাববাদীবিলাকক বধ কৰা কথা ঈজে-
২ বলৰ আগত কলে। তাতে ঈজেবলে এলিয়াৰ
ওচৰলৈ দূত পঠাই এই কথা কলে. বোলে, কাইলৈ
এনে সময়ত যদি মই তোমাৰ প্ৰাণ সিবিলাকৰ
এজনৰ প্ৰাণৰ নিচিনা নকৰোঁ, তেন্তে দেৱতা-
বিলাকে মোক অমুক আৰু তাতকৈয়ো অধিক
৩ দণ্ড দিওক। ইয়াকে দেখি এলিয়াই উঠি
আপোন প্ৰাণ ৰাখিবৰ নিমিত্তে যাত্ৰা কৰি,
যিহূদাৰ অধীনৰ বেৰ-চেবা পাই তাতে
৪ আপোনাৰ দাসক থলে। কিন্তু তেওঁ নিজে
এদিনৰ বাট অৰণ্যৰ মাজলৈ আগ বাঢ়ি
গৈ এজোপা ৰোতম গছৰ তলত বহিলগৈ, আৰু
তেওঁ আপোনাৰ মৃত্যু প্ৰাৰ্থনা কৰিলে ; আৰু
তেওঁ কলে, এয়ে যথেষ্ট, হে যিহোৱা, এতিয়া
মোৰ প্ৰাণ লোৱা, কিয়নো মই আপোন পূৰ্ব্ব-
৫ পুৰুষবিলাকতকৈ উত্তম নহওঁ। পাছে তেওঁ
এজোপা ৰোতম গছৰ তলত শয়ন কৰি নিদ্ৰা
গল, আৰু দেখা, এজন দূতে তেওঁক চুই কলে,
৬ উঠা, ভোজন কৰা। তাতে তেওঁ চাই আপোন
মূৰশিতানত, তপত শিলত পাক কৰা এটা পিঠা
আৰু এটেকেলি পানী দেখিলে ; তেতিয়া তেওঁ
৭ ভোজন পান কৰি পুনৰায় শয়ন কৰিলে। পাছে
যিহোৱাৰ দূতে দ্বিতীয়বাৰ তেওঁৰ ওচৰলৈ

আহি তেওঁক চুই কলে, উঠা, ভোজন কৰা;
কিয়নো তোমাৰ শক্তিতকৈ এই পথ অধিক।
৮ তাতে তেওঁ উঠি ভোজন পান কৰিলে, আৰু
সেই আহাৰৰ শক্তিয়েই চল্লিশ দিন চল্লিশ
ৰাতি গৈ যিহোৱাৰ পৰ্ব্বত হোৰেব পালে।
৯ পাছে তেওঁ তাৰ এটা গুহালৈ গৈ তাতে
ৰাতি থাকিল; তেতিয়া দেখা, তেওঁৰ ওচৰলৈ
যিহোৱাৰ বাক্য আহিল; তেওঁ কলে, হে
১০ এলিয়া, তুমি ইয়াত কি কৰিছা? তাতে তেওঁ
কলে, মই বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাৰ
পক্ষে অতিশয় উদ্যোগী হলোঁ; কিয়নো ইস্ৰা-
য়েলৰ সন্তানবিলাকে তোমাৰ নিয়মটী ত্যাগ
কৰিলে, তোমাৰ যজ্ঞবেদিবিলাক ভাঙি পেলালে,
আৰু তোমাৰ ভাববাদীবিলাককো তৰোৱালৰ
দ্বাৰায় বধ কৰিলে; কেৱল ময়হে অৱশিষ্ট
আছোঁ, আৰু সিহঁতে মোৰো প্ৰাণ লবলৈ বিচা-
১১ ৰিছে। পাছে তেওঁ কলে, তুমি বাহিৰ ওলাই
আহি যিহোৱাৰ সম্মুখত পৰ্ব্বতটোত থিয় হোৱা।
তাৰ পাছে, দেখা, সেই ঠায়েদি যিহোৱাই গমন
কৰিলে; তাতে যিহোৱাৰ আগে আগে অতিশয়
প্ৰচণ্ড বায়ুৱে পৰ্ব্বতবোৰ ফালিলে, আৰু শিল-
বোৰ ভাঙি পেলালে; কিন্তু সেই বায়ুত যিহোৱা
নাছিল। বায়ুৰ পাছত ভূমিকম্প হল, কিন্তু সেই
১২ ভূমিকম্পতো যিহোৱা নাছিল। ভূমিকম্পৰ
পাছত অগ্নি হল, কিন্তু সেই অগ্নিতো যিহোৱা
নাছিল। অগ্নিৰ পাছত এটা সৰু মৃদু স্বৰ হল।
১৩ তাক এলিয়াই শুনামাত্ৰে জামাৰে মুখ ঢাকি
বাহিৰলৈ আহি গুহাৰ মুখত থিয় হল।
তাতে তেওঁলৈ এই বাণী হল, হে এলিয়া, তুমি
১৪ ইয়াত কি কৰিছা? তেতিয়া তেওঁ কলে, মই
বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাৰ পক্ষে অতিশয়
উদ্যোগী হলোঁ; কিয়নো ইস্ৰায়েলৰ সন্তান-
বিলাকে তোমাৰ নিয়মটী ত্যাগ কৰিলে, তোমাৰ
যজ্ঞবেদিবিলাক ভাঙি পেলালে, আৰু তোমাৰ
ভাববাদীবিলাককো তৰোৱালেৰে বধ কৰিলে;
কেৱল ময়হে অৱশিষ্ট আছোঁ, আৰু সিহঁতে
১৫ মোৰো প্ৰাণ লবলৈ বিচাৰিছে। তেতিয়া
যিহোৱাই তেওঁক কলে, তুমি আপোন বাটে
উলটি দম্মেচকৰ অৰণ্যলৈ যোৱা, আৰু তুমি
তাত উপস্থিত হৈ, অৰামৰ ওপৰত ৰজা হবলৈ
১৬ হজায়েলক অভিষেক কৰা, আৰু ইস্ৰায়েলৰ
ওপৰত ৰজা হবলৈ নিম্চীৰ পুত্ৰ যেহূক
অভিষেক কৰা, আৰু তোমাৰ পদত ভাববাদী
হবলৈ আবেল-মহোলাত থকা চাফটৰ পুত্ৰ
১৭ ইলীচাক অভিষেক কৰা। তাতে, যি জন
হজায়েলৰ তৰোৱালৰ পৰা সাৰিব, যেহূৱে
তাক বধ কৰিব; আৰু যি জন যেহূৰ তৰোৱালৰ
১৮ পৰা সাৰিব, তাক ইলীচাই বধ কৰিব। কিন্তু
ইস্ৰায়েলৰ মাজত মই নিজৰ নিমিত্তে সাত
হাজাৰ লোক অৱশিষ্ট ৰাখিম; সিবিলাকৰ
কোনো জনেৰেই আঁঠু বালৰ আগত পৰা নাই,
আৰু সিবিলাকৰ কাৰো মুখে তাক চুমা খোৱা
১৯ নাই। পাছে তেওঁ তাৰ পৰা গৈ চাফটৰ পুত্ৰ
ইলীচাক লগ পালে; সেই সময়ত তেওঁ হাল
বাইছিল; বাৰ হাল বলদ তেওঁৰ আগত
আছিল, আৰু শেষৰ হালৰ লগত তেওঁ নিজে
আছিল। তাতে এলিয়াই তেওঁৰ ওচৰলৈ আগ
বাঢ়ি গৈ, আপোনাৰ জামা তেওঁৰ গাত পেলাই
২০ দিলে। তাতে তেওঁ বলদবোৰ এৰি, এলিয়াৰ
পাছে পাছে লৰি গৈ তেওঁক কলে, বিনয় কৰোঁ,
মোৰ আই বোপাইক চুমা খাই আহিবলৈ
আপুনি মোক অনুমতি দিয়ক; পাছত আপোনাৰ
পাছে পাছে চলিম। তাতে তেওঁ ইলীচাক কলে,
উলটি যোৱা; কিয়নো মই তোমাক কি কৰিলোঁ?
২১ তেতিয়া ইলীচাই তেওঁৰ ওচৰৰ পৰা উলটি গল,
আৰু সেই হাল বলদ লৈ বধ কৰি, তাৰ নাঙল
আৰু যুঁৱলিৰ কাঠেৰে তাৰ মঙহ সিজালে,
আৰু লোকবিলাকক দিলে; তাতে সিবিলাকে
ভোজন কৰিলে। পাছে তেওঁ উঠি এলিয়াৰ
অনুগামী হৈ তেওঁৰ পৰিচৰ্য্যা কৰিলে।

আহাবে দুবাৰ অৰামীয়াহঁতক জয় কৰা।

২০ পাছে অৰামৰ বিন-হদদ ৰজাই আপো-
নাৰ সৈন্যসমূহক গোটালে; তেওঁৰ লগত
বত্ৰিশ জন ৰজা, ঘোঁৰা, আৰু ৰথ আছিল;
তেওঁ উঠি গৈ চমৰিয়া অৱৰোধ কৰি তাৰ
২ বিৰুদ্ধে যুদ্ধ কৰিলে। আৰু তেওঁ নগৰলৈ ইস্ৰা-
য়েলৰ আহাব ৰজাৰ ওচৰলৈ দূত পঠাই কলে,
৩ বিন-হদদে এই কথা কৈছে, তোমাৰ ৰূপ আৰু
সোণ মোৰ; তোমাৰ তিৰুতাবোৰ আৰু সন্তান-
বিলাক, তোমাৰ উত্তম উত্তম আটাইবোৰ
৪ মোৰেই। তাতে ইস্ৰায়েলৰ ৰজাই উত্তৰ দি কলে,
হে মোৰ প্ৰভু মহাৰাজ, আপোনাৰ কথা স্বৰূপ,
৫ মই আৰু মোৰ সকলো আপোনাৰেই। পাছে
দূতবিলাকে আকৌ আহি কলে, বিন-হদদে এই
কথা কৈছে, তুমি আপোন ৰূপ, সোণ, তিৰুতা-
বোৰ, আৰু সন্তানবিলাকক মোক সোধাই দিয়া
বুলি কবলৈ তোমাৰ ওচৰলৈ দূত পঠাইছিলোঁ
৬ হয়; কিন্তু কাইলৈ এনে সময়ত মই আপোন
দাসবিলাকক তোমাৰ ওচৰলৈ পঠাম, সিবিলাকে
তোমাৰ ঘৰত আৰু তোমাৰ দাসবিলাকৰ ঘৰত
বিচাৰ কৰি, তোমাৰ মনমোহা যিমান বস্তু
আছে, সেই সকলোকে হাত কৰি লৈ আহিব।
৭ তেতিয়া ইস্ৰায়েলৰ ৰজাই দেশৰ সকলো বৃদ্ধ
লোকবিলাকক মাতি আনি কলে, মই বিনয়
কৰোঁ, তোমালোকে বিবেচনা কৰি দেখা, এই

মানুহে কেৱল অনিষ্টৰ চেষ্টা কৰিছে।
কিয়নো তেওঁ মোৰ ভাৰ্য্যা আৰু সন্তানবিলাকৰ
নিমিত্তে, আৰু মোৰ ৰূপ ও সোণৰ নিমিত্তে
আদেশ পঠালত, মই তাক অস্বীকাৰ কৰা নাই।
৮ পাছে সকলো বৃদ্ধ লোক আৰু সকলো প্ৰজাই
কলে, আপুনি তাৰ কথা নেমানিব, আৰু সন্মতো
৯ নহব। এই হেতুকে তেওঁ বিন-হদদৰ দূতবিলাকক
কলে, মোৰ প্ৰভু মহাৰাজক কবা, আপুনি
প্ৰথমে আপোনাৰ দাসৰ ওচৰলৈ দূত পঠাই
যি কৈছিলে, সেই সকলোকে মই কৰিম; কিন্তু
এই কৰ্ম্ম মই কৰিব নোৱাৰোঁ। পাছে দূত-
১০ বিলাকে গৈ তেওঁক বাৰ্ত্তা দিলে। তেতিয়া বিন-
হদদে তেওঁৰ ওচৰলৈ মানুহ পঠাই কলে, এই
চমৰিয়াৰ ধূলি যদি মোৰ পাছত অহা লোক-
বিলাকৰ প্ৰত্যেকজনলৈ এমুঠিকৈ জোৰে, তেন্তে
দেৱতাবিলাকে মোক অমুক আৰু তাতকৈয়ো
১১ অধিক দণ্ড দিওক। তাতে ইস্ৰায়েলৰ ৰজাই উত্তৰ
দি কলে, তোমালোকে তেওঁক কোৱাগৈ, যি মানুহে
ৰণৰ সাজ গাত পিন্ধে, সি সাজ সোলোকোৱা
১২ জনৰ দৰে অহঙ্কাৰ নকৰোক। পাছে, যি সময়ত
বিন-হদদ আৰু তেওঁৰ লগৰ ৰজাবিলাকে পঁজায়
পঁজায় পান কৰিছিল, তেতিয়া তেওঁ সেই বাৰ্ত্তা
শুনি আপোন দাসবিলাকক কলে, তোমা-
লোকে ৰণৰ বেহু পাতা; তাতে সিহঁতে নগৰৰ
১৩ বিৰুদ্ধে বেহু পাতিলে। ইয়াৰ ভিতৰতে এজন
ভাববাদীয়ে ইস্ৰায়েলৰ আহাব ৰজাৰ ওচৰলৈ
আহি কলে, যিহোৱাই এই কথা কৈছে, তুমি
সেই মহালোকসমূহক দেখিছা নে? দেখা,
আজি মই সেইবিলাকক তোমাৰ হাতত সমৰ্পণ
কৰি দিম; তাতে ময়েই যে যিহোৱা, তাক
১৪ তুমি জানিবা। আহাবে কলে, কাৰ দ্বাৰায়
দিবা? ভাববাদীয়ে কলে, যিহোৱাই এই কথা
কৈছে, প্ৰদেশৰ অধিপতিসকলৰ ডেকাবিলাকৰ
দ্বাৰায়। তেতিয়া ৰজাই সুধিলে, যুদ্ধ আৰম্ভ
১৫ কোনে কৰিব? তেওঁ কলে, তুমি। পাছে তেওঁ
প্ৰদেশৰ অধিপতিসকলৰ ডেকাবিলাকক লেখ
কৰিলত, দুশ বত্ৰিশ জন পালে; সিবিলাকৰ
পাছত তেওঁ সকলো লোকক, ইস্ৰায়েলৰ আটাই
সন্তানবিলাকক লেখ কৰিলত, সাত হাজাৰ জন
১৬ হল। পাছে সিবিলাক দুপৰীয়া বাহিৰ ওলাই
গল; কিন্তু সেই সময়ত বিন-হদদ আৰু তেওঁৰ
সহায় বত্ৰিশ জন ৰজাই পঁজায় পঁজায় পান
১৭ কৰি মতলীয়া হৈছিল। পাছে প্ৰদেশৰ অধিপতি-
সকলৰ ডেকাবিলাক আগ হৈ ওলাই যোৱাৰ
পাছত বিন-হদদে মানুহ পঠালত, সিহঁতে
আহি এই বাৰ্ত্তা দিলে, চমৰিয়াৰ পৰা কেইজন-
১৮ মান মানুহ বাহিৰ ওলাল। তাতে তেওঁ কলে,
১ সিহঁতে সন্ধিৰ নিমিত্তেই ওলাই আহোক, বা যুদ্ধৰ
নিমিত্তেই ওলাই আহোক, সিহঁতক জীয়াই জীয়াই
১৯ ধৰিবি। এনেতে প্ৰদেশৰ অধিপতিসকলৰ
ডেকাবিলাক, আৰু সিবিলাকৰ পাছত সেনা
২০ সৈন্যদল নগৰৰ বাহিৰ হৈ, প্ৰতিজনে আপোন
আপোন সন্মুখৰ লোকক বধ কৰিলে; তাতে
অৰামীয়াহঁত পলাবলৈ ধৰাত, ইস্ৰায়েল লোক-
বিলাকে সিহঁতৰ পাছে পাছে খেদি গল, আৰু
অৰামৰ বিন-হদদ ৰজাই কিছুমান অশ্বাৰোহী
২১ সেনাই সৈতে ঘোঁৰাত উঠি পলাই সাৰিল। পাছে
ইস্ৰায়েলৰ ৰজাই ওলাই গৈ সিহঁতৰ ঘোঁৰা আৰু
ৰথবিলাক নষ্ট কৰিলে, আৰু অৰামীয়াহঁতৰ
২২ মাজত মহাসংহাৰ কৰিলে। তাৰ পাছে সেই ভাব-
বাদীয়ে ইস্ৰায়েলৰ ৰজাৰ ওচৰলৈ আহি কলে,
যোৱা, তুমি গৈ আপোনাক বলৱান কৰা, আৰু
তুমি সাৱধান হৈ, নিজে কি কৰা উচিত, তাক
বিবেচনা কৰা: কিয়নো বছৰ ঘূৰিলে, অৰামৰ
ৰজা তোমাৰ বিৰুদ্ধে পুনৰায় আহিব।
২৩ পাছে অৰামৰ ৰজাৰ দাসবিলাকে তেওঁক কলে,
সিহঁতৰ দেৱতা পৰ্ব্বতীয়া দেৱতা, এই নিমিত্তে
সিহঁতে আমাক বলৱান; কিন্তু আমি সমথলত
সিহঁতৰ লগত যুদ্ধ কৰোঁহঁক, তেন্তে আমি
২৪ নিশ্চয়ে সিহঁতক জয় কৰিম। আৰু আপুনি এই
কাম কৰক; ৰজাবিলাকক আপোন আপোন
ঠাইৰ পৰা গুচাই, সিবিলাকৰ ঠাইত সেনাপতি
২৫ নিযুক্ত কৰক। আৰু আপুনি হেৰুওৱা সৈন্য-
সামন্তৰ যিমান ঘোঁৰা আৰু যিমান ৰথ আ-
ছিল, সিমান ঘোঁৰা আৰু ৰথ থকা সৈন্য
গোটাওক; পাছে আমি সমথলত সিহঁতৰ লগত
যুদ্ধ কৰিম, তাতে আমি নিশ্চয়ে সিহঁতক জয় কৰিম।
তেতিয়া বিন-হদদে সিহঁতৰ কথা শুনি সেই দৰে
২৬ কৰিলে, আৰু বছৰ ঘূৰিলত বিন-হদদে অৰা-
মীয়াবিলাকক গোটাই ইস্ৰায়েলৰ বিৰুদ্ধে যুদ্ধ
২৭ কৰিবলৈ অফেকলৈ উঠি গল। পাছে ইস্ৰায়েলৰ
সন্তানবিলাকক গোটোৱা হলত, আৰু সিবিলা-
কৰ নিমিত্তে আহাৰীয় দ্ৰব্য যোগোৱা হলত,
সিবিলাকে সিহঁতৰ বিৰুদ্ধে যাত্ৰা কৰিলে; আৰু
সিহঁতৰ সন্মুখত ছাউনি পাতিলত, ইস্ৰায়েলৰ
সন্তানবিলাকক ছাগলী পোৱালিৰ দুই গৰ
জাকৰ নিচিনা যেন দেখা গল, কিন্তু অৰামীয়া-
২৮ বিলাকে দেশ জুৰি আছিল। পাছে ঈশ্বৰৰ
এজন লোকে আহি ইস্ৰায়েলৰ ৰজাক কলে,
যিহোৱাই এই কথা কৈছে, অৰামীয়াবিলাকে
কয়, যিহোৱা পৰ্ব্বতীয়া দেৱতা, সমথলত
থকা দেৱতা নহয়; এই কাৰণে মই সেই
আটাই মহালোকসমূহক তোমাৰ হাতত সমৰ্পণ
কৰি দিম; তাতে ময়েই যে যিহোৱা, তাক
২৯ তোমালোকে জানিবা। তাৰ পাছে সিবিলাকে
সাত দিনলৈকে সন্মুখাসন্মুখি হৈ ছাউনি

থাকিল। পাছে সপ্তম দিনা যুদ্ধ লাগিল ; আতে
ইস্রায়েলর সন্তানবিলাকে একে দিনাই অরা-
মীয়াবিলাকর এক লাখ পদাতিক সৈন্য সংহার
৩০ করিলে। কিন্তু অৱশিষ্টবিলাক অফেকলৈ
পলাই নগরত সোমালত, তার কড় সেই অৱশিষ্ট
রকা সাতাইশ হাজার লোকর ওপরত পরিল ;
আরু বিন-হদদ পলাই নগরর ভিতরলৈ গৈ এটা
৩১ ভিতর খোটালিত সোমালগৈ। পাছে তেওঁর
দাসবিলাকে তেওঁক কলে, দেখোক, আমি
শুনিছোঁ, ইস্রায়েল বংশর রজাবিলাক দয়ালু
রজা ; এই হেতুকে বিনয় করোঁ, আমি কঁকালত
চট পিন্ধি মূৰত লেজু লৈ, বাহির হৈ ইস্রা-
য়েলর রজার ওচরলৈ যাওঁহঁক ; কিজানি তেওঁ
৩২ আপোনার প্রাণ রক্ষা করিব। পাছে সিহঁতে
চট পিন্ধি মূৰত লেজু লৈ ইস্রায়েলর রজার
ওচরলৈ আহি কলে, আপোনার দাস বিন-
হদদে কৈছে, ময় বিনয় করোঁ, মোক জীয়াই
রাখোক। তাতে তেওঁ কলে, বিন-হদদ এতিয়াও
৩৩ জীয়াই আছে নে ? তেওঁ মোর ভাই। তেতিয়া
সেই লোকবিলাকে ইয়াকে শুভ লক্ষণ বুলি বুজি,
তেওঁর মনর ভাব স্পষ্ট করি উলিয়াবলৈ বেগাই
কলে, বিন-হদদ আপোনার ভাই ; তাতে তেওঁ
কলে, তোমালোকে গৈ তেওঁক আনা। পাছে
বিন-হদদ বাহির ওলাই তেওঁর ওচরলৈ আহি-
৩৪ লত, রজাই তেওঁক রথত তুলিলে। তেতিয়া বিন-
হদদে তেওঁক কলে, মোর পিতৃয়ে আপোনার পি-
তৃর পরা যি যি নগর লৈছিল, তাক ময় ওলোটাই
দিম ; আরু মোর পিতৃয়ে আপোনার নিমিত্তে
যেনেকৈ চমরিয়াত বজার পাতিছিল, আপুনিও
আপোনার নিমিত্তে সেই রূপে দম্মেচকত বজার
পাতোক। আহাবে কলে, ময় এই নিয়মেরেই
আপোনাক বিদায় করিম, এই বুলি আহাবে
তেওঁর লগত নিয়ম বান্ধি তেওঁক বিদায় করিলে।
৩৫ পাছে শিষ্য ভাববাদীবিলাকর মাজর
এজনে আপোনার লগর এজনক যিহোৱার
বাক্যর দ্বারায় কলে, মোক মারা। কিন্তু
৩৬ সি মারিবলৈ মান্তি নহল। তেতিয়া সি তাক
কলে, তুমি যিহোৱার বাক্য নমনার কারণে,
দেখা, তুমি মোর ওচরর পরা যোৱামাত্রে এটা
সিংহই তোমাক বধ করিব ; পাছে সি তার
ওচরর পরা যোৱামাত্রে এটা সিংহই তাক পাই
৩৭ বধ করিলে। পাছে সি আরু এটাক পাই কলে,
মোক মারা ; তাতে সেই মানুহটোৱে তাক
এনেকৈ মারিলে, যে, সি মারত খুন হল।
৩৮ পাছে সেই ভাববাদীয়ে টুপ চকুর ওপরত
কাপোর বান্ধি আপোনাকে চিনিব নোৱারা করি,
৩৯ বাটত রজালৈ বাট চাই থাকিল। তার পাছে
রজা ওচরেদি যাওঁতে, সি বজালৈ চিঞঁরি রজাক কলে,
আপোনার দাস ময় যুদ্ধলৈ গলত, দেখোক, এজন
মানুহে ঘূরি আহি মোর ওচরলৈ এটা মানুহক
আনি কলে, এই মানুহটো রাখা ; যদি সি
কেনেবাকৈ হেরায়, তেন্তে তার প্রাণর সলনি
তোমার প্রাণ যাব, নাইবা তুমি এক কিক্কর পরি-
৪০ মাণ রূপ দিব লাগিব। কিন্তু আপোনার দাস
ময় ইফালে সিফালে কামত লাগি থাকোঁতে, সি
গল। তেতিয়া ইস্রায়েলর রজাই তাক কলে, তেন্তে
তোমার তেনে দণ্ড হব ; তুমি নিজেই তাক নিশ্চয়
৪১ করিলা। তাতে সি বেগাই আপোনার চকুর
ওপরর পরা কাপোর গুচালে ; তাতে ইস্রায়েলর
রজাই, সি যে ভাববাদীবিলাকর এজন, তাকে
৪২ চিনি পালে। পাছে সি রজাক কলে, যিহোৱাই
এই কথা কৈছে, ময় যি জনক বিনাশর অর্থে
বর্জিত করিছিলোঁ, তুমি আপোন হাতর পরা
তাক এরি দিলা ; এই কারণে তার প্রাণর সলনি
তোমার প্রাণ, আরু তার প্রজাবিলাকর সলনি
৪৩ তোমার প্রজাবিলাক যাব। তেতিয়া ইস্রায়েলর
রজা বিবর্ণ আরু অসন্তুষ্ট হৈ ঘরলৈ গল,
চমরিয়াত উপস্থিত হল।

আহাবে নাবোতক বধ করি তার দ্রাক্ষাবাড়ী
অধিকার করা।

২১ তার পাছে এই রূপ ঘটনা হল, যে, যিজ্রি-
য়েলীয়া নাবোতর এখন দ্রাক্ষাবাড়ী আ-
ছিল ; সেয়ে যিজ্রিয়েলত চমরিয়ার আহাব রজার
২ রাজগৃহর ওচরতে আছিল। আহাবে নাবোতক
কলে, তোমার দ্রাক্ষাবাড়ীখন মোক দিয়া, ময়
তাক শাকর বাড়ী করিম, কারণ সেয়ে মোর ঘরর
ওচরতে আছে ; ময় তার সলনি তোমাক
তাতকৈ উত্তম আন এখন দ্রাক্ষাবাড়ী দিম,
নাইবা যদি তুমি মনত ভাল পোৱা, তেন্তে তার
৩ মূল্য রূপ তোমাক দিম। তাতে নাবোতে আহা-
বক কলে, ময় যে আপোন পৈতৃক আধিপত্য
আপোনাক দিম, যিহোৱাই তাক নিবারণ
৪ করোক। তেতিয়া, ময় পৈতৃক আধিপত্য আপো-
নাক নিদিওঁ, যিজ্রিয়েলীয়া নাবোতে কোৱা এই
কথার কারণে আহাব বিবর্ণ আরু অসন্তুষ্ট
হৈ আপোন ঘরলৈ আহিল ; আরু শয্যাত
৫ পরি মুখ ঘূরাই অনাহারে থাকিল। কিন্তু
তেওঁর ভার্য্যা ঈজেবলে তেওঁর ওচরলৈ আহি
তেওঁক কলে, তোমার মনত ইমান বেজার
৬ কিয়, যে, তুমি আহার নকরা ? তাতে রজাই
তেওঁক কলে, ময় যিজ্রিয়েলীয়া নাবোতক
কৈছিলোঁ, ধনলৈ তোমার দ্রাক্ষাবাড়ীখন মোক
দিয়া, নতুবা যদি মনত ভাল পোৱা, তেন্তে তার
সলনি আন এখন দ্রাক্ষাবাড়ী তোমাক দিম ;
তাতে সি উত্তর করিলে, ময় আপোন দ্রাক্ষাবাড়ী

৭ তোমাক দিম্‌হঁ। তেতিয়া তেওঁৰ ভাৰ্য্যা ঈজেবলে
কলে, এতিয়া তুমিয়েই জানো ইস্ৰায়েলৰ ওপৰত
ৰজা নোহোৱা? উঠা, ভোজন কৰা, তোমাৰ
মন প্ৰফুল্লিত হওক; যিজ্ৰিয়েলীয়া নাবোতৰ
৮ দ্ৰাক্ষাবাৰী মই তোমাক দিম। পাছে তেওঁ
আহাবৰ নামেৰে পত্ৰ লিখি, আৰু তেওঁৰ
মোহৰেৰে মোহৰ মাৰি নাবোতৰ নগৰত নিবাস
কৰা তেওঁৰ ওচৰচুবুৰীয়া বৃদ্ধ আৰু প্ৰধান লোক-
৯ বিলাকৰ ওচৰলৈ পত্ৰখন পঠাই দিলে। তেওঁ
পত্ৰখনত এই কথা লিখিছিল, তোমালোকে
উপবাস প্ৰচাৰ কৰা, আৰু লোকবিলাকৰ মাজত
১০ নাবোতক ওখ ঠাইত বহুউৱা; আৰু তাৰ ওচৰত
দুটা দুৰ্জ্জন মানুহ বহুউৱা। সেই মানুহ দুটাই
তাৰ অহিতে সাক্ষ্য দি কওক, যে, তুমি ঈশ্বৰক
আৰু ৰজাক শাও দিলা; তাৰ পাছে তোমালোকে
তাক বাহিৰলৈ উলিয়াই নি শিল দলিয়াই বধ
১১ কৰা। পাছে তাৰ নগৰৰ লোকবিলাক, অৰ্থাৎ
সেই নগৰনিবাসী বৃদ্ধ আৰু প্ৰধান লোকবিলাকে
ঈজেবলে সিবিলাকলৈ লিখি পঠোৱাৰ দৰে,
তেওঁ সিবিলাকলৈ পঠাই দিয়া পত্ৰত লিখা
১২ আজ্ঞাৰ দৰে কাৰ্য্য কৰিলে। সিবিলাকে উপবাস
প্ৰচাৰ কৰি লোকবিলাকৰ মাজত নাবোতক ওখ
১৩ ঠাইত বহুৱালে। আৰু দুটা দুৰ্জ্জন মানুহ আহি
তাৰ আগত বহিল; আৰু সেই দুৰ্জ্জন মানুহ
দুটাই নাবোতৰ বিৰুদ্ধে এই সাক্ষ্য দিলে,
নাবোতে ঈশ্বৰক আৰু ৰজাকো শাও দিলে।
তাতে লোকবিলাকে তাক নগৰৰ বাহিৰলৈ লৈ
১৪ গৈ শিল দলিয়াই বধ কৰিলে। পাছে সি-
বিলাকে ঈজেবলৰ ওচৰলৈ মানুহ পঠাই কলে,
১৫ নাবোতলৈ শিল দলিওৱাত, সি মৰিল। তেতিয়া
নাবোৎ শিলৰ দলিত মৰা কথা শুনামাত্ৰে
ঈজেবলে আহাবক কলে, উঠা, যিজ্ৰিয়েলীয়া
নাবোতে ধনলৈ যি দ্ৰাক্ষাবাৰী তোমাক দিবলৈ
অসম্মত আছিল, তাক অধিকাৰ কৰাগৈ;
কিয়নো নাবোৎ জীয়াই থকা নাই, সি মৰিল।
১৬ তেতিয়া নাবোৎ মৰা কথা শুনি আহাবে উঠি
যিজ্ৰিয়েলীয়া নাবোতৰ দ্ৰাক্ষাবাৰী অধিকাৰ
কৰিবলৈ নামি গল।

১৭ পাছে তিচ্‌বীয়া এলিয়াৰ ওচৰলৈ যিহোৱাৰ
১৮ বাক্য আহিল, বোলে, উঠা, চমৰিয়ানিবাসী ইস্ৰা-
য়েলৰ আহাব ৰজাৰ লগত সাক্ষাৎ কৰিবলৈ তুমি
নামি যোৱা; দেখা, তেওঁ নাবোতৰ দ্ৰাক্ষাবাৰীত
আছে; তেওঁ তাক অধিকাৰ কৰিবলৈ তালৈ
১৯ নামি গল। তুমি তেওঁৰ আগত এই কথা কবা,
যিহোৱাই এই কথা কৈছে, তুমি নৰবধ কৰি
আধিপত্যও লৈছা নে? আৰু তুমি তেওঁক কবা,
যিহোৱাই এই কথা কৈছে, যি ঠাইত কুকুৰ-
বোৰে নাবোতৰ তেজ চেলেকি খালে, সেই
ঠাইতে কুকুৰবোৰে তোমাৰো তেজ চেলেকি
২০ খাব। তেতিয়া আহাবে এলিয়াক কলে, হে মোৰ
শত্ৰু, তুমি মোক পালা নে? তাতে তেওঁ কলে,
হয়, পালোঁ; কিয়নো, যিহোৱাৰ দৃষ্টিত যি
বেয়া, তুমি তাকে কৰিবলৈ নিজকে বেচিলা।
২১ দেখা, মই তোমালৈ অমঙ্গল ঘটাম, আৰু তোমাক
একেবাৰে নাশ কৰি পেলাম; আৰু আহাবৰ সম্বন্ধীয়া
প্ৰতিজন পুৰুষক, আৰু ইস্ৰায়েলৰ মাজত বদ্ধ
২২ কি মুক্ত হোৱা উভয়কে উচ্ছন্ন কৰিম; আৰু
যি অসন্তোষজনক কাৰ্য্যেৰে তুমি মোক অসন্তুষ্ট
কৰিলা, আৰু ইস্ৰায়েলক পাপ কৰালা, তাৰ
কাৰণে মই তোমাৰ বংশ, নবাটৰ পুত্ৰেক যাৰ-
বিয়ামৰ বংশৰ নিচিনা, আৰু অহিয়াৰ পুত্ৰেক
২৩ বাচাৰ বংশৰ নিচিনা কৰিম। আৰু যিহোৱাই
ঈজেবলৰ বিষয়েও কলে, যিজ্ৰিয়েলৰ গড়ৰ কোষত
২৪ ঈজেবলকো কুকুৰে খাব। আৰু আহাবৰ যি
কোনো লোক নগৰত মৰিব, তাক কুকুৰবোৰে
খাব; আৰু যি কোনো লোক নগৰৰ বাহিৰত
২৫ মৰিব, তাক আকাশৰ চৰাইবোৰে খাব। (কিন্তু
যি আহাবে যিহোৱাৰ দৃষ্টিত কু-আচৰণ কৰিবলৈ
নিজকে বেচিলে, যাক আপোন ভাৰ্য্যা ঈজেবলে
উদগালে, সেই আহাবৰ নিচিনা আৰু কোনো
২৬ নাছিল। আৰু যিহোৱাই যি ইমোৰীয়াবোৰক
ইস্ৰায়েলৰ সন্তানবিলাকৰ সম্মুখৰ পৰা দূৰ
কৰিলে, সিহঁতৰ সকলো কৰ্ম্মৰ দৰে, তেওঁ প্ৰতিমা-
বোৰৰ পাছত চলোঁতা হৈ অতিশয় ঘিণলগীয়া
২৭ কাৰ্য্য কৰিলে।) আৰু যেতিয়া আহাবে এই-
বিলাক কথা শুনিলে, তেতিয়া তেওঁ আপোনাৰ
কাপোৰ ফালিলে, আৰু গাত চট কাপোৰ পিন্ধি
লঘোন দিলে, আৰু চটত শয়ন কৰিলে, আৰু ধীৰে
২৮ ধীৰে চলিলে। পাছে তিচ্‌বীয়া এলিয়াৰ ওচৰলৈ
২৯ যিহোৱাৰ বাক্য আহিল, বোলে, আহাবে মোৰ
দৃষ্টিত কি ৰূপে নিজকে নম্ৰ কৰিছে, তাক
তুমি দেখিছা নে? তেওঁ মোৰ আগত নিজকে
নম্ৰ কৰিছে; এই হেতুকে মই তেওঁৰ আয়ুৰ
কালত সেই অমঙ্গল নঘটাম, কিন্তু তেওঁৰ পুত্ৰেকৰ
দিনত তেওঁৰ বংশলৈ সেই অমঙ্গল ঘটাম।

অৰামীয়াহঁতে সৈতে আহাব আৰু যিহোচাফটে
যুদ্ধ কৰা। আহাবৰ মৃত্যু।

২২ পাছে তিনি বছৰলৈকে অৰাম আৰু
ইস্ৰায়েলে যুদ্ধ নকৰি ক্ষান্ত হৈ থাকিল।
২ তৃতীয় বছৰত যিহূদাৰ যিহোচাফট ৰজা ইস্ৰা-
৩ য়েলৰ ৰজাৰ ওচৰলৈ আহিল। আৰু ইস্ৰায়েলৰ
ৰজাই আপোন দাসবিলাকক কলে, ৰামোৎ-
গিলিয়দত আমাৰ অধিকাৰ আছে, ইয়াক
তোমালোকে নেজানা নে? তেন্তে অৰামৰ ৰজাৰ
হাতৰ পৰা তাক নলৈ আমি মনে মনে থাকিম

৪ নে? আরু তেওঁ যিহোচাফটক কলে, আপুনি মোৰ
লগত যুদ্ধ কৰিবলৈ ৰামোৎ-গিলিয়দলৈ যাব
নে ? তাতে যিহোচাফটে ইস্ৰায়েলৰ ৰজাক কলে,
আপুনি যেনে,ময়ো তেনে ; মোৰ প্ৰজা যেনে,
আপোনাৰ প্ৰজাও তেনে ; আৰু মোৰ ঘোঁড়াবোৰ
৫ যেনে, আপোনাৰ ঘোঁড়াবোৰো তেনে। পাছে
যিহোচাফটে ইস্ৰায়েলৰ ৰজাৰ আগত আৰু
কলে, ময় বিনয় কৰোঁ, যিহোৱাৰ বাক্য কি,
৬ তাক আজি সোধোক। তাতে ইস্ৰায়েলৰ
ৰজাই ভাববাদীবিলাকক অৰ্থাৎ প্ৰায় চাৰি শ
লোকক গোটাই সিবিলাকক সুধিলে, ময়
ৰামোৎ-গিলিয়দৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ যাম
নে, নাইবা ক্ষান্ত হম? তাতে সিহঁতে কলে,
যাওক ; কিয়নো প্ৰভুৱে মহাৰাজৰ হাতত তাক
৭ সমৰ্পণ কৰিব। পাছে যিহোচাফটে কলে, আমি
যাক সুধিব পাৰোঁ, যিহোৱাৰ এনে কোনো
৮ ভাববাদী আৰু ইয়াত আছে নে ? তাতে ইস্ৰা-
য়েলৰ ৰজাই যিহোচাফটক কলে, আমি যাৰ
দ্বাৰায় যিহোৱাক সুধিব পাৰোঁ, এনে এজন
আৰু আছে; কিন্তু ময় তাক ঘিণ কৰোঁ, কিয়নো
সি মোৰ বিষয়ে মঙ্গলৰ ভাববাণী প্ৰচাৰ নকৰে,
কেৱল অমঙ্গলহে প্ৰচাৰ কৰে ; সি যিম্লাৰ পুতেক
মীখায়া। তাতে যিহোচাফটে কলে, মহাৰাজে
৯ তেনে কথা নকওক। তেতিয়া ইস্ৰায়েলৰ ৰজাই
আপোনাৰ এজন নপুংসকক মাতি আজ্ঞা দি
কলে, যিম্লাৰ পুতেক মীখায়াক বেগাই আনগৈ।
১০ সেই সময়ত ইস্ৰায়েলৰ ৰজা আৰু যিহূদাৰ
যিহোচাফট ৰজাই আপোন আপোন ৰাজবস্ত্ৰ
পিন্ধি চমৰিয়াৰ প্ৰবেশস্থানৰ ওচৰৰ এখন
মুকলি ঠাইত আপোন আপোন সিংহাসনত
বহি আছিল, আৰু আটাই ভাববাদীবিলাকে
তেওঁবিলাকৰ আগত ভাববাণী প্ৰচাৰ কৰি
১১ আছিল। বিশেষকৈ কনানাৰ পুতেক চিদি-
কিয়াই আপোনাৰ নিমিত্তে লোহাৰ শিঙ
এজোৰ সাজি লৈ কলে, যিহোৱাই এই ৰূপে
কৈছে, ইয়াৰ দ্বাৰায় আপুনি অৰামীয়াবিলাকক
১২ সংহাৰ নকৰালৈকে খুঁচি থাকিব। আৰু আন
সকলো ভাববাদীবিলাকেও সেই ৰূপেই ভাববাণী
প্ৰচাৰ কৰি কলে, আপুনি ৰামোৎ-গিলিয়দলৈ
যাওক ; তাতে আপুনি কৃতকাৰ্য্য হব ; কিয়নো
যিহোৱাই তাক মহাৰাজৰ হাতত সোধাই
১৩ দিব। পাছে যি মানুহে মীখায়াক মাতিবলৈ
গৈছিল, সি তেওঁক কলে, দেখা, ভাববাদী-
বিলাকে একে মুখেৰে ৰজাৰ আগত মঙ্গলৰ
কথা কৈছে ; ময় বিনয় কৰোঁ, তোমাৰ বাক্যও
তেওঁবিলাকৰ এজনৰ বাক্যৰ নিচিনা হওক ;
১৪ তুমিও মঙ্গলৰ বাক্য কবা। তাতে মীখায়াই
কলে, যিহোৱাৰ জীৱনৰ শপথ, যিহোৱাই
১৫ মোক যিহকে কব, ময় তাকহে কম। পাছে
তেওঁ ৰজাৰ ওচৰলৈ আহিলত, ৰজাই তেওঁক
সুধিলে, হে মীখায়া, আমি ৰামোৎ-গিলিয়দলৈ
যুদ্ধ কৰিবলৈ যাম নে, নাইবা ক্ষান্ত হম ?
তাতে তেওঁ কলে, যাওক, আপুনি কৃতকাৰ্য্য
হব, আৰু যিহোৱাই তাক মহাৰাজৰ হাতত
১৬ সমৰ্পণ কৰিব। তেতিয়া ৰজাই তেওঁক কলে, তুমি
যিহোৱাৰ নামেৰে মোক কেৱল সত্য বাক্য
কবলৈ, ময় তোমাক কিমান বাৰ শপথ খুৱাম ?
১৭ তাতে তেওঁ কলে, ময় গোটেই ইস্ৰায়েলক ৰখীয়া
নোহোৱা মেৰৰ জাকৰ নিচিনাকৈ পৰ্ব্বতবোৰৰ
ওপৰত ছিন্নভিন্ন হৈ থকা দেখিলোঁ, আৰু
যিহোৱাই কলে, সেইবিলাকৰ গৰাকী নাই ;
সিহঁত প্ৰত্যেকজনে আপোন আপোন ঘৰলৈ কুশলে
১৮ উলটি যাওক। পাছে ইস্ৰায়েলৰ ৰজাই যিহো-
চাফটক কলে, সি মোৰ বিষয়ে মঙ্গলৰ ভাববাণী
প্ৰচাৰ নকৰি কেৱল অমঙ্গলহে প্ৰচাৰ কৰিব,
ইয়াক জানো ময় পূৰ্ব্বেই আপোনাৰ আগত
১৯ কোৱা নাই ? মীখায়াই আৰু কলে, বাৰু,
তুমি যিহোৱাৰ বাক্য শুনা, ময় যিহোৱাক
আপোন সিংহাসনত বহি থকা দেখিলোঁ ; সোঁ-
কালে আৰু বাওঁকালে তেওঁৰ ওচৰত স্বৰ্গৰ সকলো
২০ বাহিনী থিয় হৈ আছে। তাৰ পাছে যিহো-
ৱাই কলে, আহাব গৈ ৰামোৎ-গিলিয়দত
পতিত হবৰ নিমিত্তে কোনে তেওঁৰ প্ৰবৃত্তি
জন্মাব ? তেতিয়া কোনোৱে এক ভাৱে আৰু আন
২১ কোনোৱে আন ভাৱে কলে। শেষত এক আত্মাই
ওলাই আহি যিহোৱাৰ সাক্ষাতে থিয় হৈ কলে,
২২ ময়ে তেওঁৰ প্ৰবৃত্তি জন্মাম। তাতে যিহোৱাই
কলে, কিহেৰে ? সি কলে, ময় গৈ আটাই ভাব-
বাদীবিলাকৰ মুখত মিছা কওঁতা আত্মা হম।
তেতিয়া তেওঁ কলে, হয়, তুমি তেওঁৰ প্ৰবৃত্তি
জন্মাবা, আৰু কৃতকাৰ্য্যও হবা ; ওলাই যোৱা,
২৩ সেই ৰূপে কৰাগৈ। এই হেতুকে দেখা, যিহো-
ৱাই তোমাৰ এই সকলো ভাববাদীবিলাকৰ মুখত
মিছা কওঁতা এক আত্মা দিলে ; কিন্তু যিহোৱাই
২৪ তোমাৰ বিষয়ে অমঙ্গলৰ কথা কলে। তেতিয়া
কনানাৰ পুতেক চিদিকিয়াই ওচৰলৈ আহি
মীখায়াৰ গালত চৰ মাৰি কলে, তোক কথা কবৰ
নিমিত্তে যিহোৱাৰ আত্মা মোৰ পৰা কোন পথেদি
২৫ গল ? তাতে মীখায়াই কলে, দেখা, যি দিনা তুমি
লুকাবৰ নিমিত্তে ভিতৰ খোঁটালিলৈ সোমাই
২৬ যাবা, সেই দিনাই তাক জানিবা। পাছে ইস্ৰা-
য়েলৰ ৰজাই আজ্ঞা কৰিলে, মীখায়াক ধৰি
নগৰৰ অধ্যক্ষ আমোনৰ আৰু ৰাজকোঁৱৰ
২৭ যোৱাচৰ ওচৰলৈ আকৌ লৈ যা, আৰু কবি,
ৰজাই এই ৰূপে কৈছে, ইয়াক বন্দীশালত বন্ধ
কৰি থোৱা, আৰু ময় কুশলে উলটি নাহোঁমানে,

ইয়াক খাবর নিমিত্তে কষ্টযুক্ত অন্ন আরু কষ্টযুক্ত
২৮ জল দিয়া। তাতে মীখায়াই কলে, তুমি যদি
কোনো রূপে কুশলে উলটি আহাঁ, তেন্তে যিহো-
বাই মোর মুখে বাক্য কোৱা নাই। তেওঁ আরু
কলে, হে জাতিবিলাক, ইয়াক সকলোৱে শুনা।
২৯ তার পাছে ইস্রায়েলর রজা আরু যিহূদার
যিহোচাফট রজা রামোৎ-গিলিয়দলৈ গল।
৩০ পাছে ইস্রায়েলর রজাই যিহোচাফটক কলে, মই
অন্য বেশ ধরি যুদ্ধত সোমাম; কিন্তু আপুনি
হলে আপোনার রাজবস্ত্র পিন্ধোক। তেতিয়া
ইস্রায়েলর রজাই আন বেশ ধরি যুদ্ধত সোমাল।
৩১ কিন্তু অরামর রজাই আপোনার রথর অধ্যক্ষ
বত্রিশ জনক এই আজ্ঞা দিছিল, বোলে,
তোমালোকে ইস্রায়েলর রজার বাহিরে সরু
৩২ কি বড় আন কারো লগত যুদ্ধ নকরিবা। এই
হেতুকে রথর অধ্যক্ষবিলাকে যিহোচাফটক দেখি,
অৱশ্যে এয়েঁই ইস্রায়েলর রজা, এই বুলি
তেওঁর লগত যুদ্ধ করিবলৈ একলীয়া হৈ গল;
তাতে যিহোচাফটে এঁটাহ পারিবলৈ ধরিলে।
৩৩ তেতিয়া রথর অধ্যক্ষবিলাকে তেওঁক ইস্রায়েলর
রজা নহয় বুলি জানি, তেওঁর পাছত খেদি
৩৪ যাবলৈ এরিলে। কিন্তু কোনো এটা মানুহে
কোনো জনক মারিবলৈ ধনুর জোঁর টানি দৈব-
ক্রমে ইস্রায়েলর রজার কবচ আরু উদর-রক্ষার
যোড়াত্তে কাঁড় মারিলে; তাতে তেওঁ আপোনার
সারথিক কলে, তোমার হাত ঘুরাই সৈন্যর
মাজর পরা মোক উলিয়াই নিয়া; কিয়নো মই
৩৫ বড়কৈ খুন হলোঁ। সেই দিনা বড় যুদ্ধ হল,
আরু অরামীয়াবিলাকর আগত রজাক রথত
থিয়কৈ রখা হল; কিন্তু গোধূলি পরত
তেওঁর মৃত্যু হল; আরু তেওঁর ঘার তেজ
৩৬ বৈ রথর ভিতরত পরিল। পাছে সূর্য্য মার
যোৱা সময়ত সৈন্যসমূহর মাজত সকলো ফালে
এই কথা চিঁয়রি কোৱা হল, প্রতিজনে আপোন
আপোন নগর আরু আপোন দেশলৈ গুচি
৩৭ যাওক। এই রূপে রজা মরিলত, তেওঁক চমরিয়া-
লৈ অনা হল; আরু লোকবিলাকে চমরিয়াত
৩৮ তেওঁক মৈদাম দিলে। পাছে লোকবিলাকে
চমরিয়ার পুখুরিপারত তেওঁর রথ ধুলত,
যিহোৱার বাক্য অনুসারে কুকুরবোরে তেওঁর
তেজ চেলেকি খালে; সেই কালত বেশ্যা-
৩৯ বোরে তাত গা ধুইছিল। আহাবর অৱশিষ্ট
বৃত্তান্ত, তেওঁর আটাই কার্য্যর, তেওঁ নির্ম্মাণ করা
হাতিদাঁতর গৃহর, আরু তেওঁ দৃঢ় করা আটাই
নগরর কথা জানো ইস্রায়েলর রজাবিলাকর ইতি-
৪০ হাসপুস্তকখনিত লিখা নাই? এই রূপে আহাব
আপোন ওপরপিতৃবিলাকর লগত নিদ্রিত হলত,
তেওঁর পুত্র অহজিয়া তেওঁর পদত রজা হল।

যিহোচাফট আরু অহজিয়ার রাজত্ব।

৪১ ইস্রায়েলর আহাব রজার রাজত্বর চতুর্থ
বছরত, আচার পুত্র যিহোচাফটে যিহূদার ওপরত
৪২ রাজত্ব করিবলৈ ধরিলে। যিহোচাফটে পঁয়ত্রিশ
বছর বয়সত রজা হৈ, যিরূচালেমত পঁচিশ বছর
রাজত্ব করিলে। তেওঁর মাকর নাম চিল্‌হীর
৪৩ জীয়েক অজূবা। যিহোচাফটে আপোন পিতৃ
আচার গোটেই পথত চলিলে; তেওঁ তার পরা
নুঘুরি, যিহোৱার সাক্ষাতে সদাচরণ করিলে।
তথাপি ওখ ঠাইবোর গুচুউৱা নহল; লোক-
বিলাকে তেতিয়াও ওখ ঠাইবোরত বলিদান করি-
৪৪ ছিল আরু ধূপ জলাইছিল। আরু ইস্রায়েলর
রজার লগত যিহোচাফট মিলেরে আছিল।
৪৫ যিহোচাফটর অৱশিষ্ট বৃত্তান্ত, তেওঁ সিদ্ধ করা
পরাক্রম, আরু তেওঁ করা যুদ্ধর কথা জানো
যিহূদার রজাবিলাকর ইতিহাসপুস্তকখনিত লিখা
৪৬ নাই? তেওঁর পিতৃ আচার রাজত্বর কালত
যি নষ্ট* লোকবোর অৱশিষ্ট থাকিছিল, তেওঁ
৪৭ সেইবোরকো দেশর পরা দূর করিলে। সেই কালত
ইদোমত রজা নাছিল; এজন প্রতিনিধিয়ে
৪৮ রাজশাসন করিছিল। পাছে যিহোচাফটে
সোণর নিমিত্তে ওফীরলৈ যাবলৈ তর্চীচর জাহাজ
সজালে; কিন্তু সেই জাহাজবোর নগল, কিয়নো
ইচিয়োন-গেবরত সেইবোর ভাগি থাকিল।
৪৯ তেতিয়া আহাবর পুত্র অহজিয়াই যিহোচাফটক
কলে, আপোনার দাসবিলাকর লগত মোর দাস-
বিলাকো জাহাজত যাওক; কিন্তু যিহোচাফট
৫০ মান্তি নহল। পাছে যিহোচাফট আপোন ওপর-
পিতৃবিলাকর লগত নিদ্রিত হল, আরু আপোন
ওপরপিতৃ দায়ূদর নগরত, আপোন ওপরপিতৃ-
বিলাকর লগত তেওঁক মৈদাম দিয়া হল; পাছে
তেওঁর পুত্র যিহোরাম তেওঁর পদত রজা হল।
৫১ যিহূদার যিহোচাফট রজার রাজত্বর সপ্তদশ
বছরত আহাবর পুত্র অহজিয়াই চমরিয়াত ইস্রা-
য়েলর ওপরত রজা হৈ, ইস্রায়েলর ওপরত দুবছর
৫২ রাজত্ব করিলে। তেওঁ যিহোৱার সাক্ষাতে কু-আচ-
রণ করিলে; তেওঁ আপোন পিতৃমাতৃর পথত,
আরু নবাটর পুত্রেক যারবিয়ামে যিহর দ্বারায়
ইস্রায়েলক পাপ করাইছিল, সেই পথত চলিল।
৫৩ আরু আপোন পিতৃর আটাই কার্য্যর দরেই বালক
পূজা করিলে, তার আগত প্রণিপাত করিলে, আরু
ইস্রায়েলর ঈশ্বর যিহোৱাক বেজার দিলে।

---

* ১৪, ২৪ পদ দ্রষ্টব্য।

# ৰাজাৱলিৰ দ্বিতীয় পুস্তক।

অহজিয়াৰ নৰীয়া আৰু মৃত্যু।

১ আহাবৰ মৃত্যুৰ পাছে, মোৱাবে ইস্রা-
য়েলৰ বিৰুদ্ধে বিদ্রোহ আচৰণ কৰিলে।
২ আৰু অহজিয়া চমৰিয়াত থকা আপোনাৰ ঘৰৰ
ওপৰ খোটালিৰ খিলিকি দুৱাৰেদি পৰি নৰীয়া
হল; তাতে তেওঁ কেইজনমান দূত পঠাই দি
এই কথা কলে, যোৱা, এই নৰীয়াত মই জীম নে
নিজীম, তাক ইক্রোণৰ দেৱতা বাল-জবূবৰ
৩ ওৰিত সোধাগৈ। কিন্তু যিহোৱাৰ দূতে তিচবীয়া
এলিয়াক কলে, তুমি উঠি চমৰিয়াৰ ৰজাৰ
দূতবিলাকৰ লগত সাক্ষাৎ কৰিবলৈ গৈ সিহঁতক
কোৱা, ইস্রায়েলৰ মাজত জানো ঈশ্বৰ নাই, যে,
তোমালোকে ইক্রোণৰ দেৱতা বাল-জবূবৰ ওৰিত
৪ সুধিবলৈ গৈছা? এতেকে যিহোৱাই এই কথা
কৈছে, তুমি যি খাটত উঠি পৰি আছা, তাৰ
পৰা আৰু নেনামিবা, কিন্তু অৱশ্যে মৰিবা;
৫ তাতে এলিয়া গল। পাছে দূতবিলাক ৰজাৰ
ওচৰলৈ উভটি গলত, তেওঁ সিহঁতক সুধিলে,
৬ কিয় উভটি আহিলা? তাতে সিহঁতে তেওঁক
কলে, এজন মানুহে আমাৰ লগত সাক্ষাৎ কৰিব-
লৈ আহি আমাক কলে, যি ৰজাই তোমালোকক
পঠালে, তোমালোকে তেওঁৰ ওচৰলৈ উলটি গৈ
তেওঁক কোৱা, যিহোৱাই এই কথা কৈছে,
ইস্রায়েলৰ মাজত জানো ঈশ্বৰ নাই, যে, তুমি
ইক্রোণৰ দেৱতা বাল-জবূবৰ ওৰিত সুধিবলৈ
মানুহ পঠাইছা? এতেকে তুমি যি খাটত উঠি
পৰি আছা, তাৰ পৰা আৰু নেনামিবা, কিন্তু
৭ অৱশ্যে মৰিবা। তাতে ৰজাই সিহঁতক সুধিলে,
যি মানুহে তোমালোকৰ লগত সাক্ষাৎ কৰিবলৈ
আহি সেই কথা কৈছিল, সেই জন কি ৰকম
৮ মানুহ? সিহঁতে উত্তৰ দি কলে, তেওঁ নোমাল
কাপৰ লোৱা মানুহ, আৰু তেওঁৰ কঁকালত চালৰ
টঙালি বন্ধা আছিল। তাতে ৰজাই কলে, সি
৯ তিচবীয়া এলিয়া। পাছে ৰজাই পঞ্চাশ জন
সেনাই সৈতে পঞ্চাশৰ সেনাপতি এজনক
তেওঁৰ ওচৰলৈ পঠাই দিলে; তাতে সি তেওঁৰ
ওচৰলৈ উঠি গল। তেতিয়া দেখা, এলিয়া
পৰ্ব্বতৰ টিঙত বহি আছিল; সি তেওঁক কলে,
হে ঈশ্বৰৰ মানুহ, ৰজাৰ হুকুম, নামি আহ।
১০ তাতে এলিয়াই পঞ্চাশৰ সেনাপতিক উত্তৰ কৰি
কলে, শুন, যদি মই ঈশ্বৰৰ মানুহ হওঁ, তেন্তে
আকাশৰ পৰা অগ্নি নামি তোক আৰু তোৰ পঞ্চাশ
জন সেনাক গ্রাস কৰোক। তেতিয়া আকাশৰ পৰা
অগ্নি নামি তাক আৰু তাৰ পঞ্চাশ জন সেনাক
১১ গ্রাস কৰিলে। পাছে ৰজাই আকৌ পঞ্চাশ জন
সেনাৰে সৈতে আৰু এজন পঞ্চাশৰ সেনাপতিক
তেওঁৰ ওচৰলৈ পঠালে। তাতে সি তেওঁক কলে,
হে ঈশ্বৰৰ মানুহ, ৰজাৰ হুকুম, বেগাই নামি
১২ আহ। তাতে এলিয়াই উত্তৰ কৰি সিহঁতক কলে,
যদি মই ঈশ্বৰৰ মানুহ হওঁ, তেন্তে আকাশৰ পৰা
অগ্নি নামি তোক আৰু তোৰ পঞ্চাশ জন সেনাক
গ্রাস কৰোক। তেতিয়া আকাশৰ পৰা ঈশ্বৰৰ অগ্নি
নামি, তাক আৰু তাৰ পঞ্চাশ জন সেনাক গ্রাস
১৩ কৰিলে। পাছে ৰজাই আকৌ আন পঞ্চাশ জন
সেনাৰ লগত তৃতীয় পঞ্চাশৰ সেনাপতিক
পঠালে। তাতে সেই তৃতীয় পঞ্চাশৰ সেনা-
পতিয়ে উঠি গৈ এলিয়াৰ ওচৰ পাই, তেওঁৰ
আগত আঁঠু পাৰি বিনয় কৰি কলে, হে ঈশ্বৰৰ
লোক, মই আপোনাক বিনয় কৰোঁ, মোৰ প্রাণ
আৰু আপোনাৰ এই পঞ্চাশ জন দাসৰো প্রাণ
১৪ আপোনাৰ সাক্ষাতে বহুমূল্য যেন হওক। দে-
খোক, আগেয়ে অহা পঞ্চাশৰ সেনাপতি দুজ-
নক, আৰু সিবিলাকৰ দুই পঞ্চাশ সেনাকো
আকাশৰ পৰা অগ্নি নামি গ্রাস কৰি পেলালে;
কিন্তু আপোনাৰ দৃষ্টিত এতিয়া মোৰ প্রাণ বহুমূল্য
১৫ হওক। তাতে যিহোৱাৰ দূতে এলিয়াক কলে, তুমি
ইহাৰ লগত নামি যোৱা, ইহাৰ ভয় নকৰিবা।
পাছে এলিয়া উঠি তাৰ লগত ৰজাৰ ওচৰলৈ
১৬ নামি গল। আৰু তেওঁ ৰজাৰ আগত কলে,
যিহোৱাই এই কথা কৈছে, কথা সুধিবলৈ ইস্রা-
য়েলৰ মাজত জানো ঈশ্বৰ নাই, যে তুমি ইক্রো-
ণৰ দেৱতা বাল-জবূবৰ ওৰিত কথা সুধিবলৈ
দূত পঠাইছিলা? এই হেতুকে তুমি যি খাটত
উঠি পৰি আছা, তাৰ পৰা আৰু নেনামিবা,
১৭ কিন্তু অৱশ্যে মৰিবা। পাছে এলিয়াই কোৱা
যিহোৱাৰ বাক্য অনুসাৰে তেওঁ মৰিল। তাতে
তেওঁৰ পুত্র নথকাত, যিহূদাৰ ৰজা যিহোচা-

কটৰ পুত্ৰ যিহোৰামৰ ৰাজত্বৰ দ্বিতীয় বছৰত
১৮ যিহোৰাম তেওঁৰ পদত ৰজা হল। অহজিয়াৰ
কৰ্ম্মৰ অৱশিষ্ট বৃত্তান্ত ইস্ৰায়েলৰ ৰজাবিলাকৰ
ইতিহাসপুস্তকখনিত জানো লিখা নাই ?

এলিয়া স্বৰ্গলৈ উঠি যোৱা। ইলীচাই আশ্চৰিত কাৰ্য্য কৰা।

২ পাছে, যি সময়ত যিহোৱাই এলিয়াক
ধুমুহা বতাহৰ দ্বাৰায় স্বৰ্গলৈ নিব খুজি-
ছিল, সেই সময়ত এলিয়া ইলীচাই সৈতে গিল্-
২ গলৰ পৰা গৈছিল। এনে সময়ত এলিয়াই ইলী-
চাক কলে, ময় বিনয় কৰোঁ, তুমি ইয়াতে থাকা;
কিয়নো যিহোৱাই মোক বৈৎ-এললৈ পঠাই-
ছে। কিন্তু ইলীচাই তেওঁক কলে, যিহোৱাৰ
জীৱনৰ শপথ, আৰু আপোনাৰ জীয়া প্ৰাণৰ
শপথ, ময় আপোনাক নেৰোঁ; পাছে সিবিলাক
৩ বৈৎ-এললৈ নামি গল। তেতিয়া বৈৎ-এলত
থকা শিষ্য ভাববাদীবিলাকে ইলীচাৰ ওচৰলৈ
ওলাই আহি তেওঁক কলে, যিহোৱাই যে আজি
আপোনাৰ প্ৰভুক আপোনাৰ মূৰৰ ওপৰৰ পৰা
লৈ যাব, তাক আপুনি জানিছে নে? তেওঁ
কলে, হয়, ময় জানিছোঁ; তইঁতে মনে মনে থাক।
৪ পাছে এলিয়াই তেওঁক কলে, হে ইলীচা, ময়
বিনয় কৰোঁ, তুমি ইয়াতে থাকা; কিয়নো
যিহোৱাই মোক যিৰীহোলৈ পঠাইছে। কিন্তু
তেওঁ কলে, যিহোৱাৰ জীৱনৰ শপথ, আৰু
আপোনাৰ জীয়া প্ৰাণৰ শপথ, ময় আপোনাক
নেৰোঁ। পাছে সিবিলাক যিৰীহোলৈ আহিলত,
৫ যিৰীহোত থকা শিষ্য ভাববাদীবিলাকে ইলীচাৰ
ওচৰলৈ আহি তেওঁক কলে, যিহোৱাই যে আজি
আপোনাৰ মূৰৰ ওপৰৰ পৰা আপোনাৰ প্ৰভুক
লৈ যাব, তাক আপুনি জানিছে নে? তেওঁ
কলে, হয়, ময় জানিছোঁ; তইঁতে মনে মনে
৬ থাক। পাছে এলিয়াই তেওঁক কলে, ময়
বিনয় কৰোঁ, তুমি ইয়াতে থাকা; কিয়নো
যিহোৱাই মোক যৰ্দ্দনলৈ পঠাইছে। কিন্তু তেওঁ
কলে, যিহোৱাৰ জীৱনৰ শপথ, আৰু আপোনাৰ
জীয়া প্ৰাণৰ শপথ, ময় আপোনাক নেৰোঁ;
পাছে সিবিলাক দুয়ো আগলৈ গৈ থাকিল।
৭ তেতিয়া শিষ্য ভাববাদীবিলাকৰ মাজৰ পঞ্চাশ
জন গৈ, সিবিলাকে দেখাকৈ কিছু দূৰৈত থিয়
হৈ থাকিল, আৰু সিবিলাক দুজন যৰ্দ্দনৰ পাৰত
৮ থিয় হল। পাছে এলিয়াই আপোনাৰ জামা
মুৰিয়াই লৈ যৰ্দ্দনৰ পানীত কোবালে; তাতে
পানী ইফালে সিফালে বেলেগ হৈ গলত, সিবি-
লাক দুয়ো জমে শুকান মাটিয়েদি পাৰ হৈ গল।
৯ সিবিলাকে পাৰ হৈ যোৱাৰ পাছে, এলিয়াই
ইলীচাক কলে, ময় তোমালৈ কি কৰিম? তো-
মাৰ পৰা মোক নিয়াৰ আগেয়ে তাক মোক
যাজ্ঞা কৰা। তাতে ইলীচাই কলে, মিনতি কৰোঁ,
আপোনাৰ আত্মাৰ দুভাগ মোত থাকোক।
১০ তেওঁ কলে, তুমি দুঃসাধ্য বৰ খুজিলা; তথাপি
তোমাৰ ওচৰৰ পৰা মোক নিয়া সময়ত যদি
তুমি মোক দেখা পোৱা, তেন্তে তোমালৈ সেই
ৰূপে হব; কিন্তু দেখা নেপালে, সেই ৰূপে নহব।
১১ সিবিলাকে এই ৰূপে কথাবাৰ্ত্তা হৈ গৈ থাকোঁ-
তেই, অগ্নিময় এখন ৰথ, আৰু অগ্নিময়
ঘোঁৰা ওলাই আহি, সিবিলাক দুজনক পৃথক
কৰিলে, আৰু এলিয়া ধুমুহা বতাহত স্বৰ্গলৈ
১২ উঠিল। ইলীচাই তাকে দেখি, হে মোৰ পিতৃ,
হে মোৰ পিতৃ, ইস্ৰায়েলৰ ৰথ আৰু তাৰ
অশ্বাৰোহীবিলাক, এই বুলি চিঁয়ৰি কবলৈ
ধৰিলে। পাছে তেওঁ এলিয়াক আৰু দেখা নে-
পালে; তেতিয়া তেওঁ আপোনাৰ জামা ধৰি
১৩ ফালি দোডোখৰ কৰিলে। তেওঁ এলিয়াৰ গাৰ
পৰা পড়া জামা তুলি লৈ, উভটি আহি যৰ্দ্দনৰ
১৪ তীৰত থিয় হল। আৰু তেওঁ এলিয়াৰ গাৰ
পৰা পড়া জামা লৈ পানীত কোবাই কলে,
এলিয়াৰ ঈশ্বৰ যিহোৱা ক'ত? পাছে তেওঁ
পানীত কোবোৱাত, পানী ইফালে সিফালে
বেলেগ হল; তাতে ইলীচাই পাৰ হৈ আহিল।
১৫ তেতিয়া তেওঁ দেখাকৈ থকা যিৰীহোৰ ভাববাদী-
বিলাকে তেওঁক দেখি কলে, এলিয়াৰ আত্মা
ইলীচাত স্থিতি হল; পাছে সিবিলাকে তেওঁৰ
লগত সাক্ষাৎ কৰিবলৈ গৈ, মাটীলৈ মূৰ পৰি
১৬ তেওঁক প্ৰণিপাত কৰিলে। আৰু সিবিলাকে
তেওঁক কলে, দেখোক, আপোনাৰ দাসবিলাকৰ
ইয়াত পঞ্চাশ জন বলৱান মানুহ আছে; আমি
আপোনাক বিনয় কৰোঁ, সিবিলাকে আপোনাৰ
প্ৰভুক বিচাৰিবলৈ যাওক; কিজানি যিহোৱাৰ
আত্মাই তেওঁক দাঙি নি কোনো পৰ্ব্বতত, নাইবা
কোনো উপত্যকাত পেলাই গৈছে। তেওঁ কলে,
১৭ নপঠাবা। তথাপি সিবিলাকে ধৰি থকাত, তেওঁ
লাজ পাই কলে, পঠাই দিয়া। তাতে সিবিলাকে
পঞ্চাশ জন মানুহ পঠাই দিলে; সিবিলাকে
তেওঁক তিন দিনলৈকে বিচাৰিলে, কিন্তু নেপালে।
১৮ পাছে ইলীচা যিৰীহোত থাকোঁতেই সিবিলাক
তেওঁৰ ওচৰলৈ উভটি আহিলত, তেওঁ সিবিলাকক
কলে, নেযাবা বুলি ময় তোমালোকক কৈ-
ছিলোঁ ?

১৯ পাছে নগৰৰ লোকবিলাকে ইলীচাক কলে,
বিনয় কৰোঁ, দেখোক, এই নগৰৰ ঠাই সুন্দৰ,
ইয়াক আমাৰ প্ৰভুৱে দেখিছে; কিন্তু ইয়াৰ
পানী বিষম, আৰু ভূমিও গটী মৰাওঁতা আৰু
২০ পোৱালি বিনষ্ট কৰাওঁতা। তাতে তেওঁ কলে,
মোৰ ওচৰলৈ এটা নতুন বাটি আনা, আৰু তাত

লোণ দিয়া ; পাছে তাক তেওঁর ওচরলৈ অনা
২১ হলত, তেওঁ পানীর ভুমুকর ওরিলৈ গৈ তাত
লোণ পেলাই দি কলে, যিহোৱাই এই রূপে
কৈছে, ময় এই পানী ভাল করিলোঁ ; এতিয়ার
পরা এয়ে মৃত্যুজনক, কি গতী সরাওঁতা, কি
২২ পোৱালি বিনচ কৰোঁতা আৰু নহব। ইলীচাই
কোৱা সেই বাক্য অনুসারে সেই পানী আজি-
লৈকে ভালে আছে।

২৩ পাছে তেওঁ তার পরা বৈৎ-এললৈ উঠি গল ;
তেওঁ বাটেদি উঠি যাওঁতে, কেতৃবিলাক সরু
লরাই নগরর পরা ওলাই আহি তেওঁক বিদ্রূপ
করি কলে, হেরৌ তপা মুরা, উঠি যা ; হেরৌ তপা
২৪ মুরা, উঠি যা। তেতিয়া তেওঁ পাছফাললৈ ঘুরি
সিহঁতলৈ চাই যিহোৱার নামেরে সিহঁতক
শাও দিলে ; তাতে দুজনী ভালুকে কাঠনীর পরা
ওলাই আহি সিহঁতর মাজর ব্যাল্লিশটা লরাক
২৫ চিঙ্গি পেলালে। পাছে তেওঁ সেই ঠাইর পরা
কৰ্ম্মিল পর্ব্বতলৈ গল, আরু তার পরা চমরিয়া-
লৈ উলটি আহিল।

ইস্রায়েলর ওপরত যোরামর রাজত্ব ; তেওঁ
মোৱাবর বিরুদ্ধে যুদ্ধ করা।

৩ যিহূদার রজা যিহোচাফটর রাজত্বর
অষ্টাদশ বছরত আহাবর পুত্র যিহোরামে
চমরিয়াত ইস্রায়েলর ওপরত রজা হৈ বার বছর
২ রাজত্ব করিলে। তেওঁ যিহোৱার সাক্ষাতে কু-
আচরণ করিলে, কিন্তু আপোন পিতৃ মাতৃর
নিচিনাকৈ করা নাছিল ; কিয়নো আপোন
পিতৃয়ে নির্ম্মাণ করা বালর স্তম্ভটো তেওঁ দূর
৩ করিলে। তথাপি নবাটর পুতেক যারবিয়ামে
যিবোর পাপর দ্বারায় ইস্রায়েলক পাপ করাই-
ছিল, সেইবোর পাপত তেওঁ আসক্ত হৈ
থাকিল ; তেওঁ সেইবোরর পরা আঁতর নহল।
৪ মোৱাবর মেচা রজা মের পোহোঁতা লোক
আছিল ; তেওঁ ইস্রায়েলর রজাক করস্বরূপে এক
লাখ মের পোৱালির, আরু এক লাখ মটা মেরর
৫ লোম দিছিল। কিন্তু আহাব মরার পাছে, মোৱা-
বর রজাই ইস্রায়েলর রজার বিরুদ্ধে বিদ্রোহ
৬ আচরণ করিলে। সেই কালত যিহোরাম রজাই
চমরিয়ার পরা ওলাই গৈ ইস্রায়েলর সকলো
৭ লোকবিলাকক গোটালে। আরু তেওঁ যিহূদার
যিহোচাফট রজার ওচরলৈ দূতর দ্বারায় কৈ
পঠালে, বোলে, মোৱাবর রজাই মোর বিরুদ্ধে
বিদ্রোহ আচরণ করিছে ; আপুনি মোর লগত
মোৱাবর বিরুদ্ধে যুদ্ধ করিবলৈ যাব নে ? তাতে
তেওঁ কলে, ময় যাম ; আপুনি যেনে, ময়ো তেনে,
মোর প্রজা যেনে, আপোনার প্রজাও তেনে,
আরু মোর ঘোঁড়াবিলাক যেনে, আপোনার
৮ ঘোঁড়াবিলাকো তেনে। তেওঁ সুধিলে, আমি কোন
বাটেদি যামহঁক ? তাতে তেওঁ কলে, ইদোম
৯ অরণ্যর বাটেদি যাম। পাছে ইস্রায়েলর রজা,
যিহূদার রজা, আরু ইদোমর রজাই যাত্রা
করি সাত দিনর বাট ঘুরি গল। তেতিয়া
তেওঁবিলাকর পাছত যোৱা সৈন্যবিলাকর
আরু পশুবোরর নিমিত্তে পানী নোহো-
১০ রাত, ইস্রায়েলর রজাই কলে, হায় হায়,
মোৱাবর হাতত সমর্পণ করিবর নিমিত্তেহে
যিহোৱাই এই তিনি জন রজাক একেলগে মাতি
১১ আনিলে। কিন্তু যিহোচাফটে কলে, আমি যার
দ্বারায় যিহোৱার ওরিত সুধিব পারোঁ, যিহো-
ৱার এনে কোনো ভাববাদী এই ঠাইত নাই নে ?
তাতে ইস্রায়েলর রজার দাসবিলাকর মাজর
এজনে কলে, এলিয়ার হাতত পানী বাকি দিয়া
১২ চাফটর পুতেক ইলীচা ইয়াত আছে। যিহো-
চাফটে কলে, তেওঁর লগত যিহোৱার বাক্য
আছে। পাছে ইস্রায়েলর রজা, যিহোচাফট,
আরু ইদোমর রজা তেওঁর ওচরলৈ গল।
১৩ তেতিয়া ইলীচাই ইস্রায়েলর রজাক কলে,
তোমার লগত মোর কি সম্পর্ক আছে ? তুমি
আপোন পিতৃর ভাববাদীবিলাকর, আরু মাতৃর
ভাববাদীবিলাকর ওচরলৈ যোৱা। তাতে ইস্রা-
য়েলর রজাই তেওঁক কলে, আপুনি তেনেকৈ
নকব ; কিয়নো মোৱাবর হাতত সমর্পণ করিবর
নিমিত্তে যিহোৱাই এই তিনিও জন রজাক
১৪ একেলগে মাতি আনিলে। ইলীচাই কলে, ময়
যি জনার সাক্ষাতে থিয় হৈ আছোঁ, সেই
বাহিনীবিলাকর যিহোৱার জীৱনর শপথ, যিহূ-
দার যিহোচাফট রজার মুখলৈ ময় নোচোৱা হলে,
তোমালৈ ময় চকু নিদিলোঁহেঁতেন, আরু তোমাক
১৫ নেচালোঁহেঁতেন। যি হওক এতিয়া মোর ওচরলৈ
বাদ্য বজাওঁতা এজনক আনা। পাছে সি বাদ্য
বজাওঁতে, যিহোৱাই ইলীচার ওপরত হাত
১৬ দিলে ; তাতে তেওঁ কলে, যিহোৱাই এই কথা
১৭ কৈছে, এই উপত্যকা খালময় করা। কিয়নো
যিহোৱাই এই কথা কৈছে, তোমালোকে বতাহ
নেদেখিবা আরু বৃষ্টি নেদেখিবা, তথাপি এই
উপত্যকা পানীরে পরিপূর্ণ হব ; তাতে তোমা-
লোক, তোমালোকর পশু, আরু বহন কৰোঁতা
১৮ জন্তুবোরে পানী খাবা। আরু যিহোৱার দৃষ্টিত
ই অতি সরু কথা ; তেওঁ মোৱাবীয়াইতকো তোমা-
১৯ লোকর হাতত সমর্পণ করিব ; তাতে তোমালোকে
গড়েরে আবৃত প্রত্যেক নগর আরু প্রত্যেক উত্তম
নগর উচ্ছন্ন করিবা, প্রত্যেক উত্তম বৃক্ষ কাটি
পেলাবা, পানীর আটাই ভুমুক বন্ধ করিবা,
আরু সকলো উত্তম মাটিকো শিলেরে নষ্ট করি
২০ পেলাবা। পাছে এনে ঘটিল, রাতিপুৱার

নৈবেদ্য উৎসর্গ কৰা সময়ত, দেখা, ইদোমেদি
পানী আহিল, আৰু দেশখন পানীৰে পৰিপূৰ্ণ
২১ হল। ইয়াৰ ভিতৰতে, ৰজাবিলাকে আমাৰ বি-
ৰুদ্ধে যুদ্ধ কৰিবলৈ আহিল বুলি সকলো মোৱা-
বীয়া লোকে শুনিলত, সকলো ঠাইৰ পৰা, যুদ্ধৰ
সাজ পিন্ধিব পৰা আটাই লোকে আৰু আন
আন লোকবিলাকে গোট খাই দেশৰ সীমাত উপ-
২২ স্থিত হল। পাছে সিহঁত ৰাতিপুৱাতে উঠিল;
আৰু সূৰ্য্যৰ ৰশ্মি পানীৰ ওপৰত পড়িলত,
সিহঁতে আপোনাবিলাকৰ সম্মুখত থকা পানী
২৩ তেজৰ দৰে ৰঙা যেন দেখিলে। তাতে সিহঁতে
কলে,সৌৱা দেখা,তেজ; সেই ৰজাবিলাক অৱশ্যে
নষ্ট হল, সিহঁতে মৰামৰি কৰিলে ; এই হেতুকে
২৪ হে মোৱাব, লুট কৰিবলৈ যোৱা। পাছে, সিহঁত
ইস্ৰায়েলৰ ছাউনিলৈ আহিলত, ইস্ৰায়েল
লোকবিলাকে উঠি মোৱাবীয়াবিলাকক এনেকৈ
আঘাত কৰিলে, যে, সিহঁত সিবিলাকৰ আগৰ
পৰা পলাই গল ; তাতে ইস্ৰায়েলে সিহঁতক
প্ৰহাৰ কৰি কৰি গৈ সিহঁতৰ দেশত সোমাল।
২৫ পাছে সিবিলাকে নগৰবোৰ ভাজি পেলালে;
আৰু সিবিলাক প্ৰতিজনে উত্তম উত্তম মাটীৰ
ওপৰত শিল পেলাই সেইবোৰ পুতিলে,
আটাই ভুমুক বন্ধ কৰিলে, আৰু আটাই উত্তম
উত্তম গছ কাটি পেলালে ; সিবিলাকে এনেকৈ
কৰিলে, যে, কেৱল কীৰ-হেৰচত্‌ছে তাৰ শিল-
বোৰ অৱশিষ্ট ৰাখিলে ; কিন্তু ফিঙা মৰা-
বিলাকে তাৰ চাৰিওফালে গৈ তালৈ শিল দলি-
২৬ য়ালে। পাছে মোৱাবৰ ৰজাই আপোনাৰ
বিৰুদ্ধে যুদ্ধ বড় টান হোৱা দেখি, ইদোমৰ
ৰজাৰ ওচৰলৈ ভেদ কৰি যাবৰ নিমিত্তে আপো-
নাৰ লগত সাত শ তৰোৱাল ধৰা সেনা ললে ;
২৭ কিন্তু সিহঁতে নোৱাৰিলে। তেতিয়া তেওঁ
আপোন ৰাজপদৰ উত্তৰাধিকাৰী বড় পুতেকক
লৈ গড়ৰ ওপৰত হোমবলি দিলে। আৰু ইস্ৰা-
য়েলৰ বিৰুদ্ধে অতিশয় ক্ৰোধ হল ; তাতে সিবি-
লাকে তেওঁৰ ওচৰৰ পৰা যাত্ৰা কৰি আপোন
দেশলৈ উভটি গল।

**ইলীচাই তেল ভৰোৱা, লৰা এটীক পুনৰায়
জীউৱা আদি কৰা আশ্চৰিত কাৰ্য্য।**

৪ এদিন শিষ্য ভাববাদীবিলাকৰ মাজৰ
এজনৰ তিৰুতাই মাত লগাই ইলীচাক কলে,
আপোনাৰ দাস মোৰ স্বামী মৰিল ; আপুনি
জানে, যে, তেওঁ যিহোৱাৰ ভয়কাৰী লোক
আছিল; এতিয়া মহাজনে মোৰ পুত্ৰ দুটীক নিজৰ
বন্দী কৰি লবৰ নিমিত্তে নিবলৈ আহিছে।
২ তাতে ইলীচাই তাইক সুধিলে, ময় তোমাৰ
নিমিত্তে কি কৰিব পাৰোঁ ? কোৱাচোন, তোমাৰ
ঘৰত কি আছে ? তাই কলে, ঘৰত একুপা তেলৰ
বাহিৰে আপোনাৰ বেটীৰ আৰু একোৱেই
৩ নাই। তেতিয়া তেওঁ কলে, তেন্তে যোৱা, বাহিৰৰ
পৰা, আপোনাৰ আটাই ওচৰচুবুৰীয়াবিলাকৰ
পৰা সুদা পাত্ৰ খুজি আনাগৈ, তাকৰকৈ
৪ নানিবা। পাছে তোমাৰ পোৱাঁহঁতে৷ সৈতে
ভিতৰলৈ গৈ দুৱাৰ বন্ধ কৰিবা, আৰু সেই
পাত্ৰবোৰত তেল ঢালিবা ; আৰু এটা এটা পাত্ৰ
৫ ভৰিলে একলীয়াকৈ থবা। তাৰ পাছে সেই
তিৰুতা তেওঁৰ ওচৰৰ পৰা গল ; আৰু আপোনাৰ
পুতেকহঁতে সৈতে তাই সোমাই দুৱাৰ বন্ধ
কৰিলত, সিহঁতে বাৰে বাৰে পাত্ৰ নি দিলে,
৬ আৰু তাই তেল ঢালিলে। সকলো পাত্ৰ ভৰাৰ
পাছে তাই পুতেকক কলে, আৰু পাত্ৰ দে ;
তাতে পুতেকে কলে, আৰু পাত্ৰ নাই। তেতিয়া
৭ তেলৰ ধাৰ বন্ধ হল। পাছে তাই আহি ঈশ্বৰৰ
লোকৰ আগত সংবাদ দিলে ; তাতে তেওঁ কলে,
যোৱা, তেল বেচি তোমাৰ ধাৰ সুজাগৈ, আৰু
অৱশিষ্ট যি থাকিব, তাৰে তোমাৰ আৰু তোমাৰ
পোৱাঁহঁতৰ জীবিকা চলাবা।
৮ আৰু এদিন ইলীচা চূনেমলৈ গৈছিল ; তাত
এজনী চহকী তিৰুতা আছিল; আহাৰ কৰিবলৈ
তাই তেওঁক মিনতিৰে ধৰাত, তেওঁ তাত আহাৰ
কৰিলে। এই হেতুকে তেওঁ যিমান বাৰ সেই
বাটেদি যায়, সিমান বাৰ আহাৰ কৰিবৰ অৰ্থে
৯ তাত সোমায়। তাৰ পাছে সেই তিৰুতাই
আপোন স্বামীক কলে, দেখা, ময় জানিছোঁ, যে,
আমাৰ বাটেদি অহাযোৱা কৰা মানুহ জন
১০ ঈশ্বৰৰ এজন পবিত্ৰ লোক। এই হেতুকে আহাঁ,
আমি তেওঁৰ নিমিত্তে দেৱালৰ ওপৰত এটা সৰু
খোঁটালি সাজোঁ; আৰু তাৰ ভিতৰত এখন মেজ,
এখন খাট, এখন আসন, আৰু এটা গচা ৰাখোঁ;
তেওঁ আমাৰ ইয়ালৈ আহিলে সেই ঠাইতে
১১ থাকিব। পাছে এদিন ইলীচাই সেই ঠাইলৈ গৈ,
১২ সেই খোঁটালিত সোমাই শয়ন কৰিলে। তাৰ
পাছত তেওঁ আপোন দাস গেহজীক মাতি
কলে, তুমি সেই চূনেমিয়ানীক মাতা ; তাতে সি
তাইক মাতিলত, তাই তেওঁৰ আগত থিয় হল।
১৩ তেতিয়া ইলীচাই গেহজীক কলে, তাইক কোৱা,
দেখা, তুমি আমাৰ নিমিত্তে এই সকলো চিন্তা
কৰিলা ; এতিয়া তোমাৰ নিমিত্তে কি কৰিব
লাগে ? ৰজাৰ আগত, নাইবা প্ৰধান সেনাপতিৰ
আগত নিবেদন কৰিবলৈ তোমাৰ কিবা কথা
আছে নে ? তাই উত্তৰ কৰি কলে, ময় আপোন
১৪ লোকবিলাকৰ মাজত আছোঁ। পাছে ইলীচাই
কলে, তেন্তে তাইৰ নিমিত্তে কি কৰা যাব ?
গেহজীয়ে উত্তৰ কৰিলে, স্বৰূপেই তাইৰ এটীও
সন্তান নাই, আৰু তাইৰ স্বামীও বৃদ্ধ হল।

১৫ ইলীচাই কলে, তাইক মাতা। তাতে তাইক
মাতিলত, তাই আহি দুৱাৰমুখত থিয়
১৬ হল। তেতিয়া ইলীচাই কলে, এই ঋতুত, এই
সময় পুনৰায় উপস্থিত হলে, তুমি এটা পুত্র
কোলাত লবলৈ পাবা। কিন্তু তাই কলে, নহয়
নহয়, হে মোৰ প্রভো, হে ঈশ্বৰৰ লোক, আপো-
১৭ নাৰ বেটীৰ আগত মিছা কথা নকব। পাছে
ইলীচাৰ বাক্য অনুসাৰে সেই তিৰুতাই গর্ভধাৰণ
কৰি, সেই ঋতুত, সেই সময় পুনৰায় উপস্থিত
১৮ হলত, এটা পুত্র প্রসৱ কৰিলে। তাৰ পাছে
লৰাটো কিছু ডাঙৰ হলত, সি এদিন শস্য
দোৱাবিলাকৰ ওচৰলৈ আপোন বাপেকৰ
১৯ গুৰিলৈ ওলাই গল। পাছে সি বাপেকক কলে,
মোৰ মুৰ বিষাইছে, মুৰ বিষাইছে। তাতে
বাপেকে আপোন দাসক কলে, ইয়াক দাঙি
২০ মাকৰ ওচৰলৈ লৈ যা। পাছে সি তাক দাঙি
মাকৰ ওচৰলৈ আনিলত, লৰাটো দুপৰলৈকে
২১ মাকৰ কোলাত বহি থাকি পাছে মৰিল। তেতিয়া
মাকে তাক ওপৰলৈ লৈ গৈ ঈশ্বৰৰ লোকৰ
খাটত শুৱাই থলে, আৰু পাছত দুৱাৰ বন্ধ
২২ কৰি বাহিৰলৈ আহিল। পাছে তাই আপোন
গিৰিয়েকক ৰিঙিয়াই কলে, বিনয় কৰোঁ,
ময় ঈশ্বৰৰ লোকৰ ওচৰৰ পৰা বেগাই উলটি
আহিবৰ নিমিত্তে, তুমি দাসবিলাকৰ মাজৰ
এটাক, আৰু এজনী গাধ মোৰ এখেলৈ পঠাই
২৩ দিয়া। তাতে সি কলে, তুমি আজি তেওঁৰ
ওচৰলৈ কিয় যোৱা? আজি ন জোন, বা
বিশ্রামদিনো নহয়। তাই কলে, ভালেই হব।
২৪ তেতিয়া তাই গাধ সজাই আপোন দাসক
কলে, চলাই লৈ বল; ময় নকওঁমানে বেগাই
২৫ খেদিবলৈ নেৰিবি। পাছে তাই গৈ কর্মিল
পর্ব্বতত ঈশ্বৰৰ লোকৰ ওচৰ পাওঁতে, ঈশ্বৰৰ
লোকে তাইক দুৰৈতে দেখি, আপোন দাস
২৬ গেহজীক কলে, সৌৱা দেখা, চুনেমিয়ানী; তুমি
ওচৰলৈ লৰ মাৰি গৈ, তোমাৰ মঙ্গল, তোমাৰ
স্বামীৰ মঙ্গল, আৰু লৰাটিৰ মঙ্গল নে? এই
বুলি সোধাগৈ। তাই উত্তৰ দি কলে, মঙ্গল।
২৭ পাছে তাই পর্ব্বতলৈ ঈশ্বৰৰ লোকৰ ওচৰলৈ
চাপি গৈ তেওঁৰ ভৰিত ধৰিলে। তাতে গেহজীয়ে
তাইক খেদিবৰ নিমিত্তে ওচৰলৈ আহিল, কিন্তু
ঈশ্বৰৰ লোকে কলে, তাইক থাকিবলৈ দিয়া;
কিয়নো তাইৰ প্রাণ শোকাকুল; আৰু যিহোৱাই
মোৰ পৰা তাক গুপুতে ৰাখি মোক জনোৱা
২৮ নাই। তেতিয়া সেই তিৰুতাই কলে, মোৰ প্রভুৰ
ওৰিত ময় জানো পুত্র খুজিছিলোঁ? মোক
প্রবঞ্চনা নকৰিব, এই বুলি ময় জানো কোৱা
২৯ নাই? তেতিয়া তেওঁ গেহজীক কলে, তোমাৰ
কঁকাল বান্ধি মোৰ এই লাখুটি হাতত লৈ
যোৱা; তুমি কোনো মানুহৰ লগ পালে তাক
মঙ্গলবাদ নকৰিবা; আৰু কোনোৱাই তোমাক
মঙ্গলবাদ কৰিলে, তুমি তাক পুনৰায় মঙ্গলবাদ
নকৰিবা; আৰু লৰাটিৰ মুখৰ ওপৰত মোৰ
৩০ এই লাখুটি ৰাখিবা। তাতে লৰাৰ মাকে কলে,
যিহোৱাৰ জীৱনৰ শপথ, আৰু আপোনাৰ জীৱা
প্রাণৰ শপথ, ময় আপোনাক নেৰোঁ। তেতিয়া
৩১ তেওঁ উঠি তাইৰ পাছে পাছে আহিল। ইয়াৰ
ভিতৰতে গেহজীয়ে সিবিলাকৰ আগ হৈ আহি,
লৰাটিৰ মুখৰ ওপৰত সেই লাখুটি ৰাখিলে;
তথাপি কোনো শবদ, বা কাণ দিয়াৰ লক্ষণ
পোৱা নগল। এই হেতুকে গেহজীয়ে উলটি
গৈ তেওঁৰ সাক্ষাৎ হৈ তেওঁক কলে, লৰা সাৰ
৩২ পোৱা নাই। পাছে ইলীচাই সেই ঘৰলৈ আহি
দেখিলে, যে, লৰাটো মৰা, আৰু তেওঁৰ শয্যাত
৩৩ তাক শুৱাই ৰখা হৈছে। তেতিয়া তেওঁ ভিতৰত
সোমাল, আৰু সিবিলাক দুজনক বাহিৰত ৰাখি
দুৱাৰ জঁপাই যিহোৱাৰ আগত প্রার্থনা কৰিলে।
৩৪ আৰু তেওঁ খাটত উঠি লৰাটিৰ ওপৰত শয়ন
কৰিলে; তেওঁ তাৰ মুখৰ ওপৰত আপোন মুখ,
তাৰ চকুৰ ওপৰত চকু, আৰু তাৰ হাতৰ তলুৱাৰ
ওপৰত হাতৰ তলুৱা ৰাখি, তাৰ ওপৰত দীঘল
হৈ পড়িল; তাতে লৰাটিৰ গা গৰম হৈ
৩৫ উঠিল। পাছে তেওঁ উলটি আহি ঘৰৰ ভিতৰত
এবাৰ ইফালসিফালকৈ ফুৰিলে; পাছত পুনৰায়
উঠি গৈ তাৰ ওপৰত দীঘল হৈ পড়িল; তাতে
লৰাটিয়ে সাতবাৰ হাঁচি মাৰিলে, আৰু লৰাটিয়ে
৩৬ চকুও মেলিলে। তেতিয়া তেওঁ গেহজীক মাতি
কলে, সেই চুনেমিয়ানীক মাতা; সি তাইক
মাতিলত, সেই তিৰুতা তেওঁৰ ওচৰত উপস্থিত
হল; তাতে তেওঁ কলে, তোমাৰ পোৱাঁক লোৱা।
৩৭ তেতিয়া সেই তিৰুতাই ভিতৰলৈ গৈ তেওঁৰ ভৰিৰ
তলত পড়ি ভূমিত মুখ দি প্রণিপাত কৰিলে, আৰু
আপোন পুতেকক তুলি লৈ বাহিৰলৈ আহিল।
৩৮ পাছে ইলীচা আকৌ গিল্গললৈ আহিল;
সেই কালত দেশত আকাল হৈছিল; তেতিয়া
শিষ্য ভাববাদীবিলাক তেওঁৰ আগত বহি
আছিল; এনেতে তেওঁ আপোন দাসক আজ্ঞা
দি কলে, বড় চৰু বহাই শিষ্য ভাববাদীবিলাকৰ
৩৯ নিমিত্তে আঞ্জা ৰান্ধা। সেই সময়ত সিবিলাকৰ
এজনে শাক বুটলিবৰ নিমিত্তে পথাৰলৈ গল,
আৰু বনৰীয়া লতা পাই, তাৰ গুটী চিডি কোচ
ভৰাই আনি, তাক কুটি কুটি আঞ্জাৰ চৰুত
দিলে; কিন্তু সেয়ে কি, তাক সিবিলাকে নে-
৪০ জানিলে। পাছে মানুহবিলাকে ভোজন কৰিবৰ
নিমিত্তে তাক বাঢ়ি দিয়া হলত, সিবিলাকে
সেই আঞ্জা মুখত দিয়ামাত্রকে চিঞৰ মাৰি কলে,
হে ঈশ্বৰৰ লোক, চৰুত মৃত্যু আছে; সিবিলাকে

৪১ তাক ভোজন কৰিব নোৱাৰিলে। কিন্তু তেওঁ
কলে, তেন্তে কিছু আটাগুৰি আনা। পাছে
তেওঁ তাক চৰুত পেলাই দি কলে, এতিয়া
লোকবিলাকৰ নিমিত্তে তাক বাঢ়ি দিয়া, সিবি-
লাকে খাওক; তাতে চৰুত একোৱেই বিষম
নেথাকিল।
৪২ এদিন বাল-চালিচাৰ পৰা এজন মানুহে
ঈশ্বৰৰ লোকৰ নিমিত্তে, প্ৰথমে পকা শস্য যৱ
ধানৰ বিশটা পিঠা আৰু নতুন চেঁই জোলোঙাত
ভৰাই আনিলে। তাতে ইলীচাই কলে, ইয়াক
৪৩ লোকবিলাকক দিয়া, সিবিলাকে খাওক। তাতে
তেওঁৰ দাসে কলে, কি! ময় এইখিনিকে এশ
লোকৰ আগত থম নে? কিন্তু তেওঁ কলে, তাক
লোকবিলাকক দিয়া, সিবিলাকে খাওক; কিয়নো
যিহোৱাই এই ৰূপে কৈছে, সিবিলাকে খায়ো
৪৪ তাৰ বাকী এৰিব। এই হেতুকে, সি সিবিলাকৰ
আগত তাক দিলত, সিবিলাকে তাক খায়ো
যিহোৱাৰ বাক্যৰ দৰে তাৰ বাকী এৰিলে।

ইলীচাই কুষ্ঠৰোগী নামানক সুস্থ কৰা।

৫ অৰামীয়া ৰজাৰ প্ৰধান সেনাপতি নামান
আপোন প্ৰভুৰ সাক্ষাতে মহান আৰু মৰ্য্যাদা
পোৱা লোক আছিল: কিয়নো তেওঁৰেই
দ্বাৰায় যিহোৱাই অৰামীয়াবিলাকক জয়যুক্ত
কৰিছিল; সেই পুৰুষ পৰাক্ৰমী বীৰ, কিন্তু
২ কুষ্ঠৰোগী আছিল। এক সময়ত অৰামীয়া
লোকে দলে দলে ওলাই আহোঁতে, ইস্ৰায়েল
দেশৰ পৰা এজনী সৰু ছোৱালী বন্দী কৰি
নিছিল; তাই নামানৰ ভাৰ্য্যাৰ আল ধৰিছিল।
৩ তাই আপোন অধিকাৰিণীক কলে, চমৰিয়াত
থকা ভাববাদীৰ লগত মোৰ প্ৰভুৱে সাক্ষাৎ
কৰিলে বড় ভাল হয়! তাকে কৰিলে,
তেওঁ কুষ্ঠ ৰোগৰ পৰা তেওঁক সুস্থ কৰিব।
৪ পাছে তেওঁ ভিতৰলৈ গৈ আপোন প্ৰভুক
কলে, ইস্ৰায়েল দেশৰ পৰা অনা সেই ছোৱালী
৫ জনীয়ে এই এই ৰূপ কথা কলে। তাতে অৰামৰ
ৰজাই কলে, তেন্তে তুমি যোৱাগৈ; ময় ইস্ৰা-
য়েলৰ ৰজালৈ এখন পত্ৰ পঠাওঁ। তেতিয়া তেওঁ
আপোনাৰ লগত দহ কিক্কৰ ৰূপ, ছয় হাজাৰ
চেকল সোণ, আৰু দহ যোৰ কাপড় লৈ যাত্ৰা
৬ কৰিলে। আৰু তেওঁ ইস্ৰায়েলৰ ৰজাৰ ওচৰলৈ
পত্ৰখন লৈ আহিল; তাৰ ভিতৰত এই কথা লিখা
আছিল, “আৰু এই পত্ৰ আপোনাৰ ওচৰ পালে,
ময় যে আপোন দাস নামানক কুষ্ঠ ৰোগৰ পৰা
সুস্থ হবৰ নিমিত্তে আপোনাৰ ওচৰলৈ পঠাইছোঁ,
৭ ইয়াকে জানিব।” সেই পত্ৰ পঢ়ামাত্ৰে ইস্ৰা-
য়েলৰ ৰজাই আপোনাৰ কাপড় ফালি কলে,
মাৰিবলৈ আৰু জীয়াবলৈ ময় জানো ঈশ্বৰ,
যে, এই মানুহে এটা মানুহক তাৰ কুষ্ঠ ৰোগৰ
পৰা সুস্থ কৰিবলৈ মোৰ ওচৰলৈ আজ্ঞা
পঠাইছে? কিন্তু বিনয় কৰোঁ, তোমালোকে
বিবেচনা কৰি চোৱা, সি মোৰ বিৰুদ্ধে ছিদ্ৰ
৮ পাবলৈ ছল বিচাৰিছে। পাছে, ইস্ৰায়েলৰ
ৰজাই কাপড় ফলা কথা ঈশ্বৰৰ লোক ইলীচাই
শুনি ৰজাৰ ওচৰলৈ এই কথা কৈ পঠালে,
তুমি আপোন বস্ত্ৰ কিয় ফালিলা? সেই
মানুহ মোৰ এখেলৈ আহোক; তাতে ইস্ৰায়েলৰ
মাজত যে এজন ভাববাদী আছে, তাক সি
৯ জানিব। তাতে নামান আপোনাৰ ঘোঁৰাবোৰ
আৰু আপোনাৰ ৰথে সৈতে আহি ইলীচাৰ
১০ ঘৰৰ দুৱাৰমুখত থিয় হল। তেতিয়া ইলীচাই
তেওঁৰ ওচৰলৈ এজন দূত পঠাই কলে, তুমি গৈ
যৰ্দ্দন নদীত সাতবাৰ জোবোৱা মাৰাগৈ; তাতে
তোমাৰ গাৰ মঙহ আগৰ নিচিনা হব, আৰু
১১ তুমি শুচি হবা। কিন্তু নামানে খং উঠি গুচি
গল, আৰু কলে, দেখা, ময় ভাবিছিলোঁ, তেওঁ
অৱশ্যে ওলাই মোৰ ওচৰলৈ আহিব, আৰু
থিয় হৈ আপোন ঈশ্বৰ যিহোৱাৰ নামেৰে
প্ৰাৰ্থনা কৰি কুষ্ঠৰ ঠাইত হাত বুলাই কুষ্ঠৰোগীক
১২ সুস্থ কৰিব। ইস্ৰায়েলৰ আটাই জলতকৈ দম্মে-
চকৰ অবানা আৰু পৰ্পৰ নদী জানো উত্তম নহয়?
ময় জানো সেইবোৰত জোবোৱা মাৰি শুচি হব
নোৱাৰিম? এই বুলি তেওঁ মুখ ঘূৰাই খঙেৰে
১৩ গুচি গল। কিন্তু তেওঁৰ দাসবিলাকে ওচৰ চাপি
নিবেদন কৰি কলে, হে পিতৃ, সেই ভাববাদীয়ে
কোনো মহৎ কৰ্ম্ম কৰিবৰ আজ্ঞা আপোনাক কৰা
হলে, আপুনি তাক নকৰিলেহেঁতেন নে? এই
হেতুকে, “জোবোৱা মাৰি শুচি হোৱা,” তেওঁ
আপোনাক এই আজ্ঞা দিয়াত, আপুনি জানো
১৪ তাক কৰিব নোৱাৰে? তেতিয়া তেওঁ ঈশ্বৰৰ
লোকৰ আজ্ঞাৰ দৰে যৰ্দ্দনত সাতবাৰ ডুব
মাৰিলে; তাতে তেওঁৰ গাৰ মঙহ সৰু লৰাৰ গাৰ
১৫ মঙহৰ নিচিনা হল, আৰু তেওঁ শুচি হল। পাছে
নামানে আপোনাৰ সঙ্গী আটাই লোকবিলাকে
সৈতে ঈশ্বৰৰ লোকৰ ওচৰলৈ উভটি আহি, তেওঁৰ
আগত থিয় হৈ কলে, দেখোক, ময় এতিয়া
জানিলোঁ, যে, গোটেই পৃথিৱীত আৰু কতো
ঈশ্বৰ নাই, কেৱল ইস্ৰায়েলৰ মাজতহে আছে;
এই হেতুকে ময় বিনয় কৰোঁ, আপোনাৰ এই
১৬ দাসৰ পৰা এটা উপহাৰ গ্ৰহণ কৰোক। কিন্তু তেওঁ
কলে, ময় যি জনাৰ সাক্ষাতে থিয় হৈ আছোঁ,
সেই যিহোৱাৰ জীৱনৰ শপথ, ময় একোকে গ্ৰহণ
নকৰোঁ। তাক গ্ৰহণ কৰিবলৈ নামানে তেওঁক
বহুৎ মিনতি কৰি কলতো, তেওঁ মান্তি নহল।
১৭ পাছে নামানে কলে, তেন্তে যদি নহয়, তেন্তে
দুটা খছৰৰ বোজাৰ মাটি আপোনাৰ এই

দাসক দিয়া হওক; কিয়নো আজির পরা
আপোনার এই দাসে যিহোৱার বাহিরে কোনো
ইতর দেৱতার উদ্দেশে হোম বা বলিদান আরু
১৮ নকরিব। কেৱল এই বিষয়ত যিহোৱাই আপো-
নার এই দাসক ক্ষমা করোক; যেতিয়া মোর
প্রভুৱে সেৱা করিবর অর্থে রিম্মোনর গৃহত
সোমাই মোর হাতত ভর দিয়ে, আরু ময় রিম্মো-
নর গৃহত প্রণিপাত করোঁ, তেতিয়া ময় রিম্মোনর
গৃহত প্রণিপাত করা সেই কথাত যিহোৱাই
১৯ আপোনার এই দাসক ক্ষমা করোক। তাতে ইলী-
চাই তেওঁক কলে, কুশলে যোৱা। তেতিয়া তেওঁ
ইলীচার ওচরর পরা ওলাই কিছু বাট গল।
২০ কিন্তু ঈশ্বরর লোক ইলীচার দাস গেহজীয়ে
কলে, দেখা, মোর প্রভুলৈ সেই অরামীয়া
নামানে যি আনিছিল; তাক তেওঁর হাতর পরা
নোলোৱাকৈ তেওঁক মোর প্রভুৱে এনেই এড়ি
দিলে; কিন্তু যিহোৱার জীৱনর শপথ, ময় তেওঁর
পাছে পাছে লড়ি গৈ তেওঁর পরা কিছু লওঁগৈ;
২১ এই বুলি গেহজী নামানর পাছে পাছে লড়ি
গল। তাতে নামানে তাক আপোনার পাছত
লড়ি আহিবর দেখি, তারে সৈতে সাক্ষাৎ হবর
নিমিত্তে রথর পরা নামি সুধিলে, মঙ্গল নে?
২২ তাতে সি কলে, মঙ্গল; মোর প্রভুৱে এই কথা
কৈ মোক পঠালে, দেখোক, এতিয়াই ইফ্রয়িম
পর্ব্বতীয়া অঞ্চলর পরা শিষ্য ভাববাদীবিলাকর
মাজর দুজন ডেকা মোর এখেলৈ আহিছে; ময়
বিনয় করোঁ, সিবিলাকলৈ এক কিক্কর রূপ আরু
২৩ দোযোড়া কাপড় দিওক। তাতে নামানে কলে,
দুই কিক্কর রূপ লোৱা; এই বুলি তেওঁ তাক
বড়কৈ ধরি, দোযোড়া কাপড়ে সৈতে দুটা
থৈলাত দুই কিক্কর রূপ বান্ধি আপোনার দুটা
বন্দীর কান্ধত দিলত, সিহঁতে তার আগে আগে
২৪ বৈ আনিলে। পাছে পর্ব্বত পালত, সি সিহঁতর
হাতর পরা সেইবোর লৈ ঘরর ভিতরত থলে;
আরু সি সেই মানুহ দুটাক বিদায় দিলত, সিহঁত
২৫ গুচি গল। পাছে সি ভিতরলৈ গৈ আপোন
প্রভুর আগত থিয় হল। তেতিয়া ইলীচাই তাক
সুধিলে, হে গেহজী, তুমি ক'র পরা আহিলা?
সি কলে, আপোনার দাস কলৈকো যোৱা নাই।
২৬ কিন্তু তেওঁ তাক কলে, যেতিয়া সেই মানুহে তোমার
লগত সাক্ষাৎ করিবলৈ আপোন রথর পরা
নামিল, তেতিয়া তালৈ জানো মোর মন যোৱা
নাই? ধন লবর, আরু বস্ত্র, জিতবৃক্ষর বাড়ী,
দ্রাক্ষাবাড়ী, মের, গরু, আরু বন্দী বেটী লবর
২৭ জানো সময় এই? এই হেতুকে নামানর কুষ্ঠ-
রোগ তোমাত আরু তোমার বংশত সদায় লাগি
থাকিব। তাতে গেহজী হিমর নিচিনা বগা কুষ্ঠ-
রোগী হৈ তেওঁর আগর পরা ওলাই আহিল।

ইলীচাই কুঠার এখন ওপঙোৱা। তেওঁ অরা-
মীয়াহঁতর বিরুদ্ধে করা কার্য্য।

৬ এদিন শিষ্য ভাববাদীবিলাকে ইলীচাক
কলে, দেখোক, আপুনি দেখাতে আমি এই
যি ঠাইত বাস করিছোঁহঁক, এয়ে আমার
২ নিমিত্তে অতি ঠেক। বিনয় করোঁ, আমি যর্দ্দনলৈ
গৈ, প্রতিজনে তার পরা একোথর একোথর কাঠ
লৈ আপোনাবিলাকর নিমিত্তে সেই ঠাইতে
বসতির ঠাই যুগুত করোঁহঁক; তাতে তেওঁ কলে,
৩ যোৱাহঁক। পাছে আরু এজনে কলে, অনুগ্রহ
করি আপোনার দাসবিলাকর লগত আপুনিও
বলোক; তাতে তেওঁ কলে, বারু, ময় যাম।
৪ এই হেতুকে তেওঁ সিবিলাকর লগত গল। পাছে
যর্দ্দনর ওচর পাই, সিবিলাকে কাঠ কাটিবলৈ
৫ ধরিলে। তেতিয়া, এজনে চতির কাঠ কাটোঁতে,
কুঠারখন সুলকি পানীত পড়িল; তাতে সি মাত
লগাই কলে, হায় হায়, প্রভো, সেয়ে খুজি অনা
৬ বস্তু। তেতিয়া ঈশ্বরর লোকে সুধিলে, সেয়ে
কোন ঠাইত পড়িল? পাছে সি তেওঁক সেই ঠাই
দেখুৱালত, তেওঁ এডুখরী কাঠ কাটি সেই ঠাইত
৭ পেলাই দি লোহাডোখর ওপঙালে। তেতিয়া
ইলীচাই তাক কলে, তাক তুলি লোৱা; তাতে
সি হাত মেলি তাক ললে।
৮ কোনো সময়ত অরামীয়া রজাই ইস্রায়েলর
বিরুদ্ধে যুদ্ধ করিছিল; আরু তেওঁ যেতিয়া
আপোন দাসবিলাকে সৈতে আলচ করি কয়,
আমুক তামুক ঠাইত মোর ছাউনি পতা হব,
৯ তেতিয়া ঈশ্বরর লোকে ইস্রায়েলর রজালৈ কৈ
পঠায়, বোলে, সাৱধান, তুমি আমুক তামুক ঠাই-
লৈ অৱহেলা নকরিবা; কিয়নো সেই ঠাইলৈকে
১০ অরামীয়াবিলাক নামি আহিছে। তাতে, ঈশ্বরর
লোকে যি ঠাই দেখুৱাই ইস্রায়েলর রজাক
সাৱধান করায়, তেওঁ সেই ঠাইলৈ সৈন্য
পঠাই আপোনাকে রক্ষা করে; কেৱল দুবার
১১ এবার নহয়। এই হেতুকে সেই বিষয়ে
অরামীয়া রজাই মনত বড় বেজার পাই,
আপোন দাসবিলাকক মাতি কলে, বোলে,
আমার মাজর কোন মানুহ ইস্রায়েলর রজার
ফলীয়া, তাক তোমালোকে মোক নোকোৱা
১২ নে? তাতে তেওঁর দাসবিলাকর মাজর এজনে
কলে, হে মোর প্রভু মহারাজ, কোনো নাই,
কিন্তু আপুনি শোৱা কোঁঠালিত যি যি কয়;
তাকো ইস্রায়েলর মাজত থকা ভাববাদী ইলীচাই
১৩ ইস্রায়েলর রজাক জনায়। তেতিয়া তেওঁ কলে,
তোমালোকে গৈ, তেওঁ ক'ত থাকে, তাক চাই
আহা; ময় মানুহ পঠাই তেওঁক অনাম। পাছে
কোনোৱে তেওঁক এই সংবাদ দিলে, দেখোক,

১৪ তেওঁ দোধনত আছে। তাতে তেওঁ ঘোঁড়াবোর,
রথ, আরু বহু সৈন্যর দল তালৈ পঠাই দিলে;
সিহঁতে রাতিয়েই আহি সেই নগর বেরি ধরিলে।
১৫ পাছে ঈশ্বরর লোকর পরিচারকে রাতিপুৱাই
উঠি বাহির ওলাই দেখিলে, রথ আরু ঘোঁড়া-
বোরে সৈতে এদল সৈন্যাই নগর বেরি ধরি
আছে; তাতে তেওঁর সেই দাসে তেওঁক কলে, হায়
১৬ হায়, মোর প্রভো, আমি কি করিম? তাতে
তেওঁ কলে, ভয় নকরিবা; কিয়নো সিহঁতর
১৭ সঙ্গীবোরতকৈ আমার সঙ্গী অধিক। তেতিয়া
ইলীচাই প্রার্থনা করি কলে, হে যিহোৱা,
বিনয় করোঁ, ই যেন দেখিবলৈ পায়, এই
নিমিত্তে ইয়ার চকু মুকলি করা। তাতে যিহো-
ৱাই সেই দাসর চকু মুকলি করিলত, সি চাই
দেখিলে, যে, ইলীচার চারিওফালে অগ্নিময়
ঘোঁড়া আরু রথেরে পর্ব্বত পরিপূর্ণ আছে।
১৮ পাছে, সিহঁত তেওঁর ওচরলৈ নামি আহিলত,
ইলীচাই যিহোৱার আগত প্রার্থনা করি কলে,
বিনয় করোঁ, এই জাতিক প্রহার করি ইহঁতর চকু
অন্ধ করা। তাতে তেওঁ ইলীচার বাক্য অনুসারে
১৯ প্রহার করি সিহঁতর চকু অন্ধ করিলে। পাছে
ইলীচাই সিহঁতক কলে, এয়ে সেইটো বাট নহয়,
আরু এয়ে সেই নগরো নহয়; তোমালোকে মোর
পাছে পাছে আহাঁ, তোমালোকে যাক বিচারিছা,
ময় সেই মানুহর ওচরলৈ তোমালোকক লৈ
যাওঁ; এই বুলি তেওঁ সিহঁতক চমরিয়ালৈ লৈ
২০ গল। সিহঁতে চমরিয়া পোৱার পাছে ইলীচাই
কলে, হে যিহোৱা, এই লোকবিলাকে দেখিবর
নিমিত্তে ইহঁতর চকু মুকলি করা। তাতে যিহো-
ৱাই সিহঁতর চকু মুকলি করিলত, সিহঁতে দেখি-
বলৈ পালে; আরু দেখিলে, যে, আপোনা-
২১ বিলাক চমরিয়ার মাজত আছে। পাছে ইস্রা-
য়েলর রজাই সিহঁতক দেখি ইলীচাক কলে, হে
২২ পিতৃ, ময় ইহঁতক মারিম নে? মারিম নে? তাতে
ইলীচাই কলে, নেমারিবা; তুমি যিবিলাকক
তরোৱাল আরু ধনুরে বন্দী করি আনা, এনে
মানুহবিলাকক জানো তুমি মারা? সিহঁতর আগত
পিঠা আরু পানী দিয়া; সিহঁতে ভোজন পান করি
২৩ আপোনাবিলাকর প্রভুর ওচরলৈ যাওক। তেতিয়া
তেওঁ সিহঁতর নিমিত্তে বড় ভোজ যুগুত করিলে;
পাছে সিহঁতে ভোজন পান করি উঠিলত, তেওঁ
সিহঁতক বিদায় দিলে; তেতিয়া সিহঁত আপোনা-
বিলাকর প্রভুর ওচরলৈ গল। পাছে অরামীয়া
সৈন্যদল ইস্রায়েল দেশলৈ আরু নাহিল।

আকালর সময়ত ইলীচাই কোৱা ভাববাণী
আরু তার সিদ্ধি।

২৪ পাছে অরামর বিন-হদদ রজাই আপোনার
সকলো সৈন্যসামন্ত গোটাই লৈ যাত্রা করি
২৫ চমরিয়া অবরোধ করিলে। তাতে চমরিয়াত
অতিশয় আকাল হল; সিহঁতে এনেকৈ অবরোধ
করিলে, যে, শেষত এটা গাধর মুর আশী রূপত,
আরু কপোর গু এক কাব জোখর চারি ভাগর
২৬ এভাগ পাঁচ রূপত বেচা হল। পাছে ইস্রায়েলর
রজা গড়র ওপরত ফুরি আছিল; এনে সময়ত
এজনী তিরুতাই রিঙিয়াই তেওঁক কলে, হে মোর
২৭ প্রভু মহারাজ, সহায় করোক। রজাই কলে,
সেয়ে নহব, তোমাক যিহোৱাই সহায় করোক;
ময় কিহেরে তোমাক সহায় করিম? মড়ণা মরা
২৮ খলার পরা নে, নাইবা দ্রাক্ষাকুণ্ডর পরা? রজাই
তাইক আরু কলে, তোমার কি হল? তাতে
তাই উত্তর দি কলে, এই তিরুতাই মোক কৈছিল,
তোর পুতেরক দে, আমি আজি তাক খাওঁ;
২৯ কাইলৈ মোর পোক খামহঁক। তাতে আমি
মোর পোক সিজাই খালোঁহঁক; পাছদিনা
যেতিয়া ময় এইক কলোঁ, তোর পুতেরক দে,
আমি তাক খাওঁ, তেতিয়া এই আপোন
৩০ পুতেকক লুকুৱাই রাখিলে। সেই তিরুতার এই
কথা শুনি রজাই আপোনার কাপড় ফালিলে;
(সেই সময়ত তেওঁ গড়র ওপরত ফুরি আছিল;)
তাতে লোকবিলাকে চাই বস্ত্রর তলত তেওঁর গাত
৩১ চট কাপড় বন্ধা দেখিলে। পাছে তেওঁ কলে,
আজি যদি চাফটর পুতেক ইলীচার মুর নকটাকৈ
তার কান্ধর ওপরত থাকে, তেন্তে ঈশ্বরে
মোক অমুক আরু তাতকৈয়ো অধিক দণ্ড দিওক।
৩২ কিন্তু সেই কালত ইলীচা আপোন ঘরত বহি
আছিল, আরু বৃদ্ধবিলাকো তেওঁর লগত বহি
আছিল, আরু ইয়ার ভিতরতে রজাই আপোনার
ওচরর পরা এটা মানুহ পঠাই দিছিল। কিন্তু
সেই দূত অহার আগেয়ে তেওঁ বৃদ্ধ লোকবিলাকক
কলে, সেই নরবধীর পুতেকে মোর মুর নিবলৈ
কেনেকৈ দূত পঠাইছে, তাক তোমালোকে
দেখিছা নে? এই হেতুকে দেখা, সেই দূত
আহিলে দুৱার জপাই তার অহিতে দুৱার
হেঁচি ধরিবা; তার প্রভুরো ভরির শবদ জানো
৩৩ তার পাছতে নাই? পাছে তেওঁ সিবিলাকে
সৈতে কথা হওঁতেই, দেখা, দূত আরু তার পাছত
রজা নামি আহি তেওঁর ওচর পালে; তাতে
রজাই কলে, দেখা, এই অমঙ্গল যিহোৱার
পরা হল; ময় কিয় আরু 'যিহোৱালৈ বাট
৭ চাই থাকিম? তেতিয়া ইলীচাই কলে,
তোমালোকে যিহোৱার বাক্য শুনা;
যিহোৱাই এই রূপে কৈছে, কাইলৈ এনে
সময়ত চমরিয়ার দুৱারমুখত এক চেয়া পরিমাণ
মিহি আটাগুরি এক চেকল রূপত, আরু দুই
চেয়া পরিমাণ যব এক চেকল রূপত বেচা যাব,

২ তেতিয়া, যার হাতত রজাই ভর দিছিল,
সেই সেনাপতিয়ে ঈশ্বরর লোকক উত্তর দি কলে,
দেখা, যিহোৱাই যদি আকাশত বাট করে,
তথাপি জানো এনে হব পারিব? তেওঁ
উত্তর করি কলে, দেখা, তুমি আপোন চকুরে
তাক দেখিবা, কিন্তু তার অলপকে খাবলৈ
নেপাবা।
৩ সেই কালত নগরর দুৱারর সোমোৱা ঠাইত
চাইটা কুষ্ঠরোগী মানুহ আছিল; সিহঁতে ইটো
সিটো কোৱাকুই করিলে, বোলে, আমি মরা-
৪ লৈকে ইয়াত কিয় বহি থাকোঁ? আমি যদি কওঁ,
নগরলৈ সোমাই যাওঁ, তেন্তে নগরর মাজত আকাল
আছে, সেই ঠাইত মরিম; আরু যদি ইয়াতে
বহি থাকোঁ, তেন্তে ইয়াতো মরিম। এই হেতুকে
আহাঁ, আমি অরামীয়াহঁতর ছাউনিলৈকে যাওঁ;
সিহঁতে যদি আমাক জীয়াই রাখে, তেন্তে জীম,
৫ আরু মারে যদি মরিমেই। এই বুলি সিহঁতে
অরামীয়াহঁতর ছাউনিলৈ যাবর মনেরে সন্ধ্যা
বেলা ওলাই গৈ যেতিয়া অরামীয়াহঁতর ছাউনির
মূর পালেগৈ, তেতিয়া সেই ঠাইত কাকো নে-
৬ দেখিলে। কিয়নো প্রভুরে অরামীয়াবিলাকর
সৈন্যসামন্তক রথর শবদ আরু ঘোঁড়ার শবদ,
অর্থাৎ মহাসৈন্যসমূহর শবদ শুনাইছিল; তাতে
সিহঁতে ইটো সিটো কোৱাকুই করিলে, বোলে,
দেখা, আমাক আক্রমণ করাবলৈ ইস্রায়েলর
রজাই হিত্তীয়াহঁতর রজাবিলাকক আরু মিচ-
৭ রীয়াহঁতর রজাবিলাকক ধন দি আনিছে। এই
কারণে সিহঁত সন্ধ্যা বেলা পলাই গল, আরু
সিহঁতে আপোনাবিলাকর তাম্বু, ঘোঁড়া, আরু
গাধ, অর্থাৎ সিহঁতর ছাউনি যেনে আছিল,
তেনেই এড়ি আপোন আপোন প্রাণরক্ষার অর্থে
৮ পলাই গল। পাছে সেই কুষ্ঠরোগী মানুহ
কেইটাই ছাউনির মূর পালত, সিহঁতে এটা
তাম্বুত সোমাই ভোজন পান করিলে, আরু
তার পরা সোণ, রূপ, আরু কাপড় লৈ লুকুৱাই
লুকুৱাই থলে; পাছে আকৌ গৈ আন এটা
তাম্বুত সোমাই তার পরাও অনেক বস্তু লৈ
৯ লুকুৱাই লুকুৱাই থলে। তেতিয়া সিহঁতে ইটো
সিটো কোৱাকুই করিলে, বোলে, আমি ভাল
কার্য্য করা নাই; আজি শুভবার্ত্তার দিন, কিন্তু
আমি মনে মনে আছোঁহক; যদি আমি
রাতিপুৱালৈকে পলম করি থাকোঁ, তেন্তে আমি
দণ্ড পাম; এই হেতুকে আহাঁ, আমি রজার
১০ ঘরত এই সংবাদ দিওঁগৈ। এই বুলি সিহঁতে
আহি নগরর দুৱরীবোরক রিঙিয়াই কলে, আমি
অরামীয়াহঁতর ছাউনিলৈ গৈছিলোঁ, আরু
দেখা, তাত কোনো মানুহ নাই, আরু মানুহর
শবদো নাই; কিন্তু ঘোঁড়া আরু গাধবোর
বন্ধা আছে, আরু তাম্বুবোরো যেনে আছিল,
১১ তেনেই আছে। পাছে সি দুৱরীবোরক মাতি
কলত, সিহঁতে রাজগৃহর ভিতরত সংবাদ দিলে।
১২ তাতে রজাই রাতিতে উঠি আপোন দাসবিলাকক
কলে, অরামীয়া লোকে আমালৈ যি করিছে,
তার ভাব ময় তোমালোকক কওঁ। সিহঁতে
জানিছে, যে, আমি ভোকত আতুর হৈ আছোঁ;
এই কারণে সিহঁতে পথারত লুকাই থাকিবর
নিমিত্তে ছাউনির পরা ওলাই গৈছে; আরু মনতে
কৈছে, সিহঁত যেতিয়া নগরর পরা ওলাই আহিব,
তেতিয়া আমি সিহঁতক জীয়াই জীয়াই ধরিম,
১৩ আরু নগরর ভিতরত সোমাম। পাছে তেওঁর
দাসবিলাকর এজনে উত্তর দি কলে, ময় বিনয়
করোঁ, নগরত অৱশিষ্ট থকা ঘোঁড়ার পাঁচোটা
লোৱা যাওক, (দেখোক, সিহঁত আরু নগরত
অৱশিষ্ট থকা ইস্রায়েলর সকলো লোকসমূহ,
এই দুয়ো সমান; দেখোক, সিহঁত আরু বিনষ্ট
হোৱা ইস্রায়েলর লোকসমূহ এই দুয়ো সমান ;)
১৪ আরু আমি এবার পঠাই চাওঁহঁক। পাছে
সিবিলাকে ঘোঁড়াই সৈতে দুখন রথ ললে,
আরু সিবিলাকক রজাই অরামীয়া সৈন্যবোরর
পাছত পঠাই দি কলে, যোৱা, চাই আহাঁগৈ।
১৫ তাতে সিবিলাকে সিহঁতর পাছে পাছে যর্দ্দন-
লৈকে গৈ দেখিলে, যে, অরামীয়াবিলাকে লড়া-
লড়ির কারণে পেলাই পেলাই যোৱা কাপড়
আদি বস্তুরে গোটেই বাট পূর হৈ আছে;
এতেকে সেই দূতবিলাকে উভটি আহি, রজার
১৬ আগত সংবাদ দিলে। তেতিয়া লোকবিলাকে
বাহির ওলাই গৈ অরামীয়াবিলাকর ছাউনি
লুট করিলে; তাতে যিহোৱার বাক্যর দরে, এক
চেয়া পরিমাণ মিহি আটাগুরি এক চেকল রূপত,
আরু দুই চেয়া পরিমাণ যৱ ধান এক চেকল
১৭ রূপত বেচা গল। রজাই যার হাতত ভর দিছিল,
সেই সেনাপতিক তেওঁ দুৱারর অধ্যক্ষ পাতিলে;
কিন্তু লোকবিলাকে তাক দুৱারত গচকিলত,
ঈশ্বরর লোকর ওচরলৈ রজা নামি যোৱা কালত,
ঈশ্বরর লোকে যি কৈছিল, সেই দরে সি মরিল।
১৮ অর্থাৎ কাইলৈ এনে সময়ত চমরিয়ার দুৱার-
মুখত দুই চেয়া যৱ ধান এক চেকলত, আরু এক
চেয়া মিহি আটাগুরি এক চেকলত বেচা যাব,
১৯ এই কথা ঈশ্বরর লোকে রজার আগত কলত, সেই
সেনাপতিয়ে ঈশ্বরর লোকক উত্তর করিছিল,
দেখা, যদি যিহোৱাই আকাশত বাট করে,
তথাপি জানো এনে হব পারিব? তেতিয়া তেওঁ
কৈছিল, দেখা, তুমি আপোন চকুরে তাক দেখিবা,
২০ কিন্তু তার অলপকে খাবলৈ নেপাবা। তাতে
তার সেই দশা ঘটিল; কিয়নো লোকবিলাকে
তাক দুৱারত ভরিরে গচকিলত, সি মরিল।

ইলীচাই চূনেমীয়ানীক সহায় করা। হজায়েলর
বিষয়ে তেওঁর ভাববাণী। যোরাম আরু
অহজিয়ার রাজত্ব।

৮ আগেয়ে ইলীচাই যার পুত্রেকক পুনরায়
জীয়াইছিল, তেওঁ সেই তিরুতাক এদিন কৈ-
ছিল, বোলে, তুমি উঠি তোমার ঘরর পরিয়ালে
সৈতে, যি ঠাইত প্রবাস করিব পারা, সেই
ঠাইলৈকে গৈ প্রবাস করা; কিয়নো যিহোৱাই
আকাল মাতিছে, আরু সেয়ে আহি সাত বছর-
২ লৈকে দেশখনত থাকিব। তাতে সেই তিরুতাই
উঠি ঈশ্বরর লোকর বাক্য অনুসারে করিছিল;
তাই আপোনার ঘরর পরিয়ালে সৈতে গৈ পলে-
ষ্টীয়াবিলাকর দেশত সাত বছর প্রবাস করি-
৩ ছিল। পাছে সেই সাত বছরর মূরত সেই তিরু-
তাই পলেষ্টীয়াবিলাকর দেশর পরা উভটি
আহি, আপোন ঘর আরু মাটীর নিমিত্তে রজার
৪ আগত নিবেদন করিবলৈ ওলাই গল। সেই
সময়ত রজাই ঈশ্বরর লোকর দাস গেহজীর লগত
কথাবার্ত্তা হওঁতে কলে, ইলীচাই করা সকলো
৫ মহৎ কর্ম্মর কথা মোক কোৱাচোন। তাতে সি,
ইলীচাই কেনেকৈ মরা লরাটীক জীয়ালে, তাক
রজার আগত কওঁতেই, দেখা, যি জনী তিরুতার
পুত্রেকক তেওঁ পুনরায় জীয়াইছিল, সেই তিরু-
তায়েই আপোন ঘর আরু মাটীর নিমিত্তে রজার
আগত নিবেদন করিবলৈ ধরিলে। তাতে গেহ-
জীয়ে কলে, হে মোর প্রভু মহারাজ, এই জনীয়েই
সেই তিরুতা, আরু ইলীচাই পুনরায় জীউরা
৬ লরা এইটীয়েই। তেতিয়া, রজাই তাইক সুধিলত,
তাই তেওঁর আগত সকলো কথা কলে। তাতে
রজাই এজন রাজনপুংসকক তাইর কার্য্যর ভার
দি কলে, তাইর যি যি আছিল, আরু তাই দেশ
এড়ি যোৱা কালরে পরা এতিয়ালৈকে মাটীত
যি যি ফল উৎপন্ন হৈছিল, সেই আটাইবোরকে
এই তিরুতাক ওভোটাই দিওৱাগৈ।
৭ এক সময়ত ইলীচা দম্মেচকলৈ আহিল;
তেতিয়া অরামর বিন-হদদ রজার নরীয়া আছিল।
পাছে ঈশ্বরর লোক এই ঠাইলৈ আহিছে, এই
৮ বুলি কোনোৱে তেওঁর আগত কলত, রজাই
হজায়েলক কলে, তুমি হাতত এটী উপহার লৈ
ঈশ্বরর লোকর সাক্ষাৎ হবলৈ যোৱা; আরু
এই নরীয়াত মই জীম নে নিজীম, তাকে তেওঁর
৯ দ্বারায় যিহোৱাক সোধাবা। তাতে হজায়েল
তেওঁর সাক্ষাৎ হবলৈ আহিল; তেওঁ উপহারর
অর্থে, দম্মেচকর সকলো উত্তম বস্তুরে চল্লিশটা
উট বোজাই দি আপোনার লগত লৈ আহি,
তেওঁর আগত থিয় হৈ কলে, আপোনার পুত্র
অরামর রজা বিন-হদদে আপোনার ওচরলৈ
মোক পঠাই এই কথা সোধাইছে, বোলে, মই এই
১০ নরীয়াত জীম নে? তাতে ইলীচাই তেওঁক কলে,
তুমি গৈ তেওঁক কোৱা, অরশ্যে জীব পারিবা;
তথাপি যিহোৱাই মোক জনালে, যে, তেওঁ
১১ অরশ্যে মরিব। পাছে তেওঁর মুখ বিবর্ণ হোৱা-
লৈকে, তেওঁর মুখলৈ ইলীচাই একেঠরে চাই
থাকিল; পাছত ঈশ্বরর লোকে ক্রন্দন করিবলৈ
১২ ধরিলে। তাতে হজায়েলে সুধিলে, মোর প্রভুৱে
কিয় ক্রন্দন করিছে? তেওঁ উত্তর দি কলে, কারণ
এই, তুমি ইস্রায়েলর সন্তানবিলাকক যি রূপ
দুর্গতি করিবা, তাক মই জানিছোঁ; তুমি সিবি-
লাকর দুর্গবোর জুই দি পুড়িবা, সিবিলাকর
ডেকা লোকক তরোৱালেরে বধ করিবা, সি-
বিলাকর শিশুবিলাকক মাটীত আছারিবা, আরু
সিবিলাকর গর্ব্ভৱতী তিরুতাবিলাকর পেট
১৩ ফালিবা। তাতে হজায়েলে কলে, কেৱল
কুকুরর তুল্য আপোনার এই দাস কোন, যে,
এনে মহৎ কর্ম্ম করিব? পাছে ইলীচাই কলে,
তুমি অরামর ওপরত রজা হবা, এই কথা যিহো-
১৪ ৱাই মোক জনালে। পাছে তেওঁ ইলীচার ওচরর
পরা প্রস্থান করি আপোন প্রভুর ওচরলৈ গল;
তেতিয়া রজাই তেওঁক সুধিলে, ইলীচাই তোমাক
কি কলে? তেওঁ উত্তর দি কলে, তেওঁ মোক কলে,
১৫ আপুনি অরশ্যে জীব। কিন্তু তার পাছদিনা
হজায়েলে কম্বলখন পানীত জুবুরিয়াই তেওঁর
মুখর ওপরত মেলি দিলত, তেওঁ মরিল; আরু
হজায়েল তেওঁর পদত রজা হল।
১৬ আহাবর পুত্র ইস্রায়েলর রজা যোরামর রাজ-
ত্বর পঞ্চম বছরত, যিহোচাফট যিহূদার রজা হৈ
থাকোঁতে, যিহূদার রজা যিহোচাফটর পুত্র
১৭ যিহোরামে রাজত্ব করিবলৈ ধরিলে। তেওঁ বত্রিশ
বছর বয়সত রজা হৈ, যিরূচালেমত আঠ বছর
১৮ রাজত্ব করিলে। তেওঁ আহাবর জীয়েকক বিবাহ
করিছিল, এই কারণে তেওঁ আহাবর বংশর নিচি-
নাকৈ ইস্রায়েলর রজাবিলাকর পথত চলিলে;
আরু যিহোৱার সাক্ষাতে কু-আচরণ করিলে।
১৯ তথাপি, দায়ূদর সন্তানবিলাকর নিমিত্তে, চির-
কাললৈকে তেওঁক এক প্রদীপ দিম বুলি যিহো-
ৱাই প্রতিজ্ঞা করা হেতুকে, আপোন দাস দায়ূদর
কারণে যিহূদাক বিনষ্ট করিবলৈ তেওঁর ইচ্ছা
২০ নাছিল। তেওঁর রাজত্বর সময়ত ইদোমীয়া
লোকবিলাকে যিহূদার অধীনতা অস্বীকার করি
আপোনাবিলাকর ওপরত এজন রজা পাতি
২১ ললে। এই হেতুকে যোরামে আপোনার সকলো
রথ লগত লৈ চায়ীরলৈ যাত্রা করিলে; আরু
তেওঁ রাতিয়েই উঠি আপোনাকে বেরি ধরা
ইদোমীয়াবিলাকক, আরু সিহঁতর রথর অধ্যক্ষ-
বিলাকক প্রহার করিলে; তাতে লোকবিলাক

২২ আপোন আপোন তাম্বুলৈ পলাই গল। এই
ৰূপে ইদোমীয়া লোকবিলাকে আজিলৈকে যিহূ-
দাৰ অধীনতা অস্বীকাৰ কৰি থাকিল। সেই একে
সময়তে লিব্‌নায়ো বিদ্ৰোহ আচৰণ কৰিলে।
২৩ যোৰামৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ
কথা জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-
২৪ পুস্তকখনিত লিখা নাই? পাছে যোৰাম
আপোন ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হল,
আৰু দায়ূদৰ নগৰত আপোন ওপৰপিতৃবিলাকৰ
লগত তেওঁক মৈদাম দিয়া হল; আৰু তেওঁৰ
পুত্ৰ অহজিয়া তেওঁৰ পদত ৰজা হল।
২৫ ইস্ৰায়েলৰ আহাব ৰজাৰ পুত্ৰ যোৰামৰ
ৰাজত্বৰ দ্বাদশ বছৰত, যিহূদাৰ ৰজা যিহোৰামৰ
পুত্ৰ অহজিয়াই ৰাজত্ব কৰিবলৈ ধৰিলে।
২৬ অহজিয়াই বাইশ বছৰ বয়সত ৰজা হৈ, যিৰূ-
চালেমত এবছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ
নাম অথলিয়া, তেওঁ ইস্ৰায়েলৰ অম্ৰী ৰজাৰ
২৭ নাতিনীয়েক। অহজিয়াই আহাবৰ বংশৰ পথত
চলিলে; আহাবৰ বংশৰ নিচিনাকৈ তেওঁ
যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; কিয়নো
২৮ তেওঁ আহাবৰ বংশৰ জোঁৱায়েক আছিল। পাছে
তেওঁ আহাবৰ পুত্ৰ যোৰামে সৈতে, ৰামোৎ-
গিলিয়দত অৰামৰ ৰজা হজায়েলৰ বিৰুদ্ধে যুদ্ধ
কৰিবলৈ গল; তাতে অৰামীয়াহঁতে যোৰামক
২৯ খুন কৰিলে। এই হেতুকে, যোৰাম ৰজাই অৰামৰ
ৰজা হজায়েলে সৈতে যুদ্ধ কৰা সময়ত, অৰা-
মীয়াহঁতে ৰামাত তেওঁৰ যিবোৰ ঘা লগাই-
ছিল, সেইবোৰৰ পৰা যিজ্ৰিয়েলত সুস্থ হবলৈ
তেওঁ উলটি আহিল। পাছে আহাবৰ পুত্ৰ যোৰাম
নৰীয়া পড়া দেখি, যিহূদাৰ ৰজা যিহোৰামৰ
পুত্ৰ অহজিয়াই তেওঁক চাবলৈ যিজ্ৰিয়েললৈ
নামি গল।

যেহূক ৰজা অভিষেক কৰা। যোৰাম, অহজিয়া,
আৰু ঈজেবলক তেওঁ বধ কৰা।

৯ তেতিয়া ইলীচা ভাববাদীয়ে এজন শিষ্য
ভাববাদীক মাতি কলে, তুমি কঁকাল বান্ধি
এই তেলৰ কুপাটি হাতত লৈ ৰামোৎ-গিলিয়দ-
২ লৈ যোৱা। সেই ঠাই পালে নিম্চীৰ নাতি
যিহোচাফটৰ পুত্ৰ যেহূক বিচাৰিবা; আৰু
ভিতৰলৈ গৈ তাৰ ভাইবিলাকৰ মাজৰ পৰা তাক
৩ অঁতৰাই ভিতৰ খোটালিলৈ লৈ যাবা। পাছে
এই তেলৰ কুপাটি লৈ তাৰ মূৰত ঢালি দি কবা,
যিহোৱাই এই কথা কৈছে, মই তোমাক ইস্ৰা-
য়েলৰ ওপৰত ৰজা অভিষেক কৰিলোঁ, এই বুলি
৪ দুৱাৰ মেলি পলাবা, পলম নকৰিবা। তেতিয়া
সেই ডেকা ভাববাদী ৰামোৎ-গিলিয়দলৈ গল।
৫ সি সেই ঠাই পাই সেনাপতিবিলাকক বহি
থকা দেখি কলে, হেৰা সেনাপতি, আপোনাৰ
লগত মোৰ কিছু কথা আছে; তাতে যেহূৱে
সুধিলে, আমাৰ আটাইৰে মাজৰ কাৰ লগত
আছে? সি কলে, হে সেনাপতি, আপোনাৰ
৬ লগত। তেতিয়া, যেহূ উঠি ঘৰৰ ভিতৰলৈ
গলত, সি তেওঁৰ মূৰত তেল ঢালি দি কলে,
ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে,
মই যিহোৱাৰ প্ৰজা ইস্ৰায়েলৰ ওপৰত
৭ তোমাক ৰজা অভিষেক কৰিলোঁ। ঈজেবলৰ
হাতৰ পৰা মোৰ দাস ভাববাদীবিলাকৰ ৰক্ত-
পাতৰ, আৰু যিহোৱাৰ সকলো দাসবিলাকৰ
ৰক্তপাতৰ প্ৰতিশোধ যেন মই লম, এই নিমিত্তে
তুমি আপোন প্ৰভু আহাবৰ বংশ উচ্ছন্ন
৮ কৰিবা। কিয়নো আহাবৰ গোটেই বংশ বিনষ্ট
কৰা হব; আৰু মই আহাবৰ সম্বন্ধীয়া প্ৰতিজন
পুৰুষক, আৰু ইস্ৰায়েলৰ মাজত বদ্ধ আৰু
৯ মুক্ত হোৱা সকলোকে উচ্ছন্ন কৰিম। মই
আহাবৰ বংশক নবাটৰ পুতেক যাৰবিয়ামৰ
বংশৰ নিচিনা, আৰু অহিয়াৰ পুতেক বাচাৰ
১০ বংশৰ নিচিনা কৰিম। তাতে ঈজেবলক কুকুৰ-
বোৰে যিজ্ৰিয়েলৰ মাটিডোখৰত খাব, আৰু
তাইক পুতিবলৈ কোনো নহব। এই বুলি সি
১১ দুৱাৰ মেলি পলাল। তেতিয়া যেহূ আপোন
প্ৰভুৰ দাসবিলাকৰ ওচৰলৈ ওলাই আহিলত,
এজনে তেওঁক সুধিলে, সকলো কুশল নে? সেই
বলীয়াটো তোমাৰ ওচৰলৈ কিয় আহিছিল?
তাতে তেওঁ সিবিলাকক কলে, তোমালোকে সেই
১২ মানুহক, আৰু সি কোৱা কথা জানা। সিবিলাকে
কলে, এয়ে মিছা কথা; আমাক সঁচাকৈ কোৱা।
তাতে তেওঁ কলে, সেই মানুহে মোক এনে তেনে
কথা কলে, বিশেষকৈ কলে, যিহোৱাই এই কথা
কৈছে, মই তোমাক ইস্ৰায়েলৰ ওপৰত ৰজা
১৩ অভিষেক কৰিলোঁ। তেতিয়া সিবিলাকে লৰা-
লৰি কৰি, প্ৰতিজনে আপোন আপোন ওপৰৰ
কাপোৰ গুচাই সুদা খটখটিৰ ওপৰত তেওঁৰ তলত
পাৰি দিলে, আৰু শিঙা বজাই কলে, যেহূ ৰজা
১৪ হল। এই ৰূপে নিম্চীৰ নাতি যিহোচাফটৰ পুত্ৰ
যেহূৱে যোৰামৰ বিৰুদ্ধে চক্ৰান্ত কৰিলে। (সেই
কালত যোৰাম আৰু গোটেই ইস্ৰায়েলে অৰামৰ
ৰজা হজায়েলৰ পৰা ৰামোৎ-গিলিয়দ ৰক্ষা কৰি
১৫ আছিল; কিন্তু যোৰাম ৰজাই অৰামীয়া ৰজা
হজায়েলে সৈতে যুদ্ধ কৰা সময়ত অৰামীয়া
লোকে তেওঁৰ যিবোৰ ঘা লগাইছিল, সেইবোৰৰ
পৰা যিজ্ৰিয়েলত সুস্থ হবলৈ তেওঁ উলটি আহি-
ছিল।) পাছে যেহূৱে কলে, যদি তোমালোকৰ
এনে ইচ্ছা হয়, তেন্তে যিজ্ৰিয়েলত বাৰ্ত্তা দিবলৈ,
এই নগৰৰ পৰা কাকো পলাই ওলাই যাব
১৬ নিদিবা। তেতিয়া যেহূ ৰথত উঠি যিজ্ৰিয়েললৈ

গল; কিয়নো সেই ঠাইত যোৰাম শয্যাত পড়ি
আছিল। আৰু যিহূদাৰ অহজিয়া ৰজাৰো যোৰা-
মক চাবৰ নিমিত্তে তালৈ নামি গৈ তাত আ-
১৭ ছিল। সেই সময়ত যিজ্ৰিয়েলৰ ওখ দুৰ্গৰ ওপৰত
এটা পহৰীয়া থিয় হৈ আছিল; পাছে যেহূ যাওঁতে,
সি তেওঁৰ মানুহদলক দেখি কলে, মই এদল মানুহ
দেখিছোঁ। তাতে যোৰামে কলে, সিবিলাকক
সাক্ষাৎ হৈ মঙ্গল সুধিবলৈ এজন অশ্বাৰোহীক
১৮ পঠাই দিয়া। তেতিয়া এজন অশ্বাৰোহীয়ে তেওঁৰ
সাক্ষাৎ হবলৈ গৈ কলে, ৰজাই এই কথা কৈছে,
মঙ্গল নে? তাতে যেহূৱে কলে, মঙ্গলত তোৰ
কি কাম? মোৰ পাছলৈ যা। পাছে পহৰীয়াই
বাৰ্ত্তা দি কলে, সেই দূত সিবিলাকৰ ওচৰলৈ
১৯ গল, কিন্তু উলটি অহা নাই। তাতে ৰজাই
দ্বিতীয় অশ্বাৰোহীক পঠালে; সি সিবিলাকৰ
ওচৰ পাই কলে, ৰজাই এই কথা কৈছে, মঙ্গল
নে? তাতে যেহূৱে কলে, মঙ্গলত তোৰ কি কাম?
২০ মোৰ পাছলৈ যা। পাছে পহৰীয়াই বাৰ্ত্তা দি
কলে, সেই মানুহো সিবিলাকৰ ওচৰলৈ গল,
কিন্তু উলটি অহা নাই; আৰু ৰথ চলোৱা হলে,
নিম্চীৰ নাতিয়েক যেহূৱে চলোৱাৰ দৰে
দেখিছোঁ; কিয়নো তেওঁ বলীয়াৰ দৰে চলায়।
২১ তেতিয়া যোৰামে কলে, ৰথ যুগুত কৰা। তাতে
তেওঁৰ ৰথ যুগুত কৰা হলত, ইস্ৰায়েলৰ যোৰাম
ৰজা আৰু যিহূদাৰ অহজিয়া ৰজা, ইবিলাক
প্ৰতিজনে আপোন আপোন ৰথত উঠি, যেহূক লগ
পাবলৈ ওলাই গল, আৰু যিজ্ৰিয়েলীয়া নাবোটৰ
২২ মাটিভোখৰত তেওঁক লগ পালে। যোৰামে যেহূক
দেখামাত্ৰে কলে, হে যেহূ, মঙ্গল নে? তাতে
যেহূৱে কলে, তোমাৰ মাৰা ঈজেবলৰ ইমান
ব্যভিচাৰ আৰু মায়াকৰ্ম্ম থাকোঁমানে, মঙ্গল
২৩ ক'ত? তাতে যোৰামে আপোনাৰ হাত ঘূৰাই
পলাল, আৰু অহজিয়াক কলে, হে অহজিয়া,
২৪ বিশ্বাসঘাতকতা! পাছে যেহূৱে আপোনাৰ
গোটেই বলেৰে ধনুৰ জোঁৰ টানি, যোৰামৰ দুই
বাহুৰ মাজত এনেকৈ মাৰিলে, যে, কাঁড়ডাল
তেওঁৰ কলাভিল সৰকি বাহিৰ ওলাল; তাতে
২৫ তেওঁ কুঁজা হৈ আপোন ৰথত পড়িল। তেতিয়া
যেহূৱে বিদ্‌কৰ নামেৰে আপোন সেনাপতিক
কলে, তাক তুলি যিজ্ৰিয়েলীয়া নাবোটৰ মাটি-
ভোখৰত পেলাই দিয়া; কিয়নো মন কৰি দেখা,
যেতিয়া তুমিয়ে ময়ে ওচৰাওচৰিকৈ ঘোঁড়াত
উঠি তাৰ বাপেক আহাবৰ পাছত গৈছিলোঁ,
তেতিয়াই যিহোৱাই তাৰ বিষয়ে এই ভাববাণী
২৬ উল্লেখ কৰিছিল, যে, যিহোৱাই কৈছে, মই
বৰূপেই কালি নাবোটৰ আৰু তাৰ পুতেকহঁতৰ
তেজ দেখিলোঁ; আৰু যিহোৱাই কৈছে, মই
এই মাটিভোখৰত তোক প্ৰতিফল দিম। এই
হেতুকে তাক তুলি যিহোৱাৰ বাক্যৰ দৰে এই
২৭ মাটিভোখৰতে পেলাই দিয়া। তেতিয়া যিহূ-
দাৰ অহজিয়া ৰজাই তাকে দেখি উদ্যানৰ
ঘৰৰ বাটেদি পলাল। কিন্তু যেহূৱে তেওঁৰ পাছে
পাছে খেদি গৈ কলে, তাকো ৰথৰ ভিতৰতে
আঘাত কৰা; তেতিয়া সিবিলাকে যিব্লিয়ামৰ
ওচৰৰ গূৰলৈ উঠি যোৱা বাটত তেওঁক আঘাত
কৰিলে। তাতে তেওঁ মগিদ্দোলৈ পলাই গৈ
২৮ তাত মৰিল। পাছে তেওঁৰ দাসবিলাকে তেওঁক
ৰথত তুলি যিৰূচালেমলৈ লৈ গৈ, দায়ূদৰ নগ-
ৰত তেওঁৰ ওপৰপিতৃবিলাকৰ লগত তেওঁৰ
আপোন মৈদামতে তেওঁক মৈদাম দিলে।
২৯ আহাবৰ পুত্ৰ যোৰামৰ ৰাজত্বৰ একাদশ
বছৰত অহজিয়া যিহূদাৰ ওপৰত ৰজা হল।
৩০ পাছে যেহূ যিজ্ৰিয়েলত উপস্থিত হলত, ঈজে-
বলে তাৰ বাৰ্ত্তা পাই আপোন চকুত কাজল
লগাই মূৰ শোভিত কৰি খিলিকি দুৱাৰেদি চাই
৩১ পঠালে। আৰু যেহূ দুৱাৰত সোমালত, তাই
কলে, হেৰ জিম্ৰী, হেৰ আপোন প্ৰভুক বধ
৩২ কৰোঁতা, মঙ্গল নে? তেতিয়া যেহূৱে মূৰ দাঙি
খিলিকি দুৱাৰলৈ চাই কলে, মোৰ ফলীয়া
৩৩ কোন? কোন? তাতে দুজন কি তিনি জন
নপুংসকে মুখ দেখুৱালত, যেহূৱে আজ্ঞা কৰিলে,
তাইক তললৈ পেলাই দে। তেতিয়া সিহঁতে
তাইক তললৈ পেলাই দিলে; তাতে তাইৰ কিছু
তেজ দেৱালত আৰু ঘোঁড়াবোৰৰ গাত ছিটিকি
৩৪ পড়িল; আৰু তেওঁ তাইক গচকালে। পাছে
তেওঁ গৃহৰ ভিতৰলৈ গৈ ভোজন পান কৰিলে;
আৰু তেওঁ কলে, তোমালোকে গৈ সেই শাও
পোৱা তিৰুতা জনীক চোৱাগৈ, আৰু তাইক
মৈদাম দিয়াগৈ; কিয়নো তাই ৰজাৰ জীয়েক।
৩৫ তাতে লোকবিলাকে তাইক মৈদাম দিবলৈ
গল, কিন্তু তাইৰ মূৰৰ লাউখোলা, ভৰি, আৰু
৩৬ হাতৰ তলুৱাত বাজে একোকে নেপালে। এই
কাৰণে সিবিলাকে উভটি আহি তেওঁক বাৰ্ত্তা
দিলে; তাতে তেওঁ কলে, এয়ে যিহোৱাৰ বাক্য
অনুসাৰে হল; তেওঁ আপোন দাস তিচ্‌বীয়া
এলিয়াৰ দ্বাৰায় কৈছিল, বোলে, যিজ্ৰিয়েলৰ
মাটিভোখৰত কুকুৰবোৰে ঈজেবলৰ মঙহ খাব;
৩৭ আৰু পথাৰত যিজ্ৰিয়েলৰ মাটিভোখৰত ঈজে-
বলৰ শৱ সাৰৰ দৰে পড়ি থাকিব, তাতে এয়ে
ঈজেবল বুলি লোকবিলাকে আৰু নকব।

আহাবৰ বংশ আৰু বালৰ ভাববাদীবিলাকৰ
বিনাশ। যেহূৰ ৰাজত্ব আৰু মৃত্যু।

১০ চমৰিয়াত আহাবৰ সত্তৰ জন পুতেক
আছিল; এই হেতুকে যেহূৱে চমৰিয়ালৈ
যিজ্ৰিয়েলৰ অধ্যক্ষ বৃদ্ধ লোকবিলাকলৈ, আৰু

আহাবৰ পুত্ৰেকবিলাকক ভাওৰ দীঘল কৰা
লোকবিলাকলৈ এই ৰূপে লিখি পঠালে, বোলে,
২ তোমালোকৰ প্ৰভুৰ পুত্ৰেকবিলাক তোমালোকৰ
লগত আছে, আৰু ৰথ, ঘোঁৰাবোৰ, গড়েৰে
আবৃত এখন নগৰ, আৰু অস্ত্ৰশস্ত্ৰবোৰ তোমা-
৩ লোকৰ হাতত আছে ; এই হেতুকে এই পত্ৰ
তোমালোকৰ ওচৰ পোৱামাত্ৰকে, তোমালোকৰ
প্ৰভুৰ পুত্ৰেকবিলাকৰ মাজত কোন জন উত্তম
আৰু সৰল, তাক নিশ্চয় কৰি তাৰ পিতৃৰ
সিংহাসনত তাক বহুউৱা ; আৰু আপোন প্ৰভুৰ
৪ বংশৰ নিমিত্তে যুদ্ধ কৰা । কিন্তু সিবিলাকে অতি-
শয় ভয় পাই কলে, দেখা, দুজন ৰজাই তেওঁৰ
আগত থিয় হব নোৱাৰিলে; তেন্তে আমি কেনে-
৫ কৈ থিয় হব পাৰিম ? এই হেতুকে ঘৰগিৰি,
নগৰৰ অধ্যক্ষ, বৃদ্ধবিলাক, আৰু আহাবৰ পুত্ৰেক-
বিলাকক ভাওৰ দীঘল কৰাবিলাকে যেহূলৈ এই
কথা কৈ পঠালে, বোলে, আমি আপোনাৰ দাস,
আপুনি আমাক যি যি কৰিব দিয়ে, আমি
সেই সকলোকে কৰিম, আমি কাকো ৰজা
নেপাতোঁ ; আপোনাৰ দৃষ্টিত যি ভাল, আপুনি
৬ তাকেই কৰোক । তেতিয়া তেওঁ সিবিলাকলৈ
দ্বিতীয়বাৰ পত্ৰ লিখিলে, বোলে, তোমালোকে
যদি মোৰ ফলীয়া হোৱা, আৰু মোৰ কথা শুনা,
তেন্তে তোমালোকৰ প্ৰভুৰ পুত্ৰেক সেই মানুহ-
বিলাকৰ মূৰবোৰ লৈ, কাইলৈ ইমান পৰত
মোৰ ওচৰলৈ যিজ্ৰিয়েললৈ আহিবা । সেই
সত্তৰ জন ৰাজকোঁৱৰ আপোনাবিলাকক ভাওৰ
দীঘল কৰা নগৰৰ বড় লোকবিলাকৰ লগত
৭ থাকোঁতে, সেই বড় লোকবিলাকে পত্ৰখন পোৱা-
মাত্ৰকে, সেই ৰাজকোঁৱৰবিলাকক অৰ্থাৎ সত্তৰ
জনক বধ কৰি সিহঁতৰ মূৰ পাচিত ভৰাই তেওঁৰ
৮ ওচৰলৈ যিজ্ৰিয়েললৈ পঠাই দিলে । পাছে
এজন দূতে গৈ তেওঁক বাৰ্ত্তা দিলে, বোলে, ৰাজ-
কোঁৱৰবিলাকৰ মূৰ অনা হল ; তাতে তেওঁ কলে,
দুৱাৰৰ সোমোৱা ঠাইত দুদ'ম কৰি, তাক ৰাতি-
৯ পুৱালৈকে ৰাখা । পাছে ৰাতিপুৱা তেওঁ বাহিৰ-
লৈ ওলাই আহি থিয় হৈ সকলো প্ৰজাৰ আগত
কলে, তোমালোক ধাৰ্ম্মিক ; দেখা, ময় আপোন
প্ৰভুৰ অহিতে চক্ৰান্ত কৰি তেওঁক বধ কৰিলোঁ ;
কিন্তু এই আটাইবিলাকক কোনে বধ কৰিলে ?
১০ ইয়াতে তোমালোকে জানিব পাৰা, যে, যিহোৱাই
আহাবৰ বংশৰ অহিতে যি যি কৈছিল, সেই-
বোৰৰ মাজৰ কোনো এটী কথাও বিথলে নেযাব ;
কিয়নো যিহোৱাই আপোন দাস এলিয়াৰ মুখে
যি যি কৈছিল, সেইবোৰ তেওঁ সিদ্ধ কৰিলে ।
১১ পাছে যেহূৱে যিজ্ৰিয়েলত থকা আহাবৰ বংশৰ
আটাই অৱশিষ্ট লোক, অৰ্থাৎ তেওঁৰ আটাই
প্ৰধান লোকবিলাকক, তেওঁৰ প্ৰণয়ৰ কুটুম্ববিলা-
কক, আৰু তেওঁৰ পুৰোহিতবিলাকক বধ কৰিলে,
তেওঁৰ সম্বন্ধীয়া কাকো অৱশিষ্ট নেৰাখিলে ।
১২ পাছে তেওঁ উঠি প্ৰস্থান কৰি চমৰিয়ালৈ যাত্ৰা
কৰিলে । বাটত মেৰ-ৰখীয়াৰ নোম কটা ঘৰৰ
১৩ ওচৰ পালত, যিহূদাৰ ৰজা অহজিয়াৰ ভায়েক-
বিলাকৰ লগত যেহূৰ সাক্ষাৎ হল ; তাতে তেওঁ
সুধিলে, তোমালোক কোন ? সিবিলাকে কলে,
আমি অহজিয়াৰ ভাই ; আমি ৰজাৰ আৰু
ৰাজমাওৰ সন্তানবিলাকক মঙ্গলবাদ কৰিবলৈ
১৪ আহিছোঁ । তেতিয়া তেওঁ কলে, ইহঁতক জীয়াই
ধৰা । তাতে লোকবিলাকে সিবিলাকক জীয়াই
ধৰি, নোম কটা ঘৰৰ পুখুৰিৰ ওচৰত সিবিলাকক
অৰ্থাৎ ব্যাল্লিশ জনক বধ কৰিলে ; তেওঁ সি-
বিলাকৰ কাকো অৱশিষ্ট নেৰাখিলে ।
১৫ পাছে তেওঁ তাৰ পৰা গৈ, আপোনাৰ সম্মুখ-
লৈ অহা ৰেখবৰ পুত্ৰ যিহোনাদবক লগ পাই
তেওঁক মঙ্গলবাদ কৰি কলে, তোমালৈ মোৰ মন
যেনে সৰল, তোমাৰ মনো তেনে সৰল নে ?
যিহোনাদবে উত্তৰ কৰি কলে, হয়, সৰল । যদি
হয়, তেন্তে মোক হাত দিয়া, তাতে তেওঁ হাত
দিলত, যেহূৱে তেওঁক আপোন ৰথত তুলি ললে ।
১৬ তেওঁ আৰু কলে, মোৰ লগত আহাঁ ; যিহোৱাৰ
নিমিত্তে মোৰ যি উদ্যোগ, তাক দেখাহি । এই
১৭ ৰূপে সিবিলাকে তেওঁক ৰথত লৈ গল । পাছে
তেওঁ চমৰিয়া পাই, চমৰিয়াত থকা আহাবৰ
সম্বন্ধীয়া আটাই অৱশিষ্ট লোকক বধ কৰিলে ;
এলিয়াৰ আগত কোৱা যিহোৱাৰ বাক্য অনুসাৰে
১৮ তেওঁ সিহঁতক নিঃশেষে সংহাৰ কৰিলে । পাছে
যেহূৱে সকলো লোকক গোটাই কলে, আহাবে
বালক অলপ পূজা কৰিলে ; কিন্তু যেহূৱে তেওঁক
১৯ অধিক্‌কৈ পূজা কৰিব । এই হেতুকে বালৰ সকলো
ভাববাদীবিলাকক, তেওঁৰ আটাই সেৱকবিলাকক,
আৰু তেওঁৰ আটাই পুৰোহিতবিলাকক মোৰ
ওচৰলৈ মাতি আনা, কোনো নহাকৈ নেথাকোক ;
কিয়নো বালৰ উদ্দেশে ময় মহাযজ্ঞ কৰিব
লাগিব ; যি কোনো নহাকৈ থাকিব, সি জীয়াই
নেথাকিব । কিন্তু যেহূৱে বালৰ সেৱকবিলাকক
সংহাৰ কৰিবৰ আশয়েৰে এনে ছল কৰিলে ।
২০ পাছে যেহূৱে আজ্ঞা কৰিলে, বোলে, তোমালোকে
বালৰ উদ্দেশে পৰ্ব্ব নিৰূপণ কৰা ; তাতে সি-
২১ বিলাকে ঘোষণা কৰিলে । তেতিয়া যেহূৱে ইস্ৰা-
য়েলৰ সকলো ফালে মানুহ পঠালত, বালৰ
সকলো সেৱকবিলাক এনেকৈ আহিল, যে, নহাকৈ
কোনো নেথাকিল । পাছে সিহঁত বালৰ গৃহত
সোমালত, বালৰ গৃহ ইমূৰৰ পৰা সিমূৰলৈকে ভৰি
২২ পৰিল । আৰু তেওঁ কাপড়ভঁড়ালীক কলে, বালৰ
সকলো সেৱকৰ নিমিত্তে কাপড় উলিয়াই আনা ;
তাতে সি সিহঁতৰ নিমিত্তে কাপড় উলিয়াই

২৩ আনিলে। পাছে যেহূৱে আৰু ৰেখবৰ পুত্ৰ
যিহোনাদবে বালৰ গৃহত সোমাই বালৰ সেৱক-
বিলাকক কলে, ইয়াত তোমালোকৰ মাজত
যিহোৱাৰ কোনো দাস যেন নেথাকে, অকল
বালৰহে সেৱক থাকে, ইয়াক বিচাৰি চোৱা-
২৪ হঁক। আৰু সিহঁতে বলিদান ও হোম দিবলৈ
ভিতৰলৈ সোমাই গল। ইপিনে যেহূৱে আশী
জন লোকক বাহিৰত ৰাখি কৈছিল, সেই যি
লোকবিলাকক ময় তোমালোকৰ হাতত পেলাই
দিছোঁ, সিহঁতৰ মাজৰ এজনেই যদি পলাই
সাৰে, তেন্তে সেই জনৰ প্ৰাণৰ সলনি, যি
২৫ জনে তাক এড়ি দিব, তাৰ প্ৰাণ যাব। পাছে
হোমবলি উৎসৰ্গ কৰি এঁটালত, যেহূৱে
ৰক্ষীয়া-সেনা আৰু সেনাপতিবিলাকক আজ্ঞা
দিলে, বোলে, ভিতৰলৈ গৈ সিহঁতক বধ কৰা,
এটাকো বাহিৰলৈ আহিব নিদিবা। তেতিয়া
সিবিলাকে তৰোৱালৰ ধাৰেৰে সিহঁতক বধ
কৰিলে; আৰু ৰক্ষীয়া-সেনা ও সেনাপতি-
বিলাকে সিহঁতক বাহিৰলৈ পেলাই দি, বালৰ
২৬ গৃহৰ অন্তঃপুৰলৈ গল। আৰু সিবিলাকে বালৰ
গৃহত থকা স্তম্ভবোৰ উলিয়াই আনি পুড়ি
২৭ পেলালে। আৰু সিবিলাকে বালৰ স্তম্ভটো
ভাঙ্গি পেলালে, আৰু তাৰ গৃহকো ভাঙ্গি
তাক পাইখানা কৰিলে, আজিলৈকে সেই
২৮ ৰূপে আছে। এই ৰূপে যেহূৱে ইস্রায়েলৰ
২৯ মাজৰ পৰা বালক উচ্ছন্ন কৰিলে। তথাপি
নবাটৰ পুতেক যাৰবিয়ামে যিবোৰ পাপৰ
দ্বাৰায় ইস্রায়েলক পাপ কৰাইছিল, সেই-
বোৰৰ পৰা, অৰ্থাৎ বৈৎ-এলত আৰু দানত
থকা সোণৰ দামুড়ি দুটাৰ পাছত চলাৰ পৰা
৩০ যেহূ আঁতৰ নহল। আৰু যিহোৱাই যেহূক
কলে, মোৰ দৃষ্টিত যি ন্যায়, তাক কৰি তুমি
ভাল কৰ্ম্ম কৰিলা, আৰু মোৰ মনত যি যি
আছিল, সেই সকলোকে তুমি আহাবৰ বংশলৈ
কৰিলা; এই কাৰণে চতুৰ্থ পুৰুষলৈকে তোমাৰ
৩১ বংশ ইস্রায়েলৰ সিংহাসনত বহিব। তথাপি
যেহূৱে আপোনাৰ সকলো চিত্তে সৈতে ইস্রা-
য়েলৰ ঈশ্বৰ যিহোৱাৰ ব্যৱস্থা অনুসাৰে চলিব-
লৈ সাৱধান নহল; যাৰবিয়ামে যিবোৰ পাপৰ
দ্বাৰায় ইস্রায়েলক পাপ কৰাইছিল, সেইবোৰ
পাপৰ পৰা তেওঁ আঁতৰ নহল।
৩২ সেই কালত যিহোৱাই ইস্রায়েল দেশ কমাব-
লৈ ধৰিলে; আৰু হজায়েলে ইস্রায়েলৰ সকলো
৩৩ অঞ্চলত সিবিলাকক আঘাত কৰিলে; তেওঁ
পূবফালে যৰ্দ্দনৰ পৰা গোটেই গিলিয়দ দেশ,
অৰ্ণোন উপত্যকাৰ ওচৰত থকা অৰোয়েৰৰ
পৰা, গাদীয়া, ৰুবেণীয়া, আৰু মনচীয়াবিলাকৰ
দেশ, অৰ্থাৎ গিলিয়দ আৰু বাচানক পৰাজয়
৩৪ কৰিলে। যেহূৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো
কৰ্ম্ম আৰু আটাই পৰাক্ৰমৰ কথা জানো ইস্রা-
য়েলৰ ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত লিখা
৩৫ নাই? পাছে যেহূ আপোন ওপৰপিতৃবিলাকৰ
লগত নিদ্ৰিত হল, আৰু লোকবিলাকে তেওঁক
চমৰিয়াত মৈদাম দিলে; পাছে তেওঁৰ পুত্ৰ
৩৬ যিহোৱাহজ তেওঁৰ পদত ৰজা হল। যেহূৱে
চমৰিয়াত ইস্রায়েলৰ ওপৰত আঠাইশ বছৰ
ৰাজত্ব কৰিলে।

অথলিয়া ৰাণীৰ নিষ্ঠুৰতা, আৰু তেওঁৰ বিনাশ।

১১ ইয়াৰ ভিতৰতে অহজিয়াৰ মাক অথ-
লিয়াই যেতিয়া আপোন পুতেকক মৰা
দেখিলে, তেতিয়া তেওঁ উঠি গোটেই ৰাজবংশকে
২ সংহাৰ কৰিলে। কিন্তু যোৰাম ৰজাৰ জীয়েক
অহজিয়াৰ ভনীয়েক যিহোচেবাই অহজিয়াৰ
পুতেক যোৱাচক, বধ কৰিব লগীয়া ৰাজকোঁৱৰ-
বিলাকৰ মাজৰ পৰা চুৰ কৰি নৈ, তাক
ধাইমাকে সৈতে বিচানা ৰখা খোঁটালিত
ৰাখিলে; আৰু অথলিয়াৰ পৰা তাক লুকু-
৩ উৱা হলত, তাক বধ কৰা নহল। পাছে সি
তাৰে সৈতে যিহোৱাৰ গৃহত ছবছৰ লুকাই
থাকিল; সেই সময়ত অথলিয়াই দেশৰ ওপৰত
ৰাজত্ব কৰিছিল।
৪ পাছে সপ্তম বছৰত যিহোয়াদাই মানুহ
পঠাই চাঁওডাংবিলাকৰ আৰু ৰক্ষীয়া-সেনাবোৰৰ
শতপতিবিলাকক আপোনাৰ ওচৰলৈ যিহোৱাৰ
গৃহলৈ আনিলে, আৰু সিবিলাকে সৈতে এটা
নিয়ম কৰি, যিহোৱাৰ গৃহত সিবিলাকক
৫ শপথ খুৱাই ৰাজকোঁৱৰটীক দেখুৱালে। পাছে
তেওঁ সিবিলাকক আজ্ঞা দি কলে, তোমালোকে
এই কৰ্ম্ম কৰিবা; তোমালোকৰ মাজৰ যিবিলাকে
বিশ্ৰামবাৰে সোমাব, সিবিলাকৰ তিনি ভাগৰ
এভাগে ৰাজগৃহ পৰ দি ৰাখিব; দ্বিতীয় ভাগ
৬ চুৰ দুৱাৰত থাকিব; আৰু তৃতীয় ভাগ ৰক্ষীয়া-
সেনাবোৰৰ পাছফালে দুৱাৰত থাকিব; এই
ৰূপে তোমালোকে আক্ৰমণ নিবাৰণ কৰিবৰ
৭ অৰ্থে ৰাজগৃহ পৰ দি ৰাখিবা। আৰু তোমা-
লোকৰ মাজৰ দুদলে, অৰ্থাৎ বিশ্ৰামবাৰে যি-
বিলাক ওলাই যাব, সেই আটাইবিলাকে ৰজাৰ
৮ ওচৰত যিহোৱাৰ গৃহ পৰ দি ৰাখিব। আৰু
তোমালোক প্ৰতিজনে হাতত অস্ত্ৰ লৈ ৰজাক
আকৰি ৰাখিবা; যি কোনো লোক শাৰিৰ
ভিতৰলৈ আহিব, তাক বধ কৰা হওক; আৰু
ৰজা যেতিয়া বাহিৰলৈ যায়, বা ভিতৰলৈ আহে,
তেতিয়া তোমালোক তেওঁৰ লগত থাকিবা।
৯ পাছে যিহোয়াদা পুৰোহিতে যি যি আজ্ঞা
কৰিলে, শতপতিবিলাকে সেই দৰে সকলোকে

করিলে ; সিবিলাক প্ৰতিজনে বিশ্ৰামবাৰে
ওলোৱা আৰু বিশ্ৰামবাৰে সোমোৱা আপোন
আপোন লোকবিলাকক লৈ, যিহোয়াদা পুৰো-
১০ হিতৰ ওচৰলৈ আহিল। আৰু দায়ূদ ৰজাৰ
যি যি বৰছা আৰু ঢাল যিহোৱাৰ গৃহত
আছিল, পুৰোহিতে সেইবোৰ শতপতিবিলাকক
১১ দিলে। আৰু গৃহৰ সোঁ কোষৰ পৰা বাঁও কোষ-
লৈকে যজ্ঞবেদি আৰু গৃহৰ মাজ ঠাইত ৰক্ষীয়া-
সেনাবোৰে আপোন আপোন হাতত অস্ত্ৰ লৈ
১২ ৰজাৰ চাৰিওফালে থিয় হৈ থাকিল। পাছে
তেওঁ ৰাজকোঁৱৰটীক বাহিৰলৈ উলিয়াই আনি,
তেওঁৰ মূৰত কিৰীটি আৰু হাতত সাক্ষ্যপুস্তক
দিলে ; আৰু সিবিলাকে তেওঁক ৰজা পাতিলে,
আৰু অভিষেক কৰিলে ; পাছে সকলোৱে
হাততালি দি কলে, ৰজা চিৰজীবী হওক।
১৩ তেতিয়া অথলিয়াই ৰক্ষীয়া-সেনাবোৰৰ আৰু
লোকবিলাকৰ এৰাৎ শুনি, যিহোৱাৰ গৃহলৈ
১৪ লোকবিলাকৰ ওচৰলৈ আহিল ; আৰু চাই
দেখিলে, যে, ৰজা ৰীতিমতে স্তম্ভটোৰ ওচৰত
থিয় হৈ আছে, আৰু শতপতিবিলাক ও তুৰী
বজোৱাবিলাক ৰজাৰ ওচৰত আছে ; আৰু দেশৰ
সকলো লোকবিলাকে আনন্দ কৰিছে, আৰু
তুৰী বজাইছে। তাতে অথলিয়াই আপোনাৰ
কাপোৰ ফালি, ৰাজদ্ৰোহ ৰাজদ্ৰোহ বুলি এঁটাহ
১৫ পাৰিলে। কিন্তু যিহোয়াদা পুৰোহিতে সৈন্যৰ
অধ্যক্ষ শতপতিবিলাকক আজ্ঞা কৰি কলে, তাইক
দুই শাৰিৰ মাজেদি বাহিৰলৈ লৈ যোৱা ; যি
কোনো লোক তাইৰ পাছত যাব, তাক তৰো-
ৱালেৰে বধ কৰিবা। কিয়নো পুৰোহিতে
কৈছিল, যিহোৱাৰ গৃহৰ ভিতৰত তাইক বধ
১৬ কৰা নহওক। তাতে লোকবিলাকে তেওঁৰ নিমিত্তে
বাট এৰি দিলত, তেওঁ অশ্ব দুৱাৰৰ বাটেদি গৈ
ৰাজগৃহত সোমাল ; আৰু সেই ঠাইতে তেওঁক
বধ কৰা হল।
১৭ পাছে লোকবিলাক যেন যিহোৱাৰ প্ৰজা হয়,
এই ভাবেৰে যিহোয়াদাই যিহোৱাৰ আৰু ৰজা
ও প্ৰজাবিলাকৰ মাজত এটা নিয়ম কৰিলে ;
আৰু ৰজা ও প্ৰজাবিলাকৰ মাজতো নিয়ম
১৮ কৰিলে। তেতিয়া দেশৰ সকলো লোকে বালৰ
ঘৰলৈ গৈ সেই ঘৰ ভাঙি পেলালে, আৰু তাৰ
বেদি ও মূৰ্ত্তিবোৰ তেনেই ভাঙি গুৰি কৰিলে ;
আৰু বেদিবোৰৰ আগত বালৰ পুৰোহিত
মত্তনক বধ কৰিলে। পাছে পুৰোহিতে যিহোৱাৰ
১৯ গৃহৰ ওপৰত অধ্যক্ষ নিযুক্ত কৰিলে। আৰু তেওঁ
শতপতিবিলাকক, চাওডাংবিলাকক, ৰক্ষীয়া-
সেনাবোৰক, আৰু দেশৰ আটাই লোকক লগত
ললে ; সিবিলাকে যিহোৱাৰ গৃহৰ পৰা ৰজাক
লৈ, ৰক্ষীয়া-সেনাৰ দুৱাৰৰ বাটেদি ৰাজগৃহলৈ
আনিলে ; পাছে তেওঁ ৰাজসিংহাসনত বহিল।
২০ তেতিয়া, লোকবিলাকে অথলিয়াক ৰাজগৃহত
তৰোৱালেৰে বধ কৰাত, দেশৰ সকলো মানুহে
আনন্দ কৰিলে, আৰু নগৰ সুখিলে থাকিল।

যিহূদাৰ ওপৰত যিহোৱাচৰ ৰাজত্ব। মন্দিৰ মেৰামত কৰা।

২১ যিহোৱাচে সাত বছৰ বয়সত ৰাজত্ব পালে।
১২ যেহূৰ ৰাজত্বৰ সপ্তম বছৰত যিহোৱাচে
ৰজা হৈ যিৰূচালেমত চল্লিশ বছৰ ৰাজত্ব
কৰিলে ; তেওঁৰ মাকৰ নাম বেৰ-চেবানিবাসিনী
২ চিবিয়া। যিহোয়াদা পুৰোহিতে যিহোৱাচৰ
আয়ুষৰ যিমান দিন তেওঁক উপদেশ দিলে, সি-
মান দিন যিহোৱাচে, যিহোৱাৰ দৃষ্টিত যি ন্যায়,
৩ তাকে কৰিলে। তথাপি ওখ ঠাইবোৰ গুচুউৱা
নহল ; লোকবিলাকে তেতিয়াও ওখ ঠাইবোৰত
বলিদান কৰিছিল আৰু ধূপ জলাইছিল।
৪ পাছে যিহোৱাচে পুৰোহিতবিলাকক কলে,
যিবোৰ পবিত্ৰীকৃত ৰূপ যিহোৱাৰ গৃহলৈ অনা
হয়, অৰ্থাৎ গণিত লোকৰ ৰূপ, প্ৰাণীৰ
মূল্যস্বৰূপে নিৰূপণ কৰা ৰূপ, আৰু লোক-
বিলাকে ইচ্ছামতে যিহোৱাৰ গৃহলৈ অনা
৫ ৰূপ, এই সকলো ৰূপ পুৰোহিতবিলাকে আপোন
আপোন চিনাকী লোকৰ হাতৰ পৰা আপোনা-
বিলাকৰ হাতত লওক ; আৰু গৃহৰ যি যি ভগা
ঠাই পোৱা যাব, সেইবোৰ ঠাই সিবিলাকে
৬ মেৰামত কৰাব। কিন্তু যিহোৱাচ ৰজাৰ ৰাজত্বৰ
তেইশ বছৰৰ বছৰিলৈকে পুৰোহিতবিলাকে
গৃহৰ ভগাচিগা ঠাইবোৰ মেৰামত নকৰালে।
৭ তাতে যিহোৱাচ ৰজাই যিহোয়াদা পুৰোহিতক
আৰু আন পুৰোহিতবিলাকক মাতি কলে,
তোমালোকে গৃহৰ ভগা ঠাইবোৰ কিয় মেৰামত
কৰোৱা নাই ? এই হেতুকে তোমালোকে আজিৰ
পৰা চিনাকী মানুহবিলাকৰ পৰা আৰু ধন
নলবা, কিন্তু গৃহৰ ভগা ঠাইবোৰৰ নিমিত্তে
৮ দিবলৈ তাক দিয়া। তাতে পুৰোহিতবিলাকে
মানুহবিলাকৰ পৰা আৰু ধন নলবলৈ, আৰু
গৃহৰ ভগা ঠাইবোৰ মেৰামত নকৰাবলৈ মান্তি
৯ হল। কিন্তু যিহোয়াদা পুৰোহিতে এটা চন্দুক
লৈ, তাৰ ঢাকনিত এটা বিন্ধা কৰি, যজ্ঞবেদিৰ
ওচৰত, যিহোৱাৰ গৃহলৈ সোমোৱা ঠাইৰ
সোঁফালে থলে ; তাতে দুৱাৰ-ৰক্ষীয়া পুৰোহিত-
বিলাকে যিহোৱাৰ গৃহলৈ অনা সকলো ৰূপ
১০ তাৰ ভিতৰত থয়। পাছে যেতিয়া চন্দুকত বহুৎ
ৰূপ থকা দেখে, তেতিয়া ৰজাৰ লিখক আৰু
প্ৰধান পুৰোহিতে আহি, যিহোৱাৰ গৃহত পোৱা
১১ সেইবোৰ ৰূপ থৈলাত বান্ধি লেখ কৰে। পাছে
সিবিলাকে সেই জোখা ৰূপ কাম কৰাওঁতা-

বিলাকৰ হাতত, অৰ্থাৎ যিহোৱাৰ গৃহৰ অধ্যক্ষ-
বিলাকৰ হাতত দিয়ে; আৰু সিবিলাকে যিহো-
ৱাৰ গৃহত কাম কৰোঁতা বাঢ়ৈ আৰু গাঁথক-
১২ বিলাকক, আৰু ৰাজমিস্ত্ৰী ও শিল-কটীয়াবিলাকক
তাক দিয়ে; আৰু যিহোৱাৰ গৃহৰ ভগা ঠাই মেৰা-
মত কৰিবৰ নিমিত্তে কাঠ আৰু কটা শিল কিনি-
বলৈ, আৰু গৃহ মেৰামত কৰিবৰ নিমিত্তে যি যি
১৩ লাগে, সেইবোৰত তাক খৰছ কৰে। কিন্তু যিহো-
ৱাৰ গৃহলৈ অনা সেই ৰূপেৰে, যিহোৱাৰ গৃহৰ
কাৰণে ৰূপৰ চৰিয়া, কি কটাৰি, কি তেজ পেলোৱা
পাত্ৰ, কি তুৰী, আৰু সোণ ও ৰূপৰ কোনো পাত্ৰ
১৪ সজা নহল; কিয়নো সিবিলাকে কাম কৰাওঁতা-
বিলাকক তাক দিয়ে, আৰু সিবিলাকে তাৰে
১৫ যিহোৱাৰ গৃহ মেৰামত কৰায়। কিন্তু সিবিলাকে
কাম কৰাওঁতাবিলাকক দিবৰ নিমিত্তে যিবিলা-
কৰ হাতত ৰূপ দিছিল, সিবিলাকৰ লগত
সিবিলাকে লেখবুজ নকৰে; কাৰণ সিবিলাকে
১৬ বিশ্বাসীৰূপে কাম কৰায়। আৰু দোষাৰ্থক ও
পাপাৰ্থক বলিৰ লগত পোৱা ৰূপ যিহোৱাৰ
গৃহলৈ অনা নহয়; সেয়ে পুৰোহিতবিলাকৰ।
১৭ সেই কালত অৰামৰ হজায়েল ৰজাই যাত্ৰা
কৰি, গাতৰ অহিতে যুদ্ধ কৰি তাক হাত কৰি
ললে; পাছে হজায়েলে যিৰূচালেমৰ বিৰুদ্ধেও
১৮ যাত্ৰা কৰিবলৈ মুখ কৰিলে। তাতে যিহূদাৰ
যিহোৱাচ ৰজাই আপোন ওপৰপিতৃ যিহূদাৰ
যিহোচাফট, যিহোৰাম, আৰু অহজিয়া ৰজাই
পবিত্ৰ কৰা বস্তু, আৰু তেওঁ নিজেও পবিত্ৰ কৰা
বস্তু, আৰু যিহোৱাৰ গৃহৰ ভঁড়ালত ও
ৰাজগৃহৰ ভঁড়ালত পোৱা সকলো সোণ লৈ
অৰামৰ ৰজা হজায়েললৈ পঠাই দিলে; তাতে
তেওঁ যিৰূচালেমৰ সন্মুখৰ পৰা গুচি গল।
১৯ যোৱাচৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ কৰা সকলো
কাৰ্য্যৰ কথা যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-
২০ পুস্তকখনিত জানো লিখা নাই? পাছে তেওঁৰ
দাসবিলাকে উঠি চক্ৰান্ত কৰি, চিল্লালৈ নামি
যোৱা বাটত মিল্লো নামেৰে ঘৰত যোৱাচক বধ
২১ কৰিলে। কিয়নো চিমিয়তৰ পুতেক যোজাখৰ
আৰু চোমেৰৰ পুতেক যিহোজাবদ, তেওঁৰ এই
দুজন দাসে তেওঁক আঘাত কৰিলত, তেওঁ মৰিল।
পাছে লোকবিলাকে দায়ূদৰ নগৰত তেওঁৰ ওপৰ-
পিতৃবিলাকৰ লগত তেওঁক মৈদাম দিলে; আৰু
তেওঁৰ পুত্ৰ অমচিয়া তেওঁৰ পদত ৰজা হল।

**ইস্রায়েলৰ ওপৰত যিহোৱাহজ আৰু যোৱাচৰ ৰাজত্ব। ইলীচাৰ মৃত্যু।**

১৩ অহজিয়া ৰজাৰ পুত্ৰ যিহূদাৰ যোৱাচ
ৰজাৰ ৰাজত্বৰ তেইশ বছৰৰ বছৰি যেহূৰ
পুত্ৰ যিহোৱাহজে চমৰিয়াত ইস্রায়েলৰ ওপ-
ৰত ৰজা হৈ সোতৰ বছৰ ৰাজত্ব কৰিলে।
২ তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে;
নবাটৰ পুতেক যাৰবিয়ামে যিবোৰ পাপৰ
দ্বাৰায় ইস্রায়েলক পাপ কৰাইছিল, তেওঁ সেই-
বোৰ পাপত চলোঁতা হল, তাৰ পৰা তেওঁ আঁতৰ
৩ নহল। তাতে, ইস্রায়েলৰ বিৰুদ্ধে যিহোৱাৰ
ক্ৰোধ জ্বলি উঠিলত, তেওঁ অৰামৰ হজায়েল
ৰজাৰ আৰু তেওঁৰ পুত্ৰ বিন-হদদৰ হাতত
৪ সদায় সিবিলাকক সোধাই দিছিল। প'ছে
যিহোৱাহজে যিহোৱাৰ আগত বিনয় কৰিলত,
যিহোৱাই তেওঁৰ প্ৰাৰ্থনা শুনিলে; কিয়নো
অৰামৰ ৰজাই ইস্রায়েলক যি উপদ্ৰৱ ভোগ
৫ কৰাইছিল, তালৈ তেওঁ দৃষ্টি কৰিলে। (আৰু
যিহোৱাই ইস্রায়েলক এজন উদ্ধাৰকৰ্ত্তা দিয়াত,
সিবিলাক অৰামীয়া লোকৰ হাতৰ পৰা মুক্ত
হল; তাতে ইস্রায়েলৰ সন্তানবিলাকে পূৰ্ব্বৰ
দৰে আপোন আপোন তম্বুত বাস কৰিলে।
৬ তথাপি যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্রা-
য়েলক পাপ কৰাইছিল, তেওঁৰ বংশয় সেইবোৰ
পাপৰ পৰা তেওঁ আঁতৰ নহল, তাত চলিছে
থাকিল; আৰু চমৰিয়াত আচেৰা মূৰ্ত্তিটোও
৭ থাকিল।) কাৰণ অৰামৰ ৰজাই যিহোৱাহজৰ
নিমিত্তে, পঞ্চাশ জন অশ্বাৰোহী, দহখন
ৰথ, আৰু দহ হাজাৰ পদাতিক সৈন্যৰ বাহিৰে
কোনো সৈন্য অৱশিষ্ট নেৰাখিলে; কিয়নো
তেওঁ সিবিলাকক বিনষ্ট কৰিছিল, আৰু
সিবিলাকক মড়ণা মৰা খলাৰ ধূলিৰ দৰে
৮ কৰিছিল। যিহোৱাহজৰ অৱশিষ্ট বৃত্তান্ত, তেওঁ
কৰা সকলো কৰ্ম্ম আৰু পৰাক্ৰমৰ কথা ইস্রা-
য়েলৰ ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত জানো
৯ লিখা নাই? পাছে যিহোৱাহজ আপোন ওপৰ-
পিতৃবিলাকৰ লগত নিদ্ৰিত হলত, লোকবিলাকে
তেওঁক চমৰিয়াত মৈদাম দিলে; আৰু তেওঁৰ
পুত্ৰ যোৱাচ তেওঁৰ পদত ৰজা হল।
১০ যিহূদাৰ যোৱাচ ৰজাৰ ৰাজত্বৰ সাতত্ৰিশ
বছৰৰ বছৰি যিহোৱাহজৰ পুত্ৰ যিহোৱাচ
চমৰিয়াত ইস্রায়েলৰ ওপৰত ৰজা হৈ যোল
১১ বছৰ ৰাজত্ব কৰিলে। তেওঁ যিহোৱাৰ সাক্ষাতে
কু-আচৰণ কৰিলে; নবাটৰ পুতেক যাৰবিয়ামে
যিবোৰ পাপৰ দ্বাৰায় ইস্রায়েলক পাপ কৰাই-
ছিল, সেইবোৰৰ কোনো পাপৰ পৰা তেওঁ আঁতৰ
১২ নহল, তাত চলিছে থাকিল। যোৱাচৰ অৱশিষ্ট
বৃত্তান্ত, তেওঁ কৰা সকলো কৰ্ম্মৰ কথা, আৰু যি
পৰাক্ৰমেৰে যিহূদাৰ অমচিয়া ৰজাৰ লগত যুদ্ধ
কৰিছিল, আপোনাৰ সেই পৰাক্ৰমৰ কথা
ইস্রায়েলৰ ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত
১৩ জানো লিখা নাই? পাছে যোৱাচ আপোন
ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হলত, যাৰ-

বিয়াম তেওঁর সিংহাসনত বহিল; আরু যোৱাচক
ইস্রায়েলর রজাবিলাকর লগত চমরিয়াত মৈদাম
দিয়া হল।
১৪ ইলীচাই যি নরীয়াত মরিল, তেওঁ সেই নরীয়া
পড়িলত, ইস্রায়েলর যোৱাচ রজাই তেওঁর
ওচরলৈ গৈ তেওঁলৈ চাপরি কান্দি কান্দি কলে,
হে মোর পিতৃ, হে মোর পিতৃ, ইস্রায়েলর রথ
১৫ আরু তার অশ্বারোহীবিলাক! তেতিয়া ইলীচাই
তেওঁক কলে, তুমি ধনু আরু বাণ লোৱা; তাতে তেওঁ
১৬ ধনু আরু বাণ ললে। পাছে ইলীচাই ইস্রায়েলর
রজাক কলে, ধনুত তোমার হাত দিয়া; তাতে
রজাই তার ওপরত হাত দিলত, ইলীচাই রজার
১৭ হাতর ওপরত আপোন হাত দিলে। আরু তেওঁ
পুব কালর খিলিকি দুৱার মেল বুলি হুকুম
দিলত, তাক মেলা হল। তেতিয়া ইলীচাই কলে,
বাণ মারা; তাতে তেওঁ বাণ মারিলত, ইলীচাই
কলে, এয়ে যিহোৱার জয়যুক্ত বাণ, এয়ে অরামর
বিরুদ্ধে জয়যুক্ত বাণ; কিয়নো তুমি অফেকত
অরামক নিঃশেষে বিনষ্ট নকরালৈকে আঘাত
১৮ করি থাকিবা। আরু তেওঁ কলে, বাণবোর
লোৱা; তাতে ইস্রায়েলর রজাই তাক ললত,
তেওঁ রজাক কলে, মাটীত কোবোৱা; তাতে
১৯ তেওঁ মাটীত তিনিবার কোবায়েই রল। তেতিয়া
ঈশ্বরর লোকে তেওঁর ওপরত ক্রুদ্ধ হৈ কলে, তুমি
পাঁচ কি ছবারমান কোবাব লাগিছিল; সেয়ে
হোৱা হলে, তুমি অরামক, নিঃশেষে বিনষ্ট
নোহোৱালৈকে আঘাত করিব পারিলাহেঁতেন;
এতিয়া হলে, কেৱল তিনিবারহে অরামীয়াহঁতক
প্রহার করিব পারিবা।
২০ পাছে ইলীচার মৃত্যু হলত, লোকবিলাকে
তেওঁক মৈদাম দিলে। তেতিয়া মোৱাবীয়া দল-
২১ বোর বছরর আরম্ভনতে দেশত সোমাল। সেই
কালত লোকবিলাকে এটা মানুহক মৈদাম দিব-
লৈ ধরোঁতে, সিবিলাকে এদল লোক দেখিলে;
তেতিয়া সিবিলাকে সেই মানুহর শৱ ইলীচার
মৈদামর ভিতরত পেলাই দিলে; তাতে সেই
শৱ সোমাই ইলীচার অস্থি স্পর্শ করামাত্রে
জীয়াই উঠি, আপোন ভরিত ভর দি থিয় হল।
২২ অরামর হজায়েল রজাই যিহোৱাহজর
সকলো কালত ইস্রায়েলক উপদ্রব করিছিল।
২৩ তথাপি, যিহোৱাই অব্রাহাম, ইচ্হাক, আরু
যাকোবে সৈতে করা নিয়মর কারণে, তেওঁ ইস্রা-
য়েলক অনুগ্রহ আরু দয়া করিলে, আরু সিবি-
লাকলৈ প্রসন্ন হৈ সিবিলাকক বিনষ্ট করিবলৈ
অসম্মত হল, আরু আপোনার ওচরর পরা
২৪ তেতিয়া সিবিলাকক নেখেদিলে। পাছে অরামর
হজায়েল রজার মৃত্যু হল, আরু তেওঁর পুত্র
২৫ বিন-হদদ তেওঁর পদত রজা হল। যিহোৱাচর
বাপেক যিহোৱাহজর পরা হজায়েলে যি যি
নগর যুদ্ধত লৈছিল, সেই সকলো নগর যিহোৱা-
হজর পুত্র যিহোৱাচে হজায়েলর পুত্র বিন-হদদর
পরা পুনরায় ললে। যোৱাচে বিন-হদদক
তিনিবার প্রহার করি ইস্রায়েলর সেই নগরবোর
পুনরায় ললে।

যিহূদার ওপরত অমচিয়ার, আরু ইস্রায়েলর ওপরত দ্বিতীয় যারবিয়ামর রাজত্ব।

১৪ যোৱাহজর পুত্র ইস্রায়েলর যোৱাচ
রজার রাজত্বর দ্বিতীয় বছরত, যিহূদার রজা
২ যোৱাচর পুত্র অমচিয়া রজা হল। তেওঁ
পঁচিশ বছর বয়সত রজা হৈ যিরূচালেমত
ঊনত্রিশ বছর রাজত্ব করিলে; তেওঁর মাকর নাম
৩ যিরূচালেমনিবাসিনী যিহোৱদ্দন। যিহোৱার
দৃষ্টিত যি ন্যায়, তেওঁ তাকে করিলে; তথাপি
আপোন ওপরপিতৃ দায়ূদর নিচিনাকৈ করা মা-
ছিল; তেওঁ আপোন পিতৃ যোৱাচর সকলো
৪ কর্ম্মর দরে কার্য্য করিলে। কিন্তু ওখ ঠাইবোর
গুচুউৱা নহল; লোকবিলাকে তেতিয়াও ওখ ঠাই-
বারত বলিদান করিছিল আরু ধূপ জলাইছিল।
৫ পাছে রাজ্য তেওঁর হাতত থির হোৱামাত্রে,
আপোন পিতৃ রজাক বধ করা আপোন দাস-
৬ বিলাকক তেওঁ বধ করিলে; কিন্তু, পুতেকহঁতর
কারণে বাপেকহঁতক, আরু বাপেকহঁতর কারণে
পুতেকহঁতক বধ করা নেযাব, প্রতিজনে আপোন
আপোন পাপর কারণে মরিব, মোচির ব্যৱস্থা-
পুস্তকত লিখা যিহোৱার এই আজ্ঞা অনুসারে
তেওঁ সেই বধ করাবিলাকর সন্তানবিলাকক বধ
৭ নকরিলে। তেওঁ লবণ উপত্যকাত ইদোমর দহ
হাজার লোকক বধ করিলে; আরু যুদ্ধত চেলা
নগর ললে; আরু তার নাম যক্তিয়েল রাখিলে,
আজিলৈকে সেই নাম আছে।
৮ সেই কালত অমচিয়াই যেহূর নাতি যিহোৱা-
হজর পুত্র যিহোৱাচ নামেরে ইস্রায়েলর
রজার ওচরলৈ দূত পঠাই কলে, আহাঁ, আমি
৯ ইজনে সিজনে মুখ চোৱাচুই করোঁহঁক। তাতে
ইস্রায়েলর যিহোৱাচ রজাই যিহূদার অমচিয়া
রজার ওচরলৈ মানুহ পঠাই কলে, লিবানোনত
থকা কাঁইট গছে লিবানোনত থকা এরচ গছ-
জোপালৈ কৈ পঠালে, বোলে, তোমার জীয়েরাক
মোর পোর লগত বিবাহ দিয়া; পাছে লিবা-
নোনত থকা এটা বনরীয়া জন্তুৱে সেই কালে ফুরি,
১০ সেই কাঁইট গছ গচকি পেলালে। তুমি ইদো-
মক পরাজয় করিলা, এয়ে স্বরূপ; আরু তাতেই
তোমার মন গর্ব্বী হৈছে; এতেকে দর্প করি
আপোন ঘরতে থাকা; কিয়নো আপোন
অমঙ্গলর অর্থে কিয় যুদ্ধ করি তুমি আরু তোমারে

১১ নৈতে যিহূদা পতিত হবা? কিন্তু অমচিয়াই
শুনিলে। এই হেতুকে ইস্রায়েলৰ যিহোৱাচ
ৰজাই যুদ্ধযাত্ৰা কৰিলে ; তাতে তেওঁ আৰু যিহূ-
দাৰ অমচিয়া ৰজাই যিহূদাৰ অধীনে থকা বৈৎ-
চেমচত ইজনে সিজনে মুখ চোৱাচুই কৰিলে।
১২ তেতিয়া ইস্রায়েলৰ আগত যিহূদা ঘাটিল,
আৰু প্ৰতিজনে আপোন আপোন তাম্বুলৈ পলাই
১৩ গল। পাছে ইস্রায়েলৰ যিহোৱাচ ৰজাই অহ-
জিয়াৰ নাতি যিহোৱাচৰ পুত্ৰ যিহূদাৰ অম-
চিয়া ৰজাক বৈৎ-চেমচত ধৰি যিৰূচালেমলৈ
লৈ আহিল ; আৰু ইফ্ৰয়িমৰ দুৱাৰৰে পৰা
চুকৰ দুৱাৰলৈকে যিৰূচালেমৰ গড়ৰ চাৰি শ
১৪ হাত ভাঙ্গি পেলালে। আৰু তেওঁ যিহোৱাৰ
গৃহত, আৰু ৰাজগৃহৰ ভঁড়ালত পোৱা আটাই
সোণ, ৰূপ, আৰু সকলো পাত্ৰ, আৰু বন্ধকস্বৰূপে
কেতবোৰ লোককো লৈ চমৰিয়ালৈ উভটি গল।
১৫ যিহোৱাচে কৰা কাৰ্য্যৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ
পৰাক্ৰমৰ কথা, আৰু যিহূদাৰ অমচিয়া ৰজাৰ
লগত তেওঁ যুদ্ধ কৰা কথা জানো ইস্রায়েলৰ
ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত লিখা নাই?
১৬ পাছে যিহোৱাচ আপোন ওপৰপিতৃবিলাকৰ
লগত নিদ্ৰিত হলত, চমৰিয়াত ইস্রায়েলৰ ৰজা-
বিলাকৰ লগত তেওঁক মৈদাম দিয়া হল ; আৰু
তেওঁৰ পুত্ৰ যাৰবিয়াম তেওঁৰ পদত ৰজা হল।
১৭ যিহোৱাহজৰ পুত্ৰ ইস্রায়েলৰ যিহোৱাচ
ৰজাৰ মৃত্যুৰ পাছে, যোৱাচৰ পুত্ৰ যিহূদাৰ
অমচিয়া ৰজা আৰু পোন্ধৰ বছৰ জীয়াই
১৮ থাকিল। অমচিয়াৰ অৱশিষ্ট বৃত্তান্ত জানো যিহূ-
দাৰ ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত লিখা
১৯ নাই? পাছে লোকবিলাকে যিৰূচালেমত তেওঁৰ
বিৰুদ্ধে চক্ৰান্ত কৰিলত, তেওঁ লাখীচলৈ পলাই
গল ; কিন্তু সিহঁতে লাখীচলৈকে তেওঁৰ পাছত
২০ মানুহ পঠাই তেওঁক তাত বধ কৰালে। আৰু
সিহঁতে তেওঁক ঘোঁড়াত তুলি যিৰূচালেমলৈ
আনিলত, দায়ূদৰ নগৰত তেওঁৰ ওপৰপিতৃ-
২১ বিলাকৰ লগত তেওঁক মৈদাম দিয়া হল। পাছে
যিহূদাৰ সকলো লোকে ষোল বছৰ বয়সীয়া
অজৰিয়াক লৈ, তেওঁৰ পিতৃ অমচিয়াৰ পদত
২২ ৰজা পাতিলে। ৰজা আপোন ওপৰপিতৃবিলাকৰ
লগত নিদ্ৰিত হোৱাৰ পাছে, তেওঁ এলৎ নগৰ
দৃঢ় কৰিলে, আৰু পুনৰায় তাক যিহূদাৰ অধীন
কৰিলে।
২৩ যিহূদাৰ যোৱাচ ৰজাৰ পুত্ৰ অমচিয়া ৰজাৰ
ৰাজত্বৰ পঞ্চদশ বছৰত ইস্রায়েলৰ যোৱাচ
ৰজাৰ পুত্ৰ যাৰবিয়ামে চমৰিয়াত ৰজা হৈ এক-
২৪ চল্লিশ বছৰ ৰাজত্ব কৰিলে। তেওঁ যিহোৱাৰ
সাক্ষাতে কু-আচৰণ কৰিলে ; নবাটৰ পুত্ৰেক
যাৰবিয়ামে যিবোৰ পাপৰ দ্বাৰায় ইস্রায়েলক
পাপ কৰাইছিল, সেইবোৰৰ কোনো পাপৰ
২৫ পৰা তেওঁ আঁতৰ নহল। ইস্রায়েলৰ ঈশ্বৰ
যিহোৱাই আপোন দাস গৎ-হেফৰত থকা
অমিত্তয়ৰ পুত্ৰ যোনা ভাববাদীৰ মুখে কোৱা
আপোন বাক্যৰ দৰে, ৰজাই হমাতৰ প্ৰবেশ-
স্থানৰ পৰা অৰাবা সমুদ্ৰলৈকে ইস্রায়েলৰ সীমা
২৬ পুনৰায় স্থাপন কৰিলে। কিয়নো যিহোৱাই
ইস্রায়েলৰ দুঃখ অতিশয় টান দেখিলে ; কাৰণ
মুক্ত কি বদ্ধ হোৱা কোনো নাছিল, আৰু
ইস্রায়েলক উপকাৰ কৰোঁতাও কোনো নাছিল।
২৭ আৰু, মই ইস্রায়েলৰ নাম আকাশৰ তলৰ পৰা
লুপ্ত কৰিম বুলি যিহোৱাই কোৱা নাছিল ;
কিন্তু তেওঁ যোৱাচৰ পুত্ৰ যাৰবিয়ামৰ দ্বাৰায়
২৮ সিবিলাকক উদ্ধাৰ কৰিলে। যাৰবিয়ামৰ অৱ-
শিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্য, পৰা-
ক্ৰম, আৰু যুদ্ধৰ কথা, আৰু পূৰ্ব্বে যিহূদাৰ
অধীনত থকা দম্মেচক আৰু হমাৎ পুনৰায় ইস্রা-
য়েলৰ কাৰণে তেওঁ লোৱা কথা জানো ইস্রায়েলৰ
ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত লিখা নাই?
২৯ পাছে যাৰবিয়াম আপোন ওপৰপিতৃ ইস্রায়েলৰ
ৰজাবিলাকৰ লগত নিদ্ৰিত হলত, তেওঁৰ পুত্ৰ
জখৰিয়া তেওঁৰ পদত ৰজা হল।

ইস্রায়েলৰ ওপৰত অজৰিয়া, জখৰিয়া, চল্লুম,
মনহেম, পকহিয়া, আৰু পেকহ আৰু ও
যিহূদাৰ ওপৰত যোথমৰ ৰাজত্ব।

১৫ ইস্রায়েলৰ যাৰবিয়াম ৰজাৰ ৰাজত্বৰ
সাতাইশ বছৰৰ বছৰি, যিহূদাৰ ৰজা অম-
২ চিয়াৰ পুত্ৰ অজৰিয়াই ৰাজত্ব পালে। তেওঁ
ষোল বছৰ বয়সত ৰজা হৈ যিৰূচালেমত বাৱন্ন
বছৰ ৰাজত্ব কৰিলে ; তেওঁৰ মাকৰ নাম যিৰূ-
৩ চালেমনিবাসিনী যিখলিয়া। তেওঁ আপোন
পিতৃ অমচিয়াৰ সকলো কাৰ্য্য অনুসাৰে, যিহো-
৪ ৱাৰ দৃষ্টিত যি ন্যায়, তাকে কৰিলে। তথাপি
ওখ ঠাইবোৰ গুচুউৱা নহল ; তেতিয়াও লোক-
বিলাকে ওখ ঠাইবোৰত বলিদান কৰিছিল
৫ আৰু ধূপ জলাইছিল। পাছে যিহোৱাই ৰজাক
প্ৰহাৰ কৰিলত, তেওঁ মৰণৰ দিনলৈকে কুষ্ঠৰোগী
হৈ বেলেগ ঘৰত নিবাস কৰিলে ; তাতে
ৰজাৰ পুত্ৰ যোথম ৰাজগৃহৰ অধ্যক্ষ হৈ দেশৰ
৬ লোকবিলাকক শাসন কৰিবলৈ ধৰিলে। অজ-
ৰিয়াৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ
কথা জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-
৭ পুস্তকখনিত লিখা নাই? পাছে অজৰিয়া আপোন
ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হলত, দায়ূদৰ
নগৰত আপোন ওপৰপিতৃবিলাকৰ লগত তেওঁক
মৈদাম দিয়া হল ; আৰু তেওঁৰ পুত্ৰ যোথম
তেওঁৰ পদত ৰজা হল।

৮ যিহূদার অজরিয়া রজার রাজত্বর আঁঠত্রিশ
বছরর বছরি, যারবিয়ামর পুত্র জখরিয়াই
ইস্রায়েলর ওপরত চমরিয়াত ছমাহ রাজত্ব
৯ করিলে। তেওঁর ওপরপিতৃবিলাকে করা নিচি-
নাকৈ তেওঁ যিহোৱার সাক্ষাতে কু-আচরণ
করিলে; নবাটর পুতেক যারবিয়ামে যিবোর
পাপর দ্বারায় ইস্রায়েলক পাপ করাইছিল,
১০ সেইবোর পাপর পরা তেওঁ আঁতর নহল। পাছে
যাবেচর পুত্র চল্লুমে তেওঁর বিরুদ্ধে চক্রান্ত করি
লোকবিলাকর আগতে তেওঁক আঘাত করি বধ
১১ করিলে, আরু তেওঁর পদত নিজে রজা হল। দেখা,
জখরিয়ার অৱশিষ্ট বৃত্তান্ত ইস্রায়েলর রজা-
বিলাকর ইতিহাসপুস্তকখনিত লিখা আছে।
১২ যিহোৱাই যেহূর আগত এই বাক্য কৈছিল,
বোলে, তোমার বংশ চতুর্থ পুরুষলৈকে ইস্রা-
য়েলর সিংহাসনত বহিব; সেই দরে ঘটিল।
১৩ যিহূদার উজ্জিয়া রজার রাজত্বর ঊনচল্লিশ
বছরর বছরি যাবেচর পুত্র চল্লুমে রজা হৈ,
১৪ চমরিয়াত সম্পূর্ণ এমাহ রাজত্ব করিলে। পাছে
গাদীর পুত্র মনহেমে তির্চার পরা চমরিয়ালৈ
গৈ, যাবেচর পুত্র চল্লুমক চমরিয়াত আঘাত
করি বধ করিলে, আরু তেওঁর পদত নিজে রজা
১৫ হল। দেখা, চল্লুমর অৱশিষ্ট বৃত্তান্ত, তেওঁ
করা চক্রান্তর কথা ইস্রায়েলর রজাবিলাকর ইতি-
১৬ হাসপুস্তকখনিত লিখা আছে। পাছে মনহেমে
তির্চার পরা গৈ, টিপ্চহ ও তার মাজত থকা
সকলোকে আরু তার অঞ্চল আঘাত করিলে;
সিবিলাকে তেওঁলৈ দুৱার মেলি নিদিয়াতে তেওঁ
তাক আঘাত করিলে, আরু তার সকলো গর্ব্ভৱতী
তিরুতার উদর ফালি পেলালে।
১৭ যিহূদার অজরিয়া রজার রাজত্বর ঊনচল্লিশ
বছরর বছরি গাদীর পুত্র মনহেমে রজা হৈ,
চমরিয়াত ইস্রায়েলর ওপরত দহ বছর রাজত্ব
১৮ করিলে। তেওঁ যিহোৱার সাক্ষাতে কু-আচরণ
করিলে; নবাটর পুতেক যারবিয়ামে যিবোর
পাপর দ্বারায় ইস্রায়েলক পাপ করাইছিল,
সেইবোর পাপর পরা তেওঁর জীৱনর গোটেই
১৯ কালত তেওঁ আঁতর নহল। পাছে অচূরর পূল
রজা সেই দেশর বিরুদ্ধে আহিলত, পূলর সহায়র
দ্বারায় আপোনার রাজ্য সুস্থির করিবলৈ মন-
২০ হেমে পূলক এক হাজার কিক্কর রূপ দিলে। আরু
অচূরর রজাক দিবর নিমিত্তে, মনহেমে আটাই
বড় বড় ধনী লোকর প্রত্যেকর পরা পঞ্চাশ চেকল
পঞ্চাশ চেকল রূপ লৈ ইস্রায়েলর পরা সেই রূপ
আদায় করিলে; তাতে অচূরর রজা দেশত নে-
২১ থাকি তার পরা উভটি গল। মনহেমর অৱশিষ্ট
বৃত্তান্ত, তেওঁর সকলো কার্য্যর কথা জানো
ইস্রায়েলর রজাবিলাকর ইতিহাসপুস্তকখনিত
২২ লিখা নাই? পাছে মনহেমে আপোন ওপরপিতৃ-
বিলাকর লগত নিদ্রিত হলত, তেওঁর পুত্র
পকহিয়া তেওঁর পদত রজা হল।
২৩ যিহূদার অজরিয়া রজার রাজত্বর পঞ্চাশ
বছরর বছরি মনহেমর পুত্র পকহিয়াই চম-
রিয়াত ইস্রায়েলর ওপরত রজা হৈ দুবছর রাজত্ব
২৪ করিলে। তেওঁ যিহোৱার সাক্ষাতে কু-আচরণ
করিলে; নবাটর পুতেক যারবিয়ামে যিবোর
পাপর দ্বারায় ইস্রায়েলক পাপ করাইছিল, সেই-
২৫ বোর পাপর পরা তেওঁ আঁতর নহল। পাছে
রমলিয়ার পুত্র পেকহ নামেরে তেওঁর এজন সেনা-
পতিয়ে তেওঁর বিরুদ্ধে চক্রান্ত করি, চমরিয়াত
রাজগৃহর দুর্গত তেওঁক অর্গোব আরু অরিয়ে
সৈতে আঘাত করিলে; সেনাপতির লগত
গিলিয়দীয়া পঞ্চাশ জন লোক আছিল; সেনা-
পতিয়ে তেওঁক এই রূপে বধ করি তেওঁর পদত নিজে
২৬ রজা হল। দেখা, পকহিয়ার অৱশিষ্ট বৃত্তান্ত,
তেওঁর সকলো কার্য্যর কথা ইস্রায়েলর রজা-
বিলাকর ইতিহাসপুস্তকখনিত লিখা আছে।
২৭ যিহূদার অজরিয়া রজার রাজত্বর বাৱন্ন বছরর
বছরি রমলিয়ার পুত্র পেকহে চমরিয়াত ইস্রা-
য়েলর ওপরত রজা হৈ বিশ বছর রাজত্ব
২৮ করিলে। তেওঁ যিহোৱার সাক্ষাতে কু-আচরণ
করিলে; নবাটর পুতেক যারবিয়ামে যিবোর
পাপর দ্বারায় ইস্রায়েলক পাপ করাইছিল, সেই-
২৯ বোর পাপর পরা তেওঁ আঁতর নহল। ইস্রায়েলর
পেকহ রজার রাজত্বর কালত, অচূরর রজা তিগ্লৎ-
পিলেচরে আহি, ইয়োন, আবেল-বৈৎ-মাখা,
যানোহ, কেদচ, হাচোর, গিলিয়দ, আরু গালীল
অর্থাৎ নপ্তালীর সমুদায় দেশ হাত করি ললে,
আরু লোকবিলাকক অচূরলৈ বন্দী করি লৈ
৩০ গল। পাছে উজ্জিয়ার পুত্র যোথমর রাজত্বর
বিশ বছরর বছরি, এলার পুত্র হোচেয়াই রম-
লিয়ার পুত্র পেকহর বিরুদ্ধে চক্রান্ত করি তেওঁক
আঘাত করি বধ করিলে, আরু তেওঁর পদত
৩১ নিজে রজা হল। দেখা, পেকহর অৱশিষ্ট বৃত্তান্ত,
তেওঁর সকলো কার্য্যর কথা ইস্রায়েলর রজা-
বিলাকর ইতিহাসপুস্তকখনিত লিখা আছে।
৩২ ইস্রায়েলর রজা রমলিয়ার পুত্র পেকহর
রাজত্বর দ্বিতীয় বছরত, যিহূদার রজা উজ্জিয়ার
৩৩ পুত্র যোথমে রাজত্ব পালে। তেওঁ পঁচিশ
বছর বয়সত রজা হৈ, যিরূচালেমত ষোল বছর
রাজত্ব করিলে; তেওঁর মাকর নাম চাদোকর
৩৪ জীয়েক যিরূচা। যিহোৱার দৃষ্টিত যি ন্যায়,
তেওঁ তাকে করিলে; আরু আপোন পিতৃ
উজ্জিয়ার কার্য্যর দরেই সকলো কর্ম্ম করিলে।
৩৫ তথাপি ওখ ঠাইবোর গুচুৱা নহল; লোক-
বিলাকে তেতিয়াও ওখ ঠাইবোরত বলিদান

কৰিছিল আৰু ধূপ জলাইছিল। তেওঁ যিহোৱাৰ
গৃহৰ ওপৰৰ দুৱাৰ পুনৰায় নিৰ্ম্মাণ কৰিলে।
৩৬ যোথমৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ
কথা জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-
৩৭ পুস্তকখনত লিখা নাই? সেই কালত যিহোৱাই
অৰামৰ ৰচীন ৰজাক আৰু ৰমলিয়াৰ পুত্ৰ
পেকহক যিহূদাৰ বিৰুদ্ধে পঠাবলৈ ধৰিলে।
৩৮ পাছে যোথম আপোন ওপৰপিতৃবিলাকৰ লগত
নিদ্ৰিত হলত, আপোন ওপৰপিতৃ দায়ূদৰ
নগৰত আপোন ওপৰপিতৃবিলাকৰ লগত তেওঁক
মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ আহজ
তেওঁৰ পদত ৰজা হল।

যিহূদাৰ ওপৰত আহজৰ ৰাজত্ব।

১৬ ৰমলিয়াৰ পুত্ৰ পেকহৰ ৰাজত্বৰ সপ্তদশ
বছৰত, যিহূদাৰ ৰজা যোথমৰ পুত্ৰ
২ আহজে ৰাজত্ব পালে। আহজে বিশ বছৰ
বয়সত ৰজা হৈ, যিৰূচালেমত ষোল বছৰ ৰাজত্ব
কৰিলে; তেওঁ আপোন ওপৰপিতৃ দায়ূদৰ
নিচিনাকৈ, আপোন ঈশ্বৰ যিহোৱাৰ দৃষ্টিত
৩ যি ন্যায়, তাক নকৰিলে; কিন্তু ইস্ৰায়েলৰ ৰজা-
বিলাকৰ পথত চলিলে, এনে কি, যিহোৱাই
ইস্ৰায়েলৰ সন্তানবিলাকৰ আগৰ পৰা দূৰ
কৰা জাতিবিলাকৰ ঘিণলগীয়া ৰীতিৰ দৰে
আপোন পুত্ৰটীকেই অগ্নিৰ মাজেদি গমন
৪ কৰালে। আৰু তেওঁ ওখ ঠাইবোৰত, পৰ্ব্বতৰ
ওপৰত, আৰু প্ৰত্যেক কেঁচাপতীয়া গছৰ
তলত বলিদান কৰিলে আৰু ধূপ জলালে।
৫ সেই কালত অৰামৰ ৰচীন ৰজাই, আৰু ইস্ৰা-
য়েলৰ ৰমলিয়াৰ পুত্ৰ পেকহ ৰজাই যুদ্ধৰ
অৰ্থে যিৰূচালেমলৈ যাত্ৰা কৰি আহজক অৱ-
ৰোধ কৰিলে; কিন্তু তেওঁক জয় কৰিব নোৱা-
৬ ৰিলে। সেই সময়ত অৰামৰ ৰচীন ৰজাই এলৎ
নগৰ পুনৰায় অৰামৰ অধীন কৰি, যিহূদী-
বিলাকক এলতৰ পৰা খেদাই দিলে; আৰু
অৰামীয়াবিলাকে এলতলৈ আহি আজিলৈকে
৭ তাত নিবাস কৰি আছে। পাছে আহজে অচূৰৰ
তিগ্লৎ-পিলেচৰ ৰজাৰ ওচৰলৈ দূত পঠাই এই
কথা কলে, মই আপোনাৰ দাস, আৰু আপো-
নাৰ পুত্ৰ হওঁ; আপুনি আহি মোৰ বিৰুদ্ধে উঠা
অৰামৰ ৰজা আৰু ইস্ৰায়েলৰ ৰজাৰ হাতৰ
৮ পৰা মোক উদ্ধাৰ কৰোক। আৰু আহজে
যিহোৱাৰ গৃহত আৰু ৰাজগৃহৰ ভঁড়ালত পোৱা
সোণ আৰু ৰূপ লৈ, অচূৰৰ ৰজাৰ ওৰিলৈ ভেঁটি
৯ পঠাই দিলে। তাতে অচূৰৰ ৰজাই তেওঁৰ
কথা শুনিলে; আৰু অচূৰৰ ৰজাই দম্মেচকৰ
বিৰুদ্ধে যুদ্ধযাত্ৰা কৰি তাক হাত কৰি ললে,
আৰু তাৰ লোকবিলাকক বন্দী কৰি কীৰলৈ
১০ লৈ গল; আৰু ৰচীনক বধ কৰিলে। পাছে
আহজ ৰজাই অচূৰৰ তিগ্লৎ-পিলেচৰ ৰজাৰ
লগত সাক্ষাৎ কৰিবলৈ দম্মেচকলৈ গল; আৰু
দম্মেচকত থকা যজ্ঞবেদিটো দেখি, তেওঁ সেই
যজ্ঞবেদিৰ সকলো শিল্পকৰ্ম্ম অনুসাৰে তাৰ
নক্চা আৰু নমুনা উৰিয়া পুৰোহিতৰ ওৰিলৈ
১১ পঠাই দিলে। তাতে উৰিয়া পুৰোহিতে এটা
যজ্ঞবেদি কৰালে; আহজ ৰজাই দম্মেচকৰ পৰা
যি যি পঠাইছিল, আহজ ৰজা দম্মেচকৰ পৰা
অহাৰ আগেয়ে উৰিয়া পুৰোহিতে তাৰ দৰেই
১২ সকলোকে কৰালে। পাছে ৰজাই দম্মেচকৰ পৰা
আহি সেই যজ্ঞবেদি চালে; আৰু ৰজাই সেই
বেদিৰ ওচৰলৈ গৈ তাৰ ওপৰত বলিদান কৰিলে।
১৩ আৰু তেওঁ সেই বেদিৰ ওপৰত আপোনাৰ
হোমবলি ও ভক্ষ্য নৈবেদ্য দাহ কৰিলে, আপো-
নাৰ পেয় নৈবেদ্য ঢালিলে, আৰু আপোনাৰ
১৪ মঙ্গলাৰ্থক বলিৰ তেজ ছটিয়ালে। আৰু যিহো-
ৱাৰ সন্মুখত থকা যি পিত্তলৰ যজ্ঞবেদি, তাক
তেওঁ মন্দিৰৰ আগৰ পৰা, অৰ্থাৎ যিহোৱাৰ গৃহ
আৰু নতুন বেদিৰ মাজ ঠাইৰ পৰা আঁতৰাই সেই
১৫ নতুন বেদিৰ উত্তৰকালে স্থাপন কৰিলে। পাছে
আহজ ৰজাই উৰিয়া পুৰোহিতক এই আজ্ঞা
দিলে, বোলে, বড় বেদিৰ ওপৰত প্ৰভাতৰ হোম-
বলি ও সন্ধ্যা বেলাৰ নৈবেদ্য, ৰজাৰ হোমবলি
ও তেওঁৰ নৈবেদ্য, আৰু দেশৰ সকলো লোকৰ
হোমবলি ও সিবিলাকৰ ভক্ষ্য আৰু পেয় নৈবেদ্য
দাহ কৰিবা; আৰু তাৰ ওপৰত হোমবলিৰ তেজ
ও আন আন বলিৰ তেজ ছটিয়াবা; কিন্তু পিত্ত-
লৰ যজ্ঞবেদিৰ বিষয়ে মোৰ বিবেচনা কৰিব
১৬ লগা আছে। তাতে উৰিয়া পুৰোহিতে আহজ
১৭ ৰজাৰ আটাই আজ্ঞা অনুসাৰে কৰিলে। পাছে
আহজ ৰজাই আধাৰবিলাকৰ খাল পড়া ঠাই-
বোৰৰ পিত্তলৰ পাতবোৰ কাটি ললে, আৰু
সেইবোৰৰ পৰা প্ৰক্ষালনপাত্ৰবোৰ আঁতৰালে;
আৰু সমুদ্ৰপাত্ৰটোৰ তলত যি পিত্তলৰ বলদ-
বোৰ আছিল, সেইবোৰৰ ওপৰৰ পৰা তাক
নমাই শিল পাৰি তাৰ ওপৰত বহুৱালে।
১৮ আৰু বিশ্ৰামদিনৰ নিমিত্তে, গৃহৰ মাজত
ওপৰত চাল থকা যি মণ্ড, আৰু ৰজা সোমা-
বৰ নিমিত্তে যি বাহিৰ দুৱাৰ কৰা হৈছিল,
তাক তেওঁ অচূৰৰ ৰজাৰ ভয়ত যিহোৱাৰ গৃহৰ
১৯ আন ঠাইত ৰাখিলে। আহজৰ কাৰ্য্যৰ অৱশিষ্ট
বৃত্তান্ত যিহূদাৰ ৰজাবিলাকৰ ইতিহাসপুস্তক-
২০ খনত জানো লিখা নাই? পাছে আহজ
আপোন ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হলত,
আপোন ওপৰপিতৃবিলাকৰ লগত দায়ূদৰ
নগৰত তেওঁক মৈদাম দিয়া হল; আৰু তেওঁৰ
পুত্ৰ হিষ্কিয়া তেওঁৰ পদত ৰজা হল।

**ইস্রায়েলৰ ওপৰত হোচেয়াৰ ৰাজত্ব। ইস্রায়েল ৰাজ্যৰ বিনাশ আৰু ইস্রায়েলক দেশান্তৰ কৰা।**

১৭ যিহূদাৰ আহজ ৰজাৰ ৰাজত্বৰ দ্বাদশ
বছৰত এলাৰ পুত্ৰ হোচেয়াই চমৰিয়াত
ইস্রায়েলৰ ওপৰত ৰজা হৈ ন বছৰ ৰাজত্ব
২ কৰিলে। তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ
কৰিলে; তথাপি তেওঁৰ আগেয়ে হোৱা ইস্রা-
য়েলৰ ৰজাবিলাকৰ নিচিনাকৈ কৰা নাছিল।
৩ তেওঁৰ বিৰুদ্ধে অচূৰৰ ৰজা চল্‌মনেচৰে যুদ্ধযাত্রা
কৰিলে; তাতে হোচেয়াই তেওঁৰ দাস হৈ তেওঁক
৪ উপহাৰ দিছিল। পাছে অচূৰৰ ৰজাই, হোচে-
য়াই কৰা চক্রান্তৰ গম পালে; কিয়নো তেওঁ
মিচৰৰ চো ৰজাৰ ওৰিলৈ দূত পঠাইছিল,
আৰু বছৰে বছৰে যেনেকৈ উপহাৰ দিছিল,
তেনেকৈ অচূৰৰ ৰজাক আৰু উপহাৰ নিদিলে;
এই কাৰণে অচূৰৰ ৰজাই তেওঁক বান্ধি বন্দী-
৫ শালত পেলাই থলে। অচূৰৰ ৰজাই গোটেই
দেশ আক্রমণ কৰিলে, আৰু চমৰিয়ালৈ উঠি
গৈ তিনি বছৰলৈকে তাক অৱৰোধ কৰিলে।
৬ হোচেয়াৰ ৰাজত্বৰ নৱম বছৰত অচূৰৰ ৰজাই
চমৰিয়া হাত কৰি লৈ ইস্রায়েলক অচূৰ দেশলৈ
লৈ গল, আৰু হলহত, হাবোৰত, গোজনৰ নদীৰ
তীৰত, আৰু মাদীয়াবিলাকৰ নানা নগৰত বাস
৭ কৰালে। ইয়াৰ কাৰণ এই, ইস্রায়েলৰ সন্তান-
বিলাকৰ যি ঈশ্বৰ যিহোৱাই সিবিলাকক মিচৰ
দেশৰ পৰা, মিচৰৰ ফৰৌণ ৰজাৰ হাতৰ অধীন-
তাৰ পৰা আনিছিল, তেওঁৰ বিৰুদ্ধে সিবিলাকে
পাপ কৰিছিল, আৰু ইতৰ দেৱতাবোৰক ভয়
৮ কৰিছিল; আৰু যিহোৱাই ইস্রায়েলৰ সন্মুখৰ
পৰা দূৰ কৰা জাতিবোৰৰ বিধি, আৰু ইস্রা-
য়েলৰ ৰজাবিলাকে স্থাপন কৰা বিধি অনুসাৰে
৯ সিবিলাকে চলিছিল। ইস্রায়েলৰ সন্তানবিলাকে
আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ অহিতে
গুপুতে অযুগুত কাৰ্য্য কৰিছিল, আৰু পৰীয়াৰ
ওখ ঘৰৰে পৰা গড়েৰে আবৃত হোৱা নগৰলৈকে
আপোনাবিলাকৰ সকলো নগৰত, আপোনা-
বিলাকৰ নিমিত্তে ওখ ঠাইবোৰ যুগুত কৰিছিল।
১০ আৰু সিবিলাকে প্রত্যেক ওখ পৰ্ব্বতৰ ওপৰত ও
প্রত্যেক কেঁচাপতীয়া গছৰ তলত স্তম্ভ আৰু
১১ আচেৰা মূৰ্ত্তিবোৰ স্থাপন কৰিছিল; আৰু যি-
হোৱাই সিবিলাকৰ আগেয়ে দেশান্তৰ কৰা
জাতিবিলাকৰ কাৰ্য্যৰ নিচিনাকৈ সিবিলাকে
আপোনাবিলাকৰ সেই দেশৰ আটাই ওখ ঠাই-
বোৰত ধূপ জলাইছিল, আৰু যিহোৱাক বেজাৰ
১২ দিবলৈ কুকৰ্ম্ম কৰিছিল; আৰু তোমালোকে
এনে কৰ্ম্ম নকৰিবা বুলি যিহোৱাই যিহৰ বিষয়ে
কৈছিল, সিবিলাকে সেই মূৰ্ত্তিবোৰক পূজা কৰি-
১৩ ছিল। তথাপি যিহোৱাই আপোনাৰ সকলো
ভাববাদী আৰু দৰ্শকবিলাকৰ দ্বাৰায় ইস্রায়েলৰ
আৰু যিহূদাৰ বিৰুদ্ধে সাক্ষ্য দি এই ৰূপ কথা
কৈছিল, বোলে, তোমালোকে আপোনাবিলাকৰ
আটাই কুপথৰ পৰা ঘূৰা; আৰু মই তোমা-
লোকৰ ওপৰপিতৃবিলাকক দিয়া, আৰু মোৰ
দাস ভাববাদীবিলাকৰ দ্বাৰায় মই তোমালোকৰ
ওচৰলৈ পঠোৱা গোটেই ব্যৱস্থা অনুসাৰে
মোৰ আজ্ঞা আৰু বিধিবিলাক পালন কৰা।
১৪ কিন্তু সিবিলাকে কথা নুশুনি, আপোনাবিলাকৰ
ঈশ্বৰ যিহোৱাত বিশ্বাস নকৰা আপোনাবিলাকৰ
ওপৰপিতৃবিলাকৰ নিচিনাকৈ ডিঙি ঠৰ কৰি-
১৫ ছিল। আৰু তেওঁৰ বিধিবিলাক, সিবিলাকৰ
ওপৰপিতৃবিলাকৰ লগত তেওঁ কৰা নিয়মটী, আৰু
আপোনাবিলাকৰ বিৰুদ্ধে দিয়া তেওঁৰ সাক্ষ্য-
বোৰ সিবিলাকে অগ্রাহ্য কৰি অসাৰ মূৰ্ত্তিবোৰৰ
পাছত চলোঁতা হৈ আপোনাবিলাকো অসাৰ
হৈছিল; আৰু যিহোৱাই যিবোৰৰ নিচিনাকৈ
কাৰ্য্য কৰিবলৈ নিষেধ কৰিছিল, চাৰিওফালে
থকা সেই জাতিবোৰৰ দৰে সিবিলাকে চলোঁতা
১৬ হৈছিল। আৰু সিবিলাকে আপোনাবিলাকৰ
ঈশ্বৰ যিহোৱাৰ সকলো আজ্ঞা ত্যাগ কৰি,
আপোনাবিলাকৰ নিমিত্তে সাঁচত ঢলা মূৰ্ত্তি অৰ্থাৎ
দুটা দামুড়ি সাজিছিল, এটা আচেৰা মূৰ্ত্তি স্থাপন
কৰিছিল, আকাশমণ্ডলৰ আটাই বাহিনীবিলা-
কৰ আগত প্রণিপাত কৰিছিল, আৰু বালক
১৭ পূজা কৰিছিল। আৰু সিবিলাকে আপোন পো
জীবিলাকক অগ্নিৰ মাজেদি গমন কৰাইছিল,
মঙ্গল চোৱা কাৰ্য্য ও মায়াকৰ্ম্ম কৰিছিল, আৰু
যিহোৱাক বেজাৰ দিবৰ অৰ্থে তেওঁৰ সাক্ষাতে
কু-আচৰণ কৰিবলৈ আপোনাবিলাকক বেচি-
১৮ ছিল। এই হেতুকে যিহোৱাই ইস্রায়েলৰ
ওপৰত অতিশয় ক্রুদ্ধ হৈ, সিবিলাকক আপোনাৰ
দৃষ্টিৰ পৰা দূৰ কৰিলে; যিহূদা ফৈদৰ বাহিৰে
১৯ আৰু অৱশিষ্ট নেথাকিল। আৰু যিহূদাৰ লোক-
বিলাকেও আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ
আজ্ঞা পালন নকৰি, ইস্রায়েলে স্থাপন কৰা বিধি
২০ অনুসাৰে চলিলে। যিহোৱাই ইস্রায়েলৰ সকলো
বংশক অগ্রাহ্য কৰি দুঃখ দিলে, আৰু আপোনাৰ
দৃষ্টিৰ পৰা দূৰ নকৰিলেমানলৈকে সিবিলাকক
লুট কৰোঁতাবোৰৰ হাতত সোধাই দিলে।
২১ কিয়নো তেওঁ দায়ূদৰ বংশৰ পৰা ইস্রায়েলক
ফাড়ি লৈছিল, আৰু সিবিলাকে নবাটৰ পুতেক
যাৰবিয়ামক ৰজা পাতিছিল; সেই যাৰবিয়ামে
যিহোৱাৰ পাছত চলাৰ পৰা ইস্রায়েলক অঁত-
২২ ৰাই সিবিলাকক মহাপাপ কৰাইছিল। আৰু
যাৰবিয়ামে যিবোৰ পাপ কৰিছিল, ইস্রায়েলৰ
সন্তানবিলাকে সেইবোৰ পাপত চলিছিল, সেই-

২৩ বোৰৰ পৰা আঁতৰ নহৈছিল। শেষত যিহোৱাই
আপোন দাস ভাববাদীবিলাকৰ মুখে কোৱা
আপোন বাক্য অনুসাৰে ইস্রায়েলক আপোনাৰ
দৃষ্টিৰ পৰা দূৰ কৰিলে। এই ৰূপে ইস্রায়েলক
আপোন দেশৰ পৰা অচূৰ দেশলৈ নিয়া হল ;
আজিলৈকে সিবিলাক সেই ঠাইতে আছে।
২৪ পাছে অচূৰৰ ৰজাই বাবিল, কূথা, অব্বা,
হমাৎ, আৰু চৰ্ব্বয়িমৰ পৰা লোকবিলাকক
আনি, ইস্রায়েলৰ সন্তানবিলাকৰ সলনি সিহঁতক
চমৰিয়াৰ নগৰবোৰত বহুৱালে ; তাতে সিহঁতে
চমৰিয়া অধিকাৰ কৰি তাৰ নগৰবোৰত বসতি
২৫ কৰিলে। সেই ঠাইত সিহঁতে বসতি কৰিবলৈ
আৰম্ভ কৰা কালত সিহঁতে যিহোৱাক ভয়
নকৰিলে ; এই হেতুকে যিহোৱাই সিহঁতৰ
মাজলৈ সিংহ পঠাই দিলে, আৰু সেই সিংহ-
২৬ বোৰে সিহঁতৰ মাজৰ কেতবোৰক মাৰিলে। এই
কাৰণে সিহঁতে অচূৰৰ ৰজাৰ আগত কলে, আপুনি
যি জাতিবোৰক নি চমৰিয়াৰ নগৰবোৰত বহু-
ৱালে, সিহঁতে সেই দেশৰ ঈশ্বৰৰ নিয়মপ্ৰণালী
নেজানে ; এই নিমিত্তে তেওঁ সিহঁতৰ মাজলৈ
সিংহ পঠালে, আৰু দেখোক, সেই সিংহবোৰে
সিহঁতক মাৰি পেলাইছে, কিয়নো সিহঁতে সেই
২৭ দেশৰ ঈশ্বৰৰ নিয়মপ্ৰণালী নেজানে। তেতিয়া
অচূৰৰ ৰজাই এই আজ্ঞা কৰিলে, ত'ৰ পৰা অনা
পুৰোহিতবিলাকৰ এটাক সপৰিবাৰে তোমা-
লোকে তলৈ লৈ যোৱা ; সিহঁতে গৈ তাত বসতি
কৰোক, আৰু সি সেই দেশীয় লোকবিলাকক
সেই দেশৰ ঈশ্বৰৰ নিয়মপ্ৰণালী শিকাওক।
২৮ পাছে চমৰিয়াৰ পৰা দেশান্তৰ কৰি নিয়া
পুৰোহিতবিলাকৰ মাজৰ এজনে আহি বৈৎ-
এলত নিবাস কৰিলে ; আৰু কি ৰূপে
যিহোৱাক ভয় কৰিব লাগে, সি তাক সিহঁতক
২৯ শিকালে। তথাপি সিহঁতৰ প্ৰত্যেক জাতিয়ে
আপোন আপোন দেৱতাবোৰ নিৰ্ম্মাণ কৰিলে,
আৰু প্ৰত্যেক জাতিয়ে আপোন আপোন
নিবাস কৰা নগৰত চমৰীয়াবিলাকে সজা ওখ
ঠাইবোৰৰ ঘৰবিলাকত আপোন আপোন
৩০ দেৱতাবোৰ থলে। এই ৰূপে বাবিলৰ লোক-
বিলাকে চক্কোৎ-বনোৎ, কূথৰ লোকবিলাকে
নেৰ্গল, হমাতৰ লোকবিলাকে অচীমা,
৩১ আৰু অব্বীয়াবিলাকে নিভজ আৰু তৰ্তক
সাজিলে ; আৰু চৰ্ব্বয়িমৰ লোকবিলাকে
অদ্ৰম্মেলক আৰু অনম্মেলক নামেৰে চৰ্ব্ব-
য়িমৰ এই দুই দেৱতাৰ উদ্দেশে আপোন
আপোন সন্তানবিলাকক জুইত দগ্ধ কৰিলে।
৩২ এই ৰূপে সিহঁতে যিহোৱাক ভয় কৰিলে,
আৰু আপোনাবিলাকৰ নিমিত্তে আপোনা-
বিলাকৰ মাজৰ পৰা ওখ ঠাইবোৰৰ পুৰোহিত
নিযুক্ত কৰিলে ; সেই পুৰোহিতবিলাকেই সি-
হঁতৰ নিমিত্তে ওখ ঠাইবোৰৰ ঘৰবিলাকত বলি-
৩৩ দান কৰিলে। সিহঁতে যিহোৱাক ভয় কৰিলে,
আৰু যি জাতিবিলাকৰ মাজৰ পৰা সিহঁতক অনা
হল, সেই জাতিবিলাকৰ নিয়মপ্ৰণালী অনুসাৰে
আপোন আপোন দেৱতাবোৰকো পূজা কৰিলে।
৩৪ সিহঁতে আজিলৈকে পূৰ্ব্বকালৰ নিয়মপ্ৰণালী
অনুসাৰে কৰ্ম্ম কৰি আছে ; সিহঁতে যিহোৱাক
ভয় নকৰে ; আৰু যাৰ নাম যিহোৱাই ইস্রায়েল
ৰাখিলে, সেই যাকোবৰ সন্তানবিলাকৰ বিধি-
বিলাক, বা শাসনপ্ৰণালীবিলাক, বা ব্যৱস্থা, বা
যিহোৱাই সিবিলাকক দিয়া আজ্ঞাৰ দৰে সি-
৩৫ হঁতে কাৰ্য্য নকৰে। যিহোৱাই সিবিলাকে সৈতে
এটী নিয়ম কৰি এই আজ্ঞা দিছিল, তোমালোকে
ইতৰ দেৱতাবোৰক ভয় নকৰিবা, বা সিহঁতৰ
আগত প্ৰণিপাত নকৰিবা, বা সিহঁতক পূজা নক-
ৰিবা, বা সিহঁতৰ উদ্দেশে বলিদান নকৰিবা ;
৩৬ কিন্তু যি জনাই মহাপৰাক্ৰমেৰে আৰু মেলা বা-
হুৰে মিচৰ দেশৰ পৰা তোমালোকক উলিয়াই
আনিলে, সেই যিহোৱাকহে ভয় কৰিবা, আৰু
তেওঁৰেই আগত প্ৰণিপাত কৰিবা, আৰু তেওঁৰেই
৩৭ উদ্দেশে বলিদান কৰিবা ; আৰু তেওঁ তোমালোকৰ
কাৰণে যি যি বিধি, যি যি শাসনপ্ৰণালী, যি
ব্যৱস্থা, আৰু যি আজ্ঞা লিখি দিলে, সদায়
তাৰ দৰে চলিবলৈ তাকেই পালন কৰিবা, কিন্তু
৩৮ ইতৰ দেৱতাবোৰক ভয় নকৰিবা ; আৰু ময়
তোমালোকে সৈতে কৰা নিয়মটী নেপাহৰিবা,
৩৯ আৰু ইতৰ দেৱতাবোৰকো ভয় নকৰিবা। কিন্তু
আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাকেই ভয়
কৰিবা ; তাতে তেৱেঁই তোমালোকৰ সকলো
শত্ৰুৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ কৰিব।
৪০ তথাপি সিহঁতে কথা নুশুনি, আপোনাবিলাকৰ
৪১ পূৰ্ব্বৰ নিয়মপ্ৰণালী অনুসাৰে চলিলে। এই ৰূপে
সেই জাতিবিলাকে যিহোৱাকো ভয় কৰিলে,
আৰু আপোনাবিলাকৰ কটা প্ৰতিমাকো পূজা
কৰিলে ; সিহঁতৰ ওপৰপিতৃবিলাকে যি ৰূপে
কৰিছিল, সিহঁতৰ পো নাতিবিলাকেও সেই
ৰূপে আজিলৈকে কৰি আছিছে।

হিষ্কিয়াৰ ৰাজত্ব। অচূৰীয়াহঁতৰ পৰা ইস্রায়েলে
ৰক্ষা পোৱা।

১৮ এলাৰ পুত্ৰ ইস্রায়েলৰ ৰজা হোচেয়াৰ
ৰাজত্বৰ তৃতীয় বছৰত, যিহূদাৰ ৰজা
আহজৰ পুত্ৰ হিষ্কিয়াই ৰাজত্ব কৰিবলৈ
২ ধৰিলে। তেওঁ পঁচিশ বছৰ বয়সত ৰজা হৈ,
যিৰূচালেমত ঊনত্ৰিশ বছৰ ৰাজত্ব কৰিলে ;
তেওঁৰ মাকৰ নাম জখৰিয়াৰ জীয়েক অবী।
৩ তেওঁ আপোন ওপৰপিতৃ দায়ূদৰ সকলো কৰ্ম্মৰ

দৰে, যিহোৱাৰ দৃষ্টিত যি ন্যায়, তাকে
৪ কৰিলে। তেওঁ ওখ ঠাইবোৰ গুচালে, স্তম্ভ-
বোৰ ভাঙি পেলালে, আৰু আচেৰা মূৰ্ত্তি কাটি
পেলালে ; আৰু মোচিয়ে নিৰ্ম্মাণ কৰা পিত্তলৰ
সাপটো তেওঁ ভোখৰভোখৰকৈ ভাঙি পেলালে;
কিয়নো সেই কাললৈকে ইস্রায়েলৰ সন্তান-
বিলাকে তাৰ উদ্দেশে ধূপ জলাইছিল ; আৰু
৫ তাৰ নাম নহুষ্টন ৰখা হৈছিল। তেওঁ ইস্রা-
য়েলৰ ঈশ্বৰ যিহোৱাত এনে বিশ্বাস কৰিলে,
যে, যিহূদাৰ ৰজাবিলাকৰ মাজত তেওঁৰ নিচিনা
কোনো নহল, আৰু তেওঁৰ পূৰ্ব্বেও কোনো
৬ নাছিল। কিয়নো তেওঁ যিহোৱাত আসক্ত
আছিল, তেওঁৰ পাছত চলাৰ পৰা তেওঁ আঁতৰ
নহল, বৰং যিহোৱাই মোচিক যি যি আজ্ঞা
দিছিল, তেওঁৰ সেইবোৰ আজ্ঞা পালন কৰিলে।
৭ যিহোৱা তেওঁৰ লগে লগে আছিল ; তেওঁ যলৈকে
গৈছিল, তাতেই তেওঁ কৃতকাৰ্য্য হৈছিল ; তেওঁ
অচূৰৰ ৰজাৰ বিৰুদ্ধে বিদ্রোহ কৰি তেওঁৰ অধীনে
৮ আৰু নেথাকিল। ঘচা আৰু তাৰ সীমালৈকে,
পহৰীয়াবোৰৰ ওখ ঘৰৰে পৰা গড়েৰে আবৃত
হোৱা নগৰলৈকে তেওঁ পলেষ্টীয়াবিলাকক
পৰাজয় কৰিলে।
৯ হিষ্কিয়া ৰজাৰ ৰাজত্বৰ চতুৰ্থ বছৰত, অৰ্থাৎ
ইস্রায়েলৰ ৰজা এলাৰ পুত্ৰ হোচেয়াৰ ৰাজত্বৰ
সপ্তম বছৰত, অচূৰৰ চল্‌মনেচৰ ৰজাই চমৰিয়াৰ
১০ বিৰুদ্ধে আহি তাক অৱৰোধ কৰিলে। আৰু তিনি
বছৰৰ মূৰত সিহঁতে তাক হাত কৰি ললে ;
হিষ্কিয়া ৰজাৰ ৰাজত্বৰ ষষ্ঠ বছৰত, অৰ্থাৎ ইস্রা-
য়েলৰ হোচেয়া ৰজাৰ ৰাজত্বৰ নৱম বছৰত চম-
১১ ৰিয়া হাত কৰি লোৱা হল। পাছে অচূৰৰ ৰজাই
ইস্রায়েলক অচূৰ দেশলৈ লৈ গৈ, হলহত, হাবো-
ৰত, গোজনৰ নদীৰ পাৰত, আৰু মাদীয়াবিলাকৰ
১২ নানা নগৰত বাস কৰালে ; কাৰণ সিবিলাকে
আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ বাক্যলৈ
কাণ নিদি, তেওঁৰ নিয়ম, অৰ্থাৎ যিহোৱাৰ দাস
মোচিৰ সকলো আজ্ঞা লঙ্ঘন কৰিলে, তাক
শুনিবলৈ বা পালন কৰিবলৈ ইচ্ছা নকৰিলে।
১৩ পাছে হিষ্কিয়া ৰজাৰ ৰাজত্বৰ চতুৰ্দ্দশ বছৰত,
অচূৰৰ চন্‌হেৰীব ৰজাই গড়েৰে আবৃত হোৱা
যিহূদাৰ সকলো নগৰবোৰৰ বিৰুদ্ধে আহি, সেই
১৪ সকলোকে হাত কৰি ললে। তাতে যিহূদাৰ
হিষ্কিয়া ৰজাই লাখীচলৈ অচূৰৰ ৰজাৰ ওচৰলৈ
কৈ পঠালে, বোলে, মই দোষ কৰিলোঁ ;
মোৰ ওচৰৰ পৰা আপুনি উভটি যাওক ; আপুনি
মোৰ যি দণ্ড নিৰূপণ কৰিব, মই তাকে দিম ;
তাতে অচূৰৰ ৰজাই যিহূদাৰ হিষ্কিয়া ৰজাৰ তিনি
শ কিক্কৰ ৰূপ আৰু ত্ৰিশ কিক্কৰ সোণ দণ্ড নিৰূপণ
১৫ কৰিলে। এই হেতুকে হিষ্কিয়াই যিহোৱাৰ গৃহত
আৰু ৰাজগৃহৰ ভঁড়ালত পোৱা সকলো ৰূপ
১৬ তেওঁক দিলে। আৰু যিহূদাৰ ৰজা হিষ্কিয়াই
যিহোৱাৰ মন্দিৰৰ যি যি দুৱাৰত আৰু যি যি
চৌকাঠত সোণৰ পতা মাৰিছিল, সেইবোৰ
হিষ্কিয়াই সেই কালত কাটি অচূৰৰ ৰজাক
১৭ দিলে। পাছে অচূৰীয়া ৰজাই লাখীচৰ পৰা
তৰ্ত্তন, ৰব্‌চাৰীচ, আৰু ৰব্‌চাকিক বহু সৈন্য-
সামন্তই সৈতে যিৰূচালেমলৈ হিষ্কিয়া ৰজাৰ
ওচৰলৈ পঠালে ; তেওঁবিলাকে যাত্ৰা কৰি
আহি যিৰূচালেম পালেহি, আৰু উঠি আহি
ধোবা পথাৰৰ ৰাজ-আলিৰ কোষত থকা ওপৰ
১৮ পুখুৰিৰ নলাৰ ওচৰত থিয় হলহি। পাছে
তেওঁবিলাকে ৰজাক মাতিলত, হিল্কিয়াৰ পুত্ৰ
ৰজাৰ ঘৰগিৰি ইলিয়াকীম, ৰাজলিখক চেব্‌না,
আৰু ইতিহাসলিখক আচফৰ পুত্ৰ যোৱাহে
ওলাই গৈ তেওঁবিলাকে সৈতে সাক্ষাৎ কৰিলে।
১৯ তেতিয়া ৰব্‌চাকিয়ে তেওঁবিলাকক কলে, তোমা-
লোকে এতিয়া হিষ্কিয়াক এই কথা কোৱা, মহা-
ৰাজ অচূৰীয়া ৰজাই এই কথা কৈছে, তুমি
২০ যিহত আশা কৰিছা, তাত কি বিশ্বাস ? তুমি
কৈছা, ৰণবিষয়ক মোৰ মন্ত্ৰণা আৰু পৰাক্ৰম
আছে ; কিন্তু সেইবোৰ মুখৰ কথা মাত্ৰ। তুমি
কাৰ ওপৰত ভৰসা কৰি মোৰ অহিতে বিদ্রোহ
২১ আচৰণ কৰিছা ? দেখা, তুমি সেই থেঁতেলা
খোৱা লাখুটি মিচৰত ভৰসা কৰিছা ; কোনোৱে
সেই লাখুটিত ভৰ দিলে, সেয়ে তাৰ হাতত ফুটি
সোমাব ; মিচৰৰ ৰজা যি ফৰৌণ, তেওঁত ভৰসা
২২ কৰা সকলোলৈ তেওঁ তেনেকুৱা। আৰু যদি
তোমালোকে মোক কোৱা, যে, আমি আপোন
ঈশ্বৰ যিহোৱাত ভৰসা কৰিছোঁ, তেন্তে মই কওঁ,
হিষ্কিয়াই যি জনাৰ ওখ ঠাই আৰু যজ্ঞবেদি-
বোৰ গুচাই যিহূদাৰ আৰু যিৰূচালেমৰ লোক-
বিলাকক কলে, বোলে, তোমালোকে যিৰূচালেমত
এই যজ্ঞবেদিৰ গুৰিতে সেৱা কৰা, তেওঁ জানো
২৩ সেই জনাই নহয় ? শুনা, তুমি এতিয়া মোৰ
প্ৰভু অচূৰীয়া ৰজাৰ লগত কথা বান্ধা ; যদি
তুমি ঘোঁৰাত উঠিব পৰা দুই হাজাৰ মানুহ দিব
পাৰা, তেন্তে মই তোমাক দুই হাজাৰ ঘোঁৰা দিম।
২৪ তুমি যদি ইয়াকে কৰিব নোৱাৰা, তেন্তে মোৰ
প্ৰভুৰ দাসবিলাকৰ মাজৰ সকলোতকৈ সৰু
সেনাপতি এজনকে কেনেকৈ ঘটাবা ? আৰু তুমি
ৰথ ও ঘোঁৰাৰ নিমিত্তে মিচৰত কেনেকৈ ভৰসা
২৫ কৰিছা ? মই জানো যিহোৱাৰ বিনা অনুমতিত,
এই ঠাই বিনষ্ট কৰিবলৈ ইয়াৰ অহিতে উঠি
আহিলোঁ ? যিহোৱাই মোক কলে, তুমি
সেই দেশৰ অহিতে উঠি গৈ তাক বিনষ্ট কৰা।
২৬ তেতিয়া হিল্কিয়াৰ পুত্ৰ ইলিয়াকীমে, চেব্‌না
আৰু যোৱাহে ৰব্‌চাকিক কলে, বিনয় কৰোঁ,

আপোনার দাসবিলাকক অৰামীয়া ভাষাৰে
কওক ; কিয়নো আমি তাক বুজিব পাৰোঁ ; কিন্তু
গড়ৰ ওপৰত থকা লোকবিলাকে শুনাকৈ যিহূদী
২৭ ভাষাৰে আমাক নকব। কিন্তু ৰবচাকিয়ে তেওঁ-
বিলাকক কলে, মোৰ প্ৰভুৱে কেৱল তোমাৰ
প্ৰভুৰেই ওচৰলৈ, আৰু তোমাৰেই ওচৰলৈ
জানো এইবিলাক কবলৈ মোক পঠাইছে ? যি
লোকবিলাকে তোমালোকৰ লগত আপোন
আপোন বিষ্ঠা খাবলৈ, আৰু আপোন আপোন
মূত পান কৰিবলৈ গড়ৰ ওপৰত বহি আছে,
সিহঁতৰো ওচৰলৈ জানো মোক পঠোৱা নাই ?
২৮ পাছে ৰবচাকিয়ে থিয় হৈ যিহূদী ভাষাৰে
ৰিঙিয়াই কলে, তোমালোকে মহাৰাজ অচূৰীয়া
২৯ ৰজাৰ কথা শুনা। ৰজাই এই ৰূপে কৈছে,
হিষ্কিয়াই তোমালোকক নুভুলাওক; কিয়নো
তেওঁৰ হাতৰ পৰা তোমালোকক ৰক্ষা কৰি-
৩০ বলৈ তাৰ সাধ্য নাই। যিহোৱাই আমাক
অৱশ্যে উদ্ধাৰ কৰিব, অচূৰীয়া ৰজাৰ হাতত এই
নগৰ কেতিয়াও সোধাই দিয়া নহব, এই কথা কৈ
হিষ্কিয়াই তোমালোকক যিহোৱাত ভৰসা ন-
৩১ কৰাওক। তোমালোকে হিষ্কিয়াৰ কথা নুশুনিবা;
কিয়নো অচূৰীয়া ৰজাই এই ৰূপে কৈছে, তোমা-
লোকে মোৰ লগত সন্ধি পাতা, আৰু মোৰ
৩২ ওচৰলৈ ওলাই আহাঁ ; আৰু তোমালোক নমৰি-
জীয়াই থাকিবৰ নিমিত্তে, ময় আহি তোমালোকৰ
নিজ দেশৰ নিচিনা শস্য আৰু দ্ৰাক্ষাৰস থকা
এক দেশ, অন্ন আৰু দ্ৰাক্ষাবাৰী থকা এক দেশ,
তেল উৎপন্ন কৰা জিতবৃক্ষ আৰু মধু থকা এক
দেশলৈ তোমালোকক নৈ নেযাওঁমানে, তোমা-
লোক প্ৰতিজনে আপোন আপোন দ্ৰাক্ষাগুটী আৰু
ডিমৰু গুটী ভোজন কৰা, আৰু আপোন আপোন
নাদৰ পানী পান কৰা। যিহোৱাই আমাক উদ্ধাৰ
কৰিব বুলি হিষ্কিয়াই যেতিয়া তোমালোকক
ভুলায় খোজে, তেতিয়া তোমালোকে তাৰ কথা
৩৩ নুশুনিবা। জাতিবিলাকৰ দেৱতাবোৰৰ কোনো
একজনে জানো অচূৰীয়া ৰজাৰ হাতৰ পৰা আপোন
৩৪ দেশ উদ্ধাৰ কৰিছিল ? হমাতৰ আৰু অৰ্পদৰ
দেৱতাবোৰ ক'ত ? চৰ্ব্বয়িমৰ, হেনাৰ, আৰু
ইব্বাৰ দেৱতাবোৰ ক'ত ? সিহঁতে জানো মোৰ
৩৫ হাতৰ পৰা চমৰিয়াক উদ্ধাৰ কৰিছিল ? সেই
দেশবিলাকৰ দেৱতাবোৰৰ মাজৰ কোনবোৰে
মোৰ হাতৰ পৰা নিজ দেশ উদ্ধাৰ কৰিছিল, যে,
যিহোৱাই মোৰ হাতৰ পৰা যিৰূচালেমক উদ্ধাৰ
৩৬ কৰিব পাৰিব ? কিন্তু লোকবিলাক মনে মনে
থাকিল, সিবিলাকে তেওঁক এটী কথাৰো উত্তৰ
নিদিলে ; কিয়নো, তাক উত্তৰ নিদিবা বুলি ৰজাৰ
৩৭ আজ্ঞা আছিল। পাছে হিষ্কিয়াৰ পুত্ৰ ৰজাৰ ঘৰ-
গিৰি ইলিয়াকীম, ৰাজলিখক চেব্‌না, আৰু ইতি-
হাসলিখক আচফৰ পুত্ৰ যোৱাহে আপোন
আপোন কাপড় ফালি হিষ্কিয়াৰ ওচৰলৈ আহি
ৰবচাকিৰ কথা জনালে।

১৯ তাক শুনামাত্ৰে হিষ্কিয়া ৰজাই আপোন
বস্ত্ৰ ফালি চট কাপড় পিন্ধি যিহোৱাৰ গৃহত
২ সোমাল। আৰু চট কাপড় পিন্ধা ৰজাৰ ঘৰগিৰি
ইলিয়াকীম, ৰাজলিখক চেব্‌না, আৰু পুৰো-
হিতবিলাকৰ বৃদ্ধ লোকক আমোচৰ পুত্ৰ যিচয়া
৩ ভাববাদীৰ ওচৰলৈ তেওঁ পঠাই দিলে। পাছে
তেওঁবিলাকে তেওঁক কলে, হিষ্কিয়াই এই কথা
কৈছে, আজি সঙ্কট, ধমকি, আৰু অপমানৰ দিন ;
কিয়নো লৰাবোৰ প্ৰসৱদুৱাৰলৈ আহিল, কিন্তু
৪ প্ৰসৱ কৰিবলৈ শক্তি নাই। যি ৰবচাকিক আ-
পোন প্ৰভু অচূৰীয়া ৰজাই জীৱন্ত ঈশ্বৰক নিন্দাৰ
দিবলৈ পঠাইছিল, কিজানি আপোনাৰ ঈশ্বৰ
যিহোৱাই সেই ৰবচাকিৰ আটাই কথা শুনিব,
আৰু আপোনাৰ ঈশ্বৰ যিহোৱাই নিজে শুনা
কথাৰ নিমিত্তে দণ্ড দিব ; এই হেতুকে বৰ্ত্তমানে
থকা অৱশিষ্ট ভাগৰ নিমিত্তে আপুনি প্ৰাৰ্থনা
৫ উৎসৰ্গ কৰোক। এই ৰূপে হিষ্কিয়া ৰজাৰ দাস-
৬ বিলাক যিচয়াৰ ওচৰলৈ গলত, যিচয়াই তেওঁ-
বিলাকক কলে, তোমালোকৰ প্ৰভুক এই কথা
কোৱাগৈ, যিহোৱাই এই কথা কৈছে, তুমি যি
বাক্য শুনিলা, আৰু যিহৰ দ্বাৰাই অচূৰীয়া
দাসবোৰে মোক নিন্দা কৰিলে, সেই সকলো
৭ কথাকৈ ভয় নকৰিবা। দেখা, ময় তাৰ অন্তৰত
এক আত্মা স্থিতি কৰিম ; আৰু সি কোনো বতৰা
শুনি আপোন দেশলৈ উলটি যাব ; পাছে ময়
তাৰ দেশত তাক তৰোৱালেৰে নিপাত কৰিম।
৮ পাছে ৰবচাকিয়ে উলটি গৈ, অচূৰীয়া ৰজাক
লিব্‌নাৰ অহিতে যুদ্ধ কৰা পালে ; কিয়নো
ৰবচাকিয়ে, তেওঁ লাখীচৰ পৰা গল বুলি বাৰ্ত্তা
৯ পাইছিল। পাছে তেওঁ কুচ দেশৰ তিৰ্হাকা ৰজাৰ
বিষয়ে এই কথা শুনিলে, যে, তেওঁ তোমাৰ
বিৰুদ্ধে যুদ্ধ কৰিবৰ অৰ্থে ওলাই আহিছে ;
ইয়াকে শুনি তেওঁ হিষ্কিয়াৰ ওচৰলৈ পুনৰায় দূত
১০ পঠাই কলে, তোমালোকে যিহূদাৰ হিষ্কিয়া
ৰজাক এই কথা কোৱাগৈ, তুমি যি ঈশ্বৰত ভৰসা
কৰিছা, অচূৰীয়া ৰজাৰ হাতত যিৰূচালেমক
সোধাই দিয়া নহব বুলি তোমাৰ সেই ঈশ্বৰে
১১ তোমাক নুভুলাওক। দেখা, সকলো দেশ একেবাৰে
নষ্ট কৰিবৰ নিমিত্তে অচূৰীয়া ৰজাবিলাকে সেই-
বোৰক কি কৰিছিল, তাক তুমি শুনিবলৈ পালা ;
১২ তেন্তে তুমি জানো ৰক্ষা পাবা ? মোৰ ওপৰ-
পিতৃবিলাকে বিনষ্ট কৰা জাতি যি গোজন,
হাৰণ, ৰেচফ, আৰু তলস্সাৰত থকা এদনৰ
সন্তানবোৰ, সিহঁতৰ দেৱতাবোৰে জানো
১৩ সিহঁতক ৰক্ষা কৰিছিল ? হমাতৰ ৰজা, অৰ্প-

ফর রজা, চফর্ব্বয়িম নগরর রজা, হেনার
১৪ আরু ইব্বার রজা ক'ত? পাছে হিষ্কিয়াই দূত-
বিলাকর হাতর পরা পত্রখন লৈ পাঠ করিলে;
আরু তেওঁ যিহোৱার গৃহলৈ উঠি গৈ যিহো-
১৫ রার সন্মুখত তাক মেলি দিলে। আরু হিষ্কি-
য়াই যিহোৱার আগত প্রার্থনা করি কলে,
হে করূব দুটার মাজত বসতি করা ইস্রায়েলর
ঈশ্বর যিহোৱা, তুমি ঈশ্বর, পৃথিবীর সকলো
রাজ্যর মাজত কেৱল তুমিয়েই ঈশ্বর; তুমিয়েই
আকাশমণ্ডল আরু পৃথিবী নির্ম্মাণ করিলা।
১৬ হে যিহোৱা, কাণ পাতি শুনা; হে যিহোৱা,
তোমার চকু মেলি দৃষ্টি করা, আরু জীৱন্ত
ঈশ্বরক নিন্দা দিবর অর্থে চন্হেরীবে কৈ
১৭ পঠোৱা কথা শুনা। হে যিহোৱা, বাস্তৱিকতেই
অচূরীয়া রজাবিলাকে জাতিবিলাকক, আরু
১৮ সিহঁতর দেশ উচ্ছন্ন করিলে, আরু সিহঁতর
দেৱতাবোরক জুইত পেলালে; কিয়নো সেই-
বোর দেৱতা নহয়, মনুষ্যর হাতর কার্য্য কাঠ
আরু শিল মাথোন; এই নিমিত্তে সিবিলাকে
১৯ সেইবোর বিনষ্ট করিলে। এই হেতুকে, হে
আমার ঈশ্বর যিহোৱা, ময় এতিয়া নিবেদন
করোঁ, অকল তুমিয়েই যে যিহোৱা, ইয়াক
পৃথিবীর আটাই রাজ্যর লোকবিলাকে জানি-
বর নিমিত্তে তুমি তেওঁর হাতর পরা আমাক
নিস্তার করা।
২০ পাছে আমোচর পুত্র যিচয়াই হিষ্কিয়ার
ওচরলৈ এই কথা কৈ পঠালে, ইস্রায়েলর ঈশ্বর
যিহোৱাই এই কথা কৈছে, তুমি অচূরর চন্-
হেরীব রজার অহিতে মোর আগত প্রার্থনা
২১ করিলা; তাক ময় শুনিলোঁ। সেই বিষয়ে যিহো-
রাই এই কথা কৈছে, কুমারী* চিয়োন জীয়া-
রীয়ে তোমাক হেয়জ্ঞান করিছে, আরু তোমাক
হাঁহিছে; যিরূচালেম জীয়ারীয়ে তোমার পাছতে
২২ মুর জোকারিছে। তুমি কাক নিন্দার দিলা? কাক
নিন্দা করিলা? কার বিরুদ্ধে উচ্চ স্বরেরে কথা
কলা, আরু ঊর্দ্ধদৃষ্টি করিলা? ইস্রায়েলর পবিত্র
২৩ জনার বিরুদ্ধেই করিলা। তুমি আপোন দূত-
বোরর দ্বারায় প্রভুক নিন্দার দিয়ালা, আরু কলা,
মোর অধিক রথে সৈতে ওখ পর্ব্বতবোরর টিঙ-
লৈকে, লিবানোনর ভিতর ভাগলৈকে উঠি গলোঁ;
আরু ময় তার ওখ ওখ এরচ বৃক্ষবিলাক, আরু
তার উত্তম উত্তম দেবদারু গছবিলাক কাটি
পেলাম; আরু ময় তার নিচেই দূরত থকা
তার বসতির ঠাইত, তার ফলৱতী উদ্যানর
২৪ কাঠনীত সোমাম। ময় খান্দি খান্দি অসাধ্য-
রণ জল পান করিলোঁ, আরু মক্ষ মোর ভরির
তলুৱারে মিচরর সকলো সুঁতীবোর শুকুৱাম।
২৫ বহু কালর পরা ময় তাক কেনেকৈ স্থির
করিলোঁ, আরু প্রাচীন কালত ময় তাক কেনেকৈ
কল্পনা করিলোঁ, তাক তুমি জানো শুনা নাই?
তুমি যেন গড়েরে আবৃত নগরবোর উচ্ছন্ন
করি ভগ্নরাশি করিব পারা, এই অভিপ্রায়েরে
২৬ ময় এতিয়া তাক সিদ্ধ করিলোঁ। এই হেতুকে
সেইবোরর নিবাসীবিলাক দুর্ব্বল আছিল;
সিহঁতে অতিশয় ভয় পাই ব্যাকুল হৈছিল;
সিহঁত পথারর তৃণ, কুমলীয়া বন, ঘরর চালত
গজা ঘাঁহ, আরু পকিবলৈ নৌ পাওঁতেই শুকাই
২৭ যোৱা শস্যর নিচিনা হৈছিল। কিন্তু তুমি বহা,
তুমি বাহিরলৈ ভিতরলৈ অহাযোৱা করা,
আরু মোর বিরুদ্ধে তুমি খংরাগ করা, এই
২৮ সকলোকে ময় জানিছোঁ। তুমি মোর বিরুদ্ধে
খংরাগ করার কারণে, আরু তোমার অহঙ্কারর
কথা মোর কাণত পড়ার কারণে, ময় তোমার
নাকত মোর হাঁচকোটা, আরু তোমার মুখত মোর
লাগাম লগাম, আরু যি বাটেদি তুমি আহিলা,
২৯ সেই বাটেদিয়েই তোমাক ওভোটাম। আরু তো-
মার নিমিত্তে এয়ে এক চিন হব, যে, এই বছরত
আপুনি উৎপন্ন হোৱা শস্য, আরু দ্বিতীয় বছরত
তার ধরির পরা উৎপন্ন হোৱা শস্য তোমালোকে
ভোজন করিবা; পাছে তোমালোকে তৃতীয় বছ-
রত কঠিয়া সিঁচি শস্য দাবা, আরু দ্রাক্ষাবাড়ী
৩০ পাতি তার ফল ভোগ করিবা। যিহূদা বংশর
রক্ষা পোৱা অবশিষ্ট লোকে পুনরায় তললৈ
৩১ শিপা মেলিব, আরু ওপরত গুটি ধরিব। কিয়নো
যিরূচালেমর পরা অবশিষ্ট ভাগ, আরু চিয়োন
পর্ব্বতর পরা রক্ষা পোৱা লোক ওলাই যাব;
যিহোৱার মর্য্যাদা রখা উৎসাহে ইয়াক সিদ্ধ
৩২ করিব। এই হেতুকে অচূরীয়া রজার বিষয়ে
যিহোৱাই এই কথা কৈছে, তেওঁ এই নগরলৈ
নাহিব, ইয়ালৈ এপাত কাঁড়ো নেমারিব,
ইয়ার সন্মুখলৈ ঢাল লৈ নাহিব, আরু ইয়ার
৩৩ বিরুদ্ধে হাদাম নেবান্ধিব। যিহোৱাই কৈছে,
তেওঁ যি বাটেদি আহিল, সেই বাটেদিয়েই
৩৪ উলটি যাব, এই নগরলৈ নাহিব; কিয়নো এই
নগর রক্ষা করিবলৈ, ময় নিজর আরু মোর
দাস দায়ূদর কারণে তার ঢালস্বরূপ হম।
৩৫ পাছে সেই রাতিতে যিহোৱার দূতে ওলাই
গৈ, অচূরীয়াহঁতর ছাউনিত এক লাখ পঁচাশী
হাজার লোক মারিলে; তাতে লোকবিলাকে
রাতিপুৱা উঠি সিহঁত সকলোকে মরা শব হৈ
৩৬ পড়ি থকা দেখিলে। এই হেতুকে অচূরর রজা
চন্হেরীবে উলটি গুচি গৈ নীনবিত বাস
৩৭ করিলে। পাছে তেওঁ আপোনার নিস্রোক নামেরে

*-ইয়াতে পুরুষে স্পর্শ নকরা অবিবাহিতা যুবতী
কন্যা বুজায়।

দেৱতাৰ গৃহত প্ৰণিপাত কৰোঁতে, অদ্ৰম্মেলক
আৰু চৰেচৰ নামেৰে তেওঁৰ পুতেক দুজনে
তেওঁক তৰোৱালেৰে বধ কৰিলে; আৰু
সিহঁত অৰাৰট দেশলৈ পলাই গল। পাছে
তেওঁৰ পুত্ৰ এচৰ-হদ্দোন তেওঁৰ পদত ৰজা
হল।

হিষ্কিয়া নৰীয়া পড়ি সুস্থ হোৱা। বাবিলৰ পৰা
দূত অহা। হিষ্কিয়াৰ মৃত্যু।

২০ সেই কালত হিষ্কিয়াৰ সাংঘাতিক নৰীয়া
হলত, আমোচৰ পুত্ৰ যিচয়া ভাববাদীয়ে
তেওঁৰ ওচৰলৈ আহি কলে, যিহোৱাই এই
কথা কৈছে, তুমি আপোন ঘৰৰ বিষয়ে দিহা
দিয়া; কিয়নো তোমাৰ মৃত্যু হব, তুমি
২ নিজীবা। তাতে তেওঁ দেৱালৰ ফাললৈ মুখ
ঘুৰাই যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে,
৩ হে যিহোৱা, বিনয় কৰোঁ, ময় সত্যভাৱে আৰু
শুদ্ধ মনেৰে তোমাৰ সাক্ষাতে কি ৰূপে চলি
আহিছোঁ, আৰু তোমাৰ দৃষ্টিত কেনে সদাচৰণ
কৰি আহিছোঁ, তাক তুমি এতিয়া সোঁৱৰণ কৰা;
৪ এই বুলি হিষ্কিয়াই বৰকৈ কান্দিলে। পাছে
যিচয়াই ওলাই গৈ নগৰৰ মাজ সো পাওঁতেই,
তেওঁৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল, বোলে,
৫ তুমি উভটি গৈ মোৰ প্ৰজাবিলাকৰ অধিপতি
হিষ্কিয়াক কোৱা, তোমাৰ ওপৰপিতৃ দায়ূদৰ ঈশ্বৰ
যিহোৱাই এই কথা কৈছে, ময় তোমাৰ প্ৰাৰ্থনা
শুনিলোঁ, আৰু তোমাৰ চকু-লোত মোৰ দৃষ্টি
পড়িল, দেখা, ময় তোমাক সুস্থ কৰিম; তৃতীয়
৬ দিনা তুমি যিহোৱাৰ গৃহলৈ উঠি যাবা। ময়
তোমাৰ আয়ুস পোন্ধৰ বছৰ বৃদ্ধি কৰিম; আৰু
ময় অচূৰীয়া ৰজাৰ হাতৰ পৰা তোমাক আৰু
এই নগৰ উদ্ধাৰ কৰিম; আৰু মোৰ নিজৰ
ও মোৰ দাস দায়ূদৰ কাৰণে ময় এই নগৰৰ
৭ ঢালস্বৰূপ হম। পাছে যিচয়াই কলে, ডিমৰু
গুটী এলদা আনা; তাতে লোকবিলাকে তাক
৮ আনি খহৰ ওপৰত দিলত, তেওঁ সুস্থ হল। সেই
কালত হিষ্কিয়াই যিচয়াক কলে, যিহোৱাই যে
মোক সুস্থ কৰিব, আৰু তৃতীয় দিনা ময় যিহো-
৯ ৱাৰ গৃহলৈ উঠি যাম, তাৰ চিন কি? তাতে
যিচয়াই কলে, যিহোৱাই যে নিজে কোৱা এই
বাক্য সিদ্ধ কৰিব, যিহোৱাৰ পৰা তোমাৰ পক্ষে
তাৰ এই চিন হব, ছাঁয়াটো দহ খাপ আগ বাঢ়ি
যাব লাগে নে, নতুবা দহ খাপ পাছলৈ ঘূঁহকি
১০ যাব লাগে? তাতে হিষ্কিয়াই কলে, ছাঁয়াটো
যে দহ খাপ তললৈ নামি যাব, ই সৰু কথা;
কিন্তু ছাঁয়াটো দহ খাপ পাছলৈ ঘূঁহকি যাওক।
১১ তেতিয়া যিচয়া ভাববাদীয়ে যিহোৱাৰ আগত
প্ৰাৰ্থনা কৰিলত, আহজৰ খট্খটিৰ ওপৰত
ছাঁয়াটো যি দহ খাপ নামি গৈছিল, যিহোৱাই
সেই দহ খাপ তাক পাছলৈ ওভোটালে।
১২ সেই সময়ত বলদানৰ পুত্ৰ বৰোদক-বলদান
নামেৰে বাবিলৰ ৰজাই হিষ্কিয়াৰ ওচৰলৈ এখন
পত্ৰ আৰু এটী উপহাৰ পঠালে; কাৰণ হিষ্কিয়া
যে নৰীয়া পড়িছিল, তেওঁ তাৰ সংবাদ পাইছিল।
১৩ তাতে হিষ্কিয়াই সিবিলাকৰ কথালৈ কাণ দিলে,
আৰু আপোনাৰ বহুমূল্য দ্ৰব্য থকা গোটেই
গৃহ, অৰ্থাৎ ৰূপ, সোণ, সুগন্ধি দ্ৰব্য, উত্তম তেল
আদি আপোনাৰ ভঁড়ালৰ আটাই বস্তু, আৰু
আপোনাৰ গোটেই অস্ত্ৰাগাৰ সিবিলাকক
দেখুৱাই দিলে। হিষ্কিয়াৰ ঘৰত, বা তেওঁৰ
গোটেই ৰাজ্যত তেওঁ সিবিলাকক নেদেখুউৱা
১৪ কোনো বস্তু নাছিল। পাছে যিচয়া ভাববাদীয়ে
হিষ্কিয়া ৰজাৰ ওচৰলৈ আহি সুধিলে, সেই
মানুহবোৰে কি কি কলে? আৰু তোমাৰ ওচৰলৈ
ক'ৰ পৰা আহিল? তাতে হিষ্কিয়াই কলে,
তেওঁবিলাক দূৰ দেশ বাবিলৰ পৰা মোৰ ওচৰলৈ
১৫ আহিল। যিচয়াই সুধিলে, তোমাৰ গৃহত
সিবিলাকে কি কি দেখিলে? তেতিয়া হিষ্কিয়াই
কলে, মোৰ গৃহত থকা সকলোকে দেখিলে; মোৰ
বহুমূল্য দ্ৰব্যৰ মাজৰ, ময় সিবিলাকক নেদে-
১৬ খুউৱা কোনো বস্তুৱেই নাই। পাছে যিচয়াই
১৭ হিষ্কিয়াক কলে, যিহোৱাৰ বাক্য শুনা। দেখা,
তোমাৰ গৃহত যি যি আছে, আৰু তোমাৰ পূৰ্ব্ব-
পুৰুষবিলাকে সাঁচি থৈ যোৱা যি যি বস্তু আজি-
লৈকে আছে, সেই সকলোকে বাবিললৈ লিবৰ
দিন ওচৰ চাপিছে, সেইবোৰৰ অলপেই অৱশিষ্ট
১৮ নেথাকিব, ইয়াক যিহোৱাই কৈছে। তোমাৰ
ঔৰসত যি যি সন্তান জন্মিব; সিবিলাকৰ মাজৰ
কেতবিলাকক নিয়া যাব, আৰু সিবিলাক
১৯ বাবিলৰ ৰাজগৃহত নপুংসক দাস হব। তাতে
হিষ্কিয়াই যিচয়াক কলে, তুমি যিহোৱাৰ যি
বাক্য কলা, সেয়ে উত্তম; তেওঁ আৰু কলে, যদি
মোৰ দিনত মঙ্গল আৰু সত্য হয়, তেন্তে সেয়ে
২০ জানো উত্তম নহয়? হিষ্কিয়াৰ অৱশিষ্ট বৃত্তান্ত,
তেওঁৰ সকলো পৰাক্ৰমৰ কথা, তেওঁ পুখুৰি
আৰু নলা কৰি নগৰলৈ পানী অনা কথা, এই
সকলো জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-
২১ পুস্তকখনিত লিখা নাই? পাছে হিষ্কিয়া
আপোন ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হলত,
তেওঁৰ পুত্ৰ মনচি তেওঁৰ পদত ৰজা হল।

মনচি আৰু আমোনৰ ৰাজত্ব।

২১ মনচিয়ে বাৰ বছৰ বয়সত ৰজা হৈ,
যিৰূচালেমত পাঁচপন্ন বছৰ ৰাজত্ব কৰিলে;
২ তেওঁৰ মাকৰ নাম হেফ্চীবা আছিল। যিহোৱাই
ইস্ৰায়েলৰ সন্তানবিলাকৰ আগৰ পৰা যি জাতি-

বিলাকক দূৰ কৰিছিল, সিহঁতৰ সকলো ঘিণ
লগীয়া কাৰ্য্যৰ দৰে তেওঁ যিহোৱাৰ সাক্ষাতে
৩ কু-আচৰণ কৰিলে। কিয়নো তেওঁৰ পিতৃ
হিষ্কিয়াই নষ্ট কৰা ওখ ঠাইবোৰ তেওঁ পুনৰায়
সাজিলে; ইস্ৰায়েলৰ আহাব ৰজাই যেনে
কৰিছিল, তেনেকৈ তেওঁ বালৰ উদ্দেশে যজ্ঞ-
বেদিবোৰ স্থাপন কৰিলে, আৰু এটা আচেৰা
মূৰ্ত্তি সাজিলে; আৰু তেওঁ আকাশমণ্ডলৰ সকলো
বাহিনীবিলাকৰ আগত প্ৰণিপাত কৰিলে, আৰু
৪ সেইবোৰক সেৱাপূজা কৰিলে। আৰু যিহোৱাই
যি গৃহৰ বিষয়ে কৈছিল, বোলে, ময় যিৰূ-
চালেমত আপোন নাম স্থাপন কৰিম, যিহোৱাৰ
সেই গৃহত তেওঁ কেইটামান যজ্ঞবেদি নিৰ্ম্মাণ
৫ কৰিলে। এই ৰূপে তেওঁ যিহোৱাৰ গৃহৰ দুয়ো-
খন চোতালত আকাশমণ্ডলৰ সকলো বাহিনী-
বিলাকৰ উদ্দেশে যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে।
৬ আৰু তেওঁ আপোন পুত্ৰটীক অগ্নিৰ মাজেদি গমন
কৰালে, গণকৰ কাৰ্য্য কৰিলে, লক্ষণ চালে, আৰু
ভূত পোহা ও গুণমন্ত্ৰ জনাবিলাকক লগালে;
যিহোৱাক বেজাৰ দিবৰ অৰ্থে, তেওঁৰ সাক্ষাতে
৭ তেওঁ বহু কু-আচৰণ কৰিলে। আৰু তেওঁ
আপুনি কৰা আচেৰা মূৰ্ত্তিটো গৃহৰ মাজত
স্থাপন কৰিলে; সেই গৃহৰ বিষয়ে যিহো-
ৱাই দায়ূদক আৰু তেওঁৰ পুত্ৰ চলোমনক
কৈছিল, বোলে, ইস্ৰায়েলৰ সকলো ফৈদৰ মাজৰ
পৰা এই যি গৃহ আৰু যিৰূচালেম ময় মনো-
নীত কৰিলোঁ, ইয়াত মোৰ নাম সদাকাল-
৮ লৈকে স্থাপন কৰিম; আৰু ময় সিবিলাকক
দিয়া সকলো আজ্ঞা, আৰু মোৰ দাস মোচিয়ে
সিবিলাকক দিয়া গোটেই ব্যৱস্থা যদি সিবি-
লাকে পালন কৰে, আৰু সেই অনুসাৰে কাৰ্য্য
কৰে, তেন্তে ময় সিবিলাকৰ ওপৰপিতৃবিলাকক
দিয়া দেশৰ পৰা সিবিলাকৰ ভৰি লৰচৰ হবলৈ
৯ নিদিম। তথাপি সিবিলাকে সেই কথা নুশুনিলে;
কিন্তু যিহোৱাই ইস্ৰায়েলৰ সন্তানবিলাকৰ আগৰ
পৰা যি জাতিবিলাকক উচ্ছন্ন কৰিছিল, সিহঁ-
তত্কৈয়ো অধিক কু-আচৰণ কৰিবলৈ মনচিয়ে
১০ সিবিলাকৰ মতি জন্মালে। যিহোৱাই আপোন
দাস ভাববাদীবিলাকৰ দ্বাৰায় এই কথা কলে,
১১ যিহূদাৰ ৰজা মনচিয়ে এইবিলাক ঘিণলগীয়া
কৰ্ম্ম কৰিছে, আৰু তেওঁৰ পূৰ্ব্বে যি ইমোৰীয়া
লোকবিলাক আছিল, সিহঁতত্কৈয়ো অধিক
কুকৰ্ম্ম কৰিছে, আৰু আপোন মূৰ্ত্তিবোৰৰ দ্বাৰায়
১২ যিহূদাকো পাপ কৰাইছে; এই হেতুকে ইস্ৰায়ে-
লৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, দেখা,
ময় যিৰূচালেম আৰু যিহূদালৈ এনে অমঙ্গল
ঘটাম, যে, তাক শুনা লোক সকলোৰে দোম
১৩ শিয়ৰি উঠিব। ময় যিৰূচালেমৰ ওপৰত চম-
ৰিয়াৰ পৰিমাণজৰী বিস্তাৰ কৰিম, আৰু
আহাবৰ বংশৰ ওলোমসূতা ধৰিম; যেনেকৈ
কোনোৱে কাঁহি মচে, আৰু মচা হলে, তাক
উবুৰিয়াই থয়, তেনেকৈ ময় যিৰূচালেমক
১৪ মচি পেলাম। আৰু মোৰ নিজৰ অৱশিষ্ট আধি-
পত্যৰ ভাগ ময় ত্যাগ কৰিম, আৰু সিবিলাকক
শত্ৰুবোৰৰ হাতত সিবিলাকক সোধাই দিম;
তাতে সিবিলাক আপোনাবিলাকৰ সকলো
শত্ৰুবোৰলৈ চিকাৰ আৰু লুটদ্ৰব্যস্বৰূপ হব;
১৫ কিয়নো সিবিলাকে মোৰ সাক্ষাতে কু-আচৰণ
কৰিলে, আৰু আপোন ওপৰপিতৃবিলাক মিচৰ
দেশৰ পৰা ওলাই অহা দিনৰে পৰা আজি-
১৬ লৈকে মোক বেজাৰ দি আছে। আৰু মনচিয়ে
যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰি যি পাপৰ
দ্বাৰায় যিহূদাক পাপ কৰালে, আপোনাৰ
সেই পাপৰ বাহিৰেও তেওঁ অতিশয় অধিক-
ৰূপে নিৰ্দ্দোষীৰ ৰক্তপাত কৰি, শেষতে যিৰূ-
চালেমৰ এক সীমাৰ পৰা আন সীমালৈকে তাক
১৭ তেজেৰে পৰিপূৰ্ণ কৰিলে। মনচিৰ অৱশিষ্ট
বৃত্তান্ত, তেওঁ কৰা সকলো কাৰ্য্য, আৰু তেওঁ
কৰা পাপকৰ্ম্মৰ কথা জানো যিহূদাৰ ৰজা-
বিলাকৰ ইতিহাসপুস্তকখনিত লিখা নাই?
১৮ পাছে মনচি আপোন ওপৰপিতৃবিলাকৰ লগত
নিদ্ৰিত হলত, আপোনাৰ ঘৰৰ বাৰীত
অৰ্থাৎ উজ্জাৰ বাৰীত তেওঁক মৈদাম দিয়া
হল; আৰু তেওঁৰ পুত্ৰ আমোন তেওঁৰ পদত
ৰজা হল।
১৯ আমোনে বাইশ বছৰ বয়সত ৰজা হৈ, যিৰূ-
চালেমত দুবছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ
নাম যট্‌বানিবাসী হাৰুচৰ জীয়েক মচুল্লেমৎ।
২০ তেওঁৰ বাপেক মনচিয়ে কৰা নিচিনাকৈ তেওঁ
২১ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে। তেওঁৰ
বাপেকে চলা আটাই পথত তেওঁ চলিলে;
আৰু তেওঁৰ বাপেকে পূজা কৰা আটাই মূৰ্ত্তিক
পূজা কৰিলে; আৰু সেইবোৰৰ আগত প্ৰণি-
২২ পাত কৰিলে। তেওঁ আপোন ওপৰপিতৃ-
বিলাকৰ ঈশ্বৰ যিহোৱাক ত্যাগ কৰিলে, যিহো-
২৩ ৱাৰ পথত নচলিলে। পাছে আমোনৰ দাস-
বোৰে তেওঁৰ বিৰুদ্ধে চক্ৰান্ত কৰি ৰজাক তেওঁৰ
২৪ গৃহতে বধ কৰিলে। কিন্তু দেশৰ লোকবিলাকে
আমোন ৰজাৰ বিৰুদ্ধে চক্ৰান্ত কৰা সকলোকে
বধ কৰিলে; আৰু দেশৰ লোকবিলাকে তেওঁৰ পুত্ৰ
২৫ যোচিয়াক তেওঁৰ পদত ৰজা পাতিলে। আমোনৰ
কাৰ্য্যৰ অৱশিষ্ট বৃত্তান্ত যিহূদাৰ ৰজাবিলাকৰ
২৬ ইতিহাসপুস্তকখনিত জানো লিখা নাই? পাছে
উজ্জাৰ বাৰীত থকা আপোন মৈদামত তেওঁক
মৈদাম দিয়া হল; আৰু তেওঁৰ পুত্ৰ যোচিয়া
তেওঁৰ পদত ৰজা হল।

যোচিয়াৰ ৰাজত্ব। মন্দিৰ মেৰামত কৰা।
ব্যৱস্থাপুস্তকখনি উলিওৱা।

২২ যোচিয়াই আঁঠ বছৰ বয়সত ৰজা হৈ
যিৰূচালেমত একত্ৰিংশ বছৰ ৰাজত্ব কৰিলে ;
তেওঁৰ মাকৰ নাম বস্কতীয়া অদায়াৰ জীয়েক
২ যিদীদা। যিহোৱাৰ দৃষ্টিত যি ন্যায়, তেওঁ তাকে
কৰিলে ; তেওঁ আপোন ওপৰপিতৃ দায়ূদৰ
সকলো পথত চলিলে, তাৰ পৰা সোঁ কি বাঁও-
কালে মুখুৰিলে।
৩ যোচিয়াৰ ৰাজত্বৰ অষ্টাদশ বছৰত, ৰজাই
মচুল্লমৰ নাতি অচলিয়াৰ পুত্ৰ চাফন লিখকক
এই কথা কৈ যিহোৱাৰ গৃহলৈ পঠাই দিলে,
৪ তুমি হিল্কিয়া প্ৰধান পুৰোহিতৰ ওচৰলৈ
গৈ, যিহোৱাৰ গৃহলৈ অনা যি ৰূপ দুৱৰী-
বিলাকে প্ৰোকবিলাকৰ পৰা গোটাই ৰাখিছে,
৫ তাক যুগুতে ৰাখিবলৈ তেওঁক কোৱা ; সিবিলাকে
যিহোৱাৰ গৃহত নিযুক্ত থকা কাৰ্য্য চলাওঁতা-
বিলাকৰ হাতত তাক দিওক ; আৰু সিবিলাকে
গৃহৰ ভগ্ন স্থান মেৰামত কৰিবৰ নিমিত্তে, যিহো-
ৱাৰ গৃহত কাম কৰোঁতাবিলাকক তাক দিওক,
৬ অৰ্থাৎ বাঢ়ৈ, গাঁথক, আৰু ৰাজমিস্ত্ৰীবিলাকক
দিওক, আৰু গৃহ মেৰামত কৰিবৰ অৰ্থে, কাঠ
৭ আৰু কটা শিল কিনিবলৈ দিওক। তথাপি সি-
বিলাকৰ হাতত যি যি ধন দিয়া হল, সিবিলাকে
সৈতে তাৰ একো লেখবুজ কৰা নহল ; কিয়নো
৮ সিবিলাকে বিশ্বাসীৰূপে কাৰ্য্য কৰিছিল। পাছে
হিল্কিয়া প্ৰধান পুৰোহিতে চাফন লিখকক কলে,
মই যিহোৱাৰ গৃহত ব্যৱস্থাপুস্তকখনি পালোঁ ;
আৰু হিল্কিয়াই চাফনক পুস্তকখনি দিলত, তেওঁ
৯ তাক পাঠ কৰিলে। পাছে চাফন লিখকে ৰজাৰ
ওচৰলৈ গৈ তেওঁক এই বাৰ্ত্তা দিলে, বোলে,
আপোনাৰ এই দাসবিলাকে গৃহত পোৱা
সকলো ধন চন্দুকৰ পৰা ঢালি, যিহোৱাৰ গৃহত
নিযুক্ত থকা কাৰ্য্য চলাওঁতাবিলাকৰ হাতত দিলে।
১০ আৰু চাফন লিখকে ৰজাক এই কথাও জনালে,
যে, হিল্কিয়া পুৰোহিতে মোক এখনি পুস্তক
দিলে। পাছে চাফনে ৰজাৰ আগত তাক পাঠ
১১ কৰিবলৈ ধৰিলে। তেতিয়া ৰজাই সেই ব্যৱস্থা-
পুস্তকৰ বাক্যবিলাক শুনামাত্ৰকে আপোনাৰ
১২ কাপড় ফালিলে। আৰু ৰজাই হিল্কিয়া পুৰো-
হিতক, চাফনৰ পুত্ৰ অহীকামক, মীখায়াৰ পুত্ৰ
অক্‌বোৰক, চাফন লিখকক, আৰু ৰজাৰ দাস
১৩ অচায়াক এই আজ্ঞা কৰিলে, তোমালোকে গৈ,
মোৰ আৰু লোকবিলাকৰ ও গোটেই যিহূদাৰ
নিমিত্তে, পোৱা এই পুস্তকখনিৰ বাক্যৰ বিষয়ে
যিহোৱাক সোধাগৈ ; কিয়নো আমাৰ বিৰুদ্ধে
যিহোৱাৰ ক্ৰোধ অতিশয় প্ৰজ্বলিত হৈছে, কাৰণ
আমাৰ বিষয়ে লিখা আটাই কথা অনুসাৰে
কাৰ্য্য কৰিবলৈ, আমাৰ ওপৰপিতৃবিলাকে এই
১৪ পুস্তকখনিৰ বাক্যলৈ কাণ নিদিলে। এই হেতুকে
হিল্কিয়া পুৰোহিত, অহীকাম, অক্‌বোৰ, চাফন,
আৰু অচায়াই হৰ্হচৰ নাতি তিক্বাৰ পুত্ৰ
বস্ত্ৰভঁড়ালী চল্লুমৰ ভাৰ্য্যা হুল্‌দা ভাববাদিনীৰ
ওচৰলৈ গল ; (সেই কালত তেওঁ যিৰূচালেমৰ
দ্বিতীয় ভাগত নিবাস কৰিছিল ;) আৰু
তেওঁবিলাকে তেওঁৰ লগত কথোপকথন কৰিলে।
১৫ তেওঁ তেওঁবিলাকক কলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহো-
ৱাই এই কথা কৈছে, মোৰ ওচৰলৈ তোমা-
১৬ লোকক পঠোৱা জনক কোৱাগৈ, যিহোৱাই এই
কথা কৈছে, দেখা, মই এই ঠাইৰ আৰু ইয়াৰ
নিবাসীবিলাকৰ ওপৰত অমঙ্গল ঘটাম, অৰ্থাৎ
যিহূদাৰ ৰজাই পাঠ কৰা পুস্তকখনিত লিখা
১৭ সকলো বাক্য ফলিওৱাম ; কাৰণ, আপোন আপোন
হাতেৰে কৰা সকলো কৰ্ম্মৰ দ্বাৰায় মোক বেজাৰ
দিবলৈ, সিবিলাকে মোক ত্যাগ কৰি ইতৰ
দেৱতাবোৰৰ উদ্দেশে ধূপ জলালে ; এতেকে
এই ঠাইৰ বিৰুদ্ধে মোৰ ক্ৰোধ প্ৰজ্বলিত হব,
১৮ আৰু তাক নুমুৱা নেযাব। কিন্তু যিহোৱাক
সুধিবলৈ তোমালোকক পঠোৱা যিহূদাৰ ৰজাৰ
আগত এই কথা কবা, ইস্ৰায়েলৰ ঈশ্বৰ যিহো-
ৱাই এই কথা কৈছে, তুমি যি যি বাক্য শুনিলা,
১৯ সেইবোৰৰ বিষয়ে মোৰ কথা এই, এই ঠাই আৰু
ইয়াৰ নিবাসীবিলাক ধ্বংস আৰু শাওৰ বিষয়
হব বুলি সিবিলাকৰ অহিতে মই কোৱা বাক্য
তুমি শুনামাত্ৰে তোমাৰ মন কোমল কৰিলা,
যিহোৱাৰ সাক্ষাতে নিজকে নম্ৰ কৰিলা,
আৰু আপোন কাপড় ফালি মোৰ আগত ক্ৰন্দন
কৰিলা, এই নিমিত্তে যিহোৱাই কৈছে, মইও
২০ তোমাৰ কথা শুনিলোঁ। এই হেতুকে, দেখা,
মই তোমাৰ ওপৰপিতৃবিলাকৰ লগলৈ তোমাক
নিম, আৰু তোমাক শান্তিৰে আপোন মৈদা-
মলৈ নিয়া হব ; আৰু মই এই ঠাইৰ ওপৰত
যিবোৰ অমঙ্গল ঘটাম, সেইবোৰৰ একোকে
তোমাৰ চকুৱে নেদেখিব। পাছে তেওঁবিলাকে
উলটি আহি ৰজাক বাৰ্ত্তা দিলে।

ৰজাই দেৱমূৰ্ত্তি আদি গুচুউৱা। নিস্তাৰপৰ্ব্ব
পালন কৰা।

২৩ পাছে ৰজাই মানুহ পঠালত, সিবিলাকে
যিহূদাৰ আৰু যিৰূচালেমৰ সকলো বৃদ্ধ
লোকবিলাকক তেওঁৰ ওচৰত গোট খুৱালে।
২ তাতে ৰজাই যিহূদাৰ আটাই লোকক, আৰু যিৰূ-
চালেমনিবাসীবিলাক, পুৰোহিতবিলাক, ভাব-
বাদীবিলাক, আৰু সৰু বৰ সমূদায় প্ৰজাক
লগত লৈ যিহোৱাৰ গৃহলৈ উঠি গল ; আৰু

যিহোৱাৰ গৃহত পোৱা নিয়মপুস্তকখনিৰ সকলো
বাক্য ৰজাই লোকবিলাকক পঢ়াই শুনালে।
৩ পাছে ৰজাই স্তম্ভটোৰ ওচৰত থিয় হৈ, যিহো-
ৱাৰ পাছত চলিবলৈ, আৰু সকলো মনেৰে ও
সকলো প্ৰাণেৰে তেওঁৰ আজ্ঞা, সাক্ষ্যবাক্য, আৰু
বিধিবিলাক পালন কৰিবলৈ, আৰু সেই পুস্তক-
খনিত লিখা নিয়মটীৰ বাক্য স্থিৰ কৰিবলৈ
যিহোৱাৰ সাক্ষাতে এটী নিয়ম কৰিলে; আৰু
সকলো লোকে সেই নিয়মেৰে আপোনাবিলাকক
৪ বান্ধিলে। আৰু ৰজাই যিহোৱাৰ মন্দিৰৰ পৰা,
বালৰ, আচেৰাৰ, আৰু আকাশমণ্ডলৰ বাহিনী-
বিলাকৰ নিমিত্তে সজা সকলো পাত্ৰ বাহিৰ কৰি-
বলৈ, হিল্কিয়া প্ৰধান পুৰোহিতক, দ্বিতীয় শ্ৰেণীৰ
পুৰোহিতবিলাকক, আৰু দুৱৰীবিলাকক আজ্ঞা
কৰিলে; পাছে তেওঁ যিৰূচালেমৰ বাহিৰত, কি-
দ্ৰোণৰ মুকলি ঠাইত সেইবোৰ পুৰি, সেইবোৰৰ
৫ ভস্ম বৈৎ-এললৈ লৈ গল। আৰু যিহূদাৰ নগৰ-
বোৰৰ ওখ ঠাইবোৰত, আৰু যিৰূচালেমৰ চাৰিও-
কালৰ ঠাইবোৰত ধূপ জ্বলাবৰ নিমিত্তে যিহূদাৰ
ৰজাবিলাকে নিযুক্ত কৰা মূৰ্ত্তিপূজক পুৰোহিত-
বোৰক, আৰু বালৰ উদ্দেশে ও সূৰ্য্য, চন্দ্ৰ, গ্ৰহ
আদি আকাশমণ্ডলৰ বাহিনীবিলাকৰ উদ্দেশে
৬ ধূপ জ্বলোৱাবোৰক তেওঁ দূৰ কৰিলে। আৰু তেওঁ
যিহোৱাৰ গৃহৰ পৰা আচেৰা মূৰ্ত্তিটো বাহিৰ
কৰি, যিৰূচালেমৰ বাহিৰলৈ কিদ্ৰোণ জুৰীলৈ
নি কিদ্ৰোণ জুৰীৰ কাষত পুৰি পেলালে, আৰু
তাক পিহি ধূলি যেন কৰি তাৰ গুৰি সামান্য
লোকবিলাকৰ মৈদামৰ ওপৰত পেলাই দিলে।
৭ আৰু যি ঠাইত তিৰুতাবিলাকে আচেৰাৰ নি-
মিত্তে আৰু-কাপড় বৈছিল, যিহোৱাৰ গৃহৰ মাজত
থকা সেই ঠাইৰ নষ্ট* লোকবোৰৰ ঘৰবোৰ তেওঁ
৮ ভাঙি পেলালে। আৰু তেওঁ যিহূদাৰ সকলো
নগৰৰ পৰা আটাই পুৰোহিতবিলাকক আনিলে,
আৰু গেবাৰে পৰা বেৰ-চেবালৈকে যি যি ঠাইত
পুৰোহিতবিলাকে ধূপ জ্বলাইছিল, সেই
সকলো ওখ ঠাই অশুচি কৰিলে; আৰু তেওঁ
নগৰৰ অধ্যক্ষ যিহোচূৱাৰ দুৱাৰৰ প্ৰবেশস্থানৰ
ওচৰৰ ওখ ঠাই, আৰু নগৰৰ দুৱাৰৰ যাবেদি
সোমোৱা লোকৰ বাঁওকালে থকা ওখ ঠাই,
৯ এই দুই ঠাই ভাঙি পেলালে। তথাপি ওখ
ঠাইবোৰৰ পুৰোহিতবিলাকে যিৰূচালেমত থকা
যিহোৱাৰ যজ্ঞবেদিটোলৈ উঠি নগৈ, কেৱল
আপোন ভাইবিলাকৰ মাজত খমিৰ
১০ নিদিয়া পিঠা ভোজন কৰিলে। কোনেও যেন
মোলকৰ উদ্দেশে আপোন পুত্ৰেক বা জীয়েকক
অগ্নিৰ যাবেদি গমন নকৰায়, এই কাৰণে, তেওঁ
হিন্নোমৰ সন্তানবোৰৰ উপত্যকাত থকা তোফৎ
১১ অশুচি কৰিলে। আৰু মন্দিৰৰ ওচৰত থকা
নাথন্‌মেলক নামেৰে নপুংসকৰ খোঁটালিত,
যিহোৱাৰ গৃহৰ প্ৰৱেশস্থানত যিহূদাৰ ৰজা-
বিলাকে যি ঘোঁৰাবোৰ সূৰ্য্যৰ উদ্দেশে উৎসৰ্গ
কৰি ৰাখিছিল, তেওঁ সেইবোৰ দূৰ কৰিলে,
১২ আৰু সূৰ্য্যৰ ৰথবোৰ জুইৰে পুৰিলে। আৰু
যিহূদাৰ ৰজাবিলাকে নিৰ্ম্মাণ কৰা যি যজ্ঞবেদি-
বোৰ আহজৰ ওপৰ খোঁটালিৰ চালৰ ওপৰত
আছিল, আৰু যি যজ্ঞবেদিবোৰ যিহোৱাৰ
চোতাল দুখনত মনচিয়ে নিৰ্ম্মাণ কৰিছিল,
ৰজাই সেই সকলো ভাঙি তাৰ পৰা পেলাই
গুৰি কৰিলে; আৰু তাৰ গুৰিবোৰ কিদ্ৰোণ
১৩ জুৰীত পেলাই দিলে। আৰু ধৰ্ম্মভ্ৰষ্ট পৰ্ব্বতৰ
সোঁফালে যিৰূচালেমৰ আগত, চিদোনীয়া-
বিলাকৰ দেৱী ঘিণলগীয়া অষ্টাৰেতৰ নিমিত্তে,
মোৱাবীয়াবিলাকৰ দেৱতা ঘিণলগীয়া কমোচৰ
নিমিত্তে, আৰু অম্মোনৰ সন্তানবিলাকৰ দেৱতা
ঘিণলগীয়া মিল্কমৰ নিমিত্তে ইস্ৰায়েলৰ চলো-
মন ৰজাই যি যি ওখ ঠাই কৰিছিল, ৰজাই
১৪ সেই সকলোকে অশুচি কৰিলে। তেওঁ স্তম্ভবোৰ
ভাঙি, আৰু আচেৰা মূৰ্ত্তিবোৰ কাটি, সেইবোৰৰ
১৫ ঠাই মনুষ্যৰ অস্থিৰে পৰিপূৰ্ণ কৰিলে। আৰু
বৈৎ-এলত যি যজ্ঞবেদি আছিল, আৰু ইস্ৰা-
য়েলক পাপ কৰোৱা নবাটৰ পুত্ৰেক যাৰ-
বিয়ামে যি ওখ ঠাই নিৰ্ম্মাণ কৰিছিল, সেই
যজ্ঞবেদিটো আৰু সেই ওখ ঠাইখন তেওঁ ভাঙি
পেলালে, আৰু সেই ওখ ঠাই জুইৰে পুৰি তাক
গুন্দি গুৰি কৰিলে, আৰু আচেৰা মূৰ্ত্তিটো
১৬ পুৰিলে। সেই কালত যোচিয়াই মুখ ঘূৰাই,
পৰ্ব্বতটোত থকা মৈদামবোৰ দেখা পালে; আৰু
তেওঁ মানুহ পঠাই সেই মৈদামবোৰৰ পৰা
অস্থিবোৰ উলিয়াই আনালে, আৰু পূৰ্ব্বে ঈশ্বৰৰ
যি লোকে এইবোৰ ঘটনাৰ কথা প্ৰচাৰ কৰি-
ছিল, তেওঁ ঘোষণা কৰা যিহোৱাৰ বাক্যৰ দৰে
সেই যজ্ঞবেদিৰ ওপৰত সেই অস্থিবোৰ পুৰি
১৭ বেদি অশুচি কৰিলে। পাছে তেওঁ সুধিলে, মই
সেইটো কি স্তম্ভ দেখিছোঁ? তাতে নগৰৰ মানুহ-
বিলাকে তেওঁক কলে, ঈশ্বৰৰ যি মানুহে যিহূদাৰ
পৰা আহি, বৈৎ-এলত থকা যজ্ঞবেদিটোৰ বি-
ৰুদ্ধে আপুনি কৰা এইবিলাক কৰ্ম্মৰ কথা ঘো-
১৮ ষণা কৰিছিল, তেওঁৰে সেইটো মৈদাম। তাতে
ৰজাই কলে, তেওঁক থাকিবলৈ দিয়া; কোনো
মানুহে তেওঁৰ অস্থি নলৰাওক। এই কাৰণে
লোকবিলাকে তেওঁৰ, আৰু চমৰিয়াৰ পৰা অহা
১৯ ভাববাদী এই দুয়োৰো অস্থি ৰাখিলে। আৰু
ইস্ৰায়েলৰ ৰজাবিলাকে যিহোৱাক বেজাৰ দি-
বৰ নিমিত্তে চমৰিয়াৰ নগৰবোৰৰ ওখ ঠাই

* ১ৰ ৰা ১৪; ২৪ পদ দ্ৰষ্টব্য।

বোৰত যি যি ঘৰ নিৰ্ম্মাণ কৰিছিল, যোচিয়াই
সেই আটাইবোৰ দূৰ কৰিলে, আৰু তেওঁ বৈৎ-
এলত কৰা সকলো কৰ্ম্মৰ দৰেই সেইবোৰলৈকো
২০ কৰিলে। আৰু তেওঁ তাত থকা ঠাইবোৰৰ
আটাই পুৰোহিতবিলাকক যজ্ঞবেদিবোৰৰ ওপ-
ৰত বধ কৰি, সেইবোৰৰ ওপৰত মনুষ্যৰ অস্থি
পুৰিলে; পাছে তেওঁ যিৰূচালেমলৈ উভটি
আহিল।
২১ পাছে ৰজাই সকলো লোকক এই আজ্ঞা কৰিলে,
এই নিয়মপুস্তকখনিত লিখাৰ দৰে তোমালোকে
আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে
২২ নিস্তাৰপৰ্ব্ব পালন কৰা। বস্তুতঃ ইস্ৰায়েলক
শাসন কৰা বিচাৰকৰ্ত্তাবিলাকৰ সময়ৰ পৰা ইস্ৰা-
য়েলৰ ৰজাবিলাকৰ আৰু যিহূদাৰ ৰজাবিলাকৰ
ৰাজত্বৰ সকলো সময়ত, ইয়াৰ নিচিনা নিস্তাৰ-
২৩ পৰ্ব্ব পালন কৰা হোৱা নাই; কিন্তু যোচিয়া
ৰজাৰ ৰাজত্বৰ অষ্টাদশ বছৰতেই, যিৰূচালেমত
যিহোৱাৰ উদ্দেশে এই নিস্তাৰপৰ্ব্ব পালন কৰা
২৪ হল। ইয়াত বাজে, যিহোৱাৰ গৃহত হিল্কিয়া
পুৰোহিতে পোৱা পুস্তকখনিত লিখা ব্যৱস্থাৰ
সকলো বাক্য পালন কৰিবৰ নিমিত্তে, যিহূদা
দেশত আৰু যিৰূচালেমত পোৱা আটাই ভূত
পোহা আৰু গুণমন্ত্ৰ জনা লোকক, আৰু গৃহ-
দেৱতা, প্ৰতিমা আদি আটাই ঘিণলগীয়া বস্তু
২৫ যোচিয়াই দূৰ কৰিলে। সকলো মন, সকলো
প্ৰাণ, আৰু সকলো শক্তিৰে মোচিৰ গোটেই
ব্যৱস্থা অনুসাৰে যিহোৱালৈ ঘূৰা তেওঁৰ নিচিনা
কোনো ৰজা তেওঁৰ আগেয়ে নাছিল, আৰু
২৬ তেওঁৰ পাছেও নহল। তথাপি, মনচিয়ে যিবোৰ
বিৰক্ত জন্মোৱা কাৰ্য্যৰ দ্বাৰায় যিহোৱাক
বিৰক্ত কৰিছিল, সেইবোৰৰ নিমিত্তে যিহূদাৰ
বিৰুদ্ধে যিহোৱাৰ যি অতিশয় ক্ৰোধ হৈছিল,
২৭ সেই ক্ৰোধৰ পৰা যিহোৱা নুঘুৰিল। আৰু
যিহোৱাই কলে, মই আপোন দৃষ্টিৰ পৰা
ইস্ৰায়েলক যেনেকৈ দূৰ কৰিলোঁ, তেনেকৈ
যিহূদাকো দূৰ কৰিম; আৰু এই যি যিৰূচালেম
নগৰ মই মনোনীত কৰিছিলোঁ, আৰু এই ঠাইত
মোৰ নাম থাকিব, এনে কথা এই যি গৃহৰ
বিষয়ে মই কৈছিলোঁ, ইয়াকো অগ্ৰাহ্য কৰিম।
২৮ যোচিয়াৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ সকলো কাৰ্য্যৰ
কথা জানো যিহূদাৰ ৰজাবিলাকৰ ইতিহাস-
২৯ পুস্তকখনিত লিখা নাই? তেওঁৰ দিনত মিচৰৰ
ফৰৌণ-নখো ৰজাই অচূৰীয়া ৰজাৰ বিৰুদ্ধে ফৰাৎ
নদীৰ কালে আহিলত, যোচিয়া ৰজাই তেওঁৰ
বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিলে; তাতে ফৰৌণ-নখোৱে
তেওঁক দেখা পোৱামাত্ৰকে মগিদ্দোত তেওঁক বধ
৩০ কৰিলে। পাছে যোচিয়াৰ দাসবিলাকে তেওঁৰ
মৰা শৱ ৰথত তুলি মগিদ্দোৰ পৰা যিৰূচালেম-
লৈ আনি, তেওঁৰ নিজ মৈদামতে মৈদাম দিলে;
পাছে দেশৰ লোকবিলাকে যোচিয়াৰ পুত্ৰ
যিহোৱাহজক লৈ অভিষেক কৰি তেওঁৰ পিতৃৰ
পদত ৰজা পাতিলে।

### যিহোৱাহজ, যিহোয়াকীম, আৰু যিহোয়াখীনৰ ৰাজত্ব।

৩১ যিহোৱাহজে তেইশ বছৰ বয়সত ৰজা হৈ,
যিৰূচালেমত তিনি মাহ ৰাজত্ব কৰিলে; তেওঁৰ
মাকৰ নাম লিব্‌নানিবাসী যিৰিমিয়াৰ জী-
৩২ য়েক হমূটল। তেওঁ আপোন ওপৰপিতৃবিলাকৰ
সকলো কাৰ্য্যৰ দৰে যিহোৱাৰ সাক্ষাতে কু-
৩৩ আচৰণ কৰিলে। আৰু তেওঁ যিৰূচালেমত ৰজা
হোৱাৰ পাছত ফৰৌণ-নখোৱে হমাৎ প্ৰদেশত
থকা ৰিব্লাত তেওঁক বান্ধি থলে, আৰু দেশৰ
ওপৰত এশ কিক্কৰ ৰূপ আৰু এক কিক্কৰ সোণ দণ্ড
৩৪ নিৰূপণ কৰিলে। পাছে ফৰৌণ-নখোৱে যোচি-
য়াৰ পুত্ৰ ইলিয়াকীমক তেওঁৰ পিতৃ যোচিয়াৰ
পদত ৰজা পাতি, তেওঁৰ নাম সলাই যিহোয়া-
কীম ৰাখিলে; কিন্তু তেওঁ যিহোৱাহজক লৈ
গল; তাতে তেওঁ মিচৰ দেশ পাই সেই ঠাইতে
৩৫ মৰিল। পাছে যিহোয়াকীমে সেই ৰূপ আৰু
সোণ ফৰৌণক দিলে; কিন্তু ফৰৌণৰ আজ্ঞাৰ
দৰে সেই ধন দিবৰ নিমিত্তে, তেওঁ দেশত কৰ
নিৰূপণ কৰি দিলে; তেওঁ ফৰৌণ-নখোক
দিবৰ নিমিত্তে, প্ৰতিজনৰ নিৰূপণৰ দৰে দেশৰ
লোকবিলাকৰ পৰা সেই ৰূপ আৰু সোণ
আদায় কৰিলে।
৩৬ যিহোয়াকীমে পঁচিশ বছৰ বয়সত ৰজা হৈ,
যিৰূচালেমত এঘাৰ বছৰ ৰাজত্ব কৰিলে; তেওঁৰ
মাকৰ নাম ৰূমানিবাসী পদায়াৰ জীয়েক
৩৭ জবীদা। তেওঁ আপোন ওপৰপিতৃবিলাকৰ
সকলো কাৰ্য্যৰ দৰে যিহোৱাৰ সাক্ষাতে কু-
২৪ আচৰণ কৰিলে। তেওঁৰ ৰাজত্বৰ সময়ত
বাবিলৰ ৰজা নবূখদ্‌নেচৰ আহিলত, যিহো-
য়াকীম তিনি বছৰলৈকে তেওঁৰ অধীন হৈ থাকি,
২ পাছত ঘূৰি তেওঁৰ বিদ্ৰোহী হল। তেতিয়া
যিহোৱাই তেওঁৰ বিৰুদ্ধে কল্‌দীয়াবিলাকৰ,
অৰামীয়াবিলাকৰ, মোৱাবীয়াবিলাকৰ, আৰু
অম্মোনৰ সন্তানবিলাকৰ লুট কৰোঁতা সৈন্যদল-
বোৰক পঠালে; যিহোৱাই আপোন দাস
ভাববাদীবিলাকৰ দ্বাৰায় কোৱা বাক্য অনুসাৰে,
যিহূদাক বিনষ্ট কৰিবলৈ সিবিলাকৰ বিৰুদ্ধে
৩ তেওঁ সিইঁতক পঠালে। যিহূদাক তেওঁৰ আগৰ
পৰা দূৰ কৰা হবৰ নিমিত্তে, বস্তুতঃ যিহোৱাৰ
আজ্ঞা অনুসাৰে সিবিলাকৰ অহিতে এই ঘটনা
ঘটিল; ইয়াৰ কাৰণ মনচিৰ সকলো কাৰ্য্য
৪ অনুসাৰে হোৱা তেওঁৰ পাপবোৰ, আৰু তেওঁ

কৰা নিৰ্দ্দোষীৰ ৰক্তপাত ; কিয়নো তেওঁ নিৰ্দ্দোষী
লোকবিলাকৰ তেজেৰে যিৰূচালেম পৰিপূৰ্ণ কৰি-
ছিল : সেই কাৰণে যিহোৱাই ক্ষমা কৰিবলৈ
৫ অসম্মত হল। যিহোয়াকীমৰ অৱশিষ্ট বৃত্তান্ত,
তেওঁৰ সকলো কাৰ্য্যৰ কথা যিহূদাৰ ৰজাবিলাকৰ
৬ ইতিহাসপুস্তকখনিত জানো লিখা নাই ? পাছে
যিহোয়াকীম আপোন ওপৰপিতৃবিলাকৰ লগত
নিদ্ৰিত হলত, তেওঁৰ পুত্ৰ যিহোয়াখীন তেওঁৰ
৭ পদত ৰজা হল। পাছে মিচৰৰ ৰজা আপোন
দেশৰ বাহিৰলৈ আৰু নাহিল ; কিয়নো মিচৰ
জুৰীৰে পৰা ফৰাৎ নদীলৈকে মিচৰীয়া ৰজাৰ
যিমান অধিকাৰ আছিল, সেই আটাইকে
বাবিলৰ ৰজাই কাঢ়ি ললে।

৮ যিহোয়াখীনে ওঠৰ বছৰ বয়সত ৰজা হৈ,
যিৰূচালেমত তিনি মাহ ৰাজত্ব কৰিলে ; তেওঁৰ
মাকৰ নাম যিৰূচালেমনিবাসী ইল্‌নাথনৰ
৯ জীয়েক নহুষ্টা। তেওঁ আপোন পিতৃৰ সকলো
কাৰ্য্যৰ দৰে যিহোৱাৰ সাক্ষাতে কু-আচৰণ
১০ কৰিলে। সেই কালত বাবিলৰ ৰজা নবূখদ্‌-
নেচৰৰ দাসবিলাক যিৰূচালেমৰ বিৰুদ্ধে অহাত,
১১ নগৰ অৱৰোধ কৰা হল। আৰু তেওঁৰ দাস-
বিলাকে নগৰ অৱৰোধ কৰা কালত, বাবিলৰ
১২ নবূখদ্‌নেচৰ ৰজা নগৰলৈ আহিল। তেতিয়া
যিহূদাৰ ৰজা যিহোয়াখীন, তেওঁৰ মাক, তেওঁৰ
দাসবিলাক, প্ৰধান লোকবিলাক, আৰু নপুংসক-
বিলাক বাবিলৰ ৰজাৰ ওচৰলৈ ওলাই গল ;
তাতে বাবিলৰ ৰজাই আপোন ৰাজত্বৰ অষ্টম
১৩ বছৰত তেওঁক ধৰিলে। আৰু যিহোৱাৰ বাক্য
অনুসাৰে, তেওঁ তাৰ পৰা যিহোৱাৰ গৃহৰ
ভঁড়ালৰ আৰু ৰাজগৃহৰ ভঁড়ালৰ সকলো বস্তু
লৈ গল, আৰু ইস্ৰায়েলৰ .ৰজা চলোমনে
যিহোৱাৰ মন্দিৰত নিৰ্ম্মাণ কৰা আটাই পাত্ৰৰ
১৪ সোণ তেওঁ কাটি লৈ গল। আৰু তেওঁ আটাই
প্ৰধান লোক, সকলো বলৱান বীৰপুৰুষ, আৰু
শিল্পকৰ ও মিস্ত্ৰীবিলাকক বন্দী কৰি লৈ গল ;
এই ৰূপে তেওঁ যিৰূচালেমৰ আটাই লোক অৰ্থাৎ
দহ হাজাৰ মানুহ লৈ গল ; দেশৰ দৰিদ্ৰ
১৫ লোকৰ বাহিৰে কোনো নেথাকিল। তেওঁ যিহো-
য়াখীনক বাবিললৈ লৈ গল ; আৰু তেওঁ ৰাজ-
মাওক, ৰজাৰ ভাৰ্য্যাবিলাকক, নপুংসকবিলাকক,
আৰু দেশৰ প্ৰধান লোকবিলাকক যিৰূচালেমৰ
১৬ পৰা বাবিললৈ বন্দী কৰি লৈ গল। আৰু বাবি-
লৰ ৰজাই সকলো পৰাক্ৰমী লোকক অৰ্থাৎ সাত
হাজাৰ লোকক, আৰু এক হাজাৰ শিল্পকৰ
ও মিস্ত্ৰী বাবিললৈ বন্দী কৰি লৈ গল ;
ইবিলাক সকলোৱেই যুদ্ধ কৰিব পৰা বলৱান
১৭ লোক আছিল। আৰু বাবিলৰ ৰজাই যিহোয়া-
খীনৰ দদায়েক মত্তনিয়াক তেওঁৰ পদত ৰজা
পাতিলে, আৰু তেওঁৰ নাম সলাই চিদিকিয়া
ৰাখিলে।

### চিদিকিয়াৰ ৰাজত্ব। যিৰূচালেম আৰু যিহূদাৰ বিনাশ।

১৮ চিদিকিয়াই একৈশ বছৰ বয়সত ৰজা হৈ,
যিৰূচালেমত এঘাৰ বছৰ ৰাজত্ব কৰিলে ; তেওঁৰ
মাকৰ নাম লিব্‌নানিবাসী যিৰিমিয়াৰ জীয়েক
১৯ হমূটল। যিহোয়াকীমৰ সকলো কাৰ্য্য অনুসাৰে
তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে ;
২০ কিয়নো, যিৰূচালেম আৰু যিহূদাৰ লোকবিলাকক
তেওঁ আপোনাৰ আগৰ পৰা দূৰ নকৰিলে-
মানে, যিহোৱাৰ ক্ৰোধৰ কাৰণে সিবিলাকলৈ
দুৰ্ঘটনা ঘটিল; আৰু চিদিকিয়াই বাবিলৰ
ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ আচৰণ কৰিলে।

২৫ পাছে তেওঁৰ ৰাজত্বৰ নৱম বছৰৰ দশম
মাহৰ দশম দিনা, বাবিলৰ ৰজা নবূখদ্‌নেচৰ
আৰু তেওঁৰ সকলো সৈন্যসামন্তই যিৰূচালেমৰ
বিৰুদ্ধে আহি তাৰ বিৰুদ্ধে ছাউনি পাতিলে,
আৰু তাৰ অহিতে চাৰিওফালে কোঁঠ সাজিলে।
২ এই ৰূপে চিদিকিয়াৰ ৰাজত্বৰ একাদশ বছৰ-
৩ লৈকে নগৰখন অৱৰোধ কৰা আছিল। পাছে
চতুৰ্থ মাহৰ নৱম দিনা নগৰত আকাল অতিশয়
টান হোৱাত, দেশৰ লোকবিলাকৰ নিমিত্তে
৪ খোৱা বস্তু একোৱেই নেথাকিল। সেই সময়ত
নগৰৰ গড়ৰ কোনো এক ঠাই ভঙা হলত,
সকলো যুদ্ধাৰু লোক ৰজাৰ উদ্যানৰ ওচৰত থকা
গড় দুটাৰ মাজৰ দুৱাৰখনৰ বাটেদি পলাল,
(তেতিয়া কল্‌দীয়াবিলাক নগৰৰ বিৰুদ্ধে চাৰিও-
ফালে আছিল,) আৰু ৰজা অৰাবাৰ বাটেদি
৫ গল। কিন্তু কল্‌দীয়াবিলাকৰ সৈন্যসামন্তই ৰজাৰ
পাছত খেদি গৈ, যিৰীহোৰ সমথলত তেওঁক
লগ ধৰিলে ; তেতিয়া তেওঁৰ সকলো সৈন্যসামন্ত
৬ তেওঁৰ ওচৰৰ পৰা ছিন্নভিন্ন হৈ গল। পাছে
সিহঁতে ৰজাক ধৰি ৰিব্লালৈ বাবিলৰ ৰজাৰ
ওচৰলৈ নিলে ; তাতে সিহঁতে তেওঁলৈ দণ্ডাজ্ঞা
৭ কৰিলে। সিহঁতে চিদিকিয়াৰ পুতেকবিলাকক
তেওঁৰ চকুৰ আগতে বধ কৰিলে, আৰু চিদি-
কিয়াৰ চকু কাঢ়ি, তেওঁক শিকলিৰে বান্ধি
বাবিললৈ লৈ গল।

৮ পাছে পঞ্চম মাহৰ সপ্তম দিনা, বাবিলৰ
ৰজা নবূখদ্‌নেচৰৰ ৰাজত্বৰ ঊনৈশ বছৰৰ বছৰি,
বাবিলৰ ৰজাৰ দাস নবূজৰদান নামেৰে ৰক্ষক-
৯ সেনাপতিয়ে যিৰূচালেমলৈ আহি, যিহোৱাৰ
গৃহটো আৰু ৰাজগৃহটো পুৰিলে, আৰু যিৰূ-
চালেমৰ সকলো ঘৰ, বিশেষকৈ প্ৰত্যেক ডাঙৰ
১০ ঘৰ জুই দি পুৰিলে। আৰু সেই ৰক্ষক-সেনা-
পতিৰ লগত অহা কল্‌দীয়াবিলাকৰ সকলো
সৈন্যসামন্তই যিৰূচালেমৰ চাৰিওফালৰ গড়বোৰ

১১ তাজি পেলালে। আরু নবূজরদান রক্ষক-
সেনাপতিয়ে নগরর বাকী থকা লোকবিলাকক,
আরু বাবিলর রজার ফলীয়া হবলৈ পলাই
যোৱাবিলাকক, আরু অৱশিষ্ট সাধারণ লোক-
১২ বিলাকক বন্দী করি লৈ গল। কিন্তু দ্রাক্ষা
আপ্ভাল করোঁতা আরু খেতিয়ক হবলৈ, রক্ষক-
সেনাপতিয়ে দেশর কেতবিলাক দুখীয়া মানুহ
১৩ এড়ি গল। আরু যিহোৱার গৃহর পিত্তলর স্তম্ভ
দুটা, আরু যিহোৱার গৃহর আধারবোর ও
পিত্তলর সমুদ্রপাত্রটো কল্দীয়াবিলাকে ভোথর-
ভোথরকৈ ভাজি সেইবোরর আটাইবোর পিত্তল
১৪ বাবিললৈ লৈ গল। আরু ছাই পেলোৱা পাত্র,
ছাই উলিওৱা হেঁতা, কটারি, পিয়লা আদি করি
পরিচর্য্যা কর্ম্ম করা পিত্তলর আটাই বস্তু
১৫ সিহঁতে লৈ গল। আরু আঙঠা-ধরা, ছেঁকা
পেলোৱা পাত্র, সোণর পাত্রর সোণ, আরু
রূপর পাত্রর রূপ রক্ষক-সেনাপতিয়ে লৈ গল।
১৬ আরু চলোমনে যিহোৱার গৃহর নিমিত্তে
সেই যি দুটা স্তম্ভ, এটা সমুদ্রপাত্র, আরু
আধারবোর সজাইছিল, সেই সকলো বস্তুর
১৭ পিত্তল অপরিমিত আছিল। প্রথম স্তম্ভটো
ওখই ওঠৈর হাত, তার ওপরত পিত্তলর এটা
মাথলা আছিল; সেই মাথলা ওখই তিনি হাত,
আরু তাত চারিওফালে জালিকটা আরু ডালিম
আছিল; সেই আটাইবোর পিত্তলর। আরু
জালিকটাই সৈতে দ্বিতীয় স্তম্ভটোও সেই প্রকার।
১৮ পাছে রক্ষক-সেনাপতিয়ে প্রধান পুরোহিত চরা-
য়াক, আরু দ্বিতীয় পুরোহিত চফনিয়াক, আরু
১৯ তিনি জন দুৱরীক ধরিলে; আরু নগরর লোক-
বিলাকর মাজর, যুদ্ধারুবিলাকর ওপরত নিযুক্ত
এজন অধ্যক্ষক, নগরত পোৱা রাজসভাসদসকলর
পাঁচ জন মানুহক, দেশর প্রজাবিলাকর সৈন্যর
নাম ভর্ত্তি করোঁতা প্রধান সেনাপতির লিখক
জনক, আরু নগরত পোৱা দেশর প্রজাবিলাকর
২০ ষাইঠ জন মানুহক ধরিলে। আরু নবূজরদান
রক্ষক-সেনাপতিয়ে সিবিলাকক রিব্লালৈ বাবিলর
২১ রজার ওচরলৈ লৈ গল। পাছে বাবিলর রজাই
হমাৎ দেশর রিব্লাত সিবিলাকক আঘাত
করাই বধ করিলে। এই রূপে যিহূদাক আপোন
২২ দেশর পরা দেশান্তর করা হল। যিহূদা দেশত
অৱশিষ্ট থকা যি লোকবিলাকক বাবিলর রজা
নবূখদ্নেচরে রাখি গৈছিল, সিবিলাকর ওপরত
চাফনর নাতি অহীকামর পুত্র গদলিয়াক তেওঁ
শাসনকর্ত্তা নিযুক্ত করিলে।
২৩ পাছে যেতিয়া, বাবিলর রজাই গদলিয়াক
শাসনকর্ত্তা পতা কথা, আপোন আপোন লোক-
বিলাকে সৈতে আটাই সেনাপতিবিলাকে
শুনিলে, তেতিয়া সিবিলাকে অর্থাৎ নথ-
নিয়ার পুত্র ইশ্মায়েল, কারেহর পুত্র যোহানন,
নটোফাতীয়া তন্হূমতর পুত্র চরায়া, আরু
মাখাতীয়ার পুত্র যাজনিয়া, সিবিলাকর আপোন
আপোন লোকবিলাকে সৈতে মিস্পালৈ গদ-
২৪ লিয়ার ওচরলৈ আহিল। পাছে গদলিয়াই
সিবিলাক আরু সিবিলাকর মানুহবিলাকর আ-
গত শপত করি কলে, তোমালোকে কল্দীয়া-
বিলাকলৈ ভয় নকরিবা; দেশত বাস করি বাবি-
লর রজার অধীন হোৱা, তাতে তোমালোকর
২৫ মঙ্গল হব। কিন্তু সপ্তম মাহত, রাজবংশীয়
ইলীচামার নাতি নথনিয়ার পুত্রেক ইশ্মায়েলে
দহ জন মানুহ লগত লৈ আহি, গদলিয়াক,
আরু যি যিহূদী লোক ও কল্দীয়াবিলাক
তেওঁর লগত মিস্পাত আছিল, সিবিলাকক প্রহার
২৬ করি বধ করিলে। পাছে সরু বড় সকলো লোক
আরু সেনাপতিবিলাক উঠি মিচরলৈ গল;
কিয়নো সিবিলাকে কল্দীয়াবিলাকলৈ ভয়
করিলে।
২৭ পাছে যিহূদার রজা যিহোয়াখীনর বন্দী-
অৱস্থার সাতত্রিশ বছরর বছরি, দ্বাদশ মাহর
সাতাইশ দিনর দিনা, বাবিলর ইবীল-মরোদক
রজাই যি বছরত রাজত্ব করিবলৈ আরম্ভ করিলে,
সেই বছরত তেওঁ বন্দীশালর পরা যিহূদার রজা
২৮ যিহোয়াখীনর মূর দাঙিলে; আরু তেওঁক মরমর
কথা কলে, আরু বাবিলত তেওঁর লগত থকা
রজাবিলাকর আসনতকৈ তেওঁর আসন ওখত
২৯ স্থাপন করিলে। আরু তেওঁ আপোন বন্দীশালর
কাপড় সলালে, আরু তেওঁ জীয়াই থাকেমানে
৩০ রজার আগত সদায় ভোজন করিলে। আরু
তেওঁর খোৱাকর বিষয়ে হলে, তেওঁ জীয়াই থাকে-
মানে, রজার আজ্ঞারে এক এক দিনর উপযুক্ত
খাদ্য দ্রব্য প্রতিদিনে তেওঁক দিয়া হৈছিল।

# বংশাৱলির প্ৰথম পুস্তক।

যাকোবৰ দিনলৈকে আদমৰ বংশাৱলি।

১ আদম, চেথ, ইনোচ, কৈনন, মহললেল,
৩ যেৰদ, হনোক, মথুচেলহ, লেমক, নোহ,
চেম, হাম, আৰু যেফৎ।
৫ যেফতৰ সন্তান গোমৰ, মাগোগ, মাদয়,
৬ যাবন, তূবল, মেচেক, আৰু তীৰচ। আৰু
গোমৰৰ সন্তান অস্কিনজ, দীফৎ, আৰু তোগৰ্মা।
৭ আৰু যাবনৰ সন্তান ইলীচা, তৰ্চীচ, কিত্তীম,
আৰু ৰোদানীম।
৮ হামৰ সন্তান কূচ, মিচৰ, পূট, আৰু কনান।
৯ আৰু কূচৰ সন্তান চবা, হবীলা, চব্‌তা, ৰয়মা,
আৰু চব্‌তকা। ৰয়মাৰ সন্তান হলে চিবা আৰু
১০ দদান। কূচৰ পুত্ৰ নিম্ৰোদ; তেওঁ পৃথিবীত
১১ মহাপৰাক্ৰমী হব ধৰিলে। আৰু মিচৰৰ
পৰা লূদীয়া, অনামীয়া, লহাবীয়া, নপ্তুহীয়া,
১২ পথ্ৰোচীয়া জাতি, আৰু যাৰ পৰা পলেষ্টীয়া-
বিলাক বাহিৰ হল, এনে কচ্‌লূহীয়া জাতি, আৰু
কপ্তোৰীয়া জাতি, এইবিলাক উৎপন্ন হল।
১৩ কনানৰ জ্যেষ্ঠ পুত্ৰ চীদোন, চীদোনৰ পাছত
১৪ হেৎ; আৰু যিবূচীয়া, ইমোৰীয়া, গিৰ্গাচীয়া,
১৫ হিব্বীয়া, অৰ্কীয়া, চীনীয়া, অৰ্বদীয়া, চমাৰীয়া,
আৰু হমাতীয়া জাতিও তেওঁৰ পৰা উৎপন্ন হল।
১৭ চেমৰ সন্তান এলম, অচূৰ, অৰ্ফক্‌চদ, লূদ,
১৮ অৰাম, ঊচ, হূল, গেথৰ, আৰু মেচেক। আৰু
অৰ্ফক্‌চদৰ সন্তান চেলহ; আৰু চেলহৰ সন্তান
১৯ এবৰ। এবৰৰ দুজন পুত্ৰ জন্মিল; একজনৰ নাম
পেলগ [বিভাগ], কিয়নো তেওঁৰ দিনতে পৃথিবী
বিভক্ত হল; আৰু তেওঁৰ ভায়েকৰ নাম যক্তন।
২০ আৰু যক্তনৰ পুত্ৰ অল্‌মোদদ, চেলফ, হচৰ্মাবৎ,
২১ যেৰহ, হদোৰাম, ঊজল, দিক্লা, এবল, অবী-
২২ মায়েল, চিবা, ওফীৰ, হবীলা, আৰু যোবব; এই
সকলো যক্তনৰ সন্তান।
২৪ চেম, অৰ্ফক্‌চদ, চেলহ, এবৰ, পেলগ, ৰিয়ূ,
২৬ চৰূগ, নাহোৰ, তেৰহ, অব্ৰাম অৰ্থাৎ অব্ৰাহাম।
২৮ অব্ৰাহামৰ পুত্ৰ ইচ্‌হাক আৰু ইস্মায়েল।
২৯ সিহঁতবিলাকৰ বংশাৱলি এই; ইস্মায়েলৰ জ্যেষ্ঠ
পুত্ৰ নবায়োৎ, নবায়োতৰ পাছে কেদৰ, অদ্-
৩০ বেল, মিব্‌চম, মিচ্‌মা, দূমা, মচ্চা, হদদ, তেমা,
যটূৰ, নাফীচ, আৰু কেদ্‌মা; এইবিলাক ইস্মা-
য়েলৰ সন্তান।
৩২ অব্ৰাহামৰ উপপত্নী কটূৰাৰ সন্তান জিম্ৰণ,
যক্‌চন, মদান, মিদিয়ন, যিচ্‌বক, আৰু চুহ।
৩৩ যক্‌চনৰ সন্তান চিবা আৰু দদান। আৰু মিদি-
য়নৰ সন্তান ঐফা, এফৰ, হনোক, অবীদা, আৰু
ইল্‌দায়া; এইবিলাক কটূৰাৰ সন্তান।
৩৪ আৰু অব্ৰাহামৰ পুত্ৰ যি ইচ্‌হাক, তেওঁৰ পুত্ৰ
এচৌ আৰু ইস্ৰায়েল।
৩৫ এচৌৰ সন্তান ইলীফজ, ৰূৱেল, যিয়ূচ, যালম,
৩৬ আৰু কোৰহ। ইলীফজৰ পুত্ৰ তৈমন, ওমাৰ,
চফী, গয়িতম, কনজ, তিম্না, আৰু অমালেক।
৩৭ ৰূৱেলৰ পুত্ৰ নহৎ, জেৰহ, চম্মা, আৰু মিজ্জা।
৩৮ চেয়ীৰৰ সন্তান লোটন, চোবল, চিবিয়োন,
অনা, দিচোন, এচৰ, আৰু দীচন। আৰু
৩৯ লোটনৰ সন্তান হোৰী আৰু হোমম; আৰু
৪০ লোটনৰ ভনীয়েক তিম্না। চোবলৰ সন্তান
অলিয়ন, মানহৎ, এবল, চফী, আৰু ওনম।
আৰু চিবিয়োনৰ সন্তান অয়া আৰু অনা।
৪১ অনাৰ পুত্ৰ দীচোন। দীচোনৰ পুত্ৰ হিম্ৰণ,
৪২ ইচ্‌বন, যিত্ৰণ, আৰু কৰান। এচৰৰ পুত্ৰ
বিল্‌হন, জাবন, আৰু যাকন। দীচনৰ পুত্ৰ
৪৩ ঊচ আৰু অৰান। ইস্ৰায়েলৰ সন্তানবিলাকৰ
ওপৰত কোনো ৰজাই ৰাজত্ব কৰাৰ পূৰ্ব্বেই,
ইদোম দেশত ৰাজত্ব কৰা ৰজা এইবিলাক;
বিয়োৰৰ পুত্ৰ বিলা; তেওঁৰ নগৰৰ নাম দিন্-
৪৪ হাবা। পাছে বিলাৰ মৃত্যু হলত, বস্ৰাত থকা
জেৰহৰ পুত্ৰ যোববে তেওঁৰ সলনি ৰাজত্ব
৪৫ কৰিছিল। আৰু যোববৰ মৃত্যু হলত, তৈমন
দেশীয় হূচমে তেওঁৰ সলনি ৰাজত্ব কৰিছিল।
৪৬ আৰু হূচমৰ মৃত্যু হলত, তেওঁৰ সলনি মোৱাবৰ
পথাৰত মিদিয়নক জয় কৰা বদদৰ পুত্ৰ হদদে
ৰাজত্ব কৰিছিল; তেওঁৰ নগৰৰ নাম অবীৎ।
৪৭ আৰু হদদৰ মৃত্যু হলত, তেওঁৰ সলনি মস্ৰেকাৰ
৪৮ চম্লাই ৰাজত্ব কৰিছিল। আৰু চম্লাৰ মৃত্যু
হলত, তেওঁৰ সলনি ফৰাৎ নদীৰ ওচৰৰ ৰহো-
৪৯ বোতীয়া চৌলে ৰাজত্ব কৰিছিল। পাছে চৌলৰ
মৃত্যু হলত, তেওঁৰ সলনি অক্‌বোৰৰ পুত্ৰ বাল্-
৫০ হাননে ৰাজত্ব কৰিছিল। আৰু বাল্-হাননৰ
মৃত্যু হলত, তেওঁৰ সলনি হদদে ৰাজত্ব কৰি-
ছিল; তেওঁৰ নগৰৰ নাম পায়ী; আৰু তেওঁৰ
ভাৰ্য্যাৰ নাম মে-জাহবৰ নাতিনীয়েক মটেদৰ
জীয়েক মহেটবেল। পাছে হদদ মৰিল।
৫১ ইদোমৰ গামবিলাকৰ নাম; তিম্না গাম, অলিয়া
৫২ গাম, যিথেৎ গাম, অহলীবামা গাম, এলা গাম,

৫৩ পীনোন গাম, কনজ গাম, তৈমন গাম, মিবচর
৫৪ গাম, মগদীয়েল গাম, আরু ঈরম গাম; এই-
বিলাক ইদোমর গাম আছিল।

যাকোবর পুত্রবিলাক, আরু সিবিলাকর
সন্তানসন্ততি।

২ ইস্রায়েলর পুত্রবিলাক এই; রূবেণ,
চিমিয়োন, লেবী, যিহূদা, ইচাখর, জবুলূন,
২ দান, যোচেফ, বিন্যামীন, নপ্তালী, গাদ, আরু
আচের।
৩ যিহূদার পুত্র, এর, ওনন, আরু চেলা; তেওঁর
এই তিনি জন পুত্র কনানীয়া চূবার জীয়েকর গর্ব্ভত
তেওঁলৈ জন্মিছিল। সিবিলাকর মাজত যিহূদার
বড় পুতেক এর যিহোৱার দৃষ্টিত দুষ্ট হোৱাত,
৪ তেওঁ তাক মারিলে। পাছে যিহূদার পো-বোৱারী-
য়েক তামরে তেওঁর ঔরসত পেরচ আরু জেরহক
জন্মালে। যিহূদার পুতেক সর্ব্বমোট পাঁচ জন।
৫ পেরচর পুতেক হিষ্রোণ আরু হামূল। আরু
জেরহর সন্তান জিম্রী, এথন, হেমন, কল্কোল,
৭ আরু দারা, সর্ব্বমোট পাঁচ জন। কর্ম্মীর পুতেক
আখর; সি বর্জ্জিত বস্তুর বিষয়ে সত্যলঙ্ঘন
৮ করি ইস্রায়েলক দুঃখত পেলাইছিল। এথনর
৯ পুতেক অজরিয়া। হিষ্রোণর ঔরসত জন্মা
১০ যিরহমেল, রাম, আরু কলুবয়। রামর পুতেক
অম্মীনাদব; অম্মীনাদবর পুতেক যিহূদার
১১ সন্তানবিলাকর অধ্যক্ষ নহচোন; নহচোনর
১২ পুতেক চল্মা; চল্মার পুতেক বোৱজ; বোৱজর
১৩ পুতেক ওবেদ; ওবেদর পুতেক যিচয়; যিচয়র
জ্যেষ্ঠ পুত্র ইলীয়াব, দ্বিতীয় অবীনাদব, তৃতীয়
১৪ চিমিয়া, চতুর্থ নথনেল, পঞ্চম রদ্দয়, ষষ্ঠ ওচম,
১৬ আরু সপ্তম দায়ূদ; আরু সিবিলাকর ভনীয়েক
চরুয়া আরু অবীগল। আরু চরুয়ার পুত্র তিনি
১৭ জন, অবীচয়, যোৱাব, আরু অচাহেল। অবী-
গলর পুত্র অমাচা; এই অমাচার বাপেক
১৮ ইশ্মায়েলীয়া যেথর। আরু হিষ্রোণর পুত্র
কালেবর তিরুতা অজূবা আরু যিরীয়োতে তেওঁর
ঔরসত সন্তান জন্মালে; অজূবার পুতেক
১৯ যেচর, চোবব, আরু অর্দোন। আরু অজূবা
মরিলত, কালেবে ইফ্রাথাক বিয়া করিলে;
২০ তাই তেওঁর ঔরসত হূরক জন্মালে। হূরর পুতেক
২১ ঊরী, আরু ঊরীর পুতেক বচলেল। পাছে
হিষ্রোণে গিলিয়দর বাপেক মাখীরর জীয়েকক
ষাঠি বছর বয়সত বিয়া করি তাইত গমন
করিলে; তাতে সেই তিরুতাই তেওঁর ঔরসত
২২ চগূবক জন্মালে। চগূবর পুতেক যায়ীর; গিলি-
২৩ য়দ দেশত তেওঁর তেইশখন নগর আছিল। গচূর
আরু অরামে সিবিলাকর পরা যায়ীরর নগর,
অর্থাৎ কনাৎ আরু তার গাঁৱে সৈতে ষাঠিখন
নগর ললে; এই আটাইবিলাক গিলিয়দর
২৪ বাপেক মাখীরর সন্তান আছিল। পাছে হিষ্রোণ
কালেব-ইফ্রাথাত মরিলত, হিষ্রোণর তিরুতা
অবিয়াই তেওঁর ঔরসত তকোৱার বাপেক অচ্-
২৫ হূরক জন্মালে। হিষ্রোণর বড় পুতেক যি যিরহ-
মেল, তেওঁর প্রথম পুতেক রাম, রামর পাছে বূনা,
২৬ ওরেণ, ওচম, আরু অহিয়া। আরু অটারা নামেরে
যিরহমেলর আরু এজনী তিরুতা আছিল;
২৭ তাই ওনমর মাক। আরু যিরহমেলর বড়
পুতেক যি রাম, তেওঁর পুতেক মাচ, যামীন, আরু
২৮ একর। আরু ওনমর পুতেক চম্ময় আরু যাদা;
আরু চম্ময়র পুতেক নাদব আরু অবীচূর।
২৯ আরু অবীচূরর তিরুতার নাম অবীহয়িল; তাই
তেওঁর ঔরসত অহবান আরু মোলীদক জন্মালে।
৩০ আরু নাদবর পুতেক চেলদ আরু অপ্পয়িম; কিন্তু
৩১ চেলদ অপুত্রক হৈ মরিল। অপ্পয়িমর পুতেক
যিচী, যিচীর পুতেক চেচন, আরু চেচনর পুতেক
৩২ অহলয়। আরু চম্ময়র ভায়েক যাদার পুতেক
যেথর আরু যোনাথন; যেথর অপুত্রক হৈ মরিল।
৩৩ যোনাথনর পুতেক পেলৎ আরু জাজা। এই-
৩৪ বিলাকেই যিরহমেলর সন্তান। চেচনর পুতেক
নাছিল, কেৱল জীয়েক আছিল। যর্হা নামেরে
চেচনর এজন মিচরীয়া দাস আছিল। পাছে
৩৫ চেচনে আপোনার দাস যর্হাই সৈতে আপোন
জীয়েকক বিয়া দিলে; তাই তেওঁর ঔরসত
৩৬ অত্তয়ক জন্মালে। অত্তয়র পুতেক নাথন;
৩৭ নাথনর পুতেক জাবদ; জাবদর পুতেক ইফ্লল;
৩৮ ইফ্ললর পুতেক ওবেদ; ওবেদর পুতেক যেহূ;
৩৯ যেহূর পুতেক অজরিয়া; অজরিয়ার পুতেক
৪০ হেলচ; হেলচর পুতেক ইলিয়াচা; ইলিয়াচার
৪১ পুতেক চিচময়; চিচময়র পুতেক চল্লুম; চল্লুমর
পুতেক যকমিয়া; আরু যকমিয়ার পুতেক
৪২ ইলীচামা। যিরহমেলর ভায়েক কালেবর
পুতেক প্রথমে জন্মা মেচা, তেওঁ জীফর
বাপেক; আরু হিব্রোণর বাপেক যি মারেচা,
৪৩ তেওঁর পুতেকবিলাক। আরু হিব্রোণর পুতেক
৪৪ কোরহ, তপ্পূহ, রেকম, আরু চেমা। আরু
চেমার পুতেক যর্কিয়মর বাপেক রহম;
৪৫ আরু রেকমর পুতেক চম্ময়। চম্ময়র পুতেক
মায়োন; আরু মায়োন বৈৎ-চূরর বাপেক।
৪৬ আরু কালেবর উপপত্নী ঐফাই হারণ,
মোচা, আরু গাজেজক জন্মালে; আরু হারণর
৪৭ পুতেক গাজেজ। আরু যেহদয়র পুতেক রেগম,
৪৮ যোথম, গেচন, পেলট, ঐফা, আরু চাফ। আরু
কালেবর উপপত্নী মাখাই চেবর আরু তির্হনাক
৪৯ জন্মালে। তাই মদমন্নার বাপেক চাফক, আরু
মগ্বেনা ও গিবিয়ার বাপেক চবাক জন্মালে;
৫০ আরু কালেবর জীয়েকর নাম অক্চা। এইবিলাক

কালেবৰ সন্তান ; ইফ্ৰাথাৰ গৰ্ব্ভত প্ৰথমে জন্মা
হূৰৰ পুতেক, কিৰিয়ৎ-যিয়াৰীমৰ বাপেক চোবল,
৫১ বৈৎ-লেহমৰ বাপেক চল্‌মা, বৈৎ-গাদেৰৰ
৫২ বাপেক হাৰেফ। আৰু কিৰিয়ৎ-যিয়াৰীমৰ
বাপেক চোবলৰ পুতেকবিলাক আছিল ; হাৰোৰি
৫৩ আৰু মানহত্তীয়াবিলাকৰ আধা ভাগ। আৰু
কিৰিয়ৎ-যিয়াৰীমৰ গোষ্ঠী যিত্ৰীয়া, পূথীয়া,
চূমাথীয়া, আৰু মিশ্ৰায়ীয়াবিলাক ; ইবিলাকৰ
পৰা চৰায়ীয়া আৰু ইষ্টায়োলীয়াবিলাক
৫৪ উৎপন্ন হল। চল্‌মাৰ সন্তান বৈৎ-লেহম,
নটোফাতীয়া লোক, অট্ৰোৎ-বৈৎ-যোৱাব, মান-
হত্তীয়াবিলাকৰ আধা ভাগ লোক, আৰু চৰীয়া
৫৫ লোক। আৰু যাবেচনিবাসী লিখকবিলাকৰ
গোষ্ঠী তিৰাথীয়া, চিমিয়াথীয়া, আৰু চূখাথীয়া
লোক ; এইবিলাক ৰেখবৰ বংশৰ আদিপিতৃ
হম্মতৰ পৰা উৎপন্ন হোৱা কেনীয়া লোক।

দায়ূদৰ সন্তানবিলাকৰ তালিকা।

৩ হিব্ৰোণত জন্মা দায়ূদৰ পুতেকবিলাকৰ
নাম এই ; তেওঁৰ বড় পুতেক অম্নোন, সি
যিজ্ৰিয়েলীয়া অহীনোৱমৰ গৰ্ব্ভত জন্মা ; দ্বিতীয়
দানিয়েল, সি কৰ্ম্মিলীয়া অবীগলৰ গৰ্ব্ভত জন্মা ;
২ তৃতীয় অব্‌চালোম, সি গচূৰৰ তল্‌মৰ ৰজাৰ
জীয়েক মাখাৰ পুতেক ; চতুৰ্থ অদোনিয়া, সি
৩ হগ্গীতৰ পুতেক ; পঞ্চম চফটিয়া, সি অবীটলৰ
গৰ্ব্ভত জন্মা ; ষষ্ঠ যিত্ৰিয়ম, সি তেওঁৰ তিৰুতা
৪ ইগ্লাৰ গৰ্ব্ভত জন্মা। তেওঁৰ সেই ছটা পুতেক
হিব্ৰোণত জন্মিল ; তেওঁ সেই ঠাইত সাত বছৰ
ছমাহ ৰাজত্ব কৰিছিল, আৰু যিৰূচালেমত
৫ তেত্ৰিশ বছৰ ৰাজত্ব কৰিছিল। আৰু যিৰূ-
চালেমত জন্মা তেওঁৰ পুতেক এইবিলাক ;
চিমিয়া, চোবব, নাথন, আৰু চলোমন ; এই
চাৰি জন অম্মীয়েলৰ জীয়েক বৎ-চূৱাৰ গৰ্ব্ভত
৬ জন্মা ; ইয়াত বাজে, যিভৰ, ইলীচামা, ইলীফেলট,
৭ নোগহ, নেফগ, যাফিয়া, ইলীচামা, ইলিয়াদা,
৯ আৰু ইলীফেলট, এই ন জন। উপপত্নীবোৰৰ
পৰা হোৱা সন্তানবিলাক এড়ি, এইবিলাক
দায়ূদৰ সন্তান ; আৰু তামৰ সিবিলাকৰ ভনীয়েক
১০ আছিল। চলোমনৰ পুতেক ৰহবিয়াম ; ৰহ-
বিয়ামৰ পুতেক অবিয়া ; অবিয়াৰ পুতেক আচা ;
আচাৰ পুতেক যিহোচাফট ; যিহোচাফটৰ পুতেক
১১ যোৰাম ; যোৰামৰ পুতেক অহজিয়া ; অহজিয়াৰ
১২ পুতেক যোৱাচ ; যোৱাচৰ পুতেক অমচিয়া ;
অমচিয়াৰ পুতেক অজৰিয়া ; অজৰিয়াৰ পুতেক
১৩ যোথম ; যোথমৰ পুতেক আহজ ; আহজৰ পুতেক
১৪ হিষ্কিয়া ; হিষ্কিয়াৰ পুতেক মনচি ; মনচিৰ
পুতেক আমোন ; আমোনৰ পুতেক যোচিয়া।
১৫ যোচিয়াৰ পুতেক প্ৰথমে জন্মা যোহানন, দ্বিতীয়
যিহোয়াকীম, তৃতীয় চিদিকিয়া, আৰু চতুৰ্থ
১৬ চল্লুম। যিহোয়াকীমৰ সন্তান ; তেওঁৰ পুতেক
১৭ যকনিয়া, যকনিয়াৰ পুতেক চিদিকিয়া। বন্দী
কৰি নিয়া যকনিয়াৰ পুতেকবিলাক ; তেওঁৰ পুতেক
১৮ চল্টীয়েল, আৰু মল্কিৰাম, পদায়া, চিনচৰ,
১৯ যকমিয়া, হোচামা, আৰু নদবিয়া। আৰু
পদায়াৰ পুতেক জৰুব্বাবিল ও চিমিয়ী ; আৰু
জৰুব্বাবিলৰ পুতেক মচুল্লম ও হননিয়া ; আৰু
২০ চলোমীৎ নামেৰে সিবিলাকৰ ভনীয়েক ; আৰু
হচুবা, ওহেল, বেৰেখিয়া, হচদিয়া, আৰু যূচব-
২১ হেচদ, এই পাঁচ জন। আৰু হননিয়াৰ পুতেক
পলটিয়া ও যিচয়া ; ৰফায়াৰ সন্তান, অৰ্ণনৰ
সন্তান, ওবদিয়াৰ সন্তান, চখনিয়াৰ সন্তান।
২২ আৰু চখনিয়াৰ পুতেক চমৰিয়া ; আৰু চমৰিয়াৰ
পুতেক হটূচ, যিগাল, বাৰীহ, নিয়ৰিয়া, আৰু
২৩ চাফট, এই ছয় জন। আৰু নিয়ৰিয়াৰ পুতেক
ইলীয়োঐনয়, হিষ্কিয়া, আৰু অস্ত্ৰীকাম, এই তিনি
২৪ জন। আৰু ইলীয়োঐনয়ৰ পুতেক হোদবিয়া,
ইলিয়াচীব, পলায়া, অক্কুব, যোহানন, দলায়া,
আৰু অনানী, এই সাত জন।

ইস্ৰায়েলৰ ফৈদবিলাকৰ বংশাৱলি।

৪ যিহূদাৰ সন্তান পেৰচ, হিষ্ৰোণ, কৰ্ম্মী,
২ হূৰ, আৰু চোবল। চোবলৰ পুতেক ৰায়া,
ৰায়াৰ পুতেক যহৎ, যহতৰ পুতেক অহূমৰ আৰু
৩ লহদ ; এইবিলাক চৰায়ীয়া গোষ্ঠী। আৰু এটমৰ
বাপেকৰ সন্তান এই, যিজ্ৰিয়েল, যিচ্‌মা, আৰু
যিদ্‌বচ ; সিবিলাকৰ ভনীয়েকৰ নাম হচ্ছলেল্-
৪ পোনী ; আৰু গদোৰৰ বাপেক পনূৱেল, আৰু
হূচাৰ বাপেক এজৰ। এইবিলাক বৈৎ-লেহমৰ
বাপেক ইফ্ৰাথাৰ গৰ্ব্ভত প্ৰথমে জন্মা হূৰৰ সন্তান।
৫ তকোৱাৰ বাপেক অচ্‌হূৰৰ হেলা আৰু নাৰা
৬ নামেৰে দুজনী তিৰুতা আছিল। নাৰাই
তেওঁৰ ঔৰসত অহুজম, হেফৰ, তৈমিনী, আৰু
হহষ্টাৰীক জন্মালে ; এইবিলাক নাৰাৰ সন্তান।
৭ আৰু হেলাৰ সন্তান চেৰৎ, যিচ্‌হৰ, আৰু
৮ ইৎনন। আৰু হক্কোচৰ ঔৰসত আনূব, চোবেবা,
আৰু হাৰুমৰ পুতেক অহৰ্হেলৰ গোষ্ঠীবিলাক
৯ জন্মিল। আৰু যাবেচ আপোন ভাই ককাইহঁত-
মাজত সকলোতকৈ সম্ভ্ৰান্ত লোক আছিল ; মাকে
তেওঁৰ নাম যাবেচ [দুঃখদায়ক] দি কলে, ময়
১০ ইয়াক দুঃখেৰে জন্মালোঁ। কিন্তু যাবেচে ইস্ৰা-
য়েলৰ ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰি কলে, আপুনি
কোনো ৰূপে মোক আশীৰ্ব্বাদ দিলে, মোৰ
সীমাও বৃদ্ধি কৰিলে, আপোনাৰ হাত মোৰ
সঙ্গে সঙ্গে থাকিলে, আৰু ময় যেন দুঃখ নেপাওঁ,
এই নিমিত্তে বেয়াৰ পৰা মোক ৰক্ষা কৰিলে বড়
ভাল হয়। তাতে, তেওঁ খোজাৰ দৰে ঈশ্বৰে তেওঁক

১১ দিলে। চূহাৰ ভায়েক কলূবৰ পুতেক মহীৰ ;
১২ তেওঁ ইষ্টোনৰ বাপেক। আৰু ইষ্টোনৰ পুতেক
বৈৎ-ৰাফা, পাচেহ, আৰু ঈৰ-নাহচৰ বাপেক
১৩ তহিন্না ; এইবিলাক ৰেকাৰ মানুহ। আৰু কনজৰ
পুতেক অৎনীয়েল ও চৰায়া ; আৰু অৎনীয়েলৰ
১৪ পুতেক হথৎ। আৰু মিয়োনোথয়ৰ পুতেক অফ্ৰা ;
চৰায়াৰ পুতেক শিল্পকৰ্ম্ম কৰাবোৰৰ উপত্যকা-
নিবাসীবিলাকৰ বাপেক যোৱাব ; কিয়নো
১৫ সিবিলাক শিল্পকৰ্ম্ম কৰা লোক আছিল। আৰু
যিফুন্নিৰ পুত্ৰ যি কালেব, তেওঁৰ পুতেক ঈৰু,
এলা, আৰু নয়ম ; আৰু এলাৰ সন্তানবিলাক ;
১৬ আৰু কনজ। আৰু যিহল্লেললৰ পুতেক জীফ ও
১৭ জীফা, তীৰিয়া ও অচৰেল। আৰু ইজ্ৰাৰ পুতেক
যেথৰ, মেৰদ, এফৰ, আৰু যালোন ; আৰু
তাই মিৰিয়ম, চম্ময়, আৰু ইষ্টমোৱাৰ বাপেক
১৮ যিচ্‌বহক জন্মালে। আৰু তেওঁৰ যিহূদীয়া তিৰু-
তাই গদোৰৰ বাপেক যেৰদক, চোকোৰ বাপেক
হেবৰক, আৰু জানোহৰ বাপেক যিকূথীয়েলক
জন্মালে ; এইবিলাক মেৰদে বিয়া কৰা ফৰৌ-
১৯ ণৰ জীয়েক বিথিয়াৰ সন্তান। আৰু নহমৰ
ভনীয়েক হোদিয়াৰ তিৰুতাৰ সন্তান গৰ্ম্মীয়া
কয়ীলাৰ বাপেক, আৰু মাখাথীয়া ইষ্টমোৱা।
২০ আৰু চীমোনৰ সন্তান অম্নোন, ৰিন্না, বিন-হানন,
ও তীলোন। আৰু যিচীৰ পুতেক জোহেৎ ও বিন-
২১ জোহেৎ। যিহূদাৰ পুতেক চেলাৰ সন্তান এই ;
লেকাৰ বাপেক এৰ, মাৰেচাৰ বাপেক লদ্দা,
অচ্‌বেয়াৰ বংশত জন্মা মিহি শণ সূতাৰে কাপোৰ
২২ বোৱাবিলাকৰ আটাই গোষ্ঠী, যোকীম, কোজে-
বাৰ লোক, যোৱাচ, মোৱাবৰ শাসনকৰ্ত্তা চাৰফ,
আৰু যাচূবী-লেহম। এইবিলাক অতি পুৰণী
২৩ কথা। সিবিলাক কুমাৰ আছিল, আৰু নটায়িম
ও গদেৰানিবাসী ; সিবিলাকে সেই ঠাইত ৰজাৰ
কাৰ্য্য কৰিবৰ নিমিত্তে তেওঁৰ ওচৰত থাকিছিল।
২৪ চিমিয়োনৰ সন্তান নমূৱেল, যামীন, যাৰীব,
২৫ জেৰহ, আৰু চৌল ; চৌলৰ পুতেক চল্লুম,
চল্লুমৰ পুতেক মিব্‌চম, মিব্‌চমৰ পুতেক মিচ্‌মা।
২৬ আৰু মিচ্‌মাৰ সন্তানবিলাক ; তেওঁৰ পুতেক
হমূৱেল, হমূৱেলৰ পুতেক জক্কুৰ, জক্কুৰৰ
২৭ পুতেক চিমিয়ী। আৰু চিমিয়ীৰ যোলটা পুতেক
আৰু ছজনী জীয়েক আছিল ; কিন্তু তেওঁৰ ভায়েক-
বিলাকৰ অধিক সন্তান নাছিল, আৰু সিবিলাকৰ
সকলো গোষ্ঠী যিহূদাৰ সন্তানবিলাকৰ দৰে
২৮ নেবাঢ়িল। সিবিলাকে বেৰ-চেবাত, মোলাদাত,
২৯ হচৰ-চূৱালত, বিল্‌হাত, এচমত, তোলদত,
৩০ বথূৱেলত, হৰ্ম্মাত, চিক্লগত, বৈৎ-মৰ্কাবোতত,
হচৰ-চূচীমত, বৈৎ-বিৰীত, আৰু চাৰয়িমত
বাস কৰিছিল ; দায়ূদৰ ৰাজত্বলৈকে এইবিলাক
৩১ নগৰ সিবিলাকৰ হৈ আছিল। আৰু সিবিলা-
কৰ গাঁৱে সৈতে এটম, ঐন, ৰিম্মোন, তোখন,
৩৩ আৰু আচন, এই পাঁচখন নগৰ ; আৰু বাল-
লৈকে এইবিলাক নগৰৰ চাৰিওফালে থকা
আটাই গাঁও সিবিলাকৰ আছিল। এয়ে সি-
বিলাকৰ নিবাসৰ ঠাই ; আৰু সিবিলাকৰ বংশা-
৩৪ ৱলি এই দৰেই আছিল। আৰু মচোবব, যম্লেক,
৩৫ ও অমচিয়াৰ পুতেক যোচা ; যোৱেল, আৰু
অচীয়েলৰ পৰিনাতি চৰায়াৰ নাতি যোচিবিয়াৰ
৩৬ পুতেক যেহূ ; ইলিয়োঐনয়, যাকোবা, যিচো-
হায়া, অচায়া, অদীয়েল, যিচিমীয়েল, আৰু
৩৭ বনায়া ; আৰু চময়িয়াৰ অতি বৃদ্ধ পৰিনাতি
চিম্ৰীৰ বৃদ্ধ পৰিনাতি যদায়াৰ পৰিনাতি অল্লো-
৩৮ নৰ নাতি চিফীৰ পুতেক জীজা ; ওপৰে নাম
কোৱা সেই লোকবিলাক আপোন আপোন
গোষ্ঠীৰ অধ্যক্ষ আছিল ; আৰু সিবিলাকৰ
পিতৃবংশবিলাক অতিশয়ৰূপে বৃদ্ধি পালে।
৩৯ সিবিলাকে আপোনাবিলাকৰ পশুৰ জাকবোৰ
চৰাবলৈ ঠাই বিচাৰি, গদোৰৰ প্ৰবেশস্থানলৈ
৪০ উপত্যকাৰ পূব কাললৈকে গল। তাতে সি-
বিলাকে বহুৎ ঘাঁহ থকা উত্তম চৰণী ঠাই
পালে ; সেই দেশ বহল, সুথিল, আৰু নিৰ্ভয়
আছিল ; কাৰণ তাত বাস কৰা আগৰ লোক
৪১ হামৰ বংশৰ আছিল। যিহূদাৰ হিষ্কিয়া ৰজাই
ৰাজত্ব কৰা সময়ত, ওপৰে কোৱা সেই সেই
নামৰ লোকবিলাকে গৈ সেই লোকবিলাকৰ
তাম্বু আৰু সেই ঠাইত পোৱা মায়োনীয়াহঁতক
আঘাত কৰি সিহঁতক নিঃশেষে বিনষ্ট কৰিলে,
আজিলৈকে সেই অৱস্থাত আছে ; পাছে সি-
বিলাকে সিহঁতৰ ঠাইত বাস কৰিলে ; কিয়নো
তাত সিবিলাকৰ পশুৰ জাকৰ নিমিত্তে চৰণী
৪২ ঠাই আছিল। আৰু সিবিলাকৰ কিছুমান লোক,
অৰ্থাৎ চিমিয়োনৰ সন্তানবিলাকৰ মাজৰ পাঁচ শ
জনে যিচীৰ পুতেক পলটিয়া, নিয়ৰিয়া, ৰফায়া,
আৰু উজ্জীয়েলক সেনাপতি কৰি চেয়ীৰ পৰ্ব্বত-
৪৩ লৈ গৈ, অমালেকীয়াহঁতৰ যি লোকবিলাক
পলাই ৰক্ষা পাইছিল, সেইবোৰক মাৰি সেই
ঠাইত নিবাস কৰিলে ; আজিলৈকে সিবিলাক
তাতেই আছে।

৫ ইস্ৰায়েলৰ জ্যেষ্ঠ পুত্ৰ ৰূবেণৰ সন্তান-
বিলাকৰ কথা। ( কিয়নো ৰূবেণ জ্যেষ্ঠ পুত্ৰ
আছিল হয়, কিন্তু সি আপোন বাপেকৰ শয্যা
অশুচি কৰাৰ কাৰণে, তাৰ জ্যেষ্ঠাধিকাৰ ইস্ৰা-
য়েলৰ পুত্ৰ যোচেফৰ দুই পুতেকক দিয়া হল ;
তথাপি বংশাৱলিত জ্যেষ্ঠৰ শ্ৰেণীত সিবিলাকৰ
২ নাম লিখা নগল। কাৰণ যিহূদা আপোন ভাই-
বিলাকৰ মাজত পৰাক্ৰমী হল, আৰু তেওঁৰ বংশৰ
পৰা অধিপতি উৎপন্ন হল ; কিন্তু জ্যেষ্ঠাধিকাৰ
৩ যোচেফৰ হল।) ইস্ৰায়েলৰ জ্যেষ্ঠ পুত্ৰ ৰূবেণৰ

সন্তান হনোক, পল্লূ, হিষ্ৰোণ, আৰু কৰ্ম্মী ।
৪ আৰু যোৱেলৰ ।সন্তানবিলাক ; তেওঁৰ পুতেক
চিমৰিয়া, চিমৰিয়াৰ পুতেক গোগ, গোগৰ পুতেক
৫ চিমিয়ী, চিমিয়ীৰ পুতেক মীখা, মীখাৰ পুতেক
৬ ৰায়া, ৰায়াৰ পুতেক বাল, বালৰ পুতেক বেৰা ;
সেই বেৰাক অচূৰৰ ৰজা তিল্গৎ-পিল্নেচৰে
বন্দী কৰি লৈ গল ; তেওঁ ৰুবেণীয়াবিলাকৰ অধ্যক্ষ
৭ আছিল । যেতিয়া সিবিলাকৰ বংশাৱলি লিখা
হল, তেতিয়া আপোন আপোন গোষ্ঠী অনুসাৰে
তেওঁৰ ভাই এইবিলাক আছিল, প্ৰধান যিয়ীয়েল,
৮ দ্বিতীয় জখৰিয়া, আৰু যোৱেলৰ পৰিনাতি
চেমাৰ নাতি আজজৰ পুতেক বেলা ; তেওঁ নবো
আৰু বাল-মিয়োনলৈকে অৰোয়েৰত বাস কৰি-
৯ ছিল ; আৰু তেওঁ পূবদিশে ফৰাৎ নদীৰ ওচৰৰ
পৰা বিস্তৃত হোৱা অৰণ্যৰ প্ৰবেশস্থানলৈকে
বাস কৰিছিল, কিয়নো গিলিয়দ দেশত সি-
১০ বিলাকৰ পশুবোৰ অতি অধিক হৈছিল । আৰু
চৌলৰ ৰাজত্বৰ কালত সিবিলাকে হাগৰীয়াহঁতে
সৈতে যুদ্ধ কৰিলে ; হাগৰীয়াহঁত সিবিলাকৰ
হাতত মৰা পৰিল ; সিবিলাকে সিহঁতৰ তাম্বুত
গিলিয়দৰ পূব কালৰ আটাই দেশত বাস
কৰিছিল ।

১১ আৰু গাদৰ সন্তানবিলাকে সিবিলাকৰ সম্মু-
খত বাচান দেশত চলখালৈকে বাস কৰিছিল ।
১২ সিবিলাকৰ মাজত প্ৰথম যোৱেল, দ্বিতীয় চাফন
আছিল, তেওঁৰ পাছে যনয় আৰু চাফট ; এই-
১৩ বিলাক বাচানত আছিল । আৰু সিবিলাকৰ
পিতৃবংশত জন্মা ভাই মীখায়েল, মচুল্লম, চেবা,
যোৰয়, যকন, জীয়া, আৰু এবৰ, এই সাত জন ।
১৪ এইবিলাক অবীহয়িলৰ সন্তান ; সেই অবী-
হয়িল হূৰীৰ পুতেক, হূৰী যাৰোহৰ পুতেক,
যাৰোহ গিলিয়দৰ পুতেক, গিলিয়দ মীখা-
য়েলৰ পুতেক, মীখায়েল যিচীচয়ৰ পুতেক,
যিচীচয় যহ্দোৰ পুতেক, যহ্দো বুজৰ পুতেক ;
১৫ গূনীৰ নাতি অব্দীয়েলৰ পুতেক অহী সিবিলাকৰ
১৬ পিতৃবংশৰ মূল মানুহ আছিল । সিবিলাকে
গিলিয়দত, বাচানত, তাৰ আটাই উপনগৰত,
আৰু সেইবিলাকৰ সীমালৈকে চাৰোণৰ চা-
১৭ ৰিওফালৰ ঠাইত বাস কৰিছিল । আৰু যিহূদাৰ
যোথম ৰজা আৰু ইস্ৰায়েলৰ যাৰবিয়াম ৰজাৰ
ৰাজত্বৰ কালত সিবিলাক সকলোৱে বংশাৱলি
লিখা আছিল ।

১৮ ৰুবেণৰ সন্তানবিলাকৰ, গাদীয়া লোকবিলা-
কৰ, আৰু মনচিৰ আধা ফৈদৰ মাজত ঢাল আৰু
তৰোৱাল ধৰিব পৰা, ধনু মাৰিব পৰা, যুদ্ধত
নিপুণ, আৰু ৰণলৈ যাব পৰা চোৱাল্লিশ হাজাৰ
১৯ সাত শ ষাঠি জন বীৰপুৰুষ আছিল । সিবি-
লাকে হাগৰীয়াহঁতৰ লগত, আৰু যটূৰ, নাফীচ, ও
২০ নোদবৰ লগত যুদ্ধ কৰিছিল । সিহঁতৰ অহিতে
সিবিলাকে সহায় পোৱাত, হাগৰীয়াহঁতক আৰু
সিহঁতৰ লগত থকা আটাইকে সিবিলাকৰ হাতত
সোধাই দিয়া হল ; কিয়নো, সিবিলাকে ৰণত
ঈশ্বৰৰ আগত কাতৰোক্তি কৰিলত, তেওঁ সিবি-
লাকৰ কাতৰোক্তি শুনিলে, কাৰণ সিবিলাকে
২১ তেওঁত বিশ্বাস কৰিছিল । এই হেতুকে সিবিলাকে
সিহঁতৰ পশু, অৰ্থাৎ পঞ্চাশ হাজাৰ উট, দুই
লাখ পঞ্চাশ হাজাৰ মেৰ আৰু ছাগ, দুই হাজাৰ
২২ গাধ, আৰু এক লাখ মানুহ লৈ গল । কিয়নো,
এই যুদ্ধ ঈশ্বৰৰ পৰা হোৱাত, সিহঁতৰ অনেক
লোক মৰা পৰিল । পাছে, বন্দী কৰি নিয়া কাল-
লৈকে, সিবিলাকে সিহঁতৰ সলনি সেই ঠাইত
বাস কৰিলে ।

২৩ আৰু মনচিৰ আধা ফৈদৰ সন্তানবিলাকে
সেই দেশত বাস কৰিলে ; সিবিলাকে বৃদ্ধি পাই
বাচানৰ পৰা বাল-হৰ্ম্মোণ, চনীৰ, আৰু হৰ্ম্মোণ
২৪ পৰ্ব্বতলৈকে ব্যাপি গল । এইবিলাক আপোন
আপোন পিতৃবংশৰ মূল মানুহ আছিল ; এফৰ,
যিচী, ইলীয়েল, অজ্ৰীয়েল, যিৰিমিয়া, হোদ-
বিয়া, আৰু যহদীয়েল ; এইবিলাক বলৱান
বীৰপুৰুষ, নাম জলা, আৰু আপোন আপোন
পিতৃবংশৰ মূল মানুহ আছিল ।

২৫ আৰু সিবিলাকে আপোনাবিলাকৰ ওপৰ-
পিতৃবিলাকৰ ঈশ্বৰৰ বিৰুদ্ধে সত্যলঙ্ঘন কৰি,
সেই দেশৰ যি জাতিবিলাকক ঈশ্বৰে সিবিলাকৰ
আগৰ পৰা উচ্ছন্ন কৰিছিল, সেই জাতি-
বিলাকৰ দেৱতাবোৰৰ পাছত চলি ব্যভিচাৰী
২৬ হল । তাতে ইস্ৰায়েলৰ ঈশ্বৰে পূল আৰু
তিল্গৎ-পিল্নেচৰ নামেৰে অচূৰৰ দুজন ৰজাৰ
প্ৰবৃত্তি জন্মালত, তেওঁ সিবিলাকক, অৰ্থাৎ
ৰুবেণীয়া ও গাদীয়াবিলাকক, আৰু মনচিৰ আধা
ফৈদক হলহ, হাবোৰ, হাৰা, আৰু গোজনৰ
নদীলৈকে লৈ গল ; আজিলৈকে সিবিলাক
সেই সেই ঠাইতে আছে ।

৬ লেবীৰ পুতেক গেৰ্চোন, কহাৎ, আৰু
২ মৰাৰী । কহাতৰ পুতেক অম্ৰম, যিচ্হৰ,
৩ হিব্ৰোণ, আৰু উজ্জীয়েল । আৰু অম্ৰমৰ সন্তান
হাৰোণ, মোচি, আৰু মিৰিয়ম । হাৰোণৰ পুতেক
নাদব, অবীহূ, ইলিয়াজৰ, আৰু ঈথামৰ ।
৪ ইলিয়াজৰৰ পুতেক পীনহচ ; পীনহচৰ পুতেক
৫ অবীচূৱা ; অবীচূৱাৰ পুতেক বুক্কী ; বুক্কীৰ পুতেক
৬ উজ্জী ; উজ্জীৰ পুতেক জৰহিয়া ; জৰহিয়াৰ
৭ পুতেক মৰায়োৎ ; মৰায়োতৰ পুতেক অমৰিয়া ;
৮ অমৰিয়াৰ পুতেক অহীটূব ; অহীটূবৰ পুতেক
৯ চাদোক ; চাদোকৰ পুতেক অহীমাচ ; অহীমাচৰ
পুতেক অজৰিয়া ; অজৰিয়াৰ পুতেক যোহানন ;
১০ যোহাননৰ পুতেক অজৰিয়া ; (এই অজৰিয়াই

যিৰূচালেমত চলোমনে নিৰ্ম্মাণ কৰা মন্দিৰত
১১ পুৰোহিতকৰ্ম্ম কৰিছিল;) অজৰিয়াৰ পুতেক
১২ অমৰিয়া; অমৰিয়াৰ পুতেক অহীটূব; অহী-
টূবৰ পুতেক চাদোক; চাদোকৰ পুতেক
১৩ চল্লুম; চল্লুমৰ পুতেক হিল্কিয়া; হিল্কিয়াৰ
১৪ পুতেক অজৰিয়া; অজৰিয়াৰ পুতেক চৰায়া;
১৫ চৰায়াৰ পুতেক যিহোচাদক। যি সময়ত যিহো-
ৱাই নবূখদ্‌নেচৰৰ হাতত হাৰায় যিহূদা আৰু
যিৰূচালেমক বন্দী কৰি নিয়ালে, সেই সময়ত
এই যিহোচাদককো বন্দী কৰি নিয়া হল।
১৬ লেবীৰ পুতেক গেৰ্চোম, কহাৎ, আৰু মৰাৰী।
১৭ গেৰ্চোমৰ সন্তানবিলাকৰ নাম এই, লিব্‌নী
১৮ আৰু চিমিয়ী। কহাতৰ পুতেক অম্ৰম, যিচ্‌হৰ,
১৯ হিব্ৰোণ, আৰু উজ্জীয়েল। মৰাৰীৰ পুতেক মহলী
আৰু মূচী। আপোন আপোন পিতৃবংশ অনু-
সাৰে এইবিলাক লেবীয়াবিলাকৰ গোষ্ঠী।
২০ গেৰ্চোমৰ সন্তান; গেৰ্চোমৰ পুতেক লিব্‌নী,
লিব্‌নীৰ পুতেক যহৎ, যহতৰ পুতেক জিম্মা,
২১ জিম্মাৰ পুতেক যোৱাহ, যোৱাহৰ পুতেক ইদ্দো,
ইদ্দোৰ পুতেক জেৰহ, জেৰহৰ পুতেক যিয়থৰয়।
২২ কহাতৰ সন্তান; কহাতৰ পুতেক অম্মীনাদব,
অম্মীনাদবৰ পুতেক কোৰহ, কোৰহৰ পুতেক
২৩ অচীৰ, অচীৰৰ পুতেক ইল্‌কানা, ইল্‌কানাৰ
পুতেক অবিয়াচফ, অবিয়াচফৰ পুতেক অচীৰ,
২৪ অচীৰৰ পুতেক তহৎ, তহতৰ পুতেক উৰীয়েল,
উৰীয়েলৰ পুতেক উজ্জীয়া, উজ্জীয়াৰ পুতেক
২৫ চৌল। আৰু ইল্‌কানাৰ সন্তান অমাচয় আৰু
২৬ অহীমোৎ। ইল্‌কানা; ইল্‌কানাৰ পুতেক চফয়,
২৭ চফয়ৰ পুতেক নহৎ, নহতৰ পুতেক ইলীয়াব,
ইলীয়াবৰ পুতেক যিৰোহম, যিৰোহমৰ পুতেক
২৮ ইল্‌কানা। চমূৱেলৰ সন্তান প্ৰথমে জন্মা পুতেক
২৯ যোৱেল, দ্বিতীয় অবিয়া। মৰাৰীৰ সন্তান;
মহলী, মহলীৰ পুতেক লিব্‌নী, লিব্‌নীৰ পুতেক
৩০ চিমিয়ী, চিমিয়ীৰ পুতেক উজ্জা, উজ্জাৰ পুতেক
চিমিয়া, চিমিয়াৰ পুতেক হগিয়া, হগিয়াৰ
পুতেক অচায়া।
৩১ নিয়মচন্দুকে জিৰণিৰ ঠাই পোৱাৰ পাছে,
দায়ূদে যিবিলাকক যিহোৱাৰ গৃহৰ গানৰ
কাৰ্য্যত নিযুক্ত কৰিছিল, সিবিলাকৰ কথা।
৩২ চলোমনে যিৰূচালেমত যিহোৱাৰ গৃহ নিৰ্ম্মাণ
নকৰালৈকে সিবিলাকে সাক্ষাৎ কৰা তাম্বুৰ
আবাসৰ আগত গানৰ দ্বাৰায় পৰিচৰ্য্যা কৰি-
ছিল, আৰু আপোন আপোন পাল অনুসাৰে
আপোন আপোন কাৰ্য্যত নিযুক্ত হৈ থাকিছিল।
৩৩ আৰু সেই নিযুক্ত লোক ও সিবিলাকৰ সন্তান
এই; কহাতৰ সন্তানবিলাকৰ মাজত হেমন
গায়ক; হেমন যোৱেলৰ পুতেক, যোৱেল চমূ-
৩৪ ৱেলৰ পুতেক, চমূৱেল ইল্‌কানাৰ পুতেক, ইল্‌-
কানা যিৰোহমৰ পুতেক, যিৰোহম ইলীয়েলৰ
৩৫ পুতেক, ইলীয়েল তোহৰ পুতেক, তোহ চূফৰ
পুতেক, চূফ ইল্‌কানাৰ পুতেক, ইল্‌কানা মহতৰ
৩৬ পুতেক, মহৎ অমাচয়ৰ পুতেক, অমাচয় ইল্‌-
কানাৰ পুতেক, ইল্‌কানা যোৱেলৰ পুতেক,
যোৱেল অজৰিয়াৰ পুতেক, অজৰিয়া চফনিয়াৰ
৩৭ পুতেক, চফনিয়া তহতৰ পুতেক, তহৎ অচীৰৰ
পুতেক, অচীৰ অবিয়াচফৰ পুতেক, অবিয়াচফ
৩৮ কোৰহৰ পুতেক, কোৰহ যিচ্‌হৰৰ পুতেক, যিচ্‌-
হৰ কহাতৰ পুতেক, কহাৎ লেবীৰ পুতেক, লেবী
৩৯ ইস্ৰায়েলৰ পুতেক। হেমনৰ ভাই আচফ; তেওঁ
হেমনৰ সোঁকালে থিয় হয়; আচফ বেৰেখিয়াৰ
৪০ পুতেক, বেৰেখিয়া চিমিয়াৰ পুতেক, চিমিয়া
মীখায়েলৰ পুতেক, মীখায়েল বাচেয়াৰ পুতেক,
৪১ বাচেয়া মল্কিয়াৰ পুতেক, মল্কিয়া ইৎনীৰ
পুতেক, ইৎনী জেৰহৰ পুতেক, জেৰহ অদায়াৰ
৪২ পুতেক, অদায়া এথনৰ পুতেক, এথন জিম্মাৰ
পুতেক, জিম্মা চিমিয়ীৰ পুতেক, চিমিয়ী যহতৰ
৪৩ পুতেক, যহৎ গেৰ্চোমৰ পুতেক, গেৰ্চোম লেবীৰ
৪৪ পুতেক। ইবিলাকৰ ভাই মৰাৰীৰ এই সন্তান-
বিলাক বাঁওকালে থিয় হয়; এথন, এথন কীচীৰ
পুতেক, কিচী অব্দীৰ পুতেক, অব্দী মল্লূকৰ
৪৫ পুতেক, মল্লূক হচবিয়াৰ পুতেক, হচবিয়া অম-
চিয়াৰ পুতেক, অমচিয়া হিল্কিয়াৰ পুতেক,
৪৬ হিল্কিয়া অমচীৰ পুতেক, অমচী বানীৰ পুতেক,
৪৭ বানী চেমৰৰ পুতেক, চেমৰ মহলীৰ পুতেক,
মহলী মূচীৰ পুতেক, মূচী মৰাৰীৰ পুতেক,
৪৮ মৰাৰী লেবীৰ পুতেক। সিবিলাকৰ লেবীয়া
ভাইবিলাকক ঈশ্বৰৰ গৃহৰ আবাসৰ সকলো
কাৰ্য্যৰ নিমিত্তে নিযুক্ত কৰা হৈছিল।
৪৯ কিন্তু হাৰোণ আৰু তেওঁৰ পুতেকবিলাকে
ঈশ্বৰৰ দাস মোচিৰ আটাই আজ্ঞা অনুসাৰে,
মহাপবিত্ৰস্থানৰ সকলো কাৰ্য্য কৰিবলৈ, আৰু
ইস্ৰায়েলক প্ৰায়শ্চিত্ত কৰিবলৈ যজ্ঞবেদিৰ ওপ-
ৰত হোমবলি দিছিল, আৰু ধূপবেদিৰ ওপৰত
৫০ ধূপ জ্বলাইছিল। হাৰোণৰ সন্তান; তেওঁৰ
পুতেক ইলিয়াজৰ, ইলিয়াজৰৰ পুতেক পীনহচ,
পীনহচৰ পুতেক অবীচূৱা, অবীচূৱাৰ পুতেক
৫১ বুক্কী, বুক্কীৰ পুতেক উজ্জী, উজ্জীৰ পুতেক
৫২ জৰহিয়া, জৰহিয়াৰ পুতেক মৰায়োৎ, মৰায়ো-
তৰ পুতেক অমৰিয়া, অমৰিয়াৰ পুতেক অহীটূব,
৫৩ অহীটূবৰ পুতেক চাদোক, চাদোকৰ পুতেক
অহীমাচ।
৫৪ আৰু সিবিলাকৰ আপোন আপোন সীমাৰ
ভিতৰত থকা ছাউনি অনুসাৰে সিবিলাকৰ বাস-
স্থান এইবিলাক, কহাতীয়া গোষ্ঠীবিলাকৰ মাজত
হাৰোণৰ সন্তানবিলাকৰ আধিপত্য এই; কাৰণ
সিবিলাকৰ নিমিত্তে প্ৰথমে চিঠি খেলোৱা হল।

৫৫ সিবিলাকক যিহূদা দেশর হিব্রোণ আরু তার
৫৬ চারিওফালর চরণী ঠাই দিয়া হল ; কিন্তু সেই
নগরর পথার আরু গাঁওবোর যিফুন্নির পুত্র
৫৭ কালেবক দিয়া হল। আরু হারোণর সন্তান-
বিলাকক আশ্রয়নগর হিব্রোণ, চরণী ঠায়ে
সৈতে লিব্‌না, যত্তীর, চরণী ঠায়ে সৈতে
৫৮ ইষ্টমোৱা, চরণী ঠায়ে সৈতে হীলেন, চরণী
৫৯ ঠায়ে সৈতে দবীর, চরণী ঠায়ে সৈতে আচন,
৬০ চরণী ঠায়ে সৈতে বৈৎ-চেমচ, আরু বিন্যামীন
ফৈদর পরা চরণী ঠায়ে সৈতে গেবা, চরণী
ঠায়ে সৈতে অল্লেমৎ, আরু চরণী ঠায়ে সৈতে
অনাথোৎ দিয়া হল ; সিবিলাকর গোষ্ঠী
অনুসারে সিবিলাকর সর্ব্বমোট তেরখন নগর
৬১ আছিল। আরু কহাতর অবশিষ্ট সন্তান-
বিলাকক ফৈদর গোষ্ঠীর পরা, মনচির আধা
ফৈদর পরা চিঠি খেলাই দহখন নগর দিয়া
৬২ হল। আরু গের্চোমর সন্তানবিলাকক আপোন
আপোন গোষ্ঠী অনুসারে ইচাখর ফৈদর,
আচের ফৈদর, নপ্তালী ফৈদর, আরু বাচানত
থকা মনচি ফৈদর পরাও তেরখন নগর দিয়া
৬৩ হল। মরারীর সন্তানবিলাকক আপোন আপোন
গোষ্ঠী অনুসারে রূবেণ ফৈদর, গাদ ফৈদর,
আরু জবূলূন ফৈদর পরা, চিঠি খেলাই বার-
৬৪ খন নগর দিয়া হল। এই রূপে ইস্রায়েলর
সন্তানবিলাকে লেবীয়াবিলাকক চরণী ঠায়ে
৬৫ সৈতে এইবিলাক নগর দিলে। সিবিলাকে
যিহূদা, চিমিয়োন, আরু বিন্যামীনর সন্তান-
বিলাকর ফৈদর পরা, চিঠি খেলাই ওপরে
নাম কোৱা নগরবিলাক সিবিলাকক দিলে।
৬৬ কহাতর সন্তানবিলাকর কোনো কোনো গোষ্ঠীয়ে
ইফ্রয়িম ফৈদর পরা আপোন আপোন আধি-
৬৭ পত্যর অর্থে ক্ষেত্রবোর নগর পালে। আরু
ইস্রায়েলর সন্তানবিলাকে সিবিলাকক চরণী
ঠায়ে সৈতে ইফ্রয়িম পর্ব্বতীয়া অঞ্চলত থকা
আশ্রয়নগর চিখিম, চরণী ঠায়ে সৈতে গেজর,
৬৮ চরণী ঠায়ে সৈতে যক্‌মিয়াম, চরণী ঠায়ে সৈতে
৬৯ বৈৎ-হোরোণ, চরণী ঠায়ে সৈতে অয়ালোন,
আরু চরণী ঠায়ে সৈতে গৎ-রিম্মোন দিলে ;
৭০ আরু কহাতর অবশিষ্ট সন্তানবিলাকর গোষ্ঠীর
নিমিত্তে, মনচির আধা ফৈদর পরা চরণী ঠায়ে
সৈতে আনের, আরু চরণী ঠায়ে সৈতে বিলিয়ম
৭১ দিলে। সিবিলাকে গের্চোমর সন্তানবিলাকক মন-
চির আধা ফৈদর গোষ্ঠীর পরা চরণী ঠায়ে সৈতে
বাচানত থকা গোলন, আরু চরণী ঠায়ে সৈতে
৭২ অষ্টারোৎ দিলে ; ইচাখর ফৈদর পরা চরণী ঠায়ে
৭৩ সৈতে কেদচ, চরণী ঠায়ে সৈতে দাবরৎ, চরণী ঠায়ে
সৈতে রামোৎ, আরু চরণী ঠায়ে সৈতে আনেম
৭৪ দিলে ; আচের ফৈদর পরা চরণী ঠায়ে সৈতে
৭৫ মিচাল, চরণী ঠায়ে সৈতে অব্দোন, চরণী ঠায়ে
সৈতে হূকোক, আরু চরণী ঠায়ে সৈতে রহোব
৭৬ দিলে ; আরু নপ্তালী ফৈদর পরা চরণী ঠায়ে সৈতে
গালীলত থকা কেদচ, চরণী ঠায়ে সৈতে হম্মোন,
আরু চরণী ঠায়ে সৈতে কিরিয়াথয়িম দিলে।
৭৭ সিবিলাকে মরারীর অবশিষ্ট সন্তান লেবীয়া-
বিলাকক জবূলূন ফৈদর পরা চরণী ঠায়ে সৈতে
রিম্মোনো, আরু চরণী ঠায়ে সৈতে তাবোর
৭৮ দিলে ; যিরীহোর সম্মুখত যর্দ্দনর সিপারে
অর্থাৎ যর্দ্দনর পূব পারত রূবেণ ফৈদর পরা চরণী
ঠায়ে সৈতে অরণ্যত থকা বেচর, চরণী ঠায়ে
৭৯ সৈতে যহচা, চরণী ঠায়ে সৈতে কদেমোৎ, আরু
৮০ চরণী ঠায়ে সৈতে মেফাৎ দিলে ; আরু গাদ
ফৈদর পরা চরণী ঠায়ে সৈতে গিলিয়দত থকা
৮১ রামোৎ, চরণী ঠায়ে সৈতে মহনয়িম, চরণী
ঠায়ে সৈতে হিচ্‌বোন, আরু চরণী ঠায়ে সৈতে
যাজের দিলে।

৭ ইচাখরর পুত্তেক তোলা, পূৱা, যাচূব,
আরু চিম্রোণ, এই চারি জন। আরু
তোলার সন্তান উজ্জী, রফায়া, যিরীয়েল, যহময়,
২ যিব্‌চম, আরু চমূৱেল ; ইবিলাক তোলার বংশত
জন্মা আপোন আপোন পিতৃবংশর মূল মানুহ,
আরু আপোন আপোন সমনীয়া লোকবিলাকর
মাজত পরাক্রমী বীরপুরুষ আছিল ; দায়ূদর
দিনত সিবিলাকর সংখ্যা বাইশ হাজার ছশ জন
৩ আছিল। আরু উজ্জীর পুত্তেক যিস্রহিয়া ;
যিস্রহিয়ার পুত্তেক মীখায়েল, ওবদিয়া, যোৱেল,
আরু যিচিয়া, এই পাঁচ জন ; ইবিলাক সক-
৪ লোৱেই মূল মানুহ আছিল। আরু ইবিলাক
থকা কালত নিজ নিজ পিতৃবংশ অনুসারে
ইবিলাকর লগত যুদ্ধর অর্থে কিছুমান সৈন্যদল
আছিল ; তার সংখ্যা ছয়ত্রিশ হাজার ; কিয়নো
ইবিলাকর অনেক তিরুতা আরু সন্তান আছিল।
৫ আরু ইচাখরর সকলো গোষ্ঠীর ভিতরত সি-
বিলাকর ভাইবিলাক পরাক্রমী বীরপুরুষ
আছিল ; বংশাৱলিত লিখা সিবিলাকর লোক
সর্ব্বমোট সাতাশী হাজার আছিল।
৬ বিন্যামীনর পুত্তেক বেলা, বেখর, আরু যিদী-
৭ য়েল, এই তিনি জন। বেলার পুত্তেক ইচ্‌বোন,
উজ্জী, উজ্জীয়েল, যিরীমোৎ, আরু ঈরী, এই
পাঁচ জন ; সিবিলাক আপোন আপোন পিতৃ-
বংশর মূল মানুহ আরু পরাক্রমী বীরপুরুষ
আছিল ; বংশাৱলিত লিখা সিবিলাকর সংখ্যা
৮ বাইশ হাজার চৌত্রিশ জন আছিল। আরু
বেখরর পুত্তেক জমীরা, যোৱাচ, ইলীয়েজর,
ইলিয়োঐনয়, অম্রী, যিরেমোৎ, অবিয়া, অনা-
থোৎ, আরু আলেমৎ ; এই আটাইবিলাক
৯ বেখরর সন্তান। বংশাৱলিত আপোন আপোন

জন্ম অনুসাৰে লিখা সিবিলাকৰ পিতৃবংশৰ
মূল মানুহ বিশ হাজাৰ দুশ পৰাক্ৰমী বীৰপুৰুষ
১০ আছিল। আৰু যিদীয়েলৰ পুতেক বিল্‌হন;
বিল্‌হনৰ পুতেক যিয়ূচ, বিন্যামীন, এহূদ,
১১ কনানা, জেথন, তৰ্চীচ, আৰু অহীচহৰ; এই
আটাইবিলাক যিদীয়েলৰ সন্তান; ইবিলাক
আপোন আপোন পিতৃবংশৰ মূল মানুহ আৰু
পৰাক্ৰমী বীৰপুৰুষ; আৰু সৈন্য হৈ যুদ্ধলৈ
যাব পৰা সিবিলাকৰ সংখ্যা সোতেৰ হাজাৰ
১২ দুশ লোক। আৰু ঈৰৰ পুতেক চুপ্পীম আৰু
হুপ্পীম; অহেৰৰ পুতেক হুচীম।
১৩ নপ্তালীৰ পুতেক যহচীয়েল, গূনী, যেচৰ,
আৰু চল্লুম; এইবিলাক বিল্‌হাৰ সন্তান।
১৪ মনচিৰ পুতেক অস্ৰীয়েল; এওঁক তেওঁৰ
পত্নীয়ে প্ৰসৱ কৰিলে; (তেওঁৰ অৰামীয়া উপ-
পত্নীয়ে গিলিয়দৰ বাপেক মাখীৰকো প্ৰসৱ
১৫ কৰিলে। এই মাখীৰে হুপ্পীম আৰু চুপ্পীমৰ
সম্বন্ধীয়া এজনী তিৰুতা বিয়া কৰিলে; সি-
বিলাকৰ ভনীয়েকৰ নাম মাখা আছিল;) আৰু
দ্বিতীয় পুতেকৰ নাম চলফাদ, সেই চলফাদৰ
১৬ কেৱল জীয়েক্‌হে আছিল। মাখীৰৰ তিৰুতা
মাখাই এটী পুত্ৰ প্ৰসৱ কৰি তেওঁৰ নাম পেৰচ
ৰাখিলে, আৰু তেওঁৰ ভায়েকৰ নাম চেৰচ; আৰু
১৭ তেওঁৰ পুতেকহঁতৰ নাম উলম আৰু ৰেকম। উলমৰ
পুতেক বদান। এইবিলাক মনচিৰ নাতি মাখীৰৰ
১৮ পুতেক গিলিয়দৰ সন্তান আছিল। আৰু তেওঁৰ
ভনীয়েক হম্মোলেকতে ঈচ্‌হোদ, অবীয়েজৰ, আৰু
১৯ মহলাক প্ৰসৱ কৰিলে। আৰু চমীদাৰ পুতেক
অহিয়ন, চেখম, লিক্‌হী, আৰু অনীয়াম।
২০ ইফ্ৰয়িমৰ পুতেক চূথেলহ, চূথেলহৰ পুতেক
বেৰদ, বেৰদৰ পুতেক তহৎ, তহতৰ পুতেক
২১ ইলিয়াদা, ইলিয়াদাৰ পুতেক তহৎ, তহতৰ
পুতেক যাবদ, যাবদৰ পুতেক চূথেলহ; আৰু
এজৰ ও ইলিয়দ, কিন্তু ইবিলাকক দেশত জন্মা
গাতৰ লোকবিলাকে বধ কৰিলে, কিয়নো সি-
বিলাকে সিহঁতৰ পশু নিবলৈ নামি আহিছিল।
২২ তেতিয়া সিবিলাকৰ পিতৃ ইফ্ৰয়িমে অনেক দিন-
লৈকে শোক কৰিলে, আৰু তেওঁৰ ভাইবিলাকে
২৩ তেওঁক সান্ত্বনা দিবলৈ আহিল। পাছে তেওঁ
আপোন তিৰুতাত গমন কৰিলত, তাই গৰ্ব্ভৱতী
হৈ এটী পুত্ৰ প্ৰসৱ কৰিলে; তেওঁ তাৰ নাম
বৰীয়া [অমঙ্গল] ৰাখিলে, কিয়নো তেতিয়া
২৪ তেওঁৰ ঘৰত অমঙ্গল ঘটিছিল। আৰু তেওঁৰ
জীয়েক চেৰা; চেৰাই ওপৰ আৰু তল বৈৎ-হো-
২৫ ৰোণ আৰু উজ্জেন-চেৰা নিৰ্ম্মাণ কৰালে। বৰী-
য়াৰ পুতেক ৰেফহ আৰু ৰেচফ; ৰেফহৰ পুতেক
২৬ তেলহ, তেলহৰ পুতেক তহন, তহনৰ পুতেক
লদ্দন, লদ্দনৰ পুতেক অম্মীহূদ, অম্মীহূদৰ পুতেক
২৭ ইলীচামা, ইলীচামাৰ পুত্ৰ নূন, নূনৰ পুত্ৰ
২৮ যিহোচূৱা। সিবিলাকৰ আধিপত্য আৰু থকা
ঠাই বৈৎ-এল আৰু তাৰ উপনগৰ, পূবদিশে
নাৰণ, পশ্চিমদিশে গেজৰ আৰু তাৰ উপনগৰ;
যচা আৰু তাৰ উপনগৰলৈকে চিখিম আৰু তাৰ
২৯ উপনগৰো; আৰু মনচিৰ সন্তানবিলাকৰ সীমাৰ
কোষত থকা বৈৎ-চান আৰু তাৰ উপনগৰ,
তানক আৰু তাৰ উপনগৰ, মগিদ্দো আৰু তাৰ
উপনগৰ, দোৰ আৰু তাৰ উপনগৰ। এইবিলা-
কত ইস্ৰায়েলৰ পুত্ৰ যোচেফৰ সন্তানবিলাকে বাস
কৰিছিল।
৩০ আচেৰৰ সন্তান যিম্না, যিচ্‌বা, যিচ্‌বী,
বৰীয়া, আৰু সিবিলাকৰ ভনীয়েক চেৰহ।
৩১ বৰীয়াৰ পুতেক হেবৰ, বিৰ্জয়িতৰ বাপেক
৩২ মল্কীয়েল। হেবৰৰ পুতেক যফ্‌লেট, চোমেৰ, ও
৩৩ হোথম, আৰু সিবিলাকৰ ভনীয়েক চূৱা। যফ্‌লে-
টৰ পুতেক পাচক, বিম্‌হল, আৰু অশ্বৎ; এই-
৩৪ বিলাক যফ্‌লেটৰ সন্তান। আৰু চেমৰৰ পুতেক
৩৫ অহী, ৰহগা, যিহব্বা, আৰু অৰাম। চেমৰৰ
ভায়েক হেলমৰ পুতেক চোফহ, যিম্না, চেলচ, আৰু
৩৬ আমল। চোফহৰ পুতেক চূহ, হৰ্ণেফৰ, চূৱাল,
৩৭ বেৰী, যিম্ৰা, বেচৰ, হোদ, চম্মা, চিল্‌চা, যিত্ৰণ,
৩৮ আৰু বেৰা। আৰু যেথৰৰ পুতেক যিফুন্নি,
৩৯ পিস্পা, আৰু অৰা। আৰু উল্লাৰ পুতেক আৰহ,
৪০ হন্নীয়েল, আৰু ৰিচিয়া। এই আটাইবিলাক
আচেৰৰ সন্তান আৰু আপোন আপোন পিতৃ-
বংশৰ মূল মানুহ, মনোনীত পৰাক্ৰমী বীৰপুৰুষ,
আৰু অধ্যক্ষবিলাকৰ মাজত প্ৰধান আছিল;
যুদ্ধলৈ যাব পৰা বংশাৱলিত লিখা ইবিলাকৰ
সংখ্যা ছাব্বিশ হাজাৰ আছিল।

৮ বিন্যামীনৰ প্ৰথমে জন্মা পুতেক বেলা,
২ দ্বিতীয় অচ্‌বেল, তৃতীয় অহৰহ, চতুৰ্থ
৩ নোহা, আৰু পঞ্চম ৰাফা। আৰু বেলাৰ পুতেক
৪ অদ্দৰ, গেৰা, অবীহূদ, অবীচূৱা, নামন, অহোহ,
৫ গেৰা, চফুফন, আৰু হূৰম। এহূদৰ সন্তান এই-
বিলাক; (ইবিলাক গেবানিবাসীবিলাকৰ পিতৃ-
বংশৰ মূল মানুহ আছিল; পাছে ইবিলাকক
৭ মানহতলৈ নিয়া হল। নামন, অহিয়া, আৰু
গেৰা; গেৰাই ইবিলাকক স্থানান্তৰ কৰিলে।)
৮ গেৰাৰ পুতেক উজ্জা আৰু অহীহূদ। আৰু
চহৰয়িমে আপোন তিৰুতা হূচীম আৰু বাৰাক
বিদায় দিয়াৰ পাছত, চহৰয়িমৰ ঔৰসত মোৱাব
৯ দেশত সন্তান জন্মিল। আৰু হোদচ নামেৰে
চহৰয়িমৰ তিৰুতাৰ গৰ্ব্ভত জন্মা পুতেক যোবব,
১০ চিবিয়া, মেচা, মল্কম, যিয়ূচ, চখিয়া, আৰু
মিৰ্মা। চহৰয়িমৰ এইবিলাক পুতেক পিতৃ-
১১ বংশৰ মূল মানুহ আছিল। আৰু হূচীমৰ গৰ্ব্ভত
জন্মা চহৰয়িমৰ পুতেক অবীটূব আৰু ইল্পাল।

১২ ইল্পালৰ পুতেক এবৰ, মিচিয়ম, আৰু উপনগৰে
সৈতে ওনো আৰু লোদ নিৰ্ম্মাণ কৰা চেমদ;
১৩ আৰু অয়ালোননিবাসীবিলাকৰ পিতৃবংশৰ যি
মূল মানুহে গাৎনিবাসীবিলাকক খেদি দিছিল,
১৪ সেই বৰীয়া আৰু চেমা; অহিয়ো, চ'চক, আৰু
১৫ যিৰেমোৎ; জবদিয়া, অৰদ, আৰু এদৰ; মীখা-
য়েল, যিস্পা, আৰু যোহা, এইবিলাক বৰীয়াৰ
১৭ সন্তান; জবদিয়া, মচুল্লম, হিজ্কী, হেবৰ,
১৮ যিচ্‌মৰয়, যিজ্‌লিয়া, আৰু যোবব, এইবিলাক
১৯ ইল্পালৰ সন্তান; যাকীম, জিখ্ৰী, আৰু জব্দী;
২০ ইলীএনয়, চিল্লথয়, আৰু ইলীয়েল; অদায়া,
বৰায়া, আৰু চিম্ৰৎ, এইবিলাক চিমিয়ীৰ
২২ সন্তান; যিস্পন, এবৰ, আৰু ইলীয়েল; অব্দোন,
২৪ জিখ্ৰী, আৰু হানন; হনানিয়া, এলম, আৰু
২৫ অন্তোথিয়া; যিফদিয়া আৰু পনূৱেল, এই-
২৬ বিলাক চাচকৰ সন্তান; চম্‌চৰয়, চহৰিয়া,
২৭ আৰু অথলিয়া; আৰু যাৰেচিয়া, এলিয়া, আৰু
২৮ জিখ্ৰী, ইবিলাক যিৰোহমৰ সন্তান। ইবিলাক
আপোন আপোন পিতৃবংশৰ মূল মানুহ দেখি
আপোন আপোন বংশাৱলিত প্ৰথম আছিল;
২৯ ইবিলাকে যিৰূচালেমত বাস কৰিছিল। আৰু
গিবিয়োনৰ বাপেক যিয়ীয়েলে গিবিয়োনত
বাস কৰিছিল; তেওঁৰ তিৰুতাৰ নাম মাখা।
৩০ তেওঁৰ প্ৰথমে জন্মা পুতেক অব্দোন, আন পুতেক
৩১ চূৰ, কীচ, বাল, নাদব, গদোৰ, অহিয়ো, আৰু
৩২ জেখৰ। আৰু মিক্লোতৰ পুতেক চিমিয়া। ই-
বিলাকো আপোন আপোন ভাইবিলাকৰ সম্মু-
খত যিৰূচালেমত আপোন আপোন ভাই-
৩৩ বিলাকে সৈতে বাস কৰিছিল। আৰু নেৰৰ
পুতেক কীচ; কীচৰ পুতেক চৌল; চৌলৰ
পুতেক যোনাথন, মল্কীচূৱা, অবীনাদব, আৰু
৩৪ ইচ্‌বাল; যোনাথনৰ পুতেক মৰীব-বাল; মৰীব-
৩৫ বালৰ পুতেক মীখা; মীখাৰ পুতেক পীথোন,
৩৬ মেলক, তৰেয়া, আৰু আহজ; আহজৰ পুতেক
যিহোৱদ্দা; যিহোৱদ্দাৰ পুতেক আলেমোৎ,
অজ্‌মাবৎ, আৰু যিম্ৰী; যিম্ৰীৰ পুতেক মোচা;
৩৭ মোচাৰ পুতেক বিনিয়া; বিনিয়াৰ পুতেক
ৰাফা; ৰাফাৰ পুতেক ইলিয়াচা; আৰু ই-
৩৮ লিয়াচাৰ পুতেক আচেল। আচেলৰ ছটা
পুতেক আছিল; সিবিলাকৰ নাম অস্ৰীকাম,
বোখৰু, ইশ্মায়েল, চিয়ৰিয়া, ওবদিয়া, আৰু
৩৯ হানন। এইবিলাক আচেলৰ সন্তান। আৰু
আচেলৰ ভাই এচেকৰ বৰ পুতেক উলম,
৪০ দ্বিতীয় যিয়ুচ, আৰু তৃতীয় ইলীফেলট। উলমৰ
পুতেকবিলাক অতি পৰাক্ৰমী বীৰপুৰুষ আৰু
ধনুৰ্দ্ধৰ আছিল, আৰু সিবিলাকৰ পো নাতি
অনেক আছিল, এশ পঞ্চাশ জন। এই আটাই-
বিলাক বিন্যামীনৰ বংশত জন্মা।

যিৰূচালেমনিবাসীবিলাকৰ তালিকা।

চৌলৰ বংশাৱলি।

৯ এই ৰূপে গোটেই ইস্ৰায়েলৰ বংশাৱলি
লিখা হল; আৰু দেখা, সেয়ে ইস্ৰায়েলৰ
ৰজাবিলাকৰ পুস্তকত লিখা আছে। পাছে যিহূ-
দাৰ লোকবিলাকক আপোনাবিলাকৰ সত্য-
লঙ্ঘনৰ কাৰণে বাবিললৈ বন্দী কৰি নিয়া
২ হল। তাৰ পাছে আপোনাবিলাকৰ নানা
নগৰত যিবিলাক প্ৰথমতে আপোন আপোন
আধিপত্যত বাস কৰিলে, সিবিলাক ইস্ৰায়েল,
৩ পুৰোহিত, লেবীয়া, আৰু নথনীয়া লোক। আৰু
যিহূদাৰ সন্তানবিলাকৰ, বিন্যামীনৰ সন্তান-
বিলাকৰ, আৰু ইফ্ৰয়িম ও মনচিৰ সন্তান-
বিলাকৰ মাজৰ এই এই লোকে যিৰূচালেমত
৪ বাস কৰিলে। যিহূদাৰ পুতেক পেৰচৰ সন্তান-
বিলাকৰ মাজৰ বানীৰ বৃদ্ধ পৰিনাতি ইম্ৰীৰ
পৰিনাতি অম্ৰীৰ নাতি অম্মীহূদৰ পুতেক উথয়।
৫ আৰু চীলোনীয়াবিলাকৰ প্ৰথমে জন্মা অচায়া
৬ আৰু তেওঁৰ সন্তানবিলাক। আৰু জেৰহৰ সন্তান-
বিলাকৰ মাজৰ যূৱেল আৰু সিবিলাকৰ ভাই
৭ ছশ নব্বই জন লোক। আৰু বিন্যামীনৰ
সন্তানবিলাকৰ মাজৰ হচ্ছনূৱাৰ পৰিনাতি
৮ হোদবিয়াৰ নাতি মচুল্লমৰ পুতেক চল্লূ, আৰু
যিৰোহমৰ পুতেক যিব্‌নিয়া, মিখ্ৰীৰ নাতি
উজ্জীৰ পুতেক এলা, আৰু যিবনিয়াৰ পৰিনাতি
৯ ৰূৱেলৰ নাতি চফটিয়াৰ পুতেক মচুল্লম; ই-
বিলাক আৰু ইবিলাকৰ ভাই আপোন আপোন
বংশাৱলি অনুসাৰে নশ ছাপন্ন জন। এই
আটাইবিলাক আপোন আপোন পিতৃবংশ
অনুসাৰে পিতৃবংশৰ মূল মানুহ আছিল।
১০ আৰু পুৰোহিতবিলাকৰ মাজৰ যিদয়া,
১১ যিহোয়াৰীব, আৰু যাখীন; আৰু ঈশ্বৰৰ
গৃহৰ অধ্যক্ষ, অহীটূবৰ অতি বৃদ্ধ পৰিনাতি
মৰায়োতৰ বৃদ্ধ পৰিনাতি চাদোকৰ পৰিনাতি
মচুল্লমৰ নাতি হিল্কিয়াৰ পুতেক অজৰিয়া;
১২ আৰু মল্কিয়াৰ পৰিনাতি পচ্‌হুৰৰ নাতি
যিৰোহমৰ পুতেক অদায়া; আৰু ইম্মেৰৰ
অতি বৃদ্ধ পৰিনাতি মচিল্লেমীতৰ বৃদ্ধ পৰিনাতি
মচুল্লমৰ পৰিনাতি যহজেৰাৰ নাতি অদীয়েলৰ
১৩ পুতেক মাচয়; ইবিলাক আৰু ইবিলাকৰ ভাই
পিতৃবংশৰ মূল মানুহ এক হাজাৰ সাত শ
ষাইঠ জন; ইবিলাক ঈশ্বৰৰ গৃহৰ সেৱা-
১৪ কাৰ্য্য কৰাত অতিশয় পাৰ্গত লোক। আৰু
লেবীয়াবিলাকৰ মাজৰ মৰাৰীৰ বংশত জন্মা
হচবিয়াৰ পৰিনাতি অস্ৰীকামৰ নাতি হচ্ছূবৰ
১৫ পুতেক চময়া; আৰু বক্‌বকৰ, হেৰচ, গালল, ও
আচফৰ পৰিনাতি জিখ্ৰীৰ নাতি মীখাৰ পুতেক
১৬ মত্তনিয়া; আৰু যিদূথূনৰ পৰিনাতি গাললৰ

নাতি চময়ার পুতেক ওবদিয়া; আৰু নটো-
ফাতীয়াবিলাকৰ গাঁৱত থকা ইল্‌কানাৰ নাতি
১৭ আচাৰ পুতেক বেৰেখিয়া। আৰু দুৱৰীবিলাক
চল্লুম, অক্কূব, টল্‌মোন, অহীমন, আৰু সিবিলা-
কৰ ভাইবিলাক; চল্লুম সিবিলাকৰ মাজত প্ৰধান
১৮ আছিল; ইবিলাক আজিলৈকে পূবদিশে ৰাজ-
দুৱাৰত থাকে; ইবিলাকেই লেবীৰ সন্তান-
১৯ বিলাকৰ ছাউনিৰ দুৱৰী। আৰু কোৰহৰ পৰি-
নাতি অবিয়াচকৰ নাতি কোৰিৰ পুতেক সেই
চল্লুম, আৰু তেওঁৰ পিতৃবংশত জন্মা কোৰ-
হীয়া ভাইবিলাক পৰিচৰ্য্যাকৰ্ম্মত নিযুক্ত হৈ
তাম্বুৰ দুৱাৰবোৰৰ ৰক্ষীয়া আছিল। আৰু
সিবিলাকৰ পিতৃবিলাকো যিহোৱাৰ ছাউনিত
২০ নিযুক্ত হৈ প্ৰবেশস্থানৰ ৰক্ষীয়া আছিল; পূৰ্ব্ব-
কালত ইলিয়াজৰৰ পুত্ৰ পীনহচ সিবিলাকৰ
অধ্যক্ষ আছিল, আৰু যিহোৱা তেওঁৰ লগত
২১ আছিল। মচেলেমিয়াৰ পুত্ৰ জখৰিয়া সাক্ষাৎ
২২ কৰা তাম্বুৰ দুৱাৰ-ৰক্ষীয়া আছিল। দুৱাৰ ৰাখি-
বলৈ মনোনীত কৰা এই লোকবিলাক সৰ্ব্বমোট
দুশ বাৰ জন; ইবিলাকৰ নাম নিজ নিজ
গাঁৱৰ বংশাৱলিত লিখা আছে; দায়ূদ আৰু
চমূৱেল দৰ্শকে সিবিলাকক আপোন আপোন
২৩ নিৰূপিত কাৰ্য্যত নিযুক্ত কৰিছিল। এই হেতুকে
সিবিলাকে আৰু সিবিলাকৰ সন্তানবিলাকে
যিহোৱাৰ গৃহ অৰ্থাৎ তাম্বুঘৰত দুৱৰী কামত
২৪ পৰে পৰে নিযুক্ত হৈছিল। এই দুৱৰীবিলাক
পূব, পশ্চিম, উত্তৰ, আৰু দক্ষিণ, এই চাৰিও-
২৫ দিশে থাকে। আৰু সিবিলাকৰ গাঁৱত থকা
ভাইবিলাক সিবিলাকৰ সহায় হবৰ অৰ্থে সময়
বুজি সপ্তাহে সপ্তাহে আহিব লগা হয়;
২৬ কিয়নো, যি চাৰি জন প্ৰধান লেবীয়া দুৱৰী
আছিল, সিবিলাক নিৰূপিত কাৰ্য্যত নিযুক্ত
হৈ ঈশ্বৰৰ গৃহৰ কুঠৰীবোৰৰ আৰু ভঁৰালবোৰৰ
২৭ অধ্যক্ষ আছিল। আৰু ৰাতি সিবিলাকে ঈশ্বৰৰ
গৃহৰ চাৰিওফালে থাকে; কিয়নো সিবিলাকৰ
ওপৰত চাক ৰখাৰ ভাৰ আছিল, আৰু সি-
বিলাকে ৰাতিপুৱা দুৱাৰ মেলিব লগা হয়।
২৮ আৰু সিবিলাকৰ কেতবিলাক লোকক পৰিচৰ্য্যা
কৰা পাত্ৰবোৰ জিমা কৰি দিছিল; কিয়নো
সিবিলাকে সেইবোৰ লেখি লেখি বাহিৰলৈ
আনিব লগা হয়, আৰু লেখি লেখি ভিতৰলৈ
২৯ নিব লগা হয়। আৰু সিবিলাকৰ কেতবিলাক
লোক আটাই আহিলাপাতি, পবিত্ৰস্থানৰ
সকলো পাত্ৰ, মিহি আটাগুৰি, দ্ৰাক্ষাৰস,
তেল, কুন্দুৰু, আৰু সুগন্ধি দ্ৰব্য আদি সকলো
৩০ বস্তু ৰাখিবলৈ নিযুক্ত আছিল। আৰু পুৰো-
হিতবিলাকৰ সন্তানৰ মাজৰ কেইজনমানে
৩১ সুগন্ধি দ্ৰব্য যুগুত কৰিছিল। আৰু লেবীয়া-
বিলাকৰ মাজত কোৰহীয়া চল্লুমৰ বৰ পুতেক
মত্তিথিয়া তাওঁ দি পাক কৰা নিৰূপিত কামৰ
৩২ তত্বাৱধাৰণত নিযুক্ত আছিল। আৰু সিবিলাকৰ
ভাই কহাতৰ সন্তানবিলাকৰ মাজত কেতবিলাক
লোক প্ৰত্যেক বিশ্ৰামবাৰত দৰ্শনপিঠা যুগুত
৩৩ কৰিবলৈ নিযুক্ত আছিল। আৰু লেবীয়া-
বিলাকৰ পিতৃবংশৰ মূল মানুহ এই গায়কবিলাক
কুঠৰীবোৰত থাকে, আৰু আন কামৰ পৰা
মুক্ত; কিয়নো দিনে ৰাতিয়ে সিবিলাকে
৩৪ আপোনাবিলাকৰ কামত লাগি থাকে। সি-
বিলাক পিতৃবংশৰ মূল মানুহ, আপোন
আপোন বংশাৱলিত প্ৰধান লোক আছিল;
সিবিলাকে যিৰূচালেমত বাস কৰিছিল।
৩৫ আৰু গিবিয়োনৰ বাপেক যিয়ীয়েলে গিবি-
য়োনত বাস কৰিছিল; তেওঁৰ তিৰুতাৰ নাম
৩৬ মাখা। তেওঁৰ প্ৰথমে জন্মা পুতেক অব্দোন,
৩৭ আন পুতেক চূৰ, কীচ, বাল, নেৰ, নাদব, গদোৰ,
৩৮ অহিয়ো, জখৰিয়া, আৰু মিক্লোৎ। আৰু মিক্লো-
তৰ পুতেক চিমিয়াম। ইবিলাকো আপোন
ভাইবিলাকৰ সম্মুখত যিৰূচালেমত আপোন
৩৯ ভাইবিলাকে সৈতে বাস কৰিছিল। আৰু নেৰৰ
পুতেক কীচ; কীচৰ পুতেক চৌল; চৌলৰ পুতেক
যোনাথন, মল্কীচূৱা, অবীনাদব, আৰু ইচ্-
৪০ বাল; যোনাথনৰ পুতেক মৰীব-বাল; মৰীব-
৪১ বালৰ পুতেক মীখা; মীখাৰ পুতেক পীথোন,
৪২ মেলক, তহৰেয়া, আৰু আহজ; আহজৰ পুতেক
যৰা; যৰাৰ পুতেক অলেমৎ, অজ্‌মাবৎ,
৪৩ আৰু জিম্ৰী; জিম্ৰীৰ পুতেক মোচা; মোচাৰ
পুতেক বিনিয়া; বিনিয়াৰ পুতেক ৰফায়া;
ৰফায়াৰ পুতেক ইলিয়াচা; ইলিয়াচাৰ পুতেক
৪৪ আচেল। আচেলৰ ছটা পুতেক; সিবিলাকৰ
নাম অজ্ৰীকাম, বোখৰু, ইস্মায়েল, চিয়ৰিয়া,
ওবদিয়া, আৰু হানন; এইবিলাক আচেলৰ
সন্তান।

চৌল আৰু তেওঁৰ পুত্ৰবিলাকৰ মৃত্যু।

১০ পাছে পলেষ্টীয়াবিলাকে ইস্ৰায়েলৰ
বিৰুদ্ধে যুদ্ধ কৰিলত, ইস্ৰায়েল লোকবিলাক
পলেষ্টীয়াবিলাকৰ সম্মুখৰ পৰা পলাল, আৰু
অনেক লোক গিল্‌বোৱা পৰ্ব্বতত হত হৈ পৰিব-
২ লৈ ধৰিলে। আৰু পলেষ্টীয়াবিলাকে চৌলৰ
আৰু তেওঁৰ পুত্ৰবিলাকৰ পাছে পাছে বৰকৈ
খেদি গৈ, চৌলৰ পুত্ৰ যোনাথনক, অবীনাদবক,
৩ আৰু মল্‌কীচূৱাক বধ কৰিলে। পাছে চৌলৰ
বিৰুদ্ধে ঘোৰ যুদ্ধ হল, আৰু ধনুৰ্দ্ধৰবিলাকে তেওঁক
লগ পালত, তেওঁ সেই ধনুৰ্দ্ধৰবিলাকৰ আগত
৪ ত্ৰাসযুক্ত হল। তাতে চৌলে আপোনাৰ অস্ত্ৰ-
বাহকক কলে, তোৰ তৰোৱাল কাঁকৰ পৰা উলি-

য়াই সরহি যোৱাকৈ তারে মোক খোঁচ ; নহলে,
সেই অচুন্নৎহঁতে আহি মোক অপমান করিব ।
কিন্তু তেওঁর অস্ত্রবাহকে অতিশয় ভয় পোৱার
কারণে মান্তি নহল ; এই হেতুকে চৌলে আপো-
৫ নার তরোৱাল লৈ তার ওপরত পড়িল । তাতে
চৌল মরা দেখি, তেওঁর অস্ত্রবাহকেও আপোনার
৬ তরোৱালর ওপরত পড়ি মরিল । এই রূপে চৌল,
তেওঁর তিনি জন পুত্র, আরু তেওঁর আটাই পরি-
৭ য়াল একেলগে মরিল । পাছে লোকবিলাক
পলোৱা, আরু চৌল ও তেওঁর পুত্রবিলাক মরা
যেতিয়া সমথলত থকা আটাই ইস্রায়েল লোক-
বিলাকে দেখিলে, তেতিয়া সিবিলাকে নগরবোর
এড়ি পলাল ; তাতে পলেষ্টীয়াবিলাকে আহি
সেইবোরত বাস করিলে ।
৮ তার পাছদিনা পলেষ্টীয়াবিলাকে হত লোক-
বিলাকর সাজ সোলোকাই লবলৈ আহি, গিল্-
বোৱা পর্ব্বতত চৌলক আরু তেওঁর পুত্রবিলাকক
৯ পড়ি থকা পালে । তেতিয়া সিহঁতে তেওঁর সাজ
সোলোকাই, তেওঁর মূর আরু রণর সাজ লৈ,
আপোনাবিলাকর দেৱতাবোরক আরু লোক-
বিলাকক বার্ত্তা জনাবর নিমিত্তে, পলেষ্টীয়া-
বিলাকর দেশর সকলো কালে পঠাই দিলে ।
১০ পাছে সিহঁতে তেওঁর সাজ আপোনাবিলাকর
দেৱতাবোরর গৃহত রাখিলে, আরু তেওঁর মূর
১১ দাগোনর গৃহর ভিতরত আরি থলে । পাছে
যেতিয়া যাবেচ-গিলিয়দনিবাসী আটাইবিলাকে
পলেষ্টীয়াবিলাকে চৌললৈ করা সেই কর্ম্মর বার্ত্তা
১২ পালে, তেতিয়া সিবিলাকর আটাই বীরবিলাকে
উঠি, চৌলর আরু তেওঁর পুত্রবিলাকর শববোর
যাবেচলৈ লৈ আহিল, আরু সিবিলাকর অস্থি
যাবেচত থকা এলা গছর তলত পুতি থলে, আরু
১৩ সাত দিন লঘোন দিলে । এই রূপে চৌল যিহো-
ৱার বিরুদ্ধে করা আপোন অপরাধর কারণে
মরিল ; কিয়নো তেওঁ যিহোৱার বাক্য পালন ন-
করিলে, আরু পরামর্শ লবলৈ ভূত পোহা লোকর
১৪ ওচরত সুধিছিল, যিহোৱার ওচরত নুসুধিলে ;
এই নিমিত্তে যিহোৱাই তেওঁক মারিলে, আরু
রাজ্যকো কাঢ়ি লৈ যিচয়র পুত্র দায়ুদক দিলে ।

গোটেই ইস্রায়েলর ওপরত দায়ুদ রজা হোৱা ।
তেওঁর বীরবিলাকর তালিকা ।

১১ পাছে গোটেই ইস্রায়েলে হিব্রোণত
দায়ুদর ওচরত গোট খাই কলে, দেখোক,
আমি আপোনারে হাড় আরু আপোনারে
২ মঙহ ; আরু আগেয়ে যেতিয়া চৌল রজা
আছিল, তেতিয়াও আপুনিয়েই ইস্রায়েলক
বাহিরলৈ ভিতরলৈ অনা নিয়া করিছিল ; আরু
আপোনার ঈশ্বর যিহোৱাই আপোনাক কৈছিল,
যে, তুমিয়েই মোর প্রজা ইস্রায়েলক চরাবা,
আরু তুমিয়েই মোর প্রজা ইস্রায়েলর ওপরত
৩ অধিপতি হবা । এই রূপে ইস্রায়েলর আটাই
বৃদ্ধ লোক হিব্রোণলৈ রজার ওচরলৈ আহিলত,
দায়ুদে হিব্রোণত যিহোৱার সাক্ষাতে সিবিলা-
কর লগত এটা নিয়ম করিলে, আরু চমূৱেলর
মুখে কোৱা যিহোৱার বাক্য অনুসারে সি-
বিলাকে ইস্রায়েলর ওপরত দায়ুদক রজা অভিষেক
৪ করিলে । পাছে দায়ুদ আরু গোটেই ইস্রায়েল
যিরূচালেম অর্থাৎ যিবূচলৈ গল ; সেই কালত
দেশনিবাসী যিবূচীয়া লোক সেই ঠাইত আছিল ।
৫ তাতে যিবূচত থকা লোকবিলাকে দায়ুদক কলে,
তুমি এই ঠাইত সোমাবলৈ নেপাবা ; তথাপি
দায়ুদে চিয়োন দুর্গ হাত করি ললে ; সেয়ে
৬ দায়ুদর নগর । আরু দায়ুদে কলে, যি কোনোৱে
প্রথমে যিবূচীয়াবিলাকক আঘাত করিব, সি
প্রধান আরু সেনাপতি হব ; তাতে চরূয়ার
পুত্র যোৱাব প্রথমে উঠি যোৱাতে প্রধান
৭ হল । পাছে দায়ুদে সেই দুর্গত বাস
করিলে ; এই নিমিত্তে মানুহে তাক দায়ুদর
৮ নগর বোলে । আরু তেওঁ চারিওকালে, অর্থাৎ
মিল্লোরে পরা চারিওকালে নগর দৃঢ় করিলে,
আরু যোৱাবে নগরর অরশিষ্ট ঠাইবোর
৯ মেরামত করিলে । পাছে দায়ুদ ক্রমেরে বৃদ্ধি
পাই মহান হল ; কিয়নো বাহিনীবিলাকর
যিহোৱা তেওঁর সঙ্গে সঙ্গে আছিল ।
১০ ইস্রায়েলর বিষয়ে কোৱা যিহোৱার বাক্য অনু-
সারে, দায়ুদক রজা পাতিবলৈ, সকলো ইস্রায়েলে
সৈতে, দায়ুদর এই প্রধান বীরবিলাকে তেওঁর
রাজত্বত অতি যত্নেরে তেওঁক সহায় করিলে ।
১১ দায়ুদর বীরবিলাকর সংখ্যা এই । হক্মোনীয়ার
পুত্র যাচবিয়াম ; তেওঁ ত্রিশ জনর ওপরত প্রধান
আছিল, তেওঁ তিনি শ লোকর অহিতে বড়শা
চলাই সিহঁতক একে সময়তে বধ করিলে ।
১২ তেওঁর পাছত অহোহীয়া দোদোর পুত্র ইলিয়া-
জর ; তেওঁ তিনি জন বীরপুরুষর মাজর এজন ।
১৩ তেওঁ পচ-দম্মীমত দায়ুদর লগত আছিল ; য'ত
এডোখর মাটী যব ধানেরে পূর আছিল, পলে-
ষ্টীয়াবিলাকে সেই ঠাইত যুদ্ধর নিমিত্তে গোট
খালে ; আরু লোকবিলাক পলেষ্টীয়াবিলাকর
১৪ আগর পরা পলাল । এনে সময়ত তেওঁবিলাকে
সেই মাটিডোখরর মাজত থিয় হৈ তাক রক্ষা
করিলে, আরু পলেষ্টীয়াবিলাকক বধ করিলে ;
১৫ এই রূপে যিহোৱাই মহানিস্তার করিলে । ত্রিশ
জন প্রধান লোকর মাজর তিনি জন লোক শিল্-
টোলৈ অর্থাৎ অদুল্লম গুহালৈ দায়ুদর ওচরলৈ
নামি গল ; তেতিয়া পলেষ্টীয়াবিলাকর সৈন্য-
দলে রফায়ীম উপত্যকাত ছাউনি পাতি তাত

১৬ আছিল। সেই কালত দায়ূদ দুৰ্গত আছিল,
আৰু তেতিয়া বৈৎ-লেহমত পলেষ্টীয়াবিলাকৰ
১৭ প্ৰহৰী সৈন্যদল আছিল। পাছে দায়ূদে বৰ
হাবিয়াহ কৰি কলে, অহ, বৈৎ-লেহমৰ দুৱাৰৰ
ওচৰত থকা নাদৰ পৰা মোক খাবলৈ পানী
আনি দিয়া হলে, ময় কেনে ভাল পালোঁহেঁতেন!
১৮ তাতে সেই তিনি জনে পলেষ্টীয়াবিলাকৰ
সৈন্যবোৰ ভেদ কৰি গৈ, বৈৎ-লেহমৰ দুৱাৰৰ
ওচৰত থকা নাদৰ পানী তুলি লৈ দায়ূদৰ
ওচৰলৈ আহিল; কিন্তু দায়ূদে তাক পান কৰি-
বলৈ ইচ্ছা নকৰি যিহোৱাৰ উদ্দেশে ঢালি
১৯ দিলে। আৰু তেওঁ কলে, এনে কৰ্ম্ম কৰিবলৈ মোৰ
ঈশ্বৰে মোক নিষেধ কৰোক; আঁচলত আপোন
প্ৰাণ লৈ যোৱা এই মানুহ কেইজনৰ তেজ মই
পান কৰিম নে? কিয়নো ইবিলাকে প্ৰাণ
আঁচলত লৈ এই পানী আনিলে। এই কাৰণে
তেওঁ তাক পান কৰিবলৈ ইচ্ছা নকৰিলে। সেই
বীৰ তিনি জনে এইবিলাক কৰ্ম্ম কৰিছিল।
২০ আৰু যোৱাবৰ ভায়েক অবীচয় তিনি জনৰ
মাজত প্ৰধান আছিল; তেওঁ তিনি শ লোকৰ
বিৰুদ্ধে আপোনাৰ বৰ্চ্চা চলাই সিঁহতক বধ
কৰিলে, আৰু তিনি জনৰ মাজত নাম পালে।
২১ সেই তিনি জনৰ মাজৰ আন দুজনতকৈ
তেওঁ অধিক মৰ্য্যাদাৱন্ত হৈ সিবিলাকৰ সেনা-
পতি হল; তথাপি তেওঁ প্ৰথম তিনি জনৰ
২২ সমান হোৱা নাছিল। আৰু অনেক মহৎ কাৰ্য্য
কৰা এজন কব্‌চেলীয়া বীৰপুৰুষৰ নাতিয়েক
যিহোয়াদাৰ পুত্ৰ যি বনায়া, তেওঁ মোৱাবীয়া
অৰীয়েলৰ দুজন পুতেকক বধ কৰিলে; তাৰ
বাহিৰে তেওঁ হিম পৰা কালত গৈ গাঁতৰ ভিতৰত
২৩ এটা সিংহ মাৰিলে। আৰু তেওঁ পাঁচ হাত দীঘল
বৃহৎ গাৰে এটা মিচৰীয়াক বধ কৰিলে; সেই
মিচৰীয়াৰ হাতত তাঁতীৰ টোলোঠাৰ সমান
কুৰা থকা এপাত বৰ্চ্চা আছিল, কিন্তু তেওঁ
এডাল লাখুটি লৈ সেই মিচৰীয়াটোৰ ওচ-
ৰলৈ নামি গৈ, তাৰ হাতৰ পৰা বৰ্চ্চা-
পাত কাঢ়ি লৈ, তাৰ বৰ্চ্চাৰেই তাক বধ
২৪ কৰিলে। যিহোয়াদাৰ পুত্ৰ বনায়াই এইবিলাক
কাৰ্য্য কৰিলে, আৰু তেওঁ সেই তিনি জন
২৫ বীৰৰ মাজত নাম পালে। দেখা, তেওঁ ত্ৰিশ
জনতকৈ অধিক মৰ্য্যাদা পোৱা হল; তথাপি
তেওঁ প্ৰথম তিনি জনৰ সমান হোৱা নাছিল।
পাছে দায়ূদে তেওঁক আপোনাৰ গা-ৰক্ষীয়া
সৈন্যদলৰ ওপৰত অধ্যক্ষ পাতিলে।
২৬ পৰাক্ৰমী বীৰপুৰুষবিলাকৰ নাম। যোৱাবৰ
ভায়েক অচাহেল, বৈৎ-লেহমীয়া দোদোৰ পুত্ৰ
২৭ ইল্‌হানন; হৰোৰীয়া চম্মোৎ, পলোনীয়া হেলচ;
২৮ তকোৱামীয়া ইক্কেচৰ পুত্ৰ ঈৰা, অনাথোতীয়া
২৯ অবীয়েজৰ; হুচাতীয়া চিব্বখয়, অহোহীয়া
৩০ ঈলয়; নটোফাতীয়া মহৰয়, নটোফাতীয়া
৩১ বানাৰ পুত্ৰ হেলদ; বিন্যামীনৰ সন্তানবিলাকৰ
গিবিয়ানিবাসী ৰীবয়ৰ পুত্ৰ ইথয়, পিৰাথোনীয়া
৩২ বনায়া; গাচ উপত্যকানিবাসী হূৰয়, অৰ্বাতীয়া
৩৩ অবীয়েল; বহৰুমীয়া অজ্‌মাবৎ, চাল্‌বোনীয়া
৩৪ ইলিয়হবা; গিজোনীয়া হাচেমৰ পুত্ৰবিলাক,
৩৫ হৰাৰীয়া চাগিৰ পুত্ৰ যোনাথন; হৰাৰীয়া
চাখৰৰ পুত্ৰ অহীয়াম, ঊৰৰ পুত্ৰ ইলীফাল;
৩৬ মখেৰাতীয়া হেফৰ, পলোনীয়া অহিয়া; কৰ্ম্মি-
৩৭ লীয়া হিষ্ৰো, ইজ্‌বয়ৰ পুত্ৰ নাৰয়; নাথনৰ
৩৮ ভায়েক যোৱেল, হগ্ৰীৰ পুত্ৰ মিভৰ; অম্মো-
৩৯ নীয়া চেলক, চৰুয়াৰ পুত্ৰ যোৱাবৰ অস্ত্ৰবাহক
৪০ বেৰোতীয়া নহৰয়; যিত্ৰীয়া ঈৰা, যিত্ৰীয়া
৪১ গাৰেব; হিত্তীয়া উৰিয়া, অহলয়ৰ পুত্ৰ
৪২ জাবদ; ৰুবেণীয়া চীজাৰ পুত্ৰ ৰুবেণীয়াবিলাকৰ
সেনাপতি অদীনা, আৰু তেওঁৰ লগত থকা
৪৩ ত্ৰিশ জন লোক; মাখাৰ পুত্ৰ হানন আৰু
৪৪ মিত্নীয়া যোচাফট; অষ্টাৰোতীয়া উজ্জিয়া,
অৰোয়েৰীয়া হোথমৰ দুজন পুত্ৰ চামা আৰু
৪৫ যিয়ীয়েল; চিম্ৰীৰ পুত্ৰ যিদীয়েল, আৰু তেওঁৰ
৪৬ ভায়েক তীচীয়া যোহা; মহবীয়া ইলীয়েল, ইল্‌-
নামৰ দুজন পুত্ৰ যিৰীবয় আৰু যোচবিয়া,
৪৭ আৰু মোৱাবীয়া যিৎমা; ইলীয়েল, ওবেদ, আৰু
মচোবায়ীয়া যাচীয়েল।

দায়ূদৰ পক্ষৰ লোকবিলাকৰ বিষয়।

১২ পাছে যি সময়ত দায়ূদে কীচৰ পুত্ৰ চৌলৰ
ভয়ত, কলৈকো যাব নোৱৰা হৈ আছিল,
সেই কালত চিক্লগলৈ দায়ূদৰ ওৰিলৈ যোৱা
লোকবিলাক এই; সিবিলাক যুদ্ধত তেওঁক সহায়
২ কৰা বীৰবিলাকৰ মাজত গণিত আছিল। সি-
বিলাক ধনুৰ্দ্ধৰ, আৰু সোঁ ও বাঁও হাতেৰে ফিঙাৰ
শিল মাৰিবলৈ, আৰু ধনুৰে কাঁড় মাৰিবলৈ
নিপুণ আছিল; সিবিলাক চৌলৰ ভাই বিন্যা-
৩ মীনীয়া লোক আছিল; প্ৰধান অহীয়েজৰ, তেওঁৰ
পাছত যোৱাচ; ইবিলাক দুজন গিবিয়াতীয়া
চমায়াৰ পুত্ৰ; আৰু অজ্‌মাবতৰ দুজন পুত্ৰ
যিজীয়েল আৰু পেলট; আৰু বৰাখা ও অনা-
৪ থোতীয়া যেহু; আৰু ত্ৰিশ জনৰ মাজত গণ্য,
আৰু ত্ৰিশ জনৰ ওপৰত নিযুক্ত বীৰ গিবিয়ো-
নীয়া যিচ্‌ময়া; যিৰিমিয়া, যহজীয়েল, যো-
৫ হানন, আৰু গদেৰাথীয়া যোজাবদ; ইলিয়ুজয়,
যিৰীমোৎ, বিয়লিয়া, চমৰিয়া, আৰু হৰুফীয়া
৬ চফটিয়া; ইল্‌কানা, যিচিয়া, অজৰেল, যোৱে-
জৰ, আৰু যাচবিয়াম, এইবিলাক কোৰহীয়া
৭ লোক; আৰু গদোৰনিবাসী যিৰোহমৰ পুত্ৰ
৮ যোৱেলা আৰু জবদিয়া। আৰু গাদীয়াবিলাকৰ

মাজৰ কিছুমান পৰাক্ৰমী বীৰপুৰুষ পৃথক হৈ
অৰণ্যৰ দুৰ্গম ঠাইলৈ দায়ূদৰ ওচৰলৈ গৈছিল,
সিবিলাক ঢাল আৰু বৰ্চ্ছা ধৰা যুদ্ধৰ যোগ্য
যুদ্ধাৰু পুৰুষ; সিংহৰ মুখ যেন সিবিলাকৰ মুখ,
আৰু পৰ্ব্বতত থকা হৰিণৰ নিচিনা সিবিলাক
৯ বেগী আছিল; প্ৰথম এজৰ, দ্বিতীয় ওবদিয়া,
১০ তৃতীয় ইলীয়াব, চতুৰ্থ মিচ্‌মন্না, পঞ্চম যিৰিমিয়া,
১১ ষষ্ঠ অত্তয়, সপ্তম ইলীয়েল, অষ্টম যোহানন,
১৩ নৱম ইল্‌জাবদ, দশম যিৰিমিয়া, আৰু একাদশ
১৪ মগ্‌বন্নয়। গাদ্‌ বংশৰ এই লোকবিলাক সেনাপতি
আছিল; ইবিলাকৰ মাজত যি জন সৰু, তেওঁ এশ
জনৰ, আৰু যি জন ডাঙৰ, তেওঁ হাজাৰৰ সমান।
১৫ প্ৰথম মাহত যেতিয়া যৰ্দ্দনৰ পানী গোটেই পাৰৰ
ওপৰলৈ উঠি বাগৰি যায়, এনে কালত ইবিলাকে
তাক পাৰ হৈ, পূব আৰু পশ্চিম দিশলৈ আটাই
১৬ উপত্যকানিবাসীবোৰক খেদাই দিছিল। পাছে
বিন্যামীনৰ আৰু যিহূদাৰ সন্তানবিলাকৰ মাজৰ
কিছুমান লোক দুৰ্গম ঠাইলৈ দায়ূদৰ ওচৰলৈ
১৭ গল। দায়ূদে সিবিলাকক আগ বঢ়াবৰ অৰ্থে
বাহিৰ ওলাই সিবিলাকক কলে, যদি তোমা-
লোকে মোক সহায় কৰিবৰ নিমিত্তে মিত্ৰভাৱে
মোৰ ওচৰলৈ আহিছা, তেন্তে মোৰ মন তোমা-
লোকে সৈতে গঁথা হব; কিন্তু, মোত কোনো
অন্যায় নথকাতো, যদি ছল কৰি মোক শত্ৰুবোৰৰ
হাতত সোধাই দিবৰ নিমিত্তেহে আহিছা,
তেনে হলে আমাৰ ওপৰপিতৃবিলাকৰ ঈশ্বৰে
১৮ তালৈ চাই তাৰ দণ্ড দিওক। তেতিয়া ত্ৰিশ জনৰ
সেনাপতি অমাচয়ত আত্মা স্থিতি হোৱাত, তেওঁ
কলে, হে দায়ূদ, আমি তোমাৰেই কলীয়া, হে
যিচয়ৰ পুত্ৰ, আমি তোমাৰেই সঙ্গী হম; মঙ্গল
হওক, তোমাৰ মঙ্গল হওক, তোমাক সহায় কৰো-
বিলাকৰো মঙ্গল হওক; কিয়নো তোমাৰ ঈশ্বৰে
তোমাক সহায় কৰিছে। তেতিয়া দায়ূদে সি-
বিলাকক গ্ৰাহ্য কৰি আপোন সৈন্যদলৰ সেনা-
১৯ পতি পাতিলে। পাছে চৌলৰ অহিতে যুদ্ধ
কৰিবলৈ পলেষ্টীয়াবিলাকৰ লগত দায়ূদ যোৱা
সময়ত, মনচিৰ কেতবিলাক লোক গৈ দায়ূদৰ
কলীয়া হল; কিন্তু সিবিলাকে সিহঁতক সহায়
কৰিবলৈ নেপালে, কিয়নো পলেষ্টীয়াবিলাকৰ
অধিপতিবিলাকে মন্ত্ৰণা কৰি এই কথা কৈ তেওঁক
বিদায় দিলে, বোলে, সেই মানুহে আমাৰ
মূৰ লৈ আপোন প্ৰভু চৌলৰ কলীয়া হবলৈ
২০ যাব। চিক্লগলৈ দায়ূদ যোৱা কালত, মনচিৰ
সম্বন্ধীয়া অদ্‌নহ, যোজাবদ, যিদীয়েল, মীখা-
য়েল, যোজাবদ, ইলীহু, আৰু চিল্লথয়, মনচি
কৈয়দৰ এই সহস্ৰপতিবিলাক তেওঁৰ কলীয়া
২১ হল। আৰু সিবিলাকে ডকাইতদলৰ অহিতে
দায়ূদক সহায় কৰিলে; কাৰণ সিবিলাক
সকলোৱেই পৰাক্ৰমী বীৰপুৰুষ আৰু সেনা-
২২ পতি আছিল। কিয়নো, সেই সময়ত দায়ূদক
সহায় কৰিবৰ অৰ্থে দিনে দিনে লোক আহি
থকাত, ঈশ্বৰৰ সৈন্যসমূহৰ নিচিনা মহাসৈন্য-
সমূহ হল।
২৩ আৰু ৰণলৈ সাজু হোৱা যি লোকবিলাকে
যিহোৱাৰ বাক্য অনুসাৰে চৌলৰ পৰা ৰাজ্য
ঘূচাই দায়ূদক দিবৰ অৰ্থে যুদ্ধ কৰিবৰ নিমিত্তে
হিব্ৰোণলৈ তেওঁৰ ওচৰলৈ গৈছিল, সেইবিলাকৰ
২৪ সংখ্যা এই। ঢাল আৰু বৰ্চ্ছা ধৰা যুদ্ধলৈ
সাজু হোৱা যিহূদাৰ সন্তান ছয় হাজাৰ আঁঠ শ।
২৫ চিমিয়োনৰ সন্তানবিলাকৰ মাজৰ, যুদ্ধত পৰা-
২৬ ক্ৰমী বীৰপুৰুষ সাত হাজাৰ এশ লোক। লেবীৰ
সন্তানবিলাকৰ মাজৰ চাৰি হাজাৰ ছশ লোক।
২৭ আৰু যিহোয়াদা হাৰোণৰ বংশৰ অধ্যক্ষ
আছিল, আৰু তেওঁৰ সঙ্গী তিনি হাজাৰ সাত শ
২৮ লোক; আৰু পৰাক্ৰমী ডেকা বীৰপুৰুষ চাদোক,
আৰু তেওঁৰ পিতৃবংশৰ বাইশ জন সেনাপতি।
২৯ আৰু চৌলৰ ভাই বিন্যামীনৰ সন্তানবিলাকৰ
মাজৰ তিনি হাজাৰ লোক; কিয়নো সেই সময়-
লৈকে সিবিলাকৰ অধিক ভাগ লোক চৌলৰ
৩০ বংশৰ পক্ষ হৈ থাকিল। আৰু ইফ্ৰয়িমৰ সন্তান-
বিলাকৰ মাজৰ বিশ হাজাৰ আঁঠ শ পৰাক্ৰমী
বীৰপুৰুষ; সিবিলাক আপোন আপোন পিতৃ-
৩১ বংশৰ নাম জনা লোক আছিল। আৰু মনচিৰ
আধা কৈয়দৰ মাজৰ ওঠৰ হাজাৰ লোক;
দায়ূদক ৰজা পাতিবলৈ যাবৰ নিমিত্তে সি-
৩২ বিলাকৰ নাম উল্লেখ কৰা হল। ইচাখৰৰ
সন্তানবিলাকৰ মাজৰ দুশ প্ৰধান লোক; সি-
বিলাক কালৰ কথা জনা লোক, ইস্ৰায়েলে কি
কৰা উচিত, তাক সিবিলাকে জানে; আৰু
সিবিলাকৰ আটাই ভাইবিলাক সিবিলাকৰ
৩৩ আজ্ঞাৰ বশ আছিল। জবূলূনৰ মাজৰ, যুদ্ধলৈ
ওলাই যাব পৰা, আৰু সকলো প্ৰকাৰ যুদ্ধৰ অস্ত্ৰ
লৈ বেহ পাতিব পৰা, আৰু যুদ্ধত দুই মন
৩৪ নোহোৱা পঞ্চাশ হাজাৰ লোক। নপ্তালীৰ মাজৰ
এক হাজাৰ সেনাপতি; সিবিলাকৰ লগত ঢাল
৩৫ আৰু বৰ্চ্ছা ধৰা সাতত্ৰিশ হাজাৰ লোক। দানীয়া-
বিলাকৰ মাজৰ, বেহ পতাত নিপুণ আঁঠাইশ
৩৬ হাজাৰ ছশ লোক। আচেৰৰ মাজৰ, যুদ্ধলৈ
যাব পৰা আৰু বেহ পাতিবলৈ সমৰ্থ থকা
৩৭ চল্লিশ হাজাৰ লোক। আৰু যৰ্দ্দনৰ সিপাৰে থকা
ৰূবেণীয়াবিলাকৰ, গাদীয়াবিলাকৰ, আৰু মনচিৰ
আধা কৈয়দৰ মাজৰ, যুদ্ধৰ নিমিত্তে সকলো প্ৰকাৰ
৩৮ অস্ত্ৰ ধৰা এক লাখ বিশ হাজাৰ লোক। যুদ্ধত
আৰু বেহ পতাত নিপুণ এই সকলো লোকে
দায়ূদক আটাই ইস্ৰায়েলৰ ওপৰত ৰজা পাতিব-
লৈ সম্পূৰ্ণ মনেৰে হিব্ৰোণলৈ গৈছিল; আৰু

অৱশিষ্ট সকলো লোকবিলাকৰো দায়ূদক ৰজা
৩৯ পাতিবলৈ এক মন হৈছিল। আৰু সিবিলাকে
সেই ঠাইতে তিনি দিন দায়ূদৰ লগত থাকি
ভোজন পান কৰি আছিল; কিয়নো সিবিলাকৰ
ভাইবিলাকে সিবিলাকৰ নিমিত্তে খোৱা বস্তু
৪০ যুগুত কৰিছিল। আৰু ইচাখৰ, জবূলূন, আৰু
নপ্তালীৰ সীমালৈকে সিবিলাকৰ ওচৰৰ আটাই
লোকবিলাকে, আটাগুৰিয়ে বনোৱা বস্তু, ডিমৰু
গুটীৰ লদা, দ্ৰাক্ষাৰ শুকান থোপা, দ্ৰাক্ষাৰস,
আৰু তেল, এইবিলাক আহাৰীয় দ্ৰব্য, গাধ,
উট, খছৰ, আৰু বলদৰ পিঠিত দি নিলে;
ইয়াৰ বাহিৰে অধিক গৰু, মেৰ, আৰু ছাগ
নিলে; কিয়নো ইস্ৰায়েলৰ মাজত আনন্দ
আছিল।

ওবেদ-ইদোমৰ ঘৰলৈ নিয়মচন্দুক অনা। দায়ূদে
পলেষ্টীয়াবিলাকক জয় কৰা।

১৩ পাছে দায়ূদে সহস্ৰপতি আৰু শতপতি-
বিলাক আদি কৰি আটাই অধ্যক্ষবিলাকে
২ সৈতে মন্ত্ৰণা কৰিলে। আৰু দায়ূদে ইস্ৰায়েলৰ
গোটেই সমাজক কলে, যদি তোমালোকৰ দৃষ্টিত
ভাল হয়, আৰু আমাৰ ঈশ্বৰ যিহোৱাৰ ইচ্ছা
হয়, তেন্তে ইস্ৰায়েলৰ গোটেই দেশত অৱশিষ্ট
থকা আমাৰ ভাইবিলাক, আৰু সিবিলাকৰ
লগত, আপোন আপোন চৰণী ঠাই থকা নগৰত
বাস কৰা পুৰোহিত আৰু লেবীয়াবিলাকে যেন
আমাৰ ওচৰত গোট খায়, এই নিমিত্তে আহাঁ,
আমি সকলো ফালে সিবিলাকৰ গুৰিলৈ মানুহ
৩ পঠাওঁ; আৰু আমাৰ ঈশ্বৰৰ চন্দুক আমি
আপোনাবিলাকৰ ওচৰলৈ ওলোটাই আনোহঁক,
কিয়নো চৌলৰ ৰাজত্বৰ কালত আমি সুধিবলৈ
৪ তাৰ ওচৰলৈ যোৱা নাই। তাতে, সেই কথা
সকলো লোকৰ সাক্ষাতে ভাল হোৱাত, গোটেই
৫ সমাজে তাক কৰিম বুলি গাত ললে। তেতিয়া
কিৰিয়ৎ-যিয়াৰীমৰ পৰা ঈশ্বৰৰ চন্দুক আনিবৰ
নিমিত্তে দায়ূদে মিচৰৰ চীহোৰ জুৰীৰ পৰা
হমাতৰ প্ৰবেশস্থানলৈকে গোটেই ইস্ৰায়েলক
৬ গোট খুৱালে। তাৰ পাছে, ঈশ্বৰৰ নামেৰে
প্ৰখ্যাত হোৱা, কৰূব দুটাৰ মাজত বহা
ঈশ্বৰ যিহোৱাৰ চন্দুক যিহূদাৰ অধীনত থকা
বালা অৰ্থাৎ কিৰিয়ৎ-যিয়াৰীমৰ পৰা আনিবৰ
নিমিত্তে দায়ূদ আৰু গোটেই ইস্ৰায়েল সেই
৭ ঠাইলৈ নামি গল। পাছে সিবিলাকে ঈশ্বৰৰ
চন্দুক এখন নতুন ৰথত তুলি, অবীনাদবৰ ঘৰৰ
পৰা উলিয়ালে; আৰু উজ্জা ও অহিয়োৱে
৮ সেই ৰথ চলালে। আৰু দায়ূদ ও গোটেই
ইস্ৰায়েলে পাৰেমানে, গীত, বীণা, নেবল, খঞ্জৰি,
তাল, আৰু তূৰীবাদ্যেৰে ঈশ্বৰৰ আগত ৰঙ
৯ দেখুৱালে। পাছে সিবিলাকে কীদোনৰ মৰণা
মৰা ঠাই পালত, গৰুহালে পিচল খোৱাত
উজ্জাই সেই চন্দুক ধৰিবলৈ হাত মেলিলে।
১০ তেতিয়া উজ্জালৈ যিহোৱাৰ ক্ৰোধ প্ৰজ্বলিত
হলত, চন্দুকলৈ সি হাত মেলাৰ কাৰণে
তেওঁ তাক আঘাত কৰিলে; তাতে সি সেই
১১ ঠাইতে ঈশ্বৰৰ সাক্ষাতে মৰিল। যিহোৱাই
উজ্জাক আঘাত কৰাৰ কাৰণে দায়ূদে অসন্তোষ
কৰিলে; পাছে সেই ঠাইৰ নাম পেৰচ-উজ্জা
[উজ্জাৰ আঘাত] ৰাখিলে, আজিলৈকে সেই
১২ নাম আছে। আৰু দায়ূদে সেই দিনা ঈশ্বৰলৈ ভয়
লাগি কলে, ঈশ্বৰৰ চন্দুক মোৰ ওচৰলৈ কেনেকৈ
১৩ আনিম? এই হেতুকে দায়ূদে সেই চন্দুক দায়ূদৰ
নগৰলৈ আপোনাৰ ওচৰলৈ নিনি, বাটৰ পৰা
একলীয়াকৈ নি গাতীয়া ওবেদ-ইদোমৰ ঘৰত
১৪ থলেগৈ। ঈশ্বৰৰ সেই চন্দুক ওবেদ-ইদোমৰ
ঘৰত তাৰ পৰিয়ালৰ লগত তিনি মাহ থাকিল;
তাতে যিহোৱাই ওবেদ-ইদোমৰ ঘৰ আৰু তাৰ
সৰ্ব্বস্বকে আশীৰ্ব্বাদ কৰিলে।

১৪ পাছে তূৰৰ ৰজা হীৰমে দায়ূদৰ ওচৰলৈ
দূত পঠালে, আৰু তেওঁৰ নিমিত্তে এটা গৃহ
নিৰ্ম্মাণ কৰিবলৈ এৰচ কাঠ, ৰাজমিস্ত্ৰী, আৰু
২ কাঠমিস্ত্ৰীবিলাক পঠাই দিলে। তাতে, যিহো-
ৱাই যে ইস্ৰায়েলৰ ওপৰত দায়ূদক ৰজা
পাতিলে, তাকে দায়ূদে বুজিলে; কিয়নো তেওঁৰ
প্ৰজা ইস্ৰায়েল লোকবিলাকৰ নিমিত্তে তেওঁৰ
ৰাজ্য উন্নতিপ্ৰাপ্ত হৈছিল।
৩ ইয়াৰ পাছে দায়ূদে যিৰূচালেমত আন আন
তিৰুতা গ্ৰহণ কৰিলে; তাতে দায়ূদৰ আৰু
৪ অধিক পো জী জন্মিল। যিৰূচালেমত তেওঁৰ
যিবিলাক পুত্ৰ জন্মিল, সিবিলাকৰ নাম এই
৫ এই, চম্মূৱা, চোবব, নাথন, চলোমন, যিভৰ,
৬ ইলীচূৱা, ইল্পেলট, নোগহ, নেফগ, যাফীয়া,
৭ ইলীচামা, বিলিয়াদা, আৰু ইলীফেলট।
৮ পাছে, দায়ূদক গোটেই ইস্ৰায়েলৰ ওপৰত ৰজা
অভিষেক কৰা সংবাদ পাই আটাই পলেষ্টীয়া-
বিলাকে দায়ূদক বিচাৰি উঠি আহিল। দায়ূদে
তাকে শুনি সিহঁতৰ বিৰুদ্ধে ওলাই গল।
৯ সেই সময়ত পলেষ্টীয়াবিলাকে আহি, লুট
১০ কৰিবলৈ ৰফায়ীম সমথলত সোমাল। তেতিয়া
দায়ূদে ঈশ্বৰক সুধিলে, মই পলেষ্টীয়া-
বিলাকৰ বিৰুদ্ধে উঠি যাম নে? আৰু
তুমি সিহঁতক মোৰ হাতত সমৰ্পণ কৰিবা নে!
তাতে যিহোৱাই তেওঁক কলে, উঠি যোৱা;
কিয়নো মই তোমাৰ হাতত সিহঁতক সমৰ্পণ
১১ কৰিম। পাছে সিহঁত বাল-পৰাচীমলৈ আহিলত,
দায়ূদে সেই ঠাইতে সিহঁতক আঘাত কৰিলে;
পাছে দায়ূদে কলে, ঈশ্বৰে মোৰ হাতৰ দ্বাৰায়

মোৰ শত্ৰুবোৰক বাণ পানীয়ে সেতু ভঙাৰ দৰে
ভাঙিলে ; এই কাৰণে সেই ঠাইৰ নাম বাল-
১২ পৰাচীম [ ভঙ স্থান ] ৰখা হল। সেই ঠাইত
সিহঁতে আপোনাবিলাকৰ দেৱমূৰ্ত্তিবোৰ এৰি
গল ; তাতে দায়ূদৰ আজ্ঞাত সেইবোৰ জুইত
১৩ পোড়া হল। তাৰ পাছে পলেষ্টীয়াবিলাকে
আকৌ আহি, লুট কৰিবলৈ সেই সমথলত
১৪ সোমাল। তাতে দায়ূদে পুনৰায় ঈশ্বৰৰ ওৰিত
সুধিলত, ঈশ্বৰে তেওঁক কলে, তুমি সিহঁতৰ
ওচৰলৈ পোনে পোনে উঠি নেযাবা ; কিন্তু সিহঁ-
তৰ পাছফালেদি ঘূৰি গৈ নুনি গছ কেইজোপাৰ
১৫ সম্মুখত সিহঁতৰ আগত উপস্থিত হবা। সেই
নুনি গছ কেইজোপাৰ আগত সৈন্য যোৱাৰ
নিচিনা শবদ শুনিলে, তুমি যুদ্ধলৈ আগ
বাঢ়িবা ; কিয়নো ঈশ্বৰে পলেষ্টীয়াবিলাকৰ
সৈন্যসামন্তক আঘাত কৰিবৰ অৰ্থে তোমাৰ
১৬ আগত যাওঁতা হল। পাছে দায়ূদে ঈশ্বৰৰ
আজ্ঞাৰ দৰে কাৰ্য্য কৰিলত, সিবিলাকে
গিবিয়োনৰ পৰা গেজৰলৈকে পলেষ্টীয়া-
১৭ বিলাকৰ সৈন্যক আঘাত কৰিলে। তাতে
দায়ূদৰ কীৰ্ত্তি সকলো দেশত ব্যাপ্ত হল ;
আৰু যিহোৱাই সকলো বিদেশী লোকৰ তেওঁলৈ
ভয় জন্মালে।

যিৰূচালেমলৈ নিয়মচন্দুক অনা। দায়ূদৰ
স্তৱৰ গীত।

১৫ পাছে দায়ূদে আপোনাৰ নিমিত্তে দায়ূদৰ
নগৰত ঘৰবোৰ সজালে ; আৰু তেওঁ ঈশ্বৰৰ
চন্দুকৰ কাৰণে ঠাই যুগুত কৰিলে, আৰু তাৰ
২ নিমিত্তে এটা তাম্বু তৰিলে। তেতিয়া দায়ূদে
কলে, ঈশ্বৰৰ চন্দুক ববলৈ লেবীয়াবিলাকৰ
বাহিৰে আন কাৰো অধিকাৰ নাই ; কিয়নো,
ঈশ্বৰৰ চন্দুক ববলৈ, আৰু যুগে যুগে তেওঁৰ
পৰিচৰ্য্যা কৰিবলৈ, যিহোৱাই কেৱল সিবিলা-
৩ কক্হে মনোনীত কৰিলে। পাছে দায়ূদে ঈশ্বৰৰ
চন্দুকৰ নিমিত্তে যি ঠাই যুগুত কৰিছিল, সেই
ঠাইলৈ যিহোৱাৰ চন্দুক আনিবৰ কাৰণে তেওঁ
আটাই ইস্ৰায়েল লোকক যিৰূচালেমত গোট
৪ খুৱালে। আৰু দায়ূদে হাৰোণৰ সন্তানবিলাকক
৫ আৰু লেবীয়াবিলাকক গোটালে ; কহাতৰ সন্তান-
বিলাকৰ মাজৰ মুখ্য লোক উৰীয়েল, আৰু তেওঁৰ
৬ ভাই এশ বিশ জন ; মৰাৰীৰ সন্তানবিলাকৰ
মাজৰ মুখ্য লোক অচায়া, আৰু তেওঁৰ ভাই দুশ
৭ বিশ জন ; গেৰ্চোমৰ সন্তানবিলাকৰ মাজৰ মুখ্য
লোক যোৱেল, আৰু তেওঁৰ ভাই এশ ত্ৰিশ জন ;
৮ ইলীচাফনৰ সন্তানবিলাকৰ মাজৰ মুখ্য লোক
৯ চমৰিয়া, আৰু তেওঁৰ ভাই দুশ জন ; হিব্ৰোণৰ
সন্তানবিলাকৰ মাজৰ মুখ্য লোক ইলীয়েল,
১০ আৰু তেওঁৰ ভাই আশী জন ; আৰু উজ্জীয়েলৰ
সন্তানবিলাকৰ মাজৰ মুখ্য লোক অম্মীনাদব,
১১ আৰু তেওঁৰ ভাই এশ বাৰ জন। পাছে দায়ূদে
চাদোক আৰু অবিয়াথৰ নামেৰে দুজন পুৰো-
হিতক, আৰু লেবীয়াবিলাকক, অৰ্থাৎ উৰীয়েল,
অচায়া, যোৱেল, চময়িয়া, ইলীয়েল, আৰু
১২ অম্মীনাদবক মাতি সিবিলাকক কলে, তোমা-
লোক লেবীয়াবিলাকৰ পিতৃবংশৰ মূল মানুহ ;
মই ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ চন্দুকৰ নিমিত্তে
যি ঠাই যুগুত কৰিলোঁ, সেই ঠাইলৈ তাক
আনিবলৈ, তোমালোক আৰু তোমালোকৰ
ভাইবিলাকে আপোনাবিলাকক পবিত্ৰ কৰা।
১৩ কিয়নো, পূৰ্ব্বে তোমালোকে তাক বৈ অনা নাই,
এই কাৰণে আমাৰ ঈশ্বৰ যিহোৱাই আমাক
আঘাত কৰিলে ; কাৰণ আমি বিধিমতে তেওঁক
১৪ বিচৰা নাছিলোঁ। তাতে পুৰোহিত আৰু লেবীয়া-
বিলাকে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ চন্দুক
আনিবৰ নিমিত্তে আপোনাবিলাকক পবিত্ৰ
১৫ কৰিলে। আৰু যিহোৱাৰ বাক্য অনুসাৰে
মোচিয়ে যেনেকৈ আজ্ঞা কৰিছিল, তেনেকৈ
লেবীৰ সন্তানবিলাকে কাণমাৰিৰে আপোনাৰ
১৬ কান্ধত যিহোৱাৰ চন্দুক বলে। পাছে দায়ূদে
লেবীয়াবিলাকৰ মুখ্য মানুহবিলাকক কলে,
তোমালোকে নেবল, বীণা, আৰু তাল, এই এই
বাদ্যযন্ত্ৰেৰে মহাধ্বনি আৰু আনন্দগান কৰিব-
লৈ আপোনাবিলাকৰ ভাই গায়কবিলাকক
১৭ নিযুক্ত কৰা। তাতে লেবীয়াবিলাকে যোৱেলৰ
পুত্ৰ হেমনক আৰু তেওঁৰ ভাইবিলাকৰ মাজৰ
বেৰেখিয়াৰ পুত্ৰ আচফক, আৰু সিবিলাকৰ ভাই
মৰাৰীৰ সন্তানবিলাকৰ মাজৰ কূচায়াৰ পুত্ৰ
১৮ এথনক, আৰু সিবিলাকৰ লগত সিবিলাকৰ
দ্বিতীয় শ্ৰেণীৰ ভাই জখৰিয়া, বেন, যাজীয়েল,
চমীৰামোৎ, যিহীয়েল, উন্নী, ইলীয়াব, বনায়া,
মাচেয়া, মত্তিথিয়া, ইলীফলেহু, মিক্নেয়া, আৰু
দুৱৰী ওবেদ-ইদোম আৰু যিয়ীয়েলক নিযুক্ত
১৯ কৰিলে। এতেকে হেমন, আচফ, আৰু এথন
গায়কক পিতলৰ তালেৰে মহাধ্বনি কৰিবলৈ,
২০ আৰু জখৰিয়া, অজীয়েল, চমীৰামোৎ, যি-
হীয়েল, উন্নী, ইলীয়াব, মাচেয়া, আৰু বনায়া,
এইবিলাকে অলামোৎ সুৰত নেবল বজাবলৈ,
২১ আৰু মত্তিথিয়া, ইলীফলেহু, মিক্নেয়া, ওবেদ-
ইদোম, যিয়ীয়েল, আৰু অজজিয়াক চিমিনীৎ
সুৰত বীণা বজাবৰ নিমিত্তে প্ৰধান বাদ্যকৰ হব-
২২ লৈ নিযুক্ত কৰা হল। আৰু লেবীয়াবিলাকৰ
মুখ্য লোক কননিয়া গীতৰ ওজা আছিল ; তেওঁ
২৩ গীত শিকাইছিল, কাৰণ তেওঁ নিপুণ আছিল।
আৰু বেৰেখিয়া ও ইল্কানা চন্দুকৰ অৰ্থে দুৱৰী
২৪ হল। আৰু চবনিয়া, যোচাফট, নথনেল, অমাচয়,

জখৰিয়া, বনায়া, আৰু ইলীয়েজৰ, এইবিলাক
পুৰোহিতে ঈশ্বৰৰ চন্দুকৰ আগত তূৰী বজা-
বলৈ তূৰীবাদক হল, আৰু ওবেদ-ইদোম
২৫ ও যিহিয়া চন্দুকৰ অৰ্থে দুৱৰী হল; পাছে
দায়ূদ, ইস্রায়েলৰ বৃদ্ধবিলাক, আৰু সহস্রপতি-
বিলাকে আনন্দ কৰি, ওবেদ-ইদোমৰ ঘৰৰ পৰা
২৬ যিহোৱাৰ নিয়মচন্দুক আনিবলৈ গল। আৰু
যিহোৱাৰ নিয়মচন্দুক বৈ অনা লেবীয়াবিলাকক
ঈশ্বৰে সহায় কৰাতে, সিবিলাকে সাতোটা
গৰু আৰু সাতোটা মেৰ উৎসৰ্গ কৰিলে।
২৭ দায়ূদ, চন্দুক বৈ অনা লেবীয়াবিলাক, গায়ক-
বিলাক, আৰু গায়কবিলাকৰ লগত গীতৰ ওজা
কননিয়া, এই সকলোৱে মিহি শণ সূতাৰ জামা
পিন্ধিছিল; আৰু দায়ূদে শণৰ এফোদ বস্ত্র
২৮ পিন্ধিছিল। এই ৰূপে গোটেই ইস্রায়েলে মহা-
জয়ধ্বনিৰে, শিঙা, তাল, ও তূৰীবাদ্যেৰে,
আৰু নেবল ও বীণাৰ মহাধ্বনিৰে যিহো-
২৯ ৱাৰ নিয়মচন্দুক আনিলে। পাছে, যিহোৱাৰ
চন্দুক দায়ূদৰ নগৰত সোমাওঁতে, চৌলৰ জীয়েক
মীখলে খিলিকি দুৱাৰেদি চাই, দায়ূদ ৰজাক
নাচি নাচি ৰঙ্গ কৰা দেখি মনতে তেওঁক
১৬ হেয়জ্ঞান কৰিলে। পাছে লোকবিলাকে
ঈশ্বৰৰ চন্দুক ভিতৰলৈ নি, দায়ূদে তাৰ
নিমিত্তে তৰা তাম্বুৰ ভিতৰত ৰাখিলে, আৰু
ঈশ্বৰৰ সাক্ষাতে হোমবলি আৰু মঙ্গলাৰ্থক বলি
২ উৎসৰ্গ কৰিলে। পাছে হোমবলি আৰু মঙ্গ-
লাৰ্থক বলি উৎসৰ্গ কৰি এঁটোৱাৰ পাছে, দায়ূদে
যিহোৱাৰ নামেৰে লোকবিলাকক আশীৰ্ব্বাদ
৩ কৰিলে। আৰু তেওঁ আটাই ইস্রায়েল লোকৰ
মাজত প্ৰতিজন পুৰুষক আৰু প্ৰতিজনী তিৰুতাক
এটা এটা পিঠা, কিছু কিছু দ্ৰাক্ষাৰস, আৰু
এলদা এলদা শুকান দ্ৰাক্ষাগুটী বিলাই দিলে।
৪ পাছে তেওঁ, যিহোৱাৰ চন্দুকৰ আগত পৰি-
চৰ্য্যা কৰিবলৈ, আৰু ইস্রায়েলৰ ঈশ্বৰ যিহো-
ৱাৰ গুণ গাবলৈ, তেওঁৰ ধন্যবাদ আৰু প্ৰশংসা
কৰিবলৈ লেবীয়াবিলাকৰ কেইজনমানক নিযুক্ত
৫ কৰিলে। প্ৰধান আচফ, তেওঁৰ পাছত জখৰিয়া,
যিয়ীয়েল, চমীৰামোৎ, যিহীয়েল, মত্তিথিয়া,
ইলীয়াব, বনায়া, ওবেদ-ইদোম, আৰু যিয়ীয়েল,
এইবিলাকে নেবল আৰু বীণা বজায়, আৰু আচফে
৬ মহাধ্বনিৰে তাল বজায়; আৰু যহজীয়েল ও
বনায়া, এই দুজন পুৰোহিতে যিহোৱাৰ নিয়ম-
চন্দুকৰ আগত নিত্যে নিত্যে তূৰী বজায়।
৭ আৰু সেই দিনা দায়ূদে যিহোৱাৰ উদ্দেশে
স্তুতিগান কৰিবৰ ভাৰ আচফৰ আৰু তেওঁৰ
ভাইবিলাকৰ হাতত প্ৰথমে সমৰ্পণ কৰিলে।
৮ যিহোৱাৰ ধন্যবাদ কৰা, তেওঁৰ নামেৰে
প্ৰাৰ্থনা কৰা;
জাতিবিলাকৰ মাজত তেওঁৰ কাৰ্য্যবিলাক
প্ৰকাশ কৰা।
৯ তেওঁৰ উদ্দেশে গীত গোৱা, তেওঁৰ উদ্দেশে
বাদ্য বজোৱা;
তেওঁৰ আশ্চৰিত কাৰ্য্যবিলাক ধ্যান কৰা।
১০ তেওঁৰ পবিত্ৰ নামৰ গৌৰৱ কৰা:
যিহোৱাক বিচাৰোঁতাবিলাকৰ চিত্তে আনন্দ
কৰোক।
১১ যিহোৱাক আৰু তেওঁৰ শক্তি বিচাৰা;
নিত্যে তেওঁৰ সাক্ষাৎ হবলৈ চেষ্টা কৰা।
১২ হে তেওঁৰ দাস ইস্রায়েলৰ বংশ,
হে তেওঁৰ মনোনীত লোক যাকোবৰ সন্তান-
বিলাক,
১৩ তেওঁ কৰা আশ্চৰিত কৰ্ম্মবিলাক সোঁৱৰণ
কৰা;
তেওঁৰ অদ্ভুত লক্ষণ আৰু তেওঁৰ মুখৰ শাসন-
প্ৰণালীবিলাক সোঁৱৰা।
১৪ তেওঁ আমাৰ ঈশ্বৰ যিহোৱা,
তেওঁৰ শাসনপ্ৰণালী সমুদায় পৃথিবীত
প্ৰচলিত হৈছে।
১৫ তোমালোকে তেওঁৰ নিয়মটী সদাকাললৈকে
সোঁৱৰণ কৰা;
তেওঁ হাজাৰ হাজাৰ পুৰুষলৈকে আদেশ
কৰা বাক্যটী তোমালোকে পালন কৰা।
১৬ তেওঁ অব্ৰাহামে সৈতে স্থাপন কৰা নিয়মটী,
আৰু ইচ্‌হাকৰ আগত কৰা শপথ তোমা-
লোকে সোঁৱৰণ কৰা;
১৭ তেওঁ তাক যাকোবৰ নিমিত্তে এটী বিধি,
ইস্রায়েলৰ নিমিত্তে এটী অনন্ত নিয়ম বুলি
স্থিৰ কৰি কৈছিল,
১৮ ময় তোমাক কনান দেশ দিম,
তোমাৰ স্বত্ব থকা আধিপত্য দিম।
১৯ সেই কালত তোমালোক লেখত কম আছিলা,
এনে কি, অতি তাকৰ, আৰু তাত প্ৰবাসী
আছিলা;
২০ আৰু সিবিলাকে এক জাতিৰ পৰা আন
জাতিলৈ,
এক ৰাজ্যৰ পৰা আন বংশলৈ ভ্ৰমি ফুৰি-
ছিল;
২১ তেওঁ সিবিলাকৰ অপকাৰ কৰিবলৈ কাকো
নিদিলে,
এনে কি, তেওঁ সিবিলাকৰ নিমিত্তে ৰজা-
বিলাকক ধমকাই কৈছিল,
২২ তোমালোকে মোৰ অভিষিক্তবিলাকক নুচুবা,
আৰু মোৰ ভাববাদীবিলাকৰ কোনো অপ-
কাৰ নকৰিবা।
২৩ হে সমুদায় পৃথিৱি, যিহোৱাৰ উদ্দেশে গীত
গোৱা;

দিনে দিনে তেওঁৰ পৰিত্ৰাণ প্ৰচাৰ কৰা;
২৪ জাতিবিলাকৰ মাজত, তেওঁৰ গৌৰৱ প্ৰকাশ কৰা;
সমুদায় লোকসমূহৰ মাজত তেওঁৰ আশ্চৰিত কৰ্ম্ম বৰ্ণনা কৰা।
২৫ কিয়নো যিহোৱা মহান, আৰু অতি প্ৰশংসনীয়;
তেওঁ সকলো দেৱতাবোৰতকৈ ভয়ানক।
২৬ কিয়নো জাতিবিলাকৰ আটাই দেৱতা ছাঁয়া মাথোন;
কিন্তু যিহোৱাইহে আকাশমণ্ডল সৃষ্টি কৰিলে।
২৭ মহিমা আৰু প্ৰতাপ তেওঁৰ আগত আছে;
তেওঁৰ বাসস্থানত শক্তি আৰু আনন্দ থাকে।
২৮ হে জাতিবিলাকৰ গোষ্ঠীবিলাক, তোমালোকে যিহোৱাৰ গৌৰৱ কীৰ্ত্তন কৰা;
যিহোৱাৰ গৌৰৱ আৰু মহিমা কীৰ্ত্তন কৰা।
২৯ যিহোৱাৰ উদ্দেশে তেওঁৰ নামৰ যোগ্য গৌৰৱ কীৰ্ত্তন কৰা;
উপহাৰে সৈতে তেওঁৰ আগত উপস্থিত হোৱা;
পবিত্ৰ শোভাৰে যিহোৱাৰ আগত প্ৰণিপাত কৰা।
৩০ হে সমুদায় পৃথিৱি, তেওঁৰ সাক্ষাতে কম্পমান হোৱা;
জগতখনো লৰচৰ নোহোৱাকৈ স্থাপিত হৈছে।
৩১ আকাশমণ্ডলে আনন্দ কৰোক, আৰু পৃথিৱী উল্লাসিত হওক;
লোকবিলাকে জাতিবিলাকৰ মাজত কওক, যিহোৱাই ৰাজত্ব কৰিছে।
৩২ সমুদ্ৰ আৰু তাৰ সকলোৱে গৰ্জ্জন কৰোক;
পথাৰ আৰু তাত থকা সকলোৱেও উল্লাসিত হওক।
৩৩ তেতিয়া অৰণ্যৰ সকলো গছবিলাকে যিহোৱাৰ সাক্ষাতে আনন্দগান কৰিব;
কিয়নো তেওঁ পৃথিৱীৰ বিচাৰ কৰিবলৈ আহিছে।
৩৪ তোমালোকে যিহোৱাৰ ধন্যবাদ কৰা, কিয়নো তেওঁ মঙ্গলময়;
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে।
৩৫ তোমালোকে কোৱা, হে আমাৰ পৰিত্ৰাণৰ ঈশ্বৰ, আমাক পৰিত্ৰাণ কৰা;
তোমাৰ পবিত্ৰ নামৰ ধন্যবাদ কৰিবলৈ,
তোমাৰ প্ৰশংসাত জয়ধ্বনি কৰিবলৈ,
আমাক গোটাই জাতিবিলাকৰ মাজৰ পৰা আমাক উদ্ধাৰ কৰা।
৩৬ অনাদি কালৰ পৰা অনন্ত কাললৈকে,
ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা ধন্য হওক।
পাছে সকলো লোকবিলাকে, সেই দৰে হওক
বুলি কলে, আৰু যিহোৱাৰ প্ৰশংসা কৰিলে।
৩৭ আৰু প্ৰতিদিনৰ প্ৰয়োজন অনুসাৰে চন্দুকৰ
আগত নিত্যে নিত্যে পৰিচৰ্য্যা কৰিবলৈ, তেওঁ
আচফক আৰু তেওঁৰ ভাইবিলাকক যিহোৱাৰ
৩৮ নিয়মচন্দুকৰ আগত ৰাখিলে; ওবেদ-ইদোম
আৰু সিবিলাকৰ ভাই অঠষষ্ঠি জন, আৰু
যিদূথূনৰ পুত্ৰ ওবেদ-ইদোম আৰু হোচা দুৱৰী
৩৯ হল; আৰু হোমবেদিৰ ওপৰত নিত্যে নিত্যে
যিহোৱাৰ উদ্দেশে ৰাতিপুৱা আৰু সন্ধ্যা বেলাৰ
হোমবলি উৎসৰ্গ কৰিবলৈ আৰু ইস্ৰায়েলক
যিহোৱাই যি ব্যৱস্থাৰ আদেশ কৰিছিল,
৪০ তাত লিখা সকলোৰ দৰে কাৰ্য্য কৰিবলৈ তেওঁ
চাদোক পুৰোহিতক আৰু তেওঁৰ পুৰোহিত
ভাইবিলাকক, গিবিয়োনৰ ওখ ঠাইত যিহো-
৪১ ৱাৰ আবাসৰ আগত ৰাখিলে; আৰু "যিহো-
ৱাৰ দয়া সদাকাললৈকে থাকে," এই বুলি
তেওঁৰ ধন্যবাদ কৰিবলৈ, হেমন, যিদূথূন, আৰু
নাম লিখা আন আন মনোনীত লোকবিলাকক
৪২ সিবিলাকৰ লগত ৰাখিলে; আৰু মহাধ্বনি
হবৰ নিমিত্তে তুৰী, তাল আদি ঈশ্বৰীয় বাদ্যযন্ত্ৰ
বজাবলৈ হেমন আৰু যিদূথূন সিবিলাকৰ সঙ্গী
আছিল; আৰু যিদূথূনৰ পুত্ৰবিলাক দুৱৰী
৪৩ হল। পাছে আটাইবিলাক লোক আপোন
আপোন ঘৰলৈ গল; আৰু দায়ূদেও আপোনাৰ
পৰিয়ালবিলাকক আশীৰ্ব্বাদ কৰিবলৈ উলটি
আহিল।

দায়ূদৰ আগত ঈশ্বৰৰ প্ৰতিজ্ঞা, আৰু ঈশ্বৰৰ আগত তেওঁৰ প্ৰাৰ্থনা।

১৭ পাছে দায়ূদে যেতিয়া আপোনাৰ গৃহত
বাস কৰিবলৈ ধৰিলে, তেতিয়া তেওঁ নাথন
ভাববাদীক কলে, দেখা, ময় এৰচ কাঠেৰে সজা
গৃহত বাস কৰিছোঁ; কিন্তু যিহোৱাৰ নিয়ম-
২ চন্দুক আৰু-কাপড়ৰ ভিতৰত থাকিছে। তাতে
নাথনে দায়ূদক কলে, ভাল, আপোনাৰ মনত
যি আছে, তাকে কৰোক; কিয়নো ঈশ্বৰ
৩ আপোনাৰ লগত আছে। পাছে নাথনৰ ওৰিলৈ
সেই ৰাতিয়েই ঈশ্বৰৰ বাক্য আহিল, বোলে,
৪ তুমি গৈ মোৰ দাস দায়ূদক কোৱা, যিহোৱাই
এই কথা কৈছে, তুমি হলে, বাস কৰিবলৈ মোৰ
৫ নিমিত্তে গৃহ নেসাজিবা; কিয়নো ময় ইস্ৰা-
য়েলক উলিয়াই অনা দিনৰে পৰা আজিলৈকে
কোনো গৃহত বাস কৰা নাই; কিন্তু এক তাম্বুৰ
পৰা আন তাম্বুলৈ, আৰু এক আবাসৰ পৰা
৬ আন আবাসলৈ গৈ থাকিছোঁ। গোটেই ইস্ৰা-
য়েলৰ মাজত ময় অহাযোৱা কৰা কোনো এক
ঠাইত, ময় যাক মোৰ প্ৰজাবিলাকক প্ৰতি-

পালন কৰিবলৈ তাৰ দিছিলোঁ, ইস্ৰায়েলৰ
এনে কোনো বিচাৰকৰ্ত্তাক জানো কেতিয়াবা
এই কথা কৈছিলোঁ, যে, তোমালোকে কিয়
মোৰ নিমিত্তে এৰচ কাঠৰ গৃহ নিৰ্ম্মাণ কৰা
৭ নাই ? এই হেতুকে এতিয়া তুমি মোৰ দাস
দায়ূদক কোৱা, বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, মোৰ প্ৰজা ইস্ৰায়েলৰ ওপৰত
অধিপতি হবলৈ, ময় তোমাক মেৰৰ চৰণী ঠাইৰ
পৰা, আৰু জাকৰ পাছে পাছে যোৱাৰ পৰা
৮ গ্ৰহণ কৰিলোঁ ; আৰু তুমি যি যি ঠাইলৈ
গৈছিলা, সেই সকলোতে ময় তোমাৰ সঙ্গী
হৈ তোমাৰ সম্মুখৰ পৰা তোমাৰ আটাই
শত্ৰুবোৰক উচ্ছন্ন কৰিলোঁ ; আৰু পৃথিবীত থকা
মহৎ লোকৰ নামৰ দৰে তোমাৰো নাম মহৎ
৯ কৰিম। আৰু ময় আপোন প্ৰজা ইস্ৰায়েলৰ
নিমিত্তে এটা ঠাই নিশ্চয় কৰি সিবিলাকক ৰোপণ
কৰিম ; তাতে সিবিলাকে আপোন আপোন
ঠাইতে বাস কৰিব, সিবিলাকক লৰোৱা নহব
১০ আৰু। আগৰ কালৰ নিচিনাকৈ, যেতিয়াৰে
পৰা ময় আপোন প্ৰজা ইস্ৰায়েল লোকবিলাকৰ
ওপৰত বিচাৰকৰ্ত্তাবিলাকক নিযুক্ত কৰিছিলোঁ,
তেতিয়াৰে পৰা যেনে হৈছিল, সেই ৰূপে
দুৰ্জ্জনৰ সন্তানবিলাকে সিবিলাকক আৰু দুঃখ
নিদিব ; আৰু ময় তোমাৰ আটাই শত্ৰুক বশী-
ভূত কৰিম। আৰু ময় তোমাক কৈছোঁ, তোমাৰ
নিমিত্তে যিহোৱাই এক বংশ উৎপন্ন কৰিব।
১১ আৰু তুমি সম্পূৰ্ণ আয়ুষ পাই আপোন ওপৰ-
পিতৃবিলাকৰ ওৰিত থাকিবৰ নিমিত্তে যাব লগা
হলে, তোমাৰ পাছে হোৱা তোমাৰ বংশৰ
এজনক, অৰ্থাৎ তোমাৰ পুত্ৰবিলাকৰ মাজৰ
এজনক স্থাপন কৰিম, আৰু তেওঁৰ ৰাজ্য স্থিৰ
১২ কৰিম। মোৰ নিমিত্তে তেওঁহে এটা গৃহ নিৰ্ম্মাণ
কৰিব, আৰু ময় তেওঁৰ সিংহাসন চিৰস্থায়ী
১৩ কৰিম। ময় তেওঁৰ পিতৃ হম, আৰু তেওঁ মোৰ
পুত্ৰ হব ; আৰু তোমাৰ আগেয়ে হোৱা জনৰ
পৰা যেনেকৈ মোৰ দয়া গুচালোঁ, তেনেকৈ
১৪ তেওঁৰ পৰা মোৰ দয়া নুগুচাম ; কিন্তু মোৰ
গৃহত আৰু মোৰ ৰাজ্যত তেওঁক যুগে যুগে থিৰে
ৰাখিম, আৰু তেওঁৰ সিংহাসন চিৰস্থায়ী হব।
১৫ এই সকলো বাক্য আৰু এই গোটেই দৰ্শন
অনুসাৰে নাথনে দায়ূদক কলে।
১৬ তেতিয়া দায়ূদ ৰজাই ভিতৰলৈ গৈ যিহোৱাৰ
আগত বহি কলে, হে ঈশ্বৰ যিহোৱা, ময় নো
কোন, আৰু মোৰ বংশই বা কি, যে, তুমি মোক
১৭ ইমান ওখ থাপলৈ আনিছা ? তথাপি হে ঈশ্বৰ,
তোমাৰ দৃষ্টিত ইও সৰু বিষয় আছিল ;
তুমি আপোন দাসৰ বংশৰ বিষয়েও সুদীৰ্ঘ-
কালৰ কথা কলা ; হে ঈশ্বৰ যিহোৱা,
মোক ওখ পদত থকা লোক যেন জ্ঞান কৰিলা।
১৮ ইয়াৰ পাছত আপোন দাসক সম্মান কৰাৰ
বিষয়ে দায়ূদে তোমাক আৰু কি কব ?
১৯ কিয়নো তুমি আপোন দাসক জানি আছা। হে
যিহোৱা, তুমি আপোন দাসলৈ চাই, আৰু
আপোনাৰ মনৰ মতে এই সমস্ত মহৎ কৰ্ম
২০ সাধন কৰি, এই সকলো মহৎ কৰ্ম্ম জনালা। ময়
আপোন কাণে যি যি শুনিলোঁ, সেই সকলোৰ
দৰে, হে যিহোৱা, তোমাৰ তুল্য কোনো নাই,
আৰু তোমাত বাজে আৰু কোনো ঈশ্বৰ নাই।
২১ আৰু তোমাৰ প্ৰজা ইস্ৰায়েল লোকৰ তুল্য, যাক
ঈশ্বৰে আপোনাৰ নিমিত্তে মুক্ত কৰি নিজ প্ৰজা
কৰিবলৈ, মিচৰৰ পৰা তুমি মুক্ত কৰা প্ৰজাৰ
আগৰ পৰা জাতিবিলাকক দূৰ কৰি মহৎ আৰু
ভয়ানক কাৰ্য্যৰ দ্বাৰাই তোমাৰ নাম কীৰ্ত্তিমন্ত
কৰিবলৈ আগমন কৰিলা, পৃথিবীৰ মাজত
২২ এনে আন কোন জাতি আছে ? কিয়নো তোমাৰ
প্ৰজা ইস্ৰায়েল লোকবিলাকক তুমি নিজৰ চিৰ-
স্থায়ী প্ৰজা কৰিলা ; আৰু হে যিহোৱা, তুমি
২৩ সিবিলাকৰ ঈশ্বৰ হলা। এই হেতুকে এতিয়া হে
যিহোৱা, তুমি আপোন দাসৰ আৰু তেওঁৰ বংশৰ
বিষয়ে যি বাক্য কলা, তাক সদাকাললৈকে স্থিৰ
কৰা হওক ; আৰু যেনেকৈ তুমি কলা, তেনেকৈয়ে
২৪ কৰা। বাহিনীবিলাকৰ যিহোৱা ইস্ৰায়েলৰ
ঈশ্বৰ, ইস্ৰায়েলৰ পক্ষৰ ঈশ্বৰ, আৰু তোমাৰ দাস
দায়ূদৰ বংশ তোমাৰ সাক্ষাতে থিৰে থাকিব, এই
বুলি লোকে কোৱাত, তোমাৰ নাম সদাকালৰ
নিমিত্তে স্থিৰীকৃত আৰু মহিমান্বিত হওক ;
২৫ কিয়নো, হে মোৰ ঈশ্বৰ, ময় তোমাৰ নিমিত্তে
এক বংশ স্থাপন কৰিম বুলি তুমিয়েই তোমাৰ
দাসৰ আগত প্ৰকাশ কৰিলা ; এই কাৰণে তোমাৰ
আগত এই প্ৰাৰ্থনা কৰিবলৈ তোমাৰ দাসৰ
২৬ মনত সাহ জন্মিল। আৰু এতিয়া হে যিহোৱা,
তুমিয়েই ঈশ্বৰ, আৰু তুমিয়েই আপোন দাসলৈ
২৭ এই মঙ্গলপ্ৰতিজ্ঞা কৰিলা। এই হেতুকে তোমাৰ
দাসৰ বংশ যেন তোমাৰ আগত সদাকাল থাকে,
এই নিমিত্তে এতিয়া তুমি অনুগ্ৰহ কৰি আপোন
দাসৰ বংশক আশীৰ্ব্বাদ কৰিলা ; কিয়নো হে
যিহোৱা, তুমিয়েই আশীৰ্ব্বাদ কৰিলা, আৰু
সেয়ে সদাকাললৈকে আশীৰ্ব্বাদযুক্ত হৈ থাকিব।

দায়ূদে নানা জাতিক জয় কৰা ; তেওঁৰ পাত্ৰ-
মন্ত্ৰীবিলাকৰ তালিকা।

১৮ তাৰ পাছে দায়ূদে পলেষ্টীয়াবিলাকক
আঘাত কৰি বশীভূত কৰিলে, আৰু সিহঁতৰ
হাতৰ পৰা গাৎ আৰু তাৰ উপনগৰবোৰ কাঢ়ি
২ ললে। আৰু তেওঁ মোৱাবীয়াবিলাকক আঘাত
কৰাত, মোৱাবীয়াবিলাকে দায়ূদৰ তলতীয়া হৈ

৩ উপহার আনিবলৈ ধরিলে। পাছে চোবার
রজা হদরেজরে ফরাৎ নদীর ওচরত আপোনার
অধিকার পুনরায় স্থাপন করিবলৈ যাওঁতে,
৪ দায়ূদে হমাতলৈকে তেওঁক আঘাত করি, তেওঁর
এক হাজার রথ, সাত হাজার অশ্বারোহী, আরু
বিশ হাজার পদাতিক সৈন্য হাত করি ললে;
আরু রথর আটাই ঘোঁড়াবোরর পাছ-ঠেওর
শির কাটিলে, কিন্তু তার মাজত এশ রথর নিমিত্তে
৫ ঘোঁড়া রাখিলে। পাছে, দম্মেচকর অরামীয়া-
বিলাকে চোবার হদরেজর রজার সহায় করিবলৈ
আহিলত, দায়ূদে সেই অরামীয়াবিলাকর মাজর
৬ বাইশ হাজার লোকক বধ করিলে। তার পাছে
দায়ূদে দম্মেচকর অরাম দেশত সৈন্যদল স্থাপন
করিলে; তাতে অরামীয়াবিলাকে দায়ূদর তল-
তীয়া হৈ উপহার আনিলে। এই রূপে দায়ূদ
যি যি ঠাইলৈ যায়, সেই সকলোতে যিহোৱাই
৭ তেওঁক জয়ী হবলৈ দিয়ে। আরু দায়ূদে হদ-
রেজরর দাস কেইজনর গাত থকা সোণর ঢাল-
বোর লোলোকাই যিরূচালেমলৈ লৈ আহিল।
৮ আরু দায়ূদে হদরেজরর টিভৎ আরু কূন নগরর
পরা অতিশয় অধিক পিত্তল আনিলে; চলো-
মনে তারে পিত্তলর সমুদ্রপাত্রটো, স্তম্ভ দুটা,
আরু পিত্তলর পাত্রবিলাক নির্ম্মাণ করিলে।
৯ পাছে, দায়ূদে চোবার রজা হদরেজরর সকলো
সৈন্যসামন্তক আঘাত করা কথা, হমাতর রজা
১০ তোয়োৱে শুনি, দায়ূদ রজার মঙ্গল সুধিবলৈ,
আরু যুদ্ধত হদরেজরক আঘাত করা বাবে তেওঁক
ধন্যবাদ দিবলৈ আপোনার পুত্র হদোরামক
তেওঁর ওচরলৈ পঠালে; কিয়নো হদরেজরর
লগত তোয়োৱো যুদ্ধ আছিল; আরু হদোরামর
লগত রূপর, সোণর, আরু পিত্তলর সকলো বিধ
১১ পাত্র আছিল। তাতে দায়ূদ রজাই ইদোম,
মোৱাব, অম্মোনর সন্তানবিলাক, পলেষ্টীয়া
লোক, আরু অমালেক আদি সকলো জাতির
পরা অনা রূপ আরু সোণে সৈতে এইবোর
বস্তুও যিহোৱার উদ্দেশে উৎসর্গ করিলে।
১২ পাছে চরূয়ার পুত্র অবীচয়ে লবণ উপত্যকাত
ইদোমীয়াবিলাকর মাজর ওঁঠের হাজার লোকক
১৩ বধ করিলে। পাছে তেওঁ ইদোমত নানা সৈন্যদল
স্থাপন করিলে; আরু সকলো ইদোমীয়া লোক
দায়ূদর তলতীয়া হল। দায়ূদ যি যি ঠাইলৈ
যায়, সেই সকলোতে যিহোৱাই তেওঁক জয়ী
হবলৈ দিয়ে।
১৪ এই রূপে গোটেই ইস্রায়েলর ওপরত রাজত্ব
করি দায়ূদে আপোনার সকলো প্রজার নিমিত্তে
১৫ বিচার আরু ন্যায় সাধন করিলে। চরূয়ার পুত্র
যোৱাব প্রধান সেনাপতি আছিল; অহীলূদর
পুত্র যিহোচাফট ইতিহাসলিখক আছিল;
১৬ অহীটূবর পুত্র চাদোক, আরু অবিয়াথরর পুত্র
অবীমেলক পুরোহিত আছিল; চব্‌চা রাজলিখক
১৭ আছিল; যিহোয়াদার পুত্র বনায়া করেথীয়া
আরু পলেথীয়াবিলাকর অধ্যক্ষ আছিল; আরু
দায়ূদর পুত্রবিলাক রজার প্রধান সভাসদ
আছিল।

অম্মোনীয়া, অরামীয়া, আরু পলেষ্টীয়াবিলাকে
সৈতে দায়ূদে যুদ্ধ করা।

১৯ পাছে, অম্মোনর সন্তানবিলাকর নাহচ
রজা মরিলত, তেওঁর পুত্রেক তেওঁর পদত
২ রজা হল। তাতে দায়ূদে কলে, হানূনর পিতৃ
নাহচে মোলৈ অনুগ্রহ করিছিল, এই হেতুকে
ময়ো তেওঁলৈ অনুগ্রহ করিম, এই বুলি দায়ূদে
তেওঁর পিতৃর নিমিত্তে সান্ত্বনা করিবলৈ দূত
পঠালে। পাছে দায়ূদর সেই দাসবিলাকে
হানূনক সান্ত্বনা করিবলৈ গৈ, অম্মোনর সন্তান-
৩ বিলাকর দেশ পালত, অম্মোনর সন্তানবিলাকর
অধ্যক্ষবিলাকে হানূনক কলে, দায়ূদে আপোনার
পিতৃক আদর করে দেখি, আপোনাক সান্ত্বনা
করিবলৈ আপোনার ওচরলৈ মানুহ পঠাইছে
বুলি আপুনি ভাবিছে নে? তেওঁর দাসবিলাকে
জানো চাবলৈ, বিনষ্ট করিবলৈ, আরু দেশর
বুজবিচার লবলৈ আপোনার ইয়ালৈ অহা
৪ নাই? তাতে হানূনে দায়ূদর দাসবিলাকক ধরি
সিহঁতর কিছু কিছু দাড়ি ক্ষুরালে, আরু সিবি-
লাকর পিন্ধা কাপড়র আধা টিকার ওরিত কাটি
৫ সিবিলাকক বিদায় দিলে। পাছে কোনো কোনো
লোকে গৈ সেই মানুহবিলাকর বিষয়ে রজার
আগত জনালত, রজাই সিবিলাকে সৈতে
সাক্ষাৎ করিবলৈ মানুহ পঠালে; কিয়নো
সিবিলাকে অতিশয় লাজ পাইছিল। আরু
রজাই সিবিলাকক আজ্ঞা দিলে, বোলে, তোমা-
লোকর দাঁড়ি নহয়মানে তোমালোক যিরীহোত
৬ থাকা; পাছে উলটি আহিবা। পাছে অম্মোনর
সন্তানবিলাকে, দায়ূদর আগত ঘিণলগীয়া হলোঁ
বুলি জানি, হানূন আরু অম্মোনর সন্তানবিলাকে
অরাম-নহরয়িম, অরাম-মাখা, আরু চোবার পরা
রথ আরু অশ্বারোহীবিলাক আনিবর নিমিত্তে
৭ এক হাজার কিক্কর রূপ পঠাই দিলে। এই রূপে
সিহঁতে বত্রিশ হাজার রথীসৈন্য, মাখার রজা,
আরু তেওঁর লোকবিলাকক বেচ দি আনিলে।
সিহঁতে আহি মেদবার আগত ছাউনি পাতিলে;
আরু অম্মোনর সন্তানবিলাকেও আপোন
আপোন নগরর পরা ওলাই গোট খাই যুদ্ধলৈ
৮ আহিল। পাছে দায়ূদে সেই সংবাদ পাই
যোৱাবক আরু পরাক্রমী গোটেই সৈন্য-
৯ সামন্তক তালৈ পঠাই দিলে। তাতে অম্মোনর

সন্তানবিলাকে বাহিৰলৈ আহি নগৰৰ দুৱাৰ-
মুখত যুদ্ধ কৰিবৰ অৰ্থে সৈন্যৰ বেহু পাতিলে।
আৰু ৰণলৈ অহা ৰজাবিলাক পথাৰত পৃথকে
১০ পৃথকে থাকিল। এই ৰূপে আগফালে আৰু
পাছফালে, দুয়োফালে যুদ্ধ হব দেখি, যোৱাবে
ইস্রায়েলৰ আটাই মনোনীত লোকৰ মাজৰ পৰা
মানুহ বাচি লৈ, অৰামীয়াবিলাকৰ বিৰুদ্ধে বেহু
১১ পাতিলে। আৰু অৱশিষ্ট লোকবিলাকক আপোন
ভায়েক অবীচয়ৰ হাতত সোধাই দিলে; তাতে
সিবিলাকে অম্মোনৰ সন্তানবিলাকৰ বিৰুদ্ধে
১২ বেহু পাতিলে। আৰু যোৱাবে কলে, যদি
অৰামীয়াবোৰ মোতকৈ বলৱান হয়, তেন্তে
তুমি আহি মোক সহায় কৰিবাহি; আৰু যদি
তোমাতকৈ অম্মোনৰ সন্তানবিলাক বলৱান
হয়, তেন্তে মই গৈ তোমাক সহায় কৰিমগৈ।
১৩ তুমি সাহিয়াল হোৱা; আমি স্বজাতীয় লোক-
বিলাকৰ আৰু আমাৰ ঈশ্বৰৰ নগৰবিলাকৰ
নিমিত্তে পুৰুষালি দেখুৱাওঁহঁক; আৰু যিহো-
ৱাই আপোন দৃষ্টিত যিহকে ভাল দেখে, তাকেই
১৪ কৰোক। পাছে, যোৱাব আৰু তেওঁৰ লগৰ
লোকবিলাকে অৰামীয়াবিলাকে সৈতে যুদ্ধ
কৰিবলৈ ওচৰ চাপিলত, সিহঁত তেওঁৰ আগৰ
১৫ পৰা পলাল। আৰু অৰামীয়াবিলাক পলোৱা
দেখি, অম্মোনৰ সন্তানবিলাকেও তেওঁৰ ভায়েক
অবীচয়ৰ আগৰ পৰা পলাই নগৰত সোমালগৈ।
১৬ তেতিয়া যোৱাব যিৰূচালেমলৈ আহিল। পাছে
অৰামীয়াবিলাকে ইস্রায়েলৰ সন্মুখত আপোনা-
বিলাকক ঘটা দেখি, দূত পঠাই নদীৰ সিপাৰে
থকা অৰামীয়াবিলাকক বাহিৰ কৰি আনিলে;
হদৰেজৰৰ সেনাপতি চোফক সিহঁতৰ অগ্রগামী
১৭ হৈ আহিল। পাছে দায়ূদৰ আগত এই বাৰ্ত্তা
দিয়া হলত, তেওঁ গোটেই ইস্রায়েলক গোটাই
লৈ যৰ্দ্দন পাৰ হৈ সিহঁতৰ ওচৰ পাই, সিহঁতৰ
বিৰুদ্ধে বেহু পাতিলে। তাতে দায়ূদে অৰামীয়া
লোকবিলাকৰ বিৰুদ্ধে বেহু পাতিলত, সিহঁতে
১৮ তেওঁৰ লগত যুদ্ধ কৰিলে। কিন্তু অৰামীয়া-
বিলাক ইস্রায়েলৰ সন্মুখৰ পৰা পলাল; আৰু
দায়ূদে অৰামীয়াবিলাকৰ সাত হাজাৰ ৰথী-
সৈন্য, চল্লিশ হাজাৰ পদাতিক সৈন্য, আৰু
১৯ চোফক সেনাপতিক বধ কৰিলে। পাছে ইস্রা-
য়েলৰ সন্মুখত আপোনাবিলাকক ঘটা দেখি,
হদৰেজৰৰ দাসবিলাকে দায়ূদৰ লগত সন্ধি
পাতি তেওঁৰ অধীন হল। তেতিয়াৰে পৰা অৰা-
মীয়া লোকে অম্মোনৰ সন্তানবিলাকক আৰু
সহায় কৰিবলৈ মান্তি নহল।

২০ পাছে বছৰ ঘূৰিলত, যি কালত ৰজা-
বিলাক যুদ্ধলৈ যায়, এনে কালত যোৱাবে
পৰাক্রমী সৈন্যসামন্ত লৈ গৈ, অম্মোনৰ সন্তান-
বিলাকৰ দেশ নষ্ট কৰিলে, আৰু ৰব্বালৈ গৈ
তাক অৱৰোধ কৰিলে; কিন্তু দায়ূদ যিৰূচালেমত
থাকিল। পাছে যোৱাবে ৰব্বাক আঘাত কৰি
২ মাটিৰে সমান কৰিলে। আৰু দায়ূদে সিহঁতৰ
ৰজাৰ মূৰৰ পৰা তেওঁৰ ৰাজমুকুটটি লৈ, তাৰ
সোণৰ পৰিমাণ এক কিক্কৰ আছে বুলি বুজিলে;
আৰু তাত বহুমূল্য মণিও আছিল; তাক দায়ূদৰ
মূৰত দিয়া হল। তেওঁ সেই নগৰৰ পৰা অতিশয়
৩ অধিক লুটদ্রব্য উলিয়াই আনিলে। পাছে
দায়ূদে তাৰ ভিতৰত থকা লোকবিলাকক বাহিৰ-
লৈ আনি, কৰত, লোহাৰ মৈ, আৰু কুঠাৰেৰে
কাটিলে; দায়ূদে অম্মোনৰ সন্তানবিলাকৰ
আটাই নগৰলৈ এই ৰূপে কৰিলে। পাছে দায়ূদ
আৰু তেওঁৰ সকলো লোক যিৰূচালেমলৈ উভটি
আহিল।
৪ তাৰ পাছে গেজৰত পলেষ্টীয়াবিলাকে সৈতে
ৰণ লাগিল; সেই সময়ত হূচাতীয়া চিব্বখয়ে
চিপ্পয় নামেৰে ৰফাৰ এজন সন্তানক বধ কৰিলে;
তাতে পলেষ্টীয়াবিলাকক বশীভূত কৰা হল।
৫ পুনৰায় পলেষ্টীয়াবিলাকে সৈতে যুদ্ধ হল;
তাতে যায়ীৰৰ পুত্র ইল্‌হাননে গাতীয়া গলিয়া-
থৰ ভায়েক লহমীক বধ কৰিলে; তাৰ বৰছাৰ
৬ কুৰা তৌলোঠাৰ সমান আছিল। আৰু এবাৰ
গাতত ৰণ লাগিল; তাত অতি দীৰ্ঘকায় আৰু
প্রত্যেক হাতে ভৰিয়ে ছটা ছটা আঙুলি সৰ্ব্ব-
মোট চব্বিশটা আঙুলি থকা ৰফাৰ এজন সন্তান
৭ আছিল। সি ইস্রায়েলক ইতিকিং কৰিলত,
দায়ূদৰ ককায়েক চিমিয়াৰ পুত্র যোনাথনে
৮ তাক বধ কৰিলে। এই কেইজন ৰফাৰ ঔৰসত
জন্মা লোক; ইহঁত দায়ূদ আৰু তেওঁৰ দাস-
বিলাকৰ হাতত মৰা পৰিল।

লোকবিলাকক গণনা কৰাৰ দোষ; আৰু
তাৰ দণ্ড।

২১ পাছে চয়তানে ইস্রায়েলৰ বিৰুদ্ধে থিয়
হৈ, ইস্রায়েলক গণনা কৰিবলৈ দায়ূদক
২ কুবুদ্ধি দিলে। তাতে দায়ূদে যোৱাবক আৰু
লোকবিলাকৰ অধ্যক্ষবিলাকক আজ্ঞা কৰিলে,
বোলে, তোমালোকে যোৱা, বেৰ-চেবাৰে পৰা
দানলৈকে ইস্রায়েলক গণনা কৰাগৈ; পাছে
মই সিবিলাকৰ সংখ্যা জানিবৰ নিমিত্তে
৩ মোক বাৰ্ত্তা দিবাহি। তেতিয়া যোৱাবে কলে,
এতিয়া যিমান লোক আছে, যিহোৱাই তাৰ
এশ গুণ অধিককৈ আপোন প্রজাবিলাকক বৃদ্ধি
কৰোক; হে মোৰ প্রভু মহাৰাজ, সিবিলাক
সকলোৱেই জানো মোৰ প্রভুৰ দাস নহয়?
মোৰ প্রভুৱে ইয়ালৈ কিয় পুৰুষাৰ্থ কৰে?
আপুনি ইস্রায়েলৰ দোষৰ কাৰণ কিয় হব?

৪ তথাপি যোৱাবত্ কৈ ৰজাৰ বাক্য প্ৰবল হোৱাত,
যোৱাব গৈ গোটেই ইস্ৰায়েলৰ মাজত ফুৰি,
৫ পাছত যিৰূচালেমলৈ আহিল। পাছে যোৱাবে
লোকবিলাকৰ সংখ্যা দায়ূদৰ ওৰিত আনি
দিলে; গোটেই ইস্ৰায়েলৰ মাজত এঘাৰ লাখ
তৰোৱাল ধৰোঁতা লোক, আৰু যিহূদাৰ মাজত
চাৰি লাখ সত্তৰ হাজাৰ তৰোৱাল ধৰোঁতা লোক
৬ আছিল। কিন্তু সিবিলাকৰ মাজত তেওঁ লেবী
আৰু বিন্যামীনক গণনা নকৰিলে; কাৰণ ৰজাৰ
৭ সেই আজ্ঞাত যোৱাবৰ ঘিণ লাগিছিল। পাছে
ঈশ্বৰে সেই কাৰ্য্যত অসন্তোষ পাই ইস্ৰায়েলক
৮ আঘাত কৰিলে। দায়ূদে ঈশ্বৰক কলে, এই কৰ্ম্ম
কৰাতে মই মহাপাপ কৰিলোঁ; এতিয়া বিনয়
কৰোঁ, আপোন দাসৰ অপৰাধ ক্ষমা কৰা, কিয়নো
৯ মই অতিশয় অজ্ঞানৰ কৰ্ম্ম কৰিলোঁ। পাছে
যিহোৱাই দায়ূদৰ দৰ্শক গাদক এই কথা কলে,
১০ তুমি গৈ দায়ূদক কোৱা, যিহোৱাই এই
কথা কৈছে, মই তোমাৰ আগত তিনটা দণ্ড
ৰাখিছোঁ; তাৰ মাজৰ এটা বাচি লোৱা, মই
১১ তাকেই তোমালৈ কৰিম। তাতে গাদে দায়ূদৰ
ওচৰলৈ গৈ তেওঁক কলে, যিহোৱাই এই কথা
১২ কৈছে, তিনি বছৰ আকাল, বা তিনি মাহলৈকে
শত্ৰুবোৰৰ তৰোৱাল তোমাত লাগি থাকোঁতে
তোমাৰ বৈৰীবোৰৰ আগত উচ্ছন্ন হোৱা, বা
তিন দিনলৈকে যিহোৱাৰ তৰোৱাল, অৰ্থাৎ
দেশত মহামাৰী হোৱা আৰু ইস্ৰায়েলৰ আটাই
সীমাত সংহাৰ কৰোঁতা যিহোৱাৰ দূতে
ভ্ৰমণ কৰা, এই তিনটাৰ মাজৰ যিটোকে ইচ্ছা
কৰা, তাকে নিজৰ নিমিত্তে বাচি লোৱা। যি জনাই
মোক পঠালে, তেওঁক কি উত্তৰ দিম, তাক এতিয়া
১৩ বিবেচনা কৰি চোৱা। তাতে দায়ূদে গাদক
কলে, মই বড় ঠেকত পড়িছোঁ; মোক যিহোৱাৰ
হাতত পৰিবলৈ দিওক, কিয়নো তেওঁৰ দয়া
প্ৰচুৰ; কিন্তু মোক মানুহৰ হাতত পৰিবলৈ
১৪ নিদিওক। পাছে যিহোৱাই ইস্ৰায়েলৰ মাজলৈ
মহামাৰী পঠালে; তাতে ইস্ৰায়েলৰ সত্তৰ
১৫ হাজাৰ লোক মৰা পৰিল। পাছে ঈশ্বৰে যিৰূ-
চালেম বিনষ্ট কৰিবলৈ এজন দূত তালৈ
পঠালত, তেওঁ যেতিয়া বিনষ্ট কৰিবলৈ যুগুত
হল, তেতিয়া যিহোৱাই চাই সেই আপদৰ
নিমিত্তে খেদ কৰি সংহাৰক দূতক কলে, এয়ে
জুৰিছে, এতিয়া তোমাৰ হাত কোঁচোৱা। সেই
সময়ত যিহোৱাৰ সেই দূত যিবূচীয়া অৰ্ণনৰ
মড়ণা মৰা থলাৰ ওচৰত থিয় হৈ আছিল।
১৬ পাছে দায়ূদে ওপৰলৈ চাই, পৃথিবী আৰু
আকাশৰ মাজ পথত থিয় হৈ থকা যিহোৱাৰ
সেই দূতক দেখিলে; তেওঁৰ হাতত, যিৰূচালেমৰ
ওপৰলৈ দাঙি থকা কাঁক নোহোৱা এখন তৰো-
ৱাল আছিল। তাতে দায়ূদ আৰু বৃদ্ধ লোকবিলাক
উবুৰি হৈ পৰিল; সিবিলাকৰ গাত চট কাপড়
১৭ পিন্ধা আছিল। আৰু দায়ূদে ঈশ্বৰক কলে,
যি জনে লোকবিলাকক গণনা কৰিবলৈ আজ্ঞা
দিলে, সেই জন জানো মই নহওঁ? মইহে পাপ
কৰিলোঁ, মইহে অতিশয় অপৰাধী হলোঁ; কিন্তু
এই মেৰবিলাকে কি কৰিলে? হে মোৰ ঈশ্বৰ
যিহোৱা, বিনয় কৰোঁ, তোমাৰ হাত মোৰেই
বিৰুদ্ধে, আৰু মোৰ পিতৃবংশৰেই বিৰুদ্ধে
হওক; কিন্তু তোমাৰ প্ৰজাবিলাকক আঘাত
১৮ কৰিবলৈ হাত নেমেলিবা। পাছে, যিবূচীয়া
অৰ্ণনৰ মড়ণা মৰা থলাত যিহোৱাৰ উদ্দেশে
এটা যজ্ঞবেদি স্থাপন কৰাগৈ বুলি দায়ূদক
কবলৈ, যিহোৱাৰ দূতে গাদক হুকুম দিলে।
১৯ এই হেতুকে যিহোৱাৰ নামেৰে কোৱা গাদৰ
সেই বাক্য অনুসাৰে দায়ূদ তালৈ উঠি
২০ গল। তেতিয়া অৰ্ণনে পাছফাললৈ চাই দূতক
দেখিবলৈ পালে; আৰু তেওঁৰ লগত থকা
তেওঁৰ চাৰিটা পুতেক লুকালগৈ; সেই সময়ত
২১ অৰ্ণনে ঘেঁহু ধান মাৰি আছিল। পাছে দায়ূদে
অৰ্ণনৰ ওচৰলৈ চাপি যাওঁতে, অৰ্ণনে চাই
দায়ূদক দেখি, মড়ণা মৰা থলাৰ পৰা আহি
দায়ূদৰ আগত মাটিত মুখ লগাই প্ৰণিপাত
২২ কৰিলে। তেতিয়া দায়ূদে অৰ্ণনক কলে, তুমি
মড়ণা মৰা এই ঠাইখন মোক দিয়া, মই এই
ঠাইতে যিহোৱাৰ উদ্দেশে এটা যজ্ঞবেদি
নিৰ্ম্মাণ কৰোঁ; তুমি সম্পূৰ্ণ দাম লৈ, তাক
মোক দিয়া; সেয়ে হলে লোকবিলাকৰ মাজত
২৩ মহামাৰী নিবাৰণ হব। তেতিয়া অৰ্ণনে দায়ূদক
কলে, লওক, মোৰ প্ৰভু মহাৰাজে যিহকে ভাল
দেখে, তাকেই কৰোক; দেখোক, মই হোমবলিৰ
নিমিত্তে এই কেইটা গৰু, খৰিৰ নিমিত্তে এই
মড়ণা মৰা যন্ত্ৰ, আৰু নৈবেদ্যৰ নিমিত্তে এই
ঘেঁহু দিছোঁ; মই সকলোকে দান কৰিছোঁ।
২৪ পাছে দায়ূদ ৰজাই অৰ্ণনক কলে, সেয়ে হব
নোৱাৰে, মই সম্পূৰ্ণ মূল্য দি কিনিহে লম;
কিয়নো তোমাৰ যি আছে, মই যিহোৱাৰ
উদ্দেশে তাক নলওঁ, আৰু বিনামূল্যে হোমবলি
২৫ উৎসৰ্গ নকৰোঁ। পাছে দায়ূদে সেই ঠাইৰ
কাৰণে ছশ চেকল সোণ জুখি অৰ্ণনক দিলে।
২৬ আৰু দায়ূদে সেই ঠাইতে যিহোৱাৰ উদ্দেশে
এটা যজ্ঞবেদি নিৰ্ম্মাণ কৰি, হোমবলি আৰু
মঙ্গলাৰ্থক বলি উৎসৰ্গ কৰিলে, আৰু যিহোৱাৰ
নামেৰে প্ৰাৰ্থনা কৰিলে; তাতে তেওঁ আকাশৰ
পৰা হোমবেদিত অগ্নি পেলাই তেওঁক উত্তৰ
২৭ দিলে। পাছে, যিহোৱাই আপোন দূতক আজ্ঞা
কৰিলত, তেওঁ আপোন তৰোৱাল কাকত ভৰাই
থলে।

২৮ সেই কালত, যিহোৱাই যিবূচীয়া অর্ণনর
মড়ণা মরা থলাত উত্তর দিয়া দেখি, দায়ূদে সেই
২৯ ঠাইতে বলিদান করিবলৈ ধরিলে। কিয়নো,
মোচিয়ে অরণ্যত নির্ম্মাণ করা যিহোৱার আবাস
আরু হোমবেদিটো সেই সময়ত গিবিয়ো-
৩০ নর ওখ ঠাইত আছিল। কিন্তু দায়ূদে ঈশ্বরর
পরামর্শ লবর নিমিত্তে তার আগলৈ যাব
নোৱারিছিল; কারণ যিহোৱার দূতর তরোৱাল
দেখি তেওঁ ভয় করিছিল। পাছে দায়ূদে

২২ কলে, এয়ে ঈশ্বর যিহোৱার গৃহর ঠাই,
আরু এয়ে ইস্রায়েলর হোমবেদির ঠাই।

দায়ূদে মন্দিরর অর্থে বস্তু আয়োজন করা;
আরু চলোমনক আদেশ দিয়া।

২ পাছে দায়ূদে ইস্রায়েল দেশত থকা বিদেশী-
বিলাকক গোটাবলৈ আজ্ঞা দিলে; আরু ঈশ্বরর
গৃহ নির্ম্মাণ করিবর অর্থে কটা শিল যুগুত
করিবলৈ শিল-কটীয়াবিলাকক কামত লগালে।
৩ আরু তার দুৱারর গজাল, আরু বাটামর
নিমিত্তে দায়ূদে অতিশয় অধিক লোহা যুগুত
৪ করিলে, আরু অতি অধিক অপরিমিত পিতল
ও অসংখ্য এরচ কাঠ যুগুত করিলে; কিয়নো
চীদোনীয়া আরু তূরীয়াবিলাকে দায়ূদলৈ অনেক
৫ এরচ কাঠ আনিছিল। আরু দায়ূদে কলে, মোর
পুত্র চলোমন অলপ বয়সীয়া আরু কোমল;
কিন্তু যিহোৱার নিমিত্তে যি গৃহ সজা যাব, সেয়ে
অতিশয় প্রতাপান্বিত হব লাগিব, আরু তার
কীর্ত্তি ও যশ আটাই দেশতে ব্যাপ্ত হব লাগিব;
এই হেতুকে ময় তার নিমিত্তে আয়োজন করিম।
এই কারণে দায়ূদে আপোনার মৃত্যুর পূর্ব্বে
অতিশয় অধিক বস্তু আয়োজন করিলে।
৬ পাছে তেওঁ আপোন পুত্র চলোমনক মতাই
আনি, ইস্রায়েলর ঈশ্বর যিহোৱার নিমিত্তে এটা
৭ গৃহ সাজিবলৈ তেওঁক আজ্ঞা করিলে। আরু
দায়ূদে আপোন পুত্র চলোমনক কলে, মোর ঈশ্বর
যিহোৱার নামর উদ্দেশে এটা গৃহ নির্ম্মাণ করি-
৮ বলৈ মোর মন আছিল। কিন্তু যিহোৱার বাক্য
মোর ওচরলৈ আহিল, বোলে, তুমি অনেকর রক্ত-
পাত করিলা, আরু বড় বড় যুদ্ধ করিলা; তুমি
মোর নিমিত্তে গৃহ নেসাজিবা, কিয়নো পৃথিবীত
মোর সাক্ষাতে তুমি অনেকর রক্তপাত করিলা।
৯ কিন্তু দেখা, তোমার এটী পুত্র জন্মিব; তেওঁ
বিশ্রাম ভোগ করা মানুহ হব; ময় তেওঁর চারিও-
কালে থকা আটাই শত্রুর পরা তেওঁক জিরণি
দিম; কিয়নো তেওঁর নাম চলোমন [শান্ত]
হব, আরু তেওঁর রাজত্বর কালত ময় ইস্রায়েলক
১০ শান্তি আরু নির্ব্বিঘ্নতা দিম। মোর নামর
নিমিত্তে তেওঁহে এটা গৃহ নির্ম্মাণ করিব; আরু
তেওঁ মোর পুত্র হব, আরু ময় তেওঁর পিতৃ হম;
আরু ময় ইস্রায়েলর ওপরত তেওঁর রাজসিংহা-
১১ সন চিরস্থায়ী করিম। এতিয়া হে বোপা, যিহোৱা
তোমার সঙ্গী হওক; আরু তেওঁ তোমার বিষয়ে
যেনেকৈ কৈছিল, তেনেকৈয়ে তুমি কৃতকার্য্য হৈ
আপোন ঈশ্বর যিহোৱার গৃহ নির্ম্মাণ করা:
১২ কেৱল, তোমার ঈশ্বর যিহোৱার ব্যৱস্থা পালন
করিবর অর্থে যিহোৱাই তোমাক বুদ্ধি আরু
বিবেচনা দিওক, আরু ইস্রায়েলর বিষয়ে তোমাক
১৩ আজ্ঞা করোক। সেয়ে হলে, যিহোৱাই ইস্রায়ে-
লর নিমিত্তে মোচিক দিয়া বিধি আরু শাসন-
প্রণালীবিলাক পালন করিবলৈ, আরু সেই মতে
কার্য্য করিবলৈ সাৱধানে থাকিলে, তুমি কৃত-
কার্য্য হবা; তুমি বলৱান আরু সাহীয়াল
১৪ হোৱা, ভয়াতুর কি নিরাশ নহবা। আরু দেখা,
ময় অতি কষ্টেরে যিহোৱার গৃহর নিমিত্তে
এক লাখ কিক্কর সোণ, আরু দহ লাখ কিক্কর
রূপ, আরু অধিক হোৱার নিমিত্তে নেজোখাকৈ
পিতল আরু লোহা যুগুত করি থৈছোঁ, কাঠ
আরু শিলো যুগুত করি থৈছোঁ; তুমি আরু
১৫ যুগুত করিব পারিবা। আরু তোমার ইয়াত
শিল্পকর্ম্ম করোঁতা মানুহ অনেক আছে, অর্থাৎ
শিল-কটীয়া, শিল আরু কাঠর কাম করোঁতা,
আরু সকলো বিধর কামত নিপুণ হোৱা নানা
১৬ লোক আছে। আরু সোণ, রূপ, পিতল, আরু
লোহা অসংখ্য আছে; উঠা, কাম করা, আরু
১৭ যিহোৱা তোমার লগত থাকোক। পাছে দায়ূদে
আপোন পুত্র চলোমনক সহায় করিবলৈ, ইস্রা-
য়েলর আটাই অধ্যক্ষবিলাকক আজ্ঞা করি কলে,
১৮ তোমালোকর ঈশ্বর যিহোৱা তোমালোকর লগত
নাই নে? আরু চারিওফালর পরা তেওঁ তোমা-
লোকক জিরণি দিয়া নাই নে? কিয়নো তেওঁ
দেশনিবাসীবিলাকক মোর হাতত দিলে; আরু
যিহোৱার ও তেওঁর প্রজাবিলাকর আগত দেশ
১৯ বশীভূত আছে। এতিয়া তোমালোকে আপোনা-
বিলাকর ঈশ্বর যিহোৱাক বিচারিবলৈ আপোন
আপোন হৃদয় আরু মন দিয়া; আরু উঠা,
যিহোৱার নিয়মচন্দুক আরু ঈশ্বরর পবিত্র বস্তু-
বিলাক যিহোৱার নামর উদ্দেশে নির্ম্মাণ করিব
লগা গৃহলৈ অনা হবলৈ, ঈশ্বর যিহোৱার ধর্ম্ম-
ধাম নির্ম্মাণ করা।

দায়ূদে চলোমনক রজা পতা। লেবীয়া
আরু পুরোহিতবিলাকর কথা।

২৩ পাছে দায়ূদে বৃদ্ধ হৈ সম্পূর্ণ আয়ুষ
পাই, আপোন পুত্র চলোমনক ইস্রায়েলর
২ ওপরত রজা পাতিলে। তেওঁ পুরোহিত আরু
লেবীয়াবিলাকে সৈতে ইস্রায়েলর আটাই

৩ অধ্যক্ষবিলাকক গোটালে। তেতিয়া ত্ৰিশ বছৰ
আৰু তাতকৈ অধিক বয়সীয়া লেবীয়াবিলাকক
গণনা কৰা হলত, মূৰ অনুসাৰে সিবিলাকৰ
৪ সংখ্যা আঠত্ৰিশ হাজাৰ পুৰুষ আছিল। সিবি-
লাকৰ মাজৰ চৌব্বিশ হাজাৰ লোকক যিহোৱাৰ
গৃহৰ কাৰ্য্য চলাবলৈ নিযুক্ত কৰা হল; ছয়
হাজাৰ লোক শাসনকৰ্ত্তা আৰু বিচাৰকৰ্ত্তা
৫ আছিল। চাৰি হাজাৰ দুৱৰী আছিল; আৰু
প্ৰশংসা কৰিবৰ অৰ্থে, যিবোৰ বাদ্যযন্ত্ৰ মই
সাজিছোঁ বুলি দায়ূদে কৈছিল, সেইবোৰেৰে
চাৰি হাজাৰ লোকে যিহোৱাৰ প্ৰশংসা কৰে।
৬ গেৰ্চোন, কহাৎ, আৰু মৰাৰী, লেবীৰ এই তিনি
জন পুত্ৰৰ বংশ অনুসাৰে দায়ূদে সিবিলাকক পাল
৭ বাঁটি দিলে। গেৰ্চোনীয়াবিলাকৰ মাজত লদন
৮ আৰু চিমিয়ী। লদনৰ তিনি জন পুত্ৰ; প্ৰধান
যিহীয়েল, আন কেইজন জেথম আৰু যোৱেল।
৯ চিমিয়ীৰ তিনি জন পুত্ৰ, চলোমোৎ, হজী-
য়েল, আৰু হাৰণ; ইবিলাক লদনৰ পিতৃবংশৰ
১০ মূল মানুহ আছিল। আৰু চিমিয়ীৰ পুত্ৰ
যহৎ, জীনা, যিয়ূচ, আৰু বৰীয়া; চিমিয়ীৰ এই
১১ চাৰি জন পুত্ৰ। সিবিলাকৰ মাজত প্ৰধান
যহৎ, আৰু দ্বিতীয় জীজা আছিল; কিন্তু যিয়ূচ
আৰু বৰীয়াৰ বহুৎ সন্তান নাছিল; এই কাৰণে
সিবিলাক একেলগে গণিত হৈ এক পিতৃবংশ
১২ হল। কহাতৰ চাৰি জন পুত্ৰ, অম্ৰম, যিচ্‌হৰ,
১৩ হিব্ৰোণ, আৰু উজীয়েল। অম্ৰমৰ পুত্ৰ হাৰোণ
আৰু মোচি; পাছে, সদাকাললৈকে যিহোৱাৰ
সাক্ষাতে ধূপ জলাবৰ, তেওঁৰ পৰিচৰ্য্যা কৰিবৰ,
আৰু তেওঁৰ নামেৰে আশীৰ্ব্বাদ কৰিবৰ নিমিত্তে,
হাৰোণক আৰু তেওঁৰ সন্তানবিলাকক সদাকাল-
লৈকে অতি পবিত্ৰ বস্তু পবিত্ৰ কৰি ৰাখিবলৈ
১৪ পৃথক কৰা গল। কিন্তু ঈশ্বৰৰ লোক যি মোচি,
তেওঁৰ সন্তানবিলাক লেবী ফৈদৰ মাজত গণিত
১৫ হল। মোচিৰ পুত্ৰ গেৰ্চোম আৰু ইলীয়েজৰ।
১৬ গেৰ্চোমৰ সন্তানবিলাকৰ মাজত চবূৱেল প্ৰধান।
১৭ আৰু ইলীয়েজৰৰ সন্তানবিলাকৰ মাজত ৰহ-
বিয়া প্ৰধান আছিল; এই ইলীয়েজৰৰ আৰু
পুত্ৰ নাছিল, কিন্তু ৰহবিয়াৰ পুত্ৰবিলাক
১৮ লেখত অতিশয় অধিক আছিল। যিচ্‌হৰৰ
পুত্ৰবিলাকৰ মাজত চলোমীৎ প্ৰধান আছিল।
১৯ হিব্ৰোণৰ পুত্ৰ প্ৰধান যিৰিয়া, দ্বিতীয় অম-
ৰিয়া, তৃতীয় যহজীয়েল,আৰু চতুৰ্থ যিকমিয়াম।
২০ উজীয়েলৰ পুত্ৰ প্ৰধান মীখা, আৰু দ্বিতীয়
২১ যিচিয়া। মৰাৰীৰ পুত্ৰ মহলী আৰু মূচী।
২২ মহলীৰ পুত্ৰ ইলিয়াজৰ আৰু কীচ। ইলিয়া-
জৰ মৰিলত, তেওঁৰ পুত্ৰ নথকাত, কেৱল কেই-
জনীমান জীয়েক থকাত, সিহঁতৰ বংশৰ কীচৰ
২৩ পুত্ৰবিলাকে সিহঁতক বিয়া কৰিলে। মূচীৰ
তিনি জন পুত্ৰ, মহলী, এদৰ, আৰু যিৰে-
২৪ মোৎ; ইবিলাক আপোন আপোন পিতৃবংশ
অনুসাৰে লেবীৰ সন্তান; বিশ বছৰ আৰু
তাতকৈ অধিক বয়সীয়া যিবিলাক লোক নাম
আৰু মূৰ অনুসাৰে গণিত হল, যিবিলাকে
যিহোৱাৰ গৃহৰ সেৱকীয়া কাৰ্য্য কৰিছিল, ইবি-
২৫ লাক সিবিলাকৰ পিতৃবংশৰ মূল মানুহ। কিয়নো
দায়ূদে কৈছিল, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই
আপোন প্ৰজাবিলাকক বিশ্ৰাম দিলে; তেওঁ
২৬ সদাকাললৈকে যিৰূচালেমত বসতি কৰিব; আৰু
লেবীয়াবিলাকেও আজিৰ পৰা আবাস, আৰু
তাৰ সেৱকীয়া কাৰ্য্যৰ আটাই পবিত্ৰ বস্তু-
২৭ বিলাক আৰু বব নেলাগিব। কাৰণ দায়ূদৰ
শেষবাক্য অনুসাৰে বিশ বছৰ আৰু তাতকৈ
অধিক বয়সীয়া লেবীৰ সন্তানবিলাকক গণনা
২৮ কৰা গল। কিয়নো, সিবিলাকে কৰিব
লগীয়া কাম যিহোৱাৰ গৃহৰ সেৱকীয়া কাৰ্য্যৰ
অৰ্থে হাৰোণৰ সন্তানবিলাকৰ ওচৰত থিয়
হোৱা, চোঁতাল কেইখন আৰু কোঠালিবোৰৰ
তত্ত্বাৱধাৰণ কৰা, আটাই পবিত্ৰ বস্তু শুচি কৰা
আদি ঈশ্বৰৰ গৃহৰ আটাই সেৱকীয়া কাৰ্য্য কৰা,
২৯ দৰ্শনপিঠা যুগুত কৰা, আৰু ধমীৰ নিদিয়া
পাতল চাকলীয়া পিঠাৰ ভক্ষ্য নৈবেদ্য, বা
তাৱাত ভাও দিয়া ভক্ষ্য নৈবেদ্য, বা তেল সনা
আটাগুৰিৰে সজা ভক্ষ্য নৈবেদ্যৰ অৰ্থে দিহি
আটাগুৰি যুগুত কৰা, আৰু সকলো বিধৰ
৩০ জোখ আৰু পৰিমাণ চোৱা, যিহোৱাৰ ধন্যবাদ
আৰু প্ৰশংসাৰ অৰ্থে প্ৰতিৰাতিপুৱা আৰু সন্ধ্যা
৩১ বেলা থিয় হোৱা, আৰু যিহোৱাৰ সাক্ষাতে
নিত্যে নিত্যে, আপোনাবিলাকে পালন কৰিব
লগা বিধিমতে, লেখ অনুসাৰে,প্ৰত্যেক বিশ্ৰাম-
বাৰত, ন জোনত, আৰু নিৰূপিত পৰ্ব্বত যিহো-
ৱাৰ উদ্দেশে আটাই হোমবলি উৎসৰ্গ কৰা;
৩২ আৰু সিবিলাকে সাক্ষাৎ কৰা তম্বুৰ নিমিত্তে
কৰিব লগীয়া কাৰ্য্য, পবিত্ৰস্থানৰ নিমিত্তে কৰিব
লগীয়া কাৰ্য্য, আৰু ঈশ্বৰৰ গৃহৰ সেৱকীয়া
কাৰ্য্যৰ বিষয়ে আপোনাৰ ভাই হাৰোণৰ সন্তান-
বিলাকৰ নিমিত্তে কৰিব লগীয়া কাৰ্য্য কৰিব।

২৪ হাৰোণৰ সন্তানবিলাকৰ পালবোৰৰ
কথা। হাৰোণৰ পুত্ৰ নাদব, অবীহূ,
২ ইলিয়াজৰ, আৰু ঈথামৰ। কিন্তু নাদব আৰু
অবীহূ আপোন পিতৃৰ আগতে মৰিল; আৰু
সিবিলাকৰ সন্তান নাছিল; এই হেতুকে
ইলিয়াজৰ আৰু ঈথামৰে পুৰোহিতকৰ্ম্ম
৩ কৰিলে। পাছে দায়ূদে ইলিয়াজৰৰ বংশৰ
চাদোক, আৰু ঈথামৰৰ বংশৰ অহীমেলকে
সৈতে পুৰোহিতবিলাকক সেৱকীয়া কাৰ্য্য-
সম্বন্ধীয় আপোন আপোন শ্ৰেণী অনুসাৰে পাল

৪ বাঁটি দিলে। তাতে জনা গল, যে, ঈথামরর সন্তান-
বিলাকর পিতৃবংশর মূল মানুহতকৈ ইলিয়াজরর
সন্তানবিলাকর পিতৃবংশর মূল মানুহ অধিক;
এই হেতুকে তেওঁবিলাকে সিবিলাকক এনেকৈ
পাল বাঁটি দিলে, যে, ইলিয়াজরর সন্তানবিলাকর
মাজত পিতৃবংশর ষোল জন মূল মানুহ, আরু
ঈথামরর সন্তানবিলাকর মাজত পিতৃবংশর আঠ
৫ জন মূল মানুহ হল। তেওঁবিলাকে বংশর একো
প্রভেদ নেরাখি, চিঠি খেলাই সিবিলাকক পাল
বাঁটি দিলে; কিয়নো ধর্ম্মধামর অধ্যক্ষবিলাক
আরু ঈশ্বরীয় অধ্যক্ষবিলাক ইলিয়াজরর আরু
ঈথামরর সন্তানবিলাকর মাজর পরা লোৱা
৬ হল। রজার, অধ্যক্ষবিলাকর, চাদোক পুরো-
হিতর, অবিয়াথরর পুত্র অহীমেলকর, আরু
পুরোহিত ও লেবীয়াবিলাকর পিতৃবংশর মূল
মানুহবিলাকর আগত্তে লেবীর বংশর নথনেলর
পুত্র চময়িয়া লিখকে সিবিলাকর নাম
লিখিলে; ইলিয়াজরর নিমিত্তে এক পিতৃবংশর
নাম, আরু ঈথামরর নিমিত্তে এক পিতৃবংশর
৭ নাম লোৱা হল। তেতিয়া প্রথম গুটী যিহোয়া-
৮ রীবর নামে উঠিল, দ্বিতীয় যিদয়ার, তৃতীয়
৯ হারীমর, চতুর্থ চিয়োরীমর, পঞ্চম মল্কিয়ার,
১০ ষষ্ঠ মিয়ামীনর, সপ্তম হক্কোচর, অষ্টম অবিয়ার,
১১ নৱম যেচূৱার, দশম চখনিয়ার, একাদশ ইলি-
১৩ য়াচীবর, দ্বাদশ যাকীমর, ত্রয়োদশ হুপ্পার,
১৪ চতুর্দ্দশ যেচেবাবর, পঞ্চদশ বিল্গার, ষোড়শ
১৫ ইম্মেরর, সপ্তদশ হেজীরর, অষ্টাদশ হপ্পি-
১৬ চেচর, ঊনবিংশ পথহিয়ার, বিংশ যিহিজ্কেলর,
১৭ একবিংশ যাখীনর, দ্বাবিংশ গামূলর, ত্রয়ো-
বিংশ দলায়ার, চতুর্ব্বিংশ মাজিয়ার নামে
১৯ উঠিল। ইস্রায়েলর ঈশ্বর যিহোৱার আজ্ঞা
অনুসারে সিবিলাকর পূর্ব্বপিতৃ হারোণর দ্বারায়
সিবিলাকক দিয়া বিধির দরে, যিহোৱার গৃহত
সোমোৱার বিষয়ে সিবিলাকর সেৱকীয়া কার্য্যর
নিমিত্তে এই এই শ্রেণী হল।

২০ লেবীর অৱশিষ্ট সন্তানবিলাকর কথা। অম্র-
মর সন্তানবিলাকর মাজত চূবায়েল; চূবায়েলর
২১ সন্তানবিলাকর মাজত যেহদিয়া। রহবিয়ার
কথা; রহবিয়ার সন্তানবিলাকর মাজত যিচিয়া
২২ প্রধান। যিচ্হরীয়াবিলাকর মাজত চলোমোৎ;
২৩ চলোমোতর সন্তানবিলাকর মাজত যহৎ। আরু
হিব্রোণর সন্তান, প্রধান যিরিয়া, দ্বিতীয় অম-
রিয়া, তৃতীয় যহজীয়েল, চতুর্থ যিকমিয়াম।
২৪ উজ্জীয়েলর সন্তানবিলাকর মাজত মীখা; মীখার
২৫ সন্তানবিলাকর মাজত চামীর। মীখার ভায়েক
যিচিয়া; যিচিয়ার সন্তানবিলাকর মাজত জখ-
২৬ রিয়া। মরারীর সন্তান মহলী আরু মূচী;
২৭ যাজিয়ার পুত্তেক বিনো। মরারীর সন্তান;
যাজিয়ার সন্তান বিনো, চোহম, জক্কুর, আরু
২৮ ইব্রী। মহলীর সন্তান ইলিয়াজর; এওঁর পুত্র
২৯ নাছিল। কীচর কথা; কীচর সন্তানবিলাকর
৩০ মাজত যিরহমেল। আরু মূচীর সন্তান মহলী,
এদর, আরু যিরীমোৎ। ইবিলাক আপোন
আপোন পিতৃবংশ অনুসারে লেবীর সন্তান।
৩১ এইবিলাকেও আপোনাবিলাকর ভাই হারোণর
সন্তানবিলাকর নিচিনাকৈ, প্রধান লোকর পিতৃ
বংশর আরু তেওঁর সরু ভাইর পিতৃবংশর
প্রভেদ নেরাখি, দায়ূদ রজার, আরু চাদোক,
অহীমেলক, আরু পুরোহিত ও লেবীয়াবিলাকর
পিতৃবংশর মূল মানুহবিলাকর সাক্ষাতে চিঠি
খেলালে।

গায়নবায়নবিলাকর বিষয়।

২৫ পাছে দায়ূদ আরু সেনাপতিবিলাকে
আচফ, হেমন, আরু যিদূথূনর সন্তান-
বিলাকর কেতবিলাকক সেৱকীয়া কার্য্যর অর্থে
পৃথক করিলে; সিবিলাকে বীণা, নেবল, আরু
তালেরে ভাবোক্তি গান করিব লাগে। যিবি-
লাকে আপোন আপোন সেৱকীয়া কার্য্য অনু-
সারে সেই কাম করিব লাগে, সিবিলাকর
২ সংখ্যা। আচফর সন্তানবিলাকর মাজত জক্কুর,
যোচেফ, নথনিয়া, আরু অচরেলা; সিবিলাকে
রজার আজ্ঞারে ভাবোক্তি গান করোঁতা আচফর
৩ অধীনে ভাবোক্তি গান করে। যিদূথূনর কথা;
যিদূথূনর সন্তানবিলাকর মাজত গদলিয়া, চরী,
যিচয়া, হচবিয়া, আরু মত্তিথিয়া, এই ছয়
জন; বীণারে ভাবোক্তি গান করোঁতা আপোনা-
বিলাকর পিতৃ যিদূথূনর অধীনে সিবিলাকে
যিহোৱার ধন্যবাদ আরু প্রশংসার অর্থে
৪ ভাবোক্তি গান করে। হেমনর কথা; হেমনর সন্তান
বুক্কিয়া, মত্তনিয়া, উজ্জীয়েল, চবূয়েল, যিরী-
মোৎ, হননিয়া, হনানী, ইলীয়াথা, গিদ্দল্তী,
রোমম্তী-এজর, যচ্বিকাচা, মল্লোথী, হোথীর,
৫ আরু মহজীয়োৎ। ঈশ্বরীয় বাক্যর বিষয়ে রজার
দর্শক যি হেমন, তেওঁর এই সকলো পুত্র; তেওঁর
শিঙ ওখ করিবলৈ, ঈশ্বরে তেওঁক চৌদ্ধটা লরা
৬ আরু তিনি জনী ছোৱালী দিলে। এই আটাই-
বিলাকে ঈশ্বরর গৃহর সেৱকীয়া কার্য্যর নিমিত্তে,
তাল, নেবল, আরু বীণারে আপোন বাপেকর
অধীনে যিহোৱার গৃহত গান করে; আচফ, যিদূ-
থূন, আরু হেমন রজার অধীনে আছিল। যিহো-
৭ ৱার উদ্দেশে গীতগানত শিক্ষিত এনে কি নিপুণ
ইবিলাক আরু ইবিলাকর ভাইবিলাক সংখ্যাত
৮ সর্ব্বমোট দুশ আঁঠাশী জন লোক আছিল। যিবি-
লাক সরু কি বড়, গুরু কি শিষ্য সকলোরে সমানে
চিঠি খেলাই আপোনাবিলাকর করিব লগীয়া

৯ কাৰ্য্য কৰিবলৈ থিৰ কৰিছিল। প্ৰথম গুটী আচ-
ফৰ নিমিত্তে যোচেফৰ নামে উঠিল। দ্বিতীয় গুটী
গদলিয়াৰ নামে উঠিল; তেওঁ, তেওঁৰ ভাই আৰু
১০ পুতেকবিলাক বাৰ জন। তৃতীয় গুটী জক্কুৰৰ
নামে উঠিল; তেওঁৰ পুতেক আৰু ভাইবিলাক
১১ বাৰ জন। চতুৰ্থ গুটী যিত্ৰীৰ নামে উঠিল;
তেওঁৰ পুতেক আৰু ভাইবিলাক বাৰ জন।
১২ পঞ্চম গুটী নথনিয়াৰ নামে উঠিল; তেওঁৰ
১৩ পুতেক আৰু ভাইবিলাক বাৰ জন। ষষ্ঠ গুটী
বুক্কিয়াৰ নামে উঠিল; তেওঁৰ পুতেক আৰু
১৪ ভাইবিলাক বাৰ জন। সপ্তম গুটী যিচৰেলাৰ
নামে উঠিল; তেওঁৰ পুতেক আৰু ভাইবিলাক
১৫ বাৰ জন। অষ্টম গুটী যিচয়াৰ নামে উঠিল;
১৬ তেওঁৰ পুতেক আৰু ভাইবিলাক বাৰ জন। নৱম
গুটী মত্তনিয়াৰ নামে উঠিল; তেওঁৰ পুতেক
১৭ আৰু ভাইবিলাক বাৰ জন। দশম গুটী চিমিয়ীৰ
নামে উঠিল; তেওঁৰ পুতেক আৰু ভাইবিলাক
১৮ বাৰ জন। একাদশ গুটী অজৰেলৰ নামে উঠিল;
১৯ তেওঁৰ পুতেক আৰু ভাইবিলাক বাৰ জন। দ্বাদশ
গুটী হচবিয়াৰ নামে উঠিল; তেওঁৰ পুতেক
২০ আৰু ভাইবিলাক বাৰ জন। ত্ৰয়োদশ গুটী
চুবায়েলৰ নামে উঠিল; তেওঁৰ পুতেক আৰু
২১ ভাইবিলাক বাৰ জন। চতুৰ্দ্দশ গুটী মত্তিথিয়াৰ
নামে উঠিল; তেওঁৰ পুতেক আৰু ভাইবিলাক
২২ বাৰ জন। পঞ্চদশ গুটী যিৰেমোতৰ নামে
উঠিল; তেওঁৰ পুতেক আৰু ভাইবিলাক বাৰ
২৩ জন। ষোড়শ গুটী হননিয়াৰ নামে উঠিল;
তেওঁৰ পুতেক আৰু ভাইবিলাক বাৰ জন।
২৪ সপ্তদশ গুটী যচ্বিকাচাৰ নামে উঠিল; তেওঁৰ
২৫ পুতেক আৰু ভাইবিলাক বাৰ জন। অষ্টাদশ
গুটী হনানীৰ নামে উঠিল; তেওঁৰ পুতেক আৰু
২৬ ভাইবিলাক বাৰ জন। ঊনবিংশ গুটী মল্লোথীৰ
নামে উঠিল; তেওঁৰ পুতেক আৰু ভাইবিলাক
২৭ বাৰ জন। বিংশ গুটী ইলিয়াথাৰ নামে উঠিল;
২৮ তেওঁৰ পুতেক আৰু ভাইবিলাক বাৰ জন। এক-
বিংশ গুটী হোথীৰৰ নামে উঠিল; তেওঁৰ পুতেক
২৯ আৰু ভাইবিলাক বাৰ জন। দ্বাবিংশ গুটী
গিদ্দল্তীৰ নামে উঠিল; তেওঁৰ পুতেক আৰু
৩০ ভাইবিলাক বাৰ জন। ত্ৰয়োবিংশ গুটী
মহজীয়োতৰ নামে উঠিল; তেওঁৰ পুতেক আৰু
৩১ ভাইবিলাক বাৰ জন। চতুৰ্ব্বিংশ গুটী ৰোমম্তী-
এজৰৰ নামে উঠিল; তেওঁৰ পুতেক আৰু
ভাইবিলাক বাৰ জন।

দুৱৰী আৰু ভঁড়ালীবিলাকৰ বিষয়।

২৬ দুৱৰীবিলাকৰ পালবোৰৰ কথা। কোৰ-
হীয়াবিলাকৰ মাজত আচফৰ বংশৰ কোৰিৰ
২ পুত্ৰ মচেলেমিয়া আছিল। মচেলেমিয়াৰ কেই-
বাটাও পুতেক আছিল; বড় পুতেক জখৰিয়া,
দ্বিতীয় যিদীয়েল, তৃতীয় জবদিয়া, চতুৰ্থ যৎ-
৩ নীয়েল, পঞ্চম এলম, ষষ্ঠ যোহোহানন, আৰু
৪ সপ্তম ইলিহোঐনয়। আৰু ওবেদ-ইদোমৰো
কেইবাটাও পুতেক আছিল; বড় পুতেক চম-
য়িয়া, দ্বিতীয় যিহোজাবদ, তৃতীয় যোৱাহ,
৫ চতুৰ্থ চাখৰ, পঞ্চম নথনেল, ষষ্ঠ অম্মীয়েল,
সপ্তম ইচাখৰ, আৰু অষ্টম পিয়ুলতয়; কিয়নো
৬ ঈশ্বৰে তেওঁক আশীৰ্ব্বাদ কৰিছিল। তেওঁৰ পুতেক
চময়িয়াৰ ঔৰসতো কেইবাটাও পুতেক জন্মিল;
সিবিলাকে আপোনাবিলাকৰ পিতৃবংশক শাসন
কৰিছিল; কিয়নো সিবিলাক পৰাক্ৰমী বীৰ-
৭ পুৰুষ আছিল। চময়িয়াৰ সন্তান অৎনী,
ৰফায়েল, ওবেদ, আৰু ইল্জাবদ; আৰু যি-
বিলাকৰ ভাই বীৰপুৰুষ ইলীহু ও চমখিয়া।
৮ ইবিলাক সকলোৱেই ওবেদ-ইদোমৰ সন্তান;
ইবিলাক আৰু ইবিলাকৰ পুতেক আৰু ভাই-
বিলাক সেৱকীয়া কাৰ্য্য কৰিব পৰা বলৱান
লোক আছিল; এই ওবেদ-ইদোমৰ বংশত
৯ জম্মা বাষষ্টি জন আছিল। আৰু মচেলেমিয়াৰ
পুতেক আৰু ভাই ওঁঠৰ জন বীৰপুৰুষ আছিল।
১০ আৰু মৰাৰীৰ বংশত জম্মা হোচাৰ কেইবাটাও
পুতেক আছিল; প্ৰধান চিম্ৰী, (কিয়নো যদিও
তেওঁ বড় পুতেক নহয়, তথাপি বাপেকে তেওঁক
১১ প্ৰধান কৰিলে;) দ্বিতীয় হিল্কিয়া, তৃতীয় টব-
লিয়া, আৰু চতুৰ্থ জখৰিয়া; হোচাৰ পুতেক আৰু
১২ ভাইবিলাক সৰ্ব্বমোট তেৰ জন আছিল। ইবি-
লাকৰ অৰ্থাৎ এই প্ৰধানবিলাকৰ মাজত দুৱৰী-
বিলাকৰ পাল আছিল; সিবিলাকে যিহোৱাৰ
গৃহত পৰিচৰ্য্যা কৰি, আপোনাবিলাকৰ ভাইবি-
লাকে সৈতে আপোনাবিলাকৰ কৰিব লগীয়া কাৰ্য্য
১৩ কৰে। আৰু সিবিলাক সৰু কি বড় সকলোৱে
আপোন আপোন পিতৃবংশ অনুসাৰে প্ৰত্যেক
১৪ দুৱাৰৰ নিমিত্তে চিঠি খেলালে। তাতে পূব
ফালৰ নিমিত্তে চেলেমিয়াৰ নামে গুটী উঠিল;
এওঁৰ পুতেক জখৰিয়া মন্ত্ৰণাত জ্ঞানী মানুহ;
পাছে চিঠি খেলালত, উত্তৰ ফালৰ নিমিত্তে তেওঁৰ
১৫ নামে গুটী উঠিল। দক্ষিণ ফালৰ নিমিত্তে ওবেদ-
ইদোমৰ নামে উঠিল; আৰু তেওঁৰ পুতেক-
বিলাকৰ নামে ভঁড়ালৰ নিমিত্তে গুটী উঠিল।
১৬ চুপ্পীম আৰু হোচাৰ নামে পশ্চিম ফালৰ
নিমিত্তে, আৰু ওপৰলৈ উঠি যোৱা বাটৰ
ওচৰত থকা চল্লেখৎ নামেৰে দুৱাৰৰ নিমিত্তে
গুটী উঠিল; তাৰ ৰক্ষীয়াবিলাক ইদলে সিদলে
১৭ মুখামুখি আছিল। পূবফালে ছয় জন লেবীয়া
মানুহ, উত্তৰফালে দিনে দিনে চাৰি জন, দক্ষিণ-
ফালেও দিনে দিনে চাৰি জন, আৰু ভঁড়ালত দুজন
১৮ দুজন। আৰু পশ্চিমফালে পৰ্ব্বৰৰ নিমিত্তে

২৯ পদত ৰজা হল। আৰু দেখা, চমূৱেল দৰ্শকৰ
ইতিহাসপুস্তকখনিত, নাথন ভাববাদীৰ ইতি-
হাসপুস্তকখনিত, আৰু গাদ দৰ্শকৰ ইতিহাস-
পুস্তকখনিত দায়ূদ ৰজাৰ আদ্যোপান্ত বিবৰণ,
৩০ তেওঁৰ ৰাজত্ব আৰু পৰাক্ৰমৰ বিবৰণ, আৰু
তেওঁলৈ, ইস্ৰায়েললৈ, আৰু আন আন দেশৰ
সকলো ৰাজ্যবিলাকলৈ যি যি ঘটিছিল, সেই
সকলোৰে বিবৰণ লিখা আছে।

---

# বংশাৱলিৰ দ্বিতীয় পুস্তক।

---

চলোমনে গিবিয়োনত বলিদান কৰা।

তেওঁৰ ঐশ্বৰ্য্য।

১ দায়ূদৰ পুত্ৰ চলোমনে আপোন ৰাজ্যত
আপোনাকে বলৱান কৰিলে; আৰু তেওঁৰ
ঈশ্বৰ যিহোৱাই তেওঁৰ লগত থাকি, তেওঁক অতি-
২ শয় মহান কৰিলে। পাছে চলোমনে গোটেই
ইস্ৰায়েলক, অৰ্থাৎ সহস্ৰপতিবিলাকক, শতপতি-
বিলাকক, বিচাৰকৰ্ত্তাবিলাকক, আৰু গোটেই
ইস্ৰায়েলৰ মাজত থকা প্ৰত্যেক মুখ্য লোকক,
সিবিলাকৰ পিতৃবংশৰ মূল মানুহবিলাকক কথা
৩ কলে। পাছে চলোমন আৰু তেওঁৰ লগত
গোটেই সমাজ গিবিয়োনৰ ওখ ঠাইখনলৈ
গল; কিয়নো, যিহোৱাৰ দাস মোচিয়ে অৰণ্যত
নিৰ্ম্মাণ কৰা ঈশ্বৰীয় সাক্ষাৎ কৰা তাম্বু সেই
৪ ঠাইত আছিল। কিন্তু ঈশ্বৰীয় চন্দুক হলে,
দায়ূদে তাৰ নিমিত্তে যি ঠাই যুগুত কৰিছিল,
কিৰিয়ৎ-যিয়াৰীমৰ পৰা তেওঁ সেই ঠাইলৈ
আনিছিল; কিয়নো তেওঁ তাৰ কাৰণে যিৰূচালে-
৫ মত এটা তাম্বু তৰিছিল। আৰু হূৰৰ নাতিয়েক
ঊৰীৰ পুত্ৰ বচলেলে নিৰ্ম্মাণ কৰা পিত্তলৰ যজ্ঞ-
বেদিটো গিবিয়োনত যিহোৱাৰ আবাসৰ আগত
আছিল; তাৰ ওচৰলৈকে চলোমন আৰু সমাজে
৬ সদনে কথা সুধিবলৈ যায়। পাছে চলোমনে
তালৈ উঠি গৈ, সাক্ষাৎ কৰা তাম্বুৰ ওচৰত থকা
পিত্তলৰ যজ্ঞবেদিটোৰ ওপৰত যিহোৱাৰ আগত
এক হাজাৰ হোমবলি উৎসৰ্গ কৰিলে।
৭ সেই ৰাতিয়েই ঈশ্বৰে চলোমনক দৰ্শন দি
কলে,ময় তোমাক কি বৰ দিম, তাক খোজা।
৮ তাতে চলোমনে ঈশ্বৰক কলে, তুমি মোৰ পিতৃ
দায়ূদক মহা-অনুগ্ৰহ কৰিলা, বিশেষকৈ তেওঁৰ
৯ পদত মোক ৰজা পাতিলা। এতিয়া হে ঈশ্বৰ
যিহোৱা, তুমি মোৰ পিতৃ দায়ূদৰ আগত কোৱা
বাক্য সিদ্ধ হওক; কিয়নো তুমি মাটীৰ ধূলিৰ
নিচিনা অসংখ্য লোকসমূহৰ ওপৰত মোক ৰজা
১০ পাতিলা; এতিয়া ময় যেন এই লোকবিলাকৰ
আগত বাহিৰলৈ ভিতৰলৈ অহাযোৱা কৰিব
পাৰোঁ, এই কাৰণে তুমি মোক বুদ্ধি আৰু জ্ঞান
দিয়া; কিয়নো তোমাৰ এই মহাজাতিৰ বিচাৰ
১১ কৰা কাৰ সাধ্য? তেতিয়া ঈশ্বৰে চলোমনক
কলে, এয়ে তোমাৰ মনত হৈছে, তুমি ঐশ্বৰ্য্য, কি
সম্পত্তি, কি মৰ্য্যাদা, কি শত্ৰুবোৰৰ প্ৰাণ নুখু-
জিলা, আৰু দীৰ্ঘায়ুও নুখুজিলা; কিন্তু ময়
যাৰ ওপৰত তোমাক ৰজা পাতিলোঁ, মোৰ সেই
প্ৰজাবিলাকৰ বিচাৰ কৰিবৰ অৰ্থে বুদ্ধি আৰু
১২ জ্ঞান খুজিলা। এই হেতুকে সেই বুদ্ধি আৰু জ্ঞান
তোমাক দিয়া হৈছে; আৰু তোমাৰ পূৰ্ব্বে কোনো
ৰজাৰ যেনে ধন, ঐশ্বৰ্য্য, আৰু সম্মান হোৱা
নাই, আৰু তোমাৰ পাছেও নহব, তেনে ধন,
১৩ ঐশ্বৰ্য্য, আৰু সম্মানো ময় তোমাক দিম। পাছে
চলোমনে গিবিয়োনৰ ওখ ঠাইৰ পৰা, সাক্ষাৎ
কৰা তাম্বুৰ আগৰ পৰা যিৰূচালেমলৈ আহিল,
আৰু ইস্ৰায়েলৰ ওপৰত ৰাজত্ব কৰি থাকিল।
১৪ পাছে চলোমনে ৰথ আৰু অশ্বাৰোহী লোক-
বিলাক গোটালে; তেওঁৰ এক হাজাৰ চাৰি শ
ৰথ, আৰু বাৰ হাজাৰ অশ্বাৰোহী আছিল;
তেওঁ সিইঁতক নানা ৰথ-নগৰত, আৰু ৰজাৰ
১৫ লগত যিৰূচালেমতো ৰাখিলে। ৰজাই যিৰূ-
চালেমত ৰূপ আৰু সোণক শিলৰ নিচিনা, আৰু
এৰচ কাঠক নিম্নভূমিত থকা ডিমৰু গছৰ নিচিনা
১৬ অধিক কৰিলে। আৰু চলোমনৰ যি ঘোঁড়াবোৰ
আছিল, সেই ঘোঁড়াবোৰ মিচৰৰ পৰা অনা;
আৰু সেই ঘোঁড়াবোৰ ৰজাঘৰীয়া বেপাৰীইঁতে
১৭ মূল্য দি জাকে জাকে আনে। আৰু মিচৰৰ পৰা
কিনি অনা এখন এখন ৰথৰ দাম ছশ চেকল ৰূপ,
আৰু এটা এটা ঘোঁড়াৰ দাম এশ পঞ্চাশ চেকল
ৰূপ। এই দৰে সিইঁতৰ দ্বাৰাই হিত্তীয়া আৰু
অৰামীয়া সকলো ৰজাৰ নিমিত্তেও সেইবোৰ
অনা হয়।

মন্দিৰনিৰ্ম্মাণৰ আয়োজন।

২ পাছে চলোমনে যিহোৱাৰ নামৰ উদ্দেশে
এটা গৃহ আৰু আপোনাৰ নিমিত্তে এটা
২ ৰাজগৃহ নিৰ্ম্মাণ কৰিবলৈ থিৰ কৰিলে। আৰু

তার ববর অৰ্থে তেওঁ সত্তৰ হাজাৰ লোক, আৰু
পৰ্ব্বতত কাঠ কাটিবলৈ আশী হাজাৰ লোক
লগালে ; আৰু সিহঁতৰ কাম চাবলৈ তিনি
৩ হাজাৰ ছশ লোক নিযুক্ত কৰিলে। পাছে চলো-
মনে তূৰৰ হূৰম ৰজাৰ ওচৰলৈ কৈ পঠালে,
বোলে, আপুনি মোৰ পিতৃ দায়ূদলৈ যি ৰূপ
ব্যৱহাৰ কৰিছিল, বাস কৰিবৰ নিমিত্তে এটা
গৃহ নিৰ্ম্মাণ কৰিবলৈ যি ৰূপে এৰচ কাঠ
পঠাইছিল, সেই ৰূপে মোলৈকো কৰোক।
৪ দেখোক, মই আপোন ঈশ্বৰ যিহোৱাৰ নামৰ
উদ্দেশে এটা গৃহ নিৰ্ম্মাণ কৰিব খুজিছোঁ ;
তেওঁৰ আগত সুগন্ধি ধূপ জ্বলাবলৈ, নিত্য
দৰ্শনপিঠা দিবলৈ, আৰু প্ৰতিয়াতিপুৱা ও
সন্ধ্যা কালত, বিশ্ৰামবাৰত, ন জোনত, আৰু
আমাৰ ঈশ্বৰ যিহোৱাৰ সকলো উৎসৱত হোম-
বলি দিবলৈ তাক পবিত্ৰ কৰিম ; সেয়ে ইস্ৰা-
৫ য়েলে সদায় কৰিব লগা কাৰ্য্য। আৰু মই যি
গৃহ নিৰ্ম্মাণ কৰিব খুজিছোঁ, সেয়ে মহৎ হব ;
কিয়নো আমাৰ ঈশ্বৰ সকলো দেৱতাবোৰতকৈ
৬ মহান। কিন্তু, যি স্বৰ্গত স্বৰ্গই আৰু স্বৰ্গৰো
স্বৰ্গই তেওঁক ধাৰণ কৰিব নোৱাৰে, এনে স্থলত,
কোনে তেওঁৰ নিমিত্তে এটা গৃহ নিৰ্ম্মাণ কৰিব
পাৰে ? কেৱল তেওঁৰ আগত ধূপ জ্বলাবৰ
উদ্দেশ্যৰ বাহিৰে, মই কোন, যে, আন উদ্দেশ্যেৰে
৭ তেওঁৰ নিমিত্তে গৃহ নিৰ্ম্মাণ কৰিব পাৰোঁ ? এই
হেতুকে, মোৰ পিতৃ দায়ূদে নিযুক্ত কৰা যি জ্ঞানী
মানুহ যিহূদাত আৰু যিৰূচালেমত মোৰ লগত
আছে, সিবিলাকৰ লগত কাম কৰিবলৈ সোণ,
ৰূপ, পিত্তল, লোহা, আৰু বেঙেনা বৰণীয়া,
সিন্দুৰ বৰণীয়া, ও নীল বৰণীয়া সূতাৰে বন
কৰাত, আৰু নানাবিধ মণি কটাত নিপুণ এজন
৮ মানুহ পঠাই দিওক। আৰু লিবানোনৰ পৰা
এৰচ, দেবদাৰু, আৰু অলগূম কাঠ মোৰ ইয়ালৈ
পঠাই দিওক ; কিয়নো মই জানো, যে, আপো-
নাৰ দাসবিলাকে লিবানোনত কাঠ কটাত
নিপুণ ; আৰু দেখোক, মোৰ অৰ্থে অনেক কাঠ
৯ যুগুত কৰিবলৈ মোৰ দাসবিলাকো আপোনাৰ
দাসবিলাকৰ লগত থাকিব ; কিয়নো মই যি
গৃহ নিৰ্ম্মাণ কৰিব খুজিছোঁ, সেয়ে আশ্চৰ্য্য-
১০ ৰূপে মহৎ হব। আৰু দেখোক, মই আপোনাৰ
দাস কাঠ-কটীয়াবিলাকক বিশ হাজাৰ কোৰ
মৰা ঘেঁহু ধান, বিশ হাজাৰ কোৰ যৱ, বিশ
হাজাৰ বৎ দ্ৰাক্ষাৰস, আৰু বিশ হাজাৰ বৎ
১১ তেল দিম। পাছে তূৰৰ ৰজা হূৰমে চলোমনলৈ
এই উত্তৰ লিখি পঠালে, যিহোৱাই আপোন
প্ৰজাবিলাকক প্ৰেম কৰে, এই কাৰণে তেওঁ
সিবিলাকৰ ওপৰত আপোনাক ৰজা পাতিলে।
১২ হূৰমে আৰু কলে, আকাশমণ্ডল আৰু পৃথিবীৰ
সৃষ্টিকৰ্ত্তা ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা ধন্য ;
যিহোৱাৰ নিমিত্তে এটা গৃহ আৰু নিজৰ
নিমিত্তে এটা ৰাজগৃহ যি জনে সাজিব, এনে-
কুৱা পৰিণামদৰ্শী আৰু বুদ্ধিমান এজন জ্ঞানী
১৩ পুত্ৰ তেওঁ দায়ূদ ৰজাক দিলে। আৰু এতিয়া
মই জ্ঞানী আৰু বুদ্ধিমান প্ৰধান শিল্পকৰ
১৪ হূৰমক পঠাইছোঁ। সি দান বংশৰ এজনী
তিৰুতাৰ পুতেক ; তাৰ বাপেক তূৰীয়া মানুহ ;
সি সোণ, ৰূপ, পিত্তল, লোহা, শিল, কাঠ,
আৰু বেঙেনা বৰণীয়া ও নীল বৰণীয়া সূতা, মিহি
শণ সূতা, আৰু সিন্দুৰ বৰণীয়া সূতাৰ কাম কৰাত
নিপুণ ; আৰু সকলো বিধৰ মণি কটাত, আৰু
সকলো কল্পনাৰ কাৰ্য্যত সি নিপুণ। তাক
আপোনাৰ জ্ঞানী লোকবিলাকৰ লগত, আৰু
মোৰ প্ৰভু আপোনাৰ পিতৃ দায়ূদৰ জ্ঞানী
১৫ লোকবিলাকৰ লগত ঠাই দিয়া হওক। এই
হেতুকে মোৰ প্ৰভুৱে যি ঘেঁহু, যৱ, তেল, আৰু
দ্ৰাক্ষাৰসৰ কথা কৈছে, তাক তেওঁ আপোনাৰ
১৬ এই দাসবিলাকৰ ওচৰলৈ পঠাই দিওক। আৰু
যিমান কাঠ আপোনাৰ প্ৰয়োজন, সিমান কাঠ
আমি লিবানোনত কাটিম, আৰু ভুৰ বান্ধি
সমুদ্ৰপথেদি যাফোত আপোনাৰ ওৰিত পহুঁছাই
দিম ; পাছে আপুনি তাক যিৰূচালেমলৈ লৈ
১৭ যাব। আৰু চলোমনে আপোন পিতৃ দায়ূদে
কৰা গণনাৰ পাছে ইস্ৰায়েল দেশত প্ৰবাস কৰা
বিদেশী লোকবিলাকক গণনা কৰালে ; তাতে
এক লাখ ত্ৰেপন্ন হাজাৰ ছশ লোক লেখত
১৮ ওলাল। তেওঁ সেইবিলাকৰ মাজৰ, ভাৰ ববলৈ
সত্তৰ হাজাৰ, আৰু পৰ্ব্বতত কাঠ কাটিবলৈ
আশী হাজাৰ লোক লগালে ; আৰু লোক-
বিলাকক কাম কৰাবলৈ তিনি হাজাৰ ছশ
লোক নিযুক্ত কৰিলে।

মন্দিৰ আৰু তাৰ স্তম্ভ আদি নিৰ্ম্মাণ কৰা।

৩ পাছে, যিহোৱাই যি ঠাইত চলোমনৰ
পিতৃ দায়ূদক দৰ্শন দিছিল, দায়ূদে নিৰূপণ
কৰি নিজে যুগুত কৰা সেই ঠাইত, যিৰূচালেমৰ
মোৰিয়া পৰ্ব্বতত যিবূচীয়া অৰ্ণনৰ মড়ণা মৰা
খলাত তেওঁ যিহোৱাৰ গৃহ নিৰ্ম্মাণ কৰিবলৈ
২ আৰম্ভ কৰিলে। তেওঁৰ ৰাজত্বৰ চতুৰ্থ বছৰৰ
দ্বিতীয় মাহৰ দ্বিতীয় দিনা তেওঁ নিৰ্ম্মাণ কৰিব-
৩ লৈ আৰম্ভ কৰিলে। চলোমনে ঈশ্বৰৰ গৃহ
নিৰ্ম্মাণ কৰিবলৈ যি ভিত্তিমূল স্থাপন কৰিলে,
তাৰ জোখ এই ; পূৰ্ব্বকালৰ হাতৰ জোখেৰে তাৰ
৪ দীঘ ষাঠি হাত, আৰু বহল বিশ হাত। আৰু
গৃহৰ সম্মুখৰ বাৰাণ্ডা গৃহৰ বহল অনুসাৰে
বিশ হাত দীঘল, আৰু এশ বিশ হাত ওখ ;
তেওঁ তাৰ ভিতৰে শুদ্ধ সোণৰ পতা মাৰিলে।

৫ তেওঁ বড় গৃহৰ দেৱালত দেবদাৰু কাঠ লগালে;
আৰু তেওঁ তাত উত্তম সোণৰ পতা মাৰিলে,
আৰু তাত খৰ্জ্জূৰ গছ আৰু শিকলিৰ আকৃতি
৬ কৰি দিলে। আৰু তেওঁ শোভাৰ নিমিত্তে গৃহটী
মূল্যৱান পাথৰেৰে বিভূষিত কৰিলে; সেই
৭ সোণ পৰ্ব্বয়িমৰ সোণ আছিল। তেওঁ গৃহটীত,
অৰ্থাৎ চতিত, দুৱাৰডলিত, দেৱালত, আৰু
দুৱাৰত সোণৰ পতা মাৰিলে, আৰু দেৱালত
৮ কৰুবৰ আকৃতি কাটিলে। আৰু তেওঁ অতি
পবিত্ৰ গৃহ নিৰ্ম্মাণ কৰিলে; তাৰ দীঘ গৃহৰ
বহলৰ দৰে বিশ হাত, আৰু বহল বিশ হাত;
তেওঁ ছশ কিক্কৰ উত্তম সোণ তাত লগালে।
৯ গজালৰ সোণৰ জোখ পঞ্চাশ চেকল। তেওঁ
১০ ওপৰৰ কোঁঠালিবিলাকতো সোণ লগালে। সেই
অতি পবিত্ৰ গৃহত, তেওঁ খনিকৰৰ কাৰ্য্যেৰে দুটা
কৰুব নিৰ্ম্মাণ কৰিলে, আৰু তাত সোণৰ পতা
১১ মাৰিলে। সেই কৰুব দুটাৰ ডেউকা বিশ হাত
দীঘল; এটাৰ এখন ডেউকা পাঁচ হাত দীঘল,
সেয়ে গৃহৰ দেৱাল চুকি পালে; আনখনো পাঁচ
হাত দীঘল, সেয়ে দ্বিতীয় কৰুবৰ ডেউকা চুকি
১২ পালে। আন কৰুবৰো এখন ডেউকা পাঁচ হাত
দীঘল, সেয়ে গৃহৰ দেৱাল চুকি পালে; আৰু
আনখনো পাঁচ হাত দীঘল, সেয়ে আনটো
১৩ কৰুবৰ ডেউকাত লাগিল। সেই কৰুব দুটাই
ডেউকা মেলি বিশ হাত ঠাই জুৰিলে; সেই
দুটাই ভৰিত ভৰ দি থিয় হৈ আছিল, আৰু
১৪ সেইবোৰৰ মুখ গৃহৰ ফাললৈ আছিল। তেওঁ
নীল বৰণীয়া, ধূঁৱা বৰণীয়া, আৰু সিন্দুৰ বৰণীয়া
সূতা, ও মিহি শণ সূতাৰে প্ৰভেদক বস্ত্ৰখন যুগুত
কৰিলে; আৰু তাত কৰুবৰ আকৃতি তুলি দিলে।
১৫ আৰু তেওঁ গৃহৰ সম্মুখত পঁয়ত্ৰিশ হাত ওখ
দুটা স্তম্ভ নিৰ্ম্মাণ কৰিলে; এটা এটা স্তম্ভৰ
১৬ মূৰৰ মাথলা পাঁচ হাত পাঁচ হাত। আৰু তেওঁ
শিকলি বনাই চাৰিওফালে স্তম্ভৰ মূৰত লগালে,
আৰু এশ দালিম বনাই সেই শিকলিত লগাই
১৭ দিলে। সেই দুটা স্তম্ভ তেওঁ মন্দিৰৰ আগত
সোঁফালে এটা আৰু বাঁওফালে এটা স্থাপন
কৰিলে; সোঁফালৰটোৰ নাম যাখীন, আৰু
বাঁওফালৰটোৰ নাম বোৱজ ৰাখিলে।

৪ তাত বাজে তেওঁ পিত্তলৰ এটা যজ্ঞবেদি
নিৰ্ম্মাণ কৰিলে; সেয়ে দীঘে বিশ হাত, বহলে
২ বিশ হাত, আৰু ওখই দহ হাত। আৰু তেওঁ
সমুদ্ৰপাত্ৰটো সাঁচত ঢালিলে; সেয়ে ঘূৰণীয়া;
এক কাণৰ পৰা আন কাণলৈ দহ হাত, আৰু ওখই
পাঁচ হাত; আৰু তাক মেৰাবলৈ ত্ৰিশ হতীয়া
৩ সূতা লাগে; চাৰিওফালে কাণৰ তলে, প্ৰত্যেক
হাতৰ জোখৰ ভিতৰত, দহোটা দহোটাকৈ
সমুদ্ৰপাত্ৰটো মেৰাই গৰুৰ আকৃতি আছিল;
আৰু পাত্ৰটো ঢলা সময়ত সেই গৰুৰ আকৃতিবোৰ
৪ দুশাৰিকৈ সাঁচত ঢলা গৈছিল। আৰু সেই সমুদ্ৰ-
পাত্ৰটো বাৰটা গৰুৰ ওপৰত ৰখা হল; সেই
বোৰৰ তিনিটাই উত্তৰলৈ, তিনিটাই পশ্চিমলৈ,
তিনিটাই দক্ষিণলৈ, আৰু তিনিটাই পূবলৈ মুখ
কৰিছিল, আৰু সেই সমুদ্ৰপাত্ৰটো সেইবোৰৰ
ওপৰত বহুৱা হল; আৰু সেইবোৰৰ পাছ-
৫ ফাল ভিতৰলৈ আছিল। সেই পাত্ৰ চাৰি আঙুল
ডাঠ; আৰু তাৰ কাণ বাটিৰ কাণ ও কনাড়ি
ফুলৰ নিচিনাকৈ কৰা হল; তাত অনেক বৎ
৬ ধৰে, তিনি হাজাৰ বৎ ধৰে। আৰু তেওঁ দহোটা
প্ৰক্ষালন পাত্ৰ সাজি, তাৰ পাঁচোটা সোঁফালে
আৰু পাঁচোটা বাঁওফালে ধোৱাপখলা কৰিবৰ
নিমিত্তে থলে; সেইবোৰত সিবিলাকে উৎসৰ্গ
কৰিব লগীয়া হোমবলিৰ বস্তু ধোৱে; কিন্তু
সমুদ্ৰপাত্ৰটো হলে; পুৰোহিতবিলাকে গা ধুবৰ
৭ নিমিত্তে হল। আৰু তেওঁ বিধিমতে সোণৰ
দীপাধাৰ দহোটা সাজি, তাৰ পাঁচোটা সোঁফালে
আৰু পাঁচোটা বাঁওফালে মন্দিৰত স্থাপন কৰিলে।
৮ আৰু তেওঁ দহখন মেজো সাজি, তাৰ পাঁচখন
সোঁফালে আৰু পাঁচখন বাঁওফালে মন্দিৰৰ
ভিতৰত ৰাখিলে; আৰু পেয় দ্ৰব্য ঢালিবৰ
৯ নিমিত্তে সোণৰ এশ বাটি সাজিলে। তাত বাজে
তেওঁ পুৰোহিতবিলাকৰ চোতাল, বড় চোতাল,
আৰু চোতালৰ দুৱাৰ যুগুত কৰিলে, আৰু সেই
১০ দুৱাৰবোৰত পিত্তলৰ পতা মাৰিলে। আৰু
তেওঁ সমুদ্ৰপাত্ৰটো গৃহৰ সোঁকোষে পূবদিশে
১১ দক্ষিণফালে স্থাপন কৰিলে। আৰু ছাই পেলোৱা
পাত্ৰ, ছাই উলিওৱা হেঁতা, আৰু তেজ ছটিওৱা
পাত্ৰ হূৰমে নিৰ্ম্মাণ কৰিলে। এই ৰূপে হূৰমে
চলোমন ৰজাৰ নিমিত্তে ঈশ্বৰৰ গৃহত কৰা
১২ কাৰ্য্যবোৰ কৰি এঁটালে। তেওঁ সেই স্তম্ভ দুটা,
সেই স্তম্ভৰ মূৰৰ ঘূৰণীয়া ভাগ দুটা আৰু মাথলা
দুটা, সেই স্তম্ভৰ মূৰৰ মাথলাৰ ঘূৰণীয়া ভাগ
দুটা ঢাকিবৰ অৰ্থে দুখন জালৰ আকৃতিৰ বস্তু,
১৩ আৰু সেই দুখন জালৰ আকৃতিৰ বস্তুৰ নিমিত্তে
চাৰি শ দালিম, অৰ্থাৎ স্তম্ভ দুটাৰ ওপৰৰ মাথ-
লাৰ ঘূৰণীয়া ভাগ দুটা ঢাকিবৰ অৰ্থে প্ৰত্যেক
জালৰ আকৃতিৰ বস্তুৰ নিমিত্তে দুশাৰি দালিম
১৪ সাজিলে; তেওঁ আধাৰবোৰ, সেই আধাৰবোৰৰ
১৫ ওপৰত ৰাখিবলৈ প্ৰক্ষালনপাত্ৰবিলাক, সমুদ্ৰ-
পাত্ৰটো, আৰু তাৰ তলৰ গৰু বাৰটা সাজিলে।
১৬ ছাই পেলোৱা পাত্ৰ, ছাই উলিওৱা হেঁতা,
ত্ৰিশূল আদি সকলো সঁজুলি, তেওঁৰ প্ৰধান
শিল্পকৰ হূৰমে চলোমন ৰজাৰ কাৰণে যিহো-
ৱাৰ গৃহৰ নিমিত্তে চকচকীয়া পিত্তলেৰে
১৭ সাজিলে। ৰজাই যৰ্দ্দনৰ সমথলত চুকোৎ আৰু
চৰেদাৰ মাজত থকা আলতীয়া মাটিত তাক

১৮ চলালে। আৰু চলোমনে যিবোৰ পাত্ৰ সাজিলে,
সেই আটাইবোৰ অতি সৰহ; কিয়নো পিত্তলৰ
১৯ ওজন কিমান, তাক জনা নগল। আৰু চলোমনে
ঈশ্বৰৰ গৃহৰ সকলো বস্তু নিৰ্ম্মাণ কৰালে, অৰ্থাৎ
সোণৰ বেদি, দৰ্শনপিঠা থবৰ নিমিত্তে মেজ
২০ কেইখন, আৰু অন্তঃস্থানৰ সন্মুখত বিধিমতে
জ্বলাবৰ নিমিত্তে প্ৰদীপে সৈতে নিৰ্ম্মল সোণৰ
২১ দীপাধাৰবোৰ, সোণৰ ফুল, প্ৰদীপ, শলাকাণি-
কটা, (সকলোৱেই অতি শুদ্ধ সোণৰ;)
২২ নিৰ্ম্মল সোণৰ কটাৰি, তেজ চটিওৱা পাত্ৰ,
পিয়লা, আৰু এঙ্কেৰুৱা-ধৰা; আৰু গৃহৰ
প্ৰবেশস্থানৰ বিষয়ে কবলৈ গলে, অতি পবিত্ৰ-
স্থানৰ ভিতৰৰ দুৱাৰ, আৰু গৃহৰ অৰ্থাৎ
মন্দিৰৰ দুৱাৰ সোণৰ আছিল। এই
৫ ৰূপে, যিহোৱাৰ গৃহৰ নিমিত্তে চলোমনে
কৰা সকলো কাৰ্য্য সমাপ্ত হল। পাছে চলো-
মনে, আপোন পিতৃ দায়ূদে উৎসৰ্গ কৰি
দিয়া ৰূপ, সোণ, আৰু পাত্ৰ আদি আটাই বস্তু
অনাই ঈশ্বৰৰ গৃহৰ ভঁড়ালত থলে।

চলোমনে মন্দিৰ প্ৰতিষ্ঠা কৰা।

২ পাছে, চলোমনে দায়ূদৰ নগৰ অৰ্থাৎ চিয়োনৰ
পৰা যিহোৱাৰ নিয়মচন্দুক আনিবৰ নিমিত্তে,
ইস্ৰায়েলৰ বৃদ্ধবিলাকক আৰু ফৈদৰ মূল
মানুহবিলাকক, ইস্ৰায়েলৰ সন্তানবিলাকৰ
পিতৃবংশৰ অধ্যক্ষবিলাকক যিৰূচালেমত গোট
৩ খুৱালে। তাতে সপ্তম মাহত উৎসৱৰ সময়ত
ইস্ৰায়েলৰ সকলো লোকে ৰজাৰ ওচৰলৈ আহি
৪ গোট খালে। পাছে ইস্ৰায়েলৰ সকলো বৃদ্ধ লোক
আহিলত, লেবীয়াবিলাকে চন্দুক তুলি ললে।
৫ আৰু সিবিলাকে চন্দুক, সাক্ষাৎ কৰা তাম্বু, আৰু
তাম্বুৰ ভিতৰত থকা সকলো পবিত্ৰ বস্তু আনিলে;
সেই সকলোকে লেবীয়া পুৰোহিতবিলাকে
৬ আনিলে। তাতে চলোমন ৰজাই, তেওঁৰ ওচৰত
গোট খোৱা ইস্ৰায়েলৰ গোটেই মণ্ডলীয়ে সৈতে,
চন্দুকৰ আগত মেৰ গৰু আদি বলিদান কৰি
আছিল; সেয়ে বাহুল্যৰ কাৰণে অসংখ্য
৭ আৰু অগণ্য আছিল। পাছে পুৰোহিতবিলাকে
যিহোৱাৰ নিয়মচন্দুক গৃহৰ অন্তঃস্থানলৈ অৰ্থাৎ
মহাপবিত্ৰস্থানলৈ লৈ গৈ, কৰূব দুটাৰ ডেউকাৰ
৮ তলত তাৰ নিজ ঠাইত স্থাপন কৰিলে। কিয়নো
কৰূব দুটাই চন্দুকৰ ঠাইৰ ওপৰত ডেউকা মেলি
থাকিছিল, আৰু কৰূব দুটাই চন্দুক আৰু তাৰ
৯ কাণমাৰি ঢাকি ধৰিছিল। সেই দুডাল কাণমাৰি
ইমান দীঘল, যে, তাৰ মূৰ অন্তঃস্থানৰ আগত
পবিত্ৰস্থানৰ পৰা দেখা যায়; কিন্তু তাক বাহিৰৰ
পৰা দেখা নেযায়; সেয়ে আজিলৈকে সেই
১০ ঠাইত আছে। মিচৰৰ পৰা ইস্ৰায়েলৰ সন্তান-
বিলাক ওলাই অহা কালত, যিহোৱাই সিবি-
লাকে সৈতে এটা নিয়ম পতা সময়ত, হোৰেব
পৰ্ব্বতত মোচিয়ে চন্দুকৰ ভিতৰত যি দুখন ফলি
ৰাখিছিল, তাৰ বাহিৰে তাত আৰু একো
১১ নাছিল। পাছে পুৰোহিতবিলাক পবিত্ৰস্থানৰ
পৰা ওলাই আহিলত, (কাৰণ, উপস্থিত হোৱা
আটাই পুৰোহিতবিলাকে আপোনাবিলাকক
পবিত্ৰ কৰিছিল; সিবিলাকে আপোনাবিলাকৰ
১২ পাল নেমানিছিল; আৰু যি লেবীয়াবিলাক
গায়ক আছিল, সিবিলাক অৰ্থাৎ আচফ, হেমন,
যিদূথূন, আৰু সিবিলাকৰ পুতেক ও ভাইবিলাক
সকলোৱে মিহি শণ সূতাৰ বস্ত্ৰ পিন্ধি, আৰু
হাতত তাল, নেবল, আৰু বীণা লৈ, যজ্ঞবেদিৰ
পূবফালে থিয় হৈছিল, আৰু এশ বিশ জন
পুৰোহিতে সিবিলাকৰ লগত থাকি তূৰী বজাই-
১৩ ছিল।) তূৰীবাদক আৰু গায়কবিলাকে যিহো-
ৱাৰ প্ৰশংসা আৰু ধন্যবাদ কৰোঁতে একেটা ধ্বনি
কৰি, সকলোৱে যেতিয়া এজন মানুহে বজোৱাদি
বজালে, আৰু "কিয়নো যিহোৱা মঙ্গলময়;
কাৰণ তেওঁৰ দয়া সদাকাললৈকে থাকে," এই
কথা কৈ যেতিয়া সিবিলাকে তূৰী ও তাল আদি
বাদ্যেৰে সৈতে, মহাশবদেৰে যিহোৱাৰ প্ৰশংসা
কৰিলে, তেতিয়া গৃহ অৰ্থাৎ যিহোৱাৰ গৃহ
১৪ মেঘেৰে এনেকৈ পৰিপূৰ্ণ হল, যে, তাৰ কাৰণে
পুৰোহিতবিলাকে পৰিচৰ্য্যা কৰিবৰ অৰ্থে থিয়
হব নোৱৰা হল; কিয়নো ঈশ্বৰৰ গৃহ যিহোৱাৰ
প্ৰতাপেৰে পৰিপূৰ্ণ আছিল।

৬ তেতিয়া চলোমনে কলে, যিহোৱাই ঘোৰ
২ অন্ধকাৰত বাস কৰিব খুজিছে; তথাপি ময়
তোমাৰ নিমিত্তে এটা বাস কৰা গৃহ নিৰ্ম্মাণ
কৰিলোঁ, এয়ে যুগে যুগে তোমাৰ বাসস্থান
৩ হব, এই বুলি ৰজাই মুখ ঘূৰাই ইস্ৰায়েলৰ
গোটেই সমাজক আশীৰ্ব্বাদ কৰিলে; সেই সময়ত
৪ গোটেই ইস্ৰায়েল থিয় হৈ আছিল। তেওঁ আৰু
কলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা ধন্য; তেওঁ মোৰ
পিতৃ দায়ূদক আপোন মুখে এই কথা কৈছিল,
আৰু নিজ হাতেৰে আপোনাৰ এই বাক্য সিদ্ধও
৫ কৰিছিল, যে, মোৰ প্ৰজা ইস্ৰায়েলক মিচৰ দেশৰ
পৰা উলিয়াই অনা দিনৰে পৰা, ময় আপোন নাম
ৰাখিবৰ অৰ্থে গৃহ নিৰ্ম্মাণ কৰিবলৈ ইস্ৰায়েলৰ
আটাই ফৈদৰ মাজৰ কোনো নগৰ মনোনীত কৰা
নাই; আৰু ইস্ৰায়েলৰ ওপৰত অধ্যক্ষ হবৰ
৬ নিমিত্তে ময় কাকো মনোনীত কৰা নাই; কিন্তু
আপোন নাম ৰাখিবৰ অৰ্থে ময় যিৰূচা-
লেমক মনোনীত কৰিলোঁ, আৰু মোৰ প্ৰজা
ইস্ৰায়েলৰ ওপৰত অধ্যক্ষ হবৰ নিমিত্তে
৭ দায়ূদক মনোনীত কৰিলোঁ। আৰু ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাৰ নামৰ উদ্দেশে এটা গৃহ নিৰ্ম্মাণ

৮ করিবলৈ মোর পিতৃ দায়ূদর মন আছিল। কিন্তু
যিহোৱাই মোর পিতৃ দায়ূদক কলে, মোর নামর
উদ্দেশে এটা গৃহ নির্ম্মাণ করিবলৈ তুমি মন
৯ করিছা, ভাল করিছা; তথাপি তুমি সেই গৃহ
নির্ম্মাণ করিবলৈ নেপাবা, কিন্তু তোমার
ঔরসত যি পুত্র জন্মিব, তেৱেঁই মোর নামর
১০ উদ্দেশে সেই গৃহ নির্ম্মাণ করিব। এই বাক্য
যিহোৱাই কৈছিল, আরু তেওঁ তাক সাফলো
করিলে; কিয়নো যিহোৱার প্রতিজ্ঞা অনুসারে
ময় আপোন পিতৃ দায়ূদর পদত নিযুক্ত হৈ আরু
ইস্রায়েলর সিংহাসনর ওপরত বহি, ইস্রায়েলর
ঈশ্বর যিহোৱার নামর উদ্দেশে এই গৃহ নির্ম্মাণ
১১ করিলোঁ। আরু যিহোৱাই ইস্রায়েলর সন্তান-
বিলাকে সৈতে করা নিয়মটী থকা যি চন্দুক,
তাকো ইয়ার ভিতরত রাখিলোঁ।
১২ পাছে তেওঁ ইস্রায়েলর গোটেই সমাজর
সাক্ষাতে যিহোৱার যজ্ঞবেদির আগত থিয় হল,
১৩ আরু আপোনার হাত মেলিলে; (কিয়নো চলো-
মনে পাঁচ হাত দীঘল, পাঁচ হাত বহল, আরু
তিনি হাত ওখ এনে এখন পিত্তলর মঞ্চ সাজি
চোঁতালর মাঝ ঠাইত রাখিছিল; তেওঁ তার
ওপরত উঠি থিয় হল, আরু ইস্রায়েলর
গোটেই মণ্ডলীর সাক্ষাতে আঁঠু পারি স্বর্গর
১৪ ফাললৈ হাত মেলিলে।) আরু তেওঁ কলে, হে
ইস্রায়েলর ঈশ্বর যিহোৱা, স্বর্গ আরু পৃথিবীত
তোমার তুল্য ঈশ্বর নাই; সকলো হৃদয়েরে
তোমার আগত আচরণ কৰোঁতা তোমার দাস-
বিলাকলৈ তুমি দয়া আরু নিয়মটী রক্ষা
১৫ কৰোঁতা; তোমার দাস মোর পিতৃ দায়ূদর আগত
তুমি যি প্রতিজ্ঞা করিছিলা, তাক তুমি তেওঁলৈ
পালন করিলা; এনে কি, তুমি আপোন মুখে কৈ
আজির দরে আপোন হাতেরে তাক সিদ্ধও
১৬ করিলা। এই হেতুকে এতিয়া, হে ইস্রায়েলর
ঈশ্বর যিহোৱা, তুমি মোর আগত যেনেকৈ
চলিলা, তোমার সন্তানবিলাকে কেৱল যদি
সেই রূপে মোর ব্যৱস্থাতেই চলিবলৈ আপোন
আপোন পথত সাৱধানে থাকে, তেনে হলে, মোর
দৃষ্টিত ইস্রায়েলর সিংহাসনর ওপরত বহিবলৈ
তোমার সম্বন্ধীয়া মানুহর অভাৱ নহব, এই বুলি
তোমার দাস মোর পিতৃ দায়ূদর আগত যি
প্রতিজ্ঞা করিছিলা, তাক তোমার দাসলৈ পালন
১৭ করা। এই হেতুকে এতিয়া, হে ইস্রায়েলর ঈশ্বর
যিহোৱা, ময় বিনয় কৰোঁ, তোমার দাস দায়ূদক
তুমি যি বাক্য কৈছিলা, সেয়ে সাফল হওক।
১৮ কিন্তু বাস্তৱিকে ঈশ্বরে পৃথিবীত মনুষ্যর লগত
বাস করিব নে? দেখা, স্বর্গই আরু স্বর্গরো স্বর্গই
তোমাক ধারণ করিব নোৱারে, তেন্তে ময়
১৯ নির্ম্মাণ করা গৃহই জানো পারিব? তথাপি, হে
মোর ঈশ্বর যিহোৱা, এই গৃহর ফাললৈ, মোর
নাম তাত রাখিম বুলি এই যি ঠাইর বিষয়ে তুমি
কৈছিলা, এই ঠাইর ফাললৈ তোমার চকু যেন
২০ দিনে রাতিয়ে মুকলি হৈ থাকিব, এই নিমিত্তে,
তোমার দাসে এই ঠাইর ফাললৈ মুখ করি করা
প্রার্থনা শুনিবলৈ, তুমি তোমার দাসর প্রার্থনা
আরু মিনতি গ্রাহ্য করি, তোমার দাসে তোমার
আগত করা কাতরোক্তি আরু প্রার্থনালৈ কাণ
২১ দিয়া। আরু যেতিয়া তোমার দাস ও তোমার
প্রজা ইস্রায়েলে এই ঠাইর ফাললৈ মুখ করি
প্রার্থনা করিব, তেতিয়া তুমি সিবিলাকর মিন-
তিলৈ কাণ দিবা, এনে কি, তুমি আপোন
বাসস্থান স্বর্গর পরা তাক শুনিবা, আরু শুনি
২২ ক্ষমা করিবা। কোনোৱে আপোন চুবুরীয়ার
অহিতে পাপ করিলে, যদি তাক এক শপথ
খাবলৈ দিয়া যায়, আরু সি আহি এই গৃহত
তোমার যজ্ঞবেদির আগত শপথ খায়, তেন্তে
২৩ তুমি স্বর্গর পরা তাক শুনিবা; আরু কার্য্য
করি, তোমার দাসবিলাকর বিচার নিষ্পত্তি
করি দোষীক দণ্ড করি তার কর্ম্মর ফল
তার মুরত দিবা, আরু নির্দ্দোষীক নির্দ্দোষী
২৪ করি তার ধার্ম্মিকতার ফল তাক দিবা। তোমার
প্রজা ইস্রায়েলে তোমার বিরুদ্ধে পাপ করার
কারণে শত্রুর আগত ঘটার পাছে যদি তো-
মালৈ ঘুরি তোমার নাম স্বীকার করি এই
গৃহত তোমার আগত প্রার্থনা আরু মিনতি করে,
২৫ তেন্তে তুমি স্বর্গর পরা তাক শুনি আপোন প্রজা
ইস্রায়েলর পাপ ক্ষমা করিবা, আরু তুমি সি-
বিলাকক ও সিবিলাকর পূর্ব্বপুরুষবিলাকক
দিয়া দেশলৈ সিবিলাকক ওলোটাই আনিবা।
২৬ সিবিলাকে তোমার অহিতে পাপ করার কারণে,
যেতিয়া আকাশ বন্ধ হোৱাত বরষুণ নাইকিয়া
হব, তেতিয়া যদি সিবিলাকে এই ঠাইর ফাললৈ
মুখ করি প্রার্থনা করে, আরু তুমি সিবিলাকক
দুঃখ দিয়া সময়ত তোমার নাম স্বীকার করি
২৭ আপোন আপোন পাপর পরা ঘুরে, তেন্তে
তুমি স্বর্গত থাকি তাক শুনিবা, আরু তোমার
দাসবিলাকর ও তোমার প্রজা ইস্রায়েলর পাপ
ক্ষমা করি, সিবিলাকে যাব লগীয়া সত্য পথর
বিষয়ে সিবিলাকক শিক্ষা দিবা, আরু তুমি
আপোন লোকবিলাকক আধিপত্যর অর্থে দিয়া
২৮ দেশত বরষুণ বরষাবা। দেশর মাজত যদি
আকাল কি মহামারী হয়, শস্য ফকর্ত্তনীয়া কি
রজামুরীয়া হয়, নাইবা ফড়িঙ কি পোক হয়,
আরু যদি সিবিলাকর শত্রুবোরে সিবিলাকর
দেশর নগরবিলাকত সিবিলাকক অৱরোধ করে,
২৯ তেন্তে যি কোনো আপদ বা রোগ হওক, যদি
কোনো মানুহে, বা তোমার প্রজা ইস্রায়েলর

মাজৰ কোনো লোকে আপোনাৰ পীড়া আৰু
দুঃখ জানি এই গৃহৰ ফাললৈ আপোন হাত
৩০ মেলে, তেন্তে তাৰ যি কোনো প্ৰাৰ্থনা কি মিনতি
হওক, তুমি আপোন বাসস্থান স্বৰ্গৰ পৰা তাক
শুনিবা, ক্ষমা কৰিবা, আৰু প্ৰতিজন-লোকৰ মন
জানি, ( কিয়নো তুমি, কেৱল তুমিহে মনুষ্য-
সন্তানবিলাকৰ মন জানা ;) সিবিলাকৰ আপোন
৩১ আপোন কৰ্ম্মৰ দৰে ফল দিবা ; আমাৰ পূৰ্ব্ব-
পুৰুষবিলাকক তুমি দিয়া দেশত সিবিলাকে
জীয়াই থকা আটাই দিনত তোমাক ভয় কৰি
তোমাৰ পথত চলিবৰ নিমিত্তেই তাকে কৰিবা।
৩২ অধিকন্ত, তোমাৰ প্ৰজা ইস্ৰায়েল লোকৰ মাজৰ
নোহোৱা পৰজাতীয় লোকে যেতিয়া তোমাৰ
মহান নামৰ আৰু তোমাৰ বলৱান হাত ও
মেলা বাহুৰ কথা শুনি দূৰ দেশৰ পৰা আহিব,
আৰু আহি এই গৃহৰ ফাললৈ মুখ কৰি
৩৩ প্ৰাৰ্থনা কৰিব, তেতিয়া, তোমাৰ প্ৰজা ইস্ৰায়েলৰ
দৰে তোমাক ভয় কৰিবৰ অৰ্থে, পৃথিবীৰ আটাই
জাতিয়ে যেন তোমাৰ নাম জানিব, আৰু ময়
সজা এই গৃহ যে তোমাৰ নামেৰে প্ৰখ্যাত,
তাক যেন জানিব, এই নিমিত্তে তোমাৰ বাসস্থান
স্বৰ্গৰ পৰা তাক শুনিবা, আৰু সেই বিদেশী
লোকে তোমালৈ কৰা আটাই প্ৰাৰ্থনাৰ দৰে
৩৪ তালৈ কাৰ্য্য কৰিবা। আৰু তুমি আপোন
প্ৰজাক যি কোনো বাটেদি পঠোৱা, সেই
বাটেদি যদি সিবিলাকে আপোনবিলাকৰ শত্ৰু-
বোৰে সৈতে যুদ্ধ কৰিবলৈ ওলাই যায়, আৰু
তোমাৰ মনোনীত এই নগৰৰ ফাললৈ, আৰু
তোমাৰ নামৰ নিমিত্তে ময় সজা গৃহৰ ফাললৈ
৩৫ মুখ কৰি তোমাৰ আগত প্ৰাৰ্থনা কৰে, তেন্তে তুমি
স্বৰ্গৰ পৰা সিবিলাকৰ প্ৰাৰ্থনা আৰু মিনতি
৩৬ শুনি, সিবিলাকৰ বিচাৰ নিষ্পত্তি কৰিবা। আৰু
সিবিলাকে যদি তোমাৰ বিৰুদ্ধে পাপ কৰে,
( কিয়নো পাপ নকৰা মানুহ কোনো নাই ;)
আৰু তুমি সিবিলাকলৈ ক্ৰুদ্ধ হৈ সিবিলাকক
শত্ৰুৰ হাতত সোধাই দিয়া, তাতে যদি সি-
বিলাকৰ শত্ৰুবোৰে সিবিলাকক বন্দী কৰি,
৩৭ দূৰত বা ওচৰত থকা দেশলৈ লৈ যায়, তথাপি
সিবিলাকক বন্দী কৰি নিয়া দেশত যদি সি-
বিলাকে মনত বিবেচনা কৰি ঘূৰি, আপোনা-
বিলাকৰ বন্দী-অৱস্থাৰ দেশত থাকি তোমাৰ
আগত প্ৰাৰ্থনা কৰি, আমি পাপ কৰিলোঁ,
৩৮ আমি অপথে গলোঁ, আমি কুকৰ্ম্ম কৰিলোঁ, এই
বুলি সিবিলাকক বন্দী কৰি নিয়া আপোনা-
বিলাকৰ বন্দী-অৱস্থাৰ দেশত সকলো মনে
সকলো চিত্তে তোমালৈ উলটি, সিবিলাকৰ
ওপৰ পিতৃবিলাকক তুমি দিয়া সিবিলাকৰ দেশৰ
ফাললৈ, তোমাৰ মনোনীত নগৰৰ ফাললৈ,
আৰু তোমাৰ নামৰ নিমিত্তে ময় নিৰ্ম্মাণ কৰা
গৃহৰ ফাললৈ মুখ কৰি যদি প্ৰাৰ্থনা কৰে,
৩৯ তেন্তে তুমি আপোন বাসস্থান স্বৰ্গৰ পৰা সি-
বিলাকৰ প্ৰাৰ্থনা আৰু মিনতি শুনি, সিবিলাকৰ
বিচাৰ নিষ্পত্তি কৰিবা, আৰু তোমাৰ বিৰুদ্ধে
পাপ কৰা তোমাৰ প্ৰজাবিলাকক ক্ষমা কৰিবা।
৪০ এতিয়া, হে মোৰ ঈশ্বৰ, ময় বিনয় কৰোঁ,
এই ঠাইত কৰা প্ৰাৰ্থনালৈ তোমাৰ চকু মেলা
৪১ আৰু কাণো পতা হওক। হে ঈশ্বৰ যিহোৱা,
এতিয়া তুমি আৰু তোমাৰ শক্তিৰ চন্দুক
আপোন বিশ্ৰামৰ ঠাইলৈ উঠি যোৱা ; হে
ঈশ্বৰ যিহোৱা, তোমাৰ পুৰোহিতবিলাকে পৰি-
ত্ৰাণবস্ত্ৰ পিন্ধোক, আৰু তোমাৰ সাধুবিলাকে
৪২ মঙ্গলত আনন্দ কৰোক। হে ঈশ্বৰ যিহোৱা,
তুমি আপোন অভিষিক্ত জনক বিমুখ নকৰাবা,
আপোন দাস দায়ূদলৈ কৰা নানা দয়ালৈ
সোঁৱৰণ কৰা।

৭ চলোমনে প্ৰাৰ্থনা কৰি এঁটালত, আকা-
শৰ পৰা অগ্নি নামি আহি, হোমবলি আৰু
আন আন বলি গ্ৰাস কৰিলে; আৰু যিহোৱাৰ
২ প্ৰতাপেৰে গৃহ পৰিপূৰ্ণ হল। তাতে পুৰোহিত-
বিলাকে যিহোৱাৰ গৃহত সোমাব নোৱাৰিলে;
কিয়নো যিহোৱাৰ প্ৰতাপেৰে যিহোৱাৰ গৃহ
৩ পৰিপূৰ্ণ আছিল। আৰু অগ্নি নামি অহা, আৰু
গৃহৰ ওপৰত যিহোৱাৰ প্ৰতাপ থকা সময়ত
ইস্ৰায়েলৰ সন্তানবিলাকে চাই আছিল ; পাছে
সিবিলাকে মূৰ দোঁৱাই, শিলেৰে বন্ধা মাটীত
মুখ লগাই প্ৰণিপাত কৰিলে; আৰু, "কিয়নো
তেওঁ মঙ্গলময় ; কাৰণ তেওঁৰ দয়া সদাকাললৈকে
থাকে," এই বুলি যিহোৱাৰ ধন্যবাদ কৰিলে।
৪ তাৰ পাছে ৰজা আৰু আটাই প্ৰজাবিলাকে
৫ যিহোৱাৰ আগত বলিদান কৰিলে। চলোমন
ৰজাই বাইশ হাজাৰ গৰু, আৰু এক লাখ বিশ
হাজাৰ মেৰ ও ছাগ উৎসৰ্গ কৰিলে। এই ৰূপে
ৰজা আৰু প্ৰজা সকলোৰে ঈশ্বৰৰ গৃহ প্ৰতিষ্ঠা
৬ কৰিলে। পুৰোহিতবিলাকে আপোন আপোন
থাকিব লগা ঠাইত থিয় হৈ আছিল, আৰু
"কিয়নো যিহোৱাৰ দয়া সদাকাললৈকে
থাকে," এই বুলি যিহোৱাৰ ধন্যবাদ কৰিবলৈ
দায়ূদ ৰজাই যিহোৱাৰ গীত গাবৰ নিমিত্তে
যি বাদ্যযন্ত্ৰ নিৰ্ম্মাণ কৰিছিল, সেই বাদ্য-
যন্ত্ৰ লেবীয়াবিলাকেও হাতত লৈ থিয় হৈ
বজাই বজাই দায়ূদৰ ৰচিত গীত গাই-
ছিল; আৰু সিবিলাকৰ আগত পুৰোহিত-
বিলাকে তূৰী বজাইছিল ; আৰু গোটেই ইস্ৰা-
৭ য়েল থিয় হৈ আছিল। চলোমনে যিহোৱাৰ
গৃহৰ সম্মুখত থকা চোঁতালৰ মাজ ভাগ
পবিত্ৰ কৰিছিল ; কিয়নো সেই ঠাইতেই তেওঁ

হোমবলি, আৰু মঙ্গলাৰ্থক বলিৰ তেল উৎসৰ্গ
কৰিছিল, কাৰণ চলোমনে সজা পিত্তলৰ যজ্ঞ-
বেদিয়ে হোমবলি, ভক্ষ্য নৈবেদ্য, আৰু মঙ্গ-
৮ লাৰ্থক বলিৰ তেল ধৰিব নোৱাৰিলে। এই ৰূপে
সেই সময়ত চলোমন আৰু তেওঁৰ লগত গোটেই
ইস্ৰায়েলে হমাতৰ প্ৰবেশস্থানৰ পৰা মিচৰ
জুৰীলৈকে, অতি মহাসমাজ হৈ সাত দিন উৎসৱ
৯ কৰিলে। পাছে অষ্টম দিনা সিবিলাকে ধৰ্মসভা
কৰিলে ; কিয়নো সিবিলাকে সাত দিন যজ্ঞবেদি
প্ৰতিষ্ঠা কৰিছিল, আৰু সাত দিন উৎসৱ কৰি-
১০ ছিল। চলোমনে সপ্তম মাহৰ তেইশ দিনৰ দিনা
নিজ নিজ তাম্বুলৈ লোকবিলাকক বিদায় দিলে ;
যিহোৱাই দায়ুদ, চলোমন, আৰু আপোন প্ৰজা
ইস্ৰায়েললৈ কৰা মঙ্গলৰ কাৰণে সিবিলাক
আনন্দিত আৰু সন্তুষ্ট মনেৰে গুচি গল।

ঈশ্বৰে চলোমনৰ প্ৰাৰ্থনাৰ উত্তৰ দিয়া। চলোমনে
বন্দীকামৰ নিমিত্তে মানুহ গোটোৱা।
নগৰ আদি নিৰ্মাণ কৰা।

১১ এই ৰূপে চলোমনে যিহোৱাৰ গৃহ আৰু ৰাজ-
গৃহ সাজি এঁটালে ; আৰু যিহোৱাৰ গৃহত ও
আপোনাৰ গৃহত যি যি কৰ্ম্ম কৰিবলৈ চলোমনে
স্থিৰ কৰিছিল, তেওঁ সেই সকলোকেই সিদ্ধ
১২ কৰিলে। পাছে যিহোৱাই ৰাতি চলোমনক দৰ্শন
দি কলে, ময় তোমাৰ প্ৰাৰ্থনা শুনিলোঁ, আৰু
মোৰ যজ্ঞগৃহ বুলি এই ঠাই মনোনীত কৰিলোঁ।
১৩ ময় যদি আকাশ এনেকৈ বন্ধ কৰোঁ, যে, বৰষুণ
নহব, বা দেশ গ্ৰাস কৰিবলৈ কাকতি ফড়িঙক
আজ্ঞা কৰোঁ, বা আপোন প্ৰজাবিলাকৰ মাজলৈ
১৪ মহামাৰী পঠাওঁ, তেন্তে, মোৰ নামেৰে প্ৰখ্যাত
হোৱা মোৰ প্ৰজাবিলাকে যদি আপোনাবিলাকক
নম্ৰ কৰি প্ৰাৰ্থনা কৰে, আৰু মোৰ সাক্ষাৎ হবলৈ
বিচাৰে, আৰু আপোন আপোন কুপথৰ পৰা
ঘূৰে, তেন্তে ময় স্বৰ্গৰ পৰা শুনি সিবিলাকৰ পাপ
ক্ষমা কৰিম, আৰু সিবিলাকৰ দেশ আৰোগ্য
১৫ কৰিম। আজিৰ পৰা এই ঠাইত কৰা প্ৰাৰ্থনা-
লৈ মোৰ চকু মেলা আৰু মোৰ কাণ পতা হব।
১৬ কিয়নো, মোৰ নাম সদাকাললৈকে থাকিবৰ
নিমিত্তে ময় এই গৃহ মনোনীত কৰি পবিত্ৰ
কৰিলোঁ ; আৰু সদায় এই ঠাইলৈ মোৰ চকু
১৭ আৰু ইয়াত মোৰ মন থাকিব। আৰু তুমিও যদি
তোমাৰ পিতৃ দায়ুদৰ দৰে মোৰ সাক্ষাতে চলি,
ময় তোমাক দিয়া সকলো আজ্ঞা অনুসাৰে কাৰ্য্য
কৰা, আৰু মোৰ বিধি ও শাসনপ্ৰণালীবিলাক
১৮ পালন কৰা, তেন্তে, ইস্ৰায়েলৰ ওপৰত শাসন
কৰিবলৈ তোমাৰ সম্বন্ধীয়া মানুহৰ অভাৱ নহব,
এই যি কথা কৈ ময় তোমাৰ পিতৃ দায়ুদে সৈতে
নিয়ম স্থাপন কৰিলোঁ, তাৰ দৰে ময় তোমাৰ
১৯ ৰাজসিংহাসন স্থিৰ কৰিম। কিন্তু যদি তোমা-
লোকে মোৰ পৰা বিমুখ হৈ, ময় তোমালোকৰ
আগত স্থাপন কৰা মোৰ বিধি আৰু আজ্ঞাবিলাক
ত্যাগ কৰা, আৰু চলি গৈ ইতৰ দেৱতাবোৰক
সেৱাপূজা কৰা, আৰু সেইবোৰৰ আগত প্ৰণি-
২০ পাত কৰা, তেন্তে, ময় সিবিলাকক দিয়া দেশৰ
পৰা সিবিলাকক উঘালি পেলাম, আৰু আপোন
নামৰ নিমিত্তে ময় পবিত্ৰ কৰা এই গৃহকো
আপোন দৃষ্টিৰ পৰা দূৰ কৰিম, আৰু সকলো
জাতিৰ মাজত তাক দৃষ্টান্ত আৰু বিদ্ৰূপৰ বিষয়
২১ কৰিম। আৰু এই যি গৃহ ইমান ওখ হৈছে,
ইয়াৰ ওচৰেদি যোৱা প্ৰতিজনে আশ্চৰিত মানি
সুধিব, এই দেশলৈ আৰু এই গৃহলৈ যিহোৱাই
২২ কিয় এই ৰূপ কাৰ্য্য কৰিলে? তাতে লোকবিলাকে
কব, ইহঁতৰ পূৰ্ব্বপুৰুষবিলাকক মিচৰ দেশৰ পৰা
বাহিৰ কৰি অনা আপোনাবিলাকৰ পূৰ্ব্বপুৰুষ-
বিলাকৰ ঈশ্বৰ যিহোৱাক ইহঁতে ত্যাগ কৰিলে,
আৰু ইতৰ দেৱতাবোৰত আসক্ত হৈ সেইবোৰৰ
আগত প্ৰণিপাত কৰিলে, আৰু সেইবোৰক সেৱা-
পূজা কৰিলে ; এই নিমিত্তে তেওঁ ইহঁতৰ ওপৰত
এই আটাই অমঙ্গল ঘটালে।

৮ চলোমনে যিহোৱাৰ গৃহ আৰু আপোনাৰ
২ গৃহ সাজিবলৈ বিশ বছৰ লাগিল ; হূৰমে
চলোমনক যি যি নগৰ ওভোটাই দিছিল, সেই
বিশ বছৰৰ মূৰত সেইবোৰ চলোমনে পুনৰায়
সজাই সেইবোৰত ইস্ৰায়েলৰ সন্তানবিলাকক
বাস কৰালে।
৩ পাছে চলোমনে হমাৎ-চোবালৈ গৈ তাক পৰা-
৪ জয় কৰিলে। আৰু অৰণ্যত থকা তদ্মোৰ নগৰ,
আৰু হমাতত যি যি ভঁড়াল-নগৰ নিৰ্ম্মাণ কৰি-
ছিল, সেইবোৰ তেওঁ সেই সময়ত নিৰ্ম্মাণ কৰিলে।
৫ আৰু তেওঁ ওপৰ বৈৎ-হোৰোণ আৰু তল বৈৎ-
হোৰোণ পুনৰায় নিৰ্ম্মাণ কৰিলে; এই দুখন
নগৰ গড়, দুৱাৰ, আৰু ডাং থকা দৃঢ় নগৰ।
৬ আৰু বালৎ, ভঁড়াল-নগৰবোৰ, আৰু ৰথৰ ও
অশ্বাৰোহীবিলাকৰ নগৰবোৰ আদি যিৰূচালেমত
ও লিবানোনত, আৰু নিজে শাসন কৰা
দেশৰ সকলো ঠাইতে যি যি নিৰ্ম্মাণ কৰিবলৈ
চলোমনৰ ইচ্ছা আছিল, সেই সকলোকে তেওঁ
৭ নিৰ্ম্মাণ কৰিলে। ইস্ৰায়েলৰ সন্তানবিলাকৰ
মাজৰ নোহোৱা অৱশিষ্ট থকা হিত্তীয়া, ইমো-
ৰীয়া, পৰিজ্জীয়া, হিব্বীয়া, আৰু যিবূচীয়া লোক-
৮ বিলাকৰ যি সন্তানবোৰ দেশত অৱশিষ্ট থাকিল,
যিবোৰক ইস্ৰায়েলৰ সন্তানবিলাকে উচ্ছন্ন নক-
ৰিলে, সিহঁতৰ মাজৰ পৰাই বন্দীকামৰ নিমিত্তে
চলোমনে মানুহ গোটালে ; সিহঁতে আজিলৈকে
৯ তাকেই কৰি আছে। কিন্তু চলোমনে আপোনাৰ
কাৰ্য্যৰ নিমিত্তে ইস্ৰায়েলৰ সন্তানবিলাকৰ মাজৰ

কাকো বন্দীকামত নলগালে ; কিন্তু সিবিলাক
রণুৱা, সেনাপতি, আৰু সাৰথি ও অশ্বাৰোহীৰ
১০ অধ্যক্ষ হল। সিবিলাকৰ মাজৰ দুশ পঞ্চাশ জন
লোক চলোমন ৰজাৰ কাৰ্য্যত নিযুক্ত-কৰা প্ৰধান
বিষয়া আছিল ; সিবিলাকে লোকবিলাকৰ কাম
১১ চাইছিল। পাছে চলোমনে ফৰৌণৰ জীয়েকৰ
নিমিত্তে সজা গৃহলৈ, দায়ুদৰ নগৰৰ পৰা তেওঁক
অনালে ; কিয়নো তেওঁ কৈছিল, মোৰ ভাৰ্য্যা
ইস্ৰায়েলৰ দায়ুদ ৰজাৰ গৃহত বাস নকৰিব ;
কাৰণ যি যি ঠাইলৈ যিহোৱাৰ চন্দুক আহে,
সেই ঠাইবোৰ পবিত্ৰ।
১২ তাৰ পাছে চলোমনে প্ৰতিদিনৰ বিধি অনু-
১৩ সাৰে, বাৰাণ্ডাৰ আগত আপুনি নিৰ্ম্মাণ কৰা
যিহোৱাৰ যজ্ঞবেদিৰ ওপৰত যিহোৱাৰ উদ্দেশে
হোমবলি উৎসৰ্গ কৰিবলৈ ধৰিলে ; তেওঁ মোচিৰ
আজ্ঞামতে বিশ্ৰামবাৰত, ন জোনত, আৰু নিৰ-
পিত পৰ্ব্বত,অৰ্থাৎ খমীৰ নিদিয়া পিঠাৰ পৰ্ব্বত,
সাত সপ্তাহৰ পৰ্ব্বত, আৰু পজাপৰ্ব্বত, বছৰৰ
১৪ ভিতৰত এই তিনিবাৰ বলি উৎসৰ্গ কৰে। আৰু
তেওঁ আপোন পিতৃ দায়ুদে নিৰূপণ কৰাৰ দৰে,
পুৰোহিতবিলাকক সিবিলাকৰ পালক্ৰমে সেৱ-
কীয়া কাৰ্য্যত, আৰু প্ৰতিদিনৰ বিধি অনুসাৰে
প্ৰশংসা কৰিবলৈ আৰু পুৰোহিতবিলাকৰ আগত
পৰিচৰ্য্যা কৰিবলৈ লেবীয়াবিলাকক আপোন
আপোন কৰিব লগীয়া কাৰ্য্যত লগালে ; আৰু
পাল অনুসাৰে প্ৰত্যেক দুৱাৰত দুৱৰী নিযুক্ত
কৰিলে। কিয়নো ঈশ্বৰৰ লোক দায়ুদে সেই ৰূপ
১৫ আজ্ঞা কৰিছিল। আৰু ৰজাই পুৰোহিত ও
লেবীয়াবিলাকক ভঁড়াল আদিৰ বিষয়ে দিয়া
১৬ কোনো আজ্ঞা সিবিলাকে অন্যথা নকৰিলে। এই
ৰূপে যিহোৱাৰ গৃহৰ ভিত্তিমূল স্থাপন কৰা দিনৰ
পৰা তাক নিৰ্ম্মাণ কৰি শেষ কৰালৈকে চলোমনৰ
সকলো কাৰ্য্য নিয়মিতৰূপে চলিল। এই দৰে
যিহোৱাৰ গৃহ সম্পূৰ্ণৰূপে সমাপ্ত কৰা হল।
১৭ সেই কালত চলোমন ইদোম দেশৰ সাগৰৰ
তীৰত থকা ইচিয়োন-গেবৰলৈ আৰু এলতলৈ
১৮ গল। আৰু হূৰমে আপোনাৰ দাসবিলাকৰ
দ্বাৰায় তেওঁৰ ওচৰলৈ জাহাজ আৰু সামুদ্ৰিক
কাৰ্য্যত নিপুণ দাসবিলাকক পঠালে ; আৰু
সিইঁতে চলোমনৰ দাসবিলাকৰ লগত ওফীৰলৈ
গৈ, তাৰ পৰা চাৰি শ পঞ্চাশ কিক্কৰ সোণ লৈ
চলোমন ৰজাৰ ওচৰলৈ আহিল।

চলোমনৰ ওচৰলৈ চিবাৰ ৰাণী অহা। চলোমনৰ
ধন আৰু ঐশ্বৰ্য্য। চলোমনৰ মৃত্যু।

৯ পাছে চিবা দেশৰ ৰাণীয়ে চলোমনৰ
যশস্যাৰ কথা শুনি, যিৰূচালেমত, নিগূঢ়
বাক্যৰ দ্বাৰায় তেওঁক পৰীক্ষা কৰিবলৈ, সুগন্ধি
দ্ৰব্য, অধিক সোণ, আৰু বহুমূল্য মণি বোজাই
দিয়া অনেক উট, আৰু অতিশয় অধিক লোকে
সৈতে আহিল ; আৰু চলোমনৰ ওচৰলৈ আহি,
আপোনাৰ মনত যি যি আছিল, সকলোকে
২ তেওঁক কলে। তাতে চলোমনে তেওঁৰ সকলো
প্ৰশ্নৰ উত্তৰ দিলে ; চলোমনে বুজিব নোৱৰা
একোৱেই নাছিল, তেওঁ ৰাণীক সকলোকে
৩ কলে। এই ৰূপে চিবাৰ ৰাণীয়ে চলোমনৰ জ্ঞান,
৪ তেওঁ নিৰ্ম্মাণ কৰা গৃহ, তেওঁৰ মেজৰ আহাৰীয়
দ্ৰব্য, মন্ত্ৰীসকল বহা, পৰিচাৰকবিলাক থিয়
হোৱা আৰু সিবিলাকৰ সাজ, তেওঁৰ পানপাত্ৰ
ধৰাবিলাক আৰু সিবিলাকৰ সাজ, আৰু
যিহোৱাৰ গৃহলৈ তেওঁ উঠা খট্‌খটি, এই
৫ সকলোকে দেখি, তেওঁ বিচুৰ্ত্তি খালে। পাছে
তেওঁ ৰজাক কলে,ময় নিজ দেশত আপোনাৰ
বাক্য আৰু জ্ঞানৰ বিষয়ে যি কথা শুনিছিলোঁ,
৬ সেয়ে যথাৰ্থ আছিল। কিন্তু, ময় আহি যেতিয়া-
লৈকে আপোন চকুৰে নেদেখিলোঁ, তেতিয়ালৈকে
ময় সেই কথাত প্ৰত্যয় নকৰিলোঁ ; আৰু দেখা,
আপোনাৰ জ্ঞানৰ মহত্ত্বৰ আধাও মোক কোৱা
নাছিল ; ময় যি কথা শুনিছিলোঁ, তাত্‌কৈ
৭ আপোনাৰ গুণ অধিক আছে। আপোনাৰ এই
যি লোকবিলাকে, আপোনাৰ এই যি দাসবিলাকে
আপোনাৰ আগত সদায় থিয় হৈ আপোনাৰ
৮ জ্ঞানৰ কথা শুনে, ইবিলাক ধন্য। যি জনাই
আপোনাৰ ঈশ্বৰ যিহোৱাৰ অৰ্থে ৰজা কৰিবলৈ,
আপোন সিংহাসনত আপোনাক বহুৱাবলৈ
আপোনাত সন্তোষ পালে, আপোনাৰ সেই
ঈশ্বৰ যিহোৱা ধন্য ; ইস্ৰায়েলক সদাকাল-
লৈকে স্থাপন কৰিবলৈ আপোনাৰ ঈশ্বৰে
সিবিলাকক প্ৰেম কৰিলে, এই দেখি তেওঁ
বিচাৰ আৰু ধৰ্ম্ম প্ৰচলিত কৰিবলৈ, আপোনাক
সিবিলাকৰ ওপৰত ৰাজপদত নিযুক্ত কৰিলে।
৯ পাছে তেওঁ ৰজাক এশ বিশ কিক্কৰ সোণ,
অতি অধিক সুগন্ধি দ্ৰব্য, আৰু বহুমূল্য মণি
দিলে। চিবাৰ ৰাণীয়ে চলোমন ৰজাক দিয়া
সুগন্ধি দ্ৰব্যৰ নিচিনা আৰু সুগন্ধি দ্ৰব্য নাছিল।
১০ হূৰম আৰু চলোমনৰ যি দাসবিলাকে
ওফীৰৰ পৰা সোণ আনে, সিবিলাকে অল্‌-
১১ গূম কাঠ আৰু বহুমূল্য মণিও আনে। ৰজাই
সেই অল্‌গূম কাঠেৰে যিহোৱাৰ গৃহ আৰু
ৰাজগৃহৰ নিমিত্তে চিৰি আৰু গায়কবিলাকৰ
নিমিত্তে বীণা আৰু নেবল সজালে ; তেনেকুৱা
কাঠ আগেয়ে যিহুদা দেশত কোনেও কেতিয়াও
১২ দেখা নাছিল। পাছে, চিবাৰ ৰাণীয়ে ৰজালৈ
অনা বস্তুৰ সলনি ৰজাই যি বস্তু দিলে, তাৰ
বাহিৰে চিবাৰ ৰাণীয়ে খোজাৰ দৰে, তেওঁৰ
সকলো মনৰ বাঞ্ছা তেওঁ পূৰ কৰিলে। পাছে

রাণী আৰু তেওঁৰ দাসবিলাক আপোন দেশলৈ
উলটি গল।
১৩ বেপাৰী আৰু বণিকবিলাকে অনা সোণৰ
বাহিৰে, এবছৰৰ ভিতৰত ছশ ছয়ষষ্ঠি কিক্কৰ
১৪ সোণ চলোমনলৈ আহিল; আৰু আৰবৰ আটাই
ৰজা আৰু দেশাধ্যক্ষবিলাকেও চলোমন ৰজালৈ
১৫ সোণ আৰু ৰূপ আনিলে। আৰু চলোমন
ৰজাই সোণ পিটাই দুশ ঢাল কৰিলে, সোণ
পিটাই কৰা প্ৰত্যেক ঢালত ছশ চেকল সোণ
১৬ খৰছ হৈছিল; আৰু সোণ পিটাই তিনি শ বাৰ
যুগুত কৰিলে, তাৰ প্ৰত্যেক বাৰত তিনি শ চেকল
সোণ খৰছ হৈছিল। পাছে ৰজাই সেইবোৰ
১৭ লিবানোনৰ কাঠনীৰ গৃহত ৰাখিলে। ইয়াৰ
বাহিৰে ৰজাই হাতিদাঁতৰ এখন ডাঙৰ সিংহাসন
সজাই তাৰ ওপৰত শুদ্ধ সোণৰ পতা মাৰিলে।
১৮ সেই সিংহাসনৰ ছখপীয়া খট্‌খটি আছিল, আৰু
সিংহাসনত লগোৱা সোণৰ এখন ভৰি-পিৰা
আছিল, আৰু বহা ঠাইৰ দুয়োকালে এটা এটা
হাত আছিল, আৰু সেই হাতৰ ওচৰত দুটা
১৯ সিংহৰ মূৰ্ত্তি থিয় হৈ আছিল। আৰু সেই ছয়
খাপৰ ওপৰত দুই মূৰে বাৰটা সিংহৰ মূৰ্ত্তি
থিয় হৈ আছিল। এনেকুৱা সিংহাসন আৰু
২০ কোনো ৰাজ্যত সজা নাছিল। চলোমন ৰজাৰ
সকলো পানপাত্ৰ সোণৰ আছিল, আৰু লিবা-
নোনৰ কাঠনীৰ গৃহৰ আটাই পাত্ৰ শুদ্ধ
সোণৰ আছিল; চলোমনৰ ৰাজত্বৰ কালত
২১ ৰূপ একোৱে মানত গণ্য নাছিল। কিয়নো
হূৰমৰ দাসবিলাকে সৈতে তৰ্চীচলৈ যোৱা
ৰজাৰ কেইখনমান জাহাজ আছিল; সেই
তৰ্চীচৰ জাহাজবিলাকে সোণ, ৰূপ, হাতিদাঁত,
বান্দৰ, আৰু ম'ৰা চৰাই লৈ, প্ৰত্যেক তিনি
২২ বছৰৰ মূৰত এবাৰ এবাৰ আহে। এই ৰূপে
ঐশ্বৰ্য্য আৰু জ্ঞানত চলোমন ৰজা পৃথিবীত থকা
২৩ সকলো ৰজাতকৈ প্ৰধান হল। ঈশ্বৰে চলোমনৰ
মনত যি জ্ঞান দিছিল, তেওঁৰ সেই জ্ঞানৰ কথা
শুনিবলৈ পৃথিবীৰ সকলো ৰজাই তেওঁৰ লগত
২৪ সাক্ষাৎ কৰিবলৈ চেষ্টা কৰিছিল। আৰু
প্ৰতিজনে আপোন আপোন উপহাৰ, অৰ্থাৎ
ৰূপৰ আৰু সোণৰ পাত্ৰ, বস্ত্ৰ, অস্ত্ৰ, সুগন্ধি দ্ৰব্য,
ঘোঁৰা, আৰু খছৰ আনে, এই ৰূপে প্ৰতি-
২৫ বছৰে আনে। ঘোঁৰা আৰু ৰথৰ নিমিত্তে চলো-
মনৰ চাৰি হাজাৰ ঘোঁৰাশাল আছিল, আৰু
তেওঁৰ বাৰ হাজাৰ অশ্বাৰোহী আছিল; তেওঁ
সিইতক নানা ৰথ-নগৰত আৰু ৰজাৰ লগত যিৰূ-
২৬ চালেমতো ৰাখিলে। আৰু ফৰাৎ নদীৰে পৰা
পলেষ্টীয়াবিলাকৰ দেশলৈ আৰু মিচৰৰ সীমা-
লৈকে সকলো ৰজাবিলাকৰ ওপৰত তেওঁ শাসন
২৭ কৰিছিল। আৰু ৰজাই যিৰূচালেমত ৰূপক
শিলৰ নিচিনা আৰু এৰচ কাঠক নিম্নভূমিত থকা
২৮ ডিমৰু গছৰ নিচিনা অধিক কৰিলে। আৰু
মিচৰৰ পৰা আৰু আন সকলো দেশৰ পৰা
চলোমনৰ নিমিত্তে ঘোঁৰা অনা হয়।
২৯ চলোমনৰ অৱশিষ্ট কাৰ্য্যৰ আদ্যোপান্ত বি-
বৰণ নাথন ভাববাদীৰ পুস্তকখনিত, চীলোনীয়া
অহিয়াৰ ভাববাণীত, আৰু নবাটৰ পুত্ৰ যাৰ-
বিয়ামবিষয়ক ইদ্দো দৰ্শকৰ দৰ্শনপুস্তকখনিত
৩০ জানো লিখা নাই? চলোমনে যিৰূচালেমত
গোটেই ইস্ৰায়েলৰ ওপৰত চল্লিশ বছৰ ৰাজত্ব
৩১ কৰিলে। পাছে চলোমন আপোন ওপৰপিতৃ-
বিলাকৰ লগত নিদ্ৰিত হলত, আপোন পিতৃ
দায়ূদৰ নগৰত তেওঁক মৈদাম দিয়া হল; আৰু
তেওঁৰ পুত্ৰ ৰহবিয়াম তেওঁৰ পদত ৰজা হল।

দহ ফৈদৰ বিদ্ৰোহ। ৰহবিয়ামৰ ৰাজত্ব।

১০ পাছে ৰহবিয়াম চিখিমলৈ গল; কিয়নো
তেওঁক ৰজা পাতিবৰ নিমিত্তে গোটেই
২ ইস্ৰায়েল চিখিমলৈ গৈছিল। এনেতে নবাটৰ
পুত্ৰ যাৰবিয়ামে সেই বাৰ্ত্তা পাই, (কিয়নো
তেওঁ মিচৰত আছিল, চলোমন ৰজাৰ ভয়ত
তেওঁ মিচৰলৈ পলাই গৈছিল;) মিচৰৰ পৰা
৩ উলটি আহিল; কিয়নো লোকবিলাকে মানুহ
পঠাই তেওঁক মতাই আনিছিল; পাছে যাৰবি-
য়াম আৰু গোটেই ইস্ৰায়েলে আহি ৰহবিয়ামক
৪ এই কথা কলে, আপোনাৰ পিতৃয়ে আমাৰ ওপৰত
অসহনীয় যুঁৱলি দি গল; এই হেতুকে আপো-
নাৰ পিতৃয়ে আমাক যি অসহনীয় দাস্যকৰ্ম্মত
লগাই দি, আৰু গধুৰ যুঁৱলি দি গল, আপুনি
তাৰ কিছু লঘু কৰোক; তেতিয়া আমি আপোনাৰ
৫ দাস হৈ থাকিম। তাতে তেওঁ সিবিলাকক কলে,
তিন দিনৰ পাছে তোমালোকে আকৌ মোৰ
ওচৰলৈ আহিবা। তেতিয়া লোকবিলাক গুচি
৬ গল। পাছে ৰহবিয়াম ৰজাই, আপোন পিতৃ
চলোমন জীয়াই থকা কালত যি বৃদ্ধবিলাক
তেওঁৰ আগত থিয় হৈ থাকিছিল, সিবিলাকৰ
লগত মন্ত্ৰণা কৰি সুধিলে, মই সেই লোক-
বিলাকক উত্তৰ দিবলৈ তোমালোকে কি পৰামৰ্শ
৭ দিয়া? তাতে সিবিলাকে তেওঁক কলে, আপুনি
যদি সেই লোকবিলাকলৈ মৰমীয়াল হৈ সিবি-
লাকক সন্তুষ্ট কৰে, আৰু সিবিলাকক ভাল
কথা কয়, তেন্তে সিবিলাক সদাকাললৈকে
৮ আপোনাৰ দাস হৈ থাকিব। কিন্তু তেওঁক বৃদ্ধ-
বিলাকে দিয়া পৰামৰ্শ তেওঁ ত্যাগ কৰি,
আপোনাৰ আগত থিয় হৈ থাকোঁতা তেওঁৰে একে
সমানে ডাঙৰ দীঘল হোৱা ডেকাবিলাকে সৈতে
৯ মন্ত্ৰণা কৰিলে। তেওঁ সিবিলাকক সুধিলে,
আপোনাৰ পিতৃয়ে আমাৰ ওপৰত যি যুঁৱলি

দি গল, তার কিছু লঘু করোক বুলি মোর আগত
কোৱা সেই লোকবিলাকক আমি উত্তর দিবর
১০ নিমিত্তে তোমালোকে কি পরামর্শ দিয়া ? তাতে
তেওঁরে একে সমানে ডাঙর দীঘল হোৱা সেই
ডেকাবিলাকে তেওঁক কলে, আপোনার পিতৃয়ে
আমার ওপরত গধূর যুঁরলি দি গল, কিন্তু
আপুনি তার কিছু লঘু করোক বুলি আপোনার
আগত কোৱা লোকবিলাকক এই কথা কব,
মোর কেঁয়া আঙ্গুলি মোর পিতৃর কঁকালতকৈয়ো
১১ ডাঙর। এই হেতুকে শুনা, মোর পিতৃয়ে তোমা-
লোকর ওপরত গধূর যুঁরলির ভার দি গল,
কিন্তু ময় তাক আরু গধূর করিম ; মোর পিতৃয়ে
তোমালোকক চাবুকেরে শাস্তি দিছিল, কিন্তু ময়
হলে তোমালোকক কোঁকাড়াবিচারে দিম,
১২ এই বুলি সিবিলাকক কব। পাছে, তৃতীয় দিনা
মোর ওচরলৈ আকৌ আহিবা, রজাই কোৱা
এই কথার দরেই যারবিয়াম আদি সকলো
লোক তৃতীয় দিনা রহবিয়ামর ওচরলৈ আহিল।
১৩ তাতে রজাই সিবিলাকক টান টান কথারে
উত্তর দিলে ; আরু রহবিয়াম রজাই বৃদ্ধ-
১৪ বিলাকর পরামর্শ ত্যাগ করি, সেই ডেকা-
বিলাকর পরামর্শ অনুসারে সিবিলাকক এই
কথা কলে, মোর পিতৃয়ে তোমালোকক গধূর
যুঁরলি দি গল, কিন্তু ময় তোমালোকর যুঁরলি
আরু গধূর করিম ; মোর পিতৃয়ে তোমালোকক
চাবুকেরে শাস্তি দিছিল, কিন্তু ময় হলে তোমা-
১৫ লোকক কেঁকোড়াবিচারে দিম। এই রূপে রজাই
লোকবিলাকর কথালৈ কাণ নিদিলে ; কিয়নো
চীলোনীয়া অহিয়ার মুখে নবাটর পুত্র যার-
বিয়ামক যিহোৱাই কোৱা আপোন বাক্য সিদ্ধ
করিবর অর্থে ঈশ্বরর পরা এই ঘটনা হল।
১৬ যেতিয়া গোটেই ইস্রায়েলে রজাক সিবিলাকর
কথালৈ কাণ নিদিয়া দেখিলে, তেতিয়া লোক-
বিলাকে রজাক উত্তর দি কলে, দায়ূদত আমার
কি ভাগ আছে ? যিচয়র পুত্রত আমার কোনো
অধিকার নাই ; হে ইস্রায়েল, প্রতিজনে আপোন
আপোন তাম্বুলৈ গুচি যোৱা ; হে দায়ূদ, এতিয়া
তুমি আপোন বংশলৈ চোৱা। তাতে গোটেই
ইস্রায়েল আপোন আপোন তাম্বুলৈ গুচি গল।
১৭ কিন্তু যিহূদার নগরবোরত বাস করা ইস্রায়েলর
সন্তানবিলাকর ওপরত হলে, রহবিয়াম রজা
১৮ হৈ থাকিল। পাছে রহবিয়াম রজাই বন্দী-
কাম করাবোরর অধ্যক্ষ হদোরামক পঠালত,
ইস্রায়েলর সন্তানবিলাকে তেওঁলৈ এনেকৈ শিল
দলিয়ালে, যে, তেওঁ তাতে মরিল ; আরু রহ-
বিয়াম রজাই যিরূচালেমলৈ পলাই যাবর
নিমিত্তে বেগাবেগিকৈ আপোনার রথত উঠিল।
১৯ এই রূপে ইস্রায়েলে দায়ূদর বংশর বিরুদ্ধে
বিদ্রোহ আচরণ করিলে, আজিলৈকে সেই
ভাবেই আছে।

১১ রহবিয়াম যেতিয়া যিরূচালেমলৈ আহিল,
তেতিয়া, রহবিয়ামর অধীনলৈ রাজ্য পুনরায়
আনিবর নিমিত্তে, ইস্রায়েলর বিরুদ্ধে যুদ্ধ
করিবলৈ যিহূদার আরু বিন্যামীনর বংশক,
অর্থাৎ এক লাখ আশী হাজার মনোনীত যুদ্ধারু
২ লোক তেওঁ গোটালে। কিন্তু ঈশ্বরর লোক
চময়িয়ার ওচরলৈ যিহোৱার বাক্য আহিল,
৩ বোলে, তুমি যিহূদার রজা চলোমনর পুত্র
রহবিয়ামক, আরু যিহূদা ও বিন্যামীনত থকা
৪ গোটেই ইস্রায়েলক কোৱা, যিহোৱাই এই
কথা কৈছে, তোমালোকে উঠি নেযাবা, আরু
আপোন ভাইবিলাকর বিরুদ্ধে যুদ্ধ নকরিবা ;
প্রতিজনে আপোন আপোন ঘরলৈ উলটি
যোৱা ; কিয়নো মোর দ্বারায়হে এই কথা
হৈছে। তাতে সিবিলাকে যিহোৱার বাক্যলৈ
কাণ দিলে, আরু যারবিয়ামর বিরুদ্ধে যোৱার
৫ পরা উলটি গল। পাছে রহবিয়ামে যিরূচালেমত
বাস করি দেশরক্ষার অর্থে যিহূদাত নানা নগর
৬ দৃঢ় করিলে। তেওঁ বৈৎ-লেহম, এথম, তকোৱা,
৭ বৈৎ-চূর, চোকো, অদুল্লম, গাৎ, মারেচা, জীফ,
৯ অদোরয়িম, লাখীচ, অজেকা, চরা, অয়ালোন,
আরু হিব্রোণ, যিহূদাত আরু বিন্যামীনত থকা
এইবোর নগর গড়েরে আবৃত করি দৃঢ় করিলে।
১১ আরু তেওঁ আটাইবোর দুর্গ দৃঢ় করি, সেইবোরর
মাজত সেনাপতিবিলাক রাখিলে আরু খোৱা
বস্তু, তেল, আরু দ্রাক্ষারসর ভঁড়াল পাতিলে।
১২ আরু তেওঁ প্রত্যেক নগরত ঢাল আরু বড়শা
রাখিলে, আরু নগরবোর অতি দৃঢ় করিলে।
যিহূদা আরু বিন্যামীন তেওঁর অধীনে আছিল।
১৩ আরু গোটেই ইস্রায়েলর মাজত যি যি পুরোহিত
আরু লেবীয়া লোক আছিল, সিবিলাক আপো-
নাবিলাকর আটাই অঞ্চলর পরা তেওঁর ওচরলৈ
১৪ আহিল। কিয়নো লেবীয়াবিলাকে আপোন
আপোন চরণী ঠাই আরু আপোন আপোন আধি-
পত্য এড়ি, যিহূদা আরু যিরূচালেমলৈ আহিল ;
কারণ যারবিয়াম আরু তেওঁর পুত্রেকবিলাকে
সিবিলাকক যিহোৱার উদ্দেশে পুরোহিত-কর্ম্ম
১৫ করিবলৈ নিদি সিবিলাকক খেদি দিছিল, আরু
তেওঁ ওখ ঠাইবোরর, নোমাল জন্তুবোরর, আরু
আপুনি সজা দামুড়ি দুটার নিমিত্তে পুরো-
১৬ হিতবোর নিযুক্ত করিছিল। ইস্রায়েলর আটাই
ফৈদর মাজত যিবিলাক লোকর, ইস্রায়েলর ঈশ্বর
যিহোৱাক বিচারিবর মন আছিল, সিবিলাকে
লেবীয়াবিলাকর অনুগামী হৈ আপোনাবিলা-
কর ওপরপিতৃবিলাকর ঈশ্বর যিহোৱার উদ্দেশে
১৭ বলিদান করিবলৈ যিরূচালেমলৈ আহিল। এই

ৰূপে সিবিলাকে তিনি বছৰলৈকে যিহূদাৰ
ৰাজ্য দৃঢ় কৰিলে, আৰু চলোমনৰ পুত্ৰ
ৰহবিয়ামক সবল কৰিলে; কিয়নো তিনি
বছৰলৈকে সিবিলাকে দায়ূদৰ আৰু চলোমনৰ
১৮ পথত চলিছিল। ৰহবিয়ামে দায়ূদৰ পুত্ৰ
যিৰীমোতৰ জীয়েক মহলতক বিয়া কৰিলে;
যিচয়ৰ পুত্ৰ ইলীয়াবৰ জীয়েক অবীহয়িল
১৯ তাইৰ মাক আছিল। সেই তিরুতাই যিয়ুচ,
চমৰিয়া, আৰু জহম, এই কেইজন পুত্ৰ তেওঁলৈ
২০ প্ৰসৱ কৰিলে। তাইৰ পাছত তেওঁ অব্চালোমৰ
জীয়েক মাখাক বিয়া কৰিলে; এই তিরুতাই
তেওঁলৈ অবিয়া, অত্তয়, জীজা, আৰু চলোমীতক
২১ প্ৰসৱ কৰিলে। ৰহবিয়ামে আপোনাৰ সকলো
পত্নী আৰু উপপত্নীৰ মাজত (কিয়নো তেওঁ
ওঁঠৰ জনী পত্নী আৰু ষাইঠ জনী উপপত্নী
গ্ৰহণ কৰিলে; আৰু তেওঁৰ ঔৰসত আঠাইশটা
পুতেক আৰু ষাইঠ জনী জীয়েক জন্মিল।) অব্-
চালোমৰ জীয়েক মাখাক সকলোতকৈ ভাল
২২ পাইছিল; পাছে ৰহবিয়ামে মাখাৰ গৰ্ভত জন্মা
অবিয়াক প্ৰধান, অৰ্থাৎ আপোন ভায়েক ককা-
য়েকবিলাকৰ মাজত অধ্যক্ষ পাতিলে; কিয়নো
২৩ তেওঁক ৰজা পাতিবলৈ তেওঁ মন কৰিছিল। আৰু
তেওঁ বুদ্ধিৰে আচৰণ কৰি, যিহূদা আৰু বিন্যা-
মীন দেশৰ সকলো ঠালে, আপোনাৰ আটাই
পুতেকবিলাকক, গড়েৰে আবৃত থকা প্ৰত্যেক নগ-
ৰত বেলেগ বেলেগকৈ নিযুক্ত কৰিলে; আৰু
সিবিলাকক অধিক খোৱা বস্তু দিলে, আৰু সি-
বিলাকৰ নিমিত্তে অনেক ছোৱালী খুজিলে।

চীচকে দেশ আক্ৰমণ কৰা। ৰহবিয়ামৰ মৃত্যু।

১২ পাছে, যেতিয়া ৰহবিয়ামৰ ৰাজ্য দৃঢ় হল,
আৰু তেওঁ শক্তিমন্ত হল, তেতিয়া তেওঁ আৰু
তেওঁৰে সৈতে গোটেই ইস্ৰায়েলে যিহোৱাৰ
২ ব্যৱস্থা ত্যাগ কৰিলে। আৰু সিবিলাকে যিহো-
ৱাৰ বিৰুদ্ধে অপৰাধ কৰাত, ৰহবিয়ামৰ ৰাজত্বৰ
৩ পঞ্চম বছৰত মিচৰৰ চীচক ৰজাই বাৰ শ ৰথ
আৰু ষাইঠ হাজাৰ অশ্বাৰোহী লগত লৈ,
যিৰূচালেমৰ বিৰুদ্ধে আহিল; মিচৰৰ পৰা
তেওঁৰ লগত অহা লুবীয়া, চুক্কীয়া, আৰু কূচীয়া
৪ লোকবিলাক অসংখ্য আছিল। পাছে গড়েৰে
আবৃত থকা যিহূদাৰ নগৰবোৰ তেওঁ হাত কৰি
৫ লৈ যিৰূচালেম পালেহি। তেতিয়া চময়িয়া
ভাববাদীয়ে ৰহবিয়ামৰ ওচৰলৈ, আৰু চীচকৰ
ভয়ত যিৰূচালেমত গোট খোৱা যিহূদাৰ
অধ্যক্ষবিলাকৰ ওচৰলৈ আহি সিবিলাকক কলে,
যিহোৱাই এই কথা কৈছে, তোমালোকে মোক
ত্যাগ কৰিলা; এই কাৰণেময়ো তোমালোকক
৬ ত্যাগ কৰি চীচকৰ হাতত দিলোঁ। তাতে ইস্ৰা-
য়েলৰ অধ্যক্ষবিলাক আৰু ৰজাই নম্ৰ হৈ কলে,
৭ যিহোৱা ন্যায়ৱান। তেতিয়া যিহোৱাই সি-
বিলাকক নম্ৰ হোৱা দেখি, চময়িয়াৰ ওচৰলৈ
যিহোৱাৰ বাক্য আহিল, বোলে, সিবিলাক নম্ৰ
হল, ময় সিবিলাকক বিনষ্ট নকৰোঁ, কিন্তু অলপ
কালৰ নিমিত্তেহে সিবিলাকক উদ্ধাৰ কৰিম;
চীচকৰ হাতৰ দ্বাৰায় যিৰূচালেমৰ ওপৰত মোৰ
৮ ক্ৰোধ ঢলা নেযাব। তথাপি মোৰ দাস হোৱা
কি, আৰু অন্য দেশীয় ৰজাবিলাকৰ দাস হোৱা
কি, তাক সিবিলাকে বুজিবৰ নিমিত্তে, সিবিলাক
৯ তেওঁৰ দাস হব। পাছে মিচৰৰ ৰজা চীচকে যিৰূ-
চালেমৰ বিৰুদ্ধে আহি, যিহোৱাৰ গৃহত আৰু
ৰাজগৃহত সাঁচি থোৱা বস্তুবোৰ লৈ গল; তেওঁ
সকলোকে নিলে; আৰু চলোমনে সজোৱা
১০ সোণৰ ঢালবোৰো লৈ গল। পাছে ৰহবিয়াম
ৰজাই সেইবোৰৰ সলনি পিতলৰ ঢাল কৰাই
ৰাজগৃহৰ দুৱাৰ-ৰক্ষীয়া প্ৰহৰীবোৰৰ অধ্যক্ষ-
১১ বিলাকৰ হাতত সোধাই দিলে। তাতে, যিমান
বাৰ ৰজা যিহোৱাৰ গৃহত সোমায়, সিমান বাৰ
প্ৰহৰীবোৰে আহি সেই ঢালবোৰ লৈ যায়,
পাছত আকৌ প্ৰহৰীৰ খোঁটালিলৈ ওভোটাই
১২ আনে। ৰহবিয়াম নম্ৰ হোৱাত, যিহোৱাৰ ক্ৰোধ
এনেকৈ কান্ত হল, যে, তেওঁ সম্পূৰ্ণকৈ তেওঁক
বিনষ্ট নকৰিলে; আৰু যিহূদাৰ মাজতো কোনো
১৩ কোনোৰ সদ্ভাব আছিল। পাছে ৰহবিয়াম
ৰজাই যিৰূচালেমত আপোনাকে সবল কৰি
ৰাজত্ব কৰিলে; কিয়নো ৰহবিয়ামে একচল্লিশ
বছৰ বয়সত ৰজা হৈ, যিহোৱাই আপোন নাম
স্থাপন কৰিবৰ অৰ্থে ইস্ৰায়েলৰ আটাই ফৈদৰ
মাজৰ পৰা মনোনীত কৰা নগৰ যিৰূচালেমত
সোতৰ বছৰ ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ
১৪ নাম অম্মোনীয়া নয়মা। কিন্তু তেওঁ কু-আচৰণ
কৰিলে; কাৰণ তেওঁ যিহোৱাক বিচাৰ কৰিব-
১৫ লৈ আপোনাৰ মন থিৰ নকৰিলে। ৰহবিয়ামৰ
আদ্যোপান্ত বৃত্তান্ত চময়িয়া ভাববাদীৰ ইতিহাস-
পুস্তক আৰু ইদ্দো দৰ্শকৰ ইতিহাসপুস্তক, এই
দুখনিত বংশাৱলি লিখাৰ দৰে জানো লিখা
নাই? ৰহবিয়াম আৰু যাৰবিয়ামৰ মাজত
১৬ সদায় যুদ্ধ আছিল। পাছে ৰহবিয়াম আপোন
ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হল, আৰু
দায়ূদৰ নগৰত তেওঁক মৈদাম দিয়া হল; পাছে
তেওঁৰ পুত্ৰ অবিয়া তেওঁৰ পদত ৰজা হল।

অবিয়াৰ ৰাজত্ব। যাৰবিয়ামৰ লগত তেওঁৰ যুদ্ধ।

১৩ যাৰবিয়াম ৰজাৰ ৰাজত্বৰ অষ্টাদশ বছৰত
২ অবিয়াই যিহূদাৰ ওপৰত ৰজা হৈ, তিনি
বছৰ যিৰূচালেমত ৰাজত্ব কৰিলে; তেওঁৰ মাকৰ
নাম গিবিয়ানিবাসী উৰীয়েলৰ জীয়েক মীখায়।

অবিয়া আৰু যাৰবিয়ামৰ মাজত যুদ্ধ চলি আ-
৩ ছিল। অবিয়াই যুদ্ধাৰু বীৰপুৰুষ থকা সৈন্য-
সামন্তৰ চাৰি লাখ মনোনীত লোক লগত লৈ
যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলে ; আৰু যাৰবিয়ামে
আঠ লাখ মনোনীত বলৱান বীৰপুৰুষ লগত লৈ
৪ তেওঁৰ বিৰুদ্ধে যুদ্ধলৈ বেহু পাতিলে। পাছে
অবিয়াই ইফ্ৰয়িমৰ পৰ্ব্বতীয়া অঞ্চলত থকা
চমাৰয়িম পৰ্ব্বতৰ ওপৰত থিয় হৈ কলে,
হে যাৰবিয়াম আৰু গোটেই ইস্ৰায়েল লোক,
৫ মোৰ কথা শুনা ; ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই
যে ইস্ৰায়েলৰ ৰাজ্যভাৰ সদাকাললৈকে দায়ূদক
আৰু তেওঁৰ সন্তানবিলাকক লোণেৰে কৰা এটি
নিয়মেৰে দিলে, তাক জানো তোমালোকে জনা
৬ উচিত নহয় ? তথাপি দায়ূদৰ পুত্ৰ চলোমনৰ
দাস নবাটৰ পুতেক যাৰবিয়াম আপোন প্ৰভুৰ
৭ বিৰুদ্ধে উঠি বিদ্ৰোহী হল ; আৰু কেতবিলাক
পাষণ্ড ও অসাৰ চিত্তৰ লোকে তেওঁৰ ওচৰত গোট
খাই চলোমনৰ পুত্ৰ ৰহবিয়ামৰ বিৰুদ্ধে আপো-
নাবিলাকক সবল কৰিলে ; তেতিয়া ৰহবিয়াম
ডেকা আৰু অলপ-বয়ুৱা হোৱাত, তেওঁ সিহঁতৰ
আগত আপোনাকে সবল কৰিব নোৱাৰিলে।
৮ আৰু এতিয়া তোমালোকে দায়ূদৰ সন্তানবিলাকৰ
হাতত থকা যিহোৱাৰ ৰাজ্যৰ বিৰুদ্ধে আপোনা-
বিলাকক সবল কৰিব পাৰিম বুলি ভাবিছাহঁক ;
তোমালোক অতিশয় অধিক লোকসমূহ, আৰু
দেৱতাস্বৰূপে তোমালোকৰ নিমিত্তে যাৰবিয়ামে
সজা সোণৰ দামুৰি কেইটা তোমালোকৰ লগত
৯ আছে। তোমালোকে জানো যিহোৱাৰ পুৰো-
হিত হাৰোণৰ সন্তানবিলাকক আৰু লেবীয়া-
বিলাকক খেদি, অন্য দেশীয় জাতিবিলাকৰ
নিচিনাকৈ আপোনাবিলাকৰ নিমিত্তে পুৰোহিত
পাতি লোৱা নাই ? ইয়াতে যি কোনোৱে এটা
দমৰা আৰু সাতোটা মেৰ লৈ নিজকে পুৰোহিত
কৰাবলৈ আহে, সি সেই ঈশ্বৰ নোহোৱাবোৰৰ
১০ পুৰোহিত হব পাৰে। কিন্তু আমি তেনেকুৱা
নহওঁ ; যিহোৱাই আমাৰ ঈশ্বৰ, আমি তেওঁক
ত্যাগ কৰা নাই ; আৰু যিহোৱাৰ পৰিচৰ্য্যা
কৰোঁতা পুৰোহিত হাৰোণৰ সন্তানবিলাক, আৰু
আপোন আপোন কামত লাগি থকা লেবীয়া-
১১ বিলাক আমাৰ আছে ; সিবিলাকে যিহোৱাৰ
উদ্দেশে প্ৰতিদিনে ৰাতিপুৱা আৰু সন্ধ্যা বেলা
হোমবলি উৎসৰ্গ কৰে, আৰু সুগন্ধি ধূপ জ্বলায়,
আৰু পবিত্ৰ মেজৰ ওপৰত দৰ্শনপিঠা সজাই
ৰাখে, আৰু সন্ধ্যা বেলা সন্ধ্যা বেলা জ্বলাবৰ
নিমিত্তে প্ৰদীপবিলাকে সৈতে সোণৰ দীপাধাৰ
যুগুতাই থয় ; কিয়নো আমি আমাৰ ঈশ্বৰ
যিহোৱাৰ পালনীয় পালন কৰি আছোঁ, কিন্তু
১২ তোমালোকে তেওঁক ত্যাগ কৰিলা। আৰু দেখা,
ঈশ্বৰ আমাৰ সঙ্গী হৈ আমাৰ আগত থাকোঁতা
হৈছে ; আৰু তেওঁৰ পুৰোহিতবিলাক আৰু
তোমালোকৰ বিৰুদ্ধে মহাধ্বনি কৰা সিবিলা-
কৰ তুৰীও আছে। হে ইস্ৰায়েলৰ সন্তানবিলাক,
তোমালোকে আপোনাবিলাকৰ পূৰ্ব্বপুৰুষবিলা-
কৰ ঈশ্বৰ যিহোৱাৰ বিৰুদ্ধে যুদ্ধ নকৰিবা ;
১৩ কিয়নো কৰিলে কৃতকাৰ্য্য নহবা। কিন্তু যাৰ-
বিয়ামে সিবিলাকক আক্ৰমণ কৰিবৰ অৰ্থে,
গুপুতে এদল সৈন্য সিবিলাকৰ পাছফাললৈ
ঘূৰাই পঠালে ; তাতে এদল লোক যিহূদাৰ
আগফালে, আৰু সেই গুপুত দল সিবিলাকৰ
১৪ পাছফালে আছিল। পাছে যিহূদাৰ লোক-
বিলাকে মুখ ঘূৰাই যেতিয়া আপোনাবিলাকৰ
আগত আৰু পাছত যুদ্ধ দেখিলে, তেতিয়া সিবি-
লাকে যিহোৱাৰ আগত কাতৰোক্তি কৰিলে,
১৫ আৰু পুৰোহিতবিলাকে তুৰী বজালে। পাছে
যিহূদাৰ লোকবিলাকে সিংহনাদ কৰি উঠিল ;
তাতে, যিহূদাৰ লোকবিলাকে সিংহনাদ কৰোঁতে,
ঈশ্বৰে অবিয়াৰ আৰু যিহূদাৰ আগত যাৰ-
বিয়ামক আৰু গোটেই ইস্ৰায়েলক ঘটালে।
১৬ তেতিয়া, ইস্ৰায়েলৰ সন্তানবিলাক যিহূদাৰ আগৰ
পৰা পলালত, ঈশ্বৰে সিহঁতক সিবিলাকৰ হাতত
১৭ সোধাই দিলে। অবিয়া আৰু তেওঁৰ লোক-
বিলাকে সিহঁতৰ মাজত মহাসংহাৰেৰে সংহাৰ
কৰিলে ; তাতে ইস্ৰায়েলৰ মাজত পাঁচ লাখ
১৮ মনোনীত লোক মৰা পড়িল। এই ৰূপে সেই
সময়ত ইস্ৰায়েলৰ সন্তানবিলাক নত হল, আৰু
যিহূদাৰ সন্তানবিলাক বলৱান হল, কিয়নো
সিবিলাকে আপোনাবিলাকৰ ওপৰপিতৃবিলাকৰ
১৯ ঈশ্বৰ যিহোৱাৰ ওপৰত ভৰসা ৰাখিছিল।
পাছে অবিয়াই যাৰবিয়ামৰ পাছে পাছে খেদি
গৈ, তেওঁৰ ধনদিয়েক নগৰ, অৰ্থাৎ বৈৎ-এল আৰু
তাৰ উপনগৰ, যচানা আৰু তাৰ উপনগৰ, আৰু
ইফ্ৰোণ আৰু তাৰ উপনগৰ হাত কৰি ললে।
২০ অবিয়াৰ দিনত যাৰবিয়াম আৰু বলৱান নহল ;
আৰু যিহোৱাই তেওঁক প্ৰহাৰ কৰাত, তেওঁ
২১ মৰিল। কিন্তু অবিয়া বলৱান হৈ উঠিল ; তেওঁ
চৌদ্দ জনী তিৰুতা বিয়া কৰিলে ; আৰু তেওঁৰ
ঔৰসত বাইশটা পুতেক, আৰু ষোল জনী জীয়েক
২২ জন্মিল। অবিয়াৰ অৱশিষ্ট বৃত্তান্ত, তেওঁৰ কাৰ্য্য,
আৰু তেওঁ কোৱা কথা ইদ্দো ভাববাদীৰ টীকা-
শাস্ত্ৰখনিত লিখা আছে।

আচাৰ ৰাজত্ব। তেওঁ কূচীয়াহঁতক জয় কৰা।
ঈশ্বৰে সৈতে ইস্ৰায়েলে কৰা নিয়ম।

১৪ পাছে অবিয়া আপোন ওপৰপিতৃবিলাকৰ
লগত নিদ্ৰিত হল, আৰু লোকবিলাকে
দায়ূদৰ নগৰত তেওঁক মৈদাম দিলে ; পাছে

তেওঁৰ পুত্ৰ আচা তেওঁৰ পদত ৰজা হল। এওঁৰ
ৰাজত্বৰ কালত দহ বছৰলৈকে দেশ সুখিলে
২ থাকিল। আৰু আচাই আপোন ঈশ্বৰ যিহো-
ৱাৰ দৃষ্টিত যি ভাল আৰু ন্যায়, তাকে কৰিলে।
৩ কিয়নো তেওঁ পৰজাতীয় যজ্ঞবেদি আৰু ওখ
ঠাইবোৰ গুচাই পেলালে, স্তম্ভবিলাক ভাঙি
পেলালে, আৰু আচেৰা মূৰ্ত্তিবোৰ কাটি পেলালে;
৪ আৰু যিহূদাক সিবিলাকৰ ওপৰপিতৃবিলাকৰ
ঈশ্বৰ যিহোৱাক বিচাৰিবলৈ, ব্যৱস্থা আৰু
৫ আজ্ঞা পালন কৰিবলৈ আদেশ কৰিলে। তেওঁ
যিহূদাৰ সকলো নগৰৰ পৰা ওখ ঠাই আৰু
সূৰ্য্যপ্ৰতিমাবোৰ গুচাই পেলালে; আৰু তেওঁৰ
৬ আগত ৰাজ্য সুখিলে থাকিল। পাছে তেওঁ
যিহূদাত গড়েৰে আবৃত কৰি কেইবাখনো নগৰ
দৃঢ় কৰিলে; কিয়নো, যিহোৱাই তেওঁক জিৰণি
দিয়াত, দেশ সুখিলে আছিল, আৰু সেই কালত
কেইবাবছৰলৈকে কাৰো লগত তেওঁৰ যুদ্ধ না-
৭ছিল। কাৰণ তেওঁ যিহূদাক কৈছিল, আহাঁ,
আমি এই নগৰ কেইখন দৃঢ় কৰোঁহঁক, আৰু
এইবোৰৰ চাৰিওফালে গড় আৰু কোঁঠ সাজোঁ,
দুৱাৰ আৰু ভাং দিওঁ; দেশ এতিয়ালৈকে
আমাৰ আগত আছে, কিয়নো আমি আমাৰ
ঈশ্বৰ যিহোৱাক বিচাৰিলোঁ; আমি তেওঁক
বিচৰাত, তেওঁ চাৰিওফালৰ পৰা আমাক জিৰণি
দিলে। এই ৰূপে সিবিলাকে সেইবোৰ নগৰ
৮ দৃঢ় কৰি কৃতকাৰ্য্য হল। আচাৰ ঢাল আৰু
জাঠি ধৰা সৈন্যসমূহ আছিল, অৰ্থাৎ যিহূদাৰ
তিনি লাখ, আৰু বিন্যামীনৰ ঢাল আৰু ধনু
ধৰা দুই লাখ আশী হাজাৰ সৈন্য আছিল;
৯ এই সকলো পৰাক্ৰমী বীৰপুৰুষ। পাছে কূচ-
দেশীয় জেৰহে দহ লাখ সৈন্য আৰু তিনি শ
ৰথ লগত লৈ, সিবিলাকৰ বিৰুদ্ধে যাত্ৰা কৰি
১০ মাৰেচা পালেহি। তাতে আচাই তেওঁৰ বিৰুদ্ধে
যাত্ৰা কৰিলত, সিহঁতে মাৰেচাৰ ওচৰৰ চফাথা
১১ উপত্যকাত বেহু পাতিলে। তেতিয়া আচাই
আপোন ঈশ্বৰ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি
কলে, হে যিহোৱা, তুমি সহায় কৰিবলৈ গলে,
তোমাৰ আগত বলী আৰু নিৰ্ব্বলীৰ মাজত
একো ভেদ নাই। হে আমাৰ ঈশ্বৰ যিহোৱা,
আমাক সহায় কৰা; কিয়নো আমি তোমাৰ
ওপৰত ভৰসা ৰাখি, তোমাৰেই নামে এই
লোকাৰণ্যৰ বিৰুদ্ধে আহিলোঁ। হে যিহোৱা,
তুমিয়েই আমাৰ ঈশ্বৰ; তোমাৰ আগত মৰ্ত্ত্য
১২ প্ৰবল নহওক। তেতিয়া, যিহোৱাই আচাৰ
আৰু যিহূদাৰ আগত কূচীয়াবিলাকক ঘটোৱাত,
১৩ কূচীয়াবিলাক ভাগি পলাল। তাতে আচা আৰু
তেওঁৰ লগৰ মানুহবিলাকে গৰাৰলৈকে সিহঁতৰ
পাছে পাছে খেদি গল; আৰু কূচীয়াবিলাক
ইমানকৈ মৰা পৰিল, যে, সিহঁতে পুনৰায় আৰু
সবল হব নোৱাৰিলে, কাৰণ যিহোৱা আৰু
তেওঁৰ সৈন্যসামন্তৰ আগত সিহঁত বিনষ্ট হল;
আৰু লোকবিলাকে অতি অধিক লুটদ্ৰব্য নিলে।
১৪ সিবিলাকে গৰাৰৰ চাৰিওফালে থকা আটাই-
বোৰ নগৰ জয় কৰি ললে; কিয়নো সিহঁতে
যিহোৱাৰ পৰা ভয় পালে, আৰু সিবিলাকে
আটাইবোৰ নগৰ লুট কৰিলে; কাৰণ সেইবোৰত
১৫ অনেক লুটদ্ৰব্য আছিল। আৰু সিবিলাকে
তাম্বুনিবাসীবিলাকক প্ৰহাৰ কৰি, বহুৎ মেৰ, ছাগ,
আৰু উট লৈ, যিৰূচালেমলৈ উভটি আহিল।

১৫ পাছে ওদেদৰ পুত্ৰ অজৰিয়াত ঈশ্বৰৰ
২ আত্মা স্থিতি হোৱাত, তেওঁ ওলাই গৈ
আচাৰ লগত সাক্ষাৎ কৰি তেওঁক কলে, হে আচা,
আৰু হে যিহূদাৰ আৰু বিন্যামীনৰ আটাই
লোকবিলাক, তোমালোকে মোৰ কথা শুনা;
তোমালোক যেতিয়ালৈকে যিহোৱাৰ লগত
থাকা, তেতিয়ালৈকে তেওঁ তোমালোকৰ লগত
থাকিব; আৰু যদি তোমালোকে তেওঁক বিচাৰা,
তেন্তে হলে তেওঁ তোমালোকক আপোনাকে
পাবলৈ দিব; কিন্তু যদি তোমালোকে তেওঁক
ত্যাগ কৰা, তেন্তে তেওঁ তোমালোকক ত্যাগ
৩ কৰিব। ইস্ৰায়েলে কোনো কোনো সময়ত সত্য-
ময় ঈশ্বৰবিহীন, শিক্ষা দিওঁতা পুৰোহিতবিহীন,
৪ আৰু ব্যৱস্থাবিহীন আছিল; কিন্তু সঙ্কটৰ
সময়ত যেতিয়া সিবিলাকে ইস্ৰায়েলৰ ঈশ্বৰ
যিহোৱালৈ ঘূৰি তেওঁক বিচাৰ কৰিছিল,
তেতিয়া তেওঁ সিবিলাকক আপোনাকে পাবলৈ
৫ দিছিল। আৰু সেই সেই সময়ত যি মানুহ
বাহিৰলৈ গৈছিল, আৰু যি মানুহ ভিতৰলৈ
আহিছিল, দুয়ো কোনো শান্তি নেপাইছিল,
কিন্তু দেশনিবাসী আটাই মানুহলৈ বড় বড়
৬ ক্লেশ ঘটিছিল। এক জাতিয়ে আন জাতিয়ে
সৈতে, আৰু এখন নগৰে আন নগৰে সৈতে
খুন্দা খাইছিল; কিয়নো ঈশ্বৰে সিহঁতক সকলো
৭ প্ৰকাৰ সঙ্কটত পেলাই ক্লেশ দিছিল। কিন্তু
এতিয়া তোমালোকে সাহ কৰা, তোমালোকৰ
হাত শিথিল নহওক; কিয়নো তোমালোকক
আপোনাবিলাকৰ কাৰ্য্যৰ পুৰস্কাৰ দিয়া যাব।
৮ তেতিয়া আচাই এই সকলো বাক্য, অৰ্থাৎ ওদেদ
ভাববাদীৰ ভাববাণী শুনি সাহ পাই, যিহূদাৰ
আৰু বিন্যামীনৰ গোটেই দেশৰ পৰা, আৰু
ইফ্ৰয়িম পৰ্ব্বতীয়া অঞ্চলত তেওঁ হাত কৰি লোৱা
নগৰবিলাকৰ পৰাও ঘিণলগীয়া বস্তবোৰ দূৰ
কৰিলে; আৰু যিহোৱাৰ গৃহৰ বাৰাণ্ডাৰ আগত
থকা যিহোৱাৰ যজ্ঞবেদিটো নতুনকৈ সাজিলে।
৯ পাছে তেওঁ গোটেই যিহূদা আৰু বিন্যামীনক,
আৰু সিবিলাকৰ মাজত প্ৰবাস কৰা ইফ্ৰয়িম,

মনচি,আরু চিমিয়োনর পরা অহা লোকবিলাকক
গোটালে ; কিয়নো তেওঁর ঈশ্বর যিহোৱা তেওঁর
লগত থকা দেখি, ইস্রায়েলর মাজর পরা অনেক
১০ অনেক লোক আহি তেওঁর কলীয়া হৈছিল। এই
রূপে আচার রাজত্বর পঞ্চদশ বছরর তৃতীয়
মাহত সিবিলাকে যিরূচালেমত গোট খালে।
১১ আরু সেই সময়ত সিবিলাকে লুটি অনা বস্তুর
পরা সাত শ গরু, আরু সাত হাজার মের ও
১২ ছাগ যিহোৱার উদ্দেশে বলিদান করিলে। আরু
সিবিলাকে আপোনাবিলাকর সকলো চিত্তেরে
সকলো মনেরে আপোনাবিলাকর ওপরপিতৃ-
বিলাকর ঈশ্বর যিহোৱাক বিচারিবলৈ এটা
নিয়ম করিলে ; সরু কি বড়, মটা কি তিরুতা,
১৩ যি কোনোৱে ইস্রায়েলর ঈশ্বর যিহোৱাক বিচার
নকরিব, তার প্রাণদণ্ড হব, ইয়াকে সিবিলাকে
১৪ থির করিলে। সিবিলাকে বড় মাতেরে জয়ধ্বনি
করি, তূরী আরু শিঙা বজাই যিহোৱার সাক্ষাতে
১৫ শপথ করিলে। এই শপথত গোটেই যিহূদাই
আনন্দ করিলে ; কিয়নো সিবিলাকে আপোনা-
বিলাকর সকলো মনেরে সৈতে শপথ করিলে,
আরু সম্পূর্ণরূপে ইচ্ছামনেরে তেওঁক বিচার
করিলে ; তাতে তেওঁ সিবিলাকক আপোনাকে
পাবলৈ দিলে ; আরু যিহোৱাই চারিওকালে
১৬ সিবিলাকক জিরণি দিলে। আরু আচা রজার
বুড়ী মাক মাখাই আচেরা মূর্ত্তি বুলি এটা ঘিণ-
লগীয়া প্রতিমা স্থাপন করিছিল দেখি, আচা
রজাই তেওঁর রাজমাওপদ গুচালে, আরু তেওঁ
স্থাপন করা মূর্ত্তিকো কাটি পেলালে, আরু তাক
গুরি করি কিদ্রোণ জুরীর কোষত পুড়ি পেলালে।
১৭ কিন্তু ইস্রায়েলর মাজর পরা ওখ ঠাইবোর
গুচুউৱা নহল ; তথাপি আচার মন আপোন
১৮ আয়ুষর সকলো কালত সিদ্ধ আছিল। আরু
তেওঁ আপোন পিতৃয়ে পবিত্র করা, আরু নিজেও
পবিত্র করা বস্তু, অর্থাৎ রূপ, সোণ, আরু পাত্র-
১৯ বিলাক ঈশ্বরর গৃহলৈ আনিলে। আচার রাজত্বর
পঁয়ত্রিশ বছরর বছরিলৈকে আরু যুদ্ধ নহল।

১৬ আচার রাজত্বর ছয়ত্রিশ বছরর বছরি,
যিহূদার রজা আচার কালৈকে কাকো অহা-
যোৱা করিবলৈ নিদিবর আশয়েরে, ইস্রায়েলর
রজা বাচাই যিহূদার বিরুদ্ধে যাত্রা করি, রামা
২ দৃঢ় করিবলৈ ধরিলে। তাতে আচাই যিহোৱার
গৃহর আরু রাজগৃহর ভঁড়ালর পরা রূপ আরু
সোণ উলিয়াই দম্মেচকত থকা অরামীয়া বিন-
হদদ রজার ওচরলৈ পঠাই এই কথা কোৱালে,
৩ বোলে, মোর পিতৃ আরু আপোনার পিতৃর মাজত
যেনে নিয়ম বন্ধা আছিল, তেনে নিয়ম মোর
আরু আপোনার মাজত বন্ধা আছে ; দেখোক,
মই আপোনালৈ কিছু রূপ আরু সোণ
পঠাইছোঁ ; আপুনি গৈ, ইস্রায়েলর বাচা রজা
মোর ওচরর পরা গুচি যাবর নিমিত্তে, আপুনি
৪ তেওঁর লগত বন্ধা নিয়মটী ভাঙোক। তাতে
বিন-হদদে আচা রজার কথা শুনি, ইস্রায়েলর
নগরবোরর বিরুদ্ধে আপোন সৈন্যসামন্তর
সেনাপতিবিলাকক পঠাই, ইয়োন, দান, আবেল-
ময়িম, আরু নপ্তালীর সকলো ভঁড়াল-নগর
৫ আঘাত করিলে। তেতিয়া বাচাই এই সংবাদ
পাই রামা দৃঢ় করিবলৈ এড়িলে, আরু আপোন
৬ কার্য্যর পরা ক্ষান্ত হল। পাছে আচা রজাই
গোটেই যিহূদাক লগত লৈ গল ; আরু বাচাই
যি শিল আরু কাঠবোরেরে রামা দৃঢ় করিছিল,
রামার সেই শিল আরু কাঠবোর সিবিলাকে লৈ
গল ; আরু তেওঁ তার দ্বারায় গেবা আরু মিস্পা
৭ দৃঢ় করিলে। সেই সময়ত হনানী দর্শকে যিহূ-
দার আচা রজার ওচরলৈ আহি তেওঁক কলে,
তুমি আপোন ঈশ্বর যিহোৱার ওপরত নির্ভর
নকরি অরামর রজার ওপরত নির্ভর করিলা ;
এই কারণে অরামর রজার সৈন্যসামন্ত তোমার
৮ হাতর পরা সারিল। কূচীয়া আরু লূবীয়া
লোকবিলাক অতিশয় অধিক রথ আরু অশ্বা-
রোহী সৈন্যে সৈতে মহাসৈন্যসমূহ জানো
নাছিল ? তথাপি তুমি যিহোৱার ওপরত নির্ভর
করাতে, তেওঁ সিইঁতক তোমার হাতত সমর্পণ
৯ করিছিল। কিয়নো, যিহোৱালৈ যিবিলাকর মন
সিদ্ধ, সিবিলাকর পক্ষে আপোনাকে বলৱান
দেখুৱাবর নিমিত্তে, তেওঁর চকু পৃথিবীর চারিও-
কালে ভ্রমণ করে। ইয়াতে তুমি অজ্ঞানর কার্য্য
করিলা ; কিয়নো ইয়ার পাছে বারে বারে
১০ তোমার বিরুদ্ধে যুদ্ধ হব। তেতিয়া আচাই সেই
দর্শকর ওপরত বেজার পাই তেওঁক বন্দীশালত
থলে ; কিয়নো সেই কথাতে দর্শকর ওপরত
তেওঁর খং উঠিছিল। সেই সময়ত আচাই প্রজা-
বিলাকর মাজর কিছুমান লোকক অত্যাচার
১১ করিলে। আরু দেখা, আচার আদ্যোপান্ত বৃত্তান্ত
যিহূদার আরু ইস্রায়েলর রজাবিলাকর ইতি-
১২ হাসপুস্তকখনিত লিখা আছে। আচার রাজত্বর
ঊনচল্লিশ বছরর বছরি তেওঁর ভরিত বেমার
হল ; তেওঁর বেমার অতি টান হল ; তথাপি
বেমারর কালতো তেওঁ যিহোৱাক বিচার নকরি
১৩ বেজবিলাকহে বিচারিলে। পাছে আচা
আপোন ওপরপিতৃবিলাকর লগত নিদ্রিত হল ;
তেওঁ আপোনার রাজত্বর একচল্লিশ বছরর বছরি
১৪ মরিল। পাছে তেওঁ দায়ূদর নগরত আপোনার
নিমিত্তে যি মৈদাম খানিছিল, তার ভিতরত
মানুহবিলাকে তেওঁক মৈদাম দিলে, গন্ধবণিক-
বিলাকর কার্য্যেরে যুগুত করা নানা বিধর সুগন্ধি
দ্রব্যেরে পরিপূর্ণ শয্যাত তেওঁক শয়ন করালে ;

আৰু তেওঁৰ কাৰণে অতিশয় অধিককৈ সুগন্ধি
দ্ৰব্য জ্বলালে।

যিহোচাফটৰ ৰাজত্ব। দেশৰ উন্নতিলৈ তেওঁৰ
চেষ্টা। ৰামোৎ-গিলিয়দত তেওঁৰ যুদ্ধ লগা।

১৭ পাছে তেওঁৰ পুত্ৰ যিহোচাফটে তেওঁৰ পদত
ৰজা হৈ, ইস্ৰায়েলৰ বিৰুদ্ধে আপোনাকে
২ বলৱান কৰিলে। তেওঁ গড়েৰে আবৃত যিহূদাৰ
আটাই নগৰবোৰত ফৌজ ৰাখিলে, আৰু যিহূদা
দেশত ও তেওঁৰ পিতৃ আচাই হাত কৰি লোৱা
৩ ইফ্ৰিমৰ নগৰবোৰত সৈন্যদল ৰাখিলে। আৰু
যিহোৱা যিহোচাফটৰ লগত আছিল; কাৰণ
তেওঁ আপোন ওপৰপিতৃ দায়ূদৰ প্ৰথম কালৰ
পথত চলি, বাল দেৱতাবোৰক নিবিচাৰিলে,
৪ কিন্তু আপোন পৈতৃক ঈশ্বৰক বিচাৰিলে, আৰু
ইস্ৰায়েলৰ কাৰ্য্যৰ দৰে নকৰি তেওঁৰ সকলো
৫ আজ্ঞা অনুসাৰে চলিলে। এই হেতুকে যিহো-
ৱাই তেওঁৰ হাতত ৰাজ্য দৃঢ় কৰিলে; আৰু
গোটেই যিহূদাই যিহোচাফটলৈ উপহাৰ
আনিলে; আৰু তেওঁৰ ধন ও মান মৰ্য্যাদা
৬ অতি অধিক হল। যিহোৱাৰ পথত তেওঁৰ
মন বাঢ়ি গল; তাত বাজে তেওঁ যিহূদাৰ মাজৰ
পৰা ওখ ঠাই আৰু আচেৰা মূৰ্ত্তিবোৰ গুচালে।
৭ পাছে তেওঁ আপোনাৰ ৰাজত্বৰ তৃতীয় বছৰত
বিন-হয়িল, ওবদিয়া, জখৰিয়া, নথনেল, আৰু
মীখায়া, এই কেইজন প্ৰধান লোকক যিহূদাৰ
আটাই নগৰবোৰত শিক্ষা দিবৰ নিমিত্তে পঠাই
৮ দিলে; আৰু সিবিলাকে সৈতে চময়িয়া, নথ-
নিয়া, জবদিয়া, অচাহেল, চমীৰামোৎ, যিহো-
নাথন, অদোনিয়া, টোবিয়া, আৰু টোব-অদো-
নিয়া, এইবিলাক লেবীয়া মানুহক, আৰু সিবি-
লাকৰ লগত ইলীচামা আৰু যিহোৰাম পুৰো-
৯ হিতক পঠালে। তাতে তেওঁবিলাকে যিহোৱাৰ
ব্যৱস্থাপুস্তকখনি লগত লৈ যিহূদাত শিক্ষা
দিবলৈ ধৰিলে; আৰু তেওঁবিলাকে যিহূদাৰ
সকলো নগৰতে ফুৰি লোকবিলাকৰ মাজত শিক্ষা
১০ দিলে। তেতিয়া যিহূদাৰ চাৰিওফালে থকা দেশৰ
সকলো ৰাজ্যত যিহোৱাৰ পৰা এনে ভয় উপ-
স্থিত হল, যে, সিহঁতে যিহোচাফটৰ লগত যুদ্ধ
১১ নকৰিলে। আৰু পলেষ্টীয়াবিলাকৰো কেতৃ-
বিলাক লোকে যিহোচাফটলৈ উপহাৰ, আৰু
কৰৰ ৰূপ আনিলে; আৰু আৰবীয়া লোকেও
তেওঁলৈ পশুৰ জাক, অৰ্থাৎ সাত শ মতা মেৰ,
আৰু সাত হাজাৰ সাত শ মতা ছাগ আনিলে।
১২ এই ৰূপে যিহোচাফটে বড়কৈ বৃদ্ধি পালে;
আৰু যিহূদাত অনেক দুৰ্গ আৰু ভঁড়াল-নগৰ
১৩ সাজিলে। আৰু যিহূদাৰ নগৰবোৰৰ মাজত
তেওঁ কৰা অনেক কাৰ্য্য আছিল, আৰু যিৰূ-
চালেমত তেওঁৰ পৰাক্ৰমী যুদ্ধাৰু বীৰপুৰুষ
১৪ আছিল। সিবিলাকৰ পিতৃবংশ অনুসাৰে সি-
বিলাকৰ লেখ এই; যিহূদাৰ সহস্ৰপতিবিলাকৰ
মাজত অদ্না প্ৰধান আছিল, আৰু তেওঁৰ লগত
১৫ তিনি লাখ পৰাক্ৰমী বীৰপুৰুষ আছিল; তেওঁৰ
পাছত যিহোহানন সেনাপতি, তেওঁৰ লগত দুই
১৬ লাখ আশী হাজাৰ লোক আছিল; তেওঁৰ পাছত
আপোনাকে ইচ্ছামনেৰে উৎসৰ্গ কৰা জিখ্ৰীৰ
পুত্ৰ অমচিয়া, তেওঁৰ লগত দুই লাখ পৰাক্ৰমী
১৭ বীৰপুৰুষ আছিল; বিন্যামীনৰ মাজত পৰাক্ৰমী
বীৰপুৰুষ ইলিয়াদা, তেওঁৰ লগত দুই লাখ ধনু
১৮ আৰু ঢাল ধৰা লোক আছিল; আৰু তেওঁৰ
পাছত যিহোজাবদ, তেওঁৰ লগত যুদ্ধলৈ সাজু
হোৱা এক লাখ আশী হাজাৰ লোক আছিল।
১৯ এওঁবিলাকে ৰজাৰ পৰিচৰ্য্যা কৰে; এওঁবিলা-
কৰ বাহিৰেও ৰজাই যিহূদাৰ সকলো ফালে
গড়েৰে আবৃত নগৰবোৰত সেনাপতিবিলাকক
ৰাখিলে।

১৮ যিহোচাফটৰ অধিক ধন আৰু মান
মৰ্য্যাদা হল; আৰু তেওঁ আহাবৰ লগত
২ মিত্ৰিৰ পাতিলে। কেইবছৰমানৰ পাছত তেওঁ চম-
ৰিয়ালৈ আহাবৰ ওচৰলৈ নামি গলত, আহাবে
তেওঁৰ আৰু তেওঁৰ লগৰ মানুহবিলাকৰ নিমিত্তে
অনেক মেৰ, ছাগ, আৰু গৰু মাৰিলে, আৰু তেওঁৰ
লগত ৰামোৎ-গিলিয়দলৈ যাবলৈ তেওঁক প্ৰবৃত্তি
৩ জন্মালে। ইস্ৰায়েলৰ আহাব ৰজাই যিহূদাৰ
যিহোচাফট ৰজাক কলে, আপুনি ৰামোৎ-
গিলিয়দলৈ মোৰ লগত যাব নে? তাতে তেওঁ
কলে, আপুনি যেনে ময়ো তেনে, মোৰ প্ৰজা
যেনে, আপোনাৰ প্ৰজাও তেনে; সেই যুদ্ধত
৪ আমি আপোনাৰ সহায় হম। পাছে যিহো-
চাফটে ইস্ৰায়েলৰ ৰজাৰ আগত আৰু কলে,
মই বিনয় কৰোঁ, যিহোৱাৰ বাক্য কি, তাক আজি
৫ সোধোক। তাতে ইস্ৰায়েলৰ ৰজাই ভাববাদী-
বিলাকক অৰ্থাৎ চাৰি শ লোকক গোটাই
সিবিলাকক সুধিলে, আমি ৰামোৎ-গিলিয়দলৈ
যুদ্ধ কৰিবলৈ যাম নে, নাইবা মই ক্ষান্ত হম?
তাতে সিহঁতে কলে, যাওক; কিয়নো ঈশ্বৰে
৬ মহাৰাজৰ হাতত তাক সমৰ্পণ কৰিব। পাছে
যিহোচাফটে কলে, আমি যাক সুধিব পাৰোঁ,
যিহোৱাৰ এনে কোনো ভাববাদী আৰু ইয়াত
৭ আছে নে? তাতে ইস্ৰায়েলৰ ৰজাই যিহোচা-
ফটক কলে, আমি যাৰ দ্বাৰাই যিহোৱাক সুধিব
পাৰোঁ, এনে এজন আৰু আছে; কিন্তু মই তাক
ঘিণ কৰোঁ; কিয়নো সি মোৰ বিষয়ে কেতিয়াও
মঙ্গলৰ ভাববাণী প্ৰচাৰ নকৰে, সদায় কেৱল
অমঙ্গলহে প্ৰচাৰ কৰে; সি যিম্লাৰ পুত্ৰেক
মীখায়া। তাতে যিহোচাফটে কলে, মহাৰাজে

৮ তেনে কথা নকওক। তেতিয়া ইস্রায়েলৰ ৰজাই
আপোনাৰ এজন নপুংসকক মাতি আজ্ঞা দি
কলে, যিম্লাৰ পুতেক মীখায়াক বেগাই আনাগৈ।
৯ সেই সময়ত ইস্রায়েলৰ ৰজা আৰু যিহূ-
দাৰ যিহোচাফট ৰজাই আপোন আপোন
ৰাজবস্ত্ৰ পিন্ধি, চমৰিয়াৰ প্ৰবেশস্থানৰ ওচৰৰ
এখন মুকলি ঠাইত আপোন আপোন সিংহা-
সনত বহি আছিল, আৰু আটাই ভাববাদী-
বিলাকে তেওঁবিলাকৰ আগত ভাববাণী প্ৰচাৰ
১০ কৰি আছিল। বিশেষকৈ কনানাৰ পুতেক
চিদিকিয়াই আপোনাৰ নিমিত্তে লোহাৰ শিং
এযোৰ সাজি লৈ কলে, যিহোৱাই এই
ৰূপে কৈছে, ইয়াৰ দ্বাৰায় আপুনি অৰামীয়া-
বিলাকক সংহাৰ নকৰালৈকে খুঁচি থাকিব।
১১ আৰু আন সকলো ভাববাদীবিলাকেও সেই
ৰূপেই ভাববাণী প্ৰচাৰ কৰি কলে, আপুনি
ৰামোৎ-গিলিয়দলৈ যাওক ; তাতে আপুনি কৃত-
কাৰ্য্য হব ; কিয়নো যিহোৱাই তাক মহাৰাজৰ
১২ হাতত সোধাই দিব। পাছে যি দূতে মীখায়াক
মাতিবলৈ গৈছিল, সি তেওঁক কলে, দেখা,
ভাববাদীবিলাকে একে মুখেৰে ৰজাৰ আগত
মঙ্গলৰ কথা কৈছে ; ময় বিনয় কৰোঁ, তোমাৰ
বাক্যও তেওঁবিলাকৰ এজনৰ বাক্যৰ নিচিনা
১৩ হওক ; তুমিও মঙ্গলৰ বাক্য কবা। তাতে মীখা-
য়াই কলে, যিহোৱাৰ জীৱনৰ শপথ, মোৰ
ঈশ্বৰে মোক যিহকে কব, ময় তাকহে কম।
১৪ পাছে তেওঁ ৰজাৰ ওচৰলৈ আহিলত, ৰজাই
তেওঁক সুধিলে, হে মীখায়া, আমি যুদ্ধ
কৰিবলৈ ৰামোৎ-গিলিয়দলৈ যাম নে,
নাইবা ময় ক্ষান্ত হম? তাতে তেওঁ কলে,
যাওক, আপোনালোক কৃতকাৰ্য্য হব, আৰু
সিহঁতক আপোনাবিলাকৰ হাতত সমৰ্পণ
১৫ কৰা হব। তেতিয়া ৰজাই তেওঁক কলে, তুমি
যিহোৱাৰ নামেৰে মোক কেৱল সত্য বাক্য
কবলৈ, ময় তোমাক কিমান বাৰ শপথ খুৱাম?
১৬ তাতে তেওঁ কলে, ময় গোটেই ইস্রায়েলক
ৰখীয়া নোহোৱা মেৰৰ জাকৰ নিচিনাকৈ
পৰ্ব্বতবোৰৰ ওপৰত ছিন্নভিন্ন হৈ থকা দেখিলোঁ,
আৰু যিহোৱাই কলে, সেইবিলাকৰ গৰাকী
নাই ; সিহঁত প্ৰত্যেকে আপোন আপোন
১৭ ঘৰলৈ কুশলে উভটি যাওক। পাছে ইস্রায়েলৰ
ৰজাই যিহোচাফটক কলে, সি মোৰ বিষয়ে
মঙ্গলৰ ভাববাণী প্ৰচাৰ নকৰি কেৱল অমঙ্গলহে
প্ৰচাৰ কৰিব, ইয়াক জানো ময় পূৰ্ব্বেই
১৮ আপোনাৰ আগত কোৱা নাই? মীখায়াই
আৰু কলে, বাৰু, তোমালোকে যিহোৱাৰ বাক্য
শুনা, ময় যিহোৱাক আপোন সিংহাসনত বহি
থকা দেখিলোঁ ; তেওঁৰ সোঁফালে আৰু বাওঁ-
ফালে স্বৰ্গৰ সকলো বাহিনী থিয় হৈ আছে।
১৯ তাৰ পাছে যিহোৱাই কলে, ইস্রায়েলৰ আহাব
ৰজা গৈ ৰামোৎ-গিলিয়দত পতিত হবৰ
নিমিত্তে কোনে তেওঁৰ প্ৰবৃত্তি জন্মাব? তেতিয়া
কোনোৱে এক ভাবে আৰু আন কোনোৱে
২০ আন ভাবে কলে। শেষত এক আত্মাই ওলাই
আহি যিহোৱাৰ সাক্ষাতে থিয় হৈ কলে, ময়ে
তেওঁৰ প্ৰবৃত্তি জন্মাম। তাতে যিহোৱাই কলে,
২১ কিহেৰে? সি কলে, ময় গৈ তেওঁৰ আটাই
ভাববাদীবিলাকৰ মুখত মিছা কওঁতা আত্মা হম।
তেতিয়া তেওঁ কলে, হয়, তুমি তেওঁৰ প্ৰবৃত্তি
জন্মাবা, আৰু কৃতকাৰ্য্যও হবা ; ওলাই যোৱা,
২২ সেই ৰূপে কৰাগৈ। এই হেতুকে, দেখা, যিহো-
ৱাই তোমাৰ এই সকলো ভাববাদীবিলাকৰ মুখত
মিছা কওঁতা এক আত্মা দিলে ; কিন্তু যিহোৱাই
২৩ তোমাৰ বিষয়ে অমঙ্গলৰ কথা কলে। তেতিয়া
কনানাৰ পুতেক চিদিকিয়াই ওচৰলৈ আহি
মীখায়াৰ গালত চৰ মাৰি কলে, তোক কথা
কবৰ নিমিত্তে যিহোৱাৰ আত্মা মোৰ পৰা কোন
২৪ পথেদি গল? তাতে মীখায়াই কলে, দেখা, যি
দিনা তুমি লুকাবৰ নিমিত্তে ভিতৰ খোঁটালিলৈ
২৫ সোমাই যাবা, সেই দিনাই তাক জানিবা। পাছে
ইস্রায়েলৰ ৰজাই আজ্ঞা কৰিলে, মীখায়াক ধৰি
নগৰৰ অধ্যক্ষ আমোনৰ আৰু ৰাজকোঁৱৰ
২৬ যোৱাচৰ ওচৰলৈ আকৌ লৈ যা, আৰু কবি,
ৰজাই এই ৰূপে কৈছে, ইয়াক বন্দীশালত বন্ধ
কৰি থোৱা, আৰু ময় কুশলে নাহোঁমানে, ইয়াক
খাবৰ নিমিত্তে কষ্টযুক্ত অন্ন আৰু কষ্টযুক্ত জল
২৭ দিয়া। তাতে মীখায়াই কলে, তুমি যদি কোনো
ৰূপে কুশলে উলটি আহাঁ, তেন্তে যিহোৱাই মোৰ
মুখে বাক্য কোৱা নাই। তেওঁ আৰু কলে, হে
জাতিবিলাক, ইয়াক সকলোৱে শুনা।
২৮ তাৰ পাছে ইস্রায়েলৰ ৰজা আৰু যিহূদাৰ
যিহোচাফট ৰজা ৰামোৎ-গিলিয়দলৈ গল।
২৯ পাছে ইস্রায়েলৰ ৰজাই যিহোচাফটক কলে,
ময় অন্য বেশ ধৰি যুদ্ধত সোমাম ; কিন্তু আপুনি
হলে আপোনাৰ ৰাজবস্ত্ৰ পিন্ধোক। তেতিয়া
ইস্রায়েলৰ ৰজাই অন্য বেশ ধৰিলত, তেওঁবিলাক
৩০ যুদ্ধত সোমাল। কিন্তু অৰামৰ ৰজাই আপোনাৰ
ৰথৰ অধ্যক্ষবিলাকক এই আজ্ঞা দিছিল, বোলে,
তোমালোকে ইস্রায়েলৰ ৰজাৰ বাহিৰে সৰু
৩১ কি বড় আন কাৰো লগত যুদ্ধ নকৰিবা। এই
হেতুকে ৰথৰ অধ্যক্ষবিলাকে যিহোচাফটক দেখি,
এওঁৱেই ইস্রায়েলৰ ৰজা, এই বুলি তেওঁৰ লগত যুদ্ধ
কৰিবলৈ একলীয়া হৈ গল ; তাতে যিহোচাফটে
এঁটাহ পাৰিবলৈ ধৰিলে। (যিহোৱাই তেওঁক
সহায় কৰিলে ; আৰু ঈশ্বৰে তেওঁৰ ওচৰৰ পৰা
আঁতৰ হৈ যাবলৈ সিহঁতৰ মনত প্ৰবৃত্তি জন্মালে। )

৩২ তেতিয়া রথর অধ্যক্ষবিলাকে তেওঁক ইস্রায়েলর
রজা নহয় বুলি জানি, তেওঁর পাছত খেদি
৩৩ যাবলৈ এড়িলে। কিন্তু কোনো এটা মানুহে
কোনো জনক মারিবলৈ ধনুর জোঁর টানি দৈব-
ক্রমে ইস্রায়েলর রজার কবচ আরু উদর-রক্ষার
যোড়াতে কাঁড় মারিলে ; তাতে তেওঁ আপোনার
সারথিক কলে, তোমার হাত ঘুরাই সৈন্যর
মাজর পরা মোক উলিয়াই নিয়া ; কিয়নো ময়
৩৪ বড়কৈ খুন হলোঁ। সেই দিনা বড় যুদ্ধ হল ;
কিন্তু গোধূলি নহয়মানলৈকে অরামীয়াবিলাকর
আগত ইস্রায়েলর রজাক রথত থিয়কৈ রখা
হল ; আরু প্রায় সূর্য্য মার যোৱা সময়ত
তেওঁ মরিল।

১৯ পাছে যিহূদার যিহোচাফট রজা কুশলে
যিরূচালেমলৈ আপোনার ঘরলৈ উলটি
২ আহিলত, হনানীর পুত্র যেহূ দর্শকে তেওঁর
লগত সাক্ষাৎ করিবলৈ গৈ, যিহোচাফট রজাক
কলে, দুর্জ্জনর সহায় করা. আরু যিহোৱাক
ঘিণ করোঁতাবিলাকক প্রেম করা জানো তোমার
উচিত ? এই কারণে তোমার ওপরত যিহোৱার
৩ ক্রোধ আছে। তথাপি, তুমি দেশর পরা আচেরা
মূর্ত্তিবোর উচ্ছন্ন করাত, আরু ঈশ্বরক বিচারি-
বলৈ আপোন মন যুগুত করাতে তোমার কিছু
সদ্ভাব পোৱা গল।
৪ তার পাছে যিহোচাফটে যিরূচালেমত বসতি
করিলে ; আরু তেওঁ পুনরায় ওলাই বের-চেবার
পরা ইফ্রয়িম পর্ব্বতীয়া অঞ্চললৈকে লোক-
বিলাকর মাজত ফুরি, সিবিলাকর ওপরপিতৃ-
বিলাকর ঈশ্বর যিহোৱার ফাললৈ সিবিলাকক
৫ ওলোটাই আনিলে। আরু দেশর ভিতরত,
গড়েরে আবৃত যিহূদার আটাই নগরবোরর ভিত-
রত প্রত্যেক নগরত তেওঁ এজন এজন বিচারকর্ত্তা
৬ নিযুক্ত করি, বিচারকর্ত্তাবিলাকক কলে, তোমা-
লোকে যি করিবা, তাক সাৱধান হৈ করিবা ;
কিয়নো তোমালোকে মানুহবিলাকর নিমিত্তে
নহয়, কিন্তু যিহোৱার নিমিত্তেহে বিচার
করিবা ; আরু বিচারত তেওঁ তোমালোকর
৭ সহায়কারী। এতেকে এতিয়া তোমালোকে
যিহোৱালৈ ভয় রাখিবা ; তোমালোকে সাৱধান
হৈ কার্য্য করা ; কিয়নো আমার ঈশ্বর যিহো-
ৱার ওচরত অন্যায়, কি মুখ চোৱা, কি ভেঁটি
৮ খোৱা নহয়। ইয়াত বাজে, যিহোচাফটে যিরূ-
চালেমতো যিহোৱাসম্বন্ধীয় বিচারর অর্থে আরু
বিবাদ ভাঙিবর অর্থে লেবীয়াবিলাকর, পুরো-
হিতবিলাকর, আরু ইস্রায়েলর পিতৃবংশর মুল
মানুহবিলাকর কেইজনমানক নিযুক্ত করিলে।
৯ সিবিলাক যিরূচালেমলৈ উলটি অহার পাছে,
তেওঁ সেই নিযুক্ত লোকবিলাকক এই আজ্ঞা
দিলে, বোলে, তোমালোকে যিহোৱালৈ ভয়
রাখি বিশ্বাসীরূপে সিদ্ধ মনেরে এই রূপে
১০ কার্য্য করিবা। রক্তপাতর বিষয়ে, আরু ব্যৱস্থা
ও আজ্ঞার, আরু বিধি ও শাসনপ্রণালীর বিষয়ে
যি কোনো গোচর, আপোন আপোন নগরত
বাস করা তোমালোকর ভাইবিলাকর পরা
তোমালোকর ওচরত উপস্থিত হব, সেই বিষয়ে
তোমালোকে সিবিলাকক উপদেশ দিবা ; তাতে
সিবিলাক যিহোৱার বিরুদ্ধে দোষী নহব, আরু
তোমালোকর ওপরত, আরু তোমালোকর ভাই-
বিলাকর ওপরত তার নিমিত্তে যিহোৱার ক্রোধ
নেথাকিব ; ইয়াকে করা, তেতিয়া তোমালোক
১১ দোষী নহবা। আরু দেখা, যিহোৱার সকলো
বিচারত প্রধান পুরোহিত অমরিয়া, আরু রজার
আটাই বিচারত যিহূদাবংশীয় অধ্যক্ষ ইস্মা-
য়েলর পুত্র জবদিয়া তোমালোকর ওপরত নিযুক্ত
আছে ; আরু লেবীয়াবিলাকো তোমালোকর
আগত শাসনকর্ত্তা হৈ থাকিব। তোমালোকে
সাহ দি কার্য্য করা, আরু যিহোৱা সাধু লোকর
সঙ্গী হওক।

মোৱাবীয়া, অম্মোনীয়া আদি নানা জাতির পরা
লোকবিলাক রক্ষা পোৱা।

২০ পাছে মোৱাবর সন্তানবিলাক, অম্মোনর
সন্তানবিলাক, আরু সিহঁতর লগত কিছুমান
মায়োনীয়া লোকে যিহোচাফটর বিরুদ্ধে যুদ্ধ
২ করিবলৈ আহিলত, মানুহবিলাকে আহি যিহো-
চাফটক এই সংবাদ দিলে, বোলে, সাগরর
সিপারে থকা অরামর পরা অতিশয় অধিক
লোকসমূহ আপোনার বিরুদ্ধে আহিছে ;
দেখোক, সিহঁত হচচোন-তামরত, অর্থাৎ অয়িন-
৩ গদীত আছে। তাতে যিহোচাফটে ভয় করি
যিহোৱাক বিচারিবলৈ ঠাৱর করিলে, আরু
যিহূদার সকলো ফালে উপবাস ঘোষণা করিলে।
৪ আরু যিহূদার লোকবিলাকে যিহোৱার আগত
সাহায্য যাচ্ঞা করিবলৈ গোট খালে ; যিহূদার
আটাই নগরর পরা লোকবিলাকে যিহোৱাক
৫ বিচার করিবলৈ আহিল। পাছে যিহোচাফটে
যিহোৱার গৃহর নতুন চোঁতালখনর আগত
যিহূদার আরু যিরূচালেমর সমাজর মাজত
৬ থিয় হৈ কলে, হে আমার ওপরপিতৃবিলাকর
ঈশ্বর যিহোৱা, তুমিয়েই জানো স্বর্গত থকা
ঈশ্বর নোহোৱা ? আরু তুমিয়েই জানো জাতি-
বিলাকর সকলো রাজ্যর ওপরত শাসনকর্ত্তা
নোহোৱা ? তোমারেই হাতত শক্তি আরু পরা-
ক্রম থকাত, তোমার অহিতে কোনেও থিয় হব
৭ নোৱারে। হে আমার ঈশ্বর, তুমিয়েই জানো
আপোন প্রজা ইস্রায়েল লোকবিলাকর আগর

পৰা এই দেশনিবাসীবিলাকক দূৰ কৰি আপোন
বন্ধু অব্ৰাহামৰ বংশক সদাকালৰ নিমিত্তে
৮ এই দেশ দিয়া নাই? সিবিলাকে এই দেশত
বসতি কৰি আছে; আৰু তাৰ মাজত আপো-
নাৰ নামৰ নিমিত্তে এক ধৰ্ম্মধাম সাজি কলে,
৯ তৰোৱাল, বা বিচাৰসিদ্ধ দণ্ড, বা মহামাৰী,
বা আকাল, এই এই অমঙ্গল যদি আমাটৈ ঘটিব,
তেন্তে আমি এই গৃহৰ আগত, আৰু তোমাৰ
আগত (কিয়নো এই গৃহত তোমাৰ নাম আছে,)
থিয় হৈ, সঙ্কটৰ কালত তোমাৰ আগত কাত-
ৰোক্তি কৰিম; তাতে তুমি তাক শুনি উদ্ধাৰ
১০ কৰিবা। এতিয়া দেখা, ইস্ৰায়েল মিচৰ দেশৰ
পৰা অহা কালত তুমি যিবিলাকৰ দেশত ইস্ৰা-
য়েলক সোমাবটৈ নিদিলা, আৰু ইস্ৰায়েলে
সিহঁতৰ পৰা একলীয়া হৈ গৈ সিহঁতক বিনষ্ট
নকৰিলে, সেই অম্মোনৰ আৰু মোৱাবৰ সন্তান-
বিলাক, আৰু চেয়ীৰ পৰ্ব্বতীয়া লোকবিলাক
১১ আছিলে। আৰু দেখা, তুমি যি আধিপত্য
আমাক দিলা, তোমাৰ সেই আধিপত্যৰ পৰা
সিহঁতে আমাক খেদাই দিবটৈ আহি, উপকাৰৰ
১২ সলনি আমাৰ কেনে অপকাৰ কৰিছে! হে
আমাৰ ঈশ্বৰ, তুমি সিহঁতৰ বিচাৰ নকৰিবা নে?
কিয়নো আমাৰ অহিতে সেই যি অতিশয় অধিক
লোকসমূহ আহিছে, সিহঁতৰ বিৰুদ্ধে আমাৰ
নিজৰ কোনো সমৰ্থ নাই; আৰু কি কৰিব
লাগিব, তাক আমি নেজানো; কেৱল তোমাটৈ
১৩ চাই আছোঁ। এই ৰূপে শিশু, তিৰুতা, আৰু
সন্তানবিলাকে সৈতে গোটেই যিহূদা যিহোৱাৰ
১৪ সাক্ষাতে থিয় হল। এনে সময়ত সমাজৰ মাজৰ
মত্তনিয়াৰ বৃদ্ধ পৰিনাতি যিয়ীয়েলৰ পৰিনাতি
বনায়াৰ নাতি জখৰিয়াৰ পুত্ৰ যহজীয়েল
নামেৰে আচফৰ বংশৰ এজন লেবীয়া লোকত
১৫ যিহোৱাৰ আত্মা স্থিতি হোৱাত, তেওঁ কলে,
হে আটাই যিহূদা আৰু যিৰূচালেমনিবাসী-
বিলাক, আৰু হে মহাৰাজ যিহোচাফট, তোমা-
লোকে কাণ দিয়া; যিহোৱাই তোমালোকক এই
কথা কৈছে, তোমালোকে সেই অতিশয় অধিক
লোকসমূহক দেখি ভয় নকৰিবা আৰু বিহ্বল
নহবা; কিয়নো এই যুদ্ধ তোমালোকৰ নহয়,
১৬ কিন্তু ঈশ্বৰৰহে। তোমালোকে কাইলৈ সিহঁতৰ
বিৰুদ্ধে নামি যাবা; দেখা, সিহঁত চীচলৈ উঠি
যোৱা বাটেদি আহিছে; তোমালোকে যিৰূৱেল
অৰণ্যৰ আগত উপত্যকাৰ শেষ ভাগত সিহঁতক
১৭ পাবা। এই যুদ্ধত তোমালোকে যুদ্ধ কৰিব নে-
লাগিব; হে যিহূদা আৰু যিৰূচালেমনিবাসী-
বিলাক, তোমালোকে শাৰি হৈ থিয় দি থাকি,
তোমালোকৰ লগত থকা যিহোৱাই কৰা নিস্তাৰ
দেখিবা; তোমালোকে ভয় নকৰিবা আৰু বিহ্বল
নহবা; কাইলৈ সিহঁতৰ বিৰুদ্ধে যাত্ৰা কৰিবা;
কিয়নো যিহোৱা তোমালোকৰ লগত আছে;
১৮ এই বুলি যিহোচাফটে মাটীত মুখ দি প্ৰণিপাত
কৰিলে, আৰু যিহূদাৰ আটাই লোক ও যিৰূ-
চালেমনিবাসীবিলাকে যিহোৱাৰ আগত উবুৰি
১৯ হৈ পৰি তেওঁক প্ৰণিপাত কৰিলে। পাছে কহা-
তৰ বংশৰ আৰু কোৰহৰ বংশৰ লেবীয়াবিলাকে
অতিশয় বৰ মাতেৰে ইস্ৰায়েলৰ ঈশ্বৰ যিহো-
২০ ৱাক প্ৰশংসা কৰিবটৈ উঠি থিয় হল। পাছে
সিবিলাক ৰাতিপুৱাতে উঠি তকোৱাৰ অৰণ্যলৈ
ওলাই গল; আৰু ওলাই যোৱা কালত যিহো-
চাফটে থিয় হৈ কলে, হে যিহূদা আৰু যিৰূ-
চালেমনিবাসীবিলাক, মোলৈ কাণ দিয়া; তোমা-
লোকে আপোন ঈশ্বৰ যিহোৱাত বিশ্বাস কৰা,
তাতে তোমালোক সুস্থিৰ হবা; আৰু তেওঁৰ
ভাববাদীবিলাকত বিশ্বাস কৰা, তাতে তোমা-
২১ লোক কৃতকাৰ্য্য হবা। তাৰ পাছে তেওঁ লোক-
বিলাকে সৈতে মন্ত্ৰণা কৰি, ৰণলৈ সাজু হোৱা-
বিলাকৰ আগে আগে "যিহোৱাৰ স্তুতি গান
কৰা; কিয়নো তেওঁৰ দয়া সদাকাললৈকে থাকে,"
এই কথা কৈ কৈ, যিহোৱাৰ উদ্দেশে গীত
গাবটৈ, আৰু পবিত্ৰ শোভাৰে যিহোৱাৰ
প্ৰশংসা কৰিবটৈ কেত্‌বিলাক মানুহ নিযুক্ত
২২ কৰিলে। পাছে, সিবিলাকে গীত গাবটৈ আৰু
প্ৰশংসা কৰিবটৈ আৰম্ভ কৰিলত, যিহূদাৰ
বিৰুদ্ধে অহা অম্মোনৰ আৰু মোৱাবৰ সন্তান-
বিলাকৰ, আৰু চেয়ীৰ পৰ্ব্বতীয়া লোকবিলাকৰ
বিৰুদ্ধে যিহোৱাই গুপুত ঠাইত থাপ দি থকা-
বিলাকক নিযুক্ত কৰিলে; তাতে সিহঁত ঘাটিল।
২৩ কিয়নো অম্মোনৰ আৰু মোৱাবৰ সন্তানবিলাকে
নিঃশেষে বিনষ্ট আৰু সংহাৰ কৰিবটৈ,
চেয়ীৰনিবাসীবিলাকৰ বিৰুদ্ধে উঠিল; আৰু
সিহঁতে চেয়ীৰনিবাসীবিলাকক সংহাৰ কৰাৰ
পাছে, আপোনাবিলাকৰ মাজতে ইজনে সিজনক
২৪ বিনষ্ট কৰিলে। পাছে যিহূদাৰ লোকবিলাকে
অৰণ্যৰ প্ৰহৰীদুৰ্গলৈ গৈ, তাৰ পৰা সেই লোক-
সমূহৰ ফালটৈ মুখ ঘূৰাই চাই দেখিলে, যে,
সিহঁত মৰা শ হৈ মাটীত পৰি আছে, ৰক্ষা
২৫ পোৱা এজনো নাই। তেতিয়া যিহোচাফট আৰু
তেওঁৰ লোকবিলাকে সিহঁতৰ লুটদ্ৰব্য আনিবটৈ
গৈ, শৱৰ লগত বহুৎ সম্পত্তি আৰু বহুমূল্য মণি
পালে; আৰু সিবিলাকে সেইবোৰ আপোনা-
বিলাকৰ নিমিত্তে সিহঁতৰ গাৰ পৰা উলিয়ালত,
ইমান ধন হল, যে, সিবিলাকে সেই সকলোকে
বৈ নিব নোৱাৰিলে; সেই লুটদ্ৰব্য ইমান অধিক
আছিল, যে, তাক লৈ যাবটৈ সিবিলাকৰ তিনি
২৬ দিন লাগিল। তাৰ পাছে চতুৰ্থ দিনা সিবিলাকে
বৰাখা উপত্যকাত গোট খালে; কিয়নো সেই

বোলে, ইস্রায়েলৰ সকলো ফৈদৰ মাজৰ পৰা
এই যি গৃহ আৰু যিৰূচালেম মই মনোনীত
কৰিলোঁ, ইয়াত মোৰ নাম সদাকাললৈকে স্থাপন
৮ কৰিম; আৰু মই সিবিলাকক দিয়া সকলো
আজ্ঞা, অৰ্থাৎ মোচিৰ হতুৱাই দিয়া গোটেই
ব্যৱস্থা আৰু বিধি ও শাসনপ্ৰণালীবিলাক যদি
সিবিলাকে পালন কৰে, আৰু সেই অনুসাৰে
কাৰ্য্য কৰে, তেন্তে মই তোমালোকৰ ওপৰপিতৃ-
বিলাকৰ নিমিত্তে নিৰূপণ কৰা দেশৰ পৰা
৯ ইস্রায়েলৰ ভৰি আৰু নুগুচাম। তথাপি মন-
চিয়ে যিহূদাক আৰু যিৰূচালেমনিবাসীবিলাকক
এনেকৈ ভ্ৰান্ত কৰিলে, যে, যিহোৱাই ইস্রায়েলৰ
সন্তানবিলাকৰ আগৰ পৰা যি জাতিবিলাকক
উচ্ছন্ন কৰিছিল, সিবিলাকে সিইতত্কৈয়ো
১০ অধিক কু-আচৰণ কৰিলে। আৰু যিহোৱাই
মনচিক ও তেওঁৰ লোকবিলাকক নানা কথা কলে;
১১ কিন্তু সিবিলাকে তালৈ কাণ নিদিলে। এই
হেতুকে যিহোৱাই সিবিলাকৰ বিৰুদ্ধে অচুৰৰ
ৰজাৰ সেনাপতিবিলাকক আনিলে; সিবি-
লাকে মনচিক ধৰি হাঁকোটা লগাই শিকলিৰে
১২ বান্ধি বাবিললৈ লৈ গল। তেতিয়া সঙ্কটত
পড়ি তেওঁ আপোন ঈশ্বৰ যিহোৱাৰ আগত
মিনতি কৰিলে, আৰু আপোন ওপৰপিতৃ-
বিলাকৰ ঈশ্বৰৰ আগত আপোনাকে অতিশয়
১৩ নম্ৰ কৰিলে। আৰু তেওঁ ঈশ্বৰৰ আগত প্ৰাৰ্থনা
কৰিলত, ঈশ্বৰে তেওঁৰ প্ৰাৰ্থনা গ্ৰাহ্য কৰি, তেওঁৰ
বিনয় শুনি তেওঁক পুনৰায় তেওঁৰ ৰাজ্য যিৰূ-
চালেমলৈ আনিলে; তেতিয়া, যিহোৱাইহে যে
ঈশ্বৰ, তাক মনচিয়ে জানিলে।
১৪ তাৰ পাছে তেওঁ গীহোনৰ পশ্চিমে উপত্যকাত
মৎস্য দুৱাৰৰ সোমোৱা ঠাইলৈকে দায়ূদৰ
নগৰৰ এক বাহিৰ গড় সাজিলে; আৰু ওফেলৰ
চাৰিওফালৰ গড় মেৰামত কৰি তাক অতি ওখ
কৰিলে; আৰু গড়েৰে আবৃত যিহূদাৰ নগৰ-
১৫ বোৰত সেনাপতিবিলাকক ৰাখিলে। আৰু তেওঁ
যিহোৱাৰ গৃহৰ পৰা বিজাতীয় দেৱতাবোৰ,
প্ৰতিমাটো, আৰু যিহোৱাৰ গৃহৰ পৰ্ব্বতত ও
যিৰূচালেমত নিজে নিৰ্ম্মাণ কৰা যজ্ঞবেদিবোৰ
১৬ গুচাই নগৰৰ পৰা দূৰ কৰি পেলালে। আৰু
তেওঁ যিহোৱাৰ বেদি মেৰামত কৰি তাৰ ওপৰত
মঙ্গলাৰ্থক বলি আৰু ধন্যবাদাৰ্থক বলি উৎসৰ্গ
কৰিলে, আৰু ইস্রায়েলৰ ঈশ্বৰ যিহোৱাৰ
আৰাধনা কৰিবলৈ যিহূদাক আজ্ঞা দিলে।
১৭ তথাপি তেতিয়াও লোকবিলাকে ওখ ঠাইবোৰত
বলিদান কৰিছিল, কিন্তু কেৱল আপোনা-
বিলাকৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশেহে কৰিছিল।
১৮ দেখা, মনচিৰ অৱশিষ্ট বৃত্তান্ত, আপোন ঈশ্বৰৰ
আগত তেওঁ কৰা প্ৰাৰ্থনা, আৰু ইস্রায়েলৰ ঈশ্বৰ
যিহোৱাৰ নামেৰে তেওঁৰ আগত কোৱা দৰ্শক-
বিলাকৰ বাক্য, ইস্রায়েলৰ ৰজাবিলাকৰ ইতি-
১৯ হাসপুস্তকখনিত লিখা আছে। আৰু তেওঁ
প্ৰাৰ্থনা কৰা, সেই প্ৰাৰ্থনা গ্ৰাহ্য হোৱা, আৰু
তেওঁ সকলো পাপ ও সত্যলঙ্ঘন কৰাৰ বিষয়,
আৰু নম্ৰ হোৱাৰ আগেয়ে তেওঁ যি যি ঠাইত
ওখ ঠাই সাজিছিল, আৰু আচেৰা মূৰ্ত্তি ও কটা
প্ৰতিমা স্থাপন কৰিছিল, সেই সকলোৰে বিবৰণ
২০ হোজয়ৰ পুস্তকখনিত লিখা আছে। পাছে মনচি
আপোন ওপৰপিতৃবিলাকৰ লগত নিদ্ৰিত হলত,
লোকবিলাকে তেওঁৰ ঘৰৰ ভিতৰতে তেওঁক মৈদাম
দিলে, আৰু তেওঁৰ পুত্ৰ আমোন তেওঁৰ পদত
ৰজা হল।
২১ আমোনে বাইশ বছৰ বয়সত ৰজা হৈ,
২২ যিৰূচালেমত দুবছৰ ৰাজত্ব কৰিলে। তেওঁৰ
বাপেক মনচিয়ে কৰা নিচিনাকৈ তেওঁ যিহো-
ৱাৰ সাক্ষাতে কু-আচৰণ কৰিলে; তেওঁৰ বাপেক
মনচিয়ে কৰা আটাই কটা প্ৰতিমাৰ উদ্দেশে
তেওঁ বলিদান কৰিলে, আৰু সেইবোৰক পূজা
২৩ কৰিলে। আৰু তেওঁৰ বাপেক মনচিয়ে যেনে-
কৈ আপোনাকে নম্ৰ কৰিছিল, তেনেকৈ তেওঁ
যিহোৱাৰ সাক্ষাতে আপোনাকে নম্ৰ নকৰিলে;
কিন্তু এই আমোনে দোষৰ উপৰি দোষ কৰিলে।
২৪ পাছে তেওঁৰ দাসবিলাকে তেওঁৰ বিৰুদ্ধে চক্ৰান্ত
২৫ কৰি তেওঁৰ গৃহতে তেওঁক বধ কৰিলে। কিন্তু
দেশৰ লোকবিলাকে আমোন ৰজাৰ বিৰুদ্ধে
চক্ৰান্ত কৰা সকলোকে বধ কৰিলে; আৰু দেশৰ
লোকবিলাকে তেওঁৰ পুত্ৰ যোচিয়াক তেওঁৰ পদত
ৰজা পাতিলে।

যোচিয়াৰ ৰাজত্ব। মন্দিৰ শুচি কৰা। ব্যৱস্থা-
পুস্তক উলিয়াই পাঠ কৰা।

৩৪ যোচিয়াই আঠ বছৰ বয়সত ৰজা হৈ,
যিৰূচালেমত একত্ৰিশ বছৰ ৰাজত্ব কৰিলে।
২ যিহোৱাৰ দৃষ্টিত যি ন্যায়, তেওঁ তাকে কৰিলে;
তেওঁ আপোন ওপৰপিতৃ দায়ূদৰ পথত চলিলে,
৩ তাৰ পৰা সোঁ কি বাওঁফালে নুঘূৰিলে। কিয়নো,
তেওঁৰ ৰাজত্বৰ অষ্টম বছৰত তেওঁ অলপ বয়সীয়া
হৈয়ো, আপোন ওপৰপিতৃ দায়ূদৰ ঈশ্বৰক
বিচাৰিবলৈ ধৰিলে; আৰু দ্বাদশ বছৰত ওখ
ঠাইবোৰ, আচেৰা মূৰ্ত্তিবোৰ, আৰু কটা ও সাঁচত
ঢলা প্ৰতিমাবোৰ গুচাই যিহূদা আৰু যিৰূ-
৪ চালেম শুচি কৰিবলৈ ধৰিলে। আৰু তেওঁৰ
সাক্ষাতে লোকবিলাকে বাল দেৱতাবোৰৰ যজ্ঞ-
বেদিবোৰ ভাঙি পেলালে, আৰু সেইবোৰতকৈ
ওখত স্থাপন কৰা সূৰ্য্যপ্ৰতিমাবোৰকো তেওঁ
কাটি পেলালে; আৰু আচেৰা মূৰ্ত্তিবোৰ আৰু
কটা ও সাঁচত ঢলা প্ৰতিমাবোৰ ভাঙি গুৰি

করি, সেইবোরর উদ্দেশে বলিদান করাবিলাকর
মৈদামর ওপরত সেই ধূলি চটিয়াই পেলালে।
৫ আরু তেওঁ পুরোহিতবিলাকর হাড়বোর সিইঁতর
যজ্ঞবেদির ওপরত দগ্ধ করিলে, আরু যিহূদা ও
৬ যিরূচালেম শুচি করিলে। আরু তেওঁ মনচির,
ইফ্রয়িমর, আরু চিমিয়োনর নগরে নগরে
নপ্তালীলৈকে সকলো কালে সিবিলাকর উচ্ছন্ন
৭ হোৱা ঠাইত সেই দরে করিলে। আরু তেওঁ
যজ্ঞবেদিবোর ভাঙিলে, আচেরা মূৰ্ত্তিবোর ও
কটা প্রতিমাবোর গুরি করিলে, আরু ইস্রায়েল
দেশর সকলো ঠাইর আটাইবোর সূর্য্যপ্রতিমা
কাটি পেলালে, পাছে যিরূচালেমলৈ উলটি
আহিল।
৮ তেওঁর রাজত্বর অষ্টাদশ বছরত, দেশ আরু
গৃহ শুচি করার পাছে, তেওঁ আপোন ঈশ্বর
যিহোৱার গৃহ মেরামত করিবর নিমিত্তে অচ-
লিয়ার পুত্র চাফনক, নগরর অধ্যক্ষ মাচেয়াক,
আরু যোৱাহজর পুত্র যোৱাহ ইতিহাসলিখকক
৯ পঠালে। এই হেতুকে তেওঁবিলাক হিল্কিয়া
প্রধান পুরোহিতর ওচরলৈ গলত, ঈশ্বরর গৃহলৈ
অনা রূপ, অর্থাৎ লেবীয়া দুৱরীবিলাকে মনচি,
ইফ্রয়িম আদি ইস্রায়েলর অৱশিষ্ট লোকর পরা,
গোটেই যিহূদা আরু বিন্যামীনর পরা, আরু
যিরূচালেমনিবাসীবিলাকর পরাও গোটোৱা
সকলো রূপ সিবিলাকে তেওঁবিলাকক সোধাই
১০ দিলে। আরু তেওঁবিলাকে যিহোৱার গৃহত
নিযুক্ত থকা কার্য্য চলাওঁতাবিলাকর হাতত তাক
দিলে; পাছে কার্য্য চলাওঁতাবিলাকে, অর্থাৎ
যিহোৱার গৃহত কাম করাওঁতা লোকবিলাকে
সেই গৃহ মেরামত করিবর আরু দৃঢ় করিবর
১১ নিমিত্তে তাক দিলে, অর্থাৎ মিস্ত্রী আদি ঘর
সাজোঁতাবিলাকক কটা-শিল আরু বরগার কাঠ
কিনিবলৈ, আরু যিহূদার রজাবিলাকে নষ্ট
করা ঘরবোরর নিমিত্তে চতি বনাবলৈ সেই
১২ ধন দিলে। আরু সেই লোকবিলাকে বিশ্বাসী-
রূপে কার্য্য করিলে; আরু মরারীর সন্তান-
বিলাকর মাজর যহৎ আরু ওবদিয়া এই দুজন
লেবীয়া মানুহ সিবিলাকর অধ্যক্ষ আছিল;
আরু কহাতর সন্তানবিলাকর মাজর জখরিয়া,
মচুল্লম, আরু বাদ্য বজোৱাত নিপুণ আন
আন লেবীয়াবিলাক কাম চলাবর নিমিত্তে
১৩ নিযুক্ত হৈছিল। আরু সিবিলাক ভার
বওঁতাবিলাকর অধ্যক্ষ আছিল, আরু সকলো
বিধর কাম কৰোঁতাবিলাকক চলাইছিল;
আরু লেবীয়াবিলাকর মাজত কোনো কোনো
লিখক, কোনো কোনো শাসনকর্ত্তা, আরু কোনো
১৪ কোনো দুৱরী আছিল। যিহোৱার গৃহলৈ অনা
রূপ তেওঁবিলাকে উলিওৱা সময়ত, হিল্কিয়া
পুরোহিতে মোচিয়ে দিয়া যিহোৱার ব্যৱস্থা-
১৫ পুস্তকখনি পালে। আরু হিল্কিয়াই চাফন
লিখকক উত্তর দি কলে, ময় যিহোৱার গৃহত
ব্যৱস্থাপুস্তকখনি পালোঁ; পাছে হিল্কিয়াই
১৬ সেই পুস্তকখনি চাফনক দিলে। চাফনে আকৌ
সেই পুস্তকখনি রজার গুরিলৈ লৈ গল, আরু
রজার আগত বার্ত্তা দি কলে, আপোনার এই
দাসবিলাকক আদেশ করা সকলো কার্য্য চলিব
১৭ লাগিছে; আরু আপোনার এই দাসবিলাকে
যিহোৱার গৃহত পোৱা সকলো ধন চন্দুকর
পরা চালি, কার্য্যাধ্যক্ষ আরু কাম কৰোঁতাবিলা-
১৮ কর হাতত দিলে। আরু চাফন লিখকে রজাক
জনালে, বোলে, হিল্কিয়া পুরোহিতে মোক
এখনি পুস্তক দিলে। পাছে চাফনে রজার আগত
১৯ তাক পাঠ করিবলৈ ধরিলে। তেতিয়া, রজাই
ব্যৱস্থার বাক্যবিলাক শুনামাত্রকে আপোনার
২০ কাপড় ফালিলে। আরু রজাই হিল্কিয়াক,
চাফনর পুত্র অহীকামক, মীখার পুত্র অব্দোনক,
চাফন লিখকক, আরু রজার দাস অচায়াক এই
২১ আজ্ঞা করিলে, তোমালোকে গৈ, মোর আরু
ইস্রায়েল ও যিহূদার মাজত অৱশিষ্ট থকা
লোকবিলাকর নিমিত্তে, পোৱা এই পুস্তকখনির
বাক্যর বিষয়ে যিহোৱাক সোধাগৈ; কিয়নো
আমার ওপরত যিহোৱাই বৰ্ষোৱা ক্রোধ অতি-
শয় বড়; কারণ ওপরপিতৃবিলাকে এই পুস্তকত
লিখা কোনো বাক্য অনুসারে কাম করিবর
২২ অর্থে যিহোৱার বাক্য পালন নকরিলে। পাছে
হিল্কিয়া আরু রজাই আদেশ করা সেই লোক-
বিলাক হস্রার নাতি তক্হতর পুত্র বস্ত্রভঁড়ালী
চল্লুমর ভার্য্যা হুল্দা ভাববাদিনীর ওচরলৈ
গল; (সেই কালত তেওঁ যিরূচালেমর দ্বিতীয়
ভাগত নিবাস করিছিল;) আরু তেওঁবিলাকে
২৩ সেই বিষয়ে তেওঁক কলে। তাতে তেওঁ তেওঁ-
বিলাকক কলে, ইস্রায়েলর ঈশ্বর যিহোৱাই
এই কথা কৈছে, মোর ওচরলৈ তোমালোকক
২৪ পঠোৱা জনক কোৱাগৈ, যিহোৱাই এই কথা
কৈছে, দেখা, ময় এই ঠাইর আরু ইয়ার
নিবাসীবিলাকর ওপরত অমঙ্গল ঘটাম, অর্থাৎ
যিহূদার রজার আগত যি পুস্তক পঢ়া হল, তার
২৫ মাজত লিখা সকলো শাও ফলিওৱাম; কারণ,
আপোন আপোন হাতেরে করা সকলো কর্ম্মর
দ্বারায় মোক বেজার দিবলৈ, সিবিলাকে মোক
ত্যাগ করি ইতর দেৱতাবোরর উদ্দেশে ধূপ
জলালে; এতেকে এই ঠাইর ওপরত মোর
২৬ ক্রোধাগ্নি বৰ্ষোৱা যাব, নুমুৱা নেযাব। কিন্তু
যিহোৱাক সুধিবলৈ তোমালোকক পঠোৱা
যিহূদার রজার আগত এই কথা কবা, ইস্রা-
য়েলর ঈশ্বর যিহোৱাই এই কথা কৈছে, তুমি

যি যি বাক্য শুনিলা, সেইবোৰৰ বিষয়ে মোৰ
২৭ কথা এই, এই ঠাই আৰু ইয়াৰ নিবাসীবিলাকৰ
বিৰুদ্ধে তেওঁৰ যি বাক্য, তাক তুমি শুনামাত্রে
ঈশ্বৰৰ আগত তোমাৰ মন কোমল কৰিলা,
ঈশ্বৰৰ সাক্ষাতে নিজকে নম্র কৰিলা, আৰু
আপোন কাপড় ফালি মোৰ আগত ক্রন্দন
কৰিলা, এই নিমিত্তে, যিহোৱাই কৈছে, ময়ো
২৮ তোমাৰ কথা শুনিলোঁ। দেখা, মই তোমাৰ
ওপৰপিতৃবিলাকৰ লগলৈ তোমাক নিম, আৰু
তোমাক শান্তিৰে তোমাৰ মৈদামলৈ নিয়া হব;
আৰু মই এই ঠাইৰ আৰু ইয়াৰ নিবাসীবিলা-
কৰ ওপৰত যিবোৰ অমঙ্গল ঘটাম, সেইবোৰৰ
একোকে তোমাৰ চকুৱে নেদেখিব। পাছে তেওঁ-
বিলাকে উলটি আহি ৰজাক বাৰ্ত্তা দিলে।
২৯ তাৰ পাছে ৰজাই মানুহ পঠাই যিহূদাৰ আৰু
যিৰূচালেমৰ সকলো বৃদ্ধ লোকবিলাকক গোট
৩০ খুৱালে। তাতে ৰজাই যিহূদাৰ আটাই লোক,
যিৰূচালেমনিবাসীবিলাক, পুৰোহিতবিলাক, লে-
বীয়াবিলাক, আৰু সৰু বড় সমুদায় প্রজাক
লগত লৈ যিহোৱাৰ গৃহলৈ উঠি গল; আৰু
যিহোৱাৰ গৃহত পোৱা নিয়মপুস্তকখনিৰ সকলো
বাক্য ৰজাই লোকবিলাকক পঢ়াই শুনালে।
৩১ পাছে ৰজাই আপোনাৰ ঠাইত থিয় হৈ, যিহো-
ৱাৰ পাছত চলিবলৈ, আৰু সকলো মনেৰে ও
সকলো প্রাণেৰে তেওঁৰ আজ্ঞা, সাক্ষ্যবাক্য, আৰু
বিধিবিলাক পালন কৰিবলৈ, আৰু সেই পুস্তক-
খনিত লিখা নিয়মটীৰ বাক্য অনুসাৰে কাম
কৰিবলৈ যিহোৱাৰ সাক্ষাতে এটী নিয়ম কৰিলে।
৩২ আৰু যিৰূচালেমৰ ও বিন্যামীনৰ যিমান লোক
উপস্থিত আছিল, তেওঁ সেই সকলোকে নিয়মটী
পালন কৰিবলৈ অঙ্গীকাৰ কৰালে; তাতে যিৰূ-
চালেমনিবাসীবিলাকে ঈশ্বৰৰ, আপোনাবিলা-
কৰ ওপৰপিতৃবিলাকৰ ঈশ্বৰৰ নিয়মটী অনুসাৰে
৩৩ কাৰ্য্য কৰিলে। যোচিয়াই ইস্রায়েলৰ সন্তান-
বিলাকে অধিকাৰ কৰা সকলো দেশৰ পৰা
আটাই ঘিণলগীয়া বস্তুবোৰ দূৰ কৰিলে, আৰু
ইস্রায়েলৰ মাজত থকা সকলো লোকক আৰা-
ধনা, সিবিলাকৰ ঈশ্বৰ যিহোৱাৰ আৰাধনা
কৰালে। সিবিলাকে তেওঁৰ জীৱনৰ সকলো
কালত আপোনাবিলাকৰ ওপৰপিতৃবিলাকৰ
ঈশ্বৰ যিহোৱাৰ পাছত চলিবলৈ নেৰিলে।

যোচিয়াই নিস্তাৰপৰ্ব্ব পালন কৰা। মিচৰৰ ৰজাৰ লগত তেওঁৰ যুদ্ধ। তেওঁৰ মৃত্যু।

৩৫ পাছে যোচিয়াই যিৰূচালেমত যিহোৱাৰ
উদ্দেশে নিস্তাৰপৰ্ব্ব পালন কৰিলে; আৰু
লোকবিলাকে প্রথম মাহৰ চতুৰ্দ্দশ দিনা নিস্তাৰ-
২ পৰ্ব্বৰ বলি মাৰিলে। তেওঁ পুৰোহিতবিলাকক
সিবিলাকৰ আপোন আপোন কামত লগালে,
আৰু যিহোৱাৰ গৃহৰ সেৱকীয়া কাম কৰিবলৈ
৩ সিবিলাকক আশ্বাস দিলে। আৰু যি লেবীয়া-
বিলাক গোটেই ইস্রায়েলৰ শিক্ষক আৰু যিহো-
ৱাৰ উদ্দেশে পবিত্র লোক আছিল, সিবিলাকক
তেওঁ কলে, ইস্রায়েলৰ ৰজা দায়ূদৰ পুত্র চলো-
মনে নিৰ্ম্মাণ কৰা গৃহত তোমালোকে পবিত্র
চন্দুক্‌টো ৰাখা; তোমালোকে আপোনাবিলাকৰ
কান্ধত আৰু তাৰ বব নেলাগে; এতিয়া তোমা-
লোকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ আৰু
তেওঁৰ প্রজা ইস্রায়েল লোকবিলাকৰ খাটনি
৪ খাটা। আৰু তোমালোকে আপোন আপোন
পিতৃবংশ অনুসাৰে, ইস্রায়েলৰ ৰজা দায়ূদে
লিখা, আৰু তেওঁৰ পুত্র চলোমনে লিখাৰ দৰে
আপোন আপোন পালক্রমে আপোনাবিলাকক
৫ যুগুত কৰা। আৰু তোমালোকৰ ভাই প্রজা-
বিলাকৰ পিতৃবংশৰ অংশ অনুসাৰে, তোমালোক
পবিত্রস্থানত থিৰ হোৱা; লোকবিলাকৰ প্রত্যেক
অংশৰ নিমিত্তে লেবীয়াবিলাকৰ পিতৃবংশৰ এক
৬ এক অংশ হব। তোমালোকে নিস্তাৰপৰ্ব্বৰ বলি
মাৰা, আৰু আপোনাবিলাকক পবিত্র কৰা,
আৰু মোচিৰ দ্বাৰায় কোৱা যিহোৱাৰ বাক্য
অনুসাৰে কাৰ্য্য কৰিবলৈ আপোনাবিলাকৰ
৭ ভাইবিলাকৰ নিমিত্তে আয়োজন কৰা। পাছে
যোচিয়াই প্রজাবিলাকক, উপস্থিত হোৱা সক-
লোকে কেৱল নিস্তাৰপৰ্ব্বৰ বলিদানৰ অৰ্থে
জাকৰ পৰা লেখৰ ত্রিশ হাজাৰ মেৰ ও ছাগ
পোৱালি দিলে, আৰু তাৰ বাহিৰে তিনি হাজাৰ
ভতৰা দিলে; এই সকলোকে ৰজাৰ সম্পত্তিৰ
৮ পৰা দিয়া হল। আৰু তেওঁৰ প্রধান লোক-
বিলাকে ইচ্ছামনেৰে লোকবিলাকক, পুৰোহিত-
বিলাকক, আৰু লেবীয়াবিলাকক, উৎসৰ্গ কৰিবৰ
অৰ্থে পশু দান কৰিলে; বিশেষকৈ হিল্কিয়া,
জখৰিয়া, আৰু যিহীয়েল, ঈশ্বৰৰ গৃহৰ এই
অধ্যক্ষ কেইজনে পুৰোহিতবিলাকক নিস্তাৰপৰ্ব্বৰ
বলিদানৰ অৰ্থে দুই হাজাৰ ছশ মেৰ ও ছাগ
৯ পোৱালি, আৰু তিনি শ ভতৰা দিলে। আৰু
লেবীয়াবিলাকৰ অধ্যক্ষ কননিয়া আৰু তেওঁৰ
দুজন ভায়েক চময়িয়া আৰু নথনেল, আৰু
হচবিয়া, যিয়ীয়েল, ও যোজাবদ, ইবিলাকে
লেবীয়াবিলাকক নিস্তাৰপৰ্ব্বৰ বলিদানৰ অৰ্থে
পাঁচ হাজাৰ মেৰ ও ছাগ পোৱালি, আৰু
১০ পাঁচ শ ভতৰা দিলে। এই ৰূপে সেৱকীয়া কাৰ্য্যৰ
ঠিক্‌ঠাক হলত, ৰজাৰ আজ্ঞা অনুসাৰে পুৰো-
হিতবিলাক আপোন আপোন ঠাইত আৰু
লেবীয়াবিলাক আপোন আপোন পাল অনুসাৰে
১১ থিয় হল। পাছে নিস্তাৰপৰ্ব্বৰ আটাই বলি মৰা

হলত, পুৰোহিতবিলাকে সিবিলাকৰ হাতৰ পৰা
তেজ লৈ চটিয়ালে, আৰু লেবীয়াবিলাকে পশু-
১২ বোৰৰ চাল বখলিয়ালে। আৰু মোচিৰ পুস্তকত
লিখাৰ দৰে, যিহোৱাৰ উদ্দেশে উৎসৰ্গ কৰিবৰ
অৰ্থে সিবিলাকে প্ৰজাবিলাকৰ পিতৃবংশবিলাকৰ
অংশ অনুসাৰে সকলোকে দিবৰ নিমিত্তে, দগ্ধ
কৰিব লগীয়া ভাগ এফুৰাই ললে, আৰু ভতৰা-
১৩ বোৰকো সেই একে ৰূপে কৰিলে। পাছে সিবি-
লাকে বিধিমতে নিস্তাৰপৰ্ব্বৰ বলি জুইত খৰিকা
দিলে; কিন্তু পবিত্ৰীকৃত আন পশুৰ মাংস কেৰা-
হিত, চৌত, আৰু কঁকাত সিজালে, আৰু সকলো
১৪ লোকক লৰালৰিকৈ বাঁটি দিলে। পাছে সিবিলা-
কে আপোনাবিলাকৰ নিমিত্তে আৰু পুৰোহিত-
বিলাকৰ নিমিত্তে আয়োজন কৰিলে; কিয়নো
হাৰোণৰ সন্তান পুৰোহিতবিলাকে হোমবলিৰ
তেল পোড়োঁতে ৰাতিলৈকে লাগি আছিল; এই
হেতুকে লেবীয়াবিলাকে আপোনাবিলাকৰ, আৰু
হাৰোণৰ সন্তান পুৰোহিতবিলাকৰ নিমিত্তে
১৫ আয়োজন কৰিলে। আৰু দায়ূদ, আচফ, হেমন,
আৰু ৰজাৰ দৰ্শক যিদূথূনে আজ্ঞা কৰাৰ দৰে আচ-
ফৰ সন্তান গায়কবিলাক আপোন আপোন ঠাইত
আছিল, আৰু দুৱৰীবিলাক প্ৰত্যেক দুৱাৰত
আছিল: আপোন আপোন কাম এৰি যাবলৈ
সিবিলাকৰ প্ৰয়োজন নহল, কিয়নো সিবিলা-
কৰ লেবীয়া ভাইবিলাকে সিবিলাকৰ নিমিত্তে
১৬ আয়োজন কৰিছিল। এই ৰূপে যোচিয়া ৰজাৰ
আজ্ঞা অনুসাৰে নিস্তাৰপৰ্ব্ব পালন কৰিবলৈ,
আৰু যিহোৱাৰ যজ্ঞবেদিৰ ওপৰত হোম কৰিব-
লৈ যিহোৱাৰ সকলো সেৱকীয়া কাম সেই
১৭ দিনাই পৰিপাটীকৈ কৰা হল। এই হেতুকে
উপস্থিত থকা ইস্ৰায়েলৰ সন্তানবিলাকে সেই
সময়ত নিস্তাৰপৰ্ব্ব, আৰু সাত দিনলৈকে খমীৰ
নোহোৱা পিঠাৰ উৎসৱ পালন কৰিলে।
১৮ চমূৱেল ভাববাদীৰ দিনৰে পৰা ইস্ৰায়েলত
এনেকুৱা নিস্তাৰপৰ্ব্ব পালন কৰা নাছিল; আৰু
যোচিয়া, পুৰোহিতবিলাক, লেবীয়াবিলাক, উপ-
স্থিত হোৱা গোটেই যিহূদা আৰু ইস্ৰায়েলৰ
লোকবিলাক, আৰু যিৰূচালেমনিবাসীবিলাকে
যেনেকৈ নিস্তাৰপৰ্ব্ব পালন কৰিছিল, ইস্ৰা-
য়েলৰ কোনো ৰজাই তেনেকৈ পালন কৰা
১৯ নাছিল। যোচিয়াৰ ৰাজত্বৰ অষ্টাদশ বছৰত
এই নিস্তাৰপৰ্ব্ব পালন কৰা হল।
২০ এই সকলোৰে পাছে, যোচিয়াই মন্দিৰ
ঠিক কৰিলত, মিচৰৰ নখো ৰজাই ফৰাৎ নদীৰ
ওচৰত থকা কৰ্কমীচত যুদ্ধ কৰিবলৈ আহিছিল,
এনে সময়ত যোচিয়াই তেওঁৰ বিৰুদ্ধে যুদ্ধযাত্ৰা
২১ কৰিলে। কিন্তু তেওঁ দূতৰ দ্বাৰায় কৈ পঠালে,
বোলে, হে যিহূদাৰ ৰজা, তোমাৰ লগত মোৰ কি
সম্পৰ্ক আছে? ময় আজি তোমাৰ বিৰুদ্ধে অহা
নাই; কিন্তু যি বংশৰ লগত মোৰ ৰণ আছে,
সিইতৰ বিৰুদ্ধে আহিছোঁ; আৰু ঈশ্বৰে মোক
বেগ কৰিবলৈ দিলে; মোৰ লগত থকা ঈশ্বৰে
তোমাক বিনষ্ট নকৰিবৰ নিমিত্তে, তেওঁলৈ
বিৰুদ্ধাচৰণ কৰাৰ পৰা তুমি ক্ষান্ত হোৱা।
২২ তথাপি যোচিয়াই তেওঁৰ পৰা বিমুখ নহৈ,
তেওঁৰ লগত যুদ্ধ কৰিবলৈ ছদ্মবেশ ধৰিলে, আৰু
ঈশ্বৰৰ মুখৰ পৰা ওলোৱা নখোৰ কথালৈ মন
নিদি, মগিদ্দোৰ উপত্যকাত যুদ্ধ কৰিবলৈ গল।
২৩ তাতে ধনুৰ্দ্ধৰবিলাকে যোচিয়া ৰজালৈ কাঁড়
মাৰিলত, ৰজাই আপোনাৰ দাসবিলাকক কলে,
মোক আঁতৰাই নিয়া; কিয়নো ময় বড়কৈ খুন
২৪ হলোঁ। তেতিয়া তেওঁৰ দাসবিলাকে ৰথৰ পৰা
তেওঁক উলিয়াই তেওঁৰ দ্বিতীয় ৰথত তুলি
যিৰূচালেমলৈ আনিলে; আৰু তেওঁ মৰিলত,
আপোন ওপৰপিতৃবিলাকৰ মৈদামবোৰত তেওঁক
মৈদাম দিয়া হল। পাছে গোটেই যিহূদা আৰু
যিৰূচালেমে যোচিয়াৰ নিমিত্তে শোক কৰিলে।
২৫ আৰু যিৰিমিয়াই যোচিয়াৰ নিমিত্তে বিলাপ
কৰিলে; তাতে সকলো গায়ক আৰু গায়ীকাই
আপোন আপোন বিলাপত যোচিয়াৰ বিষয়ে
গান কৰে, আজিলৈকে সেই গান চলি আছে;
আৰু সিবিলাকে তাকে ইস্ৰায়েলে পালন কৰিব
লগীয়া নিয়ম কৰিলে; আৰু দেখা, সেয়ে
২৬ বিলাপপুস্তকখনিত লিখা আছে। যোচিয়াৰ
অৱশিষ্ট বৃত্তান্ত, যিহোৱাৰ ব্যৱস্থাত লিখা-
২৭ মতে কৰা তেওঁৰ উত্তম কাৰ্য্যবিলাক, আৰু
তেওঁৰ আদ্যোপান্ত বিবৰণ ইস্ৰায়েলৰ আৰু
যিহূদাৰ ৰজাবিলাকৰ ইতিহাসপুস্তকখনিত
লিখা আছে।

যিহোৱাহজ, যিহোয়াকীম, যিহোয়াখীন, আৰু
চিদিকিয়াৰ ৰাজত্ব। লোকবিলাকক
বন্দী কৰি নিয়া।

৩৬ পাছে দেশৰ লোকবিলাকে যোচিয়াৰ
পুত্ৰ যিহোৱাহজক লৈ যিৰূচালেমত তেওঁৰ
২ পিতৃৰ পদত ৰজা পাতিলে। যোৱাহজে তেইশ
বছৰ বয়সত ৰজা হৈ, যিৰূচালেমত তিনি মাহ
৩ ৰাজত্ব কৰিলে। পাছে মিচৰৰ ৰজাই যিৰূ-
চালেমত তেওঁক ৰজা ভাজি দেশৰ ওপৰত এশ
কিক্কৰ ৰূপ আৰু এক কিক্কৰ সোণ দণ্ড কৰিলে।
৪ তাৰ পাছে মিচৰৰ ৰজাই তেওঁৰ ভায়েক ইলিয়া-
কীমক যিহূদা আৰু যিৰূচালেমৰ ওপৰত ৰজা
পাতিলে, আৰু তেওঁৰ নাম সলাই যিহোয়াকীম
ৰাখিলে। পাছে নখোৱে তেওঁৰ ককায়েক
যোৱাহজক ধৰি মিচৰলৈ লৈ গল।

৫ যিহোয়াকীমে পঁচিশ বছর বয়সত রজা হৈ,
যিরূচালেমত এঘার বছর রাজত্ব করিলে; তেওঁ
আপোন ঈশ্বর যিহোৱার সাক্ষাতে কু-আচরণ
৬ করিলে। তেওঁর বিরুদ্ধে বাবিলর নবূখদ্নেচর
রজাই আহি, বাবিললৈ লৈ যাবর নিমিত্তে
৭ তেওঁক শিকলিয়ে বান্ধিলে। আরু নবূখদ্নেচরে
যিহোৱার গৃহর নানা বস্তুও বাবিললৈ লৈ গৈ,
৮ বাবিলত আপোনার মন্দিরত রাখিলে। দেখা,
যিহোয়াকীমর অবশিষ্ট বৃত্তান্ত, তেওঁ করা
ঘিণলগীয়া কার্য্যবোর, আরু তেওঁত পোৱা
দোষর কথা ইস্রায়েলর আরু যিহূদার রজা-
বিলাকর ইতিহাসপুস্তকখনিত লিখা আছে।
পাছে তেওঁর পুত্র যিহোয়াখীন তেওঁর পদত
রজা হল।
৯ যিহোয়াখীনে অঁঠের বছর বয়সত রজা হৈ,
যিরূচালেমত তিনি মাহ দহ দিন রাজত্ব করিলে;
তেওঁ যিহোৱার সাক্ষাতে কু-আচরণ করিলে।
১০ পাছে বছরর আরম্ভনত নবূখদ্নেচর রজাই
মানুহ পঠাই, তেওঁক আরু যিহোৱার গৃহর মন-
মোহা বস্তুবোর বাবিললৈ অনালে, আরু যিহূদা
ও যিরূচালেমর ওপরত তেওঁর দদায়েক চিদি-
কিয়াক রজা পাতিলে।
১১ চিদিকিয়াই একৈশ বছর বয়সত রজা হৈ,
১২ যিরূচালেমত এঘার বছর রাজত্ব করিলে। তেওঁ
আপোন ঈশ্বর যিহোৱার সাক্ষাতে কু-আচরণ
করিলে; তেওঁ যিহোৱার বাক্য প্রকাশ কৰোঁতা
যিরিমিয়া ভাববাদীর আগত আপোনাক নম্র
১৩ নকরিলে। আরু যি নবূখদ্নেচর রজাই তেওঁক
ঈশ্বরর নামেরে শপত করাইছিল, তেওঁ সেই
রজার অহিতে বিদ্রোহীও হল, আরু আপোনার
ডিঙি ঠর আরু মন কঠিন করি ইস্রায়েলর ঈশ্বর
১৪ যিহোৱালৈ ঘুরিবলৈ মান্তি নহল। বিশেষকৈ
পুরোহিতবিলাকর মাজর প্রধান লোকবিলাকে
আরু প্রজাবিলাকে জাতিবিলাকর আটাই ঘিণ-
লগীয়া কার্য্যর দরে অনেক সত্যলঙ্ঘন করিলে;
আরু যিহোৱাই যিরূচালেমত যি গৃহ পবিত্র
করিছিল, তাক সিবিলাকে অশুচি করিলে।
১৫ তথাপি সিবিলাকর ওপরপিতৃবিলাকর ঈশ্বর
যিহোৱাই আপোন প্রজাবিলাকলৈ আরু আ-
পোনার নিবাসর ঠাইলৈ মরম লাগি, অতি
যত্নেরে আপোনার দূতবিলাকক সিবিলাকর
১৬ ওরিলৈ পঠাই আছিল। কিন্তু সিবিলাকে
ঈশ্বরর দূতবিলাকক খেজেলিয়াইছিল, তেওঁর
বাক্য তুচ্ছ করিছিল, আরু তেওঁর ভাববাদী-
বিলাকক সিয়ঁরিছিল; এই নিমিত্তে শেষত
যিহোৱার ক্রোধ আপোন প্রজাবিলাকলৈ
জ্বলি উঠাত, তাক ধমাব পরা আরু উপায়
১৭ নাছিল। এই হেতুকে তেওঁ কল্দীয়াবিলাকর
রজাক সিবিলাকর বিরুদ্ধে আনিলে; তেওঁ সি-
বিলাকর ধর্ম্মধামত সিবিলাকর ডেকাবিলাকক
তরোৱালেরে বধ করিলে, যুবা কি যুবতী, বৃদ্ধ
কি অতি লুর্লুরিয়া বুঢ়া, কালৈকো দয়া নকরিলে,
ঈশ্বরে তেওঁর হাতত সকলোকে সোধাই দিলে।
১৮ আরু তেওঁ ঈশ্বরর গৃহর সরু বড় সকলো বস্তু,
আরু যিহোৱার গৃহর বহুমূল্য দ্রব্য, আরু রজার
ও তেওঁর প্রধান লোকবিলাকর বহুমূল্য দ্রব্য,
১৯ এই আটাইকে বাবিললৈ লৈ গল। আরু তেওঁর
লোকবিলাকে ঈশ্বরর গৃহ পুড়িলে, যিরূচালেমর
গড় ভাঙিলে, তার আটাই অট্টালিকাবিলাক
জুইরে পুড়ি পেলালে, আরু তাত থকা সকলো
২০ মনোহর পাত্রবিলাক নষ্ট করিলে। আরু তরো-
ৱালর পরা রক্ষা পোৱা লোকবিলাকক তেওঁ
বাবিললৈ লৈ গল; তাতে পারস্য রাজ্য স্থাপন
২১ করা নোহোৱালৈকে, যিরিমিয়ার মুখে কোৱা
যিহোৱার বাক্য সাফল করিবর অর্থে, দেশে
আপোনার ভোগ করিব লগীয়া বিশ্রামকাল
ভোগ নকরিলেমানে, লোকবিলাক তেওঁর আরু
তেওঁর সন্তানবিলাকর দাস হৈ থাকিল; সত্তর
বছর পূর করিবলৈ দেশে আপোনার উচ্ছন্ন
হোৱা সকলো কালত বিশ্রাম ভোগ করিলে।
২২ পাছে পারস্যর কোরচ রজার রাজত্বর প্রথম
বছরত, যিরিমিয়ার দ্বারায় কোৱা যিহোৱার
বাক্যর সিদ্ধির নিমিত্তে, যিহোৱাই পারস্যর
কোরচ রজার মন উদ্গালত, তেওঁ আপোনার
রাজ্যর সকলো কালে ঘোষণা করি, আরু জাননী
২৩ লিখি, এই আজ্ঞা প্রচার করিলে, পারস্যর কোরচ
রজাই এই কথা কৈছে, স্বর্গর ঈশ্বর যিহোৱাই
পৃথিবীর সকলো রাজ্য মোক দান করিলে;
আরু তেৱেঁই যিহূদা দেশর যিরূচালেমত তেওঁর
নিমিত্তে এটা গৃহ নির্ম্মাণ করিবর ভার মোক
দিলে। তেওঁর আটাই প্রজাবিলাকর মাজর যি
কোনো লোক তোমালোকর মাজত আছে,
তার ঈশ্বর যিহোৱা তার লগত থাকোক,
আরু সি উঠি যাওক।

# ইজ্রার পুস্তক।

কোরচ রজার আজ্ঞাপত্র। উলটি অহা
পুরুষবিলাকর তালিকা।

১ পাছে পারস্যর কোরচ রজার রাজত্বর
প্রথম বছরত, যিরিমিয়ার দ্বারায় কোৱা
যিহোৱার বাক্যর সিদ্ধির নিমিত্তে, যিহোৱাই
পারস্যর কোরচ রজার মন উদগালত, তেওঁ
আপোনার রাজ্যর সকলো ফালে ঘোষণা করি,
আরু আননীও লিখি, এই আজ্ঞা প্রচার করিলে,
২ পারস্যর কোরচ রজাই এই কথা কৈছে, স্বর্গর
ঈশ্বর যিহোৱাই পৃথিবীর সকলো রাজ্য মোক
দান করিলে; আরু তেওঁৱেই যিহূদা দেশর যিরু-
চালেমত তেওঁর নিমিত্তে এটা গৃহ নির্ম্মাণ করি-
৩ বর ভার মোক দিলে। তেওঁর আটাই প্রজা-
বিলাকর মাজর যি কোনো লোক তোমালোকর
মাজত আছে, তার ঈশ্বর তার লগত থাকোক,
আরু সি যিহূদা দেশর যিরুচালেমলৈ উঠি
গৈ, ইস্রায়েলর ঈশ্বর যিহোৱার (তেওঁহে
ঈশ্বর) যি গৃহ যিরুচালেমত আছে, তাক পুন-
৪ রায় নির্ম্মাণ করোক। আরু যি কোনো ঠাইত
যি কোনো অৱশিষ্ট লোক প্রবাস করিছে, সেই
ঠাইর লোকবিলাকে যিরুচালেমত থকা ঈশ্বরর
গৃহর নিমিত্তে ইচ্ছামতে এনেই দিয়া বস্তুর
বাহিরে, রূপ, সোণ, নানা দ্রব্য, আরু পশু
৫ দি তাক সহায় করোক। তাতে, যিহূদা আরু
বিন্যামীনর পিতৃবংশর মূল মানুহবিলাক, পুরো-
হিতবিলাক, আরু লেবীয়া আদি যি মানুহ-
বিলাকর মন, যিরুচালেমত থকা যিহোৱার গৃহ
সাজিবর অর্থে যাবলৈ ঈশ্বরে উদগালে, সি-
৬ বিলাক যাবলৈ উঠিল। পাছে সিবিলাকর
চারিওফালে থকা সকলো লোকে আপোন
ইচ্ছারে এনেই দিয়া আটাই বস্তুর বাহিরেও,
রূপর পাত্র, সোণ, নানা দ্রব্য, পশু, আরু বহু-
মূল্য বস্তু দি সিবিলাকর হাত সবল করিলে।
৭ আরু নবূখদ্নেচরে যিহোৱার গৃহর যিবোর
পাত্র যিরুচালেমর পরা নি আপোনার দেৱতার
গৃহত রাখিছিল, কোরচ রজাই সেই সকলোকে
৮ উলিয়াই দিলে। পারস্যর কোরচ রজাই সেই
পাত্রবোর মিত্রদাৎ ভঁড়ালীর হতুৱাই উলিয়াই,
লেখ করি যিহূদার অধ্যক্ষ চেচবচরর হাতত
৯ সোধাই দিলে। সেইবোর পাত্রর লেখ এই,
সোণর থাল ত্রিশ খন, রূপর থাল এক হাজার,
১০ কটারি উনত্রিশ খন, সোণর বাটি ত্রিশটা, রূপর
দ্বিতীয় রকমর বাটি চারি শ দহোটা, আরু
১১ আন আন পাত্র এক হাজার। সর্ব্বমোট সোণর
আরু রূপর পাত্র পাঁচ হাজার চারি শ
আছিল। দেশান্তরিত লোকবিলাকক বাবিলর
পরা যিরুচালেমলৈ ওলোটাই অনা কালত
চেচবচরে এই আটাইবোর পাত্র লগত লৈ
আছিল।

২ যিবিলাকক বন্দী করি নিয়া হৈছিল, যি-
বিলাকক বাবিলর রজা নবূখদ্নেচরে বা-
বিললৈ লৈ গৈছিল, সিবিলাকর মাজত প্রদেশর
এই লোকবিলাক বন্দী-অৱস্থার পরা মুকলি হৈ
যিরুচালেম আরু যিহূদালৈ আপোন আপোন
২ নগরলৈ উলটি আহিল; সিবিলাক জরুব্বাবিল,
যেচূৱা, নহিমিয়া, চৰায়া, রিয়েলায়া, মর্দখয়,
বিল্চন, মিস্পর, বিগ্বয়, রহূম, আরু বানা,
এইবিলাকর লগত আহিল। ইস্রায়েল লোক-
৩ বিলাকর পুরুষর সংখ্যা; পরিয়োচর সন্তান দুই
৪ হাজার এশ বাসত্তর জন; চফটিয়ার সন্তান
৫ তিনি শ বাসত্তর জন; আরহর সন্তান সাত শ
৬ পঁয়সত্তর জন; যেচূৱা আরু যোৱাবর সন্তান-
বিলাকর মাজর পহৎ-মোৱাবর সন্তান দুই
৭ হাজার আঁঠ শ বার জন; এলমর সন্তান এক
৮ হাজার দুশ চৌৱন জন; জত্তূর সন্তান নশ
৯ পঞ্চল্লিশ জন; জক্কয়র সন্তান সাত শ ষাইঠ
১০ জন; বানীর সন্তান ছশ বিয়াল্লিশ জন; বেবয়র
১২ সন্তান ছশ তেইশ জন; অজ্গদর সন্তান এক
১৩ হাজার দুশ বাইশ জন; অদোনীকামর সন্তান
১৪ ছশ ছয়ষষ্ঠি জন; বিগ্বয়র সন্তান দুই হাজার
১৫ ছাপন্ন জন; আদীনর সন্তান চারি শ চৌৱন
১৬ জন; হিষ্কিয়ার বংশর আটেরর সন্তান আঁঠা-
১৭ নব্বৈ জন; বেচয়র সন্তান তিনি শ তেইশ জন;
১৮ যোৱার সন্তান এশ বার জন; হাচুমর সন্তান
২০ দুশ তেইশ জন; গিব্বরর লোক পঞ্চানব্বৈ
২১ জন; বৈৎ-লেহমর লোক এশ তেইশ জন; নটো-
২৩ ফার মানুহ ছাপন্ন জন; অনাথোতর মানুহ
২৪ এশ আঁঠাইশ জন; অজ্মাবত্তর লোক বিয়াল্লিশ
২৫ জন; কিরিয়ৎ-আরীম, কফীরা, আরু বেরোতর
২৬ লোক সাত শ তিয়াল্লিশ জন; রামা আরু গেবার

২৭ লোক ছশ একৈশ জন; মিক্‌মচৰ মানুহ এশ
২৮ বাইশ জন; বৈৎ-এল আৰু অয়ৰ মানুহ দুশ
২৯ তেইশ জন; নবোৰ লোক বাৱন্ন জন; মগ্‌বীচৰ
৩১ লোক এশ ছাপন্ন জন; আন এলমৰ লোক এক
৩২ হাজাৰ দুশ চৌৱন্ন জন; হাৰীমৰ লোক তিনি
৩৩ শ বিশ জন; লোদ, হাদীদ, আৰু ওনোৰ লোক
৩৪ সাত শ পঁচিশ জন; যিৰীহোৰ লোক তিনি
৩৫ শ পঞ্চল্লিশ জন; চনাৱাৰ লোক তিনি হাজাৰ
৩৬ ছশ ত্ৰিশ জন। পুৰোহিতবিলাক; যেচূৱাৰ বংশৰ
৩৭ যিদয়াৰ সন্তান ন শ ত্ৰেসত্তৰ জন, ইম্মেৰৰ সন্তান
৩৮ এক হাজাৰ বাৱন্ন জন, পচ্‌হূৰৰ সন্তান এক
৩৯ হাজাৰ দুশ সাতচল্লিশ জন, হাৰীমৰ সন্তান এক
৪০ হাজাৰ সোতেৰ জন। লেবীয়াবিলাক; হোদ-
বিয়াৰ সন্তানবিলাকৰ মাজৰ যেচূৱা আৰু কদ্-
৪১ মীয়েলৰ সন্তান চৌসত্তৰ জন। গায়কবিলাক;
৪২ আচফৰ সন্তান এশ আঁঠাইশ জন। দুৱৰী-
বিলাক; চল্লুম, আটেৰ, টল্‌মোন, অক্কূব, হটীটা,
চোবয়, এইবিলাকৰ সন্তান সৰ্ব্বমোট এশ ঊন্-
৪৩ চল্লিশ জন। নথনীয়াবিলাক; চীহা, হচূফা,
৪৪ টব্বায়োৎ, কেৰোচ, চীয়হা, পাদোন, লবানা,
৪৬ হগাবা, অক্কূব, হাগব, চম্‌লয়, হানন, গিদ্দেল,
৪৮ গহৰ, ৰায়া, ৰচীন, নকোদা, গজ্জম, উজ্জা,
৫০ পাচেহ, বেচয়, অস্না, মিয়ূনীম, নফূচীম, বক্‌বুক,
৫২ হকূফা, হৰ্হূৰ, বচ্‌লূৎ, মহীদা, হৰ্চা, বৰ্কোচ,
৫৪ চীচৰা, তেমহ, নচীহ, আৰু হটীফা, এইবিলাকৰ
৫৫ সন্তান। চলোমনৰ বন্দীবিলাকৰ সন্তান; চোটয়,
৫৬ হচ্ছোফেৰৎ, পৰুদা, যালা, দৰ্কোণ, গিদ্দেল,
৫৭ চফটিয়া, হত্তীল, পোখৰৎ-হচবয়িম, আৰু
৫৮ আমী, এইবিলাকৰ সন্তান। নথনীয়াবিলাক
আৰু চলোমনৰ বন্দীবিলাকৰ সন্তানবিলাক সৰ্ব্ব-
৫৯ মোট তিনি শ বিৰানব্বই জন আছিল। আৰু
তেল-মেলহ, তেল-হৰ্চা, কৰূব, অদ্দন, আৰু
ইম্মেৰ, এইবোৰ ঠাইৰ পৰা অহা লোক এই-
বিলাক, কিন্তু ইবিলাক ইস্ৰায়েলীয়া মানুহ হয়
নে নহয়, সেই বিষয়ে ইবিলাকে আপোন
আপোন পিতৃবংশ বা গোষ্ঠীৰ প্ৰমাণ দিব নোৱা-
৬০ ৰিলে; দলায়াৰ সন্তান, টোবিয়াৰ সন্তান, আৰু
৬১ নকোদাৰ সন্তান ছশ বাৱন্ন জন। আৰু পুৰো-
হিতবিলাকৰ সন্তানবিলাকৰ মাজত হবয়া,
হক্কোচ, আৰু বৰ্জিল্লয়ৰ সন্তানবিলাক; এই
বৰ্জিল্লয়ে গিলিয়দীয়া বৰ্জিল্লয়ৰ জীয়েকহঁতৰ
এজনীক বিয়া কৰি, সিহঁতৰ নামেৰেই প্ৰখ্যাত
৬২ হৈছিল। বংশাৱলিত নাম লিখা লোকবিলাকৰ
মাজত ইবিলাকে আপোন আপোন বংশাৱলি-
পত্ৰ বিচাৰি নেপালে; এই নিমিত্তে ইবিলাক
অশুচি বুলি গণ্য হোৱাত পুৰোহিতবাবৰ পৰা
৬৩ ইবিলাকক এচুউৱা হল। আৰু ঊৰীম ও তুম্মী-
মৰ অধিকাৰী এজন পুৰোহিত উৎপন্ন নহয়মানে
তিৰ্চাতাই ইবিলাকক পবিত্ৰ বস্তু নেখাবলৈ কলে।
৬৪ গোটেই সমাজ সৰ্ব্বমোট বিয়াল্লিশ হাজাৰ
৬৫ তিনি শ ষাইঠ জন আছিল; তাৰ বাহিৰে
সিবিলাকৰ সাত হাজাৰ তিনি শ সাতত্ৰিশ জন
বন্দী বেটী আছিল; আৰু সিবিলাকৰ দুশ জন
৬৬ গায়ক আৰু গায়িকা আছিল। সিবিলাকৰ সাত
শ ছয়ত্ৰিশ্‌টা ঘোঁড়া, দুশ পঞ্চল্লিশ্‌টা খছৰ,
৬৭ চাৰি শ পঁয়ত্ৰিশ্‌টা উট, আৰু ছয় হাজাৰ সাত শ
৬৮ বিশ্‌টা গাধ আছিল। পাছে পিতৃবংশৰ মূল
মানুহবিলাকৰ মাজৰ কেত্তবিলাক লোকে যিৰু-
চালেমত থকা যিহোৱাৰ গৃহৰ ঠাইলৈ আহি,
যিহোৱাৰ গৃহ আপোন ঠাইত স্থাপন কৰিবৰ
৬৯ অৰ্থে ইচ্ছামতে দান দিলে। সিবিলাকে আপোন
আপোন শক্তি অনুসাৰে সেই কামৰ ধনৰ
ভঁড়ালত এষষ্টি হাজাৰ অদৰ্কোণ সোণ, পাঁচ
হাজাৰ মানি ৰূপ, আৰু পুৰোহিতৰ নিমিত্তে
৭০ এশখন বস্ত্ৰ দিলে। পাছে পুৰোহিত, লেবীয়া,
আৰু আন আন লোকবিলাকে, আৰু গায়ক,
দুৱৰী, আৰু নথনীয়াবিলাকে আপোন আপোন
নগৰত, আৰু সকলো ইস্ৰায়েল লোকে আপোন
আপোন নগৰত বাস কৰিবলৈ ধৰিলে।

যজ্ঞবেদি নিৰ্ম্মাণ কৰা। পঞ্জাপৰ্ব্ব পালন কৰা।
ভিত্তিমূল স্থাপন কৰা।

৩ পাছে সপ্তম মাহ হলত, ইস্ৰায়েলৰ
সন্তানবিলাকে নগৰবোৰত ঠাই লোৱাৰ
পাছে, লোকবিলাকে এজন লোক যেন হৈ যিৰু-
২ চালেমলৈ আহি গোট খালে। তাতে যোচাদকৰ
পুত্ৰ যেচূৱা আৰু তেওঁৰ পুৰোহিত ভাইবিলাকে,
আৰু চল্টীয়েলৰ পুত্ৰ জৰুব্বাবিল আৰু তেওঁৰ
ভাইবিলাকে উঠি, ঈশ্বৰৰ লোক মোচিৰ ব্যৱস্থাত
লিখামতে হোমবলি উৎসৰ্গ কৰিবৰ নিমিত্তে
ইস্ৰায়েলৰ ঈশ্বৰৰ যজ্ঞবেদি নিৰ্ম্মাণ কৰিলে।
৩ আৰু দেশৰ লোকৰ পৰা ভয় পোৱাতে সিবি-
লাকে যজ্ঞবেদি আপোন ঠাইত স্থাপন কৰিলে;
আৰু সিবিলাকে যিহোৱাৰ উদ্দেশে তাৰ ওপৰত
হোমবলি, ৰাতিপুৱা আৰু সন্ধ্যা বেলাৰ হোম-
৪ বলি উৎসৰ্গ কৰিবলৈ ধৰিলে। লিখামতে সি-
বিলাকে পঞ্জাপৰ্ব্ব পালন কৰিলে, আৰু এক এক
দিনৰ নিয়ম অনুসাৰে, দিনে দিনে উপযুক্ত
৫ সংখ্যাৰ হোমবলি উৎসৰ্গ কৰিলে। তেতিয়াৰে
পৰা সিবিলাকে নিত্য হোমবলি, ন জোনৰ
হোমবলি, যিহোৱাৰ আটাই পবিত্ৰীকৃত নিৰূ-
পিত পৰ্ব্বৰ হোমবলি, আৰু যিহোৱাৰ উদ্দেশে
আপোন ইচ্ছাৰে এনেই অনা সকলো লোকৰ
৬ হোমবলি উৎসৰ্গ কৰিবলৈ ধৰিলে। সপ্তম মাহৰ
প্ৰথম দিনৰে পৰা সিবিলাকে যিহোৱাৰ উদ্দেশে
হোমবলি উৎসৰ্গ কৰিবলৈ ধৰিলে; কিন্তু তেতি-

ন্নাও যিহোৱাৰ মন্দিৰৰ ভিত্তিমূল স্থাপিত হোৱা
৭ নাছিল। পাছে সিবিলাকে শিল-কটীয়াবিলাকক
আৰু বাঢ়ৈবিলাকক ৰূপ দিলে; আৰু পাৰস্যৰ
ৰজা কোৰচৰ পৰা লোৱা অনুমতি অনুসাৰে
লিবানোনৰ পৰা যাফোলৈ সাগৰৰ তীৰলৈ
এৰচ কাঠ আনিবৰ নিমিত্তে চীদোনীয়া আৰু
তূৰীয়াবিলাকক আহাৰ, পেয় দ্ৰব্য, আৰু তেল
দিলে।

৮ তাৰ পাছে, যিৰূচালেমত থকা ঈশ্বৰৰ গৃহৰ
ঠাইলৈ সিবিলাক অহা দ্বিতীয় বছৰৰ দ্বিতীয়
মাহত চল্টীয়েলৰ পুত্ৰ জৰুব্বাবিল, যোচাদকৰ
পুত্ৰ যেচূৱা, আৰু এই দুজনৰ অৱশিষ্ট ভাই
পুৰোহিত আৰু লেবীয়াবিলাক, আৰু বন্দী-অৱ-
স্থাৰ পৰা মুকলি হৈ যিৰূচালেমলৈ অহা সকলো
লোকে কাম কৰিবলৈ আৰম্ভ কৰিলে, আৰু
যিহোৱাৰ গৃহৰ কাৰ্য্য চলাবলৈ বিশ বছৰ আৰু
তাতকৈ অধিক বয়সীয়া লেবীয়াবিলাকক নিযুক্ত
৯ কৰিলে। তেতিয়া যেচূৱা আৰু তেওঁৰ পুতেক
ও ভায়েক ককায়েকবিলাকে, আৰু যিহূদা বংশৰ
কদ্মীয়েল আৰু তেওঁৰ পুতেকবিলাকে ঈশ্বৰৰ
গৃহত কাম কৰা মানুহবিলাকক চলাবলৈ একে
লগ হৈ উঠিল; হেনাদদৰ সন্তানবিলাক আৰু
সিবিলাকৰ পুতেক ও ভায়েক ককায়েকবিলাকেও
সেই দৰে কৰিলে, সিবিলাক লেবীয়া মানুহ।
১০ তাতে, গাঁথকবিলাকে যিহোৱাৰ মন্দিৰৰ ভিত্তি-
মূল স্থাপন কৰাৰ পাছত, ইস্ৰায়েলৰ ৰজা
দায়ূদে নিৰূপণ কৰাৰ দৰে যিহোৱাৰ প্ৰশংসা
কৰিবৰ নিমিত্তে, পুৰোহিতবিলাকে আপোন
আপোন বস্ত্ৰ পিন্ধি হাতত তূৰী লৈ, আৰু
আচফৰ সন্তান লেবীয়াবিলাকে হাতত তাল
১১ লৈ থিয় হল। আৰু সিবিলাকে যিহোৱাৰ
প্ৰশংসা ও স্তুতি কৰি পালে পালে এই কথা
কৈ গান কৰিলে, "কিয়নো যিহোৱা মঙ্গলময়;
কাৰণ ইস্ৰায়েললৈ তেওঁৰ দয়া সদাকাললৈকে
থাকে;" আৰু যিহোৱাৰ গৃহৰ ভিত্তিমূল স্থাপন
কৰা হল দেখি, যিহোৱাৰ প্ৰশংসা কৰি কৰি
সকলো লোকবিলাকে বৰকৈ জয়ধ্বনি কৰিলে।
১২ কিন্তু, যেতিয়া সিবিলাকৰ চকুৰ আগত গৃহৰ
ভিত্তিমূল স্থাপন কৰা হল, তেতিয়া পুৰোহিত-
বিলাকৰ, লেবীয়াবিলাকৰ, আৰু পিতৃবংশৰ মূল
মানুহবিলাকৰ মাজৰ অনেক মানুহে, অৰ্থাৎ
আগৰ গৃহ দেখা বৃদ্ধবিলাকে বৰকৈ চিঁঞৰি
কান্দিলে; আৰু আন আন অনেক মানুহে
১৩ আনন্দত বৰকৈ জয়ধ্বনি কৰিলে। তাতে লোক-
বিলাকে, আনন্দত জয়ধ্বনি কৰা শবদ, মানুহ-
বিলাকে কন্দা শবদৰ পৰা ভেদ কৰিব নোৱা-
ৰিলে; কাৰণ মানুহবিলাকে ইমান বৰকৈ ধ্বনি
কৰিছিল, যে, তাৰ শবদ দূৰলৈকে শুনা গৈছিল।

মন্দিৰ সজাত নানা জাতিৰ লোকে বিঘিনি
জন্মোৱা।

৪ পাছে, বন্দী-অৱস্থাৰ পৰা অহা লোকবিলা-
কে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ উদ্দেশে এটা
মন্দিৰ নিৰ্ম্মাণ কৰিছে বুলি যিহূদা আৰু বিন্যা-
২ মীনৰ শত্ৰুবোৰে শুনি, জৰুব্বাবিলৰ আৰু পিতৃ-
বংশৰ মূল মানুহবিলাকৰ ওচৰলৈ আহি কলে,
তোমালোকৰ লগত আমিও সাজোঁহঁক; কিয়নো
তোমালোকৰ নিচিনাকৈ আমিও তোমালোকৰ
ঈশ্বৰৰ সেৱা কৰোঁ, আৰু অচূৰৰ এচৰ-হদ্দোন
ৰজাই আমাক এই ঠাইলৈ অনা দিনৰে পৰা
৩ তেওঁৰ উদ্দেশে বলিদান কৰি আছোঁ। কিন্তু
জৰুব্বাবিল, যেচূৱা, আৰু ইস্ৰায়েলৰ পিতৃবংশৰ
আন মূল মানুহবিলাকে সিহঁতক কলে, আমাৰ
ঈশ্বৰৰ উদ্দেশে গৃহ নিৰ্ম্মাণ কৰিবলৈ আমাৰ
লগত তোমালোকৰ একো সম্পৰ্ক নাই; পাৰস্যৰ
কোৰচ ৰজাই আমাক যি আজ্ঞা কৰিলে, সেই
আজ্ঞা অনুসাৰে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ
উদ্দেশে কেৱল আমিহে একে লগ হৈ নিৰ্ম্মাণ
৪ কৰিম। তাতে দেশৰ লোকবিলাকে যিহূদাৰ
লোকবিলাকৰ হাত দুৰ্ব্বল কৰিবলৈ, আৰু
নিৰ্ম্মাণকাৰ্য্যত বাধা বিঘিনি জন্মাবলৈ ধৰিলে;
৫ আৰু সিবিলাকৰ অভিপ্ৰায় ব্যৰ্থ কৰিবৰ নিমিত্তে,
পাৰস্যৰ কোৰচ ৰজাৰ ৰাজত্বৰ আটাই কালত,
এনে কি, পাৰস্যৰ দাৰিয়াবচে ৰাজ্য পোৱা-
লৈকে, সিবিলাকৰ বিৰুদ্ধে মন্ত্ৰণা কৰিবৰ
৬ নিমিত্তে লোকক ধন দিলে। আৰু অহচ্বেৰোচ
ৰজাৰ ৰাজত্বৰ আৰম্ভনত সিহঁতে যিহূদা আৰু
যিৰূচালেমনিবাসীবিলাকৰ বিৰুদ্ধে এখন দোষ-
পত্ৰ লিখি পঠালে।

৭ পাছে অৰ্তক্ষত্ৰৰ ৰাজত্বৰ কালত, বিশ্লম, মিত্ৰ-
দাৎ, টাবেল, আৰু তেওঁৰ সহকাৰীবিলাকে
পাৰস্যৰ অৰ্তক্ষত্ৰ ৰজালৈ এখন পত্ৰ লিখি
পঠালে; সেই পত্ৰ অৰামীয়া আখৰেৰে লিখা,
৮ আৰু অৰামীয়া ভাষাৰে ৰচিত। আৰু ৰহূম মন্ত্ৰী
ও চিম্চয় লিখকেও অৰ্তক্ষত্ৰ ৰজালৈ যিৰূচালে-
মৰ অহিতে এই ৰূপে এখন পত্ৰ লিখি পঠালে।
৯ সেই পত্ৰ ৰহূম মন্ত্ৰী, চিম্চয় লিখক, আৰু
এই দুজনৰ সহকাৰী আনবিলাকে, দীনায়ীয়া,
অৰ্কৰ্চৎথীয়া, টৰ্পলীয়া, অৰ্কচীয়া, অৰ্কবীয়া,
বাবিলীয়া, চূচন্থীয়া, দেহায়ীয়া, আৰু এলমীয়া
১০ লোকবিলাকে, আৰু মহামহিম মৰ্য্যাদাৱান
অস্নপ্পৰে আনি চমৰিয়া নগৰত আৰু নদীৰ
ইপাৰৰ আন আন ঠাইত স্থাপন কৰা আন
১১ আন জাতি ইত্যাদিয়ে লিখিলে। সিবিলাকে
অৰ্তক্ষত্ৰ ৰজালৈ পঠোৱা পত্ৰখনৰ নকল এই,
"নদীৰ ইপাৰে থকা আপোনাৰ দাস, ইত্যাদি।

১২ মহাৰাজৰ গুৰিত এই নিবেদন ; যি যিহূদীবোৰ
আপোনাৰ ওচৰৰ পৰা আমাৰ ইয়ালৈ যিৰূ-
চালেমলৈ আহিল, সিহঁতে সেই বিদ্ৰোহী মন্দ
নগৰখন সাজিছে, গড় সমাপ্ত কৰিব লাগিছে,
১৩ আৰু ভিত্তিমূল স্থাপন কৰিলে ; এই হেতুকে
মহাৰাজে জ্ঞাত হওক, যে, যদি সেই নগৰ
পুনৰায় সজা আৰু তাৰ গড় সমাপ্ত কৰা হয়,
তেন্তে সেই মানুহবোৰে ৰাজহ, কৰ, আৰু
মাচুল নিদিব ; তাতে ৰজাসকলৰ হানি হব।
১৪ আমি ৰজাঘৰৰ লোণ খাইছোঁ, আৰু ৰজাক
অপমান কৰা দেখি আমি চাই থকা উচিত নহয়,
এতেকে মানুহ পঠাই মহাৰাজক জনাইছোঁ, যে,
১৫ আপোনাৰ পূৰ্ব্বপুৰুষবিলাকৰ ইতিহাসপুস্তকত
বিচাৰ কৰা যাওক; তাতে, সেই নগৰ যে
বিদ্ৰোহী, আৰু ৰজাবিলাকৰ ও প্ৰদেশবোৰৰ
অনিষ্টজনক, আৰু সেই নগৰত যে সিহঁতে
আগৰ কালৰে পৰা ৰজাৰ বিৰুদ্ধাচৰণ কৰি
আহিছিল, (তাৰ নিমিত্তেই সেই নগৰ বিনষ্ট
কৰা হৈছিল ;) সেই সকলো সেই ইতিহাস-
১৬ পুস্তকত পাই জানিব পাৰিব। আমি মহাৰাজক
জনাইছোঁ, যে, যদি সেই নগৰ পুনৰায় সজা
আৰু তাৰ গড় সমাপ্ত কৰা হয়, তেন্তে তাৰ
দ্বাৰায় ইপাৰে আপোনাৰ কোনো অধিকাৰ
১৭ নেথাকিব।" তেতিয়া ৰজাই ৰহূম মন্ত্ৰী আৰু
চিম্‌চয় লিখকলৈ, আৰু চমৰিয়াত ও নদীৰ
ইপাৰে থকা আন আন সহকাৰীবিলাকলৈ উত্তৰ
লিখি পঠালে, "তোমালোকৰ মঙ্গল হওক,
১৮ ইত্যাদি। তোমালোকে আমালৈ যি পত্ৰ
পঠালা, তাক মোৰ আগত স্পষ্টকৈ পাঠ কৰা
১৯ হল। আৰু মোৰ আজ্ঞাতে বিচাৰ কৰা হল ;
তাতে জনা গল, যে, আগৰ কালৰে পৰা সেই
নগৰ ৰজাৰ বিৰুদ্ধে উঠি থাকিছিল, আৰু তাৰ
মাজত ৰাজদ্ৰোহ ও ৰজাৰ বিৰুদ্ধাচৰণ চলি
২০ থাকিছিল। আৰু যিৰূচালেমৰ ওপৰত পৰাক্ৰমী
ৰজাবিলাকো আছিল ; তেওঁবিলাকে নদীৰ
সিপাৰৰ আটাই দেশৰ ওপৰত ৰাজত্ব কৰিছিল,
আৰু তেওঁবিলাকক ৰাজহ, কৰ, আৰু মাচুল দিয়া
২১ হৈছিল। এই হেতুকে সেই লোকবিলাকে সেই
কাম এৰিবলৈ, আৰু যেতিয়ালৈকে মোৰ পৰা
আন কোনো আজ্ঞা প্ৰচাৰিত নহয়, তেতিয়া-
লৈকে সেই নগৰ আকৌ নেসাজিবলৈ আজ্ঞা
২২ দিয়া। সাৱধান, এই কাৰ্য্যত ত্ৰুটি নকৰিবা,
ৰজাবিলাকৰ অনিষ্টৰ অৰ্থে কেলেই লোক্‌চান
২৩ হব ?" পাছে ৰহূম, চিম্‌চয় লিখক, আৰু
সিবিলাকৰ সহকাৰীবিলাকৰ আগত অৰ্তক্ষত্ৰ
ৰজাৰ পত্ৰ পাঠ কৰামাত্ৰে, সিবিলাকে বেগাই
যিৰূচালেমলৈ যিহূদীবিলাকৰ ওচৰলৈ গৈ,
চিপাহী লগাই বলেৰে সেই কামৰ পৰা সি-
২৪ বিলাকক এৰুৱালে। তাতে যিৰূচালেমৰ ঈশ্বৰৰ
গৃহৰ কাৰ্য্য বন্ধ হল ; আৰু পাৰস্যৰ দাৰিয়াবচ
ৰজাৰ ৰাজত্বৰ দ্বিতীয় বছৰলৈকে সেয়ে বন্ধ
হৈ থাকিল।

মন্দিৰ নিৰ্ম্মাণ কৰিবলৈ পুনৰায় আৰম্ভ কৰা।
দেশাধ্যক্ষই পঠোৱা পত্ৰ।

৫ সেই সময়ত হগয় ভাববাদী আৰু ইদোৰ
পুত্ৰ জখৰিয়া, এই দুজন ভাববাদীয়ে যিহূদাত
আৰু যিৰূচালেমত থকা যিহূদী লোকবিলাকৰ
আগত ভাববাণী প্ৰচাৰ কৰিলে ; ইস্ৰায়েলৰ
ঈশ্বৰৰ নামেৰে সিবিলাকৰ আগত ভাববাণী
২ প্ৰচাৰ কৰিলে। তেতিয়া চল্টীয়েলৰ পুত্ৰ জৰুব্বা-
বিল, আৰু যোচাদকৰ পুত্ৰ যেচূৱাই উঠি যিৰূ-
চালেমত থকা ঈশ্বৰৰ গৃহ পুনৰায় সাজিবলৈ
ধৰিলে ; আৰু ঈশ্বৰৰ ভাববাদী দুজনে সিবি-
লাকৰ লগত থাকি সিবিলাকক সহায় কৰিছিল।
৩ সেই সময়ত নদীৰ ইপাৰে থকা দেশাধ্যক্ষ
তত্তনয়, চথৰ-বোজনয়, আৰু তেওঁবিলাকৰ সহ-
কাৰীবিলাকে তেওঁবিলাকৰ ওচৰলৈ আহি কলে,
এই গৃহ সাজিবলৈ আৰু এই গড় স্থাপন কৰিব-
৪ লৈ তোমালোকক কোনে হুকুম দিলে ? তাৰ
পাছত তেওঁবিলাকে এই কথা সুধিলে, যি মানুহ-
বিলাকে এই গৃহ সাজিছে, সিবিলাকৰ নাম
৫ কি ? কিন্তু যিহূদীবিলাকৰ বৃদ্ধবিলাকলৈ সি-
বিলাকৰ ঈশ্বৰৰ দৃষ্টি থকাত, দাৰিয়াবচৰ আগত
নিবেদন কৰা যাওক বুলি, আৰু এই কামৰ
বিষয়ে পত্ৰ আহোক বুলি তেওঁবিলাকে সি-
বিলাকক কামৰ পৰা নেএৰুৱালে।
৬ নদীৰ ইপাৰে থকা দেশাধ্যক্ষ তত্তনয়, চথৰ-
বোজনয়, আৰু নদীৰ ইপাৰে থকা তেওঁবিলাকৰ
সহকাৰী অৰ্কৰ্চৎখীয়াবিলাকে দাৰিয়াবচ ৰজালৈ
৭ পঠোৱা পত্ৰখনৰ নকল এই। তেওঁবিলাকে এই
কথা লিখি এখন পত্ৰ পঠালে, "দাৰিয়াবচ
৮ মহাৰাজৰ সকলোতে মঙ্গল হওক। মহাৰাজে
জ্ঞাত হওক, যে, আমি যিহূদা প্ৰদেশত সোমাই
মহান ঈশ্বৰৰ গৃহলৈ গৈছিলোঁ ; তাক বড় বড়
শিলেৰে সজা হৈছে, আৰু দেৱালত কাঠ লগোৱা
হৈছে, সেই কাম পৰিশ্ৰমেৰে চলোৱা হৈছে,
আৰু সিবিলাকৰ হাতৰ দ্বাৰায় কাৰ্য্য সিদ্ধ হব
৯ লাগিছে। পাছে, এই গৃহ নিৰ্ম্মাণ কৰিবলৈ,
আৰু এই গড় স্থাপন কৰিবলৈ তোমালোকক
কোনে হুকুম দিলে বুলি আমি সেই বৃদ্ধবিলাকক
১০ সুধিলোঁ, আৰু সিবিলাকৰ প্ৰধান লোকবিলাকৰ
নাম লিখি আপোনাক জনাবলৈ, আমি সি-
১১ বিলাকৰ নামো সুধিলোঁ। তাতে সিবিলাকে
আমাক এই উত্তৰ দিলে, আমি স্বৰ্গৰ আৰু পৃথি-
বীৰ ঈশ্বৰৰ দাস ; আৰু এই যি গৃহ নিৰ্ম্মাণ

কৰিছোঁ, ইয়াক অনেক বছৰৰ আগেয়ে সজা
হৈছিল ; ইস্ৰায়েলৰ এজন মহাৰজাই তাক
১২ সাজি এঁটাইছিল। কিন্তু, আমাৰ পূৰ্ব্বপুৰুষ-
বিলাকে স্বৰ্গৰ ঈশ্বৰৰ ক্ৰোধ তোলাত, তেওঁ সি-
বিলাকক বাবিলৰ ৰজা কল্‌দীয়া নবূখদ্‌নেচৰৰ
হাতত সোধাই দিলে ; তেওঁ এই গৃহ নষ্ট
কৰিলে, আৰু লোকবিলাকক বাবিললৈ লৈ গল।
১৩ কিন্তু বাবিলৰ কোৰচ ৰজাৰ ৰাজত্বৰ প্ৰথম
বছৰত, কোৰচ ৰজাই ঈশ্বৰৰ এই গৃহ পুনৰায়
১৪ নিৰ্ম্মাণ কৰিবলৈ আজ্ঞা কৰিলে। নবূখদ্‌নেচৰে
ঈশ্বৰৰ গৃহৰ যি যি সোণৰ আৰু ৰূপৰ বস্তু
যিৰূচালেমত থকা মন্দিৰৰ পৰা লৈ গৈ বাবিলৰ
মন্দিৰত ৰাখিছিল, সেই সকলো বস্তু কোৰচ
ৰজাই বাবিলৰ মন্দিৰৰ পৰা উলিয়ালে ; আৰু
তেওঁ নিযুক্ত কৰা চেচ্‌বচৰ নামেৰে অধ্যক্ষৰ
১৫ হাতত সেইবোৰ গতাই দিয়া হল ; আৰু ৰজাই
তেওঁক কলে, তুমি এইবোৰ বস্তু যিৰূচালেমত
থকা মন্দিৰলৈ লৈ গৈ তাত ৰাখিবা, আৰু
১৬ ঈশ্বৰৰ গৃহ নিজ ঠাইত সজা হওক। তাতে সেই
চেচ্‌বচৰে আহি যিৰূচালেমত থকা ঈশ্বৰৰ গৃহৰ
ভিত্তিমূল স্থাপন কৰিলে ; তেতিয়াৰে পৰা
এতিয়ালৈকে লোকবিলাকে ইয়াক সাজি আছে,
১৭ তথাপি এঁটোৱা নাই। এই হেতুকে এতিয়া
মহাৰাজে যদি ভাল দেখে, তেন্তে কোৰচ ৰজাই
যিৰূচালেমত থকা ঈশ্বৰৰ গৃহ পুনৰায় নিৰ্ম্মাণ
কৰিবলৈ হুকুম দিছিল নে নাই, তাক মহাৰাজৰ
সেই বাবিলত থকা ৰাজভঁৰালত বিচাৰ কৰা
যাওক ; আৰু এই বিষয়ে মহাৰাজৰ ইচ্ছা কি,
তাক আমালৈ জনাই পঠাওক।”

দাৰিয়াবচৰ উত্তৰ। মন্দিৰ নিৰ্ম্মাণ কৰি এঁটোৱা।
নিস্তাৰপৰ্ব্ব পালন কৰা।

৬ পাছে, দাৰিয়াবচ ৰজাই আজ্ঞা কৰিলত,
বাবিলত বহুমূল্য বস্তু সাঁচি থোৱা দলিল
২ পত্ৰ আদি ৰখা ঘৰত বিচাৰ কৰা গল। অন্তে
মাদীয়া প্ৰদেশৰ ৰাজগৃহত অক্‌মথাত এখন
মূৰিওৱা পত্ৰ পোৱা গল ; তাৰ মাজত সোঁৱৰণৰ
৩ অৰ্থে এই কথা লিখা আছিল, বোলে, কোৰচ
ৰজাৰ প্ৰথম বছৰত কোৰচ ৰজাই এই আজ্ঞা
কৰিলে, যিৰূচালেমত থকা ঈশ্বৰৰ গৃহৰ বিষয়ে
মোৰ আজ্ঞা এই, সেই গৃহ, সিবিলাকৰ সেই
যজ্ঞস্থান নিৰ্ম্মাণ কৰা হওক, আৰু তাৰ ভিত্তিমূল
দৃঢ়ৰূপে স্থাপন কৰা হওক ; সেয়ে ওখই ষাইঠ
৪ হাত, আৰু বহলে ষাইঠ হাত হব ; তাক বৰ
বৰ শিল তিনি শাৰি আৰু নতুন কাঠ এশাৰি দি
৫ সাজিব ; আৰু তাৰ খৰচ ৰাজগৃহৰ পৰা দিয়া
যাব ; আৰু ঈশ্বৰৰ গৃহৰ যি যি সোণৰ আৰু
ৰূপৰ বস্তু নবূখদ্‌নেচৰে যিৰূচালেমত থকা
মন্দিৰৰ পৰা উলিয়াই বাবিললৈ আনিছিল,
সেই সকলোকে ওলোটাই দিয়া যাব, আৰু
প্ৰত্যেক বস্তু যিৰূচালেমত থকা মন্দিৰৰ আপোন
আপোন ঠাইলৈ নিয়া হব ; আৰু তুমি সেই-
৬ বোৰ ঈশ্বৰৰ গৃহত ৰাখিবা। এই হেতুকে হে
নদীৰ সিপাৰে থকা দেশাধ্যক্ষ তত্তনয়, চথৰ-
বোজনয়, আৰু নদীৰ সিপাৰে থকা তোমালো-
কৰ সহকাৰী অফৰ্চৎখীয়াবিলাক, তোমালোক
৭ এতিয়া তাৰ পৰা আঁতৰি থাকা। ঈশ্বৰৰ সেই
গৃহৰ কাৰ্য্য চলিবলৈ দিয়া ; যিহূদীবিলাকৰ
অধ্যক্ষ আৰু যিহূদীবিলাকৰ বৃদ্ধবিলাকে ঈশ্বৰৰ
সেই গৃহ তাৰ নিজ ঠাইত নিৰ্ম্মাণ কৰাওক।
৮ তাত বাজে, ঈশ্বৰৰ সেই গৃহ সাজিবৰ নিমিত্তে
তোমালোকে যিহূদীবিলাকৰ সেই বৃদ্ধবিলাকক
কি সহায় কৰিবা, ময় তাৰে আজ্ঞা দিছোঁ ; সেই
লোকবিলাকে বাধা নেপাবৰ নিমিত্তে ৰজাৰ ধন,
অৰ্থাৎ নদীৰ সিপাৰৰ ৰাজকৰৰ পৰা, কোনো
ত্ৰুটি নোহোৱাকৈ সিবিলাকক খৰচ দিয়া হওক।
৯ আৰু সিবিলাকে স্বৰ্গৰ ঈশ্বৰৰ উদ্দেশে সুঘ্ৰাণৰ
অৰ্থে বলিদান কৰিবৰ নিমিত্তে, আৰু ৰজা ও
তেওঁৰ পুত্ৰবিলাকৰ অৰ্থে জীৱন প্ৰাৰ্থনা কৰিবৰ
১০ নিমিত্তে, যিৰূচালেমত থকা পুৰোহিতবিলাকে
কোৱাৰ দৰে, সিবিলাকৰ প্ৰয়োজনীয় বস্তু-
বোৰ, অৰ্থাৎ স্বৰ্গৰ ঈশ্বৰৰ উদ্দেশে হোমবলিৰ
অৰ্থে ডেকা ভতৰা, মটা মেৰ, আৰু মেৰ
পোৱালি, আৰু ঘেঁহু ধান, লোণ, দ্ৰাক্ষাৰস,
আৰু তেল খতি নোহোৱাকৈ দিনে দিনে সি-
১১ বিলাকক দিয়া হওক। ময় আৰু আজ্ঞা কৰিছোঁ,
যে, যি কোনোৱে এই আজ্ঞাৰ অন্যথা কৰিব,
তাৰ ঘৰৰ পৰা এডাল কাঠ উলিয়াই নি, তাক
তাত তুলি আৰি থোৱা হব, আৰু সেই দোষৰ
১২ কাৰণে তাৰ ঘৰ গোবৰৰ দ’ম কৰা হব। আৰু যি
কোনো ৰজা ও প্ৰজাই এই আজ্ঞাৰ অন্যথা
কৰি, যিৰূচালেমত থকা ঈশ্বৰৰ সেই গৃহ বিনষ্ট
কৰিবলৈ হাত দিব, সেই ঠাইত আপোনাৰ
নাম স্থাপন কৰা ঈশ্বৰে সেই সকলোকে উচ্ছন্ন
কৰোক। ময় দাৰিয়াবচে আজ্ঞা কৰিলোঁ ;
ইয়াক যত্নেৰে কৰা হওক।
১৩ পাছে দাৰিয়াবচ ৰজাই কৈ পঠোৱা দেখি,
নদীৰ ইপাৰে থকা দেশাধ্যক্ষ তত্তনয়, চথৰ-
বোজনয়, আৰু তেওঁবিলাকৰ সহকাৰীবিলাকে
১৪ অতি যত্নেৰে সেই ৰূপে কাৰ্য্য কৰিলে। আৰু
যিহূদীবিলাকৰ বৃদ্ধবিলাকে হগয় ভাববাদীৰ
আৰু ইদ্দোৰ পুত্ৰ জখৰিয়াৰ ভাববাণীৰ সহায়ত
সাজি কৃতকাৰ্য্য হল। আৰু সিবিলাকে ইস্ৰা-
য়েলৰ ঈশ্বৰৰ আজ্ঞা অনুসাৰে, কোৰচ, দাৰিয়া-
বচ, আৰু পাৰস্যৰ অৰ্তক্ষত্ৰ ৰজাৰ হুকুমৰ দৰে
১৫ গৃহ সাজি সমাপ্ত কৰিলে। আৰু দাৰিয়াবচ

ৰজাৰ ৰাজত্বৰ ষষ্ঠ বছৰত, অদৰ মাহৰ তৃতীয়
১৬ দিনা এই গৃহ সমাপ্ত হল। পাছে ইস্ৰায়েলৰ
সন্তানবিলাকে, অৰ্থাৎ পুৰোহিত, লেবীয়া আদি
বন্দী-অৱস্থাৰ পৰা অহা লোকবিলাকে আনন্দে-
১৭ ৰে ঈশ্বৰৰ গৃহ প্ৰতিষ্ঠা কৰিলে। ঈশ্বৰৰ গৃহ
প্ৰতিষ্ঠা কৰা সময়ত সিবিলাকে এশ ভতৰা, দুশ
মতা মেৰ, আৰু চাৰি শ মেৰ পোৱালি, আৰু
আটাই ইস্ৰায়েলৰ নিমিত্তে পাপাৰ্থক বলি-
স্বৰূপে ইস্ৰায়েলৰ ফৈদৰ সংখ্যা অনুসাৰে বাৰটা
১৮ মতা ছাগ উৎসৰ্গ কৰিলে। মোচিৰ পুস্তকখনিত
লিখাৰ দৰে সিবিলাকে যিৰূচালেমত ঈশ্বৰৰ
সেৱকীয়া কাৰ্য্য কৰিবৰ অৰ্থে পুৰোহিতবিলাকক
সিবিলাকৰ শ্ৰেণী অনুসাৰে, আৰু লেবীয়া-
বিলাকক সিবিলাকৰ পাল অনুসাৰে নিযুক্ত
কৰিলে।

১৯ পাছে প্ৰথম মাহৰ চতুৰ্দ্দশ দিনা বন্দী-অৱ-
স্থাৰ পৰা অহা লোকবিলাকে নিস্তাৰপৰ্ব্ব পালন
২০ কৰিলে। কিয়নো পুৰোহিত আৰু লেবীয়াবিলাকে
আপোনাবিলাকক শুচি কৰিছিল; সিবিলাক
সকলোৱেই শুচি আছিল; আৰু সিবিলাকে
বন্দী-অৱস্থাৰ পৰা অহা সকলো লোকবিলাকৰ
নিমিত্তে, আৰু আপোনাবিলাকৰ পুৰোহিত
ভাইবিলাকৰ ও নিজৰ নিজৰ নিমিত্তেও নিস্তাৰ-
২১ পৰ্ব্বৰ বলিবোৰ মাৰিলে। আৰু বন্দী-অৱস্থাৰ
পৰা উলটি অহা ইস্ৰায়েলৰ সন্তানবিলাকে,
আৰু যিমান লোকে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাক
সেৱাভক্তি কৰিবলৈ সিবিলাকৰ ফলীয়া হৈ,
দেশনিবাসী জাতিবিলাকৰ অশৌচৰ পৰা
আপোনাবিলাকক পৃথক কৰিছিল, সেই আটাই-
বিলাকে তাক ভোজন কৰিলে, আৰু সাত দিন-
২২ লৈকে, খমীৰ নিদিয়া পিঠাৰ পৰ্ব্ব আনন্দেৰে
পালন কৰিলে; কিয়নো যিহোৱাই সিবিলাকক
আনন্দিত কৰিছিল, আৰু ঈশ্বৰৰ, ইস্ৰায়েলৰ
ঈশ্বৰৰ গৃহৰ কাৰ্য্যত সিবিলাকৰ হাত সবল
কৰিবৰ নিমিত্তে অচূৰৰ ৰজাৰ মন সিবিলাকলৈ
ঘুৰালে।

ইজ্ৰাৰ যাত্ৰা। ৰজাই তেওঁক দিয়া ক্ষমতাপত্ৰ।

৭ সেই সকলো ঘটনাৰ পাছত, পাৰস্যৰ
অৰ্তক্ষত্ৰ ৰজাৰ ৰাজত্বৰ কালত চৰায়াৰ পুত্ৰ
ইজ্ৰাই বাবিলৰ পৰা যাত্ৰা কৰিলে; সেই চৰায়া
২ অজৰিয়াৰ পুত্ৰ, অজৰিয়া হিল্কিয়াৰ পুত্ৰ,
হিল্কিয়া চল্লুমৰ পুত্ৰ, চল্লুম চাদোকৰ পুত্ৰ, চাদোক
৩ অহীটূবৰ পুত্ৰ, অহীটূব অমৰিয়াৰ পুত্ৰ, অম-
৪ ৰিয়া অজৰিয়াৰ পুত্ৰ, অজৰিয়া মৰায়োতৰ পুত্ৰ,
মৰায়োৎ জৰহিয়াৰ পুত্ৰ, জৰহিয়া উজ্জীৰ পুত্ৰ,
৫ উজ্জী বুক্কীৰ পুত্ৰ, বুক্কী অবীচূৱাৰ পুত্ৰ, অবীচূৱা
পীনহচৰ পুত্ৰ, পীনহচ ইলিয়াজৰৰ পুত্ৰ, ইলিয়া-
৬ জৰ প্ৰধান পুৰোহিত হাৰোণৰ পুত্ৰ। এই ইজ্ৰা
ইস্ৰায়েলৰ ঈশ্বৰে দিয়া মোচিৰ ব্যৱস্থাত পাৰ্গত
অধ্যাপক আছিল; তেওঁৰ ঈশ্বৰ যিহোৱাৰ হাত
তেওঁৰ ওপৰত থকাত, তেওঁ খোজা সকলোকে
৭ ৰজাই তেওঁক দিলে। সেই অৰ্তক্ষত্ৰ ৰজাৰ
ৰাজত্বৰ সপ্তম বছৰত, ইস্ৰায়েলৰ সন্তানবিলাকৰ
কেতবিলাক, পুৰোহিতবিলাকৰ কেতবিলাক,
লেবীয়া, গায়ক, দুৱৰী, আৰু নথিনীয়াবিলাকে
৮ যিৰূচালেমলৈ যাত্ৰা কৰিলে। পাছে ৰজাৰ
ৰাজত্বৰ সপ্তম বছৰৰ পঞ্চম মাহত তেওঁ যিৰূ-
৯ চালেম পালে। কিয়নো প্ৰথম মাহৰ প্ৰথম
দিনা ইজ্ৰা বাবিলৰ পৰা ৰাওনা হৈছিল, আৰু
তেওঁৰ ওপৰত তেওঁৰ ঈশ্বৰৰ মঙ্গলময় হাত
থকাত, তেওঁ পঞ্চম মাহৰ প্ৰথম দিনা যিৰূ-
১০ চালেম পালে। কিয়নো যিহোৱাৰ ব্যৱস্থাৰ বুজ
লৈ সেই মতে কাৰ্য্য কৰিবলৈ, আৰু ইস্ৰায়েলৰ
মাজত বিধি আৰু শাসনপ্ৰণালীৰ শিক্ষা দিবলৈ
ইজ্ৰাই আপোন মন স্থিৰ কৰিছিল।

১১ পুৰোহিত আৰু অধ্যাপক, যিহোৱাৰ আদেশ-
বাক্যৰ আৰু ইস্ৰায়েলক দিয়া তেওঁৰ বিধিৰ
অধ্যাপক যি ইজ্ৰা, তেওঁক অৰ্তক্ষত্ৰ ৰজাই দিয়া
১২ পত্ৰখনৰ নকল এই, “স্বৰ্গৰ ঈশ্বৰৰ ব্যৱস্থাৰ
অধ্যাপক, সিদ্ধ ইত্যাদি ইজ্ৰা পুৰোহিতলৈ
১৩ ৰাজাধিৰাজ অৰ্তক্ষত্ৰৰ নমস্কাৰ। মই এই আজ্ঞা
কৰিছোঁ, যে, মোৰ ৰাজ্যৰ ভিতৰৰ ইস্ৰায়েল
জাতিৰ যিমান লোক, আৰু সিবিলাকৰ যিমান
পুৰোহিত ও লেবীয়া মানুহ আপোন ইচ্ছাৰে
যিৰূচালেমলৈ যাব খোজে, সিবিলাক তোমাৰ
১৪ লগত যাওক। কিয়নো, তোমাৰ হাতত থকা
আপোন ঈশ্বৰৰ ব্যৱস্থাৰ দৰে যিহূদা আৰু
১৫ যিৰূচালেমৰ বিষয়ে বুজবিচাৰ লবলৈ, আৰু
যিৰূচালেমত যি জনাৰ নিবাস আছে, ইস্ৰা-
য়েলৰ সেই ঈশ্বৰৰ উদ্দেশে ৰজা আৰু তেওঁৰ
মন্ত্ৰীবিলাকে আপোন ইচ্ছাৰে দিয়া ৰূপ আৰু
১৬ সোণ, আৰু লোকবিলাক ও পুৰোহিতবিলাকে
যিৰূচালেমত থকা আপোন ঈশ্বৰৰ গৃহৰ
নিমিত্তে আপোন ইচ্ছাৰে এনেই দিয়া উপহাৰে
সৈতে, গোটেই বাবিল প্ৰদেশত তুমি যিমান
ৰূপ আৰু সোণ পাব পাৰা, সেই সকলোকে লৈ
যাবলৈ, ৰজা আৰু তেওঁৰ সাত জন মন্ত্ৰীৰ
১৭ দ্বাৰায় তোমাক পঠোৱা হৈছে। এতেকে সেই
ধনেৰে তুমি ভতৰা, মতা মেৰ, মেৰ পোৱালি,
আৰু তাৰ লগৰ ভক্ষ্য ও পেয় নৈবেদ্য অতি
যত্নেৰে কিনি, যিৰূচালেমত থকা তোমালোকৰ
ঈশ্বৰৰ গৃহৰ যজ্ঞবেদিৰ ওপৰত সেইবোৰ উৎসৰ্গ
১৮ কৰিবা। আৰু বাকী থকা ৰূপ আৰু সোণেৰে
তুমি আৰু তোমাৰ ভাইবিলাকে যি কৰিবলৈ

ভাল দেখা, তাক তোমালোকর ঈশ্বরর ইচ্ছা
১৯ অনুসারে করিবা। আরু তোমার ঈশ্বরর গৃহর
সেৱকীয়া কাৰ্য্যর নিমিত্তে তোমাক দিয়া বস্তু-
বোর যিরূচালেমত ঈশ্বরর সাক্ষাতে সোধাই
২০ দিবা। আরু তার বাহিরে তোমার ঈশ্বরর
গৃহর নিমিত্তে করিব লগীয়া খরচর কারণে
যিমান আরু প্রয়োজন হয়, তাক রাজভঁড়ালর
২১ পরা লৈ খরছ করিবা। আরু ময় অর্তক্ষত্র
রজাই নদীর সিপারে থকা আটাই ভঁড়ালী-
বিলাকক আজ্ঞা দিছোঁ, যে, স্বর্গর ঈশ্বরর ব্যৱ-
স্থার অধ্যাপক ইজ্রা পুরোহিতে তোমালোকক
২২ যি যি খুজিব, সেইবোরর এশ কিক্করলৈকে রূপ,
এশ কোরলৈকে ঘেঁহু, এশ বতলৈকে দ্রাক্ষারস,
এশ বতলৈকে তেল, আরু অপরিমিতরূপে লোণ
২৩ কোনো ত্রুটি নকরাকৈ দিব লাগে। স্বর্গর ঈশ্বরে
যি আদেশ করে, তাক স্বর্গর ঈশ্বরর গৃহর
নিমিত্তে ঠিক্কৈ করিব লাগে; কিয়নো রজার
আরু তেওঁর পুত্রবিলাকর রাজ্যর ওপরত কিয়
২৪ ক্রোধ থাকিব? আরু আমি তোমালোকক
জনাইছোঁ, যে, পুরোহিত, লেবীয়া, গায়ক,
দুৱরী, নথনীয়া আদি সেই ঈশ্বরর গৃহর দাস-
বিলাকর মাজর কারো পরা রাজস্ব, কি কর, কি
২৫ মাচুল লোৱা অনিয়ম হব। হে ইজ্রা, তোমাত
থকা তোমার ঈশ্বরবিষয়ক জ্ঞানর মতে, নদীর
সিপারে থকা সকলো লোকবিলাকর বিচার
করিবর নিমিত্তে, তোমার ঈশ্বরর ব্যৱস্থা জনা
শাসনকর্ত্তা আরু বিচারকর্ত্তা নিযুক্ত করা; আরু
তাক নজনা জনক তোমালোকে শিক্ষা দিয়া।
২৬ আরু যি কোনোৱে তোমার ঈশ্বরর ব্যৱস্থা আরু
রজার আজ্ঞা পালন করিবলৈ অসম্মত হব, তাক
শাসন করা হওক, তার প্রাণদণ্ড, দেশান্তর করা
দণ্ড, অর্থদণ্ড, বা কারাদণ্ড হওক।”
২৭ আমার ওপরপিতৃবিলাকর ঈশ্বর যিহোৱা
ধন্য; তেওঁ যিরূচালেমত থকা যিহোৱার গৃহ
শোভিত করিবলৈ এই রূপ মতি রজার মনত
২৮ দিলে; আরু রজার, তেওঁর মন্ত্রীবিলাকর, আরু
তেওঁর সকলো পরাক্রমী অধ্যক্ষবিলাকর সাক্ষাতে
মোক অনুগ্রহপ্রাপ্ত করিলে। আরু মোর ওপরত
মোর ঈশ্বর যিহোৱার হাত থকাত, ময় সাহী-
য়াল হৈ, মোর লগত যাবর নিমিত্তে ইস্রায়েলর
মাজর পরা মুল মানুহবিলাকক গোটালোঁ।

ইজ্রার লগত অহা লোকবিলাকর তালিকা।
বাটত ঘটা ঘটনা।

৮ অর্তক্ষত্র রজার রাজত্বর কালত মোরে
সৈতে বাবিলর পরা যাত্রা করা লোক-
বিলাকর বংশাৱলি, আরু সিবিলাকর পিতৃ-
২ বংশর মুল মানুহ এই। পীনহচর সন্তানবিলাকর
মাজত গের্চোম; ঈথামরর সন্তানবিলাকর মাজত
দানিয়েল; দায়ূদর সন্তানবিলাকর মাজত হটূচ।
৩ চখনিয়ার সন্তানবিলাকর মাজর পরিয়োচর
সন্তানবিলাকর মাজত জখরিয়া, আরু বংশাৱলি
অনুসারে লিখা তেওঁর লগত এশ পঞ্চাশ জন
৪ পুরুষ। পহৎ-মোৱাবর সন্তানবিলাকর মাজত
জরহিয়ার পুত্র ইলিহোৱৈনয়, আরু তেওঁর লগত
৫ দুশ জন পুরুষ। জত্তুর সন্তানবিলাকর মাজত
যহজীয়েলর পুত্র চখনিয়া, আরু তেওঁর লগত
৬ তিনি শ জন পুরুষ। আদীনর সন্তানবিলাকর
মাজত যোনাথনর পুত্র এবদ, আরু তেওঁর লগত
৭ পঞ্চাশ জন পুরুষ। এলমর সন্তানবিলাকর মাজত
অথলিয়ার পুত্র যিচয়া, আরু তেওঁর লগত সত্তর
৮ জন পুরুষ। চফটিয়ার সন্তানবিলাকর মাজত
মীখায়েলর পুত্র জবদিয়া, আরু তেওঁর লগত
৯ আশী জন পুরুষ। যোৱাবর সন্তানবিলাকর
মাজত যিহীয়েলর পুত্র ওবদিয়া, আরু তেওঁর
১০ লগত দুশ ওঠৈর জন পুরুষ। চলোমীতর সন্তান-
বিলাকর মাজত যোচিফিয়ার পুত্র, আরু তেওঁর
১১ লগত এশ বাইঠ জন পুরুষ। বেবয়র সন্তান-
বিলাকর মাজত বেবয়র পুত্র জখরিয়া, আরু
১২ তেওঁর লগত আঁঠাইশ জন পুরুষ। অজগদর
সন্তানবিলাকর মাজত হক্কাটনর পুত্র যোহানন,
১৩ আরু তেওঁর লগত এশ দহ জন পুরুষ। অদো-
নীকামর পাছর সন্তানবিলাকর মাজত কেইজনু-
মান; সিবিলাকর নাম ইলীফেলট, যিয়ূৱেল,
আরু চময়িয়া, আরু সিবিলাকর লগত ষাইঠ
১৪ জন পুরুষ। আরু বিগ্‌বয়র সন্তানবিলাকর মাজত
উথয় আরু জব্বুদ, আরু সিবিলাকর লগত সত্তর
জন পুরুষ।
১৫ পাছে অহবালৈ বৈ যোৱা নদীর ওচরত ময়
সিবিলাকক গোটালোঁ; সেই ঠাইতে আমি
ছাউনি পাতি তিনি দিন রলোঁ; পাছে ময়
লোকবিলাক আরু পুরোহিতবিলাকলৈ চাই,
তাত লেবীর সন্তানবিলাকর কাকো নেপালোঁ।
১৬ তেতিয়া ইলীয়েজর, অরীয়েল, চময়িয়া, ইল্‌-
নাথন, যারীব, ইল্‌নাথন, নাথন, জখরিয়া,
আরু মচুল্লম, এইবিলাক মুল মানুহক, আরু
যোয়ারীব ও ইল্‌নাথন নামেরে দুজন শিক্ষকক
১৭ ময় মতাই আনিলোঁ। পাছে কাচিফিয়া নামেরে
ঠাইর মুল মানুহ ইদ্দোর ওচরলৈ ময় তেওঁবিলা-
কক পঠালোঁ; আরু আমার ঈশ্বরর গৃহর নিমিত্তে
পরিচারকবিলাকক আমার ওচরলৈ আনিব
লাগে, এই বুলি, কাচিফিয়া নামেরে ঠাইত
থকা ইদ্দো আরু তেওঁর ভাই নথনীয়াবিলাকক
কবলৈ ময় তেওঁবিলাকক আজ্ঞা করিলোঁ।
১৮ তাতে, আমার ওপরত ঈশ্বরর মঙ্গলময় হাত
থকাত, তেওঁবিলাকে আমার ওচরলৈ ইস্রায়েলর

পুত্র লেবীর বংশর মহলীর সন্তানবিলাকর মাজর
এজন সুবিবেচক মানুহক, চেরেবিয়াক আরু
তেওঁর পুতেক ও ভাই সর্ব্বমোট ওঠর জনক,
১৯ হচবিয়াক, আরু তেওঁর লগত মরারীর সন্তান-
বিলাকর মাজর যিচয়াক আরু তেওঁর ভাই ও সি-
বিলাকর পুতেক সর্ব্বমোট বিশ জনক আনিলে;
২০ আরু দায়ূদ ও অধ্যক্ষবিলাকে লেবীয়াবিলাকর
সেরকীয়া কার্য্যর অর্থে দিয়া নথনীয়া লোক-
বিলাকর মাজরো দুশ বিশ জন নথনীয়া লোকক
আনিলে; সিবিলাক আটাইরে নাম লিখা
২১ হল। সেই কালত, আমার নিমিত্তে, আমার
লরা তিরুতাবিলাকর নিমিত্তে, আরু আটাই
সম্পত্তির নিমিত্তে শুভযাত্রা যাচ্ঞা করিবর
মনেরে, আমার ঈশ্বরর সাক্ষাতে আপোনা-
বিলাকক দুঃখ দিবলৈ ময় সেই ঠাইত, অহবা
২২ নদীর ওচরত উপবাস ঘোষণা করিলোঁ। কারণ
বাটত শত্রুবোরর বিরুদ্ধে সহায় করিবর অর্থে
রজাক সৈন্য আরু অশ্বারোহী খুজিবলৈ
মোর লাজ লাগিছিল; কিয়নো আমি রজাক
এই কথা কৈছিলোঁ, যে, আমার ঈশ্বরর হাত
কুশলর নিমিত্তে, তেওঁক সেৱাভক্তি করোঁতা
আটাইবিলাকর ওপরত থাকে; কিন্তু যিবিলাকে
তেওঁক ত্যাগ করে, সেই সকলোরে বিরুদ্ধে তেওঁর
২৩ পরাক্রম আরু ক্রোধ থাকে। এই নিমিত্তে আমি
উপবাস করি, আমার ঈশ্বরর আগত সেই বিষয়ে
প্রার্থনা করিলোঁ; তাতে তেওঁ আমার প্রার্থনা
২৪ গ্রাহ্য করিলে। পাছে, চেরেবিয়া, হচবিয়া, আরু
সিবিলাকে সৈতে সিবিলাকর দহ জন ভাইর
বাহিরে, ময় পুরোহিতবিলাকর মাজর বার জন
২৫ প্রধান লোকক পৃথক করিলোঁ; আরু রজা, তেওঁর
মন্ত্রীবিলাক, অধ্যক্ষবিলাক, আরু তাত উপ-
স্থিত থকা সকলো ইস্রায়েল লোকে আমার
ঈশ্বরর গৃহর নিমিত্তে দিয়া উপহার যি রূপ,
সোণ, আরু পাত্র, সেইবোর জুখি সিবিলাকর
২৬ হাতত সোধাই দিলোঁ; ময় ছশ পঞ্চাশ কিক্কর
রূপ, এশ কিক্কর রূপর পাত্র, এশ কিক্কর
২৭ সোণ, এক হাজার অদর্কোন মূল্যর বিশটা
সোণর বাটি, আরু সোণর নিচিনা বহুমূল্য উত্তম
জিলিকি থকা পিত্তলর দুটা পাত্র জুখি সি-
২৮ বিলাকক দিলোঁ। আরু ময় সিবিলাকক কলোঁ,
তোমালোক যিহোৱার উদ্দেশে পবিত্র, আরু
এই পাত্রবোরো পবিত্র; আরু এই রূপ আরু
সোণ তোমালোকর ওপরপিতৃবিলাকর ঈশ্বর
যিহোৱার উদ্দেশে ইচ্ছামতে এনেই উৎসর্গ করা
২৯ দান। এই হেতুকে, তোমালোকে যিরূচালেমত
যিহোৱার গৃহর খোঁটালিবোরত, পুরোহিত আরু
লেবীয়াবিলাকর প্রধান লোকর আগত, আরু
ইস্রায়েলর পিতৃবংশর অধ্যক্ষবিলাকর আগত
যেতিয়ালৈকে এইবোর জুখি গতাই নিদিয়া,
৩০ তেতিয়ালৈকে এইবোর সাৱধানে রাখিবা। এই
রূপে, পুরোহিতবিলাক আরু লেবীয়াবিলাকে
যিরূচালেমলৈ আমার ঈশ্বরর গৃহলৈ লৈ যাবর
নিমিত্তে, জুখি দিয়া সেই রূপ, সোণ, আরু
পাত্রবোর গ্রহণ করিলে।
৩১ পাছে প্রথম মাহর দ্বাদশ দিনা আমি
যিরূচালেমলৈ যাবর নিমিত্তে অহবা নদীর পরা
যাত্রা করিলোঁ; আরু আমার ওপরত আমার
ঈশ্বরর হাত থকাত, তেওঁ শত্রুবোরর, আরু বাটত
খাপ দি থকা ডকাইতইতর হাতর পরা আমাক
৩২ উদ্ধার করিলে। পাছে আমি যিরূচালেম পাই,
৩৩ তাত তিন দিন থাকিলোঁ। চতুর্থ দিনা আমি
সেই রূপ, সোণ, আরু পাত্রবোর জুখি আমার
ঈশ্বরর গৃহত উরিয়ার পুত্র মরেমোৎ পুরোহিতর
হাতত গতাই দিলোঁ; তেওঁর লগত পীনহচর
পুত্র ইলিয়াজর আছিল; আরু তেওঁবিলাকর
লগত যেচূরার পুত্র যোজাবদ আরু বিন্নূইর পুত্র
নোরদিয়া, এই দুজন লেবীয়া মানুহো আছিল;
৩৪ আটাইবোর লেখি আরু জুখি গতাই দিয়া
হল; আরু সেই সময়ত আটাইবোররে জোখ
৩৫ লিখি থোরা হল। বন্দী-অরস্থার পরা মুকলি হৈ
অহা দেশান্তরিত লোকবিলাকে ইস্রায়েলর ঈশ-
রর উদ্দেশে হোমবলি উৎসর্গ করিলে; গোটেই
ইস্রায়েলর নিমিত্তে বারটা ভতরা, ছিয়ানব্বইটা
মটা মের, সাতসত্তরটা মের পোৱালি, আরু
পাপার্থক বলির নিমিত্তে বারটা মটা ছাগ
উৎসর্গ করিলে; এই আটাইবোর যিহোৱার
৩৬ উদ্দেশে দিয়া হোমবলি। পাছে নদীর ইপারে
থকা রাজপ্রতিনিধি আরু দেশাধ্যক্ষসকলক রজার
আজ্ঞাপত্র দিয়া হলত, তেওঁবিলাকে লোক-
বিলাকর আরু ঈশ্বরর গৃহর সহায় করিলে।

লোকবিলাকে করা পাপ। ইজ্রার প্রার্থনা।

৯ সেই কার্য্য সমাপ্ত হলত, অধ্যক্ষবিলাকে
মোর ওচরলৈ আহি কলে, ইস্রায়েল লোক-
বিলাকে, পুরোহিতবিলাকে, আরু লেবীয়া-
বিলাকে কনানীয়া, পরিজ্জীয়া, যিবূচীয়া,
অম্মোনীয়া, মোয়াবীয়া, মিচরীয়া, আরু ইমো-
রীয়া, নানা দেশীয় এই জাতিবিলাকর ঘিণলগীয়া
কার্য্যর বিষয়ে আপোনাবিলাকক পৃথক করা
২ নাই। কিয়নো সিবিলাকে আপোনাবিলাকর
নিমিত্তে, আরু আপোন আপোন পুতেকবিলাকর
নিমিত্তে সিহঁতর ছোৱালী আনে; এই রূপে
পবিত্র বংশ নানা দেশীয় জাতিবিলাকে সৈতে
মিহলি হৈছে; এনে কি, এই সত্যলঙ্ঘনত হাত
দিয়াত অধ্যক্ষ আরু শাসনকর্ত্তাবিলাকেই প্রথম।
৩ ময় এই কথা শুনি মোর বস্ত্র আরু গাবা

চিরিলোঁ, আরু মোর মূরর চুলি ও দাঁড়ি চিঙি,
৪ তথা লাগি বহি থাকিলোঁ। তেতিয়া, বন্দী-
অৱস্থার পরা অহা লোকবিলাকে সত্যলঙ্ঘন
করার কারণে যিবিলাক লোক ইস্রায়েলর ঈশ্বরর
বাক্যত কম্পমান হল, সেই সকলোৱে মোর
ওচরত গোট খালে; আরু ময় সন্ধ্যা বেলার
বলিদানর সময়লৈকে তথা লাগি বহি থাকিলোঁ।
৫ পাছে সন্ধ্যা বেলার বলিদানর সময়ত, ময়
আপোন মনত দুঃখ করি বহি থকার পরা কটা
বস্ত্রেরে আরু কটা জামারে আঁঠু পারি আপোন
৬ ঈশ্বর যিহোৱার আগত হাত মেলি কলোঁ, হে
মোর ঈশ্বর, মোর ঈশ্বর যি তুমি, তোমালৈ
মুখ তুলিবলৈ ময় লজ্জিত আরু বিবর্ণ হৈছোঁ;
কিয়নো আমার অপরাধ বাঢ়ি আমার মূরর
ওপরলৈকে উঠিছে, আরু আমার দোষ বাঢ়ি
৭ আকাশমণ্ডলত লাগিছে। আমার পূর্ব্বপুরুষ-
বিলাকর দিনরে পরা আজিলৈকে আমি অতি
দোষী হৈ আছিছোঁ; আমার নানা অপরাধর
নিমিত্তে আমাক, আমার রজাবিলাকক, আরু
পুরোহিতবিলাকক নানা দেশীয় রজাবিলাকর
হাতত, তরোৱাললৈ, বন্দী-অৱস্থালৈ, লুটলৈ,
আরু মুখর বিবর্ণলৈ সোধাই দিয়া হৈছে, ইয়াক
৮ আজিও দেখা গৈছে। কিন্তু আমার ঈশ্বরে
আমার চকু দীপ্তিমন্ত করিবর, আরু আমার বন্দী-
অৱস্থাত কিছু পরিমাণে আমাক পুনর্জ্জীবিত
করিবর অর্থে, রক্ষা পাবলৈ আমার কিছুমানক
অৱশিষ্ট রাখি, আরু আপোন পবিত্রস্থানত
আমাক এটা খুঁটি দি, আমার ঈশ্বর যিহোৱাই
সম্প্রতি এখন্তেকমান আমাক কৃপা দান করিলে।
৯ কিয়নো আমি বন্দী হৈ আছোঁ; তথাপি আমার
ঈশ্বরে বন্দী-অৱস্থাতো আমাক ত্যাগ করা নাই,
কিন্তু আমাক পুনর্জ্জীবিত করিবলৈ, আমার
ঈশ্বরর গৃহ স্থাপন করিবর নিমিত্তে, তার ভগা-
চিগাবোর মেরামত করিবর নিমিত্তে, আরু
যিহুদা ও যিরূচালেমত আমার অর্থে এখন বেড়া
দিবর নিমিত্তে তেওঁ পারস্যর রজাবিলাকর
দৃষ্টিত আমার ওপরত দয়ারূপ চন্দ্রাতপ বিস্তার
১০ করিলে। এতিয়া হে আমার ঈশ্বর, ইয়ার পাছত
আমি কি কম? কিয়নো আমি তোমার আজ্ঞা-
১১ বিলাক ত্যাগ করিলোঁ। তুমি আপোন দাস
ভাববাদীবিলাকর দ্বারায় এই আজ্ঞা প্রকাশ করি
কৈছিলা, যে, তোমালোকে যি দেশ অধিকার
করিবলৈ গৈছা, সেই দেশ দেশীয় জাতিবিলাকর
অশৌচর দ্বারায় অশুচি হল; সিহঁতে আপোনা-
বিলাকর ঘিণলগীয়া কার্য্যর দ্বারায় তাক ইমূরর
পরা সিমূরলৈকে আপোনাবিলাকর মলেরে পূর
১২ করিলে। এই হেতুকে, তোমালোক বলৱন্ত হব-
লৈ, দেশর উত্তম বস্তু ভোগ করিবলৈ, আরু
আপোনাবিলাকর সন্তানবিলাকর সদাকালর
আধিপত্যর অর্থে তাক থৈ যাবলৈ, তোমালোকে
সিহঁতর পুতেকবিলাকর লগত তোমালোকর
জীয়ারীবিলাক বিয়া নিদিবা, আরু তোমালোকর
পুতেরাহঁতলৈ সিহঁতর জীয়ারীবিলাক নানিবা,
আরু সিহঁতর মঙ্গল ও উন্নতিলৈ কেতিয়াও চেষ্টা
১৩ নকরিবা। আমার ঈশ্বর যি তুমি, তুমি আমার
অপরাধর যোগ্যতকৈ কম দণ্ড দি, আমার এই
অৱশিষ্ট ভাগ রাখিলা; এই দেখি, আমার
কুক্রিয়াবোরর আরু মহাদোষর কারণে আমালৈ
১৪ ঘটা সকলো অমঙ্গলর পাছতো, আমি তোমার
আজ্ঞাবিলাক পুনরায় লঙ্ঘন করি, ঘিণলগীয়া
কাম করা এই জাতিবিলাকে সৈতে মিত্রতা করিম
নে? করিলে, আমার মাজত অৱশিষ্ট নথকাকৈ,
বা পলাবলৈ কোনো নথকাকৈ আমাক সংহার
১৫ নকরালৈকে তুমি ক্রুদ্ধ হৈ নেথাকিবা নে? হে
ইস্রায়েলর ঈশ্বর যিহোৱা, তুমি ধর্ম্মময়, কিয়নো
আজির নিচিনাকৈ, আমি রক্ষা পোৱা লোক
অৱশিষ্ট আছোঁ; দেখা, আমি দোষী হৈ
তোমার সাক্ষাতে পড়ি আছোঁ, কিয়নো ইয়ার
কারণে আমি কোনেও তোমার সাক্ষাতে থিয়
হব নোৱারোঁ।

লোকবিলাকে পাপস্বীকার করি বিজাতীয় তিরুতা
ত্যাগ করা। দোষীবিলাকর তালিকা।

১০ ঈশ্বরর গৃহর আগত ইজ্রাই এই দরে
প্রার্থনা করি পাপ সৈ কাঢ়ি ক্রন্দন করা
আরু দীঘল হৈ পড়া সময়ত, ইস্রায়েলর মটা,
তিরুতা, আরু লরা ছোৱালী, বড় এঘুম লোক
তেওঁর ওচরত গোট খালে; কিয়নো লোক-
২ বিলাকে অতিশয়রূপে ক্রন্দন করিছিল। তেতিয়া
এলমর সন্তানবিলাকর মাজর যিহীয়েলর পুত্র
চখনিয়াই ইজ্রাক সম্বোধন করি কলে, আমার
ঈশ্বরর বিরুদ্ধে আমি সত্যলঙ্ঘন করি দেশীয়
জাতিবিলাকর মাজর পরা বিজাতীয় ছোৱালী-
বিলাক বিয়া করিছোঁ; তথাপি এই বিষয়ে
৩ ইস্রায়েললৈ এতিয়াও আশা আছে। এই
হেতুকে আহোক, মোর প্রভুর মন্ত্রণা অনুসারে,
আরু আমার ঈশ্বরর আজ্ঞালৈ কঁপি থকা লোক-
বিলাকর মন্ত্রণা অনুসারে, সেই আটাই তিরুতা-
বিলাক আরু সিহঁতর গর্ভত জন্মা সন্তানবিলাক
ত্যাগ করিবলৈ, এতিয়া আমার ঈশ্বরর লগত
আমি এটা নিয়ম করোঁ, আরু ব্যৱস্থামতে তাক
৪ করা যাওক। আপুনি উঠোক, কিয়নো এই
কার্য্যর ভার আপোনারেই ওপরত আছে, আরু
আমিও আপোনার সহায় হম; আপুনি সাহী-
৫ য়াল হৈ কার্য্য করোক। তেতিয়া ইজ্রাই উঠি,
সেই বাক্য অনুসারে করিবলৈ পুরোহিতবিলাকর

মাকৰ প্ৰধান লোকক, লেবীয়াবিলাকক, আৰু
৬ আটাই ইস্ৰায়েলক শপথ খুৱালে। তাতে, সি-
বিলাকে শপথ খালত, ইজ্ৰাই ঈশ্বৰৰ গৃহৰ
আগৰ পৰা উঠি ইলিয়াচীবৰ পুত্ৰ যিহো-
হাননৰ কোঁঠালিত সোমালগৈ, আৰু তাত ৰাতি
থাকি, একো ভোজন পান নকৰিলে; কিয়নো
বন্দী-অৱস্থাৰ পৰা অহা লোকবিলাকে সত্য-
৭ লঙ্ঘন কৰাত তেওঁ শোক কৰিছিল। পাছে বন্দী-
অৱস্থাৰ পৰা অহা আটাই লোকবিলাকে যিৰু-
৮ চালেমত গোট খাওকহি, আৰু যি কোনো লোক
অধ্যক্ষবিলাকৰ আৰু বৃদ্ধবিলাকৰ পৰামৰ্শমতে
তিন দিনৰ ভিতৰত নাহিব, তাৰ সকলো সম্পত্তি
বৰ্জ্জিত কৰা হব, আৰু বন্দী-অৱস্থাৰ পৰা অহা
লোকবিলাকৰ সমাজৰ পৰা তাক পৃথক কৰা
যাব, এই বুলি যিহুদাৰ আৰু যিৰুচালেমৰ
৯ সকলো ফালে জাননী দিয়া হল। পাছে যিহুদাৰ
আৰু বিন্যামীনৰ সকলো মানুহে তিন দিনৰ
ভিতৰত যিৰুচালেমলৈ আহি গোট খালে;
সেয়ে নৱম মাহৰ বিশ দিনৰ দিনা; আৰু
আটাই লোকবিলাকে সেই প্ৰধান বিষয়ৰ আৰু
বড় বৰষুণৰ কাৰণে কঁপি কঁপি ঈশ্বৰৰ গৃহৰ
১০ আগত থকা মুকলি ঠাইত বহি আছিল। পাছে
ইজ্ৰা পুৰোহিতে উঠি সিবিলাকক কলে, তোমা-
লোকে সত্যলঙ্ঘন কৰি,ইস্ৰায়েলৰ দোষ বঢ়াবলৈ
বিজাতীয় ছোৱালীবিলাক বিয়া কৰিলাহঁক।
১১ এই হেতুকে এতিয়া তোমালোকৰ পূৰ্ব্বপুৰুষ-
বিলাকৰ ঈশ্বৰ যিহোৱাৰ আগত তোমালোকে
দোষ সৈ কাঢ়া, আৰু তেওঁৰ ইচ্ছামতে কাৰ্য্য
কৰা; এই দেশীয় জাতিবিলাকৰ পৰা, আৰু
বিজাতীয় তিৰুতাবিলাকৰ পৰা আপোনা-
১২ বিলাকক পৃথক কৰা। তেতিয়া গোটেই সমাজে
বড় মাতেৰে উত্তৰ কৰিলে, আপুনি যেনেকৈ
১৩ কলে, তেনেকৈ আমি কৰিবই লাগে। কিন্তু
মানুহ অনেক, আৰু এতিয়া বড় বৰষুণ দিছে,
বাহিৰত থিয় হৈ থাকিব নোৱাৰোঁ; আৰু ই
এদিনৰ বা দুদিনৰ কাম নহয়, কিয়নো আমি
১৪ এই কথাত অতিশয় দোষ কৰিলোঁ। এই হেতুকে
গোটেই সমাজৰ নিমিত্তে আমাৰ অধ্যক্ষবিলাকক
নিযুক্ত কৰা হওক; আৰু বিজাতীয় ছোৱালী
বিয়া কৰা আমাৰ নগৰবোৰত থকা আটাই
লোক নিৰুপিত নিৰুপিত সময়ত আহোক, আৰু
সিহঁতৰ লগত প্ৰত্যেক নগৰৰ বৃদ্ধবিলাক আৰু
বিচাৰকৰ্ত্তাবিলাক আহোক; আমাৰ ঈশ্বৰৰ
প্ৰচণ্ড ক্ৰোধ আমাৰ পৰা ঘূৰ্ণচালৈকে, আৰু
এই বিষয়ে নিষ্পত্তি নোহোৱালৈকে আহি
১৫ থাকোক। এই প্ৰস্তাৱৰ বিৰুদ্ধে কেৱল অচা-
হেলৰ পুত্ৰ যোনাথন আৰু তিক্বাৰ পুত্ৰ
যহজিয়া উঠিল; আৰু মচুল্লম ও লেবীয়া চবথয়ে
১৬ সিবিলাকক সহায় কৰিলে। কিন্তু বন্দী-অৱস্থাৰ
পৰা অহা লোকবিলাকে সেই দৰে কাৰ্য্য কৰিলে।
আৰু ইজ্ৰা পুৰোহিতক ও আপোন আপোন
পিতৃবংশ অনুসাৰে পিতৃবংশৰ কেতৃবিলাক মূল
মানুহক সিবিলাকৰ নাম মাতি মাতি পৃথক কৰা
হল; আৰু সিবিলাকে দশম মাহৰ প্ৰথম দিনা
১৭ সেই বিষয়ে বিচাৰ কৰিবলৈ বহিল। আৰু প্ৰথম
মাহৰ প্ৰথম দিনা সিবিলাকে বিজাতীয় ছোৱালী
বিয়া কৰা মানুহবিলাকৰ বিষয়ে বিচাৰ কৰি
১৮ শেষ কৰিলে। পুৰোহিতবিলাকৰ সন্তানবিলাকৰ
মাজত বিজাতীয় ছোৱালী বিয়া কৰা মানুহ এই-
বিলাক পোৱা গল। যোচাদকৰ পুত্ৰ যি যেচূৱা,
তেওঁৰ সন্তান আৰু ভায়েকবিলাকৰ মাজত
মাচেয়া, ইলীয়েজৰ, যাৰীব, আৰু গদলিয়া,
১৯ ইবিলাকে আপোন আপোন তিৰুতা ত্যাগ
কৰিবলৈ হাত দিলে, আৰু দোষী হৈ আপোন
আপোন দোষৰ নিমিত্তে জাকৰ পৰা এটা এটা
২০ মটা মেৰ উৎসৰ্গ কৰিলে; ইম্মেৰৰ সন্তান-
২১ বিলাকৰ মাজত হনানী আৰু জবদিয়া; হাৰীমৰ
সন্তানবিলাকৰ মাজত মাচেয়া, এলিয়া, চময়িয়া,
২২ যিহীয়েল, আৰু উজ্জিয়া; পচ্হুৰৰ সন্তান-
বিলাকৰ মাজত ইলিয়োঐনয়, মাচেয়া, ইস্মা-
য়েল, নথনেল, যোজাবদ, আৰু ইলিয়াচা।
২৩ লেবীয়াবিলাকৰ মাজত যোজাবদ, চিমিয়ী,
কলায়া অৰ্থাৎ কলীটা, পথহিয়া, যিহুদা, আৰু
২৪ ইলীয়েজৰ। গায়কবিলাকৰ মাজত ইলিয়াচীব।
দুৱৰীবিলাকৰ মাজত চল্লুম, টেলম, আৰু উৰী।
২৫ আৰু ইস্ৰায়েলৰ মাজত, পৰিয়োচৰ সন্তান-
বিলাকৰ মাজত ৰমিয়া, যিজ্জিয়া, মল্কিয়া,
মিয়ামীন, ইলিয়াজৰ, মল্কিয়া, আৰু বনায়া;
২৬ এলমৰ সন্তানবিলাকৰ মাজত মত্তনিয়া, জখৰিয়া,
যিহীয়েল, অব্দী, যিৰেমোৎ, আৰু এলিয়া;
২৭ জত্তূৰ সন্তানবিলাকৰ মাজত ইলিয়োঐনয়,
ইলিয়াচীব, মত্তনিয়া, যিৰেমোৎ, জাবদ, আৰু
২৮ অজীজা; বেবয়ৰ সন্তানবিলাকৰ মাজত যিহো-
২৯ হানন, হনমিয়া, জব্বয়, আৰু অথলয়; বানীৰ
সন্তানবিলাকৰ মাজত মচুল্লম, মল্লূক, অদায়া,
৩০ যাচূব, চাল, আৰু যিৰেমোৎ; পহৎ-মোৱাবৰ
সন্তানবিলাকৰ মাজত অদ্না, কলাল, বনায়া,
মাচেয়া, মত্তনিয়া, বচলেল, বিন্নূই, আৰু মনচি;
৩১ হাৰীমৰ সন্তানবিলাকৰ মাজত ইলীয়েজৰ,
৩২ যিচিয়া, মল্কিয়া, চময়িয়া, চিমিয়োন, বিন্যা-
৩৩ মীন, মল্লূক, আৰু চময়িয়া; হাচুমৰ সন্তান-
বিলাকৰ মাজত মত্তনয়, মত্তত্তা, জাবদ, ইলী-
৩৪ ফেলট, যিৰেময়, মনচি, আৰু চিমিয়ী; বানীৰ
সন্তানবিলাকৰ মাজত মাদয়, অম্ৰম, উৱেল,
৩৫ বনায়া, বেদিয়া, কলূহী, ৰনিয়া, মৰেমোৎ,
৩৭ ইলিয়াচীব, মত্তনিয়া, মত্তনয়, যাচু, বানী,

৩৯ বিন্নূই, চিমিয়ী, চেলেমিয়া, নাথন, অদায়া,
৪০ মক্নদবয়, চাচয়, চারয়, অজরেল, চেলেমিয়া,
৪২ চমরিয়া, চল্লূম, অমরিয়া, যোচেফ ; আরু নবোর
সন্তানবিলাকর মাজত যিয়ীয়েল, মত্তিথিয়া,
জাবদ, জবীনা, ইদ্দো, যোৱেল, আরু বনায়া।
৪৪ এই আটাইবিলাকে বিজাতীয়া তিরুতা বিয়া
করিছিল ; আরু সিবিলাকর কোনো কোনো
তিরুতার গর্ভত সন্তান জন্মিছিল।

# নহিমিয়ার পুস্তক।

নহিমিয়ার মনর দুঃখ আরু প্রার্থনা।

১ হখলিয়ার পুত্র নহিমিয়ার বাক্য।
বিশ বছরর বছরি কিচ্লেব মাহত ময়
২ চূচন রাজকোঁঠত আছিলোঁ ; এনে সময়ত হনানী
নামেরে মোর ভাইবিলাকর এজন আরু যিহূদার
পরা অন্যদিয়েক মানুহ আহিলত, ময় সি-
বিলাকক বন্দী-অৱস্থার পরা রক্ষা পোৱা অৱ-
শিষ্ট যিহূদী লোকবিলাকর আরু যিরূচালেমর
৩ বিষয়ে সুধিলোঁ। তাতে সিবিলাকে মোক কলে,
সেই অৱশিষ্ট লোকবিলাকে, বন্দী-অৱস্থার পরা
রক্ষা পোৱা যিবিলাক অৱশিষ্ট লোক সেই
প্রদেশত আছে, সিবিলাক অতিশয় দুঃখ আরু
অপমানত আছে; আরু যিরূচালেমর গড় ভগা
৪ আরু দুৱারবোর জুইয়ে পোড়া হল। এই কথা
শুনি, ময় বহি ক্রন্দন করিলোঁ, আরু কিছু দিন
শোক করিলোঁ ; আরু ময় লঘোন দি স্বর্গর
৫ ঈশ্বরর আগত প্রার্থনা করি কলোঁ, হে যিহোৱা,
হে স্বর্গর ঈশ্বর, তোমাক প্রেম কৰোঁতা আরু
তোমার আজ্ঞা পালন কৰোঁতাবিলাকলৈ নিয়মটী
আরু দয়া রাখোঁতা হে মহান আরু ভয়ানক
৬ ঈশ্বর, ময় তোমাক মিনতি কৰোঁ, যে, ময় ইস্রা-
য়েলর সন্তানবিলাকর পাপ স্বীকার করা এই
কালত, ময় তোমার আগত সম্প্রতি দিনে
রাতিয়ে তোমার দাস ইস্রায়েলর সন্তানবিলাকর
অর্থে করা তোমার এই দাসর প্রার্থনালৈ কাণ
দিবর নিমিত্তে তোমার কাণ পাতি থাকা, আরু
তোমার চকু মেলি থাকা ; আমি তোমার বিরু-
দ্ধেই সেই পাপ করিলোঁ, এনে কি, ময় আরু
৭ মোর পিতৃবংশয়ো করিলোঁ। আমি তোমার
বিরুদ্ধেই অতিশয়রূপে কুকর্ম করিলোঁ ; আরু
তুমি আপোন দাস মোচিক দিয়া আজ্ঞা, বিধি,
আরু শাসনপ্রণালীবিলাক আমি পালন ন-
৮ করিলোঁ। বিনয় কৰোঁ, তুমি আপোন দাস
মোচিক আদেশ করা এই বাক্য সোঁৱরণ করা,
“ তোমালোকে সত্যলঙ্ঘন করিলে, ময় তোমা-
লোকক জাতিবিলাকর মাজত ছিন্নভিন্ন করিম ;
৯ কিন্তু যদি তোমালোকে মোলৈ ঘূরি মোর আজ্ঞা
পালন করি সেই মতে কার্য্য করা, তেন্তে তোমা-
লোকর খেদি দিয়া লোক আকাশর অন্তভাগত
থাকিলেও, ময় তার পরা সিবিলাকক চপাম,
আরু আপোন নামর নিবাসর অর্থে ময় মনো-
১০ নীত করা ঠাইলৈ সিবিলাকক আনিম।” সি-
বিলাকেই তোমার দাস আরু প্রজা ; তুমি
আপোনার মহাপরাক্রম আরু বলৱান হাতেরে
১১ সিবিলাকক মুক্ত করিলা। হে প্রভো, বিনয়
কৰোঁ, তোমার এই দাসর প্রার্থনালৈ, আরু
তোমার নামত ভয় রাখিবলৈ ভাল পোৱা
তোমার দাসবিলাকর প্রার্থনালৈ তোমার কাণ
পাতি থাকা ; আরু বিনয় কৰোঁ, আজি তোমার
এই দাসক কৃতকার্য্য হবলৈ দিয়া, আরু এই পুরুষ
জনর সাক্ষাতে ইয়াক অনুগ্রহপ্রাপ্ত করা। সেই
কালত ময় রজার পানপাত্র ধৰোঁতা আছিলোঁ।

নহিমিয়াই যিরূচালেমলৈ যাত্রা করা
আরু তার গড় চোৱা।

২ অর্তক্ষত্র রজার রাজত্বর বিশ বছরর বছরি
নীচান মাহত, রজার আগত দ্রাক্ষারস
থকাত, ময় সেই দ্রাক্ষারস লৈ রজাক দিলোঁ।
তার আগেয়ে ময় তেওঁর আগত কেতিয়াও মুখ
২ বিবর্ণ করা নাই। পাছে রজাই মোক সুধিলে,
তোর নরীয়া নোহোৱাকৈয়ে মুখ কিয় বিবর্ণ ?
মনর বেজারর বাহিরে ইয়ার আন একো কারণ
নাই। তেতিয়া মোর অতিশয় ভয় লাগিল।
৩ পাছে ময় রজাক কলোঁ, মহারাজ চিরজীবী
হওক ; যি স্থলত মোর ওপরপিতৃবিলাকর মৈদা-
মর ঠাই সেই নগরখন উচ্ছন্ন হৈ পড়ি আছে,
আরু তার দুৱারবোর জুইয়ে পোড়া হল, এনে
৪ স্থলত, কিয় মোর মুখ বিবর্ণ নহব ? তেতিয়া
রজাই মোক কলে, তয় কি ভিক্ষা মাগিছ ? তাতে
৫ ময় স্বর্গর ঈশ্বরর আগত প্রার্থনা করি রজাক
কলোঁ, যদি মহারাজে ভাল দেখে, আরু আপো-
নার এই বন্দীয়ে যদি আপোনার দৃষ্টিত অনুগ্রহ
পাওঁ, তেন্তে আপুনি মোক যিহূদালৈ মোর
ওপরপিতৃবিলাকর মৈদামর নগরলৈ পঠাই
৬ দিওক, ময় তাক পুনরায় সাজিম। তেতিয়া

ৰজাই মোক সুধিলে, (সেই সময়ত ৰাণী তেওঁৰ
ওচৰত বহি আছিল,) তয় কিমান দিনৰ নিমিত্তে
যাবি? আৰু কেতিয়া উলটি আহিবি? পাছে
ৰজাই অনুগ্ৰহ কৰি মোক পঠাই দিলে; ময়
৭ তেওঁৰ ওৰিত সময় নিৰূপণ কৰিলোঁ। ময় ৰজাক
আৰু কলোঁ, যদি মহাৰাজে ভাল দেখে, তেন্তে,
ময় যিহূদা দেশ নেপাওঁমানে, নদীৰ সিপাৰে
থকা দেশাধ্যক্ষবিলাকে যেন মোৰ যাত্ৰাত সহায়
কৰে, এই নিমিত্তে তেওঁবিলাকলৈ পত্ৰ দিওক;
৮ আৰু গৃহসম্বন্ধীয় কোঁঠৰ দুৱাৰৰ চৌকাঠৰ,
নগৰৰ গড়ৰ, আৰু ময় যি ঘৰত সোমাম, তাৰ
নিমিত্তে মোক কাঠ দিবলৈ, ৰজাৰ কাঠনী-ৰক্ষীয়া
আচফলৈ এখন পত্ৰ দিওক। তাতে, মোৰ ওপৰত
মোৰ ঈশ্বৰৰ মঙ্গলময় হাত থকাত, ৰজাই
৯ মোক সেই সকলোকে দিলে। পাছে ময় নদীৰ
ইপাৰে থকা দেশাধ্যক্ষবিলাকৰ ওচৰ পাই,
ৰজাৰ পত্ৰবোৰ তেওঁবিলাকক দিলোঁ। ৰজাই
মোৰ লগত সেনাপতি আৰু অশ্বাৰোহী পঠাই-
১০ ছিল। তাতে হোৰোণীয়া চন্‌বল্লট আৰু অম্মো-
নীয়া টোবিয়া দাসে যেতিয়া তাক শুনিলে,
তেতিয়া, ইস্ৰায়েলৰ সন্তানবিলাকৰ মঙ্গলৰ চেষ্টা
কৰিবৰ অৰ্থে এজন মানুহ যে আহিছে, ইয়াতে
১১ সিবিলাকে অতিশয় বেজাৰ পালে। এই ৰূপে
ময় যিৰূচালেম পাই, সেই ঠাইত তিন দিন
১২ থাকিলোঁ। পাছে ময় আৰু মোৰ লগৰ কেই-
জন্মান পুৰুষে ৰাতিতে উঠিলোঁ; কিন্তু যিৰূ-
চালেমৰ নিমিত্তে যি কৰিবলৈ ঈশ্বৰে মোৰ
মনত মতি দিলে, তাক কাৰো আগত নকলোঁ;
আৰু ময় উঠা পশুটোৰ বাহিৰে আৰু কোনো
১৩ পশু মোৰ লগত নাছিল। ময় ৰাতিতে উপত্যকাৰ
দুৱাৰেদি বাহিৰ ওলাই যিৰূচালেমৰ ভগা গড়
আৰু জুয়ে পোড়া দুৱাৰবোৰ চাই চাই নাগ
১৪ নাদ আৰু গোবৰ দুৱাৰলৈকে গলোঁ। পাছে ময়
তাৰ পৰা ভুমুক দুৱাৰ আৰু ৰজাৰ পুখুৰিলৈকে
গলোঁ; কিন্তু সেই ঠাইত, ময় উঠা পশুটোৰ
১৫ নিমিত্তে, যাবলৈ ঠাই নাছিল। তেতিয়া ময়
ৰাতি জুৰীয়েদি ওপৰলৈ উঠি গৈ গড় চালোঁ;
পাছে উলটি উপত্যকাৰ দুৱাৰেদি সোমাই
১৬ ঘৰলৈ আহিলোঁ। কিন্তু ময় কলৈ গৈছিলোঁ,
আৰু কি কি কৰিবলৈ মন আছিল, তাক অধ্যক্ষ-
বিলাকে নেজানিছিল; আৰু তেতিয়ালৈকে ময়
যিহূদীবিলাকক, কি পুৰোহিতবিলাকক, কি
প্ৰধান লোকবিলাকক, কি অধ্যক্ষবিলাকক, কি
ঘৰৰ কামত লগাব লগীয়া আন মানুহবিলাকক
১৭ কাকো তাক কোৱা নাছিলোঁ। পাছে ময় সি-
বিলাকক কলোঁ, আমি কেনে দুৰৱস্থাত আছোঁ,
যিৰূচালেম কেনেকৈ উচ্ছন্ন হৈ পৰি আছে,
আৰু তাৰ দুৱাৰবোৰ কেনেকৈ জুয়ে পুড়িলে,
তাক তোমালোকে দেখিছা; এতেকে আহাঁ,
আমি যিৰূচালেমৰ গড় সাজোঁ, তাতে আমি
১৮ অপমানৰ বিষয় হৈ আৰু নেথাকিম। পাছে
মোৰ ওপৰত থকা ঈশ্বৰৰ মঙ্গলময় হাতৰ কথা,
আৰু ৰজাই মোক কোৱা বাক্য সিবিলাকক
জনালোঁ; তাতে সিবিলাকে কলে, বাৰু, আমি
উঠি সাজোঁহঁক। এই ৰূপে সিবিলাকে সেই ভাল
কাৰ্য্যৰ অৰ্থে আপোন আপোন হাত সবল
১৯ কৰিলে। কিন্তু হোৰোণীয়া চন্‌বল্লট, অম্মোনীয়া
টোবিয়া দাস, আৰু আৰবীয়া গেচমে এই কথা
শুনি আমাক উপহাস কৰিলে; আৰু আমাক
হেয়জ্ঞান কৰি কলে, তহঁতে এইটো কি কাম
কৰিছ? তহঁতে ৰজাৰ অহিতে বিদ্ৰোহ-আচৰণ
২০ কৰিবি নে কি? তেতিয়া ময় উত্তৰ কৰি সি-
বিলাকক কলোঁ, স্বৰ্গৰ ঈশ্বৰেই আমাৰ কাম সিদ্ধ
কৰিব; এই হেতুকে তেওঁৰ দাস আমি উঠি
সাজিম; কিন্তু যিৰূচালেমত তোমালোকৰ কোনো
ভাগ কি অধিকাৰ, বা কোনো সোঁৱৰণীয় চিন
নাই।

পুনৰায় গড় নিৰ্ম্মাণ কৰা।

৩ পাছে ইলিয়াচীব প্ৰধান পুৰোহিতে, আৰু
তেওঁৰ ভাই পুৰোহিতবিলাকে উঠি মেৰ দুৱাৰ
গাঁথিলে; সিবিলাকে তাৰ দুৱাৰ দুখলপা খুৱাই
তাক পবিত্ৰ কৰিলে, হম্মেয়া কোঁঠলৈ, হননেলৰ
২ কোঁঠলৈকে তাক পবিত্ৰ কৰিলে। তেওঁৰ ওচৰত
যিৰীহোৰ মানুহবিলাকে গাঁথিলে। সিবিলাকৰ
৩ ওচৰত ইম্ৰীৰ পুত্ৰ জক্কুৰে গাঁথিলে। হচ্‌চানাৱাৰ
পুত্ৰবিলাকে মৎস্য দুৱাৰ গাঁথিলে; সিবি-
লাকে তাৰ চৌকাঠ লগালে, তাৰ দুৱাৰ দুখলপা
৪ খুৱালে, আৰু সলখা ও ডাং লগালে। সি-
বিলাকৰ ওচৰত হক্কোচৰ নাতি উৰিয়াৰ পুত্ৰ
মৰেমোতে ভগা বাতিলে। সিবিলাকৰ ওচৰত
মচেজ্জবেলৰ নাতি বেৰেখিয়াৰ পুত্ৰ মচুল্লমে
ভগা বাতিলে। সিবিলাকৰ ওচৰত বানাৰ পুত্ৰ
৫ চাদোকে ভগা বাতিলে। সিবিলাকৰ ওচৰত
তকোৱাৰ লোকবিলাকে ভগা বাতিলে; কিন্তু
সিবিলাকৰ প্ৰধান লোকবিলাকে প্ৰভুৰ কাৰ্য্যৰ
৬ অৰ্থে ডিঙি নেপাতিলে। আৰু পাচেহৰ পুত্ৰ
যোয়াদা, আৰু বচোদিয়াৰ পুত্ৰ মচুল্লমে পুৰাতন
দুৱাৰ বাতিলে; সিবিলাকে তাৰ চৌকাঠ লগালে,
তাৰ দুৱাৰ দুখলপা খুৱালে, আৰু সলখা ও ডাং
৭ লগালে। সিবিলাকৰ ওচৰত গিবিয়োনীয়া মল-
টিয়া আৰু মেৰোণোথীয়া যাদোনে, গিবিয়োনৰ
আৰু মিস্পাৰ মানুহবিলাকে ভগা বাতিলে;
সেই মিস্পা নদীৰ ইপাৰৰ অধ্যক্ষৰ সিংহাসনৰ
৮ অধীনে আছিল। তেওঁৰ ওচৰত সোণাৰীবিলাকে
মৈত্তে হৰ্হয়াৰ পুত্ৰ উজ্জীয়েলে ভগা বাতিলে।

তেওঁৰ ওচৰত গন্ধবণিকবিলাকৰ মাজৰ হননিয়া
নামেৰে এজনে ভগা বাতিলে ; সিবিলাকে বহল
৯ গড়টোলৈকে যিৰূচালেম দৃঢ় কৰিলে। সিবি-
লাকৰ ওচৰত যিৰূচালেম প্ৰদেশৰ আধা ভাগৰ
১০ অধ্যক্ষ হূৰৰ পুত্ৰ ৰফায়াই ভগা বাতিলে। সি-
বিলাকৰ ওচৰত হৰমফৰ পুত্ৰ যদায়াই আপো-
নাৰ ঘৰৰ সম্মুখত ভগা বাতিলে। তেওঁৰ ওচৰত
১১ হচব্‌নিয়াৰ পুত্ৰ হত্তুচে ভগা বাতিলে। হাৰীমৰ
পুত্ৰ মল্কিয়া আৰু পহৎ-মোৱাবৰ পুত্ৰ হচূবে
১২ আন এভাগ আৰু ভুন্দুৰৰ কোঁঠ বাতিলে। তেওঁৰ
ওচৰত যিৰূচালেম প্ৰদেশৰ আন আধা ভাগৰ
অধ্যক্ষ হল্লোহেচৰ পুত্ৰ চল্লুম আৰু তেওঁৰ জী-
১৩ য়েকহঁতে ভগা বাতিলে। হানূনে আৰু জানোহ-
নিবাসীবিলাকে উপত্যকাৰ দুৱাৰ বাতিলে ;
সিবিলাকে তাক গাঁথিলে, তাৰ দুৱাৰ দুখলপা
খুৱালে, আৰু সলখা ও ভাং লগালে ; আৰু
গোবৰ দুৱাৰলৈকে গড়ৰ এক হাজাৰ হাত
১৪ বাতিলে। বৈৎ-হক্কেৰম প্ৰদেশৰ অধ্যক্ষ ৰেখবৰ
পুত্ৰ মল্কিয়াই গোবৰ দুৱাৰ বাতিলে; তেওঁ
তাক গাঁথিলে, তাৰ দুৱাৰ দুখলপা খুৱালে,
১৫ আৰু সলখা ও ভাং লগালে। মিস্পা প্ৰদেশৰ
অধ্যক্ষ কল-হোজিৰ পুত্ৰ চল্লুনে ভুমুক দুৱাৰ
বাতিলে ; তেওঁ তাক গাঁথিলে, তাৰ চাল দিলে,
তাৰ দুৱাৰ দুখলপা খুৱালে, আৰু সলখা ও
ভাং লগালে ; আৰু যি খট্‌খটিয়েদি দায়ূদৰ
নগৰৰ পৰা নামে, তালৈকে ৰজাৰ বাড়ীৰ ওচৰত
১৬ থকা চেলোহ পুখুৰিৰ গড় সাজিলে। তেওঁৰ
পাছত বৈৎ-চূৰ প্ৰদেশৰ আধা ভাগৰ অধ্যক্ষ
অজ্‌বুকৰ পুত্ৰ নহিমিয়াই দায়ূদৰ মৈদামবোৰৰ
সম্মুখৰ ঠাইলৈকে, খনা পুখুৰিলৈকে, আৰু বীৰ-
১৭ বিলাকৰ ঘৰলৈকে ভগা বাতিলে। তেওঁৰ পাছত
লেবীয়াবিলাকে সৈতে বানীৰ পুত্ৰ ৰহূমে ভগা
বাতিলে। আৰু তেওঁৰ ওচৰত কয়ীলা প্ৰদেশৰ
আধা ভাগৰ অধ্যক্ষ হচবিয়াই আপোন প্ৰদে-
১৮ শৰ অৰ্থে ভগা বাতিলে। তেওঁৰ পাছত সি-
বিলাকৰ ভাইবিলাকে সৈতে কয়ীলা প্ৰদেশৰ
আন আধা ভাগৰ অধ্যক্ষ হেনাদদৰ পুত্ৰ বব্বয়ে
১৯ ভগা বাতিলে। তেওঁৰ ওচৰত মিস্পাৰ অধ্যক্ষ
যেচূৱাৰ পুত্ৰ এজৰে গড়ৰ মেচত থকা অস্ত্ৰ-
গৃহলৈ উঠা বাটৰ সম্মুখত আৰু এভাগ বাতিলে।
২০ তেওঁৰ পাছত জব্বয়ৰ পুত্ৰ বাৰূকে অতি আগ্ৰহেৰে
গড়ৰ মেচৰ পৰা প্ৰধান পুৰোহিত ইলিয়াচীবৰ
২১ ঘৰৰ দুৱাৰলৈকে আৰু এভাগ বাতিলে। তেওঁৰ
পাছত হক্কোচৰ নাতি উৰিয়াৰ পুত্ৰ মৰেমোতে
ইলিয়াচীবৰ ঘৰৰ দুৱাৰৰ পৰা ইলিয়াচীবৰ
২২ ঘৰৰ মূৰলৈকে আৰু এভাগ বাতিলে। তেওঁৰ
পাছত সমথলত থকা পুৰোহিতবিলাকে ভগা
২৩ বাতিলে। সিবিলাকৰ পাছত বিন্যামীন আৰু
হচূবে আপোনাবিলাকৰ ঘৰৰ সম্মুখত ভগা
বাতিলে। সিবিলাকৰ পাছত অননিয়াৰ নাতি
মাচেয়াৰ পুত্ৰ অজৰিয়াই আপোনাৰ ঘৰৰ
২৪ কিনাৰত ভগা বাতিলে। তেওঁৰ পাছত হেনাদদৰ
পুত্ৰ বিন্নুয়ে অজৰিয়াৰ ঘৰৰ পৰা গড়ৰ মেচ
২৫ চুকলৈকে আৰু এভাগ বাতিলে। উজয়ৰ পুত্ৰ
পাললে গড়ৰ মেচৰ সম্মুখত আৰু প্ৰহৰীৰ
চোঁতালৰ ওচৰত ৰজাৰ ওপৰৰ গৃহৰ বাহিৰ
ওলাই থকা কোঁঠৰ সম্মুখত ভগা বাতিলে।
তেওঁৰ পাছত পৰিয়োচৰ পুত্ৰ পদায়াই ভগা
২৬ বাতিলে। (আৰু নথীনীয়াবিলাকে ওফেলত থাকি
পূবদিশে জল দুৱাৰৰ সম্মুখত থকা ঠাইলৈকে,
আৰু বাহিৰ ওলাই থকা কোঁঠলৈকে বাস কৰি-
২৭ ছিল।) তেওঁৰ পাছত তকোৱাৰ লোকবিলাকে
বাহিৰ ওলাই থকা বড় কোঁঠৰ সম্মুখত ওফেলৰ
২৮ গড়লৈকে আৰু এভাগ বাতিলে। অশ্ব দুৱাৰৰ
ওপৰ ফালৰ পৰা পুৰোহিতবিলাকে প্ৰতিজনে
আপোন আপোন ঘৰৰ সম্মুখত ভগা বাতিলে।
২৯ সিবিলাকৰ পাছত ইম্মেৰৰ পুত্ৰ চাদোকে
আপোনাৰ ঘৰৰ সম্মুখত ভগা বাতিলে। আৰু
তেওঁৰ পাছত পূব দুৱাৰৰ ৰক্ষীয়া চখনিয়াৰ পুত্ৰ
৩০ চময়িয়াই ভগা বাতিলে। তেওঁৰ পাছত চেলে-
মিয়াৰ পুত্ৰ হননিয়া আৰু চালফৰ ষষ্ঠ পুত্ৰ
হানূনে আৰু এভাগ বাতিলে। তেওঁৰ পাছত
বেৰেখিয়াৰ পুত্ৰ মচুল্লমে আপোনাৰ কোঁঠালিৰ
৩১ সম্মুখত ভগা বাতিলে। তেওঁৰ পাছত সোণাৰী-
বিলাকৰ মাজৰ মল্কিয়া নামেৰে এজনে নথ-
নীয়াবিলাকৰ আৰু বণিকবিলাকৰ ঠাইলৈকে,
চুকলৈ উঠা বাটলৈকে হমিফ্কদ দুৱাৰৰ সম্মুখত
৩২ ভগা বাতিলে। আৰু চুকলৈ উঠা বাটৰ আৰু
মেৰ দুৱাৰৰ মাজ ভাগ সোণাৰী আৰু বণিক-
বিলাকে বাতিলে।

শত্ৰুবোৰৰ বিৰোধ আৰু তাৰ প্ৰতীকাৰ।

৪ পাছে, আমি যে গড় নিৰ্ম্মাণ কৰিছোঁ,
তাক চন্বল্লটে শুনি খং উঠি আৰু অতিশয়
বেজাৰ পাই যিহূদীবিলাকক বিদ্ৰূপ কৰিলে ;
২ আৰু আপোন ভাইবিলাকৰ আৰু চমৰীয়া
সৈন্যদলৰ আগত কলে, সেই দুৰ্ব্বল যিহূদী
লোকবিলাকে কি কৰিছে ? সিহঁতে আপোনা-
বিলাকৰ নিমিত্তে গড় দৃঢ় কৰিব নে ? সিহঁতে
বলিদান কৰিব নে ? সিহঁতে একে দিনাই সেই
কাম কৰি এঁটাব নে ? সিহঁতে ভগ্নৰাশিৰ পৰা
সেই পোড়া শিলবোৰ উলিয়াই জীয়াব নে ?
৩ সেই সময়ত অম্মোনীয়া টোবিয়া তেওঁৰ ওচৰত
আছিল ; তেৱোঁ কলে, সিহঁতে যি গড় নিৰ্ম্মাণ
কৰিছে, তাৰ ওপৰত যদি এটা শিয়াল উঠে
তেন্তে সিহঁতৰ সেই শিলাময় গড় ভাগি পৰিব।

৪ হে আমাৰ ঈশ্বৰ, শুনা, কিয়নো আমি ঘৃণিত
হৈছোঁ ; সিহঁতৰ বিকৰ্থনা সিহঁতৰ মূৰত উলটি
পৰোক, আৰু সিহঁতক, বন্দী হৈ, লুট কৰি নিয়া
বস্তুৰ নিচিনাকৈ বিদেশত থাকিবলৈ দিয়া ;
৫ সিহঁতৰ অপৰাধ ঢাকি নেৰাখিবা, আৰু সিহঁতৰ
পাপ তোমাৰ আগৰ পৰা মচি নেপেলাবা,
কিয়নো সিহঁতে গড় নিৰ্ম্মাণ কৰাবিলাকৰ
৬ আগত তোমাক বেজাৰ দিছে। এই ৰূপে আমি
গড় নিৰ্ম্মাণ কৰিলোঁ, আৰু ওখই আধালৈকে
গড়ৰ মেৰটো কৰা হল ; কিয়নো কাম কৰিবলৈ
লোকবিলাকৰ মন আছিল।

৭ পাছে, যিৰূচালেমৰ গড় মেৰামত কৰা কাম
চলিছে, আৰু তাৰ ভগা ঠাইবোৰ বন্ধ কৰিবলৈ
আৰম্ভ কৰা হৈছে, ইয়াকে শুনি চনবল্লট আৰু
টোবিয়াই, আৰু আৰবীয়া, অম্মোনীয়া, আৰু
অচ্‌দোদীয়া লোকবিলাকে অতিশয় ক্ৰুদ্ধ হৈ,
৮ যিৰূচালেমৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰি তাত গোল-
৯ মাল লগাবলৈ সকলোৱে চক্ৰান্ত কৰিলে। কিন্তু
আমি আমাৰ ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰিলোঁ,
আৰু দিনে ৰাতিয়ে সিহঁতৰ বিৰুদ্ধে সিহঁতৰ
১০ সম্মুখত পহৰীয়া ৰাখিলোঁ। পাছে যিহূদাৰ
লোকবিলাকে কলে, ভাৰ বওঁতাবোৰ দুৰ্ব্বল হল,
আৰু পেলাব লগীয়া অনেক জাবৰ আছে,
এনে স্থলত গড় নিৰ্ম্মাণ কৰা আমাৰ অসাধ্য।
১১ আৰৌ আমাৰ শত্ৰুবোৰে কলে, সিহঁতে
নজনাকৈ আৰু নেদেখাকৈ আমি সিহঁতৰ মাজত
সোমাই সিহঁতক বধ কৰি কাম বন্ধ কৰিম।
১২ আৰু সিহঁতৰ ওচৰত থকা যিহূদীবিলাকে
সকলো ঠাইৰ পৰা আহি দহবাৰ আমাক কলে,
তোমালোক আমাৰ ভালৈ উভটি যাব লাগিব।
১৩ এই হেতুকে গড়ৰ পাছফালে অতি চাপৰ আৰু
মুকলি ভাগত আপোন আপোন গোষ্ঠী অনু-
সাৰে তৰোৱাল, জাঠি, আৰু ধনুৰে সৈতে ময়
১৪ মানুহবিলাকক নিযুক্ত কৰিলোঁ। পাছে ময়
চালোঁ, আৰু উঠি প্ৰধান লোকবিলাকক, অধ্যক্ষ-
বিলাকক, আৰু আন আন সকলো মানুহক
কলোঁ, তোমালোকে সিহঁতলৈ ভয় নকৰিবা ;
মহান আৰু ভয়ানক প্ৰভুক সোঁৱৰণ কৰি,
আপোন আপোন ভাই, আপোন আপোন পো
জী, আপোন আপোন তিৰুতা, আৰু আপোন
১৫ আপোন ঘৰৰ নিমিত্তে যুদ্ধ কৰা। যেতিয়া
আমাৰ শত্ৰুবোৰে শুনিলে, যে, আমি সিহঁতৰ
অভিপ্ৰায় জানিলোঁ, আৰু ঈশ্বৰে সিহঁতৰ মন্ত্ৰণা
ব্যৰ্থ কৰিলে, তেতিয়া আমি আটাইবিলাকে গড়-
লৈ আপোন আপোন কাৰ্য্য কৰিবলৈ পুনৰায়
১৬ গলোঁ। আৰু সেই দিনৰে পৰা মোৰ দাস-
বিলাকৰ এভাগে কাম কৰে, আন ভাগে জাঠি,
চাল, আৰু ধনু ধৰি জাখৰ পিন্ধি থাকে ; আৰু
যিহূদা বংশৰ আটাই লোকবিলাকৰ পাছত
১৭ অধ্যক্ষবিলাক থাকে। গড় নিৰ্ম্মাণ কৰোঁতে, আৰু
ভাৰ বওঁতাবিলাকে ভাৰ বওঁতে, সিবিলাকে
১৮ এহাতে কাম কৰে, এহাতে অস্ত্ৰ ধৰে ; আৰু গড়
নিৰ্ম্মাণ কৰোঁতা প্ৰতিজনে কঁকালত তৰোৱাল
বান্ধি সাজে ; আৰু শিঙা বজাওঁতা জন মোৰ
১৯ ওচৰত থাকে। আৰু ময় প্ৰধান লোকবিলাকক,
অধ্যক্ষবিলাকক, আৰু আন আন সকলো লোকক
কলোঁ, এই কৰ্ম্ম বৃহৎ আৰু বিস্তৃত, আৰু আমি
গড়ৰ ওপৰত বেলেগ বেলেগ হৈ এজনৰ পৰা
২০ আন জন দূৰত আছোঁ। তোমালোকে যি কোনো
ঠাইত শিঙাৰ শব্দ শুনিবা, সেই ঠাইলৈ গৈ
আমাৰ ওচৰত তোমালোকে গোট খাবা ;
২১ আমাৰ ঈশ্বৰে আমাৰ নিমিত্তে যুদ্ধ কৰিব। এই
দৰে আমি সেই কাৰ্য্য কৰি আছোঁ ; আৰু বেলি
ওলোৱাৰ পৰা তৰা দেখালৈকে আমাৰ এভাগে
২২ জাঠি ধৰি থাকে। সেই সময়ত ময় লোকবিলাকক
আৰু কলোঁ, প্ৰতিজনে আপোন আপোন দাসে
সৈতে ৰাতি যিৰূচালেমৰ ভিতৰত থাকিব লাগে।
তাতে সিবিলাকে ৰাতি আমাৰ ৰক্ষীয়া হব,
২৩ আৰু দিনত কাম কৰিব। তেতিয়া ময়, মোৰ
ভাইবিলাক, মোৰ দাসবিলাক, আৰু মোৰ
পাছত চলা ৰক্ষীয়াবিলাক, আমি কোনেও গাৰ
পৰা কাপোৰ নোসোলোকালোঁ ; আমি প্ৰতিজনে
আপোন আপোন অস্ত্ৰ লৈ পানীলৈ যাওঁ।

দৰিদ্ৰবিলাকক কৰা দৌৰাত্ম্য নিবাৰণ।

৫ পাছে সাধাৰণ লোকবিলাকে আৰু সি-
বিলাকৰ তিৰুতাবিলাকে আপোনাবিলাকৰ
ভাই যিহূদী মানুহবিলাকৰ বিৰুদ্ধে বৰকৈ
২ এৰাও কৰিলে। কিয়নো কোনো কোনোৱে কলে,
আমি পো জীয়ে সৈতে অনেক প্ৰাণী, আমি খাই
জীৱনধাৰণ কৰিবৰ অৰ্থে শস্য লওঁগৈহঁক।
৩ কোনো কোনোৱে কলে, আমি আপোন আপোন
পথাৰ, দ্ৰাক্ষাবাৰী, আৰু ঘৰ বন্ধক দিছোঁ ;
৪ নাটনি হোৱাত আমি শস্য লওঁগৈহঁক। আৰু
কোনো কোনোৱে কলে, আমি আপোন আপোন
পথাৰ আৰু দ্ৰাক্ষাবাৰীৰ ৰাজহ দিবলৈ ধন
৫ ধাৰে আনিলোঁ। কিন্তু আমাৰ শৰীৰ আমাৰ
ভাইবিলাকৰ শৰীৰৰ সমান, আৰু আমাৰ
সন্তানবোৰ সিবিলাকৰ সন্তানবিলাকৰ নিচিনা ;
তথাপি দেখা, আপোন আপোন পো জীহঁতক
বন্দী-অৱস্থাত পেলাব লগীয়া হৈছোঁ ; আৰু
আমাৰ ছোৱালীবিলাকৰ মাজৰ কেইজনীমানক
বন্দী-অৱস্থাত পেলোৱা হলেই ; আমাৰ একো
উপায় নাইকিয়া হল, কিয়নো আমাৰ পথাৰ
আৰু দ্ৰাক্ষাবাৰী আন লোকবিলাকৰ হল।
৬ তেতিয়া ময় সিবিলাকৰ কাতৰোক্তি আৰু এই

৭ কথাবোর শুনি, মোর বড় খং উঠিল। পাছে
ময় আপোন মনতে বিবেচনা করি, প্রধান
লোকবিলাক আরু অধ্যক্ষবিলাকর লগত বিবাদ
করি কলোঁ, তোমালোক প্রত্তিজনে আপোন
আপোন ভাইর পরা বাঢ়ি লৈছা। তেতিয়া ময়
সিবিলাকর বিরুদ্ধে মহাসমাজ গোট খুৱাই,
৮ সিবিলাকক কলোঁ, জাতিবিলাকর ওরিত বেচা
আমার ভাই যিহূদীবিলাকক আমি সাধ্য অনু-
সারে মুকলি করিলোঁ ; এতিয়া তোমালোকর
ভাইবিলাকক তোমালোকেই বেচিবা নে ? আরু
আমার ওরিতেই জানো সিবিলাকক বেচা
উচিত ? তাতে সিবিলাকে নিমাত হল, একো
৯ উত্তর করিব নোৱারিলে। ময় আরু কলোঁ,
তোমালোকে এনে করা ভাল নহয় ; আমার শত্রু
জাতিবিলাকে আমাক নিন্দা নকরিবর নিমিত্তে,
তোমালোকে আমার ঈশ্বরর ভয়ত চলা উচিত
১০ নহয় নে ? ময়ো, মোর ভাইবিলাকেও, আরু
মোর দাসবিলাকেও ধন আরু শস্য বাঢ়িলৈ
দিওঁ। ময় বিনয় করোঁ, এই বাঢ়ি লোৱা দস্তুর
১১ আমি এৰোঁহঁক। ময় বিনয় করোঁ, সিহঁতর
পথার, দ্রাক্ষাবাড়ী, জিতবৃক্ষর বাড়ী, ঘরবোর,
আরু তোমালোকে সিবিলাকর পরা আদায়
করা রূপর, শস্যর, দ্রাক্ষারসর, আরু তেলর
এশ ভাগর এভাগ আজিয়েই সিবিলাকক ওলো-
১২ টাই দিয়া। তেতিয়া সিবিলাকে কলে, আমি
সেইবোর ওলোটাই দিম, সিবিলাকর পরা
একো দাওয়া নকরোঁ ; আপুনি কোৱার দরেই
করিম। তেতিয়া ময় পুরোহিতবিলাকক মতাই,
এই অঙ্গীকারর দরে কার্য্য করিবলৈ সিবিলাকক
১৩ শপথ খুৱালোঁ। আরু ময় মোর কাপড়র কোঁচ
জোকারি কলোঁ, যি কোনোৱে এই অঙ্গীকার
পালন নকরিব, ঈশ্বরে তার ঘরর পরা আরু
পরিশ্রমর ফলর পরা তাক এই রূপে জোকারি
পেলাওক ; এই রূপে তাক জোকরা আরু সুদা
করা হওক। তাতে গোটেই সমাজে সেই দরে
হওক বুলি কলে, আরু যিহোৱার প্রশংসা
করিলে। পাছে লোকবিলাকে এই অঙ্গীকারর
১৪ দরে কার্য্য করিলে। অধিকন্তু, যি সময়ত ময়
যিহূদা দেশত সিবিলাকর অধ্যক্ষ হবলৈ নিযুক্ত
হৈছিলোঁ, সেই সময়র পরা, অর্থাৎ অর্তক্ষত্র
রজার রাজত্বর বিশ বছরর বছরির পরা, বত্রিশ
বছরর বছরিলৈকে এই বার বছর ময় আরু
মোর ভাইবিলাকে দেশাধ্যক্ষর আহার খোৱা
১৫ নাই। কিন্তু আমার আগেয়ে হোৱা পূর্ব্বর
দেশাধ্যক্ষবিলাকে লোকবিলাকক ভারগ্রস্ত করি-
ছিল, আরু চল্লিশ চেকল রূপর বাহিরেও, সিবি-
লাকর পরা খোৱা বস্তু আরু দ্রাক্ষারস লৈছিল,
এনে কি, সিবিলাকর দাসবিলাকেও লোক-
বিলাকর ওপরত শাসন করিছিল ; কিন্তু ময়
১৬ ঈশ্বরলৈ ভয় রাখি তাক করা নাই। তাত বাজে
ময় এই গড়র কামত লাগি আছিলোঁ, আমি
মাটি নিকিনিলোঁ, আরু মোর আটাই দাস-
বিলাকেও এই ঠাইলৈ আহি কাম করিবলৈ গোট
১৭ খালে। আমার চারিওকালে থকা পরজাতীয়-
বিলাকর মাজর পরা যিবিলাক মানুহ আমার
ওচরলৈ আহে, সিবিলাকর বাহিরে যিহূদী মানুহ
আরু অধ্যক্ষ এশ পঞ্চাশ জন লোক মোর মেজত
১৮ বহে। সেই সময়ত প্রতিদিনে যি যি খোৱা বস্তু
যুগুত করা হয়, সেয়ে এই, এটা গরু আরু ছটা
উত্তম মের ; আরু কেতবোর চরাই মোর নিমিত্তে
যুগুত করা হয় ; আরু দহ দিন অন্তরে এবার
নানা বিধর অধিক দ্রাক্ষারস হয়। তথাপি লোক-
বিলাকর ওপরত ভার গধুর হোৱাতে, ময় দেশা-
১৯ ধ্যক্ষর আহার নুখুজিলোঁ। হে মোর ঈশ্বর,
ময় এই লোকবিলাকর নিমিত্তে যিবোর কাম
করিলোঁ, মঙ্গলর নিমিত্তে মোর পক্ষে সেইবোর
সোঁৱরণ করা।

শত্রুর চক্রান্ত।

৬ পাছে, ময় যে গড় নির্ম্মাণ করিলোঁ,
তার মাজত আরু ভগা ঠাই নাই, (তথাপি
তেতিয়াও নগরর দুৱারবোরত দুৱার খুউৱা
নাছিল ;) ইয়াক যেতিয়া চন্‌বল্লট, টোবিয়া,
আরবীয়া গেচম, আরু আমার আন শত্রুবোরে
২ শুনিবলৈ পালে, তেতিয়া চন্‌বল্লট আরু গেচমে
মানুহর দ্বারায় মোর ওচরলৈ এই কথা কৈ
পঠালে, বোলে, আহাঁ, আমি ওনো সমথলর
এখন গাঁৱত গোট খাওঁহঁক। কিন্তু সিবিলাকর মন
৩ আছিল মোর অনিষ্ট করিবলৈ। তাতে ময়
সিবিলাকলৈ দূতর দ্বারায় কৈ পঠালোঁ, যে, ময়
এক মহৎ কর্ম্ম করিছোঁ, নামি যাব নোৱারোঁ ;
ময় তাক এড়ি তোমালোকর ওচরলৈ নামি যাওঁ-
৪ মানে, কাম কিয় বন্ধ হৈ থাকিব ? এই রূপে সি-
বিলাকে মোর ওচরলৈ চারিবার মানুহ পঠালে ;
আরু ময় সিবিলাকক সেই প্রকার উত্তরকে দিলোঁ।
৫ পাছে চন্‌বল্লটে সেই দরে পঞ্চমবার এখন খোলা
চিঠিরে মোর ওচরলৈ আপোন দাসক পঠালে ;
৬ তাত এই কথা লিখা আছিল, জাতিবিলাকর
মাজত এই কথা ওলাইছে, আরু গেচমেও কৈছে,
যে, তুমি আরু যিহূদীবিলাকে বিদ্রোহ করিব-
লৈ মন করিছাহঁক ; এই কারণে তুমি পুনরায়
গড় নির্ম্মাণ করিছা ; আরু সেই কথামতে তুমি
৭ সিহঁতর রজা হবলৈ ইচ্ছা করিছা। আরু যিহূদা
দেশত এজন রজা আছে, এই বুলি নিজর বিষয়ে
যিরূচালেমত প্রচার করাবলৈ তুমি ভাববাদী-
বিলাককো নিযুক্ত করিলা ; আরু সেই কথা

ৰজাৰ আগত জনোৱা হব। এই হেতুকে, আহাঁ,
৮ আমি গোট খাই মন্ত্ৰণা কৰোঁহঁক। তেতিয়া ময়
তেওঁলৈ কৈ পঠালোঁ, যে, তুমি কোৱাৰ দৰে
কোনো কাৰ্য্য কৰা হোৱা নাই; কিন্তু সেইবোৰ
৯ তুমি মনেৰে সাজি কোৱা কথা। কিয়নো, সেই
কামত সিহঁতৰ হাত দুৰ্ব্বল হৈ তাক সমাপ্ত
কৰা নহওক বুলি সিবিলাক আটায়ে আমাক
ভয় দেখুৱাব খুজিছিল। কিন্তু হে ঈশ্বৰ, তুমি
এতিয়া মোৰ হাত সবল কৰা।
১০ পাছে, মহেটবেলৰ নাতি দলায়াৰ পুত্ৰ
যি চময়া বন্ধ আছিল, তেওঁৰ ঘৰলৈ ময় গলোঁ;
তাতে তেওঁ কলে, বলা, আমি ঈশ্বৰৰ গৃহত
মন্দিৰৰ ভিতৰত গোট খাই মন্দিৰৰ দুৱাৰবোৰ
বন্ধ কৰোঁ; কিয়নো সিহঁতে তোমাক বধ কৰিব-
লৈ আহিব, এনে কি, ৰাতিয়েই তোমাক বধ
১১ কৰিবলৈ আহিব। তাতে ময় কলোঁ, মোৰ
নিচিনা মানুহে পলাব নে? আৰু মোৰ নিচিনা
কোন মানুহে প্ৰাণ জীয়াই ৰাখিবলৈ মন্দিৰত
১২ সোমাব? ময় সেই ঠাইত নোসোমাওঁ। পাছে
ময় জানিবলৈ পালোঁ, যে, ঈশ্বৰে তেওঁক পঠোৱা
নাই, কিন্তু টোবিয়া ও চন্বল্লটে তেওঁক বেচ
দিয়াত, তেওঁ মোৰ অহিতে ভাববাণী প্ৰচাৰ
১৩ কৰিলে। ময় যেন ভয় পাই সেই কাম কৰি
পাপ কৰোঁ, আৰু সিবিলাকে যেন দুৰ্নাম কৰিব-
লৈ ছল পাই মোক ধিক্কাৰ দিব পাৰে, এই
১৪ নিমিত্তেই তেওঁক বেচ দিয়া হৈছিল। হে মোৰ
ঈশ্বৰ, টোবিয়া আৰু চন্বল্লটৰ এই কাৰ্য্য অনু-
সাৰে সিবিলাকক, আৰু মোক ভয় দেখুৱাব
খোজা নোৱদিয়া ভাববাদিনী আদি ভাববাদী-
বিলাককো সোঁৱৰণ কৰা।

গড় সমাপ্ত হোৱা। বন্দী-অৱস্থাৰ পৰা
অহাবিলাকৰ তালিকা।

১৫ পাছে ইলুল মাহৰ পঁচিশ দিনৰ দিনা, বাৱন্ন
১৬ দিনৰ মূৰত গড়টো সমাপ্ত হল। আমাৰ আটাই
শত্ৰুবোৰে যেতিয়া তাক শুনিলে, তেতিয়া আমাৰ
চাৰিওকালে থকা জাতিবিলাকে ভয় পালে,
আৰু আপোনাবিলাকৰ দৃষ্টিত অতি নীহ যেন
হল; কিয়নো সিহঁতে জানিবলৈ পালে, যে,
এই কাম আমাৰ ঈশ্বৰৰ পৰাই সিদ্ধ হল।
১৭ তাত বাঝে সেই সময়ত যিহূদাৰ প্ৰধান লোক-
বিলাকে টোবিয়াৰ ওৰিলৈ অনেক পত্ৰ পঠায়,
আৰু টোবিয়াৰ পত্ৰও সিবিলাকলৈ আহে;
১৮ কিয়নো যিহূদাৰ মাজত অনেকে তেওঁৰ পক্ষে
শপথ খাইছিল; কাৰণ তেওঁ আৰহৰ পুত্ৰ চখ-
নিয়াৰ জোঁৱায়েক আছিল, আৰু তেওঁৰ পুত্ৰ
যিহোহাননে বেৰেখিয়াৰ পুত্ৰ মচুল্লমৰ জীয়েকক
১৯ বিয়া কৰিছিল। আৰু সিবিলাকে মোৰ আগত
তেওঁৰ সৎকাৰ্য্যৰ কথা কয়, আৰু মোৰ কথাও
তেওঁৰ আগত কয়। মোক ভয় দেখুৱাবৰ
নিমিত্তেই টোবিয়াই পত্ৰ পঠায়।

৭ গড় নিৰ্ম্মাণ কৰা হলত, ময় দুৱাৰবোৰ
খুউৱাৰ পাছত, আৰু দুৱৰী, গায়ক, আৰু
২ লেবীয়াবিলাকক নিযুক্ত কৰা হলত, ময় আপোন
ভাই হনানীক, আৰু কোঁঠৰ অধ্যক্ষ হননিয়াক
যিৰূচালেমৰ ভাৰ দিলোঁ; কিয়নো হননিয়া
বিশ্বাসী মানুহ আছিল, আৰু অনেক মানুহতকৈ
৩ তেওঁ ঈশ্বৰলৈ অধিক ভয় ৰাখিছিল। আৰু ময়
সিবিলাকক আজ্ঞা কৰিলোঁ, যে, যেতিয়ালৈকে
ৰ'দ টান নহয়, তেতিয়ালৈকে যিৰূচালেমৰ
দুৱাৰবোৰ মেলিব নেলাগে; আৰু সিবিলাকে
পৰ দি থাকোঁতে দুৱাৰবোৰ বন্ধ কৰিব লাগে,
আৰু তোমালোকে ভাং দিবা; আৰু তোমালোকে
যিৰূচালেমত থকা কেতবিলাক লোকক পৰীয়া
নিযুক্ত কৰিবা, সিহঁত প্ৰতিজনে আপোন
আপোন পৰ দিয়া ঠাইত আপোন আপোন
৪ ঘৰৰ আগত থাকিব। নগৰ বহল আৰু ডাঙৰ,
কিন্তু তাৰ ভিতৰত অলপ লোক আছিল, আৰু
৫ ঘৰবোৰ সজা নাছিল। পাছে বংশাৱলিত নাম
লিখিবৰ অৰ্থে মোৰ ঈশ্বৰে প্ৰধান লোক-
বিলাকক, অধ্যক্ষবিলাকক, আৰু আন আন লোক-
বিলাকক গোটাবলৈ মোক মতি দিলে। তাতে
ময় বাবিলৰ পৰা প্ৰথমে অহা লোকবিলাকৰ
এখন বংশাৱলিপত্ৰ পালোঁ; তাৰ মাজত এই
৬ কথা লিখা আছিল, যিবিলাকক বন্দী কৰি নিয়া
হৈছিল, যিবিলাকক বাবিলৰ ৰজা নবূখদ্-
নেচৰে লৈ গৈছিল, সিবিলাকৰ মাজত
প্ৰদেশৰ এই লোকবিলাক বন্দী-অৱস্থাৰ পৰা
মুকলি হৈ যিৰূচালেম আৰু যিহূদালৈ আপোন
৭ আপোন নগৰলৈ উলটি আহিল; সিবিলাক
জৰুব্বাবিল, যেচূৱা, নহিমিয়া, অজৰিয়া, ৰয়-
মিয়া, নহমানী, মৰ্দখয়, বিল্চন, মিস্পৰৎ, বিগ্-
বয়, নহূম, আৰু বানা, এইবিলাকৰ লগত
আহিল। ইস্ৰায়েল লোকবিলাকৰ পুৰুষৰ সংখ্যা
৮ এই। পৰিয়োচৰ সন্তান দুই হাজাৰ এশ
৯ বাসত্তৰ জন; চফটিয়াৰ সন্তান তিনি শ বাসত্তৰ
১০ জন; আৰহৰ সন্তান ছশ বাৱন্ন জন; যেচূৱা
আৰু যোৱাবৰ সন্তানবিলাকৰ মাজৰ পহৎ-
মোৱাবৰ সন্তান দুই হাজাৰ আঁঠ শ আঁঠৰ
১২ জন; এলমৰ সন্তান এক হাজাৰ দুশ চৌৱন্ন
১৩ জন; জত্তূৰ সন্তান আঁঠ শ পঞ্চল্লিশ জন;
১৪ জক্কয়ৰ সন্তান সাত শ ষাইঠ জন; বিন্নুইৰ
১৬ সন্তান ছশ আঁঠচল্লিশ জন; বেবয়ৰ সন্তান ছশ
১৭ আঁঠাইশ জন; অজ্গদৰ সন্তান দুই হাজাৰ
১৮ তিনি শ বাইশ জন; অদোনীকামৰ সন্তান ছশ
১৯ সাতষষ্ঠি জন; বিগ্বয়ৰ সন্তান দুই হাজাৰ

২০ সাতকুৰি জন; আদীনৰ সন্তান ছশ পঁচপন্ন
২১ জন; হিষ্কিয়াৰ বংশৰ আটেৰৰ সন্তান অঁঠা-
২২ নব্বৈ জন; হাচুমৰ সন্তান তিনি শ অঁঠাইশ
২৩ জন; বেচয়ৰ সন্তান তিনি শ চব্বিশ জন; হাৰী-
২৫ ফৰ সন্তান এশ বাৰ জন; গিবিয়োনৰ লোক
২৬ পঞ্চানব্বৈ জন; বৈৎ-লেহম আৰু নটোফাৰ
২৭ মানুহ এশ অঁঠাশী জন; অনাথোতৰ মানুহ
২৮ এশ অঁঠাইশ জন; বৈৎ-অজ্মাবতৰ লোক
২৯ বিয়াল্লিশ জন; কিৰিয়ৎ-যিয়াৰীম, কফীৰা,
আৰু বেৰোতৰ মানুহ সাত শ তিয়াল্লিশ জন;
৩০ ৰামা আৰু গেবাৰ মানুহ ছশ একৈশ জন;
৩১ মিক্মচৰ মানুহ এশ বাইশ জন; বৈৎ-এল আৰু
৩৩ অয়ৰ মানুহ .এশ তেইশ জন; আন নবোৰ
৩৪ মানুহ বাৱন্ন জন; আন এলমৰ লোক এক
৩৫ হাজাৰ দুশ চৌৱন্ন জন; হাৰীমৰ লোক তিনি
৩৬ শ বিশ জন; যিৰীহোৰ লোক তিনি শ পঞ্চ-
৩৭ ল্লিশ জন; লোদ, হাদীদ, আৰু ওনোৰ লোক
৩৮ সাত শ একৈশ জন; চনাৱাৰ সন্তান তিনি
৩৯ হাজাৰ ন শ ত্ৰিশ জন। পুৰোহিতবিলাক;
যেচুৱাৰ বংশৰ যিদয়াৰ সন্তান ন শ তেসত্তৰ
৪০ জন; ইম্মেৰৰ সন্তান এক হাজাৰ বাৱন্ন জন;
৪১ পচ্হুৰৰ সন্তান এক হাজাৰ দুশ সাতচল্লিশ জন;
৪২ হাৰীমৰ সন্তান এক হাজাৰ সোতৰ জন।
৪৩ লেবীয়াবিলাক; হোদবাৰ সন্তানবিলাকৰ মাজৰ
যেচুৱা আৰু কদ্মীয়েলৰ সন্তান চৌসত্তৰ জন।
৪৪ গায়কবিলাক; আচফৰ সন্তান এশ অঁঠচল্লিশ
৪৫ জন। দুৱৰীবিলাক; চল্লুম, আটেৰ, টল্মোন,
অক্কুব, হটীটা, চোবয়, এইবিলাকৰ সন্তান
৪৬ এশ অঁঠত্ৰিশ জন। নথনীয়াবিলাক; চীহা,
৪৭ হচূফা, টব্বায়োৎ, কেৰোচ, চীয়া, পাদোন,
৪৮ লবানা, হগাবা, চল্ময়, হানন, গিদ্দেল, গহৰ,
৫০ ৰায়া, ৰচীন, নকোদা, গজ্জম, উজ্জা, পাচেহ,
৫২ বেচয়, মিয়ূনীম, নফুচচীম, বক্বুক, হকূফা, হৰ্হূৰ,
৫৪ বচ্লীৎ, মহীদা, হৰ্চা, বৰ্কোচ, চীচৰা, তেমহ,
৫৬ নচীহ, আৰু হটীফা, এইবিলাকৰ সন্তান। চলো-
৫৭ মনৰ বন্দীবিলাকৰ সন্তান; চোটয়, চোফেৰৎ,
৫৮ পৰীদা, যালা, দৰ্কোণ, গিদ্দেল, চফটিয়া,
হট্টীল, পোখেৰৎ-হচবয়িম, আমোন, এইবিলাকৰ
৬০ সন্তান। নথনীয়াবিলাক আৰু চলোমনৰ বন্দী-
বিলাকৰ সন্তানবিলাক সৰ্ব্বমোট তিনি শ বিৰা-
৬১ নব্বৈ জন আছিল। আৰু তেল-মেলহ, তেল-
হৰ্চা, কৰূব, অদ্দোন, আৰু ইম্মেৰ, এইবোৰ
ঠাইৰ পৰা অহা লোক এইবিলাক, কিন্তু ইবি-
লাক ইস্ৰায়েলীয়া মানুহ হয় নে নহয়, সেই
বিষয়ে ইবিলাকে আপোন আপোন পিতৃবংশ
৬২ বা গোষ্ঠীৰ প্ৰমাণ দিব নোৱাৰিলে; দলায়াৰ
সন্তান, টোবিয়াৰ সন্তান, আৰু নকোদাৰ সন্তান
৬৩ ছশ বিয়াল্লিশ জন। আৰু পুৰোহিতবিলাকৰ
সন্তানবিলাকৰ মাজত হবায়া, হক্কোচ, আৰু
বৰ্জিল্লয়ৰ সন্তানবিলাক; এই বৰ্জিল্লয়ে গিলিয়-
দীয়া বৰ্জিল্লয়ৰ জীয়েকহঁতৰ এজনীক বিয়া কৰি,
৬৪ সিহঁতৰ নামেৰেই প্ৰখ্যাত হৈছিল। বংশাৱলিত
নাম লিখা লোকবিলাকৰ মাজত ইবিলাকে
আপোন আপোন বংশাৱলিপত্ৰ বিচাৰি নে-
পালে; এই নিমিত্তে ইবিলাক অশুচি বুলি গণ্য
হোৱাত, পুৰোহিতৰ পদৰ পৰা ইবিলাকক গুচুউৱা
৬৫ হল। আৰু উৰীম ও তুম্মীমৰ অধিকাৰী এজন
পুৰোহিত উৎপন্ন নহয়মানে তিৰ্চাতাই ই-
৬৬ বিলাকক পবিত্ৰ বস্ত নেখাবলৈ কলে। গোটেই
সমাজ সৰ্ব্বমোট বিয়াল্লিশ হাজাৰ তিনি শ
৬৭ ষাইঠ জন আছিল; তাৰ বাহিৰে সিবিলাকৰ
সাত হাজাৰ তিনি শ সাতত্ৰিশ জন বন্দী বেটী
আছিল; আৰু সিবিলাকৰ দুশ পঞ্চল্লিশ জন
৬৮ গায়ক আৰু গায়িকা আছিল। সিবিলাকৰ সাত
শ ছয়ত্ৰিশ্টা ঘোঁৰা, দুশ পঞ্চল্লিশ্টা খছৰ,
৬৯ চাৰি শ পঁয়ত্ৰিশটা উট, আৰু ছয় হাজাৰ সাত
৭০ শ বিশ্টা গাধ আছিল। পাছে পিতৃবংশৰ মূল
মানুহবিলাকৰ মাজত কোনো কোনোৱে সেই
কাৰ্য্যৰ নিমিত্তে দান দিলে; তিৰ্চাতাই ভঁৰালত
এক হাজাৰ অদৰ্কোণ সোণ, আৰু পঞ্চাশ্টা তেজ
পেলোৱা পাত্ৰ, আৰু পুৰোহিতৰ নিমিত্তে পাঁচ
৭১ শ ত্ৰিশ্খন বস্ত্ৰ দিলে। আৰু কেনুচাৰেক পিতৃ-
বংশৰ মূল মানুহে সেই কামৰ ধনৰ ভঁৰালত
বিশ হাজাৰ অদৰ্কোণ সোণ, আৰু দুই হাজাৰ
৭২ দুশ মানি ৰূপ দিলে। আৰু আন আন লোক-
বিলাকে বিশ হাজাৰ অদৰ্কোণ সোণ, আৰু দুই
হাজাৰ মানি ৰূপ, আৰু পুৰোহিতৰ নিমিত্তে
৭৩ সাতষষ্ঠিখন বস্ত্ৰ দিলে। পাছে পুৰোহিত,
লেবীয়া, দুৱৰী, গায়ক, আৰু আন আন লোক-
বিলাকে ও নথনীয়াবিলাকে, আৰু গোটেই
ইস্ৰায়েলে আপোন আপোন নগৰত বাস
কৰিবলৈ ধৰিলে।

লোকবিলাকক শিক্ষা দিয়া, আৰু পৰ্ব্বাপৰ্ব্ব
পালন কৰা।

পাছে সপ্তম মাহ পড়িলত, ইস্ৰায়েলৰ সন্তান-
বিলাক আপোন আপোন নগৰত আছিল
৮ সেই সময়ত সকলো লোকে এজন মানুহ যেন
হৈ, জল দুৱাৰৰ আগত থকা মুকলি ঠাই-
খনলৈ আহি তাত গোট খালে, আৰু ইস্ৰায়েলৰ
নিমিত্তে যিহোৱাই আদেশ কৰা মোচিৰ ব্যৱস্থা·
২ পুস্তক আনিবলৈ ইষ্ৰা অধ্যাপকক কলে। তাতে
সপ্তম মাহৰ প্ৰথম দিনা ইষ্ৰা পুৰোহিতে সমা-
জৰ আগলৈ, স্ত্ৰী পুৰুষ আদি যিমান মানুহে
শুনি বুজিব পাৰে, সিবিলাকৰ ওচৰলৈ সেই
৩ পুস্তক আনিলে। আৰু জল দুৱাৰৰ আগত থকা

মুকলি ঠাইখনত, স্ত্রী পুরুষ আদি যিমান লোকে
শুনি বুজিব পারিলে, সিবিলাকর আগত তেওঁ
রাতিপুৱারে পরা দুপরলৈকে তাক পাঠ করিলে;
তাতে সকলো লোকে ব্যৱস্থাপুস্তকর কথা শুনিব-
৪ লৈ কাণ পাতি আছিল। ইজ্রা অধ্যাপক, সেই
কার্য্যর নিমিত্তে সজা কাঠর এখন মঞ্চর ওপরত
থিয় হল, আরু তেওঁর ওচরত সোঁকালে মত্তি-
থিয়া, চেমা, অনায়া, উরিয়া, হিল্কিয়া, আরু
মাচেয়া, আরু বাঁওকালে পদায়া, মীচায়েল,
মল্কিয়া, হাচুম, হচ্‌বদ্দানা, জখরিয়া, আরু
৫ মচুল্লম থিয় হল। তার পাছে ইজ্রাই সকলো
লোকে দেখাকৈ, ( কিয়নো তেওঁ আটাই লোকতকৈ
ওখত থিয় হৈ আছিল; ) পুস্তকখনি
মেলিলে; তেওঁ পুস্তকখনি মেলামাত্রে সকলো
৬ লোক উঠি থিয় হল। পাছে ইজ্রাই মহান
ঈশ্বর যিহোৱার ধন্যবাদ করিলে। তাতে সকলো
লোকে হাত দাঙি উত্তর করি, সেই দরে হওক,
সেই দরে হওক বুলি কলে, আরু মূর দোঁরাই
মাটিত মুখ দি যিহোৱার আগত প্রণিপাত
৭ করিলে। আরু যেচূৱা, বানী, চেরেবিয়া, যামীন,
অক্কুব, চব্বথয়, হোদিয়া, মাচেয়া, কলীটা, অজ-
রিয়া, যোজাবদ, হানন, পলায়া, আরু লেবীয়া-
বিলাকে লোকবিলাকক ব্যৱস্থাপুস্তকখনির অর্থ
বুজাই দিলে, আরু লোকবিলাক আপোন
৮ আপোন ঠাইত থিয় হৈ আছিল। এই রূপে
সিবিলাকে স্পষ্টকৈ উচ্চারণ করি ঈশ্বরর
ব্যৱস্থাপুস্তক পাঠ করিলে, আরু লোকবিলাকে
৯ বুজিব পরাকৈ তার অর্থ উলিয়াই দিলে। আরু
নহিমিয়া তির্চাতা, অধ্যাপক ইজ্রা পুরোহিত,
আরু লোকবিলাকর শিক্ষক লেবীয়াবিলাকে
সকলো লোকবিলাকক কলে, আজি তোমালোকর
ঈশ্বর যিহোৱার উদ্দেশে পবিত্র দিন; তোমা-
লোকে শোক নকরিবা আরু নেকান্দিবা। কিয়নো
ব্যৱস্থাপুস্তকর বাক্য শুনি সকলো লোকে কান্দি-
১০ ছিল। তেতিয়া তেওঁ সিবিলাকক কলে, যোৱা,
তেলীয়া বস্তু ভোজন করা, আরু মিঠা রস পান
করা, আরু যার নিমিত্তে একো যুগুত নাই, তালৈ
ভাগ পঠাই দিয়া; কিয়নো আজি আমার
প্রভুর উদ্দেশে পবিত্র দিন; তোমালোকে দুঃখ
নকরিবা, কারণ যিহোৱাত যি আনন্দ, সেয়েই
১১ তোমালোকর শক্তি। এই দরে লেবীয়াবিলাকে
লোকবিলাকক শান্ত করি কলে, মনে মনে
থাকা, কিয়নো আজি পবিত্র দিন; তোমালোকে
১২ দুঃখ নকরিবা। তেতিয়া সকলো লোকবিলাকে
আপোনাবিলাকলৈ প্রকাশ করা বাক্য বুজি,
খোৱাবোৱা করিবলৈ, ভাগ পঠাবলৈ, আরু
অতিশয় আনন্দ করিবলৈ আপোনা আপোন
বাটে গল।

১৩ পাছে দ্বিতীয় দিনা সকলো লোকর পিতৃ-
বংশর মূল মানুহ, পুরোহিত, আরু লেবীয়া-
বিলাকে ব্যৱস্থার বাক্য মন দি শুনিবলৈ, ইজ্রা
১৪ অধ্যাপকর ওচরলৈ আহি গোট খালে। তাতে
সিবিলাকে, ব্যৱস্থাত লিখা মোচির দ্বারায়
যিহোৱাই আদেশ করা এই আজ্ঞা পালে, যে,
ইস্রায়েলর সন্তানবিলাক সপ্তম মাহর পর্ব্বর
১৫ কালত পজাত থাকিব লাগে; আরু আপোনা-
বিলাকর সকলো নগরত আরু যিরূচালেমত সিবি-
লাকে এই কথা ঘোষণা আরু প্রচার করিব লাগে,
যে, তোমালোকে এই লিখার দরে পজা সাজিবর
নিমিত্তে পর্ব্বতলৈ গৈ জিতবৃক্ষর আরু বনরীয়া
জিতবৃক্ষ ও মেন্দি গছর ঠাল, খর্জ্জুর পাত, আরু
১৬ ঘনপতীয়া গছর ঠাল আনাগৈ। তাতে লোক-
বিলাকে ওলাই গৈ সেইবোর আনি আপোনা-
বিলাকর নিমিত্তে পজা সাজিলে, সিবিলাকর
কেতবিলাকে আপোন আপোন ঘরর চালত,
কেতবিলাকে আপোন আপোন চোতালত, কেত-
বিলাকে ঈশ্বরর গৃহর চোতাল কেইখনত, কেত-
বিলাকে জল দুৱারর সম্মুখর মুকলি ঠাইখনত,
আরু কেতবিলাকে ইফ্রয়িমর দুৱারর সম্মুখর
১৭ মুকলি ঠাইখনত সাজিলে। এই রূপে বন্দী-
অৱস্থার পরা উলটি অহা লোকবিলাকর গোটেই
সমাজে পজা সাজি তাত বাস করিলে; কিয়নো
নূনর পুত্র যেচূৱার দিনরে পরা সেই দিনলৈকে
ইস্রায়েলর সন্তানবিলাকে সেই রূপে করা
১৮ নাছিল; সেই উৎসৱত মহা-আনন্দ হল। আরু
তেওঁ প্রথম দিনরে পরা শেষর দিনলৈকে দিনে
দিনে ঈশ্বরর ব্যৱস্থাপুস্তক পাঠ করিলে। সি-
বিলাকে সাত দিন পর্ব্ব পালন করিলে; আরু
বিধি অনুসারে অষ্টম দিনা ধর্ম্মসভা হল।

পাপস্বীকার আরু নিয়মস্থাপন।

৯ তার পাছে সেই মাহর চব্বিশ দিনর দিনা
ইস্রায়েলর সন্তানবিলাকে লঘোন দি, চট
কাপড় পিন্ধি, আরু মূরত মাটি লৈ গোট খালে।
২ আরু ইস্রায়েল বংশই সকলো পরজাতীয়-
বিলাকর পরা আপোনাবিলাকক পৃথক করি,
থিয় হৈ আপোন আপোন পাপ, আরু আপোনা-
বিলাকর পূর্ব্বপুরুষবিলাকর অপরাধ স্বীকার
৩ করিলে। আরু সিবিলাকে আপোন আপোন
ঠাইত থিয় হৈ, সেই দিনর চারি ভাগর একভাগ
আপোনাবিলাকর ঈশ্বর যিহোৱার ব্যৱস্থাপুস্তক-
খনি পাঠ করিলে, আরু দিনর চারি ভাগর আন
একভাগ আপোনাবিলাকর ঈশ্বর যিহোৱার
আগত পাপ স্বীকার করি প্রণিপাত করিলে।
৪ আরু যেচূৱা, বানী, কদ্‌মীয়েল, চবনিয়া, বুন্নী,
চেরেবিয়া, বানী, আরু কনানী, ইহঁতিলাকে

লেবীয়াবিলাকর নিমিত্তে নজা চাংখনত থিয় হৈ,
আপোনাবিলাকর ঈশ্বর যিহোৱাৰ আগত বৰ
৫ মাতেৰে স্তুতিগান কৰিলে। পাছে যেচুৱা, কদ্মী-
য়েল, বানী, হচব্‌নিয়া, চেৰেবিয়া, হোদিয়া,
চবনিয়া, আৰু পথহিয়া, এইবিলাক লেবীয়া
মানুহে কলে, তোমালোক উঠা, যি জনা অনাদি
কালৰে পৰা অনন্ত কাললৈকে থাকে, তোমা-
লোকৰ সেই ঈশ্বৰ যিহোৱাৰ ধন্যবাদ কৰা;
সকলো ধন্যবাদ ও প্ৰশংসাতকৈ উন্নত তোমাৰ
সেই গৌৰৱান্বিত নাম আশীৰ্ব্বাদিত হওক।
৬ তুমি, কেৱল তুমিয়েই যিহোৱা; তুমিয়েই স্বৰ্গ
আৰু স্বৰ্গৰো স্বৰ্গ আৰু তাৰ সকলো বাহিনীক,
পৃথিবী আৰু তাত থকা সকলোকে, আৰু
সমুদ্ৰ ও তাত থকা সকলোকে সৃজন কৰিলা,
আৰু তুমিয়েই সেইবোৰ নষ্ট নোহোৱাকৈ
ৰাখিছা; আৰু আকাশমণ্ডলৰ বাহিনীবিলাকে
৭ তোমাৰেই আগত সেৱা কৰে। যি জনাই
অব্ৰামক মনোনীত কৰি কল্‌দিয়া দেশৰ উৰৰ
পৰা উলিয়াই আনি তেওঁৰ নাম অব্ৰাহাম
৮ ৰাখিছিল, আৰু আপোনাৰ আগত তেওঁৰ মন
বিশ্বাসী পাই, হিত্তীয়া, ইমোৰীয়া, পৰিজ্জীয়া,
যিবূচীয়া, আৰু গিৰ্গাচীয়া, এই কনানীয়া
লোকবিলাকৰ দেশ দিবলৈ, তেওঁৰ বংশকেই
দিবলৈ তেওঁৰ লগত এটা নিয়ম পাতিছিল,
তুমিয়েই সেই ঈশ্বৰ যিহোৱা; আৰু তুমি
আপোন বাক্য পালন কৰিলা, কিয়নো তুমি ধৰ্ম্ম-
৯ ময়। তুমি মিচৰত আমাৰ ওপৰপিতৃবিলাকৰ
দুঃখলৈ দৃষ্টি কৰিছিলা, আৰু চুফ সাগৰৰ
১০ কোষত সিবিলাকৰ কাতৰোক্তি শুনিছিলা, আৰু
ফৰৌণক, তেওঁৰ সকলো দাসবিলাকক, আৰু
তেওঁৰ দেশৰ সকলো প্ৰজাবিলাকক চিন আৰু
অদ্ভুত লক্ষণ দেখুৱাইছিলা; কিয়নো মিচৰীয়া-
বিলাকে সিবিলাকৰ বিৰুদ্ধে যে গৰ্ব্ব-আচৰণ
কৰিছিল, তাক তুমি জানিছিলা; তাতে তুমি
আজিৰ নিচিনাকৈ নিজৰ নিমিত্তে তোমাৰ নাম
১১ স্থাপন কৰিলা। আৰু তুমি সিবিলাকৰ আগত
সমুদ্ৰক দুভাগ কৰিছিলা, তাতে সিবিলাক
সমুদ্ৰৰ মাজেদি শুকান বাটে চলিল; কিন্তু
সিবিলাকৰ পাছত খেদি অহাবোৰক হলে, প্ৰবল
জলত শিল পেলোৱা নিচিনাকৈ, তুমি গভীৰ
১২ জলত পেলালা। তাৰ বাহিৰে তুমি দিনত
মেঘস্তম্ভৰ দ্বাৰায়, আৰু সিবিলাক যাব লগীয়া
বাটত পোহৰ কৰিবৰ নিমিত্তে ৰাতি অগ্নিস্তম্ভৰ
১৩ দ্বাৰায় সিবিলাকক গমন কৰালা। তুমি চীনয়
পৰ্ব্বতৰ টিঙলৈ নামি আহি আকাশৰ পৰা
সিবিলাকে সৈতে কথাবাৰ্ত্তা হৈ যথাৰ্থ শাসন-
প্ৰণালী ও সত্য ব্যৱস্থাবিলাক, আৰু উত্তম বিধি
১৪ ও আজ্ঞাবিলাক সিবিলাকক দিলা; তোমাৰ
পবিত্ৰ বিশ্ৰামবাৰ সিবিলাকক জনালা; তোমাৰ
দাস মোচিৰ দ্বাৰায় সিবিলাকক আজ্ঞা ও
১৫ বিধিবিলাক, আৰু এখন ব্যৱস্থা দিলা; আৰু
সিবিলাকৰ ভোক গুচাবৰ নিমিত্তে আকাশৰ পৰা
সিবিলাকক আহাৰ দিলা, সিবিলাকৰ পিয়াহ
গুচাবলৈ সিবিলাকৰ নিমিত্তে শিলটিৰ পৰা
পানী উলিয়ালা, আৰু তুমি সিবিলাকক
যি দেশ দিবলৈ হাত দাঙি শপত কৰিছিলা,
তাক অধিকাৰ কৰিবৰ অৰ্থে তাৰ মাজত সোমাব-
১৬ লৈ আজ্ঞা দিলা। তথাপি সিবিলাকে, অৰ্থাৎ
আমাৰ পূৰ্ব্বপুৰুষবিলাকে গৰ্ব্ব-আচৰণ কৰিলে,
আপোন আপোন ডিঙি ঠৰ কৰিলে, তোমাৰ
আজ্ঞাবিলাকলৈ কাণ নিদিলে, কথা শুনিবলৈ
১৭ অমান্তি হল, সিবিলাকৰ মাজত কৰা তোমাৰ
আশ্চৰিত কাৰ্য্যলৈ মন নকৰিলে, আৰু আপোন
আপোন ডিঙি ঠৰ কৰি আপোনাবিলাকৰ বন্দী-
অৱস্থালৈ উলটি যাবৰ নিমিত্তে বিদ্ৰোহ-আচৰণ
কৰি এজন সেনাপতি নিযুক্ত কৰিলে; কিন্তু
তুমি ক্ষমাৱান ঈশ্বৰ, কৃপাময়, আৰু অনুগ্ৰহেৰে
পৰিপূৰ্ণ, ক্ৰোধত ধীৰ আৰু দয়াত মহান, এই
১৮ নিমিত্তে তুমি সিবিলাকক ত্যাগ নকৰিলা। এনে
কি, সিবিলাকে যেতিয়া সাঁচত ঢালি এটা দামুড়ি
নিৰ্ম্মাণ কৰি, মিচৰৰ পৰা তোমাক উলিয়াই
অনা তোমাৰ ঈশ্বৰ এইয়া,' এই বুলি কৈ বৰ
১৯ অপমানৰ কাৰ্য্য কৰিলে, তেতিয়াও তোমাৰ
অধিক দয়াৰ গুণে তুমি অৰণ্যত সিবিলাকক
ত্যাগ নকৰিলা; আৰু সিবিলাকক বাটত লৈ
যাবলৈ দিনত মেঘস্তম্ভ, আৰু সিবিলাক যাব
লগীয়া বাটত পোহৰ কৰিবলৈ ৰাতি অগ্নিস্তম্ভ
২০ সিবিলাকৰ ওপৰৰ পৰা নগল। তুমি শিক্ষা
দিবৰ নিমিত্তে তোমাৰ মঙ্গলময় আত্মা সি-
বিলাকক দান কৰিলা, আৰু সিবিলাকৰ মুখৰ
পৰা তোমাৰ মান্না তুমি আটক নকৰিলা,
আৰু সিবিলাকৰ পিয়াহ গুচাবলৈ সিবিলাকক
২১ পানী দিলা। এনে কি, তুমি চল্লিশ বছৰ-
লৈকে অৰণ্যত সিবিলাকক প্ৰতিপালন কৰিলা;
সিবিলাকৰ একোৰে অভাৱ নহল; সিবিলাকৰ
কাপড় পুৰণি হৈ ফাটি নগল, আৰু সিবিলা-
২২ কৰ ভৰিত পানীজলা নুফুটিল। তাৰ বাজে
তুমি নানা ৰাজ্য আৰু নানা জাতি সিবিলাকক
সমৰ্পণ কৰি সকলো কালে সিবিলাকক দেশ
ভাগ বাঁটি দিলা; এই ৰূপে সিবিলাকে
চীহোনৰ দেশ অৰ্থাৎ হিচ্‌বোনৰ ৰজাৰ দেশ,
আৰু বাচানৰ ওগ ৰজাৰ দেশ অধিকাৰ
২৩ কৰিলে। আৰু তুমি সিবিলাকৰ সন্তান-
বিলাকক আকাশমণ্ডলৰ তৰাবোৰৰ নিচিনা
বহুসংখ্যক কৰিলা, আৰু সিবিলাকে সোমাই
অধিকাৰ কৰোক বুলি, সিবিলাকৰ ওপৰপিতৃ-

বিলাকৰ আগত যি দেশৰ বিষয়ে অঙ্গীকাৰ
কৰিছিলা, সেই দেশৰ ভিতৰলৈ সিবিলাকক
২৪ আনিলা। এই ৰূপে সিবিলাকৰ সন্তানবিলাকে
সেই দেশত সোমাই তাক অধিকাৰ কৰিলে, আৰু
তুমি সেই দেশনিবাসী কনানীয়াহঁতক সিবিলাকৰ
বশীভূত কৰিলা, আৰু সিহঁতলৈ যি ইচ্ছা তাকে
কৰিবলৈ, সিহঁতক, সিহঁতৰ ৰজাবিলাকক, আৰু
দেশত থকা আটাই জাতিবিলাকক সিবিলাকৰ
২৫ হাতত সোধাই দিলা। তাতে সিবিলাকে গড়েৰে
আবৃত নগৰবোৰ আৰু এখন উৰ্ব্বৰা দেশ ললে,
আৰু সকলো উত্তম বস্তুৰে ভৰি থকা ঘৰ, খন্দা
নাদ, দ্ৰাক্ষাবাৰী, জিতবাৰী, আৰু গুটী লগা
অনেক গছ অধিকাৰ কৰিলে ; আৰু সিবিলাকে
খাই বৈ তৃপ্ত হল, হৃষ্টপুষ্ট হল, আৰু তুমি কৰা
২৬ মহামঙ্গলত আনন্দ কৰিলে। তথাপি সিবিলাকে
অবাধ্য হৈ তোমাৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ
কৰিলে, তোমাৰ ব্যৱস্থা পাছফাললৈ পেলালে,
তোমাৰ যি ভাববাদীবিলাকে তোমালৈ সিবিলা-
কক ঘূৰাই আনিবৰ নিমিত্তে সিবিলাকৰ বিৰুদ্ধে
সাক্ষ্য দিছিল, তেওঁবিলাকক বধ কৰিলে, আৰু
২৭ অতিশয় অপমানৰ কাৰ্য্য কৰিলে। এই হেতুকে
তুমি সিবিলাকক শত্ৰুবোৰৰ হাতত সোধাই
দিলা ; তাতে সিহঁতে সিবিলাকক দুঃখ দিলে।
পাছে সিবিলাকৰ দুঃখৰ সময়ত সিবিলাকে
তোমাৰ আগত কাতৰোক্তি কৰিলত, তুমি স্বৰ্গৰ
পৰা তাক শুনিলা, আৰু তোমাৰ অধিক কৃপাৰ
গুণে সিবিলাকক নিস্তাৰকৰ্ত্তাবিলাক দিলা ;
তাতে সেই নিস্তাৰকৰ্ত্তাবিলাকে শত্ৰুবোৰৰ হাতৰ
২৮ পৰা সিবিলাকক নিস্তাৰ কৰিলে। তথাপি জিৰণি
পোৱাৰ পাছে সিবিলাকে আকৌ তোমাৰ
সাক্ষাতে কু আচৰণ কৰিলে ; এই হেতুকে তুমি
সিবিলাকক শত্ৰুৰ হাতত সোধাই দিলা, তাতে
সেই শত্ৰুবোৰে সিবিলাকৰ ওপৰত শাসন
কৰিলে ; কিন্তু সিবিলাকে ঘূৰি তোমাৰ আগত
কাতৰোক্তি কৰিলত, তুমি স্বৰ্গৰ পৰা তাক শুনিলা,
আৰু তোমাৰ কৃপাৰ গুণে অনেক বাৰ সি-
২৯ বিলাকক উদ্ধাৰ কৰিলা ; আৰু তোমাৰ ব্যৱস্থা-
লৈ সিবিলাকক ঘূৰাই আনিবৰ নিমিত্তে
সিবিলাকৰ বিৰুদ্ধে সাক্ষ্য দিলা ; তথাপি
সিবিলাকে গৰ্ব্ব-আচৰণ কৰি তোমাৰ আজ্ঞা-
বিলাকলৈ কাণ নিদিলে, কিন্তু যি যি পালন
কৰিলে মানুহ জীয়ে, তোমাৰ সেই সকলো শাস-
নৰ বিৰুদ্ধে পাপ কৰিলে, আৰু কান্ধ আঁতৰাই
৩০ ডিঙি ঠৰ কৰি কথা নুশুনিলে। তথাপি তুমি
অনেক বছৰ সিবিলাকক সহিলা, আৰু তোমাৰ
ভাববাদীবিলাকত থকা তোমাৰ আত্মাৰ দ্বাৰায়
সিবিলাকৰ বিৰুদ্ধে সাক্ষ্য দিলা ; কিন্তু সি-
বিলাকে কাণ নিদিলে ; এই কাৰণে তুমি সি-
বিলাকক নানা দেশীয় জাতিবিলাকৰ হাতত
৩১ সোধাই দিলা। তথাপি তোমাৰ অধিক কৃপাৰ
গুণে তুমি সিবিলাকক সম্পূৰ্ণকৈ শেষ নকৰিলা,
আৰু ত্যাগ নকৰিলা ; কিয়নো তুমি দয়ালু
৩২ আৰু কৃপাময়। এই হেতুকে হে আমাৰ ঈশ্বৰ,
হে দয়া আৰু নিয়মটি ৰক্ষা কৰোঁতা মহান,
পৰাক্ৰমী, আৰু ভয়ানক ঈশ্বৰ, অচূৰীয়া ৰজা-
বিলাকে ৰাজত্ব কৰা কালৰে পৰা আজিলৈকে
আমালৈ, আৰু আমাৰ ৰজা, অধ্যক্ষ, পুৰোহিত,
ভাববাদী, আমাৰ পূৰ্ব্বপুৰুষ, আৰু তোমাৰ
প্ৰজাবিলাকলৈ যিমান দুঃখ হৈছিল, সেই
সকলো তোমাৰ দৃষ্টিত সৰু যেন বোধ নহওক।
৩৩ তথাপি আমালৈ ঘটা এই সকলোতে তুমি
ন্যায়বান, কিয়নো তুমি সত্য ব্যৱহাৰ কৰিলা ;
৩৪ কিন্তু আমি হলে দুষ্কৰ্ম্ম কৰিলোঁ ; আৰু আমাৰ
ৰজা, অধ্যক্ষ, পুৰোহিত, আৰু পূৰ্ব্বপুৰুষবিলাকে
তোমাৰ ব্যৱস্থা পালন নকৰিলে ; আৰু তোমাৰ
আজ্ঞাবিলাকলৈ, আৰু তুমি সিবিলাকৰ অহিতে
দিয়া তোমাৰ সাক্ষ্যবিলাকলৈ কাণ নিদিলে।
৩৫ কিয়নো সিবিলাকে ৰাজ্য ভোগ কৰোঁতে, তুমি
সিবিলাকক দিয়া অধিক মঙ্গল ভোগ কৰোঁতে,
আৰু তুমি সিবিলাকৰ হাতত সোধাই দিয়া বৃহৎ
আৰু উৰ্ব্বৰা দেশত থাকোঁতে তোমাক সেৱা-
ভক্তি নকৰিলে, আৰু আপোনাবিলাকৰ নানা
৩৬ দুষ্টতা ত্যাগ নকৰিলে। দেখা, বৰ্ত্তমানে আমি
বন্দী, ফল আৰু উত্তম বস্তু ভোগ কৰিবলৈ
আমাৰ ওপৰপিতৃবিলাকক যি দেশ দিছিলা,
৩৭ দেখা, আমি সেই দেশতেই বন্দী। তুমি আমাৰ
পাপৰ কাৰণে আমাৰ ওপৰত নিযুক্ত কৰা
ৰজাবিলাকলৈ সেই দেশে বহু শস্য উৎপন্ন কৰে ;
আৰু সিবিলাকে আমাৰ শৰীৰৰ ওপৰত, আৰু
আমাৰ পশুবোৰৰ ওপৰত ইচ্ছামতে ক্ষমতা
৩৮ চলায়, আৰু আমি বড় দুঃখত আছোঁ। এই
সকলো হোৱাতো আমি এটা বিশ্বসনীয় নিয়ম
কৰি লিখিম, আৰু তাত আমাৰ অধ্যক্ষবিলাকৰ,
লেবীয়া লোকবিলাকৰ, আৰু পুৰোহিতবিলাকৰ
মোহৰ থাকিব।

১০ যিবিলাকৰ মোহৰ আছিল, সিবিলাক
এই। হখলিয়াৰ পুত্ৰ নহিমিয়া তিৰ্চাতা,
২ চিদিকিয়া, চৰায়া, অজৰিয়া, যিৰিমিয়া, পচহুৰ,
৪ অমৰিয়া, মল্কিয়া, হত্তূচ, চবনিয়া, মল্লূক,
৫ হাৰীম, মৰেমোৎ, ওবদিয়া, দানিয়েল, গিন্ন-
৭ থোন, বাৰুক, মচুল্লম, অবিয়া, মিয়ামীন,
৮ মাজিয়া, বিল্‌গয়, আৰু চময়া, এইবিলাক
৯ পুৰোহিত ; লেবীয়া লোক, অজনিয়াৰ পুত্ৰ
যেচূৱা, হেনাদদৰ সন্তান বিন্নূই, কদ্মীয়েল,
১০ আৰু সিবিলাকৰ ভাই চবনিয়া, হোদিয়া,
১১ কলীটা, পলায়া, হানন, মীখা, ৰহোব, হচবিয়া,

১২ জকুৰ্, হচেৰেবিয়া, চবনিয়া, হোদিয়া, বানী,
১৩ বনীনু; আৰু প্ৰজাবিলাকৰ মাজৰ মুখ মানুহ
পৰিয়োচ, পহৎ-মোৱাব, এলম, জত্তু, বানী,
১৫ বুন্নী, অজ্‌গদ, বেবয়, অদোনিয়া, বিগ্‌বয়,
১৮ আদীন, আটেৰ, হিষ্কিয়া, অজ্জুৰ, হোদিয়া,
১৯ হাচুম, বেচয়, হাৰীফ, অনাথোৎ, নোবয়,
২০ মগ্‌পীয়চ, মচুল্লম, হেজীৰ, মচেজবেল, চাদোক,
২২ যদ্দুৱা, পলটিয়া, হানন, অনায়া, হোচেয়া,
২৪ হনানিয়া, হচ্চুব, হল্লোহেচ, পিল্‌হা, চোবেক,
২৫ ৰহুম, হচবনা, মাচেয়া, অহিয়া, হানন, আনন,
২৮ মল্লুক, হাৰীম, আৰু বানা। পাছে প্ৰজাবিলাকৰ
অৱশিষ্ট ভাগ, পুৰোহিত, লেবীয়া, দুৱৰী,
গায়ক, আৰু নথনীয়াবিলাক আদি কৰি
যিমান মানুহে নানা দেশীয় জাতিবিলাকৰ
পৰা আপোনাবিলাকক পৃথক কৰি ঈশ্বৰৰ
ব্যৱস্থাৰ ফলীয়া হল, সিবিলাক, সিবিলাকৰ
তিৰুতাবিলাক, ল'ৰা ছোৱালীবিলাক, অৰ্থাৎ
জ্ঞান আৰু সদ্‌বিবেচনা থকা সকলো মানুহে
২৯ আপোনাবিলাকৰ ভাই প্ৰধান লোকবিলাকত
আসক্ত হল, আৰু শাও ও শপতেৰে এই প্ৰতিজ্ঞা
কৰিলে, যে, ঈশ্বৰৰ দাস মোচিয়ে দিয়া ঈশ্বৰৰ
ব্যৱস্থা অনুসাৰে আমি আচৰণ কৰিম, আৰু
আমাৰ প্ৰভু যিহোৱাৰ আটাই আজ্ঞা, তেওঁৰ
শাসনপ্ৰণালী, আৰু বিধিবিলাক পালন কৰি
৩০ সেই মতে কাৰ্য্য কৰিম; আৰু দেশীয় মানুহ-
বিলাকৰ লগত আমাৰ জীয়াৰীবিলাক বিয়া
নিদিম, আৰু আমাৰ পোঁহতলৈ সিইঁতৰ
৩১ জীয়াৰীবিলাক নানিম; আৰু দেশীয় মানুহ-
বিলাকে বিশ্ৰামবাৰে কোনো দ্ৰব্য নাইবা খোৱা
বস্তু বেচিবলৈ আনিলে, আমি বিশ্ৰামবাৰে,
বা আন পবিত্ৰ দিনত সিইঁতৰ পৰা তাক
নিকিনিম, আৰু সপ্তম বছৰত ক্ষেতি এৰি দিম,
৩২ আৰু ধাৰ আদায় নকৰিম। আৰু আমাৰ ঈশ্বৰ
যিহোৱাৰ গৃহৰ কাৰ্য্যৰ অৰ্থে, অৰ্থাৎ দৰ্শন-
৩৩ পিঠা, নিত্য ভক্ষ্য নৈবেদ্য, নিত্য হোমবলি,
আৰু বিশ্ৰামবাৰৰ, ন জোনৰ, আৰু পৰ্ব্ববোৰৰ
বলি, পবিত্ৰ বস্তু, আৰু ইস্ৰায়েলক প্ৰায়-
শ্চিত্ত কৰিবৰ অৰ্থে পাপাৰ্থক বলি দিয়া আদি
আমাৰ ঈশ্বৰৰ গৃহৰ সকলো কাৰ্য্যৰ নিমিত্তে
বছৰে বছৰে এক এক চেকলৰ তিনি ভাগৰ
একভাগ দাম দিয়াৰ ভাৰ আমাৰ ওপৰত লবলৈ
৩৪ আমি নিয়ম কৰিলোঁ। আৰু খৰি যোগোৱাৰ
বিষয়ে, অৰ্থাৎ ব্যৱস্থাত লিখাৰ দৰে, আমাৰ
ঈশ্বৰ যিহোৱাৰ যজ্ঞবেদিৰ ওপৰত জ্বলাবৰ
নিমিত্তে, আমাৰ পিতৃবংশ অনুসাৰে বছৰে বছৰে
নিৰূপণ কৰা কালত আমাৰ ঈশ্বৰৰ গৃহলৈ
খৰি অনা কথাত আমি পুৰোহিত, লেবীয়া,
৩৫ আৰু প্ৰজাবিলাকে চিঠি খেলালোঁ। আৰু
আমাৰ মাটিত উৎপন্ন হোৱা শস্যৰ আগ ভাগ
আৰু সকলো প্ৰকাৰ বৃক্ষৰ গুটিৰ আগ ভাগ
বছৰে বছৰে যিহোৱাৰ গৃহলৈ আনিবলৈ,
৩৬ আৰু ব্যৱস্থাত লিখাৰ দৰে, আমাৰ প্ৰথমে জন্মা
পুত্ৰ, আৰু প্ৰথমে জগা পশু, আমাৰ গৰু, মেৰ,
আৰু ছাগলীৰ জাকবিলাকৰ প্ৰথমে জগা-
বিলাক ঈশ্বৰৰ গৃহলৈ, আমাৰ ঈশ্বৰৰ গৃহৰ
পৰিচৰ্য্যা কৰোঁতা পুৰোহিতবিলাকৰ ওচৰলৈ
৩৭ আনিবলৈ, আৰু আমাৰ খৰচিয়া আটাগুৰিৰ
আগ ভাগ, উত্তোলনীয় উপহাৰ, আৰু আটাই
বিধ গছৰ গুটী, দ্ৰাক্ষাৰস, তেল, এইবোৰ
আমাৰ ঈশ্বৰৰ গৃহৰ কোঁঠালিলৈ পুৰোহিত-
বিলাকৰ ওচৰলৈ আনিবলৈ, আৰু আমাৰ
মাটিত উৎপন্ন হোৱা শস্যৰ দশম ভাগ লেবীয়া-
বিলাকৰ ওচৰলৈ (কিয়নো আমাৰ ক্ষেতি থকা
সকলো নগৰত লেবীয়াবিলাকেই দশম ভাগ
আদায় কৰে;) আনিবলৈ আমি নিয়ম কৰিলোঁ।
৩৮ আৰু লেবীয়াবিলাকে দশম ভাগ আদায় কৰা
কালত হাৰোণৰ সন্তান কোনো এজন পুৰোহিত
লেবীয়াবিলাকৰ লগত থাকিব; আৰু লেবীয়া-
বিলাকে দশম ভাগৰ দশম ভাগ আমাৰ ঈশ্বৰৰ
গৃহলৈ ভঁড়ালৰ কোঁঠালিবোৰলৈ আনিব।
৩৯ কিয়নো য'ত পবিত্ৰস্থানৰ বস্তুবোৰ, পৰিচৰ্য্যা
কৰোঁতা পুৰোহিতবিলাক, আৰু দুৱৰী ও গায়ক-
বিলাক থাকে, সেই কোঁঠালিবোৰলৈহে
ইস্ৰায়েলৰ সন্তানবিলাকে আৰু লেবীৰ সন্তান-
বিলাকে শস্যৰ, দ্ৰাক্ষাৰসৰ, আৰু তেলৰ
উত্তোলনীয় উপহাৰ আনিব; আৰু আমাৰ
ঈশ্বৰৰ গৃহ আমি ত্যাগ নকৰিম।

যিৰূচালেম আদি নগৰনিবাসী যিহূদীবিলাকৰ
তালিকা।

১১ আৰু লোকবিলাকৰ অধ্যক্ষবিলাকে যিৰূ-
চালেমত বাস কৰিলে; কিন্তু অৱশিষ্ট লোক-
বিলাকে, পবিত্ৰ নগৰ যিৰূচালেমত বাস কৰিব-
লৈ দহ জনৰ মাজৰ এজনক ভাত ধৰৰ নিমিত্তে,
আৰু আন ন জনক আন আন নগৰত থাকি-
২ বলৈ দিবৰ নিমিত্তে চিঠি খেলালে। আৰু
যি মানুহবিলাকে আপোন ইচ্ছাৰে যিৰূ-
চালেমত বাস কৰিবলৈ গলাল, সিবিলাকক
৩ লোকবিলাকে আশীৰ্ব্বাদ কৰিলে। প্ৰদেশৰ
যি যি প্ৰধান মানুহবিলাকে যিৰূচালেমত
বাস কৰিলে, সিবিলাক এই; কিন্তু যিহূদাৰ
নানা নগৰত লোকবিলাকে, অৰ্থাৎ ইস্ৰায়েল,
পুৰোহিতবিলাক, লেবীয়াবিলাক, নথনীয়া-
বিলাক, আৰু চলোমনৰ দাসবিলাকৰ সন্তান-
বিলাকে প্ৰত্যেকজনে আপোন আপোন আধিপত্যৰ
৪ নগৰত বাস কৰিলে। আৰু যিহূদাৰ সন্তা-

বিলাকর মাজর, আরু বিন্যামীনর সন্তানবিলাকর
মাজর কেতুবিলাক লোকে যিরূচালেমত বাস
করিলে। যিহূদার সন্তানবিলাকর মাজত উজ্জি-
য়ার পুত্র অথায়া, সেই উজ্জিয়া জখরিয়ার পুত্র,
জখরিয়া অমরিয়ার পুত্র, অমরিয়া চফটিয়ার
পুত্র, চফটিয়া মহললেলর পুত্র, তেওঁ পেরচর
৫ সন্তানবিলাকর মাজর এজন; আরু বারুকর
পুত্র মাচেয়া, সেই বারুক কল্-হোজির পুত্র,
কল্-হোজি হজায়ার পুত্র, হজায়া অদায়ার পুত্র,
অদায়া যোয়ারীবর পুত্র, যোয়ারীব জখরিয়ার
৬ পুত্র, জখরিয়া এজন চীলোনীয়ার পুত্র; যিরূ-
চালেমনিবাসী পেরচর সন্তান সর্ব্বমোট চারি
৭ শ আঁঠষষ্টি জন বীরপুরুষ আছিল। আরু
বিন্যামীনর সন্তানবিলাক এই; মচুল্লমর পুত্র
চল্লু, সেই মচুল্লম যোয়েদর পুত্র, যোয়েদ
পদায়ার পুত্র, পদায়া কোলায়ার পুত্র, কোলায়া
মাচেয়ার পুত্র, মাচেয়া ঈথীয়েলর পুত্র, ঈথী-
৮ য়েল যিচয়ার পুত্র; তেওঁর পাছত গব্বয়, চল্লয়
৯ ন শ আঁঠাইশ জন লোক; আরু জিখ্রীর পুত্র
যোয়েল সিবিলাকর অধ্যক্ষ আছিল; আরু
হচনূয়ার পুত্র যিহূদা, নগরর ওপরত দ্বিতীয়
১০ অধ্যক্ষ আছিল। পুরোহিতবিলাকর মাজত এই
এই লোক; যোয়ারীবর পুত্র যিদয়া, যাখীন;
১১ আরু হিল্কিয়ার পুত্র ঈশ্বরর গৃহর অধ্যক্ষ
চরায়া, সেই হিল্কিয়া মচুল্লমর পুত্র, মচুল্লম
চাদোকর পুত্র, চাদোক মরায়োতর পুত্র,
১২ মরায়োৎ অহীটূবর পুত্র; আরু ঈশ্বরর
গৃহর পরিচর্য্যা কর্ত্তাবিলাকর ভাই আঁঠ
শ বাইশ জন; আরু যিহোরামর পুত্র অদায়া,
সেই যিহোরাম পললিয়ার পুত্র, পললিয়া
অমচীর পুত্র, অমচী জখরিয়ার পুত্র, জখরিয়া
পচ্হূরর পুত্র, পচ্হূর মল্কিয়ার পুত্র;
১৩ আরু পিতৃবংশর মূল মানুহ তেওঁর ভাই দুশ
বিয়াল্লিশ জন; আরু ইম্মেরর বৃদ্ধ পরিনাতি
মচিল্লেমোতর পরিনাতি অহজয়র নাতি
১৪ অজরেলর পুত্র অমচচয়, আরু সিবিলাকর
ভাই বীরপুরুষ এশ আঁঠাইশ জন; আরু
সিবিলাকর অধ্যক্ষ হগ্গদোলীমর পুত্র জব্দী-
১৫ য়েল। আরু লেবীয়াবিলাকর মাজত বুন্নীর বৃদ্ধ
পরিনাতি হচবিয়ার পরিনাতি অজ্রীকামর নাতি
১৬ হচ্চূবর পুত্র চময়া; আরু লেবীয়াবিলাকর মূল
মানুহর মাজত ঈশ্বরর গৃহর বাহির কামর
১৭ অধ্যক্ষ চব্বথয় আরু যোজাবদ; আরু আচফর
বংশর জব্দীর নাতি মীখার পুত্র মত্তনিয়া,
তেওঁ প্রার্থনাত ধন্যবাদ করিবলৈ আরম্ভ কর্ত্তা
প্রধান, আরু তেওঁর ভাইবিলাকর মাজত বক্-
বুকিয়া দ্বিতীয়; আরু যিদূথূনর পরিনাতি
১৮ গালালর নাতি চম্মূয়ার পুত্র অব্দা। পবিত্র
নগরত থকা লেবীয়াবিলাক সর্ব্বমোট দুশ
১৯ চৌরাশী জন আছিল। আরু দুৱরীবিলাক,
অর্থাৎ অক্কুব, টল্মোন, আরু দুৱারবোরর
পহরীয়া সিবিলাকর ভাই এশ বাসত্তর জন
২০ আছিল। আরু ইস্রায়েলর পুরোহিত ও লেবীয়া-
বিলাকর অবশিষ্ট থকা লোকবিলাক যিহূদার
সকলো নগরত আপোন আপোন আধিপত্যত
২১ থাকিছিল। কিন্তু নথীনীয়াবিলাকে ওফেলত বাস
করিছিল; আরু চীহা ও গিস্পা নথীনীয়াবিলাকর
২২ অধ্যক্ষ আছিল। আরু আচফর বংশর গায়ক-
বিলাকর মাজত মীখার বৃদ্ধ পরিনাতি মত্তনিয়ার
পরিনাতি হচবিয়ার নাতি বানীর পুত্র উজ্জী
ঈশ্বরর গৃহর কার্য্যর বিষয়ে যিরূচালেমত থকা
২৩ লেবীয়াবিলাকর অধ্যক্ষ আছিল। কিয়নো
সিবিলাকর বিষয়ে রজার আজ্ঞা আছিল, আরু
গায়কবিলাকক প্রতিদিনর খোরাকি দিয়া যায়।
২৪ আরু যিহূদার পুত্র জেরহর বংশর মচেজবেলর
পুত্র পথহিয়া লোকবিলাকর সকলো কামর
২৫ কথাত রজার সোঁ হাতর লোক আছিল। গাঁও
আরু সেইবোরর পথারর বিষয়ে কবলৈ গলে,
যিহূদার সন্তানবিলাকর মাজর কেতুবিলাকে
কিরিয়ৎ-অর্ব্ব আরু তার উপনগরবোরত, দীবোন
আরু তার উপনগরবোরত, যিকব্চেল আরু
২৬ তার গাঁওবোরত, যেচূয়াত, মোলাদাত, বৈৎ-
২৭ পেলটত, হচর-চূয়ালত, বের-চেবা আরু তার
২৮ উপনগরবোরত, চিক্লগত, মকোনা আরু তার
২৯ উপনগরবোরত, অয়িন-রিম্মোনত, যর্মূতত,
৩০ জানোহত, অদুল্লমত, আরু সেইবোরর গাঁও-
বোরত, পথারে সৈতে লাখীচত, অজেকা আরু
তার উপনগরবোরত বাস করিছিল। এই রূপে
সিবিলাকে বের-চেবার পরা হিন্নোমর উপত্যকা-
৩১ লৈকে তাম্বু তরি বাস করিছিল। আরু বিন্যা-
মীনর সন্তানবিলাকে গেবার পরা আরম্ভ
করি মিক্মচত, অয়াত, বৈৎ-এল আরু তার
৩২ উপনগরবোরত, অনাথোতত, নোবত, অনানিয়াত,
৩৩ হাচোরত, রামাত, গিত্তয়িমত, হাদীদত, চবোয়ী-
৩৪ মত, নবল্লাটত, লোদত, ওনোত, আরু শিল্পকর্ম্ম
কর্ত্তাবিলাকর উপত্যকাত বাস করিছিল।
৩৬ আরু লেবীয়াবিলাকর মাজর যিহূদার সম্পর্কীয়
মান্য পালর কেতুবিলাক লোকে বিন্যামীনর
লগ ললে।

জরুব্বাবিলর লগত অহাবিলাকর তালিকা।
গড় প্রতিষ্ঠা করা।

১২ চল্টীয়েলর পুত্র জরুব্বাবিলর, আরু
যেচূয়ার লগত অহা পুরোহিত আরু লেবীয়া-
২ বিলাক এই। চরায়া, যিরিমিয়া, ইজ্রা, অমরিয়া,
৩ মল্লূক, হটূচ, চখনিয়া, রহূম, মরেমোৎ, ইদ্দো,

৫ মিয়োমীন, অবিয়া, মিয়ামীন, মাদিয়া, বিল্‌গা;
৬ চময়িয়া, যোয়ারীব, যিদয়া, চল্লু, আমোক,
হিল্কিয়া, আরু যিদয়া ; ইবিলাক যেচূৱাৰ
দিনত পুৰোহিতবিলাকৰ আৰু সিবিলাকৰ
৮ ভাইবিলাকৰ মাজৰ মূল মানুহ আছিল। আৰু
লেবীয়াবিলাক ; যেচূৱা, বিন্নূই, কদ্‌মীয়েল,
চেৰেবিয়া, যিহূদা, আৰু মত্তনিয়া ; এই মত্তনিয়া
আৰু তেওঁৰ ভাইবিলাক ধন্যবাদ দিওঁতাবিলাকৰ
৯ অধ্যক্ষ আছিল ; আৰু সিবিলাকৰ ভাই বক্‌বুকিয়া
আৰু উন্নো সিবিলাকৰ সম্মুখত প্ৰহৰীকৰ্ম্ম
১০ কৰিছিল। আৰু যেচূৱাৰ ঔৰসত যোয়াকীম,
যোয়াকীমৰ ঔৰসত ইলিয়াচীব, ইলিয়াচীবৰ
১১ ঔৰসত যোয়াদা, যোয়াদাৰ ঔৰসত যোনাথন,
আৰু যোনাথনৰ ঔৰসত যদ্দূৱা জন্ম হল।
১২ সেই যোয়াকীমৰ দিনত পিতৃবংশৰ মূল মানুহ
পুৰোহিত এইবিলাক আছিল ; চৰায়াৰ বংশৰ
১৩ মৰায়া, যিৰিমিয়াৰ বংশৰ হনমিয়া, ইজ্ৰাৰ
বংশৰ মচুল্লম, অমৰিয়াৰ বংশৰ যিহোহানন,
১৪ মাল্লূকীৰ বংশৰ যোনাথন, চবনিয়াৰ বংশৰ
১৫ যোচেফ, হাৰীমৰ বংশৰ অদ্‌না, মৰায়োতৰ বংশৰ
১৬ হিল্কয়, ইদ্দোৰ বংশৰ জখৰিয়া, গিন্নথোনৰ
১৭ বংশৰ মচুল্লম, অবিয়াৰ বংশৰ জিখ্ৰী, মিন্যামীনৰ
বংশৰ এজন, মোৱদিয়াৰ বংশৰ পিল্টয়,
১৮ বিল্‌গাৰ বংশৰ চম্মূৱা, চময়িয়াৰ বংশৰ
১৯ যিহোনাথন, যোয়াৰীবৰ বংশৰ মত্তনয়, যিদয়াৰ
২০ বংশৰ উজ্জী, চল্লয়ৰ বংশৰ কল্লয়, আমোকৰ
২১ বংশৰ এবৰ, হিল্কিয়াৰ বংশৰ হচবিয়া, যিদয়াৰ
২২ বংশৰ নথনেল। ইলিয়াচীব, যোয়াদা, যোহানন,
আৰু যদ্দূৱাৰ কালত লেবীয়াবিলাকৰ মাজৰ
পিতৃবংশৰ মূল মানুহবিলাকৰ, আৰু পাৰসীক
দাৰিয়াবচৰ ৰাজত্বৰ কালত পুৰোহিতবিলাকৰ
২৩ নাম বংশাৱলিত লিখা হল। লেবীৰ সন্তান
পিতৃবংশৰ মূল মানুহবিলাকৰ নাম বংশাৱলি-
পুস্তকত ইলিয়াচীবৰ পুত্ৰ যোহাননৰ দিন-
২৪ লৈকে লিখা আছিল। লেবীয়াবিলাকৰ মূল
মানুহ হচবিয়া, চেৰেবিয়া, কদ্‌মীয়েলৰ পুত্ৰ
যেচূৱা, আৰু সিবিলাকৰ আগত থকা ভাই-
বিলাকক ঈশ্বৰৰ লোক দায়ূদৰ আজ্ঞা অনুসাৰে
দলে দলে সম্মুখাসম্মুখি হৈ প্ৰশংসা
আৰু স্তুতিগান কৰিবলৈ নিযুক্ত কৰা
২৫ হল। মত্তনিয়া, বক্‌বুকিয়া, ওবদিয়া, মচুল্লম,
টল্‌মোন, আৰু অক্কূবে প্ৰহৰী হৈ দুৱাৰৰ
ওচৰত থকা ভঁড়ালবোৰৰ প্ৰহৰীকৰ্ম্ম কৰে।
২৬ ইবিলাক যোচাদকৰ নাতি যেচূৱাৰ পুত্ৰ
যোয়াকীমৰ দিনত, আৰু দেশৰ অধ্যক্ষ নহি-
মিয়াৰ আৰু অধ্যাপক ইজ্ৰা পুৰোহিতৰ
কালত আছিল।
২৭ পাছে, যিৰূচালেমৰ গড় প্ৰতিষ্ঠা কৰিব লগা
সময়ত, আনন্দ, ধন্যবাদ, আৰু গানেৰে, আৰু
তাল, নেবল, ও বীণাৰে প্ৰতিষ্ঠাৰ উৎসৱ পালন
কৰিবলৈ, লেবীয়াবিলাকক সিবিলাকৰ আটাই
ঠাইৰ পৰা যিৰূচালেমলৈ বিচাৰি অনা হল।
২৮ আৰু গায়কবিলাকে যিৰূচালেমৰ চাৰিওফালৰ
২৯ অঞ্চলৰ, নটোফাতীয়াবিলাকৰ গাঁওবোৰৰ, আৰু
বৈৎ-গিল্‌গলৰ পৰা, আৰু গেবা ও অজ্‌মা-
বতৰ পথাৰৰ পৰা আহি গোট খালে ;
কিয়নো গায়কবিলাকে যিৰূচালেমৰ চাৰিওফালে
আপোনাবিলাকৰ নিমিত্তে গাঁও পাতিছিল।
৩০ আৰু পুৰোহিত ও লেবীয়াবিলাকে আপোনা-
বিলাকক শুচি কৰিলে ; আৰু সিবিলাকে লোক-
বিলাকক, দুৱাৰবোৰ, আৰু গড় শুচি কৰিলে।
৩১ পাছে মই যিহূদাৰ অধ্যক্ষবিলাকক গড়ৰ
ওপৰলৈ আনিলোঁ, আৰু ধন্যবাদ দি দি
আড়ম্বৰেৰে যাবলৈ দুটা মহাদল নিৰূপণ
কৰিলোঁ ; আৰু এদল গড়ৰ ওপৰে ওপৰে সোঁফালে
৩২ গোবৰ দুৱাৰৰ ফালে গল। সিবিলাকৰ পাছে
পাছে হোচয়া, আৰু যিহূদাৰ অধ্যক্ষবিলাকৰ
৩৩ আধা ভাগ, আৰু অজৰিয়া, ইজ্ৰা, মচুল্লম, যিহূদা,
৩৪ বিন্যামীন, চময়িয়া, আৰু যিৰিমিয়া গল ; আৰু
৩৫ তূৰীয়ে সৈতে পুৰোহিতৰ সন্তানবিলাকৰ মাজৰ
কেতবিলাক লোক, আৰু আচফৰ বংশৰ জক্কূৰৰ
বৃদ্ধ পৰিনাতি মীখায়াৰ পৰিনাতি মত্তনিয়াৰ
নাতি চময়িয়াৰ পুত্ৰ যি যোনাথন, তেওঁৰ
৩৬ পুত্ৰ জখৰিয়া, আৰু তেওঁৰ ভাই চময়িয়া,
অজৰেল, মিললয়, গিললয়, মায়য়, নথনেল,
যিহূদা, আৰু হনানী, ইবিলাকে ঈশ্বৰৰ লোক
দায়ূদে নিৰূপণ কৰা নানা বাদ্যযন্ত্ৰ হাতত লৈ
চলিল, আৰু ইজ্ৰা অধ্যাপক সিবিলাকৰ আগে
৩৭ আগে চলিল। আৰু সিবিলাকে জুমুক দুৱাৰ
পাই মুখৰ পোনে পোনে গৈ, দায়ূদৰ নগৰৰ
খটখটিয়েদি উঠি, গড় উঠি যোৱা ঠাইৰ ওচৰেদি
দায়ূদৰ গৃহ পাৰ হৈ জল দুৱাৰলৈকে পূবফালে
৩৮ গল। আৰু ধন্যবাদ দি দি যোৱা দ্বিতীয় দলে
সিদলৰ লগ লবলৈ গল ; আৰু মই লোকবিলাকৰ
আন আধা ভাগ লগত লৈ সিবিলাকৰ পাছে
পাছে গলোঁ ; সিবিলাকে গড়ৰ ওপৰে ওপৰে
তুন্দুৰৰ কোঁঠ পাৰ হৈ গড়ৰ বহল ভাগলৈকে,
৩৯ ইফ্ৰয়িমৰ দুৱাৰ পাৰ হৈ, পুৰণি দুৱাৰ, মৎস্য
দুৱাৰ, হননেলৰ কোঁঠ, আৰু হম্মেয়া কোঁঠেদি
মেৰ দুৱাৰলৈকে গল, আৰু প্ৰহৰীৰ দুৱাৰত
৪০ ৰল। এই ৰূপে, ধন্যবাদ দি দি যোৱা সেই
দুদল, মই আৰু মোৰ লগত অধ্যক্ষবিলাকৰ
৪১ আধা ভাগ, আৰু ইলিয়াকীম, মাচেয়া, মিন্যা-
মীন, মীখায়া, ইলিয়োঐনয়, জখৰিয়া, আৰু
৪২ হনানিয়া, তূৰী বোৱা এই পুৰোহিতবিলাক, আৰু
মাচেয়া, চময়া, ইলিয়াজৰ, উজ্জী, যিহোহানন,

হচিক্কীয়া, এলম, আৰু এজৰ আদি সকলোৱে
ঈশ্বৰৰ গৃহৰ সন্মুখত থিয় হলোঁ। আৰু গায়ক-
বিলাকে সিবিলাকৰ অধ্যক্ষ যিজ্ৰহিয়াই সৈতে
৪৩ বৰ মাতেৰে গান কৰিলে। সেই দিনা লোক-
বিলাকে অনেক অনেক বলিদান কৰি আনন্দ
কৰিলে; কিয়নো ঈশ্বৰে সিবিলাকক মহা-
আনন্দেৰে আনন্দিত কৰিছিল; তিৰুতা আৰু
লৰা ছোৱালীবিলাকেও আনন্দ কৰিলে; এই
হেতুকে অনেক দূৰলৈকে যিৰূচালেমৰ আনন্দ-
ধ্বনি শুনা গল।
৪৪ আৰু সেই দিনা কোনো কোনো মানুহক,
পুৰোহিত আৰু লেবীয়াবিলাকৰ নিমিত্তে বিধি-
মতে নিৰূপণ কৰা অংশস্বৰূপে, নগৰৰ খেতি
চাই উত্তোলনীয় নৈবেদ্য, আগ ভাগ, আৰু
দশম ভাগ ভঁড়ালৰ কোঁঠালিবোৰলৈ গোটাই
আনিবৰ নিমিত্তে, সেই কোঁঠালিবোৰৰ ওপৰত
ভঁড়ালী নিযুক্ত কৰা হল; কিয়নো পৰিচৰ্য্যা
কৰা পুৰোহিত আৰু লেবীয়াবিলাকৰ নিমিত্তে
৪৫ যিহূদাৰ আনন্দ জন্মিছিল। আৰু সিবিলাকে
আপোনাবিলাকৰ ঈশ্বৰৰ পালনীয় পালন
কৰিলে, আৰু শুচি কৰিবৰ অৰ্থে যি কৰিব
লাগে, তাক কৰিলে, আৰু গায়ক ও দুৱৰী-
বিলাকেও দায়ূদৰ আৰু তেওঁৰ পুত্ৰ চলোমনৰ
আজ্ঞা অনুসাৰে আপোনাবিলাকৰ কাৰ্য্য
৪৬ কৰিলে। কিয়নো পূৰ্ব্বে দায়ূদৰ আৰু আচফৰ
কালত গায়কবিলাকৰ অধ্যক্ষবিলাক আছিল,
আৰু ঈশ্বৰৰ উদ্দেশে প্ৰশংসাৰ গান আৰু স্তুতি-
৪৭ গান কৰা হৈছিল। জৰুব্বাবিল আৰু নহিমিয়াৰ
কালত গোটেই ইস্ৰায়েলে প্ৰতিদিনৰ প্ৰয়োজন
অনুসাৰে গায়ক আৰু দুৱৰীবিলাকৰ ভাগ
দিছিল; আৰু সিবিলাকে লেবীয়াবিলাকৰ
নিমিত্তে বস্তু পবিত্ৰ কৰিছিল; আকৌ লেবীয়া-
বিলাকে হাৰোণৰ সন্তানবিলাকৰ নিমিত্তে বস্তু
পবিত্ৰ কৰিছিল।

যিহূদীবিলাকৰ নানা দোষ সংশোধন।

১৩ সেই দিনা, লোকবিলাকে শুনাকৈ মোচিৰ
পুস্তক পাঠ কৰোঁতে, তাৰ মাজত লিখা
এই কথা পোৱা গল, যে, অম্মোনীয়া বা
মোৱাবীয়া লোকে কেতিয়াও ঈশ্বৰৰ সমাজত
২ সোমাব নোৱাৰিব; কিয়নো সিহঁতে অন্ন জল
লৈ ইস্ৰায়েলৰ সন্তানবিলাকক সৈতে সাক্ষাৎ
নহল, বৰং সিবিলাকক শাও দিবলৈ সিবিলা-
কৰ বিৰুদ্ধে বিলিয়মক ধন দিলে; কিন্তু আমাৰ
ঈশ্বৰে সেই শাওক আশীৰ্ব্বাদত পৰিণত কৰিলে।
৩ তেতিয়া সিবিলাকে এই ব্যৱস্থা শুনামাত্ৰকে
ইস্ৰায়েলৰ পৰা আটাই মিশ্ৰিত লোকবিলাকক
পৃথক কৰিলে।
৪ ইয়াৰ আগেয়ে আমাৰ ঈশ্বৰৰ গৃহৰ কোঁঠা-
লিৰ ওপৰত নিযুক্ত হোৱা ইলিয়াচীব পুৰো-
৫ হিত টোবিয়াৰ মিত্ৰ হোৱাত, তেওঁৰ নিমিত্তে
এটা ডাঙৰ কোঁঠালি তেওঁ যুগুত কৰিছিল।
আগেয়ে লোকবিলাকে সেই কোঁঠালিত ভক্ষ্য
নৈবেদ্যৰ বস্তু, কুন্দুৰু, পাত্ৰ, আৰু আজ্ঞামতে
লেবীয়া, গায়ক, আৰু দুৱৰীবিলাকক দিব লগা
শস্যৰ, দ্ৰাক্ষাৰসৰ, আৰু তেলৰ দশম ভাগ, আৰু
পুৰোহিতবিলাকে পাব লগা উত্তোলনীয় উপ-
৬ হাৰবোৰ ৰাখিছিল। কিন্তু এই সকলো ঘটনাৰ
সময়ত মই যিৰূচালেমত নাছিলোঁ; কিয়নো
বাবিলৰ অৰ্তক্ষত্ৰ ৰজাৰ ৰাজত্বৰ বত্ৰিশ বছৰৰ
বছৰি মই ৰজাৰ ওচৰলৈ গৈছিলোঁ। পাছে কিছু
৭ দিনৰ মূৰত মই ৰজাৰ পৰা ছুটি লৈ যিৰূচালেম-
লৈ আহি, ইলিয়াচীবে টোবিয়ালৈ ঈশ্বৰৰ
গৃহৰ চোতালত কোঁঠালি যুগুত কৰি টোবিয়াৰ
ভালৰ অৰ্থে যি কুকৰ্ম্ম কৰিলে, তাক জানিব-
৮ লৈ পালোঁ। তাতে মই অতিশয় বেজাৰ পাই সেই
কোঁঠালিৰ পৰা টোবিয়াৰ ঘৰৰ আটাই বস্তু
৯ উলিয়াই পেলালোঁ। আৰু মই আজ্ঞা দি
কোঁঠালিবোৰ শুচি কৰালোঁ, আৰু সেই ঠাইলৈ
ঈশ্বৰৰ গৃহৰ পাত্ৰ, ভক্ষ্য নৈবেদ্যৰ বস্তুবোৰ,
১০ আৰু কুন্দুৰু পুনৰায় আনিলোঁ। পাছে মই
জানিবলৈ পালোঁ, যে, লেবীয়াবিলাকৰ অংশ
সিবিলাকক দিয়া নাছিল; এই কাৰণে কাম
কৰোঁতা লেবীয়া আৰু গায়কবিলাক পলাই
প্ৰতিজনে আপোন আপোন খেতিলৈ গুচি গল।
১১ তাতে মই অধ্যক্ষবিলাকে সৈতে বিবাদ কৰি
কলোঁ, ঈশ্বৰৰ গৃহ কিয় এৰা পৰিল? পাছে মই
সিবিলাকক গোটাই আনি প্ৰতিজনক আপোন
১২ আপোন পদত স্থাপন কৰিলোঁ। তেতিয়া সকলো
যিহূদী লোকে শস্যৰ, দ্ৰাক্ষাৰসৰ, আৰু তেলৰ
১৩ দশম ভাগ ভঁড়াললৈ আনিবলৈ ধৰিলে। আৰু
মই চেলিমিয়া পুৰোহিতক, চাদোক অধ্যাপকক,
লেবীয়াবিলাকৰ মাজত পদায়াক, আৰু সিবিলা-
কৰ অধীনে মত্তনিয়াৰ নাতি জকুৰৰ পুত্ৰ হাননক
ভঁড়ালী পাতিলোঁ; কিয়নো সিবিলাক বিশ্বাসী
বুলি গণিত হৈছিল; সিবিলাকৰ ভাইবিলাকক
১৪ ভাগ বাঁটি দিয়াই সিবিলাকৰ কাম। হে মোৰ
ঈশ্বৰ, এই বিষয়ে মোক সোঁৱৰণ কৰা, আৰু
মই আপোন ঈশ্বৰৰ গৃহৰ অৰ্থে, আৰু তাৰ
নিমিত্তে কৰিব লগা কাৰ্য্যৰ অৰ্থে মই কৰা মোৰ
উত্তম কাৰ্য্যবোৰ মচি নেপেলাবা।
১৫ সেই সময়ত মই যিহূদাৰ মাজত কেতবিলাক
মানুহক বিশ্ৰামবাৰে কুণ্ডত দ্ৰাক্ষাগুটী গচকা,
ভাওৰি আনা, গাধত বোজাই দিয়া, আৰু বিশ্ৰাম-
বাৰে দ্ৰাক্ষাৰস, দ্ৰাক্ষাগুটী, আৰু ডিমৰু গুটী
আদি সকলো বিধ বস্তু বোজা যিৰূচালেমলৈ

অনা দেখিলোঁ ; তাতে ময় সিইঁতৰ সেই খোৱা
বস্ত বেচা দিনা, সিইঁতৰ বিৰুদ্ধে সাক্ষ্য দিলোঁ।
১৬ আৰু কেতুবিলাক তূৰীয়া মানুহ যিৰূচালেমৰ
নগৰত বাস কৰিছিল ; সিইঁতে মাছ আদি
বেচিব লগীয়া বস্তবোৰ আনি বিশ্ৰামবাৰে
যিহুদাৰ সন্তানবিলাকৰ ওচৰত আৰু যিৰূচালেমৰ
১৭ মাজত বেচিছিল। তেতিয়া ময় যিহুদাৰ প্ৰধান
লোকবিলাকৰ লগত বিবাদ কৰি সিবিলাকক
কলোঁ, তোমালোকে যে বিশ্ৰামবাৰ অপবিত্ৰ
১৮ কৰা, এইটো নো কি কুকৰ্ম্ম কৰিছা? তোমা-
লোকৰ ওপৰপিতৃবিলাকে সেই মতে কৰাত,
আমাৰ ঈশ্বৰে জানো আমাৰ ওপৰত আৰু এই
নগৰৰ ওপৰত এইবোৰ দুৰ্দ্দশা নঘটালে?
তথাপি তোমালোকে বিশ্ৰামবাৰ অপবিত্ৰ কৰি,
ইস্ৰায়েলৰ ওপৰলৈ ক্ৰোধাগ্নি আৰু অধিককৈ
১৯ আনিব খুজিছা। পাছে ময় বিশ্ৰামবাৰৰ
আগেয়ে, আন্ধাৰৰ কাৰণে যিৰূচালেমৰ দুৱাৰ-
বোৰ নেদেখা হবলৈ ধৰা সময়ত দুৱাৰবোৰ
বন্ধ কৰিবলৈ, আৰু বিশ্ৰামবাৰ নেযায়মানে
দুৱাৰবোৰ নেমেলিবলৈ আজ্ঞা কৰিলোঁ ; আৰু
বিশ্ৰামবাৰে কোনো বোজা ভিতৰলৈ যেন
অনা নহয়, এই নিমিত্তে ময় মোৰ জনদিয়েক
২০ দাসক দুৱাৰৰ ওপৰত নিযুক্ত কৰিলোঁ। তাতে
বণিকবিলাক আৰু সকলো বিধ বস্ত বেচোঁতা-
বিলাক দুই এবাৰ যিৰূচালেমৰ বাহিৰতে ৰাতি
২১ থাকিল। তাতে ময় সিইঁতৰ বিৰুদ্ধে সাক্ষ্য দি
কলোঁ, তহঁতে কেলেই গড়ৰ আগত ৰাতি থাক?
যদি আকৌ এনে কৰ, তেতিয়া ময় তহঁতক ধৰিম ;
তেতিয়াৰে পৰা সিইঁত বিশ্ৰামবাৰে আৰু নাহিল।
২২ পাছে, বিশ্ৰামবাৰ পবিত্ৰ কৰিবৰ নিমিত্তে
লেবীয়াবিলাকে আপোনাবিলাকক শুচি কৰি
আহি দুৱাৰবোৰ ৰখিবলৈ ময় সিবিলাকক
আজ্ঞা কৰিলোঁ। হে মোৰ ঈশ্বৰ, এই বিষয়তো
মোক সোঁৱৰণ কৰা, আৰু তোমাৰ অধিক দয়া
অনুসাৰে মোলৈ কৃপা কৰা।
২৩ সেই সময়তো ময় দেখিবলৈ পালোঁ, যে,
যিহুদীবিলাকৰ মাজৰ কোনো কোনোৱে অচ্-
দোদীয়া, অম্মোনীয়া, আৰু মোৱাবীয়া তিৰুতা
২৪ বিয়া কৰিলে ; আৰু সিবিলাকৰ লৰাবিলাকে
আধা অচ্দোদীয়া ভাষা কয়, যিহুদী ভাষা কব
নেজানে ; কিন্তু আপোন আপোন জাতিৰ ভাষা
২৫ অনুসাৰে কথা কয়। তাতে ময় সিবিলাকৰ লগত
বিবাদ কৰি সিবিলাকক গৰিহণা দিলোঁ, আৰু
সিবিলাকৰ কেইজনমানক কোবাই সিবিলাকৰ
চুলি চিঙিলোঁ ; আৰু তোমালোকে সিইঁতৰ
পুতেকবিলাকৰ লগত তোমালোকৰ জীয়াৰী-
বিলাক বিয়া নিদিবা, আৰু তোমালোকৰ
পুতেকৰ হৈতলৈ, নাইবা আপোনাবিলাকলৈ
সিইঁতৰ জীয়াৰীবিলাক নানিবা, এই বুলি কৈ
ঈশ্বৰৰ নামেৰে সিবিলাকক শপথ কৰালোঁ।
২৬ ইস্ৰায়েলৰ ৰজা চলোমনে এনে কাৰ্য্য কৰি
জানো পাপ কৰা নাছিল? তথাপি অনেক
জাতিবিলাকৰ মাজত তেওঁৰ নিচিনা কোনো
ৰজা নাছিল ; তেওঁ আপোন ঈশ্বৰৰ প্ৰিয়পাত্ৰ
আছিল ; আৰু ঈশ্বৰে তেওঁক গোটেই ইস্ৰায়েলৰ
ওপৰত ৰজা পাতিছিল, তথাপি পৰজাতীয়
২৭ তিৰুতাবিলাকে তেওঁকো পাপ কৰালে? তেন্তে
পৰজাতীয় ছোৱালীবিলাক বিয়া কৰাৰ দ্বাৰায়
আমাৰ ঈশ্বৰৰ আগত সত্যলঙ্ঘন কৰিবৰ
নিমিত্তে এই মহাপাপ কৰিবলৈ আমি জানো
২৮ তোমালোকৰ কথা শুনিম? ইলিয়াচীব প্ৰধান
পুৰোহিতৰ নাতি যোয়াদাৰ কোনো এজন পুতেক
হোৰোণীয়া চন্‌বল্লটৰ জোঁৱায়েক আছিল ; এই
কাৰণে মোৰ ওচৰৰ পৰা ময় তাক খেদি দিলোঁ।
২৯ হে মোৰ ঈশ্বৰ, সিবিলাকক সোঁৱৰণ কৰা ;
কিয়নো সিবিলাকে পুৰোহিতপদ, আৰু পুৰো-
হিতপদৰ ও লেবীয়াবিলাকৰ নিয়মটী অশুচি
৩০ কৰিলে। এই ৰূপে ময় পৰজাতীয়বিলাকৰ পৰা
সিবিলাকক শুচি কৰিলোঁ, আৰু প্ৰতিজনৰ কাৰ্য্য
অনুসাৰে পুৰোহিত ও লেবীয়াবিলাকৰ কৰিব
৩১ লগীয়া কৰ্ম্ম স্থিৰ কৰিলোঁ ; আৰু নিৰূপিত
সময়ত খৰি আৰু আগ ভাগ আনিবলৈ মানুহ
নিযুক্ত কৰিলোঁ। হে মোৰ ঈশ্বৰ, মঙ্গলৰ অৰ্থে
মোক সোঁৱৰণ কৰা।

# ইষ্টেরর বিবরণ।

রজার মাতোজ। বষ্টীর
রাণীপদ গুচুউরা।

১ যি অহচ্‌বেরোচ রজাই সিন্ধু দেশর পরা
কুচ দেশলৈকে এশ সাতাইশ প্রদেশর
ওপরত রাজত্ব করিছিল, সেই অহচ্‌বেরোচর
২ রাজত্বর কালত এই ঘটনা হল। সেই কালত,
অহচ্‌বেরোচ রজাই চুচন রাজকোঁঠত আপোন
৩ রাজসিংহাসনত বহি, আপোন রাজত্বর তৃতীয়
বছরত আপোনার সকলো পাত্রমন্ত্রী আরু দাস-
বিলাকর নিমিত্তে ভোজ পাতিলে; আরু পারস্য
ও মাদিয়া দেশর পরাক্রমী লোকবিলাক, প্রধান-
বিলাক, আরু প্রদেশর অধ্যক্ষবিলাক তেওঁর
৪ আগত উপস্থিত হল। সেই কালত তেওঁ অনেক
দিন, অর্থাৎ এশ আশী দিনলৈকে আপোনার
প্রতাপান্বিত রাজ্যর ঐশ্বর্য্য, আরু উৎকৃষ্ট মাহা-
৫ ত্ম্যর গৌরব দেখুৱালে। সেইবোর দিন গলত,
রজাই চুচন রাজকোঁঠত উপস্থিত হোৱা বড় কি
সরু সকলো প্রজার নিমিত্তে রাজগৃহর বাগিচার
ভিতরর মুকলি ঠাইত সাত দিনলৈকে ভোজ
৬ দিলে। সেই ঠাইত বগা আরু নীল বরণীয়া
কপাহী চন্দ্রতাপ আছিল; সেয়ে মিহি শণ আরু
বেঙেনা বরণীয়া রচিরে মর্ম্মর শিলর খুঁটাত
লগোৱা রূপর আঙটিত বন্ধা আছিল; আরু
রঙা, বগা, গুণা, আরু কলা বরণীয়া শিল
পতা ঠাইত সোণর আরু রূপর আসনবোর
৭ আছিল। আরু সিবিলাকক সোণর পাত্রত
( সেই পাত্রবোর এটার পরা আনটো বেলেগ; )
পান করোৱা হৈছিল, আরু রজার দানশীলতা
অনুসারে অধিক রাজকীয় দ্রাক্ষারস দিয়া হল।
৮ তাক বিধিমতে পান করা হৈছিল, কোনেও
কাকো বল করিব নোৱারিছিল; কিয়নো যার
যেনে ইচ্ছা, সি সেই দরে তাক করিব পারে,
এনে আজ্ঞা রজাই আপোনার আটাইবিলাক
৯ ঘরগিরিক দিছিল। আরু বষ্টী রাণীয়েও অহচ্‌-
বেরোচর রাজগৃহত তিরুতা মানুহর নিমিত্তে
১০ ভোজ পাতিলে। পাছে, সপ্তম দিনা যেতিয়া
১১ রজা দ্রাক্ষারসেরে প্রফুল্লিত আছিল, তেতিয়া
রজাই প্রজাবিলাকক আরু অধ্যক্ষবিলাকক বষ্টী
রাণীর সৌন্দর্য্য দেখুৱাবর অর্থে, তেওঁক রাজ-
মুকুট পিন্ধাই আপোনার আগলৈ আনিবলৈ,
মহূমন, বিজ্‌থা, হর্বোনা, বিগ্‌থা, অবগ্‌থা,
জেথর, আরু কর্কচ নামেরে অহচ্‌বেরোচ রজার
আগত পরিচর্য্যা করোঁতা এই সাত জন নপুংসকক
আজ্ঞা করিলে; কিয়নো তেওঁ দেখিবলৈ বড়
১২ সুন্দরী আছিল। কিন্তু নপুংসকবিলাকর দ্বারায়
পঠোৱা রজার আজ্ঞাত বষ্টী রাণী আহিবলৈ
অসম্মত হল; তাতে রজার বড় ক্রোধ হল, আরু
১৩ তেওঁর অন্তরত ক্রোধাগ্নি জ্বলি উঠিল। তেতিয়া
রজাই কালর বিষয় জনা জ্ঞানীবিলাকক এই
কথা কলে, ( কিয়নো ব্যৱস্থা আরু রাজনীতি
১৪ জনা লোকলৈ রজাই সেই রূপে করে; আর
সেই সময়ত কর্চনা, চেথর, অদ্‌মাথা, তর্চীচ,
মেরচ, মর্চনা, আরু মমূকন, রজার মুখ দেখোঁতা
আরু রাজ্যর প্রথম শ্রেণীর আসনত বহোঁতা
পারস্য আরু মাদিয়া দেশর এই সাত জন প্রধান
১৫ লোক তেওঁর ওচরত আছিল।) বষ্টী রাণীয়ে
নপুংসকবিলাকর দ্বারায় পঠোৱা অহচ্‌বেরোচ
রজার আজ্ঞা নেমানিলে. এতেকে ব্যৱস্থা অনু-
১৬ সারে তেওঁক আমি কি করিম? তাতে মমূকনে
রজা আরু পাত্রমন্ত্রীবিলাকর আগত উত্তর দি
কলে, বষ্টী রাণীয়ে যে কেৱল মহারাজলৈ
অপরাধ করিলে, এনে নহয়; কিন্তু প্রধানবিলাক-
লৈ, আরু অহচ্‌বেরোচ রজার আটাই প্রদেশর
১৭ লোকবিলাকলৈকো করিলে। কিয়নো রাণীর এই
কার্য্যর কথা সকলো তিরুতার মাজত ওলাব;
তাতে, অহচ্‌বেরোচ রজাই বষ্টী রাণীক আপো-
নার ওচরলৈ আনিব দিলে, কিন্তু তেওঁ নাহিল,
এই সংবাদ শুনিলে, সিহঁতর দৃষ্টিত সিহঁতে
১৮ আপোন আপোন স্বামীক তুচ্ছ করিব; আরু
রাণীর এই কর্ম্মর কথা পারস্য আরু মাদিয়া
দেশর ভদ্র মহিলাবিলাকে শুনি আজিয়েই
এই দরে রজার সকলো প্রধান লোকবিলাকক
কব; তাতে বহুৎ অপমান আরু ক্রোধর কথা
১৯ হব। যদি মহারাজে ভাল দেখে, তেন্তে বষ্টী
অহচ্‌বেরোচ রজার ওচরলৈ আরু আহিবলৈ
নেপাব, এই রাজাজ্ঞা আপোনার মুখর পরা
ওলাওক, আরু ইয়ার যেন লর নহয়, এই নিমিত্তে
ইয়াক পারসীক আরু মাদীয়াবিলাকর ব্যৱস্থার
মাজত লিখা হওক; পাছত মহারাজে তেওঁর
রাণীপদটো তেওঁতকৈ উত্তম তিরুতা এজনীক
২০ দিওক; তাতে মহারাজে দিয়া আজ্ঞা যেতিয়া

তেওঁৰ ৰাজ্যৰ সকলো ঠাইত, (কিয়নো সেই
ৰাজ্য ডাঙৰ,) ঘোষণা কৰা হয়, তেতিয়া
বড় কি সৰু সকলো তিৰুতাবিলাকে আপোন
২১ আপোন স্বামীক মৰ্য্যাদা কৰিব। তেতিয়া এই
কথাত ৰজা আৰু মন্ত্ৰীবিলাকে সন্তোষ পালে,
আৰু ৰজাই মমুকনৰ মন্ত্ৰণাৰ দৰেই কৰিলে।
২২ কিয়নো তেওঁ প্ৰত্যেক প্ৰদেশৰ আখৰ অনুসাৰে
আৰু প্ৰত্যেক জাতিৰ ভাষা অনুসাৰে ৰজাৰ
অধীনৰ প্ৰত্যেক প্ৰদেশলৈ এই ৰূপ পত্ৰ পঠালে,
যে, প্ৰত্যেক পুৰুষে আপোন আপোন ঘৰত
শাসন কৰিব, আৰু ইয়াক স্বজাতীয় ভাষাত
প্ৰচাৰ কৰা হয়।

ইষ্টেৰে ৰাণীপদ পোৱা।

২ এই সকলো ঘটনাৰ পাছত, অহচ্বেৰোচ
ৰজাৰ ক্ৰোধ শান্ত হলত, বষ্টীক, তেওঁ কৰা
কাৰ্য্য, আৰু তেওঁৰ বিৰুদ্ধে দিয়া হুকুম তেওঁ
২ সোঁৱৰণ কৰিলে। তাতে ৰজাৰ পৰিচৰ্য্যা কৰোঁতা
দাসবিলাকে তেওঁক কলে, মহাৰাজৰ নিমিত্তে
সুন্দৰী যুৱতী কুমাৰী * বিচাৰ কৰা যাওক;
৩ মহাৰাজে আপোন ৰাজ্যৰ সকলো প্ৰদেশত
বিষয়াবিলাক পাতোক; সিবিলাকে আটাই
সুন্দৰী যুৱতী কুমাৰী চূচন ৰাজকোঁঠলৈ তিৰুতা-
ঘৰলৈ আনি গোটাই, তিৰুতাবিলাকৰ ৰক্ষীয়া
ৰাজনপুংসক হেগয়ৰ হাতত সোধাই দিব; আৰু
সিহঁতক গাত ঘঁহা সুগন্ধি দ্ৰব্য দিয়া হওক;
৪ আৰু যি জনী যুৱতীক মহাৰাজে ভাল পাব, সেই
জনীয়েই বষ্টীৰ সলনি ৰাণী হওক। এই কথাত
ৰজাই সন্তোষ পাই সেই দৰেই কৰিলে।
৫ সেই কালত মৰ্দখয় নামেৰে চূচন ৰাজকোঁঠত
এজন যিহূদী মানুহ আছিল; তেওঁ বিন্যামীনীয়া
কীচৰ পৰিনাতি চিমিয়ীৰ নাতি যায়ীৰৰ পুত্ৰ
৬ আছিল। বাবিলৰ ৰজা নবুখদনেচৰে বন্দী কৰি
নিয়া যিহূদাৰ ৰজা যখনিয়াৰ লগত যি সকলো
লোকক বন্দী কৰি নিয়া হৈছিল, সিবিলা-
কৰ মাজত তেওঁকো যিৰূচালেমৰ পৰা বন্দী কৰি
৭ নিয়া হৈছিল। সেই মৰ্দখয়ে আপোনাৰ বড়
বাপেক কি দদায়েকৰ জীয়েক হদচ্ছাক অৰ্থাৎ
ইষ্টেৰক প্ৰতিপালন কৰিছিল; কাৰণ তাইৰ
বাপেক কি মাক নাছিল। সেই ছোৱালী ৰূপ-
ৱতী আৰু সুন্দৰী আছিল; তাইৰ বাপেক মাক
মৰাৰ পাছে মৰ্দখয়ে তাইক তোলনীয়া জী কৰি
৮ লৈছিল। পাছে ৰজাৰ সেই বাক্য আৰু আজ্ঞা
ঘোষণা কৰা হলত, যেতিয়া চূচন ৰাজকোঁঠলৈ
অনেক ছোৱালী গোটাই নি হেগয়ৰ জিম্মাত
ৰখা হল, তেতিয়া ইষ্টেৰকো ৰাজগৃহলৈ নি,
তিৰুতাবিলাকৰ ৰক্ষীয়া হেগয়ৰ জিম্মাত ৰখা
৯ হল। তাতে যি সেই ছোৱালী জনীক ভাল
পোৱাত, তাই তাৰ পৰা মৰম পালে; সি
বেগাই, গাত ঘঁহিবলৈ তাই পাব লগা সুগন্ধি
দ্ৰব্য, তাইক দিব লগীয়া ভাগ, আৰু ৰাজগৃহৰ
পৰা সাত জনী মনোনীত বেটী তাইক দিলে,
আৰু বেটীহঁতে সৈতে তাইক তিৰুতাঘৰৰ উত্তম
১০ ঠাইলৈ নিলে। ইষ্টেৰে আপোন জাতি বা
বংশৰ পৰিচয় কাকো দিয়া নাছিল, কাৰণ
মৰ্দখয়ে তাক কবলৈ তাইক নিষেধ কৰিছিল।
১১ পাছে ইষ্টেৰ কেনে আছে, আৰু তাইলৈ কি
হব, তাক জানিবলৈ মৰ্দখয়ে প্ৰতিদিনে তিৰুতা-
ঘৰৰ চোতালৰ আগেদি অহাযোৱা কৰিছিল।
১২ আৰু তিৰুতা মানুহলৈ কৰা নিয়ম অনুসাৰে
বাৰ মাহ (কিয়নো সিহঁতৰ গা ঘঁচি কৰাত
ইমান দিন লাগে, অৰ্থাৎ ছমাহ গন্ধৰসৰ তেল,
আৰু ছমাহ সুগন্ধি দ্ৰব্য, আৰু তিৰুতা মানুহে
গাত ঘঁহিব লগা বস্তু ঘঁহা হয়,) প্ৰতিজনী
ছোৱালীলৈ সময় পাছত, যেতিয়া অহচ্বেৰোচ
ৰজাৰ ওচৰলৈ যাবলৈ কোনো ছোৱালীৰ পাল
১৩ পৰে, তেতিয়া ৰজাৰ ওচৰলৈ তাই এই নিয়মেৰে
যায়, যে, তাই যি বস্তু খোজে, তাক তিৰুতাঘৰৰ
পৰা ৰাজগৃহলৈ তাইৰ লগত যাবৰ নিমিত্তে
১৪ তাইক দিয়া হয়। তাই সন্ধ্যা বেলা যায়, আৰু
ৰাতিপুৱা উপপত্নীবোৰৰ ৰক্ষীয়া ৰাজনপুংসক
চাচ্গজৰ জিম্মালৈ, তিৰুতা থকা দ্বিতীয় ঘৰলৈ
উলটি আহে; ৰজাই তাইত সন্তোষ পাই তাইৰ
নাম ধৰি মতালে, তাই ৰজাৰ ওচৰলৈ আৰু
১৫ নেযায়। পাছে ৰজাৰ ওচৰলৈ যাবলৈ, জীয়ৰূপে
তুলি লোৱা মৰ্দখয়ৰ বড় বাপেক কি দদায়েক
অবীহয়িলৰ জীয়েক ইষ্টেৰৰ পাল হলত, তিৰুতা-
বিলাকৰ ৰক্ষীয়া ৰাজনপুংসক হেগয়ে নিৰূপণ
কৰা বস্তুৰ বাহিৰে তাই একো নুখুজিলে; আৰু
তাইক দেখা আটাইৰে পৰা তাই মৰম পালে।
১৬ এই ৰূপে অহচ্বেৰোচ ৰজাৰ ৰাজত্বৰ সপ্তম
বছৰৰ টেবেৎ নামেৰে দশম মাহত ইষ্টেৰক
১৭ তেওঁৰ ওচৰলৈ ৰাজগৃহলৈ নিয়া হল। পাছে
ৰজাই আনবিলাক তিৰুতাতকৈ ইষ্টেৰক বড়
প্ৰেম কৰিলে, আৰু আনবিলাক কুমাৰীতকৈ তাই
ৰজাৰ দৃষ্টিত মৰম আৰু অনুগ্ৰহ পালে; এই
হেতুকে তেওঁ তাইৰ মূৰত ৰাজমুকুট দি বষ্টীৰ
১৮ পদত তাইক ৰাণী পাতিলে। পাছে ৰজাই
আপোনাৰ সকলো পাত্ৰমন্ত্ৰী আৰু দাসবিলাকৰ
নিমিত্তে ইষ্টেৰৰ ভোজ বুলি এক মহাভোজ
পাতিলে, আৰু সকলো প্ৰদেশৰ কৰ-ক্ষমা দিলে,
আৰু ৰজাৰ দানশীলতা অনুসাৰে দান দিলে।
১৯ দ্বিতীয়বাৰ কুমাৰীবিলাক গোটোৱা সময়ত
২০ মৰ্দখয় ৰাজদুৱাৰত বহি আছিল। সেই সময় -

* অৰ্থাৎ পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা কুমাৰী।

লৈকে ইষ্টেৰে মৰ্দ্দখয়ৰ আদেশৰ দৰে আপো-
নাৰ জ্ঞাতিকুটুম্ব কি জাতিৰ পৰিচয় কাকো দিয়া
নাছিল ; কিয়নো ইষ্টেৰে মৰ্দ্দখয়ৰ ওচৰত প্ৰতি-
পালিত হোৱা কালৰ নিচিনাকৈ, তেতিয়াও
২১ তেওঁৰ কথা মানিলে। সেই সময়ত, মৰ্দ্দখয় ৰাজ-
দুৱাৰত বহি থাকোঁতে, দুৱৰীবিলাকৰ মাজৰ
বিগ্থন আৰু তেৰচ নামেৰে দুটা ৰাজনপুংসকে
ক্ৰুদ্ধ হৈ অহচ্বেৰোচ ৰজাক বধ কৰিবলৈ চেষ্টা
২২ কৰিলে। কিন্তু সেই কথা মৰ্দ্দখয়ে জানিবলৈ
পাই, ইষ্টেৰ ৰাণীক জনালে। আৰু ইষ্টেৰে
২৩ মৰ্দ্দখয়ৰ নাম কৰি তাক ৰজাক কলে। তাতে
বিচাৰ কৰি সেই কথাৰ প্ৰমাণ পালত, সিহঁত
দুটাক কাঠ এডালত আৰি থোৱা হল, আৰু সেই
কথা ৰজাৰ সাক্ষাতে দৈনিক কাৰ্য্যবিৱৰণীত
লিখা হল।

হামনে যিহূদীবিলাকক বিনষ্ট কৰিবলৈ
চেষ্টা কৰা।

৩ এইবোৰ ঘটনাৰ পাছত, অহচ্বেৰোচ
ৰজাই অগাগীয়া হম্মদাথাৰ পুত্ৰ হামনক
উন্নত কৰি উচ্চপদত স্থাপন কৰিলে, আৰু তেওঁৰ
লগৰ সকলো মন্ত্ৰীতকৈ তেওঁক ওখ আসন
২ দিলে। তাতে ৰাজদুৱাৰত থকা ৰজাৰ দাস-
বিলাকে হামনৰ আগত আঁঠু পাৰি প্ৰণিপাত
কৰে ; কিয়নো ৰজাই তেওঁৰ পক্ষে তেনে আজ্ঞা
কৰিছিল। কিন্তু মৰ্দ্দখয়ে আঁঠু নলয়, আৰু
৩ প্ৰণিপাতো নকৰে। তেতিয়া ৰাজদুৱাৰত থকা
ৰজাৰ দাসবিলাকে মৰ্দ্দখয়ক কলে, তুমি ৰজাৰ
৪ আজ্ঞা কিয় লঙ্ঘন কৰিছা ? এই ৰূপে সিবিলাকে
দিনে দিনে তেওঁক কলতো, তেওঁ তেতিয়াও সি-
বিলাকৰ কথা নেমানিলে ; তাতে, মৰ্দ্দখয়ে দে-
খুওৱা যুক্তি ৰব নে নৰব, তাক জানিবৰ মনেৰে
সিবিলাকে হামনক কলেগৈ ; কাৰণ মৰ্দ্দখয়
যে যিহূদী লোক, তাক তেওঁ সিবিলাকক
৫ কৈছিল। মৰ্দ্দখয়ে হামনৰ আগত আঁঠু নোলোৱা
আৰু প্ৰণিপাত নকৰা দেখি হামন ক্ৰোধেৰে
৬ পৰিপূৰ্ণ হল। কিন্তু তেওঁ কেৱল মৰ্দ্দখয়ক বধ
কৰা লঘু জ্ঞান কৰিলে ; কাৰণ সিবিলাকে তেওঁক
মৰ্দ্দখয়ৰ জাতিৰ কথা জনাইছিল ; এই হেতুকে
হামনে অহচ্বেৰোচ ৰজাৰ গোটেই ৰাজ্যত,
মৰ্দ্দখয়ৰ জাতি বুলি আটাই যিহূদী লোকক
৭ বিনষ্ট কৰিবলৈ চেষ্টা কৰিলে। আৰু সেই
বিষয়ে, অহচ্বেৰোচ ৰজাৰ ৰাজত্বৰ দ্বাদশ
বছৰৰ নীচান নামেৰে প্ৰথম মাহত, হামনৰ
আগত অদৰ নামেৰে দ্বাদশ মাহলৈকে ক্ৰমেৰে
প্ৰতিদিনৰ আৰু প্ৰত্যেক মাহৰ নিমিত্তে পুৰ
৮ অৰ্থাৎ চিঠি খেলোৱা হল। পাছে হামনে
অহচ্বেৰোচ ৰজাক কলে, আপোনাৰ ৰাজ্যৰ
সকলো প্ৰদেশত জাতিবিলাকৰ মাজত ছিন্নভিন্ন
হোৱা আৰু পৃথকে থকা এজাতি মানুহ আছে ;
সিহঁতৰ ব্যৱস্থা আন সকলো জাতিৰ ব্যৱস্থাৰ
পৰা বেলেগ ; সিহঁতে মহাৰাজৰ ব্যৱস্থা পালন
নকৰে। এই কাৰণে সিহঁতক থাকিবলৈ দিয়া
৯ মহাৰাজৰ উচিত নহয়। যদি ৰজাই ভাল দেখে,
তেন্তে সিহঁতক বিনষ্ট কৰিবলৈ লিখা যাওক ;
তাতে মই ৰাজভঁৰালত ৰাখিবৰ অৰ্থে ৰাজ-
কৰ্ম্মচাৰীবিলাকৰ হাতত দহ হাজাৰ কিক্কৰ
১০ ৰূপ দিম। তেতিয়া ৰজাই আপোনাৰ হাতৰ
পৰা আঙঠি খোলোকাই যিহূদীবিলাকৰ শত্ৰু
১১ অগাগীয়া হম্মদাথাৰ পুত্ৰ হামনক দিলে। আৰু
ৰজাই হামনক কলে, সেই ৰূপ আৰু সেই
জাতিকো তোমাক দিয়া হল ; সিহঁতলৈ তোমাৰ
১২ যি ইচ্ছা, তাকেই কৰা। পাছে প্ৰথম মাহৰ
ত্ৰয়োদশ দিনা ৰাজলিখকবিলাকক মতা হল ;
সেই দিনা হামনৰ আটাই আজ্ঞা অনুসাৰে
ৰাজপ্ৰতিনিধিবিলাকৰ, প্ৰত্যেক প্ৰদেশৰ দেশা-
ধ্যক্ষবিলাকৰ, আৰু প্ৰত্যেক জাতিৰ প্ৰধান
লোকবিলাকৰ ওচৰলৈ প্ৰত্যেক প্ৰদেশৰ আখৰ,
আৰু প্ৰত্যেক জাতিৰ ভাষা অনুসাৰে পত্ৰ লিখা
হল ; তাক অহচ্বেৰোচ ৰজাৰ নামেৰে লিখা,
১৩ আৰু ৰজাৰ আঙঠিৰে মোহৰ মৰা হল। আৰু
একে দিনতে অৰ্থাৎ অদৰ নামেৰে দ্বাদশ মাহৰ
ত্ৰয়োদশ দিনা ডেকা, বুঢ়া, লৰা, আৰু তিৰো-
তাই সৈতে সকলো যিহূদী লোকক সংহাৰ, বধ,
আৰু বিনষ্ট কৰা হব, আৰু সিহঁতৰ বস্তু লুট কৰা
হব, এই বুলি লিখি পত্ৰখন ডাকোৱালৰ দ্বাৰায়
১৪ ৰজাৰ সকলো প্ৰদেশলৈ পঠাই দিয়া হল। আৰু
সেই দিনৰ নিমিত্তে সকলোৱে যেন যুগুত হয়,
তাৰ নিমিত্তে, প্ৰত্যেক প্ৰদেশত হুকুম জাৰি কৰা
আৰু সকলো জাতিৰ আগত প্ৰচাৰ কৰা হবলৈ
১৫ সেই পত্ৰৰ নকল যুগুত কৰা হল। পাছে ৰজাৰ
হুকুমমতে ডাকোৱালবিলাক বেগাই ওলাই গল,
আৰু সেই আজ্ঞা চূচন ৰাজকোঁঠত প্ৰকাশ কৰা
হল ; পাছে ৰজা আৰু হামনে দ্ৰাক্ষাৰস পান
কৰিবলৈ বহিল, কিন্তু চূচন নগৰৰ লোকবিলাক
হলে ব্যাকুল হল।

ৰজাৰ আগত ইষ্টেৰৰ নিবেদন।

৪ পাছে মৰ্দ্দখয়ে এই সকলো ঘটনাৰ কথা
জানিবলৈ পাই আপোনাৰ কাপোৰ ফালিলে,
আৰু চট কাপোৰ পিন্ধি ছাই সানি নগৰৰ মাজ-
২ লৈ গৈ হুৱাওৱাৰে কান্দিলে। পাছে তেওঁ ৰাজ-
দুৱাৰৰ আগলৈ আহিল ; কাৰণ চট কাপোৰ
পিন্ধি কোনেও ৰাজদুৱাৰত সোমাব নোৱাৰি-
৩ ছিল। আৰু প্ৰত্যেক প্ৰদেশৰ যি যি ঠাইলৈ
সেই ৰাজবাক্য আৰু আজ্ঞাপত্ৰ গল, সেই সকলো

ঠাইত যিহূদী লোকবিলাকৰ মাজত মহাশোক,
লঘোণ, ক্রন্দন, আৰু বিলাপ হল, আৰু অনেকে
চট আৰু ছাইকেই আপোন আপোন বিচানা
৪ কৰিলে। পাছে ইষ্টেৰৰ লিখিৰীবিলাক আৰু
নপুংসকবিলাকে আহি সেই কথা তেওঁক জনালে;
তাতে ৰাণীয়ে মনত অতিশয় বেজাৰ পালে, আৰু
মৰ্দখয়ে চট এচাই কাপড় পিন্ধিবলৈ তেওঁলৈ
৫ কাপড় পঠালে, কিন্তু তেওঁ তাক নললে। তাতে
ইষ্টেৰে, আপোনাৰ পৰিচৰ্য্যা কৰিবলৈ ৰজাই
নিযুক্ত কৰা হথাক নামেৰে এজন ৰাজনপুংসকক
মতাই আনি, কেনেকৈ কি হল, তাক জানিবৰ
নিমিত্তে মৰ্দখয়ৰ ওচৰলৈ যাবলৈ আজ্ঞা দিলে।
৬ পাছে হথাক ৰাজদুৱাৰৰ সম্মুখৰ নগৰৰ
৭ চকলৈ * মৰ্দখয়ৰ ওচৰলৈ গল। তাতে মৰ্দখয়ে,
আপোনালৈ যি যি ঘটিল, আৰু যিহূদী লোক-
বিলাকক বিনষ্ট কৰিবৰ নিমিত্তে হামনে যিমান
ৰূপ ৰাজভঁড়ালত দিবলৈ অঙ্গীকাৰ কৰিলে, সেই
৮ সকলোকে তাক কলে; আৰু সিবিলাকৰ বিনা-
শৰ অৰ্থে যি আজ্ঞাপত্ৰ চূচনত দিয়া হল, তাৰ
এখন নকল তাক দি, ইষ্টেৰক তাক দেখুৱাবলৈ
আৰু জনাবলৈ কলে, আৰু তেওঁ যেন ৰজাৰ ওৰি-
লৈ সোমাই গৈ তেওঁৰ আগত স্বজাতীয় লোক-
বিলাকৰ নিমিত্তে মিনতি আৰু প্রাৰ্থনা কৰে,
৯ এনে আদেশ দিবলৈ কলে। পাছে হথাকে আহি
১০ মৰ্দখয়ৰ কথা ইষ্টেৰক জনালে। তেতিয়া ইষ্টেৰে
মৰ্দখয়ৰ ওৰিলৈ হথাকক এই কথা কৈ পঠালে,
১১ বোলে, ৰজাৰ আটাই দাসবিলাকে আৰু ৰজাৰ
প্রদেশৰ সকলো লোকবিলাকে জানে, যে, মটা
কি তিৰুতাই হওক, যি কোনোৱে মমতাকৈ ভিতৰ
চোঁতাললৈ ৰজাৰ ওৰিলৈ যায়, তাৰ নিমিত্তে
কেৱল এটা আজ্ঞা আছে, যে, তাক বধ কৰা হব;
অকল যি মানুহলৈ ৰজাই সোণাময় ৰাজদণ্ড-
ডালি মেলে, সি মাথোন জীয়ে; আৰু আজি
ত্রিশ দিন মই ৰজাৰ ওচৰলৈ যাবলৈ হুকুম
১২ পোৱা নাই। পাছে ইষ্টেৰৰ এই কথা মৰ্দখয়ক
১৩ কোৱা গল। তাতে মৰ্দখয়ে ইষ্টেৰলৈ এই উত্তৰ
কৈ পঠালে, বোলে, সকলো যিহূদী লোকৰ
মাজত, কেৱল তুমি ৰাজগৃহত থকাতে যে ৰক্ষা
১৪ পাবা, ইয়াক মনত নেভাবিবা। কিয়নো, যদি
তুমি এই সময়ত সকলো ভাৱে নিজম দি থাকা,
তেন্তে আন কোনো ঠাইৰ পৰা যিহূদী লোক-
বিলাকৰ উপকাৰ আৰু নিস্তাৰ ঘটিব, কিন্তু তুমি
আপোন পিতৃবংশৰ লগত বিনষ্ট হবা; আৰু
কিজানি এই আপদৰ সময়ৰ নিমিত্তেই তুমি
১৫ ৰাণীপদ পাইছা হবলা। তেতিয়া ইষ্টেৰে মৰ্দ-
১৬ খয়লৈ এই উত্তৰ কৈ পঠালে, বোলে, তুমি গৈ,
চূচনত উপস্থিত থকা সকলো যিহূদী লোকক
গোটোৱা; আৰু তোমালোক সকলোৱে মোৰ
নিমিত্তে লঘোণ দিয়া, আৰু দিনে ৰাতিয়ে তিনি
দিন একো খোৱাবোৱা নকৰিবা, আৰু মই ও
মোৰ লিগিৰীবিলাকেও তেনেকৈ লঘোণ দিম;
তাক কৰা হলে, মই ব্যৱস্থাৰ বিৰুদ্ধে কাৰ্য্য কৰি
ৰজাৰ ওৰিলৈ যাম; তাতে নষ্ট হব লাগে যদি,
১৭ হম। পাছে মৰ্দখয়ে গৈ, ইষ্টেৰে আজ্ঞা কৰাৰ
দৰে সকলোকে কৰিলে।

৫ পাছে তৃতীয় দিনা ইষ্টেৰে ৰাজবস্ত্র পিন্ধি
ৰাজগৃহৰ ভিতৰ চোঁতালত ৰাজগৃহৰ আগত
থিয় হলগৈ; সেই সময়ত ৰজাই ৰাজগৃহত,
ৰাজগৃহৰ প্রবেশস্থানৰ সম্মুখত ৰাজসিংহাসনত
২ বহি আছিল। তাতে, ৰজাই যেতিয়া চোঁতালত
থিয় হোৱা ইষ্টেৰ ৰাণীক দেখিলে, তেতিয়া
ৰজাৰ দৃষ্টিত ইষ্টেৰে অনুগ্রহ পোৱাতে, ৰজাই
ইষ্টেৰলৈ আপোনাৰ হাতত থকা সোণাময় ৰাজ-
দণ্ডডালি মেলি দিলে; তাতে ইষ্টেৰে ওচৰ
৩ চাপি ৰাজদণ্ডৰ আগ ভাগ চুলে। পাছে ৰজাই
তেওঁক সুধিলে, হে ইষ্টেৰ ৰাণী, তোমাক কি
লাগে? আৰু তোমাৰ প্রাৰ্থনা কি? ৰাজ্যৰ
আধালৈকে হলেও, তাক তোমাক দিয়া যাব।
৪ তাতে ইষ্টেৰে উত্তৰ কৰিলে, যদি মহাৰাজে ভাল
দেখে, তেন্তে আপোনাৰ নিমিত্তে মই যুগুত কৰা
ভোজলৈ আপুনি আৰু হামন আজি আহোক।
৫ তেতিয়া, ইষ্টেৰে কোৱাৰ দৰে কাৰ্য্য কৰিবলৈ,
হামনক বেগাই ওলাবলৈ দে, এই বুলি ৰজাই
হুকুম দিলে। পাছে তেওঁ আৰু হামন ইষ্টেৰে
৬ যুগুত কৰা ভোজলৈ গল। পাছে দ্রাক্ষাভোজত
ৰজাই ইষ্টেৰক কলে, তোমাৰ নিবেদন কি?
তাক তোমালৈ গ্রাহ্য কৰা হব; আৰু তোমাৰ
প্রাৰ্থনা কি? ৰাজ্যৰ আধালৈকে হলেও, তাক
৭ সিদ্ধ কৰা যাব। তাতে ইষ্টেৰে উত্তৰ দি কলে,
৮ মোৰ নিবেদন আৰু প্রাৰ্থনা এই, মই যদি
মহাৰাজৰ দৃষ্টিত অনুগ্রহ পাইছোঁ, আৰু মোৰ
নিবেদন গ্রাহ্য কৰিবলৈ, আৰু মোৰ প্রাৰ্থনা সিদ্ধ
কৰিবলৈ যদি মহাৰাজে ভাল দেখিছে, তেন্তে
মই আপোনাৰ আৰু হামনৰ নিমিত্তে আকৌ যি
ভোজ যুগুত কৰিম, তালৈ আপুনি আৰু হামন
আহোক; আৰু মই কাইলৈ মহাৰাজৰ আজ্ঞা
৯ অনুসাৰে কৰিম। তাতে সেই দিনা হামনে
আনন্দ পাই সন্তুষ্ট মনেৰে ওলাই গল; কিন্তু
ৰাজদুৱাৰত মৰ্দখয়ক দেখা পালত, তেওঁ তেতিয়াও
তেওঁৰ আগত নুঠিল আৰু নলৰিলো; তাতে
হামন মৰ্দখয়ৰ অহিতে খঙেৰে পৰিপূৰ্ণ হল।
১০ তথাপি হামনে ধৈৰ্য্য ধৰিলে, আৰু নিজ ঘৰলৈ

* নগৰৰ মাজৰ বা ৰাজদুৱাৰৰ ওচৰৰ যি মুকলি ঠাইত মানুহে কোনো কাম কাৰ্য্য আৰু বেহা বেপাৰ কৰে, আৰু সোধবিচাৰ কৰা যায়, এনে ঠাই বুজায়।

লৈ আপোনাৰ বন্ধুবিলাকক আৰু আপোনাৰ
১১ ভাৰ্য্যা জেৰচক মতাই আনিলে। আৰু হামনে
সিবিলাকৰ আগত আপোনাৰ ঐশ্বৰ্য্যৰ প্ৰতাপ
আৰু পুত্ৰ অধিক হোৱাৰ কথা, আৰু ৰজাই
তেওঁক উন্নত কৰা আটাই কথা, আৰু মন্ত্ৰীবিলাক
ও ৰজাৰ দাসবিলাকতকৈ তেওঁক ওখ পদ
দিয়া কথা সিবিলাকৰ আগত বৰ্ণনা কৰিলে;
১২ এনে কি, হামনে আৰু কলে, ইষ্টেৰ ৰাণীয়ে মোৰ
নিমিত্তে যুগুত কৰা ভোজলৈ, মোৰ বাহিৰে
ৰজাৰ লগত আৰু কাকো সোমাব নিদিলে;
কাইলৈকো যাবলৈ ময় তেওঁৰ দ্বাৰাই ৰজাৰ
১৩ লগত নিমন্ত্ৰিত হৈছোঁ। কিন্তু ৰাজদুৱাৰত
বহি থকা যিহূদী মৰ্দখয়ক ময় দেখোঁমানে এই
১৪ সকলোত মোৰ কোনো সন্তোষ নাই। তেতিয়া
তেওঁৰ ভাৰ্য্যা জেৰচে আৰু তেওঁৰ আটাই বন্ধু-
বিলাকে তেওঁক কলে, পঞ্চাশ হাত দীঘল এডাল
কাঠ যুগুত কৰা হওক, আৰু মৰ্দখয়ক তাত
আৰিবৰ নিমিত্তে তুমি কাইলৈ ৰাতিপুৱা ৰজাৰ
আগত নিবেদন কৰা; পাছে ৰঙ্গ মনেৰে ৰজাৰ
লগত ভোজলৈ যাবা। তেতিয়া হামনে সেই
কথাত সন্তোষ পাই কাঠডাল যুগুত কৰালে।

মৰ্দখয়ে সন্মান পোৱা।

৬ সেই ৰাতি ৰজাৰ টোপনি নাহিল, আৰু
তেওঁ সোঁৱৰণীয় দৈনিক কাৰ্য্যবিৱৰণী আনিব-
লৈ আজ্ঞা কৰিলে; পাছে ৰজাৰ আগত তাক
২ পাঠ কৰা হল। তাৰ মাজত লিখা এই কথা
পোৱা গল, ৰাজনপুংসক বিগ্থন আৰু তেৰচ
নামেৰে দুটা দুৱৰীয়ে অহচ্বেৰোচ ৰজাক বধ
কৰিবলৈ চেষ্টা কৰাত, মৰ্দখয়ে তাৰ বাৰ্ত্তা
৩ দিছিল। পাছে ৰজাই সুধিলে, ইয়াৰ নিমিত্তে
মৰ্দখয়ক কি সন্মান আৰু পদবৃদ্ধি কৰা হৈছে?
ৰজাৰ পৰিচৰ্য্যা কৰোঁতা দাসবিলাকে কলে,
৪ তেওঁৰ নিমিত্তে একোকে কৰা হোৱা নাই। পাছে
ৰজাই সুধিলে, চোতালত কোন আছে? সেই
সময়ত হামনে, আপুনি যুগুত কৰা কাঠডালত
মৰ্দখয়ক আৰিবৰ নিমিত্তে, ৰজাৰ আগত নিবে
দন কৰিবলৈ ৰাজগৃহৰ বাহিৰ চোতাললৈ
৫ সোমাইছিল। এতেকে ৰজাৰ দাসবিলাকে তেওঁক
কলে, দেখোক, হামন চোতালত থিয় হৈ আছে।
তাতে ৰজাই কলে, তেওঁ ভিতৰলৈ আহোক।
৬ তেতিয়া, হামন ভিতৰলৈ গলত, ৰজাই তেওঁক
কলে, ৰজাই যাক সন্মান দিবলৈ ভাল পায়,
তালৈ কি কৰা উচিত? হামনে মনত ভাবিলে,
যে, ৰজাই সন্মান দিবলৈ, মোতকৈ আন কাক
৭ ভাল পাব? এই হেতুকে হামনে ৰজাক কলে,
মহাৰাজে যি জনক সন্মান দিবলৈ ভাল পায়,
৮ তেওঁৰ নিমিত্তে, মহাৰাজে পিন্ধা ৰাজবস্ত্ৰ, আৰু
মহাৰাজে উঠা ও মূৰত ৰাজমুকুটস্বৰূপ ভূষণ
৯ পিন্ধা ঘোঁৰা অনা হওক; আৰু সেই বস্ত্ৰ ও
ঘোঁৰা মহাৰাজৰ অতি প্ৰধান লোকবিলাকৰ
এজনৰ হাতত গতাই দিয়া যাওক, আৰু মহা-
ৰাজে যি জনক সন্মান দিবলৈ ভাল পায়,
তেওঁক সেই ৰাজবস্ত্ৰ পিন্ধোৱা হওক: পাছে
তেওঁক সেই ঘোঁৰাত তুলি নগৰৰ চক[*]
মাজেদি লৈ ফুৰুওৱা হওক, আৰু তেওঁৰ আগে
আগে এই কথা ঘোষণা কৰা যাওক, যে, ৰজাই
যি জনক সন্মান দিবলৈ ভাল পায়, তেওঁলৈ এই
১০ ৰূপ ব্যৱহাৰ কৰা যাব। তেতিয়া ৰজাই হামনক
কলে, তুমি ৰাজবস্ত্ৰ আৰু ঘোঁৰা লৈ, যেনেকৈ
কলা তেনেকৈয়ে, ৰাজদুৱাৰত বহি থকা যিহূদী
মৰ্দখয়লৈ বেগাই কৰা; তুমি যিবোৰ কথা কলা,
১১ তাৰ একো ত্ৰুটি নকৰিবা। তেতিয়া হামনে
সেই ৰাজবস্ত্ৰ আৰু ঘোঁৰা আনিলে, আৰু মৰ্দ-
খয়ক বস্ত্ৰ পিন্ধাই ঘোঁৰাত তুলি নগৰৰ চকত
ফুৰালে, আৰু তেওঁৰ আগে আগে এই কথা
ঘোষণা কৰালে, যে, ৰজাই যি জনক সন্মান
দিবলৈ ভাল পায়, তেওঁলৈ এই ৰূপ ব্যৱহাৰ
১২ কৰা যাব। পাছে মৰ্দখয় ৰাজদুৱাৰলৈ উলটি
গল; কিন্তু হামনে শোক কৰি কাপোৰেৰে মূৰ
১৩ ঢাকি আপোন ঘৰলৈ বেগাই গল। তাৰ পাছে
হামনে আপোনাৰ ভাৰ্য্যা জেৰচক আৰু আটাই
বন্ধুবিলাকক আপোনালৈ ঘটা এই সকলো
ঘটনাৰ কথা কলে। তাতে তেওঁৰ জ্ঞানী লোক-
বিলাকে, আৰু তেওঁৰ ভাৰ্য্যা জেৰচে তেওঁক কলে,
যাৰ আগত তোমাৰ পতনৰ আৰম্ভ হল, সেই
মৰ্দখয় যদি যিহূদী বংশৰ মানুহ হয়, তেন্তে তুমি
তাক জয় কৰিব নোৱাৰিবা, তুমি তাৰ আগত
১৪ নিশ্চয়ে পতিত হবা। সিবিলাকে তেওঁৰ লগত
কথাবাৰ্ত্তা হৈ থাকোঁতেই ৰাজনপুংসকবিলাকে
আহি, ইষ্টেৰে যুগুত কৰা ভোজলৈ হামনক
নিবলৈ লৰালৰি কৰিলে।

হামনৰ বিনাশ। মৰ্দখয়ে উচ্চপদ পোৱা।

৭ পাছে ৰজা আৰু হামনে ইষ্টেৰ ৰাণীয়ে
২ সৈতে ভোজ খাবলৈ আহিল। ৰজাই সেই
দ্বিতীয় দিনা দ্ৰাক্ষাভোজত ইষ্টেৰক আকৌ
সুধিলে, হে ইষ্টেৰ ৰাণী, তোমাৰ নিবেদন কি?
তাক তোমালৈ গ্ৰাহ্য কৰা হব; আৰু তোমাৰ
প্ৰাৰ্থনা কি? ৰাজ্যৰ আধালৈকে হলেও, তাক
৩ সিদ্ধ কৰা যাব। তেতিয়া ইষ্টেৰ ৰাণীয়ে উত্তৰ
কৰিলে, মহাৰাজ, ময় যদি আপোনাৰ দৃষ্টিত
অনুগ্ৰহ পাইছোঁ, আৰু যদি মহাৰাজে ভাল
দেখে, তেন্তে মোৰ নিবেদনত মোৰ প্ৰাণ, আৰু

* ইষ্টে ৪; ৬ পদ দ্ৰষ্টব্য।

মোৰ প্ৰাৰ্থনাত মোৰ জাতিক মোক দিয়া হওক ;
৪ কিয়নো আমি, অৰ্থাৎ মই আৰু মোৰ স্বজাতীয়
লোকবিলাক সংহাৰ, বধ, আৰু বিনষ্ট কৰা হবৰ
নিমিত্তে বেচা গৈছোঁ। যদি আমি কেৱল বন্দী
বেটী হবৰ নিমিত্তে বেচা গলোঁহেঁতেন, তেন্তে
মই নিজমে থাকিলোঁহেঁতেন ; কিন্তু সেয়ে হলেও,
শত্ৰুৱে মহাৰাজৰ ক্ষতি পূৰণ কৰিব নোৱাৰিলে-
৫ হেঁতেন। তেতিয়া অহচ্বেৰোচ ৰজাই ইষ্টেৰ
ৰাণীক কলে, যি জনে আপোন মনত এনে কাৰ্য্য
কৰিবলৈ সাহ কৰিছে, সি কোন ? আৰু ক'ত
৬ আছে ? ইষ্টেৰে কলে, সেই বিৰুদ্ধী আৰু শত্ৰু
এই দুষ্ট হামনেই। তেতিয়া হামনে ৰজা আৰু
৭ ৰাণীৰ আগত অতিশয় ভয় পালে। তাতে
ৰজাই ক্ৰোধত দ্ৰাক্ষাৰসৰ ভোজৰ পৰা উঠি ৰাজগৃহৰ
বাগিচাত সোমাল ; তেতিয়া হামনে ইষ্টেৰ
ৰাণীৰ আগত আপোনাৰ প্ৰাণ মাগিবৰ অৰ্থে
উঠি থিয় হল, কাৰণ তেওঁৰ অহিতে ৰজাৰ পৰা
৮ অমঙ্গল স্থিৰ কৰা হল। সেই সময়ত ৰজাই
ৰাজগৃহৰ বাগিচাৰ পৰা দ্ৰাক্ষাৰসৰ ভোজৰ ঠাইলৈ
উলটি আহিল ; তেতিয়া ইষ্টেৰ বহি থকা
আসনত হামন পৰি আছিল। তাতে ৰজাই
কলে, এই মানুহে গৃহৰ মাজত মোৰ আগতে
ৰাণীক বলাৎকাৰ কৰিব নে কি ? এই কথা ৰজাৰ
মুখৰ পৰা ওলোৱামাত্ৰকে লোকে হামনৰ মুখ
৯ ঢাকি ধৰিলে। পাছে ৰজাৰ আগত থকা হৰ্বোনা
নামেৰে এটা নপুংসকে কলে, দেখোক, যি মৰ্দ্দ-
খয়ে মহাৰাজৰ পক্ষে হিতজনক সংবাদ দিছিল,
তেওঁৰ নিমিত্তে হামনে শূলত কৰা পঞ্চাশ হাত
দীঘল কাঠডাল হামনৰ ঘৰত পোতা আছে।
ৰজাই কলে, তাৰেই ওপৰত ইয়াক আৰি থোৱা।
১০ তাতে মৰ্দ্দখয়ৰ নিমিত্তে হামনে শূলত কৰা কাঠ-
ডালত হামনক আৰি থোৱা হল ; তেতিয়া ৰজাৰ
ক্ৰোধ গুচিল।

যিহুদীবিলাকৰ ৰক্ষা।

৮ সেই দিনা অহচ্বেৰোচ ৰজাই ইষ্টেৰ
ৰাণীক যিহুদীবিলাকৰ শত্ৰু হামনৰ ঘৰ-
বাৰী দিলে। পাছে মৰ্দ্দখয় ৰজাৰ ওচৰলৈ
আহিল ; কিয়নো মৰ্দ্দখয় আপোনাৰ কি সম্বন্ধ
২ লাগে, তাক ইষ্টেৰে জনাইছিল। তাতে ৰজাই
হামনৰ পৰা লোৱা আপোন আঙ্গঠি সোলোকাই
মৰ্দ্দখয়ক দিলে ; আৰু ইষ্টেৰে হামনৰ ঘৰৰ
৩ ওপৰত মৰ্দ্দখয়ক নিযুক্ত কৰিলে। পাছে ইষ্টেৰে
ৰজাৰ আগত পুনৰায় নিবেদন কৰিলে, আৰু
তেওঁৰ চৰণত পৰি ক্ৰন্দন কৰি, অগাগীয়া হামনে
কৰিব খোজা অমঙ্গল, যিহুদী লোকবিলাকৰ
বিৰুদ্ধে তেওঁ কৰা কল্পনা নিবাৰণ কৰিবৰ অৰ্থে
৪ তেওঁৰ আগত মিনতি কৰিলে। তাতে, ৰজাই
ইষ্টেৰৰ কাষলৈ সোণময় ৰাজদণ্ডডালি মেলাত,
৫ ইষ্টেৰে উঠি ৰজাৰ আগত থিয় হৈ কলে, যদি
মহাৰাজে ভাল দেখে, আৰু মই তেওঁৰ দৃষ্টিত
অনুগ্ৰহ পাইছোঁ, আৰু এই কাৰ্য্য যদি মহাৰাজে
উচিত বোধ কৰে, আৰু মই যদি তেওঁৰ দৃষ্টিত
তেওঁক সন্তোষ দিওঁতা হওঁ, তেন্তে মহাৰাজৰ
আটাই প্ৰদেশত থকা যিহুদী লোকবিলাকক
বিনষ্ট কৰিবৰ অৰ্থে অগাগীয়া হম্মদাথাৰ
পুতেক হামনে নিজ বুদ্ধিৰে সাজি লিখা পত্ৰ-
৬ বোৰ অন্যথা কৰিবলৈ লিখা হওক। কিয়নো
মই মোৰ জাতিৰ অমঙ্গল দেখি কেনেকৈ সহিব
পাৰিম ? বা আপোন জাতিকুটুম্বৰ বিনাশ দেখি
৭ কি ৰূপে সহন কৰি থাকিব পাৰিম ? তেতিয়া
অহচ্বেৰোচ ৰজাই ইষ্টেৰ ৰাণী আৰু যিহুদী
মৰ্দ্দখয়ক কলে, দেখা, মই ইষ্টেৰক হামনৰ ঘৰ-
বাৰী দিলোঁ, আৰু হামনক হলে কাঠডালত আৰা
হল, কিয়নো সি যিহুদীবিলাকৰ ওপৰত হাত
৮ দিছিল। এতিয়া তোমালোকে আপোনাবিলাকৰ
ইচ্ছা অনুসাৰে ৰজাৰ নামেৰে যিহুদীবিলাকলৈ
পত্ৰ লিখা, আৰু ৰজাৰ আঙ্গঠিৰে তাত মোহৰ
মাৰা ; কিয়নো ৰজাৰ নামেৰে লিখা আৰু ৰজাৰ
আঙ্গঠিৰে মোহৰ মৰা পত্ৰ কোনেও অন্যথা
৯ কৰিব নোৱাৰে। তেতিয়া তৃতীয় মাহৰ অৰ্থাৎ
চীবন মাহৰ তেইশ দিনৰ দিনা ৰাজলিখক-
বিলাকক মতা হল ; আৰু মৰ্দ্দখয়ৰ আটাই
আজ্ঞাৰ দৰে যিহুদী লোকবিলাকলৈ, আৰু
সিন্ধুৰ পৰা কূচ দেশলৈকে এশ সাতাইশ
প্ৰদেশৰ মাজৰ প্ৰত্যেক প্ৰদেশৰ আখৰ, আৰু
প্ৰত্যেক জাতিৰ ভাষা অনুসাৰে ৰাজপ্ৰতি-
নিধি, দেশাধ্যক্ষবিলাক, আৰু প্ৰদেশবোৰৰ
প্ৰধান লোকবিলাকলৈ, আৰু যিহুদীবিলাকৰ
আখৰ আৰু ভাষা অনুসাৰে সিবিলাকলৈ পত্ৰ
১০ লিখা হল। তেওঁ অহচ্বেৰোচ ৰজাৰ নামেৰে
লিখি, ৰজাৰ আঙ্গঠিৰে মোহৰ মাৰি, ভাল
জাতৰ ঘুঁড়ীৰ পেটত জগা ৰাজকাৰ্য্যত ব্যৱহাৰ
কৰা বেগী ঘোঁৰাত উঠা ডাকোৱালবিলাকৰ
১১ হাতাৰে পত্ৰবোৰ পঠাই দিলে। অহচ্বেৰোচ
ৰজাৰ সকলো প্ৰদেশত একে দিনাই, অৰ্থাৎ অদৰ
১২ নামেৰে দ্বাদশ মাহৰ ত্ৰয়োদশ দিনা গোট খাই,
আপোন আপোন প্ৰাণ ৰক্ষা কৰিবৰ অৰ্থে থিয়
হবলৈ, আৰু যি কোনো জাতি কি প্ৰদেশৰ
লোকে সিবিলাকক আক্ৰমণ কৰিব, সেই জাতিৰ
আৰু প্ৰদেশৰ সকলো লোকবিলাকক লৰা তিৰু-
তাই সৈতে সংহাৰ, বধ, আৰু বিনষ্ট কৰিবলৈ,
আৰু সিহঁতৰ বস্তু লুট কৰিবলৈ সেই পত্ৰত
ৰজাই প্ৰত্যেক নগৰত থকা যিহুদী লোক-
১৩ বিলাকক অনুমতি দিলে। আৰু যিহুদীবিলাকে
যেন আপোনাবিলাকৰ শত্ৰুবোৰৰ প্ৰতিকাৰ

আধিৰৰ অৰ্থে সেই দিনৰ নিমিত্তে যুগুত হয়,
তাৰ নিমিত্তে প্ৰত্যেক প্ৰদেশত হুকুম জাৰি কৰা,
আৰু সকলো জাতিৰ আগত প্ৰচাৰ কৰা হবলৈ
১৪ সেই পত্ৰৰ নকল যুগুত কৰা হল। তাতে
ৰাজকাৰ্য্যত ব্যৱহাৰ কৰা বেগী ঘোঁৰাত উঠা
ডাকোৱালবিলাকে খৰকৈ যাবলৈ আৰু লৰালৰি
কৰিবলৈ ৰজাৰ আজ্ঞা পাই ওলাই গল; আৰু
সেই আজ্ঞা চূচন ৰাজকোঁঠত প্ৰকাশ কৰা হল।
১৫ পাছে মৰ্দখয়ে নীল আৰু শুক্লবৰ্ণ ৰাজবস্ত্ৰ পিন্ধি
সোণৰ ডাঙৰ কিৰীটি মূৰত লৈ, মিহি শণ
সূতাৰে আৰু বেঙেনা বৰণীয়া সূতাৰে বনোৱা
এটা জামা পিন্ধি ৰজাৰ আগৰ পৰা বাহিৰলৈ
গল; আৰু চূচন নগৰৰ লোকে জয়ধ্বনি কৰিলে,
১৬ আৰু সিবিলাক অতিশয় আনন্দিত হল। আৰু
যিহূদী লোকবিলাকৰ দীপ্তি, আনন্দ, আমোদ,
১৭ আৰু সন্মান হল। আৰু প্ৰত্যেক প্ৰদেশত ও
প্ৰত্যেক নগৰত যি কোনো ঠাইত ৰজাৰ সেই
আজ্ঞা আৰু বাক্য উপস্থিত হল, সেই সকলো
ঠাইত যিহূদীবিলাকৰ আনন্দ আৰু আমোদৰ,
ভোজ আৰু মঙ্গলৰ দিন হল। আৰু সেই দেশীয়
জাতিবিলাকৰ অনেক মানুহ যিহূদী হল;
কিয়নো সিহঁতে যিহূদী লোকৰ পৰা ভয়
পাইছিল।

৯ পাছে অদৰ মাহেৰে দ্বাদশ মাহৰ যি
ত্ৰয়োদশ দিনা ৰজাই আজ্ঞা কৰা বাক্য
সিদ্ধ হব লগা আছিল, অৰ্থাৎ যি দিনা যিহূদী-
বিলাকৰ শত্ৰুবোৰে সিবিলাকৰ ওপৰত জয়
কৰিবলৈ আশা কৰিছিল, (কিন্তু এনে বিপৰীত
ঘটনা হল, যে, যিহূদীবিলাকেই আপোনা-
বিলাকক ঘিণাওঁতাবোৰৰ ওপৰত জয় কৰিলে;)
২ সেই দিনা যিহূদীবিলাকে সিবিলাকৰ অমঙ্গল
চেষ্টা কৰোঁতাবোৰৰ ওপৰত হাত দিবলৈ অহচ্-
বেৰোচ ৰজাৰ সকলো প্ৰদেশত আপোন আপোন
নগৰত গোট খালে; আৰু সিবিলাকক কোনেও
একো কৰিব নোৱাৰিলে, কিয়নো সিবিলাকলৈ
৩ সকলো জাতিৰ ভয় লাগিছিল। আৰু প্ৰদেশ-
বোৰৰ আটাই প্ৰধান লোক, ৰাজপ্ৰতিনিধি,
অধ্যক্ষবিলাক, আৰু আন আন ৰাজকৰ্ম্মচাৰী-
বিলাক যিহূদী লোকবিলাকৰ সহায় হল; কাৰণ
মৰ্দখয়লৈ সিবিলাকৰ ভয় লাগিছিল; কিয়নো
৪ মৰ্দখয় ৰাজকোঁঠৰ মাজত মহান আছিল, আৰু
তেওঁৰ যশস্যা সকলো প্ৰদেশলৈ ব্যাপি গল;
কাৰণ সেই পুৰুষ মৰ্দখয় ক্ৰমে ক্ৰমে অতিশয়
৫ মহান হৈ গল। এই হেতুকে যিহূদী লোক-
বিলাকে আপোনাবিলাকৰ আটাই শত্ৰুবোৰক
তৰোৱালেৰে আঘাত কৰি, বধ আৰু সংহাৰ
কৰিলে; সিবিলাকে আপোনাবিলাকক ঘি-
৬ ণাওঁতাবোৰলৈ যি ইচ্ছা তাকেই কৰিলে। আৰু
চূচন ৰাজকোঁঠত যিহূদীবিলাকে পাঁচ শ মানুহক
৭ বধ আৰু সংহাৰ কৰিলে। আৰু পৰ্চন্দাথা, দল্-
৮ ফোন, অস্পাথা, পোৰাথা, অদলিয়া, অৰীদাথা,
৯ পৰ্মস্তা, অৰীচয়, অৰীদয়, আৰু বয়িজাথা নামেৰে
যিহূদীবিলাকৰ শত্ৰু হম্মদাথাৰ পুতেক হামনৰ
এই দহোটা পুতেকক সিবিলাকে বধ কৰিলে,
১০ কিন্তু লুটদ্ৰব্যত হাত নিদিলে। যিবোৰক চূচন
ৰাজকোঁঠত বধ কৰা হল, সেইবোৰৰ সংখ্যা
১১ ৰজাৰ ওচৰলৈ অনা হলত, ৰজাই ইষ্টেৰ ৰাণীক
কলে, যিহূদীবিলাকে চূচন ৰাজকোঁঠত পাঁচ শ
লোকক আৰু হামনৰ দহোটা পুতেকক বধ আৰু
সংহাৰ কৰিলে; তেন্তে ৰজাৰ আনবোৰ প্ৰদেশত
বা কিমান কৰিলে! এতিয়া তোমাৰ নিবেদন
কি? তাক তোমালৈ গ্ৰাহ্য কৰা হব; আৰু
তোমাৰ প্ৰাৰ্থনা কি? তাক সিদ্ধ কৰা যাব।
১৩ ইষ্টেৰে কলে, যদি ৰজাই ভাল দেখে, তেন্তে
আজিৰ নিচিনাকৈ কাইলৈকো কৰিবৰ অনুমতি
চূচনত থকা যিহূদীবিলাকক দিয়া হওক, আৰু
হামনৰ দহোটা পুতেকক কাঠডালত আৰি থোৱা
১৪ হওক। পাছে ৰজাই তাক কৰিবলৈ আজ্ঞা
দিলত, সেই আজ্ঞা চূচনত প্ৰকাশ কৰা হল;
তাতে হামনৰ পুতেক দহোটাক কাঠডালত আৰি
১৫ থোৱা হল। আৰু চূচনত থকা যিহূদী লোক-
বিলাকে অদৰ মাহৰ চতুৰ্দ্দশ দিনাও গোট
খাই চূচনত তিনি শ লোকক বধ কৰিলে, কিন্তু
১৬ লুটদ্ৰব্যত হাত নিদিলে। আৰু ৰজাৰ প্ৰদেশ-
বোৰত থকা আন আন যিহূদীবিলাকে গোট
খাই আপোন আপোন প্ৰাণৰ নিমিত্তে থিয়
হৈ আপোনাবিলাকৰ শত্ৰুবোৰৰ পৰা জিৰণি
পালে; সিবিলাকে আপোনাবিলাকক ঘিণাওঁতা-
বোৰৰ পঁয়সত্তৰ হাজাৰ লোকক বধ কৰিলে;
১৭ কিন্তু লুটদ্ৰব্যত হাত নিদিলে। সিবিলাকে অদৰ
মাহৰ ত্ৰয়োদশ দিনা এই কাৰ্য্য কৰিলে, আৰু
চতুৰ্দ্দশ দিনা সিবিলাকে জিৰালে, আৰু সেই
১৮ দিন ভোজ ও আনন্দৰ দিন কৰিলে। কিন্তু চূচনত
থকা যিহূদীবিলাকে সেই মাহৰ ত্ৰয়োদশ আৰু
চতুৰ্দ্দশ দিনা গোট খালে; আৰু পঞ্চদশ দিনা
জিৰালে, আৰু সেই দিন ভোজ ও আনন্দৰ দিন
১৯ কৰিলে। এই কাৰণে গাঁৱলীয়া, অৰ্থাৎ গড়
নোহোৱা নগৰত থকা যিহূদীবিলাকে অদৰ
মাহৰ চতুৰ্দ্দশ দিনক আনন্দৰ, ভোজৰ,
মঙ্গলৰ, আৰু ইজনে সিজনলৈ ভাগ পঠোৱাৰ
দিন কৰি মানে।

পূৰীম পৰ্ব্ব স্থাপন কৰা। মৰ্দখয়ৰ মহত্ব।

২০ অদৰ মাহৰ চতুৰ্দ্দশ দিন আৰু পঞ্চদশ
দিন, এই দুদিন যিহূদীবিলাকে আপোনা-
বিলাকৰ শত্ৰুৰ পৰা জিৰণি পালে, আৰু সেই

মাহত সিবিলাকর শোক আনন্দত, আরু বিলাপ
২১ উৎসরত পরিণত হল, এই দেখি, সিবিলাকে
যেন বছরে বছরে সেই দুদিন পালন করে, আরু
ভোজর, আনন্দর, ইজনে সিজনলৈ ভাগ পঠো-
ৱার, আরু দুঃখীয়াক দান দিয়ার দিন করি
মানে, সিবিলাকক এনে আদেশ দিবলৈ,
২২ মর্দখয়ে এই সকলো বৃত্তান্ত লিখি, অহচ্‌বেরোচ
রজার সকলো প্রদেশত থকা ওচরর আরু দিলগর
২৩ আটাই যিহুদী লোকলৈ পত্র পঠালে। তাতে
যিহুদীবিলাকে যেনেকৈ আরম্ভ করিছিল, আরু
মর্দখয়ে যি রূপে সিবিলাকলৈ লিখিছিল, তেনে-
২৪ কৈয়ে করিবলৈ সিবিলাকে গাত ললে ; কিয়নো
আটাই যিহুদীবিলাকর শত্রু অগাগীয়া হম্মদা-
থার পুতেক হামনে সিবিলাকক বিনষ্ট করিব-
লৈ সিবিলাকর অহিতে কুকল্পনা করিছিল, আরু
সিবিলাকক সংহার আরু বিনষ্ট করিবলৈ পূর
২৫ অর্থাৎ চিঠি খেলাইছিল ; কিন্তু সেই কথা রজার
ওচরলৈ আহিলত, হামনে যিহুদীবিলাকর বিরুদ্ধে
করা কুকল্পনা যেন তেওঁর নিজর ওপরত ফলিয়াব,
আরু তেওঁক ও তেওঁর দহোটা পুতেকক কাঠডালত
আরি থোৱা যাব, পত্রর দ্বারায় রজাই এনে
২৬ আজ্ঞা দিলে। এই হেতুকে পূর নাম অনুসারে
সেই দুদিনক সিবিলাকে পূরীম বোলে। এই
নিমিত্তে সেই পত্রর সকলো কথার কারণে, আরু
সেই বিষয়ে সিবিলাকে যি যি দেখিছিল, আরু
২৭ সিবিলাকলৈ যি যি ঘটিছিল, সেই সকলোর
কারণে, যিহুদীবিলাকে আপোনাবিলাকর আরু
আপোন আপোন সন্তানবিলাকর, আরু যিহুদী-
ধর্ম লোৱাবিলাকর কর্তব্য বুলি, সেই বিষয়ে
লিখামতে আরু নিরূপণ করা সময় অনুসারে সি-
বিলাকে বছরে বছরে সেই দুদিন ক্রটি নোহো-
ৱাকৈ পালন করিবলৈ, নিয়ম করি গাত গলে ;
২৮ আরু এই স্থির করিলে, যে, পুরুষানুক্রমে প্রত্যেক
গোষ্ঠীত প্রত্যেক প্রদেশত আরু প্রত্যেক নগরত
সেই দুদিন সোঁররণ করা আরু পালন করা হব,
আরু পূরীম নামেরে সেই দুদিন যিহুদীবিলাকর
মাজর পরা কেতিয়াও লুপ্ত নহব, আরু সিবি-
লাকর সন্তানবিলাকর মাজর পরা তার সোঁররণ
২৯ লুপ্ত নহব। পাছে অবীহয়িলর জীয়েক ইষ্টের রাণী
আরু যিহুদী মর্দখয়ে পূরীমর বিষয়র এই দ্বিতীয়
পত্র স্থির করিবলৈ সম্পূর্ণ ক্ষমতারে সৈতে
৩০ লিখিলে। আরু লঘোন ও ক্রন্দনর বিষয়ে,
যিহুদী মর্দখয় আরু ইষ্টের রাণীয়ে যিহুদী-
বিলাকক আদেশ দিয়ার দরে, আরু সিবিলাকে
আপোনাবিলাকর আরু আপোন আপোন
সন্তানবিলাকর নিমিত্তে কর্তব্য বুলি, নিয়ম
করা মতে, নিয়মিত কালত পূরীমর সেই
দুদিন পালন করিবর অর্থে স্থির করিবলৈ,
৩১ তেওঁ অহচ্‌বেরোচ রজার রাজ্যর এশ সাতাইশ
প্রদেশর সকলো যিহুদী লোকবিলাকর ওচরলৈ
শান্তি আরু সত্যর কথা লিখি পত্র পঠালে।
৩২ আরু ইষ্টেরর আজ্ঞারে পূরীমর এইবোর কথা
স্থির করা হল ; আরু এই সকলোকে পুস্তক-
খনিত লিখা হল।

১০ সেই অহচ্‌বেরোচ রজাই দেশত, আরু
সমুদ্রত থকা দ্বীপবোরত কর লগালে।
২ আরু তেওঁর ক্ষমতা ও পরাক্রমর সকলো কথা
আরু রজাই মর্দখয়ক যি মহত্ত্ব দি ওখ পদত
তুলিছিল, তার সম্পূর্ণ বৃত্তান্ত জানো মাদিয়া
আরু পারস্যর রজাবিলাকর ইতিহাসপুস্তক-
৩ খনিত লিখা নাই? কিয়নো যিহুদী মর্দখয় অহচ্‌-
বেরোচ রজার প্রধান মন্ত্রী, আরু যিহুদী লোক-
বিলাকর মাজত মহান, আপোন ভাইবিলাকর
মাজত প্রিয়, আপোন লোকবিলাকর হিত-
চিন্তক, আরু আপোনার আটাই বংশর পক্ষে
শান্তির কথা কওঁতা আছিল।

# ইয়োবর বিবরণ।

ইয়োবর সাধুতা আরু উন্নতি।

১ উচ দেশত ইয়োব নামেরে এজন মানুহ
আছিল ; সেই পুরুষ সিদ্ধ, সরল, ঈশ্বরলৈ
ভয় রাখোঁতা, আরু দুষ্টতার পরা আঁতরি
২ থাকোঁতা। তেওঁর সাতোটা পুতেক আরু তিনি
৩ জনী জীয়েক জন্ম হয়। তেওঁর সম্পত্তি সাত
হাজার মের ও ছাগ, তিনি হাজার উট, পাঁচ শ
হাল বলদ, পাঁচ শ গাধী, আরু অতি অধিক দাস
দাসী আছিল ; এই কারণে সেই পুরুষ পূব
দেশর লোকবিলাকর মাজত সকলোতকৈ মহান
৪ আছিল। তেওঁর পুতেকবিলাকে গৈ, যি দিনা
যার পাল পরে, সেই দিনা তার ঘরত ভোজ
খায়হঁত, আরু মানুহ পঠাই আপোনাবিলাকর
তিনি জনী ভনীয়েককো আপোনাবিলাকর লগত
৫ ভোজন পান করিবলৈ নিমন্ত্রণ করে। পাছে

সিবিলাকর ভোজর দিন উকলি গলে, ইয়োবে
মানুহ পঠাই সিবিলাকক পবিত্র করায়, আরু
রাতিপুৱাতে উঠি সিবিলাকর সকলোয়ে সংখ্যা
অনুসারে হোমবলি দিয়ে; কারণ ইয়োবে কয়,
কিজানি মোর পোহঁতে পাপ করি অন্তরর
পরা ঈশ্বরক বিদায় দিলে। ইয়োবে সদায়
এই রূপে করে।

ইয়োবর প্রথম পরীক্ষা।

৬ কোনো এদিন ঈশ্বরর সন্তানবিলাক যিহো-
ৱার সম্মুখত থিয় হবলৈ উপস্থিত হলত, সি-
৭ বিলাকর মাজত চয়তানো উপস্থিত হল। তাতে
যিহোৱাই চয়তানক সুধিলে, তুমি ক'র পরা
আহিলা? চয়তানে যিহোৱাক উত্তর দি কলে,
ময় পৃথিবী ভ্রমণ করি, আরু তার মাজত ই-
৮ কালে সিকালে ফুরি আহিলোঁ। তেতিয়া যিহো-
ৱাই চয়তানক সুধিলে, তুমি মোর দাস ইয়ো-
বলৈ মন করা নাই নে? কিয়নো তেওঁর নিচিনা
সিদ্ধ, সরল, ঈশ্বরলৈ ভয় রাখোঁতা, আরু দুষ্ট-
তার পরা আঁতরি থাকোঁতা লোক পৃথিবীত
৯ কোনো নাই। চয়তানে উত্তর দি যিহোৱাক
কলে, ইয়োবে জানো বিনালাভে ঈশ্বরলৈ ভয়
১০ রাখে? আপুনি তেওঁর চারিওফালে, আরু তেওঁর
ঘরর ও সর্ব্বস্বর চারিওফালে জানো বেড়া দিয়া
নাই? আপুনি তেওঁর হাতর কার্য্যবোর
আশীর্ব্বাদযুক্ত করিলে, আরু তেওঁর সম্পত্তিও
১১ দেশত বৃদ্ধি পালে। কিন্তু আপুনি এবার হাত
মেলি তেওঁর সর্ব্বস্ব স্পর্শ করোক; তাতে তেওঁ
অৱশ্যে আপোনার সাক্ষাতেই আপোনাক
১২ বিদায় দিব। তাতে যিহোৱাই চয়তানক কলে,
দেখা, তেওঁর সর্ব্বস্বর ওপরত তোমার ক্ষমতা
আছে; কেৱল তেওঁর ওপরতহে হাত নিদিবা।
তেতিয়া চয়তান যিহোৱার সম্মুখর পরা
ওলাই গল।
১৩ কোনো এদিন ইয়োবর পুতেক জীয়েকবিলাকে
আপোনাবিলাকর বড় ককায়েকর ঘরত ভোজন,
১৪ আরু দ্রাক্ষারস পান করি থাকোঁতে, ইয়োবর
ওচরলৈ এজন দূতে আহি কলে, গরুবোরে হাল
টানিছিল. আরু গাধীবোর সেইবোরর ওচরত
১৫ চরি আছিল; এনেতে চিবায়ীয়াইঁতে আক্রমণ
করি সেই সকলোকে লৈ গল, এনে কি, সিহঁতে
তরোৱালর ধারেরে দাসবিলাকক বধ করিলে;
আপোনাক সংবাদ দিবলৈ কেৱল ময় অক-
১৬ লেইহে রক্ষা পালোঁ। সি কৈ থাকোঁতেই, আরু
এটাই আহি কলে, আকাশর পরা ঈশ্বরর অগ্নি
পড়ি, দাসে সৈতে মেরর জাকক দগ্ধ করি
সেইবোরক গ্রাস করিলে; আপোনাক সংবাদ
দিবলৈ কেৱল ময় অকলেইহে রক্ষা পালোঁ।
১৭ সি কৈ থাকোঁতেই, আরু এটাই আহি কলে,
কল্দীয়াইঁতে তিনি দল হৈ উটবোরক আক্রমণ
করি সেইবোর লৈ গল, এনে কি, সিহঁতে
তরোৱালর ধারেরে দাসবিলাকক বধ করিলে;
আপোনাক সংবাদ দিবলৈ কেৱল ময় অক-
১৮ লেইহে রক্ষা পালোঁ। সি কৈ থাকোঁতেই,
আরু এটাই আহি কলে, আপোনার পো জী
বিলাকে সিবিলাকর বড় ককায়েকর ঘরত ভো-
১৯ জন, আরু দ্রাক্ষারস পান করি আছিল; এনেতে
দেখোক, অরণ্যর সিফালর পরা বড় ধুমুহা এটা
আহি ঘরটোর চারিও চুকত লগাত, সেই ডেকা-
বিলাকর ওপরত ঘরটো পড়িল, তাতে তেওঁ-
বিলাকে প্রাণত্যাগ করিলে; আপোনাক সংবাদ
দিবলৈ কেৱল ময় অকলেইহে রক্ষা পালোঁ।
২০ তেতিয়া ইয়োবে উঠি আপোনার জামা ফালি
আরু মুর খুরাই, মাটিত পড়ি প্রণিপাত করি
২১ কলে, ময় মাতৃর গর্ভর পরা উদঙে আহিলোঁ,
আরু উদঙে তালৈ উলটি যাম; যিহোৱাই
দিছিল, আরু যিহোৱাই নিলে; যিহোৱার নাম
২২ ধন্য হওক। এই সকলোতো ইয়োবে পাপ নক-
রিলে, আরু ঈশ্বরত অজ্ঞানতার দোষারোপ
নকরিলে।

ইয়োবর দ্বিতীয় পরীক্ষা। তেওঁর
বন্ধুবিলাকর আগমন।

২ এদিন আকৌ ঈশ্বরর সন্তানবিলাক যিহো-
ৱার সম্মুখত থিয় হবলৈ উপস্থিত হলত,
সিবিলাকর মাজত চয়তানো যিহোৱার আগত
২ থিয় হবলৈ উপস্থিত হল। তাতে যিহোৱাই
চয়তানক সুধিলে, তুমি ক'র পরা আহিলা?
চয়তানে যিহোৱাক উত্তর দি কলে, ময় পৃথিবী
ভ্রমণ করি, আরু তার মাজত ইকালে সিকালে
৩ ফুরি আহিলোঁ। তেতিয়া যিহোৱাই চয়তানক
সুধিলে, মোর দাস ইয়োবলৈ তুমি মন করা
নাই নে? কিয়নো তেওঁর নিচিনা সিদ্ধ, সরল,
ঈশ্বরলৈ ভয় রাখোঁতা, আরু দুষ্টতার পরা
আঁতরি থাকোঁতা লোক পৃথিবীত কোনো নাই;
যদিও তুমি অকারণে তেওঁর সর্ব্বনাশ করিবলৈ
তেওঁর বিরুদ্ধে মোর প্রবৃত্তি জন্মালা, তথাপি তেওঁ
এতিয়াও আপোন সিদ্ধতা রক্ষা করি আছে।
৪ তাতে চয়তানে উত্তর করি যিহোৱাক কলে,
চালর অর্থে চাল, এনে কি প্রাণর অর্থে মানুহে
৫ সর্ব্বস্ব দিব। কিন্তু আপুনি আরু এবার হাত
মেলি তেওঁর অস্থি আরু মাংস স্পর্শ করোক;
তাতে তেওঁ অৱশ্যে আপোনার সাক্ষাতেই
৬ আপোনাক বিদায় দিব। তেতিয়া যিহোৱাই
চয়তানক কলে, দেখা, তেওঁ তোমার হাতত
আছে; কেৱল তেওঁর প্রাণর বিষয়ে সাৱধান

৭ হবা। পাছে চয়তানে যিহোৱাৰ আগৰ পৰা
ওলাই গৈ ইয়োবক আঘাত কৰি, তেওঁৰ মূৰৰ
তালুৰ পৰা ভৰিৰ তলুৱালৈকে বিষম খহু উৎপন্ন
৮ কৰিলে। তাতে তেওঁ ছাইৰ মাজত বহি এডোখৰ
৯ খোলা লৈ গা খুঁচিবলৈ ধৰিলে। পাছে তেওঁৰ
তিৰুতাই তেওঁক কলে, আপুনি এতিয়াও আ-
পোন সিদ্ধতা ৰক্ষা কৰি থাকিব নে? ঈশ্বৰক
১০ নিন্দা দি প্ৰাণত্যাগ কৰোক। তাতে তেওঁ
তাইক কলে, তুমি এজনী অজ্ঞানী তিৰুতাৰ দৰে
কথা কৈছা। আমি ঈশ্বৰৰ পৰা মঙ্গলহে গ্ৰহণ
কৰিম নে? অমঙ্গলকো জানো গ্ৰহণ নকৰিম?
এই সকলোতো ইয়োবে আপোন ওঁঠেৰে পাপ
নকৰিলে।

১১ পাছে ইয়োবলৈ ঘটা এইবোৰ আপদৰ
কথা তেওঁৰ তিনি জন বন্ধুৱেকৰ কাণত পৰিলত,
সিবিলাক, অৰ্থাৎ তৈমনীয়া ইলীফজ, চুহীয়া
বিল্দদ, আৰু নামাথীয়া চোফৰে আপোন
আপোন ঠাইৰ পৰা আহি একপৰামৰ্শ হৈ,
তেওঁৰ লগত শোক, আৰু তেওঁক সান্ত্বনা কৰিবৰ
নিমিত্তে তেওঁৰ ওচৰলৈ আহিবলৈ থিৰ কৰিলে।
১২ পাছে তেওঁবিলাকে দূৰৈৰ পৰা চকু তুলি চাই,
তেওঁক দেখি চিনিব নোৱাৰিলে; তাতে তেওঁ-
বিলাকে বড়কৈ চিঞৰি কান্দিবলৈ ধৰিলে, আৰু
আপোন আপোন জামা ফালি, আপোন
আপোন মূৰৰ ওপৰলৈ আকাশৰ ফাললৈ ধূলি
১৩ চটিয়ালে। আৰু সিবিলাকে সাত দিন সাত
ৰাত্তি তেওঁৰ লগত মাটীত বহি থাকিল, তেওঁক
কোনেও কথা এষাৰকে নকলে; কাৰণ সিবি-
লাকে তেওঁৰ দুঃখ অতি অধিক দেখিলে।

ইয়োবৰ বিলাপ।

৩ পাছে ইয়োবে মুখ মেলি আপোনাৰ
২ জন্মদিনক শাও দিলে। ইয়োবে মাত লগাই
কলে,
৩ যি দিনা মোৰ জন্ম হৈছিল, সেই দিন বিনষ্ট
হওক,
আৰু পুত্ৰসন্তান গৰ্ভত স্থিতি হল বুলি কোৱা
ৰাত্তি বিনষ্ট হওক।
৪ সেই দিন অন্ধকাৰময় হওক;
ঈশ্বৰে ওপৰৰ পৰা তালৈ দৃষ্টি নকৰোক,
আৰু দীপ্তি তাৰ ওপৰত প্ৰকাশিত নহওক।
৫ অন্ধকাৰ আৰু মৃত্যুচ্ছায়াই তাক নিজৰ বুলি
গ্ৰহণ কৰোক;
মেঘে তাক ঢাকি ধৰোক;
দিনক আন্ধাৰ কৰোঁতা সকলোৱে তাৰ ভয়
জন্মাওক।
৬ সেই ৰাত্তিক ঘোৰ অন্ধকাৰে ধৰোক;
বছৰৰ দিনবোৰৰ মাজত সি আনন্দ নকৰোক,
আৰু মাহৰ লেখতো নপড়োক।
৭ দেখা, সেই ৰাত্তি বন্ধ্যা হওক;
তাত কোনো আনন্দধ্বনি নহওক।
৮ দিনক শাও দিওঁতাবোৰে তাক শাও দিওক;
ৰাহুক উচটাবলৈ নিপুণ লোকবিলাকে তাক শাও
দিওক।
৯ তাৰ প্ৰভাতৰ তৰাবোৰ অন্ধকাৰময় হওক;
সি দীপ্তিলৈ আশা কৰোক, কিন্তু নেপাওক;
আৰু অৰুণৰ পিৰচি নেদেখোক।
১০ কিয়নো সি মোৰ মাতৃৰ গৰ্ভৰ দুৱাৰ বন্ধ নক-
ৰিলে,
আৰু মোৰ চকুৰ পৰা ক্লেশ ঢাকি নথলে।
১১ ময় কিয় গৰ্ভতে নমৰিলোঁ?
উদৰৰ পৰা বাহিৰ হোৱামাত্ৰে ময় কিয় প্ৰাণ-
ত্যাগ নকৰিলোঁ?
১২ কোলাই মোক কিয় ললে?
আৰু ময় পিয়াহ খাবলৈ স্তনে বা মোক কিয়
গ্ৰহণ কৰিলে?
১৩ কিয়নো সেয়ে নোহোৱা হলে, ময় শুই শান্তি
পালোঁহেঁতেন,
সেয়ে নোহোৱা হলে, ময় নিদ্ৰিত হলোঁহেঁতেন।
১৪ তেতিয়া, যিবিলাকে আপোনাবিলাকৰ নিমিত্তে
ধ্বংসস্থান নিৰ্ম্মাণ কৰিছিল,
এনে ৰজাবিলাকৰ আৰু পৃথিবীৰ মন্ত্ৰীবিলাকৰ
লগত,
১৫ বা যিবিলাকৰ সোণ আছিল,
আৰু যিবিলাকে আপোন আপোন ঘৰ ৰূপেৰে
পৰিপূৰ্ণ কৰিছিল,
এনে অধিপতিবিলাকৰ লগত থাকি ময় বিশ্ৰাম
পালোঁহেঁতেন,
১৬ বা গুপ্ত গৰ্ভস্ৰাবৰ দৰে ময় একো নহলোঁহেঁতেন,
পোহৰ দেখিবলৈ নোপোৱা সন্তানৰ দৰে হলোঁ-
হেঁতেন।
১৭ সেই ঠাইত দুষ্টবোৰে আৰু উপদ্ৰৱ নকৰে;
ভাগৰুৱাই তাত জিৰণি পায়।
১৮ তাত বন্দীয়াৰবিলাক একেলগে নিৰাপদে থাকে;
সিবিলাকে কাৰ্য্যাধ্যক্ষবিলাকৰ ডাবিহুকি আৰু
নুশুনে।
১৯ তাত সৰু কি বড় সকলো একে;
আৰু বন্দী আপোন গৰাকীৰ পৰা মুক্ত হয়।
২০ দুৰ্ভগীয়াক কিয় পোহৰ দিয়া যায়?
মনত বিষাদ পোৱাবিলাকক কিয় জীয়াই থাকি-
বলৈ দিয়া হয়?
২১ সিবিলাকে মৃত্যুলৈ অপেক্ষা কৰে, কিন্তু সেয়ে
নাহে,
আৰু গুপ্ত ধনতকৈয়ো তাক বড়কৈ বিচাৰে;
২২ সিবিলাকে মৈদাম পাব পাৰিলে,
আনন্দেৰে উল্লাসিত হয়, আৰু হৰ্ষ কৰে।

২৩ যার পথ গুপ্ত থাকে, আরু ঈশ্বরে যার চারিও-
কালে বেড়া দিলে,
এনে মানুহক কিয় পোহর দিয়া যায়?
২৪ কিয়নো ময় খাবলৈ মৌ পাওঁতেই মোর হুমু-
নিয়াহ আহে,
আরু মোর কেঁকনি পানীর ধারর দরে ওলাই
থাকে।
২৫ কিয়নো ময় যিহকে ভয় করোঁ, সেয়ে মোলৈ
ঘটে,
আরু যিহলৈ আশঙ্কা করোঁ, সেয়ে মোলৈ আহে।
২৬ মোর সুখ নাই, শান্তি নাই, বিশ্রামো নাই,
কিন্তু দুঃখহে আহি থাকে।

ইলীফজর প্রথম বক্তৃতা।

৪ তেতিয়া তৈমনীয়া ইলীফজে উত্তর করি
কলে,
২ কোনোৱে তোমার লগত কথা কবলৈ আগ
বাঢ়িলে, তুমি বেজার পাবা নে?
কিন্তু কথা নোকোৱাকৈ কোনে থাকিব পারে?
৩ দেখা, তুমি অনেকক শিক্ষা দিছিলা,
দুর্ব্বল হাতক সবল করিছিলা;
৪ তোমার বাক্যই উজুটি খাই পড়িব খোজা
লোককো ধরি রাখিছিল,
আরু তুমি দুর্ব্বল আঁঠুক সবল করিছিলা।
৫ কিন্তু এতিয়া তোমালৈ তেনে হোৱাত তুমি
বেজার পাইছা,
আরু সেয়ে তোমাক স্পর্শ করাত তুমি ব্যাকুল
হৈছা।
৬ তোমার ঈশ্বর-ভয়েই জানো তোমার বিশ্বাসভূমি
নহয়?
আরু তোমার আচরণর সিদ্ধতাত জানো তোমার
আশা নাই?
৭ ভাবি চোৱাচোন, নির্দ্দোষী হৈ কোন কেতিয়া
বিনষ্ট হৈছিল?
আরু সরল আচরণ করাবিলাক ক'ত সংহার
হৈছিল?
৮ ময় দেখার দরে হলে, যিবিলাকে অধর্ম্মর খেতি
করে,
আরু ক্লেশরূপ কঠিয়া সিঁচে, সিহঁতে সেই রূপ
শস্য দায়;
৯ সিহঁত ঈশ্বরর ফুঁতে বিনষ্ট হয়,
আরু তেওঁর কোপরূপ প্রশ্বাসতে সংহার পায়।
১০ সিংহর গর্জ্জন, আরু মৃগরাজর গোঁজরণি বন্ধ
করা হয়,
আরু ডেকা সিংহবোরর দাঁত ভঙা হয়।
১১ আহারর অভাৱত পশুরাজে প্রাণত্যাগ করে;
সিংহিনীর পোৱালিবোর ঠান ঠান হয়।
১২ মোলৈ কথা এটা গুপ্তরূপে আহিল;
মোর কাণত তার ফুচ্‌ফুচনি পড়িল।
১৩ রাত্তি সপোন দেখাত যেতিয়া ভাবনা আহে,
যেতিয়া মানুহবিলাক ঘোর নিদ্রা যায়,
১৪ তেতিয়া মোলৈ ভয় আরু কম্পন আহিল;
সেয়ে মোর হাড়বোর জোকার খুৱালে।
১৫ তেতিয়া মোর আগেদি এক ছাঁয়া চলি গল;
তাতে মোর গার নোম শিয়রি উঠিল।
১৬ সেয়ে রৈ থাকিল, কিন্তু ময় তার আকৃতি নিশ্চয়
করিব নোৱারিলোঁ;
এটা মূর্ত্তি মোর চকুর আগত আছিল;
ময় মৃদু স্বর আরু এটা বাণী শুনিলোঁ।
১৭ "ঈশ্বরর সাক্ষাতে মর্ত্ত্য জানো ধার্ম্মিক হব
পারে?
বা আপোন সৃষ্টিকর্ত্তার সাক্ষাতে মনুষ্য জানো
শুচি হব পারে?
১৮ দেখা, তেওঁ আপোনার দাসবিলাকতো বিশ্বাস
নকরে,
আরু আপোন দূতবিলাকরো ত্রুটির দোষ ধরে;
১৯ তেন্তে, যিবিলাকে মাটির ঘরত বাস করে,
যিবিলাকর উৎপত্তি ধূলিত,
আরু যিবিলাক পোকর সম্মুখত চূর্ণীকৃত হয়,
তেওঁ সিহঁতর আরু কিমান অধিক ত্রুটির দোষ
ধরিব।
২০ প্রভাত আরু সন্ধ্যা কালর মাজত সিহঁতক গুরি
করা হয়;
সিহঁত কোনোৱে মন নিদিয়াকৈ চিরকাললৈকে
বিনষ্ট হৈ যায়।
২১ সিহঁতর আন্তরিক তাম্বুজরী জানো সোলোকোৱা
নেযায়?
সিহঁত মরে, এনে কি, অজ্ঞান অৱস্থাতেই মরে।"
৫ মাতাচোন, কোনোবাই তোমাক উত্তর
দিব নে?
আরু পবিত্র লোকর মাজত তুমি কালৈ মুখ
করিবা?
২ কিয়নো মনর বেজারে অজ্ঞানক বধ করে,
আরু অসূয়াই নির্ব্বোধক হত্যা করে।
৩ ময় নিজে অজ্ঞানক শিপা ধরা দেখিলোঁ,
কিন্তু ময় তৎক্ষণাৎ তার বাসস্থানক শাও দিলোঁ।
৪ তার সন্তানবিলাক নিস্তারর পরা দূর হল,
আরু সিহঁতক রাজদুৱারত গুরি করা হল;
সিহঁতক উদ্ধার করোঁতা কোনো নাছিল।
৫ ক্ষুধাতুর লোকে তার শস্য খায় পেলালে,
কাঁইটর বেড়াও ভাঙি তাক লিলে,
আরু ফান্দে সিহঁতর সম্পত্তিলৈ মুখ মেলিলে।
৬ কিয়নো অমঙ্গল ধূলির পরা উৎপন্ন নহয়,
আরু মাটির পরা ক্লেশ নগজে;
৭ কিন্তু যেনেকৈ জুইর ফিরিঙতি ওপরলৈ উৰে,
তেনেকৈ মানুহ দুঃখর নিমিত্তে জন্মে।

৮ কিন্তু ময় হোৱা হলে ঈশ্বৰৰ ওৰিলৈ গলোঁহেঁতেন,
আৰু আপোন গোচৰ ঈশ্বৰৰ আগত উপস্থিত কৰিলোঁহেঁতেন।
৯ অনুসন্ধান কৰিব নোৱৰা মহৎ কৰ্ম্মও তেওঁ কৰে;
অসংখ্য অদ্ভুত কাৰ্য্যও তেওঁ কৰে;
১০ তেওঁ পৃথিবীৰ ওপৰত বৃষ্টি বৰষায়,
আৰু পথাৰৰ ওপৰত জল বোৱায়;
১১ তেওঁ নীহ লোকবিলাকক ওখ কৰে,
আৰু শোকাতুৰবিলাক সৌভাগ্যলৈ উন্নত হয়।
১২ তেওঁ ধূৰ্ত্তবোৰৰ কল্পনা ব্যৰ্থ কৰে;
তাতে সিহঁতৰ হাতে সিহঁতৰ অভিপ্ৰায় সাধন কৰিব নোৱাৰে।
১৩ তেওঁ জ্ঞানী লোকবিলাকক সিহঁতৰ আপোনাবিলাকৰ চতুৰতাত ধৰে;
তাতে কুটিলমনাবিলাকৰ কল্পনা নিষ্ফল হৈ পড়ে।
১৪ সিহঁতে দিনতেই আন্ধাৰৰ লগ পায়,
ৰাতিৰ নিচিনাকৈ দিনদুপৰতে খপিয়াই ফুৰে।
১৫ কিন্তু তেওঁ সিহঁতৰ মুখৰূপ তৰোৱালৰ পৰা,
আৰু পৰাক্ৰমীৰ হাতৰ পৰা দৰিদ্ৰক নিস্তাৰ কৰে।
১৬ এই ৰূপে দীনহীনে আশা পায়,
আৰু অধৰ্ম্মই আপোনাৰ মুখ বন্ধ কৰে।
১৭ দেখা, যি মানুহক ঈশ্বৰে শুধৰায়, সেই মানুহ ধন্য;
এই কাৰণে তুমি সৰ্ব্বশক্তিমানৰ শাস্তি হেয়জ্ঞান নকৰিবা।
১৮ কিয়নো তেওঁ ঘা লগায়, আৰু তাক বান্ধে;
তেওঁ আঘাত কৰে, আৰু আপোন হাতেৰে তাক সুস্থ কৰে।
১৯ তেওঁ ছয় সঙ্কটৰ পৰা তোমাক উদ্ধাৰ কৰিব;
এনে কি, সাত সঙ্কটতো অমঙ্গলে তোমাক স্পৰ্শ নকৰিব।
২০ তেওঁ আকালত মৃত্যুৰ পৰা তোমাক মুক্ত কৰিব,
আৰু যুদ্ধত তৰোৱালৰ মুখৰ পৰা উদ্ধাৰ কৰিব,
২১ তুমি জিবাস্বৰূপ চাবুকৰ কোবৰ পৰা লুকাই থাকিবা;
আৰু বিনাশ আহিলে তুমি তাৰ পৰা ভয় নেপাবা।
২২ বিনাশ আৰু দুৰ্ভিক্ষ দেখিলে তুমি হাঁহিবা,
আৰু বনৰীয়া জন্তুৰ পৰা তুমি ভয় নেপাবা।
২৩ কিয়নো পথাৰৰ শিলবোৰৰ লগত তোমাৰ সন্ধি হব,
আৰু বনৰীয়া জন্তুবোৰ তোমাৰ লগত শান্তভাৱে থাকিব।
২৪ তাতে তোমাৰ তাম্বু যে কুশলে আছে, তাক তুমি জানিবলৈ পাবা,
আৰু তোমাৰ চৰণী ঠাইত বুজ ললে, আশাত বঞ্চিত নহবা।
২৫ আৰু তোমাৰ সন্তানসন্ততি যে অধিক হব,
আৰু তোমাৰ বংশ যে পৃথিবীৰ তৃণৰ দৰে বাঢ়িব, ইয়াকো জানিবলৈ পাবা।
২৬ আঙঠি যেনেকৈ উচিত সময়ত নিয়া হয়,
তেনেকৈ তোমাকো সম্পূৰ্ণ আয়ুষত মৈদামলৈ নিয়া হব।
২৭ দেখা, এয়ে আমাৰ কথা, আমি বিবেচনা কৰি ইয়াকে স্বৰূপ পালোঁ;
তাক শুনা, আৰু তুমি নিজৰ ভালৰ অৰ্থে তাক গ্ৰহণ কৰা।

ইয়োবৰ উত্তৰ।

৬ তেতিয়া ইয়োবে উত্তৰ কৰি কলে,
২ অস, মোৰ মনৰ বেজাৰ জুখিব পৰা হলে,
আৰু তাৰ লগতে একালে মোৰ ক্লেশকো দিব পৰা হলে, কেনে ভাল আছিল!
৩ কিয়নো সেয়ে হোৱা হলে, ই সমুদ্ৰৰ বালিতকৈয়ো গধুৰ হলহেঁতেন;
এই হেতুকে মোৰ বাক্য অবিবেচনাযুক্ত।
৪ কিয়নো সৰ্ব্বশক্তিমান জনাৰ বাণবোৰ মোৰ অন্তৰত সোমাল,
মোৰ প্ৰাণে সেইবোৰৰ বিষ পান কৰিছে;
ঈশ্বৰীয় ত্ৰাসসৈন্যসমূহে মোৰ বিৰুদ্ধে বেহু পাতিছে।
৫ বনৰীয়া গাধই ঘাঁহ পালে জানো চিঁয়ৰে?
বা গৰুৱে দানা পালে জানো হেম্বেলিয়ায়?
৬ যিহৰ সোৱাদ নাই, তাক জানো লোণ নিদিয়াকৈ খোৱা যায়?
বা কনিৰ বিজুত জানো আস্বাদ আছে?
৭ মোৰ প্ৰাণে যি যি চুবলৈ অসম্মত,
সেইবোৰেই মোৰ ঘিণলগীয়া আহাৰস্বৰূপ হল।
৮ অস, মোৰ নিবেদন সাফল হোৱা হলে,
আৰু ঈশ্বৰে মোৰ বাঞ্ছনীয় দিয়া হলে, কেনে ভাল আছিল!
৯ অস, ঈশ্বৰে অনুগ্ৰহ কৰি মোক গুৰি কৰা হলে,
তেওঁ হাত মেলি মোক কাটি পেলোৱা হলে, কেনে ভাল আছিল!
১০ সেয়ে হোৱা হলেও ময় সান্ত্বনা পালোঁহেঁতেন,
এনে কি, ময় নিদাৰুণ যন্ত্ৰণাতো উল্লাস কৰিলোঁহেঁতেন;
কিয়নো ময় পবিত্ৰ জনাৰ বাক্য অস্বীকাৰ কৰা নাই।
১১ মোৰ বল নো কি, যে, ময় অপেক্ষা কৰিম?
আৰু মোৰ শেষগতি নো কি, যে, ময় সহি থাকিম?

আৰু গোটাবৰ ব্যৱসায় দিছে। ইও অসাৰ,
আৰু বতাহক ধৰিবলৈ চেষ্টা কৰা মাত্ৰ।

সকলোৱেই ঈশ্বৰৰ ইচ্ছাৰ অধীন। মানুহ
আৰু পশু উভয় সমান।

৩ প্ৰত্যেক বিষয়ৰেই এক এক কাল আছে,
আকাশৰ তলত প্ৰত্যেক অভিপ্ৰায়ৰ বিশেষ
২ বিশেষ সময় আছে। জন্মিবৰ সময় আৰু
মৰিবৰ সময়, ৰুবৰ সময় আৰু ৰোৱা উঘালি-
৩ বৰ সময়, বধ কৰিবৰ সময় আৰু সুস্থ কৰিবৰ
সময়, ভাঙিবৰ সময় আৰু সাজিবৰ সময়,
৪ কান্দিবৰ সময় আৰু হাঁহিবৰ সময়, বিলাপ
৫ কৰিবৰ সময় আৰু নাচিবৰ সময়, শিল দলি-
য়াই পেলাবৰ সময় আৰু শিল গোটাবৰ সময়,
আলিঙ্গন কৰিবৰ সময় আৰু আলিঙ্গন কৰাৰ
৬ পৰা আঁতৰি থাকিবৰ সময়, বিচাৰিবৰ সময়
আৰু হেৰুৱাবৰ সময়, ৰাখিবৰ সময় আৰু
৭ পেলাবৰ সময়, ফালিবৰ সময় আৰু সিয়াবৰ
সময়, নিমাতে থাকিবৰ সময় আৰু কথা কবৰ
৮ সময়, প্ৰেম কৰিবৰ সময় আৰু ঘিণ কৰিবৰ
সময়, ৰণৰ সময় আৰু শান্তিৰ সময় আছে।
৯ কাম কৰা মানুহে যি পৰিশ্ৰম কৰে, তাতে তাৰ
১০ কি লাভ? মনুষ্যসন্তানবিলাক পৰিশ্ৰমী হবৰ
অৰ্থে, ঈশ্বৰে যি ব্যৱসায় সিবিলাকক দিছে,
১১ তাক ময় দেখিলোঁ। তেওঁ সকলোকেই আপোন
আপোন কালত সুন্দৰ কৰিছে, আৰু সিবিলাকৰ
হৃদয়ত অনন্ত কালো ৰাখিছে; তথাপি এনেকৈ
ৰাখিছে, যে, আদিৰ পৰা অন্তলৈকে ঈশ্বৰে
কৰা কাৰ্য্যৰ তত্ত্ব কোনেও উলিয়াব নোৱাৰে।
১২ ময় জানো, যে, মানুহ জীয়াই থকা কাললৈকে
আনন্দ আৰু সৎকৰ্ম্ম কৰাতকৈ তাৰ পক্ষে
১৩ আৰু কোনো উত্তম নাই। আৰু প্ৰত্যেক মানুহে
যে ভোজন পান আৰু আপোনাৰ সকলো
পৰিশ্ৰমত সুখভোগ কৰে, ইও ঈশ্বৰৰ দান।
১৪ ময় জানো, যে, ঈশ্বৰে যি যি কৰে, সেই সকলো
চিৰস্থায়ী; তাক বঢ়াবও নোৱাৰি, কমাবও
নোৱাৰি; আৰু তেওঁৰ সাক্ষাতে যেন মানুহ-
বিলাকে ভয় কৰে, সেই নিমিত্তেই ঈশ্বৰে তাক
১৫ তেনে কৰে। যি আছে, সেয়ে পূৰ্ব্বেও আছিল,
আৰু যি আগলৈ হব লগা, সিও পূৰ্ব্বে আছিল;
আৰু যি হৈ গল, ঈশ্বৰে আকৌ তাকেই
বিচাৰে।
১৬ তাত বাজে ময় সূৰ্য্যৰ তলত বিচাৰস্থানত
দেখিলোঁ, যে, তাত দুষ্টতা আছে; আৰু ধাৰ্ম্মি-
কতাস্থানত দেখিলোঁ, যে, তাতো দুষ্টতা আছে।
১৭ ময় মনতে কলোঁ, ঈশ্বৰেই ধাৰ্ম্মিকৰ আৰু
দুষ্টৰ বিচাৰ কৰিব; কিয়নো তাত প্ৰত্যেক
অভিপ্ৰায়ৰ নিমিত্তে আৰু প্ৰত্যেক কৰ্ম্মৰ নিমিত্তে
১৮ এক এক কাল আছে। ময় মনতে কলোঁ,
যে, ঈশ্বৰে যেন মনুষ্যসন্তানবিলাকক পৰীক্ষা
কৰে, আৰু সিবিলাক যে নিজেই পশুতুল্য,
ইয়াক যেন সিবিলাকে বুজিব পাৰে, এই কাৰণে,
১৯ সেয়ে সিবিলাকৰ নিমিত্তে হৈছে। কিয়নো
মনুষ্যসন্তানবিলাকলৈ যি ঘটে, সেয়ে পশুলৈকো
ঘটে, সকলোলৈকে একে ৰূপ ঘটনাই ঘটে; ই
যেনেকৈ মৰে, সিও তেনেকৈ মৰে; এনে কি,
সিহঁত সকলোৰে এক নিশ্বাসপ্ৰশ্বাস মাথোন;
এই হেতুকে পশুতকৈ মানুহৰ কোনো প্ৰাধান্য
২০ নাই; কিয়নো সকলোৱেই অসাৰ। সকলোৱেই
একে ঠাইলৈ গমন কৰে; সকলোৱেই ধূলিৰ
পৰা উৎপন্ন হৈছে, আৰু সকলোৱেই ধূলিলৈ
২১ উলটি যায়। মনুষ্যসন্তানবিলাকৰ জীৱাত্মাৰ
বিষয়ে কোনে জানে, যে, সি ঊৰ্দ্ধগামী হয়?
আৰু পশুৰ জীৱাত্মাৰ বিষয়ে কোনে জানে, যে,
২২ সি পৃথিবীৰ তললৈ অধোগামী হয়? এই
হেতুকে ময় দেখিলোঁ, যে, মানুহে আপোনাৰ
কাৰ্য্যত আনন্দ কৰাতকৈ কোনো উত্তম নাই;
কিয়নো এয়েই তাৰ ভাগ। কাৰণ মনুষ্যৰ
মৰণৰ পাছে যি ঘটিব, তাক দেখিবলৈ কোনে
তাক ওলোটাই আনিব?

নানা উপদ্ৰৱ আৰু অকলে থকাৰ অনিষ্টতা
আদিৰ বিষয়।

৪ পাছে ময় ঘূৰি, সূৰ্য্যৰ তলত যি সকলো
অত্যাচাৰ কৰা হয়, সেই সকলো চালোঁ;
দেখা, অত্যাচাৰ পোৱা লোকবিলাকৰ চকু-লো
বৈছে, কিন্তু সিবিলাকক সান্ত্বনা কৰোঁতা
কোনো নাই; আৰু সিবিলাকক অত্যাচাৰ
কৰোঁতাবিলাকৰ ফালে বল আছে, কিন্তু সিবি-
২ লাকক সান্ত্বনা কৰোঁতা কোনো নাই। এই হেতুকে
বৰ্ত্তমানে জীয়াই থকা জীবিতবিলাকতকৈ,
আগেয়ে মৰা মৃতবিলাকৰ ময় প্ৰশংসা কৰিলোঁ।
৩ এনে কি, যি জনে আজিলৈকে জন্ম পোৱা নাই,
আৰু সূৰ্য্যৰ তলত কৰা বেয়া কাৰ্য্য দেখা নাই,
তাক ময় সেই উভয়তকৈয়ো সুখী জ্ঞান
কৰিলোঁ।
৪ পাছে ময় সকলো পৰিশ্ৰম আৰু নিপুণতাৰে
কৰা প্ৰত্যেক কাৰ্য্য চাই বুজিলোঁ, যে, ইয়াৰ
কাৰণে মানুহ ওচৰচুবুৰীয়াৰ পৰা ঈৰ্ষ্যাপ্ৰাপ্ত হয়।
ইও অসাৰ, আৰু বতাহক ধৰিবলৈ চেষ্টা কৰা
৫ মাত্ৰ। অজ্ঞান মানুহে হাত সাবটি থাকি নিজকে
৬ নিজে খায়। পৰিশ্ৰম, আৰু বতাহক ধৰিবলৈ
কৰা চেষ্টাৰে সৈতে দুই মুঠিতকৈ শান্তিৰে
সৈতে এমুঠিয়েই ভাল।

৭ পাছে মই ঘুৰি সূৰ্য্যৰ তলত অসাৰতা
৮ দেখিলোঁ। কোনো মানুহ অকলসৰে থাকে, তাৰ
দ্বিতীয় কোনো নাই ; এনে কি, তাৰ পুতেক কি
ভায়েক কনায়েক কোনো নাই ; তথাপি তাৰ পৰি-
শ্ৰমৰ সীমা নাই, আৰু তাৰ চকুও ধনসম্পত্তিত
তৃপ্ত নহয়। সি কয়, "তেন্তে মই কাৰ নিমিত্তে
পৰিশ্ৰম কৰিছোঁ, আৰু আপোন প্ৰাণক সুখ-
ভোগৰ পৰা বঞ্চিত কৰিছোঁ ?" ইও অসাৰ, এনে
৯ কি, অতি দুখজনক ব্যৱসায়। একজনতকৈ দুজন
ভাল, কিয়নো সিবিলাকৰ পৰিশ্ৰমৰ দ্বাৰায়
১০ সুফল হয়। কাৰণ সিবিলাক পৰিলে, একজনে
আপোনাৰ সঙ্গীক তুলিব পাৰে। কিন্তু যি জন
অকলসৰীয়া, সি পৰিলে, তাৰ সন্তাপ হব ;
১১ কিয়নো তাক তুলিবলৈ দ্বিতীয় নাই। আকৌ
দুজনে একেলগে শুলে উম পায় ; কিন্তু একজনে
১২ অকলেই কেনেকৈ উম পাব ? আৰু যি অকল-
সৰীয়া, তাক যদিও কোনোৱে পৰাজয় কৰে,
তথাপি দুজনে তাৰ প্ৰতিৰোধ কৰিব ; আৰু
তিনি পকীয়া ৰচি বেগাই নিছিগে।
১৩ যি অজ্ঞান বৃদ্ধ ৰজাই কোনো পৰামৰ্শ নলবলৈ
আৰু নুবুজে, এনে ৰজাতকৈ জ্ঞানবান দুখীয়া
১৪ ডেকাই ভাল। কিয়নো এওঁ ৰজা হবৰ নিমিত্তে
বন্দীশালৰ পৰা ওলাইছিল ; এনে কি, এওঁ
আপোনাৰ ৰাজ্যত দৰিদ্ৰ-অৱস্থাত জন্মগ্ৰহণ
১৫ কৰিছিল। মই দেখিলোঁ, যে, যি ডেকাই অৰ্থাৎ
দ্বিতীয় জনে তেওঁৰ পদত ৰাজত্ব পালে,
সূৰ্য্যৰ তলত অহাযোৱা কৰা সকলো জীয়া প্ৰাণী
১৬ সেই জনৰ ফলীয়া হল। যি লোকবিলাকৰ ওপৰত
তেওঁ ৰজা হল, সেই লোকবিলাকৰ সীমা নাই ;
তথাপি ভাবী কালৰ লোকবিলাকে তেওঁত আনন্দ
নকৰিব। অৱশ্যে ইও অসাৰ, আৰু বতাহক
ধৰিবলৈ চেষ্টা কৰা মাত্ৰ।

ঈশ্বৰৰ আৰাধনা, ধনৰ অস্থিৰতা, আৰু ধন
ভোগ কৰাৰ বিষয়।

৫ তুমি ঈশ্বৰৰ গৃহলৈ যোৱা কালত তোমাৰ
ভৰি সাৱধানে ৰাখিবা ; কাৰণ অজ্ঞান-
বোৰৰ দৰে বলিদান কৰাতকৈ, শুনিবলৈ ওচৰ
চপাই ভাল : কিয়নো সিহঁতে যে বেয়া কাম
২ কৰিছে, তাক সিহঁতে নেজানে। তোমাৰ মুখেৰে
অবিবেচনাৰূপে কথা নকবা, আৰু ঈশ্বৰৰ আগত
কথা উচ্চাৰণ কৰিবলৈ তোমাৰ মনক বেগী হব
নিদিবা ; কিয়নো ঈশ্বৰ স্বৰ্গত আৰু তুমি পৃথি-
বীত আছা ; এই হেতুকে তোমাৰ কথা অলপ
৩ হওক। কিয়নো অধিক কাৰ্য্যৰ দ্বাৰায় সপোন
দেখা যায়, আৰু অধিক বাক্যৰ দ্বাৰায় অজ্ঞানৰ
৪ মাত বুজা যায়। ঈশ্বৰৰ আগত সঙ্কল্প কৰিলে,
তাক সিদ্ধ কৰিবলৈ পলম নকৰিবা ; কিয়নো
তেওঁ অজ্ঞানবোৰত সন্তোষ নেপায় ; তুমি যি
৫ সঙ্কল্প কৰা, তাক সিদ্ধ কৰা। সঙ্কল্প কৰি
৬ সিদ্ধ নকৰাতকৈ সঙ্কল্প নকৰাই ভাল। তুমি
শৰীৰৰ অধীনে থাকি পাপ কৰিবলৈ তোমাৰ
মুখক নিদিবা ; আৰু, সেইটো ভুল হল, এনে কথা
দূতৰ আগত নকবা ; ঈশ্বৰে কিয় তোমাৰ বাক্যত
ক্ৰোধ কৰি তোমাৰ হাতৰ কাৰ্য্য নষ্ট কৰিব ?
৭ কিয়নো অধিক সপোন আৰু অসাৰতাত, আৰু
বাক্যৰ বাহুল্যত এনে ঘটে। কিন্তু তুমি ঈশ্বৰক
ভয় কৰা।
৮ তুমি প্ৰদেশত দৰিদ্ৰক অত্যাচাৰ কৰা, বলেৰে
বিচাৰ আৰু ন্যায় দূৰ কৰা দেখিলে, সেই
কথাত আশ্চৰ্য্য নেমানিবা ; কিয়নো ওখ পদত
থাকোঁতা লোকতকৈয়ো ওখ পদত থাকোঁতা আন
এজনে চকু দিয়ে ; আকৌ সিবিলাকতকৈয়ো আৰু
৯ ওখ পদত থকা লোক আছে। কিন্তু খেতিত নিৰ্ভৰ
কৰা ৰজা সকলো ভাৱে দেশৰ মঙ্গলস্বৰূপ।
১০ যি মানুহে ৰূপ ভাল পায়, সি ৰূপত তৃপ্ত
নহয় ; নাইবা যি মানুহে অধিক ধনসম্পত্তি
ভাল পায়, সি আয়ত তৃপ্ত নহয়। ইও অসাৰ।
১১ ধনসম্পত্তি বাঢ়িলে তাক খাওঁতাও বাঢ়ে ;
এতেকে তাক চকুৰে দেখাৰ বাহিৰে তাৰ গৰাকী-
১২ বিলাকৰ কি লাভ ? বনুৱা লোকে সৰহ বা অলপ
আহাৰ কৰিলেও, তাৰ টোপনি সন্তোষজনক ;
কিন্তু ধনবানৰ অধিক ধনসম্পত্তিয়ে তাক টোপনি
যাব নিদিয়ে।
১৩ মই সূৰ্য্যৰ তলত যন্ত্ৰণাদায়ক এই অনিষ্ট
দেখিলোঁ, যে, ধনৰ গৰাকীৰ অপকাৰলৈহে ধন
১৪ ৰখা হয়। সেই ধন দুৰ্ঘটনাত নষ্ট হয় ; আৰু
পুত্ৰ এটী জন্মিলে তাৰ হাতত একোৱেই নেথাকে।
১৫ মাকৰ গৰ্ভৰ পৰা যেনেকৈ সি উলঙ্গে আহে,
তেনেকৈ পুনৰায় সেই অহাৰ দৰেই উলঙ্গে যায়,
আৰু সি আপোন পৰিশ্ৰমৰ ফলৰ মাজত
হাতত লৈ যাব পৰা খিনিও লগত লৈ যাব
১৬ নোৱাৰে। সি যেনেকৈ আহে, সকলো ভাৱে
তেনেকৈয়ে যায় ; ইও যন্ত্ৰণাদায়ক অনিষ্ট।
তেন্তে বতাহক ধৰিবলৈ পৰিশ্ৰম কৰাত তাৰ
১৭ কি লাভ ? সি জীৱনৰ সকলো কালতেই অন্ধ-
কাৰত আহাৰ কৰে, আৰু তাৰ অধিক বেজাৰ,
নৰীয়া, আৰু ক্ৰোধ হয়।
১৮ দেখা, ঈশ্বৰে মানুহক জীৱনৰ যি কেইটা দিন
দিছে, সেই সমস্ত দিন সূৰ্য্যৰ তলত কৰা সকলো
পৰিশ্ৰমৰ ভিতৰত ভোজন পান আৰু সুখভোগ
কৰাকে মই উত্তম আৰু সুন্দৰ দেখিলোঁ ; কিয়নো
১৯ এয়েই তাৰ পাব লগীয়া ভাগ। ঈশ্বৰে যি যি
লোকক ধনসম্পত্তি আৰু বহুমূল্য বস্তু দান কৰি
তাক ভোগ কৰিবলৈ, আৰু আপোনাৰ ভাগ
লবলৈ, আৰু আপোনাৰ পৰিশ্ৰমত আনন্দ

করিবলৈ ক্ষমতা দিয়ে, সেই সকলো ভোগবলৈ
২০ ইও ঈশ্বরর দান। কিয়নো ঈশ্বরে তার মনত
আনন্দ জন্মাই তাক উত্তর দিয়াত, সি আপোনার
আয়ুষর দিন কেইটা বিস্তর সোঁৱৰণ নকরে।

### ধনীর প্রকৃত সুখ নাই।

৬ ময় সূর্যর তলত আরু এক অমিষ্ট
দেখিলোঁ; সেয়ে মানুহবিলাকর পক্ষে অতি
২ ভারস্বরূপ। ঈশ্বরে কোনো কোনোক ইমান ধন-
সম্পত্তি, বহুমূল্য বস্তু, আরু গৌরব দিয়ে, যে,
তার অভিলষিত বস্তুবোরর ভিতরর এটারো
অভাব নাই; তথাপি ঈশ্বরে তাক ভোগ করিবর
ক্ষমতা নিদিয়ে, কিন্তু কোনো অসম্পর্কীয় লোকে
তাক ভোগ করে। ইও অসার, আরু বিষম রোগ-
৩ স্বরূপ। যদি কোনো মানুহে এশ পুত্রর জন্ম দি
অনেক বছর জীয়াই থাকি দীর্ঘজীবী হয়, কিন্তু
তার প্রাণ যদি সুখত তৃপ্ত নহয়, আরু তাক মৈ-
দামো যদি দিয়া নহয়, তেন্তে ময় কওঁ, সেই
৪ মানুহতকৈ অসময়ত জন্মাটোরেই ভাল। কিয়নো
ই বৃথায় আহে, আরু আন্ধারতে যায়, আরু
য়ার নাম আন্ধারেরেই ঢকা থাকে; ই সূর্য্যক
৫ নেদেখে, আরু নেজানে; এতেকে সেই মানুহত-
৬ কৈ ইয়েই ভাল। এনে কি, সি কোনো সুখ ভোগ
নকরাকৈ যদি দুই হাজার বছরো জীয়াই থাকে,
তথাপি তার কি লাভ? সকলোরেই একে ঠাইলৈ-
৭ কে জানো নেযায়? মানুহর সকলো পরিশ্রম তার
মুখর নিমিত্তে, তথাপি তার হেপাহ নপলায়;
৮ কিয়নো অজ্ঞানতকৈ জ্ঞানবানর কি লাভ? আরু
জীয়াই থকা লোকবিলাকর আগত ব্যবসায় করিব
৯ জনা দুঃখীয়া মানুহর বা কি লাভ? মন ভ্রমি
ফুরাতকৈ চকুরে দেখাটোরেই ভাল। ইও অসার,
আরু বতাহক ধরিবলৈ চেষ্টা করা মাত্র।
১০ যি হল, তার নাম বহুকালর আগেয়ে দিয়া
হল, তাক মানুহ বুলি জনা গৈছে; আরু আপো-
নাতকৈ যি জনা পরাক্রমী, তেওঁর লগত সি যুদ্ধ
১১ করা অসাধ্য। কিয়নো অসারতা বঢ়াওঁতা অনেক
কথা আছে; তার দ্বারায় মানুহর কি লাভ?
১২ কারণ, মানুহে অসার জীবনর যি কেইটা দিন
ছায়ার দরে নিয়ায়, তার জীবনর সেই সকলো
দিনত তার মঙ্গল কি, তাক কোনে জানে? আরু
মানুহর মরণর পাছে, সূর্য্যর তলত কি ঘটিব,
ইয়াকে তাক কোনে কব পারে?

### জগতক তুচ্ছজ্ঞান করা, ধৈর্য্য, আরু ঈশ্বর-ভয়েই প্রকৃত জ্ঞান।

৭ সুগন্ধি তেলতকৈ সুনাম উত্তম, আরু জন্মর
২ দিনতকৈ মরণর দিন ভাল। ভোজর ঘরলৈ
যোৱাতকৈ বিলাপর ঘরলৈ যোৱা ভাল; কিয়নো
সেয়ে সকলো মানুহর শেষগতি, আরু জীয়াই
৩ থকা লোকে তাক মনত রাখিব। হাঁহিতকৈ শোক
ভাল; কারণ মুখর বিবর্ণর দ্বারায় মনক আনন্দিত
৪ করা হয়। জ্ঞানবানবিলাকর মন বিলাপর ঘরত
থাকে; কিন্তু অজ্ঞানবোরর মন আমোদর
৫ ঘরত থাকে। মানুহে অজ্ঞানবোরর গীত শুনাত-
৬ কৈ জ্ঞানবানর অনুযোগ শুনা ভাল। কিয়নো
কেরাহির তলত কাঁইট থরির ফুট্‌ফুটনি যেনে,
যেনে, অজ্ঞান মানুহর হাঁহি তেনে; ইও অসার।
৭ বরুপতে অত্যাচারে জ্ঞানবানক বলীয়া করে,
৮ আরু ভেটিয়ে বিবেচনাশক্তি নষ্ট করে। কার্য্যর
আরম্ভতকৈ তার শেষ ভাল, আরু অহঙ্কারী
৯ মনর লোকতকৈ ধীর মনর লোক ভাল। তোমার
মনক হঠাতে খং উঠিবলৈ নিদিবা; কিয়নো
১০ অজ্ঞানবোরর বুকুরেই খঙর আশ্রয়। বর্ত্তমান
কালতকৈ আগর কাল কিয় ভাল আছিল? এনে
কথা নকবা; কিয়নো এই বিষয়ে তুমি এনে
১১ প্রশ্ন করা জ্ঞানমূলক নহয়। পৈতৃক ধনসম্পত্তি
যিমান ভাল, প্রজ্ঞাও সিমান ভাল; এনে কি,
সূর্য্যক দেখোঁতাবিলাকর নিমিত্তে তাতকৈ প্রজ্ঞা
১২ বেচী উপকারী। কিয়নো ধন যেনে রক্ষক, প্রজ্ঞাও
তেনে রক্ষক; কিন্তু জ্ঞানর উপকার এই, যে,
প্রজ্ঞাই আপোনার গরাকীর জীবন রক্ষা করে।
১৩ ঈশ্বরর কার্য্য চোৱা; কিয়নো তেওঁ যিহক বেঁকা
১৪ করে, তাক কোনে পোনাব পারে? সুখর দিনত
আনন্দ করা, আরু দুঃখর দিনত বিবেচনা করা;
মানুহর পাছত কি ঘটিব, তার একোকে যেন
মানুহে জানিব নোৱারে, এই নিমিত্তে ঈশ্বরে
সেই দুয়োকো ওচরাওচরি করি থৈছে।
১৫ ময় আপোন অসার জীবনর দিন কেইটাত
এই সকলো দেখিলোঁ, যে, কোনো কোনো ধার্ম্মিক
লোক নিজ নিজ ধার্ম্মিকতাত বিনষ্ট হয়, আরু
কোনো কোনো দুষ্ট লোকে নিজ নিজ দুষ্টতাত
১৬ দীর্ঘকাল নিয়ায়। অতিরিক্ত ধার্ম্মিক নহবা, আরু
আপোনাকে অতিরিক্ত জ্ঞানী নেদেখুৱাবা; কিয়
১৭ আপোনাকে নষ্ট করিবা? অতি দুষ্ট নহবা,
আরু অজ্ঞানো নহবা: তোমার কাল নৌ হওঁতেই
১৮ কিয় মরিবা? তুমি ইয়াক ধরি রখা ভাল; এনে
কি, সিটোর পরাও হাত মুক্ত নকরিবা; কিয়নো
ঈশ্বরলৈ ভয় করোঁতা লোকে সেই সকলোরে
পরা সারিব।

### পরস্ত্রীগমন, বিদ্রোহ, আরু অধিপতির উপদ্রবর বিরুদ্ধে কথা।

১৯ নগরত থকা দহ জন পরাক্রমীয়ে যি পরিমাণে
নগর দৃঢ় করে, তাতকৈ প্রজ্ঞাই জ্ঞানবানক অধিক
২০ পরিমাণে বলবান করে। বাস্তবিকে, পাপ নকরি
সৎকর্ম্ম করা ধার্ম্মিক মানুহ পৃথিবীত নাই।

২১ লোকে কথা পতা আটাই কথালৈ মন নিদিবা ;
কিয়নো দিলে, কিজানি তোমার দাসে তোমাক
২২ শাও দিয়াছে শুনিবা। কারণ, তুমিও যে আন-
বিলাকক সেই দরে শাও দিয়া, তাক তোমার
মনে অনেক বার জানিবলৈ পাইছে।
২৩ ময় প্রজ্ঞার দ্বারায় সেই সকলোকে পরীক্ষা
করি চালোঁ ; ময় কলোঁ, ময় জ্ঞানবান হম,
২৪ কিন্তু জ্ঞান মোর পরা দূরত আছিল। যি
আছে, সেয়ে অতি দূর, আরু অতি গভীর, তাক
২৫ কোনে পাব পারে ? ময় ঘূরি, জানিবলৈ আরু
অনুসন্ধান করিবলৈ, প্রজ্ঞা আরু কথার হেতু
বিচার করিবলৈ, আরু দুষ্টতা যে অজ্ঞান, আরু
মূর্খতা যে পাগলামি, তাক জানিবলৈ মনোযোগ
২৬ করিলোঁ। তাতে ময় মৃত্যুতকৈয়ো এক বিষম বস্তু
দেখিলোঁ, অর্থাৎ যি তিরুতার মন ফান্দ আরু
জাল, হাত বান্ধস্বরূপ, এনে তিরুতা ; যি মানুহ
ঈশ্বরর দৃষ্টিত উত্তম, সি তাইর পরা সারিব,
২৭ কিন্তু পাপী তাইর দ্বারায় ধরা পরিব। উপ-
দেশকে কৈছে, দেখা, ময় কথার কারণ উলি-
য়াবলৈ এটার পাছে এটা বিচার করি চাই তাকে
২৮ পালোঁ। মোর প্রাণে এতিয়াও যিহক বিচারিছে,
ময় তাক পোয়া নাই ; হাজারর মাজত এজনহে
নর পালোঁ, কিন্তু সেই সকলোর মাজত এজনী
২৯ নারী নেপালোঁ। দেখা, ময় ইয়াকেহে পালোঁ,
যে, ঈশ্বরে মানুহক সরল করি সৃজন করিছিল ;
কিন্তু অবাটে যাবর নিমিত্তে সিবিলাকে নানা
উপায় বিচারিলে।

৮ জ্ঞানবানর তুল্য কোন আছে ? কথার
অর্থ কোনে বুজাব জানে ? মানুহর প্রজ্ঞাই
তার মুখ উজ্জ্বল করে, আরু তার মুখর কঠিনতার
২ পরিবর্তন হয়। ময় তোমাক পরামর্শ দিওঁ, তুমি
রজার আজ্ঞা পালন করা ; ঈশ্বরর শপথর
৩ কারণেই তাক করা। তেওঁর আগর পরা গুচি
যাবলৈ লরালরি নকরিবা, মন্দ বিষয়ত লাগি
নেথাকিবা ; কিয়নো তেওঁ আপোন ইচ্ছার দরে
৪ সকলোকে করে। কারণ রজার বাক্য প্রবল ;
আরু আপুনি কি করিছে বুলি তেওঁক কোনে কব
৫ পারে ? যি মানুহে আজ্ঞা পালন করে, তালৈ
অমঙ্গল নঘটে ; কিন্তু জ্ঞানবানর মনে হলে,
৬ সময় আরু সোধবিচার হব বুলি জানে। কিয়নো
প্রত্যেক বিষয়রে সময় আরু সোধবিচার আছে ;
কারণ মানুহর দুষ্টতা অতিশয় অধিক হৈ পরে।
৭ কিয়নো কি ঘটিব, তাক সি নেজানে, কারণ কি
প্রকারর সেয়ে ঘটিব, ইয়াকে তাক কোনে জনাব
৮ পারে ? বতাহক বন্ধ করিবলৈ বতাহর ওপরত
কোনো মানুহর ক্ষমতা নাই ; আরু মরণদিনর
ওপরতো ক্ষমতা নাই, আরু সেই যুদ্ধর পরা এড়ব
নেপায়, আরু দুষ্টতাই আপোনাত আসক্ত

৯ হোয়াটোক নসরুরায়। ময় সেই সকলোকে
দেখিলোঁ, আরু সূর্য্যর তলত করা সকলো
কর্ম্মলৈ মনোযোগ করি বুজিলোঁ, যে, কোনো
কোনো সময়ত এজনে আন জনর ওপরত তার
অপকারলৈ ক্ষমতা পায়।
১০ তাত বাজে ময় দেখিলোঁ, যে, দুষ্টবোরে মৈদাম
পাই পরলোকলৈ গল ; কিন্তু সদাচারীবিলাক
পবিত্রস্থানর পরা যোয়াত, নগরত সিবিলাকর
১১ সোঁবরণ লুপ্ত হল। ইও অসার। কুকর্ম্মর দণ্ডাজ্ঞা
বেগাই সিদ্ধ নোহোয়াত, মনুষ্যসন্তানবিলাকর
১২ মন কুকর্ম্মত সম্পূর্ণরূপে আসক্ত হয়। পাপীয়ে
এশবার কুকর্ম্ম করিও যদি দীর্ঘকাল জীয়াই থাকে,
তথাপি ময় হলে নিশ্চয়ে জানো, যে, ঈশ্বরর
যি ভয়কারী লোকবিলাকে তেওঁর সাক্ষাতে ভয়
১৩ রাখে, সিবিলাকর মঙ্গল হব ; কিন্তু দুষ্ট লোকর
মঙ্গল নহব, আরু সি আপোনার ছায়াস্বরূপ
আয়ুস বৃদ্ধি নকরিব, কারণ সি ঈশ্বরর সাক্ষাতে
১৪ ভয় নেরাখে। পৃথিবীত এই অসারতা চলি
আছে, যে, কোনো কোনো ধার্ম্মিক লোকলৈ
দুষ্টবোরর কর্ম্ম অনুসারে ঘটনা ঘটে, আরু
কোনো কোনো দুষ্ট লোকলৈ ধার্ম্মিকবিলাকর
কর্ম্ম অনুসারে ঘটে ; ময় কলোঁ, ইও অসার
১৫ তেতিয়া ময় আনন্দর প্রশংসা করিলোঁ ; কিয়নো
ভোজন পান আরু আনন্দ করাতকৈ সূর্য্যর তলত
মনুষ্যর আরু ভাল নাই ; কারণ সূর্য্যর তলত
ঈশ্বরে দিয়া তার আয়ুসর সকলো কালত আপো-
নার পরিশ্রমত তারে সৈতে এয়েহে থাকিব।

ঈশ্বরর কার্য্যর বোধাগম্যতা আরু বর্ত্তমান
সুখভোগ আদির বিষয়।

১৬ ময় যেতিয়া প্রজ্ঞার তত্ত্ব জানিবলৈ আরু
পৃথিবীত প্রচলিত ব্যবসায় (কিয়নো কোনো
কোনো লোকর দিন কি রাতি চকুত টোপনি
১৭ নাহে ;) চাবলৈ মন দিলোঁ, তেতিয়া ময় ঈশ্বরর
সকলো কার্য্য দেখি বুজিলোঁ, যে, সূর্য্যর তলত
যি কার্য্য করা যায়, মানুহে তার তত্ত্ব উলিয়াব
নোয়ারে। কিয়নো মানুহে তাক অনুসন্ধান
করিবলৈ যিমান কি পরিশ্রম করোক, তথাপি
তার তত্ত্ব উলিয়াব নোয়ারে ; এনে কি, জ্ঞানবান
লোকেও তাক জানিবলৈ স্থির করিলে তার তত্ত্ব

৯ উলিয়াব নোয়ারে। কিয়নো ময় এই সকলো
বিষয় অনুসন্ধান করিবলৈ এই সকলো
বিষয়লৈ মন দিলোঁ, যে, ধার্ম্মিক আরু জ্ঞানী
লোকবিলাক আরু সিবিলাকর কর্ম্ম ঈশ্বরর হাতত
আছে ; প্রেমেই হয় নে ঘিণেই হয়, তাক মানুহে
নেজানে। সকলো সিবিলাকর আগলৈ আছে।
২ সকলোলৈকে সকলো একে দরে ঘটে ; ধার্ম্মিক

কি দুষ্ট, সৎলোক কি শুচি কি অশুচি,
আরু বলিদান কৰোঁতা কি বলিদান নকৰোঁতা,
আটাইলৈকে একে ঘটনা ঘটে ; সৎলোক
যেনে পাপীও তেনে, শপথকারী যেনে শপথলৈ
৩ ভয়কারীও তেনে। সূর্য্যর তলত কৰা সকলো
কার্য্যর ভিতৰত এয়ে অতি দুঃখর বিষয়, যে,
সকলোলৈকে সমান ঘটনা ঘটে ; এনে কি,
মনুষ্যসন্তানবিলাকর মন দুষ্টতারে পূর, আরু
জীয়াই থাকোমানে সিহঁতর হৃদয়র মাজত
পাগ্‌লামি থাকে, পাছে মৃতবিলাকর ওচৰলৈ
৪ যাব লগা হয়। কিয়নো সকলো জীবিত
লোকর মাজত প্রত্যাশা আছে ; কারণ মরা
৫ সিংহতকৈ জীয়া কুকুরেই ভাল। কিয়নো জীবিত
লোকবিলাকে মরিম বুলি জানে : কিন্তু মৃত
লোকবিলাকে একোকেই নেজানে. আরু সিহঁতে
আপোনাবিলাকর শ্রমর ফল আরু নেপায় ;
৬ কিয়নো সিহঁতর স্মৃতি লুপ্ত হয়। সিহঁতর প্রেম,
সিহঁতর ঘিণ, আরু সিহঁতর অসূয়া নষ্ট হৈ গল,
আরু সূর্য্যর তলত করা সকলো কার্য্যত সিহঁতে
কোনো কালেও আরু ভাগ নেপাব।

৭ তুমি যোৱা, আনন্দেরে আপোনার আহার
ভোজন, আরু হর্ষিত মনেরে আপোনার দ্রাক্ষা-
রস পান করাগৈ ; কিয়নো ঈশ্বরে তোমার
৮ কর্ম্ম পূর্ব্বরে পরা গ্রহণ করিলে। তোমার
বস্ত্র সর্ব্বদায় শুক্লবর্ণ হওক, আরু তোমার মূরত
৯ তেলর অভাব নহওক। সূর্য্যর তলত ঈশ্বরে
তোমাক অসার আয়ুষ যিমান দিন দিয়ে, তোমার
সেই সকলো অসার দিনত তুমি আপোন প্রিয়া
ভার্য্যার লগত আনন্দ করা ; কিয়নো জীৱনর
কালত, আরু তুমি সূর্য্যর তলত যি পরিশ্রম
করা, সেই পরিশ্রমত এয়েই তোমার পাব লগা
১০ ভাগ। যি যি কার্য্য তোমার হাতত পরে, তাক
যত্নেরে করিবা ; কিয়নো তুমি যি ঠাইলৈ যাব
লাগিছা, সেই চিয়োলত কোনো কার্য্য, কি
কল্পনা, কি বিদ্যা, কি জ্ঞান, একেবারেই
নাই।

১১ ময় ঘুরি আকৌ সূর্য্যর তলত চাই দেখিলোঁ,
যে, লর মরামরি খেলত বেগীবিলাক, রণত
বীরবিলাক যে জয় হয়, আরু জ্ঞানীবিলাকে অন্ন,
বুদ্ধিয়কবিলাকে ধন, আরু নিপুণ লোকবিলাকে
যে অনুগ্রহ পায়, এনে নহয় ; কিন্তু সকলোলৈকে
১২ সময় আরু দৈবাৎক্রমেহে ঘটে। কিয়নো মানুহে
আপোনার সময় নেজানে ; যেনেকৈ মাছবোর
অনিষ্টকারী জালত, আরু যেনেকৈ চরাইবোর
ফান্দত ধরা পরে, তেনেকৈ মনুষ্যসন্তান-
বিলাকো অকস্মাৎ হোৱা আপদর কালত ধরা
পরে।

১৩ ময় সূর্য্যর তলত প্রজ্ঞার আরু এক উদাহরণ
দেখিলোঁ ; সেয়ে মোলৈ মহৎ বোধ হল।
১৪ তাকর মানুহ থকা এখন সরু নগর আছিল ;
পাছে কোনো মহান রজাই তার বিরুদ্ধে
আহি তাক অৱরোধ করি, তার বিরুদ্ধে
১৫ বর বর কোঁঠ সাজিলে। এনেতে সেই নগরত
এজন জ্ঞানৱান দরিদ্র মানুহ পোৱা গল ; তেওঁ
আপোনার প্রজ্ঞার দ্বারায় নগরখন রক্ষা করিলে,
কিন্তু সেই দরিদ্র মানুহক কোনেও সুঁৱরিলে।
১৬ তেতিয়া ময় কলোঁ, পরাক্রমতকৈ প্রজ্ঞা উত্তম
হয় ; তথাপি দরিদ্রর প্রজ্ঞাক হেয়জ্ঞান করা যায়,
আরু তার কথা কোনেও নুশুনে।

জ্ঞানীরে সৈতে অজ্ঞানক তুলনা করা।

১৭ অজ্ঞানবোরর মাজত শাসন কৰোঁতার চিঞ্-
রতকৈ ধীরে ধীরে কোৱা জ্ঞানীবিলাকর বাক্য
১৮ অধিককৈ শুনা যায়। যুদ্ধর অস্ত্রতকৈয়ো প্রজ্ঞা
উত্তম ; কিন্তু এজন পাপীয়ে অনেক মঙ্গল নষ্ট

১০ করে। যেনেকৈ মরা মাখির দ্বারায় সুগন্ধি-
দ্রব্যব্যৱসায়ীর সুগন্ধি তেল দুর্গন্ধ হয়,
তেনেকৈ অলপ অজ্ঞানতাই প্রজ্ঞা আরু
২ সম্মানতকৈ জোখত চরে। জ্ঞানৱানর হৃদয়
তার সোঁহাতে ; কিন্তু অজ্ঞানর হৃদয় তার
৩ বাঁওহাতে থাকে। এনে কি, অজ্ঞানে বাটত
ফুরোঁতেও বুদ্ধিহীন হৈ সকলোরে আগত
৪ আপোনার অজ্ঞানতা প্রকাশ করে। যদি তোমা-
লৈ শাসনকর্ত্তার ক্রোধ হয়, তথাপি আপোন
ঠাই ত্যাগ নকরিবা ; কিয়নো ধৈর্য্যই বর
৫ বর পাপ ধমায়। ময় সূর্য্যর তলত অধিপতির
পরা উৎপন্ন হোৱা ভ্রান্তি যেন এক বিষম বিষয়
৬ দেখিলোঁ, যে, অজ্ঞানক অতি ওখ পদত স্থাপন
করা হয়, আরু ধনৱন্তবিলাক নীহ ঠাইত বহে।
৭ ময় দাসক ঘোঁরাত উঠি যোৱা, আরু অধিপতিক
দাসর দরে মাটিত খোজ কাঢ়ি যোৱা দেখিলোঁ।
৮ যি মানুহে খাল খানে, সি তাত পরিব ; আরু
যি মানুহে শিলর গড় ভাঙে, তাক সাপে
৯ দংশিব। যি মানুহে শিলবোর আঁতরায়, সি
সেইবোরতেই দুঃখ পাব ; আরু যি মানুহে
কাঠ ফালে, তাত তালৈ আপদ ঘটিবর ভয়
১০ থাকে। লোহা ভোঁটা হলে, আরু তাক নধরালে,
তাক চলাবলৈ অধিক বল লাগে ; কিন্তু কার্য্য
১১ সাফল্য করিবলৈ জ্ঞান উপকারী। মন্ত্রর গুণ
নৌ ধরোঁতেই যদি সাপে দংশে, তেন্তে মন্ত্র পাওঁ-
১২ তাত কোনো লাভ নাই। জ্ঞানৱান লোকর
মুখর বাক্য সন্তোষজনক ; কিন্তু অজ্ঞানর ওঁঠে
১৩ আপোনাকে গ্রাস করে। তার মুখর কথার
আরম্ভনেই অজ্ঞানতা, আরু তার কথার শেষ-
১৪ ফল অনিষ্টকারী বলীয়ালি। অজ্ঞান লোকে
অনেক কথা কয় ; কিন্তু আগলৈ কি হব, তাক

মানুহে নেজানে ; আরু তার পাছর কালত কি
১৫ ঘটিব, ইয়াকে তাক কোনে জনাব পারে ? অজ্ঞান
লোকর পরিশ্রমে সিহঁত প্রতিজনকে ক্লান্ত করে ;
কিয়নো নগরলৈ যোৱা বাটকো সি চিনি
১৬ নেপায় । হে দেশ, যেতিয়া তোমার রজা লরা
মানুহ হয়, আরু তোমার অধ্যক্ষবিলাকে রাতি-
পুৱাতে ভোজ খায়, তেতিয়া তোমার সন্তাপ
১৭ হব । হে দেশ, যেতিয়া ভদ্রবংশীয় পুত্র তোমার
রজা হয়, আরু তোমার অধ্যক্ষবিলাকে, মত্তলীয়া
হবর নিমিত্তে নহয়, কিন্তু বলবৃদ্ধির নিমিত্তে
উচিত সময়ত ভোজন পান করে, তেতিয়া তুমি
১৮ ধন্য । এলাহর দ্বারায় চাল হোরোপা পড়ে,
১৯ আরু সোরোপালিত ঘর উরুখে । আমোদর
কারণে ভোজ পতা হয়, আরু দ্রাক্ষারসে জীৱনক
২০ হর্ষিত করে, আরু ধন সর্ব্বসাধক । রজাক শাও
নিদিবা, মনে মনেও নিদিবা ; আরু আপোনার
শোৱা খোঁটালিটো ধনীক শাও নিদিবা ; কিয়নো
আকাশর এটা চরায়ে সেই শব্দ লৈ যাব,
ডেউকা লগা জীৱই সেই কথা জনাব ।

বারমাহত লাগি থকা, আয়ুষত আনন্দ করা
আদির বিষয় ।

১১ তোমার আহার পানীর ওপরত পেলাই
দিয়া ; কিয়নো অনেক দিনর পাছে তাক
২ আকৌ পাবা । সাত জনক, এনে কি, আঠ জনক
ভাগ বাঁটি দিয়া ; কিয়নো পৃথিবীত কি কি
৩ আপদ ঘটিব, তাক তুমি নেজানা । মেঘবোর
বৃষ্টিরে পরিপূর্ণ হলে, সেইবারে পৃথিবীত বরষুণ
বরষায় ; আরু গছ দক্ষিণ বা উত্তরফালে পড়িলে,
৪ যি ঠাইত পড়ে, সেই ঠাইতেই থাকে । যি জনে
বতাহলৈ চায়, সি কঠিয়া নিসিঁচিব ; আরু যি
কোনোরে মেঘলৈ দৃষ্টি করে, সি শস্য নেদাব ।
৫ বতাহর গতি আরু গর্ভৱতীর গর্ভত থকা হাড়-
বোরর বৃদ্ধি যেনেকৈ তোমার বোধর অগম্য,
তেনেকৈ সর্ব্বসাধক ঈশ্বরর কার্য্যও তোমার
৬ বোধর অগম্য । তুমি রাতিপুৱা আপোনার
কঠিয়া সিঁচা, আরু গোধূলি পরতো আপোনার
হাত কোঁচাই নেরাখিবা ; কিয়নো ইটো বা
সিটো কোনটো সফল হব, নাইবা দুয়ো একে
৭ সমানে উত্তম হব, তাক তুমি নেজানা । বরুপেই
পোহর সন্তোষ দিওঁতা, আরু চকুর পক্ষে সূর্য্য-
৮ দর্শন ভাল । এনে কি, কোনো মানুহ অনেক
বছর জীয়াই থাকিলে, সি সেই সকলোতে
আনন্দ করোক, কিন্তু আন্ধারর দিনো মনত
রাখোক ; কিয়নো সেই দিন অনেক হব । যি যি
ঘটে, সেই সকলোরেই অসার ।
৯ হে ডেকা, তুমি আপোনার যৌবন-অৱস্থাত
আনন্দ করা, আরু ডেকা কালত তোমার মনে
তোমাক হর্ষিত করোক, আরু তুমি আপোন
হৃদয়র পথত আরু আপোন চকুর দৃষ্টিত চলি
থাকা ; কিন্তু তুমি জানিবা, যে, ঈশ্বরে এই
সকলোর নিমিত্তে তোমাক বিচারর ঠাইলৈ
১০ আনিব । এই হেতুকে আপোনার মনর পরা
বেজার দূর করা, আরু গার পরা দুঃখ গুচুৱা ;
কিয়নো যৌবন আরু ডেকা কাল ভাপস্বরূপ ।

১২ যি দুঃখর দিন আরু বছর কেইটার বিষয়ে
তুমি কবা, "এইবোরত মোর সন্তোষ
২ নাই," সেইবোর নৌ আহোঁতে, বা যি কালত
ঘর-রখীয়াবিলাক কঁপিব, বলৱন্ত মানুহ-
বিলাক দোঁ খাব, দাঁত পিহা তিরুতাবোর
ডাকর হোৱাত সিহঁতে পিহিবলৈ এরিব,
খিলিক দুৱারেদি চাওঁতাবিলাক অন্ধকার-
৩ ময় হব, বাটর ফালর দুৱার বন্ধ হব, যি
কালত দাঁতর শব্দ অতি সরু হব, এটা চরাইর
মাতত্তে মানুহ উঠিব, গায়ীকাবিলাকে সরু
৪ মাতেরে গাব, যি কালত ওখ ঠাই পালেই
মানুহে ভয় খাব, বাটত নানা ত্রাসজনক বস্তু
পাব, বাদাম গছ ফুলিব, ফরিঙেই তার যেন
বোধ হব, আরু অবিয়োনা গছর গুটির গুণ
নথরিব, (কিয়নো মানুহ আপোনার অনন্ত
ঘরলৈ যাব লগা হয়, আরু বিলাপ করোঁতা-
৫ বিলাকে বাটত ফুরে ;) সূর্য্য আরু তার দীপ্তি,
চন্দ্র আরু তরাবোর অন্ধকারময় হোৱা, আরু
বরষুণর পাছত পুনরায় ডাররুরা এনে কাল
৬ নৌ আহোঁতেই, বা রূপর গুণা নৌ ছিগোঁতেই,
বা দীপাধারর সোণর তেলপাত্র, ভুমুকর পারত
থকা কলহ, আরু নাদত চক্র নৌ ভাগোঁতেই, আরু
৭ ধূলি আগর দরে মাটীত লীন নৌ হওঁতেই,
আরু ঈশ্বরে দিয়া আত্মা তেওঁলৈ উলটি নৌ
যাওঁতেই তুমি যৌবনকালত আপোনার সৃষ্টি-
৮ কর্ত্তাক সোঁররা । উপদেশকে কৈছে, অসারর
অসার, সকলোরেই অসার ।

উপসংহার ।

৯ অধিকন্তু উপদেশক জ্ঞানৱান হোৱাত, তেতি-
য়াও তেওঁ লোকবিলাকক জ্ঞান শিক্ষা দিছিল ।
এনে কি, তেওঁ বিবেচনা করি মনতে বিচারি
বিচারি অনেক নীতিবাক্য রচনা করিছিল । উপ-
১০ দেশকে মনোহর বাক্য আরু সরলভাবে লিখা কথা
অর্থাৎ সত্য বচন পাবলৈ অনুসন্ধান করিছিল ।
১১ জ্ঞানীবিলাকর বাক্য কাঁচিস্বরূপ, আরু সভা-
পতিবিলাকর বাক্য ভালকৈ মরা গজালস্বরূপ ;
সেইবোর একে জনা রখীয়ার দ্বারায় দিয়া
১২ হৈছে । অধিকন্তু, হে মোর বোপা, তুমি সতর্ক
হোৱা ; বহু পুথী রচনার শেষ নহয়, আরু
অধিক অধ্যয়নে শরীর ক্লান্ত করে ।

১৩ আহাঁ, আমি সকলোৱে সাৰকথা শুনো। ঈশ্বৰলৈ ভয় ৰাখা, আৰু তেওঁৰ আজ্ঞাবিলাক পালন কৰা; কিয়নো এয়েই মানুহৰ সকলো ১৪ কৰ্ত্তব্য কৰ্ম্ম। কাৰণ ঈশ্বৰে ভাল কি বেয়া আটাই গুপুত বিষয়ে সৈতে সকলো কৰ্ম্ম বিচাৰস্থানলৈ আনিব।

# চলোমনৰ পৰমগীত।

**১** চলোমনৰ পৰমগীত।

চূলম্মীৎ আৰু যিৰূচালেমৰ জীয়াৰী-
বিলাকৰ বাক্য।

২ তেওঁ আপোনাৰ মুখৰ চুমা কেইটামানেৰে
মোক চুমা খাওক;
কিয়নো তোমাৰ প্ৰেম দ্ৰাক্ষাৰসতকৈয়ো উত্তম।
৩ তোমাৰ সুগন্ধি তেলৰ গন্ধ অতি উত্তম,
তোমাৰ নাম, বাকি দিয়া সুগন্ধি তেলস্বৰূপ;
সেই নিমিত্তে যুৱতীবিলাকে তোমাক প্ৰেম
কৰে।
৪ মোক লৈ যোৱাহি, আমি তোমাৰ পাছে পাছে
লৰি যাম।
ৰজাই আপোনাৰ অন্তঃপুৰলৈ মোক আনিলে;
আমি তোমাত আনন্দিত হৈ ৰঙ্গ কৰোঁ,
দ্ৰাক্ষাৰসতকৈও তোমাৰ প্ৰেমৰ অধিক প্ৰশংসা
কৰোঁ।
লোকে তোমাক সৰলভাৱে প্ৰেম কৰে।

চূলম্মীতৰ বাক্য।

৫ হে যিৰূচালেমৰ জীয়াৰীবিলাক,
ময় ক'লা বৰণীয়া কিন্তু সুন্দৰী,
কেদৰৰ তাম্বুৰ নিচিনা,
চলোমনৰ আৰ-কাপড়ৰ সদৃশ।
৬ ময় ঈষদ কলী, সূৰ্য্যই মোক বিবৰ্ণ কৰিলে,
এই দেখি মোলৈ তোমালোকে কুদৃষ্টি নকৰিবা।
মোৰ আইৰ পুতেকহঁতে মোক খং কৰিলে,
সিহঁতে মোক দ্ৰাক্ষাবাৰীবোৰৰ ৰক্ষীয়ানী
কৰিছিল;
কিন্তু মোৰ নিজৰ দ্ৰাক্ষাবাৰী ময় ৰক্ষা কৰা
নাই।
৭ হে মোৰ প্ৰাণপ্ৰিয়, তুমি আপোনাৰ জাক
ক'ত চৰাইছা?
আৰু দুপৰ বেলা আপোনাৰ জাকক ক'ত জিৰো-
ৱাইছা? তাক মোক কোৱা;
কিয়নো তোমাৰ লগৰীয়াবিলাকৰ জাকবোৰৰ
মাজত,
ওৰণী লোৱা জনীৰ নিচিনা ময় কিয় হম?

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য।

৮ হে নাৰীবিলাকৰ মাজত পৰমসুন্দৰি, তুমি
যদি তাক নেজানা,
তেন্তে জাকৰ খোজৰ চিন ধৰি ধৰি যোৱা,
আৰু ৰখীয়াবিলাকৰ তাম্বুবোৰৰ ওচৰত তোমাৰ
ছাগলী পোৱালিবোৰক চৰোৱাগৈ।

চলোমন আৰু চূলম্মীতৰ কথোপকথন।

৯ হে মোৰ প্ৰিয়া, ফৰৌণৰ ৰথৰ এজনী ঘোঁৰাৰে
সৈতে,
ময় তোমাক তুলনা কৰিছোঁ।
১০ বেণীৰ দ্বাৰায় তোমাৰ গাল দুখন,
আৰু মুকুতাৰ হাৰেৰে তোমাৰ ডিঙি শোভিত
হৈছে।
১১ ঠায়ে ঠায়ে ৰূপ খটোৱা সোণৰ বেণী তোমাৰ
নিমিত্তে আমি যুগুত কৰিম।
১২ যেতিয়া ৰজা ভোজনৰ সভাত বহি আছিল,
তেতিয়া মোৰ জটামাংসীয়ে সুগন্ধ প্ৰদান
কৰিছিল।
১৩ যি গন্ধৰসৰ টুপলি মোৰ দুই স্তনৰ মাজত থাকে,
মোৰ আগত মোৰ প্ৰিয় সেই টুপলিৰ নিচিনা।
১৪ অয়িন-গদীৰ দ্ৰাক্ষাবাৰীত থকা জেটুকা ফুলৰ
থোপা যেনে,
মোৰ প্ৰিয় মোৰ আগত তেনে।
১৫ হে মোৰ প্ৰিয়া, দেখা, তুমি সুন্দৰী, হয়, তুমি
সুন্দৰী;
তোমাৰ চকু যোৰি দুটা কপৌৰ নিচিনা।
১৬ হে মোৰ প্ৰিয়, দেখা, তুমি সুন্দৰ, এনে কি,
তুমি মনোহৰ;
আমাৰ শয্যা কেঁচাপতীয়া।
১৭ আমাৰ ঘৰৰ চৰ্ত্তি এৰচ গছৰ,
আৰু আমাৰ ঘৰৰ বৰগা দেবদাৰুৰ।

**২** ময় চাৰোণৰ এটী গোলাপ, উপত্যকাৰ এটী
কমাৰি ফুল।

চলোমনৰ বাক্য।

২ কাঁইটবোৰৰ মাজত এটী কমাৰি ফুল যেনে,
জীয়াৰীবিলাকৰ মাজত মোৰ প্ৰিয়া তেনে।

চুলমীতৰ বাক্য ।

৩ কাঠনীৰ গছবোৰৰ মাজত সুমথিৰা টেঙাৰ গছ যেনে,
ডেকাবিলাকৰ মাজত মোৰ প্ৰিয় তেনে ।
মই বৰ আনন্দেৰে তেওঁৰ ছাঁয়াত বহোঁ,
আৰু তেওঁৰ ফল মোৰ মুখত সোৱাদ লাগে ।
৪ তেওঁ মোক দ্ৰাক্ষাৰস পান কৰা ঘৰলৈ লৈ গল,
আৰু মোৰ ওপৰত প্ৰেমেই তেওঁৰ ধ্বজা হল ।
৫ তোমালোকে শুকান দ্ৰাক্ষাগুটিৰে মোক সবল কৰা,
আৰু সুমথিৰা টেঙাৰে মোৰ প্ৰাণ জুৰুৱা ;
কিয়নো মই প্ৰেমত পীড়িতা আছোঁ ।
৬ তেওঁৰ বাওঁ হাত মোৰ মূৰৰ তলত আছে,
আৰু তেওঁৰ সোঁ হাতে মোক আলিঙ্গন কৰিছে ।
৭ হে যিৰূচালেমৰ জীয়াৰীবিলাক, মই পথাৰৰ মৃগী আৰু হৰিণীবোৰৰ শপথ দি কৈছোঁ,
প্ৰেমে নিজে ইচ্ছা নকৰেমানলৈকে তোমালোকে প্ৰেমক সাৰ নোপোৱাবা, নজগাবা ।

চুলমীতৰ বাক্য ।

৮ সেইয়া মোৰ প্ৰিয়ৰ মাত, দেখা, তেওঁ আহিছে,
পৰ্ব্বতৰ ওপৰত ডেও দি, আৰু গিৰিবোৰৰ ওপৰত জাপ দি আহিছে ।
৯ মোৰ প্ৰিয় মৃগ বা যুবা হৰিণৰ নিচিনা ।
সৌৱা দেখা, তেওঁ আমাৰ বেৰৰ পাছফালে থিয় হৈ আছে,
খিলিকিবোৰেদি চাই পঠাইছে, সেইবোৰৰ চিলিঙিয়েদি দেখা দিছে ।
১০ মোৰ প্ৰিয়ই কথা কবলৈ ধৰি মোক কলে,
"হে মোৰ প্ৰিয়া, উঠা ; হে মোৰ সুন্দৰি, আহাঁ ।
১১ কিয়নো দেখা, জাৰকাল গল,
আৰু বৰষুণৰ সময় শেষ হল ;
১২ পৃথিবীত ফুলবোৰে দেখা দিছে ;
পক্ষীবোৰৰ গানৰ সময় আহিল ;
আৰু আমাৰ দেশত কপৌৰ মাত শুনা গৈছে ।
১৩ ডিমৰু গছৰ কেঁচা গুটী পকিবলৈ ধৰিছে,
আৰু দ্ৰাক্ষালতাবোৰ ফুলিছে ;
সেইবোৰে সুঘ্ৰাণ প্ৰদান কৰিছে ।
হে মোৰ প্ৰিয়া, উঠা ; হে মোৰ সুন্দৰি, আহাঁ ।
১৪ শিলৰ ফাটত, আৰু গড়াৰ গুপুত ঠাইত থকা হে মোৰ কপোতি,
মোক তোমাৰ মুখ দেখিবলৈ আৰু তোমাৰ মাত শুনিবলৈ দিয়া ;
কিয়নো তোমাৰ মাত সুৱলা, আৰু তোমাৰ মুখ সুৱনী ।"
১৫ তোমালোকে আমাৰ নিমিত্তে শিয়ালবোৰ, দ্ৰাক্ষাবাৰীবোৰ নষ্ট কৰোঁতা সৰু শিয়ালবোৰ ধৰা ;
কিয়নো আমাৰ বাৰীত দ্ৰাক্ষালতাবোৰ ফুলিছে ।
১৬ মোৰ প্ৰিয় মোৰেই, আৰু ময়ো তেওঁৰেই ;
তেওঁ কনাডি ফুলনীৰ মাজত আপোনাৰ জাক চৰায় ।
১৭ হে মোৰ প্ৰিয়, দিন জুৰ নপৰেমানে, আৰু ছাঁয়াবোৰ নুগুচেমানে,
তুমি ঘূৰি গৈ বেথৰ পৰ্ব্বতত মৃগ নাইবা যুবা হৰিণৰ সদৃশ হোৱা ।

৩ ৰাতি মই আপোন শয্যাত প্ৰাণপ্ৰিয়ক বিচাৰিলোঁ ;
কিন্তু বিচাৰ কৰি তেওঁক নেপালোঁ ;
২ মই এতিয়া উঠি নগৰখনত ফুৰোঁ,
আলিত আৰু চকত * মোৰ প্ৰাণপ্ৰিয়ক বিচাৰোঁ,
এই বুলি তেওঁক বিচাৰিলোঁ, কিন্তু নেপালোঁ ।
৩ নগৰত ফুৰোঁতা প্ৰহৰীবোৰ মোৰ আগত ওলাল ;
মই সিহঁতক সুধিলোঁ, তোমালোকে মোৰ প্ৰাণপ্ৰিয়ক দেখিছিলা নে ?
৪ পাছে সিহঁতৰ ওচৰৰ পৰা অলপ আঁতৰ হৈ গৈ, মই প্ৰাণপ্ৰিয়ক পালোঁ ;
যেতিয়ালৈকে মই তেওঁক মোৰ মাতৃৰ ঘৰলৈ, জননীৰ ভিতৰ খোটালিলৈ লৈ নগলোঁ,
তেতিয়ালৈকে মই তেওঁক যাব নিদি ধৰি ৰাখিলোঁ ।
৫ হে যিৰূচালেমৰ জিয়াৰীবিলাক, মই পথাৰৰ মৃগী আৰু হৰিণীবোৰৰ শপথ দি কৈছোঁ,
প্ৰেমে নিজে ইচ্ছা নকৰেমানলৈকে, তোমালোকে প্ৰেমক সাৰ নোপোৱাবা, নজগাবা ।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য ।

৬ গন্ধৰস, কুন্দুৰু আদি সুগন্ধিদ্ৰব্যব্যৱসায়ীৰ সকলো বিধৰ সুগন্ধি বস্তুৰে সুবাসিত হৈ,
ধোঁৱাৰ স্তম্ভ যেন হৈ অৰণ্যৰ পৰা সৌ জনী কোন আহিছে ?
৭ দেখা, সৌৱা চলোমনৰ দোলা ;
ইস্ৰায়েলীয়া বীৰবিলাকৰ মাজৰ ষাইঠ জন বীৰে তাৰ চাৰিওফালে বেৰি ধৰি আহিছে ।

* নগৰৰ মাজৰ বা ৰাজদুৱাৰৰ ওচৰৰ যি মুকলি ঠাইত মানুহে কোনো কাম কাৰ্য্য আৰু বেহা বেপাৰ আদি কৰে, আৰু দোষবিচাৰ কৰা যায়, এনে ঠাই বুজায় ।

৮ সিবিলাক সকলো তৰোৱাল ধৰোঁতা, আৰু
ৰণবিদ্যাত পটু ;
ৰাতিকালৰ ভয়ৰ কাৰণে সিবিলাক প্ৰতিজনৰ
কৰঙনত তৰোৱাল বন্ধা।
৯ চলোমন ৰজাই আপোনাৰ নিমিত্তে লিবানোনৰ
কাঠেৰে এখন দোলা সাজিলে।
১০ তেওঁ তাৰ খুঁটাবোৰ ৰূপেৰে নিৰ্ম্মাণ কৰিলে ;
তেওঁ তাৰ আওজা ভাগ সোণেৰে, আৰু তাৰ বহা
ঠাই বেঙেনা বৰণীয়া সূতাৰে কৰিলে ;
আৰু তাৰ ভিতৰখন যিৰূচালেমৰ জীয়াৰী-
বিলাকৰ প্ৰেমেৰে শোভিত কৰা হল।
১১ হে চিয়োনৰ জীয়াৰীবিলাক, যি মুকুট চলোমনৰ
বিবাহৰ দিনা,
আৰু মনৰ আনন্দৰ দিনা তেওঁৰ মাতৃয়ে তেওঁৰ
মূৰত দিলে,
তোমালোকে বাহিৰলৈ গৈ সেই মুকুটেৰে বিভূ-
ষিত হোৱা চলোমন ৰজাক চোৱা।

চলোমনৰ বাক্য।

৪ হে মোৰ প্ৰিয়া, দেখা, তুমি সুন্দৰী, দেখা,
তুমি সুন্দৰী।
ওৰণীৰ ভিতৰত থকা তোমাৰ চকু যোড়ি দুটী
কপৌৰ নিচিনা ;
তোমাৰ কেশ গিলিয়দ পৰ্ব্বতৰ চালত শুই থকা
ছাগ এজাকৰ নিচিনা।
২ তোমাৰ দাঁতবোৰ দুটী দুটী পোৱালি থকা,
আৰু কোনেও পোৱালিৰ পৰা বঞ্চিত নোহোৱা,
গা ধুৱাই আনি নতুনকৈ নোম কটা এনে মেৰ
এজাকৰ নিচিনা।
৩ তোমাৰ ওঁঠ দুখন ৰঙা বৰণীয়া এডাল সূতাৰ
নিচিনা,
আৰু তোমাৰ মুখখনি অতি মনোহৰ ;
ওৰণীৰ ভিতৰত থকা তোমাৰ কুম দুটী দালিম
এডুখৰিৰ নিচিনা।
৪ যি ঘৰৰ ওপৰত এক হাজাৰ ঢাল, আটাই মহা-
বীৰবিলাকৰ ঢাল অৰা আছে,
তোমাৰ ডিঙি অস্ত্ৰভঁড়ালৰ নিমিত্তে সজা দায়ূদৰ
স্তম্ভস্বৰূপ সেই ওখ ঘৰৰ নিচিনা।
৫ তোমাৰ স্তন দুটী, একেলগে জগা, কনাড়ি ফুলনীত
চৰা দুটী মৃগ পোৱালিৰ নিচিনা।

চূলম্মীতৰ বাক্য।

৬ দিন জুৰ মপড়েমানে, আৰু ছাঁয়াবোৰ
লুপ্তচেমান,
ময় গন্ধৰসৰ পৰ্ব্বতলৈ আৰু কুন্দুৰুৰ পৰ্ব্বতলৈ যাওঁ।

চলোমনৰ বাক্য।

৭ হে মোৰ প্ৰিয়া, তুমি সৰ্ব্বাঙ্গ-সুন্দৰী ;
তোমাত কোনো কলঙ্ক নাই।

৮ হে কন্যা, লিবানোনৰ পৰা মোৰ লগত আহাঁ,
লিবানোনৰ পৰা মোৰ লগতেই আহাঁ ;
অমানাৰ টিঙৰ পৰা, চনীৰ আৰু হৰ্ম্মোণৰ
টিঙৰ পৰা,
সিংহবোৰৰ গাঁতৰ ওচৰৰ পৰা, আৰু নাহৰ-
ফুটুকী বাঘবোৰৰ পৰ্ব্বতৰ পৰা দৃষ্টি
কৰা।
৯ হে মোৰ ভনীস্বৰূপা কন্যা, তুমি মোৰ মন
মোহিত কৰিছা,
তোমাৰ চকুৰ এক কটাক্ষেৰে, তোমাৰ ডিঙিৰ
এধাৰ হাৰেৰে মোৰ মন মোহিত কৰিছা।
১০ হে মোৰ ভনীস্বৰূপা কন্যা, তোমাৰ প্ৰেম কেনে
মনমোহা !
তোমাৰ প্ৰেম দ্ৰাক্ষাৰসতকৈয়ো কেনে উত্তম।
তোমাৰ নানাবিধ সুগন্ধি তেলৰ ঘ্ৰাণ সকলো
প্ৰকাৰ সুগন্ধি দ্ৰব্যতকৈয়ো কেনে উত্তম !
১১ হে কন্যা, মৌৰ কোঁহৰ পৰা পৰাৰ দৰে তোমাৰ
ওঁঠৰ পৰা টোপাটোপে মৌ পৰে ;
তোমাৰ জিবাৰ আগত মধু আৰু দুগ্ধ আছে,
আৰু তোমাৰ বস্ত্ৰৰ গন্ধ লিবানোনৰ গন্ধৰ
নিচিনা।
১২ মোৰ ভনীস্বৰূপা কন্যা তলাচাবি মাৰি বন্ধ
কৰা উদ্যান,
তলাচাবি মাৰি বন্ধ কৰা নাদ, মোহৰ মৰা
ভুমুকস্বৰূপ।
১৩ তোমাৰ পুলিবোৰ উপবনস্বৰূপ ;
তাত উত্তম উত্তম গুটী লগা দালিম গছ আছে ;
তাত জেটুকা আৰু জটামাংসী গছ আছে ;
১৪ আৰু জটামাংসীৰ লগত কুঙ্কুম, সুগন্ধি বচ,
দালচিনি, আৰু আটাই বিধৰ কুন্দুৰুকী,
গন্ধৰস, অগুৰু আদি সকলো বিধৰ প্ৰধান প্ৰধান
সুগন্ধি গছ আছে।
১৫ তুমি উদ্যানৰ ভুমুক, জীৱনজলৰ নাদ,
আৰু লিবানোনৰ পৰা বৈ অহা জুৰীস্বৰূপ।

চূলম্মীতৰ বাক্য।

১৬ হে উত্তৰৰ বায়ু, সাৰ পোৱা, হে দক্ষিণৰ বায়ু,
আহাঁ,
সুগন্ধি দ্ৰব্যৰ সুঘ্ৰাণ ওলাবৰ নিমিত্তে মোৰ
উদ্যানত বলোৱা।
মোৰ প্ৰিয়ই আপোন উদ্যানলৈ আহি সো-
মাওক,
আৰু আপোনাৰ উত্তম ফলবোৰ ভোজন
কৰোক।

চলোমনৰ বাক্য।

৫ হে মোৰ ভনীস্বৰূপা কন্যা, ময় আপোন
উদ্যানত সোমালোঁহি ;
ময় আপোন গন্ধৰস আৰু সুগন্ধি দ্ৰব্য গোটালোঁ ;

ময় আপোন মধুৰে সৈতে মোৰ মৌকোঁহ খালোঁ ;
আৰু ময় আপোন গাখীৰেৰে সৈতে মোৰ দ্ৰাক্ষা-ৰস পান কৰিলোঁ ।
হে বন্ধুবিলাক, ভোজন কৰা, হে প্ৰিয়বিলাক, পান কৰা,
এনে কি, অধিক পৰিমাণে পান কৰা ।

চূলমীত্তৰ বাক্য ।

২ ময় টোপনিত আছিলোঁ, কিন্তু মোৰ মন সাৰে আছিল,
এনে সময়ত মোৰ প্ৰিয়ৰ মাত শুনিলোঁ ;
তেওঁ দুৱাৰত টুকৰিয়াই কলে,
"হে মোৰ ভনী, হে মোৰ প্ৰিয়া, হে মোৰ কপোতি,
হে মোৰ শুদ্ধমতী, মোৰ নিমিত্তে দুৱাৰ মেলা ;
কিয়নো মোৰ মূৰ নিয়ৰেৰে, আৰু চুলি কোঁচা ৰাতিৰ জলবিন্দুৰে পূৰ হৈছে ।"
৩ "ময় আপোন অঙ্গৰক্ষক বস্ত্ৰ সোলোকাই থলোঁ, আকৌ কেনেকৈ পিন্ধিম ?
ময় ভৰি দুখনি ধুলোঁ, কেনেকৈ আকৌ মলিন কৰিম ?"
৪ মোৰ প্ৰিয়ই দুৱাৰৰ বিন্ধাইদি হাত মেলিলত, তেওঁলৈ মোৰ মন পুড়িবলৈ ধৰিলে ।
৫ ময় আপোন প্ৰিয়ৰ নিমিত্তে দুৱাৰ মেলিবলৈ উঠিলোঁ ;
তেতিয়া সলখাৰ নালডাল ময় হাতেৰে চোৱাত,
মোৰ হাতৰ পৰা গন্ধৰস,
মোৰ আঙুলিৰ পৰা দ্ৰৱ গন্ধৰস টোপাটোপে পড়িল ।
৬ এই ৰূপে ময় আপোন প্ৰিয়ৰ নিমিত্তে দুৱাৰ মেলি দিলোঁ ;
কিন্তু মোৰ প্ৰিয় গুচি গল ।
তেওঁ কথা কওঁতে মোৰ প্ৰাণ ওলাই গল ;
ময় তেওঁক বিচাৰ কৰিলোঁ, কিন্তু তেওঁক নেপালোঁ ;
ময় তেওঁক মাতিলোঁ, কিন্তু তেওঁ মোক উত্তৰ নিদিলে ।
৭ নগৰ ফুৰোঁতা প্ৰহৰীবোৰে মোক পালে,
সিহঁতে মোক কোবালে, মোক ক্ষতবিক্ষত কৰিলে ;
গড়ৰ প্ৰহৰীবোৰে মোৰ গাৰ পৰা মোৰ জামা কাঢ়ি নিলে ।
৮ হে যিৰূচালেমৰ জিয়াৰীবিলাক, ময় তোমা-লোকক শপথ দি কৈছোঁ,
তোমালোকে যদি মোৰ প্ৰিয়ক লগ পোৱা,
তেন্তে তেওঁক কবা, যে, ময় প্ৰেমত পীড়িতা আছোঁ ।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য ।

৯ হে নাৰীবিলাকৰ মাজত পৰমসুন্দৰি,
আন আন প্ৰিয়তকৈ তোমাৰ প্ৰিয় কিহত উত্তম ?
তুমি যে আমাক এনে শপথ দিছা,
আন আন প্ৰিয়তকৈ তোমাৰ প্ৰিয় কিহত উত্তম ?

চূলমীত্তৰ বাক্য ।

১০ মোৰ প্ৰিয় বগা, আৰু ৰঙচীয়া ;
তেওঁ দহ হাজাৰৰ ভিতৰত অগ্ৰগণ্য ।
১১ তেওঁৰ মূৰ অতি উত্তম নিৰ্ম্মল সোণৰ নিচিনা ;
তেওঁৰ চুলি কোঁচা কেঁকোৰাকেঁকুৰী, আৰু ঢোঁৰা কাউৰিৰ নিচিনা ক'লা ।
১২ তেওঁৰ চকু যোড়ি জুৰীৰ দাঁতিত থকা দুটী কপৌৰ নিচিনা ;
তাক যেন গাখীৰেৰেহে ধোৱা হৈছে,
আৰু সেয়ে উত্তমৰূপে পতোৱা মণিৰ সদৃশ ।
১৩ তেওঁৰ গাল দুখনি সুগন্ধি ফুল গছৰ এক ভেঁটি-স্বৰূপ,
আৰু মচলা উৎপাদক লতাৰ স্তম্ভস্বৰূপ ।
তেওঁৰ ওঁঠ দুটী কনাড়ি ফুলৰ সদৃশ ; তাৰ পৰা দ্ৰৱ গন্ধৰস টোপটোপকৈ পড়ে ।
১৪ তেওঁৰ হাত দুখনি বৈদূৰ্য্য মণি পতোৱা সোণৰ আঙঠিৰ নিচিনা ।
তেওঁৰ শৰীৰ নীলকান্ত মণিৰে ঢকা হাতিদাঁতৰ শিল্পকৰ্ম্মৰ নিচিনা ।
১৫ তেওঁৰ ভৰি দুখন উত্তম সোণৰ আধাৰত বহুউৱা বগা শিলৰ দুটী স্তম্ভৰ নিচিনা ।
তেওঁ দেখিবলৈ লিবানোনৰ নিচিনা, এৰচ বৃক্ষৰ নিচিনা উত্তম ।
১৬ তেওঁৰ মুখ অতিশয় মধুৰ ; এনে কি, তেওঁ সম্পূৰ্ণ-ৰূপে মনোহৰ ।
হে যিৰূচালেমৰ জীয়াৰীবিলাক, এই জনায়েই মোৰ প্ৰিয়,
এই জনায়েই মোৰ সখা ।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য ।

৬ হে নাৰীবিলাকৰ মাজত পৰমসুন্দৰি,
তোমাৰ প্ৰিয় কলৈ গল ?
আমি তোমাৰ লগত তোমাৰ প্ৰিয়ক বিচাৰিবৰ নিমিত্তে,
তেওঁ কোন পোনে গল তাক কোৱা ।

চূলমীত্তৰ বাক্য ।

২ মোৰ প্ৰিয় উদ্যানবোৰত চৰিবৰ নিমিত্তে,
আৰু কমাড়ি ফুল গোটাবৰ নিমিত্তে,

আপোন বাড়ীলৈ, সুগন্ধি ফুল গছৰ ভেঁটি কৈট-
টালৈ নামি গল।
৩ ময় মোৰ প্ৰিয়ৰ, আৰু মোৰ প্ৰিয় মোৰেই,
তেওঁ কনাড়ি ফুলনীৰ মাজত আপোনাৰ জাক
চৰায়।

চলোমনৰ বাক্য।

৪ হে মোৰ প্ৰিয়া, তুমি তিৰ্চাৰ নিচিনা সুন্দৰী,
যিৰূচালেমৰ সদৃশ ৰূপৱতী,
ধ্বজা থকা সৈন্যসামন্তৰ নিচিনা ভয়ঙ্কৰী।
৫ তুমি মোৰ পৰা আপোনাৰ চকু দুটী আঁতৰ
কৰা;
কিয়নো সেয়ে মোক পৰাজয় কৰিলে।
তোমাৰ কেশ গিলিয়দ পৰ্ব্বতৰ চালত শুই থকা
ছাগ এজাকৰ নিচিনা।
৬ তোমাৰ দাঁতবোৰ দুটী দুটী পোৱালি থকা,
আৰু কোনেও পোৱালিৰ পৰা বঞ্চিত নোহোৱা,
গা ধুৱাই অনা মেৰ এজাকৰ নিচিনা।
৭ ওৰণীৰ ভিতৰত থকা তোমাৰ কুম দুটী দালিম
এডুখৰিৰ নিচিনা।
৮ ষাইঠ জনী ৰাণী আৰু আশী জনী উপপত্নী,
আৰু অসংখ্য যুৱতী আছে।
৯ মোৰ কপোতী, মোৰ শুদ্ধমতী একমাত্ৰ;
তেওঁৰ মাতৃৰ তেৱেঁই অকল এজনী;
তেওঁ আপোন জননীৰ স্নেহপাত্ৰী।
জীয়াৰীবিলাকে তেওঁক দেখি ধন্য বুলিলে;
এনে কি, ৰাণীবিলাকে আৰু উপপত্নীবোৰে তেওঁক
দেখি তেওঁৰ প্ৰশংসা কৰিলে।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য।

১০ অৰুণৰ দৰে উদয়কাৰিণী, চন্দ্ৰৰ নিচিনা সুন্দৰী,
সূৰ্য্যৰ দৰে নিৰ্ম্মলী,
আৰু ধ্বজা থকা সৈন্যসামন্তৰ নিচিনা ভয়ঙ্কৰী
সৌ জনী স্ত্ৰী কোন?

চূলম্মীতৰ বাক্য।

১১ ময় উপত্যকাত নতুন্কৈ গজা পুলিবোৰ
চাবলৈ,
দ্ৰাক্ষালতাই কলি ধৰিছে নে নাই, আৰু দালিম
ফুলিছে নে নাই,
তাক দেখিবলৈ আক্ৰোটৰ বাড়ীলৈ নামি
গলোঁ।
১২ মোৰ মনে অকস্মাতে মোক তুলি,
মোৰ ৰাজবংশীয় প্ৰজাবিলাকৰ ৰথত থলে।

যিৰূচালেমৰ জীয়াৰীবিলাকৰ বাক্য।

১৩ হে চূলম্মীৎ, উলটি আহাঁ, উলটি আহাঁ,
উলটি আহাঁ, উলটি আহাঁ, আমি তোমাক চাওঁ।

চূলম্মীতৰ বাক্য।

মহানয়িমৰ নাচৰ দৰে তোমালোকে চূলম্মীতক
কিয় চাবা?

চলোমনৰ বাক্য।

৭ হে ৰাজকন্যা, জুতাত তোমাৰ ভৰি কেনে
শোভা পাইছে!
ধমুৰ আকৃতিৰ তোমাৰ কৰঙন দুটী নিপুণ শিল্প-
কাৰে কৰা দুটী অলঙ্কাৰৰ নিচিনা।
২ তোমাৰ নাভিদেশ, মিশ্ৰিত দ্ৰাক্ষাৰসৰ অভাৱ
নোহোৱা
ঘূৰণীয়া বাটিৰ নিচিনা।
তোমাৰ উদৰ, কনাড়ি ফুলেৰে শোভিত কৰা
ঘেঁহু ধানৰ এক দ'মৰ নিচিনা।
৩ তোমাৰ স্তন দুটী মৃগীৰ একেলগে জগা পোৱালি
দুটীৰ নিচিনা।
৪ তোমাৰ ডিঙি, হাতিদাঁতৰ স্তম্ভস্বৰূপ ওখ ঘৰৰ
নিচিনা;
তোমাৰ নয়ন দুটী, হিচ্বোনৰ বৎ-ৰব্বীম দুৱাৰৰ
দুৱাৰৰ ওচৰত থকা দুটী পুখুৰিৰ
নিচিনা;
তোমাৰ নাক, দম্মেচকলৈ মুখ কৰি থকা লিবা-
নোনৰ স্তম্ভস্বৰূপ ওখ ঘৰটোৰ নিচিনা।
৫ তোমাৰ ওপৰত থকা তোমাৰ মূৰটো কৰ্ম্মিলৰ
নিচিনা,
আৰু তোমাৰ মূৰৰ চুলি কোঁচা বেঙেনা বৰণীয়া
সূতাৰ নিচিনা;
তোমাৰ কেশপাশত্তে ৰজা বদ্ধ আছে।
৬ হে প্ৰেম, সন্তোষদায়ক কথাত তুমি কেনে সুন্দৰ
আৰু মনোহৰ!
৭ তোমাৰ এই দীৰ্ঘতা খৰ্জ্জুৰ গছৰ দীৰ্ঘতাৰ
নিচিনা,
আৰু তোমাৰ স্তন দুটী দুথোপা দ্ৰাক্ষাগুটিৰ
নিচিনা।
৮ ময় কৈছোঁ, ময় খৰ্জ্জুৰ ভূপিত উঠিম, আৰু
তাৰ বোথাত ধৰিম;
তোমাৰ স্তন দুটী দুথোপা দ্ৰাক্ষাগুটীৰ নিচিনা
হওক,
আৰু তোমাৰ নিশ্বাসৰ ঘ্ৰাণ সুমথিৰা টেঙাৰ
ঘ্ৰাণৰ নিচিনা হওক;
৯ তোমাৰ মুখ উত্তম দ্ৰাক্ষাৰসৰ নিচিনা হওক।

চূলম্মীতৰ বাক্য।

সেয়ে সহজে মোৰ প্ৰিয়ৰ ডিঙিলৈ যায়,
আৰু টোপনি যোৱা লোকৰ ওঁঠক কথা
কোৱায়।
১০ ময় মোৰ প্ৰিয়ৰ, আৰু তেওঁৰ বাঞ্ছা মোলৈ;

১১ হে মোৰ প্ৰিয়, বলা, আমি নগৰৰ বাহিৰলৈ যাওঁ,
আৰু গাঁৱত থাকোঁগৈ ।
১২ বলা, আমি পুৱাতে উঠি দ্ৰাক্ষাবাড়ীলৈ যাওঁ,
দ্ৰাক্ষালতাই কলি ধৰিছে নে নাই, তাৰ ফুল ফুলিছে নে নাই,
আৰু দালিম ফুলিছে নে নাই, তাক চাওঁগৈ ;
তাত মই তোমাক আপোন প্ৰেম দান কৰিম ।
১৩ দুদা ফলে আপোন সুঘ্ৰাণ প্ৰদান কৰিছে ;
হে মোৰ প্ৰিয়, মই তোমাৰ নিমিত্তে সাঁচি থোৱা
নতুন আৰু পুৰণী সকলো বিধৰ উত্তম উত্তম ফল
আমাৰ দুৱাৰবোৰৰ ওপৰত আছে ।

৮ অহ, তুমি মোৰ মাতৃৰ স্তন পান কৰা মোৰ ভাইৰ নিচিনা হোৱা হলে, কেনে ভাল আছিল !
তেতিয়া মই আলিত পাই তোমাক চুমা খালোঁহেঁতেন ;
তথাপি কোনেও মোক নিন্দা কৰিব নোৱাৰিলেহেঁতেন ।
২ তাতে, তুমি মোক শিক্ষা দিবৰ নিমিত্তে,
মই তোমাক বাট দেখুৱাই মোৰ মাতৃৰ ঘৰলৈ নিলোঁহেঁতেন ;
মই তোমাক সুগন্ধি দ্ৰব্য মিহলোৱা দ্ৰাক্ষাৰস,
আৰু মোৰ দালিমৰ ৰস পান কৰালোঁহেঁতেন ।
৩ তেওঁৰ বাঁও হাত মোৰ মূৰৰ তলত আছে,
আৰু তেওঁৰ সোঁ হাতে মোক আলিঙ্গন কৰিছে ।
৪ হে যিৰূচালেমৰ জীয়াৰীবিলাক, মই তোমালোকক শপথ দি কৈছোঁ,
প্ৰেমে নিজে ইচ্ছা নকৰেমানলৈকে তোমালোকে প্ৰেমক সাৰ নোপোৱাবা, নজগাবা ।

উপস্থিত লোকবিলাকৰ বাক্য ।

৫ আপোন প্ৰিয়ৰ ওপৰত ভৰ দি অৰণ্যৰ পৰা উঠি অহা সৌ জনী স্ত্ৰী কোন ?

চলোমনৰ বাক্য ।

মই সুমথিৰা টেঙা গছৰ তলত তোমাক সাৰ পোৱাইছিলোঁ ;
সৌ তাত তোমাৰ মাতৃয়ে তোমাক প্ৰসৱ কৰিছিল,
তোমাৰ জননীয়ে সৌ তাত প্ৰসৱ কৰিছিল ।

চূলমীতৰ বাক্য ।

৬ তুমি মোক মোহৰৰ দৰে হৃদয়ত,
আৰু মোহৰৰ দৰে আপোন হাতত ৰাখা ;
কিয়নো প্ৰেম মৃত্যুৰ নিচিনা বলৱান,
আৰু অন্তৰ্জ্বালা চিয়োলৰ নিচিনা নিষ্ঠুৰ ;
তাৰ শিখা অগ্নিশিখা, সেয়ে যিহোৱাৰ ঠিক বিজুলীৰ নিচিনা ।
৭ জলসমূহেও প্ৰেমক নুমাব নোৱাৰে,
আৰু বাণ পানীয়েও তাক তল নিয়াব নোৱাৰে ;
কোনোৱে যদি প্ৰেমৰ নিমিত্তে ঘৰৰ সৰ্ব্বস্বও দিয়ে,
তথাপি তাক একেবাৰে তুচ্ছ কৰা যাব ।
৮ আমাৰ এজনী সৰু ভনী আছে, তাইৰ আজিলৈকে স্তন হোৱা নাই ;
সেই ভনীক খোজাৰ দিনা, আমি তাইৰ নিমিত্তে কি কৰিম ?

চূলমীতৰ ভায়েক ককায়েকবিলাকৰ বাক্য ।

৯ তাই যদি গড়স্বৰূপ হয়, তেন্তে আমি তাৰ ওপৰত এটা ৰূপৰ বুৰুজ সাজিম,
নাইবা যদি দুৱাৰস্বৰূপ হয়, তেন্তে এৰচ কাঠৰ তক্তাৰে তাক বন্ধ কৰিম ।

চূলমীতৰ বাক্য ।

১০ মই গড়স্বৰূপ আছিলোঁ, আৰু মোৰ স্তন দুটী তাৰ বুৰুজস্বৰূপ আছিল ;
এই নিমিত্তে মই তেওঁৰ দৃষ্টিত অনুগ্ৰহ পাওঁতাৰ নিচিনা হলোঁ ।
১১ বাল্-হামোনত চলোমনৰ এখন দ্ৰাক্ষাবাড়ী আছিল ;
তেওঁ তাক কেইজনমান ৰক্ষীয়াৰ হাতত সমৰ্পণ কৰিছিল ;
তাৰ গুটীৰ নিমিত্তে প্ৰতিজনে এক এক হাজাৰ চেকল ৰূপ আনি দিব লগীয়া হৈছিল ।
১২ মোৰ নিজৰ দ্ৰাক্ষাবাড়ী হলে, মোৰ সম্মুখত আছে ;
হে চলোমন, ইয়াৰ সেই এক হাজাৰ তোমাৰেই,
আৰু দুশ চেকল ৰূপ গুটী-ৰক্ষীয়া কেইজনৰ হব ।

চলোমনৰ বাক্য ।

১৩ হে উদ্যানবাসিনি, তোমাৰ লগৰীয়া কেইজনে তোমাৰ স্বৰ শুনিবলৈ কাণ পাতি আছে ;
তাক মোকো শুনিবলৈ দিয়া ।

চূলমীতৰ বাক্য ।

১৪ হে মোৰ প্ৰিয়, শীঘ্ৰে বলা,
আৰু সুগন্ধময় পৰ্ব্বতৰ ওপৰত মৃগ নাইবা যুবা হৰিণৰ সদৃশ হোৱা ।

# যিচয়া ভাববাদীৰ পুস্তক।

১ যিহূদা দেশৰ ৰজা উজ্জিয়া, যোথম,
আহজ, আৰু হিষ্কিয়াৰ ৰাজত্বৰ কালত
আমোচৰ পুত্ৰ যিচয়াই যিহূদা আৰু যিৰূচালেমৰ
বিষয়ে পোৱা দৰ্শন।

যিহোৱাই আপোন প্ৰজাবিলাকক মন
পালটাবলৈ দিয়া।

২ হে আকাশমণ্ডল, শুনা, হে পৃথিবি, কাণ দিয়া;
কিয়নো যিহোৱাই কৈছে, ময় সন্তানবিলাকক
প্ৰতিপালন কৰি ডাঙৰ দীঘল কৰিলোঁ; কিন্তু
সিবিলাকে হলে মোৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ
৩ কৰিলে। গৰুৱে আপোন গৰাকীক আৰু গাধই
আপোন গিৰিহঁতৰ দানাপাত্ৰ জানে; কিন্তু
ইস্ৰায়েলে নেজানে, মোৰ প্ৰজাবিলাকে বিবেচনা
৪ নকৰে। হায় হায়, পাপিষ্ঠ জাতি, অপৰাধত ভাৰ-
গ্ৰস্ত লোক, কুকৰ্ম্মীহঁতৰ বংশ, আপোনাকে ভ্ৰষ্ট
কৰোঁতা সন্তানবিলাক! সিবিলাকে যিহোৱাক
ত্যাগ কৰিলে, ইস্ৰায়েলৰ পবিত্ৰ জনাক হেয়জ্ঞান
কৰিলে; সিবিলাক সুপথৰ পৰা পাছ হুঁহকি গল।
৫ তোমালোকে যে বিদ্ৰোহ-আচৰণ কৰি থাকা,
তোমালোকে নো আৰু কিয় প্ৰহাৰিত হবা?
গোটেইটো মূৰ পীড়িত, আৰু গোটেই মন দুৰ্ব্বল।
৬ ভৰিৰ তলুৱাৰে পৰা মূৰলৈকে গাটোত কোনো
সুস্থতা নাই; কেৱল ক্ষত, কোবৰ সাঁচ,
আৰু পকা ঘা; সেইবোৰ চেপা নাই, বন্ধা নাই,
৭ তেলেৰে কোমল কৰাও হোৱা নাই। তোমা-
লোকৰ দেশ উচ্ছন্ন হৈছে; তোমালোকৰ নগৰ-
বোৰ অগ্নিৰে দগ্ধ কৰা হৈছে; বিদেশী লোকে
তোমালোকৰ চকুৰ আগতে তোমালোকৰ মাটীৰ
শস্য ভোগ কৰিছে; আৰু সেয়ে বিদেশীবিলাকৰ
দ্বাৰায় বিনষ্ট হোৱাৰ দৰে ধ্বংস হৈছে।
৮ দ্ৰাক্ষাবাড়ীৰ পজা, তিয়ঁহনীৰ টঙি, বা অৱৰোধ
কৰা নগৰৰ দৰে চিয়োন জীয়াৰী পৰিত্যক্তা
৯ হৈছে। বাহিনীবিলাকৰ যিহোৱাই আমাৰ
নিমিত্তে অলপ অৱশিষ্ট নৰখা হলে, আমি
চদোমৰ নিচিনা, আৰু ঘমোৰাৰ তুল্য
হলোঁহেঁতেন।

১০ হে চদোমীয়া শাসনকৰ্ত্তাবিলাক, যিহোৱাৰ
বাক্য শুনা; আৰু হে ঘমোৰীয়া জাতি, আমাৰ
১১ ঈশ্বৰৰ ব্যৱস্থালৈ কাণ দিয়া। যিহোৱাই
কৈছে, তোমালোকৰ অনেক বলিদানত মোৰ
প্ৰয়োজন কি? মেৰৰ আহুতিৰে আৰু পুষ্ট
পশুৰ তেলেৰে ময় পৰিপূৰ্ণ আছোঁ; ভতৰা, কি
মেৰ, কি ছাগবোৰৰ তেজত মোৰ একো সন্তোষ
১২ নাই। তোমালোক যেতিয়া মোৰ আগত উপস্থিত
হোৱা, তেতিয়া তোমালোকে যে মোৰ চোতাল
কেইখন গচকা, ইয়াকে তোমালোকক কোনে
১৩ খুজিছিল? অনৰ্থক নৈবেদ্য আৰু নানিবা; ধূপ-
দাহ মোলৈ ঘিণলগীয়া; ন জোন, বিশ্ৰামবাৰ,
আৰু সভাৰ ঘোষণা এইবোৰো মোৰ ঘিণলগীয়া;
১৪ অধৰ্ম্মযুক্ত পৰ্ব্বদিন ময় সহিব নোৱাৰোঁ। মোৰ
প্ৰাণে তোমালোকৰ ন জোন আৰু তোমা-
লোকৰ নিৰূপিত উৎসৱবোৰ ঘিণ কৰে; সেই-
বোৰ মোলৈ ভাৰস্বৰূপ হল; সেইবোৰ বৈ ময়
১৫ শ্ৰান্ত হলোঁ। তোমালোকে হাত মেলিলে, ময়
তোমালোকৰ পৰা নিজ চকু ঢাকিম; এনে কি,
তোমালোকে বিস্তৰ প্ৰাৰ্থনা কৰিলেও ময় নুশু-
নিম; তোমালোকৰ হাত তেজেৰে পূৰ হৈছে।
১৬ তোমালোকে আপোনাবিলাকক ধুই শুচি হোৱা;
মোৰ চকুৰ আগৰ পৰা আপোন আপোন কৰ্ম্মৰ
দুষ্টতা দূৰ কৰা; কদাচৰণ ত্যাগ কৰা, সদাচৰণ
১৭ শিক্ষা কৰা; ন্যায় বিচাৰ কৰিবলৈ পুৰুষাৰ্থ
কৰা, অত্যাচাৰাক দণ্ড দিয়া, পিতৃহীনৰ বিচাৰ
কৰা, বিধৱাৰ নিমিত্তে প্ৰতিবাদ কৰা।

১৮ যিহোৱাই কৈছে, আহাঁ, আমি তৰ্কবিতৰ্ক
কৰোঁহক; তোমালোকৰ পাপবোৰ সিন্দূৰ বৰ-
ণীয়া হলেও, হিমৰ দৰে বগা কৰা হব; আৰু
লাৰ নিচিনা ৰঙা হলেও, মেৰৰ নোমৰ দৰে
১৯ হৈ পড়িব। তোমালোকে যদি সম্মত হৈ
আজ্ঞাৰ বশৱৰ্ত্তী হোৱা, তেন্তে দেশৰ উত্তম
২০ উত্তম ফল ভোগ কৰিবলৈ পাবা; কিন্তু
যদি অসম্মত হৈ বিদ্ৰোহ-আচৰণ কৰা, তেন্তে
তৰোৱালৰ দ্বাৰায় গ্ৰাসিত হবা, কিয়নো যিহো-
ৱাৰ মুখে এই কথা কলে।

২১ সতী নগৰী কেনে বেশ্যা হল! তাই ন্যায়
বিচাৰেৰে পৰিপূৰ্ণা আছিল; তাইত ধাৰ্ম্মিকতা
বাস কৰিছিল; কিন্তু এতিয়া নৰবধীবোৰে
২২ বাস কৰে। তোমাৰ ৰূপ ভেজুৱা হৈ পৰিল,
২৩ তোমাৰ দ্ৰাক্ষাৰস পানীৰে মিহলি হল। তোমাৰ
শাসনকৰ্ত্তাবিলাক বিদ্ৰোহী আৰু চোৰৰ সঙ্গী;
সিবিলাক প্ৰতিজনে ভেঁটি ভাল পায়, আৰু
উপহাৰলৈ হেঁপাহ কৰে; সিবিলাকে পিতৃহীনৰ
বিচাৰ নকৰে, নাইবা বিধৱাৰ গোচৰ সিবিলা-
কৰ ওৰি নেপায়।

২৪ এই নিমিত্তে বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে,
ইস্ৰায়েলৰ পৰাক্ৰমী জনাই কৈছে, অহ,
ময় আপোন শত্ৰুবোৰক প্ৰতিফল দি শান্তি পাম,
আৰু আপোন বৈৰীবোৰৰ প্ৰতীকাৰ সাধিম;
২৫ আৰু তোমাৰ ওপৰত হাত দি, তোমাক খপি
তোমাৰ ভাঁজ নিচেইকৈ দূৰ কৰিম, আৰু তোমাৰ
২৬ আটাই ৰাং নাইকিয়া কৰিম; আৰু আগৰ
কালৰ দৰে ময় তোমাৰ বিচাৰকৰ্ত্তাবিলাকক,
আৰু প্ৰথম কালৰ দৰে তোমাৰ মন্ত্ৰীবিলাকক
পুনৰায় স্থাপন কৰিম; তাৰ পাছে তুমি ধৰ্ম্মপুৰী,
২৭ সতী নগৰী নামেৰে প্ৰখ্যাত হবা। চিয়োন ন্যায়
বিচাৰৰ দ্বাৰায়, আৰু যি লোকবিলাক পালটি
আহিব, সেই লোকবিলাক ধাৰ্ম্মিকতাৰ দ্বাৰায়
২৮ মুক্ত হব। কিন্তু বিদ্ৰোহী আৰু পাপীবোৰৰ
বিনাশ সেই একে সময়তে ঘটিব, আৰু যিহোৱাক
২৯ ত্যাগ কৰাবোৰক নষ্ট কৰা হব। কিয়নো লোক-
বিলাকে তোমালোকৰ অভিলষিত এলা বৃক্ষবোৰৰ
বিষয়ে লাজ পাব, আৰু তোমালোক আপোনা-
বিলাকৰ মনোনীত উদ্যানবোৰৰ বিষয়ে
৩০ বিবৰ্ণ হবা। কাৰণ তোমালোক পাত সেৰেলা
পড়া এলা গছৰ, আৰু পানী নথকা উদ্যানৰ
৩১ নিচিনা হবা। পৰাক্ৰমী লোক শণ কনিয়াওঁতে
ওলোৱা যোঁট লগা আঁহৰ নিচিনা, আৰু তাৰ
কৰ্ম্ম ফিৰিঙটীৰ দৰে হব; তাতে কোনেও নুমাব
নোৱাৰাকৈ দুয়ো একেলগে প্ৰজ্বলিত হব।

চিয়োনৰ ভাবী গৌৰৱ। আহিব লগা
যিহোৱাৰ ক্ৰোধৰ দিন।

২ যিহূদাৰ আৰু যিৰূচালেমৰ বিষয়ে আমো-
চৰ পুত্ৰ যিচয়াই দৰ্শনত পোৱা বাক্য।
২ অন্তিম কালত এই ৰূপ ঘটিব, যে, যিহোৱাৰ
গৃহৰ পৰ্ব্বতটো পৰ্ব্বতবোৰতকৈয়ো ওখত স্থাপন
কৰা হব, আৰু গিৰিবোৰতকৈয়ো ওখ কৰা হব;
তাতে সকলো জাতি সোঁত বোৱাৰ দৰে তালৈ বৈ
৩ যাব। অনেক জাতিয়ে ওলাই কব, "বলা, আমি
যিহোৱাৰ পৰ্ব্বতটোলৈ, যাকোবৰ ঈশ্বৰৰ গৃহটোলৈ
উঠি যাওঁহঁক; তেওঁ আমাক আপোন পথৰ
বিষয়ে শিক্ষা দিব; তাতে আমি তেওঁৰ পথত
গমন কৰিম।" কিয়নো চিয়োনৰ পৰা ব্যৱস্থা
আৰু যিৰূচালেমৰ পৰা যিহোৱাৰ বাক্য ওলাব।
৪ তেওঁ জাতিবোৰৰ মাজত সোধ কৰিব, আৰু অনেক
জাতিৰ নিমিত্তে বিচাৰ নিষ্পত্তি কৰিব; তাতে
সিহঁতে আপোন আপোন তৰোৱাল ভাঙি
নাঙলৰ ফাল গঢ়াব, আৰু আপোন আপোন
বৰশা ভাঙি কলম কটাৰি গঢ়াই লব। এক
জাতিয়ে আন জাতিৰ বিৰুদ্ধে তৰোৱাল নে-
দাঙিব, সিহঁতে যুদ্ধবিদ্যাও আৰু নিশিকিব।
৫ হে যাকোবৰ বংশ, আহাঁ, আমি যিহোৱাৰ
৬ দীপ্তিতে চলি যাওঁহঁক। কিয়নো তুমি আপোন
প্ৰজা যাকোবৰ বংশক ত্যাগ কৰিলা; কাৰণ সি-
বিলাক পূৰ্ব্বদেশীয় ৰীতিৰে পৰিপূৰ্ণ, পলেষ্টীয়া-
বিলাকৰ দৰে গণক, আৰু সিবিলাকে বিজাতীয়
৭ সন্তানবিলাকৰ লগত সন্ধি পাতে। সিবিলাকৰ
দেশ ৰূপ আৰু সোণেৰে পৰিপূৰ্ণ, আৰু সি-
বিলাকৰ বহুমূল্য বস্তুৰ সীমা নাই; সিবিলাকৰ
দেশ ঘোঁড়াৰে ভৰি আছে, আৰু সিবিলাকৰ ৰথ
৮ অসংখ্য। মূৰ্ত্তিৰে সিবিলাকৰ দেশ পৰিপূৰ্ণ;
সিবিলাকে আপোন আপোন হাতে কৰা,
আপোন আপোন আঙুলিৰে সজা বস্তুৰ আগত
৯ প্ৰণিপাত কৰে। এই হেতুকে সামান্য লোকে তল
মুখ কৰিছে, আৰু বড় লোক নত হৈছে, আৰু
১০ তুমি সিবিলাকক ক্ষমা নকৰিবা। যিহোৱাৰ ভয়া-
নকতাৰ পৰা, আৰু তেওঁৰ শ্ৰীৰ প্ৰতাপৰ পৰা
তোমালোক শিলত সোমোৱা আৰু ধূলিত
১১ লুকুৱা। মানুহৰ ঊৰ্দ্ধদৃষ্টি অৱনত হব, আৰু
লোকবিলাকৰ গৰ্ব্ব খৰ্ব্ব হব; আৰু সেই দিনা
১২ কেৱল যিহোৱাহে উন্নত হব। কিয়নো গৰ্ব্বী,
অহঙ্কাৰী, আৰু উন্নত হোৱা সকলোৰে বিৰুদ্ধে
বাহিনীবিলাকৰ যিহোৱাৰ এক দিন আহিব,
১৩ আৰু সকলোৱেই নত হব। আৰু সেই দিন
লিবানোনৰ ওখ আৰু উন্নত সকলো এৰচ
১৪ বৃক্ষৰ, বাচানৰ সকলো অল্লোন বৃক্ষৰ, সকলো
১৫ ওখ পৰ্ব্বতৰ, আটাই উচ্চ গিৰিৰ, সকলো
১৬ ওখ কোঁঠৰ, সকলো দৃঢ় গড়ৰ, তৰ্চীচৰ
সকলো জাহাজৰ, আৰু সকলো মনোহৰ বস্তুৰ
১৭ অহিতে হব। তাতে মানুহৰ উচ্চতা অৱনত হব,
আৰু লোকবিলাকৰ গৰ্ব্ব খৰ্ব্ব হব; সেই দিনা
১৮ কেৱল যিহোৱাহে উন্নত হব। আৰু মূৰ্ত্তিবোৰ
১৯ নিচেইকৈ লুপ্ত হব। যেতিয়া যিহোৱাই
পৃথিবীক কঁপাবলৈ উঠিব, তেতিয়া তেওঁৰ
ভয়ানকতাৰ পৰা, আৰু তেওঁৰ শ্ৰীৰ প্ৰতাপৰ পৰা
লোকবিলাক শিলৰ খোৰোঙত আৰু মাটিৰ
২০ গাঁতত সোমাব। যিহোৱাই পৃথিবীক কঁপা-
বলৈ উঠোঁতে, তেওঁৰ ভয়ানকতাৰ পৰা, আৰু
তেওঁৰ শ্ৰীৰ প্ৰতাপৰ পৰা লোকে পৰ্ব্বতৰ গুহাত
২১ আৰু শিলৰ কাটত সোমাবৰ মনেৰে, সেই দিনা,
মানুহে সেৱা কৰিবৰ অৰ্থে সজা আপোনাৰ
সোণৰ আৰু ৰূপৰ মূৰ্ত্তিবোৰ এন্দুৰ আৰু বাদু-
২২ লিৰ আগলৈ পেলাই দিব। নাকৰ বিন্ধাত
নিশ্বাস থকা মনুষ্যৰ আশ্ৰয় তোমালোকে এড়ি
যোৱা; কিয়নো সি কিহত গণ্য হব পাৰে?

৩ কিয়নো দেখা, বাহিনীবিলাকৰ যিহোৱা
প্ৰভুৱে যিৰূচালেম আৰু যিহূদাৰ পৰা
লাখুটি আৰু লাঠি, অন্নৰূপ গোটেই লাখুটি,
২ আৰু জলৰূপ গোটেই লাখুটি, বীৰ আৰু যুদ্ধাৰু,
বিচাৰকৰ্ত্তা আৰু ভাববাদী, মঙ্গলতী আৰু বৃদ্ধ

৩ লোক, পঞ্চাশপতি আৰু মান্যৱন্ত লোক, মন্ত্ৰী,
শিল্পকাৰী, আৰু নিপুণ মায়াবী, এই সকলোকে
৪ দূৰ কৰিব। আৰু ময় লৰাবিলাকক সিবিলাকৰ
অধিপতি কৰিম, আৰু শিশুবিলাকে সিবিলাকৰ
৫ ওপৰত শাসন কৰিব। আৰু প্ৰজাবিলাক প্ৰতি-
জনে ইজনে সিজনৰ পৰা, আৰু আপোন
আপোন চুবুৰীয়াৰ পৰা উপদ্ৰৱ পাব; লৰাই
বৃদ্ধৰ অহিতে, আৰু নীহ লোকে মান্যৱন্ত লোকৰ
৬ অহিতে গৰ্ব্ব আচৰণ কৰিব। যেতিয়া কোনো
মানুহে আপোন ভাইৰ পিতৃৰ ঘৰত তাক ধৰি
কব, "আহাঁ, তোমাৰ বস্ত্ৰ আছে, তুমি আমাৰ
ওপৰত অধিপতি হোৱা, এই ধ্বংস হোৱা ৰাজ্য
৭ তোমাৰ হস্তগত হওক," তেতিয়া সেই দিনা সি
দৃঢ়কৈ কব, "ময় সুস্থকাৰী নহওঁ; কিয়নো মোৰ
ঘৰত আহাৰ আৰু বস্ত্ৰ একেবাৰেই নাই; এই
হেতুকে তোমালোকে প্ৰজাবিলাকৰ ওপৰত মোক
৮ অধিপতি নেপাতিবা।" কিয়নো যিৰূচালেম
বিনষ্ট আৰু যিহূদা পতিত হৈছে; কাৰণ যিহো-
ৱাৰ প্ৰতাপযুক্ত নয়নৰ ক্ৰোধ জন্মাবলৈ সিবিলা-
৯ কৰ জিবা আৰু কাৰ্য্য তেওঁৰ বিৰুদ্ধে হৈছে। সি-
বিলাকৰ মুখ চোৱা কাৰ্য্যই সিবিলাকৰ অহিতে
সাক্ষ্য দিয়ে, আৰু সিবিলাকে আপোন আপোন
পাপ গোপন নকৰি চদোমৰ দৰে প্ৰকাশ কৰে।
সিবিলাকৰ প্ৰাণৰ সন্তাপ হব; কিয়নো সিবি-
১০ লাকে নিজৰ অপকাৰ নিজেই কৰিলে। তোমা-
লোকে ধাৰ্ম্মিক লোকৰ বিষয়ে কোৱা, যে, সিবি-
লাকৰ মঙ্গল হব; কিয়নো সিবিলাকে আপোন
১১ আপোন কাৰ্য্যৰ ফল ভোগ কৰিব। দুষ্ট লোকৰ
সন্তাপ হব, তাৰ অমঙ্গল হব; কিয়নো তাৰ
১২ কাৰ্য্যৰ ফল তাক দিয়া যাব। হায় হায় মোৰ
প্ৰজাবিলাক! লৰাবিলাকে সিবিলাকক উপদ্ৰৱ
কৰে, আৰু তিৰুতাবিলাকে সিবিলাকৰ ওপৰত
প্ৰভুত্ব কৰে। হে মোৰ প্ৰজাবিলাক, তোমালোকক
চলাওঁতাবোৰে তোমালোকক ভ্ৰান্ত কৰে, আৰু
১৩ তোমালোকৰ গমনৰ পথ নষ্ট কৰে। যিহোৱাই
প্ৰতিবাদ কৰিবলৈ উঠিছে, আৰু জাতিবিলা-
১৪ কৰ বিচাৰ কৰিবলৈ থিয় হৈছে। যিহোৱাই
আপোন প্ৰজাবিলাকৰ বৃদ্ধলোক আৰু অধ্যক্ষ-
বিলাকে সৈতে বিচাৰত উপস্থিত হৈ কব,
তোমালোকেই দ্ৰাক্ষাবাড়ীখন খাই পেলালা,
আৰু দৰিদ্ৰবিলাকৰ পৰা কাঢ়ি নিয়া বস্তু তোমা-
১৫ লোকৰ ঘৰতেই আছে। বাহিনীবিলাকৰ যিহোৱা
প্ৰভুৱে কৈছে, তোমালোকৰ কি হল, যে, তোমা-
লোকে মোৰ প্ৰজাবিলাকক গুৰি কৰিছা, আৰু
দুঃখীয়াবিলাকৰ মুখ পিহিছা?
১৬ যিহোৱাই আৰু কলে, চিয়োনৰ জীয়াৰী-
বিলাকে অহঙ্কাৰী হৈ, আপোন আপোন ডিঙি
ফুলাই কামদৃষ্টিৰে ফুৰে, চুটী চুঁটীকৈ খোজ
চলায়, আৰু ভৰিৰে ঝুনুক ঝুনুক শবদ কৰে;
১৭ এই হেতুকে যিহোৱাই চিয়োনৰ জীয়াৰীবিলাকৰ
মূৰ টকলা কৰিব, আৰু যিহোৱাই সিহঁতৰ গুপ্ত
১৮ অঙ্গ অনাবৃত কৰিব। সেই দিনা প্ৰভুৱে সিহঁতৰ
১৯ নেপুৰ, জালিকটা টুপি, চন্দ্ৰহাৰ, উন্তি, খাৰু,
২০ ওৰণী, কঁপালী, ভৰিৰ শিকলি, টঙালি, সুগন্ধি
২১ দ্ৰব্যৰ টেমা, তাবীজ, আঙঠি, নথ, উৎসৱৰ সাজ,
২৩ জামা, শাল কাপড়, ধুমুপাক, হাত-দাপন, মিহি
শণ সূতাৰ বস্ত্ৰ, পাগুৰি, আৰু দীঘল ওৰণী,
২৪ এই সকলো শোভাৰ বস্তু কাঢ়ি লব; আৰু তাতে
সুগন্ধৰ সলনি দুৰ্গন্ধ, টঙালিৰ সলনি লেজু,
পৰিপাটীকৈ ৰখা চুলিৰ সলনি টকলা মূৰ,
দীঘল পৰিধান বস্ত্ৰৰ সলনি চটৰ কঁকালী, আৰু
২৫ সৌন্দৰ্য্যৰ সলনি পোৰা দাগ হব। তোমাৰ
পুৰুষবিলাক তৰোৱালৰ দ্বাৰায়, আৰু তোমাৰ
২৬ বীৰবিলাক ৰণত পতিত হব। চিয়োনৰ ৰাজ-
দুৱাৰবোৰে ক্ৰন্দন আৰু বিলাপ কৰিব, আৰু
৪ চিয়োন অনাথিনী হৈ মাটীত বহিব। সেই
দিনা সাত জনী তিৰুতাই এজন পুৰুষক ধৰি
কব, আমি আমাৰ নিজৰেই অন্ন খাম, আৰু
নিজৰেই কাপড় পিন্ধিম; কেৱল তোমাৰ নামেৰে
আমাক আখ্যাত হবলৈ দিয়া; তুমি আমাৰ
অপমান দূৰ কৰা।

ইস্ৰায়েলৰ শেষ শুভগতি।

২ সেই দিনা ইস্ৰায়েলৰ মাজত যিবিলাকে
ৰক্ষা পাব, যিহোৱাৰ পোখা সিবিলাকৰ ভূষণ
আৰু প্ৰতাপ হব, আৰু পৃথিবীৰ উৎপন্ন ফলটি
সিবিলাকৰ শোভা আৰু মুকুটস্বৰূপ হব;
৩ যেতিয়া প্ৰভুৱে বিচাৰ কৰোঁতা আৰু দগ্ধ কৰোঁতা
আত্মাৰ দ্বাৰায় চিয়োনৰ জীয়াৰীবিলাকৰ মল
ধুই পেলাব, আৰু যিৰূচালেমৰ মাজৰ পৰা তাৰ
৪ তেজ দূৰ কৰি দিব, তেতিয়া চিয়োনত অৱশিষ্ট
থকা, যিৰূচালেমত বাকী থকা, যিৰূচালেমত
জীৱনপুস্তকত লিখা প্ৰতিজনেই পবিত্ৰ বুলি
৫ প্ৰখ্যাত হব। পাছে যিহোৱাই চিয়োন পৰ্ব্বতৰ
সকলো ঠাইৰ ওপৰত, আৰু তাৰ সকলো ধৰ্ম্ম-
সভাৰ ওপৰত দিনত মেঘ আৰু ধূঁৱা, আৰু
ৰাতি জলন্ত অগ্নিশিখা সৃষ্টি কৰিব; কিয়নো
সমুদায় প্ৰতাপৰ ওপৰত এখন চন্দ্ৰাতপ হব।
৬ আৰু দিনত গৰম নিবাৰণ কৰা ছাঁয়াৰ অৰ্থে,
আৰু ধুমুহা ও বৃষ্টিৰ সময়ত আশ্ৰয় আৰু অঁৰ
লোৱা ঠাইৰ অৰ্থে এটা পঁজা হব।

দ্ৰাক্ষাবাড়ীৰ দৃষ্টান্ত।

৫ মোৰ প্ৰিয়ৰ উদ্দেশে, তেওঁৰ দ্ৰাক্ষাবাড়ী-
বিষয়ক মোৰ প্ৰিয়ৰ এটা গীত গাওঁহক।
অতি উৰ্ব্বৰা কোনো এক পৰ্ব্বতত মোৰ প্ৰিয়ৰ

২ এখন দ্রাক্ষাবাড়ী আছিল। তেওঁ তাক খানি
খানি তার পরা শিলবোর উলিয়াই পেলালে
তাত উত্তম দ্রাক্ষালতা রুলে, তার মাজত ওখ
ঘর সাজিলে, আরু তাত এটা দ্রাক্ষাকুণ্ডও
শিলত খানিলে ; পাছে দ্রাক্ষাগুটী লাগিবলৈ
তেওঁ অপেক্ষা করি থাকিল, কিন্তু তাত বনরীয়া
৩ দ্রাক্ষাগুটী লাগিল। এতিয়া বিনয় করোঁ, হে
যিরূচালেমনিবাসিবিলাক আরু যিহূদার লোক,
তোমালোকে মোর আরু মোর দ্রাক্ষাবাড়ীর মাজত
৪ বিচার করা। ময় আপোন দ্রাক্ষাবাড়ীলৈ যি যি
করিলোঁ, তাতকৈ আরু কি অধিক করিব পারি ?
ময় দ্রাক্ষাগুটী লাগিবর অপেক্ষারে থাকোঁতে,
৫ কিয় তাত বনরীয়া দ্রাক্ষাগুটী লাগিল ? এই
হেতুকে এতিয়া শুনা, ময় আপোন দ্রাক্ষাবাড়ীলৈ
যি করিম, তাক তোমালোকক জনাওঁ ; ময় তার
বেড়া গুচাম, তাতে তাক খাই পেলাব ; আরু
৬ তার গড় ভাঙি তাক গচকিবলৈ দিম। ময় তাক
উচ্ছন্ন করিম ; তার লতাবোর কলম দিয়া
নেযাব, আরু তাত কোড় মরা নেযাব, কিন্তু তাত
কাঁইট গছ আরু কাঁইটীয়া বনর হাবি হব ; আরু
তার ওপরত বৃষ্টি নবর্ষাবলৈ ময় মেঘবোরক
৭ আজ্ঞা করিম। কিয়নো ইস্রায়েল বংশেই বাহিনী-
বিলাকর যিহোবার দ্রাক্ষাবাড়ী, আরু যিহূদার
লোকবিলাকেই তেওঁর এক মনোরম্য পুলি ;
তেওঁ ন্যায়লৈ বাট চাই আছিল, কিন্তু দেখা,
অত্যাচার ঘটিল ; আরু ধার্ম্মিকতালৈ অপেক্ষা
করিছিল, কিন্তু দেখা, চিঁয়রবাখর হল।

ইস্রায়েলর নানা দোষ ; সিবিলাকে ভোগ
করিব লগীয়া দণ্ড।

৮ কোনো শূন্য ঠাই নথকাকৈ তোমালোকে
দেশত অকলে থাকিবলৈ নোপোৱালৈকে, ঘরত
ঘর লগোৱা, আরু পথারত পথার যোগ দিয়া যি
৯ তোমালোক, তোমালোকর সন্তাপ হব। বাহিনী-
বিলাকর যিহোৱাই মোক স্পষ্টকৈ কৈছে, যে,
নিশ্চয়ে অনেক ঘর, এনে কি, ডাঙর আরু সুন্দর
ঘরবোর কোনো প্রাণী নথকাকৈ ধ্বংস হব।
১০ কিয়নো দ্রাক্ষাবাড়ীর দহ বিঘা মাটীয়ে এক বৎ
দ্রাক্ষারস উৎপন্ন করিব, আরু এক হোমর কঠি-
য়াই এক ঐফা শস্য উৎপন্ন করিব।
১১ যিবোরে সুরাপানত আসক্ত হবলৈ অতি
রাতিপুরাতে উঠে, যিবোরে দ্রাক্ষারসে মত্তলীয়া
নকরেমানে বহুরাতিলৈকে থাকে, সিহঁতর সন্তাপ
১২ হব। সিহঁতর ভোজর আয়োজন বীণা, নেবল,
খঞ্জরি, বাঁহী, আরু দ্রাক্ষারস ; কিন্তু সিহঁতে
যিহোৱার কার্য্যলৈ মন নকরে, তেওঁর হাতর
১৩ ক্রিয়া বিবেচনা নকরে। এই হেতুকে জ্ঞানর
অভাৱত মোর প্রজাবিলাকক দেশান্তরলৈ
নিয়া হৈছে, সিবিলাকর মান্যৱন্ত লোক
ভোকত আতুর হৈছে, আরু সিবিলাকর
১৪ লোকসমূহক পিয়াহে সুহিছে। এই নিমিত্তে
চিয়োলে আপোনার অভিলাষ বঢ়াই অপরি-
মিতরূপে আপোনার মুখ মেলিছে, আরু
যিরূচালেমর আদরণীয়বিলাক, লোকসমূহ,
আড়ম্বর, আরু তাত আনন্দ করোঁতা জন
১৫ তালৈ নামি গৈছে। আরু সামান্য লোকে
তল মুখ করিছে, বড় লোক নত হৈছে, আরু
১৬ অহঙ্কারীবোরর দৃষ্টি নত হৈছে ; কিন্তু বাহিনী-
বিলাকর যিহোৱা বিচারত উন্নত হৈছে, আরু
পবিত্র ঈশ্বর ধার্ম্মিকতাত পবিত্রীকৃত হৈছে।
১৭ আরু মের পোৱালিবোরে আপোনার চর-
ণীত চরার দরে চরিছে, আরু ভ্রমি ফুরোঁতা-
বিলাকে হৃষ্টপুষ্টবিলাকর ধ্বংস ঠাই ভোগ
করিছে।
১৮ যিবোরে অসারতারূপ লেজুরে অপরাধ, আরু
১৯ রচিরে গাড়ী টনার দরে পাপ টানি নিয়ে, যি-
বোরে কয়, যে, তেওঁ বেগ করোক, আমি দেখিবর
নিমিত্তে তেওঁ আপোনার কার্য্য শীঘ্রে করোক,
আরু আমি জানিবর নিমিত্তে ইস্রায়েলর পবিত্র
জনার কল্পনা উপস্থিত হওক, সিদ্ধ হওক,
সিহঁতর সন্তাপ হব।
২০ যিবোরে বেয়াক ভাল আরু ভালক বেয়া
বোলে, পোহরক আন্ধার আরু আন্ধারক পোহর
বোধ করে, আরু মিঠাক তিতা আরু তিতাক
মিঠা জ্ঞান করে, সিহঁতর সন্তাপ হব।
২১ যিবোরে আপোন আপোন দৃষ্টিত জ্ঞানৱান,
আরু আপোন আপোন জ্ঞানত বুদ্ধিমান, সিহঁতর
সন্তাপ হব।
২২ যিবোরে দ্রাক্ষারস পান করাত বীর, আরু
সুরা মিহলি করাত পরাক্রমী, সিহঁতর
২৩ সন্তাপ হব। সিহঁতে ভেঁটির নিমিত্তে দুষ্টক
নির্দ্দোষী করে, আরু ধার্ম্মিকবিলাকর পরা
২৪ ধার্ম্মিকতা দূর করে। এই হেতুকে জুইর জিবাই
যেনেকৈ নড়া গ্রাস করে, আরু অগ্নিশিখাত
যেনেকৈ শুকান ঘাঁহ ভস্ম হৈ যায়, তেনেকৈ
সিহঁতর মূল পচা কাঠর নিচিনা হব, আরু
সিহঁতর ফুল ধূলির নিচিনাকৈ উড়ি যাব ;
কিয়নো সিহঁতে বাহিনীবিলাকর যিহোৱার
ব্যৱস্থা অগ্রাহ্য করিলে, আরু ইস্রায়েলর পবিত্র
জনার বাক্য তুচ্ছজ্ঞান করিলে।
২৫ এই হেতুকে আপোন প্রজাবিলাকর বিরুদ্ধে
যিহোৱার ক্রোধ প্রজ্বলিত হল, আরু তেওঁ সি-
বিলাকর অহিতে হাত মেলি সিবিলাকক প্রহার
করিলে ; তাতে পর্ব্বতবোর কঁপিল, আরু বাটর
মাজত শববোর জাবরর নিচিনা হল। তথাপি
এই সকলোতো তেওঁর ক্রোধ থমা নাই, কিন্তু

২৬ তেওঁৰ হাত এতিয়াও মেলা হৈয়ে আছে। তেওঁ
দূৰৈৰ পৰা জাতিবিলাকৰ নিমিত্তে ধ্বজা তুলিব,
আৰু পৃথিবীৰ অন্তৰে পৰা সিহঁতৰ নিমিত্তে
সুহুৰি মাৰিব; তাতে সিহঁত বেগী হৈ শীঘ্ৰে
২৭ আহিব। সিহঁতৰ মাজত কোনেও ক্লান্ত নহব,
নাইবা উজুটি নেখাব; কোনেও নোটোপনিয়াব,
বা নিদ্ৰা নেযাব, আৰু সিহঁতৰ কটিবন্ধন সুলকি
২৮ নেযাব, আৰু জুতাৰ ৰচিও নিচিগিব। সিহঁতৰ
কাঁড় চোকা, আৰু আটাই ধনু ভিৰোৱা; সিহঁতৰ
ঘোঁড়াবোৰৰ খুৰা চকমকি পাথৰৰ নিচিনা গণিত
হব; আৰু সিহঁতৰ চক্ৰবোৰ বামাৰলি বতাহৰ
২৯ নিচিনা হব; সিহঁতৰ গৰ্জ্জন সিংহৰ গৰ্জ্জনৰ
নিচিনা হব; সিহঁতে যুবা সিংহৰ দৰে গুঁজৰিব;
এনে কি, সিহঁতে গুঁজৰি চিকাৰ ধৰি নিৰাপদে
৩০ লৈ যাব, উদ্ধাৰ কৰোঁতা কোনো নহব। সেই
দিনা সিহঁতে সিবিলাকৰ বিৰুদ্ধে সমুদ্ৰৰ গৰ্জ্জনৰ
নিচিনাকৈ গৰ্জ্জিব; তাতে কোনোৱে যদি ভূমি-
লৈ চাই পঠায়, তেন্তে কেৱল অন্ধকাৰ আৰু
সঙ্কট দেখিব, আৰু তাৰ মেঘমণ্ডলত পোহৰ
অন্ধকাৰময় হব।

কাৰ্য্যত নিযুক্ত হোৱা যিচয়াৰ দৰ্শন।

৬ উজ্জিয়া ৰজাৰ মৃত্যু হোৱা বছৰত, ময়
প্ৰভুক এখন উচ্চ আৰু উন্নত সিংহাসনত
বহি থকা দেখিলোঁ; তেওঁৰ ৰাজবস্ত্ৰৰ আঁচলে
২ গোটেই মন্দিৰ জুৰি লৈছিল। তেওঁৰ ওচৰৰ উচ্চ-
স্থানত চিৰাফবিলাক থিয় হৈ আছিল; সিবিলা-
কৰ প্ৰতিজনৰ ছখন ছখন ডেউকা আছিল;
সিবিলাকে তাৰ দুখনেৰে আপোন আপোন মুখ
ঢাকে, দুখনেৰে চৰণ ঢাকে, আৰু দুখনেৰে উড়ি
৩ যায়। পাছে সিবিলাকে পৰস্পৰে মাতি কলে,
"পবিত্ৰ, পবিত্ৰ, পবিত্ৰ, বাহিনীবিলাকৰ যিহোৱা,
গোটেই পৃথিবী তেওঁৰ মহিমাৰে পৰিপূৰ্ণ।"
৪ তেতিয়া মাত লগোৱা জনৰ মাতত দুৱাৰডলিৰ
তলৰ ঠাইবোৰ কঁপিবলৈ ধৰিলে, আৰু গৃহটিও
৫ ধুঁৱাৰে পৰিপূৰ্ণ হল। তাতে ময় কলোঁ, হায় হায়,
ময় নষ্ট হলোঁ, কিয়নো ময় অশুচি ওঁঠৰ মানুহ,
আৰু অশুচি ওঁঠ থকা লোকৰ মাজত বাস
কৰিছোঁ; কাৰণ ময় নিজ চকুৰে বাহিনী-
বিলাকৰ ৰজা যিহোৱাক দেখিবলৈ পালোঁ।
৬ পাছে সেই চিৰাফবিলাকৰ মাজৰ এজনে যজ্ঞ-
বেদিৰ পৰা চেপেনাৰে এটা আঙ্গঠা লৈ
৭ মোৰ ওৰিলৈ উড়ি আহিল। আৰু তেওঁ তাক
মোৰ মুখত লগাই কলে, দেখা, ইয়াক তোমাৰ
ওঁঠত লগোৱা হল; এতেকে তোমাৰ অপৰাধ
৮ গুচিল, আৰু তোমাৰ পাপ মোচন হল। পাছে
ময় প্ৰভুৰ মাত শুনিবলৈ পালোঁ, তেওঁ কলে,
ময় কাক পঠাম? আৰু আমাৰ পক্ষে কোন
যাব? তাতে ময় কলোঁ, দেখোক, ময় আছোঁ,
৯ মোকে পঠাওক। তেতিয়া তেওঁ মোক কলে, তুমি
সেই জাতিৰ ওচৰলৈ গৈ কোৱা, তোমালোকে
শুনি থাকা, কিন্তু নুবুজিবা; আৰু চাই থাকা,
১০ কিন্তু নেজানিবা। তুমি সেই জাতিৰ মন
তোতোহা কৰা, কাণ গধুৰ কৰা, আৰু সিবিলা-
কৰ চকু লেও দি বন্ধ কৰা; নকৰিলে, সিবিলাকে
চকুৰে দেখি, কাণেৰে শুনি, আৰু মনেৰে বুজি
১১ মন পালটাই সুস্থ হব। তেতিয়া ময় সুধিলোঁ,
হে প্ৰভো, কিমান কাল? তেওঁ উত্তৰ কৰিলে,
যেতিয়ালৈকে নগৰবোৰ নিবাসী নোহোৱাকৈ,
আৰু ঘৰবোৰ মানুহ নোহোৱাকৈ উচ্ছন্ন নহব,
১২ আৰু ভূমি নিচেইকৈ ধ্বংস নহব, যিহোৱাই
মনুষ্যক বহুৎ দূৰলৈ নিনিব, আৰু দেশৰ মাজত
অনেক পৰিত্যক্ত ঠাই নহব, তেতিয়ালৈকে।
১৩ যদিও তাৰ দহ অংশৰ এক অংশ থাকে, তথাপি
সেয়ে পুনৰায় বিনষ্ট হব; কিন্তু যেনেকৈ এলা
আৰু অল্লোন বৃক্ষ কটা হলেও, তাৰ মুঢ়া থাকে,
তেনেকৈ সেই জাতিৰ মুঢ়াস্বৰূপে এক পবিত্ৰ
বংশ থাকিব।

যিচয়াই আহজৰ লগত সাক্ষাৎ হোৱা,
আৰু তাৰ ফল।

৭ উজ্জিয়াৰ নাতী যোথমৰ পুত্ৰ যিহূদাৰ
আহজ ৰজাৰ ৰাজত্বৰ কালত, অৰামৰ ৰচীন
ৰজা আৰু ৰমলিয়াৰ পুত্ৰ ইস্ৰায়েলৰ পেকহ
ৰজা, এই দুজন ৰজাই যিৰূচালেমৰ বিৰুদ্ধে
যুদ্ধ কৰিবলৈ আহিল; কিন্তু তাক পৰাজয়
২ কৰিব নোৱাৰিলে। সেই সময়ত, অৰামে ইফ্ৰ-
য়িমে সৈতে যোগ দিছে, এই কথা দায়ূদৰ বংশৰ
লোকক কোৱা হল; তাতে বতাহত কাঠনীৰ
গছ লৰাৰ দৰে তেওঁৰ মন আৰু তেওঁৰ প্ৰজা-
বিলাকৰো মন লৰিল।
৩ তেতিয়া যিহোৱাই যিচয়াক কলে, তুমি আৰু
তোমাৰ পুত্ৰ চাৰ-যাচুব ওপৰ পুখুৰিৰ নলৰ
মুখত, ধোবা পথাৰৰ ৰাজ-আলিত আহজৰ
৪ সাক্ষাৎ হবৰ অৰ্থে ওলাই যোৱা, আৰু তেওঁক
এই কথা কবা, যে, সাৱধান, সুস্থিৰ হোৱা;
ধুঁৱাই থকা কাঠৰ এই দুই মুৰলৈ, ৰচীন ও
অৰামৰ, আৰু ৰমলিয়াৰ পুতেকৰ ক্ৰোধাগ্নিলৈ
ভয় নকৰিবা, আৰু তোমাৰ কোমল মনক ত্ৰস্ত
৫ হবলৈ নিদিবা। অৰাম, ইফ্ৰয়িম, আৰু ৰম-
লিয়াৰ পুতেকে তোমাৰ অহিতে কুমন্ত্ৰণা কৰি
৬ কৈছে, আহাঁ, আমি যিহূদাৰ বিৰুদ্ধে উঠি গৈ
তাক ক্লেশত পেলাওঁ, আৰু আপোনাবিলাকৰ
নিমিত্তে তাক পৰাজয় কৰি তাৰ ভিতৰত
৭ টাবেলৰ পুত্ৰক ৰজা পাতোঁ। এই কাৰণে প্ৰভু

যিহোৱাই এই ৰূপে কৈছে, সেয়ে স্থিৰ নহব,
৮ আৰু সিদ্ধও নহব। কিয়নো অৰামৰ মূৰ দম্মেচক
আৰু দম্মেচকৰ মূৰ ৰচীন, আৰু পঁয়ষষ্ঠি বছ-
ৰৰ ভিতৰত জাতি নোহোৱাকৈ ইফ্ৰয়িম ভোখৰ
৯ ভোখৰ হব; আৰু ইফ্ৰয়িমৰ মূৰ চমৰিয়া,
আৰু চমৰিয়াৰ মূৰ ৰমলিয়াৰ পুতেক। যদি
তোমালোকে বিশ্বাস নকৰা, তেন্তে নিশ্চয়ে
তোমালোকো স্থিৰে থাকিব নোৱাৰিবা।
১০ যিহোৱাই আহজক আকৌ কলে, তুমি
আপোন ঈশ্বৰ যিহোৱাৰ পৰা কোনো এক চিন
খোজা; অধঃস্থান বা ঊৰ্দ্ধস্থানত তাক খোজা।
১২ কিন্তু আহজে কলে, ময় নোখোজোঁ, যিহোৱাক
১৩ পৰীক্ষা নকৰোঁ। তাতে ভাববাদীয়ে কলে, হে
দায়ূদৰ বংশ, এতিয়া শুনা, মানুহক বিৰক্ত কৰা
সৰু কথা হেন ভাবি, মোৰ ঈশ্বৰকো বিৰক্ত কৰিবা
১৪ নে? এই হেতুকে প্ৰভুৱে আপুনি তোমালোকক
এক চিন দিব; দেখা, যুবতীজনী গৰ্ব্ভৱতী হৈ এটী
পুত্ৰ প্ৰসৱ কৰিব, আৰু তেওঁৰ নাম ইম্মানূৱেল
১৫ [আমাৰ লগত ঈশ্বৰ] ৰাখিব। বেয়াক অগ্ৰাহ্য
কৰিবলৈ, আৰু ভালক গ্ৰহণ কৰিবলৈ তেওঁ জ্ঞান
১৬ নোপোৱালৈকে দধি আৰু মধু খাব। কিয়নো
লৰাটীয়ে বেয়াক অগ্ৰাহ্য আৰু ভালক গ্ৰহণ
কৰিবৰ জ্ঞান নৌ পাওঁতেই, তুমি যি দেশৰ
দুজন ৰজালৈ ভয় কৰিছা, সেই দেশ পৰিত্যক্ত
১৭ হব। যিহূদাৰ পৰা ইফ্ৰয়িম বিচ্ছেদ হোৱা
দিনৰে পৰা যেনেকুৱা কাল কেতিয়াও হোৱা
নাই, যিহোৱাই তোমালৈ আৰু তোমাৰ প্ৰজা-
বিলাকলৈ, আৰু তোমাৰ পিতৃবংশলৈ তেনেকুৱা
কাল, অৰ্থাৎ অচূৰৰ ৰজাক আনিব।
১৮ সেই কালত যিহোৱাই মিচৰ দেশৰ সুঁতী-
বোৰৰ দাঁতিত থকা মাখিলৈ আৰু অচূৰ দেশৰ
১৯ ভোমোৰালৈ সুছৰিয়াব। তাতে সিহঁত আহি
উচ্ছন্ন হোৱা উপত্যকাবোৰত, শিলৰ ফাট-
বোৰত, সকলো কাঁইটনীত, আৰু সকলো চৰণী
পথাৰত আটাইবোৰ পড়ি থাকিব।
২০ সেই দিনা প্ৰভুৱে নদীৰ সিপাৰৰ পৰা কেৰে-
য়ালৈ অনা অচূৰীয়া ৰজাস্বৰূপ ক্ষুৰেৰে মূৰৰ চুলি
আৰু ভৰিৰ নোম ক্ষুৰাব, আৰু তাৰে দাঁড়িও
ক্ষুৰাই পেলাব।
২১ সেই দিনা এটা মানুহে এজনী চেঁউৰী গৰু
২২ আৰু দুজনী মেৰ পুহিব, আৰু সিহঁতে দিয়া
বিস্তৰ গাখীৰৰ কাৰণে দধি ভোজন কৰিব;
কিয়নো দেশৰ মাজত অৱশিষ্ট থকা প্ৰতিজনে
দধি আৰু মধু খাব।
২৩ আৰু যি যি ঠাইত হাজাৰ টকা মূল্যৰ হাজাৰ
দ্ৰাক্ষালতা আছে, সেইবোৰ ঠাই সেই দিনা
কাঁইটীয়া বন আৰু কাঁইট গছৰ হাবি হব।
২৪ মানুহে কাঁড় ধনু হাতত লৈ সেই ঠাইলৈ যাব;
কিয়নো সমুদায় দেশতে কাঁইটীয়া বন আৰু
২৫ কাঁইট গছৰ হাবি হব। আৰু যিবোৰ পৰ্ব্বত
এতিয়া কোডেৰে কোড়া হয়, কাঁইটীয়া বন আৰু
কাঁইট গছৰ হাবিৰ ভয়ত তেতিয়া তুমি সেই
পৰ্ব্বতলৈ নেযাবা; কিন্তু সেয়ে গৰু মেলি চৰোৱা
আৰু মেৰে গচকা ঠাই হব।

যিচয়াই এটী চিন দেখুউৱা। অচূৰীয়াহঁতৰ
আক্ৰমণ। আহিব লগা অভিষিক্ত জন।

৮ পাছে যিহোৱাই মোক কলে, তুমি এখন
ডাঙৰ ফলি লৈ চলিত আখৰেৰে মহেৰ-
চালল-হচ-বজ [বেগাই লুট কৰ, চিকাৰলৈ
২ লৰ ধৰ] বুলি লিখা; আৰু ময় প্ৰমাণৰ অৰ্থে
উৰিয়া পুৰোহিত আৰু যিবেৰেখিয়াৰ পুত্ৰ
৩ জখৰিয়া, এই দুজন বিশ্বাসী সাক্ষী লম। পাছে
ময় ভাববাদিনীত গমন কৰিলত, তেওঁ গৰ্ব্ভৱতী হৈ
এটী পুত্ৰ প্ৰসৱ কৰিলে। তাতে যিহোৱাই মোক
কলে, তুমি ইয়াৰ নাম মহেৰ-চালল-হচ-বজ
৪ ৰাখা; কিয়নো, লৰাটীয়ে আই বোপাই বুলি
মাতিবলৈ নৌ জানোতেই, দম্মেচকৰ ধনসম্পত্তি
আৰু চমৰিয়াৰ লুটদ্ৰব্য অচূৰৰ ৰজাৰ আগে
আগে বৈ নিয়া হব।
৫ পাছে যিহোৱাই মোক আকৌ এবাৰ কলে,
৬ এই জাতিয়ে ধীৰে ধীৰে বৈ যোৱা চীলোহৰ
পানী অগ্ৰাহ্য কৰি, ৰচীন আৰু ৰমলিয়াৰ
৭ পুতেকৰ বিষয়ে আনন্দ কৰিছে। এই কাৰণে
দেখা, প্ৰভুৱে নদীৰ প্ৰবল আৰু প্ৰচুৰ জলসমূহ-
স্বৰূপে অচূৰীয়া ৰজা আৰু তেওঁৰ সকলো প্ৰতাপ
সিবিলাকৰ ওপৰলৈ আনিব; সি বাঢ়ি আটাই
খাল পূৰ কৰিব, আৰু গোটেই পাৰৰ ওপৰে-
৮ দি বাগৰি যাব। আৰু সি বেগেৰে বৈ যিহূদা
দেশত সোমাবহে; সি ওফন্দি বাঢ়ি বাঢ়ি তাৰ
মাজেদি যাব; সি ডিঙিলৈকে উঠিব; হে
ইম্মানূৱেল, তাৰ ডেউকাৰ বিস্তাৰে তোমাৰ
দেশৰ প্ৰস্থ জুৰিব।
৯ হে জাতিবিলাক, হুৰামুৰা কৰা, কিন্তু ভোখৰ
ভোখৰ হবা; হে সকলো দূৰ দেশীয় লোক, কাণ
পাতা, সুসজ্জিত হোৱা, কিন্তু ভোখৰ ভোখৰ হবা;
১০ সুসজ্জিত হোৱা, কিন্তু ভোখৰ ভোখৰ হবা। মন্ত্ৰণা
কৰা, কিন্তু সেয়ে বিফল হব; আৰু কথা কোৱা,
কিন্তু সেয়ে নৰব; কিয়নো আমাৰ লগত ঈশ্বৰ
১১ আছে। কাৰণ যিহোৱাই মোৰ ওপৰত প্ৰবল
হাত ৰাখি, আৰু এই জাতিৰ পথত গমন নকৰি-
১২ বলৈ আদেশ দি মোক এই দৰে কলে, এই জাতিয়ে
যি সকলোৰ বিষয়ে, ৰাজদ্ৰোহ! এই বুলি কয়,
সেই সকলোৰ বিষয়ে, ৰাজদ্ৰোহ! বুলি তোমা-
লোকে নকবা, আৰু সিহঁতে ভয় পোৱা বিষ-
য়ত ভয় নকৰিবা, আৰু ত্ৰাসযুক্ত নহবা।

১৩ তোমালোকে বাহিনীবিলাকর যিহোৱাকেই
পবিত্র বুলি মানা; তেৱেঁই তোমালোকর ভয়
১৪ আৰু ত্ৰাসৰ ভূমি হওক। সেয়ে হলে তেওঁ পবিত্র
আশ্ৰয় হব, কিন্তু ইস্রায়েলৰ দুই বংশলৈ
উজুটি খোৱা পাথৰ আৰু বিঘিনী জন্মাওঁতা
শিল হব, আৰু যিৰূচালেমনিবাসী লোকৰ
১৫ নিমিত্তে খোৰোচা আৰু ফান্দস্বৰূপ হব। তাতে
সিবিলাকৰ মাজৰ অনেকে তাত উজুটি খাই
পৰি ভগ্ন হব, আৰু ফান্দত লাগি ধৰা পৰিব।
১৬ তুমি সাক্ষ্যৰ কথাখিনি বন্ধ কৰা, মোৰ শিষ্য-
১৭ বিলাকৰ অন্তৰত ব্যৱস্থা মোহৰ মাৰি থোৱা। যি
জনাই যাকোবৰ বংশৰ পৰা আপোনাৰ মুখ ঢাকি
ৰাখিছে, মই সেই যিহোৱালৈ বাট চাম, আৰু
১৮ তেওঁলৈ অপেক্ষা কৰিম। দেখা, মই, আৰু যিহো-
ৱাই মোক দিয়া মোৰ সন্তানবিলাক, ইস্রায়েলৰ
মাজত চিয়োনপৰ্ব্বতনিবাসী বাহিনীবিলাকৰ যি-
হোৱাৰ নিৰূপিত চিন আৰু অদ্ভুত লক্ষণস্বৰূপ।
১৯ আৰু ভূত পোহোঁতা, গুণমন্ত্ৰ জানোতা,
চিঁচিঁয়াওঁতা, আৰু ভোমভোমাওঁতাবিলাকৰ ওচ-
ৰিত তোমালোকে সোধা, এই বুলি যেতিয়া কো-
নোৱে তোমালোকক কব, তেতিয়া কবা, লোক-
বিলাকে জানো আপোনাবিলাকৰ ঈশ্বৰক নুসু-
ধিব? সিবিলাকে জানো জীয়াবিলাকৰ অৰ্থে
২০ মৃতবোৰক সুধিব? ব্যৱস্থা আৰু সাক্ষ্যক
সোধা; এই বাক্য অনুসাৰে যদি লোকবিলাকে
নকয়, তেন্তে নিশ্চয়ে সিবিলাকলৈ প্ৰভাত নহব।
২১ আৰু সিবিলাক দুঃখিত ও ক্ষুধিত হৈ দেশৰ
মাজেদি যাব, আৰু ভোক লাগিলে সিবি-
লাকে ৰাগ কৰি আপোনাবিলাকৰ ৰজা আৰু
আপোনাবিলাকৰ ঈশ্বৰৰ নামেৰে শাও দিব।
২২ সিবিলাকে ওপৰলৈ দৃষ্টি কৰিব, আৰু পৃথিবীলৈ
চাব; আৰু দেখা, সঙ্কট, আন্ধাৰ, আৰু দুঃখ
দিওঁতা অন্ধকাৰ; আৰু ঘোৰ অন্ধকাৰৰ মাজলৈ
৯ সিবিলাকক খেদোৱা হব। কিন্তু যি দেশ
দুঃখত আছিল, তাত আন্ধাৰ নেথাকিব।
তেওঁ আগৰ কালত জবূলূন আৰু নপ্তালী দেশক
নীহ অৱস্থালৈ আনিছিল, কিন্তু অন্তিম কালত
সমুদ্ৰৰ ওচৰৰ পথ, যৰ্দ্দনৰ পাৰ, জাতিবিলাকৰ
২ গালীল মৰ্য্যাদাযুক্ত কৰিলে। যি জাতি আন্ধাৰত
ফুৰিছিল, সিবিলাকে মহাজ্যোতিঃ দেখিবলৈ
পালে; যিবিলাকে মৃত্যুচ্ছায়াৰ দেশত বাস কৰি-
ছিল, সিবিলাকৰ ওপৰত দীপ্তি প্ৰকাশিত হল।
৩ তুমি সেই জাতিক বৃদ্ধি কৰিলা, তুমি সিবিলাকৰ
আনন্দ বঢ়ালা; শস্য দোৱা সময়ত আনন্দ
কৰাৰ, আৰু লুটদ্ৰব্য ভাগবাঁটি লোৱা সময়ত
উল্লাস কৰাৰ দৰে সিবিলাকে তোমাৰ সাক্ষাতে
৪ আনন্দ কৰে। কিয়নো তুমি মিদিয়নৰ দিনত
কৰা নিচিনাকৈ সিবিলাকৰ ভাৰস্বৰূপ যুঁৱলি,
সিবিলাকৰ কান্ধৰ কাণমাৰি, আৰু সিবিলাকৰ
৫ উপদ্ৰৱকাৰীৰ দণ্ড ভাঙি পেলালা। কাৰণ ঘোৰ
যুদ্ধত সুসজ্জিত থকা সৈন্যৰ সকলো প্ৰকাৰ
সাজ, আৰু তেজেৰে লেটিপেটি হোৱা পোচাক
৬ জুইৰ খৰি কৰি পোড়া যাব। কিয়নো আমালৈ
এটী লৰা জন্মিল, আমাক এটী পুত্ৰ দান কৰা
হল; আৰু তেওঁৰ কান্ধত শাসনভাৰ অৰ্পিত
হব, আৰু তেওঁ আশ্চৰ্য্য, মন্ত্ৰী, পৰাক্ৰমী ঈশ্বৰ,
অনন্তকালস্থায়ী পিতৃ, আৰু শান্তিৰাজ নামেৰে
৭ প্ৰখ্যাত হব। এতিয়াৰ পৰা সদাকাললৈকে সু-
বিচাৰ আৰু ধাৰ্ম্মিকতাৰ দ্বাৰায় দায়ূদৰ সিংহা-
সন আৰু ৰাজ্য সুস্থিৰ আৰু দৃঢ় কৰিবলৈ, সেই
সিংহাসনত আৰু ৰাজ্যত তেওঁৰ ৰাজশাসন আৰু
শান্তিবৃদ্ধিৰ শেষ নহব। বাহিনীবিলাকৰ যিহো-
ৱাৰ মৰ্য্যাদা ৰখা উৎসাহে ইয়াক সিদ্ধ কৰিব।

যিহোৱাৰ মেলা বাহু।

৮ প্ৰভুৱে যাকোবৰ অহিতে এটী বাক্য পঠালে;
৯ সেয়ে ইস্রায়েলৰ ওপৰত পৰিল। সকলো
লোকে, অৰ্থাৎ ইফ্ৰয়িম আৰু চমৰিয়ানিবাসী-
বিলাকে তাক জানে; তথাপি সিহঁতে দৰ্পেৰে
১০ আৰু মনৰ গৰ্ব্বেৰে কয়, ইটাবোৰ খহি পৰিল
হয়, কিন্তু আমি কটা-শিলেৰে গাঁথিম; ডিমৰু
গছবোৰ কটা হল হয়, কিন্তু আমি তাৰ সলনি
১১ এৰচ কাঠ লগাম। এই হেতুকে যিহোৱাই তাৰ
অহিতে ৰচীনৰ বৈৰীবোৰক উন্নত কৰিলে,
১২ আৰু তাৰ নিজৰ শত্ৰুবোৰক উচটালে। আগ-
কালে অৰাম, পাছকালে পলেষ্টীয়াবিলাক থাকি
মেলা মুখেৰে ইস্রায়েলক গ্ৰাস কৰিলে। এই
সকলোতো তেওঁৰ ক্ৰোধ থমা নাই; কিন্তু তেওঁৰ
হাত এতিয়াও মেলা হৈয়ে আছে।
১৩ তথাপি লোকবিলাকে আপোনাবিলাকক প্ৰ-
হাৰ কৰা জনালৈ ঘূৰা নাই, আৰু সিবিলাকে
১৪ বাহিনীবিলাকৰ যিহোৱাক বিচৰা নাই। এই
হেতুকে যিহোৱাই একে দিনতে ইস্রায়েলৰ পৰা
মূৰ আৰু নেগুৰ, খৰ্জ্জূৰ পাত আৰু খাগৰি কাটি
১৫ পেলাইছে। বৃদ্ধ আৰু মান্যযুক্ত লোকেই সেই মূৰ,
আৰু মিছা শিক্ষা দিওঁতা ভাববাদীয়েই সেই
১৬ নেগুৰ। কাৰণ এই লোকবিলাকক চলাওঁতা-
বিলাকেই সিহঁতক ভ্ৰান্ত কৰে, আৰু সিবিলাকৰ
দ্বাৰায় চালিত হোৱা লোকবিলাক বিনষ্ট হয়।
১৭ এই হেতুকে প্ৰভুৱে সিহঁতৰ যুবাবিলাকত আনন্দ
নকৰিব, আৰু সিহঁতৰ পিতৃহীন আৰু বিধৱা-
বিলাকক দয়া নকৰিব; কিয়নো সিহঁতৰ প্ৰত্যে-
কেই অধৰ্ম্মী আৰু কুকৰ্ম্মী, আৰু প্ৰত্যেক মুখে
মূৰ্খ কথা কয়। এই সকলোতো তেওঁৰ ক্ৰোধ থমা
নাই; কিন্তু তেওঁৰ হাত এতিয়াও মেলা হৈয়ে
আছে।

১৮ কিয়নো দুষ্টতাই অগ্নির দরে পুড়ি কাঁইট
গছর হাবি ভস্ম করে ; এনে কি, কাঠনীর ভাঠ
হাবিত জুই জ্বলি, তার ভাঠ ধূঁৱা স্তম্ভ হৈ
১৯ ওপরলৈ উঠি যায়। বাহিনীবিলাকর যিহোৱার
ক্রোধত দেশ ধ্বংস হল ; লোকবিলাকো অগ্নির
আহারস্বরূপ হল ; কোনেও আপোনার ভায়েকক
২০ দয়া নকরে। আরু সিহঁতে সোঁ হাতেরে ছিরি
খায়, তথাপি ভোক নপলায় ; আরু বাওঁ হাতেরে
ভোজন করে, তথাপি সিহঁত তৃপ্ত নহয় ;
সিহঁত প্রতিজনে আপোন আপোন বাবিচনির
২১ মঙহ খায়। মনচিয়ে ইফ্রয়িমক, আরু ইফ্রয়িমে
মনচিক খাইছে, আরু দুয়ো একেলগে যিহূদাক
আক্রমণ করিছে। এই সকলোতো তেওঁর ক্রোধ
থমা নাই ; কিন্তু তেওঁর হাত এতিয়াও মেলা
হৈয়ে আছে।

১০ বিধৱাবিলাকক আপোনার লুটদ্রব্য, আরু
পিতৃহীনবিলাকক আপোনার চিকারর বস্তু
করিবর নিমিত্তে সুবিচারর পথর পরা দরিদ্রক
দূর করিবলৈ, আরু মোর প্রজাবিলাকর দুঃখীয়া
২ লোকর স্বত্ত্ব গুচাবলৈ, যিবিলাকে অন্যায়
বিধি স্থাপন করে, আরু যি লিখকবিলাকে
ক্লেশদায়ক আজ্ঞা লিখে, সিবিলাকর সন্তাপ
৩ হব। প্রতিফল দিয়া দিনা, দূরর পরা অহা
বিনাশর দিনা তোমালোকে কি করিবা ?
সহায় পাবর নিমিত্তে কার ওচরলৈ পলাই
যাবা ? আরু তোমালোকর ঐশ্বর্য্য ক'ত রাখি
৪ যাবা ? সিবিলাকে কেৱল বন্দীয়ারবিলাকর
ভরির তলত কুঁচিমুচি হৈ থাকিব, আরু হত
হোৱা লোকর তলত পতিত হব। এই সকলোতো
তেওঁর ক্রোধ নেথামিব ; কিন্তু তেওঁর হাত
তেতিয়াও মেলা হৈয়ে থাকিব।

অচূরর বিরুদ্ধে কোৱা ভাববাণী।

৫ যি অচূর মোর ক্রোধর দণ্ডডালিস্বরূপ, যার
হাতত মোর কোপপ্রকাশক লাঠি আছে,
৬ সেই অচূরর সন্তাপ। ময় তাক এক অধর্ম্মী
জাতির বিরুদ্ধে পঠাম, আরু মোর ক্রোধর পাত্র
সেই জাতির অহিতে, লুট করিবলৈ, লুটদ্রব্য
লবলৈ, আরু বাটর বোকার নিচিনাকৈ গচকি-
৭ বলৈ ময় তাক আজ্ঞা দিম। তথাপি তার কল্পনা
সেই প্রকার নহয়, আরু তার মনেও তাক
নেভাবে ; কিন্তু বিনষ্ট করিবলৈ, আরু অনেক
৮ জাতিক সংহার করিবলৈ তার মন। কিয়নো সি
কয়, “মোর অধীনে শাসন কৰাবিলাক জানো
৯ আটাইবিলাক রজা নহয় ? কল্নো জানো
কর্কমীচর নিচিনা নহয় ? হমাৎ জানো অর্পদর
নিচিনা নহয় ? চমরিয়া জানো দম্মেচকর
১০ নিচিনা নহয় ? যি রাজ্যবোরর কটা প্রতিমাবোর
যিরূচালেম আরু চমরিয়ার মূর্ত্তিবোরতকৈ উত্তম
আছিল, সেই মূর্ত্তিপূজক রাজ্যবোর যেনেকৈ
১১ মোর হাতলৈ আহিল, ময় চমরিয়া আরু তার
মূর্ত্তিবোরক করা নিচিনাকৈ যিরূচালেম আরু
তার প্রতিমাবোরক তেনে নকরিম নে ?”
১২ এই হেতুকে ময় যিহোৱাই চিয়োন পর্ব্বতত
আরু যিরূচালেমত মোর সকলো কার্য্য করি
এঁটোৱার পাছে, অচূরর রজার গর্ব্বী চিত্তর ফল-
স্বরূপ কার্য্যর আরু তার উর্দ্ধদৃষ্টিরূপ আড়ম্বরর
১৩ প্রতিফল দিম। কিয়নো সি কলে, “মোর
হাতর বলেরে আরু জ্ঞানেরে ময় এই কার্য্য সিদ্ধ
করিলোঁ, কারণ ময় বুদ্ধিমান্ ; ময় জাতি-
বিলাকর সীমা দূর করিলোঁ, সিহঁতর বহু-
মূল্য বস্তু হরণ করিলোঁ, আরু সিংহাসনত বহা-
১৪ বিলাকক বীরর নিচিনাকৈ পেলালোঁ। আরু
মোর হাতে পক্ষীর বাহর নিচিনাকৈ জাতি-
বিলাকর ধনসম্পত্তি পালে, এড়ি যোৱা কনি
লোকে গোটোৱাদি ময় গোটেই পৃথিবীক
গোটালোঁ ; ডেউকা জোকারিবলৈ, বা ঠোঁট
মেলিবলৈ, নাইবা চিঁচিঁয়াবলৈকো কোনো
১৫ নাছিল।” কুঠারখনে জানো কাটোঁতার অহিতে
গর্ব্ব করিব পারে ? করতখনে জানো তাক চলাওঁ-
তার বিরুদ্ধে অহঙ্কার করিব ? সেয়ে দণ্ড তোলা-
বিলাকক দণ্ডই জোকরা নিচিনা, বা কাঠ
নোহোৱা জনক লাখুটীয়ে তোলা নিচিনা।
১৬ এই হেতুকে প্রভুৱে, বাহিনীবিলাকর প্রভুৱে
তার হৃষ্টপুষ্টবিলাকর মাঝলৈ কৃশতা পঠাই
দিব ; আরু তার ঐশ্বর্য্যর তলত অগ্নিয়ে পোড়া
১৭ যেন হব। আরু ইস্রায়েলর জ্যোতিঃ অগ্নিস্বরূপ
হব, আরু তেওঁর পবিত্র জনা শিখাস্বরূপ হব,
আরু সেয়ে জ্বলি একে দিনতে তার কাঁইটীয়া
১৮ বন আরু কাঁইট গছর হাবি ভস্ম করিব। আরু
তেওঁ তার কাঠনীর আরু তার ফলরান উদ্যানর
শোভা নিঃশেষে নষ্ট করিব ; আরু ধ্বজাধারী
১৯ পতিত হলে যেনে হয়, তেনে হব। আরু তার
কাঠনীর অৱশিষ্ট বৃক্ষ ইমান তাকর হব, যে,
এটী লরায়েই তাক লিখি থব পারিব।
২০ সেই দিনা ইস্রায়েলর অৱশিষ্ট লোকে, যাকো-
বর বংশর রক্ষা পোৱা লোকবিলাকে আপোনা-
বিলাকক প্রহার করোঁতা জনর ওপরত আরু
নির্ভর নকরিব ; কিন্তু ইস্রায়েলর পবিত্র জনা
২১ যিহোৱাত সত্যভাৱে নির্ভর করিব। অৱ-
শিষ্ট এক ভাগ উলটি আহিব, যাকোবর অৱ-
শিষ্ট ভাগ পরাক্রমী ঈশ্বরলৈ উলটি আহিব।
২২ কিয়নো হে ইস্রায়েল, তোমার প্রজাবিলাক
সমুদ্রর বালির নিচিনা হলেও, সিবিলাকর
কেৱল এক অৱশিষ্ট ভাগ উলটি আহিব। বাণ
পানীস্বরূপ ধার্ম্মিকতাপ্রকাশক এক উচ্ছন্নতা

২৩ স্থিৰীকৃত হৈছে। কিয়নো এক উচ্ছন্নতা, এক
স্থিৰীকৃত উচ্ছন্নতা বাহিনীবিলাকৰ যিহোৱা
প্ৰভুৱে গোটেই পৃথিৱীৰ মাজত সিদ্ধ কৰিব।
২৪ এই হেতুকে বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে
কৈছে, হে মোৰ চিয়োননিবাসী প্ৰজাবিলাক,
যদিও অচূৰে তোমালোকক দণ্ডেৰে প্ৰহাৰ কৰে,
আৰু মিচৰত দৰা নিচিনাকৈ তোমালোকৰ
অহিতে লাখুটি দাঙে, তথাপি তালৈ ভয় নক-
২৫ ৰিবা। কিয়নো আৰু নিচেই অলপ সময় গলে
কোপ থামিব, আৰু মোৰ ক্ৰোধ সিহঁতৰ বিনা-
২৬ শলৈ উঠিব। আৰু ওৰেব শিলত মিদিয়নৰ
হত্যাৰ সময়ত কৰা নিচিনাকৈ বাহিনীবিলাকৰ
যিহোৱাই তাৰ বিৰুদ্ধে চাবুক তুলি প্ৰহাৰ
কৰিব; আৰু তেওঁৰ লাখুটি সাগৰৰ ওপৰত তোলা
হব, আৰু তেওঁ মিচৰত দৰা নিচিনাকৈ তাক
২৭ দাঙিব। সেই দিনা তোমাৰ কান্ধৰ পৰা তাৰ
ভাৰ, আৰু তোমাৰ ডিঙিৰ পৰা তাৰ যুঁৱলি
খহি পৰিব, আৰু তেলবৃদ্ধিৰ কাৰণে যুঁৱলি
ভাগি যাব।
২৮ সি অয়ৎ পালেহি, মিগ্ৰোনৰ মাজেদি
আহিল; সি মিক্‌মচত আপোন মাল থলে।
২৯ সিহঁতে দুৰ্গম পথ পাৰ হল, সিহঁতে গেবাত
ৰাতি কটালে; ৰামা কঁপিছে, চৌলৰ গিবিয়া
৩০ পলাইছে। হে গল্লীম জীয়াৰী, তুমি বৰকৈ
চিঁয়ৰা; হে লয়িছা, হে দুৰ্ভগীয়া অনাথোৎ,
৩১ কাণ পাতা। মদ্‌মেনা পলৰীয়া; গেবীমনিবাসী
৩২ পলাবলৈ গোট খাইছে। সি আজিয়েই নোবত
ৰব; সেই ঠাইত সি চিয়োন জীয়াৰীৰ পৰ্ব্বতৰ
অহিতে, যিৰূচালেমৰ গিৰিৰ বিৰুদ্ধে আপোনাৰ
হাত জোকাৰিছে।
৩৩ দেখা, বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে
ভয়ানকৰূপে ডাল কাটি পেলাব; আৰু অতি
দীঘল কেইজোপাক ছেদন কৰা হব, আৰু ওখ-
৩৪ বোৰক মাটিৰ সমান কৰা হব। আৰু তেওঁ
লোহাৰে কাঠনীৰ অতি ঘন গছবোৰ কাটি
পেলাব; আৰু পৰাক্ৰমী এজনাৰ দ্বাৰায় লিবা-
নোন পতিত হব।

**আহিব লগা অভিষিক্ত জনা, আৰু তেওঁৰ ৰাজ্য। ইস্ৰায়েলৰ পুনৰাগমন।**

১১ যিচয়ৰ মূঢ়াৰ পৰা এটী পোখা ওলাব,
আৰু তেওঁৰ শিপাৰ পৰা এটী গজালি ওলাই
২ ফল ধৰিব। আৰু যিহোৱাৰ আত্মা, প্ৰজ্ঞা আৰু
সুবিবেচনাৰ আত্মা, মন্ত্ৰণা আৰু পৰাক্ৰমৰ
আত্মা, জ্ঞান আৰু যিহোৱাবিষয়ক ভয় জন্মাওঁতা
৩ আত্মা তেওঁৰ ওপৰত স্থিতি হব; যিহোৱা-
বিষয়ক ভয় তেওঁলৈ সুঘ্ৰাণস্বৰূপ হব, আৰু
আপোন চকুৰ দৃষ্টি অনুসাৰে তেওঁ বিচাৰ নক-
ৰিব, নাইবা আপোন কাণেৰে শুনাৰ দৰে বিচাৰ
৪ নিষ্পত্তি নকৰিব। কিন্তু তেওঁ ধাৰ্ম্মিকতাৰে
দৰিদ্ৰবিলাকৰ সোধ কৰিব, আৰু ন্যায়েৰে
পৃথিৱীৰ নম্ৰ লোকবিলাকৰ নিমিত্তে বিচাৰ
নিষ্পত্তি কৰিব, আৰু আপোন মুখৰ দণ্ডেৰে
পৃথিৱীক প্ৰহাৰ কৰিব, আৰু আপোন ওঁঠৰ ফুঁৰে
৫ দুষ্টক মাৰিব। ধাৰ্ম্মিকতা তেওঁৰ কঁকালৰ
টঙালিস্বৰূপ হব, আৰু বিশ্বস্ততা তেওঁৰ কটি-
৬ বন্ধন হব। সেই দিনা ৰাংকুকুৰে মেৰ পোৱা-
লিৰ লগত বাস কৰিব, আৰু নাহৰফুটুকী বাঘে
ছাগ পোৱালিৰ লগত শয়ন কৰিব; দামুৰি
আৰু যুবা সিংহ, আৰু হৃষ্টপুষ্ট পশু একেলগে
থাকিব, আৰু এটী সৰু লৰাই সিহঁতক চলাব।
৭ গাই গৰু আৰু ভালুকী একেলগে চৰিব, সিহঁতৰ
পোৱালিবোৰ একেলগে শুব, আৰু সিংহই বলদৰ
৮ দৰে ধান খেৰ খাব। আৰু পিয়াহ খোৱা কেঁচু-
ৱাই কেঁটি সাপৰ গাঁতৰ ওপৰত খেমালি কৰিব,
আৰু পিয়াহ এৰা লৰাই ডাইল সাপ থকা
৯ গাঁতত হাত দিব। মোৰ গোটেই পবিত্ৰ পৰ্ব্বতত
কোনেও কাকো হিংসা বা বিনষ্ট নকৰিব;
কিয়নো সমুদ্ৰ যেনেকৈ জলেৰে ঢকা, তেনে-
কৈ পৃথিৱী যিহোৱাবিষয়ক জ্ঞানেৰে পৰি-
পূৰ্ণ হব।
১০ সেই দিনা লোকবিলাকৰ নিমিত্তে ধ্বজাৰূপে
থিয়কৈ ৰখা যিচয়ৰ শিপাডালিৰ ওচৰলৈ
জাতিবিলাক যাব, আৰু তেওঁৰ বিশ্ৰামস্থান
গৌৰৱান্বিত হব।
১১ আৰু সেই দিনা প্ৰভুৱে অচূৰ, মিচৰ, পথ্ৰোচ,
কূচ, এলম, চিনাৰ, হমাৎ, আৰু সমুদ্ৰৰ দ্বীপ-
বোৰৰ পৰা বাকী থকা আপোনাৰ প্ৰজা-
বিলাকৰ অৱশিষ্ট ভাগ উদ্ধাৰ কৰিবলৈ
১২ দ্বিতীয়বাৰ তেওঁ হাত মেলিব। তেওঁ জাতি-
বিলাকৰ নিমিত্তে এক ধ্বজা তুলিব, আৰু তেওঁ
পৃথিৱীৰ চাৰি চুকৰ পৰা, খেদি দিয়া ইস্ৰায়েল
লোকবিলাকক আৰু ছিন্নভিন্ন হোৱা যিহুদাৰ
১৩ লোকবিলাকক গোটাব। ইফ্ৰয়িমৰ অসূয়াও
গুচিব, আৰু যিহুদাক অত্যাচাৰ কৰাবিলাকক
উচ্ছন্ন কৰা হব; ইফ্ৰয়িমে যিহুদাক অসূয়া
নকৰিব, আৰু যিহুদাই ইফ্ৰয়িমক অত্যাচাৰ
১৪ নকৰিব। আৰু সিবিলাক দুয়ো পশ্চিমফালে
থকা পলেষ্টীয়াবিলাকৰ কান্ধত থাপ মাৰিব;
সিবিলাক দুয়ো একে লগ হৈ পূৰ্ব্বদেশীয় লোক-
বিলাকক লুট কৰিব; সিবিলাকে ইদোম আৰু
মোৱাবক হাত দিব; আৰু অম্মোনৰ সন্তান-
১৫ বিলাকে সিবিলাকৰ আজ্ঞা মানিব। আৰু
যিহোৱাই জিবাৰ আকৃতিস্বৰূপে ওলাই থকা
মিচৰীয়া সমুদ্ৰৰ ভাগ একেবাৰে বিনষ্ট কৰিব,
আৰু নদীৰ ওপৰত আপোনাৰ হাত জোকাৰি

দণ্ড কৰোঁতা ফুঁ মাৰিব, আৰু তাক প্ৰহাৰ কৰি
সাতোটা সুঁতা কৰিব, আৰু লোকবিলাকক
১৬ জোতাৰে সৈতে পাৰ কৰাব। আৰু মিচৰ দেশৰ
পৰা ওলাই অহা দিনা যেনেকৈ ইস্ৰায়েলৰ
নিমিত্তে এটা পথ হৈছিল, তেনেকৈ বাকী থকা
তেওঁৰ প্ৰজাবিলাকৰ অৱশিষ্ট লোকবিলাকৰ
নিমিত্তে অচূৰৰ পৰা এটা ৰাজপথ হব।

১২ সেই দিনা তুমি কবা, হে যিহোৱা, ময়
তোমাৰ ধন্যবাদ কৰিম; কিয়নো যদিও
তুমি মোৰ ওপৰত ক্ৰোধ কৰিছিলা, তথাপি
তোমাৰ ক্ৰোধ গুচিল, আৰু তুমি মোক সান্ত্বনা
২ কৰিছা। দেখা, ঈশ্বৰ মোৰ পৰিত্ৰাণ, ময় ভৰসা
কৰিম, ভয় নকৰিম; কিয়নো যিহোৱা যাঃ
মোৰ বল আৰু গান, তেওঁ মোৰ পৰিত্ৰাণকৰ্ত্তা
৩ হল। এই কাৰণে তোমালোকে পৰিত্ৰাণৰ ভুমু-
৪ কৰ পৰা আনন্দেৰে জল তুলিবা। সেই দিনা
তোমালোকে কবা, যিহোৱাৰ ধন্যবাদ কৰা,
তেওঁৰ নাম লোৱা, আৰু জাতিবিলাকৰ মাজত
তেওঁৰ কাৰ্য্যবোৰ প্ৰকাশ কৰা, তেওঁৰ নাম
৫ উন্নত বুলি কীৰ্ত্তন কৰা। যিহোৱাৰ উদ্দেশে গান
কৰা, কিয়নো তেওঁ উত্তম কৰ্ম্ম কৰিলে; এয়ে
৬ সমস্ত পৃথিবীত জনাজাত হওক। হে চিয়োন-
নিবাসিনি, তুমি উচ্চ স্বৰেৰে আনন্দধ্বনি কৰা;
কিয়নো ইস্ৰায়েলৰ পবিত্ৰ জনা তোমাৰ মাজত
মহান।

বাবিলৰ বিৰুদ্ধে কোৱা ভাববাণী।

১৩ আমোচৰ পুত্ৰ যিচয়াই দৰ্শনত পোৱা
বাবিলবিষয়ক ভাৰবাক্য।
২ তোমালোকে বৃক্ষশূন্য পৰ্ব্বতৰ ওপৰত এক ধ্বজা
তোলা, সিবিলাকৰ নিমিত্তে উচ্চধ্বনি কৰা, আৰু
হাতেৰে সঙ্কেত কৰা; সিবিলাকে ভাঙৰীয়া-
৩ বিলাকৰ নগৰৰ দুৱাৰবোৰত সোমাওক। ময় মোৰ
পবিত্ৰীকৃতবিলাকক আদেশ দিলোঁ; ময় মোৰ
ক্ৰোধ সাফল কৰিবৰ নিমিত্তে, গৰ্ব্বভাৱে উল্লাস
৪ কৰোঁতা মোৰ বীৰবিলাককেই মাতিলোঁ। পৰ্ব্বত-
বোৰত বহুসংখ্যক লোকৰ এনাৰৰ নিচিনা
লোকসমূহৰ শব্দ শুনা; একেলগে গোট খোৱা
জাতিবিলাকৰ ৰাজ্যসমূহৰ কোলাহলৰ শব্দ শুনা;
বাহিনীবিলাকৰ যিহোৱাই যুদ্ধৰ নিমিত্তে
৫ সৈন্যসামন্ত গোটাইছে। যিহোৱাই আৰু তেওঁৰ
ক্ৰোধৰ অস্ত্ৰশস্ত্ৰবোৰে দূৰ দেশৰ পৰা, আকাশ-
মণ্ডলৰ অন্তভাগৰ পৰা সমস্ত দেশ উচ্ছন্ন কৰি-
৬ বলৈ আহিছে। তোমালোকে হাহাকাৰ কৰা;
কিয়নো যিহোৱাৰ দিন ওচৰ চাপিছে; সেই
দিন সৰ্ব্বশক্তিমান জনাৰ পৰা সৰ্ব্বনাশক আঘাত-
৭ স্বৰূপে আহিব। এই হেতুকে সকলোৰে হাত
দুৰ্ব্বল হব, আৰু প্ৰত্যেক মৰ্ত্ত্যৰ হৃদয় দ্ৰৱ হব;
৮ আৰু সিহঁত বিহ্বল হব, নানা যন্ত্ৰণা আৰু বেদ-
নাই সিহঁতক আক্ৰমণ কৰিব, সিহঁতে প্ৰসৱকাৰি-
ণীৰ নিচিনাকৈ ছটফট কৰিব; সিহঁতে ইজনে
সিজনক দেখি তধা লাগিব, সিহঁতৰ মুখ অগ্নি-
৯ শিখা যেন হব। দেখা, দেশ উচ্ছন্ন কৰিবলৈ,
আৰু তাৰ পৰা তাৰ পাপীবোৰক বিনষ্ট কৰি-
বলৈ, যিহোৱাৰ দিন কোপ আৰু প্ৰচণ্ড ক্ৰোধেৰে
১০ দাৰুণ হৈ আহিছে। কিয়নো আকাশমণ্ডলৰ
তৰা আৰু নক্ষত্ৰবোৰে আপোন আপোন দীপ্তি
প্ৰকাশ নকৰিব; সূৰ্য্য উদয় হোৱা সময়ত আন্ধা-
ৰেৰে আবৃত হব, আৰু চন্দ্ৰই আপোনাৰ দীপ্তি
১১ প্ৰকাশিত হবলৈ নিদিব। আৰু ময় জগতখনক
কুকাৰ্য্যৰ নিমিত্তে, আৰু দুষ্টবোৰক সিহঁতৰ অপ-
ৰাধৰ নিমিত্তে দণ্ড দিম; আৰু ময় অহঙ্কাৰী-
বোৰৰ দৰ্প ধ্বংস, আৰু অত্যাচাৰীহঁতৰ
১২ গৰ্ব্ব খৰ্ব্ব কৰিম। ময় এটা মানুহক শুদ্ধ সোণতকৈ,
এনে কি, এটা মনুষ্যক ওফাৰৰ শুদ্ধ সোণত-
১৩ কৈয়ো দুৰ্লভ কৰিম। এই হেতুকে ময় আকাশ-
মণ্ডলক কঁপাম, আৰু বাহিনীবিলাকৰ যিহোৱাৰ
ক্ৰোধত আৰু তেওঁৰ প্ৰচণ্ড কোপৰ দিনত পৃথিবী
১৪ জোকাৰ খাই স্থানান্তৰিত হব। তাতে, খেদা
খোৱা হৰিণৰ বা ৰখীয়া নথকা মেৰৰ দৰে
সিহঁত প্ৰত্যেকজনে আপোন আপোন জাতিলৈ
মুখ কৰিব, আৰু প্ৰত্যেকজনে আপোন আপোন
১৫ দেশলৈ পলাই যাব। যাক যাক পোৱা
যাব, সেই সকলোকে অস্ত্ৰেৰে খোঁচা হব;
আৰু যেয়ে যেয়ে ধৰা পৰিব, সেই আটাই-
১৬ বোৰ তৰোৱালৰ মুখত পতিত হব। আৰু
সিহঁতৰ চকুৰ আগতে সিহঁতৰ কেঁচুৱাবোৰক
আচাৰি পেলোৱা যাব, সিহঁতৰ ঘৰবোৰ লুট
কৰা হব, আৰু সিহঁতৰ তিৰুতাবোৰক বলাৎকাৰ
১৭ কৰা হব। দেখা, ৰূপ গণ্য নকৰা, আৰু
সোণতো সন্তোষ নোপোৱা মাদীয়াবিলাকক ময়
১৮ সিহঁতৰ বিৰুদ্ধে উচটাম। তাতে সিবিলাকৰ
ধনুৰে ডেকাবিলাকক ডোখৰ ডোখৰ কৰিব,
আৰু সিবিলাকে গৰ্ভফললৈ দয়া নকৰিব,
১৯ সন্তানবিলাকলৈ কৃপাদৃষ্টি নকৰিব। আৰু ৰাজ্য-
বোৰৰ ৰত্ন, কল্দীয়াবিলাকৰ প্ৰশংসাৰ ভূষণ
বাবিল, ঈশ্বৰৰ দ্বাৰায় নষ্ট হোৱা চদোম আৰু
২০ ঘমোৰাৰ নিচিনা হব। আৰু সেয়ে কেতিয়াও
নিবাসস্থান নহব, আৰু পুৰুষানুক্ৰমে কোনেও
তাত বাস নকৰিব; আৰবীয়া লোকেও তাত তাম্বু
নতৰিব, আৰু মেৰ-ৰখীয়াবিলাকেও সেই
২১ ঠাইত আপোন আপোন জাক নুশুৱাব। কিন্তু
তাত অৰণ্যনিবাসী বনৰীয়া জন্তুৱে বাস কৰিব;
সিহঁতৰ ঘৰবোৰ এৱাও কৰা পশুৱে পৰিপূৰ্ণ
হব, আৰু সেই ঠাইত উট পক্ষীয়ে বাস কৰিব,
আৰু নীঘল নোমীয়া ছাগবোৰে তাত ডেও

২২ দিব। আৰু সিহঁতৰ ৰাজগৃহবোৰত ৰাংকুকুৰে,
আৰু মনোহৰ অট্টালিকাবোৰত শিয়ালে চিঁয়-
ৰিব ; আৰু তাৰ কাল ওচৰ চাপিছে, তাৰ দিন-

## ১৪

বোৰ দীঘল কৰা নহব। কিয়নো যিহো-
ৱাই যাকোবক দয়া কৰিব, ইস্রায়েলক পুন-
ৰায় মনোনীত কৰিব, আৰু সিবিলাকৰ দেশত
সিবিলাকক স্থাপন কৰিব ; তাতে বিদেশী লোকে
সিবিলাকৰ লগ লব, আৰু যাকোবৰ বংশত
২ আসক্ত হব। আৰু জাতিবিলাকে সিবিলাকক
লৈ গৈ সিবিলাকৰ নিজ ঠাইত থব ; তাতে
ইস্রায়েল বংশই যিহোৱাৰ দেশত সিহঁতক বন্দী
বেটীস্বৰূপে অধিকাৰ কৰিব ; সিবিলাক যিবোৰৰ
বন্দী আছিল, সিহঁতক সিবিলাকে বন্দী কৰিব,
আৰু সিবিলাকে আপোনাবিলাকৰ উপদ্রৱ-
কাৰীবোৰৰ ওপৰত প্ৰভুত্ব কৰিব।
৩ আৰু যি দিনা যিহোৱাই তোমাক দুঃখ আৰু
কষ্টৰ পৰা, আৰু যি কঠিন বন্দী-অৱস্থাত কাম
কৰিবলৈ বাধ্য হৈছিলা, তাৰ পৰা তোমালোকক
৪ বিশ্ৰাম দিব, সেই দিনা তুমি বাবিলৰ ৰজাৰ
বিৰুদ্ধে এই গীত গাই কবা, “উপদ্রৱ কৰোঁতা জন
৫ কেনে অন্ত হল! সুবৰ্ণপুৰী কেনে অন্ত হল ! যিহে
নিৰন্তৰ প্ৰহাৰেৰে কোপত প্ৰজাবিলাকক প্ৰহাৰ
কৰিছিল, কোনেও নিবাৰণ নকৰা তাড়নাৰে
যিহে ক্ৰোধত জাতিবিলাকক শাসন কৰিছিল,
৬ যিহোৱাই দুষ্টবোৰৰ সেই লাঠি, শাসনকৰ্ত্তা-
৭ বিলাকৰ সেই দণ্ড ভাঙিলে। সমস্ত পৃথিবী
শান্ত আৰু সুস্থিৰ আছে ; লোকবিলাকৰ মুখৰ
৮ পৰা গীত ওলাইছে ; এনে কি, দেবদাৰু, আৰু
লিবানোনৰ এৰচ বৃক্ষবোৰে, তুমি পতিত হোৱাৰ
পৰা আমাৰ বিৰুদ্ধে কোনো কাটোঁতা অহা নাই,
এই বুলি কৈ তোমাৰ বিষয়ে আনন্দ কৰিছে।
৯ তোমাৰ আগমনত তোমাক আগ বঢ়াই আনিব-
লৈ চিয়োল অধঃস্থানৰ পৰা ব্যস্ত হৈছে ; সেয়ে
তোমাৰ নিমিত্তে মৃতবিলাকক, পৃথিবীৰ সকলো
মুখ্য লোকক চেতনা দিছে ; সেয়ে জাতিবিলাকৰ
সকলো ৰজাক আপোন আপোন সিংহাসনৰ
১০ পৰা উঠাইছে। সিবিলাক সকলোৱে তোমাক
উত্তৰ কৰি কব, ‘তুমিও আমাৰ নিচিনা দুৰ্ব্বল
হলা নে ? তুমিও আমাৰ নিচিনা হলা নে ?’
১১ তোমাৰ আড়ম্বৰ আৰু তোমাৰ নেবল যন্ত্ৰৰ বাদ্য
চিয়োললৈ নমোৱা হল ; তোমাৰ তলত বিচানা-
স্বৰূপে পোক পৰা হল, আৰু কীট তোমাৰ গাত
১২ লোৱা কম্বলস্বৰূপ হল। হে দীপ্তিময় প্ৰভাতীয়
তৰা, তুমি আকাশৰ পৰা কেনেৰূপে পতিত হলা!
আৰু জাতিবিলাকক নিপাত কৰোঁতা যি তুমি,
তুমি ছিন্ন হৈ কেনেৰূপে মাটীৰ সমান হলা!
১৩ তুমি মনতে ভাবিছিলা, ‘ময় স্বৰ্গলৈ উঠি ঈশ্বৰৰ
তৰাবোৰৰ ওপৰত মোৰ সিংহাসন ওখ কৰি
স্থাপন কৰিম ; আৰু উত্তৰ দিশৰ অন্ত সীমাত
১৪ সভাগিৰিত ময় বহিম ; ময় মেঘবোৰতকৈয়ো
ওখ ঠাইত উঠিম ; ময় সৰ্ব্বোপৰি জনাৰ তুল্য
১৫ হম।’ তথাপি তোমাক চিয়োললৈ গাঁতৰ অন্ত
১৬ ভাগলৈকে নমোৱা হব। যিবিলাকে তোমাক
দেখিব, সিবিলাকে তোমালৈ একেঠৰে চাব, সি-
বিলাকে তোমাৰ বিষয়ে বিবেচনা কৰি কব, ‘যি
পুৰুষে পৃথিবীখন কঁপাইছিল, ৰাজ্যবোৰ জোকা-
১৭ ৰিছিল, জগতখনক অৰণ্যস্বৰূপ কৰিছিল, তাৰ
নগৰবোৰ উচ্ছন্ন কৰিছিল, আৰু আপোনাৰ
বন্দীয়াৰবোৰক ঘৰলৈ যাবলৈ মুক্ত নকৰিছিল,
১৮ এৱেঁই সেই জন পুৰুষ নে ?’ জাতিবিলাকৰ সকলো
ৰজাই, সিবিলাকৰ আটায়ে আপোন আপোন
১৯ গৃহত সম্মানেৰে সৈতে শুইছে। কিন্তু গাঁতৰ
শিলবোৰলৈ নামিব লগা তৰোৱালৰ খোঁচত
হত হোৱা লোকেৰে ঢকা হোৱা যি তুমি, তৰিৰে
গচকা মৰা শৱৰ নিচিনাকৈ ঘৃণনীয় এটা ডালৰ
সদৃশে, তোমাৰ মৈদামৰ পৰা তোমাক আঁতৰত
২০ পেলোৱা হৈছে। মৈদামত তোমাক সিবিলাকৰ
লগত লগ লগোৱা নহব ; কাৰণ তুমি আপোন
দেশ উচ্ছন্ন কৰিলা, আপোন লোকবিলাকক বধ
কৰিলা ; দুৰাচাৰীহঁতৰ বংশৰ নাম সদাকাল-
২১ লৈকে নেথাকিব। তাৰ সন্তানবোৰে উঠি পৃথিবী
অধিকাৰ কৰি, জগতখন নগৰেৰে পৰিপূৰ্ণ ন-
কৰিবৰ নিমিত্তে, সিহঁতৰ ওপৰপিতৃবিলাকৰ অপ-
ৰাধৰ কাৰণে সিহঁতৰ অৰ্থে তোমালোকে বধৰ
২২ ঠাই যুগুত কৰা”। আৰু বাহিনীবিলাকৰ যিহো-
ৱাই কৈছে, ময় সিহঁতৰ বিৰুদ্ধে উঠি বাবিলৰ
পৰা নাম আৰু অৱশিষ্ট ভাগ, পো আৰু নাতিক
২৩ উচ্ছন্ন কৰিম, এয়ে যিহোৱাৰ বচন। ময় তাক
কেঁটেলা পহুৰ বাসস্থান, আৰু জলাহ কৰিম ;
আৰু বাহিনীবিলাকৰ যিহোৱাই কৈছে, ময়
সংহাৰকস্বৰূপ বাঢ়নিৰে তাক সাৰি পেলাম।

অচূৰৰ বিৰুদ্ধে আৰু পলেষ্টীয়াৰ বিৰুদ্ধে
কোৱা ভাববাণী।

২৪ বাহিনীবিলাকৰ যিহোৱাই শপত কৰি কৈছে,
মোৰ দেশত অচূৰক ভাঙি তোথৰ তোথৰ
কৰিবলৈ, আৰু মোৰ পৰ্ব্বতবোৰত তাক তৰিৰে
গচকিবলৈ ময় যি ৰূপে ভাবিলোঁ, নিশ্চয়ে
সেই ৰূপে ঘটিব, আৰু যি ৰূপ কল্পনা কৰিলোঁ,
২৫ সেয়ে সাফল হব ; তাতে সিবিলাকৰ পৰা
তাৰ যুঁৱলি দূৰ হব, আৰু সিবিলাকৰ কান্ধৰ পৰা
২৬ তাৰ ভাৰ আঁতৰ হব। গোটেই পৃথিবীৰ বিষয়ে
স্থিৰ কৰা এয়ে অভিপ্ৰায়, আৰু সকলো জাতি-
২৭ বিলাকৰ ওপৰত মেলা এয়ে হাত। কিয়নো
বাহিনীবিলাকৰ যিহোৱাই কল্পনা কৰিলে ;
কোনে তাক ব্যৰ্থ কৰিব পাৰে ? আৰু তেওঁৰ

হাত মেলা আছে ; কোনে তাক কোঁচ খুৱাব
পাৰে ?
২৮ আহজ ৰজাৰ মৃত্যু হোৱা বছৰত এই ভাৰ-
বাক্য হৈছিল।
২৯ হে পলেষ্টিয়া, তোমালোকক প্ৰহাৰ কৰা
দণ্ডডাল ভগা দেখি তোমালোক কোনেও আনন্দ
নকৰিবা ; কিয়নো সাপৰূপ গছজোপাৰ মূলৰ
পৰা এটা কেঁটী সাপ ওলাব, আৰু তাৰ ফল এটা
৩০ পোড়ণি ধৰোৱা উড়নীয়া সাপ হব। দৰিদ্ৰবিলা-
কৰ অতি দৰিদ্ৰই চৰিবলৈ পাব, আৰু দুঃখীয়া-
বিলাকে নিৰ্ভয়ে শয়ন কৰিব ; কিন্তু আকালৰ
দ্বাৰাই মই তোমাৰ মূল নষ্ট কৰিম, আৰু তোমাৰ
৩১ অৱশিষ্ট ভাগক বধ কৰা হব। হে পুৰদ্বাৰ,
হাহাকাৰ কৰা ; হে নগৰ, চিঁয়ৰা ; হে পলে-
ষ্টিয়া, তোমালোক আটায়ে গলি গলা ; কিয়নো
উত্তৰ দিশৰ পৰা ধুঁৱা আহিছে ; আৰু তাৰ
৩২ সৈন্যসামন্তৰ কোনেও লগ এড়ি নেযাব। তেনে
হলে জাতিৰ দূতবিলাকক কি উত্তৰ দিয়া যাব ?
যিহোৱাই চিয়োনক স্থাপন কৰিলে, আৰু
তেওঁৰ প্ৰজাবিলাকৰ দুঃখীয়াবিলাকে তাত
আশ্ৰয় লব, এনে উত্তৰ দিয়া যাব।

মোৱাবৰ বিৰুদ্ধে কোৱা ভাববাণী।

১৫ মোৱাববিষয়ক ভাৰবাক্য।
বাস্তৱিক একে ৰাতিতে আৰ-মোৱাব
উচ্ছন্ন হল, নষ্ট হল ; বাস্তৱিক একে ৰাতিতে
২ কীৰ-মোৱাব উচ্ছন্ন হল, নষ্ট হল। লোকবিলাকে
মন্দিৰ আৰু দীবোনলৈ, ওখ ঠাইবোৰলৈ ক্ৰন্দন
কৰিবৰ অৰ্থে উঠি গল; নবো আৰু মেদবাৰ ওপ-
ৰত মোৱাবে হাহাকাৰ কৰিছে ; আটাইৰে মূৰ
৩ টকলা, প্ৰতিজনৰ দাঁড়ি কটা হৈছে। সিহঁতৰ
বাটত সিহঁতে চট কাপড়েৰে কঁকাল বান্ধিছে;
সিহঁতৰ ঘৰৰ চালবোৰত, আৰু সিহঁতৰ চক-
বোৰত* প্ৰতিজনে অতিশয়ৰূপে কান্দি হাহা-
৪ কাৰ কৰিছে। হিচ্‌বোন আৰু ইলিয়ালিয়ে
চিঁয়ৰিছে, যহচলৈকে সিহঁতৰ শবদ শুনা গৈছে ;
এই হেতুকে মোৱাবৰ সুসজ্জিত লোকবিলাকে
আৰ্ত্তনাদ কৰিছে ; আৰু তাৰ প্ৰাণ তাৰ অন্তৰত
৫ কঁপিছে। মোৰ হৃদয়ে মোৱাবৰ নিমিত্তে চিঁয়-
ৰিছে, তাৰ প্ৰধান লোকবিলাকে চোৱৰলৈ
ইগ্লৎ-চলিচিয়ালৈ পলাই গৈছে : কিয়নো
সিহঁতে লূহীতলৈ উঠি যোৱা বাটেদি কান্দি
কান্দি উঠি গৈছে ; কাৰণ সিহঁতে হোৰোণয়িমৰ
বাটত সৰ্ব্বনাশ সৰ্ব্বনাশ বুলি এঁটাহ পাৰিছে।

৬ কিয়নো নিম্ৰীমৰ জলসমূহ মৰুভূমি হল ; কাৰণ
ঘাঁহ শুকাই গল, কোমল তৃণ নাইকিয়া হল, কেঁচা
৭ বৰণীয়া একোৱেই নাই। এই হেতুকে সিহঁতে
আপোনাৰ আৰ্জ্জিত যথেষ্ট ধন আৰু সাঁচি
থোৱা বস্তু বাইচী বৃক্ষৰ জুৰীৰ সিপাৰলৈ লৈ
৮ যাব। কিয়নো চিঁয়ৰে মোৱাবৰ সকলো সীমা
জুৰিছে ; তাৰ হাহাকাৰ ইগ্লয়িমলৈকে, আৰু
তাৰ হাহাকাৰ বেৰ-এলীমলৈকে শুনা গৈছে।
৯ কিয়নো দীমোনৰ জলসমূহ তেজেৰে পৰিপূৰ্ণ
হৈছে ; কাৰণ মই দীমোনৰ ওপৰলৈ আৰু দুঃখ
আনিম, মোৱাবৰ পৰা পলাই যোৱা লোকলৈ
আৰু দেশৰ অৱশিষ্ট ভাগলৈ এটা সিংহ
আনিম।

১৬ তোমালোকে দেশৰ অধিপতিয়ে পাব লগীয়া
পুষ্ট মেৰ চেলাৰ পৰা অৰণ্যৰ কাললৈ
চিয়োন জীয়াৰীৰ পৰ্ব্বতটোলৈ পঠাই দিয়া।
২ কিয়নো অৰ্ণোনৰ পাৰঘাটবোৰত মোৱাবৰ
জীয়াৰীবিলাক ভ্ৰমি ফুৰা চৰাইৰ নিচিনা,
বাহৰ পৰা খেদি দিয়া পক্ষীৰ নিচিনা হব।
৩ পৰামৰ্শ দিয়া, ন্যায় বিচাৰ কৰা, দুপৰীয়া
আপোনাৰ ছাঁয়াক ৰাতিৰ নিচিনা কৰা, খেদি
দিয়াবিলাকক লুকুৱাই ৰাখা, ভ্ৰমি ফুৰা লোকক
৪ দেখুৱাই নিদিবা। মোৰ খেদি দিয়া লোকক
তোমাৰ লগত বাস কৰিবলৈ দিয়া ; মোৱাবৰ
নিমিত্তে হলে, তুমি লুট কৰা জনৰ সম্মুখত
লুকাই থকা ঠাই হোৱা ; কিয়নো অন্যায়ৰূপে
গ্ৰহণকাৰী লুপ্ত হল, লুট থামিল, অত্যাচাৰীহঁত
৫ দেশৰ পৰা উচ্ছন্ন হল। আৰু এখন সিংহাসন
দয়াত স্থাপিত হব, আৰু যি জনে বিচাৰ কৰিব,
ন্যায়ৰ চেষ্টা কৰিব, আৰু ধাৰ্ম্মিকতাৰ কাৰ্য্য
কৰিবলৈ বেগী হব, সেই জনে দায়ূদৰ তাম্বুত
সত্যতাৰে তাৰ ওপৰত বহিব।
৬ আমি মোৱাবৰ অহঙ্কাৰৰ বিষয়ে শুনিলোঁ,
যে, সি বৰ গৰ্ব্বী ; তাৰ দৰ্প, অহঙ্কাৰ, আৰু
ক্ৰোধৰ বিষয়েও শুনিলোঁ ; তাৰ বৰ বৰ কথা
৭ মিছা। এই হেতুকে মোৱাবে মোৱাবৰ নিমিত্তে
হাহাকাৰ কৰিব, তাৰ প্ৰতিজনে হাহাকাৰ কৰিব;
একেবাৰে প্ৰহাৰিত যি তোমালোক, তোমা-
লোকে কীৰ-হেৰচতৰ দ্ৰাক্ষাগুটীৰ লদাৰ নিমিত্তে
৮ শোক কৰিবা। কিয়নো হিচ্‌বোনৰ শস্যক্ষেত্ৰ
আৰু চিব্‌মাৰ দ্ৰাক্ষালতাভালি জঁয় পৰিল ;
জাতিবোৰৰ অধিপতিবিলাকে তাৰ উত্তম ডাল-
বোৰ ভাঙি পেলালে ; সেইবোৰে যাজেৰ পাই-
ছিলগৈ, সেইবোৰে বগাই অৰণ্যৰ মাজলৈকে
গৈছিলগৈ ; আৰু তাৰ ঠালবোৰ সমুদ্ৰৰ সিপাৰ-
৯ লৈকে ব্যাপি গৈছিল। এই হেতুকে মই চিব্‌-
মাৰ লতাভালিৰ নিমিত্তে যাজেৰৰ কান্দনিৰে
কান্দিম। হে হিচ্‌বোন, হে ইলিয়ালি, মই

* নগৰৰ মাজৰ বা ৰাজদুৱাৰৰ ওচৰৰ যি মুকলি
ঠাইত মানুহে কোনো কাম কাৰ্য্য আৰু বেহা বেপাৰ
আদি কৰে, আৰু সোধবিচাৰ কৰা যায়, এনে ঠাই
বুজায়।

মোৰ চকু-লোৰে তোমাক তিয়াম ; কাৰণ তোমাৰ
ফলৰ আৰু দাব লগীয়া শস্যৰ ওপৰত যুদ্ধৰ
১০ ধ্বনিস্বৰূপ বজ্ৰপাত পৰিল। আনন্দ আৰু হৰ্ষক
ফলৱান বাড়ীৰ পৰা দূৰ কৰা হল ; দ্ৰাক্ষা-
বাড়ীবোৰত গান কি আনন্দধ্বনি আৰু
নহব ; দ্ৰাক্ষাকুণ্ডত গচকি দ্ৰাক্ষাৰস উলি-
য়াবলৈ কোনো গচকোঁতা নহব ; মই দ্ৰাক্ষা
১১ গচকা আনন্দধ্বনিটী থমালোঁ। এই নিমিত্তে
মোৰ নাড়ীবোৰ মোৱাবৰ কাৰণে, আৰু মোৰ
অন্তৰৰ ভাগবোৰ কীৰ-হেৰচতৰ নিমিত্তে এখন
১২ বীণাৰ নিচিনাকৈ বাজিছে। আৰু যেতিয়া
মোৱাবে উপস্থিত হৈ ওখ ঠাইখনত আপো-
নাকে ক্লান্ত কৰিব, আৰু প্ৰাৰ্থনা কৰিবলৈ পবিত্ৰ-
স্থানত সোমাব, তেতিয়া সি কৃতকাৰ্য্য নহব।
১৩ এয়ে যিহোৱাই মোৱাবৰ বিষয়ে পূৰ্ব্বে কোৱা
১৪ বাক্য ; কিন্তু এতিয়া যিহোৱাই কৈছে, বেচ খাই
কাম কৰা মানুহৰ বছৰৰ নিচিনা তিনি বছৰৰ
ভিতৰত, তাৰ সমস্ত লোকাৰণ্যেৰে সৈতে মোৱা-
বৰ গৌৰৱ তুচ্ছনীয় হব, আৰু অৱশিষ্ট ভাগ
অতি ক্ষুদ্ৰ আৰু নগণ্য হব।

দম্মেচক আৰু ইফ্ৰয়িমৰ বিৰুদ্ধে কোৱা
ভাববাণী।

১৭ দম্মেচকবিষয়ক ভাৰবাক্য।
দেখা, দম্মেচক নগৰ এচি ভগ্নৰাশি হব।
২ অৰোয়েৰৰ নগৰবোৰ পৰিত্যক্ত হব ; সেইবোৰ
মেৰৰ জাকৰ নিমিত্তে চৰণী ঠাই হব ; মেৰবোৰে
কাৰো পৰা ভয় নোপোৱাকৈ তাত শুব।
৩ ইফ্ৰয়িমৰ দুৰ্গ, দম্মেচকৰ ৰাজ্য, আৰু অৰামৰ
অৱশিষ্ট ভাগ লোপ পাব ; বাহিনীবিলাকৰ
যিহোৱাই কৈছে, সেইবোৰ ইস্ৰায়েলৰ সন্তান-
বিলাকৰ গৌৰৱৰ সদৃশ হব।
৪ আৰু সেই দিনা যাকোবৰ গৌৰৱ অতি দুৰ্ব্বল
৫ হব, আৰু তাৰ হৃষ্টপুষ্ট শৰীৰ ক্ষীণ হব। আৰু
যেনেকৈ ধান দাওঁতাই থিয়ৈ থকা শস্য গোটায়,
আৰু আপোন হাতেৰে থোকবোৰ কাটে, বা
যেনেকৈ কোনোৱে ৰফায়ীম উপত্যকাত থোক-
৬ বোৰ বুটলে, সেই দৰে হব। তথাপি, ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাই কৈছে, এজোপা জিতবৃক্ষ
জোকৰাত যেনেকৈ অতি ওখ ডালটীৰ আগত
দুটা তিনিটা গুটী থাকে, যেনেকৈ এজোপা ফল-
ৱন্তী বৃক্ষৰ ডালবোৰত চাৰিটা পাঁচোটা গুটী
থাকে, তেনেকৈ তাত অলপ অৱশিষ্ট থাকিব।
৭ সেই দিনা মানুহে আপোন সৃষ্টিকৰ্ত্তালৈ মুখ
কৰিব, আৰু আপোন চকুৰে ইস্ৰায়েলৰ পবিত্ৰ
৮ জনালৈ দৃষ্টি কৰিব। আৰু সি আপোন হাতৰ
কাৰ্য্য যজ্ঞবেদিবোৰলৈ চকু নিদিব, নাইবা তাৰ
আঙুলিৰে সজা আচেৰা মূৰ্ত্তিবোৰ বা সূৰ্য্য-
৯ প্ৰতিমাবোৰলৈ দৃষ্টি নকৰিব। যি ঠাইবোৰ
ইস্ৰায়েলৰ সন্তানবিলাকৰ ভয়ত পৰিত্যক্ত হৈ-
ছিল, সেই দিনা তাৰ দৃঢ় নগৰবোৰ কাঠনীত আৰু
পৰ্ব্বতৰ টিঙত থকা সেই পৰিত্যক্ত ঠাইবোৰৰ
১০ নিচিনা হব, আৰু দেশ উচ্ছন্ন হব। কিয়নো
তুমি আপোন পৰিত্ৰাণৰ ঈশ্বৰক পাহৰিলা,
আৰু তোমাৰ বলস্বৰূপ শিলালৈ অমনোযোগী
হলা ; এই নিমিত্তে তুমি সুন্দৰ সুন্দৰ পুলিবোৰ
ৰুইছা, আৰু তাৰ মাজত বিদেশী কলম লগা-
১১ ইছা ; পুলি ৰোৱা দিনা, তাত বেড়া দিছা, আৰু
ৰাতিপুৱাতে তোমাৰ যত্নত তোমাৰ গুটী গজি
ফুলিছে ; কিন্তু শোক আৰু সাংঘাতিক ক্লেশৰ
দিনা উৎপন্ন ফল উড়ি যাব।

অচূৰৰ বিষয়। কূচীয়া দূতবোৰক
দিয়া আদেশ।

১২ শুনা, সেইয়া সমুদ্ৰৰ গৰ্জ্জনৰ নিচিনাকৈ
গৰ্জ্জন কৰা অনেক লোকসমূহৰ কোলাহল ! আৰু
শুনা, সেইয়া প্ৰবল ঢল পানীৰ বেগেৰে যোৱা
শবদৰ নিচিনা জাতিবিলাকৰ বেগেৰে যোৱা
১৩ শবদ ! বিস্তৰ ঢল পানী বেগেৰে বৈ যোৱাৰ
নিচিনাকৈ জাতিবিলাক বেগেৰে গৈছে ; কিন্তু
তেওঁ সিহঁতক ধমকি দিব ; তাতে সিহঁতে বহু-
দূৰলৈ পলাই যাব, আৰু বতাহৰ আগত উৰি
যোৱা পৰ্ব্বতৰ ধুলাৰ নিচিনাকৈ, আৰু ধুমুহাৰ
আগত ঘুৰি ঘুৰি যোৱা ধূলিৰ নিচিনাকৈ সিহঁ-
১৪ তক খেদাই দিয়া হব। দেখা, সন্ধ্যা পৰত ত্ৰাস
হব ; কিন্তু ৰাতি নৌ পুৱাওঁতেই সিহঁত নাইকিয়া
হব। এয়ে আমাক লুট কৰোঁতাহঁতৰ অংশ, আৰু
এয়ে আমাক অপহৰণ কৰোঁতাবোৰৰ ভাগ।

১৮ সমুদ্ৰপথেদি, এনে কি, জলসমূহৰ ওপৰেদি
নলেৰে সজা নাৱেৰে প্ৰতিনিধি পঠোৱা,
কূচ দেশীয় নদীবোৰৰ সিপাৰে থকা, পাখীৰে
২ ঝিঁ ঝিঁ শব্দকাৰী হে দেশ, শুনা ; হে দ্ৰুতগামী
দূতবিলাক, দীৰ্ঘকায় আৰু নিমজ গাৰে এক
জাতিৰ, আদিৰে পৰা এতিয়ালৈকে ভয়ঙ্কৰ এক
জাতিৰ, নদীবোৰে দেশ বিভক্ত কৰা দুগুণ
পৰাক্ৰমী আৰু মৰ্দ্দনকাৰী এক জাতিৰ ওচৰলৈ
৩ যোৱা। হে জগতনিবাসিবিলাক, হে পৃথিবীত
থকা লোকবিলাক, যেতিয়া পৰ্ব্বতবোৰৰ ওপৰত
ধ্বজা তোলা হব, তেতিয়া দৃষ্টি কৰিবা, আৰু
৪ যেতিয়া শিঙা বাজিব, তেতিয়া শুনিবা। কিয়নো
যিহোৱাই মোক এই দৰে কলে, নিৰ্ম্মল আকা-
শৰ ৰ'দৰ নিচিনাকৈ, আৰু শস্য চপোৱা কালত
গৰমৰ নিয়ৰযুক্ত মেঘৰ নিচিনাকৈ মই ক্ষান্ত হৈ
৫ বহি থাকিম। কাৰণ, ফল চপোৱাৰ পূৰ্ব্বে যি
সময়ত ফুল সৰিল, আৰু ফুলৰ ঠাইত পকিব ধৰা
গুটী হল, এনে সময়ত তেওঁ ডালবোৰ কলম

কটাৰিৰে কাটি পেলাব, আৰু কেৰ মেলি যোৱা
৬ ঠালবোৰ দূৰ কৰিব, ছেদন কৰিব। পৰ্ব্বতৰ
হিংসক চৰাইবোৰৰ নিমিত্তে, আৰু পৃথিবীৰ
জন্তুবোৰৰ নিমিত্তে সেই সকলো পৰিত্যক্ত হব;
আৰু হিংসক চৰাইবোৰে সেই সকলোৰ ওপৰত
যামকাল, আৰু পৃথিবীৰ জন্তুবোৰে সেই
৭ সকলোৰ ওপৰত জাৰকাল কটাব। সেই সময়ত
দীৰ্ঘকায় আৰু নিমজ গাৰে এক জাতি, আদিৰে
পৰা এতিয়ালৈকে ভয়ঙ্কৰ এক জাতি, নদীবোৰে
দেশ বিভক্ত কৰা দুগুণ পৰাক্ৰমী আৰু মৰ্দ্দন-
কাৰী এক জাতিক উপহাৰস্বৰূপে বাহিনীবিলা-
কৰ যিহোৱাৰ ওচৰলৈ, বাহিনীবিলাকৰ যিহো-
ৱাৰ নাম থকা ঠাই চিয়োন পৰ্ব্বতলৈ অনা
হব।

মিচৰবিষয়ক ভাববাণী।

১৯ মিচৰবিষয়ক ঈশ্বৰৰ ভাৰবাক্য।
দেখা, যিহোৱাই দ্ৰুতগামী মেঘত উঠি
মিচৰ দেশলৈ গমন কৰিছে; তেওঁৰ সম্মুখত
মিচৰৰ মূৰ্ত্তিবোৰ অস্থিৰ হব, আৰু মিচৰীয়াহঁ-
২ তৰ হৃদয় নিজৰ অন্তৰত গলি যাব। আৰু ময়
মিচৰীয়াহঁতক মিচৰীয়াহঁতৰ বিৰুদ্ধে উচটাম;
সিহঁত প্ৰতিজনে আপোন ভায়েকৰ বিৰুদ্ধে,
আপোন ওচৰচুবুৰীয়াৰ বিৰুদ্ধে যুদ্ধ কৰিব; নগ-
ৰৰ বিৰুদ্ধে নগৰে, আৰু ৰাজ্যৰ বিৰুদ্ধে ৰাজ্যই
৩ যুদ্ধ কৰিব। আৰু মিচৰীয়াহঁতৰ অন্তৰত
আপোন আপোন হৃদয় সুদা পাত্ৰৰ নিচিনা
হব, আৰু ময় সিহঁতক হতবুদ্ধি কৰিম; তাতে
সিহঁত মূৰ্ত্তিবোৰৰ, আৰু জোনজোনাওঁতা, ভূত-
পোহোঁতা, আৰু গুণমন্ত্ৰ জনাবিলাকৰ ওচৰলৈ
৪ যাব। বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে কৈছে,
ময় মিচৰীয়াহঁতক এজন নিষ্ঠুৰ গুনিবৰ হাতত
সমৰ্পণ কৰিম, আৰু এজন ভয়ঙ্কৰ ৰজাই সিহঁতক
৫ শাসন কৰিব। সমুদ্ৰখনৰ পানী শুকাই
যাব, আৰু নদীখন চট পড়ি শুকাই যাব।
৬ নৈবোৰ গোন্ধাব, মিচৰৰ খালবোৰৰ পানী কমি
কমি শুকাই যাব; নল আৰু খাগৰি লেৰেলা
৭ পড়িব। নীল নদীৰ ওচৰৰ নীল নদীৰ দাঁতিৰ
ঘাঁহনীবোৰ, আৰু নীল নদীৰ পাৰত বোৱা
সকলো শস্য শুকাই উড়ি গৈ নাইকিয়া
৮ হব। মাছ-মৰীয়াবিলাকেও হাহাকাৰ কৰিব,
নদীত বৰশি বোৱাবিলাকে শোক কৰিব, আৰু
পানীৰ ওপৰত জাল মৰাবিলাক বিবৰ্ণ হব।
৯ তাত বাথে কমিওৱা শণ সূতাৰে কাম কৰাবিলাক
১০ আৰু শুক্ল বস্ত্ৰ বোৱাবিলাক লজ্জিত হব। আৰু
তাৰ স্তম্ভবোৰ ভোখৰ ভোখৰকৈ ভগ্ন হব; বেচ
১১ খাই কাম কৰাবিলাকে মনত কষ্ট পাব। চোৱ-
নৰ মুখ্য লোকবিলাক একেবাৰে মূৰ্খ, আৰু
মন্ত্ৰণাৰ বিষয়ে হলে, ফৰৌণৰ সকলোতকৈ
জ্ঞানী মন্ত্ৰীবিলাক পশুতুল্য; "ময় জ্ঞানী-
বিলাকৰ পুত্ৰ, প্ৰাচীন ৰজাবিলাকৰ সন্তান,"
এই বুলি ফৰৌণৰ আগত তোমালোক প্ৰতিজনে
১২ কেনেকৈ কব পাৰা? তেন্তে তোমাৰ জ্ঞানীবিলাক
কত? সিবিলাকে তোমাক এতিয়া কওক, আৰু
মিচৰৰ বিষয়ে বাহিনীবিলাকৰ যিহোৱাই কি
১৩ মনস্থ কৰিলে, তাক সিবিলাকে জানোক। চোৱ-
নৰ মুখ্য লোকবিলাক মূৰ্খ হল, মোফৰ মুখ্য লোক-
বিলাক প্ৰবঞ্চিত হল; যিবিলাক মিচৰৰ কৈদ-
বোৰৰ চুকৰ শিলটীস্বৰূপ, সিবিলাকে মিচৰীয়া-
১৪ হঁতক ভ্ৰান্ত কৰিলে। যিহোৱাই মিচৰৰ অন্তৰত
এক ভ্ৰান্তিজনক মদস্বৰূপ আত্মা ঢালি দিয়াত,
সিবিলাকে মিচৰক তাৰ সকলো কামত ভ্ৰান্ত
কৰি, বঁতিয়াই বঁতিয়াই ঢলংপলং কৰা মত্ত-
১৫ লীয়াৰ নিচিনা কৰিলে। মিচৰৰ নিমিত্তে, মূৰে
কি নেগুৰে, খৰ্জ্জুৰ পাতে কি খাগৰিয়ে কৰিব
পৰা কোনো কাম সিদ্ধ নহব।
১৬ সেই দিনা মিচৰীয়াহঁত তিৰুতাৰ নিচিনা
হব; বাহিনীবিলাকৰ যিহোৱাই সিহঁতৰ ওপৰত
যি হাত জোকাৰিব, সেই হাতৰ জোকাৰণিৰ
১৭ কাৰণে সিহঁতে কঁপিব আৰু ভয় কৰিব। যিহূদা
দেশ মিচৰীয়াহঁতৰ আগত ত্ৰাসৰ কাৰণ হব;
যি যি মানুহৰ আগত তাৰ উল্লেখ কৰা হব, সেই
সকলোৱে মিচৰৰ বিৰুদ্ধে বাহিনীবিলাকৰ
যিহোৱাই কৰা অভিপ্ৰায়ৰ কাৰণে ভয় পাব।
১৮ সেই দিনা কনানীয়া ভাষা কওঁতা, আৰু
বাহিনীবিলাকৰ যিহোৱালৈ শপথ কৰোঁতা
পাঁচখন নগৰ হব; এখন ধ্বংসপুৰী নামেৰে
বিখ্যাত হব।
১৯ সেই দিনা মিচৰ দেশৰ মাজত যিহোৱাৰ
উদ্দেশে এক যজ্ঞবেদি, আৰু তাৰ সীমাত যিহো-
২০ ৱাৰ উদ্দেশে এটা স্তম্ভ হব। সেয়ে মিচৰ দেশত
বাহিনীবিলাকৰ যিহোৱাৰ অৰ্থে এক চিন আৰু
এক সাক্ষীস্বৰূপ হব। কিয়নো সিবিলাকে উপ-
দ্ৰৱকাৰীবিলাকৰ কাৰণে যিহোৱাৰ আগত
কাতৰোক্তি কৰিব; তেতিয়া তেওঁ সিবিলাকৰ
ওচৰলৈ এজন ত্ৰাণকৰ্ত্তা বীৰ পঠাই দিব, আৰু
২১ তেওঁ সিবিলাকক উদ্ধাৰ কৰিব। আৰু যিহোৱা
মিচৰৰ আগত পৰিচিত হব, আৰু মিচৰীয়া-
বিলাকে যিহোৱাক সেই দিনা জানিব, এনে কি,
সিবিলাকে বলিদান আৰু নৈবেদ্যৰ দ্বাৰায়
তেওঁৰ আৰাধনা কৰিব, আৰু যিহোৱাৰ উদ্দেশে
২২ সঙ্কল্প কৰিব, আৰু সিদ্ধও কৰিব। আৰু যিহো-
ৱাই মিচৰক প্ৰহাৰ কৰিব, আৰু প্ৰহাৰ কৰি
সুস্থ কৰিব; সিবিলাকে যিহোৱালৈ পালটিব,
তাতে তেওঁ সিবিলাকৰ নিবেদন গ্ৰাহ্য কৰি
সিবিলাকক সুস্থ কৰিব।

২৩ সেই দিনা মিচৰ দেশৰ পৰা অচূৰলৈ এটা
ৰাজ-আলি হব, তাতে অচূৰীয়া লোকে মিচৰলৈ,
আৰু মিচৰীয়া লোকে অচূৰলৈ অহাযোৱা
কৰিব ; আৰু মিচৰীয়াবিলাকে অচূৰীয়াবিলাকৰ
লগত আৰাধনা কৰিব।
২৪ সেই দিনা ইস্রায়েল, মিচৰ আৰু অচূৰৰ
লগত তৃতীয় হৈ পৃথিবীৰ মাজত আশীৰ্ব্বাদ-
২৫ প্ৰাপ্ত হব ; কিয়নো বাহিনীবিলাকৰ যিহোৱাই
সিবিলাকক আশীৰ্ব্বাদ দি কব, মোৰ প্ৰজা মিচৰ,
মোৰ হাতে কৰা অচূৰ, আৰু মোৰ আধিপত্য
ইস্রায়েল আশীৰ্ব্বাদপ্ৰাপ্ত হওক।

মিচৰ আৰু কূচক পৰাজয় কৰাৰ বিষয়।

২০ অচূৰৰ চৰ্গোন ৰজাই তৰ্ত্তনক পঠোৱাত,
তেওঁ যি বছৰত অচ্‌দোদলৈ আহি তাৰ
২ বিৰুদ্ধে যুদ্ধ কৰি তাক ললে, সেই সময়ত
আমোচৰ পুত্ৰ যিচয়াৰ দ্বাৰায় যিহোৱাই কলে,
যোৱা, তোমাৰ কঁকালৰ পৰা চট কাপড় খুচুউৱা,
আৰু তোমাৰ ভৰিৰ পৰা জুতা সোলো-
কোৱা। তাতে তেওঁ সেই দৰে কৰি উদং গাৰে
৩ আৰু সুদা ভৰিৰে ফুৰিব ধৰিলে। পাছে যিহো-
ৱাই কলে, যেনেকৈ মোৰ দাস যিচয়াই মিচৰ
আৰু কূচবিষয়ক এক চিন আৰু অদ্ভুত লক্ষণ-
স্বৰূপে উদং গাৰে আৰু সুদা ভৰিৰে তিনি বছৰ-
৪ লৈকে ফুৰিলে, সেই দৰে অচূৰৰ ৰজাই মিচৰৰ
লাজৰ নিমিত্তে উদং গাৰে, সুদা ভৰিৰে, আৰু
অনাবৃত টিকাৰে, ডেকা হওক, বা বুঢ়া হওক,
মিচৰীয়া লোকক বন্দী কৰি, আৰু কূচীয়া লোকক
৫ দেশান্তৰ কৰি লৈ যাব। তাতে লোকবিলাকে
আপোনাৰ আশাভূমি কূচৰ, আৰু আপোনাৰ
গৌৰৱস্থল মিচৰৰ কাৰণে বিহ্বল হৈ লজ্জিত
৬ হব। সেই দিনা সাগৰৰ দাঁতিৰ এই দেশ-
নিবাসীয়ে কব, দেখা, অচূৰীয়া ৰজাৰ পৰা
উদ্ধাৰ পাবৰ কাৰণে সহায়ৰ অৰ্থে যলৈ আমি
পলাই গৈছিলোঁ, আমাৰ সেই আশাভূমিৰে
এনে দশা ; তেন্তে আমি নিজে কেনেকৈ ৰক্ষা
পাম ?

বাবিলৰ বিষয়ে, ইদোমৰ বিষয়ে, আৰু আৰবৰ
বিষয়ে কোৱা ভাববাণী।

২১ সাগৰৰ তীৰৰ অৰণ্যবিষয়ক ভাৰবাক্য।
যেনেকৈ দক্ষিণ অঞ্চলত বামাৰলি বতাহ
বেগেৰে চলে, তেনেকৈ আপদ অৰণ্যৰ পৰা,
২ ভয়ানক দেশৰ পৰা চলি আহিছে। এটা নিদাৰুণ
দৰ্শন মোক দেখুউৱা হৈছে ; বিশ্বাসঘাতকে
বিশ্বাসঘাতকতা কৰিছে, আৰু লুট কৰোঁতাই
লুট কৰিছে। হে এলম, উঠি যোৱা ; হে মাদিয়া,
অৱৰোধ কৰা ; তাৰ দ্বাৰায় হোৱা সকলো হুমু-
৩ নিয়াহ ময় থমালোঁ। এই কাৰণে মোৰ কঁকাল
যাতনাৰে পূৰ ; প্ৰসৱকাৰিণীৰ যাতনাৰ নিচিনা
বেদনাই মোক ধৰিছে ; ময় এনে থৰকম্প কৰিছোঁ,
যে, শুনিব নোৱাৰোঁ, এনে বিহ্বল হৈছোঁ, যে,
৪ ময় দেখিব নোৱাৰোঁ। মোৰ বুকু চপ্‌চপ কৰিছে ;
মহাত্ৰাসে মোক ব্যাকুল কৰিছে ; মোৰ বাঞ্ছনীয়
সন্ধ্যাকাল পৰিবৰ্ত্তন হৈ মোৰ পক্ষে কম্পনৰ
৫ কাৰণ হল। মেজ সজোৱা হৈছে, পৰীয়া নিযুক্ত
হৈছে, ভোজন পান চলিছে ; হে সেনাপতি-
৬ বিলাক, উঠা, ঢালত তেল ঘঁহা। কিয়নো প্ৰভুৱে
মোক এই দৰে কৈছে, যোৱা, এজন পৰীয়া নিযুক্ত
কৰা ; সি যি দেখে, তাক প্ৰকাশ কৰোক।
৭ যেতিয়া সি যোড় যোড় হৈ যোৱা অশ্বাৰোহী
সৈন্য এদল, গাধত উঠা সৈন্য এদল, উটত উঠা
সৈন্য এদল দেখিব, তেতিয়া সি অতি মনো-
৮ যোগেৰে কাণ পাতিব। পাছে সি সিংহগৰ্জ্জ-
নেৰে চিঞৰি কলে, হে প্ৰভো, ময় দিন্‌টো নিৰন্ত-
ৰে প্ৰহৰীগৃহৰ ওপৰত থিয় হৈ আছোঁ, আৰু
ওৰেৰাতি পৰ দিয়া ঠাইত মোক ৰখা হৈছে ;
৯ আৰু দেখা, সৌৱা যোড় যোড় হৈ অশ্বাৰোহী
সৈন্য এদল আহিছে। সি মাত লগাই আকৌ
কলে, বাবিল পতিত হল, পতিত হল ; আৰু
তাৰ দেৱতাবোৰৰ আটাই মূৰ্ত্তিবোৰ ভোখৰ
১০ ভোখৰ হৈ মাটীত পৰি আছে। হে মোৰ
মৰণা মৰা শস্য আৰু খলাৰ ধানস্বৰূপ লোক,
ইস্রায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাৰ
পৰা যি শুনিলোঁ, তাকে ময় তোমালোকক
জনালোঁ।
১১ দূমাবিষয়ক ভাৰবাক্য।
চেয়ীৰৰ পৰা কোনো এজনে মোক মাতি
কৈছে, হে প্ৰহৰি, কিমান ৰাতি ? হে প্ৰহৰি,
১২ কিমান ৰাতি ? প্ৰহৰীয়ে উত্তৰ দি কলে, প্ৰভাত
আহিছে, আৰু ৰাতিও আহিছে ; যদি সুধিব
খোজা সোধা ; আকৌ ঘূৰি আহাঁ।
১৩ আৰববিষয়ক ভাৰবাক্য।
হে দদানীয়া পথিকদলবিলাক, তোমা-
লোকে আৰবৰ কাঠনীৰ মাজত ৰাতি থাকিব
১৪ লাগিব। তেমা-দেশনিবাসীবিলাকে তৃষ্ণাতুৰ
লোকৰ নিমিত্তে জল আনিছে, আগ বাঢ়ি
১৫ গৈ পলৰীয়াইতক আহাৰ দিছে। কিয়নো
সিহঁত তৰোৱালবোৰৰ পৰা, খোলা তৰোৱাল,
ভিৰোৱা ধনু, আৰু কষ্টদায়ক যুদ্ধৰ পৰা পলাই-
১৬ ছিল। কাৰণ প্ৰভুৱে মোক এই দৰে কৈছে, বেচ
খাই কাম কৰা মানুহৰ বছৰৰ নিচিনা এবছৰৰ
ভিতৰত কেদৰৰ সকলো গৌৰৱ লোপ পাব ;
১৭ আৰু কেদৰবংশীয় বীৰপুৰুষ ধনুৰ্দ্ধৰবিলাকৰ
অৱশিষ্ট সংখ্যা তাকৰ হব ; কিয়নো ইস্রায়েলৰ
ঈশ্বৰ যিহোৱাই এই কথা কলে।

যিৰূচালেমৰ ক্ষেমিব নোৱাৰা পাপ।

২২ দৰ্শনৰ উপত্যকাবিষয়ক ভাৰবাক্য।
তোমাৰ কি হল, যে, তোমাৰ নিবাসীবিলাক
২ সকলোৱে ঘৰৰ চালত উঠিল? হে উচ্চধ্বনিৰে
পূৰ্ণা কোলাহলকাৰিণী নগৰি, হে উল্লাসপ্ৰিয়া
পুৰি, তোমাৰ হতবিলাক তৰোৱালেৰে হত
৩ হোৱা নাই, বা যুদ্ধতো মৰা নাই। তোমাৰ
সেনাপতিবিলাক একেলগে পলাই গলত, সি-
বিলাকক ধনুৰ্দ্ধৰ লোকৰ দ্বাৰায় বন্ধ কৰা হল;
তোমাৰ লোকবিলাকৰ মাজৰ যিবিলাকক পোৱা
গল, সিবিলাকক একেলগে বন্ধ কৰা হল, সিবি-
৪ লাক দূৰৈলৈ পলাই ছিল। এই নিমিত্তে ময়
কওঁ, তোমালোকে মোৰ পৰা আন কাললৈ চকু
দিয়া, ময় অতি সন্তাপেৰে ক্ৰন্দন কৰিম; মোৰ
প্ৰজাস্বৰূপা জীয়াৰীৰ সৰ্ব্বনাশৰ নিমিত্তে মোক
৫ সান্ত্বনা কৰিবলৈ যত্ন নকৰিবা। কিয়নো দৰ্শনৰ
উপত্যকাত বাহিনীবিলাকৰ প্ৰভু যিহোৱাৰ,
কোলাহল, মৰ্দ্দন, আৰু ব্যাকুলতাৰ দিন উপস্থিত
হৈছে, গড়বোৰ ভঙা হৈছে, আৰু চিঁয়ৰৰ শব্দ
৬ পৰ্ব্বতলৈকে গৈছে। এলমে ৰথী আৰু অশ্বা-
ৰোহী সৈন্যে সৈতে তূণ লৈ গৈছে, আৰু কীৰে
৭ ঢাল খুলিছে। আৰু তোমাৰ মনোৰম্য উপত্যকা-
বোৰ ৰথেৰে পূৰ হৈছে; আৰু অশ্বাৰোহী-
৮ বিলাকে দুৱাৰৰ সন্মুখত বেহু পাতিছে। তেওঁ
যিহূদাৰ ওৰণী গুচালে; আৰু সেই দিনা তুমি
৯ কাঠনীৰ গৃহৰ অস্ত্ৰশস্ত্ৰলৈ দৃষ্টি কৰিলা; তুমি
দায়ূদৰ নগৰৰ ভগাচিগা ঠাইবোৰলৈ চালা,
কিয়নো সেইবোৰ অনেক আছিল; তোমালোকে
১০ তল পুখুৰিৰ পানীবোৰ গোটালা; তোমালোকে
যিৰূচালেমৰ ঘৰবোৰ লেখ কৰিলা, আৰু নগৰৰ
গড় সুদৃঢ় কৰিবৰ নিমিত্তে তাৰ কোনো কোনো
১১ ঘৰ ভাঙি পেলালা; তোমালোকে পুৰণি পুখুৰিৰ
পানীৰ নিমিত্তে গড় দুটাৰ মাজ ঠাইত এটা
পুখুৰিও কৰিলা। কিন্তু যি জনাই এই ঘটনা
ঘটালে, সেই জনালৈ তোমালোকে চকু নিদিলা,
নাইবা যি জনাই বহুকালৰে পৰা ইয়াক কল্পনা
১২ কৰিলে, তেওঁলৈ দৃষ্টি নকৰিলা। আৰু সেই
দিনা বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে, ক্ৰন্দন
কৰিবলৈ, বিলাপ কৰিবলৈ, মূৰ টকলা কৰি-
বলৈ, আৰু চট কাপড় কঁকালত বান্ধিবলৈ
১৩ আহ্বান কৰিলে; কিন্তু দেখা, আমোদ প্ৰমোদ,
গৰু বধ, মেৰ হত্যা, মাংস ভোজন, আৰু দ্ৰাক্ষা-
ৰস পান কৰা চলিছে; সিহঁতে কয়, "আহাঁ,
আমি ভোজন পান কৰোঁহঁক, কিয়নো কাইলৈ
১৪ মৰিম।" বাহিনীবিলাকৰ যিহোৱাই মোৰ
আগত এই বাক্য প্ৰচাৰ কৰিলে, "তোমালোক
নমৰালৈকে তোমালোকৰ এই অপৰাধ ক্ষমা
কৰা নহব," এয়ে বাহিনীবিলাকৰ যিহোৱা
প্ৰভুৰ বচন।

চেব্‌নাৰ বিৰুদ্ধে কোৱা ভাববাণী।

১৫ বাহিনীবিলাকৰ যিহোৱা প্ৰভুৱে এই ৰূপে
কৈছে, যোৱা, সেই বিষয়াপাতৰ ওচৰলৈ, ঘৰৰ
অধ্যক্ষ সেই চেব্‌নাৰ গুৰিলৈ গৈ কোৱা, ইয়াত
১৬ তোমাৰ কি আছে, আৰু ইয়াত তোমাৰ
কোন আছে, যে, তুমি ইয়াত আপোনাৰ নিমিত্তে
এটা মৈদাম খানিলা? সি ওখত আপোনাৰ
নিমিত্তে এটা মৈদাম খানিলে, নিজৰ নিমিত্তে
১৭ এক বাসস্থান শিলত কাটিলে। দেখা, যিহো-
ৱাই বীৰৰ নিচিনাকৈ তোমাক অতি বলেৰে
পেলাই দিব, এনে কি, তেওঁ তোমাক মুচৰি-
১৮ সামৰি পেলাব। তেওঁ অৱশ্যে তোমাক ঘূৰিয়াই
ধোপৰ দৰে গোল কৰি বহল দেশত পেলাই
দিব; তোমাৰ প্ৰভুৰ বংশক লাজ দিওঁতা যি
তুমি, তুমি সেই ঠাইত মৰিবা, আৰু তোমাৰ
১৯ তেজস্বী ৰথবোৰ তাত থাকিব। ময় তোমাৰ
বিষয়ৰ পৰা তোমাক খেদিম, আৰু তোমাৰ
২০ পদৰ পৰা তেওঁ তোমাক পেলাই দিব। সেই
দিনা ময় মোৰ দাস হিল্কিয়াৰ পুত্ৰ ইলিয়া-
২১ কীমক মাতিম; ময় তোমাৰ ৰাজবস্ত্ৰ তেওঁক
পিন্ধাম, আৰু তোমাৰ টঙালিৰে তেওঁক বলৱান
কৰিম, ময় তোমাৰ শাসনভাৰ তেওঁৰ হাতত
অৰ্পণ কৰিম; আৰু তেওঁ যিৰূচালেমনিবাসী-
২২ বিলাকৰ ও যিহূদা বংশৰ পিতৃস্বৰূপ হব। ময়
দায়ূদৰ বংশৰ চাবিটো তেওঁৰ কান্ধত দিম;
তাতে তেওঁ মেলিব, কিন্তু কোনেও বন্ধ নকৰিব,
আৰু তেওঁ বন্ধ কৰিব, কিন্তু কোনেও নেমেলিব।
২৩ ময় বেড়ৰ নিসংশয় ঠাইত তেওঁক খুঁটিস্বৰূপে
মাৰিম; তেওঁ আপোন পিতৃবংশলৈ গৌৰৱদায়ক
২৪ আসনস্বৰূপ হব। তেওঁৰ পিতৃবংশৰ সকলো
গৌৰৱ, সন্তানসন্ততি, আৰু পিয়লাৰ পৰা
কলহলৈকে আটাই সৰু পাত্ৰ তেওঁত আৰি
২৫ থোৱা হব। বাহিনীবিলাকৰ যিহোৱাই কৈছে,
সেই দিনা বেড়ৰ নিসংশয় ঠাইত মৰা খুঁটিটো
খহি পড়িব, বা ছিন্ন হৈ পড়িব, আৰু তাৰ
ওপৰত আৰি থোৱা ভাৰ নষ্ট হব; কিয়নো
যিহোৱাই এই কথা কলে।

তূৰৰ বিষয়ে কোৱা ভাববাণী।

২৩ তূৰবিষয়ক ভাৰবাক্য।
হে তৰ্চীচৰ জাহাজবিলাক, হাহাকাৰ
কৰা: কিয়নো এনে সৰ্ব্বনাশ হল, যে, ঘৰ কি
সোমোৱা বাট একোৱেই নাই; সিহঁতে কিত্তীম
দেশ পোৱাত, এই বাৰ্ত্তা সিহঁতৰ আগত প্ৰকাশ
২ কৰা হল। হে দ্বীপনিবাসিবিলাক, তোমালোক

নিমাত হৈ থাকা; চীদোনীয়া বণিকবিলাকে
৩ সমুদ্র পার হৈ আহি তোমাক পরিপূর্ণ করি-
ছিল। চীহোরর উৎপন্ন দ্রব্য মহাজলত আছিল,
নীল নদীর শস্য তার আয় হৈছিল; আরু সেয়ে
৪ জাতিবিলাকর নিমিত্তে লাভ আছিল। হে চীদোন,
তুমি লজ্জিত হোৱা; কিয়নো সাগরে, সমুদ্রর দৃঢ়
কোঁঠে কৈছে, "ময় প্রসব করা নাই, ময় সন্তান
ওপজোৱা নাই, ময় ডেকাবিলাকক প্রতিপালন
করা নাই, নাইবা যুবতীবিলাকক ডাঙর দীঘল
৫ করা নাই।" যেতিয়া বার্ত্তা মিচর দেশ পাব, তেতিয়া
তুরবিষয়ক সেই বার্ত্তাত লোকবিলাক অতিশয়
৬ দুঃখিত হব। তোমালোকে তর্চীচলৈ পার হৈ
যোৱা; হে দ্বীপনিবাসিবিলাক, হাহাকার করা।
৭ যার উৎপত্তি প্রাচীনকলীয়া, যার ভরিয়ে দূর
দেশত বসতি করিবলৈ তেওঁক নিছিল, তোমা-
৮ লোকর সেই উল্লাসকারিণী নগরী এয়ে নে? যার
বণিকবিলাক ডাঙরীয়া, যার বেপারীবিলাক
পৃথিবীর মান্যরন্ত লোক, সেই রাজকিরীটিদাত্রী
তুর নগরীর বিরুদ্ধে কোনে এই কল্পনা করিলে?
৯ সকলো শোভার ভূষণ কলঙ্কিত করিবলৈ, আরু
পৃথিবীর সকলো মান্যরন্ত লোকক অপমানিত
করিবলৈ বাহিনীবিলাকর যিহোৱাই এই
১০ কল্পনা করিলে। হে তর্চীচ জীয়ারী, নীল নদীর
নিচিনাকৈ আপোন দেশর মাজেদি যোৱা;
১১ তোমার আরু কটিবন্ধন নাই। তেওঁ সমুদ্রর ওপ-
রত আপোন হাত মেলিলে, তেওঁ রাজ্যবোর
জোকারিলে; যিহোৱাই কনানর বিষয়ে তার
১২ দুর্গবোর বিনষ্ট করিবলৈ আজ্ঞা দিলে। আরু
তেওঁ কলে, হে বলাৎকৃত কুমারী* চীদোন জী-
য়ারী, তুমি আরু উল্লাস নকরিবা, উঠা; কিত্তীম-
লৈ পার হৈ যোৱা; তাতো তুমি জিরণি নে-
১৩ পাবা। সোৱা, দেখা, কল্দীয়াইঁতর দেশ; সেই
জাতি আরু নাই; অচূরীয়া লোকে বনরীয়া
জন্তুর নিমিত্তে তাক নিরূপণ করিলে; সিহঁতে
আক্রমণ করিবর অর্থে ওখ ওখ দ'ম পাতিলে;
সিহঁতে তার অট্টালিকাবোর মাটির সমান
১৪ করিলে; সিহঁতে তাক ভগ্নরাশি করিলে। হে
তর্চীচর জাহাজবিলাক, হাহাকার করা; কিয়নো
১৫ তোমালোকর দৃঢ় আশ্রয় উচ্ছন্ন হল। সেই
কালত, এজন রজার রাজত্বকাল অনুসারে তুর
নগর সত্তর বছর পাহরা যাব; সত্তর বছরর
পাছত তুর নগরীর দশা বেশ্যাবিষয়ক গীতটী
১৬ অনুসারে হব। "হে বিস্মৃতা বেশ্যা, বীণা লৈ
নগরখন ফুরা; তোমার স্মরণ রাখিবর নিমিত্তে
১৭ মনোহর বাদ্য করা, অনেক গীত গোৱা।" আরু
সত্তর বছরর পাছে যিহোৱাই তুরলৈ কৃপাদৃষ্টি
করিব; তাতে তাই আপোনার লাভজনক ব্যব-
সায় পুনরায় ধরিব, আরু ভূমণ্ডলর সকলোৱে
জগতর সকলো রাজ্যে সৈতে বেশ্যাকর্ম্ম করিব।
১৮ আরু তাইর উপার্জ্জন ও আয় যিহোৱার
উদ্দেশে পবিত্র হব; সেয়ে ভঁড়ালত গোটাই
থোৱা বা সাঁচি থোৱা নহব; কিয়নো তাইর
উপার্জ্জন যিহোৱার সম্মুখত বাস করাবিলাকর
অর্থে যথেষ্ট পরিমাণে খাবর নিমিত্তে আরু
সুন্দর বস্ত্রর নিমিত্তে ব্যবহার হব।

* ইয়াতে পুরুষে স্পর্শ নকরা অবিবাহিতা যুবতী কন্যা বুজায়।

ঈশ্বরর মহাবিচারবিষয়।

২৪ দেখা, যিহোৱাই পৃথিবী খালি করিছে,
আরু তাক শূন্য করিছে, আরু তার মুখ তল
করি তার নিবাসীবিলাকক সিঁচরতি করিছে
২ আরু প্রজা যেনে পুরোহিতো তেনে, বন্দী যেনে
গৰাকীও তেনে, বেটী যেনে ঘৈনীও তেনে,
কিনোতা যেনে বেচোঁতাও তেনে, ধার দিওঁতা
যেনে ধরুৱাও তেনে, আরু সুদ লওঁতা যেনে
৩ সুদ দিওঁতাও তেনে হব। পৃথিবী নিচেইকৈ
শূন্য আরু লুট করা হব; কিয়নো যিহোৱাই
৪ এই বাক্য কলে। পৃথিবীয়ে শোক করি লেৰেলা
পড়িছে, জগতখন দুর্ব্বল হৈ জঁয় পড়িছে, পৃথি-
৫ বীর সম্ভ্রান্ত লোকবিলাক দুর্ব্বল হৈছে। পৃথিবীও
তার নিবাসীবিলাকর ভরির তলত অপবিত্র
হল; কারণ সিহঁতে আজ্ঞাবিলাক লঙ্ঘন করিলে,
বিধিটী পরিবর্ত্তন করিলে, চিরস্থায়ী নিয়মটী
৬ ভাঙিলে। এই হেতুকে অভিশাপে পৃথিবীক
গ্রাস করিলে, আরু তার নিবাসীবিলাকক দোষী
করা হল; এই কারণে পৃথিবীর নিবাসীবিলাক
দগ্ধ হল, আরু অতি অলপ লোক অবশিষ্ট
৭ থাকিল। নতুন দ্রাক্ষারসে শোক করিছে, দ্রাক্ষা-
লতা জঁয় পড়ি গৈছে, আনন্দিত মনর লোক-
৮ বিলাকে হুমুনিয়াহ পেলাইছে। খঞ্জরিবোরর
আনন্দধ্বনি থামিল, উল্লাস করোঁতা লোকর
এরাও ওর পড়িল, বীণার আনন্দধ্বনি থামিল।
৯ লোকবিলাকে গানেরে সৈতে দ্রাক্ষারস পান
নকরিব; সুরা পান করোঁতা লোকর মুখত সুরা
১০ তিতা লাগিব। উচ্ছন্নপুরী ভগ্ন হল; কোনো
মানুহ সোমাব নোৱারাকৈ সকলো ঘর বন্ধ হল।
১১ দ্রাক্ষারসর কারণে লোকবিলাকে বাটত চিঞ-
রিছে; সকলো আনন্দ মার গল, দেশর আনন্দ-
১২ ধ্বনি নাইকিয়া হল। নগরত কেবল ধ্বংস
থাকিল, আরু দুৱারখন আঘাত লাগি নষ্ট
১৩ হল। কিয়নো, জিতবৃক্ষ জোকারিলে যেনে হয়,
দ্রাক্ষাফল গোটাবর পাছত চের পরা গুটি
যেনে হয়, প্রজাবিলাকর মাজত পৃথিবীও তেনে

১৪ স্বৰ। সিবিলাকে উচ্চ স্বৰেৰে জয়ধ্বনি কৰিব,
সিবিলাকে যিহোৱাৰ মহিমাৰ কাৰণে সমুদ্ৰৰ
১৫ পৰা উচ্চধ্বনি কৰিব। এই হেতুকে তোমা-
লোকে পূব দিশত যিহোৱাক, সমুদ্ৰৰ দ্বীপ-
বোৰত ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাৰ নাম গৌৰ-
ৱান্বিত কৰা।

১৬ আমি পৃথিবীৰ অন্ত ভাগৰ পৰা গীত
শুনিলোঁ, যে, ধাৰ্ম্মিক লোকে প্ৰশংসা পাওক।
কিন্তু মই কলোঁ, মই ক্ষীণ হৈ গৈছোঁ, মই
ক্ষীণ হৈ গৈছোঁ, মোৰ সন্তাপ হল; বিশ্বাস-
ঘাতকবোৰে বিশ্বাসঘাতকতা কৰিছে, এনে কি,
বিশ্বাসঘাতকবোৰে অতিশয় বিশ্বাসঘাতকতা
১৭ কৰিছে। হে পৃথিবীনিবাসি, তোমাৰ নিমিত্তে
আপদ, গাঁত, আৰু ফান্দ নিৰূপিত আছে।
১৮ তাতে, যি কোনোৱে সেই আপদৰ বাৰ্ত্তা পাই
পলাব, সি সেই গাঁতত পৰিব, আৰু যি
কোনোৱে সেই গাঁতৰ ভিতৰৰ পৰা ওলাব,
সি সেই ফান্দত ধৰা পৰিব; কিয়নো ওপৰত
থকা দুৱাৰবোৰ মুকলি হৈছে, আৰু পৃথিবীৰ
১৯ মূলবোৰ লৰিছে। পৃথিৱী নিচেইকৈ ভগ্ন
হৈছে, পৃথিবী নিচেইকৈ ভোখৰ ভোখৰ হৈছে,
২০ পৃথিবী অত্যন্ত লৰিছে। পৃথিবীয়ে মতোৱাল
মানুহৰ নিচিনাকৈ চলংপলং কৰিছে, আৰু জুল-
নিৰ নিচিনাকৈ জুলিছে, আৰু তাৰ অপৰাধ তাৰ
ওপৰত গধুৰ হোৱাত পতিত হৈছে, পুনৰায়
আৰু নুঠিব।

২১ সেই দিনা যিহোৱাই উচ্চস্থানত উচ্চস্থানীয়
বাহিনীবিলাকক, আৰু পৃথিবীত পৃথিবীৰ ৰজা-
২২ বিলাকক দণ্ড দিব। আৰু কাৰাগাৰত বন্দীয়াৰ-
হঁতক গোটোৱাৰ দৰে সিবিলাকক গোটোৱা
হব, আৰু বন্দীশালত বন্ধ কৰা হব; পাছে অনেক
২৩ দিনৰ মূৰত সিবিলাকক দণ্ড দিয়া হব। তেতিয়া
চন্দ্ৰ বিবৰ্ণ আৰু সূৰ্য্য লজ্জিত হব; কিয়নো
বাহিনীবিলাকৰ যিহোৱাই চিয়োন পৰ্ব্বতত,
যিৰূচালেমত, আৰু আপোন বৃদ্ধবিলাকৰ সম্মু-
খত গৌৰৱেৰে ৰাজত্ব কৰিব।

ঈশ্বৰীয় পৰিত্ৰাণৰ বিষয়ে ভাববাণী।

২৫ হে যিহোৱা, তুমি মোৰ ঈশ্বৰ; মই তোমাক
উন্নত কৰিম, তোমাৰ নামৰ প্ৰশংসা
কৰিম; কিয়নো তুমি আশ্চৰ্য্যিত কৰ্ম্ম কৰিলা,
আগৰ কালৰ কল্পনাবোৰ বিশ্বস্ততাৰে আৰু
২ সত্যতাৰে সিদ্ধ কৰিলা। কিয়নো তুমি নগৰ-
খনক ভগ্নৰাশি, গড়েৰে আবৃত নগৰক ভগ্নাৱশেষ
কৰিলা, বিদেশীবিলাকৰ ৰাজপুৰী পুৰী নোহোৱা
৩ কৰিলা, তাক কেতিয়াও সজোৱা নহব। এই
হেতুকে বলৱন্ত লোকবিলাকে তোমাক গৌৰৱান্বিত
কৰিব, ভয়ঙ্কৰ জাতিবিলাকৰ নগৰে তোমাক ভয়

৪ কৰিব। কিয়নো ভয়ানকবিলাকৰ প্ৰশ্বাস দেৱালত
লগা ধুমুহাৰ নিচিনা হোৱা সময়ত, তুমি দুঃখী-
য়ালৈ দুৰ্গস্বৰূপ, দুৰৱস্থাত পৰা দৰিদ্ৰলৈ দুৰ্গ,
ধুমুহাৰ পৰা ৰক্ষা পাবলৈ আশ্ৰয়, সূৰ্য্যৰ তাপ
৫ নেপাবলৈ ছাঁয়াস্বৰূপ হৈছিলা। যেনেকৈ খৰাং
দেশত ৰ'দক, তেনেকৈ তুমি বিদেশীবিলাকৰ
কোলাহল থমাবা; যেনেকৈ মেঘৰ ছাঁয়াৰে ৰ'দক
নিবাৰণ কৰা হয়, তেনেকৈ ভয়ানকবিলাকৰ গান
৬ স্থগিত কৰা হব। বাহিনীবিলাকৰ যিহোৱাই
এই পৰ্ব্বতত সকলো জাতিৰ নিমিত্তে উত্তম উত্তম
খোৱা দ্ৰব্যেৰে এক ভোজ, পুৰণী দ্ৰাক্ষাৰসেৰে,
এনে কি, অতি তেলীয়া উত্তম উত্তম খোৱা বস্তুৰে,
আৰু নিৰ্ম্মল কৰা পুৰণী দ্ৰাক্ষাৰসেৰে এক ভোজ
৭ যুগুত কৰিব। আৰু যি ওৰণিৰে সকলো লোক-
বিলাকৰ মুখ ঢকা হৈছে, আৰু যি আবৰণ
সকলো জাতিবিলাকৰ ওপৰত বিস্তাৰিত হৈছে,
৮ যিহোৱাই এই পৰ্ব্বতত তাক নষ্ট কৰিব। তেওঁ
সৰ্ব্বকাললৈকে মৃত্যুক গ্ৰাস কৰিলে, আৰু প্ৰভু
যিহোৱাই সকলোৰে মুখৰ পৰা চকু-লো মচিব,
আৰু গোটেই পৃথিবীৰ পৰা আপোন প্ৰজা-
বিলাকৰ দুৰ্নাম দূৰ কৰিব; কিয়নো যিহোৱাই
এই কথা কলে।

৯ সেই দিনা লোকবিলাকে কব, যে, দেখা, এৱেঁই
আমাৰ ঈশ্বৰ, আমি এওঁলৈকে বাট চাই আছিলোঁ,
এৱেঁই আমাক পৰিত্ৰাণ দিব; এৱেঁই যিহোৱা;
আমি এওঁলৈকে বাট চাই আছিলোঁ; আহাঁ, আমি
এওঁৰ পৰিত্ৰাণত উল্লাসিত হৈ আনন্দ কৰোঁ।
১০ কিয়নো এই পৰ্ব্বতত যিহোৱাৰ হাত স্থিতি হব,
অৰু গোবৰ পেলোৱা গাঁতৰ পানীত যেনেকৈ খেৰ
গচকা হয়, তেনেকৈ মোৱাবক আপোন ঠাইত
১১ গচকা হব; আৰু সাঁতোৰোঁতা মানুহে যেনেকৈ
সাঁতুৰিবৰ নিমিত্তে হাত দুখন মেলে, তেনেকৈ
সি তাৰ মাজত আপোনাৰ হাত মেলিব; কিন্তু
যিহোৱাই তাৰ নানাবিধ হাতৰ কৌশলে সৈতে
১২ তাৰ গৰ্ব্ব খৰ্ব্ব কৰিব। ওখ গড় থকা তোমাৰ দৃঢ়
কোঁঠ তেওঁ নিপাত কৰিলে, মাটীত পেলালে, এনে
কি, মাটীৰে সমান কৰি ধূলিত পেলালে।

পৰিত্ৰাণৰ অৰ্থে কৰা প্ৰাৰ্থনা।

২৬ সেই দিনা যিহুদা দেশত এই গীত গান
কৰা হব, আমাৰ এখন দৃঢ় নগৰ আছে; তেওঁ
পৰিত্ৰাণকেই তাৰ গড় আৰু পালি গড়স্বৰূপে
২ নিৰূপিত কৰিব। সত্যক পালন কৰোঁতা ধাৰ্ম্মিক
জাতি সোমাবৰ নিমিত্তে তোমালোকে দুৱাৰবোৰ
৩ মেলি দিয়া। যাৰ মনে তোমাত নিৰ্ভৰ কৰে,
তুমি তাক সম্পূৰ্ণ শান্তিত ৰাখিবা; কিয়নো
৪ সি তোমাত ভৰসা কৰিছে। তোমালোকে
সদাকাললৈকে যিহোৱাত ভৰসা কৰা; কিয়নো

৫ যাঃ যিহোৱা চিৰস্থায়ী শিলা। কাৰণ তেওঁ
ঊৰ্দ্ধবাসীবিলাকক, উন্নত নগৰক নীচ কৰিলে;
তেওঁ তাক অৱনত কৰি মাটীৰে সৈতে সমান
৬ কৰিলে, তেওঁ তাক ধূলিত পেলালে। ভৰিয়ে
তাক গচকিছে, দুঃখীয়াবিলাকৰ ভৰি, কঙাল-
৭ বিলাকৰ চৰণেও তাক গচকিছে। ধাৰ্ম্মিক লোকৰ
পথ সৰল; যথাৰ্থ যি তুমি, তুমি ধাৰ্ম্মিক-
৮ বিলাকৰ পথ সমান কৰিছা। এনে কি, হে
যিহোৱা, তোমাৰ বিচাৰৰ পথত আমি তোমা-
লৈ বাট চাই আছোঁ; তোমাৰ নাম আৰু
তোমাৰ সোঁৱৰণৰ চিনলৈ আমাৰ প্ৰাণে হেপাহ
৯ কৰিছে। ৰাতি মোৰ প্ৰাণে সৈতে ময় তোমালৈ
হাবিয়াহ কৰিলোঁ; এনে কি, মোৰ অন্তৰত থকা
আত্মাৰে সৈতে যত্নেৰে তোমাক বিচাৰিম;
কিয়নো পৃথিবীত তোমাৰ দণ্ড থকা কালত
১০ জগতনিবাসীবিলাকে ধাৰ্ম্মিকতা শিকে। দুষ্ট
লোকে অনুগ্ৰহ পালেও, ধাৰ্ম্মিকতা নিশিকে;
ন্যায়ৰ দেশত সি অন্যায় কৰে, আৰু যিহোৱাৰ
মহিমালৈ দৃষ্টি নকৰে।
১১ হে যিহোৱা, তোমাৰ হাত দঙা হৈছে, তথাপি
সিহঁতে দৃষ্টি নকৰে; কিন্তু সিহঁতে প্ৰজাবিলাকৰ
নিমিত্তে হোৱা তোমাৰ উৎসাহ দেখি লজ্জিত
হব; এনে কি, অগ্নিয়ে তোমাৰ শত্ৰুবোৰক গ্ৰাস
১২ কৰিব। হে যিহোৱা, তুমি আমালৈ শান্তি নিৰূ-
পণ কৰিবা; কিয়নো তুমি আমাৰ নিমিত্তে
আমাৰ সকলো কাৰ্য্যকেই সিদ্ধ কৰি আছিছা।
১৩ হে আমাৰ ঈশ্বৰ যিহোৱা, তোমাৰ বাহিৰে
আন আন প্ৰভুবিলাকে আমাৰ ওপৰত অধিকাৰ
কৰিছিল; কিন্তু কেৱল তোমাৰ দ্বাৰায়হে আমি
১৪ তোমাৰ নাম কীৰ্ত্তন কৰিম। সিহঁত মৰা, পুন-
ৰায় নিজীব; সিহঁত মৃত, পুনৰায় নুঠিব: এই
নিমিত্তে তুমি দণ্ড দি সিহঁতক নষ্ট কৰিলা, আৰু
১৫ সিহঁতৰ সকলো নাম লুপ্ত কৰিলা। তুমি জাতিটী
বৃদ্ধি কৰিলা, হে যিহোৱা, তুমি জাতিটী বৃদ্ধি
কৰিলা; তুমি গৌৰৱান্বিত হলা, তুমি দেশৰ
আটাই সীমা বহল কৰিলা।
১৬ হে যিহোৱা, সঙ্কটৰ কালত লোকবিলাক
তোমাৰ ওচৰলৈ আহিছিল; সিবিলাকৰ ওপ-
ৰত তোমাৰ শাস্তি থকা কালত সিবিলাকে মৃদু-
১৭ স্বৰে প্ৰাৰ্থনা কৰিছিল। গৰ্ব্ভৱতী তিৰুতাই সন্তান
প্ৰসৱ কৰা কাল ওচৰ হলে যেনেকৈ ছটফট
কৰি বেদনাত চিঞৰে, হে যিহোৱা, সেই দৰে
১৮ আমি তোমাৰ আগত আছিলোঁ। আমি গৰ্ব্ভৱতী
আছিলোঁ, আমি বেদনাত আছিলোঁ, আমি যেন
বতাহহে প্ৰসৱ কৰিছিলোঁ; আমাৰ দ্বাৰায় পৃথি-
বীত কোনো পৰিত্ৰাণ সিদ্ধ হোৱা নাই, নাইবা
জগতনিবাসীবিলাক পোহৰলৈ অহা নাই।
১৯ তোমাৰ মৃত লোকবিলাক পুনৰায় জীব, মোৰ
মৰা শৱবোৰ আকৌ উঠিব; হে ধূলিনিবাসি-
বিলাক, সাৰ পোৱা, আৰু গান কৰা; কিয়নো
তোমাৰ নিয়ৰ তৃণ আদি সতেজ কৰোঁতা নিয়ৰৰ
নিচিনা হব, আৰু পৃথিবীয়ে মৃতবিলাকক
উলিয়াই পেলাব।

নানা বিষয়ৰ বাক্য। দ্ৰাক্ষাবাড়ীবিষয়ক গীত।

২০ হে মোৰ প্ৰজা, যোৱা, তোমাৰ খোঁটালিত
সোমোৱা, আৰু চাৰিওফালে দুৱাৰ বন্ধ কৰা;
ক্ৰোধ নাই নোহোৱালৈকে খন্তেকমান লুকাই
২১ থাকা। কিয়নো দেখা, পৃথিৱীনিবাসীবিলাকক
সিহঁতৰ অপৰাধৰ নিমিত্তে দণ্ড দিবলৈ তেওঁ নিজ
ঠাইৰ পৰা ওলাই আহিছে; পৃথিবীয়ে নিজে
সোহা তেজ দেখুৱাই দিব, আৰু নিজৰ হত
হোৱা লোকক আৰু ঢাকি নেৰাখিব।

২৭ সেই দিনা যিহোৱাই আপোনাৰ চোকা,
ডাঙৰ, আৰু শকত তৰোৱালেৰে দ্ৰুতগামী
লিবিয়াথন নাগক, আৰু বেঁকাবেঁকিকৈ যোৱা
লিবিয়াথন নাগক দণ্ড দিব, আৰু সমুদ্ৰত থকা
বৃহৎ জন্তুটোক বধ কৰিব।
২ সেই দিনা—"এখন মনোৰম্য দ্ৰাক্ষাবাড়ী,
৩ তাৰ বিষয়ে তোমালোকে গান কৰা। ময় যিহো-
ৱাই তাক ৰখোঁ, ময় প্ৰতি নিমিষে তাত পানী
দিওঁ; কোনোবাই তাক হানি কৰে বুলি ময়
৪ দিনে ৰাতিয়ে তাক ৰখি থাকোঁ। মোত ক্ৰোধ
নাই; অহ, কাঁইটীয়া বন আৰু কাঁইট গছৰ
হাবিয়ে মোৰ অহিতে যুদ্ধ কৰিলে কেনে ভাল
হয়! সেয়ে হলে, ময় সিহঁতক আক্ৰমণ কৰিম,
৫ একেবাৰে দগ্ধ কৰিম। নতুবা সি মোৰ পৰা-
ক্ৰমৰ আশ্ৰয় লওক, মোৰে সৈতে সন্ধি কৰোক,
৬ এনে কি, মোৰে সৈতে সন্ধিয়েই কৰোক। ভবি-
ষ্যত কালত যাকোবে শিপাব, ইস্ৰায়েলে কলি
ধৰিব আৰু ফুলিব, আৰু সিবিলাকে ভূমণ্ডলক
ফলেৰে পৰিপূৰ্ণ কৰিব।"
৭ তেওঁ ইস্ৰায়েলৰ প্ৰহাৰকক যেনেকৈ প্ৰহাৰ
কৰিছিল, তেনেকৈ তেওঁ ইস্ৰায়েলক প্ৰহাৰ
কৰিলে নে? বা তাৰ দ্বাৰায় হত হোৱাবিলাকৰ
৮ হত্যাৰ দৰে জানো সি হত হল? তুমি ইস্ৰা-
য়েলক পঠাই দিয়াৰ দ্বাৰায় পৰিমিতৰূপে
তাইক দণ্ড দিছা, তেওঁ পূৰ্ব্বীয় বতাহৰ দিনা
আপোনাৰ প্ৰবল বায়ুৰ দ্বাৰায় তাইক স্থা-
৯ নান্তৰিত কৰিলে। এই হেতুকে ইয়াৰ দ্বাৰায়
যাকোবৰ অপৰাধ মোচন কৰা হব, আৰু তাৰ
পাপ মোচন কৰাৰ এয়েই সকলো ফল, যে,
আচেৰা মূৰ্ত্তিবোৰ আৰু সূৰ্য্যপ্ৰতিমাবোৰ পুন-
ৰায় তুলিব নোৱৰাকৈ সি যজ্ঞবেদিৰ আটাই-
বোৰ শিল ধুৰি কৰা বগা শিলবোৰৰ নিচিনা
১০ কৰিব। কিয়নো গড়েৰে আবৃত নগৰ পৰিত্যক্ত

হ'ব, আৰু মানুহ নথকা বাসস্থান হৈ অৰণ্যৰ
নিচিনা নিৰ্জ্জন হ'ব; তাত দামুড়ি চৰিব আৰু
১১ শুব, আৰু তাৰ ঠালবোৰ খাই পেলাব। তাৰ
ডালবোৰ যেতিয়া শুকাই যায়, তেতিয়া সেই-
বোৰক ভঙা যাব; তিৰুতাবোৰে আহি সেইবোৰ
লৈ গৈ জুইত পুড়িব; কিয়নো সি বুদ্ধিহীন
জাতি; এই হেতুকে তাৰ সৃষ্টিকৰ্ত্তাই তাক দয়া
নকৰিব, আৰু তাৰ নিৰ্ম্মাণকৰ্ত্তাই তাক কৃপা
নকৰিব।
১২ সেই দিনা যিহোৱাই ফৰাৎ নদীখনৰ সোঁত
বৈ যোৱা লোৰৰ পৰা মিচৰ জুৰীলৈকে আপো-
নাৰ ফল পাৰিব; আৰু হে ইস্ৰায়েলৰ সন্তান-
বিলাক, তোমালোকক এটা এটাকৈ বোটলা যাব।
১৩ আৰু সেই দিনা এটা ডাঙৰ শিঙা বজোৱা
হ'ব; তাতে, অচূৰ দেশত নষ্ট হ'ব লগীয়াবিলাক
আৰু মিচৰ দেশলৈ বন্দী কৰি নিয়া লোকবিলাক
আহিব; আৰু সিবিলাকে যিৰূচালেমত পবিত্ৰ
পৰ্ব্বতত যিহোৱাৰ আগত প্ৰণিপাত কৰিব।

যিৰূচালেমৰ অধ্যক্ষবিলাকৰ বিৰুদ্ধে
কোৱা বাক্য।

২৮ ইফ্ৰয়িমৰ মত্তলীয়াবোৰৰ অহঙ্কাৰৰ
ৰাজমুকুটটীৰ, আৰু দ্ৰাক্ষাৰসেৰে পৰাজিত
হোৱাবিলাকৰ উৰ্ব্বৰা উপত্যকাৰ মূৰত থকা জঁয়
পৰা সুন্দৰ ভূষণস্বৰূপ ফুলটীৰ সন্তাপ হ'ব।
২ দেখা, প্ৰভুৰ এজন পৰাক্ৰমী আৰু বলৱান
লোক আছে; সি শিল পৰা ধুমুহাৰ নিচিনাকৈ,
প্ৰলয় কৰোঁতা প্ৰচণ্ড বতাহৰ নিচিনাকৈ, ভল
নিয়াওঁতা প্ৰবল চল পানীৰ সোঁতৰ নিচিনাকৈ
তাৰ নিজ হাতেৰে তাক মাটিত পেলাই দিব।
৩ ইফ্ৰয়িমৰ মত্তলীয়াবোৰৰ অহঙ্কাৰৰ ৰাজ-
৪ মুকুটটী ভৰিৰে গচকা হ'ব; আৰু খামকালৰ
পূৰ্ব্বে হোৱা প্ৰথমে পকা যি ডিমৰু গুটীক
লোকে দেখামাত্ৰে চকু দিয়ে, আৰু হাতত পৰি-
লেই গিলি পেলায়, উৰ্ব্বৰা উপত্যকাৰ মূৰত
থকা সুন্দৰ ভূষণস্বৰূপ তাৰ জঁয় পৰা ফুলটী,
৫ সেই গুটীৰ নিচিনা হ'ব। সেই দিনা বাহিনী-
বিলাকৰ যিহোৱা আপোন প্ৰজাবিলাকৰ অৱ-
শিষ্ট ভাগৰ নিমিত্তে সুন্দৰ ৰাজমুকুট আৰু
৬ শোভা কৰোঁতা কিৰীটিস্বৰূপ হ'ব; তেওঁ বিচাৰা-
সনত বহোঁতালৈ বিচাৰজনক আত্মা, আৰু
নগৰৰ দুৱাৰত যুদ্ধ ওভটোৱা লোকবিলাকলৈ
৭ পৰাক্ৰমস্বৰূপ হ'ব। কিন্তু ইবিলাকো দ্ৰাক্ষা-
ৰসেৰে ভ্ৰান্ত, আৰু সুৰাপানেৰে বিপথগামী
হৈছে; পুৰোহিত আৰু ভাববাদী সুৰাপানেৰে
ভ্ৰান্ত হৈছে, সিবিলাক দ্ৰাক্ষাৰসেৰে নষ্ট হৈছে,
সুৰাপানেৰে বিপথগামী হৈছে, আৰু দৰ্শনত
৮ ভ্ৰান্ত আৰু বিচাৰত বিচলিত হৈছে। কিয়নো
আটাইবোৰ মেজ বাঁতিৰে আৰু মলেৰে পূৰ
৯ হৈছে, কোনো ঠাই ঠাই নাই। "তেওঁ কাক
জ্ঞান শিকাব? আৰু কাক নো বাৰ্ত্তাটী বুজাই
দিব? গাখীৰ এৰুউৱা আৰু পিয়াহ খাবলৈ
১০ নিদিয়া কেঁচুৱাবিলাকক নে? কিয়নো বিধিৰ
উপৰি বিধি, বিধিৰ উপৰি বিধি, শাৰিৰ উপৰি
শাৰি, শাৰিৰ উপৰি শাৰি, ইয়াত অলপ তাত
১১ অলপ।" স্বৰূপতে তেওঁ বিদেশী ওঁঠেৰে আৰু
১২ পৰভাষাৰে এই লোকবিলাকক কথা ক'ব। তেওঁ
সিবিলাকক কৈছিল, "এয়ে জিৰণি, তোমা-
লোকে ভাগৰ পোৱাক জিৰণি দিয়া, আৰু এয়ে
বিশ্ৰাম;" তথাপি সিবিলাকে শুনিবলৈ সন্মত
১৩ নাছিল। এই হেতুকে, সিবিলাকে গৈ যেন
উজুটি খাই চিত হৈ পৰি ভগ্ন হয়, আৰু ফান্দত
ধৰা পৰিব, এই নিমিত্তে সিবিলাকলৈ যিহো-
ৱাৰ বাক্য "বিধিৰ উপৰি বিধি, বিধিৰ উপৰি
বিধি, শাৰিৰ উপৰি শাৰি, শাৰিৰ উপৰি শাৰি,
ইয়াত অলপ তাত অলপ" হ'ব।
১৪ এতেকে যিৰূচালেমত থকা এই জাতিক শাসন
কৰোঁতা হে নিন্দাপ্ৰিয় মানুহবিলাক, যিহোৱাৰ
১৫ বাক্য শুনা। কাৰণ তোমালোকে কলা, "আমি
মৃত্যুৰে সৈতে এটা নিয়ম স্থাপন কৰিলোঁ, আৰু
চিয়োলে সৈতে আমাৰ সন্ধি আছে, প্ৰলয়
কৰোঁতা আপদস্বৰূপ চল পানী দেশৰ মাজেদি
গলে আমাৰ ওচৰ নেচাপিব; কিয়নো আমি
মিছাকে আমাৰ আশ্ৰয়, আৰু ছলকে আমাৰ
১৬ লুকুৱা ঠাই কৰিলোঁ।" এই কাৰণে প্ৰভু যিহো-
ৱাই এই দৰে কৈছে, দেখা, ময় চিয়োনত ভিত্তি-
মূলৰ নিমিত্তে এটা শিল, এটা পৰীক্ষিত শিল,
দৃঢ়কৈ বহুউৱা চুকৰ এটা বহুমূল্য শিল স্থাপন
কৰিলোঁ। যি মানুহে বিশ্বাস কৰিব, সি অধৈৰ্য্য
১৭ নহ'ব। আৰু ময় ন্যায় বিচাৰক পৰিমাণজৰী,
আৰু ধাৰ্ম্মিকতাক ওলোমজৰী কৰিম; তাতে
শিলাবৃষ্টিয়ে সেই মিছা আশ্ৰয় ভাঙি গুচাব,
আৰু সেই লুকুৱা ঠাইক বাণ পানীয়ে ভল
১৮ নিয়াব; আৰু মৃত্যুৰে সৈতে কৰা তোমালোকৰ
নিয়মটী মচি পেলোৱা হ'ব, আৰু চিয়োলে সৈতে
কৰা তোমাৰ সন্ধি থিৰে নেথাকিব; প্লাবন
কৰোঁতা আপদৰূপ চল পানী দেশৰ মাজেদি
গলে, তোমালোকক তাৰ দ্বাৰায় গচকি পেলোৱা
১৯ হ'ব। সি যিমান বাৰ দেশৰ মাজেদি যাব,
সিমান বাৰ তোমালোকক লৈ যাব; কিয়নো
সি প্ৰতিৰাতিপুৱা, আৰু দিনত ও ৰাতিও দেশৰ
মাজেদি যাব, আৰু বাৰ্ত্তাটী বুজিলে কেৱল ত্ৰাস
২০ হ'ব। কিয়নো মানুহে ভৰি মেলিবলৈ খাট চুটি,
২১ আৰু গাত লবলৈকো কাপোৰ ঠেক হৈছে। কাৰণ
যিহোৱাই আপোনাৰ কাৰ্য্য, আপোনাৰ নজনা
নুহুমা কাৰ্য্য কৰিবলৈ, আৰু আপোনাৰ ব্যাপাৰ,

আপোনাৰ নজনা নুশুনা ব্যাপাৰ সাম্ফল কৰিব-
লৈ, পৰাচীম পৰ্ব্বতত যেনেকৈ উঠিছিল, তেনেকৈ
উঠিব, আৰু গিবিয়োন উপত্যকাত যেনেকৈ ক্ৰোধ
২২ কৰিছিল, তেনেকৈ ক্ৰোধ কৰিব। এই হেতুকে
তোমালোকৰ বান্ধ শকত নহবলৈ নিন্দাত ৰত
নহবা; কিয়নো ময় বাহিনীবিলাকৰ যিহোৱা
প্ৰভুৰ পৰা গোটেই পৃথিবীৰ নিমিত্তে এক
উচ্ছন্নতাৰ, এনে কি, এক স্থিৰীকৃত উচ্ছন্নতাৰ
কথা শুনিলোঁ।
২৩ তোমালোকে কাণ পাতি মোৰ মাত শুনা,
২৪ মনোযোগ কৰি মোৰ বাক্য শুনা। গুটী ববৰ
নিমিত্তে জানো ক্ষেতিয়কে সদায় হাল বায়?
সি জানো সদায় খলি কাটে? আৰু আপোনাৰ
২৫ মাটীৰ চপৰা জানো সদায় ভাঙে? মাটী সমান
কৰাৰ পাছে সি জানো কালজিৰা নবয়, আৰু
ভোগজিৰা নিসিঁচে? আৰু শাৰি শাৰি কৰি ঘেঁহু
আৰু নিৰূপিত ঠাইত যৱ, আৰু তাৰ কিনাৰে
২৬ কিনাৰে জনাৰ ধান জানো নবয়? কিয়নো তাৰ
ঈশ্বৰে তাক যথাৰ্থ শিক্ষা দিয়ে, আৰু তাক জ্ঞান
২৭ দিয়ে। কাৰণ কালজিৰা মড়ণা মৰা যন্ত্ৰেৰে মৰা নে-
যায়, আৰু ৰথৰ চক্ৰ ভোগজিৰাৰ ওপৰত চলোৱা
নেযায়: কিন্তু কালজিৰা বাৰিৰে, আৰু ভোগজিৰা
২৮ লাখুটিৰে মৰা যায়। পিঠাৰ শস্য গুৰি কৰিব
লগা হয়; কাৰণ সি সদায় মড়ণা মৰাত লাগি
নেথাকে; আৰু সি তাৰ ওপৰেদি যন্ত্ৰৰ চক্ৰ
চলায় হয়, কিন্তু আপোনাৰ ঘোঁড়াবোৰেৰে তাক
২৯ গুৰি নকৰে। যি জনা মন্ত্ৰণাত আশ্চৰ্য্য, আৰু
জ্ঞানত মহান, বাহিনীবিলাকৰ সেই যিহোৱাৰ
পৰা ইও ওলাইছে।

**যিৰূচালেমৰ বিষয়ে যিহোৱাই সিদ্ধ**
**কৰিব লগীয়া উদ্দেশ্য।**

২৯ হে অৰীয়েল, হে দায়ূদে ছাউনি পতা
নগৰ, তোমালোকে বছৰত বছৰ যোগ দিয়া;
২ উৎসৱৰ পাছত উৎসৱ আহোক। তেতিয়া ময়
অৰীয়েলক কষ্ট দিম; তাতে শোক আৰু বিলাপ
হব, আৰু সেই নগৰ মোৰ পক্ষে অৰীয়েলৰ [যজ্ঞ-
৩ বেদিৰ দগ্ধ কৰা ঠাইৰ] নিচিনা হব। আৰু ময়
তোমাৰ বিৰুদ্ধে চাৰিওফালে ছাউনি পাতিম,
আৰু সৈন্যদলেৰে তোমাক বেৰি ধৰিম, আৰু
৪ তোমাৰ অহিতে আক্ৰমণ কৰা গড় তুলিম। তাতে
তুমি নত হবা, ভূমিৰ পৰা কথা কবা, তোমাৰ
বাক্য সৰু হৈ ধূলিৰ পৰা ওলাব, তোমাৰ মাত
ভূত পোহা মানুহৰ নিচিনাকৈ ভূমিৰ পৰা
ওলাব, আৰু তোমাৰ বাক্যৰ ফুচফুচনি ধূলিৰ
৫ পৰা ওলাব। কিন্তু তোমাৰ শত্ৰুসমূহ মিহি
ধূলিৰ নিচিনা হব, আৰু ভয়ানক লোকসমূহ উড়ি
যোৱা তুঁহৰ নিচিনা হব; এনে কি, সেয়ে
৬ অকস্মাতে চকুৰ পচাৰতে ঘটিব। মেঘগৰ্জ্জনেৰে,
ভূমিকম্পেৰে, মহাশব্দেৰে, বামাৰলি বতাহেৰে,
ধুমুহাৰে, আৰু সংহাৰক অগ্নিশিখাৰে বাহিনী-
বিলাকৰ যিহোৱাৰ দ্বাৰায় দণ্ড দিয়া যাব।
৭ তাতে, অৰীয়েলৰ বিৰুদ্ধে যি সকলো জাতিসমূহে
যুদ্ধ কৰিছে, যিবোৰে তেওঁৰ আৰু তেওঁৰ দৃঢ়
কোঁঠৰ অহিতে যুদ্ধ কৰিছে, আৰু তেওঁক ক্লেশ
দিছে, সেই সকলোৰেই এটা সপোনৰ, ৰাতিৰ
৮ এক সমাজিকৰ নিচিনা হব। যেনেকৈ ক্ষুধাতুৰ
মানুহে সপোনত ভোজন কৰে, কিন্তু সাৰ পালে
পেট সুদা থাকে, বা যেনেকৈ তৃষ্ণাতুৰ মানুহে
সপোনত পান কৰে, কিন্তু সাৰ পালে সি পিয়া-
হত দুৰ্ব্বল হয়, আৰু অন্তৰত পিয়াহ লাগে,
তেনেকৈ চিয়োন পৰ্ব্বতৰ বিৰুদ্ধে যুদ্ধ কৰোঁতা
সকলো জাতিসমূহ হব।
৯ তোমালোকে ৰৈ থাকা, তধা লাগা, আমোদ
কৰা, আৰু অন্ধ হোৱা; সিবিলাক মতলীয়া
হৈছে, কিন্তু দ্ৰাক্ষাৰসেৰে নহয়; সিবিলাকে
ভ্ৰংপলং কৰিছে, কিন্তু সুৰাপানেৰে নহয়;
১০ কিয়নো যিহোৱাই তোমালোকৰ ওপৰত ঘোৰ
নিদ্ৰাজনক আত্মা ঢালি দিলে, তোমালোকৰ
ভাববাদীস্বৰূপ চকুবোৰ মুদালে, আৰু তোমা-
১১ লোকৰ দৰ্শকস্বৰূপ মূৰবোৰ ঢাকিলে। সকলো
দৰ্শন তোমালোকলৈ চাব মাৰি বন্ধ কৰা এখনি
পুথীৰ বাক্যস্বৰূপ; অনুগ্ৰহ কৰি ইয়াক পাঠ
কৰা, এই বুলি কৈ জ্ঞানী এজনক সেই পুথীখন
দিলে তেওঁ কয়, ময় নোৱাৰোঁ, কাৰণ এয়ে চাব
১২ মাৰি বন্ধ কৰা; অনুগ্ৰহ কৰি ইয়াক পাঠ কৰা,
এই বুলি কৈ অজ্ঞান জনক পুথীখন দিলে, সি
কয়, ময় লিখা পঢ়া নেজানো।
১৩ যিহোৱাই আৰু কলে, এই লোকবিলাকে
মোৰ ওচৰলৈ চাপি আপোন আপোন মুখেৰে
আৰু ওঁঠেৰেহে মোক সন্মান কৰে, কিন্তু সিবিলা-
কৰ অন্তৰ হলে মোৰ পৰা দূৰত ৰাখে; আৰু
মোলৈ সিবিলাকৰ যি ভয়, সিও সিবিলাকৰ
১৪ মুখস্থ কৰা মানুহৰ বিধি। এই হেতুকে দেখা,
ময় এই লোকবিলাকলৈ অদ্ভুতৰূপে, এনে কি,
অদ্ভুত আৰু আশ্চৰিতৰূপে কাৰ্য্য কৰি থাকিম,
আৰু সিবিলাকৰ জ্ঞানৱন্তবিলাকৰ জ্ঞান নষ্ট
হব, আৰু সিবিলাকৰ বুদ্ধিমন্ত লোকবিলাকৰ
বুদ্ধি লুকাই থাকিব।
১৫ যিবোৰে যিহোৱাৰ পৰা আপোন কল্পনা
লুকুৱাই ৰাখিবলৈ গভীৰ আলচ কৰে, আৰু
যিবোৰৰ কৰ্ম্ম আন্ধাৰত আছে, আৰু যিবোৰে
কয়, "আমাক কোনে দেখে? আৰু আমাক
১৬ কোনে জানে?" সিহঁতৰ সন্তাপ হব। তোমা-
লোকৰ কেনে বিপৰীত বুদ্ধি! কুমাৰ কুমাৰমাটীৰ
সমান বুলি গণ্য নে? তেওঁ মোক নিৰ্ম্মাণ কৰা

নাই, এই বুলি নিৰ্ম্মিত বস্তুৱে নিৰ্ম্মাণকৰ্ত্তাৰ
বিষয়ে কব পাৰে নে? তেওঁৰ বুদ্ধি নাই, গঠিত
বস্তুৱে তাৰ গঠনকাৰীৰ বিষয়ে কব পাৰে নে?
১৭ আৰু অতি অলপ সময় গলে, লিবানোন ফল-
ৱতী ক্ষেত্ৰত পৰিবৰ্ত্তন নহব নে? আৰু ফলৱতী
১৮ ক্ষেত্ৰ কাঠনী বুলি গণিত নহব নে? আৰু সেই
দিনা কলাবিলাকে পুথীখনিৰ বাক্য শুনিব, আৰু
অন্ধবিলাকৰ চকুৱে তিমিৰ আৰু অন্ধকাৰৰ মাজৰ
১৯ পৰা দেখিবলৈ পাব। নম্ৰ লোকবিলাকে যিহো-
ৱাত আপোনাৰ আনন্দ বঢ়াব, আৰু মনুষ্যৰ
মাজত থকা দৰিদ্ৰবিলাকে ইস্ৰায়েলৰ পবিত্ৰ
২০ জনাত উল্লাস কৰিব। কিয়নো ভয়ানক লোক
লোপ পাইছে, আৰু নিন্দক শেষ হৈছে; আৰু
যিবোৰে অপকাৰ কৰিবলৈ ছল বিচাৰে,
২১ যিবোৰে গোচৰত মানুহক অপৰাধী পাতে,
নগৰৰ দুৱাৰত প্ৰতিবাদী জনলৈ ফান্দ পাতে,
আৰু মিছা কথাৰে ধাৰ্ম্মিকৰ ন্যায় দূৰ কৰে,
২২ সেই সকলোকে উচ্ছন্ন কৰা হৈছে। এই হেতুকে
অব্ৰাহামৰ মুক্তিদাতা যিহোৱাই যাকোবৰ বংশৰ
বিষয়ে এই কথা কৈছে, এতিয়াৰ পৰা যাকোব
লজ্জিত নহব, আৰু এতিয়াৰ পৰা তাৰ মুখ বিবৰ্ণ
২৩ নহব। কিন্তু যেতিয়া তেওঁ মোৰ হাতৰ কাৰ্য্য
আপোন সন্তানবিলাকক আপোনাৰ মাজত থকা
দেখিব, তেতিয়া সিবিলাকে মোৰ নাম পবিত্ৰ
কৰি মানিব; এনে কি, সিবিলাকে যাকোবৰ
পবিত্ৰ জনাক পবিত্ৰ কৰি মানিব, আৰু ইস্ৰা-
২৪ য়েলৰ ঈশ্বৰক ভয় কৰিব। তাতে ভ্ৰান্ত মনৰ
লোকেও বিবেচনাশক্তি পাব, আৰু বিদ্ৰোহী-
বোৰে জ্ঞান শিকিব।

মিচৰত নিৰ্ভৰ কৰাৰ ফল। ইস্ৰায়েলৰ ভাবী
উন্নতি। অচুৰৰ বিনাশ।

৩০ যিহোৱাই কৈছে, পাপৰ উপৰি পাপ
কৰিবলৈ, যি বিদ্ৰোহী সন্তানবিলাকে মোৰ
অনুপস্থিতে কল্পনা কৰে, আৰু মোৰ বিনা
২ আত্মাৰ সন্ধি পাতে, ফৰৌণৰ পৰাক্ৰমেৰে আপো-
নাবিলাকক পৰাক্ৰমী কৰিবলৈ, আৰু মিচৰৰ
ছাঁয়াত আশ্ৰয় লবলৈ যি সন্তানবিলাকে মোৰ
পৰামৰ্শ নোলোৱাকৈ মিচৰলৈ যাবৰ নিমিত্তে বাট
৩ লৈছে, সিবিলাকৰ সন্তাপ হব। সেই নিমিত্তে
ফৰৌণৰ পৰাক্ৰম তোমালোকক লাজ দিওঁতা হব,
আৰু মিচৰৰ ছাঁয়াত আশ্ৰয় লোৱাই তোমালোকৰ
৪ অপমানজনক হব। যদিও তেওঁৰ প্ৰধান লোক-
বিলাক চোৱনত আছে, আৰু তেওঁৰ দূতবিলাকে
৫ হানেচ পালেগৈ, তথাপি যি জাতিয়ে সিবি-
লাকক উপকাৰ কৰিব নোৱাৰে, যি জাতি সহায়
দিওঁতা কি উপকাৰী নহয়, কিন্তু লাজ দিওঁতা আৰু
দুৰ্নামজনকহে, এনে জাতিৰ বিষয়ে সিবিলাক
সকলোৱেই লজ্জিত হব।
৬ দক্ষিণ অঞ্চলৰ পশুবোৰৰ বিষয়ে কোৱা ভাৰ-
বাক্য।
সঙ্কটৰ আৰু ক্লেশৰ যি দেশত সিংহিনীৰ আৰু
সিংহৰ, আৰু কালসৰ্পৰ আৰু উড়ি ফুৰা পোড়ণি
ধৰোৱা সৰ্পৰ জন্ম হয়, এনে দেশৰ মাজেদি সিবি-
লাকে অনুপকাৰী এক জাতিৰ ওচৰলৈ গাধবোৰৰ
পিঠিত আপোনাবিলাকৰ ধনসম্পত্তি আৰু উট-
বোৰৰ কুজত আপোনাবিলাকৰ বহুমূল্য বস্তু তুলি
৭ লৈ গৈছে। কিন্তু মিচৰীয়াবোৰ ভাপস্বৰূপ, সিই-
তৰ সহায় মিছা, এই নিমিত্তে মই সেই জাতিক,
৮ "বহি থাকোঁতা ৰাহব," এই নাম দিলোঁ। এতিয়া
যোৱা, সেই কথা ভবিষ্যত কাললৈকে, এনে কি,
অনন্ত কাললৈকে থাকিবৰ নিমিত্তে তাক সিবি-
লাকৰ আগত এখন ফলিত লিখা, আৰু এখন
৯ পুথীত লিখি ৰাখা। কিয়নো সিবিলাক বিদ্ৰোহী
জাতি, মিছলীয়া সন্তান, যিহোৱাৰ ব্যৱস্থা শুনিব-
১০ লৈ অমান্তি হোৱা সন্তান। সিবিলাকে দৰ্শক-
বিলাকক কয়, "দৰ্শন নকৰিবা," আৰু ভাববাদী-
বিলাকক কয়, "আমাৰ আগত যথাৰ্থ ভাববাণী
নকবা; আমাৰ আগত খুচামোদী বাক্য কোৱা,
১১ মায়াযুক্ত ভাববাণী কোৱা। বাট এড়া, পথৰ পৰা
একলীয়া হোৱা, ইস্ৰায়েলৰ পবিত্ৰ জনাক আমাৰ
১২ চকুৰ আগৰ পৰা দূৰ কৰা।" এই হেতুকে ইস্ৰা-
য়েলৰ পবিত্ৰ জনাই কৈছে, তোমালোকে এই
বাক্য হেয়জ্ঞান কৰিছা, আৰু উপদ্ৰৱত ও বিপ-
ৰীত আচৰণত বিশ্বাস কৰি তাৰ ওপৰত নিৰ্ভৰ
১৩ কৰিছা; এতেকে, যাৰ ভগ্ন অকস্মাৎ মুহূৰ্ত্ততে
হব পাৰে, ওখ দেৱালৰ এনে হলা পৰোঁ পৰোঁ
হৈ থকা এভাগৰ নিচিনা এই অপৰাধ তোমা-
১৪ লোকলৈ হব। কুমাৰৰ পাত্ৰ ভঙা নিচিনাকৈ
তেওঁ তাক ভাঙিব; অলপো নৰখাকৈ তাক
ডোখৰ ডোখৰকৈ ভাঙিব; তাতে জুইশালৰ
পৰা জুই তুলিবলৈ, বা পুখুৰিৰ পৰা পানী
তুলিবলৈ তাৰ টুকুৰাবোৰৰ মাজৰ এডুখৰি
১৫ খোলাও পোৱা নেযাব। কিয়নো প্ৰভু যিহোৱাই
ইস্ৰায়েলৰ পবিত্ৰ জনাই এই দৰে কৈছিল,
তোমালোকে উলটি আহি শান্ত হলেহে পৰিত্ৰাণ
পাবা, থিৰে থাকি বিশ্বাস কৰিলেহে তোমা-
লোকৰ পৰাক্ৰম হব, কিন্তু তোমালোক অসম্মত
১৬ হলা; আৰু তোমালোকে কলা, "নকৰোঁ;
কিয়নো আমি ঘোঁড়াত উঠি দৌড়ি যাম;"
এতেকে তোমালোক পলাবলৈহে দৌড়িবা; আৰু
কলা, "আমি বেগী বাহনত উঠি যাম;"
এতেকে তোমালোকক খেদি যোৱাবিলাকহে
১৭ বেগী হব। এটাৰ ধমকিত এক হাজাৰ পলাই
যাব, আৰু পাঁচোটাৰ ধমকিত তোমালোক

পলাই যাবা ; শেষত তোমালোক পর্ব্বতর টিঙত
থকা পতাকাদণ্ডর, আরু উপপর্ব্বতর ওপরত থকা
নিচানভালির নিচিনাকৈ অৱশিষ্ট থাকিবা।
১৮ এই হেতুকে যিহোৱাই তোমালোকক দয়া করি-
বলৈ অপেক্ষা করিব, আরু এই নিমিত্তে তেওঁ
তোমালোকক অনুগ্রহ করিবলৈ উঠিব ; কিয়নো
যিহোৱা ন্যায় বিচার কৰোঁতা ঈশ্বর, যি সক-
লোৱে তেওঁলৈ অপেক্ষা করে, সেই সকলো
ধন্য।
১৯ কিয়নো এই জাতিয়ে চিয়োনত যিরূচালেমত
বাস করিব ; তুমি আরু নেকান্দিবা ; তোমার
কাতরোক্তির শবদ শুনি তেওঁ অৱশ্যে তোমাক
দয়া করিব ; শুনামাত্রকেই তেওঁ তোমাক উত্তর
২০ দিব। যদিও প্রভুৱে তোমালোকক সঙ্কটযুক্ত
আহার, আরু ক্লেশযুক্ত জল দিয়ে, তথাপি
তোমার শিক্ষকবিলাক আরু লুকাই নেথাকিব,
আরু তোমার চকুৱে তোমার শিক্ষকবিলাকক
২১ দেখিবলৈ পাব ; আরু তোমালোকে সোঁফালে
কি বাওঁফালে ঘুরিবর সময়ত, তোমালোকর
কাণে পাছর পরা এই বাক্য শুনিবলৈ পাব,
২২ এয়ে পথ, এয়েদি চলা। আরু তোমালোকে
আপোন আপোন কটা মূর্ত্তিত মরা রূপর পতা,
আরু সাঁচত ঢলা মূর্ত্তিত মরা সোণর পতা অশুচি
করিবা, আরু তাক অশুচি বস্তুর নিচিনাকৈ
২৩ পেলাই দি কবা, দূর দূর। আরু যিহতে তুমি
মাটীত বব পারিবা, তার নিমিত্তে তেওঁ তোমার
গুটীর অর্থে বরষুণ দিব ; আরু তেওঁ ভূমির উৎ-
পন্ন আহার দিব ; সেয়ে রসাল আরু পুষ্টিকর
হব ; সেই দিনা তোমার পশুর জাকবোরে বহল
২৪ পথারত চরিব। মাটী চাহ কৰোঁতা গরু আরু
গাধবোরেও, কুলারে জরা আরু চালনিরে চলা
২৫ সোৱাদ দানা খাব। আরু মহাহত্যার দিনা
ওখ কোঁঠবোর ভাগি পরা সময়ত প্রত্যেক উচ্চ
গিরির ওপরত আরু প্রত্যেক ওখ পর্ব্বতর ওপ-
২৬ রত নৈ, আরু পানীর জুরী হব ; আরু যি দিনা
যিহোৱাই আপোন প্রজাবিলাকর ভগা অঙ্গ
যোড়া দিব, আরু প্রহারত লগা ঘা সুস্থ করিব,
সেই দিনা চন্দ্রর পোহর সূর্য্যর পোহরর নিচিনা
হব, আরু সূর্য্যর পোহর সাত গুণে অধিক, সাত
দিনর পোহরর সমান হব।
২৭ দেখা, যিহোৱার নাম দূরৈর পরা আহিছে ;
তেওঁর ক্রোধাগ্নি জ্বলিছে ; ওপরলৈ উঠা তেওঁর
ধূঁৱারাশি অতি ডাঠ ; তেওঁর ওঁঠ ক্রোধেরে পরি-
পূর্ণ, আরু তেওঁর জিবা গ্রাস কৰোঁতা অগ্নিস্বরূপ।
২৮ তেওঁ জাতিবিলাকক ধ্বংস-চালনিরে চালিবলৈ,
তেওঁর প্রশ্বাসবায়ু ডিঙিলৈকে উঠা প্লাবনকারী
নদীস্বরূপ, আরু জাতিবিলাকর মুখত ভ্রান্তিজনক
২৯ লাগাম হব। পবিত্র ভোজ পালন করা রাতির
গীতর নিচিনাকৈ তোমালোকর গীত হব, আরু
যিহোৱার পর্ব্বত ইস্রায়েলর শিলালৈ যাবর
মনেরে বাঁহী বজাই বজাই যোৱা লোকর নিচি-
৩০ নাকৈ তোমালোকর মনত আনন্দ হব। আরু
যিহোৱাই আপোনার জ্বলন্ত ক্রোধেরে আরু
গ্রাস কৰোঁতা অগ্নিশিখারে, প্রচণ্ড বতাহ আরু
ধুমুহারে, আরু শিলাবৃষ্টিরে আপোন মহিমান্বিত
স্বর শুনাব, আরু আপোনার বাহু নমোৱা
৩১ দেখুৱাব। কিয়নো, যি অচূরে দণ্ডেরে আঘাত
করিছিল, এনে অচূর যিহোৱার মাতত ভাগি
৩২ ভোথর ভোথর হব। যিহোৱাই যি নিরূপিত
দণ্ড তার ওপরত পেলাব, তার প্রতি কোবত
খঞ্জরি আরু বীণা বাজিব ; আরু তেওঁ যুদ্ধত
হাত ঘুরাই ঘুরাই সিহঁতর লগত যুদ্ধ করিব ;
৩৩ কিয়নো এখন তোফৎ [ দগ্ধ করা ঠাই ] পূর্ব্ব-
কালরে পরা তৈয়ার আছে, এনে কি রজার
নিমিত্তে যুগুতে আছে ; তেওঁ তাক দ আরু বহল
করিলে, তার চিতাত জুই আরু অধিক খরি
আছে ; যিহোৱার ফুঁরে তাক গন্ধকসোঁতর দরে
জ্বলায়।

মিচরর সহায় বৃথা। যিহোৱাই রক্ষা করা।

৩১ যিবিলাকে সহায় পাবর নিমিত্তে মিচরলৈ
নামি যায়, আরু ঘোঁড়াবোরত ভরসা করে,
সিবিলাকর সন্তাপ হব ; সিবিলাকে অধিক দেখি
রথত, আরু অতি বলৱন্ত দেখি অশ্বারোহীত
বিশ্বাস করে, কিন্তু সিবিলাকে ইস্রায়েলর পবিত্র
জনালৈ নেচায়, নাইবা যিহোৱার ওচরলৈ
২ নেযায়। তথাপি তেওঁ জ্ঞানৱান, তেওঁ অমঙ্গল
ঘটাব, আরু আপোনার বাক্য সলনি নকরিব ;
কিন্তু তেওঁ কুকর্ম্মীবোরর বংশর অহিতে, আরু
দুরাচারীহঁতর সহায়কারীবোরর অহিতে উঠিব।
৩ মিচরীয়াহঁত মানুহ মাথোন, ঈশ্বর নহয় ; সিহঁ-
তর ঘোঁড়াবোরো মাংসমাত্র, আত্মা নহয় ;
যিহোৱাই আপোনার হাত মেলিব ; যি জনে
সহায় দিয়ে, সি উজুটি খাব, আরু যি জনে
সহায় পায়, সি পতিত হব ; আরু সেই সক-
৪ লোৱে একেলগে নষ্ট হব। কিয়নো যিহোৱাই
মোক এই দরে কৈছে, যেনেকৈ মৃগরাজ বা
যুবা সিংহই ধরা পশুর ওপরত গুঁজরি থাকোঁতে,
তার বিরুদ্ধে মের-রখীয়ালসমূহক মানুহে মাতি
গোট খুৱালেও সিহঁতর মাতত সি ভয় নকরে,
আরু সিহঁতর এরাৱত আপোনাকে নম্র নকরে,
তেনেকৈ বাহিনীবিলাকর যিহোৱাই যুদ্ধ করিব-
লৈ চিয়োন পর্ব্বতর আরু তার গিরির ওপরলৈ
৫ নামি আহিব। আরু বাহর চারিওফালে উড়ি
ফুরা চরাইর নিচিনাকৈ বাহিনীবিলাকর যিহো-
ৱাই যিরূচালেমক রক্ষা করিব, আরু রক্ষা করি

উদ্ধার করিব, আরু নিস্তার করি পরিত্রাণ
৬ করিব। হে ইস্রায়েলর সন্তানবিলাক, তোমা-
লোকে যি জনালৈ অতিশয় বিদ্রোহ-আচরণ
৭ করিলা, সেই জনালৈ উলটি আহাঁ; কিয়নো
সেই দিনা তোমালোক প্রতিজনে, পাপ জন্মাবর
কারণে আপোন আপোন হাতে করা রূপর
৮ আরু সোণর মূর্ত্তিবোর পেলাই দিবা। সেই
কালত অচূরীয়া লোক তরোৱালর দ্বারায় পতিত
হব, কিন্তু মানুহর তরোৱালেরে নহয়; আরু
তরোৱালে তাক গ্রাস করিব, কিন্তু মানুহর
তরোৱালে নহয়; আরু সি তরোৱালর পরা
পলাই যাব, আরু তার ডেকাবোর কাম করি
৯ দিব লগীয়া বন্দী হব। যি জনার অগ্নি চিয়ো-
নত, যি জনার অগ্নিকুণ্ড যিরূচালেমত আছে,
সেই যিহোৱাই কৈছে, সি ভয়র কারণে আপোন
আশ্রয়স্থান এড়ি যাব, আরু তার সেনাপতি-
বিলাকে নিচানডালিত অতি ত্রাসিত হব।

অভিষিক্ত জনার রাজ্যর বর্ণনা।

৩২ সেখা, এজন রজাই ধার্ম্মিকতারে রাজত্ব
করিব, আরু শাসনকর্ত্তাবিলাকে ন্যায়
২ বিচারেরে শাসন করিব। সিবিলাক প্রতিজনে
বতাহর পরা লুকুৱা ঠাই, ধুমুহার পরা আশ্রয়
লোৱা ঠাই, খরাং ঠাইর পানীর সোঁত, আরু
৩ মরুভূমির বৃহৎ শিলর ছাঁয়া যেন হব। আরু চকু
থকাবিলাকর চকু দুর্ব্বল নহব, কাণ থকা-
৪ বিলাকর কাণে শুনিব; আরু অবিবেচক-
বিলাকর চিত্তেও জ্ঞান বুজি পাব, আরু খোনা-
বিলাকর জিবায়ো সহজে স্পষ্টরূপে কথা কব।
৫ মূর্খ লোকক আরু মহাত্মা নুবুলিব, নাইবা ধূর্ত্ত
৬ লোকক আরু ভদ্র নুবুলিব। কিয়নো অপবিত্র
কার্য্য করিবলৈ, যিহোৱার বিরুদ্ধে ভ্রান্তির কথা
কবলৈ, ক্ষুধাতুরর পেট সুদা রাখিবলৈ, আরু
তৃষ্ণাতুরর পানীর অভাব করিবলৈ, মূর্খই মূর্খ-
তার কথা কব, আরু তার হৃদয়ে অধর্ম্ম চিন্তা
৭ করিব। ধূর্ত্ত লোকর উপায়বোরো মন্দ; দুঃখীয়া
লোকে সঁচা কথা কলেও, সি মিচা কথারে নম্র
লোকবিলাকক নষ্ট করিবর মনেরে দুষ্ট বুদ্ধি
৮ চলায়। কিন্তু মহাত্মাই মহৎ বিষয়র কল্পনা
করে, আরু মহৎ বিষয়তেই লাগি থাকে।

যিরূচালেমর তিরুতাবোরর বিরুদ্ধে
কোৱা ভাববাণী।

৯ হে নিশ্চিন্তে থকা তিরুতাবিলাক, উঠা, আরু
মোর কথা শুনা; হে শঙ্কারহিতা যুবতীবিলাক,
১০ মোর বাক্যলৈ কাণ পাতা। হে শঙ্কারহিতা
তিরুতাবিলাক, তোমালোকে এবছর হৈ কিছু দিন
গলে, মনত দুঃখ পাবা; কিয়নো দ্রাক্ষাক্ষেত্র নষ্ট
১১ হব, ফল চপোৱা সময় নাহিব। হে নিশ্চিন্তে থকা
তিরুতাবিলাক, কঁপা; হে শঙ্কারহিতাবিলাক,
কম্পমান হোৱা, কাপড় সোলোকাই বিবস্ত্র
১২ হোৱা, আরু কঁকালত চট বান্ধা। সিহঁতে মনোহর
ক্ষেত্তির নিমিত্তে, ফলৱতী দ্রাক্ষালতার নিমিত্তে
১৩ হিয়া ভুকুৱাব। মোর প্রজাবিলাকর মাটীত,
এনে কি, উল্লাসপ্রিয় নগরত রঙ্গ ধেমালিরে
থকা সকলো ঘরবাড়ীত কাঁইটীয়া বন আরু
১৪ কাঁইট গছর হাবি হব; কিয়নো অট্টালিকা এড়া
যাব, বহুলোকপূর্ণ নগর ত্যাগ করা হব, ওফেল
পর্ব্বত আরু পহরীয়া ঘর সর্ব্বকাললৈকে গুহাস্বরূপ
হব, বনরীয়া গাধর ধেমালি করা ঠাই, আরু
১৫ পশুর জাকবোরর চরা ঠাই হব। ওপরর পরা
আমার ওপরত আত্মা ঢালি নিদিয়ালৈকে, আরু
অরণ্য ফলৱতী উদ্যান নোহোৱালৈকে, আরু
ফলৱতী উদ্যান কাঠনী বুলি গণিত নোহোৱা-
১৬ লৈকে তেনে অৱস্থাত থাকিব। তেতিয়া সেই
অরণ্যত ন্যায় বিচারে বাস করিব, আরু সেই
ফলৱতী উদ্যানত ধার্ম্মিকতাই বসতি করিব।
১৭ ধার্ম্মিকতার কার্য্য শান্তি, আরু ধার্ম্মিকতার ফল
১৮ চিরস্থায়ী সুস্থিরতা আরু বিশ্বাস হব। আরু
মোর প্রজাবিলাকে শান্তিযুক্ত নিবাসত, নির্ভয়
ঘরবোরত, আরু চিন্তাহীন বিশ্রামর ঠাই-
১৯ বোরত বাস করিব। কিন্তু কাঠনী ভাগি যোৱা-
কৈ শিলাবৃষ্টি হব, আরু নগর একেবারে মাটীরে
২০ সমান হব। আটাই জলসমূহর দাঁতিত গুটী
সিঁচোঁতা, গরু আরু গাধক চরিবলৈ এড়ি দিয়া
যি তোমালোক, তোমালোক ধন্য।

যিরূচালেমর বর্ত্তমান দুরবস্থা, আরু তার
ভাবী গৌরব।

৩৩ নিজে ধ্বংসিত নোহোৱাকৈ ধ্বংস করোঁতা
যি তুমি, আরু লোকে তোমালৈ বিশ্বাস-
ঘাতকতা নকরাকৈ বিশ্বাসঘাতকতা করোঁতা যি
তুমি, তোমার সন্তাপ হব। ধ্বংস করিবলৈ
এড়িলে তুমি নিজে ধ্বংসিত হবা, আরু তুমি
বিশ্বাসঘাতকতা করি এঁটালে, লোকে তোমালৈ
২ বিশ্বাসঘাতকতা করিব। হে যিহোৱা, আমাক
দয়া করা; আমি তোমালৈ বাট চাই আছোঁ;
প্রতিরাতিপুৱাতে তুমি সিবিলাকর বাহুস্বরূপ
হোৱা, সঙ্কটর কালত তুমি আমার পরিত্রাণো
৩ হোৱা। কোলাহলর শব্দত লোকসমূহ পলাল;
৪ তুমি উঠাত জাতিবিলাক ছিন্নভিন্ন হল। কাকতি
ফড়িঙে গোটোৱাদি তহঁতর লুটদ্রব্য গোটোৱা
হব, ফড়িঙবোরে জপিওৱাদি তার ওপরত
৫ লোকবিলাকে জাপ দি পড়িব। যিহোৱা উন্নত,
কিয়নো তেওঁ ঊর্দ্ধলোকত বাস করে; তেওঁ
চিয়োনক ন্যায় বিচারেরে আরু ধার্ম্মিকতারে

৬ পৰিপূৰ্ণ কৰিলে। আৰু তোমাৰ কালত স্থিৰতা
হব, পৰিত্ৰাণ, জ্ঞান, আৰু বুদ্ধি প্ৰচুৰ পৰিমাণে
হব ; যিহোৱাবিষয়ক ভয়েই তেওঁৰ পৰমধন।
৭ দেখা, সিবিলাকৰ বীৰবিলাকে বাহিৰত হাহা-
কাৰ কৰিছে, সন্ধিৰ চেষ্টা কৰা দুতবিলাকে বড়-
৮ কৈ কান্দিছে। ৰাজ-আলিবোৰ নিৰ্জ্জন হৈছে,
বাটৰুৱা মোহোৱা হল ; সি নিয়মটী ভাঙিলে,
নগৰবোৰক তুচ্ছজ্ঞান কৰিলে ; সি মানুহক
৯ নেমানে। দেশে শোক কৰিছে আৰু জয়
পড়িছে ; লিবানোনে লাজ পাই শুকাই গৈছে,
চাৰোণ মৰুভূমিৰ নিচিনা হৈছে ; বাচান আৰু
১০ কৰ্ম্মিলে পাত সৰাইছে। যিহোৱাই কৈছে,
এতিয়াই ময় উঠিম, এতিয়াই ময় উন্নত হম,
১১ এতিয়াই ময় গৌৰৱান্বিত হম। তহঁতে তুঁহ
গৰ্ব্ভধাৰণ কৰিবি, তহঁতে নড়া প্ৰসৱ কৰিবি,
তহঁতৰ প্ৰশ্বাসবায়ু তহঁতক গ্ৰাস কৰোঁতা অগ্নি
১২ হব। জাতিবিলাক ভটাত পোড়া শিলচূনৰ
নিচিনা হব, কাটি জুইত পোড়া কাঁইট-
স্বৰূপ হব।
১৩ হে দূৰত থকা লোকবিলাক, ময় কৰা কাৰ্য্যৰ
কথা শুনা ; হে ওচৰত থকা লোকবিলাক, মোৰ
১৪ পৰাক্ৰম স্বীকাৰ কৰা। চিয়োনত পাপীবোৰে ভয়
কৰিছে ; অধৰ্ম্মী লোকবোৰক কঁপনিয়ে ধৰিছে :
"আমাৰ মাজৰ কোনে গ্ৰাসকাৰী অগ্নিয়ে সৈতে
বাস কৰিব পাৰে ? আমাৰ মাজৰ কোনে
অনন্ত কাললৈকে জ্বলি থকা জুইৰে সৈতে বাস
১৫ কৰিব পাৰে ?" যি জনে ধাৰ্ম্মিকতাৰ পথত চলে,
আৰু ন্যায় কথা কয়, যি জনে অত্যাচাৰ কৰি
পোৱা লাভ ঘিণ কৰে, যি জনে ভেঁটি লবলৈ
আপোন হাত কোঁচায়, যি জনে ৰক্তপাতৰ
আলচ শুনিবলৈ কাণত সোপা দিয়ে, যি জনে
১৬ কুকৰ্ম্ম দেখাৰ পৰা আপোন চকু মুদে, সেই জনে
উচ্চস্থানত বাস কৰিব, সেই জনৰ ৰক্ষাস্থান
শিলবোৰৰ দুৰ্গম ঠাই হব, সেই জনৰ আহাৰ
সেই জনক দিয়া যাব, সেই জনৰ পানীৰ
১৭ সংশয় নহব। তুমি নিজ চকুৰে ৰজা জনাক
তেওঁৰ সৌন্দৰ্য্য-অৱস্থাত থকা দেখিবা ; তুমি
নিজ চকুৰে দূৰলৈকে ব্যাপি থকা দেশ দেখি-
১৮ বলৈ পাবা। তোমাৰ মনে হৈ যোৱা সঙ্কটৰ
বিষয়ে ভাবিব ; যি জনে কৰ লেখিছিল, যি
জনে ধন জুখিছিল, যি জনে কোঁঠবোৰ গণনা
১৯ কৰিছিল, সেই জন ক'ত ? তুমি বুজিব নোৱৰা
নিগূঢ় ভাষা কওঁতা, তুমি ভত ধৰিব নোৱৰা
অস্পষ্ট কথা কওঁতা যি ক্ৰুৰ জাতি, সেই জাতিক
২০ তুমি আৰু দেখিবলৈ নেপাবা। আমাৰ উৎসৱ-
নগৰী চিয়োনলৈ তুমি দৃষ্টি কৰা ; যাৰ খুঁটি
কেতিয়াও উঘালিব নোৱাৰি, যাৰ ৰচি কেতি-
য়াও নিচিগে, স্থানান্তৰ কৰিব নোৱৰা এনে
তম্বুস্বৰূপ শান্তিনিবাস যি যিৰূচালেম, তোমাৰ
২১ নিজ চকুৰে তাক দেখিবলৈ পাব। কিন্তু সেই
ঠাইত যিহোৱা আমাৰ নিমিত্তে গৌৰৱান্বিত
হৈ, বহল নৈৰ আৰু সুঁতীৰ ঠাইস্বৰূপ হব ;
তাত বঠাৰে চলোৱা বৃহৎ নাও বা প্ৰকাণ্ড
২২ জাহাজ নচলিব। কিয়নো যিহোৱা আমাৰ
বিচাৰকৰ্ত্তা, যিহোৱা আমাৰ ব্যৱস্থাপক,
যিহোৱা আমাৰ ৰজা ; তেৱেঁই আমাক
২৩ পৰিত্ৰাণ কৰিব। তোমাৰ ৰচিবোৰ ঢিলা হৈ
পড়িছে, সিহঁতে মাস্তুল থিৰকৈ ৰাখিব
নোৱাৰে, সিহঁতে পাল তৰিব নোৱাৰে। সেই
কালত অনেক লুটদ্ৰব্য ভাগ বাঁটি দিয়া হল,
২৪ লেঙেৰায়ো লুটদ্ৰব্য নিলে। ময় নৰীয়া, এই
বুলি নগৰনিবাসীয়ে নকব ; তাত থকা লোক-
বিলাকৰ অপৰাধ ক্ষমা কৰা হব।

ইদোমৰ ওপৰত সাধন কৰিব লগীয়া
প্ৰতিকাৰ।

৩৪ হে জাতিবিলাক, কথা শুনিবলৈ ওচৰ চাপা,
আৰু হে লোকসমূহ, কাণ পাতা ; পৃথিবী
আৰু তাত থকা সকলোৱে, জগত আৰু তাত
২ উৎপন্ন হোৱা সকলোৱে শুনোক। কিয়নো
সকলো জাতিৰ বিৰুদ্ধে যিহোৱাৰ ক্ৰোধ আছে,
আৰু সিহঁতৰ সকলো সৈন্যসামন্তৰ অহিতে
তেওঁৰ প্ৰচণ্ড কোপ আছে ; তেওঁ সিহঁতক নিঃ-
শেষে বিনষ্ট কৰিবলৈ স্থিৰ কৰিলে, বধ কৰি-
৩ বলৈ তেওঁ সিহঁতক সোধাই দিলে। সিহঁতৰ হত
লোকক বাহিৰত পেলোৱা হব, সিহঁতৰ মৰা
শৱৰ পৰা দুৰ্গন্ধ উঠিব, আৰু সিহঁতৰ তেজত
৪ পৰ্ব্বতবোৰ গলি যাব। আৰু আকাশমণ্ডলৰ
সকলো বাহিনীবিলাক দ্ৰৱীভূত হৈ যাব, আৰু
নুৰিওৱা পুথীৰ দৰে আকাশমণ্ডলক নুৰিওৱা
যাব ; দ্ৰাক্ষালতাৰ পৰা পাত সেৰেলি সৰি
পড়াদি, আৰু ডিমৰু গছৰ পৰা সেৰেলা পাত
সৰি পড়াদি তাৰ সকলো বাহিনীবিলাক সৰি
৫ পড়িব। কিয়নো মোৰ তৰোৱালে স্বৰ্গত পেট
ভৰাকৈ তেজ পান কৰিলে ; দেখা, বিচাৰ সিদ্ধ
কৰিবৰ অৰ্থে সেয়ে ইদোমৰ, আৰু মোৰ শাপ-
৬ গ্ৰস্ত লোকবোৰৰ ওপৰত পড়িবহি। যিহোৱাৰ
তৰোৱাল তেজেৰে পৰিপূৰ্ণ, তেলেৰে, মেৰ আৰু
ছাগবোৰৰ তেজেৰে, মটা মেৰবোৰৰ ঘিলাৰ
তেলেৰে তেপ্তেপীয়া হল ; কিয়নো বস্ৰাত
যিহোৱাৰ এক যজ্ঞ আৰু ইদোম দেশত এক
৭ মহাহত্যা হৈছে। সিহঁতৰ লগত মেথন, আৰু
ভতৰাৰে সৈতে বলদ নামি আহিব ; আৰু সিহঁ-
তৰ ভূমি তেজেৰে তিতিব, আৰু সিহঁতৰ ধুলি
৮ তেলেৰে তেপ্তেপীয়া হব। কিয়নো এয়ে যিহো-
ৱাৰ প্ৰতিকাৰ লোৱা দিন, চিয়োনৰ অৰ্থে কৰা

৯ প্রতিবাদত প্রতিফল দিয়ার বছর । তার নৈবোরর
পানী মাটী তেলত পরিণত হব, তার ধুলি এচি
গন্ধক হব, আরু তার আটাই মাটী এচি প্রজ্বলিত
১০ মাটী তেল হব । সেয়ে দিন কি রাতি নুনুমাব,
সদাকাল তার ধূঁৱা উঠিব ; সেই দেশ পুরুষানু-
ক্রমে ধ্বংস-অৱস্থাত থাকিব, কোনেও তার
১১ মাজেদি চিরকাললৈকে কেতিয়াও নেযাব । কিন্তু
ঢেঁৰা চৰাই আরু কেঁটেলা পহুৱে তাক অধিকার
করিব, হুদু আরু ঢোঁৱা কাউরীয়ে তার মাজত
নিবাস করিব; আরু বিশৃঙ্খলা করিবর অর্থে
তার ওপরত পরিমাণজৰী বিস্তার করা যাব,
আরু শূন্য করিবর অর্থে ওলোমসূতা ধরা যাব ।
১২ তার প্রধানবিলাকক রাজ্যলৈ মতা যাব, কিন্তু
তাত কাকো পোৱা নেযাব ; আরু তার সকলো
১৩ শাসনকর্ত্তা নাইকিয়া হব । আরু তার অট্টালিকা-
বোরত কাঁইট, আরু তার কোঁঠবোরত চোৱাত
আরু কাঁইটীয়া বন গজিব ; আরু দেশ শিয়ালর
১৪ বসতি আরু উট পক্ষীর চরণী ঠাই হব । আরু
সেই ঠাইত অরণ্যনিবাসী বনরীয়া জন্তুৱে রাং-
কুকুরর লগ পাব, আরু বনরীয়া ছাগে আপোন
আপোন লগরীয়াক মাতিব ; এনে কি, সেই
ঠাইত নিশাচরী জন্তুৱে নিবাস করিব, আরু
১৫ আপোনার নিমিত্তে বিশ্রামর ঠাই পাব । সেই
ঠাইত জপিয়াই যোৱা সাপে বাস করি কনি
পারিব, আরু তাক উমাই পোৱালি জগাই
আপোনার ছাঁয়াত পোৱালিবোর গোটাব ;
এনে কি, সেই ঠাইত চিলনিবোরে প্রতিজনীয়ে
আপোন আপোন সঙ্গীর লগত গোট খাব ।
১৬ তোমালোকে যিহোৱার পুথীখনিত কথা বিচারি
উলিয়াই পাঠ করা ; এইবোরর মাজর এটীরো
অভাব নাই, সিহঁতর মাজর কোনো জনী সঙ্গী
নোহোৱাকৈ থকা নাই ; কিয়নো ময় নিজ
মুখেরে তাক আজ্ঞা করিলোঁ, আরু তেওঁর আত্মাই
১৭ সেইবোর গোটালে । তেওঁ সেইবোরর নিমিত্তে
চিঠি খেলিলে, আরু সেইবোরক তেওঁর নিজ
হাতেরে পরিমাণজৰীর দ্বারায় তাক ভাগ বাঁটি
দিলে ; সেইবোরে তাক যুগে যুগে অধিকার
করিব, পুরুষানুক্রমে তাত বাস করিব ।

ইস্রায়েলর পুনঃস্থাপন ।

৩৫ অরণ্য আরু নির্জ্জন ঠাই আনন্দিত হব,
আরু মরুভূমি উল্লাসিত হৈ গোলাপ ফুলর
২ নিচিনা প্রফুল্লিত হব । সেয়ে অধিককৈ ফুলিব,
আনন্দ আরু গানেরে সৈতেও উল্লাসিত হব ;
লিবানোনর প্রতাপ, কর্ম্মিল আরু চারোণর
শোভা তাক দিয়া হব ; লোকবিলাকে যিহোৱার
প্রতাপ, আমার ঈশ্বরর শোভা দেখিবলৈ পাব ।
৩ তোমালোকে দুর্ব্বল হাত সবল করা, আরু
৪ কঁপা আঁঠু সুস্থির করা । ভয়াতুর মনর লোকক
কোৱা, সাহ করা, ভয় নকরিবা ; সোৱা দেখা,
তোমালোকর ঈশ্বর প্রতিকারসাধনর অর্থে
আহিছে, ঈশ্বরে আপোন প্রতিফল দিবলৈ ওচর
চাপিছেহি ; তেৱেঁই আহিছে, তোমালোকক
৫ পরিত্রাণ করিব । সেই কালত অন্ধবিলাকর চকু
খোলা হব, আরু কলাবোরর কাণ মুকলি হব ।
৬ সেই কালত খোঁড়াই হরিণীর দরে ডেও দিব,
আরু বোবাবিলাকর জিবাই গান করিব ; কিয়নো
অরণ্যত জল আরু মরুভূমিত জুরীবোর ওলাব ।
৭ মরীচিকা জলাশয় হৈ যাব, আরু খরাং মাটী
ভুমুক হৈ যাব ; শিয়ালর নিবাস, সিহঁতর শোৱা
৮ ঠাই ঘাহনী আরু নল খাগরির ঠাই হব । আরু
সেই ঠাইত এক রাজপথ আরু আলি হব ; সেয়ে
পবিত্র আলি বুলি প্রখ্যাত হব ; সেয়েদি কোনো
অশুচি লোক অহাযোৱা নকরিব ; কিন্তু সেয়ে
কেৱল লোকবিলাকর নিমিত্তে হব, তার পথিক-
বিলাক, এনে কি, অজ্ঞানো তাত ভ্রান্ত নহব ।
৯ সেই ঠাইত সিংহ নেথাকিব, কোনো হিংসক
জন্তু তাত নুঠিব, তাত সেইবোরক পোৱা
নেযাব ; কিন্তু মুক্তবিলাকে তাত অহাযোৱা
১০ করিব । আরু যিহোৱার দ্বারায় উদ্ধার পোৱা
লোকবিলাক উলটি আহিব, আরু গীত গাই
চিয়োনলৈ আহিব ; সিবিলাকর মূরত চির-
স্থায়ী আনন্দমুকুট হব, সিবিলাকে আমোদ
আরু আনন্দ পাব ; শোক আরু হুমুনিয়াহ
দূরলৈ পলাব ।

অচূরীয়াহঁতর পরা ইস্রায়েলে
রক্ষা পোৱা ।

৩৬ হিষ্কিয়া রজার রাজত্বর চতুর্দ্দশ বছরত,
অচূরর চন্হেরীব রজাই গড়েরে আবৃত হোৱা
যিহূদার সকলো নগরবোরর বিরুদ্ধে আহি,
২ সেই সকলোকে হাত করি ললে । পাছে অচূ-
রীয়া রজাই লাখীচর পরা রব্‌চাকিক বহু সৈন্য-
সামন্তই সৈতে যিরূচালেমলৈ হিষ্কিয়া রজার
ওচরলৈ পঠালে ; তেওঁ আহি ওপর পুখুরির
নলার ওচরত, ধোবা পথারর রাজ-আলিত থিয়
৩ হলহি । তাতে হিল্কিয়ার পুত্র রজার ঘরগিরি
ইলিয়াকীম, রাজলিখক চেব্‌না, আরু ইতিহাস-
লিখক আচফর পুত্র যোৱাহে ওলাই গৈ তেওঁরে
৪ সৈতে সাক্ষাৎ করিলে । তেতিয়া রব্‌চাকিয়ে
তেওঁবিলাকক কলে, তোমালোকে এতিয়া হিষ্কি-
য়াক এই কথা কোৱা, মহারাজ অচূরীয়া
রজাই এই কথা কৈছে, তুমি যিহত আশা
৫ করিছা, তাত কি বিশ্বাস ? ময় কৈছোঁ, রণ-
বিষয়ক তোমার মন্ত্রণা আরু পরাক্রম কেৱল
মুখর কথা মাত্র । তুমি কার ওপরত ভরসা করি

৬ মোৰ অহিতে বিদ্ৰোহ-আচৰণ কৰিছা ? দেখা,
তুমি সেই থেঁতেলা খোৱা লাখুটি মিচৰত ভৰসা
কৰিছা ; কোনোৱে সেই লাখুটিত ভৰ দিলে,
সেয়ে তাৰ হাতত ফুটি সোমাব ; মিচৰৰ ৰজা যি
ফৰৌণ, তেওঁত ভৰসা কৰা সকলোলৈ তেওঁ তেনে-
৭ কুৱা। আৰু যদি তুমি মোক কোৱা, যে, আমি
আপোন ঈশ্বৰ যিহোৱাত ভৰসা কৰিছোঁ, তেন্তে
ময় কওঁ, হিষ্কিয়াই যি জনাৰ ওখ ঠাই আৰু
যজ্ঞবেদিবোৰ গুচাই যিহুদাৰ আৰু যিৰূচালেমৰ
লোকবিলাকক কলে, বোলে, তোমালোকে এই
যজ্ঞবেদিৰ আগৰিতে সেৱা কৰা, তেওঁ জানো সেই
৮ জনাই নহয় ? শুনা, তুমি এতিয়া মোৰ প্ৰভু
অচূৰীয়া ৰজাৰ লগত কথা বান্ধা; যদি তুমি
ঘোঁড়াত উঠিব পৰা দুই হাজাৰ মানুহ দিব পাৰা,
৯ তেন্তে ময় তোমাক দুই হাজাৰ ঘোঁড়া দিম। তুমি
যদি ইয়াকে কৰিব নোৱাৰা, তেন্তে মোৰ প্ৰভুৰ
দাসবিলাকৰ মাজৰ সকলোতকৈ সৰু সেনাপতি
এজনকে কেনেকৈ ঘটাবা ? আৰু তুমি ৰথ
ও ঘোঁড়াৰ নিমিত্তে মিচৰত কেনেকৈ ভৰসা
১০ কৰিছা ? ময় জানো যিহোৱাৰ বিনা অনু-
মতিত এই দেশ বিনষ্ট কৰিবলৈ ইয়াৰ অহিতে
উঠি আহিলোঁ ? যিহোৱাই মোক কলে, তুমি
সেই দেশৰ অহিতে উঠি গৈ তাক বিনষ্ট কৰা।
১১ তেতিয়া ইলিয়াকীম, চেব্‌না, আৰু যোৱাহে
ৰব্‌চাকিক কলে, বিনয় কৰোঁ, আপোনাৰ দাস-
বিলাকক অৰামীয়া ভাষাৰে কওক; কিয়নো আমি
তাক বুঝিব পাৰোঁ; কিন্তু গড়ৰ ওপৰত থকা
লোকবিলাকে শুনাকৈ যিহুদী ভাষাৰে আমাক
১২ নকব। কিন্তু ৰব্‌চাকিয়ে কলে, মোৰ প্ৰভুৱে
কেৱল তোমাৰ প্ৰভুৰেই ওচৰলৈ, আৰু তোমা-
ৰেই ওচৰলৈ জানো এইবিলাক কবলৈ মোক
পঠাইছে ? যি লোকবিলাকে তোমালোকৰ লগত
আপোন আপোন বিষ্ঠা খাবলৈ, আৰু আপোন
আপোন মুত পান কৰিবলৈ গড়ৰ ওপৰত বহি
আছে, সিহঁতৰো ওচৰলৈ জানো মোক পঠোৱা
১৩ নাই ? পাছে ৰব্‌চাকিয়ে থিয় হৈ যিহুদী
ভাষাৰে ৰিঙিয়াই কলে, তোমালোকে মহাৰাজ
১৪ অচূৰীয়া ৰজাৰ কথা শুনা, ৰজাই এই ৰূপে
কৈছে, হিষ্কিয়াই তোমালোকক নুভুলাওক;
কিয়নো তোমালোকক ৰক্ষা কৰিবলৈ তাৰ সাধ্য
১৫ নাই ; যিহোৱাই আমাক অৱশ্যে উদ্ধাৰ কৰিব,
অচূৰীয়া ৰজাৰ হাতত এই নগৰ কেতিয়াও
সোধাই দিয়া নহব, এই কথা কৈ হিষ্কিয়াই
তোমালোকক যিহোৱাত ভৰসা নকৰাওক।
১৬ তোমালোকে হিষ্কিয়াৰ কথা নুশুনিবা ; কিয়নো
অচূৰীয়া ৰজাই এই ৰূপে কৈছে, তোমালোকে
মোৰ লগত সন্ধি পাতা, আৰু মোৰ ওচৰলৈ
১৭ ওলাই আহাঁ ; আৰু ময় আহি তোমালোকৰ
নিজ দেশৰ নিচিনা শস্য আৰু দ্ৰাক্ষাৰস থকা
এক দেশ, অন্ন আৰু দ্ৰাক্ষাবাড়ী থকা এক দেশ-
লৈ তোমালোকক লৈ নেযাওঁমানে, তোমালোক
প্ৰতিজনে আপোন আপোন দ্ৰাক্ষাগুটী আৰু
ডিমৰু গুটি ভোজন কৰা, আৰু আপোন আপোন
১৮ নাদৰ পানী পান কৰা। সাৱধান, যিহোৱাই
আমাক উদ্ধাৰ কৰিব বুলি হিষ্কিয়াই তোমা-
লোকক নুভুলাওক ; জাতিবিলাকৰ দেৱতাবোৰৰ
কোনো এজনে জানো অচূৰীয়া ৰজাৰ হাতৰ পৰা
১৯ আপোন দেশ উদ্ধাৰ কৰিছিল ? হমাতৰ আৰু
অৰ্পদৰ দেৱতাবোৰ ক'ত ? চফৰ্বয়িমৰ দেৱতা-
বোৰ ক'ত ? সিহঁতে জানো মোৰ হাতৰ পৰা
২০ চমৰিয়াক উদ্ধাৰ কৰিছিল ? সেই দেশবিলাকৰ
দেৱতাবোৰৰ মাজৰ কোনবোৰে মোৰ হাতৰ
পৰা নিজ দেশ উদ্ধাৰ কৰিছিল, যে, যিহোৱাই
মোৰ হাতৰ পৰা যিৰূচালেমক উদ্ধাৰ কৰিব
২১ পাৰিব ? কিন্তু লোকবিলাক মনে মনে থাকিল,
সিবিলাকে তেওঁক এটা কথাৰো উত্তৰ নিদিলে;
কিয়নো, তাক উত্তৰ নিদিবা বুলি ৰজাৰ আজ্ঞা
২২ আছিল। পাছে হিল্কিয়াৰ পুত্ৰ ৰজাৰ ঘৰগিৰি
ইলিয়াকীম, ৰাজলিখক চেব্‌না, আৰু ইতিহাস-
লিখক আচফৰ পুত্ৰ যোৱাহে আপোন আপোন
কাপড় ফালি হিষ্কিয়াৰ ওচৰলৈ আহি ৰব্‌-
চাকিৰ কথা জনালে।

৩৭ তাক শুনামাত্ৰে হিষ্কিয়া ৰজাই আপোনাৰ
বস্ত্ৰ ফালি চট কাপড় পিন্ধি যিহোৱাৰ গৃহত
২ সোমাল। আৰু চট কাপড় পিন্ধা ৰজাৰ ঘৰ-
গিৰি ইলিয়াকীম, ৰাজলিখক চেব্‌না, আৰু
পুৰোহিতবিলাকৰ বৃদ্ধ লোকক আমোচৰ পুত্ৰ
যিচয়া ভাববাদীৰ ওচৰলৈ তেওঁ পঠাই দিলে।
৩ পাছে তেওঁবিলাকে তেওঁক কলে, হিষ্কিয়াই এই
কথা কৈছে, আজি সঙ্কট, ধম্‌কি, আৰু অপমানৰ
দিন ; কিয়নো লৰাবোৰ প্ৰসৱদুৱাৰলৈ আহিল,
৪ কিন্তু প্ৰসৱ কৰিবলৈ শক্তি নাই। যি ৰব্‌চাকিক
আপোন প্ৰভু অচূৰীয়া ৰজাই জীৱন্ত ঈশ্বৰক
ধিক্কাৰ দিবলৈ পঠাইছিল, কিজানি আপোনাৰ
ঈশ্বৰ যিহোৱাই সেই ৰব্‌চাকিৰ কথা শুনিব,
আৰু আপোনাৰ ঈশ্বৰ যিহোৱাই নিজে শুনা
কথাৰ নিমিত্তে দণ্ড দিব ; এই হেতুকে বৰ্ত্তমানে থকা
অৱশিষ্ট ভাগৰ নিমিত্তে আপুনি প্ৰাৰ্থনা উৎসৰ্গ
৫ কৰোক। এই ৰূপে হিষ্কিয়া ৰজাৰ দাসবিলাক
যিচয়াৰ ওচৰলৈ গলত, যিচয়াই তেওঁবিলাকক
৬ কলে, তোমালোকৰ প্ৰভুক এই কথা কোৱাঁহক,
যিহোৱাই এই কথা কৈছে, তুমি যি বাক্য শুনিলা,
আৰু যিহৰ দাৰায় অচূৰীয়া ৰজাৰ দাসবোৰে
মোক নিন্দা কৰিলে, সেই সকলো কথালৈ ভয়
৭ নকৰিবা। দেখা, ময় তাৰ অন্তৰত এক আত্মা
স্থিতি কৰিম, আৰু সি কোনো সংবাদ শুনি

আপোন দেশলৈ উলটি যাব; পাছে ময় তাৰ
দেশত তাক তৰোৱালেৰে নিপাত কৰিম।
৮ পাছে ৰবচাকিয়ে উভটি গৈ অচূৰীয়া ৰজাক
লিব্‌নাৰ অহিতে যুদ্ধ কৰা পালে; কিয়নো
ৰবচাকিয়ে, তেওঁ লাখীচৰ পৰা গল বুলি বাৰ্ত্তা
৯ পাইছিল। পাছে তেওঁ কূচ দেশৰ তিৰ্হাকা
ৰজাৰ বিষয়ে এই কথা শুনিলে, যে, তেওঁ
তোমাৰ বিৰুদ্ধে যুদ্ধ কৰিবৰ অৰ্থে ওলাই
আহিছে; ইয়াকে শুনি তেওঁ হিষ্কিয়াৰ ওচৰলৈ
১০ দূত পঠাই কলে, তোমালোকে যিহুদাৰ হিষ্কিয়া
ৰজাক এই কথা কোৱাগৈ, তুমি যি ঈশ্বৰত
ভৰসা কৰিছা, অচূৰীয়া ৰজাৰ হাতত যিৰূ-
চালেমক সোধাই দিয়া নহব বুলি তোমাৰ সেই
১১ ঈশ্বৰে তোমাক নুভুলাওক। দেখা, সকলো দেশ
একেবাৰে নষ্ট কৰিবৰ নিমিত্তে অচূৰীয়া ৰজাবি-
লাকে সেইবোৰক কি কৰিছিল, তাক তুমি শুনি-
বলৈ পালা; তেন্তে তুমি জানো ৰক্ষা পাবা?
১২ মোৰ ওপৰপিতৃবিলাকে বিনষ্ট কৰা জাতি যি
গোজন, হাৰণ, ৰেচফ, আৰু তলচ্ছাৰত
থকা এদনৰ সন্তানবোৰ, সিহঁতৰ দেৱতাবোৰে
১৩ জানো সিহঁতক ৰক্ষা কৰিছিল? হমাতৰ
ৰজা, অৰ্পদৰ ৰজা, চৰ্ব্বয়িম নগৰৰ ৰজা,
১৪ হেনাৰ আৰু ইব্বাৰ ৰজা ক'ত? পাছে হিষ্কি-
য়াই দূতবিলাকৰ হাতৰ পৰা পত্ৰখন লৈ পাঠ
কৰিলে; আৰু তেওঁ যিহোৱাৰ গৃহলৈ উঠি গৈ
১৫ যিহোৱাৰ সন্মুখত তাক মেলি দিলে। আৰু
হিষ্কিয়াই যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে,
১৬ হে কৰূব দুটাৰ মাজত বসতি কৰা ইস্ৰায়েলৰ
ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱা, তুমি ঈশ্বৰ,
পৃথিবীৰ সকলো ৰাজ্যৰ মাজত কেৱল তুমি-
য়েই ঈশ্বৰ; তুমিয়েই আকাশমণ্ডল আৰু
১৭ পৃথিবী নিৰ্ম্মাণ কৰিলা। হে যিহোৱা, কাণ
পাতি শুনা; হে যিহোৱা, তোমাৰ চকু মেলি
দৃষ্টি কৰা, আৰু জীৱন্ত ঈশ্বৰক ধিক্কাৰ দিবৰ
অৰ্থে চন্‌হেৰীবে কৈ পঠোৱা সকলো কথা
১৮ শুনা। হে যিহোৱা, স্বৰূপেই অচূৰীয়া ৰজা-
বিলাকে সৰ্ব্বদেশীয় লোকবিলাকক, আৰু সিহঁতৰ
১৯ দেশ উচ্ছন্ন কৰিলে, আৰু সিহঁতৰ দেৱতাবোৰক
জুইত পেলালে; কিয়নো সেইবোৰ দেৱতা
নহয়, মনুষ্যৰ হাতৰ কাৰ্য্য কাঠ আৰু শিল
মাথোন; এই নিমিত্তে সিবিলাকে সেইবোৰ
২০ বিনষ্ট কৰিলে। এই হেতুকে, হে আমাৰ ঈশ্বৰ
যিহোৱা, অকল তুমিয়েই যে যিহোৱা, ইয়াক
পৃথিবীৰ আটাই ৰাজ্যৰ লোকবিলাকে জানিবৰ
নিমিত্তে তুমি তেওঁৰ হাতৰ পৰা আমাক নিস্তাৰ
কৰা।
২১ পাছে আমোচৰ পুত্ৰ যিচয়াই হিষ্কিয়াৰ ওচ-
ৰলৈ এই কথা কৈ পঠালে, ইস্ৰায়েলৰ ঈশ্বৰ
যিহোৱাই এই কথা কৈছে, তুমি অচূৰৰ চন্‌হে-
ৰীব ৰজাৰ অহিতে মোৰ আগত প্ৰাৰ্থনা কৰিলা;
২২ এই নিমিত্তে সেই বিষয়ে যিহোৱাই এই কথা
কৈছে, কুমাৰী * চিয়োন জীয়াৰীয়ে তোমাক
হেয়জ্ঞান কৰিছে, আৰু তোমাক হাঁহিছে; যিৰূ-
চালেম জীয়াৰীয়ে তোমাৰ পাছতে মূৰ জোকা-
২৩ ৰিছে। তুমি কাক ধিক্কাৰ দিলা? কাক নিন্দা
কৰিলা? কাৰ বিৰুদ্ধে উচ্চ স্বৰেৰে কথা কলা,
আৰু ঊৰ্দ্ধদৃষ্টি কৰিলা? ইস্ৰায়েলৰ পবিত্ৰ
২৪ জনাৰ বিৰুদ্ধেই কৰিলা। তুমি আপোন দাস-
বিলাকৰ দ্বাৰায় প্ৰভুক ধিক্কাৰ দিয়ালা, আৰু
কলা, মোৰ অধিক ৰথে সৈতে ওখ পৰ্ব্বতবোৰৰ
টিঙলৈকে, লিবানোনৰ ভিতৰ ভাগলৈকে উঠি
গলোঁ; আৰু ময় তাৰ ওখ ওখ এৰচ বৃক্ষবোৰ
আৰু তাৰ উত্তম উত্তম দেবদাৰু গছবোৰ কাটি
পেলাম, আৰু তাৰ অন্ত ভাগৰ ওখ ঠাইত তাৰ
২৫ ফলৱন্তী উদ্যানৰ কাঠনীত সোমাম। ময় খানি
খানি জল পান কৰিলোঁ, আৰু ময় মোৰ ভৰিৰ
তলুৱাৰে মিচৰৰ সকলো সুঁতীবোৰ শুকুৱাম।
২৬ বহুকালৰে পৰা ময় তাক কেনেকৈ স্থিৰ
কৰিলোঁ, আৰু প্ৰাচীন কালত ময় তাক কেনেকৈ
কল্পনা কৰিলোঁ, তাক তুমি জানো শুনা নাই?
তুমি যেন গড়েৰে আবৃত নগৰবোৰ উচ্ছন্ন কৰি
ভগ্নৰাশি কৰিব পাৰা, এই অভিপ্ৰায়েৰে ময়
২৭ এতিয়া তাক সিদ্ধ কৰিলোঁ। এই হেতুকে সেই-
বোৰৰ নিবাসীবিলাক দুৰ্ব্বল আছিল; সিহঁতে
অতিশয় ভয় পাই ব্যাকুল হৈছিল, সিহঁত
পথাৰৰ তৃণ, কুমলীয়া বন, ঘৰৰ চালত গজা
ঘাঁহ, আৰু উপযুক্তৰূপে বৃদ্ধি নোহোৱা শস্যৰ
২৮ ক্ষেতিৰ নিচিনা হৈছিল। কিন্তু তুমি বহা,
তুমি বাহিৰলৈ ভিতৰলৈ অহাযোৱা কৰা, আৰু
মোৰ বিৰুদ্ধে তুমি খংৰাগ কৰা, এই সকলোকে
২৯ ময় জানিছোঁ। তুমি মোৰ বিৰুদ্ধে খংৰাগ
কৰাৰ কাৰণে, আৰু তোমাৰ অহঙ্কাৰৰ কথা
মোৰ কাণত পড়াৰ কাৰণে ময় তোমাৰ নাকত
মোৰ হাঁকোটা, আৰু তোমাৰ মুখত মোৰ লাগাম
লগাম, আৰু যি বাটেদি তুমি আহিলা, সেই
৩০ বাটেদিয়েই তোমাক ওভোটাম। আৰু তোমাৰ
নিমিত্তে এয়ে এক চিন হব, যে, এই বছৰত
আপুনি উৎপন্ন হোৱা শস্য, আৰু দ্বিতীয় বছ-
ৰত তাৰ গুৰিৰ পৰা উৎপন্ন হোৱা শস্য তোমা-
লোকে ভোজন কৰিবা; পাছে তোমালোকে
তৃতীয় বছৰত কঠিয়া সিঁচি শস্য দাবা, আৰু
দ্ৰাক্ষাবাৰী পাতি তাৰ ফল ভোগ কৰিবা।
৩১ যিহুদা বংশৰ ৰক্ষা পোৱা অৱশিষ্ট লোকে

* এই শব্দে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা বুজায়।

পুনরায় তললৈ শিপা মেলিব, আৰু ওপৰত গুটী
৩২ ধৰিব। কিয়নো যিৰূচালেমৰ পৰা অৱশিষ্ট
ভাগ, আৰু চিয়োন পৰ্ব্বতৰ পৰা ৰক্ষা পোৱা
লোক ওলাই যাব ; বাহিনীবিলাকৰ যিহোৱাৰ
৩৩ মৰ্য্যাদা ৰখা উৎসাহে ইয়াক সিদ্ধ কৰিব। এই
হেতুকে অচূৰীয়া ৰজাৰ বিষয়ে যিহোৱাই এই
কথা কৈছে, তেওঁ এই নগৰলৈ নাহিব, ইয়ালৈ
এপাত কাঁড়ো নেমাৰিব, ইয়াৰ সন্মুখলৈ ঢাল
লৈ নাহিব, আৰু ইয়াৰ বিৰুদ্ধে হাদাম নে-
৩৪ বান্ধিব। যিহোৱাই কৈছে, তেওঁ যি বাটেদি
আহিল, সেই বাটেদিয়েই উলটি যাব, এই
৩৫ নগৰলৈ নাহিব। কিয়নো এই নগৰ ৰক্ষা কৰি-
বলৈ, ময় নিজৰ আৰু মোৰ দাস দায়ূদৰ কাৰণে
তাৰ ঢালস্বৰূপ হম।
৩৬ পাছে যিহোৱাৰ দূতে ওলাই গৈ, অচূৰীয়া-
হঁতৰ ছাউনিত এক লাখ পঁচাশী হাজাৰ লোক
মাৰিলে ; তাতে লোকবিলাকে ৰাতিপুৱা উঠি
সিহঁত সকলোকে মৰা শৱ হৈ পড়ি থকা
৩৭ দেখিলে। এই হেতুকে অচূৰৰ ৰজা চন্হেৰীবে
৩৮ উলটি গুচি গৈ নীনবিত বাস কৰিলে। পাছে
তেওঁ আপোনাৰ নিষ্ৰোক নামেৰে দেৱতাৰ গৃহত
প্ৰণিপাত কৰোঁতে, অদ্ৰম্মেলক আৰু চৰেচৰ
নামেৰে তেওঁৰ পুতেক দুজনে তেওঁক তৰোৱালেৰে
বধ কৰিলে ; আৰু সিহঁত অৰাৰট দেশলৈ পলাই
গল। পাছে তেওঁৰ পুত্ৰ এচৰ্-হদ্দোন তেওঁৰ
পদত ৰজা হল।

হিষ্কিয়া নৰীয়া পড়ি সুস্থ হোৱা।

৩৮ সেই কালত হিষ্কিয়াৰ সাংঘাতিক নৰীয়া
হলত, আমোচৰ পুত্ৰ যিচয়া ভাববাদীয়ে
তেওঁৰ ওচৰলৈ আহি কলে, যিহোৱাই এই
কথা কৈছে, তুমি আপোন ঘৰৰ বিষয়ে দিহা
দিয়া ; কিয়নো তোমাৰ মৃত্যু হব, তুমি নিজীৱা।
২ তাতে হিষ্কিয়াই দেৱালৰ ফাললৈ মুখ ঘুৰাই
যিহোৱাৰ আগত প্ৰাৰ্থনা কৰি কলে, হে
৩ যিহোৱা, বিনয় কৰোঁ, ময় সত্যভাৱে আৰু
শুদ্ধ মনেৰে তোমাৰ সাক্ষাতে কি ৰূপে চলি
আহিছোঁ, আৰু তোমাৰ দৃষ্টিত কেনে সদাচৰণ
কৰি আহিছোঁ, তাক তুমি এতিয়া সোঁৱৰণ কৰা ;
৪ এই বুলি হিষ্কিয়াই বৰকৈ কান্দিলে। পাছে
যিচয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল,
৫ বোলে, তুমি গৈ হিষ্কিয়াক কোৱা, তোমাৰ
ওপৰপিতৃ দায়ূদৰ ঈশ্বৰ যিহোৱাই এই কথা
কৈছে, ময় তোমাৰ প্ৰাৰ্থনা শুনিলোঁ, আৰু
তোমাৰ চকু-লোত মোৰ দৃষ্টি পড়িল ; দেখা,
ময় তোমাৰ আয়ুষ পোন্ধৰ বছৰ বৃদ্ধি কৰিম।
৬ আৰু ময় অচূৰীয়া ৰজাৰ হাতৰ পৰা তোমাক
আৰু এই নগৰ উদ্ধাৰ কৰিম ; আৰু ময় এই
৭ নগৰৰ ঢালস্বৰূপ হম। আৰু যিহোৱাই যে
নিজে কোৱা এই বাক্য সিদ্ধ কৰিব, যিহোৱাৰ
৮ পৰা তোমাৰ পক্ষে তাৰ এই চিন হব ; দেখা,
আহজৰ খট্‌খটিত সূৰ্য্যৰ যি ছাঁয়াটো তললৈ
নামি গল, সেই খট্‌খটিত সেই ছাঁয়াটো ময়
দহ খাপ ওভোটাম। তাতে যি খট্‌খটিত সূৰ্য্যৰ
ছাঁয়াটো তললৈ নামি গৈছিল, সেই খট্‌খটিত
সেয়ে দহ খাপ উভটিল।
৯ যিহুদাৰ হিষ্কিয়া ৰজাই নৰীয়া পড়ি সুস্থ
হোৱাৰ পাছে যি যি লিখিছিল, সেয়ে এই,
১০ ময় কৈছিলোঁ, "মোৰ আয়ুষৰ সোঁ বয়সত ময়
চিয়োলৰ দুৱাৰত সোমাম ;
মোৰ আয়ুষৰ অৱশিষ্ট ভাগৰ পৰা ময় বঞ্চিত
হলোঁ।"
১১ ময় কৈছিলোঁ, "ময় যিহোৱাক, জীৱিত লোকৰ
দেশত যিহোৱাক আৰু দেখিবলৈ নে-
পাম ;
জগতনিবাসীবিলাকৰ লগত ময় মনুষ্যক আৰু
নেদেখিম।
১২ মেৰ-ৰখীয়াৰ তাম্বুৰ নিচিনাকৈ মোৰ নিবাস
উঘলা হৈ মোৰ পৰা নিয়া হল ;
ময় তাঁতিৰ দৰে আপোন আয়ুষ নুৰিয়ালোঁ,
তেওঁ মোক তাঁতৰ পৰা কাটি পেলাব ;
এদিন এৰাতিৰ ভিতৰত তুমি মোক শেষ কৰিবা।
১৩ ময় ৰাতিপুৱালৈকে নিজম দি আছিলোঁ,
সিংহৰ দৰে তেওঁ মোৰ আটাইবোৰ হাড়
ভাঙিছে ;
এদিন এৰাতিৰ ভিতৰতে তুমি মোক শেষ কৰিবা
১৪ ময় তেলটুপি বা বগলিৰ নিচিনাকৈ চিঁচিঁয়াই
আছোঁ ;
কপৌৰ নিচিনাকৈ শোকধ্বনি কৰিছোঁ ;
ওপৰলৈ চাওঁতে চাওঁতে মোৰ চকু দুৰ্ব্বল হল ;
হে যিহোৱা, ময় উপদ্ৰৱ পাইছোঁ, তুমি মোৰ
জামিন হোৱা।"
১৫ ময় কি কম ? তেওঁ তো মোক অঙ্গীকাৰবাক্য
কলেই, তাক নিজে সিদ্ধও কৰিলে ;
জীয়াই থাকোঁমানে মোৰ মনৰ বেজাৰ সোঁৱৰণ
কৰি ময় ধীৰে ধীৰে চলিম।
১৬ হে প্ৰভো, এইবোৰৰ দ্বাৰায় লোকবিলাক জীয়াই
থাকে,
আৰু কেৱল এইবোৰৰ দ্বাৰায় মোৰ আত্মাই
জীৱন লাভ কৰে ;
এই হেতুকে তুমি মোক আৰোগ্য কৰি জীয়াই
ৰাখা।
১৭ দেখা, ময় যে অতি বেজাৰ পাইছিলোঁ, সেয়ে
মোৰ শান্তিৰ নিমিত্তে হৈছিল,
আৰু তুমি মোৰ প্ৰাণক প্ৰীতি কৰি তাক বিনা-
শৰ গাঁতৰ পৰা ৰাখিলা ;

কিয়নো তুমি মোৰ সকলো পাপ তোমাৰ পাছলৈ
পেলালা ।
১৮ কাৰণ চিয়োলে তোমাক প্ৰশংসা কৰিব নোৱাৰে,
মৃত্যুৱে তোমাৰ স্তুতি কৰিব নোৱাৰে ;
গাঁতলৈ নামি যোৱাবিলাকে তোমাৰ সত্যলৈ
আশা কৰিব নোৱাৰে ।
১৯ আজি মই যেনেকৈ কৰিছোঁ, তেনেকৈ জীয়া
লোকে,
জীৱিত লোকেহে তোমাৰ স্তুতিগান কৰিব ;
পিতৃয়ে সন্তানবিলাকক তোমাৰ সত্যতা জনাব ।
২০ যিহোৱাই মোক পৰিত্ৰাণ কৰিবলৈ যুগুত আছে ;
এই হেতুকে আমি জীয়াই থাকোঁমানে,
যিহোৱাৰ গৃহত তাঁৰযুক্ত যন্ত্ৰেৰে গীত গাম ।
২১ যিচয়াই কলে, ডিমৰু গুটী এলদা আনি,
খহুৰ ওপৰত পুল্টিচ লগাই দিয়া যাওক ; তাতে
২২ তেওঁ জীব । হিস্কিয়ায়ো কলে, মই যে যিহোৱাৰ
গৃহলৈ উঠি যাম, ইয়াৰ চিন কি ?

বাবিলৰ পৰা হিস্কিয়াৰ ওচৰলৈ
দূত অহা ।

৩৯ সেই সময়ত বলদানৰ পুত্ৰ মৰোদক-বল-
দান নামেৰে বাবিলৰ ৰজাই হিস্কিয়াৰ ওচৰ-
লৈ এখন পত্ৰ আৰু এটা উপহাৰ পঠালে ;
কাৰণ তেওঁ হিস্কিয়া নৰীয়া পৰি সুস্থ হোৱাৰ
২ সংবাদ পাইছিল । তাতে হিস্কিয়াই সিবিলাকত
আনন্দ পাই আপোনাৰ বহুমূল্য দ্ৰব্য থকা গৃহ,
অৰ্থাৎ ৰূপ, সোণ, সুগন্ধি দ্ৰব্য, উত্তম তেল
আদি আপোনাৰ ভঁৰালৰ আটাই বস্তু, আৰু
আপোনাৰ গোটেই অস্ত্ৰাগাৰ সিবিলাকক দেখু-
ৱাই দিলে । হিস্কিয়াৰ ঘৰত, বা তেওঁৰ গোটেই
ৰাজ্যত তেওঁ সিবিলাকক নেদেখুউৱা কোনো বস্তু
৩ নাছিল । পাছে যিচয়া ভাববাদীয়ে হিস্কিয়া
ৰজাৰ ওচৰলৈ আহি সুধিলে, সেই মানুহবোৰে
কি কি বলে ? আৰু তোমাৰ ওচৰলৈ ক'ৰ পৰা
আহিল ? তাতে হিস্কিয়াই কলে, তেওঁবিলাক
দূৰ দেশ বাবিলৰ পৰা মোৰ ওচৰলৈ আহিল ।
৪ পাছে যিচয়াই সুধিলে, তোমাৰ গৃহত সিবি-
লাকে কি কি দেখিলে ? তেতিয়া হিস্কিয়াই কলে,
মোৰ গৃহত থকা সকলোকে দেখিলে ; মোৰ বহু-
মূল্য দ্ৰব্যৰ মাজৰ, মই সিবিলাকক নেদেখুউৱা
৫ কোনো বস্তুৱেই নাই । তাতে যিচয়াই হিস্কি-
য়াক কলে, বাহিনীবিলাকৰ যিহোৱাৰ বাক্য
৬ শুনা । দেখা, তোমাৰ গৃহত যি যি আছে, আৰু
তোমাৰ পূৰ্ব্বপুৰুষবিলাকে সাঁচি থৈ যোৱা যি যি
বস্তু আজিলৈকে আছে, সেই সকলোকে বাবিল-
লৈ নিবৰ দিন ওচৰ চাপিছে, সেইবোৰৰ অলপেই
অৱশিষ্ট নেথাকিব, ইয়াক যিহোৱাই কৈছে ।
৭ তোমাৰ ঔৰসত যি যি সন্তান জন্মিব, সিবিলা-
কৰ মাজৰ কেতবিলাকক নিয়া যাব, আৰু সি-
বিলাক বাবিলৰ ৰাজগৃহত নপুংসক দাস হব ।
৮ তাতে হিস্কিয়াই যিচয়াক কলে, তুমি যিহো-
ৱাৰ যি বাক্য কলা, সেয়ে উত্তম ; তেওঁ আৰু
কলে, কিয়নো মোৰ দিনত মঙ্গল আৰু সত্য
থাকিব ।

যিহোৱাৰ পৰিত্ৰাণৰ প্ৰতিজ্ঞা ।

৪০ তোমালোকৰ ঈশ্বৰে কৈছে, তোমালোকে
সান্ত্বনা দিয়া, মোৰ প্ৰজাবিলাকক সান্ত্বনা
২ দিয়া । যিৰূচালেমক সান্ত্বনাদায়ক বাক্য কোৱা,
আৰু তেওঁৰ যুদ্ধ যে শেষ হল, তেওঁৰ অপৰাধ যে
ক্ষমা কৰা হল, তেওঁৰ সকলো পাপৰ সলনি
যিহোৱাৰ হাতৰ পৰা যে তেওঁ দুগুণ মঙ্গল পালে,
এই সকলো কথা তেওঁৰ আগত প্ৰকাশ কৰা ।
৩ শুনা, এজনে প্ৰচাৰ কৰিছে, বোলে, তোমা-
লোকে অৰণ্যৰ মাজত যিহোৱাৰ পথ যুগুত
কৰা, আমাৰ ঈশ্বৰৰ নিমিত্তে মৰুভূমিত এটা
৪ পোন ৰাজপথ তৈয়াৰ কৰা । প্ৰত্যেক উপত্যকা
ওখ কৰা হওক ; প্ৰত্যেক পৰ্ব্বত আৰু উপপৰ্ব্বত
চাপৰ কৰা হব, বেঁকাবেঁকি ঠাই পোন কৰা
৫ হব, খলাবমা মাটী সমান কৰা হব ; আৰু
যিহোৱাৰ মহিমা প্ৰকাশ কৰা হব, আৰু
সকলো মৰ্ত্ত্যই একে সময়তে তাক দেখিব ;
কিয়নো যিহোৱাই নিজ মুখেৰে ইয়াকে কলে ।
৬ শুনা, এজনে কৈছে, প্ৰচাৰ কৰা ; আৰু আন এজনে
কৈছে, মই কি প্ৰচাৰ কৰিম ? সকলো মৰ্ত্ত্যই
তৃণৰ নিচিনা, আৰু তাৰ সকলো কান্তি পথাৰৰ
৭ ফুলৰ নিচিনা ; তৃণ শুকাই যায়, ফুল জঁয় পৰে,
কাৰণ তাৰ ওপৰত যিহোৱাৰ প্ৰশ্বাসবায়ু
৮ বলায় ; লোকবিলাক নিশ্চয়ে তৃণৰ সদৃশ । তৃণ
শুকাই যায়, ফুল জঁয় পৰে ; কিন্তু আমাৰ
ঈশ্বৰৰ বাক্য অনন্ত কাললৈকে থাকে ।
৯ হে চিয়োনৰ আগত শুভবাৰ্ত্তা প্ৰচাৰ কৰোঁতা
লোক, ওখ পৰ্ব্বতলৈ উঠি যোৱা ; হে যিৰূ-
চালেমৰ আগত শুভবাৰ্ত্তা প্ৰচাৰ কৰোঁতা লোক,
জোৰেৰে ৰিঙিওৱা, বৰকৈ মাতা, ভয় নকৰিবা ;
যিহূদাৰ নগৰবোৰক কোৱা, দেখা, সোৱা তোমা-
১০ লোকৰ ঈশ্বৰ । দেখা, প্ৰভু যিহোৱা বীৰস্বৰূপে
আহিছে, আৰু তেওঁ নিজ বাহুবলেৰে শাসন
কৰিব ; দেখা, তেওঁৰ লগত তেওঁৰ বেচ আছে
১১ আৰু তেওঁৰ আগত তেওঁৰ পুৰস্কাৰ আছে । তেওঁ
মেৰ-ৰখীয়াৰ নিচিনাকৈ আপোনাৰ জাকক
চৰাব, পোৱালিবোৰক আপোন বাহুৰে গোটাই
বুকত লৈ যাব, আৰু পোৱালীবোৰক ধীৰে ধীৰে
চলাব ।

যিহোৱাৰ মহিমা আৰু তেওঁৰ অতুল্যতা।

১২ কোনে আপোন হাতৰ তলুৱাত জলৰাশি
পৰিমাণ কৰিছিল? আৰু কোনে হাতৰ বেগেতৰ
দ্বাৰায় আকাশমণ্ডলক জুখিছিল? কোনে পৃথি-
বীৰ সমুদায় ধূলি দোনত ভৰাই জুখিছিল?
কোনে পৰ্ব্বতবোৰক পাল্লাত আৰু গিৰিবোৰক
১৩ তুলাচনিত জুখিছিল? কোনে যিহোৱাৰ
আত্মাৰ তত্ত্ব নিৰূপণ কৰিছিল? বা কোনে
১৪ তেওঁৰ মন্ত্ৰী হৈ তেওঁক শিক্ষা দিছিল? তেওঁ
কাৰে সৈতে মন্ত্ৰণা কৰিছিল? কোনে তেওঁক
বুজাইছিল, আৰু তেওঁক বিচাৰপথৰ বিষয়ে
শিক্ষা দিছিল? আৰু কোনে তেওঁক জ্ঞানৰ
শিক্ষা দিছিল, আৰু তেওঁক বিবেচনাৰ পথ
১৫ দেখুৱাইছিল? দেখা, জাতিবিলাক কলহৰ গাত
লাগি থকা পানীৰ টোপাস্বৰূপ, আৰু তুলা-
চনিত লাগি থকা ধূলিৰ কণিকাৰ নিচিনা
গণিত হয়; দেখা, তেওঁ অতি ক্ষুদ্ৰ বস্তুৰ নিচি-
১৬ নাকৈ দ্বীপবোৰক তোলে। জুই দিবৰ নিমিত্তে
লিবানোন, আৰু হোমবলিৰ নিমিত্তে তাৰ জন্তু-
১৭ বোৰ নোজোৰে। তেওঁৰ দৃষ্টিত সকলো জাতি-
বিলাক একো নোহোৱাৰ নিচিনা; তেওঁৰ আগত
সিহঁত শূন্যত্বকৈ ক্ষুদ্ৰ আৰু অসাৰ বুলি গণিত
১৮ হয়। তেন্তে তোমালোকে কাৰে সৈতে ঈশ্বৰক
তুলনা কৰিবা? বা তেওঁৰ লগত কি মূৰ্ত্তিৰ উপমা
১৯ দিবা? কটা মূৰ্ত্তি হলে কৰ্ম্মকাৰে সাঁচত ঢালে,
সোণাৰীয়ে তাৰ ওপৰত সোণৰ পতা মাৰে,
আৰু তাৰ নিমিত্তে সাঁচত ঢালি ৰূপৰ শিকলি
২০ যুগুত কৰে। দুঃখীয়া হোৱাৰ কাৰণে যি মানুহে
এনে উপহাৰ দিবলৈ অসমৰ্থ হয়, সি নপচা
কাঠ বাচি লৈ লৰচৰ কৰিব নোৱৰা প্ৰতিমা
আপোনাৰ নিমিত্তে যুগুত কৰিবলৈ নিপুণ
২১ শিল্পকৰ বিচাৰে। তোমালোকে জানিব নো-
খোজা নে? তোমালোকে শুনিব নোখোজা নে?
আদিৰে পৰা তোমালোকক সংবাদ দিয়া নাই
নে? পৃথিবীৰ মূল স্থাপন কৰাৰে পৰা তোমা-
২২ লোকে বুজা নাই নে? যি জনা ভূমণ্ডলৰ ওপৰত
বহি আছে, যি জনাৰ আগত তাৰ নিবাসী-
বিলাক ফড়িংস্বৰূপ, যি জনাই চন্দ্ৰতাপৰ নি-
চিনাকৈ আকাশমণ্ডল বিস্তাৰ কৰে, আৰু বসতি
কৰা তাম্বুৰ নিচিনাকৈ তাক তৰে, যি জনাই
অধিপতিবিলাকক লুপ্ত কৰে, সেই জনাই তেওঁ।
২৩ তেওঁ পৃথিবীৰ বিচাৰকৰ্ত্তাবিলাকক অসাৰ-
২৪ স্বৰূপ কৰে; সিহঁত ৰোৱা কি বোৱাও
নহয়, এনে কি, সিহঁতৰ মুঢ়াৰো মাটীত শিপা
মেলা নাই, এনে সময়ত তেওঁ সিহঁতৰ ওপৰত
ফুঁ দিয়ামাত্ৰকেই সিহঁত শুকাই যায়, আৰু
সিহঁতক বামাৰলি বতাহে নৰাৰ নিচিনাকৈ
২৫ উড়ুৱাই নিয়ে। পবিত্ৰ জনাই কৈছে, তেন্তে
তোমালোকে মোক কাৰে সৈতে উপমা দিলে
২৬ময় তাৰ সদৃশ হম? তোমাৰ চকু ওপৰলৈ
তুলি দৃষ্টি কৰা, কোনে সেইবোৰ সৃষ্টি কৰিলে?
যি জনাই সংখ্যা অনুসাৰে সেইবোৰৰ বাহিনী-
বিলাকক উলিয়াই আনে, যি জনাই সেই-
বোৰক নাম ধৰি ধৰি মাতে, সেই জনাৰ অধিক
সমৰ্থ আৰু বহু পৰাক্ৰমৰ কাৰণে সেইবোৰৰ
এটাও অনুপস্থিত নেথাকে।
২৭ মোৰ পথ যিহোৱাৰ পৰা গুপ্ত হৈ আছে,
আৰু মোৰ গোচৰলৈ মোৰ ঈশ্বৰে মন কাণ
নকৰে, এই বুলি হে যাকোব, তুমি কিয় কৈছা?
হে ইস্রায়েল, তুমি কিয় এনে কথা বুলিছা?
২৮ তুমি জানো জনা নাই? তুমি জানো শুনা নাই?
অনাদি অনন্ত ঈশ্বৰ যিহোৱাই, পৃথিবীৰ সীমা-
বোৰৰ সৃষ্টিকৰ্ত্তাই ক্লান্ত নহয় আৰু ভাগৰ
২৯ নেপায়, আৰু তেওঁৰ বুদ্ধি অগম্য। তেওঁ ক্লান্ত
হোৱা লোকক শক্তি দান কৰে, আৰু বল
৩০ নোহোৱা লোকক অধিক বল দান কৰে। ডেকা-
বিলাকেও শ্ৰান্ত হৈ ভাগৰ পায়, আৰু যুবা-
৩১ বিলাকে উজুটি খাই একেবাৰে পড়ি যায়। কিন্তু
যিবিলাকে যিহোৱালৈ অপেক্ষা কৰে, সিবি-
লাকে নতুন নতুন বল পাব, সিবিলাকে কুৰৰ
পক্ষীৰ দৰে ডেউকাৰে ওপৰলৈ উড়িব, সিবি-
লাকে লৰ মাৰি শ্ৰান্ত নহব, সিবিলাকে গমন
কৰি ভাগৰ নেপাব।

কোৰচৰ বিষয়ে কোৱা ভাববাণী।

৪১ হে দ্বীপবিলাক, মোলৈ মুখ কৰি নিমাত
দি থাকা, আৰু লোকসমূহে নতুন নতুন বল
পাওক; সিহঁত ওচৰ চাপোক, পাছত সি-
হঁতে কথা কওক; বলা, আমি একেলগে
২ সোধৰ আসনৰ ওচৰলৈ যাওঁহঁক। কোনে পূব
দিশত এজনক উৎপন্ন কৰিলে? ধাৰ্ম্মিকতাসিদ্ধিৰ
অৰ্থে তেওঁ সেই জনক আপোনাৰ চৰণৰ ওচৰলৈ
মাতিছে; তেওঁ সেই জনৰ আগত জাতিবোৰক
সোধাই দিছে, আৰু তেওঁক ৰজাবিলাকৰ ওপৰত
শাসন কৰাইছে; তেওঁ সহঁতক তেওঁৰ তৰো-
ৱালৰ আগত ধূলিৰ নিচিনা, আৰু তেওঁৰ ধনুৰ
৩ আগত উড়ি যোৱা নৰাৰ নিচিনা কৰিছে। তেওঁ
সিহঁতৰ পাছে পাছে খেদি গৈছে; তেওঁ বাটত
ভৰি নিদিয়াকৈ নিৰাপদে আগ বাঢ়ি গৈছে।
৪ কোনে সেই কাৰ্য্য কৰিলে, আৰু তাক সিদ্ধও
কৰিলে? যি জনাই আদিৰে পৰা পুৰুষবিলাকক
উৎপন্ন কৰে, তেওঁহে কৰিলে; প্ৰথম যি ময়,
আৰু শেষতীয়াবিলাকৰ সঙ্গী যি ময় যিহোৱা,
৫ ময়েই সেই জনা। দ্বীপবোৰে দেখি ভয় কৰিলে,
পৃথিবীৰ অন্তবোৰ কঁপিল; সিহঁত ওচৰ চাপি

৬ আছিল। সিহঁত প্ৰতিজনে আপোন আপোন
ওচৰ্চুবুৰীয়াক সহায় কৰিলে, আৰু আপোন
৭ আপোন ভাইক কলে, সাহ কৰা। সেই দৰে
বাঢ়ৈয়ে সোণাৰীক, আৰু হাতুড়িয়ে সমান কৰা
জনে নিহাৰিত খুন্দা জনক আশ্বাস দিলে। সি
ঝাং লগোৱাৰ বিষয়ে কলে, উত্তম হৈছে ; আৰু
মূৰ্ত্তিটো নলৰিবৰ নিমিত্তে সি গজাল মাৰি
তাক শকত কৰিলে।
৮ কিন্তু হে মোৰ দাস ইস্ৰায়েল, মোৰ মনোনীত
৯ যাকোব, মোৰ বন্ধু অব্ৰাহামৰ সন্তান, যাক মই
পৃথিবীৰ অন্তৰ পৰা হাতেৰে ধৰি আনি, আৰু
তাৰ সীমাৰে পৰা মাতি আনি, তুমি মোৰ দাস,
মই তোমাক মনোনীত কৰিলোঁ, তোমাক ত্যাগ
১০ কৰা নাই বুলি কলোঁ, সেই যি তুমি, তুমি ভয়
নকৰিবা, কিয়নো মই তোমাৰ লগতে আছোঁ ;
ব্যাকুল নহবা, কিয়নো মই তোমাৰেই ঈশ্বৰ ;
মই তোমাক শক্তি দিম, তোমাক সহায়ো দিম,
এনে কি, আপোন ধাৰ্ম্মিকতাৰূপ সোঁ হাতেৰে
১১ তোমাক ধৰি ৰাখিম। দেখা, যিবোৰ তোমাৰ
অহিতে কুপিত হৈছে, সেই সকলোৱে লাজ পাই
বিবৰ্ণ হব ; যিবোৰে তোমাৰ লগত বিবাদ
কৰে, সিহঁত নোহোৱা যেন হব, আৰু বিনষ্ট
১২ হব ; যিবোৰে তোমাৰ বিৰোধ কৰে, সিহঁতক
তুমি বিচাৰি নেপাবা ; যিবোৰে তোমাৰ লগত
যুদ্ধ কৰে, সিহঁত শূন্য আৰু একো নোহোৱা
১৩ যেন হব। কিয়নো তোমাৰ ঈশ্বৰ যিহোৱা যি
মই, মষেই তোমাৰ সোঁ হাতত ধৰি কওঁ, ভয়
১৪ নকৰিবা ; মষেই তোমাক সহায় কৰিম। হে
পোক যাকোব, হে ইস্ৰায়েল লোকবিলাক,
ভয় নকৰিবা ; যিহোৱাই কৈছে, মষেই তোমাক
সহায় কৰিম, আৰু ইস্ৰায়েলৰ পবিত্ৰ জনাই
১৫ তোমাৰ মুক্তিদাতা। দেখা, মই তোমাক এক
নতুন চোকা দাঁত থকা মড়ণা মৰা যন্ত্ৰস্বৰূপ
কৰিম ; তুমি পৰ্ব্বতবোৰ মড়ণা মাৰি গুৰি
কৰিবা, আৰু গিৰিবোৰক তুঁহৰ নিচিনা কৰিবা।
১৬ তুমি সেইবোৰক জাৰিবা, আৰু বতাহে সেই-
বোৰক উড়ুৱাই নিব, আৰু বামাৰলি বতাহে
সেইবোৰক সিচৰতি কৰিব ; কিন্তু তুমি যিহো-
ৱাত উল্লাস কৰিবা, তুমি ইস্ৰায়েলৰ পবিত্ৰ
১৭ জনাত গৌৰব কৰিবা। দুঃখী আৰু দৰিদ্ৰবিলাকে
জল বিচাৰে, কিন্তু জল নাই, সিবিলাকৰ জিবা
পিয়াহতে শুকাই যায় ; মই যিহোৱায়েই সিবি-
লাকৰ প্ৰাৰ্থনাৰ উত্তৰ দিম, মই ইস্ৰায়েলৰ ঈশ্ব-
১৮ ৰেই সিবিলাকক ত্যাগ নকৰিম। মই গছ তৃণ
আদি নথকা ওখ ঠাইবোৰত নদীবোৰ, আৰু
উপত্যকাবোৰৰ মাজত ভুমুকবোৰ উলিয়াম ;
মই মৰুভূমিক এক জলাশয় কৰিম, আৰু খৰাং
৯ মাটীক ভুমুকেৰে পৰিপূৰ্ণ কৰিম। মই অৰণ্যত
এৰচ, বাবল, মেন্দি, আৰু বনৰীয়া জিতবৃক্ষ ৰুম
আৰু মৰুভূমিত দেৱদাৰু, ভিধৰ, তাচুৰ বৃক্ষ
২০ একেলগে ৰুই থম। যিহোৱাই আপোন হাতে
যে এই কাৰ্য্য কৰিছল, আৰু ইস্ৰায়েলৰ পবিত্ৰ
জনাই যে তাক সৃষ্টি কৰিলে, ইয়াক সিবিলাকে
যেন দেখি জানি বিবেচনা কৰি একে সময়তে
বুজিব পাৰে, এনে অভিপ্ৰায়েৰে মই সেই কাৰ্য্য
কৰিম।
২১ যিহোৱাই কৈছে, তোমালোকে আপোন
আপোন গোচৰ উপস্থিত কৰা ; যাকোবৰ ৰজাই
২২ কৈছে, তোমালোকৰ দৃঢ় প্ৰমাণ আনা। সিহঁতে
সেইবোৰ আনোক, আৰু আগলৈ কি ঘটিব,
তাক আমাৰ আগত প্ৰকাশ কৰোক ; আগৈয়ে
হৈ যোৱা কথা কি কি আছিল, তাক তোমা-
লোকে প্ৰকাশ কৰা, তেতিয়া আমি বিবেচনা
কৰি সেইবোৰৰ শেষফল জানিব পাৰিম ; বা
২৩ ভবিষ্যত ঘটনাবোৰ আমাক দেখুউৱা। তোমা-
লোক যে ঈশ্বৰ, ইয়াক আমি জানিবৰ নিমিত্তে,
আগলৈ কি ঘটিব, তাক প্ৰকাশ কৰা ; এনে কি,
আমি বিস্ময় মানি একেলগে দেখিবৰ নিমিত্তে
২৪ তোমালোকে মঙ্গল বা অমঙ্গল কৰা। দেখা,
তোমালোক অকামিলা আৰু তোমালোকৰ কাৰ্য্য
অসাৰ, আৰু তোমালোকক মনোনীত কৰা জন
ঘৃণনীয়।
২৫ মই উত্তৰ দিশত এজনক উৎপন্ন কৰিলোঁ,
তেওঁ আহিছে ; মোৰ নাম লওঁতা জনক সূৰ্য্য
উদয় হোৱা ফালে মই উৎপন্ন কৰিলোঁ ; বোকা
খচকাৰ দৰে, আৰু কুমাৰে মাটী খচাৰ দৰে
২৬ তেওঁ অধিপতিবিলাকক খচকিব। আমি জানিবৰ
নিমিত্তে কোনে ইয়াক আদিৰে পৰা প্ৰকাশ
কৰিলে ? আৰু সঁচা বুলি আমি কবলৈ, কোনে
ইয়াক আগৈয়ে প্ৰকাশ কৰিলে ? প্ৰকাশ কৰোঁতা
কোনোৱেই নাছিল, এনে কি, দেখুৱাই দিওঁতা
কোনোৱেই নাছিল, তোমালোকৰ কথা শুনো-
২৭ তাও কোনো নাছিল। মষেই প্ৰথমে চিয়োনক
কম, দেখা, ইবিলাকক দেখা ; আৰু মষেই
২৮ যিৰূচালেমক শুভবাৰ্ত্তাপ্ৰচাৰক এজন দিম। মই
চাইছোঁ, কিন্তু কোনোৱেই নাই ; মই সিহঁতক
সুধিলে উত্তৰ দিব পৰা মন্ত্ৰী সিহঁতৰ ভিতৰত
২৯ কোনোৱেই নাই। দেখা, সিহঁত সকলোৱে কাৰ্য্য
অসাৰ আৰু ব্যৰ্থ ; সিহঁতৰ সাঁচত ঢলা মূৰ্ত্তিবোৰ
তাপ আৰু শূন্য মাথোন।

যিহোৱাৰ দাস। যিহোৱাৰ মুক্তিৰ কাৰ্য্য।
ইস্ৰায়েলৰ বৰ্ত্তমান দুৰৱস্থা।

৪২ সোৱা দেখা, মোৰ দাস, মই তেওঁক ধৰি
ৰাখিছোঁ ; দেখা, মোৰ মনোনীত লোক,
মোৰ অন্তৰত তেওঁত সন্তোষ পাইছোঁ ; মই তেওঁৰ

ওপরত মোর আত্মা স্থিতি করিলোঁ ; তেওঁ জাতি-
বিলাকর মাজত ন্যায় বিচার প্রচলিত করিব।
২ তেওঁ এরাও নকরিব, বড় মাতেরে কথা নকব,
৩ আরু বাহিরলৈ আপোনার মাত নুশুনাব। তেওঁ
থেঁতেলা নল নেভাঙিব, আরু ধূঁৱাই থকা শলি-
তাও নুনুমাব ; কিন্তু তেওঁ সত্যভাৱে ন্যায় বিচার
৪ প্রচলিত করিব। তেওঁ পৃথিবীত ন্যায় বিচার
স্থাপন নকরেমানলৈকে দুর্ব্বল কি নিরুৎসাহ
নহব ; আরু দ্বীপবোরে তেওঁর ব্যৱস্থালৈ বাট
৫ চাই থাকিব। যি জনাই আকাশমণ্ডল সৃষ্টি
করিলে, আরু চন্দ্রতাপর দরে তাক তরিলে,
যি জনাই পৃথিবী আরু তাত উৎপন্ন হোৱা
সকলোকে দলিচা পর'র দরে পারিলে, যি
জনাই তার ওপরত থকা লোকবিলাকক নিশ্বাস-
প্রশ্বাস দিয়ে, আরু তাত ফুরাবিলাকক প্রাণ
৬ দান করে, সেই ঈশ্বর যিহোৱাই কৈছে, অন্ধ
চকু মুকলি করিবলৈ, বন্দীশালর পরা বন্দীয়ার-
বিলাকক, কারাগারর পরা আন্ধারত বহি থকা-
বিলাকক বাহির করি আনিবলৈ, যিহোৱা যি
ময়, ময়েই ধার্ম্মিকতাসিদ্ধির অর্থে তোমাক
৭ মাতিলোঁ ; ময় তোমার হাতত ধরি তোমাক
রাখিম, আরু লোকবিলাকর নিয়মস্থাপকস্বরূপে,
জাতিবিলাকর দীপ্তিস্বরূপে তোমাক নিযুক্ত
৮ করিম। ময় যিহোৱা, এয়েই মোর নাম ; ময়
মোর গৌরব অন্যক, বা মোর প্রশংসা কটা
৯ মূর্ত্তিবোরক নিদিওঁ। দেখা, আগর কথা ফলি-
য়ালে, আরু নতুন কথা ময় প্রকাশ করোঁ ;
সেইবোর নৌ ঘটোঁতেই ময় আগেয়ে সেই-
বোরর বিষয়ে তোমালোকক কওঁ।
১০ হে সমুদ্রগামীবিলাক আরু তাত থকা সকলো-
বিলাক, হে দ্বীপবিলাক আরু তার নিবাসি-
বিলাক, তোমালোকে যিহোৱার উদ্দেশে নতুন
গীত গোৱা, আরু পৃথিবীর সীমার পরা তেওঁর
১১ প্রশংসার গান করা। অরণ্য আরু তার নগর-
বোরে, কেদরে বসতি করা গাওঁবোরে উচ্চধ্বনি
করোক ; চেলানিবাসীবিলাকে গান করোক,
১২ পর্ব্বতর টিঙর পরা জয়ধ্বনি করোক। সিবি-
লাকে যিহোৱার গৌরব স্বীকার করোক,
আরু দ্বীপবোরর মাজত তেওঁর প্রশংসা কীর্ত্তন
১৩ করোক। যিহোৱা বীরর নিচিনাকৈ ওলাই
আহিব ; তেওঁ যুদ্ধারুর দরে আপোনার উৎসাহ
বঢ়াব ; তেওঁ জয়ধ্বনি করিব, এনে কি, মহা-
ধ্বনি করিব ; তেওঁ আপোন শত্রুবোরর বিরুদ্ধে
১৪ বীরকার্য্য করিব। ময় মনে মনে থাকিম,
ময় মুখ বন্ধ করিম, এই বুলি ময় বহুকাল
নিজম দি থাকিলোঁ ; কিন্তু এতিয়া ময় প্রসব-
কারিণী তিরুতার দরে চিঞরিম, একেবারে নে-
১৫ থাম, আরু ঘন্‌কৈ উশাহ লম। ময় পর্ব্বত আরু
গিরিবোর ধ্বংস করিম, আরু সেইবোরর ওপরত
থকা সকলো তৃণ শুকুৱাম, আরু নৈবোর চট
১৬ পেলাম, আরু জলাশয়বোর শুকুৱাম। আরু
অন্ধবিলাকক সিবিলাকে নজনা বাটেদি নিম,
সিবিলাকে নজনা পথেদি সিবিলাকক লৈ যাম ;
ময় সিবিলাকর আগত আন্ধারক পোহর করিম,
আরু বেঁকাবেঁকি ঠাই পোন করিম। এইবোর
কার্য্য ময় সিদ্ধ করিম ; সমাপ্ত নকরাকৈ নেরিম।
১৭ সিবোরে কটা প্রতিমাবোরত বিশ্বাস করে, আরু
যিবোরে সাঁচত ঢলা মূর্ত্তিবোরক কয়, তোমালোক
আমার ঈশ্বর, সেই মানুহবোরে বিমুখ হৈ
নিচেইকৈ লাজ পাব।
১৮ হে কলাবিলাক, শুনা ; হে অন্ধবিলাক, দেখি-
১৯ বর নিমিত্তে চকু মেলা। মোর দাসত বাজে অন্ধ
কোন ? আরু ময় পঠোৱা দূতর নিচিনা বা কলা
কোন ? মোরে সৈতে শান্তিরে থকা লোকর
নিচিনা অন্ধ কোন ? যিহোৱার দাসর নিচিনা
২০ অন্ধ কোন ? তুমি অনেক বিষয় দেখিছা, কিন্তু
মন নকরা ; তার কাণ মুকলি আছে, কিন্তু সি
২১ নুশুনে। যিহোৱাই আপোন ধার্ম্মিকতালৈ চাই,
ব্যৱস্থাক মহৎ আরু আদরণীয় করিবলৈ সন্তুষ্ট
২২ হল। কিন্তু যার ধনসম্পত্তি ডকা দি আরু লুট
করি নিয়া হল, সিবিলাক এনে জাতি ; সিবিলাক
সকলোরেই গাঁতত ধরা পড়িল, আরু সিবিলাকক
বন্দীশালত লুকুৱাই রখা হল ; সিবিলাকক চিকার
করা হল, কিন্তু কোনেও উদ্ধার নকরে ; আরু
লুট করা হল, কিন্তু কোনেও ওভোটাই দিয়া বুলি
২৩ নকয়। তোমালোকর মাজত কোনে ইয়ালৈ কাণ
দিব ? আরু কোনে শুনি ভবিষ্যত কালর নিমিত্তে
২৪ কাণর ভিতরত ঠাই দিব ? কোনে যাকোবক
লুটস্বরূপে দিলে ? কোনে ইস্রায়েলক ডকাইতর
হাতত সমর্পণ করিলে ? যি জনার বিরুদ্ধে আমি
পাপ করিলোঁ, যি জনার পথত লোকবিলাকে
গমন করিবলৈ অমান্তি হল, আরু যি জনার
ব্যৱস্থালৈ সিবিলাকে কাণ নিদিলে, সেই যিহো-
২৫ ৱায়েই নহয় নে ? সেই নিমিত্তে তেওঁ তার
ওপরত আপোন ক্রোধাগ্নি আরু যুদ্ধর প্রচণ্ডতা
বরষালে ; তাতে লেগে তার চারিওফালে জ্বলি
উঠিল, তথাপি সি গম নেপালে ; আরু লেগে
তাক পুড়িলে, তথাপি সি মনোযোগ নকরিলে।

যিহোৱাই ইস্রায়েলক দিয়া সান্ত্বনাদায়ক
প্রতিজ্ঞা।

৪৩ কিন্তু হে যাকোব, তোমার সৃষ্টিকর্ত্তা যিহো-
ৱাই, আরু হে ইস্রায়েল, তোমার নির্ম্মাণ-
কর্ত্তাই এই রূপে কৈছে, ভয় নকরিবা, কিয়নো
ময় তোমাক মুক্ত করিলোঁ ; ময় তোমার নাম ধরি
২ তোমাক মাতিলোঁ, তুমি মোরেই। তুমি জল-

সমুদ্ৰৰ মাজেদি গমন কৰিলে ময় তোমাৰ লগত
থাকিম, আৰু তুমি নদীবোৰৰ মাজেদি গলে
সেইবোৰে তোমাক তল নিনিয়াব; আৰু জুইৰ
মাজেদি চলিলে তুমি দগ্ধ নহবা, তাৰ শিখাই
৩ তোমাক নুপুড়িব। কিয়নো ময় তোমাৰ ঈশ্বৰ
যিহোৱা, ইস্ৰায়েলৰ পবিত্ৰ জনা, তোমাৰ ত্ৰাণ-
কৰ্ত্তা; ময় তোমাৰ মুক্তিৰ মূল্যস্বৰূপে মিচৰ,
আৰু তোমাৰ সলনি কূচ আৰু চবা দিলোঁ।
৪ তুমি মোৰ দৃষ্টিত বহুমূল্য আৰু আদৰণীয়, আৰু
ময় তোমাক প্ৰেম কৰিলোঁ; এই নিমিত্তে ময়
তোমাৰ সলনি মানুহবোৰক, আৰু তোমাৰ
৫ প্ৰাণৰ সলনি লোকসমূহক দিম। ভয় নকৰিবা,
কিয়নো ময় তোমাৰ সঙ্গত আছোঁ; ময় পূব
দিশৰ পৰা তোমাৰ বংশক আনিম, আৰু পশ্চিম
৬ দিশৰ পৰা তোমাক গোটাম। ময় উত্তৰ দিশক
কম, এৰি দিয়া, আৰু দক্ষিণ দিশক কম, নেৰা-
খিবা; মোৰ পোঁহতক দূৰৰ পৰা, আৰু মোৰ
জীহঁতক পৃথিবীৰ সীমাৰ পৰা আনি দিয়া;
৭ মোৰ নামেৰে প্ৰখ্যাত হোৱা, আৰু মোৰ গৌৰৱৰ
অৰ্থে ময় সৃষ্টি কৰা প্ৰত্যেকজনক আনি দিয়া; ময়
তাক গঠন কৰিলোঁ, ময় তাক নিৰ্ম্মাণ কৰিলোঁ।
৮ তোমালোকে চকু থকা অন্ধ লোকক, আৰু কাণ
৯ থকা কলা লোকক উলিয়াই আনা। সকলো
জাতিবিলাক গোট খাওক, আৰু লোকসমূহ একত্ৰ
হওক; সিহঁতৰ মাজৰ কোনে ইয়াক প্ৰকাশ কৰিব
পাৰে? আৰু আগৰ কালৰ কথা কোনে আমাক
শুনাব পাৰে? সিহঁতে আপোন আপোন কথা
প্ৰমাণ কৰিবলৈ আপোন আপোন সাক্ষী
আনোক; নতুবা সিহঁতে শুনি সেয়ে সঁচা বুলি
১০ কওক। যিহোৱাই কৈছে, তোমালোকে জ্ঞান
পাই মোত বিশ্বাস কৰিবলৈ, আৰু ময়েই যে
তেওঁ, ইয়াক বুজিবলৈ তোমালোকেই মোৰ
সাক্ষী আৰু মনোনীত দাস। মোৰ পূৰ্ব্বে কোনো
ঈশ্বৰ নিৰ্ম্মিত হোৱা নাই, আৰু মোৰ পাছেও
১১ কোনো নহব। ময়, ময়েই যিহোৱা, মোৰ
১২ বাহিৰে কোনো ত্ৰাণকৰ্ত্তা নাই। ময়েই প্ৰচাৰ
কৰিলোঁ, ময়েই পৰিত্ৰাণ কৰিলোঁ, আৰু ময়েই
ঘোষণা কৰিলোঁ; কোনো ইতৰ দেৱতা তোমা-
লোকৰ মাজত নাছিল; এই হেতুকে, যিহো-
ৱাই কৈছে, তোমালোকেই মোৰ সাক্ষী, আৰু
১৩ ময়েই ঈশ্বৰ; এনে কি, আদিৰে পৰা ময়েই
তেওঁ, মোৰ হাতৰ পৰা উদ্ধাৰ কৰোঁতা কোনো
নাই; ময় কাৰ্য্য কৰিম, কোনে তাক অন্যথা
কৰিব পাৰে?
১৪ তোমালোকৰ মুক্তিদাতা ইস্ৰায়েলৰ পবিত্ৰ
জনা যিহোৱাই এই কথা কৈছে, ময় তোমা-
লোকৰ নিমিত্তে বাবিললৈ লোক পঠালোঁ;
আৰু ময় সিহঁতৰ সকলোকে পলৰীয়া অৱস্থাত
পেলাই নিয়াম, ময় কল্‌দীয়াইঁতকেই সিহঁতৰ
১৫ আনন্দ কৰা জাহাজত নিয়াম। ময় যিহোৱা,
তোমালোকৰ পবিত্ৰ জনা, ইস্ৰায়েলৰ সৃষ্টিকৰ্ত্তা,
১৬ তোমালোকৰ ৰজা। যি জনাই সমুদ্ৰৰ মাজেদি
বাট, মহাজলৰাশিৰ মাজেদি পথ যুগুত কৰে,
১৭ যি জনাই ৰথ আৰু ঘোঁড়া, সৈন্যসামন্ত
আৰু বীৰবিলাকক বাহিৰ কৰি আনে, (সিহঁত
একেলগে শয়ন কৰি নুঠে, আৰু সিহঁত লুপ্ত হয়,
শলিতাৰ দৰে নুমাই যায়) সেই জনা যিহোৱাই
১৮ এই কথা কৈছে, তোমালোকে পূৰ্ব্বকালৰ কথা
সোঁৱৰণ নকৰিবা, আৰু পুৰণি কথাবোৰলৈ
১৯ বিবেচনা নকৰিবা। দেখা, ময় এক নতুন কাৰ্য্য
কৰিম; সেয়ে এতিয়াই ঘটিব; তোমালোকে
জানো তাক নেজানিবা? ময় অৰণ্যৰ মাজত পথ,
২০ আৰু মৰুভূমিত নদীবোৰ উৎপন্ন কৰিম। বন-
ৰীয়া জন্তুবোৰে, শিয়াল আৰু উট পক্ষীবোৰে
২১ মোক সম্মান কৰিব; কাৰণ, যি জাতিক মোৰ
প্ৰশংসা কীৰ্ত্তন কৰিবৰ অৰ্থে মোৰ নিজৰ
নিমিত্তে নিৰ্ম্মাণ কৰিলোঁ, মোৰ সেই প্ৰজাক,
মোৰ সেই মনোনীত লোকক খাবলৈ পানী
দিবৰ অৰ্থে, ময় অৰণ্যত জল, আৰু মৰুভূমিত
২২ নৈবোৰ উৎপন্ন কৰোঁ। তথাপি হে যাকোব,
তুমি মোক হলে, আহ্বান কৰা নাই; কিন্তু হে
ইস্ৰায়েল, তুমি মোৰ পৰা আমনি পাইছা।
২৩ তুমি মোৰ ওচৰলৈ হোমৰ অৰ্থে মেৰ কি ছাগ
অনা নাই, আৰু তুমি বলিদানৰ দ্বাৰায় মোক
সমাদৰ কৰা নাই। নৈবেদ্যেৰে কৰা দাস্যকৰ্ম্ম
ময় তোমাক কৰোৱা নাই, নাইবা ধূপ লগো-
২৪ ৱাই তোমাক ক্লান্ত কৰা নাই। তুমি ৰূপ দি
মোৰ নিমিত্তে সুগন্ধি বচ কিনা নাই, নাইবা
তুমি তোমাৰ বলিৰ তেলেৰে মোক তৃপ্ত কৰোৱা
নাই; কিন্তু তোমাৰ পাপবোৰৰ দ্বাৰায় মোক
ভাৰগ্ৰস্ত কৰিলা, আৰু তোমাৰ অপৰাধ-
২৫ বোৰেৰে মোক ক্লান্ত কৰিলা। ময়, ময়েই মোৰ
নিজৰ নিমিত্তে তোমাৰ অধৰ্ম্মবোৰ মোচন
কৰোঁ; আৰু তোমাৰ পাপবোৰ মনত নেৰাখিম;
২৬ মোক সোঁৱৰাই দিয়া; আহাঁ, আমি একেলগে
উত্তৰপ্ৰত্যুত্তৰ কৰোঁ; তুমি নিৰ্দ্দোষী হবৰ
২৭ নিমিত্তে প্ৰমাণ দিয়া। তোমাৰ আদিপিতৃ জনে
পাপ কৰিলে, আৰু তোমাৰ মধ্যস্থবিলাকে মোৰ
২৮ অহিতে অধৰ্ম্ম-আচৰণ কৰিলে। এই হেতুকে
ময় পবিত্ৰীকৃত অধ্যক্ষবিলাকক অপবিত্ৰ কৰিম,
যাকোবক শাওৰ আৰু ইস্ৰায়েলক নিন্দাৰ বিষয়
৪৪ কৰিম। তথাপি হে মোৰ দাস যাকোব,
হে মোৰ মনোনীত ইস্ৰায়েল, এতিয়া শুনা।
২ যি জনাই তোমাক নিৰ্ম্মাণ কৰিলে, আৰু তোমাক
গৰ্ভত গঠন কৰিলে, যি জনাই তোমাক উপকাৰ
কৰিব, সেই যিহোৱাই এই কথা কৈছে, হে

মোৰ দাস যাকোব, হে মোৰ মনোনীত যিচুৰূণ,
৩ ভয় নকৰিবা। কিয়নো মই তৃষ্ণাতুৰ লোকৰ ওপ-
ৰত জল ঢালিম, আৰু খৰাং ঠাইৰ ওপৰত নদী
বোৱাম; মই তোমাৰ সন্তানৰ ওপৰত আপোন
আত্মা, তোমাৰ বংশৰ ওপৰত আপোন আ-
৪ শীৰ্ব্বাদ বাকি দিম। তাতে বোৱতী পানীৰ দাঁতিত
বাইচি বৃক্ষ বঢ়াৰ নিচিনাকৈ তৃণৰ মাজত সি-
৫ বিলাক গজি বাঢ়িব। এজনে কব, মই যিহো-
ৱাৰেই, আন জনে নিজকে যাকোব বুলি কব,
আৰু আন এজনে মই যিহোৱাৰ নিজৰ লোক
বুলি নিজৰ হাতত নিজে চাব মাৰিব, আৰু
ইস্রায়েল নাম উপাধিস্বৰূপে লব।

### যিহোৱাৰ ঈশ্বৰত্ব। মূৰ্ত্তিপূজাৰ অনৰ্থকতা।

৬ ইস্রায়েলৰ ৰজা যিহোৱাই, তাৰ মুক্তি-
কৰ্ত্তা বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে
কৈছে, ময়েই আদি, আৰু ময়েই অন্ত; মোৰ
৭ বাহিৰে কোনো ঈশ্বৰ নাই। মই আদি কালৰ
লোকবিলাকক স্থাপন কৰাৰে পৰা মই প্ৰচাৰ
কৰি বুজাই বৰ্ণনা কৰাৰ দৰে, কোনে মোৰ
নিমিত্তে বৰ্ণনা কৰিব পাৰে? হব লগীয়া আৰু
ভবিষ্যত কথা কোনে প্ৰকাশ কৰিব পাৰে?
৮ তোমালোকে নকঁপিবা, আৰু ভয় নকৰিবা;
মই জানো পূৰ্ব্বৰে পৰা তোমালোকক তাক
শুনুউৱা আৰু দেখুউৱা নাই? তোমালোকেই
মোৰ সাক্ষী। মোৰ বাহিৰে জানো আৰু
কোনো ঈশ্বৰ আছে? আন শিলা নাই; থকা
৯ মই নেজানো। কটা মূৰ্ত্তি সাজোঁতাবোৰ সক-
লোৱেই অসাৰ; সিহঁতৰ ৰত্নস্বৰূপ পুতলা-
বোৰ অনুপকাৰী; সিহঁতে লাজ পাবৰ নিমিত্তে
সিহঁতৰ নিজৰ সাক্ষীবোৰে একো নেদেখে,
১০ আৰু একো নুবুজে। কোনে দেৱতা নিৰ্ম্মাণ
কৰিলে, বা একো উপকাৰ কৰিব নোৱৰা মূৰ্ত্তি
১১ সাঁচত ঢালিলে? দেখা, তাত আসক্ত সক-
লোৱে লাজ পাব, আৰু শিল্পকাৰীবোৰ মানুহ
মাথোন; সিহঁত আটাইবোৰে গোট খাওক,
থিয় হওক; সিহঁত কঁপিব, সিহঁতে একেলগে
১২ লাজ পাব। কমাৰে লোহাৰ অস্ত্ৰ নিৰ্ম্মাণ কৰে;
সি তাক আঙ্গঠাত তাও দি হাতুৰিৰে গঢ়ে,
আৰু আপোনাৰ বলৱান হাতেৰে তাক বনায়;
এনে কি, সি ভোকত দুৰ্ব্বল হয়, আৰু পানী
১৩ খাবলৈ নেপাই ক্লান্ত হয়। বাঢ়ৈয়ে সূতা পাৰে;
সি ৰঙা মাটীৰে আঁকে, আৰু বটালিৰে তাৰ
আকৃতি উলিয়ায়; সি কম্পাচ দি তাৰ আকাৰ
নিৰূপণ কৰে, আৰু ঘৰত বাস কৰিবলৈ, মানু-
হৰ সৌন্দৰ্য্য অনুসাৰে মানুহৰ আকৃতিৰে তাক
১৪ নিৰ্ম্মাণ কৰে। কোনোৱে আপোনাৰ নিমিত্তে
এৰচ গছ কাটিবলৈ মন কৰে; সি তিৰ্জা
আৰু অল্লোন গছ লয়; সি কাঠনীৰ গছবোৰৰ
মাজৰ কোনো গছ আপডাল কৰি নিজৰ
নিমিত্তে বঢ়ায়, বা দেবদাৰু গছ ৰোৱে, আৰু
১৫ বৰষুণে তাক ডাঙৰ কৰে। পাছে সেয়ে মানুহে
পোড়া খৰি হয়, আৰু সি তাৰ কেতুখিনি
লৈ নিজে জুই পুৱায়; এনে কি, সি তাৰে জুই
জলাই পিঠা তাও দিয়ে; আকৌ সি তাৰে এটা
দেৱতা নিৰ্ম্মাণ কৰি তাৰ আগত সেৱা কৰে,
আৰু সি তাৰে এটা মূৰ্ত্তি সাজি তাৰ আগত
১৬ প্ৰণিপাত কৰে। সি তাৰ এভাগ জুইত পোড়ে,
আৰু এভাগেৰে মঙহ সিজাই ভোজন কৰে, মঙহ
খৰিকাত দি খাই তৃপ্ত হয়; এনে কি, সি তাৰে
জুই পুৱাই কয়, আয়ো দেহি, বৰ উম লাগিছে!
১৭ খুব তাল তাপ পাইছোঁ! পাছে সি তাৰ অৱ-
শিষ্ট ভাগেৰে এক দেৱতা, নিজৰ এক মূৰ্ত্তি সাজি
তাৰ আগত প্ৰণিপাত কৰে, আৰু তাক সেৱা
কৰে, আৰু তাৰ আগত প্ৰাৰ্থনা কৰি কয়, মোক
উদ্ধাৰ কৰা; কিয়নো তুমি মোৰ দেৱতা।
১৮ সিহঁতে একোকে নেজানে, আৰু নুবুজে; কাৰণ
সিহঁতে দেখিব নোৱৰাকৈ সিহঁতৰ চকু, আৰু
সিহঁতে বিবেচনা কৰিব নোৱৰাকৈ সিহঁতৰ
১৯ হৃদয় তেওঁ লেও দি বন্ধ কৰিলে। মই তাৰ
এডোখৰ জুইত পুড়িলোঁ, এনে কি, তাৰ আঙ্গঠাত
পিঠা তাও দিলোঁ, আৰু মঙহ খৰিকাত দি
খালোঁ; পাছে তাৰ অৱশিষ্ট ভাগেৰে মই এটা
ঘিণলগীয়া মূৰ্ত্তি সাজিম নে? আৰু কাঠ-
ডোখৰৰ আগত নো মই প্ৰণিপাত কৰিম নে?
এই বুলি কবলৈ সিহঁতৰ কোনেও মন নকৰে,
২০ কাৰো জ্ঞান, কি বুজিবৰ শক্তি নাই। সি ছাই
ভোজন কৰে; তাৰ মোহিত মনে তাক এনেকৈ
ভ্ৰান্ত কৰে, যে, সি নিজ প্ৰাণকে উদ্ধাৰ কৰিব
নোৱাৰে, আৰু মোৰ সোঁ হাত প্ৰবঞ্চক বস্তু
ব্যস্ত হৈছে নে? এই বুলি কব নোৱাৰে।
২১ হে যাকোব, হে ইস্রায়েল, এইবোৰ সোঁৱৰণ
কৰা; কিয়নো তুমি মোৰ দাস; মই তোমাক
নিৰ্ম্মাণ কৰিলোঁ; তুমি মোৰেই দাস; হে ইস্ৰা-
২২ য়েল, মই তোমাক নেপাহৰিম। মই তোমাৰ
অপৰাধবোৰ মেঘৰ দৰে, আৰু তোমাৰ পাপ-
বোৰ ভাপৰ দৰে দূৰ কৰিলোঁ; তুমি মোলৈ
ঘূৰি আহাঁ, কিয়নো মই তোমাক মুক্ত কৰিলোঁ।
২৩ হে আকাশমণ্ডল, আনন্দেৰে গান কৰা, কিয়নো
যিহোৱাই এই কাৰ্য্য সিদ্ধ কৰিলে; হে পৃথিবীৰ
অধঃস্থানবিলাক, জয়ধ্বনি কৰা; হে পৰ্ব্বতবিলাক,
হে কাঠনী আৰু তাৰ মাজত থকা সকলো বৃক্ষ-
বিলাক, আনন্দগান কৰিবলৈ ধৰা; কিয়নো
যিহোৱাই যাকোবক মুক্ত কৰিলে, আৰু ইস্ৰা-
য়েলৰ মাজত আপোনাকে গৌৰৱান্বিত কৰিব।

যিহোৱাই কোৰচৰ হাতত কাৰ্য্যভাৰ সমৰ্পণ কৰা ।

২৪ তোমাৰ মুক্তিদাতা, আৰু তোমাক গৰ্ভত গঠন
কৰা যিহোৱাই এই কথা কৈছে, যি জনাই সক-
লোকে সৃষ্টি কৰে, যি জনাই অকলেই আকাশ-
মণ্ডল তৰে, যি জনাই নিজেই পৃথিবী বিস্তাৰ
২৫ কৰে, যি জনাই মিছলীয়াইঁতৰ লক্ষণবোৰ ব্যৰ্থ
কৰে, আৰু মঙ্গলতীবোৰক বলীয়া কৰে, যি জনাই
জ্ঞানীবিলাকক বিমুখ কৰে, আৰু সিবিলাকৰ
২৬ জ্ঞান অসাৰ্থক কৰে, যি জনাই আপোন দাসৰ
বাক্য স্থিৰ কৰে, আৰু আপোন দূতৰ মন্ত্ৰণা সিদ্ধ
কৰে, যি জনাই যিৰূচালেমৰ বিষয়ে কয়, সেয়ে
বসতিৰ ঠাই হব, আৰু যিহূদাৰ নগৰবোৰৰ
বিষয়ে কয়, সেইবোৰ পুনৰায় সজা হব, আৰু তাৰ
ধ্বংস হোৱা ঠাইবোৰ ময় পুনৰায় স্থাপন কৰিম,
২৭ যি জনাই অগাধ জলক কয়, শুকাই যা, আৰু ময়
২৮ তোৰ সোঁতবোৰ শুকুৱাম, যি জনাই কোৰচৰ
বিষয়ে কয়, তেওঁ মোৰ মেৰ-ৰখীয়া, আৰু মোৰ
বাঞ্ছা সিদ্ধ কৰিব, যি জনাই যিৰূচালেমৰ বিষ-
য়েও কয়, তাক পুনৰায় সজা হব, আৰু মন্দিৰক
কয়, তোমাৰ ভিত্তিমূল স্থাপন কৰা হব, সেই
যিহোৱা ময়েই ।

৪৫ যাৰ আগত সকলো জাতিবিলাকক বশীভূত
কৰিবলৈ ময় তেওঁৰ সোঁ হাত ধৰিছোঁ, দুৱাৰ-
বোৰ পুনৰায় জাপ নোখোৱাকৈ যাৰ আগত
সেই দুৱাৰবোৰ মুকলি কৰিবলৈ ৰজাবিলাকৰ
কঁকাল সেলাম, যিহোৱাই সেই আপোন অভি-
২ ষিক্ত কোৰচক এই কথা কৈছে, ময়েই তোমাৰ
আগে আগে গৈ খলাবমা সমান কৰিম, পিত্তলৰ
দুৱাৰবোৰ ভাজি ভোখৰ ভোখৰ কৰিম, আৰু
৩ লোহাৰ ডাংবোৰ ছেদন কৰিম । ময় যে তোমাৰ
নাম কাঢ়ি মাতোঁতা ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱা,
তুমি তাক জানিবৰ নিমিত্তে, ময় তোমাক আন্ধা-
ৰত থকা ধন আৰু গুপুত ঠাইত লুকুৱাই থোৱা
৪ বহুমূল্য বস্তু তোমাক দিম । মোৰ দাস যাকোবৰ
আৰু মোৰ মনোনীত ইস্ৰায়েলৰ নিমিত্তে ময়
তোমাক নাম ধৰি মাতিলোঁ ; যদিও তুমি মোক
জনা নাই, তথাপি ময় তোমাক উপাধি দিলোঁ ।
৫ ময়েই যিহোৱা, আন কোনো নাই ; মোৰ বাহিৰে
৬ কোনো ঈশ্বৰ নাই । সূৰ্য্য উদয় হোৱা ঠাইৰে
পৰা পশ্চিম কাললৈকে সকলো লোকে যেন
মোৰ বাহিৰে কোনো নাই বুলি জানিব পাৰে,
এই নিমিত্তে যদিও তুমি মোক জনা নাই, তথাপি
ময় তোমাৰ কটিবন্ধন কৰিম ; ময়েই যিহোৱা,
৭ আন কোনো নাই । ময় পোহৰ নিৰ্ম্মাণ কৰোঁ,
আৰু অন্ধকাৰ সৃষ্টি কৰোঁ ; ময় শান্তি স্থাপন
কৰোঁ, আৰু অমঙ্গল সৃষ্টি কৰোঁ ; ময় এই
সকলোকে সিদ্ধ কৰোঁতা যিহোৱা ।

৮ হে গগণমণ্ডল, তুমি ওপৰৰ পৰা নিয়ৰস্বৰূপে
ধাৰ্ম্মিকতা বৰ্ষণ কৰা, আৰু মেঘবোৰে ধাৰ্ম্মিকতা
বৰষাওক ; পৃথিবী বিদীৰ্ণ হওক, পৰিত্ৰাণ আৰু
ধাৰ্ম্মিকতা বাঢ়োক ; পৃথিবীয়ে উভয়কে একে-
লগে উৎপন্ন কৰোক ; ময় যিহোৱায়েই ইয়াক
সৃষ্টি কৰিলোঁ ।
৯ যি জনে আপোন নিৰ্ম্মাণকৰ্ত্তাৰ লগত বিবাদ
কৰে, তাৰ সন্তাপ হব ; সি পৃথিবীৰ খোলা-
কটিবোৰৰ মাজৰ এডোখৰ খোলাকটি মাথোন ;
তুমি কি বনাইছা ? এই বুলি জানো বনাওঁতা
জনক মাটীয়ে কব ? বা তাৰ হাত নাই, এই বুলি
১০ জানো তোমাৰ সজা বস্তুৱে কব ? তুমি কি জন্ম
দিছা ? এই বুলি যি জনে বাপেকক, তুমি কি
প্ৰসৱ কৰিছা ? এই বুলি তিৰুতা মানুহক কয়,
১১ তাৰ সন্তাপ হব । ইস্ৰায়েলৰ পবিত্ৰ জনা আৰু
নিৰ্ম্মাণকৰ্ত্তা যিহোৱাই এই কথা কৈছে, তোমা-
লোকে আগলৈ হব লগা ঘটনাৰ বিষয়ে মোক
সোধা ; মোৰ সন্তানবিলাকৰ আৰু মোৰ হাতৰ
১২ কাৰ্য্যৰ ভাৰ মোক সোধাই দিয়া । ময়ে পৃথিবী
নিৰ্ম্মাণ কৰিলোঁ, আৰু তাৰ ওপৰত মনুষ্য সৃষ্টি
কৰিলোঁ ; ময়েই নিজ হাতেৰে আকাশমণ্ডল
বিস্তাৰ কৰিলোঁ, আৰু তাৰ সকলো বাহিনী-
১৩ বিলাকক ময় আজ্ঞা দিলোঁ । বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, ময়েই সেই জনক
ধাৰ্ম্মিকতাসিদ্ধিৰ অৰ্থে উৎপন্ন কৰিলোঁ, আৰু
তেওঁৰ সকলো পথ ময় সমান কৰিম ; তেৱেঁই
মোৰ নগৰখনি সজাব, আৰু বিনামূল্যে কি
বিনা ভেটিয়ে মোৰ দেশান্তৰিত লোকবিলাকক
পঠাই দিব ।
১৪ যিহোৱাই এই ৰূপে কৈছে, মিচৰৰ পৰিশ্ৰমৰ
ফল, আৰু কূচ দেশৰ বাণিজ্যদ্ৰব্য, আৰু দীৰ্ঘকায়ী
চবায়ীয়া লোক তোমাৰ ওচৰলৈ আহিব, আৰু
সিহঁত তোমাৰেই হব : সিহঁত তোমাৰ পাছত
চলোঁতা হব ; সিহঁতে শিকলিৰে বন্ধ হৈ তোমাৰ
ওচৰলৈ আহিব, আৰু তোমাৰ আগত প্ৰণি-
পাত কৰি এই বুলি প্ৰাৰ্থনা কৰিব, স্বৰূপেই
কেৱল তোমাৰ মাজতহে ঈশ্বৰ আছে ; আন
১৫ কোনো নাই, আন কোনো ঈশ্বৰ নাই ; হে
ইস্ৰায়েলৰ ঈশ্বৰ ত্ৰাণকৰ্ত্তা, স্বৰূপেই তুমি
১৬ আপোনাকে গোপনে ৰাখোঁতা ঈশ্বৰ । মূৰ্ত্তি
সাজোঁতাবোৰে লাজ পাব, এনে কি, সিহঁত
সকলোৱেই বিবৰ্ণ হব ; সিহঁত একেবাৰে লাজত
১৭ পৰি বিমুখ হৈ যাব । কিন্তু ইস্ৰায়েল যিহোৱাৰ
দ্বাৰায় অনন্তকলীয়া পৰিত্ৰাণেৰে ৰক্ষিত হব ;
তোমালোকে অনন্ত কাললৈকে কেতিয়াও লজ্জিত
কি বিবৰ্ণ নহবা ।
১৮ কিয়নো যি জনা ঈশ্বৰ, যি জনা পৃথিবীৰ
গঠনকৰ্ত্তা আৰু নিৰ্ম্মাণকৰ্ত্তা, যি জনাই তাক

স্থাপন কৰিলে, যি জনাই অনৰ্থকৰূপে সৃষ্টি
নকৰি বাসস্থানৰ নিমিত্তেহে তাক নিৰ্ম্মাণ
কৰিলে, আকাশমণ্ডলৰ সৃষ্টিকৰ্ত্তা সেই যিহোৱাই
এই কথা কৈছে, ময়েই যিহোৱা, আন কোনো
১৯ নাই। ময় গুপুতে অন্ধকাৰময় দেশৰ কোনো ঠাইত
কথা কোৱা নাই ; তোমালোকে মোক বৃথায়
বিচাৰা, এই বুলি ময় যাকোবৰ বংশক কোৱা
নাই ; ময় যিহোৱাই সত্য কথা কওঁ, যথাৰ্থ
২০ কথা প্ৰকাশ কৰোঁ। হে জাতিবোৰৰ ভিতৰৰ ৰক্ষা
পোৱা লোকবিলাক, তোমালোকে গোট খাই
আহাঁ, একেলগে ওচৰ চাপি আহাঁ ; যিবোৰে
আপোনাৰ কাঠমাত্ৰ প্ৰতিমা ভাৰ বৈ ফুৰে,
আৰু ত্ৰাণ কৰিব নোৱৰা দেৱতাৰ আগত প্ৰাৰ্থনা
২১ কৰে, সিহঁতৰ একো জ্ঞান নাই। তোমালোকে
কথা প্ৰকাশ কৰা আৰু কথা উলিওৱা ; এনে কি,
সিহঁতে একেলগে আলচ কৰোক ; আগৰ কালৰ
পৰা কোনে এই কথা শুনালে ? পূৰ্ব্বকালৰ পৰা
কোনে এই কথা প্ৰকাশ কৰিলে ? ময় যিহোৱাই
কৰা নাই নে ? মোৰ বাহিৰে আন কোনো
ঈশ্বৰ নাই, ময় ন্যায়ৱান ঈশ্বৰ আৰু ত্ৰাণকৰ্ত্তা ;
২২ মোৰ বাহিৰে আন কোনো নাই। হে পৃথিবীৰ
অন্তবাসীবিলাক, মোলৈ দৃষ্টি কৰি পৰিত্ৰাণ-
প্ৰাপ্ত হোৱা ; কিয়নো ময়েই ঈশ্বৰ, আন কোনো
২৩ নাই। মোৰ আগত প্ৰত্যেক আঁঠু যে পৰা হব,
আৰু প্ৰত্যেক জিবাই যে শপথ কৰিব, ময়
আপোন নাম লৈ এনে শপথ কৰিলোঁ ; মোৰ
মুখৰ পৰা ধৰ্ম্মবাক্য ওলাল, আৰু সেয়ে নুলটিব।
২৪ লোকে কব, কেৱল যিহোৱাতহে মোৰ ধাৰ্ম্মিকতা
আৰু বল আছে ; তেওঁৰেই ওচৰলৈ মানুহবিলাক
আহিব, আৰু তেওঁৰ অহিতে কুপিত হোৱা সক-
২৫ লোৱে লাজ পাব। যিহোৱাতেই ইস্ৰায়েলৰ
আটাই বংশ ধাৰ্ম্মিক বুলি গণিত হব, আৰু
তেওঁত গৌৰৱ কৰিব।

বাবিলৰ দেৱতাবোৰৰ বিনাশ আৰু
তাৰ পতন।

**৪৬** বেল দেৱতা নত হল, নবো দোঁ খালে ;
সিহঁতৰ মূৰ্ত্তিবোৰ জন্তু আৰু পশুবোৰৰ
পিঠিত উঠিল। তোমালোকে ইফালসিফালকৈ
লৈ ফুৰোৱা বস্তুবোৰ ভাগৰুৱা জন্তুৰ নিমিত্তে
২ বোজা আৰু ভাৰ হল। সিহঁত দোঁ খাইছে,
একেবাৰে নত হৈছে ; সিহঁতে বোজা উদ্ধাৰ
কৰিব নোৱাৰে ; কিন্তু সিহঁত নিজে বন্দী-
অৱস্থালৈ গৈছে।
৩ গৰ্ব্ভৰ পৰা ময় ভাৰ বৈ নিয়া আৰু মাতৃৰ উদৰৰ
পৰা ময় লৈ ফুৰোৱা হে যাকোবৰ বংশ আৰু
ইস্ৰায়েলৰ বংশৰ সকলো অৱশিষ্ট ভাগ, মোলৈ
৪ কাণ পাতা। বৃদ্ধ-অৱস্থালৈকে সেই ময়ে, আৰু
চুলি পকা কাললৈকে ময়েই তোমালোকক বম ;
ময়েই নিৰ্ম্মাণ কৰিলোঁ, আৰু ময়েই লৈ যাম ;
৫ এনে কি, ময়েই বম আৰু উদ্ধাৰ কৰিম। তোমা-
লোকে মোক কাৰ সদৃশ, আৰু কাৰ সমান
বুলিলে, বা কাৰে সৈতে মোৰ উপমা দিলে, আমি
৬ পৰস্পৰ সমান হম ? যিবোৰে মোনাৰ পৰা
হোৰে হোৰে সোণ দিয়ে আৰু তৰ্জ্জুত ৰূপ জোখে,
সিহঁতে তাৰ দ্বাৰায় এক দেৱতা নিৰ্ম্মাণ কৰিবলৈ
সোণাৰীক বেচ দিয়ে ; সিহঁতে প্ৰণিপাত কৰে,
৭ এনে কি পূজাও কৰে। সিহঁতে তাক কান্ধতকৈ
লৈ যায়, আৰু আপোন ঠাইত তাক স্থাপন
কৰে ; তাতে সি থিয় হৈ থাকে, আপোন ঠাইৰ
পৰা লৰচৰ নহয়, এনে কি, কোনোবাই তাৰ
আগত চিঞৰিলেও সি উত্তৰ দিব নোৱাৰে, নাইবা
সঙ্কটৰ পৰা তাক উদ্ধাৰ কৰিব নোৱাৰে।
৮ তোমালোকে ইয়াক সোঁৱৰণ কৰা, আৰু
আপোনাৰ পুৰুষালি দেখুউৱা, হে অধৰ্ম্ম-
আচৰণ কৰোঁতাবিলাক, ইয়াক আকৌ মনত
৯ কৰা। আগৰ কালৰ পুৰাতন কথা সোঁৱৰণ
কৰা ; কিয়নো ময়েই ঈশ্বৰ, আন কোনো নাই ;
১০ ময়েই ঈশ্বৰ, মোৰ তুল্য কোনো নাই। মোৰ
কল্পনা থিৰে থাকিব, আৰু মোৰ সকলো বাঞ্ছা
সিদ্ধ কৰিম, এই বুলি, শেষত ঘটিব লগীয়া
কথা আদিৰে পৰা, আৰু এতিয়াও যি সিদ্ধ
হোৱা নাই, সেইবোৰ পুৰণী কালৰ পৰা প্ৰকাশ
১১ কৰি আহিছোঁ। ময় পূব দিশৰ পৰা এক হিংসক
চৰাইক, দূৰ দেশৰ পৰা মোৰ মন্ত্ৰণাসাধক পুৰুষক
মাতিম ; এনে কি, ময় কলোঁ, ময় তাক সিদ্ধও
কৰিম ; ময় মন কৰিলোঁ, ময় তাৰ দৰে কাৰ্য্যও
১২ কৰিম। হে ধাৰ্ম্মিকতাৰ পৰা দূৰে থকা এক-
১৩ গুঁয়াবিলাক, মোলৈ কাণ পাতা। ময় নিজৰ
ধাৰ্ম্মিকতা ওচৰলৈ আনিছোঁ ; সেয়ে দূৰত নে-
থাকিব, আৰু মোৰ পৰিত্ৰাণৰ পলম নহব ;
এনে কি, ময় মোৰ শোভাস্বৰূপ ইস্ৰায়েলৰ
নিমিত্তে চিৰোনত পৰিত্ৰাণ স্থাপন কৰিম।

**৪৭** হে কুমাৰী* বাবিল জীয়াৰী, তুমি নামি
আহি ধূলিত বহা ; হে কল্‌দিয়া জীয়াৰী,
সিংহাসনত নহয়, মাটিত বহা ; কিয়নো তোমাক
কোমল আৰু সুখীয়া বুলি পুনৰায় কোৱা নে-
২ যাব। যাঁত লৈ আতা পিহা ; তোমাৰ ওৰণি
গুচুউৱা, তোমাৰ গোৰোহা লেতোৱা কাপড়
সোলোকাই থোৱা, কৰজমলৈকে তোমাৰ কাপড়
৩ দাঙি নদনদী পাৰ হোৱা। তোমাৰ উলঙ্গতা
প্ৰকাশ পাব, এনে কি, তোমাৰ লাজৰ বিষয়
দেখা যাব ; ময় প্ৰতীকাৰ সাধিম, কাৰো মুখ-

* এই শব্দে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা বুজায়।

৪ লৈ নেচাম। আমার মুক্তিদাতার নাম বাহিনী-
বিলাকর যিহোৱা, ইস্রায়েলর পবিত্র জনা।
৫ হে কল্‌দিয়া জিয়ারী, নিজম দি বহা, আরু
আন্ধারর মাজলৈ যোৱা ; কিয়নো তুমি রাজ্য-
৬ বোরর কর্ত্রী বুলি আরু প্রখ্যাত নহবা। ময়
মোর প্রজাবিলাকর ওপরত ক্রোধ করিলোঁ, ময়
মোর নিজর আধিপত্য অপবিত্র করিলোঁ, আরু
তোমার হাতত সিবিলাকক সমর্পণ করিলোঁ ;
তুমি সিবিলাকলৈ একো দয়া নেদেখুৱালা, তুমি
বৃদ্ধবিলাকর ওপরত আপোনার যুঁৱলি অতি
৭ গধুর করি দিলা। আরু তুমি কলা, ময় চির-
কাললৈকে কর্ত্রী হৈ থাকিম ; এই কারণে তুমি
এইবোর কথাত মনোযোগ করা নাই, ইয়ার
শেষফলর বিষয়েও নেভাবিলা।
৮ এই হেতুকে হে ইন্দ্রিয়সুখাভিলাষিণি, হে
নিশ্চিন্তে বহি থাকোঁতা জনী, তুমি এই কথা
শুনা, তুমি আপোন মনতে কৈছা, ময়হে আছোঁ,
মোর বাহিরে আন কোনো নাই ; ময় কেতিয়াও
বিধৱা-অৱস্থা নেপাম, আরু সন্তানহানি নেজা-
৯ নিম। কিন্তু সন্তানহানি আরু বিধৱা-অৱস্থা
এই দুটা কথা একে নিমিষতে একে দিনতে
তোমালৈ ঘটিব ; তোমার অধিক মায়াকর্ম্ম,
আরু তোমার অনেক তন্ত্রমন্ত্র থকাতো সেইবোর
১০ সম্পূর্ণকৈ তোমালৈ ঘটিব। কিয়নো তুমি আপোন
দুষ্টতাত নির্ভর করিছা ; মোক কোনেও নেদেখে
বুলি তুমি কৈছা ; তোমার বিদ্যা আরু জ্ঞানেই
তোমাক বিপথগামী করিলে ; তুমি আপোন
মনত ভাবিলা, যে, ময়হে আছোঁ, মোর বাহিরে
১১ আন কোনো নাই। এই হেতুকে তোমালৈ
অমঙ্গল ঘটিব, তুমি তার প্রভাত দেখিবলৈ
নেপাবা ; বিপদে তোমাক আক্রমণ করিব,
মন্ত্রেরে তুমি তাক দূর করিব নোৱারিবা ; তুমি
নজনাকৈ উচ্ছন্নতাই অকস্মাতে তোমাক আক্রমণ
১২ করিব। যি তন্ত্রমন্ত্রবোরত আরু মায়াকর্ম্মত তুমি
সরু কালরে পরা পরিশ্রম করিলা, সেইবোরত
লাগি থাকা ; কিজানি তুমি উপকার পাব পারা,
১৩ কিজানি তুমি জিকিব পারা। তুমি আপোন
মন্ত্রণার বাহুল্যত ক্লান্ত হৈছা ; জ্যোতিষীয়া-
বিলাক, নক্ষত্রগণনাকারীবিলাক, আরু মাসিক
দৈবঘটনা প্রকাশ করোঁতাবিলাকে উঠি, তোমালৈ
যি যি ঘটিব, তার পরা তোমাক উদ্ধার করোক।
১৪ দেখা, সিহঁত খেরর নিচিনা হব ; সিহঁতক
জুয়ে পুড়ি পেলাব, সিহঁতে অগ্নিশিখার পরা
আপোনাবিলাকর প্রাণ উদ্ধার করিব নোৱা-
রিব ; সেয়ে উম পাবলৈ, বা আগত বহি জুই
১৫ পুৱাবলৈ জ্বলা আঙঠার দরেও নহব। তুমি যি
সকলো বিষয়ত পরিশ্রম করিলা, সেইবোররো
এই দশা হব ; যিবিলাকে তোমারে সৈতে সরু-
কালরে পরা বেপার বাণিজ্য করিলে, সি-
বিলাক প্রতিজনে দিহাদিহি গুচি যাব, তোমাক
নিস্তার করিবলৈ কোনো নেথাকিব।

বাবিলর পরা ইস্রায়েলর নিস্তার।

৪৮ হে ইস্রায়েল নামেরে প্রখ্যাত, আরু যিহূ-
দার জলসমূহর পরা উৎপন্ন হোৱা যাকোবর
বংশ, এই কথা শুনা, (সিবিলাকে যিহোৱার নাম
লৈ শপথ করে, আরু ইস্রায়েলর ঈশ্বরক উল্লেখ
করে, কিন্তু সত্য কি ধার্ম্মিকতারে উল্লেখ নকরে ;
২ কিয়নো সিহঁতে নিজকে নিজে পবিত্র নগরর
লোক বুলি কয়, আরু বাহিনীবিলাকর যিহোৱা
নামেরে প্রখ্যাত ইস্রায়েলর ঈশ্বরত নির্ভর
৩ করে।) ইতিপূর্ব্বে ময় আগর কথা প্রকাশ
করিলোঁ ; এনে কি, সেইবোর মোর মুখর
পরা ওলাল, আরু ময় সেইবোর শুনালোঁ ;
অকস্মাৎ ময় সেইবোর সিদ্ধ করিলোঁ, আরু
৪ সেইবোর ঘটি উঠিল। কিয়নো ময় জানো, যে,
তুমি অবাধ্য, তোমার ডিঙি লোহার শির-
৫ স্বরূপ, আরু তোমার কপাল পিত্তলস্বরূপ। এই
হেতুকে ময় ইতিপূর্ব্বে তাক তোমার আগত
প্রকাশ করিলোঁ ; সেইবোর মোর মূর্ত্তিয়ে করিলে,
মোর কটা প্রতিমাই মোর সাঁচত ঢলা মূর্ত্তিয়ে
সেইবোর আজ্ঞা করিলে, এই বুলি তুমি নকবর
নিমিত্তে, এই ঘটনা নৌ ঘটোঁতেই, ময় তোমার
৬ আগত তাক শুনালোঁ। তুমি তাক শুনিলা ; তুমি
সেই সকলোকে চোৱা ; আরু তোমালোকেই
জানো তাক স্বীকার নকরিবা ? এতিয়ারে পরা
ময় তোমাক নতুন বিষয়বোর, এনে কি, তুমি
আগেয়ে নজনা গুপ্ত বিষয়বোর তোমাক জনাওঁ।
৭ সেইবোর এতিয়া সৃজন করা হল, আগর পরা
নাছিল ; দেখা, সেইবোর মোর জনা আছিল,
এই বুলি তুমি নকবর নিমিত্তে, আজির পূর্ব্বে
৮ সেইবোর শুনা নাছিলা। তুমি শুনা নাই, আরু
জনাও নাই, এনে কি, পূর্ব্বকালরে পরা তোমার
কাণ মুকলি করা নাছিল ; কিয়নো ময় জানো,
যে, তুমি অতি বিশ্বাসঘাতকতা করিছা, আরু
গর্ভরে পরা অধর্ম্মাচারী নামেরে প্রখ্যাত
৯ আছা। ময় তোমাক উচ্ছন্ন নকরিবর নিমিত্তে,
ময় আপোন নামর কারণে ক্রোধ বৈ দিম,
আরু মোর প্রশংসার কারণে তোমার পরা
১০ ক্রোধ আটকি রাখিম। দেখা, ময় তোমাক জুইত
খপিলোঁ, কিন্তু রূপ বুলি খপা নাই ; দুঃখরূপ
ভাটীর মাজত ময় তোমাক পরীক্ষা করি ললোঁ।
১১ ময় নিজর নিমিত্তে, কেৱল নিজরেই নিমিত্তে
কার্য্য করিম ; কিয়নো মোর নাম অপবিত্র
করিবলৈ ময় কেনেকৈ দিব পারোঁ ? ময় মোর
গৌরব অন্যক নিদিম।

১২ হে যাকোব, হে মোর আমন্ত্রিত ইস্রায়েল,
মোলৈ কাণ পাতা ; ময়েই তেওঁ, ময়েই আদি,
১৩ ময়েই অন্তও। এনে কি, মোরেই হাতে পৃথিবীর
ভিত্তিমূল স্থাপন করিলে, মোরেই সোঁ হাতে
আকাশমণ্ডল বিস্তার করিলে ; ময় সেইবোরক
মাতিলে সেই সকলো একেবারে থিয় হয়হি।
১৪ তোমালোক সকলোরে গোট খাই শুনা ; সিহঁতর
মাজত কোনে এইবোর কথা প্রকাশ করিলে ?
যাক যিহোৱাই প্রেম করে, সেই জনেই বাবিলত
তেওঁর মনর ইচ্ছা পূর্ণ করিব, আরু তেওঁর বাহুবল
১৫ কল্‌দীয়াহঁতর ওপরত প্রকাশ করিব। ময়, ময়েই
কথা কলোঁ, এনে কি, ময়েই সেই জনক মাতিলোঁ,
ময়েই সেই জনক আনিলোঁ ; আরু সেই জন
১৬ আপোন পথত কৃতকার্য্য হব। তোমালোকে মোর
ওচরলৈ আহি এই কথা শুনা ; ময় আদিরে পরা
গুপুতে কথা কোরা নাই ; সেই ঘটনা হোৱারে
পরা ময় তাত বর্ত্তমান আছোঁ, আরু এতিয়া প্রভু
যিহোৱাই আপোন আত্মা দি মোক পঠালে।
১৭ তোমার মুক্তিদাতা ইস্রায়েলর পবিত্র জনা যিহো-
ৱাই এই কথা কৈছে, তোমার উপকারর অর্থে
তোমাক শিক্ষা দিওঁতা, তুমি যাব লগীয়া বাটেদি
তোমাক নিওঁতা তোমার ঈশ্বর যিহোৱা ময়েই।
১৮ অহ, তুমি মোর আজ্ঞাত মন দিয়া হলে, কেনে
ভাল আছিল ! দিয়া হলে, তোমার শান্তি নদীর
নিচিনা, আরু তোমার ধার্ম্মিকতা সমুদ্রর ঢৌর
১৯ নিচিনা হলহেঁতেন ; তোমার বংশও বালির
নিচিনা, আরু তোমার ঔরসর সন্তানসন্ততিও তার
কণিকাসমূহর নিচিনা হলহেঁতেন ; দিলে তার
নাম মোর আগর পরা লুপ্ত কি নষ্ট নহব।
২০ তোমালোক বাবিলর পরা বাহির হোৱা, কল্‌-
দীয়াবিলাকর মাজর পরা পলাই যোৱা ; তোমা-
লোকে আনন্দগানেরে প্রকাশ করা, ইয়াক জনোৱা,
পৃথিবীর সীমালৈকে ইয়াক প্রচার করা ; তোমা-
লোকে কোৱা, যিহোৱাই আপোন দাস যাকোবক
২১ মুক্ত করিলে। যেতিয়া তেওঁ সিবিলাকক মরুকান
ভূমিয়েদি লৈ গৈছিল, তেতিয়া সিবিলাকর
পিয়াহ লগা নাছিল ; তেওঁ সিবিলাকর নিমিত্তে
শিল্‌টোর পরা পানী বোৱালে, আরু তেওঁ
শিল্‌টো ফালিলত জলসমূহ বেগেরে ওলাল।
২২ যিহোৱাই কৈছে, দুষ্ট লোকবিলাকর কোনো
শান্তি নাই।

যিহোৱার দাসর আরু তেওঁ কৃতকার্য্য
হোৱার বিষয়।

৪৯ হে দ্বীপবিলাক, মোর বাক্য শুনা ; হে
দূরত থকা জাতিবিলাক, মোলৈ কাণ পাতা ;
ময় গর্ভত স্থিতি হোৱারে পরা যিহোৱাই মোক
মাতিলে, মোর মাতৃর উদরত থকারে পরা তেওঁ
২ মোর নাম উল্লেখ করিলে। তেওঁ মোর মুখ
চোকা তরোৱালর নিচিনা করিলে, তেওঁ আপো-
নার হাতর ছাঁয়াত মোক লুকুৱাই থলে ; তেওঁ
মোক শানত দিয়া বাণস্বরূপ করিলে, তেওঁ
৩ আপোনার তূণর ভিতরত মোক রাখিলে। তেওঁ
মোক কলে, তুমি মোর দাস, যাত ময় গৌর-
৪ রান্বিত হম, সেই ইস্রায়েল। কিন্তু ময় কলোঁ, ময়
মিছাকৈয়ে শ্রম করিলোঁ, অনর্থক আরু অসার-
রূপে মোর শক্তি নষ্ট করিলোঁ ; তথাপি অরুণ্যে
মোর হক যিহোৱার লগত আছে, আরু মোর
৫ শ্রমর ফল মোর ঈশ্বরর ওচরত আছে। যি
জনাই নিজর ওচরলৈ যাকোবক পুনরায় আনি-
বর নিমিত্তে, আরু ইস্রায়েলক তেওঁর ওচরত
গোট খুৱাবর অর্থে তেওঁর দাস হবলৈ মোক
গর্ভত নির্ম্মাণ করিলে, সেই যিহোৱাই এতিয়া
কৈছে ;—আরু ময় যিহোৱার দৃষ্টিত মর্য্যাদা-
৬ বান, আরু মোর ঈশ্বর মোর বলস্বরূপ।—তেওঁ
কৈছে, যে, যাকোবর কৈদবিলাকক উন্নত করিবর
অর্থে, আরু ইস্রায়েলর রক্ষা করা লোকবিলাকক
পুনরায় স্থাপন করিবর অর্থে তুমি মোর দাস
হোৱা অতি সরু বিষয় ; পৃথিবীর অন্তলৈকে
তুমি মোর পরিত্রাণর উপায় হবর নিমিত্তে ময়
তোমাক জাতিবিলাকর আগত দীপ্তিস্বরূপে
৭ করিম। যাক মানুহে হেয়জ্ঞান করে, যাক দেশর
লোকে ঘিণ করে, যি জনা অধিপতিবিলাকর দাস,
তেওঁক ইস্রায়েলর মুক্তিদাতাই, তেওঁর পবিত্র
জনা যিহোৱাই এই কথা কৈছে, যি যিহোৱা
বিশ্বাসী, ইস্রায়েলর যি পবিত্র জনাই তোমাক
মনোনীত করিলে, তেওঁরেই নিমিত্তে রজাবিলাকে
তোমাক দেখিলে উঠিব, আরু অধিপতিবি-
৮ লাকে দেখিলে প্রণিপাত করিব। যিহোৱাই এই
কথা কৈছে, অনুগ্রহর কালত ময় তোমাক উত্তর
দিলোঁ, আরু পরিত্রাণর দিনা তোমাক উপকার
করিলোঁ ; আরু দেশর উন্নতি করিবলৈ, লোক-
বিলাকক উচ্ছন্ন হোৱা আধিপত্যবোর অধিকার
৯ করাবলৈ, বন্দীয়ারবোরক ওলাই আহাঁ বুলি,
আন্ধারত থকাবিলাকক দেখা দিয়া বুলি কব-
লৈ, ময় তোমাক রক্ষা করি লোকবিলাকর নিয়ম-
স্থাপকস্বরূপে তোমাক নিযুক্ত করিম। সিবি-
লাকে বাটত চরিব, আরু আটাই নাঙঠা পর্ব্বত
১০ সিবিলাকর চরণী ঠাই হব। সিবিলাক ক্ষুধাতুর
কি তৃষ্ণাতুর নহব ; র'দে বা সূর্য্যর তাপে সি-
বিলাকক কষ্ট নিদিব ; কিয়নো যি জনাই সি-
বিলাকক দয়া করে, তেওঁ সিবিলাকক লৈ যাব,
এনে কি, সিবিলাকক জলর ভুমুকর ওচরে-
১১ দি চলাই নিব। আরু ময় মোর সকলো
পর্ব্বতক পথ করিম, আরু মোর রাজ-আলি-
১২ বোর ওখ করা হব। দেখা, ইবিলাক দূরর পরা

আহিছে, আৰু দেখা, ইবিলাকে উত্তৰ আৰু
পশ্চিম দিশৰ পৰা আগমন কৰিছে, আৰু
১৩ ইবিলাক চিনীম দেশৰ পৰা আহিছে। হে
আকাশমণ্ডল, গান কৰা; হে পৃথিবি, উল্লা-
সিত হোৱা; হে পৰ্ব্বতবিলাক, আনন্দগান
কৰিবলৈ ধৰা; কিয়নো যিহোৱাই আপোন
প্ৰজাবিলাকক সান্ত্বনা কৰিলে, আৰু তেওঁৰ
দুঃখিতবিলাকক তেওঁ দয়া কৰিব।

চিয়োনক কোৱা সান্ত্বনাবাক্য।

১৪ কিন্তু চিয়োনে কলে, "যিহোৱাই মোক ত্যাগ
১৫ কৰিলে, আৰু প্ৰভুৱে মোক পাহৰিলে।" তিৰুতা
মানুহে আপোনাৰ পেটৰ সন্তানক স্নেহ নকৰা-
কৈ জানো আপোনাৰ পিয়াহ খোৱা কেঁচুৱাক
পাহৰিব পাৰে? হয়, সিহঁতে পাহৰিব পাৰে,
১৬ তথাপি ময় তোমাক নেপাহৰিম। দেখা, ময়
মোৰ হাতৰ তলুৱাত তোমাক খোদিত
কৰিলোঁ; তোমাৰ গড়বোৰ সদায় মোৰ দৃষ্টিত
১৭ আছে। তোমাৰ সন্তানবিলাকে আহিবলৈ
বেগাবেগি কৰিছে; তোমাক বিনষ্ট কৰোঁতা,
আৰু তোমাক উচ্ছন্ন কৰোঁতাবোৰ তোমাৰ
১৮ মাজৰ পৰা ওলাই যাব। তুমি চাৰিওফালে চকু
ফুৰাই চোৱা; এই সকলো একেলগে গোট খাই
তোমাৰ ওচৰ চাপিছে। যিহোৱাই কৈছে, ময়
মোৰ জীৱনৰ শপথ কৰি কৈছোঁ, তুমি অৱশ্যে
ভূষণস্বৰূপে এই সকলোকে পিন্ধিবা, আৰু
কন্যাৰ নিচিনাকৈ এই সকলোকে টঙালিস্বৰূপে
১৯ বান্ধিবা। কিয়নো, তোমাৰ উচ্ছন্ন আৰু
ধ্বংস হোৱা ঠাইবোৰৰ, আৰু তোমাৰ নষ্ট
হোৱা দেশৰ বিষয়ে কবলৈ গলে, নিশ্চয়ে তুমি
নিবাসীবিলাকৰ নিমিত্তে অতি ঠেক হবা, আৰু
২০ তোমাক গ্ৰাস কৰোঁতাবোৰ দূৰ হব। সন্তান-
বিৰহিতা যি তুমি, তোমাৰ সন্তানবিলাকে, তুমি
শুনাকৈ ইজনে সিজনক কব, মোৰ নিমিত্তে ঠাই
অতি ঠেক হৈছে, মোক থাকিবলৈ ঠাই দিয়া;
২১ তাতে তুমি মনে মনে কবা, ময় সন্তানবিৰহিতা,
অকলসৰীয়া, দেশান্তৰিতা, আৰু ভ্ৰমণকাৰিণী
আছিলোঁ; এনে স্থলত মোৰ নিমিত্তে এই-
বিলাক কোনে উৎপন্ন কৰিলে? আৰু কোনে
এইবিলাকক ডাঙৰ দীঘল কৰিলে? দেখা, ময়
অকলেই অৱশিষ্ট আছিলোঁ; এইবিলাক ক'ত
আছিল?

২২ প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, ময়
জাতিবিলাকলৈ হাত দাঙি ইঙ্গিত কৰিম,
আৰু লোকসমূহলৈ মোৰ ধ্বজা তুলিম; তাতে
সিবিলাকে তোমাৰ পুত্ৰবিলাকক বুকুত বান্ধি
আনিব, আৰু তোমাৰ জীয়াৰীবিলাকক কান্ধত
২৩ তুলি অনা হব। আৰু ৰজাবিলাক তোমাৰ পক্ষে
লৰাক আলপৈচান ধৰা তোমাৰ পিতৃ, আৰু
সিবিলাকৰ ৰাণীবিলাক পিয়াহ দিয়া তোমাৰ
মাতৃস্বৰূপ হব; সিবিলাকে মাটিত মুখ লগাই
তোমাৰ আগত প্ৰণিপাত কৰিব, আৰু তোমাৰ
ভৰিৰ ধূলি চেলেকিব; তাতে, ময়েই যে যিহোৱা,
তুমি তাক জানিবলৈ পাবা, আৰু মোলৈ অপেক্ষা
২৪ কৰোঁতাবিলাকে লাজ নেপাব। বীৰে যুদ্ধত ধৰা
প্ৰাণীক জানো তাৰ হাতৰ পৰা কাঢ়ি নিয়া
হব? বা ন্যায়মতে ধৰি অনা বন্দীবোৰক জানো
২৫ মোকলোৱা যাব? কিন্তু যিহোৱাই এই কথা
কৈছে, বীৰে ধৰা বন্দীবিলাককো কাঢ়ি নিয়া
হব, আৰু ভয়ঙ্কৰ লোকে ধৰা প্ৰাণীকো মোক-
লোৱা যাব; কিয়নো তোমাৰে সৈতে বিবাদ
কৰোঁতাৰ লগত ময়েই বিবাদ কৰিম, আৰু
২৬ তোমাৰ সন্তানবোৰক পৰিত্ৰাণ কৰিম। আৰু
তোমাক উপদ্ৰৱ কৰোঁতাবোৰক ময় সিহঁতৰ
নিজৰেই মঙহ খুৱাম, আৰু সিহঁতে নতুন
দ্ৰাক্ষাৰসৰ নিচিনাকৈ নিজৰ তেজকেই নিজে
পান কৰি মতোৱাল হব; তাতে, ময়েই
যে যিহোৱা, তোমাৰ ত্ৰাণকৰ্ত্তা, তোমাৰ মুক্তি-
দাতা, আৰু যাকোবৰ পৰাক্ৰমী জনা, তাক
সকলো মৰ্ত্ত্যাই জানিব।

৫০ যিহোৱাই এই কথা কৈছে, ময় যি পত্ৰৰ
দ্বাৰায় তোমাৰ মাতৃক ত্যাগ কৰিলোঁ,
তোমাৰ মাতৃৰ সেই ত্যাগপত্ৰ ক'ত? আৰু মোৰ
মহাজনবিলাকৰ মাজৰ কাৰ ওচৰত তোমালোকক
বেচিলোঁ? দেখা, তোমালোকৰ অপৰাধৰ নি-
মিত্তেহে তোমালোকক বেচা হল, আৰু তোমা-
লোকৰ অধৰ্ম্মৰ কাৰণেহে তোমালোকৰ মাতৃক
২ ত্যাগ কৰা হল। ময় আহিলত, কিয় কোনো
লোক উপস্থিত নহল? ময় মাতিলত, কিয়
উত্তৰ দিবলৈ কোনো নাছিল? মোৰ হাত ইমান
চুটি নে, যে, ময় তাৰে মুক্ত কৰিব নোৱাৰোঁ?
উদ্ধাৰ কৰিবলৈ জানো মোৰ শক্তি নাই? দেখা,
ময় ধমকিতেই সমুদ্ৰ শুকুৱাওঁ, আৰু নৈবোৰক
মৰুভূমি কৰোঁ; তাতে তাৰ মাছবোৰ পানীৰ
অভাৱত মৰি দুৰ্গন্ধ হয়, আৰু পিয়াহতে মৰা
৩ পৰে। ময় আকাশমণ্ডলক ক'লা কাপড় পিন্ধা
যেন কৰোঁ, আৰু চট কাপড় তাৰ আবৰণস্বৰূপ
কৰোঁ।

যিহোৱাৰ দাসৰ ধৈৰ্য্য।

৪ ময় যেন ক্লান্ত হোৱা লোকক বাক্যেৰে সুস্থিৰ
কৰিব পাৰোঁ, এই নিমিত্তে প্ৰভু যিহোৱাই মোক
শিক্ষিত লোকৰ জিবা দিলে। তেওঁ প্ৰতিৰাতি-
পুৱাতে মোক চেতনায়, এনে কি, শিক্ষিত লোকৰ
দৰে শুনিবৰ নিমিত্তে মোৰ কাণ চেতনায়।
৫ প্ৰভু যিহোৱাই মোৰ কাণ মুকলি কৰিলে; তাতে

৬ ময় অবাধ্য নহলোঁ, বা পাছ নুহঁহকিলোঁ। ময়
প্ৰহাৰ কৰোঁতাবিলাকলৈ আপোন পিঠি, আৰু
দাঁড়ি উঘালোঁতাবিলাকলৈ আপোন গাল পাতি
দিলোঁ, অপমান আৰু থুইৰ পৰা মোৰ মুখ
৭ নেঢাকিলোঁ। কিয়নো প্ৰভু যিহোৱাই মোক
সহায় কৰিব বুলি ময় বিবৰ্ণ নহলোঁ; এই কাৰণে
মোৰ মুখ চকমকি পাথৰৰ নিচিনা কৰিলোঁ;
আৰু ময় যে লাজ নেপাম, ইয়াক ময় জানো।
৮ মোক নিৰ্দ্দোষী কৰোঁতা জনা ওচৰত আছে;
কোনে মোৰ লগত প্ৰতিবাদ কৰিব? আহাঁ,
আমি একেলগে থিয় হওঁ; মোৰ প্ৰতিবাদী
৯ কোন? সি মোৰ ওচৰলৈ আহোক। দেখা,
প্ৰভু যিহোৱাই মোক সহায় কৰিব; কোনে
মোক দোষী কৰিব? দেখা, সিহঁত সকলোৱেই
কাপড়ৰ দৰে জীৰ্ণ হব; পোকে সিহঁতক খাই
পেলাব।

১০ তোমালোকৰ মাজত যিহোৱাক ভয় কৰোঁতা,
তেওঁৰ দাসৰ বাক্যত মনোযোগ কৰোঁতা কোন
মানুহ আছে? যি জনে পোহৰ নোপোৱাকৈ
আন্ধাৰত ফুৰে, সি যিহোৱাৰ নামত ভৰসা
কৰোক, আৰু আপোন ঈশ্বৰত নিৰ্ভৰ কৰোক।
১১ দেখা, জুই জ্বলাওঁতা, আৰু জ্বলি থকা কাঁড়
টঙালিস্বৰূপে বান্ধোতা যি তোমালোক, তোমা-
লোক আপোনাবিলাকৰ অগ্নিশিখাৰ মাজত আৰু
নিজে জ্বলোৱা কাঁড়ৰ মাজত ফুৰা। ইয়াক
তোমালোকে মোৰ হাতৰ পৰা পাবা; তোমা-
লোকে যাতনাত শয়ন কৰিবা।

**পৰিত্ৰাণৰ উদয়। চিয়োনৰ দুৰৱস্থাৰ
পৰিবৰ্ত্তন।**

৫১ হে ধাৰ্ম্মিকতা অনুসাৰে চলোঁতাবিলাক, হে
যিহোৱাক বিচাৰোঁতাবিলাক, মোলৈ কাণ
পাতা; তোমালোকক যি শিলৰ পৰা কটা আৰু
যি গাঁতৰ পৰা খন্দা হৈছিল, তালৈ দৃষ্টি কৰা।
২ তোমালোকৰ পিতৃ অব্ৰাহাম আৰু তোমালোকৰ
প্ৰসৱকাৰিণী চাৰালৈ দৃষ্টি কৰা; কিয়নো, যেতিয়া
তেওঁ অকলে আছিল, তেতিয়া ময় তেওঁক মাতি
৩ আশীৰ্ব্বাদ দি বহুবংশ কৰিলোঁ। কাৰণ যিহো-
ৱাই চিয়োনক সান্ত্বনা কৰিলে, তেওঁ তাৰ সকলো
উচ্ছন্ন ঠাইক সান্ত্বনা কৰিলে, আৰু তাৰ অৰণ্য
এদনৰ তুল্য, আৰু তাৰ মৰুভূমি যিহোৱাৰ
উদ্যানৰ নিচিনা কৰিলে; তাৰ মাজত আনন্দ
আৰু হৰ্ষ, স্তুতিগান আৰু গীতৰ ধ্বনি পোৱা
যাব।
৪ হে মোৰ প্ৰজাবিলাক, মোলৈ মন দিয়া, হে
মোৰ লোকসমূহ, মোলৈ কাণ পাতা; কিয়নো
মোৰ পৰাই এক ব্যৱস্থা ওলাব, আৰু জাতি-
বিলাকৰ দীপ্তিৰ নিমিত্তে ময় মোৰ শাসন স্থাপন
৫ কৰিম। মোৰ ধাৰ্ম্মিকতা ওচৰ, মোৰ পৰিত্ৰাণ
উদয় হল, আৰু মোৰ নিজ বাহুৱে জাতিবিলাকৰ
বিচাৰ নিষ্পত্তি কৰিব; দ্বীপবোৰে মোলৈ বাট
চাই থাকিব, আৰু মোৰ বাহুবলত ভৰসা কৰিব।
৬ তোমালোকে আকাশলৈ চকু তুলি চোৱা, আৰু
তলত থকা পৃথিবীলৈ দৃষ্টি কৰা; কিয়নো
আকাশমণ্ডল ধুঁৱাৰ দৰে গুচি যাব, আৰু পৃথিবী
কাপড়ৰ দৰে জীৰ্ণ হব, আৰু তাৰ নিবাসী-
বিলাক সেই দৰেই মৰা পৰিব; কিন্তু মোৰ
পৰিত্ৰাণ চিৰস্থায়ী হব, আৰু মোৰ ধাৰ্ম্মিকতা
বিনষ্ট নহব।
৭ হে ধাৰ্ম্মিকতা জনা লোকবিলাক, হে হৃদয়ত
মোৰ ব্যৱস্থাক ঠাই দিয়া জাতি, তোমালোকে
মোৰ কথা শুনা; মানুহৰ নিন্দালৈ ভয় নকৰিবা,
৮ আৰু সিহঁতৰ বিদ্ৰূপত ব্যাকুল নহবা। কিয়নো
কাপড় খোৱাৰ দৰে কীটে সিহঁতক খাব, আৰু
নোম খোৱাৰ দৰে পোকে সিহঁতক খাব; কিন্তু
মোৰ ধাৰ্ম্মিকতা চিৰস্থায়ী হব, আৰু মোৰ পৰি-
ত্ৰাণ পুৰুষানুক্ৰমে থাকিব।
৯ হে যিহোৱাৰ বাহু, সাৰ পোৱা, সাৰ পোৱা,
বল বান্ধা, প্ৰাচীন কালত পূৰ্ব্বপুৰুষবিলাকৰ
পুৰাতন যুগত সাৰ পোৱা নিচিনাকৈ সাৰ
পোৱা। ৰাহবক ডোখৰ ডোখৰকৈ কটা আৰু নাগ-
১০ টোক খোঁচা বাহু তুমি নোহোৱা নে? সমুদ্ৰক,
মহাজলসমূহক শুকুওৱা, মুক্তবিলাকে পাৰ হৈ
যাবৰ নিমিত্তে অগাধ সাগৰক পথ কৰা বাহু তুমি
১১ নোহোৱা নে? যিহোৱাৰ দ্বাৰায় নিস্তাৰ পোৱা
লোকবিলাক উলটি আহিব, আৰু আনন্দগানেৰে
চিয়োন পাবহি; সিবিলাকৰ মূৰত চিৰস্থায়ী
আনন্দৰূপ মুকুট থাকিব; সিবিলাকৰ উল্লাস
আৰু আনন্দ হব, শোক আৰু হুমুনিয়াহ দূৰলৈ
পলাই যাব।
১২ ময়, ময়েই তোমালোকক সান্ত্বনা কৰোঁতা:
তুমি কোন যে মৰ্ত্ত্য লোকলৈ, আৰু যাক তৃণৰ
দৰে কৰা হব, এনে মনুষ্যসন্তানলৈ ভয় কৰিছা,
১৩ আৰু যি জনাই আকাশমণ্ডল বিস্তাৰ কৰিলে,
আৰু পৃথিবীৰ মূল স্থাপন কৰিলে, তোমাৰ
নিৰ্ম্মাণকৰ্ত্তা সেই যিহোৱাক তুমি পাহৰিছা?
আৰু তুমি কোন যে উপদ্ৰৱ কৰোঁতাই বিনষ্ট
কৰিবলৈ যুগুত আছে বুলি তাৰ ক্ৰোধৰ কাৰণে
তুমি ওৱেদিনটো সদায় ভয় কৰিছা? সেই উপ-
১৪ দ্ৰৱকাৰীৰ ক্ৰোধ ক'তা? বন্দীয়াৰ লোকক শীঘ্ৰে
মুকলি কৰা হব; সি নমৰিব, গাঁতলৈ নেযাব,
১৫ আৰু তাৰ আহাৰৰ অভাৱ নহব। কিয়নো যি
জনাই সমুদ্ৰৰ ঢৌবোৰে গৰ্জ্জন কৰাকৈ সমুদ্ৰক
খলক লগায়, তোমাৰ ঈশ্বৰ সেই যিহোৱা
ময়েই; বাহিনীবিলাকৰ যিহোৱা তেওঁৰ নাম।
১৬ আকাশমণ্ডল স্থাপন কৰিবলৈ আৰু পৃথিবীৰ

মূল পাতিবলৈ, আৰু চিয়োনক তুমি মোৰ প্ৰজা
বুলি কবলৈ মোৰ বাক্য তোমাৰ মুখত থলোঁ,
আৰু মোৰ হাতৰ ছাঁয়াত তোমাক ঢাকি
ৰাখিলোঁ।
১৭ যিহোৱাৰ হাতৰ পৰা তেওঁৰ ক্ৰোধৰ পানপাত্ৰ
পান কৰা হে যিৰূচালেম, সাৰ পোৱা, সাৰ
পোৱা, উঠা; তুমি ঢলংপলং কৰোঁতা পানপাত্ৰ
১৮ চুকি খালা। যিবিলাক সন্তান তেওঁ প্ৰসৱ কৰিলে,
সিবিলাকৰ মাজত তেওঁক লৈ যাবলৈ কোনো
নাই, আৰু যিবিলাক সন্তান তেওঁ ডাঙৰ দীঘল
কৰিলে, সিবিলাকৰ মাজত তেওঁক হাতত ধৰি
১৯ নিবলৈ কোনো নাই। এই দুই ঘটনা তোমালৈ
ঘটিল; কোনে তোমাৰ নিমিত্তে বিলাপ কৰিব?
উচ্ছন্নতা আৰু ধ্বংস, আকাল আৰু তৰোৱাল
মাথোন; ময় তোমাক কেনেকৈ সান্ত্বনা কৰিম?
২০ জালত পৰা হৰিণৰ দৰে তোমাৰ সন্তানবিলাক
অচেতন হৈ প্ৰত্যেক আলিৰ মূৰত পড়ি আছে;
যিহোৱাৰ ক্ৰোধেৰে, তোমাৰ ঈশ্বৰৰ ধমকিৰে
২১ সিবিলাক পৰিপূৰ্ণ। এই হেতুকে হে দুঃখিনি,
হে বিনা দ্ৰাক্ষাৰসেৰে মতলীয়ানী, তুমি এই
২২ কথা শুনা। তোমাৰ প্ৰভু যিহোৱাই, আপোন
প্ৰজাবিলাকৰ অভিযোগ প্ৰতিবাদ কৰোঁতা
তোমাৰ ঈশ্বৰে এই কথা কৈছে, দেখা, ময় ঢলং-
পলং কৰোঁতা পানপাত্ৰ, এনে কি, মোৰ ক্ৰোধৰ
সেই পানপাত্ৰ তোমাৰ হাতৰ পৰা ললোঁ, তুমি
২৩ আৰু পান কৰিবলৈ নেপাবা; আৰু ময় তোমাক
দুঃখ দিওঁতাবিলাকৰ হাতত তাক দিম; আমি
ওপৰেদি যাবৰ নিমিত্তে উবুড়ি হৈ পড়, এই বুলি
তোমাক সিহঁতে কলে, আৰু তুমি ভূমিস্বৰূপে বা
বাটৰুৱাবিলাকৰ আলিস্বৰূপে তোমাৰ পিঠি
পাতি দিলা।

৫২ হে চিয়োন, সাৰ পোৱা, সাৰ পোৱা, বল
বান্ধা; হে পবিত্ৰ নগৰী যিৰূচালেম, তুমি
আপোন সুন্দৰ বস্ত্ৰবোৰ পিন্ধা; কিয়নো এতিয়াৰ
পৰা চুন্নৎ নোহোৱা অশুচি লোক তোমাৰ ভিত-
২ ৰত আৰু নোসোমাব। হে যিৰূচালেম, তুমি
আপোন গাৰ ধূলি জোকাৰি পেলোৱা, উঠি বহা;
হে বন্দী-অৱস্থাত থকা চিয়োন জিয়াৰী, তোমাৰ
ডিঙিৰ বান্ধবোৰৰ পৰা নিজকে মুকলি কৰা।
৩ কিয়নো যিহোৱাই এই কথা কৈছে, তুমি
বিনামূল্যে বিক্ৰিত হলা, আৰু বিনাৰূপেৰে মুক্ত
৪ হবা। কাৰণ প্ৰভু যিহোৱাই এই কথা কৈছে,
মোৰ প্ৰজাবিলাকে পূৰ্ব্বে প্ৰবাস কৰিবৰ অৰ্থে
মিচৰলৈ নামি গৈছিল; আৰু অচূৰে অকাৰণতে
৫ সিবিলাকক উপদ্ৰৱ কৰিছিল। এই হেতুকে,
যিহোৱাই কৈছে, মোৰ প্ৰজাবিলাকক বিনাকাৰণে
দেশান্তৰলৈ নিয়া বাবে ময় এতিয়া কি কৰা
কৰ্ত্তব্য? যিহোৱাই কৈছে, সিবিলাকৰ শাসন-
কৰ্ত্তাবিলাকে উচ্চধ্বনি কৰিছে, আৰু ওৰেদিনটো
৬ অনবৰত মোৰ নাম নিন্দিত হৈছে। এই হেতুকে
মোৰ প্ৰজাবিলাকে মোৰ নাম জানিব; এতেকে
দেখা, ময় আছোঁ বুলি কওঁতা জনা যে ময়েই,
সেই দিনা সিবিলাকে তাক জানিব।
৭ যি জনে শুভবাৰ্ত্তা আনে, যি জনে শান্তি
প্ৰচাৰ কৰে, যি জনে মঙ্গলৰ শুভবাৰ্ত্তা আনে,
যি জনে পৰিত্ৰাণ প্ৰচাৰ কৰে, যি জনে তোমাৰ
ঈশ্বৰে ৰাজত্ব কৰিছে বুলি চিয়োনক কয়, পৰ্ব্বতৰ
ওপৰত সেই জনৰ চৰণ কেনে সুন্দৰ দেখা যায়!
৮ তোমাৰ প্ৰহৰীবিলাকৰ মাত শুনা গৈছে; সি-
বিলাকে উচ্চধ্বনি কৰিছে; সিবিলাকে একেলগে
গান কৰিছে; কিয়নো যিহোৱা চিয়োনলৈ উলটি
আহিলে সিহঁতে সন্মুখাসন্মুখিকৈ দেখিবলৈ
৯ পাব। হে যিৰূচালেমৰ উচ্ছন্ন ঠাইবিলাক, উচ্চ-
ধ্বনি কৰা, একেলগে আনন্দগান কৰা; কিয়নো
যিহোৱাই তেওঁৰ প্ৰজাবিলাকক সান্ত্বনা কৰিলে,
১০ তেওঁ যিৰূচালেমক মুক্ত কৰিলে। যিহোৱাই
সকলো জাতিৰ দৃষ্টিতে আপোনাৰ পবিত্ৰ বাহু
কোঁচাই ললে; আৰু পৃথিবীৰ অন্তলৈকে থকা
সকলোৱে আমাৰ ঈশ্বৰৰ পৰিত্ৰাণ দেখিবলৈ
১১ পাব। তোমালোক গুচি যোৱা, গুচি যোৱা;
সেই ঠাইৰ পৰা ওলাই যোৱা, কোনো অশুচি
বস্তু নুচুবা; তাৰ মাজৰ পৰা ওলাই যোৱা; হে
যিহোৱাৰ পাত্ৰ ভাৰ কৰোঁতাবিলাক, তোমা-
১২ লোক শুচি হোৱা। কিয়নো তোমালোক বেগা-
বেগিকৈ ওলাই নেযাবা, ধাইবা পলায়ো নেযাবা;
কাৰণ যিহোৱা তোমালোকৰ আগে আগে গমন
কৰিব, আৰু ইস্ৰায়েলৰ ঈশ্বৰ তোমালোকৰ
পাছত যাওঁতা হব।

যিহোৱাৰ দাসৰ দুঃখভোগ।

১৩ দেখা, মোৰ দাস কৃতকাৰ্য্য হব; তেওঁ উন্নত
হব, আৰু ওখ পদ পাব; আৰু তেওঁ মহামহিম
১৪ হব। আন মানুহতকৈ তেওঁৰ আকৃতি, আৰু
মনুষ্যসন্তানবিলাকতকৈ তেওঁৰ ৰূপ অধিককৈ
বিকৃত হোৱা দেখি যেনেকৈ অনেকে তেওঁৰ বিষয়ে
১৫ ভধা লাগিল, তেনেকৈ তেওঁ অনেক জাতিৰ ওপৰত
শান্তিজল চটিয়াব; তেওঁৰ আগত ৰজাবিলাকে
আপোন আপোন মুখ বন্ধ কৰিব; কিয়নো পূৰ্ব্বে
সিবিলাকৰ আগত যি কথা প্ৰচাৰ কৰা নাছিল,
তাক সিবিলাকে দেখিবলৈ পাব, আৰু যিহক
কেতিয়াও শুনা নাছিল, তাক বুজিবলৈ পাব।

৫৩ আমাৰ বাৰ্ত্তা কোনে বিশ্বাস কৰিলে? আৰু
যিহোৱাৰ বাহু কাৰ আগত প্ৰকাশিত হল?
২ কিয়নো তেওঁ তেওঁৰ আগত কোমল গজালিৰ দৰে,
আৰু শুকান মাটীত উৎপন্ন হোৱা শিপাৰ নিচি-
নাকৈ বাঢ়ি উঠিল; তেওঁৰ ৰূপ কি শোভা নাই,

আৰু তেওঁক দেখিলে আমি যেন তেওঁক ভাল পাব
৩ পাৰোঁ, এনে সৌন্দৰ্য্য তেওঁৰ নাই। তেওঁ ঘৃণিত
আৰু মানুহৰ দ্বাৰায় পৰিত্যক্ত হল ; তেওঁ শোকা-
তুৰ আৰু যাতনা-পৰিচিত ; আৰু যাৰ পৰা মানুহে
মুখ ঢাকে, তেওঁ তাৰ নিচিনা ; তেওঁক তুচ্ছ কৰা
হল, আৰু আমি তেওঁক শ্ৰেষ্ঠ জ্ঞান কৰা নাই।
৪ স্বৰূপেই তেওঁ আমাৰ যাতনাবোৰ ললে, আৰু
আমাৰ ৰোগৰ ভাৰ বলে ; তথাপি আমি হলে
তেওঁক আঘাতিত, ঈশ্বৰৰ দ্বাৰায় প্ৰহাৰিত, আৰু
৫ দুঃখিত যেন জ্ঞান কৰিলোঁ। কিন্তু আমাৰ অধৰ্ম্ম-
বোৰৰ নিমিত্তে তেওঁক খোঁচা হল, আমাৰ
অপৰাধবোৰৰ নিমিত্তে গুৰি কৰা হল, আমাৰ
শান্তিজনক শাস্তি তেওঁৰ ওপৰত পৰিল, আৰু
তেওঁৰ গাৰ সাঁচ বহা কোবৰ দ্বাৰায় আমি সুস্থ
৬ হলোঁ। আমি সকলোৱে মেৰৰ নিচিনাকৈ অপথে
গৈছিলোঁ ; প্ৰতিজনে আপোন আপোন বাট
লৈছিলোঁ ; আৰু যিহোৱাই আমাৰ সকলোৰে
অপৰাধৰ ভাৰ তেওঁৰ ওপৰত দিলে।
৭ তেওঁ উপদ্ৰব পালে, তথাপি নম্ৰ হৈ আপো-
নাৰ মুখ নেমেলিলে ; তেওঁ কাটিবলৈ নিয়া মেৰ
পোৱালিৰ, বা নোম কটিয়াৰ আগত নিজম দি
থকা মাইকী মেৰৰ নিচিনা আছিল, এনে কি,
৮ আপোন মুখকে নেমেলিলে। তেওঁক উপদ্ৰৱ
আৰু দণ্ডাজ্ঞাৰ দ্বাৰায় নিয়া হল, আৰু তেওঁক
যে জীয়াৰীবিলাকৰ দেশৰ পৰা বিচ্ছেদ কৰা
হল, তেওঁৰ কালৰ লোকবিলাকৰ মাজত কোনে
ইয়াক বিবেচনা কৰিছিল ? মোৰ জাতিৰ অধৰ্ম্মৰ
৯ কাৰণেই তেওঁ আঘাতিত হল। আৰু লোকে দুষ্ট-
বোৰৰ লগত তেওঁৰ মৈদাম নিৰূপণ কৰিলে,
আৰু মৃত্যুত তেওঁ ধনৱানৰ লগত আছিল ;
তথাপি তেওঁ কোনো অত্যাচাৰ কৰা নাছিল, আৰু
তেওঁৰ মুখত কোনো ছলৰ কথা নাছিল।
১০ তথাপি তেওঁক গুৰি কৰিবলৈ যিহোৱাৰ ইচ্ছা
হল ; তেওঁ তেওঁক যাতনাত পেলালে। তুমি
তেওঁৰ প্ৰাণ পাপাৰ্থক বলিস্বৰূপে উৎসৰ্গ কৰাৰ
পাছে তেওঁ নিজ বংশ দেখিব, তেওঁ দীৰ্ঘজীৱি
হব, আৰু তেওঁৰ হাতৰ দ্বাৰায় যিহোৱাৰ মনো-
১১ বাঞ্ছা সিদ্ধ হব। তেওঁ আপোন প্ৰাণৰ দুঃখৰ
ফল দেখি তৃপ্ত হব ; মোৰ ধাৰ্ম্মিক দাসে আপোন
জ্ঞানৰ দ্বাৰায় অনেকক ধাৰ্ম্মিক কৰিব, আৰু
১২ তেৱেঁই সিবিলাকৰ অপৰাধৰ ভাৰ বব। এই
হেতুকে ময় মহৎ লোকবিলাকৰ লগত তেওঁক এক
অংশ দিম, আৰু তেওঁ পৰাক্ৰমীবিলাকৰ লগত
লুটদ্ৰব্য ভাগ কৰি লব ; কাৰণ তেওঁ মৃত্যুলৈ
আপোন প্ৰাণ ঢালি দিলে, আৰু অধৰ্ম্মীবোৰৰ
লগত লেখত পৰিল। তথাপি তেওঁ অনেকৰ
পাপৰ ভাৰ বলে, আৰু অধৰ্ম্মীবোৰৰ নিমিত্তে
অনুৰোধ কৰিছে।

যিৰূচালেমৰ ভাবী মঙ্গল।

৫৪ হে প্ৰসৱ নকৰা বাঁজী, তুমি আনন্দগান
কৰা, হে প্ৰসৱবেদনা নোপোৱা জনী, তুমি
গান কৰিবলৈ ধৰা, আৰু উচ্চধ্বনি কৰা ; কিয়নো,
যিহোৱাই কৈছে, স্বামী থকা জনীৰ সন্তানতকৈ
২ অনাথিনীৰ সন্তান অধিক হব। তুমি আপোন
তম্বুৰ ঠাই বহল কৰা, আৰু আপোন নিবাসৰ
কাপোৰবোৰ বিস্তাৰ কৰা হওক ; তুমি ধৰছলৈ
ভয় নকৰিবা ; তোমাৰ আপোন জৰী দীঘল
৩ আৰু খুঁটিবোৰ শকত কৰা। কিয়নো তুমি
সোঁহাতে আৰু বাওঁহাতে বিস্তাৰিত হবা, আৰু
তোমাৰ সন্তানবিলাকে জাতিবিলাকৰ আধিপত্য
ভোগ কৰিব, আৰু ধ্বংস হোৱা নগৰবোৰ
৪ মানুহৰ বাসস্থান কৰিব। তুমি ভয় নকৰিবা, কাৰণ
তুমি লজ্জিত নহবা ; বিবৰ্ণ নহবা, কিয়নো
তোমাক লাজত পেলোৱা নেযাব। কাৰণ তুমি
আপোন যৌবনকালৰ লাজ পাহৰিবা, আৰু
তোমাৰ বিধৱা-অৱস্থাৰ অপমান মনত আৰু
৫ নেপাবিবা। কিয়নো তোমাৰ নিৰ্ম্মাণকৰ্ত্তাই
তোমাৰ স্বামী ; বাহিনীবিলাকৰ যিহোৱা তেওঁৰ
নাম ; আৰু ইস্ৰায়েলৰ পবিত্ৰ জনাই তোমাৰ
মুক্তিদাতা ; গোটেই পৃথিবীৰ ঈশ্বৰ বুলি তেওঁ
৬ প্ৰখ্যাত। কাৰণ এৰি থোৱা আৰু মনত দুঃখ
পোৱা, এনে কি, ত্যাগ কৰা যৌবনকালৰ ভাৰ্য্যাৰ
নিচিনাকৈ যিহোৱাই তোমাক আহ্বান কৰিলে,
৭ ইয়াক তোমাৰ ঈশ্বৰে কৈছে। ময় অলপ সময়ৰ
নিমিত্তে মাথোন তোমাক ত্যাগ কৰিছিলোঁ ;
৮ কিন্তু অধিক দয়াৰে ময় তোমাক গোটাম। বাণ
পানী উঠাৰ দৰে খং উঠাত, ময় এক মুহূৰ্ত্তৰ
নিমিত্তে তোমাৰ পৰা মোৰ মুখ লুকুৱাই ৰাখি-
ছিলোঁ ; কিন্তু চিৰকলীয়া মৰমেৰে ময় তোমাক
দয়া কৰিম, তোমাৰ মুক্তিদাতা যিহোৱাই ইয়াক
৯ কৈছে। কিয়নো মোৰ আগত এয়ে নোহৰ কালৰ
জলসমূহৰ নিচিনা ; সেই নোহৰ কালৰ জল-
সমূহে পুনৰায় পৃথিবীক আপ্লাবন নকৰিব বুলি
ময় যেনেকৈ শপথ কৰিছিলোঁ, তেনেকৈ ময়
এতিয়াও শপথ কৰিছোঁ, যে, ময় তোমালৈ ক্ৰুদ্ধ
১০ নহওঁ, আৰু তোমাক ধমকিও নিদিওঁ। কাৰণ
পৰ্ব্বতবোৰ গুচি যাব, আৰু গিৰিবোৰ স্থানান্তৰ
হব ; কিন্তু মোৰ দয়া তোমাৰ পৰা নুগুচিব, আৰু
মোৰ শান্তিজনক নিয়মটী লৰচৰ নহব, তোমাক
অনুগ্ৰহ কৰোঁতা যিহোৱাই ইয়াক কৈছে।
১১ হে দুঃখিনি, হে ধুমুহাৰ দ্বাৰায় আঘাতিতা
আৰু সান্ত্বনা নোপোৱা জনী, দেখা, ময় কাজল
দি তোমাৰ শিল বহৱাম, আৰু নীলকান্ত মণিৰে
১২ তোমাৰ ভিত্তিমূল স্থাপন কৰিম। ময় পদ্মৰাগ
মণিৰে তোমাৰ চূড়াবোৰ, সূৰ্য্যকান্ত মণিৰে

তোমাৰ বড় দুৱাৰবোৰ, আৰু তোমাৰ চাৰিও
১৩ সীমা বহুমূল্য পাথৰেৰে নিৰ্ম্মাণ কৰিম। আৰু
তোমাৰ সন্তানবিলাক যিহোৱাৰ দ্বাৰায় শিক্ষিত
হব, আৰু তোমাৰ সন্তানবিলাকৰ পৰমশান্তি
১৪ হব। ধাৰ্ম্মিকতাত তুমি স্থাপিত হবা ; তুমি উপ-
দ্ৰৱৰ পৰা দূৰে থাকিবা, কিয়নো তোমাৰ ভয়
নহব ; আৰু ত্ৰাসৰ পৰা আঁতৰে থাকিবা, কাৰণ
১৫ সেয়ে তোমাৰ ওচৰলৈ নাহিব। দেখা, লোক
গোট খাব পাৰে, কিন্তু মোৰ আজ্ঞাৰে নহয় ;
যেয়ে তোমাৰ বিৰুদ্ধে গোট খাব, সেয়ে তোমাৰ
১৬ দ্বাৰায় পতিত হব। দেখা, যি কমাৰে ভাটিৰে
আঙ্গাৰত জুই জ্বলাই আপোনাৰ কাৰ্য্যৰ
নিমিত্তে অস্ত্ৰ গঢ়ে, সেই কমাৰক ময়েই সৃষ্টি
কৰিলোঁ, আৰু সংহাৰ কৰিবলৈ বিনাশকক
১৭ ময়েই সৃষ্টি কৰিলোঁ। তোমাৰ বিৰুদ্ধে গঢ়া
কোনো অস্ত্ৰ সাৰ্থক নহব, আৰু যি জিবা
বিচাৰত তোমাৰ বিৰুদ্ধে উঠিব, তাক তুমি
দোষী কৰিবা ; যিহোৱাৰ দাসবিলাকৰ এয়ে
আধিপত্য, আৰু মোৰ পৰা পোৱা সিবিলাকৰ
ধাৰ্ম্মিকতা, এই কথা যিহোৱাই কৈছে।

পৰিত্ৰাণ গ্ৰহণ কৰিবলৈ নিমন্ত্ৰণ।

৫৫ হে তৃষ্ণাতুৰ লোকবিলাক, তোমালোক
প্ৰতিজনে জলৰ ওচৰলৈ আহাঁ ; হে ধন নথকা
লোক, তুমিও আহাঁ ; খোৱা বস্তু কিনা, আৰু
ভোজন কৰা, এনে কি, আহাঁ, বিনামূল্যে বিনা-
২ দামে দ্ৰাক্ষাৰস আৰু গাখীৰ কিনা। কিয় আহাৰ
নোহোৱা বস্তুৰ নিমিত্তে ধন খৰছ কৰা ? আৰু
যিহে তৃপ্তি নিদিয়ে, তাৰ নিমিত্তে কিয় শ্ৰম
কৰা ? মনোযোগ কৰি মোৰ কথা শুনা ; আৰু
যি যি উত্তম, সেই সকলো ভোজন কৰা, আৰু
৩ পুষ্টিকৰ বস্তুৰ দ্বাৰায় প্ৰাণ তুষ্ট কৰা। কাণ
পাতা, আৰু মোৰ ওচৰলৈ আহাঁ ; শুনা, তাতে
তোমাৰ প্ৰাণ সজীৱ হব ; আৰু ময় তোমাৰ
লগত অনন্তকলীয়া এটা নিয়ম, দায়ূদৰ আগত
প্ৰতিজ্ঞা কৰা নিসংশয় অনুগ্ৰহবোৰকেই স্থিৰ
৪ কৰিম। দেখা, ময় তেওঁক লোকসমূহৰ সাক্ষী-
স্বৰূপে, আৰু লোকসমূহৰ নায়ক ও অধ্যক্ষ-
৫ স্বৰূপে নিযুক্ত কৰিলোঁ। দেখা, যি জাতিক তুমি
চিনি নোপোৱা, এনে জাতিক তুমি আহ্বান
কৰিবা, আৰু যি জাতিয়ে তোমাক চিনি
নেপালে, এনে জাতি তোমাৰ ওচৰলৈ লড়ি
আহিব ; তোমাৰ ঈশ্বৰ যিহোৱাৰ নিমিত্তে আৰু
ইস্ৰায়েলৰ পবিত্ৰ জনাৰ কাৰণে এনে ঘটিব ;
কিয়নো তেওঁ তোমাক গৌৰৱান্বিত কৰিলে।
৬ যিহোৱাক পাব পৰা সময়ত তোমালোকে তেওঁক
বিচাৰা ; তেওঁ ওচৰত থাকোঁতে তেওঁৰ আগত
৭ প্ৰাৰ্থনা কৰা। দুষ্ট লোকে আপোন পথ আৰু
অধৰ্ম্মী লোকে আপোন কল্পনা ত্যাগ কৰোক,
আৰু যিহোৱালৈ উলটি আহোক, তাতে তেওঁ
তাক কৃপা কৰিব ; আৰু সি আমাৰ ঈশ্বৰলৈ
ঘূৰি আহোক, কিয়নো তেওঁ প্ৰচুৰ পৰিমাণে ক্ষমা
৮ কৰিব। কাৰণ, যিহোৱাই কৈছে, মোৰ কল্পনা
আৰু তোমালোকৰ কল্পনা একে নহয়, আৰু
তোমালোকৰ পথ ও মোৰ পথ একে নহয় ;
৯ কিয়নো পৃথিবীতকৈ আকাশমণ্ডল যিমান ওখ,
তোমালোকৰ সকলো পথতকৈ মোৰ পথ, আৰু
তোমালোকৰ সকলো কল্পনাতকৈ মোৰ কল্পনা
১০ সিমান ওখ। কাৰণ, যেনেকৈ বৃষ্টি বা হিম
আকাশৰ পৰা নামি আহি পুনৰায় তালৈ উলটি
নেযায়, কিন্তু পৃথিবীক তিয়াই ফলৱতী আৰু
কেঁচাপতীয়া কৰে, আৰু বওঁতাক গুটি, আৰু খাওঁ-
১১ তাক আহাৰ দিয়ে, মোৰ মুখৰ পৰা ওলোৱা বাক্য
তেনেকুৱা হব ; সেয়ে বৃথায় মোৰ ওচৰলৈ উলটি
নাহিব ; কিন্তু ময় যি ইচ্ছা কৰোঁ, তাক সাফল
নকৰাকৈ, আৰু যিহৰ নিমিত্তে তাক পঠাওঁ,
১২ সেয়ে সিদ্ধ নোহোৱাকৈ উলটি নাহিব। কিয়নো
তোমালোক আনন্দেৰে বাহিৰ ওলাই যাবা, আৰু
তোমালোকক শান্তিৰে নিয়া হব ; পৰ্ব্বত আৰু
গিৰিবোৰে তোমালোকৰ আগত আনন্দগান
কৰিবলৈ ধৰিব, আৰু পথাৰত থকা বৃক্ষবোৰে
১৩ হাততালি দিব। কাঁইট গছৰ সলনি দেবদাৰু,
চোৰাতৰ সলনি মেন্দি উৎপন্ন হব ; আৰু সেয়ে
যিহোৱাৰ কীৰ্ত্তিস্বৰূপ হব, কেতিয়াও লুপ্ত নো-
হোৱা, অনন্ত কাললৈকে থকা এক চিন হব।

পৰজাতীয় আৰু নপুংসকলৈ কৰা প্ৰতিজ্ঞা।

৫৬ যিহোৱাই এই কথা কৈছে, তোমালোকে
ন্যায় বিচাৰ পালন কৰা, আৰু ধাৰ্ম্মিকতা
অনুসাৰে কাৰ্য্য কৰা ; কিয়নো মোৰ পৰিত্ৰাণৰ
আগমন, আৰু মোৰ ধাৰ্ম্মিকতাৰ প্ৰকাশ ওচৰ।
২ যি মানুহে এই কৰ্ম্ম কৰে, আৰু যি মনুষ্যসন্তানে
তাত লাগি থাকে, যি জনে অপবিত্ৰ নকৰাকৈ
বিশ্ৰামবাৰ পালন কৰে, আৰু কোনো কুকৰ্ম্ম
নকৰিবলৈ আপোনাৰ হাত কোঁচায়, সেই জন
৩ ধন্য। যিহোৱাই অৱশ্যে আপোন প্ৰজা-
বিলাকৰ পৰা মোক পৃথক কৰি থব, এই বুলি
যিহোৱাৰ লগ লোৱা পৰজাতীয়ে নকওক ; আৰু
দেখা, ময় শুকান বৃক্ষস্বৰূপ, এনে কথা নপুংসকে
৪ নকওক। কিয়নো যিহোৱাই নপুংসকবিলাকৰ
বিষয়ে এই কথা কৈছে, যি নপুংসকবিলাকে
মোৰ বিশ্ৰামবাৰ পালন কৰে, আৰু যিহত ময়
তুষ্ট হওঁ, তাক মনোনীত কৰে, আৰু মোৰ নিয়ম-
৫ টোত লাগি থাকে, ময় সিবিলাকক মোৰ গৃহত,
আৰু মোৰ গড়ৰ ভিতৰত পো জীতকৈ উত্তম
ঠাই আৰু নাম দিম, কেতিয়াও লুপ্ত নোহোৱা

৬ চিরস্থায়ী নাম সিবিলাকক দিম। আৰু যিহো-
ৱাৰ পৰিচৰ্য্যা কৰিবলৈ, তেওঁৰ নাম প্ৰেম কৰি-
বলৈ, আৰু তেওঁৰ দাস হবলৈ যি পৰজাতীয়-
বিলাকে তেওঁৰ লগ লয়, অপবিত্ৰ নকৰাকৈ
বিশ্ৰামবাৰ পালন কৰে, আৰু মোৰ নিয়মটীত
৭ লাগি থাকে, সেই সকলোকে ময় আপোন পবিত্ৰ
পৰ্ব্বতলৈ আনিম, আৰু মোৰ প্ৰাৰ্থনাগৃহত সি-
বিলাকক আনন্দিত কৰিম, সিবিলাকৰ হোম-
বলি আৰু আন বলিবোৰ মোৰ যজ্ঞবেদিৰ ওপ-
ৰত গ্ৰহণ কৰা হব ; কিয়নো মোৰ গৃহ সকলো
৮ জাতিৰ প্ৰাৰ্থনাগৃহ বুলি প্ৰখ্যাত হব। যি
প্ৰভু যিহোৱাই ইস্ৰায়েলৰ দেশান্তৰিত লোকক
গোটায়, তেওঁ কৈছে, ময় তাৰ গোটোৱা লোক-
বিলাকৰ বাহিৰে আৰু অধিক লোক গোটাই
তাৰ লগ লগাম।

ইস্ৰায়েলৰ প্ৰধানবিলাকৰ দোষ, আৰু
লোকবিলাকৰ ভ্ৰান্তি।

৯ হে আটাই বনৰীয়া জন্তুবিলাক, এনে কি, হে
অৰণীত থকা আটাই জন্তুবিলাক, খাবলৈ আহাঁ।
১০ তাৰ প্ৰহৰীবোৰ অন্ধ ; সিহঁত আটাইবোৰ
জ্ঞানশূন্য ; সিহঁত আটাইবোৰ ভতুৱা কুকুৰৰ
নিচিনা, ভুকিব নোৱাৰে ; সিহঁতে সপোন দেখি
১১ থাকে, শুয়ে থাকে, আৰু টোপনিপ্ৰিয়। এনে
কি, সেই কুকুৰবোৰ খঁকুৱা, সিহঁতে কেতিয়াও
যথেষ্ট আহাৰ পাব নোৱাৰে ; আৰু মেৰ-ৰক্ষীয়া-
বোৰেই অবুঝ, সিহঁত আটাইবোৰ সকলো কালৰ
পৰা লাভৰ নিমিত্তে আপোন আপোন বাটলৈ
১২ ঘূৰিল। সিহঁতৰ এজনে আন জনক কয়, “ময়
দ্ৰাক্ষাৰস আনো ; আহাঁ, আমি সুৰা পান কৰি
মতোৱাল হওঁ ; আজি দিনৰ নিচিনা কাইলৈকো
অতি বড়দিন হব।”

৫৭ ধাৰ্ম্মিক লোক নষ্ট হৈছে, আৰু ইয়াক
কোনেও মনোযোগ নকৰে ; আৰু সাধু
মনুষ্যক পৰলোকলৈ নিয়া হৈছে, কিন্তু আপদৰ
সম্মুখৰ পৰা যে ধাৰ্ম্মিক লোকক নিয়া হৈছে,
২ তাক কোনেও বিবেচনা নকৰে। সি শান্তিগৃহত
প্ৰবেশ কৰে, যথাৰ্থ পথত চলা প্ৰত্তিজনে
আপোন আপোন শয্যাত বিশ্ৰাম কৰে।
৩ হে মায়াবিনীৰ সন্তান, হে পৰস্ত্ৰীগামী আৰু
বেশ্যাৰ বংশ, তোমালোক ইয়ালৈ ওচৰ চাপি
৪ আহাঁ। তোমালোকে কাক উপহাস কৰিছা?
আৰু কাক দেখি আঁ কৰিছা আৰু জিবা উলি-
৫ য়াইছা? এনে বৃক্ষৰ মাজত প্ৰত্যেক কেঁচাপতীয়া
গছৰ তলত কামাগ্নিত জ্বলি থকা যি তোমালোক,
আৰু নানা উপত্যকাত আৰু শিলৰ খোৰোঙত
আপোন আপোন লৰাবোৰক বধ কৰোঁতা যি
তোমালোক, তোমালোক অধৰ্ম্মৰ সন্তান, আৰু
৬ মিছাৰ সঁচ নোহোৱা নে? উপত্যকাৰ শীতল
শিলবোৰৰেই মাজত তোমাৰ ভাগ আছে ; সেই-
বোৰেই তোমাৰ আধিপত্য, সেইবোৰৰেই
উদ্দেশে তুমি পেয় দ্ৰব্য ঢালিছা আৰু নৈবেদ্য
উৎসৰ্গ কৰিছা। সেইবোৰতেই ময় জানো প্ৰসন্ন
৭ হম? উন্নত আৰু ওখ পৰ্ব্বতৰ ওপৰত তুমি
আপোন শয্যা পাৰিলা ; বলিদান কৰিবলৈ
৮ তুমি সেই ঠাইত উঠিলা ; তুমি দুৱাৰ আৰু
দুৱাৰৰ খুঁটাৰ পাছফালে আপোনাৰ সোঁৱৰণীয়
বস্তু ৰাখিছা ; কিয়নো তুমি মোক এৰি, আনৰ
আগত আপোনাৰ কাপড় সোলোকাই বিচনাত
উঠিলা ; তুমি আপোনাৰ শয্যা বহল কৰিলা,
আৰু সিহঁতৰ লগত এটা নিয়ম কৰিলা ; যতে
তুমি সিহঁতৰ শয্যা দেখা, ততে সিহঁতৰ শয্যাক
৯ ভাল পোৱা। আৰু তুমি গাত তেল ঘঁহি ৰজাৰ
ওচৰলৈ যাত্ৰা কৰিলা আৰু অধিক সুগন্ধি দ্ৰব্য
ব্যৱহাৰ কৰিলা, আৰু দূৰ দেশলৈ আপোনাৰ
দূতবোৰক পঠালা, আৰু চিয়োললৈকে আপো-
১০ নাকে অৱনত কৰিলা। তোমাৰ বাট দীঘল
হোৱাত ভাগৰ পালা, তথাপি আশা নাইকিয়া
বুলি নকলা ; তুমি নতুন বল পালা, এই হেতুকে
১১ তুমি দুৰ্ব্বল হোৱা নাই। তুমি কাৰ বিষয়ে ভয়
আৰু শঙ্কা কৰিছা, যে, তুমি মিছা কথা কোৱা আৰু
মোক সোঁৱৰণ নকৰা বা তোমাৰ মনত নেৰাখা?
ময় বহুদিনৰ পৰা নিজম দি থকাৰ নিমিত্তে,
১২ তুমি মোলৈ ভয় নকৰা নে কি? ময়েই তোমাৰ
ধাৰ্ম্মিকতা প্ৰকাশ কৰিম, আৰু তোমাৰ কাৰ্য্যই
১৩ হলে তোমাক উপকাৰ নকৰিব। যেতিয়া তুমি
কাতৰোক্তি কৰা, তেতিয়া তুমি গোটোৱাবোৰে
তোমাক উদ্ধাৰ কৰোক ; কিন্তু সেই আটাইবোৰক
বতাহে উড়ুৱাই নিব, আৰু এক ফুঁতে সিহঁতক
নিয়া হব। কিন্তু যি মানুহে মোত আশ্ৰয় লয়,
সি দেশৰ আধিপত্য পাব, আৰু মোৰ পৰ্ব্বতটো
১৪ অধিকাৰ কৰিব। পাছে কোৱা যাব, যে, তোমা-
লোকে আলিবাট বান্ধা, আলিবাট বান্ধা, পথ
যুগুত কৰা, মোৰ প্ৰজাবিলাকৰ পথৰ পৰা উজুটি
খোৱা মূঢ়া দূৰ কৰা।
১৫ কিয়নো অনন্তকালনিবাসী, যাৰ নাম পবিত্ৰ,
সেই ঊৰ্দ্ধবাসী আৰু উন্নত জনাই এই ৰূপে কৈছে,
ময় ঊৰ্দ্ধলোকত আৰু পবিত্ৰস্থানত বাস কৰোঁ,
আৰু নম্ৰ মনৰ লোকবিলাকক সচেতন কৰিবলৈ,
ভগ্নচিত্তীয়াবিলাকৰ হৃদয় সতেজ কৰিবলৈ
ময় সেই ভগ্নচিত্তীয়া আৰু নম্ৰ মনৰ লোকৰ
১৬ লগতো বাস কৰোঁ। কাৰণ ময় সদায় বিবাদ
নকৰিম, আৰু সদাকাল ক্ৰোধ নকৰিম ; কিয়নো
কৰিলে, আত্মা আৰু মোৰ নিৰ্ম্মিত মনুষ্য মোৰ
১৭ আগত মূৰ্চ্ছিত হব। ময় তাৰ লোভৰ অপৰাধৰ
কাৰণে ক্ৰুদ্ধ হৈ তাক মাৰিলোঁ, আৰু আপোন

মুখ লুকুৱাই ক্ৰোধ কৰিলোঁ ; তথাপি সি বিপথে
১৮ গৈ আপোন অভিলাষপথত চলি থাকিল। ময়
তাৰ আচাৰ ব্যৱহাৰ দেখিলোঁ, আৰু ময় তাক
সুস্থ কৰিম ; ময় তাক চলাম, তাক আৰু তাৰ
নিমিত্তে শোক কৰাবিলাকক সান্ত্বনাদায়ক বস্তু
১৯ পুনৰায় দিম। ময় ওঁঠৰ ফল সৃষ্টি কৰোঁ ;
যিহোৱাই কৈছে, ওচৰত থকা আৰু দূৰত থকা
উভয়ৰো শান্তি হওক, শান্তি হওক ; আৰু ময়
২০ তাক সুস্থ কৰিম। কিন্তু দুষ্টবোৰ থলক লগা
সমুদ্ৰৰ নিচিনা ; কিয়নো সেয়ে থিৰে থাকিব
নোৱাৰে, আৰু তাৰ জলসমূহে লোকা আৰু মল
২১ তোলে ; মোৰ ঈশ্বৰে কৈছে, দুষ্টইঁতৰ পক্ষে
কোনো শান্তি নাই।

লঘোন আৰু বিশ্ৰামবাৰপালনৰ বিষয়।

৫৮ তুমি মুক্তকণ্ঠে প্ৰচাৰ কৰা, বৈ নেথা-
কিবা ; শিঙাৰ নিচিনাকৈ উচ্চধ্বনি কৰা,
মোৰ প্ৰজাবিলাকৰ আগত সিবিলাকৰ অধৰ্ম্ম,
আৰু যাকোবৰ বংশৰ আগত সিবিলাকৰ পাপ-
২ বোৰ প্ৰকাশ কৰা। তথাপি সিবিলাকে মোকেই
দিনে দিনে বিচাৰে, আৰু মোৰ পথৰ বিষয়ে
জানিবলৈ ভাল পায় ; আৰু ধৰ্ম্ম স্থাপন কৰা,
আপোন ঈশ্বৰৰ বিধি ত্যাগ নকৰা জাতিৰ নিচি-
নাকৈ সিবিলাকে ধৰ্ম্মৰ বিধিবোৰ মোৰ পৰা
খোজে, আৰু ঈশ্বৰৰ ওচৰলৈ চাপিবলৈ ভাল
৩ পায়। সিবিলাকে কয়, আমি লঘোন দিয়াত
তুমি কিয় দৃষ্টি নকৰা ? আৰু আমি আপোন
আপোন প্ৰাণক দুঃখ দিয়াত, তুমি কিয় তালৈ মন
নিদিয়া ? দেখা, তোমালোকে লঘোনৰ দিনাও
তোমালোকৰ নিজৰ কাৰ্য্য চলোৱা, আৰু তোমা-
লোকৰ আটাই বনুৱাবিলাকক উপদ্ৰৱ কৰা।
৪ দেখা, তোমালোকে বিবাদ আৰু দ্বন্দ্ব কৰিবৰ,
আৰু খঙেৰে ভুকু মাৰিবৰ অৰ্থেহে লঘোন দিয়া ;
বৰ্ত্তমানে তোমালোকে ঊৰ্দ্ধলোকত আপোনা-
বিলাকৰ মাত শুনাব পৰাকৈ লঘোন নিদিয়া।
৫ ময় মনোনীত কৰা ব্ৰত এই ৰূপ নে ? মানুহে
আপোন প্ৰাণক দুঃখ দিয়াৰ দিন এই ৰূপ নে ?
খাগৰিৰ দৰে আপোনাৰ মূৰ দোঁওৱা, আৰু
শয্যাৰূপে চট আৰু ভস্ম পৰাকৈই ব্ৰত বোলা নে ?
তুমি ইয়াকেই ব্ৰত আৰু যিহোৱাৰ গ্ৰহণীয় দিন
৬ বোলা নে ? দুষ্টতাৰ বান্ধ মুকলি কৰাই, যুঁৱলিৰ
সলমাৰি সোলোকোৱাই, আৰু উপদ্ৰৱ পোৱা
লোকবিলাকক স্বাধীন কৰি বিদায় দিয়াই,
আৰু তোমালোকে প্ৰত্যেক যুঁৱলি ভঙাই জানো
৭ মোৰ মনোনীত ব্ৰত নহয় ? ক্ষুধাতুৰ লোকক
আহাৰ বাঁটি দিয়াই, আৰু খেদি দিয়া দুঃখীয়া-
বিলাকক আপোনাৰ ঘৰত আশ্ৰয় দিয়াই ব্ৰত
নহয় নে ? উলঙ্গ দেখি তাক বস্ত্ৰ দান কৰাই,
আৰু নিজ মঙহৰ পৰা আপোনাকে লুকুৱাই
৮ নৰখাই ব্ৰত নহয় নে ? ইয়াকে কৰিলে, অৰুণো-
দয়ৰ দৰে তোমাৰ দীপ্তি মেঘ ফালি ওলাব, আৰু
তোমাৰ আৰোগ্যতা শীঘ্ৰে গজি ওলাব, আৰু
তোমাৰ ধাৰ্ম্মিকতা তোমাৰ আগত যাওঁতা, আৰু
যিহোৱাৰ গৌৰৱ তোমাৰ পাছত যাওঁতা হব।
৯ তেতিয়া তুমি মাতিলে, যিহোৱাই তোমাক উত্তৰ
দিব ; তুমি কাতৰোক্তি কৰিলে, তেওঁ কব, এইয়া
ময় আছোঁ। যদি তুমি আপোনাৰ মাজৰ পৰা
যুঁৱলি, আঙুলি জোকৰা, আৰু অধৰ্ম্মবাক্য দূৰ
১০ কৰা, আৰু যদি তুমি তোমাৰ তৃপ্তিজনক
আহাৰ ক্ষুধিত লোকক দিয়া, আৰু দুঃখিত
প্ৰাণীক তুষ্ট কৰা, তেন্তে আন্ধাৰৰ মাজত তোমাৰ
দীপ্তি উদয় হব, আৰু তোমাৰ অন্ধকাৰ দুপৰ
১১ বেলাৰ নিচিনা হব ; আৰু যিহোৱা সদায়
তোমাৰ পথদৰ্শক হব, আৰু শুকান ঠাইবোৰত
তোমাৰ প্ৰাণ তৃপ্ত কৰিব, আৰু তোমাৰ অস্থি-
বোৰ সবল কৰিব ; তাতে তুমি, ভালকৈ পানী
দিয়া এক উদ্যানৰ নিচিনা হবা, আৰু যাৰ জল
কেতিয়াও শুকাই নেযায়, তুমি এনে এক জল-
১২ ভুমুকৰ নিচিনা হবা। তোমাৰ বংশৰ লোকে
বহুকালৰ পৰা উচ্ছন্ন হৈ থকা ঠাইবোৰ পুনৰায়
নিৰ্ম্মাণ কৰিব ; আৰু তুমি অনেক পুৰুষীয়া
ভিত্তিমূল স্থাপন কৰিবা ; তুমি ভগাচিগা
বাওঁতা, আৰু দেশনিবাসৰ নিমিত্তে পথ যুগুত
১৩ কৰোঁতা বুলি প্ৰখ্যাত হবা। যদি তুমি মোৰ
পবিত্ৰ দিনা তোমাৰ কাৰ্য্য নকৰি, বিশ্ৰামদিনৰ
পৰা তোমাৰ ভৰি আঁতৰোৱা, আৰু যদি
বিশ্ৰামবাৰক সুখদায়ক আৰু যিহোৱাৰ পবিত্ৰ
দিনক মাননীয় বুলি কোৱা, আৰু আপোনাৰ
নিজ কাৰ্য্য সিদ্ধ নকৰি, আপোনাৰ অভিলষিত
চেষ্টা নকৰি, আৰু নিজৰ কথা নকৈ তাক মান্য
১৪ কৰা, তেন্তে তুমি যিহোৱাত সুখী হবা ; আৰু
ময় তোমাক ৰথত তুলি পৃথিবীৰ ওখ ঠাইবোৰৰ
ওপৰত ফুৰাম, আৰু তোমাৰ পিতৃ যাকোবৰ
আধিপত্য তোমাক ভোগ কৰাম। কিয়নো
যিহোৱাৰ নিজ মুখে ইয়াক কলে।

ইস্ৰায়েলৰ পাপ আৰু সিবিলাকৰ পৰিত্ৰাণ।

৫৯ দেখা, যিহোৱাৰ হাত এনে চুঁটী নহয়,
যে, তেওঁ তাৰে পৰিত্ৰাণ কৰিব নোৱাৰে,
আৰু তেওঁৰ কাণ এনে গধুৰ নহয়, যে, তেওঁ তাৰে
২ শুনিব নোৱাৰে ; কিন্তু তোমালোকৰ অপৰাধ-
বোৰেই তোমালোকৰ ঈশ্বৰৰ পৰা তোমা-
লোকক বিচ্ছেদ কৰিছে, আৰু তোমালোকৰ
পাপবোৰেই তোমালোকৰ পৰা তেওঁৰ মুখ
৩ ঢাকিছে, এই নিমিত্তে তেওঁ নুশুনে। কিয়নো
তোমালোকৰ হাত তেজেৰে আৰু তোমালোকৰ

আঙ্গুলিবোর অপরাধেরে অশুচি হৈ আছে ;
তোমালোকর ওঁঠে মিছা কথা কৈছে, তোমা-
৪ লোকর জিবাই দুষ্টতার কথা বকিছে। কোনেও
ধার্ম্মিকতারে গোচর নকরে, আরু কোনেও সত্য-
তারে প্রতিবাদ নকরে ; সিবিলাকে অসারত
ভরসা করে, আরু মিছা কথা কয়, সিবিলাকে
৫ অপকার গর্ব্ভধারণ করি অধর্ম্ম প্রসব করে। সি-
বিলাকে সাপর কনি উমনি লৈ জগায়, আরু
মকড়ার জাল গাঁথে ; যি জনে সেইবোরর কনি
খায়, সি মরে, আরু যি কনি ভাগে, তার পরা
৬ কালসর্প বাহির হয়। সিবিলাকে গঁথা জাল বস্ত্র
নহব, আরু সিবিলাকে করা বস্তরে আপোমার গা
নেঢাকিব ; সিবিলাকর কার্য্য অধর্ম্মর কার্য্য, আরু
সিবিলাকে আপোন আপোন হাতেরে অত্যাচার
৭ করে। সিবিলাকর ভরি কুকর্ম্মর কাললৈ বেগাই
চলে, আরু সিবিলাকে নির্দ্দোষীর রক্তপাত করি-
বলৈ বেগাবেগি করে ; সিবিলাকর কল্পনাবোর
অধর্ম্মর কল্পনাহে ; সিবিলাকর পথত ধ্বংস আরু
৮ উচ্ছন্নতা আছে। সিবিলাকে শান্তির পথ নে-
জানে, আরু সিবিলাকর গতিত একো বিচার নাই ;
সিবিলাকে আপোনাবিলাকলৈ বেঁকাবেঁকি বাট
করিছে ; যি জনে সেই পথত চলে, সি শান্তি
৯ নেজানে। এই কারণে বিচার আমার পরা দূরত
থাকে, আরু ধার্ম্মিকতাই আমার লগ ধরিব নো-
রারে ; আমি পোহরলৈ অপেক্ষা করি থাকোঁ,
কিন্তু দেখা, অন্ধকার ; আরু দীপ্তিলৈ বাট চাই
১০ থাকোঁ, কিন্তু ঘোর অন্ধকারত ভ্রমণ করোঁ। আমি
অন্ধ লোকর দরে দেয়ালত খপিয়াওঁ, এনে কি,
চকুহীন লোকর দরে খপিয়াই ফুরোঁ ; মুনিচুনি
বেলার নিচিনাকৈ দুপর বেলাতো আমি উজুটি
খাওঁ ; আরু মরা মানুহর দরে আমি ঘোর অন্ধ-
১১ কারত থাকোঁ। আমি সকলোৱে ভালুকর দরে
চিঁয়রি আছোঁ, আরু কপৌর দরে আমি অতি-
শয় শোকধ্বনি করি থাকোঁ ; আমি বিচারর
অপেক্ষা করোঁ, কিন্তু সেয়ে নাই ; আরু পরি-
ত্রাণলৈ বাট চাই থাকোঁ, কিন্তু সিও আমার পরা
১২ দূরত থাকে। কিয়নো তোমার সাক্ষাতে আমার
অপরাধ অনেক, আমার পাপবোরে আমার
বিরুদ্ধে সাক্ষ্য দিছে ; কিয়নো আমার অপরাধ-
বোর আমার লগে লগে আছে, আরু আমি
১৩ আমার অধর্ম্মবোর জানি আছোঁ। এইবোরেই
অপরাধ করি যিহোৱাক অস্বীকার করা, আপোন
ঈশ্বরর পাছত চলার পরা বিমুখ হোৱা, উপদ্রৱ
আরু বিদ্রোহর কথা কোৱা, আরু অন্তরত মিছা
১৪ কথা গর্ব্ভধারণ করি তাক প্রসব করা। আরু বিচার
পাছলৈ হুঁহকি গৈছে, আরু ধার্ম্মিকতা দূরত
থিয় হৈ আছে ; কিয়নো চকত * সত্যতা উজুটি
খাই পড়িছে, আরু যাথার্থিকতা তাত সোমাব
১৫ নোৱারে। এনে কি, সত্যতার অভাৱ হৈছে,
আরু অধর্ম্ম ত্যাগ করোঁতা লোক লুটিত হৈছে ;
তাতে যিহোৱাই দৃষ্টি করি ন্যায় বিচার নেদেখি
১৬ অসন্তুষ্ট হল। আরু তেওঁ চাই কোনো পুরুষ
নেদেখিলে, আরু মধ্যস্থও কোনো নাইকিয়া
দেখি আশ্চর্য্যিত হল ; এই নিমিত্তে তেওঁর নিজ
বাহুৱেই তেওঁর কারণে পরিত্রাণ সিদ্ধ করিলে,
আরু তেওঁরেই ধার্ম্মিকতা তেওঁর আশ্রয় হল।
১৭ তেওঁ ধার্ম্মিকতারূপ বুকুপটা পিন্ধিলে, আরু মূরত
পরিত্রাণরূপ শিরোরক্ষক পিন্ধিলে, আরু গার
কাপড়র নিমিত্তে প্রতিকাররূপ সাজ পরিধান
করিলে, আরু উৎসাহরূপ জামা গাত দিলে।
১৮ তেওঁ কার্য্য অনুসারে প্রতিফল দিব : আপোন
শত্রুবোরক ক্রোধর, আপোন বৈরীবোরক অপ-
কারর প্রতিফল দিব ; আরু দ্বীপবোরক তেওঁ
১৯ প্রতিফল দিব। তাতে লোকবিলাকে পশ্চিম
দিশর পরা যিহোৱার নামলৈ, আরু সূর্য্য উদয়
হোৱা ঠাইর পরা তেওঁর প্রতাপলৈ ভয় করিব ;
কিয়নো যিহোৱাই ফুঁ মারি পঠাই দিয়া বেগেরে
বৈ যোৱা সোঁতর নিচিনাকৈ তেওঁ আহিব।
২০ চিয়োনলৈ, আরু যাকোবর মাজত থকা অপরাধর
পরা ঘূরাবিলাকর ওচরলৈ এজন মুক্তিদাতা
২১ আহিব, এয়ে যিহোৱার বচন। আরু যিহোৱাই
কৈছে, মোর হলে সিবিলাকে সৈতে নিয়ম এই,
তোমার ওপরত থকা মোর আত্মা, আরু যিয়
তোমার মুখত থোৱা মোর বাক্যবোর, তোমার
মুখর পরা, বা তোমার বংশর মুখর পরা,
নাইবা তোমার বংশত উৎপন্ন হোৱা বংশর
মুখর পরাও, আজিরে পরা সর্ব্বকাললৈকে
কেতিয়াও নুগুচিব, এয়ে যিহোৱার বচন।

নতুন যিরূচালেমর গৌরব।

৬০ তুমি উঠা, দীপ্তি দিয়া ; কিয়নো তোমার
পোহর আহিছে, আরু যিহোৱার গৌরব
২ তোমার ওপরত উদয় হৈছে। কারণ দেখা,
আন্ধারে পৃথিবীক, আরু ঘোর অন্ধকারে লোক-
সমূহক ঢাকিব ; কিন্তু যিহোৱা তোমার ওপরত
উদয় হব, আরু তোমার ওপরত তেওঁর গৌরব
৩ প্রকাশিত হব। আরু জাতিবিলাক তোমার
পোহরর ওচরলৈ, আরু রজাবিলাক তোমার
৪ উদয় হোৱা দীপ্তির ওচরলৈ আহিব। তুমি
আপোনার চকু ফুরাই চারিওফালে চোৱা ;
সিবিলাক সকলোৱে গোট খাইছে, তোমার
ওচর চাপিছে ; তোমার পুত্রবিলাক দূরর পরা
আহিছে, আরু তোমার জীয়েরাইঁতক কাষত্‌কৈ
৫ অনা হৈছে। সেই কালত তুমি দেখি প্র-
ফুল্লিত হবা, আরু তোমার হৃদয় চপ্‌চপ করি

* যিচ ১৫ ; ৩ পদ দ্রষ্টব্য।

আনন্দত ফুলি পৰিব; কিয়নো সমুদ্ৰৰ প্ৰচুৰ
ধন তোমাক দিয়া যাব, আৰু জাতিবিলাকৰ
৬ সম্পত্তি তোমাৰ ওচৰলৈ আহিব। উটসমূহে,
মিদিয়ন আৰু ঐফাৰ ডেকা উটবোৰে তোমাক
ঢাকি পেলাব; সেই আটাইবোৰ চিবাৰ পৰা
আহিব; সেইবোৰে সোণ আৰু কুন্দুৰু বৈ
আনিব, আৰু যিহোৱাৰ প্ৰশংসা ঘোষণা কৰিব।
৭ কেদৰৰ আটাই মেৰৰ জাক তোমাৰ ওচৰত গোট
খাব, আৰু নবায়োতৰ মতা মেৰবোৰে তোমাৰ
পৰিচৰ্য্যা কৰিব: সেইবোৰ গ্ৰহণীয় হৈ মোৰ
যজ্ঞবেদিৰ ওপৰত উঠিব, আৰু মোৰ গৌৰৱ-
৮ যুক্ত গৃহ ময় গৌৰৱান্বিত কৰিম। মেঘৰ নিচি-
নাকৈ আৰু আপোনাৰ বাহৰ সোমোৱা বাটলৈ
অহা কপোৰ নিচিনাকৈ উড়ি অহা এইবিলাক
৯ কোন? স্বৰূপেই দ্বীপবোৰে মোলৈ অপেক্ষা
কৰিব; আৰু তোমাৰ ঈশ্বৰ যিহোৱাই, ইস্ৰা-
য়েলৰ পবিত্ৰ জনাই তোমাক গৌৰৱান্বিত কৰাৰ
কাৰণে, তেওঁৰ আৰু তেওঁৰ নামৰ নিমিত্তে ৰূপ
আৰু সোণেৰে সৈতে দূৰৰ পৰা তোমাৰ সন্তান-
বিলাকক আনিবলৈ তৰ্চীচৰ জাহাজবোৰ আগ
১০ হব। আৰু পৰজাতীয়বিলাকে তোমাৰ গড় পুন-
ৰায় গাঁথিব, আৰু সিহঁতৰ ৰজাবিলাকে তোমাৰ
পৰিচৰ্য্যা কৰিব; কিয়নো, ময় যেনেকৈ তোমাক
কোপত প্ৰহাৰ কৰিছিলোঁ, তেনেকৈ অনুগ্ৰহত
১১ তোমালৈ দয়াও কৰিলোঁ। লোকবিলাকে যেন
জাতিবিলাকৰ ধনসম্পত্তি আৰু বন্দী কৰি অনা
সিহঁতৰ ৰজাবিলাকক তোমাৰ ভিতৰলৈ আনিব
পাৰে, এই নিমিত্তে তোমাৰ বড় দুৱাৰবোৰ
সদায় মেলা হৈ থাকিব, দিনত কি ৰাতিত
১২ কেতিয়াও বন্ধ কৰা নহব। কিয়নো যি জাতি
আৰু যি ৰাজ্যই তোমাৰ অধীনতা স্বীকাৰ নক-
ৰিব, সেই উভয়েই বিনষ্ট হব; এনে কি, সেই
১৩ জাতিবিলাকক নিচেইকৈ ধ্বংস কৰা যাব।
লিবানোনৰ গৌৰৱ তোমালৈ আহিব; দেবদাৰু,
তিধৰ, আৰু তাচুৰ বৃক্ষ একে লগ হৈ মোৰ
পবিত্ৰস্থান ভূষিত কৰিবৰ অৰ্থে আহিব; আৰু
১৪ ময় মোৰ চৰণৰ ঠাই প্ৰতাপযুক্ত কৰিম। আৰু
তোমাক কষ্ট দিয়াবিলাকৰ সন্তানবোৰে মূৰ
দোঁৱাই তোমাৰ ওচৰলৈ আহিব, আৰু তোমাক
হেয়জ্ঞান কৰা সকলোৱে তোমাৰ ভৰিৰ তলত
দীঘল দি পৰিব, আৰু তোমাক যিহোৱাৰ পুৰী,
ইস্ৰায়েলৰ পবিত্ৰ জনাৰ চিয়োন বুলি সম্বোধন
১৫ কৰিব। তুমি এনে পৰিত্যক্তা আৰু ঘৃণিতা
হলা, যে, কোনো পথিক তোমাৰ মাজেদি
নেযায়; তাৰ সলনি ময় তোমাক চিৰকাল থকা
প্ৰশংসাৰ, আৰু পুৰুষানুক্ৰমে আমোদৰ বিষয়
১৬ কৰিম। আৰু তুমি জাতিবিলাকৰ দুগ্ধ পান
কৰিবা, আৰু ৰজাবিলাকৰ স্তন চুহিবা; তাতে
ময় যিহোৱা যে তোমাৰ ত্ৰাণকৰ্ত্তা, তোমাৰ
মুক্তিদাতা, যাকোবৰ পৰাক্ৰমী জনা, ইয়াক তুমি
১৭ জানিবা। ময় পিতলৰ সলনি সোণ, লোহাৰ
সলনি ৰূপ, কাঠৰ সলনি পিতল, আৰু শিল-
বোৰৰ সলনি লোহা আনিম; আৰু ময় তোমাৰ
অধ্যক্ষবিলাকক শান্তিস্বৰূপে, আৰু তোমাৰ কৰ-
গ্ৰাহীবিলাকক ধাৰ্ম্মিকতাস্বৰূপে নিযুক্ত কৰিম।
১৮ তোমাৰ দেশত অত্যাচাৰৰ, আৰু তোমাৰ সীমাৰ
ভিতৰত বিনষ্ট হোৱাৰ বা ধ্বংসৰ কথা আৰু
শুনা নেযাব; কিন্তু তুমি আপোন গড়ৰ নাম
পৰিত্ৰাণ, আৰু আপোন বড় দুৱাৰৰ নাম
১৯ প্ৰশংসা ৰাখিবা। দিনত সূৰ্য্য তোমাৰ দীপ্তি
আৰু নহব, আৰু পোহৰৰ অৰ্থে চন্দ্ৰই তোমাক
জোনাক নিদিব; কিন্তু যিহোৱায়েই তোমাৰ
অনন্তকলীয়া জ্যোতিঃ, আৰু তোমাৰ ঈশ্বৰেই
২০ তোমাৰ ভূষণস্বৰূপ হব। তোমাৰ সূৰ্য্য আৰু
অস্ত নেযাব, তোমাৰ চন্দ্ৰও আৰু মাৰ নেযাব;
কিয়নো যিহোৱা তোমাৰ অনন্তকলীয়া জ্যোতিঃ
২১ হব, আৰু তোমাৰ শোকৰ দিন সমাপ্ত হব। ময়
গৌৰৱান্বিত হবৰ নিমিত্তে ময় ৰোৱা গছৰ পোখা
আৰু মোৰ হাতে কৰা কৰ্ম্মস্বৰূপ যি তোমাৰ
প্ৰজাবিলাক, সিবিলাক সকলোৱেই ধাৰ্ম্মিক হব;
সিবিলাকে অনন্ত কাললৈকে দেশ অধিকাৰ
২২ কৰিব। যি সৰু, সি হাজাৰ হৈ উঠিব; আৰু
যি ক্ষুদ্ৰ, সি বলৱান জাতি হৈ উঠিব; ময়
যিহোৱাই উচিত কালত ইয়াক সাফল্য কৰিবলৈ
বেগী হম।

### চিয়োনৰ পৰিত্ৰাণৰ আৰু মঙ্গলৰ প্ৰচাৰ।

৬১ প্ৰভু যিহোৱাৰ আত্মা মোত স্থিতি হৈছে;
কিয়নো নম্ৰ লোকবিলাকৰ আগত শুভবাৰ্ত্তা
প্ৰচাৰ কৰিবলৈ যিহোৱাই মোক অভিষেক
কৰিলে; ভগ্নচিত্তীয়াবিলাকৰ ঘা বান্ধিবলৈ,
বন্দী লোকবিলাকলৈ মুক্তি, আৰু বন্দীয়াৰবিলা-
কলৈ বন্দীশাল মুকলি কৰা কথা ঘোষণা কৰিব-
২ লৈ, যিহোৱাৰ অনুগ্ৰহবছৰ আৰু আমাৰ ঈশ্বৰৰ
৩ প্ৰতিফল দিয়া দিন ঘোষণা কৰিবলৈ, আটাই
শোকাতুৰ লোকক সান্ত্বনা কৰিবলৈ, আৰু চিয়ো-
নৰ শোকাতুৰ লোকবিলাকৰ নিমিত্তে নিযুক্ত
কৰিবলৈ,—ভস্মৰ সলনি মালা, শোকৰ সলনি
আনন্দৰ তেল, আৰু বেজাৰ মনৰ সলনি
প্ৰশংসাৰ বস্ত্ৰ দান কৰিবলৈ তেওঁ মোক পঠালে;
তাতে সিবিলাক ধৰ্ম্মবৃক্ষ, আৰু যিহোৱাৰ ভূষণৰ
অৰ্থে তেওঁ পতা উদ্যান বুলি প্ৰখ্যাত হব।
৪ আৰু সিবিলাকে পুৰাতন ধ্বংসস্থানবোৰ পুনৰায়
নিৰ্ম্মাণ কৰিব, আগৰ কালৰে পৰা উচ্ছন্ন
হৈ থকা ঠাইবোৰ পুনৰায় স্থাপন কৰিব,

আৰু ভগাচিগা, পুৰুষানুক্ৰমে ধ্বংস হৈ থকা
৫ নগৰবোৰ মেৰামত কৰিব। আৰু পৰজাতীয়-
বিলাকে থিয় হৈ তোমালোকৰ জাকবোৰ চৰাব,
আৰু বিদেশীয়বিলাকৰ সন্তানবোৰ তোমালোকৰ
হালোৱা, আৰু দ্ৰাক্ষাবাড়ীৰ কেতিয়ক হব।
৬ কিন্তু তোমালোক হলে যিহোৱাৰ পুৰোহিত
বুলি প্ৰখ্যাত হবা; লোকবিলাকে তোমালোকক
আমাৰ ঈশ্বৰৰ পৰিচাৰক বুলিব; তোমালোকে
জাতিবিলাকৰ ধনসম্পত্তি ভোগ কৰিবা, আৰু
সিইঁতৰ প্ৰতাপত তোমালোকে গৌৰব কৰিবা।
৭ তোমালোকৰ লাজৰ সলনি তোমালোকৰ দুগুণ
সম্মান হব, আৰু সিবিলাকে অপমানৰ সলনি
আপোন আপোন অংশত আনন্দ কৰিব; এই
হেতুকে সিবিলাকে আপোনাবিলাকৰ দেশত
দুগুণ আধিপত্য ভোগ কৰিব, আৰু সিবিলাকৰ
৮ অনন্তকলীয়া আনন্দ হব। কিয়নো মই যিহো-
ৱাই ন্যায় বিচাৰ ভাল পাওঁ, অন্যায়ৰূপে কাঢ়ি
লোৱা ঘিণ কৰোঁ; এই হেতুকে মই নিশ্চয়ে
সিবিলাকৰ কাৰ্য্যৰ ফল সিবিলাকক দিম, আৰু
সিবিলাকে সৈতে অনন্ত কাল থকা এক নিয়ম
৯ কৰিম। তাতে সিবিলাকৰ বংশ জাতিবিলাকৰ
মাজত, আৰু সিবিলাকৰ সন্তানবিলাক লোক-
বিলাকৰ মাজত প্ৰখ্যাত হব; সিবিলাকক যেয়ে
দেখিব, সেয়ে সিবিলাকক যিহোৱাৰ আশীৰ্ব্বাদ-
প্ৰাপ্ত বংশ বুলি স্বীকাৰ কৰিব।
১০ মই যিহোৱাত অতিশয় আনন্দ কৰিম, মোৰ
প্ৰাণে মোৰ ঈশ্বৰত উল্লাস কৰিব; কিয়নো,
দৰাই যেনেকৈ মালাৰে আপোনাক বিভূষিত
কৰে, আৰু কন্যাই যেনেকৈ অলঙ্কাৰেৰে আপো-
নাকে শোভিত কৰে, তেনেকৈ তেওঁ মোক পৰি-
ত্ৰাণৰূপ বস্ত্ৰ পিন্ধালে, ধাৰ্ম্মিকতাৰূপ জামাৰে
১১ মোক ঢাকিলে। কিয়নো, পৃথিবীয়ে যেনেকৈ
আপোন গছবোৰৰ কলি মেলায়, আৰু বাড়ীয়ে
যেনেকৈ তাত ৰোৱা সকলোকে গজায়, তেনেকৈ
প্ৰভু যিহোৱাই সকলো জাতিবিলাকৰ সাক্ষাতে
ধাৰ্ম্মিকতা আৰু প্ৰশংসা উৎপন্ন কৰিব।

৬২ পোহৰৰ দৰে চিয়োনৰ ধাৰ্ম্মিকতা, আৰু
জ্বলি থকা প্ৰদীপৰ দৰে তেওঁৰ পৰিত্ৰাণ
প্ৰকাশিত নহয়মানে, মই তেওঁৰ কাৰণে নিমাত
হৈ নেথাকিম, আৰু যিৰূচালেমৰ নিমিত্তে
২ ৰৈ নেথাকিম। জাতিবিলাকে তোমাৰ ধাৰ্ম্মি-
কতা, আৰু সকলো ৰজাই তোমাৰ গৌৰব
দেখিব; আৰু যিহোৱাৰ মুখে দিয়া এক নতুন
৩ নামেৰে তুমি প্ৰখ্যাত হবা। তুমি যিহোৱাৰ
হাতত এটা সুন্দৰ কিৰীটি, তোমাৰ ঈশ্বৰৰ
৪ হাতত এটা ৰাজমুকুটস্বৰূপ হবা। তোমাক আৰু
পৰিত্যক্তা বোলা নেযাব, নাইবা তোমাৰ দেশক
উচ্ছন্ন দেশ বুলি আৰু মতা নহব; কিন্তু তুমি
হেফচীবা [তেওঁত মোৰ সন্তোষ] বুলি প্ৰখ্যাত হবা,
আৰু তোমাৰ দেশ বিয়ুলা [বিবাহিতা] বুলি
প্ৰখ্যাত হব; কিয়নো যিহোৱা তোমাত সন্তুষ্ট
৫ হৈছে, আৰু তোমাৰ দেশ বিবাহিতা হব। কাৰণ
যেনেকৈ ডেকাই কুমাৰীক* বিবাহ কৰে, তেনেকৈ
তোমাৰ পুত্ৰবিলাকে তোমাক বিবাহ কৰিব; আৰু
যেনেকৈ দৰাই কন্যাত আনন্দ কৰে, তেনেকৈ
তোমাৰ ঈশ্বৰেও তোমাত আনন্দ কৰিব।
৬ হে যিৰূচালেম, তোমাৰ গড়ৰ ওপৰত মই
প্ৰহৰীবিলাকক নিযুক্ত কৰি থলোঁ; সিবিলাকে
দিন কি ৰাতি কেতিয়াও নিমাতে নেথাকিব।
হে যিহোৱাক সোঁৱৰণ কৰাওঁতাবিলাক, তোমা-
৭ লোক ক্ষান্ত নহবা; আৰু তেওঁ যেতিয়ালৈকে
যিৰূচালেমক স্থাপন নকৰে, আৰু পৃথিবীৰ মাজত
তাক প্ৰশংসাৰ পাত্ৰ নকৰে, তেতিয়ালৈকে তেওঁক
৮ জিৰণি নিদিবা। যিহোৱাই আপোন সোঁ হাত,
আপোন বলৱান বাহু দাঙি এই শপথ কৰিলে,
তোমাৰ শত্ৰুবোৰৰ আহাৰ হবৰ নিমিত্তে, নিশ্চয়ে
মই সিইঁতক তোমাৰ শস্য আৰু নিদিম, আৰু
তুমি পৰিশ্ৰমেৰে অৰ্জ্জা তোমাৰ দ্ৰাক্ষাৰস বিদেশী-
৯ বোৰে আৰু পান কৰিবলৈ নেপাব; কিন্তু যিবি-
লাকে শস্য চপালে, সিবিলাকে তাক ভোজন
কৰি যিহোৱাৰ প্ৰশংসা কৰিব, আৰু যিবিলাকে
দ্ৰাক্ষাফল গোটালে, সিবিলাকে মোৰ ধৰ্ম্মধামৰ
চোঁতাল কেইখনত তাৰ ৰস পান কৰিব।
১০ তোমালোক যোৱা, বড় দুৱাৰেদি যোৱা;
লোকবিলাকৰ নিমিত্তে পথ যুগুত কৰা, ৰাজ-আলি
ওখ কৰা, ওখ কৰা; শিলবোৰ গুচাই পেলোৱা,
জাতিবিলাকৰ নিমিত্তে এক ধ্বজা তোলা।
১১ দেখা, যিহোৱাই পৃথিবীৰ অন্তলৈকে ঘোষণা
কৰিছে, বোলে, তোমালোকে চিয়োন জীয়াৰীক
কোৱা, দেখা, তোমাৰ পৰিত্ৰাণ ওচৰ চাপিছেহি;
দেখা, তেওঁৰ লগত তেওঁ দিব লগীয়া পুৰস্কাৰ
আছে, আৰু তেওঁৰ আগত তেওঁ দিব লগীয়া
১২ কাৰ্য্যফল আছে। আৰু সিবিলাক পবিত্ৰ প্ৰজা,
যিহোৱাৰ মুক্ত লোক বুলি প্ৰখ্যাত হব; আৰু
তুমি অন্বেষিতা আৰু অপৰিত্যক্তা নগৰী বুলি
প্ৰখ্যাত হবা।

ইদোমৰ প্ৰতিকাৰ সধা দিব। লোকবিলাকৰ
প্ৰাৰ্থনা।

৬৩ ইদোমৰ পৰা, ৰঙা ৰঙেৰে বোলোৱা বস্ত্ৰ
পিন্ধি বস্ৰাৰ পৰা সৌ অহা কোন আহিছে?
আপোন সাজত আদৰণীয় হৈ আপোন শক্তিৰ,
বাহুল্যত গমন কৰি সৌ অহা কোন আহিছে?
"ধাৰ্ম্মিকতাৰে কথা কওঁতা, পৰিত্ৰাণ কৰিবলৈ

* ইয়াতে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা বুজায়।

২ অতিশয় সমৰ্থ ধাৰ্কোতা ময়।” তোমাৰ সাজ
ৰঙা বৰণীয়া, আৰু তোমাৰ বস্ত্ৰ কুণ্ডত দ্ৰাক্ষাগুটী
৩ গচকোঁতাৰ কাপোৰৰ নিচিনা কিয়? “ময় অকলেই
কুণ্ডত দ্ৰাক্ষাগুটী গচকিছিলোঁ, আৰু জাতিবিলাকৰ
মাজত কোনোৱেই মোৰ সঙ্গী নাছিল; এনে কি,
ময় ক্ৰোধত সিহঁতক গচকিছিলোঁ, আৰু কোপত
সিহঁতক মৰ্দ্দন কৰিছিলোঁ, এনে সময়ত মোৰ
বস্ত্ৰত সিহঁতৰ তেজৰ চিটা লাগিল, আৰু মোৰ
৪ গোটেই সাজত দাগ লগালোঁ। কিয়নো প্ৰতিকাৰ
সাধিবৰ দিন মোৰ মনত আছিল, আৰু মোৰ মুক্ত
কৰিব লগীয়াবিলাকৰ বছৰ উপস্থিত আছিল।
৫ পাছে ময় চাই দেখিলোঁ, যে, মোক সহায়
কৰোঁতা কোনো নাছিল; আৰু মোক যে উপকাৰ
কৰোঁতা কোনো নাছিল, ইয়াতে ময় আশ্চৰিত
মানিছিলোঁ; এই হেতুকে মোৰ নিজৰ বাহুৱে
ময় কৰিব লগীয়া পৰিত্ৰাণ সিদ্ধ কৰিলে, আৰু
৬ মোৰ ক্ৰোধেই মোক উপকাৰ কৰিলে। আৰু ময়
আপোন ক্ৰোধত জাতিবিলাকক গচকিলোঁ, আৰু
আপোন কোপত সিহঁতক মতোৱাল কৰিলোঁ,
আৰু সিহঁতৰ তেজ মাটীত পেলালোঁ।”
৭ ময় যিহোৱাৰ নানাবিধ দয়া কীৰ্ত্তন কৰিম;
আৰু যিহোৱাই আমাক যি যি উপকাৰ কৰিলে,
সেই সকলো অনুসাৰে, আৰু আপোনাৰ নানা-
বিধ কৰুণা আৰু প্ৰচুৰ দয়া অনুসাৰে ইস্ৰায়েল
বংশক যি মহৎ মঙ্গল কৰিলে, সেই অনুসাৰে
৮ ময় যিহোৱাৰ প্ৰশংসাৰ কীৰ্ত্তন কৰিম। কিয়নো
তেওঁ কৈছিল, অৱশ্যে সিবিলাক মোৰ প্ৰজা,
ছল নকৰা সন্তান; এই বুলি তেওঁ সিবিলাকৰ
৯ ত্ৰাণকৰ্ত্তা হৈছিল। সিবিলাকৰ আটাই দুঃখত
তেওঁ দুঃখিত হৈছিল, আৰু তেওঁৰ শ্ৰীমুখস্বৰূপ
দূতে সিবিলাকক পৰিত্ৰাণ কৰিছিল; তেওঁ
আপোন প্ৰেম আৰু কৃপাতে সিবিলাকক মুক্ত
কৰিছিল, আৰু তেওঁ পূৰ্ব্বৰ সকলো কালত
১০ সিবিলাকক দাঙি বৈ আনিছিল। কিন্তু সিবি-
লাকে বিদ্ৰোহ কৰি তেওঁৰ পবিত্ৰ আত্মাক বেজাৰ
দিছিল; এই হেতুকে তেওঁ ঘূৰি সিবিলাকৰ
শত্ৰু হৈছিল, আৰু নিজে সিবিলাকৰ অহিতে
১১ যুদ্ধ কৰিছিল। তেতিয়া প্ৰজাবিলাকে পুৰণী
কাল, মোচি, আৰু তেওঁৰ লোকবিলাকক সোঁৱৰণ
কৰি কৈছিল, যি জনাই আপোন জাকৰ মেৰ-
ৰখীয়াবিলাকে সৈতে সিবিলাকক সমুদ্ৰৰ পৰা
উলিয়াই আনিছিল, তেওঁ ক’ত? যি জনাই
আপোন পবিত্ৰ আত্মা সিবিলাকৰ অন্তৰত
১২ স্থাপন কৰিছিল, যি জনাই মোচিৰ সোঁহাতে
আপোন প্ৰতাপী বাহু চলাইছিল, যি জনাই
আপোনাৰ নিমিত্তে চিৰস্থায়ী নাম সিদ্ধ কৰিবৰ
অৰ্থে সিবিলাকৰ আগত জলসমূহ দুফাল কৰি-
১৩ ছিল, যি জনাই, সিবিলাকে উজুটি নোখোৱা-
কৈ, অৰণ্যত লৰ মৰা ঘোঁৰাৰ নিচিনাকৈ অগাধ
জলৰ মাজেদি সিবিলাকক লৈ আহিছিল, সেই
১৪ জনা ক’ত? উপত্যকালৈ নামি যোৱা পশুৰ
জাকৰ দৰে যিহোৱাৰ আত্মাই সিবিলাকক
জিৰণি দিছিল; নিজৰ প্ৰতাপী নাম সিদ্ধ
কৰিবৰ অৰ্থে তুমি আপোন প্ৰজাবিলাকক সেই
১৫ ৰূপে লৈ আহিছিলা। তুমি স্বৰ্গৰ পৰা তললৈ
দৃষ্টি কৰা, আৰু তোমাৰ পবিত্ৰতাৰ আৰু গৌৰৱৰ
নিবাসৰ পৰা চোৱা; তোমাৰ উদ্যোগ আৰু
মহৎ কাৰ্য্যবোৰ ক’ত? তোমাৰ পেটৰ মৰম আৰু
১৬ নানা দয়া মোৰ পৰা আটক কৰা হল। কিয়নো
তুমিয়েই আমাৰ পিতৃ; কাৰণ অব্ৰাহামে আমাক
নেজানে, আৰু ইস্ৰায়েলে আমাক স্বীকাৰ নকৰে;
হে যিহোৱা, তুমিয়েই আমাৰ পিতৃ; আৰু
পূৰ্ব্বকালৰে পৰা তুমি আমাৰ মুক্তিদাতা, এয়ে
১৭ তোমাৰ নাম। হে যিহোৱা, তুমি আপোন
পথৰ পৰা আমাক কিয় অপথে লৈ গৈছা? আৰু
তোমাক ভয় নকৰিবলৈ আমাৰ মন কিয় কঠিন
কৰিছা? তোমাৰ দাসবিলাকৰ, তোমাৰ আধি-
১৮ পত্যৰ ফৈদবিলাকৰ কাৰণে উভটি আহাঁ। তোমাৰ
পবিত্ৰ প্ৰজাবিলাকে অলপ কালহে আপোন
আপোন আধিপত্য ভোগ কৰিলে; আমাৰ শত্ৰু-
১৯ বোৰে তোমাৰ ধৰ্ম্মধাম ভৰিৰে গচকিলে। যি-
বিলাকৰ ওপৰত তুমি কেতিয়াও ৰাজত্ব কৰা
নাই, আৰু যিবিলাক তোমাৰ নামেৰে প্ৰখ্যাত
হোৱা নাই, আমি এনে লোকবিলাকৰ নিচিনা
৬৪ হলোঁ। অহ, তুমি আকাশমণ্ডল বিদাৰি
নামি আহিলে, পৰ্ব্বতবোৰ তোমাৰ সাক্ষাতে
২ দ্ৰৱ হৈ গলে, কেনে ভাল আছিল! জাতি-
বিলাকে তোমাৰ সাক্ষাতে কঁপিবৰ নিমিত্তে
তোমাৰ শত্ৰুবোৰৰ আগত তোমাৰ নাম জনা-
বলৈ, অগ্নিয়ে জেং খৰি পোৰাৰ নিচিনাকৈ,
আৰু জুয়ে পানী উতলোৱাৰ নিচিনাকৈ তুমি
৩ নামি আহিলে, কেনে ভাল আছিল! আমি ভাব
নকৰা ভয়ানক কাৰ্য্যবোৰ তুমি কৰি নামি
আহিলে, আৰু তোমাৰ সাক্ষাতে পৰ্ব্বতবোৰ
৪ দ্ৰৱ হৈ গলে, কেনে ভাল আছিল! তোমালৈ
অপেক্ষা কৰোঁতা জনলৈ কাৰ্য্য সিদ্ধ কৰোঁতা
যি তুমি, তোমাৰ বাহিৰে আন ঈশ্বৰ আছে
বুলি আগৰ কালৰ পৰা মানুহবিলাকে শুনা
নাই, কাণেৰে অনুভৱ কৰা নাই, বা চকুৰে
৫ দেখা নাই। যি জনে আনন্দ কৰি ধাৰ্ম্মিকতা
সিদ্ধ কৰে, আৰু যিবিলাকে তোমাৰ পথত
তোমাক সোঁৱৰণ কৰে, তুমি সেই সকলোৰ
লগত সাক্ষাৎ কৰি থাকা; দেখা, তুমি ক্ৰুদ্ধ
আৰু আমি পাপিষ্ঠ; চিৰকালৰে পৰা এই অৱ-
স্থাত আছোঁ, তেন্তে আমি পৰিত্ৰাণ পাম নে?
৬ কিয়নো আমি সকলোৱেই অশুচি লোকৰ সদৃশ

হওঁ, আৰু আমাৰ সকলো ধাৰ্ম্মিকতা চুৱা
হোৱা কাপোৰৰ দৰে হল ; আমি আটাইবিলাক
পাতৰ নিচিনাকৈ জঁয় পৰিছোঁ, আৰু আমাৰ
অপৰাধবোৰে বতাহৰ দৰে আমাক উৰুৱাই
৭ লৈ গৈছে। তোমাৰ নামেৰে প্ৰাৰ্থনা কৰোঁতা
কোনো নাই ; কোনেও তোমাৰ আশ্ৰয় লবলৈ
আপোন মন উদগাই নিদিয়ে ; কিয়নো তুমি
আমাৰ পৰা তোমাৰ মুখ লুকুৱাই ৰাখিছা, আৰু
আমাৰ অপৰাধৰ প্ৰতাপত আমাক গলি যাবলৈ
৮ দিছা। কিন্তু হে যিহোৱা, তুমি আমাৰ পিতৃ ;
আমি মাটী, আৰু তুমি আমাৰ কুম্ভাৰ ; আমি
৯ সকলোৱেই তোমাৰ হাতৰ কাৰ্য্য। হে যিহোৱা,
তুমি অত্যন্ত ক্ৰুদ্ধ নহবা, বা চিৰকাললৈকে অপ-
ৰাধ মনত নেৰাখিবা ; দেখা, দৃষ্টি কৰা ; আমি
তোমাক মিনতি কৰোঁ, আমি সকলোৱেই তোমাৰ
১০ প্ৰজা। তোমাৰ পবিত্ৰ নগৰবোৰ অৰণ্য হৈ
পৰিল ; চিয়োন অৰণ্য হৈ গল ; যিৰূচালেম
১১ ধ্বংসস্থান হল। য'ত আমাৰ পূৰ্ব্বপুৰুষবিলাকে
তোমাৰ প্ৰশংসা কৰিছিল, আমাৰ সেই পবিত্ৰ
সুন্দৰ গৃহ অগ্নিৰে দগ্ধ হল, আৰু আমাৰ মন-
১২ মোহা সকলো ঠাই উচ্ছন্ন হল। হে যিহোৱা,
এইবোৰ দেখিও, তুমি আঁতৰি থাকিবা নে ?
আৰু মনে মনে থাকি, আমাক অত্যন্ত দুঃখ
দিবা নে ?

অপথে যোৱা লোকক যিহোৱাই ধৰ্ম্মকি
দিয়া, আৰু তেওঁৰ লোকবিলাকক
মঙ্গলৰ প্ৰতিজ্ঞা কৰা।

৬৫ যিবিলাকে মোক নিবিচাৰিলে, সিবিলাকক
মোৰ পৰামৰ্শ লোৱাব খুজিলোঁ ; আৰু যি-
বিলাকে মোক অন্বেষণ নকৰিলে, সেইবিলাকক
মোক পোৱাব খুজিলোঁ ; যি জাতি মোৰ নামেৰে
প্ৰখ্যাত নহল, এনে জাতিৰ আগত, এইয়া দেখা,
ময় আছোঁ, ময় আছোঁ, এই বুলি ময় কলোঁ।
২ যি জাতিয়ে আপোন আপোন কল্পনামতে
কুপথত চলে, এনে এক বিদ্ৰোহী জাতিৰ আগত
৩ ময় ওৰেদিনটো হাত মেলিলোঁ। যি জাতিয়ে
বাৰীত বলিদান দি, আৰু ইটাৰ ওপৰত ধূপ
জ্বলাই মোৰ মুখৰ আগত সদায় বেজাৰ দিয়ে,
৪ যি জাতিয়ে মৈদামবোৰৰ মাজত বহে, আৰু
অতি গুপুত ঠাইত ৰাতি কটায়, যি জাতিয়ে
গাহৰিৰ মঙহ খায়, আৰু আপোন আপোন
৫ পাত্ৰত ঘিণলগীয়া মঙহৰ জোল ৰাখে, যি
জাতিয়ে কয়, আপোন ঠাইতে থাকা, মোৰ
ওচৰলৈ নাহিবা, কিয়নো ময় তোমাতকৈ পবিত্ৰ,
সিহঁত এনেকুৱা জাতি, যে, সিহঁত মোৰ নাকত
ধূঁৱা, আৰু ওৰেদিনটো জ্বলি থকা অগ্নিস্বৰূপ।
৬ দেখা, মোৰ আগত এয়ে লিখা আছে, ময় মনে
৭ মনে নেথাকিম, কিন্তু প্ৰতিফল দিম ; এয়ে কি,
যিহোৱাই কৈছে, ময় একেবাৰে তোমালোকৰ
নিজৰ নিজৰ অপৰাধৰ, পৰ্ব্বতবোৰত ধূপ
জ্বলোৱা আৰু উপপৰ্ব্বতবোৰত মোক নিন্দা কৰা
তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰো অপৰাধৰ
প্ৰতিফল তোমালোকৰ বুকুত দিম, আৰু ময়
প্ৰথমে সিহঁতৰ কাৰ্য্য জুখি সিহঁতৰ বুকুত প্ৰতি-
ফল দিম।
৮ যিহোৱাই এই কথা কৈছে, যেনেকৈ দ্ৰাক্ষাৰ
থোকত ৰস দেখিলে, লোকে কয়, তাক নষ্ট
নকৰিবা, কিয়নো তাত আশীৰ্ব্বাদ আছে, সেই
দৰে, সিহঁত আটাইকে নষ্ট নকৰিবৰ মনেৰে
৯ মোৰ দাসবিলাকৰ নিমিত্তে ময় কৰিম। আৰু
ময় যাকোবৰ পৰা এক বংশ, আৰু যিহুদাৰ পৰা
মোৰ পৰ্ব্বতবোৰৰ এক অধিকাৰী উৎপন্ন কৰিম ;
আৰু মোৰ মনোনীত লোকবিলাকে তাক অধি-
কাৰ কৰিব, আৰু মোৰ দাসবিলাকে তাত বসতি
১০ কৰিব। আৰু মোক বিচৰা মোৰ প্ৰজাবিলাকৰ
নিমিত্তে চাৰোণ মেৰৰ জাকৰ গঁৰালস্বৰূপ
হব, আৰু আখোৰ উপত্যকা গৰুৰ জাকবোৰৰ
১১ শোৱা ঠাই হব। কিন্তু যিহোৱাক ত্যাগ কৰা,
মোৰ পবিত্ৰ পৰ্ব্বতক পাহৰা, ভাগ্যদেৱতালৈ
মেজ সজোৱা, নিৰূপণী দেৱীলৈ মিহলি কৰা
দ্ৰাক্ষাৰসেৰে পানপাত্ৰ পূৰ কৰা যি তোমালোক,
১২ তোমালোকক তৰোৱালৰ নিমিত্তে নিৰূপণ
কৰিম, আৰু তোমালোকে হত্যালৈ মূৰ দোঁৱাবা।
কাৰণ ময় মাতিলত তোমালোকে উত্তৰ নিদিলা,
ময় কলত তোমালোকে শুনা নিদিলা ; কিন্তু মোৰ
দৃষ্টিত যি বেয়া, তাকেই তোমালোকে কৰিলা,
আৰু যিহত মোৰ সন্তোষ নাই, তাকেই তোমা-
লোকে মনোনীত কৰিলা।
১৩ এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে,
দেখা, মোৰ দাসবিলাকে হলে ভোজন কৰিব,
কিন্তু তোমালোক ভোকত আতুৰ হবা ; দেখা,
মোৰ দাসবিলাকে হলে পান কৰিব, কিন্তু তোমা-
লোক পিয়াহত আতুৰ হবা ; দেখা, মোৰ দাস-
বিলাকে হলে মনত আনন্দ কৰিব, কিন্তু তোমা-
১৪ লোকে লাজ পাবা ; দেখা, মোৰ দাসবিলাকে
হলে মনৰ সুখত আনন্দগান কৰিব, কিন্তু
তোমালোকে মনৰ দুঃখত কাতৰোক্তি কৰিবা,
আৰু মন ভগ্ন হোৱাৰ কাৰণে হাহাকাৰ কৰিবা।
১৫ মোৰ মনোনীত লোকবিলাকৰ অৰ্থে শাওপনি
দিবৰ নিমিত্তে তোমালোকে আপোনাবিলাকৰ
নাম থৈ যাবা, আৰু প্ৰভু যিহোৱাই তোমাক
মাৰিব, আৰু আপোন দাসবিলাকক আন নাম
১৬ ধৰি মাতিব। তাতে, যি মানুহে পৃথিবীত
আপোনাকে ধন্য বুলিব, সেই মানুহে সত্য
ঈশ্বৰৰ নামেৰেহে আপোনাক ধন্য বুলিব ;

আৰু যি মানুহে পৃথিবীত শপত কৰে, সি সত্য
ঈশ্বৰৰ নামেৰেহে শপত কৰিব ; কিয়নো পূৰ্ব্ব-
কালৰ সকলো সঙ্কট পাহৰা গল, আৰু মোৰ
১৭ দৃষ্টিৰ পৰা সেইবোৰ লুকাল। কিয়নো দেখা,
মই নতুন আকাশমণ্ডল আৰু নতুন পৃথিবী সৃষ্টি
কৰোঁ ; আৰু পূৰ্ব্বকালৰ কথাবোৰ সোঁৱৰণ কৰা
১৮ বা মনত কৰাও নহব। কিন্তু মই যি সৃষ্টি কৰোঁ,
তাত তোমালোকে অনন্ত কাল আনন্দ আৰু
উল্লাস কৰা ; কিয়নো দেখা, মই যিৰূচালেমক
উল্লাসৰ বিষয়, আৰু তাৰ লোকবিলাকক আ-
১৯ নন্দৰ বিষয় কৰি সৃষ্টি কৰোঁ। আৰু মই যিৰূ-
চালেমত উল্লাস, আৰু মোৰ প্ৰজাবিলাকত
আনন্দ কৰিম, আৰু তাত ক্ৰন্দনৰ শবদ কি
২০ কাতৰোক্তিৰ শবদ আৰু শুনা নেযাব। সেই
ঠাইৰ পৰা কোনো অলপদিনীয়া কেঁচুৱা, বা
সম্পূৰ্ণ আয়ুস নোপোৱা কোনো বুঢ়া লোকক
মৈদামলৈ নিয়া নহব ; কিয়নো ল'ৰা এশ বছৰ
বয়সীয়া হৈ মৰিব, আৰু পাপী এশ বছৰ বয়স
২১ পাই শাপগ্ৰস্ত হব। আৰু লোকবিলাকে ঘৰ
সাজি তাৰ ভিতৰত বাস কৰিব, আৰু দ্ৰাক্ষা-
২২ বাৰী পাতি তাৰ ফল ভোগ কৰিব। অন্যে বাস
কৰিবলৈ সিবিলাকে ঘৰ সাজিব, অন্যে ভোগ
কৰিবলৈ সিবিলাকে বাৰী নেপাতিব ; কিয়নো
বৃক্ষৰ আয়ুস যেমান, মোৰ প্ৰজাবিলাকৰ আয়ুসো
সিমান হব, আৰু মোৰ মনোনীত লোকবিলাকে
আপোন আপোন হাতেৰে কৰা কাৰ্য্যৰ ফল
২৩ বহুকাললৈকে ভোগ কৰিব। সিবিলাকে বৃথায়
পৰিশ্ৰম নকৰিব, আৰু আপদৰ নিমিত্তে সন্তান
প্ৰসৱ নকৰিব ; কিয়নো সিবিলাক আৰু সিবি-
লাকৰ লগত থকা সন্তান, যিহোৱাৰ পৰা আ-
২৪ শীৰ্ব্বাদ পোৱাবিলাকৰ বংশ। আৰু সিবিলাকে
নৌ মাতোঁতেই মই উত্তৰ দিম, আৰু সিবিলাকৰ
২৫ কথা নৌ ওৰ পৰোঁতেই মই শুনিম। ৰাংকুকুৰ
আৰু মেৰ পোৱালি একে ঠাইতে চৰিব,
সিংহই গৰুৰ দৰে খেৰ খাব, আৰু ধূলিয়েই
সৰ্পৰ আহাৰ হব ; যিহোৱাই কৈছে, মোৰ
সমস্ত পৰ্ব্বতত কোনেও কাকো অপকাৰ কি বিনষ্ট
নকৰিব।

ইস্ৰায়েলৰ সুখ, আৰু তাৰ শত্ৰুবোৰৰ
বিনাশ।

৬৬ যিহোৱাই এই কথা কৈছে, স্বৰ্গ মোৰ
সিংহাসন, আৰু পৃথিবী মোৰ ভৰিপিৰা ;
তোমালোকে মোৰ নিমিত্তে কেনেকুৱা গৃহ
নিৰ্ম্মাণ কৰিবা ? কোন ঠাই মোৰ জিৰণিৰ ঠাই
২ হব ? কিয়নো এই সকলোকে মোৰ হাতে নিৰ্ম্মাণ
কৰিলে, এই নিমিত্তে এই সকলো হল, ইয়াক
যিহোৱাই কৈছে ; কিন্তু এজনলৈহে, দুখীয়া,
ভগ্নচিত্তীয়া, আৰু মোৰ বাক্যত কঁপা এনে
৩ মানুহলৈহে মই দৃষ্টি কৰিম। যি মানুহে গৰু
মাৰে, সি মানুহ বধ কৰাৰ নিচিনা ; আৰু যি
মানুহে মেৰ পোৱালি বলিদান কৰে, সি কুকুৰৰ
ডিঙি ভঙাৰ নিচিনা ; যি মানুহে নৈবেদ্য উৎ-
সৰ্গ কৰে, সি গাহৰিৰ তেজ উৎসৰ্গ কৰাৰ
নিচিনা ; আৰু যি মানুহে ধূপ জলায়, সি
অসাৰ মূৰ্ত্তিক ধন্যবাদ কৰাৰ নিচিনা ; এনে
কি, সিইঁতে আপোন আপোন পথ মনোনীত
কৰিলে, আৰু সিইঁতৰ প্ৰাণে আপোন আপোন
৪ ঘিণলগীয়া কৰ্ম্মত সন্তোষ পায়। ময়ো সিইঁতৰ
দুঃখদায়ক বিষয় মনোনীত কৰিম, আৰু সিইঁতে
যিহক ভয় কৰে, তাকেই সিইঁতলৈ ঘটাম ; কাৰণ
ময় মাতিলত, সিইঁতৰ কোনেও উত্তৰ নিদিলে,
আৰু মই কলত, সিইঁতে নুশুনিলে ; কিন্তু মোৰ
দৃষ্টিত যি বেয়া, তাকেই সিইঁতে কৰিলে, আৰু
যিহত মোৰ সন্তোষ নাই, তাকেই সিইঁতে মনো-
নীত কৰিলে।
৫ যিহোৱাৰ বাক্যত কম্পিত হোৱা যি তোমা-
লোক, তোমালোকে তেওঁৰ বাক্য শুনা ; তোমা-
লোকৰ যি ভাইবিলাকে তোমালোকক ঘিণ কৰে,
আৰু মোৰ নামৰ নিমিত্তে তোমালোকক দূৰ
কৰে, সিইঁতে কয়, আমি তহঁতৰ আনন্দ দেখিবৰ
নিমিত্তে যিহোৱা মহিমান্বিত হওক ; কিন্তু
৬ সিইঁত লজ্জিত হব। নগৰৰ পৰা কোলাহলৰ
শবদ, মন্দিৰৰ পৰা শবদ, আপোনাৰ শত্ৰু-
বোৰক প্ৰতিফল দিয়া যিহোৱাৰ ধ্বনি শুনা
৭ গৈছে। বেদনা হোৱাৰ পূৰ্ব্বেই তিৰোতাই প্ৰসৱ
কৰিলে, গৰ্ব্ভবেদনা নৌ হওঁতেই তেওঁৰ এটী
৮ পুত্ৰসন্তান জন্মিল ; এনে কথা কোনে শুনিলে ?
এনে কৰ্ম্ম কোনে দেখিলে ? একে দিনাই জানো
কোনো দেশ উৎপন্ন হয় ? বা কোনো জাতি
জানো একেবাৰে প্ৰসৱ হব পাৰে ? কিয়নো
চিয়োনে গৰ্ব্ভবেদনা পোৱামাত্ৰে আপোনাৰ
৯ সন্তানবিলাকক প্ৰসৱ কৰিলে। যিহোৱাই
কৈছে, ময় প্ৰসৱদুৱাৰলৈ আনি জানো প্ৰসৱ
নকৰাম ? তোমাৰ ঈশ্বৰে কৈছে, প্ৰসৱ কৰাওঁতা
যি ময়, ময় জানো গৰ্ব্ভ বন্ধ কৰিম ?
১০ যিৰূচালেমৰ সান্ত্বনা দিওঁতা পিয়াহ চুপি তৃপ্ত
হবৰ আশাৰে, আৰু তেওঁৰ দুখেৰে পূৰ হোৱা
১১ স্তন চুপি সুখী হবৰ মনেৰে, হে তেওঁক প্ৰেম
কৰোঁতা আটাইবিলাক, তেওঁৰে সৈতে আনন্দ
কৰা আৰু তেওঁৰ নিমিত্তে উল্লাস কৰা ; আৰু
হে তেওঁৰ কথাত শোক কৰা আটাইবিলাক,
তেওঁৰ নিমিত্তে আনন্দত প্ৰফুল্লিত হোৱা।
১২ কিয়নো যিহোৱাই এই কথা কৈছে, দেখা, মই
নৈৰ নিচিনাকৈ শান্তি, আৰু পাৰ বাগৰি যোৱা
সোঁতৰ নিচিনাকৈ জাতিবিলাকৰ গৌৰৱ তেওঁলৈ

বড়াম; তাতে তোমালোকে চুপিবলৈ পাবা;
তোমালোকক কোলাত লৈ নিয়া যাব, আরু
১৩ আঁঠুর ওপরত নচুউৱা যাব। যেনেকৈ মাকে
আপোন পুত্রক সান্ত্বনা দিয়ে, তেনেকৈ ময়
তোমালোকক সান্ত্বনা দিম; আরু তোমালোকে
১৪ যিরূচালেমত সান্ত্বনা পাবা। এই সকলো দেখি
তোমালোকে হৃদয়ত আনন্দ করিবা, আরু তোমা-
লোকর অস্থিবোর নতুন তৃণর দরে সতেজ হব;
আরু যিহোৱার হাত তেওঁর দাসবিলাকর আগত
পরিচিত হব, আরু আপোন শত্রুবোরর বিরুদ্ধে
১৫ তেওঁর ক্রোধ হব। কিয়নো দেখা, যিহোৱাই
মহাকোপেরে আপোনার ক্রোধ, আরু প্রজ্বলিত
অগ্নিশিখার দ্বারায় আপোনার ধমকি সিদ্ধ
করিবলৈ অগ্নিরে সৈতে আগমন করিব, আরু
তেওঁর রথবোর বামারুলি বতাহর নিচিনা হব।
১৬ কারণ যিহোৱাই অগ্নিরে আরু আপোনার
তরোৱালেরে সকলো মর্ত্ত্য লোকে সৈতে হোৱা
আপোন বিবাদ নিষ্পত্তি করিব; আরু যিহো-
১৭ ৱার দ্বারায় হত হোৱা লোক অনেক হব। যিহো-
ৱাই কৈছে, গাহরির মঙহ, ঘিণলগীয়া বস্তু, আরু
এন্দুর খাওঁতা যি লোকবোরে মাজত থকা এজনর
অনুকরণ করি, উদ্যানলৈ যাবর মনেরে আপো-
নাকে পবিত্র আরু শুচি করে, সিহঁত একেবারে
১৮ বিনষ্ট হব। কিয়নো ময় সিহঁতর কার্য্য আরু
কল্পনাবোর জানো। যি সময়ত সকলো জাতিক,
আরু সকলো ভাষা কওঁতা লোকবিলাকক ময়
চপাম, এনে সময় আহিছে; আরু সিবিলাকে
চাপি আহি মোর প্রতাপ দেখিবলৈ পাব।

১৯ ময় সিবিলাকর মাজত এক চিন স্থাপন করিম,
আরু ময় সিবিলাকর মাজর রক্ষা পোৱাবিলাকক,
মোর কীর্ত্তি নুশুনা, বা মোর প্রতাপ নেদেখা
তর্চীচ, পুল, আরু ধনুর্দ্ধরর লুদ, তুবল, যাবন এই
জাতিবিলাকলৈ, আরু দূরত থকা দ্বীপনিবাসী-
বিলাকর ওচরলৈ পঠাম; তাতে সিবিলাকে
জাতিবিলাকর মাজত মোর প্রতাপ প্রচার করিব।
২০ তেতিয়া ইস্রায়েলর সন্তানবিলাকে যেনেকৈ
যিহোৱার গৃহলৈ শুচি পাত্রত নৈবেদ্য আনে,
তেনেকৈ সিবিলাকে সকলো জাতির মাজর পরা
তোমালোকর সকলো ভাইক ঘোঁৰাত, গাড়ীত,
দোলাত, খছরত, আরু উটত তুলি, মোর পবিত্র
পর্ব্বত যিরূচালেমলৈ যিহোৱার উদ্দেশে উপ-
হারস্বরূপে আনিব, ইয়াকে যিহোৱাই কৈছে।
২১ আরু ময় সিবিলাকর মাজর পরাও কেতবিলাক
লোকক পুরোহিত আরু লেবীয়া হবর নিমিত্তে
২২ গ্রহণ করিম, ইয়াক যিহোৱাই কৈছে। কারণ
ময় যি নতুন আকাশমণ্ডল আরু নতুন পৃথিবী
সৃষ্টি করিম, সেয়ে যেনেকৈ মোর সম্মুখত সদায়
থাকিব, তেনেকৈ তোমালোকর বংশ, আরু তোমা-
লোকর নামো সদায় থাকিব, ইয়াকে যিহোৱাই
২৩ কৈছে। আরু যিহোৱাই কৈছে, প্রত্যেক ন
জোনত আরু প্রত্যেক বিশ্রামবারত সকলো মর্ত্ত্য
২৪ মোর আগত প্রণিপাত করিবলৈ আহিব। আরু
সিবিলাকে বাহিরলৈ গৈ, মোর আজ্ঞা উলঙ্ঘন
করাবোরর মরা শর চাব; কারণ সিহঁতর পোক
নমরিব, আরু সিহঁতর অগ্নিও নুনুমাব, আরু
সিহঁত সকলো মর্ত্ত্যর আগত ঘৃণনীয় হব।

# যিরিমিয়া ভাববাদীর পুস্তক।

১ যিহূদা দেশর রজা আমোনর পুত্র যোচিয়ার
দিনত তেওঁর রাজত্বর ত্রয়োদশ বছরত যি
যিরিমিয়ালৈ যিহোৱার বাক্য আহিছিল,
২ বিন্যামীন প্রদেশর অনাথোৎনিবাসী পুরো-
হিতবিলাকর মাজর হিল্কিয়ার পুত্র সেই যিরি-
৩ মিয়ার বাক্য। যোচিয়ার পুত্র যিহূদার যিহো-
য়াকীম রজার দিনত, আরু যোচিয়ার পুত্র যিহূ-
দার চিদিকিয়া রজার রাজত্বর একাদশ বছরর
শেষলৈকে, পঞ্চম মাহত যিরূচালেমক দেশান্তর-
লৈ নিয়ালৈকে তেওঁর ওচরলৈ যিহোৱার বাক্য
আহি আছিল।

যিরিমিয়াক আমন্ত্রণ করা। বাদামর আরু
কেরাহির দর্শন।

৪ যিহোৱার বাক্য মোর ওচরলৈ আহিল,
৫ বোলে, উদরত তোমাক নির্ম্মাণ করার পূর্ব্বেই
ময় তোমাক জানিলোঁ, আরু তুমি গর্ভর পরা
বাহির হোৱার পূর্ব্বেই ময় তোমাক পবিত্র
করিলোঁ; ময় তোমাক জাতিবিলাকর অরিত
৬ ভাববাদী করি নিযুক্ত করিলোঁ। তাতে ময়
কলোঁ, হায় হায় প্রভু যিহোৱা, দেখা, ময় কথা
৭ কব নেজানো; কিয়নো ময় লরা মানুহ। কিন্তু
যিহোৱাই মোক কলে, "ময় লরা মানুহ," এনে

কথা নকবা ; কিয়নো, মই তোমাক যিবিলাকৰ
ওচৰলৈ পঠাম, সিবিলাকৰ ওৰিলৈ তুমি যাবা,
আৰু তোমাক যি যি আজ্ঞা কৰিম, সেই সক-
৮ লোকে কবা। সিবিলাকলৈ ভয় নকৰিবা ;
কিয়নো, যিহোৱাই কৈছে, তোমাৰ উদ্ধাৰৰ অৰ্থে
৯ মই তোমাৰ লগতে আছোঁ। পাছে যিহোৱাই
আপোন হাত মেলি মোৰ মুখ স্পৰ্শ কৰিলে, আৰু
যিহোৱাই মোক কলে, দেখা, মই আপোন বাক্য
১০ তোমাৰ মুখত দিলোঁ ; দেখা, উঘালিবলৈ আৰু
ভাঙিবলৈ, বিনষ্ট কৰিবলৈ আৰু উৎপাত কৰি-
বলৈ, সাজিবলৈ আৰু ৰুবলৈ, জাতিবিলাকৰ
আৰু ৰাজ্যবিলাকৰ ওপৰত মই আজি তোমাক
নিযুক্ত কৰিলোঁ।

১১ তাত বাজে, যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
আহিল, বোলে, হে যিৰিমিয়া, তুমি কি দেখিছা ?
তাতে মই কলোঁ, বাদাম গছৰ এটা ডাল
১২ দেখিছোঁ। তেতিয়া যিহোৱাই মোক কলে, ভাল
দেখিছা ; কিয়নো মই আপোন বাক্য সিদ্ধ
১৩ কৰিবলৈ সাৰে আছোঁ। পাছে দ্বিতীয়বাৰ
যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে,
তুমি কি দেখিছা ? তাতে মই কলোঁ, উতলি থকা
এটা কেৰাহি দেখিছোঁ ; তাৰ মুখ উত্তৰ দিশৰ
১৪ পৰা দক্ষিণলৈ কাতি হোৱা। তেতিয়া যিহোৱাই
মোক কলে, উত্তৰ দিশৰ পৰা এই আটাই দেশ-
১৫ নিবাসীবিলাকলৈ অমঙ্গল ওলাব। কাৰণ, যিহো-
ৱাই কৈছে, দেখা, মই উত্তৰ দিশত থকা ৰাজ্য-
বিলাকৰ আটাই গোষ্ঠিক মাতিম ; তাতে সিহঁতে
আহি যিৰুচালেমৰ দুৱাৰবোৰৰ সোমোৱা
ঠাইত, আৰু তাৰ চাৰিওফালে থকা গড়বোৰৰ
সন্মুখত, আৰু যিহুদাৰ আটাই নগৰবোৰৰ সন্মু-
খত আপোন আপোন সিংহাসন স্থাপন কৰিব।
১৬ তাতে মই সিবিলাকৰ আটাই দুষ্টতাৰ কাৰণে,
সিবিলাকৰ বিৰুদ্ধে মোৰ দণ্ডাজ্ঞা প্ৰচাৰ কৰিম ;
কিয়নো সিবিলাকে মোক পৰিত্যাগ কৰি ইতৰ
দেৱতাবোৰৰ আগত ধূপ জ্বলাইছে, আৰু
আপোন আপোন হাতে কৰা বস্তুৰ আগত প্ৰণি-
১৭ পাত কৰিছে। এই হেতুকে তুমি কঁকাল বান্ধি উঠা,
মই তোমাক যি যি আজ্ঞা কৰোঁ, সেই সকলোকে
সিবিলাকক কোৱা ; সিবিলাকৰ আগত ব্যাকুল
নহবা ; হলে, মই সিবিলাকৰ আগত তোমাকো
১৮ ব্যাকুল কৰিম। কিয়নো দেখা, মই আজি সমুদায়
দেশৰ, যিহুদাৰ ৰজাবিলাকৰ, তাৰ অধ্যক্ষবিলাকৰ,
পুৰোহিতবিলাকৰ, আৰু দেশৰ সাধাৰণ লোক-
বিলাকৰ বিৰুদ্ধে তোমাক দৃঢ় নগৰ, লোহাৰ স্তম্ভ,
১৯ আৰু পিতলৰ গড়স্বৰূপ কৰিলোঁ। সিবিলাকে
তোমাৰ বিৰুদ্ধে যুদ্ধ কৰিব; কিন্তু তোমাক বলুৱাব
নোৱাৰিব ; কিয়নো, যিহোৱাই কৈছে, তোমাৰ
উদ্ধাৰৰ অৰ্থে মই তোমাৰ লগতে আছোঁ।

ইস্ৰায়েলৰ বিশ্বাসঘাতকতা আৰু তাৰ ফল।

২ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, তুমি গৈ যিৰুচালেমৰ কাণে
শুনাকৈ এই কথা প্ৰচাৰ কৰা, যিহোৱাই এই
কথা কৈছে, তোমাৰ যৌবন-অৱস্থাৰ যি ভক্তি,
বাগদান কৰা কালৰ তোমাৰ যি প্ৰেম, অৰণ্যত
কেতি নকৰা দেশত মোৰ পাছত তোমাৰ যি
গমন, সেই সকলো তোমাৰ অৰ্থে মোৰ মনত
৩ আছে। ইস্ৰায়েল যিহোৱাৰ উদ্দেশে পবিত্ৰ,
তেওঁৰ উৎপন্ন শস্যৰ প্ৰথমে পকা ফলস্বৰূপ ;
যিবোৰে ইস্ৰায়েলক গ্ৰাস কৰিব, সিহঁত আটাই-
বোৰ দোষী বুলি গণ্য হব, সিহঁতলৈ অমঙ্গল
ঘটিব, ইয়াক যিহোৱাই কৈছে।
৪ হে যাকোবৰ বংশ, হে ইস্ৰায়েল বংশৰ গোষ্ঠী-
৫ বিলাক, যিহোৱাৰ বাক্য শুনা। যিহোৱাই এই
কথা কৈছে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে
মোত কি অন্যায় পালে, যে, সিবিলাক মোৰ পৰা
আঁতৰ হৈ গৈ, অসাৰৰ পাছত চলি অসাৰ
৬ হল ? সিবিলাকে নকলে, যে, যি জনাই মিচৰ
দেশৰ পৰা আমাক উলিয়াই আনিছিল, যি
জনাই অৰণ্যৰ মাজেদি, বালুকাময় আৰু গুহা-
ময় দেশৰ মাজেদি, খৰাং আৰু মৃত্যুচ্ছায়াস্বৰূপ
দেশৰ মাজেদি, পথিক নচলা আৰু নিবাসী
নথকা দেশৰ মাজেদি আমাক লৈ আহিছিল,
৭ সেই যিহোৱা ক'ত ? মই তোমালোকক এখন
উদ্যানময় দেশলৈ, তাৰ ফল আৰু উত্তম উত্তম
বস্তু ভোজন কৰিবলৈ আনিছিলোঁ ; কিন্তু যেতিয়া
তোমালোকে সোমালা, তেতিয়া তোমালোকে
মোৰ দেশ অশুচি কৰিলা, আৰু মোৰ আধিপত্য
৮ ঘিণলগীয়া কৰিলা। যিহোৱা ক'ত বুলি পুৰো-
হিতবিলাকে নকলে, আৰু ব্যৱস্থাত পাৰ্গত
লোকে মোক নেজানিলে, পালকবিলাকেও মোৰ
বিৰুদ্ধে অধৰ্ম্ম-আচৰণ কৰিলে, আৰু ভাববাদী-
বিলাকে বালৰ নামেৰে ভাববাণী প্ৰচাৰ কৰিলে,
৯ আৰু অনুপকাৰী বস্তুৰ পাছত চলিলে। এই
হেতুকে, যিহোৱাই কৈছে, মই তোমালোকৰ
লগত আৰু প্ৰতিবাদ কৰিম, আৰু তোমালোকৰ
পো নাতিবিলাকে সৈতেও প্ৰতিবাদ কৰিম।
১০ কিয়নো, তোমালোকে কিত্তীম দ্বীপবোৰলৈ পাৰ
হৈ গৈ দেখা, আৰু কেদৰলৈ মানুহ পঠোৱা,
ভালকৈ বিবেচনা কৰা, আৰু তাত এনেকুৱা কথা
১১ হৈছে নে নাই ভাক চোৱা। যিবোৰ ঈশ্বৰ
নহয়, এনে দেৱতাবোৰক কোনো এক জাতিয়ে
জানো সলনি কৰিছিল ? কিন্তু মোৰ প্ৰজাবিলাকে
উপকাৰ নকৰা বস্তুৰ লগত আপোনাবিলাকৰ
১২ গৌৰৱ সলনি কৰিলে। যিহোৱাই কৈছে, হে
আকাশমণ্ডল, ইয়াত বিস্ময় মানা, ভয়ত লোম

১৩ শিয়ৰোঁৱা, অতিশয় তধা লাগা। কিয়নো মোৰ
প্ৰজাবিলাকে দুটা দোষ কৰিলে; সিবিলাকে
জীৱন্ত জলৰ ভুমুকস্বৰূপ মোক ত্যাগ কৰিলে,
আৰু সিবিলাকে নিজৰ নিমিত্তে জলাধাৰ, পানী
১৪ ৰাখিব নোৱৰা ভগা জলাধাৰ খানিলে। ইস্ৰা-
য়েল জানো বন্দী? বা সি জাঙ্গো ঘৰ-ওপজা
১৫ বন্দী? তেন্তে সি কিয় লুটদ্ৰব্য হৈছে? ডেকা
সিংহবোৰে তাৰ ওপৰত গৰ্জ্জিছে, গৰ্জ্জন
কৰিছে; সিহঁতে তাৰ দেশ উচ্ছন্ন কৰিলে;
তাৰ নগৰবোৰ দগ্ধ হৈ নিবাসীহীন হৈছে।
১৬ নোফ আৰু তহপন্‌হেচৰ সন্তানবোৰেও তোমাৰ
১৭ মূৰৰ তালু টকলা কৰিলে। তোমাৰ ঈশ্বৰে
তোমাক পথেদি লৈ যোৱা সময়ত তোমাৰ ঈশ্বৰ
যিহোৱাক তুমি পৰিত্যাগ কৰাত, তুমি জানো
১৮ নিজে নিজলৈ ইয়াক ঘটোৱা নাই? আৰু এতিয়া
চীহোৰৰ জল পান কৰিবলৈ মিচৰৰ বাটত
তোমাৰ কি কাম আছে? আৰু ফৰাৎ নদীৰ
জল পান কৰিবলৈ অচূৰৰ বাটত তোমাৰ কি
১৯ কাম আছে? তোমাৰ নিজ দুষ্টতাই তোমাক
শাস্তি দিব, আৰু তোমাৰ অপথে যোৱাই
তোমাক ধম্‌কি দিব; এই হেতুকে তুমি ঈশ্বৰ
যিহোৱাক ত্যাগ কৰা আৰু অন্তৰত মোৰ ভয়
নৰখা যে বেয়া আৰু তিতা, ইয়াক জাত হৈ
বুজা, এয়ে প্ৰভু বাহিনীবিলাকৰ যিহোৱাৰ
২০ বচন। কিয়নো বহুকাল হল, তুমি আপোন
যুঁৱলি ভাঙিলা, আৰু যোঁটজৰী ছিঙি কলা,
"মই পৰাধীন নহম;" কাৰণ তুমি প্ৰত্যেক ওখ
পৰ্ব্বতত, আৰু কেঁচাপতীয়া গছৰ তলত মূৰ
২১ দোঁৱাই বেশ্যাকৰ্ম্ম কৰিলা। তথাপি মই তোমাক
উত্তম দ্ৰাক্ষালতা বুলি, সকলো ভাবে প্ৰকৃত গুটী
বুলি ৰুইছিলোঁ; তেন্তে তুমি কেনেকৈ মোৰ
গুৰিত বিজাতীয় দ্ৰাক্ষালতাৰ নৰম ডালত পৰি-
২২ বৰ্ত্তন হলা? কিয়নো, যদিও খাৰেৰে আপো-
নাৰ গা ধোৱা আৰু অনেক চাবোন লগোৱা,
তথাপি মোৰ দৃষ্টিত তোমাৰ অপৰাধ দাগস্বৰূপ
২৩ হৈ থাকিব, ইয়াক প্ৰভু যিহোৱাই কৈছে। তুমি
কেনেকৈ কব পাৰা, যে, মই অশুচি নহওঁ, বাল
দেৱতাবোৰৰ পাছত চলা নাই? উপত্যকাত
কৰা তোমাৰ আচাৰ ব্যৱহাৰ দেখা, তুমি কি
কৰিলা, তাক জাত হোৱা; তুমি আপোন পথত
পকোৱাপকিকৈ ভ্ৰমি ফুৰোঁতা এজনী বেগী উটৰ
২৪ নিচিনা। তুমি আপোন অভিলাষত বায়ু সুঙি
ফুৰা অৰণ্যত অভ্যাস হোৱা এজনী বনৰীয়া
গাধৰ নিচিনা; তাই কামাতুৰ হোৱা কালত
কোনে তাইক ওলোটাব পাৰে? তাইলৈ অভি-
লাষ কৰি বিচৰাবোৰে ভাগৰ নেপাব, তাইৰ
২৫ নিৰূপিত মাহত তাইক পাব। তুমি আপোনাৰ
ভৰি পনজাৰ নোহোৱা হবলৈ, আৰু ডিঙিৰ
নলী শুকান হবলৈ নিদিবা। কিন্তু তুমি কৈছা,
"ইয়াত আশা নাই, সমুলি নাই; কিয়নো মই
বিদেশীবিলাকক প্ৰেম কৰোঁ, সিবিলাকৰেই
২৬ পাছত চলিম।" চোৰ ধৰা পৰিলে যেনেকৈ সি
লাজত পৰে, তেনেকৈ ইস্ৰায়েল বংশই লাজ
পাইছে। সিবিলাক, সিবিলাকৰ ৰজা, অধ্যক্ষ,
পুৰোহিত, আৰু ভাববাদীবিলাকে লাজ পাইছে;
২৭ সিবিলাক প্ৰতিজনে এডোখৰ কাঠক, তুমি
মোৰ পিতৃ বুলি, আৰু এটা শিলক, তুমি মোক
উৎপন্ন কৰিলা বুলি কয়; কিয়নো সিবিলাকে
মোৰ ফালে মুখ নকৰি পিঠিহে দিলে; কিন্তু
আপদৰ কালত সিবিলাকে কব, তুমি উঠি
২৮ আমাক উদ্ধাৰ কৰা। তুমি আপোনাৰ নিমিত্তে
যি দেৱতাবোৰ সাজিলা, তোমাৰ সেই দেৱতা-
বোৰ ক'ত? সেইবোৰেই উঠি, যদি পাৰে, তেন্তে
আপদৰ কালত তোমাক নিস্তাৰ কৰোক; কিয়নো
হে যিহূদা, তোমাৰ যিমান নগৰ, সিমান
তোমাৰ দেৱতা আছে।
২৯ যিহোৱাই কৈছে, তোমালোকে কিয় মোৰ
লগত প্ৰতিবাদ কৰিছা? তোমালোক সকলোৱেই
৩০ মোলৈ বিদ্ৰোহ-আচৰণ কৰিছা। মই তোম-
লোকৰ সন্তানবিলাকক বৃথাই প্ৰহাৰ কৰিলোঁ;
সিবিলাকে শাস্তি নেমানিলে; তোমালোকৰ
নিজৰ তৰোৱালেই বিনাশক সিংহৰ নিচিনাকৈ
তোমালোকৰ ভাববাদীবিলাকক গ্ৰাস কৰিলে;
৩১ হে বৰ্ত্তমান কালৰ লোকবিলাক, তোমালোকে
যিহোৱাৰ বাক্য আলোচনা কৰা। ইস্ৰায়েলৰ
পক্ষে মই জানো অৰণ্য বা অন্ধকাৰময় দেশ-
স্বৰূপ? তেন্তে মোৰ প্ৰজাবিলাকে কিয় কয়, যে,
আমি মুকলি হলোঁ, আমি তোমাৰ ওচৰলৈ আৰু
৩২ নেযাওঁ। যুৱতীয়ে জানো আপোনাৰ অলঙ্কাৰ,
বা কন্যাই জানো আপোনাৰ পিন্ধা সাজ পাহ-
ৰিব পাৰে? কিন্তু মোৰ প্ৰজাবিলাকে অসংখ্য
৩৩ দিন মোক পাহৰি আছে। তুমি প্ৰেম বিচাৰিব-
লৈ কেনে সুন্দৰৰূপে আপোন পথ যুগুত
কৰিছা! এই কাৰণে দুষ্ট তিৰুতাবোৰকো তুমি
৩৪ আপোন পথ শিকালা। তোমাৰ বস্ত্ৰৰ আঁচলত
নিৰ্দ্দোষী দৰিদ্ৰ প্ৰাণীবোৰৰ তেজ পোৱা গৈছে;
মই বড়কৈ বিচাৰি বিচাৰি যে তাক পালোঁ,
এনে নহয়, কিন্তু এই সকলোৰে ওপৰত তাক
৩৫ পালোঁ। তথাপি তুমি কৈছা, মই নিৰ্দ্দোষী;
অৱশ্যে মোৰ পৰা তেওঁৰ ক্ৰোধ ঘূৰিল। দেখা,
মই পাপ কৰা নাই, তুমি এই কথা কোৱাৰ
কাৰণে, মই তোমাৰে সৈতে বিচাৰস্থানত
৩৬ নোমাম। তুমি আপোন পথ সলনি কৰিবৰ
মনেৰে কিয় ইমানকৈ ভ্ৰমণ কৰিছা? তুমি
অচূৰৰ পৰা যেনেকৈ লাজ পাইছিলা, তেনেকৈ
৩৭ মিচৰৰ পৰাও লাজ পাবা। অৱশ্যে তাৰ ওচৰৰ

পৰাও যুৰত হাত দি এৰি থাবা ; কিয়নো
যিহোৱাই তোমাৰ আশ্ৰয়স্থানবোৰ অগ্ৰাহ্য
কৰিলে ; সেইবোৰত তোমাৰ কুশল নহব।

৩ লোকে কয়, কোনোৱে আপোন তিৰুতাক
ত্যাগ কৰাৰ পাছে, সেই তিৰুতাই তাৰ সগ
এৰি যদি আন পুৰুষৰ হয়, তেতিয়া তাইৰ
স্বামী জানো পুনৰায় তাইৰ ওচৰলৈ যাব ?
যদি যায়, তেন্তে সেই দেশ নিচেইকৈ অশুচি
নহব নে ? কিন্তু তুমি অনেক প্ৰিয়ৰ সৈতে
বেশ্যাকৰ্ম্ম কৰিলা ; তথাপি যিহোৱাই কৈছে,
২ মোৰ ওচৰলৈ উলটি আহাঁ। চকু তুলি বৃক্ষশূন্য
পৰ্ব্বতবোৰলৈ চোৱা, কোন ঠাইত তোমাৰ
সগত পুৰুষে শয়ন কৰা নাই ? তুমি অৰণ্যত
থকা আৰবীয়াৰ নিচিনাকৈ মানুহবোৰলৈ বাট
চাই ৰাজ-আলিত বহি আছা ; এই ৰূপে তুমি
বেশ্যাকৰ্ম্ম আৰু কুকাৰ্য্যৰ দ্বাৰায় দেশ অশুচি
৩ কৰিলা। এই নিমিত্তে বৃষ্টি আটক কৰা হল, আৰু
শেষতীয়া বৰষুণ নহল ; তথাপি তুমি বেশ্যাৰ মুখ
ধাৰণ কৰি, লজ্জিত হবলৈ অস্বীকাৰ কৰিলা।
৪ তুমি আজিৰ পৰা মোৰ আগত প্ৰাৰ্থনা কৰি
নকবা নে, যে, হে মোৰ পিতৃ, তুমি মোৰ
৫ যৌবনকালৰ পথদৰ্শক ? তেওঁ জানো সদাকাল-
লৈকে আপোন ক্ৰোধ ৰাখিব, অন্তলৈকে আপোন
ক্ৰোধ ধাৰণ কৰিব ? দেখা, তুমি মন্দ কথা কলা,
আৰু কুকৰ্ম্মও কৰিলা, আৰু আপোন ইচ্ছামতে
তাক সিদ্ধও কৰিলা।

ইস্ৰায়েল আৰু যিহূদাৰ পাপৰ ক্ষমা।

৬ যোচিয়া ৰজাৰ ৰাজত্বৰ কালত যিহোৱাই
মোক কলে, বিপথগামিনী ইস্ৰায়েলে যি কৰিলে,
তাক তুমি দেখিবলৈ পালা নে ? তাই প্ৰত্যেক
ওখ পৰ্ব্বতৰ ওপৰলৈ আৰু প্ৰত্যেক কেঁচাপতীয়া
বৃক্ষৰ তললৈ গৈ, সেই সেই ঠাইত বেশ্যাকৰ্ম্ম
৭ কৰিলে। তাতে, মই কলোঁ, এইবোৰ কাম কৰাৰ
পাছে তাই মোৰ ওচৰলৈ উলটি আহিব, কিন্তু
তাই উলটি নাহিল : আৰু তাইৰ বিশ্বাসঘাত-
৮ কিনী বায়েক যিহূদাই তাক দেখিলে। আৰু
মই দেখিলোঁ, যে, বিপথগামিনী ইস্ৰায়েলে
ব্যভিচাৰ কৰাৰ কাৰণেই মই তাইক ত্যাগপত্ৰ
দি এৰি দিয়াতো, তাইৰ বিশ্বাসঘাতকিনী
বায়েক যিহূদাই ভয় নকৰিলে, কিন্তু নিজেও গৈ
৯ বেশ্যাকৰ্ম্ম কৰিলে। তাই বেশ্যাকৰ্ম্ম লঘু জ্ঞান
কৰাত দেশ অশুচি হল ; তাই শিল আৰু কাঠৰ
১০ সৈতে ব্যভিচাৰ কৰিলে। যিহোৱাই কৈছে,
এনে হলেও তাইৰ বিশ্বাসঘাতকিনী বায়েক যিহূ-
দাই সম্পূৰ্ণ মনেৰে সৈতে নহয়, কেৱল কপট-
১১ ভাৱেৰে মোলৈ উলটিল। আৰু যিহোৱাই মোক
কলে, বিশ্বাসঘাতকিনী যিহূদাতকৈ বিপথ-
গামিনী ইস্ৰায়েলে আপোনাকে অধিক ধাৰ্ম্মিক
১২ যেন দেখুৱালে। তুমি গৈ এইবোৰ কথা উত্তৰ-
ফালে মুখে প্ৰচাৰ কৰি কোৱা, যে, যিহোৱাই
কৈছে, হে বিপথগামিনী ইস্ৰায়েল, উলটি আহাঁ,
মই তোমালৈ আৰু ক্ৰোধদৃষ্টি নকৰিম ; কিয়নো,
যিহোৱাই কৈছে, মই দয়ালু, মই সদাকাললৈকে
১৩ ক্ৰোধ নেৰাখোঁ। তুমি যে তোমাৰ ঈশ্বৰ যিহো-
ৱাৰ বিৰুদ্ধে অপৰাধ কৰিলা, আৰু পৰজাতীয়-
বোৰক বিচাৰি ইফালে সিফালে ফুৰি প্ৰত্যেক
কেঁচাপতীয়া গছৰ তলত সিহঁতে সৈতে শয়ন
কৰিলা, তোমাৰ সেই দোষ কেৱল স্বীকাৰ কৰা ;
যিহোৱাই কৈছে, তোমালোকে মোৰ বাক্য মনা
১৪ নাই। যিহোৱাই কৈছে, হে বিপথগামী সন্তান-
বিলাক, উলটি আহাঁ ; কিয়নো মৱেই তোমা-
লোকৰ স্বামী ; আৰু মই এখন নগৰৰ পৰা এজন,
আৰু এক গোষ্ঠীৰ পৰা দুজনকৈ লৈ চিয়োনলৈ
১৫ তোমালোকক আনিম। আৰু মই তোমালোকক
মোৰ মনৰ দৰে ৰক্ষীয়া দিম ; সিবিলাকে জ্ঞান
১৬ আৰু বুদ্ধিৰে তোমালোকক চৰাব। যিহোৱাই
কৈছে, সেই দিনত, যেতিয়া তোমালোক দেশত
বাঢ়ি বহুপ্ৰজা হবা, তেতিয়া, "যিহোৱাৰ নিয়ম
চন্দুক" এই কথা মানুহে আৰু নকব, আৰু
সেয়ে মনত নপৰিব, লোকে তাক সোঁৱৰণ নক-
ৰিব, সেয়ে নোহোৱাত লোকে বেজাৰ নকৰিব,
১৭ আৰু তাক পুনৰায় সজা নেযাব। সেই সময়ত
যিৰূচালেম যিহোৱাৰ সিংহাসন বুলি প্ৰখ্যাত
হব, আৰু সকলো জাতিয়ে তাৰ ওচৰত যিৰূ-
চালেমত যিহোৱাৰ নামেৰে গোট খাব, আৰু
সিবিলাকে আৰুপান আপোন দুষ্ট মনৰ কঠিনতা
১৮ অনুসাৰে আৰু নচলিব। সেই কালত যিহূদা
বংশই ইস্ৰায়েল বংশই সৈতে সমভাৱে চলিব,
আৰু সিবিলাক একেলগে উত্তৰ দেশৰ পৰা
ওলাই, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক আধি-
১৯ পত্যৰ অৰ্থে মই দিয়া দেশলৈ আহিব। আৰু
মৱেই কৈছিলোঁ, মই সন্তানবিলাকৰ মাজত
তোমাক কেনে ঠাই দিম ! মনোহৰ এক দেশ,
জাতিবিলাকৰ লোকসমূহৰ পৰমস্বত্বস্বৰূপ আধি-
পত্য তোমাক দিম। মই আৰু কৈছিলোঁ, তুমি
মোক পিতৃ বুলি মাতিবা, আৰু মোৰ পাছত
২০ চলাৰ পৰা উলটি নেযাবা। যিহোৱাই কৈছে,
হে ইস্ৰায়েল বংশ, তিৰুতাই যেনেকৈ আপোন
স্বামীক বিশ্বাসঘাতকতা কৰি এৰে, তেনেকৈ
তোমালোকেও স্বৰূপেই মোৰ অহিতে বিশ্বাস-
২১ ঘাতকতা কৰিলা। বৃক্ষশূন্য পৰ্ব্বতত ইস্ৰায়েলৰ
সন্তানবিলাকৰ ক্ৰন্দন আৰু কাকুতি মিনতিৰ
শবদ শুনা গৈছে ; কাৰণ সিবিলাক বিপথগামী
হৈছিল, সিবিলাকে আপোনাবিলাকৰ ঈশ্বৰ
২২ যিহোৱাক পাহৰিছিল। হে বিপথগামী সন্তান-

রিলাক, উলটি আহাঁ ; মই তোমারলোকর বিপথ-
গমনস্বরূপ রোগ ভাল করিম। "দেখা, আমি
তোমার ওচরলৈ আহিছোঁ ; কিয়নো তুমিয়েই
২৩ আমার ঈশ্বর যিহোৱা। বরপেই গিরিবোরর
পরা আশা করা সহায়, আরু পর্ব্বতবোরর
ওপরত করা কোঢ়াল মিছা; বরপেই আমার
২৪ ঈশ্বর যিহোৱাতহে ইস্রায়েলর পরিত্রাণ। কিন্তু
সেই লজ্জাজনক বস্তুয়ে, আমার লরা কালরে পরা
আমার পিতৃবিলাকে অর্জ্জা সম্পত্তি,
সিবিলাকর গরু মের আদিক আরু সি-
বিলাকর লরা ছোৱালীবিলাকক গ্রাস করিলে।
২৫ আমি আমার লাজস্বরূপ বিচানাত শোওঁ, আরু
আমার অপমানে আমাক ঢাকোক ; কিয়নো
আমার পূর্ব্বপুরুষবিলাকে, আরু আমিও লরা
কালরে পরা আজিলৈকে আপোনাবিলাকর
ঈশ্বর যিহোৱার বিরুদ্ধে পাপ করিলোঁ, আরু
আপোনাবিলাকর ঈশ্বর যিহোৱার বাক্যত কাণ
নিদিলোঁ।"

যিরূচালেমর ভাবী বিনাশ।

৪ যিহোৱাই কৈছে, হে ইস্রায়েল, তুমি যদি
উলটি আহিব খোজা, তেন্তে মোর ওচর-
লৈকে উলটি আহাঁ ; আরু যদি মোর দৃষ্টির
পরা তোমার ঘিণলগীয়া বস্তুবোর দূর করা,
২ তেন্তে তুমি লরচর নহবা। আরু তুমি সত্য,
ন্যায়, আরু ধার্ম্মিকতারে যিহোৱার জীৱনর
শপথ করিবা, আরু জাতিবিলাকে তেওঁতেই
আপোনাবিলাকক আশীর্ব্বাদপ্রাপ্ত বুলি জ্ঞান
করিব, আরু তেওঁতেই সিবিলাকে গৌরব
করিব।
৩ কিয়নো যিহোৱাই যিহূদার আরু যিরূ-
চালেমর লোকবিলাকক এই কথা কৈছে, তোমা-
লোকে আপোনাবিলাকর পতিত মাটী চহোৱা,
৪ কাঁইটর মাজত গুটী নববা। হে যিহূদার লোক,
হে যিরূচালেমনিবাসিবিলাক, তোমালোকে
যিহোৱার উদ্দেশে চুন্নৎ হোৱা, আপোন
আপোন হৃদয়র অগ্রচর্ম্ম গুচাই পেলোৱা ;
নতুবা তোমালোকর কার্য্যর দুষ্টতার নিমিত্তে
মোর ক্রোধাগ্নি জ্বলি উঠি কোনেও নুমাব
৫ নোৱরাকৈ দগ্ধ করিব। যিহূদাত প্রচার করা,
আরু যিরূচালেমত ঘোষণা করা ; আরু কোৱা,
"দেশত তোমালোকে শিঙা বজোৱা ;" আরু
রিঙিয়াই কোৱা, "গোট খোৱা, আহাঁ, আমি
গড়েরে আবৃত হোৱা নগরবোরত সোমাওঁগৈ।"
৬ চিয়োনর ফালে নিচান তোলা, আরু রক্ষা পাব-
লৈ পলোৱা, পলম নকরিবা ; কিয়নো মই উত্তর
দিশর পরা অমঙ্গল আরু মহাসংহার আনিছোঁ ;
৭ এটা সিংহ, জাতিবিলাকর এক সংহারক আপোন
ঠাঁইর পরা ওলাই আহিছে ; তোমার দেশ
উচ্ছন্ন করিবলৈ, সি আপোন ঠাই এরি বাটত
আহিছে ; তোমার নগরবোর ধ্বংস হৈ নিবাসী-
৮ শূন্য হব। এই হেতুকে তোমালোকে কঁকালত চট
বান্ধা, বুকত ভুকুৱাই হাহাকার করা ; কিয়নো
যিহোৱার জলন্ত ক্রোধ আমার পরা ঘূরি যোৱা
৯ নাই। যিহোৱাই কৈছে, সেই কালত রজার মন,
আরু অধ্যক্ষবিলাকর মন ব্যাকুল হব, পুরোহিত-
বিলাকে বিস্ময় মানিব, আরু ভাববাদীবিলাক
১০ স্তব্ধ লাগিব। তেতিয়া মই কলোঁ, হায় হায়, হে
প্রভু যিহোৱা, বরপেই তুমি এই জাতিক আরু
যিরূচালেমক অত্যন্ত প্রবঞ্চনা করিলা ; তুমি
কৈছিলা, "তোমালোকর শান্তি হব," অথচ
১১ তরোৱালে মর্ম্ম ভেদিছে। সেই কালত এই
জাতিক আরু যিরূচালেমক এই কথা কোৱা
যাব, অরণ্যত থকা বৃক্ষশূন্য পর্ব্বতবোরর পরা
গরম বতাহ আমার জাতিস্বরূপা জীয়ারীর ফালে
আহিছে ; সেয়ে জারিবলৈ কি নিকা করিব-
১২ লৈ নহয়। সেইবোরর পরা প্রবল বতাহ মোর
আজ্ঞাত আহিব ; এতিয়া মইয়ো সিবিলাকর
১৩ বিরুদ্ধে দণ্ডাজ্ঞা প্রচার করিম। দেখা, সি মেঘ-
বোরর নিচিনাকৈ উঠি আহিব ; তার রথবোর
বামারলি বতাহস্বরূপ ; তার ঘোঁড়াবোর কুরর
পক্ষীতকৈয়ো বেগী। হায় হায়, আমার সর্ব্ব-
১৪ নাশ! কিয়নো আমি নষ্ট হলোঁ। হে যিরূ-
চালেম, পরিত্রাণ পাবর নিমিত্তে, তুমি আপোন
হৃদয় ধুই দুষ্টতা দূর করা ; তোমার অন্তরত
১৫ কুভাবনা কিমান দিন থাকিব? কিয়নো দানর
পরা কোনো প্রচার করোঁতার, আরু ইফ্রয়িম
পর্ব্বতর পরা অমঙ্গলর বার্ত্তা দিওঁতার শবদ শুনা
১৬ গৈছে। তোমালোকে জাতিবিলাকর আগত
উল্লেখ করা ; দেখা, অবরোধকারীবোর যে দূর
দেশর পরা আহিব লাগিছে, আরু যিহূদার
নগরবোরর বিরুদ্ধে যে সিহঁতে উচ্চধ্বনি করিব,
ইয়াকে যিরূচালেমর বিরুদ্ধে প্রকাশ করা।
১৭ সিহঁতে ক্ষেত্র-রক্ষীয়াবোরর নিচিনাকৈ যিরূ-
চালেমর চারিওফালে থাকিব ; কিয়নো, যিহো-
ৱাই কৈছে, তাই মোর অহিতে বিদ্রোহ-আচরণ
১৮ করিছে। তোমার নিজ আচরণ আরু কার্য্য-
বোরেই তোমালৈ ইয়াক ঘটাইছে ; এয়ে তোমার
দুষ্টতার ফল ; কিয়নো এয়ে তিতা, কিয়নো
এয়ে তোমার মর্ম্মভেদো।
১৯ হায় হায়, মোর নাড়ী! মোর নাড়ী! মোর
অন্তরত মই বেদনা পাইছোঁ, মোর অন্তরত
মোর হৃদয় ব্যাকুল হৈছে, মই মনে মনে থাকিব
নোৱারোঁ ; কিয়নো হে মোর মন, তুমি শিঙার
২০ শবদ আরু যুদ্ধর ধ্বনি শুনিছা। বিনাশর
উপরি বিনাশ প্রচার করা হৈছে ; কিয়নো

গোটেই দেশ উচ্ছন্ন হল, অকস্মাতে মোৰ তাম্বু-
বোৰ, মুহূৰ্ত্ততে মোৰ তাম্বুৰ কাপড়বোৰ নষ্ট হল।
২১ ময় কিমান দিন নিচান দেখিম, আৰু শিঙাৰ
২২ শবদ শুনিম ? কিয়নো মোৰ প্ৰজাবিলাক অজ্ঞান,
সিবিলাকে মোক নেজানে : সিবিলাক অজ্ঞলা
লৰা, সিবিলাকে বিবেচনা নকৰে ; সিবিলাক
কদাচৰণত পটু, কিন্তু সদাচৰণত অজ্ঞান।
২৩ ময় পৃথিবীলৈ চালোঁ, দেখা, সেয়ে ধ্বংস হল,
আৰু সুদা ; আৰু আকাশমণ্ডললৈ চালোঁ, তাৰ
২৪ দীপ্তি নাই। ময় পৰ্ব্বতবোৰলৈ দৃষ্টি কৰিলোঁ,
দেখা, সেইবোৰ কঁপিছে, আৰু আটাই গিৰি-
২৫ বোৰ লৰিছে। ময় চাই দেখিলোঁ, কোনো
মানুহ নাই, আৰু আকাশৰ পক্ষীবোৰো পলাই
২৬ গল। ময় চাই দেখিলোঁ, যিহোৱাৰ সাক্ষাতে
আৰু তেওঁৰ জ্বলন্ত ক্ৰোধৰ প্ৰভাৱত ফলৱন্তী
বাৰী মৰুভূমি হৈ পৰিল, আৰু তাৰ আটাই
২৭ নগৰ ভগ্ন হল। কিয়নো যিহোৱাই এই কথা
কৈছে, গোটেই দেশ ধ্বংসৰ ঠাই হব ; তথাপি
২৮ ময় নিঃশেষে সংহাৰ নকৰিম। এই হেতুকে
পৃথিবীয়ে শোক কৰিব, আৰু ওপৰত থকা
আকাশমণ্ডল কলা বৰণীয়া হব ; কিয়নো ময়
ইয়াক কলোঁ, ময় ইয়াক স্থিৰ কৰিলোঁ, আৰু
ময় মন নেপালটাওঁ, আৰু তাৰ পৰা নোলটোঁ।
২৯ অশ্বাৰোহী আৰু ধনুৰ্দ্ধৰবিলাকৰ শব্দত নগৰ-
খনেই পলাই ভাঠ হাবিত সোমাইছে, আৰু
শিলত উঠিছে ; প্ৰত্যেক নগৰ ত্যাগ কৰা হল,
তাৰ মাজত বাস কৰোঁতা মানুহ কোনো নাই।
৩০ হে বিনষ্টা, তুমি কি কৰিবা ? যদিও তুমি
কাপড় পিন্ধা, সোণৰ অলঙ্কাৰেৰে আপো-
নাকে ভূষিত কৰা, আৰু কাজলেৰে চকু দুটা
ডাঙৰ কৰা, তথাপি তুমি নিজকে সুন্দৰী কৰা
বৃথা : উপপতিবোৰে তোমাক ঘিণায়, সিহঁতে
৩১ তোমাৰ প্ৰাণ নষ্ট কৰিবলৈ বিচাৰে। কিয়নো
ময় এজনী প্ৰসৱকাৰিণী তিৰুতাৰ শবদ, প্ৰথম
লৰা ওপজোৱা জনীৰ বেদনাৰ শবদ যেন
শুনিছোঁ ; "মোৰ সৰ্ব্বনাশ ! কিয়নো বধকাৰী-
বোৰৰ আগত মোৰ প্ৰাণ অচেতন হৈছে," এই
বুলি কৈ দীঘল নিশ্বাস পেলোৱা, হাত বিস্তাৰ
কৰা চিয়োন জিয়াৰীৰ শবদ শুনিছোঁ।

ইস্ৰায়েলৰ শত্ৰুৰ আগমন, আৰু তাৰ কাৰণ।

৫ তোমালোকে যিৰূচালেমৰ বাটে বাটে
ইফালে সিফালে লৰি ফুৰা, আৰু মন দি
চোৱা, আৰু তাৰ চকে চকে* বিচাৰা, ন্যায়
কাৰ্য্যকাৰী আৰু সত্যৰ অনুগামী এজনকে যদি
পাব পাৰা, তেন্তে ময় নগৰখনক ক্ষমা কৰিম।
২ যদিও সিহঁতে, যিহোৱাৰ জীৱনৰ শপথ, এই
৩ বুলি কয়, তথাপি সিহঁতে মিছা শপথ কৰে। হে
যিহোৱা, তোমাৰ দৃষ্টি সত্যলৈ নহয় নে ? তুমি
সিহঁতক প্ৰহাৰ কৰিলা, তথাপি সিহঁত দুখিত
নহল ; তুমি সিহঁতক বিনাশ পোৱালা, তথাপি
সিহঁতে শাস্তি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে ;
সিহঁতে আপোন আপোন মুখ শিলতকৈ টান
৪ কৰি উভতি আহিবলৈ অমান্তি হল। তেতিয়া ময়
কলোঁ, স্বৰূপেই ইহঁত দৰিদ্ৰ, ইহঁত অজ্ঞান ;
কাৰণ ইহঁতে যিহোৱাৰ পথ, আৰু আপোনা-
৫ বিলাকৰ ঈশ্বৰৰ শাসন নেজানে। ময় ডাঙৰীয়া-
বিলাকৰ ওচৰলৈ গৈ সিবিলাকৰ আগত কথা
কম ; কিয়নো সিবিলাকে হলে, যিহোৱাৰ পথ
আৰু আপোনাবিলাকৰ ঈশ্বৰৰ শাসন জানে ;
কিন্তু সিবিলাকে এক মত হৈ যুঁৱলি ভাঙিলে, আৰু
৬ যোঁটজৰী ছিঙি পেলালে। এই নিমিত্তে কাঠনীৰ
পৰা সিংহ আহি সিবিলাকক বধ কৰিব, সন্ধ্যা
বেলাত ওলোৱা ৰাংকুকুৰে সিবিলাকক বিনষ্ট
কৰিব, নাহৰফুটুকী বাঘে সিবিলাকৰ নগৰৰ
ওচৰত খাপ দি থাকিব, যেয়ে নগৰৰ পৰা বাহিৰ
ওলাব, তাক বিদীৰ্ণ কৰা হব ; কাৰণ সিবিলাকৰ
অধৰ্ম্ম অধিক, আৰু সিবিলাকৰ বিপথগমন
৭ সৰহ। ইয়াৰ নিমিত্তে ময় তোমাক কেনেকৈ
ক্ষমা কৰিব পাৰোঁ ? তোমাৰ সন্তানবিলাকে
মোক ত্যাগ কৰি অনীশ্বৰবোৰৰ নামেৰে
শপথ কৰে ; ময় যেতিয়া সিবিলাকক সম্পূৰ্ণকৈ
খুৱাইছিলোঁ, তেতিয়া সিবিলাকে পৰস্ত্ৰীগমন
কৰিছিল, আৰু বেশ্যাৰ ঘৰত জুমে জুমে গোট
৮ খাইছিল। সিবিলাকে ৰাতিপুৱাতে উঠি, দানা
খুওৱা মটা ঘোঁৰাৰ নিচিনাকৈ প্ৰতিজনে
আপোনাৰ ওচৰচুবুৰীয়াৰ তিৰুতালৈ চেক-
৯ চেকায়। যিহোৱাই কৈছে, ময় জানো এই-
বোৰ কাৰ্য্যৰ নিমিত্তে দণ্ড নিদিম ? নাইবা
মোৰ প্ৰাণে জানো এনে জাতিৰ প্ৰতিকাৰ
নেসাধিব ?
১০ তোমালোকে তাৰ গড়বোৰ পাৰ হৈ তাক নষ্ট
কৰা, কিন্তু নিঃশেষে সংহাৰ নকৰিবা ; তাৰ
ডালবোৰ দূৰ কৰা, কাৰণ সেইবোৰ যিহোৱাৰ
১১ নহয়। কিয়নো, যিহোৱাই কৈছে, ইস্ৰায়েল
বংশ আৰু যিহূদা বংশই মোৰ অহিতে অতি-
১২ শয় বিশ্বাসঘাতকতা কৰিলে। সিবিলাকে যিহো-
ৱাক অস্বীকাৰ কৰিলে, আৰু কলে, "এওঁ তেওঁ
নহয়। আমালৈ অমঙ্গল নঘটিব, আমি তৰো-
১৩ ৱাল কি আকাল নেদেখিম ; ভাববাদীবিলাক
বায়ুস্বৰূপ, সিবিলাকৰ মাজত প্ৰকৃত বাক্য নাই ;
১৪ সিবিলাকলৈহে সেয়ে ঘটিব।" এই কাৰণে

* নগৰৰ মাজৰ বা ৰাজদুৱাৰৰ ওচৰৰ যি মুকলি ঠাইত মানুহে কোনো কাম কাৰ্য্য আৰু বেহা বেপাৰ আদি কৰে, আৰু সোধবিচাৰ কৰা যায়, এনে ঠাই বুজায়।

বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাই কৈছে, দেখা,
তোমালোকে এই কথা কোৱা বাবে; ময় তোমাৰ
মুখত মোৰ বাক্য অগ্নিস্বৰূপ, আৰু এই জাতিক
খৰিস্বৰূপ কৰিম; সেয়ে সিবিলাকক গ্ৰাস
১৪ কৰিব। যিহোৱাই এই কথা কৈছে, হে ইস্ৰা-
য়েল বংশ, দেখা, ময় তোমালোকৰ বিৰুদ্ধে
দূৰৰ পৰা এক জাতি আনিম; সিহঁত বলৱান
জাতি, সিহঁত প্ৰাচীন জাতি; তুমি সেই জাতিৰ
১৬ ভাষা নেজানা, বা সিহঁতৰ কথাও নুবুজা। সিহঁ-
তৰ তূণ মুকলি মৈদামৰ নিচিনা, আৰু সিহঁতৰ
১৭ আটাই লোক বীৰ। সিহঁতে, তোমাৰ পো জী-
বিলাকে খাব লগীয়া শস্য আৰু আহাৰ খাব;
সিহঁতে তোমাৰ মেৰ আৰু গৰুৰ জাক খাব;
সিহঁতে তোমাৰ দ্ৰাক্ষালতা আৰু ডিমৰু খাব;
গড়েৰে আবৃত যি নগৰবোৰত তুমি বিশ্বাস
কৰিছা, সিহঁতে সেইবোৰক তৰোৱালেৰে ধ্বংস
১৮ কৰিব। কিন্তু, যিহোৱাই কৈছে, সেই কালতো
ময় তোমালোকক নিঃশেষে সংহাৰ নকৰিম।
১৯ আৰু, আমাৰ ঈশ্বৰ যিহোৱাই আমালৈ এই-
বোৰ কিয় কৰিলে বুলি যেতিয়া তোমালোকে
সুধিবা, তেতিয়া তুমি সিবিলাকক কবা, তোমা-
লোকে যেনেকৈ মোক ত্যাগ কৰি তোমালোকৰ
নিজ দেশত বিজাতীয় দেৱতাবোৰৰ বন্দীকাম
কৰিলা, তেনেকৈ বিদেশত বিদেশীবোৰৰো
বন্দীকাম কৰিবা।
২০ তোমালোকে যাকোবৰ বংশক এই কথা
জনোৱা, আৰু যিহূদাৰ মাজত এই কথা প্ৰচাৰ
২১ কৰা, যে, হে অজ্ঞান আৰু নিৰ্বোধ জাতি, চকু
থকাতো অন্ধ, আৰু কাণ থকাতো কলা যি
তোমালোক, তোমালোকে এই কথা শুনা,
২২ যিহোৱাই কৈছে, যি জনাই চিৰস্থায়ী আদে-
শেৰে সাগৰৰ সীমা বালিৰে এনেকৈ স্থিৰ
কৰিলে, যে, সি তাক পাৰ হব নোৱাৰে, আৰু
তাৰ ঢৌবোৰে আস্ফালন কৰিলেও, সেইবোৰে
পৰাজয় কৰিব নোৱাৰে, আৰু গৰ্জ্জন কৰিলেও,
তাক অতিক্ৰম কৰিব নোৱাৰে, এনে জনা যি ময়,
মোকেই তোমালোকে ভয় নকৰিবা নে? মোৰেই
২৩ আগত তোমালোকে নকঁপিবা নে? কিন্তু এই
জাতি অতিশয় অবশ আৰু বিদ্ৰোহীমনা; সি-
২৪ বিলাকে বিদ্ৰোহ কৰি গুচি গল। যি জনাই
বতৰত আগতীয়া আৰু শেষতীয়া এই দুই বৰষুণ
দিয়ে, যি জনাই শস্য দোৱা নিৰূপিত সপ্তাহ
কেইটা আমাৰ নিমিত্তে ৰক্ষা কৰে, আমাৰ ঈশ্বৰ
সেই যিহোৱাক আমি ভয় কৰোঁহঁক বুলি সি-
২৫ বিলাকৰ মনত সিবিলাকে নকয়। তোমালোকৰ
অপৰাধে এইবোৰ আঁতৰালে, আৰু তোমালোকৰ
পাপবোৰে তোমালোকৰ পৰা মঙ্গল আটক
২৬ কৰিলে। কিয়নো মোৰ প্ৰজাবিলাকৰ মাজত
দুষ্ট লোক পোৱা যায়; চৰাই-মৰীয়াই ফাপ দি
থকাৰ দৰে সিহঁতে ফাপ দি থাকে; সিহঁতে
২৭ ফান্দ পাতি মানুহকেই ধৰে। সজা যেনেকৈ
চৰাইৰে পূৰ, সিহঁতৰ ঘৰবোৰ তেনেকৈ ছলেৰে
পৰিপূৰ্ণ; এই নিমিত্তে সিহঁত বৰ লোক আৰু
২৮ ধনী হল। সিহঁত হৃষ্টপুষ্ট আৰু চিক্‌চিকীয়া,
এনে কি, সিহঁতে দুষ্কৰ্মত অতিৰিক্ত কৰে;
সিহঁতে বিচাৰত প্ৰতিবাদ নকৰে, পিতৃহীনৰ
কুশলৰ অৰ্থে সিহঁতে বিচাৰত প্ৰতিবাদ নকৰে,
আৰু দৰিদ্ৰবিলাকৰ বিচাৰ নিষ্পত্তি নকৰে।
২৯ যিহোৱাই কৈছে, এইবোৰ কাৰ্য্যৰ নিমিত্তে ময়
জানো দণ্ড নিদিম? মোৰ প্ৰাণে জানো এনে
জাতিৰ প্ৰতিকাৰ নেসাধিব?
৩০ দেশৰ মাজত এক আশ্চৰ্য্যিত আৰু নোম
৩১ শিয়ৰি যোৱা ঘটনা ঘটিছে। ভাববাদীবিলাকে
মিছা ভাববাণী প্ৰচাৰ কৰে, আৰু পুৰোহিত-
বিলাকে সিবিলাকৰ দ্বাৰায় চালিত হৈ শাসন
কৰে, আৰু মোৰ প্ৰজাবিলাকে এনেকুৱা হোৱা
ভাল পায়; কিন্তু ইয়াৰ অন্তত তোমালোকে কি
কৰিবা?

যিৰূচালেমৰ দুষ্টতাৰ কাৰণে তাৰ অৱৰোধ।

৬ হে বিন্যামীনৰ সন্তানবিলাক, তোমালোকে
যিৰূচালেমৰ মাজৰ পৰা ৰক্ষাৰ নিমিত্তে
পলোৱা, আৰু তকোৱাত শিঙা বজোৱা, আৰু
বৈৎ-হক্কেৰমত এক নিচান তোলা; কিয়নো
উত্তৰ কালৰ পৰা অমঙ্গল আৰু মহাসংহাৰে
২ দেখা দিছে। সুন্দৰী আৰু আলসুৱা চিয়োন
৩ জীয়াৰীক ময় সংহাৰ কৰিম। মেৰ-ৰখীয়া-
বিলাকে আপোন আপোন জাক লগত লৈ তাইৰ
ওচৰলৈ আহিব, সিহঁতে তাইৰ বিৰুদ্ধে চাৰিও-
ফালে আপোন আপোন তম্বু তৰিব, আৰু
প্ৰতিজনে আপোন আপোন ঠাইত চৰিব।
৪ তোমালোকে তাইৰ বিৰুদ্ধে যুদ্ধৰ আয়োজন
কৰা। "আমি উঠি দুপৰীয়া যাত্ৰা কৰোঁহঁক।
কি দুঃখৰ বিষয়! দেখা, দিনৰ শেষ হৈছে,
এনে কি, সন্ধ্যা বেলাৰ ছাঁয়া দীঘলীয়া হৈছে
৫ আমি উঠি ৰাতি যাত্ৰা কৰি তাইৰ অট্টালিকা-
৬ বোৰ নষ্ট কৰোঁহঁক।" কিয়নো বাহিনীবিলাকৰ
যিহোৱাই কৈছে, তোমালোকে কাঠ কাটি যিৰূ-
চালেমৰ অহিতে দ'ম বান্ধা; সেয়ে দণ্ড পাব
লগীয়া নগৰী; তাইৰ মাজত সম্পূৰ্ণ অত্যাচাৰ
৭ আছে। যেনেকৈ কুঁৱাকে আপোনাৰ পানী উলি-
য়াই থাকে, তেনেকৈ তাই আপোনাৰ দুষ্টতা
উলিয়াই থাকে; তাইৰ মাজত অত্যাচাৰ আৰু
লুটৰ কথা শুনা যায়; নৰীয়া পৰা আৰু ঘা
৮ লগা সদায় মোৰ চকুত পৰে। হে যিৰূচালেম,
সতৰ্ক হোৱা, নহলে মোৰ মন তোমাৰ পৰা

নিলগ হয় ; নহলে মই তোমাক উচ্ছন্ন ঠাই
আৰু নিবাসীহীন দেশ কৰিম।
৯　বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
যে, সিহঁতে দ্ৰাক্ষালতাৰ দৰে ইস্ৰায়েলৰ অৱশিষ্ট-
খিনি সম্পূৰ্ণকৈ গোটাব ; দ্ৰাক্ষাগুটি চপাওঁতা
জনৰ নিচিনাকৈ তুমি বাৰে বাৰে পাচিলৈ হাত
১০ দিয়া। সিবিলাকে শুনিবৰ নিমিত্তে মই কাৰ
আগত কম, আৰু সাক্ষ্য দিম ? দেখা, সিবিলাকৰ
কাণ অচুন্নৎ, সিবিলাকে শুনিব নোৱাৰে ; দেখা,
যিহোৱাৰ বাক্য সিবিলাকৰ ধিক্কাৰৰ বিষয়
হৈছে ; সিবিলাকে তাত একো সন্তোষ নেপায়।
১১ এই হেতুকে মই যিহোৱাৰ ক্ৰোধেৰে পৰিপূৰ্ণ
হৈছোঁ ; মই তাক আটক কৰি ৰাখিবলৈ ক্লান্ত
হৈছোঁ। আলিত শিশুবিলাকৰ ওপৰত, আৰু
ডেকাবিলাকৰ সভাৰ ওপৰত তাক একেবাৰে
ঢালি দিয়া ; কিয়নো ভাৰ্য্যাৰে সৈতে স্বামী,
সম্পূৰ্ণ আয়ুষপ্ৰাপ্ত লোকে সৈতে বৃদ্ধ, সকলোকে
১২ ধৰা যাব। সিবিলাকৰ ঘৰবোৰ, পথাৰবোৰ,
আৰু সিবিলাকৰ তিৰুতাবোৰ একেবাৰে অন্যক
দিয়া যাব ; কাৰণ, যিহোৱাই কৈছে, মই দেশ-
নিবাসীবিলাকৰ বিৰুদ্ধে আপোন হাত মেলিম।
১৩ কিয়নো সিবিলাকৰ সৰুৰ পৰা বৰলৈকে প্ৰতি-
জন লোভত আসক্ত, আৰু ভাববাদীৰ পৰা
পুৰোহিতলৈকে প্ৰতিজনে প্ৰবঞ্চনাৰ কাৰ্য্য কৰে।
১৪ যেতিয়া কোনো শান্তি নাই, তেতিয়া সিবিলাকে
শান্তি শান্তি বুলি কৈ মোৰ প্ৰজাবিলাকৰ ঘা
১৫ সামান্যৰূপে সুস্থ কৰিলে। সিবিলাকে ঘিণ-
লগীয়া কাৰ্য্য কৰাত সিবিলাকে লাজ পাওক
ছাড়ি মুখ বিবৰ্ণ কৰিবলৈকে জনা নাই ; এই
নিমিত্তে সিবিলাক পতিত হোৱা লোকবিলাকৰ
মাজত পতিত হব ; যিহোৱাই কৈছে, মই সি-
বিলাকক দণ্ড দিয়াৰ সময়ত সিবিলাকে উজুটি
খাই পৰিব।
১৬　যিহোৱাই এই কথা কৈছে, যে, তোমালোকে
চাৰি আলিৰ মূৰত থিয় হৈ চোৱা, আৰু প্ৰাচীন
পথবোৰৰ বিষয়ে সোধা, উত্তম পথ কোন্‌টো ?
আৰু তাত চলা ; তাতে তোমালোকৰ প্ৰাণত
বিশ্ৰাম পাবা ; কিন্তু সিবিলাকে কলে, আমি
১৭ তাত নচলোঁ। শিঙাৰ শব্দলৈ কাণ পাতিবা বুলি
কৈ, মই তোমালোকৰ ওপৰত প্ৰহৰীবোৰ নিযুক্ত
কৰিলোঁ ; কিন্তু সিবিলাকে কলে, আমি নেপা-
১৮ তিম। এই হেতুকে হে জাতিবিলাক, শুনা ; হে
মণ্ডলি, সিবিলাকৰ অন্তৰত কি আছে, তাক বুজা।
১৯ হে পৃথিবি, শুনা ; দেখা, মই এই জাতিৰ ওপৰত
অমঙ্গল ঘটাম, সিবিলাকৰ কল্পনাবোৰৰ ফল
দিম ; কিয়নো সিবিলাকে মোৰ বাক্যলৈ কাণ
দিয়া নাই, আৰু মোৰ ব্যৱস্থা অগ্ৰাহ্য কৰিলে।
২০ চিবাৰ পৰা মোৰ ওচৰলৈ কুন্দুৰু, আৰু দূৰ দেশৰ
পৰা সুগন্ধি বচ কি অভিপ্ৰায়েৰে আহিছে ?
তোমালোকৰ হোমবলিবোৰ গ্ৰহণীয় নহয়,
নাইবা তোমালোকৰ মঙ্গলাৰ্থক বলি মোৰ
২১ সন্তোষজনক নহয় ; এই হেতুকে যিহোৱাই এই
কথা কৈছে, দেখা, মই এই জাতিৰ আগত
উজুটি খোৱা মুঢ়া থম ; তাতে বাপেক আৰু
পুতেকহঁতে একে সময়ত তাত উজুটি খাই
পৰিব, ওচৰচুবুৰীয়া আৰু তাৰ বন্ধু বিনষ্ট
হব।
২২　যিহোৱাই এই কথা কৈছে, দেখা, উত্তৰ
দেশৰ পৰা এক জাতি আহিছে, পৃথিৱীৰ অন্ত-
ভাগৰ পৰা এক মহাজাতি উত্তেজিত হৈছে।
২৩ সিহঁতে ধনু আৰু বৰশী ধৰে ; সিহঁত নিষ্ঠুৰ
আৰু দয়াহীন ; সিহঁতৰ শব্দ সমুদ্ৰৰ গৰ্জনৰ
নিচিনা, আৰু সিহঁত ঘোঁৰাত উঠে ; হে চিয়োন
জীয়াৰী, তোমাৰ বিৰুদ্ধে সিহঁত প্ৰতিজনে
২৪ যুদ্ধাৰুৰ নিচিনাকৈ সাজু হৈ আছে। আমি
সিহঁতৰ যশস্যা শুনিছোঁ, আমাৰ হাত দুৰ্ব্বল
হল ; যাতনাই, প্ৰসৱকাৰিণীৰ বেদনাৰ নিচিনা
২৫ বেদনাই আমাক ধৰিছে। পথাৰলৈ নেযাবা,
আৰু ৰাজ-আলিত অহাযোৱা নকৰিবা ; কিয়নো
শত্ৰুৰ তৰোৱাল, আৰু চাৰিওফালে ত্ৰাস আছে।
২৬ হে মোৰ জাতিস্বৰূপা জীয়াৰী, কঁকালত চট
বান্ধা, আৰু ছাইত বাগৰা ; একেটী পুত্ৰৰ মৃত্যুৰ
নিমিত্তে শোক কৰাৰ দৰে শোক কৰা আৰু
অত্যন্ত বিলাপ কৰা ; কিয়নো বিনষ্ট কৰোঁতাই
২৭ অকস্মাতে আমাক আক্ৰমণ কৰিব। মোৰ প্ৰজা-
বিলাকৰ পথ পৰীক্ষা কৰি জানিবৰ নিমিত্তে,
মই সিবিলাকৰ মাজত তোমাক পৰীক্ষক কৰি
২৮ দুৰ্গস্বৰূপে স্থাপন কৰিলোঁ। সিবিলাক সকলো-
ৱেই অতিশয় বিদ্ৰোহী আৰু পৰচৰ্চ্চাকাৰী ;
সিবিলাক পিতল আৰু লোহাস্বৰূপ ; সিবিলাক
২৯ সকলো দুৰাচাৰী। জাটিয়ে বৰকৈ ভাও দিছে ;
সিহ জুইত নষ্ট হৈছে ; লোকে মিছাকৈয়ে খপি
থাকিছে ; কিয়নো ভাঁজস্বৰূপ দুষ্টবোৰক বাহিৰ
৩০ কৰা নেযায়। যিহোৱাই সিবিলাকক অগ্ৰাহ্য
কৰা বাবে, মানুহে সিবিলাকক পেলনীয়া ৰূপ
বুলিব।

লোকবিলাকৰ কু-আচৰণৰ কাৰণে কোৱা
যিহোৱাৰ ক্ৰোধবাক্য।

৭　যিহোৱাৰ পৰা যিৰিমিয়ালৈ এই বাক্য
২ আহিল, বোলে, তুমি যিহোৱাৰ গৃহৰ
দুৱাৰত থিয় হৈ, তাত এই বাক্য প্ৰচাৰ কৰা
আৰু কোৱা, যিহোৱাক প্ৰণিপাত কৰিবলৈ এই
দুৱাৰবোৰত সোমোৱা হে যিহূদাৰ আটাই
৩ লোক, যিহোৱাৰ বাক্য শুনা। ইস্ৰায়েলৰ ঈশ্বৰ
বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,

-তোমালোকে আপোনাবিলাকৰ আচাৰ ব্যৱহাৰ
আৰু কাৰ্য্য শুধৰোৱা ; তাতে মই তোমালোকক
৪ এই ঠাইত বাস কৰাম। এইবোৰ যিহোৱাৰ
মন্দিৰ, যিহোৱাৰ মন্দিৰ, যিহোৱাৰ মন্দিৰ,
এই বুলি কোৱা কথাত তোমালোকে বিশ্বাস
৫ নকৰিবা ; কিয়নো, যদি তোমালোকে আপোন
আপোন আচাৰ ব্যৱহাৰ আৰু কাৰ্য্য সম্পূৰ্ণৰূপে
শুধৰোৱা, যদি কোনো মানুহ আৰু তাৰ ওচৰচুবু-
ৰীয়াৰ মাজত তোমালোকে ন্যায় বিচাৰ সম্পূৰ্ণ-
৬ কৈ সিদ্ধ কৰা, বিদেশী, পিতৃহীন, আৰু বিধৱাক
উপদ্ৰৱ নকৰা, আৰু এই ঠাইত নিৰ্দ্দোষীৰ ৰক্ত-
পাত নকৰা, নাইবা আপোনাবিলাকৰ অপকাৰৰ
৭ নিমিত্তে ইতৰ দেৱতাবোৰৰ পাছত নচলা, তেন্তে
মই এই ঠাইত, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক
দিয়া এই দেশত তোমালোকক যুগে যুগে অনন্ত
৮ কাললৈকে বাস কৰাম। দেখা, উপকাৰ কৰিব
নোৱৰা মিছা কথাত তোমালোকে বিশ্বাস কৰিছা;
৯ তোমালোকে চুৰ, নৰবধ, পৰস্ত্ৰীগমন, আৰু মিছা
শপত কৰি, বালৰ উদ্দেশে ধূপ জ্বলাই, তোমা-
লোকে নজনা ইতৰ দেৱতাবোৰৰ পাছত চলি,
সেই সকলো ঘিণলগীয়া কাৰ্য্য কৰিবৰ নিমিত্তে,
১০ মোৰ নামেৰে প্ৰখ্যাত এই গৃহত সোমাই মোৰ
আগত থিয় হৈ, আমি মুক্তি পালোঁ বুলি কবা
১১ নে? মোৰ নামেৰে প্ৰখ্যাত এই গৃহ তোমা-
লোকৰ দৃষ্টিত ডকাইতৰ গুহা হল নে? যিহো-
ৱাই কৈছে, দেখা, মই, ময়েই তাক দেখিলোঁ।
১২ কিন্তু, পূৰ্ব্বে মই য'ত মোৰ নাম স্থাপন কৰি-
ছিলোঁ, চীলোত থকা মোৰ সেই ঠাইলৈ তোমা-
লোক যোৱা, আৰু মোৰ প্ৰজা ইস্ৰায়েলৰ দুষ্ট-
তাৰ কাৰণে মই তাক যি কৰিছিলোঁ, তাক চোৱা।
১৩ আৰু যিহোৱাই কৈছে, তোমালোকে এইবোৰ
কাৰ্য্য কৰিলা, আৰু মই অতি ৰাতিপুৱাতে উঠি
তোমালোকক কথা কলত তোমালোকে শুন-
নিলা, আৰু মই মাতিলত তোমালোকে উত্তৰ
১৪ নিদিলা ; এই হেতুকে মোৰ নামেৰে প্ৰখ্যাত,
তোমালোকে বিশ্বাস কৰা এই গৃহক, তোমা-
লোকক আৰু তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক
মই দিয়া এই ঠাইক, মই চীলোক কৰাৰ দৰে
১৫ কৰিম। আৰু তোমালোকৰ ভাইবিলাকক, এনে
কি, ইফ্ৰয়িমৰ গোটেই বংশক যেনেকৈ দূৰ কৰি
পেলালোঁ, তেনেকৈ তোমালোককো মোৰ সম্মুখৰ
পৰা দূৰ কৰি পেলাম।
১৬ এই হেতুকে তুমি এই জাতিৰ নিমিত্তে প্ৰাৰ্থনা
নকৰিবা, বা সিবিলাকৰ নিমিত্তে নিবেদন কি
প্ৰাৰ্থনা উৎসৰ্গ নকৰিবা, বা মোক অনুৰোধ
নকৰিবা ; কিয়নো মই তোমাৰ কথা নুশুনিম।
১৭ সিবিলাকে যিহূদাৰ নগৰবোৰত, আৰু যিৰু-
চালেমৰ আলিবোৰত যি কৰিছে, তাক জানো
১৮ তুমি দেখা নাই? মোক বেজাৰ দি আকা-
শৰ ৰাণীৰ উদ্দেশে পিঠা বনাবলৈ আৰু ইতৰ
দেৱতাবোৰৰ উদ্দেশে পেয় নৈবেদ্য উৎসৰ্গ
কৰিবলৈ লৰাবিলাকে খৰি বুটলে, বাপেকহঁতে
জুই জ্বলায়, আৰু তিৰুতাবোৰে ময়দা খচে।
১৯ যিহোৱাই কৈছে, সিবিলাকে জানো মোকহে
বেজাৰ দিব? কিন্তু নিজৰ মুখ বিবৰ্ণ কৰিবলৈ
২০ জানো নিজৰ মনকেই বেজাৰ নিদিব? এই
হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা,
এই ঠাইৰ ওপৰত, মানুহ, পশু, বাৰীৰ গছ,
আৰু ভূমিৰ ফল, এই সকলোৰে ওপৰত মোৰ
ক্ৰোধ আৰু কোপাগ্নি ঢলা যাব, আৰু সেয়ে
দগ্ধ কৰিব, নুমাই নেযাব।
২১ ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, তোমালোকে আপোনাবিলাকৰ
মঙ্গলাৰ্থক বলিৰ লগত হোমবলি যোগ কৰা,
২২ আৰু মাংস খোৱা। কিয়নো যি দিনা মই তোমা-
লোকৰ পূৰ্ব্বপুৰুষবিলাকক মিচৰ দেশৰ পৰা
উলিয়াই আনিছিলোঁ, সেই দিনা মই হোমবলি
কি মঙ্গলাৰ্থক বলিৰ বিষয়ে সিবিলাকক কোৱা
২৩ বা আজ্ঞা দিয়া নাছিলোঁ। কিন্তু সিবিলাকক
এই আজ্ঞাহে দিছিলোঁ, যে, তোমালোকে মোৰ
বাক্য শুনা, তাতে মই তোমালোকৰ ঈশ্বৰ হম,
আৰু তোমালোক মোৰ প্ৰজা হবা; আৰু যি
পথত চলিবলৈ মই তোমালোকক আজ্ঞা কৰোঁ,
তোমালোকৰ ভালৰ অৰ্থে তোমালোকে সেই
২৪ পথত চলা। কিন্তু সিবিলাকে নুশুনি কাণ নে-
পাতি আপোনাবিলাকৰ কুমন্ত্ৰণা আৰু দুষ্ট
মনৰ কঠিনতা অনুসাৰেহে চলিলে, আৰু আগ
২৫ নেবাঢ়ি পাছ হুঁহকিল। তোমালোকৰ পূৰ্ব্ব-
পুৰুষবিলাক মিচৰ দেশৰ পৰা ওলাই অহা
দিনৰে পৰা আজিলৈকে, মই প্ৰতিপ্ৰভাতে উঠি,
সদায় মোৰ সকলো দাস ভাববাদীবিলাকক
২৬ তোমালোকৰ ওচৰলৈ পঠাই আছোঁ। তথাপি
লোকবিলাকে মোৰ বাক্যলৈ মন নিদিলে, কি
কাণো নেপাতিলে; কিন্তু আপোন আপোন
ডিঙি ঠৰ কৰিলে, আপোনাবিলাকৰ পূৰ্ব্বপুৰুষ-
বিলাকতকৈয়ো অধিক কু-আচৰণ কৰিলে।
২৭ তুমি সিবিলাকক এই আটাইবোৰ কথা কবা,
কিন্তু সিবিলাকে তোমাৰ কথা নুশুনিব; আৰু
তুমি সিবিলাকক মাতিবা, কিন্তু সিবিলাকে
২৮ তোমাক উত্তৰ নিদিব। তেতিয়া তুমি সিবিলাকক
কবা, এয়ে আপোন ঈশ্বৰ যিহোৱাৰ বাক্য নুশুনা
বা শাস্তি গ্ৰহণ নকৰা জাতি; বিশ্বস্ততা নষ্ট হল,
আৰু ইবিলাকৰ মুখৰ পৰা তাক দূৰ কৰা হল।
২৯ হে যিৰূচালেম, তোমাৰ চুলি কাটি পেলাই
দিয়া, আৰু বৃক্ষশূন্য পৰ্ব্বতবোৰত উঠি বিলাপ
কৰা; কিয়নো যিহোৱাই আপোন ক্ৰোধৰ পাত্ৰ

এই বংশক অগ্ৰাহ্য কৰিলে, পৰিত্যাগ কৰিলে।
৩০ কিয়নো, যিহোৱাই কৈছে, মোৰ সাক্ষাতে
যি কুচ্ছিত, যিহূদাৰ সন্তানবিলাকে তাকেই
কৰিলে ; মোৰ নামেৰে প্ৰখ্যাত হোৱা গৃহটী
অশুচি কৰিবৰ অৰ্থে সিবিলাকে তাৰ ভিতৰত
আপোনাবিলাকৰ ঘিণলগীয়া বস্তুবোৰ ৰাখিলে।
৩১ আৰু সিবিলাকৰ পো জীবিলাকক জুইত পুড়িব-
লৈ হিন্নোমৰ পুত্ৰেকৰ উপত্যকাত থকা তোফ-
তৰ ওখ ঠাইবোৰ সাজিলে, ইয়াক মই আজ্ঞা
কৰা নাছিলোঁ, আৰু মোৰ মনত উদয়ো হোৱা
৩২ নাছিল। যিহোৱাই কৈছে, এই হেতুকে দেখা,
যি দিনা সেই ঠাই তোফৎ বা হিন্নোমৰ পুত্ৰে-
কৰ উপত্যকা বুলি আৰু প্ৰখ্যাত নহব, কিন্তু
হত্যাৰ উপত্যকা বুলি প্ৰখ্যাত হব, এনে দিন
আহিছে ; কাৰণ সেই দিনা লোকবিলাকে
তোফতত পুতিবলৈ ঠাই নোহোৱালৈকে তাত
৩৩ মৰা শব পুতি থাকিব। তাতে এই জাতিৰ শব
আকাশৰ চৰাইৰ আৰু পৃথিবীৰ জন্তুবোৰৰ
আহাৰ হব, সেইবোৰক কোনেও ভয় নেদেখু-
৩৪ ৱাব। তেতিয়া মই যিহূদাৰ নগৰবোৰৰ পৰা
আৰু যিৰূচালেমৰ আলিবোৰৰ পৰা উল্লাসৰ
ধ্বনি, আনন্দৰ ধ্বনি, আৰু দৰা কন্যাৰ ধ্বনি
লুপ্ত কৰিম ; কিয়নো দেশ উচ্ছন্ন ঠাই হব।

৮ যিহোৱাই কৈছে, সেই দিনা শত্ৰুৱে
যিহূদাৰ ৰজাবিলাকৰ, তাৰ অধ্যক্ষবিলা-
কৰ, পুৰোহিতবিলাকৰ, ভাববাদীবিলাকৰ,
আৰু যিৰূচালেমনিবাসীবিলাকৰ হাড়বোৰ
২ সিবিলাকৰ মৈদামৰ পৰা উলিয়াব। সিবিলাকে
ভাল পোৱা, সেৱা কৰা, পাছত চলা, বিচৰা,
আৰু প্ৰণিপাত কৰা সূৰ্য্য চন্দ্ৰ আদি আকাশ-
মণ্ডলৰ আটাই বাহিনীৰ আগত সিহঁতে সেই
হাড়বোৰ মেলিব ; সেইবোৰক গোটোৱা বা
পোতা নহব, সেইবোৰ মাটীৰ ওপৰত সাৰস্বৰূপ
৩ হৈ থাকিব। বাহিনীবিলাকৰ যিহোৱাই কৈছে,
মই যি যি ঠাইলৈ এই দুষ্ট গোষ্ঠীৰ অৱশিষ্ট
ভাগ খেদিলোঁ, সেই সেই ঠাইত অৱশিষ্ট
সেই গোষ্ঠীৰ পক্ষে জীৱনতকৈ মৃত্যু বাঞ্ছনীয়
হব।
৪ তুমি সিবিলাকক আৰু কবা, যিহোৱাই এই
কথা কৈছে, যে, মানুহ পৰি জানো পুনৰায়
নুঠিব ? বা অপথে গৈ জানো আকৌ উলটি
৫ নাহিব ? তেন্তে কিয় যিৰূচালেমৰ এই জাতিয়ে
বাট এৰি নিত্যে বিপথগামী হৈ থাকে ? সিবি-
লাকে প্ৰতাৰণাত লাগি থাকি উলটি আহিবলৈ
৬ অমান্তি হয়। মই কাণ পাতি শুনিলোঁ ; সিবি-
লাকে যথাৰ্থ কথা নকলে ; মই কি কৰিলোঁ ?
এই বুলি কৈ কোনো মানুহে আপোন দুষ্টতাৰ
নিমিত্তে খেদ নকৰে ; যুদ্ধলৈ অতি বেগেৰে লৰ
মাৰি যোৱা ঘোঁৰাৰ নিচিনাকৈ সিবিলাক প্ৰতি-
৭ জনে আপোন আপোন পথলৈ ঘূৰে। আকাশত
কুৰা হাড়গিলাই আপোনাৰ নিৰূপিত সময়
বুজে, আৰু কপৌ, তেলটুপি, আৰু বগলিয়ে আ-
পোন আপোন অহাৰ কাল পালন কৰে ; কিন্তু
মোৰ প্ৰজাবিলাকে যিহোৱাৰ শাসন নেজানে।
৮ আমি জ্ঞানী, আৰু যিহোৱাৰ ব্যৱস্থা আমাৰ
লগত আছে, এই বুলি তোমালোকে কেনেকৈ কব
পাৰা ? কিন্তু দেখা, লিখকবিলাকৰ মিছাকৈ
লিখা লিখনীয়ে তাক মিছা কৰি পেলালে।
৯ জ্ঞানীবিলাকে লাজ পাইছে, সিবিলাক ব্যাকুল
হৈ ধৰা পৰিল ; দেখা, সিবিলাকে যিহোৱাৰ
বাক্য অগ্ৰাহ্য কৰিলে, তেন্তে সিবিলাকৰ জ্ঞান
১০ কি ৰকমৰ ? সেই নিমিত্তে মই সিবিলাকৰ
তিৰুতাবোৰ অন্যক দিম, আৰু আন আন অধি-
কাৰীবিলাকক সিবিলাকৰ খেতিবোৰ দিম ;
কিয়নো সৰুৰ পৰা বৰলৈকে প্ৰতিজন লোভত
আসক্ত, ভাববাদীৰ পৰা পুৰোহিতলৈকে প্ৰতি-
১১ জনে প্ৰবঞ্চনাৰ কাৰ্য্য কৰে। যেতিয়া কোনো
শান্তি নাই, তেতিয়া সিবিলাকে শান্তি শান্তি
বুলি কৈ মোৰ প্ৰজাবিলাকৰ ঘা সামান্যৰূপে
১২ সুস্থ কৰিলে। সিবিলাকে ঘিণলগীয়া কাৰ্য্য
কৰাত লাজ পাওক ছাৰি সিবিলাকে মুখ বিবৰ্ণ
কৰিবলৈকে জনা নাই : এই নিমিত্তে সিবিলাক
পতিত হোৱা লোকবিলাকৰ মাজত পতিত হব ;
যিহোৱাই কৈছে, মই সিবিলাকক দণ্ড দিয়া
১৩ সময়ত সিবিলাকে উজুটি খাই পৰিব। যিহো-
ৱাই কৈছে, মই সিবিলাকক নিঃশেষে সংহাৰ
কৰিম ; দ্ৰাক্ষালতাত দ্ৰাক্ষাগুটী, বা ডিমৰু গছত
ডিমৰু গুটী নেথাকিব, আৰু পাত জঁয় পৰিব,
আৰু মই সিবিলাকৰ নিমিত্তে আক্ৰমণকাৰী-
১৪ বিলাকক নিৰূপণ কৰিম। "আমি কিয় বহি
থাকোঁ ? আহাঁ, আমি একে লগ হৈ গড়েৰে
আবৃত নগৰত সোমাওঁ, আৰু তাত নিজম দি
থাকোঁ ; কিয়নো আমাৰ ঈশ্বৰে আমাৰ মুখ
বন্ধ কৰিলে, আৰু বিহ গছৰ ৰস পান
কৰালে, কাৰণ আমি যিহোৱাৰ বিৰুদ্ধে পাপ
১৫ কৰিলোঁ। আমি শান্তিৰ আশা কৰিছিলোঁ, কিন্তু
মঙ্গল নহল ; আৰু সুস্থৰ সময়লৈ বাট চাই-
১৬ ছিলোঁ, কিন্তু দেখা, ত্ৰাস উপস্থিত।" দানৰ পৰা
শত্ৰুৰ ঘোঁৰাবোৰৰ নাকৰ শবদ শুনা গৈছে ?
তাৰ বলৱান ঘোঁৰাবোৰৰ হেকহেকনিত গোটেই
দেশ কঁপিছে ; কিয়নো সিহঁতে আহি দেশ আৰু
তাৰ মাজত থকা সকলো বস্তু, নগৰ, আৰু তাৰ
১৭ নিবাসীবিলাকক গ্ৰাস কৰিছে। কিয়নো দেখা,
মই তোমালোকৰ মাজলৈ মন্ত্ৰ নমনা সৰ্প, কাল-
সৰ্পবোৰ পঠাম ; যিহোৱাই কৈছে, সেইবোৰে
তোমালোকক দংশিব।

যিৰিমিয়াৰ বিলাপগীত।

১৮ অহ, ময় দুঃখনিবাৰক সান্ত্বনা পোৱা হলে,
কেনে ভাল আছিল! মোৰ হৃদয় মোৰ অন্তৰত
১৯ অতি দুৰ্ব্বল হৈছে। চোৱা, অতি দূৰ দেশৰ পৰা
মোৰ জাতিস্বৰূপা জীয়াৰীৰ কাতৰোক্তিৰ স্বৰ
শুনা গৈছে। যিহোৱা চিয়োনত নাই নে? তাৰ
ৰজা তাৰ ভিতৰত নাই নে? সিবিলাকে কটা
প্ৰতিমা আৰু বিজাতীয় অসাৰ বস্তুবোৰৰ দ্বাৰায়
২০ মোক কিয় বেজাৰ দিছে? শস্য দোৱাৰ সময়
অতীত হল, গুটি পাৰিবৰ কাল শেষ হল;
২১ কিন্তু আমি পৰিত্ৰাণ পোৱা নাই। মোৰ জাতি-
স্বৰূপা জীয়াৰীৰ আঘাতৰ নিমিত্তে ময় অতিশয়
আঘাতিত হৈছোঁ, ময় শোক কৰিছোঁ, বিচুৰ্তি
২২ খাইছোঁ। গিলিয়দত জালো ঘা সুস্থ কৰা বৃক্ষ-
ৰস নাই? বা তাত জানো চিকিৎসক নাই?
তেন্তে মোৰ জাতিস্বৰূপা জীয়াৰীৰ ঘা কিয় সুস্থ
হোৱা নাই?

৯ অহ, মোৰ জাতিস্বৰূপা জীয়াৰীৰ হত
হোৱাবিলাকৰ নিমিত্তে দিনে ৰাতিয়ে কান্দি-
বলৈ, মোৰ মূৰ জলময়, আৰু মোৰ চকু দুটা
চকু-লোৰ ভুমুকস্বৰূপ হোৱা হলে, কেনে ভাল
২ আছিল! অহ, মোৰ জাতিক এৰি সিবিলাকৰ
পৰা আঁতৰি যাবৰ নিমিত্তে, অৰণ্যত পথিক-
বিলাকৰ ৰাতি থকা ঠাই মোৰ হোৱা হলে, কেনে
ভাল আছিল! কিয়নো সিবিলাক সকলোৱেই
৩ ব্যভিচাৰী, বিশ্বাসঘাতক লোকৰ সমাজ। আৰু
সিবিলাকে আপোনাৰ জিবাৰূপ ধনুত আপোনাৰ
মিছা কথাস্বৰূপ বাণ জোৰে, আৰু দেশত পৰা-
ক্ৰমী হয়, কিন্তু সত্যৰ নিমিত্তে নহয়; কিয়নো
সিবিলাকে এক দুষ্টতাৰ পৰা আন দুষ্টতালৈ
আগ বাঢ়ি যায়, আৰু যিহোৱাই কৈছে, সি-
৪ বিলাকে মোক হলে নেজানে। তোমালোক প্ৰতি-
জনে আপোন আপোন ওচৰচুবুৰীয়াৰ বিষয়ে
সাৱধান হোৱা, আৰু কোনো ভাইক বিশ্বাস
নকৰিবা; কিয়নো প্ৰতিজন ভায়ে সম্পূৰ্ণকৈ
ঠগায়, আৰু প্ৰতিজন চুবুৰীয়াই কথা চৰ্চ্চি ফুৰে।
৫ আৰু প্ৰতিজনে আপোন আপোন ওচৰচুবুৰীয়াক
প্ৰবঞ্চনা কৰে, সত্য নকয়; সিবিলাকে মিছা
কথা কবলৈ আপোন আপোন জিবাক শিকালে;
সিবিলাকে অপৰাধ কৰি আপোনাকে আপুনি
৬ ভাগৰ লগায়। তোমাৰ বসতিৰ ঠাই ছলৰ মাজত
আছে; যিহোৱাই কৈছে, সিবিলাকে ছলৰ
কাৰণে মোক জানিবলৈ অমান্তি হয়।
৭ এই হেতুকে বাহিনীবিলাকৰ যিহোৱাই এই
কথা কৈছে, চোৱা, ময় সিবিলাকক গলাই
পৰীক্ষা কৰিম; কিয়নো মোৰ জাতিস্বৰূপা
জীয়াৰীৰ কাৰণে ময় আন কি কৰিব পাৰোঁ?
৮ সিবিলাকৰ জিবা প্ৰাণনাশক বাণস্বৰূপ, সেয়ে
ছলৰ কথা কয়; সিবিলাক প্ৰতিজনে মুখেৰে
ওচৰচুবুৰীয়াৰ লগত শান্তিৰ কথা কয়, কিন্তু
৯ অন্তৰত তাৰ নিমিত্তে খাপ দি থাকে। যিহোৱাই
কৈছে, ময় সিবিলাকক এইবোৰৰ কাৰণে দণ্ড
নিদিম নে? মোৰ প্ৰাণে এনে জাতিৰ প্ৰতিকাৰ
নেসাধিব নে?
১০ ময় পৰ্ব্বতবোৰৰ নিমিত্তে ক্ৰন্দন আৰু হাহাকাৰ
কৰিম, আৰু অৰণ্যৰ চৰণী ঠাইৰ নিমিত্তে বিলাপ
কৰিম; কিয়নো সেইবোৰৰ মাজেদি কোনেও যাব
নোৱৰাকৈ সেইবোৰ দগ্ধ হল, পশুৰ মাত তাত
শুনা নেযায়, আকাশৰ চৰাইবোৰ, আৰু পশু-
১১ বোৰো পলাই গুচি গল। ময় যিৰূচালেমক জাঙ-
ৰাশি, শিয়ালৰ বাসস্থান কৰিম; আৰু ময়
যিহূদাৰ নগৰবোৰ নিবাসীশূন্য ধ্বংসস্থান
১২ কৰিম। সেই সকলো বুজিব পৰা কোন জ্ঞানী
লোক আছে? আৰু তাক প্ৰকাশ কৰিবৰ নিমিত্তে
যিহোৱাই যাৰ আগত নিজ মুখে কৈছিল, এনে
কোন মানুহ আছে? এই দেশৰ মাজেদি কোনেও
যাব নোৱৰাকৈ এয়ে কিয় বিনষ্ট আৰু মৰু-
ভূমিৰ নিচিনা দগ্ধ হল?
১৩ যিহোৱাই কৈছে, কাৰণ এই, ময় সিবিলাকৰ
আগত স্থাপন কৰা মোৰ ব্যৱস্থা সিবিলাকে
ত্যাগ কৰিলে, আৰু মোৰ বাক্যলৈ কাণ নিদিলে,
১৪ বা তাত নচলিলে; কিন্তু আপোন মনৰ কঠিনতা
অনুসাৰে, আৰু সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকে
সিবিলাকক শিকোৱা বাল দেৱতাবোৰৰ পাছত
১৫ চলিলে। এই হেতুকে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনী-
বিলাকৰ যিহোৱাই এই কথা কৈছে, চোৱা, ময়
এই লোকবিলাকক নাগদানা ভোজন কৰাম,
১৬ আৰু বিহ গছৰ ৰস পান কৰাম। সিবিলাকে
কি সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকে নজনা জাতি-
বিলাকৰ মাজত ময় সিবিলাকক ছিন্নভিন্ন কৰিম;
আৰু ময় সিবিলাকক সংহাৰ নকৰোঁমানলৈকে
সিবিলাকৰ পাছে পাছে তৰোৱাল পঠাম।
১৭ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
তোমালোকে বিবেচনা কৰা; বিলাপকাৰিণীহঁতক
মাতা, সিহঁত আহোক; বিলাপ কৰাত নিপুণ
স্ত্ৰীবিলাকৰ ওচৰলৈ মানুহ পঠোৱা,
১৮ সিহঁত আহোক। চকু-লোত আমাৰ চকু উটি
যাবৰ নিমিত্তে, আৰু আমাৰ চকুৰ পিৰঠিয়েদি
বেগেৰে পানী ওলাবৰ নিমিত্তে সিহঁতে খৰকৈ
১৯ আহি আমাৰ কাৰণে হাহাকাৰ কৰোক। কিয়নো
চিয়োনৰ পৰা হাহাকাৰৰ শব্দ শুনা গৈছে,
আমি কেনে বিনষ্ট হলোঁ! আমি দেশ ত্যাগ
কৰা বাবে, সিহঁতে আমাৰ নিবাসবোৰ ভাঙি
পেলোৱাৰ নিমিত্তে আমি অতি ব্যাকুল হলোঁ।
২০ তথাপি তুহঁ তিৰোতাবিলাক, যিহোৱাৰ বাক্য

শুনা, আৰু তোমালোকৰ কাণে তেওঁৰ মুখৰ বাক্য
গ্ৰহণ কৰোক, আৰু তোমালোকে আপোন
আপোন জীয়েৰাইঁতক হাহাকাৰ কৰিবলৈ শিক্ষা
দিয়া, আৰু তোমালোক প্ৰতিজনীয়ে আপোন
আপোন ওচৰচুবুৰীয়ানীক বিলাপ কৰিবলৈ
২১ শিকোৱা। কিয়নো মৃত্যুৱে বাহিৰত লৰাবিলাকক
আৰু চকত *ডেকাবিলাকক উচ্ছন্ন কৰি, খিলিকি-
য়েদি উঠি আমাৰ অট্টালিকাবোৰতো সোমাল।
২২ তুমি কোৱা, যিহোৱাই এই ৰূপে কৈছে, মানুহ-
বিলাকৰ শৱ সাৰৰ নিচিনাকৈ, আৰু দাওঁতাৰ
পাছত এৰি যোৱা মুঠিৰ নিচিনাকৈ পথাৰত পৰি
থাকিব; কোনেও সেইবোৰ নোগোটাব।

যিহোৱাবিষয়ক জ্ঞানৰ প্ৰাধান্য আৰু
দেৱপূজাৰ মূৰ্খতা।

২৩ যিহোৱাই এই কথা কৈছে, জ্ঞানীয়ে আপোন
জ্ঞানত, বীৰে আপোন পৰাক্ৰমত, আৰু ধনীয়ে
২৪ আপোন ধনত গৌৰৱ নকৰোক; কিন্তু যি জনে
গৌৰৱ কৰে, সি ইয়াতহে গৌৰৱ কৰোক, যে,
সি মোৰ বিষয়ে বুজে আৰু জানে, যে,ময়
পৃথিবীত দয়া, বিচাৰ, আৰু ধাৰ্ম্মিকতা সিদ্ধ
কৰোঁতা যিহোৱা; কিয়নো এইবোৰত ময়
২৫ সন্তোষ পাওঁ, ইয়াক যিহোৱাই কৈছে। যিহো-
ৱাই কৈছে, দেখা, এনে দিন আহিছে, যে, সেই
দিনা ময় চুন্নৎ হোৱাবিলাকক অচুন্নৎ বুলি দণ্ড
২৬ দিম। ময় মিচৰ, যিহুদা, ইদোম, অম্মোনৰ
সন্তানবিলাক, মোৱাব, আৰু কুমৰ গুৰিত দাঁড়ি
চুলি কটা অৰণ্যনিবাসী লোকবিলাকক দণ্ড দিম;
কিয়নো সেই আটাই জাতিবিলাক অচুন্নৎ, আৰু
ইস্ৰায়েলৰ গোটেই বংশ হৃদয়ত অচুন্নৎ।

১০ হে ইস্ৰায়েল বংশ, যিহোৱাই তোমালোকক
২ যি কথা কৈছে, তাক শুনা; যিহোৱাই এই
ৰূপে কৈছে, তোমালোকে জাতিবোৰৰ ব্যৱহাৰ
নিশিকিবা, আৰু আকাশমণ্ডলৰ নানা অদ্ভুত লক্ষণ
দেখি ব্যাকুল নহবা; কাৰণ জাতিবোৰেহে
৩ সেইবোৰ দেখি ব্যাকুল হয়। কিয়নো জাতি-
বোৰৰ ৰীতিনীতিবোৰ অসাৰ; কাৰণ এজন
মানুহে কাঠনীৰ পৰা এডাল গছ কাটি উলিয়ায়;
সেয়ে কুঠাৰেৰে কৰা মানুহৰ হাতৰ কাৰ্য্য হৈ
৪ উঠে। মানুহে তাক ৰূপ আৰু সোণেৰে অলঙ্কৃত
কৰে, আৰু সেয়ে নলৰিবৰ নিমিত্তে হাতুড়িৰে
৫ গজাল মাৰি তাক শকত কৰে। সেইবোৰ শিল্প-
কাৰে খৰ্জ্জুৰ গছৰ আকৃতিৰে কুন্দত কটা কাঠৰ
নিচিনা, আৰু কথা নকয়; সেইবোৰক বৈ নিব
লগীয়া হয়, কাৰণ সেইবোৰে খোজ কাঢ়িব
নোৱাৰে। তোমালোকে সেইবোৰলৈ ভয় নক-
ৰিবা; কাৰণ সেইবোৰে অহিত কৰিব নোৱাৰে,
আৰু হিত কৰিবলৈকো সেইবোৰৰ সাধ্য নাই।
৬ হে যিহোৱা, তোমাৰ তুল্য কোনো নাই; তুমি
৭ মহান, আৰু তোমাৰ নাম পৰাক্ৰমত মহৎ। হে
জাতিবোৰৰ মহাৰাজ, তোমাক কোনে ভয়
নকৰিব? কিয়নো সেয়ে তোমাৰেই উপযুক্ত।
কাৰণ জাতিবোৰৰ সকলো জ্ঞানী লোকৰ মাজত,
আৰু সিহঁতৰ সকলো ৰাজ্যৰ মাজত তোমাৰ
৮ তুল্য কোনো নাই। কিন্তু সিহঁত সম্পূৰ্ণকৈ
পশুতুল্য আৰু নিৰ্ব্বোধ; মূৰ্ত্তিবোৰৰ শিক্ষা
৯ এডোখৰ কাঠ মাথোন। তৰ্চীচৰ পৰা শিল্প-
কাৰৰ আৰু সোণাৰীৰ হাতেৰে কৰা পতাৰূপ
আৰু উফজৰ পৰা সোণ অনা হয়; সেইবোৰৰ
পৰিধান বস্ত্ৰ নীল আৰু বেঙেনা বৰণীয়া সূতাৰে
কৰা; সেই আটাইবোৰ নিপুণ মানুহৰ কাৰ্য্য।
১০ কিন্তু যিহোৱা সত্য ঈশ্বৰ, তেওঁ জীৱন্ত ঈশ্বৰ,
আৰু অনন্তকালস্থায়ী ৰজা; তেওঁৰ ক্ৰোধত
পৃথিবী কঁপে, আৰু জাতিবোৰে তেওঁৰ কোপ
সহিব নোৱাৰে।
১১ তোমালোকে সিহঁতক এই কথা কোৱা, যি
দেৱতাবোৰে আকাশমণ্ডল আৰু পৃথিবী স্ৰজন
কৰা নাই, সেইবোৰ পৃথিবীৰ পৰা, আকাশ-
মণ্ডলৰ তলৰ পৰা উচ্ছন্ন হব।
১২ তেওঁ আপোন শক্তিৰে পৃথিবী স্ৰজন কৰিলে,
নিজ জ্ঞানেৰে জগত স্থাপন কৰিলে, আৰু নিজ
১৩ বুদ্ধিৰে আকাশমণ্ডল বিস্তাৰ কৰিলে। তেওঁ মাত
লগালে আকাশমণ্ডলত জলসমূহৰ কোলাহল হয়,
আৰু তেওঁ পৃথিবীৰ অন্ত ভাগৰ পৰা ভাপবোৰ
তোলে; তেওঁ বৃষ্টিৰ নিমিত্তে বিজুলী স্ৰজে, আৰু
আপোন ভঁড়ালৰ পৰা বতাহ বাহিৰ কৰি আনে।
১৪ প্ৰতিজন মানুহ পশুতুল্য আৰু জ্ঞানশূন্য, প্ৰতি-
জন সোণাৰী তাৰ কটা প্ৰতিমাৰ দ্বাৰায় লজ্জিত
হয়; কাৰণ তাৰ সাঁচত ঢলা মূৰ্ত্তি মিছা, সেই-
১৫ বোৰৰ ভিতৰত নিশ্বাসপ্ৰশ্বাস নাই। সেইবোৰ
ভাপ আৰু প্ৰবঞ্চনাৰ কাৰ্য্য মাথোন; দণ্ড
১৬ দিয়া কালত সেইবোৰ বিনষ্ট হব। যাকোবৰ
অংশ সেইবোৰৰ নিচিনা নহয়; কিয়নো তেওঁ
সকলোৰে নিৰ্ম্মাণকৰ্ত্তা; আৰু ইস্ৰায়েল তেওঁৰ
আধিপত্যৰ ফৈদ; বাহিনীবিলাকৰ যিহোৱা
তেওঁৰ নাম।

যিৰূচালেমনিবাসীবিলাকলৈ ঘটিব
লগা আপদ।

১৭ হে অৱৰুদ্ধ নগৰনিবাসিনি, মাটিৰ পৰা
১৮ তোমাৰ বস্তু বেহানি গোটাই লোৱা; কিয়নো
যিহোৱাই এই কথা কৈছে, দেখা, ময় এই সম-
য়ত দেশনিবাসীবিলাকক ফিঙাৰ শিলৰ নিচি-
নাকৈ দলিয়াই পেলাম, আৰু সিহঁতৰ মনত

* যিৰি ৫; ১ পদ দ্ৰষ্টব্য।

১৯ লগাকৈ সিহঁতক দুঃখ দিম। হায় হায়, মই
কেনে ভগ্ন হলোঁ! মোৰ ঘা অতি কষ্টদায়ক;
তথাপি মই কলোঁ, এয়ে মোৰ ৰোগ, মই ইয়াক
২০ সহিবই লাগে। মোৰ তাম্বু নষ্ট হল, মোৰ
সকলো ৰচি চিগি গল; মোৰ পোহঁত মোৰ পৰা
ওচি গল, সিহঁত আৰু নাই; মোৰ তাম্বু আকৌ
তৰিবলৈ, আৰু মোৰ তাম্বুৰ কাপড় তুলিবলৈ
২১ কোনো নাই। কিয়নো ৰক্ষীয়াবিলাক পশুতুল্য
হল, আৰু সিবিলাকে যিহোৱাৰ পৰামর্শ
নললে; এই কাৰণে সিবিলাকে মঙ্গল পোৱা
নাই, সিবিলাকৰ আটাই জাক গোট গোট হৈ
২২ গল। দেখা, জনৰব উঠিছে, আৰু যিহূদাৰ নগৰ-
বোৰক ধ্বংসস্থান আৰু শিয়ালৰ বাসস্থান কৰি-
বলৈ উত্তৰ দিশৰ পৰা ভয়ানক কোলাহল
২৩ হৈছে। হে যিহোৱা, মই জানো, যে, মানুহৰ
গতি নিজ অধিকাৰত নেথাকে; আপোন খোজ
স্থিৰ কৰিবলৈ খোজ চলাওঁতা জনৰ শক্তি নাই।
২৪ হে যিহোৱা, মোক কেৱল ন্যায়েৰে শুধৰোৱা,
ক্রোধেৰে নহয়; নহলে, মোক হ্রাস কৰিবা।
২৫ যি জাতিবোৰে তোমাক নেজানে, আৰু যি
গোষ্ঠীবোৰে তোমাৰ নামেৰে প্রার্থনা নকৰে,
সিহঁতৰ ওপৰত তোমাৰ কোপ ঢালা; কিয়নো
সিহঁতে যাকোবক গ্রাস কৰিলে, এনে কি, তাক
গ্রাস কৰি তাক অন্ত কৰিলে, আৰু তাৰ বাসস্থান
ধ্বংস কৰিলে।

লোকবিলাকে নিয়মটী ভঙ্গা, আৰু ভাব-
বাদীলৈ কুব্যৱহাৰ কৰা।

১১ যিৰিমিয়ালৈ যিহোৱাৰ পৰা এই বাক্য
২ আহিল, বোলে, তোমালোকে এই নিয়মটীৰ
বাক্য শুনা, আৰু যিহূদাৰ লোকবিলাকক ও
৩ যিৰূচালেমনিবাসীবিলাকক কোৱা; তুমি সি-
বিলাকক কোৱা, ইস্রায়েলৰ ঈশ্বৰ যিহোৱাই
৪ এই ৰূপে কৈছে, আজিকালিৰ দুগ্ধ মধু বোৱা
এই দেশ তোমালোকৰ পূর্ব্বপুৰুষবিলাকক দিব-
লৈ যি শপথ কৰিছিলোঁ, মই সেই শপথ সিদ্ধ
কৰিবৰ নিমিত্তে, মোৰ বাক্য পালন কৰা, আৰু
মই তোমালোকক দিয়া সকলো আজ্ঞা অনুসাৰে
কার্য্য কৰা, তাতে তোমালোক মোৰ প্রজা হবা,
৫ আৰু মই তোমালোকৰ ঈশ্বৰ হম, এই বুলি কৈ,
অগ্নিকুণ্ডস্বৰূপ মিচৰ দেশৰ পৰা সিবিলাকক
উলিয়াই আনিবৰ দিনা তোমালোকৰ পূর্ব্বপুৰুষ-
বিলাকক আজ্ঞা কৰা এই নিয়মটীৰ বাক্য যি
মানুহে নুশুনে, সেই মানুহ শাপগ্রস্ত হওক।
তেতিয়া মই উত্তৰ দি কলোঁ, হে যিহোৱা, সেই
মতেই হওক।
৬ আৰু যিহোৱাই মোক কলে, যিহূদাৰ নগৰ-
বোৰত, আৰু যিৰূচালেমৰ আলিবোৰত এই
সকলো বাক্য ঘোষণা কৰি কোৱা, তোমালোকে
এই নিয়মটীৰ বাক্যলৈ কাণ দিয়া, আৰু ইয়াক
৭ পালন কৰা। কিয়নো, মোৰ বাক্যলৈ কাণ
দিয়া বুলি কৈ, মিচৰ দেশৰ পৰা তোমালোকৰ
পূর্ব্বপুৰুষবিলাকক উলিয়াই আনিবৰ দিনা মই
অতি যত্নেৰে সাক্ষ্য দিছিলোঁ, আৰু আজিলৈকে
৮ প্রত্যূষে উঠি সাক্ষ্য দি আছোঁ। তথাপি সি-
বিলাকে পালন নকৰিলে, বা কাণ নেপাতিলে;
কিন্তু সিবিলাক প্রতিজনে আপোন আপোন দুষ্ট
মনৰ কঠিনতা অনুসাৰে চলিলে; এই হেতুকে
এই নিয়মটীৰ যিবোৰ বাক্য পালন কৰিবলৈ মই
সিবিলাকক আজ্ঞা দিছিলোঁ, কিন্তু সিবিলাকে
নকৰিলে, সেই আটাইবোৰ বাক্য মই সিবিলাকৰ
ওপৰত ঘটালোঁ।
৯ পাছে যিহোৱাই মোক কলে, যিহূদাৰ লোক-
বিলাকৰ আৰু যিৰূচালেমনিবাসীবিলাকৰ ভিত-
১০ ৰত চক্রান্ত পোৱা গৈছে। সিবিলাকে মোৰ
বাক্য শুনিবলৈ অস্বীকাৰ কৰা সিবিলাকৰ পূর্ব্ব-
পুৰুষবিলাকৰ অপৰাধবোৰলৈ ঘূৰিল, আৰু
সেৱাপূজা কৰিবলৈ ইতৰ দেৱতাবোৰৰ পাছত
গল; ইস্রায়েল আৰু যিহূদা বংশই সিবিলাকৰ
পূর্ব্বপুৰুষবিলাকৰ লগত মই স্থাপন কৰা নিয়মটী
১১ ভাঙ্গিলে। এই হেতুকে যিহোৱাই এই ৰূপে
কৈছে, দেখা, সিবিলাকে সাৰিব নোৱৰা অমঙ্গল
মই সিবিলাকলৈ ঘটাম; তেতিয়া সিবিলাকে
মোৰ আগত কাতৰোক্তি কৰিব, কিন্তু মই
১২ সিবিলাকৰ কথা নুশুনিম। তেতিয়া যিহূদাৰ
নগৰবোৰৰ লোকে আৰু যিৰূচালেমনিবাসী-
বিলাকে গৈ, সিবিলাকে ধূপ জলোৱা দেৱতা-
বোৰৰ আগত কাতৰোক্তি কৰিব, কিন্তু সেইবোৰে
সিবিলাকৰ আপদৰ সময়ত সিবিলাকক সম্পূর্ণ
১৩ ত্রাণ কৰিব নোৱাৰিব। কিয়নো হে যিহূদা,
তোমাৰ নগৰ যিমান, তোমাৰ দেৱতা সিমান,
আৰু যিৰূচালেমৰ আলি যিমান, লজ্জাজনক বস্তুৰ
উদ্দেশে, এনে কি, বালৰ নিমিত্তে ধূপ জলাবলৈ
তোমালোকে সিমান যজ্ঞবেদি স্থাপন কৰিলা।
১৪ এই হেতুকে তুমি এই জাতিৰ নিমিত্তে প্রার্থনা
নকৰিবা, বা সিবিলাকৰ নিমিত্তে নিবেদন কি
প্রার্থনা উৎসর্গ নকৰিবা; কিয়নো সিবিলাকে
আপোনাবিলাকৰ আপদৰ কাৰণে মোৰ আগত
কাতৰোক্তি কৰা সময়ত মই নুশুনিম।
১৫ মোৰ গৃহত মোৰ প্রিয়াৰ কি কার্য্য? কিয়নো
তাই অনেক লোকে সৈতে ব্যভিচাৰ কৰিলে,
আৰু তোমাৰ পৰা পবিত্র মাংস গল; যেতিয়া
তুমি দুষ্কর্ম্ম কৰা, তেতিয়া তুমি উল্লাস কৰি
১৬ থাকা। যিহোৱাই তোমাক "উত্তম ফলেৰে
শোভিত কেঁচাপতীয়া জিতবৃক্ষ" এই নাম দিলে;

তেওঁ মহাকোলাহলৰ শবদেৰে সৈতে তোমাৰ
ওপৰত জুই জ্বলালে, আৰু তাৰ ডালবোৰ ভগ্ন
১৭ হল। কিয়নো, বালৰ উদ্দেশে ধূপ জ্বলাই মোক
বেজাৰ দিবৰ অৰ্থে যিহূদা আৰু ইস্ৰায়েল
বংশই নিজৰ বিৰুদ্ধে যি দুষ্কৰ্ম্ম কৰিছিল, তাৰ
কাৰণে, তোমাক ৰোপণ কৰা বাহিনীবিলাকৰ
যিহোৱাই তোমাৰ বিৰুদ্ধে অমঙ্গল প্ৰকাশ
কৰিলে।
১৮ আৰু যিহোৱাই তাৰ বিষয়ে মোক জ্ঞান
দিয়াত ময় তাক জানিবলৈ পালোঁ; সেই সময়ত
১৯ তুমি মোক সিবিলাকৰ কাৰ্য্য দেখুৱালা। কিন্তু
ময়, বধ কৰিবলৈ নিয়া মৰমৰ মেৰ পোৱালিৰ
নিচিনা আছিলোঁ; আৰু, ফলে সৈতে গছডাল
কাটোহঁক, তাৰ নামৰ সোঁৱৰণ আৰু নহবৰ
নিমিত্তে আমি জীবিতবিলাকৰ দেশৰ পৰা তাক
উচ্ছন্ন কৰোঁহঁক বুলি কৈ সিবিলাকে যে মোৰ
বিৰুদ্ধে কু-আলচ পাতিছিল, তাক ময় জনা
২০ নাছিলোঁ। কিন্তু ধাৰ্ম্মিকতাৰে বিচাৰ কৰোঁতা,
অন্তৰ আৰু হৃদয় পৰীক্ষা কৰোঁতা হে বাহিনী-
বিলাকৰ যিহোৱা, সিবিলাকৰ ওপৰত তুমি সধা
প্ৰতিকাৰ মোক দেখিবলৈ দিয়া; কিয়নো ময়
২১ তোমাৰ আগতেই মোৰ গোচৰ সোধালোঁ। এই
হেতুকে অনাথোতৰ লোকবিলাকৰ বিষয়ে যিহো-
ৱাই এই কথা কৈছে, সিহঁতে তোমাৰ প্ৰাণ
বিচাৰি কয়, যে, যিহোৱাৰ নামেৰে ভাববাণী
প্ৰচাৰ নকৰিবা, কৰিলে তুমি আমাৰ হাতত মৰা
২২ পড়িবা। এই হেতুকে বাহিনীবিলাকৰ যিহো-
ৱাই এই ৰূপে কৈছে, দেখা, ময় সিহঁতক দণ্ড
দিম, ডেকাবোৰ তৰোৱালত মৰিব, সিহঁতৰ
২৩ পো জীবোৰ আকালত মৰিব; আৰু সিহঁতৰ
কোনো অৱশিষ্ট নেথাকিব। কিয়নো ময় অনা-
থোতৰ লোকবিলাকলৈ অমঙ্গল ঘটাম, এনে
কি, সিবিলাকক দণ্ড দিয়াৰ বছৰ উপস্থিত
কৰিম।

দুষ্টৰ উন্নতি। যিৰিমিয়াৰ দুঃখভোগ। দেশৰ
বিনাশ। ইস্ৰায়েলৰ শত্ৰুৰ
শেষগতি।

১২ হে যিহোৱা, তুমি ধাৰ্ম্মিক; তথাপি
তোমাৰ লগত মোক প্ৰতিবাদ কৰিবলৈ দিয়া,
বিচাৰৰ সম্পৰ্কে মোক তোমাৰ লগত কেৱল
কথা কবলৈ দিয়া। দুষ্টবোৰৰ পথ কিয় উন্নত
হয়? অতি বিশ্বাসঘাতকবোৰ কিয় কুশলে
২ থাকে? তুমি সিহঁতক ৰুলা, এনে কি, সিহঁত
শিপালে; সিহঁতে বাঢ়িছে, এনে কি, ফলো
ধৰিছে; তুমি সিহঁতৰ মুখৰ বাক্যত ওচৰ,
৩ কিন্তু সিহঁতৰ হৃদয়ৰ পৰা দূৰ। কিন্তু হে
যিহোৱা, তুমি হলে মোক জানি আছা, মোক
দেখিও আছা, আৰু তোমালৈ মোৰ মন কেনে,
তাক পৰীক্ষাও কৰিছা; বধ কৰিবৰ নিমিত্তে
উলিওৱা মেৰৰ নিচিনাকৈ সিহঁতক টানি উ-
লিওৱা, আৰু হত্যাদিনৰ নিমিত্তে সিহঁতক পৃথক
৪ কৰি ৰাখা। কিমান দিন দেশে শোক কৰিব,
আৰু সমস্ত দেশৰ তৃণ শুকাই থাকিব? নিবাসী-
বিলাকৰ দুষ্টতাৰ নিমিত্তে পশু আৰু পক্ষীবোৰৰ
সংহাৰ হৈছে; কাৰণ, আমাৰ অন্তিম কাল
কোনেও নেদেখিব বুলি লোকবিলাকে কৈছে।
৫ তুমি পদাতিকবিলাকৰ লগত লড় মাৰিলে,
সিহঁতে যদি তোমাক ক্লান্ত কৰে, তেন্তে ঘোঁড়াৰ
লগত লড় মাৰি কেনেকৈ জিকিবা? আৰু যদিও
তুমি শান্তিৰ দেশত নিৰাপদে থাকা, তথাপি
৬ যৰ্দ্দনৰ শোভাস্বৰূপ অৰণ্যত কি কৰিবা? কিয়নো
তোমাৰ ভাইবিলাকে, তোমাৰ পিতৃবংশয়েই
তোমালৈ বিশ্বাসঘাতকতা কৰিছে, এনে কি,
সিহঁতেই তোমাক ধৰ ধৰ বুলি বড়কৈ চিঁয়ৰিছে;
সিহঁতে তোমাক ভাল কথা কলেও, সিহঁতৰ কথাত
প্ৰত্যয় নকৰিবা।
৭ ময় মোৰ গৃহ ত্যাগ কৰিলোঁ, মোৰ আধিপত্য
এড়ি দিলোঁ; ময় মোৰ প্ৰাণপ্ৰিয়াক শত্ৰুৰ হাতত
৮ সোধাই দিলোঁ। মোৰ পক্ষে মোৰ আধিপত্য
কাঠনীত থকা সিংহৰ নিচিনা হল; সি মোৰ
বিৰুদ্ধে গুঁজৰিছে, সেই নিমিত্তে ময় তাক ঘিণ
৯ কৰিলোঁ। মোৰ আধিপত্য মোলৈ ফুটুকাফুটুকী
চৰাইৰ নিচিনা নহয় নে? তাৰ চাৰিওকালে
হিংসক চৰাইবোৰ নাই নে? তোমালোকে যোৱা,
মোৰ আধিপত্য ভোজন কৰিবলৈ বনৰীয়া পশু
১০ আটাইবোৰক গোটাই আনাগৈ। অনেক মেৰ-
ৰক্ষীয়াই মোৰ দ্ৰাক্ষাবাড়ী নষ্ট কৰিলে, মোৰ
ভাগ ভৰিৰ তলত মোহাৰিলে, মোৰ সন্তোষজনক
১১ ভাগ ধ্বংস-অৰণ্য কৰিলে; সিহঁতে তাক উচ্ছন্ন
ঠাই কৰিলে, সেয়ে ধ্বংস হৈ মোৰ আগত বিলাপ
কৰিছে; সমুদায় দেশ উচ্ছন্ন হল, কাৰণ কোনেও
১২ মনোযোগ কৰা নাই। অৰণ্যত থকা বৃক্ষশূন্য
পৰ্ব্বতবোৰৰ ওপৰলৈকে ধ্বংসকাৰীবোৰ গল;
কিয়নো যিহোৱাৰ তৰোৱালে দেশৰ এক সীমাৰ
পৰা আন সীমালৈকে সকলোকে গ্ৰাস কৰিছে,
১৩ কোনো প্ৰাণীৰ শান্তি নাই। সিবিলাকে ঘেঁহু বৈ
কাঁইট দালে; সিবিলাকে দুঃখ কৰিও একো
উপকাৰ নেপালে; তোমালোকে যিহোৱাৰ প্ৰচণ্ড
ক্ৰোধৰ কাৰণে আপোন আপোন ফলৰ বিষয়ে
লজ্জিত হোৱা।
১৪ ময় মোৰ প্ৰজা ইস্ৰায়েলক অধিকাৰ কৰোৱা
আধিপত্যক স্পৰ্শ কৰা মোৰ আটাই দুষ্ট ওচৰ-
চুবুৰীয়াৰ বিৰুদ্ধে যিহোৱাই এই ৰূপে কৈছে,
দেখা, ময় সিহঁতৰ মাটীৰ পৰা সিহঁতক উঘালিম,
আৰু সিহঁতৰ মাজৰ পৰা যিহূদা বংশকো

১৫ উঘালিম। কিন্তু উঘলাৰ পাছে, ময় পুনৰায়
দয়া কৰিম, আৰু প্ৰতিজনক পুনৰায় তাৰ আধি-
১৬ পত্যলৈ, আৰু তাৰ মাটিলৈ আনিম। যেনেকৈ
সিহঁতে মোৰ প্ৰজাবিলাকক বালৰ নামেৰে শপথ
কৰিবলৈ শিকাইছিল, তেনেকৈ যিহোৱাৰ
জীৱনৰ শপথ বুলি মোৰ নামেৰে শপথ কৰি-
বলৈ মোৰ প্ৰজাবিলাকৰ পথ যদি সিহঁতে যত্নেৰে
শিকে, তেন্তে মোৰ প্ৰজাবিলাকৰ মাজত সিহঁতক
১৭ স্থাপন কৰা হব। যদি সিহঁতে নুশুনে, তেন্তে ময়
সেই জাতিক উঘালি পেলাম, আৰু উঘালি
পেলাই তাক নষ্ট কৰিম, ইয়াক যিহোৱাই
কৈছে।

পোতা টঙালিৰ উপমা। যিহূদীবিলাকৰ
অদম্য দুষ্টতা।

১৩ যিহোৱাই মোক এই ৰূপে কলে, তুমি গৈ
শণৰ এগছ টঙালি কিনি তোমাৰ কঁকালত
২ বান্ধা, তাক পানীত নিতিয়াবা। তাতে ময় যিহো-
ৱাৰ বাক্য অনুসাৰে এগছ টঙালি কিনি মোৰ
৩ কঁকালত বান্ধিলোঁ। পাছে দ্বিতীয়বাৰ যিহোৱাৰ
৪ বাক্য মোৰ ওচৰলৈ আহিল, বোলে, তুমি যি
টঙালি কিনিলা, আৰু তোমাৰ কঁকালত আছে,
তাক লোৱা, আৰু উঠি ফৰাতলৈ গৈ শিলৰ
৫ ফাটত তাক লুকুৱাই ৰাখা। তাতে ময় যিহোৱাৰ
আজ্ঞা অনুসাৰে গৈ ফৰাতৰ কোষত তাক লুকুৱাই
৬ ৰাখিলোঁ। পাছে বহুদিন গলত যিহোৱাই
মোক কলে, তুমি ফৰাতলৈ যোৱা, আৰু ময় তাত
লুকুৱাই ৰাখিবলৈ তোমাক আজ্ঞা দিয়া টঙালি-
৭ গছ তাৰ পৰা আনাগৈ। তেতিয়া ময় ফৰাতলৈ
গৈ, ময় লুকুৱাই থোৱা ঠাইৰ পৰা টঙালিগছ
খানি আনিলোঁ; কিন্তু দেখা, সেই টঙালিগছ
৮ নষ্ট হল, কোনো কাৰ্য্যৰ যোগ্য নাছিল। তেতিয়া
যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে,
৯ যিহোৱাই কৈছে, এই ৰূপে ময় যিহূদাৰ অ-
হঙ্কাৰ আৰু যিৰূচালেমৰ মহা-অহঙ্কাৰ নষ্ট
১০ কৰিম। এই যি দুষ্ট জাতিয়ে মোৰ কথা শুনিব-
লৈ অমান্তি হৈ আপোন হৃদয়ৰ কঠিনতা অনু-
সাৰে চলে, আৰু ইতৰ দেৱতাবোৰক সেৱাপূজা
আৰু সেইবোৰৰ আগত প্ৰণিপাত কৰিবৰ অৰ্থে
সেইবোৰৰ পাছত যায়, ইহঁত, কোনো কাৰ্য্যৰ
যোগ্য নোহোৱা এই টঙালিগছৰ নিচিনা হব;
১১ কিয়নো, যিহোৱাই কৈছে, মানুহৰ কঁকালত
যেনেকৈ টঙালি লাগি থাকে, তেনেকৈ ময়
গোটেই ইস্ৰায়েল বংশক আৰু গোটেই যিহূদা
বংশক মোৰ প্ৰজা, আৰু মোৰ কীৰ্ত্তি, প্ৰশংসা,
আৰু ভূষণস্বৰূপ কৰিবৰ অৰ্থে আপোনাতে
লগাই ৰাখিছিলোঁ; কিন্তু সিবিলাকে নুশুনিলে।
১২ এই হেতুকে তুমি সিবিলাকক এই কথা কবা,
ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই ৰূপে কৈছে,
আটাইবোৰ মোট দ্ৰাক্ষাৰসেৰে পূৰ কৰা যাব;
তাতে সিবিলাকে তোমাক কব, প্ৰত্যেক মোট
যে দ্ৰাক্ষাৰসেৰে পূৰ কৰা যাব, তাক জানো
১৩ আমি ভালকৈ নেজানো? তেতিয়া তুমি সি-
বিলাকক কবা, যিহোৱাই এই কথা কৈছে,
দেখা, ময় এই দেশনিবাসী আটাইকে, এনে কি,
দায়ূদৰ সিংহাসনত বহোঁতা ৰজাবিলাকক,
পুৰোহিতবিলাকক, ভাববাদীবিলাকক, আৰু
যিৰূচালেমনিবাসী সকলোকে দ্ৰাক্ষাৰসেৰে পূৰ
১৪ কৰি মতোৱাল কৰিম। যিহোৱাই কৈছে, ময়
পৰস্পৰক, এনে কি, বাপেক পুতেকহঁতক লগ
লগাই খুন্দিয়াখুন্দি কৰিম; ময় যে সিবিলাকক
নষ্ট নকৰিবৰ মনেৰে সিবিলাকক মৰম, দয়া,
কি অনুগ্ৰহ কৰিম, এনে নহব।
১৫ তোমালোকে শুনা, কাণ দিয়া, অহঙ্কাৰ
নকৰিবা; কিয়নো যিহোৱায়েই কথা কৈছে।
১৬ তোমালোকৰ ঈশ্বৰ যিহোৱাই অন্ধকাৰ নৌ
কৰোঁতেই, অন্ধকাৰময় পৰ্ব্বতত তোমাৰ ভৰি
উজুটি নৌ খাওঁতেই, আৰু তোমালোকে পোহ-
ৰলৈ বাট চোৱাত তেওঁ তাক মৃত্যুচ্ছায়াত পৰি-
বৰ্ত্তন নৌ কৰোঁতেই, আৰু তাক ঘোৰ অন্ধকাৰ
১৭ নৌ কৰোঁতেই তেওঁক গৌৰৱান্বিত কৰা। কিন্তু
তোমালোকে যদি তাক নুশুনা, তেন্তে তোমা-
লোকৰ গৰ্ব্বৰ কাৰণে মোৰ মনে নিৰলে ক্ৰন্দন
কৰিব, আৰু যিহোৱাৰ জাকক বন্দী কৰি নিয়াৰ
নিমিত্তে মোৰ চকুৰ পৰা বহু পানী ওলাব,
১৮ চকুৰ পানীৰে ধাৰ বব। তুমি ৰজা আৰু
ৰাজমাওক কোৱা, তোমালোক চাপৰত বহা;
কিয়নো তোমালোকৰ শিৰোভূষণ, এনে কি,
১৯ সুন্দৰ মুকুট খহি পৰিল। দক্ষিণ অঞ্চলৰ নগৰ-
বোৰ বন্ধ হল, সেইবোৰ মেলি দিওঁতা কোনো
নাই; গোটেই যিহূদাক দেশান্তৰলৈ নিয়া হল,
তাৰ সকলো লোকক নিয়া হল।
২০ তোমালোকে চকু তুলি উত্তৰ দিশৰ পৰা অহা
সেই লোকবিলাকক চোৱা; তোমাক দিয়া সেই
২১ মেৰৰ জাক্‌টী, তোমাৰ সুন্দৰ জাক্‌টী ক'ত? তুমি
নিজে নিজৰ বিপক্ষে তোমাৰ বন্ধুবিলাকক
শিক্ষা দিয়াত, যেতিয়া তেওঁ তোমাৰ ওপৰত
সেই বন্ধুবিলাকক মুৰব্বী পাতিব, তেতিয়া তুমি
কি কবা? প্ৰসৱকাৰিণীৰ বেদনাৰ নিচিনাকৈ
২২ বেদনাই তোমাক নধৰিব নে? যদি তুমি মনতে
কোৱা, যে, মোৰ এনে দশা কিয় ঘটিল? তেন্তে
শুনা, তোমাৰ অপৰাধ অধিক হোৱাতে তোমাৰ
বস্ত্ৰৰ আঁচল ওপৰলৈ তোলা হল, আৰু তোমাৰ
২৩ ভৰিৰ গোৰোৱাত দুঃখ দিয়া হল। কুচীয়া
লোকে জানো আপোন চাল, বা নাহৰফুটুকী
বাঘে জানো আপোন গাৰ ফুটুকাফুটুকবোৰ,

সলনি কৰিব পাৰে ? যদি পাৰে, তেন্তে কুকৰ্ম্মত
অভ্যাস থকা যি তোমালোক, তোমালোকেও
২৪ সৎকৰ্ম্ম কৰা সম্ভৱ। এই হেতুকে ময় অৰণ্যৰ
বতাহত উৰি যোৱা খেৰৰ নিচিনাকৈ সিবিলাকক
২৫ উড়ুৱাই পেলাম। যিহোৱাই কৈছে, এয়ে
তোমাৰ নিৰূপিত ভাগ, ময় তোমাক জুখি দিয়া
অংশ; কিয়নো তুমি মোক পাহৰিলা, আৰু মিছাত
২৬ বিশ্বাস কৰিলা। সেই নিমিত্তে ময়ো তুমি
পিন্ধা কাপোৰৰ আঁচল মুখৰ ওপৰলৈকে দাঙিম;
২৭ তাতে তোমাৰ লাজৰ ঠাই দেখা যাব। চহৰৰ
বাহিৰৰ পৰ্ব্বতত ময় তোমাৰ ঘিণলগীয়া কাম,
এনে কি, তোমাৰ ব্যভিচাৰকৰ্ম্ম, তোমাৰ চেক্-
চেকনি, আৰু বেশ্যাবৃত্তিৰ কুকৰ্ম্ম দেখিলোঁ।
হে যিৰূচালেম, তুমি সন্তাপৰ পাত্ৰী, তুমি শুচি
হবলৈ ইচ্ছা নকৰা; তুমি এনে অৱস্থাত আৰু
কিমান দিন থাকিবা ?

অনাবৃষ্টিৰ বিষয়ে যিহোৱাৰ বাক্য, আৰু
ভাববাদীৰ নিবেদন।

১৪ অনাবৃষ্টিৰ বিষয়ে যিৰিমিয়ালৈ অহা
যিহোৱাৰ বাক্য।
২ যিহূদাই শোক কৰিছে, আৰু তাৰ বড় দুৱাৰ
কেইখনে বিলাপ কৰিছে; সিবিলাকে ক'লা কাপড়
পিন্ধি মাটীত বহিছে, আৰু যিৰূচালেমৰ চিঁয়ৰ
৩ ওপৰলৈ উঠিছে। সিবিলাকৰ বড় লোকবিলাকে
আপোন আপোন অধীনৰ মানুহবোৰক পানীৰ
নিমিত্তে পঠাইছে; সিহঁতে জলাধাৰবোৰৰ
ওচৰলৈ গৈ পানী নেপাই সুদা পাত্ৰ লৈ উভটি
আহিছে; সিহঁতে লাজ পাই মুখ বিবৰ্ণ কৰিছে,
৪ আৰু সিহঁতৰ মূৰ ঢাকিছে। দেশত বৃষ্টি নোহো-
ৱাত মাটী টান হোৱা দেখি খেতিয়কবিলাকে
লাজ পাই আপোন আপোন মূৰ ঢাকি ৰাখিছে।
৫ এনে কি, যাঁহ নোহোৱাতে হৰিণীয়েও পথাৰত
৬ পোৱালি জগাই এৰি থৈ গৈছে। আৰু বনৰীয়া
গাধবোৰে বৃক্ষশূন্য পৰ্ব্বতত থিয় হৈ শিয়ালৰ
দৰে বায়ুৰ নিমিত্তে হেঁপাইফেঁপাই ফুৰিছে; তৃণ
নথকাত সিহঁতৰ চকু ক্ষীণাই গৈছে।
৭ হে যিহোৱা, যদিও আমাৰ অপৰাধবোৰে
আমাৰ অহিতে সাক্ষ্য দিছে, তথাপি তুমি
আপোন নামলৈ চাই কাৰ্য্য কৰা; কিয়নো
আমাৰ বিপথগমন অনেক, আমি তোমাৰ
৮ বিৰুদ্ধে পাপ কৰিলোঁ। হে ইস্ৰায়েলৰ আশা-
ভূমি, তাৰ সঙ্কটৰ কালৰ ত্ৰাণকৰ্ত্তা, তুমি কিয়
দেশত প্ৰবাস কৰা মানুহৰ নিচিনা, আৰু
৯ ৰাতি থকা পথিকৰ নিচিনা ? তুমি কিয়
ভয়া লগা মানুহৰ নিচিনা, আৰু ত্ৰাণ কৰি-
বলৈ সমৰ্থ নথকা বীৰৰ নিচিনা ? তথাপি
হে যিহোৱা, তুমি আমাৰ মাজত আছা, আৰু
আমি তোমাৰ নামেৰে প্ৰখ্যাত; আমাক ত্যাগ
নকৰিবা।
১০ যিহোৱাই এই জাতিৰ বিষয়ে এই কথা
কৈছে, সিবিলাকে সিমানকৈ ভ্ৰমণ কৰিবলৈ
ভাল পায়, সিবিলাকে আপোন আপোন ভৰি
নেৰাখিলে; এই কাৰণে যিহোৱাই সিবিলাকক
গ্ৰহণ নকৰে; তেওঁ এতিয়া সিবিলাকৰ অপৰাধ
সোঁৱৰণ কৰিব, আৰু সিবিলাকৰ পাপবোৰৰ
১১ কাৰণে সিবিলাকক দণ্ড দিব। যিহোৱাই মোক
আৰু কলে, তুমি এই জাতিৰ মঙ্গলৰ অৰ্থে
১২ প্ৰাৰ্থনা নকৰিবা। সিবিলাকে লঘোন দিলেও ময়
সিবিলাকৰ কাতৰোক্তি নুশুনিম, আৰু সিবি-
লাকে হোম ও নৈবেদ্য উৎসৰ্গ কৰিলেও সিবি-
লাকক গ্ৰহণ নকৰিম; কিন্তু তৰোৱাল, আকাল,
আৰু মহামাৰীৰ দ্বাৰায় ময় সিবিলাকক সংহাৰ
১৩ কৰিম। তেতিয়া ময় কলোঁ, হায় হায়, প্ৰভু
যিহোৱা, দেখা, ভাববাদীবোৰে সিবিলাকক
কয়, "তোমালোকে তৰোৱাল নেদেখিবা, বা
তোমালোকলৈ আকাল নঘটিব, কিন্তু ময় এই
১৪ ঠাইত তোমালোকক প্ৰকৃত শান্তি দিম।" তেতিয়া
যিহোৱাই মোক কলে, সেই ভাববাদীবোৰে
মিছাকৈয়ে মোৰ নাম কৰি ভাববাণী প্ৰচাৰ
কৰে; ময় সিহঁতক পঠোৱা, কি কোনো
আজ্ঞা দিয়া নাই, নাইবা সিহঁতক কোনো
কথা কোৱা নাই; সিহঁতে তোমালোকৰ
আগত মিছা দৰ্শন, মঙ্গল চোৱা কথা, অসাৰ
কথা, আৰু আপোন আপোন মনৰ প্ৰবঞ্চনামূলক
১৫ ভাববাণী প্ৰচাৰ কৰে। এই হেতুকে, যি ভাববাদী-
বোৰক ময় পঠোৱা নাই, তথাপি তৰোৱাল
আৰু আকাল এই দেশত নহব বুলি কৈ সিহঁতে
মোৰ নামেৰে ভাববাণী প্ৰচাৰ কৰে, সেই
ভাববাদীবোৰৰ বিষয়ে যিহোৱাই এই কথা
কৈছে, তৰোৱাল আৰু আকালৰ দ্বাৰায় সেই
১৬ ভাববাদীবোৰক সংহাৰ কৰা যাব। আৰু সি-
হঁতে যি জাতিৰ আগত ভাববাণী প্ৰচাৰ কৰে,
আকাল আৰু তৰোৱালৰ কাৰণে যিৰূচালেমৰ
আলিত সিবিলাকক পেলাই দিয়া যাব, আৰু
সিবিলাকক, সিবিলাকৰ তিৰুতাবিলাকক, লৰা
আৰু ছোৱালীবিলাকক মৈদাম দিওঁতা কোনো
নহব; কিয়নো ময় সিবিলাকৰ দুষ্টতাৰ ফল
১৭ সিবিলাকৰ ওপৰত ঢালি দিম। তুমি সি-
বিলাকক এই কথা কোৱা, দিনে ৰাতিয়ে মোৰ
চকুৰ পৰা ধাৰেৰে পানী বৈ থাওক, নেথামোক;
কিয়নো মোৰ জাতিস্বৰূপা কুমাৰী * জীয়াৰী
মহা-আঘাতত, আৰু অত্যন্ত দুঃখদায়ক প্ৰহাৰত

* এই শব্দে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা বুজায়।

১৮ ভগ্ন হল। ময় যদি ওলাই পথাৰলৈ যাওঁ,
তেতিয়া তাত তৰোৱালেৰে হত হোৱা লোক
দেখোঁ, আৰু যদি নগৰত সোমাওঁ, তেতিয়া
তাতো আকালত পীড়িত হোৱা মানুহ দেখোঁ;
কিয়নো ভাববাদী আৰু পুৰোহিত দুয়ো দেশত
ভ্ৰমি ফুৰে, একো নেজানে।
১৯ তুমি যিহূদাক নিচেইকৈ অগ্ৰাহ্য কৰিলা নে?
তোমাৰ মনে চিয়োনক ঘিণ কৰিলে নে? তুমি
আমাক সুস্থ হব নোৱৰাকৈ কিয় প্ৰহাৰ কৰিলা?
আমি শান্তিলৈ বাট চালোঁ, কিন্তু কোনো মঙ্গল
নাহিল, আৰু সুস্থ হবৰ সময়লৈ বাট চালোঁ,
২০ দেখা, ত্ৰাসহে। হে যিহোৱা, আমাৰ দুষ্টতা,
আৰু আমাৰ পিতৃবিলাকৰ অপৰাধ আমি
স্বীকাৰ কৰোঁ; কিয়নো আমি তোমাৰ বিৰুদ্ধে
২১ পাপ কৰিলোঁ। তুমি আপোন নামলৈ চাই
আমাক ঘিণ নকৰিবা, আপোন গৌৰৱযুক্ত
সিংহাসন অপমানিত নকৰিবা; সোঁৱৰণ কৰা,
আমাৰে সৈতে স্থাপন কৰা তোমাৰ নিয়মটো
২২ নেভাঙিবা। জাতিবিলাকৰ অসাৰ দেৱতাবোৰৰ
মাজত বৃষ্টি দিব পৰা এনে কোন আছে? বা
আকাশে জানো নিজে জল বৰ্ষাব পাৰে? হে
আমাৰ ঈশ্বৰ যিহোৱা, তুমিয়েই জানো সেই
জনা নোহোৱা? এই হেতুকে আমি তোমালৈ
বাট চাই থাকিম; কিয়নো তুমিয়েই এই
সকলোৰ উৎপাদক।

আহিব লগা আপদ। ভাববাদীৰ বিলাপ আৰু
নিবেদন, আৰু যিহোৱাৰ উত্তৰ।

১৫ তেতিয়া যিহোৱাই মোক কলে, যদিও
মোচি আৰু চমূৱেল মোৰ আগত থিয় হয়,
তথাপি মোৰ মন এই জাতিলৈ সদয় নহব;
তুমি মোৰ আগৰ পৰা সিবিলাকক বিদায় কৰা,
২ সিবিলাক ওলাই গুচি যাওক। আৰু আমি
কলৈ ওলাই যাম বুলি যেতিয়া সিবিলাকে কব,
তেতিয়া তুমি সিবিলাকক কবা, যিহোৱাই এই
কথা কৈছে, মৃত্যুলৈ নিৰূপিত লোক মৃত্যুলৈ,
তৰোৱাললৈ নিৰূপিত লোক তৰোৱাললৈ,
আকাললৈ নিৰূপিত লোক আকাললৈ, বন্দী-
অৱস্থালৈ নিৰূপিত লোক বন্দী-অৱস্থালৈ
৩ ওলাই যাওক। আৰু যিহোৱাই কৈছে, ময়
সিবিলাকক বধ কৰিবলৈ তৰোৱাল, ছিৰিবলৈ
কুকুৰ, খাবলৈ আৰু বিনষ্ট কৰিবলৈ আকাশৰ
পক্ষী আৰু পৃথিবীৰ জন্তু, এই চাৰি বিধক ময়
৪ সিবিলাকৰ ওপৰত নিযুক্ত কৰিম। আৰু হিষ্কি-
য়াৰ পুত্ৰ যিহূদাৰ ৰজা মনচিয়ে যিৰূচালেমত
কৰা কাৰ্য্যৰ কাৰণে, পৃথিবীৰ আটাই ৰাজ্যৰ
মাজত ময় সিবিলাকক ত্ৰাসৰ বিষয় কৰিম।
৫ কিয়নো হে যিৰূচালেম, কোনে তোমাক দয়া
কৰিব, আৰু তোমাৰ নিমিত্তে বিলাপ কৰিব?
বা তোমাৰ মঙ্গল সুধিবলৈ কোন একলীয়া হৈ
৬ যাব? যিহোৱাই কৈছে, তুমি মোক ত্যাগ
কৰিলা, তুমি পাছ হুঁহকি গলা; এই নিমিত্তে ময়
তোমাৰ অহিতে আপোন হাত মেলি তোমাক
নষ্ট কৰিলোঁ; ময় ক্ষমা কৰি কৰি আমনি
৭ পাইছোঁ। ময় সিবিলাকক দেশৰ দুৱাৰবোৰত
কুলাৰে জাৰিলোঁ; ময় সিবিলাকক সন্তানবিহীন
কৰিলোঁ, মোৰ জাতিক বিনষ্ট কৰিলোঁ; সি-
বিলাক আপোনাবিলাকৰ পথৰ পৰা নূলটিল।
৮ মোৰ আগত সিবিলাকৰ বিধৱাবিলাক সমুদ্ৰৰ
বালিতকৈয়ো অধিক হৈছে; ময় সিবিলাকৰ
মাকৰ ডেকাবোৰৰ মাকৰ বিৰুদ্ধে দুপৰ বেলাত
এজন সংহাৰক আনিলোঁ; তাইলৈ অকস্মাতে
৯ দুঃখ আৰু ত্ৰাস উপস্থিত কৰিলোঁ। সাত পুত্ৰ
প্ৰসৱ কৰা জনীয়ে ক্ষীণাই প্ৰাণত্যাগ কৰিলে;
দিন থাকোঁতেই তাইৰ বেলি মাৰ গল; তাই
লাজ পাই বিবৰ্ণ হল; আৰু যিহোৱাই কৈছে,
ময় সিবিলাকৰ অৱশিষ্ট ভাগক শত্ৰুৰ আগত
তৰোৱালত সমৰ্পণ কৰিম।
১০ হায় হায়, হে মোৰ মাতৃ, সমস্ত পৃথিবীত
বিবাদ আৰু কন্দল কৰাকৈ তুমি মোক প্ৰসৱ
কৰিলা! ময় কাকো সুদলৈ ধাৰ দিয়া নাই,
বা মোকো কোনেও সুদলৈ ধাৰ দিয়া নাই;
১১ তথাপি সকলোৱে মোক শাও দিয়ে। যিহোৱাই
কলে, ময় নিশ্চয়ে তোমাক মঙ্গলৰ নিমিত্তে
সবল কৰিম; নিশ্চয়ে সঙ্কটৰ কালত আৰু
দুৰ্দ্দশাৰ সময়ত ময় শত্ৰুক তোমাৰ আগত
নিবেদন কৰাম।
১২ কোনো মানুহে জানো লোহা, এনে কি, উত্তৰ
১৩ দেশীয় লোহা, আৰু পিত্তল ভাঙিব পাৰে? ময়
তোমাৰ সম্পত্তি আৰু তোমাৰ বহুমূল্য বস্তু
বিনামূল্যে লুটদ্ৰব্যস্বৰূপে দিম; এনে কি, তোমাৰ
পাপসমূহৰ কাৰণে তোমাৰ সীমাৰ সকলো ঠাইতে
১৪ তাক কৰিম। আৰু শত্ৰুৰে সৈতে তুমি নজনা
দেশলৈ সেইবোৰ নিয়াম; কিয়নো মোৰ
ক্ৰোধাগ্নি জ্বলিছে, সেয়ে তোমালোকৰ ওপৰত
জ্বলি থাকিব।
১৫ হে যিহোৱা, তুমিয়েই জানি আছা; মোক
সোঁৱৰণ কৰা, মোলৈ কৃপাদৃষ্টি কৰা, আৰু মোৰ
অৰ্থে মোৰ তাড়নাকাৰীবোৰৰ প্ৰতিকাৰ সাধা;
তোমাৰ দীৰ্ঘসহিষ্ণুতাত মোক বিনষ্ট হব নি-
দিবা; ময় যে তোমাৰ নিমিত্তে অপমান সহন
১৬ কৰিলোঁ, তাক তুমি মনত কৰা। ময় তোমাৰ
বাক্যবোৰ পোৱামাত্ৰকে অতি আগ্ৰহেৰে গ্ৰহণ
কৰিলোঁ, আৰু তোমাৰ বাক্যবোৰ মোৰ পক্ষে
মোৰ মনৰ আনন্দ আৰু উল্লাসজনক হল;
কিয়নো হে বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱা, ময়

১৭ তোমাৰ নামেৰে প্ৰখ্যাত। ময় আমোদকাৰী-
বিলাকৰ সভাত বহি উল্লাস কৰা নাই; তোমাৰ
হাতৰ কাৰণে ময় অকলেই বহোঁ, কিয়নো তুমি
১৮ মোক ক্ৰোধেৰে পৰিপূৰ্ণ কৰিলা। মোৰ বেদনা
কিয় চিৰকলীয়া? আৰু মোৰ ঘা কিয় সুস্থ
হব নোৱৰা? সেয়ে ভাল হব নোখোজে; তুমি
জানো সঁচাকৈয়ে মোৰ আগত মিছা জুৰী আৰু
অস্থায়ী জলস্বৰূপ হবা?
১৯ এই হেতুকে যিহোৱাই এই ৰূপে কৈছে, তুমি
যদি উলটি আহাঁ, তেন্তে মোৰ আগত থিয় হব
পৰাকৈ ময় তোমাক আকৌ আনিম; আৰু যদি
অধম বস্তুৰ মাজৰ পৰা ৰত্ন বাহিৰ কৰি লোৱা,
তেন্তে মোৰ মুখস্বৰূপ হবা; সিবিলাক তোমালৈ
ঘুৰি আহিব, কিন্তু তুমি সিবিলাকলৈ নুঘুৰিবা।
২০ ময় এই জাতিৰ আগত তোমাক পিত্তলৰ দৃঢ়
গড়স্বৰূপ কৰিম; সিবিলাকে তোমাৰ বিৰুদ্ধে
যুদ্ধ কৰিব, কিন্তু তোমাক পৰাজয় কৰিব নোৱা-
ৰিব; কিয়নো, যিহোৱাই কৈছে, তোমাৰ ত্ৰাণ
আৰু উদ্ধাৰৰ অৰ্থে ময় তোমাৰ লগত আছোঁ।
২১ আৰু দুষ্টবোৰৰ হাতৰ পৰা ময় তোমাক উদ্ধাৰ
কৰিম, আৰু ভয়ানকবোৰৰ হাতৰ পৰা তোমাক
মুক্ত কৰিম।

যিহূদীবিলাকৰ পাপ আৰু ভাবী দুৰৱস্থা।

১৬ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, তুমি বিবাহ নকৰিবা, এই
৩ ঠাইত তোমাৰ পো জী হব নেলাগে। কিয়নো,
এই ঠাইত ওপজা পো জীৰ বিষয়ে, আৰু এই
দেশত সিবিলাকক প্ৰসৱ কৰা মাকহঁতৰ, আৰু
সিবিলাকক জন্ম দিয়া বাপেকহঁতৰ বিষয়ে
৪ যিহোৱাই এই ৰূপে কৈছে, সিবিলাকে কষ্ট-
দায়ক মৃত্যুত প্ৰাণত্যাগ কৰিব, আৰু সিবিলাকৰ
নিমিত্তে কোনেও বিলাপ নকৰিব, আৰু সি-
বিলাকক মৈদাম দিয়া নেযাব; সিবিলাক
মাটীৰ ওপৰত সাৰৰ নিচিনাকৈ পড়ি থাকিব,
সিবিলাক তৰোৱাল ও আকালৰ দ্বাৰায় হত হব,
আৰু সিবিলাকৰ শৱ আকাশৰ চৰাইৰ আৰু
৫ পৃথিবীৰ জন্তুৰ আহাৰ হব। কিয়নো যিহোৱাই
এই ৰূপে কৈছে, তুমি শোকৰ ঘৰত নোসোমাবা,
তুমি বুকু ভুকুৱাবলৈ নেযাবা, আৰু সিবিলাকৰ
নিমিত্তে বিলাপ নকৰিবা; কাৰণ, যিহোৱাই
কৈছে, ময় এই জাতিৰ পৰা মোৰ শান্তি, এনে
৬ কি, দয়া আৰু অনুগ্ৰহ দূৰ কৰিলোঁ। এই দেশত
থকা বড় আৰু সৰু লোক মৰিব; সিবিলাকক
মৈদাম দিয়া নেযাব, আৰু সিবিলাকৰ নিমিত্তে
কোনেও বুকু নুভুকুৱাব, আৰু সিবিলাকৰ নিমিত্তে
কোনেও আপোন গা কাটকুট নকৰিব, বা মুৰ
৭ মুণ্ডুৱাব। মানুহবোৰে মৃত লোকৰ নিমিত্তে
সিবিলাকক সান্ত্বনা দিবলৈ, শোক কৰোঁতে সি-
বিলাকক পিঠা নিদিবলাব, নাইবা সিবিলাকৰ
বাপেক কি মাকৰ নিমিত্তে পান কৰিবলৈ মানুহ-
বোৰে সিবিলাকক সান্ত্বনাদায়ক পানপাত্ৰ নি-
৮ দিব; তুমি সিবিলাকৰ লগত ভোজন পান কৰি-
বৰ অৰ্থে, সিবিলাকৰ লগত বহিবলৈ ভোজৰ
৯ ঘৰত নোসোমাবা। কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ
বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে,
দেখা, ময় তোমালোকৰ চকুৰ আগতে আৰু
তোমালোকৰ দিনতে এই ঠাইৰ পৰা উল্লাসৰ
ধ্বনি, আনন্দৰ ধ্বনি, আৰু দৰা কন্যাৰ ধ্বনি
১০ লুপ্ত কৰিম। আৰু যেতিয়া তুমি এই জাতিৰ
আগত এই সকলো কথা প্ৰচাৰ কৰিবা, আৰু
সিবিলাকে তোমাক কব, যে, যিহোৱাই আমাৰ
বিৰুদ্ধে এই মহাবিপদৰ কথা কিয় কলে? বা
আমাৰ অপৰাধ কি? আমি আমাৰ ঈশ্বৰ
যিহোৱাৰ বিৰুদ্ধে কৰা আমাৰ পাপ কি?
১১ তেতিয়া তুমি সিবিলাকক কবা, যিহোৱাই কৈছে,
তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে মোক ত্যাগ
কৰিলে, ইতৰ দেৱতাবোৰৰ পাছত চলিলে,
সেইবোৰক সেৱাপূজা কৰিলে, আৰু সেইবোৰৰ
আগত প্ৰণিপাত কৰিলে, কিন্তু মোক হলে ত্যাগ
১২ কৰিলে, মোৰ ব্যৱস্থা পালন নকৰিলে; আৰু
তোমালোকে হলে আপোনাবিলাকৰ পূৰ্ব্বপুৰুষ-
বিলাকতকৈয়ো অধিক কদাচৰণ কৰিছা, কিয়নো
দেখা, তোমালোক প্ৰত্যেকজনে আপোন আপোন
দুষ্ট মনৰ কঠিনতা অনুসাৰে চলি মোৰ কথাত
১৩ কাণ নিদিয়া। এই হেতুকে, তোমালোকৰ পূৰ্ব্ব-
পুৰুষবিলাকে আৰু তোমালোকেও যি দেশ জনা
নাই, এনে এক দেশলৈ ময় এই দেশৰ পৰা
তোমালোকক দূৰ কৰি দিম; সেই ঠাইত তোমা-
লোকে দিনে ৰাতিয়ে ইতৰ দেৱতাবোৰক সেৱা-
পূজা কৰিবা; কিয়নো ময় তোমালোকক অনুগ্ৰহ
নকৰিম।
১৪ তথাপি, যিহোৱাই কৈছে, দেখা, এনে কোনো
দিন আহিছে, যে, সেই দিনা লোকবিলাকে আৰু
নকব, যে, যি জনাই ইস্ৰায়েলৰ সন্তানবিলাকক
মিচৰ দেশৰ পৰা আনিলে, সেই যিহোৱাৰ
১৫ জীৱনৰ শপথ; কিন্তু এনেকৈ কব, যে, যি জনাই
ইস্ৰায়েলৰ সন্তানবিলাকক উত্তৰ দেশৰ পৰা,
আৰু যি যি দেশলৈ সিবিলাকক খেদিছিল,
সেই সকলো দেশৰ পৰা আনিলে, সেই যিহো-
ৱাৰ জীৱনৰ শপথ। ময় সিবিলাকৰ পূৰ্ব্বপুৰুষ-
বিলাকক যি দেশ দিছিলোঁ, সেই দেশলৈ পুন-
ৰায় সিবিলাকক আনিম।
১৬ যিহোৱাই কৈছে, দেখা, ময় অনেক মাছ-
মৰীয়া আনাব, সিহঁতে মাছ ধৰাদি সিবিলাকক
ধৰিব; পাছে ময় অনেক ব্যাধ অনাব, সিহঁতে

চিকাৰ কৰি প্ৰত্যেক পৰ্ব্বত, প্ৰত্যেক গিৰি,
আৰু শিলবোৰৰ খোৰোঙৰ পৰা সিবিলাকক
১৭ উলিয়াব। কিয়নো সিবিলাকৰ সকলো পথত
মোৰ চকু আছে, সিবিলাক মোৰ পৰা গুপুতে
নেথাকিব, বা সিবিলাকৰ অপৰাধ মোৰ দৃষ্টিৰ
১৮ অগোচৰ নহয়। ময় প্ৰথমে সিবিলাকৰ অপ-
ৰাধ আৰু পাপৰ দুগুণ প্ৰতিফল দিম; কিয়নো
সিবিলাকে আপোনাবিলাকৰ ঘিণলগীয়া বস্তুৰ
শৱেৰে মোৰ দেশ অশুচি কৰিলে, আৰু
সিবিলাকৰ ঘৃণনীয় পদাৰ্থেৰে মোৰ আধি-
১৯ পত্য পৰিপূৰ্ণ কৰিলে। হে মোৰ বল, হে
মোৰ কোঁঠ, আৰু সঙ্কটৰ কালৰ মোৰ আশ্ৰয়
হে যিহোৱা, পৃথিবীৰ অন্তৰ পৰা জাতিবিলাকে
তোমাৰ ওচৰলৈ আহি কব, “আমাৰ পূৰ্ব্বপুৰুষ-
বিলাকে মিছা, এনে কি, অসাৰ আৰু অনুপকাৰী
২০ বস্তুৰ বাহিৰে একো অধিকাৰ কৰা নাই। যি
ঈশ্বৰ নহয়, মানুহে আপোনালৈ জানো এনে
২১ দেৱতাবোৰ সাজিব?” এই হেতুকে দেখা, ময়
সিবিলাকক জনাম, মোৰ হাত আৰু মোৰ পৰা-
ক্ৰম সিবিলাকক এবাৰহে জ্ঞাত কৰাম; তাতে
মোৰ নাম যে যিহোৱা, তাক সিবিলাকে জানি-
বলৈ পাব।

১৭ যিহুদাৰ সন্তানবিলাকে ওখ পৰ্ব্বতবোৰৰ
ওপৰত কেঁচাপতীয়া গছবোৰৰ ওৰিত সি-
বিলাকৰ আপোন আপোন যজ্ঞবেদি, আৰু
আপোন আপোন আচেৰা মূৰ্ত্তিক সোঁৱৰণ কৰা
২ সময়ত, যিহুদাৰ পাপ লোহাৰ লিখনী আৰু
হীৰাৰ কাঁইটেৰে লিখা হৈছে, তাক সিবিলাকৰ
হৃদয়ৰূপ ফলিত আৰু তোমালোকৰ যজ্ঞবেদিৰ
৩ শিঙত কটা হৈছে। দেশৰ মাজত থকা হে মোৰ
পৰ্ব্বত, ময় তোমাৰ সম্পত্তি আৰু তোমাৰ
সকলো বহুমূল্য বস্তু লুটদ্ৰব্যস্বৰূপে দিম, আৰু
পাপৰ কাৰণে তোমাৰ সীমাৰ সকলো ফালে,
তোমাৰ ওখ ঠাইবোৰকো লুটদ্ৰব্য কৰিম।
৪ আৰু তুমি নিজেই ময় তোমাক দিয়া আধিপত্য
এৰি যাবা, আৰু ময় তোমাক, তুমি নজনা দেশত
তোমাৰ শত্ৰুবোৰৰ বন্দীকাম কৰাম; কাৰণ
তুমি মোৰ ক্ৰোধাগ্নি জলালা, সেয়ে সদাকাল
জ্বলি থাকিব।
৫ যিহোৱাই এই ৰূপে কৈছে, যি মানুহে মানুহত
ভৰসা ৰাখে, আৰু মৰ্ত্ত্যক আপোনাৰ বাহু জ্ঞান
কৰে, আৰু যাৰ মন যিহোৱাৰ পৰা আঁতৰ হয়,
৬ সি শাপগ্ৰস্ত। কিয়নো সি অৰণ্যত থকা ঝাউ
গছৰ নিচিনা হব, আৰু মঙ্গল আহিলে সি
গম নেপাব; কিন্তু সি অৰণ্যৰ খৰাং ঠাইত
৭ নিবাসীশূন্য লোণা দেশত থাকিব। যি পুৰুষে
যিহোৱাত নিৰ্ভৰ কৰে, আৰু যাৰ বিশ্বাসভূমি
৮ যিহোৱা, সেই পুৰুষ ধন্য; কিয়নো সি জলৰ
দাঁতিত ৰোৱা, আৰু নদীৰ পাৰত বহু শিপা
মেলা বৃক্ষৰ নিচিনা হব; খৰ মাৰিলে সি ভয়
নকৰিব, কিন্তু তাৰ পাত কেঁচাই থাকিব; আৰু
অনাবৃষ্টিৰ বছৰতো তাৰ চিন্তা নহব, আৰু গুটি
৯ নলগাকৈ নেথাকিব। মন সকলোতকৈ কপটময়,
আৰু তাৰ ৰোগ সুস্থ কৰিব নোৱাৰি; কোনে
১০ তাক বুজিব পাৰে? ময় যিহোৱাই প্ৰতিজন
মানুহক তাৰ আপোন আপোন আচাৰ ব্যৱহাৰ
অনুসাৰে, তাৰ কাৰ্য্যৰ ফল অনুসাৰে প্ৰতিফল
দিবলৈ মনৰ বিচাৰ আৰু মৰ্ম্ম পৰীক্ষা কৰোঁ।
১১ ন্যায়ৰূপে ধন নোগোটোৱা মানুহ, আপুনি নজ-
গোৱা আন পোৱালি গোটোৱা কইৰা চৰাইৰ
নিচিনা; তাৰ আধা বয়সতে সেয়ে তাক এৰি
যাব, আৰু শেষ কালত সি মূৰ্খ হৈ পৰিব।
১২ আদিৰে পৰা উচ্চস্থানত স্থাপিত গৌৰ-
১৩ ৱান্বিত সিংহাসন আমাৰ ধৰ্ম্মধাম-স্থান। ইস্ৰা-
য়েলৰ আশাভূমি হে যিহোৱা, যিবোৰে
তোমাক ত্যাগ কৰে, সিহঁত সকলোৱেই
লজ্জিত হব; যিবোৰে মোৰ পৰা আঁতৰি যায়,
সিহঁতৰ নাম মাটীত লিখা যাব, কিয়নো
সিহঁতে জীবিত জলৰ ভুমুকস্বৰূপ যিহোৱাক
১৪ ত্যাগ কৰিলে। হে যিহোৱা, মোক সুস্থ কৰা,
তাতে ময় সুস্থ হম; মোক ত্ৰাণ কৰা, তাতে
ময় পৰিত্ৰাণ পাম; কিয়নো তুমি মোৰ প্ৰশং-
১৫ সাৰ স্থল। দেখা, সিহঁতে মোক কৈছে,
যিহোৱাৰ বাক্য ক'ত? সেয়ে এতিয়া ঘটোক।
১৬ ময় হলে তোমাৰ পাছে পাছে মেৰ-ৰখীয়া
হবলৈ সত্তে বিমুখ হোৱা নাই, নাইবা দুঃখ-
পূৰ্ণ দিনলৈ ময় ইচ্ছা কৰা নাই, তাক তুমি
জানি আছা; মোৰ ওঁঠৰ পৰা যি ওলাইছিল,
১৭ সেয়ে তোমাৰ আগত আছিল। মোলৈ ত্ৰাস-
স্বৰূপ নহবা; বিপদৰ দিনত মোৰ আশ্ৰয়
১৮ তুমিয়েই। মোৰ তাড়নাকাৰীহঁতে লাজ পাওক,
কিন্তু মোক হলে লাজ পাবলৈ নিদিবা; সিহঁত
হলে ব্যাকুল হওক, কিন্তু মোক হলে ব্যাকুল
হবলৈ নিদিবা; সিহঁতৰেই ওপৰত বিপদৰ দিন
ঘটোৱা, আৰু দুগুণ সংহাৰেৰে সিহঁতক সংহাৰ
কৰা।

বিশ্ৰামবাৰবিষয়ক যিহোৱাৰ বাক্য।

১৯ যিহোৱাই মোক এই কথা কলে, যিহুদাৰ
ৰজাবিলাক যি দুৱাৰেদি সোমায় আৰু ওলায়,
তুমি গৈ সৰ্ব্বসাধাৰণ লোকবিলাকৰ সেই দুৱা-
ৰত, আৰু যিৰূচালেমৰ সকলো দুৱাৰত থিয়
২০ হোৱা, আৰু সিবিলাকক কোৱা, এই দুৱাৰ-
বোৰেদি সোমোৱা হে যিহুদাৰ ৰজাবিলাক,
সমুদায় যিহুদা, আৰু যিৰূচালেমনিবাসী আটাই-
বিলাক, তোমালোকে যিহোৱাৰ বাক্য শুনা।

২১ যিহোৱাই এই ৰূপে কৈছে, তোমালোক সাৱধান
হোৱা ; বিশ্ৰামবাৰে কোনো বোজা নববা, বা
যিৰূচালেমৰ দুৱাৰেদি তাক ভিতৰলৈ নানিবা,
২২ আৰু বিশ্ৰামবাৰে আপোন আপোন ঘৰৰ পৰা
কোনো বোজা বাহিৰ নকৰিবা, আৰু কোনো
কাম নকৰিবা ; কিন্তু ময় তোমালোকৰ পূৰ্ব্ব-
পুৰুষবিলাকক আজ্ঞা দিয়াৰ দৰে বিশ্ৰামবাৰ
২৩ পবিত্ৰ কৰা। (সিবিলাকে সেই আজ্ঞা নুশুনি-
ছিল, আৰু তালৈ কাণ নেপাতিছিল, কিন্তু
নুশুনিবৰ নিমিত্তে আৰু শিক্ষা গ্ৰহণ নকৰিবৰ
নিমিত্তে আপোন আপোন ডিঙি ঠৰ কৰি-
২৪ ছিল।) আৰু যিহোৱাই কৈছে, তোমালোকে
যদি বিশ্ৰামবাৰে এই নগৰৰ দুৱাৰেদি কোনো
বোজা ভিতৰলৈ নানিবলৈ, আৰু সেই দিনা
কোনো কাম নকৰি বিশ্ৰামদিন পবিত্ৰ কৰিবলৈ
২৫ যত্নেৰে মোৰ বাক্যত মন দিয়া, তেন্তে দায়ূদৰ
সিংহাসনৰ ওপৰত বহোঁতা ৰজাবিলাকে, আৰু
প্ৰধান লোকবিলাকে ৰথত আৰু ঘোঁৰাত উঠি
এই নগৰৰ দুৱাৰেদি সোমাব, সিবিলাকৰ প্ৰধান
লোকবিলাক, যিহূদাৰ লোক, আৰু যিৰূচালেম-
নিবাসীবিলাক সোমাব ; আৰু এই নগৰ চিৰ-
২৬ কাললৈকে থাকিব। আৰু সিবিলাকে যিহূদাৰ
নগৰবোৰৰ পৰা, যিৰূচালেমৰ চাৰিওফালৰ
অঞ্চল, বিন্যামীন প্ৰদেশ, নিম্নভূমি, পৰ্ব্বতীয়া
অঞ্চল, আৰু দক্ষিণ অঞ্চলৰ পৰা হোম আদি
বলি, নৈবেদ্য, আৰু ধূপ লৈ আহিব, আৰু সি-
বিলাকে যিহোৱাৰ গৃহলৈ ধন্যবাদাৰ্থক বলি
২৭ আনিব। কিন্তু যদি তোমালোকে বিশ্ৰামদিন
পবিত্ৰ কৰিবলৈ আৰু বিশ্ৰামবাৰে বোজা বৈ
যিৰূচালেমৰ দুৱাৰেদি নোসোমাবলৈ দিয়া
মোৰ আজ্ঞালৈ কাণ নিদিয়া, তেন্তে ময় তাৰ
দুৱাৰবোৰত অগ্নি জ্বলাম, সেয়ে যিৰূচালেমৰ
অট্টালিকাবোৰ গ্ৰাস কৰিব, নুমুমাব।

কুমাৰে নতুনকৈ কৰা পাত্ৰৰ উপমা।

১৮ যিহোৱাৰ পৰা যিৰিমিয়ালৈ এই বাক্য
আহিল, বোলে, তুমি উঠি কুমাৰৰ ঘৰলৈ
নামি যোৱা, আৰু তাত ময় তোমাক মোৰ বাক্য
৩ শুনাম। তেতিয়া ময় কুমাৰৰ ঘৰলৈ নামি গৈ
দেখিলোঁ, সি তাৰ চাকত আপোনাৰ কাম কৰি
৪ আছে। আৰু সি মাটীৰে তৈয়াৰ কৰা পাত্ৰ তাৰ
হাতত বেয়া হোৱা দেখি, সি তাক লৈ পুনৰায়
আপোন ইচ্ছামতে আন এটা পাত্ৰ বনালে।
৫ পাছে যিহোৱাৰ পৰা মোলৈ এই বাক্য
আহিল, বোলে, যিহোৱাই কৈছে, হে ইস্ৰায়েল
৬ বংশ, এই কুমাৰৰ নিচিনাকৈ তোমালোকৰ লগত
ময় জানো ব্যৱহাৰ কৰিব নোৱাৰোঁ? হে ইস্ৰা-
য়েল বংশ, দেখা, যেনেকৈ কুমাৰৰ হাতত মাটী,
৭ তেনেকৈ মোৰ হাতত তোমালোক আছা। যি
মুহূৰ্ত্তত কোনো এক জাতি আৰু কোনো এক
ৰাজ্যৰ বিষয়ে উঘলা, ভঙা, আৰু তাক বিনষ্ট
৮ কৰা কথা কওঁ, ময় কোৱা সেই জাতি যদি সেই
মুহূৰ্ত্তত সিবিলাকৰ দুষ্টতাৰ পৰা ঘূৰে, তেন্তে
ময় সিবিলাকলৈ কৰিব খোজা অমঙ্গলৰ পৰা
৯ মন পালটাম। আৰু যি মুহূৰ্ত্তত কোনো এক
জাতি আৰু কোনো এক ৰাজ্যৰ বিষয়ে সজা
১০ আৰু ৰোৱা কথা কওঁ, সেই মুহূৰ্ত্তত যদি
সেই জাতিয়ে মোৰ বাক্য পালন নকৰি মোৰ
সাক্ষাতে কু-আচৰণ কৰে, তেন্তে ময় সিবিলাকলৈ
১১ কৰিব খোজা মঙ্গলৰ পৰা মন পালটাম। এই
হেতুকে এতিয়া তুমি যিহূদাৰ লোকবিলাকক
আৰু যিৰূচালেমনিবাসীবিলাকক কোৱাগৈ,
যিহোৱাই এই ৰূপে কৈছে, দেখা, ময় তোমা-
লোকৰ বিৰুদ্ধে অমঙ্গলচিন্তা কৰিছোঁ, আৰু
তোমালোকৰ অহিতে কল্পনা কৰিছোঁ ; তোমা-
লোক প্ৰতিজনে আপোন আপোন কুপথৰ পৰা
ওলটা, আপোন আপোন পথ আৰু কাৰ্য্য শুধ-
১২ ৰোৱা। কিন্তু সিবিলাকে কয়, কি কাম আছে?
কিয়নো আমি আপোন আপোন কল্পনা অনু-
সাৰে চলিম, আৰু প্ৰতিজনে আপোন আপোন
দুষ্ট মনৰ কঠিনতা অনুসাৰে কাৰ্য্য কৰিম।
১৩ এই হেতুকে যিহোৱাই এই ৰূপে কৈছে,
তোমালোকে এতিয়া জাতিবিলাকৰ মাজত
সোধা, এনে কথা কোনে শুনিলে? কুমাৰী *
ইস্ৰায়েলে অতিশয় নোম শিয়ৰি যোৱা কাৰ্য্য
১৪ কৰিলে। লিবানোনৰ হিমে জানো দেশৰ মাজত
থকা সেই পৰ্ব্বতটো ত্যাগ কৰে? বা দূৰৰ পৰা
বৈ অহা শীতল জলৰ জুৰী জানো শুকায়?
১৫ কিয়নো মোৰ প্ৰজাবিলাকে মোক পাহৰিলে,
সিবিলাকে অসাৰ দেৱতাবোৰৰ উদ্দেশে ধূপ
জ্বলালে ; আৰু সিবিলাকৰ দেশ আশ্চৰিতৰ
আৰু সদায় ইচ ইচ কৰাৰ বিষয় কৰিবৰ
১৬ নিমিত্তে, নবন্ধা পথ সৰু সৰু বাটত ফুৰিবলৈ
সেইবোৰে সিবিলাকৰ বাটত, প্ৰাচীন পথত
উজুটি খুৱালে ; যি কোনোৱে সেই দেশেদি
যাব, সি আশ্চৰিত হৈ আপোনাৰ মূৰ জোকা-
১৭ ৰিব। ময় পুব ফালৰ বতাহৰ নিচিনাকৈ শত্ৰু-
বোৰৰ আগত সিবিলাকক ছিন্নভিন্ন কৰিম ;
সিবিলাকৰ সঙ্কটৰ কালত ময় সিবিলাকক মুখ
নেদেখুৱাই পিঠি দেখুৱাম।
১৮ তেতিয়া সিবিলাকে কলে, আহাঁ, আমি যিৰি-
মিয়াৰ অহিতে কুমন্ত্ৰণা কৰোঁহঁক ; কিয়নো
পুৰোহিতৰ পৰা ব্যৱস্থা, জ্ঞানীবিলাকৰ পৰা

---

* এই শব্দে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা বুজায়।

মন্ত্ৰণা, আৰু ভাববাদীৰ পৰা বাক্য লুপ্ত নহব ;
আহাঁ, আমি জিবাৰে তাক প্ৰহাৰ কৰোঁ, তাৰ
বাক্যৰ কোনোটোতো মন নিদিওঁ।
১৯ হে যিহোৱা, মোলৈ মন দিয়া, আৰু মোৰ
২০ বিপক্ষবোৰৰ কথা শুনা। উপকাৰৰ সলনি
জানো অপকাৰ কৰা যাব ? কিয়নো সিহঁতে
মোৰ প্ৰাণলৈ গাঁত খানিলে; ময় সিহঁতৰ
পক্ষে হিত কথা কৈ সিহঁতৰ পৰা তোমাৰ
ক্ৰোধ ধমাবলৈ, তোমাৰ আগত কেনেকৈ থিয়
২১ হৈছিলোঁ, তাক সোঁৱৰণ কৰা। এই হেতুকে
তুমি সিহঁতৰ সন্তানবোৰক দুৰ্ভিক্ষত সমৰ্পণ
কৰা, আৰু সিহঁতক তৰোৱালৰ হাতত সোধাই
দিয়া ; সিহঁতৰ তিৰুতাবোৰ পুত্ৰহীনা আৰু
বিধৱা হওক, সিহঁতৰ পুৰুষবোৰ মহামাৰীত
মৰোক, আৰু সিহঁতৰ ডেকাবোৰ যুদ্ধত তৰো-
২২ ৱালৰ দ্বাৰায় হত হওক। তুমি সিহঁতলৈ অ-
কস্মাতে সৈন্য এদল আনিলে সিহঁতৰ ঘৰবোৰৰ
পৰা এটা চিঁয়ৰ শুনা যাওক ; কিয়নো সিহঁতে
মোক ধৰিবলৈ এটা গাঁত খানিলে, আৰু মোৰ
২৩ ভৰিলৈ ফান্দ পাতিলে। তথাপি হে যিহোৱা,
মোক বধ কৰিবলৈ মোৰ অহিতে কৰা সিহঁতৰ
সকলো মন্ত্ৰণা তুমি জানি আছা, তুমি সিহঁতৰ
অপৰাধ ক্ষমা নকৰিবা, নাইবা সিহঁতৰ পাপ
তোমাৰ দৃষ্টিৰ পৰা মচি নেপেলাবা ; কিন্তু
সিহঁতক তোমাৰ আগত উজুটি খুৱাই পেলোৱা
হওক, তুমি আপোন ক্ৰোধৰ সময়ত সিহঁতলৈ
কাৰ্য্য কৰা।

ভগা পাত্ৰৰ উপমা। যিৰিমিয়াৰ
দুঃখভোগ।

১৯ যিহোৱাই এই কথা কলে, তুমি গৈ
কুমাৰৰ এটা টেকেলি কিনা, আৰু প্ৰজা-
বিলাকৰ জনচাৰেক ও পুৰোহিতবিলাকৰ জন-
২ চাৰেক বৃদ্ধ লোকক লগত লৈ, খোলাকটি পড়ি
থকা দুৱাৰৰ সোমোৱা ঠাইৰ ওচৰত থকা
হিন্নোমৰ পুতেকৰ উপত্যকালৈ ওলাই যোৱা,
আৰু ময় তোমাক যি বাক্য কম, তাত সেই বাক্য
৩ প্ৰচাৰ কৰিবা ; আৰু কবা, হে যিহূদাৰ ৰজা-
বিলাক, হে যিৰূচালেমনিবাসিবিলাক, যিহো-
ৱাৰ বাক্য শুনা, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনী-
বিলাকৰ যিহোৱাই এই ৰূপে কৈছে, দেখা, ময়
এই ঠাইলৈ অমঙ্গল ঘটাম ; যেয়ে তাক শুনিব,
৪ তাৰেই নোম শিঁয়ৰি উঠিব। সিবিলাকে মোক
ত্যাগ কৰিলে, এই ঠাই বিজাতীয় ঠাই কৰিলে,
আৰু সিবিলাক, সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাক,
আৰু যিহূদাৰ ৰজাবিলাকে নজনা ইতৰ দেৱতা-
বোৰৰ উদ্দেশে এই ঠাইত ধূপ জ্বলালে, আৰু
নিৰ্দ্দোষী লোকবিলাকৰ তেজেৰে এই ঠাই
৫ পৰিপূৰ্ণ কৰিলে ; সিবিলাকে বালৰ উদ্দেশে
হোমবলিস্বৰূপে আপোন আপোন পুতেক-
বিলাকক জুইত পুড়িবলৈ, বালৰ নিমিত্তে ওখ
ঠাইবোৰ সাজিলে, ইয়াক ময় আজ্ঞা কৰা
নাছিলোঁ, কোৱা নাছিলোঁ, বা মোৰ মনত
৬ উদয়ো হোৱা নাছিল। এই কাৰণে, যিহোৱাই
কৈছে, দেখা, যি দিনা এই ঠাই তোফৎ, বা
হিন্নোমৰ পুতেকৰ উপত্যকা বুলি আৰু প্ৰখ্যাত
নহব, কিন্তু হত্যাৰ উপত্যকা বুলি প্ৰখ্যাত হব,
৭ এনে দিন আহিছে। আৰু ময় এই ঠাইত যিহূ-
দাৰ আৰু যিৰূচালেমৰ মন্ত্ৰণা ব্যৰ্থ কৰিম, আৰু
শত্ৰুবোৰৰ আগত তৰোৱালৰ দ্বাৰায়, আৰু
সিবিলাকৰ প্ৰাণ লবলৈ বিচাৰি ফুৰাবোৰৰ
হাতৰ দ্বাৰায় সিবিলাকক পতিত কৰাম, আৰু
সিবিলাকৰ শৱ আকাশৰ চৰাইবোৰক, আৰু
৮ পৃথিবীত ফুৰা জন্তুবোৰক খাবলৈ দিম। আৰু
ময় এই নগৰ বিস্ময় মনাৰ আৰু ইচ ইচ কৰাৰ
বিষয় কৰিম ; যি কোনোৱে তাৰ ওচৰেদি যাব,
সি বিস্ময় মানিব, আৰু তালৈ ঘটা আটাই
৯ উৎপাত দেখি ইচ ইচ কৰিব। আৰু নগৰ অৱ-
ৰোধ কৰা কালত, শত্ৰুবোৰৰ, আৰু প্ৰাণ লবলৈ
বিচাৰি ফুৰাবোৰৰ দ্বাৰায় ঘটা সঙ্কটৰ কালত,
ময় সিবিলাকক আপোন আপোন পো জীৰ
মাংস ভোজন কৰাম, আৰু সিবিলাকে আপোন
১০ আপোন বন্ধুৰ মাংস খাব। পাছে তোমাৰ
লগত যোৱা পুৰুষবিলাকৰ আগতে তুমি সেই
১১ টেকেলিটো ভাঙি পেলাবা, আৰু সিবিলাকক
কবা, বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে
কৈছে, কুমাৰৰ যি পাত্ৰ ভাঙিলে পুনৰায় বনাব
নোৱাৰে, এনে পাত্ৰ ভঙাৰ দৰে ময় এই জাতি
আৰু এই নগৰ ভাঙি পেলাম : তাতে তোফতত
পুতিবলৈ ঠাই নোহোৱালৈকে লোকবিলাকে
১২ তাত মৰা শৱ পুতি থাকিব। যিহোৱাই কৈছে,
ময় এই ঠাইলৈ, আৰু ইয়াৰ নিবাসীবিলাকলৈ
এই দৰে কৰিম, এনে কি, ময় এই নগৰ তোফতৰ
১৩ নিচিনা কৰিম। তাতে যিৰূচালেমৰ আৰু যিহূ-
দাৰ ৰজাবিলাকৰ অশুচি কৰা ঘৰবোৰ, এনে কি,
যি ঘৰবোৰৰ চালত সিবিলাকে আকাশমণ্ডলৰ
বাহিনীবিলাকৰ উদ্দেশে ধূপ জ্বলায়, আৰু ইতৰ
দেৱতাবোৰৰ উদ্দেশে পেয় নৈবেদ্য ঢালে,
সেই ঘৰবোৰ তোফতৰ ঠাইৰ নিচিনা হব।
১৪ পাছে যিহোৱাই যিৰিমিয়াক ভাববাণী প্ৰচাৰ
কৰিবৰ অৰ্থে যি তোফতলৈ পঠাইছিল, তাৰ
পৰা তেওঁ আহি যিহোৱাৰ গৃহৰ চোতালত থিয়
১৫ হৈ আটাই লোকবিলাকক কলে, ইস্ৰায়েলৰ
ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
দেখা, ময় এই নগৰ আৰু তাৰ সকলো উপনগৰৰ
ওপৰত, তাৰ বিৰুদ্ধে ময় কোৱা সকলো অমঙ্গল

ঘটাম ; কাৰণ, মোৰ বাক্য নুশুনিবৰ নিমিত্তে
সিবিলাকে আপোন আপোন ডিঙি ঠৰ
কৰিলে।

২০ যিহোৱাৰ গৃহৰ প্ৰধান অধ্যক্ষ ইম্মেৰৰ
পুত্ৰেক পুৰোহিত পচ্‌হূৰে যিৰিমিয়াক এই-
২ বোৰ ভাববাণী প্ৰচাৰ কৰা শুনিলত, তেওঁ যিৰি-
মিয়া ভাববাদীক প্ৰহাৰ কৰি, যিহোৱাৰ গৃহত
থকা বিন্যামীনৰ ওপৰ দুৱাৰৰ কুন্দাত বন্ধ কৰি
৩ ৰাখিলে। পাছদিনা পচ্‌হূৰে যিৰিমিয়াক কুন্দাৰ
পৰা মুকলি কৰি উলিয়াই আনিলত যিৰিমিয়াই
তেওঁক কলে, যিহোৱাই তোমাৰ নাম পচ্‌হূৰ
ৰখা নাই, কিন্তু মাগোৰ-মিচাবীব [চাৰিওকালে
৪ ত্ৰাস] ৰাখিলে। কিয়নো যিহোৱাই এই কথা
কৈছে, দেখা,ময় তোমাৰ পক্ষে, আৰু তোমাৰ
আটাই বন্ধুৰ পক্ষে তোমাক ত্ৰাসৰ বিষয় কৰিম ;
কিয়নো সিবিলাক শত্ৰুবোৰৰ তৰোৱালত পতিত
হব, আৰু তুমি তাক আপোন চকুৰে দেখিবা ;
আৰু ময় গোটেই যিহুদাক বাবিলৰ ৰজাৰ
হাতত সমৰ্পণ কৰিম ; তেওঁ সিবিলাকক বন্দী
কৰি বাবিললৈ নিব, আৰু তৰোৱালেৰে কাটিব।
৫ ইয়াত বাজে ময় এই নগৰৰ সকলো সম্পত্তি,
আৰু তাৰ আটাই পৰিশ্ৰমৰ ফল, আৰু আটাই
বহুমূল্য বস্তু, এনে কি, যিহুদাৰ ৰজাবিলাকৰ
সমস্ত ভঁড়ালৰ উত্তম দ্ৰব্য সিবিলাকৰ শত্ৰুবোৰৰ
হাতত সমৰ্পণ কৰিম ; সিহঁতে সেইবোৰ লুট
৬ কৰি বাবিললৈ লৈ যাব। আৰু হে পচ্‌হূৰ, তুমি
আৰু তোমাৰ গৃহবাসী সকলোৱেই বন্দী-অৱস্থা-
লৈ যাবা, আৰু তুমি বাবিললৈ গৈ তাত মৰিবা ;
আৰু তাত তোমাক, আৰু তুমি যিবোৰৰ আগত
মিছাকৈয়ে ভাববাণী প্ৰচাৰ কৰিছিলা, তোমাৰ
সেই সকলো বন্ধুক পোতা যাব।

৭ হে যিহোৱা, তুমি মোৰ প্ৰবৃত্তি জন্মোৱাতহে
মোৰ প্ৰবৃত্তি জন্মিল ; তুমি মোতকৈ বলৱান,
এই নিমিত্তে তুমি মোক বলে পাৰিলা ; ময়
ওৰেদিনুটো হাঁহিয়াতৰ বিষয় হৈছোঁ, সকলোৱে
৮ মোক ঠাট্টা কৰে। কিয়নো ময় যিমান বাৰ কথা
কওঁ, সিমান বাৰ ময় চিঁয়ৰোঁ, ময় অত্যাচাৰ
আৰু অপহৰণ বুলি চিঁয়ৰোঁ ; কাৰণ যিহোৱাৰ
বাক্য মোৰ পক্ষে ওৰেদিনুটো নিন্দা আৰু উপ-
৯ হাসৰ কাৰণ হৈছে। আৰু যদি ময় কওঁ, যে, ময়
তেওঁৰ উল্লেখ নকৰোঁ, বা তেওঁৰ নামেৰে আৰু
নকওঁ, তেনে হলে মোৰ হাড়বোৰত বন্ধ কৰা
জ্বলি থকা জুই যেন মোৰ অন্তৰত লাগে ; ময়
সহি সহি ক্লান্ত হলোঁ, সহি আৰু থাকিব
১০ নোৱাৰোঁ। কিয়নো অনেকে দুৰ্নাম কৰা ময়
শুনিলোঁ ; চাৰিওকালে ত্ৰাস। "তোমালোকে
তাৰ বিৰুদ্ধে কথা কোৱা, আৰু আমিও তাৰ
বিৰুদ্ধে কথা কম ;" ময় উজুটি খাবলৈ বাট চাই
থকা মোৰ সকলো বন্ধুৱে কয়, "কিজানি তাক
ভুলুৱা যাব, তাতে আমি তাক বলে পাৰিম,
১১ আমি তাৰ ওপৰত প্ৰতিকাৰ সাধিম।" কিন্তু
যিহোৱা ভয়ানক বীৰৰ নিচিনাকৈ মোৰ সঙ্গত
থাকে ; সেই নিমিত্তে মোৰ তাড়নাকাৰীহঁতে
উজুটি খাব, আৰু কৃতকাৰ্য্য নহব ; সিহঁতে
জ্ঞানেৰে সৈতে ব্যৱহাৰ নকৰাত সিহঁতে অতিশয়
লাজ পাব ; সেই অপমান কেতিয়াও পাহৰা
১২ নেযাব, সদাকাললৈকে থাকিব। কিন্তু ধাৰ্ম্মিকক
পৰীক্ষা কৰোঁতা, মৰ্ম্ম আৰু হৃদয় দেখোঁতা হে
বাহিনীবিলাকৰ যিহোৱা, সিহঁতৰ ওপৰত সিবি-
লাকে সধা প্ৰতিকাৰ তুমি মোক দেখিবলৈ দিয়া ;
কিয়নো তোমাৰ আগতহে মোৰ গোচৰ সমৰ্পণ
১৩ কৰিলোঁ। তোমালোকে যিহোৱাৰ উদ্দেশে গান
কৰা, যিহোৱাৰ প্ৰশংসা কৰা ; কাৰণ তেওঁ
দুৰাচাৰীবোৰৰ হাতৰ পৰা দৰিদ্ৰ লোকৰ প্ৰাণ
উদ্ধাৰ কৰিলে।

১৪ ময় যি দিনা জন্মিছিলোঁ, সেই দিন শাপগ্ৰস্ত
হওক ; মোৰ মাতৃয়ে যি দিনা মোক প্ৰসৱ কৰি-
১৫ ছিল, সেই দিন আশীৰ্ব্বাদহীন হওক। তোমাৰ
পুত্ৰসন্তান জন্মিল বুলি যি মানুহে মোৰ পিতৃক
সংবাদ দি আনন্দিত কৰিছিল, সিও শাপগ্ৰস্ত
১৬ হওক। সেই মানুহ, যিহোৱাই ক্ষমা নকৰি
উৎপাত কৰা নগৰ কেইখনৰ নিচিনা হওক ;
সি ৰাতিপুৱা চিঁয়ৰ আৰু দুপৰ বেলা উচ্চধ্বনি
১৭ শুনোক। কাৰণ সি গৰ্ভতে মোক মাৰি নেপে-
লালে ; তাকে কৰা হলে, মোৰ মাতৃয়েই মোৰ
মৈদাম হলহেঁতেন, আৰু তেওঁৰ গৰ্ভ সদায় ভাৰী
১৮ হৈ থাকিলহেঁতেন। মোৰ দিন লাজেৰে অন্ত
হবৰ নিমিত্তে, পৰিশ্ৰম আৰু শোক দেখিবলৈ
ময় কিয় গৰ্ভৰ পৰা বাহিৰ হলোঁ ?

চিদিকিয়াৰ নিবেদন, আৰু যিহোৱাই
তেওঁক দিয়া উত্তৰ।

২১ "মিনতি কৰোঁ, তুমি আমাৰ নিমিত্তে
যিহোৱাৰ আগত সোধা ; কিয়নো বাবিলৰ
ৰজা নবূখদ্‌ৰেচৰে আমাৰ বিৰুদ্ধে যুদ্ধ কৰিছে ;
তেওঁ আমাৰ ওচৰৰ পৰা গুচি যাবৰ নিমিত্তে
কিজানি যিহোৱাই আপোনাৰ সকলো আশ্চ-
ৰ্য্যত কাৰ্য্য অনুসাৰে আমালৈ ব্যৱহাৰ কৰিব,"
২ এই বুলি কবলৈ চিদিকিয়া ৰজাই মল্কিয়াৰ
পুত্ৰ পচ্‌হূৰক, আৰু মাচেয়াৰ পুত্ৰ চফনিয়া
পুৰোহিতক যিৰিমিয়াৰ ওচৰলৈ পঠোৱা কালত
যিহোৱাৰ পৰা যিৰিমিয়াৰ ওৰিলৈ অহা
বাক্য।

৩ সেই কালত যিৰিমিয়াই তেওঁবিলাকক কলে,
তোমালোকে চিদিকিয়াক এই ৰূপে কবাগৈ,
৪ ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে,

দেখা, বাবিলৰ ৰজাৰ বিৰুদ্ধে, আৰু গড়ৰ বাহিৰে
তোমালোকক অৱৰোধ কৰোঁতা কল্দীয়াবিলাকৰ
বিৰুদ্ধে যুদ্ধ কৰা তোমালোকৰ হাতৰ যুদ্ধাস্ত্ৰৰ
মুখ ঘুৰাম, আৰু সিহঁতক আনি এই নগৰৰ
৫ মাঝ ঠাইত গোটাম। আৰু ময় নিজেও, মেলি
থকা হাত আৰু বলৱান বাহুৰে, এনে কি,
খংৰাগ আৰু মহাকোপেৰে তোমালোকৰ বিৰুদ্ধে
৬ যুদ্ধ কৰিম। ময় এই নগৰনিবাসী মানুহ, পশু,
সকলোকে সংহাৰ কৰিম; সেই সকলোৱেই ঘোৰ
৭ মহামাৰীত প্ৰাণত্যাগ কৰিব। যিহোৱাই আৰু
কৈছে, তাৰ পাছে ময় যিহূদাৰ ৰজা চিদি-
কিয়াক, তেওঁৰ পাত্ৰমন্ত্ৰীবিলাকক, আৰু প্ৰজা-
বিলাকক, এনে কি, মহামাৰী, তৰোৱাল, আৰু
আকালৰ পৰা এই নগৰত অৱশিষ্ট থকাবিলাকক
বাবিলৰ ৰজা নবুখদ্ৰেচৰৰ, সিবিলাকৰ শত্ৰুৰ,
সিবিলাকৰ প্ৰাণ বিচৰাবোৰৰ হাতত সোধাই
দিম; তেওঁ তৰোৱালৰ ধাৰেৰে সিবিলাকক বধ
কৰিব, সিবিলাকক কৃপা, ক্ষমা, কি দয়া নকৰিব।
৮ তুমি এই লোকবিলাকক কোৱা, যিহোৱাই এই
ৰূপে কৈছে, দেখা, ময় তোমালোকৰ আগত
৯ জীৱনৰ পথ আৰু মৃত্যুৰ পথ ৰাখিছোঁ। যি
মানুহ এই নগৰত থাকিব, সি তৰোৱাল,
আকাল, বা মহামাৰীত মৰা পৰিব; কিন্তু যি
মানুহে বাহিৰলৈ গৈ, তোমালোকক অৱৰোধ
কৰোঁতা কল্দীয়াবিলাকৰ ফলীয়া হবলৈ ওলাই
যাব, সি জীব, আৰু তাৰ প্ৰাণ তালৈ লুটদ্ৰব্য
১০ যেন হব। কিয়নো, যিহোৱাই কৈছে, ময়
মঙ্গলৰ নিমিত্তে নহয়, কিন্তু অমঙ্গলৰ নিমিত্তে
এই নগৰৰ অহিতে মুখ কৰিছোঁ; ইয়াক
বাবিলৰ ৰজাৰ হাতত দিয়া যাব, আৰু তেওঁ
ইয়াক অগ্নিৰে দগ্ধ কৰিব।
১১ আৰু যিহূদাৰ ৰাজবংশৰ বিষয়ে তোমালোকে
১২ যিহোৱাৰ বাক্য শুনা, হে দায়ূদৰ বংশ, যিহো-
ৱাই এই ৰূপে কৈছে, তোমালোকে প্ৰতিৰাতি-
পুৱা বিচাৰ নিষ্পত্তি কৰা, আৰু অপহাৰিত জনক
উপদ্ৰৱকাৰীৰ হাতৰ পৰা উদ্ধাৰ কৰা; নতুবা
তোমালোকৰ দুষ্টতাৰ কাৰণে মোৰ ক্ৰোধ অগ্নিৰ
নিচিনাকৈ ওলাই কোনেও নুমাব নোৱাৰাকৈ
১৩ দগ্ধ কৰিব। যিহোৱাই কৈছে, দেখা, হে উপ-
ত্যকাত থকা লোক, হে সমথলৰ পৰ্ব্বতনিবাসিনি,
দেখা, ময় তোমাৰ বিপক্ষ; আমাৰ বিৰুদ্ধে
কোন নামি আহিব? আমাৰ বাসস্থানবোৰত
কোন সোমাব? এই বুলি কোৱা যি তোমালোক,
১৪ ময় তোমালোকৰ বিপক্ষ। যিহোৱাই কৈছে,
ময় তোমালোকৰ কাৰ্য্যফল অনুসাৰে তোমা-
লোকক দণ্ড দিম; ময় যিৰূচালেমৰ কাঠনীত
জুই লগাম, তাতে সেয়ে তাৰ চাৰিওফালে থকা
সকলোকে গ্ৰাস কৰিব।

যিহোয়াকীমৰ, চল্লূমৰ, আৰু কনিয়াৰ বিষয়ে
কোৱা বাক্য।

২২ যিহোৱাই এই ৰূপে কলে, তুমি যিহূদাৰ
ৰাজগৃহলৈ গৈ সেই ঠাইত এই কথা কোৱা;
২ তুমি কোৱা, হে দায়ূদৰ সিংহাসনত বহোঁতা
যিহূদাৰ ৰজা, তুমি, তোমাৰ মন্ত্ৰী, আৰু এই
দুৱাৰবোৰেদি সোমোৱা তোমাৰ প্ৰজা, এই
৩ আটাইবিলাকে যিহোৱাৰ বাক্য শুনা। যিহো-
ৱাই এই ৰূপে কৈছে, তোমালোকে ন্যায় বিচাৰ
আৰু ধাৰ্ম্মিকতা সিদ্ধ কৰা, আৰু অপহাৰিত
জনক উপদ্ৰৱকাৰীৰ হাতৰ পৰা উদ্ধাৰ কৰা;
বিদেশী, পিতৃহীন, বা বিধৱাক অপকাৰ আৰু
অত্যাচাৰ নকৰিবা, নাইবা এই ঠাইত নিৰ্দ্দোষীৰ
৪ ৰক্তপাত নকৰিবা। কিয়নো, তোমালোকে যদি
এই কথা যত্নেৰে পালন কৰা, তেন্তে দায়ূদৰ
সিংহাসনত বহোঁতা ৰজাবিলাকে ৰথত আৰু
ঘোঁড়াত উঠি প্ৰতিজনে মন্ত্ৰী আৰু প্ৰজাৰে
৫ সৈতে এই গৃহৰ দুৱাৰবোৰেদি সোমাব। কিন্তু
তোমালোকে যদি এইবোৰ বাক্য নুশুনা, তেন্তে,
যিহোৱাই কৈছে, ময় মোৰ নামেৰে শপত কৰি
৬ কৈছোঁ, এই গৃহ উচ্ছন্ন ঠাই হব। কিয়নো যিহো-
ৱাই যিহূদাৰ ৰাজগৃহৰ বিষয়ে এই কথা কৈছে,
তুমি মোৰ বিবেচনাত গিলিয়দ আৰু লিবানোনৰ
ওখ ভাগৰ নিচিনা হলেও, নিশ্চয়ে ময় তোমাক
অৰণ্য আৰু নিবাসীশূন্য নগৰবোৰৰ নিচিনা
৭ কৰিম। আৰু ময় তোমাৰ অহিতে আপোন
আপোন অস্ত্ৰেৰে সৈতে বিনাশক লোকবিলাক
যুগুত কৰিম; সিহঁতে তোমাৰ উত্তম উত্তম এৰচ
৮ বৃক্ষবোৰ কাটি জুইত পেলাই দিব। আৰু অনেক
জাতিয়ে এই নগৰৰ ওচৰেদি যাওঁতে ইজনে
সিজনক কব, যিহোৱাই এই মহানগৰলৈ
৯ কিয় এনে ব্যৱহাৰ কৰিলে? তেতিয়া সিবি-
লাকে উত্তৰ কৰিব, কাৰণ ইয়াৰ লোকবিলাকে
ঈশ্বৰ যিহোৱাৰ নিয়মটী ত্যাগ কৰি ইতৰ
দেৱতাবোৰৰ আগত প্ৰণিপাত কৰিছিল, আৰু
সেইবোৰক সেৱাপূজা কৰিছিল।
১০ তোমালোকে মৃত জনৰ নিমিত্তে নেকান্দিবা,
আৰু সেই জনৰ নিমিত্তে বিলাপ নকৰিবা; কিন্তু
দূৰৈলৈ যোৱা মানুহ জনৰ নিমিত্তে বৰকৈ ক্ৰন্দন
কৰা; কিয়নো তেওঁ আৰু উলটি নাহিব, বা আ-
১১ পোন জন্ম দেশ আৰু নেদেখিব। কাৰণ, যিহূদাৰ
যোচিয়া ৰজাৰ পুত্ৰেক যি চল্লূম আপোন পিতৃ
যোচিয়াৰ পদত ৰজা হৈছিল, আৰু এই ঠাইৰ
পৰা গল, তেওঁৰ বিষয়ে যিহোৱাই এই ৰূপে
কৈছে, তেওঁ এই ঠাইলৈ আৰু উলটি নাহিব;
১২ কিন্তু সিহঁতে যি ঠাইলৈ তেওঁক বন্দী কৰি নিলে,
সেই ঠাইতে মৰিব, এই দেশ আৰু নেদেখিব।

১৩ যি জনে অধৰ্ম্মৰ দ্বাৰায় আপোনাৰ গৃহ, আৰু
অন্যায়ৰ দ্বাৰায় আপোনাৰ ওপৰ খোঁটালি
সাজে, যি জনে বেচ নিদিয়াকৈ আপোনাৰ চুবু-
ৰীয়াক বন্দীকাম কৰায়, আৰু তাৰ শ্ৰমৰ ফল
১৪ তাক নিদিয়ে, যি জনে নিজৰ নিমিত্তে এটা
ডাঙৰ ঘৰ, আৰু বহল ওপৰ খোঁটালি সাজোঁ
বুলি কয়, আৰু আপোনাৰ নিমিত্তে খিলিকি
দুৱাৰ কাটে, আৰু ভিতৰফালে ওপৰত এৰচ কাঠ
লগায়, আৰু সিন্দুৰ বৰণীয়া ৰং দিয়ে, তাৰ সন্তাপ
১৫ হব। এৰচ কাঠৰ কথাত জিকিবলৈ চেষ্টা কৰাৰ
কাৰণে জানো তুমি ৰাজত্ব কৰি থাকিবা? তোমাৰ
পিতৃয়ে জানো ভোজন পান কৰা আৰু বিচাৰ
ও ন্যায় সিদ্ধ কৰা নাছিল? তাতে তেওঁৰ মঙ্গল
১৬ হৈছিল। তেওঁ দুঃখী দৰিদ্ৰৰ বিচাৰ কৰাতে
তেওঁৰ মঙ্গল হৈছিল; যিহোৱাই কৈছে, মোক
১৭ জনাৰ প্ৰমাণ এয়ে নাছিল নে? কিন্তু তোমাৰ চকু
আৰু মন, আপোনাৰ লাভ বিচৰাত বাজে, আৰু
নিৰ্দ্দোষীৰ ৰক্তপাত কৰাত, আৰু তাক উপদ্ৰৱ ও
অত্যাচাৰ কৰাত বাজে আন একোতো নেলাগে।
১৮ এই হেতুকে যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহো-
য়াকীমৰ বিষয়ে যিহোৱাই এই ৰূপে কৈছে,
হায় হায় মোৰ ভাই, বা হায় হায় মোৰ ভনী,
এই বুলি লোকে তেওঁৰ বিষয়ে বিলাপ নকৰিব;
আৰু হায় হায় প্ৰভো, বা হায় হায় তেওঁৰ
১৯ গৌৰৱ, এনে বুলিও বিলাপ নকৰিব। লোকে
তেওঁক টানি নি যিৰূচালেমৰ দুৱাৰৰ বাহিৰে
দূৰত পেলাই দি গাধ পোতাৰ দৰে পুতিব।
২০ তুমি লিবানোনত উঠি চিঞৰা; আৰু বাচানত
বৰকৈ মাতা, আৰু অবাৰীমৰ পৰা চিঞৰা;
কিয়নো তোমাক প্ৰেম কৰোঁতা আটাইবিলাক
২১ বিনষ্ট হল। তোমাৰ মঙ্গলৰ সময়ত মই তোমাক
কৈছিলোঁ; কিন্তু তুমি, মই নুশুনো বুলি কলা।
তুমি যে মোৰ বাক্য পালন নকৰা, এয়ে লৰা
২২ কালৰে পৰা তোমাৰ দস্তুৰ। বতাহে তোমাৰ
মেৰ-ৰক্ষীয়াবিলাকক চলাই নিব, তোমাক প্ৰেম
কৰোঁতা আটাইবিলাক বন্দী-অবস্থালৈ যাব;
অৱশ্যে তেতিয়া তুমি আপোনাৰ আটাই দুষ্ট-
২৩ তাৰ নিমিত্তে লাজ পাবা আৰু বিবৰ্ণ হবা। এৰচ
কাঠৰ মাজত আপোনাৰ বাহ সজা হে লিবা-
নোনবাসিনি, যেতিয়া যাতনাই, প্ৰসৱকাৰিণীৰ
বেদনাৰ দৰে বেদনাই তোমাক আক্ৰমণ কৰিব,
তেতিয়া তুমি কিমান বেচীকৈ কৃপাৰ যোগ্য
২৪ হবা! যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ,
যিহূদাৰ ৰজা যিহোয়াকীমৰ পুত্ৰ কনিয়া মোৰ
সোঁ হাতত থকা মোহৰৰ নিচিনা হলেও, মই
২৫ তোমাক তাৰ পৰা থহাই পেলাম। আৰু মই
তোমাক তোমাৰ প্ৰাণ বিচৰাবোৰৰ হাতত, আৰু
তুমি ভয় কৰাবোৰৰ হাতত, এনে কি, বাবিলৰ
ৰজা নবুখদ্‌নেচৰৰ আৰু কল্‌দীয়াবিলাকৰ হাতত
২৬ সোধাই দিম। তোমাক, আৰু তোমাক জন্মোৱা
মাৰাক, তোমালোক নজন্মা আন দেশত পেলাই
২৭ দিম; সেই ঠাইতে তোমালোক মৰিবা। সি-
বিলাকৰ মনে যি দেশলৈ আহিবলৈ হাবিয়াহ
২৮ কৰে, সেই দেশলৈ সিবিলাক নুলটিব। এই পুৰুষ
কনিয়া ঘৃণিত ভগ্ন পাত্ৰ নে? ই অসন্তোষজনক
পাত্ৰ নে? ইয়াক আৰু ইয়াৰ বংশক কিয় বাহিৰ-
লৈ পেলোৱা হৈছে? ইবিলাকে নজনা দেশত
২৯ ইবিলাকক কিয় পেলোৱা হৈছে? হে পৃথিবি,
হে পৃথিবি, হে পৃথিবি, যিহোৱাৰ বাক্য শুনা।
৩০ যিহোৱাই এই ৰূপে কৈছে, তোমালোকে এই
মানুহ সন্তানহীন বুলি, ইয়াৰ দিনত উন্নতি
কৰিব নোৱৰা মানুহ বুলি লিখা; কিয়নো ইয়াৰ
বংশৰ কোনো মানুহ দায়ূদৰ সিংহাসনত বহি-
বলৈ, আৰু যিহূদাত শাসন কৰিবলৈ কৃতকাৰ্য্য
নহব।

**শাসনকৰ্ত্তা, ভাববাদী, আৰু পুৰোহিতবিলাকৰ বিৰুদ্ধে কোৱা বাক্য।**

২৩ যি ৰক্ষীয়াবোৰে মোৰ চৰণী ঠাইৰ জাকৰ
মেৰবোৰক নষ্ট আৰু ছিন্নভিন্ন কৰে, সিহঁতৰ
২ সন্তাপ হব, এয়ে যিহোৱাৰ বচন। এই হেতুকে
মোৰ প্ৰজাবিলাকক চৰাওঁতা মেৰ-ৰক্ষীয়াবোৰৰ
বিৰুদ্ধে ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই ৰূপে
কৈছে, তোমালোকে মোৰ মেৰজাকক গোট গোট
কৰিলা, সেইবোৰক খেদাই দিলা, আৰু সেই-
বোৰৰ বিচাৰ নললা; যিহোৱাই কৈছে, দেখা,
মই তোমালোকৰ কাৰ্য্যৰ দুষ্টতাৰ ফল তোমা-
৩ লোকক দিম। আৰু যি যি দেশলৈ মই মোৰ
জাকক খেদিলোঁ, তাৰ পৰা সিবিলাকৰ অৱশিষ্ট
ভাগ গোটাম, আৰু পুনৰায় সিবিলাকৰ গৰা-
ললৈ সিবিলাকক আনিম; তাতে সিবিলাক
৪ প্ৰজাবন্ত হৈ বহুবংশ হব। যি মেৰ-ৰক্ষীয়াবি-
লাকে সিবিলাকক চৰাব, মই সিবিলাকৰ ওপৰত
এনে ৰক্ষীয়াবিলাকক নিযুক্ত কৰিম; তেতিয়া
সিবিলাকে আৰু ভয় নকৰিব আৰু বিহ্বল নহব,
আৰু সিবিলাকৰ মাজৰ কোনো নাইকিয়া নহব,
ইয়াকে যিহোৱাই কৈছে।
৫ যিহোৱাই কৈছে, দেখা, যি সময়ত মই দায়ূদৰ
বংশত এক ধাৰ্ম্মিক গজালি উৎপন্ন কৰিম, এনে
কাল আহিছে; তেওঁ ৰজা হৈ ৰাজত্ব কৰিব,
জ্ঞানেৰে সৈতে কাৰ্য্য কৰিব, আৰু দেশত বিচাৰ
৬ ও ন্যায় সিদ্ধ কৰিব। তেওঁৰ কালত যিহূদাই
পৰিত্ৰাণ পাব, ইস্ৰায়েলে নিৰাপদে বাস কৰিব,
আৰু "যিহোৱাই আমাৰ ধাৰ্ম্মিকতা," এই
৭ নামেৰে তেওঁ প্ৰখ্যাত হব। এই হেতুকে, যিহো-
ৱাই কৈছে, দেখা, এনে কোনো দিন আহিছে, যে,

সেই দিনা লোকবিলাকে আৰু নকব, যে, যি
জনাই ইস্রায়েলৰ সন্তানবিলাকক মিচৰ দেশৰ
পৰা উলিয়াই আনিলে, সেই যিহোৱাৰ জীৱনৰ
৮ শপথ ; কিন্তু এনেকৈ কব, যে, যি জনাই ইস্রায়েল
বংশত জন্মা সন্তানবিলাকক উত্তৰ দেশৰ পৰা,
আৰু যি যি দেশলৈ ময় সিবিলাকক খেদি-
ছিলোঁ, সেই সকলো দেশৰ পৰা উলিয়াই চলাই
লৈ আহিলে, সেই যিহোৱাৰ জীৱনৰ শপথ :
আৰু সিবিলাকে আপোনাবিলাকৰ দেশত
নিবাস কৰিব।

৯ ভাববাদীবোৰৰ বিষয়। মোৰ অন্তৰত মোৰ
হৃদয় ভগ্ন হল, আৰু মোৰ আটাই হাড়বোৰ
কঁপিছে ; যিহোৱাৰ কাৰণে আৰু তেওঁৰ পবিত্ৰ
বাক্যৰ কাৰণে ময় মতলীয়া লোকৰ নিচিনা,
এনে কি, দ্ৰাক্ষাৰসে পৰাজয় কৰা মানুহৰ নিচিনা
১০ হলোঁ। কিয়নো দেশ ব্যভিচাৰী লোকেৰে পৰি-
পূৰ্ণ; কাৰণ শাওৰ প্ৰভাৱত দেশে শোক কৰিছে,
অৰণ্যত থকা চৰণী ঠাইবোৰ শুকাইছে ; সি-
বিলাকৰ গতি মন্দ, আৰু সিবিলাকৰ পৰাক্ৰম
১১ ন্যায়সঙ্গত নহয়। কিয়নো ভাববাদী আৰু পুৰো-
হিত দুয়ো অপবিত্ৰ ; যিহোৱাই কৈছে, মোৰ
১২ গৃহতেই ময় সিহঁতৰ দুষ্টতা পালোঁ। এই
কাৰণে সিহঁতৰ পথ সিহঁতৰ নিমিত্তে অন্ধ-
কাৰত থকা পিছল ঠাইৰ নিচিনা হব ; সিহঁতে
খেদা খাই তাৰ মাজত পতিত হব ; কিয়নো,
যিহোৱাই কৈছে, ময় সিহঁতৰ ওপৰত অমঙ্গল
ঘটাম, এনে কি, সিহঁতক দণ্ড দিয়া বছৰ
১৩ উপস্থিত কৰিম। ময় চমৰিয়াৰ ভাববাদী-
বোৰৰ মাজত অজ্ঞানতাৰ কাৰ্য্য দেখিলোঁ ;
সিহঁতে বালৰ নামেৰে ভাববাণী প্ৰচাৰ কৰি
১৪ মোৰ প্ৰজা ইস্রায়েল লোকক ভুলালে। ময়
যিৰূচালেমৰ ভাববাদীবোৰৰ মাজতো নোম
শিয়ৰি যোৱা এটা কাৰ্য্য দেখিলোঁ ; সিহঁতে
পৰস্ত্ৰীগমন কৰে, মিছাত চলে, আৰু সিহঁতে
কুকৰ্ম্মীহঁতৰ হাত এনেকৈ সবল কৰে, যে, সিহঁ-
তৰ কোনেও আপোন দুষ্টতাৰ পৰা নোলটে ;
সিহঁত সকলোৱেই মোৰ আগত চদোমৰ
নিচিনা, আৰু তাৰ নিবাসীবোৰ ঘমোৰাৰ
সদৃশ।

১৫ এই হেতুকে বাহিনীবিলাকৰ যিহোৱাই সেই
ভাববাদীবোৰৰ বিষয়ে এই কথা কৈছে, দেখা,
ময় সিহঁতক নাগদানা ভোজন কৰাম, আৰু
বিহ গছৰ ৰস পান কৰাম; কিয়নো যিৰূচালেমৰ
ভাববাদীবোৰৰ পৰা অপবিত্ৰতা ওলাই গোটেই
১৬ দেশত ব্যাপিল। বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, তোমালোকৰ আগত ভাববাণী
প্ৰচাৰ কৰোঁতা ভাববাদীবোৰৰ বাক্য নুশু-
নিবা ; সিহঁতে তোমালোকক অসাৰতা শিকায়,
আৰু যিহোৱাৰ মুখৰ পৰা নোহোৱা আপোন
১৭ আপোন মনৰ দৰ্শনৰ কথা কয়। মোক হেয়জ্ঞান
কৰোঁতাহঁতৰ আগত সিহঁতে সদায় কৈ থাকে,
যে, যিহোৱাই কৈছে, তোমালোকে শান্তি পাবা;
আৰু সিহঁতে আপোন আপোন মনৰ কঠিনতা
অনুসাৰে চলোঁতা আটাইবোৰৰ আগত কয়,
১৮ তোমালোকলৈ অমঙ্গল নঘটিব। কাৰণ, কোনে
যিহোৱাৰ সভাত থিয় হৈছে, যে, সি নিজ চকুৰে
চাই তেওঁৰ বাক্য শুনিব ? কোনে তেওঁৰ বাক্যত
১৯ কাণ পাতি তাক শুনিবলৈ পালে ? সোৱা, দেখা,
যিহোৱাৰ প্ৰচণ্ড ক্ৰোধৰূপ ধুমুহা, এনে কি, প্ৰবল
বামাৰলি বতাহ আহিছে ; সেয়ে দুষ্টবোৰৰ
২০ মূৰত কোবেৰে লাগিব। যিহোৱাই কাৰ্য্য সমাপ্ত
নকৰালৈকে, আৰু আপোন মনৰ অভিপ্ৰায়
সিদ্ধ নকৰালৈকে তেওঁৰ ক্ৰোধ নেথামিব ; তোমা-
২১ লোকে শেষকালত তাক সম্পূৰ্ণকৈ বুজিবা। ময়
এই ভাববাদীবোৰক পঠোৱা নাই, তথাপি
সিহঁতে নিজে নিজেই লৰিলে ; ময় সিহঁতক
কোৱা নাই, তথাপি সিহঁতে নিজে নিজেই ভাব-
২২ বাণী প্ৰচাৰ কৰিলে। কিন্তু সিহঁত মোৰ সভাত
থিয় হোৱা হলে, মোৰ প্ৰজাবিলাকক মোৰ বাক্য
শুনালেহেঁতেন, আৰু সিবিলাকৰ কুপথ ও কুকৰ্ম্মৰ
২৩ পৰা সিবিলাকক ওলোটালেহেঁতেন। যিহো-
ৱাই কৈছে, ময় জানো ওচৰত থকাহে ঈশ্বৰ !
২৪ দূৰত থকাও ঈশ্বৰ নহওঁ জানো ? যিহো-
ৱাই কৈছে, ময় দেখা নোপোৱাকৈ কোনো
মানুহ জানো গুপুতে লুকাই থাকিব পাৰে ?
যিহোৱাই কৈছে, ময় জানো স্বৰ্গ আৰু পৃথিবী
২৫ ব্যাপি নেথাকোঁ ? ময় সপোন দেখিলোঁ, ময়
সপোন দেখিলোঁ, এই বুলি কৈ মোৰ নামেৰে
মিছা ভাববাণী প্ৰচাৰ কৰোঁতা ভাববাদীবোৰে
২৬ কোৱা কথা ময় শুনিলোঁ। মিছা ভাববাণী প্ৰচাৰ
কৰোঁতা ভাববাদীবোৰৰ, এনে কি, আপোন
আপোন মনৰ কপটতা প্ৰকাশ কৰোঁতা ভাব-
বাদীবোৰৰ অন্তৰত এয়ে কিমান কাল থাকিব ?
২৭ সিহঁতৰ পূৰ্ব্বপুৰুষবোৰে বালত আসক্ত
হৈ মোৰ নাম পাহৰা নিচিনাকৈ সিহঁতে
আপোন আপোন ওচৰচুবুৰীয়াৰ আগত কোৱা
সপোনৰ দ্বাৰায় মোৰ প্ৰজাবিলাকক মোৰ নাম
২৮ পাহৰাবলৈ খুজিছে। সপোন দেখা ভাববাদীয়ে
সপোনৰ কথা কওক, আৰু মোৰ বাক্য পোৱা
জনে মোৰ বাক্য বিশ্বাসেৰে কওক ; যিহোৱাই
২৯ কৈছে, ধানৰ মানত খেৰ কি ? যিহোৱাই কৈছে,
মোৰ বাক্য অগ্নিস্বৰূপ নহয় নে ? আৰু শিল
টুকুৰাটুকুৰি কৰা হাতুড়িৰ নিচিনা নহয় নে ?

৩০ এই হেতুকে, যিহোৱাই কৈছে, দেখা, আপোন
আপোন ওচৰচুবুৰীয়াৰ পৰা মোৰ বাক্য চুৰ
৩১ কৰা ভাববাদীবোৰৰ ময় বিপক্ষ। যিহোৱাই

কৈছে, দেখা, যি ভাববাদীবোৰে আপোন
আপোন জিবা ব্যৱহাৰ কৰি, তেওঁ কৈছে বুলি
৩২ কয়, ময় সেই ভাববাদীবোৰৰ বিপক্ষ। যিহো-
ৱাই কৈছে, দেখা, যি ভাববাদীবোৰে নানা
মিছা সপোন প্ৰচাৰ কৰে, আৰু সেইবোৰ কৈ
সিহঁতৰ মিছা কথা আৰু অনৰ্থক অহঙ্কাৰৰ
দ্বাৰায় মোৰ প্ৰজাবিলাকক ভ্ৰান্ত কৰে, সেই
ভাববাদীবোৰৰ ময় বিপক্ষ; কিয়নো ময় সিহঁ-
তক পঠোৱা কি আজ্ঞা দিয়া নাছিলোঁ; এই
হেতুকে সিহঁতে এই প্ৰজাবিলাকক সমুলি উপ-
৩৩ কাৰ নকৰিব, ইয়াক যিহোৱাই কৈছে। আৰু
যেতিয়া এই প্ৰজাবিলাকে, বা ভাববাদীয়ে, বা
পুৰোহিতে তোমাক সুধিব, যিহোৱাৰ ভাৰবাক্য
কি? তেতিয়া তুমি সিবিলাকক কবা, ভাৰবাক্য
কি! যিহোৱাই কৈছে, ময় তোমালোকক দূৰ
৩৪ কৰি দিম। যি ভাববাদী, পুৰোহিত, কি প্ৰজাই
"যিহোৱাৰ ভাৰবাক্য" এই বুলি কব, ময় সেই
৩৫ মানুহক আৰু তাৰ বংশক দণ্ড দিম। তোমালোক
প্ৰতিজনে আপোন আপোন ওচৰচুবুৰীয়াক আৰু
আপোন আপোন ভাইক এই কথা কবা, যিহো-
ৱাই কি উত্তৰ দিলে? বা যিহোৱাই কি কলে?
৩৬ "যিহোৱাৰ ভাৰবাক্য" এই বুলি তোমালোকে
আৰু উল্লেখ নকৰিবা; কাৰণ প্ৰতিজনৰ নিজ
বাক্যেই তালৈ ভাৰস্বৰূপ হব, কিয়নো তোমা-
লোকে জীৱন্ত ঈশ্বৰৰ, আমাৰ ঈশ্বৰ বাহিনী-
বিলাকৰ যিহোৱাৰ বাক্য বিপৰীত কৰিছা।
৩৭ তুমি ভাববাদীক এই ৰূপে কবা, যিহোৱাই
তোমাক কি উত্তৰ দিলে? বা যিহোৱাই কি
৩৮ কলে? কিন্তু "যিহোৱাৰ ভাৰবাক্য" এই বুলি
যদি তোমালোকে কোৱা, তেন্তে অৱশ্যে যিহো-
ৱাই এই ৰূপে কব, "যিহোৱাৰ ভাৰবাক্য" এই
বুলি নকবৰ নিমিত্তে কৈ পঠোৱাতো "যিহো-
ৱাৰ ভাৰবাক্য" এই বুলি কোৱা বাবে, দেখা,
৩৯ ময় তোমালোকক নিচেইকৈ পাহৰিম, আৰু
ময় তোমালোকক আৰু তোমালোকৰ পূৰ্ব্ব-
পুৰুষবিলাকক দিয়া এই নগৰখন মোৰ দৃষ্টিৰ
৪০ পৰা দলিয়াই পেলাম, আৰু পাহৰিব নোৱৰা
চিৰকলীয়া দুৰ্নাম আৰু সৰ্ব্বদায় থকা লাজ
তোমালোকলৈ ঘটাম।

ডিমৰুৰে ভৰা দুটা পাচিৰ উপমা।

২৪ বাবিলৰ ৰজা নবুখদ্‌ৰেচৰে যিৰূচালেমৰ
পৰা কমাৰ, বাঢ়ৈ আদি শিল্পকাৰীয়ে
সৈতে যিহোয়াকীমৰ পুত্ৰ যিহূদাৰ ৰজা যক-
নিয়াক, আৰু যিহূদাৰ প্ৰধান লোকবিলাকক
বাবিললৈ বন্দী কৰি নিয়াৰ পাছত, যিহোৱাৰ
মন্দিৰৰ আগত থোৱা ডিমৰু গুটীৰ দুটা পাচি
২ যিহোৱাই মোক দেখুৱাইছিল। এটা পাচিত
প্ৰথমে পকা ডিমৰু গুটীৰ নিচিনা অতি উত্তম
ডিমৰু গুটী আছিল, আৰু আন পাচিত বেয়াৰ
নিমিত্তে খাব নোৱৰা অতি বেয়া ডিমৰু গুটী
৩ আছিল। তেতিয়া যিহোৱাই মোক সুধিলে, হে
যিৰিমিয়া, কি দেখিছা? তাতে ময় কলোঁ, ডিমৰু
গুটী; তাৰ মাজত ভাল অতি উত্তম, আৰু বেয়া
ইমান বেয়া, যে, বেয়াৰ নিমিত্তে খাব নোৱাৰে।
৪ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
৫ বোলে, ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই ৰূপে
কৈছে, এই ঠাইৰ পৰা কল্‌দীয়াহঁতৰ দেশলৈ
ময় বন্দী কৰাই পঠোৱা যিহূদাৰ লোকবিলাকক
ময় এই উত্তম ডিমৰু গুটীৰ নিচিনাকৈ মঙ্গলৰ
৬ অৰ্থে সুদৃষ্টি কৰিম। কিয়নো ময় সিবিলাকৰ
মঙ্গলৰ অৰ্থে সিবিলাকৰ ওপৰত মোৰ চকু
ৰাখিম, আৰু ময় সিবিলাকক পুনৰায় এই দেশ-
লৈ আনিম, আৰু সিবিলাকক স্থাপন কৰিম,
৭ নেভাঙিম; ৰোপণ কৰিম, নুঘালিম। আৰু ময়
যে যিহোৱা, ইয়াক জানিবৰ মন ময় সিবিলাকক
দিম; আৰু সিবিলাক মোৰ প্ৰজা হব, আৰু ময়
সিবিলাকৰ ঈশ্বৰ হম; কিয়নো সিবিলাকে
৮ সমস্ত মনেৰে মোলৈ উলটি আহিব। আৰু যিহূ-
দাৰ ৰজা চিদিকিয়াক, তেওঁৰ প্ৰধান লোক-
বিলাকক, আৰু এই দেশত বাকী থকা যিৰূ-
চালেমৰ অৱশিষ্ট ভাগক, আৰু মিচৰ দেশত
প্ৰবাস কৰা লোকবোৰক, বেয়াৰ নিমিত্তে খাব
নোৱৰা সেই বেয়া ডিমৰু গুটীৰ নিচিনাকৈ ময়
ত্যাগ কৰিম, ইয়াক যিহোৱাই নিশ্চয়কৈ কৈছে;
৯ এনে কি, অমঙ্গলৰ অৰ্থে ময় সিবিলাকক পৃথি-
বীৰ সকলো ৰাজ্যত ত্ৰাসৰ বিষয় হবলৈ, আৰু
যি যি ঠাইলৈ সিবিলাকক খেদিম, সেই
সকলো ঠাইত সিবিলাকক অপমান, দৃষ্টান্ত,
১০ বিদ্ৰূপ, আৰু শাওৰ বিষয় হবলৈ দিম। আৰু
ময় সিবিলাকক আৰু সিবিলাকৰ পূৰ্ব্বপুৰুষ-
বিলাকক দিয়া দেশৰ পৰা সিবিলাক উচ্ছন্ন
নোহোৱালৈকে, সিবিলাকৰ মাজলৈ তৰোৱাল,
আকাল, আৰু মহামাৰী পঠাই থাকিম।

যিহূদীবিলাকৰ বন্দীত্ব, আৰু জাতিবিলাকৰ
দণ্ড।

২৫ যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়াকী-
মৰ ৰাজত্বৰ চতুৰ্থ বছৰত বাবিলৰ নবু-
খদ্‌ৰেচৰ ৰজাৰ ৰাজত্বৰ প্ৰথম বছৰত যিহূদাৰ
আটাই লোকৰ বিষয়ে যিহোৱাৰ পৰা যিৰি-
২ মিয়ালৈ অহা বাক্য। যিৰিমিয়া ভাববাদীয়ে
যিহূদাৰ সকলো লোকৰ, আৰু যিৰূচালেম-
নিবাসী আটাইবিলাকৰ আগত সেই বাক্য
৩ প্ৰচাৰ কৰি কলে, আমোনৰ পুত্ৰ যিহূদাৰ ৰজা
যোচিয়াৰ ৰাজত্বৰ ত্ৰয়োদশ বছৰৰে পৰা আজি-

লৈকে এই তেইশ বছৰ যিহোৱাৰ বাক্য মোৰ
ওচৰলৈ আহি আছে, আৰু ময় প্ৰতিপ্ৰভাতে
উঠি তোমালোকক তাক কৈ আছোঁ; কিন্তু
৪ তোমালোকে কাণ দিয়া নাই। যিহোৱাই প্ৰতি-
প্ৰভাতে উঠি আপোন দাস ভাববাদীবিলাকক
তোমালোকৰ ওচৰলৈ পঠাই আছে, কিন্তু তোমা-
লোকে শুনা নাই, আৰু শুনিবলৈ কাণো পতা
৫ নাই। সিবিলাকে কলে, বিনয় কৰোঁ, তোমা-
লোক প্ৰতিজনে আপোন আপোন কুপথৰ পৰা
আৰু আপোন আপোন দুষ্টতাৰ পৰা ঘুৰা, আৰু
যিহোৱাই তোমালোকক আৰু তোমালোকৰ
পূৰ্ব্বপুৰুষবিলাকক দিয়া দেশত যুগে যুগে অনন্ত
৬ কাললৈকে বাস কৰা। আৰু ইতৰ দেৱতাবোৰক
সেৱাপূজা আৰু সেইবোৰৰ আগত প্ৰণিপাত
কৰিবলৈ সেইবোৰৰ অনুগামী নহবা, আৰু
তোমালোকৰ হাতে কৰা কাৰ্য্যৰ দ্বাৰায় মোক
বেজাৰ নিদিবা; তাতে ময় তোমালোকৰ কোনো
৭ অপকাৰ নকৰিম। তথাপি, যিহোৱাই কৈছে,
তোমালোকে নিজৰ নিজৰ অপকাৰৰ অৰ্থে
আপোনাবিলাকৰ হাতে কৰা কাৰ্য্যৰ দ্বাৰায় মোক
৮ বেজাৰ দিবলৈ মোলৈ কাণ দিয়া নাই। এই
হেতুকে বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে
কৈছে, দেখা, তোমালোকে মোৰ বাক্য নুশুনা
৯ বাবে, ময় মানুহ পঠাই উত্তৰ দিশত থকা আটাই
গোষ্ঠীক আনিম, ইয়াক যিহোৱাই কৈছে; ময়
মোৰ দাস বাবিলৰ নবূখদ্‌ৰেচৰ ৰজাৰ ওচৰলৈ
মানুহ পঠাই এই দেশৰ, ইয়াৰ নিবাসীবিলাকৰ,
আৰু চাৰিওফালে থকা এই আটাইবোৰ জাতিৰ
বিৰুদ্ধে সিহঁতক আনিম; আৰু ময় ইবিলাকক
নিঃশেষে বিনষ্ট কৰিম, আৰু ময় ইবিলাকক
আশ্চৰ্য্যৰ ও ইচ ইচ কৰাৰ বিষয় আৰু ইবি-
১০ লাকৰ ঠাই চিৰকলীয়া ধ্বংসস্থান কৰিম। ইয়াৰ
বাহিৰে ময় ইবিলাকৰ পৰা উল্লাসৰ ধ্বনি,
আনন্দৰ ধ্বনি, দৰা কন্যাৰ ধ্বনি, যাঁতৰ শবদ
১১ আৰু চাকিৰ পোহৰ নাইকিয়া কৰিম। তাতে
এই গোটেই দেশ ধ্বংস আৰু আশ্চৰ্য্যৰ ঠাই
হব, আৰু এই জাতিবিলাকে সত্তৰ বছৰলৈকে
১২ বাবিলৰ ৰজাৰ বন্দীকাম কৰিব। যিহোৱাই আৰু
কৈছে, সেই সত্তৰ বছৰ পূৰ হলে, ময় বাবিলৰ
ৰজাক, আৰু সেই জাতিক, আৰু কল্দীয়াবিলা-
কৰ দেশক সিহঁতৰ অপৰাধৰ নিমিত্তে দণ্ড দিম;
আৰু ময় তাক চিৰকালৰ নিমিত্তে ধ্বংসস্থান
১৩ কৰিম। আৰু ময় সেই দেশৰ বিৰুদ্ধে কোৱা
মোৰ সকলো বাক্য, এনে কি, যিৰিমিয়াই সকলো
জাতিৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা এই পুথী-
খনিত লিখা সকলোকে সেই দেশলৈ ঘটাম।
১৪ কিয়নো অনেক জাতি আৰু মহান ৰজাবিলাকে
সিহঁতক বন্দীকাম কৰাব; আৰু ময় সিহঁতৰ কৰ্ম্ম
আৰু সিহঁতৰ হাতৰ কাৰ্য্য অনুসাৰে সিহঁতক
প্ৰতিফল দিম।
১৫ কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই মোক
এই ৰূপে কৈছে, তুমি মোৰ ক্ৰোধস্বৰূপ এই
দ্ৰাক্ষাৰসৰ পানপাত্ৰ মোৰ হাতৰ পৰা লোৱা,
আৰু যি যি জাতিৰ ওচৰলৈ ময় তোমাক পঠাওঁ,
তুমি গৈ সেই সেই জাতিক ইয়াক পান কৰোৱা।
১৬ সিহঁতে পান কৰি চলংপলং কৰিব, আৰু ময়
সিহঁতৰ মাজলৈ যি তৰোৱাল পঠাম, তাৰ
১৭ কাৰণে সিহঁত পগলা যেন হব। তেতিয়া ময়
যিহোৱাৰ হাতৰ পৰা সেই পানপাত্ৰ লৈ,
যিহোৱাই যিবোৰ জাতিৰ ওচৰলৈ মোক
১৮ পঠালে, সিহঁতক পান কৰালোঁ, অৰ্থাৎ আজিৰ
দিনাকৈ সিহঁতক ধ্বংসস্থান, আশ্চৰ্য্য, ইচ
ইচ, আৰু শাওৰ বিষয় কৰিবলৈ যিৰূচালেমক,
যিহূদাৰ নগৰবোৰক, তাৰ ৰজাবিলাকক,
আৰু তাৰ প্ৰধান লোকবিলাকক পান
১৯ কৰালোঁ; আৰু মিচৰৰ ৰজা ফৰৌণক আৰু
তেওঁৰ মন্ত্ৰীবিলাকক, তেওঁৰ প্ৰধান লোক-
২০ বিলাকক, তেওঁৰ সকলো প্ৰজাক, মিশ্ৰিত জাতি-
সমূহক, উচ দেশৰ সকলো ৰজাক, পলেষ্টীয়া-
বিলাকৰ আটাই ৰজাক বিশেষকৈ অস্কিলোন,
ঘচা, ইক্ৰোণ, আৰু অচ্‌দোদৰ অৱশিষ্ট ভাগক,
২১ ইদোম, মোৱাব, আৰু অম্মোনৰ সন্তানবিলাকক,
২২ তূৰৰ সকলো ৰজাক, চীদোনৰ সকলো ৰজাক,
সমুদ্ৰৰ সিপাৰে থকা দ্বীপৰ সকলো ৰজাক,
২৩ দদান, তেমা, বুজ, আৰু কুমৰ ওৰিত দাঁড়ি চুলি
২৪ কটা সকলোকে, আৰবৰ সকলো ৰজাক, অৰণ্য-
২৫ নিবাসী মিশ্ৰিত জাতিৰ সকলো ৰজাক, জিম্ৰীৰ
সকলো ৰজাক, এলমৰ সকলো ৰজাক, মাদীয়া-
২৬ বিলাকৰ সকলো ৰজাক, প্ৰভেদ নৰখাকৈ উত্তৰ
দেশৰ ওচৰত কি দূৰত থকা সকলো ৰজাক,
পৃথিবীৰ ওপৰত থকা জগতৰ সকলো ৰাজ্যক
পান কৰালোঁ; আৰু চেচকৰ ৰজাই সিহঁতৰ
২৭ পাছত পান কৰিব। আৰু তুমি সিহঁতক এই
কথা কবা, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, তোমালোকে পান
কৰি মতলীয়া হৈ বঁতিওৱা, আৰু তোমালোকৰ
মাজলৈ ময় যি তৰোৱাল পঠাম, তাৰ কাৰণে
২৮ পতিত হোৱা, আৰু নুঠিবা। আৰু যদি সিহঁতে
পান কৰিবলৈ তোমাৰ হাতৰ পৰা পানপাত্ৰটি
লবলৈ অস্বীকাৰ কৰে, তেতিয়া সিহঁতক কবা,
বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে,
তোমালোকে অৱশ্যে পান কৰিবই লাগে।
২৯ কাৰণ, দেখা, মোৰ নামেৰে প্ৰখ্যাত হোৱা নগৰ-
খনতেই অমঙ্গল কৰিবলৈ ধৰিছোঁ, এনে স্থলত
তোমালোকে একেবাৰে দণ্ড নোপোৱাকৈ থাকিবা
নে? তোমালোকে দণ্ড নোপোৱাকৈ নেথাকিবা;

কিয়নো, বাহিনীবিলাকৰ যিহোৱাই কৈছে,
মই পৃথিবীনিবাসী সকলোৱে অহিতে তৰোৱাল
৩০ মাতিম। এই হেতুকে তুমি সিহঁতৰ বিৰুদ্ধে এই
সকলো ভাববাণী প্ৰচাৰ কৰা, আৰু সিহঁতক
কোৱা, যিহোৱাই উচ্চস্থানৰ পৰা গৰ্জ্জন কৰিব,
আৰু তেওঁ আপোনাৰ পবিত্ৰ নিবাসৰ পৰা উচ্চ-
ধ্বনি শুনাব, তেওঁৰ মেৰ চৰোৱা ঠাইৰ বিৰুদ্ধে
বৰকৈ গৰ্জ্জিব, আৰু পৃথিবীনিবাসী সকলোৱে
বিৰুদ্ধে দ্ৰাক্ষাগুটী গচকোঁতাবিলাকৰ নিচিনাকৈ
৩১ উচ্চধ্বনি কৰিব। পৃথিবীৰ সীমালৈকে ধ্বনিয়ে
ব্যাপিব; কিয়নো জাতিবিলাকে সৈতে যিহো-
ৱাৰ বিবাদ আছে, তেওঁ মৰ্ত্ত্যবিলাকে সৈতে
প্ৰতিবাদ কৰিব; দুষ্টইঁতক হলে, তেওঁ তৰো-
ৱালত সোধাই দিব, এয়ে যিহোৱাৰ বচন।
৩২ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে কৈছে,
দেখা, এক জাতিৰ পৰা আন জাতিলৈ অমঙ্গল
ওলাব, আৰু পৃথিবীৰ অন্ত ভাগৰ পৰা বৰ
৩৩ ধুমুহা আহিব। সেই দিনা পৃথিবীৰ ইমূৰৰ পৰা
সিমূৰলৈ যিহোৱাৰ হত লোক হব; কোনেও
সিহঁতৰ নিমিত্তে বিলাপ নকৰিব, আৰু সিহঁতক
গোটোৱা কি পোতা নহব; সিহঁত মাটীৰ ওপৰত
৩৪ সাৰস্বৰূপ হব। হে মেৰ-ৰক্ষীয়াবিলাক, তোমা-
লোকে হাহাকাৰ আৰু কাতৰোক্তি কৰা; আৰু
হে মেৰৰ জাকৰ প্ৰধানবিলাক, তোমালোক
ছাইত বাগৰা। কিয়নো তোমালোকৰ হত্যাৰ
দিন আহি পৰিল; মই তোমালোকক ছিন্নভিন্ন
কৰিম, তাতে তোমালোক মনোহৰ পাত্ৰৰ দৰে
৩৫ পতিত হবা। মেৰ-ৰক্ষীয়াবিলাকে পলাবলৈ, বা
মেৰৰ জাকৰ প্ৰধানবিলাকে ৰক্ষা পাবলৈ বাট
৩৬ নেপাব। মেৰ-ৰক্ষীয়াবিলাকৰ কাতৰোক্তি, আৰু
মেৰৰ জাকৰ প্ৰধানবিলাকৰ হাহাকাৰৰ শবদ
শুনা গৈছে; কিয়নো যিহোৱাই সিবিলাকৰ
৩৭ চৰণী ঠাই উচ্ছন্ন কৰিছে। আৰু যিহোৱাৰ প্ৰচণ্ড
ক্ৰোধৰ কাৰণে শান্তিপূৰ্ণ মেৰৰ গঁড়ালবোৰ নিস্তব্ধ
৩৮ হল। তেওঁ সিংহৰ নিচিনাকৈ আপোনাৰ গহ্বৰ
এৰি আহিছে; কিয়নো অত্যাচাৰকাৰী তৰো-
ৱালৰ ভয়ানকতা আৰু তেওঁৰ প্ৰচণ্ড ক্ৰোধৰ কাৰণে
সিবিলাকৰ দেশ আশ্চৰিতৰ বিষয় হৈছে।

যিৰিমিয়াই মৰণত পড়া।

২৬ যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়াকী-
মৰ ৰাজত্বৰ আৰম্ভণত যিহোৱাৰ পৰা এই
২ বাক্য আহিল, বোলে, যিহোৱাই এই ৰূপে
কৈছে, তুমি যিহোৱাৰ গৃহৰ চোতালত থিয়
হোৱা, আৰু যিহোৱাৰ গৃহত প্ৰণিপাত কৰিবৰ
অৰ্থে অহা যিহূদাৰ সকলো নগৰৰ লোক-
বিলাকক, মই সিবিলাকক কবলৈ তোমাক আজ্ঞা
দিয়া সকলো বাক্য কোৱা, এটা কথাও নোকোৱা-
৩ কৈ নেথাকিবা। কিজানি সিবিলাকে শুনি
আপোন আপোন কুপথৰ পৰা উলটিব; সেয়ে
হলে, সিবিলাকৰ দুষ্টতাৰ নিমিত্তে মই সিবিলা-
৪ কলৈ কৰিব খোজা অমঙ্গলৰ পৰা থামিম। তুমি
সিবিলাকক কোৱা, যিহোৱাই এই কথা কৈছে,
যি ভাববাদীবিলাকক মই প্ৰভাতে উঠি তোমা-
লোকৰ ওচৰলৈ পঠাই থাকোঁ, কিন্তু তোমালোকে
৫ নুশুনা, মোৰ দাস সেই ভাববাদীবিলাকৰ বাক্য
শুনিবলৈ, তোমালোকৰ আগত মই স্থাপন কৰা
মোৰ ব্যৱস্থামতে চলিবলৈ, যদি তোমালোকে
৬ মোলৈ কাণ নিদিয়া, তেন্তে হলে মই এই গৃহক
চীলোৰ নিচিনা কৰিম, আৰু এই নগৰক পৃথিবীৰ
৭ আটাই জাতিৰ শাওৰ বিষয় কৰিম। যেতিয়া
যিৰিমিয়াই যিহোৱাৰ গৃহত এই সকলো বাক্য
কলে, তেতিয়া পুৰোহিত, ভাববাদী, আৰু আটাই
৮ প্ৰজাবিলাকে শুনিলে। আৰু যিৰিমিয়াই সকলো
লোকৰ আগত, যিহোৱাই আজ্ঞা কৰা সকলো
কথা কৈ এটোৱাৰ পাছে, পুৰোহিত, ভাববাদী,
আৰু আটাই প্ৰজাবিলাকে তেওঁক ধৰি কলে, তুমি
৯ নিশ্চয়ে মৰিবা; এই গৃহ চীলোৰ নিচিনা হব,
আৰু এই নগৰ উচ্ছন্ন নিবাসীশূন্য হব বুলি কৈ
তুমি যিহোৱাৰ নামেৰে কিয় ভাববাণী প্ৰচাৰ
কৰিছা? আৰু সকলো প্ৰজাই যিহোৱাৰ গৃহত
যিৰিমিয়াৰ আগত গোট খালে।
১০ তেতিয়া যিহূদাৰ প্ৰধান লোকবিলাকে এই কথা
শুনি ৰাজগৃহৰ পৰা যিহোৱাৰ গৃহলৈ আহিল,
আৰু সিবিলাক যিহোৱাৰ গৃহত নতুন দুৱাৰৰ
১১ সোমোৱা ঠাইত বহিল। পাছে পুৰোহিত আৰু
ভাববাদীবিলাকে প্ৰধান লোকবিলাকৰ আৰু
আটাই প্ৰজাবিলাকৰ আগত কলে, এই মানুহ
প্ৰাণদণ্ডৰ যোগ্য; কিয়নো ই এই নগৰৰ বিৰুদ্ধে
ভাববাণী প্ৰচাৰ কৰিলে, তাক তোমালোকে নিজ
১২ কাণে শুনিলা। তেতিয়া যিৰিমিয়াই সকলো
প্ৰধান লোক আৰু আটাই প্ৰজাৰ আগত কলে,
এই গৃহ আৰু নগৰৰ বিৰুদ্ধে তোমালোকে শুনা
আটাইবোৰ ভাববাণী প্ৰচাৰ কৰিবলৈ যিহো-
১৩ ৱাই মোক পঠালে। এই হেতুকে এতিয়া তোমা-
লোকে আপোন আপোন আচৰণ আৰু কৰ্ম্ম শুদ্ধ
কৰা, আৰু আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ
বাক্য পালন কৰা; তাতে যিহোৱাই তোমালোকৰ
১৪ অহিতে কৰিব খোজা অমঙ্গলৰ পৰা থামিব। কিন্তু
দেখা, মই হলে তোমালোকৰ হাতত আছোঁ;
তোমালোকৰ দৃষ্টিত যি ভাল আৰু ন্যায্য, তাকে
১৫ মোলৈ কৰা। কেৱল তোমালোকে নিশ্চয়ে
জানিবা, যে, যদি তোমালোকে মোক বধ কৰা,
তেন্তে তোমালোকৰ নিজৰ নিজৰ, এই নগৰৰ,
আৰু ইয়াৰ নিবাসীবিলাকৰ ওপৰত নিৰ্দ্দোষীৰ
ৰক্তপাতৰ দোষ বৰ্ত্তাবা; কিয়নো যথাৰ্থেই সেই

সকলো কথা তোমালোকৰ কাণত কবলৈ যিহো-
১৬ ৱাই মোক তোমালোকৰ ওচৰলৈ পঠালে। তেতিয়া
প্ৰধান লোকবিলাক আৰু আটাই প্ৰজাই পুৰো-
হিত আৰু ভাববাদীবিলাকক কলে, এই মানুহ
প্ৰাণদণ্ডৰ যোগ্য নহয় ; কিয়নো এওঁ আমাৰ
ঈশ্বৰ যিহোৱাৰ নামেৰে আমাক কথা কলে।
১৭ তাৰ পাছত দেশৰ বৃদ্ধবিলাকৰ মাজৰ কেইজনমানে
উঠি প্ৰজাবিলাকৰ গোটেই সমাজক কলে, যিহু-
১৮ দাৰ হিষ্কিয়া ৰজাৰ ৰাজত্বৰ কালত মোৰেষ্টীয়া
মীখায়াই ভাববাণী প্ৰচাৰ কৰিছিল, তেওঁ যিহু-
দাৰ আটাই লোকক কৈছিল, বাহিনীবিলাকৰ
যিহোৱাই এই ৰূপে কৈছে, চিয়োনক পথাৰৰ
নিচিনাকৈ চহোৱা হব, যিৰূচালেম ভগ্নৰাশি
হব, আৰু গৃহটো থকা পৰ্ব্বতটো কাঠনীৰ ওখ
১৯ ঠাইবোৰৰ নিচিনা হব। কোৱাচোন, যিহুদাৰ
হিষ্কিয়া ৰজাই আৰু গোটেই যিহুদাই জানো
তেওঁক বধ কৰিছিল ? হিষ্কিয়াই জানো যিহো-
ৱালৈ ভয় কৰা নাছিল ? আৰু তেওঁ জানো
যিহোৱাৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰা নাছিল ? তাতে
যিহোৱাই সিবিলাকলৈ কৰিব খোজা অমঙ্গলৰ
পৰা জানো নেথামিল ? তোমালোকে কোৱোৰ দৰে
কৰিলে, আমি আপোন আপোন প্ৰাণৰ অহিতে
২০ মহা-অমঙ্গল ঘটাম। যিহোৱাৰ নামেৰে ভাব-
বাণী প্ৰচাৰ কৰা আৰু এজন লোক আছিল,
তেওঁ কিৰিয়থ-যিয়াৰীমনিবাসী চময়িয়াৰ পুত্ৰ
উৰিয়া ; তেওঁ যিৰিমিয়াৰ সকলো বাক্যৰ নিচি-
নাকৈ এই নগৰ আৰু এই দেশৰ অহিতে
২১ ভাববাণী প্ৰচাৰ কৰিছিল। তাতে যিহোয়াকীম
ৰজা, তেওঁৰ বীৰবিলাক, আৰু সকলো প্ৰধান
লোকে তেওঁৰ কথা শুনিবলৈ পোৱাত, ৰজাই
তেওঁক বধ কৰিবলৈ পুৰুষাৰ্থ কৰিলে ; কিন্তু
উৰিয়াই তাকে শুনি ভয় পাই পলাই মিচৰলৈ
২২ গল। তেতিয়া যিহোয়াকীম ৰজাই মিচৰলৈ
মানুহ পঠালে, অৰ্থাৎ অক্‌বোৰৰ পুত্ৰ ইল্‌না-
থনক, আৰু তেওঁৰ লগত কেইজনমান লোকক
২৩ মিচৰলৈ পঠালে। পাছে সিবিলাকে উৰিয়াক
মিচৰৰ পৰা উলিয়াই যিহোয়াকীম ৰজাৰ
ওচৰলৈ আনিলত, ৰজাই তৰোৱালৰ দ্বাৰায়
তেওঁক বধ কৰি সামান্য লোকৰ মৈদামত তেওঁৰ
২৪ শব পেলাই দিলে। কিন্তু চাফনৰ পুত্ৰ অহীকামৰ
হাত যিৰিমিয়াৰ পক্ষে থকাত, বধ কৰিবৰ
অৰ্থে লোকবিলাকৰ হাতত তেওঁক সোধাই দিয়া
নহল।

যোঁটজড়ী আৰু যুঁৱলি পঠোৱাৰ উপমা।

২৭ যোচিয়াৰ পুত্ৰ যিহুদাৰ ৰজা চিদিকিয়াৰ
ৰাজত্বৰ আৰম্ভনত যিহোৱাৰ পৰা যিৰি-
২ মিয়ালৈ এই বাক্য আহিল, বোলে, যিহোৱাই
মোক কলে, তুমি যোঁটজড়ী আৰু যুঁৱলি সাজি
৩ তোমাৰ ডিঙিত লগোৱা ; আৰু যিৰূচালেমলৈ
যিহুদাৰ চিদিকিয়া ৰজাৰ ওচৰলৈ অহা দূতবোৰৰ
হাতত, ইদোমৰ ৰজা, মোৱাবৰ ৰজা, অম্মোনৰ
সন্তানবিলাকৰ ৰজা, তূৰৰ ৰজা, আৰু চীদোনৰ
৪ ৰজাৰ ওচৰলৈ সেইবোৰ পঠাই দিয়া ; আৰু
আপোন আপোন প্ৰভুক কবৰ নিমিত্তে সিহঁতক
এই আদেশ দিয়া, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনী-
বিলাকৰ যিহোৱাই কৈছে, তোমালোকে আপোন
৫ আপোন প্ৰভুক এই এই কথা কবা, ময়েই আপোন
মহাশক্তিৰে আৰু মেলা বাহুৰে পৃথিবীক, আৰু
পৃথিবীৰ ওপৰত থকা মানুহ আৰু পশুবোৰক
সৃষ্টি কৰিলোঁ, আৰু মোৰ দৃষ্টিত যাক ভাল
৬ দেখোঁ, তাকে তাক দিওঁ। এই হেতুকে এতিয়া
ময় এই সকলো দেশ আপোন দাস বাবিলৰ
ৰজা নবুখদ্‌নেচৰৰ হাতত দিলোঁ, আৰু তেওঁৰ
বন্দীকাম কৰিবৰ অৰ্থে বনৰ জন্তুবোৰকো ময়
৭ তেওঁক দিলোঁ। আৰু তেওঁৰ নিজ দেশৰ সময়
নোহোৱালৈকে সকলো জাতিয়ে তেওঁৰ, তেওঁৰ
পুতেকৰ, আৰু তেওঁৰ নাতিয়েকৰ বন্দীকাম
কৰিব ; সেই সময় হলে অনেক জাতি আৰু
মহান ৰজাবিলাকে তেওঁক সিবিলাকৰ বন্দী-
৮ কাম কৰাব। যি জাতি আৰু ৰাজ্যই সেই
বাবিলৰ ৰজা নবুখদ্‌ৰেচৰৰ বন্দীকাম নকৰিব,
আৰু বাবিলৰ ৰজাৰ যুঁৱলিত আপোনাৰ ডিঙি
নেৰাখিব, যিহোৱাই কৈছে, ময় তেওঁৰ হাতেৰে
সেই জাতিক সংহাৰ নকৰালৈকে, তৰোৱাল
আৰু মহামাৰীৰ দ্বাৰায় সিহঁতক দণ্ড দিম।
৯ কিন্তু তোমালোকে হলে, তোমালোক বাবিলৰ
ৰজাৰ বন্দীকাম কৰিবলৈ নেপাবা, এই বুলি
তোমালোকক কোৱা তোমালোকৰ ভাববাদী,
মঙ্গলতী, স্বপ্নদৰ্শক, গণক, কি মায়াবীৰ কথা
১০ নুশুনিবা ; কিয়নো, তোমালোকৰ দেশৰ পৰা
তোমালোকক দূৰ কৰিবৰ নিমিত্তে, আৰু ময়
তোমালোকক খেদাই দিলে তোমালোক নষ্ট
হবৰ নিমিত্তে, তোমালোকৰ আগত সিহঁতে
১১ মিছা ভাববাণী প্ৰচাৰ কৰে। কিন্তু যি জাতিয়ে
বাবিলৰ ৰজাৰ যুঁৱলিৰ তলত আপোনাৰ ডিঙি
ৰাখিব, আৰু তেওঁৰ বন্দীকাম কৰিব, যিহোৱাই
কৈছে, ময় সেই জাতিক আপোন দেশত থাকি-
বলৈ দিম ; সিবিলাকে তাত কৃষিকাৰ্য্য কৰিব,
আৰু তাত বাস কৰিব।

১২ পাছে ময় সেই সকলো বাক্য অনুসাৰে যিহু-
দাৰ ৰজা চিদিকিয়াক কলোঁ, তোমালোকে
আপোন আপোন ডিঙি বাবিলৰ ৰজাৰ যুঁৱলিৰ
তলত ৰাখি, তেওঁৰ আৰু তেওঁৰ লোকবিলাকৰ
১৩ বন্দীকাম কৰি জীয়াই থাকা। যি জাতিয়ে বাবিলৰ
ৰজাৰ বন্দীকাম নকৰিব, সেই জাতিৰ বিষয়ে

যিহোৱাই কোৱাৰ দৰে, তুমি আৰু তোমাৰ প্ৰজা-
বিলাক তৰোৱাল, আকাল, আৰু মহামাৰীত কিয়
১৪ মৰিবা ? বাবিলৰ ৰজাৰ বন্দীকাম কৰিবলৈ
নেপাবা বুলি তোমালোকক কোৱা ভাববাদী-
বোৰৰ কথা নুশুনিবা ; কিয়নো সিহঁতে তোমা-
লোকৰ আগত মিছা ভাববাণী প্ৰচাৰ কৰে।
১৫ কাৰণ, যিহোৱাই কৈছে, ময় সিহঁতক পঠোৱা
নাই ; কিন্তু ময় তোমালোকক খেদাই দিলে
তোমালোক আৰু তোমালোকৰ আগত ভাববাণী
প্ৰচাৰ কৰা ভাববাদীবোৰ বিনষ্ট হবৰ নিমিত্তে,
সিহঁতে মিছাকৈয়ে মোৰ নামেৰে ভাববাণী
১৬ প্ৰচাৰ কৰে। পাছে ময় পুৰোহিতবিলাকক আৰু
এই সকলো প্ৰজাক কলোঁ, যিহোৱাই এই কথা
কৈছে, দেখা, যিহোৱাৰ গৃহৰ বস্তুবোৰ অলপতে
পুনৰায় বাবিলৰ পৰা অনা যাব বুলি তোমা-
লোকৰ আগত ভাববাণী প্ৰচাৰ কৰা তোমা-
লোকৰ ভাববাদীবোৰৰ কথালৈ কাণ নিদিবা;
কিয়নো সিহঁতে তোমালোকৰ আগত মিছা ভাব-
১৭ বাণী প্ৰচাৰ কৰে। সিহঁতৰ কথালৈ কাণ নিদিবা,
কিন্তু বাবিলৰ ৰজাৰ বন্দীকাম কৰি জীয়াই থাকা;
১৮ এই নগৰ কিয় ধ্বংসস্থান হব ? কিন্তু যদি সিহঁত
ভাববাদী হয়, আৰু যদি যিহোৱাৰ বাক্য
সিহঁতৰ লগত আছে, তেন্তে যিহোৱাৰ গৃহত,
যিহুদাৰ ৰাজগৃহত, আৰু যিৰূচালেমত অৱশিষ্ট
থকা বস্তুবোৰ বাবিললৈ নেযাবৰ নিমিত্তে
বাহিনীবিলাকৰ যিহোৱাৰ আগত সিহঁতে
১৯ প্ৰাৰ্থনা কৰোক। কিয়নো বাবিলৰ ৰজা নবূখদ্-
নেচৰে যিহোয়াকীমৰ পুত্ৰেক যিহুদাৰ ৰজা যক-
নিয়াক, আৰু যিহুদাৰ ও যিৰূচালেমৰ প্ৰধান
লোকবিলাকক যিৰূচালেমৰ পৰা বাবিললৈ বন্দী
২০ কৰি নিয়া সময়ত, স্তম্ভ কেইটা, সমুদ্ৰপাত্ৰটো,
আৰু আধাৰবোৰ আদি কৰি এই নগৰত অৱ-
শিষ্ট থকা যি যি বস্তু বাবিলৰ ৰজা নবূখদ্-
নেচৰে নিয়া নাছিল, সেইবোৰৰ বিষয়ে বাহিনী-
২১ বিলাকৰ যিহোৱাই এই ৰূপে কৈছে ; এনে কি,
যিহোৱাৰ গৃহত, যিহুদাৰ ৰাজগৃহত, আৰু যিৰূ-
চালেমত অৱশিষ্ট থকা সেই বস্তুবোৰৰ বিষয়ে
ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই
২২ ৰূপে কৈছে, সেই সকলোকে বাবিললৈ নিয়া হব,
আৰু ময় সেইবোৰৰ বিচাৰ নকৰা দিনলৈকে
সেইবোৰ সেই ঠাইতে থাকিব, ইয়াকে যিহো-
ৱাই কৈছে ; সেই দিন উপস্থিত হলে, ময় সেই-
বোৰ আনি এই ঠাইত পুনৰায় স্থাপন কৰিম।

মিছা ভাববাদী হননিয়াৰ দণ্ড।

২৮ পাছে সেই বছৰত যিহুদাৰ ৰজা চিদি-
কিয়াৰ ৰাজত্বৰ আৰম্ভনত চতুৰ্থ বছৰৰ
পঞ্চম মাহত, যিহোৱাৰ গৃহত, পুৰোহিত আৰু
সকলো প্ৰজাৰ আগত গিবিয়োননিবাসী
অজ্জূৰৰ পুত্ৰ হননিয়া ভাববাদীয়ে মোক এই
২ কথা কলে, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱাই এই ৰূপে কৈছে, ময় বাবিলৰ ৰজাৰ
৩ যুঁৱলি ভাঙিলোঁ। এই ঠাইৰ পৰা বাবিলৰ ৰজা
নবূখদ্নেচৰে বাবিললৈ লৈ যোৱা যিহোৱাৰ
গৃহৰ সকলো বস্তু সম্পূৰ্ণ দুই বছৰৰ ভিতৰত
৪ ময় পুনৰায় এই ঠাইলৈ আনিম। আৰু যিহো-
ৱাই কৈছে, ময় যিহোয়াকীমৰ পুত্ৰ যিহুদাৰ
ৰজা যকনিয়াক, বাবিললৈ বন্দী কৰি নিয়া
যিহুদাৰ আটাইবিলাকে সৈতে এই ঠাইলৈ
পুনৰায় আনিম ; কিয়নো ময় বাবিলৰ ৰজাৰ
৫ যুঁৱলি ভাঙিম। তেতিয়া যিৰিমিয়া ভাববাদীয়ে
যিহোৱাৰ গৃহত থিয় হৈ থকা পুৰোহিতবিলাক
আৰু প্ৰজাবিলাকৰ আগত হননিয়া ভাব-
৬ বাদীক কথা কলে ; যিৰিমিয়া ভাববাদীয়ে এই
কথা কলে, আমেন, যিহোৱাই তাকেই কৰোক ;
বাবিলৰ পৰা এই ঠাইলৈ, যিহোৱাৰ গৃহৰ বস্তু-
বোৰ আৰু দেশান্তৰিত হোৱা আটাইকে পুন-
ৰায় আনিব বুলি তুমি প্ৰচাৰ কৰা সেই
৭ ভাববাণীবোৰ যিহোৱাই সিদ্ধ কৰোক। তথাপি
তোমাৰ কাণত আৰু আটাই প্ৰজাৰ কাণত
৮ এই যি কথা ময় কওঁ, তাক শুনা। মোৰ আৰু
তোমাৰ আগেয়ে যি প্ৰাচীন ভাববাদীবিলাক
আছিল, সিবিলাকে অনেক অনেক দেশ আৰু
মহৎ মহৎ ৰাজ্যৰ বিৰুদ্ধে যুদ্ধ, অমঙ্গল, আৰু
মহামাৰী হব বুলি ভাববাণী প্ৰচাৰ কৰিছিল।
৯ যি ভাববাদীয়ে শান্তি হব বুলি ভাববাণী প্ৰচাৰ
কৰে, সেই ভাববাদীৰ বাক্য ফলিয়ালেহে, যিহো-
ৱাই যথাৰ্থৰূপেই তেওঁক পঠোৱা হয় বুলি জনা
১০ যাব। পাছে হননিয়া ভাববাদীয়ে যিৰিমিয়া
ভাববাদীৰ ডিঙিৰ পৰা যুঁৱলিখন সোলোকাই
১১ ভাঙি পেলালে। আৰু হননিয়াই আটাই প্ৰজাৰ
সাক্ষাতে কলে, যিহোৱাই এই কথা কৈছে,
সম্পূৰ্ণ দুই বছৰৰ ভিতৰত ময় বাবিলৰ ৰজা
নবূখদ্নেচৰৰ যুঁৱলি এই ৰূপেই ভাঙি আটাই
জাতিৰ ডিঙিৰ পৰা গুচাম ; তাতে যিৰিমিয়া
১২ ভাববাদী আপোন বাটে গুচি গল। পাছে, হন-
নিয়া ভাববাদীয়ে যিৰিমিয়া ভাববাদীৰ ডিঙিৰ
পৰা যুঁৱলিখন ভাঙি গুচুৱাৰ পাছত যিহোৱাৰ
১৩ বাক্য যিৰিমিয়ালৈ আহিল, বোলে, তুমি গৈ
হননিয়াক কোৱা, যিহোৱাই এই কথা কৈছে,
তুমি কাঠৰ যুঁৱলি ভাঙিলা হয়, কিন্তু তুমি
তাৰ সলনি লোহাৰ যুঁৱলি যুগুত কৰিব লাগে।
১৪ কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, বাবিলৰ নবূখদ্নেচৰ
ৰজাৰ বন্দীকাম কৰিবলৈ ময় আটাইবিলাক
জাতিৰ ডিঙিত লোহাৰ যুঁৱলি লগালোঁ ; তাতে

সিহঁতক ভেওঁৰ বন্দীকাম কৰিব; আৰু মই
১৫ বনৰ জন্তুবোৰকো তেওঁক দিলোঁ। পাছে যিৰি-
মিয়া ভাববাদীয়ে হননিয়া ভাববাদীক কলে,
হে হননিয়া, শুনা; যিহোৱাই তোমাক পঠোৱা
নাই, কিন্তু তুমি এই লোকবিলাকক মিছা কথাত
১৬ বিশ্বাস কৰাইছা। এই হেতুকে যিহোৱাই এই
কথা কৈছে, দেখা, মই তোমাক পৃথিবীৰ পৰা
দূৰ কৰি দিম; তুমি এই বছৰৰ ভিতৰতে মৰিবা,
কাৰণ তুমি যিহোৱাৰ বিৰুদ্ধে বিদ্ৰোহৰ কথা
১৭ কলা। পাছে হননিয়া ভাববাদী সেই বছৰৰ
সপ্তম মাহত মৰিল।

দেশান্তৰিতবিলাকলৈ লিখা যিৰিমিয়াৰ পত্ৰ।

২৯ যকনিয়া ৰজা, ৰাজমাও, নপুংসকবিলাক,
যিহূদাৰ আৰু যিৰূচালেমৰ প্ৰধান লোক-
বিলাক, আৰু ৰাজমিস্ত্ৰি বাঢ়ৈ আদি শিল্প-
কাৰীবিলাক যিৰূচালেমৰ পৰা প্ৰস্থান কৰাৰ
২ পাছত, যিহূদাৰ চিদিকিয়া ৰজাই বাবিললৈ,
বাবিলৰ ৰজা নবূখদ্‌নেচৰৰ ওৰিলৈ পঠোৱা
চাফনৰ পুত্ৰ ইলিয়াচাৰ, আৰু হিল্কিয়াৰ পুত্ৰ
৩ গমৰিয়াৰ হাতত, দেশান্তৰলৈ নিয়া বৃদ্ধবিলাকৰ
অৱশিষ্ট ভাগলৈ, আৰু যিৰূচালেমৰ পৰা বাবি-
ললৈ নবূখদ্‌নেচৰে বন্দী কৰি নিয়া পুৰোহিত,
ভাববাদী, আৰু সকলো প্ৰজালৈ, যিৰূচালেমৰ
পৰা যিৰিমিয়া ভাববাদীয়ে পঠোৱা পত্ৰখনৰ
৪ কথা এইবোৰ। মই যিৰূচালেমৰ পৰা বাবিললৈ
বন্দী কৰি নিওৱা সকলো দেশান্তৰিত লোকক,
ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই
৫ এই ৰূপে কৈছে, তোমালোকে ঘৰ সাজি তাত
বাস কৰা, আৰু বাড়ী পাতি তাৰ ফল ভোগ
৬ কৰা; বিয়া কৰি লৰা ছোৱালী জন্ম দিয়া,
আৰু লৰা ছোৱালী জন্মিবৰ নিমিত্তে তোমা-
লোকৰ লৰাবিলাকলৈ ছোৱালী আনা, আৰু
তোমালোকৰ জীয়েৰাহঁতক বিয়া দিয়া; এই
দৰে তোমালোক তাত কম নহৈ বাঢ়ি যোৱা।
৭ আৰু মই তোমালোকক বন্দী কৰি নিওৱা নগৰৰ
শান্তিলৈ চেষ্টা কৰা, আৰু তাৰ নিমিত্তে যিহো-
ৱাৰ আগত প্ৰাৰ্থনা কৰা; কিয়নো তাৰ শান্তিতে
৮ তোমালোকৰো শান্তি হব। কাৰণ ইস্ৰায়েলৰ
ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই ৰূপে
কৈছে, তোমালোকৰ মাজত থকা তোমালোকৰ
ভাববাদী আৰু মঙ্গলতীবোৰে তোমালোকক নু-
ভুলাওক, নাইবা তোমালোকৰ সপোনত তোমা-
৯ লোকক দেখুউৱা কথালৈ কাণ নিদিবা। কিয়নো
সিহঁতে মিছাকৈ মোৰ নামেৰে তোমালোকৰ
আগত ভাববাণী প্ৰচাৰ কৰে; যিহোৱাই কৈছে,
১০ মই সিহঁতক পঠোৱা নাই। কিয়নো যিহোৱাই
এই ৰূপে কৈছে, বাবিলত থকা সত্তৰ বছৰ
পূৰ হলে, মই তোমালোকৰ বিচাৰ লম, আৰু
এই ঠাইলৈ তোমালোকক ওলোটাই আনি
তোমালোকলৈ মোৰ মঙ্গলবাক্য সিদ্ধ কৰিম।
১১ কাৰণ, যিহোৱাই কৈছে, মই তোমালোকৰ
বিষয়ে কৰা সঙ্কল্প মইহে জানো; তোমালোকৰ
শেষ-অৱস্থাত তোমালোকক আশা দিবলৈ সেয়ে
১২ মঙ্গলৰ সঙ্কল্প, অমঙ্গলৰ নহয়। আৰু তেতিয়া
তোমালোকে মোক মাতিবা, আৰু গৈ মোৰ
আগত প্ৰাৰ্থনা কৰিবা; তাতে মই তোমালোকৰ
১৩ কথা শুনিম। আৰু তোমালোকে সমস্ত মনেৰে
১৪ মোক বিচাৰিলে মোক বিচাৰি পাবা। আৰু
যিহোৱাই কৈছে, মই তোমালোকক মোক পাব-
লৈ দিম, মই তোমালোকৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন
কৰিম, আৰু মই তোমালোকক খেদাই দিয়া
সকলো জাতিৰ আৰু ঠাইৰ পৰা তোমালোকক
গোটাম, ইয়াক যিহোৱাই কৈছে; আৰু যি
ঠাইৰ পৰা মই তোমালোকক বন্দী কৰি নিয়ালোঁ,
১৫ সেই ঠাইলৈ পুনৰায় আনিম। তোমালোকে
কৈছা, যিহোৱাই বাবিলত আমাৰ নিমিত্তে
১৬ ভাববাদীবিলাক উৎপন্ন কৰিলে; এই হেতুকে
তোমালোকে জানিবা, যে, দায়ূদৰ সিংহাসনৰ
ওপৰত বহোঁতা ৰজাৰ, আৰু তোমালোকে সৈতে
দেশান্তৰলৈ নোযোৱা তোমালোকৰ ভাই এই
নগৰনিবাসী সকলো প্ৰজাৰ বিষয়ে যিহোৱাই
১৭ এই ৰূপে কৈছে, বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, দেখা, মই সিবিলাকৰ মাজলৈ
তৰোৱাল, আকাল, আৰু মহামাৰী পঠাম;
আৰু মই সিবিলাকক, অতি বেয়াৰ কাৰণে খাব
নোৱৰা ঘিণলগীয়া ডিমৰু গুটীৰ নিচিনা কৰিম।
১৮ মই তৰোৱাল, আকাল, আৰু মহামাৰী লৈ
সিবিলাকৰ পাছে পাছে খেদিম, আৰু পৃথিবীৰ
সকলো ৰাজ্যৰ মাজত সিবিলাকক ত্ৰাসৰ
বিষয় কৰিম; আৰু মই সিবিলাকক খেদাই
দিয়া সকলো জাতিৰ মাজত সিবিলাকক
শাও, আশ্চৰ্য্যিত, ইচ ইচ, আৰু বিকাৰৰ
১৯ বিষয় কৰিম। কাৰণ, যিহোৱাই কৈছে, মই
অতি প্ৰভাতে উঠি সিবিলাকৰ ওচৰলৈ মোৰ
দাস ভাববাদীবিলাকৰ দ্বাৰায় পঠোৱা মোৰ
বাক্যলৈ সিবিলাকে কাণ নিদিলে; যিহো-
ৱাই কৈছে, তোমালোকে মোৰ বাক্য শুনিব-
২০ লৈ ইচ্ছা নকৰিলা। এই হেতুকে যিৰূচালেমৰ
পৰা বাবিললৈ মই পঠোৱা দেশান্তৰিত
হোৱা তোমালোক সকলোৱে যিহোৱাৰ বাক্য
শুনা।
২১ কোলায়াৰ পুত্ৰ যি আহাব, আৰু মাচেয়াৰ
পুত্ৰ যি চিদিকিয়াই মোৰ নামেৰে তোমালোকৰ
আগত মিছা ভাববাণী প্ৰচাৰ কৰে, সিহঁতৰ
বিষয়ে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহো-

ৱাই এই ৰূপে কৈছে, দেখা, ময়া সিহঁতক
বাবিলৰ ৰজা নবুখদ্‌ৰেচৰৰ হাতত সোধাই দিম ;
তেওঁ তোমালোকৰ আগতে সিহঁতক বধ
২২ কৰিব। আৰু বাবিলৰ ৰজাই জুইত পোৰা
চিদিকিয়া আৰু আহাবৰ নিচিনা যিহোৱাই
তোমাক কৰোক বুলি কৈ, বাবিলত থকা যিহূদাৰ
সকলো দেশান্তৰিত লোকে সিহঁতক দৃষ্টান্তৰ
২৩ স্থল কৰি শাও দিব। কিয়নো সিহঁতে ইস্ৰা-
য়েলৰ মাজত অজ্ঞানতাৰ কাৰ্য্য কৰিলে, আৰু
আপোন আপোন ওচৰচুবুৰীয়াৰ তিৰুতাত গমন
কৰিলে, আৰু ময় সিহঁতক আজ্ঞা নিদিয়া
বাক্য মিছাকৈয়ে মোৰ নামেৰে প্ৰচাৰ কৰিলে ;
যিহোৱাই কৈছে, ময়েই জানো, আৰু ময়েই
সাক্ষী আছোঁ।
২৪ তুমি নিহিলামীয়া চময়িয়াৰ বিষয়ে এই কথা
২৫ কোৱা, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহো-
ৱাই এই ৰূপে কৈছে, যিৰূচালেমত থকা
সকলো লোকলৈ, আৰু মাচেয়াৰ পুত্ৰ চফনিয়া
পুৰোহিত আদি সকলো পুৰোহিতলৈ তুমি
২৬ নিজৰ নামেৰে পত্ৰ পঠাই কৈছা, “যি
কোনো মানুহে বলীয়া হৈ আপোনাকে ভাববাদী
পাতে, সেই মানুহক কুন্দাত আৰু শিকলিত বন্ধ
কৰিবলৈ, যিহোৱাৰ গৃহত অধ্যক্ষ হবৰ নিমিত্তে
যিহোয়াদা পুৰোহিতৰ সলনি যিহোৱাই
২৭ তোমাক পুৰোহিত নিযুক্ত কৰিলে। এই
হেতুকে, অনাথোতীয়া যি যিৰিমিয়াই তোমা-
লোকৰ আগত নিজে নিজকে ভাববাদী পাতে,
সেই যিৰিমিয়াক তুমি কিয় ধমকি দিয়া নাই ?
২৮ কিয়নো বাবিলত থকা আমালৈ সি কৈ পঠা-
ইছে, যে, বহুদিন হব, তোমালোকে ঘৰ সাজি
তাত বাস কৰা, বাৰী পাতি তাৰ ফল ভোগ
২৯ কৰা।” চফনিয়া পুৰোহিতে সেই পত্ৰখন যিৰি-
৩০ মিয়া ভাববাদীয়ে শুনাকৈ পাঠ কৰিলে। তাতে
যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য আহিল,
৩১ বোলে, তুমি দেশান্তৰিত হোৱা লোকবিলাকৰ
আগলৈ এই কথা কৈ পঠোৱা, যিহোৱাই
নিহিলামীয়া চময়িয়াৰ বিষয়ে এই কথা কৈছে,
ময় চময়িয়াক নপঠোৱাকৈয়ে সি তোমালোকৰ
আগত ভাববাণী প্ৰচাৰ কৰিলে, আৰু মিছা
৩২ কথাত তোমালোকৰ বিশ্বাস জন্মালে। এই
হেতুকে যিহোৱাই এই কথা কৈছে, দেখা, ময়
নিহিলামীয়া চময়িয়াক আৰু তাৰ বংশক দণ্ড
দিম ; এই জাতিবিলাকৰ মাজত বসতি কৰিবলৈ
তাৰ এটী মঙ্কানো নেথাকিব, আৰু যিহো-
ৱাই কৈছে, ময় আপোন প্ৰজাবিলাকৰ যি
মঙ্গল কৰিম, তাক সি ভোগ কৰিবলৈ নেপাব ;
কাৰণ সি যিহোৱাৰ বিৰুদ্ধে বিদ্ৰোহৰ কথা
কলে।

যিহূদীবিলাকলৈ যিহোৱাই কৰা প্ৰতিজ্ঞা।

৩০ যিহোৱাৰ পৰা যিৰিমিয়ালৈ অহা বাক্য।
২ ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে,
ময় তোমাৰ আগত কোৱা সকলো বাক্য এখন
৩ পুথীত লিখি থোৱা ; কিয়নো, যিহোৱাই কৈছে,
দেখা, ময় যি দিনা মোৰ প্ৰজা ইস্ৰায়েল আৰু
যিহূদাৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, এনে দিন
আহিছে, ইয়াক যিহোৱাই কৈছে ; ময় সিবিলা-
কৰ পূৰ্ব্বপুৰুষবিলাকক দিয়া দেশলৈ সিবি-
লাকক ওলোটাই আনিম, আৰু সিবিলাকে তাক
অধিকাৰ কৰিব।
৪ ইস্ৰায়েল আৰু যিহূদাৰ বিষয়ে যিহোৱাই
৫ কোৱা বাক্য এইবোৰ ; বস্তুতঃ যিহোৱাই এই
ৰূপে কৈছে, আমি শান্তিজনক নোহোৱা কম্পন
৬ আৰু ভয়ৰ শবদ শুনিলোঁ। এতিয়া তোমালোকে
সুধি চোৱা, পুৰুষৰ প্ৰসৱবেদনা হয় নে ? প্ৰসৱ-
কাৰিণীৰ নিচিনাকৈ প্ৰত্যেক পুৰুষে কঁকালত
হাত দি থকা ময় কিয় দেখিছোঁ ? আৰু আটাই-
৭ বোৰৰ মুখ কিয় বিবৰ্ণ হৈছে ? হায় হায় !
সেই দিন ইমান মহৎ, যে, তাৰ নিচিনা আৰু
কোনো দিন নাই ; এয়ে যাকোবৰেই সঙ্কটৰ
৮ কাল, কিন্তু তেওঁ তাৰ পৰা ৰক্ষা পাব। আৰু
বাহিনীবিলাকৰ যিহোৱাই কৈছে, সেই দিনা
ময় তোমাৰ ডিডিৰ পৰা তেওঁৰ যুঁৱলি ভাঙি
পেলাম ; আৰু তোমাৰ যোঁটজৰীবোৰ চিঙি
পেলাম, বিদেশীবিলাকে তেওঁক আৰু বন্দীকাম
৯ নকৰাব। কিন্তু সিবিলাকে আপোনাবিলাকৰ
ঈশ্বৰ যিহোৱাৰ, আৰু ময় যি জনাক সিবিলাকৰ
ওপৰত নিযুক্ত কৰিম, সিবিলাকৰ সেই ৰজা
১০ দায়ূদৰ বন্দীকাম কৰিব। এই হেতুকে, যিহো-
ৱাই কৈছে, হে মোৰ দাস যাকোব, ভয় নকৰিবা ;
হে ইস্ৰায়েল, ব্যাকুল নহবা ; কিয়নো দেখা, ময়
দূৰৰ পৰা তোমাক, আৰু বন্দী-অৱস্থাত থকা
দেশৰ পৰা তোমাৰ বংশক নিস্তাৰ কৰিম ;
তাতে যাকোব ঘুৰি আহি নিৰ্ভয় আৰু নিশ্চিন্ত
হৈ থাকিব, কোনেও তেওঁক ভয় নেদেখুৱাব।
১১ কিয়নো, যিহোৱাই কৈছে, ময় তোমাক ৰক্ষা
কৰিবলৈ তোমাৰ লগত আছোঁ ; কাৰণ, ময়
যি জাতিৰ মাজলৈ তোমাক ছিন্নভিন্ন কৰিলোঁ,
সেই আটাই জাতিক ময় নিঃশেষে সংহাৰ কৰি-
লেও, তোমাক নিঃশেষে সংহাৰ নকৰিম ; কিন্তু
তোমাক সুবিচাৰেৰে শাস্তি দিম, তোমাক কোনো-
মতেই দণ্ড নিদিয়াকৈ নেৰোঁ।
১২ কিয়নো যিহোৱাই এই কথা কৈছে, তোমাৰ
ক্ষত চিকিৎসাৰ বাহিৰ, আৰু তোমাৰ ঘা কষ্ট-
১৩ দায়ক ; তোমাক আৰোগ্য কৰিবলৈ কোনেও
গাত নলয়, তোমাৰ ঘা সুস্থ কৰিব পৰা কোনো

১৪ ঔষধ নাই। তোমাৰ প্ৰেমকাৰী সকলোৱে তোমাক
পাহৰিলে, সিহঁতে তোমাক নিবিচাৰে ; কিয়নো
তোমাৰ অপৰাধৰ বাহুল্যৰ নিমিত্তে, তোমাৰ
পাপৰ বৃদ্ধিৰ কাৰণে, শত্ৰুৱে আঘাত কৰাৰ দৰে
ময় তোমাক আঘাত কৰিলোঁ, নিষ্ঠুৰ লোকে
১৫ শাস্তি দিয়াৰ দৰে শাস্তি দিলোঁ। তোমাৰ ক্ষতৰ
কাৰণে তুমি কিয় চিঞৰিছা ? তোমাৰ বেদনা
উপশম হব নোৱৰা ; তোমাৰ অপৰাধৰ বাহু-
ল্যৰ নিমিত্তে, তোমাৰ পাপৰ বৃদ্ধিৰ কাৰণে,
১৬ ময় তোমালৈ এইবোৰ কৰিলোঁ। এই হেতুকে
তোমাক গ্ৰাস কৰোঁতা সকলোকে গ্ৰাস কৰা হব,
আৰু তোমাৰ আটাই শত্ৰুবোৰৰ প্ৰত্যেকে বন্দী-
অৱস্থালৈ যাব, তোমাৰ লুটকাৰীবোৰ লুটৰ
বিষয় হব, আৰু তোমাক চিকাৰ কৰোঁতা আ-
১৭ টাইকে ময় চিকাৰস্বৰূপে দিম। কিয়নো, যিহো-
ৱাই কৈছে, ময় তোমাক পুনৰায় আৰোগ্য কৰিম,
আৰু তোমাৰ ঘাবোৰ সুস্থ কৰিম ; কাৰণ কোনো
মানুহে নিবিচৰা এয়ে চিয়োন বুলি কৈ লোকে
১৮ তোমাক সমাজভ্ৰষ্টা বোলে। যিহোৱাই এই কথা
কৈছে, দেখা, ময় যাকোবৰ তাম্বুবোৰৰ বন্দী-
অৱস্থা পৰিবৰ্ত্তন কৰিম, আৰু তেওঁৰ বাসস্থান-
বোৰলৈ কৃপা কৰিম ; আৰু নগৰখন আপোন
উপপৰ্ব্বতৰ ওপৰত পুনৰায় সজা হব, আৰু ৰাজ-
১৯ গৃহত ৰীতিমতে মানুহৰ বসতি হব। আৰু সেই-
বোৰৰ পৰা স্তুতিগান আৰু আমোদকাৰীবিলাকৰ
ধ্বনি উঠিব ; ময় সিবিলাকক বৃদ্ধি কৰিম, তাতে
সিবিলাক কম নহব ; ময় সিবিলাকক গৌৰৱ-
যুক্তও কৰিম, তাতে সিবিলাক সামান্য নহব।
২০ সিবিলাকৰ সন্তানসন্ততিবিলাক আগৰ দৰে হব,
সিবিলাকৰ মণ্ডলী মোৰ আগত স্থাপিত হব,
আৰু ময় সিবিলাকৰ উপদ্ৰৱকাৰী সকলোকে দণ্ড
২১ দিম। সিবিলাকৰ অধিপতি সিবিলাকৰ ভিতৰৰে
হব, আৰু সিবিলাকৰ শাসনকৰ্ত্তা সিবিলাকৰ
মাজৰ পৰা ওলাব ; আৰু ময় তেওঁক মোৰ ওচৰ
চপাম, তাতে তেওঁ মোৰ ওচৰ চাপিব ; কিয়নো,
যিহোৱাই কৈছে, মোৰ ওচৰলৈ আহিবলৈ কাৰ
২২ সাহ আছে ? আৰু তোমালোক মোৰ প্ৰজা হবা,
আৰু ময় তোমালোকৰ ঈশ্বৰ হম।
২৩ সোৱা দেখা, যিহোৱাৰ প্ৰচণ্ড ক্ৰোধৰূপ ধুমুহা,
এনে কি, উভৈৰাই নিয়া প্ৰবল বতাহ আহিছে ;
২৪ সেয়ে দুষ্টবোৰৰ মূৰত কোবেৰে লাগিব। যিহো-
ৱাই আপোন কাৰ্য্য নিষ্পত্তি নকৰালৈকে, আৰু
আপোন মনৰ অভিপ্ৰায় সিদ্ধ নকৰালৈকে
তেওঁৰ প্ৰচণ্ড ক্ৰোধ নেথামিব ; তোমালোকে শেষ
কালত তাক বুজিবা।

৩১ যিহোৱাই কৈছে, সেই সময়ত ময়
ইস্ৰায়েলৰ আটাই গোষ্ঠীৰ ঈশ্বৰ হম, আৰু
২ সিবিলাক মোৰ প্ৰজা হব। যিহোৱাই এই কথা
কৈছে, ময় ইস্ৰায়েলক বিশ্ৰাম দিবলৈ গমন কৰা
কালত, তৰোৱালৰ পৰা ৰক্ষা পোৱা জাতি
৩ ইস্ৰায়েলে অৰণ্যত কৃপা পালে। যিহোৱাই
দূৰৰে পৰা দৰ্শন দি মোক কলে, স্বৰূপেই ময়
চিৰস্থায়ী প্ৰেমেৰে তোমাক প্ৰেম কৰোঁ ; এই
নিমিত্তে ময় তোমাক বহুকালৰে পৰা দয়া কৰি
৪ আহিছোঁ। হে কুমাৰী * ইস্ৰায়েল, ময় তোমাক
পুনৰায় নিৰ্ম্মাণ কৰিম, তাতে তুমি নিৰ্ম্মিত হবা ;
তুমি তোমাৰ খঞ্জৰিৰে পুনৰায় ভূষিতা হবা, আৰু
আমোদকাৰীবিলাকৰ লগত নাচিবাগৈ ওলাই
৫ যাবা। তুমি চমৰিয়াৰ পৰ্ব্বতবোৰত পুনৰায়
দ্ৰাক্ষাবাৰী পাতিবা ; ৰোওঁতাবিলাকে ৰুব, আৰু
৬ তাৰ ফল ভোগ কৰিব। কিয়নো, তোমালোক
উঠা, বলা, আমাৰ ঈশ্বৰ যিহোৱাৰ ওৰিলৈ
চিয়োনলৈ যাওঁহঁক, এই বুলি ইফ্ৰয়িমৰ পৰ্ব্বতত
৭ প্ৰহৰীবিলাকে চিঞৰা দিন আহিব। কাৰণ
যিহোৱাই এই কথা কৈছে, তোমালোকে
যাকোবৰ নিমিত্তে আনন্দেৰে গীত গোৱা, আৰু
জাতিবিলাকৰ আগে আগে যোৱাবিলাকৰ
নিমিত্তে জয়ধ্বনি কৰা, প্ৰচাৰ কৰা, প্ৰশংসা
কৰা, আৰু কোৱা, হে যিহোৱা, তোমাৰ প্ৰজা
৮ ইস্ৰায়েলৰ অৱশিষ্ট ভাগক ৰক্ষা কৰা। দেখা,
ময় সিবিলাকক উত্তৰ দেশৰ পৰা আনিম, ময়
পৃথিবীৰ অন্তভাগৰ পৰা সিবিলাকক, আৰু
সিবিলাকে সৈতে অন্ধকক, খোঁড়াক, গৰ্ব্ভৱতী
আৰু গৰ্ব্ভবেদনা পোৱা তিৰুতাক একেলগে
গোটাম ; সিবিলাক বড় এদল হৈ এই ঠাইলৈ
৯ উলটি আহিব। সিবিলাকে ক্ৰন্দন কৰি কৰি
আহিব, আৰু বিনয় কৰা অৱস্থাৰে ময়
সিবিলাকক চলাম ; ময় সিবিলাকক উজুটি
নোখোৱা পোন বাটেদি জুৰীৰ ওচৰেদি গমন
কৰাম ; কিয়নো ময় ইস্ৰায়েলৰ পিতৃ, আৰু
ইফ্ৰয়িম মোৰ জ্যেষ্ঠ পুত্ৰ।
১০ হে জাতিবিলাক, যিহোৱাৰ বাক্য শুনা, আৰু
দূৰত থকা দ্বীপবোৰত তাক প্ৰচাৰ কৰা, আৰু
কোৱা, যি জনাই ইস্ৰায়েলক ছিন্নভিন্ন কৰিলে,
তেৱেঁই তাক গোটাব, আৰু ৰখীয়াই নিজৰ
১১ জাকক ৰখাৰ দৰে তেওঁ তাক ৰখিব। কিয়নো
যিহোৱাই যাকোবক মোকোলালে, আৰু তাতকৈ
কৈ অধিক বলৱান জনৰ হাতৰ পৰা তাক
১২ মুক্ত কৰিলে। সিবিলাকে আহি চিয়োনৰ
উচ্চস্থানত গান কৰিব, আৰু যিহোৱাৰ
উত্তম বস্তুলৈ, ঘেঁহু, দ্ৰাক্ষাৰস, তেল, মেৰ
পোৱালি, আৰু দামুৰিৰ ওৰিলৈ, পানীৰ সোঁত
বোৱাদি বব, আৰু সিবিলাকৰ প্ৰাণ পানী

* এই শব্দে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা বুজায়।

দিয়া উদ্যানৰ নিচিনা হব ; সিবিলাকে আৰু
১৩ সমূলি শোক নকৰিব। তেতিয়া যুবতীয়ে নাচত
আনন্দ কৰিব, ডেকা আৰু বুঢ়া লোকে একেলগে
আনন্দ কৰিব ; কিয়নো ময় সিবিলাকৰ বিলাপ
হৰ্ষলৈ পৰিবৰ্ত্তন কৰিম, সিবিলাকক সান্ত্বনা
দিম, আৰু সিবিলাকক আনন্দিত কৰি সিবি-
১৪ লাকৰ শোক গুচাম। আৰু ময় পুষ্টিকৰ দ্ৰব্যেৰে
পুৰোহিতবিলাকৰ মন তৃপ্ত কৰিম, আৰু মোৰ
উত্তম বস্তুৰে মোৰ প্ৰজাবিলাকৰ হেপাহ
পলোৱা যাব, এয়ে যিহোৱাৰ বচন।
১৫ যিহোৱাই এই কথা কৈছে, ৰামাত বিলাপৰ
আৰু বৰকৈ কন্দাৰ শবদ শুনা গৈছে, ৰাহেলে
আপোনাৰ সন্তানবিলাকৰ নিমিত্তে ক্ৰন্দন
কৰিছে ; তেওঁ আপোন সন্তানবিলাকৰ বিষয়ে
সান্ত্বনা দিয়া কথা নেমানে, কিয়নো সিবিলাক
১৬ নাই। যিহোৱাই এই কথা কৈছে, তুমি ক্ৰন্দন
কৰিবলৈ, আৰু চকু-লো বোৱাবলৈ এৰা ;
কিয়নো, যিহোৱাই কৈছে, তোমাৰ কাৰ্য্যৰ
পুৰস্কাৰ দিয়া যাব, আৰু সিবিলাক শত্ৰুৰ
১৭ দেশৰ পৰা পুনৰায় আহিব। তোমাৰ শেষ-
অৱস্থাৰ বিষয়ে আশা আছে, এয়ে যিহোৱাৰ
বচন ; আৰু তোমাৰ সন্তানবিলাক আপোনা-
১৮ বিলাকৰ অঞ্চললৈ আহিব। “যুঁৱলিত অভ্যাস
নোহোৱা দামুৰি পোৱালিৰ নিচিনাকৈ তুমি
মোক শাস্তি দিলা, আৰু ময় শাস্তি ভোগ
কৰিলোঁ ; তুমি মোক ঘুৰুউৱা, তাতে ময় ঘুৰিম,
১৯ কিয়নো তুমিয়েই মোৰ ঈশ্বৰ যিহোৱা। নিশ্চয়ে
ময় ঘুৰাৰ পাছত ময় মন পালটালোঁ, আৰু
ময় শিক্ষা পোৱাৰ পাছত মোৰ কৰঙনত চপ-
ৰিয়ালোঁ ; মোৰ ডেকা কালৰ অপমান ভাৰ
বোৱাৰ কাৰণে ময় লাজ পালোঁ, এনে কি, বিবৰ্ণ
হলোঁ,” এই বুলি কৈ ইফ্ৰয়িমে খেদ কৰা ময়
২০ স্বৰূপেই শুনিলোঁ। ইফ্ৰয়িম মোৰ প্ৰিয় পুত্ৰ
নহয় নে? সি মৰমৰ লৰা নহয় নে? কিয়নো
যিমান বাৰ ময় তাৰ অহিতে কথা কওঁ, সিমান
বাৰ পুনৰায় তাক আগ্ৰহেৰে সোঁৱৰণ কৰোঁ ; এই
নিমিত্তে তাৰ কাৰণে মোৰ পেট পোৰে, অৱশ্যে
ময় তাক দয়া কৰিম, এয়ে যিহোৱাৰ বচন।
২১ তুমি ঠায়ে ঠায়ে নিজৰ নিমিত্তে বাটৰ চিন
ৰাখা, আপোনাৰ বাট দেখুউৱা খুঁটা স্থাপন
কৰা ; তুমি যি ৰাজবাটেদি গৈছিলা, তাক
মনত ৰাখা ; হে কুমাৰী ইস্ৰায়েল, ওলোটা,
পুনৰায় তোমাৰ এই নগৰবোৰলৈ উলটি আহাঁ।
২২ হে বিপথগামিনী জীয়াৰী, কিমান কাল ইফাল
সিফাল কৰি থাকিবা? কাৰণ যিহোৱাই পৃথি-
বীত এটা নতুন কথা সৃষ্টি কৰিলে, এজনী তিৰু-
তাই এজন পুৰুষক আবৰি ধৰিব।
২৩ ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, ময় যেতিয়া এই লোকবিলাকৰ
বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, তেতিয়া লোক-
বিলাকে যিহূদা দেশত আৰু তাৰ নগৰবোৰত
পুনৰায় এই কথা কব, হে ধৰ্ম্মনিবাস, হে পবিত্ৰ
পৰ্ব্বত, যিহোৱাই তোমাক আশীৰ্ব্বাদ কৰোক।
২৪ যিহূদা আৰু তাৰ সকলো নগৰবোৰে, খেতি-
য়কবিলাক আৰু মেৰৰ জাক লৈ ফুৰোঁতাবিলাকে
২৫ একেলগে তাত বাস কৰিব। কিয়নো ময় ভাগ-
ৰুৱাৰ প্ৰাণ জুৰালোঁ, আৰু প্ৰত্যেক দুঃখিত
২৬ প্ৰাণক পৰিতৃপ্ত কৰিলোঁ। ইয়াতে ময় সাৰ
পাই চালোঁ ; আৰু মোৰ নিদ্ৰা মোলৈ সুখদায়ক
২৭ আছিল। যিহোৱাই কৈছে, দেখা, এনে কোনো
দিন আহিছে, যে, সেই দিনা ময় ইস্ৰায়েল আৰু
যিহূদা বংশত মানুহ আৰু পশুৰূপ গুটী বম।
২৮ ময় সিবিলাকক উঘালিবলৈ, ভাঙিবলৈ, নিপাত
কৰিবলৈ, বিনষ্ট কৰিবলৈ, আৰু দুঃখ দিবলৈ
সিবিলাকৰ পক্ষে যেনেকৈ জাগি আছিলোঁ, সি-
বিলাকক সাজিবলৈ আৰু ৰুবলৈ সেই দৰে সি-
বিলাকৰ পক্ষে জাগি থাকিম, ইয়াক যিহোৱাই
২৯ কৈছে। বাপেকহঁতে টেঙা দ্ৰাক্ষাগুটী খালে, তাতে
পুতেকহঁতৰ দাঁত টেঙালে, সেই দিনা লোক-
৩০ বিলাকে এনে কথা আৰু নকব। কিন্তু প্ৰতিজনে
আপোন আপোন অপৰাধৰ কাৰণে মৰিব ;
যি মানুহে টেঙা দ্ৰাক্ষাগুটী খাব, তাৰেইহে দাঁত
টেঙাব।
৩১ যিহোৱাই কৈছে, দেখা, এনে কোনো দিন
আহিছে, যে, সেই দিনা ময় ইস্ৰায়েল বংশ আৰু
যিহূদা বংশই সৈতে এটা নতুন নিয়ম স্থাপন
৩২ কৰিম। যিহোৱাই কৈছে, ময় সিবিলাকৰ স্বামী
থকাতো মোৰ যি নিয়মটী সিবিলাকে ভাঙিছিল,
মিচৰ দেশৰ পৰা উলিয়াই আনিবলৈ সিবিলা-
কৰ পূৰ্ব্বপুৰুষবিলাকৰ হাত ধৰিবৰ দিনা সিবি-
লাকে সৈতে কৰা সেই নিয়মটী অনুসাৰে নহয়।
৩৩ কিন্তু, যিহোৱাই কৈছে, সেই দিনৰ পাছে
ইস্ৰায়েল বংশৰ লগত ময় যি নিয়ম কৰিম,
সেই নিয়মটী এই, ময় সিবিলাকৰ অন্তৰত
মোৰ ব্যৱস্থা স্থাপন কৰিম, আৰু সিবিলাকৰ
হৃদয়ত তাক লিখিম ; ময় সিবিলাকৰ ঈশ্বৰ
৩৪ হম, আৰু সিবিলাক মোৰ প্ৰজা হব। যিহো-
ৱাক জানা, এই কথা কৈ সিবিলাক প্ৰতিজনে
আপোন আপোন ওচৰচুবুৰীয়াক, আৰু প্ৰতি-
জনে আপোন আপোন ভাইক আৰু শিক্ষা
নিদিব ; কাৰণ, যিহোৱাই কৈছে, বৰৰ পৰা
সৰুলৈকে সকলোৱে মোক জানিব, কিয়নো
ময় সিবিলাকৰ অপৰাধ ক্ষমা কৰিম, আৰু সি-
৩৫ বিলাকৰ পাপ ময় আৰু নুসুঁৱৰিম। যি জনাই
দিনৰ পোহৰৰ নিমিত্তে সূৰ্য্য, আৰু ৰাতিৰ
পোহৰৰ নিমিত্তে চন্দ্ৰ আৰু তৰাবোৰৰ নিয়ম

স্থাপন কৰে, যি জনাই সাগৰৰ ঢৌবোৰ গৰ্জ্জন
কৰাকৈ সমুদ্ৰক আস্ফালন কৰায়, বাহিনী-
বিলাকৰ যিহোৱা নামেৰে প্ৰখ্যাত হোৱা সেই
৩৬ যিহোৱাই এই ৰূপে কৈছে। যিহোৱাই কৈছে,
যদি এই নিয়মবোৰ মোৰ আগৰ পৰা গুচে,
তেন্তে ইস্ৰায়েল বংশও চিৰকালৰ নিমিত্তে মোৰ
আগত এক জাতি হোৱাৰ পৰা স্থগিত হব।
৩৭ যিহোৱাই এই কথা কৈছে, যদি ওপৰুত আকাশ-
মণ্ডলক জুখিব পাৰি, আৰু তলত পৃথিবীৰ মূল-
বোৰ অনুসন্ধান কৰিব পাৰি, তেন্তে মইও
ইস্ৰায়েলে কৰা সকলো কৰ্ম্মৰ নিমিত্তে মযো
গোটেই ইস্ৰায়েল বংশক দূৰ কৰিম, এয়ে
৩৮ যিহোৱাৰ বচন। যিহোৱাই কৈছে,- দেখা,
এনে কোনো দিন আহিছে, যে, সেই দিনা যিহো-
ৱাৰ উদ্দেশে হননেলৰ কোঁঠৰ পৰা চুকৰ দুৱাৰ-
৩৯ লৈকে নগৰখন সজা হব। আৰু পৰিমাণজৰী
গাৰেব পৰ্ব্বতলৈকে পোনে পোনে টনা যাব;
৪০ আৰু ঘূৰি গোৱালৈ আহিব। আৰু মৰা শৱ
আৰু ছাই পেলোৱা গোটেই উপত্যকা, আৰু
কিদ্ৰোণ জুৰিলৈকে সকলো মুকলি ঠাই পূব-
ফালে থকা অশ্ব দুৱাৰৰ চুকলৈকে যিহোৱাৰ
উদ্দেশে পবিত্ৰ হব; তাক চিৰকালৰ নিমিত্তে
আৰু উঘলা বা নিপাত কৰা নহব।

যিৰিমিয়াই কিনি লোৱা এডোখৰ
মাটিৰ উপমা।

৩২ যিহূদাৰ চিদিকিয়া ৰজাৰ ৰাজত্বৰ দশম
বছৰত, অৰ্থাৎ নবূখদ্‌ৰেচৰৰ ৰাজত্বৰ অষ্টা-
দশ বছৰত যিহোৱাৰ পৰা যি বাক্য যিৰি-
২ মিয়াৰ ওচৰলৈ আহিছিল, তাৰ বিষয়। সেই
সময়ত বাবিলৰ ৰজাৰ সৈন্যসামন্তই যিৰূ-
চালেম অৱৰোধ কৰিছিল; আৰু যিৰিমিয়া
ভাববাদী যিহূদাৰ ৰাজগৃহৰ প্ৰহৰীৰ চোঁতা-
৩ লত বন্ধ আছিল। কিয়নো যিহূদাৰ ৰজা চিদি-
কিয়াই তেওঁক বন্ধ কৰি থৈ কৈছিল, "যিহো-
ৱাই এই ৰূপে কৈছে, দেখা, মই এই নগৰখন
বাবিলৰ ৰজাৰ হাতত সমৰ্পণ কৰিম, আৰু তেওঁ
৪ তাক হাত কৰি লব; আৰু যিহূদাৰ ৰজা চিদি-
কিয়া কল্‌দীয়াসকলৰ হাতৰ পৰা নেসাৰিব, কিন্তু
অৱশ্যে তেওঁক বাবিলৰ ৰজাৰ হাতত সোধাই
দিয়া হব, আৰু তেওঁ সম্মুখামুখি হৈ তেওঁৰ
লগত কথা হব, আৰু চকুৱে চকুৱে দেখাদেখি
৫ হব; আৰু তেওঁ চিদিকিয়াক বাবিললৈ লৈ যাব,
আৰু ময় তেওঁৰ বিচাৰ নকৰালৈকে তাতেই তেওঁ
থাকিব, এয়ে যিহোৱাৰ বচন। তোমালোকে
যদিও কল্‌দীয়াসকলৈতে সৈতে ৰণ কৰিছা, তথাপি
কৃতকাৰ্য্য নহবা," এই বুলি তুমি কিয় ভাববাণী
প্ৰচাৰ কৰিছা?

৬ যিৰিমিয়াই কলে, মোৰ ওচৰলৈ যিহোৱাৰ
৭ এই বাক্য আহিল, বোলে, দেখা, তোমাৰ দদা-
য়েৰা চল্লুমৰ পুত্ৰ হনমেলে তোমাৰ ওচৰলৈ
আহি এই কথা কব, অনাথোতত থকা মোৰ
শস্যক্ষেত্ৰখন তুমি নিজৰ নিমিত্তে কিনি
লোৱা; কিয়নো তাক কিনি মোকোলাবলৈ
৮ তোমাৰ স্বত্ব আছে। পাছে যিহোৱাৰ বাক্য
অনুসাৰে মোৰ দদাইৰ পুত্ৰেক হনমেলে প্ৰহৰীৰ
চোঁতাললৈ মোৰ ওচৰলৈ আহি কলে, মই
বিনয় কৰোঁ, বিন্যামীন প্ৰদেশৰ অনাথোতত
থকা মোৰ শস্যক্ষেত্ৰখন তুমি কিনি লোৱা;
কিয়নো উত্তৰাধিকাৰ আৰু মোকোলাবৰ স্বত্ব
তোমাৰ; তুমি নিজৰ নিমিত্তে তাক কিনি
লোৱা। তেতিয়া, এয়ে যে যিহোৱাৰ বাক্য, তাক
৯ মই জানিলোঁ। এই হেতুকে মই আপোন দদাইৰ
পুত্ৰেক হনমেলৰ পৰা অনাথোতত থকা শস্য-
ক্ষেত্ৰখন কিনি লৈ তাৰ ধন সোতৰ চেকল ৰূপ
১০ জুখি তেওঁক দিলোঁ। মই দলিলত চহি দিলোঁ,
মোহৰ মাৰি বন্ধ কৰিলোঁ, সাক্ষী মাতিলোঁ, আৰু
১১ তৰ্জুত ধন জুখি তেওঁক দিলোঁ। এই দৰে মাটিৰ
বৰ্ণনা আৰু নিয়ম থকা খৰিদা দলিল দুখন,
অৰ্থাৎ মোহৰ মাৰি বন্ধ কৰা আৰু খোলা এই
১২ দুয়োখন ললোঁ। তাৰ পাছে মোৰ দদাইৰ পুত্ৰেক
হনমেলৰ আগত, খৰিদা দলিলত চহি দিয়া
সাক্ষীবোৰৰ আগত, আৰু প্ৰহৰীৰ চোঁতালত
বহি থকা আটাই যিহূদী লোকৰ আগত মই
সেই খৰিদা দলিলখন মহচেয়াৰ নাতিয়েক
নেৰিয়াৰ পুত্ৰ বাৰুকৰ হাতত গতাই দিলোঁ।
১৩ আৰু সিবিলাকৰ আগতে বাৰুকক এই আজ্ঞা
১৪ কৰিলোঁ, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, তুমি মোহৰ মাৰি
বন্ধ কৰা এই খৰিদা দলিলখন আৰু এই খোলা
দলিলখন, দুয়োখন লৈ বহুদিনলৈ থাকিবৰ
১৫ নিমিত্তে এক মাটিৰ পাত্ৰত থোৱা। কিয়নো
ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, ঘৰ, শস্যক্ষেত্ৰ, আৰু দ্ৰাক্ষা-
বাৰী এই দেশত পুনৰায় কিনা যাব।
১৬ নেৰিয়াৰ পুত্ৰ বাৰুকক সেই খৰিদা দলিলখন
দিয়াৰ পাছে মই যিহোৱাৰ আগত এই প্ৰাৰ্থনা
১৭ কৰিলোঁ, হে প্ৰভু যিহোৱা, দেখা, তুমিয়েই
আপোন মহাশক্তিৰে আৰু মেলা বাহুৰে
আকাশমণ্ডল আৰু পৃথিবী নিৰ্ম্মাণ কৰিলা,
১৮ তোমাৰ অসাধ্য একোৱেই নাই; তুমি হাজাৰ
হাজাৰ লোকলৈ দয়া প্ৰকাশ কৰোঁতা, আৰু
পূৰ্ব্বপুৰুষবিলাকৰ অপৰাধৰ প্ৰতিফল সিবিলা-
কৰ পাছত হোৱা সিবিলাকৰ সন্তানসকলৰ
বুকত দিওঁতা মহান পৰাক্ৰমী ঈশ্বৰ; বাহিনী-
১৯ বিলাকৰ যিহোৱা তেওঁৰ নাম। তুমি মন্ত্ৰণাত

মহান, আৰু কাৰ্য্যত শ্ৰেষ্ঠ ; প্ৰতিজনৰ আচাৰ
ব্যৱহাৰ আৰু কাৰ্য্যৰ ফল অনুসাৰে প্ৰতিফল
দিবলৈ মনুষ্যসন্তানবিলাকৰ আটাই আচাৰ
ব্যৱহাৰৰ ওপৰত তোমাৰ চকু মেলা আছে।
২০ তুমি মিচৰ দেশত নানা চিন আৰু অদ্ভুত লক্ষণ
দেখুৱাইছিলা, আজিলৈকো ইস্ৰায়েল আৰু
আন আন লোকবিলাকৰ মাজত কৰি আছিছা ;
তুমি নিজৰ নিমিত্তে আজিৰ নিচিনাকৈ নাম
২১ প্ৰখ্যাত কৰিলা। তুমি নানা চিন আৰু অদ্ভুত
লক্ষণ, বলী হাত, মেলা বাহু, আৰু মহা-
ভয়ানকতাৰে আপোন প্ৰজা ইস্ৰায়েল লোক-
বিলাকক মিচৰ দেশৰ পৰা উলিয়াই আনি-
২২ ছিলা ; আৰু দুগ্ধ মধু বৈ যোৱা যি দেশ
সিবিলাকক দিম বুলি তুমি সিবিলাকৰ পূৰ্ব্ব-
পুৰুষবিলাকৰ আগত শপত কৰিছিলা, সেই
২৩ দেশ তুমি সিবিলাকক দিলা। আৰু সিবিলাকে
সোমাই তাক অধিকাৰ কৰিলে ; কিন্তু সিবি-
লাকে তোমাৰ বাক্য পালন নকৰিলে, বা তোমাৰ
ব্যৱস্থাত নচলিলে, আৰু তুমি সিবিলাকক যি
যি কাৰ্য্য কৰিবলৈ আজ্ঞা দিলা, সেইবোৰৰ
একোকে সিবিলাকে নকৰিলে ; এই নিমিত্তে
তুমি সিবিলাকলৈ এই সকলো আপদ ঘটালা।
২৪ দেখা, নগৰখন লবৰ উদ্দেশ্যেৰে সোৱা হাদাম-
বোৰ ওচৰ পালেহি ; তৰোৱাল, আকাল, আৰু
মহামাৰীৰ কাৰণে এই নগৰখন তাৰ অহিতে যুদ্ধ
কৰা কল্‌দীয়াইতৰ হাতত সমৰ্পণ কৰা হৈছে,
আৰু তুমি কোৱা কথা ঘটিল ; আৰু দেখা,
২৫ তুমি তাক দেখিছা। আৰু হে প্ৰভু যিহোৱা,
ধন দি শস্যক্ষেত্ৰ কিনা, আৰু সাক্ষী মাতা, এই
বুলি তুমি মোক কলা ; অথচ এই নগৰখন কল্‌-
দীয়াবিলাকৰ হাতত সোধাই দিয়া হৈছে।
২৬ তেতিয়া যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য
২৭ আহিল, বোলে, দেখা, ময়েই যিহোৱা, সকলো
মৰ্ত্ত্যৰেই ঈশ্বৰ ; মোৰ অসাধ্য আনো কিবা
আছে ?
২৮ এই হেতুকে যিহোৱাই এই কথা কৈছে, দেখা,
ময় কল্‌দীয়াইতৰ, আৰু বাবিলৰ ৰজা নবূখদ্‌-
ৰেচৰৰ হাতত এই নগৰখন সমৰ্পণ কৰিম ;
২৯ তাতে তেওঁ তাক হাত কৰি লব। আৰু এই
নগৰখনৰ বিৰুদ্ধে যি কল্‌দীয়াইতে যুদ্ধ কৰিছে,
সিইঁতে আহি এই নগৰত জুই লগাই, মোক
বেজাৰ দিবৰ নিমিত্তে যি ঘৰবোৰৰ চালত
সিবিলাকে বালৰ উদ্দেশে ধূপ উৎসৰ্গ কৰে,
আৰু ইতৰ দেৱতাৰ উদ্দেশে পেয় নৈবেদ্য
ঢালে, সেইবোৰ ঘৰে সৈতে ইয়াক পুৰিব।
৩০ কিয়নো ইস্ৰায়েলৰ সন্তানবিলাকে আৰু যিহুদাৰ
সন্তানবিলাকে লৰা কালৰে পৰা মোৰ সাক্ষাতে
কেৱল কুকৰ্ম্মহে কৰি আহিছে ; কাৰণ, যিহো-
ৱাই কৈছে, ইস্ৰায়েলৰ সন্তানবিলাকে আপোন
আপোন হাতৰ কাৰ্য্যেৰে কেৱল মোক বেজাৰহে
৩১ দিছে। কিয়নো, ইস্ৰায়েলৰ সন্তানবিলাকে আৰু
যিহুদাৰ সন্তানবিলাকে, সিবিলাকৰ ৰজা, প্ৰধান
লোক, পুৰোহিত, ভাববাদীবিলাক, যিহুদাৰ
লোক, আৰু যিৰূচালেমনিবাসীবিলাকে মোক
বেজাৰ দিবৰ অৰ্থে কৰা সিবিলাকৰ সকলো
৩২ দুষ্কৰ্ম্মৰ কাৰণে, মোৰ আগৰ পৰা ময় এই
নগৰখন দূৰ কৰিবলৈ, সিবিলাকে ইয়াক সজা
দিনৰে পৰা আজিলৈকে, ই মোৰ পক্ষে মোৰ
৩৩ ক্ৰোধ আৰু কোপৰ কাৰণ হৈ আছিছে। আৰু
সিবিলাকে মোলৈ মুখ নিদি পিঠি দিলে।
আৰু যদিও ময় প্ৰভাতে উঠি সিবিলাকক শিক্ষা
দিছিলোঁ, তথাপি সিবিলাকে মোৰ শিক্ষা গ্ৰহণ
৩৪ কৰিবলৈ কাণ নিদিলে : কিন্তু মোৰ নামেৰে
প্ৰখ্যাত হোৱা গৃহটো অশুচি কৰিবৰ অৰ্থে সি-
বিলাকে তাৰ ভিতৰত সিবিলাকৰ ঘৃণনীয় বস্তু-
৩৫ বোৰ ৰাখিলে। আৰু মোলকৰ উদ্দেশে আপোন
আপোন পো জীবোৰক জুইৰ মাজেদি গমন
কৰাবলৈ, সিবিলাকে হিন্নোমৰ পুত্ৰেকৰ উপ-
ত্যকাত থকা বালৰ ওখ ঠাইবোৰ সাজিলে ;
যিহুদাক পাপ কৰাবলৈ সিবিলাকে সেই
ঘিণলগীয়া কাৰ্য্য কৰিবৰ নিমিত্তে ময় আজ্ঞা
কৰা নাছিলোঁ, আৰু মোৰ মনত উদয়ো হোৱা
নাছিল।
৩৬ এই হেতুকে, এতিয়া তোমালোকে যি নগৰৰ
বিষয়ে কৈছা, বোলে, তৰোৱাল, আকাল, আৰু
মহামাৰীৰ দ্বাৰায় এই নগৰখন বাবিলৰ ৰজাৰ
হাতত সোধাই দিয়া হৈছে, তাৰ বিষয়ে ইস্ৰা-
৩৭ য়েলৰ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, দেখা,
ময় আপোন ক্ৰোধ, কোপ, আৰু মহাৰোষত
সিবিলাকক যি যি দেশলৈ খেদাইছিলোঁ, সেই
সেই দেশৰ পৰা সিবিলাকক চপাম, আৰু পুন-
ৰায় এই ঠাইলৈ আনি নিৰাপদে বাস কৰাম ;
৩৮ তাতে সিবিলাক মোৰ প্ৰজা হব, আৰু ময়
৩৯ সিবিলাকৰ ঈশ্বৰ হম। সিবিলাকে চিৰকাল-
লৈকে মোক ভয় কৰিবৰ নিমিত্তে সিবিলাকৰ
আৰু সিবিলাকৰ পাছৰ সন্তানবিলাকৰ মঙ্গলৰ
অৰ্থে সিবিলাকক এক চিত্ত আৰু এক পথ দিম।
৪০ সিবিলাকৰ মঙ্গল কৰিবলৈ, ময় যে সিবিলাকৰ
পৰা নুঘূৰিম, সিবিলাকে সৈতে ময় এনে চিৰ-
স্থায়ী নিয়ম স্থাপন কৰিম ; আৰু সিবিলাক
মোৰ পৰা আঁতৰ নহবৰ নিমিত্তে, সিবিলাকৰ
৪১ মনত মোৰ বিষয়ৰ ভয় স্থাপন কৰিম। এনে
কি, সিবিলাকৰ মঙ্গল কৰিবলৈ ময় সিবিলাকত
আনন্দ কৰিম ; আৰু নিশ্চয়ে সমস্ত মনেৰে
ও সমস্ত প্ৰাণেৰে ময় সিবিলাকক এই
৪২ দেশত ৰুম। কিয়নো যিহোৱাই এই কথা

কৈছে, মই এই লোকবিলাককৈ যেনেকৈ এই
সকলো মহা-আপদ ঘটালোঁ, তেনেকৈ মই সিবি-
লাককৈ প্ৰতিজ্ঞা কৰা আটাই মঙ্গলো ঘটাম।
৪৩ আৰু এই যি দেশৰ বিষয়ে, ই মনুষ্য আৰু পশু-
শূন্য ধ্বংসস্থান, ইয়াক কল্দীয়াইতৰ হাতত
সমৰ্পণ কৰা হৈছে, এই বুলি তোমালোকে
৪৪ কৈছা, এই দেশত শস্যক্ষেত্ৰ কিনা হব। বিন্যা-
মীন প্ৰদেশত, যিৰূচালেমৰ চাৰিওকালে থকা
ঠাইত, আৰু যিহূদাৰ পৰ্ব্বতীয়া অঞ্চলৰ, নিম্ন-
ভূমিৰ, আৰু দক্ষিণ অঞ্চলৰ নগৰবোৰত লোক-
বিলাকে ধন দি শস্যক্ষেত্ৰ কিনিব, আৰু দলিলত
চহী দি, মোহৰ মাৰি বন্ধ কৰিব, আৰু সাক্ষী
মাতিব; কিয়নো যিহোৱাই কৈছে, মই সি-
বিলাকৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম।

যিহূদীবিলাকৰ বন্দীত্বৰ পৰিবৰ্ত্তন।

৩৩ পাছে দ্বিতীয়বাৰ যিৰিমিয়ালৈ যিহোৱাৰ
বাক্য আহিল, বোলে, (তেতিয়াও তেওঁ প্ৰহৰীৰ
২ চোঁতালত বন্ধ আছিল,) এই কাৰ্য্যৰ কৰ্ত্তা
যিহোৱা, যি জনাই ইয়াক সিদ্ধ কৰিবলৈ কল্পনা
কৰে, যিহোৱা নামেৰে প্ৰখ্যাত হোৱা সেই
৩ যিহোৱাই এই ৰূপে কৈছে, তুমি মোৰ আগত
প্ৰাৰ্থনা কৰা; তাতে মই তোমাক উত্তৰ দিম,
আৰু তুমি নজনা মহৎ আৰু অগম্য কথা
৪ তোমাক জনাম। কিয়নো হাদামবোৰৰ আৰু
তৰোৱালৰ পৰা ৰক্ষাৰ উপায় কৰিবলৈ এই
নগৰৰ আৰু যিহূদাৰ ৰজাবিলাকৰ যি ঘৰবোৰ
ভঙা হৈছে, সেই ঘৰবোৰৰ বিষয়ে ইস্ৰায়েলৰ
৫ ঈশ্বৰ যিহোৱাই এই কথা কৈছে, লোকবিলাকে
কল্দীয়াইতে সৈতে যুদ্ধ কৰিবলৈ আহিছে,
কিন্তু যিবিলাকক মই আপোন ক্ৰোধ আৰু মহা-
কোপত বধ কৰিলোঁ, আৰু যিবিলাকৰ সকলো
দুষ্টতাৰ নিমিত্তে মই এই নগৰৰ পৰা মোৰ
মুখ লুকুৱাই ৰাখিলোঁ, সেইবোৰ মানুহৰ মৰা
শৰেৰে এই ঘৰবোৰ পৰিপূৰ্ণ কৰিবলৈহে আ-
৬ হিছে। দেখা, মই এই নগৰৰ ঘা যাচি চি-
কিৎসা কৰিম, সিবিলাকক সুস্থ কৰিম, আৰু
সিবিলাককৈ প্ৰচুৰ পৰিমাণে কুশল আৰু
৭ সত্যতা প্ৰকাশ কৰিম। মই যিহূদা আৰু ইস্ৰা-
য়েলৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম, আৰু
আগৰ দৰে পুনৰায় সিবিলাকক স্থাপন কৰিম।
৮ আৰু যি অপৰাধৰ দ্বাৰায় সিবিলাকে মোৰ
অহিতে পাপ কৰিলে, সিবিলাকৰ সেই অপৰাধ
মই ধুই পেলাম; আৰু যি নানা অপৰাধেৰে
সিবিলাকে মোৰ অহিতে পাপ কৰিলে, আৰু
যিহৰ দ্বাৰায় সিবিলাকে অধৰ্ম্ম-আচৰণ কৰিলে,
মই সিবিলাকৰ সেই সকলো অপৰাধ ক্ষমা
৯ কৰিম। আৰু মই সিবিলাককৈ কৰা আটাই
মঙ্গলকাৰ্য্যৰ কথা পৃথিবীৰ যি জাতিবিলাকে
শুনিব, আৰু মই সিবিলাকৰ নিমিত্তে কৰা
আটাই মঙ্গল আৰু শান্তিৰ কথা শুনি ভয়ত
কঁপিব, সেই সকলো জাতিৰ আগত এই নগৰ
মোৰ পক্ষে আনন্দজনক নাম, প্ৰশংসা, আৰু
১০ গৌৰৱৰ বিষয় হব। যিহোৱাই এই কথা কৈছে,
এই যি ঠাইৰ বিষয়ে তোমালোকে কৈছা, যে,
ই উচ্ছন্ন, মনুষ্য আৰু পশুশূন্য, এই ঠাইত,
এনে কি উচ্ছন্ন, মনুষ্য ও নিবাসীশূন্য আৰু
পশুশূন্য যিহূদাৰ নগৰ আৰু যিৰূচালেমৰ
১১ আলিবোৰত, আনন্দৰ ধ্বনি, উল্লাসৰ ধ্বনি, দৰা
কন্যাৰ ধ্বনি, আৰু "বাহিনীবিলাকৰ যিহোৱাৰ
ধন্যবাদ কৰা, কিয়নো যিহোৱা মঙ্গলময়, কাৰণ
তেওঁৰ দয়া সদাকাললৈকে থাকে," এই বুলি
কোৱাবিলাকৰ ধ্বনি, আৰু যিহোৱাৰ গৃহলৈ
ধন্যবাদাৰ্থক বলি অনাবিলাকৰ ধ্বনি পুনৰায়
শুনা যাব। কিয়নো, যিহোৱাই কৈছে, মই এই
দেশৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰি আগৰ দৰে
১২ কৰিম। বাহিনীবিলাকৰ যিহোৱাই এই কথা
কৈছে, উচ্ছন্ন, মনুষ্য আৰু পশুশূন্য এই ঠাইত
আৰু ইয়াৰ সকলো নগৰত মেৰৰ জাকক শয়ন
কৰাওঁতা ৰখীয়াবিলাকৰ বসতিৰ ঠাই পুনৰায়
১৩ হব। যিহোৱাই কৈছে, পৰ্ব্বতীয়া অঞ্চলৰ, নিম্ন-
ভূমিৰ, আৰু দক্ষিণ অঞ্চলৰ নগৰবোৰত, বিন্যা-
মীন প্ৰদেশত, যিৰূচালেমৰ চাৰিওকালৰ ঠাই-
বোৰত, আৰু যিহূদাৰ নগৰবোৰত মেৰগণনাকাৰী
লোকৰ হাতৰ তলেদি মেৰৰ জাকবিলাক পুনৰায়
গমন কৰিব।
১৪ যিহোৱাই কৈছে, দেখা, ইস্ৰায়েল বংশ আৰু
যিহূদা বংশৰ বিষয়ে মই কোৱা মঙ্গলবাক্য যি
১৫ দিনা সিদ্ধ কৰিম, এনে দিন আহিছে। সেই
দিনা আৰু সেই কালত মই দায়ূদৰ বংশত এক
ধাৰ্ম্মিক গজালি গজাম, তেওঁ দেশত বিচাৰ আৰু
১৬ ন্যায় সিদ্ধ কৰিব। সেই দিনা যিহূদাই পৰিত্ৰাণ
পাব, যিৰূচালেমে নিৰাপদে বাস কৰিব, আৰু
"যিহোৱাই আমাৰ ধাৰ্ম্মিকতা," এই নামেৰে
১৭ সেই নগৰ প্ৰখ্যাত হব; কিয়নো যিহোৱাই এই
কথা কৈছে, ইস্ৰায়েল বংশৰ সিংহাসনৰ ওপৰত
বহিবলৈ দায়ূদবংশীয় পুৰুষৰ অভাৱ নহব;
১৮ আৰু মোৰ আগত হোমবলি উৎসৰ্গ কৰিবলৈ,
নৈবেদ্য দগ্ধ কৰিবলৈ, আৰু নিত্যে নিত্যে
মঙ্গলাৰ্থক বলিদান কৰিবলৈ লেবীয়া পুৰোহিত-
বিলাকৰ মাজৰ কোনো পুৰুষৰ অভাৱ নহব।
১৯ পাছে যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য
২০ আহিল, বোলে, যিহোৱাই এই ৰূপে কৈছে,
দিন আৰু ৰাতিৰ মোৰ নিয়ম যদি তোমালোকে
এনেকৈ ভাঙিব পাৰা, যে, আপোন আপোন
২১ কালত দিন কি ৰাতি নহব, তেন্তে মোৰ দাস

দায়ূদে সৈতে কৰা মোৰ নিয়মটীও এনেকৈ
ভাঙিব পৰা যাব, যে, তেওঁৰ সিংহাসনত বহি
ৰাজশাসন কৰিবলৈ তেওঁৰ এটী সন্তানো নহব ;
আৰু মোৰ পৰিচাৰক লেবীয়া পুৰোহিতবিলাকে
সৈতে কৰা মোৰ নিয়মটীও ভাঙিব পৰা যাব।
২২ আকাশমণ্ডলৰ বাহিনীবিলাক যেনেকৈ গণিব
নোৱাৰি, আৰু সমুদ্ৰৰ বালি যেনেকৈ জুখিব
নোৱাৰি, তেনেকৈ ময় আপোন দাস দায়ূদৰ
বংশক আৰু মোৰ পৰিচৰ্য্যা কৰোঁতা লেবীয়া-
২৩ বিলাকক বৃদ্ধি কৰিম। পুনৰায় যিৰিমিয়াৰ ওচৰ-
২৪ লৈ যিহোৱাৰ বাক্য আহিল, বোলে, এই জাতিয়ে
কি কৈছে, তাক জানো তুমি ভু পোৱা নাই ?
সিহঁতে কৈছে, যিহোৱাই আপোনাৰ মনো-
নীত এই দুই গোষ্ঠীক অগ্ৰাহ্য কৰিছে ; সিহঁতে
আপোনাবিলাকৰ আগত মোৰ প্ৰজাবিলাকক
এক জাতি বুলি আৰু গণনা নকৰি এই ৰূপে
২৫ হেয়জ্ঞান কৰে। যিহোৱাই এই কথা কৈছে,
দিন আৰু ৰাতিৰ মোৰ নিয়ম যদি নৰয়, আৰু
যদি ময় আকাশমণ্ডল আৰু পৃথিবীৰ নিয়মবোৰ
২৬ নিৰূপণ নকৰাকৈ থাকোঁ, তেন্তে ময় যাকোবৰ
আৰু মোৰ দাস দায়ূদৰ বংশকো অগ্ৰাহ্য কৰি
অব্ৰাহাম, ইচ্‌হাক, আৰু যাকোবৰ বংশৰ ওপৰত
শাসন কৰিবলৈ তেওঁৰ বংশৰ এজনকো নলম ;
কিয়নো ময় সিবিলাকৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন
কৰিম, আৰু সিবিলাকক দয়া কৰিম।

চিদিকিয়াৰ ভাবী বন্দীত্ব, আৰু তেওঁ
পতা নিয়মটীৰ বিষয়।

৩৪ বাবিলৰ ৰজা নবূখদ্‌নেচৰ, তেওঁৰ সৈন্য-
সামন্ত, তেওঁৰ অধীনে থকা পৃথিবীৰ সকলো
ৰাজ্যবোৰ, আৰু সকলো জাতিবিলাকে যিৰু-
চালেম আৰু তাৰ আটাই নগৰৰ বিৰুদ্ধে যুদ্ধ
কৰা সময়ত, যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ
২ পৰা এই বাক্য আহিল, বোলে, ইস্ৰায়েলৰ ঈশ্বৰ
যিহোৱাই এই কথা কৈছে, তুমি যোৱা, আৰু
যিহূদাৰ ৰজা চিদিকিয়াৰ লগত কথা হৈ তেওঁক
কোৱা, যিহোৱাই এই ৰূপে কৈছে, দেখা, ময়
বাবিলৰ ৰজাৰ হাতত এই নগৰ সমৰ্পণ কৰিম,
৩ আৰু তেওঁ তাক জুইয়ে দগ্ধ কৰিব ; আৰু তুমি
তেওঁৰ হাতৰ পৰা ৰক্ষা নেপাবা, কিন্তু নিশ্চয়ে
ধৰা পড়ি তেওঁৰ হাতত সমৰ্পিত হবা ; তোমাৰ
চকুৱে বাবিলৰ ৰজাৰ চকু দেখিব, তেওঁ সম্মুখা-
সম্মুখি হৈ তোমাৰ লগত কথা হব, আৰু তুমি
৪ বাবিললৈ যাবা। তথাপি হে যিহূদাৰ ৰজা
চিদিকিয়া, তুমি যিহোৱাৰ বাক্য শুনা ; যিহো-
৫ ৱাই তোমাৰ বিষয়ে এই ৰূপে কৈছে, তুমি তৰো-
ৱালৰ দ্বাৰায় নমৰিবা ; তুমি শান্তিভূহে মৰিবা,
আৰু তোমাৰ আগেয়ে হোৱা তোমাৰ পূৰ্ব্বপুৰুষ
ৰজাবিলাকৰ নিমিত্তে লোকে যেনেকৈ সুগন্ধি
দ্ৰব্য জলাইছিল, তেনেকৈ তোমাৰো নিমিত্তে
জলাব, আৰু হায় প্ৰভো বুলি তোমাৰ কাৰণে
বিলাপ কৰিব ; কিয়নো ময় এই কথা কলোঁ,
৬ এয়ে যিহোৱাৰ বচন। তেতিয়া যিৰিমিয়া ভাব-
বাদীয়ে যিৰুচালেমত যিহূদাৰ ৰজা চিদিকিয়াক
৭ সেইবোৰ কথা কলে। সেই কালত বাবিলৰ
ৰজাৰ সৈন্যসামন্তই যিৰুচালেম আৰু যিহূদাৰ
অৱশিষ্ট আটাই নগৰৰ বিৰুদ্ধে, লাখীচ আৰু
অজেকাৰ অহিতে যুদ্ধ কৰিছিল ; কিয়নো যিহূ-
দাৰ নগৰবোৰৰ মাজত কেৱল এই দুখনহে
গড়েৰে আবৃত নগৰ অৱশিষ্ট আছিল।
৮ বন্দী বেটীৰ আগত মুক্তি ঘোষণা কৰিবলৈ,
চিদিকিয়া ৰজাই যিৰুচালেমত থকা আটাই
প্ৰজাৰে সৈতে এটী নিয়ম স্থাপন কৰাৰ পাছত,
৯ যিহোৱাৰ পৰা যিৰিমিয়ালৈ অহা বাক্য। সেই
নিয়মটী এই, যে, প্ৰত্যেক মানুহে আপোন ইব্ৰী
বন্দী কি বেটীক মুকলি কৰি দিব, কোনেও
সিহঁতক, অৰ্থাৎ যিহূদী ভাইক বন্দীকাম নক-
১০ ৰাব। পাছে প্ৰত্যেকে যে আপোনাৰ বন্দীক
আৰু আপোনাৰ বেটীক মুকলি কৰি দিব,
কোনেও যে সিহঁতক আৰু বন্দীকাম নকৰাব,
এনে নিয়মটীত বদ্ধ হোৱা সকলো প্ৰধান লোক
আৰু আটাই প্ৰজা মান্তি হল ; সিবিলাকে মান্তি
১১ হৈ সিহঁতক এড়ি দিলে। কিন্তু পাছত সিবি-
লাকে মন ঘুৰালে, আৰু সিবিলাকে মুকলি কৰি
দিয়া বন্দী বেটীক ওলোটাই আনি আপোনা-
বিলাকৰ বন্দী বেটী কৰিবলৈ বশীভূত কৰিলে।
১২ এই হেতুকে যিহোৱাৰ পৰা যিৰিমিয়াৰ ওচৰলৈ
১৩ এই বাক্য আহিল, বোলে, ইস্ৰায়েলৰ ঈশ্বৰ
যিহোৱাই এই কথা কৈছে, বন্দীঘৰস্বৰূপ মিচৰ
দেশৰ পৰা তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকক
উলিয়াই অনা দিনা ময়েই সিবিলাকৰ লগত
১৪ এই নিয়মটী স্থিৰ কৰিছিলোঁ, যে, তোমাৰ যি
ইব্ৰী ভাইক তোমাৰ হাতত বেচা হল, আৰু
তোমাৰ ঘৰত ছবছৰ খাটিলে, তোমালোক
প্ৰতিজনে আপোন আপোন এনে ভাইক সপ্তম
বছৰৰ মূৰত এড়ি দিবা, তুমি তাক মুকলি কৰি
তোমাৰ ওচৰৰ পৰা বিদায় দিবা ; কিন্তু তোমা-
লোকৰ পূৰ্ব্বপুৰুষবিলাকে মোৰ কথা নেমানিলে,
১৫ আৰু কাণো নেপাতিলে। সম্প্ৰতি তোমালোকে
মন ঘুৰাই প্ৰতিজনে আপোন আপোন ওচৰ-
চুবুৰীয়াৰ আগত মুক্তি ঘোষণা কৰি, মোৰ
দৃষ্টিত যি ন্যায়, তাকে কৰিছিলা, আৰু মোৰ
নামেৰে প্ৰখ্যাত গৃহত মোৰ আগত এটী নিয়ম
১৬ বান্ধিছিলা ; কিন্তু তোমালোকে আকৌ মন
ঘুৰাই মোৰ নাম অপবিত্ৰ কৰিলা, আৰু যি
বন্দী বেটীক সিহঁতৰ ইচ্ছামতে যাবলৈ এড়ি

দিছিলা, তোমালোক প্ৰতিজনে আপোন
আপোন সেই বন্দী বেটীক ওলোটাই আনি
আপোনাবিলাকৰ বন্দী বেটী কৰিবলৈ বশীভূত
১৭ কৰিলা। এই হেতুকে যিহোৱাই এই কথা কৈছে,
তোমালোক প্ৰতিজনে আপোন আপোন ভাইৰ
আগত, প্ৰতিজনে আপোন আপোন ওচৰচুবুৰী-
য়াৰ আগত মুক্তি ঘোষণা কৰিবলৈ মোলৈ কাণ
নিদিলা; দেখা, যিহোৱাই কৈছে, ময়ো তৰো-
ৱাল, মহামাৰী, আৰু আকাললৈ তোমালোকৰ
আগত মুক্তি ঘোষণা কৰিছোঁ, আৰু পৃথিবীৰ
সকলো ৰাজ্যৰ মাজত তোমালোকক ত্ৰাসৰ বিষয়
১৮ কৰিম; আৰু যি মানুহবিলাকে মোৰ নিয়মটী
ভাঙিলে, যিবিলাকে দামুড়িটোক দুভোখৰ কৰি
তাৰ অংশৰ মাজেদি গমন কৰি মোৰ আগত
বন্ধা নিয়মটীৰ বাক্য পালন নকৰিলে, সিবি-
১৯ লাকক, অৰ্থাৎ দামুড়িৰ অংশৰ মাজেদি গমন
কৰা যিহূদা আৰু যিৰূচালেমৰ প্ৰধান লোক,
নপুংসক, পুৰোহিতবিলাক, আৰু দেশৰ আটাই
২০ প্ৰজাক, সিবিলাকৰ শত্ৰুবোৰৰ আৰু সিবিলাকৰ
প্ৰাণ মাৰিবলৈ বিচাৰি ফুৰাবোৰৰ হাতত সমৰ্পণ
কৰিম, আৰু সিবিলাকৰ মৰা শব আকাশৰ
চৰাইবোৰৰ আৰু পৃথিবীৰ জন্তবোৰৰ আহাৰ
২১ হব। আৰু যিহূদাৰ ৰজা চিদিকিয়াক, আৰু
তেওঁৰ প্ৰধান লোকবিলাকক ময় সিবিলাকৰ শত্ৰু-
বোৰৰ হাতত, আৰু সিবিলাকৰ প্ৰাণ মাৰিবলৈ
বিচাৰি ফুৰাবোৰৰ হাতত, আৰু তোমালোকৰ
ওচৰৰ পৰা গুচি যোৱা বাবিলৰ ৰজাৰ সৈন্য-
২২ সামন্তৰ হাতত সমৰ্পণ কৰিম। যিহোৱাই
কৈছে, দেখা, ময় হুকুম দি সিহঁতক পুনৰায়
এই নগৰলৈ ওলোটাম; তাতে সিহঁতে এই
নগৰৰ অহিতে যুদ্ধ কৰি ইয়াক হাত কৰি লৈ
জুই দি পুড়িব, আৰু ময় যিহূদাৰ নগৰবোৰ
নিবাসীশূন্য ধ্বংসস্থান কৰিম।

ৰেখবীয়াবিলাকৰ বাধ্যতা।

৩৫ যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়া-
কীমৰ ৰাজত্বৰ কালত যিহোৱাৰ পৰা যিৰি-
২ মিয়াৰ ওচৰলৈ এই বাক্য আহিল, বোলে, তুমি
ৰেখববংশীয় লোকবিলাকৰ ঘৰলৈ যোৱা, আৰু
সিবিলাকৰ লগত কথা কৈ সিবিলাকক যিহো-
ৱাৰ গৃহৰ কোনো এটা খোঁটালিলৈ আনি, পান
৩ কৰিবলৈ দ্ৰাক্ষাৰস দিয়া। তাতে ময় হব-
চিনিয়াৰ নাতিয়েক যিৰিমিয়াৰ পুত্ৰ যাজনিয়া,
আৰু তেওঁৰ ককায়েক ভায়েকহঁতক, আৰু তেওঁৰ
পুতেক আদি ৰেখবীয়া গোটেই বংশক লগত
৪ লৈ, যিহোৱাৰ গৃহলৈ, ঈশ্বৰৰ লোক যিগ্‌দলি-
য়াৰ পুত্ৰ হাননৰ পুতেকহঁতৰ খোঁটালিলৈ
নিলোঁ; সেই খোঁটালি চল্লুমৰ পুত্ৰ মাচেয়া
নামেৰে দুৱৰীৰ খোঁটালিৰ ওপৰত প্ৰধান
লোকবিলাকৰ খোঁটালিৰ কোষত আছিল।
৫ পাছে ময় দ্ৰাক্ষাৰসেৰে ভৰা গোটাদিয়েক ঘটি
আৰু বাটি ৰেখব বংশৰ মানুহবোৰৰ আগত
থৈ, তোমালোকে দ্ৰাক্ষাৰস পান কৰা বুলি সি-
৬ বিলাকক কলোঁ। কিন্তু সিবিলাকে কলে, আমি
দ্ৰাক্ষাৰস পান নকৰোঁ; কিয়নো আমাৰ পূৰ্ব্ব-
পুৰুষ ৰেখবৰ পুত্ৰ যোনাদবে আমাক এই
আজ্ঞা দিছিল, তোমালোকে আৰু তোমালোকৰ
সন্তানবিলাকৰ কোনেও চিৰকাললৈকে দ্ৰাক্ষা-
৭ ৰস পান নকৰিবা; আৰু ঘৰ নেসাজিবা, গুটী
নিসিচিবা, দ্ৰাক্ষাবাড়ী নেপাতিবা, আৰু এই-
বোৰৰ একোৰো অধিকাৰী নহবা; কিন্তু তোমা-
লোকে প্ৰবাস কৰা দেশত বহুদিন থাকিবৰ
নিমিত্তে, তোমালোকৰ সকলো কালত তাম্বুত
৮ বাস কৰিবা। আমি, আমাৰ তিৰুতা, লৰা, আৰু
ছোৱালী সকলোৱে আমাৰ গোটেই জীৱনৰ
কালত দ্ৰাক্ষাৰস পান নকৰিবলৈ, আৰু নিবাসৰ
অৰ্থে ঘৰ নেসাজিবলৈ আমাৰ পূৰ্ব্বপুৰুষ ৰেখবৰ
৯ পুত্ৰ যোনাদবে যিবোৰ আজ্ঞা দিছিল, সেইবোৰ
আজ্ঞাৰ দৰে আমি তেওঁৰ কথা মানি আহিছোঁ।
আমাৰ দ্ৰাক্ষাবাড়ী, কি শস্যক্ষেত্ৰ, কি কঠিয়া
১০ নাই; কিন্তু আমি তাম্বুত থাকোঁ, আৰু আমাৰ
পূৰ্ব্বপুৰুষ যোনাদবে দিয়া আজ্ঞা মানি সেই অনু-
১১ সাৰে সকলো কাম কৰি আহিছোঁ। কিন্তু যেতিয়া
বাবিলৰ ৰজা নবূখদ্‌ৰেচৰ এই দেশৰ মাজলৈ
আহিছিল, তেতিয়া আমি কলোঁ, আহাঁ, আমি
কল্‌দীয়া আৰু অৰামীয়াহঁতৰ সৈন্যসামন্তৰ
সন্মুখৰ পৰা যিৰূচালেমলৈ যাওঁহঁক; এই
নিমিত্তে আমি যিৰূচালেমত বাস কৰিছোঁ।
১২ পাছে যিৰিমিয়াৰ ওচৰলৈ যিহোৱাৰ এই
১৩ বাক্য আহিল, বোলে, ইস্ৰায়েলৰ ঈশ্বৰ বাহিনী-
বিলাকৰ যিহোৱাই এই কথা কৈছে, তুমি গৈ
যিহূদাৰ লোকবিলাকক আৰু যিৰূচালেমনিবাসী-
বিলাকক কোৱা, যিহোৱাই কৈছে, তোমালোকে
মোৰ বাক্যলৈ কাণ দিবলৈ উপদেশ গ্ৰহণ ন-
১৪ কৰিবা নে? ৰেখবৰ পুত্ৰ যোনাদবে দ্ৰাক্ষাৰস
পান নকৰিবলৈ আপোন সন্তানবিলাকক যি
বাক্যেৰে আজ্ঞা কৰিছিল, তেওঁৰ সেই বাক্য
সিদ্ধ হল; আজিলৈকে সিবিলাকে অলপো পান
নকৰে, কাৰণ সিবিলাকে আপোনাবিলাকৰ
পূৰ্ব্বপুৰুষৰ আজ্ঞা মানে; কিন্তু ময় অতি প্ৰভাতে
উঠি তোমালোকক কৈ কৈ আছোঁ, তথাপি
১৫ তোমালোকে মোৰ বাক্য নেমানা। ময় মোৰ
আটাই দাস ভাববাদীবিলাকক তোমালোকৰ
ওচৰলৈ পঠাই আছোঁ, আৰু প্ৰভাতে উঠি
সিবিলাকক পঠাই তোমালোকক কোৱাইছোঁ,
তোমালোকে এতিয়া আওঁতাৰ আপোন কুপথৰ

পরা ঘুরি আপোন আপোন আচার ব্যৱহার শুদ্ধ
করা, আরু ইতর দেৱতাবোরক সেৱাপূজা করি-
বর অর্থে সেইবোরর পাছত যাওঁতা নহবা ; তাতে
তোমালোকক আরু তোমালোকর পূর্ব্বপুরুষবি-
লাকক ময় দিয়া দেশত তোমালোকে বাস করিবা ;
কিন্তু তোমালোকে কাণ করা নাই, আরু মোর
১৬ বাক্যলৈ মনকো দিয়া নাই। দেখা, রেখবর পুত্র
যোনাদবর সন্তানবিলাকে সিবিলাকক দিয়া সি-
বিলাকর পূর্ব্বপুরুষর আজ্ঞা পালন করি আছিছে,
১৭ কিন্তু এই জাতিয়ে মোলৈ কাণ দিয়া নাই। এই
হেতুকে বাহিনীবিলাকর ঈশ্বর, ইস্রায়েলর ঈশ্বর
যিহোৱাই এই কথা কৈছে, দেখা, যিহূদা আরু
যিরূচালেমনিবাসীবিলাকর অহিতে ময় কোৱা
আটাই অমঙ্গলর কথা সিবিলাকলৈ ঘটাম ;
কিয়নো ময় সিবিলাকক কথা কলত সিবিলাকে
নুশুনিলে, আরু সিবিলাকক মাতিলত সিবিলাকে
১৮ উত্তর নিদিলে। পাছে যিরিমিয়াই রেখবীয়া
বংশক কলে, ইস্রায়েলর ঈশ্বর বাহিনীবিলাকর
যিহোৱাই এই কথা কৈছে, যে, তোমালোকে
আপোনাবিলাকর পূর্ব্বপুরুষ যোনাদবর আজ্ঞালৈ
মনোযোগ করি তেওঁর সকলো আদেশ পালন
করিছা, আরু তেওঁ তোমালোকক দিয়া আটাই
১৯ আজ্ঞা অনুসারে কার্য্য করিছা ; এই নিমিত্তে
ইস্রায়েলর ঈশ্বর বাহিনীবিলাকর যিহোৱাই
এই কথা কৈছে, মোর আগত সদাকাল থিয়
হবর নিমিত্তে রেখবর পুত্র যোনাদবর বংশর
কোনো মানুহর অভাব নহব।

যিরিমিয়াই লিখা পুথী।

৩৬ যোচিয়ার পুত্র যিহূদার রজা যিহোয়া-
কীমর রাজত্বর চতুর্থ বছরত যিহোৱার
পরা যিরিমিয়ালৈ এই বাক্য আহিল, বোলে,
২ তুমি এখন নুরিওৱা পুথী লোৱা ; আরু
ময় তোমাক প্রথমে কোৱা দিনরে পরা,
যোচিয়ার রাজত্বর কালর পরা আজিলৈকে,
ইস্রায়েলর, যিহূদার, আরু সকলো জাতির
বিরুদ্ধে যি যি কথা ময় তোমার আগত
কৈ আছোঁ, সেই সকলো কথা সেই পুথীত
৩ লিখা। যিহূদা বংশলৈ ময় যি অমঙ্গল ঘটাবলৈ
কল্পনা করিছোঁ, কিজানি আপোন আপোন
কুপথর পরা ঘুরিবলৈ সিবিলাকে সেই সকলো
অমঙ্গলর কথা শুনিব ; তাতে ময় সিবিলাকর
৪ অপরাধ আরু পাপ ক্ষমা করিম। তেতিয়া যিরি-
মিয়াই নেরিয়ার পুত্র বারুকক মাতি আনিলত,
যিরিমিয়াক কোৱা যিহোৱার সকলো বাক্য
বারুকে তেওঁর মুখর পরা সেই নুরিওৱা পুথী-
৫ খনিত লিখিলে। পাছে যিরিমিয়াই বারুকক
আজ্ঞা দি কলে, ময় বদ্ধ আছোঁ, যিহোৱার
৬ গৃহলৈ যাব নোৱারোঁ। এই হেতুকে তুমি গৈ
যিহোৱার গৃহত উপবাসর দিনা, মোর মুখর পরা
পুথীখনিত লিখা যিহোৱার বাক্যবোর লোক-
বিলাকে শুনাকৈ পাঠ করা ; সিবিলাকর নগর-
বোরর পরা অহা সকলো যিহূদার লোকে শুনাকৈ
৭ পাঠ করা। কিজানি সিবিলাকে আপোন আপোন
নিবেদন যিহোৱার আগত জনাব, আরু সিবি-
লাক প্রত্যেকে আপোন আপোন কুপথর পরা
ঘুরিব ; কিয়নো এই জাতির বিরুদ্ধে প্রকাশ করা
৮ যিহোৱার ক্রোধ আরু কোপ অতি প্রবল। পাছে
পুথীখনিত লিখা যিহোৱার বাক্যবোর নেরি-
য়ার পুত্র বারুকে যিহোৱার গৃহত পাঠ করি
যিরিমিয়া ভাববাদীর আজ্ঞা পালন করিলে।
৯ যোচিয়ার পুত্র যিহূদার রজা যিহোয়াকীমর
রাজত্বর পঞ্চম বছরর নৱম মাহত যিরূচালেমত
থকা লোকবিলাকে, আরু যিহূদার নগরবোরর
পরা যিরূচালেমলৈ অহা প্রজাবিলাকে যিহোৱার
১০ উদ্দেশে উপবাস ঘোষণা করিলে। তেতিয়া
বারুকে যিহোৱার গৃহত, চাফনর পুত্র গমরিয়া
লিখকর কোঁঠালিত, যিহোৱার গৃহর নতুন
দুৱারর সোমোৱা ঠাইত, ওপর চোঁতালত, সেই
পুথীখনিত লিখা যিরিমিয়ার বাক্যবোর সকলো
১১ লোকে শুনাকৈ পাঠ করিলে। আরু চাফনর
নাতিয়েক গমরিয়ার পুত্র মীখায়াই সেই পুথী-
খনির পরা যিহোৱার সকলো বাক্য শুনি,
১২ রাজগৃহলৈ, লিখকর কোঁঠালিলৈ নামি গল ;
দেখা, সেই সময়ত সকলো প্রধান লোক, অর্থাৎ
ইলীচামা লিখক, চমরিয়ার পুত্র দলায়া, অক্-
বোরর পুত্র ইল্নাথন, চাফনর পুত্র গমরিয়া,
আরু হননিয়ার পুত্র চিদিকিয়া আদি সকলো
১৩ প্রধান লোক তাত বহি আছিল। তেতিয়া, লোক-
বিলাকে শুনাকৈ বারুকে পুথীখনি পাঠ করা
সময়ত মীখায়াই যি সকলো বাক্য শুনিছিল,
তেওঁ তাক তেওঁবিলাকর আগত প্রকাশ করিলে।
১৪ এই হেতুকে সকলো প্রধান লোকে কূচীর প্রপৌত্র
চেলেমিয়ার নাতিয়েক নথনিয়ার পুত্র যিহূদীক
বারুকর ওচরলৈ এই কথা কৈ পঠালে, লোক-
বিলাকে শুনাকৈ তুমি পাঠ করা নুরিওৱা পুথী-
খনি তোমার হাতত লৈ আহাঁ। তাতে নেরিয়ার
পুত্র বারুকে পুথীখনি হাতত লৈ তেওঁবিলাকর
১৫ ওচরলৈ আহিল। তেওঁবিলাকে তেওঁক কলে,
এতিয়া বহি আমি শুনাকৈ পাঠ করা ; তাতে
বারুকে তেওঁবিলাকে শুনাকৈ পাঠ করিলে।
১৬ তেতিয়া সেই সকলো কথা শুনি তেওঁবিলাক
আটাইরে ভয় লাগি ইজনে সিজনলৈ চোৱাচুই
করি বারুকক কলে, আমি এই সকলো কথার
১৭ বিষয়ে অৱশ্যে রজাক জনাব লাগিব। পাছে
তেওঁবিলাকে বারুকক সুধিলে, কোৱাচোন, তুমি

কেনেকৈ তেওঁৰ মুখৰ পৰা এইবোৰ কথা লিখি-
১৮ছিলা ? তাতে বাৰুকে উত্তৰ কৰিলে, তেওঁ মুখেৰে
মোৰ আগত এই সকলো বাক্য উচ্চাৰণ কৰি-
ছিল, আৰু মই মহিৰে এই পুথীত এই সকলো
১৯লিখিছিলোঁ। তেতিয়া প্ৰধান লোকবিলাকে
বাৰুকক কলে, তুমি আৰু যিৰিমিয়া গৈ, তোমা-
লোকৰ থকা ঠাই কোনেও নজনাকৈ লুকাই
২০থাকাগৈ। পাছে তেওঁবিলাকে ইলীচামা লিখকৰ
খোঁটালিত পুথীখনি থৈ চোঁতাললৈ ৰজাৰ ওচ-
ৰলৈ সোমাই গল, আৰু ৰজাই শুনাকৈ সেই
২১সকলো বাক্য প্ৰকাশ কৰিলে। তাতে ৰজাই
পুথীখনি আনিবলৈ যিহূদীক পঠালত, যিহূদীয়ে
ইলীচামা লিখকৰ খোঁটালিৰ পৰা তাক আ-
নিলে ; আৰু ৰজাই শুনাকৈ, আৰু তেওঁৰ ওচৰত
থিয় হৈ থকা সকলো প্ৰধান লোকে শুনাকৈ যিহূ-
২২দীয়ে তাক পাঠ কৰিলে। সেই সময়ত ৰজাই
নৱম মাহত জাৰকালি থকা ঘৰত বহি আছিল,
আৰু তেওঁৰ আগত তিকাইত জুই জলি আছিল।
২৩পাছে যিহূদীয়ে পৃষ্ঠাৰ তিনি চাৰি অংশ পাঠ
কৰাৰ পাছতে ৰজাই লিখকৰ কলম কটা কটা-
ৰিৰে তাক কাটি তিকাইৰ জুইত পেলায় ; এই
ৰূপে গোটেই পুথীখনি তিকাইৰ জুইত নষ্ট
নোহোৱালৈকে তেওঁ কাটি কাটি পেলাই আ-
২৪ছিল। সেই সকলো বাক্য শুনিও ৰজা আৰু
মন্ত্ৰী কোনেও ভয় নকৰিলে, বা আপোন আ-
২৫পোন বস্ত্ৰ নেফালিলে। ইল্‌নাথন, দলায়া, আৰু
গমৰিয়াই পুথীখনি নুপুৰিবলৈ ৰজাক বিনয়
কৰিলে ; তথাপি তেওঁ তেওঁবিলাকৰ কথা নুশু-
২৬নিলে। পাছে ৰজাই যিৰহমেল কোঁৱৰক, অস্ত্ৰী-
য়েলৰ পুত্ৰ চৰায়াক, অব্দিয়েলৰ পুত্ৰ চেলে-
মিয়াক, বাৰুক লিখক আৰু যিৰিমিয়া ভাব-
বাদীক ধৰিবলৈ আজ্ঞা কৰিলে ; কিন্তু যিহোৱাই
তেওঁবিলাকক লুকুৱাই থৈছিল।
২৭ পাছে ৰজাই, যিৰিমিয়াৰ মুখৰ পৰা বাৰুকে
লিখা বাক্যবোৰে সৈতে পুথীখনি পোড়াৰ
পাছত যিহোৱাৰ এই বাক্য যিৰিমিয়ালৈ
২৮আহিল, বোলে, তুমি পুনৰায় আৰু এখন
নুৰিওৱা পুথী লোৱা, আৰু যিহূদাৰ ৰজা
যিহোয়াকীমে পোড়া সেই প্ৰথম পুথীত আগেয়ে
যি যি লিখা আছিল, সেই সকলো তাত লিখা।
২৯যিহূদাৰ ৰজা যিহোয়াকীমৰ বিষয়ে কোৱা,
যিহোৱাই এই কথা কৈছে, যে, বাবিলৰ ৰজাই
অৱশ্যে আহি এই দেশ নষ্ট কৰিব, আৰু ইয়াত
পশু আৰু মানুহ নোহোৱা কৰিব, এনে কথা এই
পুথীখনিত কিয় লিখিছা ? এই বুলি তুমি তাক
৩০পুড়িলা। এই হেতুকে যিহূদাৰ ৰজা যিহোয়া-
কীমৰ বিষয়ে যিহোৱাই এই কথা কৈছে, যে,
দায়ূদৰ সিংহাসনৰ ওপৰত বহিবলৈ তেওঁৰ
কোনো নেথাকিব, আৰু তেওঁৰ শৱ দিনত ৰ'দত,
আৰু ৰাতি নিয়ৰত পেলোৱা হৈ পৰি থাকিব।
৩১আৰু মই তেওঁক, তেওঁৰ বংশক, আৰু তেওঁৰ
মন্ত্ৰীবিলাকক সিবিলাকৰ অপৰাধৰ নিমিত্তে দণ্ড
দিম ; আৰু সিবিলাকৰ অহিতে, যিৰূচালেম-
নিবাসীবিলাক আৰু যিহূদী লোকবিলাকৰ
অহিতে যি অমঙ্গলৰ কথা কলোঁ, কিন্তু সিবিলাকে
নুশুনিলে, সেই সকলো অমঙ্গল মই সিবিলাক-
৩২লৈ ঘটাম। তেতিয়া যিৰিমিয়াই আৰু এখন
নুৰিওৱা পুথী লৈ নেৰিয়াৰ পুত্ৰ বাৰুক লিখকক
দিলত, তেওঁ যিহূদাৰ ৰজা যিহোয়াকীমে জুইত
পোড়া পুথীখনিৰ সকলো বাক্য যিৰিমিয়াৰ
মুখৰ পৰা তাত লিখিলে ; আৰু বাহিৰে
তেনেকুৱা আৰু অনেক কথাও তাত যোগ
দিয়া হল।

যিৰিমিয়া বন্দীশালত আৰু কূপত
থকা।

৩৭ বাবিলৰ ৰজা নবূখদ্‌নেচৰে যিহূদা দেশৰ
ওপৰত পতা ৰজা যোচিয়াৰ পুত্ৰ চিদিকিয়া
যিহোয়াকীমৰ পুত্ৰ কনিয়াৰ সলনি ৰজা হল।
২কিন্তু তেওঁ, তেওঁৰ মন্ত্ৰীবিলাক, আৰু দেশীয়
লোকবিলাকে যিৰিমিয়া ভাববাদীৰ দ্বাৰায়
কোৱা যিহোৱাৰ বাক্যলৈ কাণ নিদিলে।
৩ পাছে চিদিকিয়া ৰজাই চেলেমিয়াৰ পুত্ৰ
যিহূখলক, আৰু মাচেয়াৰ পুত্ৰ চফনিয়া পুৰো-
হিতক যিৰিমিয়া ভাববাদীৰ ওচৰলৈ পঠাই
কলে, তুমি অনুগ্ৰহ কৰি আমাৰ ঈশ্বৰ যিহোৱাৰ
৪আগত আমাৰ নিমিত্তে প্ৰাৰ্থনা কৰা। সেই
সময়ত যিৰিমিয়াই লোকবিলাকৰ মাজত অহা-
যোৱা কৰিছিল ; কিয়নো সেই কালত তেওঁক
৫বন্দীশালত বন্ধ কৰা নাছিল। পাছে ফৰৌণৰ
সৈন্যসামন্ত মিচৰৰ পৰা ওলাল, আৰু যিৰূ-
চালেম-অৱৰোধকাৰী কল্‌দীয়াবিলাকে তাৰ
বাৰ্ত্তা শুনি যিৰূচালেমৰ পৰা ছাউনি ভাঙি গুচি
৬গল। তেতিয়া যিৰিমিয়া ভাববাদীৰ ওচৰলৈ
৭যিহোৱাৰ এই বাক্য আহিল, বোলে, ইস্ৰায়েলৰ
ঈশ্বৰ যিহোৱাই এই কথা কৈছে, যিহূদাৰ যি
ৰজাই মোৰ ওচৰত সুধিবলৈ তোমালোকক
পঠাইছে, তেওঁক এই কথা কবা, দেখা, ফৰৌণৰ
যি সৈন্যসামন্তই তোমালোকক সহায় কৰিবলৈ
ওলাই আহিছে, সিহঁত আপোন দেশ মিচৰলৈ
৮উলটি যাব ; আৰু কল্‌দীয়াবিলাকে পুনৰায়
আহিব, আৰু এই নগৰৰ অহিতে যুদ্ধ কৰি
৯ইয়াক হাত কৰি লৈ জুইৰে পুড়িব। যিহোৱাই
এই ৰূপে কৈছে, কল্‌দীয়াবিলাক আমাৰ ওচৰৰ
পৰা একেবাৰে গুচি যাব বুলি কৈ তোমালোকে
আপোনাবিলাকক নুভুলাবা ; কিয়নো সিহঁত

১০ একেবাৰে এৰি নেযাব। কাৰণ, তোমালোকৰ
অহিতে যুদ্ধ কৰা কল্‌দীয়াবিলাকৰ গোটেই
সৈন্যসামন্তক যদিও তোমালোকে একেবাৰে
প্ৰহাৰ কৰা, আৰু সিহঁতৰ মাজৰ খুন হোৱা
লোক মাথোন অৱশিষ্ট থাকে, তথাপি সিহঁত
প্ৰতিজনে আপোন আপোন তাম্বুত উঠিব, আৰু
এই নগৰ জুই দি পুৰিব।
১১ কল্‌দীয়াবিলাকৰ সৈন্যসামন্তই যি সময়ত
ফৰৌণৰ সৈন্যসামন্তৰ ভয়ত যিৰূচালেমৰ পৰা
১২ ছাউনি তাঙি উঠি গৈছিল, সেই সময়ত যিৰি-
মিয়াই বিন্যামীন প্ৰদেশত লোকবিলাকৰ মাজত
থকা তেওঁৰ ভাগ লবৰ মনেৰে তাতৈ যাবলৈ
১৩ যিৰূচালেমৰ পৰা ওলাইছিল। পাছে যেতিয়া
তেওঁ বিন্যামীন নামেৰে বড় দুৱাৰ পালেগৈ,
তেতিয়া সেই ঠাইত হননিয়াৰ নাতিয়েক চেলে-
মিয়াৰ পুতেক যিৰিয়া নামেৰে দুৱৰীৰ এজন
অধ্যক্ষ আছিল; তেওঁ যিৰিমিয়া ভাববাদীক
ধৰি কলে, তুমি কল্‌দীয়াবিলাকৰ ফলীয়া হবলৈ
১৪ গৈছা। তাতে যিৰিমিয়াই কলে, এয়ে মিছা
কথা, ময় কল্‌দীয়াবিলাকৰ ফলীয়া হবলৈ
নেযাওঁ; তথাপি যিৰিয়াই তেওঁৰ কথা নুশুনি,
তেওঁক ধৰি প্ৰধান লোকবিলাকৰ ওৰলৈ লৈ
১৫ গল। সেই প্ৰধান লোকবিলাকে যিৰিমিয়ালৈ
ক্ৰুদ্ধ হৈ তেওঁক কোবাই যোনাথন লিখকৰ
ঘৰত থকা বন্দীশালত পেলাই থলে; কিয়নো
১৬ তেওঁবিলাকে তাকেই বন্দীশাল কৰিছিল। যিৰি-
মিয়াই কাৰাকূপত, আৰু সৰু সৰু খোঁটালি-
বোৰত সোমাই সেই ঠাইত তালেমান দিন
১৭ কটালত, চিদিকিয়া ৰজাই মানুহ পঠাই তেওঁক
অনালে, আৰু ৰজাই আপোনাৰ ঘৰত তেওঁক
গুপুতে সুধিলে, বোলে, যিহোৱাৰ পৰা অহা
কোনো বাক্য আছে নে? তাতে যিৰিমিয়াই
কলে, আছে; তেওঁ আৰু কলে, আপোনাক বাবি-
১৮ লৰ ৰজাৰ হাতত সোধাই দিয়া হব। যিৰি-
মিয়াই চিদিকিয়া ৰজাক আৰু কলে, আপোনাৰ
বা আপোনাৰ পাত্ৰমন্ত্ৰীবিলাকৰ, বা এই লোক-
বিলাকৰ বিৰুদ্ধে ময় কি অপৰাধ কৰিছোঁ, যে,
আপোনালোকে মোক বন্দীশালত পেলাই দিছে?
১৯ আৰু, বাবিলৰ ৰজা আপোনালোকৰ বা এই
দেশৰ বিৰুদ্ধে নাহিব, এই বুলি কৈ আপোনা-
লোকৰ আগত ভাববাণী প্ৰচাৰ কৰা আপোনা-
২০ লোকৰ ভাববাদীবোৰ এতিয়া ক'ত? এতিয়া হে
মোৰ প্ৰভু মহাৰাজ, অনুগ্ৰহ কৰি শুনোক, ময়
যোনাথন লিখকৰ ঘৰত যেন নমৰোঁ, এই নিমিত্তে
আপুনি সেই ঠাইলৈ মোক আৰু নপঠাব;
বিনয় কৰোঁ, মোৰ এই মিনতি আপোনাৰ আগত
২১ গ্ৰাহ্য হওক। তাতে, চিদিকিয়া ৰজাই আজ্ঞা
দিয়াত লোকবিলাকে যিৰিমিয়াক প্ৰহৰীৰ
চোঁতালত ৰাখিলে, আৰু যেতিয়ালৈকে নগৰৰ
সকলো ৰুটী নুচুকাল, তেতিয়ালৈকে প্ৰতিদিনে
ৰুটিওৱালাপটীৰ পৰা এটা এটা ৰুটী আনি
তেওঁক দিয়ে; এই ৰূপে যিৰিমিয়াই প্ৰহৰীৰ
চোঁতালত থাকিল।

৩৮ তাৰ পাছে মত্তনৰ পুত্ৰ চফটিয়া আৰু
পচ্‌হুৰৰ পুত্ৰ গদলিয়া, চেলেমিয়াৰ পুত্ৰ
যূখল, আৰু মল্কিয়াৰ পুত্ৰ পচ্‌হুৰে, আটাই
লোকৰ আগত যিৰিমিয়াই কোৱা এই বাক্য
২ শুনিলে, বোলে, যিহোৱাই এই কথা কৈছে, যি
কোনো লোক এই নগৰত থাকিব, সি তৰোৱালত,
আকালত, আৰু মহামাৰীত মৰিব; কিন্তু যি
জনে কল্‌দীয়াবিলাকৰ ওচৰলৈ ওলাই যাব,
সি জীয়াই থাকিব, আৰু লুটদ্ৰব্যৰ নিচিনাকৈ
আপোন প্ৰাণ লাভ কৰি জীয়াই থাকিব।
৩ যিহোৱাই এই কথা কৈছে, যে, এই নগৰ অৱশ্যে
বাবিলৰ ৰজাৰ সৈন্যসামন্তৰ হাতত সমৰ্পণ কৰা
৪ হব, আৰু তেওঁ তাক হাত কৰি লব। তাতে প্ৰধান
লোকবিলাকে ৰজাক কলে, আমি মিনতি কৰোঁ,
এই মানুহৰ প্ৰাণদণ্ড কৰিবলৈ আজ্ঞা দিওক;
কিয়নো সি মানুহবিলাকক এনেকুৱা কথা কৈ,
এই নগৰৰ অৱশিষ্ট যুদ্ধাৰুবিলাকৰ আৰু
আটাই প্ৰজাবিলাকৰ হাত দুৰ্ব্বল কৰিছে;
কাৰণ এই মানুহে এই জাতিৰ মঙ্গললৈ চেষ্টা
৫ নকৰি, কেৱল অমঙ্গললৈহে চেষ্টা কৰে। তেতিয়া
চিদিকিয়া ৰজাই কলে, দেখা, তেওঁ তোমালোকৰ
হাততে আছে; কাৰণ তোমালোকৰ অহিতে কৰি-
৬ বলৈ ৰজাৰ একো সাধ্য নাই। তাতে সিবিলাকে
যিৰিমিয়াক ধৰি প্ৰহৰীৰ চোঁতালত থকা মল্কিয়া
ৰাজকোঁৱৰৰ কূপত পেলালে, লেজুৰে যিৰি-
মিয়াক নমাই দিলে। সেই কূপত পানী নাছিল,
কেৱল বোকা আছিল; তাতে যিৰিমিয়া বোকাত
৭ প্ৰায় পোত গৈছিল। এনেতে যিৰিমিয়াক কূপত
পেলোৱা কথা ৰাজগৃহত থকা এবদ-মেলক নামে-
ৰে এজন কূচ দেশীয় নপুংসকে শুনিলে; তেতিয়া
৮ ৰজা বিন্যামীনৰ দুৱাৰত বহি আছিল। এবদ-
মেলকে ৰাজগৃহৰ পৰা ওলাই গৈ ৰজাক কলে, হে
৯ মোৰ প্ৰভু মহাৰাজ, সেই লোকবিলাকে যিৰিমিয়া
ভাববাদীক কূপত পেলাই দি তেওঁলৈ নিতান্ত
মন্দ ব্যৱহাৰ কৰিছে; তেওঁ যি ঠাইত আছে, সেই
ঠাইত তেওঁ ভোকত মৰিব লগীয়া হৈছে, কিয়নো
১০ নগৰত আৰু ৰুটী নাই। তেতিয়া ৰজাই কূচীয়া
এবদ-মেলকক আজ্ঞা কৰিলে, বোলে, তুমি এই
ঠাইৰ পৰা ত্ৰিশ জন মানুহ লগত লৈ গৈ যিৰি-
মিয়া ভাববাদী নৌ মৰোঁতেই তেওঁক কূপৰ পৰা
১১ তোলা। তাতে এবদ-মেলকে সেই ত্ৰিশ জন মানু-
হক লগত লৈ ৰাজগৃহৰ ভঁড়ালৰ তলৰ ঠাইলৈ
গৈ, তাৰ পৰা পেলনীয়া পুৰণি কাপড় আৰু পুৰণি

পচা কটাকাৰি উলিয়াই, যিৰিমিয়াৰ ওচৰলৈ
১২ কূপলৈ লেজুৰে সেইবোৰ নমাই দিলে। আৰু
কূচীয়া এবদ-মেলকে যিৰিমিয়াক কলে, এই পুৰণি
পেলনীয়া কাপড় আৰু পচা কটাকানি তোমাৰ
কাষলতিত লেজুৰ তলত দিয়া; তাতে তেওঁ তাক
১৩ কৰিলত, সিহঁতে সেই লেজুত ধৰি টানি কূপৰ
পৰা যিৰিমিয়াক তুলিলে; তেতিয়াৰে পৰা
যিৰিমিয়া প্ৰহৰীৰ চোঁতালত থাকিল।
১৪ পাছে চিদিকিয়া ৰজাই মানুহ পঠাই যিৰি-
মিয়া ভাববাদীক যিহোৱাৰ গৃহৰ তৃতীয় প্ৰবেশ-
স্থানলৈ আপোনাৰ ওচৰলৈ অনালে; আৰু
ৰজাই যিৰিমিয়াক কলে, ময় তোমাক এটা কথা
সোধোঁ, তুমি মোৰ পৰা কোনো কথা গুপুতে
১৫ নেৰাখিবা। তেতিয়া যিৰিমিয়াই চিদিকিয়াক
কলে, ময় যদি আপোনাক জনাওঁ, তেন্তে আপুনি
মোক অৱশ্যে বধ নকৰিব নে? আৰু যদি
আপোনাক পৰামৰ্শ দিওঁ, তেন্তে আপুনি মোৰ
১৬ কথা নুশুনিব। তাতে চিদিকিয়া ৰজাই গুপুতে
যিৰিমিয়াৰ আগত শপথ কৰি কলে, আমাৰ
এই জীৱাত্মাৰ সৃষ্টিকৰ্ত্তা যিহোৱাৰ জীৱনৰ
শপথ, ময় তোমাক বধ নকৰোঁ, আৰু তোমাৰ
প্ৰাণ লবলৈ বিচাৰি ফুৰা এই লোকবিলাকৰ
১৭ হাতততো তোমাক সমৰ্পণ নকৰোঁ। তেতিয়া যিৰি-
মিয়াই চিদিকিয়াক কলে, বাহিনীবিলাকৰ
ঈশ্বৰ, ইস্রায়েলৰ ঈশ্বৰ যিহোৱাই এই কথা
কৈছে, যে, তুমি যদি বাহিৰ ওলাই বাবিলৰ
ৰজাৰ প্ৰধান লোকবিলাকৰ ওচৰলৈ যোৱা, তেন্তে
তোমাৰ প্ৰাণ থাকিব, আৰু এই নগৰ জুইৰে
পোৰা নহব, আৰু তুমি সপৰিবাৰে জীয়াই
১৮ থাকিবা। কিন্তু যদি বাবিলৰ ৰজাৰ প্ৰধান
লোকবিলাকৰ গুৰিলৈ নোযোৱা, তেন্তে এই নগৰ
কল্‌দীয়াবিলাকৰ হাতত সমৰ্পণ কৰা হব, আৰু
সিহঁতে ইয়াক জুইৰে পুৰিব, আৰু তুমিও সিহঁ-
১৯ তৰ হাতৰ পৰা উদ্ধাৰ নেপাবা। তেতিয়া চিদি-
কিয়া ৰজাই যিৰিমিয়াক কলে, যি যিহুদী লোক-
বিলাক কল্‌দীয়াবিলাকৰ ফলীয়া হৈ গল, সিবি-
লাকলৈ ময় ভয় কৰোঁ, যে, কিজানি সিহঁতে মোক
সিবিলাকৰ হাতত সমৰ্পণ কৰিব, তাতে সিবিলা-
২০ কে মোক বিদ্ৰূপ কৰিব। কিন্তু যিৰিমিয়াই কলে,
সিহঁতে আপোনাক সমৰ্পণ নকৰিব। বিনয় কৰোঁ,
যি বিষয়ে ময় আপোনাক কৈছোঁ, সেই বিষয়ে
আপুনি যিহোৱাৰ বাক্যলৈ কাণ দিওক; তাতে
আপোনাৰ মঙ্গল হব, আৰু আপোনাৰ প্ৰাণ
২১ বাঁচিব। কিন্তু যদি আপুনি সিহঁতৰ ওচৰলৈ যাব-
লৈ অসম্মত হয়, তেন্তে শুনোক, যিহোৱাই মোক
২২ জনোৱা কথাটো এই, দেখা, যিহুদাৰ ৰাজগৃহত
অৱশিষ্ট থকা সকলো তিৰুতাক বাবিলৰ ৰজাৰ
প্ৰধান লোকবিলাকৰ গুৰিলৈ নিয়া হব; আৰু
দেখা, সেই তিৰুতাবিলাকে কব, তোমাৰ প্ৰণয়ৰ
বন্ধুবিলাকে তোমাক ভুলাই তোমাৰ প্ৰবৃত্তি জন্মা-
লে, এতিয়া তোমাৰ ভৰি বোকাত পোত যোৱা
২৩ দেখি তোমাৰ পৰা বিমুখ হৈছে। আৰু
আপোনাৰ আটাই তিৰুতাক, আৰু আপোনাৰ
সন্তানবিলাকক উলিয়াই কল্‌দীয়াবিলাকৰ
গুৰিলৈ নিয়া হব; আপুনি সিহঁতৰ হাতৰ
পৰা সাৰিব নোৱাৰিব, কিন্তু বাবিলৰ ৰজাৰ
হাতত ধৰা পৰিব, আৰু আপুনি এই
২৪ নগৰক জুইৰে পোৰাব। পাছে চিদিকিয়াই
যিৰিমিয়াক কলে, এইবোৰ কথা কোনেও বুজ
২৫ নেপাওক; তাতে তুমি নমৰিবা। কিন্তু যদি
প্ৰধান লোকবিলাকে ময় তোমাৰে সৈতে কথা
হোৱা বাৰ্ত্তা পাই তোমাৰ গুৰিলৈ আহি কয়,
যে, তুমি ৰজাক কি কলা, তাক আমাক কোৱা;
আমাৰ পৰা তাক গুপুতে নেৰাখিবা, তাতে আমি
তোমাক বধ নকৰিম, আৰু ৰজাই তোমাক কি
২৬ কলে, তাকো কোৱা, তেতিয়া তুমি তেওঁবিলাকক
এই কথা কবা, যোনাথনৰ ঘৰত মৰিবৰ নিমিত্তে
মোক আকৌ তালৈ নপঠাবলৈ ময় ৰজাৰ আগত
২৭ মিনতি জনাইছিলোঁ। পাছে সকলো প্ৰধান লোকে
যিৰিমিয়াৰ ওচৰলৈ আহি তেওঁক সুধিলে; তাতে
তেওঁ, ৰজাই আজ্ঞা দিয়া সেই সকলো কথা অনু-
সাৰে সিবিলাকক কলে। এই হেতুকে সিবিলাকে
তেওঁৰ লগত কথা হবলৈ এৰিলে; কিয়নো সিবি-
লাকে সেই কথাটো বুজ নেপালে। তেতিয়াৰে পৰা
২৮ যিৰূচালেম শত্ৰুৰ হাতত পৰা দিন নোহোৱালৈ-
কে যিৰিমিয়া সেই প্ৰহৰীৰ চোঁতালত থাকিল।

### যিৰূচালেমৰ পতন।

৩৯ পাছে যিৰূচালেম শত্ৰুৰ হাতত পৰা সময়ত,
(যিহুদাৰ ৰজা চিদিকিয়াৰ ৰাজত্বৰ
নৱম বছৰৰ দশম মাহত বাবিলৰ ৰজা
নবূখদ্‌নেচৰ আৰু তেওঁৰ সকলো সৈন্যসামন্তই
যিৰূচালেমৰ বিৰুদ্ধে আহি তাক অৱৰোধ
২ কৰিলে। পাছে চিদিকিয়াৰ ৰাজত্বৰ একাদশ
বছৰৰ চতুৰ্থ মাহৰ নৱম দিনা নগৰৰ গড় ভাঙি
৩ বাট কৰা হল।) বাবিলৰ ৰজাৰ আটাই প্ৰধান
লোকবিলাক, অৰ্থাৎ নেৰ্গল-চৰেচৰ, চম্গৰ-
নবো, প্ৰধান নপুংসক চৰ্চখীম, আৰু প্ৰধান
গণক নেৰ্গল-চৰেচৰ আদি বাবিলৰ ৰজাৰ
আটাই প্ৰধান লোকবিলাক সোমাই মধ্যম
৪ দুৱাৰত বহিল। পাছে যেতিয়া যিহুদাৰ ৰজা
চিদিকিয়া আৰু সকলো যুদ্ধাৰু লোকে তেওঁ-
বিলাকক সোমোৱা গম পালে, তেতিয়া সিবি-
লাকে পলাই ৰজাৰ উদ্যানৰ বাটেদি, দুই গড়ৰ
মাজত থকা দুৱাৰেদি নগৰৰ বাহিৰলৈ ৰাতি-
য়েই ওলাই গল; আৰু তেওঁ অৰাবাৰ বাটেদি

৫ ওলাই গল। কিন্তু কল্দীয়াবিলাকৰ সৈন্য-
সামন্তই সিবিলাকৰ পাছত খেদি গৈ যিৰী-
হোৰ সমথলত চিদিকিয়াক লগ পাই, তেওঁক
ধৰি হমাৎ দেশৰ ৰিব্লাতৈ বাবিলৰ ৰজা
নবূখদ্ৰেচৰৰ ওচৰলৈ নিলে; তাতে তেওঁ
৬ তেওঁলৈ দণ্ডাজ্ঞা কৰিলে। পাছে বাবিলৰ ৰজাই
ৰিব্লাত চিদিকিয়াৰ পুতেকবিলাকক তেওঁৰ চকুৰ
আগতে বধ কৰিলে, আৰু বাবিলৰ ৰজাই
যিহূদাৰ সকলো মুখ্য লোককো বধ কৰিলে।
৭ আৰু বাহিৰে, তেওঁ চিদিকিয়াৰ চকু কাঢ়ি, তেওঁক
বাবিললৈ লৈ যাবৰ নিমিত্তে শিকলিৰে
৮ বান্ধিলে। পাছে কল্দীয়াবিলাকে ৰাজগৃহ,
আৰু প্ৰজাবিলাকৰ ঘৰবোৰ জুই দি পুৰিলে,
আৰু যিৰূচালেমৰ গড়বোৰ ভাঙি পেলালে।
৯ সেই সময়ত নবূজৰদান ৰক্ষক-সেনাপতিয়ে
নগৰৰ বাকী থকা লোকবিলাকক, তেওঁৰ
কলীয়া হবলৈ পলাই যোৱাবিলাকক, আৰু
আন আন অৱশিষ্ট লোকবিলাকক বন্দী কৰি
১০ বাবিললৈ লৈ গল। কিন্তু নবূজৰদান ৰক্ষক-
সেনাপতিয়ে কেতবিলাক একো নথকা দৰিদ্ৰ
মানুহক যিহূদা দেশত অৱশিষ্ট ৰাখিলে, আৰু
সেই কালত সিবিলাকক দ্ৰাক্ষাবাৰী আৰু মাটী
১১ দান কৰিলে। বাবিলৰ ৰজা নবূখদ্ৰেচৰে
যিৰিমিয়াৰ বিষয়ে নবূজৰদান ৰক্ষক-সেনা-
১২ পতিক এই আজ্ঞা দিলে, বোলে, তুমি তেওঁক
গ্ৰহণ কৰি তেওঁলৈ কৃপাদৃষ্টি কৰিবা, তেওঁৰ
কোনো অপকাৰ নকৰিবা; কিন্তু তেওঁ তোমাক
১৩ যেনেকৈ কয়, তেওঁলৈ তেনেকৈ কৰিবা। এই
হেতুকে নবূজৰদান ৰক্ষক-সেনাপতি, প্ৰধান
নপুংসক নবূচজবান, আৰু প্ৰধান গণক নেৰ্গল-
চৰেচৰ আদি বাবিলৰ ৰজাৰ আটাই প্ৰধান
১৪ বিষয়াবিলাকে মানুহ পঠাই প্ৰহৰীৰ চোতালৰ
পৰা যিৰিমিয়াক আনি, তেওঁক ঘৰলৈ লৈ যাবৰ
নিমিত্তে চাফনৰ নাতিয়েক অহীকামৰ পুত্ৰ
গদলিয়াৰ হাতত গতাই দিলে; তাতে তেওঁ
লোকবিলাকৰ মাজত বাস কৰিলে।
১৫ যিৰিমিয়া প্ৰহৰীৰ চোতালত বন্ধ থকা কালত
তেওঁৰ ওচৰলৈ যিহোৱাৰ এই বাক্য আহিছিল,
১৬ বোলে, তুমি গৈ কূচীয়া এবদ-মেলকক কোৱা,
ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, দেখা, মঙ্গলৰ নিমিত্তে নহয়,
অমঙ্গলৰ নিমিত্তেহে ময় এই নগৰলৈ মোৰ
বাক্য ফলিয়াম, সেই দিনা তোমাৰ আগত
১৭ সেইবোৰ ফলিয়াব। কিন্তু, যিহোৱাই কৈছে,
সেই দিনা ময় তোমাক উদ্ধাৰ কৰিম; আৰু
তুমি ভয় কৰা লোকবিলাকৰ হাতত তোমাক
১৮ সমৰ্পণ কৰা নহব। কিয়নো ময় তোমাক অৱশ্যে
উদ্ধাৰ কৰিম, তুমি তৰোৱালত পতিত নহবা,
কিন্তু তুমি আপোন প্ৰাণ লুটদ্ৰব্যৰ নিচিনাকৈ
লাভ কৰিবা; কাৰণ, যিহোৱাই কৈছে, তুমি
মোত বিশ্বাস কৰিলা।

যিৰিমিয়াক মুক্ত কৰা। গদলিয়াক বধ কৰা।
লোকবিলাকে পলাই মিচৰলৈ যাত্ৰা কৰা।

৪০ বাবিললৈ বন্দী কৰি লৈ যোৱা যিৰূচালেম
আৰু যিহূদাৰ লোকবিলাকৰ মাজত
যিৰিমিয়াক নবূজৰদান ৰক্ষক-সেনাপতিয়ে
শিকলিৰে বন্ধা পাই তেওঁক ৰামাৰ পৰা পঠাই
দিয়াৰ পাছত যিহোৱাৰ পৰা যি বাক্য আহি-
২ ছিল, সেই বাক্য। ৰক্ষক-সেনাপতিয়ে যিৰি-
মিয়াক গ্ৰহণ কৰি কলে, তোমাৰ ঈশ্বৰ যিহোৱাই
এই ঠাইৰ বিষয়ে এই অমঙ্গলৰ কথা কৈছিল,
৩ আৰু যিহোৱাই তাক ঘটালে, আৰু আপোন
বাক্য অনুসাৰে কাৰ্য্য কৰিলে; তোমালোকে
যিহোৱাৰ অহিতে পাপ কৰিলা, আৰু তেওঁৰ
বাক্য পালন নকৰিলা, এই নিমিত্তে তোমা-
৪ লোকলৈ এই ঘটনা ঘটিল। এতিয়া দেখা, আজি
ময় তোমাক, তোমাৰ হাতত থকা শিকলিৰ পৰা
মুক্ত কৰিলোঁ; তুমি যদি মোৰ লগত বাবিললৈ
যাবলৈ ভাল দেখা, তেন্তে আহাঁ, ময় তোমালৈ
দৃষ্টি ৰাখিম; আৰু যদি মোৰ লগত বাবিললৈ
যাবলৈ বেয়া দেখা, তেন্তে নেলাগে; দেখা,
গোটেই দেশ তোমাৰ আগত আছে, যি ঠাইলৈ
যোৱা তোমাৰ পক্ষে ভাল আৰু সুবিধাজনক,
৫ তালৈকে যোৱা। যিৰিমিয়াই উত্তৰ নিদিয়া-
দেখি তেওঁ আকৌ কলে, তেন্তে যি জনক
বাবিলৰ ৰজাই যিহূদাৰ নগৰবোৰৰ ওপৰত
শাসনকৰ্ত্তা নিযুক্ত কৰিলে, চাফনৰ নাতিয়েক
অহীকামৰ পুত্ৰ সেই গদলিয়াৰ ওচৰলৈ উলটি
যোৱা, আৰু লোকবিলাকৰ মাজত তেওঁৰ লগত
বাস কৰাগৈ, বা যি ঠাইলৈ যোৱা তোমাৰ পক্ষে
সুবিধাজনক, তালৈকে যোৱা; এই বুলি ৰক্ষক-
সেনাপতিয়ে তেওঁক বাটৰ সমল আৰু উপহাৰ
৬ দি বিদায় কৰিলে। তাতে যিৰিমিয়াই মিস্পালৈ
অহীকামৰ পুত্ৰ গদলিয়াৰ ওচৰলৈ আহিল,
আৰু দেশত অৱশিষ্ট থকা লোকবিলাকৰ মাজত
তেওঁৰে সৈতে বাস কৰিলে।
৭ পাছে, বাবিলৰ ৰজাই অহীকামৰ পুত্ৰ গদ-
লিয়াক দেশৰ শাসনকৰ্ত্তা পতা কথা, আৰু মতা,
তিৰুতা, লৰা, ছোৱালী আদি বাবিললৈ বন্দী
কৰি লৈ নোযোৱা দেশৰ কেতবিলাক দুখীয়া
মানুহক তেওঁৰ হাতত গতাই দিয়া কথা যেতিয়া
নগৰৰ বাহিৰত থকা ফৌজৰ সেনাপতিবিলাকে,
আৰু সিবিলাকৰ মানুহবিলাকে শুনিবলৈ পালে,
৮ তেতিয়া সিবিলাকে, অৰ্থাৎ নথনিয়াৰ পুতেক
ইশ্মায়েল, কাৰেহৰ দুজন পুতেক যোহানন আৰু

যোনাথন, তন্হূমতর পুতেক চরায়া, নটোফাতীয়া
একয়র পুতেক কেইজন, আরু মাখাথীয়ার পুতেক
যাজনিয়া আপোন আপোন মানুহবিলাকে সৈতে
৯ মিস্পালৈ গদলিয়ার ওচরলৈ আহিল। তাতে
চাফনর নাতিয়েক অহীকামর পুত্র গদলিয়াই
সিবিলাকর আরু সিবিলাকর মানুহবিলাকর
আগত শপত করি কলে, তোমালোকে কল্দীয়া-
বিলাকর অধীন হবলৈ ভয় নকরিবা ; দেশত বাস
করি বাবিলর রজার অধীন হোৱা, তাতে তোমা-
১০ লোকর মঙ্গল হব। আরু দেখা, ময় হলে, যি কল্-
দীয়াবিলাক আমার ওচরলৈ আহিব, সিবিলাকর
আগত থিয় হবলৈ মিস্পাত বাস করিম ; কিন্তু
তোমালোকে দ্রাক্ষারস, ফল, আরু তেল গোটাই
আপোন আপোন পাত্রত রাখা, আরু তোমা-
লোকে লোৱা আপোন আপোন নগরত বাস করা।
১১ পাছে, বাবিলর রজাই যিহূদার এটা অরশিষ্ট
ভাগ এড়ি যোৱা কথা, আরু সিবিলাকর ওপরত
চাফনর নাতিয়েক অহীকামর পুত্র গদলিয়াক
শাসনকর্ত্তা পতা কথা যেতিয়া মোৱাবত, অম্মো-
নর সন্তানবিলাকর মাজত, আরু ইদোম আদি
সকলো দেশত থকা আটাই যিহূদীবিলাকে শুনি-
১২ বলৈ পালে, তেতিয়া, যি যি ঠাইলৈ সেই যিহূদী-
বিলাকক খেদাই দিয়া হৈছিল, সেই সকলো
ঠাইর পরা সিবিলাক সকলোরেই যিহূদা দেশর
মিস্পালৈ গদলিয়ার ওচরলৈ উভটি আহিল,
আরু অধিক পরিমাণে দ্রাক্ষারস আরু ফল
গোটালে।
১৩ পাছে কারেহর পুতেক যোহানন আদি নগরর
বাহিরত থকা ফৌজর আটাইবিলাক সেনা-
পতিয়ে মিস্পালৈ গদলিয়ার ওচরলৈ আহি তেওঁক
১৪ কলে, অম্মোনর সন্তানবিলাকর রজা বালীচে
তোমার প্রাণ লবলৈ নথনিয়ার পুতেক ইশ্মায়ে-
লক পঠাইছে, তুমি তাক জানা নে ? কিন্তু অহী-
কামর পুত্র গদলিয়াই সিবিলাকর কথা বিশ্বাস
১৫ নকরিলে। পাছে কারেহর পুতেক যোহাননে
মিস্পাত গদলিয়াক গুপুতে কলে, ময় মিনতি
করোঁ, মোক যাবলৈ দিয়া, কোনো মানুহে নজনা-
কৈ ময় নথনিয়ার পুতেক ইশ্মায়েলক বধ করোঁ-
গৈ ; সি কিয় তোমার প্রাণ লব, আরু তোমার
ওচরত গোট খোৱা সকলো যিহূদী লোক ছিন্নভিন্ন
১৬ হব, আরু যিহূদার অরশিষ্ট ভাগ নষ্ট হব ? কিন্তু
অহীকমির পুত্র গদলিয়াই কারেহর পুতেক যো-
হাননক কলে, তুমি এনে কাম নকরিবা ; কিয়নো
তুমি ইশ্মায়েলর বিষয়ে মিছা কথা কৈছা।

৪১ পাছে সপ্তম মাহত, রজার প্রধান বিষয়া-
বিলাকর মাজত গণিত হোৱা রাজবংশীয়
ইলীচামার নাতিয়েক নথনিয়ার পুতেক ইশ্মা-
য়েলে দহ জন মানুহ লগত লৈ, মিস্পালৈ অহী-
কামর পুত্র গদলিয়ার ওচরলৈ আহিল, আরু
সিবিলাকে মিস্পাত একেলগে ভোজন করিলে।
২ পাছে নথনিয়ার পুতেক ইশ্মায়েল আরু তার
লগত থকা সেই দহ জন মানুহে উঠি, বাবিলর
রজাই দেশর শাসনকর্ত্তা নিযুক্ত করা চাফনর
নাতিয়েক অহীকামর পুত্র সেই গদলিয়াক
৩ তরোৱালেরে বধ করিলে। আরু মিস্পাত গদ-
লিয়ার লগত থকা আটাই যিহূদীক, আরু তাত
পোৱা যুদ্ধারু কল্দীয়াবিলাককো ইশ্মায়েলে বধ
৪ করিলে। গদলিয়াক বধ করার পাছদিনা,
(তেতিয়া সেই কথা কোনো মানুহে জনা
৫ নাছিল) চিখিম, চীলো, আরু চমরিয়ার পরা
দাঁড়ি খুরুউৱা, পিন্ধা কাপড় ফিরা, আরু আপোন
আপোন গা কাটকুট করা আশী জন মানুহ
যিহোৱার গৃহত উৎসর্গ করিবলৈ হাতত নৈবেদ্য
৬ আরু ধূপ লৈ আহিছিল। পাছে নথনিয়ার
পুতেক ইশ্মায়েলে সিবিলাকর লগত সাক্ষাৎ
করিবলৈ মিস্পার পরা কান্দি কান্দি ওলাই
গল ; আরু সিবিলাকর সাক্ষাৎ হৈ সিবিলাকক
কলে, অহীকামর পুত্র গদলিয়ার ওচরলৈ আহা।
৭ তেতিয়া, সিবিলাক নগরর মাজ ঠাইলৈ আহি-
লত, নথনিয়ার পুতেক ইশ্মায়েলে, আরু তার
লগর সেই মানুহ কেইজনে সিবিলাকক বধ
৮ করি গাঁতৃটোর ভিতরত পেলাই দিলে। কিন্তু
সিবিলাকর মাজত এনে দহ জন মানুহ পোৱা
গৈছিল, যে, সিবিলাকে ইশ্মায়েলক কলে,
আমাক বধ নকরিবা, কিয়নো পথারত পুতি
থোৱা আমার ঘেঁহু, যব, তেল, আরু মৌর
ভঁড়াল আছে ; এই বুলি কোৱাতে ইশ্মায়েলে
ক্ষান্ত হৈ সিবিলাকর ভায়েকবিলাকর মাজত সি-
৯ বিলাকক বধ নকরিলে। যি গাঁতত ইশ্মায়েলে
নিজে বধ করা সকলো মানুহর মরা শর গদলি-
য়ার শরর কোষত পেলাই দিছিল, সেই গাঁত
ইস্রায়েলর বাচা রজার ভয়ত আচা রজাই খন্দোৱা
গাঁত ; নথনিয়ার পুতেক ইশ্মায়েলে তাকেই,
১০ বধ করা লোকর শরেরে পূর করিলে। পাছে
ইশ্মায়েলে মিস্পাত অরশিষ্ট থকা আটাই
লোকক, নবূজরদান রক্ষক-সেনাপতিয়ে অহী-
কামর পুত্র গদলিয়ার হাতত গতাই দিয়া রাজ-
বংশীয় জীয়ারীবিলাক আদি করি মিস্পাত
অরশিষ্ট থকা সকলো লোকক বন্দী করি নিলে ;
নথনিয়ার পুতেক ইশ্মায়েলে সিবিলাকক বন্দী
করি লৈ অম্মোনর সন্তানবিলাকর ওচরলৈ যাব-
লৈ প্রস্থান করিলে।
১১ কিন্তু যেতিয়া কারেহর পুতেক যোহাননে,
আরু তেওঁর লগত থকা ফৌজর সকলো সেনা-
পতিয়ে, নথনিয়ার পুতেক ইশ্মায়েলে করা
১২ আটাই কুকর্ম্মর কথা শুনিবলৈ পালে, তেতিয়া

সিবিলাকে সকলো মানুহক লগত লৈ নথ-
নিয়াৰ পুতেক ইশ্মায়েলে সৈতে যুদ্ধ কৰিবলৈ
গল, আৰু গিবিয়োনত থকা বড় পুখুৰিৰ ওচৰত
১৩ তাক দেখা পালে। পাছে যেতিয়া ইশ্মায়েলৰ
লগত থকা সকলো লোকবিলাকে কাৰেহৰ পুতেক
যোহাননক, আৰু তেওঁৰ লগৰ ফৌজৰ সেনাপতি-
বিলাকক দেখিবলৈ পালে, তেতিয়া সিবিলাক
১৪ আনন্দিত হল। আৰু ইশ্মায়েলে মিস্পাৰ পৰা
বন্দী কৰি নিয়া সকলো লোকবিলাকে মুখ
ঘুৰাই কাৰেহৰ পুতেক যোহাননৰ ওৰিলৈ উভটি
১৫ আহিল। কিন্তু নথনিয়াৰ পুতেক ইশ্মায়েল
আঠোটা মানুহে সৈতে যোহাননৰ আগৰ পৰা
পলাই অম্মোনৰ সন্তানবিলাকৰ ওচৰলৈ গল।
১৬ নথনিয়াৰ পুতেক ইশ্মায়েলে অহীকামৰ পুত্ৰ গদ-
লিয়াক বধ কৰাৰ পাছে, তাৰ হাতৰ পৰা কাৰে-
হৰ পুতেক যোহাননে আৰু তেওঁৰ লগৰ সেনা-
পতিবিলাকে যিবিলাক অৱশিষ্ট মানুহ মিস্পাৰ
পৰা এৰুৱাই ওভোটাই আনিলে, সিবিলাকক
অৰ্থাৎ যুদ্ধ কৰিব পৰা পুৰুষবিলাকক, আৰু
গিবিয়োনৰ পৰা অনা তিৰুতা, লৰা, আৰু নপুং-
১৭ সকবিলাকক সিবিলাকে লগত ললে। আৰু সিবি-
লাকে গৈ, কলদীয়াবিলাকৰ ভয়ত মিচৰলৈ যাবৰ
মনেৰে বৈৎ-লেহমৰ কোষত থকা গেৰূৎ-কিমূহমত
১৮ বাস কৰিলে। কিয়নো সিবিলাকে সিহঁতলৈ ভয়
কৰিছিল; কাৰণ নথনিয়াৰ পুতেক ইশ্মায়েলে
বাবিলৰ ৰজাই দেশৰ ওপৰত শাসনকৰ্ত্তা নিযুক্ত
কৰা অহীকামৰ পুত্ৰ গদলিয়াক বধ কৰিছিল।

৪২ পাছে কাৰেহৰ পুতেক যোহানন, হোচ-
য়াৰ পুতেক যাজনিয়া আদি ফৌজৰ সকলো
সেনাপতি, আৰু সৰুৰ পৰা বড়লৈকে সকলো
২ প্ৰজাই ওচৰ চাপি যিৰিমিয়া ভাববাদীক কলে,
আমি কোন বাটেদি যোৱা আৰু কি কাৰ্য্য কৰা
উচিত, তাক তোমাৰ ঈশ্বৰ যিহোৱাই আমাক
৩ দেখুৱাবৰ অৰ্থে, তোমাৰ আগত আমাৰ নিবেদন
গ্ৰাহ্য হওক, আৰু তুমি তোমাৰ ঈশ্বৰ যিহোৱাৰ
আগত আমাৰ নিমিত্তে, এই সকলো অৱশিষ্ট
লোকৰেই নিমিত্তে প্ৰাৰ্থনা কৰা; কিয়নো
তুমি নিজ চকুৰে দেখিছা, যে, অধিক লোকৰ
পৰা আমি অলপ মাথোন অৱশিষ্ট আছোঁ।
৪ তেতিয়া যিৰিমিয়া ভাববাদীয়ে সিবিলাকক
কলে,ময় তোমালোকৰ কথা শুনিলোঁ; দেখা,
তোমালোকৰ বাক্য অনুসাৰে ময় তোমালোকৰ
ঈশ্বৰ যিহোৱাৰ আগত প্ৰাৰ্থনা কৰিম; আৰু
যিহোৱাই তোমালোকলৈ যি যি উত্তৰ দিব,
তাৰ সকলো কথা তোমালোকক জনাম, তাৰ
একোকে তোমালোকৰ পৰা গুপুতে নৰাখোঁ।
৫ তাতে সিবিলাকে যিৰিমিয়াক কলে, তোমাৰ
ঈশ্বৰ যিহোৱাই তোমাৰ দ্বাৰাৰে যি যি বাক্য
আমালৈ কৈ পঠাব, সেই সকলো বাক্য অনু-
সাৰে আমি যদি কাৰ্য্য নকৰোঁ, তেন্তে যিহোৱা
আমাৰ বিৰুদ্ধে সত্য আৰু বিশ্বাসী সাক্ষী হওক।
৬ আমাৰ ঈশ্বৰ যিহোৱাৰ বাক্য আমি পালন
কৰিলে আমাৰ মঙ্গল হবৰ নিমিত্তে, আমি যাৰ
ওচৰলৈ তোমাক পঠালোঁ, আমাৰ ঈশ্বৰ সেই
যিহোৱাৰ বাক্য ভাল হওক বা বেয়া হওক,
আমি তাক পালন কৰিম।

৭ পাছে দহ দিনৰ মূৰত যিহোৱাৰ বাক্য যিৰি-
৮ মিয়াৰ ওচৰলৈ আহিল। তাতে তেওঁ কাৰেহৰ
পুতেক যোহাননক আৰু তেওঁৰ লগত থকা
আটাই সেনাপতিক, আৰু সৰুৰ পৰা বড়লৈকে
৯ সকলো প্ৰজাক মাতি আনি, সিবিলাকক কলে,
তোমালোকৰ নিবেদন জনাবলৈ যাৰ ওচৰলৈ
মোক পঠাইছিলা, সেই ইস্ৰায়েলৰ ঈশ্বৰ যিহো-
১০ ৱাই এই কথা কৈছে, তোমালোকে যদি এতিয়াও
এই দেশত বাস কৰা, তেন্তে ময় তোমা-
লোকক পাতিম, নেভাঙিম, তোমালোকক ৰুম,
নুঘালিম; কিয়নো তোমালোকৰ যি অমঙ্গল
১১ কৰিছোঁ, সেই বিষয়ে ময় ক্ষান্ত হলোঁ। যাৰ পৰা
তোমালোকে ভয় পাইছা, সেই বাবিলৰ ৰজালৈ
ভয় নকৰিবা; যিহোৱাই কৈছে, তেওঁলৈ ভয়
নকৰিবা; কিয়নো তোমালোকক নিস্তাৰ কৰিবলৈ,
আৰু তেওঁৰ হাতৰ পৰা তোমালোকক উদ্ধাৰ
১২ কৰিবলৈ ময় তোমালোকৰ লগত আছোঁ। আৰু
ময় তোমালোকক কৰুণা দান কৰিম; তাতে
তেওঁ তোমালোকক দয়া কৰি তোমালোকৰ দেশ-
১৩ লৈ তোমালোকক উলটি যাব দিব। কিন্তু, আমি
এই দেশত বাস নকৰোঁ, এই বুলি কৈ যদি
তোমালোকে আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ
১৪ বাক্য নুশুনা, আৰু যদি তোমালোকে কোৱা, যে,
সেয়ে নহব, আমি য'ত ৰণ নেদেখিম, শিঙাৰ
শব্দ নুশুনিম, আৰু আহাৰৰ অভাৱত ক্ষুধাতুৰ
নহম, সেই মিচৰ দেশত আমি সোমামগৈ, আৰু
১৫ আমি তাত বাস কৰিম, তেন্তে, হে যিহূদাৰ অৱ-
শিষ্ট ভাগ, তোমালোকে যিহোৱাৰ বাক্য শুনা;
ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই
১৬ এই কথা কৈছে, তোমালোকে যদি মিচৰত
সোমাবলৈ একেবাৰে সেই কালে মুখ কৰা, আৰু
তাত বাস কৰিবলৈ যোৱা, তেন্তে তোমালোকে
যি তৰোৱাললৈ ভয় কৰিছা, সেই তৰোৱালে
মিচৰ দেশতেই তোমালোকক লগ পাব, আৰু
যি দুৰ্ভিক্ষলৈ তোমালোকে ত্ৰাস পাইছা, সেই
দুৰ্ভিক্ষই মিচৰ দেশতেই তোমালোকক চুকি
১৭ পাব, আৰু তোমালোক তাতে মৰিবা। যিবি-
লাক লোকে প্ৰবাস কৰিবৰ অৰ্থে মিচৰত সোমা-
বলৈ মুখ কৰিব, সিবিলাক সকলোৰে সেই দশা
হব; সিবিলাক তৰোৱাল, আকাল, আৰু মহা-

মাৰীৰ দ্বাৰায় মৰা পৰিব ; আৰু মই সিবি-
লাকলৈ যি অমঙ্গল ঘটাম, তাৰ পৰা সিবিলা-
১৮ কৰ কোনেও উদ্ধাৰ কি ৰক্ষা নেপাব। কিয়নো
ইস্রায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, যিৰূচালেমনিবাসীবিলাকৰ
ওপৰত যেনেকৈ মোৰ ক্রোধ আৰু কোপ ঢালি
দিয়া হৈছিল, তেনেকৈ তোমালোকে মিচৰ
দেশত সোমোৱা সময়ত তোমালোকৰ ওপৰতো
মোৰ ক্রোধ ঢালি দিয়া হব ; আৰু তোমালোক
শাও, বিস্ময়, অভিশাপ, আৰু নিন্দাৰ বিষয়
হবা ; তোমালোকে এই ঠাই আৰু দেখিবলৈ
১৯ নেপাবা। হে যিহূদাৰ অৱশিষ্ট ভাগ, তোমা-
লোকক যিহোৱাই কলে ; তোমালোক মিচৰত
নোসোমাবা ; মই আজি তোমালোকক সতর্ক
২০ কৰিলোঁ, ইয়াক নিশ্চয়ে জানিবা। কিয়নো তোমা-
লোকে আপোনাবিলাকৰ বিৰুদ্ধে আপোনা-
বিলাকক ভ্রান্ত কৰিলা ; কাৰণ তোমালোকে মোক
আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাৰ ওৰিলৈ
পঠাই কৈছিলা,যে, তুমি আমাৰ নিমিত্তে আমাৰ
ঈশ্বৰ যিহোৱাৰ আগত প্রার্থনা কৰা ; তাতে
আমাৰ ঈশ্বৰ যিহোৱাই যি যি কব, সেই দৰে
২১ তুমি আমাক জনাবা, আমি তাক কৰিম। পাছে
আজি মই তোমালোকক তাক জনালোঁ ; কিন্তু
যি বিষয়ে তোমালোকৰ ঈশ্বৰ যিহোৱাই মোক
তোমালোকৰ ওচৰলৈ পঠাইছিল, সেই বিষয়ৰ
কোনো কথাত, তেওঁৰ বাক্যলৈ তোমালোকে কাণ
২২ দিয়া নাই। এতেকে এতিয়া নিশ্চয়ে জানিবা,
যে, তোমালোকে প্রবাস কৰিবৰ অর্থে যি
ঠাইলৈ যাব খুজিছা, সেই ঠাইত তৰোৱাল,
আকাল, আৰু মহামাৰীৰ দ্বাৰায় মৰা পৰিবা।

৪৩ আটাই লোকবিলাকৰ আগত কবৰ নিমিত্তে
সিবিলাকৰ ঈশ্বৰ যিহোৱাই যিৰিমিয়াৰ
দ্বাৰায় যি যি বাক্য সিবিলাকলৈ কৈ পঠাই-
ছিল, যিৰিমিয়াই সিবিলাকৰ ঈশ্বৰ যিহোৱাৰ
সেই সকলো বাক্য সিবিলাক সকলোৰে আগত
২ কৈ এঁটালত, হোচয়াৰ পুতেক অজৰিয়া, আৰু
কাৰেহৰ পুতেক যোহানন আদি সকলো গর্ব্বী
মানুহবিলাকে যিৰিমিয়াক কলে, তুমি মিছাকৈ
কৈছা। প্রবাস কৰিবৰ অর্থে তোমালোকে মিচ-
ৰত নোসোমাবা, এই বুলি কবলৈ আমাৰ ঈশ্বৰ
৩ যিহোৱাই তোমাক পঠোৱা নাই ; কিন্তু আমাক
বধ কৰিবলৈ, আৰু বাবিললৈ আমাক বন্দী
কৰি লৈ যাবলৈ কল্দীয়াহঁতৰ হাতত সোধাই
দিবৰ মনেৰে নেৰিয়াৰ পুতেক বাৰুকে আমাৰ
৪ অহিতে তোমাক বুদ্ধি দিছে। এই হেতুকে
কাৰেহৰ পুতেক যোহানন আদি ফৌজৰ কোনো
সেনাপতিয়ে, আৰু প্রজাবিলাকৰ কোনেও
যিহূদা দেশত বাস কৰিবলৈ যিহোৱাৰ বাক্যলৈ
৫ কাণ নিদিলে। কিন্তু যি যি জাতিৰ মাজলৈ
যিহূদাৰ লোকবিলাকক খেদাই দিয়া হৈছিল,
যিহূদা দেশত প্রবাস কৰিবলৈ সেই সেই জাতিৰ
পৰা উভটি অহা যিহূদাৰ আটাই অৱশিষ্ট
৬ ভাগক, অর্থাৎ মটা, তিৰুতা, লৰা, ছোৱালী,
আৰু ৰাজকুমাৰী আদি চাকৰ নাতিয়েক
অহীকামৰ পুত্র গদলিয়াৰ হাতত নবূজৰদান
ৰক্ষক-সেনাপতিয়ে গতাই দিয়া সকলো মানুহক,
যিৰিমিয়া ভাববাদীক, আৰু নেৰিয়াৰ পুত্র
বাৰুকক, কাৰেহৰ পুতেক যোহানন আৰু ফৌজৰ
আন সকলো সেনাপতিয়ে লগত লৈ গল ; আৰু
৭ সিবিলাক মিচৰ দেশত সোমাল ; কিয়নো সিবি-
লাকে যিহোৱাৰ বাক্যলৈ কাণ নিদিলে ; আৰু
সিবিলাক তহ্‌পন্‌হেচলৈকে গল।
৮ তেতিয়া তহ্‌পন্‌হেচত যিৰিমিয়াৰ ওচৰলৈ
৯ যিহোৱাৰ বাক্য আহিল, বোলে, তুমি আপোন
হাতত গোটাদিয়েক ডাঙৰ শিল লৈ, তহ্‌পন্‌হেচত
ফৰৌণৰ ৰাজগৃহলৈ সোমোৱা ঠাইত যি ইটাৰ
গাঁথনি আছে, তাৰ চুকিৰ মাজত যিহূদী লোকৰ
১০ সাক্ষাতে সেই শিলবোৰ পুতি সিবিলাকক কবা,
ইস্রায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, দেখা, মই দূত পঠাই আপোন
দাস বাবিলৰ ৰজা নবূখদ্‌ৰেচৰক অনাম, আৰু
মই পুতি থোৱা এই শিলবোৰৰ ওপৰত তেওঁৰ
সিংহাসন স্থাপন কৰিম ; আৰু তেওঁ তাৰ ওপৰত
১১ আপোনাৰ ৰাজকীয় চন্দ্ৰাতপ তৰিব। তেওঁ আহি
মিচৰক আঘাত কৰিব ; আৰু মৃত্যুৰ নিমিত্তে
নিৰূপিত লোক মৃত্যুলৈ, বন্দী-অৱস্থালৈ নিৰূ-
পিত লোক বন্দী-অৱস্থালৈ, আৰু তৰোৱাললৈ
১২ নিৰূপিত লোক তৰোৱাললৈ সমর্পিত হব। আৰু
মই মিচৰৰ দেৱতাবোৰৰ ঘৰত জুই লগাম ; তেওঁ
সেইবোৰৰ কেতুবোৰ দগ্ধ কৰিব, আৰু কেতু-
বোৰক বন্দী কৰি লৈ যাব ; আৰু মেৰ-ৰক্ষীয়াই
আপোনাৰ গাত কাপোৰ লোৱাদি তেওঁ এই মিচৰ
দেশেৰে আপোনাক সজ্জিত কৰিব ; পাছে তেওঁ
১৩ এই ঠাইৰ পৰা কুশলে ওলাই যাব। তেওঁ মিচৰ
দেশত থকা বৈৎ-চেমচৰ স্তম্ভবোৰো ভাঙিব, আৰু
মিচৰৰ দেৱতাবোৰৰ ঘৰবোৰ জুই দি পুৰিব।

মিচৰত থকা যিহূদীবিলাকৰ বিৰুদ্ধে যিৰিমিয়াই
তাত কোৱা ভাববাণী।

৪৪ মিগ্‌দোলত, তহ্‌পন্‌হেচত, নোফত, আৰু
পথ্রোচ প্রদেশত থকা মিচৰদেশনিবাসী
সকলো যিহূদীবিলাকৰ বিষয়ে যিৰিমিয়াৰ ওচৰ-
২ লৈ অহা বাক্য। ইস্রায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, যিৰূচালেমলৈ
আৰু যিহূদাৰ আটাই নগৰলৈ মই ঘটোৱা
সকলো অমঙ্গল তোমালোকে দেখিলা ; দেখা,

সেইবোৰ আজি উচ্ছন্ন হোৱা ঠাই, সেইবোৰৰ
৩ মাজত কোনেও বাস নকৰে। ধূপ জ্বলাবলৈ,
আৰু সিবিলাকে, বা তোমালোকে, বা তোমা-
লোকৰ পূৰ্ব্বপুৰুষবিলাকেও নজনা ইতৰ দেৱতা-
বোৰক সেৱাপূজা কৰিবলৈ যোৱাৰ দ্বাৰায়
মোক বেজাৰ দিবলৈ সিবিলাকে কৰা দুষ্কৰ্ম্মই
৪ ইয়াৰ কাৰণ। তথাপি ময় প্ৰভাতে উঠি মোৰ
আটাই দাস ভাববাদীবিলাকক তোমালোকৰ
ওচৰলৈ পঠাই কোৱাইছিলোঁ, যে, তোমালোকে
মোৰ ঘিণলগীয়া এই গহিত কাৰ্য্য নকৰিবা।
৫ কিন্তু সিবিলাকে নুশুনিলে, আৰু আপোন আ-
পোন দুষ্টতাৰ পৰা ঘুৰিবলৈ, ইতৰ দেৱতা-
বোৰৰ উদ্দেশে ধূপ নজ্বলাবলৈ সিবিলাকে
৬ কাণ নেপাতিলে। এই নিমিত্তে মোৰ ক্ৰোধ আৰু
কোপৰূপ অগ্নি বৰষিলে, আৰু যিহূদাৰ নগৰ-
বোৰত, আৰু যিৰূচালেমৰ আলিবোৰত লেগে
জ্বলিল ; আজি তোমালোকে দেখাৰ দৰে, সেই-
৭ বোৰক উচ্ছন্ন আৰু ধ্বংস কৰা হৈছে। এই হেতুকে
এতিয়া ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ ঈশ্বৰ
যিহোৱাই এই কথা কৈছে, তোমালোক উচ্ছন্ন
হবলৈ, আৰু পৃথিবীৰ সকলো জাতিৰ মাজত অভি-
শাপ আৰু ধিক্কাৰৰ বিষয় হবলৈ, তোমালোকে
প্ৰবাস কৰিবলৈ অহা এই মিচৰ দেশত ইতৰ
দেৱতাবোৰৰ উদ্দেশে ধূপ জ্বলাই তোমালোকৰ
৮ হাতৰ কাৰ্য্যেৰে মোক বেজাৰ দি, তোমালোকৰ
কোনো অৱশিষ্ট নথকাকৈ, যিহূদাৰ মাজৰ পৰা
তোমালোকৰ সম্পৰ্কীয় মতা, তিৰুতা, লৰা, আৰু
পিয়াহ খোৱা কেঁচুৱাক উচ্ছন্ন কৰিবলৈ, তোমা-
লোকে কিয় আপোন আপোন প্ৰাণৰ বিৰুদ্ধে
৯ এই মহাপাপ কৰিছা ? যিহূদা দেশত আৰু যিৰূ-
চালেমৰ আলিত কৰা তোমালোকৰ পূৰ্ব্বপুৰুষ-
বিলাকৰ, যিহূদাৰ ৰজাবিলাকৰ, সিবিলাকৰ
ভাৰ্য্যাবিলাকৰ, আৰু তোমালোকৰ নিজৰ নিজৰ
দুষ্কৰ্ম্ম, আৰু তোমালোকৰ ভাৰ্য্যাবিলাকৰ
১০ দুষ্কৰ্ম্ম পাহৰিলা নে ? সিবিলাকে আজি-
লৈকে নম্ৰ হোৱা নাই, ভয়ো কৰা নাই, আৰু
তোমালোকৰ ও তোমালোকৰ পূৰ্ব্বপুৰুষ-
বিলাকৰ আগত ময় স্থাপন কৰা মোৰ ব্যৱস্থা
১১ কি বিধিবিলাকৰ দৰে চলা নাই। এই হেতুকে
ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই
কথা কৈছে, দেখা, ময় অমঙ্গল কৰিবলৈ, এনে কি,
গোটেই যিহূদাক উচ্ছন্ন কৰিবলৈ তোমালোকৰ
১২ কাললৈ মুখ কৰিম। আৰু এই মিচৰ দেশত
প্ৰবাস কৰিবৰ অৰ্থে ইয়াত সোমাবলৈ মুখ কৰা
যিহূদাৰ অৱশিষ্ট ভাগক ময় ধৰিম, তাতে সিবি-
লাকৰ সকলো উচ্ছন্ন হব ; সিবিলাক এই মিচৰ
দেশতেই পতিত হব ; সিবিলাক তৰোৱাল আৰু
আকালৰ দ্বাৰায় নষ্ট হব ; সৰুৰ পৰা বড়লৈকে
সিবিলাক তৰোৱালত আৰু দুৰ্ভিক্ষত মৰা
পৰিব ; আৰু সিবিলাক শাও, বিস্ময়, অভিশাপ,
১৩ আৰু ধিক্কাৰৰ বিষয় হব। কিয়নো যেনেকৈ ময়
তৰোৱাল, আকাল, আৰু মহামাৰীৰ দ্বাৰায় যিৰূ-
চালেমক দণ্ড দিলোঁ, তেনেকৈ এই মিচৰ দেশত
১৪ প্ৰবাস কৰাবিলাককো দণ্ড দিম। তাতে এই মিচৰ
দেশত প্ৰবাস কৰিবলৈ অহা যিহূদাৰ অৱশিষ্ট
ভাগে যি যিহূদাত বাস কৰিবৰ নিমিত্তে উলটি
যাবলৈ ইচ্ছা কৰিছে, সেই যিহূদালৈ উলটি
যাবৰ নিমিত্তে, সিবিলাকৰ কোনেও ৰক্ষা নে-
পাব, বা অৱশিষ্ট নেথাকিব ; কিয়নো পলৰীয়া-
বিলাকৰ বাহিৰে কোনেও উলটি নেযাব।
১৫ পাছে যি সকলো পুৰুষে, সিবিলাকৰ
তিৰুতাবিলাকে ইতৰ দেৱতাবোৰৰ উদ্দেশে ধূপ
জ্বলাইছে বুলি জানিছিল, সিবিলাকে, আৰু
ওচৰত থকা তিৰুতাবিলাকৰ মহাসমাজে, অৰ্থাৎ
মিচৰ দেশত থকা আটাই লোকবিলাকে পথ্ৰো-
১৬ চত যিৰিমিয়াক উত্তৰ দি কলে, তুমি যিহোৱাৰ
নামেৰে আমাক কোৱা বাক্যৰ বিষয়ে হলে,
১৭ আমি তোমালৈ কাণ নিদিওঁ। কিন্তু আমি আৰু
আমাৰ পূৰ্ব্বপুৰুষবিলাক, আমাৰ ৰজা আৰু
প্ৰধান লোকবিলাকে যিহূদাৰ নগৰবোৰত আৰু
যিৰূচালেমৰ আলিত যেনেকৈ কৰিছিলোঁ, তেনে-
কৈ আকাশৰ ৰাণীৰ উদ্দেশে ধূপ জ্বলাবলৈ, আৰু
তেওঁৰ উদ্দেশে পেয় নৈবেদ্য ঢালিবলৈ আমাৰ
মুখৰ পৰা ওলোৱা প্ৰত্যেক বাক্য আমি নিশ্চয়ে
সিদ্ধ কৰিম ; কাৰণ সেই কালত আমাৰ আহাৰ
অধিক আছিল, আৰু আমি কুশলে আছিলোঁ,
১৮ কোনো অমঙ্গল নেদেখিছিলোঁ। কিন্তু যেতিয়াৰে
পৰা আমি আকাশৰ ৰাণীৰ উদ্দেশে ধূপ জ্বলাব-
লৈ আৰু পেয় নৈবেদ্য ঢালিবলৈ এৰিলোঁ,
তেতিয়াৰে পৰা আমাৰ আটাই বস্তুৰ অভাৱ
হল, আৰু তৰোৱাল ও দুৰ্ভিক্ষৰ দ্বাৰায় আমাৰ
১৯ সৰ্ব্বনাশ হল। আমি যেতিয়া আকাশৰ ৰাণীৰ
উদ্দেশে ধূপ জ্বলাওঁ, আৰু তেওঁৰ উদ্দেশে
পেয় নৈবেদ্য ঢালোঁ, তেতিয়া জানো আপোন
আপোন স্বামীৰ বিনা-অনুমতিৰে তেওঁক সেৱা-
পূজা কৰিবৰ অৰ্থে আমি তেওঁৰ উদ্দেশে
পিঠা বনাওঁ, আৰু তেওঁৰ উদ্দেশে পেয়
২০ নৈবেদ্য ঢালোঁ ? তেতিয়া যিৰিমিয়াই আটাই
লোকবিলাকক, তেওঁক উত্তৰ দিয়া মতা তিৰুতা
আদি সকলো লোকবিলাকক এই কথা
২১ কলে, যিহূদাৰ নগৰবোৰত আৰু যিৰূচালেমৰ
আলিত তোমালোক, তোমালোকৰ পূৰ্ব্বপুৰুষ-
বিলাক, তোমালোকৰ ৰজা, তোমালোকৰ প্ৰধান
লোকবিলাক, আৰু দেশৰ প্ৰজাবিলাকে যি ধূপ-
দাহ কৰিছিলা, সেই ধূপদাহ জানো যিহোৱাই
সোঁৱৰণ কৰা নাই ? আৰু সেয়ে জানো তেওঁৰ

২২ মনত পৰা নাই ? এই কাৰণে যিহোৱাই
তোমালোকৰ দুষ্কৰ্ম্মৰ নিমিত্তে, আৰু তোমা-
লোকে কৰা ঘিণলগীয়া কাৰ্য্যৰ নিমিত্তে আৰু সহি
থাকিব নোৱাৰিলে ; এই হেতুকে তোমালোকে
আজি দেখাৰ দৰে, তোমালোকৰ দেশ নিবাসী-
শূন্য হৈ, ধ্বংসস্থান আৰু বিস্ময় ও শাওৰ বিষয়
২৩ হল। তোমালোকে ধূপ জ্বলালা, যিহোৱাৰ
বিৰুদ্ধে পাপ কৰিলা, যিহোৱাৰ বাক্যলৈ কাণ
নিদিলা, তেওঁৰ ব্যৱস্থা, বিধি, কি সাক্ষ্য অনু-
সাৰে নচলিলা ; এই নিমিত্তে আজি দেখাৰ
দৰে তোমালোকলৈ এই অমঙ্গল ঘটিল।
২৪ তাত বাজে যিৰিমিয়াই সকলো লোকবিলাকক
আৰু সকলো তিৰুতাক কলে, হে মিচৰ দেশত
থকা আটাই যিহূদী লোকবিলাক, যিহোৱাৰ
২৫ বাক্য শুনা ; ইস্রায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, আমি আকাশৰ
ৰাণীৰ উদ্দেশে ধূপ জ্বলাবলৈ, আৰু তেওঁৰ
উদ্দেশে পেয় নৈবেদ্য ঢালিবলৈ আমি কৰা
সঙ্কল্পবোৰ অৱশ্যে সিদ্ধ কৰিম, এই বুলি
কৈ তোমালোকে, আৰু তোমালোকৰ তিৰুতা-
বিলাকে মুখেৰে কথা কলা, আৰু হাতেৰে তাক
সিদ্ধও কৰিছা ; বাৰু, তোমালোকৰ সঙ্কল্প
সিদ্ধ কৰা, আৰু তোমালোকে আপোনাবিলাকৰ
২৬ সঙ্কল্প সাফল কৰা। এই হেতুকে, হে মিচৰ
দেশত থকা আটাই যিহূদী লোকবিলাক, যিহো-
ৱাৰ বাক্য শুনা ; যিহোৱাই কৈছে, দেখা, ময়
আপোন মহানাম লৈ শপথ কৰিছোঁ, যে,
যিহোৱাৰ জীৱনৰ শপথ বুলি কৈ এই গোটেই
মিচৰ দেশত কোনো যিহূদী মানুহে মোৰ নাম
২৭ আৰু মুখত নানিব। দেখা, সিবিলাকৰ মঙ্গলৰ
নিমিত্তে নহয়, কিন্তু অমঙ্গলৰ নিমিত্তেহে ময় সি-
বিলাকলৈ জাগি থাকিম ; আৰু এই মিচৰ দেশত
থকা সকলো যিহূদী লোকক তৰোৱাল আৰু
আকালৰ দ্বাৰায় নিঃশেষে বিনষ্ট কৰা হব।
২৮ আৰু তৰোৱালৰ পৰা ৰক্ষা পোৱা অতি অলপ
মানুহ এই মিচৰ দেশৰ পৰা যিহূদা দেশলৈ
উলটি যাব ; তাতে মোৰ নে সিবিলাকৰ, কাৰ
বাক্য ৰব, এই মিচৰ দেশত প্ৰবাস কৰিবৰ
অৰ্থে ইয়াত সোমোৱা আটাই অৱশিষ্ট যিহূদী
২৯ লোকবিলাকে তাক জানিব। যিহোৱাই কৈছে,
তোমালোকৰ অমঙ্গলৰ নিমিত্তেহে যে মোৰ বাক্য
অৱশ্যে ফলিয়াব, তাক তোমালোকে জানিবৰ
নিমিত্তে, ময় যে এই ঠাইত তোমালোকক দণ্ড
দিম, তাৰ প্ৰমাণৰ অৰ্থে এয়ে তোমালোকলৈ
৩০ চিন হব ; যিহোৱাই এই কথা কৈছে, দেখা,
ময় যেনেকৈ যিহূদাৰ চিদিকিয়া ৰজাক তেওঁৰ
প্ৰাণ লবলৈ বিচৰা তেওঁৰ শত্ৰু বাবিলৰ ৰজা
নবূখদ্‌ৰেচৰৰ হাতত সমৰ্পণ কৰিছিলোঁ, তেনেকৈ
ময় মিচৰৰ ৰজা ফৰৌণ-হফ্ৰাকো তেওঁৰ প্ৰাণ
লবলৈ বিচৰা শত্ৰুবোৰৰ হাতত সমৰ্পণ কৰিম।

বাৰুকক দিয়া আশ্বাসৰ বাক্য।

৪৫ যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা যিহোয়া-
কীমৰ ৰাজত্বৰ চতুৰ্থ বছৰত নেৰিয়াৰ পুত্ৰ
বাৰুকে এইবোৰ কথা যিৰিমিয়াৰ মুখৰ পৰা
পুথী এখনত লিখা সময়ত যিৰিমিয়া ভাব-
২ বাদীয়ে তেওঁক এই কথা কলে, হে বাৰুক, ইস্রা-
য়েলৰ ঈশ্বৰ যিহোৱাই তোমাক এই ৰূপে
৩ কৈছে, তুমি কলা, যে, হায় হায়, ময় সন্তাপৰ
পাত্ৰ ! কিয়নো যিহোৱাই মোৰ বেদনাতে শোক
লগ লগাই দিছে ; ময় কেঁকাই কেঁকাই ক্লান্ত
৪ হৈছোঁ, অলপো জিৰণি নেপাওঁ। তুমি তেওঁক
কোৱা, যিহোৱাই এই কথা কৈছে, দেখা, ময়
যি সাজিলোঁ, তাক ভাঙিম, আৰু ময় যি ৰুলোঁ,
তাক উঘালিম, আৰু গোটেই দেশত এনেকৈয়ে
৫ কৰিম। তেন্তে তুমি নিজৰ নিমিত্তে মহত্ব বিচা-
ৰিছা নে ? সেইবোৰ নিবিচাৰিবা ; কিয়নো,
যিহোৱাই কৈছে, ময় সকলো মৰ্ত্ত্যলৈ অমঙ্গল
ঘটাম ; কিন্তু তুমি যি যি ঠাইলৈ যাবা, সেই
সেই ঠাইত ময় তোমাক লুটদ্ৰব্যস্বৰূপে তোমাৰ
প্ৰাণ দান কৰিম।

জাতিবিলাকৰ বিষয়ে ভাববাণী।
মিচৰৰ বিষয়।

৪৬ জাতিবিলাকৰ বিষয়ে যিৰিমিয়া ভাব-
বাদীৰ ওচৰলৈ অহা যিহোৱাৰ বাক্য।
২ মিচৰৰ বিষয়। যোচিয়াৰ পুত্ৰ যিহূদাৰ ৰজা
যিহোয়াকীমৰ ৰাজত্বৰ চতুৰ্থ বছৰত বাবিলৰ
ৰজা নবূখদ্‌ৰেচৰে পৰাজয় কৰা ফৰাৎ নদীৰ
পাৰৰ কৰ্কমীচত থকা মিচৰীয়া ৰজা ফৰৌণ-
নখোৰ সৈন্যসামন্তৰ বিষয়।
৩ তোমালোকে ঢাল আৰু ফৰ যুগুত কৰা, আৰু
৪ যুদ্ধ কৰিবৰ নিমিত্তে ওচৰ চাপা। হে অশ্বা-
ৰোহিবিলাক, ঘোঁৰাবোৰ সজোৱা, ঘোঁৰাত উঠা,
আৰু শিৰোৰক্ষক টুপি পিন্ধি, আগলৈ থৈ
থিয় হোৱা, বৰশা জকমকোৱা, কৱচ পিন্ধা।
৫ ময় কিয় এনেকুৱা দেখিছোঁ ? সিহঁত ব্যাকুল
হৈছে, পাছ হঁহকি গৈছে ; সিহঁতৰ বীৰবিলাকে
বিহ্বল হৈ বেগাই পলাইছে, আৰু পাছলৈ
নেচায় ; যিহোৱাই কৈছে, চাৰিওকালে ত্ৰাস।
৬ বেগী লোক পলাই যাব নোৱাৰে, বীৰ সাৰিব
নোৱাৰে ; উত্তৰফালে ফৰাৎ নদীৰ পাৰত সিহঁতে
৭ উজুটি খাই পৰিছে। যাৰ জলসমূহে নৈবোৰৰ
নিচিনাকৈ আস্ফালন কৰিছে, নীল নদীৰ নিচি-
৮ নাকৈ বাঢ়ি অহা সৌ জন কোন ? মিচৰ নীল
নদীৰ নিচিনাকৈ বাঢ়ি আহিছে, আৰু তাৰ

জলসমূহে নদীবোৰৰ নিচিনাকৈ আস্ফালন
কৰিছে ; আৰু সি কৈছে, ময় বাঢ়ি পৃথিৱী তল
নিয়াম, নগৰ আৰু তাৰ নিবাসীবিলাকক নষ্ট
৯ কৰিম। হে ঘোঁৰাবিলাক, উঠি যোৱা ; হে ৰথ-
বিলাক, বাতুলৰ নিচিনাকৈ লৰি যোৱা ; বীৰ-
বিলাক, ঢালধাৰী কূচ আৰু পূট, আৰু ধনুৰ্দ্ধৰ
ও ধনুত যোৰ দিয়া লূদীয়া লোকবিলাক বাহিৰ
১০ ওলাওক। কিয়নো এই দিন বাহিনীবিলাকৰ
প্ৰভু যিহোৱাৰ দিন, তেওঁৰ শত্ৰুবোৰক প্ৰতি-
ফল দিবলৈ শত্ৰুৰ প্ৰতিকাৰ লোৱা দিন ; তৰো-
ৱালে গ্ৰাস কৰি তৃপ্ত হ'ব, আৰু সিহঁ-
তৰ তেজ পান কৰি পৰিতৃপ্ত হব ; কিয়নো উত্তৰ
দেশত ফৰাৎ নদীৰ পাৰত বাহিনীবিলাকৰ প্ৰভু
১১ যিহোৱাৰ এক যজ্ঞ হৈছে। হে কুমাৰী* মিচৰ
জীয়াৰী, তুমি গিলিয়দলৈ উঠি গৈ সুস্থজনক
গছৰ ৰস লোৱা ; তুমি বৃথাই অনেক ঔষধ
১২ ব্যৱহাৰ কৰিছা, তোমাৰ সুস্থতা নাই। জাতি-
বোৰে তোমাৰ অপমানৰ কথা শুনিছে, আৰু
তোমাৰ চিঞঁৰৰ শবদেৰে পৃথিৱী পৰিপূৰ্ণ হৈছে ;
কিয়নো বীৰে বীৰত খুন্দা খাই দুয়ো একেলগে
পতিত হল।

১৩ বাবিলৰ ৰজা নবুখদ্ৰেচৰে আহি মিচৰ
দেশ পৰাজয় কৰিবৰ বিষয়ে যিৰিমিয়া ভাব-
বাদীক কোৱা যিহোৱাৰ বাক্য।

১৪ তোমালোকে মিচৰত প্ৰচাৰ কৰা, মিগ্‌দোলত
ঘোষণা কৰা, নোফ আৰু তহ্‌পন্‌হেচত ঘোষণা
কৰা। তোমালোকে কোৱা, "তুমি আগবাঢ়ি
গৈ থিৰ হোৱা, আপোনাকে যুগুত কৰা ;
কিয়নো তৰোৱালে তোমাৰ চাৰিওফালে গ্ৰাস
১৫ কৰিছে।" তোমাৰ বলৱান জনক কেলেই পে-
লোৱা হল ? সি থিয় হৈ নেথাকিল ; কিয়নো
১৬ যিহোৱাই তাক পেলালে। তেওঁ অনেকক উজুটি
খুৱালে, এনে কি সিহঁত পৰস্পৰে পৰাপৰি
হল ; আৰু সিহঁতে কলে, উঠা, আমি এই
সংহাৰক তৰোৱালৰ মুখৰ পৰা আপোন জাতিৰ
ওচৰলৈ আৰু আমাৰ জন্মদেশলৈ উলটি যাওঁ-
১৭ হঁক। সিহঁতে তাত চিঞৰি কলে, মিচৰৰ ৰজা
ফৰৌণৰ সৰ্ব্বনাশ হল ; তেওঁ উপযুক্ত সময় বৃথাই
১৮ নষ্ট কৰিলে। বাহিনীবিলাকৰ যিহোৱা নামেৰে
প্ৰখ্যাত ৰজাই কৈছে, মোৰ জীৱনৰ শপথ,
পৰ্ব্বতবোৰৰ মাজত তাবোৰ যেনে, আৰু সমু-
দ্ৰৰ পাৰত থকা কৰ্ম্মিল যেনে, নিশ্চয়ে তেওঁ
১৯ তেনে হৈ আহিব। হে মিচৰনিবাসিনী জীয়াৰী,
বন্দী-অৱস্থালৈ যাবৰ নিমিত্তে আপোনাৰ প্ৰয়ো-
জনীয় বস্তু লোৱা ; কিয়নো নোফ উচ্ছন্ন ঠাই
২০ হব, দগ্ধ আৰু নিবাসীশূন্য হব। মিচৰ অতি
সুন্দৰী চেঁউৰী গৰু ; কিন্তু উত্তৰ দিশৰ পৰা
২১ এটা ডাঁহ আহিল, পালেহি। তাইৰ মাজত থকা
তাইৰ বেচ খোৱাবোৰ হৃষ্টপুষ্ট দামুৰিৰ নি-
চিনা ; কিয়নো সিহঁতো বিমুখ হৈ গৈছে, একে-
লগে পলাইছে, থিয়কেই নিদিলে ; কাৰণ
সিহঁতৰ আপদৰ দিন, সিহঁতৰ দণ্ডৰ সময় সিহঁ-
২২ তৰ ওচৰত উপস্থিত। পলাই যাওঁতে, তাইৰ
শবদ সাপ যোৱা শবদৰ নিচিনা হব ;
কিয়নো শত্ৰুবোৰে সসৈন্যে যাত্ৰা কৰি, কাঠ-
কটীয়াৰ নিচিনাকৈ কুঠাৰেৰে তাইক আক্ৰমণ
২৩ কৰিব। যিহোৱাই কৈছে, যদিও তাইৰ কাঠনী
অগম্য, তথাপি সিহঁতে তাক কাটি পেলাব ;
কিয়নো সিহঁত ফৰিঙৰ জাকতকৈয়ো অধিক
২৪ আৰু অসংখ্য। মিচৰ জীয়াৰী লজ্জিত হব ;
তাইক উত্তৰদেশীয়বিলাকৰ হাতত সমৰ্পণ কৰা
২৫ হব। ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহো-
ৱাই কৈছে, দেখা, ময় নোত থকা আমোনক,
ফৰৌণক, মিচৰক আৰু তাৰ দেৱতাবোৰক, আৰু
তাৰ ৰজাবিলাকক, এনে কি, ফৰৌণ আৰু তেওঁত
২৬ ভৰসা কৰা সকলোকে দণ্ড দিম ; আৰু সিহঁতৰ
প্ৰাণ বিচাৰি ফুৰাবোৰৰ হাতত, বাবিলৰ ৰজা
নবুখদ্ৰেচৰৰ আৰু তেওঁৰ প্ৰধান মন্ত্ৰীবিলাকৰ
হাতত ময় সিহঁতক সমৰ্পণ কৰিম ; তথাপি,
যিহোৱাই কৈছে, পাছত সেই দেশ আগৰ
২৭ কালৰ দৰে বসতিস্থান হব। কিন্তু হে মোৰ
দাস যাকোব, ভয় নকৰিবা, হে ইস্ৰায়েল,
ব্যাকুল নহবা ; কিয়নো দেখা, ময় দূৰৰ পৰা
তোমাক, আৰু বন্দী-অৱস্থাত থকা দেশৰ পৰা
তোমাৰ বংশক নিস্তাৰ কৰিম ; তাতে যাকোব
ঘূৰি আহি নিৰ্ভয় আৰু নিশ্চিন্ত হৈ থাকিব,
২৮ কোনেও তেওঁক ভয় নেদেখুৱাব। যিহোৱাই
কৈছে, হে মোৰ দাস যাকোব, ভয় নক-
ৰিবা ; কিয়নো ময় তোমাৰ লগত আছোঁ ;
কাৰণ, ময় যি জাতিৰ মাজলৈ তোমাক খেদিলোঁ,
সেই আটাই জাতিক ময় নিঃশেষে সংহাৰ কৰি-
লেও, তোমাক নিঃশেষে সংহাৰ নকৰিম ; কিন্তু
তোমাক সুবিচাৰেৰে শাস্তি দিম, তোমাক
কোনোমতেই দণ্ড নিদিয়াকৈ নেৰোঁ।

পলেষ্টীয়াবিলাকৰ বিষয়।

৪৭ ফৰৌণে ঘচাক নো প্ৰহাৰ কৰোঁতে,
পলেষ্টীয়াবিলাকৰ বিষয়ে যিৰিমিয়া ভাব-
বাদীলৈ অহা যিহোৱাৰ বাক্য।
২ যিহোৱাই এই কথা কৈছে, দেখা, উত্তৰ দিশৰ
পৰা জলসমূহ বাঢ়ি আহিছে, সেয়ে প্লাবন
কৰোঁতা ঢল পানী হৈ, দেশ আৰু তাত থকা
সকলোকে, নগৰ আৰু তাৰ নিবাসীবিলাকক

* এই শব্দে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী
কন্যা বুজায়।

তল দিয়াব; তাতে মানুহবিলাকে চিঞৰিব,
আৰু দেশত বাস কৰা আটাইবিলাকে হাহাকাৰ
৩ কৰিব। শত্ৰুৰ বলী ঘোঁৰাৰ খুৰাৰ খট্‌খটনিত,
ৰথৰ ঘৰ্ঘৰনিত, চক্ৰৰ ঘন্‌ঘনানিত বাপেকহঁতে
হাত দুখন দুৰ্ব্বল হোৱাৰ নিমিত্তে আপোন
৪ আপোন লৰাহঁতলৈ ঘূৰি নেচাব। কাৰণ আটাই
পলেষ্টীয়াহঁতক বিনষ্ট কৰিবৰ দিন, তূৰ আৰু
চীদোনৰ পৰা প্ৰত্যেক অৱশিষ্ট সহকাৰীক
উচ্ছন্ন কৰিবৰ দিন আহিছে; কিয়নো যিহোৱাই
পলেষ্টীয়াহঁতক, কপ্তোৰ দ্বীপৰ অৱশিষ্ট ভাগক
৫ বিনষ্ট কৰিব। ঘচাৰ মূৰ টকলা কৰা হল,
সিহঁতৰ উপত্যকাৰ অৱশিষ্ট ভাগ অস্কিলোন
নষ্ট হল; তুমি কিমান কাল আপোনাৰ গা
৬ কাটকুট কৰিবা? হে যিহোৱাৰ তৰোৱাল, তুমি
কিমান কাল ক্ষান্ত নোহোৱাকৈ থাকিবা? তুমি
আপোন ফাকত সোমোৱা; তুমি বিশ্ৰাম
৭ কৰা আৰু শান্ত হোৱা। যিহোৱাই তোমাক
আজ্ঞা দিয়াত তুমি কেনেকৈ ক্ষান্ত হব পাৰা?
তেওঁ অস্কিলোনৰ আৰু সমুদ্ৰৰ দাঁতিৰ বিৰুদ্ধে
তাক নিযুক্ত কৰিলে।

### মোৱাবৰ বিষয়।

৪৮ মোৱাবৰ বিষয়। ইস্ৰায়েলৰ ঈশ্বৰ
বাহিনীবিলাকৰ যিহোৱাই এই কথা
কৈছে, হায় হায় নবো! কিয়নো সেয়ে উচ্ছন্ন
হল; কিৰিয়াথয়িমে লাজ পালে, ধৰা পৰিল;
২ মিচ্‌গবে লাজ পালে আৰু ব্যাকুল হল। মোৱা-
বৰ গৌৰৱ আৰু নাই; শত্ৰুবোৰে তাৰ বিৰুদ্ধে
হিচ্‌বোনত অমঙ্গলৰ মন্ত্ৰণা কৰি কৈছে, "আহাঁ,
আমি তাক এক জাতি হোৱাৰ পৰা উচ্ছন্ন
কৰোঁহক।" হে মদ্‌মেন, তোমাকো নিস্তব্ধ কৰা
হব; তৰোৱাল তোমাৰ পাছে পাছে যাব।
৩ হোৰোণয়িমত চিঞৰবাখৰ শব্দ শুনা গৈছে, লুট আৰু
৪ মহাসংহাৰ হৈছে। মোৱাব নষ্ট হল; তাৰ ক্ষুদ্ৰ
৫ লোকবিলাকে চিঞৰৰ শব্দ শুনাইছে। কিয়নো
লুহীতলৈ উঠি যোৱা বাটেদি সিহঁতে অনবৰত
ক্ৰন্দনেৰে উঠি যাব; কাৰণ হোৰোণয়িমলৈ
নামি যোৱা বাটত সংহাৰৰ দুখৰ চিঞৰ শুনা
৬ গৈছে। তোমালোকে পলোৱা, আপোন আ-
পোন প্ৰাণ ৰক্ষা কৰা, অৰণ্যত থকা ঝাউ
৭ গছৰ নিচিনা হোৱা। কিয়নো তুমি আপোন
কাৰ্য্যত, আৰু আপোন বহুমূল্য বস্তুত নিৰ্ভৰ
কৰাৰ কাৰণে তুমিও ধৰা পৰিবা; আৰু কমোচ,
তাৰ পুৰোহিতবিলাক, আৰু তাৰ প্ৰধান লোক-
বিলাক বন্দী-অৱস্থালৈ একেলগে ওলাই যাব।
৮ প্ৰত্যেক নগৰলৈ বিনাশক আহিব, আৰু কোনো
নগৰ ৰক্ষা নেপাব; যিহোৱাৰ বাক্য অনুসাৰে
৯ তলভূমি বিনষ্ট হব, সমথলো নষ্ট হব। তোমা-
লোকে মোৱাবক আপোন বাটে উৰি যাবৰ
নিমিত্তে ডেউকা দিয়া; তাৰ নগৰবোৰ ধ্বংস কৰা
১০ হব, তাত বাস কৰোঁতা কোনো নহব। যি জনে
যিহোৱাৰ কাৰ্য্য এলাহেৰে কৰে, সি শাপগ্ৰস্ত
হওক; আৰু যি জনে ৰক্তপাতৰ পৰা আপোন
তৰোৱাল কোঁচাই ৰাখে, সি শাপগ্ৰস্ত হওক।
১১ মোৱাব সৰু কালৰে পৰা নিশ্চিন্তভাৱে আছে,
আৰু সি আপোনাৰ গেদৰ ওপৰত সুস্থিৰে
আছে, এক পাত্ৰৰ পৰা আন পাত্ৰত ঢলা হোৱা
নাই, আৰু সি বন্দী-অৱস্থালৈ যোৱা নাই; এই
নিমিত্তে তাৰ সোৱাদ তাতে আছে, আৰু তাৰ
১২ গন্ধ পৰিবৰ্ত্তন হোৱা নাই। এই হেতুকে, যিহো-
ৱাই কৈছে, দেখা, যি দিনা মই ঢালিবলৈ
মানুহ পঠাম, সেই দিন আহিছে; সেই দিনা
সিহঁতে তাক ঢালিব, তাৰ পাত্ৰবোৰ শূন্য
কৰিব, আৰু তাৰ ঘটবোৰ ভোথৰ ভোথৰ কৰিব।
১৩ ইস্ৰায়েল বংশই আপোন বিশ্বাসৰ ভূমি বৈৎ-
এলৰ বিষয়ে লাজ পোৱাৰ নিচিনাকৈ মোৱাবেও
১৪ কমোচৰ বিষয়ে লাজ পাব। "আমি বীৰ, আৰু
যুদ্ধৰ নিমিত্তে পৰাক্ৰমী মানুহ" বুলি তোমা-
১৫ লোকে কেনেকৈ কব পাৰা? মোৱাব উচ্ছন্ন হল,
আৰু তাৰ নগৰবোৰ ধূঁৱা হৈ উড়ি গল, আৰু
তাৰ মনোনীত ডেকা লোকবিলাক বধৰ ঠাইলৈ
নামি গল, বাহিনীবিলাকৰ যিহোৱা নামেৰে
১৬ প্ৰখ্যাত ৰজাই ইয়াক কৈছে। মোৱাবৰ আপদ
ওচৰ পালেহি, আৰু তাৰ অমঙ্গল অতিশয়
১৭ বেগেৰে আহিছে। তাৰ চাৰিওফালে থকা তাৰ
নাম জনা তোমালোক সকলোৱে তাৰ নিমিত্তে
বিলাপ কৰি কোৱা, এই শকত লাখুটি আৰু
১৮ সুন্দৰ দণ্ডডাল কেনেকৈ ভাঙিল! হে দীবোন-
নিবাসিনী জীয়াৰী, তুমি আপোন প্ৰতাপৰ
পৰা নামি তৃষ্ণাতুৰা হৈ মাটিত বহা; কিয়নো
মোৱাবৰ সংহাৰক তোমাৰ বিৰুদ্ধে উঠি আহিল,
১৯ তেওঁ তোমাৰ দুৰ্গবোৰ বিনষ্ট কৰিলে। হে
অৰোৱেৰনিবাসিনি, তুমি বাটৰ কাষত থিয়
হৈ চোৱা, পলাই যোৱা লোকক আৰু ৰক্ষা
২০ পোৱা তিৰুতাক কি হল বুলি সোধা। মোৱাবে
লাজ পালে, কিয়নো সেই নগৰ ভগ্ন হল;
তোমালোকে হাহাকাৰ কৰা আৰু চিঞৰি কান্দা;
মোৱাব যে উচ্ছন্ন হল, তাক অৰ্ণোনত প্ৰচাৰ
২১ কৰা। আৰু সমথলৰ দেশলৈ, হোলোন, যহচা,
২২ মেফাৎ, দীবোন, নবো, বৈৎ-দিব্লাথয়িম, কিৰি-
২৪ য়াথয়িম, বৈৎ-গামূল, বৈৎ-মিয়োন, কৰিয়োৎ,
আৰু বস্ৰা আদি দূৰত কি ওচৰত থকা মোৱাব-
দেশীয় সকলো নগৰৰ ওপৰলৈ দণ্ড আহিল।
২৫ যিহোৱাই কৈছে, মোৱাবৰ শিঙটো কটা আৰু
২৬ বাহু ভঙা হল। তোমালোকে তাক মতো-
ৱাল কৰা, কাৰণ সি যিহোৱাৰ বিৰুদ্ধে গৰ্ব্ব

কৰিলে ; আৰু মোৱাবে আপোন বমিত বাগ-
২৭ ৰিব, আৰু বিদ্ৰূপৰ বিষয়া হব। কিয়নো ইস্ৰা-
য়েল জানো তোমাৰ আগত বিদ্ৰূপৰ বিষয়
নাছিল? তাক জানো চোৰৰ মাজত পোৱা গৈ-
ছিল? কাৰণ তুমি যিমান বাৰ তাৰ বিষয়ে
কোৱা, সিমান বাৰ তুমি আপোন মূৰ জোকাৱা।
২৮ হে মোৱাবনিবাসিবিলাক, তোমালোকে নগৰ-
বোৰ এৰি শিলত বাস কৰা, আৰু গাঁতৰ মুখৰ
কিনাৰত বাহ সজা কপৌটিৰ নিচিনা হোৱা।
২৯ আমি মোৱাবৰ অহঙ্কাৰৰ বিষয়ে শুনিলোঁ, যে,
সি বৰ গৰ্ব্বী ; তাৰ অভিমান, অহঙ্কাৰ, দৰ্প,
৩০ আৰু মনৰ গৰ্ব্বৰ কথা আমি শুনিলোঁ। যিহো-
ৱাই কৈছে, ময় জানো, তাৰ ক্ৰোধ মিছা, তাৰ
৩১ বৰ বৰ কথা নিষ্ফল। এই নিমিত্তে ময় মোৱা-
বৰ বিষয়ে হাহাকাৰ কৰিম, এনে কি, গোটেই
মোৱাবৰ নিমিত্তে চিঞৰি কান্দিম; কীৰ-হেৰেচৰ
৩২ মানুহবিলাকৰ বিষয়ে বিলাপ কৰা যাব। হে
চিব্‌মাৰ দ্ৰাক্ষালতা, ময় যাজেৰৰ ক্ৰন্দনতকৈয়ো
তোমাৰ বিষয়ে অধিককৈ ক্ৰন্দন কৰিম ; তোমাৰ
ডালবোৰ সমুদ্ৰৰ সিপাৰলৈকে গৈছিল ; সেয়ে
যাজেৰৰ সমুদ্ৰলৈকেও কেৰ মেলিছিল ; তোমাৰ
গ্ৰীষ্মকালিৰ ফলৰ নিমিত্তে, আৰু তোমাৰ
চপাব লগীয়া দ্ৰাক্ষাগুটিৰ নিমিত্তে বিনাশক
৩৩ আহিল। মোৱাব দেশৰ ফলৱতী বাৰীৰ পৰা
আনন্দ আৰু হৰ্ষ দূৰ কৰা হল, আৰু ময় দ্ৰাক্ষা-
কুণ্ডত দ্ৰাক্ষাৰস নাইকিয়া কৰিলোঁ ; কোনেও
আনন্দৰ ধ্বনিৰে নগচকিব ; সেই ধ্বনি আনন্দৰ
৩৪ ধ্বনি নহব। হিচ্‌বোনত এনে চিঞৰবাখৰ হৈছে,
যে, তাৰ শবদ ইলিয়ালিলৈকে আৰু যহচলৈকে
গৈছে, আৰু চোৱৰৰ পৰা চিঞৰবাখৰৰ শবদ
হোৰোণয়িমলৈকে আৰু ইগ্‌ল-চলিচিয়ালৈকে
গৈছে; কিয়নো নিম্ৰীমৰ জলসমূহো মৰুভূমি
৩৫ হব। ইয়াত বাজে, যিহোৱাই কৈছে, উচ্চ-
স্থানত উৎসৰ্গ কৰোঁতা, আৰু আপোন দেৱতা-
বোৰৰ উদ্দেশে ধূপ জলাওঁতা লোক মোৱাবত
৩৬ নাইকিয়া কৰিম। এই কাৰণে মোৰ অন্তৰ মোৱা-
বৰ নিমিত্তে বাঁহীৰ নিচিনাকৈ বাজিছে, আৰু
মোৰ হৃদয় কীৰ-হেৰেচৰ মানুহবিলাকৰ নিমিত্তে
বাঁহীৰ দৰে বাজিছে; কাৰণ সি অৰ্জ্জা অধিক বস্তু
৩৭ নষ্ট হল। কিয়নো প্ৰত্যেকৰ মূৰ টকলা কৰা হল,
আৰু প্ৰত্যেকৰ দাঁড়ি কটা হল, সকলোৰে হাতত
৩৮ কাটকূট, আৰু কঁকালত চট আছে। মোৱাবৰ
আটাই ঘৰৰ চালত, আৰু তাৰ চকবোৰৰ*
সকলো ফালে বিলাপ শুনা গৈছে ; কিয়নো,
যিহোৱাই কৈছে, ভাল নোপোৱা কোনো পাত্ৰৰ
নিচিনাকৈ ময় মোৱাবক ভাঙি পেলালোঁ।
৩৯ সি কেনে ভগ্ন হল! সিহঁতে কেনে হাহাকাৰ
কৰিছে! মোৱাবে লাজতে কেনেৰূপে মুখ
ঘুৰালে! এই ৰূপে মোৱাব আপোনাৰ চাৰিও-
ফালে থকা আটাইৰে আগত বিদ্ৰূপৰ আৰু
৪০ ত্ৰাসৰ বিষয় হব। কিয়নো যিহোৱাই এই ৰূপে
কৈছে, দেখা, তেওঁ কুৰৰ পক্ষীৰ নিচিনাকৈ
উড়ি আহি, মোৱাবৰ বিৰুদ্ধে আপোন
৪১ ডেউকা মেলিব। কৰিয়োতক হাত কৰি লোৱা
হল, দুৰ্গবোৰ হঠাৎ আক্ৰমণ কৰা হল ; আৰু
মোৱাবৰ বীৰবিলাকৰ হৃদয় সেই দিনা প্ৰসৱ-
বেদনা পোৱা তিৰুতাৰ হৃদয়ৰ নিচিনা হব।
৪২ মোৱাবে যিহোৱাৰ বিৰুদ্ধে অভিমান কৰাৰ
কাৰণে, সি এটা জাতি হোৱাৰ পৰা উচ্ছন্ন হব।
৪৩ যিহোৱাই কৈছে, হে মোৱাবনিবাসী লোক,
তোমাৰ নিমিত্তে আপদ, গাঁত, আৰু ফান্দ নিৰ-
৪৪ পিত আছে। যি কোনোৱে সেই আপদৰ পৰা
পলাব, সি সেই গাঁতত পড়িব, আৰু যি
কোনোৱে সেই গাঁতৰ পৰা উঠিব, সি সেই
ফান্দত ধৰা পড়িব ; কিয়নো, যিহোৱাই কৈছে,
ময় তাৰ ওপৰত, মোৱাবৰেই ওপৰত প্ৰতিফল
৪৫ দিয়াৰ বছৰ আনিম। পলৰীয়াবিলাক হিচ্‌-
বোনৰ ছায়াত শক্তিবিহীন হৈ থিয় দি আছে ;
কাৰণ হিচ্‌বোনৰ পৰা অগ্নি আৰু চীহোনৰ
মাজৰ পৰা জুইৰ শিখা ওলাই মোৱাবৰ দাঁড়িৰ
কোষ আৰু কোলাহলকাৰীহঁতৰ তালু টকলা
৪৬ কৰিলে। হায় হায় মোৱাব, কমোচৰ প্ৰজাবোৰৰ
সৰ্ব্বনাশ হল ; কাৰণ তোমাৰ পুতেৰাহঁতক বন্দী
কৰি নিয়া হল, আৰু তোমাৰ জীয়েৰাহঁতক
৪৭ বন্দী-অৱস্থালৈ নিয়া হল। তথাপি, যিহোৱাই
কৈছে, ময় শেষকালত মোৱাবৰ বন্দী-অৱস্থা
পৰিবৰ্ত্তন কৰিম। মোৱাবৰ দণ্ড ইমানলৈকে।

অম্মোনৰ সন্তানবিলাকৰ বিষয়।

৪৯ অম্মোনৰ সন্তানবিলাকৰ বিষয়। যিহো-
ৱাই এই কথা কৈছে, ইস্ৰায়েলৰ জানো পুত্ৰ
নাই? তেওঁৰ উত্তৰাধিকাৰী জানো কোনো নাই?
তেন্তে মিল্‌কমে কিয় গাদক অধিকাৰ কৰিছে?
আৰু তাৰ প্ৰজাবিলাকে কিয় গাদৰ নগৰবোৰত
২ বাস কৰিছে? এই নিমিত্তে, যিহোৱাই কৈছে,
দেখা, যি দিনা ময় অম্মোনৰ সন্তানবিলাকৰ
ৰব্বাৰ বিৰুদ্ধে যুদ্ধৰ ধ্বনি শুনাম, এনে দিন
আহিছে; সেয়ে ভগ্নৰাশি হব, আৰু তাৰ
উপনগৰবোৰ জুইৰে পোৰা যাব : তেতিয়া,
যিহোৱাই কৈছে, ইস্ৰায়েলক অধিকাৰ কৰা-
৩ বিলাকক ইস্ৰায়েলে অধিকাৰ কৰিব। হে হিচ্‌-
বোন, হাহাকাৰ কৰা ; কিয়নো অয় বিনষ্ট কৰা
হল ; হে ৰব্বাৰ জীয়াৰীবিলাক, চিঞৰি কান্দা, চট
পিন্ধা, বিলাপ কৰি গড়ৰ কোবে কোবে ইফালে

* যিৰ ৪ ; ১ পদ দ্ৰষ্টব্য।

সিন্ধালে লড়ি ফুৰা; কিয়নো মিল্কম, তাৰ
পুৰোহিতবিলাক, আৰু তাৰ প্ৰধান লোকবিলাক
৪ একেলগে বন্দী-অৱস্থালৈ যাব। মোৰ ওচৰলৈ
কোন আহিব পাৰে বুলি কৈ আপোনাৰ ধনত
ভৰসা কৰোঁতা হে বিপথগামিনী জীয়াৰী,
তোমাৰ উপত্যকাবোৰত, তোমাৰ ৰক্তপ্ৰবাহী
৫ উপত্যকাটিত কিয় গৌৰৱ কৰিছা? বাহিনী-
বিলাকৰ প্ৰভু যিহোৱাই কৈছে, দেখা, ময়
তোমাৰ চাৰিওফালে থকা আটাইয়ে পৰা তোমা-
লৈ ভয় উপস্থিত কৰিম; তোমালোক প্ৰতিজনক
পোনে পোনে খেদাই দিয়া হব, আৰু পলৰীয়াক
৬ গোটাবলৈ কোনো নহব। কিন্তু, যিহোৱাই
কৈছে, পাছত ময় অম্মোনৰ সন্তানবিলাকৰ
বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিম।

ইদোমৰ বিষয়।

৭ ইদোমৰ বিষয়। বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, তৈমনত জানো আৰু জ্ঞান
নাই? বুজিয়কবিলাকৰ পৰা জানো পৰামৰ্শ
লোপ পালে? সিবিলাকৰ জ্ঞান জানো নাই-
৮ কিয়া হল? হে দদাননিবাসিবিলাক, তোমা-
লোকে পলোৱা, মুখ ঘুৰাই গভীৰ ঠাইত সোমাই
বাস কৰা; কিয়নো ময় এচৌৰ ওপৰলৈ তাৰ
আপদ আৰু তাক দণ্ড দিয়াৰ সময় আনিম।
৯ তোমাৰ ওচৰলৈ দ্ৰাক্ষাগুটি চপাওঁতাবিলাক
আহিলে, সিহঁতে কিছু দ্ৰাক্ষাগুটি অৱশিষ্ট
নেৰাখিব নে? ৰাতি চোৰ আহিলে, সিহঁতে
প্ৰয়োজনমতে চুৰ কৰি ক্ষান্ত নহব নে?
১০ কিন্তু ময় হলে এচৌক শূন্য কৰিলোঁ, আৰু
তাৰ গোপনীয় ঠাইবোৰ মুকলি কৰিলোঁ,
সি লুকাই থাকিব নোৱাৰিব; তাৰ বংশ,
ভায়েকবিলাক, আৰু ওচৰচুবুৰীয়াবোৰ বিনষ্ট
১১ হল, আৰু সি লোপ পালে। তোমাৰ পিতৃহীন
সন্তানবিলাকক এৰা; ময়েই সিহঁতক জীয়াই
ৰাখিম; আৰু তোমাৰ বিধৱাবিলাকে মোত
১২ ভৰসা কৰোক। কিয়নো যিহোৱাই এই কথা
কৈছে, দেখা, পাত্ৰত পান কৰা যিবিলাকৰ স্বত্ব
নাই, সিবিলাকেই অৱশ্যে পান কৰিব; তেন্তে
তুমি জানো সমুলি দণ্ড পাব নলগা লোক? তুমি
দণ্ড নোপোৱাকৈ নেথাকিবা, তুমি অৱশ্যে পান
১৩ কৰিবা। কিয়নো, যিহোৱাই কৈছে, ময় আপোন
নাম লৈ এই শপথ কৰি কৈছোঁ, যে, বস্ৰা
আশ্চৰিতৰ, ধিক্কাৰৰ, ধ্বংসৰ, আৰু শাওৰ বিষয়
হব, আৰু তাৰ আটাই নগৰ চিৰকলীয়া ধ্বংস-
১৪ স্থান হব। ময় যিহোৱাৰ পৰা বাৰ্ত্তা শুনিলোঁ,
আৰু জাতিবিলাকৰ মাজলৈ এজন দূত পঠোৱা
হল, “তোমালোকে একেলগে গোট খাই তাৰ
বিৰুদ্ধে যাত্ৰা কৰা, আৰু যুদ্ধ কৰিবৰ অৰ্থে
১৫ উঠা। কিয়নো দেখা, ময় তোমাক জাতিবিলাকৰ
মাজত সৰু, আৰু মানুহৰ মাজত নীহ কৰিলোঁ।
১৬ হে শিলৰ খোৱেদ্ৰত বাস কৰা জন, হে পৰ্ব্বতৰ
উচ্চস্থানত থকা জন, তোমাৰ ভয়ানকতাৰ বিষয়ে
হলে, তোমাৰ মনৰ অহঙ্কাৰে তোমাক প্ৰৱঞ্চনা
কৰিলে; যিহোৱাই কৈছে, তুমি কুৰৰ পক্ষীৰ
নিচিনাকৈ ওখত আপোনাৰ বাহ সাজিলেও,
১৭ ময় তাৰ পৰা তোমাক নমাই আনিম। ইদোম
বিস্ময়ৰ বিষয় হব; তাৰ ওচৰেদি অহাযোৱা
কৰা প্ৰতিজনে বিস্ময় মানিব, আৰু তালৈ ঘটা
১৮ আটাই উৎপাত দেখি ইচ ইচ কৰিব। যিহো-
ৱাই কৈছে, চদোম, ঘমোৰা, আৰু তাৰ ওচৰৰ
নগৰ কেইখন নষ্ট হোৱা সময়ৰ নিচিনাকৈ
কোনো মানুহে তাত বাস নকৰিব, কোনো
১৯ মনুষ্যসন্তানে তাৰ মাজত প্ৰবাস নকৰিব। দেখা,
যৰ্দ্দনৰ গোন্ধাহাবৰ পৰা সিংহ উঠি অহাৰ
নিচিনাকৈ তেওঁ চিৰস্থায়ী চৰণী ঠাইৰ বিৰুদ্ধে
আহিব; কিন্তু ময় চকুৰ পচাৰতে তেওঁক তাৰ
পৰা খেদাম, আৰু ময় তাৰ ওপৰত মোৰ মনো-
নীত জনক নিযুক্ত কৰিম; কাৰণ মোৰ নিচিনা
কোন আছে? আৰু মোৰ নিমিত্তে কোনে সময়
নিৰূপণ কৰিব? আৰু মোৰ আগত থিয় দিব পৰা
২০ কোন ৰক্ষীয়া আছে? এই হেতুকে, যিহোৱাই
ইদোমৰ বিৰুদ্ধে কৰা মন্ত্ৰণা, আৰু তৈমন-
নিবাসীবিলাকৰ অহিতে কৰা অভিপ্ৰায়বোৰ
তোমালোকে শুনা; অৱশ্যে জাকৰ সৰুবোৰেও
সিহঁতক টানি লৈ যাব, অৱশ্যে সিহঁতৰ চৰণী
২১ ঠায়ে সিহঁতৰ বিষয়ে বিস্ময় মানিব। সিহঁতৰ
পতনৰ শব্দত পৃথিবী কঁপিছে; সিহঁতৰ চিঞৰৰ
২২ শব্দ চুফ সাগৰলৈকে শুনা গৈছে। দেখা, তেওঁ
কুৰৰ পক্ষীৰ নিচিনাকৈ উৰি আহিব, আৰু
বস্ৰাৰ অহিতে আপোনাৰ ডেউকা মেলিব, আৰু
সেই দিনা ইদোমৰ বীৰবিলাকৰ হৃদয় প্ৰসৱ-
বেদনা পোৱা তিৰুতাৰ হৃদয়ৰ নিচিনা হব।

দম্মেচকৰ বিষয়।

২৩ দম্মেচকৰ বিষয়। হমাৎ আৰু অৰ্পদে লাজ
পালে; কিয়নো সিহঁতে অমঙ্গলৰ বাৰ্ত্তা শুনি
দ্ৰৱ হৈ গৈছে; সাগৰখনত শোক দেখা গৈছে,
২৪ সেয়ে স্থিৰ হব নোৱাৰে। দম্মেচক দুৰ্ব্বল হৈ
পৰিল, সি পলাবলৈ ঘূৰিল, আৰু কম্পনে
তাক ধৰিলে: প্ৰসৱকাৰিণী তিৰুতাৰ নিচি-
নাকৈ যাতনা আৰু বেদনাই তাক আক্ৰমণ
২৫ কৰিলে। প্ৰশংসাৰ নগৰ, মোৰ আনন্দৰ নগৰ
২৬ কিয় পৰিত্যক্ত নহল? এতেকে, বাহিনীবিলাকৰ
যিহোৱাই কৈছে, তাৰ ডেকাবিলাক তাৰ
চকবোৰত* পতিত হব, আৰু আটাই যুদ্ধাৰু-

* যিৰ ৫০; ১ পদ দ্ৰষ্টব্য।

২৭ বিলাকক সেই দিনা নিস্তব্ধ কৰা হব। আৰু মই
দম্মেচকৰ গড়ৰ ভিতৰত জুই লগাম ; সেয়ে
বিন্-হদদৰ অট্টালিকাবোৰ গ্ৰাস কৰিব।

কেদৰ আৰু হাচোৰৰ বিষয়।

২৮ বাবিলৰ ৰজা নবুখদ্‌ৰেচৰে প্ৰহাৰ কৰা কেদৰৰ
আৰু হাচোৰীয়া ৰাজ্যবোৰৰ বিষয়।
যিহোৱাই এই কথা কৈছে, তোমালোকে
উঠি কেদৰলৈ যোৱা, আৰু পূৰ্ব্বদেশীয় সন্তান-
২৯ বিলাকক বিনষ্ট কৰা। শত্ৰুৱে সিহঁতৰ তম্বু
আৰু পশুৰ জাকবোৰ লৈ যাব, আৰু সিহঁতৰ
আৰ-কাপোৰ আদি আটাই বস্তু আৰু উটবোৰ
সিহঁতৰ নিমিত্তে নিব, আৰু সিহঁতে শত্ৰুক কাৰণে
৩০ চিঞৰিব, সকলো ফালে ত্ৰাস। যিহোৱাই কৈছে,
হে হাচোৰনিবাসিবিলাক, পলোৱা; দূৰলৈ
ভ্ৰমণ কৰি গভীৰ ঠাইত বাস কৰা ; কিয়নো
বাবিলৰ ৰজা নবুখদ্‌নেচৰে তোমালোকৰ
অহিতে মন্ত্ৰণা কৰিলে, আৰু তোমালোকৰ
৩১ অহিতে কল্পনা স্থিৰ কৰিলে। যিহোৱাই কৈছে,
তোমালোক উঠা, নিৰ্ভয়ে আৰু নিশ্চিন্তে বাস
কৰা, আৰু দুৱাৰ কি ডাং নথকা অকলেই বাস
কৰা এনে জাতিৰ বিৰুদ্ধে তোমালোকে যাত্ৰা
৩২ কৰা। সিহঁতৰ উটবোৰ চিকাৰৰ বস্তু যেন হব,
আৰু সিহঁতৰ পশুসমূহ লুটদ্ৰব্য হব। আৰু
কূষৰ ওৰিত দাঁড়ি চুলি কটা আটাইবোৰক মই
সকলো ফালে বায়ুত উড়ুৱাই দিম; আৰু
যিহোৱাই কৈছে, মই সিহঁতৰ সকলো ফালৰ
৩৩ পৰা সিহঁতলৈ আপদ আনিম। হাচোৰ শিয়াল-
বৰ বাসস্থান, চিৰকলীয়া ধ্বংসস্থান হব ; তাত
কোনো মানুহ নেথাকিব, নাইবা কোনো মনুষ্য-
সন্তানে তাৰ মাজত প্ৰবাস নকৰিব।

এলমৰ বিষয়।

৩৪ যিহূদাৰ ৰজা চিদিকিয়াৰ ৰাজত্বৰ আৰম্ভণত
এলমৰ বিষয়ে যিৰিমিয়া ভাববাদীলৈ অহা
৩৫ যিহোৱাৰ বাক্য। বাহিনীবিলাকৰ যিহোৱাই
এই কথা কৈছে, দেখা, মই শক্তিৰ প্ৰধান অস্ত্ৰ
৩৬ এলমৰ ধনু ভাঙি পেলাম। আৰু আকাশৰ
চাৰি দিশৰ পৰা চাৰি বায়ু মই এলমৰ ওপৰলৈ
বলোৱাম, আৰু সেই সকলো বায়ুত মই সিহঁতক
উড়ুৱাই দিম ; দূৰীকৃত এলমীয়াবিলাক যি
জাতিৰ ওচৰলৈ নেযায়, এনে কোনো জাতি
৩৭ নহব। আৰু এলমৰ শত্ৰুবোৰৰ আগত, আৰু
সিহঁতৰ প্ৰাণ বিচৰাবোৰৰ আগত মই সিহঁতক
ব্যাকুল কৰিম ; আৰু যিহোৱাই কৈছে, মই
সিহঁতৰ ওপৰলৈ অমঙ্গল, এনে কি, মোৰ প্ৰচণ্ড
ক্ৰোধ উপস্থিত কৰিম ; আৰু সিহঁতক সংহাৰ
নকৰালৈকে সিহঁতৰ পাছে পাছে মই তৰোৱাল
৩৮ পঠাম। যিহোৱাই আৰু কৈছে, মই এলমত
আপোন সিংহাসন স্থাপন কৰিম, আৰু তাৰ
পৰা দণ্ডাজ্ঞা কি, ৰজা আৰু প্ৰধান লোকবিলাকক
৩৯ উচ্ছন্ন কৰিম। কিন্তু, যিহোৱাই কৈছে, শেষ-
কালত মই এলমৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন
কৰিম।

বাবিলৰ বিষয়।

৫০ যিৰিমিয়া ভাববাদীৰ দ্বাৰায় বাবিলৰ
বিষয়ে, কল্‌দীয়াহঁতৰ দেশৰ বিষয়ে যিহো-
ৱাই কোৱা বাক্য।
২ তোমালোকে জাতিবিলাকৰ মাজত প্ৰচাৰ কৰা,
ঘোষণা কৰা, আৰু ধ্বজা তোলা ; ঘোষণা কৰা,
গুপুতে নেৰাখিবা ; কোৱা, “বাবিল হাত কৰি
লোৱা হল, বেল লাজ পালে, মৰোদক ব্যাকুল
হল ; তাৰ মূৰ্ত্তিবোৰে লাজ পালে, তাৰ প্ৰতিমা-
৩ বোৰ ব্যাকুল হল।” কিয়নো তাৰ বিৰুদ্ধে উত্তৰৰ
পৰা এক জাতি আহিছে ; সেই জাতিয়ে তাৰ
দেশ ধ্বংস কৰিব, তাত কোনেও বাস নকৰিব ;
সিহঁত পলাল, মানুহ আৰু পশু সকলো গল।
৪ যিহোৱাই কৈছে, সেই দিনত আৰু সেই কালত
ইস্ৰায়েলৰ সন্তানবিলাক আৰু যিহূদাৰ সন্তান-
বিলাক একেলগ হৈ আহিব, আৰু ক্ৰন্দন কৰি
কৰি গমন কৰি আপোনাবিলাকৰ ঈশ্বৰ যিহো-
৫ ৱাক বিচাৰ কৰিব। সিবিলাকে এই ফাললৈ মুখ
কৰি চিয়োনৰ বিষয়ে সুধিব, আৰু কব, যে, আহাঁ,
আমি পাহৰিব নোৱৰা চিৰকলীয়া এটা নিয়-
মেৰে যিহোৱাত আসক্ত হওঁ।
৬ মোৰ প্ৰজাবিলাক হেৰোৱা মেৰস্বৰূপ হল ;
সিবিলাকৰ ৰক্ষীয়াবিলাকে সিবিলাকক বিপথ-
গামী কৰিলে, পৰ্ব্বতবোৰত সিবিলাকৰ বাট
হেৰুউৱালে ; সিবিলাক এক পৰ্ব্বতৰ পৰা আন
পৰ্ব্বতলৈ গল, সিবিলাকে আপোনাবিলাকৰ
৭ শোৱা ঠাই পাহৰিলে। সিবিলাকক পোৱা
সকলোৱে সিবিলাকক গ্ৰাস কৰিলে, আৰু
সিবিলাকৰ শত্ৰুবোৰে কলে, আমি দোষ কৰা
নাই, কাৰণ সিহঁতে ধৰ্ম্মনিবাস যিহোৱাৰ,
সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকৰ বিশ্বাসভূমি যিহো-
৮ ৱাৰেই বিৰুদ্ধে পাপ কৰিলে। তোমালোক
বাবিলৰ মাজৰ পৰা পলোৱা, কল্‌দীয়াহঁতৰ
দেশৰ পৰা ওলাই যোৱা, আৰু জাকৰ আগে
আগে যাওঁতা মতা ছাগবোৰৰ নিচিনা হোৱা।
৯ কিয়নো দেখা, মই উত্তৰ দেশৰ পৰা বাবিলৰ
অহিতে মহাজাতিবোৰৰ এক লোকসমূহক উচটাই
আনিম, আৰু সিহঁতে তাৰ বিৰুদ্ধে বেহু পাতিব,
তাতে তাক হাত কৰি লোৱা যাব ; সিহঁতৰ
কাঁড়বোৰ, বিফলে উলটি নহা নিপুণ বীৰৰ কাঁড়-
১০ বোৰৰ নিচিনা হব। কল্‌দিয়া দেশ লুটদ্ৰব্য হব ;

যিহোৱাই কৈছে, তাৰ লুটকাৰী আটাইবোৰ
১১ পৰিতৃপ্ত হব। হে মোৰ আধিপত্য অপহৰণ
কৰোতাহঁত, তহঁতে আনন্দ কৰিছ, উল্লাস কৰিছ,
শস্য মাৰোঁতা এজনী চেঁউৰী গৰুৰ নিচিনাকৈ
তেও দিছ, আৰু বলি ঘোঁৰাৰ নিচিনাকৈ চেক্-
১২ চেকাইছ ; এতেকে তহঁতৰ মাৰে অত্যন্ত লাজ
পাব, তহঁতৰ জননী ব্যাকুল হব, দেখ, তাই
জাতিবিলাকৰ মাজত সকলোতকৈ পাছ হব,
১৩ অৰণ্য, শুকান ভূমি, আৰু মৰুভূমি হব। যিহো-
ৱাৰ ক্ৰোধৰ কাৰণে সেই দেশ বসতিহীন নহব,
কিন্তু সম্পূৰ্ণ উচ্ছন্ন ঠাই হব ; বাবিলৰ ওচৰেদি
যোৱা প্ৰতিজনে আশ্চৰিত হৈ তাইৰ ঘটা আটাই
১৪ উৎপাত দেখি ইচ ইচ কৰিব। ধনু তিৰাওঁতা
তোমালোক আটায়ে বাবিলৰ অহিতে চাৰিও-
কালে বেহু পাতা ; তোমালোকে তাইলৈ কাঁড় মাৰা,
এটা কাঁড়ো বাকী নেৰাখিবা ; কিয়নো সি যিহো-
১৫ ৱাৰ বিৰুদ্ধে পাপ কৰিলে। চাৰিওকালে তাৰ
বিৰুদ্ধে জয়ধ্বনি কৰা ; সি হাতযোড় কৰিছে,
তাৰ কোঁঠবোৰ পৰি গল, তাৰ গড়বোৰ ভাঙি
পেলোৱা হল ; কিয়নো এয়ে যিহোৱাই সধা
প্ৰতিকাৰ ; তোমালোকে তাৰ প্ৰতিকাৰ সাধা,
১৬ সি কৰা নিচিনাকৈ তাক কৰা। বাবিলৰ পৰা
কঠিয়া সিঁচোঁতাক, আৰু শস্যৰ সময়ত কাচি
ধৰোঁতাক উচ্ছন্ন কৰা ; সংহাৰক তৰোৱালৰ
ভয়ত সিহঁত প্ৰতিজনে আপোন আপোন জাতিলৈ
মুখ কৰিব, আৰু প্ৰতিজনে আপোন আপোন
দেশলৈ পলাই যাব।

১৭ ইস্ৰায়েল ছিন্নভিন্ন মেৰস্বৰূপ ; সিংহবোৰে
তাক খেদি দিলে ; প্ৰথমে অচূৰৰ ৰজাই তাক
গ্ৰাস কৰিলে, আৰু শেষত বাবিলৰ ৰজা এই
১৮ নবূখদ্‌নেচৰে তাৰ হাড়বোৰ ভাঙিলে। এই
হেতুকে ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, দেখা, মই অচূৰৰ
ৰজাক দণ্ড দিয়াৰ নিচিনাকৈ বাবিলৰ ৰজাক
১৯ আৰু তেওঁৰ দেশকো দণ্ড দিম। আৰু মই ইস্ৰা-
য়েলক আপোন চৰণী ঠাইলৈ ওলোটাই আনিম ;
তাতে সি কৰ্ম্মিল আৰু বাচানত চৰিব, ইফ্ৰয়িম
পৰ্ব্বতত আৰু গিলিয়দত তাৰ প্ৰাণ তৃপ্ত হব।
২০ যিহোৱাই কৈছে, সেই দিনত আৰু সেই কালত
ইস্ৰায়েলৰ অপৰাধ বিচাৰ কৰা যাব, কিন্তু একো
পোৱা নেযাব, আৰু যিহূদাৰ পাপবোৰ বিচাৰ
কৰা হব, কিন্তু সেইবোৰ পোৱা নেযাব ; কিয়নো
মই অৱশিষ্ট ৰখাবোৰক ক্ষমা কৰিম।

২১ তুমি মৰাথয়িম দেশৰ বিৰুদ্ধে, আৰু পকোদ-
নিবাসীবিলাকৰ অহিতে যাত্ৰা কৰা ; যিহোৱাই
কৈছে, তুমি সিহঁতৰ পাছে পাছে গৈ সিহঁতক
বধ কৰি নিঃশেষে বিনষ্ট কৰা, আৰু মই তোমাক
দিয়া সকলো আদেশ অনুসাৰে কাৰ্য্য কৰা।
২২ দেশত ৰণৰ আৰু মহাসংহাৰৰ শব্দ শুনা
২৩ গৈছে। গোটেই পৃথিবীৰ হাতুড়িটো কেনে
ছিন্ন আৰু ভগ্ন হল ! জাতিবিলাকৰ মাজত
২৪ বাবিল কেনে ধ্বংসস্থান হল ! হে বাবিল, মই
তোমাৰ নিমিত্তে ফান্দ পাতিলোঁ, তুমি নজনাকৈ
তাত লাগিলা ; তুমি যিহোৱাৰ বিৰুদ্ধে বিবাদ
কৰাৰ কাৰণে তোমাক পোৱা গল, আৰু ধৰাও
২৫ পৰিলা। যিহোৱাই আপোন অস্ত্ৰৰ ভঁড়াল
মেলি নিজৰ ক্ৰোধৰ অস্ত্ৰবোৰ উলিয়াই
আনিলে ; কিয়নো কল্দীয়াবিলাকৰ দেশত
প্ৰভুৰ, বাহিনীবিলাকৰ যিহোৱাৰ কৰিবলৈ এটা
২৬ কাৰ্য্য আছে। তোমালোকে শেষ সীমাৰ পৰা তাৰ
বিৰুদ্ধে আহাঁ, তাৰ শস্যৰ ভঁড়ালবোৰ মেলা ;
শস্যৰাশিৰ নিচিনাকৈ তাক দ'ম কৰা, আৰু
তাক নিঃশেষে বিনষ্ট কৰা, তাৰ একোকে থাকিব
২৭ নিদিবা। তাৰ সকলো ভতৰাক বধ কৰা, সিহঁত
বধ কৰা ঠাইলৈ নামি যাওক ; হায় হায় ! সিহঁতৰ
২৮ দিন, সিহঁতৰ দণ্ডৰ সময় আহিল। শুনা, সেইয়া
বাবিল দেশৰ পৰা পলোৱা আৰু ৰক্ষা পোৱা-
বিলাকৰ মাত ; আমাৰ ঈশ্বৰ যিহোৱাই সধা
প্ৰতিকাৰ, তেওঁৰ মন্দিৰৰ অৰ্থে সধা প্ৰতিকাৰ
২৯ সিবিলাকে চিয়োনত প্ৰকাশ কৰিছে। তোমা-
লোকে বাবিলৰ বিৰুদ্ধে ধনুৰ্দ্ধৰবিলাকক, ধনু
তিৰাওঁতা আটাইকে মাতা, চাৰিওকালে তাৰ
বিৰুদ্ধে ছাউনি পাতা, সিহঁতৰ কাকো সাৰি যাব
নিদিবা ; তাৰ কাৰ্য্য অনুসাৰে তাক প্ৰতিফল দিয়া,
সি কৰা সকলো কাৰ্য্য অনুসাৰে তাইলৈ কৰা ;
কিয়নো সি যিহোৱাৰ বিৰুদ্ধে, ইস্ৰায়েলৰ পবিত্ৰ
৩০ জনাৰেই বিৰুদ্ধে গৰ্ব্ব কৰিলে। এই নিমিত্তে,
যিহোৱাই কৈছে, তাৰ ডেকাবিলাক তাৰ চক-
বোৰত* পতিত হব, আৰু তাৰ আটাই যুদ্ধাৰু-
৩১ বিলাকক সেই দিনা নিস্তব্ধ কৰা হব। বাহিনী-
বিলাকৰ প্ৰভু যিহোৱাই কৈছে, হে গৰ্ব্বি, দেখ,
মই তোৰ বিপক্ষ ; কিয়নো তোৰ দিন, মই তোক
৩২ দণ্ড দিয়া সময় আহিল। আৰু গৰ্ব্বী জন উজুটি
খাই পতিত হব, কোনেও তাক নুতুলিব ; আৰু
মই তাৰ নগৰবোৰত জুই লগাম, আৰু সেয়ে
তাৰ চাৰিওফালে থকা সকলোকে গ্ৰাস কৰিব।
৩৩ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
ইস্ৰায়েল আৰু যিহূদাৰ সন্তানবিলাকে একে-
লগে উপদ্ৰৱ পাইছে, আৰু সিবিলাকক বন্দী
কৰি লোৱা সকলোৱে সিবিলাকক দৃঢ়ৰূপে
৩৪ ধৰিছে, এৰি দিবলৈ অসন্মত। সিবিলা-
কৰ মুক্তিদাতা বলৱান, তেওঁৰ নাম বাহিনী-
বিলাকৰ যিহোৱা ; তেওঁ পৃথিবীক বিশ্ৰাম দিবৰ
নিমিত্তে, আৰু বাবিলনিবাসীবিলাকক অস্থিৰ

---

* যিৰ ৫ ; ১ পদ দ্ৰষ্টব্য।

কৰিবৰ নিমিত্তে সিবিলাকৰ অভিযোগ সম্পূৰ্ণ-
৩৫ কৈ প্ৰতিবাদ কৰিব। যিহোৱাই কৈছে, কল্-
দীয়াবিলাকৰ আৰু বাবিলনিবাসীবিলাকৰ ওপ-
ৰত, আৰু তাৰ প্ৰধান্ ও জ্ঞানী লোকবিলাকৰ
৩৬ ওপৰত তৰোৱাল আছে। বড় বড় কথা কওঁতা-
বোৰৰ ওপৰত তৰোৱাল আছে, আৰু সিহঁত
হতবুদ্ধি হব; তাৰ বীৰবিলাকৰ ওপৰত তৰো-
৩৭ ৱাল আছে, আৰু সিবিলাক ব্যাকুল হব। সিহঁ-
তৰ ঘোঁৰা, ৰথ, আৰু তাৰ মাজত থকা আটাই
মিহলি লোকৰ ওপৰত তৰোৱাল আছে, আৰু
সিহঁত তিৰুতাৰ নিচিনা হব; তাৰ বহুমূল্য
বস্তুবোৰৰ ওপৰত তৰোৱাল আছে, আৰু সেই-
৩৮ বোৰক লুট কৰা হব। তাৰ জলসমূহৰ ওপৰত খৰ
আছে, আৰু সেইবোৰ শুকাব; কিয়নো সেয়ে
কটা প্ৰতিমাৰ দেশ, আৰু তাৰ লোকবিলাক
৩৯ মূৰ্তিত বলীয়া। এই নিমিত্তে অৰণ্যৰ বনৰীয়া
জন্তুবোৰে ৰাংকুকুৰবোৰে সৈতে তাত বাস
কৰিব, আৰু উট চৰাইবোৰে তাত বাস কৰিব;
আৰু সেয়ে চিৰকালৰ নিমিত্তে আৰু বাসস্থান
নহব, বা পুৰুষানুক্ৰমে কোনেও তাত বাস
৪০ নকৰিব। যিহোৱাই কৈছে, ঈশ্বৰে চদোম,
ঘমোৰা, আৰু তাৰ ওচৰত থকা নগৰবোৰ
ধ্বংস কৰা সময়ৰ নিচিনাকৈ কোনো মানুহে
সেই ঠাইত বাস নকৰিব, আৰু কোনো মনুষ্য-
৪১ সন্তানে তাৰ মাজত প্ৰবাস নকৰিব। দেখা,
উত্তৰৰ পৰা এক জাতি আহিছে, পৃথিবীৰ
অন্তভাগৰ পৰা এক মহাজাতি আৰু অনেক
৪২ ৰজা উত্তেজিত হৈছে। সিহঁতে ধনু আৰু বৰ্ছা
ধৰে, সিহঁত নিষ্ঠুৰ আৰু দয়াহীন; সিহঁতৰ
শবদ সমুদ্ৰৰ গৰ্জ্জনৰ নিচিনা, আৰু সিহঁত
ঘোঁৰাত উঠে; হে বাবিল জীয়াৰী, তোমাৰ
বিৰুদ্ধে সিহঁত প্ৰতিজনে যুদ্ধাৰুৰ নিচিনাকৈ
৪৩ সাজু হৈ আছে। বাবিলৰ ৰজাই সিহঁতৰ
যশস্যা শুনিছে, তাতে তেওঁৰ হাত দুৰ্ব্বল হল;
যাতনাই, প্ৰসৱকাৰিণীৰ বেদনাৰ নিচিনা
৪৪ বেদনাই তেওঁক ধৰিছে। দেখা, যৰ্দ্দনৰ শোভা-
স্থানৰ পৰা সিংহ উঠি অহাৰ নিচিনাকৈ
তেওঁ চিৰস্থায়ী চৰণী ঠাইৰ বিৰুদ্ধে আহিব;
কিন্তু মই চকুৰ পচাৰতে সিহঁতক তাৰ পৰা
লতুৱাম, আৰু মই তাৰ ওপৰত মোৰ মনোনীত
জনক নিযুক্ত কৰিম; কাৰণ মোৰ নিচিনা কোন
আছে? আৰু মোৰ নিমিত্তে কোনে সময় নিৰু-
পণ কৰিব? আৰু মোৰ আগত তিষ্ঠিব পৰা কোন
৪৫ ৰখীয়া আছে? এই হেতুকে, যিহোৱাই বাবিলৰ
বিৰুদ্ধে কৰা মন্ত্ৰণা, আৰু কল্দিয়া দেশৰ
অহিতে কৰা অভিপ্ৰায়বোৰ তোমালোকে শুনা;
অৱশ্যে জাকৰ সৰুবোৰেও সিহঁতক টানি নৈ
যাব, অৱশ্যে সিহঁতৰ চৰণী ঠায়ে সিহঁতৰ বিষয়ে
৪৬ বিস্ময় মানিব। বাবিলক হাত কৰি লোৱাৰ
শবদত পৃথিবী কঁপিছে, আৰু জাতিবিলাকৰ
মাজত চিঞৰৰ শবদ শুনা গৈছে।

৫১ যিহোৱাই এই কথা কৈছে, দেখা, মই
বাবিলৰ আৰু লেব্-কাময়নিবাসীবিলাকৰ
২ বিৰুদ্ধে এক বিনাশক বতাহ বলোৱাম। আৰু মই
বাবিললৈ বিদেশীবোৰক পঠাম, সিহঁতে তাক
জাৰিব, আৰু তাৰ দেশ শূন্য কৰিব; কিয়নো
সঙ্কটৰ দিনা সিহঁত চাৰিওফালে তাৰ বিৰুদ্ধী
৩ হব। ধনুৰ্দ্ধৰে আপোন ধনু নিভিৰাওক, আৰু
কৱচ পিন্ধি অহঙ্কাৰ নকৰোক; তোমালোকে তাৰ
ডেকা মানুহবিলাকক দয়া নকৰিবা, তাৰ সকলো
৪ সৈন্যক নিঃশেষে বিনষ্ট কৰা। সিহঁতে কল্দীয়া-
বিলাকৰ দেশত হত হৈ, আৰু তাৰ আলিত
৫ খোঁচ খাই পড়ি থাকিব। কিয়নো, যদিও ইস্ৰা-
য়েল কি যিহূদা দেশ ইস্ৰায়েলৰ পবিত্ৰ জনাৰ
বিৰুদ্ধে দোষেৰে ভৰা, তথাপি বাহিনীবিলাকৰ
ঈশ্বৰ যিহোৱাৰ দ্বাৰায় সি পৰিত্যক্ত হোৱা
৬ নাই। তোমালোক বাবিলৰ মাজৰ পৰা
পলোৱা, আৰু প্ৰতিজনে আপোন আপোন প্ৰাণ
ৰক্ষা কৰা, তাৰ দোষত বিনষ্ট নহবা; কিয়নো
এয়ে যিহোৱাই সধা প্ৰতিকাৰৰ সময়, তেওঁ
৭ তাক প্ৰতিফল দিব। বাবিল, সমস্ত পৃথিবীক
মত্তলীয়া কৰা যিহোৱাৰ হাতত থকা সোণৰ এক
পানপাত্ৰ; জাতিবিলাকে তাৰ দ্ৰাক্ষাৰস পান
কৰিলে, সেই নিমিত্তে জাতিবিলাক পগলা
৮ হল। বাবিল অকস্মাৎ পতিত হৈ বিনষ্ট হল;
তোমালোকে তাৰ নিমিত্তে হাহাকাৰ কৰা, তাৰ
বেদনাৰ নিমিত্তে সুস্থজনক গছৰ ৰস লোৱা,
৯ কিজানি সি সুস্থ হব পাৰে। আমি বাবিলক সুস্থ
কৰিবলৈ যত্ন কৰিছিলোঁ, কিন্তু সি সুস্থ নহল;
তোমালোকে তাক ত্যাগ কৰা, আহাঁ, আমি
প্ৰতিজনে আপোন আপোন দেশলৈ যাওঁহঁক;
কিয়নো তাৰ দোষে আকাশ স্পৰ্শ কৰিছে, আৰু
১০ গগনমণ্ডললৈকে উঠিছে। যিহোৱাই আমাৰ
ধাৰ্ম্মিকতা প্ৰকাশ কৰিলে; আহাঁ, আমি আমাৰ
ঈশ্বৰ যিহোৱাৰ কৰ্ম্ম চিয়োনত প্ৰচাৰ কৰোঁ-
১১ গৈ। তোমালোকে কাঁড়বোৰ ধাৰ দিয়া, ঢাল
শকতকৈ ধৰা; যিহোৱাই মাদীয়া ৰজাবিলাকৰ
মন উচটাইছে, কিয়নো বাবিলক নষ্ট কৰি-
বৰ নিমিত্তে তেওঁৰ কল্পনা তাৰ বিৰুদ্ধী;
কাৰণ এয়ে যিহোৱাই সধা প্ৰতিকাৰ, তেওঁৰ
১২ মন্দিৰৰ অৰ্থে সধা প্ৰতিকাৰ। তোমালোকে
বাবিলৰ গড়ৰ অহিতে ধ্বজা তোলা, পহৰীয়া-
বোৰক সাহীয়াল কৰোৱা, প্ৰহৰী নিযুক্ত কৰা,
আৰু গুপুত ঠাইত সৈন্য ৰাখা; কিয়নো যিহো-
ৱাই বাবিলনিবাসীবিলাকৰ বিষয়ে কোৱা কথা
১৩ কল্পনা কৰিলে, আৰু সিদ্ধও কৰিলে। হে বহু-

জলনিবাসিনি, বহুমূল্য বস্তুৰে পৰিপূৰ্ণা, তোমাৰ
অন্তিম কাল উপস্থিত, তোমাৰ লোভৰ পৰিমাণ
১৪ পূৰ হল। বাহিনীবিলাকৰ যিহোৱাই আপোন
নাম লৈ শপথ কৰি কলে, মই অৱশ্যে কঠিয়াৰ
নিচিনাকৈ মানুহেৰে তোমাক পৰিপূৰ্ণ কৰিম,
আৰু সিহঁতে তোমাৰ বিৰুদ্ধে জয়ধ্বনি কৰিব।
১৫ তেওঁ আপোন শক্তিৰে পৃথিৱী স্ৰজন কৰিলে,
নিজ জ্ঞানেৰে জগত স্থাপন কৰিলে, আৰু নিজ
১৬ বুদ্ধিৰে আকাশমণ্ডল বিস্তাৰ কৰিলে। তেওঁ মাত
লগালে আকাশমণ্ডলত জলসমূহৰ কোলাহল
হয়, আৰু তেওঁ পৃথিৱীৰ অন্তভাগৰ পৰা ভাপ-
বোৰ তোলে; তেওঁ বৃষ্টিৰ নিমিত্তে বিজুলী স্ৰজে,
আৰু আপোন ভঁড়ালৰ পৰা বতাহ বাহিৰ কৰি
১৭ আনে। প্ৰতিজন মানুহ পশুতুল্য আৰু জ্ঞান-
শূন্য, প্ৰতিজন সোণাৰী তাৰ কটা প্ৰতিমাৰ
দ্বাৰায় লজ্জিত হয়; কাৰণ তাৰ সাঁচত ঢলা
মূৰ্ত্তি মিছা, সেইবোৰৰ ভিতৰত নিশ্বাসপ্ৰশ্বাস
১৮ নাই। সেইবোৰ ভাপ আৰু প্ৰবঞ্চনাৰ কাৰ্য্য
মাথোন; দণ্ড দিয়া কালত সেইবোৰ বিনষ্ট
১৯ হব। যাকোবৰ অংশ সেইবোৰৰ নিচিনা নহয়;
কিয়নো তেওঁ সকলোৰে নিৰ্ম্মাণকৰ্ত্তা; আৰু
ইস্ৰায়েল তেওঁৰ আধিপত্যৰ কৈদ; বাহিনী-
বিলাকৰ যিহোৱা তেওঁৰ নাম।
২০ তুমি মোৰ গদা আৰু যুদ্ধৰ অস্ত্ৰ; তোমাৰ
দ্বাৰায় মই নানা জাতিক খণ্ড খণ্ড কৰিম, আৰু
২১ তোমাৰ দ্বাৰায় নানা ৰাজ্য সংহাৰ কৰিম; মই
তোমাৰ দ্বাৰায় ঘোঁৰা আৰু তাত উঠা জনক
ভোখৰ ভোখৰ কৰিম, তোমাৰ দ্বাৰায় ৰথ আৰু
২২ তাত উঠা জনক ভোখৰ ভোখৰ কৰিম; মই
তোমাৰ দ্বাৰায় মটা আৰু তিৰুতাক ভোখৰ
ভোখৰ কৰিম, তোমাৰ দ্বাৰায় বুঢ়া আৰু ডেকাক
ভোখৰ ভোখৰ কৰিম, আৰু তোমাৰ দ্বাৰায় যুবা
২৩ আৰু যুবতীক ভোখৰ ভোখৰ কৰিম; মই
তোমাৰ দ্বাৰায় জাকৰ ৰখীয়াক আৰু তাৰ জাকক
ভোখৰ ভোখৰ কৰিম, তোমাৰ দ্বাৰায় খেতিয়কক
আৰু তাৰ বলদহালক ভোখৰ ভোখৰ কৰিম,
তোমাৰ দ্বাৰায় শাসনকৰ্ত্তা আৰু দেশাধ্যক্ষ-
২৪ বিলাকক ভোখৰ ভোখৰ কৰিম। আৰু যিহোৱাই
কৈছে, মই বাবিলক আৰু কল্‌দিয়ানিবাসী
আটাইবোৰক তোমালোকৰ দৃষ্টিত সিহঁতে
চিয়োনত কৰা সকলো কুকৰ্ম্মৰ প্ৰতিফল দিম।
২৫ যিহোৱাই কৈছে, হে সমস্ত পৃথিৱী বিনষ্ট
কৰোঁতা বিনাশক পৰ্ব্বত, মই তোমাৰ বিপক্ষ,
মই তোমাৰ ওপৰলৈ মোৰ হাত মেলি শিলজাৰৰ
পৰা তোমাক বগৰাম, আৰু তোমাক জ্বলি যোৱা
২৬ পৰ্ব্বত কৰিম। চুক বা ভিত্তিমূলৰ নিমিত্তে
কোনো মানুহে তোমাৰ পৰা এটা শিলো নলব;
কিন্তু, যিহোৱাই কৈছে, তুমি চিৰকালীয়া ধ্বংস-
২৭ স্থান হবা। তোমালোকে দেশত নিচান তোলা,
জাতিবিলাকৰ মাজত শিঙা বজোৱা, তাৰ
অহিতে জাতিবিলাকক যুগুত কৰা, অৰাৰট,
মিন্নী, আৰু অস্কিনজ ৰাজ্যবোৰক তাৰ অহিতে
মাতা, তাৰ অহিতে প্ৰধান সেনাপতি নিযুক্ত
কৰা, সুং থকা ফড়িঙৰ নিচিনাকৈ ঘোঁৰাবোৰ
২৮ পঠোৱা। তোমালোকে তাৰ অহিতে জাতিবিলা-
কক, মাদিয়া দেশৰ ৰজাবিলাকক, তাৰ শাসন-
কৰ্ত্তা আৰু সকলো দেশাধ্যক্ষবিলাকক, আৰু সি-
বিলাকৰ ৰাজ্যৰ সমস্ত দেশৰ লোকক যুগুত কৰা।
২৯ দেশে কঁপিছে আৰু বেদনা পাইছে; কিয়নো
বাবিল দেশক ধ্বংস আৰু নিবাসীশূন্য কৰিবলৈ
বাবিলৰ অহিতে যিহোৱাৰ সঙ্কল্প সিদ্ধ হৈছে।
৩০ বাবিলৰ বীৰবিলাকে যুদ্ধ কৰিবলৈ এৰিছে,
আপোনাবিলাকৰ দৃঢ় কোঁঠবোৰত থাকিছে;
সিবিলাকৰ শক্তি নাইকিয়া হল; সিবিলাক
তিৰুতাৰ নিচিনা হল; বাবিলৰ বাসস্থান-
বোৰত জুই লাগিল, তাৰ ডাংবোৰ ভাগিল।
৩১ বাবিলৰ ৰজাৰ নগৰ যে চাৰিওপোনে শত্ৰুৰ
হাতত পৰিল, ইয়াকে তেওঁক জনাবৰ নিমিত্তে
এটা ডাকোৱালে লৰি গৈ আন ডাকোৱালক,
৩২ আৰু এজন দূতে আন দূতৰ লগ পাইছে; আৰু
পাৰঘাটবোৰ লোৱা হল, নলবোৰ জুই লগাই
পুৰিলে, আৰু যুদ্ধাৰুবিলাক বিহ্বল হল।
৩৩ কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, "বাবিল জীয়াৰী
শস্য মৰ্দ্দা মৰা কালৰ খলাস্বৰূপ, আৰু অল্পতে
৩৪ শস্য কাটিবৰ সময় তাইলৈ আহিব।" বাবিলৰ
ৰজা নবূখদ্‌নেচৰে মোক গ্ৰাস কৰিলে, মোক
গুৰি কৰিলে, মোক শূন্যপাত্ৰ কৰিলে, মোক
নাগৰ দৰে গিলি পেলালে, মোৰ সুস্বাদু
বস্তুৰে আপোন উদৰ পূৰ কৰিলে, আৰু মোক
৩৫ বাহিৰলৈ পেলালে। মোলৈ আৰু মোৰ মাংসলৈ
কৰা অত্যাচাৰৰ ফল বাবিললৈ হওক, এই বুলি
চিয়োননিবাসিনীয়ে কব; আৰু, মোৰ ৰক্ত-
পাতৰ ফল কল্‌দিয়ানিবাসীবিলাকলৈ ঘটোক,
৩৬ এই বুলি যিৰূচালেমে কব। এই হেতুকে যিহো-
ৱাই এই কথা কৈছে, দেখা, মই তোমাৰ অভি-
যোগ প্ৰতিবাদ কৰিম, আৰু তোমাৰ নিমিত্তে
প্ৰতিকাৰ সাধিম; মই তাৰ সমুদ্ৰ জলশূন্য
৩৭ কৰিম, আৰু তাৰ ভুমুক শুকুৱাম। আৰু বাবিল
ভগ্নৰাশি, শিয়ালৰ বাসস্থান, আশ্চৰিত আৰু
৩৮ ইচ ইচৰ বিষয়, আৰু নিবাসীশূন্য হব। সিহঁতে
ডেকা সিংহৰ নিচিনাকৈ একেলগে গৰ্জ্জন
কৰিব; সিহঁত সিংহৰ পোৱালিৰ নিচিনাকৈ
৩৯ গোঁজৰিব। যিহোৱাই কৈছে, সিহঁতৰ তাপ থকা
সময়ত মই সিহঁতলৈ ভোজ পাতিম, আৰু সিহঁতে
স্ফূৰ্ত্তি প্ৰকাশ কৰিবৰ নিমিত্তে, আৰু অনন্ত নিদ্ৰা

গৈ সাৰ নেপাবৰ নিমিত্তে সিহঁতক মতলীয়া
৪০ কৰিম। ময় সিহঁতক মেৰ পোৱালিৰ নিচিনাকৈ,
মতা ছাগেৰে সৈতে মতা মেৰৰ নিচিনাকৈ বধৰ
৪১ ঠাইলৈ নমাই আনিম। চেচকক কেনেকৈ হাত
কৰি লোৱা হল! গোটেই পৃথিবীৰ প্ৰশংসাৰ
স্থল কেনে অকস্মাৎ ধৰা পৰিল! জাতিবিলাকৰ
৪২ মাজত বাবিল কেনে ধ্বংসস্থান হল! বাবিলৰ
ওপৰত সমুদ্ৰ উঠিল; তাৰ ঢৌসমূহেৰে তাক ঢকা
৪৩ হল। তাৰ নগৰবোৰ ধ্বংসস্থান, শুকান ভূমি,
মৰুভূমি, মানুহে বাস নকৰা আৰু তাৰ মাজেদি
৪৪ মনুষ্যসন্তান নোযোৱা ঠাই হল। ময় বাবিলত
বেল দেৱতাক দণ্ড দিম, আৰু সি গিলি পেলোৱা
বস্তু তাৰ মুখৰ পৰা উলিয়াম; জাতিবিলাকে
আৰু ওচৰলৈ একেলগে সোঁত বোৱাদি আৰু
নবব; এনে কি, বাবিলৰ গড়ো পতিত হব।
৪৫ হে মোৰ প্ৰজাবিলাক, তোমালোক তাৰ
মাজৰ পৰা ওলোৱা, আৰু প্ৰত্যেকজনে যিহোৱাৰ
প্ৰচণ্ড ক্ৰোধৰ পৰা আপোনাক ৰক্ষা কৰা।
৪৬ তোমালোকৰ হৃদয় সাহ নাইকিয়া নহওক, বা
দেশত শুনা জনৰবৰ নিমিত্তে তোমালোকে ভয়
নকৰিবা: কিয়নো এবছৰত এটা জনৰব হব,
তাৰ পাছত আন বছৰত আৰু এটা জনৰব হব,
আৰু দেশত অত্যাচাৰ, শাসনকৰ্ত্তাৰ অহিতে
৪৭ শাসনকৰ্ত্তা হব। এই হেতুকে দেখা, যি দিনা
ময় বাবিলৰ কটা প্ৰতিমাবোৰক দণ্ড দিম, আৰু
তাৰ গোটেই দেশে লাজ পাব, এনে দিন
আহিছে; আৰু তাৰ সমস্ত হত লোক তাৰ
৪৮ মাজত পতিত হব। তেতিয়া আকাশমণ্ডল আৰু
পৃথিবী, আৰু সেইবোৰত থকা সকলোৱে বাবি-
লৰ ওপৰত আনন্দগান কৰিব; কিয়নো, যিহো-
ৱাই কৈছে, বিনাশকবিলাক উত্তৰৰ পৰা তাৰ
৪৯ ওৰলৈ আহিব। বাবিলে যেনেকৈ ইস্ৰায়েলৰ
হত লোকবিলাকক পতিত কৰিলে, সেই দৰে
সমস্ত দেশৰ হত লোকবিলাক বাবিলত পতিত
৫০ হব। হে তৰোৱালৰ পৰা ৰক্ষা পোৱা লোক-
বিলাক, তোমালোকে যোৱা, বৈ নেথাকিবা,
দূৰৈৰ পৰা যিহোৱাক সোঁৱৰণ কৰা, আৰু যিৰূ-
৫১ চালেম তোমালোকৰ মনত উদয় হওক। আমি
ধিক্কাৰৰ কথা শুনি লাজ পাইছোঁ, আমাৰ মুখ
অপমানে ঢাকিছে; কিয়নো বিদেশীবিলাক
যিহোৱাৰ গৃহৰ পবিত্ৰস্থানবোৰত সোমাল।
৫২ এই হেতুকে, যিহোৱাই কৈছে, দেখা, যি দিনা
ময় তাৰ কটা প্ৰতিমাবোৰক দণ্ড দিম, আৰু
তাৰ দেশৰ সকলো ঠাইতে খুন হোৱা লোকে
৫৩ কেঁকাব, এনে দিন আহিছে। যিহোৱাই কৈছে,
বাবিল যদিও আকাশলৈকে উঠত হয়, আৰু
অপোনাৰ ওখ কোঁঠবোৰ দৃঢ় কৰে, তথাপি
মোৰ পৰা তাৰ ওচৰলৈ বিনাশকবিলাক যাব।
৫৪ বাবিলৰ পৰা চিঞৰৰ, আৰু কল্দীয়াবিলাকৰ
৫৫ দেশৰ পৰা মহাসংহাৰৰ শব্দ উঠিছে। কিয়নো
যিহোৱাই বাবিলক উচ্ছন্ন কৰিছে, আৰু তাৰ
মাজত হোৱা মহাশব্দ নাইকিয়া কৰিছে;
সিহঁতৰ ঢৌবোৰে জলসমূহৰ নিচিনাকৈ গৰ্জ্জন
কৰিছে, সিহঁতৰ কোলাহলৰ শব্দ শুনা গৈছে।
৫৬ কাৰণ তাৰ ওপৰলৈ, বাবিলৰ ওপৰলৈকে বিনা-
শক আহিল, আৰু তাৰ বীৰবিলাক ধৰা পৰিল,
সিবিলাকৰ ধনু ভোখৰভোখৰকৈ ভঙা হল;
কিয়নো যিহোৱা প্ৰতিফল দিওঁতা ঈশ্বৰ, তেওঁ
৫৭ অৱশ্যে প্ৰতিফল দিব। আৰু ময় তাৰ প্ৰধান
আৰু জ্ঞানীবিলাকক, তাৰ শাসনকৰ্ত্তা আৰু
দেশাধ্যক্ষবিলাকক, আৰু তাৰ বীৰবিলাকক
মতলীয়া কৰিম; আৰু বাহিনীবিলাকৰ যিহোৱা
নামেৰে প্ৰখ্যাত ৰজাই কৈছে, সিবিলাকে অনন্ত
৫৮ নিদ্ৰা গৈ সাৰ নেপাব। বাহিনীবিলাকৰ যিহো-
ৱাই এই কথা কৈছে, বাবিলৰ বহল গড়বোৰ
নিঃশেষে বিনষ্ট হব, আৰু তাৰ ওখ দুৱাৰবোৰ
অগ্নিৰে পোড়া হব; আৰু লোকবিলাকে অসাৰৰ
নিমিত্তে, আৰু জাতিবিলাকে অগ্নিৰ নিমিত্তে
পৰিশ্ৰম কৰিব, আৰু সিহঁত ক্লান্ত হব।
৫৯ মহচেয়াৰ নাতিয়েক নেৰিয়াৰ পুত্ৰ চৰায়া
যিহূদাৰ ৰজা চিদিকিয়াই সৈতে বাবিললৈ
যোৱা সময়ত, তেওঁৰ ৰাজত্বৰ চতুৰ্থ বছৰত যিৰি-
মিয়া ভাববাদীয়ে তেওঁক দিয়া আজ্ঞাৰ কথা।
সেই চৰায়া ৰাজগৃহৰ প্ৰধান অধ্যক্ষ আছিল।
৬০ আৰু বাবিললৈ ঘটিব লগা সকলো অমঙ্গলৰ
কথা, অৰ্থাৎ বাবিলৰ বিষয়ে লিখা এই
আটাইবোৰ বাক্য যিৰিমিয়াই এখনি পুথীত
৬১ লিখিলে। আৰু যিৰিমিয়াই চৰায়াক কলে,
সাৱধান, তুমি বাবিল পালে এই সকলো কথা
৬২ পাঠ কৰিবা, আৰু কবা, হে যিহোৱা, পশু কি
মানুহ কোনেও ইয়াত বাস নকৰিবৰ নিমিত্তে,
কিন্তু চিৰকাললৈকে ধ্বংসস্থান হবৰ নিমিত্তে
উচ্ছন্ন কৰিবৰ কথা তুমি এই ঠাইৰ বিষয়ে
৬৩ কৈছা। পাছে তুমি এই পুথীখনি পঢ়ি এঁটোৱা
হলে, ইয়াত এটা শিল বান্ধি ফৰাৎ নদীৰ
৬৪ মাৰ ঠাইত পেলাই দিবা, আৰু তুমি কবা,
ময় বাবিললৈ যি অমঙ্গল ঘটাম, তাৰ কাৰণে
বাবিল এই ৰূপে মগ্ন থাকিব, কেতিয়াও আৰু
উঠিব; "আৰু সিহঁত ক্লান্ত হব।"
যিৰিমিয়াৰ বাক্য ইমানলৈকে।

যিৰূচালেম আৰু যিহূদাৰ বিনাশ।

৫২ চিদিকিয়াই একৈশ বছৰ বয়সত ৰজা হৈ,
যিৰূচালেমত এঘাৰ বছৰ ৰাজত্ব কৰিলে;
তেওঁৰ মাকৰ নাম লিব্‌নানিবাসী যিৰিমিয়াৰ
২ জীয়েক হমূটল। যিহোয়াকীমৰ সকলো কাৰ্য্য

অনুসাৰে তেওঁ যিহোৱাৰ সাক্ষাতে কু-আচৰণ
৩ কৰিলে ; কিয়নো, যিৰূচালেম আৰু যিহূদাৰ
লোকবিলাকক যিহোৱাই আপোনাৰ আগৰ পৰা
দূৰ নকৰিলেমানে, তেওঁৰ ক্ৰোধৰ কাৰণে সি-
বিলাকলৈ দুৰ্ঘটনা ঘটিল ; আৰু চিদিকিয়াই
বাবিলৰ ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ-আচৰণ কৰিলে।
৪ পাছে তেওঁৰ ৰাজত্বৰ নৱম বছৰৰ দশম মাহৰ
দশম দিনা, বাবিলৰ ৰজা নবূখদ্‌নেচৰ আৰু
তেওঁৰ সকলো সৈন্যসামন্তই যিৰূচালেমৰ বিৰুদ্ধে
আহি তাৰ বিৰুদ্ধে ছাউনি পাতিলে, আৰু তাৰ
৫ অহিতে চাৰিওকালে কোঁঠ সাজিলে। এই ৰূপে
চিদিকিয়াৰ ৰাজত্বৰ একাদশ বছৰলৈকে নগৰ-
৬ খন অৱৰোধ কৰা আছিল। পাছে চতুৰ্থ মাহৰ
নৱম দিনা নগৰত আকাল অতিশয় টান হোৱাত,
দেশৰ লোকবিলাকৰ নিমিত্তে খোৱা বস্তু একো-
৭ ৰেই নেথাকিল। সেই সময়ত নগৰৰ গড়ৰ
কোনো এক ঠাই ভঙা হলত, সকলো যুদ্ধাৰু
লোক পলাই ৰজাৰ উদ্যানৰ ওচৰত থকা গড়
দুটাৰ মাজৰ দুৱাৰখনৰ বাটেদি নগৰৰ বাহিৰ-
লৈ ৰাতিয়েই ওলাই গল, (তেতিয়া কল্‌দীয়া-
বিলাক নগৰৰ বিৰুদ্ধে চাৰিওকালে আছিল ; )
৮ আৰু সিবিলাক অৰাবাৰ বাটেদি গল। কিন্তু
কল্‌দীয়াবিলাকৰ সৈন্যসামন্তই ৰজাৰ পাছত
খেদি গৈ, যিৰীহোৰ সমথলত চিদিকিয়াক লগ
ধৰিলে ; তেতিয়া তেওঁৰ সকলো সৈন্যসামন্ত
৯ তেওঁৰ ওচৰৰ পৰা ছিন্নভিন্ন হৈ গল। পাছে
সিহঁতে ৰজাক ধৰি হমাৎ দেশৰ ৰিব্লালৈ
বাবিলৰ ৰজাৰ ওচৰলৈ নিলে ; তাতে তেওঁ
১০ তেওঁলৈ দণ্ডাজ্ঞা কৰিলে। বাবিলৰ ৰজাই চিদি-
কিয়াৰ পুতেকবিলাকক তেওঁৰ চকুৰ আগতে বধ
কৰিলে, আৰু যিহূদাৰ আটাই প্ৰধান লোককো
১১ ৰিব্লাত।বধ কৰিলে। তাৰ বাহিৰে বাবিলৰ
ৰজাই চিদিকিয়াৰ চকু কাঢ়ি, তেওঁক শিকলিৰে
বান্ধি বাবিললৈ লৈ গল, আৰু তেওঁ মৰণ দিন-
লৈকে তেওঁক বন্দীশালত বন্ধ কৰি ৰাখিলে।
১২ পাছে পঞ্চম মাহৰ দশম দিনা, বাবিলৰ ৰজা
নবূখদ্‌নেচৰৰ ৰাজত্বৰ ঊনৈশ বছৰৰ বছৰি,
বাবিলৰ ৰজাৰ আগত থিয় হওঁতা নবূজৰদান
১৩ ৰক্ষক-সেনাপতিয়ে যিৰূচালেমলৈ আহি, যিহো-
ৱাৰ গৃহটো আৰু ৰাজগৃহটো পুৰিলে, আৰু যিৰূ-
চালেমৰ সকলো ঘৰ, বিশেষকৈ প্ৰত্যেক ডাঙৰ
১৪ ঘৰ জুই দি পুৰিলে। আৰু সেই ৰক্ষক-সেনা-
পতিৰ লগত অহা কল্‌দীয়াবিলাকৰ সকলো
সৈন্যসামন্তই যিৰূচালেমৰ চাৰিওকালৰ আটাই-
১৫ বোৰ গড় ভাঙি পেলালে। আৰু নবূজৰদান
ৰক্ষক-সেনাপতিয়ে প্ৰজাবিলাকৰ কেতবিলাক
দৰিদ্ৰ লোকক, নগৰৰ বাকী থকা লোকবিলাকক,
বাবিলৰ ৰজাৰ ফলীয়া হবলৈ পলাই যোৱা-
বিলাকক, আৰু অৱশিষ্ট সাধাৰণ লোকবিলাকক
১৬ বন্দী কৰি লৈ গল। কিন্তু দ্ৰাক্ষা আপুতাল
কৰোঁতা আৰু খেতিয়ক হবলৈ, নবূজৰদান
ৰক্ষক-সেনাপতিয়ে দেশৰ কেতবিলাক দুখীয়া
১৭ মানুহ এৰি গল। আৰু যিহোৱাৰ গৃহৰ
পিতলৰ স্তম্ভ দুটা, আৰু যিহোৱাৰ গৃহৰ আধাৰ-
বোৰ ও পিতলৰ সমুদ্ৰপাত্ৰটো কল্‌দীয়াবিলাকে
ডোখৰডোখৰকৈ ভাঙি সেইবোৰৰ আটাইবোৰ
১৮ পিতল বাবিললৈ লৈ গল। আৰু ছাই পেলোৱা
পাত্ৰ, ছাই উলিওৱা হেঁতা, কটাৰি, তেজ
পেলোৱা পাত্ৰ, পিয়লা আদি কৰি পৰিচৰ্য্যা-
কৰ্ম্ম কৰা পিতলৰ আটাই বস্তু সিহঁতে লৈ গল।
১৯ আৰু চৰিয়া, আঙঠা-ধৰা, তেজ পেলোৱা পাত্ৰ,
ছাই পেলোৱা পাত্ৰ, দীপাধাৰ, পিয়লা, বাটি
আদি কৰি সোণৰ পাত্ৰৰ সোণ, আৰু ৰূপৰ
২০ পাত্ৰৰ ৰূপ ৰক্ষক-সেনাপতিয়ে লৈ গল। আৰু
চলোমন ৰজাই যিহোৱাৰ গৃহৰ নিমিত্তে সেই
যি দুটা স্তম্ভ, এটা সমুদ্ৰপাত্ৰ, আৰু আধাৰবোৰৰ
তলত থকা বাৰটা পিতলৰ বৃষ সজাইছিল, সেই
২১ সকলো বস্তুৰ পিতল অপৰিমিত আছিল। আৰু
সেই স্তম্ভ দুটাৰ বিষয়ে হলে প্ৰথমটো ওখই
ওঁঠেৰ হাত ; আৰু বাৰ হতীয়া সূতাই তাক
মেৰাব পাৰিছিল, আৰু তাৰ ডাঠ চাৰি আঙুল ;
২২ সেয়ে কোঁপোলা আছিল। আৰু তাৰ ওপৰত
পিতলৰ এটা মাথলা আছিল, সেই মাথলা
ওখই পাঁচ হাত ; আৰু মাথলাত চাৰিওকালে
জালিকটা আৰু দালিম আছিল ; সেই আটাই-
বোৰ পিতলৰ ; দ্বিতীয় স্তম্ভটোও সেই প্ৰকাৰ,
২৩ আৰু তাৰো দালিম আছিল। চাৰিওকালে
ছিয়ানব্বইটা দালিম আছিল, আৰু চাৰিওকালে
জালিকটাৰ ওপৰত সৰ্ব্বমোট এশ দালিম আ-
২৪ ছিল। পাছে ৰক্ষক-সেনাপতিয়ে প্ৰধান পুৰোহিত
চৰায়াক, আৰু দ্বিতীয় পুৰোহিত চফনিয়াক,
২৫ আৰু তিনি জন দুৱৰীক ধৰিলে ; আৰু নগৰৰ
লোকবিলাকৰ মাজৰ, যুদ্ধাৰুবিলাকৰ ওপৰত
নিযুক্ত এজন অধ্যক্ষক, নগৰত পোৱা ৰাজসভা-
সদস্যকলৰ সাত জন মানুহক, দেশৰ প্ৰজা-
বিলাকৰ সৈন্যৰ নাম ভৰ্ত্তি কৰোঁতা প্ৰধান সেনা-
পতিৰ লিখক জনক, আৰু নগৰৰ মাজত পোৱা
দেশৰ প্ৰজাবিলাকৰ ষাইঠ জন মানুহক ধৰিলে।
২৬ আৰু নবূজৰদান ৰক্ষক-সেনাপতিয়ে সিবিলাকক
ৰিব্লালৈ বাবিলৰ ৰজাৰ ওচৰলৈ লৈ গল।
২৭ পাছে বাবিলৰ ৰজাই হমাৎ দেশৰ ৰিব্লাত
সিবিলাকক আঘাত কৰাই বধ কৰিলে। এই
ৰূপে যিহূদাক আপোন দেশৰ পৰা দেশান্তৰ
২৮ কৰা হল। নবূখদ্‌নেচৰে দেশান্তৰ কৰা লোক-
বিলাকৰ সংখ্যা এই ; সপ্তম বছৰত তেওঁ তিনি
হাজাৰ তেইশ জন যিহূদী মানুহক দেশান্তৰ কৰি

নিলে; নবূখদ্‌রেচরর রাজত্বর অষ্টাদশ বছরত
তেওঁ যিরূচালেমর পরা আঁঠ শ বত্রিশ জনক
৩০ দেশান্তর করি লৈ গল; নবূখদ্রেচরর রাজত্বর
তেইশ বছরর বছরি নবূজরদান রক্ষক-সেনা-
পতিয়ে যিহূদীবিলাকর মাজর পরা সাত শ
পঁচল্লিশ জনক দেশান্তর করি লৈ গল; সর্ব্বমোট
চারি হাজার ছশ লোক লৈ গল।
৩১ পাছে যিহূদার রজা যিহোয়াখীনর বন্দী-
অবস্থার সাতত্রিশ বছরর বছরি, দ্বাদশ মাহর
পঁচিশ দিনর দিনা বাবিলর ইবীল-মরোদক
রজাই আপোনার রাজত্বর প্রথম বছরত যিহূ-
দার রজা যিহোয়াখীনর মূর দাঙি, তেওঁক বন্দী-
৩২ শালর পরা মুক্ত করিলে; আরু তেওঁক
মরমর কথা কলে, আরু বাবিলত তেওঁর লগত
থকা রজাবিলাকর আসনতকৈ তেওঁর আসন
৩৩ ওখত স্থাপন করিলে। আরু তেওঁ আপোনার
বন্দীশালর কাপোর সলালে, আরু তেওঁ জীয়াই
থাকেমানে রজার আগত সদায় ভোজন করিলে।
৩৪ আরু তেওঁর খোরাকর বিষয়ে হলে, তেওঁ জীয়াই
থাকেমানে সদায়লৈকে, বাবিলর রজার আজ্ঞারে
এক এক দিনর উপযুক্ত খাদ্য দ্রব্য প্রতিদিনে
তেওঁক দিয়া হৈছিল।

---

# যিরিমিয়ার বিলাপ।

---

যিরূচালেমর দুঃখভোগ।

১ প্রজারে পরিপূর্ণা নগরী কেনে অকলসরীয়া হৈ বহি আছে!
তেওঁ কেনে বিধবার নিচিনা হল!
যি জনী জাতিবিলাকর মাজত মহতী, আরু প্রদেশবোরর মাজত রাণী আছিল,
তেওঁ কেনে করদাত্রী হল!
২ তেওঁ রাতি বরকৈ কান্দে; তেওঁর চকুর পানী তেওঁর গালত আছে;
তেওঁর প্রেমকারীবিলাকর মাজত তেওঁক সান্ত্বনা করিবলৈ কোনো নাই;
তেওঁর সকলো বন্ধুরে তেওঁর অহিতে বিশ্বাসঘাত-কতা করিলে,
সিবিলাক তেওঁর শত্রু হল।
৩ দুখ আরু টান বন্দীকামর নিমিত্তে যিহূদা দেশান্তরলৈ গল;
তেওঁ জাতিবিলাকর মাজত বাস করিছে, তেওঁ একো বিশ্রাম নেপায়;
তেওঁর পাছে পাছে খেদি যোরাবিলাকে ঠেক বাটত তেওঁক লগ ধরিলে।
৪ পর্ব্বলৈ কোনো নোযোরাত চিয়োনর পথ-বোরে শোক করিছে;
তেওঁর আটাই দুরার ধ্বংস করা হল, তেওঁর পুরোহিতবিলাকে হুমুনিয়াহ পেলায়;
তেওঁর কুমারীবিলাক* দুঃখিত হৈছে, আরু তেওঁ নিজে অতি বেজারত আছে।
৫ তেওঁর শত্রুবোর প্রধান হল, তেওঁর বৈরীবোরর উন্নতি হল;
কিয়নো তেওঁর অপরাধ অধিক হোরার কারণে যিহোরাই তেওঁক ক্লেশ দিলে;
তেওঁর শিশুবিলাক শত্রুর আগে আগে বন্দী-অবস্থালৈ গল।
৬ আরু চিয়োন জীয়ারীর সকলো শোভাই তেওঁক এরি গল;
তেওঁর অধ্যক্ষবিলাক চরণী ঠাই নোপোরা হরিণর নিচিনা হল,
আরু শক্তিহীন হৈ খেদি নিয়া লোকর আগে আগে গল।
৭ যিরূচালেমে আপোনার দুঃখ আরু কষ্টর দিনত, পূর্ব্বকালর আপোনার আটাই মনোহর বস্তু সোঁররণ করিছে;
যেতিয়া তেওঁর প্রজাবিলাক শত্রুর হাতত পরিল, আরু কোনেও সহায় নকরিলে,
তেতিয়া শত্রুবোরে তেওঁক দেখি তেওঁর ধ্বংস-অবস্থাত উপহাস করিলে।
৮ যিরূচালেমে অতিশয় পাপ করিলে, এই নিমিত্তে তেওঁ অশুচি বস্তু যেন হল;
তেওঁর সম্মানকারীবিলাকে তেওঁর উলঙ্গতা দেখার কারণে তেওঁর তুচ্ছজ্ঞান করিছে:
তেওঁ নিজেও হুমুনিয়াহ পেলাইছে, আরু পাছ-কাললৈ মুখ ঘুরাইছে।
৯ তেওঁর চুরা তেওঁর কাপোরর আঁচলত লাগি আছে, তেওঁ আপোনার শেষগতি মনত নকরিলে;
এই নিমিত্তে আশ্চরিতরূপে তেওঁর অধোগতি হল, তেওঁক সান্ত্বনা কর্ত্তা কোনো নাই।

* ইয়াতে পুরুষে স্পর্শ নকরা অবিবাহিতা যুবতী কন্যা বুজায়।

হে যিহোৱা, মোৰ দুঃখ দেখা, কাৰণ শত্ৰুৱে গৰ্ব্ব কৰিলে।
১০ শত্ৰুৱে তেওঁৰ আটাই মনোহৰ বস্তুৰ ওপৰত হাত দিলে ;
কিয়নো তুমি যি জাতিবোৰক তোমাৰ সমাজত সোমাবলৈ নিষেধ কৰিছিলা,
সেই জাতিবোৰক তেওঁৰ পবিত্ৰস্থানত সোমোৱা তেওঁ দেখিছে।
১১ তেওঁৰ সকলো প্ৰজাই হুমুনিয়াহ পেলাই অন্ন বিচাৰিছে ;
সিবিলাকে প্ৰাণ ৰাখিবৰ অৰ্থে আহাৰৰ নিমিত্তে আপোন আপোন মনোহৰ বস্তুবোৰ দিলে।
হে যিহোৱা, চোৱা আৰু মন দিয়া ; কিয়নো ময় নীহ অৱস্থাত পৰিলোঁ।
১২ হে বাটৰুৱাবিলাক, এয়ে তোমালোকৰ দৃষ্টিত একো নহয় নে ?
যিহোৱাই আপোন প্ৰচণ্ড ক্ৰোধৰ দিনা যি দুঃখেৰে মোক দুঃখ দিলে,
মোলৈ কৰা মোৰ সেই দুঃখৰ নিচিনা আৰু দুঃখ হব পাৰে নে ? বিবেচনা কৰি চোৱা।
১৩ তেওঁ ওপৰৰ পৰা মোৰ হাড়বোৰৰ মাজলৈ অগ্নি পঠালে, আৰু সেয়ে সেইবোৰ থৰথৰিয়া কৰিলে ;
তেওঁ মোৰ ভৰিলৈ জাল পাতিলে, মোক পাছলৈ ঘুৰালে ;
তেওঁ মোক অনাথা আৰু ওৰেদিনটো শ্ৰান্তা কৰিলে।
১৪ মোৰ অপৰাধৰূপ যুঁৱলি তেওঁৰ হাতেৰে বন্ধা হল,
সেইবোৰ পকোৱা হল, মোৰ ডিঙিত উঠিল ;
তেওঁ মোৰ বল নাইকিয়া কৰিলে।
যিবোৰৰ বিৰুদ্ধে ময় থিৰ হব নোৱাৰোঁ, সিহঁতৰ হাতত যিহোৱাই মোক সমৰ্পণ কৰিলে।
১৫ মোৰ মাজত থকা মোৰ আটাই বীৰকে প্ৰভুৱে তুচ্ছ কৰিলে ;
তেওঁ মোৰ ডেকাবিলাকক গুৰি কৰিবলৈ মোৰ অহিতে এখন সভা আহ্বান কৰিলে ;
প্ৰভুৱে কুমাৰী যিহুদা জীয়াৰীক দ্ৰাক্ষাকুণ্ডত গচকাদি গচকিলে।
১৬ এইবোৰ কথাৰ কাৰণে ময় কান্দিছোঁ, মোৰ চকু, মোৰ চকুৱেই পৰা পানী বৈ গৈছে ;
কিয়নো মোৰ প্ৰাণ জুড়াব পৰা সান্ত্বনাকাৰী মোৰ পৰা আঁতৰত আছে ;
শত্ৰু জয়ী হোৱাত মোৰ সন্তানবিলাক অনাথ হল।
১৭ চিয়োনে হাত মেলিছে, তেওঁক সান্ত্বনা কৰিবলৈ কোনো নাই ;
যাকোবৰ চাৰিওকালে থকাবিলাকক, তেওঁৰ শত্ৰু হবলৈ তেওঁৰ বিষয়ে যিহোৱাই আজ্ঞা দিছে ;
যিৰূচালেম সিহঁতৰ মাজত অশুচি বস্তু যেন হল।
১৮ যিহোৱা ধাৰ্ম্মিক ; কিয়নো ময় তেওঁৰ আজ্ঞাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলোঁ।
হে জাতিবিলাক, ময় তোমালোকক বিনয় কৰোঁ, শুনা, আৰু মোৰ দুখলৈ দৃষ্টি কৰা ;
মোৰ যুৱতী আৰু ডেকাবিলাক বন্দী-অৱস্থালৈ গল।
১৯ ময় মোৰ প্ৰেমকাৰীবিলাকক মাতিলোঁ, কিন্তু সিবিলাকে মোক প্ৰবঞ্চনা কৰিলে ;
প্ৰাণ ৰক্ষা কৰিবৰ অৰ্থে আহাৰ বিচাৰোঁতে, মোৰ পুৰোহিত আৰু বৃদ্ধ লোকবিলাকে নগৰত প্ৰাণত্যাগ কৰিলে।
২০ হে যিহোৱা, দৃষ্টি কৰা ; কিয়নো ময় সঙ্কটত পৰিলোঁ, মোৰ হৃদয় অত্যন্ত দুঃখিত হৈছে ;
মোৰ অন্তৰত মোৰ হৃদয় বিকৃত হল, কাৰণ ময় অত্যন্ত বিদ্ৰোহ কৰিলোঁ ;
বাহিৰত তৰোৱালে নিঃসন্তান কৰিছে, ঘৰত যেন মৃত্যুহে উপস্থিত।
২১ ময় যে হুমুনিয়াহ পেলাওঁ, তাক শত্ৰুবোৰে শুনিলে ; মোক সান্ত্বনা কৰিবলৈ কোনো নাই ;
মোৰ আটাই বৈৰীয়ে মোৰ অমঙ্গলৰ কথা শুনিলে ; তুমি ইয়াক কৰাত সিহঁত আনন্দিত হৈছে।
তুমি যি দিনৰ বিষয়ে ঘোষণা কৰিলা, তুমি সেই দিন উপস্থিত কৰিবা ; তাতে সিহঁত মোৰ নিচিনা হব।
২২ সিহঁতৰ সমস্ত দুষ্টতা তোমাৰ আগত উপস্থিত হওক ;
মোৰ আটাই অপৰাধৰ নিমিত্তে তুমি মোলৈ কৰাৰ নিচিনাকৈ সিহঁতলৈকো কৰা ;
কিয়নো মোৰ হুমুনিয়াহ অনেক, আৰু মোৰ অন্তৰ দুৰ্ব্বল।

যিৰূচালেমক দিয়া দণ্ড। বিলাপ আৰু নিবেদন।

২ প্ৰভুৱে আপোন ক্ৰোধত মেঘেৰে চিয়োন জীয়াৰীক কেনেকৈ ঢাকিলে !
তেওঁ স্বৰ্গৰ পৰা ইস্ৰায়েলৰ শোভাক পৃথিবীত পেলাই দিলে,
আৰু আপোন ক্ৰোধৰ দিনা আপোনাৰ ভৰি-পিৰালৈ সোঁৱৰণ নকৰিলে।
২ প্ৰভুৱে দয়া নকৰি যাকোবৰ আটাই বাসস্থান গ্ৰাস কৰিলে ;

তেওঁ আপোন ক্ৰোধত যিহূদা-জীয়াৰীৰ দুৰ্গবোৰ ভাঙি পেলালে;
তেওঁ সেইবোৰক মাটিৰে সমান কৰিলে;
তেওঁ ৰাজ্য আৰু তাৰ অধ্যক্ষবিলাকক অপবিত্ৰ কৰিলে।
৩ তেওঁ প্ৰচণ্ড ক্ৰোধত ইস্ৰায়েলৰ আটাই শিং ছেদন কৰিলে;
তেওঁ শত্ৰুৰ সন্মুখৰ পৰা আপোনাৰ সোঁ হাত কোঁচালে;
আৰু চাৰিওফালে গ্ৰাস কৰোঁতা জ্বলন্ত অগ্নি-শিখাৰ নিচিনাকৈ তেওঁ যাকোবক দগ্ধ কৰিলে।
৪ শত্ৰুৰ নিচিনাকৈ তেওঁ আপোনাৰ ধনু ভিৰালে, বৈৰীৰ দৰে সোঁ হাত দাঙি থিয় হল,
আৰু চকুৰ তৃপ্তিজনক সকলোকে বধ কৰিলে;
চিয়োন জীয়াৰীৰ তম্বুৰ ওপৰত তেওঁ আপোনাৰ ক্ৰোধাগ্নি বৰষালে।
৫ প্ৰভুৱে শত্ৰু যেন হৈ ইস্ৰায়েলক গ্ৰাস কৰিলে;
তেওঁ ইস্ৰায়েলৰ আটাই অট্টালিকাবোৰ গ্ৰাস কৰিলে, তাৰ দুৰ্গবোৰ ধ্বংস কৰিলে,
আৰু যিহূদা জীয়াৰীৰ শোক আৰু বিলাপ বঢ়ালে।
৬ তেওঁ আপোন তম্বু বাৰীৰ টঙি উচুৱাদি উচালে;
তেওঁ আপোনাৰ সমাজ পতা ঠাই বিনষ্ট কৰিলে;
যিহোৱাই চিয়োনত পৰ্ব্ব আৰু বিশ্ৰামদিন পাহৰালে,
আৰু আপোনাৰ প্ৰচণ্ড ক্ৰোধত ৰজা আৰু পুৰোহিতক হেয়জ্ঞান কৰিলে।
৭ প্ৰভুৱে আপোনাৰ যজ্ঞবেদি দূৰ কৰিলে, আপোন পবিত্ৰস্থান ঘিণ কৰিলে;
তেওঁ তাৰ অট্টালিকাৰ গড়বোৰ শত্ৰুৰ হাতত সমৰ্পণ কৰিলে;
সিহঁতে পৰ্ব্বদিনৰ নিচিনাকৈ যিহোৱাৰ গৃহত কোলাহল কৰিলে।
৮ যিহোৱাই চিয়োন জীয়াৰীৰ গড় নষ্ট কৰিবলৈ মনস্থ কৰিলে;
তেওঁ পৰিমাণজৰী পাৰিলে, তেওঁ বিনষ্ট কৰাৰ পৰা আপোন হাত নোকোঁচালে;
তেওঁ গড় আৰু পালি গড়ক বিলাপ কৰালে, একেলগে দুয়োৰো নাইকিয়া হল।
৯ চিয়োন জীয়াৰীৰ দুৱাৰবোৰ মাটিত পোত গল, তেওঁৰ ভাংবোৰ যিহোৱাই নষ্ট কৰিলে আৰু ভাঙিলে;
তেওঁৰ ৰজা আৰু প্ৰধান লোকবিলাক ব্যৱস্থা নথকা জাতিবিলাকৰ মাজত আছে;
এনে কি, তেওঁৰ ভাববাদীবিলাকে যিহোৱাৰ পৰা কোনো দৰ্শন নেপায়।
১০ চিয়োন জীয়াৰীৰ বৃদ্ধবিলাকে নিজম দি মাটিত বহি আছে;
সিবিলাকে আপোন আপোন মূৰত ধূলি ছটিয়াইছে, কঁকালত চট বান্ধিছে;
যিৰূচালেমৰ কুমাৰীবিলাকে* মাটিলৈ মূৰ দোঁৱাইছে।
১১ চকু-লোৰে মোৰ চকু দুৰ্ব্বল হৈছে, মোৰ হৃদয় অত্যন্ত দুঃখিত হৈছে,
মোৰ জাতিস্বৰূপা জীয়াৰীৰ ধ্বংসৰ কাৰণে মোৰ কলিজাৰ পিত্তপানী মাটিত ঢলা হৈছে;
কিয়নো নগৰৰ চকবোৰত† শিশু আৰু পিয়াহ খোৱা কেঁচুৱাবিলাক মূৰ্চ্ছিত হৈছে।
১২ আহাৰ আৰু দ্ৰাক্ষাৰস ক'ত? এই বুলি সিবিলাকে আপোন আপোন মাকক কৈ,
নগৰৰ চকবোৰত খুন হোৱা মানুহৰ নিচিনাকৈ মূৰ্চ্ছিত হৈছে,
আৰু আপোন আপোন মাকৰ কোলাত প্ৰাণত্যাগ কৰিছে।
১৩ হে যিৰূচালেম জীয়াৰী, তোমাৰ আগত মই কি সাক্ষ্য দিম? তোমাৰে সৈতে কিহৰ তুলনা দিম?
হে কুমাৰী চিয়োন জীয়াৰী, তোমাক সান্ত্বনা দিবৰ নিমিত্তে মই তোমাৰে সৈতে কাৰ উপমা দিম?
কিয়নো তোমাৰ ভঙ্গ সাগৰৰ নিচিনা বৃহৎ; কোনে তোমাক সুস্থ কৰিব পাৰে?
১৪ তোমাৰ ভাববাদীবিলাকে তোমাৰ পক্ষে অসাৰতা আৰু মূৰ্খতাৰ দৰ্শন পালে,
আৰু তোমাৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিবলৈ তোমাৰ অপৰাধ প্ৰকাশ কৰা নাই;
কিন্তু সিবিলাকে দৰ্শন পাই তোমাৰ পক্ষে অসাৰ্থক বাণী আৰু দেশান্তৰৰ কাৰণ প্ৰচাৰ কৰিলে।
১৫ আটাই বাটৰুৱাই তোমাক দেখি হাততালি দিছে;
পৰম সুন্দৰী আৰু গোটেই পৃথিবীৰ আনন্দদায়িনী বুলি মানুহে কোৱা নগৰী এইখন নে?
এই বুলি কৈ যিৰূচালেম জীয়াৰীক দেখি সিহঁতে ইচ ইচ কৰিছে, আৰু মূৰ জোকাৰিছে।
১৬ তোমাৰ আটাই শত্ৰুৱে তোমাৰ অহিতে মুখ বহলকৈ মেলিলে;

* ইয়াতে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী কন্যা বুজায়।

† নগৰৰ মাজৰ বা ৰাজআলিৰ ওচৰৰ যি মুকলি ঠাইত মানুহে কোনো কাম কাৰ্য্য কৰে, আৰু বেহা-বেপাৰ আদি কৰে, আৰু লোকবিচাৰ কৰা যায়, এনে ঠাই বুজায়।

সিংহতে চি চি করি আরু দাঁত কর্‌চি কয়,
"আমি তাইক গ্রাস করিলোঁ;
আমি বাট চোৱা দিন, ঠিক এই দিন; আমি পালোঁ, আমি দেখিলোঁ।"
১৭ যিহোৱাই আপুনি করা সঙ্কল্প সিদ্ধ করিলে,
পূর্ব্বকালত আজ্ঞা করা তেওঁর বাক্য পূর্ণ করিলে;
তেওঁ দয়া নকরি ভাঙ্গি পেলালে,
আরু তোমার ওপরত শত্রুক আনন্দ করালে;
তেওঁ তোমার বৈরীবোরর শিঙটো উন্নত করিলে।
১৮ লোকবিলাকে মনতে প্রভুর আগত কাতরোক্তি করি কলে,
হে চিয়োন জীয়ারীর গড়, দিনে রাতিয়ে চকু-লো নৈর নিচিনাকৈ বৈ থাকোক;
তুমি আপোনাকে অলপো বিশ্রাম নিদিবা, তোমার চকুর মণিক শান্ত হবলৈ নিদিবা।
১৯ উঠা, প্রত্যেক প্রহরর আরম্ভনতে রাতি চিঞরি কান্দা;
প্রভুর আগত আপোন হৃদয় পানীর দরে ঢালা;
তোমার যি শিশুবিলাক প্রত্যেক আলির মূরত ভোকত মূর্চ্ছিত হৈছে,
সিবিলাকর প্রাণরক্ষার অর্থে তেওঁর ফাললৈ হাত তোলা।
২০ হে যিহোৱা, বিবেচনা করি দেখা, তুমি কালৈ এনে ব্যরহার করিছা?
তিরুতাবিলাকে হাতত নিচুকুরা সন্তান আপোনাবিলাকর গর্ভফলক ভক্ষণ করিব নে?
পুরোহিত আরু ভাববাদীক প্রভুর পবিত্রস্থানত বধ করা হব নে?
২১ ডেকা আরু বুঢ়া আলিত মাটীত পড়ি আছে;
মোর যুবতী আরু যুবাবিলাক তরোৱালর দ্বারায় পতিত হৈছে;
তুমি আপোন ক্রোধর দিনা সিবিলাকক বধ করিলা, তুমি দয়া নকরি হত্যা করিলা।
২২ তুমি পর্ব্বদিনর নিচিনাকৈ চারিওফালর পরা মোলৈ নানা ত্রাস মাতিলা,
আরু যিহোৱার ক্রোধর দিনা রক্ষা পোৱা কি বাকী থকা কোনো নাছিল;
ময় নিচুকাই ডাঙর দীঘল করাবিলাকক মোর শত্রুয়ে সংহার করিলে।

যিরিমিয়ার দুঃখ আরু বিশ্বাস।

৩ তেওঁর ক্রোধর দণ্ডর দ্বারায় দুঃখ ভোগ করা পুরুষ ময়েই।
২ তেওঁ মোক চলাই নিলে; পোহরত নহয়, অন্ধকারতহে মোক গমন করালে।
৩ বরপেই তেওঁ ওরেদিনুটো বারে বারে মোর অহিতে আপোন হাত চলালে।
৪ তেওঁ মোর মাংস আরু ছাল জীর্ণ করিলে; তেওঁ মোর হাড়বোর ভাঙ্গিলে।
৫ তেওঁ মোর অহিতে চারিওফালে বিহ আরু আত্তিরূপ গড় বান্ধিলে।
৬ কেতিয়াবাই মরি যোৱা মানুহর নিচিনাকৈ তেওঁ মোক আন্ধার ঠাইত বাস করালে।
৭ ময় ওলাই যাব নোৱারাকৈ তেওঁ মোর চারিওফালে বেড়া দিলে; তেওঁ মোর শিকলি গধুর করিলে।
৮ এনে কি, ময় সহায়র নিমিত্তে চিঞরি কাতরোক্তি করিলে, তেওঁ মোর প্রার্থনালৈ কাণত সোপাপদিয়ে।
৯ তেওঁ মোর পথবোর কটা-শিলেরে বন্ধ করিলে, মোর বাটবোর বেঁকাবেঁকি করিলে।
১০ মোর পক্ষে তেওঁ খাপ দি থকা ভালুক, গুপুত ঠাইত থকা সিংহর নিচিনা।
১১ তেওঁ মোর বাট আওবাট করিলে, মোক চিরাচিরি করিলে, মোক অনাথ করিলে।
১২ তেওঁ আপোনার ধনু ভিরাই মোক কাঁড়র নিমিত্তে লক্ষ করিলে।
১৩ তেওঁ আপোনার তূণর বাণ মোর মর্ম্মস্থানত সুমুৱালে।
১৪ ময় মোর আটাই লোকবিলাকর পরিহাসর, আরু গোটেই দিন সিবিলাকর গানর বিষয় হৈছোঁ।
১৫ তেওঁ মোক তিতারে পূর করিলে, মোক অধিক্‌কৈ নাগদানা খুৱালে।
১৬ খোৱা বস্তুত মিহলি হোৱা শিল গুটীয়ে তেওঁ মোর দাঁতো ভাঙ্গিলে; তেওঁ মোক ছাইয়ে ঢাকিলে।
১৭ তুমি মোর প্রাণ শান্তির পরা বহুৎ আঁতর করিলা; ময় মঙ্গল পাহরিলোঁ।
১৮ ময় কলোঁ, মোর শক্তি, আরু যিহোৱাত মোর যি আশা সেয়ে লুপ্ত হল।
১৯ মোর দুঃখ আরু তাড়না সোঁৱরা, নাগদানা আরু বিহ সোঁৱরণ করা।
২০ মোর প্রাণর সোঁৱরণত সেইবোর এতিয়াও আছে, আরু মোর প্রাণ মোর অন্তরত নত হৈছে।
২১ মোর মনত ইয়াক পুনরায় সোঁৱরণ করোঁ, এই হেতুকে মোর আশা আছে।
২২ আমার যে সংহার নহল, এইটোরেই যিহোৱার নানা অনুগ্রহর কারণ, কিয়নো তেওঁর নানা দয়া নুটুকায়।
২৩ সেইবোর প্রত্যেক প্রভাতে নতুন হয়; তোমার বিশ্বস্ততা মহৎ।
২৪ মোর প্রাণে কয়, যিহোৱায়েই মোর অংশ; এই হেতুকে ময় তেওঁত ভরসা করিম।

২৫ যিহোৱাই অপেক্ষা কৰোঁতাবিলাকলৈ, তেওঁক বিচাৰোঁতা প্ৰাণলৈ তেওঁ মঙ্গলময়।
২৬ যিহোৱাৰ পৰিত্ৰাণলৈ আশা কৰি মনে মনে বাট চাই থকা ভাল।
২৭ যৌৱনকালত যুঁৱলি বোৱাই মানুহৰ পক্ষে মঙ্গলময়।
২৮ তেওঁ তাৰ ওপৰত যুঁৱলি দিয়াৰ কাৰণে সি অকলেই মনে মনে বহি থাকক।
২৯ সি আপোনাৰ মুখ ধূলিত ৰাখক; কিজানি আশা হব পাৰে।
৩০ সি আঘাতকাৰীলৈ গাল পাতি দিওক; সি নিন্দাৰে পৰিপূৰ্ণ হওক।
৩১ কিয়নো প্ৰভুৱে চিৰকাললৈকে ত্যাগ নকৰিব।
৩২ কাৰণ যদিও তেওঁ বেজাৰ দিয়ে, তথাপি আপোনাৰ অধিক দয়া অনুসাৰে কৃপা কৰিব।
৩৩ কিয়নো তেওঁ ইচ্ছাৰে দুঃখ নিদিয়ে, বা মানুহৰ সন্তানবিলাকক বেজাৰ নিদিয়ে।
৩৪ পৃথিবীৰ আটাই বন্দীয়াৰক ভৰিৰ তলত গচকি কৰা,
৩৫ সৰ্ব্বোপৰিজনাৰ আগত মানুহৰ ন্যায় ওলটোৱা,
৩৬ আৰু মানুহৰ গোচৰত তাক অন্যায় কৰা, যিহোৱাই ভাল নেদেখে।
৩৭ প্ৰভুৱে আজ্ঞা নকৰাকৈ কাৰ কোৱা বাক্য সিদ্ধ হয়?
৩৮ সৰ্ব্বোপৰিজনাৰ মুখৰ পৰা জানো মঙ্গল আৰু অমঙ্গল নোলায়?
৩৯ জীৱিত মানুহে কিয় আপত্তি কৰে? মানুহে আপোনাৰ পাপৰ দণ্ডৰ নিমিত্তে কেলেই আপত্তি কৰে?
৪০ আহাঁ, আমি বিচাৰি আমাৰ পথ পৰীক্ষা কৰোঁহঁক, আৰু পুনৰায় যিহোৱালৈ ঘূৰোঁহঁক।
৪১ স্বৰ্গনিবাসী ঈশ্বৰলৈ আমাৰ হাতে সৈতে আমাৰ হৃদয়কো তোলোঁহঁক।
৪২ আমি অপৰাধ আৰু বিদ্ৰোহ কৰিলোঁ; তুমিও ক্ষমা নকৰিলা।
৪৩ তুমি আপোনাক ক্ৰোধেৰে ঢাকি, আমাক পাছে পাছে খেদিলা; তুমি দয়া নকৰি হত্যা কৰিলা।
৪৪ আমাৰ প্ৰাৰ্থনাই ভেদ কৰিব নোৱাৰাকৈ তুমি আপোনাক মেঘেৰে ঢাকিলা।
৪৫ তুমি জাতিবিলাকৰ মাজত আমাক জাবৰ আৰু পেলনীয়া বস্তু যেন কৰিলা।
৪৬ আমাৰ আটাই শত্ৰুৱে আমাৰ অহিতে মুখ বহলকৈ মেলিলে।
৪৭ ত্ৰাস আৰু গাত, সংহাৰ আৰু বিনাশে আমাক আক্ৰমণ কৰিছে।
৪৮ মোৰ জাতিস্বৰূপা জীয়াৰীৰ বিনাশৰ কাৰণে, মোৰ চকুৰ পৰা জলৰ সোঁত বৈছে।
৪৯ যিহোৱাই স্বৰ্গৰ পৰা তললৈ চাই দৃষ্টি নকৰালৈকে,
৫০ মোৰ চকুৰ পৰা পানী খতি নোহোৱাকৈ পৰে, ক্ষান্ত নহয়।
৫১ মোৰ নগৰৰ আটাই জীয়াৰীৰ কাৰণে মোৰ চকুৱে মোৰ প্ৰাণক দুঃখ দিছে।
৫২ বিনাকাৰণে হোৱা মোৰ শত্ৰুবোৰে পক্ষী চিকাৰ কৰা নিচিনাকৈ, মোক বঢ়কৈ চিকাৰ কৰিলে।
৫৩ সিহঁতে অন্ধকূপত মোৰ প্ৰাণ সংহাৰ কৰিলে, আৰু মোৰ ওপৰত এটা শিল পেলাই দিলে।
৫৪ মোৰ মূৰৰ ওপৰেদি পানী বৈ গল; ময় কলোঁ, যে, ময় উচ্ছন্ন হলোঁ।
৫৫ হে যিহোৱা, ময় সকলোতকৈ দ অন্ধকূপৰ পৰা তোমাৰ নাম ললোঁ।
৫৬ তুমি মোৰ ধ্বনি শুনিলা; নিশ্বাস পাবলৈ কৰা মোৰ কাতৰোক্তিলৈ তুমি কাণত সোপা নিদিবা।
৫৭ তোমাৰ নাম লোৱা দিনাখোন তুমি ওচৰ চাপি কলা, ভয় নকৰিবা।
৫৮ হে প্ৰভো, তুমি মোৰ প্ৰাণৰ অভিযোগ প্ৰতিবাদ কৰিলা; তুমি মোৰ জীৱন মুক্ত কৰিলা।
৫৯ হে যিহোৱা, মোলৈ কৰা অন্যায় তুমি দেখিছা; মোৰ গোচৰ বিচাৰ কৰা।
৬০ সিহঁতে সধা আটাই প্ৰতিকাৰ আৰু মোৰ অহিতে কৰা সিহঁতৰ আটাই আলচ তুমি দেখিলা।
৬১ হে যিহোৱা, সিহঁতৰ ধিক্কাৰ, আৰু মোৰ অহিতে কৰা সিহঁতৰ আটাই আলচ তুমি শুনিলা;
৬২ তুমি মোৰ অহিতে উঠাবোৰৰ ওঁঠৰ বাক্য, আৰু গোটেই দিন মোৰ বিৰুদ্ধে কৰা সিহঁতৰ কল্পনা শুনিলা।
৬৩ তুমি সিহঁতৰ বহা আৰু উঠা দেখা; ময় সিহঁতৰ গানৰ বিষয়।
৬৪ হে যিহোৱা, সিহঁতৰ হাতৰ কাৰ্য্য অনুসাৰে তুমি সিহঁতক প্ৰতিফল দিয়া।
৬৫ তুমি সিহঁতক মনৰ কঠিনতা প্ৰদান কৰা; তোমাৰ শাও সিহঁতৰ ওপৰত পৰোক।
৬৬ তুমি ক্ৰোধত সিহঁতৰ পাছে পাছে খেদি যোৱা, আৰু যিহোৱাৰ আকাশমণ্ডলৰ তলৰ পৰা সিহঁতক উচ্ছন্ন কৰা।

সকলো শ্ৰেণীৰ যিহুদীবিলাকৰ দুঃখ।

৪ সুবৰ্ণ কেনে মলিন হল! অতি শুদ্ধ সোণ কেনে পৰিবৰ্ত্তন হল!
পবিত্ৰ পাথৰবোৰ প্ৰত্যেক আলিৰ মূৰত পেলোৱা হল।

২ উত্তম সোণৰ তুল্য চিয়োনৰ বহুমূল্য পুত্ৰবিলাক
কুমাৰৰ হাতৰ কৰ্ম্ম মাটিৰ কলহ যেন কেনে
গণ্য হল!
৩ শিয়ালবোৰেও পিয়াহ দিয়ে, আপোন আপোন
পোৱালিবোৰক পিয়ায় ;
মোৰ জাতিস্বৰূপা জীয়াৰী হলে অৰণ্যত থকা উট
পক্ষীৰ নিচিনা নিষ্ঠুৰা হল।
৪ পিয়াহ খোৱা কেঁচুৱাৰ জিবা পিয়াহত তালুত
লাগিল ;
শিশুবিলাকে পিঠা খুজিছে, কোনেও সিবিলাকক
বাঁটি নিদিয়ে।
৫ সুখাদ্য খোৱাবিলাকে আলিত অনাথ হৈ পড়ি
আছে ;
ৰঙা বিচনাত শুই ডাঙৰ দীঘল হোৱাবিলাকে
গোবৰৰ দ'ম সাবটিছে।
৬ কিয়নো যি চদোম হাত নিদিয়াকৈ মুহূৰ্ত্ততে
বিনষ্ট হৈছিল,
সেই চদোমৰ পাপতকৈয়ো মোৰ জাতিস্বৰূপা
জীয়াৰীৰ অপৰাধ অধিক।
৭ তেওঁৰ প্ৰধান লোকবিলাক হিমতকৈয়ো নিৰ্ম্মল,
এঁৰা গাখীৰতকৈয়ো বগা আছিল ;
সিবিলাকৰ গা পদ্মৰাগ মণিতকৈয়ো ৰঙা
আছিল, সিবিলাকৰ উজ্জ্বলতা নীলকান্ত
মণিৰ সদৃশ আছিল।
৮ এতিয়া সিবিলাকৰ মুখ আন্ধাৰতকৈ ক'লা হল,
আলিত সিবিলাকক চিনা নেযায় ;
সিবিলাকৰ চাল হাড়ত লাগিল, শুকাই কাঠ
যেন হল।
৯ ভোকত মৰা লোকতকৈ তৰোৱালত হত হোৱা
লোক ধন্য ;
কিয়নো সিবিলাক পথাৰত উৎপন্ন হোৱা শস্যৰ
অভাৱত ভোকৰূপ তৰোৱালেৰে খোঁচা
যেন হৈ ক্ষীণাই গৈছিল।
১০ স্নেহৱতী তিৰুতাবিলাকে নিজ হাতেৰে আপোন
আপোন সন্তান সিজালে;
মোৰ জাতিস্বৰূপা জীয়াৰীৰ সংহাৰৰ কালত সি-
হঁত সিবিলাকৰ খোৱা বস্তু হৈছিল।
১১ যিহোৱাই আপোনাৰ ক্ৰোধ সিদ্ধ কৰিলে,
আপোনাৰ প্ৰচণ্ড ক্ৰোধ বৰষালে ;
তেওঁ চিয়োনত জুই জ্বলালে, সেয়ে তাৰ ভিত্তি-
মূলবোৰ গ্ৰাস কৰিলে।
১২ শত্ৰু আৰু বৈৰী যে যিৰূচালেমৰ দুৱাৰত সো-
মাব পাৰে,
ইয়াক পৃথিৱীৰ ৰজাবিলাকে নাইবা আটাই
জগতনিবাসীয়ে বিশ্বাস নকৰিছিল।
১৩ তাৰ যি ভাববাদীবোৰে আৰু তাৰ যি পুৰোহিত-
বোৰে তাৰ ভিতৰত ধাৰ্ম্মিকবিলাকৰ
ৰক্তপাত কৰিছিল,
সেই ভাববাদীবোৰৰ পাপৰ, আৰু সেই পুৰো-
হিতবোৰৰ অপৰাধৰ কাৰণে এয়ে ঘটিল।
১৪ সিহঁতে অন্ধবিলাকৰ নিচিনাকৈ আলিত ভ্ৰমণ
কৰিছিল ;
সিহঁত তেজেৰে এনেকৈ অশুচি হৈছিল, যে,
লোকবিলাকে সিহঁতৰ কাপোৰ চুব
নোৱাৰিছিল।
১৫ লোকবিলাকে সিহঁতক চিঞৰিয়াই কৈছিল, গুচ,
হে অশুচি, গুচ, গুচ, নুচুবি।
সিহঁতে পলাই ভ্ৰমণ কৰোঁতে, লোকবিলাকে
জাতিবিলাকৰ মাজত কৈছিল, সিহঁত
এই ঠাইত আৰু নেথাকিব।
১৬ যিহোৱাৰ ক্ৰোধে সিহঁতক ছিন্নভিন্ন কৰিলে,
তেওঁ সিহঁতলৈ আৰু দৃষ্টি নকৰিব ;
লোকে সেই পুৰোহিতবোৰক মান নকৰিলে,
সেই বৃদ্ধবোৰক দয়া নকৰিলে।
১৭ আমি সহায়ৰ নিমিত্তে বৃথায় আশা কৰোঁতে,
আমাৰ চকু দুৰ্ব্বল হৈ গৈছিল ;
ৰক্ষা কৰিব নোৱৰা এক জাতিৰ নিমিত্তে আমি
আমাৰ প্ৰহৰীঘৰত চাই আছিলোঁ।
১৮ শত্ৰুবোৰে আমাৰ খোজলৈ এনেকৈ খাপ দি
আছিল, যে, আমাৰ চকবোৰত* আমি
ফুৰিব নোৱাৰিলোঁ।
আমাৰ অন্তিম ওচৰ, আমাৰ দিন ওৰ পৰিল ;
কিয়নো আমাৰ অন্তিম উপস্থিত।
১৯ আমাৰ পাছে পাছে খেদি অহাবোৰ আকাশৰ
কুৰৰ পক্ষীতকৈয়ো বেগী আছিল ;
সিহঁতে পৰ্ব্বতত আমাক খেদোঁখেদোঁকৈ খেদিলে,
সিহঁতে অৰণ্যত আমাৰ নিমিত্তে খাপ
দিলে।
২০ যি জনৰ বিষয়ে আমি কৈছিলোঁ, যে, জাতি-
বিলাকৰ মাজত তেওঁৰ ছাঁয়াত আমি
জীয়াই থাকিম,
আমাৰ নাকৰ নিশ্বাসস্বৰূপ যিহোৱাৰ সেই
অভিষিক্ত জনক সিহঁতৰ গাঁতত ধৰা হল।
২১ হে উচদেশনিবাসিনী ইদোম জীয়াৰী, উল্লাস
কৰা, আৰু আনন্দিত হোৱা ;
পানপাত্ৰটি পাৰ হৈ তোমাৰ ওচৰলৈকো যাব ;
তাতে তুমি মত্তলীয়া হৈ আপোনাকে
বিবস্ত্ৰা কৰিবা।
২২ হে চিয়োন জীয়াৰী, তোমাৰ অপৰাধৰ দণ্ড
সম্পূৰ্ণ হল ;
তেওঁ তোমাক বন্দী-অৱস্থালৈ আৰু নিনিব।
হে ইদোম্ জীয়াৰী, তেওঁ তোমাৰ অপৰাধৰ
প্ৰতিফল দিব ;
তেওঁ তোমাৰ পাপ প্ৰকাশ কৰিব।

---

* বিলা ২ ; ১১ পদ দ্ৰষ্টব্য।

চিয়োনে ভোগ কৰা নানা অপমান,
আৰু তেওঁৰ প্ৰাৰ্থনা ।

৫ হে যিহোৱা, আমালৈ যি ঘটিল, তাক সোঁৱৰণ কৰা,
দৃষ্টি কৰা, আৰু আমাৰ অপমান চোৱা ।
২ আমাৰ আধিপত্য বিদেশীবিলাকৰ হাতলৈ গল ;
আমাৰ ঘৰবোৰ বিজাতীয়বিলাকৰ অধিকাৰলৈ গল ।
৩ আমি অনাথ আৰু পিতৃহীন হলোঁ ;
আমাৰ মাতৃবিলাক বিধৱা যেন হল ।
৪ আমাৰ পানী আমি ধন দি পান কৰোঁ ;
আমাৰ খৰি আমি দাম দি কিনো ।
৫ আমাৰ তাড়নাকাৰীবোৰে আমাৰ ডিঙিত ধুঁৱলি লগাইছে ;
আমি শ্ৰান্ত হলোঁ, অলপো বিশ্ৰাম নেপাওঁ ।
৬ আমি আহাৰেৰে তৃপ্ত হবৰ নিমিত্তে মিচৰীয়াইঁতৰ ফাললৈ হাত মেলিলোঁ,
আৰু অচূৰীয়াইঁতৰ ফাললৈ হাতযোড় কৰিলোঁ ।
৭ আমাৰ পূৰ্ব্বপুৰুষবিলাকে পাপ কৰিলে, আৰু সিবিলাক এতিয়া নাই ;
আমি সিবিলাকৰ অপৰাধৰ ভাৰ বৈছোঁ ।
৮ আমাৰ ওপৰত বন্দীবোৰে শাসন কৰে ;
সিইঁতৰ হাতৰ পৰা আমাক উদ্ধাৰ কৰোঁতা কোনোৱেই নাই ।
৯ অৰণ্যৰ তৰোৱালৰ কাৰণে,
আমাৰ প্ৰাণৰ সংশয়েৰেহে আমি আমাৰ আহাৰ আনো ।
১০ দুৰ্ভিক্ষৰ প্ৰবল তাপৰ কাৰণে,
আমাৰ ছাল তুন্দুৰৰ নিচিনাকৈ জ্বলে ।
১১ শত্ৰুবোৰে চিয়োনত তিৰোতাবিলাকক বলাৎকাৰ কৰিলে ;
সিইঁতে যিহূদাৰ নগৰবোৰত কুমাৰীবিলাকক* ভ্ৰষ্টা কৰিলে ।
১২ প্ৰধান লোকবিলাকক হাতত ডোল লগাই ওলমোৱা হল,
বৃদ্ধবিলাকৰ মুখ আদৰ কৰা নহল ।
১৩ ডেকাবিলাকে যাঁত পিহ বলে,
আৰু লৰাবিলাকে খৰিৰ ভৰত উজুটি খালে ।
১৪ বৃদ্ধবিলাকে বৰ দুৱাৰ ত্যাগ কৰিলে ;
ডেকাবিলাকে গানবাদ্য এৰিলে ।
১৫ আমাৰ অন্তৰৰ উল্লাস গল ;
আমাৰ নাচ্‌বাগ এটি শোক হল ।
১৬ আমাৰ মূৰৰ পৰা মুকুটটি খহি পৰিল ;
আমাৰ সন্তাপ হল, কিয়নো আমি পাপ কৰিলোঁ ।
১৭ এই কাৰণে আমাৰ অন্তৰ পীড়িত হল ;
এইবোৰৰ নিমিত্তে আমাৰ চকু দুৰ্ব্বল হল ।
১৮ কিয়নো চিয়োন পৰ্ব্বতক ধ্বংস কৰা হল,
তাৰ ওপৰত শিয়ালবোৰ ফুৰে ।
১৯ হে যিহোৱা, তুমি চিৰকাললৈকে থাকিছা ;
তোমাৰ সিংহাসন পুৰুষানুক্ৰমে আছে ।
২০ তুমি চিৰকাললৈকে আমাক কিয় পাহৰিবা ?
আৰু ইমান কাল আমাক কিয় ত্যাগ কৰিবা ?
২১ যদি তুমি আমাক সম্পূৰ্ণকৈ ত্যাগ কৰা নাই,
আৰু আমাৰ অহিতে অতিশয় ক্ৰুদ্ধ হোৱা নাই,
২২ তেন্তে হে যিহোৱা, তোমালৈ আমাক ঘূৰুউৱা, তেহে আমি ঘূৰিম ;
আগৰ কালৰ নিচিনা আমাৰ দিন পুনৰায় কৰা ।

# যিহিস্কেল ভাববাদীৰ পুস্তক ।

যিহিস্কেলক কাৰ্য্যত নিযুক্ত কৰাৰ দৰ্শন ।

১ ত্ৰিশ বছৰৰ বছৰিৰ চতুৰ্থ মাহৰ পঞ্চম
দিনা, যয় কবাৰ নদীৰ পাৰত দেশান্তৰিত
লোকবিলাকৰ মাজত থাকোঁতে, স্বৰ্গ মেলা হল,
২ আৰু মই ঈশ্বৰীয় দৰ্শন পালোঁ । যিহোয়াখীন
ৰজা দেশান্তৰিত হোৱাৰ পঞ্চম বছৰৰ সেই
৩ মাহৰ পঞ্চম দিনা, কলদীয়াবিলাকৰ দেশত, কবাৰ
নদীৰ পাৰত, বূজীৰ পুত্ৰ যিহিস্কেল পুৰোহিতৰ
ওচৰলৈ যিহোৱাৰ বাক্য স্পষ্টকৈ আহিল,
আৰু সেই ঠাইত যিহোৱাৰ হাত তেওঁৰ ওপৰত
৪ অৰ্পিত হল । আৰু মই চাই দেখিলোঁ, উত্তৰ
দিশৰ পৰা ধুমুহা বতাহ আহিছে, চিক্‌মিকোৱা
অগ্নি আৰু চাৰিওফালে থকা দীপ্তিৰে সৈতে
এখন ডাঙৰ মেঘ আহিছে ; আৰু তাৰ মাজত,
সেই জুইৰ মাজত উজ্জ্বল ধাতু যেন দেখা গল ।
৫ আৰু তাৰ মাজত চাৰি জন জীয়া প্ৰাণীৰ নিচিনা
কোনো এক পদাৰ্থ দেখা গল । সিবিলাকৰ
আকৃতি এনেকুৱা ; সিবিলাকৰ ৰূপ মানুহৰ

* অৰ্থাৎ পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুবতী কন্যা বুজায় ।

৬ নিচিনা। প্ৰতিজনৰ চাৰিখন চাৰিখন মুখ, আৰু
৭ চাৰিখন চাৰিখন ডেউকা আছিল ; সিবিলাকৰ
ভৰি পোন, সিবিলাকৰ ভৰিৰ তলুৱা দামুৰিৰ
খুৰাৰ তলুৱাৰ নিচিনা ; সেইবোৰ চকা
৮ পিতলৰ নিচিনা চক্‌মক কৰিছিল ; সিবিলাকৰ
চাৰিওকোৰে ডেউকাৰ তলত মানুহৰ হাতৰ
নিচিনা হাত আছিল। সিবিলাক চাৰিওজনৰ
৯ মুখ আৰু ডেউকা এই ৰূপ আছিল, সিবিলাকৰ
ডেউকা পৰস্পৰে লগালগি, যোৱা সময়ত সি-
বিলাক কোনো ফালে নুঘূৰে, সিবিলাক প্ৰতিজনে
১০ পোনে পোনে যায়। সিবিলাকৰ মুখৰ আকৃতিৰ
বিষয়ে হলে, সিবিলাকৰ মুখ মানুহৰ নিচিনা,
আৰু সোঁফালে সিবিলাক চাৰিওজনৰে সিংহৰ
মুখ, আৰু বাঁওফালে চাৰিওজনৰে গৰুৰ মুখ,
আকৌ চাৰিওজনৰে কুৰৰ পক্ষীৰ মুখ আছিল।
১১ সিবিলাকৰ মুখ আৰু ডেউকা ওপৰফালে বেলেগ
বেলেগ ; প্ৰতিজনৰ দুখন দুখন ডেউকা পৰস্পৰে
লগালগি, আৰু দুখন দুখন ডেউকাই সিবিলা-
১২ কৰ গা ঢাকে। সিবিলাক প্ৰতিজনে পোনে
পোনে যায় ; যি ফালে আত্মা যাব খোজে,
সিবিলাক সেই ফালেই যায় ; যোৱা সময়ত
১৩ সিবিলাক নুঘূৰে। সেই জীৱিত প্ৰাণী কেই-
জনৰ ৰূপৰ বিষয়ে হলে, সিবিলাকৰ আভা
জ্বলি থকা জুইৰ আঙঠা আৰু আৰিয়াবোৰৰ
নিচিনা ; সেই জুই প্ৰাণী কেইজনৰ মাজত
ওপৰলৈ তললৈ অহাযোৱা কৰে ; সেই জুই
উজ্জ্বল, আৰু সেই জুইৰ পৰা বিজুলী ওলায়।
১৪ সেই জীৱিত প্ৰাণী কেইজনৰ গমনাগমন বিজু-
১৫ লীৰ চমকৰ নিচিনা দেখা যায়। মই জীৱিত
প্ৰাণী কেইজনলৈ চাই সিবিলাকৰ চাৰিখন
মুখৰ প্ৰতিখনৰ নিমিত্তে সিবিলাকৰ কোষত
১৬ মাটীত এটা এটা চক্ৰ দেখিলোঁ। সেই চক্ৰ
কেইটাৰ আভা বৈদূৰ্য্য মণিৰ নিচিনা, আৰু
সেইবোৰ বৈদূৰ্য্য মণিৰে কৰা যেন দেখা যায় ;
সেই চাৰিওটা একে ৰকমৰ ; সেইবোৰৰ আভা,
আৰু সেইবোৰৰ গঠন দেখিলে, চক্ৰৰ মাজত
১৭ চক্ৰ থকা যেন দেখা যায়। যোৱা সময়ত
সেইবোৰ চাৰি কোষে যায় ; যোৱা সময়ত
১৮ সেইবোৰ কোনো ফালে নুঘূৰে। সেইবোৰৰ
পুঠিৰ বিষয়ে হলে, সেইবোৰ ওখ আৰু ভয়ঙ্কৰ ;
আৰু সেইবোৰৰ পুঠিবোৰ চাৰিওফালে চকুৰে
১৯ ভৰা। আৰু প্ৰাণী কেইজন যোৱা সময়ত,
চক্ৰ কেইটা সিবিলাকৰ কোষে কোষে চলে ;
আৰু যেতিয়া প্ৰাণী কেইজন মাটীৰ পৰা দাং
২০ খায়, তেতিয়া চক্ৰ কেইটাও দাং খায়। যলৈকে
আত্মা যাব খোজে, তলৈকে সিবিলাকো যায় ;
কোনো ঠাইলৈ আত্মা যাব খুজিলেই চক্ৰ
কেইটা সিবিলাকৰ কোষত দাং খায় ; কিয়নো
প্ৰাণী কেইজনৰ আত্মা চক্ৰ কেইটাত আছিল।
২১ সিবিলাক গলে, সেইবোৰো যায় ; সিবিলাক
ৰলে, সেইবোৰো ৰয় ; আৰু সিবিলাক মাটীৰ
পৰা দাং খালে, চক্ৰ কেইটাও সিবিলাকৰ কোষত
দাং খায় ; কিয়নো প্ৰাণী কেইজনৰ আত্মা চক্ৰ
২২ কেইটাত আছিল। আৰু প্ৰাণী কেইজনৰ মূৰৰ
ওপৰত, ভয়ানক স্ফটিকৰ বৰণৰ, সিবিলাকৰ মূৰৰ
ওপৰত ওখত মেলা এখন চন্দ্ৰাতপৰ নিচিনা এক
২৩ বস্তু আছিল। চন্দ্ৰাতপখনৰ তলত সিবিলা-
কৰ ডেউকা পৰস্পৰৰ ফালে পোন, আৰু
গা ঢাকিবৰ নিমিত্তে প্ৰতিজনৰ একালে দুখন
২৪ আনকালে দুখন ডেউকা আছিল। সিবি-
লাক যোৱা সময়ত, মহাজলসমূহৰ শব্দৰ
নিচিনা, সৰ্ব্বশক্তিমান জনাৰ ধ্বনিৰেই নিচিনা
মই সিবিলাকৰ ডেউকাৰ শব্দ শুনিলোঁ, সৈন্য-
সামন্তৰ ধ্বনিৰ নিচিনা কোলাহলৰ শব্দ
শুনিলোঁ ; সিবিলাক ৰোৱা সময়ত, সিবিলাকে
২৫ আপোন আপোন ডেউকা চপায়। সিবিলা-
কৰ মূৰৰ ওপৰত থকা চন্দ্ৰাতপখনৰ ওপৰৰ
পৰা এক ধ্বনি শুনা যায় ; সিবিলাক ৰোৱা
সময়ত, সিবিলাকে আপোন আপোন ডেউকা
২৬ চপায়। সিবিলাকৰ মূৰৰ ওপৰৰ চন্দ্ৰাতপ-
খনৰ ওপৰত নীলকান্ত মণিৰ আকৃতিৰে এখন
সিংহাসন যেন এক বস্তু আছিল ; সেই সিংহা-
সন যেন বস্তুটোৰ ওপৰত ওখত, এজনা মানুহৰ
আকৃতি যেন এক মূৰ্ত্তি তাৰ ওপৰত আছিল।
২৭ আৰু তেওঁৰ কঁকাল যেন বস্তুটোৰ পৰা ওপৰ-
লৈ, মই ভিতৰে চাৰিওফালে উজ্জ্বল ধাতুৰ
নিচিনা জুইৰ আকৃতি যেন দেখিলোঁ ; আৰু
তেওঁৰ কঁকাল যেন বস্তুটোৰ পৰা তললৈ জুইৰ
আকৃতি যেন দেখিলোঁ, আৰু তেওঁৰ চাৰিও-
২৮ ফালে দীপ্তি আছিল। বৃষ্টিৰ দিনা মেঘত থকা
ধনুখনৰ আকৃতি যেনে, তেওঁৰ চাৰিওফালৰ
দীপ্তিৰ আকৃতি তেনে। যিহোৱাৰ গৌৰৱ যেন
পদাৰ্থটো এই ৰূপ দেখা গল। তাক দেখামাত্ৰে
মই উবুৰি হৈ পৰিলোঁ, আৰু বাক্য কওঁতা
এজনাৰ মাত মোৰ কাণত পৰিল।

২ তেওঁ মোক কলে, হে মনুষ্যসন্তান, তোমাৰ
ভৰ দি থিয় হোৱা, মই তোমাৰে সৈতে কথা
২ হওঁ। তেওঁ মোক কথা কওঁতেই আত্মাই মোৰ
অন্তৰত সোমাই মোক থিয় কৰিলে, আৰু
৩ মোক কোৱা জনাৰ বাক্য মই শুনিলোঁ। তেওঁ
মোক কলে, হে মনুষ্যসন্তান, আহাঁ, মই তোমাক
ইস্ৰায়েলৰ সন্তানবিলাকৰ ওচৰলৈ, মোৰ অহিতে
বিদ্ৰোহ কৰা বিদ্ৰোহী জাতিবিলাকৰ ওচৰলৈ
পঠাওঁ ; সিবিলাকে আৰু সিবিলাকৰ পূৰ্ব্বপুৰুষ-
বিলাকে আজিলৈকে মোৰ অহিতে অপৰাধ কৰি
৪ আহিছে। সেই সন্তানবিলাক নিলাজ আৰু

অবাধ্য ; ময় সিবিলাকর ওচরলৈ তোমাক
পঠাওঁ ; তুমি সিবিলাকক কবা, প্ৰভু যিহোৱাই
৫ এই কথা কৈছে। সিবিলাকে শুনোক বা
নুশুনোক, (কিয়নো সিবিলাক বিদ্রোহী বংশ,)
সিবিলাকর মাজত যে এজন ভাববাদী উপ-
৬ স্থিত হল, তাক সিবিলাকে জানিব। যদিও
কাঁইটীয়া বন আৰু কাঁইট গছৰ হাবি তোমার
লগত আছে, আৰু যদিও কেঁকোৰাবিছাবোৰৰ
মাজত তুমি বাস করিছা, তথাপি হে মনুষ্যসন্তান,
তুমি সিবিলাকলৈ ভয় নকরিবা, বা সিবিলাকর
কথালৈকো ভয় নকরিবা ; যদিও সিবিলাক
বিদ্রোহী বংশ, তথাপি সিবিলাকর কথালৈ ভয়
নকরিবা, বা সিবিলাকর মুখ দেখি ব্যাকুল নহবা।
৭ সিবিলাকে শুনোক বা নুশুনোক, তুমি মোর
বাক্য সিবিলাকক কবা ; কিয়নো সিবিলাক অত্যন্ত
৮ বিদ্রোহী। কিন্তু হে মনুষ্যসন্তান, তুমি হলে, ময়
কোৱা কথা শুনা, সেই বিদ্রোহী বংশর নিচিনা
তুমিও বিদ্রোহী নহবা ; মুখ মেলা, ময় তোমাক
৯ যি দিওঁ, তাক খোৱা। তেতিয়া ময় চাই দেখি-
লোঁ, এখন হাত মোলৈ মেলা হৈছে ; আৰু
দেখা, সেই হাতত এখন নুরিওৱা পুথী আছে।
১০ তেওঁ মোর আগত তাক মেলিলে ; সেই পুথী-
খন ইফালে সিফালে দুই ফালে লিখা
আছিল, আৰু তাত বিলাপ, শোক, আৰু সন্তাপর
৩ কথা লিখা আছিল। পাছে তেওঁ মোক কলে,
হে মনুষ্যসন্তান, তোমার আগত যি আছে,
তাক খোৱা ; এই নুরিওৱা পুথীখন খাই গৈলাই,
২ গৈ ইস্রায়েলর বংশক কথা কোৱা। তাতে ময়
মুখ মেলিলত, তেওঁ মোক সেই পুথীখন খুৱাই
৩ দিলে। তেওঁ মোক কলে, হে মনুষ্যসন্তান,
ময় তোমাক দিয়া নুরিওৱা পুথীখন পেটলৈ
নি, তারে তোমার উদর পূর করা। তাতে ময়
তাক খালত, সেয়ে মোর মুখত মৌর নিচিনা
মিঠা লাগিল।
৪ পাছে তেওঁ মোক কলে, হে মনুষ্যসন্তান,
ইস্রায়েল বংশর ওচরলৈ গৈ সিবিলাকক মোর
৫ বাক্য কোৱা। কিয়নো অস্পষ্ট কথা আৰু কঠিন
ভাষা কোৱা জাতির ওচরলৈ তোমাক নপঠাই
ইস্রায়েল বংশর ওচরলৈ পঠোৱা হৈছে।
৬ যি জাতিবিলাকর বাক্য তুমি বুজিব নোৱারা,
অস্পষ্ট কথা আৰু কঠিন ভাষা কোৱা এনে
অনেক জাতির ওচরলৈ তোমাক পঠোৱা নাই।
ময় যদি তোমাক সিইঁতর ওচরলৈ পঠালোঁ-
হেঁতেন, তেন্তে নিশ্চয়ে সিইঁতে তোমার কথা
৭ শুনিলেহেঁতেন। কিন্তু ইস্রায়েল বংশই তোমার
কথা শুনিবলৈ সম্মত নহব ; কিয়নো সিবিলাকে
মোর কথা শুনিবলৈ সম্মত নহয়। কারণ ইস্রা-
য়েলর গোটেই বংশ টানকঁপলীয়া আৰু কঠিন-
৮ চিত্তীয়া। দেখা, ময় সিবিলাকর মুখর আগত
তোমার মুখ কঠিন, আৰু সিবিলাকর কঁপালর
৯ আগত তোমার কঁপাল টান করিলোঁ। ময়
তোমার কঁপাল চকমকি পাথরতকৈ কঠিন হীরা
যেন করিলোঁ ; সিবিলাক বিদ্রোহী বংশ
হলেও, সিবিলাকলৈ ভয় নকরিবা, বা সিবিলা-
১০ কর মুখ দেখি ব্যাকুল নহবা। তেওঁ মোক আৰু
কলে, হে মনুষ্যসন্তান, ময় তোমার আগত যি যি
কথা কওঁ, সেই আটাই কথাক অন্তরত গ্ৰহণ করা,
১১ আৰু কাণত ঠাই দিয়া। আৰু তোমার দেশান্ত-
রিত স্বজাতীয় সন্তানবিলাকর ওচরলৈ গৈ সি-
বিলাকক কথা কোৱা ; সিবিলাকে শুনোক
বা নুশুনোক, প্ৰভু যিহোৱাই এই কথা কৈছে,
এই বুলি সিবিলাকক কোৱা।
১২ তেতিয়া আত্মাই মোক দাঙি ললত, “আপোন
ঠাইর পরা ওলাই যোৱা যিহোৱার গৌরব
ধন্য,” এই বাক্য, অতি বেগেরে যোৱা শবদেরে
১৩ মোর পাছর পরা শুনিলোঁ ; আৰু প্ৰাণী কেই-
জনর ডেউকা পরস্পরে লগালগি হোৱাত, সেই-
বোরর শবদ, আৰু সিবিলাকর কাষত থকা চক্র
কেইটার শবদ, এনে কি অতি বেগেরে যোৱার
১৪ মহাশবদ শুনিলোঁ। এই রূপে আত্মাই মোক
দাঙি লৈ গল ; আৰু ময় বেজারত আৰু মোর
অন্তরর তাপত গলোঁ, আৰু যিহোৱার হাত মোর
১৫ ওপরত প্ৰবল আছিল। পাছে কবার নদীর
পারত থকা তেল-আবীবনিবাসী দেশান্তরিত
লোকবিলাকর ওচরত ময় উপস্থিত হলোঁ, আৰু
সিবিলাক বহি থকা ঠাইলৈ গৈ, ময় আশ্চরিত
হৈ সিবিলাকর মাজত সাত দিন বহি থাকিলোঁ।
১৬ সাত দিনর মূরত যিহোৱার বাক্য মোর ওচর-
১৭ লৈ আহিল, বোলে, হে মনুষ্যসন্তান, ময়
তোমাক ইস্রায়েল বংশর নিমিত্তে প্ৰহরী নিযুক্ত
করিলোঁ ; এই কারণে মোর মুখর পরা বাক্য
শুনি মোর নামেরে সিবিলাকক সতর্ক করা।
১৮ তুমি নিশ্চয়ে মরিবা, এই বুলি ময় দুষ্টক কোৱা
সময়ত তুমি তাক সতর্ক নকরিলে, বা তার প্ৰাণ
নিস্তার করিবর নিমিত্তে তার মন্দ পথর পরা
তারু সাবধান হবলৈ নকলে, সেই দুষ্ট লোক
আপোন অপরাধত মরিব ; কিন্তু ময় তোমার
১৯ হাতর পরা তার রক্তর প্ৰতিশোধ লম। কিন্তু তুমি
তাক সতর্ক করাতো সি আপোন দুষ্টতার পরা
বা আপোন কুপথর পরা নুঘুরিলে, সি আপোন
অপরাধত মরিব ; কিন্তু তুমি হলে, আপোন প্ৰাণ
২০ রক্ষা করিবা। আকৌ ধার্ম্মিক লোকে আপোন
ধার্ম্মিকতার পরা ঘুরি অপরাধ করিলে, আৰু
ময় তার আগত উজুটি খোৱা দ্ৰব্য রাখিলে,
সি মরিব ; তুমি তাক সতর্ক নকরিলে সি
নিজর প্ৰাণত মরিব, আৰু সি করা ধর্ম্মকর্ম্ম-

বোৰ সৌঁৱৰণ কৰা নেযাব ; কিন্তু তাৰ ৰক্তৰ
২১ প্ৰতিশোধ মই তোমাৰ হাতৰ পৰা লম। আৰু
ধাৰ্ম্মিক লোকে পাপ নকৰিবৰ নিমিত্তে তুমি যদি
তাক সতৰ্ক কৰা, আৰু সি পাপ নকৰে, তেন্তে সি
সতৰ্ক হোৱাৰ কাৰণে অৱশ্যে জীয়াই থাকিব ;
আৰু তুমিও আপোন প্ৰাণ ৰক্ষা কৰিবা।

ভাববাদীৰ মুখ বন্ধ হোৱা।

২২ আৰু সেই ঠাইতে যিহোৱাৰ হাত মোৰ ওপ-
ৰত অৰ্পিত হল, আৰু তেওঁ মোক কলে, উঠা,
উপত্যকালৈ ওলাই যোৱা, মই সেই ঠাইত
২৩ তোমাৰ লগত কথা হম। তাতে মই উঠি উপ-
ত্যকালৈ ওলাই গলোঁ, আৰু দেখিলোঁ, কবাৰ
নদীৰ ওচৰত মই দেখা গৌৰৱৰ নিচিনা যিহো-
ৱাৰ গৌৰৱ তাত ৰৈ আছে ; তাতে মই উবুৰি
২৪ হৈ পৰিলোঁ। পাছে আত্মাই মোৰ অন্তৰত
সোমাই মোক থিয় কৰিলে, আৰু তেওঁ মোৰ
লগত কথা হৈ মোক কলে, তুমি গৈ আপোন
২৫ ঘৰ বন্ধ কৰি ভিতৰত থাকা। হে মনুষ্য-
সন্তান, দেখা, মানুহবিলাকে তোমাক লেজু
লগাই তাৰে তোমাক বান্ধিব, তাতে তুমি বাহিৰ
২৬ হৈ সিবিলাকৰ মাজলৈ যাব নোৱাৰিবা ; আৰু
মই তোমাৰ জিবা তালুত লগাম, তাতে তুমি
বোবা হবা, আৰু সিবিলাকৰ আগত অনুযোগ
কৰোঁতা নহবা ; কিয়নো সিবিলাক বিদ্ৰোহী
২৭ বংশ। কিন্তু মই তোমাৰ লগত কথা হোৱা
সময়ত তোমাৰ মুখ মেলিম ; তাতে প্ৰভু যিহো-
ৱাই এই কথা কৈছে বুলি তুমি সিবিলাকক
কবা। যি জনে শুনে, সি শুনোক, আৰু যি
জনে নুশুনে, সি নুশুনোক ; কিয়নো সিবিলাক
বিদ্ৰোহী বংশ।

যিৰূচালেমক অৱৰোধ কৰাৰ বিষয়ে দেখুওৱা
কেইটামান চিন।

৪ হে মনুষ্যসন্তান, তুমি এটা ইটা লৈ, তাক
আপোনাৰ আগত ৰাখি তাৰ ওপৰত এখন
২ নগৰৰ অৰ্থাৎ যিৰূচালেমৰ নক্চা আঁকা ; আৰু
তাক অৱৰোধ কৰা, তাৰ অহিতে কোঁঠ সাজা, তাৰ
অহিতে হাদাম বান্ধা, তাৰ অহিতে চাৰিওকালে
ছাউনিও পাতা, আৰু তাৰ অহিতে চাৰিওকালে
৩ গড় ভঙা যন্ত্ৰ স্থাপন কৰা। আৰু তুমি এখন
লোহাৰ তাওৱা লৈ তোমাৰ আৰু নগৰৰ মাজত
লোহাৰ গড়স্বৰূপে তাক স্থাপন কৰা, আৰু তাৰ
কালে কঠিন দৃষ্টি কৰা ; তাতে সেয়ে অৱৰোধৰ
অৱস্থাত পৰিব, আৰু তুমি তাক অৱৰোধ
কৰিবা। ইস্ৰায়েল বংশৰ নিমিত্তে এয়ে চিন হব।
৪ তাৰ বাহিৰে তুমি বাঁওকোষে শুই তাৰ
ওপৰত ইস্ৰায়েল বংশৰ অপৰাধৰ ভাৰ ৰাখা ;
তুমি সেই কোষে শোৱা দিনৰ সংখ্যা অনুসাৰে
৫ তুমি সিবিলাকৰ অপৰাধ ববা। কিয়নো মই
সিবিলাকৰ অপৰাধৰ বছৰৰ সংখ্যা তোমাৰ
নিমিত্তে কেতবোৰ দিনৰ সংখ্যা কৰিলোঁ, অৰ্থাৎ
তিনি শ নব্বৈ দিন কৰিলোঁ ; এই ৰূপে তুমি
৬ ইস্ৰায়েল বংশৰ অপৰাধ ববা। আৰু তুমি
এইবোৰ সম্পূৰ্ণ কৰি আকৌ সোঁকোষে শুবা,
আৰু চল্লিশ দিনলৈকে যিহূদা বংশৰ অপৰাধ
ববা ; মই এক এক বছৰ তোমাৰ নিমিত্তে
৭ এক এক দিন কৰিলোঁ। তুমি বাহু উদং কৰি
যিৰূচালেমৰ অৱৰোধলৈ স্থিৰদৃষ্টি কৰি তাৰ
৮ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰিবা। দেখা, মই
ৰচিৰে তোমাক বান্ধিম ; তাতে তোমাৰ অৱ-
ৰোধৰ দিন তুমি সম্পূৰ্ণ নকৰালৈকে এক কোষৰ
৯ পৰা আন কোষলৈ বাগৰিব নোৱাৰিবা। আৰু
তুমি আপোনাৰ নিমিত্তে ঘেঁহু, যৱ, মাহ,
মচুৰ, বজৰা, আৰু জনৰা লৈ এটা পাত্ৰত
ৰাখি তাৰে পিঠা বনোৱা ; তুমি কাতি
হৈ শুই থকা দিনৰ সংখ্যা অনুসাৰে তিনি
১০ শ নব্বৈ দিন তাক ভোজন কৰিবা। তোমাৰ
খোৱা আহাৰ জোখ কৰি দিনে দিনে বিশ
চেকল খাবা ; তুমি বিশেষ বিশেষ সময়ত তাক
১১ খাবা। আৰু তুমি পানীও জোখ কৰি হীনৰ ছয়
ভাগৰ এভাগ পান কৰিবা ; তুমি বিশেষ বিশেষ
১২ সময়ত তাক পান কৰিবা। আৰু তুমি যৱৰ
পিঠাৰ নিচিনাকৈ তাক তৈয়াৰ কৰি ভোজন
কৰিবা ; আৰু সিবিলাকৰ চকুৰ আগতে, মানুহৰ
পৰা বাহিৰ হোৱা বিষ্ঠাৰে তাক তাও দিবা।
১৩ যিহোৱাই আৰু কলে, যি জাতিবিলাকৰ মাজলৈ
মই ইস্ৰায়েলৰ সন্তানবিলাকক খেদিম, সেই
জাতিবিলাকৰ মাজত সিবিলাকে আপোন
আপোন আহাৰ এই ৰূপে অশুচিকৈ খাব।
১৪ তেতিয়া মই কলোঁ, হায় হায় প্ৰভু যিহোৱা, দেখা,
মোৰ প্ৰাণ অশুচি কৰা নাই ; কিয়নো মই লৰা
কালৰে পৰা আজিলৈকে, আপোনাআপুনি
মৰা বা জন্তুৱে চিৰা একোকে খোৱা নাই,
নাইবা ঘিণলগীয়া মাংস মোৰ মুখত কেতিয়াও
১৫ সোমোৱা নাই। তেতিয়া তেওঁ মোক কলে, দেখ,
মই মানুহৰ বিষ্ঠাৰ সলনি তোমাক গোবৰখুটি
দিলোঁ ; তুমি তাৰে আপোনাৰ পিঠা তাও দি
১৬ তৈয়াৰ কৰিবা। তাৰ বাহিৰে, তেওঁ মোক কলে,
হে মনুষ্যসন্তান, দেখা, মই যিৰূচালেমত অন্নৰূপ
লাখুটি ভাঙিম ; তাতে, সিবিলাক পিঠা আৰু
পানীৰ অভাৱত পৰিবৰ নিমিত্তে, আৰু পৰস্পৰে
আশ্চৰ্য্যিত হৈ সিবিলাকৰ অপৰাধত ক্ষীণাই
১৭ যাবৰ নিমিত্তে সিবিলাকে জোখাজোখিকৈ জুখি
জুখি পিঠা খাব, আৰু আশ্চৰ্য্যিত হৈ জুখি
জুখি পানী পান কৰিব।

৫ আৰু হে মনুষ্যসন্তান, তুমি এখন চোকা
তৰোৱাল লোৱা ; তুমি তাক নাপিতৰ ক্ষুৰ-
স্বৰূপে লৈ আপোনাৰ মূৰৰ চুলি আৰু দাঁড়িৰ
ওপৰত চলোৱা। পাছে এখন তৰ্জু লৈ, সেই
২ দাঁড়ি চুলিবোৰ জুখি ভাগ ভাগ কৰিবা। নগৰ
অৱৰোধ কৰা দিন সম্পূৰ্ণ হলে, তুমি তাৰ তিনি
ভাগৰ এভাগ নগৰৰ মাজত জুইত পুৰিবা ; তুমি
দ্বিতীয় ভাগ লৈ নগৰৰ চাৰিওফালে তাক তৰো-
ৱালেৰে প্ৰহাৰ কৰিবা ; আৰু তুমি তৃতীয় ভাগ
বায়ুত উড়ুৱাই দিবা, আৰু মই কাঁকৰ পৰা তৰো-
ৱাল উলিয়াই সিবিলাকৰ পাছে পাছে খেদি
৩ যাম। আৰু তুমি তাৰে অলপ লৈ তোমাৰ কাপোৰৰ
৪ আঁচলত বান্ধিবা। পাছে তুমি তাৰো অলপ লৈ
জুইৰ মাজত পেলাই জুইত পুৰিবা ; তাৰ পৰা
জুই ওলাই গোটেই ইস্ৰায়েল বংশত সোমাব।
৫ প্ৰভু যিহোৱাই এই কথা কৈছে, এয়ে যিৰূ-
চালেম ; মই ইয়াক জাতিবিলাকৰ মাজত স্থাপন
কৰিলোঁ, আৰু ইয়াৰ চাৰিওফালে দেশবোৰ
৬ আছে। আৰু ই জাতিবিলাকতকৈয়ো অধিক
দুষ্কৰ্ম্ম কৰি মোৰ শাসনপ্ৰণালীবোৰৰ বিৰুদ্ধে,
আৰু ইয়াৰ চাৰিওফালে থকা দেশৰ লোক-
বিলাকতকৈয়ো মোৰ বিধিবোৰৰ বিৰুদ্ধে অধিক
বিদ্ৰোহ কৰিলে ; কিয়নো ইহঁতে মোৰ
শাসনপ্ৰণালীবোৰ অগ্ৰাহ্য কৰিলে, আৰু মোৰ
বিধিবোৰৰ বিষয়ে হলে ইহঁতে সেইবোৰত
৭ নচলিলে। এই নিমিত্তে প্ৰভু যিহোৱাই এই কথা
কৈছে, তোমালোকৰ চাৰিওফালে থকা জাতিবি-
লাকতকৈ তোমালোকে অধিক অত্যাচাৰ কৰিলা,
মোৰ বিধিবোৰত নচলিলা, মোৰ শাসনপ্ৰণালী-
বোৰ পালন নকৰিলা, আৰু তোমালোকৰ চাৰিও-
ফালে থকা জাতিবিলাকৰ শাসনপ্ৰণালী অনু-
৮ সাৰেও কাৰ্য্য নকৰিলা। এই হেতুকে প্ৰভু যিহো-
ৱাই এই কথা কৈছে, দেখা, মই, মইয়েই তোমাৰ
বিপক্ষ ; আৰু মই জাতিবিলাকৰ সাক্ষাতে
৯ তোমাৰ মাজত দণ্ডাজ্ঞা সিদ্ধ কৰিম। যিহক
মই কেতিয়াও কৰা নাই, আৰু যিহৰ নিচিনা
কেতিয়াও নকৰিম, তোমাৰ আটাই ঘিণলগীয়া
কাৰ্য্যবোৰৰ নিমিত্তে তাকেই তোমাৰ মাজত
১০ কৰিম। এই কাৰণে তোমাৰ মাজত বাপেকহঁতে
পুতেকহঁতক খাব, আৰু পুতেকহঁতে বাপেকহঁতক
খাব ; এই প্ৰকাৰে মই তোমাৰ মাজত দণ্ডাজ্ঞা
সিদ্ধ কৰিম, আৰু তোমাৰ আটাই অৱশিষ্ট
১১ ভাগ চাৰিওফালে বায়ুত উড়ুৱাই দিম। এই
হেতুকে, প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ
শপত, তোমাৰ আটাই ঘিণলগীয়া বস্তুৰে, আৰু
তোমাৰ আটাই ঘৃণনীয় কাৰ্য্যেৰে তুমি মোৰ
পবিত্ৰস্থান অশুচি কৰা বাবে, মই নিশ্চয়ে তোমাক
হ্ৰাস কৰিম, তোমালৈ কৃপাদৃষ্টি নকৰিম, আৰু
১২ তোমাক দয়াও নকৰিম। তোমাৰ তিনি ভাগৰ
এভাগ লোক তোমাৰ মাজত মহামাৰীত মৰিব
আৰু আকালৰ দ্বাৰায় নষ্ট হব ; দ্বিতীয় ভাগ
তোমাৰ চাৰিওফালে তৰোৱালত পতিত হব ; আৰু
তৃতীয় ভাগ মই চাৰিওফালে বায়ুত উড়ুৱাই দিম,
আৰু কাঁকৰ পৰা তৰোৱাল উলিয়াই সিবিলাকৰ
১৩ পাছে পাছে খেদি যাম। এই দৰে মোৰ ক্ৰোধ
সিদ্ধ হব, আৰু মই সিবিলাকৰ ওপৰত মোৰ
কোপ বৰষাই ক্ষান্ত হম ; মই সিবিলাকৰ
ওপৰত মোৰ ক্ৰোধ সিদ্ধ কৰাৰ পাছত, সিবি-
লাকে জানিব, যে, মই যিহোৱাই মোৰ মৰ্য্যাদা
১৪ ৰখাৰ উৎসাহতে এই কথা কলোঁ। ইয়াৰ
বাহিৰে, আটাই পথিকবিলাকৰ দৃষ্টিত তোমাৰ
চাৰিওফালে থকা জাতিবিলাকৰ মাজত মই
তোমাক ধ্বংসস্থান আৰু ধিক্কাৰৰ বিষয় কৰিম।
১৫ তাতে, মই ক্ৰোধত, কোপত, আৰু কোপ-
যুক্ত ধমকিত তোমাৰ মাজত দণ্ডাজ্ঞা সিদ্ধ
কৰিলে, তোমাৰ চাৰিওফালে থকা জাতিবিলা-
কৰ নিমিত্তে সেই নগৰ ধিক্কাৰ, বিদ্ৰূপ, শিক্ষা,
আৰু আশ্চৰ্য্যিতৰ বিষয় হব ; মই যিহোৱাই
১৬ এই কথা কলোঁ। মই সেই সমস্ত সিবিলাকৰ
মাজলৈ আকালস্বৰূপ বিনাশাৰ্থক অনিষ্টকাৰী
বাণ মাৰিম, তোমালোকক বিনষ্ট কৰিবৰ অৰ্থেহে
সেইবোৰ মাৰিম ; মই তোমালোকৰ ওপৰত
আকাল বঢ়াম, আৰু তোমালোকৰ অন্নৰূপ
১৭ লাখুটি ভাঙিম। মই তোমালোকৰ অহিতে
আকাল আৰু হিংসক জন্তুবোৰ পঠাম, সিহঁতে
তোমাক সন্তানহীন কৰিব ; মহামাৰী আৰু
ৰক্তপাত তোমাৰ মাজেদি যাব, আৰু মই
তোমাৰ অহিতে তৰোৱাল অনাম। মই
যিহোৱাই এই কথা কলোঁ।

ইস্ৰায়েলৰ পৰ্ব্বতবোৰৰ বিৰুদ্ধে কোৱা
ভাববাণী।

৬ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, ইস্ৰায়েলৰ
পৰ্ব্বতবোৰৰ ফাললৈ তুমি মুখ কৰি সেইবোৰৰ
৩ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা, আৰু কোৱা, হে
ইস্ৰায়েলৰ পৰ্ব্বতবিলাক, প্ৰভু যিহোৱাৰ বাক্য
শুনা ; প্ৰভু যিহোৱাই পৰ্ব্বতবোৰক, উপপৰ্ব্বত-
বোৰক, জুৰী বৈ যোৱা ঠাইবোৰক, আৰু
উপত্যকাবোৰক এই কথা কৈছে, দেখা, মই,
মইয়েই তোমালোকৰ অহিতে তৰোৱাল অনাম,
আৰু তোমালোকৰ ওখ ঠাইবোৰ বিনষ্ট কৰিম।
৪ তাতে তোমালোকৰ যজ্ঞবেদিবোৰ ধ্বংস কৰা
হব, আৰু তোমালোকৰ সূৰ্য্যপ্ৰতিমাবোৰ ভঙা
হব ; আৰু মই তোমালোকৰ হত লোকবিলাকক
৫ তোমালোকৰ মূৰ্ত্তিবোৰৰ আগত পেলাম। আৰু

দৰ্শন তার আটাই লোকসমূহর সম্পৰ্কীয় ;
কোনেও মূৰ্চ্ছিব, বা আপোন আপোন অপ-
রাধত কোনেও জীৱনধাৰণ করিব নোৱারিব।
১৪ সিবিলাকে শিঙা বজাই সকলোকে যুগুত
করিলে, কিন্তু যুদ্ধলৈ কোনো নেযায় ; কিয়নো
মোর ক্ৰোধ তার আটাই লোকসমূহর ওপরত
১৫ পৰিল। বাহিরত তৰোৱাল, ভিতরত মহামারী
আরু আকাল ; যি মানুহ পথারত আছে, সি
তরোৱালত মরিব, আরু যি মানুহ নগরত আছে,
তাক আকাল আরু মহামারীয়ে গ্ৰাস করিব।
১৬ কিন্তু সিবিলাকর মাজর যিবিলাক সারিব,
সিবিলাক সারি আটাইবিলাকে আপোন
আপোন অপরাধত শোক করি, উপত্যকাবাসী
১৭ কপৌর দরে পৰ্ব্বতত থাকিব। সকলোরে হাত
দুৰ্ব্বল হব, আরু সকলোরে আঁঠু পানীর নিচিনা
১৮ অস্থির হব। সিবিলাকে কঁকালত চট বান্ধিব,
আরু মহাত্ৰাস সিবিলাকর আবরণস্বরূপ হব ;
আটাইরে মুখ বিবর্ণ হব, আরু সিবিলাক
১৯ আটাইর মূর টকলা করা হব। সিবিলাকে
আপোন আপোন রূপ বাটত পেলাই দিব, আরু
সিবিলাকর সোণ অশুচি বস্তু যেন হব ; যিহো-
ৱার ক্ৰোধর দিনা সিবিলাকর সোণ আরু রূপে
সিবিলাকক রক্ষা করিব নোৱারিব ; সেইবোরে
সিবিলাকর প্ৰাণ তৃপ্ত বা সিবিলাকর উদর পূর
করিব নোৱারিব ; কিয়নো সেয়ে সিবিলাকর
২০ অপরাধজনক বিঘিনি। তেওঁর সুন্দর ভূষণর
বিষয়ে হলে, তেওঁ তাক গৌরবযুক্ত করি স্থাপন
করিছিল, কিন্তু সিবিলাকে তাত সিবিলাকর
ঘিণলগীয়া দেবতার মূৰ্ত্তি, আরু সিবিলাকর ঘৃণ-
নীয় বস্তু স্থাপন করিলে ; এই কারণে মই তাক
২১ সিবিলাকলৈ অশুচি বস্তু যেন করিলোঁ। মই
তাক চিকারস্বরূপে বিদেশীয়বিলাকর হাতত, আরু
লুটদ্ৰব্যস্বরূপে পৃথিবীর দুষ্টবোরর হাতত সোমাই
দিম ; তাতে সিহঁতে তাক অপবিত্ৰ করিব।
২২ আরু মই মোর মুখ সিবিলাকর পরা ঘুরাম ;
তাতে সিহঁতে মোর গুপ্তস্থান অশুচি করিব,
আরু ডকাইতবোরে তাত সোমাই তাক অপবিত্ৰ
২৩ করিব। তুমি এডাল শিকলি গঢ়োৱা ; কিয়নো
দেশ রক্তপাতর অপরাধেরে পরিপূর্ণ, আরু নগর
২৪ অত্যাচারেরে ভরিল। এই নিমিত্তে মই জাতি-
বিলাকর মাজর অতি দুষ্টবোরক আনিম, আরু
সিহঁতে সিবিলাকর ঘরবোর অধিকার করিব ;
মই বলরামবিলাকর গর্ব্ব খর্ব্ব করিম, আরু
সিবিলাকর পবিত্ৰস্থানবোর অপবিত্ৰ করা হব।
২৫ সংহার আহিব লাগিছে ; সিবিলাকে শান্তি
২৬ বিচারিব, কিন্তু নেপাব। আপদর উপরি আপদ
হব, আরু জনরবর উপরি জনরব হব ; সেই
কালত সিবিলাকে ভাববাদীর দর্শন বিচারিব,
কিন্তু পুরোহিতর পরা ব্যৱস্থা, আরু বৃদ্ধবিলাকর
২৭ পরা মন্ত্ৰণা লোপ পাব। রজাই শোক করিব,
অধ্যক্ষই ধ্বংসরূপ বস্ত্ৰ পরিধান করিব, আরু
দেশর প্ৰজাবিলাকর হাত কঁপিব ; মই সিবি-
লাকর আচার ব্যৱহার অনুসারে সিবিলাকলৈ
কার্য্য করিম, আরু যিবিলাকর কার্য্য অনুসারে
সিবিলাকর বিচার করিম ; তাতে, মই যে
যিহোৱা, তাক সিবিলাকে জানিব।

যিহূদীবিলাকর নানাবিধ দেবপূজার দর্শন।

৮ ষষ্ঠ বছরর ষষ্ঠ মাহর পঞ্চম দিনা, মোর
ঘরত মই বহি থাকোঁতে, আরু যিহূদার
বৃদ্ধবিলাক মোর আগত বহি থাকোঁতে, সেই
ঠাইত প্ৰভু যিহোৱার হাত মোর ওপরত অর্পিত
২ হল। তেতিয়া মই চাই অগ্নি যেন এক মূৰ্ত্তি
দেখিলোঁ ; তেওঁর কঁকাল যেন বস্তুটোর পরা
তললৈ অগ্নি যেন দেখা গল, আরু কঁকালর
পরা ওপরলৈ, দীপ্তি যেন, উজ্জ্বল ধাতু যেন
৩ দেখা গল। পাছে তেওঁ হাত যেন বস্তুটো মেলি
মোর মূরর একোচা চুলিত ধরিলে, আরু আত্মাই
মোক দাঙি, ঈশ্বরীয় দর্শনত যিরূচালেমলৈ,
অন্তর্জ্বালাজনক অন্তর্জ্বালামূৰ্ত্তি স্থাপিত হোৱা,
ভিতর চোঁতালর উত্তর কালর বাটচরার দুৱার-
মুখলৈ পৃথিবী আরু আকাশর মাজেদি মোক
৪ লৈ গল। আরু মই দেখিলোঁ, উপত্যকাত
দর্শনত দেখা বস্তুটোর দরে ইস্ৰায়েলর ঈশ্বরর
৫ গৌরব তাত আছিল। তেতিয়া তেওঁ মোক কলে,
হে মনুষ্যসন্তান, তুমি চকু তুলি উত্তর কাললৈ
চোৱা। তাতে মই উত্তর কাললৈ চকু তুলি চাই
যজ্ঞবেদির বাটচরার উত্তরকালে প্ৰবেশস্থানত
৬ সেই অন্তর্জ্বালামূৰ্ত্তি দেখিলোঁ। পাছে তেওঁ
মোক কলে, হে মনুষ্যসন্তান, লোকবিলাকে কি
করিছে তাক তুমি দেখিছা নে ? মোর পবিত্ৰ-
স্থানর পরা মই আঁতর হবর নিমিত্তে
ইস্ৰায়েল বংশই যিবোর বর বর ঘিণলগীয়া
কার্য্য করিছে, সেইবোর তুমি দেখিছা নে ? কিন্তু
তুমি আরো ইয়াতকৈয়ো আরু বর বর ঘিণ-
৭ লগীয়া কার্য্য দেখিবলৈ পাবা ; এই বুলি তেওঁ
মোক চোঁতালর বাটচরার দুৱারর ভিতরলৈ লৈ
গলত, মই চাই দেৱালত এটা বিন্ধা দেখিলোঁ।
৮ তেতিয়া তেওঁ মোক কলে, হে মনুষ্যসন্তান, দেৱাল
খান্দা ; তাতে মই দেৱাল খান্দিলত এখন
৯ দুৱার দেখিলোঁ। তেওঁ মোক আরু কলে, তুমি
ভিতরলৈ গৈ যিবিলাকে তাত করা ঘিণলগীয়া
১০ দুষ্কৰ্ম্মবোর চোৱা। তাতে মই ভিতরলৈ গৈ
চাই দেখিলোঁ, সকলোবিধ উরগ জন্তু আরু
ঘিণলগীয়া পশুর প্ৰতিমূৰ্ত্তি, আরু ইস্ৰায়েল
বংশর প্ৰতিমাবোর চারিওফালে দেৱালত-কটা

১১ আছে; আরু সেইবোরর আগত ইস্রায়েল
বংশর বৃদ্ধবিলাকর সত্তর জন পুরুষ আরু
সিবিলাকর মাজত চাফনর পুত্রেক যাজনিয়া
থিয় হৈ আছে, প্রতিজনর হাতত এটা এটা
ধূপর পাত্র; আরু ধূপর সুগন্ধযুক্ত ধূঁৱা ওপরলৈ
১২ উঠিছে। তেতিয়া তেওঁ মোক কলে, হে মনুষ্য-
সন্তান, ইস্রায়েল বংশর বৃদ্ধবিলাকে দেৱালত
মূর্ত্তি কটা আপোন আপোন থৌসালিত আন্ধারত
কি করিছে তাক তুমি দেখিছা নে? কিয়নো
সিবিলাকে কয়, যিহোৱাই আমাক দেখা
নেপায়, যিহোৱাই পৃথিবী ত্যাগ করিলে।
১৩ তেওঁ মোক আরু কলে, তুমি আকৌ সিবি-
লাকে করা ইয়াতকৈয়ো আরু বড় বড় ঘিণ-
১৪ লগীয়া কার্য্য দেখিবলৈ পাবা। পাছে তেওঁ
যিহোৱার গৃহর উত্তর কালর বাটচরার দুৱার-
মুখলৈ মোক নিলত, ময় দেখিলোঁ, সেই ঠাইত
তিরুতাবোরে বহি তম্মুজর নিমিত্তে কান্দি
১৫ আছে। তেতিয়া তেওঁ মোক কলে, হে মনুষ্য-
সন্তান, তুমি দেখিছা নে? তুমি এইবোরতকৈয়ো
আরু বড় বড় ঘিণলগীয়া কার্য্য দেখিবলৈ
১৬ পাবা। পাছে তেওঁ মোক যিহোৱার গৃহর ভিতর
চোঁতাললৈ নিলত, ময় দেখিলোঁ, যিহোৱার
মন্দিরর দুৱারমুখত, বারাণ্ডা আরু যজ্ঞবেদির
মাজত যিহোৱার মন্দিরর কাললৈ পিঠি দি, আরু
পূব কাললৈ মুখ করি পঞ্চাশ জনমান মানুহে
১৭ সূর্য্যর আগত প্রণিপাত করিছে। তেতিয়া তেওঁ
মোক সুধিলে, হে মনুষ্যসন্তান, তুমি ইয়াক
দেখিছা নে? ইয়াত যিহুদা বংশই যি যি ঘিণ-
লগীয়া কার্য্য করিছে, সেই সকলো কার্য্য জানো
সিবিলাকলৈ লঘু বিষয়? কিয়নো সিবিলাকে
দেশ অত্যাচাররে পূর করিলে, আরু মোক
বেজার দিবর নিমিত্তে পুনরায় ঘুরিছে; আরু
দেখা, সিবিলাকে ডালবোর নাকত লগাইছে।
১৮ এই হেতুকে ময়ো কোপেরে কার্য্য করিম,
কৃপাদৃষ্টি নকরিম, আরু দয়াও নকরিম; আরু
সিবিলাকে বড় মাতেরে মোর কাণত কাতরোক্তি
করিলেও, ময় সিবিলাকর কথা নুশুনিম।

যিরূচালেমনিবাসীবিলাকক বধ করার দর্শন।

৯ পাছে তেওঁ বড় মাতেরে কোৱা এই বাক্য
মোর কাণত পরিল, যে, নগররক্ষর দণ্ড দিব
লগীয়াবিলাকক চপোৱা; প্রতিজনে হাতত বিনা-
২ শক অস্ত্র লৈ আহোক। তাতে ময় দেখিলোঁ, উত্তর
দিশর ওপর বাটচরার বাটেদি আপোন আপোন
হাতত গদা লৈ ছয় জন মানুহ আহিল; সিবি-
লাকর মাজত শণ সূতার বস্ত্র পিন্ধা, আরু কঁকালত
লিখকর মৈলাম থকা এজন পুরুষ আছিল।
সিবিলাক সোমাই পিতলর যজ্ঞবেদির কোষত
৩ থিয় হল। এনেতে, যি করূব কেইজনর ওপরত
ইস্রায়েলর ঈশ্বরর গৌরব আছিল, সেই গৌরব
সেই করূব কেইজনর পরা উঠি গৃহটীর দুৱার-
ডলিলৈ গল। পাছে শণ সূতার বস্ত্র পিন্ধা, আরু
কঁকালত লিখকর মৈলাম থকা সেই পুরুষজনক
৪ যিহোৱাই মাতি কলে, তুমি যিরূচালেম নগরর
মাজেদি গৈ, তার মাজত করা সকলো ঘিণ-
লগীয়া কার্য্যর নিমিত্তে হুমুনিয়াহ পেলোৱা আরু
৫ চিঞরি কন্দা মানুহর কঁপালত চিন দিয়া। পাছে
ময় শুনাকৈ তেওঁ আন কেইজনক কলে, তোমা-
লোকে এই জনর পাছে পাছে নগরর মাজেদি গৈ
৬ প্রহার করা, কৃপাদৃষ্টি কি দয়াও নকরিবা; বুঢ়া,
ডেকা, যুবতী, শিশু, আরু তিরুতা আদি সক-
লোকে নিঃশেষে বধ করা; কিন্তু চিন থকা
কোনো মানুহর ওচরলৈ নেযাবা; আরু মোর
পবিত্রস্থানর পরা আরম্ভ করা। তেতিয়া
সিবিলাকে গৃহর সম্মুখত থকা সেই বৃদ্ধ কেই-
৭ জনরে পরা আরম্ভ করিলে। পাছে তেওঁ
সিবিলাকক কলে, গৃহটী অশুচি করা, চোঁতাল
কেইখন হত লোকেরে পূর করা; তোমালোক
ওলাই যোৱা। তাতে সিবিলাকে ওলাই গৈ
৮ নগরর মাজত প্রহার করিলে। সিবিলাকে
প্রহার করোঁতে ময় অৱশিষ্ট থাকিলত, ময়
উবুরি হৈ পরি চিঞরি কান্দি কলোঁ, হায় হায়
প্রভু যিহোৱা, তুমি যিরূচালেমর ওপরত তোমার
ক্রোধ বরষাই ইস্রায়েলর আটাই অৱশিষ্ট ভাগ
৯ বিনষ্ট করিবা নে? তেতিয়া তেওঁ মোক কলে,
ইস্রায়েল আরু যিহুদা বংশর অপরাধ অতিশয়
বড়, আরু দেশ তেজেরে পরিপূর্ণ, আরু নগর-
খন অন্যায় বিচাররে ভরা; কিয়নো সিবিলাকে
কয়, যিহোৱাই পৃথিবী ত্যাগ করিলে, যিহো-
১০ ৱাই দেখা নেপায়। ময় হলে কৃপাদৃষ্টি কি
দয়াও নকরিম; কিন্তু সিবিলাকর কার্য্যর
১১ ফল সিবিলাকর মূরত ফলিওৱাম। পাছে দেখা,
শণ সূতার বস্ত্র পিন্ধা, আরু কঁকালত মৈলাম থকা
সেই পুরুষজনে, তুমি মোক হুকুম দিয়ামতে ময়
করিলোঁ, এই বুলি বার্ত্তা দিলেহি।

ঈশ্বরীয় অগ্নি যিরূচালেমর ওপরত
পরার দর্শন।

১০ তেতিয়া ময় চাই দেখিলোঁ, করূব কেই-
জনর মূরর ওপরত থকা চন্দ্রাতপ যেন বস্তু-
টোত, সিবিলাকর ওপরত, এটী নীলকান্ত মণির
নিচিনা, এখন সিংহাসনর মূর্ত্তির নিচিনা এক
২ পদার্থ প্রকাশ পাইছিল। পাছে তেওঁ শণ সূতার
বস্ত্র পিন্ধা পুরুষজনক কলে, তুমি ঘূরি থকা
চক্রবোরর মাজলৈ, করূব কেইজনর তললৈ গৈ
সিবিলাকর মাজর পরা অঁজলি ভরাই জুইর

আজ্ঞা লৈ, নগৰখনত সেইবোৰ সিঁচৰতি কৰি
পেলোৱা; তাতে সেই পুৰুষজন মোৰ চকুৰ আগতে
৩ তাত সোমাল। সেই পুৰুষজন সোমোৱা সময়ত,
কৰূব কেইজন গৃহৰ সোঁফালে থিয় হৈ আছিল,
আৰু ভিতৰ চোতালখন মেঘতোখৰেৰে পৰিপূৰ্ণ
৪ আছিল। তেতিয়া যিহোৱাৰ গৌৰৱ কৰূব কেই-
জনৰ পৰা উঠি গৈ গৃহৰ দুৱাৰডলিৰ ওপৰত
আছিল, আৰু গৃহটো মেঘতোখৰেৰে, আৰু
চোতালখন যিহোৱাৰ গৌৰৱৰ দীপ্তিৰে পৰিপূৰ্ণ
৫ হৈছিল; আৰু সৰ্ব্বশক্তিমান ঈশ্বৰৰ কথা কোৱা
সময়ৰ শব্দৰ নিচিনাকৈ কৰূব কেইজনৰ ডেউকাৰ
৬ শব্দ বাহিৰ চোতাললৈকে শুনা গৈছিল। পাছে,
তুমি ঘূৰি থকা চক্ৰবোৰৰ মাজৰ পৰা, কৰূব
কেইজনৰ মাজ ঠাইৰ পৰা জুই লোৱা বুলি
তেওঁ শণ সূতাৰ বস্ত্ৰ পিন্ধা পুৰুষজনক আজ্ঞা
দিলত, তেওঁ সোমাই গৈ এটা চক্ৰৰ কাষত
৭ থিয় হল। তেতিয়া কৰূবজনে কৰূব কেইজনৰ
মাজৰ পৰা সিবিলাকৰ মাজত থকা জুইলৈ হাত
মেলি তাৰ কিছু লৈ শণ সূতাৰ বস্ত্ৰ পিন্ধা পুৰুষ-
জনৰ হাতত দিলে; তেওঁ তাক লৈ বাহিৰ হল।
৮ আৰু কৰূব কেইজনৰ গাত, সিবিলাকৰ আপোন
আপোন ডেউকাৰ তলত মানুহৰ হাতৰ নিচিনা
৯ এক বস্তু দেখা গল। পাছে মই চাই দেখিলোঁ,
এজন কৰূবৰ কাষত এটা চক্ৰ, আৰু আন কৰূবৰ
কাষত আন চক্ৰ, এই ৰূপে চাৰি জন কৰূবৰ
কাষত চাৰিটা চক্ৰ আছিল; আৰু সেই চক্ৰ
১০ কেইটাৰ আভা বৈদূৰ্য্য মণিৰ নিচিনা। আৰু
সেইবোৰৰ আকৃতিৰ বিষয়ে হলে, চাৰিওটা
একে ৰকমৰ, যেন চক্ৰৰ মাজতহে চক্ৰ আছে।
১১ যোৱা সময়ত সেইবোৰ চাৰি কোণে যায়;
যোৱা সময়ত সেইবোৰ কোনো ফালে নুঘূৰে, কিন্তু
যি ঠাই মূৰটোৰ সন্মুখ, সেইবোৰ সেই ঠাইৰ
ফাললৈ পাছে পাছে যায়, যোৱা সময়ত কোনো
১২ ফালে নুঘূৰে। আৰু সিবিলাকৰ গোটেই গা,
আৰু সিবিলাকৰ পিঠি, হাত, ডেউকা, আৰু চক্ৰ,
চাৰিওফালে চকুৰে ভৰা, সিবিলাক চাৰিও-
১৩ জনেৰেই চক্ৰ চকুৰে ভৰা। সেই চক্ৰ কেইটাৰ
বিষয়ে হলে, মই সেইবোৰক ঘূৰি থকা চক্ৰ বুলি
১৪ মতা শুনিলোঁ। প্ৰতিজনৰ চাৰিখন চাৰিখন মুখ;
প্ৰথমখন কৰূবৰ, দ্বিতীয়খন মানুহৰ, তৃতীয়খন
১৫ সিংহৰ, আৰু চতুৰ্থখন কুৰৰ পক্ষীৰ মুখ। পাছে
কৰূব কেইজন ওপৰলৈ উঠি গল। কবাৰ নদীৰ
১৬ পাৰত মই দেখা প্ৰাণী এইবিলাক। কৰূব কেইজন
যোৱা সময়ত চক্ৰ কেইটাও সিবিলাকৰ কাষে
কাষে যায়; আৰু কৰূব কেইজনে পৃথিবীৰ পৰা
ওপৰলৈ উঠিবলৈ ডেউকা দাঙা সময়ত, চক্ৰ কেই-
১৭ টাৰো সিবিলাকৰ কাষ নেৰে। সিবিলাক ৰলে,
কেইটাও ৰয়, আৰু সিবিলাক ওপৰলৈ উঠা
সময়ত সেইবোৰো সিবিলাকৰ লগত উঠে; কি-
য়নো প্ৰাণী কেইজনৰ আত্মা সেইবোৰত আছিল।
১৮ পাছে যিহোৱাৰ গৌৰৱ দুৱাৰডলিৰ ওপৰৰ
পৰা প্ৰস্থান কৰি কৰূব কেইজনৰ ওপৰত ৰল।
১৯ কৰূব কেইজনে প্ৰস্থান কৰোঁতে, ডেউকা দাঙি
মোৰ আগতে পৃথিবীৰ পৰা ওপৰলৈ উঠি গল,
আৰু সিবিলাকৰ কাষে কাষে চক্ৰ কেইটাও
চলিল; আৰু সিবিলাক যিহোৱাৰ গৃহৰ পূব
ফালৰ বাটচৰাৰ দুৱাৰমুখত থিয় হল, আৰু সি-
বিলাকৰ ওপৰত ওখত ইস্ৰায়েলৰ ঈশ্বৰৰ গৌৰৱ
২০ আছিল। কবাৰ নদীৰ ওচৰত ইস্ৰায়েলৰ ঈশ্বৰৰ
তলত মই দেখা প্ৰাণী এইবিলাক; তাতে এইবিলাক
২১ যে কৰূব, তাক মই জানিলোঁ। প্ৰতিজনৰ চাৰিখন
চাৰিখন মুখ, আৰু চাৰিখন চাৰিখন ডেউকা,
আৰু আপোন আপোন ডেউকাৰ তলত মানুহৰ
২২ হাতৰ নিচিনা এক বস্তু আছিল। সিবিলাকৰ
মুখৰ আকৃতিৰ বিষয়ে হলে, মই কবাৰ নদীৰ
ওচৰত দেখা মুখেই মুখ, আৰু একে আকৃতি, একে
বস্তু; সিবিলাক প্ৰতিজনে পোনে পোনে যায়।

বাবিলৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব খোজা লোক-
বিলাকৰ অহিতে কোৱা ভাববাণী।

১১ পাছে আত্মাই মোক দাঙি যিহোৱাৰ
গৃহৰ পূবফালে মুখ কৰা পূব ফালৰ বাটচৰাৰ
ওচৰলৈ নিলে; আৰু দেখা, সেই বাটচৰাৰ দুৱাৰ-
মুখত পঁচিশ জন পুৰুষ আছিল; আৰু সিবিলাকৰ
মাজত অজ্জুৰৰ পুতেক যাজনিয়া আৰু বনায়াৰ
পুতেক পলটিয়া, প্ৰজাবিলাকৰ এই দুজন অধ্যক্ষ
২ মই দেখিলোঁ। তেতিয়া তেওঁ মোক কলে, হে
মনুষ্যসন্তান, এই নগৰত কুকল্পনা কৰোঁতা আৰু
৩ কুমন্ত্ৰণা দিওঁতা লোক এইবিলাক। ইবিলাকে
কয়, ঘৰ সাজিবৰ সময় ওচৰ চপা নাই; এই
৪ নগৰখন কেৰাহি, আৰু আমি মাংসস্বৰূপ। এই
হেতুকে ইবিলাকৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা,
৫ হে মনুষ্যসন্তান, ভাববাণী প্ৰচাৰ কৰা। তাতে
যিহোৱাৰ আত্মা মোত স্থিতি হলত, তেওঁ মোক
কলে, তুমি কোৱা, যিহোৱাই এই কথা কৈছে, হে
ইস্ৰায়েল বংশ, তোমালোকে এই এই ৰূপ কথা
কৈছা; কিয়নো তোমালোকৰ মনত উদয় হোৱা
৬ কথা মই জানিছোঁ। তোমালোকে এই নগৰত
তোমালোকৰ হত লোকবিলাকৰ সংখ্যা বৃদ্ধি
কৰিলা, আৰু ইয়াৰ আলিবোৰ হত লোকেৰে
৭ পৰিপূৰ্ণ কৰিলা। এই হেতুকে প্ৰভু যিহোৱাই
এই কথা কৈছে, ইয়াৰ মাজত তোমালোকে
পেলোৱা তোমালোকৰ হত লোকবিলাকহে
মাংস, আৰু নগৰখন কেৰাহি; কিন্তু তোমা-
৮ লোকক ইয়াৰ মাজৰ পৰা বাহিৰ কৰা হব। তো-
মালোকে তৰোৱাললৈ ভয় কৰিছা, মই তোমা-

লোকর ওপরলৈ তরোৱালকেহে আনিম, ইয়াক
৯ প্ৰভু যিহোৱাই কৈছে। আৰু ময় তোমালোকক
ইয়ার মাজর পরা উলিয়াই লৈ যাম, আৰু
বিদেশীবিলাকর হাতত সমর্পণ করি, তোমালোকর
১০ মাজত দণ্ডাজ্ঞা সিদ্ধ করিম। তোমালোক তরো-
ৱালত পতিত হবা, ময় ইস্রায়েলর সীমাতেই
তোমালোকক দণ্ড দিম ; তাতে, ময় যে যিহোৱা,
১১ তাক তোমালোকে জানিবা। এই নগরখন
তোমালোকর কেৰাহি নহব, আৰু তোমা-
লোক ইয়ার মাজত থকা মাংস নহবা ; ময় ইস্রা-
১২ য়েলর সীমাতেই তোমালোকক দণ্ড দিম ; তাতে,
ময় যে যিহোৱা, তাক তোমালোকে জানিবা।
কিয়নো তোমালোকে মোর বিধিবোরত চলা
নাই, বা মোর শাসনপ্রণালীবোর পালন
করা নাই, কিন্তু তোমালোকর চারিওফালর
জাতিবিলাকর শাসনপ্রণালী অনুসারে কার্য্য
১৩ করিলা। পাছে ময় ভাববাণী প্রচার করা সময়ত
বনায়ার পুত্রেক পলটিয়া মরি গল ; তাতে ময়
উবুড়ি হৈ পড়ি চিঁয়রি কান্দি কলোঁ, হায় হায়
প্রভু যিহোৱা, তুমি ইস্রায়েলর অৱশিষ্ট ভাগক
নিঃশেষে বিনষ্ট করিবা নে ?
১৪ পুনরায় যিহোৱার বাক্য মোর ওচরলৈ আহিল,
১৫ বোলে, হে মনুষ্যসন্তান, তোমার ভাইবিলাক,
তোমারেই ভাইবিলাক, তোমার জ্ঞাতিকুটুম্ব-
বিলাক, ইস্রায়েলর গোটেই বংশ, এই আটাই-
বিলাকক যিরূচালেমনিবাসীবিলাকে কয়, তোমা-
লোক যিহোৱার পরা আঁতর হোৱা, অধিকারর
১৬ অর্থে এই দেশ আমাকহে দিয়া হল। এই হেতুকে
তুমি কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, ময়
যদিও সিবিলাকক জাতিবিলাকর মাজলৈ দূর
করিলোঁ, আৰু যদিও ময় দেশবোরর মাজত
সিবিলাকক ছিন্নভিন্ন করিলোঁ, তথাপি সিবিলাক
যি যি দেশলৈ গল, সেই সেই দেশত ময় অলপ
১৭ কাল সিবিলাকর ধর্ম্মধাম হম। এই হেতুকে তুমি
কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, ময়
জাতিবিলাকর মাজর পরা তোমালোকক চপাম,
আৰু তোমালোক ছিন্নভিন্ন হোৱা দেশবোরর
পরা তোমালোকক গোটাম, আৰু তোমালোকক
১৮ ইস্রায়েল দেশ দিম। সিবিলাকে সেই দেশলৈ
যাব, আৰু তার আটাই গর্হিত আৰু ঘিণলগীয়া
১৯ বস্তু তার মাজর পরা দূর করিব। সিবিলাকে
মোর বিধিত চলিবর, আৰু মোর শাসনপ্রণালী
পালন করি সেই অনুসারে কার্য্য করিবর নিমিত্তে
২০ ময় সিবিলাকক একেটা চিত্ত দান করিম, আৰু
তোমালোকর অন্তরত এক নতুন আত্মা স্থিতি
করিম, আৰু সিবিলাকর শরীরর পরা শিলরূপ
মন গুচাই সিবিলাকক মাংসরূপ মন দিম ;
তাতে সিবিলাক মোর প্রজা হব, আৰু ময়
২১ সিবিলাকর ঈশ্বর হম। কিন্তু প্রভু যিহোৱাই
কৈছে, যিবোরর হৃদয় সিইতর গর্হিত আৰু ঘিণ-
লগীয়া বস্তুবোরর হৃদয়র পাছত চলে, সিইতর
বিষয়ে হলে, ময় সিইতর নিজর নিজর মূরতে
২২ সিইতর কার্য্যর ফল ফলিওৱাম। পাছে করূব
কেইজনে আপোন আপোন ডেউকা দাঙিলে ;
সিবিলাকর কোবে কোবে চক্র কেইটাও আছিল,
আৰু সিবিলাকর ওপরত ওখত ইস্রায়েলর
২৩ ঈশ্বরর গৌরব আছিল। আৰু যিহোৱার গৌরব
নগরর মাজর পরা ওপরলৈ উঠি গৈ নগরর
পূবকালে থকা পর্ব্বতটোর ওপরত রল।
২৪ পাছে আত্মাই মোক দাঙি দর্শনজনে ঈশ্বরর
আত্মার শক্তিরে কল্দিয়া দেশলৈ দেশান্তরিত
লোকবিলাকর ওচরলৈ আনিলে। এই রূপে ময়
২৫ দেখা দর্শন মোর পরা ওপরলৈ উঠি গল। পাছে
যিহোৱাই মোক দেখুওৱা সকলো বিষয় ময়
দেশান্তরিত লোকবিলাকক কলোঁ।

রজা আৰু প্রজাক দেশান্তরলৈ নিয়া
বুজোৱা বৃত্তান্ত।

১২ পাছে যিহোৱার বাক্য মোর ওচরলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
বিদ্রোহী বংশর মাজত বাস করিছা ; দেখিবলৈ
চকু থকাতো সিবিলাকে নেদেখে, শুনিবলৈ কাণ
থকাতো সিবিলাকে নুশুনে ; কিয়নো সিবিলাক
৩ বিদ্রোহী বংশ। এই হেতুকে হে মনুষ্যসন্তান,
তুমি নিজর নিমিত্তে দেশান্তরর সামগ্রী যুগুত করা,
আৰু দিনতে সিবিলাকর চকুর আগতে দেশান্ত-
রলৈ প্রস্থান করা ; তুমি সিবিলাকর চকুর আগতে
আপোন ঠাইর পরা আন ঠাইলৈ যোৱা ; সি-
বিলাক বিদ্রোহী বংশ হলেও কিজানি বিবেচনা
৪ করিব। তুমি দিনতে সিবিলাকর চকুর আগতে
দেশান্তরর সামগ্রীর নিচিনাকৈ তোমার সামগ্রী
বাহির করি দিবা, আৰু দেশান্তরলৈ যোৱা
লোকর নিচিনাকৈ তুমি সিবিলাকর চকুর আগতে
৫ গোধূলি নিজে ওলাবা। তুমি সিবিলাকর চকুর
আগতে গড় খান্দি তার মাজেদি সামগ্রী উলি-
৬ য়াবা। সিবিলাকর চকুর আগতে তুমি তাক
কান্ধত তুলি আন্ধারত বাহিরলৈ লৈ যাবা ; তুমি
ভূমি নেদেখিবর নিমিত্তে তোমার মুখ ঢাকিবা ;
কিয়নো ময় ইস্রায়েল বংশর নিমিত্তে এক চিন-
৭ স্বরূপে তোমাক স্থাপন করিলোঁ। তাতে ময় আজ্ঞা-
মতে কাম করিলোঁ ; ময় দিনতে দেশান্তরর সাম-
গ্রীর নিচিনাকৈ মোর সামগ্রী উলিয়াই নিলোঁ,
আৰু গোধূলি মোর হাতেরেই গড় খান্দিলোঁ ; ময়
আন্ধারত তাক উলিয়াই সিবিলাকর চকুর আগত
৮ কান্ধত লৈ গলোঁ। পাছে রাতিপুৱাতে যিহোৱার
৯ বাক্য মোর ওচরলৈ আহিল, বোলে, হে মনুষ্য-

সন্তান; তুমি কি করিছা? এই বুলি বিদ্রোহী বংশ
ইস্রায়েল বংশই তোমাক জানো কোৱা নাই?
১০ তুমি সিবিলাকক কোৱা, প্রভু যিহোৱাই এই
কথা কৈছে, এই ভাৰে যিৰূচালেমত থকা অধি-
পতিজনক, আৰু তাৰ মাজত থকা ইস্রায়েলৰ
১১ আটাই বংশক বুজায়। তুমি কোৱা, ময় তোমা-
লোকৰ পক্ষে চিনস্বৰূপ; ময় কৰা নিচিনাকৈ
সিবিলাকলৈ কৰা হব; সিবিলাক দেশান্তৰলৈ
১২ বন্দী-অৱস্থালৈ যাব। আৰু সিবিলাকৰ মাজত
থকা অধিপতিজনে আপোন কান্ধত বোজা লৈ
আন্ধাৰত ওলাই যাব; সিবিলাকে সামগ্ৰী উলি-
য়াবৰ নিমিত্তে গড় খানিব; তেওঁ আপোনাৰ
মুখ ঢাকিব, কাৰণ তেওঁ চকুৰে ভূমি নেদেখিব।
১৩ মোৰ জালো ময় তেওঁৰ ওপৰত মেলিম, তেওঁ
মোৰ ফান্দত পৰিব; আৰু ময় তেওঁক কল্‌দীয়া-
বিলাকৰ দেশলৈ বাবিললৈ নিম; তথাপি তেওঁ
১৪ তাক নেদেখিব, অথচ তেওঁ তাতেই মৰিব। আৰু
তেওঁৰ চাৰিওকালে থকা তেওঁৰ আটাই সহায়-
কাৰীক আৰু তেওঁৰ সকলো সৈন্যক ময় আটাই
বায়ুত উড়ুৱাই দিম; আৰু ময় কাকৰ পৰা
তৰোৱাল উলিয়াই সিবিলাকৰ পাছে পাছে
১৫ খেদি যাম। যেতিয়া ময় সিবিলাকক জাতি-
বিলাকৰ মাজত ছিন্নভিন্ন কৰিম, আৰু দেশ-
বোৰৰ মাজত সিবিলাকক গোট গোট কৰিম,
তেতিয়া, ময় যে যিহোৱা, তাক সিবিলাকে
১৬ জানিব। কিন্তু সিবিলাক যি জাতিবিলাকৰ
মাজলৈ যাব, সেই জাতিবিলাকৰ মাজত
সিবিলাকে আপোনাবিলাকৰ ঘিণলগীয়া কাৰ্য্য
প্রকাশ কৰিবৰ নিমিত্তে, তৰোৱালৰ পৰা,
আকালৰ পৰা, আৰু মহামাৰীৰ পৰা সিবিলা-
কৰ কেতবিলাক লোকক ময় অৱশিষ্ট ৰাখিম;
তাতে, ময় যে যিহোৱা, তাক সিবিলাকে
জানিব।
১৭ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
১৮ বোলে, হে মনুষ্যসন্তান, তুমি কঁপি কঁপি আপো-
নাৰ আহাৰ ভোজন কৰা, কম্পন আৰু সাৱ-
১৯ ধানেৰে আপোনাৰ জল পান কৰা; আৰু তুমি
দেশৰ লোকবিলাকক কোৱা, ইস্রায়েল দেশত
থকা যিৰূচালেমনিবাসীবিলাকৰ বিষয়ে প্রভু
যিহোৱাই এই কথা কৈছে, তাৰ নিবাসী
আটাইবোৰৰ অত্যাচাৰৰ কাৰণে তাত থকা
সকলো নষ্ট হৈ সিবিলাকৰ দেশ উচ্ছন্ন হবৰ
নিমিত্তে, সিবিলাকে সাৱধানেৰে আপোনা-
বিলাকৰ আহাৰ ভোজন কৰিব, আৰু বিস্ময়েৰে
২০ আপোনাবিলাকৰ জল পান কৰিব। আৰু
বাস কৰা নগৰবোৰ উচ্ছন্ন কৰা হব, আৰু
দেশ ধ্বংসস্থান হব; তাতে, ময় যে যিহোৱা,
তাক তোমালোকে জানিবা।

২১ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
২২ বোলে, হে মনুষ্যসন্তান, "দিন পলম হৈছে,
প্রত্যেক দৰ্শন বিফল হৈছে," ইস্রায়েল দেশত
প্রচলিত হোৱা তোমালোকৰ এইটো কি কথা?
২৩ এই হেতুকে সিবিলাকক কোৱা, প্রভু যিহোৱাই
এই কথা কৈছে, ময় এই প্রচলিত কথা
লুপ্ত কৰিম, আৰু ই ইস্রায়েলৰ মাজত আৰু
নচলিব; কিন্তু সিবিলাকক কোৱা, দিন আৰু
২৪ প্রত্যেক দৰ্শনৰ সফলতা ওচৰ। কিয়নো ইস্রা-
য়েল বংশৰ ভিতৰত অনৰ্থক দৰ্শন, বা মানুহে
ভাল পোৱা মঙ্গল চোৱা কথা আৰু নহব।
২৫ কাৰণ ময়েই যিহোৱা; ময় কম, আৰু ময়
কোৱা বাক্য সিদ্ধ হব; তাক আৰু আগলৈ
থোৱা নহব; কিয়নো হে বিদ্রোহী বংশ, প্রভু
যিহোৱাই কৈছে, তোমালোকৰ দিনতেই ময়
বাক্য কম, আৰু তাক সিদ্ধও কৰিম।
২৬ আকৌ যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
২৭ বোলে, হে মনুষ্যসন্তান, দেখা, ইস্রায়েল বংশই
কয়, তেওঁ পোৱা দৰ্শনৰ কথা ঘটিবলৈ বহুদিন
আছে; তেওঁ অতি দীৰ্ঘকালৰ বিষয়ে ভাব-
২৮ বাণী প্রচাৰ কৰে। এই হেতুকে তুমি সিবিলাকক
কোৱা, প্রভু যিহোৱাই এই কথা কৈছে, মোৰ
বাক্যৰ কোনোটোৱেই ফলিয়াবলৈ পলম নহব;
কিন্তু ময় যি বাক্য কম, সেয়ে সিদ্ধ হব, এয়ে প্রভু
যিহোৱাৰ বচন।

ইস্রায়েলৰ মিছা ভাববাদী আৰু ভাববাদিনী-
বোৰৰ বিৰুদ্ধে কোৱা ভাববাণী।

১৩ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, ভাববাণী
প্রচাৰ কৰোঁতা ইস্রায়েলৰ ভাববাদীবোৰৰ বিৰুদ্ধে
ভাববাণী প্রচাৰ কৰা, আৰু আপোন আপোন
হৃদয়ৰ পৰা ভাববাণী প্রচাৰ কৰোঁতাবোৰক
৩ কোৱা, তোমালোকে যিহোৱাৰ বাক্য শুনা; প্রভু
যিহোৱাই এই কথা কৈছে, আপোন আপোন
আত্মাৰ আৰু নোপোৱা দৰ্শনৰ অনুগামী হোৱা
৪ মূৰ্খ ভাববাদীবোৰৰ সন্তাপ হব। হে ইস্রায়েল,
তোমাৰ ভাববাদীবোৰ উচ্ছন্ন ঠাইৰ শিয়ালৰ
৫ নিচিনা। যিহোৱাৰ যুদ্ধৰ দিনা থিৰে থাকি-
বলৈ, তোমালোকে গড়ৰ ভগা বাটত উঠা নাই,
বা ইস্রায়েল বংশৰ চাৰিওফালে গড় নিৰ্ম্মাণ
৬ কৰা নাই। যিহোৱাই নপঠোৱাকৈয়ে যিহো-
ৱাই কৈছে বুলি কওঁতাবোৰে অনৰ্থক দৰ্শন পায়,
মিছা মঙ্গল চায়, আৰু বাক্য সিদ্ধ হব বুলি
৭ বাট চাই থাকে। তোমালোকে জানো অনৰ্থক
দৰ্শন পোৱা নাই? আৰু মিছা মঙ্গলৰ কথা
জানো কোৱা নাই? তথাপি, ময় নোকোৱাকৈয়ে
যিহোৱাই কৈছে বুলি তোমালোকে কোৱা।

৮ এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে,
তোমালোকে অনৰ্থক বাক্য কৈছা, আৰু মিছা
দৰ্শন পাইছা; এই কাৰণে, প্ৰভু যিহোৱাই
কৈছে, দেখা, ময় তোমালোকৰ বিপক্ষ।
৯ মোৰ হাত, অনৰ্থক দৰ্শন পোৱা আৰু মিছা
মঙ্গল চোৱা ভাববাদীবোৰৰ বিপক্ষ হব;
সিহঁত মোৰ প্ৰজাবিলাকৰ সভাত নেথাকিব,
বা ইস্ৰায়েল বংশৰ নামৰ তালিকাত সিহঁতৰ
নাম লিখা নহব, বা সিহঁত ইস্ৰায়েল দেশত
নোসোমাব; তাতে, ময় যে প্ৰভু যিহোৱা, তাক
১০ তোমালোকে জানিবা। শান্তি নোহোৱাকৈয়ে
সিহঁতে শান্তি বুলি কৈ মোৰ প্ৰজাবিলাকক
ভুলায়; আৰু যেতিয়া কোনোৱে দেৱাল
সাজে, তেতিয়া সিহঁতে তাক চুণেৰে লিপে।
১১ এই হেতুকে চুণেৰে লিপাবোৰক তুমি কোৱা,
ই পৰিব; প্লাবন কৰোঁতা মহাবৃষ্টি আহিব;
হে বৃষ্টিৰ মহাশিলবিলাক, তোমালোক পৰিবা;
১২ আৰু ধুমুহা বতাহে তাক ভাঙিব। দেখা, যেতিয়া
দেৱাল পৰিব, তেতিয়া, তোমালোকে যি লেও
দিলা, সেই লেও ক'ত? এই বুলি তোমালোকক
১৩ কোৱা নেযাব নে? এই হেতুকে প্ৰভু যিহোৱাই
এই কথা কৈছে, ময় আপোন ক্ৰোধত ধুমুহা
বতাহেৰে তাক ভাঙিম, প্লাবন কৰোঁতা মহা-
বৃষ্টি মোৰ কোপত আহিব, আৰু মোৰ
১৪ ক্ৰোধত নষ্ট কৰিবলৈ মহাশিলাবৃষ্টি হব। এই
দৰে, তোমালোকে চুণেৰে লিপা দেৱাল ময়
ভাঙিম, আৰু ভিত্তিমূল ওলাই পৰাকৈ ময়
তাক মাটীৰে সমান কৰিম; সেয়ে পৰিব, আৰু
তোমালোক তাৰ মাজত বিনষ্ট হবা; তাতে, ময়
যে যিহোৱা, তাক তোমালোকে জানিবা।
১৫ মোৰ ক্ৰোধ দেৱালৰ ওপৰত, আৰু চুণেৰে
লিপাবোৰৰো ওপৰত ময় এই দৰে সিদ্ধ কৰিম;
আৰু ময় তোমালোকক কম, সেই দেৱাল
১৬ আৰু নাই, আৰু তাক লিপাবোৰো, অৰ্থাৎ
যিৰূচালেমৰ বিষয়ে ভাববাণী প্ৰচাৰ কৰা, আৰু
শান্তি নথকাতো তাৰ নিমিত্তে শান্তিৰ দৰ্শন
পোৱা ইস্ৰায়েলৰ ভাববাদীবোৰো নাই, ইয়াক
প্ৰভু যিহোৱাই কৈছে।

১৭ আৰু হে মনুষ্যসন্তান, তোমাৰ জাতিৰ যি জী-
য়াৰীবোৰে আপোন আপোন হৃদয়ৰ পৰা ভাব-
বাণী প্ৰচাৰ কৰে, সিহঁতৰ অহিতে তুমি মুখ কৰা,
১৮ আৰু সিহঁতৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰি কোৱা,
প্ৰভু যিহোৱাই এই কথা কৈছে, লোকৰ প্ৰাণ
মৃগয়া কৰিবলৈ, আটাইবোৰ কিলাকুটিত গাঁৰু
সিয়াই দিওঁতা, আৰু ওখ অনুসাৰে প্ৰত্যেকৰ
মূৰৰ নিমিত্তে ওৰণি তৈয়াৰ কৰোঁতা তিৰুতা-
বোৰৰ সন্তাপ হব; তোমালোকে মোৰ প্ৰজা-
বিলাকৰ প্ৰাণ মৃগয়া কৰি আপোনাবিলাকৰ
১৯ নিমিত্তে প্ৰাণবোৰ জীয়াই ৰাখিবা নে? মিছা
কথালৈ কাণ দিওঁতা মোৰ প্ৰজাবিলাকৰ আগত
তোমালোকে মিছা কথা কৈ, মৰিব নলগাবিলাকৰ
প্ৰাণ বধ কৰিবলৈ, আৰু জীয়াই থাকিব নলগা-
বিলাকৰ প্ৰাণ জীয়াই ৰাখিবলৈ কেইখামোচ-
মান যৱৰ, আৰু কেইডোখৰমান পিঠাৰ
নিমিত্তে মোৰ প্ৰজাবিলাকৰ মাজত মোক
২০ অপবিত্ৰ কৰিলা। এই হেতুকে প্ৰভু যিহোৱাই
এই কথা কৈছে, দেখা, যি গাঁৰুবোৰেৰে পক্ষী-
চিকাৰৰ নিচিনাকৈ তোমালোকে প্ৰাণবোৰ
মৃগয়া কৰা, তোমালোকৰ সেই গাঁৰুবোৰৰ ময়
বিপক্ষ, আৰু ময় তোমালোকৰ বাহুৰ পৰা
সেইবোৰ চিঙি পেলাম, আৰু পক্ষীচিকাৰৰ
নিচিনাকৈ তোমালোকে মৃগয়া কৰা প্ৰাণবোৰ
২১ এৰি দিম। ময় তোমালোকৰ ওৰণিও ফালিম,
আৰু তোমালোকৰ হাতৰ পৰা মোৰ প্ৰজা-
বিলাকক উদ্ধাৰ কৰিম, মৃগয়া কৰিবলৈ তোমা-
লোকৰ হাতত সিবিলাক আৰু নেথাকিব; তাতে,
ময় যে যিহোৱা, তাক তোমালোকে জানিবা।
২২ ময় দুখ নিদিয়া ধাৰ্ম্মিকবিলাকৰ হৃদয়ত
তোমালোকে মিছা কথাৰে দুখ দিয়াৰ কাৰণে,
আৰু দুষ্টই আপোন প্ৰাণ জীয়াই ৰাখিবলৈ
আপোন কুপথৰ পৰা ঘূৰিবৰ নিমিত্তে সেই
২৩ দুষ্টৰ হাত সবল কৰাৰ কাৰণে, তোমালোকে
অনৰ্থক দৰ্শন আৰু নেদেখিবা, আৰু মঙ্গল
চাবলৈ নেপাবা; কিন্তু ময় তোমালোকৰ হাতৰ
পৰা মোৰ প্ৰজাবিলাকক উদ্ধাৰ কৰিম;
তাতে, ময় যে যিহোৱা, তাক তোমালোকে
জানিবা।

যিহোৱাক সোধা দেৱপূজকবোৰৰ
বিষয়।

১৪ পাছে ইস্ৰায়েলৰ বৃদ্ধবিলাকৰ মাজৰ কেই-
দিয়েক পুৰুষ মোৰ ওচৰলৈ আহি মোৰ
২ আগত বহিলত, যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
৩ আহিল, বোলে, হে মনুষ্যসন্তান, এই মানুহ-
বিলাকে আপোন আপোন মূৰ্ত্তিক হৃদয়ত ঠাই
দিছে, আৰু নিজৰ নিজৰ সন্মুখত নিজৰ নিজৰ
অপৰাধ জন্মাওঁতা বিঘিনি ৰাখিছে; ময়
জানো সিবিলাকক কোনোমতে মোক সুধিবলৈ
৪ দিম? এই নিমিত্তে তুমি সিবিলাকক এই
বুলি কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে,
ইস্ৰায়েল বংশৰ যি কোনো মানুহে আপোন
মূৰ্ত্তিবোৰক হৃদয়ত ঠাই দিব, আৰু আপোনাৰ
সন্মুখত আপোনাৰ অপৰাধ জন্মাওঁতা বিঘিনি
ৰাখিব, আৰু কোনো এজন ভাববাদীৰ ওচৰলৈ
৫ আহিব, ইস্ৰায়েলৰ গোটেই বংশ সিবিলাক
মূৰ্ত্তিবোৰৰ দ্বাৰায় মোৰ পৰা আঁতৰ হোৱাৰ

কাৰণে ময় সিবিলাকৰ আপোন আপোন হৃদয়-
ৰূপ ফান্দত সিবিলাকক ধৰিবৰ নিমিত্তে, সেই অহা
মানুহৰ মূৰ্ত্তিবোৰৰ বাহুল্য অনুসাৰে ময় যিহোৱাই
৬ নিজেই তাক উত্তৰ দিম। এই হেতুকে তুমি ইস্রা-
য়েল বংশক কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে,
তোমালোক ওলোটা, তোমালোকৰ মূৰ্ত্তিবোৰৰ
পৰা ঘূৰা, আৰু তোমালোকৰ আটাই ঘিণলগীয়া
৭ বস্তুলৈ পিঠি দিয়া। কিয়নো, ইস্রায়েল বংশৰ
মাজত, আৰু ইস্রায়েলত প্ৰবাস কৰা বিদেশী-
বোৰৰ মাজত যি কোনোৱে মোৰ পৰা আপো-
নাকে পৃথক কৰিব, আপোনাৰ মূৰ্ত্তিবোৰক হৃদয়ত
ঠাই দিব, আৰু আপোনাৰ সন্মুখত আপোনাৰ
অপৰাধ জন্মাওঁতা বিঘিনি ৰাখিব, আৰু মিজৰ
নিমিত্তে মোক সুধিবলৈ কোনো এজন ভাব-
বাদীৰ ওচৰলৈ আহিব, ময় যিহোৱাই নিজেই
৮ তাক উত্তৰ দিম। আৰু ময় সেই মানুহৰ বিৰুদ্ধে
মুখ কৰি চিন আৰু দৃষ্টান্ত হবলৈ তাক আশ্চৰ্য্যি-
ত্ত বিষয় কৰিম, আৰু মোৰ প্ৰজাবিলাকৰ
মাজৰ পৰা তাক উচ্ছন্ন কৰিম ; তাতে, ময় যে
৯ যিহোৱা, তাক তোমালোকে জানিবা। আৰু যদি
কোনো ভাববাদীয়ে ভ্ৰান্ত হৈ কোনো বাক্য কয়,
তেন্তে ময় যিহোৱায়েই সেই ভাববাদীক ভ্ৰান্ত
কৰিলোঁ, আৰু ময় তাৰ ওপৰলৈ হাত মেলি মোৰ
প্ৰজা ইস্রায়েলৰ মাজৰ পৰা তাক উচ্ছন্ন কৰিম।
১০ এই ৰূপে সিবিলাকে আপোন আপোন অপ-
ৰাধৰ দণ্ড ভুগিব। ভাববাদীৰ ওৰিলৈ যোৱা-
জৌৰ অপৰাধ আৰু ভাববাদীৰ অপৰাধ দুয়ো
১১ সমান হব ; ইয়াৰ অভিপ্ৰায় এই, যেন ইস্রায়েল
বংশই মোৰ পৰা বিপথে নেযায়, আৰু আপোনা-
বিলাকৰ অপৰাধবোৰৰ কোনো অপৰাধেৰে আ-
পোনাবিলাকক আৰু অশুচি নকৰে, কিন্তু সিবি-
লাক যেন মোৰ প্ৰজা হয়, আৰু ময় সিবিলাকৰ
ঈশ্বৰ হওঁ, ইয়াক প্ৰভু যিহোৱাই কৈছে।
১২ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
১৩ বোলে, হে মনুষ্যসন্তান, যদি এখন দেশে সত্য-
লঙ্ঘন কৰি মোৰ বিৰুদ্ধে পাপ কৰে, আৰু ময়
তাৰ অহিতে মোৰ হাত মেলি তাৰ অন্নৰূপ লাখুটি
ভাঙো, আৰু তালৈ আকাল পঠাই তাৰ পৰা মা-
১৪ নুহ আৰু পশু সকলোকে উচ্ছন্ন কৰোঁ, তেন্তে নোহ,
দানিয়েল, আৰু ইয়োব, এই তিনি জন লোক
তাত থাকিলেও, তেওঁবিলাকে আপোন আপোন
ধাৰ্ম্মিকতাৰ দ্বাৰায় কেৱল আপোন আপোন
প্ৰাণহে ৰক্ষা কৰিব, এয়ে প্ৰভু যিহোৱাৰ বচন।
১৫ বা যদি ময় সেই দেশৰ সকলো ফাললৈ হিংসক
জন্তু পঠাই দিওঁ, আৰু সেইবোৰে তাক সন্তানহীন
কৰে, আৰু সেই জন্তুবোৰৰ কাৰণে কোনো মানুহ
তাৰ মাজেদি যাব নোৱৰাকৈ সেয়ে উচ্ছন্ন হয়,
১৬ তেন্তে সেই তিনি জন লোক তাত থাকিলেও, প্ৰভু
যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, তেওঁ-
বিলাকে পো বা জীয়ৰীক উদ্ধাৰ নকৰিব, কেৱল
আপোনাবিলাকেইহে ৰক্ষা পাব, কিন্তু দেশ
১৭ হলে উচ্ছন্ন হব। বা যদি ময় সেই দেশৰ বিৰুদ্ধে
এখন তৰোৱাল আনি, হে তৰোৱাল, দেশৰ
মাজেদি যা, এই বুলি কৈ ময় তাৰ পৰা মানুহ
১৮ আৰু পশু সকলোকে উচ্ছন্ন কৰোঁ, তেন্তে সেই
তিনি জন লোক তাত থাকিলেও, প্ৰভু যিহোৱাই
কৈছে, মোৰ জীৱনৰ শপথ, তেওঁবিলাকে পো
বা জীয়ৰীক উদ্ধাৰ নকৰিব, কেৱল আপোনা-
১৯ বিলাকেইহে ৰক্ষা পাব। বা যদি ময় সেই দেশ-
লৈ এক মহামাৰী পঠাওঁ, আৰু তাৰ পৰা মানুহ
আৰু পশু সকলোকে উচ্ছন্ন কৰিবলৈ তাৰ ওপ-
২০ ৰত মোৰ ক্ৰোধ বৰষাই তেজ বোৱাওঁ, তেন্তে
নোহ, দানিয়েল, আৰু ইয়োব তাত থাকি-
লেও, প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ
শপথ, তেওঁবিলাকে পো কি জীক উদ্ধাৰ
নকৰিব, আপোন আপোন ধাৰ্ম্মিকতাৰ দ্বা-
ৰায় কেৱল আপোন আপোন প্ৰাণহে ৰক্ষা
২১ কৰিব। কিয়নো প্ৰভু যিহোৱাই এই কথা
কৈছে, সেই দেশৰ পৰা মানুহ আৰু পশু
সকলোকে উচ্ছন্ন কৰিবলৈ ময় যেতিয়া তৰো-
ৱাল, আকাল, হিংসক জন্তু, আৰু মহামাৰী,
মোৰ এই চাৰিওটা মহা-আপদ যিৰূচালেমৰ
বিৰুদ্ধে পঠাম, তেতিয়া আৰু কিমান অসাধ্য
২২ হব! তথাপি দেখা, তাৰ মাজত ৰক্ষা পোৱা
কেতবিলাক পুত্ৰেক আৰু জীয়েকক বাহি-
ৰলৈ অনা যাব ; দেখা, সিবিলাক তোমালোকৰ
ওচৰলৈ ওলাই আহিব, আৰু তোমালোকে
সিবিলাকৰ আচাৰ ব্যৱহাৰ আৰু সিবিলাকৰ
কাৰ্য্য দেখিবলৈ পাবা ; তাতে যিৰূচালেমলৈ ময়
ঘটোৱা অমঙ্গলৰ বিষয়ে, তালৈ ময় ঘটোৱা
সকলোৰে বিষয়ে তোমালোকে সান্ত্বনা পাবা।
২৩ তোমালোকে সিবিলাকৰ আচাৰ ব্যৱহাৰ আৰু
কাৰ্য্য দেখিলে, সিবিলাকে তোমালোকক সান্ত্বনা
দিব ; কিয়নো তোমালোকে বুজিবা, যে, ময় তাৰ
মাজত কৰা একোকে বিনাকাৰণে কৰা নাই,
এয়ে প্ৰভু যিহোৱাৰ বাক্য।

দ্ৰাক্ষালতাৰ কাঠৰ উপমা।

১৫ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, দ্ৰাক্ষা-
লতাৰ কাঠ, কাঠনীৰ গছবোৰৰ মাজৰ
দ্ৰাক্ষালতাৰ ডাল আন সকলো গছৰ কাঠতকৈ
৩ কিহত শ্ৰেষ্ঠ? কোনো কাৰ্য্য কৰিবলৈ মানুহে
জানো তাৰ পৰা কাঠ লব? বা কোনো পাত্ৰ
আৰি থবলৈ জানো তাৰ পৰা এটা খুঁটি
৪ আনিব? দেখা, তাক পুড়িবলৈ জুইত দিয়াৰ

পাছত জুয়ে তাৰ দুই মূৰ ভক্ষ কৰিলে আৰু তাৰ
মাজ ভাগ ভেই গলে সেয়ে জানো কোনো কাৰ্য্যৰ
৫ যোগ্য হব ? দেখা, সেয়ে সম্পূৰ্ণ থাকোঁতেও
কোনো কাৰ্য্যৰ উপযুক্ত নহয় ; তেন্তে জুয়ে তাক
ভক্ষ কৰিলে আৰু সেয়ে ভেই গলে কোনো কামৰ
৬ নিমিত্তে সেয়ে আৰু কিমান কম উপযুক্ত হব ! এই
হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে,
কাঠনীৰ গছবোৰৰ মাজৰ দ্ৰাক্ষালতাক যেনেকৈ
লোকে পুৰিবলৈ জুইত দিয়ে, তেনেকৈ ময়
৭ যিৰূচালেমনিবাসীবিলাককো কৰিম। ময় সি-
বিলাকৰ বিৰুদ্ধে মুখ কৰিম ; সিবিলাক জুইৰ
পৰা ওলাই যাব, কিন্তু আন জুয়ে সিবিলাকক
ভক্ষ কৰিব ; আৰু যেতিয়া ময় সিবিলাকৰ
বিৰুদ্ধে মুখ কৰিম, তেতিয়া, ময় যে যিহোৱা,
৮ তাক তোমালোকে জানিবা। আৰু সিবিলাকে
সত্যলঙ্ঘন কৰা বাবে, ময় দেশ উচ্ছন্ন কৰিম,
ইয়াক যিহোৱাই কৈছে।

যিৰূচালেমক অসতী তিৰুতাৰ লগত
তুলনা কৰা।

১৬ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
যিৰূচালেমক তাইৰ নিজৰ ঘিণলগীয়া কাৰ্য্য-
৩ বোৰ বুজুউৱা, আৰু কোৱা, প্ৰভু যিহোৱাই যিৰূ-
চালেমক কৈছে, তোমাৰ উৎপত্তি আৰু জন্মৰ
ঠাই কনানীয়াবিলাকৰ দেশ ; তোমাৰ বাপেৰা
ইমোৰীয়া, আৰু তোমাৰ মাৰা হিত্তীয়া আছিল।
৪ তোমাৰ জন্মবৃত্তান্ত এই, তোমাৰ জন্মদিনা
তোমাৰ নাড়ী কটা নাছিল, বা তোমাক পৰিষ্কাৰ
কৰিবলৈ তোমাক পানীত ধুউৱা নাছিল, তোমাক
নিমুলি লোণ ঘঁহা কি কাপড়েৰে মেৰোৱা
৫ নাছিল। তোমাক দয়া কৰি তোমালৈ এইবোৰৰ
কোনো এটাকে কৰিবৰ অৰ্থে তোমালৈ
কোনেও কৃপাদৃষ্টি নকৰিছিল ; কিন্তু তোমাৰ
জন্মদিনা, তোমাৰ গা ঘিণলগীয়া হোৱাৰ
কাৰণে তোমাক মুকলি পথাৰত পেলাই দিয়া
৬ হৈছিল। সেই কালত ময় তোমাৰ ওচৰেদি
গৈ তোমাৰ তেজত তোমাক ধৰফৰোৱা দেখি
তোমাক কলোঁ, যে, যদিও তুমি আপোন তেজত
পড়ি আছা, তথাপি জীয়াই থাকা, হয়, ময়
তোমাক কলোঁ, যে, যদিও তুমি আপোন তেজত
৭ পড়ি আছা, তথাপি জীয়াই থাকা। পাছে পথা-
ৰত গজা তৃণৰ নিচিনাকৈ ময় তোমাক অধিককৈ
বঢ়ালোঁ, আৰু তুমি বাঢ়ি ডাঙৰ দীঘল হলা,
আৰু অতি সুন্দৰী হলা ; তোমাৰ স্তন পূৰ্ণ হল,
আৰু কেশ দীৰ্ঘ হল ; তথাপি তুমি বিবস্ত্ৰা
৮ আৰু উলঙ্গিনী আছিলা। তেতিয়া ময় তোমাৰ
ওচৰেদি গৈ তোমাক দেখিলোঁ, দেখা, তোমাৰ
সময় প্ৰেমৰ সময় ; এই নিমিত্তে ময় তোমাৰ
ওপৰত মোৰ বস্ত্ৰৰ আঁচল মেলি মি তোমাৰ
উলঙ্গতা ঢাকিলোঁ ; আৰু প্ৰভু যিহোৱাই কৈছে,
ময় তোমাৰ আগত শপত কৰি তোমাৰে সৈতে
এটা নিয়ম বান্ধিলোঁ, তাতে তুমি মোৰ হলা।
৯ পাছে ময় তোমাক পানীৰে ধুলোঁ, এনে কি,
তোমাৰ গাৰ পৰা তোমাৰ তেজ সম্পূৰ্ণকৈ
১০ ধুই তেল ঘঁহিলোঁ। ময় তোমাক কাৰ্চৈকি বন
কৰা কাপড়ো পিন্ধালোঁ, তোমাৰ ভৰিত তহচ
জন্তুৰ ছালৰ জোতা দিলোঁ, তোমাৰ কঁকালত
মিহি শণ সূতাৰ টঙালি বান্ধিলোঁ, আৰু তোমাক
১১ পাটৰ বস্ত্ৰেৰে বিভূষিতা কৰিলোঁ। ময় তো-
মাক অলঙ্কাৰেৰেও সজালোঁ, তোমাৰ হাতত
১২ খাৰু, আৰু ডিঙিত হাৰ দিলোঁ। ময় তোমাৰ
নাকত নথ, কাণত কুণ্ডল, আৰু তোমাৰ মূৰত
১৩ সুন্দৰ কিৰীটি দিলোঁ। এই দৰে সোণ আৰু
ৰূপেৰে তোমাক সজোৱা হল ; তোমাৰ বস্ত্ৰ
মিহি শণ সূতাৰ, পাটৰ, আৰু কাৰ্চৈকি বন কৰা ;
তুমি মিহি আটা, মৌ, আৰু তেল খাইছিলা ;
তুমি অতি সুন্দৰী হৈ উন্নতিলাভ কৰি ৰাজ-
১৪ পদ পালা। আৰু তোমাৰ সৌন্দৰ্য্যৰ কাৰণে
তোমাৰ যশস্যা জাতিবিলাকৰ মাজত ব্যাপিল :
কিয়নো, প্ৰভু যিহোৱাই কৈছে, ময় তোমাৰ
ওপৰত স্থাপন কৰা মোৰ শ্ৰীৰ নিমিত্তে তোমাৰ
সৌন্দৰ্য্য সম্পূৰ্ণ হল।
১৫ কিন্তু তুমি আপোন সৌন্দৰ্য্যত নিৰ্ভৰ কৰি
আপোনাৰ যশস্যাৰ কাৰণে বেশ্যাবৃত্তি ধৰিলা,
আৰু প্ৰত্যেক বাটকুৰাৰ লগত অধিক পৰিমাণে
১৬ বেশ্যাকৰ্ম্ম কৰিলা ; তাৰহে ভোগ হল। আৰু
তুমি আপোনাৰ কেইখনমান কাপড় লৈ, তাৰে
আপোনাৰ নিমিত্তে চিত্ৰবিচিত্ৰ ওখ ঠাই কৰি
তাৰ ওপৰত বেশ্যাকৰ্ম্ম কৰিলা ; এনে কথা হোৱা
১৭ নাই, আৰু নহবও। ময় তোমাক দিয়া মোৰ সোণ
আৰু ৰূপেৰে কৰা তোমাৰ সুন্দৰ অলঙ্কাৰ তুমি
লৈ, তোমাৰ নিমিত্তে তাৰে পুৰুষাকৃতিৰ মূৰ্ত্তি
কৰি সেইবোৰে সৈতে বেশ্যাকৰ্ম্ম কৰিলা।
১৮ আৰু তুমি আপোনাৰ কাৰ্চৈকি বন কৰা কাপড়
লৈ তাৰে সেইবোৰ ঢাকিলা, আৰু সেইবোৰৰ
১৯ আগত মোৰ তেল আৰু ধূপ থলা। প্ৰভু যিহো-
ৱাই কৈছে, ময় তোমাক দিয়া মোৰ আহাৰ,
ময় তোমাক খাবলৈ দিয়া মিহি আটা, তেল,
আৰু মৌ তুমি সুঘ্ৰাণৰ অৰ্থে সেইবোৰৰ আগত
২০ থলা, আৰু সেই দৰেই হল। ইয়াৰ বাহিৰে, তুমি
মোলৈ জন্মোৱা তোমাৰ লৰা ছোৱালীবিলাক
লৈ, গ্ৰাস কৰিবৰ নিমিত্তে সেইবোৰৰ আগত
বলিস্বৰূপে দিলা ; তোমাৰ বেশ্যাকৰ্ম্মবোৰ
২১ সামান্য বিষয় আছিল নে, যে তুমি মোৰ সন্তান-
বিলাকক বধ কৰিলা, আৰু সেইবোৰৰ উদ্দেশে

সিহঁতক জুইর মাজেদি গমন করাই উৎসর্গ
২২ করিলা। তোমার আটাই ঘিণলগীয়া কার্য্যত আরু
বেশ্যাকর্ম্মত তুমি আসক্ত থকাত, বিবস্ত্রা আরু
উলঙ্গিনী হোৱা আরু তোমার তেজত বগরকরোৱা
তোমার সেই যৌবনকালর দিন তুমি সোঁৱরণ
২৩ নকরিলা। আরু তোমার আটাই দুষ্টতার পাছত,
(প্রভু যিহোৱাই কৈছে, তোমার সন্তাপ হব,
২৪ তোমার সন্তাপ হব,) তুমি আপোনার নিমিত্তে
এক বেশ্যালয় সাজিলা, আরু প্রত্যেক চকত*
আপোনার নিমিত্তে এখোখর ওখ ঠাই করিলা।
২৫ তুমি প্রত্যেক আলির মূরত তোমার ওখ ঠাই সাজি
তোমার সৌন্দর্য্য ঘৃণার বিষয় করিলা, প্রত্যেক
বাটরুৱালৈ তোমার ভরি দুখন মেলি দিলা, আরু
২৬ তোমার বেশ্যালি অধিককৈ বঢ়ালা। তোমার
ওচরচুবুরীয়া স্থূলকায় মিচরীয়াবিলাকর লগতো
তুমি বেশ্যাকর্ম্ম করিলা; আরু তুমি মোক খং-
জার দিবলৈ তোমার বেশ্যালি অধিককৈ বঢ়ালা।
২৭ এই হেতুকে দেখা, ময় তোমার ওপরলৈ মোর
হাত মেলি তোমার দৈনিক খোৱাক কমালোঁ,
আরু তোমার বেশ্যাচারর নিমিত্তে লাজ পোৱা,
তোমাক ঘিণ করা পলেষ্টীয়াহঁতর জীয়ারী-
২৮ বোরর ইচ্ছাত তোমাক সমর্পণ করিলোঁ। তুমি
তৃপ্ত নোহোৱাত অচূরীয়াহঁতে সৈতেও বেশ্যাকর্ম্ম
করিলা; এনে কি, তুমি সিহঁতর লগত বেশ্যাকর্ম্ম
২৯ করিও তৃপ্ত নহলা। তুমি বাণিজ্যদেশ কল্দিয়া-
লৈকে তোমার বেশ্যালি বঢ়ালা; তথাপি তুমি
৩০ তারেও তৃপ্ত নহলা। প্রভু যিহোৱাই কৈছে,
তোমার অন্তর কেনে কামাতুর। কারণ তুমি
স্বেচ্ছাচারিণী বেশ্যা তিরুতার দরে এই আটাই-
৩১ বোর কার্য্য করিছা; তুমি প্রত্যেক আলির মূরত
তোমার বেশ্যালয় সাজিছা, প্রত্যেক চকত তো-
মার ওখ ঠাই নির্ম্মাণ করিছা, আরু তুমি বেশ্যা-
কর্ম্মর বেচ তুচ্ছ করাত বেশ্যার নিচিনা নো-
৩২ হোৱা। তুমি ব্যভিচারিণী, আপোন পতির
৩৩ সলনি পরক গ্রহণ করোঁতা ঘৈণী। আটাই
বেশ্যাক লোকে ধন দিয়ে; কিন্তু তোমার আটাই
প্রেমকারীক তুমিহে ধন দিয়া, আরু তোমার লগত
বেশ্যাকর্ম্ম করিবলৈ, চারিওফালর পরা তোমার
প্রেমকারীবোর আহিবর নিমিত্তে সিহঁতক ভেঁটি
৩৪ দিয়া। বেশ্যাকর্ম্ম করিবলৈ কোনেও তোমার
পাছে পাছে নেথায়, তোমার বেশ্যাকর্ম্মর এই
কথাত আন তিরুতাতকৈ তুমি বিপরীত; তুমি
বেচ দিয়া, কিন্তু তোমাক কোনেও বেচ নিদিয়ে,
এই দেখি তুমি বিপরীত।

৩৫ এই হেতুকে হে বেশ্যা, যিহোৱার বাক্য শুনা;
৩৬ প্রভু যিহোৱাই এই কথা কৈছে, তুমি প্রচুর
পরিমাণে অশুচিস্রাব করা বাবে, আরু তোমার
প্রেমকারীবোরর লগত করা তোমার বেশ্যাকর্ম্মর
দ্বারাই তোমার উলঙ্গতা প্রকাশ পোৱা বাবে,
আরু তোমার ঘিণলগীয়া আটাই মূর্ত্তিবোরর,
আরু তুমি সেইবোরর আগত দিয়া তোমার
৩৭ সন্তানবিলাকর রক্তপাতর কারণে, দেখা, তুমি
যিবোরর লগত আমোদপ্রমোদ করিলা, তোমার
সেই আটাই প্রেমকারীক, আরু তুমি প্রেম করা
ও ঘিণ করা আটাইকে ময় গোটাম; ময় তোমার
বিরুদ্ধে চারিওফালর পরাই সিহঁতক গোটাম,
আরু সিহঁতে তোমার সমস্ত উলঙ্গতা দেখিবলৈ
সিহঁতর আগত তোমার উলঙ্গতা প্রকাশ করিম।
৩৮ আরু সতীত্বলঙ্ঘন করা ও রক্তপাত করা তিরুতাক
দণ্ড দিয়ার দরে ময় তোমাক দণ্ড দিম; ময় ক্রোধ
৩৯ আরু অন্তর্জ্বালাত তোমার রক্তপাত করিম। ময়
সিহঁতর হাতত তোমাক সমর্পণো করিম;
তাতে সিহঁতে তোমার বেশ্যালয় নষ্ট করিব,
তোমার ওখ ঠাইবোর ভাঙ্গি পেলাব, তোমাক
বিবস্ত্রা করিব, আরু তোমার সুন্দর অলঙ্কার-
বোর লৈ যাব; সিহঁতে তোমাক বিবস্ত্রা
৪০ আরু উলঙ্গিনী করি এড়িব। সিহঁতে তোমার
অহিতে এক সমাজ পাতি তোমাক শিল দলিয়াই
মারিব, তরোৱালেরে তোখরতোখরকৈ কাটিব,
৪১ আরু তোমার ঘরবোর জুই দি পুড়িব, এই রূপে
অনেক তিরুতার আগত তোমাক দণ্ড দিব;
এই দরে ময় তোমাক বেশ্যাকর্ম্ম করার পরা
এড়ুরাম, তুমি বেশ্যার বেচ আরু নিদিবা।
৪২ ময় এই রূপে তোমার ওপরত মোর ক্রোধ মার
নিরাম; তাতে তোমার পরা মোর অন্তর্জ্বালা
দূর হব, আরু ময় শান্তির থাকিম, পুনরায়
৪৩ ক্রোধ নকরিম। তুমি আপোনার যৌবনকাল
মনত নকরিলা, কিন্তু এই আটাইবোর কার্য্যত
মোক বেজার দিলা, এই হেতুকে দেখা, প্রভু
যিহোৱাই কৈছে, ময়ো তোমার আচার ব্যব-
হারর ফল তোমার মূরত ফলিওৱাম; আরু তুমি
আপোনার আটাই ঘিণলগীয়া-কার্য্যর উপরিও,
এই ব্যভিচার আরু করিবলৈ নেপাবা।
৪৪ দেখা, যোজোনা দিয়া প্রত্যেকজনে, মাক যেনে
জীয়েক তেনে, এই বুলি তোমার বিরুদ্ধে যোজো-
৪৫ না দিব। আপোনার পতি আরু আপোন সন্তানক
ঘিণ করা তোমার মাকর জীয়েক তুমি; আপোন
পতি আরু আপোন সন্তানক ঘিণ করা তোমার
বায়েরা ভনীয়েরার তুমি ভনীয়েক; তোমালোকর
মাক হিত্তীয়া, আরু তোমালোকর বাপেরা
৪৬ ইমোরীয়া আছিল। তোমার বায়েরা, আপোন
জীয়েকহঁতে সৈতে তোমার বাঁওহাতে বাস করা

* সপার মারর বা রাজপথর ওপরত বিন্দুকলি ঠাইত মানুহে কোনো রাজকার্য্য আরু মেলামেলার কাম করে; আরু সোৱেলিবাম রখা যায়, এনে ঠাই বুজায়।

চমারিয়া, আরু তোমার সোঁহাতে বাস করা
তোমার ভনীয়েরা, জীয়েকহঁতে সৈতে থকা
৪৭ চদোম। তথাপি তুমি সিহঁতর আচার ব্যৱহারত
যে চলিলা, বা সিহঁতর ঘিণলগীয়া কার্য্য অনু-
সারে যে কার্য্য করিলা, সেয়ে নহয়; কিন্তু তাক
অতি ক্ষুদ্র বুলি ভাবি তোমার আটাই আচার
ব্যৱহারত তুমি সিহঁতহঁতকৈ অধিক ভ্রষ্টা হলা।
৪৮ প্রভু যিহোৱাই কৈছে, মোর জীৱনর শপথ,
তুমি আরু তোমার জীয়েৰাহঁতে করা নিচিনাকৈ
তোমার ভনীয়েরা চদোমে আরু তাইর জীয়েক-
৪৯ হঁতে করা নাই। দেখা, তোমার ভনীয়েরা চদো-
মর এই অপরাধ আছিল, যে, তাইর আরু তাইর
জীয়েকহঁতর অহঙ্কার, আহারর সম্পূর্ণতা, আরু
নিশ্চিন্ততাযুক্ত সুখ আছিল; তাই দুঃখী-
৫০ দরিদ্রর হাত সবল নকরিছিল। সিহঁত গর্ব্বী
আছিল, আরু সিহঁতে মোর আগত ঘিণলগীয়া
কার্য্য করিছিল; এই হেতুকে ময় যি ভাল
দেখিলোঁ, তাকে করি সিহঁতক দূর করিলোঁ।
৫১ চমরিয়াই তোমার পাপর আধাও করা নাই;
কিন্তু তুমি সিহঁতহঁতকৈ তোমার ঘিণলগীয়া কার্য্য
অধিক বৃদ্ধি করিলা, আরু তুমি করা তোমার
আটাই ঘিণলগীয়া কার্য্যর দ্বারায় তোমার বায়েরা
৫২ ভনীয়েরাক ধার্ম্মিক পাতিলা। তুমি আপোনার
বায়েরা ভনীয়েরার নিমিত্তে বিচার নিষ্পত্তি
করাত তুমিও আপোন অপমান ভোগ করা; তুমি
সিহঁতহঁতকৈ যি অধিক ঘিণলগীয়া পাপ করিলা,
তোমার সেই পাপবোরর দ্বারায় সিহঁত তোমাহঁত-
কৈ অধিক ধার্ম্মিক হল; এতেকে, তুমি আপো-
নার বায়েরা ভনীয়েরাক ধার্ম্মিক পতাত নিজেও
বিবর্ণ হোৱা, আরু আপোন অপমান ভোগ করা।
৫৩ আরু সিহঁতলৈ সান্ত্বনার স্থল হৈ তুমি করা
আটাই কার্য্যর কারণে তুমি আপোন অপমান
৫৪ ভোগ করি অপমানিত হবর নিমিত্তে, ময় সিহঁ-
তর বন্দী-অবস্থা, অর্থাৎ চদোম আরু তাইর জী-
য়েকহঁতর, চমরিয়া আরু তাইর জীয়েকহঁতর, আরু
সিহঁতর মাজত থকা তোমার বন্দীবোরর বন্দী-
৫৫ অবস্থা পরিবর্ত্তন করিম। আরু জীয়েকহঁতে সৈতে
চদোম আরু জীয়েকহঁতে সৈতে চমরিয়া, তোমার
এই দুজনী বায়েরা ভনীয়েরা আগর আপোন
আপোন অবস্থালৈ উভটিব; তুমি আরু তোমার
জীয়েৰাহঁতে, তোমালোকর আগর অবস্থালৈ
৫৬ উভটিবা। তোমার গর্ব্বর দিনা তোমার মুখত
৫৭ তোমার ভনীয়েরা চদোমর নাম নোলাল। অরামর
জীয়ারীবোরে তোমাক অপমান করাত, আরু
তোমার চারিওফালর আটাইবোরে, অর্থাৎ
তোমার চারিওফালে তোমাক তুচ্ছজ্ঞান কৰোঁতা
পলেষ্টীয়াহঁতর জীয়ারীবোরে তোমাক অপমান
করাত যেনেকৈ তোমার দুষ্টতা বর্ত্তমানে প্রকাশ
পাইছে, তেনেকৈ সেই দিনা তোমার দুষ্টতা
৫৮ প্রকাশ পোৱা নাছিল। যিহোৱাই কৈছে, তুমি
আপোন ব্যভিচারর আরু ঘিণলগীয়া কার্য্যর ফল
৫৯ ভোগ করিছা। কিয়নো প্রভু যিহোৱাই এই কথা
কৈছে, নিয়মটী ভাঙি শপথটো তুচ্ছ করা যি
তুমি, তুমি করা নিচিনাকৈয়ে ময় তোমালৈ কার্য্য
৬০ করিছোঁ। তথাপি ময় তোমার যৌবনকালত
তোমারে সৈতে পতা মোর নিয়মটী সোঁৱরণ
করিম, আরু তোমার অর্থে এটী চিরস্থায়ী নিয়ম
৬১ স্থাপন করিম। আরু যেতিয়া তুমি আপোনার
বায়েরা ভনীয়েরাক গ্রহণ করিবা, তেতিয়া তুমি
আপোন আচার ব্যৱহার মনত করি লাজ পাবা;
আরু ময় সিহঁতক জীয়েৰাস্বরূপে তোমাক দিম,
কিন্তু তোমার লগত করা নিয়মটীর দ্বারায় নহয়।
৬২ আরু প্রভু যিহোৱাই কৈছে, তুমি করা সকলো
কার্য্যর নিমিত্তে ময় তোমাক ক্ষমা করা সময়ত,
তুমি মনত করি বিবর্ণ হবলৈ, আরু তুমি লাজ
পাই তোমার মুখ পুনরায় কেতিয়াও নেমেলিবলৈ
৬৩ ময় তোমারে সৈতে মোর নিয়মটী স্থাপন করিম;
তাতে, ময় যে যিহোৱা, তাক তুমি জানিবা।

চিদিকিয়াই শপথ লঙ্ঘন করা, আরু
তার ফল।

১৭ পাছে যিহোৱার বাক্য মোর ওচরলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
ইস্রায়েল বংশর আগত এটী নিগূঢ় বাক্য প্রকাশ
৩ করা, আরু এটী দৃষ্টান্ত কোৱা। তুমি কোৱা,
প্রভু যিহোৱাই এই কথা কৈছে, নানা বরণর
পাখীয়ে ভরা, ডাঙর ডেউকা থকা, আরু ডেউকাত
দীঘল পাখী থকা এটা ডাঙর কুরর পক্ষীয়ে
লিবানোনলৈ আহি এরচ গছজোপার আগ-
৪ ভোখর লৈ গল। সি তার পোখাবোরর মাজর
সকলোতকৈ ওখ পোখাটি চিঙি বাণিজ্যদেশ-
লৈ লৈ গৈ, বেপারীবিলাকর নগরত তাক
৫ রাখিলে। সি দেশর গুটির মাজর এটা গুটিও লৈ
উর্ব্বরা মাটিত রুলে; সি জলসমূহর কোষত তাক
থলে; সি বাইশী গছ হব বুলি তাক রুলে।
৬ পাছে সেয়ে গজি বাঢ়ি, যার ডালবোরে সেই
কুরর পক্ষীর ফাললৈ মুখ করিছিল, আরু যার
শিপাবোর তার তলত আছিল, এনে চাপর
আরু ব্যাপি যোৱা এডাল দ্রাক্ষালতা হল;
সেয়ে এই দরে দ্রাক্ষালতা হৈ ডাল মেলিলে
৭ আরু পোখালে। ডাঙর ডেউকা আরু বহুৎ
পাখী থকা আন এটা ডাঙর কুরর পক্ষী
আছিল; আরু দেখা, সি পানী দিবর নিমিত্তে,
এই দ্রাক্ষালতাই আপোনাকে রোৱা ভেঁটির পরা
তার ফাললৈ শিপা মেলিলে, আরু তার ফাললৈ
৮ ডালবোর চাল ঘুরালে। সেয়ে ভাল মেলি আরু

ফল ধৰি উত্তম দ্ৰাক্ষালতা হবৰ নিমিত্তে, বহুজল-
সমূহৰ ওচৰত সুন্দৰ মাটিত তাক ৰোৱা হৈছিল।
৯ তুমি কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, সেয়ে
উন্নতিলাভ কৰিব নে? সেয়ে শুকাবৰ নিমিত্তে,
মতুমূকৈ ওলোৱা তাৰ আটাই পাত লেৰেলা
পৰিবৰ নিমিত্তে তেওঁ জানো তাৰ শিপাবোৰ
উঘালিব, আৰু তাৰ গুটিবোৰ নেকাটিব? তাৰ
শিপাই সৈতে তাক উঘালিবলৈ অধিক বল কি
১০ অনেক মানুহ নেলাগিব। দেখা, সেয়ে ৰোপিত
হলেও উন্নতিলাভ কৰিব নে? পূবৰ বতাহ
তাত লগামাত্ৰে সেয়ে একেবাৰে মুৰকাব নে?
সেয়ে গজা ঠেঁটিতে শুকাই যাব।
১১ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
১২ বোলে, তুমি সেই বিদ্ৰোহী বংশক কোৱা, এই-
বোৰৰ অৰ্থ কি, তাক জানো তোমালোকে নে-
জানা? সিবিলাকক কোৱা, দেখা, বাবিলৰ ৰজাই
যিৰূচালেমলৈ আহি তাৰ ৰজা আৰু তাৰ অধ্যক্ষ-
বিলাকক ধৰি বাবিললৈ আপোনাৰ ঠাইলৈ
১৩ লৈ গল। আৰু তেওঁ ৰাজবংশীয় এজনক লৈ
১৪ তেওঁৰ লগত এটা নিয়ম স্থাপন কৰিলে। ৰাজ্য-
খন যেন সামান্য হয়, আপোনাকে যেন বড়
বুলি নেমানে, কিন্তু তেওঁৰ নিয়মটো পালন কৰাৰ
দ্বাৰায় যেন থাকিব পাৰে, এই নিমিত্তে তেওঁ
সেই জনক শপথৰ অধীনো কৰিলে, আৰু দেশৰ
১৫ বীৰবিলাকক লৈ গল। কিন্তু তেওঁ মিচৰীয়াইতৰ
পৰা ঘোঁড়া আৰু অনেক মানুহ পাবৰ মনেৰে
মিচৰলৈ আপোন দূত পঠাই তেওঁৰ অহিতে
বিদ্ৰোহ কৰিলে। তেওঁ উন্নতিলাভ কৰিব নে?
এনে কৰ্ম্ম কৰা জনে জানো ৰক্ষা পাব? তেওঁ
১৬ জানো নিয়মটো ভাঙিও ৰক্ষা পাব? প্ৰভু যিহো-
ৱাই কৈছে, মোৰ জীৱনৰ শপথ, যি ৰজাই তেওঁক
ৰজা পাতিলে, যাৰ শপথ তেওঁ তুচ্ছ কৰিলে,
আৰু যাৰ নিয়মটো তেওঁ ভাঙিলে, সেই ৰজা
থকা ঠাইত বাবিলৰ মাজত তেওঁৰ তাতেই তেওঁ
১৭ মৰিব। অনেক লোকক উচ্ছন্ন কৰিবলৈ হাদাম
বন্ধা আৰু কোঁঠ সজা সময়ত, ফৰৌণেও আপোন
পৰাক্ৰমী সৈন্যসামন্ত আৰু মহাদলে সৈতে ৰণত
১৮ তেওঁৰ উপকাৰ কৰিব নোৱাৰিব। কিয়নো তেওঁ
নিয়মটো ভাঙি শপথটো তুচ্ছ কৰিলে; দেখা,
তেওঁ হাতযোৰ কৰাৰ পাছেও, এই আটাই কাৰ্য্য
১৯ কৰিলে; তেওঁ ৰক্ষা নেপাব। এই কাৰণে প্ৰভু
যিহোৱাই এই কথা কৈছে, মোৰ জীৱনৰ শপথ,
তেওঁ তুচ্ছ কৰা মোৰ শপথটোৰ আৰু তেওঁ ভঙা
মোৰ নিয়মটোৰ ফল মই নিশ্চয়ে তেওঁৰ মূৰত
২০ ফলিওৱাম। আৰু মই তেওঁৰ ওপৰত মোৰ জাল
মেলিম, আৰু তেওঁ মোৰ ফান্দত ধৰা পৰিব;
তাতে মই তেওঁক বাবিললৈ নি, তেওঁ মোৰ
অহিতে কৰা তেওঁৰ অপৰাধৰ নিমিত্তে সেই ঠাইত
২১ তেওঁৰ ওপৰত গোচৰ কৰিম। তেওঁৰ সকলো
দলৰ আটাই পলৰীয়া লোক তৰোৱালত
মৰা পৰিব, আৰু অৱশিষ্টবোৰক চাৰিওফালে
বায়ুত উড়ুৱাই দিয়া যাব; তাতে, মই যিহো-
ৱায়েই যে এই কথা কলোঁ, তাক তোমালোকে
জানিবা।
২২ প্ৰভু যিহোৱাই এই কথা কৈছে, ময়েই এৰচ
গছজোপাৰ ওখত থকা আগডোখৰৰ এটা ডাল
লৈ তাক ৰুম; এনে কি, সকলোতকৈ ওপৰত থকা
তাৰ পোখাবোৰৰ মাজৰ পৰাই মই এটা পোখা
২৩ চিঙি এটা ওখ আৰু উন্নত পৰ্ব্বতত ৰুম। ইস্ৰা-
য়েলৰ ওখ পৰ্ব্বতটোতেই মই তাক ৰুম; তাতে
সি ডাল মেলি ফল ধৰি এজোপা উত্তম এৰচ
গছ হব, আৰু সকলো বিধৰ চৰায়ে তাৰ তলত
বাস কৰিব, তাৰ ডালবোৰৰ ছাঁতেই সিহঁতে বাস
২৪ কৰিব। আৰু মই যিহোৱায়েই যে ওখ গছ-
জোপা চাপৰ, চাপৰ গছজোপা ওখ, কেঁচাপতীয়া
গছজোপা শুকান, আৰু শুকান গছজোপা জক্-
মকীয়া কৰোঁ, ইয়াক পথাৰৰ আটাইবোৰ গছে
জানিব; মই যিহোৱাই ইয়াক কলোঁ, আৰু
ইয়াক সিদ্ধও কৰিম।

প্ৰতিজন মানুহে নিজৰ দোষত
দণ্ড পোৱা উচিত।

১৮ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, বাপেকহঁতে টেঙা দ্ৰাক্ষা-
গুটি খালে পুতেকহঁতৰ দাঁত টেঙায়, এই বুলি
ইস্ৰায়েল দেশত তোমালোকে যে জোজোনা
৩ দিয়া, তাৰ অৰ্থ কি? প্ৰভু যিহোৱাই কৈছে,
মোৰ জীৱনৰ শপথ, ইস্ৰায়েলত এই জোজোনা
৪ দিবলৈ তোমালোকে আৰু নেপাবা। দেখা,
আটাই প্ৰাণ মোৰেই; যেনেকৈ বাপেকৰ
প্ৰাণ মোৰ, তেনেকৈ পুতেকৰ প্ৰাণো মোৰ;
যি প্ৰাণীয়ে পাপ কৰে, সেই প্ৰাণীহে মৰিব।
৫ যদি কোনো মানুহ ধাৰ্ম্মিক হয়, যি উচিত আৰু
৬ ন্যায় তাকে সি কৰে, পৰ্ব্বতবোৰত ভোজন
নকৰে, বা ইস্ৰায়েল বংশৰ মূৰ্ত্তিবোৰলৈ
চকু নোতোলে, বা আপোন ওচৰচুবুৰীয়াৰ তিৰু-
তাক অশুচি নকৰে, নাইবা কোনো তিৰুতা
অশুচি হোৱা সময়ত তাইৰ ওচৰলৈ নেযায়,
৭ আৰু কাকো অন্যায় নকৰে, কিন্তু ধৰুৱাক
তাৰ বন্ধক ওলোটাই দিয়ে, কাৰো বস্তু বলেৰে
কাঢ়ি নলয়, ক্ষুধাতুৰক আপোন আহাৰ দিয়ে
৮ আৰু নাঙটাক কাপোৰেৰে ঢাকে, সুদলৈ ধাৰ
নিদিয়ে, নাইবা বাঢ়ি নলয়, অন্যায়ৰ পৰা
আপোন হাত কোঁচায়, মানুহৰ মাজত সত্য
৯ বিচাৰ কৰে, মোৰ বিধিবোৰত চলে, আৰু
যথাৰ্থ কাৰ্য্য কৰি মোৰ শাসনপ্ৰণালীবোৰ

পালন করে, তেন্তে সিহে ধার্ম্মিক, প্রভু যিহো-
১০ ৱাই কৈছে, সিহে অৱশ্যে জীয়াই থাকিব। আরু
যদি কোনো মানুহর ঔরসত এটা পুত্তেক জন্ম
হৈ, সি ডকা দিয়া রক্তপাত করা আদি কোনো
১১ কার্য্য করে, আরু সেইবোর কর্ত্তব্য কর্ম্মর
কোনো কর্ত্তব্য কর্ম্ম নকরে, কিন্তু পর্ব্বতবোরত
ভোজন করে, আপোন ওচরচুবুরীয়ার তিরতাক
১২ অশুচি করে, দুঃখীদরিদ্রক অন্যায় করে,
বলেরে কাঢ়ি লয়, বন্ধক ওলোটাই নিদিয়ে,
মূর্ত্তিবোরলৈ চকু তোলে, ঘিণলগীয়া কার্য্য
১৩ করে, সুদলৈ ধার দিয়ে, আরু বাঢ়ি লয়, তেনে
হলে সি জীয়াই থাকিব নে? সি জীয়াই
নেথাকিব ; সি এই আটাইবোর ঘিণলগীয়া
কার্য্য করে ; সি অৱশ্যে মরিব, আরু তার
১৪ রক্তপাতর দোষ তার গাত থাকিব। আরু দেখা,
যি পুত্তেকে, বাপেকে করা সকলো পাপ দেখিও
১৫ ভয় করে, তেনে কার্য্য নকরে, পর্ব্বতবোরর
ওপরত ভোজন নকরে, বা ইস্রায়েল বংশর মূর্ত্তি-
বোরলৈ চকু নোতোলে, আপোন ওচরচুবুরীয়ার
১৬ তিরুতাক অশুচি নকরে, বা কাকো অন্যায় নকরে,
বন্ধকর নিমিত্তে একো নলয়, নাইবা বলেরে
কাঢ়ি নলয়, কিন্তু ক্ষুধাতুরক আপোন আহার
১৭ দিয়ে আরু নাঙ্গঠাক কাপড়েরে ঢাকে, দুঃখী-
য়াক উপদ্রব করার পরা আপোন হাত কোঁচায়,
সুদ বা বাঢ়ি নলয়, মোর শাসনপ্রণালীবোর
পালন করে, মোর বিধিবোরত চলে, এনে পুত্তেক
যদি সেই মানুহর ঔরসত জন্ম হয়, তেন্তে সেই
পুত্তেক আপোন বাপেকর অপরাধর নিমিত্তে ন-
১৮ মরিব ; সি অৱশ্যে জীয়াই থাকিব। তার বাপে-
কর বিষয়ে হলে, সি অত্যন্ত অত্যাচার করার,
বলেরে আপোন ভাইর বস্তু কাঢ়ি লোৱার, আরু
আপোন লোকবিলাকর মাজত, যি ভাল নহয়,
তাকে করার কারণে, দেখা, সি আপোন অপরাধর
১৯ নিমিত্তে মরিব। তথাপি তোমালোকে কোৱা,
পুত্তেকে বাপেকর অপরাধর ভার কিয় নবয়?
যেতিয়া পুত্তেকে উচিত আরু ন্যায় কার্য্য করে,
মোর সকলো বিধি পালন করে, আরু সেইবোরর
মতে কর্ম্ম করে, তেতিয়া সি নিশ্চয়ে জীয়াই
২০ থাকিব। পাপ করা প্রাণীহে মরিব ; পুত্তেকে
বাপেকর, বাপেকে পুত্তেকর অপরাধর ভার নবব ;
ধার্ম্মিকর ধার্ম্মিকতা ধার্ম্মিকর গাত, আরু দুষ্টর
২১ দুষ্টতা দুষ্টর গাত থাকিব। কিন্তু যদি দুষ্টই
নিজে করা আটাই পাপর পরা ঘূরি মোর সকলো
বিধি পালন করে, উচিত আরু ন্যায় কার্য্য করে,
তেন্তে সি অৱশ্যে জীয়াই থাকিব, নমরিব।
২২ সি করা অপরাধবোরর কোনো অপরাধকে তার
অহিতে সোঁৱরণ করা নহব ; সি আপোন
২৩ ধার্ম্মিকতার নিমিত্তেহে জীয়াই থাকিব। প্রভু
যিহোৱাই কৈছে, দুষ্টই যে আপোন পথর পরা
ঘূরি জীয়াই থাকিব, ইয়াত সন্তুষ্ট নহৈ তার
২৪ মৃত্যুত জানো মই কোনো সন্তোষ পাওঁ? কিন্তু
যদি ধার্ম্মিকে আপোন ধার্ম্মিকতার পরা ঘূরি
অপরাধ করে, আরু দুষ্টই করা আটাই ঘিণ-
লগীয়া কার্য্যর দরে কার্য্য করে, তেন্তে সি জীয়াই
থাকিব নে? সি করা ধর্ম্মকর্ম্মবোরর কোনো-
টোকে সোঁৱরণ করা নেযাব, সি করা অপ-
রাধতেই, আরু সি করা পাপতেই সি মরিব।
২৫ তথাপি তোমালোকে কোৱা, প্রভুর পথ সমান
নহয় ; হে ইস্রায়েল বংশ, বারু, শুনা, মোর
পথহে সমান নহয় নে? তোমালোকর পথহে
২৬ জানো অসমান নহয়? ধার্ম্মিক লোকে যদি
আপোন ধার্ম্মিকতার পরা ঘূরি অপরাধ করে,
আরু তাতে মরে, তেন্তে সি করা অপরাধতেই
২৭ মরে। আকৌ যদি দুষ্টই আপুনি করা
দুষ্কর্ম্মর পরা ঘূরি উচিত আরু ন্যায় কার্য্য করে,
২৮ তেন্তে সি আপোন প্রাণ জীয়াই রাখিব। সি
বিবেচনা করি সি করা তার আটাই দুষ্কর্ম্মর
পরা ঘূরাত, সি নিশ্চয়ে জীয়াই থাকিব,
২৯ নমরিব। তথাপি ইস্রায়েল বংশই কয়, প্রভুর
পথ সমান নহয় ; হে ইস্রায়েল বংশ, মোর
পথহে সমান নহয় নে? তোমালোকর পথহে
৩০ জানো অসমান নহয়? এই হেতুকে, প্রভু যিহো-
ৱাই কৈছে, হে ইস্রায়েল বংশ, প্রত্যেকর
আচার ব্যৱহার অনুসারে, মই তোমালোকর
বিচার করিম। তোমালোক ওলোটা, আরু তোমা-
লোকর সকলো অধর্ম্মর পরা ঘূরা ; তাতে অপরাধ
৩১ তোমালোকর সর্ব্বনাশর কারণ নহব। যি যি অপ-
রাধেরে তোমালোকে অপরাধ করিলা, তোমা-
লোকর সেই সকলো অপরাধ তোমালোকর পরা
দূর করা, আরু তোমালোকর নিজর নিজর নিমিত্তে
এক নতুন হৃদয় আরু এক নতুন আত্মা করা ;
কিয়নো হে ইস্রায়েল বংশ, কিয় তোমালোক
৩২ মরিবা? কিয়নো, প্রভু যিহোৱাই কৈছে, কোনো
লোক মরিলে মই তার মৃত্যুত সন্তোষ নেপাওঁ।
এই হেতুকে তোমালোক ঘূরি জীয়াই থাকা।

যিহূদার অধিপতিবিলাকর বিষয়ে
বিলাপ।

১৯ তুমি ইস্রায়েলর অধিপতিবিলাকর বিষয়ে
২ বিলাপ আরম্ভ করা, আরু কোৱা, তোমার
মারা কি আছিল? তাই এজনী সিংহী ; তাই
সিংহবোরর মাজত শুইছিল, তাই ডেকা সিংহ-
বোরর মাজত পোৱালিবোর প্রতিপালন করি-
৩ ছিল। তাই আপোনার পোৱালিবোরর মাজর
এটা পোৱালি তোলাত, সি ডেকা সিংহ হৈ
উঠিল ; আরু সি চিকার ধরিবলৈ শিকি মানুহ

৪ শুনিলে। জাতিবিলাকে তাৰ বিষয়ে শুনাত, সি
সিহঁতৰ গাঁতত ধৰা পৰিল, আৰু সিহঁতে তাৰ
নাকত হাঁকোটা লগাই মিচৰ দেশলৈ নিলে।
৫ যেতিয়া তাই দেখিলে, যে, তাই বাট চাই
থাকোঁতে থাকোঁতে, তাইৰ আশা বিফল হল,
তেতিয়া তাই আপোনাৰ আন এটা পোৱালি
৬ লৈ তাক ডেকা সিংহ কৰি তুলিলে। সি
সিংহবোৰৰ মাজত অহাযোৱা কৰোঁতে কৰোঁতে
ডেকা সিংহ হৈ উঠিল; সি চিকাৰ ধৰিবলৈ
৭ শিকি মানুহ খালে। সি সিহঁতৰ অট্টালিকা-
বোৰ চিনি পাইছিল, আৰু সিহঁতৰ নগৰ-
বোৰ ধ্বংস কৰিছিল; তাৰ গৰ্জ্জনৰ শব্দত
দেশ আৰু তাৰ ভিতৰৰ সকলো উচ্ছন্ন হল।
৮ তেতিয়া জাতিবিলাকে প্ৰদেশবোৰৰ পৰা সকলো
ফালে তাক আক্ৰমণ কৰিলে, আৰু সিহঁতে তাৰ
ওপৰত আপোনাবিলাকৰ জাল মেলিলে; সি
৯ সিহঁতৰ গাঁতত ধৰা পৰিল। সিহঁতে তাৰ
নাকত হাঁকোটা লগাই সজাত সুমুৱাই বাবিলৰ
ৰজাৰ ওচৰলৈ নিলে; ইস্ৰায়েলৰ পৰ্ব্বতবোৰৰ
ওপৰত তাৰ মাত আৰু নুশুনিবলৈ সিহঁতে তাক
দুৰ্গম ঠাইত ৰাখিলে।
১০ তোমাৰ নিৰাপদৰ কালত তোমাৰ মাৰা জল-
সমূহৰ কাষত ৰোৱা এডাল দ্ৰাক্ষালতাস্বৰূপ
আছিল; সেয়ে বহুজলসমূহৰ কাৰণে ফলেৰে
১১ আৰু ডালেৰে পূৰ হৈছিল। আৰু তাৰ শকত
ডালবোৰ শাসনকৰ্ত্তাবিলাকৰ ৰাজদণ্ডৰ যোগ্য
আছিল; সেয়ে বাঢ়ি ওখই আকাশ চুকি পোৱা
হল, আৰু অধিক ডাল ও ওখৰ কাৰণে তাক
১২ ভালকৈ দেখা গল। কিন্তু ক্ৰোধত তাক উঘালি
মাটিত পেলোৱা হল, আৰু পূবৰ বতাহে তাৰ
ফল শুকুৱালে; তাৰ শকত ডালবোৰ ভগ্ন হৈ
১৩ শুকাল, জুয়ে সেইবোৰ গ্ৰাস কৰিলে। এতিয়া
তাক অৰণ্যত, খৰাং আৰু শুকান দেশত ৰোৱা
১৪ হৈছে। আৰু তাৰ দণ্ডস্বৰূপ ডালবোৰৰ পৰা
জুই ওলাই তাৰ ফল এনেকৈ গ্ৰাস কৰিলে,
যে, শাসন কৰিবলৈ দণ্ডৰ উপযুক্ত শকত ডাল
তাৰ মাজত আৰু নেথাকিল। এয়ে বিলাপ,
আৰু বিলাপৰ অৰ্থে হব।

ইস্ৰায়েলৰ পূৰ্ব্বৰ আৰু বৰ্ত্তমানৰ বিপথগমন,
তাৰ দণ্ড, আৰু সিবিলাকৰ
ভাবী নিস্তাৰ।

২০ সপ্তম বছৰৰ পঞ্চম মাহৰ দশম দিনা
ইস্ৰায়েলৰ বৃদ্ধবিলাকৰ মাজৰ কেইজনমান
পুৰুষে যিহোৱাক সুধিবলৈ আহি মোৰ আগত
২ বহিল। তেতিয়া যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
৩ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি ইস্ৰা-
য়েলৰ বৃদ্ধ কেইজনক কৈছে কথা কৈ সিবিলাকক
কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে,
তোমালোকে মোক সুধিবলৈ আহিছা নে? প্ৰভু
যিহোৱাই কৈছে, মোৰ জীৱনৰ শপথ, ময়
৪ তোমালোকক মোক সুধিবলৈ নিদিওঁ। হে মনুষ্য-
সন্তান, তুমি সিবিলাকৰ ওপৰত সোধ নচলোৱা
নে? তুমি সোধ নচলোৱা নে? সিবিলাকৰ পূৰ্ব্ব-
পুৰুষবিলাকৰ ঘিণলগীয়া কাৰ্য্যবোৰ সিবিলাকক
৫ জানিবলৈ দিয়া, আৰু সিবিলাকক কোৱা, প্ৰভু
যিহোৱাই এই কথা কৈছে, ময় যি দিনা ইস্ৰা-
য়েলক মনোনীত কৰিছিলোঁ, আৰু যাকোবৰ
বংশৰ সন্তানবিলাকৰ পক্ষে হাত দাঙি শপথ
কৰিছিলোঁ, আৰু ময় তোমালোকৰ ঈশ্বৰ
যিহোৱা বুলি কৈ সিবিলাকৰ পক্ষে মোৰ
হাত দাঙি মিচৰ দেশত সিবিলাকক চিনাকী
৬ দিছিলোঁ, সেই দিনা, আটাই দেশৰ ভূষণস্বৰূপ,
দুগ্ধ আৰু মধু বোৱা, সিবিলাকৰ নিমিত্তে ময়
অনুসন্ধান কৰা এখন দেশলৈ মিচৰ দেশৰ পৰা
সিবিলাকক উলিয়াই নিম বুলি সিবিলাকৰ
৭ পক্ষে মোৰ হাত দাঙি শপথ কৰি সিবিলাকক
কৈছিলোঁ, তোমালোকে আপোনাবিলাকৰ চকুত
লগা সকলো ঘিণলগীয়া বস্তু দূৰ কৰা, আৰু
মিচৰৰ মূৰ্ত্তিবোৰেৰে আপোনাবিলাকক অশুচি
নকৰিবা; ময়েই তোমালোকৰ ঈশ্বৰ যিহোৱা।
৮ কিন্তু সিবিলাকে মোৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে,
আৰু মোৰ কথা শুনিবলৈ অমান্তি হল; সিবি-
লাকে আপোনাবিলাকৰ চকুত লগা ঘিণলগীয়া
বস্তুবোৰ দূৰ নকৰিলে, বা মিচৰৰ মূৰ্ত্তিবোৰো
ত্যাগ নকৰিলে। তেতিয়া ময় মিচৰ দেশৰ মাজত
সিবিলাকৰ অহিতে মোৰ ক্ৰোধ সিদ্ধ কৰিব-
লৈ, সিবিলাকৰ ওপৰত মোৰ কোপ বৰষাব-
৯ লৈ মন কৰিছিলোঁ। কিন্তু মিচৰ দেশৰ পৰা
সিবিলাকক উলিয়াই অনাৰ দ্বাৰায় সিবিলাক
থকা যি জাতিবিলাকৰ সাক্ষাতে ময় সিবিলাকক
মোৰ পৰিচয় দিছিলোঁ, সেই জাতিবিলাকৰ
সাক্ষাতে মোৰ নাম অপবিত্ৰ কৰা নহবৰ
নিমিত্তে, মোৰ নামৰ উদ্দেশে ময় কাৰ্য্য
১০ কৰিলোঁ। ময় সিবিলাকক মিচৰ দেশৰ পৰা
১১ উলিয়াই অৰণ্যৰ মাজলৈ আনিলোঁ। আৰু যি
বিধি ও শাসনপ্ৰণালী অনুসাৰে মানুহে কাৰ্য্য
কৰিলে তাতে জীয়াই থাকিব পাৰে, মোৰ এনে
বিধি সিবিলাকক দিলোঁ, আৰু মোৰ এনে
১২ শাসনপ্ৰণালী সিবিলাকক দেখুৱালোঁ। ইয়াৰ
বাহিৰে, ময় যে সিবিলাকক পবিত্ৰ কৰোঁতা
যিহোৱা, তাক সিবিলাকে জানিবৰ নিমিত্তে
মোৰ আৰু সিবিলাকৰ মাজত চিন হবলৈ
১৩ মোৰ বিশ্ৰামদিনবোৰ সিবিলাকক দিলোঁ। কিন্তু
ইস্ৰায়েল বংশই অৰণ্যত মোৰ অহিতে বিদ্ৰোহ
কৰিলে; সিবিলাকে মোৰ বিধিমতে নচলিলে,

আৰু যি শাসনপ্ৰণালী অনুসাৰে মানুহে কাৰ্য্য
কৰিলে তাৰে জীয়াই থাকিব পাৰে, সিবিলাকে
মোৰ সেই শাসনপ্ৰণালীবোৰ অগ্ৰাহ্য কৰিলে,
আৰু মোৰ বিশ্ৰামদিনবোৰ অতি অপবিত্ৰ
কৰিলে; তাতে মই সিবিলাকক বিনষ্ট কৰিবৰ
অৰ্থে, অৰণ্যত সিবিলাকৰ ওপৰত মোৰ কোপ
১৪ বৰষাবলৈ মন কৰিছিলোঁ। কিন্তু যি জাতি-
বিলাকৰ সাক্ষাতে মই সিবিলাকক উলিয়াই
আনিছিলোঁ, সেই জাতিবিলাকৰ সাক্ষাতে মোৰ
নাম অপবিত্ৰ কৰা নহবৰ নিমিত্তে মোৰ
১৫ নামৰ উদ্দেশে মই কাৰ্য্য কৰিলোঁ। ইয়াত বাবে,
আটাই দেশৰ ভূষণস্বৰূপ, দুগ্ধ আৰু মধু বোৱা,
মই সিবিলাকক দান কৰা দেশৰ মাজলৈ
সিবিলাকক নিনিওঁ বুলি মই অৰণ্যত সিবিলা-
১৬ কৰ অহিতে হাত দাঙি শপত কৰিছিলোঁ; কাৰণ
সিবিলাকে মোৰ শাসনপ্ৰণালীবোৰ অগ্ৰাহ্য
কৰিলে, মোৰ বিধিমতে নচলিলে, আৰু মোৰ
বিশ্ৰামদিনবোৰ অপবিত্ৰ কৰিলে; কিয়নো
সিবিলাকৰ মন সিবিলাকৰ মূৰ্ত্তিবোৰৰ পাছত
১৭ চলি আছিল। তথাপি মই সিবিলাকলৈ কৃপা-
দৃষ্টি কৰি সিবিলাকক বিনষ্ট নকৰিলোঁ, আৰু
অৰণ্যত সিবিলাকক নিঃশেষে সংহাৰ নক-
১৮ ৰিলোঁ। আৰু অৰণ্যত মই সিবিলাকৰ সন্তান-
বিলাকক কলোঁ, তোমালোকে আপোনাবিলাকৰ
পূৰ্ব্বপুৰুষবিলাকৰ বিধিবোৰত নচলিবা, বা
সিবিলাকৰ শাসনপ্ৰণালীবোৰ পালন নকৰিবা,
নাইবা সিবিলাকৰ মূৰ্ত্তিবোৰেৰে আপোনা-
১৯ বিলাকক অশুচি নকৰিবা। ময়েই তোমালোকৰ
ঈশ্বৰ যিহোৱা; মোৰ বিধিমতে চলা, মোৰ
শাসনপ্ৰণালীবোৰ পালন কৰা, আৰু সেই অনু-
২০ সাৰে কাৰ্য্য কৰা। আৰু তোমালোকে মোৰ
বিশ্ৰামদিনবোৰ পবিত্ৰ কৰা; তাতে, মই যে
তোমালোকৰ ঈশ্বৰ যিহোৱা, তাক তোমালোকে
জানিবৰ নিমিত্তে মোৰ আৰু তোমালোকৰ
২১ মাজত এইবোৰেই এটা চিন হব। কিন্তু সেই
সন্তানবিলাকে মোৰ অহিতে বিদ্ৰোহ কৰিলে;
সিবিলাকে মোৰ বিধিমতে নচলিলে, বা যি
শাসনপ্ৰণালী অনুসাৰে মানুহে কাৰ্য্য কৰিলে
তাৰে জীয়াই থাকিব পাৰে, মোৰ সেই শাসন-
প্ৰণালীবোৰ সিবিলাকে পালন নকৰিলে, আৰু
সেই অনুসাৰে কাৰ্য্য নকৰিলে; সিবিলাকে
মোৰ বিশ্ৰামদিনবোৰ অপবিত্ৰ কৰিলে।
তাতে মই অৰণ্যত সিবিলাকৰ অহিতে মোৰ
ক্ৰোধ সিদ্ধ কৰিবলৈ, সিবিলাকৰ ওপৰত মোৰ
২২ কোপ বৰষাবলৈ মন কৰিছিলোঁ। তথাপি,
যি জাতিবিলাকৰ সাক্ষাতে মই সিবিলাকক
উলিয়াই আনিছিলোঁ, সেই জাতিবিলাকৰ
সাক্ষাতে মোৰ নাম অপবিত্ৰ কৰা নহবৰ
নিমিত্তে, মই মোৰ হাত কোঁচাই মোৰ নামৰ
২৩ উদ্দেশে কাৰ্য্য কৰিলোঁ। ইয়াত বাবে, জাতি-
বিলাকৰ মাজত সিবিলাকক ছিন্নভিন্ন আৰু দেশ-
বোৰৰ মাজত সিবিলাকক গোট গোট কৰিব
বুলি মই অৰণ্যত সিবিলাকৰ অহিতে মোৰ হাত
২৪ দাঙি শপত কৰিলোঁ; কাৰণ সিবিলাকে মোৰ
শাসনপ্ৰণালী অনুসাৰে কাৰ্য্য নকৰিলে, কিন্তু
মোৰ বিধিবোৰ অগ্ৰাহ্য কৰিলে, মোৰ বিশ্ৰাম-
দিনবোৰ অপবিত্ৰ কৰিলে, আৰু সিবিলাকৰ
চকু সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাকৰ মূৰ্ত্তিবোৰত
২৫ আসক্ত থাকিল। ইয়াত বাবেও, যি বিধি ভাল
নহয়, আৰু যি শাসনপ্ৰণালীৰ দ্বাৰায় সিবিলাকে
জীয়াই থাকিব নোৱাৰিব, এনে বিধি আৰু
২৬ শাসনপ্ৰণালী মই সিবিলাকক দিলোঁ। মই যে
যিহোৱা, ইয়াক যেন সিবিলাকে জানিব,
এই নিমিত্তে মই সিবিলাকক উচ্ছন্ন কৰিবলৈ,
প্ৰথমে জন্মা আটাইকে সিবিলাকে জুইৰ মাজে-
দি গমন কৰোৱাৰ দ্বাৰায়, সিবিলাকক আ-
পোনাবিলাকৰ উপহাৰেৰে অশুচি কৰিলোঁ।
২৭ এই হেতুকে হে মনুষ্যসন্তান, তুমি ইস্ৰায়েল
বংশৰ সৈতে কথা কৈ সিবিলাকক এই কথা
কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, তোমা-
লোকৰ পূৰ্ব্বপুৰুষবিলাকে মোৰ অহিতে অপৰাধ
কৰি, ইয়াতে মোক আৰু অপমান কৰিলে।
২৮ কিয়নো, যি দেশ সিবিলাকক দিম বুলি মই
হাত দাঙি শপত কৰিছিলোঁ, সেই দেশলৈ মই
যেতিয়া সিবিলাকক আনিলোঁ, তেতিয়া সিবি-
লাকে যি যি ঠাইত কোনো ওখ পৰ্ব্বত, আৰু
কোনো ঘনপত্ৰীয়া গছ দেখা পালে, সেই সেই
ঠাইত সিবিলাকে আপোন আপোন বলি
উৎসৰ্গ কৰিছিল, সেই সেই ঠাইত বিৰক্তিজনক
আপোন আপোন নৈবেদ্য দিছিল, সেই সেই
ঠাইত আপোন আপোন সুঘ্ৰাণাৰ্থক দ্ৰব্য থৈ-
ছিল, আৰু সেই সেই ঠাইত আপোন আপোন
২৯ পেয় নৈবেদ্য ঢালিছিল। তাতে মই সিবিলা-
কক কলোঁ, যি ওখ ঠাইখনলৈ তোমালোক উঠি
যোৱা, সেই ঠাই কি? এই দৰে সেই ঠাই
আজিলৈকে "বামা" [ওখ ঠাই] নামেৰে
৩০ প্ৰসিদ্ধ। এই হেতুকে তুমি ইস্ৰায়েল বংশক
কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, তোমা-
লোকৰ পূৰ্ব্বপুৰুষবিলাকৰ নিচিনাকৈ তোমা-
লোকে আপোনাবিলাকক অশুচি কৰা নাই
নে? আৰু সিবিলাকৰ ঘিণলগীয়া বস্তুৰ পাছে
৩১ পাছে ব্যভিচাৰী হৈ যোৱা নাই নে? আৰু
তোমালোকে আপোনাবিলাকৰ উপহাৰ উৎ-
সৰ্গ কৰি, আপোনাবিলাকৰ সন্তানবিলাকক
অগ্নিৰ মাজেদি গমন কৰাই আজিলৈকে
তোমালোকৰ আটাই মূৰ্ত্তিৰে সৈতে আপোনা-

বিলাকক অশুচি কৰা নাই নে? তেন্তে হে
ইস্ৰায়েল বংশ, ময় জানো তোমালোকক মোক
সুধিবলৈ দিম? প্ৰভু যিহোৱাই কৈছে, মোৰ
জীৱনৰ শপথ, ময় তোমালোকক মোক সুধিব-
৩২ লৈ নিদিওঁ। আমি কাঠ আৰু শিলক
পূজা কৰি, জাতিবিলাকৰ, দেশবিদেশে থকা
গোষ্ঠীবিলাকৰেই মিচিলা হম বুলি তোমা-
লোকে কোৱা কথা, তোমালোকৰ মনত উদয়
৩৩ হোৱা কথা সমূলি নঘটিব। প্ৰভু যিহোৱাই
কৈছে, মোৰ জীৱনৰ শপথ, পৰাক্ৰমী হাতেৰে,
মেলা বাহুৰে, আৰু ক্ৰোধবৰ্ষণেৰে ময় নিশ্চয়ে
৩৪ তোমালোকৰ ওপৰত ৰজা হম। পৰাক্ৰমী
হাতেৰে, মেলা বাহুৰে, আৰু ক্ৰোধবৰ্ষণেৰে
ময় জাতিবিলাকৰ মাজৰ পৰা তোমালোকক
উলিয়াই আনিম, আৰু তোমালোক ছিন্নভিন্ন
৩৫ হোৱা দেশৰ পৰা তোমালোকক গোটাম। ময়
তোমালোকক জাতিবিলাকৰ অৰণ্যলৈ নি,
তাত তোমালোকে সৈতে সন্মুখাসন্মুখি হৈ
৩৬ প্ৰতিবাদ কৰিম। প্ৰভু যিহোৱাই কৈছে,
মিচৰ দেশৰ অৰণ্যত ময় তোমালোকৰ পূৰ্ব্ব-
পুৰুষবিলাকৰ লগত প্ৰতিবাদ কৰা মিচিনাকৈ
৩৭ তোমালোকৰ লগতো প্ৰতিবাদ কৰিম। আৰু ময়
তোমালোকক দণ্ডডালিৰ তলেদি গমন কৰাম,
৩৮ আৰু নিয়মটিৰ বান্ধনিলৈ আনিম; আৰু ময়
বিদ্ৰোহীইতক, আৰু মোৰ অহিতে সত্যলঙ্ঘন
কৰাবোৰক জাৰি তোমালোকৰ মাজৰ পৰা দূৰ
কৰিম; সিহঁতে প্ৰবাস কৰা দেশৰ পৰা ময়
সিহঁতক উলিয়াম, কিন্তু সিহঁত ইস্ৰায়েল দেশত
নোসোমাব; তাতে, ময় যে যিহোৱা, তাক
৩৯ তোমালোকে জানিবা। হে ইস্ৰায়েল বংশ, প্ৰভু
যিহোৱাই এই দৰে কৈছে, তোমালোক যোৱা,
প্ৰতিজনে আপোন আপোন মূৰ্ত্তিবোৰক সেৱা-
পূজা কৰাগৈ; কিন্তু তোমালোকে ভবিষ্যতে
মোৰ কথালৈ অৱশ্যে কাণ দিবা, আৰু মোৰ
পবিত্ৰ নাম তোমালোকৰ উপহাৰ আৰু
তোমালোকৰ মূৰ্ত্তিৰে তোমালোকে আৰু
৪০ অশুচি নকৰিবা। কিয়নো, প্ৰভু যিহোৱাই
কৈছে, মোৰ পবিত্ৰ পৰ্ব্বতটোত, ইস্ৰায়েলৰ
ওখ পৰ্ব্বতটোতেই ইস্ৰায়েলৰ আটাই বংশই,
সিবিলাকৰ আটায়ে দেশত সেই ঠাইতে
মোৰ আৰাধনা কৰিব; সেই ঠাইতে ময়
সিবিলাকক গ্ৰাহ্য কৰিম, আৰু সেই ঠাইতে
তোমালোকৰ সকলো পবিত্ৰ বস্তুৰে সৈতে
তোমালোকৰ উপহাৰ, আৰু নৈবেদ্যস্বৰূপে
দিব লগীয়া তোমালোকৰ আগ ভাগ পাবলৈ
৪১ ময় ইচ্ছা কৰিম। যেতিয়া ময় তোমা-
লোকক জাতিবিলাকৰ মাজৰ পৰা উলিয়াই
আনিম, আৰু তোমালোক ছিন্নভিন্ন হোৱা
দেশবোৰৰ পৰা তোমালোকক গোটাম, তেতিয়া
ময় তোমালোকক সুঘ্ৰাণস্বৰূপে গ্ৰহণ কৰিম,
আৰু ময় জাতিবিলাকৰ সাক্ষাতে তোমালোকৰ
৪২ মাজত পবিত্ৰীকৃত হম। যি দেশ তোমালোকৰ
পূৰ্ব্বপুৰুষবিলাকক দিম বুলি ময় হাত দাঙি
শপথ কৰিছিলোঁ, সেই ইস্ৰায়েল দেশলৈ ময়
তোমালোকক যেতিয়া নিম, তেতিয়া, ময়
যে যিহোৱা, তাক তোমালোকে জানিবা।
৪৩ আৰু যি যি আচাৰ ব্যৱহাৰ আৰু কাৰ্য্যেৰে
তোমালোকে আপোনাবিলাকক অশুচি কৰিলা,
সেই সেই আচাৰ ব্যৱহাৰ আৰু কাৰ্য্য তাত
তোমালোকে মনত কৰিবা, আৰু তোমালোকে
কৰা সকলো কুকৰ্ম্মৰ নিমিত্তে তোমালোকে
আপোনাবিলাকৰ দৃষ্টিত আপোনাবিলাকক
৪৪ ঘিণ কৰিবা। আৰু প্ৰভু যিহোৱাই কৈছে,
হে ইস্ৰায়েল বংশ, তোমালোকৰ কু-আচৰণ বা
তোমালোকৰ দুষ্কৰ্ম্ম অনুসাৰে নহয়, কিন্তু মোৰ
নামৰ অৰ্থেহে যেতিয়া ময় তোমালোকলৈ
কাৰ্য্য কৰিম, তেতিয়া, ময় যে যিহোৱা, তাক
তোমালোকে জানিবা।

প্ৰতিকাৰ সাধিব লগা যিহোৱাৰ তৰোৱাল।

৪৫ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
৪৬ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি দক্ষিণ
কাললৈ তোমাৰ মুখ কৰি, দক্ষিণদিশে তোমাৰ
বাক্য বৰষোৱা আৰু দক্ষিণ অঞ্চলত থকা দেশৰ
৪৭ কাঠনীৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা। আৰু তুমি
দক্ষিণ অঞ্চলৰ সেই কাঠনীক কোৱা, যিহোৱাৰ
বাক্য শুনা, প্ৰভু যিহোৱাই এই কথা কৈছে,
দেখা, ময় তোমাৰ মাজত একুৰা জুই জ্বলাম,
আৰু সেই জুয়ে তোমাৰ মাজত থকা প্ৰত্যেক
কেঁচাপতীয়া আৰু প্ৰত্যেক শুকান গছ ভস্ম
কৰিব; সেই প্ৰজ্বলিত অগ্নি নুমুৱা নহব, আৰু
দক্ষিণৰ পৰা উত্তৰলৈকে সকলোৰে মুখ তাৰে
৪৮ পোড়া হব; তাতে, ময় যিহোৱাইহে যে তাক
জ্বলালোঁ, সকলো মৰ্ত্ত্যই তাক জানিব; তাক
৪৯ নুমুৱা নহব। তেতিয়া ময় কলোঁ, হায় হায়,
প্ৰভু যিহোৱা, লোকে মোৰ বিষয়ে কয়, এই
জনে নিগূঢ় বাক্যৰে কথা নকয় নে?

২১ তেতিয়া যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
যিৰূচালেমৰ কাললৈ তোমাৰ মুখ কৰি, পবিত্ৰ-
স্থানবোৰৰ কাললৈ বাক্য বৰষোৱা আৰু
ইস্ৰায়েল দেশৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা।
৩ তুমি ইস্ৰায়েল দেশক কোৱা, যিহোৱাই এই কথা
কৈছে, দেখা, ময় তোমাৰ বিপক্ষ; ময় কাঁকৰ
পৰা মোৰ তৰোৱাল উলিয়াই তোমাৰ মাজৰ
পৰা ধাৰ্ম্মিক আৰু দুষ্ট দুয়োকো উচ্ছন্ন কৰিম।

৪ ময় ধাৰ্ম্মিক আৰু দুষ্ট দুয়োকো তোমাৰ মাজৰ
পৰা উচ্ছন্ন কৰিম; সেই নিমিত্তেই দক্ষিণৰ
পৰা উত্তৰলৈকে সকলো মৰ্ত্ত্যৰ অহিতে মোৰ
৫ তৰোৱাল কাঁহৰ পৰা ওলাব। আৰু ময়
যিহোৱায়েই যে কাঁহৰ পৰা মোৰ তৰোৱাল
উলিয়ালোঁ, ইয়াক সকলো মৰ্ত্ত্যই জানিব;
৬ ই পুনৰায় নুসোমাব। এই হেতুকে হে মনুষ্য-
সন্তান, হুমুনিয়াহ পেলোৱা, কঁকাল ভগাকৈ আৰু
মনৰ বেজাৰেৰে সৈতে সিবিলাকৰ আগত হুমু-
৭ নিয়াহ পেলোৱা। তাতে, কিয় তুমি হুমুনিয়াহ
পেলাইছা? এই বুলি যেতিয়া সিবিলাকে তোমাক
সুধিব, তেতিয়া তুমি কবা, বাৰ্ত্তাৰ কাৰণে;
কিয়নো সেয়ে আহিছে, আৰু প্ৰত্যেকৰ হৃদয় দ্ৰৱ
হব, আটাইৰে হাত দুৰ্ব্বল হব, প্ৰত্যেকৰ মন
নিৰুৎসাহ হব, আৰু সকলোৰে আঁঠু পানীৰ নি-
চিনা অস্থিৰ হব; দেখা, প্ৰভু যিহোৱাই কৈছে,
সেয়ে আহিছে, আৰু সকলো সিদ্ধ হব।
৮ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
৯ বোলে, হে মনুষ্যসন্তান, ভাববাণী প্ৰচাৰ কৰি
কোৱা, যিহোৱাই এই কথা কৈছে, তুমি কোৱা,
তৰোৱাল! তৰোৱাল! তাক ধাৰ দিয়া আৰু
১০ মজাও হৈছে। বধ কৰিবৰ নিমিত্তে তাক ধাৰ
দিয়া হৈছে, বিজুলীৰ নিচিনা হবৰ নিমিত্তে
তাক মজা হৈছে; তেনে হলে আমি জানো
আমোদপ্ৰমোদ কৰিম? মোৰ পুত্ৰৰ দণ্ডডালিয়ে
১১ আটাই কাঠকে তুচ্ছ কৰে। তাক হাতত লবৰ
নিমিত্তে, তেওঁ তাক মাজিবলৈ আজ্ঞা দিছে; বধ
কৰোঁতাৰ হাতত দিবৰ নিমিত্তে তৰোৱালখন
১২ ধাৰ দিয়া হৈছে, এনে কি মজাও হৈছে। হে
মনুষ্যসন্তান, চিঞৰি কান্দা আৰু হাহাকাৰ কৰা;
কিয়নো সেয়ে মোৰ প্ৰজাবিলাকৰ আৰু ইস্ৰা-
য়েলৰ আটাই অধ্যক্ষবিলাকৰ ওপৰলৈ আহিল;
সিবিলাকক মোৰ প্ৰজাবিলাকে সৈতে তৰো-
ৱালত সোধাই দিয়া হল; এই হেতুকে তুমি
১৩ আপোন কৰণত চপৰিওৱা। কিয়নো পৰীক্ষা
কৰা হৈছে; তুচ্ছ কৰোঁতা দণ্ডডালিও যদি নে-
থাকে, তেন্তে কি হব? এয়ে প্ৰভু যিহোৱাৰ বচন।
১৪ এই হেতুকে হে মনুষ্যসন্তান, তুমি ভাববাণী প্ৰচাৰ
কৰা, আৰু হাতচাপৰি দিয়া; তৰোৱালখনে, অ-
নেক লোকক বধ কৰা তৰোৱালখনেই তৃতীয়বাৰ
দুগুণ কোবেৰে কাটোক; সেয়ে সিহঁতৰ ভিতৰ
সোমাই লিও যোমোৱা, মহৎ লোক জনক সংহা-
১৫ তিকৰূপে আঘাত কৰা তৰোৱাল। সিবিলাকৰ
হৃদয় দ্ৰৱ হবৰ নিমিত্তে, আৰু সিবিলাকৰ উজুটি
খাই পৰা লোক সৰহ হবৰ নিমিত্তে ময় তৰো-
ৱালখনৰ আগটো সিবিলাকৰ আটাই নগৰ-
দুৱাৰৰ অহিতে স্থাপন কৰিলোঁ; হায় হায়!
তাক বিজুলী যেন কৰা হল, বধ কৰিবৰ নিমিত্তে
১৬ তাক ধাৰ দিয়া হল। হে তৰোৱাল, তোমাৰ
সমুদায় বল সংগ্ৰহ কৰি সোঁফালে ঘূৰা, যুগুত
হৈ বাঁওফালে ঘূৰা; যি ফাললৈ তুমি মুখ কৰি
১৭ আছা, সেই ফাললৈ গমন কৰা। ময়ো হাতচাপৰি
দিম, আৰু মোৰ ক্ৰোধ মাৰ্‌ নিয়াম; ময়
যিহোৱায়েই ইয়াক কলোঁ।
১৮ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
১৯ বোলে, হে মনুষ্যসন্তান, বাবিলৰ ৰজাৰ তৰো-
ৱালখন আহিবৰ নিমিত্তে তুমি দুটা পথ আঁকা,
সেই দুটা পথ একেখন দেশৰ পৰা ওলাই
আহিব; আৰু তুমি হাতৰ আকৃতিৰ এক চিন
কাটা, নগৰ কেইখনলৈ অহা বাটৰ মূৰত তাক
২০ কাটা। তৰোৱালখন অম্মোনৰ সন্তানবিলাকৰ
ৰব্বা নগৰলৈ আহিবৰ নিমিত্তে এটা পথ, আৰু
যিহূদাৰ মাজত থকা গড়েৰে আবৃত যিৰূচালেম
নগৰলৈ আহিবৰ নিমিত্তে এটা পথ তুমি আঁকা।
২১ কিয়নো বাবিলৰ ৰজাই দুই বাটৰ যোৰাত,
দুই বাটৰ মূৰত মঙ্গল চাবলৈ থিয় হৈছে:
তেওঁ কাঁড়বোৰ ইফালে সিফালে জোকাৰিলে,
গৃহদেৱতাবোৰক সুধিলে, আৰু যকৃত
২২ চালে। পাছে গড় ভঙা যন্ত্ৰ স্থাপন কৰিবলৈ,
হত্যাৰ নিমিত্তে হুকুম দিবলৈ, উচ্চ ধ্বনিৰে জয়-
ধ্বনি কৰিবলৈ, দুৱাৰবোৰৰ অহিতে গড় ভঙা
যন্ত্ৰ স্থাপন কৰিবলৈ, দ্দাম বান্ধিবলৈ, কোঁঠ
সাজিবলৈ তেওঁৰ সোঁ হাতত যিৰূচালেমৰ নাম
২৩ উঠিল। আৰু সিহঁতৰ আগত শপত খোৱা-
বিলাকৰ মানত সেই মঙ্গল চোৱা কাৰ্য্যটো
বৃথা হব; কিন্তু সিবিলাক ধৰা পৰিবৰ নিমিত্তে
তেওঁ অপৰাধ সোঁৱৰণ কৰাব।
২৪ এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে,
তোমালোকৰ আটাই কাৰ্য্যৰ দ্বাৰায়, তোমা-
লোকৰ পাপবোৰ ওলাই পৰাকৈ তোমালোকৰ
অপৰাধবোৰ প্ৰকাশিত হল; এই ৰূপে তোমা-
লোকে আপোনাবিলাকৰ দুষ্কৰ্ম্ম সোঁৱৰণ কৰালা,
আৰু তোমালোকলৈ মোৰ মনত পৰিল; এ-
২৫ তেকে তোমালোক ধৰা পৰিবা। অন্তজনক অপ-
ৰাধৰ কালত দিন উপস্থিত হোৱা হত হব লগীয়া
২৬ ইস্ৰায়েলৰ অধিপতি হে দুষ্ট, প্ৰভু যিহোৱাই
এই কথা কৈছে, পাগুৰি গুচুওৱা আৰু ৰাজমুকুট
দূৰ কৰা; এইবোৰ আৰু নাথাকিব, চাপৰক
২৭ ওখ কৰা হব, আৰু ওখক চাপৰ কৰা হব। ময়
নষ্ট কৰিম, নষ্ট কৰিম, নষ্ট কৰিম; যাৰ স্বত্ব
আছে সেইজনে নহালৈকে নিশ্চয়ে এইবোৰ আৰু নাথাকিব;
আৰু ময় এইবোৰ সেই জনকে দিম।
২৮ হে মনুষ্যসন্তান, তুমি ভাববাণী প্ৰচাৰ কৰি
কোৱা, প্ৰভু যিহোৱাই অম্মোনৰ সন্তান-
বিলাকৰ, আৰু সিহঁতে দিয়া অপমানৰ বিষয়ে
২৯ এই কথা কৈছে, তুমি কোৱা, অন্তজনক অপৰাধৰ

কালত দিন উপস্থিত হোৱা হত হব লগীয়া
সেই দুষ্টবোৰৰ ডিডিত তোমাক পেলাবলৈ,
সিহঁতে তোমাৰ পক্ষে অনৰ্থক দৰ্শন পোৱাত,
তোমাৰ পক্ষে মিছা মঙ্গল চোঁৱাত, এখন তৰো-
ৱাল, ফাঁকৰ পৰা এখন তৰোৱাল উলিওৱা
হৈছে; গ্ৰাস কৰাবলৈ, বিজুলীস্বৰূপ হবলৈ
৩০ হত্যাৰ নিমিত্তে তাক মজা হৈছে। তুমি তাক
ফাঁকত পুনৰায় সুমুউৱা। তোমাক সৃষ্টি কৰা
ঠাইত, তোমাৰ জন্মদেশত মই তোমাক দণ্ড
৩১ দিম। আৰু মই তোমাৰ ওপৰত মোৰ ক্ৰোধ
বৰষাম, মোৰ ক্ৰোধাগ্নি তোমাৰ ওপৰত ফুঁৱাম,
আৰু বিনষ্ট কৰিবলৈ নিপুণ পশুতুল্য লোক-
৩২ বিলাকৰ হাতত তোমাক সোধাই দিম। তুমি
জুইৰ খৰিস্বৰূপ হবা; দেশৰ মাজত তোমাৰ
ৰক্তপাত হব; তোমাক আৰু সোঁৱৰণ কৰা
নেযাব; কিয়নো মই যিহোৱাই ইয়াক কলোঁ।

অপৰাধী ইস্ৰায়েলৰ ঘটিব লগা দণ্ড।

২২ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
গোচৰ নচলোৱা নে? ৰক্তপাতকাৰিণী নগৰীৰ
ওপৰত গোচৰ নচলোৱা নে? তেন্তে তাইৰ
আটাই ঘিণলগীয়া কাৰ্য্য তাইক বুজুউৱা।
৩ আৰু তুমি কোৱা, প্ৰভু যিহোৱাই এই কথা
কৈছে, ই এনেকুৱা নগৰী, যে, আপোনাৰ
সময় আহিবৰ নিমিত্তে আপোনাৰ মাজত
ৰক্তপাত কৰে, আৰু আপোনাকে অশুচি
কৰিবলৈ আপোনাৰ নিমিত্তে মূৰ্ত্তি নিৰ্ম্মাণ
৪ কৰে। হে নগৰি, তুমি কৰা ৰক্তপাতত তুমি
দোষী হলা, আৰু তুমি নিৰ্ম্মাণ কৰা তোমাৰ
মূৰ্ত্তিবোৰৰ দ্বাৰায় তুমি অশুচি হলা; আৰু
তুমি আপোনাৰ কাল ওচৰ চপাইছা, আৰু
আপোনাৰ আয়ুৰ শেষলৈ আহিছা। এই
হেতুকে মই জাতিবিলাকৰ আগত তোমাক
ধিক্কাৰৰ, আৰু আটাই দেশৰ আগত বিদ্ৰূপৰ
৫ বিষয় কৰিম। হে বদনামী কলহপূৰ্ণা নগৰি,
তোমাৰ ওচৰত আৰু নিলগত থকা সকলোৱে
৬ তোমাক বিদ্ৰূপ কৰিব। দেখা, ইস্ৰায়েলৰ
অধ্যক্ষবিলাক আপোন আপোন বাহুবল অনু-
সাৰে ৰক্তপাত কৰিবলৈ তোমাৰ মাজত আছে।
৭ তোমাৰ মাজত পিতৃমাতৃক হেয়জ্ঞান কৰা হৈছে;
তোমাৰ মাজত বিদেশীক অত্যাচাৰ কৰা হৈছে;
তোমাৰ মাজত পিতৃহীন আৰু বিধৱাক অন্যায়
৮ কৰা হৈছে। তুমি মোৰ পবিত্ৰ বস্তবোৰ ঘিণ
কৰিছা, আৰু মোৰ বিশ্ৰামদিনবোৰ অপবিত্ৰ
৯ কৰিছা। ৰক্তপাত কৰিবলৈ তোমাৰ মাজত
চৰ্চ্চি কুৰা লোক আছে। তোমাৰ মাজত লোকে
পৰ্ব্বতবোৰৰ ওপৰত ভোজন কৰে, তোমাৰ
১০ মাজত ব্যভিচাৰ কৰে, তোমাৰ মাজত পিতৃ-
বিলাকৰ উলঙ্গতা প্ৰকাশ কৰে, তোমাৰ মাজত
ঋতুমতী হোৱা তিৰুতাক বলাৎকাৰ কৰে।
১১ কোনোৱে আপোন ওচৰচুবুৰীয়াৰ তিৰুতাৰে
সৈতে ঘিণলগীয়া কাৰ্য্য কৰে, কোনো জনে
আপোন বোৱাৰীয়েকক কুকৰ্ম্মেৰে অশুচি কৰে,
আৰু তোমাৰ মাজত আন কোনোৱে আপোনাৰ
ভনীয়েকক, বাপেকৰ জীয়েকক বলাৎকাৰ কৰে।
১২ ৰক্তপাত কৰিবলৈ লোকে তোমাৰ মাজত ভেঁটি
লয়; তুমি সুদ আৰু বাঢ়ি লওঁতা, আৰু তুমি
লোভ কৰি অত্যাচাৰৰ দ্বাৰায় তোমাৰ ওচৰ-
চুবুৰীয়াৰ পৰা লাভ কৰিছা, কিন্তু মোক হলে
১৩ পাহৰিছা, ইয়াক প্ৰভু যিহোৱাই কৈছে। এই
হেতুকে দেখা, তুমি কৰা অন্যায় লাভত, আৰু
তোমাৰ মাজত তুমি কৰা ৰক্তপাতত মই হাত-
১৪ তালি দিছোঁ। মই যি দিনা তোমাৰ প্ৰতিশোধ
লম, সেই দিনা তোমাৰ হৃদয়ে সহি থাকিব
পাৰিব নে? বা তোমাৰ হাত সবল হব নে?
মই যিহোৱাই ইয়াক কলোঁ, আৰু ইয়াক সিদ্ধও
১৫ কৰিম। মই জাতিবিলাকৰ মাজত তোমাক
ছিন্নভিন্ন কৰিম, দেশবোৰৰ মাজত তোমাক
গোট গোট কৰিম, আৰু তোমাৰ মাজৰ পৰা
১৬ তোমাৰ অশৌচ দূৰ কৰিম। আৰু তোমাক
জাতিবিলাকৰ সাক্ষাতে অপবিত্ৰ কৰা হব; আৰু
মই যে যিহোৱা, তাক তুমি জানিবা।
১৭ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
১৮ আহিল, বোলে, হে মনুষ্যসন্তান, ইস্ৰায়েল
বংশ মোৰ দৃষ্টিত খাঁজস্বৰূপ হল; সিবিলাক
সকলোৱেই গলিত হব লগা পিতল, বগিতাম,
লোহা, আৰু সীহস্বৰূপ; সিবিলাক ৰূপৰ
১৯ খাঁজস্বৰূপ। এই হেতুকে প্ৰভু যিহোৱাই এই
কথা কৈছে, তোমালোক সকলোৱেই খাঁজস্বৰূপ
হোৱাৰ নিমিত্তে, দেখা, মই তোমালোকক
২০ যিৰূচালেমৰ মাজত গোটাম। মানুহে ৰূপ,
পিতল, লোহা, সীহ, আৰু বগিতাম গলাবৰ
নিমিত্তে, তাৰ ওপৰত জুই ফুঁৱাবলৈ মছিৰ
মাজত তাক গোটাই দিয়াৰ নিচিনাকৈ মই
তোমালোকক মোৰ ক্ৰোধত আৰু কোপত
গোটাম, আৰু তোমালোকক তাত পেলাই
২১ গলাম। এনে কি, মই তোমালোকক গোটাই,
মোৰ ক্ৰোধাগ্নি তোমালোকৰ ওপৰত ফুঁৱাম;
তাতে তোমালোক তাৰ মাজত গলি যাবা।
২২ মছিৰ মাজত ৰূপ গলা নিচিনাকৈ তাৰ মাজত
তোমালোক গলিবা; তাতে, মই যিহোৱায়েই
যে তোমালোকৰ ওপৰত মোৰ ক্ৰোধ বৰষালোঁ,
তাক তোমালোকে জানিবা।
২৩ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২৪ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি যিহূদাক

কোৱা, তুমি হ্বাব নকৰা, বা ক্ৰোধৰ দিনা বৰষুণ
২৫ নিদিয়া দেশ। তাৰ মাজত তাৰ ভাববাদী-
বোৰে চক্ৰান্ত কৰিছে; সিহঁত চিকাৰ ধৰোঁতে
গৰ্জ্জন কৰোঁতা সিংহৰ নিচিনা; সিহঁতে
মনুষ্যক গ্ৰাস কৰে; সিহঁতে ধনসম্পত্তি আৰু
বহুমূল্য বস্তু নিয়ে; সিহঁতে তাৰ মাজত তাৰ
২৬ বিধৱাৰ সংখ্যা বঢ়ালে। তাৰ পুৰোহিত-
বোৰে মোৰ ব্যৱস্থাৰ বিপৰীতে অত্যাচাৰ
কৰে, আৰু মোৰ পবিত্ৰ বস্তুবোৰ অপবিত্ৰ কৰে;
সিহঁতে পবিত্ৰ আৰু সাধাৰণৰ মাজত প্ৰভেদ
নেৰাখে, বা শুচি আৰু অশুচিৰ মাজত বিভিন্ন
কৰিবলৈ মানুহক নিশিকায়; সিহঁতে মোৰ
বিশ্ৰামদিনবোৰৰ পৰা আপোনাবিলাকৰ চকু
ঢাকে, আৰু ময় সিহঁতৰ মাজত অপবিত্ৰীকৃত
২৭ হলোঁ। অন্যায় লাভ কৰিবৰ নিমিত্তে ৰক্তপাত
কৰিবলৈ, আৰু মনুষ্যক বিনষ্ট কৰিবলৈ তাৰ
মাজত থকা তাৰ মুখ্যবিলাক চিকাৰ ধৰোঁতা
২৮ ৰাংকুকুৰস্বৰূপ। যিহোৱাই নোকোৱাকৈয়ে প্ৰভু
যিহোৱাই এই ৰূপে কৈছে বুলি তাৰ ভাব-
বাদীবোৰে কৈ, অনৰ্থক দৰ্শন দেখি, আৰু
সিবিলাকৰ পক্ষে মিছা মঙ্গল চাই, সিবিলাকৰ
২৯ নিমিত্তে চুণেৰে লিপে। দেশৰ প্ৰজাবিলাকে
উপদ্ৰৱ কৰে, বলেৰে লয়, এনে কি, দুঃখী-
দৰিদ্ৰক দুঃখ দিয়ে, আৰু বিদেশীক অন্যায়-
৩০ কৈ অত্যাচাৰ কৰে। আৰু ময় দেশ নষ্ট
নকৰিবৰ নিমিত্তে, চাৰিওকালে গড় নিৰ্ম্মাণ
কৰিব পৰা, আৰু দেশৰ অৰ্থে মোৰ আগত
গড়ৰ ভঙা বাটত থিয় হব পৰা এনে এজন
মানুহ সিবিলাকৰ মাজত বিচাৰিলোঁ, কিন্তু ময়
৩১ কাকো নেপালোঁ। এই হেতুকে ময় সিবিলাকৰ
ওপৰত মোৰ ক্ৰোধ বৰষাম, মোৰ ক্ৰোধাগ্নিৰে
সিবিলাকক সংহাৰ কৰিম; প্ৰভু যিহোৱাই
কৈছে, ময় সিবিলাকৰ নিজৰ নিজৰ আচাৰ
ব্যৱহাৰৰ ফল সিবিলাকৰ মূৰত ফলিওৱাম।

অহলা আৰু অহলীবা নামেৰে দুজনী
তিৰুতাৰ দৃষ্টান্ত।

২৩ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, দুজনী
তিৰুতা আছিল; সিহঁত একে জনী মাকৰে
৩ জীয়েক। সিহঁতে মিচৰত বেশ্যাকৰ্ম্ম কৰিছিল,
যৌবনকালতেই বেশ্যাকৰ্ম্ম কৰিছিল; তাত সি-
হঁতৰ পিয়াহ মোচৰা হৈছিল, আৰু তাত সি-
হঁতৰ জীয়াৰীকালৰ পিয়াহৰ মূৰ টিপা হৈছিল।
৪ সিহঁতৰ মাজৰ বৰ জনীৰ নাম অহলা [তাম্বু],
আৰু তাইৰ ভনীয়েকৰ নাম অহলীবা
[তাইৰ মাজত মোৰ তাম্বু]; সিহঁত মোৰ হল,
আৰু সিহঁতে পো জী প্ৰসৱ কৰিলে। সিহঁতৰ
নামে এই বুজায়, অহলা চমৰিয়া, আৰু অহ-
৫ লীবা যিৰূচালেম। অহলা মোৰ হৈয়ো, তাই
বেশ্যাকৰ্ম্ম কৰিলে; নীলবস্ত্ৰ পিন্ধা, দেশাধি-
পতি আৰু শাসনকৰ্ত্তা হোৱা তাইৰ ওচৰচুবুৰীয়া
অচূৰ দেশৰ প্ৰেমকাৰীবোৰত তাই আসক্ত
৬ হল; সিহঁত সকলোৱেই মনোহৰ যুবা, ঘোঁড়াৰ
৭ ওপৰত উঠা অশ্বাৰোহী। তাই সিহঁতে সৈতে
বেশ্যাকৰ্ম্ম কৰিলে; সিহঁত আটাইবোৰ অচূৰৰ
মনোনীত লোক; আৰু তাই যিবোৰত আসক্ত
হল, সিহঁতৰ আটাই মূৰ্ত্তিৰ দ্বাৰায় তাই
৮ নিজকে অশুচি কৰিলে। মিচৰত থকা দিনৰে
পৰা তাই আপোনাৰ বেশ্যালি এৰা নাই;
কিয়নো তাইৰ যৌবনকালত সিহঁতেই তাইৰ
লগত শয়ন কৰি, তাইৰ জীয়াৰীকালৰ পিয়াহৰ
মূৰ টিপিছিল, আৰু সিহঁতে তাইৰ লগত অধিক
৯ পৰিমাণে বেশ্যাকৰ্ম্ম কৰিছিল। এই হেতুকে
ময় তাইৰ প্ৰেমকাৰীবোৰৰ, তাই আসক্ত হোৱা
অচূৰীয়াহঁতৰ হাতত তাইক সোধাই দিলোঁ।
১০ সিহঁতে তাইৰ উলঙ্গতা প্ৰকাশ কৰিলে, তাইৰ
পো জীবিলাকক নিলে, আৰু তাইক তৰো-
ৱালেৰে বধ কৰিলে; এই ৰূপে তাই তিৰুতা-
বিলাকৰ মাজত দৃষ্টান্তস্বৰূপা হল, আৰু দণ্ড
১১ ভোগ কৰিলে। তাইৰ ভনীয়েক অহলীবাই ইয়াক
দেখিও, আপোন কামাসক্তত, আৰু আপোন
বায়েকৰ বেশ্যালিতকৈ অধিক হোৱা আপোন
১২ বেশ্যাকৰ্ম্মত তাইতকৈ বেচী ভ্ৰষ্টা হল। অতি
জাকজমককৈ বস্ত্ৰ পিন্ধা দেশাধিপতি আৰু
শাসনকৰ্ত্তাবিলাকত, ঘোঁড়াৰ ওপৰত উঠা
অশ্বাৰোহী তাইৰ ওচৰচুবুৰীয়া অচূৰীয়াহঁতত
১৩ তাই আসক্ত হল; সিহঁত সকলোৱেই মনোহৰ
যুবা। আৰু ময় দেখিলোঁ, তাই অশুচি হল;
১৪ দুয়ো জনীয়ে একে পথ ললে। তাই আপোন
বেশ্যালি বঢ়ালে; কিয়নো তাই, দেৱালত আঁকা
পুৰুষবিলাকক, অৰ্থাৎ সেন্দুৰেৰে আঁকা কল্-
১৫ দীয়াহঁতৰ নক্চা দেখিলে; সিহঁতৰ কঁকালত
টঙালি বন্ধা, মূৰত ওলোমাই পাগুৰি মৰা;
সিহঁত সকলোৱেই দেখিবলৈ সেনাপতিৰ
নিচিনা, যি বাবিলীয়াহঁতৰ জন্মদেশ কল্দিয়া,
১৬ সেই বাবিলীয়াহঁত যেন দেখা যায়। তাই
সিহঁতক দেখিয়েই সিহঁতত আসক্ত হল, আৰু
কল্দিয়া দেশলৈ সিহঁতৰ ওৰিলৈ দূত পঠালে।
১৭ তাতে বাবিলীয়াহঁতে তাইৰ ওচৰলৈ আহি
প্ৰেমশয্যাত উঠিল, আৰু বেশ্যাকৰ্ম্মেৰে তাইক
অশুচি কৰিলে; তাতে, তাই সিহঁতৰ দ্বাৰায়
কলুষিত হলত তাইৰ মনত সিহঁতলৈ ঘিণ
১৮ লাগিল। এই ৰূপে তাই আপোনাৰ বেশ্যালি
প্ৰকাশ কৰি আপোনাৰ উলঙ্গতা অনাবৃত
কৰিলে; তেতিয়া মোৰ মনত তাইৰ বায়েকলৈ

ঘিণ লগা নিচিনাকৈ তাইলৈকো মোর মনত
১৯ ঘিণ লাগিল। তথাপি তাই মিচর দেশত
বেশ্যাকৰ্ম্ম কৰা আপোন যৌবনকাল সোঁৱৰণ
২০ করি আপোনার বেশ্যালি বৃদ্ধি করিলে। গাধর
মাংসর নিচিনা মাংস থকা, আরু ঘোঁড়ার বীর্য্যর
নিচিনা বীর্য্য থকা তাইর উপপতিবোরত তাই
২১ আসক্ত হল। যৌবনকালর পিয়াহ বুলি মিচ-
রীয়াইতে তোমার পিয়াহর মুর টিপা কালত
হোৱা তোমার যৌবনকালর ব্যভিচার এই রূপে
পুনরায় করিবলৈ তুমি চেষ্টা করিলা।
২২ এই হেতুকে হে অহলীবা, প্রভু যিহোৱাই
এই কথা কৈছে, দেখা, তোমার মনত যি প্রেম-
কারীবোরলৈ ঘিণ লাগিল, ময় সিহঁতক তোমার
বিরুদ্ধে উচটাম, তোমার চারিওফালর পরা
২৩ তোমার বিরুদ্ধে সিহঁতক আনিম। বাবিলীয়া
আরু আটাই কল্‌দীয়াইতক, পকোদ, চোৱা,
আরু কোৱাক, আরু সিহঁত সৈতে আটাই
অচূরীয়াইতক ময় আনিম; সিহঁত সকলোৱেই
মনোহর যুবা, দেশাধিপতি আরু শাসন-
কৰ্ত্তা; সিহঁত সেনাপতি আরু বিখ্যাত লোক;
২৪ সিহঁত আটাইবোর অশ্বারোহী। সিহঁতে
অস্ত্রশস্ত্র, রথ, গাড়ী, আরু লোকসমূহে
সৈতে তোমার বিরুদ্ধে আহিব; সিহঁতে ফর
আরু ঢাল লৈ, আরু শিরোরক্ষক টুপি পিন্ধি
তোমার অহিতে চারিওফালে বেহু পাতিব;
ময় সিহঁতর হাতত বিচারভার সমৰ্পণ করিম;
তাতে সিহঁতে আপোনাবিলাকর বিচার অনুসারে
২৫ তোমার বিচার করিব। আরু ময় তোমার বিরুদ্ধে
মোর অন্তৰ্জ্বালা প্রজ্বলিত করিম; তাতে সিহঁতে
তোমালৈ ক্রোধ করিব, তোমার নাক আরু কাণ
কাটিব, আরু তোমার অৱশিষ্ট ভাগ তরোৱালর
দ্বারায় পতিত হব; সিহঁতে তোমার পো জীবোরক
নিব, আরু তোমার অৱশিষ্ট ভাগ জুইত পোড়া
২৬ হব। সিহঁতে তোমাক বিবস্ত্রাও করিব; আরু
২৭ তোমার সুন্দর সুন্দর অলঙ্কারবোর নিব। এই রূপে
ময় তোমার পরা তোমার ব্যভিচার, আরু মিচর
দেশত অভ্যাস করা তোমার বেশ্যালি নাইকিয়া
করিম; তাতে তুমি সিহঁতলৈ আরু চকু তুলি নে-
চাবা, নাইবা মিচরলৈ আরু সোঁৱরণ নকরিবা।
২৮ কিয়নো প্রভু যিহোৱাই এই কথা কৈছে, দেখা,
তুমি হিংসা করাবোরর হাতত, যিবোরলৈ
তোমার মনত ঘিণ লাগিল, সিহঁতরেই হাতত
২৯ ময় তোমাক সোধাই দিম। সিহঁতে তোমাক
হিংসা করিব, তোমার সকলো পরিশ্রমর ফল
নিব, আরু তোমাক উলঙ্গিনী ও বিবস্ত্রা করি
এরিব; তাতে তোমার বেশ্যাকৰ্ম্মর দ্বারায় হোৱা
উলঙ্গতা, তোমার ব্যভিচার আরু বেশ্যাকাৰ্য্য
৩০ প্রকাশ পাব। তুমি বেশ্যা হৈ জাতিবিলাকর
পাছে পাছে যোৱার কারণে, আরু তুমি সিহঁতর
মূৰ্ত্তিবোরেরে কলঙ্কিত হোৱার কারণে এইবোর
৩১ কাৰ্য্য তোমালৈ করা যাব। তুমি আপোনার বায়ে-
রার পথত গমন করিলা; এই হেতুকে ময় তাইর
৩২ পানপাত্র তোমার হাতত দিম। প্রভু যিহোৱাই
এই কথা কৈছে, তুমি আপোনার বায়েরার দ আরু
বহল পানপাত্রত পান করিবা; তুমি পরিহাসর
আরু বিদ্রূপর বিষয় হবা; সেই পানপাত্রত বহুৎ
৩৩ ধরে। তুমি মাতলামি আরু দুঃখেরে পরিপূর্ণা
হবা; তোমার বায়েরা চমরিয়ার পানপাত্র বিস্ময়
৩৪ আরু ধ্বংসজনক পানপাত্র। তুমি তাত পান
করিবা, চুচি খাবা, তার খোলাবোর চোবাবা,
আরু তোমার স্তন বিদারিবা; কিয়নো, প্রভু
৩৫ যিহোৱাই কৈছে, ময়েই ইয়াক কলোঁ। এই
হেতুকে প্রভু যিহোৱাই এই কথা কৈছে, তুমি
মোক পাহরিলা, আরু মোক পাছফাললৈ
পেলালা; এই নিমিত্তে তুমিও আপোনার ব্যভি-
চার আরু বেশ্যাকৰ্ম্মর ফল ভোগ করিবা।
৩৬ যিহোৱাই মোক আরু কলে, হে মনুষ্য-
সন্তান, তুমি অহলা আরু অহলীবার ওপরত
গোচর নকরা নে? তেন্তে সিহঁতর ঘিণলগীয়া
৩৭ কাৰ্য্যবোর সিহঁতক বুজুৱা। কিয়নো সিহঁতে
ব্যভিচার করিলে, আরু সিহঁতর হাতত তেজ
লাগি আছে; সিহঁতে আপোনাবিলাকর মূৰ্ত্তি-
বোরে সৈতে ব্যভিচার করিলে, আরু সিহঁতে
মোর নিমিত্তে প্রসব করা সিহঁতর সন্তানবিলাক
গ্রাসিত হবলৈ সেইবোরর উদ্দেশে জুইর
৩৮ মাজেদি সিহঁতক গমনো করালে। সিহঁতে
মোলৈ এইটোও করিলে, যে, সিহঁতে সেই
দিনাই মোর ধৰ্ম্মধাম অশুচি করিলে, আরু মোর
৩৯ বিশ্রামদিনবোর অপবিত্র করিলে। কিয়নো,
সিহঁতে আপোনাবিলাকর মূৰ্ত্তিবোরর উদ্দেশে
আপোন আপোন সন্তানবিলাকক বধ করার
পাছে, সেই দিনাই মোর ধৰ্ম্মধামলৈ আহি তাক
অপবিত্র করিলে; দেখা, মোর গৃহর মাজতে
৪০ সিহঁতে এই প্রকার করিলে। আরু ইয়ার
বাহিরেও তোমালোক দুজনীয়ে দূরৈর মানুহক
আহিবলৈ মাতিলা, সিহঁতলৈ এজন দূত পঠোৱা
হৈছিল; আরু দেখা, সিহঁত আহিল; সিহঁতর
নিমিত্তে তুমি গা ধুলা, তোমার চকুত কাজল
দিলা, আরু অলঙ্কারেরে আপোনাক বিভূষিতা
৪১ করিলা; আরু তুমি রাজকীয় শয্যাত বহিলা,
আরু তার আগত এখন মেজ সজোৱা হলত
তার ওপরত তুমি মোর ধূপ আরু মোর তেল
৪২ থলা। আরু নিশ্চিন্তে থকা লোকসমূহর কোলা-
হল তাইর তাত শুনা গল, আরু সামান্য শ্রেণীর
মানুহবিলাকর লগত অরণ্যর পরা মতোৱাল-
বোর অনা হল; সিহঁতে সেই দুজনীর হাতত

৪৩ খাৰু আৰু মূৰত সুন্দৰ মুকুট দিলে। তেতিয়া
ব্যভিচাৰত বুঢ়ী হোৱা জনীৰ বিষয়ে মই কলোঁ,
সিহঁতে তাইৰ লগত আৰু তাই সিহঁতৰ লগত
৪৪ এতিয়া বেশ্যাকৰ্ম্ম কৰিব। পাছে পুৰুষবোৰে
বেশ্যাত গমন কৰা নিচিনাকৈ সিহঁতে তাইত
গমন কৰিলে; এই দৰে সিহঁতে সেই ব্যভি-
চাৰিণী তিৰুতা অহলা আৰু অহলীবাত গমন
৪৫ কৰিলে। মানুহে ব্যভিচাৰিণীক ও ৰক্তপাত-
কাৰিণীক দণ্ড দিয়াৰ দৰে ধাৰ্ম্মিকবিলাকে সিহঁত
দুজনীক দণ্ড দিব; কিয়নো সিহঁত ব্যভিচাৰিণী,
৪৬ আৰু সিহঁতৰ হাতত তেজ লাগি আছে। কাৰণ
প্ৰভু যিহোৱাই এই কথা কৈছে, মই সিহঁতৰ
বিৰুদ্ধে সমাজক আনিম; আৰু মই সিহঁতক
ত্ৰাসৰ বিষয় ও লুটদ্ৰব্যস্বৰূপ হবলৈ দিম।
৪৭ সমাজে সিহঁতলৈ শিল দলিয়াব, আৰু আপোন
আপোন তৰোৱালেৰে সিহঁতক ডোখৰ ডোখৰ
কৰিব; সিবিলাকে সিহঁতৰ পো জীবোৰক বধ
কৰিব, আৰু জুই দি সিহঁতৰ ঘৰবোৰ পুৰিব।
৪৮ এই দৰে মই দেশৰ পৰা ব্যভিচাৰ দূৰ কৰিম;
তাতে সকলো তিৰুতাই তোমালোকৰ ব্যভিচাৰ-
৪৯ মতে কাৰ্য্য নকৰিবলৈ শিকিব। আৰু লোক-
বিলাকে তোমালোকৰ ব্যভিচাৰৰ বোজা তোমা-
লোকৰ ওপৰত ৰাখিব, আৰু তোমালোকে
আপোনাবিলাকৰ মূৰ্ত্তিসম্বন্ধীয় পাপৰ ভাৰ ববা;
তাতে, মই যে প্ৰভু যিহোৱা, তাক তোমালোকে
জানিবা।

কহে ধৰা টৌৰ দৃষ্টান্ত।

২৪ পুনৰায় নৱম বছৰৰ দশম মাহৰ দশম
দিনা যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি এই
দিনৰ, এই দিনৰেই নাম লিখা; আজি এই
দিনাই বাবিলৰ ৰজাই যিৰূচালেম আক্ৰমণ
৩ কৰিছে। তুমি সেই বিদ্ৰোহী বংশৰ আগত
দৃষ্টান্ত দি সিবিলাকক কোৱা, প্ৰভু যিহোৱাই
এই কথা কৈছে, তুমি টৌটো বহোৱা; তাক
৪ বহোৱা আৰু তাত পানী বাকি দিয়া। তাত দিব
লগীয়া ডোখৰবোৰ, পাছ-পিৰা, আগ-পিৰা আদি
উত্তম উত্তম ডোখৰবোৰ তাৰ মাজত গোটাই
৫ দিয়া, উত্তম হাড়বোৰেৰে তাক পূৰ কৰা। জাকৰ
মাজৰ উত্তম মেৰবোৰ লোৱা, আৰু টৌটোৰ তলত
হাড়বোৰো দ'মোৱা, তাক ভালকৈ উতলোৱা,
এনে কি, তাৰ মাজত হাড়বোৰ সিজোক।
৬ এই হেতুকে প্ৰভু যিহোৱাই কৈছে, কহে
ধৰা আৰু কহ নুগুচা টৌৰূপ ৰক্তপাতকাৰিণী
নগৰীৰ সন্তাপ হব; তুমি চিঠি নেখেলোৱাকৈ
এডোখৰ এডোখৰকৈ তাৰ সকলোকে উলিওৱা।
৭ কিয়নো তাই কৰা ৰক্তপাত তাইৰ মাজত
আছে; তাই সুদা শিলৰ ওপৰত তাক ৰাখিছে,
ধূলিৰে ঢাকি ৰাখিবৰ নিমিত্তে মাটিৰ ওপৰত
৮ তাক ঢলা নাই। প্ৰতিকাৰ সাধিবৰ অৰ্থে ক্ৰোধ
তুলিবলৈ, তাই উলিওৱা ৰক্ত ঢাক নেখাবৰ
নিমিত্তে মই তাক সুদা শিলত ৰাখিলোঁ।
৯ এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে,
ৰক্তপাতকাৰিণী নগৰীৰ সন্তাপ হব; মইয়ো
১০ দ'মটো ডাঙৰ কৰিম। খৰি দ'মোৱা, জুই
বঢ়াকৈ অলোৱা, মাংস ভালকৈ সিজোৱা, জোল
১১ ভাঠ কৰা, আৰু হাড়বোৰ জ্বলি যাব দিয়া। তাৰ
পাছত টৌটো গৰম হবলৈ, তাৰ পিতল পুৰি-
বলৈ, তাৰ মল তাত গলিবলৈ, আৰু তাৰ কহ
গুচিবলৈ তাৰ আঙঠাৰ ওপৰত তাক খালিকৈ
১২ বহোৱা। সেৱে মোক পৰিশ্ৰমেৰে ক্লান্ত কৰিলে,
তথাপি তাৰ বড় কহ তাৰ পৰা নুগুচে; তাক
১৩ জুইত দিব লাগে। তোমাৰ অশৌচ ব্যভিচাৰ-
যুক্ত; মই তোমাক শুচি কৰিবলৈ যত্ন কৰাতো
তুমি শুচি নহলা, এই কাৰণে মই তোমাৰ ওপৰত
মোৰ ক্ৰোধ সাৰ নিমিষ্যালৈকে তুমি আপোন
১৪ অশৌচৰ পৰা আৰু শুচি নহবা। মই যিহোৱাই
ইয়াক কলোঁ; এয়ে ঘটিব, আৰু মই ইয়াক
সিদ্ধ কৰিম; মই ক্ষান্ত নহম, দয়া নকৰিম, বা
মন নেপালটাম; তোমাৰ আচৰণ আৰু কাৰ্য্য
অনুসাৰে তোমাক দণ্ড দিয়া যাব, ইয়াক প্ৰভু
যিহোৱাই কৈছে।

ভাববাদীৰ ভাৰ্য্যাৰ মৃত্যু।

১৫ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
১৬ আহিল, বোলে, হে মনুষ্যসন্তান, দেখা, মই
আঘাতেৰে তোমাৰ চকুৰ তৃপ্তিজনক বস্তু তোমাৰ
পৰা দূৰ কৰিম; তথাপি তুমি বিলাপ কি ক্ৰন্দন
নকৰিবা, আৰু তোমাৰ চকু-লো বৈ নেযাওক।
১৭ তুমি হুমুনিয়াহ পেলোৱা, কিন্তু বঢ়াকৈ নহয়;
মৃত লোকৰ নিমিত্তে শোক নকৰিবা, তোমাৰ
মূৰত পাগুৰি বান্ধা, আৰু ভৰিত জোতা পিন্ধা,
তোমাৰ ওঁঠ নেঢাকিবা, আৰু মানুহবিলাকে দিয়া
১৮ পিঠা নেখাবা। ৰাতিপুৱা মই মানুহবিলাকক
সেই ৰূপে কলোঁ; গোধূলি মোৰ ভাৰ্য্যাৰ মৃত্যু
হল, আৰু আজ্ঞা পোৱাৰ দৰে মই ৰাতিপুৱা
১৯ কৰিলোঁ। লোকবিলাকে মোক কলে, তুমি যে
এইবোৰ কৰিছা, এইবোৰ যে আমাত কি
ৰূপে খাটিছে? তুমি আমাক নোকোৱা নে?
২০ তেতিয়া মই সিবিলাকক কলোঁ, যিহোৱাৰ বাক্য
২১ মোৰ ওচৰলৈ আহিল, বোলে, তুমি ইস্ৰায়েল
বংশক কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে,
দেখা, তোমালোকৰ বলদায়ক অহঙ্কাৰৰ স্থল,
তোমালোকৰ চকুৰ তৃপ্তিজনক আৰু তোমালোকৰ
প্ৰাণৰ আকাঙ্ক্ষিত বস্তু যি মোৰ ধৰ্ম্মধাম, তাক

মই অপবিত্ৰ কৰিম, আৰু তোমালোকে এৰি
থোৱা তোমালোকৰ পো জীবিলাক তৰো-
২২ ৱালৰ ঘাৰায় পতিত হব। তাতে মই কৰাৰ দৰে
তোমালোকেও কৰিবা ; তোমালোকে আপোনা-
বিলাকৰ ওঁঠ নেঢাকিবা, বা মানুহবিলাকে দিয়া
২৩ পিঠা নেখাবা ; তোমালোকৰ পাগুৰি তোমা-
লোকৰ মুৰত, আৰু তোমালোকৰ জোতা তোমা-
লোকৰ ভৰিত থাকিব : তোমালোকে বিলাপ
বি ক্ৰন্দন নকৰিবা, কিন্তু আপোন আপোন
অপৰাধত ক্ষীণ হৈ যাবা, আৰু এজনে আন
২৪ জনৰ আগত কেঁকাব। এই ৰূপে যিহিষ্কেল
তোমালোকৰ চিনস্বৰূপ হব ; তেওঁ কৰা আটাই
কাৰ্য্য অনুসাৰে তোমালোকেও কৰিবা। এয়ে
যেতিয়া ঘটিব, তেতিয়া, মই যে প্ৰভু যিহোৱা,
তাক তোমালোকে জানিবা।

২৫ আৰু হে মনুষ্যসন্তান, শুনা ; যি দিনা মই
সিবিলাকৰ বল, সিবিলাকৰ আনন্দদায়ক
গৌৰৱৰ স্থল, সিবিলাকৰ চকুৰ তৃপ্তিজনক আৰু
মনৰ অভিলষিত বস্তু, আৰু সিবিলাকৰ পো
২৬ জীবিলাকক সিবিলাকৰ পৰা দূৰ কৰিম, সেই
দিনা, পলাই ৰক্ষা পোৱা লোকে সেই কথা
তোমাৰ কাণত শুনাবলৈ তোমাৰ ওচৰলৈ
২৭ আহিব নে ? সেই দিনা তোমাৰ মুখ পলাই ৰক্ষা
পোৱা জনৰ আগত মুকলি হব ; তাতে তুমি
কথা কবা, বোবা আৰু নহবা। এই ৰূপে তুমি
সিবিলাকৰ আগত চিনস্বৰূপ হবা, আৰু মই যে
যিহোৱা, তাক সিবিলাকে জানিব।

অম্মোনৰ সন্তানবিলাকৰ বিৰুদ্ধে কোৱা
ভাববাণী।

২৫ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
অম্মোনৰ সন্তানবিলাকৰ ফাললৈ মুখ কৰি
৩ সিহঁতৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা। তুমি
অম্মোনৰ সন্তানবিলাকক কোৱা, তোমালোকে
প্ৰভু যিহোৱাৰ বাক্য শুনা। প্ৰভু যিহোৱাই এই
কথা কৈছে, মোৰ ধৰ্ম্মধাম অপবিত্ৰ হওঁত তাৰ
অহিতে, ইস্ৰায়েল ভূমি ধ্বংস কৰা হওঁত তাৰ
অহিতে, আৰু যিহূদা বংশ দেশান্তৰলৈ গওঁত
সেই বংশৰ অহিতে ভাল হৈছে বুলি তুমি
৪ কলা। এই হেতুকে দেখা, অধিকাৰৰ অৰ্থে মই
তোমাক পূবদেশীয় সন্তানবিলাকৰ হাতত
সোধাই দিম ; সিহঁতে তোমাৰ মাজত আপোন
আপোন ছাউনি পাতিব, আৰু তোমাৰ মাজত
আপোন আপোন বসতিস্থান কৰিব ; সিহঁতে
তোমাৰ ফল খাব, আৰু তোমাৰ গাখীৰ
৫ পান কৰিব। আৰু মই ৰব্বাক উটপাল, আৰু
অম্মোনৰ সন্তানবিলাকৰ দেশ মেৰ পোৱা
থকা ঠাই কৰিম ; তাতে, মই যে যিহোৱা,
৬ তাক তোমালোকে জানিবা। কিয়নো প্ৰভু
যিহোৱাই এই কথা কৈছে, তুমি হাততালি
দিলা, মাটিত ভৰি মাৰিলা, আৰু ইস্ৰায়েল
দেশৰ অহিতে তোমাৰ প্ৰাণৰ সম্পূৰ্ণ হিংসাৰে
৭ আনন্দ কৰিলা। এই হেতুকে দেখা, মই
তোমাৰ অহিতে মোৰ হাত মেলি জাতি-
বিলাকৰ ওচৰত লুটদ্ৰব্যস্বৰূপে তোমাক সোধাই
দিম ; মই জাতিবিলাকৰ পৰা তোমাক
উচ্ছন্ন কৰিম, আৰু দেশবোৰৰ মাজৰ পৰা
তোমাক লুপ্ত কৰিম। মই তোমাক বিনষ্ট
কৰিম ; তাতে, মই যে যিহোৱা, তাক তুমি
জানিবা।

মোৱাবৰ, ইদোমৰ, আৰু পলেষ্টীয়াবিলাকৰ
বিৰুদ্ধে কোৱা ভাববাণী।

৮ প্ৰভু যিহোৱাই এই কথা কৈছে, মোৱাব আৰু
চেয়ীৰে কয়, “দেখা, যিহূদা বংশ আন আটাই
৯ জাতিৰে নিচিনা হল ;” এই হেতুকে দেখা, নগৰ
বৈৎ-যিচীমোৎ, বাল-মিয়োন,
আৰু কিৰিয়াথয়িম, দেশৰ গৌৰৱস্বৰূপ মোৱা-
বৰ সীমাত থকা তাৰ এই নগৰ কেইখনৰ
১০ পোনে, অম্মোনৰ সন্তানবিলাকৰ অহিতে
যাবলৈ পূবদেশীয় সন্তানবিলাকৰ নিমিত্তে মই
মোৱাবৰ কাষত বাট উলিয়াম, আৰু অম্মো-
নৰ সন্তানবিলাক জাতিবিলাকৰ মাজত
নেথাকিবৰ নিমিত্তে মই অধিকাৰৰ অৰ্থে
১১ সেইবোৰ সিহঁতক দিম। আৰু মই মোৱাবক
দণ্ড দিম ; তাতে, মই যে যিহোৱা, তাক
সিহঁতে জানিব।

১২ প্ৰভু যিহোৱাই এই কথা কৈছে, ইদোমে
প্ৰতিকাৰ সাধিবৰ মনেৰে যিহূদা বংশৰ অহিতে
কাৰ্য্য কৰিলে, আৰু সিবিলাকৰ প্ৰতিকাৰ
১৩ সাধি অতিশয় দোষ কৰিলে। এই নিমিত্তে প্ৰভু
যিহোৱাই এই কথা কৈছে, মই ইদোমৰ অহিতে
মোৰ হাত মেলি তাৰ পৰা মানুহ আৰু পশু
সকলোকে উচ্ছন্ন কৰিম ; আৰু তৈমনৰে পৰা
মই তাক ধ্বংসস্থান কৰিম, দদানলৈকে সিহঁত
১৪ তৰোৱালৰ ঘাৰায় পতিত হব। মোৰ প্ৰজা
ইস্ৰায়েলৰ হাতৰ ঘাৰায় মই ইদোমৰ ওপৰত
মোৰ প্ৰতিকাৰ সাধিম ; আৰু সিবিলাকে মোৰ
ক্ৰোধ ও কোপ অনুসাৰে ইদোমত কাৰ্য্য কৰিব ;
তেতিয়া, প্ৰভু যিহোৱাই কৈছে, মই প্ৰতিকাৰ
সধা কি, তাক সিহঁতে জানিব।

১৫ প্ৰভু যিহোৱাই এই কথা কৈছে, পলেষ্টীয়া-
হঁতে প্ৰতিকাৰ সাধিবৰ মনেৰে কাৰ্য্য কৰিলে,
আৰু চিৰস্থায়ী শত্ৰুতাৰে বিনষ্ট কৰিবলৈ মনৰ
১৬ হিংসাৰে প্ৰতিকাৰ সাধিলে। এই নিমিত্তে প্ৰভু

যিহোৱাই এই কথা কৈছে, দেখা, মই পলে-
ষ্টীয়াইতৰ অহিতে মোৰ হাত মেলি কৰেথীয়া-
ইতক উচ্ছন্ন কৰিম, আৰু সমুদ্ৰৰ কাষত থকা
১৭ অৱশিষ্ট ভাগক সংহাৰ কৰিম। আৰু কোপযুক্ত
শাস্তি যমক দি মই সিহঁতৰ ওপৰত মহা-
প্ৰতিকাৰ সাধিম; আৰু মই প্ৰতিকাৰ সাধিলে,
মই যে যিহোৱা, তাক সিহঁতে জানিব।

তূৰৰ বিনাশৰ বিষয়ে কোৱা ভাববাণী।

২৬ পাছে একাদশ বছৰত মাহৰ প্ৰথম দিনা
যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
২ বোলে, হে মনুষ্যসন্তান, তূৰে যিৰূচালেমৰ
অহিতে কলে, "ভাল হৈছে, জাতিবিলাকৰ
দুৱাৰ ভগ্ন হল; সেয়ে মোলৈ মুকলি হল; সেই
নগৰ নষ্ট হোৱাৰ কাৰণে মই পৰিপূৰ্ণ হম;"
৩ এই হেতুকে প্ৰভু যিহোৱাই এই কথা কৈছে, হে
তূৰ, দেখা, মই তোমাৰ বিপক্ষ; সমুদ্ৰই আপোন
ঢৌ উঠুওৱাদি মই তোমাৰ অহিতে অনেক
৪ জাতিক উঠাম। আৰু সিহঁতে তূৰৰ গড়বোৰ নষ্ট
কৰিব, আৰু তাৰ ওখ ঘৰবোৰ ভাঙি পেলাব;
আৰু মই তাৰ পৰা তাৰ ধূলি চুৰকি পেলাই
৫ তাক সুদা শিল কৰিম। সেই নগৰ সমুদ্ৰৰ মাজত
জাল মেলি দিয়া ঠাই হব; কিয়নো, প্ৰভু যিহো-
ৱাই কৈছে, মই ইয়াক কলোঁ; আৰু সেই নগৰ
৬ জাতিবিলাকলৈ লুটদ্ৰব্যস্বৰূপ হব। আৰু পথাৰে-
ভূঁয়ে থকা তাৰ জীয়াৰীবিলাকক তৰোৱালেৰে
বধ কৰা হব; তাতে, মই যে যিহোৱা, তাক
৭ সিহঁতে জানিব। কিয়নো প্ৰভু যিহোৱাই
এই কথা কৈছে, দেখা, ঘোঁৰা, ৰথ, অশ্বা-
ৰোহী, সৈন্যদল, আৰু অনেক লোকে সৈতে
উত্তৰৰ পৰা মই ৰাজাধিৰাজ বাবিলৰ ৰজা
৮ নবূখদ্‌নেচৰক তূৰলৈ আনিম। তেওঁ পথাৰেভূঁয়ে
থকা তোমাৰ জীয়েৰাহঁতক তৰোৱালেৰে বধ
কৰিব, তোমাৰ অহিতে কোঁঠ সাজিব, তোমাৰ
অহিতে হাদাম বান্ধিব, আৰু তোমাৰ অহিতে
৯ ঢাল পাতিব। আৰু তেওঁ তোমাৰ গড়ৰ অহিতে
গড় ভঙা যন্ত্ৰ স্থাপন কৰিব, আৰু কুঠা-
১০ ৰেৰে তোমাৰ ওখ ঘৰবোৰ ভাঙিব। তেওঁৰ
ঘোঁৰাবোৰ অধিক হোৱাত সেইবোৰৰ ধুলিয়ে
তোমাক ঢাকিব; মানুহে গড় ভাঙি নগৰত
সোমোৱাদি তেওঁ তোমাৰ নগৰৰ দুৱাৰত
সোমোৱা কালত, অশ্বাৰোহী, গাড়ী, আৰু ৰথৰ
১১ শব্দত তোমাৰ গড়বোৰ নৰিব। তেওঁ আপো-
নাৰ ঘোঁৰাবোৰৰ খুৰাৰে তোমাৰ আটাইবোৰ
আলিবাট গচকিব; তেওঁ তৰোৱালেৰে তোমাৰ প্ৰজা-
বিলাকক বধ কৰিব, আৰু তোমাৰ দৃঢ় স্তম্ভবোৰ
১২ মাটিৰ সমান হব। শত্ৰুবোৰে তোমাৰ সম্পত্তি
লুট কৰিব, আৰু তোমাৰ বাণিজ্যদ্ৰব্য কাঢ়ি
নিব; সিহঁতে তোমাৰ গড় ভাঙি পেলাব,
তোমাৰ মনোহৰ ঘৰবোৰ বিনষ্ট কৰিব, আৰু
তোমাৰ শিল, কাঠ, আৰু ধূলি জলসমূহৰ
১৩ মাজত পেলাব। মই তোমাৰ গানৰ শব্দ
নাইকিয়া কৰিম; তোমাৰ বীণাৰ স্বৰ আৰু
১৪ শুনা নেযাব। আৰু মই তোমাক সুদা শিল
কৰিম; তুমি জাল মেলা ঠাই হবা; তোমাক
আৰু সজা নেযাব; কিয়নো, প্ৰভু যিহোৱাই
কৈছে, মই যিহোৱাই ইয়াক কলোঁ।
১৫ প্ৰভু যিহোৱাই তূৰক এই ৰূপে কৈছে, যেতিয়া
ঘুণ হোৱাবোৰে কেঁকাব, যেতিয়া তোমাৰ মাজত
হত্যা হব, তেতিয়া তোমাৰ পতনৰ শব্দত দ্বীপ-
১৬ বোৰ নকঁপিব নে? সেই সময়ত সমুদ্ৰৰ আটাই
অধিপতিয়ে আপোন আপোন সিংহাসনৰ পৰা
নামি আপোন আপোন ৰাজবস্ত্ৰ ত্যাগ কৰিব,
আপোন আপোন কাৰ্চৈকি বন কৰা কাপোৰ সো-
লোকাই পেলাব, ত্ৰাসৰূপ বস্ত্ৰ পিন্ধিব, মাটিত
বহিব, প্ৰত্যেক মুহূৰ্ত্তে কঁপিব, আৰু তোমাক দেখি
১৭ বিস্ময় মানিব। আৰু সিহঁতে তোমাৰ অৰ্থে
বিলাপ কৰিবলৈ ধৰি তোমাক কব, যি নগৰীয়ে
সাগৰনিবাসীবিলাকক আপোন ভয় লগাই-
ছিল, সমুদ্ৰব্যৱসায়ী, আপোন নিবাসীবিলাকে
সৈতে সমুদ্ৰত পৰাক্ৰমী, আৰু বিখ্যাত সেই
নগৰী যি তুমি, তুমি কেনে বিনষ্ট হলা!
১৮ তোমাৰ পতনৰ দিনত দ্বীপবোৰ কঁপিব, এনে
কি, তুমি লুপ্ত হোৱাত সমুদ্ৰত থকা দ্বীপ-
১৯ বোৰ বিহ্বল হব। কিয়নো প্ৰভু যিহোৱাই এই
কথা কৈছে, নিবাসীশূন্য নগৰবোৰৰ নিচিনা
যেতিয়া মই তোমাক উচ্ছন্ন নগৰী কৰিম,
যেতিয়া মই তোমাৰ ওপৰলৈ অগাধ জলসমূহ
আনিম, আৰু মহাজলসমূহে তোমাক ঢাকিব,
২০ তেতিয়া, তুমি বাসস্থান নহবৰ নিমিত্তে, মই
তোমাক গাঁতলৈ নামিব লগাবোৰে সৈতে
আগৰ কালৰ লোকবিলাকৰ ওচৰলৈ নমাম,
আৰু পৃথিবীৰ তল ভাগত, আগৰ কালৰ পৰা
উচ্ছন্ন হোৱা ঠাইবোৰত, গাঁতলৈ নামিব
লগাবোৰৰ সৈতে বাস কৰাম; আৰু মই
জীৱিত লোকৰ দেশত গৌৰৱ স্থাপন কৰিম।
২১ মই তোমাক ত্ৰাসৰ বিষয় কৰিম; তুমি আৰু
নহবা; তোমাক বিচাৰিলেও আৰু কেতিয়াও
পোৱা নেযাব, এয়ে প্ৰভু যিহোৱাৰ বচন।

তূৰৰ বিনাশৰ কাৰণে কৰা বিলাপ।

২৭ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
৩ তূৰৰ বিষয়ে বিলাপ আৰম্ভ কৰা, আৰু সাগৰৰ
প্ৰবেশস্থাননিবাসিনী, অনেক দ্বীপত থকা জাতি-
বিলাকৰ বাণিজ্যকাৰিণী তূৰক কোৱা, প্ৰভু
যিহোৱাই এই কথা কৈছে, হে তূৰ, তুমি কৈছিলা,

৪ময় পরমসুন্দরী। তোমার সীমার ভিতরর ঠাই
ধন গভীর সমুদ্রর মাজত আছিল ; তোমার
নির্ম্মাণকারীবোরে তোমার সৌন্দর্য্য সম্পূর্ণ করি-
৫ছিল। সিহঁতে চনীরর পরা অনা দেবদারু কাঠেরে
তোমার সকলো তক্তা বনাইছিল ; সিহঁতে তো-
মার নিমিত্তে এডাল মাস্তল করিবলৈ লিবানো-
৬নর পরা এরচ কাঠ আনিছিল। সিহঁতে বাচান-
দেশীয় এলোন কাঠেরে তোমার বঠাবোর তৈয়ার
করিছিল ; সিহঁতে কিত্তীম দ্বীপবোরর পরা অনা
তাচুর কাঠত লগোরা হাতীদাঁতর তোমার বঠা
৭বাওঁতাবোরর আসনবোর করিছিল। তোমালৈ
নিচানস্বরূপ হবর নিমিত্তে, তোমার পাল মিচর
দেশর পরা অনা কার্চেকি বন করা মিহি শণ
সূতারে করা হৈছিল ; তোমার চন্দ্রাতপ ইলীচা
দ্বীপবোরর পরা অনা নীল আরু বেঙেনা বরণীয়া
৮সূতারে বনোরা হৈছিল। চীদোন আরু অর্বদ্-
নিবাসীবোর তোমার বঠা বাওঁতা আছিল ; হে
তূর, তোমার জ্ঞানী লোক তোমার মাজত তোমার
৯আড়কাটি আছিল। গবলর বৃদ্ধবিলাক আরু
তার জ্ঞানী লোকবিলাক তোমার মাজত তোমার
বিন্ধা মারোঁতা আছিল ; তোমার বাণিজ্যদ্রব্য
তোলানমা করিবলৈ সমুদ্রর আটাই জাহাজবোর
আরু সেইবোরর নাবিকবোর তোমার মাজত আ-
১০ছিল। পারস্য, লূদ, আরু পূটদেশীয় লোক তোমার
সৈন্যসামন্তর মাজত তোমার রণুরা আছিল ;
সিহঁতে তোমার মাজত ঢাল আরু শিরোরক্ষক
টুপি আরি থৈছিল ; সিহঁতে তোমাক সুশোভিতা
১১করিছিল। তোমার সৈন্যসামন্তেরে সৈতে অর্বদর
লোকবিলাক চারিওকালে তোমার গড়র ওপরত
আছিল, আরু গম্মদীয়া লোকবিলাক তোমার ওখ
ঘরবোরত আছিল ; সিহঁতে চারিওকালে তোমার
গড়র ওপরত আপোন আপোন ঢাল আরি থৈ-
ছিল ; সিহঁতে তোমার সৌন্দর্য্য সম্পূর্ণ করিছিল।
১২তোমার সকলো প্রকার ধন ঐশ্বর্য্যর কারণে তর্চীচ
তোমার বণিক আছিল ; সিহঁতে রূপ, লোহা,
রঙ্গিতাম, আরু সিহ দি তোমার মাল লৈছিল।
১৩যাবন, তূবল, আরু মেচেক তোমার বেপারী
আছিল ; সিহঁতে মানুহ আরু পিতলর পাত্র
১৪দি তোমার বাণিজ্যদ্রব্য লৈছিল। তোগর্মাবংশীয়
মানুহবোরে ঘোঁৰা, যুদ্ধারু ঘোঁৰা, আরু খছর দি
১৫তোমার মাল লৈছিল। দদানর মানুহবোর তোমার
বেপারী আছিল ; অনেক দ্বীপ তোমার অধীনর
বজার আছিল ; সিহঁতে শিঙর আকৃতির হাতি-
দাঁত আরু আবলুচ কাঠ তোমাক সলনি দিছিল।
১৬তোমার হাতেরে সজা অনেক বস্তুর নিমিত্তে
অরাম তোমার বণিক আছিল ; সিহঁতে মরকত
মণি, বেঙেনা বরণীয়া সূতা, কার্চেকি বন করা
কাপড়, মিহি শণ সূতার কাপড়, পোরাল, আরু
পদ্মরাগ মণি দি তোমার বাণিজ্যদ্রব্য লৈছিল।
১৭যিহূদা আরু ইস্রায়েল দেশ তোমার বেপারী
আছিল ; সিবিলাকে মিন্নীতর ঘেঁহু ধান, পন্নগ
মিঠাই, মৌ, তেল, আরু সুস্থজনক গছর এঁঠা দি
১৮তোমার মাল লৈছিল। তোমার হাতেরে সজা
অধিক বস্তু আরু তোমার সকলো প্রকার ধন
ঐশ্বর্য্যর কারণে দম্মেচক তোমার বণিক আছিল ;
তার লোকবিলাকে হিল্‌বোনর দ্রাক্ষারস আরু
১৯মেষর বগা নোম আনিছিল। উজালত থকা দদানে
আরু যাবনে তোমার বস্তুর নিমিত্তে বাণিজ্য
করিছিল ; তোমার বাণিজ্যদ্রব্যর মাজত উজ্জ্বল
লোহা, তেজপাত, আরু সুগন্ধি বচ আছিল।
২০ঘোঁৰাত উঠিবর নিমিত্তে জীন কাপড়র, দদান
২১তোমার বেপারী আছিল। আরব, আরু কেদরর
আটাই মুখ্য লোক তোমার অধীনর বণিক
আছিল ; সিবিলাক মের পোৱালি, মটা মের,
আরু মটা ছাগ, এইবোরর তোমার বণিক
২২আছিল। চিবার আরু রয়মার বেপারীবোর
তোমার বেপারী আছিল ; সিহঁতে সকলো
বিধর শ্রেষ্ঠ সুগন্ধি দ্রব্য, সকলো বিধর বহুমূল্য
পাথর, আরু সোণ দি তোমার মাল লৈছিল।
২৩হারণ, কন্নি, এদন, চিবা, অচূর, আরু কিল্‌মদর
২৪বেপারীবোর তোমার বেপারী আছিল। বহু-
মূল্য বস্ত্র, নীল বরণীয়া আরু কার্চেকি বন করা
জামা, আরু রচিরে বন্ধা এরচ কাঠর তৈয়ারি
বহুমূল্য কাপড় থকা চন্দুক, তোমার বজারলৈ
অনা এইবোর বস্তুরেই সিহঁত তোমার বেপারী
২৫আছিল। তর্চীচর জাহাজবোর তোমার বাণিজ্য-
দ্রব্য লৈ যোৱা বণিকর দলস্বরূপ আছিল,
আরু তুমি পরিপূর্ণা হৈ সমুদ্রর মাজত অতিশয়
২৬গৌরবান্বিতা হৈছিলা। তোমার বঠা বাওঁতা-
বোরে তোমাক মহাজলসমূহর মাজলৈ লৈ গল ;
পূবর বতাহে সমুদ্রর মাজত তোমাক ভাঙিলে।
২৭তোমার মাজত থকা ধনসম্পত্তি, মাল, বাণিজ্য-
দ্রব্য, নাবিক, আড়কাটি, বিন্ধা মারোঁতা,
বাণিজ্যদ্রব্য তোলানমা করোঁতাবোর, আরু
সকলো যুদ্ধারু তোমার মাজত থকা সকলো
লোকসমূহে সৈতে তোমার পতনর দিনা সমুদ্রর
২৮মাজত পতিত হল। তোমার আড়কাটিবোরর
চিঞরর শব্দত তোমার চারিওকালর ঠাইবোর
২৯কঁপিছে। আটাই বঠা বাওঁতা, নাবিক,
আরু সমুদ্রর আটাই আড়কাটিয়ে আপোন
আপোন জাহাজর পরা নামি বামত থিয় হৈ,
৩০তোমার বিষয়ে সিহঁতর মাত শুনাইছে,
বর বেজারেরে চিঞরি আপোন আপোন
৩১মূরত ধূলি চটিয়াই ছাইত বাগরিছে, তোমার
নিমিত্তে নিজর নিজর মূর টকলা করিছে,
চট কাপড়েরে কঁকাল বান্ধিছে, আরু অন্তত

লোকসকলে মনর তাপত তোমার নিমিত্তে কান্দিছে।
৩২ আরু হাহাকার করোঁতে সিহঁতে তোমার
নিমিত্তে বিলাপ করিবলৈ ধরি, তোমার বিষয়ে
এই বিলাপর কথা কৈছে, তূরর নিচিনাকৈ সমুদ্রর
মাজত নিস্তব্ধ থকা নগরীরেই নিচিনা কোন
৩৩ আছে? সমুদ্রর পরা তোমার মাল ওলোরা
সময়ত তুমি অনেক জাতিক পরিপূর্ণ করিছিলা;
তোমার অধিক ধনসম্পত্তি আরু বাণিজ্য-
দ্রব্যরে পৃথিবীর রজাবিলাকক তুমি চহকী
৩৪ করিছিলা। সমুদ্রর দ্বারায় জলসমূহর গভীর
ঠাইবোরত তুমি ভগ্ন হোৱা সময়ত, তোমার
বাণিজ্যদ্রব্য আরু তোমার আটাই দল তোমার
৩৫ মাজত পতিত হল। দ্বীপনিবাসী সকলোরে
তোমাক দেখি আশ্চরিত হৈছে, আরু সিহঁতর
রজাবিলাকর নোম শিয়রি উঠিছে, আরু সি-
৩৬ বিলাকর বদন বিকৃত হৈছে। জাতিবিলাকর
মাজত থকা বণিকবিলাকে তোমাক দেখি ইচ ইচ
করিছে। তুমি ত্রাসর বিষয় হলা, তুমি আরু
কেতিয়াও নহবা।

তূরর অধিপতিজনর পতন।

২৮ পাছে যিহোৱার বাক্য পুনরায় মোর
২ ওচরলৈ আহিল, বোলে, হে মনুষ্যসন্তান,
তুমি তূরর অধিপতিজনক কোৱা, প্রভু যিহো-
ৱাই এই কথা কৈছে, তোমার হৃদয় গর্ব্বিত হল,
আরু তুমি কৈছা, মই ঈশ্বর, মই সমুদ্রর মাজত
ঈশ্বরর আসনত বহি আছোঁ; যদিও তুমি
আপোন মনক ঈশ্বরর মন বুলি মানিছা, তথাপি
৩ তুমি মানুহ মাথোন, ঈশ্বর নোহোৱা। দেখা,
তুমি দানিয়েলতকৈ জ্ঞানী; লোকে তোমার পরা
লুকুৱাই রাখিব পরা কোনো গুপুত কথা নাই।
৪ তোমার জ্ঞান আরু বুদ্ধিরে তুমি আপোনাকে
চহকী করিলা, সোণ আরু রূপ আর্জ্জি তোমার
৫ ভঁরালত রাখিলা। তুমি আপোন মহৎ জ্ঞান
আরু বাণিজ্যর দ্বারায় তোমার ধনসম্পত্তি
বঢ়ালা, আরু তোমার ধনসম্পত্তির কারণে
৬ তোমার মন গর্ব্বিত হল। এই হেতুকে প্রভু
যিহোৱাই এই কথা কৈছে, তুমি আপোন মনক
৭ ঈশ্বরর মন বুলি মানিছা; এই কারণে দেখা,
মই বিদেশীবোরক, জাতিবিলাকর মাজর ভয়ানক-
বোরকেই তোমার অহিতে আনিম; সিহঁতে
তোমার জ্ঞানকান্তির অহিতে আপোন আপোন
তরোৱাল কাঁকর পরা উলিয়াব, আরু তোমার
৮ উজ্জ্বলতা কলুষিত করিব। সিহঁতে তোমাক
গাঁতলৈ নমাব; আরু তুমি হত লোকর দরে
৯ সাগরর মাজ ঠাইত মরিবা। যি লোকে তোমাক
বধ করিব, সেই লোকর আগত তুমি তেতিয়াও
মই ঈশ্বর বুলি কবা নে? যি জনে তোমাক
মারিব, সেই জনর হাতত তুমি মনুষ্যমাত্র,
১০ ঈশ্বর নোহোৱা। তুমি বিদেশীবোরর হাতত
অচুন্নৎকীয়ার দরে মরিবা; কিয়নো, প্রভু যিহো-
ৱাই কৈছে, মই ইয়াক কলোঁ।
১১ পাছে যিহোৱার বাক্য মোর ওচরলৈ
১২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি তূরর
রজার বিষয়ে বিলাপ করিবলৈ ধরা, আরু
তেওঁক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে,
তুমি সর্ব্বগুণর সমষ্টি, পূর্ণজ্ঞানী, আরু পরম-
১৩ সুন্দর। তুমি ঈশ্বরর বারী এদনত আছিলা;
চুণি, পীত মণি, হীরা, বৈদূর্য্য মণি, গোমেদক,
সূর্য্যকান্ত, নীলকান্ত, পদ্মরাগ, মরকত আদি
সকলো বহুমূল্য পাথর, আরু সোণ তোমার
আবরণ আছিল; তোমার খঞ্জরি আরু বাঁহীর
বাদ্য তোমার মাজত আছিল; তুমি সৃষ্টি হোৱা
১৪ দিনাই সেইবোর যুগুত করা হৈছিল। তুমি
ঢাকি থকোঁতা অভিষিক্ত করূব আছিলা; ঈশ্বরর
পবিত্র পর্ব্বতত তুমি থাকিব পরাকৈ মই তোমাক
স্থাপন করিছিলোঁ; তুমি জুইর নিচিনা চক্-
মকোৱা পাথরবোরর মাজত অহাযোৱা করি-
১৫ ছিলা। তোমাত অন্যায় পোৱা নোযোৱালৈকে
তুমি সৃষ্টি হোৱা দিনর পরা তোমার আচার
১৬ ব্যৱহারত সিদ্ধ আছিলা। তোমার বাণিজ্যর
বাহুল্যত তোমার ভিতরখন অত্যাচাররে পরি-
পূর্ণ হোৱার কারণে, আরু তুমি পাপ করার
কারণে মই তোমাক অশুচি বুলি ঈশ্বরর পর্ব্ব-
তর পরা বাহির করিলোঁ; আরু হে ঢাকি
থকোঁতা করূব, জুইর নিচিনা চক্‌মকোৱা পাথর-
বোরর মাজর পরা মই তোমাক লুপ্ত করিলোঁ।
১৭ তোমার সৌন্দর্য্যর কারণে তোমার হৃদয় গর্ব্বিত
হৈছিল; তোমার উজ্জ্বলতার কারণে তুমি আ-
পোন জ্ঞান নষ্ট করিলা; মই তোমাক মাটিরে
সমান করি, রজাবিলাকে তোমাক দেখিবর
নিমিত্তে তোমাক সিহঁতর আগত রাখিলোঁ।
১৮ তোমার অপরাধ অধিক হোৱাত, তোমার
বাণিজ্যর অন্যায়েরে তোমার ধর্ম্মধামবোর তুমি
অপবিত্র করিলা; এই হেতুকে মই তোমার
মাজর পরা অগ্নি উলিয়ালোঁ, সেয়ে তোমাক
গ্রাস করিলে; আরু তোমাক দেখাবিলাকর
সাক্ষাতে মই তোমাক মাটিত ছাই করি
১৯ পেলালোঁ। জাতিবিলাকর মাজত তোমাক জনা
সকলোরেই তোমাক দেখি বিস্ময় মানিছে;
তুমি ত্রাসর বিষয় হলা, তুমি আরু কেতিয়াও
নহবা।

চীদোনর বিরুদ্ধে কোৱা ভাববাণী।

২০ পাছে যিহোৱার বাক্য মোর ওচরলৈ আহিল,
২১ বোলে, হে মনুষ্যসন্তান, তুমি চীদোনর ফাললৈ

মুখ কৰি তাৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা,
২২ আৰু কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে,
হে চীদোন, দেখা, মই তোমাৰ বিপক্ষ; মই
তোমাৰ মাজত গৌৰবান্বিত হম। যেতিয়া মই
তাক দণ্ড দিম, আৰু তাৰ মাজত পবিত্ৰী-
কৃত হম, তেতিয়া, মই যে যিহোৱা, তাক
২৩ সিহঁতে জানিব। কিয়নো মই তাৰ মাজলৈ
মহামাৰী, আৰু তাৰ আলিবাটত ৰক্তপাত
কৰিবলৈ মানুহ পঠাম; আৰু চাৰিওফালে
তাৰ বিৰুদ্ধে অহা তৰোৱালৰ
দ্বাৰাই তাৰ মাজত হত হোৱা লোক পতিত
হব; তাতে, মই যে যিহোৱা, তাক সিহঁতে
২৪ জানিব। তেতিয়া, ইস্ৰায়েল বংশৰ বিন্ধোতা
কোনো হুল, বা দুখ দিওঁতা কোনো কাঁইট,
সিহঁতৰ চাৰিওফালে থকা সিহঁতক হেয়-
জ্ঞান কৰা লোকবিলাকৰ মাজত আৰু নহব;
তাতে, মই যে প্ৰভু যিহোৱা, তাক সিহঁতে
জানিব।
২৫ প্ৰভু যিহোৱাই এই কথা কৈছে, ইস্ৰায়েল
বংশ ছিন্নভিন্ন হোৱা জাতিবিলাকৰ পৰা মই
যেতিয়া সিহঁতক গোটাম, আৰু জাতিবিলা-
কৰ সাক্ষাতে সিহঁতৰ মাজত পবিত্ৰীকৃত
হম, তেতিয়া মোৰ দাস যাকোবক মই দিয়া
সিহঁতৰ নিজ দেশতে সিহঁতে বাস
২৬ কৰিব। সিহঁতে তাত নিৰ্ভয়ে বাস কৰিব;
এনে কি, সিহঁতৰ চাৰিওফালে সিহঁতক
হেয়জ্ঞান কৰোঁতাবোৰক যেতিয়া মই দণ্ড দিম,
তেতিয়া সিহঁতে ঘৰ সাজিব, দ্ৰাক্ষাবাৰী
পাতিব, আৰু নিৰ্ভয়ে বাস কৰিব; তাতে, মই
যে সিহঁতৰ ঈশ্বৰ যিহোৱা, তাক সিহঁতে
জানিব।

মিচৰৰ পতন আৰু পুনঃস্থাপন।

২৯ দশম বছৰৰ দশম মাহৰ দ্বাদশ দিনা
যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
২ বোলে, হে মনুষ্যসন্তান, তুমি মিচৰৰ ৰজা
ফৰৌণৰ ফালে মুখ কৰি তাৰ আৰু গোটেই
৩ মিচৰৰ বিৰুদ্ধে ভাববাণী প্ৰচাৰ কৰা, আৰু
কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে, মোৰ
নৈ মোৰ নিজৰেই, আৰু নিজৰ নিমিত্তেই মই
তাক কৰিলোঁ, এই বুলি কৈ আপোন নৈবোৰৰ
মাজত পৰি থকা বৃহৎ মগৰ হে মিচৰৰ ৰজা
৪ ফৰৌণ, দেখা, মই তোমাৰ বিপক্ষ। মই
তোমাৰ থুতৰিত বৰশী লগাম,
তোমাৰ নৈবোৰৰ মাছবোৰ তোমাৰ বাকলিত
লগাই ৰাখিম, আৰু তোমাৰ বাকলিত লাগি
থকা তোমাৰ নৈবোৰৰ আটাই মাছ সৈতে
তোমাৰ নৈবোৰৰ মাজৰ পৰা তোমাক
৫ উলিয়াই আনিম। মই তোমাক, আৰু তোমাৰ
নৈবোৰৰ আটাই মাছ অৰণ্যত পেলাই
যাম; তুমি মুকলি পথাৰত পৰি থাকিবা,
তোমাক চপোৱা কি গোটোৱা নেযাব;
মই তোমাক পৃথিৱীৰ জন্তু আৰু আকাশৰ
৬ পক্ষীবোৰৰ আহাৰ হবলৈ দিম; তাতে, মই
যে যিহোৱা, তাক মিচৰনিবাসী সকলোৱে
জানিব। সিহঁত ইস্ৰায়েল বংশলৈ নলৰ
৭ লাখুটিস্বৰূপ; (যেতিয়া সিহঁতে তোমাক
হাতেৰে ধৰিলে, তেতিয়া তুমি ভাঙি সি-
হঁতৰ আটাইৰে হাত কাটিলা; আৰু যেতিয়া
সিহঁতে তোমাৰ ওপৰত ভৰ দিলে, তেতিয়া
তুমি ভাগি সিহঁতৰ আটাইৰে কঁকালৰ
৮ জোৰা সৰাই সিহঁতক অচল কৰা।) এই
কাৰণে প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা,
মই তোমাৰ অহিতে এখন তৰোৱাল আনিম,
আৰু তোমাৰ মাজৰ পৰা মানুহ আৰু পশু
৯ সকলোকে উচ্ছন্ন কৰিম। মিচৰ দেশ ধ্বংসস্থান
আৰু উচ্ছন্ন হব; তাতে, মই যে যিহোৱা, তাক
সিহঁতে জানিব। কাৰণ সি কৈছে, নৈখন
১০ মোৰেই, আৰু মইহে তাক কৰিলোঁ। এই
নিমিত্তে দেখা, মই তোমাৰ, আৰু তোমাৰ
নৈবোৰৰ বিপক্ষ; মিগদোলৰ পৰা চিবেনি-
লৈকে, এনে কি, কূচৰ সীমালৈকে মই মিচৰ
দেশ সম্পূৰ্ণৰূপে উচ্ছন্ন আৰু ধ্বংসস্থান কৰিম।
১১ মানুহ কি পশু তাৰ মাজেদি নচলিব, আৰু
চল্লিশ বছৰলৈকে তাত বাস কৰা নহব।
১২ ধ্বংস কৰা দেশবোৰৰ মাজত মই মিচৰ দেশকো
এক ধ্বংসস্থান কৰিম; আৰু উচ্ছন্ন হোৱা নগৰ-
বোৰৰ মাজত তাৰ নগৰবোৰো চল্লিশ বছৰ-
লৈকে ধ্বংসস্থান হৈ থাকিব; মই মিচৰীয়াহঁতক
জাতিবিলাকৰ মাজত ছিন্নভিন্ন কৰিম, আৰু দেশ-
১৩ বোৰৰ মাজত গোট গোট কৰিম। তথাপি প্ৰভু
যিহোৱাই এই কথা কৈছে, যি জাতিবিলাকৰ
মাজত মিচৰীয়াহঁত ছিন্নভিন্ন হব, সেই জাতিবি-
লাকৰ মাজৰ পৰা মই চল্লিশ বছৰৰ মূৰত সিহঁ-
১৪ তক চপাম। মই মিচৰৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন
কৰিম, আৰু সিহঁতৰ উৎপত্তিৰ দেশ পথ্ৰোচ
দেশলৈ সিহঁতক ওলোটাম; তাতে, সেই ঠাইত
১৫ সিহঁত এক সামান্য ৰাজ্য হব। সেয়ে ৰাজ্যবোৰৰ
মাজত সকলোতকৈ সামান্য হব, জাতিবিলাকৰ
ওপৰত আৰু দূৰ নুতুলিব; আৰু জাতিবিলাকৰ
ওপৰত প্ৰভুত্ব নকৰিবৰ নিমিত্তে মই সিহঁতক
১৬ হ্ৰাস কৰিম। সিহঁত ইস্ৰায়েল বংশৰ বিশ্বাসভূমি
আৰু নহব, আৰু সিহঁতৰ পাছত যাবলৈ সি-
হঁতলৈ মুখ কৰা কাৰ্য্যত সিহঁতৰ অপৰাধ সোঁৱ-
ৰণ কৰাওঁতাও আৰু নহব; তাতে, মই যে
যিহোৱা, তাক সিহঁতে জানিব।

### যিহোৱাই মিচৰক বাবিলৰ ৰজাক দিয়া, আৰু তাৰ ধ্বংস-অৱস্থা।

১৭ আৰু সাতাইশ বছৰৰ বছৰিৰ প্ৰথম মাহৰ
প্ৰথম দিনা যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
১৮ আহিল, বোলে, হে মনুষ্যসন্তান, বাবিলৰ ৰজা
নবূখদ্‌নেচৰে আপোন সৈন্যসামন্তক তূৰৰ
বিৰুদ্ধে বৰ পৰিশ্ৰম কৰালে, আটাইৰে মূৰ
টকলা কৰা হল, আৰু আটাইৰে কান্ধৰ ছাল
চিগিল; তথাপি তূৰৰ বিৰুদ্ধে তেওঁ কৰা পৰিশ্ৰ-
মৰ নিমিত্তে, তূৰৰ পৰা তেওঁ কি তেওঁৰ সৈন্য-
১৯ সামন্তই একো বেচ নেপালে। এই হেতুকে
প্ৰভু যিহোৱাই এই কথা কৈছে, দেখা, মই
বাবিলৰ ৰজা নবূখদ্‌নেচৰক মিচৰ দেশ দিম;
তেওঁ তাৰ লোকসমূহক লৈ যাব, তাৰ দ্ৰব্য লুট
কৰিব, আৰু তাৰ কাঢ়ি লোৱা বস্তু লৈ যাব;
২০ সেইবোৰেই তেওঁৰ সৈন্যসামন্তৰ বেচ হব। তেওঁ
পৰিশ্ৰম কৰাৰ বেচস্বৰূপে মই তেওঁক মিচৰ দেশ
দিম; কাৰণ, প্ৰভু যিহোৱাই কৈছে, সিহঁতে
মোৰ অৰ্থে কাৰ্য্য কৰিলে।
২১ সেই দিনা মই ইস্ৰায়েল বংশৰ নিমিত্তে এক
শিং গজাম, আৰু সিবিলাকৰ মাজত তোমাৰ
মুখ খুলি দিম; তাতে, মই যে যিহোৱা, তাক
সিবিলাকে জানিব।

৩০ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
ভাববাণী প্ৰচাৰ কৰি কোৱা, প্ৰভু যিহোৱাই
এই কথা কৈছে, তোমালোকে হাহাকাৰ কৰি
৩ কোৱা, হায় হায়, সেয়ে কেনে দিন! কিয়নো সেই
দিন ওচৰ, এনে কি, যিহোৱাৰ দিন, মেঘে
ঢকা দিন ওচৰ; সেয়ে জাতিবিলাকৰ কাল
৪ হব। তৰোৱাল মিচৰৰ ওপৰত পৰিব; আৰু
যেতিয়া মিচৰত হত লোকবোৰ পতিত হব, তাৰ
লোকসমূহক নিয়া হব, আৰু তাৰ ভিত্তিমূলবোৰ
৫ ভঙা হব, তেতিয়া কূচত যাতনা হব। কূচ, পূট,
লূদ, মিহলি থকা আটাই লোকবিলাক, কূব,
আৰু নিয়মটো পতা দেশৰ লোকবিলাক সিহঁতৰ
লগত তৰোৱালৰ দ্বাৰায় পতিত হব।
৬ যিহোৱাই এই কথা কৈছে, যিবিলাকে মিচৰৰ
স্তম্ভস্বৰূপ, সিবিলাকো পতিত হব, আৰু তাৰ
পৰাক্ৰমৰ গৰ্ব্ব খৰ্ব্ব হব; মিগ্‌দোলৰ পৰা
চিবেনিলৈকে তাৰ লোকবিলাক তৰোৱালৰ
দ্বাৰায় পতিত হব, ইয়াক প্ৰভু যিহোৱাই
৭ কৈছে। আৰু ধ্বংস কৰা দেশবোৰৰ মাজত
সিহঁতো ধ্বংস-অৱস্থা পোৱা লোক হব, আৰু
তাৰ নগৰবোৰ উচ্ছন্ন হোৱা নগৰবোৰৰ মাজৰ
৮ উচ্ছন্ন নগৰ হব। মই যেতিয়া মিচৰত জুই
লগাম, আৰু তাৰ আটাই সাহায্যকাৰীবোৰ
নষ্ট হব, তেতিয়া, মই যে যিহোৱা, তাক
৯ সিহঁতে জানিব। সেই দিনা নিশ্চিন্তে থকা
কূচীয়াহঁতক ভয় লগাবলৈ দূতবিলাকে মোৰ
আগৰ পৰা জাহাজেৰে ওলাই যাব, আৰু মিচৰৰ
দিনৰ নিচিনাকৈ সিহঁতৰ মাজত যাতনা হব;
কিয়নো দেখা, সেয়ে আহিছে।
১০ প্ৰভু যিহোৱাই এই ৰূপে কৈছে, মই বাবিলৰ
ৰজা নবূখদ্‌নেচৰৰ হাতৰ দ্বাৰায় মিচৰৰ লোক-
১১ সমূহক লুপ্ত কৰিম। তেওঁক, আৰু তেওঁৰ লগত
তেওঁৰ প্ৰজাবিলাকক, জাতিবিলাকৰ ভয়ানক
লোকক দেশ বিনষ্ট কৰিবৰ অৰ্থে অনা হব;
আৰু সিহঁতে মিচৰৰ বিৰুদ্ধে আপোন আপোন
তৰোৱাল কাঢ়ি পৰা উলিয়াই হত লোকেৰে
১২ দেশ পৰিপূৰ্ণ কৰিব। মই নদীবোৰ শুকান
ঠাই কৰিম, আৰু দেশ দুষ্টবোৰৰ হাতত
বেচিম; মই বিদেশী লোকৰ হাতৰ দ্বাৰায়
দেশ আৰু তাত থকা সকলোকে উচ্ছন্ন কৰিম,
ইয়াক মই যিহোৱাই কলোঁ।
১৩ প্ৰভু যিহোৱাই এই কথা কৈছে, মই মূৰ্ত্তি-
বোৰো নষ্ট কৰিম, আৰু নোফৰ পৰা প্ৰতিমা-
বোৰ লুপ্ত কৰিম; আৰু মিচৰ দেশৰ পৰা অধি-
পতি আৰু নোলাব; আৰু মই মিচৰ দেশত ভয়
১৪ জন্মাম। মই পথ্ৰোচক ধ্বংস কৰিম, চোৱনত
জুই লগাম, আৰু নো নগৰক দণ্ড দিম।
১৫ আৰু মই মিচৰৰ দুৰ্গ চীনৰ ওপৰত মোৰ কোপ
বৰষাম, আৰু নো নগৰৰ লোকসমূহক উচ্ছন্ন
১৬ কৰিম। আৰু মই মিচৰত জুই লগাম, চীনে
যাতনাত ধৰফৰ কৰিব, আৰু নো নগৰক ভঙা
হব; আৰু দিনতে শত্ৰুৱে নোফক আক্ৰমণ
১৭ কৰিব। আবনৰ আৰু পী-বেচতৰ ডেকাবিলাক
তৰোৱালৰ দ্বাৰায় পতিত হব, আৰু সেই
দুখন নগৰৰ লোকবিলাক বন্দী-অৱস্থালৈ যাব।
১৮ যেতিয়া মই তহ্‌পন্‌হেচত মিচৰৰ যুৱলিবোৰ
ভাঙিম, তেতিয়া তাত দিন অন্ধকাৰ হব, আৰু
মিচৰৰ মাজত থকা পৰাক্ৰমৰ গৰ্ব্ব খৰ্ব্ব হব;
আৰু তাৰ নিজৰ বিষয়ে হলে, এডোখৰ মেঘে
তাক ঢাকিব, আৰু তাৰ জীয়াৰীবিলাক বন্দী-
১৯ অৱস্থালৈ যাব। এই ৰূপে মই মিচৰক দণ্ড
দিম; তাতে, মই যে যিহোৱা, তাক সিহঁতে
জানিব।

### ফৰৌণৰ বাহু ভগ্ন হোৱা।

২০ একাদশ বছৰৰ প্ৰথম মাহৰ সপ্তম দিনা
যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে,
২১ হে মনুষ্যসন্তান, মই মিচৰৰ ৰজা ফৰৌণৰ বাহু
ভাঙিলোঁ, আৰু দেখা, তৰোৱাল ধৰিবলৈ শক্তি
পাবৰ নিমিত্তে তাত ঔষধ লগাই পটি দি তাক
২২ বন্ধা নহল। এই নিমিত্তে প্ৰভু যিহোৱাই এই কথা

কৈছে, দেখা, ময় মিচরর রজা ফরৌণর বিপক্ষে,
আরু তার বলী ও ভগা বাহু, এই দুয়োকো ময়
ভাঙিম, আরু তার হাতর পরা তরোৱালখন
২৩ পরি যোৱা করিম। আরু ময় মিচরীয়াহঁতক
জাতিবিলাকর মাজত ছিন্নভিন্ন আরু দেশবোরর
২৪ মাজত গোট গোট করিম। ময় বাবিলর
রজার বাহু দুটা সবল করিম, আরু তেওঁর হাতত
মোর তরোৱাল দিম; কিন্তু ময় ফরৌণর বাহু
দুটা ভাঙিম, তাতে সাংঘাতিকরূপে আঘাতিত
হোৱা মানুহে কেঁকোৱার দরে তেওঁর আগত সি
২৫ কেঁকাব। আরু ময় বাবিলর রজার বাহু দুটা
দাঙি ধরিম, কিন্তু ফরৌণর বাহু দুটা হলে
পরিব; যেতিয়া ময় বাবিলর রজার হাতত মোর
তরোৱাল দিম, আরু তেওঁ মিচর দেশর বিরুদ্ধে
তাক মেলিব, তেতিয়া, ময় যে যিহোৱা, তাক
২৬ সিহঁতে জানিব। ময় মিচরীয়াহঁতক জাতি-
বিলাকর মাজত ছিন্নভিন্ন আরু দেশবোরর মাজত
গোট গোট করিম; তাতে, ময় যে যিহোৱা,
তাক সিহঁতে জানিব।

ফরৌণক অচূররূপ বৃহৎ এরচ বৃক্ষর
লগত তুলনা করা।

৩১ একাদশ বছরর তৃতীয় মাহর প্রথম দিনা
যিহোৱার বাক্য মোর ওচরলৈ আহিল,
২ বোলে, হে মনুষ্যসন্তান, মিচরর রজা ফরৌণক
আরু তার লোকসমূহক কোৱা, তুমি আপোন
৩ মহত্বত কার নিচিনা? দেখা, অচূর লিবানোনত
সুন্দর ডাল, ঘন ছাঁ, আরু ওখ হৈ থকা
একোপা এরচ বৃক্ষস্বরূপ আছিল; তার ওপর ভাগ
৪ মেঘস্পর্শী হৈছিল। জলসমূহে তাক ডাঙর দীঘল
করিছিল, অগাধ জলে তাক বঢ়াইছিল, তার
সুঁতীবোর তার রোৱা ঠাইর চারিওফালে বৈছিল,
আরু সি আপোনার সুঁতীবোর পথারর আটাই
৫ গছলৈ পঠাইছিল। এই হেতুকে ওখই
সি পথারর আটাই গছতকৈ ওখ আছিল; সি
পটোৱা অনেক পানীর কারণে তার ডালবোর
বৃদ্ধি হৈছিল, আরু তার শাখাবোর দীঘল
৬ হৈছিল। তার ডালবোরত আকাশর আটাই
পক্ষীয়ে বাহ লৈছিল, তার শাখাবোরর
তলত আটাই বনরীয়া জন্তুৱে পোৱালি জগাই-
ছিল, আরু তার ছাঁত আটাই মহাজাতিয়ে
৭ বাস করিছিল। এই রূপে, তার শিপা অনেক
জলসমূহর ওচর পোৱাত, সি আপোন মহত্বত
আরু আপোন ডালবোরর দৈর্ঘ্যত সুন্দর
৮ আছিল। ঈশ্বরর উদ্যানর এরচ গছবোরে তাক
লুকুৱাব নোৱারিছিল, দেৱদারু গছবোর তার
ডালবোরর নিচিনা নাছিল, আরু অর্মোণ
গছবোর তার শাখাবোরর নিচিনা নাছিল;
আরু ঈশ্বরর উদ্যানত থকা কোনো গছ
৯ সৌন্দর্য্যত তার নিচিনা নাছিল। ময় তার
অধিক ডালবোরেরে তাক এনে সুন্দর করিছিলোঁ,
যে, ঈশ্বরর উদ্যানত থকা এদনর সকলো গছে
তাক ঈর্ষ্যা করিছিল।
১০ এই হেতুকে প্রভু যিহোৱাই এই কথা কৈছে,
সি উচ্চতাত ওখ হোৱার, আরু সি তার ওপর
ভাগ মেঘস্পর্শী করার, আরু তার হৃদয়
১১ আপোনার উচ্চতাত গর্ব্বিত হোৱার কারণে ময়
তাক জাতিবিলাকর পরাক্রমী জনর হাতত সমর্পণ
করিলোঁ; তেওঁ তার বিরুদ্ধে উচিত কার্য্য
করিলে; ময় তার দুষ্টতার কারণে তাক দূর করি
১২ দিলোঁ। আরু জাতিবিলাকর ভয়ানক বিদেশী-
বোরে তাক কাটি এরি থল; পর্ব্বতবোরর ওপরত
আরু আটাই উপত্যকাত তার ডালবোর পরি
আছে, আরু দেশর আটাই জুরীবোরর কাষত
তার শাখাবোর ভাগিল; আরু পৃথিবীর সকলো
জাতিবিলাকে তার ছাঁর পরা নামি গল, তাক
১৩ এরি এরি গল। পরি থকা সেই গছডালত
আকাশর পক্ষীবোরে বাস করিছে, আরু তার
শাখার ওপরত আটাই বনরীয়া জন্তু আছে।
১৪ জলসমূহর কাষত থকা গছবোরর কোনো গছে
আপোন উচ্চতাত গর্ব্ব নকরিবর নিমিত্তে,
বা তার ওপর ভাগ মেঘস্পর্শী নকরাবর নিমিত্তে,
নাইবা সেইবোরর বৃহৎবোরর মাজর, পানী পান
করাবিলাকর মাজর কোনেও উচ্চতাত নিজকে
ওখ নেদেখুৱাবর নিমিত্তে, ময় ইয়াক করিলোঁ;
কিয়নো সেই আটাইবোর মৃত্যুলৈ, পৃথিবীর
অধোভাগলৈ, গাঁতলৈ নামিব লগাবোরর সৈতে
মনুষ্যসন্তানবিলাকর মাজত সমর্পিত হল।
১৫ প্রভু যিহোৱাই এই কথা কৈছে, সি চিয়োল-
লৈ নামি যোৱা দিনা ময় শোকর আজ্ঞা দিলোঁ;
ময় তার নিমিত্তে অগাধ জলক ঢাকিলোঁ, তার
সুঁতীবোর বন্ধ করিলোঁ, আরু মহাজলসমূহক
স্থগিত করা হল; ময় তার নিমিত্তে লিবানোনক
শোক করালোঁ, আরু পথারর আটাই গছ তার
১৬ নিমিত্তে ভয় পরিল। গাঁতলৈ নামিব লগাবোরে
সৈতে ময় তাক চিয়োললৈ পেলোৱা কালত তার
পতনর শব্দত ময় জাতিবিলাকক কঁপালোঁ; আরু
এদনর আটাই গছে, লিবানোনর মনোনীত
আরু উৎকৃষ্ট বৃক্ষই, পানী পান করা আটাই-
বোরে পৃথিবীর অধোভাগত সান্ত্বনা পালে।
১৭ যিবিলাক তার বাহুস্বরূপ আছিল, যিবিলাকে
জাতিবিলাকর মাজত তার ছাঁত বাস করি-
ছিল, সিবিলাকো তরোৱালর দ্বারায় হত হোৱা
লোকর ওচরলৈ তারে সৈতে চিয়োললৈ নামি
গল।
১৮ এই রূপে তুমি প্রতাপত আরু মহত্বত এদ-

মর গহ্বৰোৰৰ মাজত কাৰ মিচিনা ? তথাপি
পৃথিবীৰ অধোভাগলৈ এদনৰ গছবোৰে সৈতে
তোমাকো নমোৱা হব ; তৰোৱালৰ দ্বাৰাই হত
হোৱাবোৰে সৈতে অচুন্নতৰ মাজত তুমিও
পৰি থাকিবা। প্ৰভু যিহোৱাই কৈছে, ফৰৌণ
আৰু তাৰ আটাই লোকসমূহৰ এই দশা
গতি হব।

মিচৰ আৰু ফৰৌণৰ বিষয়ৰ বিলাপ।

৩২ দ্বাদশ বছৰৰ দ্বাদশ মাহৰ প্ৰথম দিনা
যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
২ বোলে, হে মনুষ্যসন্তান, তুমি মিচৰৰ ৰজা
ফৰৌণৰ নিমিত্তে বিলাপ কৰিবলৈ ধৰা, আৰু
তাক কোৱা, তুমি আপোনাকে জাতিবিলাকৰ
যুবা সিংহ বুলি ভাবিছা, কিন্তু তুমি সমুদ্ৰত
থকা মগৰ মাথোন ; তোমাৰ নদীবোৰত তুমি
উৎপাত কৰিছা, তোমাৰ ভৰিৰে জলসমূহ
আস্ফালন কৰিছা, আৰু তাৰ সুঁতীবোৰ ঘোলা
৩ কৰিছা। প্ৰভু যিহোৱাই এই কথা কৈছে, মই
অনেক লোকসমূহে সৈতে, তোমাৰ ওপৰত মোৰ
জাল পেলাম, আৰু সিহঁতে তোমাক মোৰ
৪ জালেৰে আনিব। পাছে মই তোমাক বামত এৰি
দিম, তোমাক পথাৰত পেলাই দিম, আকাশৰ
আটাই পক্ষীক তোমাৰ ওপৰত পৰাম, আৰু
গোটেই পৃথিবীৰ জন্তুবোৰক তোমাক খাবলৈ
৫ দি সিহঁতক তৃপ্ত কৰাম। মই পৰ্ব্বত-
বোৰৰ ওপৰত তোমাৰ মাংস পেলাম, আৰু
তোমাৰ দীঘল শৱেৰে উপত্যকাবোৰ পৰি-
৬ পূৰ্ণ কৰিম। তুমি সাঁতোৰা দেশখন মই পৰ্ব্বত-
লৈকে তোমাৰ তেজেৰে তিয়াম, আৰু জুৰী বৈ
৭ যোৱা উপত্যকাবোৰ তোমাৰে পূৰ হব। আৰু
মই তোমাক মুমূৰ্ষু সময়ত, মই আকাশমণ্ডলক
ঢাকিম, আৰু তৰাবোৰৰ দীপ্তি নাইকিয়া কৰিম ;
মই এডোখৰ মেঘেৰে সূৰ্য্যক ঢাকিম, আৰু চন্দ্ৰই
৮ পোহৰ নিদিব। আকাশমণ্ডলৰ উজ্জ্বল দীপ্তি-
বোৰৰ কোনোটোকে মই তোমাৰ ওপৰত পোহৰ
কৰিবলৈ নিদিম, আৰু তোমাৰ দেশৰ ওপৰত
অন্ধকাৰ ব্যাপ্ত কৰিম, ইয়াক প্ৰভু যিহোৱাই
৯ কৈছে। যেতিয়া মই জাতিবিলাকৰ মাজলৈ, তুমি
নজনা দেশবোৰলৈ তোমাৰ বিনাশৰ বাৰ্ত্তা
আনিম, তেতিয়া মই অনেক দেশৰ লোকৰ হৃদয়ত
১০ বেজাৰ দিম। এনে কি, যেতিয়া মই অনেক জাতিৰ,
আৰু সিহঁতৰ ৰজাবিলাকৰ আগত মোৰ তৰো-
ৱাল ঘূৰাম, তেতিয়া সেই জাতিবিলাকক মই
তোমাৰ বিষয়ে বিস্ময় মনাম, আৰু সেই ৰজাবি-
লাকে তোমাক দেখি শিয়ৰি উঠিব ; আৰু তোমাৰ
পতনৰ দিনা সিবিলাক প্ৰতিজনে আপোন
আপোন প্ৰাণৰ নিমিত্তে প্ৰত্যেক মুহূৰ্ত্তে কঁপিব।

১১ কিয়নো প্ৰভু যিহোৱাই এই কথা কৈছে,
বাবিলৰ ৰজাৰ তৰোৱালখনে তোমাক আক্ৰমণ
১২ কৰিব। বীৰবিলাকৰ তৰোৱালৰ দ্বাৰাই মই
তোমাৰ লোকসমূহক নিপাত কৰিম ; সিবিলাক
সকলোৱেই জাতিবিলাকৰ ভয়ানক লোক ;
সিবিলাকে মিচৰৰ গৰ্ব্বৰ বস্তু লুট কৰিব, আৰু
১৩ তাৰ আটাই লোকসমূহ নষ্ট হব। মই অনেক
জলসমূহৰ কাষৰ পৰা তাৰ আটাই পশুক
উচ্ছন্ন কৰিম, আৰু মানুহৰ ভৰিয়ে বা পশুৰ
১৪ খুৰাই তাৰ পানীবোৰ আৰু মলিয়াব। সেই
কালত মই তাৰ পানীবোৰ নিৰ্ম্মল কৰিম, আৰু
তাৰ নৈবোৰ তেলৰ নিচিনাকৈ বোৱাম, এয়ে
১৫ প্ৰভু যিহোৱাৰ বচন। যেতিয়া মই মিচৰ দেশ
ধ্বংসস্থান আৰু উচ্ছন্ন কৰিম, তাত উৎপন্ন
হোৱা আটাই বস্তু তাত নাইকিয়া কৰিম, যেতিয়া
মই তাৰ নিবাসী আটাইকে প্ৰহাৰ কৰিম,
তেতিয়া, মই যে যিহোৱা, তাক সিহঁতে জানিব।
১৬ এয়ে বিলাপ কৰিব লগীয়া সিহঁতৰ বিলাপ ;
জাতিবিলাকৰ জীয়াৰীবোৰে ইয়াৰে বিলাপ
কৰিব ; সিহঁতে মিচৰৰ অৰ্থে, আৰু তাৰ
লোকসমূহৰ অৰ্থে ইয়াৰে বিলাপ কৰিব, ইয়াক
প্ৰভু যিহোৱাই কৈছে।
১৭ পাছে দ্বাদশ বছৰত মাহৰ পঞ্চদশ দিনা
যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল, বোলে,
১৮ হে মনুষ্যসন্তান, তুমি মিচৰৰ লোকসমূহৰ
বিষয়ে হাহাকাৰ কৰা, আৰু সিহঁতক তললৈ
পেলাই দিয়া ; তাক আৰু বিখ্যাত জাতিবি-
লাকৰ জীয়াৰীবোৰক গাঁতলৈ নামিব লগীয়াবোৰে
সৈতে পৃথিবীৰ অধোভাগলৈ পেলাই দিয়া।
১৯ তুমি কাতকৈ সুন্দৰ ? নামি যোৱা, অচুন্নৎ-
২০ ইতৰ লগত শয়ন কৰা। সিহঁত তৰোৱালৰ
দ্বাৰাই হত হোৱা লোকবিলাকৰ মাজত পতিত
হব ; তাক তৰোৱালত সোধাই দিয়া হৈছে ;
তোমালোকে তাক আৰু তাৰ লোকসমূহক টানি
২১ লৈ যোৱা। পৰাক্ৰমী বীৰবিলাকে চিয়োলত
তাক আৰু তাৰ সহায়কাৰীবোৰক কথা কব ;
তৰোৱালৰ দ্বাৰাই হত হোৱা অচুন্নৎইত তল-
২২ লৈ নামি পৰি পৰি আছে। অচুৰ আৰু তাৰ
আটাই লোকসমূহ তাত আছে ; তাৰ মৈদাম-
বোৰ তাৰ চাৰিওকালে আছে ; সিহঁত আটাই-
বোৰ হত হল, তৰোৱালৰ দ্বাৰাই পতিত হল।
২৩ সিহঁতৰ মৈদামবোৰ গাঁতৰ অন্তভাগত কৰা
হল, আৰু তাৰ লোকসমূহ তাৰ মৈদামৰ
চাৰিওকালে আছে ; সিহঁত আটাইবোৰ হত
হল, তৰোৱালৰ দ্বাৰাই পতিত হল ; সিহঁতে
জীবিতবিলাকৰ দেশত ত্ৰাস জন্মাইছিল।
২৪ এলম, আৰু তাৰ মৈদামৰ চাৰিওকালে তাৰ
লোকসমূহ তাত আছে ; সিহঁত আটাইবোৰ

হত হল, তৰোৱালৰ দ্বাৰাই পতিত হল ;
সিহঁত অচুন্নৎ-অৱস্থাতেই পৃথিৱীৰ অধোভাগলৈ
নামি গল ; সিহঁতে জীৱিতবিলাকৰ দেশত ত্ৰাস
জন্মাইছিল, আৰু গাঁতলৈ নামি যোৱাবোৰে
সৈতে আপোনাবিলাকৰ লাজৰ ভাৰ বৈছে।
২৫ হত লোকবিলাকৰ মাজত, তাৰ আটাই লোক-
সমূহে সৈতে তাৰ নিমিত্তে এক শয্যা যুগুত কৰা
হল ; তাৰ চাৰিওফালে তাৰ মৈদামবোৰ আছে ;
সিহঁত আটাইবোৰ অচুন্নৎ, সিহঁত তৰোৱালৰ
দ্বাৰাই হত হল ; কিয়নো সিহঁতে জীৱিতবিলাকৰ
দেশত ত্ৰাস জন্মাইছিল, আৰু গাঁতলৈ নামি
যোৱাবোৰে সৈতে আপোনাবিলাকৰ লাজৰ
ভাৰ বৈছে ; হত লোকবিলাকৰ মাজত তাক
২৬ ৰখা হৈছে। মেচেক-তূবল, আৰু তাৰ আটাই
লোকসমূহ তাত আছে ; তাৰ চাৰিওফালে
তাৰ মৈদামবোৰ আছে ; সিহঁত আটাইবোৰ
অচুন্নৎ, সিহঁত তৰোৱালৰ দ্বাৰাই হত হল ;
কিয়নো সিহঁতে জীৱিতবিলাকৰ দেশত ত্ৰাস
২৭ জন্মাইছিল। যি বীৰবিলাক অচুন্নৎ-অৱস্থাতে
পতিত হল, যিবিলাকে আপোন আপোন যুদ্ধৰ
অস্ত্ৰেৰে সৈতে চিয়োললৈ নামি গল, যিবিলাকৰ
তৰোৱাল আপোনাবিলাকৰ মূৰৰ তলত থোৱা
হল, আৰু জীৱিতবিলাকৰ দেশত বীৰবিলাকৰ
ত্ৰাস জন্মোৱাৰ কাৰণে যিবিলাকৰ হাড়বোৰত
আপোনাবিলাকৰ অপৰাধ লাগি আছে, সেই
২৮ বীৰবিলাকৰ লগত সিহঁত শুৱব। তুমিও
অচুন্নৎবিলাকৰ মাজত ভগ্ন হবা, আৰু তৰোৱালৰ
দ্বাৰাই হত হোৱাবোৰৰ লগত শয়ন কৰিবা।
২৯ ইদোম, তাৰ ৰজাবিলাক, আৰু তাৰ আটাই
প্ৰধান লোক তাত আছে ; সিহঁত পৰা-
ক্ৰমী হলেও, তৰোৱালৰ দ্বাৰাই হত হোৱা-
বোৰৰ লগত সিহঁতক ৰখা হৈছে ; সিহঁত
অচুন্নৎবিলাকৰ লগত, গাঁতলৈ নামি যোৱাবোৰৰ
৩০ লগত শুব। হত হোৱাবোৰে সৈতে নামি
যোৱা উত্তৰদেশীয় অধিপতি আটাইবোৰ, আৰু
আটাই চীদোনীয়া লোক তাত আছে ; সিহঁতে
আপোন আপোন পৰাক্ৰমৰ দ্বাৰাই ত্ৰাস জন্মো-
ৱাতো সিহঁতে লাজ পাইছে ; আৰু সিহঁতে
তৰোৱালৰ দ্বাৰাই হত হোৱাবোৰৰ লগত অ-
চুন্নৎ-অৱস্থাতেই পড়ি আছে, আৰু গাঁতলৈ নামি
যোৱাবোৰে সৈতে আপোনাবিলাকৰ লাজৰ
৩১ ভাৰ বৈছে। ফৰৌণে সিহঁতক দেখি আপোনাৰ
আটাই লোকসমূহৰ নিমিত্তে সান্ত্বনা পাব ; এনে
কি, প্ৰভু যিহোৱাই কৈছে, ফৰৌণে, আৰু তৰো-
ৱালৰ দ্বাৰাই হত হোৱা তাৰ আটাই সৈন্য-
৩২ সামন্তই সান্ত্বনা পাব। কিয়নো মই জীৱিতবিলা-
কৰ দেশত তাৰ ত্ৰাস জন্মাইছিলোঁ, আৰু প্ৰভু
যিহোৱাই কৈছে, তৰোৱালৰ দ্বাৰাই হত হোৱা-
বোৰৰ লগত অচুন্নৎবিলাকৰ মাজত তাক ৰখা হব,
ফৰৌণ আৰু তাৰ আটাই লোকসমূহক ৰখা হব।

লোকবিলাকৰ পক্ষে ভাববাদী প্ৰহৰী স্বৰূপে নিযুক্ত

প্ৰহৰীস্বৰূপ।

৩৩ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
আপোন জাতিৰ সন্তানবিলাকে সৈতে কথা কৈ
সিবিলাকক কোৱা, মই কোনো দেশৰ বিৰুদ্ধে
তৰোৱাল আনিলে, যদি সেই দেশৰ লোক-
বিলাকে সিবিলাকৰ মাজৰ পৰা কোনো মানুহক
লৈ সিবিলাকৰ নিমিত্তে তাক প্ৰহৰী নিযুক্ত কৰে,
৩ আৰু সি দেশৰ অহিতে তৰোৱাল অহা দেখি
যদি শিঙা বজাই লোকবিলাকক সতৰ্ক কৰে,
৪ তেন্তে যেয়ে শিঙাৰ শব্দ শুনি সতৰ্ক নহয়, আৰু
তৰোৱালে আহি তাক লৈ যায়, তেনে হলে তাৰ
৫ ৰক্তপাতৰ দোষ তাৰ নিজৰ মূৰতে পড়িব। সি
শিঙাৰ শব্দ শুনিও সতৰ্ক নহল, তাৰ ৰক্তপাতৰ
দোষ তাৰ ওপৰতে পড়িব ; যদি সি সতৰ্ক হলহেঁ-
তেন, তেন্তে আপোন প্ৰাণ ৰক্ষা কৰিব পাৰিলেহেঁ-
৬ তেন। কিন্তু প্ৰহৰীয়ে তৰোৱাল অহা দেখিও যদি
শিঙা নবজায়, আৰু মানুহবিলাক সতৰ্ক নহয়,
আৰু তৰোৱালে আহি সিহঁতৰ মাজৰ পৰা
কোনো মানুহ লৈ যায়, তেন্তে তাক আপোন
অপৰাধৰ কাৰণে নিয়া হব ; কিন্তু মই প্ৰহৰীৰ
হাতৰ পৰা তাৰ ৰক্তপাতৰ প্ৰতিশোধ লম।
৭ হে মনুষ্যসন্তান, এই ৰূপে মই তোমাকেই ইস্ৰা-
য়েল বংশৰ প্ৰহৰীস্বৰূপে নিযুক্ত কৰিলোঁ ; এই
হেতুকে, তুমি মোৰ মুখৰ পৰা বাক্য শুনি মোৰ
৮ নামেৰে সিবিলাকক সতৰ্ক কৰা। হে দুষ্ট,
তুমি নিশ্চয়ে মৰিবা, এই বুলি মই যেতিয়া
দুষ্টক কওঁ, আৰু তুমি দুষ্টক তাৰ পথৰ
পৰা ঘূৰিবলৈ সতৰ্ক কৰিবৰ নিমিত্তে একো
নোকোৱা, তেতিয়া সেই দুষ্ট আপোন অপৰাধৰ
কাৰণে মৰিব, কিন্তু মই তোমাৰ হাতৰ পৰা
৯ তাৰ ৰক্তপাতৰ প্ৰতিশোধ লম। কিন্তু যদি
তুমি দুষ্টক তাৰ পথৰ পৰা ঘূৰিবলৈ তাৰ পথৰ
বিষয়ে সতৰ্ক কৰা, আৰু সি আপোন পথৰ পৰা
নুঘূৰে, তেন্তে সি নিজৰ অপৰাধৰ কাৰণে মৰিব,
কিন্তু তুমি আপোন প্ৰাণ ৰক্ষা কৰিবা।
১০ আৰু হে মনুষ্যসন্তান, তুমি ইস্ৰায়েল বংশক
কোৱা, তোমালোকে কৈছা, আমাৰ অপৰাধ
আৰু পাপৰ ভাৰ আমাৰ ওপৰত আছে, আৰু
আমি সেইবোৰৰ কাৰণে ক্ষীণাই গৈছোঁ ; তেন্তে
১১ আমি কেনেকৈ জীয়াই থাকিম ? তুমি সিবিলা-
কক কোৱা, প্ৰভু যিহোৱাই কৈছে, মোৰ জীৱনৰ
শপত, দুষ্টৰ মৰণত মই সন্তোষ নেপাওঁ, কিন্তু
দুষ্টই যে আপোন পথৰ পৰা ঘূৰি জীয়াই থাকে,

অৰ কৈছে,) তেতিয়া, সিবিলাকৰ মাজত যে এজন ভাববাদী আছিল, তাক সিবিলাকে জানিব।

ইস্রায়েলৰ নিৰ্দ্দয়া মেৰ-ৰক্ষীয়াবিলাকৰ বিষয়, আৰু দেশৰ পুনঃস্থাপন।

৩৪ পুনৰায় যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
ইস্রায়েলৰ মেৰ-ৰক্ষীয়াবিলাকৰ বিৰুদ্ধে ভাব-
বাণী প্ৰচাৰ কৰা, ভাববাণী প্ৰচাৰ কৰি সি-
বিলাকক কোৱা, প্ৰভু যিহোৱাই এই কথা কৈছে,
আপোনাবিলাককেই প্ৰতিপালন কৰা ইস্রায়েলৰ
মেৰ-ৰক্ষীয়াবিলাক সন্তাপৰ পাত্ৰ ; মেৰ-ৰক্ষীয়া-
বিলাকে জানো মেৰবোৰক প্ৰতিপালন কৰিব
৩ নেলাগে ? তোমালোকে তেল খোৱা, তোমা-
লোকে নোমেৰে কাপোৰ কৰি লোৱা, তোমা-
লোকে হৃষ্টপুষ্ট মেৰবোৰ বধ কৰা, কিন্তু জাকক
৪ হলে তোমালোকে প্ৰতিপালন নকৰা। তোমা-
লোকে দুৰ্ব্বলবোৰক সবল নকৰিলা, ৰুগীয়া-
টোক সুস্থ নকৰিলা, হাড় ভগাটোৰ ভগা ঠাই
নেবান্ধিলা, বাহিৰ খেদি দিয়াটোক পুন-
ৰায় নানিলা, বা হেৰোৱাটোক নিবিচাৰিলা ;
কিন্তু বল আৰু উপদ্ৰৱেৰে তোমালোকে সেই-
৫ বোৰক শাসন কৰিলা। আৰু ৰক্ষীয়া নো-
হোৱাত সেইবোৰ ছিন্নভিন্ন হল, আৰু সেই-
বোৰ আটাই বনৰীয়া জন্তুৰ আহাৰ হল, ছিন্ন-
৬ ভিন্ন হৈ গল। মোৰ মেৰবোৰে পৰ্ব্বতে পৰ্ব্বতে
আৰু প্ৰত্যেক ওখ গিৰিৰ ওপৰত ভ্ৰমণ কৰিছে ;
এনে কি, মোৰ মেৰবোৰ গোটেই পৃথিবীত
ছিন্নভিন্ন হল, আৰু সেইবোৰক চাওঁতা কি
৭ বিচাৰোঁতা কোনো নাই। এই হেতুকে হে মেৰ-
৮ ৰক্ষীয়াবিলাক, যিহোৱাৰ বাক্য শুনা। প্ৰভু
যিহোৱাই কৈছে, মোৰ জীৱনৰ শপত, মেৰ-
ৰক্ষীয়াবিলাকে মোৰ মেৰবোৰ নিবিচৰাত, আৰু
মোৰ মেৰবোৰ প্ৰতিপালন নকৰি আপোনা-
বিলাককেই প্ৰতিপালন কৰাত, ৰক্ষীয়া নাই-
কিয়াতেই মোৰ মেৰবোৰ লুটদ্ৰব্য আৰু আটাই
৯ বনৰীয়া জন্তুৰ আহাৰ হল। এই হেতুকে হে
১০ মেৰ-ৰক্ষীয়াবিলাক, যিহোৱাৰ বাক্য শুনা। প্ৰভু
যিহোৱাই এই কথা কৈছে, দেখা,ময় মেৰ-
ৰক্ষীয়াবিলাকৰ বিপক্ষ ; ময় সিবিলাকৰ
হাতৰ পৰা মোৰ মেৰবোৰ আদায় কৰিম, আৰু
সিবিলাকক মেৰ-ৰক্ষীয়াবাবৰ পৰা এৰাম ; মেৰ-
ৰক্ষীয়াবিলাকে আপোনাবিলাককেই আৰু প্ৰতি-
পালন নকৰিব, আৰু মোৰ মেৰবোৰ সিবিলাক-
লৈ আহাৰ নহবৰ নিমিত্তে ময় সিবিলাকৰ মুখৰ
১১ পৰা সেইবোৰক উদ্ধাৰ কৰিম। কিয়নো প্ৰভু
যিহোৱাই এই কথা কৈছে, দেখা, ময়, ময়েই
মোৰ মেৰবোৰৰ অনুবিচাৰ লম, আৰু সেই-
১২ বোৰক বিচাৰি উলিয়াম। মেৰ-ৰক্ষীয়াই ছিন্ন-
ভিন্ন হোৱা আপোন মেৰবোৰৰ মাজত থকা দিনা
আপোনাৰ মেৰৰ জাকক বিচাৰি উলিওৱা নিচি-
নাকৈ, ময় মোৰ মেৰৰ জাকক বিচাৰি উলিয়াম ;
আৰু মেঘে ঢাকি আন্ধাৰ কৰা দিনা সেইবোৰ
ছিন্নভিন্ন হোৱা আটাই ঠাইৰ পৰা ময় সেই-
১৩ বোৰক উদ্ধাৰ কৰিম। আৰু ময় জাতিবিলাকৰ
মাজৰ পৰা সেইবোৰক উলিয়াই, আৰু দেশবোৰৰ
পৰা সেইবোৰক গোটাই সেইবোৰৰ নিজ দেশলৈ
নিম ; আৰু ইস্রায়েলৰ পৰ্ব্বতত, জুৰীবোৰৰ
কোৱত, আৰু বসতিৰ যোগ্য ঠাইবোৰত ময়
১৪ সেইবোৰক চৰাম। ময় উত্তম ঘাঁহনীত সেই-
বোৰক চৰাম, আৰু ইস্রায়েলৰ ওখ পৰ্ব্বতৰ
ওপৰত সেইবোৰৰ চৰণী ঠাই হব ; সেইবোৰে
তাত উত্তম চৰণী ঠাইত শয়ন কৰিব, আৰু ইস্রা-
য়েলৰ পৰ্ব্বতৰ ওপৰত পুষ্টিকৰ ঘাঁহনীত চৰিব।
১৫ ময়েই আপোন মেৰবোৰক চৰাম, আৰু ময়েই
সেইবোৰক শয়ন কৰাম, এয়ে প্ৰভু যিহোৱাৰ
১৬ বচন। ময় হেৰোৱাটোক বিচাৰিম, খেদি নিয়া-
টোক ঘুৰাই আনিম, হাড় ভগাটোৰ ভগা ঠাই
বান্ধিম, ৰুগীয়াটোক সবল কৰিম, হৃষ্টপুষ্ট আৰু
বলীটোক সংহাৰ কৰিম, আৰু ন্যায়েৰে সেই-
১৭ বোৰক প্ৰতিপালন কৰিম। আৰু হে মোৰ মেৰৰ
জাক, তোমালোকৰ বিষয়ে হলে, প্ৰভু যিহোৱাই
এই কথা কৈছে, দেখা, ময় এটা এটাকৈ মেৰৰ
জাকৰ বিচাৰ কৰিম, মটা মেৰ আৰু মটা ছাগৰ
১৮ সমাজ বিচাৰ কৰিম। এয়ে তোমালোকৰ
মাজত সামান্য বিষয় নে, যে, তোমালোকে
উত্তম ঘাঁহনীত চৰিছা, আকৌ তোমালোকৰ
চৰণীৰ অৱশিষ্ট ঘাঁহ তোমালোকৰ ভৰিৰে গচ-
কিছা, আৰু নিৰ্ম্মল জল পান কৰি, তোমা-
লোকৰ ভৰিৰে অৱশিষ্ট ভাগ ঘোলা কৰিছা ?
১৯ মোৰ মেৰবোৰে হলে, তোমালোকে আপোনা-
বিলাকৰ ভৰিৰে গচকা ঘাঁহহে খাবলৈ পায়,
আৰু তোমালোকৰ ভৰিৰে ঘোলা কৰা পানীহে
পান কৰিবলৈ পায়।
২০ এই হেতুকে প্ৰভু যিহোৱাই সিবিলাকক এই
ৰূপে কৈছে, ময়, ময়েই হৃষ্টপুষ্ট আৰু ক্ষীণ মেৰ-
২১ বোৰৰ মাজত বিচাৰ কৰিম। তোমালোকে দুৰ্ব্বল-
বোৰক বাহিৰ কৰি ছিন্নভিন্ন নকৰালৈকে,
কোষেৰে আৰু কাষেৰে ঠেলা, আৰু শিঙেৰে
২২ আটাইকে খোঁচা। এই নিমিত্তে ময় মোৰ মেৰৰ
জাকক ৰক্ষা কৰিম ; সেইবোৰ আৰু লুটদ্ৰব্য
নহব ; আৰু ময় এটা এটাকৈ মেৰৰ জাকৰ
২৩ বিচাৰ কৰিম। আৰু ময় সেইবোৰৰ ওপৰত
একমাত্ৰ ৰক্ষীয়া মোৰ দাস দায়ূদক নিযুক্ত
কৰিম ; তেওঁ সেইবোৰক প্ৰতিপালন কৰিব ;

তেওঁৱেই সেইবোৰক প্ৰতিপালন কৰি সেইবোৰৰ
২৪ ৰখীয়া হব। মই যিহোৱাই মোৰ লোকবিলাকৰ
ঈশ্বৰ হম, আৰু মোৰ দাস দায়ূদ সিবিলাকৰ
মাজত অধিপতি হব, ইয়াক মই যিহোৱাই
২৫ কলোঁ। আৰু মই সিবিলাকৰ লগত এটা শান্তিৰ
নিয়ম স্থাপন কৰিম, আৰু দেশৰ পৰা হিংস্ৰক
জন্তুবোৰ দূৰ কৰিম; তাতে সিবিলাকে অৰণ্যত
নিৰ্ভয়ে বাস কৰিব, আৰু কাঠনিত টোপনি
২৬ যাব। আৰু মই সিবিলাকক, আৰু মোৰ পৰ্ব্বতৰ
চাৰিওকালে থকা ঠাইবোৰ আশীৰ্ব্বাদযুক্ত কৰিম;
আৰু মই উচিত সময়ত বৃষ্টি নমাম, আৰু
২৭ আশীৰ্ব্বাদযুক্ত বৃষ্টি পৰিব। আৰু পথাৰৰ গছে
আপোনাৰ ফল উৎপন্ন কৰিব, পৃথিবীয়ে আপো-
নাৰ শস্য দিব, আৰু সিবিলাকে আপোনা-
বিলাকৰ দেশত নিৰ্ভয়ে থাকিব; যেতিয়া মই
সিবিলাকৰ যুঁৱলিৰ মলমাৰি ভাঙি সিবিলাকক
বন্দীকাম কৰোৱাবোৰৰ হাতৰ পৰা সিবিলাকক
উদ্ধাৰ কৰিম, তেতিয়া, মই যে যিহোৱা, তাক
২৮ সিবিলাকে জানিব। আৰু সিবিলাক জাতি-
বিলাকৰ লুটদ্ৰব্য আৰু নহব, বা বনৰীয়া
জন্তুবোৰে সিবিলাকক গ্ৰাস নকৰিব; কিন্তু
সিবিলাকে নিৰাপদে বাস কৰিব, আৰু কোনেও
২৯ সিবিলাকক ভয় নলগাব। মই গৌৰৱৰ অৰ্থে
সিবিলাকৰ নিমিত্তে এটা পুলি উৎপন্ন কৰিম;
সিবিলাক দেশত আকালৰ দ্বাৰাই আৰু বিনষ্ট
নহব, বা জাতিবিলাকে দিয়া লাজ সিবিলাকে
৩০ আৰু ভোগ নকৰিব। আৰু প্ৰভু যিহোৱাই
কৈছে, সিবিলাকৰ ঈশ্বৰ মই যিহোৱা যে
সিবিলাকৰ লগত আছোঁ, আৰু সিবিলাক
ইস্ৰায়েল বংশ যে মোৰ প্ৰজা, তাক সিবি-
৩১ লাকে জানিব। আৰু প্ৰভু যিহোৱাই কৈছে,
মোৰ মেৰবোৰ, মোৰ চৰণীয় মেৰবোৰ যি
তোমালোক, তোমালোক মানুহ, আৰু মই
তোমালোকৰ ঈশ্বৰ।

ইদোমৰ বিষয়ে কোৱা বাক্য।

৩৫ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, তুমি
চেয়ীৰ পৰ্ব্বতৰ ফালে মুখ কৰি তাৰ বিৰুদ্ধে ভাব-
৩ বাণী প্ৰচাৰ কৰা, আৰু তাক কোৱা, প্ৰভু যিহো-
ৱাই এই কথা কৈছে, হে চেয়ীৰ পৰ্ব্বত, দেখা,
মই তোমাৰ বিপক্ষ, আৰু মই তোমাৰ অহিতে
মোৰ হাত মেলি তোমাক ধ্বংস আৰু নিৰ্জ্জ-
৪ নৰ ঠাই কৰিম। মই তোমাৰ নগৰবোৰ উচ্ছন্ন
কৰিম, আৰু তোমাক ধ্বংস কৰা হব; তাতে,
৫ মই যে যিহোৱা, তাক তুমি জানিবা। তোমাৰ
চিৰকলীয়া শত্ৰুভাব আছে, আৰু অন্তকালৰ অপ-
ৰাধৰ কালত, ইস্ৰায়েলৰ সন্তানবিলাকক আপদৰ
কালতেই তুমি সিবিলাকক তৰোৱালৰ হাতত
৬ সোধাই দিলা। এই নিমিত্তে, প্ৰভু যিহোৱাই
কৈছে, মোৰ জীৱনৰ শপথ, মই তোমাক ৰক্তময়
কৰিম, আৰু ৰক্তই তোমাৰ পাছে পাছে খেদি
যাব; তুমি ৰক্তক ঘিণ নকৰাৰ কাৰণে ৰক্তই
৭ তোমাৰ পাছে পাছে খেদি যাব। এই ৰূপে মই
চেয়ীৰ পৰ্ব্বতক বিনাশৰ আৰু ধ্বংসৰ ঠাই কৰিম,
আৰু তাৰ মাজেদি অহাযোৱা কৰা লোকক তাৰ
৮ পৰা উচ্ছন্ন কৰিম। মই তাৰ হত লোকেৰে
তাৰ পৰ্ব্বতবোৰ পূৰ কৰিম; তোমাৰ দিৰি-
বোৰত, তোমাৰ উপত্যকাবোৰত, আৰু তোমাৰ
আটাই জুৰিবোৰৰ মাজত তৰোৱালৰ দ্বাৰাই
৯ হত হোৱা লোকবিলাক পতিত হব। মই
তোমাক চিৰকলীয়া ধ্বংসস্থান কৰিম, তোমাৰ
নগৰবোৰত কোনেও বসতি নকৰিব; তাতে, মই
যে যিহোৱা, তাক তোমালোকে জানিবা।
১০ তুমি কলা, সেই দুই জাতিৰ মাজত আৰু সেই
দুখন দেশত যিহোৱা থাকিলেও সেইবোৰ
মোৰেই হব, আৰু আমি সেইবোৰ অধিকাৰ
১১ কৰিম। এই হেতুকে, প্ৰভু যিহোৱাই কৈছে,
মোৰ জীৱনৰ শপথ, মই তোমাৰ ক্ৰোধ অনু-
সাৰে, আৰু সিবিলাকক ঘিণ কৰি তুমি
দেখুওৱা তোমাৰ ঈৰ্ষা অনুসাৰে মই কাৰ্য্য
কৰিম; আৰু যেতিয়া মই তোমাক বিচাৰ-
সিদ্ধ দণ্ড দিম, তেতিয়া মই সিহঁতৰ মাজত
১২ নিজকে চিনাকী দিম। ইস্ৰায়েলৰ পৰ্ব্বতবোৰ
ধ্বংস কৰা হল, সেইবোৰক গ্ৰাস কৰিবৰ
নিমিত্তে আমাকেই দিয়া হল, এই বুলি
সেইবোৰৰ বিৰুদ্ধে তুমি কোৱা তোমাৰ আটাই
নিন্দাবাক্য মই যিহোৱাই যে শুনিলোঁ, তাক
১৩ তুমি জানিবা। আৰু তোমালোকে মোৰ
অহিতে আপোন আপোন মুখেৰে গৰ্ব্ব কৰিলা,
আৰু মোৰ অহিতে তোমালোকৰ বাক্য বঢ়ালা;
১৪ তাক মইয়েই শুনিলোঁ। প্ৰভু যিহোৱাই এই কথা
কৈছে, গোটেই পৃথিৱীয়ে আনন্দ কৰা কালত
১৫ মই তোমাক ধ্বংস কৰিম। ইস্ৰায়েল বংশৰ
আধিপত্য ধ্বংস কৰা হোৱাত যেনেকৈ তুমি
তাৰ ওপৰত আনন্দ কৰিছিলা, তেনেকৈ তোমাৰ
অহিতে মইয়ো আনন্দ কৰিম; হে চেয়ীৰ পৰ্ব্বত,
হে গোটেই ইদোম, তোমাৰ সকলোকে ধ্বংস
কৰা হব; তাতে, মই যে যিহোৱা, তাক সিহঁতে
জানিব।

ইস্ৰায়েলৰ পৰ্ব্বতবোৰৰ অৰ্থে কৰা
মঙ্গলপ্ৰতিজ্ঞা।

৩৬ আৰু হে মনুষ্যসন্তান, তুমি ইস্ৰায়েলৰ
পৰ্ব্বতবোৰৰ আগত ভাববাণী প্ৰচাৰ কৰি
কোৱা, হে ইস্ৰায়েলৰ পৰ্ব্বতবিলাক, তোমালোকে

তোমালোকে অপবিত্র কৰা, জাতিবিলাকৰ মাজত
অপবিত্রীকৃত হোৱা মোৰ মহৎ নাম মই পবিত্র
কৰিম ; আৰু প্রভু যিহোৱাই কৈছে, যেতিয়া
মই জাতিবিলাকৰ সাক্ষাতে তোমালোকৰ মাজত
পবিত্রীকৃত হম, তেতিয়া, মই যে যিহোৱা,
২৪ তাক জাতিবিলাকে জানিব। কিয়নো মই
জাতিবিলাকৰ মাজৰ পৰা তোমালোকক লৈ,
আটাই দেশৰ পৰা তোমালোকক গোটাই
২৫ তোমালোকৰ নিজ দেশলৈ নিম। আৰু মই
তোমালোকৰ ওপৰত শুচি জল ছটিয়াম, তাতে
তোমালোক শুচি হবা ; মই তোমালোকৰ
আটাই অশৌচৰ পৰা, আৰু তোমালোকৰ
আটাই মূর্ত্তিৰ পৰা তোমালোকক শুচি কৰিম।
২৬ মই তোমালোকক এক নতুন হৃদয় দিম, আৰু
তোমালোকৰ অন্তৰত এক নতুন আত্মা স্থাপন
কৰিম ; আৰু মই তোমালোকৰ শৰীৰৰ পৰা
শিলরূপ মন গুচাই তোমালোকক মাংস-
২৭ রূপ মন দিম। আৰু মই তোমালোকৰ অন্ত-
ৰত মোৰ আত্মা স্থাপন কৰি, তোমালোকক মোৰ
বিধিবোৰত চলাম ; তাতে তোমালোকে মোৰ
শাসনপ্রণালীবোৰ পালন কৰি সেই মতে
২৮ কার্য্য কৰিবা। আৰু মই তোমালোকৰ পূর্ব্ব-
পুৰুষবিলাকক দিয়া দেশত তোমালোকে বাস
কৰিবা ; আৰু তোমালোক মোৰ প্রজা হবা,
২৯ আৰু মই তোমালোকৰ ঈশ্বৰ হম। মই
তোমালোকৰ আটাই অশৌচৰ পৰা তোমা-
লোকক ৰক্ষা কৰিম ; আৰু মই শস্য ধান আহ্বান
কৰি তাক বৃদ্ধি কৰিম, আৰু তোমালোকৰ
৩০ ওপৰত দুর্ভিক্ষতাৰ অর্পণ নকৰিম। তোমালোকে
জাতিবিলাকৰ মাজত দুর্ভিক্ষৰ দুর্নাম আৰু
নেপাবৰ নিমিত্তে গছৰ ফল আৰু পথাৰৰ
৩১ উৎপন্ন বস্তু মই বৃদ্ধি কৰিম। তেতিয়া তোমালোকে
আপোনাবিলাকৰ কু-আচৰণ আৰু মন্দ কার্য্য-
বোৰ সোঁৱৰণ কৰিবা ; তোমালোকৰ অপৰাধ
আৰু ঘিণলগীয়া কার্য্যৰ নিমিত্তে তোমালোকে
আপোনাবিলাকৰ দৃষ্টিত আপোনাবিলাকক
৩২ ঘিণাবা। প্রভু যিহোৱাই কৈছে, তোমালোকলৈ
চাই যে মই এই কার্য্য নকৰোঁ, ইয়াক তোমালোকে
জনা উচিত ; হে ইস্রায়েল বংশ, তোমালোকৰ
আচাৰ ব্যৱহাৰৰ নিমিত্তে তোমালোক লজ্জিত
৩৩ আৰু বিবর্ণ হোৱা। প্রভু যিহোৱাই এই কথা
কৈছে, তোমালোকৰ আটাই অপৰাধৰ পৰা মই
তোমালোকক শুচি কৰা দিনা মই নগৰবোৰ
বাসস্থান কৰিম, আৰু উচ্ছন্ন ঠাইবোৰ পুনৰায়
৩৪ নির্ম্মাণ কৰা হব। আৰু যি দেশ আটাই বাট-
কুৰাৰ সাক্ষাতে উচ্ছন্ন আছিল, সেই উচ্ছন্ন দেশ
৩৫ চহোৱা হব ; আৰু লোকে কব, এই যি দেশ
ধ্বংস কৰা হৈছিল, এই দেশ এদন বাৰীৰ
নিচিনা হল, আৰু এই যি নগৰবোৰ ধ্বংস-
স্থান, উচ্ছন্ন, আৰু ভগ্ন হৈছিল, এই নগৰবোৰ
৩৬ গড়েৰে আবৃত আৰু বাসস্থান হল। মই যিহো-
ৱাৰেই যে ভগা ঠাইবোৰ পুনৰায় নির্ম্মাণ
কৰিলোঁ, আৰু ধ্বংস কৰা ঠাই বাৰী কৰিলোঁ,
তাক তোমালোকৰ চাৰিওকালে অৱশিষ্ট থকা
জাতিবিলাকে তেতিয়া জানিব। মই যিহোৱাই
ইয়াক কলোঁ, আৰু ইয়াক সিদ্ধও কৰিম।
৩৭ প্রভু যিহোৱাই এই রূপে কৈছে, আৰু এটা
কথা আছে ; মই যেন ইস্রায়েল বংশৰ নিমিত্তে
ইয়াক কৰিম, এই নিমিত্তে সিবিলাকে মোৰ
আগত প্রার্থনা কৰিবলৈ মই বাট চাই থাকিম ;
মই মেৰৰ জাকৰ দৰে সিবিলাকক মানুহেৰে
৩৮ বৃদ্ধি কৰিম। পবিত্র মেৰজাকৰ, যিৰূচালেমৰ
নিরূপিত উৎসৱৰ মেৰজাকৰেই নিচিনাকৈ
ধ্বংসপ্রাপ্ত নগৰবোৰ মানুহৰ জাকেৰে পৰিপূর্ণ হব ;
তাতে, মই যে যিহোৱা, তাক সিবিলাকে
জানিব।

ইস্রায়েল জাতিক পুনৰায় জীউৱা।

৩৭ পাছে যিহোৱাৰ হাত মোৰ ওপৰত
অর্পিত হল, আৰু যিহোৱাই আপোন
আত্মাৰে মোক লৈ গৈ উপত্যকাটিৰ মাজত
২ থলে ; সেই উপত্যকা হাড়েৰে পৰিপূর্ণ। তেওঁ
চাৰিওফালে সেইবোৰৰ ওচৰে ওচৰে মোক
ফুৰালে, আৰু দেখা, সেই উপত্যকাটিত অনেক
অনেক হাড় আছিল, আৰু দেখা, সেইবোৰ অতি
৩ শুকান। পাছে তেওঁ মোক কলে, হে মনুষ্যসন্তান,
এই হাড়বোৰ জীব পাৰে নে? তাতে মই
কলোঁ, হে প্রভু যিহোৱা, তুমিহে জানা।
৪ তেতিয়া তেওঁ মোক কলে, তুমি এই হাড়বোৰৰ
আগত ভাববাণী প্রচাৰ কৰা, আৰু এইবোৰক
কোৱা, হে শুকান হাড়বিলাক, যিহোৱাৰ বাক্য
৫ শুনা। প্রভু যিহোৱাই এই হাড়বোৰক এই
কথা কৈছে, দেখা, মই তোমালোকৰ ভিতৰত
প্রাণবায়ু সুমুৱাম ; তাতে তোমালোক জীবা।
৬ আৰু মই তোমালোকৰ ওপৰত শিৰ দিম,
মাংস উৎপন্ন কৰিম, তোমালোকক চালেৰে
ঢাকিম, আৰু তোমালোকৰ ভিতৰত প্রাণবায়ু
দিম ; তাতে তোমালোক জীবা, আৰু মই
যে যিহোৱা, তাক তোমালোকে জানিবা।
৭ পাছে মই আজ্ঞা পোৱাৰ দৰে ভাববাণী প্রচাৰ
কৰিলোঁ ; মই প্রচাৰ কৰোঁতে এটা শব্দ হল ;
দেখা, মড় মড় শব্দ হল ; আৰু হাড়বোৰ গোট
৮ খাই আপোন আপোন স্থানত লাগিল। আৰু
মই চাই দেখিলোঁ, সেইবোৰত শিৰ হল,
মাংস উৎপন্ন হল, আৰু সেইবোৰক চালে
ঢাকিলে ; কিন্তু সেইবোৰৰ ভিতৰত প্রাণবায়ু

৯ নাহিল। পাছে তেওঁ মোক কলে, বায়ুর আগত
ভাববাণী প্রচার কৰা ; হে মনুষ্যসন্তান, ভাববাণী
প্রচার করি বায়ুক কোৱা, প্রভু যিহোৱাই এই
কথা কৈছে; হে বায়ু, চারিওদিশর পরা আহি,
এই হত লোকবোৰ জীবর নিমিত্তে ইহঁতর ওপরত
১০ বলোৱা। তাতে তেওঁ মোক আজ্ঞা দিয়ার
দরে, ময় ভাববাণী প্রচার করিলোঁ ; তেতিয়া
সিহঁতর ভিতরত প্রাণবায়ু সোমালত সিহঁত
জীলে, আরু অতিশয় মহাবাহিনী হৈ আপোন
১১ আপোন ভরিত ভর দি থিয় হল। পাছে তেওঁ
মোক কলে, হে মনুষ্যসন্তান, এই হাড়বোরেই
ইস্রায়েলর গোটেই বংশ ; দেখা, সিবিলাকে কয়,
আমার হাড়বোর শুকাল, আরু আমার আশা
নাইকিয়া হল, আমি নিচেইকৈ উচ্ছন্ন হলোঁ।
১২ এই হেতুকে তুমি ভাববাণী প্রচার করি সি-
বিলাকক কোৱা, প্রভু যিহোৱাই এই কথা কৈছে,
দেখা, হে মোর প্রজাবিলাক, ময় তোমালোকর
মৈদামবোর মুকলি করিম, আরু তোমালোকর
মৈদামর পরা তোমালোকক উলিয়াম, আরু
ময় তোমালোকক ইস্রায়েল দেশলৈ লৈ যাম।
১৩ আরু হে মোর প্রজাবিলাক, ময় যেতিয়া
তোমালোকর মৈদামবোর মুকলি করিম, আরু
তোমালোকর মৈদামর পরা তোমালোকক উলি-
য়াম, তেতিয়া, ময় যে যিহোৱা, তাক তোমা-
১৪ লোকে জানিবা। আরু ময় তোমালোকর
অন্তরত মোর আত্মা স্থাপন করিম ; তাতে
তোমালোক জীবা, আরু ময় তোমালোকর দেশত
তোমালোকক বহুৱাম ; আরু ময় যিহো-
ৱায়েই যে ইয়াক কলোঁ, আরু ইয়াক সিদ্ধও
করিলোঁ, তাক তোমালোকে জানিবা, ইয়াক
যিহোৱাই কৈছে।
১৫ পাছে যিহোৱার বাক্য মোর ওরলৈ আহিল,
১৬ বোলে, হে মনুষ্যসন্তান, তুমি আপোনার নিমিত্তে
এডাল কাঠ লৈ তার ওপরত এই কথা লিখা,
"যিহূদার আরু তেওঁর লগরীয়া ইস্রায়েলর
সন্তানবিলাক ;" পাছে আরু এডাল কাঠ লৈ
তার ওপরত এই কথা লিখা, "যোচেফর, অর্থাৎ
ইফ্রয়িমর আরু তেওঁর লগরীয়া ইস্রায়েলর
১৭ আটাই বংশর কাঠ ;" আরু সেই দুডাল তোমার
হাতত এডাল হবর নিমিত্তে এডালর লগত আন
ডাল লগ লগাই তোমার নিমিত্তে এডাল কৰা।
১৮ আরু, এইবোরর দ্বারায় তুমি কি বুজাইছা, তাক
তুমি আমাক নজনাবা নে ? এই বুলি তোমার
জাতির সন্তানবিলাকে যেতিয়া তোমাক সুধিব,
১৯ তেতিয়া তুমি সিবিলাকক কবা, প্রভু যিহো-
ৱাই এই কথা কৈছে, দেখা, ময় ইফ্রয়িমর
হাতত থকা যোচেফর কাঠডাল, আরু তেওঁর
লগরীয়া ইস্রায়েলর ফৈদবিলাকক লৈ যিহূদার
কাঠডালর লগতে লগ লগাই এডাল করিম, আরু
২০ সিবিলাক মোর হাতত এডাল হব। আরু তুমি
লিখা কাঠ দুডাল সিবিলাকর আগত তোমার
২১ হাতত থাকিব। আরু তুমি সিবিলাকক কোৱা,
প্রভু যিহোৱাই এই কথা কৈছে, দেখা, ইস্রা-
য়েলর সন্তানবিলাক যোৱা জাতিবিলাকর মাজর
পরা ময় সিবিলাকক লৈ, চারিওফালর পরা
সিবিলাকক গোটাই সিবিলাকর নিজ দেশলৈ
২২ লৈ যাম। পাছে ময় দেশত, ইস্রায়েলর পর্ব্বত-
বোরর ওপরত সিবিলাকক এক জাতি করিম,
আরু একজন রজা সিবিলাক আটাইরে রজা হব ;
সিবিলাক পুনরায় দুই জাতি নহব, বা কেতি-
২৩ য়াও দুই রাজ্যে বিভক্ত নহব। আরু সিবিলাকে
আপোনাবিলাকর মূর্ত্তিরে, আপোনাবিলাকর
ঘিণলগীয়া বস্তুরে, নাইবা আপোনাবিলাকর
অপরাধর কোনো অপরাধেরে আপোনাবিলাকক
আরু অশুচি নকরিব ; কিন্তু সিবিলাকে পাপ
কৰা সিবিলাকর আটাই বাসস্থানর পরা ময়
সিবিলাকক রক্ষা করিম, আরু সিবিলাকক শুচি
করিম ; তাতে সিবিলাক মোর প্রজা হব, আরু
২৪ ময় সিবিলাকর ঈশ্বর হম। আরু মোর দাস
দায়ূদ সিবিলাকর ওপরত রজা হব, আরু সি-
বিলাক সকলোরে একজন রখীয়া হব ; সিবি-
লাকে মোর শাসনপ্রণালীবোরত চলিব, আরু
মোর বিধিবোর পালন করি সেই মতে কার্য্য
২৫ করিব। আরু তোমালোকর পূর্ব্বপুরুষবিলাকে
বাস কৰা, মোর দাস যাকোবক ময় দিয়া দেশ-
খনত সিবিলাকে বাস করিব ; সিবিলাকে
আপোনাবিলাকর পুত্রপৌত্রাদিক্রমে চিরকাল-
লৈকে তাত বাস করিব, আরু মোর দাস দায়ূদ
২৬ চিরকাললৈকে সিবিলাকর অধিপতি হব। ইয়ার
বাহিরে ময় সিবিলাকর লগত এটা শান্তির নিয়ম
করিম ; সেয়ে সিবিলাকে সৈতে এটা চিরকলীয়া
নিয়ম হব ; ময় সিবিলাকক স্থাপন করি সি-
বিলাকক বৃদ্ধি করিম, আরু চিরকাললৈকে সি-
বিলাকর মাজত মোর ধর্ম্মধাম স্থাপন করিম।
২৭ মোর আবাসো সিবিলাকর লগত থাকিব, আরু
ময় সিবিলাকর ঈশ্বর হম, আরু সিবিলাক মোর
২৮ প্রজা হব। আরু যেতিয়া মোর ধর্ম্মধাম সিবিলা-
কর মাজত চিরকাললৈকে থাকিব, তেতিয়া, ময়
যে ইস্রায়েলক পবিত্র কৰোঁতা যিহোৱা, তাক
জাতিবিলাকে জানিব।

অগ্নিয় ধ্যানক গোগে ইস্রায়েলক আক্রমণ কৰা।
গোগর বিনাশ।

৩৮ পাছে যিহোৱার বাক্য মোর ওচরলৈ
২ আহিল, বোলে, হে মনুষ্যসন্তান, মাগোগ-
দেশীয়, রোচ, মেচেক, আরু তুবলর অধিপতি

তোমার বাওঁ হাতর পরা পেলাই দিম, আরু
তোমার সোঁ হাতর পরা তোমার কাঁড়বোর
৪ পড়ি যোৱা করিম। তুমি ইস্রায়েলর পর্ব্বত-
বোরর ওপরত তোমার আটাই দলসমূহ আরু
তোমার লগত থকা জাতিবিলাকে সৈতে পড়ি
থাকিবা; তোমাক খাবলৈ ময় সকলো বিধর
হিংসক পক্ষী আরু বনরীয়া জন্তুক তোমাক দিম।
৫ প্রভু যিহোৱাই কৈছে, তুমি মুকলি পথারত
পড়ি থাকিবা; কারণ ময়েই ইয়াক কলোঁ।
৬ আরু ময় মাগোগর মাজলৈ, আরু দ্বীপবোরত
নিরাপদে বাস করাবোরর মাজলৈ অগ্নি পঠাম;
তাতে, ময় যে যিহোৱা, তাক সিহঁতে
৭ জানিব। আরু ময় মোর পবিত্র নাম মোর প্রজা
ইস্রায়েলর মাজত জনাম, আরু মোর পবিত্র নাম
অপবিত্রীকৃত হবলৈ আরু নিদিম; তাতে, ময় যে
যিহোৱা ইস্রায়েলর পবিত্র জনা, তাক জাতি-
৮ বিলাকে জানিব। প্রভু যিহোৱাই কৈছে, দেখা,
সেয়ে আহিছে, সেয়ে সিদ্ধ হব; ময় কোৱা
৯ দিন এয়ে। সেই সময়ত ইস্রায়েলর নগরনিবা-
সীবিলাকে ওলাই গৈ, ফর আরু ঢাল, ধনু আরু
কাঁড়, হাতর লাঠি আরু জাঠি, আদি অস্ত্রবোর
খরি করি পুড়িব; সিবিলাকে সাত বছরলৈকে
১০ সেইবোর খরি করি পুড়ি থাকিব। সিবিলাকে
পথারর পরা খরি নানিব, আরু কাঠনীত
কোনো গছ নেকাটিব; কিয়নো সিবিলাকে
অস্ত্রবোরকে খরি করি পুড়িব। প্রভু যিহো-
ৱাই কৈছে, সিবিলাকক লুট করাবোরক সিবি-
লাকে লুট করিব, আরু সিবিলাকক অপহরণ
করাবোরক সিবিলাকে অপহরণ করিব।

১১ আরু ময় সেই দিনা ইস্রায়েলর মাজত সমু-
দ্রর পূব ফালর বাটরুৱাবিলাকর উপত্যকাটোত
গোগক পুতিবলৈ ঠাই দিম; সেয়ে বাটরুৱার
বাট বন্ধ করিব; সেই ঠাইতে সিবিলাকে গোগ
আরু তার আটাই লোকসমূহক পুতিব; আরু
সিবিলাকে তার নাম হামোন-গোগর [গোগর
১২ লোকসমূহর] উপত্যকা থব। আরু দেশ শুচি
করিবর নিমিত্তে ইস্রায়েল বংশই সাত মাহলৈকে
১৩ সিহঁতক পুতি থাকিব। এনে কি, দেশর আটাই
লোকে সিহঁতক পুতিব; প্রভু যিহোৱাই কৈছে,
ময় গৌরবান্বিত হবর দিনা সেয়ে সিবিলাকলৈ
১৪ যশস্যার কারণ হব। লোকবিলাকে কামত অন-
বরত লাগি থাকিব পরা মানুহক বাচি লব;
সিহঁতে দেশ ভ্রমণ করি করি, দেশ শুচি করিবর
অর্থে মাটিত পড়ি থকা অৱশিষ্টবিলাকক বাট-
রুৱার সহায়ত পুতি থব; সাত মাহর মুরত
১৫ সিবিলাকে বিচারি চুরিব। আরু কোনো
বাটরুৱাই দেশর মাজেদি যাওঁতে যদি
মানুহর হাড় দেখে, তেন্তে, পোতোঁতা মানুহে
হামোন-গোগর উপত্যকাত তাক পোতোক বুলি
১৬ সি তার ওচরত এটা চিন দিব। আরু হামোনা
[লোকসমূহ] বুলি এখন নগরর নামো হব। এই
রূপে সিবিলাকে দেশ শুচি করিব।

১৭ আরু হে মনুষ্যসন্তান, প্রভু যিহোৱাই এই
রূপে কৈছে, আটাই বিধর পক্ষীক আরু আটাই
বনরীয়া জন্তুক তুমি কোৱা, তোমালোকে গোট
খাই আহাঁ; তোমালোকে মাংস খাবলৈ আরু
রক্ত পান করিবলৈ, মোর যজ্ঞলৈ, ইস্রায়েলর
পর্ব্বতবোরর ওপরত ময় যি যজ্ঞ করিম, তালৈকে
১৮ চারিওফালর পরা আহি একত্র হোৱা। তোমা-
লোকে বীরবিলাকর মাংস খাবা, আরু মটা
মের, মের পোৱালি, ছাগ, আরু ভতরা-
স্বরূপ পৃথিবীর অধিপতিবিলাকর রক্ত পান
করিবা; সিবিলাক আটাইবিলাক বাচানর হৃষ্ট-
১৯ পুষ্ট পশুস্বরূপ। আরু তোমালোকর নিমিত্তে ময়
যি যজ্ঞ করিম, তার তেল তোমালোকে তৃপ্ত
নোহোৱালৈকে ভোজন করিবা, আরু তোমা-
লোকে মত্তলীয়া নোহোৱালৈকে তার তেজ পান
২০ করিবা। আরু প্রভু যিহোৱাই কৈছে, তোমা-
লোকে মোর মেজত বহি ঘোঁড়া আরু রথ, বীর
২১ আরু আটাই রণুৱাক খাই পেট ভরাবা। এই
রূপে ময় জাতিবিলাকর মাজত মোর গৌরব
স্থাপন করিম, আরু মোর যি দণ্ড ময় সিদ্ধ করিম,
আরু সিহঁতর ওপরত মোর যি হাত অর্পণ করিম,
২২ তাক আটাই জাতিয়ে দেখিব। ইস্রায়েল বংশই
সেই দিনার পরা আগলৈ, ময় যে সিবিলাকর
২৩ ঈশ্বর যিহোৱা, তাক জানিব। আরু জাতি-
বিলাকে জানিব, যে, ইস্রায়েল বংশই আপোন
অপরাধতে দেশান্তরলৈ গৈছিল; কারণ সিবি-
লাকে মোর অহিতে বিদ্রোহ করাত, ময় সিবিলা-
কর পরা মোর মুখ ঢাকি সিবিলাকর শত্রুর হাতত
সিবিলাকক সোধাই দিছিলোঁ, আরু সিবিলাক
আটাইবিলাক তরোৱালর দ্বারায় পতিত হৈ-
২৪ ছিল। সিবিলাকর অশৌচ আরু নানা অপরাধ
অনুসারে, ময় সিবিলাকলৈ কার্য্য করিছিলোঁ,
আরু সিবিলাকর পরা মোর মুখ ঢাকিছিলোঁ।

২৫ কিন্তু, প্রভু যিহোৱাই কৈছে, এতিয়া ময়
যাকোবর বন্দী-অৱস্থা পরিবর্ত্তন করিম, আরু
গোটেই ইস্রায়েল বংশক দয়া করিম; আরু মোর
২৬ পবিত্র নামর অর্থে ময় উৎসাহী হম। আরু
যেতিয়া সিবিলাকে নিজ দেশত নিরাপদে বাস
করিব, আরু কোনেও সিবিলাকক ভয় নেদেখুৱাব,
২৭ যেতিয়া ময় সিবিলাকক জাতিবিলাকর মাজর পরা
ওলোটাই আনি, সিবিলাকর শত্রুর দেশবোরর
পরা গোটাই অনেক জাতির সাক্ষাতে সিবিলাকর
মাজত পবিত্রীকৃত হম, তেতিয়া সিবিলাকে
আপোনাবিলাকর লাজর, আরু সিবিলাকে মোর

বিরুদ্ধে করা আপোনাবিলাকর আটাই অপরাধর
২৮ ভার বব। আরু ময় সিবিলাকক জাতিবিলাকর
মাঝলৈ দেশান্তর কৰার পাছে সিবিলাকর দেশ-
লৈ আনি সিবিলাকক গোটালে, ময় যে সিবি-
লাকর ঈশ্বর যিহোৱা, তাক সিবিলাকে জানিব,
আরু ময় তাত সিবিলাকর কাকো আরু অৱশিষ্ট
২৯ নেৰাখিম। আরু ময় সিবিলাকর পৰা মোর
মুখ আরু নেঢাকিম ; কিয়নো, প্রভু যিহোৱাই
কৈছে, ময় ইস্রায়েল বংশর ওপরত মোর আত্মা
বাকি দিম।

নতুন মন্দিরর বর্ণনা।

৪০ আমি দেশান্তরিত হোৱার পঁচিশ বছরর
বছরি, বছরর আরম্ভনত, মাহর দশম দিনা,
নগরখন প্রহারিত হোৱার চতুর্দ্দশ বছরর সেই
দিনাই যিহোৱাই আপোন হাত মোর ওপরত দি
২ মোক তালৈ নিলে। তেওঁ মোক ঈশ্বরীয় দর্শনত
ইস্রায়েল দেশলৈ নি এটা অতিশয় ওখ পর্ব্বতত
বহৱালে ; তার ওপরত দক্ষিণফালে এক নগর-
৩ স্বরূপ গৃহ দেখা গৈছিল। তেওঁ মোক তালৈ
নিলে, আরু দেখা, হাতত এগছ শণ সূতার রচি
আরু এডাল পরিমাণনল লোৱা পিত্তলর আভার
নিচিনা আভা থকা এজন পুরুষ আছিল ; তেওঁ
৪ বাটচরাত থিয় হৈ আছিল। পাছে সেই পুরুষে
মোক কলে, হে মনুষ্যসন্তান, তুমি আপোনার
চকুরে দেখা, আপোনার কাণেরে শুনা, আরু
ময় তোমাক যি যি দেখুৱাম, সেই সকলোলৈ মন
দিয়া ; কিয়নো ময় যেন সেই সকলোকে তোমাক
দেখুৱাম, এই অভিপ্রায়েরেহে তোমাক ইয়ালৈ
অনা হল ; তুমি যি যি দেখিবা, সেই সকলোকে
ইস্রায়েল বংশক জনাবা।
৫ আরু দেখা, গৃহর বাহিরে চারিওফালে এটা
গড় আছিল, আরু পুরুষজনর হাতত জুখিবর
নিমিত্তে ছহাত দীঘল এডাল নল আছিল ;
তার প্রত্যেক হাতর জোখ এক হাত চারি
আঙ্গুল ; পাছে তেওঁ গড় জুখিলত, ডাঠে এক
৬ নল, আরু ওখই এক নল হল। তেতিয়া তেওঁ
পূবফালে মুখ করা বাটচরালৈ আহি তার খট্-
খটিয়েদি উঠিল, আরু তেওঁ সেই বাটচরার
দুৱারডলি জুখিলত বহলে এক নল হল ; আরু
৭ এক নল বহল আন দুৱারডলিও আছিল। আরু
প্রত্যেক প্রহরীখোঁটালি এক নল দীঘল আরু এক
নল বহল আছিল, আরু সেই খোঁটালিবোর পাঁচ
হাত পাঁচ হাত অন্তরে আছিল ; আরু গৃহর ফালে
বাটচরাটোর বারাণ্ডার কোষত থকা দুৱারডলি
৮ এক নল আছিল। তেওঁ বাটচরাটোর গৃহর ফাল-
৯ লৈ থকা বারাণ্ডা জুখি এক নল পালে। পাছে
তেওঁ বাটচরাটোর বারাণ্ডা জুখি আঠ হাত
পালে, আরু বারাণ্ডার ওলাই থকা সম্মুখর দুই
ভাগ জুখি দুহাত দুহাত পালে, আরু বাটচরা-
১০ টোর বারাণ্ডা গৃহর ফাললৈ আছিল। আরু সেই
পূব ফালর বাটচরাটোর প্রহরীখোঁটালি একালে
তিনিটা আনফালে তিনিটা আছিল, সেই তিনিও-
টা একে জোখর ; আরু ইফালে সিফালে থকা,
প্রহরীখোঁটালি পৃথক করা দেৱালবোর একে
১১ জোখর। পাছে তেওঁ সেই বাটচরাটোর প্রবেশ-
স্থানর প্রস্থ জুখি দহ হাত পালে ; আরু বাট-
১২ চরাটোর দৈর্ঘ্য জুখি তের হাত পালে। আরু
প্রত্যেক প্রহরীখোঁটালির আগত ইফালে এক
হাতর সিফালে এক হাতর সীমা আছিল, আরু
প্রত্যেক প্রহরীখোঁটালি ইফালে ছহাত সিফালে
১৩ ছহাত আছিল। আরু তেওঁ এটা প্রহরীখোঁটালির
চালর পরা আন চাললৈকে বাটচরাটো জুখি
পঁচিশ হাত বহল পালে, দুৱার সম্মুখাসম্মুখি।
১৪ আরু তেওঁ বারাণ্ডার জোখ থির করি বিশ হাত
পালে ; বাটচরাটোর কেউফালে থকা চোঁতালখন
১৫ বারাণ্ডাত লাগি আছিল। আরু বাটচরাটোর
প্রবেশস্থানর সম্মুখর পরা বাটচরাটোর গৃহর
ফালে থকা বারাণ্ডার সম্মুখলৈ পঞ্চাশ হাত।
১৬ প্রহরীখোঁটালিবোরত, বাটচরাটোর ভিতরে
কেউফালে সেইবোর পৃথক করা দেৱালবোরত,
আরু সেই রূপে খিলানবোরত চিলিঙি দিয়া
খিলিকি আছিল, আরু সেই খিলিকি ভিতরে
কেউফালে আছিল, আরু বারাণ্ডার ওলাই
থকা সম্মুখর দুই ভাগত খর্জ্জুর গছর আকৃতি
আছিল।
১৭ পাছে তেওঁ মোক বাহির চোঁতালখনলৈ নিলে,
আরু দেখা, চোঁতালখনর কেউফালে সজা অনেক
খোঁটালি আরু শিল পারি দিয়া এডোখর ঠাই
আছিল ; সেই ঠাইডোখরত ত্রিশটা খোঁটালি
১৮ আছিল। আরু ঠাইডোখর বাটচরা কেইটার
কোষে কোষে আছিল ; সেয়ে বহলে বাটচরা
কেইটার দীঘলর সমান ; সেয়ে শিল পারি দিয়া
১৯ চাপর ঠাই। পাছে তেওঁ তলর বাটচরাটোর
সম্মুখর পরা ভিতর চোঁতালখনর সম্মুখলৈ,
বাহিরে প্রস্থ জুখি পূব আরু উত্তর দুয়ো ফালে
২০ এশ এশ হাত পালে। পাছে তেওঁ বাহির
চোঁতালখনর উত্তরফালে মুখ করা বাটচরাটোর
২১ দৈর্ঘ্য আরু প্রস্থ জুখিলে। তার প্রহরীখোঁটালি
ইফালে তিনিটা সিফালে তিনিটা আছিল, আরু
তার ওলাই থকা সম্মুখর দুই ভাগ আরু তার
খিলানবোর প্রথম বাটচরাটোর পরিমাণমতেই ;
তার দৈর্ঘ্য পঞ্চাশ হাত, আরু প্রস্থ পঁচিশ হাত।
২২ তার খিলিকিবোর, তার খিলানবোর, আরু
তার খর্জ্জুর গছর আকৃতি, পূব ফালর বাট-
চরাটোর পরিমাণমতেই ; সাত খাপ খৈ

তাৰ ওপৰত উঠা যায়; তাৰ খিলানবোৰ
২৩ ভিতৰকালে আছিল। উত্তৰ কালৰ বাটচৰাটোৰ
আৰু পূব কালৰ বাটচৰাটোৰ সম্মুখত ভিতৰ
চৌতালখনৰ বাটচৰা আছিল; আৰু তেওঁ এটা
বাটচৰাৰ পৰা আন বাটচৰাটোলৈ জুখি এশ
২৪ হাত পালে। পাছে তেওঁ মোক দক্ষিণ কাললৈ
নিলে, আৰু দেখা, দক্ষিণকালে মুখ কৰা এটা
বাটচৰা আছিল, আৰু তেওঁ তাৰ ওলাই থকা
সম্মুখৰ দুই ভাগ আৰু তাৰ খিলানবোৰ জুখি
২৫ সেই পৰিমাণমতেই পালে। তাত আৰু তাৰ
কেউকালে থকা খিলানবোৰত ওপৰে কোৱা
খিলিকিৰ নিচিনাই খিলিকি আছিল; তাৰ
২৬ দৈৰ্ঘ্য পঞ্চাশ হাত আৰু প্ৰস্থ পঁচিশ হাত। তাৰ
ওপৰত উঠিবলৈ সাত খাপ আছিল; তাৰ
খিলানবোৰ ভিতৰকালে আছিল, আৰু তাৰ
বাৰাণ্ডাৰ ওলাই থকা সম্মুখৰ দুই ভাগত ইফালে
২৭ সিফালে খৰ্জ্জুৰ গছৰ আকৃতি আছিল। আৰু
দক্ষিণফালে ভিতৰ চৌতালখনৰ এটা বাটচৰা
আছিল; তেওঁ এটা বাটচৰাৰ পৰা আনটোলৈ
দক্ষিণফালে জুখি এশ হাত পালে।
২৮ পাছে, তেওঁ মোক দক্ষিণ কালৰ বাটচৰাইদি
ভিতৰ চৌতালখনলৈ নিলে, আৰু তেওঁ দক্ষিণৰ
২৯ বাটচৰা জুখি সেই পৰিমাণমতেই পালে; তাৰ
প্ৰহৰীখোঁটালিবোৰ, তাৰ বাৰাণ্ডাৰ ওলাই
থকা সম্মুখৰ দুই ভাগ, আৰু তাৰ খিলানবোৰ
সেই পৰিমাণমতেই আছিল; তাত আৰু তাৰ
কেউফালে তাৰ খিলানবোৰত খিলিকি আছিল;
তাৰ দৈৰ্ঘ্য পঞ্চাশ হাত আৰু প্ৰস্থ পঁচিশ হাত।
৩০ আৰু কেউফালে, পঁচিশ হাত দীঘল আৰু পাঁচ
৩১ হাত বহল খিলানবোৰ আছিল; তাৰ খিলান-
বোৰ বাহিৰ চৌতালখনৰ কাললৈ আছিল, আৰু
তাৰ বাৰাণ্ডাৰ ওলাই থকা সম্মুখৰ দুই ভাগত
খৰ্জ্জুৰ গছৰ আকৃতি আছিল, আৰু তাৰ ওপৰত
৩২ উঠিবলৈ আঠ খাপ আছিল। পাছে তেওঁ মোক
পূব কাললৈ ভিতৰ চৌতালখনৰ মাজলৈ নিলে,
আৰু বাটচৰাটো জুখি সেই পৰিমাণমতেই
৩৩ পালে; তাৰ প্ৰহৰীখোঁটালিবোৰ, তাৰ বা-
ৰাণ্ডাৰ ওলাই থকা সম্মুখৰ দুই ভাগ, আৰু
তাৰ খিলানবোৰ সেই পৰিমাণমতেই আছিল;
তাত আৰু তাৰ কেউফালে তাৰ খিলান-
বোৰত খিলিকি আছিল; বাটচৰাটো পঞ্চাশ
৩৪ হাত দীঘল আৰু পঁচিশ হাত বহল। তাৰ
খিলানবোৰ বাহিৰ চৌতালখনৰ কাললৈ
আছিল, আৰু ইফালে সিফালে তাৰ বাৰাণ্ডাৰ
ওলাই থকা সম্মুখৰ দুই ভাগত খৰ্জ্জুৰ গছৰ
আকৃতি আছিল; আৰু তাৰ ওপৰত উঠিবলৈ
৩৫ আঠ খাপ আছিল। পাছে তেওঁ মোক উত্তৰ
বাটচৰাটোলৈ নিলে, আৰু তেওঁ তাক জুখি
৩৬ সেই পৰিমাণমতেই পালে। তাৰ প্ৰহৰীখোঁটা-
লিবোৰ, তাৰ বাৰাণ্ডাৰ ওলাই থকা সম্মুখৰ দুই
ভাগ, আৰু তাৰ খিলানবোৰ সেই পৰিমাণমতেই
আছিল, আৰু কেউকালে তাত খিলিকি আ-
ছিল; তাৰ দৈৰ্ঘ্য পঞ্চাশ হাত আৰু প্ৰস্থ পঁচিশ
৩৭ হাত আছিল। তাৰ বাৰাণ্ডা বাহিৰ চৌতালৰ
কাললৈ আছিল, আৰু তাৰ ইফালে সিফালে
ওলাই থকা সম্মুখৰ দুই ভাগত খৰ্জ্জুৰ গছৰ-
আকৃতি আছিল; আৰু তাৰ ওপৰত উঠিবলৈ
আঠ খাপ আছিল।
৩৮ প্ৰত্যেক বাটচৰাৰ বাৰাণ্ডাৰ ওলাই থকা
সম্মুখৰ দুই ভাগৰ ওচৰত দুৱাৰ থকা এটা
এটা খোঁটালি আছিল; তাত হোমবলি ধোৱা
৩৯ হয়। হোমবলি, পাপাৰ্থক বলি, আৰু দো-
ষাৰ্থক বলি কাটিবলৈ বাটচৰাটোৰ বাৰাণ্ডাত
ইফালে দুখন সিফালে দুখন মেজ আছিল।
৪০ আৰু উত্তৰ কালৰ বাটচৰাটোৰ প্ৰবেশস্থানত
খটখটিৰ ওচৰত বাহিৰে একালে দুখন মেজ
আছিল, আৰু আনকালে বাটচৰাটোৰ বা-
৪১ ৰাণ্ডাৰ দাঁতিত দুখন মেজ আছিল। এই ৰূপে
বাটচৰাটোৰ ভিতৰত চাৰিখন আৰু বাট-
চৰাটোৰ বাহিৰত চাৰিখন মেজ আছিল,
বলি কাটিবলৈ সৰ্ব্বমোট আঠখন মেজ আছিল।
৪২ আৰু হোমবলিৰ অৰ্থে ডেড় হাত দীঘল, ডেড়
হাত বহল, আৰু এক হাত ওখ, কটা-শিলৰ এনে
চাৰিখন মেজ আছিল; তাত হোমবলি আৰু
৪৩ আন আন বলি কটা অস্ত্ৰ ৰখা হয়। আৰু
ভিতৰে কেউকালে চাৰি আঙুলীয়া হাঁকো-
টাবোৰ লগোৱা আছিল, আৰু মেজ কেইখনত
৪৪ উৎসৰ্গ কৰা মাংস থোৱা হয়। আৰু ভিতৰ বাট-
চৰাটোৰ বাহিৰত উত্তৰ বাটচৰাটোৰ কোষত
ভিতৰ চৌতালখনত গায়নবায়নবিলাকৰ নি-
মিত্তে কেইটামান খোঁটালি আছিল, সেইবোৰৰ
মুখ দক্ষিণকালে; পূব বাটচৰাটোৰ কোষত
উত্তৰকালে মুখ কৰা এটা খোঁটালি আছিল।
৪৫ আৰু তেওঁ মোক কলে, দক্ষিণকালে মুখ কৰা
এই খোঁটালিটো গৃহৰক্ষক পুৰোহিতবিলাকৰ
৪৬ নিমিত্তে। আৰু উত্তৰকালে মুখ কৰা খোঁটালি-
টো যজ্ঞবেদিৰক্ষক পুৰোহিতবিলাকৰ নিমিত্তে;
সিবিলাক চাদোকৰ সন্তান; লেবীৰ সন্তান-
বিলাকৰ মাজৰ পৰা সিবিলাকেই যিহোৱাৰ
পৰিচৰ্য্যা কৰিবলৈ তেওঁৰ ওচৰলৈ আহে।
৪৭ আৰু তেওঁ চৌতালখন জুখি এশ হাত দীঘল
আৰু এশ হাত বহল পালে, সেয়ে চাৰিওকালে
সমান; যজ্ঞবেদিটো গৃহৰ আগত আছিল।
৪৮ পাছে তেওঁ মোক গৃহৰ বাৰাণ্ডালৈ নি, সেই
বাৰাণ্ডাৰ ওলাই থকা সম্মুখৰ প্ৰত্যেক ভাগ
জুখি, ইফালে পাঁচ হাত সিফালে পাঁচ হাত

পালে, আৰু প্ৰৱেশস্থানৰ কোষৰ ওলাই থকা
ভাগৰ প্ৰস্থ ইফালে তিনি হাত সিফালে তিনি
৪৯ হাত পালে। বাৰাণ্ডাৰ দৈৰ্ঘ্য বিশ হাত, আৰু
প্ৰস্থ বাৰ হাত আছিল, আৰু তালৈ উঠিব পৰা
খট্‌খটি আছিল; আৰু বাৰাণ্ডাৰ ওলাই থকা
সন্মুখৰ দুই ভাগৰ ওচৰত একালে এটা স্তম্ভ
আৰু আনকালে এটা স্তম্ভ আছিল।

৪১ পাছে তেওঁ মোক মন্দিৰৰ ভিতৰলৈ নি,
তাৰ সন্মুখৰ ওলাই থকা দুই ভাগ জুখি, এ-
কালে ছহাত আনকালে ছহাত বহল পালে; সেয়ে
২ তাম্বুৰ বহলৰ সমান। আৰু প্ৰৱেশস্থানৰ প্ৰস্থ
দহ হাত; আৰু প্ৰৱেশস্থানৰ সন্মুখৰ দুই ভাগ
ইফালে পাঁচ হাত সিফালে পাঁচ হাত আছিল;
আৰু তেওঁ তাৰ দৈৰ্ঘ্য জুখি চল্লিশ হাত, আৰু
৩ প্ৰস্থ জুখি বিশ হাত পালে। পাছে তেওঁ ভিতৰ-
ফালে গৈ প্ৰৱেশস্থানৰ সন্মুখৰ ওলাই থকা দুই
ভাগ জুখি দুহাত দুহাত পালে, আৰু প্ৰৱেশস্থান
জুখি ছহাত পালে; প্ৰৱেশস্থানৰ প্ৰস্থ সাত
৪ হাত আছিল। আৰু তেওঁ তাৰ দৈৰ্ঘ্য জুখি বিশ
হাত, আৰু মন্দিৰৰ আগত প্ৰস্থ জুখি বিশ হাত
পালে; আৰু এয়ে অতি পবিত্ৰস্থান বুলি তেওঁ
৫ মোক কলে। পাছে তেওঁ গৃহটিৰ দেৱাল জুখি
ছহাত পালে, আৰু কেউফালে গৃহ মেৰাই থকা
কিনাৰৰ খোঁটালিবোৰৰ প্ৰত্যেক খোঁটালিৰ
৬ প্ৰস্থ জুখি চাৰি হাত পালে। কিনাৰৰ খোঁটালি-
বোৰ ওপৰাওপৰিকৈ তিনি শাৰি আছিল, আৰু
প্ৰত্যেক শাৰিত ত্ৰিশটা খোঁটালি আছিল; আৰু
কিনাৰৰ খোঁটালিবোৰ যেন লাগি থাকে,
এই অভিপ্ৰায়ে সেইবোৰ কেউফালৰ কিনাৰৰ
খোঁটালিত গৃহৰ দেৱালত সোমাল, কিন্তু
৭ গৃহৰ দেৱালত সেইবোৰ বন্ধ নাছিল। আৰু
কিনাৰৰ খোঁটালিবোৰে গৃহটি মেৰাই যিমান
ওপৰলৈ গল, সেইবোৰ সিমানে বহল হৈ গল,
কিয়নো গৃহৰ কেউফালে গৃহৰ মেৰ ক্ৰমে ওখ হৈ
গৈছিল; এই হেতুকে গৃহৰ ফালে প্ৰস্থই ওপৰলৈ
ক্ৰমে বাঢ়িল; এই কাৰণে লোকে তলৰ খোঁটা-
লিৰ পৰা ওপৰৰ খোঁটালিলৈ মাজৰ খোঁটালি-
৮ য়েদি উঠে। আৰু মই দেখিলোঁ, গৃহৰ চাৰিও-
ফালে ওখ ভিত্তিমূল আছিল; কিনাৰৰ খোঁটালি-
বোৰৰ ভিত্তিমূল দীঘল হাতৰ ছহাত পৰিমাণৰ
৯ সম্পূৰ্ণ এক নল। কিনাৰৰ খোঁটালিবোৰৰ
বাহিৰ ফালৰ দেৱালৰ ডাঠ পাঁচ হাত, আৰু
১০ বাকী শূন্য ঠাইখিনি পাঁচ হাত আছিল। কেউ-
পোনে গৃহৰ চাৰিওফালে খোঁটালিবোৰৰ মাজত
১১ বিশ হাত বহল এডোখৰ ঠাই আছিল। আৰু
কিনাৰৰ খোঁটালিবোৰৰ দুৱাৰ বাকী শূন্য ঠাই-
ডোখৰৰ ফাললৈ আছিল; এখন উত্তৰফালে
আৰু এখন দক্ষিণফালে আছিল; আৰু বাকী
শূন্য ঠাইডোখৰৰ প্ৰস্থ কেউফালে পাঁচ হাত।
১২ আৰু পৃথক কৰা ঠাইৰ সন্মুখত পশ্চিমফালে
থকা ঘৰ সত্তৰ হাত বহল; আৰু ঘৰৰ দেৱালৰ
ডাঠ চাৰিওফালে পাঁচ হাত, আৰু তাৰ দৈৰ্ঘ্য
১৩ নব্বৈ হাত। পাছে তেওঁ গৃহ জুখি এশ হাত
দীঘল পালে, আৰু পৃথক কৰা ঠাই আৰু দেৱালে
১৪ সৈতে ঘৰটো জুখি এশ হাত দীঘল পালে। আৰু
তেওঁ পূবফালে গৃহৰ, আৰু পৃথক কৰা ঠাইৰ
আগ ফালৰ প্ৰস্থ জুখি এশ হাত পালে।
১৫ আৰু পৃথক কৰা ঠাইৰ মুৰত, তাৰ পাছফালে
থকা ঘৰটোৰ দৈৰ্ঘ্য আৰু ইফালে সিফালে থকা
তাৰ ঠেক বাৰাণ্ডাবোৰৰ দৈৰ্ঘ্য জুখি তেওঁ এশ
হাত পালে; আৰু তেওঁ মন্দিৰ, ভিতৰমন্দিৰ,
১৬ আৰু চোতালখনৰ বাৰাণ্ডা জুখিলে। এই
তিনিওটাৰ কেউফালে দুৱাৰডলি, চিলিঙি দিয়া
খিলিকি, আৰু ঠেক বাৰাণ্ডা আছিল; চোতাল-
খনৰ বাৰাণ্ডাৰ সন্মুখত কেউফালে মজিয়াৰ পৰা
খিলিকিলৈকে তক্তা লগোৱা আছিল; খিলি-
১৭ কিবোৰ ঢকা আছিল। আৰু দুৱাৰৰ ওপৰ
ভাগ, ভিতৰগৃহটো, বাহিৰৰ ঠাই, আৰু গোটেই
দেৱাল, চাৰিওফালে ভিতৰে আৰু বাহিৰে
যি যি আছিল, সেই সকলোকে জোখা হল।
১৮ কৰূব আৰু খৰ্জ্জুৰ গছৰ আকৃতি এই ৰূপে
কৰা হৈছিল, যে, দুটা দুটা কৰূবৰ আকৃতিৰ
মাজত এজোপা এজোপা খৰ্জ্জুৰ গছৰ আকৃতি
আছিল: আৰু প্ৰত্যেক কৰূবৰ দুখন দুখন
১৯ মুখ আছিল। এই দৰে, একালে খৰ্জ্জুৰ গছৰ
আকৃতিটোৰ পোনে মানুহৰ মুখ, আৰু
আনকালে খৰ্জ্জুৰ গছৰ আকৃতিটোৰ পোনে
যুবা সিংহৰ মুখ আছিল; কেউফালে গোটেই
২০ গৃহত এই ৰূপে কৰা হল। মজিয়াৰ পৰা দুৱাৰৰ
ওপৰলৈকে কৰূব আৰু খৰ্জ্জুৰ গছৰ আকৃতি
কৰা আছিল; মন্দিৰৰ দেৱাল এই প্ৰকাৰ
২১ আছিল। মন্দিৰৰ বিষয়ে হলে, দুৱাৰৰ খুঁটা
কেইটা চাৰিশিৰীয়া কৰা আছিল; অতি পবিত্ৰ-
স্থানৰ আগ ফালৰ বিষয়ে হলে, তাৰ আকৃতি
২২ মন্দিৰৰ আকৃতিৰ নিচিনা। বেদিটো কাঠৰ, তিনি
হাত ওখ আৰু দুহাত দীঘল, তাৰ চুক আৰু
দীঘে পথালিয়ে গোটেই গা কাঠৰ আছিল।
পাছে তেওঁ মোক কলে, এই বেদিয়েই যিহোৱাৰ
২৩ আগত থকা মেজ। মন্দিৰ আৰু অতি পবিত্ৰ-
২৪ স্থানৰ দুফলীয়া দুখন দুৱাৰ আছিল; আৰু
প্ৰত্যেক ফালৰ, দুৱাৰ পৰা দুই দুই খলপ আ-
ছিল, একালে দুখলপ আৰু আনকালে দুখলপ
২৫ আছিল। দেৱালত কৰা নিচিনাকৈ সেইবোৰত,
মন্দিৰৰ দুৱাৰ কেইখনত কৰূব আৰু খৰ্জ্জুৰ
গছৰ আকৃতি কৰা আছিল; আৰু বাহিৰত
বাৰাণ্ডাৰ আগ ফালৰ ওপৰত ডাঠ কাঠৰ চটি

২৬ আছিল। বাৰাণ্ডাৰ দুই কাষে, ইকালে সিকালে
চিলিঙি দিয়া খিলিকি আৰু খৰ্জ্জুৰ গছৰ আকৃতি
আছিল; গৃহৰ কিনাৰৰ খোঁটালিবোৰ আৰু
ভাঠ কাঠৰ চাঙি কেইটা এই প্ৰকাৰ আছিল।

৪২ পাছে তেওঁ মোক উত্তৰ ফালৰ বাটেদি
বাহিৰ চোঁতালখনলৈ নি, আৰু পৃথক কৰা
ঠাইৰ সম্মুখত আৰু উত্তৰ ফালৰ ঘৰটোৰ
২ সম্মুখত থকা খোঁটালিবোৰলৈ নি, এশ হাত
দীঘল ঠাইৰ আগত উপস্থিত কৰিলে; দুৱাৰ
৩ উত্তৰফালে আছিল; প্ৰস্থ পঞ্চাশ হাত। সেই
খোঁটালিবোৰ ভিতৰ চোঁতালখনৰ বিশ হাতৰ
আগত আৰু বাহিৰ চোঁতালখনৰ শিল পাৰি
দিয়া ঠাইৰ সম্মুখত আছিল; তৃতীয় থাপত ঠেক
৪ বাৰাণ্ডাবোৰ সম্মুখাসম্মুখিকৈ আছিল। আৰু
ভিতৰফালে খোঁটালিবোৰৰ আগত দহ হাত
বহল আৰু এশ হাত দীঘল এটা অহাযোৱা কৰা
বাট আছিল; আৰু সেইবোৰৰ দুৱাৰ উত্তৰফালে
৫ আছিল। ওপৰৰ খোঁটালিবোৰ ঠেক; কিয়নো
ঘৰটোত ঠেক বাৰাণ্ডা কেইটাই তলৰ আৰু মাজৰ
৬ খোঁটালিতকৈ অধিক ঠাই লৈছিল। কাৰণ সেই-
বোৰ তিনিও থাপত আছিল, আৰু বাহিৰ
চোঁতালখনৰ খোঁটালিবোৰৰ স্তম্ভৰ নিচিনা
সেইবোৰৰ স্তম্ভ নাছিল; এই হেতুকে ওপৰৰ
খোঁটালিবোৰ মাটিত থকা তলৰ খোঁটালিতকৈ
আৰু মাজৰ খোঁটালিতকৈ অধিক ঠেক আছিল।
৭ আৰু বাহিৰত, বাহিৰ চোঁতালখনৰ ফালে থকা
খোঁটালিবোৰৰ কোষত, আন খোঁটালিবোৰৰ
সম্মুখত যি গড় আছিল, সেয়ে পঞ্চাশ হাত
৮ দীঘল। কিয়নো বাহিৰ চোঁতালখনৰ ফালে থকা
খোঁটালিবোৰৰ দৈৰ্ঘ্য পঞ্চাশ হাত; কিন্তু মন্দিৰৰ
ফালে থকা খোঁটালিবোৰৰ দৈৰ্ঘ্য এশ হাত।
৯ বাহিৰ চোঁতালখনৰ পৰা সেইবোৰ খোঁটালিত
সোমাবলৈ গলে, সেইবোৰৰ ঠাইতকৈ চাপৰত,
১০ পূবফালে সোমোৱা বাট পোৱা যায়। চোঁতাল-
খনৰ গড়ৰ বহল ফালে পূবদিশে পৃথক কৰা ঠাইৰ
আৰু ঘৰটোৰ আগত খোঁটালিবোৰ আছিল।
১১ এইবোৰৰ আগত যি এটা বাট আছিল, সেই
বাট উত্তৰফালে থকা খোঁটালিবোৰৰ সম্মুখৰ
বাটৰ নিচিনা যেন দেখা যায়; এইবোৰ সেই-
বোৰৰ সমানে দীঘল আৰু বহল, আৰু এই-
বোৰৰ আটাইবোৰ বাহিৰলৈ ওলোৱা বাট
১২ সেইবোৰৰ নিচিনা, আৰু সেই ৰকমেই। বাটৰ
মূৰত, দক্ষিণফালে থকা খোঁটালিবোৰৰ দুৱাৰ-
বোৰৰ নিচিনা এখন দুৱাৰ আছিল; সেই
খোঁটালিবোৰত সোমাবলৈ গলে, পূবফালে
ঠিক গড়ৰ সম্মুখত সেই দুৱাৰ পোৱা যায়।
১৩ পাছে তেওঁ মোক কলে, পৃথক কৰা ঠাইৰ সম্মুখত
থকা উত্তৰ আৰু দক্ষিণৰ খোঁটালিবোৰ পবিত্ৰ
খোঁটালি; যিহোৱাৰ ওচৰত থকা পুৰোহিত-
বিলাকে তাত অতি পবিত্ৰ বস্তু ভোজন কৰে;
তাত সিবিলাকে অতি পবিত্ৰ বস্তুবোৰ, ভক্ষ্য
নৈবেদ্য, পাপাৰ্থক বলি, আৰু দোষাৰ্থক বলি
১৪ থয়; কিয়নো সেই ঠাই পবিত্ৰ। যেতিয়া
পুৰোহিতবিলাক পবিত্ৰস্থানত সোমায়, তেতিয়া
সিবিলাকে আপোনাবিলাকৰ পৰিচৰ্য্যাবস্ত্ৰ তাত
নথৈকে তাৰ পৰা বাহিৰ চোঁতালখনলৈ
নেযায়; কিয়নো সেইবোৰ পবিত্ৰ; সিবিলাকে
আন বস্ত্ৰ পিন্ধি লোকবিলাকৰ ঠাইলৈ যায়।
১৫ পাছে তেওঁ ভিতৰ গৃহ জুখি এটালত, পূব-
ফালে মুখ কৰা বাটচৰাইদি মোক উলিয়াই
নিলে, আৰু চাৰিওফালে গোটেই গৃহ জুখিলে।
১৬ তেওঁ পূবফালে পৰিমাণনলেৰে জুখি পাঁচ শ
১৭ হাত পালে। তেওঁ ঘূৰি উত্তৰফালে পৰিমাণ-
১৮ নলেৰে জুখি পাঁচ শ হাত পালে। তেওঁ দক্ষিণ-
ফালে পৰিমাণনলেৰে জুখি পাঁচ শ হাত পালে।
১৯ আৰু তেওঁ পশ্চিম ফাললৈ ঘূৰি সেই ফালে
২০ পৰিমাণনলেৰে জুখি পাঁচ শ হাত পালে। তেওঁ
চাৰিওফালে তাক জুখিলে; পবিত্ৰ আৰু সাধাৰণ
ঠাইৰ মাজত প্ৰভেদ কৰিবলৈ, তাৰ চাৰিওফালে
পাঁচ শ হাত দীঘল আৰু পাঁচ শ হাত বহল
এনে এটা গড় আছিল।

নতুন মন্দিৰত যিহোৱাৰ প্ৰবেশ। যজ্ঞবেদিৰ
আৰু তাৰ প্ৰতিষ্ঠাৰ বিষয়।

৪৩ পাছে তেওঁ বাটচৰাটোলৈ, পূবফালে মুখ
২ কৰা বাটচৰাটোলৈ মোক নিলে। আৰু
দেখা, পূব ফালৰ পৰা ইস্ৰায়েলৰ ঈশ্বৰৰ
গৌৰৱ আহিল; তেওঁৰ ধ্বনি বহুজলসমূহৰ
শবদৰ নিচিনা, আৰু পৃথিবী তেওঁৰ গৌৰ-
৩ ৱেৰে উজ্জ্বল হল। মই দৰ্শনত দেখা পদাৰ্থৰ
নিচিনা, নগৰখন ধ্বংস কৰিবলৈ অহা সময়ত
মই দৰ্শনত দেখা পদাৰ্থৰেই নিচিনা এই
দৰ্শনত দেখা পদাৰ্থ আছিল, আৰু কবাৰ নদীৰ
ওচৰত মই দৰ্শনত দেখা পদাৰ্থৰেই নিচিনা
এই দৰ্শনত দেখা পদাৰ্থ আছিল। তাতে মই
৪ উবুড়ি হৈ পড়িলোঁ। আৰু যিহোৱাৰ গৌৰৱ
পূবফালে মুখ কৰা বাটচৰাটোৰ বাটেদি গৃহ-
৫ টোত সোমাল। পাছে আত্মাই মোক তুলি ভিতৰ
চোঁতালখনলৈ নিলে; আৰু দেখা, যিহোৱাৰ
৬ গৌৰৱে গৃহটো পৰিপূৰ্ণ কৰিলে। আৰু গৃহটোৰ
ভিতৰৰ পৰা এজনে মোক কথা কোৱা মই
শুনিলোঁ; আৰু এজন পুৰুষ মোৰ ওচৰত থিয়
৭ হৈ আছিল। তেওঁ মোক কলে, হে মনুষ্যসন্তান,
এয়ে মোৰ সিংহাসনৰ আৰু মোৰ ভৰিৰ তলুৱাৰ
ঠাই; ইয়াত মই চিৰকাললৈকে ইস্ৰায়েলৰ
সন্তানবিলাকৰ মাজত বাস কৰিম, আৰু ইস্ৰা-

ৱেল বংশই, সিবিলাকে বা সিবিলাকৰ ৰজা-
বিলাকে আপোনাবিলাকৰ বেশ্যাকৰ্ম্মেৰে, আৰু
সিবিলাকৰ ৰজাবিলাকৰ মৰণকালত তেওঁ-
বিলাকৰ মৰা শৱেৰে মোৰ পবিত্ৰ নাম পুনৰায়
৮ অশুচি নকৰিব; সিবিলাকে মোৰ দুৱাৰডলিৰ
ওচৰত সিবিলাকৰ দুৱাৰডলি, আৰু মোৰ দুৱাৰ-
খুঁটাৰ ওচৰত সিবিলাকৰ দুৱাৰখুঁটা দি, মোৰ
আৰু সিবিলাকৰ মাজত কেৱল এটা দেৱাল ৰাখি
অশুচি নকৰিব। সিবিলাকে কৰা আপোনাবিলা-
কৰ ঘিণলগীয়া কাৰ্য্যেৰে সিবিলাকে মোৰ পবিত্ৰ
নাম অশুচি কৰিলে; এই নিমিত্তে মই ক্ৰোধত
৯ সিবিলাকক নষ্ট কৰিলোঁ। এতিয়া সিবিলাকৰ
বেশ্যাকৰ্ম্ম, আৰু সিবিলাকৰ ৰজাবিলাকৰ মৰা
শৱ সিবিলাকে মোৰ পৰা দূৰ কৰোক; তাতে মই
সিবিলাকৰ মাজত সদাকাললৈকে বাস কৰিম।
১০ হে মনুষ্যসন্তান, ইস্ৰায়েল বংশই আপোন
অপৰাধৰ কাৰণে লাজ পাবৰ নিমিত্তে তুমি
সিবিলাকক গৃহটী দেখুউৱা; আৰু সুন্দৰকৈ
১১ গঁথা গৃহটী সিবিলাকে জোখোক। আৰু সিবি-
লাকে কৰা আটাই কাৰ্য্যৰ নিমিত্তে যদি সিবি-
লাক লজ্জিত হয়, তেন্তে, সিবিলাকে গৃহটীৰ
সমুদায় আকৃতি আৰু তাৰ আটাই নিয়মপ্ৰণালী
ৰক্ষা কৰি সেই মতে যেন কাৰ্য্য কৰে, এই অভি-
প্ৰায়ে গৃহটীৰ আকাৰ, তাৰ গঠন, ভিতৰলৈ
বাহিৰলৈ অহাযোৱা কৰা তাৰ বাটবোৰ, তাৰ
সকলো প্ৰকাৰ আকাৰ, সকলো নিয়মপ্ৰণালী,
সকলো প্ৰকাৰ আকাৰ, আৰু তাৰ আটাই ব্যৱস্থা
সিবিলাকক জনোৱা, আৰু সিবিলাকৰ আগতে
১২ লিখা। এয়ে গৃহটীৰ ব্যৱস্থা; পৰ্ব্বতৰ টিঙত
তাৰ সমুদায় সীমা চাৰিওফালে পবিত্ৰ হব।
দেখা, গৃহটীৰ ব্যৱস্থা এয়ে।
১৩ আৰু যজ্ঞবেদিটোৰ হাতৰ জোখ এইবোৰেই।
(সেই হাত, এক হাত চাৰি আঙুল।) তল ভাগ
এক হাত, প্ৰস্থ এক হাত, আৰু চাৰিওফালে তাৰ
কিনাৰৰ বাৰ এবেগেত হব; এয়ে যজ্ঞবেদিটোৰ
১৪ তলি হব। আৰু মাটিত থকা তল ভাগৰ পৰা
তল খাপলৈ দুহাত, আৰু বহলে এক হাত হব;
আৰু সৰু খাপৰ পৰা বড় খাপলৈ চাৰি হাত,
১৫ আৰু বহলে এক হাত হব। আৰু যজ্ঞবেদিটোৰ
ওপৰ ভাগ চাৰি হাত হব, আৰু যজ্ঞবেদিটোৰ
১৬ জুইশালৰ পৰা ওপৰলৈ চাৰিটা শিং হব। যজ্ঞ-
বেদিটোৰ জুইশাল বাৰ হাত দীঘল, আৰু বাৰ
হাত বহল হব; তাৰ চাৰিওফাল সমান হব।
১৭ আৰু ওপৰ ভাগ চৌদ্দ হাত দীঘল, আৰু চৌদ্দ
হাত বহল, চাৰিচুকীয়া হব; আৰু তাৰ চাৰিও-
ফালে থকা বাৰ আধা হাত, আৰু তাৰ তল ভাগ
চাৰিওফালে এক হাত হব; তাৰ খটখটি পূব
ফাললৈ মুখ কৰি থাকিব।
১৮ পাছে তেওঁ মোক কলে, হে মনুষ্যসন্তান, প্ৰভু
যিহোৱাই এই কথা কৈছে, যজ্ঞবেদিটো সাজি
এঁটোৱা দিনা তাত হোমবলি উৎসৰ্গ কৰিবলৈ
আৰু তেজ ছটিয়াবলৈ তাৰ নিয়মপ্ৰণালী
১৯ এইবোৰ। প্ৰভু যিহোৱাই কৈছে, মোৰ পৰি-
চৰ্য্যা কৰিবলৈ মোৰ ওচৰত থকা চাদোক বংশৰ
লেবীয়া পুৰোহিতবিলাকক তুমি পাপাৰ্থক
২০ বলিৰ নিমিত্তে এটা ডেকা ভতৰা দিবা। আৰু
তুমি তাৰ অলপ তেজ লৈ বেদিটোৰ চাৰিটা
শিঙত, তাৰ ওপৰ ভাগৰ চাৰি চুকত, আৰু
চাৰিওফালে তাৰ বাৰত লগাবা; তুমি এই
দৰে তাক শুচি কৰিবা, আৰু তাক প্ৰায়শ্চিত্ত
২১ কৰিবা। পাছে পাপাৰ্থক বলিৰ সেই ভতৰাটো
লৈ তাক ধৰ্ম্মধামৰ বাহিৰে গৃহৰ নিৰূপিত ঠাইত
২২ দাহ কৰা হব। দ্বিতীয় দিনা তুমি পাপাৰ্থক
বলিৰ নিমিত্তে এটা নিৰ্খুঁত মতা ছাগ উৎসৰ্গ
কৰিবা; তাতে পুৰোহিতবিলাকে ভতৰাটোৰে
যজ্ঞবেদিটো শুচি কৰা নিচিনাকৈ যজ্ঞবেদিটো
২৩ শুচি কৰিব। তাক শুচি কৰি এঁটালে, তুমি এটা
নিৰ্খুঁত ডেকা ভতৰা আৰু জাকৰ পৰা এটা নিৰ্খুঁত
২৪ মতা মেৰ উৎসৰ্গ কৰিবা। তুমি সেই দুটাক
যিহোৱাৰ আগলৈ আনিবা; তাতে পুৰোহিত-
বিলাকে সেইবোৰৰ ওপৰত লোণ ছটিয়াব, আৰু
সিবিলাকে যিহোৱাৰ উদ্দেশে হোমবলিৰূপে
২৫ সেইবোৰ উৎসৰ্গ কৰিব। তুমি সাত দিনলৈকে
প্ৰতিদিনে পাপাৰ্থক বলিৰূপে এটা এটা ছাগ
উৎসৰ্গ কৰিবা; আৰু সিবিলাকে এটা ডেকা
ভতৰা, আৰু জাকৰ পৰা এটা নিৰ্খুঁত মতা
২৬ মেৰ উৎসৰ্গ কৰিব। সাত দিনলৈকে সিবিলাকে
যজ্ঞবেদিটো প্ৰায়শ্চিত্ত কৰি তাক শুচি কৰিব;
এই ৰূপে সিবিলাকে তাক প্ৰতিষ্ঠা কৰিব।
২৭ আৰু দিন সম্পূৰ্ণ হলে, অষ্টম দিনা আৰু তাৰ
পাছত পুৰোহিতবিলাকে যজ্ঞবেদিটোত তোমা-
লোকৰ হোমবলি আৰু তোমালোকৰ মঙ্গলাৰ্থক
বলি উৎসৰ্গ কৰিব; তাতে, প্ৰভু যিহোৱাই
কৈছে, মই তোমালোকক গ্ৰহণ কৰিম।

নতুন মন্দিৰত কাম কৰা মানুহবিলাকৰ বিষয়।

৪৪ পাছে তেওঁ ধৰ্ম্মধামৰ পূবফালে মুখ কৰা
বাহিৰ বাটচৰাটোলৈ মোক ঘূৰোটাই
২ নিলে; সেয়ে বন্ধ আছিল। পাছে যিহোৱাই
মোক কলে, এই বাটচৰাটো বন্ধ থাকিব, মেলা
নেযাব, আৰু এই পোনে কোনো লোক সোমো-
মাব; কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই এই
পোনে প্ৰবেশ কৰিলে; এই হেতুকে ই বন্ধ
৩ থাকিব। অধিপতিজনৰ বিষয়ে হলে, কেৱল
তেওঁহে যিহোৱাৰ আগত আহাৰ কৰিবৰ অৰ্থে
তাত বহিব; তেওঁ বাটচৰাটোৰ বাৰাণ্ডাৰ

বাটেদি সোমাব, আৰু সেই একে বাটেদিয়েই
৪ বাহিৰ ওলাব। পাছে তেওঁ উত্তৰ বাটচ্চৰাটোৰ
বাটেদি মোক গৃহটীৰ আগলৈ নিলে, আৰু
মই চাই দেখিলোঁ, যিহোৱাৰ গৌৰৱে যিহো-
ৱাৰ গৃহটী পৰিপূৰ্ণ কৰিলে; তাতে মই
৫ উবুৰি হৈ পৰিলোঁ। পাছে যিহোৱাই মোক
কলে, হে মনুষ্যসন্তান, যিহোৱাৰ গৃহটীৰ সকলো
নিয়মপ্ৰণালী আৰু তাৰ আটাই ব্যৱস্থাৰ বিষয়ে
মই তোমাক যি যি কম, তুমি সেই সকলোলৈ
মনোযোগ কৰা, চকু দিয়া, কাণ দিয়া, আৰু ধৰ্ম্ম-
ধামৰ বাহিৰলৈ যোৱা প্ৰত্যেক বাটলৈ আৰু গৃহ-
টীৰ প্ৰবেশস্থানলৈ ভালকৈ মন দি চোৱা।
৬ আৰু তুমি বিদ্ৰোহী ইস্ৰায়েল বংশক কবা, প্ৰভু
যিহোৱাই এই কথা কৈছে, হে ইস্ৰায়েল বংশ,
৭ তোমালোকে মোৰ আহাৰ, অৰ্থাৎ তেল আৰু
তেজ উৎসৰ্গ কৰা কালত, মোৰ গৃহটী অপবিত্ৰ
কৰিবৰ নিমিত্তে মোৰ ধৰ্ম্মধামত থাকিবলৈ
অচুন্নৎ হৃদয়ৰ আৰু অচুন্নৎ মাংসৰ বিজাতীয়-
বোৰক মোৰ ধৰ্ম্মধামলৈ যে আনিলা, তোমা-
লোকৰ আটাই ঘিণলগীয়া কাৰ্য্যৰ মাজত সেই-
টোৱেই তোমালোকৰ পক্ষে যথেষ্ট হওক;
তোমালোকৰ আটাই ঘিণলগীয়া কাৰ্য্যৰ বাহিৰেও
৮ তোমালোকে মোৰ নিয়মটি ভাঙিলা। আৰু তোমা-
লোকে মোৰ পবিত্ৰ বস্তুবিষয়ক ৰক্ষণীয় ৰক্ষা কৰা
নাই; কিন্তু তোমালোকে মোৰ ধৰ্ম্মধামত মোৰ
ৰক্ষণীয় ৰক্ষা কৰিবলৈ ইচ্ছামতে ৰক্ষক পাতিলা।
৯ প্ৰভু যিহোৱাই এই কথা কৈছে, ইস্ৰায়েলৰ
সন্তানবিলাকৰ মাজত থকা বিজাতীয়বোৰৰ
অচুন্নৎ হৃদয়ৰ আৰু অচুন্নৎ মাংসৰ কোনো বিজা-
১০ তীয় মোৰ ধৰ্ম্মধামত নোসোমাব। কিন্তু, ইস্ৰায়েল
বিপথে যোৱা সময়ত, যি লেবীয়াবোৰে আপোন
আপোন মূৰ্ত্তিৰ পাছত চলি মোৰ পৰা বিপথে
গৈছিল, মোৰ পৰা আঁতৰ হোৱা সেই লেবীয়া-
বোৰে আপোন আপোন অপৰাধৰ ভাৰ বব।
১১ সিহঁতে গৃহটীৰ দুৱাৰ-ৰখীয়া, আৰু গৃহটীত
পৰিচৰ্য্যা কৰি মোৰ ধৰ্ম্মধামত পৰিচাৰক হব;
সিহঁতেই হোমবলি আৰু প্ৰজাবিলাকৰ অৰ্থে
দিয়া বলি কাটিব, আৰু প্ৰজাবিলাকৰ পৰি-
চৰ্য্যা কৰিবলৈ সিহঁতেই সিবিলাকৰ আগত
১২ থিয় হব। সিহঁতে প্ৰজাবিলাকৰ মূৰ্ত্তিবোৰৰ
আগত সিবিলাকৰ পৰিচৰ্য্যা কৰি ইস্ৰায়েল
বংশৰ অপৰাধজনক বিঘিনিস্বৰূপ হৈছিল; এই
হেতুকে, প্ৰভু যিহোৱাই কৈছে, মই সিহঁতৰ
অহিতে মোৰ হাত দাঙি শপত কৰিলোঁ, যে,
সিহঁতে আপোন আপোন অপৰাধৰ ভাৰ বব।
১৩ আৰু সিহঁতে মোৰ ওচৰত পুৰোহিতকৰ্ম্ম কৰি-
বলৈ মোৰ ওচৰলৈ নাহিব, মোৰ পবিত্ৰ,
মোৰ অতি পবিত্ৰ বস্তুবোৰৰ কোনো বস্তুৰ ওচৰ
নেচাপিব, কিন্তু সিহঁতৰ লাজৰ আৰু সিহঁতে কৰা
১৪ ঘিণলগীয়া কাৰ্য্যৰ ভাৰ বব। গৃহটীৰ সকলো সেৱ-
কীয়া কাৰ্য্যত, আৰু তাত কৰিব লগা আটাই কৰ্ম্মত
মই সিহঁতক গৃহটীৰ ৰক্ষণীয়ৰ ৰক্ষক কৰিম।
১৫ কিন্তু, ইস্ৰায়েলৰ সন্তানবিলাক মোৰ পৰা
বিপথে যোৱা কালত মোৰ ধৰ্ম্মধামৰ ৰক্ষণীয়
ৰক্ষা কৰা চাদোকৰ সন্তান লেবীয়া পুৰোহিত-
বিলাকে হলে, মোৰ পৰিচৰ্য্যা কৰিবলৈ মোৰ
ওচৰলৈ আহিব; আৰু প্ৰভু যিহোৱাই কৈছে,
সিবিলাকে তেল আৰু তেজ মোৰ উদ্দেশে উৎসৰ্গ
১৬ কৰিবলৈ মোৰ আগত থিয় হব। সিবিলাকে
মোৰ ধৰ্ম্মধামত সোমাব, মোৰ পৰিচৰ্য্যা কৰি-
বলৈ মোৰ মেজৰ ওচৰলৈ আহিব, আৰু মোৰ
১৭ ৰক্ষণীয় ৰক্ষা কৰিব। আৰু সিবিলাকে ভিতৰ
চোতালখনৰ বাটচৰা কেইটাইদি সোমালে, সি-
বিলাকে শণ সূতাৰ বস্ত্ৰ পিন্ধিব; আৰু সিবি-
লাকে ভিতৰ চোতালখনৰ বাটচৰা কেইটাত আৰু
গৃহত পৰিচৰ্য্যা কৰোঁতে, সিবিলাকৰ গাত
১৮ নোমৰ কাপড় নেথাকিব। সিবিলাকৰ মূৰত শণ
সূতাৰ পাগুৰি, আৰু কঁকালত শণ সূতাৰ জাঙিয়া
থাকিব; ঘাম উলিওৱা কোনো কাপড় সিবিলাকে
১৯ কঁকালত নেবান্ধিব। যেতিয়া সিবিলাকে বাহিৰ
চোতালখনলৈ, লোকবিলাকৰ ওচৰলৈ বাহিৰ
চোতালখনলৈকে ওলাই যাব, তেতিয়া সিবিলাকে
আপোনাবিলাকৰ পৰিচৰ্য্যাবস্ত্ৰ সোলোকাই
পবিত্ৰ কোঠালিবোৰত থব, আৰু আপোনা-
বিলাকৰ বস্ত্ৰেৰে লোকবিলাকক পবিত্ৰ নকৰিবৰ
২০ নিমিত্তে আন বস্ত্ৰ পিন্ধিব। সিবিলাকে মূৰ
নুখুৰাব, বা চুলি দীঘল হবলৈ নিদিব, কেৱল
২১ মূৰৰ চুলি কাটিব। ভিতৰ চোতালখনত সোমোৱা
সময়ত কোনো পুৰোহিতে দ্ৰাক্ষাৰস পান নক-
২২ ৰিব। সিবিলাকে বিধৱা, বা পৰিত্যক্ত তিৰুতা
বিয়া নকৰিব, কিন্তু ইস্ৰায়েল বংশৰ ঔৰসত জন্মা
কুমাৰীক,* বা বিধৱা হলেও, পুৰোহিতৰ বিধ-
২৩ ৱাক বিয়া কৰিব। আৰু সিবিলাকে মোৰ প্ৰজা-
বিলাকক পবিত্ৰ আৰু সাধাৰণৰ মাজত প্ৰভেদ
শিকাব, শুচি আৰু অশুচিৰ মাজত বিভিন্ন
২৪ কৰিবলৈ শিকাব। আৰু কোনো বিবাদ হলে,
সিবিলাকে বিচাৰ কৰিবলৈ থিয় হব; মোৰ
বিচাৰ অনুসাৰেহে সিবিলাকে বিচাৰ কৰিব;
মোৰ আটাই নিৰূপিত পৰ্ব্ববোৰত মোৰ
ব্যৱস্থা আৰু বিধিবোৰ সিবিলাকে পালন
কৰিব; আৰু সিবিলাকে মোৰ বিশ্ৰামদিন-
২৫ বোৰ পবিত্ৰ কৰিব। আৰু সিবিলাকৰ
কোনেও নিজকে অশুচি কৰিবলৈ মৰা মানুহৰ

* অৰ্থাৎ পুৰুষ স্পৰ্শ নকৰা অবিবাহিতা যুৱতী
কন্যা কুমাৰী।

অচৰলৈ নেযাব, কিন্তু বাপেক, মাক, পুতেক,
জীয়েক, আৰু ভায়েকৰ, কি স্বামী নোহোৱা
ভনীয়েকৰ নিমিত্তে আপোনাকে অশুচি কৰিব
২৬ পাৰে। কোনো পুৰোহিত শুচি হোৱাৰ পাছে
২৭ তাৰ নিমিত্তে সাত দিন নিৰূপণ কৰা হব। প্ৰভু
যিহোৱাই কৈছে, ধৰ্ম্মধামত পৰিচৰ্য্যা কৰিবলৈ,
ধৰ্ম্মধামত ভিতৰ চোতালখনত সি সোমোৱা
দিনা আপোনাৰ পাপাৰ্থক বলি উৎসৰ্গ কৰিব।
২৮ আৰু পুৰোহিতবিলাকে এক আধিপত্য পাব ;
ময়েই সিবিলাকৰ সেই আধিপত্য ; আৰু
তোমালোকে সিবিলাকক ইস্ৰায়েলৰ মাজত
কোনো আধিপত্য নিদিবা ; ময়েই সিবিলা-
২৯ কৰ আধিপত্য। ভক্ষ্য নৈবেদ্য, পাপাৰ্থক
বলি, আৰু দোষাৰ্থক বলি সিবিলাকেই খাব ;
আৰু ইস্ৰায়েলৰ প্ৰত্যেক বৰ্জ্জিত বস্তু সি-
৩০ বিলাকৰেই হব ; আৰু প্ৰথমে পকা শস্যাদিৰ
প্ৰত্যেকৰ আগ ভাগ, আৰু তোমালোকৰ
আটাই উত্তোলনীয় উপহাৰৰ প্ৰত্যেক বস্তুৰ
উত্তোলনীয় ভাগ পুৰোহিতবিলাকৰেই হব ;
আৰু তোমাৰ ঘৰত আশীৰ্ব্বাদ থাকিবৰ নিমিত্তে
তুমি আপোনাৰ খৰচীয়া শস্যৰ আগ ভাগ
৩১ পুৰোহিতক দিবা ; আৰু চৰাই হওক কি
পশু হওক, আপুনি মৰা বা জন্তুৱে চিৰা
একোকেই পুৰোহিতবিলাকে নেখাব।

নতুন ইস্ৰায়েলৰ অধিপতিজনে, পুৰোহিতে,
আৰু লেবীয়াবিলাকে পাব লগা
ভাগবোৰৰ বিষয়।

৪৫ ইয়াৰ বাহিৰে, যেতিয়া তোমালোকে
আধিপত্যৰ অৰ্থে চিঠি খেলেৰে দেশ ভাগ
বাঁটিবা, তেতিয়া তোমালোকে দেশৰ এক পবিত্ৰ
অংশ যিহোৱাৰ উদ্দেশে উপহাৰস্বৰূপে উৎসৰ্গ
কৰিবা : সেয়ে দীঘলে পঁচিশ হাজাৰ হাত, আৰু
বহলে বিশ হাজাৰ হাত হব ; সেয়ে চাৰিওকালে,
২ তাৰ সমুদায় সীমাৰ ভিতৰত পবিত্ৰ হব। তাৰে
পাঁচ শ হাত দীঘল, আৰু পাঁচ শ হাত বহল
চাৰিওকালে সমান এনে এডোখৰ ঠাই পবিত্ৰ-
স্থানৰ নিমিত্তে থাকিব, আৰু তাৰ বাহিৰকালে
মুকলি ঠাইৰ নিমিত্তে কেউপোনে পঞ্চাশ হাত
৩ থাকিব। আৰু তুমি সেই পৰিমিত অংশৰ
পঁচিশ হাজাৰ হাত দীঘল আৰু দহ হাজাৰ হাত
বহল ঠাই এডোখৰ জুখিবা, আৰু তাত পবিত্ৰ
৪ ধৰ্ম্মধাম হব। সেয়ে দেশৰ পবিত্ৰ অংশ ; সেয়ে
যিহোৱাৰ পৰিচৰ্য্যা কৰিবলৈ অহা ধৰ্ম্মধামৰ
পৰিচাৰক পুৰোহিতবিলাকৰ নিমিত্তে হব ;
আৰু সেয়ে সিবিলাকৰ ঘৰৰ নিমিত্তে ঠাই
হব, আৰু ধৰ্ম্মধামৰ নিমিত্তে পবিত্ৰস্থান হব।
৫ আৰু বিশ্টা খোঁটালি হবলৈ পঁচিশ হাজাৰ
হাত দীঘল, আৰু দহ হাজাৰ হাত বহল ঠাই
এডোখৰ গৃহটীৰ পৰিচাৰক লেবীয়াবিলাকৰ
৬ আধিপত্যৰ অৰ্থে হব। আৰু উপহাৰস্বৰূপে উৎ-
সৰ্গ কৰা পবিত্ৰ অংশৰ একোবে, পাঁচ হাজাৰ
হাত বহল আৰু পঁচিশ হাজাৰ হাত দীঘল
এডোখৰ ঠাই নগৰখনৰ আধিপত্য তোমালোকে
নিৰূপণ কৰিবা ; সেয়ে ইস্ৰায়েলৰ সমুদায়
৭ বংশৰ নিমিত্তে হব। পবিত্ৰ উপহাৰৰ আৰু
নগৰখনৰ আধিপত্যৰ ইকালে সিকালে, পবিত্ৰ
উপহাৰ আৰু নগৰখনৰ আধিপত্যৰ সন্মুখত,
পশ্চিম কালৰ পশ্চিমদিশে, আৰু পূব কালৰ
পূবদিশে অধিপতিজনৰ ভাগ হব ; আৰু সেই
ভাগ দীঘলে পশ্চিম সীমাৰ পৰা পূব সীমা-
লৈকে অংশবোৰৰ এক অংশৰ সমান হব।
৮ দেশত, ইস্ৰায়েলৰ মাজত, সেয়ে তেওঁৰ আধি-
পত্যৰ অৰ্থে হব ; আৰু মোৰ অধিপতিবিলাকে
মোৰ প্ৰজাবিলাকক আৰু অত্যাচাৰ নকৰিব,
কিন্তু ইস্ৰায়েল বংশৰ ফৈদ অনুসাৰে সিবি-
লাকক দেশ দিব।
৯ প্ৰভু যিহোৱাই এই কথা কৈছে, হে ইস্ৰায়েলৰ
অধিপতিবিলাক, তোমালোকৰ পক্ষে যথেষ্ট
হল ; তোমালোকে অত্যাচাৰ আৰু লুট দূৰ
কৰা, বিচাৰ আৰু ন্যায় সিদ্ধ কৰা ; প্ৰভু যিহো-
ৱাই কৈছে, তোমালোকে মোৰ প্ৰজাবিলাকক
১০ খেদাই দিবলৈ ক্ষান্ত হোৱা। তোমালোকৰ
ন্যায় পাল্লা, ন্যায় ঐফা, আৰু ন্যায় বৎ হব
১১ লাগে। বৎত এক হোমৰৰ দহ ভাগৰ একভাগ,
আৰু ঐফাত এক হোমৰৰ দহ ভাগৰ একভাগ
ধৰিবৰ নিমিত্তে, ঐফা আৰু বৎ একে পৰিমাণৰ
১২ হব ; তাৰ পৰিমাণ হোমৰ অনুসাৰে হব। আৰু
চেকলত বিশ গেৰা থাকিব ; তোমালোকৰ মানিত
বিশ চেকল, পঁচিশ চেকল, পোন্ধৰ চেকল
১৩ থাকিব। তোমালোকে দিব লগীয়া উপহাৰ এই।
তোমালোকে এক হোমৰ ধেঁহু ধানৰ পৰা ঐফাৰ
ছয় ভাগৰ একভাগ, আৰু এক হোমৰ যৱৰ পৰা
১৪ ঐফাৰ ছয় ভাগৰ একভাগ দিবা। আৰু তেলৰ,
বৎ-সম্পৰ্কীয় তেলৰ নিৰূপিত ভাগ এক কোৰৰ
পৰা বৎৰ দহ ভাগৰ একভাগ হব ; এক কোৰত
দহ বৎ, অৰ্থাৎ এক হোমৰ আছে ; কিয়নো এক
১৫ হোমৰত দহ বৎ থাকে। আৰু প্ৰভু যিহোৱাই
কৈছে, লোকবিলাকক প্ৰায়শ্চিত্ত কৰিবলৈ, ভক্ষ্য
নৈবেদ্য, হোমবলি, আৰু মঙ্গলাৰ্থক বলিৰ
নিমিত্তে, ইস্ৰায়েলৰ পুষ্টিকৰ চাৰণীত চৰা দুশ
দুশ মেৰৰ ভিতৰত জাকৰ পৰা এটা এটা মেৰ দিব
১৬ লাগিব। দেশৰ সকলো প্ৰজাই ইস্ৰায়েলৰ অধি-
১৭ পতিজনক সেই উপহাৰ দিব। আৰু পৰ্ব্ববোৰত,
ন জোনত, বিশ্ৰামদিনত, ইস্ৰায়েল বংশৰ আটাই
নিৰূপিত উৎসৱত হোমবলি, ভক্ষ্য নৈবেদ্য,

আরু পেয় নৈবেদ্য উৎসর্গ করিবলৈ অধিপতি-
জন বাধ্য হব; ইস্রায়েল বংশক প্রায়শ্চিত্ত
করিবলৈ তেওঁ পাপার্থক বলি, ভক্ষ্য নৈবেদ্য,
হোমবলি, আরু মঙ্গলার্থক বলি উৎসর্গ
করিব।

নানা সময়ত দিব লগা নতুন ইস্রায়েলর বলিদান
আরু নৈবেদ্যর বিষয়।

১৮ প্রভু যিহোৱাই এই কথা কৈছে, প্রথম মাহর
প্রথম দিনা তুমি এটা নির্দ্দুষী ভতরা লৈ ধর্ম্ম-
১৯ ধামক পাপর পরা মুক্ত করিবা। পুরোহিতে
সেই পাপার্থক বলির কিছু তেজ লৈ গৃহটীর
দুৱারর খুঁটাত, যজ্ঞবেদির ওপর তাপর চারি
চুকত, আরু ভিতর চোঁতালখনর বাটচরাটোর
২০ দুৱারর খুঁটাত লগাব। আরু ভুল করা কোনো
লোকর আরু কোনো নির্ব্বোধ মানুহর নিমিত্তেও
মাহর সপ্তম দিনা তুমি সেই রূপে করিবা; এই
২১ দরে তোমালোকে গৃহটী প্রায়শ্চিত্ত করিবা। প্রথম
মাহর চৌদ্ধ দিনর দিনা তোমালোকর নিস্তার-
পর্ব্ব, সাতদিনীয়া ভোজ হব; সেই দিনা খমীর
২২ নিদিয়া পিঠা খাব লাগিব। সেই দিনা অধি-
পতিজনে নিজর নিমিত্তে, আরু দেশর আটাই
প্রজার নিমিত্তে পাপার্থক বলিস্বরূপে এটা ভতরা
২৩ উৎসর্গ করিব। আরু তেওঁ ভোজর সাত দিন
যিহোৱার উদ্দেশে হোমবলির নিমিত্তে দিনে
দিনে সাতোটা সাতোটা নির্দ্দুষী ভতরা আরু
সাতোটা সাতোটা মতা মের উৎসর্গ করিব, আরু
পাপার্থক বলির নিমিত্তে প্রতিদিনে এটা এটা
২৪ ছাগ উৎসর্গ করিব। আরু তেওঁ এটা এটা
ভতরার লগত এক এক ঐফা, আরু এটা এটা মতা
মেরর লগত এক এক ঐফা, আরু এক এক ঐফার
লগত এক এক হীন তেল দি ভক্ষ্য নৈবেদ্য
২৫ উৎসর্গ করিব। সপ্তম মাহর পোন্ধর দিনর
দিনাও পাপার্থক বলি, হোমবলি, ভক্ষ্য
নৈবেদ্য, আরু তেল উৎসর্গ করিব; তেওঁ ভোজত
সাত দিনলৈকে সেই দরে করিব।

৪৬ প্রভু যিহোৱাই এই কথা কৈছে, পূবকালে
মুখ করা ভিতর চোঁতালখনর বাটচরাটো
কাম করা ছয় দিন বন্ধ থাকিব; কিন্তু বিশ্রাম-
২ দিনত আরু ন জোনর দিনা খোলা হব। আরু
অধিপতিজন বাহিরর পরা, বাটচরার বারাণ্ডার
বাটেদি সোমাই বাটচরাটোর দুৱারর খুঁটার
ওচরত থিয় হব, আরু পুরোহিতবিলাকে তেওঁর
হোমবলি ও মঙ্গলার্থক বলি উৎসর্গ করিব,
আরু তেওঁ দুৱারডলিত প্রণিপাত করিব, পাছে
ওলাই যাব; কিন্তু বাটচরাটো গোধূলি-বেলা-
৩ লৈকে বন্ধ করা নেযাব। আরু দেশর প্রজা-
বিলাকে বিশ্রামদিনত আরু ন জোনত যিহোৱার
আগত সেই বাটচরাটোর প্রবেশস্থানত প্রণি-
৪ পাত করিব। আরু যিহোৱার উদ্দেশে অধি-
পতিজনে উৎসর্গ করিব লগীয়া হোমবলি এই;
বিশ্রামবারে ছটা নির্দ্দুষী মের পোৱালি, আরু
৫ এটা নির্দ্দুষী মতা মের হব। মতা মেরটোর
লগত দিয়া ভক্ষ্য নৈবেদ্য এক ঐফা হব, আরু
মের পোৱালিবোরর লগত দিয়া ভক্ষ্য নৈবেদ্য
তেওঁর শক্তি অনুসারে হব, আরু এক এক
৬ ঐফার লগত এক এক হীন তেল হব। আরু
ন জোনর দিনা এটা নির্দ্দুষী ডেকা ভতরা হব;
আরু ছটা মের পোৱালি আরু এটা মতা
৭ মের হব, এইবোর নির্দ্দুষী হব। আরু
ভতরাটোর লগত এক ঐফা, মতা মেরটোর লগত
এক ঐফা, মের পোৱালিবোরর লগত তেওঁর
শক্তি অনুসারে, আরু এক এক ঐফার লগত
এক এক হীন তেল দি তেওঁ ভক্ষ্য নৈবেদ্য যুগুত
৮ করিব। যেতিয়া অধিপতিজন সোমাব, তেতিয়া
তেওঁ বাটচরাটোর বারাণ্ডার বাটেদি সোমাব,
৯ আরু সেই একে বাটেদিয়েই ওলাই যাব। কিন্তু
যেতিয়া দেশর প্রজাবিলাক নিরূপিত উৎসৱত
যিহোৱার আগলৈ আহিব, তেতিয়া যি জনে
প্রণিপাত করিবলৈ উত্তর বাটচরাটোর বাটেদি
সোমাব, সি দক্ষিণ বাটচরাটোর বাটেদি ওলাই
যাব, আরু যি জনে দক্ষিণ বাটচরাটোর বাটেদি
সোমাব, সি উত্তর বাটচরাটোর বাটেদি ওলাই
যাব; সি সোমোৱা বাটচরাটোর বাটেদি ওলাই
১০ নেযাব, কিন্তু পোনে পোনে ওলাই যাব। আরু
সিহঁতর মাজত থাকি সোমোৱা সময়ত অধিপতিজন সিহঁত-
লাকর মাজত হৈ সোমাব; আরু ওলোৱা সময়ত
১১ সিহঁতলাক মঙ্গলেরে একেলগে ওলাব। পর্ব্ববোরত
আরু নিরূপিত কালত ভক্ষ্য নৈবেদ্য এটা এটা
ভতরার লগত এক এক ঐফা, এটা এটা মতা মেরর
লগত এক এক ঐফা, মের পোৱালিবোরর লগত
তেওঁর শক্তি অনুসারে, আরু এক এক ঐফার লগত
১২ এক এক হীন তেল হব। আরু যেতিয়া অধি-
পতিজনে ইচ্ছামতে দিয়া উপহার উৎসর্গ করিব,
অর্থাৎ যিহোৱার উদ্দেশে হোমবলি বা মঙ্গলার্থক
বলি ইচ্ছামতে দিয়া উপহারস্বরূপে উৎসর্গ
করিব, তেতিয়া পূবকালে মুখ করা বাটচরাটো
তেওঁর নিমিত্তে খোলা হব, আরু তেওঁ বিশ্রাম-
বারে করা নিচিনাকৈ আপোনার হোমবলি
আরু মঙ্গলার্থক বলি উৎসর্গ করিব; পাছে তেওঁ
বাহিরলৈ যাব, আরু তেওঁ ওলাই যোৱার পাছত
১৩ বাটচরাটো বন্ধ করা হব। আরু তুমি দিনে দিনে
যিহোৱার উদ্দেশে হোমবলির নিমিত্তে এটা
এটা এবছরীয়া নির্দ্দুষী মের পোৱালি উৎসর্গ ক-
রিবা; প্রতিরাতিপুৱা তুমি তাক উৎসর্গ করিবা।
১৪ আরু তুমি ঐফার ছয় ভাগর একভাগ, আরু মিহি

আটাগুৰি তেজাবলৈ হীনৰ তিনি ভাগৰ এভাগ
তেল দি প্ৰতিৰাতিপুৱা তাৰ লগত এক এক
ভক্ষ্য নৈবেদ্য উৎসৰ্গ কৰিবা; সেয়ে চিৰস্থায়ী
নিয়ম অনুসাৰে নিত্যে নিত্যে যিহোৱাৰ
১৫ উদ্দেশে দিব লগীয়া ভক্ষ্য নৈবেদ্য। এই ৰূপে
সিবিলাকে প্ৰতিৰাতিপুৱা নিত্য হোমবলিৰ
অৰ্থে, মেৰ পোৱালি, ভক্ষ্য নৈবেদ্য, আৰু তেল
উৎসৰ্গ কৰিব।
১৬ প্ৰভু যিহোৱাই এই কথা কৈছে; যদি অধি-
পতিজনে তেওঁৰ পুত্ৰবিলাকৰ কোনো এজনক
কিবা বস্তু দান কৰে, তেন্তে সেই বস্তুত সেই জনৰ
স্বত্ব থাকিব, সেয়ে তেওঁৰ পুত্ৰবিলাকৰ হব;
পুত্ৰপৌত্ৰাদিক্ৰমে তাত সিবিলাকৰ স্বত্ব থাকিব।
১৭ কিন্তু তেওঁ যদি তেওঁৰ আধিপত্যৰ পৰা তেওঁৰ
বন্দীবোৰৰ কোনো বন্দীক কিবা বস্তু দান
কৰে, তেন্তে সেয়ে মুক্তিৰ বছৰলৈকে তাৰ
হৈ থাকিব; তাৰ পাছত অধিপতিজনৰ পুনৰায়
হব; কিন্তু তেওঁৰ আধিপত্য হলে তেওঁৰ পুত্ৰ-
১৮ বিলাকৰ হব। ইয়াৰ বাহিৰে, অধিপতিজনে
প্ৰজাবিলাকৰ আধিপত্যৰ পৰা সিবিলাকক
খেদাবৰ নিমিত্তে সিবিলাকৰ আধিপত্যৰ পৰা
একো নলব; মোৰ প্ৰজাবিলাকৰ এজনো
আপোন আধিপত্যৰ পৰা ছিন্নভিন্ন নহবৰ
নিমিত্তে, তেওঁ আপোন আধিপত্যৰ পৰাই
আপোন পুত্ৰবিলাকক আধিপত্য দিব।
১৯ পাছে তেওঁ উত্তৰকালে মুখ কৰা পুৰোহিত-
বিলাকৰ পবিত্ৰ খোঁটালিলৈ বাটচৰাটোৰ
কোষৰ প্ৰবেশস্থানেদি মোক নিলে, আৰু দেখা,
পশ্চিমদিশে পাছফালে এখন ঠাই আছিল।
২০ তেতিয়া তেওঁ মোক কলে, পুৰোহিতবিলাকে
লোকবিলাকক পবিত্ৰ কৰিবলৈ দোষাৰ্থক বলি,
পাপাৰ্থক বলি, আৰু ভক্ষ্য নৈবেদ্য বাহিৰ
চোতালখনলৈ নিনিবৰ নিমিত্তে, সেই পা-
পাৰ্থক ও দোষাৰ্থক বলি সিজোৱা আৰু ভক্ষ্য
২১ নৈবেদ্য তাও দিয়া ঠাই এয়ে। পাছে তেওঁ
মোক বাহিৰ চোতালখনলৈ নি চোতালখনৰ
চাৰিচুকেদি ফুৰালে; আৰু দেখা, চোতালখনৰ
প্ৰত্যেক চুকত এখন এখন চোতাল আছিল।
২২ চোতালখনৰ চাৰি চুকত, গড়েৰে আবৃত চল্লিশ
হাত দীঘল আৰু ত্ৰিশ হাত বহল এখন এখন
চোতাল আছিল; চুকৰ এই চাৰিখন চোতাল
২৩ একে পৰিমাণৰ। সেই চাৰিখনৰ প্ৰত্যেক-
খনৰ চাৰিওফালে লগালগি এশাৰি এশাৰি ঘৰ
আছিল, আৰু চাৰিওফালৰ সেই ঘৰবোৰৰ
তলত সিজাবৰ নিমিত্তে চৌকা পতা আছিল।
২৪ পাছে তেওঁ মোক কলে, গৃহটিৰ পৰিচাৰক-
বিলাকে লোকবিলাকৰ বলিৰ মাংস সিজোৱা
ঘৰ এইবোৰ।

নতুন মন্দিৰৰ তলৰ পৰা ওলাই অহা নদী।
নতুন ইস্ৰায়েল দেশৰ সীমা।

৪৭ পাছে তেওঁ মোক গৃহটিৰ দুৱাৰমুখলৈ
ওলোটাই নিলে; আৰু দেখা, গৃহটিৰ
দুৱাৰডলিৰ তলৰ পৰা জলসমূহ ওলাই পূব
দিশলৈ বৈ গৈছিল, কিয়নো গৃহটিৰ আগ ফাল
পূবদিশে আছিল; আৰু বেদিটোৰ দক্ষিণে গৃহ-
টিৰ সোঁ কোষৰ তলৰ পৰা সেই জলসমূহ নামি
২ গৈছিল। পাছে তেওঁ মোক বাটচৰাটোৰ বাটে-
দি উত্তৰকালে উলিয়াই নিলে, আৰু মোক
ঘূৰাই বাহিৰৰ বাটেদি, পূবফালে মুখ কৰা
বাটচৰাটোলৈ যোৱা পথেদি বাহিৰ বাটচৰা-
টোলৈ নিলে, আৰু দেখা, সোঁফালে জলসমূহ
৩ ওলাই বৈ গৈছিল। পাছে পুৰুষজনে হাতত
ৰচি এডাল লৈ পূব ফাললৈ আগ বাঢ়ি গৈ
এক হাজাৰ হাত জুখিলে, আৰু মোক জল-
সমূহৰ মাজেদি নিলে; সেয়ে খাৰগঠিয়া পানী।
৪ আকৌ তেওঁ এক হাজাৰ হাত জুখিলে, আৰু
জলসমূহৰ মাজেদি মোক নিলে; সেয়ে এঁঠা-
ঠুৱা পানী। পুনৰায় তেওঁ এক হাজাৰ হাত
জুখিলে, আৰু মোক জলসমূহৰ মাজেদি
৫ নিলে; সেয়ে কঁকালীয়া পানী। পাছে তেওঁ
আকৌ এক হাজাৰ হাত জুখিলে, সেয়ে মই
পাৰ হৈ যাব নোৱৰা এখন নদী; কিয়নো
জলসমূহ বাঢ়িল, সাঁতুৰিব লগা জলসমূহ হল,
৬ পাৰ হৈ যাব নোৱৰা এখন নদী হল। তেওঁ মোক
কলে, হে মনুষ্যসন্তান, তুমি ইয়াক দেখিছা নে?
এই বুলি তেওঁ মোক পুনৰায় নদীখনৰ দাঁতিলৈ
৭ লৈ গল। মই উলটিলত, দেখা, নদীখনৰ
পাৰত ইপাৰে সিপাৰে অনেক অনেক গছ
৮ আছে। পাছে তেওঁ মোক কলে, এই জলসমূহ
পূব অঞ্চললৈ ওলাই গৈছে; এয়ে অৰাবাৰ
মাজেদি নামি যাব, তাৰ পাছে সমুদ্ৰলৈ
যাব; এই জলসমূহ সমুদ্ৰত সোমালে
৯ তাৰ পানী উত্তম হৈ যাব। আৰু এই মহা-
নদীখন যোৱা সকলো ঠাইৰ অসংখ্য জীৱ-
জন্তু জীৱ; আৰু বহুসংখ্যক মাছ হব; কিয়-
নো এই জলসমূহ সমুদ্ৰলৈ গলে তাৰ জল-
সমূহ উত্তম হৈ যাব; আৰু নদীখন যোৱা
১০ সকলো ঠাইৰ সকলো প্ৰাণী জীৱ। তাৰ পাৰত
মাছ-মৰীয়াবিলাক থিয় হব, আৰু অয়িন-
গদীৰ পৰা অয়িন-ইগ্লয়িমলৈকে জাল মেলি
দিয়া ঠাই হব; সিহঁতৰ মাছ মহাসমুদ্ৰৰ
মাছৰ নিচিনাকৈ নানা বিধৰ অসংখ্য মাছ হব।
১১ কিন্তু তাৰ বোকা ঠাই আৰু দলদলনিবোৰ
উত্তম নহব; সেইবোৰ লোণীয়া ঠাই হব।
১২ আৰু নদীখনৰ কাষত, তাৰ পাৰত ইফালে

সিকালে সকলো বিধর খোৱা গুটীর গছ হব,
সেইবোরর পাত জঁয় নপৰিব আরু গুটী নুচু-
কাব ; জলসমূহ ধর্ম্মধামর পরা ওলোৱার
কারণে সেইবোরত মাহে মাহে নতুন নতুন
গুটী ধরিব ; আরু সেইবোরর গুটী আহারর
নিমিত্তে, আরু সেইবোরর পাত সুস্থ করিবর
নিমিত্তে হব।
১৩ প্রভু যিহোৱাই এই কথা কৈছে, যি সীমার
ভিতরত তোমালোকে ইস্রায়েলর বার ফৈদ
অনুসারে আধিপত্যর নিমিত্তে দেশ ভাগ বাঁটি-
বা, সেই সীমা এই ; যোচেফে দুভাগ পাব।
১৪ আরু ময় তোমালোকর পূর্ব্বপুরুষবিলাকক
দিবলৈ যি দেশর বিষয়ে হাত দাঙি শপত
করিছিলোঁ, সেই দেশ তোমালোকে সমানে
আধিপত্যস্বরূপে লবা ; সেই দেশ আধিপত্য-
১৫ স্বরূপে তোমালোকর হব। আরু দেশর সীমা
এই হব। উত্তরকালে মহাসমুদ্রর পরা হিত্-
লোনর বাটেদি চদাদর প্রবেশস্থানর কাললৈ।
১৬ হমাৎ, বেরোথা, দম্মেচকর আরু হমাতর সীমার
মাজত থকা চিব্রয়িম, আরু হাওরাণর সীমাত
১৭ থকা হাচের-হত্তীকোণ। এই রূপে সীমাটো
সমুদ্রর পরা দম্মেচকর সীমাত থকা হচর-
ঐনোনলৈকে যাব, আরু উত্তরকালে উত্তরদিশে
১৮ হমাতর সীমা। এয়ে উত্তর কাল। আরু পূব কাল
হাওরাণ, দম্মেচক, ও গিলিয়দ, এই কেইটারে
আরু ইস্রায়েল দেশরে মাজত থকা যর্দ্দন হব ;
উত্তর সীমার পরা পূব সমুদ্রলৈকে তোমা-
১৯ লোকে জুখিবা। এয়ে পূব কাল। আরু দক্ষিণ-
দিশে দক্ষিণ কাল, তামরর পরা মরীবোৎ-
কাদেচর জলসমূহেদি, মিচর জুরীয়েদি মহা-
সমুদ্রলৈকে হব। এয়ে দক্ষিণ দিশর দক্ষিণ কাল।
২০ আরু দক্ষিণ সীমারে পরা হমাতর প্রবেশস্থানর
সম্মুখলৈকে পশ্চিম কাল মহাসাগর হব।
২১ এয়ে পশ্চিম কাল। এই রূপে ইস্রায়েলর
ফৈদ অনুসারে তোমালোকে এই দেশ তোমা-
২২ লোকর নিমিত্তে ভাগ বাঁটিবা। তোমালোকে
নিজর নিজর নিমিত্তে, আরু যি বিদেশী লোক-
বিলাকে তোমালোকর মাজত প্রবাস করি
তোমালোকর মাজত সন্তান উৎপন্ন করিব,
সিহঁতর নিমিত্তেও তাক আধিপত্যর অর্থে
চিঠিখেলেরে ভাগ বাঁটিবা ; আরু সিহঁত
ইস্রায়েলর সন্তানবিলাকর মাজত তোমালোকর
বিবেচনাত স্বজাতীয় যেন হব ; সিহঁতে ইস্রা-
য়েলর ফৈদবিলাকর মাজত তোমালোকর
২৩ লগত আধিপত্য পাব। আরু প্রভু যিহোৱাই
কৈছে, যি ফৈদর মাজত বিদেশীয়ে বাস
করিব, তাতেই তোমালোকে তাক তার আধি-
পত্য দিবা।

নতুন ইস্রায়েল দেশ ভাগ বাঁটি দিয়া।

৪৮ ফৈদবিলাকর এই এই নাম। একেধারে
দূরত উত্তরকালে হিত্লোনর বাটর কো-
বেদি হমাতর প্রবেশস্থানলৈকে, দম্মেচকর
সীমাত থকা হচর-ঐননলৈকে উত্তরকালে
হমাতর কোষত পূব আরু পশ্চিমলৈ দানে এক
২ অংশ পাব। আরু দানর সীমার কোবেদি পূব
কালর পরা পশ্চিম কাললৈ আচেরে এক
৩ অংশ পাব। আরু আচেরর সীমার কোবেদি
পূব কালর পরা পশ্চিম কাললৈ নপ্তালীয়ে
৪ এক অংশ পাব। আরু নপ্তালীর সীমার কোবেদি
পূব কালর পরা পশ্চিম কাললৈ মনচিয়ে
৫ এক অংশ পাব। আরু মনচির সীমার কোবেদি
পূব কালর পরা পশ্চিম কাললৈ ইফ্রয়িমে এক
৬ অংশ পাব। আরু ইফ্রয়িমর সীমার কোবেদি
পূব কালর পরা পশ্চিম কাললৈ রূবেণে এক
৭ অংশ পাব। আরু রূবেণর সীমার কোবেদি
পূব কালর পরা পশ্চিম কাললৈ যিহূদাই এক
অংশ পাব।
৮ আরু যিহূদার সীমার কোবেদি পূব কালর
পরা পশ্চিম কাললৈ, পঁচিশ হাজার হাত বহল,
আরু দীঘলে পূব কালর পরা পশ্চিম কাললৈ
আন অংশবোরর এক অংশর সমান তোমা-
লোকে দিব লগা উপহারভূমি হব ; আরু
৯ ধর্ম্মধাম তার মাজত হব। যিহোৱার উদ্দেশে
তোমালোকে দিব লগা উপহারভূমি পঁচিশ
হাজার হাত দীঘল, আরু দহ হাজার হাত
১০ বহল হব। আরু সেই পবিত্র উপহারভূমি
পুরোহিতবিলাকর নিমিত্তে হব। সেয়ে উত্তর-
কালে পঁচিশ হাজার হাত দীঘল, পশ্চিম-
কালে দহ হাজার হাত বহল, পূবকালে দহ
হাজার হাত বহল, আরু দক্ষিণকালে পঁচিশ
হাজার হাত দীঘল হব ; তার মাজ ঠাইত
১১ যিহোৱার ধর্ম্মধাম থাকিব। ইস্রায়েলর সন্তান-
বিলাক বিপথে যোৱা কালত লেবীয়াবিলাকে
বিপথে যোৱা নিচিনাকৈ বিপথে নোযোৱা মোর
রক্ষণীয় রক্ষা করা চাদোকর সন্তানবিলাকর মাজর
পবিত্রীকৃত পুরোহিতবিলাকর নিমিত্তে সেয়ে
১২ হব। সেয়ে সিবিলাকর পক্ষে, দেশর উপহার-
ভূমির পরা লোৱা, লেবীয়াবিলাকর সীমার
১৩ কোষত এক অতি পবিত্র উপহার হব। আরু
লেবীয়াবিলাকে পুরোহিতবিলাকর সীমার সম্মু-
খত দীঘলে পঁচিশ হাজার হাত, আরু বহলে দহ
হাজার হাত এডোখর ভূমি পাব ; তার গোটেই
দৈর্ঘ্য পঁচিশ হাজার হাত, আরু প্রস্থ দহ হাজার
১৪ হাত। সিবিলাকে ইয়ার অলপো নেবেচিব,
ইয়ার অলপো সলনি নকরিব, মাইবা দেশর

প্ৰথম ফল মনুষ্যৰ নকৰিব; কিয়নো এয়ে
১৫ যিহোৱাৰ উদ্দেশে পবিত্ৰ। আৰু পঁচিশ হাজাৰ
হাতৰ সন্মুখৰ বহলৰ বাকী পাঁচ হাজাৰ হাত
সাধাৰণ হব; সেয়ে নগৰখন, বসতিস্থান, আৰু
চাৰিওফালৰ মুকলি ঠাইৰ নিমিত্তে হব; নগৰ-
১৬ খন তাৰ মাজ ঠাইত হব। তাৰ পৰিমাণ এই-
বোৰ; উত্তৰ ফাল চাৰি হাজাৰ পাঁচ শ হাত,
দক্ষিণ ফাল চাৰি হাজাৰ পাঁচ শ হাত, পূব
ফাল চাৰি হাজাৰ পাঁচ শ হাত, আৰু পশ্চিম
১৭ ফাল চাৰি হাজাৰ পাঁচ শ হাত। আৰু নগৰখনৰ
চাৰিওফালে মুকলি ঠাই থাকিব; উত্তৰদিশে দুশ
পঞ্চাশ হাত, দক্ষিণদিশে দুশ পঞ্চাশ হাত, পূব-
দিশে দুশ পঞ্চাশ হাত, আৰু পশ্চিমদিশে দুশ
১৮ পঞ্চাশ হাত। আৰু পবিত্ৰ উপহাৰভূমিৰ সন্মু-
খৰ দীঘলৰ বাকী ভাগ পূবদিশে দহ হাজাৰ হাত
আৰু পশ্চিমদিশে দহ হাজাৰ হাত হব, আৰু
এয়ে পবিত্ৰ উপহাৰভূমিৰ আগত হব; আৰু তাৰ
উৎপন্ন শস্য নগৰখনত কাম কৰোঁতা লোকবিলা-
১৯ কৰ আহাৰৰ নিমিত্তে হব। আৰু ইস্ৰায়েলৰ
আটাই ফৈদৰ মাজৰ যি লোকবিলাকে নগৰখনত
২০ কাম কৰে, সিবিলাকে তাক চহাব। গোটেই উপ-
হাৰভূমি দীঘলে পঁচিশ হাজাৰ হাত আৰু বহলে
পঁচিশ হাজাৰ হাত হব; তোমালোকে নগৰখনৰ
অধিকৃত অংশই সৈতে সেই পবিত্ৰ উপহাৰভূমি
চাৰিচুকীয়া কৰি উৎসৰ্গ কৰিবা।
২১ পবিত্ৰ উপহাৰভূমিৰ আৰু নগৰখনৰ অধিকৃত
অংশৰ ইফালৰ সিফালৰ অৱশিষ্ট ভাগ অধি-
পতিজনৰ নিমিত্তে হব; পূব সীমাৰ ফালে উপ-
হাৰভূমিৰ পঁচিশ হাজাৰ হাতৰ সন্মুখৰ, আৰু
পশ্চিমদিশে পশ্চিম সীমাৰ ফালে পঁচিশ হাজাৰ
হাতৰ সন্মুখৰ অংশবোৰৰ ফৈদৰ ভাগ অধি-
পতিজনৰ নিমিত্তে হব; আৰু পবিত্ৰ উপহাৰ-
ভূমি ও গৃহটিৰ ধৰ্মধাম তাৰ মাজ ঠাইত হব।
২২ অধিপতিজনৰ অংশৰ মাজ ঠাইত থকা যি ভাগ
লেবীয়াবিলাকৰ অধিকৃত অংশৰ আৰু নগৰ-
খনৰ অধিকৃত অংশৰ বাহিৰে যিহূদা আৰু
বিন্যামীনৰ সীমাৰ মাজত হব, সেয়ে অধিপতি-
জনৰ হব।
২৩ আৰু অৱশিষ্ট ফৈদবিলাকৰ এই এই অংশ
হব; পূব ফালৰ পৰা পশ্চিম ফাললৈ বিন্যা-
২৪ মীনে এক অংশ পাব; আৰু বিন্যামীনৰ সীমাৰ
কোবেদি পূব ফালৰ পৰা পশ্চিম ফাললৈ চিমি-
২৫ য়োনে এক অংশ পাব; আৰু চিমিয়োনৰ সীমাৰ
কোবেদি পূব ফালৰ পৰা পশ্চিম ফাললৈ ইচা-
২৬ খৰে এক অংশ পাব; আৰু ইচাখৰৰ সীমাৰ
কোবেদি পূব ফালৰ পৰা পশ্চিম ফাললৈ জবূ-
২৭ লূনে এক অংশ পাব; আৰু জবূলূনৰ সীমাৰ
কোবেদি পূব ফালৰ পৰা পশ্চিম ফাললৈ গাদে
২৮ এক অংশ পাব। গাদৰ সীমাৰ কোবেদি দক্ষিণ-
ফালে দক্ষিণদিশে তামৰৰ পৰা মৰীবৎ-কাদেচৰ
জলনদৰ মাজেদি, মিচৰ জুৰীয়েদি মহা-
২৯ সমুদ্ৰলৈ সীমা হব। প্ৰভু যিহোৱাই কৈছে,
আধিপত্যৰ অৰ্থে ইস্ৰায়েলৰ ফৈদবিলাকৰ
নিমিত্তে তোমালোকে চিঠিখেলেৰে ভাগ বাঁটিব
লগা দেশ এয়ে, আৰু এইবোৰেই সিবিলা-
কৰ অংশ।
৩০ আৰু নগৰখনৰ চাৰিওফালৰ সীমা এইবোৰ।
৩১ উত্তৰফালে চাৰি হাজাৰ পাঁচ শ হাত। আৰু
নগৰখনৰ দুৱাৰবোৰ ইস্ৰায়েলৰ ফৈদৰ নাম
অনুসাৰে হব; উত্তৰফালে তিনিখন দুৱাৰ,
ৰূবেণৰ এখন, যিহূদাৰ এখন, আৰু লেবীৰ
৩২ এখন। আৰু পূবফালে চাৰি হাজাৰ পাঁচ শ
হাত, আৰু তিনিখন দুৱাৰ, যোচেফৰ এখন,
৩৩ বিন্যামীনৰ এখন, আৰু দানৰ এখন। আৰু
দক্ষিণফালে চাৰি হাজাৰ পাঁচ শ হাত, আৰু
তিনিখন দুৱাৰ, চিমিয়োনৰ এখন, ইচাখৰৰ
৩৪ এখন, আৰু জবূলূনৰ এখন। আৰু পশ্চিমফালে
চাৰি হাজাৰ পাঁচ শ হাত, আৰু তাৰ তিনিখন
দুৱাৰ, গাদৰ এখন, আচেৰৰ এখন, আৰু নপ্তা-
৩৫ লীৰ এখন। চাৰিওফালে ওঠৰ হাজাৰ হাত
হব; আৰু সেই দিনৰ পৰা নগৰখন "যিহোৱা
সো তাত আছে," এই নামেৰে প্ৰখ্যাত হব।

# দানিয়েলৰ পুস্তক।

দানিয়েল আৰু তেওঁৰ তিনি জন
বন্ধুৰ বিষয়।

১ যিহূদাৰ ৰজা যিহোয়াকীমৰ ৰাজত্বৰ তৃতীয়
বছৰত বাবিলৰ ৰজা নবূখদ্নেচৰে যিৰূচালেম-
২ লৈ আহি তাক অৱৰোধ কৰিলে। আৰু প্ৰভুৱে
যিহূদাৰ ৰজা যিহোয়াকীমক আৰু ঈশ্বৰৰ গৃহৰ
কেতবোৰ বস্তু তেওঁৰ হাতত সমৰ্পণ কৰিলে;
তাতে তেওঁ সেই বস্তবোৰ চিনাৰ দেশলৈ
আপোনাৰ দেৱতাৰ গৃহলৈ লৈ গল; আৰু তেওঁ
সেই বস্তবোৰ আপোনাৰ দেৱতাৰ ভঁড়ালত থলে।
৩ পাছে ৰজাই আপোনাৰ নপুংসকবিলাকৰ অধ্যক্ষ
অস্পনজক আজ্ঞা কৰিলে, যোলে, ইস্রায়েলৰ
সন্তানবিলাকৰ মাজৰ, বিশেষকৈ ৰাজবংশৰ আৰু
৪ প্ৰধানবিলাকৰ মাজৰ, খুঁত নথকা, সুন্দৰ, আটাই
বিদ্যাত নিপুণ, বুদ্ধিত চোকা, জ্ঞানত পটু, আৰু
ৰাজগৃহত থিয় হবৰ যোগ্য গোটাদিয়েক লৰা
আনি কল্দীয়া শাস্ত্ৰ আৰু ভাষা শিকোৱা
৫ হওক। ৰজাই আৰু নিৰূপণ কৰিলে, যে,
তেওঁৰ উত্তম খাদ্যদ্ৰব্যৰ পৰা আৰু তেওঁ পান
কৰা দ্ৰাক্ষাৰসৰ পৰা দিনে দিনে সিবিলাকক
ভাগ দিব, আৰু সিবিলাকক তিনি বছৰলৈকে
প্ৰতিপালন কৰি তিনি বছৰৰ শেষত ৰজাৰ
৬ আগত থিয় কৰাব। সিবিলাকৰ মাজত যিহূদা
বংশৰ দানিয়েল, হনানিয়া, মীচায়েল, আৰু
৭ অজৰিয়া আছিল। পাছে নপুংসকবিলাকৰ
অধ্যক্ষই সিবিলাকৰ নাম সলাই দানিয়েলক
বেল্টচচৰ, হনানিয়াক চদ্ৰক, মীচায়েলক
মৈচক, আৰু অজৰিয়াক অবেদ-নগো নাম
৮ দিলে। কিন্তু দানিয়েলে, ৰজাৰ উত্তম খাদ্য-
দ্ৰব্যেৰে আৰু তেওঁ পান কৰা দ্ৰাক্ষাৰসেৰে
যেন আপোনাকে অশুচি কৰা নহয়, তাৰ
নিমিত্তে বৰ চিন্তা কৰি আছিল; এই হেতুকে
আপোনাকে যেন অশুচি কৰা নহয়, এনে অনু-
মতি পাবলৈ নপুংসকবিলাকৰ অধ্যক্ষৰ আগত
৯ তেওঁ নিবেদন কৰিলে। তেতিয়া ঈশ্বৰে দানি-
য়েলক নপুংসকবিলাকৰ সেই অধ্যক্ষৰ আগত
১০ দয়া আৰু অনুগ্ৰহপ্ৰাপ্ত কৰিলে। তাতে নপুংসক-
বিলাকৰ সেই অধ্যক্ষই দানিয়েলক কলে, মোৰ
প্ৰভু যি মহাৰজাই তোমালোকৰ খাদ্যদ্ৰব্য আৰু
পান কৰা বস্তু নিৰূপণ কৰিলে, তেওঁলৈ মই
ভয় কৰোঁ; কিয়নো তেওঁ তোমালোকৰ সম-
বয়সীয়া যুবাবিলাকতকৈ তোমালোকৰ মুখ কিয়
শুকান দেখিব? এই ৰূপে তোমালোকে ৰজাৰ
১১ আগত মোৰ মূৰ সঙ্কটত পেলাবা। পাছে নপুং-
সকবিলাকৰ অধ্যক্ষই দানিয়েল, হনানিয়া, মীচা-
য়েল, আৰু অজৰিয়াৰ ওপৰত নিযুক্ত কৰা ঘৰ-
১২ গিৰিক দানিয়েলে কলে, আপুনি অনুগ্ৰহ কৰি
দহ দিন আপোনাৰ এই দাসবিলাকক পৰীক্ষা
কৰি চাওক; খাবলৈ আমাক শাক পাচলি, আৰু
পান কৰিবলৈ আমাক পানী দিবৰ নিমিত্তে
১৩ আপুনি আজ্ঞা দিওক। পাছে আমাৰ, আৰু
ৰজাৰ উত্তম খাদ্যদ্ৰব্য খোৱা যুবাবিলাকৰ মুখৰ
চেহাৰাৰ পৰীক্ষা হওক; তাতে, আপুনি যেনে
দেখিব, সেই দৰে আপোনাৰ এই দাসবিলাক-
১৪ লৈ কৰিব। তেতিয়া তেওঁ সিবিলাকৰ সেই
কথাত মান্তি হৈ দহ দিনলৈকে সিবিলাকক
১৫ পৰীক্ষা কৰি চালে। দহ দিনৰ শেষত দেখা
গল, ৰজাৰ উত্তম খাদ্যদ্ৰব্য খোৱা সকলো
যুবাতকৈ সিবিলাকৰ মুখৰ চেহাৰা উত্তম, আৰু
১৬ গা পুষ্ট হল। তাতে ঘৰগিৰিয়ে, সিবিলাকে
আহাৰ কৰিব লগীয়া বস্তু, আৰু পান কৰিব
লগীয়া দ্ৰাক্ষাৰসৰ সলনি সিবিলাকক শাক
১৭ পাচলি দিবলৈ ধৰিলে। আৰু ঈশ্বৰে সেই চাৰি
জন যুবাক সকলো শাস্ত্ৰত ও বিদ্যাত জ্ঞানী
আৰু নিপুণ কৰিলে; আৰু সকলো বিধ দৰ্শন
ও সপোনৰ কথা দানিয়েলে বুজিব পৰা হল।
১৮ পাছে ৰজাই যি কালৰ পাছত সকলোকে
আনিবলৈ আজ্ঞা কৰিছিল, সেই কাল পূৰ
হলত নপুংসকবিলাকৰ অধ্যক্ষই নবূখদ্নেচৰৰ
১৯ আগত সিবিলাকক উপস্থিত কৰিলে। তেতিয়া,
ৰজাই সিবিলাকৰ লগত কথাবাৰ্ত্তা হলত, সি-
বিলাকৰ মাজত, দানিয়েল, হনানিয়া, মীচা-
য়েল, আৰু অজৰিয়া, এই কেইজনৰ সমান আন
কাকো পোৱা নগল; এই হেতুকে তেতিয়াৰে
২০ পৰা সিবিলাক ৰজাৰ আগত থিয় হল। আৰু
জ্ঞান ও বুদ্ধিবিষয়ক যি কোনো কথা ৰজাই
সিবিলাকক সুধিলে, সেই সকলো কথাত
আপোনাৰ ৰাজ্যত থকা আটাই শাস্ত্ৰজ্ঞ আৰু
গণকতকৈ তেওঁ সিবিলাকক দহগুণে নিপুণ
২১ হোৱা পালে। আৰু দানিয়েল কোৰচ ৰজাৰ
ৰাজত্বৰ প্ৰথম বছৰলৈকে থাকিল।

নবুখদ্‌নেচরর রজার সপোন আরু তার ফলিতা।

২ নবূখদ্‌নেচরে আপোনার রাজত্বর দ্বিতীয়
বছরত এটা গুরুতর সপোন দেখিলে; তাতে
তেওঁর মন চিন্তিত হোৱাত টোপনি ভাগিল।
২ পাছে রজাই আপোনার সেই সপোন আপোনাক
কবর নিমিত্তে, শাস্ত্রজ্ঞ, গণক, মায়াবী, আরু
কল্‌দীয়াবিলাকক মাতিবলৈ আজ্ঞা দিলত,
সিবিলাক আহি রজার আগত থিয় হল।
৩ তেতিয়া রজাই সিবিলাকক কলে,ময় এটা
সপোন দেখিলোঁ, তাক জানিবলৈ মোর মন
৪ চিন্তিত হৈছে। তাতে কল্‌দীয়াবিলাকে অরা-
মীয়া ভাষারে রজাক কলে, মহারাজ চির-
জীৱী হওক; আপোনার এই দাসবিলাকক
সপোনটো কওক, আমি তার ফলিতা কম।
৫ রজাই উত্তর দি কল্‌দীয়াবিলাকক কলে, মোর
পরা এই আজ্ঞা ওলাল, যে, তোমালোকে যদি
সপোন আরু তার ফলিতা দুয়োকো মোক জনাব
নোৱারা, তেন্তে তোমালোকক ডোখর ডোখরকৈ
কটা যাব, আরু তোমালোকর ঘরবোর গোবরর
৬ দ'ম যেন করা যাব; কিন্তু যদি সেই সপোন
আরু তার ফলিতা দুয়োকো মোক কোৱা, তেন্তে
মোর পরা বঁটা, পুরস্কার, আরু উত্তম মর্য্যাদা
পাবা; এই হেতুকে সেই সপোন আরু তার
৭ ফলিতা মোক কোৱা। সিবিলাকে দ্বিতীয়বার
উত্তর দি কলে, মহারাজে আপোন দাসবিলাকর
আগত সপোনটো কওক; তেতিয়া আমি তার
৮ ফলিতা কম। রজাই উত্তর দি কলে, ময় নিশ্চয়
জানিছোঁ, মোর এই আজ্ঞা ওলাল দেখি তোমা-
৯ লোকে সময় নিয়াব খুজিছা। যদি তোমালোকে
সেই সপোন মোক নজনোৱা, তেন্তে তোমালোক-
লৈ কেৱল সেই একেটা আজ্ঞাই থাকিল;
কিয়নো কুসময় গুচি সুসময় নোহোৱালৈকে
মোর আগত মিছা আরু ভাণ্ডনা কথা কবলৈ
তোমালোকে থিয় করিছা। এই হেতুকে তোমা-
লোকে মোর আগত সপোনটো কোৱা; তাতে
ময় জানিম, যে, তোমালোকে তার ফলিতাও
১০ মোর আগত কব পারিবা। কল্‌দীয়াবিলাকে
রজাক উত্তর দি কলে, মহারাজে বোধা কথা
জনাব পরা পৃথিবীত কোনো নাই; কিয়নো
মহান আরু পরাক্রমী কোনো রজাই কেতিয়াও
এনে কথা কোনো শাস্ত্রজ্ঞ, কি গণক, কি কল্‌-
১১ দীয়াক সোধা নাই। মহারাজে যি কথা সুধিছে,
সেয়ে কঠিন; কিয়নো মর্ত্ত্যবিলাকর লগত বাস
নকরা দেৱতাসকলর বাহিরে, মহারাজর আগত
১২ ইয়াক জনাব পরা কোনো নাই। ইয়াকে শুনি
রজাই ক্রুদ্ধ আরু অতিশয় কোপান্বিত হৈ বাবি-
লর আটাই বিদ্বান লোকক বধ করিবলৈ
১৩ আজ্ঞা দিলে। বিদ্বান লোকবিলাকক বধ করা
আজ্ঞা প্রচারিত হলত, লোকবিলাকে দানি-
য়েলক আরু তেওঁর লগরীয়াবিলাকক বধ করি-
১৪ বলৈ বিচারিলে। তেতিয়া বাবিলর বিদ্বান
লোকবিলাকক বধ করিবলৈ ওলাই যোৱা অরি-
য়োক নামেরে রজার রক্ষক-সেনাপতিক দানি-
য়েলে বিবেচনারে আরু জ্ঞানেরে উত্তর দিলে।
১৫ তেওঁ রাজসেনাপতি যেই অরিয়োকক উত্তর
দি সুধিলে, রজার পরা ইমান ততাতৈয়া আজ্ঞা
কিয়? তাতে অরিয়োকে যেই কথা দানিয়েলক
১৬ জানি কলে। তেতিয়া দানিয়েলে রজার ওচরলৈ
গৈ এই প্রার্থনা করিলে, মহারাজক সপোনটোর
ফলিতা জনাবর অর্থে মোক কিছু সময় দিবলৈ
আজ্ঞা হওক।
১৭ পাছে, দানিয়েল আরু তেওঁর লগরীয়াবিলাক
বাবিলত আন বিদ্বানবিলাকে সৈতে বিনষ্ট
১৮ নহবর নিমিত্তে, সেই নিগূঢ় কথার বিষয়ে
স্বর্গর ঈশ্বরর আগত কৃপা মাগন করিবলৈ,
দানিয়েলে আপোন ঘরলৈ গৈ তেওঁর লগরীয়া
হনানিয়া, মীচায়েল, আরু অজরিয়াক সেই
১৯ কথা জনালে। পাছে রাত্তি দর্শনত দানিয়েলর
আগত সেই নিগূঢ় বিষয় প্রকাশিত হলত, দানি-
২০ য়েলে স্বর্গর ঈশ্বরর ধন্যবাদ করিলে। দানি-
য়েলে মাত লগাই কলে, ঈশ্বরর নাম যুগে যুগে
চিরকাললৈকে ধন্য হওক; কিয়নো জ্ঞান আরু
২১ পরাক্রম তেওঁরেই। তেওঁ সময় আরু কাল সলনি
করে; তেওঁ রজাবিলাকক ভাঙে আরু পাতে;
তেওঁ জ্ঞানীবিলাকক জ্ঞান, আরু বিবেচক-
২২ বিলাকক বিবেচনা দিয়ে। তেওঁ গভীর আরু
গোপনীয় বিষয় প্রকাশ করে; তেওঁ আন্ধারত
থকা কথা জানে, আরু তেওঁর লগত পোহর
২৩ থাকে। হে মোর ওপরপিতৃবিলাকর ঈশ্বর, ময়
তোমার ধন্যবাদ আরু প্রশংসা করিছোঁ; তুমি
মোক জ্ঞান আরু শক্তি দি, আমি তোমার
আগত যাচ্ঞা করা বিষয় মোক সম্প্রতি
জনালা; কিয়নো রজার কথা তুমি আমাক
২৪ জনালা। পাছে দানিয়েলে বাবিলত থকা
বিদ্বানবিলাকক বধ করিবলৈ রজাই নিযুক্ত
করা অরিয়োকর ওচরলৈ গৈ, তেওঁর লগত
সাক্ষাৎ করি, তেওঁক এই কথা কলে, আপুনি
বাবিলর বিদ্বানবিলাকক বধ নকরিব; রজার
ওচরলৈ মোক লৈ যাওক, ময় রজাক সপোনর
ফলিতা কম।
২৫ তেতিয়া অরিয়োকে বেগাই দানিয়েলক রজার
ওচরলৈ লৈ গৈ রজাক কলে, দেশান্তরিত যিহূদী-
বিলাকর মাজত ময় এইটো মানুহ পালোঁ, ই
২৬ রজাক ফলিতা কব। তাতে রজাই, বেল্টচচর

মাথেরে প্রধ্যাত দানিয়েলক সুধিলে, মই দেখা
সপোন আরু তার কলিতা তুমি মোক কব পারা
২৭ নে ? তেতিয়া দানিয়েলে রজার আগত উত্তর
দি কলে, মহারাজে যি নিগূঢ়-কথা সুধিছে,
তাক মহারাজক কবলৈ কোনো বিদ্বান, কি
গণক, কি গারুড়, কি জ্যোতিষীয়ার সাধ্য নাই ।
২৮ কিন্তু নিগূঢ় কথা প্রকাশ কৰোঁতা এজনা ঈশ্বর
স্বর্গত আছে ; শেষকালত যি যি ঘটিব, সেই
সকলোকে তেওঁ মহারজা নবুখদ্‌নেচরক জনালে ;
আপোনার সপোন, শয্যাত থাকোঁতে আপোনার
২৯ মানসিক দর্শন এই । হে মহারাজ, আপুনি শয়ন
কৰোঁতে, আপোনার ইমত ভাবিঘটনার বিষয়ে
নানা ভাবনা হৈছিল ; তাতে নিগূঢ় কথা প্রকাশ
কৰোঁতা জনাই, আগলৈ কি ঘটিব, তাক আপো-
৩০ নার আগত জনালে । কিন্তু আন আন জীবিত
লোকতকৈ মোরেই অধিক জ্ঞান আছে বুলি
যে মোর আগত এই নিগূঢ় বিষয় প্রকাশিত
হল, এনে নহয়, কিন্তু মহারাজক সপোনর
কলিতা কবর অর্থে, আরু আপুনি আপোনার
মনর ভাবনা বুজিবর নিমিত্তে সেয়ে প্রকাশিত
৩১ হল । হে মহারাজ, আপুনি চাই এটা বৃহৎ
মূর্ত্তি দেখিছিল ; সেই মূর্ত্তি বড় ডাঙর আরু
অতিশয় উজ্জ্বল ; সেয়ে আপোনার আগত থিয়
৩২ হৈছিল, আরু দেখিবলৈ ভয়ানক আছিল । সেই
মূর্ত্তিটোর মূর শুদ্ধ সোণর, বুকু আরু বাহু
৩৩ রূপর, পেট আরু করঙন পিত্তলর, ভরি
লোহার, আরু ভরির পতা কিছু লোহা আরু
৩৪ কিছু মাটির আছিল । আপুনি চাই থাকোঁতেই,
শেষত এটা শিল বিনাহাতে কাটি উলিওৱা হল,
আরু সেই শিলে মূর্ত্তিটোর ভরির লোহা আরু
মাটির পতা দুখনত খুন্দা মারি তাক গুরি
৩৫ করিলে । তাতে সেই লোহা, মাটী, পিত্তল, রূপ,
আরু সোণ একেবারে গুরি হৈ ঘামকালর মরণা
মরা খলার ধুলার নিচিনা হল ; আরু বতাহে
সেইবোর এনেকৈ উড়ুরাই লৈ গল, যে,
ক'তো সেইবোরর উদ্দেশ পোৱা নগল ; কিন্তু
যি শিল্‌টোরে মূর্ত্তিটোক খুন্দা মারিছিল,
সেয়ে বৃহৎ পর্ব্বত হৈ গোটেই পৃথিবী জুরিলে ।
৩৬ সপোনটো এয়ে । এতিয়া আমি মহারাজর
৩৭ আগত কলিতা কওঁ । হে মহারাজ, আপুনি
রাজাধিরাজ ; স্বর্গর ঈশ্বরে আপোনাক রাজ্য,
৩৮ ঐশ্বর্য্য, পরাক্রম, আরু সম্মান দিলে ; আরু যি
যি ঠাইত মনুষ্যর সন্তানবিলাক, হাবির জন্তু-
বোর, আরু আকাশর পক্ষীবোরে বাস করে,
সেই সেই ঠাইত তেওঁ সেইবোরক আপোনার
হাতত সমর্পণ করিলে, আরু সকলোরে ওপরত
আপোনাক অধিপতি পাতিলে । আপুনিয়েই
৩৯ সেই সোণর মূর । আপোনার পাছত আপো-
নাতকৈ নরম আন এক রাজ্য উঠিব ; তার
পাছে পিত্তলরূপ আন এক তৃতীয় রাজ্য
উঠিব, সেয়ে গোটেই পৃথিবীর ওপরত শাসন
৪০ করিব । আরু চতুর্থ রাজ্য লোহার দরে দৃঢ়
হব ; লোহাই যেনেকৈ সকলো বস্তু ডোখর
ডোখর করি গুরি করে, সকলোকে ভাঙোঁতা
লোহার দরে, ঠিক সেই রূপে এই রাজ্যই সেই
৪১ সকলোকে ভাঙি গুরি করিব । আরু আপুনি
দেখিছিল, ভরির পতা আরু ভরির আঙুলিবোর
কিছু কুমারমাটির আরু কিছু লোহার ; তার
দ্বারায় জানিব লাগে, যে, চতুর্থ রাজ্য বিভক্ত
হব ; কিন্তু সেই রাজ্যত লোহার শক্তি থাকিব,
কিয়নো আপুনি কুমারমাটী মিহলি থকা
৪২ লোহা দেখিছিল । আরু ভরির আঙুলিবোর
যে কিছু লোহার আরু কিছু মাটির আছিল,
তার দ্বারায় জানিব লাগে, যে, রাজ্য এভাগ
দৃঢ়, আ'রু এভাগ সহজে ভাঙিব পরা হব ।
৪৩ আরু আপুনি যে কুমারমাটীরে মিহলি হোৱা
লোহা দেখিছিল, তার দ্বারায় জানিব লাগে,
যে, সেই রাজ্যর লোকবিলাকর মাজত পরস্পরর
বিবাহর সম্বন্ধ থাকিব ; কিন্তু যেনেকৈ লোহা
মাটির লগত লাগি নেথাকে, তেনেকৈ সিবিলাক
৪৪ পরস্পরে লাগি নেথাকিব । আরু সেই রজা-
বিলাকর কালত স্বর্গর ঈশ্বরে এক রাজ্য স্থাপন
করিব ; সেয়ে কেতিয়াও বিনষ্ট নহব, আরু
সেই রাজ্যর ভার আন জাতির হাতত দিয়া
নহব ; কিন্তু সেয়ে এই আটাই রাজ্য ভাঙি
সংহার করি নিজে সদাকাললৈকে থাকিব ।
৪৫ আপুনি দেখিছিল, যে, পর্ব্বতর পরা বিনাহাতে
এটা শিল কাটি উলিওৱা হল, আরু সেই শিলে
লোহা, পিত্তল, মাটী, রূপ, আরু সোণ সকলোকে
গুরি করিলে ; মহান ঈশ্বরে ইয়ার দ্বারায় মহা-
রাজক ভাবিঘটনা জনালে ; সপোনটো ঠিক,
৪৬ আরু তার কলিতাও যথার্থ । তেতিয়া রজা নবু-
খদ্‌নেচরে উবুড়ি হৈ পড়ি দানিয়েলক প্রণাম
করিলে, আরু তেওঁর উদ্দেশে নৈবেদ্য আরু ধূপ
৪৭ উৎসর্গ করিবলৈ আজ্ঞা দিলে । রজাই দানি-
য়েলক উত্তর দি কলে, তুমি এই নিগূঢ় কথা
বুজাব পরা হৈছা ; এতেকে যথার্থেই, তোমা-
লোকর ঈশ্বর ঈশ্বরবিলাকরো ঈশ্বর, রজা-
বিলাকরো প্রভু, আরু নিগূঢ়বিষয়প্রকাশক ।
৪৮ তেতিয়া রজাই দানিয়েলক মহান করি অনেক
বহুমূল্য বস্তু দিলে, আরু গোটেই বাবিল
প্রদেশর ওপরত শাসনকর্ত্তাপদত, আরু বাবিলত
থকা সকলো বিদ্বান লোকর ওপরত প্রধান
৪৯ বিষয়াবাবত নিযুক্ত করিলে । পাছে দানিয়েলে
রজার আগত নিবেদন করিলত, রজাই চদ্রক,
মৈচক, আরু অবেদ্‌-নগোক বাবিল প্রদেশর

রাজকার্য্যত নিযুক্ত করিলে; কিন্তু দানিয়েল
রাজদুৱারত থাকিছিল।

দানিয়েলর তিনি জন বন্ধুক অগ্নিকুণ্ডত
পেলোৱা।

৩ রজা নবূখদ্‌নেচরে বাইঠ হাত ওখ আরু
ছহাত বহল এনে এক সোণর মূর্ত্তি সাজি,
বাবিল প্রদেশর দূরা নামেরে সমথলত স্থাপন
২ করিলে। পাছে রজা নবূখদ্‌নেচরে সেই যি মূর্ত্তি
স্থাপন করিছিল, তার প্রতিষ্ঠা করিবলৈ আহি-
বর নিমিত্তে, ক্ষিতিপাল, প্রতিনিধি, দেশাধ্যক্ষ,
প্রধান বিচারকর্ত্তা, রাজভঁড়ালী, ব্যবস্থাপক,
বিচারকর্ত্তাবিলাক, আরু প্রদেশবোরর আন
আন আটাই বিষয়াক গোটাই আনিবলৈ নবূ-
৩ খদ্‌নেচরে মানুহ পঠালে। পাছে ক্ষিতিপাল,
প্রতিনিধি, দেশাধ্যক্ষ, প্রধান বিচারকর্ত্তা, রাজ-
ভঁড়ালী, ব্যবস্থাপক, বিচারকর্ত্তাবিলাক, আরু
প্রদেশবোরর আন আন আটাই বিষয়াই,
রজা নবূখদ্‌নেচরে স্থাপন করা সেই মূর্ত্তির
প্রতিষ্ঠা করিবলৈ গোট খালে, আরু নবূখদ্‌-
নেচরে স্থাপন করা মূর্ত্তির আগত থিয়
৪ হল। তেতিয়া ঘোষণাকারীয়ে রিঙিয়াই কলে,
হে সকলো জাতির, দেশর, আরু ভাষার লোক-
৫ বিলাক, তোমালোকলৈ এই আজ্ঞা হৈছে, যে, যি
সময়ত তোমালোকে শিঙা, বাঁহী, বীণা, চেরেঙ্গা,
চেতার, আরু মৃদঙ্গ আদি নানাবিধ বাদ্যযন্ত্রর
বাদ্য শুনিবা, তেতিয়াই নবূখদ্‌নেচর রজাই
স্থাপন করা সোণর মূর্ত্তিক উবুড়ি হৈ পড়ি
৬ সেৱা করিবা; যেয়ে উবুড়ি হৈ পড়ি সেৱা
নকরিব, তাক সেই মুহূর্ত্তত্তে প্রজ্বলিত অগ্নিকুণ্ডত
৭ পেলোৱা হব। এতেকে আটাই জাতির লোক-
বিলাকে যেতিয়া শিঙা, বাঁহী, বীণা, চেরেঙ্গা,
আরু চেতার আদি নানাবিধ বাদ্যযন্ত্রর বাদ্য
শুনিলে, তেতিয়া সকলো জাতির, দেশর, আরু
ভাষার লোকবিলাকে উবুড়ি হৈ পড়ি, নবূখদ্‌-
নেচর রজাই স্থাপন করা সোণর মূর্ত্তিক সেৱা
৮ করিলে। ইয়াতে সেই সময়ত কেইজনমান কল্‌-
দীয়া মানুহে ওচরলৈ আহি যিহূদীবিলাকর
৯ অহিতে চুক্লি লগালে। সিহঁতে রজা নবূখদ্‌-
নেচরর আগত কলে, মহারাজ চিরজীৱী হওক।
১০ হে মহারাজ, আপুনি এই আজ্ঞা করিছিল, যে, যি
জনে শিঙা, বাঁহী, বীণা, চেরেঙ্গা, চেতার, আরু
মৃদঙ্গ আদি নানাবিধ বাদ্যযন্ত্রর বাদ্য শুনিব,
সি উবুড়ি হৈ পড়ি সেই সোণর মূর্ত্তিক সেৱা
১১ করিব; কিন্তু যি জনে উবুড়ি হৈ পড়ি সেৱা
নকরিব, তাক প্রজ্বলিত অগ্নিকুণ্ডত পেলোৱা
১২ হব। বাবিল প্রদেশর রাজকার্য্যত আপুনি
নিযুক্ত করা চদ্রক, মৈচক, আরু অবেদ-নগো
নামেরে কেইজনমান যিহূদী আছে; হে মহারাজ,
সেই মানুহ কেইজনে আপোনাক নেমানে,
আপোনার দেৱতাবিলাকক সেৱা নকরে, আরু
আপুনি স্থাপন করা সোণর মূর্ত্তিকো পূজা ন-
১৩ করে। ইয়াকে শুনি নবূখদ্‌নেচরে ক্রোধ আরু
কোপত, চদ্রক, মৈচক, আরু অবেদ-নগোক
আনিবলৈ আজ্ঞা করিলে। তাতে সেই কেই-
১৪ জনক রজার ওচরলৈ নিয়া হলত, নবূখদ্‌-
নেচরে সিবিলাকক উত্তর দি কলে, হে চদ্রক,
মৈচক, আরু অবেদ-নগো, তোমালোকে যে
মোর দেৱতাক সেৱা করা নাই, মই স্থাপন
করা সোণর মূর্ত্তিক পূজা করা নাই, তাক
১৫ তোমালোকে জানি শুনি করা নাই নে? এতি-
য়াও যদি তোমালোকে শিঙা, বাঁহী, বীণা,
চেরেঙ্গা, চেতার, আরু মৃদঙ্গ আদি নানাবিধ
বাদ্যযন্ত্রর বাদ্য শুনা কালত, মই সজা সোণর
মূর্ত্তিক উবুড়ি হৈ পড়ি সেৱা করিবলৈ যুগুত
হোৱাহঁক, তেন্তে ভালেই; কিন্তু যদি তোমা-
লোকে সেৱা নকরাহঁক, তেন্তে সেই মুহূর্ত্ততেই
তোমালোকক প্রজ্বলিত অগ্নিকুণ্ডত পেলোৱা হব;
মোর হাতর পরা তোমালোকক উদ্ধার করিব
১৬ পরা কোন দেৱতা আছে? তেতিয়া চদ্রক, মৈচক,
আরু অবেদ-নগোৱে রজাক উত্তর দি কলে, হে
নবূখদ্‌নেচর, আপোনাক এই কথার উত্তর দিয়া
১৭ আমার অপ্রয়োজন। আমি যি জনার সেৱা
করোঁ, আমার সেই ঈশ্বর প্রজ্বলিত অগ্নিকুণ্ডর
পরা আমাক উদ্ধার করিবলৈ সমর্থ, আরু হে
মহারাজ, আপোনার হাতর পরা তেওঁ আমাক
১৮ উদ্ধার করিলেও করিব পারে; যদি নকরেও,
তথাপি, হে মহারাজ, আপুনি জানিব, যে, আমি
আপোনার দেৱতাবোরক সেৱা নকরিম, আপুনি
স্থাপন করা সোণর মূর্ত্তিক পূজা নকরিম।
১৯ তেতিয়া নবূখদ্‌নেচরে ক্রোধেরে পরিপূর্ণ হৈ
চদ্রক, মৈচক, আরু অবেদ-নগোর অহিতে মুখ
বিকটাই, অগ্নিকুণ্ড নিয়মিত পরিমাণতকৈ সাত
২০ গুণ প্রজ্বলিত করিবলৈ আজ্ঞা দিলে। আরু তেওঁ
আপোনার সৈন্যর মাজর কেতবিলাক বলী
মানুহক চদ্রক, মৈচক, আরু অবেদ-নগোক
বান্ধি প্রজ্বলিত অগ্নিকুণ্ডত পেলাবলৈ আজ্ঞা
২১ দিলে। তেতিয়া সেই কেইজনক বান্ধি আপোন
আপোন পাইজামা, চোলা, জামা আদি
পোচাকে সৈতে অগ্নিকুণ্ডত পেলাই দিয়া
২২ হল। পাছে রজার আজ্ঞা অতি তৎকালিক
আরু অগ্নিকুণ্ড অতিশয় তপত হোৱাত, চদ্রক,
মৈচক, আরু অবেদ-নগোক পেলাবলৈ নিয়া
২৩ মানুহ কেইজনে সেই অগ্নিশিখাত হত হল; আরু
চদ্রক, মৈচক, আরু অবেদ-নগো, এই তিনি
জন লোক বন্দাবস্থাতে অগ্নিকুণ্ডর ভিতরত পড়িল।

২৪ পাছে রজা নবুখদ্নেচরে বিস্ময় মানি বেগাই
উঠি আপোনার মন্ত্রীবিলাকক কলে, আমি
তিনি জন পুরুষক জাপো বান্ধি অগ্নির মাজত
পেলোৱা নাই? সিবিলাকে উত্তর করি কলে,
২৫ হয়, মহারাজ। তেতিয়া রজাই উত্তর দি কলে,
দেখা, ময় চারি জন মানুহ দেখিছোঁ; সিবিলাকে
মুকলি হৈ জুইর মাজত অহাযোৱা করিছে,
সিবিলাকে একো দুঃখ পোৱা নাই; আরু
২৬ চতুর্থ জনর আকৃতি দেৱপুত্রর নিচিনা। তেতিয়া
নবুখদ্নেচরে সেই প্রজ্বলিত অগ্নিকুণ্ডর দুৱারর
ওচরলৈ গৈ কলে, হে সর্ব্বোপরি ঈশ্বরর দাস
চদ্রক, মৈচক, আরু অবেদ-নগো, ওলাই আহাঁ;
তাতে চদ্রক, মৈচক, আরু অবেদ-নগো অগ্নির
২৭ মাজর পরা ওলাই আহিল। পাছে ক্ষিতিপাল,
প্রতিনিধি, দেশাধ্যক্ষ, আরু রাজমন্ত্রীবিলাকে
গোট খাই সেই তিনি জন লোকক চাই দেখিলে,
যে, অগ্নিয়ে সিবিলাকর শরীর একো করিব পরা
নাই, সিবিলাকর মূরর চুলিও অকনকে পোড়া
নাই, বস্ত্রও বিকৃত হোৱা নাই, আরু গাত
২৮ অগ্নির গন্ধও নাই। তেতিয়া নবুখদ্নেচরে
এই কথা কলে, চদ্রক, মৈচক, আরু অবেদ-
নগোর যি জনা ঈশ্বরে আপোন দূত পঠাই
আপোনার দাসবিলাকক রক্ষা করিলে, তেওঁ
ধন্য; সিবিলাকে তেওঁত বিশ্বাস করি রাজাজ্ঞা
লঙ্ঘন করিলে, আরু আপোনাবিলাকর ঈশ্বরর
বাহিরে আন দেৱতাক যেন সেৱাপূজা করিব
লগীয়া নহয়, এই নিমিত্তে আপোন আপোন
২৯ শরীর সোধাই দিলে। এতেকে ময় এই আজ্ঞা
দিছোঁ, যে, সকলো জাতির, দেশর, আরু ভাষার
যি লোকবিলাকে চদ্রক, মৈচক, আরু অবেদ-
নগোর ঈশ্বরর অহিতে কোনো ভ্রান্তির কথা কব,
সিহঁতক ডোখরডোখরকৈ কটা যাব, আরু সিহঁ-
তর ঘর গোবরর দ'ম যেন করা হব; কিয়নো এই
দরে উদ্ধার করিব পরা আন কোনো দেৱতা নাই।
৩০ তেতিয়া রজাই চদ্রক, মৈচক, আরু অবেদ-নগোক
বাবিল প্রদেশর আরু ওখ পদলৈ নিলে।

নবুখদ্নেচর রজা বলীয়া হৈ যোৱার বিষয়।

৪ গোটেই পৃথিবীত থকা সকলো জাতির,
দেশর, আরু ভাষার লোকবিলাকলৈ নবুখদ্-
নেচর রজার জাননী। তোমালোকলৈ অতিশয়
২ কুশল হওক। সর্ব্বোপরি ঈশ্বরে মোত যি যি
অদ্ভুত লক্ষণ আরু আশ্চর্য্য কার্য্য দেখু-
রালে, সেই সকলোকে ময় প্রচার করা উচিত
৩ বুজিলোঁ। তেওঁর অদ্ভুত লক্ষণবোর কেনে মহৎ!
আরু তেওঁর আশ্চর্য্য কার্য্যবোর কেনে গুরুতর!
তেওঁর রাজ্য চিরকলীয়া রাজ্য, আরু তেওঁর
রাজশাসন পুরুষানুক্রমে থাকে।

৪ ময় নবুখদ্নেচরে আপোন ঘরত শান্তিয়ে
আরু আপোন রাজগৃহত কুশলে আছিলোঁ,
৫ এনে সময়ত ময় এটা ভয় লগা সপোন
দেখিলোঁ; আরু ময় শয়ন করা কালত নানা
চিন্তা আরু মানসিক দর্শনে মোক ব্যাকুল
৬ করিলে। এই হেতুকে সেই সপোনর কলিতা
মোক জনাবর নিমিত্তে বাবিলর সকলো বিদ্বান
লোকক মোর ওচরলৈ আনিবলৈ ময় আজ্ঞা
৭ করিলোঁ। পাছে শাস্ত্রজ্ঞ, গণক, কল্দীয়া,
আরু জ্যোতিষীয়াবিলাক মোর ওচরলৈ আহি-
লত, ময় সিবিলাকর আগত সেই সপোন
কলোঁ; কিন্তু সিবিলাকে মোক তার কলিতা
৮ কব নোৱারিলে। শেষত মোর দেৱতার নাম
অনুসারে যার নাম বেল্টচচর, আরু যার
অন্তরত পবিত্র দেৱতাবিলাকর আত্মা আছে,
সেই দানিয়েল মোর আগলৈ আহিলত, ময়
৯ তেওঁর আগত মোর সপোন কলোঁ, যে, হে
শাস্ত্রজ্ঞবিলাকর প্রধান অধ্যক্ষ বেল্টচচর, ময়
জানিছোঁ, তোমাত পবিত্র দেৱতাবিলাকর আত্মা
আছে, আরু কোনো নিগূঢ় বাক্য তোমালৈ
টান নহয়; এই হেতুকে, ময় সপোনত যি যি
দেখিলোঁ, সেইবোর, বিশেষকৈ তার কলিতা
১০ মোক বুজুউৱা। শয়ন করা কালত মোর মান-
সিক দর্শন এই, ময় চাই দেখিলোঁ, যে, পৃথি-
বীর মাজত এজোপা গছ উৎপন্ন হল, সি
১১ অতিশয় ওখ। সেই গছ বাঢ়ি অতি শকত হল,
আরু ওখই আকাশ চুকি পোৱা হল, আরু
গোটেই পৃথিবীর অন্তর পরা তাক দেখা গল।
১২ তার পাতবোর সুন্দর, তার গুটী অধিক, আরু
সকলোরে নিমিত্তে তাত খোৱা বস্তু আছিল;
তার তলত বনরীয়া জন্তুবোরে ছাঁ লৈছিল,
তার ডালবোরত আকাশর পক্ষীবোরে বাহ
লৈছিল, আরু সকলো প্রাণীয়ে তার পরা আহার
১৩ পাইছিল। ময় শয়ন করা কালত মানসিক দর্শ-
নত চাই দেখিলোঁ, যে, এজন প্রহরী অর্থাৎ এজন
১৪ পবিত্র লোক স্বর্গর পরা নামি আহিল। তেওঁ
রিঙিয়াই কলে, তোমালোকে গছজোপা কাটা,
তার ডালবোর কাটি পেলোৱা, তার পাতবোর
চুচি পেলোৱা, আরু তার গুটীবোর সিঁচরতি
করি পেলোৱা; তার তলর পরা জন্তুবোর,
আরু তার ডালবোরর পরা পক্ষীবোর পলাই
১৫ যাওক। কিন্তু তোমালোকে তার মুঢ়াটো লোহা
আরু পিত্তলর শিকলিয়ে বান্ধি মাটীত পথারর
কুমলীয়া ঘাঁহর মাজত রাখা। সি আকাশর
নিয়রত তিতোক; আরু পশুবোরর লগত পৃথি-
১৬ বীর ঘাঁহত তার ভাগ হওক। তার মনুষ্যহৃদয়
নোহাকি সলনি হওক, তাক পশুর হৃদয় দিয়া
হওক, আরু তার ওপরত সাত কাল যাওক।

১৭ মনুষ্যবিলাকর রাজ্যত সর্ব্বোপরিজনাই যে শাসন
করে, আরু যাকে তাক দিবলৈ ইচ্ছা করে, তাকে
তাক দিয়ে, আরু মানুহবিলাকর মাজত অতি নীহ
লোককো তার ওপরত নিযুক্ত করে, এই সকলোকে
জীয়াই থকা লোকবিলাকে জানিবর নিমিত্তে,
প্রহরীবিলাকর আদেশেরে এই দণ্ডাজ্ঞা হৈছে,
আরু পবিত্রবিলাকর বাক্যেরে এই হুকুম হৈছে।
১৮ ময় নবুখদ্‌নেচর রজাই এই সপোন দেখিলোঁ;
এতিয়া হে বেল্‌টচ্চর, তুমি ইয়ার ফলিতা
কোৱা; কিয়নো মোর রাজ্যত থকা কোনো
বিদ্বান লোকে মোক ইয়ার ফলিতা কব পরা
নাই; কিন্তু তুমি কব পারিবা, কিয়নো তোমার
অন্তরত পবিত্র দেৱতাবিলাকর আত্মা আছে।
১৯ তেতিয়া বেল্‌টচ্চর নামেরে প্রখ্যাত দানি-
য়েলে অলপ বেলি তধা লাগি চিন্তাত ব্যাকুল
হল। তাতে রজাই উত্তর দি কলে, হে বেল্‌টচ্চর,
সেই সপোন আরু তার ফলিতাই তোমাক ব্যাকুল
নকরোক। বেল্‌টচ্চরে উত্তর দি কলে, হে মোর
প্রভো, আপোনাক ঘিণ করোঁতাবোরলৈ এই
সপোন, আরু আপোনার বৈরীবোরলৈ ইয়ার
২০ ফলিতা হওক। আপুনি দেখা যি গছ বাঢ়ি
শকত হল, ওখই আকাশ চুকি পোৱা হল,
আরু পৃথিবীর সকলো ঠাইর পরা তাক দেখা
২১ গল, যার পাত সুন্দর আরু যার গুটি অধিক আ-
ছিল, যিহত সকলোরে নিমিত্তে খোৱা বস্তু আ-
ছিল, যার তলত বনরীয়া জন্তুবোরে বাস করি-
ছিল, আরু যার ডালবোরত আকাশর পক্ষী-
বোরে বাহ লৈছিল, হে মহারাজ, সেই গছজোপা
২২ আপুনিয়েই। আপুনি বাঢ়ি বলৱান হৈছে;
কিয়নো আপোনার মহিমা বাঢ়ি আকাশ চুকি
পোৱা হল; আরু আপোনার রাজত্ব পৃথিবীর
২৩ অন্তলৈকে হল। আরু রজাই দেখিছিল, যে,
এজন প্রহরী অর্থাৎ পবিত্র লোকে স্বর্গর পরা
নামি আহি কলে, "তোমালোকে গছজোপা
কাটি পেলাই নষ্ট করা; কিন্তু তার মুঢ়াটো লোহা
আরু পিত্তলর শিকলিরে বান্ধি মাটীত পথা-
রর কুমলীয়া ঘাঁহর মাজত রাখা; তাতে, সাত
কাল নেযায়মানে, সি আকাশর নিয়রত তিতিব,
আরু পথারর পশুবোরর লগত তার ভাগ হব।"
২৪ হে মহারাজ, ইয়ার ফলিতা এই, মোর প্রভু
মহারাজলৈ যি ঘটিব, সেয়ে সর্ব্বোপরিজনার
২৫ আজ্ঞা। মনুষ্যবিলাকর রাজ্যত যে সর্ব্বোপরি-
জনাই শাসন করে, আরু যাকে তাক দিবলৈ ইচ্ছা
করে, তাকে তাক দিয়ে, আপুনি ইয়াক নজনা-
লৈকে মনুষ্যসমাজর পরা দূরীকৃত হৈ পথারর
পশুবোরর লগত বাস করিব, গরুর নিচিনাকৈ
আপোনাক ঘাঁহ খুউৱা হব, আপুনি আকাশর
নিয়রত তিতিব, আরু আপোনার ওপরত সাত
২৬ কাল যাব। কিন্তু গছর মুঢ়াটো যে রাখিবর
আজ্ঞা হৈছিল, তার অর্থ এই, স্বর্গই যে রাজ-
শাসন করে, ইয়াক আপুনি জনার পাছে আপো-
২৭ নার হাতত আপোনার রাজ্য থির হব। এই
হেতুকে, হে মহারাজ, মোর পরামর্শ আপোনার
আগত গ্রাহ্য হওক; আপুনি ধর্ম্মেরে আপোনার
পাপবোরর পরা, আরু দুঃখীয়াক দয়া করি
আপোনার অপরাধবোরর পরা আপোনাকে মুক্ত
করোক; তাতে কিজানি আপোনার শান্তিকাল
২৮ দীঘল হব। পাছে সেই সকলোরেই রজা নবুখদ্-
২৯ নেচরত ফলিয়ালে। বার মাহর শেষত বাবিলর
রাজগৃহর চালত তেওঁ অহাযোৱা করিছিল, এনে
৩০ সময়ত রজাই মাত লগাই কলে, ময় আপোন
বলর প্রতাপত, আরু আপোন রাজশ্রীর ছারায়
সম্মান পাবর অর্থে রাজধানীর নিমিত্তে সজা এই-
৩১ খন জানো মহাবাবিল নহয়? রজাই এই কথা কৈ
থাকোঁতেই, এই আকাশী বাণী হল, যে, হে নবু-
খদ্‌নেচর রজা, তোমার বিষয়ে আজ্ঞা দিয়া হল;
৩২ তোমার পরা তোমার রাজত্ব গল। মনুষ্যবিলাকর
রাজ্যত যে সর্ব্বোপরিজনাই শাসন করে, আরু
যাকে তাক দিবলৈ ইচ্ছা করে, তাকে তাক দিয়ে,
তুমি ইয়াক নজনালৈকে মনুষ্যসমাজর পরা দূরী-
কৃত হৈ পথারর পশুবোরর লগত বাস করিবা,
গরুর নিচিনাকৈ তোমাক ঘাঁহ খুউৱা হব, আরু
৩৩ তোমার ওপরত সাত কাল যাব। সেই মুহূর্ত্ততে
নবুখদ্‌নেচরত সেই কথা ফলিয়ালে; তেওঁ
মনুষ্যসমাজর পরা দূরীকৃত হৈ গরুর নিচিনাকৈ
ঘাঁহ খালে, আরু তেওঁর শরীর আকাশর
নিয়রত তিতিল; এই অবস্থাত থাকোঁতে তেওঁর
নোম কুরর পক্ষীর পাখির নিচিনাকৈ, আরু
তেওঁর নখ চরাইর নখর নিচিনাকৈ বাঢ়িল।
৩৪ পাছে সেই কালর শেষত ময় নবুখদ্‌নেচরে স্বর্গলৈ
দৃষ্টি করিলত, মোর জ্ঞান মোলৈ উলটি আহিল;
তাতে ময় সর্ব্বোপরিজনার ধন্যবাদ করিলোঁ,
আরু অনন্ত কাললৈকে জীয়াই থকা জনার প্রশংসা
আরু তেওঁক সমাদর করিলোঁ; কিয়নো তেওঁর
রাজশাসন চিরকলীয়া রাজশাসন, আরু তেওঁর
৩৫ রাজ্য পুরুষানুক্রমে থাকে। আরু তেওঁর সাক্ষাতে
আটাই পৃথিবীনিবাসী একো নোহোৱার নিচিনা
গণিত হৈছে; তেওঁ স্বর্গর বাহিনীবিলাকর আরু
পৃথিবীনিবাসীবিলাকর মাজত আপোন ইচ্ছা
অনুসারে কার্য্য করে; তেওঁর হাত রাখিব পরা,
নাইবা, তুমি কি করিছা বুলি তেওঁক কব পরা
৩৬ কোনো নাই। সেই সময়তে মোর জ্ঞান মোলৈ
উলটি আহিল, আরু মোর রাজ্যর গৌরবর
অর্থে মোর রাজশ্রী আরু মোর শোভা মোলৈ
ঘূরি আহিল; মোর মন্ত্রী আরু মহৎ লোক-
বিলাকে মোর লগত সাক্ষাৎ করিবলৈ বিচা-

রিলে ; মর্য় আপোন রাজ্যত পুনরায় স্থাপিত
হলোঁ, আরু মোর মহিমা অতিশয় অধিকরূপে
৩৭ বাঢ়িল। এতিয়া ময় নবুখদ্‌নেচরে সেই স্বর্গর
রজার প্রশংসা, গুণকীর্ত্তন, আরু তেওঁক সমা-
দর করিছোঁ ; কিয়নো তেওঁর সকলো কার্য্য
সত্য, আরু তেওঁর পথবোর ন্যায়, আরু গর্ব্ব-
আচরণ কৰোঁতাবোরক খর্ব্ব করিবলৈ তেওঁর
ক্ষমতা আছে।

বেল্‌চচর রজার ভোজ, আরু বাবিল
রাজ্যর পতন।

৫ এদিন বেল্‌চচর রজাই আপোনার এক
হাজার প্রধান লোকক এটা বড় ভোজ দিলে,
আরু সেই এক হাজার লোকর সাক্ষাতে দ্রাক্ষা-
২ রস পান করিলে। পাছে বেল্‌চচরে দ্রাক্ষারস
পান করি থাকোঁতে, যিরূচালেমত থকা মন্দিরর
পরা আপোন পিতৃ নবুখদ্‌নেচরে অনা সোণর
আরু রূপর পাত্রবোরত রজা আরু তেওঁর প্রধান
লোকবিলাকে, তেওঁর পত্নী আরু উপপত্নী-
বিলাকে পান করিবর অর্থে, সেই পাত্রবোর
৩ আনিবলৈ আজ্ঞা করিলে। তেতিয়া, যিরূচালে-
মত থকা মন্দির ঈশ্বরর গৃহর পরা অনা সেই
সোণর পাত্রবোর নিয়া হলত, রজা আরু
তেওঁর প্রধান লোকবিলাকে, তেওঁর পত্নী আরু
উপপত্নীবিলাকে সেইবোরত পান করিলে।
৪ সিবিলাকে দ্রাক্ষারস পান করি করি সোণ,
রূপ, পিত্তল, লোহা, কাঠ, আরু শিলর দেৱতা-
৫ বোরর প্রশংসা করিলে। সেই মুহূর্ত্ততে এজন
মানুহর হাতর আঙুলি ওলাই, রাজগৃহর দেয়ালত
লিপা চুণর ওপরত, ওলোমাই থোৱা প্রদীপর
আগত লিখিলে, আরু যি হাতে লিখিছিল,
৬ রজাই তার আগ ভাগ দেখিলে। তাতে রজার
মুখ বিবর্ণ হল, তেওঁ চিন্তাত ব্যাকুল হল, তেওঁর
কঁকালর যোড়া ঢিলা হৈ গল, আরু তেওঁর আঁঠুত
৭ আঁঠু লাগিবলৈ ধরিলে। রজাই বড় মাতেরে গণক,
কল্‌দীয়া, আরু জ্যোতিষীয়া লোকবিলাকক আ-
নিবলৈ আজ্ঞা করিলে। রজাই বাবিলর বিদ্বান-
বিলাকক কলে, যি কোনো মানুহে এই লিখা
কথা পাঠ করিব আরু ইয়ার অর্থ মোক জনাব,
তাক বেঙেনা বরণীয়া সাজেরে সজোৱা হব, তার
ডিঙিত সোণর হার দিয়া হব, আরু সি রাজ্যর
৮ তৃতীয় শ্রেণীর বিষয়া হব। তাতে রজার আটাই
বিদ্বান লোক ভিতর সোমাল ; কিন্তু সিবিলাকে
সেই লিখা কথা পাঠ করিব বা রজাক তার
৯ অর্থ জনাব নোৱারিলে। তেতিয়া বেল্‌চচর রজা
অতিশয় ব্যাকুল হল, তেওঁর মুখ বিবর্ণ হল,
আরু তেওঁর প্রধান লোকবিলাকো বিহ্বল হল।
১০ পাছে রজার আরু তেওঁর প্রধান লোকবিলাকর
সেই কথা শুনি রাণী ভোজর ঘরলৈ আহিল।
রাণীয়ে কলে, বোলে, মহারাজ চিরজীবী হওক ;
আপুনি চিন্তাত ব্যাকুল নহব, আরু আপো-
১১ নার মুখ বিবর্ণ নহওক। পবিত্র দেৱতাবিলাকর
আত্মা থকা এজন পুরুষ আপোনার রাজ্যর মাজত
আছে ; আপোনার পিতৃর দিনত তেওঁত বুদ্ধি,
বিবেচনা, আরু দেৱতাবিলাকর জ্ঞানর নিচিনা
জ্ঞান পোৱা গৈছিল। আপোনার পিতৃ নবুখদ্‌-
নেচর রজাই, হয় মহারাজ, আপোনার পিতৃয়ে
তেওঁক শাস্ত্রজ্ঞ, গণক, কল্‌দীয়া, আরু জ্যোতি-
১২ ষীয়াবিলাকর অধ্যক্ষ নিযুক্ত করিছিল ; কিয়নো
তেওঁর অন্তরত উত্তম আত্মা, জ্ঞান, বুদ্ধি, আরু
সপোনর ফলিতা কব পরা, নিগূঢ় বাক্য জনাব
পরা, আরু সংশয় দূর করিব পরা গুণ পোৱা
গৈছিল ; তেওঁর নাম দানিয়েল, রজাই তেওঁক
বেল্‌টচ্‌চর নাম দিছিল। এই হেতুকে সেই
দানিয়েলক মতা যাওক, তেওঁ অর্থ বুজাব।
১৩ তেতিয়া দানিয়েলক রজার ওচরলৈ নিয়া
হলত, রজাই দানিয়েলক কলে, বোলে, মোর
পিতৃ মহারজাই যিহূদা দেশর পরা অনা দে-
শান্তরিত যিহূদী লোকবিলাকর মাজত যি দা-
১৪ নিয়েল আছিল, সেই জন তুমি নে? তোমার
বিষয়ে ময় শুনিছোঁ, যে, তোমার অন্তরত দেৱতা-
বিলাকর আত্মা আছে, আরু তোমাত বুদ্ধি,
১৫ বিবেচনা, আরু উত্তম জ্ঞান পোৱা যায়। সম্প্রতি
এই লিখা কথা পাঠ করিবলৈ, আরু ইয়ার অর্থ
মোক বুজাবলৈ বিদ্বান আরু গণকবিলাকক মোর
ওচরলৈ অনা হল ; সিবিলাকে কথাখিনির অর্থ
১৬ মোক বুজাব নোৱারিলে। কিন্তু ময় তোমার বি-
ষয়ে শুনিছোঁ, যে, তুমি অর্থ বুজাব পারা, আরু
সংশয় দূর করিব পারা ; এতিয়া তুমি যদি এই
লিখা কথা পাঠ করিব, আরু ইয়ার অর্থ মোক
বুজাব পারা, তেন্তে তোমাক বেঙেনা বরণীয়া সা-
জেরে সজোৱা হব, তোমার ডিঙিত সোণর হার
দিয়া হব, আরু তুমি রাজ্যর তৃতীয় শ্রেণীর বিষয়া
১৭ হবা। তেতিয়া দানিয়েলে রজার আগত উত্তর
দি কলে, আপোনার বঁটা আপোনালৈ থাকোক,
আরু আপোনার পুরস্কার অন্যক দিওক ; তথাপি
ময় মহারাজর আগত এই লিখা কথা পাঠ করিম,
১৮ আরু ইয়ার অর্থ মহারাজক বুজাম। হে মহারাজ,
সর্ব্বোপরি ঈশ্বরে আপোনার পিতৃ নবুখদ্‌নেচরক
রাজ্য, মহিমা, মর্য্যাদা, আরু রাজশ্রী দিছিল।
১৯ ঈশ্বরে তেওঁক দিয়া মহিমার কারণে, সকলো
জাতির, দেশর, আরু ভাষার লোকবিলাকে তেওঁর
সাক্ষাতে কঁপি আছিল, আরু ভয় করিছিল
তেওঁ আপোন ইচ্ছারে কোনোক বধ করিছিল,
আপোন ইচ্ছারে কোনোক জীয়াই রাখিছিল ;
আরু আপোন ইচ্ছারে কোনোক উন্নত করি-

ছিল, আপোন ইচ্ছারে কোনোক মত করি-
২০ ছিল। কিন্তু যেতিয়া তেওঁর মন ওকন্দি পড়িল,
আরু তেওঁর আত্মা কঠিন হৈ যোৱাত গর্ব্ব-
আচরণ করিলে, তেতিয়া তেওঁক রাজসিংহা-
সনর পরা খেদোৱা হল, আরু তেওঁর পরা তেওঁর
২১ গৌরব নিয়া হল। তেওঁ মনুষ্যসন্তানবিলাকর
মাজর পরা দূরীকৃত হল, তেওঁর হৃদয় পশুর সদৃশ
করা হল, বনরীয়া গাধর লগত তেওঁর বসতি হল,
তেওঁক গরুর নিচিনাকৈ ঘাঁহ খুউৱা হল, আরু
তেওঁর শরীর আকাশর নিয়রত তিতিল ; মনুষ্য
বিলাকর রাজ্যত যে সর্ব্বোপরি ঈশ্বরে শাসন
করে, আরু যাকে তার ওপরত নিযুক্ত করিবলৈ
ইচ্ছা করে, তাকে তার ওপরত নিযুক্ত করে,
তেওঁ ইয়াক নজনালৈকে সেই অৱস্থাত আছিল।
২২ হে বেল্‌চচর, তেওঁরেই পুত্র যি আপুনি, আপুনি
সেই সকলো জানিও, আপোনার মন নম্র করা
২৩ নাই। কিন্তু আপুনি স্বর্গর প্রভুর অহিতে আপো-
নাকে ওখ করিলে, আরু তেওঁর গৃহর নানা পাত্র
আপোনার আগলৈ অনা হলত, আপুনি আরু
আপোনার প্রধান লোকবিলাকে, আপোনার
পত্নী আরু উপপত্নীবিলাকে সেইবোরত দ্রাক্ষারস
পান করিলে, আরু রূপ, সোণ, পিতল, লোহা,
কাঠ, আরু শিলর যি দেৱতাবোরে নেদেখে,
নুশুনে, আরু একোকে নেজানে, আপুনি সেই-
বোরর প্রশংসা করিলে ; কিন্তু আপোনার নিশ্বাস
যি জনার হাতত আছে, আরু আপোনার সকলো
পথ যি জনার অধীন, আপুনি সেই ঈশ্বরক
২৪ সমাদর নকরিলে। এই নিমিত্তে তেওঁর সম্মুখর
পরা এই হাতর আগ পঠোৱা, আরু এই কথা
২৫ লিখা হল। লিখা কথাখিনি এই, "মিনে,
২৬ মিনে, তিকেল, উফর্চীন।" কথাখিনির অর্থ এই,
মিনে, [গণিত,] ঈশ্বরে আপোনার রাজ্য গণনা
২৭ করিলে, আরু শেষো করিলে ; তিকেল, [জোখা
হল,] আপোনাক তর্জ্জুত জোখা হল, আরু কম
২৮ পোৱা গল ; পিরেচ, [ভগ্ন,] আপোনার রাজ্য
ভাজি মাদীয়া আরু পারসীকবিলাকক দিয়া
২৯ হৈছে। তেতিয়া বেল্‌চচরর আজ্ঞাত, দানিয়েলক
বেঙেনা বরণীয়া বস্ত্র পিন্ধোৱা হল, তেওঁর ডিঙিত
সোণর হার দিয়া হল, আরু তেওঁ যে রাজ্যর
তৃতীয় শ্রেণীর বিষয়া হয়, তাক ঘোষণা করা
৩০ হল। সেই রাতিতে কল্‌দিয়ার রজা বেল্‌চচর
৩১ হত হল। পাছে মাদীয়া দারিয়াবচে রাজ্য
পালে ; তেতিয়া তেওঁর বয়স প্রায় বাষষ্টি বছর।

সিংহর মুখর পরা দানিয়েলে রক্ষা পোৱা।

৬ পাছে দারিয়াবচে উচিত দেখি, গোটেই
রাজ্যত ঠায়ে ঠায়ে থাকিবলৈ এশ বিশ জন
২ ক্ষিতিপাল নিযুক্ত করিলে ; আরু সেই ক্ষিতি-
পালবিলাকে যেন হিচাব দিয়ে, আরু রজার হানি
নহয়, এই নিমিত্তে সিবিলাকর ওপরত তিনি জন
প্রধান বিষয়া পাতিলে ; তেওঁবিলাকর ভিতরত
৩ এজন দানিয়েল আছিল। সেই কালত, এই দানি-
য়েলর অন্তরত উত্তম আত্মা থকাত, আন দুজন
প্রধান বিষয়াতকৈ আরু ক্ষিতিপালবিলাকতকৈ
তেওঁ প্রধান আছিল ; এই নিমিত্তে রজাই তেওঁক
সমুদায় রাজ্যর ওপরত নিযুক্ত করিবলৈ মন
৪ করিলে। তাতে আন দুজন প্রধান বিষয়া আরু
ক্ষিতিপালবিলাকে রাজকার্য্যর বিষয়ে দানিয়েলর
অহিতে ছিদ্র বিচারিলে, কিন্তু কোনো ছিদ্র কি
দোষ পাব নোৱারিলে ; কিয়নো তেওঁ বিশ্বাসী
আছিল, তেওঁত কোনো ভুল বা দোষ পোৱা
৫ নগল। তেতিয়া সেই মানুহবিলাকে কলে, আমি
সেই দানিয়েলর ঈশ্বরর ব্যৱস্থার বিষয়ে ছিদ্র নে-
পালে, তেওঁর অহিতে আন কোনো ছিদ্র নেপাম।
৬ পাছে সেই দুজন প্রধান বিষয়া আরু ক্ষিতি-
পালবিলাকে গোট খাই রজার ওচরলৈ গৈ এই
কথা কলে, মহারাজ দারিয়াবচ চিরজীবী হওক।
৭ হে মহারাজ, রাজ্যর প্রধান বিষয়া, প্রতিনিধি,
ক্ষিতিপাল, রাজমন্ত্রী, আরু দেশাধ্যক্ষবিলাকে
মন্ত্রণা করি, এই রাজাজ্ঞা স্থাপন করা আরু
দৃঢ় নিষেধ করা উচিত দেখিছে, যে, যি কোনো
মানুহে ত্রিশ দিনর ভিতরত, হে মহারাজ,
আপোনার বাহিরে আন কোনো দেৱতা বা
মানুহর আগত প্রার্থনা করিব, তাক সিংহর
৮ গাঁতত পেলোৱা যাব। এতিয়া মহারাজে এই
নিষেধ-আজ্ঞা স্থাপন করোক, আরু মাদীয়া ও
পারসীকবিলাকর অলর ব্যৱস্থা অনুসারে সলনি
করিব নোৱারাকৈ এই লিখা পত্রত চহি দিওক।
৯ এতেকে দারিয়াবচ রজাই, সেই লিখা আজ্ঞা
১০ আরু নিষেধ-পত্রত চহি দিলে। পত্রখনত চহি
দিয়া কথা দানিয়েলে জানি আপোনার ঘরলৈ
গল ; (সেই সময়ত তেওঁর ওপর খোঁটালির
যি খিলিকি দুৱারবোর যিরূচালেমর কালে
আছিল, সেইবোর মেলা আছিল ; ) আরু
তেওঁ আগেয়ে করা নিচিনাকৈ দিনটোর ভিতরত
তিনিবার আঁঠু পারি আপোন ঈশ্বরর আগত
১১ প্রার্থনা আরু তেওঁর স্তুতিগান করিলে। তেতিয়া
সেই মানুহবিলাকে গোট খাই আহি দানি-
য়েলক তেওঁর ঈশ্বরর আগত প্রার্থনা আরু মিনতি
১২ করা পালে। তাতে সিবিলাকে গৈ নিষেধ-পত্রর
বিষয়ে রজাক কলে, বোলে, যি কোনো মানুহে
ত্রিশ দিনর ভিতরত, হে মহারাজ, আপো-
নার বাহিরে আন কোনো দেৱতা বা মানুহর
আগত প্রার্থনা করিব, তাক সিংহর গাঁতত
পেলোৱা যাব, এনে নিষেধ-পত্রত জানো আপুনি
চহি দিয়া নাই ? রজাই উত্তর করিলে, হয়,

মাদীয়া আরু পারসীকবিলাকর অলর ব্যৱস্থা
১৩ অনুসারে সেই কথা থিৰ কৰা হল। তেতিয়া
সিবিলাকে ৰজাৰ আগত উত্তৰ দি কলে, হে
মহাৰাজ, দেশান্তৰিত যিহূদীবিলাকৰ মাজৰ যি
দানিয়েল, তেওঁ আপোনাক, আরু আপুনি চহি
দিয়া নিষেধ-পত্ৰকো নেমানে; কিন্তু প্ৰতিদিনে
১৪ তিনিবাৰ প্ৰাৰ্থনা কৰে। তাতে ৰজাই সেই কথা
শুনি অতিশয় বেজাৰ পালে, আরু দানিয়েলক
ৰক্ষা কৰিবলৈ বৰ মন কৰিলে, আরু বেলি মাৰ
নোযোৱালৈকে তেওঁক উদ্ধাৰ কৰিবলৈ অনেক
১৫ যত্ন কৰিলে। পাছে সেই মানুহবিলাকে আকৌ
গোট খাই ৰজাৰ ওচৰলৈ গৈ ৰজাক কলে, হে
মহাৰাজ, আপুনি জানিব, যে, ৰজাই স্থাপন
কৰা কোনো নিষেধ-আজ্ঞা বা বিধি সলনি হব
নোৱাৰে, মাদীয়া আরু পারসীকবিলাকৰ এই
১৬ ব্যৱস্থা। তেতিয়া ৰজাৰ আজ্ঞাৰে দানিয়েলক
নি সিংহৰ গাঁতত পেলোৱা হল। ৰজাই দানি-
য়েলক কলে, তুমি সদায় যি জনাৰ সেৱা কৰা,
তোমাৰ সেই ঈশ্বৰে তোমাক ৰক্ষা কৰিব।
১৭ পাছে এচটা শিল আনি গাঁতৰ মুখত দিয়া
হল; আরু দানিয়েলৰ বিষয়ে কোনো কথা
সলনি নহবৰ নিমিত্তে ৰজাই আপোনাৰ মোহ-
ৰেৰে, আরু আপোনাৰ প্ৰধান লোকবিলাকৰ
১৮ মোহৰেৰে তাত ছাব মাৰিলে। আরু ৰজাই
আপোনাৰ ৰাজগৃহলৈ গৈ লঘোনে ৰাতি
নিয়ালে, আরু আপোনাৰ ওচৰলৈ কোনো
বাদ্যযন্ত্ৰ নিবলৈ নিদিলে, তেওঁৰ টোপ-
১৯ নিও নাহিল। পাছে ৰজাই ৰাতিপুৱা অতি
সোনকালে উঠি সিংহৰ গাঁতলৈ বেগাই গল।
২০ তেওঁ গাঁতলৈ গৈ দানিয়েলৰ ওচৰ পালত শোক-
ধ্বনিৰে দানিয়েলক মাতিলে; ৰজাই দানি-
য়েলক কলে, হে জীৱন্ত ঈশ্বৰৰ দাস দানি-
য়েল, তুমি সদায় যি জনাৰ সেৱা কৰা,
তোমাৰ সেই ঈশ্বৰে সিংহবোৰৰ পৰা তোমাক
২১ ৰক্ষা কৰিব পাৰিলে নে? তেতিয়া দানিয়েলে
২২ ৰজাক কলে, মহাৰাজ চিৰজীবী হওক। মোৰ
ঈশ্বৰে আপোন দূত পঠাই সিংহবোৰৰ মুখ বন্ধ
কৰিলে, আরু সিহঁতে মোক দুঃখ দিয়া নাই;
কিয়নো তেওঁ মোক নিৰ্দ্দোষী পালে; আরু হে
মহাৰাজ, আপোনাৰ সাক্ষাতেও ময় কোনো
২৩ দোষ কৰা নাই। তেতিয়া ৰজাই অতিশয় আ-
নন্দিত হৈ দানিয়েলক গাঁতৰ পৰা তুলিবলৈ
আজ্ঞা কৰিলে। তাতে, দানিয়েলক গাঁতৰ পৰা
তোলা হলত, তেওঁৰ গাত কোনো প্ৰকাৰ দুঃখ
পোৱাৰ চিন দেখা নগল; কাৰণ আপোন ঈশ্বৰত
২৪ তেওঁৰ বিশ্বাস আছিল। পাছে ৰজাৰ আজ্ঞাৰে,
দানিয়েলৰ অহিতে চুক্তি লগোৱাবোৰক আনি
আপোন আপোন লৰা তিৰুতাবোৰে সৈতে
সিংহৰ গাঁতত পেলোৱা হল; তাতে সিহঁতে
গাঁতৰ তলি নৌ পাওঁতেই সিংহবোৰে সিহঁতক
আক্ৰমণ কৰি সিহঁতৰ হাড়বোৰ গুৰি কৰিলে।
২৫ তেতিয়া দাৰিয়াবচ ৰজাই গোটেই পৃথিবী-
নিবাসী সকলো জাতিৰ, দেশৰ, আরু ভাষাৰ
লোকবিলাকলৈ এই পত্ৰ লিখিলে, বোলে,
২৬ তোমালোকলৈ অতিশয় কুশল হওক। ময় এই
আজ্ঞা প্ৰচাৰ কৰিছোঁ, যে, মোৰ ৰাজ্যৰ অধীনৰ
সকলো ঠাইৰ লোকবিলাকে দানিয়েলৰ ঈশ্বৰৰ
সাক্ষাতে কম্পমান হওক, আরু তেওঁক ভয়
কৰোক; কিয়নো তেওঁ জীৱন্ত ঈশ্বৰ, আরু সদা-
কাললৈকে থাকোঁতা; তেওঁৰ ৰাজ্য অবি-
২৭ নাশী, তেওঁৰ ৰাজশাসন শেষলৈকে থাকিব। যি
জনাই দানিয়েলক সিংহবোৰৰ হাতৰ পৰা ৰক্ষা
কৰিলে, তেৱেঁই নিস্তাৰকৰ্ত্তা আরু উদ্ধাৰকৰ্ত্তা;
তেওঁ স্বৰ্গত আরু পৃথিবীত অদ্ভুত লক্ষণ আরু
২৮ আশ্চৰিত কাৰ্য্য দেখুৱাওঁতা। এই ৰূপে দানি-
য়েল দাৰিয়াবচৰ আরু পাৰস্যৰ কোৰচৰ
ৰাজত্বৰ কালত ভাগ্যৱান হৈ উঠিল।

দানিয়েলে দৰ্শনত দেখা চাৰিটা জন্তুৰ
বিষয়।

৭ বাবিলৰ ৰজা বেল্‌চচৰৰ ৰাজত্বৰ প্ৰথম
বছৰত, দানিয়েলে শয়ন কৰা কালত সপোন
আরু মানসিক দৰ্শন পালে; তেতিয়া তেওঁ সেই
সপোন লিখি তাৰ সাৰ কথা প্ৰকাশ কৰিলে।
২ দানিয়েলে কলে, বোলে, ময় ৰাতি দৰ্শনত চাই
দেখিলোঁ, যে, মহাসমুদ্ৰৰ ওপৰত আকাশৰ
৩ চাৰি বায়ু প্ৰচণ্ড বেগেৰে বলাইছে। আরু সমুদ্ৰৰ
পৰা চাৰিটা বৃহৎ জন্তু ওলাই আহিল; সিহঁতৰ
৪ আকাৰ বেলেগ বেলেগ আছিল। প্ৰথমটো
সিংহৰ নিচিনা, আরু কুৰৰ পক্ষীৰ ডেউকাৰ
নিচিনা তাৰ ডেউকা আছিল; ময় চাই
থাকোঁতে থাকোঁতে, তাৰ সেই ডেউকা দুখন
তাৰ পৰা এড়ুউৱা হল; পাছে তাক মাটীৰ
পৰা তুলি মানুহৰ নিচিনাকৈ ভৰিত ভৰ দিয়াই
থিয় কৰোৱা হল, আরু মানুহৰ হৃদয় তাক
৫ দিয়া গল। পাছে ময় আরু এটা জন্তু দেখিলোঁ;
সেই দ্বিতীয় জন্তু ভালুকৰ নিচিনা, সি একালৰ
ভৰিৰে ভৰ দি উঠিল, তাৰ মুখত দাঁতৰ মাজত
তিন্‌ডাল কামিহাড় আছিল; আরু তাক কোৱা
৬ গল, উঠ, অধিককৈ মঙহ খা। তাৰ পাছে ময়
চাই আরু এটা জন্তু দেখিলোঁ; সি নাহৰফুটুকী
বাঘৰ নিচিনা; তাৰ পিঠিত চৰাইৰ ডেউকাৰ
নিচিনা চাৰিখন ডেউকা আছিল, আরু সেই
জন্তুৰ চাৰিটা মূৰো আছিল; তাক ৰাজ্যভাৰ
৭ দিয়া হল। তাৰ পাছে ময় ৰাতি দৰ্শনত চাই
চতুৰ্থ এক জন্তু দেখিলোঁ; সি ভয়ঙ্কৰ, বলিষ্ঠ,

আৰু অতিশয় শক্তিমান; তাৰ লোহাৰ ডাঙৰ
দাঁত আছিল; সি খালে, ডোখৰ ডোখৰ কৰিলে,
আৰু অৱশিষ্টবোৰ ভৰিৰে গচকিলে; আৰু পূৰ্ব্বৰ
জন্তুবোৰতকৈ সি বেলেগ, আৰু তাৰ দহোটা
৮ শিঙ আছিল। ময় সেই শিঙলৈ মন কৰি
থাকোঁতেই, সেইবোৰৰ মাজত আৰু এটা সৰু
শিঙ ওলাল, আৰু তাৰ সাক্ষাতে পূৰ্ব্বৰ শিঙ-
বোৰৰ তিনিটা শিঙ উঘলা হল; সেই শিঙৰ
মানুহৰ চকুৰ নিচিনা দুটা চকু, আৰু বড় বড়
৯ কথা কোৱা এখন মুখ আছিল। পাছে ময়
চাই থাকোঁতে থাকোঁতে দেখিলোঁ, কেইখনমান
আসন স্থাপন কৰা হল, আৰু অনাদি কালৰ বৃদ্ধ-
জনা বহিল; তেওঁৰ বস্ত্ৰ হিমৰ নিচিনা শুক্লা,
আৰু চুলি মেৰৰ শুদ্ধ নোমৰ নিচিনা; তেওঁৰ
সিংহাসন অগ্নিশিখা, তাৰ চক্ৰবোৰ জলন্ত
১০ জুই। তেওঁৰ সম্মুখৰ পৰা এখন অগ্নিৰ নৈ
ওলাই বৈ গৈছিল; হাজাৰ হাজাৰে তেওঁৰ পৰি-
চৰ্য্যা কৰিছিল, আৰু অযুত অযুতে তেওঁৰ আগত
থিয় হৈ আছিল; পাছে বিচাৰসভা বহিল,
১১ আৰু পুথীবোৰ মেলা হল। সেই কালত ময়
চাই থাকোঁতে থাকোঁতে শিঙটোৱে কোৱা বড়
বড় কথাৰ শবদৰ কাৰণে,—ময় চাই থাকোঁতে
থাকোঁতে শেষত সেই জন্তু হত হল, আৰু তাৰ
শৰীৰ নষ্ট হল, তাক অগ্নিশিখাত পেলাই দিয়া
১২ হল। আৰু বাকী জন্তু কেইটাৰ বিষয়ে হলে,
সিহঁতৰ পৰা ৰাজ্যভাৰ নিয়া হল; তথাপি উপ-
যুক্ত সময় আৰু নিৰূপিত কাললৈকে সিহঁতৰ
১৩ আয়ুস দীঘলাই দিয়া হৈছিল। ময় ৰাত্ৰি দৰ্শ-
নত চাই দেখিলোঁ, আকাশৰ মেঘত মানুহৰ
পুত্ৰৰ নিচিনা এজনা পুৰুষ আহি সেই অনাদি
কালৰ বৃদ্ধজনাৰ ওচৰত উপস্থিত হল, সেই
১৪ জনাৰ আগলৈ তেওঁক অনা হল। আৰু সকলো
জাতিৰ, দেশৰ, আৰু ভাষাৰ লোকবিলাকে তেওঁৰ
সেৱা কৰিবৰ নিমিত্তে তেওঁক ৰাজশাসন, মহিমা,
আৰু ৰাজ্যভাৰ দিয়া হল; তেওঁৰ ৰাজশাসন
সদাকাললৈকে থকা ৰাজশাসন, সেয়ে কেতিয়াও
লুপ্ত নহব; আৰু তেওঁৰ ৰাজ্য অবিনাশী।
১৫ দানিয়েল যি ময়, মোৰ শৰীৰত মোৰ আত্মাই
যাতনা পালে, আৰু মোৰ মানসিক দৰ্শনে মোক
১৬ ব্যাকুল কৰিলে। পাছে থিয় হৈ থকাবিলাকৰ
মাজৰ এজনৰ ওচৰলৈ ময় গৈ, এই সকলোৰ
বিষয়ে তেওঁক ঠিক কথা সুধিলোঁ; তাতে তেওঁ
এই কথা কৈ সেই সকলোৰ অৰ্থ মোক বুজালে।
১৭ এই যি বৃহৎ জন্তু চাইটা আছে, এইবোৰ
১৮ পৃথিবীত হব লগীয়া চাৰি জন ৰজা। কিন্তু
সৰ্ব্বোপৰিজনাৰ পবিত্ৰ লোকবিলাকে ৰাজ্যভাৰ
পাব, আৰু যুগে যুগে অনন্ত কাললৈকে ৰাজত্ব
১৯ ভোগ কৰিব। তেতিয়া, আন সকলোতকৈ বেলেগ
আৰু অতি ভয়ানক, লোহাৰ দাঁত আৰু পিতলৰ
নখ থকা যি চতুৰ্থ জন্তুৱে খালে, ডোখৰ
ডোখৰ কৰিলে, আৰু অৱশিষ্টবোৰ ভৰিৰে
২০ গচকিলে, তাৰ বিষয়ে, আৰু তাৰ মুৰৰ দহোটা
শিঙৰ বিষয়ে, আৰু যি আন এটা শিঙ উৎপন্ন
হল, যাৰ আগত তিনিটা শিঙ পৰিল, অৰ্থাৎ
যাৰ চকু, আৰু বড় বড় কথা কোৱা মুখ
আছিল, আৰু আপোনাৰ লগৰীয়াবোৰতকৈ
অধিক গৰ্ব্বী দেখা গৈছিল, তাৰ বিষয়ে ময়
২১ ঠিক কথা জানিব খুজিলোঁ। ময় চাই থাকোঁতে
থাকোঁতেই সেই শিঙে পবিত্ৰবিলাকৰ লগত
২২ যুদ্ধ কৰি সিবিলাকক পৰাজয় কৰিলে; শেষত
সেই অনাদি কালৰ বৃদ্ধজনা আহিলত, সৰ্ব্বো-
পৰিজনাৰ পবিত্ৰ লোকবিলাকৰ হাতত বিচাৰ-
ভাৰ আৰু ৰাজ্যভাৰ দিয়া হল, আৰু পবিত্ৰ-
বিলাকে ৰাজ্য ভোগ কৰা সময় উপস্থিত হল।
২৩ সেই পুৰুষজনে এই কথা কলে, যি ৰাজ্য
সকলো ৰাজ্যতকৈ বেলেগ হব, গোটেই পৃথি-
বীক গ্ৰাস কৰিব, আৰু ভৰিৰে গচকি গুৰি
কৰিব, চতুৰ্থ জন্তুটোৱে পৃথিবীৰ এনে চতুৰ্থ
২৪ ৰাজ্য বুজায়। আৰু সেই দহোটা শিঙৰ অৰ্থ
এই, সেই ৰাজ্যৰ পৰা দহ জন ৰজা উৎপন্ন
হব; সিবিলাকৰ পাছত আন এজন ৰজা উৎপন্ন
হব; তেওঁ আগৰবিলাকতকৈ বেলেগ হব, তেওঁ
২৫ তিনি জন ৰজাক নত কৰিব। তেওঁ সৰ্ব্বো-
পৰিজনাৰ অহিতে কথা কব, সৰ্ব্বোপৰিজনাৰ
পবিত্ৰবিলাকক দুঃখ দিব, নিৰূপিত সময় আৰু
ব্যৱস্থা সলনি কৰিবলৈ মন কৰিব, আৰু এক
কাল, দুই কাল, আৰু আধা কাললৈকে সি-
বিলাকক তেওঁৰ হাতত সোধাই দিয়া হব।
২৬ কিন্তু বিচাৰসভা বহিব; তাতে তেওঁৰ ৰাজ্যভাৰ
তেওঁৰ পৰা নিয়া হব; আৰু শেষ নথকাকৈ
২৭ সেয়ে ক্ষয় পাই বিনষ্ট হব। ৰাজ্যভাৰ আৰু
ৰাজশাসন, আৰু গোটেই আকাশমণ্ডলৰ তলত
থকা ৰাজ্যবিলাকৰ মহিমা সৰ্ব্বোপৰিজনাৰ
পবিত্ৰ প্ৰজাবিলাকক দিয়া হব; তেওঁৰ ৰাজ্য
অনন্ত কাললৈকে থকা ৰাজ্য, আৰু সকলো
শাসনকৰ্ত্তাই তেওঁৰ সেৱা কৰিব, আৰু তেওঁৰ
২৮ আজ্ঞা পালন কৰিব। এইখিনিতে বৃত্তান্তনি
শেষ। দানিয়েল যি ময়, মোৰ চিন্তাই মোক বৰ
ব্যাকুল কৰিলে, আৰু মোৰ মুখ বিবৰ্ণ হল;
কিন্তু ময় সেই কথা মনত ৰাখিলোঁ।

দানিয়েলে দৰ্শনত দেখা মতা মেৰ আৰু মতা
ছাগৰ বিষয়।

৮ বেল্‌চচৰ ৰজাৰ ৰাজত্বৰ তৃতীয় বছৰত,
প্ৰথমে পোৱা দৰ্শনৰ পাছে ময় দানিয়েলে
২ আৰু এক দৰ্শন পালোঁ। আৰু ময় সেই দৰ্শনত

চাই থাকোঁতে দেখিলোঁ, চাই থাকোঁতে যেন মই
এলম প্ৰদেশৰ চূচন ৰাজকোঁঠত আছোঁ; আকৌ
সেই দৰ্শনত দেখিলোঁ, যেন মই উলয় নদীৰ
৩ পাৰত আছোঁ। তেতিয়া মই চকু তুলি চাই
দেখিলোঁ, নদীৰ সন্মুখত দুটা শিঙ থকা এটা
মটা মেৰ থিয় হৈ আছে; আৰু সেই শিঙ
দুটা দীঘল, কিন্তু এটা শিঙ আনটো শিঙতকৈ
৪ বৰ দীঘল; আৰু দীঘলটো পাছে গজিল। মই
দেখিলোঁ, সেই মেৰে পশ্চিম, উত্তৰ, আৰু
দক্ষিণ কাললৈ এনেকৈ খুন্দিয়াই ফুৰিছিল,
যে, তাৰ আগত কোনো জন্তু থিয় হব নোৱা-
ৰিলে, আৰু তাৰ হাতৰ পৰা উদ্ধাৰ কৰিব পৰা
কোনো নাছিল; কিন্তু সি আপোন ইচ্ছাৰে
৫ কাৰ্য্য কৰি কৰি মহান হৈ গল। ইয়াৰ বিষয়ে
বিবেচনা কৰোঁতে কৰোঁতে মই দেখিলোঁ, পশ্চিম
কালৰ পৰা এটা মটা ছাগ গোটেই পৃথিবীৰ
ওপৰেদি মাটীত ভৰি নিদিয়াকৈ আহিল; আৰু
সেই ছাগৰ চকু দুটাৰ মাজত এটা দেখনীয়াৰ
৬ শিঙ আছিল। পাছে, দুটা শিঙ থকা যি
মটা মেৰক মই নদীৰ সন্মুখত থিয় হৈ থকা
দেখিছিলোঁ, সেই ছাগে তাৰ ওচৰলৈ গৈ,
আপোনাৰ প্ৰচণ্ড ক্ৰোধত তাক আক্ৰমণ কৰিলে।
৭ মই তাক মেৰটোৰ ওচৰলৈ যোৱা দেখিলোঁ;
সি তাৰ ওপৰত খঙেৰে জলি উঠি সেই মেৰক
খুন্দা মাৰি তাৰ শিঙ দুটা ভাঙিলে; তাৰ
আগত থিয় হবৰ শক্তি সেই মেৰৰ আৰু
নেথাকিল; কিয়নো সি তাক মাটীত পেলাই
ভৰিৰে গচকিলে, তাৰ হাতৰ পৰা সেই মেৰক
৮ উদ্ধাৰ কৰিব পৰা কোনো নাছিল। এই ৰূপে
সেই ছাগটো অতিশয় মহান হল; কিন্তু সি
পৰাক্ৰমী হলত সেই ডাঙৰ শিঙটো ভাগি
থাকিল, আৰু তাৰ সলনি আকাশৰ চাৰি বায়ুৰ
দিশে চাৰিটা দেখনীয়াৰ শিঙ উৎপন্ন হল।
৯ আৰু সেইবোৰৰ এটাৰ পৰা সৰু শিঙ এটা
উৎপন্ন হৈ দক্ষিণ আৰু পূব কাললৈ আৰু দেশ-
১০ ৰত্নৰ কাললৈ অতিশয়ৰূপে বৃদ্ধি পালে। সি
আকাশমণ্ডলৰ বাহিনীবিলাকলৈকে বৃদ্ধি পাই,
সেই বাহিনীবিলাকৰ কিছুমানক, তৰাবোৰৰ
কিছুমানকেই মাটীত পেলাই ভৰিৰে গচকিলে।
১১ এনে কি, সি বাহিনীবিলাকৰ অধিপতিৰ অহি-
তেও আপোনাকে ডাঙৰ কৰি তেওঁৰ পৰা নিত্য
বলিদান গুচালে, আৰু তেওঁৰ ধৰ্ম্মধামস্থান
১২ লুটিয়াই পেলোৱা হল। আৰু দুষ্টজনৰ দ্বাৰায়
নিত্য বলিদানৰ ওপৰত এক বাহিনী নিযুক্ত
হল, আৰু সেই বাহিনীয়ে সত্যক মাটীত
পেলালে, আৰু ইচ্ছামতে কাৰ্য্য কৰি কৃতকাৰ্য্য
১৩ হল। পাছে মই পবিত্ৰ এজনে কথা কোৱা
শুনিলোঁ; আৰু যি জনে কৈছিল, তেওঁক আন
পবিত্ৰ জনে সুধিলে, নিত্য বলিদানৰ, আৰু
ধ্বংসকাৰী দুষ্টজনৰ, আৰু গচকিবৰ অৰ্থে ধৰ্ম্ম-
ধাম আৰু বাহিনীক সমৰ্পণ কৰা বিষয়ৰ যি
১৪ দৰ্শন, সেয়ে কিমান কালৰ নিমিত্তে? তাতে
তেওঁ মোক কলে, দুই হাজাৰ তিনি শ গোধূলি
আৰু ৰাতিপুৱাৰ নিমিত্তে; পাছত ধৰ্ম্মধাম শুচি
কৰা যাব।
১৫ মই, মই দানিয়েলেই এই দৰ্শন পাই, তাক
বুজিবৰ নিমিত্তে চেষ্টা কৰিলোঁ; তাতে পুৰুষৰ
আকৃতিৰে এজন লোক মোৰ সন্মুখত থিয়
১৬ হলহি। পাছে উলয় নদীৰ মাজৰ পৰা মই
এজন মানুহৰ মাত শুনিলোঁ; তেওঁ ৰিঙিয়াই
কলে, হে গাব্ৰীয়েল, সেই মানুহ জনক দৰ্শনটোৰ
১৭ অৰ্থ বুজাই দিয়া। তাতে, মই যি ঠাইত থিয় হৈ
আছিলোঁ, তেওঁ তালৈকে আহিল; পাছে তেওঁ
আহিলত, মই ভয় পাই উবুৰি হৈ পৰিলোঁ;
কিন্তু তেওঁ মোক কলে, হে মনুষ্যসন্তান, বুজি
১৮ লোৱা, কিয়নো এই দৰ্শন শেষকালবিষয়ক। তেওঁ
মোৰ লগত কথা হওঁতে, মই মাটীত উবুৰি হৈ
পৰি ঘোৰ নিদ্ৰা গলোঁ; কিন্তু তেওঁ মোক চুই
১৯ থিয় কৰাই কলে, দেখা, ক্ৰোধৰ কালৰ শেষ
সময়ত যি ঘটিব, তাক মই তোমাক বুজাওঁ;
২০ কিয়নো এয়ে নিৰূপিত শেষকালৰ কথা। দুটা
শিঙ থকা যি মেৰ তুমি দেখিছিলা, সি মাদিয়া
২১ আৰু পাৰস্যৰ ৰজা দুজনক বুজায়। আৰু সেই
নোমাল মটা ছাগ যাবনৰ ৰজা; আৰু তাৰ চকু
দুটাৰ মাজ ঠাইত থকা ডাঙৰ শিঙটো প্ৰথম
২২ ৰজা। আৰু সেয়ে ভাগি যোৱাৰ, আৰু তাৰ
সলনি আন চাৰিটা শিঙ উৎপন্ন হোৱাৰ অৰ্থ
এই, সেই ৰাজ্যৰ পৰা চাৰি ৰাজ্য উৎপন্ন হব,
২৩ কিন্তু তাৰ নিচিনা পৰাক্ৰমী নহব। সিবিলাকৰ
শেষ সময়ত, অধৰ্ম্মীবোৰৰ অধৰ্ম্ম পূৰ হলে,
ভয়ানক চেহাৰা থকা, আৰু প্ৰবঞ্চনাৰ কথাত
২৪ নিপুণ ৰজা এজন উৎপন্ন হব। তেওঁ বলত
পৰাক্ৰমী হব, কিন্তু নিজ বলেৰে নহয়; তেওঁ
বিস্ময় মনাকৈ সংহাৰ কৰিব, আৰু কৃতকাৰ্য্য
হৈ আপোন ইচ্ছামতে কাৰ্য্য কৰিব; তেওঁ শক্তি-
মন্ত লোকক আৰু পবিত্ৰ প্ৰজাবিলাকক সংহাৰ
২৫ কৰিব। আপোন বুদ্ধিৰ কাৰণে তেওঁ আপোন
হাতেৰে আপোনাৰ ছল সিদ্ধ কৰিব, আপোনাৰ
মনত আপোনাকে মহান কৰিব, আৰু নিশ্চিন্তে
থকা কালত অনেকক সংহাৰ কৰিব; তেওঁ অধি-
পতিবিলাকৰ অধিপতিৰো বিৰুদ্ধে থিয় হব,
২৬ কিন্তু বিনাহাতে ভগ্ন হব। গোধূলি আৰু ৰাতি-
পুৱাবিষয়ক যি দৰ্শনৰ কথা কোৱা গল, সেয়ে
যথাৰ্থ; কিন্তু তুমি এই দৰ্শন ছাব মাৰি বন্ধ
কৰা; কিয়নো এয়ে অনেক দিনৰ মূৰত ঘটিব লগা
২৭ কথা। পাছে মই দানিয়েলে মূৰ্চ্ছিত হৈ কিছু

ঢিনলৈ নরীয়া পড়ি আছিলোঁ, তার পাছত
উঠি রজার কাম করিলোঁ; সেই দর্শনর
কথাত মর বিস্ময় মানিলোঁ, কিন্তু কোনেও তাক
নুবুঝিলে।

দানিয়েলর প্রার্থনা, আরু দর্শনত দেখা
সত্তর সপ্তাহর বিষয়।

৯ মাদ্রীয়া বংশর অহচ্বেরোচর পুত্র যি
২ দারিয়ারচে কল্দিয়া রাজ্য পালে, তেওঁর
রাজত্বর প্রথম বছরত ময় দানিয়েলে, যিরু-
চালেম উচ্ছন্ন হোৱা দশার কাল পূর করিবলৈ
যিমান বছর লাগিব, যিহর বিষয়ে যিহোৱার
বাক্য যিরিমিয়া ভাববাদীর ওচরলৈ আহিছিল,
শাস্ত্রর দ্বারায় তার সংখ্যা সত্তর বছর বুলি
৩ বুঝিলোঁ। পাছে, লঘোন দি, চট কাপড় পিন্ধি,
ছাই লৈ, প্রার্থনা আরু মিনতিরে প্রভু ঈশ্বরর
অনুগ্রহ বিচারিবলৈ ময় তেওঁলৈ মুখ করিলোঁ।
৪ আরু মোর ঈশ্বর যিহোৱার আগত ময় প্রার্থনা
করি পাপ স্বীকার করি কলোঁ, হে প্রভো, হে
মহান, ভয়ানক, আরু তোমাক প্রেম কৰোঁতা
ও তোমার আজ্ঞা পালন কৰোঁতাবিলাকলৈ
৫ নিয়ম আরু দয়া রাখোঁতা ঈশ্বর, আমি পাপ
করিলোঁ, অপরাধ করিলোঁ, দুষ্কর্ম করিলোঁ,
আরু বিদ্রোহ-আচরণ করি তোমার বিধি ও
৬ শাসনপথ ত্যাগ করিলোঁ; আরু তোমার দাস
যি ভাববাদীবিলাকে আমার রজা, অধ্যক্ষ,
পূর্ব্বপুরুষ, আরু দেশর আটাই প্রজাবিলাকক
তোমার নামেরে কথা কলে, সিবিলাকলৈ আমি
৭ কাণ দিয়া নাই। হে প্রভো, ধার্ম্মিকতা তোমা-
রেই; কিন্তু আজি দেখার দরে আমার হলে
বিবর্ণ মুখ; যিহুদার লোকবিলাকর, যিরুচালেম-
নিবাসীবিলাকর, আরু তোমার বিরুদ্ধে সত্য-
লঙ্ঘন করার কারণে তোমার দ্বারায় দেশবিদেশে
ছিন্নভিন্ন হোৱা ওচরত থকা কি দূরত থকা
৮ সকলো ইস্রায়েলরেই বিবর্ণ মুখ; হে প্রভো,
আমার, আমার রজাবিলাকর, অধ্যক্ষবিলাকর,
আরু আমার পূর্ব্বপুরুষবিলাকর বিবর্ণ মুখ;
কিয়নো আমি তোমার অহিতে পাপ করিলোঁ।
৯ দয়া আরু ক্ষমা আমার প্রভু ঈশ্বররেই; কিয়নো
১০ আমি তেওঁর বিদ্রোহী হৈছোঁ; আরু আমার
ঈশ্বর যিহোৱার বাক্যলৈ আমি কাণ দিয়া নাই,
তেওঁ আপোনার দাস ভাববাদীবিলাকর দ্বারায়
আমার আগত যি সকলো ব্যৱস্থা রাখিলে, সেই
১১ মতে আমি চলা নাই; বরং গোটেই ইস্রায়েলে
তোমার বাক্য নুশুনিবর নিমিত্তে বিপথগামী হৈ
তোমার ব্যৱস্থা লঙ্ঘন করিলে; সেই নিমিত্তে
ঈশ্বরর দাস মোচির ব্যৱস্থাত লিখা শাও
আরু শপথ আমার ওপরত অধিক পরিমাণে
ঢলিয়ালে; কারণ আমি তেওঁর অহিতে পাপ
১২ করিলোঁ। আরু তেওঁ আমার ওপরত মহা-অমঙ্গল
ঘটাই, আমার বিরুদ্ধে, আরু আমার বিচার
করা বিচারকর্ত্তাবিলাকর বিরুদ্ধে নিজে কোৱা
বাক্য সিদ্ধ করিলে; কিয়নো যিরুচালেমলৈ
যি রূপ করা হল, গোটেই আকাশমণ্ডলর তলত
থকা কোনো ঠাইলৈ তেনে করা হোৱা নাই।
১৩ মোচির ব্যৱস্থাত যি রূপে লিখা আছে, সেই
রূপে এই সকলো অমঙ্গল আমালৈ ঘটিল;
তথাপি আমি আপোন আপোন অপরাধর পরা
উলটিবলৈ, নাইবা তোমার সত্যত বুদ্ধিরে চলিব-
লৈ, আমার ঈশ্বর যিহোৱার আগত অনুগ্রহ
১৪ প্রার্থনা করা নাই। এই হেতুকে যিহোৱাই
অমঙ্গল পর দি রাখি আমালৈ তাক ঘটালে;
কিয়নো আমার ঈশ্বর যিহোৱাই করা আটাই
কার্য্য ধর্ম্মময়, কিন্তু আমি তেওঁর বাক্যলৈ কাণ
১৫ দিয়া নাই। আরু, বলী হাতেরে মিচর দেশর
পরা আপোন প্রজাবিলাকক উলিয়াই আনি
আজিলৈকে কীর্ত্তিমন্ত হোৱা হে আমার প্রভু
ঈশ্বর, আমি পাপ করিলোঁ, আমি দুষ্কর্ম করি-
১৬ লোঁ। হে প্রভো, বিনয় কৰোঁ, তোমার সকলো
ধার্ম্মিকতা অনুসারে তোমার নগর যিরুচালেমর
পরা, তোমার পবিত্র পর্ব্বতর পরা তোমার ক্রোধ
আরু কোপ ঘুরোক; কিয়নো আমার পাপর
আরু আমার পূর্ব্বপুরুষবিলাকর অপরাধর কার-
ণেই, যিরুচালেম আরু তোমার প্রজা, আমার
চারিওফালে থকা সকলোরে ধিক্কারর বিষয়
১৭ হৈছে। এতেকে হে আমার ঈশ্বর, তোমার এই
দাসর প্রার্থনা আরু মিনতিলৈ কাণ দিয়া, আরু
নিজলৈ চাই, ধ্বংস করা তোমার ধর্ম্মধামলৈ
১৮ মুখ উজ্জ্বল করা। হে মোর ঈশ্বর, কাণ পাতি
শুনা, চকু মেলি আমার ধ্বংস করা ঠাইবোরলৈ,
আরু তোমার নামেরে প্রখ্যাত নগরখনলৈ দৃষ্টি
করা; কিয়নো আমার ধার্ম্মিকতার কারণে নহয়,
কিন্তু তোমার অধিক অনুগ্রহর কারণেহে আমি
তোমার আগত আমার বিনয়বাক্য উপস্থিত
১৯ করিছোঁ। হে প্রভো, শুনা; হে প্রভো, ক্ষমা
করা; হে প্রভো, কাণ দিয়া, আরু কার্য্য করা,
পলম নকরিবা; তোমার নগরখন আরু তোমার
প্রজাবিলাক তোমার নামেরে প্রখ্যাত হোৱার
কারণে, হে মোর ঈশ্বর, তুমি নিজলৈ চাই
কার্য্য করা।
২০ এই রূপে যি কালত ময় কথা কৈ প্রার্থনা
করি আপোন পাপ, আরু স্বজাতীয় ইস্রায়েল
লোকর পাপ স্বীকার করিছিলোঁ, আরু আপোন
ঈশ্বরর পবিত্র পর্ব্বতর নিমিত্তে আপোন ঈশ্বর
যিহোৱার আগত বিনয়বাক্য উপস্থিত করি-
২১ ছিলোঁ, এনে কি, যি কালত ময় প্রার্থনাবাক্য

হৈ আছিলোঁ, সেই সময়ত পূৰ্ব্বৰ দৰ্শনত দেখা
পুৰুষ গাব্ৰীয়েলে আজ্ঞা পাই বৰ বেগেৰে উড়ি
আহি সন্ধ্যাকালৰ বলিদান উৎসৰ্গ কৰা সময়ত
২২ মোক চুলে। তেওঁ মোক বুজাই দিলে, আৰু মোৰ
লগত কথাবাৰ্ত্তা হৈ কলে, হে দানিয়েল, তোমাক
২৩ বুজাত নিপুণ কৰিবলৈ ময় আহিলোঁ। তোমাৰ
বিনয়বাক্যৰ আৰম্ভনতে এটা কথা প্ৰকাশিত হল ;
তাতে ময় তাক তোমাৰ আগত কবলৈ আহিলোঁ,
কিয়নো তুমি অতি প্ৰিয় ; এই হেতুকে কথাটো
বিবেচনা কৰা, আৰু দৰ্শনৰ কথাবোৰ বুজা।
২৪ অধৰ্ম্ম শেষ কৰিবলৈ, পাপ অন্ত কৰিবলৈ,
অপৰাধ মোচন কৰিবলৈ, চিৰকলীয়া ধাৰ্ম্মিকতা
উপস্থিত কৰিবলৈ, দৰ্শন আৰু ভাববাণী মোহৰ
মাৰিবলৈ, আৰু মহাপবিত্ৰস্থান অভিষেক কৰি-
বলৈ তোমাৰ জাতিৰ আৰু তোমাৰ পবিত্ৰ নগৰৰ
২৫ নিমিত্তে সত্তৰ সপ্তাহ নিৰূপিত হল। এই হেতুকে
তুমি ইয়াক জ্ঞাত হোৱা আৰু বুজি লোৱা, যে,
যিৰূচালেমক পুনঃস্থাপন আৰু নিৰ্ম্মাণ কৰিবৰ
আজ্ঞা প্ৰকাশিত হোৱাৰে পৰা এজন অভিষিক্ত
অধিপতিলৈ সাত সপ্তাহ ; আৰু বাবষ্টি সপ্তাহত
সঙ্কটৰ কালতো তাৰ চক* আৰু খাবৈয়ে
২৬ সৈতে তাক পুনৰায় নিৰ্ম্মাণ কৰা হব। সেই
বাবষ্টি সপ্তাহৰ শেষত এজন অভিষিক্ত লোকক
উচ্ছেদ কৰা হব, আৰু তেওঁৰ সম্বন্ধীয়া কোনো
নেথাকিব ; আৰু আহিব লগা অধিপতিৰ প্ৰজা-
বিলাকে নগৰখন আৰু ধৰ্ম্মধাম বিনষ্ট কৰিব ;
জলপ্লাবনৰ দ্বাৰায় সেই জনৰ শেষ হব, আৰু
শেষলৈকে ৰণ হব ; ধ্বংস নিৰূপিত হৈছে।
২৭ এক সপ্তাহলৈকে, সেই জনে অনেকৰ লগত
এটা দৃঢ় নিয়ম কৰিব, আৰু সেই সপ্তাহৰ
আধা কালত বলিদান আৰু নৈবেদ্য স্থগিত
কৰিব ; পাছে ঘিণলগীয়া বস্তুৰ ডেউকাৰ ওপৰত
ধ্বংসক থাকিব, আৰু নিৰূপিত উচ্ছন্নতালৈকে
ধ্বংসকৰ ওপৰত ক্ৰোধৰূপ বৃষ্টি বৰ্ষোৱা হব।

দানিয়েলে ভাবী কালৰ বিষয়ে পোৱা দৰ্শন,
আৰু তেওঁৰ আগত কোৱা ভাববাণী।

১০ পাৰস্যৰ কোৰচ ৰজাৰ ৰাজত্বৰ তৃতীয়
বছৰত বেল্টচছৰ নামেৰে প্ৰখ্যাত দানি-
য়েলৰ আগত এটা কথা প্ৰকাশ কৰা হল ; সেই
কথা সত্য, আৰু মহাযুদ্ধবিষয়ক ; তেওঁ সেই
২ কথা বুজিলে, আৰু দৰ্শনৰ বিষয় জানিলে। সেই
সময়ত ময় দানিয়েলে পূৰা তিনি সপ্তাহ শোক
৩ কৰি আছিলোঁ। সেই তিনি সপ্তাহ পূৰ নোহো-
ৱালৈকে ময় সোৱাদ পিঠা নেখালোঁ, মাংস কি
দ্ৰাক্ষাৰস মোৰ মুখত নোসোমাল, আৰু ময় গাত
৪ তেলো নঘঁহিলোঁ। পাছে প্ৰথম মাহৰ চব্বিশ
দিনৰ দিনা, ময় হিদ্দেকল নামেৰে মহানদীৰ
৫ পাৰত থাকোঁতে, চকু তুলি চাই শণ সূতাৰ বস্ত্ৰ
পিন্ধা আৰু উফজৰ উত্তম সোণৰ টঙালিৰে
৬ কঁকাল বন্ধা এজন পুৰুষ দেখিলোঁ। তেওঁৰ শৰীৰ
বৈদূৰ্য্য মণিৰ নিচিনা, তেওঁৰ মুখ বিজুলীৰ
নিচিনা, তেওঁৰ চকু দুটা জ্বলি থকা দুটা অগ্নি-
য়াৰ নিচিনা, তেওঁৰ হাত ভৰি দেখোঁতে চকা
পিত্তলৰ নিচিনা, আৰু তেওঁ কথা কোৱাৰ শবদ
৭ লোকসমূহে কথা কোৱা শবদৰ নিচিনা। ময়
দানিয়েলে অকলেই এই দৰ্শন পালোঁ ; কিয়নো
মোৰ লগৰ লোকবিলাকে এই দৰ্শন নেপালে ;
কিন্তু সিবিলাকে অতিশয় কম্পমান হৈ আপো-
৮ নাবিলাকক লুকুৱাবলৈ পলাল। এই ৰূপে
ময় অকলেই অৱশিষ্ট থাকি সেই মহা-
দৰ্শন দেখা পালোঁ ; তাতে মোত একো বল
নেথাকিল ; কিয়নো মোৰ সুৰূপ গুচি কুৰূপ
হল, আৰু মোৰ গাত শক্তি নাইকিয়া হল।
৯ তথাপি তেওঁ কথা কোৱাৰ শবদ ময় শুনিলোঁ ;
তেওঁ কথা কোৱাৰ সেই শবদ শুনা কালত ময়
মাটীত উবুড়ি হৈ পড়ি ঘোৰ নিদ্ৰাত আছিলোঁ।
১০ তেতিয়া দেখা, এখন হাতে মোক চুই, আঁঠু আৰু
১১ দুই হাতৰ তলুৱাত মোক ভৰ দিয়ালে। পাছে
তেওঁ মোক কলে, হে দানিয়েল, হে প্ৰিয় পুৰুষ,
যি কথা ময় তোমাক কম, তাক বুজি লোৱা, আৰু
উঠি থিয় হোৱা ; কিয়নো মোক এতিয়া তোমাৰ
ওৰিলৈ পঠোৱা হল। তেওঁ মোক সেই কথা
১২ কলত, ময় উঠি থিয় হৈ কঁপিব ধৰিলোঁ। তেতিয়া
তেওঁ মোক কলে, হে দানিয়েল, ভয় নকৰিবা ;
কিয়নো তুমি বুজিবলৈ, আৰু আপোন ঈশ্বৰৰ
আগত আপোনাকে নম্ৰ কৰিবলৈ মন থিৰ
কৰাৰ প্ৰথম দিনৰে পৰা তোমাৰ বাক্য শুনা
গৈছে ; আৰু তোমাৰ বাক্যৰ কাৰণে ময় আহি-
১৩ লোঁ। কিন্তু পাৰস্য ৰাজ্যৰ ৰক্ষকদূত একৈশ দিন-
লৈকে মোৰ অহিতে থিয় হৈ আছিল; পাছে
দেখা, প্ৰধান ৰক্ষকদূতবিলাকৰ মাজৰ মীখায়েল
নামেৰে এজনে মোক সহায় কৰিবলৈ আহিল ;
তাতে ময় সেই ঠাইত পাৰস্যৰ ৰজাবিলাকৰ
১৪ ওৰিত থাকিবৰ আৱশ্যক নহল। এতিয়া শেষ-
কালত তোমাৰ জাতিলৈ যি ঘটিব, তাকে তোমাক
বুজাই দিবলৈ ময় আহিলোঁ ; কিয়নো এই দৰ্শনৰ
কথাবোৰ ঘটিবলৈ এতিয়াও বহুদিন আছে।
১৫ তেওঁ মোক এনেকুৱা কথা কলত, ময় মাটীলৈ
১৬ মুখ কৰি অবাক হৈ থাকিলোঁ। তাতে দেখা,
মনুষ্যসন্তানৰ নিচিনা এজন পুৰুষে মোৰ ওঁঠ
চুলত, ময় মুখ মেলিলোঁ, আৰু মোৰ আগত
থিয় হৈ থকা জনক কলোঁ, হে মোৰ প্ৰভো,

* নগৰৰ মাজৰ বা ৰাজদুৱাৰৰ ওচৰৰ যি মুকলি ঠাইত মানুহে কোনো কামকাৰ্য্য আৰু বেহাবেপাৰ আদি কৰে, আৰু সোধবিচাৰ কৰাযায়, এনে ঠাই বুজায়।

এই দৰ্শনৰ কাৰণে মোক মৰ্ম্মবেদনাই ধৰিছে,
১৭ মোৰ গাত একো শক্তি নাইকিয়া হল। কাৰণ
মোৰ প্ৰভুৰ এই দাসে কি ৰূপে মোৰ এই
প্ৰভুৰ লগত কথা হব পাৰে ? কিয়নো মোৰ
বিষয়ে কবলৈ গলে, তেতিয়াৰে পৰা মোৰ গাত
সমুলি বল নাইকিয়া হল, আৰু মোত উশাহো
১৮ নাইকিয়া হল। তেতিয়া মানুহৰ আকৃতিৰ সেই
পুৰুষজনে পুনৰায় চুই মোক সবল কৰিলে ;
১৯ আৰু তেওঁ কলে, হে প্ৰিয় পুৰুষ, ভয় নকৰিবা ;
তোমাৰ কুশল হওক ; তুমি সবল হোৱা, হয়,
সবল হোৱা। তেওঁ মোক কথা কলত, ময় সবল
হৈ কলোঁ, মোৰ প্ৰভুৱে কওক ; কিয়নো আপুনি
২০ মোক সবল কৰিলে। তেতিয়া তেওঁ মোক কলে,
ময় তোমাৰ ওচৰলৈ কি নিমিত্তে আহিলোঁ,
তাক তুমি জানিছা নে ? এতিয়া ময় পাৰস্যৰ
ৰক্ষকদূতৰ লগত যুদ্ধ কৰিবলৈ উলটি যাওঁ ;
আৰু দেখা, ময় ওচি গলেই যাবনৰ ৰক্ষক-
২১ দূতজন আহিব। সেয়ে যি হওক, সত্যৰ পুস্তকত
যি লিখা আছে, তাক ময় তোমাক জনাওঁ ;
সিবিলাকৰ অহিতে মোক সহায় কৰিবলৈ
তোমালোকৰ ৰক্ষকদূত মীখায়েলৰ বাহিৰে আৰু
কোনো নাই। আৰু মাদীয়া দাৰিয়াবচৰ

১১ ৰাজত্বৰ প্ৰথম বছৰত ময়েই তেওঁক সুস্থিৰ
আৰু সবল কৰিবলৈ থিয় হৈছিলোঁ।
২ সেয়ে যি হওক, এতিয়া ময় তোমাক সত্য
কথা জনাওঁ। দেখা, পাৰস্য দেশত আৰু তিনি
জন ৰজা উৎপন্ন হব ; পাছে চতুৰ্থ ৰজা সক-
লোতকৈ অধিক ধনৱান হব, আৰু তেওঁ আপোন
ধনসম্পত্তিৰে শক্তিমান হলে সকলোকে যাবন
৩ ৰাজ্যৰ বিৰুদ্ধে উচটাব। পাছে এজন পৰাক্ৰমী
ৰজা উৎপন্ন হব ; তেওঁ মহাশাসনেৰে শাসন
৪ কৰিব, আৰু আপোন ইচ্ছাৰে কাৰ্য্য কৰিব। তেওঁ
উৎপন্ন হলে তেওঁৰ ৰাজ্য ভগ্ন হৈ আকাশৰ চাৰি
বায়ুৰ দিশলৈ বিভক্ত হব ; কিন্তু তেওঁৰ ৰাজ্য
তেওঁৰ বংশৰ নিমিত্তে নহব, আৰু তেওঁ শাসন
কৰা ৰাজ্য অনুসাৰে নহব ; কিয়নো তেওঁৰ ৰাজ্য
উঘালি সিবিলাকক নিদি আনবিলাকক দিয়া
৫ হব। তাৰ পাছে দক্ষিণ দেশৰ ৰজা বলৱান হব ;
কিন্তু তেওঁৰ অধ্যক্ষবিলাকৰ মাজৰ এজনে তেওঁতৃ-
কৈয়ো বলৱান হৈ এক ৰাজ্য স্থাপন কৰিব,
৬ তেওঁৰ ৰাজ্য মহাৰাজ্য হব। আৰু কেইবছৰ-
মানৰ পাছে সিবিলাকে মিত্ৰি পাতিব, আৰু
সন্ধিৰ নিয়ম স্থিৰ কৰিবৰ নিমিত্তে দক্ষিণ দেশৰ
ৰজাৰ জীয়েক উত্তৰ দেশৰ ৰজাৰ ওচৰলৈ যাব ;
কিন্তু সেই কন্যাই নিজ বাহুবল ৰক্ষা নকৰিব,
আৰু সেই দক্ষিণ দেশৰ ৰজা ও তেওঁৰ বাহুবল
স্থায়ী নহব ; কিন্তু সেই কন্যাক, তেওঁক নিয়া-
বিলাকক, তেওঁক জন্ম দিয়া জনক, আৰু সেই
কালত তেওঁক গ্ৰহণ কৰা জনক আপদত সমৰ্পণ
৭ কৰা হব। তথাপি সেই কন্যাৰ পিতাৰ এটী
গজালিৰ পৰা এজন লোক আপোন পদত উৎপন্ন
হব ; তেওঁ সৈন্যসামন্ত লগত লৈ পৈ উত্তৰ
দেশৰ ৰজাৰ দুৰ্গত সোমাব, আৰু সিহঁতৰ
৮ বিৰুদ্ধে কাৰ্য্য কৰি জয়ী হব। আৰু সিহঁতৰ ঢলা
প্ৰতিমাবোৰ, আৰু সিহঁতৰ ৰূপ ও সোণৰ অতি
সুন্দৰ পাত্ৰবোৰে সৈতে সিহঁতৰ দেৱতাবোৰকো
তেওঁ মিচৰলৈ বন্দী কৰি নিব ; পাছে কেই-
বছৰমান উত্তৰ দেশৰ ৰজাৰ পৰা তেওঁ ক্ষান্ত হৈ
৯ থাকিব। আৰু সেই ৰজা দক্ষিণ দেশৰ ৰজাৰ
ৰাজ্যত সোমাব, কিন্তু নিজ দেশলৈ উলটি যাব।
১০ তেওঁৰ পুত্ৰেকবিলাকে যুদ্ধ কৰিব, অতি অধিক
সৈন্যসমূহ গোটাব ; সিহঁতে দেশত সোমাই
প্লাবন কৰি দেশৰ মাজেদি যাব, তাৰ পাছে
সিহঁতে উলটি তেওঁৰ দুৰ্গলৈকে যুদ্ধ কৰিব।
১১ তাতে দক্ষিণ দেশৰ ৰজাই অতিশয় ক্ৰুদ্ধ হৈ
যুদ্ধযাত্ৰা কৰি উত্তৰ দেশৰ ৰজাৰ লগত যুদ্ধ
কৰিব ; আৰু তেওঁ অধিক সৈন্যসমূহ গোটাব,
আৰু সেই সৈন্যসমূহক তেওঁৰ জিমা কৰি দিয়া
১২ হব। আৰু সেই অধিক সৈন্যসমূহৰ মন বাঢ়িব ;
তাতে তেওঁৰ সাহ বৃদ্ধি পাব, আৰু তেওঁ হাজাৰ
হাজাৰ লোকক নিপাত কৰিব, কিন্তু পৰাক্ৰমী
১৩ নহব। পাছে উত্তৰ দেশৰ ৰজা পুনৰায় আহিব ;
তেওঁ আগতকৈয়ো অধিক সৈন্যসমূহ গোটাই,
কিছু কাল গলে, কেইবছৰমানৰ মূৰত মহাসৈন্য-
১৪ সমূহ আৰু অধিক বস্তু লৈ আহিব। সেই কালত
দক্ষিণ দেশৰ ৰজাৰ বিৰুদ্ধে অনেক লোক উঠিব ;
আৰু এই দৰ্শনৰ কথা সিদ্ধ হবৰ নিমিত্তে তোমাৰ
স্বজাতীয়ৰ মাজৰ অত্যাচাৰীবোৰেও আপোনা-
১৫ বিলাকক ওখ কৰিব, কিন্তু পতিত হব। পাছে
উত্তৰ দেশৰ ৰজাই আহি হাদাম বান্ধি এখন
অতি দৃঢ় নগৰ হাত কৰি লব ; তাতে দক্ষিণ
দেশৰ ফৌজবোৰ আৰু তেওঁৰ মনোনীত লোক-
বিলাকে তিষ্টিব নোৱাৰিব, তিষ্টিবলৈ সিবিলা-
১৬ কৰ শক্তি নহব। কিন্তু তেওঁৰ বিৰুদ্ধে অহা জনে
আপোন ইচ্ছামতে কাৰ্য্য কৰিব, তেওঁৰ আগত
কোনেও তিষ্টিব নোৱাৰিব ; তেওঁ দেশৰত্ন
ভৰি দিব, আৰু তেওঁৰ হাতত সংহাৰ থাকিব।
১৭ তেওঁ সেই ৰজাৰ ৰাজ্যৰ সকলো দৃঢ় ঠাই লবলৈ
মন কৰিব, তেওঁৰে সৈতে নিয়ম পাতিব, আৰু
কৃতকাৰ্য্য হব ; আৰু ৰাজ্য নষ্ট কৰিবৰ মনেৰে
তেওঁ এজনী কন্যা তেওঁক দিব, কিন্তু সেই নিয়ম
১৮ নৰব, আৰু তেওঁৰ পক্ষে নহব। পাছে তেওঁ
দ্বীপবোৰৰ কালে মুখ কৰি অনেক দ্বীপ হাত
কৰি লব ; কিন্তু তেওঁ দিয়া অপমান এজন
সেনাপতিয়ে গুচাব, এনে কি, সেই অপমান
১৯ তেওঁৰ নিজৰ মূৰলৈ ঘূৰাব। তেতিয়া তেওঁ

আপোন দেশৰ দুৰ্গবোৰলৈ মুখ কৰিব, কিন্তু
খিখিনি পাই পতিত হব, তেওঁৰ উদ্দেশ আৰু
২০ পোৱা নেযাব। পাছে, যি জনে ৰাজ্যৰ শোভা-
স্থানৰ মাজেদি কৰ তোলা এজনক যাবলৈ দিব,
এনে এজন লোকে তেওঁৰ পদ পাব; এই জনো
অলপ দিনৰ ভিতৰতে বিনষ্ট হব, কিন্তু ক্ৰোধত
২১ আৰু যুদ্ধত নহয়। পাছে এজন নীহ মানুহে
তেওঁৰ পদ পাব; লোকবিলাকে তেওঁক সন্মান
কৰি ৰাজ্য নিদিব, কিন্তু তেওঁ নিৰাপদৰ কালত
২২ আহি খুচামুদেৰে ৰাজ্য লব। তেওঁৰ দ্বাৰায়
প্লাবনকাৰী সৈন্যসমূহ প্লাবিত হব, সিহঁত
ভগ্ন হব, আৰু নিয়মটিৰ বন্ধা অধিপতিজনো
২৩ ভগ্ন হব। তেওঁৰ লগত মিত্ৰতাৰ কথা থিৰ
কৰাৰে পৰা তেওঁ ছল কৰিব; কিয়নো তেওঁ
২৪ আহি অলপ সৈন্যৰেই জয়ী হব। তেওঁ নিৰা-
পদৰ কালত প্ৰদেশৰ অতি ঐশ্বৰ্য্যশালী ঠাই-
বোৰত সোমাব, আৰু তেওঁৰ বাপেক-ককাকে
যি কৰা নাই, তাক কৰিব; তেওঁ লুটদ্ৰব্য, কাঢ়ি
লোৱা বস্তু, আৰু ধনসম্পত্তি সিহঁতৰ মাজত
বিলাই দিব, এনে কি, কিছু কাল দুৰ্গবোৰৰ
২৫ বিৰুদ্ধেও কল্পনা কৰিব। আৰু তেওঁ মহাসৈন্য-
দল লগত লৈ দক্ষিণ দেশৰ ৰজাৰ বিৰুদ্ধে
আপোনাৰ বল আৰু সাহ বঢ়াব; তাতে দক্ষিণ
দেশৰ ৰজাই অতিশয় অধিক আৰু পৰাক্ৰমী
সৈন্যসমূহ লগত লৈ যুদ্ধ কৰিবলৈ ধৰিব, কিন্তু
তিষ্ঠিব নোৱাৰিব; কিয়নো লোকবিলাকে তেওঁৰ
২৬ অহিতে নানা কল্পনা কৰিব। যিবিলাকে তেওঁৰ
আহাৰ খায়, সিবিলাকেই তেওঁক নষ্ট কৰিব,
আৰু তেওঁৰ সৈন্যসমূহ অতি বেগেৰে পলাই যাব,
২৭ আৰু অনেক লোক হত হৈ পতিত হব। আৰু এই
দুজন ৰজাৰ বিষয়ে হলে, সিহঁতৰ অপকাৰ
কৰিবৰ মন; সিবিলাকে একে মেজতে বহি মিছা
কথা কব; কিন্তু সেয়ে সিদ্ধ নহব, কিয়নো নিৰূ-
২৮ পিত কালতহে সেই কথা ফলিয়াব। তেওঁ অনেক
ধনসম্পত্তি লৈ আপোন দেশলৈ উলটি যাব,
আৰু তেওঁৰ মন পবিত্ৰ নিয়মটিৰ অহিতে হব,
আৰু তেওঁ আপোন ইচ্ছামতে কাৰ্য্য কৰি নিজ
২৯ দেশলৈ উলটিব। নিৰূপিত কালত তেওঁ পুনৰায়
দক্ষিণ দেশত সোমাব; কিন্তু পূৰ্ব্বকালত যেনে
৩০ হৈছিল, পাছৰ কালত তেনে নহব। কিয়নো
কিত্তীমৰ জাহাজবোৰ তেওঁৰ বিৰুদ্ধে আহিব;
এই নিমিত্তে তেওঁ বেজাৰ পাই উলটি যাব,
আৰু পবিত্ৰ নিয়মটিৰ বিৰুদ্ধে ক্ৰোধ কৰি
ইচ্ছামতে কাৰ্য্য কৰিব; হয়, তেওঁ ঘূৰি আহি
পবিত্ৰ নিয়মটি ত্যাগ কৰা লোকবিলাকে
৩১ সৈতে মিল হব। আৰু তেওঁৰ ওচৰৰ পৰা এদল
সৈন্যই উঠি গৈ ধৰ্ম্মধাম অৰ্থাৎ দুৰ্গ অশুচি
কৰিব, আৰু নিত্য বলিদান গুচাই ধ্বংসকাৰী
৩২ ঘিণলগীয়া বস্তু স্থাপন কৰিব। আৰু খুচামুদী
বাক্যৰ দ্বাৰায় তেওঁ নিয়মলঙ্ঘনকাৰীবোৰক
ভ্ৰষ্ট কৰিব; কিন্তু যি প্ৰজাবিলাকে আপোন
ঈশ্বৰক জানে, সিবিলাক বলৱন্ত হৈ কৃতকাৰ্য্য
৩৩ হব। আৰু লোকবিলাকৰ মাজৰ জ্ঞানীবিলাকে
অনেকক শিক্ষা দিব; তথাপি সিবিলাকে কিছু
কাললৈ তৰোৱাল, অগ্নিশিখা, বন্দী-অৱস্থা,
৩৪ আৰু লুটত পতিত হব। পতিত হোৱা কালত
সিবিলাকে অলপ সহায় পাব, কিন্তু অনেকে
৩৫ খুচামুদী বাক্যেৰে সিবিলাকৰ লগ লব। আৰু
শেষৰ সময়লৈকে জ্ঞানীবিলাকক পৰীক্ষাসিদ্ধ,
পবিত্ৰ,আৰু শুক্লা কৰা হবৰ নিমিত্তে, সিবিলাকৰ
মাজৰো কোনো কোনো পতিত হব; কিয়নো
তেতিয়াও নিৰূপিত কাল উপস্থিত হবলৈ সময়
৩৬ থাকিব। তাৰ পাছে ৰজাই আপোন ইচ্ছামতে
কাৰ্য্য কৰিব, আৰু আটাই দেৱতাবোৰতকৈ
আপোনাকে বড় জ্ঞানী বুলি অহঙ্কাৰ কৰিব,
আৰু ঈশ্বৰবিলাকৰো ঈশ্বৰৰ অহিতে বিস্ময়-
জনক কথা কব, আৰু ক্ৰোধ সিদ্ধ নোহোৱা-
লৈকে ভাগ্যৱান হব; কিয়নো যি নিৰূপিত,
৩৭ তাকেই কৰা যাব। আৰু তেওঁ আপোন পূৰ্ব্ব-
পুৰুষবিলাকৰ দেৱতাবোৰক নেমানিব, আৰু
তিৰুতা মানুহৰ প্ৰিয়া দেৱীক, নাইবা কোনো
দেৱতাকো নেমানিব; কিয়নো তেওঁ আপোনাকে
৩৮ সকলোতকৈ বড় বুলি জ্ঞান কৰিব। কিন্তু দুৰ্গ-
দেৱতাৰ ঠাইত তেওঁ দুৰ্গদেৱতাক সন্মান কৰিব,
আপোনাৰ পূৰ্ব্বপুৰুষবিলাকে নজনা দেৱতা
এজনক সোণ, ৰূপ, মণি, আৰু মনোহৰ বস্তুৰে
৩৯ সন্মান কৰিব। আৰু তেওঁ বিজাতীয় দেৱতা এজ-
নৰ সাহায্যত অতি দৃঢ় দুৰ্গবোৰৰ বিৰুদ্ধে কাৰ্য্য
কৰিব; যিমান লোকে তেওঁৰ অধীনতা স্বীকাৰ
কৰিব, সেই সকলোকে তেওঁ অতি সন্মান কৰিব,
আৰু অনেকৰ ওপৰত ৰাজপদ দিব, আৰু বঁটা-
৪০ ৰূপে মাটি ভাগ কৰি দিব। পাছে শেষকালত
দক্ষিণ দেশৰ ৰজাই তেওঁৰ লগত যুদ্ধ কৰিব, আৰু
উত্তৰ দেশৰ ৰজাই ৰথ, অশ্বাৰোহী, আৰু অনেক
জাহাজেৰে সৈতে বানাৰলি বতাহৰ দৰে তেওঁৰ
বিৰুদ্ধে আহিব, আৰু নানা দেশত সোমাই
৪১ প্লাবন কৰি মাজেদি ওলাই যাব। তেওঁ দেশ-
ৰত্নতো সোমাব, আৰু অনেক দেশ পৰাজিত
হব; কিন্তু ইদোম, মোৱাব, আৰু অম্মোনৰ
সন্তানবিলাকৰ প্ৰধান ভাগ তেওঁৰ হাতৰ পৰা ৰক্ষা
৪২ পাব। তেওঁ নানা দেশৰ ওপৰত হাত দিব, আৰু
৪৩ মিচৰ দেশ ৰক্ষা নেপাব। আৰু সাঁচি থোৱা
সোণ ৰূপ আদি মিচৰীয়াবিলাকৰ আটাই বহু-
মূল্য বস্তুৰ ওপৰত তেওঁৰ ক্ষমতা চলিব; লুবীয়া
আৰু কূচীয়াবিলাক তেওঁৰ খোজে খোজে যাব।
৪৪ কিন্তু পূব আৰু উত্তৰৰ পৰা অহা সংবাদে তেওঁক

সমস্ত দুঃখ দিব; তাতে তেওঁ বিনষ্ট কৰিবলৈ,
আৰু অনেকক নিঃশেষে সংহাৰ কৰিবলৈ মহা-
৪৫ ক্ৰোধেৰে যাত্ৰা কৰিব। সমুদ্ৰ আৰু পবিত্ৰ গিৰি-
ৰত্নৰ মাজ ঠাইত তেওঁ আপোনাৰ ৰাজতাম্বু তৰিব;
তথাপি তেওঁৰ অন্ত উপস্থিত হব, তেওঁক সহায়
১২ কৰোঁতা কোনো নহব। সেই কালত, তোমাৰ
জাতিৰ লোকবিলাকৰ বংশক ৰক্ষা কৰোঁতা
মহাৰক্ষকদূত মীখায়েল উঠি থিয় হব; আৰু
কোনো জাতি উৎপন্ন নোহোৱা কালৰে পৰা সেই
কাললৈকে যেনে সঙ্কট কেতিয়াও হোৱা নাই,
এনে সঙ্কটৰ কাল হব; আৰু সেই কালত পুস্তক-
খনিত নাম লিখা তোমাৰ আটাই স্বজাতীয়
২ লোকে উদ্ধাৰ পাব। আৰু পৃথিবীৰ ধূলিত
শোৱা আটাই লোকে সাৰ পাব; কেতবিলাকে
অনন্ত জীৱন, আৰু কেতবিলাকে অনন্ত লাজ আৰু
৩ ঘিণৰ নিমিত্তে সাৰ পাব। যিবিলাক জ্ঞানী,
সিবিলাক আকাশৰ দীপ্তিৰ নিচিনাকৈ, আৰু
যিবিলাকে অনেকক ধাৰ্ম্মিক কৰে, সিবিলাক
তৰাবোৰৰ নিচিনাকৈ সদাকাল জিলিকি
৪ থাকিব। কিন্তু হে দানিয়েল, তুমি শেষকাল-
লৈকে এই বাক্যবোৰ বন্ধ কৰি ৰাখা, আৰু
এই পুস্তক মোহৰ মাৰা; অনেকে ইকালে
সিকালে লৰ ধৰিব, আৰু জ্ঞান বৃদ্ধি হব।
৫ তেতিয়া মই দানিয়েলে চাই আৰু দুজন পুৰুষ
দেখিলোঁ; সিবিলাকৰ মাজৰ এজন ইপাৰে আৰু
জন সিপাৰে নদীৰ পাৰত থিয় হৈ আছিল।
৬ আৰু নদীৰ পানীতকৈ ওখ ঠাইত থিয় হোৱা
শণ সূতাৰ বস্ত্ৰ পিন্ধা পুৰুষজনক সিবিলাকৰ
এজনে সুধিলে, এই আশ্চৰ্য্যিত কথাবোৰ সিদ্ধ
৭ হবলৈ কিমান কাল লাগিব? পাছে নদীৰ
পানীতকৈ ওখ ঠাইত থিয় হোৱা শণ সূতাৰ বস্ত্ৰ
পিন্ধা পুৰুষজনে আপোনাৰ সোঁ আৰু বাওঁ হাত
আকাশৰফাললৈ দাঙি, অনন্ত কাললৈকে জীয়াই
থাকোঁতা জনাৰ নামেৰে শপত কৰি এই কথা
কোৱা মই শুনিলোঁ, এক কাল, দুই কাল,
আৰু আধা কাললৈকে হব, আৰু পবিত্ৰ জাতিৰ
বাহুবল ভাঙি ওঁচোৱাৰ পাছে এইবোৰ সিদ্ধ
৮ হব। মই শুনিলোঁ হয়, কিন্তু বুজিব নোৱা-
ৰিলোঁ; এই কাৰণে মই কলোঁ, হে মোৰ প্ৰভো,
৯ এইবোৰ কথাৰ শেষফল কি? তাতে তেওঁ মোক
কলে, হে দানিয়েল, তুমি যোৱা; কিয়নো শেষ-
কাললৈকে এই বাক্যবোৰ বন্ধ কৰা আৰু
১০ মোহৰ মৰা হল। অনেকে আপোনাবিলাকক
পবিত্ৰ, শুক্লা, আৰু পৰীক্ষাসিদ্ধ কৰিব; কিন্তু
দুষ্টবোৰে দুষ্কৰ্ম্ম কৰিব, আৰু দুষ্টবোৰৰ মাজৰ
কোনেও এইবোৰ নুবুজিব, কেৱল জ্ঞানী লোক-
১১ বিলাকেহে বুজিব। আৰু নিত্য বলিদান গুচু-
ৱাৰে পৰা, আৰু ধ্বংসকাৰী ঘিণলগীয়া বস্তু
স্থাপন কৰাৰে পৰা এক হাজাৰ দুশ নব্বৈ দিন
১২ হব। যি জনে ধৈৰ্য্য ধৰি এক হাজাৰ তিনি শ
১৩ পঁয়ত্ৰিশ দিনলৈকে থাকিব, সি ধন্য। কিন্তু
তুমি শেষৰ অপেক্ষাৰে চলি থাকা; কিয়নো তুমি
বিশ্ৰাম পাবা, আৰু কালৰ শেষত আপোন
আধিপত্যত থিয় হবা।

# হোচেয়া ভাববাদীৰ পুস্তক।

১ যিহুদা দেশৰ উজ্জিয়া, যোথম, আহজ,
আৰু হিষ্কিয়া নামেৰে ৰজাবিলাকৰ ৰাজ-
ত্বৰ, আৰু যোৱাচৰ পুত্ৰ ইস্ৰায়েলৰ ৰজা যাৰ-
বিয়ামৰ ৰাজত্বৰ কালত বেৰীৰ পুত্ৰ হোচেয়াৰ
ওচৰলৈ অহা যিহোৱাৰ বাক্য।

হোচেয়াই চিনস্বৰূপে এজনী বেশ্যাস্বভাৱৰ
তিৰুতা গ্ৰহণ কৰা। মঙ্গলপ্ৰতিজ্ঞা।

২ যিহোৱাই যেতিয়া হোচেয়াৰ দ্বাৰাই প্ৰথমে
বাক্য প্ৰকাশ কৰিছিল, তেতিয়া তেওঁ হোচেয়াক
কলে, তুমি গৈ আপোনাৰ নিমিত্তে এজনী
বেশ্যাস্বভাৱৰ তিৰুতা গ্ৰহণ কৰা, আৰু তাইৰ
গৰ্ভত বেশ্যাস্বভাৱৰ সন্তান উৎপন্ন কৰা; কিয়নো
দেশখনে যিহোৱাৰ পৰা আঁতৰি গৈ অতি
৩ বেশ্যাকৰ্ম্ম কৰিছে। তাতে তেওঁ গৈ দিব্লয়িমৰ
জীয়েক গোমৰক গ্ৰহণ কৰিলে, আৰু তাই
গৰ্ভৱতী হৈ তেওঁলৈ এটী পুত্ৰ প্ৰসৱ কৰিলে।
৪ তেতিয়া যিহোৱাই তেওঁক কলে, তুমি সেই লৰাৰ
নাম যিজ্ৰিয়েল ৰাখা; কিয়নো অলপ সময়ৰ
পাছে মই যেহুৰ বংশক যিজ্ৰিয়েলত কৰা ৰক্ত-
পাতৰ ফল ভোগ কৰাম, আৰু ইস্ৰায়েল বংশৰ
৫ ৰাজ্য শেষ কৰিম। আৰু সেই দিনা মই যিজ্ৰি-
৬ য়েলৰ সমথলত ইস্ৰায়েলৰ ধনু ভাঙিম। পাছে
তাই পুনৰায় গৰ্ভৱতী হৈ এজনী ছোৱালী প্ৰসৱ
কৰিলে; তাতে যিহোৱাই হোচেয়াক কলে, তুমি
তাইৰ নাম লো-ৰুহামা [অনুগ্ৰহ পোৱা নহয়]
ৰাখা; কিয়নো মই যে ইস্ৰায়েল বংশক ক্ষমা
কৰি থাকিম, এনে দয়া মই সিবিলাকক আৰু

৭ নকৰিম। কিন্তু যিহূদা বংশক হলে, ময় দয়া
কৰিম, আৰু সিবিলাকক ধনু, তৰোৱাল, যুদ্ধ,
ঘোঁড়া, বা অশ্বাৰোহীৰ দ্বাৰায় উদ্ধাৰ নকৰি,
সিবিলাকৰ ঈশ্বৰ যিহোৱাৰ দ্বাৰায়হে উদ্ধাৰ
৮ কৰিম। পাছে তাই লো-ৰুহামাক পিয়াহ
এড়ুউৱাৰ পাছতে গৰ্ব্ভৱতী হৈ আৰু এটী পুত্ৰ
৯ প্ৰসৱ কৰিলে। তেতিয়া যিহোৱাই কলে, তুমি
তাৰ নাম লো-অম্মী [ মোৰ প্ৰজা নহয় ] ৰাখা ;
কিয়নো তোমালোক মোৰ প্ৰজা নোহোৱা, আৰু
ময়ো তোমালোকৰ ঈশ্বৰ নহম।
১০ তথাপি ইস্ৰায়েলৰ সন্তানবিলাকৰ সংখ্যা
জুখিব আৰু গণিব নোৱৰা সমুদ্ৰৰ বালিৰ
নিচিনা হব, আৰু তোমালোক মোৰ প্ৰজা
নোহোৱা বুলি যি ঠাইত সিবিলাকক কোৱা
হৈছিল, সেই ঠাইত, তোমালোক জীৱন্ত ঈশ্বৰৰ
১১ সন্তান বুলি সিবিলাকক কোৱা যাব। সেই
কালত যিহূদাৰ আৰু ইস্ৰায়েলৰ সন্তানবিলাকক
একেলগে গোটোৱা হব ; সিবিলাকে আপোনা-
বিলাকৰ নিমিত্তে এজন অধিপতি নিযুক্ত
কৰিব, আৰু দেশৰ পৰা যাত্ৰা কৰিব ; কিয়নো
২ যিজ্ৰিয়েলৰ দিন মহৎ হব। তোমালোকে
আপোন ভাইবিলাকক অম্মী [ মোৰ প্ৰজা ],
আৰু আপোন ভনীবিলাকক ৰুহামা [ অনুগ্ৰহ
পোৱা ] বুলি কোৱা।

ইস্ৰায়েলৰ কু-আচৰণ আৰু তাৰ দণ্ড,
আৰু ভাবী মঙ্গল।

২ তোমালোকে বিবাদ কৰা, তোমালোকৰ মাৰাৰ
লগতেই বিবাদ কৰা ; কিয়নো তাই মোৰ তিৰুতা
নহয়, আৰু ময়ো তাইৰ স্বামী নহওঁ। তাই
আপোনাৰ মুখৰ পৰা আপোন বেশ্যালি, আৰু
আপোনাৰ স্তনৰ মাজৰ পৰা আপোন ব্যভিচাৰ
৩ দূৰ কৰোক ; নহলে, ময় তাইক বিবস্ত্ৰা কৰি তাইৰ
জন্মদিনৰ অৱস্থাত পেলাম, আৰু তাইক মৰুভূমি
আৰু খৰাং মাটিৰ নিচিনা কৰি পিয়াহতে
৪ মাৰিম। ময় তাইৰ সন্তানবিলাকক দয়া নকৰিম ;
৫ কাৰণ সিবিলাক বেশ্যাস্বভাৱৰ সন্তান। কিয়নো
সিবিলাকৰ মাকে বেশ্যাকৰ্ম্ম কৰিলে, সিবিলাকৰ
গৰ্ব্ভধাৰিণীয়ে লাজ লগা কাৰ্য্য কৰিলে ; কাৰণ
তাই কৈছিল, মোক মোৰ অন্ন আৰু জল,
মোৰ নোম আৰু শণ সূতা, মোৰ তেল আৰু
পেয়দ্ৰব্য দিয়া মোৰ প্ৰেমকাৰীবিলাকৰ পাছত
৬ ময় যাম। এই হেতুকে দেখা, ময় কাঁইটেৰে
তোমাৰ বাট বন্ধ কৰিম ; আৰু তাই আপোনাৰ
পথ পাব নোৱৰাকৈ ময় তাইৰ অহিতে এখন
৭ জেওৰা দিম। তাই আপোনাৰ প্ৰেমকাৰীবোৰৰ
পাছে পাছে যাব, কিন্তু সিইঁতৰ লগ ধৰিব
নোৱাৰিব ; তাই সিইঁতক বিচাৰিব, কিন্তু
নেপাব। তেতিয়া তাই কব, ময় ঘূৰি মোৰ প্ৰথম
স্বামীৰ ওচৰলৈকে যাওঁ ; কিয়নো এতিয়াতকৈ
৮ তেতিয়া মোৰ অধিক মঙ্গল আছিল। কিয়নো
ময়েই যে তাইক সেই শস্য, দ্ৰাক্ষাৰস, আৰু তেল
দিছিলোঁ, আৰু তাইৰ যি ৰূপ আৰু সোণ বালৰ
নিমিত্তে খৰছ কৰা হৈছিল, তাক ময়েই যে বৃদ্ধি
৯ কৰিছিলোঁ, তাক তাই নুবুজিলে। এই হেতুকে
ময় শস্যৰ সময়ত মোৰ শস্য, আৰু দ্ৰাক্ষাৰসৰ
ঋতুৰত মোৰ দ্ৰাক্ষাৰস, আৰু তাই আপোনাৰ
উলঙ্গতা ঢাকিব লগা মোৰ নোম আৰু শণ সূতা
১০ কাঢ়ি লম। আৰু এতিয়া ময় তাইৰ প্ৰেমকাৰী-
বোৰৰ আগত তাইৰ লাজ প্ৰকাশ কৰিম ; কোনেও
মোৰ হাতৰ পৰা তাইক উদ্ধাৰ কৰিব নোৱাৰিব।
১১ ময় তাইৰ আটাই আমোদ, ভোজ, ন জোন,
বিশ্ৰামদিন, আৰু তাইৰ আটাই নিৰূপিত উৎসৱ
১২ নাইকিয়া কৰিম। আৰু তাই যি দ্ৰাক্ষালতা আৰু
ডিমৰু গছৰ বিষয়ে কয়, বোলে, "এইবোৰ
মোৰ প্ৰেমকাৰীবিলাকে মোক দিয়া বেচ," ময়
সেই দ্ৰাক্ষালতা আৰু ডিমৰু গছ নষ্ট কৰিম ;
আৰু ময় সেইবোৰক অৰণ্য কৰিম, তাতে বন-
১৩ ৰীয়া পশুবোৰ তাত চৰিব। আৰু যি যি দিনত
তাই বাল দেৱতাবোৰৰ উদ্দেশে ধূপ জলাই-
ছিল, আৰু মধ আদি অলঙ্কাৰেৰে আপোনাক
ভূষিত কৰি আপোনাৰ প্ৰেমকাৰীবোৰৰ পাছত
গৈছিল, কিন্তু মোক হলে পাহৰিলে, বাল
দেৱতাবোৰৰ সেই সেই দিনৰ প্ৰতিশোধ ময়
তাইৰ পৰা লম, ইয়াক যিহোৱাই কৈছে।
১৪ এই হেতুকে দেখা, ময় তাইৰ প্ৰবৃত্তি জন্মাই
তাইক অৰণ্যলৈ আনি সান্ত্বনাদায়ক কথা
১৫ কম। আৰু সেই ঠাইৰ পৰা তাই অহামাত্ৰকে
তাইৰ দ্ৰাক্ষাবাড়ী আৰু আশাৰ দুৱাৰস্বৰূপে
আখোৰ উপত্যকা ময় তাইক দিম ; আৰু
তাইৰ যৌবনকালৰ নিচিনাকৈ, আৰু তাই
মিচৰ দেশৰ পৰা ওলাই অহা দিনৰ নিচি-
১৬ নাকৈ তাই তাত অনুগ্ৰহস্বীকাৰ কৰিব। আৰু
যিহোৱাই কৈছে, সেই দিনা তুমি মোক
বালী [ মোৰ নাথ ] বুলি আৰু নেমাতিবা, ঈচী
১৭ [মোৰ স্বামী ] বুলি মাতিবা। কিয়নো ময় তাইৰ
মুখৰ পৰা বাল দেৱতাবোৰৰ নাম গুচাম ;
১৮ সেইবোৰৰ নাম আৰু উল্লেখ কৰা নহব। আৰু
সেই দিনা ময় সিবিলাকৰ নিমিত্তে বনৰীয়া
জন্তু, আকাশৰ চৰাই, আৰু মাটীত বগাই ফুৰা
জন্তুবোৰে সৈতে এটা নিয়ম স্থাপন কৰিম ; আৰু
ময় ধনু, তৰোৱাল, আৰু ৰণৰ সঁজুলি ভাঙি
দেশৰ মাজৰ পৰা গুচাম, আৰু সিবিলাকক
১৯ নিৰ্ভয়ে শয়ন কৰাম। আৰু চিৰকাললৈকে ময়
তোমাক বাগ্‌দান কৰিম, এনে কি, ধৰ্ম্মত, ন্যায়
বিচাৰত, দয়াত, আৰু অনুগ্ৰহত তোমাক বাগ্-

২০ দান করিম। ময় বিশ্বস্ততাতেই তোমাক বাগ্-
দান করিম ; তাতে তুমি যিহোৱাক জানিবা।
২১ আৰু যিহোৱাই কৈছে, সেই দিনা ময়
প্রার্থনার উত্তর দিম ; ময় আকাশমণ্ডলক
উত্তর দিম, আকাশমণ্ডলে পৃথিবীক উত্তর
২২ দিব ; পৃথিবীয়ে শস্য, দ্রাক্ষারস, আৰু
তেলক উত্তর দিব, আৰু সেইবোরে যিজ্রি-
২৩ য়েলক উত্তর দিব। মোর নিজর নিমিত্তে ময়
যিজ্রিয়েলক দেশত রুম, দয়া নোপোৱা জনীক
দয়া .করিম, আৰু তুমি মোর প্রজা বুলি মোর
প্রজা নোহোৱাবিলাকক কম ; আৰু, তুমি
মোর ঈশ্বর বুলি সিবিলাকে মোক কব।

হোচেয়াই চিনস্বরূপে পুনরায় গোমরক
গ্রহণ করা।

৩ পাছে যিহোৱাই মোক কলে, ইস্রায়েলর
সন্তানবিলাকে ইতর দেৱতালৈ মুখ করাতো,
আৰু শুকান দ্রাক্ষাগুটীর লদা ভাল পোৱাতো
যিহোৱাই সিবিলাকক প্রেম করার দরে, তুমি
পুনরায় গৈ উপপতির প্রিয়া আৰু ব্যভিচারিণী
২ তিরুতাজনীক প্রেম করা। তাতে ময় গৈ পোন্ধের
তোখর রূপ আৰু ডেড় হোমর যবেরে তাইক
৩ নিজর নিমিত্তে কিনি ললোঁ। আৰু ময় তাইক
কলোঁ, তুমি মোর নিমিত্তে অনেক দিনলৈকে
থাকিবা, ব্যভিচার নকরিবা, আৰু কোনো পুরু-
ষর তিরুতা নহবা ; আৰু ময়ো তোমালৈ তেনে
৪ ব্যৱহার করিম। কিয়নো ইস্রায়েলর সন্তান-
বিলাক, রজা, প্রধান লোক, যজ্ঞ, স্তম্ভ, আৰু
এফোদ কি গৃহদেৱতা নোহোৱাকৈ অনেক দিন-
৫ লৈকে থাকিব। পাছে ইস্রায়েলর সন্তানবিলাকে
উলটি আপোনাবিলাকর ঈশ্বর যিহোৱাক আৰু
রজা দায়ূদক বিচারিব, আৰু শেষকালত ভয়েরে
যিহোৱা আৰু তেওঁর উত্তম বস্তুলৈ আহিব।

ইস্রায়েলর দুষ্টতা, আৰু পুরোহিতর দ্বারায়
হোৱা সিবিলাকর ভ্রষ্টতা।

৪ হে ইস্রায়েলর সন্তানবিলাক, যিহোৱার
বাক্য শুনা ; কিয়নো, দেশত সত্য, দয়া, কি
ঈশ্বরবিষয়ক জ্ঞান নথকার কারণে দেশনিবাসী-
বিলাকর ওপরত যিহোৱার গোচর আছে।
২ কেৱল শপথ, মিছা কথা, নরবধ, চুরু, আৰু
ব্যভিচার চলিছে ; সিবিলাক অত্যাচারী হৈ
উঠিছে, আৰু রক্তপাতর উপরি রক্তপাত হৈছে।
৩ এই নিমিত্তে দেশ শোকাকুল হব, আৰু পৃথি-
বীর পশু ও আকাশর চরায়ে সৈতে তাত
থকা আটাইবোর ম্লান হব, এনে কি, সমুদ্রর
৪ মাছবোরো বিনষ্ট হব। তথাপি কোনো
মানুহে বিবাদ নকরোক, আৰু কোনেও ধমকি
নিদিওক ; কিয়নো তোমার লোকবিলাক পুরো-
হিতর লগত বিবাদ করোঁতা মানুহবিলাকর
৫ নিচিনা হৈছে। তুমি দিনত উজুটি খাবা, আৰু
রাতি তোমারে সৈতে ভাববাদীয়েও উজুটি
৬ খাব ; ময় তোমার মারাক বিনষ্ট করিম। জ্ঞানর
অভাৱত মোর প্রজাবিলাক নষ্ট হল। হে পুরো-
হিত, তুমি জ্ঞান অগ্রাহ্য করিলা, এই হেতুকে
ময়ো তোমাক অগ্রাহ্য করিম, তাতে তুমি মোর
পুরোহিত আৰু নহবা ; তুমি আপোন ঈশ্বরর
ব্যৱস্থা পাহরিলা, এই কারণে ময়ো তোমার
৭ সন্তানবিলাকক পাহরিম। সিবিলাক যিমানে
বৃদ্ধি পালে, সিমানে সিবিলাকে মোর বিরুদ্ধে
পাপ করিলে ; ময় সিবিলাকর গৌরব লাজত
৮ পরিবর্ত্তন করিম। মোর প্রজাবিলাকর পাপেই
সিবিলাকর আহার, আৰু প্রজাবিলাকর অপরাধ-
৯ লৈ সিবিলাকে লালস করে। এই হেতুকে প্রজা
আৰু পুরোহিত দুয়োরো একে গতি হব ; আৰু
ময় সিবিলাকর আচার ব্যৱহারর নিমিত্তে সি-
বিলাকক দণ্ড দিম, আৰু সিবিলাকর কার্য্যর
১০ প্রতিফল সিবিলাকক দিম। সিবিলাকে ভোজন
করিও তৃপ্ত নহব, বেশ্যাকর্ম্ম করিও বৃদ্ধি নেপাব ;
কিয়নো সিবিলাকে যিহোৱালৈ মন দিবলৈ
১১ এরিলে। বেশ্যালি, দ্রাক্ষারস, আৰু নতুন দ্রাক্ষা-
১২ রসে বুদ্ধিহীন করে। মোর প্রজাবিলাকে আ-
পোনাবিলাকর কাঠতোখরর আগত কথা সোধে,
আৰু সিবিলাকর লাখুটিডালে সিবিলাকক কথা
জনায় ; কিয়নো বেশ্যাকর্ম্ম করাওঁতা আত্মাই সি-
বিলাকক ভ্রান্ত করিলে, আৰু সিবিলাকে বেশ্যা-
কর্ম্ম করি আপোনাবিলাকর ঈশ্বরর অধীনর পরা
১৩ আঁতর হল। সিবিলাকে পর্ব্বতবোরর টিঙর
ওপরত যজ্ঞ করে, আৰু উপপর্ব্বতবোরর ওপরত
ভাল ছাঁর কারণে অলোন, লিবুনি, আৰু এলা
বৃক্ষর তলত ধূপ জলায় ; এই নিমিত্তে তোমা-
লোকর জীয়ারীবোরে বেশ্যাকর্ম্ম করে, আৰু
তোমালোকর বোৱারীবোরে ব্যভিচার করে।
১৪ তোমালোকর জীয়ারীবোরে বেশ্যাকর্ম্ম করিলেও,
বা তোমালোকর বোৱারীবোরে ব্যভিচার করি-
লেও ময় সিহঁতক দণ্ড নিদিম ; কিয়নো সি-
বিলাক নিজেই বেশ্যারে সৈতে নির্জ্জন ঠাইলৈ
যায়, আৰু দেৱীদাসী বেশ্যাবোরে সৈতে যজ্ঞ
করে ; আৰু এই নির্ব্বোধ জাতির সংহার হব।
১৫ হে ইস্রায়েল, তুমি যদিও বেশ্যাকর্ম্ম করা,
তথাপি যিহূদা সেই দোষত দোষী নহওক,
আৰু তোমালোকে গিল্‌গলত ভরি নিদিবা,
বৈৎ-আবনলৈ নুউঠিবা, আৰু "জীৱন্ত যিহো-
১৬ ৱার শপথ" বুলি শপথ নকরিবা। কিয়নো
মগুরা গাইর নিচিনাকৈ ইস্রায়েলে মগুরালি
করিলে ; এখন বহল পথারত মের পোৱালি

এটীক চৰোঁৱাদি যিহোৱাই সিবিলাকক চৰাব।
১৭ ইফ্ৰয়িম মূৰ্ত্তিবোৰত আসক্ত ; তাক থাকিব দিয়া।
১৮ সিবিলাকৰ মদ খোৱাৰ ধুমধাম শেষ হলে, সি-
বিলাকে অনবৰত বেশ্যাকৰ্ম্ম কৰে ; সিবিলাকৰ
ঢালস্বৰূপ অধিপতিবিলাকে অপমানজনক কাৰ্য্য
১৯ কৰিবলৈ অতিশয়ৰূপে ভাল পায়। বায়ুৱে আ-
পোনাৰ দুখন ডেউকাৰে সেই জাতিক সাবটি
ধৰি লৈ যাব ; তাতে সিবিলাকে আপোনা-
বিলাকৰ যজ্ঞৰ কাৰণে লাজ পাব।

### ইস্ৰায়েলৰ দোষ আৰু তাৰ দণ্ড।

৫ হে পুৰোহিতবিলাক, এই কথা শুনা,
হে ইস্ৰায়েল বংশ, কাণ পাতা, আৰু হে
ৰাজবংশ, কাণ দিয়া, কিয়নো তোমালোকৰেই
বিৰুদ্ধে দণ্ডাজ্ঞা হৈছে ; কাৰণ তোমালোক
মিস্পাত পতা ফান্দস্বৰূপ, আৰু তাবোৰত পতা
২ জালস্বৰূপ হৈছা। বিদ্ৰোহীবোৰ বলি কটাত
দকৈ নামিল ; কিন্তু ময় সিইঁত আটাইকে শাস্তি
৩ দিম। ময় ইফ্ৰয়িমক জানো, আৰু ইস্ৰায়েল
মোৰ পৰা গুপুতে থকা নাই ; কিয়নো হে
ইফ্ৰয়িম, তুমি বেশ্যাকৰ্ম্ম কৰিলা, ইস্ৰায়েল
৪ অশুচি হল। সিবিলাকৰ কাৰ্য্যবোৰে সিবিলা-
কক আপোনাবিলাকৰ ঈশ্বৰৰ ফাললৈ উলটিব
নিদিয়ে; কিয়নো সিবিলাকৰ অন্তৰত বেশ্যাকৰ্ম্ম
কৰাওঁতা আত্মা আছে, আৰু সিবিলাকে যিহো-
৫ ৱাক নেজানে। আৰু ইস্ৰায়েলৰ গৌৰৱভূমিয়ে
তাৰ মুখৰ আগতে সাক্ষ্য দিছে ; এই হেতুকে
ইস্ৰায়েল আৰু ইফ্ৰয়িমে আপোন আপোন
অপৰাধত উজুটি খাব, আৰু সিবিলাকৰ লগত
৬ যিহূদায়ো উজুটি খাব। সিবিলাকে আপোন
আপোন মেৰ আৰু গৰুৰ জাক লৈ যিহোৱাক
বিচাৰিবলৈ যাব, কিন্তু তেওঁক নেপাব ; তেওঁ
৭ সিবিলাকৰ পৰা আঁতৰ হৈ গল। সিবিলাকে
যিহোৱাৰ বিৰুদ্ধে বিশ্বাসঘাতকতা কৰিলে ;
কিয়নো সিবিলাকে বিজাতীয় সন্তান উৎপন্ন
কৰিলে। এতিয়া ন জোন ওলালে সিবিলাকক
আপোন আপোন ভাগে সৈতে গ্ৰাস কৰা হব।
৮ তোমালোকে গিবিয়াত শিঙা বজোৱা, ৰা-
মাত তুৰী বজোৱা, আৰু বৈৎ-আবনত উচ্চধ্বনি
কৰা ; হে বিন্যামীন, তোমাৰ পাছত শত্ৰু
৯ আছে। দণ্ডৰ দিনা ইফ্ৰয়িম ধ্বংসস্থান হব ;
যি নিশ্চয়ে ঘটিব, তাক ময় ইস্ৰায়েলৰ ফৈদ-
১০ বিলাকৰ মাজত জনাইছোঁ। যিহূদাৰ অধ্যক্ষ-
বিলাক সীমা লৰাওঁতাবোৰৰ নিচিনা ; পানী
ঢলাদি ময় সিবিলাকৰ ওপৰত মোৰ ক্ৰোধ
১১ ঢালিম। ইফ্ৰয়িমক অত্যাচাৰ কৰা হল, আৰু
বিচাৰত পিহা হল ; কাৰণ সি আজ্ঞাটীৰ মতে
১২ চলি সন্তোষ পাইছে। এই হেতুকে ময়
ইফ্ৰয়িমলৈ পোকস্বৰূপ আৰু যিহূদা বংশলৈ
১৩ ক্ষয়স্বৰূপ হম। যেতিয়া ইফ্ৰয়িমে আপোন ৰোগৰ
আৰু যিহূদাই আপোন ঘাৰ গম পালে, তেতিয়া
ইফ্ৰয়িম অচূৰৰ ওচৰলৈ গল, আৰু যুদ্ধকাৰী
ৰজাৰ ওচৰলৈ দূত পঠালে ; কিন্তু তেওঁ তোমা-
লোকক সুস্থ কৰিব নোৱাৰিব, বা তোমালোকৰ
ঘাৰ পৰা তোমালোকক আৰোগ্য কৰিব
১৪ নোৱাৰিব। কিয়নো ময় ইফ্ৰয়িমলৈ সিংহস্বৰূপ
আৰু যিহূদা বংশলৈ যুবা সিংহস্বৰূপ হম ; ময়,
ময়েই বিদাৰি গুচি যাম ; ময় লৈ যাম, উদ্ধাৰ
১৫ কৰিবলৈ কোনো নহব। সিবিলাকে আপোন
আপোন দোষ বুজি মোৰ লগত সাক্ষাৎ কৰি-
বলৈ নিবিচৰালৈকে ময় উলটি গৈ মোৰ ঠাইত
থাকিম ; সঙ্কটৰ সময়ত সিবিলাকে মোক
যত্নেৰে বিচাৰ কৰিব।

### ইস্ৰায়েলৰ ভাণস্বৰূপ মনপালটন।

৬ বলা, আমি যিহোৱালৈ ঘুৰি যাওঁ ; কাৰণ
তেওঁ বিদাৰিলে, আৰু তেওঁ আমাক সুস্থও
কৰিব ; তেওঁ প্ৰহাৰিলে, আৰু তেওঁ আমাৰ ঘা
২ বান্ধিব। দুদিনৰ পাছত তেওঁ আমাক পুনৰায়
জীয়াব, তৃতীয় দিনা তেওঁ আমাক তুলিব ; তাতে
৩ আমি তেওঁৰ সাক্ষাতে জীয়াই থাকিম। আহাঁ,
আমি যিহোৱাক জানোহঁক, তেওঁক জানিবলৈ
তেওঁৰ অনুগামী হওঁহঁক ; তেওঁৰ উদয় অৰুণো-
দয়ৰ নিচিনা নিশ্চিত ; তেওঁ আমাৰ ওচৰলৈ
বৃষ্টিৰ নিচিনাকৈ, ভূমি তিয়াওঁতা শেষতীয়া
বৰষুণৰ নিচিনাকৈ আহিব।
৪ হে ইফ্ৰয়িম, ময় তোমাক কি কৰিম? হে
যিহূদা তোমাক বা কি কৰিম? কিয়নো তোমা-
লোকৰ প্ৰেম ৰাতিপুৱাৰ মেঘৰ নিচিনা, আৰু
৫ সোনকালে নাইকিয়া হোৱা নিয়ৰৰ নিচিনা। এই
কাৰণে ময় ভাববাদীৰ দ্বাৰায় সিবিলাকক কাঠ
চঁচাদি চঁচালোঁ, মোৰ মুখৰ বাক্যেৰে সিবিলাকক
বধ কৰিলোঁ ; আৰু তোমালৈ কৰা দণ্ডাজ্ঞাবোৰ
৬ চকমকীয়া বিজুলীৰ নিচিনা হব। কিয়নো ময়
বলিদান বাঞ্ছা নকৰোঁ, দয়াহে বাঞ্ছা কৰোঁ, আৰু
হোমবলিতকৈ ঈশ্বৰবিষয়ক জ্ঞান অধিক বাঞ্ছা
৭ কৰোঁ। কিন্তু আদমৰ নিচিনাকৈ সিবিলাকে
নিয়মটী ভঙ্গ কৰিলে ; সৌ তাত সিবিলাকে
৮ মোৰ বিৰুদ্ধে বিশ্বাসঘাতকতা কৰিলে। গিলিয়দ
অধৰ্ম্মাচাৰীবোৰৰ নগৰ ; তাত তেজৰ দাগ
৯ আছে। মানুহলৈ খাপ দি থকা ডকাইতৰ দলৰ
নিচিনাকৈ, পুৰোহিতদলে চিখিমলৈ যোৱা
বাটত মানুহক বধ কৰে, এনে কি, সিবিলাকে
১০ অতি কুচ্ছিত কাৰ্য্য কৰে। ময় ইস্ৰায়েলৰ মাজত
লোম শিঁয়ৰি যোৱা কাৰ্য্য দেখিলোঁ ; সৌ তাত
ইফ্ৰয়িমত বেশ্যাকৰ্ম্ম চলিছে, ইস্ৰায়েল অশুচি

বেচপুৱা অবিশ্বাস আদি ইস্ৰায়েলৰ দোষ,
আৰু সিবিলাকে পাব লগীয়া দণ্ড।

১০ ইস্ৰায়েল ফল উৎপন্নকাৰী জকমকীয়া
দ্ৰাক্ষালতাস্বৰূপ; সি আপোনাৰ ফলৰ
বাহুল্য অনুসাৰে আপোনাৰ যজ্ঞবেদি বৃদ্ধি
কৰিলে; সিবিলাকে আপোনাবিলাকৰ দেশৰ
উন্নতি অনুসাৰে উত্তম উত্তম স্তম্ভ সাজিলে।
২ সিবিলাকৰ মন দুফলীয়া; এতিয়া সিবিলাকে দণ্ড
পাব। তেওঁ সিবিলাকৰ যজ্ঞবেদিবোৰ ভাঙিব,
৩ সিবিলাকৰ স্তম্ভবোৰ নষ্ট কৰিব। অৱশ্যে সিবি-
লাকে এতিয়া কব, আমাৰ ৰজা নাই, কিয়নো
আমি যিহোৱাক ভয় নকৰোঁ; যি ৰজা আছে,
৪ তেওঁ আমাৰ নিমিত্তে কি কৰিব পাৰে? সিবি-
লাকে অনৰ্থক কথা কয়, নিয়ম স্থাপন কৰোঁতে
মিছাকৈ শপথ কৰে; এই হেতুকে পথাৰৰ সিৰলুত
গজা বিহ গছৰ নিচিনাকৈ বিচাৰ উৎপন্ন হৈছে।
৫ চমৰিয়ানিবাসীবিলাকে বৈৎ-আবনৰ দামুড়ি
কেইটাৰ বিষয়ে ভয় পাব; তাৰ প্ৰজাবিলাকে তাৰ
নিমিত্তে শোক কৰিব, আৰু গৌৰৱ তাৰ পৰা
গুচি যোৱা দেখি, তাৰ ওপৰত আনন্দ কৰা
পুৰোহিতবিলাকে তাৰ গৌৰৱৰ কাৰণে শোক
৬ কৰিব। যুদ্ধকাৰী ৰজাৰ উপহাৰস্বৰূপে তাকো
অচূৰলৈ নিয়া যাব; ইফ্ৰয়িমে লাজ পাব,
আৰু ইস্ৰায়েল আপোন মন্ত্ৰণাত লজ্জিত হব।
৭ চমৰিয়াৰ বিষয়ে হলে, তাৰ ৰজা উচ্ছন্ন হল,
পানীত উটি যোৱা ফেন এসোপাৰ নিচিনা হল।
৮ আৰু ইস্ৰায়েলৰ পাপজনক আবনৰ ওখ ঠাই-
বোৰো বিনষ্ট হব, সেইবোৰৰ যজ্ঞবেদিৰ ওপৰত
কাঁইটীয়া বন আৰু কাঁইট গছৰ হাবি হব;
আৰু সিবিলাকে পৰ্ব্বতবোৰক কব, আমাক ঢাকা,
আৰু গিৰিবোৰক কব, আমাৰ ওপৰত পৰা।
৯ হে ইস্ৰায়েল, গিবিয়াৰ দিনৰে পৰা তুমি
পাপ কৰি আহিছা; সিবিলাক যেন সেই
ঠাইতহে আছে; অধৰ্ম্মৰ সন্তানবিলাকৰ অহিতে
হোৱা যুদ্ধই জানো গিবিয়াত সিবিলাকক আক্ৰ-
১০ মণ নকৰিব? যেতিয়াই মোৰ ইচ্ছা হয়, তেতি-
য়াই মই সিবিলাকক শাস্তি দিম; সিবিলাকৰ
দুটা অপৰাধৰূপ যুঁৱলিত সিবিলাক বদ্ধ হবৰ
সময়ত সিবিলাকৰ অহিতে জাতিবোৰক
১১ গোটোৱা হব। আৰু ইফ্ৰয়িম, মৰণা মাৰিবলৈ
ভাল পোৱা বন লগোৱা চেঁউৰী গৰুৰ নিচিনা;
মই তাইৰ সুন্দৰ ডিঙিত যুঁৱলি দিম, ইফ্ৰয়িমক
নাঙল টনোৱাম; যিহূদাই নাঙল টানিব, আৰু
১২ যাকোবে চপৰা ভাঙিব। তোমালোকে আপোনা-
বিলাকৰ নিমিত্তে ধাৰ্ম্মিকতাত কঠিয়া বোৱা, আৰু
দয়া অনুসাৰে দোৱা, আপোনাবিলাকৰ নিমিত্তে
পতিত ভূমি চহোৱা; কিয়নো, যিহোৱাই আহি
তোমালোকৰ ওপৰত ধাৰ্ম্মিকতাৰূপ বৃষ্টি নবৰ্ষো-
১৩ ৱালৈকে, তেওঁক বিচাৰিবৰ সময় আছে। তোমা-
লোকে দুষ্টতাৰূপ ভূমি চহালা, অন্যায়ৰূপ শস্য
দালা, আৰু প্ৰবঞ্চক ফল ভোজন কৰিলা; কিয়নো
তুমি আপোন পথত আপোন বীৰবিলাকৰ
১৪ বাহুল্যত বিশ্বাস কৰিলা। এই নিমিত্তে তোমাৰ
স্বজাতীয়বিলাকৰ মাজত কোলাহল উঠিব, আৰু
যুদ্ধৰ দিনা চল্‌মনে বৈৎ-অৰ্বেলক নষ্ট কৰাৰ
নিচিনাকৈ তোমাৰ আটাই দুৰ্গ নষ্ট কৰা হব;
সেই সময়ত মাক আৰু সন্তানবিলাকক আচাৰি
১৫ ডোখৰ ডোখৰ কৰা হৈছিল। তোমালোকৰ
অতি দুষ্টতাৰ কাৰণে বৈৎ-এলে তোমালোকলৈ
ইয়াক ঘটাব; ইস্ৰায়েলৰ ৰজা অৰুণোদয়ত
একেবাৰে উচ্ছন্ন হব।

যিহোৱাৰ প্ৰেম, ইস্ৰায়েলৰ অকৃতজ্ঞতা, আৰু
যিহোৱাৰ মঙ্গলপ্ৰতিজ্ঞা।

১১ ইস্ৰায়েলৰ লৰা কালত মই তাক স্নেহ
কৰিছিলোঁ, আৰু মিচৰৰ পৰা মোৰ পুত্ৰক
২ মাতি আনিছিলোঁ। ভাববাদীবিলাকে সিবি-
লাকক যিমানে মাতিছিল, সিমানে সিবিলাক
তেওঁবিলাকৰ পৰা আঁতৰি গৈছিল; সিবিলাকে
বাল দেৱতাবোৰৰ উদ্দেশে বলিদান কৰিছিল,
আৰু কটা মূৰ্ত্তিবোৰৰ নিমিত্তে ধূপ জলাইছিল।
৩ তথাপি মই ইফ্ৰয়িমক খোজ কাঢ়িবলৈ শিকা-
লোঁ, সিবিলাকক মোৰ কোলাত ললোঁ; কিন্তু মই
যে সিবিলাকক সুস্থ কৰিলোঁ, তাক সিবিলাকে
৪ নুবুজিলে। মই মানুহৰ যোগ্য ৰচিৰে, প্ৰেম-
জৰীৰে সিবিলাকক টানি আনিলোঁ; আৰু মই
সিবিলাকলৈ, ডিঙিৰ পৰা যুঁৱলিখন দাঙি থোৱা
চুউৱা মানুহ যেন হলোঁ, আৰু মই নৰম কৰি
৫ সিবিলাকক আহাৰ দিলোঁ। সি মিচৰ দেশলৈ
উলটি নেযাব; কিন্তু অচূৰীয়া লোক তাৰ ৰজা
হব, কিয়নো সিবিলাক উলটি আহিবলৈ অসম্মত
৬ হল। আৰু সিবিলাকৰ নগৰবোৰৰ ওপৰত তৰো-
ৱাল পৰিব; সেয়ে সিবিলাকৰ ডাংবোৰ নষ্ট
কৰিব, আৰু সিবিলাকৰ আলচৰ কাৰণে সি-
৭ বিলাকক গ্ৰাস কৰিব। আৰু মোৰ প্ৰজাবিলাকে
মোৰ পৰা অবাটে যাবলৈ মুখ কৰে; সিবিলাকক
ওপৰত থকা জনাৰ ফাললৈ মাতিলেও কোনেও
৮ উঠিবলৈ চেষ্টা নকৰে। হে ইফ্ৰয়িম, মই তোমাক
কেনেকৈ ত্যাগ কৰিম? হে ইস্ৰায়েল, মই কেনে-
কৈ তোমাক সোধাই দিম? মই কেনেকৈ
তোমাক অদ্মাৰ নিচিনা কৰিম? মই চবো-
য়ীমৰ অৱস্থাত তোমাক কেনেকৈ পেলাম? মোৰ
হৃদয় মোৰ অন্তৰত বিকৃত হল, মোৰ মনত
৯ একেবাৰে প্ৰেমাগ্নি জ্বলিছে। মোৰ প্ৰচণ্ড
ক্ৰোধ মই সিদ্ধ নকৰিম, মই ইফ্ৰয়িমক আকৌ
বিনষ্ট নকৰিম; কিয়নো মই ঈশ্বৰ; মানুহ

মহওঁ ; ময় তোমাৰ মাজত থকা পবিত্ৰ জনা ; ময়
১০ ক্ৰোধেৰে উপস্থিত নহম। সিবিলাকে যিহো-
ৱাৰেই পাছত চলিব ; তেওঁ সিংহৰ নিচিনাকৈ
গৰ্জ্জন কৰিব ; হয়, তেওঁ গৰ্জ্জন কৰিলে পশ্চিম
ফালৰ পৰা সন্তানবিলাক কঁপি কঁপি আহিব।
১১ সিবিলাকে কঁপি কঁপি, মিচৰ দেশৰ পৰা পক্ষীৰ
নিচিনাকৈ, আৰু অচূৰ দেশৰ পৰা কপৌৰ
নিচিনাকৈ আহিব ; যিহোৱাই কৈছে, ময়
সিবিলাকক আপোন আপোন ঘৰত বাস
কৰাম।

ইস্ৰায়েলৰ ছল আৰু কপটতা।

১২ ইফ্ৰয়িমে মিছা কথাৰে, আৰু ইস্ৰায়েল বংশই
প্ৰবঞ্চনাৰে মোক বেৰিছে ; আৰু যিহুদা এতিয়াও
ঈশ্বৰৰ আগত, বিশ্বাসী পবিত্ৰ জনাৰেই আগত
১২ অস্থিৰ। ইফ্ৰয়িমে বায়ু আহাৰ কৰে, আৰু
পূবৰ বতাহক খেদি যায় ; সি অনবৰত
মিছা কথা আৰু অত্যাচাৰ বঢ়ায় ; সিবি-
লাকে অচূৰে সৈতে নিয়ম বান্ধে, আৰু মিচৰলৈ
২ তেল পঠাই দিয়ে। যিহুদাৰ ওপৰতো যিহো-
ৱাৰ গোচৰ আছে ; তেওঁ যাকোবক তাৰ
আচৰণ অনুসাৰে দণ্ড দিব, তাৰ কাৰ্য্য অনুসাৰে
৩ তাক প্ৰতিফল দিব। গৰ্ভৰ ভিতৰত যাকোবে
আপোনাৰ ককায়েকৰ গোৰোৱাত ধৰিছিল,
আৰু আপোন শক্তিৰে ঈশ্বৰৰ লগত যুদ্ধ কৰি-
৪ ছিল। এনে কি, তেওঁ দূতজনাৰ লগত যুদ্ধ কৰি
জয়ী হৈছিল ; তেওঁ সেই জনাৰ ওচৰত কান্দিলে
আৰু মিনতি কৰিলে ; যিহোৱাই তেওঁক বৈৎ-
এলত পালে ; সেই ঠাইত যিহোৱাই আমাৰে
৫ সৈতে কথাবাৰ্ত্তা হল। তেওঁ যিহোৱা, বাহিনী-
৬ বিলাকৰ ঈশ্বৰ ; যিহোৱা তেওঁৰ নাম। এই
হেতুকে তুমি আপোন ঈশ্বৰলৈ ঘূৰা, দয়া
আৰু ন্যায় বিচাৰ পালন কৰা, আৰু অনবৰত
আপোন ঈশ্বৰলৈ অপেক্ষা কৰা।
৭ ইফ্ৰয়িম এজন বেপাৰী, তাৰ হাতত প্ৰবঞ্চনাৰ
পাল্লা আছে ; সি অত্যাচাৰ কৰিবলৈ ভাল পায়।
৮ আৰু ইফ্ৰয়িমে কৈছে, বৰুপেই ময় চহকী হলোঁ,
নিজৰ নিমিত্তে ময় ধনসম্পত্তি পালোঁ ; মোৰ
সকলো পৰিশ্ৰমত, লোকে পাপ বুলিব পৰা
৯ মোৰ কোনো অপৰাধ নেপাব। কিন্তু মিচৰ
দেশৰ পৰাই ময় তোমাৰ ঈশ্বৰ যিহোৱা ; ময়
পৰ্ব্বদিনৰ নিচিনাকৈ পুনৰায় তোমাক তম্বুত
১০ বাস কৰাম। আৰু ময় ভাববাদীবিলাকৰ আ-
গত কথা কলোঁ, অনেক দৰ্শন দেখুৱালোঁ, আৰু
ভাববাদীবিলাকৰ দ্বাৰায় দৃষ্টান্তকথা ব্যৱহাৰ
১১ কৰিলোঁ। গিলিয়দ অপৰাধী নহয় নে ? সিবি-
লাক সম্পূৰ্ণ অসাৰ ; গিল্গলত লোকবিলাকে
ভতৰা বলিদান কৰে, এনে কি, সিবিলাকৰ
যজ্ঞবেদিবোৰ পথাৰৰ সিৰলুত থকা শিলৰ
১২ দ'মৰ নিচিনা। যাকোব অৰাম দেশলৈ পলাই
গৈছিল ; ইস্ৰায়েলে এজনী ভাৰ্য্যাৰ নিমিত্তে
খাটনি খাটিছিল, এজনী ভাৰ্য্যাৰ নিমিত্তে মেৰ
১৩ ৰখিছিল। যিহোৱাই এজন ভাববাদীৰ দ্বাৰায়
মিচৰ দেশৰ পৰা ইস্ৰায়েলক আনিছিল ;
এজন ভাববাদীৰ দ্বাৰায় সি প্ৰতিপালিত হৈ-
১৪ ছিল। ইফ্ৰয়িমে যিহোৱাক অতিশয় বেজাৰ
দিলে ; এই হেতুকে সি কৰা ৰক্তপাতৰ দোষ
তেওঁ তাৰ গাতে পেলাই দিব, আৰু সি দিয়া
ধিক্কাৰৰ প্ৰতিফল তাৰ প্ৰভুৱে তাক দিব।

ইস্ৰায়েলৰ নানা দোষ আৰু নানা দণ্ড।

১৩ যেতিয়া ইফ্ৰয়িমে কথা কৈছিল, তেতিয়া
লোকবিলাকে কঁপিছিল। সি ইস্ৰায়েলৰ
মাজত মহান হৈছিল ; কিন্তু যেতিয়া সি বালৰ
২ দ্বাৰায় দোষী হল, তেতিয়া সি মৰিল। আৰু
এতিয়াও সিবিলাকে পাপৰ উপৰি পাপ কৰি
আছে, সিবিলাকে আপোনাবিলাকৰ ৰূপেৰে
আপোনাবিলাকৰ নিমিত্তে সাঁচত ঢলা মূৰ্ত্তি,
আপোনাবিলাকৰ বুদ্ধিৰে প্ৰতিমা সাজিলে ;
সেই আটাইবোৰ শিল্পকৰৰ কাৰ্য্য ; বলিদান
কৰোঁতাবিলাকে সেইবোৰৰ বিষয়ে কয়, সিবি-
৩ লাকে দামুড়িৰ মূৰ্ত্তি কেইজনাক চুমা খাওক। এই
হেতুকে সিবিলাক প্ৰভাতৰ মেঘ, সোনকালে
শুকাই যোৱা নিয়ৰ, বাময়লি বতাহে খেদাৰ
পৰা উড়ুৱাই নিয়া ঘুলা, আৰু খিলিকি দুৱাৰেদি
৪ ওলোৱা ধূঁৱাৰ নিচিনা হব। তথাপি ময় মিচৰ
দেশৰে পৰাই তোমাৰ ঈশ্বৰ যিহোৱা ; মোৰ
বাহিৰে তুমি আন কাকো ঈশ্বৰ বুলি নেমানিবা,
মোৰ বাহিৰে আৰু কোনো ত্ৰাণকৰ্ত্তা নাই।
৫ অৰণ্যত, মহাতৃষ্ণাৰ দেশত ময়েই তোমাক
৬ জানিছিলোঁ। চৰণী পাই সিবিলাক তৃপ্ত হল, তৃপ্ত
হোৱাত সিবিলাকৰ মনত গৰ্ব্ব হল ; এই নিমিত্তে
৭ সিবিলাকে মোক পাহৰিলে। এই হেতুকে ময়
সিবিলাকলৈ সিংহস্বৰূপ হম, নাহৰফুটুকী বাঘৰ
৮ নিচিনাকৈ বাটত খাপ দি থাকিম। পোৱালিৰ
পৰা বঞ্চিত হোৱা ভালুকীৰ নিচিনাকৈ ময় সি-
বিলাকৰ আগত উপস্থিত হম, আৰু সিবিলাকৰ
হিয়া বিদাৰিম ; ময় সিংহিনীৰ নিচিনাকৈ
সেই ঠাইতে সিবিলাকক গ্ৰাস কৰিম ; বনৰীয়া
৯ জন্তুৱে সিবিলাকক চিৰিব। হে ইস্ৰায়েল, তুমি
যে মোৰ বিপক্ষ, তোমাৰ সহায়কাৰীৰ বিপক্ষ,
১০ এয়েই তোমাৰ বিনাশৰ কাৰণ। তোমাৰ আটাই
নগৰত তোমাক ৰক্ষা কৰিবলৈ তোমাৰ ৰজা
এতিয়া ক'ত ? মোক এজন ৰজা আৰু কেতবিলাক
অধ্যক্ষ দিয়ক, এই বুলি তুমি যিবিলাকৰ বিষয়ে
কৈছিলা, তোমাৰ সেই বিচাৰপতিবিলাক ক'ত ?

১১ ময় খং উঠি এজন ৰজা তোমাক দিলোঁ, আৰু
১২ খং উঠি তাক গুচালোঁ। ইফ্ৰয়িমৰ অপৰাধ
বৈধলাত ভৰাই বন্ধ কৰা হল; তাৰ পাপ
১৩ সাঁচি থোৱা হল। প্ৰসৱকাৰিণীৰ যাতনাই তাক
ধৰিব। সি অজ্ঞান পুত্ৰ; নহলে সি প্ৰসৱ-
১৪ দুৱাৰত পলম নকৰিলেহেঁতেন। ময় চিয়োলৰ
হাতৰ পৰা সিবিলাকক উদ্ধাৰ কৰিম, মৃত্যুৰ
পৰা সিবিলাকক মুক্ত কৰিম; হে মৃত্যো,
তোমাৰ মহামাৰী ক'ত? হে চিয়োল, তোমাৰ
সংহাৰ ক'ত? মনপালটন মোৰ চকুৰ পৰা গুপ্ত
১৫ থাকিব। ইফ্ৰয়িম আপোন ভাইবিলাকৰ মাজত
ফলৱান হলেও, পূবৰ বতাহত, অৰণ্যৰ পৰা
অহা যিহোৱাৰ প্ৰশ্বাসত তাৰ ভুমুক শুকাব,
আৰু তাৰ উহ শুকাই যাব; শত্ৰুৱে তাৰ ভঁড়ালৰ
১৬ সকলো মনোহৰ বস্তু লুট কৰিব। চমৰি-
য়াই আপোনাৰ দোষৰ ভাৰ বব, কাৰণ তাই
আপোন ঈশ্বৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলে; সি-
বিলাক তৰোৱালৰ দ্বাৰায় পতিত হব, সিবিলা-
কৰ শিশুবিলাকক আচাৰি ভোথৰ ভোথৰ কৰা
হব, আৰু সিবিলাকৰ গৰ্ব্ভৱতী তিৰুতাবিলাকৰ
উদৰ ফলা হব।

ঈশ্বৰৰ মঙ্গলপ্ৰতিজ্ঞা।

১৪ হে ইস্ৰায়েল, তোমাৰ ঈশ্বৰ যিহোৱালৈ
ঘুৰা; কিয়নো তুমি আপোন অপৰাধৰ
২ দ্বাৰায় পতিত হলা। তোমালোকে বাক্যৰূপ
উপহাৰ লগত লৈ যিহোৱালৈ ঘুৰা; তেওঁক
এই কথা কোৱা, তুমি আটাই অপৰাধ দূৰ কৰা,
যি উত্তম, তাক গ্ৰহণ কৰা; তাতে আমি আমাৰ
৩ ওঁঠ ভতৰাস্বৰূপে উৎসৰ্গ কৰিম। অচূৰে আমাক
উদ্ধাৰ নকৰিব; আমি ঘোঁৰাত নুঠিম, বা তোমা-
লোক আমাৰ ঈশ্বৰ, এই বুলি আমাৰ হাতেৰে
কৰা বস্তুক আৰু নকম; কিয়নো তোমাতহে পিতৃ-
৪ হীনে দয়া পায়। ময় সিবিলাকৰ বিপথগমন-
স্বৰূপ ৰোগ সুস্থ কৰিম, ময় এনেই সিবিলাকক
প্ৰেম কৰিম; কিয়নো মোৰ ক্ৰোধ তাৰ পৰা
৫ ঘুৰিল। ময় ইস্ৰায়েললৈ নিয়ৰস্বৰূপ হম; সি
কমাৰ্ডি ফুলৰ নিচিনাকৈ ফুলিব, আৰু লিবা-
৬ নোনৰ নিচিনাকৈ মূল ধৰিব। তাৰ গজালিবোৰ
বাঢ়ি যাব; জিতবৃক্ষৰ নিচিনা তাৰ শোভা, আৰু
৭ লিবানোনৰ নিচিনা তাৰ সুগন্ধ হব। তাৰ
ছাঁত বাস কৰাবিলাক পুনৰায় আহিব, শস্যৰ
দৰে পুনৰ্জ্জীবিত হব, দ্ৰাক্ষালতাৰ নিচিনাকৈ
ফুলিব, আৰু লিবানোনৰ দ্ৰাক্ষাৰসৰ নিচিনাকৈ
৮ তাৰ সুখ্যাতি হব। ইফ্ৰয়িমে কব, মূৰ্ত্তিবোৰৰ
লগত মোৰ আৰু কি সম্পৰ্ক? ময় উত্তৰ দিলোঁ,
আৰু তাৰৈ সুদৃষ্টি কৰিম; ময় কেঁচাপতীয়া
দেবদাৰু গছৰ নিচিনা; মোতেই তোমাৰ ফল
৯ পোৱা যায়। জ্ঞানৱানে এইবোৰ কথা বুজিব,
বুদ্ধিমানে এইবোৰ কথা জানিব; কিয়নো যিহো-
ৱাৰ সকলো পথ সৰল, আৰু ধাৰ্ম্মিকবিলাকে
সেইবোৰত গমন কৰিব, কিন্তু অধাৰ্ম্মিক-
বিলাকে সেইবোৰৰ মাজত উজুটি খাই পৰিব।

# যোৱেল ভাববাদীৰ পুস্তক।

১ পথূৱেলৰ পুত্ৰ যোৱেলৰ ওচৰলৈ অহা
যিহোৱাৰ বাক্য।

বৰ্ত্তমানৰ আপদৰ বিষয়।

২ হে বৃদ্ধবিলাক, এই কথা শুনা; আৰু হে
দেশনিবাসিবিলাক, কাণ দিয়া; তোমালোকৰ
দিনত, বা তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ দিনত
৩ এনে ঘটনা হৈছিল নে? তোমালোকে আপোন
আপোন সন্তানবিলাকক ইয়াৰ কথা কোৱা,
আৰু সিহঁতে আপোন আপোন সন্তানবিলাকক
কওক, আৰু সিহঁতৰ সন্তানবিলাকেও ভাবী
৪ সন্তানক কওক। কুটি খোৱা কড়িঙে এৰাখিনি
কাকতি কড়িঙে খালে, আৰু কাকতি কড়িঙে
এৰাখিনি চেঙেলেকা কড়িঙে খালে, আৰু চেঙেলেকা
কড়িঙে এৰাখিনি বিনাশকাৰী কড়িঙে খালে।
৫ হে মত্তলীয়াবিলাক, সাৰ পাই কান্দা; হে
দ্ৰাক্ষাৰস পান কৰোঁতাবিলাক, নতুন দ্ৰাক্ষাৰসৰ
নিমিত্তে হাহাকাৰ কৰা, কাৰণ তাক তোমা-
৬ লোকৰ মুখৰ পৰা নিয়া হল। কিয়নো অসংখ্য
প্ৰাণী থকা এক বলৱান জাতি মোৰ দেশৰ
বিৰুদ্ধে উঠি আহিল; সিহঁতৰ দাঁত সিংহৰ
দাঁতৰ নিচিনা, আৰু ডাঙৰ সিংহৰ গুৰি দাঁতৰ
৭ নিচিনা সিহঁতৰ গুৰি দাঁত। সিহঁতে মোৰ
দ্ৰাক্ষালতা ধ্বংস কৰিলে, আৰু মোৰ ডিমৰু
গছৰ বাকলি এতুৱালে; সিহঁতে তাক নিচেইকৈ
বগলিয়াই পেলাই দিলে, তাৰ ডালবোৰ বগা
৮ কৰিলে। যৌৱনকালৰ স্বামীৰ শোকত চট কাপ-
ৰেৰে কঁকাল বন্ধা কন্যাৰ নিচিনাকৈ তুমি বিলাপ

৯ কৰা। যিহোৱাৰ গৃহৰ পৰা ভক্ষ্য আৰু পেয়
নৈবেদ্য নাইকিয়া হল; যিহোৱাৰ পৰিচাৰক
১০ পুৰোহিতবিলাকে শোক কৰিছে। পথাৰ নষ্ট
হল, ভূমিয়ে শোক কৰিছে; কিয়নো শস্য
নষ্ট হল, নতুন দ্ৰাক্ষাৰস শুকাল, আৰু তেল
১১ নাইকিয়া হল। হে খেতিয়কবিলাক, লাজ
পোৱা, হে দ্ৰাক্ষাবাড়ী আপ্‌তাল কৰোঁতাবিলাক,
হাহাকাৰ কৰা, ঘেঁহু ধান আৰু যৱৰ বিষয়ে
হাহাকাৰ কৰা; কিয়নো পথাৰৰ শস্য বিনষ্ট
১২ হল। দ্ৰাক্ষালতা শুকাল, ডিমৰু গছ উঁৱ পৰিল,
ডালিম, খৰ্জ্জুৰ, আৰু সুমথিৰা টেঙা আদি পথা-
ৰৰ সকলো গছ শুকাল; বস্তুতেই মনুষ্যসন্তান-
বিলাকৰ মাজৰ পৰা আমোদপ্ৰমোদ গুচিল।
১৩ হে পুৰোহিতবিলাক, তোমালোকে কঁকাল বান্ধি
বিলাপ কৰা, হে যজ্ঞবেদিৰ পৰিচাৰকবিলাক,
হাহাকাৰ কৰা; হে মোৰ ঈশ্বৰৰ পৰিচাৰক-
বিলাক, আহাঁ, চট কাপড় পিন্ধি ওৰেৰাতি
পৰি থাকা; কিয়নো তোমালোকৰ ঈশ্বৰৰ গৃহৰ
পৰা ভক্ষ্য আৰু পেয় নৈবেদ্য নাইকিয়া হল।
১৪ তোমালোকে পবিত্ৰ উপবাস নিৰূপণ কৰা,
সমাজ গোট খাবলৈ ঘোষণা কৰা, আপোনা-
বিলাকৰ ঈশ্বৰ যিহোৱাৰ গৃহত বৃদ্ধবিলাক আদি
কৰি দেশনিবাসী আটাই লোকক গোট খুউৱাই
১৫ যিহোৱাৰ আগত কাতৰোক্তি কৰা। হায় হায়,
এয়ে কেনে দিন ! কিয়নো যিহোৱাৰ দিন ওচৰ,
সৰ্ব্বশক্তিমান জনাৰ পৰা যেন প্ৰলয়হে উপ-
১৬ স্থিত। আমাৰ চকুৰ আগত খোৱা বস্তু, এনে কি,
আমাৰ ঈশ্বৰৰ গৃহৰ পৰা আনন্দ আৰু উল্লাস
১৭ লোপ পোৱা নাই নে ? বোৱা কঠিয়াৰ ধানবোৰ
আপোন আপোন চপৰাৰ তলত শুকাই গল,
ভঁড়ালবোৰ ধ্বংস কৰা হল, শস্যৰ ঘৰবোৰ
ভাগিল; কাৰণ শস্যবোৰ নাইকিয়া হল।
১৮ পশুবোৰে কেনেকৈ কেঁকাইছে ! চৰণী ঠাই
নোহোৱাৰ কাৰণে গৰুৰ জাকবোৰ ব্যাকুল
হৈছে; এনে কি, মেৰ আৰু ছাগলীৰ জাকবোৰে
১৯ দণ্ড ভোগ কৰিছে। হে যিহোৱা,ময় তোমা-
ৰেই আগত প্ৰাৰ্থনা কৰিছোঁ; কিয়নো অগ্নিয়ে
অৰণ্যৰ চৰণী ঠাইবোৰ গ্ৰাস কৰিলে, অগ্নি-
২০ শিখাই খেতিৰ সকলো গছ পুৰিলে। বনৰ
পশুবোৰেও তোমাৰ আগত ক্ৰন্দন কৰিছে;
কিয়নো জলৰ জুৰীবোৰ শুকাল, আৰু
অৰণ্যৰ চৰণী ঠাইবোৰ অগ্নিয়ে গ্ৰাস কৰিলে।

যিহোৱাৰ আহিব লগা ক্ৰোধৰ দিন।

২ তোমালোকে চিয়োনত শিঙা বজোৱা,
মোৰ পবিত্ৰ পৰ্ব্বতটোত সতৰ্কধ্বনি কৰা,
দেশনিবাসী সকলোৱেই কঁপোক; কিয়নো
যিহোৱাৰ দিন আহিছে; কাৰণ সেয়ে ওচৰ
২ পাইছেহি। সেয়ে আন্ধাৰ আৰু ঘোৰ অন্ধ-
কাৰৰ দিন, ডাৱৰীয়া আৰু ঘন মেঘৰ দিন।
পৰ্ব্বতবোৰৰ ওপৰত ব্যাপি থকা অৰুণ যেন
মহৎ আৰু পৰাক্ৰমী এক জাতি আহিছে; তাৰ
নিচিনা কেতিয়াও হোৱা নাই, বা তাৰ পাছত
পুৰুষানুক্ৰমে অনেক বছৰলৈকে আৰু নহব।
৩ তাৰ আগত অগ্নিয়ে গ্ৰাস কৰিছে, আৰু তাৰ
পাছত অগ্নিশিখা জ্বলিছে; তাৰ আগত দেশ
এদন বাৰীৰ নিচিনা, আৰু তাৰ পাছত ধ্বংস
কৰা অৰণ্যৰ নিচিনা; এনে কি, একোৱেই তাৰ
৪ পৰা ৰক্ষা নেপায়। সিহঁতৰ আকৃতি ঘোঁৰাৰ
আকৃতিৰ নিচিনা; সিহঁত অশ্বাৰোহী যোদ্ধাদি
৫ বেগেৰে যায়। সিহঁতে জপিওৱা শব্দ পৰ্ব্বতবোৰৰ
টিঙত চলা ৰথসমূহৰ শব্দৰ নিচিনা; সিহঁতে
খোৱা শব্দ নৰা গ্ৰাসকাৰী অগ্নিশিখাৰ শব্দৰ
নিচিনা; সিহঁত যুদ্ধলৈ বেহ পতা পৰাক্ৰমী
৬ এক জাতিৰ সদৃশ। সিহঁতৰ আগত জাতিবিলাকে
যাতনা পায়, আৰু আটাইৰে মুখ বিবৰ্ণ হয়।
৭ সিহঁতে বীৰবিলাকৰ নিচিনাকৈ লৰ মাৰে;
সিহঁতে যুদ্ধাৰুৰ নিচিনাকৈ গড়ত উঠে; সিহঁতে
আপোন আপোন শাৰি নভঙাকৈ আপোন
৮ আপোন পথত যাত্ৰা কৰে। সিহঁতে ইটোৱে
সিটোৱে ঠেলাঠেলি নকৰে; প্ৰতিজনে আপোন
আপোন পথত যাত্ৰা কৰে; সিহঁতে অস্ত্ৰবোৰৰ
মাজত পৰিলেও আপোনাবিলাকৰ পথ নেছেৰে।
৯ সিহঁতে নগৰত ভ্ৰমি ফুৰে, গড়ৰ ওপৰত লৰ
মাৰে, উঠি ঘৰৰ ভিতৰত সোমায়, আৰু চোৰৰ
১০ দৰে খিলিকিয়েদি সোমায়। সিহঁতৰ আগত
পৃথিৱী কঁপে, আকাশমণ্ডল জোকাৰ খায়, চন্দ্ৰ
আৰু সূৰ্য্য অন্ধকাৰময় হয়, আৰু তৰাবোৰে
১১ আপোনাবিলাকৰ পোহৰ নিদিয়ে। যিহোৱাই
আপোন সৈন্যসামন্তৰ আগত আপোন মাত
শুনাইছে; কিয়নো তেওঁৰ বাহিনী অতিশয়
অধিক, কাৰণ তেওঁৰ বাক্যসাধক বলৱান। কিয়-
নো যিহোৱাৰ দিন মহৎ, আৰু অতি ভয়ানক;
১২ কোনে তাক সহন কৰিব পাৰে ? তথাপি, যিহো-
ৱাই কৈছে, এতিয়াও তোমালোকে আপোনা-
বিলাকৰ সমস্ত মনেৰে লঘোন, ক্ৰন্দন, আৰু
১৩ শোকেৰে মোলৈ ঘূৰা। আৰু তোমালোকে
আপোনাবিলাকৰ বস্ত্ৰ নিচিৰি, মনহে চিৰি
তোমালোকৰ ঈশ্বৰ যিহোৱালৈ ঘূৰা; কিয়নো
তেওঁ কৃপাময় আৰু স্নেহময়, ক্ৰোধত ধীৰ আৰু
দয়াত মহান, আৰু অমঙ্গলৰ পৰা আপোনাকে
১৪ ঘূৰাওঁতা। কোনে জানে ? তেওঁ ঘূৰি মন পাল-
টাব পাৰে, আৰু আপোনাৰ পাছত আশীৰ্ব্বাদ
দি যাব পাৰে, তোমালোকৰ ঈশ্বৰ যিহোৱাৰ
উদ্দেশে দিবলৈ ভক্ষ্য নৈবেদ্য থৈ যাব পাৰে।
১৫ তোমালোকে চিয়োনত শিঙা বজোৱা, পবিত্ৰ

উপবাস নিৰূপণ কৰা, সমাজ গোট খাবলৈ
১৬ ঘোষণা কৰা, প্ৰজাবিলাকক গোটোৱা, মণ্ডলী
পবিত্ৰ কৰা, বৃদ্ধবিলাকক একত্ৰ কৰা, শিশু আৰু
পিয়াহ খোৱাবিলাকক গোটোৱা; দৰা আপো-
নাৰ খোঁটালিৰ পৰা, আৰু কন্যা আপোনাৰ
১৭ বিয়াৰ তাম্বুৰ পৰা ওলাওক। বাৰাণ্ডাৰে যজ্ঞ-
বেদিৰে মাজ ঠাইত যিহোৱাৰ পৰিচাৰক পুৰো-
হিতবিলাকে ক্ৰন্দন কৰি কওক, হে যিহোৱা,
তোমাৰ প্ৰজাবিলাকক দয়া কৰা, আৰু জাতি-
বিলাকক সিবিলাকৰ ওপৰত শাসন কৰিবলৈ
দি, তোমাৰ আধিপত্য ধিক্কাৰৰ বিষয় হবলৈ
নিদিবা; সিহঁতৰ ঈশ্বৰ ক'ত? এই বুলি জাতি-
বিলাকৰ মাজত লোকে কিয় কব?

ঈশ্বৰৰ দয়া, তেওঁৰ দাসবিলাকৰ মঙ্গল, আৰু
তেওঁৰ শত্ৰুবোৰৰ বিনাশ।

১৮ তেতিয়া যিহোৱা আপোন দেশৰ নিমিত্তে
উদ্যোগী, আৰু আপোন প্ৰজাবিলাকলৈ দয়ালু
১৯ হল। যিহোৱাই উত্তৰ দি আপোন প্ৰজা-
বিলাকক কলে, দেখা, ময় তোমালোকলৈ
শস্য, দ্ৰাক্ষাৰস, আৰু তেল পঠাম, তোমা-
লোক তাৰেই তৃপ্ত হবা; ময় জাতিবিলাকৰ
মাজত তোমালোকক ধিক্কাৰৰ বিষয় আৰু
২০ নকৰিম। ময় তোমালোকৰ পৰা উত্তৰদেশীয়
সৈন্যসামন্তক দূৰ কৰিম, আৰু ময় তাক
শুকান আৰু ধ্বংস কৰা দেশলৈ খেদি দিম,
তাৰ আগ ভাগ পূব সাগৰত, আৰু তাৰ পাছ
ভাগ পশ্চিম সাগৰত পেলাই দিম; তাতে তাৰ
গেলা গন্ধ ওলাব, দুৰ্গন্ধ উঠিব, কাৰণ সি
২১ মহৎ কাৰ্য্য কৰিলে। হে দেশ, ভয় নকৰিবা,
উল্লাসিত হৈ আনন্দ কৰা; কিয়নো যিহোৱাই
২২ মহৎ কাৰ্য্য কৰিলে। হে পথাৰৰ পশুবিলাক, ভয়
নকৰিবা; কিয়নো অৰণ্যত থকা চৰণী ঠাইত
ঘাঁহ গজিছে, গছে গুটি ধৰিছে, ডিমৰু গছে
আৰু দ্ৰাক্ষালতাই আপোন আপোন ফল উৎ-
২৩ পন্ন কৰিছে। হে চিয়োনৰ সন্তানবিলাক, তোমা-
লোক আনন্দিত হোৱা, আৰু আপোনাবিলাকৰ
ঈশ্বৰ যিহোৱাত উল্লাস কৰা; কিয়নো তেওঁ
তোমালোকক উচিত পৰিমাণে আগতীয়া বৰষুণ
দিছে, আৰু আগৰ দৰে জাকে জাকে আগ-
২৪ তীয়া আৰু শেষতীয়া বৰষুণ বৰষাইছে। মৰণা
মৰা খলাবোৰ শস্যেৰে পূৰ হব, দ্ৰাক্ষাৰস আৰু
২৫ তেলেৰে কুণ্ডবোৰ উপচিব। আৰু তোমালোকৰ
মাজলৈ ময় পঠোৱা সৈন্যসামন্তই, কাকতি
ফড়িং, চেলেকা ফড়িং, বিনাশকাৰী ফড়িং,
আৰু কুটি খোৱা ফড়িংে সেই কেইবছৰ খোৱা-
২৬ খিনি ময় পুনৰায় তোমালোকক দিম। তাতে
তোমালোকে প্ৰচুৰ পৰিমাণে খাই তৃপ্ত হবা, আৰু
তোমালোকলৈ আশ্চৰিতৰূপে কাৰ্য্য কৰা তোমা-
লোকৰ ঈশ্বৰ যিহোৱাৰ নামৰ প্ৰশংসা কৰিবা;
মোৰ প্ৰজাবিলাকে কেতিয়াও আৰু লাজ নেপাব।
২৭ তেতিয়া, ময় যে ইস্ৰায়েলৰ মাজত আছোঁ, ময় যে
তোমালোকৰ ঈশ্বৰ যিহোৱা, আৰু আন কোনো
যে নাই, তাক তোমালোকে জানিবা; মোৰ
প্ৰজাবিলাকে কেতিয়াও আৰু লাজ নেপাব।
২৮ তাৰ পাছতে ময় গোটেই মনুষ্যজাতিৰ ওপৰত
মোৰ আত্মা বাকি দিম; তাতে তোমালোকৰ পো
জীবিলাকে ভাববাণী প্ৰচাৰ কৰিব, তোমালোকৰ
বৃদ্ধবিলাকে সপোন দেখিব, আৰু তোমালোকৰ
২৯ যুবাবিলাকে দৰ্শন পাব। আৰু সেই কালত দাস
দাসী বেটীবিলাকৰ ওপৰতো মোৰ আত্মা বাকি
৩০ দিম। ময় আকাশমণ্ডলত আৰু পৃথিবীত
তেজ, অগ্নি, ধূঁৱাস্তম্ভ, এইবোৰ অদ্ভুত লক্ষণ
৩১ দেখুৱাম। যিহোৱাৰ সেই মহৎ আৰু ভয়ানক
দিন অহাৰ আগেয়ে সূৰ্য্য অন্ধকাৰত আৰু
৩২ চন্দ্ৰ তেজত পৰিবৰ্ত্তন হব। যেয়ে যিহোৱাৰ
নাম লব, সি উদ্ধাৰ পাব; কিয়নো, যিহোৱাই
কোৱাৰ দৰে, পৰিত্ৰাণ পোৱাবিলাক, আৰু ৰক্ষা
পোৱাবিলাকৰ মাজৰ যিমান লোকক যিহোৱাই
আহ্বান কৰিব, সেই সকলো চিয়োন পৰ্ব্বতত

৩ আৰু যিৰূচালেমত থাকিব। কিয়নো দেখা,
সেইবোৰ দিনত আৰু সেই সময়ত যেতিয়া
ময় যিহূদাৰ আৰু যিৰূচালেমৰ বন্দী-অৱস্থা
২ পৰিবৰ্ত্তন কৰিম, তেতিয়া ময় আটাই জাতিক
গোটাই যিহোচাফট [ যিহোৱাৰ বিচাৰ ] উপ-
ত্যকালৈ নমাই আনিম; আৰু মোৰ প্ৰজা ও
আধিপত্য যি ইস্ৰায়েলক সিহঁতে জাতিবিলাকৰ
মাজত ছিন্নভিন্ন কৰিলে, আৰু মোৰ দেশ ভাগ
বাঁটি ললে, ময় সেই ইস্ৰায়েলৰ অৰ্থে তাত
৩ সিহঁতে সৈতে প্ৰতিবাদ কৰিম; সিহঁতে মোৰ
প্ৰজাবিলাকৰ নিমিত্তে চিঠি খেলালে, লৰা দি
বেশ্যা ললে, আৰু পান কৰিবৰ অভিপ্ৰায়েৰে
৪ ছোৱালী দি দ্ৰাক্ষাৰস কিনিলে। আৰু
হে তূৰ, চীদোন, আৰু পলেষ্টীয়াবিলাকৰ
আটাই অঞ্চল, মোৰ আগত তোমালোক কি!
তোমালোকে মোৰ ওপৰত প্ৰতিকাৰ সাধিব
খুজিছা নে? যদি তোমালোকে মোৰ ওপ-
ৰত প্ৰতিকাৰ সাধা, তেন্তে ময় বেগেৰে অতি
শীঘ্ৰে, তোমালোকে সধা প্ৰতিকাৰৰ প্ৰতি-
৫ ফল তোমালোকৰ মূৰৰ ওপৰত দিম। কিয়নো
তোমালোকে মোৰ ৰূপ আৰু সোণ নিলা, আৰু
তোমালোকৰ মন্দিৰবোৰলৈ মোৰ উত্তম উত্তম
৬ মনোহৰ বস্তু নৈ গলা; তোমালোকে যিহূ-
দাৰ আৰু যিৰূচালেমৰ সন্তানবিলাকক সি-
বিলাকৰ সীমাৰ পৰা দূৰ কৰিবৰ নিমিত্তে যাব-
নৰ সন্তানবিলাকৰ ওচৰত সিবিলাকক বেচিলা।

৭ কিন্তু দেখা, যি ঠাইত তোমালোকে সিবিলাকক
বেচিলা, সেই ঠাইৰ পৰা মই সিবিলাকক সাৰ
পোওৱাই উদ্ধাৰ কৰিম, আৰু তোমালোকে
সধা প্ৰতিকাৰৰ প্ৰতিফল মই তোমালোকৰ মূৰৰ
৮ ওপৰত দিম ; আৰু তোমালোকৰ পো জী-
যোৰক যিহূদাৰ সন্তানবিলাকৰ হাতত বেচিম,
আৰু সিবিলাকে সিহঁতক দূৰত থকা জাতি
চিবায়ীয়া লোকবিলাকৰ ওচৰত বেচিব ; কিয়নো
যিহোৱাই ইয়াক কলে।
৯ তোমালোকে জাতিবিলাকৰ মাজত এই কথা
ঘোষণা কৰা, যুদ্ধ আৰম্ভ কৰা, বীৰবিলাকক
জগোৱা, আটাই ৰণুৱা আহি উপস্থিত হওক।
১০ তোমালোকে আপোনাবিলাকৰ নাঙলৰ ফাল
পিটি তৰোৱাল, আৰু আপোনাবিলাকৰ কলম
দিয়া কটাৰি পিটি জাঠি গঢ়োৱা ; মই বীৰ, এই
১১ বুলি দুৰ্ব্বল জনে কওক। হে চাৰিওফালৰ আটাই
জাতি, বেগেৰে আহি গোট খোৱা ; হে যিহোৱা,
তোমাৰ বীৰবিলাকক ইয়ালৈ নমাই আনা।
১২ জাতিবিলাক জাগি উঠোক, সিহঁত যিহোচাফট
উপত্যকালৈ আহোক ; কিয়নো মই সেই ঠাইতে
চাৰিওফালে থকা জাতিবিলাকৰ বিচাৰ কৰিব-
১৩ লৈ বহিম। তোমালোকে কাচি লগোৱা, কিয়নো
শস্য পকিল ; আহাঁ গচকা, কিয়নো দ্ৰাক্ষাকুণ্ড
পৰিপূৰ্ণ আছে, আৰু ৰসৰ আধাৰবোৰ উপচি
১৪ পৰিছে ; কাৰণ সিহঁতৰ দুষ্টতা অধিক। দণ্ডাজ্ঞা-
সিদ্ধিৰ উপত্যকাত লোক জুমে জুমে আছে ;
কিয়নো দণ্ডাজ্ঞাসিদ্ধিৰ উপত্যকাত দণ্ড দিব
১৫ লগা যিহোৱাৰ দিন ওচৰ। সূৰ্য্য আৰু চন্দ্ৰ
অন্ধকাৰ হৈছে, আৰু তৰাবোৰে আপোনা-
১৬ বিলাকৰ পোহৰ নিদিয়ে। আৰু যিহোৱাই
চিয়োনৰ পৰা গৰ্জ্জন কৰিব, যিৰূচালেমৰ
পৰা আপোনাৰ মাত শুনাব, আকাশমণ্ডল
আৰু পৃথিবী কঁপিব ; কিন্তু যিহোৱা আপোন
প্ৰজাবিলাকৰ আশ্ৰয়, আৰু ইস্ৰায়েলৰ সন্তান-
১৭ বিলাকৰ কোঁঠস্বৰূপ হব। তাতে, মই যে মোৰ
পবিত্ৰ পৰ্ব্বত চিয়োনত বাস কৰোঁতা তোমা-
লোকৰ ঈশ্বৰ যিহোৱা, তাক তোমালোকে
জানিবা ; তেতিয়া যিৰূচালেম পবিত্ৰ হব,
বিদেশীবোৰে তাৰ মাজেদি আৰু অহাযোৱা
১৮ নকৰিব। সেই দিনা পৰ্ব্বতবোৰৰ পৰা নতুন
দ্ৰাক্ষাৰস টোপাটোপে পৰিব, ওখ পৰ্ব্বত-
বোৰৰ পৰা গাখীৰৰ সুঁতী বৈ যাব, যিহূদাৰ
আটাই জুৰীবোৰৰ পানী বব, আৰু যিহো-
ৱাৰ গৃহৰ পৰা এটা ভুমুক ওলাই চিটীমৰ
১৯ উপত্যকাত পানী দিব। যিহূদাৰ সন্তান-
বিলাকক কৰা অত্যাচাৰৰ নিমিত্তে মিচৰ ধ্বংস-
স্থান হব, আৰু ইদোম ধ্বংস-অৰণ্য হব ;
কিয়নো সিহঁতে আপোনাবিলাকৰ দেশতে
২০ নিৰ্দ্দোষীৰ ৰক্তপাত কৰিলে। কিন্তু যিহূদা
সদাকাললৈকে, আৰু যিৰূচালেম পুৰুষানুক্ৰমে
২১ থাকিব। আৰু মই সিবিলাকৰ যি ৰক্তপাতৰ
প্ৰতিকাৰ সধা নাই, সেই ৰক্তপাতৰ প্ৰতিকাৰ
সাধিম ; কিয়নো যিহোৱাই চিয়োনত বাস
কৰিছে।

# আমোচ ভাববাদীৰ পুস্তক।

১ যিহূদাৰ উজ্জিয়া ৰজাৰ ৰাজত্বৰ কালত,
আৰু যোৱাচৰ পুত্ৰ ইস্ৰায়েলৰ ৰজা যাৰ-
বিয়ামৰ ৰাজত্বৰ কালত, ভূমিকম্পৰ দুবছৰৰ
আগেয়ে ইস্ৰায়েলৰ বিষয়ে দৰ্শনত পোৱা,
তকোৱাৰ মেৰ-ৰখীয়াবিলাকৰ মাজত থকা
আমোচৰ বাক্য।

ইস্ৰায়েলৰ ওচৰত থকা জাতিবিলাকৰ
পাপ আৰু তাৰ দণ্ড।

২ তেওঁ কলে, যিহোৱাই চিয়োনৰ পৰা গৰ্জ্জন
কৰিব, আৰু যিৰূচালেমৰ পৰা আপোনাৰ
মাত শুনাব ; মেৰ-ৰখীয়াবিলাকৰ চৰণী ঠাই-
বোৰে শোক কৰিব, আৰু কৰ্মিলৰ টিং
শুকাই যাব।
৩ যিহোৱাই এই কথা কৈছে, দম্মেচকৰ তিনিটা
অপৰাধৰ, এনে কি, চাৰিটা অপৰাধৰ নিমিত্তে
মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো
সিহঁতে লোহাৰ মৰণা মৰা যন্ত্ৰেৰে গিলিয়দক
৪ মাৰিলে। কিন্তু মই হজায়েলৰ বংশৰ মাজলৈ
অগ্নি পঠাম, আৰু সেয়ে বিন্‌হদদৰ অট্টালিকা-
৫ বোৰ গ্ৰাস কৰিব। আৰু মই দম্মেচকৰ জাং
ভাঙি পেলাম, আৰু আবন উপত্যকাৰ পৰা
তাৰ নিবাসীক, আৰু বৈৎ-এদনৰ পৰা ৰাজদণ্ড-
ধাৰীক উচ্ছন্ন কৰিম ; আৰু যিহোৱাই কৈছে,
অৰামৰ লোকবিলাক দেশান্তৰিত হৈ কীৰলৈ
যাব।
৬ যিহোৱাই এই কথা কৈছে, ঘচাৰ তিনিটা
অপৰাধৰ, এনে কি, চাৰিটা অপৰাধৰ নিমিত্তে মই

তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো সিহঁতে
ইদোমৰ হাতত সোধাই দিবৰ নিমিত্তে গোটেই
৭ প্ৰজাক দেশান্তৰ কৰি নিলে। কিন্তু মই ঘচাৰ
গড়ৰ ভিতৰলৈ অগ্নি পঠাম, আৰু সেয়ে তাৰ
৮ অট্টালিকাবোৰ গ্ৰাস কৰিব। মই অচ্দোদৰ
পৰা তাৰ নিবাসীক, আৰু অস্কিলোনৰ পৰা
ৰাজদণ্ডধাৰীক উচ্ছন্ন কৰিম ; মই ইক্ৰোণৰ
অহিতে মোৰ হাত চলাম, আৰু প্ৰভু যিহো-
ৱাই কৈছে, পলেষ্টীয়াবিলাকৰ অৱশিষ্ট ভাগ
বিনষ্ট হব।

৯ যিহোৱাই এই কথা কৈছে, তূৰৰ তিনিটা
অপৰাধৰ, এনে কি, চাৰিটা অপৰাধৰ নিমিত্তে
মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো
সিহঁতে ইদোমৰ হাতত গোটেই প্ৰজাক সোধাই
দিলে, আৰু সিহঁতে ভ্ৰাতৃনিয়মটী সোঁৱৰণ
১০ নকৰিলে। কিন্তু মই তূৰৰ গড়ৰ ভিতৰলৈ অগ্নি
পঠাম, আৰু সেয়ে তাৰ অট্টালিকাবোৰ গ্ৰাস
কৰিব।

১১ যিহোৱাই এই কথা কৈছে, ইদোমৰ তিনিটা
অপৰাধৰ, এনে কি, চাৰিটা অপৰাধৰ নিমিত্তে
মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো
সি হাতত তৰোৱাল লৈ আপোন ভাইক
খেদিলে, আপোনাৰ মনৰ পৰা সমস্ত দয়া দূৰ
কৰিলে ; তাৰ ক্ৰোধ নিত্যবিদাৰক আছিল, আৰু
সি আপোন কোপ সদাকাললৈকে ৰাখিছিল।
১২ কিন্তু মই তৈমনলৈ অগ্নি পঠাম, আৰু সেয়ে
বস্ৰাৰ অট্টালিকাবোৰ গ্ৰাস কৰিব।

১৩ যিহোৱাই এই কথা কৈছে, অম্মোনৰ সন্তান-
বিলাকৰ তিনিটা অপৰাধৰ, এনে কি, চাৰিটা
অপৰাধৰ নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ
নেৰোঁ ; কিয়নো সিহঁতে আপোনাবিলাকৰ সীমা
বঢ়াবৰ নিমিত্তে গিলিয়দৰ গৰ্ভৱতী তিৰুতা-
১৪ বিলাকৰ উদৰ ফালিলে। কিন্তু মই ৰব্বাৰ গড়ৰ
ভিতৰত অগ্নি জ্বলাম, আৰু সেয়ে যুদ্ধদিনৰ
জয়ধ্বনিৰে, আৰু বামাৰলি বতাহৰ দিনৰ বড়
ধুমুহাৰে সৈতে তাৰ অট্টালিকাবোৰ গ্ৰাস
১৫ কৰিব। আৰু যিহোৱাই কৈছে, সিহঁতৰ ৰজা
আৰু তেওঁৰ পাত্ৰমন্ত্ৰীবিলাক একেলগে দেশান্ত-
ৰলৈ যাব।

২ যিহোৱাই এই কথা কৈছে, মোৱাবৰ
তিনিটা অপৰাধৰ, এনে কি, চাৰিটা অপৰাধৰ
নিমিত্তে মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ; কিয়নো
সি ইদোমৰ ৰজাৰ হাড়বোৰ পুড়ি চূণ কৰিলে।
২ কিন্তু মই মোৱাবলৈ অগ্নি পঠাম, আৰু সেয়ে
কৰিয়োতৰ অট্টালিকাবোৰ গ্ৰাস কৰিব ; কোলা-
হল, জয়ধ্বনি, আৰু শিঙাৰ শবদেৰে মোৱাব
৩ মৰিব। আৰু যিহোৱাই কৈছে, মই তাৰ মাজৰ
পৰা বিচাৰকৰ্ত্তাক উচ্ছন্ন কৰিম, আৰু তাৰ
লগত সকলো প্ৰধান লোকবিলাককো বধ
কৰিম।

৪ যিহোৱাই এই কথা কৈছে, যিহূদাৰ তিনিটা
অপৰাধৰ, এনে কি, চাৰিটা অপৰাধৰ নিমিত্তে,
মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো
সিবিলাকে যিহোৱাৰ ব্যৱস্থা অগ্ৰাহ্য কৰিলে,
তেওঁৰ বিধিবোৰ পালন নকৰিলে, আৰু সিবি-
লাকৰ পূৰ্ব্বপুৰুষবিলাকে যি অসাৰ বস্তুবোৰৰ
পাছত চলিছিল, সেইবোৰে সিবিলাকক ভ্ৰমত
৫ পেলালে। কিন্তু মই যিহূদালৈ অগ্নি পঠাম,
আৰু সেয়ে যিৰূচালেমৰ অট্টালিকাবোৰ গ্ৰাস
কৰিব।

ইস্ৰায়েলৰ পাপ আৰু তাৰ দণ্ড।

৬ যিহোৱাই এই কথা কৈছে, ইস্ৰায়েলৰ তিনিটা
অপৰাধৰ, এনে কি, চাৰিটা অপৰাধৰ নিমিত্তে
মই তাক দণ্ড নিদিয়াকৈ নেৰোঁ ; কিয়নো সি-
বিলাকে ৰূপৰ নিমিত্তে ধাৰ্ম্মিকক, আৰু এযোৰ
৭ জোতাৰ নিমিত্তে দৰিদ্ৰক বেচিলে। সিবিলাকে
দীনহীনবিলাকৰ মূৰত ধূলি থকা দেখিও হেপাহ
কৰে, মই লোকবিলাকৰ বাটত বাধা জন্মায়, আৰু
মোৰ পবিত্ৰ নাম অপবিত্ৰ কৰিবৰ নিমিত্তে
বাপেক আৰু পুতেকে একে যুৱতীত গমন কৰে।
৮ আৰু সিবিলাকে প্ৰত্যেক যজ্ঞবেদিৰ কাষত,
বন্ধক লোৱা কাপোৰৰ ওপৰত দীঘল দিয়ে, আৰু
সিবিলাকে জৰিমানা কৰি লোৱা দ্ৰাক্ষাৰস
আপোনাবিলাকৰ ঈশ্বৰৰ গৃহত পান কৰে।
৯ তথাপি, যি ইমোৰীয়া লোক এৰচ গছৰ সমান
ওখ আছিল, আৰু অল্লোন গছৰ নিচিনা বলী
আছিল, সেই ইমোৰীয়া লোকক মই সিবিলাকৰ
আগতে উচ্ছন্ন কৰিলোঁ, ওপৰত তাৰ গুটি আৰু
১০ তলত তাৰ শিপা নষ্ট কৰিলোঁ। আৰু সেই
ইমোৰীয়া দেশৰ আধিপত্য দিবৰ নিমিত্তে মৰেই
মিচৰ দেশৰ পৰা তোমালোকক উলিয়াই আনি
১১ চল্লিশ বছৰলৈকে অৰণ্যত লৈ ফুৰালোঁ। আৰু
মই তোমালোকৰ সন্তানবিলাকৰ কোনো কো-
নোক ভাববাদী, আৰু তোমালোকৰ যুবাবিলাকৰ
কোনো কোনোক নাচৰীয়া পাতিলোঁ; যিহো-
ৱাই কৈছে, হে ইস্ৰায়েলৰ সন্তানবিলাক, সেয়ে
১২ স্বৰূপ নহয় নে? কিন্তু তোমালোকে সেই নাচ-
ৰীয়াবিলাকক দ্ৰাক্ষাৰস পান কৰালা, আৰু
ভাববাণী প্ৰচাৰ কৰিবলৈ সেই ভাববাদীবিলাকক
১৩ নিষেধ কৰিলা। দেখা, ডাঙৰিয়ে ভৰা গাড়ীয়ে
চেপেটা কৰাদি মই তোমালোকৰ ঠাইত তোমা-
১৪ লোকক চেপেটা কৰিম। সেই কালত বেগীৰ পলা-
বৰ উপায় নষ্ট হব, বলীয়ে আপোনাৰ বল খটাব
নোৱাৰিব, আৰু বীৰে আপোনাৰ প্ৰাণ ৰক্ষা
১৫ কৰিব নোৱাৰিব ; মাইবা ধনুৰ্দ্ধৰে থিয় হৈ ৰৈ

থাকিব নোৱারিব, ধর্ষ্কীয়া ভরির মানুহে
আপোনাকে রক্ষা করিব নোৱারিব, আরু অশ্বা-
রোহীয়ে আপোনাকে উদ্ধার করিব নোৱারিব।
১৬ আরু যিহোৱাই কৈছে, বীরবিলাকর মাজর
সাহীয়াল লোক সেই দিনা বিবস্ত্র হৈ পলাব।

ইস্রায়েলে দণ্ড পাবর নিশ্চয়তা।

৩ হে ইস্রায়েলর সন্তানবিলাক, তোমালোকর
বিরুদ্ধে, মিচর দেশর পরা ময় উলিয়াই অনা
গোটেই গোষ্ঠীরেই বিরুদ্ধে যিহোৱাই কোৱা এই
২ বাক্য শুনা ; তেওঁ কৈছে, পৃথিবীর সকলো গোষ্ঠীর
ভিতরত কেৱল তোমালোককেই ময় জানিলোঁ ;
এই কারণে ময় তোমালোকর আটাই অপরাধর
৩ নিমিত্তে তোমালোকক দণ্ড দিম। একপরামর্শ
৪ নহলে দুজনে একেলগে চলিব নে? চিকার নো-
পোৱাকৈ অরণ্যত সিংহই গর্জ্জন করিব নে?
যুৱা সিংহই একো নধরাকৈ আপোনার গাঁতত
৫ গুঁজরিব নে? চরাইর নিমিত্তে টোপ নিদিয়াকৈ
মাটিত পতা ফান্দত জানো চরাই লাগিব? একো
৬ নলগাকৈ ফান্দ জানো ওফরে? নগরত রণ-
শিঙা বজালে প্রজাবিলাক জানো নকঁপিব? বা
যিহোৱাই নঘটোৱাকৈ নগরর মাজত জানো
৭ অমঙ্গল ঘটে? অৱশ্যে প্রভু যিহোৱাই আপোন
দাস ভাববাদীবিলাকর ওচরত আপোনার নিগূঢ়
মন্ত্রণা প্রকাশ নকরাকৈ একোকে নকরে। সিংহই
৮ গর্জ্জন করিলে কোনে ভয় নকরিব? প্রভু যিহো-
ৱাই বাক্য কলে কোনে ভাববাণী প্রচার নকরিব?
৯ তোমালোকে অচ্দোদত আরু মিচর দেশত
থকা অট্টালিকাবোরর ওপরর পরা প্রচার করি
কোৱা, যে, তোমালোকে চমরিয়ার পর্ব্বতবোরর
ওপরত গোট খোৱা, আরু তাত কিমান মহা-
কোলাহল হৈছে, আরু তার মাজত কেনেকুৱা
১০ অত্যাচার হৈছে, চোৱা। কিয়নো, যিহো-
ৱাই কৈছে, সিবিলাকে ন্যায় কার্য্য করিব
নেজানে ; সিবিলাকে অত্যাচার আরু অপ-
হরণ করি পোৱা ধন আপোনাবিলাকর
১১ অট্টালিকাবোরত সাঁচি থৈছে। এই হেতুকে
প্রভু যিহোৱাই এই কথা কৈছে, কোনো
এজন শত্রুৱে দেশ ঘেরি ধরিব, তোমার পরা
তোমার বল পেলাই দিব, আরু তোমার
১২ অট্টালিকাবোর লুট করা হব। যিহোৱাই এই
কথা কৈছে, মের-রখীয়াই সিংহর মুখর পরা
মেরর দুখন ঠেং, বা কাণর এডোখর এডুৱাই
অনার দরে, চমরিয়াত শয্যার চুকত, আরু
আসনত পারি দিয়া দলিচাত বহা ইস্রায়েলর
১৩ সন্তানবিলাকক উদ্ধার করা হব। বাহিনীবিলা-
কর ঈশ্বর প্রভু যিহোৱাই কৈছে, তোমালোকে
শুনা, আরু যাকোব বংশর বিরুদ্ধে সাক্ষ্য দিয়া।
১৪ কিয়নো, যি দিনা ময় ইস্রায়েলক তার অপরাধর
প্রতিফল দিম, সেই দিনা ময় বৈৎ-এলর যজ্ঞ-
বেদিবোরকো প্রতিফল দিম ; তাতে বেদির শিঙ-
১৫ বোর কাটি মাটিত পেলোৱা হব। আরু ময়
জারকালর ঘরে সৈতে ঘামকালর ঘর ভাঙিম ;
আরু যিহোৱাই কৈছে, হাতীদাঁতর ঘরবোর
নষ্ট হব, আরু বড় বড় ঘর নাইকিয়া হব।

শাস্তি পায়ো নুগুনা বাবে ইস্রায়েলে ভোগ
করিব লগীয়া দণ্ড।

৪ চমরিয়া পর্ব্বতত বাস করা, দুঃখীয়াক
অত্যাচার করা, দীনহীনক চূর্ণ করা, আরু
“আনা, আমি পান করোঁহঁক,” এই বুলি আপোন
আপোন স্বামীক কোৱা হে বাচানীয়া গাইবোর,
২ তোমালোকে এই বাক্য শুনা। প্রভু যিহোৱাই
আপোন পবিত্রতার শপথ করি কৈছে, দেখা,
যি দিনা লোকে হাঁকোটারে তোমালোকক, আরু
বরশিরে তোমালোকর অৱশিষ্ট ভাগক নিব
৩ সেই দিন তোমালোকলৈ আহিছে। আরু
তোমালোক প্রতিজনীয়ে পোনে পোনে গড়র
ভঙাইদি ওলাই যাবা ; আরু যিহোৱাই কৈছে,
তোমালোকক হর্মোনত পেলোৱা হব।
৪ তোমালোকে বৈৎ-এললৈ গৈ অপরাধ করা,
গিল্গললৈ গৈ অপরাধ বৃদ্ধি করা, আরু প্রতি-
রাতিপুৱা তোমালোকর বলি, আরু তিন দিনে
তিন দিনে তোমালোকর দহ ভাগর এভাগ আনা।
৫ তোমালোকে ধন্যবাদর অর্থে খমীর দিয়া বস্তুর
কিছু দাহ করা, আরু ইচ্ছামতে দিয়া উপহারর
বিষয়ে প্রচার আরু ঘোষণা করা ; কিয়নো হে
ইস্রায়েলর সন্তানবিলাক, প্রভু যিহোৱাই কৈছে,
তোমালোকে এই দরে করিবলৈ ভাল পোৱা।
৬ ময় তোমালোকর সকলো নগরত দাঁতর নির্ম্ম-
লতাও দিলোঁ, আরু তোমালোকর সকলো ঠাইত
অন্নর অভাব করিলোঁ ; তথাপি, যিহোৱাই
৭ কৈছে, তোমালোকে মোলৈ ঘুরা নাই। শস্য
দাবলৈ তিনি মাহ থাকোঁতেই ময় তোমা-
লোকর পরা বরষুণো আটক করিলোঁ ; ময়
এখন নগরত বরষালোঁ, আনখনত নবর্ষালোঁ ;
এডোখর ভূমিত বরষুণ দিয়া হল, আরু বরষুণ
৮ নিদিয়া ভূমিডোখর শুকাই গল। তাতে দুই
তিনিখন নগরর মানুহ এখন নগরলৈ পানী খাবর
নিমিত্তে চলংপলং করি গল, কিন্তু তৃপ্ত নহল ;
তথাপি, যিহোৱাই কৈছে, তোমালোকে মোলৈ
৯ ঘুরা নাই। ময় তোমালোকর শস্য ককর্ডুৱীয়া
আরু রজামুৱীয়া পেলাই তোমালোকক আঘাত
করিলোঁ ; তোমালোকর উদ্যানসমূহ, দ্রাক্ষা-
বারীবোর, ডিমরু আরু জিত গছবোর কুটি
খোৱা ফরিঙে খালে ; তথাপি, যিহোৱাই

১০ কৈছে, তোমালোকে মোলৈ ঘূৰা নাই। ময় মিচ-
ৰৰ মিচিনাকৈ তোমালোকৰ মাজলৈ মহামাৰী
পঠালোঁ, তোমালোকৰ ডেকাবিলাকক তৰোৱা-
লৰ দ্বাৰায় বধ কৰিলোঁ, তোমালোকৰ ঘোঁৰা-
বোৰ লৈ গলোঁ, আৰু তোমালোকৰ ছাউনিৰ
পৰা দুৰ্গন্ধ উলিয়াই তোমালোকৰ নাকত সুমু-
ৱালোঁ ; তথাপি, যিহোৱাই কৈছে, তোমালোকে
১১ মোলৈ ঘূৰা নাই। ঈশ্বৰে চদোম আৰু ঘমো-
ৰাত উৎপাত কৰাদি ময় তোমালোকৰ মাজত
উৎপাত কৰিলোঁ, তোমালোক জুইৰ পৰা
উলিওৱা আধা পোড়া কাঠ যেন হলা ; তথাপি,
যিহোৱাই কৈছে, তোমালোকে মোলৈ ঘূৰা
১২ নাই। হে ইস্রায়েল, এই কাৰণে ময় তোমালৈ এই
ৰূপে ব্যৱহাৰ কৰিম ; আৰু ময় তোমালৈ এই
ৰূপে ব্যৱহাৰ কৰিম দেখি হে ইস্রায়েল, তুমি
আপোন ঈশ্বৰৰ লগত সাক্ষাৎ কৰিবলৈ যুগুত
১৩ হোৱা। কাৰণ দেখা, যি জনাই পৰ্ব্বতবোৰ
নিৰ্ম্মাণ কৰিলে, বায়ু সৃষ্টি কৰিলে, আৰু মানুহৰ
আগত তাৰ ভাব প্ৰকাশ কৰে, যি জনাই
ৰাতিপুৱা আন্ধাৰ কৰে, আৰু পৃথিবীৰ উচ্চস্থান-
বোৰত অহাযোৱা কৰে, তেওঁৰ নাম বাহিনী-
বিলাকৰ ঈশ্বৰ যিহোৱা।

বিলাপ। ঈশ্বৰক বিচৰাতহে পৰিত্ৰাণ। প্ৰভুৰ
দিন বাঞ্ছা কৰোঁতাৰ সন্তাপ।

৫ হে ইস্রায়েল বংশ, তোমালোকৰ বিষয়ে
ময় যি বিলাপৰ বাক্য কওঁ, সেই বাক্য তোমা-
২ লোকে শুনা। ইস্রায়েল কুমাৰী* পতিত হল,
তেওঁ আৰু নুঠিব ; তেওঁ পৰিত্যক্তা হৈ আপোনাৰ
দেশৰ মাটিত পড়ি আছে, তেওঁক তুলিবলৈ
৩ কোনো নাই। কিয়নো প্ৰভু যিহোৱাই এই কথা
কৈছে, যি নগৰৰ পৰা এক হাজাৰ মানুহ ওলাই
যায়, তাৰ এশ, আৰু যি নগৰৰ পৰা এশ মানুহ
ওলাই যায়, তাৰ দহ জন ইস্রায়েল বংশলৈ
৪ অৱশিষ্ট থাকিব। কাৰণ যিহোৱাই ইস্রায়েল
বংশক এই কথা কৈছে, তোমালোকে মোক
৫ বিচাৰ কৰি জীয়াই থাকা ; কিন্তু বৈৎ-এলক
বিচাৰ নকৰিবা, গিল্‌গলত নোসোমাবা, আৰু
বেৰ-চেবালৈ নেযাবা ; কিয়নো গিল্‌গল অৱশ্যে
দেশান্তৰিত হব, আৰু বৈৎ-এল লুপ্ত হব।
৬ যিহোৱাক বিচাৰি জীয়াই থাকা ; নহলে তেওঁ
যোচেফ বংশত অগ্নিৰ দৰে লাগি তাক গ্ৰাস
কৰিব, আৰু তাক নুমাব পৰা বৈৎ-এলত কোনো
৭ নহব। যি জনাই কৃত্তিকা আৰু মৃগশীৰ্ষ নিৰ্ম্মাণ
কৰিলে, যি জনাই মৃত্যুচ্ছায়াক ৰাতিপুৱাত
পৰিবৰ্ত্তন কৰে, দিনক ৰাতিলৈ সলনি কৰে,

যি জনাই সাগৰৰ জলসমূহক আহ্বান কৰি পৃথি-
বীৰ ওপৰত ঢালি দিয়ে, সুবিচাৰ নাগদানাত
পৰিবৰ্ত্তন কৰোঁতা আৰু ধাৰ্ম্মিকতাক মাটিত
পেলাই দিওঁতা যি তোমালোক, তোমালোকে সেই
৯ জনাক বিচাৰা ; যিহোৱা তেওঁৰ নাম। দুৰ্ব্বলে
সৰ্ব্বনাশ ঘটাকৈ, যি জনাই বলী লোকৰ ওপৰত
হঠাৎ সৰ্ব্বনাশ ঘটায়, তোমালোকে সেই জনাক
১০ বিচাৰা। সিবিলাকে নগৰৰ দুৱাৰত দোষ ধৰোঁ-
তা লোকক ঘিণ কৰে, আৰু যথাৰ্থ কথা কওঁতা
১১ লোকক তুচ্ছ কৰে। তোমালোকে দুঃখীয়াক
গচকাৰ নিমিত্তে, আৰু তাৰ পৰা অন্যায়ৰূপে
ঘেঁহু ধান আদায় কৰা বাবে, তোমালোকে
কটা-শিলেৰে ঘৰ সাজিলেও তাত বাস কৰিবলৈ
নেপাবা, মনোহৰ দ্ৰাক্ষাবাৰী পাতিলেও, তাৰ
১২ দ্ৰাক্ষাৰস পান কৰিবলৈ নেপাবা। কিয়নো,
ধাৰ্ম্মিক লোকক কষ্ট দিওঁতা, ভেঁটি লওঁতা, আৰু
নগৰৰ দুৱাৰত দৰিদ্ৰবিলাকক অন্যায় কৰোঁতা যি
তোমালোক, তোমালোকৰ অপৰাধ কিমান অধিক,
আৰু তোমালোকৰ পাপবোৰ কিমান মহৎ, তাক
১৩ ময় জানো। এই নিমিত্তে এনে সময়ত সুবিবে-
চক লোক মনে মনে থাকিব ; কিয়নো এয়ে
১৪ দুঃসময়। তোমালোকে জীয়াই থাকিবৰ নিমিত্তে
বেয়া নিবিচাৰি ভালহে বিচাৰা ; তাতে, তোমা-
লোকে কোৱাৰ দৰে বাহিনীবিলাকৰ ঈশ্বৰ
১৫ যিহোৱা তোমালোকৰ লগত থাকিব। তোমা-
লোকে বেয়াক ঘিণ কৰা, ভালক ভাল পোৱা,
আৰু নগৰৰ দুৱাৰত সুবিচাৰ স্থাপন কৰা ;
কিজানি বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাই
১৬ যোচেফৰ অৱশিষ্ট ভাগলৈ দয়ালু হব পাৰে। এই
কাৰণে বাহিনীবিলাকৰ ঈশ্বৰ প্ৰভু যিহোৱাই
এই কথা কৈছে, আটাই চকত * লোকে বিলাপ
কৰিব, আটাই আলিত হায় হায় কৰিব, আৰু
খেতিয়কক শোক কৰিবলৈ, আৰু বিলাপত
১৭ পটুবোৰক হাহাকাৰ কৰিবলৈ মাতিব। আৰু
আটাই দ্ৰাক্ষাবাৰীত হাহাকাৰৰ ধ্বনি হব ;
কিয়নো, যিহোৱাই কৈছে, ময় তোমাৰ মাজেদি
১৮ যাম। প্ৰভুৰ দিন বাঞ্ছাকাৰী যি তোমালোক,
তোমালোকৰ সন্তাপ হব। তোমালোকে কিয়
যিহোৱাৰ দিনলৈ বাঞ্ছা কৰিবা ? সেয়ে পোহৰ
১৯ নহয়, অন্ধকাৰহে। কোনো মানুহ সিংহৰ পৰা
পলাওঁতে এটা ভালুকে তাক লগ পায়, নাইবা
ঘৰত সোমাই দেৱালত হাত দিওঁতে তাক সাপে
২০ খুঁটিয়ায়, সেই দিন তেনেকুৱা। যিহোৱাৰ দিন
পোহৰহে নে ? আন্ধাৰ নহয় জানো ? সেয়ে
ঘোৰ অন্ধকাৰ আৰু মিচেই দীপ্তি নোহোৱা দিন

* এই পদে পুৰুষে স্পৰ্শ নকৰা অবিবাহিতা যুৱতী
কন্যা বুজায়।

* নগৰৰ বাৰৰ বা ৰাজহুৱাৰ ওচৰত যি মুকলি
ঠাইত মানুহে কামকাৰ্য্য আৰু বেহাবেপাৰ আদি কৰে,
আৰু সোধবিচাৰ কৰা যায়, এনে ঠাই বুজায়।

২১ নহয় নে ? মই তোমালোকৰ উৎসৱবোৰ ঘিণ
কৰোঁ, তুচ্ছ কৰোঁ ; মই তোমালোকৰ ধৰ্ম্মসভা-
২২ বোৰৰ সুঘ্ৰাণ নলওঁ। তোমালোকে মোৰ উদ্দেশে
তোমালোকৰ হোমবলি আৰু ভক্ষ্য নৈবেদ্য
উৎসৰ্গ কৰিলেও মই সেইবোৰ গ্ৰহণ নকৰিম,
আৰু তোমালোকৰ মঙ্গলাৰ্থক বলি হৃষ্টপুষ্ট
২৩ পশুলৈ দৃষ্টি নকৰিম। মোৰ পৰা তোমালোকৰ
গানৰ ধ্বনি দূৰ কৰা ; কিয়নো মই তোমালোকৰ
২৪ নেবল যন্ত্ৰৰ বাদ্য শুনিব নোখোজোঁ ; কিন্তু
ন্যায় বিচাৰ পানীৰ নিচিনাকৈ, আৰু ধাৰ্ম্মিকতা
অনবৰত বৈ থকা নদীৰ নিচিনাকৈ বাগৰি
২৫ আহোক। হে ইস্ৰায়েল বংশ, অৰণ্যত চল্লিশ
বছৰ তোমালোকে বলি আৰু নৈবেদ্য মোৰ
২৬ উদ্দেশে আনিছিলা নে ? তোমালোকে আপোনা-
বিলাকৰ দেৱৰাজ চিক্কুত, আৰু কিয়ুন নামেৰে
আপোনাবিলাকৰ মূৰ্ত্তিবোৰক, আপোনাবিলাকৰ
নিমিত্তে নিৰ্ম্মিত তৰাৰ আকৃতিৰ দেৱমূৰ্ত্তি বৈ
২৭ নিবা। আৰু বাহিনীবিলাকৰ ঈশ্বৰ নামেৰে
প্ৰখ্যাত যিহোৱাই কৈছে, মই তোমালোকক
দম্মেচকৰ সিকালৈ বন্দী কৰি লৈ যাম।

নিশ্চিন্তে থকা লোকৰ সন্তাপ।

৬ যিবিলাকৰ ওচৰলৈ ইস্ৰায়েল বংশ যায়,
জাতিবিলাকৰ প্ৰধান জাতিৰ সেই মুখ্য লোক-
বিলাকৰ, চিয়োনত নিশ্চিন্তে থকা, আৰু চমৰিয়া
পৰ্ব্বতত নিৰাপদে থকাবিলাকৰ সন্তাপ হব।
২ তোমালোকে কল্‌নিলৈ গৈ চোৱা, আৰু তাৰ
পৰা মহাহমাতলৈ যোৱা, তাৰ পাছত পলেষ্টীয়া-
বিলাকৰ গাত নগৰলৈ নামি যোৱা ; সেইবোৰ
ৰাজ্য এই দুই ৰাজ্যতকৈ উত্তম নে ? বা সেই-
বোৰৰ সীমা তোমালোকৰ সীমাতকৈ ডাঙৰ নে ?
৩ সিবিলাকে অমঙ্গলৰ দিন আঁতৰ কৰে, আৰু
৪ অত্যাচাৰৰ আসন ওচৰ চপায়, হাতিদাঁতৰ
খাটত শয়ন কৰে, আৰু আপোন আপোন
শয্যাত দীঘল দি পৰে, জাকৰ পৰা মেৰ
পোৱালি আৰু গোহালিৰ পৰা দামুড়ি ভোজন
৫ কৰে, নেবলবাদ্যেৰে অসাৰ্থক গীত গায়, দায়ূদৰ
৬ নিচিনাকৈ নিজৰ নিমিত্তে বাদ্যযন্ত্ৰ সাজে, বড়
বাটিত দ্ৰাক্ষাৰস পান কৰে, আৰু উত্তম সুগন্ধি
তেলেৰে আপোনাবিলাকক অভিষেক কৰে, কিন্তু
৭ যোচেফৰ দুখৰ নিমিত্তে বেজাৰ নকৰে। এই
হেতুকে সিবিলাকে দেশান্তৰিত হোৱাবিলাকৰ
অগ্ৰবৰ্ত্তী হৈ দেশান্তৰলৈ যাব ; তাতে দীঘল
দি পৰি থকা মত্তলীয়াবোৰৰ চিঞৰবাখৰ নাই-
৮ কিয়া হব। প্ৰভু যিহোৱাই আপোনাৰ নাম লৈ
শপত কৰিছে, বাহিনীবিলাকৰ ঈশ্বৰ যিহোৱাই
কৈছে, মই যাকোবৰ দৰ্প ঘৃণ্য কৰোঁ, আৰু তাৰ
অট্টালিকাবোৰ ঘিণ কৰোঁ ; এই হেতুকে মই
নগৰখন তাত থকা আটাইবোৰে সৈতে সমৰ্পণ
৯ কৰিম ; তাতে, এটা ঘৰত দহ জন মানুহ অৱশিষ্ট
১০ থাকিলেও সিহঁত মৰিব। আৰু যেতিয়া কোনো
মানুহৰ আত্মীয়ই, অৰ্থাৎ সেই মানুহক দাহ
কৰিব পৰা জনে ঘৰৰ পৰা শৱটো উলিয়াবলৈ
দাঙি, তোমাৰ লগত আৰু কোনোবা আছে নে
বুলি ঘৰৰ ভিতৰ ভাগত থকা জনক সুধিব, আৰু
সি নাই বুলি কব, তেতিয়া সেই আত্মীয়ই,
“মনে মনে থাকা, কিয়নো আমি যিহোৱাৰ নাম
১১ উল্লেখ কৰিব নেপাওঁ,” এই বুলি কব। কিয়নো
দেখা, যিহোৱাৰ আজ্ঞাৰে বড় ঘৰ আঘাতিত
হৈ ডোখৰ ডোখৰ হব, আৰু সৰু ঘৰ আঘাতিত
১২ হৈ চিৰাচিৰ হব। তোমালোকে যে সুবিচাৰক
বিহত আৰু ধাৰ্ম্মিকতাৰ ফল নাগদানাত পৰি-
বৰ্ত্তন কৰিলা, ঘোঁড়াবোৰে জানো খলাবমা
শিলনীত লৰ মাৰিব পাৰে ? কোনোৱে জানো
১৩ তাত বলদেৰে হাল বাব পাৰে ? তোমালোক
অসাৰ বস্তুত আনন্দ কৰোঁতা, আৰু আমি
নিজ শক্তিৰে আমালৈ শিং দুটা লোৱা
১৪ নাই নে বুলি কোৱা লোক। কিয়নো, বাহিনী-
বিলাকৰ ঈশ্বৰ যিহোৱাই কৈছে, হে ইস্ৰায়েল
বংশ, দেখা, মই তোমালোকৰ বিৰুদ্ধে এক
জাতিক উঠাম ; সিহঁতে হমাতৰ প্ৰবেশস্থানৰে
পৰা অৰাবাৰ জুৰীটোলৈকে তোমালোকক কষ্ট
দিব।

আমোচৰ প্ৰথম, দ্বিতীয়, আৰু তৃতীয় দৰ্শন।

৭ প্ৰভু যিহোৱাই মোক এই ৰূপে দেখুৱালে,
দেখা, শেষতীয়া ঘাঁহৰ গজালি ওলোৱাৰ
আৰম্ভণতে তেওঁ কাকতি ফড়িংবোৰ সৃষ্টি
কৰিলে ; আৰু দেখা, ৰজাৰ ঘাঁহ কটাৰ পাছত
২ ওলোৱা মেৰে শেষতীয়া ঘাঁহ। আৰু সেইবোৰে
দেশৰ তৃণ শাক আদি খাই টুকুৱালত মই
কলোঁ, হে প্ৰভু যিহোৱা, মই তোমাক বিনয়
কৰোঁ, ক্ষমা কৰা, যাকোব নো কেনেকৈ ভিতিব ?
৩ কিয়নো তেওঁ ক্ষুদ্ৰ। তাতে যিহোৱাই এই বিষয়ে
মন ঘূৰালে ; প্ৰভু যিহোৱাই এয়ে নঘটিব বুলি
কলে।
৪ প্ৰভু যিহোৱাই মোক এই ৰূপে দেখুৱালে,
দেখা, প্ৰভু যিহোৱাই দণ্ড দিবলৈ অগ্নি
মাতিলে ; তাতে সেয়ে মহাসাগৰক গ্ৰাস কৰি
৫ স্থলকো গ্ৰাস কৰিব খুজিলে। তেতিয়া মই কলোঁ,
হে প্ৰভু যিহোৱা, মই তোমাক বিনয় কৰোঁ, ক্ষান্ত
হোৱা, যাকোব নো কেনেকৈ ভিতিব ? কিয়নো
৬ তেওঁ ক্ষুদ্ৰ। তাতে যিহোৱাই এই বিষয়ে মন
ঘূৰালে ; যিহোৱাই ইও নঘটিব বুলি কলে।
৭ তেওঁ মোক এই ৰূপে দেখুৱালে, দেখা, প্ৰভুৱে
হাতত এডাল ওলোমজৰী লৈ, ওলোমজৰী ধৰৰ-

উলিওৱা হল! তার গুপ্ত ধনবোর কেনেকৈ
৭ অনুসন্ধান করি নিয়া হল! তোমারে সৈতে সন্ধি
স্থাপন করা আটাই লোকে তোমাক সীমালৈ
নি বিদায় দিলে; তোমারে সৈতে মিলেরে থকা
মানুহবিলাকে তোমাক প্রবঞ্চনা করিলে আরু
যটুৱালে; তোমার অন্ন ভোজন কৰোঁতাবিলাকে
তোমার তলত ফান্দ পাতে; ইদোমর একো
৮ বিবেচনা নাই। যিহোৱাই কৈছে, সেই দিনা
মই ইদোমর পরা জ্ঞানীবিলাকক উচ্ছন্ন নকরিম
নে? আরু এচৌর পর্ব্বতর পরা বিবেচনা দূর
৯ নকরিম নে? হে তৈমন, হত্যার দ্বারায় এচৌর
পর্ব্বতর পরা তোমার আটাই বীর উচ্ছন্ন
১০ হবর নিমিত্তে, সিবিলাক বিকল হব। তোমার
ভাই যাকোবলৈ করা অত্যাচারর নিমিত্তে লাজে
তোমাক ঢাকিব, আরু তুমি চিরকাললৈকে উচ্ছন্ন
১১ হবা। তুমি ওঁতর হৈ থকা দিনা, বিদেশীবোরে
তার ধনসম্পত্তি লৈ যোৱা দিনা, আরু পর-
জাতীয়বোরে তার দুৱারত সোমাই যিরূচালেমর
নিমিত্তে চিঠি খেলোৱা দিনা, তুমি সিঁহতর মাজর
১২ এজন যেন আছিলা। কিন্তু তোমার ভায়েরার
দিনা, তার বিষম দুর্দশার দিনা তুমি তালৈ সন্তুষ্ট
মনেরে নেচাবা, আরু যিহূদার সন্তানবিলাকর
বিনাশর দিনা সিবিলাকর ওপরত আনন্দ নক-
১৩ রিবা, বা দুঃখর দিনা গর্ব্বেরে কথা নকবা। তুমি
মোর প্রজাবিলাকর আপদর দিনা সিবিলাকর
নগরর দুৱারত নোসোমাবা, এনে কি, সিবি-
লাকর আপদর দিনা সিবিলাকর দুঃখলৈ সন্তুষ্ট
মনেরে নেচাবা, বা সিবিলাকর আপদর দিনা সি-
১৪ বিলাকর ধনসম্পত্তিত হাত নিদিবা। তুমি পল-
ৱীয়াবিলাকক উচ্ছন্ন করিবলৈ দুই আলির মূরত
থিয় নহবা, আরু দুঃখর দিনা তার অৱশিষ্ট
১৫ লোকক শত্রুর হাতত সোধাই নিদিবা। কিয়নো
আটাই জাতির বিরুদ্ধে যিহোৱার দিন ওচর
চাপিছে; তুমি করার দরে তোমালৈ করা যাব,
তোমার কার্য্যর ফল তোমার মূরর ওপরতে
১৬ পরিব। কারণ মোর পবিত্র পর্ব্বতত তোমালোকে
পান করার দরে, আটাই জাতিয়ে অনবরত পান
করিব; এনে কি, সিঁহতে পান করি গেদ্‌বোরো
গিলিব, আরু সিঁহত নোহোৱা যেন হব।

ইস্রায়েলর মঙ্গল।

১৭ কিন্তু রক্ষা পোৱাবিলাক চিয়োন পর্ব্বতত
থাকিব, আরু সেয়ে পবিত্র হব; আরু
যাকোবর বংশই আপোনার আধিপত্য ভোগ
১৮ করিব। আরু যাকোবর বংশ অগ্নি, যোচেফর
বংশ অগ্নিশিখা, আরু এচৌর বংশ নরাস্বরূপ
হব; সিবিলাকে সিঁহতর মাজত জ্বলি সিঁহতক
গ্রাস করিব, আরু এচৌর বংশলৈ কোনো অৱ-
শিষ্ট নেথাকিব; কিয়নো যিহোৱাই ইয়াক
১৯ কলে। আরু দক্ষিণ অঞ্চলর লোকবিলাকে
এচৌর পর্ব্বত, আরু নিম্নভূমির লোকবিলাকে
পলেষ্টীয়াবিলাকর দেশ অধিকার করিব; আরু
সিবিলাকে ইফ্রয়িমর আরু চমরিয়ার ভূমি
অধিকার করিব; আরু বিন্যামীনে গিলিয়দ
২০ অধিকার করিব। আরু কনানীয়াবিলাকর মাজত
বন্দী-অৱস্থাত থকা ইস্রায়েলর সন্তানবিলাকর
এই সৈন্যসমূহে চারিফতলৈকে অধিকার করিব,
আরু চফারদত বন্দী-অৱস্থাত থকা যিরূচালেমর
লোকবিলাকে দক্ষিণ অঞ্চলর নগরবোর অধি-
২১ কার করিব। আরু এচৌর পর্ব্বতর বিচার করি-
বলৈ ত্রাণকর্ত্তাবিলাক চিয়োন পর্ব্বতত উঠিব;
আরু রাজ্য যিহোৱারেই হব।

---

# যোনা ভাববাদীর পুস্তক।

---

যোনাই মাছর পেটর পরা উদ্ধার
পোৱা।

১ অমিত্তয়র পুত্র যোনালৈ যিহোৱার বাক্য
২ আহিল, বোলে, তুমি উঠা, মহানগর নীন-
বিলৈ গৈ তার বিরুদ্ধে প্রচার করা; কিয়নো সিঁহ-
৩ তর দুষ্টতা মোর ওচর পালেহি। কিন্তু যোনাই
যিহোৱার সম্মুখর পরা তর্চীচলৈ পলাই যাবর
নিমিত্তে উঠি যাফোলৈ নামি গৈ, তর্চীচলৈ
যোৱা এখন জাহাজ পালে; তাতে তেওঁ তার
কেরেয়া দি, যিহোৱার সম্মুখর পরা তর্চীচলৈ
নাবিকবিলাকে সৈতে যাবর মনেরে তাত উঠিল।
৪ কিন্তু যিহোৱাই সাগরলৈ বড় বতাহ পঠোৱাত,
সাগরত মহাধুমুহা হল; তাতে জাহাজখন
৫ ভাঙিব লগা হল। তেতিয়া নাবিকবিলাকেতর
প্রাই আপোন আপোন দেৱতার আগত
চিঞরি প্রার্থনা করিলে, আরু আপোনাবিলাকর
নিমিত্তে জাহাজখন পাতল করিবলৈ, জাহা-
জত থকা মালবোর সাগরত পেলাই দিলে। কিন্তু

যোনাই জাহাজৰ ভিতৰলৈ নামি গৈ শুই ঘোৰ
৬ টোপনি গৈছিল। তেতিয়া জাহাজৰ অধ্যক্ষই
তেওঁৰ ওচৰলৈ আহি তেওঁক কলে, হে টোপ-
নিওৱা জন, তুমি কি কৰিছা? উঠি আপোন
ঈশ্বৰৰ আগত প্ৰাৰ্থনা কৰা; কিজানি সেই
ঈশ্বৰে আমাৰ বিষয়ে চিন্তা কৰিব, তাতে আমি
৭ নষ্ট নহম। পাছে সিহঁতে ইজনে সিজনে কোৱা-
কুই কৰিলে, বোলে, কাৰ দোষত আমালৈ এই
অমঙ্গল ঘটিছে, তাক জানিবৰ নিমিত্তে আমি
চিটি খেলাওঁহঁক দিয়া; এই বুলি সিহঁতে চিটি
৮ খেলালত, যোনাৰ নামত গুটি উঠিল। তেতিয়া
সিহঁতে তেওঁক কলে, আমি তোমাক মিনতি কৰোঁ,
কাৰ দোষত আমালৈ এই অমঙ্গল ঘটিছে, তাক
আমাক কোৱা; তোমাৰ ব্যৱসায় কি? তুমি
ক'ৰ পৰা আহিলা? তুমি কোন দেশৰ? আৰু
৯ তুমি কোন জাতীয়? তাতে তেওঁ সিহঁতক কলে,
ময় ইব্ৰী; জল আৰু স্থলৰ সৃষ্টিকৰ্ত্তা স্বৰ্গৰ ঈশ্বৰ
১০ যিহোৱালৈ ময় ভয় ৰাখোঁ। তেতিয়া মানুহবি-
লাকে অতিশয় ভয় পাই তেওঁক কলে, তুমি এই-
টো কি কৰিলা? কিয়নো তেওঁ যে যিহোৱাৰ সন্মু-
খৰ পৰা পলাইছিল, তাক সিহঁতে জানিছিল,
১১ কাৰণ তেওঁ সিহঁতক কৈছিল। পাছে, সাগৰ
আমালৈ থিৰ হবৰ নিমিত্তে আমি তোমাক
কি কৰিম? এই বুলি সিহঁতে তেওঁক সুধিলে;
কিয়নো সমুদ্ৰত ধুমুহা ক্ৰমেৰে বেচী হৈছিল।
১২ তেতিয়া তেওঁ সিহঁতক কলে, মোক দাঙি সমুদ্ৰত
পেলাই দিয়া, তাতে সাগৰ তোমালোকলৈ
থিৰ হব। কিয়নো ময় জানো, যে, মোৰ
কাৰণেহে এই মহাধুমুহা তোমালোকলৈ হৈছে।
১৩ তথাপি মানুহবিলাকে বাম পাবৰ নিমিত্তে
পুনৰায় বড়কৈ বাইছিল, কিন্তু নেপালে;
কিয়নো সমুদ্ৰত ধুমুহা সিহঁতৰ বিৰুদ্ধে ক্ৰমেৰে
১৪ বেচী হৈছিল। এই হেতুকে সিহঁতে যিহো-
ৱাৰ আগত কাতৰোক্তি কৰি কলে, আমি
আপোনাক বিনয় কৰোঁ, হে যিহোৱা, আমি
আপোনাক বিনয় কৰোঁ, এই মানুহৰ প্ৰাণৰ
নিমিত্তে আমাক বিনষ্ট হবলৈ নিদিব,
আৰু নিৰ্দ্দোষীৰ ৰক্তপাতৰ নিমিত্তে আমাক
দোষী নকৰিব; কিয়নো হে যিহোৱা, আপুনি
১৫ আপোনাৰ ইচ্ছামতে কৰিলে; এই বুলি
সিহঁতে যোনাক দাঙি সাগৰত পেলাই দিলে,
তাতে সমুদ্ৰৰ ভয়ানক মূৰ্ত্তি নাইকিয়া হল।
১৬ তেতিয়া সেই মানুহবিলাকে যিহোৱাক
অত্যন্ত ভয় কৰিলে, আৰু সিহঁতে যিহোৱাৰ
উদ্দেশে এটা বলি উৎসৰ্গ কৰিলে, আৰু কিবা
১৭ দিবলৈ সঙ্কল্প কৰিলে। কিন্তু যিহোৱাই,
যোনাক গিলি খবৰ নিমিত্তে এটা ডাঙৰ
মাছ নিৰূপণ কৰিছিল, আৰু যোনা সেই
মাছৰ পেটত তিনি দিন তিনি ৰাতি আছিল।

২ সেই কালত যোনাই মাছৰ পেটৰ পৰা
আপোন ঈশ্বৰ যিহোৱাৰ আগত প্ৰাৰ্থনা
২ কৰিলে। তেওঁ কলে,

মোৰ দুঃখৰ কাৰণে ময় যিহোৱাৰ আগত
প্ৰাৰ্থনা কৰিলোঁ;
তাতে তেওঁ মোক উত্তৰ দিলে।
ময় চিয়োলৰ ভিতৰৰ পৰা কাতৰোক্তি কৰিলোঁ;
তুমি মোৰ স্বৰ শুনিলা।
৩ কিয়নো তুমি গভীৰ জলত সমুদ্ৰৰ মাজত মোক
পেলালা,
আৰু সাগৰৰ সোঁতে মোক বেৰিলে,
তোমাৰ আটাই ঢৌ, তোমাৰ আটাই তৰঙ্গ
মোৰ ওপৰেদি গল।
৪ ময় কলোঁ, ময় তোমাৰ দৃষ্টিৰ পৰা আঁতৰ হলোঁ;
তথাপি ময় তোমাৰ পবিত্ৰ মন্দিৰৰ কালৈ
পুনৰায় চাম।
৫ মোৰ প্ৰাণৰ সংশয় হোৱাকৈ জলসমূহে মোক
বেৰিলে;
অগাধ জল মোৰ চাৰিওকালে হল;
সাগৰৰ বনবোৰে মোৰ মূৰ মেৰাই ধৰিলে।
৬ ময় পৰ্ব্বতবোৰৰ মূললৈকে নামি গলোঁ;
পৃথিবীয়ে আপোনাৰ ডাংবোৰেৰে মোক চিৰ-
কাললৈকে বন্ধ কৰিলে;
তথাপি হে মোৰ ঈশ্বৰ যিহোৱা, তুমি গাঁতৰ
পৰা মোৰ প্ৰাণ ৰক্ষা কৰিলা।
৭ মোৰ প্ৰাণ মোৰ অন্তৰত ব্যাকুল হোৱা কালত
ময় যিহোৱাক সোঁৱৰণ কৰিলোঁ;
তাতে মোৰ প্ৰাৰ্থনা তোমাৰ ওচৰত তোমাৰ
পবিত্ৰ মন্দিৰত উপস্থিত হল।
৮ যিবিলাকে অসাৰ বস্তুবোৰক মানে,
সিবিলাকে আপোনাবিলাকৰ দয়ানিধিক
ত্যাগ কৰে।
৯ কিন্তু ময় হলে স্তুতিবাক্যেৰে তোমাৰ উদ্দেশে
বলি উৎসৰ্গ কৰিম,
ময় কৰা সঙ্কল্প সিদ্ধ কৰিম;
পৰিত্ৰাণ যিহোৱাৰ পৰা হয়।
১০ পাছে যিহোৱাৰ আজ্ঞাত মাছটোৱে যোনাক
বামত উকুলিয়াই দিলে।

যোনাই নীনবিত প্ৰচাৰ কৰা, আৰু তাৰ ফল।

৩ পাছে দ্বিতীয়বাৰ যোনালৈ যিহোৱাৰ
বাক্য আহিল, বোলে, তুমি উঠি সেই মহা-
নগৰ নীনবিলৈ গৈ, যি কথা ময় তোমাক প্ৰচাৰ
কৰিবলৈ কম, তাক সিহঁতৰ আগত প্ৰচাৰ কৰা।
৩ তেতিয়া যোনা উঠি যিহোৱাৰ বাক্য অনুসাৰে
নীনবিলৈ গল। নীনবি অতিশয় বৃহৎ, তিনি-
৪ দিনীয়া বাটৰ নগৰ। পাছে যোনাই নগৰত সো-

যাওঁ, নীনবি চল্লিশ দিনর মূরত নষ্ট হব, এই বুলি
৫ প্রচার করি করি এদিনর বাট গল। তাতে নীন-
বির মানুহবিলাকে ঈশ্বরত বিশ্বাস করি উপবাস
ঘোষণা করিলে, আরু ডাঙরর পরা সরুলৈকে
৬ সকলোরে চট কাপড় পিন্ধিলে। আরু সেই
বার্ত্তা নীনবির রজার কাণত পরিলত, তেওঁ
সিংহাসনর পরা উঠি, গার পরা রাজবস্ত্র
সোলোকাই চট কাপড় পিন্ধি ছাইত বহিল।
৭ আরু নীনবির সকলোতে রজার আরু তেওঁর
মন্ত্রীবিলাকর আজ্ঞাত এই কথা প্রচার করা
হল, যে, মানুহ কি পশুয়ে, আরু গরুর জাক
কি মেরর জাকে কোনো বস্তুর আস্বাদ
নলওক; সিহঁতে আহার কি পানী নেখাওক;
৮ কিন্তু মানুহ আরু পশু সকলোরে গাত চট কাপড়
লওক, আরু ঈশ্বরর আগত উচ্চ স্বরেরে কাত-
রোক্তি করোক, এনে কি, সিহঁত প্রত্যেকে
আপোন আপোন মন্দ পথর পরা, আরু সিহঁতর
৯ হাতে করা অত্যাচারর পরা ঘূরোক। কোনে
জানে? ঈশ্বরে ঘূরি মন পালটাব পারে, আরু
আমি বিনষ্ট নহবর নিমিত্তে আপোনার প্রচণ্ড
১০ ক্রোধর পরা ক্ষান্ত হব পারে। তেতিয়া, ঈশ্বরে
সিহঁতক আপোন আপোন মন্দ পথর পরা ঘূরা
দেখি, সিহঁতলৈ তেওঁ মনস্থ করা অমঙ্গলর পরা
মন পালটালে, তাক নকরিলে। কিন্তু ইয়াতে

৪ যোনাই অতিশয় বেজার পালে, আরু ক্রুদ্ধ
২ হল। তেওঁ যিহোৱার আগত প্রার্থনা করি কলে,
হে যিহোৱা,ময় তোমাক মিনতি করোঁ, ময়
নিজ দেশত থাকোঁতে সেই রূপে ভাবিছিলোঁ
নহয় নে? এই কারণে ময় তর্চীচলৈ পলাবলৈ
ধর করিলোঁ; কিয়নো ময় জানিছিলোঁ, যে,
তুমি কৃপালু ঈশ্বর, দয়ারে পরিপূর্ণ, ক্রোধত
ধীর, দয়াত মহান, আরু অমঙ্গলর পরা মন
৩ পালটাওঁতা। এই হেতুকে হে যিহোৱা, মিনতি
করোঁ, মোর পরা মোর প্রাণ লোৱা; কিয়নো
৪ ময় জীয়াই থকাতকৈ মরাই ভাল। তাতে
যিহোৱাই কলে, তুমি ক্রোধ করি ভাল করিছা
৫ নে? পাছে যোনাই নগরখনর পরা ওলাই,
নগরখনর পূবফালে বহিল, আরু তাত নিজর
নিমিত্তে এটা পজা সাজি, নগরখনর কি দশা
হব, তাক দেখিবর মনেরে তার তলত ছাঁত
৬ বহিল। আরু ঈশ্বর যিহোৱাই এজোপা এরা গছ
নিরূপণ করিলে, আরু যোনাক তেওঁর দুঃখর পরা
উদ্ধার করিবলৈ, তেওঁর মূরর ওপরত ছাঁ পরিবর
নিমিত্তে, তেওঁর ওপরলৈ তাক বঢ়ালে; তাতে
যোনাই সেই এরা গছর কারণে অতিশয় আ-
৭ নন্দিত হল। কিন্তু ঈশ্বরে পাছদিনা অরুণোদয়র
সময়ত এটা পোক নিরূপণ করিলে, আরু সি
৮ এরা গছডাল কুটাত, সেয়ে শুকাল। পাছে, সূর্য্য
ওলোৱা সময়ত ঈশ্বরে পূবর গরম বতাহ
আনিলে, আরু যোনার মূরত এনে র'দ লাগিল,
যে, তেওঁ ক্লান্ত হৈ আপোনার মৃত্যু প্রার্থনা করি
৯ কলে, ময় জীয়াই থকাতকৈ মরাই ভাল। তেতিয়া
ঈশ্বরে যোনাক কলে, তুমি এরা গছজোপার
কারণে ক্রোধ করি ভাল করিছা নে? তাতে তেওঁ
কলে, ময় মরি যোৱাকৈ ক্রোধ করি ভাল
১০ করিছোঁ। তেতিয়া যিহোৱাই কলে, তুমি পরি-
শ্রম নকরা, নবঢ়োৱা, একে রাতিতে গজি একে
রাতিতে মরা এরা গছজোপালৈ তোমার দয়া
১১ লাগিল; তেনে হলে সোঁ হাত আরু বাওঁ হাতর
মাজত প্রভেদ করিব নোৱরা এশ বিশ হাজারতকৈ
অধিক মানুহ, আরু অনেক পশুও থকা সেই
মহানগর নীনবিলৈ মোর দয়া নেলাগিব নে?

# মীখা ভাববাদীর পুস্তক।

১ যিহূদার রজা যোথম, আহজ, আরু হিস্কি-
য়ার রাজত্বর কালত চমরিয়া আরু যিরূ-
চালেমর বিষয়ে দর্শনত পোৱা, মোরেষ্টীয়া
মীখালৈ অহা যিহোৱার বাক্য।

চমরিয়া আরু যিরূচালেমর ভাবী দণ্ড।
মীখার বিলাপ।

২ হে জাতিবিলাক, তোমালোক সকলোরে শুনা,
হে পৃথিবি আরু তাত থকা সকলো, কাণ পাতা।
প্রভু যিহোৱা তোমালোকর বিরুদ্ধে সাক্ষী
হওক, প্রভুরে আপোন পবিত্র মন্দিরর পরা
৩ সাক্ষী হওক। কিয়নো দেখা, যিহোৱা আপোন
ঠাইর পরা ওলাইছে; তেওঁ নামি পৃথিবীর উচ্চ-
৪ স্থানবোরর ওপরেদি গমন করিব। যেনেকৈ
জুইর তাপত মম পমি যায়, আরু দ্রুত ঠাইত
পানী ঢালিলে যেনেকৈ নামি যায়, তেনে-
কৈ তেওঁর তলির তলত পর্ব্বতবোর পমি যাব,
৫ আরু উপত্যকাবোর ফাটি যাব। যাকোবর
অপরাধর নিমিত্তে, আরু ইস্রায়েল বংশর পাপর
কারণেই এই সকলো হব; যাকোবর অপরাধ

কি ? চমৰিয়া নহয় নে ? আৰু যিহূদাৰ উচ্চ-
৬ স্থানবোৰ কি ? যিৰূচালেম নহয় নে ? এই
হেতুকে মই চমৰিয়াক শিলৰ দ'ম থকা পথাৰ,
আৰু দ্ৰাক্ষাবাড়ীৰ গছ ৰোৱা ঠাই কৰিম ; মই
সেই নগৰীৰ শিলবোৰ উপত্যকালৈ বগৰাই
পেলাম, আৰু তাইৰ ভিত্তিমূল অনাবৃত কৰিম।
৭ আৰু তাইৰ আটাই কটা মূৰ্ত্তিবোৰ ভাঙি
ডোখৰ ডোখৰ কৰা যাব, বেচস্বৰূপে পোৱা
তাইৰ আটাই বস্তু জুইয়ে পোড়া যাব, আৰু
তাইৰ আটাই প্ৰতিমাবোৰ মই উচ্ছন্ন কৰিম ;
কিয়নো তাই বেশ্যাৰ বেচস্বৰূপে সেইবোৰ
গোটালে, আৰু সেইবোৰ পুনৰায় বেশ্যাৰ বেচ
৮ হৈ যাব। এই কাৰণে মই বিলাপ আৰু হাহা-
কাৰ কৰিম, বিবস্ত্ৰ আৰু উলঙ্গ হৈ চলিম,
শিয়ালৰ নিচিনাকৈ শব্দ কৰি বিলাপ কৰিম,
আৰু উট চৰাইৰ নিচিনাকৈ শোকধ্বনি কৰিম।
৯ কিয়নো তাইৰ ঘা চিকিৎসা কৰিব নোৱাৰা ;
কাৰণ সেয়ে যিহূদালৈকে আহিল, সেয়ে মোৰ
প্ৰজাবিলাকৰ ৰাজদুৱাৰ যিৰূচালেম পালেহি।
১০ তোমালোকে গাত নগৰত এই কথা নকবা,
অকোঁত নেকান্দিবা, বৈৎ-লি-অফ্ৰাত ধূলিত
১১ বাগৰা। হে চাফীৰনিবাসিনি, বিবস্ত্ৰা আৰু
লজ্জিত হৈ গমন কৰা ; চাননিবাসিনী বাহিৰ
হোৱা নাই ; বৈৎ-এচেলৰ বিলাপে তোমালোকক
১২ আশ্ৰয়ৰ পৰা বঞ্চিত কৰিছে। কিয়নো মঙ্গল গল
দেখি মাৰোৎনিবাসিনীয়ে মনত দুঃখ পাইছে ;
কাৰণ যিৰূচালেমৰ দুৱাৰলৈ যিহোৱাৰ পৰা
১৩ অমঙ্গল নামি আহিল। হে লাখীচনিবাসিনি,
ৰথত বেগী ঘোঁৰা লগোৱা। চিয়োন জীয়াৰীৰ
পাপ তাৰ পৰাই আৰম্ভ হৈছে ; কিয়নো ইস্ৰা-
য়েলৰ অধৰ্ম্মবোৰ তোমাৰ মাজত পোৱা গল।
১৪ এই হেতুকে তুমি মোৰেচৎ-গতক ত্যাগপত্ৰ দিবা ;
ইস্ৰায়েলৰ ৰজাবিলাকলৈ অক্জীবৰ ঘৰবোৰ
১৫ প্ৰবঞ্চক জুৰীস্বৰূপ হব। অধিকন্তু হে মাৰেচা-
নিবাসিনি, যি জন তোমাৰ অধিকাৰী হব, এনে
জনক মই তোমাৰ ওচৰলৈ আনিম ; ইস্ৰায়েলৰ
১৬ গৌৰৱ অদুল্লমলৈকে যাব। তুমি আপোন
মৰমৰ সন্তানৰ শোকত চুলি কাটি মূৰ টকলা
কৰা, শগুণৰ নিচিনাকৈ তোমাৰ টকলা বঢ়োৱা ;
কিয়নো সিহঁত তোমাৰ পৰা দেশান্তৰলৈ গল।

ইস্ৰায়েলৰ প্ৰধানবিলাকৰ পাপ। ইস্ৰায়েলৰ
পুনঃস্থাপন।

২ যিবোৰে আপোন আপোন শয্যাত অধৰ্ম্ম
কল্পনা কৰে, আৰু কুকৰ্ম্ম চিন্তা কৰে, সিহঁ-
তৰ সন্তাপ হব। ৰাতি পুৱালেই সিহঁতে তাক
সিদ্ধ কৰে ; কাৰণ সেয়ে সিহঁতৰ হাতৰ ক্ষমতাৰ
২ অধীন। সিহঁতে পথাৰলৈ লোভ কৰি সেইবোৰ
বলেৰে লয়, আৰু ঘৰলৈ লোভ কৰি সেইবোৰ
হৰণ কৰে ; এই ৰূপে সিহঁতে পুৰুষ আৰু তাৰ
ঘৰ, এনে কি, মানুহ আৰু তাৰ পৈতৃক
৩ আধিপত্যলৈ অত্যাচাৰ কৰে। এই হেতুকে
যিহোৱাই এই কথা কৈছে, দেখা, যি অমঙ্গল-
যুঁৱলিৰ পৰা তোমালোকে আপোন আপোন
ডিঙি এৰাব নোৱাৰিবা, আৰু গৰ্ব্বেৰে চলিব
নোৱাৰিবা, এনে অমঙ্গল এই গোষ্ঠীৰ অহিতে মই
৪ কল্পনা কৰোঁ ; কিয়নো এয়ে দুঃখৰ সময়। সেই
দিনা লোকে তোমালোকৰ বিষয়ে প্ৰবাদ
ব্যৱহাৰ কৰিব, শোকপূৰ্ণ বিলাপৰ গান ধৰি
কব, আমি একেবাৰে বিনষ্ট হলোঁ ; তেওঁ
মোৰ জাতিৰ অংশ অন্যৰ হাতত দিছে ; তেওঁ
মোৰ পৰা তাক কেনেকৈ দূৰ কৰিছে। বিদ্ৰো-
হীহঁতক তেওঁ আমাৰ পথাৰবোৰ ভাগ কৰি
৫ দিছে। এই হেতুকে চিঠিখেলেৰে পৰিমাণজৰী
পাৰিবলৈ যিহোৱাৰ সমাজত তোমাৰ কোনো
৬ নেথাকিব। "তোমালোকে ভাববাণী প্ৰচাৰ
নকৰিবা ; যিবিলাকে এইবোৰৰ বিষয়ে ভাব-
বাণী প্ৰচাৰ নকৰিব, সিবিলাকেহে ভাববাণী
৭ প্ৰচাৰ কৰিব লাগে। বিকৰ্থনা নুগুচে।" হে
যাকোবৰ বংশ, এইটো কি কথা ? যিহোৱাৰ
আত্মা অধৈৰ্য্য নে ? এইবোৰ তেওঁৰ কাৰ্য্য
নে ? সৰলভাবে চলোঁতা জনক মোৰ বাক্যই
৮ উপকাৰ নকৰে নে ? কিন্তু অলপ দিনৰ পৰা
মোৰ প্ৰজাবিলাক শত্ৰুৰ নিচিনা হৈ উঠিছে ;
যুদ্ধ কৰিবলৈ ইচ্ছা নোহোৱা নিশ্চিন্তে থকা
পথিকবিলাকৰ তলৰ পোচাকৰ পৰা ওপৰৰ জামা
৯ তোমালোকে সোলোকাই লৈছা ; তোমালোকে
মোৰ প্ৰজাবিলাকৰ তিৰুতাবিলাকক সিবিলাকৰ
মনোহৰ ঘৰৰ পৰা খেদাই দিছা ; সিবিলাকৰ
সন্তানবিলাকৰ পৰা মই দিয়া শোভা তোমা-
১০ লোকে সদাকাললৈকে এৰাইছা। তোমালোক
উঠা, যোৱা, কিয়নো এয়ে তোমালোকৰ বিশ্ৰা-
মৰ ঠাই নহয় ; কাৰণ অশুচিতাৰ দ্বাৰায়
তোমালোক বিনষ্ট হবা, আৰু সেই বিনাশ
১১ ভয়ানক হব। বায়ু আৰু মিছাৰ অনুগামী
কোনো লোকে যদি মিছাকৈ কয়, বোলে,
মই তোমাৰ পক্ষে দ্ৰাক্ষাৰস আৰু সুৰাপানৰ
বিষয়ে ভাববাণী প্ৰচাৰ কৰিম, তেন্তে সিয়েই
এই লোকবিলাকৰ ভাববাদী হব।
১২ হে যাকোব, মই নিশ্চয়ে তোমাৰ সকলো
লোকক গোটাম ; মই নিশ্চয়ে ইস্ৰায়েলৰ অৱ-
শিষ্ট ভাগক গোটাম ; গড়ালত থকা মেৰবোৰৰ
নিচিনাকৈ, আৰু চৰণী পথাৰৰ মাজত থকা
এজাক মেৰৰ নিচিনাকৈ মই সিবিলাকক একে-
লগ কৰিম ; মানুহ অধিক হোৱাৰ কাৰণে
১৩ সিবিলাকে কোলাহল কৰিব। ভাঙি বাট উলিওৱা

জনা সিবিলাকৰ আগে আগে উঠি গল;
সিবিলাকে ভাঙি বাট উলিয়াই দুৱাৰৰ ওৰিলৈ
গৈ সেই পোন্দদি বাহিৰ হল; সিবিলাকৰ ৰজা
সিবিলাকৰ আগে আগে চলি গল, যিহোৱা
সিবিলাকৰ অগ্ৰগামী হল।

৩ আৰু ময় কলোঁ, ভালক ঘিণ কৰোঁতা
আৰু বেয়াক ভাল পাওঁতা, লোকবিলাকৰ
পৰা চাল আৰু সিবিলাকৰ হাড়ৰ পৰা
২ মাংস এছুৰাওঁতা আৰু মোৰ প্ৰজাবিলাকৰ
মাংস খাওঁতা, আৰু সিবিলাকৰ চাল
বখলিয়াওঁতা আৰু হাড় ভাঙোতা, এনে
কি, কেৰাহিত আৰু টৌত দিয়া মাংসৰ
দৰে সিবিলাকক ডোখৰডোখৰকৈ কাটোঁতা
৩ হে যাকোবৰ মুখ্যবিলাক আৰু ইস্ৰায়েল
বংশৰ শাসনকৰ্ত্তাবিলাক, তোমালোকে শুনা,
তোমালোকে সুবিচাৰ জনা উচিত নহয় নে?
৪ সেই সময়ত সিবিলাকে যিহোৱাৰ আগত
কাতৰোক্তি কৰিব, কিন্তু তেওঁ সিবিলাকক উত্তৰ
নিদিব; এনে কি, সিবিলাকৰ কাৰ্য্যৰ দ্বাৰায়
সিবিলাকে কুকৰ্ম্ম সিদ্ধ কৰাৰ উচিত প্ৰতি-
ফলস্বৰূপে সেই সময়ত তেওঁ সিবিলাকৰ পৰা
৫ আপোন মুখ ঢাকিব। যি ভাববাদীবোৰে মোৰ
প্ৰজাবিলাকক ভ্ৰান্ত কৰে, আপোনাবিলাকৰ
দাঁতেৰে মগুহ চোবাই চোবাই মঙ্গল বুলি চিঁয়ৰি
কয়, আৰু আপোনাবিলাকৰ মুখত একো
নিদিয়া লোকৰ বিৰুদ্ধে যুদ্ধ নিৰূপণ কৰে,
সেই ভাববাদীবোৰৰ বিৰুদ্ধে যিহোৱাই এই
৬ কথা কৈছে, নিশ্চয়ে তোমালোকে দৰ্শন
পাব নোৱাৰাকৈ তোমালোকলৈ ৰাতি হব,
আৰু তোমালোকে মঙ্গল চাব নোৱাৰাকৈ তোমা-
লোকলৈ আন্ধাৰ হব; সেই ভাববাদীবোৰৰ
ওপৰত সূৰ্য্য মাৰ যাব, আৰু দিন সিহঁতৰ
৭ ওপৰত আন্ধাৰীয়া হব। তাতে দৰ্শকবোৰে লাজ
পাব, মঙ্গলচিন্তিবোৰ বিবৰ্ণ হব, এনে কি, সিহঁত
আটায়ে দাঁড়ি ঢাকিব; কিয়নো ঈশ্বৰৰ উত্তৰ
৮ নাই। কিন্তু যাকোবক তাৰ অপৰাধ আৰু
ইস্ৰায়েলক তাৰ পাপ বুজাবৰ নিমিত্তে ময়
নিশ্চয়ে যিহোৱাৰ আত্মাৰ দ্বাৰায় শক্তি, ন্যায়
৯ বিচাৰ, আৰু সাহসেৰে পৰিপূৰ্ণ। সুবিচাৰ ঘিণ
কৰোঁতা আৰু সকলো ন্যায়ৰ বিপৰীত কৰোঁতা
হে যাকোবৰ মুখ্যবিলাক আৰু ইস্ৰায়েল বংশৰ
১০ শাসনকৰ্ত্তাবিলাক, এই কথা শুনা। সিবিলাকে
ৰক্তপাতেৰে চিয়োন, আৰু অধৰ্ম্মেৰে যিৰূচালেম
১১ সাজে। তাৰ মুখ্যবিলাকে ভেঁটিৰ অৰ্থে বিচাৰ
কৰে, তাৰ পুৰোহিতবিলাকে বেচৰ অৰ্থে
শিক্ষা দিয়ে, আৰু তাৰ ভাববাদীবিলাকে ধনৰ
অৰ্থে মঙ্গল চায়: তথাপি সিবিলাকে যিহোৱাৰ
ওপৰত নিৰ্ভৰ কৰি কয়, আমাৰ মাজত যিহোৱা
১২ নাই নে? কোনো আপদ আমালৈ নঘটিব। এই
হেতুকে চিয়োনক তোমালোকৰ কাৰণে পথাৰৰ
নিচিনাকৈ চহোৱা হব, যিৰূচালেম দমৰাশি
হব, আৰু গৃহটী থকা পৰ্ব্বতটো কাঠনীৰ
ওখ ঠাইবোৰৰ নিচিনা হব।

ইস্ৰায়েলৰ ভাবী মঙ্গল।

৪ কিন্তু অন্তিম কালত এই ৰূপ ঘটিব, যে,
যিহোৱাৰ গৃহৰ পৰ্ব্বতটী পৰ্ব্বতবোৰত-
কৈয়ো ওখত স্থাপন কৰা হব, আৰু গিৰি-
বোৰতকৈয়ো ওখ কৰা হব; তাতে জাতি-
বোৰে সোঁত বোৱাৰ দৰে তালৈ বৈ যাব।
২ অনেক জাতিয়ে ওলাই কব, "বলা, আমি
যিহোৱাৰ পৰ্ব্বতটীলৈ, যাকোবৰ ঈশ্বৰৰ
গৃহটীলৈ উঠি যাওঁহক; তেওঁ আমাক আপোন
পথৰ বিষয়ে শিক্ষা দিব, তাতে আমি তেওঁৰ
পথত গমন কৰিম।" কিয়নো চিয়োনৰ পৰা
ব্যৱস্থা আৰু যিৰূচালেমৰ পৰা যিহোৱাৰ বাক্য
৩ ওলাব। তেওঁ জাতিবোৰৰ মাজত সোধ কৰিব,
আৰু দূৰত থকা বলৱন্ত জাতিবোৰৰ নিমিত্তে
বিচাৰ নিষ্পত্তি কৰিব; তাতে সিহঁতে আপোন
আপোন তৰোৱাল ভাঙি নাঙলৰ ফাল গঢ়াব,
আৰু আপোন আপোন বৰ্চ্ছা ভাঙি কলম দিয়া
কটাৰি গঢ়াই লব। এক জাতিয়ে আন জাতিৰ
বিৰুদ্ধে তৰোৱাল নেদাঙিব, সিহঁতে যুদ্ধ-
৪ বিদ্যা আৰু নিশিকিব। কিন্তু প্ৰতিজনে আপোন
আপোন দ্ৰাক্ষালতাৰ আৰু ডিমৰু গছৰ তলত
বহিব, আৰু কোনেও সিহঁতক ভয় নলগাব;
কিয়নো বাহিনীবিলাকৰ যিহোৱাই নিজ মুখেৰে
৫ এই কথা কলে। যদিও আটাই জাতিয়ে
আপোন আপোন দেৱতাৰ নামেৰে চলে, তথাপি
আমি হলে যুগে যুগে চিৰকাললৈকে আমাৰ
ঈশ্বৰ যিহোৱাৰ নামেৰেহে চলিম।
৬ যিহোৱাই কৈছে, সেই দিনা ময় লেঙেৰী-
জনীক গোটাম, খেদাই দিয়া আৰু ময় দুখ
৭ দিয়া জনীক একে লগ কৰিম; আৰু ময়
লেঙেৰীজনীক এক অৱশিষ্ট ভাগ কৰি ৰাখিম,
দূৰীকৃত জনীক এক বলী জাতি কৰিম; আৰু
যিহোৱাই তেতিয়াৰ পৰা চিৰকাললৈকে চিয়োন
পৰ্ব্বতত সিবিলাকৰ ওপৰত ৰাজত্ব কৰিব।
৮ আৰু হে মেৰৰ জাকৰ দুৰ্গ, হে চিয়োন জীয়াৰীৰ
পৰ্ব্বত, তোমালৈ ৰাজ্য আহিব, এনে কি, আগৰ
প্ৰভুত্ব, যিৰূচালেম জীয়াৰীৰ ৰাজ্য আহিব।
৯ তেন্তে তুমি কিয় খড়কৈ কান্দিছা? প্ৰসৱ-
কাৰিণী তিৰুতাৰ দৰে তোমাক যে বেদনাই
ধৰিছে, তোমাৰ মাজত ৰজা নাই নে? তোমাৰ
১০ মন্ত্ৰী বিনষ্ট হল নে? হে চিয়োন জীয়াৰী,
প্ৰসৱকাৰিণী তিৰুতাৰ দৰে বেদনাক্ৰান্ত হৈ

ওপজাৱতৈ বল দিয়া ; কিয়নো তুমি এতিয়া
নগৰৰ পৰা ওলাই পথাৰত থাকিব লাগিব,
আৰু বাবিললৈকে যাব লাগিব ; সেই ঠাইতেই
তুমি উদ্ধাৰ পাবা, সেই ঠাইতেই যিহোৱাই
তোমাৰ শত্ৰুৰ হাতৰ পৰা তোমাক মুক্ত কৰিব।
১১ আৰু চিয়োন অশুচি হওক, আমি নিজ
চকুৰে চিয়োনৰ ওপৰত আমাৰ ইচ্ছা পূৰ
হোৱা দেখোঁহক, এই বুলি কোৱা অনেক
জাতিয়ে এতিয়া তোমাৰ অহিতে গোট
১২ খাইছে। কিন্তু সিহঁতে যিহোৱাৰ কল্পনা-
বোৰ নেজানে, আৰু তেওঁৰ মন্ত্ৰণা নুবুজে ;
কিয়নো তেওঁ সিহঁতক মৰণা মৰা খোলাত
১৩ আঁওৰি গোটোৱাদি গোটাইছে। হে চিয়োন
জীয়াৰী, উঠা, আৰু মাৰা ; কিয়নো মই
তোমাৰ শিং লোহাৰ আৰু তোমাৰ খুৰা
পিত্তলৰ কৰিম। তাতে তুমি অনেক জাতিক মাৰি
ভোখৰ ভোখৰ কৰিবা ; আৰু তুমি সিহঁতৰ পৰা
পোৱা লাভ যিহোৱাৰ উদ্দেশে, আৰু সিহঁতৰ
পৰা পোৱা ধনসম্পত্তি গোটেই পৃথিবীৰ প্ৰভুৰ
৫ উদ্দেশে উৎসৰ্গ কৰিবা। হে সৈন্যদলস্বৰূপা
জীয়াৰী, দল দল হৈ গোট খোৱা ; শত্ৰুৱে
আমাক অৱৰোধ কৰিছে, সিহঁতে ইস্ৰায়েলৰ
বিচাৰপতিৰ গালত এভাল দণ্ডেৰে প্ৰহাৰ
কৰিব।

অভিষিক্ত জনাৰ আগমন।

২ কিন্তু হে বৈৎ-লেহম-ইফ্ৰাথা, যিহূদাৰ গোষ্ঠী-
বোৰৰ মাজত গণ্য হবলৈ অতি ক্ষুদ্ৰ যি তুমি,
তোমাৰ পৰা, ইস্ৰায়েলত অধিপতি হবলৈ
মোৰ উদ্দেশে এজনা উৎপন্ন হব ; পূৰ্ব্বকালৰ
৩ পৰা, অনাদি কালৰে পৰা তেওঁৰ উৎপত্তি। এই
হেতুকে প্ৰসৱকাৰিণীয়ে প্ৰসৱ নকৰালৈকে তেওঁ
সিবিলাকক ত্যাগ কৰিব ; তেতিয়া তেওঁৰ ভাই-
বিলাকৰ অৱশিষ্ট ভাগ ইস্ৰায়েলৰ সন্তান-
৪ বিলাকলৈ উলটি আহিব। আৰু তেওঁ থিয় হৈ
যিহোৱাৰ শক্তিত, আপোন ঈশ্বৰ যিহোৱাৰ
নামৰ মহিমাত আপোনাৰ জাক চৰাব, আৰু
সিবিলাকে নিৰাপদে বাস কৰিব ; কিয়নো তেওঁ
৫ পৃথিবীৰ অন্তলৈকে মহান হব। আৰু সেই
জনাই আমাৰ শান্তি হব ; যেতিয়া অচূৰে
আমাৰ দেশত সোমাই আমাৰ অট্টালিকাবোৰত
ভৰি দিব, তেতিয়া আমি তাৰ অহিতে সাত
জন মেৰ-ৰক্ষীয়া, আঠ জন প্ৰধান লোকক
৬ তুলিম। সিবিলাকে তৰোৱালেৰে অচূৰ দেশ,
নগদ্বাৰবোৰৰ দুৱাৰত নিম্ৰোদৰ দেশ উচ্ছন্ন কৰিব ;
যেতিয়া অচূৰে আমাৰ দেশত সোমাই আমাৰ
সীমাৰ ভিতৰত ভৰি দিব, তেতিয়া তেওঁ সিহঁতৰ
৭ পৰা আমাক উদ্ধাৰ কৰিব। মানুহলৈ অপেক্ষা
নকৰা, বা মনুষ্যসন্তানবিলাকলৈ বাট নোচোৱা,
যিহোৱাৰ পৰা অহা নিয়ৰ যেন, আৰু ঘাঁহৰ
ওপৰত পৰা বৰষুণৰ জাক যেন হৈ যাকোবৰ
অৱশিষ্ট ভাগ অনেক জাতিৰ মাজত হব।
৮ যি সিংহই জাকৰ মাজেদি গৈ, কোনেও উদ্ধাৰ
কৰিব নোৱৰাকৈ সিহঁতক গচকে আৰু ভোখৰ
ভোখৰ কৰে, কাঠনীৰ পশুবোৰৰ মাজত থকা এনে
সিংহ, মেৰৰ জাকবোৰৰ মাজত থকা এনে যুবা
সিংহ যেন হৈ যাকোবৰ অৱশিষ্ট ভাগ জাতি-
বিলাকৰ মাজত, অনেক লোকবিলাকৰ মাজতেই
৯ হব। তোমাৰ হাত তোমাৰ শত্ৰুবোৰৰ ওপৰত
তোলা হওক, আৰু তোমাৰ আটাই শত্ৰুক
উচ্ছন্ন কৰা হওক।
১০ আৰু যিহোৱাই কৈছে, সেই দিনা মই
তোমাৰ মাজৰ পৰা তোমাৰ ঘোঁৰাবোৰ উচ্ছন্ন
কৰিম, আৰু তোমাৰ ৰথবোৰ বিনষ্ট কৰিম ;
১১ মই তোমাৰ দেশৰ নগৰবোৰ উচ্ছন্ন কৰিম, আৰু
১২ তোমাৰ দৃঢ় কোঁঠবোৰ ভাঙি পেলাম ; মই
তোমাৰ হাতৰ পৰা আটাই মায়াকাৰ্য্য উচ্ছন্ন
১৩ কৰিম, তোমাৰ গণক আৰু নহব ; মই তোমাৰ
মাজৰ পৰা তোমাৰ কটা প্ৰতিমাবোৰ, আৰু
তোমাৰ স্তম্ভবোৰ উচ্ছন্ন কৰিম, তুমি আপোন
হাতৰ কাৰ্য্যৰ আগত আৰু প্ৰণিপাত নকৰিবা ;
১৪ মই তোমাৰ মাজৰ পৰা আচেৰা মূৰ্ত্তিবোৰ
উঘালি পেলাম, আৰু তোমাৰ নগৰবোৰ বিনষ্ট
১৫ কৰিম ; আৰু আওকাণ কৰা জাতিবোৰৰ ওপৰত
মই ৰাগত আৰু ক্ৰোধত প্ৰতিকাৰ সাধিম।

যিহোৱাৰ বিবাদ। লোকবিলাকৰ উত্তৰ।

৬ যিহোৱাই যি কৈছে, তাক তোমালোকে
শুনা ; তুমি উঠি পৰ্ব্বতবোৰৰ সম্মুখত
প্ৰতিবাদ কৰা, আৰু গিৰিবোৰে তোমাৰ মাত
২ শুনোক। হে পৰ্ব্বতবিলাক, হে পৃথিবীৰ চিৰ-
স্থায়ী মূলবিলাক, যিহোৱাৰ প্ৰতিবাদ শুনা ;
কিয়নো আপোন প্ৰজাবিলাকে সৈতে যিহোৱাৰ
বিবাদ হৈছে, তেওঁ ইস্ৰায়েলৰ লগত প্ৰতিবাদ
৩ কৰিব। হে মোৰ প্ৰজাবিলাক, মই তোমা-
লোকক কি কৰিলোঁ ? আৰু কিহত তোমালোকক
ক্লান্ত কৰিলোঁ ? মোৰ অহিতে সাক্ষ্য দিয়া।
৪ কিয়নো মই তোমালোকক মিচৰ দেশৰ পৰা
উলিয়াই আনিলোঁ, আৰু বন্দীঘৰৰ পৰা
তোমালোকক মুক্ত কৰিলোঁ ; মই তোমা-
লোকৰ আগে আগে মোচি, হাৰোণ, আৰু
৫ মিৰিয়মক পঠালোঁ। হে মোৰ প্ৰজাবিলাক,
মোৱাবৰ ৰজা বালাকে কি আলচ কৰি-
ছিল, আৰু বিয়োৰৰ পুত্ৰেক বিলিয়মে
তেওঁক কি উত্তৰ দিছিল, তাক সোঁৱৰণ কৰা ;
তোমালোকে যিহোৱাৰ ন্যায় কাৰ্য্যবোৰ

আনিবর নিমিত্তে চিটীমর পরা গিল্‌গললৈকে
৬ কি ঘটিছিল, তাক সোঁৱৰণ কৰা। ময় কি লৈ
যিহোৱাৰ আগলৈ যাম, আৰু সৰ্ব্বোপৰি ঈশ-
ৰক প্ৰণাম কৰিম? ময় হোমবলিস্বৰূপে এবছ-
ৰীয়া দামুড়ি লৈ তেওঁৰ আগলৈ যাম নে?
৭ হাজাৰ হাজাৰ মেৰ, বা অযুত অযুত তেলৰ
সুঁতীত যিহোৱা সন্তুষ্ট হব নে? মোৰ অপৰাধৰ
নিমিত্তে মোৰ প্ৰথমে জন্মা পুত্ৰক, মোৰ পাপৰ
৮ কাৰণে মোৰ ঔৰসৰ ফল দান কৰিম নে? হে
মনুষ্য, যি ভাল, তাক তেওঁ তোমাক দেখুৱালে;
আৰু ন্যায় কাৰ্য্য কৰাৰ, দয়া ভাল পোৱাৰ,
আৰু নম্ৰভাৱে আপোন ঈশ্বৰে সৈতে চলাৰ
বাহিৰে যিহোৱাই তোমাৰ পৰা আৰু কি
বিচাৰে?

দোষৰ কাৰণে ইস্ৰায়েলে ভোগ কৰিব লগীয়া
দণ্ড। ইস্ৰায়েলৰ ভাবী উন্নতি।

৯ যিহোৱাই বড় মাতেৰে নগৰখনক কথা
কৈছে, আৰু জ্ঞানী জনে তোমাৰ নাম মানিব;
তোমালোকে দণ্ডভালিলৈ আৰু তাক নিৰূপণ কৰা
১০ জনালৈ মন দিয়া। দুষ্টৰ ঘৰত দুষ্টতাৰ ধন
আৰু কম পৰিমাণৰ ঘিণলগীয়া ঐফা এতিয়াও
১১ আছে নে? অন্যায় পাল্লাৰে আৰু প্ৰবঞ্চক
১২ ওজাৰ থৈলাৰে ময় নিৰ্দ্দোষী হম নে? সেই
নগৰৰ ধনীবোৰ অত্যাচাৰেৰে পৰিপূৰ্ণ, তাৰ
নিবাসীবোৰে মিছা কথা কয়, আৰু সিহঁতৰ
১৩ মুখত ছল কৰা জিবা আছে। এই হেতুকে
ময়ো সাংঘাতিক আঘাতেৰে তোমাক আঘাত
কৰিলোঁ; তোমাৰ পাপবোৰৰ কাৰণে ময়
১৪ তোমাক ধ্বংস কৰিলোঁ। তুমি খাবলৈ পাবা,
কিন্তু তৃপ্ত নহবা, তোমাৰ পেট খালি থাকিব;
তুমি স্থানান্তৰ কৰিবা, কিন্তু একো ৰক্ষা কৰিব
নোৱাৰিবা; যি ৰক্ষা কৰিবা, তাক ময় তৰো-
১৫ ৱালক সোধাই দিম। তুমি কঠিয়া সিচিও শস্য
দাবলৈ নেপাবা; তুমি জিত গুটী গচকিও তেল
ঘঁহিবলৈ নেপাবা; আৰু দ্ৰাক্ষাগুটী গচকিও,
১৬ তাৰ ৰস পান কৰিবলৈ নেপাবা। কিয়নো, ময়
যেন তোমাক ধ্বংসস্থান, আৰু দেশনিবাসীবিলা-
কক ইচ ইচৰ বিষয় কৰিম, এই নিমিত্তে অম্ৰীৰ
বিধিবোৰ পালন কৰা হৈছে, আৰু আহাব
বংশৰ কাৰ্য্যমতে কাৰ্য্য কৰা হৈছে, আৰু তোমা-
লোকে সিহঁতৰ আলচত চলিছা; তোমালোকে
মোৰ প্ৰজাবিলাকৰ ধিক্কাৰৰ ভাৰ ববা।

৭ মোৰ সন্তাপ হল; কিয়নো ময়, ঘামকালৰ
গুটী চপোৱাৰ, চেৰ পৰা দ্ৰাক্ষাগুটী গোটো-
ৱাৰ পাছত গুটী বিচৰাবিলাকৰ নিচিনা হলোঁ;
খাবলৈ এথোপাও নাই, মোৰ প্ৰাণে হাবিয়াহ
২ কৰা প্ৰথমে পকা ডিমৰু গুটীও নাই। পৃথিবীৰ
পৰা সাধু লোক উচ্ছন্ন হল, মানুহবিলাকৰ মাজত
ধাৰ্ম্মিক লোক কোনো নাই; সিহঁত আটায়ে
ৰক্তপাত কৰিবলৈ খাপ দি থাকে, সিহঁত
প্ৰতিজনে আপোন আপোন ভাইক জালেৰে
৩ ধৰিবলৈ চেষ্টা কৰে। সিহঁতৰ হাত দুখন পৰি-
শ্ৰমেৰে মন্দ কাৰ্য্য কৰিবলৈ যুগুত; অধিপতিয়ে
খোজে, আৰু বিচাৰকৰ্ত্তাই ভেঁটিৰ অৰ্থে কাৰ্য্য
কৰে, আৰু বড় লোকে আপোন মনৰ দুষ্টতা
মুখেৰে প্ৰকাশ কৰে; সিহঁত সকলোৱে মিলি
৪ জাল গোঁথে। সিহঁতৰ মাজৰ উত্তম জন চোৱাতৰ
নিচিনা, অতি সৰল জন কাঁইটীয়া জেওৰাতৰ
কৈয়ো বেয়া; তোমাৰ প্ৰহৰীবিলাকৰ দিন,
তোমাৰ দণ্ডৰ দিনেই উপস্থিত; এতিয়া সিহঁত
৫ ব্যাকুল হব। তোমালোকে বন্ধুত প্ৰত্যয় নকৰিবা,
প্ৰণয়ৰ বন্ধুত বিশ্বাস নকৰিবা; তোমাৰ বুকত
শোওঁতা জনীৰ পৰা আপোন মুখৰ দুৱাৰ বন্ধ
৬ কৰা। কিয়নো পুতেকে বাপেকক অমান্য কৰে,
জীয়েকে আপোন মাকৰ, আৰু বোৱাৰীয়েক
আপোন শাহুৱেকৰ বিৰুদ্ধে উঠে; আপোন
আপোন পৰিয়ালেই মানুহৰ শত্ৰু হয়।
৭ কিন্তু ময় হলে, যিহোৱালৈ অপেক্ষা কৰিম,
মোৰ ত্ৰাণকৰ্ত্তা ঈশ্বৰলৈ বাট চাম; মোৰ
৮ ঈশ্বৰে মোলৈ কাণ দিব। হে মোৰ শত্ৰো, মোৰ
অহিতে আনন্দ নকৰিবা; যদিও ময় পৰিলোঁ,
তথাপি ময় আকৌ উঠিম, আৰু যদিও ময়
আন্ধাৰত বহিছোঁ, তথাপি মোৰ পক্ষে যিহোৱা
৯ পোহৰ হব। যিহোৱাই মোৰ অভিযোগ
প্ৰতিবাদ, আৰু মোৰ নিমিত্তে বিচাৰ নিষ্পত্তি
নকৰালৈকে, তেওঁৰ অহিতে ময় পাপ কৰাৰ
কাৰণে ময় তেওঁৰ ক্ৰোধৰ ভাৰ বম; তেওঁ মোক
পোহৰলৈ আনিব, তাতে ময় তেওঁৰ ন্যায় কাৰ্য্য
১০ দেখিবলৈ পাম। তেতিয়া, তোমাৰ ঈশ্বৰ ক'ত?
এই বুলি মোৰ আগত কোৱা মোৰ শত্ৰুৱে তাক
দেখিব, আৰু সেই শত্ৰুক লাজে ঢাকিব; মোৰ
চকুৱে তাক সন্তোষেৰে চাব; তাক বাটৰ বোকাৰ
১১ নিচিনাকৈ গচকা হব। তোমাৰ গড়বোৰ
সাজিবৰ দিন আহিছে; সেই দিনা আজ্ঞাটি
১২ দূৰলৈকে প্ৰচাৰিত হব। সেই দিনা, অচূৰৰ
পৰা মিচৰৰ নগৰবোৰলৈকে, মিচৰৰ পৰা
নদীখনলৈকে, এক সমুদ্ৰৰ পৰা আন সমুদ্ৰলৈকে,
আৰু এক পৰ্ব্বতৰ পৰা আন পৰ্ব্বতলৈকে যত
লোক আছে, সেই সকলোৱেই তোমাৰ ওচৰলৈ
১৩ আহিব। তথাপি দেশনিবাসীবিলাকৰ কাৰণে,
সিবিলাকৰ কাৰ্য্যফলৰ কাৰণেই দেশ উচ্ছন্ন হব।
১৪ অকলসৰীয়া হৈ বাস কৰা তোমাৰ আধি-
পত্যৰ মেৰৰ জাক তোমাৰ প্ৰজাক তুমি লাখুটি
লৈ কৰ্ম্মিলৰ মাজত থকা কাঠনীত চৰোৱা;
সিবিলাকে আগৰ দৰে বাচানত আৰু গিলিয়দত

১৫ চরোক। তুমি মিচরর পরা ওলাই অহা দিনা
তোমাক দেখুউৱার দরে ময় সিবিলাকক নানা
১৬ আশ্চর্য্য কার্য্য দেখুৱাম। জাতিবিলাকে তাকে
দেখি আপোনাবিলাকর আটাই পরাক্রমর
বিষয়ে লাজ পাব, মুখত হাত দিব, আরু সিহঁ-
১৭ তর কাণ কলা হব। সিহঁতে সাপর নিচিনাকৈ
ধূলি চেলেকিব, আরু পৃথিবীর বগাই ফুরা
প্রাণীর নিচিনাকৈ আপোন আপোন গোপনীয়
ঠাইর পরা কঁপি কঁপি ওলাব; সিহঁতে ভয়েরে
আমার ঈশ্বর যিহোৱার ওচরলৈ আহিব, আরু
১৮ তোমালৈ ভয় করিব। অপরাধ ক্ষমা করোঁতা
আরু আপোন আধিপত্যর অৱশিষ্ট ভাগর
দোষ এরি দিওঁতা তোমার নিচিনা ঈশ্বর কোন
আছে? তেওঁ দয়া ভাল পোৱার কারণে চির-
১৯ কাললৈকে আপোনার ক্রোধ নেরাখে। তেওঁ পুন-
রায় ঘুরি আমাক কৃপা করিব, আরু আমার
অপরাধবোর ভরিরে গচকিব; আরু তুমি সি-
বিলাকর আটাই পাপ সমুদ্রর গভীর জলত
২০ পেলাই দিবা। তুমি আগর কালত আমার
পূর্ব্বপুরুষবিলাকর আগত যি শপত করিছিলা,
সেই শপতর দরে যাকোবলৈ সত্য ব্যৱহার
করিবা, আরু অব্রাহামক দয়াপ্রাপ্ত করিবা।

# নহূম ভাববাদীর পুস্তক।

১ নীনবিবিষয়ক ভারবাক্য। ইল্‌কোচীয়া
নহূমর দর্শনপুস্তক।

আপোন শত্রুবোরর ওপরত ঈশ্বরে
সধা প্রতিকার।

২ যিহোৱা আপোন মর্য্যাদা রখাত উদ্যোগী,
আরু প্রতিকার সাধোঁতা ঈশ্বর; যিহোৱা প্রতি-
কার সাধোঁতা, আরু ক্রোধেরে পরিপূর্ণ; যিহো-
ৱাই আপোন বৈরীবোরর ওপরত প্রতিকার
সাধে, আরু আপোন শত্রুবোরর নিমিত্তে ক্রোধ
৩ রাখে। যিহোৱা ক্রোধত ধীর আরু পরাক্রমত
মহান; কিন্তু তেওঁ দোষীক কোনো মতেই নির্দ্দো-
ষী নকরে; যিহোৱার পথ বামারলি বতাহ
আরু ধুমুহাত আছে, আরু মেঘ তেওঁর ভরির
৪ ধূলিস্বরূপ। তেওঁ সমুদ্রক ধম্‌কি দি শুকুৱায়,
আরু আটাই নদনদী শুকান করে; বাচান আরু
কর্ম্মিল লেরেলা পড়ে, আরু লিবানোনর ফুল জঁয়
৫ পড়ে। তেওঁর ভয়ত পর্ব্বতবোর কঁপে, আরু গিরি-
বোর পমি যায়; তেওঁর আগত পৃথিবী, এনে কি,
জগতখন আরু তার আটাই নিবাসী দাং খায়।
৬ তেওঁর ক্রোধর আগত কোনে থির হব পারে?
তেওঁর প্রচণ্ড কোপত কোনে তিষ্টিব পারে? তেওঁর
ক্রোধ অগ্নিবর্ষণর নিচিনা হয়, আরু তেওঁর
দ্বারায় শিলবোর ডোখরডোখরকৈ ভঙা হয়।
৭ যিহোৱা মঙ্গলময়, সঙ্কটর দিনা তেওঁ দৃঢ় কোঁঠ-
স্বরূপ; তেওঁ আপোনাত আশ্রয় লোৱাবিলাকক
৮ জানে। কিন্তু প্লাবন করোঁতা চল পানীর দ্বারায়
তেওঁ সেই নগরর ঠাই সম্পূর্ণকৈ অন্ত করিব,
আরু আপোনার শত্রুবোরক আন্ধারলৈ খেদিব।
৯ তোমালোকে যিহোৱার বিরুদ্ধে কি কল্পনা
করিছা? তেওঁ সম্পূর্ণকৈ অন্ত করিব; দ্বিতীয়বার
১০ সঙ্কট নহব। কিয়নো, সিহঁত জোঁট লগা কাঁইটর
নিচিনা হলেও, আরু আপোনাবিলাকর সুরা-
পানেরে তোলা যেন হলেও, সিহঁতক শুকান নৰার
১১ নিচিনাকৈ সম্পূর্ণকৈ ভক্ষ করা হব। যিহোৱার
বিরুদ্ধে কুকল্পনা করোঁতা, কু-আলচ করোঁতা
১২ এজন তোমার পরাই ওলাল। যিহোৱাই এই
কথা কৈছে, সিহঁত শক্তিরে পূর আরু বহুসংখ্যক
হলেও, সিহঁতক উচ্ছন্ন করা হব, আরু সেই জন
গুচি যাব। যদিও ময় তোমাক দুঃখ দিলোঁ,
১৩ তথাপি তোমাক আরু দুঃখ নিদিম। ময় এতিয়া
তোমার পরা তার যুঁৱলি ভাঙি পেলাম, আরু
১৪ তোমার বান্ধবোর ছিঙি পেলাম। আরু হে শত্রো,
তোমার বিষয়ে যিহোৱাই আজ্ঞা দিছে, যে,
তোমার নামর গুটী আরু বোৱা নেথাব; তোমার
দেৱতাবোরর ঘরর পরা কটা মূর্ত্তি আরু সাঁচত
ঢলা মূর্ত্তি ময় উচ্ছন্ন করিম; ময় তাক তোমার মৈ-
১৫ দাম করিম; কিয়নো তুমি অধম। দেখা, যি জনে
শুভবার্ত্তা আনিছে, আরু শান্তি প্রচার করিছে,
সেই জনর চরণ পর্ব্বতর ওপরত আছে। হে যিহূদা,
তোমার পর্ব্ববোর পালন করা, তোমার সঙ্কল্পবোর
সিদ্ধ করা; কিয়নো দুষ্টজন তোমার মাজেদি
আরু গমন নকরিব, সি নিঃশেষে বিনষ্ট হল।

নীনবির অবরোধ আরু পতন।

২ ডোখরডোখরকৈ ভাঙোঁতা জন তোমার
আগলৈ উঠি আহিছে; তুমি দুর্গ রক্ষা করা,
বাটলৈ চাই থাকা, কঁকাল আঁটি বান্ধা, আপো-
২ নাকে অতিশয় বলৱান করা। কিয়নো যিহোৱাই

ইস্রায়েলর শ্রীর নিচিনাকৈ যাকোবর শ্রী পুন-
রায় স্থাপন করিব ; কারণ খালি কৰোঁতাবোরে
সিবিলাকক খালি করিলে, আরু সিবিলাকর
৩ দ্রাক্ষালতার ডালবোর নষ্ট করিলে। তেওঁর বীর-
বিলাকর ঢাল বোলাই রঙা করা, পরাক্রমী-
বিলাক সিন্দুর বরণীয়া কাপড় পিন্ধা ; তেওঁ সাজু
হোৱা দিনা রথবোরর তিখা জিলিকে, আরু
৪ বড়শাবোর বড়কৈ জোকার খায়। নগরর বাহির
ঠাইত রথবোর বলীয়ার দরে চলিছে, সেই-
বোর মুকলি ঠাইত ইফালে সিফালে খুন্দা খাইছে;
সেইবোর দেখিবলৈ আরিয়ার নিচিনা, সেই-
বোর বিজুলীর নিচিনাকৈ অতি বেগেরে গৈছে।
৫ রজাই আপোনার প্রধানবিলাকক মনত করিছে ;
সিবিলাকে যাওঁতে যাওঁতে উজুটি খাইছে,
সিবিলাকে তার গড়লৈ লরালরিকৈ গৈছে,
আরু নগর রক্ষা করা উপায় যুগুত করা হৈছে।
৬ নদীবোরর দুৱার মুকলি হৈ গল, রাজগৃহ পানীত
৭ লীন হৈ গল। আরু হুচব অনাবৃতা হল, তেওঁক
নিয়া হল, আরু তেওঁর লিগিরীবিলাকে বুকত
৮ ভুকুৱাই কপৌর স্বরেরে শোক করিছে। কিন্তু
নীনবি আগর কালরে পরা এটা জলপূর্ণ পুখুরি-
স্বরূপ ; তথাপি সিহঁত পলাইছে, লোকে থাক
৯ থাক বুলিলেও কোনেও উভটি নেচায়। তোমা-
লোকে রূপ লুট করি নিয়া, সোণ লুট করি
নিয়া ; কিয়নো সাঁচি থোৱা বস্তুর সীমাই নাই,
সকলো প্রকার মনোহর বস্তু অতিশয় অধিক
১০ পরিমাণে আছে। সেই নগরী শূন্য, সুদা, আরু
উচ্ছন্ন ; ভয়ত মন পমি গৈছে, আরু আঁঠুরে
আঁঠুরে লগালগি হৈছে, আটাইরে কঁকালত
বেদনা, আরু আটাইরে মুখ বিবর্ণ হৈছে।
১১ য'ত কোনেও ভয় নলগোৱাকৈ সিংহ সিংহিনী
আরু সিংহ পোৱালি ফুরিছিল, সিংহর সেই
গুহা আরু যুৱা সিংহর সেই খোৱা ঠাই
১২ ক'ত ? সিংহই আপোনার পোৱালিবোরর
নিমিত্তে জোরাওকৈ অনেক পশু চিরিছিল, আরু
আপোন সিংহিনীবোরর নিমিত্তে ডিঙিত টেপা
দি পশু মারিছিল, আরু চিকারেরে আপোনার
গুহাবোর, ধরি অনা পশুরে আপোনার গাঁত-
১৩ বোর ভরাইছিল। বাহিনীবিলাকর যিহোৱাই
কৈছে, দেখা, ময় তোমার বিপক্ষ ; ময় তোমার
রথবোর পুড়ি ধূঁৱাত লীন করিম, আরু
তরোৱালে তোমার যুৱা সিংহবোর গ্রাস
করিব ; ময় পৃথিবীর পরা তোমার চিকার
উচ্ছন্ন করিম, আরু তোমার দূতবিলাকর মাত
আরু শুনা নেযাব।

৩ সেই রক্তপাতকারিণী নগরীর সন্তাপ হব ;
তাই মিছা কথা আরু অত্যাচারেরে পরি-
২ পূর্ণ ; তাই চিকার ধরিবলৈ নেএে। শুনা, সেইয়া
চাবুকর শবদ, চক্রর ঘর্ঘরণির শবদ, আরু জাক
৩ দিয়া ঘোঁৰা আরু জপিওৱা রথর শবদ। দেখা,
দৌৰা আক্রমণকারী অশ্বারোহী, চিকমিকোৱা
তরোৱাল, জিলিকা বৰ্চা, হত হোৱা লোকসমূহ,
আরু মৃতদেহর বৃহৎ রাশি ; মরা শবর সীমাই
নাই, সিহঁতর শবর ওপরত মানুহে উজুটি খায়।
৪ পরমসুন্দরী যি মায়াবিনী বেশ্যাই আপো-
নার বেশ্যাকর্ম্মর দ্বারায় জাতিবিলাকক, আরু
আপোনার মায়াকার্য্যর দ্বারায় গোষ্ঠীবিলাকক
বেচে, তাইর অধিক বেশ্যাকর্ম্মর কারণে এইবোর
৫ ঘটিছে। বাহিনীবিলাকর যিহোৱাই কৈছে,
দেখা, ময় তোমার বিপক্ষ ; ময় তোমার কাপোর
আঁচল তোমার মুখর ওপরলৈকে দাঙি তোমাক
অনাবৃতা করিম ; ময় জাতিবিলাকক তোমার
উলঙ্গতা, আরু রাজ্যবোরক তোমার লাজ
৬ দেখুৱাম। আরু ময় তোমার ওপরত ঘিণলগীয়া
মৈলা বস্তু পেলাই তোমাক ঘৃণনীয়া করিম, আরু
তোমাক মানুহে চাব লাগি চাই থকা বস্তু হেনুকৈ
৭ স্থাপন করিম। আরু যি কোনোৱে তোমালৈ
চাব, সি তোমার পরা পলাব, আরু নীনবি
উচ্ছন্ন হল বুলি কব ; কোনে তাইর নিমিত্তে
বিলাপ করিব ? ময় ক'র পরা তোমার নিমিত্তে
৮ সান্ত্বনা দিওঁতা লোক বিচারি আনিম ? যি নো-
আমোন নদীবোরর মাজত আছিল, যার চারিও-
ফালে জলসমূহ আছিল, যার কোঁঠ সাগর
আরু গড় সমুদ্র, সেই নো-আমোনতকৈ জানো
৯ তুমি উত্তম ? কূচ আরু মিচরে অসংখ্য
সৈন্যর দ্বারায় তাইক সবল করিছিল ; পূটীয়া
আরু লূবীয়া লোক তোমার সাহায্যকারী।
১০ তথাপি তাইক নিয়া হৈছিল, তাই বন্দী-
অৱস্থালৈ গল, তাইর শিশুবিলাকক আটাই
আলির মূরত আচারি তোথর তোথর করা
হল ; শত্রুবোরে তাইর সম্ভ্রান্ত লোকবিলাকর
নিমিত্তে চিঠি খেলিলে, আরু তাইর আটাই
১১ বড় লোকক শিকলিরে বন্ধা হল। তুমিও মত্তলীয়া
হবা, আপোনাকে লুকুৱাই রাখিবা ; শত্রুভয়ত
১২ তুমিও এটা দুর্গ বিচারিবা। তোমার আটাই
কোঁঠ আগতীয়া গুটি লগা ডিমরু গছর নিচিনা;
জোকারিলে সেইবোর খাওঁতার মুখত পরে।
১৩ দেখা, তোমার মাজত থকা প্রজাবিলাক তিরুতার
নিচিনা ; তোমার দেশর দুৱারবোর শত্রুবোরর
নিমিত্তে বহলকৈ মেলা হৈছে ; অগ্নিয়ে তোমার
১৪ ডাংবোর গ্রাস করিলে। অবরোধকালর নিমিত্তে
তুমি পানী তুলি থোৱা ; তোমার কোঁঠবোর
দৃঢ় করা, বোকালৈ সোমাই বোকা খচা, ইটাভাটা
১৫ যুগুত করা। সেই ঠাইতে অগ্নিয়ে তোমাক
গ্রাস করিব ; তরোৱালে তোমাক ছেদন করিব,
আরু চেলেকা ফরিঙে খোৱার দরে তোমাক খাই

পোৱাব; তুমি ঠেলেকা কড়িঙর নিচিনা বহু-
সংখ্যক হোৱা, কাকতি কড়িঙর নিচিনা বহু-
১৬ সংখ্যক হোৱা। তুমি আকাশর তৰাবোৰতকৈ
তোমার বণিকবিলাক অধিক করিলা; ঠেলেকা
১৭ কড়িঙবোরে নষ্ট করি উড়ি গৈছে। তোমার
কিৰীটি পিন্ধাবিলাক কাকতি কড়িঙর নিচিনা,
আরু যি কড়িঙে জারর দিনা বেড়াত আশ্রয়
লয়, কিন্তু ৰ'দ ওলালে উড়ি যায়, আরু কলৈ
যায়, তাক জনা নেযায়, তোমার সেনাপতি-
১৮ বিলাক এনে কড়িঙর নিচিনা। হে অচূরর
রজা, তোমার মেৰ-রখীয়াবোর টোপনি গৈছে;
তোমার প্রধানবিলাকে বিশ্রাম করিছে; তোমার
প্রজাবোর পর্ব্বতর ওপরত গোট গোট হল,
১৯ সিহঁতক গোটাবলৈ কোনো নাই। তোমার ক্ষতর
উপশম নাই, তোমার ঘা সুস্থ হব নোৱারা;
তোমার বিষয়ে বার্ত্তা শুনা আটাইবিলাকে
তোমাটৈল হাততালি দিব; কারণ কার ওপরত
তুমি আপোনার দুষ্কর্ম্ম অনবরত চলোৱা নাই?

---

# হবক্কূক ভাববাদীর পুস্তক।

---

১ হবক্কূক ভাববাদীয়ে দর্শনত পোৱা
ভারবাক্য।

কল্দীয়াহঁতর অত্যাচার আরু সিহঁতর দণ্ড।

২ হে যিহোৱা, ময় নো কিমান কাল চিঞরি
থাকিম, আরু তুমি নুশুনাকৈ থাকিবা? ময়
তোমার আগত অত্যাচারর কারণে কাতরোক্তি
৩ করি আছোঁ, কিন্তু তুমি পরিত্রাণ নকরা। তুমি
কিয় মোক অধর্ম্ম দেখুরাইছা, আরু দুষ্কর্ম্মলৈ
চাই আছা? কিয়নো মোর আগত উপদ্রব
আরু অত্যাচার হৈছে, বিরোধ উপস্থিত,
৪ আরু বিবাদ বাঢ়ি উঠিছে। এনে হোৱাতে
ব্যৱস্থা ঢিলোৱা হৈছে, আরু বিচার ন্যায়রূপে
নিষ্পত্তি হোৱা নাই; কারণ দুষ্টই ধার্ম্মিকক
বেরি ধরে, এই নিমিত্তে বিচার বিপরীত
৫ হৈ পড়ে। তোমালোকে জাতিবিলাকলৈ চকু
দি চোৱা, আরু অতিশয় আশ্চরিত মানা;
কিয়নো, যি কার্য্য তোমালোকর আগত প্রকাশ
করিলেও তোমালোকে বিশ্বাস নকরিবা, এনে
৬ কার্য্য ময় তোমালোকর দিনত করিম। কিয়নো
দেখা, নিজর বশ্ নোহোৱা বাসস্থান অধিকার
করিবলৈ পৃথিবীর প্রস্থেদি যাত্রা করোঁতা উগ্র
আরু হঠাৎ কার্য্যকারী জাতি কল্দীয়াহঁতক
৭ ময় উচটাম। সিহঁত ত্রাসজনক আরু ভয়ানক;
সিহঁতর শাসন আরু উন্নতি সিহঁতর নিজরেই
৮ কার্য্য। সিহঁতর ঘোঁৰাবোরো নাহরফুটুকী
বাঘতকৈয়ো বেগী, আরু গোধূলি পরর রাং-
কুকুরতকৈয়ো চোকা; সিহঁতর অশ্বারোহীবিলাক
জাপ দি চলোঁতা, এনে কি, সিহঁতর অশ্বা-
রোহীবিলাক দূরর পরা অহা; গ্রাস করিবলৈ
বেগ্রৈ মরা কুরর পক্ষীর নিচিনাকৈ সিহঁত উড়ি
৯ আহে। সিহঁত আটায়ে অত্যাচারর নিমিত্তে
আহে; সিহঁতে আগ বাঢ়িবলৈ আগ্রহেরে
মুখ লৈ থাকে, আরু সিহঁতে বালি গোটোৱাদি
১০ মানুহক গোটাই বন্দী করি নিয়ে। এনে কি,
সেই জাতিয়ে রজাবিলাকক বিদ্রূপ করে, আরু
অধিপতিবিলাক তার আগত হাঁহিয়াতর বিষয়
হয়। সেই জাতিয়ে প্রত্যেক দুর্গক তুচ্ছ করে;
কিয়নো সি মাটির হাদাম বান্ধি তাক হাত করি
১১ লয়। শেষতে সি বতাহর নিচিনাকৈ সারি লৈ
গুচি যাব, আরু নিজর সেই শক্তিয়েই তার
১২ দেৱতাস্বরূপ হোৱাত সি দোষী হব। হে মোর
ঈশ্বর যিহোৱা, মোর পবিত্র জনা, তুমি অনাদি
কালরে পরা নোহোৱা নে? আমি মরা নপরিম;
হে যিহোৱা, শাসন করিবর অর্থেই তুমি সেই
জাতিক নিরূপণ করিলা; আরু হে শিলা,
শাস্তি দিবর অর্থেই তুমি তাক স্থাপন করিলা।
১৩ তুমি এনে নির্ম্মল চকুৱা, যে, তুমি মন্দ দেখিব
নোৱারা, আরু অধর্ম্মলৈ চকু দিয়া তোমার
অসাধ্য; তেন্তে তুমি বিশ্বাসঘাতকবোরলৈ কিয়
চকু দিছা? আরু দুষ্টই নিজতকৈ ধার্ম্মিক লোকক
গ্রাস করোঁতে তুমি কিয় নিজম দি থাকা?
১৪ আরু তুমি মানুহবিলাকক সাগরর মাছ যেন,
আরু শাসনকর্ত্তা নোহোৱা বগাই ফুরা প্রাণী
১৫ যেন কিয় করা? সি সিহঁতর আটাইকে বরশিরে
তোলে, নিজ জালেরে সিহঁতক ধরে, আরু খেৱা-
লি জালেরে সিহঁতক গোটায়; এই কারণে সি
১৬ আনন্দিত আরু উল্লাসিত হয়। এই হেতুকে সি
আপোনার জালর উদ্দেশে বলি উৎসর্গ করে,
আরু আপোনার খেৱালি জালর উদ্দেশে ধূপ
জ্বলায়; কিয়নো সেইবোরর দ্বারায় তার
ভাগ পুষ্ট আরু তার আহার তেলীয়া হয়।

১৭ এই হেতুকে সি আপোন জাল খালি কৰি
থাকিব নে ? আৰু অনবৰত জাতিবিলাকক বধ
কৰিবলৈ ক্ষান্ত নহব নে ?

২ মোৰ প্ৰহৰীস্থানত মই থিয় হম, আৰু
ওখ ঘৰৰ ওপৰত থাকিম, আৰু তেওঁ মোক
কি কব, আৰু মোৰ নিবেদনৰ বিষয়ে মই কি
২ উত্তৰ দিম, তাক চাই বুজিম। তাতে যিহোৱাই
উত্তৰ দি মোক কলে, এই দৰ্শনৰ কথা লিখি
থোৱা, আৰু এনে স্পষ্টকৈ ফলিত কাটা, যেন
৩ পাঠকে খৰকৈ পঢ়িব পাৰে। কিয়নো দৰ্শনে
এতিয়াও নিৰূপিত সময়লৈ বাট চাই আছে,
আৰু সিদ্ধ হবলৈ আকাঙ্ক্ষা কৰিছে, সেয়ে মিছা
নহব ; সেয়ে পলম হলেও, তালৈ অপেক্ষা
কৰা ; কাৰণ সেয়ে অৱশ্যে ঘটিব, উচিত
৪ সময়তকৈ দেৰি নহব। দেখা, অহঙ্কাৰী
লোকৰ মন সৰল নহয়. কিন্তু ধাৰ্ম্মিক লোক
আপোন বিশ্বাসৰ দ্বাৰায় জীয়াই থাকিব।
৫ অধিকন্তু দ্ৰাক্ষাৰস বিশ্বাসঘাতক ; গৰ্ব্বী লোক
ঘৰত নেথাকে, কাৰণ সি চিয়োলৰ নিচিনাকৈ
আপোন অভিলাষ বৃদ্ধি কৰে ; সি মৃত্যুস্বৰূপো,
সি তৃপ্ত নহয় ; সি আপোনাৰ ওচৰত আটাই
জাতিক গোটায়, আৰু আপোনাৰ ওৰিত
৬ আটাই লোকবিলাকক একত্ৰ কৰে। এই আটাই-
বোৰে তাৰ অহিতে এটী গীত গাবলৈ, তাৰ
বিৰুদ্ধে এটী বিদ্ৰূপজনক নিগূঢ় বাক্য প্ৰকাশ
কৰিবলৈ ধৰি এই কথা নকব নে ? যি নিজৰ
নহয়, তাৰ দ্বাৰায় আপোনাকে বৃদ্ধি কৰোঁতা
জনৰ সন্তাপ হব ;—কিমান কাল থাকিব ?—
আৰু বন্ধকদ্ৰব্যেৰে আপোনাকে বোজাই
৭ দিওঁতা জনৰ সন্তাপ হব। যিবোৰে তোমাক
কামুড়িব, এনে লোক অকস্মাতে নুঠিব নে ? আৰু
যিবোৰে তোমাক ক্লেশ দিব, এনে লোকে
সাৰ নেপাব নে ? আৰু তুমি সিহঁতৰ পক্ষে
৮ লুটদ্ৰব্য নহবা নে ? তুমি অনেক জাতিক
লুট কৰাৰ কাৰণে লোকবিলাকৰ আটাই
অৱশিষ্ট ভাগে তোমাকো লুট কৰিব ; মানুহৰ
ৰক্তপাতৰ কাৰণে, আৰু দেশ, নগৰ, আৰু
সেইবোৰৰ আটাই নিবাসীবিলাকলৈ কৰা
অত্যাচাৰৰ নিমিত্তেই এয়ে ঘটিব।
৯ ।অমঙ্গলৰ হাতৰ পৰা উদ্ধাৰ পাবৰ নিমিত্তে
ওখত আপোনাৰ বাহ স্থাপন কৰিবলৈ যি জনে
আপোন বংশৰ নিমিত্তে দুষ্টভাৱে সম্পত্তি লাভ
১০ কৰে, তাৰ সন্তাপ হব। অনেক জাতিক উচ্ছন্ন
কৰিবলৈ তুমি আপোন বংশৰ লজ্জাজনক মন্ত্ৰণা
কৰিলা, আৰু তোমাৰ প্ৰাণৰ বিৰুদ্ধে পাপ
১১ কৰিলা। কিয়নো শিলে দেৱালৰ মাজৰ পৰা
মাত লগাব, আৰু কাঠবোৰৰ মাজৰ পৰা
চতিয়ে তাৰ উত্তৰ দিব।
১২ ৰক্তপাতেৰে নগৰ সাজোঁতাৰ আৰু অপ-
ৰাধৰ দ্বাৰায় পুৰী স্থাপন কৰোঁতাৰ
১৩ সন্তাপ হব। দেখা, লোকবিলাকে যে জুইৰ
নিমিত্তে পৰিশ্ৰম কৰে, আৰু জাতিবিলাকে
যে অসাৰ বস্তুৰ নিমিত্তে আপোনাবিলাকক
ক্লান্ত কৰে, এয়ে বাহিনীবিলাকৰ যিহোৱাৰ
১৪ পৰা নহয় নে ? কিয়নো সমুদ্ৰ যেনেকৈ
পানীয়ে ঢকা, তেনেকৈ পৃথিবীখন যিহোৱাৰ
মহিমাৰ জ্ঞানেৰে পৰিপূৰ্ণ হব।
১৫ যি জনে আপোন চুবুৰীয়াৰ উলঙ্গতা দেখিবৰ
নিমিত্তে তাক পান কৰায়, পানপাত্ৰত বিহ
দি তাক মতলীয়া কৰে, সেই জনৰ সন্তাপ হব।
১৬ তুমি গৌৰৱৰ সলনি লাজেৰে পৰিপূৰ্ণ ; তুমিও
পান কৰা, আৰু অচুন্নৎ এজনৰ নিচিনা হোৱা ;
যিহোৱাৰ সোঁ হাতত থকা পানপাত্ৰ তোমালৈ
ঘূৰি আহিব, আৰু তোমাৰ গৌৰৱৰ ওপৰত
১৭ বঢ় অপমান হব। কাৰণ লিবানোনলৈ কৰা
অত্যাচাৰে তোমাক ঢাকিব, আৰু পশুবোৰৰ
সংহাৰে তোমাৰ ত্ৰাস জন্মাব ; মানুহৰ
ৰক্তপাতৰ কাৰণে, আৰু দেশ, নগৰবোৰ,
আৰু সেইবোৰৰ আটাই নিবাসীবিলাকলৈ কৰা
অত্যাচাৰৰ নিমিত্তেই এয়ে ঘটিব।
১৮ কটা প্ৰতিমাই কি উপকাৰ কৰে, যে, নিৰ্ম্মাণ-
কাৰীয়ে তাক কাটে ? সাঁচত ঢলা প্ৰতিমাই আৰু
মিছা গুৰুৱে কি উপকাৰ কৰে, যে, নিৰ্ম্মাণ-
কাৰীয়ে আপোনাৰ নিৰ্ম্মিত বস্তুত বিশ্বাস কৰি
১৯ অবাক মূৰ্ত্তি নিৰ্ম্মাণ কৰে ? যি জনে সাৰ পোৱা
বুলি কাঠতোখৰক, আৰু উঠা বুলি অবাক শিল-
টোক কয়, তাৰ সন্তাপ হব ; সেয়ে জানো শিক্ষা
দিব ? দেখা, তাত সোণ আৰু ৰূপ পতোৱা হৈছে,
২০ তাৰ ভিতৰত নিশ্বাসবায়ুৰ লেশো নাই। কিন্তু
যিহোৱা আপোন পবিত্ৰ মন্দিৰত আছে ; সমু-
দায় পৃথিৱী তেওঁৰ আগত নিজম দি থাওক।

হবকূকৰ প্ৰাৰ্থনা।

৩ হবকূক ভাববাদীৰ প্ৰাৰ্থনা। চিগিয়োনোৎ
সুৰত গাব লগীয়া।

২ হে যিহোৱা, মই তোমাৰ বিষয়ৰ বাৰ্ত্তা শুনি
ভয় পাইছোঁ,
হে যিহোৱা, বছৰবোৰৰ মাজত তোমাৰ কাৰ্য্য
পুনৰ্জ্জীৱিত কৰা,
বছৰবোৰৰ মাজত তাক জনোৱা ;
ক্ৰোধৰ কালত কৰুণা সোঁৱৰণ কৰা।
৩ ঈশ্বৰ তৈমনৰ পৰা আহিছে,
পবিত্ৰ জনা পাৰণ পৰ্ব্বতৰ পৰা আগমন
কৰিছে ; [চেলা।

তেওঁৰ প্ৰভাৱে আকাশমণ্ডল ঢাকিছে,
আৰু পৃথিৱী তেওঁৰ প্ৰশংসাৰে পৰিপূৰ্ণ।
৪ তেওঁৰ উজ্জ্বলতা সূৰ্য্যৰ নিচিনা,
তেওঁৰ কোষৰ পৰা ৰশ্মি ওলাইছে;
সেয়ে তেওঁৰ পৰাক্ৰম লুকুৱা ঠাই।
৫ তেওঁৰ আগে আগে মহামাৰী চলিছে,
আৰু তেওঁৰ খোজৰ পৰা বজ্ৰপাত হৈছে।
৬ তেওঁ থিয় হৈ পৃথিৱী নৰাইছে, তেওঁ দৃষ্টি কৰি জাতিবিলাকক কম্পমান কৰিছে;
আৰু চিৰকলীয়া পৰ্ব্বতবোৰ ছিন্নভিন্ন হৈছে,
আদি কালৰ গিৰিবোৰ বহি গৈছে;
আগৰ কালৰ পৰা এয়েই তেওঁৰ গতি।
৭ মই দেখিলোঁ, কূচনৰ তাম্বুবোৰ দুখৰ অধীনত আছে;
মিদিয়নদেশীয় তাম্বুৰ কাপোৰবোৰ লৰিছে।
৮ হে যিহোৱা, তুমি নদীবোৰৰ অহিতে অসন্তুষ্ট হৈছা নে?
তুমি যে তোমাৰ ঘোঁৰাবোৰত উঠিছা,
জয়ী হবলৈ তোমাৰ ৰথত আৰোহণ কৰিছা,
তোমাৰ ক্ৰোধ নদীবোৰৰ অহিতে উঠিছে নে?
বা তোমাৰ কোপ সাগৰৰ ওপৰত হৈছে নে?
৯ তোমাৰ ধনু সম্পূৰ্ণ অনাবৃত হৈছে;
কৈদবিলাকৰ আগত কৰা শপতবোৰ নিশ্চিত বাক্য। [চেলা।
তুমি পৃথিৱী ফালি নদনদীময় কৰিছা।
১০ তোমাক দেখি পৰ্ব্বতবোৰ কম্পমান হৈছে,
ঢল পানী বৈ গৈছে;
অগাধ জলে আপোন মাত শুনাইছে,
আৰু ওপৰলৈ আপোন হাত তুলিছে।
১১ তোমাৰ বাণবোৰ যাওঁতে সেইবোৰৰ দীপ্তিত,
তোমাৰ চক্‌মকীয়া বৰ্চ্ছাৰ জ্যোতিত
সূৰ্য্য আৰু চন্দ্ৰ আপোন আপোন নিবাসস্থানত স্থিৰ হৈ ৰৈছে।
১২ তুমি ক্ৰোধত পৃথিৱীৰ মাজেদি যাত্ৰা কৰিছা,
তুমি কোপত জাতিবিলাকক মৰণা মৰাদি মাৰিছা।
১৩ তুমি আপোন প্ৰজাবিলাকৰ পৰিত্ৰাণৰ অৰ্থে,
আপোন অভিষিক্ত জনৰ পৰিত্ৰাণৰ অৰ্থে ওলাই গৈছা;
তুমি দুষ্টৰ ঘৰৰ মূৰটো গুড়ি কৰি
ভিত্তিলৈকে ভিত্তিমূল অনাবৃত কৰিলা। [চেলা।
১৪ তুমি দুষ্টবিলাকৰ সেনাপতিজনক তাৰ জাঠিবোৰেৰে খুঁচিলা;
সিহঁতে মোক ছিন্নভিন্ন কৰিবলৈ বামাৰলি বতাহৰ নিচিনাকৈ আহিছিল,
সিহঁতে দুখীয়াক গুপুতে গ্ৰাস কৰিবলৈ আনন্দ কৰিছিল।
১৫ তোমাৰ ঘোঁৰাবোৰে সৈতে তুমি সাগৰৰ মাজেদি গমন কৰিলা,
মহাজলৰাশিৰ মাজেদি গমন কৰিলা।
১৬ মই শুনাত মোৰ অন্তৰ কম্পমান হৈছে,
ধ্বনিত মোৰ ওঁঠ কঁপিছে;
মোৰ হাড়বোৰ পচিবলৈ ধৰিছে, আৰু মই থিয় হোৱা ঠাইত কঁপিছোঁ;
তথাপি, যি জাতিয়ে দলে দলে তাক আক্ৰমণ কৰিব,
সেই জাতিৰ অহিতে অহা সঙ্কটৰ দিনা মই জিৰণি পাম।
১৭ কিয়নো, যদিও ডিমৰু গছ নুফুলিব,
বা দ্ৰাক্ষালতাত গুটী নেলাগিব,
যদিও জিতবৃক্ষৰ ফল মৰিব,
আৰু পথাৰবোৰে শস্য উৎপন্ন নকৰিব,
যদিও গঁড়ালৰ পৰা মেৰৰ জাকক উচ্ছন্ন কৰা হব,
আৰু গোহালিত গৰুৰ জাক নহব,
১৮ তথাপি মই যিহোৱাত আনন্দ কৰিম,
মোৰ ত্ৰাণকৰ্ত্তা ঈশ্বৰত উল্লাস কৰিম।
১৯ প্ৰভু যিহোৱায়েই মোৰ শক্তি;
তেওঁ মোৰ ভৰি হৰিণীৰ ঠেং যেন কৰিছে,
মোৰ ওখ ঠাইবোৰেদি মোক গমন কৰাব।

---

প্ৰধান বাদ্যকৰৰ নিমিত্তে; মোৰ তাঁৰযুক্ত যন্ত্ৰত গাব লগীয়া।

# চফনিয়া ভাববাদীৰ পুস্তক।

১ যিহূদাৰ ৰজা আমোনৰ পুত্ৰ যোচিয়াৰ
ৰাজত্বৰ কালত, হিষ্কিয়াৰ বৃদ্ধ পৰিনাতি
অমৰিয়াৰ পৰিনাতি গদলিয়াৰ নাতি কূচীৰ পুত্ৰ
চফনিয়ালৈ অহা যিহোৱাৰ বাক্য।

যিহোৱাৰ আহিব লগা ক্ৰোধৰ দিন।

২ যিহোৱাই কৈছে, মই পৃথিবীৰ পৰা সক-
৩ লোকে নিঃশেষে সংহাৰ কৰিম। মই মানুহ আৰু
জন্তুক সংহাৰ কৰিম; মই আকাশৰ পক্ষী,
সমুদ্ৰৰ মাছ, আৰু দুষ্টবোৰৰ সৈতে উজুটি
খোৱা মূৰ্ত্তিবোৰ সংহাৰ কৰিম; হয়, যিহো-
ৱাই কৈছে, মই পৃথিবীৰ পৰা মানুহক উচ্ছন্ন
৪ কৰিম। আৰু মই যিহূদাৰ আৰু যিৰূচালেম-
নিবাসীবিলাকৰ বিৰুদ্ধে আপোন হাত মেলিম,
আৰু এই ঠাইৰ পৰা বালৰ অৱশিষ্ট ভাগ, আৰু
পুৰোহিতবোৰে সৈতে দেৱদেৱীৰ পুৰোহিত-
৫ বোৰৰ নাম লুপ্ত কৰিম; আৰু যিবোৰে ঘৰৰ
চালৰ ওপৰত আকাশৰ বাহিনীবিলাকৰ আগত
প্ৰণিপাত কৰে, আৰু যি প্ৰণিপাতকাৰীবোৰে
যিহোৱাৰ আগত শপত কৰে, আৰু মল্‌কমৰ
৬ নামেৰেও শপত কৰে, যিবোৰে যিহোৱাৰ পাছত
চলাৰ পৰা বিমুখ হয়, আৰু যিবোৰে যিহো-
ৱাক বিচৰা নাই, বা তেওঁৰ অনুসন্ধান লোৱা
নাই, সেই আটাইবোৰক মই উচ্ছন্ন কৰিম।
৭ তুমি প্ৰভু যিহোৱাৰ আগত মনে মনে থাকা;
কিয়নো যিহোৱাৰ দিন ওচৰ; কাৰণ যিহো-
ৱাই এক যজ্ঞ আয়োজন কৰি আপোনাৰ
৮ নিমন্ত্ৰিত লোকবিলাকক পবিত্ৰ কৰিলে। যিহো-
ৱাৰ সেই যজ্ঞৰ দিনা মই প্ৰধান লোকবিলাকক,
ৰাজকোঁৱৰবিলাকক, আৰু বিদেশী সাজ পিন্ধা
৯ আটাইবোৰক দণ্ড দিম। আৰু দুৱাৰডলিৰ
ওপৰেদি জাপ মৰা আটাইবোৰক, অত্যাচাৰ
আৰু প্ৰবঞ্চনাৰ ফলেৰে আপোনাবিলাকৰ
প্ৰভুৰ ঘৰ পূৰ কৰাবোৰক সেই দিনা মই
১০ দণ্ড দিম। যিহোৱাই কৈছে, সেই দিনা
মৎস্য দুৱাৰৰ পৰা চিঞৰি কন্দাৰ শব্দ,
আৰু দ্বিতীয় খণ্ডৰ পৰা হাহাকাৰৰ, আৰু
১১ পৰ্ব্বতবোৰৰ পৰা মহাভঙ্গৰ শব্দ হব। হে
মক্‌টেচ্‌নিবাসিবিলাক, তোমালোকে হাহা-
কাৰ কৰা; কিয়নো আটাই কনানীয়া জাতি
নষ্ট হল, ৰূপ বৈ অনা আটাইবোৰ উচ্ছন্ন হল।
১২ সেই কালত মই চাকি লগাই যিৰূচালেমক
বিচাৰিম, আৰু আপোনাবিলাকৰ সেদৰ ওপৰত
সুস্থিৰে থকা মানুহবোৰক, যিহোৱাই ভাল
কি বেয়াও নকৰিব বুলি মনতে কোৱাবোৰক
১৩ দণ্ড দিম। সিহঁতৰ ধনসম্পত্তি লুট কৰা হব,
আৰু সিহঁতৰ ঘৰবোৰ ধ্বংসস্থান হব; এনে কি,
সিহঁতে ঘৰ সাজিব, কিন্তু তাত বাস কৰিবলৈ
নেপাব, দ্ৰাক্ষাবাৰী পাতিব, কিন্তু তাৰ দ্ৰাক্ষাৰস
১৪ পান কৰিবলৈ নেপাব। যিহোৱাৰ মহাদিন
ওচৰ, ওচৰ এৰা, অতি বেগেৰে আহিছে;
শুনা, সেইয়া যিহোৱাৰ দিনৰ শব্দ; সেইবা,
১৫ বীৰে মনৰ বেজাৰত চিঞৰি কান্দিছে। সেই
দিন ক্ৰোধৰ দিন, সঙ্কট আৰু ক্লেশৰ দিন,
উচ্ছন্ন আৰু ধ্বংসৰ দিন, আন্ধাৰ আৰু ঘোৰ
অন্ধকাৰৰ দিন, ডাৱৰীয়া আৰু ঘন মেঘৰ দিন,
১৬ শিঙাধ্বনি আৰু সিংহনাদৰ দিন, আৰু গড়েৰে
আবৃত নগৰবোৰৰ আৰু ওখ কোঁঠবোৰৰ বিপক্ষৰ
১৭ দিন হব। আৰু মানুহবিলাকে যিহোৱাৰ অহিতে
পাপ কৰাৰ কাৰণে মই সিহঁতক এনেকৈ ক্লেশ
দিম, যে, সিহঁত অন্ধ মানুহৰ নিচিনাকৈ ফুৰিব;
আৰু সিহঁতৰ তেজ ধূলিৰ নিচিনাকৈ, আৰু
সিহঁতৰ মাংস গোবৰৰ নিচিনাকৈ বাকি
১৮ পেলোৱা হব। যিহোৱাৰ ক্ৰোধৰ দিনা সিহঁতৰ
ৰূপ বা সোণে সিহঁতক উদ্ধাৰ কৰিব নোৱাৰিব,
কিন্তু তেওঁৰ অন্তৰ্জ্বালাৰ অগ্নিৰে গোটেই দেশ
গ্ৰাসিত হব; কিয়নো তেওঁ দেশনিবাসী আটাই-
বোৰৰ অন্ত কৰিব, এনে কি, বেগেৰে অন্ত কৰিব।

যিহোৱাৰ ক্ৰোধৰ দিনা নানা জাতিৰ বিনাশ।

২ হে নিলাজ জাতি, আজ্ঞাটি সাফল নৌ
হওঁতেই, দিন তুঁহৰ দৰে উড়ি নৌ যাওঁ-
তেই, যিহোৱাৰ প্ৰচণ্ড ক্ৰোধ তোমালোকৰ ওপ-
ৰত নৌ পৰোঁতেই, যিহোৱাৰ ক্ৰোধৰ দিন
২ তোমালোকলৈ নৌ আহোঁতেই, তোমালোক
৩ গোট খোৱা, একে লগ হোৱা। যিহোৱাৰ
শাসনপ্ৰণালী পালন কৰোঁতা হে পৃথিবীৰ
আটাই নম্ৰ লোকবিলাক, তেওঁক বিচাৰা,
ধাৰ্ম্মিকতা বিচাৰা, নম্ৰতা বিচাৰা; কিজানি
যিহোৱাৰ ক্ৰোধৰ দিনা তোমালোকে লুকাই
৪ থাকিবলৈ পাবা। কিয়নো ঘচা পৰিত্যক্ত
আৰু অস্কিলোন ধ্বংসস্থান হব; অচ্‌দোদৰ
মানুহবিলাকক দুপৰ বেলা খেদাই দিয়া
৫ হব, আৰু ইক্ৰোণক উঘলা হব। সমুদ্ৰতীৰ-

নিবাসী কৰেথীয়া জাতিৰ সন্তাপ হব। হে
পলেষ্টীয়াবিলাকৰ দেশ কনান, যিহোৱাৰ বাক্য
তোমালোকৰ বিপক্ষ; কোনো নিবাসী নথকাকৈ
৬ ময় তোমাক উচ্ছন্ন কৰিম। আৰু সমুদ্ৰৰ তীৰ
মেৰ-ৰখীয়াবিলাকৰ ঘৰ আৰু মেৰৰ জাকৰ গড়াল
৭ থকা চৰণী ঠাই হব। আৰু সেই তীৰ যিহূদা
বংশৰ অৱশিষ্ট ভাগৰ নিমিত্তে হব; সিবিলাকে
তাত মেৰৰ জাক চৰাব, আৰু সেইবোৰ অস্কি-
লোনৰ ঘৰত গোধূলি শুব; কিয়নো সিবিলাকৰ
ঈশ্বৰ যিহোৱাই সিবিলাকৰ বিচাৰ লব, আৰু
সিবিলাকৰ বন্দী-অৱস্থা পৰিবৰ্ত্তন কৰিব।
৮ মোৱাবে যি খিজ্জাৰেৰে, আৰু অম্মোনৰ সন্তান-
বোৰে যি ভৰ্ৎসনাৰে মোৰ প্ৰজাবিলাকক
তিৰস্কাৰ কৰিলে, আৰু সিবিলাকৰ অঞ্চল
অহঙ্কাৰেৰে আক্ৰমণ কৰিলে, মোৱাবৰ সেই
খিজ্জাৰ আৰু অম্মোনৰ সন্তানবোৰৰ সেই
৯ ভৰ্ৎসনা ময় শুনিলোঁ। সেই নিমিত্তে, ইস্ৰা-
য়েলৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাই এই
ৰূপে কৈছে, মোৰ জীৱনৰ শপথ, মোৱাব
নিশ্চয়ে চদোমৰ নিচিনা, আৰু অম্মোনৰ
সন্তানবোৰ ঘমোৰাৰ নিচিনা হব, চোৰাতলী,
লোণৰ পুং, আৰু চিৰকলীয়া ধ্বংসস্থান হব;
মোৰ প্ৰজাবিলাকৰ অৱশিষ্ট লোকে সিহঁতক লুট
কৰিব, আৰু মোৰ জাতিৰ বাকী ভাগে সিহঁতক
১০ অধিকাৰ কৰিব। এয়ে সিহঁতৰ অহঙ্কাৰৰ ফল
হব; কাৰণ সিহঁতে বাহিনীবিলাকৰ যিহোৱাৰ
প্ৰজাবিলাকক খিজ্জাৰ দি সিবিলাকৰ বিৰুদ্ধে
১১ গৰ্ব্ব-আচৰণ কৰিলে। যিহোৱা সিহঁতলৈ ভয়ানক
হব; কিয়নো তেওঁ পৃথিবীৰ আটাই দেৱতাক
অনাহাৰে মাৰিব, আৰু মানুহবিলাকে আপোন
আপোন ঠাইৰ পৰা তেওঁক প্ৰণিপাত কৰিব,
জাতিবিলাকৰ আটাই দ্বীপনিবাসীবিলাকেও
১২ কৰিব। হে কূচীয়াবিলাক, তোমালোকো
১৩ মোৰ তৰোৱালেৰে বধ কৰা হব। আৰু তেওঁ
উত্তৰ দিশৰ বিৰুদ্ধে আপোনাৰ হাত মেলি
অচূৰক বিনষ্ট কৰিব, আৰু নীনবিক ধ্বংসস্থান,
১৪ অৰণ্যৰ নিচিনা শুকান ভূমি কৰিব। আৰু তাৰ
মাজত পশুৰ জাক আৰু সকলো বিধ বনৰীয়া
জন্তু শুব; ঢোঁৰা চৰাই আৰু কেঁটেলা পহুৱে তাৰ
মাথলাবোৰত ৰাতি কটাব, আৰু খিলিকিত
গান কৰা শবদ শুনা যাব, দুৱাৰডলিবোৰৰ
ধ্বংস-অৱস্থা হব; কিয়নো তেওঁ এৰচ কাঠৰ কাৰ্য্য
১৫ অনাবৃত কৰিলে। ময়হে, মোৰ বাহিৰে আন
কোনো নাই, এই বুলি মনতে কৈ নিশ্চিন্তে
থকা এয়ে উল্লাসিনী নগৰী; এই কেনে উচ্ছন্ন
হল! আৰু পশুবোৰৰ নিমিত্তে কেনে শোৱা
ঠাই হল! এইৰ ওচৰেদি যোৱা প্ৰতিজনে ইচ
ইচ কৰি হাত লৰাব।

যিহূদীবিলাকৰ পাপৰ দণ্ড, আৰু সিবিলাকৰ ভাবী মঙ্গল।

৩ বিদ্ৰোহিনী আৰু ভ্ৰষ্টাচাৰিনীৰ সন্তাপ হব
২ অত্যাচাৰকাৰিণী নগৰীৰ সন্তাপ হব। তাই
কথা নুশুনিলে, শিকনি গ্ৰহণ নকৰিলে, যিহো-
ৱাত নিৰ্ভৰ নকৰিলে, আৰু আপোন ঈশ্বৰৰ
৩ ওচৰ নেচাপিল। তাইৰ মাজত থকা অধ্যক্ষবোৰ
গৰ্জ্জনকাৰী সিংহ; তাইৰ বিচাৰকৰ্ত্তাবোৰ
গোধূলি বেলাৰ ৰাংকুকুৰ; সিহঁতে ৰাতিপুৱালৈ
৪ একো নেৰাখে। তাইৰ ভাববাদীবোৰ গৰ্ব্বী আৰু
বিশ্বাসঘাতক; তাইৰ পুৰোহিতবোৰে ধৰ্ম্মধাম
অপবিত্ৰ কৰিলে, আৰু ব্যৱস্থাৰ বিৰুদ্ধে অত্যা-
৫ চাৰ কৰিলে। তাইৰ মাজত থকা যিহোৱা
ধাৰ্ম্মিক; তেওঁ অন্যায় নকৰে, প্ৰতিৰাতিপুৱাতে
তেওঁ আপোন ন্যায় বিচাৰ পোহৰলৈ আনে, ত্ৰুটি
নকৰে; কিন্তু অন্যায়-আচৰণ কৰোঁতা লোকে লজ্জা-
৬ বোধ নকৰে। ময় জাতিবোৰক উচ্ছন্ন কৰিলোঁ,
সিহঁতৰ কোঁঠবোৰ ধ্বংস কৰা হল; ময় সিহঁতৰ
আলিবোৰ এনেকৈ শূন্য কৰিলোঁ, যে, কোনেও
সেইবোৰেদি অহাযোৱা নকৰে, সিহঁতৰ নগৰবোৰ
এনেকৈ নষ্ট হল, যে, সেইবোৰত কোনো মানুহ
৭ নাই, সেইবোৰত বসতি কৰোঁতাও নাই। ময়
কৈছিলোঁ, তুমি অৱশ্যে মোক ভয় কৰিবা, তুমি
শিকনি গ্ৰহণ কৰিবা; তাতে তাইৰ বিষয়ে ময়
যি যি নিৰূপণ কৰিলোঁ, সেই সকলো মতে
তাইৰ বাসস্থান উচ্ছন্ন কৰা নহব; কিন্তু সিহঁতে
সোনকালে উঠি আপোনাবিলাকৰ সকলো কাৰ্য্য
৮ ভ্ৰষ্ট কৰিলে। এই কাৰণে, যিহোৱাই কৈছে,
ময় চিকাৰ ধৰিবলৈ উঠা দিনলৈকে তোমালোকে
মোলৈ বাট চাই থাকা; কিয়নো মোৰ মনস্থ
এই, যে, জাতিবোৰক চপাই আৰু ৰাজ্যবোৰ
একে লগ কৰি সিহঁতৰ ওপৰত মোৰ ক্ৰোধ, এনে
কি, মোৰ প্ৰচণ্ড কোপ বৰ্ষাম; কাৰণ মোৰ
অন্তৰ্জ্বালাৰ অগ্নিৰে গোটেই পৃথিবী গ্ৰাসিত
৯ হব। কিয়নো, আটাই জাতিয়ে যিহোৱাৰ
নামেৰে প্ৰাৰ্থনা কৰিবৰ নিমিত্তে, আৰু
সিহঁত আটাইবোৰে একে মনেৰে তেওঁৰ
আৰাধনা কৰিবৰ নিমিত্তে, ময় সেই সময়ত
১০ সিহঁতক শুদ্ধ ওঁঠ দিম। কুচদেশীয় নৈবোৰৰ
সিপাৰৰ পৰা মোৰ নিবেদনকাৰীবিলাকে, এনে
কি, ছিন্নভিন্ন হোৱা মোৰ জাতিস্বৰূপা জীয়াৰীয়ে
১১ মোলৈ উপহাৰ আনিব। যি যি কাৰ্য্যত তুমি
মোৰ অহিতে অপৰাধ কৰিলা, তোমাৰ সেই
আটাই কাৰ্য্যৰ নিমিত্তে সেই দিনা তুমি লজ্জিত
নহবা; কিয়নো ময় সেই দিনা গৰ্ব্বেৰে উল্লাস
কৰোঁতা তোমাৰ লোকবিলাকক তোমাৰ মাজৰ
পৰা দূৰ কৰিম; তাতে তুমি মোৰ পবিত্ৰ পৰ্ব্বতত

১২ আরু অহঙ্কার নকরিবা। কিন্তু ময় তোমার
মাজত দুঃখীদরিদ্র এক জাতিক অবশিষ্ট
রাখিম; সিবিলাকে যিহোৱার নামত নির্ভর
১৩ করিব। ইস্রায়েলর অবশিষ্ট ভাগে অপ-
রাধ নকরিব, বা মিছা কথা নকব, নাইবা সি-
বিলাকর মুখত প্রবঞ্চক জিবা পোৱা নেযাব;
কিয়নো সিবিলাক চরিব আরু শুব, সিবিলাকক
১৪ ভয় লগাবলৈ কোনো নেথাকিব। হে চিয়োন
জীয়ারী, গান করা; হে ইস্রায়েল, জয়ধ্বনি
করা; হে যিরূচালেম জীয়ারী, সমস্ত মনেরে
১৫ আনন্দ আরু উল্লাস করা। যিহোৱাই তোমার
দণ্ডবোর দূর করিলে, তোমার শত্রুক খেদি
দিলে; ইস্রায়েলর রজা যিহোৱা তোমার মাজত
আছে; তুমি আরু অমঙ্গললৈ ভয় নকরিবা।
১৬ সেই দিনা যিরূচালেমক এই কথা কোৱা যাব,
তুমি ভয় নকরিবা; হে চিয়োন, তোমার হাত
১৭ ঢিলা নহওক। তোমার ঈশ্বর যিহোৱা তোমার
মাজত আছে, তেওঁ ত্রাণকর্ত্তা বীর; তেওঁ
আনন্দেরে তোমার বিষয়ে উল্লাস করিব,
আপোন স্নেহত মনে মনে থাকিব, আরু
গান গাই তোমার বিষয়ে আনন্দ করিব।
১৮ তোমার পরা উৎপন্ন হোৱা যি লোকবিলাকে
পবিত্র সভার নিমিত্তে শোক করে, আরু
ধিক্কারত ভারগ্রস্ত হয়, সেই লোক-
১৯ বিলাকক ময় গোটাম। দেখা, সেই সময়ত,
তোমাক দুখ দিয়া আটাইবোরলৈ যি
করিব লগীয়া, তাকে ময় করিম; ময়
লেঙেরাজনীক রক্ষা করিম, আরু খেদি
দিয়া জনীক গোটাম; আরু যিবিলাকর
লাজ গোটেই পৃথিবীত ব্যাপিছে, সিবিলাকক
ময় প্রশংসা আরু সুখ্যাতির বিষয় করিম।
২০ সেই সময়ত ময় তোমালোকক আনিম, আরু
সেই সময়ত ময় তোমালোকক গোটাম;
কিয়নো, যিহোৱাই কৈছে, যেতিয়া ময় তোমা-
লোকর সাক্ষাতে তোমালোকর বন্দী-অবস্থা
পরিবর্ত্তন করিম, তেতিয়া পৃথিবীর আটাই
জাতির আগত ময় তোমালোকক সুখ্যাতি
আরু প্রশংসার বিষয় করিম।

# হগ্গয় ভাববাদীর পুস্তক।

হগ্গয়র প্রথম ভাববাণী।

১ দারিয়াবচ রজার রাজত্বর দ্বিতীয় বছরর
ষষ্ঠ মাহর প্রথম দিনা হগ্গয় ভাববাদীর
দ্বারায় যিহুদার শাসনকর্ত্তা চল্টীয়েলর পুত্র
জরুব্বাবিলর আগত, আরু যিহোচাদকর পুত্র
যিহোচুৱা প্রধান পুরোহিতর আগত যিহোৱার
২ বাক্য উপস্থিত হল, বোলে, বাহিনীবিলাকর
যিহোৱাই এই কথা কৈছে, এই লোকবিলাকে কয়,
কামলৈ যাবর আমার সময় হোৱা নাই, যিহো-
৩ ৱার গৃহ সাজিবর সময় হোৱা নাই। তেতিয়া
হগ্গয় ভাববাদীর দ্বারায় যিহোৱার বাক্য উপ-
৪ স্থিত হল, বোলে, এই গৃহটী উচ্ছন্ন হৈ পড়ি
থকা স্থলত, তোমালোক নিজে ওপরত কাঠ
লগোৱা আপোন আপোন ঘরত এতিয়া বাস
৫ করিবর সময় নে? এই হেতুকে এতিয়া বাহিনী-
বিলাকর যিহোৱাই এই কথা কৈছে, তোমা-
লোকে আপোন আপোন আচরণ ভাবি চোৱা।
৬ তোমালোকে অধিক সিঁচি অলপ চপাইছা;
তোমালোকে আহার করিছা, কিন্তু তৃপ্ত
নোহোৱা; তোমালোকে পান করিছা, কিন্তু
হেপাহ নপলায়; তোমালোকে কাপড় পিন্ধিছা,
কিন্তু একো উম নোপোৱা; বেচর নিমিত্তে
কাম করা মানুহে বিন্ধা থকা থৈলাত থবলৈছে
৭ বেচ পায়। বাহিনীবিলাকর যিহোৱাই এই
কথা কৈছে, তোমালোকে আপোন আপোন
৮ আচরণ ভাবি চোৱা। পর্ব্বতলৈ উঠি গৈ কাঠ
আনি গৃহটী সাজা; আরু যিহোৱাই কৈছে,
ময় তাত সন্তুষ্ট হম, আরু গৌরবান্বিত হম।
৯ তোমালোকে অধিকলৈ আশা করিছিলা, কিন্তু
দেখা, অলপ পালা; আরু তোমালোকে তাক
ঘরলৈ নিলত, ময় তার ওপরত ফুঁ দিলোঁ;
বাহিনীবিলাকর যিহোৱাই কৈছে, কারণ কি?
কারণ এই, মোর গৃহটী উচ্ছন্ন হৈ পড়ি আছে,
তথাপি তোমালোক প্রতিজনে আপোন আপোন
১০ ঘরর কথাত ব্যস্ত আছা। এই হেতুকে তোমা-
লোকর কারণেই আকাশমণ্ডল নিয়র বর-
ষোৱার পরা বন্ধ হল, আরু পৃথিবী ফল উৎপন্ন
১১ করার পরা বন্ধ হল। আরু ময় দেশ ও পর্ব্ব-
তর ওপরলৈ, শস্য, দ্রাক্ষারস, তেল আদি করি
ভূমিয়ে উৎপন্ন করা বস্তুর ওপরলৈ, আরু মানুহ,
পশু, আরু তোমালোকর হাতর পরিশ্রমর সকলো
ফলর ওপরলৈ খর মাতিলোঁ।

১২ তেতিয়া চল্টীয়েলৰ পুত্ৰ জৰুব্বাবিল, যিহো-
চাদকৰ পুত্ৰ যিহোচূৱা প্ৰধান পুৰোহিত, আৰু
লোকবিলাকৰ আটাই অৱশিষ্ট ভাগে আপোনা-
বিলাকৰ ঈশ্বৰ যিহোৱাৰ বাক্যলৈ, আৰু
আপোনাবিলাকৰ ঈশ্বৰ যিহোৱাই পঠাইছে
বুলি হগ্গয় ভাববাদীৰ কথালৈ কাণ দিলে,
আৰু লোকবিলাকে যিহোৱালৈ ভয় ৰাখিলে।
১৩ তাতে যিহোৱাৰ দূত হগ্গয়ে যিহোৱাই দিয়া
বাৰ্ত্তা প্ৰকাশ কৰি লোকবিলাকক কলে, যিহো-
ৱাই কৈছে, মই তোমালোকৰ লগত আছোঁ।
১৪ আৰু যিহোৱাই যিহূদাৰ শাসনকৰ্ত্তা চল্টীয়েলৰ
পুত্ৰ জৰুব্বাবিলৰ, যিহোচাদকৰ পুত্ৰ যিহো-
চূৱা প্ৰধান পুৰোহিতৰ, আৰু লোকবিলাকৰ
আটাই অৱশিষ্ট ভাগৰ মন উচটালত, সি-
১৫ বিলাকে আহি, দাৰিয়াবচ ৰজাৰ ৰাজত্বৰ
দ্বিতীয় বছৰৰ ষষ্ঠ মাহৰ চব্বিশ দিনৰ দিনা
সিবিলাকৰ ঈশ্বৰ বাহিনীবিলাকৰ যিহোৱাৰ
গৃহৰ কাম কৰিবলৈ ধৰিলে।

হগ্গয়ৰ দ্বিতীয়, তৃতীয়, আৰু চতুৰ্থ ভাববাণী।

২ সপ্তম মাহৰ একৈশ দিনৰ দিনা হগ্গয়
ভাববাদীৰ দ্বাৰায় যিহোৱাৰ বাক্য উপস্থিত
২ হল, বোলে, তুমি এতিয়া যিহূদাৰ শাসনকৰ্ত্তা
চল্টীয়েলৰ পুত্ৰ জৰুব্বাবিলক, যিহোচাদকৰ
পুত্ৰ যিহোচূৱা প্ৰধান পুৰোহিতক, আৰু
লোকবিলাকৰ অৱশিষ্ট ভাগক এই কথা কোৱা,
৩ এই গৃহটী পূৰ্ব্বৰ প্ৰতাপৰ অৱস্থাত দেখা
তোমালোকৰ মাজত কোন অৱশিষ্ট আছে?
আৰু এতিয়া তোমালোকে ইয়াক কেনে দেখিছা?
তোমালোকৰ দৃষ্টিত এয়ে একো নোহোৱা যেন
৪ নেলাগে নে? কিন্তু, যিহোৱাই কৈছে, হে জৰুব্বা-
বিল, তুমি বলৱান হোৱা; যিহোচাদকৰ পুত্ৰ
হে যিহোচূৱা প্ৰধান পুৰোহিত, তুমি বলৱান
হোৱা; আৰু যিহোৱাই কৈছে, হে দেশৰ আটাই
লোকবিলাক, তোমালোক বলৱান হোৱা, আৰু
কাৰ্য্য কৰা; কিয়নো, বাহিনীবিলাকৰ যিহোৱাই
৫ কৈছে, তোমালোক মিচৰৰ পৰা ওলাই অহা
কালত তোমালোকৰ লগত মই স্থিৰ কৰা নিয়-
মৰ দৰে মই তোমালোকৰ লগত আছোঁ, আৰু
মোৰ আত্মাই তোমালোকৰ মাজত অৱস্থিতি
৬ কৰিছে; তোমালোকে ভয় নকৰিবা। কাৰণ
বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে, অল-
পৰ পাছতে মই আৰু এবাৰ আকাশমণ্ডল আৰু
পৃথিবীক, সমুদ্ৰ আৰু শুকান ভূমিক লৰাম;
৭ মই আটাই জাতিক কঁপাম; আৰু আটাই
জাতিৰ বাঞ্ছনীয় বস্তু আহিব; বাহিনীবিলাকৰ
যিহোৱাই কৈছে, মই এই গৃহটী গৌৰৱেৰে
৮ পৰিপূৰ্ণ কৰিম। বাহিনীবিলাকৰ যিহোৱাই
৯ কৈছে, ৰূপ মোৰেই, সোণো মোৰেই। বাহিনী-
বিলাকৰ যিহোৱাই কৈছে, এই গৃহটীৰ পূৰ্ব্বৰ
প্ৰতাপতকৈ তাৰ শেষৰ প্ৰতাপ অধিক হব;
আৰু বাহিনীবিলাকৰ যিহোৱাই কৈছে, এই
ঠাইতেই মই শান্তি দান কৰিম।
১০ দাৰিয়াবচৰ ৰাজত্বৰ দ্বিতীয় বছৰৰ নৱম
মাহৰ চব্বিশ দিনৰ দিনা হগ্গয় ভাববাদীৰ
দ্বাৰায় যিহোৱাৰ বাক্য উপস্থিত হল, বোলে,
১১ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
তুমি এতিয়া পুৰোহিতবিলাকক ব্যৱস্থাৰ বিষয়ে
১২ সোধা। কোনোৱে যদি আপোনাৰ কাপোৰৰ আঁচ-
লত পবিত্ৰ মাংস বান্ধি লৈ যায়, আৰু পিঠা, বা
সিজোৱা ভাইল, বা দ্ৰাক্ষাৰস, বা তেল কি আন
কোনো খোৱা বস্তুত তাৰ সেই আঁচল লাগে,
তেন্তে সেয়ে পবিত্ৰ হব নে? তাতে পুৰোহিত-
১৩ বিলাকে কলে, নহব। তেতিয়া হগ্গয়ে কলে,
মৰা শৱ চুই অশুচি হোৱা কোনো মানুহে যদি
সেইবোৰৰ মাজৰ কোনো বস্তু চোৱে, তেন্তে
সেয়ে অশুচি হব নে? পুৰোহিতবিলাকে উত্তৰ
১৪ দি কলে, সেয়ে অশুচি হব। তেতিয়া হগ্গয়ে
উত্তৰ দি কলে, যিহোৱাই কৈছে, মোৰ আগত
এই লোকবিলাক আৰু এই জাতি তেনেকুৱা,
আৰু সিহঁতৰ হাতৰ সকলো কাৰ্য্যও তেনেকুৱা,
আৰু সেই ঠাইত সিহঁতে যি উৎসৰ্গ কৰে, সিও
১৫ অশুচি। আৰু এতিয়া মই বিনয় কৰোঁ, যিহো-
ৱাৰ মন্দিৰত শিলৰ ওপৰত শিল স্থাপন নকৰা
দিনৰে পৰা আজিলৈকে সেই সকলো দিন
১৬ বিবেচনা কৰা। সেই সকলো দিনত কোনো
মানুহে বিশ জোখৰ শস্যৰ দ'মৰ ওচৰলৈ
আহিলে, কেৱল দহ জোখ মাথোন পায়, আৰু
কোনো মানুহে পঞ্চাশ কলহ দ্ৰাক্ষাৰস তুলিবলৈ
দ্ৰাক্ষাকুণ্ডলৈ আহিলে, কেৱল বিশ কলহহে
১৭ পায়। মই তোমালোকৰ হাতৰ আটাই কাৰ্য্যত
কৰ্কতনীয়া, ৰজামৰীয়া, আৰু শিলাবৃষ্টিৰে তোমা-
লোকক আঘাত কৰিলোঁ; তথাপি যিহোৱাই
১৮ কৈছে, তোমালোকে মোলৈ নুঘুৰিলা। মই বিনয়
কৰোঁ, আজি নৱম মাহৰ চব্বিশ দিনৰ দিনা-
লৈকে যিমান দিন অতীত হৈ গল, সেই সকলো
দিন তোমালোকে বিবেচনা কৰা, যিহোৱাৰ
মন্দিৰৰ ভিত্তিমূল স্থাপন কৰা দিনৰে পৰা আজি-
১৯ লৈকে সকলো দিন বিবেচনা কৰা। ভঁড়ালত শস্য
এতিয়ালৈকে আছে নে? এনে কি, দ্ৰাক্ষালতা,
ডিমৰু গছ, দালিম, আৰু জিত গছেও ফল ধৰা
নাই; আজিৰ পৰাই মই আশীৰ্ব্বাদ কৰিম।
২০ পাছে মাহৰ চব্বিশ দিনৰ দিনা যিহোৱাৰ
বাক্য দ্বিতীয়বাৰ হগ্গয়ৰ ওচৰলৈ আহিল,
২১ বোলে, তুমি যিহূদাৰ শাসনকৰ্ত্তা জৰুব্বাবিলক
কোৱা, মই আকাশমণ্ডল আৰু পৃথিবী লৰাম;

২২ মই রাজ্যবোরর সিংহাসন লুটিয়াই পেলাম,
জাতিবিলাকর রাজ্যর পরাক্রম লুপ্ত করিম, আরু
রথ ও রথস্থ উঠাবিলাকক লুটিয়াই পেলাম;
ঘোঁরা আরু ঘোঁরাত উঠাবিলাক আপোন
আপোন ভাইর তরোৱালর দ্বারায় পতিত
২৩ হব। বাহিনীবিলাকর যিহোৱাই কৈছে, হে
চল্টীয়েলর পুত্র মোর দাস জরুব্বাবিল, সেই
দিনা মই তোমাক গ্রহণ করিম, ইয়াক যিহো-
ৱাই কৈছে; আরু মই তোমাক মোহর মরা
আঙ্গঠিরূপ করিম; কিয়নো, বাহিনীবিলাকর
যিহোৱাই কৈছে, মই তোমাক মনোনীত
করিলোঁ।

# জখরিয়া ভাববাদীর পুস্তক।

নব পালটাবলৈ আমন্ত্রণ। জখরিয়ার প্রথম আরু দ্বিতীয় দর্শন।

১ দারিয়াবচর রাজত্বর দ্বিতীয় বছরর
অষ্টম মাহত ইদ্দোর নাতিয়েক বেরেখিয়ার
পুত্র জখরিয়া ভাববাদীর ওচরলৈ যিহোৱার
২ বাক্য আহিল, বোলে, যিহোৱাই তোমালোকর
পূর্ব্বপুরুষবিলাকর ওপরত অতিশয় অসন্তুষ্ট
৩ হৈছিল। এই হেতুকে তুমি এই লোকবিলাকক
কোৱা, বাহিনীবিলাকর যিহোৱাই এই কথা
কৈছে, তোমালোকে মোলৈ ঘুরা, এয়ে বাহিনী-
বিলাকর যিহোৱার বচন; তাতে মই তোমা-
লোকলৈ ঘুরিম, ইয়াক বাহিনীবিলাকর যিহো-
৪ ৱাই কৈছে। তোমালোক আপোনাবিলাকর
পূর্ব্বপুরুষবিলাকর নিচিনা নহবা; সিবিলাকর
আগত আগর কালর ভাববাদীবিলাকে কৈ-
ছিল, বোলে, বাহিনীবিলাকর যিহোৱাই এই
কথা কৈছে, তোমালোকে আপোন আপোন
কুপথর, আরু আপোন আপোন কুকার্য্যর পরা
ঘুরা; কিন্তু, যিহোৱাই কৈছে, সিবিলাকে তাক
৫ নুশুনিলে, বা মোলৈ কাণ নিদিলে। তোমা-
লোকর পূর্ব্বপুরুষবিলাক ক'ত? আরু ভাববাদী-
বিলাক চিরকাললৈকে জীয়াই থাকে নে?
৬ কিন্তু মোর দাস ভাববাদীবিলাকক মই আজ্ঞা
করা মোর বাক্য আরু হুকুমবোরে তোমা-
লোকর পূর্ব্বপুরুষবিলাকক চুকি পোৱা নাই
নে? তাতে সিবিলাকে ঘুরি কলে, আমার
আচার ব্যবহার আরু আমার কার্য্য অনুসারে
আমালৈ করিবর নিমিত্তে বাহিনীবিলাকর
যিহোৱাই থির করার দরে তেওঁ আমালৈ
করিলে।
৭ দারিয়াবচর রাজত্বর দ্বিতীয় বছরর একাদশ
অর্থাৎ চবাট মাহর চব্বিশ দিনর দিনা ইদ্দোর
নাতিয়েক বেরেখিয়ার পুত্র জখরিয়া ভাব-
বাদীক যিহোৱার দ্বারায় এই কথা জনোৱা হল;
৮ মই রাতি দর্শনত দেখিলোঁ, যে, এজনা পুরুষে
এটা রঙা ঘোঁরাত উঠি চাপর ঠাইত থকা
মেন্দি গছবোরর মাজত থিয় হৈ আছে; আরু
তেওঁর পাছত রঙা, মুগা, আরু বগা বরণীয়া
৯ কেইবাটাও ঘোঁরা আছিল। তেতিয়া মই
সুধিলোঁ, হে মোর প্রভো, ইবিলাক কোন? তাতে
মোর লগত কথা হোৱা দূতজনে মোক কলে,
ইবিলাক কোন, তাক মই তোমাক দেখুৱাম।
১০ পাছে মেন্দি গছবোরর মাজত থিয় হোৱা
পুরুষজনাই উত্তর দি কলে, পৃথিবীত ইকালে
সিকালে ফুরিবলৈ যিহোৱাই পঠোৱা লোক
১১ এইবিলাক। তাতে সিবিলাকে মেন্দি গছবোরর
মাজত থিয় হৈ থকা যিহোৱার দূতজনাক
উত্তর দি কলে, আমি পৃথিবীত ইকালে সিকালে
ফুরিলোঁ, আরু দেখা, গোটেই পৃথিবী সুস্থির
১২ আরু বিশ্রামে আছে। তেতিয়া যিহোৱার দূত-
জনাই উত্তর দি কলে, যি যিরূচালেমর, আরু
যিহূদার যি নগরবোরর অহিতে তুমি এই
সত্তর বছর ক্রোধ করিয়েই আছা, হে,
বাহিনীবিলাকর যিহোৱা, সেই যিরূচালেমর,
আরু যিহূদার সেই নগরবোরর ওপরত কিমান
১৩ কাল নো তুমি দয়া নকরাকৈ থাকিবা? তেতিয়া
যিহোৱাই, মোরে সৈতে কথা হোৱা দূতজনক
উত্তম বাক্য, এনে কি, সান্ত্বনাদায়ক বাক্যেরে
১৪ উত্তর দিলে। তাতে মোর লগত কথা হোৱা
দূতজনে মোক কলে, তুমি ঘোষণা করি কোৱা,
বাহিনীবিলাকর যিহোৱাই কৈছে, মই যিরূ-
চালেম আরু চিয়োনর অর্থে মহা-অন্তর্জ্বালারে
১৫ জলিছোঁ। আরু নিশ্চিন্তে থকা জাতিবিলাকর
ওপরত মই অতিশয় অসন্তুষ্ট হৈছোঁ; কিয়নো
মই কেবল অলপ অসন্তুষ্ট হোৱাত, সিহঁত
অমঙ্গলর অর্থে সাহায্য করোঁতা হল।
১৬ এই হেতুকে যিহোৱাই এই কথা কৈছে,
মই নানা দয়ারে সৈতে যিরূচালেমলৈ
ঘুরিলোঁ; বাহিনীবিলাকর যিহোৱাই কৈছে,

তাত মোৰ গৃহ সজা হব, আৰু যিৰূচালেমৰ
ওপৰত এডাল পৰিমাণজৰী বিস্তাৰ কৰা হব।
১৭ তুমি আকৌ ঘোষণা কৰি কোৱা, বাহিনী-
বিলাকৰ যিহোৱাই এই কথা কৈছে, মোৰ
নগৰবোৰ পুনৰায় মঙ্গলেৰে উপচি পৰিব;
যিহোৱাই চিয়োনক পুনৰায় সান্ত্বনা কৰিব,
আৰু যিৰূচালেমক আকৌ মনোনীত কৰিব।
১৮ পাছে মই চকু তুলি চাই চাৰিটা শিঙ
১৯ দেখিলোঁ। তেতিয়া মোৰ লগত কথা হোৱা
দূতজনক মই সুধিলোঁ, এইবোৰ কি? তাতে তেওঁ
মোক উত্তৰ দিলে, যোৱে, যিহূদা, ইস্রায়েল,
আৰু যিৰূচালেমক ছিন্নভিন্ন কৰা শিঙ এই-
২০ বোৰ। পাছে যিহোৱাই মোক চাৰি জন
২১ শিল্পকৰ দেখুৱালে। তাতে মই সুধিলোঁ,
ইবিলাকে কি কৰিবলৈ আহিছে? তেওঁ কলে,
কোনো মানুহে আপোন মূৰ দাঙিব নোৱৰাকৈ
যিহূদাক ছিন্নভিন্ন কৰা শিঙ এইবোৰ; কিন্তু
যি জাতিবোৰে যিহূদা দেশ ছিন্নভিন্ন কৰি-
বলৈ তাৰ অহিতে আপোন আপোন শিঙ
তুলিছিল, সেই জাতিবোৰক ত্ৰাসিত কৰি-
বলৈ, সিহঁতৰ শিঙবোৰ ভাঙি পেলাবলৈ
ইবিলাক আহিছে।

জখৰিয়াৰ তৃতীয় দৰ্শন।

২ পাছে মই চকু তুলি চাই হাতত এডাল
পৰিমাণজৰী লোৱা এজন পুৰুষ দেখিলোঁ।
২ তেতিয়া মই সুধিলোঁ, আপুনি কলৈ যায়?
তাতে তেওঁ মোক কলে, যিৰূচালেমৰ দৈৰ্ঘ্য আৰু
৩ প্ৰস্থ কিমান, তাক জুখি চাবলৈ যাওঁ। পাছে
দেখা, মোৰে সৈতে কথা হোৱা দূতজন আগ
বাঢ়ি গল, আৰু আন এজন দূতে তেওঁৰ লগত
সাক্ষাৎ কৰিবলৈ ওলাই আহিল; আৰু তেওঁ
৪ তেওঁক কলে, তুমি লৰি গৈ সেই ডেকাক এই
কথা কোৱা, যিৰূচালেমৰ মাজত থকা অধিক
মানুহ আৰু পশুৰ কাৰণে, যিৰূচালেম গড়
নোহোৱা, গাঁৱৰ নিচিনা বসতিস্থান হব;
৫ কিয়নো, যিহোৱাই কৈছে, ময়েই তাৰ চাৰিও-
ফালে অগ্নিৰ গড়, আৰু তাৰ মাজত গৌৰৱ-
৬ স্বৰূপ হম। যিহোৱাই কৈছে, হে লোক-
বিলাক, হে লোকবিলাক, তোমালোক উত্তৰ
দেশৰ পৰা পলাই যোৱা; কিয়নো, যিহো-
ৱাই কৈছে, আকাশৰ চাৰি বায়ুৰে কৰা নিচি-
নাকৈ মই তোমালোকক ছিন্নভিন্ন কৰিলোঁ।
৭ বাবিল জীয়াৰীৰে সৈতে প্ৰবাস কৰা হে
৮ চিয়োন, ৰক্ষাৰ অৰ্থে পলোৱা। কিয়নো
বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
গৌৰৱ প্ৰকাশিত হোৱাৰ পাছত, তোমালোকক
লুট কৰা জাতিবোৰৰ ওচৰলৈ তেওঁ মোক
পঠালে; কাৰণ যি জনে তোমালোকক স্পৰ্শ
কৰে, সেই জনে তেওঁৰ চকুৰ মণি স্পৰ্শ কৰে।
৯ কিয়নো দেখা, মই সিহঁতৰ ওপৰত মোৰ
হাত জোকাৰিম; তাতে সিহঁত আপোনা-
বিলাকৰ বন্দীকাম কৰাবিলাকৰ লুটদ্ৰব্য
হব, আৰু বাহিনীবিলাকৰ যিহোৱাই যে
মোক পঠালে, তাক তোমালোকে জানিবা।
১০ হে চিয়োন জীয়াৰী, গীত গাই আনন্দ কৰা;
কিয়নো, যিহোৱাই কৈছে, দেখা, মই আহিছোঁ,
১১ আৰু মই তোমাৰ মাজত বাস কৰিম। সেই দিনা
অনেক জাতিয়ে যিহোৱাৰ লগ লব, আৰু
সিবিলাক মোৰ প্ৰজা হব, আৰু মই তোমাৰ
মাজত বাস কৰিম; তাতে, বাহিনীবিলাকৰ
যিহোৱাই যে মোক তোমাৰ ওচৰলৈ পঠালে,
১২ তাক তুমি জানিবা। আৰু যিহোৱাই পবিত্ৰ
দেশত আপোন অংশস্বৰূপে যিহূদা অধিকাৰ
কৰিব, আৰু পুনৰায় যিৰূচালেমক মনোনীত
১৩ কৰিব। হে মৰ্ত্ত্যবিলাক, যিহোৱাৰ আগত মনে
মনে থাকা; কিয়নো তেওঁ আপোন পবিত্ৰ
আবাসৰ পৰা জাগি উঠিছে।

জখৰিয়াৰ চতুৰ্থ দৰ্শন।

৩ পাছে যিহোৱাৰ দূতজনাৰ আগত প্ৰধান
পুৰোহিত যিহোচূৱা থিয় হৈ থকা, আৰু
তেওঁৰ অহিতে শত্ৰুতা দেখুৱাবৰ নিমিত্তে তেওঁৰ
সোঁহাতে চয়তান থিয় হৈ থকা তেওঁ মোক দেখু-
২ ৱালে। তেতিয়া যিহোৱাই চয়তানক কলে, হে
চয়তান, যিহোৱাই তোমাক ধমকি দিওক, এনে
কি, যিৰূচালেম মনোনীত কৰা যিহোৱাই
তোমাক ধমকি দিওক; এওঁ জুইৰ পৰা উলিয়াই
৩ অনা আধা পোৰা খৰি যেন নহয় নে? সেই
সময়ত যিহোচূৱাই মলিন বস্ত্ৰ পিন্ধি দূতজনাৰ
৪ আগত থিয় হৈ আছিল। আৰু তেওঁ আপোনাৰ
আগত থিয় হৈ থকাবিলাকক কলে, এওঁৰ গাৰ
পৰা মলিন বস্ত্ৰ নিয়া। তেওঁ যিহোচূৱাক
কলে, দেখা, মই তোমাৰ অপৰাধ তোমাৰ পৰা
গুচালোঁ, আৰু তোমাক উৎসৱৰ বস্ত্ৰ পিন্ধাম।
৫ তেতিয়া মই কলোঁ, তেওঁৰ মূৰত সিবিলাকে এটা
শুচি পাগুৰি দিওক; তাতে সিবিলাকে তেওঁৰ
মূৰত এটা শুচি পাগুৰি দি তেওঁক বস্ত্ৰ পিন্ধালে;
আৰু যিহোৱাৰ দূতজনা ওচৰত থিয় হৈ
৬ থাকিল। পাছে যিহোৱাৰ দূতজনাই যিহো-
৭ চূৱাক দৃঢ়ৰূপে কলে, বাহিনীবিলাকৰ যিহো-
ৱাই এই কথা কৈছে, তুমি যদি মোৰ পথত
চলা, আৰু মোৰ পালনীয় পালন কৰা, তেনে
হলে তুমি মোৰ গৃহটীৰ কাৰ্য্য চলাবা,
মোৰ চোঁতালখন ৰখিবা, আৰু থিয় হৈ থকা
এইবিলাকৰ মাজত, মই তোমাক ওচৰলৈ

৮ আহিবর অধিকার দিম। হে যিহোচূৱা প্ৰধান
পুৰোহিত, শুনা, তুমি আৰু তোমাৰ আগত
বহি থাকোঁতা সংগীয়াবিলাকে শুনা; কিয়নো
সিবিলাক চিনস্বৰূপ লোক; কাৰণ দেখা, ময়
আপোন দাস গজালিটী উৎপন্ন কৰিম।
৯ কিয়নো দেখা, যিহোচূৱাৰ আগত ময় স্থাপন
কৰা শিল সৌটী; এটা শিলৰ ওপৰত সাতোটা
চকু ৰখা হৈছে; বাহিনীবিলাকৰ যিহোৱাই
কৈছে, দেখা, ময় তাৰ উপযুক্ত নক্চা তাত
কাটিম, আৰু ময় এই দেশৰ অপৰাধ একে
১০ দিনাই গুচাম। বাহিনীবিলাকৰ যিহোৱাই
কৈছে, সেই দিনা তোমালোক প্ৰতিজনে
আপোন আপোন ওচৰচুবুৰীয়াক দ্ৰাক্ষালতা-
ডালৰ আৰু ডিমৰু গছজোপাৰ তললৈ
নিমন্ত্ৰণ কৰিবা।

অখৰিয়াৰ পঞ্চম দৰ্শন।

৪ পাছে মোৰে সৈতে কথা হোৱা দূতজনে
আকৌ আহি, টোপনিৰ পৰা মানুহ জগো-
২ ৱাৰ দৰে মোক জগালে; আৰু তেওঁ মোক
কলে, তুমি কি দেখিছা? তাতে ময় কলোঁ, ময়
চাই গোটেইটো সোণৰ এক দীপাধাৰ দেখিছোঁ;
তাৰ মূৰত তাৰ এটা তেলাধাৰ, আৰু তাৰ ওপৰত
তাৰ সাতোটা প্ৰদীপ আছে, আৰু তাৰ
মূৰত থকা প্ৰত্যেক প্ৰদীপৰ নিমিত্তে সাতডাল
৩ সাতডাল নলা আছে; আৰু তাৰ ওচৰত
দোজোপা জিতবৃক্ষ আছে, এজোপা তেলাধাৰৰ
সোঁফালে, আৰু আন জোপা তাৰ বাওঁফালে।
৪ পাছে মোৰে সৈতে কথা হোৱা দূতজনক
ময় সুধিলোঁ, হে মোৰ প্ৰভো, এইবোৰ কি?
৫ তাতে মোৰে সৈতে কথা হোৱা দূতজনে উত্তৰ
দি মোক কলে, এইবোৰ কি, তাক তুমি নেজানা
নে? ময় কলোঁ, হে মোৰ প্ৰভো, নেজানো।
৬ তেতিয়া তেওঁ উত্তৰ দি মোক এই কথা কলে,
জৰুব্বাবিললৈ অহা যিহোৱাৰ বাক্য এই,
শক্তি বা পৰাক্ৰমৰ দ্বাৰায় নহয়, কিন্তু
মোৰ আত্মাৰ দ্বাৰায়হে, ইয়াক বাহিনী-
৭ বিলাকৰ যিহোৱাই কৈছে। হে বৃহৎ পৰ্ব্বত,
তুমি কি? জৰুব্বাবিলৰ আগত তুমি সমথল
হৈ যাবা, আৰু, "অনুগ্ৰহ, ইয়ালৈ অনুগ্ৰহ
হওক," এই জয়ধ্বনিৰে সৈতে তেওঁ প্ৰধান
৮ শিলটী উলিয়াই আনিব। পাছে যিহোৱাৰ
৯ বাক্য মোলৈ আহিল, বোলে, জৰুব্বাবিলৰ
হাতে এই গৃহটীৰ ভিত্তিমূল স্থাপন কৰিলে,
আৰু তেওঁৰ হাতে তাক সমাপ্তও কৰিব; তাতে
তুমি জানিবা, যে, বাহিনীবিলাকৰ যিহো-
ৱাই মোক তোমালোকৰ ওচৰলৈ পঠালে।
১০ কিয়নো সৰু সৰু বিষয়ৰ দিন কোনে হেয়জ্ঞান
কৰিব? কাৰণ সেই সাতোটাই, যিহোৱাৰ চকু
কেইটায়েই আনন্দ কৰি জৰুব্বাবিলৰ হাতত
ওলোম জৰীডাল দেখিব; সেইবোৰে গোটেই
পৃথিবীত ইফালে সিফালে ভ্ৰমি ফুৰে।
১১ পাছে ময় তেওঁক আকৌ সুধিলোঁ, দীপাধাৰৰ
সোঁ আৰু বাওঁফালে থকা এই দোজোপা
১২ জিতবৃক্ষ কি? দ্বিতীয়বাৰ ময় তেওঁক সুধিলোঁ,
যি দুডাল সোণোৱালী নলাই নিজৰ নিজৰ
পৰা সোণোৱালী তেল ঢালি দিয়ে, সেই
নলা দুডালৰ ওচৰত থকা জিতবৃক্ষৰ সেই
১৩ দুটা ডাল বা কি? তাতে তেওঁ মোক উত্তৰ দি
কলে, সেই কেইডাল কি, তাক তুমি নেজানা নে?
১৪ ময় কলোঁ, হে মোৰ প্ৰভো, নেজানো। তেতিয়া
তেওঁ মোক কলে, গোটেই পৃথিবীৰ যিহোৱাৰ
ওচৰত থিয় হৈ থকা এই দুডাল তেল যোগাওঁতা
পুৰুষ।

অখৰিয়াৰ ষষ্ঠ আৰু সপ্তম দৰ্শন।

৫ পাছে ময় আকৌ চকু তুলি চাই, উড়ি
থকা এখন মুৰিয়াব পৰা পুথী দেখিলোঁ।
২ তেতিয়া তেওঁ মোক কলে, কি দেখিছা? ময়
কলোঁ, মুৰিয়াব পৰা এখন উড়ি থকা পুথী
দেখিছোঁ; সেয়ে দীঘলে বিশ হাত, আৰু বহলে
৩ দহ হাত। তাতে তেওঁ মোক কলে, গোটেই
দেশৰ ওপৰেদি ওলাই যোৱা এয়ে অভিশাপ;
কিয়নো যেয়ে চুৰ কৰে, সি তাৰ এপিঠিৰ মতে
উচ্ছন্ন হব; আৰু যেয়ে শপত কৰে, সি তাৰ
৪ আন পিঠিৰ মতে উচ্ছন্ন হব।। বাহিনীবিলাকৰ
যিহোৱাই কৈছে, তাক ময় উলিয়ালোঁ; আৰু
সেয়ে চোৰৰ ঘৰত, আৰু মোৰ নামেৰে মিছা
শপত কৰোঁতাৰ ঘৰত সোমাব, আৰু সেয়ে
তাৰ ঘৰৰ মাজত থাকি কাঠ আৰু শিলে
সৈতে তাক বিনষ্ট কৰিব।
৫ পাছে মোৰে সৈতে কথা হোৱা দূতজনে
ওলাই আহি মোক কলে, তুমি চকু তুলি চোৱা,
৬ সেইটো কি ওলাইছে? তেতিয়া ময় সুধিলোঁ,
সেইটো কি? তাতে তেওঁ কলে, সেইটো ঐফাপাত্ৰ
ওলাইছে। তেওঁ আৰু কলে, সেইটোৱেই
গোটেই দেশৰ মানুহবিলাকৰ এক উপমা-
৭ স্বৰূপ, (আৰু ঘুৰণীয়া এতোখৰ সীহ তোলা
হল;) আৰু এই জনী ঐফাপাত্ৰৰ ভিতৰত
৮ বহি থকা তিৰুতা। তেওঁ আকৌ মোক কলে,
এয়ে দুষ্টতা; এই বুলি তেওঁ তাইক ঐফাপাত্ৰৰ
ভিতৰলৈ হেঁচা মাৰি দিলে, আৰু তাৰ মুখত
৯ সেই সীহৰ ডগাটো দিলে। তেতিয়া ময় চকু
তুলি চাই দেখিলোঁ, যে, দুজনী তিৰুতা ওলাই
আহিল, আৰু সিহঁতৰ ডেউকাত বায়ু আছিল;
বগ-চৌকোলাৰ ডেউকাৰ নিচিনা সিহঁতৰ

ঢেঊকা আছিল ; সিহঁতে পৃথিবী আৰু আকা-
১০ শৰ মাজেদি ঐফাপাত্ৰটো লৈ গল। তেতিয়া
মোৰে সৈতে কথা হোৱা দূতজনক মই সুধিলোঁ,
১১ সিহঁতে ঐফাপাত্ৰটো লৈ কলৈ গৈছে ? তাতে
তেওঁ মোক কলে, চিনাৰ দেশত তাইৰ নিমিত্তে
এটা ঘৰ সাজিবলৈ গৈছে ; তাক সজা হলে,
তাইক তাইৰ নিজৰ ঠাইত স্থাপন কৰা হব।

জখৰিয়াৰ অষ্টম দৰ্শন।

৬ পুনৰায় মই চকু তুলি চাই দেখিলোঁ,
দুই পৰ্ব্বতৰ মাজৰ পৰা চাৰিখন ৰথ ওলাই
২ আছিল ; সেই পৰ্ব্বত পিত্তলৰ পৰ্ব্বত। প্ৰথম
ৰথত ৰঙা ঘোঁড়া, দ্বিতীয়খনত কলা ঘোঁড়া,
৩ তৃতীয়খনত বগা ঘোঁড়া, আৰু চতুৰ্থখনত বলী
৪ ফুটুকা ঘোঁড়া। তেতিয়া মোৰে সৈতে কথা
হোৱা দূতজনক মই সুধিলোঁ, হে মোৰ প্ৰভো,
৫ এইবোৰ কি ? তাতে দূতজনে উত্তৰ দি মোক
কলে, এইবোৰ গোটেই পৃথিবীৰ প্ৰভুৰ আগত
থিয় হৈ থকাৰ পৰা ওলাই অহা আকাশৰ
৬ চাৰি বায়ু। কলা ঘোঁড়াৰ ৰথখন উত্তৰ দেশৰ
ফাললৈ ওলাই গৈছে, বগাবোৰ সিহঁতৰ
পাছত গৈছে, ফুটুকাবোৰ দক্ষিণ দেশলৈ
৭ গৈছে। আৰু বলীবোৰে ওলাই গৈ, পৃথিবীত
ইফালে সিফালে ফুৰিবৰ নিমিত্তে অনুমতি
খুজিলে ; তাতে তেওঁ কলে, যোৱা, পৃথিবীত
ইফালে সিফালে ফুৰাগৈ। তেতিয়া সেইবোৰে
৮ পৃথিবীত ইফালে সিফালে ফুৰিলে। পাছে তেওঁ
মোক মাতি কলে, দেখা, উত্তৰ দেশৰ ফালে
ওলাই যোৱাবোৰে উত্তৰ দেশত মোৰ ক্ৰোধ
মাৰ নিয়ালে।
৯ পাছে যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
১০ বোলে, তুমি গৈ হিল্‌দয়, টোবিয়া, যিদয়া, এই
দেশান্তৰিত লোকবিলাকৰ পৰা ৰূপ আৰু সোণ
লোৱাগৈ ; তুমি আজিয়েই নিজে গৈ, বাবিলৰ
পৰা সিবিলাক যি ঘৰলৈ আহিল, চফনিয়াৰ
১১ পুত্ৰ যোচিয়াৰ সেই ঘৰত সোমাই সেই ৰূপ
আৰু সোণ লৈ, তাৰে দুটা কিৰীটি সাজি যিহো-
চাদকৰ পুত্ৰ যিহোচূৱা প্ৰধান পুৰোহিতৰ মূৰত
১২ দিয়াগৈ ; আৰু তুমি তেওঁক কবা, বাহিনী-
বিলাকৰ যিহোৱাই এই কথা কৈছে, দেখা,
পোখা নামেৰে প্ৰখ্যাত পুৰুষ ; তেওঁ আপোন
ঠাইত বাঢ়িব, আৰু যিহোৱাৰ মন্দিৰ সাজিব।
১৩ হয়, তেৱেঁই যিহোৱাৰ মন্দিৰ সাজিব, আৰু
তেওঁ গৌৰৱমুকুটেৰে বিভূষিত হৈ আপোন
সিংহাসনত বহি ৰাজত্ব কৰিব, আৰু পুৰো-
হিত হৈ আপোন সিংহাসনত বহিব ; তাতে
সেই উভয়ৰ মাজত শান্তিৰ মন্ত্ৰণা থাকিব।
১৪ আৰু সেই দুটা কিৰীটি হেলেম, টোবিয়া,
যিদয়া, আৰু চফনিয়াৰ পুত্ৰ হেনৰ সোঁৱৰণৰ
১৫ অৰ্থে যিহোৱাৰ মন্দিৰত থাকিব। আৰু দূৰত
থকা লোকবিলাকে আহি যিহোৱাৰ মন্দিৰ-
নিৰ্ম্মাণৰ সাহায্য কৰিব ; তাতে, বাহিনী-
বিলাকৰ যিহোৱাই যে মোক তোমালোকৰ
ওচৰলৈ পঠালে, ইয়াক তোমালোকে জানিবা।
আৰু তোমালোকে যত্নেৰে তোমালোকৰ ঈশ্বৰ
যিহোৱাৰ বাক্য পালন কৰিলে, এয়ে সিদ্ধ
হব।

ইস্ৰায়েলে পঠোৱা দূতবিলাকৰ প্ৰশ্ন আৰু
তাৰ উত্তৰ।

৭ পাছে দাৰিয়াবচ ৰজাৰ ৰাজত্বৰ চতুৰ্থ
বছৰৰ কিচ্‌লেব নামেৰে নৱম মাহৰ চতুৰ্থ
দিনা, জখৰিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য
২ আহিল। সেই কালত, যিহোৱাৰ অনুগ্ৰহ
প্ৰাৰ্থনা কৰিবলৈ, আৰু "মই ইমান বছৰ যি
ৰূপে কৰি আহিছোঁ, সেই ৰূপে নিজকে পৃথক
৩ ৰাখি পঞ্চম মাহত কান্দিম নে ?" এই বুলি বাহি-
নীবিলাকৰ যিহোৱাৰ গৃহৰ পুৰোহিত আৰু
ভাববাদীবিলাকক সুধিবলৈ বৈৎ-এলৰ লোক-
বিলাকে চৰেচৰ, ৰেগম-মেলক, আৰু সিবিলাকৰ
৪ মানুহবিলাকক পঠাই দিলে। তেতিয়া বাহিনী-
বিলাকৰ যিহোৱাৰ বাক্য মোৰ ওচৰলৈ আহিল,
৫ বোলে, তুমি দেশৰ সকলো লোকবিলাকক আৰু
পুৰোহিতবিলাকক এই কথা কোৱা, যেতিয়া
তোমালোকে এই সত্তৰ বছৰ পঞ্চম আৰু সপ্তম
মাহত ব্ৰত আৰু শোক কৰিছিলা, তেতিয়া
তোমালোকে মোৰ, মোৰেই উদ্দেশে লেশমাত্ৰ
৬ ব্ৰত কৰিছিলা নে ? আৰু যেতিয়া তোমালোকে
ভোজন পান কৰা, তেতিয়া তোমালোকে নিজৰ
নিজৰ নিমিত্তে ভোজন পান নকৰা নে ?
৭ যি কালত যিৰূচালেমত লোকে বাস কৰিছিল,
যিৰূচালেম উন্নত অৱস্থাত আছিল, তাৰ নগৰ-
বোৰ তাৰ চাৰিওফালে আছিল, দক্ষিণ অঞ্চল
আৰু নিম্নভূমিত লোকে বাস কৰিছিল, সেই
পূৰ্ব্বকালৰ ভাববাদীবিলাকৰ দ্বাৰাই যিহো-
ৱাই ঘোষণা কৰি কোৱা বাক্য তোমালোকে
শুনা উচিত নহয় নে ?
৮ পুনৰায় জখৰিয়াৰ ওচৰলৈ যিহোৱাৰ বাক্য
৯ আহিল, বোলে, বাহিনীবিলাকৰ যিহোৱাই
এই কথা কলে, তোমালোকে সত্য বিচাৰ কৰা,
আৰু প্ৰতিজনে আপোন আপোন ভাইৰে সৈতে
১০ দয়া আৰু কৰুণা ব্যৱহাৰ কৰা ; তোমালোকে
বিধবা, পিতৃহীন, বিদেশী, আৰু দৰিদ্ৰক উপদ্ৰৱ
নকৰিবা ; আৰু তোমালোক কোনেও আপোন
আপোন ভাইৰ অহিতে মনত কুকল্পনা নকৰিবা।
১১ কিন্তু সিবিলাকে শুনিবলৈ অসম্মত হৈ কান্ধ

আঁতৰালে, আৰু শুনিবৰ নিমিত্তে আপোন
১২ আপোন কাণত সোপা দিলে। এনে কি, সিবি-
লাকে ব্যৱস্থা, আৰু বাহিনীবিলাকৰ যিহো-
ৱাই আপোন আত্মাৰ দ্বাৰায় আগৰ কালৰ
ভাববাদীবিলাকৰ হতুৱাই পঠোৱা বাক্য শুন-
িবৰ নিমিত্তে আপোন আপোন হৃদয় হীৰা
যেন টান কৰিলে; এই হেতুকে বাহিনীবিলাকৰ
১৩ যিহোৱাৰ মহাক্ৰোধ হল। আৰু বাহিনীবিলাকৰ
যিহোৱাই কলে, তেওঁ মাতিলত, সিবিলাকে
যেনেকৈ শুনিলে, তেনেকৈ, সিবিলাকে মাতি-
১৪ লে ময়ো শুনিম; কিন্তু সিবিলাকে নজনা
আটাই জাতিৰ মাজলৈ বামাৰলি বতাহেৰে
সিবিলাকক ছিন্নভিন্ন কৰিম। এই ৰূপে সি-
বিলাকৰ পাছত দেশখন এনে উচ্ছন্ন হল, যে,
তাৰ মাজেদি কোনেও অহাযোৱা নকৰিলে;
কিয়নো সিবিলাকৰ দ্বাৰায় মনোহৰ দেশখন
উচ্ছন্ন হল।

৮ পাছে বাহিনীবিলাকৰ যিহোৱাৰ বাক্য
মোৰ ওচৰলৈ আহিল, বোলে, বাহিনী-
বিলাকৰ যিহোৱাই এই কথা কৈছে, ময় চিয়ো-
নৰ অৰ্থে মহা-অন্তৰ্জ্বালাৰে জ্বলিছোঁ; ময় তেওঁৰ
৩ অৰ্থে মহাক্ৰোধেৰে জ্বলিছোঁ। যিহোৱাই এই
কথা কৈছে, ময় চিয়োনলৈ উলটি আহিলোঁ,
আৰু যিৰূচালেমৰ মাজত বাস কৰিম; তাতে
যিৰূচালেম সত্য পুৰী বুলি, আৰু বাহিনী-
বিলাকৰ যিহোৱাৰ পৰ্ব্বতটো পবিত্ৰ পৰ্ব্বত বুলি
৪ প্ৰখ্যাত হব। বাহিনীবিলাকৰ যিহোৱাই এই
কথা কৈছে, অতি বুঢ়া হোৱাৰ কাৰণে প্ৰতিজনে
আপোন আপোন হাতত লাখুটি লোৱা বুঢ়া-
বুঢ়ীবিলাকে পুনৰায় যিৰূচালেমৰ চকবোৰত*
৫ বহিব; আৰু চকত খেমালি কৰা লৰা ছোৱা-
৬ লীৰে নগৰৰ চকবোৰ পৰিপূৰ্ণ হব। বাহিনী-
বিলাকৰ যিহোৱাই এই কথা কৈছে, সেই-
বোৰ দিনত এই লোকবিলাকৰ অৱশিষ্ট
ভাগৰ দৃষ্টিত সেয়ে আশ্চৰিত বোধ হলে,
মোৰ দৃষ্টিতো সেয়ে আশ্চৰিত বোধ হব নে?
ইয়াক বাহিনীবিলাকৰ যিহোৱাই কৈছে।
৭ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
দেখা, ময় পূব আৰু পশ্চিম দেশৰ পৰা মোৰ
৮ প্ৰজাবিলাকক নিস্তাৰ কৰি আনিম; তাতে
সিবিলাকে যিৰূচালেমৰ মাজত বাস কৰিব,
সত্যতাত আৰু ধাৰ্ম্মিকতাত সিবিলাক মোৰ
প্ৰজা হব, আৰু ময় সিবিলাকৰ ঈশ্বৰ হম।
৯ বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
বাহিনীবিলাকৰ যিহোৱাৰ গৃহৰ ভিত্তিমূল,
মন্দিৰ সাজিবৰ নিমিত্তে তাৰেই ভিত্তিমূল
স্থাপন কৰা দিনৰ ভাববাদীবিলাকৰ মুখে এই
বাক্যবোৰ আজিকালি শুনিবলৈ পোৱা যি
তোমালোক, তোমালোকৰ হাত সবল হওক।
১০ কিয়নো সেই দিনৰ আগেয়ে মানুহৰ কামৰ
বেচ, আৰু পশুৰো কেৰেয়া নাছিল, আৰু
শত্ৰুৰ কাৰণে, বাহিৰলৈ যোৱা কি ভিতৰলৈ
অহা জনৰ কোনো শান্তি নাছিল; কিয়নো ময়
প্ৰতিজনক আপোন আপোন ওচৰচুবুৰীয়াৰ
১১ অহিতে কেঁটাই দিছিলোঁ। কিন্তু, বাহিনী-
বিলাকৰ যিহোৱাই কৈছে, এতিয়া ময় আগৰ
দিনৰ নিচিনাকৈ এই লোকবিলাকৰ অৱশিষ্ট
১২ ভাগলৈ ব্যৱহাৰ নকৰিম। কিয়নো কঠিয়া কুশল-
যুক্ত হব, দ্ৰাক্ষালতাই আপোন আপোন ফল
ধৰিব, ভূমিয়ে আপোনাৰ শস্য উৎপন্ন কৰিব,
আৰু আকাশমণ্ডলে আপোনাৰ নিয়ৰ বৰষাব;
আৰু ময় এই লোকবিলাকৰ অৱশিষ্ট ভাগক
১৩ সেই সকলোৰে অধিকাৰী কৰিম। হে যিহুদা
বংশ, আৰু হে ইস্ৰায়েল বংশ, জাতিবিলাকৰ
মাজত তোমালোক যেনেকৈ শাওৰ বিষয়
হৈছিলা, তেনেকৈ, ময় তোমালোকক উদ্ধাৰ
কৰাত তোমালোক আশীৰ্ব্বাদৰ বিষয় হবা;
ভয় নকৰিবা, তোমালোকৰ হাত সবল হওক।
১৪ কিয়নো বাহিনীবিলাকৰ যিহোৱাই এই কথা
কৈছে, তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকে মোৰ
ক্ৰোধ তোলা সময়ত ময় যেনেকৈ তোমালোকৰ
অমঙ্গল কৰিবলৈ সঙ্কল্প কৰিছিলোঁ, আৰু
১৫ ময় মন পালটোৱা নাছিলোঁ, ইয়াক বাহিনী-
বিলাকৰ যিহোৱাই কৈছে, তেনেকৈ আকৌ
আজিকালি যিৰূচালেমৰ আৰু যিহুদা বংশৰ
মঙ্গল কৰিবলৈ সঙ্কল্প কৰিছোঁ; তোমালোকে
১৬ ভয় নকৰিবা। তোমালোকে কৰিব লগীয়া
কাৰ্য্য এইবোৰ; প্ৰতিজনে আপোন আপোন
ওচৰচুবুৰীয়াৰ আগত সত্য কথা কোৱা, তোমা-
লোকৰ নগৰৰ দুৱাৰত যথাৰ্থ আৰু শান্তিজনক
১৭ বিচাৰ সিদ্ধ কৰা। তোমালোক কোনেও
আপোন মনত আপোন ওচৰচুবুৰীয়াৰ অহিতে
কুকল্পনা নকৰিবা, আৰু মিছা শপত ভাল
নেপাবা; কিয়নো, যিহোৱাই কৈছে, এই
আটাইবোৰ ময় ঘিণ কৰোঁ।
১৮ পাছে বাহিনীবিলাকৰ যিহোৱাৰ বাক্য
১৯ মোৰ ওচৰলৈ আহিল, বোলে, বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, চতুৰ্থ, পঞ্চম, সপ্তম,
আৰু দশম মাহৰ উপবাস যিহুদা বংশৰ নিমিত্তে
আনন্দ ও উল্লাসৰ বিষয়, আৰু সন্তোষজনক
উৎসৱ হব; এই হেতুকে তোমালোকে সত্য
২০ আৰু শান্তিক ভাল পোৱা। বাহিনীবিলাকৰ
যিহোৱাই এই কথা কৈছে, ইও হব, যে, নানা
জাতি আৰু অনেক নগৰৰ নিবাসীবিলাক

* আলো ৫; ১৩ পদ দ্ৰষ্টব্য।

২১ আহিব। আরু এখন নগরর নিবাসীবিলাকে
আন এখন নগরলৈ গৈ কব, বলা, যিহোৱার
অনুগ্রহ প্রার্থনা করিবলৈ, আরু বাহিনী-
বিলাকর যিহোৱাক বিচারিবলৈ আমি বেগাই
২২ যাওঁহক; মযো যাম। হয়, অনেক দেশর
লোক আরু পরাক্রমী জাতিবিলাকে যিরূচালে-
মত বাহিনীবিলাকর যিহোৱাক বিচারিবলৈ
আরু যিহোৱার অনুগ্রহ প্রার্থনা করিবলৈ
২৩ আহিব। বাহিনীবিলাকর যিহোৱাই এই কথা
কৈছে, সেই দিনা জাতিবিলাকর মাজর আটাই
ভাষা কব পরা দহ জন লোকে এজন যিহূদী
লোকর কাপড়র আঁচল ধরি কব, আমি তোমা-
লোকর লগত যাম; কিয়নো আমি শুনিছোঁ,
ঈশ্বর তোমালোকর লগত আছে।

ইস্রায়েলর শত্রুবোরে ভোগ করিব লগীয়া দণ্ড।

অভিষিক্ত জনার আগমন।

৯ হদ্রক দেশর ওপরলৈ অহা যিহোৱার
ভাববাক্য, আরু দম্মেচক তার আশ্রয়:
কিয়নো মানুহর আরু ইস্রায়েলর আটাই ফৈদর
২ দৃষ্টি যিহোৱালৈ হব। আরু তার কোষত থকা
হমাতো আশ্রয় হব, চীদোনে সৈতে তূরো হব,
৩ কারণ তাই বর জ্ঞানী। তূরে নিজর নিমিত্তে
দৃঢ় কোঁঠ সাজিলে, আরু ধূলির নিচিনাকৈ
রূপ, আরু বাটর বোকার নিচিনাকৈ উত্তম
৪ সোণ দ'মালে। দেখা, প্রভুৱে তাইর আধিপত্য
গুচাব, আরু সমুদ্রত থকা তাইর পরাক্রম বিনষ্ট
করিব, আরু তাই অগ্নির দ্বারায় গ্রাসিত হব।
৫ তাকে দেখি অস্কিলোনে ভয় করিব, আরু
তাকে দেখি ঘচায়ো অত্যন্ত বেদনা পাব;
ইক্রোণো সেই রূপ হব, কিয়নো তাইর আশা-
ভূমি লাজ দিওঁতা হব; আরু ঘচার পরা রজা
লুপ্ত হব, আরু কোনেও অস্কিলোনত বাস
৬ নকরিব। আরু এক জারজ জাতিয়ে অচ্দোদত
বাস করিব, আরু ময় পলেষ্টীয়াবিলাকর গর্ব্ব
৭ খর্ব্ব করিম। আরু ময় তার মুখর পরা, সি পান
করা তেজ, আরু তার দাঁতর মাজর পরা তার
ঘিণলগীয়া প্রসাদ গুচাম; আরু সিও আমার
ঈশ্বরর পক্ষে অবশিষ্ট লোক হব; আরু সি
যিহূদাত প্রধান লোক বুলি গণিত হব, আরু
৮ ইক্রোণ যিবূচীয়াস্বরূপ হব। কোনেও মাজেদি
অহাযোৱা করিব নোৱারাকৈ মোর বংশর
চারিওকালে সৈন্যসামন্তর বিরুদ্ধে ময় ছাউনি
পাতিম; তাতে কোনো অত্যাচারী লোক
সিবিলাকর মাজেদি পুনরায় নেযাব; কারণ
ময় এতিয়া আপোন চকুরে দৃষ্টি করিলোঁ।
৯ হে চিয়োন জীয়ারী, অতিশয় উল্লাস করা,
হে যিরূচালেম জীয়ারী, জয়ধ্বনি করা; দেখা,
তোমার রজা তোমার ওচরলৈ আহিছে; তেওঁ
ন্যায়, পরিত্রাণযুক্ত, আরু নম্র; তেওঁ গাধত,
১০ গাধীর পোৱালিতেই উঠি আহিছে। ময়
ইফ্রয়িমর পরা রথ আরু যিরূচালেমর পরা
ঘোঁড়া উচ্ছন্ন করিম, আরু যুদ্ধধনু ভঙ্গা হব;
তেওঁ জাতিবিলাকক শান্তির কথা কব; তেওঁর
রাজ্য সমুদ্রর পরা সমুদ্রলৈকে, আরু নদীখনর
১১ পরা পৃথিবীর অন্তলৈকে হব। আরু তোমার
বিষয়ে হলে, তোমারে সৈতে স্থাপন করা
নিয়মটির তেজর গুণত, পানী নথকা গাঁতর পরা
ময় তোমার বন্দীয়ারবোরক বাহিরলৈ উলি-
১২ য়ালোঁ। হে আশা করা বন্দীয়ারবিলাক, তোমা-
লোকে উলটি দৃঢ় দুর্গলৈ আহাঁ; ময় আজিয়েই
প্রকাশ করিছোঁ, যে, ময় তোমাক দুগুণ মঙ্গল
১৩ দান করিম। কিয়নো ময় যিহূদাক মোর পক্ষে
ধনুস্বরূপে ভিরালোঁ, আরু ইফ্রয়িমক কাঁড়স্বরূপে
গুণত জুরিলোঁ; হে যাবন, তোমার সন্তান-
বিলাকর বিরুদ্ধে, হে চিয়োন, তোমার সন্তান-
বিলাকক ময় উচটাম, আরু ময় তোমাক
১৪ এজন বীরর তরোৱালস্বরূপ করিম। যিহোৱাই
সিবিলাকর ওপরত দেখা দিব, আরু তেওঁর
বাণ বিজুলীর নিচিনাকৈ ওলাব; প্রভু যিহো-
ৱাই শিঙা বজাব, আরু দক্ষিণ অঞ্চলর বামারলি
১৫ বায়ুস্বরূপ রথত গমন করিব। বাহিনীবিলাকর
যিহোৱা সিবিলাকর ঢালস্বরূপ হব, তাতে
সিবিলাকে শত্রুর মঙহ খাব, আরু ফিঙার
শিলস্বরূপে সিহঁতক ভরির তলত গচকিব; সি-
বিলাকে সিহঁতর তেজ পান করিব, আরু দ্রাক্ষা-
রস পান করি গোলমাল করার দরে গোলমাল
করিব; আরু তেজ রখা পাত্রর নিচিনাকৈ সিবি-
লাক তেজেরে পূর হব, আরু যজ্ঞবেদির চারি
১৬ চুকর নিচিনা হব। আরু সেই দিনা সিবিলাকর
ঈশ্বর যিহোৱাই আপোনার মেরর জাকস্বরূপ
প্রজা বুলি সিবিলাকক উদ্ধার করিব; কিয়নো
সিবিলাক তেওঁর দেশর ওপরত জক্‌মকোৱা
১৭ এটা কিরীটির মণিমুকুতাস্বরূপ হব। কারণ
তেওঁর মঙ্গল কেনে মহৎ! আরু তেওঁর
সৌন্দর্য্য বা কেনে মহৎ! শস্যই যুবাবিলাকক,
আরু নতুন দ্রাক্ষারসে যুবতীবিলাকক সতেজ
করিব।

ইস্রায়েললৈ করা যিহোৱার মঙ্গল-
প্রতিজ্ঞা।

১০ তোমালোকে শেষতীয়া বরষুণর কালত
যিহোৱার আগত, বিজুলী সৃষ্টি কর্ত্তা
যিহোৱার আগতেই বরষুণর নিমিত্তে প্রার্থনা
করা; তাতে তেওঁ সিবিলাকক আকৃতাক বরষুণ
দি প্রত্যেকর পথারত ঘাঁহ উৎপন্ন করিব।

২ কিয়নো গৃহদেৱতাবোৱে অসাৰ কথা কলে, আৰু
মঙ্গলভিৱোৱে মিছা দৰ্শন পালে, সিহঁতে মিছা
সপোনৰ কথা প্ৰকাশ কৰিলে, সিহঁতে বৃথায়
সান্ত্বনা দিয়ে; এই কাৰণে লোকবিলাকে মেৰৰ
নিচিনাকৈ ভ্ৰমি ফুৰে, আৰু ৰক্ষীয়া নোহোৱাত
৩ দুখ পায়। মেৰ-ৰক্ষীয়াবিলাকৰ অহিতে মোৰ
ক্ৰোধ জ্বলি উঠিছে, আৰু মই মতা ছাগবিলাকক
দণ্ড দিম; কিয়নো বাহিনীবিলাকৰ যিহোৱাই
আপোনাৰ জাক যিহুদা বংশৰ বুজবিচাৰ লৈছে,
তেওঁ সিবিলাকক আপোনাৰ উত্তম ৰণুৱা ঘোঁৰা
৪ যেন কৰিব। তাৰে পৰা চুকৰ শিলটো, তাৰে পৰা
বেৰত মৰা খুঁটিটো, তাৰে পৰা যুদ্ধধনুখন, আৰু
৫ তাৰে পৰা সকলো শাসনকৰ্ত্তা উৎপন্ন হব। আৰু
সিবিলাকে বীৰ হৈ যুদ্ধত বাটৰ বোকাত আ-
পোনাবিলাকৰ শত্ৰুবোৰক গচকিব, আৰু সিবি-
লাকে যুদ্ধ কৰিব, কিয়নো যিহোৱা সিবিলাকৰ
লগত আছে; তাতে অশ্বাৰোহীবিলাক লজ্জিত
৬ হব। অধিকন্তু মই যিহুদা বংশক সবল কৰিম,
যোচেফ বংশক উদ্ধাৰ কৰিম, আৰু সিবিলাকক
পুনৰায় আনিম; কিয়নো মই সিবিলাকক দয়া
কৰোঁ; আৰু সিবিলাক এনেকুৱা হব, যেন মোৰ
দ্বাৰায় সিবিলাক দূৰীকৃত হোৱা নাছিল; কাৰণ
মই সিবিলাকৰ ঈশ্বৰ যিহোৱা, আৰু মই সি-
৭ বিলাকৰ প্ৰাৰ্থনাৰ উত্তৰ দিম। ইফ্ৰয়িমীয়াবিলাক
বীৰপুৰুষৰ নিচিনা হব, আৰু দ্ৰাক্ষাৰসৰ দ্বাৰায়
যেনেকৈ মানুহৰ মনত আনন্দ হয়, সিবিলাকৰ
হৃদয়ত তেনে আনন্দ হব, এনে কি, সিবিলাকৰ
সন্তানবিলাকে তাকে দেখি আনন্দ কৰিব, আৰু
৮ সিহঁতৰ হৃদয়ে যিহোৱাত উল্লাস কৰিব। মই
সিবিলাকক সুহুৰিয়াই মাতি গোটাম, কাৰণ
মই সিবিলাকক মুক্ত কৰিলোঁ, আৰু সিবিলাক
আগেয়ে বৃদ্ধি পোৱাৰ দৰে বৃদ্ধি পাব।
৯ মই জাতিবিলাকৰ মাজত সিবিলাকক কটিয়া
বোৱাদি বম; তাতে সিবিলাকে দূৰ দেশত
মোক সোঁৱৰণ কৰিব; আৰু সিবিলাকে
আপোন আপোন সন্তানবিলাকে সৈতে
১০ জীৱনযাপন কৰি উলটি আহিব। মই সি-
বিলাকক পুনৰায় মিচৰ দেশৰ পৰা ওলোটাই
আনিম, আৰু অচূৰৰ পৰা গোটাম; আৰু মই
সিবিলাকক গিলিয়দ দেশ আৰু লিবানোনলৈ
আনিম; সিবিলাকলৈ ঠাইৰ নাটনি হব।
১১ তেওঁ সঙ্কটসমুদ্ৰৰ মাজেদি গমন কৰিব, সাগৰৰ
ঢৌক প্ৰহাৰ কৰিব; আৰু নীল নদীৰ আটাই
অগাধ জল শুকুৱা যাব, অচূৰৰ গৰ্ব্ব খৰ্ব্ব
কৰা হব, আৰু মিচৰৰ দণ্ডভাজি দূৰ কৰা
১২ যাব। মই সিবিলাকক যিহোৱাত সবল কৰিম,
আৰু যিহোৱাই কৈছে, সিবিলাকে তেওঁৰ
নামেৰে অহাযোৱা কৰিব।

ইস্ৰায়েলক চৰোৱা মেৰ-ৰক্ষীয়া জনে আপোনাৰ
কাম এৰি যোৱা।

১১ হে লিবানোন, অগ্নিয়ে তোমাৰ এৰচ
বৃক্ষবোৰ গ্ৰাস কৰিবৰ নিমিত্তে তোমাৰ
২ দুৱাৰবোৰ মুকলি কৰা। হে দেৱদাৰু, হাহা-
কাৰ কৰা, কিয়নো এৰচ বৃক্ষ পতিত হল,
কাৰণ উত্তম উত্তমবোৰ নষ্ট হল; হে বাচানৰ
অলোন বৃক্ষবিলাক, হাহাকাৰ কৰা, কাৰণ
৩ দুৰ্গম কাঠনী মাটিৰে সমান হল। শুনা, মেৰ-
ৰক্ষীয়াবিলাকৰ হাহাকাৰৰ শব্দ, কাৰণ সি-
বিলাকৰ গৌৰৱ নষ্ট হল; শুনা, যুবা সিংহ-
বোৰৰ গৰ্জ্জনৰ শব্দ, কিয়নো যৰ্দ্দনৰ শোভা-
৪ স্থান নষ্ট হল। মোৰ ঈশ্বৰ যিহোৱাই এই কথা
কলে, বধ কৰিব লগীয়া মেৰজাকক তুমি
৫ চৰোৱা; সিহঁতক কিনোতাবোৰে সিহঁতক বধ
কৰে, আৰু আপোনাবিলাকক দোষী বুলি
নেভাবে; আৰু সিহঁতক বেচোঁতা প্ৰতিজনে কয়,
যিহোৱা ধন্য, কিয়নো মই ধনী হলোঁ; আৰু
সিহঁতৰ আপোন ৰক্ষীয়াবিলাকে সিহঁতক মৰম
৬ নকৰে। কাৰণ, যিহোৱাই কৈছে, মই দেশ-
নিবাসীবিলাকক আৰু মৰম নকৰিম, কিন্তু দেখা,
মই মানুহবিলাকৰ প্ৰতিজনক আপোন চুবুৰীয়াৰ
আৰু আপোন ৰজাৰ হাতত সোধাই
দিম; সিবিলাকে দেশ চূৰ্ণ কৰিব, মই সিবিলা-
৭ কৰ হাতৰ পৰা সিহঁতক উদ্ধাৰ নকৰিম। তাতে,
বধ কৰিব লগীয়া সেই মেৰজাকক, সেই অতি
দুঃখী মেৰবিলাকক মই চৰাবলৈ ধৰিলোঁ; আৰু
মই নিজৰ নিমিত্তে দুডাল লাখুটি ললোঁ,
এডালৰ নাম সৌন্দৰ্য্য, আৰু আনডালৰ নাম
একতা ৰাখিলোঁ; এই ৰূপে মই মেৰজাকক
৮ চৰাবলৈ ধৰিলোঁ। আৰু মই এক মাহৰ ভিত-
ৰতে তিনি জন মেৰ-ৰক্ষীয়া উচ্ছন্ন কৰিলোঁ;
কিয়নো মোৰ প্ৰাণ সিহঁতত অধৈৰ্য্য হল, আৰু
৯ সিহঁতৰ প্ৰাণেও মোক ঘিণ কৰিলে। তেতিয়া
মই কলোঁ, মই তোমালোকক আৰু নচৰাওঁ; যি
মৰে মৰোক, আৰু যি উচ্ছন্ন হয় হওক, আৰু
অৱশিষ্টবোৰে ইজনে সিজনৰ মাংস খাওক।
১০ পাছে মই নিজৰ সৌন্দৰ্য্য নামৰ লাখুটিডাল লৈ,
সকলো জাতিবিলাকৰ লগত মই স্থাপন কৰা
নিয়মটি ভঙা দেখুৱাবৰ নিমিত্তে, তাক দুডো-
১১ খৰ কৰিলোঁ। আৰু সেই দিনা সেই নিয়মটি
ভঙা হল, তেতিয়া মোলৈ কাণ পতা অতি দুঃখী মেৰ-
বোৰে বুজিলে যে, এয়ে যিহো-
১২ ৱাৰ বাক্য। আৰু মই সিবিলাকক কলোঁ, যদি
তোমালোকে ভাল দেখা, তেন্তে মোক মোৰ
বেচ দিয়া; যদি নেদেখা, তেন্তে নালাগে;
তাতে সিবিলাকে মোৰ বেচৰ অৰ্থে ত্ৰিশ চেকল

১৩ রূপ তুমি মোক দিলে। তেতিয়া যিহোৱাই
মোক কলে, তাক কুমারর আগত পেলাই
দিয়া; সিবিলাকর বিবেচনাত এয়ে উচিত
মূল্য; তাতে ময় সেই ত্রিশ টেকল রূপ
লৈ যিহোৱার গৃহত কুমারর আগত পেলাই
১৪ দিলোঁ। পাছে, যিহুদা আরু ইস্রায়েলর মাজত
ভ্রাতৃবন্ধন ভঙ্গা দেখুৱাবর নিমিত্তে মোর
একডা নাবর আনডাল লাখুটি ময় দুডোখর
করিলোঁ।
১৫ পাছে যিহোৱাই মোক কলে, তুমি পুনরায়
এজন অজ্ঞান মের-রখীয়ার সঁজুলি লোৱা;
১৬ কিয়নো দেখা, যি জনে নষ্ট হব লগীয়াবিলাকর
তত্ত্ববিচার নলব, ছিন্নভিন্ন হোৱাবিলাকক
নিবিচারিব, বা ভগ্ন হোৱাটোক সুস্থ নকরিব,
নাইবা সুস্থটোক প্রতিপালন নকরিব, কিন্তু
হৃষ্টপুষ্টবিলাকর মাংস খাব, আরু সিহঁতর
খুরাও ডোখরডোখরকৈ ছিঙিব, এনে এজন মের-
১৭ রখীয়া ময় দেশত উৎপন্ন করিম। তাক এড়ি
যোৱা অকামিলা রখীয়ার সন্তাপ হব; তার
বাহুত আরু তার সোঁ চকুত তরোৱাল পড়িব;
তার বাহু একেবারে শুকাই যাব, আরু তার
সোঁ চকু একেবারে কণা হব।

যিহোৱাই আপোনার প্রজাবিলাকর ঢালস্বরূপ
হোৱা। লোকবিলাকর মনপালটন
আরু তার ফল।

১২ ইস্রায়েলর বিষয়ে যিহোৱার ভারবাক্য।
আকাশমণ্ডল বিস্তার কর্ত্তা, পৃথিবীর
ভিত্তিমূল স্থাপন কর্ত্তা, আরু মনুষ্যর অন্তরত
আত্মা গঠন কর্ত্তা যিহোৱাই এই রূপে কৈছে,
২ দেখা, ময় যিরূচালেমক চারিওফালে থকা
আটাই জাতির নিমিত্তে টলংপলং করাওঁতা
পানপাত্রস্বরূপ করিম, আরু যিরূচালেমক
অবরোধ করা কালত এয়ে যিহুদাটোকো ঘটিব।
৩ সেই দিনা ময় যিরূচালেমক সকলো জাতির
পক্ষে, তুলিবলৈ কষ্টকর শিলস্বরূপ করিম;
যিবিলাকে তাক তুলিব, সেই আটাই-
বিলাকর বড়কৈ ঘা লাগিব, আরু পৃথিবীর
আটাই জাতিয়ে তার অহিতে গোট খাব।
৪ যিহোৱাই কৈছে, সেই দিনা ময় আঘাত
করি প্রত্যেক ঘোঁড়াক ভয় লগাম, তাত উঠা
জনক বলীয়া করিম; ময় যিহুদা বংশলৈ
মোর চকু মুকলি করিম, কিন্তু জাতিবিলাকর
প্রত্যেক ঘোঁড়াক আঘাত করি কণা করিম।
৫ আরু যিহুদার প্রধানবিলাকে আপোন আপোন
মনতে কব, যিরূচালেমনিবাসীবিলাক আপোনা-
বিলাকর ঈশ্বর বাহিনীবিলাকর যিহোৱার
৬ সহায়ত মোর বল। সেই দিনা ময় যিহুদার
প্রধানবিলাকক খরির মাজত থকা জুই থরা
পাত্র, আরু ডাঙরিবোরর মাজত জ্বলাই
থোৱা আরিয়ার নিচিনা করিম; সিবিলাকে
সোঁ আরু বাওঁফালে চারিওকোষে আটাই
জাতিক গ্রাস করিব, আরু যিরূচালেমে পুনরায়
আপোন ঠাই যিরূচালেমতেই বাস করিব।
৭ দায়ূদ বংশর আরু যিরূচালেমনিবাসীবিলাকর
গৌরব যিহুদাতকৈ বড় বুলি বিবেচিত নহবর
নিমিত্তে, যিহোৱাই যিহুদার তাম্বুবোর প্রথমে
৮ রক্ষা করিব। সেই দিনা যিহোৱা যিরূচালেম-
নিবাসীবিলাকর ঢালস্বরূপ হব, আরু সি-
বিলাকর মাজর দুর্ব্বল লোক সেই দিনা দায়ূ-
দর সদৃশ হব, আরু দায়ূদর বংশ ঈশ্বরর সদৃশ,
সিবিলাকর আগে আগে যোৱা যিহোৱার দূত-
৯ রেই সদৃশ হব। আরু সেই দিনা যিরূচালেমর
বিরুদ্ধে অহা আটাই জাতিক ময় নষ্ট করিবলৈ
১০ মন করিম। আরু দায়ূদ বংশর ও যিরূচালেম-
নিবাসীবিলাকর ওপরত ময় অনুগ্রহ আরু
মিনতির আত্মা বাকি দিম; তাতে সিবিলাকে
বিন্ধা যি ময়, মোলৈ সিবিলাকে চাব, আরু
একেটী পুত্রর নিমিত্তে বিলাপ করা নিচিনাকৈ
সিবিলাকে তেওঁর নিমিত্তে বিলাপ করিব, আরু
প্রথমে জন্মা পুত্রর বিয়োগত মানুহে বেজার
পোৱার দরে সিবিলাকে তেওঁর নিমিত্তে
১১ মনত বেজার পাব। মগিদ্দোন সমথলর হদদ্-
রিম্মোণত করা বিলাপর নিচিনাকৈ যিরূ-
১২ চালেমত সেই দিনা মহাবিলাপ হব। দেশীয়
প্রত্যেক গোষ্ঠিয়ে পৃথকে পৃথকে বিলাপ করিব;
দায়ূদ বংশর গোষ্ঠীয়ে পৃথকে, আরু সিবিলাকর
তিরুতাবিলাকে পৃথকে: নাথন বংশর গোষ্ঠীয়ে
পৃথকে, আরু সিবিলাকর তিরুতাবিলাকে
১৩ পৃথকে; লেবী বংশর গোষ্ঠীয়ে পৃথকে, আরু
সিবিলাকর তিরুতাবিলাকে পৃথকে; চিমিয়ীর
গোষ্ঠীয়ে পৃথকে, আরু সিবিলাকর তিরুতা-
১৪ বিলাকে পৃথকে; অবশিষ্ট আটাই গোষ্ঠীর
মাজত এক এক গোষ্ঠীয়ে পৃথকে আরু সিবি-
লাকর তিরুতাবিলাকে পৃথকে পৃথকে বিলাপ
করিব।

১৩ সেই দিনা পাপ আরু অশুচিতা গুচা-
বলৈ দায়ূদ বংশর আরু যিরূচালেমনিবাসী-
বিলাকর নিমিত্তে এক ভুমুক খোলা যাব।
২ আরু বাহিনীবিলাকর যিহোৱাই কৈছে, সেই
দিনা ময় দেশর পরা প্রতিমাবোরর নাম লুপ্ত
করিম, সেইবোরক আরু সোঁৱরণ করা নহব;
আরু ময় ভাববাদীবোরক আরু অশুচিতাজনক
৩ আত্মাক দেশর পরা গুচাম। তেতিয়াও যদি
কোনোৱে ভাববাণী প্রচার করে, তেন্তে তার
জন্মদাতা বাপেক মাকে তাক কব তয় নিজীবি;

কিয়নো তয় যিহোৱাৰ নাম কৰি মিছা কথা
কৈছ ; আৰু সি প্ৰচাৰ কৰিলে তাৰ জন্মদাত
৪ মাক বাপেকে তাক খুঁচি মাৰিব। আৰু সেই
দিনা প্ৰত্যেক ভাববাদীয়ে প্ৰচাৰ কৰা কালত
আপোন আপোন দৰ্শনৰ বিষয়ে লজ্জিত হব,
আৰু সিহঁতে ছল কৰিবৰ অৰ্থে লোমাল জামা
৫ আৰু নিপিন্ধিব। কিন্তু প্ৰতিজনে কব, মই
ভাববাদী নহওঁ, মই কেৱল খেতিয়কহে ;
কিয়নো লৰা কালৰে পৰা মই বন্দী-অৱস্থাত
৬ আছোঁ। আৰু যেতিয়া কোনোৱে তাক কব,
তোৰ বাহু দুটাৰ মাজত এইবোৰ ঘাৰ দাগ
কিহৰ ? তেতিয়া সি উত্তৰ দিব, মোৰ বন্ধুবিলাকৰ
ঘৰত মই এইবোৰ আঘাত পোৱা দাগ।

মেৰ-ৰখীয়াক আঘাত কৰা। শেষকালৰ মহাযুদ্ধ
আৰু ইস্ৰায়েলৰ উদ্ধাৰ। দেশৰ উন্নতি।
অভিষিক্ত জনাৰ ৰাজত্ব।

৭ বাহিনীবিলাকৰ যিহোৱাই কৈছে, হে তৰো-
ৱাল, তুমি মোৰ মেৰ-ৰখীয়াৰ অহিতে, মোৰ
সঙ্গীয়া পুৰুষ জনৰেই অহিতে সাৰ পোৱা ;
মেৰ-ৰখীয়া জনক আঘাত কৰা, তাতে মেৰবোৰ
ছিন্নভিন্ন হৈ যাব ; আৰু মই ক্ষুদ্ৰবিলাকৰ
৮ ওপৰত মোৰ হাত চলাম। যিহোৱাই কৈছে,
গোটেই দেশৰ দুভাগ লোক উচ্ছন্ন হব, মৰিব,
৯ কিন্তু তৃতীয় ভাগ তাত অৱশিষ্ট থাকিব। আৰু
সেই তৃতীয় ভাগক মই জুইত সুমুৱাই, ৰূপ
খপাদি খপিম, আৰু সোণ পৰীক্ষা কৰাদি
পৰীক্ষা কৰিম ; সিবিলাকে মোৰ নামেৰে
প্ৰাৰ্থনা কৰিব, আৰু মই সিবিলাকক উত্তৰ
দিম ; মই কম, এয়ে মোৰ প্ৰজা, আৰু সিবি-
লাকে কব, যিহোৱা মোৰ ঈশ্বৰ।

১৪ দেখা, যি দিনা তুমি লুট কৰি লোৱা
দ্ৰব্য শত্ৰুৱে তোমাৰ মাজত ভাগ কৰি লব,
২ যিহোৱাৰ এনে এক দিন আহিছে। কিয়নো
মই যুদ্ধৰ অৰ্থে যিৰূচালেমৰ অহিতে আটাই
জাতিক গোটাম ; তাতে নগৰখন শত্ৰুৰ হাতত
পৰিব, ঘৰবোৰ লুট কৰা হব, আৰু তিৰুতা-
বিলাকক বলাৎকাৰ কৰা হব ; নগৰখনৰ একভাগ
লোক বন্দী-অৱস্থালৈ ওলাই যাব, কিন্তু
অৱশিষ্ট লোকবিলাকক নগৰৰ পৰা উচ্ছন্ন
৩ কৰা নহব। তেতিয়া যিহোৱা ওলাই, যুদ্ধৰ
দিনা যুদ্ধ কৰা নিচিনাকৈ সেই জাতিবিলাকৰ
৪ অহিতে যুদ্ধ কৰিব। আৰু সেই দিনা পূবকালে
যিৰূচালেমৰ সন্মুখত থকা জৈতুন পৰ্ব্বতৰ
ওপৰত তেওঁৰ চৰণ স্থিতি হব ; আৰু জৈতুন
পৰ্ব্বত মাজতে পূব আৰু পশ্চিম ফাললৈ ফাটিব,
আৰু বৰ ডাঙৰ উপত্যকা হৈ যাব ; পৰ্ব্বতৰ
একাল উত্তৰদিশে আৰু আনফাল দক্ষিণদিশে
৫ হুঁহকি যাব। তাতে তোমালোক মোৰ পৰ্ব্বত
দুটাৰ উপত্যকাইদি পলাবা ; কিয়নো পৰ্ব্বত
দুটাৰ সেই উপত্যকা আচললৈকে বিস্তৃত হব।
এনে কি, যিহূদাৰ ৰজা উজ্জিয়াৰ ৰাজত্ব
কালত ভূমিকম্প হওঁতে যেনেকৈ তোমালোক
পলাইছিলা, তেনেকৈ পলাবা ; আৰু মোৰ
ঈশ্বৰ যিহোৱা আহিব, তোমাৰে সৈতে সকলো
৬ পবিত্ৰ লোক আহিব। আৰু সেই দিনা পোহৰ
৭ নহব ; জ্যোতিঃবোৰ ম্লান হৈ যাব। কিন্তু
সেয়ে যিহোৱাই জনা অনুপম দিন হব, সেয়ে
দিনো নহয় ৰাতিও নহয় ; কিন্তু সন্ধ্যা কালত
৮ পোহৰ হব। আৰু সেই দিনা যিৰূচালেমৰ পৰা
জীৱত জলসমূহ ওলাব, তাৰ আধা পূব সমুদ্ৰৰ
ফাললৈ, আৰু আধা পশ্চিম সমুদ্ৰৰ ফাললৈ
যাব ; সেয়ে ঘাম আৰু জাৰকালতো থাকিব।
৯ আৰু যিহোৱা গোটেই পৃথিৱীৰ ওপৰত ৰজা
হব ; সেই দিনা যিহোৱা অদ্বিতীয় হব, আৰু
১০ তেওঁৰ নামো অদ্বিতীয় হব। গেবাৰে পৰা যিৰূ-
চালেমৰ দক্ষিণফালে থকা ৰিম্মোণলৈকে গোটেই
দেশ পৰিবৰ্ত্তন হৈ অৰাবা যেন হব, আৰু নগৰ-
খন বিন্যামীনৰ দুৱাৰৰ পৰা প্ৰথম দুৱাৰৰ
ঠাইলৈকে, চুকৰ দুৱাৰলৈকে, আৰু হনেলৰ
ওখ কোঁঠৰ পৰা ৰজাৰ দ্ৰাক্ষাকুণ্ডলৈকে ওখ
১১ হৈ আপোন ঠাইত স্থাপিত হব। লোক-
বিলাকে তাৰ মাজত বাস কৰিব ; তাত শাও
আৰু নহব ; কিন্তু যিৰূচালেম নিৰাপদে বাস
১২ কৰিব। যিৰূচালেমৰ বিৰুদ্ধে যুদ্ধ কৰা আটাই
জাতিক যিহোৱাই এই আঘাতেৰে আঘাত
কৰিব ; ভৰিৰ ওপৰত ভৰ দি থিয় হৈ থাকোঁতে
সিহঁতৰ মাংস ক্ষয় পাব, চকুৰ খাঁতত সিহঁতৰ
চকু ক্ষয় পাব, আৰু সিহঁতৰ মুখত সিহঁতৰ
১৩ জিভা ক্ষয় পাব। আৰু সেই দিনা সিহঁতৰ
মাজত যিহোৱাৰ পৰা মহাকোলাহল উপস্থিত
হব ; সিহঁত প্ৰতিজনে আপোন ওচৰচুবু-
ৰীয়াৰ হাতত ধৰিব, আৰু প্ৰতিজনে আ-
পোন ওচৰচুবুৰীয়াৰ অহিতে হাত তুলিব।
১৪ যিহূদায়ো যিৰূচালেমত যুদ্ধ কৰিব ; আৰু
চাৰিওফালে থকা সকলো জাতিৰ সোণ, ৰূপ,
কাপোৰ আদি ধনসম্পত্তি অতিশয় অধিক-
১৫ ৰূপে গোটোৱা হব। আৰু সেই ছাউনিবোৰত
থকা ঘোঁৰা, খচ্চৰ, উট, গাধ আদি সকলো পশুৰ
১৬ আঘাত, সেই আঘাতৰ নিচিনাই হব। আৰু
যিৰূচালেমৰ অহিতে অহা আটাই জাতিৰ
অৱশিষ্ট থকা প্ৰতিজনে বছৰে বছৰে বাহিনী-
বিলাকৰ যিহোৱা ৰজাৰ আগত প্ৰণিপাত
কৰিবলৈ আৰু পঞ্জাপৰ্ব্ব পালন কৰিবলৈ উঠি
১৭ আহিব। পৃথিৱীৰ আটাই গোষ্ঠীবিলাকৰ
মাজত যিবিলাকে ৰাজ্যিবিলাকৰ যিহোৱা

ৰজাৰ আগত প্ৰণিপাত কৰিবলৈ যিৰূচালেমলৈ
উঠি নাহিব, সিবিলাকৰ ওপৰত বৃষ্টি নহব।
১৮ আৰু মিচৰীয়া গোষ্ঠী যদি উঠি আহি উপস্থিত
নহয়, তেন্তে সিইঁতৰ ওপৰতো নহব; পৰ্ব্বপৰ্ব্ব
পালন কৰিবলৈ উঠি নহা জাতিক যিহোৱাই যি
আঘাতেৰে আঘাত কৰিব, সেই আঘাতো হব।
১৯ এয়ে মিচৰৰ আৰু পৰ্ব্বপৰ্ব্ব পালন কৰিবলৈ
২০ উঠি নহা আটাই জাতিৰ দণ্ড হব। সেই দিনা,
"যিহোৱাৰ উদ্দেশে পবিত্ৰ," এই কথা ঘোঁৰা-
বোৰৰ টিলিঙাত থাকিব; আৰু যিহোৱাৰ গৃহত
থকা সকলো পাকপাত্ৰ যজ্ঞবেদিৰ আগত থকা
২১ তেজ ৰখা পাত্ৰবোৰৰ নিচিনা হব; এনে কি,
যিৰূচালেম আৰু যিহূদাৰ প্ৰত্যেক পাকপাত্ৰ
বাহিনীবিলাকৰ যিহোৱাৰ উদ্দেশে পবিত্ৰ হব;
আৰু বলিদান কৰোঁতা আটাইবিলাকে আহি
তাৰ মাজৰ কোনো কোনো পাত্ৰ লৈ তাতে
পাক কৰিব; আৰু সেই দিনা বাহিনীবিলাকৰ
যিহোৱাৰ গৃহত কনানীয়া লোক আৰু নেথাকিব।

---

# মলাখী ভাববাদীৰ পুস্তক।

---

**১** মলাখীৰ দ্বাৰায় ইস্ৰায়েললৈ কোৱা
যিহোৱাৰ ভাৰবাক্য।

আভাষ।

২ যিহোৱাই কৈছে, মই তোমালোকক প্ৰেম
কৰিলোঁ; তথাপি তোমালোকে কৈছা, তুমি
কিহত আমাক প্ৰেম কৰিলা? যিহোৱাই
কৈছে, এচৌ জানো যাকোবৰ ককায়েক নাছিল?
৩ তথাপি মই যাকোবক প্ৰেম কৰিলোঁ; কিন্তু
মই এচৌক ঘিণ কৰিলোঁ, তাৰ পৰ্ব্বতবোৰ
উচ্ছন্ন ঠাই কৰিলোঁ, আৰু তাৰ আধিপত্য
৪ অৰণ্যৰ শিয়ালবোৰক দিলোঁ। ইদোমে কৈছে,
যদিও আমি গুৰি হৈছোঁ, তথাপি আমি
ধ্বংসস্থানবোৰ পুনৰায় সাজিম; এই কাৰণে,
বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে,
সিইঁতে সাজিব, কিন্তু মই ভাঙি পেলাম;
তাতে, সিইঁত দুষ্টতাৰ অঞ্চল, আৰু যিহোৱাই
সদায় ক্ৰোধ কৰা জাতি বুলি প্ৰখ্যাত হব।
৫ আৰু তোমালোকৰ চকুৱে তাক দেখিব, আৰু
তোমালোকে কবা, যিহোৱা ইস্ৰায়েলৰ সীমাৰ
বাহিৰেও গৌৰৱান্বিত।

পুৰোহিতবিলাকৰ কু-আচৰণৰ নিমিত্তে যিহো-
ৱাই সিবিলাকক দোষ দিয়া।

৬ পুত্ৰই পিতৃক, আৰু বন্দীয়ে প্ৰভুক সমাদৰ
কৰে; পাছে যদি মই পিতৃ হওঁ, তেন্তে মোৰ
সমাদৰ ক'ত? আৰু যদি মই প্ৰভু হওঁ,
তেন্তে মোলৈ ভয় ক'ত? মোৰ নাম হেয়জ্ঞান
কৰোঁতা হে পুৰোহিতবিলাক, তোমালোককেই
বাহিনীবিলাকৰ যিহোৱাই এই কথা কৈছে.
কিন্তু তোমালোকে কৈছা, আমি কিহত তোমাৰ
৭ নাম হেয়জ্ঞান কৰিলোঁ? তোমালোকে মোৰ
যজ্ঞবেদিৰ ওপৰত অশুচি আহাৰ উৎসৰ্গ
কৰিছা; তথাপি তোমালোকে কৈছা, আমি
কিহত তোমাক অশুচি কৰিলোঁ? যিহোৱাৰ
৮ মেজ তুচ্ছ, এনে কথা কোৱাতেই। আৰু যেতিয়া
তোমালোকে বলিদানৰ অৰ্থে অন্ধ পশু উৎসৰ্গ
কৰা, সেইটো বেয়া নহয়! আৰু যেতিয়া
তোমালোকে খোৰা আৰু ৰুগীয়া পশু উৎসৰ্গ
কৰা, সেইটো বেয়া নহয়! তোমাৰ দেশাধি-
পতিৰ আগত তাক উপহাৰস্বৰূপে দিয়াচোন;
বাহিনীবিলাকৰ যিহোৱাই কৈছে, তেওঁ তোমালৈ
৯ প্ৰসন্ন হব নে? বা তোমাক গ্ৰাহ্য কৰিব নে? মই
এতিয়া মিনতি কৰোঁ, ঈশ্বৰ আমালৈ দয়ালু হবৰ
নিমিত্তে তেওঁৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰা; তোমা-
লোকৰ হাতৰ দ্বাৰায়েই সেই কাৰ্য্য হৈছে;
বাহিনীবিলাকৰ যিহোৱাই কৈছে, তেওঁ তোমা-
১০ লোকৰ কোনো জনক গ্ৰাহ্য কৰিব নে? তোমা-
লোকে মোৰ যজ্ঞবেদিৰ ওপৰত বৃথায় জুই
নজ্বলাবৰ নিমিত্তে, দুৱাৰ বন্ধ কৰিবলৈ তোমা-
লোকৰ মাজত এজন থকা হলে কেনে ভাল
আছিল। বাহিনীবিলাকৰ যিহোৱাই কৈছে,
মই তোমালোকত একো সন্তোষ নেপাওঁ; আৰু
তোমালোকৰ হাতৰ পৰা মই কোনো বলি গ্ৰহণ
১১ নকৰোঁ। কিয়নো সূৰ্য্য উদয় হোৱা ঠাইৰ পৰা
অস্ত যোৱা ঠাইলৈকে পৰজাতীয়বিলাকৰ মাজত
মোৰ নাম মহান, আৰু প্ৰত্যেক ঠাইত মোৰ
নামেৰে ধূপ জ্বলোৱা আৰু শুচি নৈবেদ্য উৎসৰ্গ

কৰা হৈছে; কাৰণ, বাহিনীবিলাকৰ যিহোৱাই
কৈছে, মোৰ নাম পৰজাতীয়বিলাকৰ মাজত
১২ মহান। কিন্তু, যিহোৱাৰ মেজ অশুচি, তাৰ পৰা
যি পোৱা হয়, সেয়ে অৰ্থাৎ তেওঁৰ ভোজনদ্ৰব্য
তুচ্ছ, এই বুলি কৈ তোমালোকে মোৰ নাম
১৩ অপবিত্ৰ কৰিছা। তোমালোকে আৰু কৈছা,
দেখা, ই কেনে দিক্‌দাৰী! আৰু বাহিনীবিলাকৰ
যিহোৱাই কৈছে, তোমালোকে তাক হেয়জ্ঞান
কৰিছা, আৰু তোমালোকে বলেৰে লোৱা পশু,
খোৰা আৰু ৰুগীয়া পশু আনিছা; এই ৰূপে
তোমালোকে বলি আনিছা, যিহোৱাই কৈছে,
ময় তোমালোকৰ হাতৰ পৰা তাক গ্ৰহণ কৰিম
১৪ নে? যি ছলকাৰীয়ে আপোনাৰ মেৰৰ জাকৰ
মাজত মতা মেৰ থাকিলেও, সঙ্কল্প কৰি প্ৰভুৰ
উদ্দেশে এটা ঘৃণীয়া মাইকী পশু উৎসৰ্গ কৰে,
সি শাপগ্ৰস্ত হওক; কিয়নো বাহিনীবিলাকৰ
যিহোৱাই কৈছে, ময় মহান ৰজা, আৰু মোৰ
নাম পৰজাতীয়বিলাকৰ মাজত ভয়ানক।

পুৰোহিতবিলাকৰ দণ্ড। ভাৰ্য্যা ত্যাগ কৰা আৰু
বিজাতীয় তিৰুতা বিয়া কৰা বাবে
ইস্ৰায়েলক অনুযোগ কৰা।

২ এতেকে এতিয়া হে পুৰোহিতবিলাক,
তোমালোকৰ নিমিত্তে এই আজ্ঞা।
২ বাহিনীবিলাকৰ যিহোৱাই কৈছে, মোৰ নাম
গৌৰৱান্বিত কৰিবলৈ তোমালোকে যদি কথা
নুশুনা আৰু মন নিদিয়া, তেন্তে তোমালোকৰ
ওপৰলৈ ময় শাও পঠাম, আৰু তোমালোকে
আশীৰ্ব্বাদত পোৱা বস্তুবোৰক শাও দিম; এনে
কি, তোমালোকে মন নিদিয়াৰ কাৰণে ময় সেই
৩ বোৰক শাও দিলোঁৱেই। দেখা, ময় তোমা-
লোকৰ নিমিত্তে কঠিয়াক ধমকি দিম, আৰু
তোমালোকৰ মুখত গু, তোমালোকৰ উৎসৱ-
বোৰৰ যজ্ঞপশুৰ গুকেই লগাই দিম; আৰু
তাৰে সৈতেই তোমালোকক লৈ যোৱা হব।
৪ বাহিনীবিলাকৰ যিহোৱাই কৈছে, তোমালোকে
জানিবা, যে, লেবীৰে সৈতে কৰা মোৰ নিয়মটী
থাকিবৰ নিমিত্তেই তোমালোকৰ ওচৰলৈ এই
৫ আজ্ঞা পঠালোঁ। তেওঁৰ লগত থকা মোৰ
নিয়মটী, জীৱন আৰু শান্তিৰ নিয়ম আছিল;
আৰু তেওঁ মোক ভয় কৰিবৰ নিমিত্তে ময় তেওঁক
সেই দুয়োকো দিছিলোঁ, তাতে তেওঁ মোক ভয়
৬ কৰি মোৰ নাম সমাদৰ কৰিছিল। তেওঁৰ মুখত
সত্যৰ ব্যৱস্থা আছিল, আৰু তেওঁৰ ওঁঠত কোনো
অন্যায় পোৱা নগৈছিল; তেওঁ শান্তিৰে আৰু
সৰলভাৱে মোৰ লগত অহাযোৱা কৰিছিল,
৭ আৰু অনেকক কুপথৰ পৰা ঘুৰাইছিল। কিয়নো
পুৰোহিতৰ ওঁঠে জ্ঞান ৰক্ষা কৰে, আৰু তেওঁৰ
মুখত লোকবিলাকে ব্যৱস্থা বিচাৰে; কাৰণ
৮ তেওঁ বাহিনীবিলাকৰ যিহোৱাৰ দূত। কিন্তু
তোমালোক হলে, পথৰ পৰা এফলীয়া হৈ
গলা, তোমালোকে ব্যৱস্থাত অনেকক উজুটি
খুৱালা, বাহিনীবিলাকৰ যিহোৱাই কৈছে,
তোমালোকে লেবীৰ নিয়মটী নষ্ট কৰিলা।
৯ এই হেতুকে, তোমালোকে মোৰ পথ নেৰাখি
ব্যৱস্থাত মুখ চোৱাৰ কাৰণে, ময়ো তোমা-
লোকক আটাই প্ৰজাবিলাকৰ আগত তুচ্ছ আৰু
নীহ কৰিলোঁ।
১০ আমাৰ সকলোৰে পিতৃ এজনা নহয় নে?
এজনা ঈশ্বৰেই আমাক স্ৰজন কৰা নাই নে?
তেন্তে আমাৰ পৈতৃক নিয়মটী অপবিত্ৰ কৰি
কিয় আমি প্ৰতিজনে আপোন আপোন ভাই-
১১ লৈ বিশ্বাসঘাতকতা কৰোঁ? যিহূদাই বিশ্বাস-
ঘাতকতা কৰিলে, ইস্ৰায়েল আৰু যিৰূচালে-
মত ঘিণলগীয়া কাৰ্য্য কৰা হল; কিয়নো
যিহূদাই যিহোৱাৰ প্ৰিয় ধৰ্ম্মধাম অপবিত্ৰ
কৰিলে, আৰু বিজাতীয় দেৱতাৰ জীয়াৰীক
১২ বিয়া কৰিলে। যি মানুহে এনে কাৰ্য্য কৰে,
সি বাহিনীবিলাকৰ যিহোৱাৰ উদ্দেশে নৈবেদ্য
উৎসৰ্গ কৰিলেও, যিহোৱাই তাৰ সম্পৰ্কীয় পৰ
দিওঁতা আৰু উত্তৰ দিওঁতাক যাকোবৰ তম্বুৰ
১৩ পৰা উচ্ছন্ন কৰিব। আৰু তোমালোকে আকৌ
ইয়াকো কৰিছা, যে, তোমালোকে চকু-লোৰে,
ক্ৰন্দনেৰে, আৰু হুমুনিয়াহেৰে যিহোৱাৰ
যজ্ঞবেদি ঢাকিছা; এই নিমিত্তে তেওঁ উপ-
হাৰলৈ আৰু দৃষ্টি নকৰে, বা প্ৰসন্ন হৈ তোমা-
১৪ লোকৰ হাতৰ পৰা তাক গ্ৰহণ নকৰে। তথাপি
তোমালোকে কৈছা, ইয়াৰ কাৰণ কি? তাৰ
কাৰণ এই, তোমাৰ সঙ্গিনী, তোমাৰ বিবাহ-
বন্ধনৰ ভাৰ্য্যা হোৱাতো যি তিৰুতালৈ তুমি
বিশ্বাসঘাতকতা কৰিলা, তোমাৰ যৌৱনকালৰ
সেই ভাৰ্য্যা আৰু তোমাৰ মাজত যিহোৱা
১৫ সাক্ষী আছে। আত্মাৰ অৱশিষ্ট ভাগ তেওঁৰ
থকাতো তেওঁ এজনকেই সৃষ্টি কৰা নাছিল নে?
কিয় এজনকেই সৃষ্টি কৰিলে? তেওঁ ঈশ্বৰীয়
বংশ বিচাৰিছিল; এই কাৰণে তোমালোকে
আপোন আপোন আত্মাৰ বিষয়ে সাৱধান
হোৱা, আৰু কোনেও আপোনাৰ যৌৱন-
কালৰ ভাৰ্য্যালৈ বিশ্বাসঘাতকতা নকৰিবা;
১৬ কিয়নো ইস্ৰায়েলৰ ঈশ্বৰ যিহোৱাই কৈছে,
ময় ভাৰ্য্যাত্যাগ ঘিণ কৰোঁ, আৰু বাহিনী-
বিলাকৰ যিহোৱাই কৈছে, যি জনে অত্যা-
চাৰেৰে আপোন বস্ত্ৰ ঢাকে, তাক ময় ঘিণ
কৰোঁ; এই কাৰণে, তোমালোকে বিশ্বাসঘাতকতা
নকৰিবৰ নিমিত্তে আপোন আপোন আত্মাৰ
বিষয়ে সাৱধান হোৱা।

ইস্ৰায়েলৰ বিচাৰ কৰিবলৈ নিয়মটীৰ
দূতৰ আগমন।

১৭ তোমালোকে আপোন আপোন বাক্যৰ দ্বা-
ৰায় যিহোৱাক দিক দিছা; তথাপি তোমা-
লোকে কৈছা, কিহত আমি তেওঁক দিক দিলোঁ?
যিহোৱাৰ দৃষ্টিত কুকৰ্ম্মী উত্তম, আৰু তেওঁ
সিহঁতত সন্তুষ্ট; যদি সেয়ে নহয়, তেন্তে
ন্যায় বিচাৰৰ ঈশ্বৰ ক'তা? তোমালোকে

# ৩

এনে কথা কোৱাতেই। দেখা, ময় আপোন
দূতক পঠাম, আৰু তেওঁ মোৰ আগে আগে
বাট যুগুত কৰিব; আৰু যি প্ৰভুক তোমা-
লোকে বিচাৰিছা, তেওঁ অকস্মাতে আপোন
মন্দিৰলৈ আহিব; বাহিনীবিলাকৰ যিহো-
ৱাই কৈছে, যি জনাত তোমালোক সন্তুষ্ট, দেখা,
২ নিয়মটীৰ সেই দূত আহিব। কিন্তু তেওঁৰ আগ-
মনৰ দিন কোনে সহিব পাৰিব? আৰু তেওঁ
দৰ্শন দিলে কোনে তিষ্টিব পাৰিব? কিয়নো
তেওঁ খৰ্পোতাৰ জুই, আৰু ধোবাৰ খাৰস্বৰূপ।
৩ তেওঁ সোণ খৰ্পোতাৰ, আৰু ৰূপ শুদ্ধ কৰোঁ-
তাৰ দৰে বহি লেবীৰ সন্তানবিলাকক শুদ্ধ
কৰিব, সোণ আৰু ৰূপৰ নিচিনাকৈ সিবিলাকৰ
ভাৰ উলিয়াব; তাতে সিবিলাকে যিহোৱাৰ
উদ্দেশে ধাৰ্ম্মিকতাৰে নৈবেদ্য উৎসৰ্গ কৰিব।
৪ সেই কালত যিহুদা আৰু যিৰূচালেমৰ নৈবেদ্য
পূৰ্ব্বকালৰ নিচিনাকৈ, প্ৰাচীন কালৰ বছৰ-
সমূহৰ নিচিনাকৈ যিহোৱাৰ দৃষ্টিত সন্তোষ-
৫ জনক হব। আৰু ময় বিচাৰ কৰিবলৈ তোমা-
লোকৰ ওচৰলৈ আহিম; আৰু মায়াবী,
পৰস্ত্ৰীগামী, আৰু মিছা শপথ কৰোঁতাবোৰৰ
বিৰুদ্ধে, আৰু যিবোৰে বেচলৈ কাম কৰোঁতাক
তাৰ বেচৰ বিষয়ে অত্যাচাৰ কৰে, বিধবা আৰু
পিতৃহীনক অত্যাচাৰ কৰে, বিদেশীক অন্যায়
কৰে, আৰু মোক ভয় নকৰে, সিহঁতৰ বিৰুদ্ধে
ময় বেগাই সাক্ষী হম, ইয়াক বাহিনীবিলাকৰ
৬ যিহোৱাই কৈছে। কিয়নো ময় যি যিহোৱা,
মোৰ পৰিবৰ্ত্তন নাই; এই হেতুকে হে যাকোবৰ
সন্তান, তোমালোক বিনষ্ট হোৱা নাই।

দশম ভাগ আৰু উপহাৰ নিদিয়া বাবে
ইস্ৰায়েলক দোষ ধৰা।

৭ তোমালোকৰ পূৰ্ব্বপুৰুষবিলাকৰ দিনৰে পৰা
তোমালোকে মোৰ বিধিবোৰ ত্যাগ কৰি আহি-
ছাহঁক, সেইবোৰ পালন কৰা নাই। বাহিনী-
বিলাকৰ যিহোৱাই কৈছে, তোমালোকে মোৰ
ওচৰলৈ ঘূৰি আহাঁ, তাতে ময়ো তোমালোকলৈ
ঘূৰিম; কিন্তু তোমালোকে কৈছা, আমি কিহত
৮ ঘূৰিম? মানুহে ঈশ্বৰক ঠগাব নে? তথাপি
তোমালোকে মোক ঠগাইছা। কিন্তু তোমালোকে
কৈছা, আমি কিহত তোমাক ঠগালোঁ? দশম
৯ ভাগত আৰু উপহাৰত। তোমালোক অতি
শাপগ্ৰস্ত; কিয়নো তোমালোকে মোকেই
ঠগাইছা, এনে কি, গোটেই জাতিয়েই ঠগাইছে।
১০ মোৰ গৃহত আহাৰ হবৰ নিমিত্তে তোমা-
লোকে ভঁড়াললৈ গোটেই দশম ভাগ আনা:
বাহিনীবিলাকৰ যিহোৱাই কৈছে, ময় তোমা-
লোকলৈ আকাশৰ দুৱাৰ মুকলি কৰিম নে
নকৰিম, আৰু ঠাই নধৰাকৈ তোমালোকলৈ
আশীৰ্ব্বাদ বৰ্ষাম নে নবৰ্ষাম, তাক জানিবলৈ
তোমালোকে ইয়াৰেই মোক পৰীক্ষা কৰি চোৱা।
১১ ময় তোমালোকৰ নিমিত্তে গ্ৰাস কৰোঁতাক ধমকি
দিম; তাতে সি তোমালোকৰ ভূমিৰ শস্য নষ্ট
নকৰিব, নাইবা তোমালোকৰ বাৰীৰ দ্ৰাক্ষা-
লতাই অসময়ত গুটি নসৰাব, ইয়াক বাহিনী-
১২ বিলাকৰ যিহোৱাই কৈছে। আৰু সকলো
জাতিয়ে তোমালোকক ধন্য বুলিব; কিয়নো,
বাহিনীবিলাকৰ যিহোৱাই কৈছে, তোমালোক
সন্তোষজনক দেশৰ লোক হবা।

অনুযোগ আৰু মঙ্গলপ্ৰতিজ্ঞা।

১৩ যিহোৱাই কৈছে, মোৰ অহিতে কোৱা তোমা-
লোকৰ বাক্যবোৰ টান হৈছে। তথাপি তোমা-
লোকে কৈছা, আমি কিহত তোমাৰ অহিতে কথা
১৪ কলোঁ? তোমালোকে কলা, ঈশ্বৰৰ ভজনা কৰা
ব্যৰ্থ, আৰু আমি যে তেওঁৰ পালনীয় পালন
কৰিলোঁ, আৰু বাহিনীবিলাকৰ যিহোৱাৰ
আগত শোকবস্ত্ৰেৰে অহাযোৱা কৰিলোঁ,
১৫ তাত আমাৰ কি লাভ হল? আমি গৰ্ব্বী লোক-
বিলাকক হে ধন্য বোলোঁ; হয়, দুষ্কৰ্ম্মকাৰী-
বোৰৰেই উন্নতি হৈছে, আৰু সিহঁতে ঈশ্বৰক
১৬ পৰীক্ষা কৰিও ৰক্ষা পাইছে। সেই কালত
যিহোৱাক ভয় কৰোঁতাবিলাকে ইজনে সিজনে
কথাবাৰ্ত্তা হল, আৰু যিহোৱাই কাণ পাতি
তাক শুনিলে; আৰু যিহোৱাক ভয় কৰোঁতা-
বিলাকৰ, আৰু তেওঁৰ নাম ধ্যান কৰোঁতা-
বিলাকৰ অৰ্থে তেওঁৰ আগত এখন স্মৰণাৰ্থক
১৭ পুথী লিখা হল। বাহিনীবিলাকৰ যিহো-
ৱাই কৈছে, সিবিলাক মোৰ হব; ময় কাৰ্য্য
কৰিবৰ দিনা, সিবিলাক মোৰ বিশেষ সম্পত্তি
হব; কোনো মানুহে আপোনাৰ পৰিচৰ্য্যা
কৰা নিজ পুত্ৰকক মৰম কৰাদি, ময় সিবিলাকক
১৮ মৰম কৰিম। তেতিয়া তোমালোকে ঘূৰি, ধাৰ্ম্মিক
আৰু দুষ্টৰ, ঈশ্বৰৰ আৰাধনা কৰা লোকৰ আৰু
তেওঁৰ আৰাধনা নকৰা লোকৰ মাজত প্ৰভেদ

# ৪

দেখিবলৈ পাবা। কিয়নো দেখা, সেই যি দিন
আহিছে, সেয়ে ভুমুৰৰ নিচিনাকৈ জ্বলিব,

আৰু আটাই গৰ্ব্বী ও দুৰাচাৰী লোকবিলাক
নৰাৰ নিচিনা হব ; বাহিনীবিলাকৰ যিহো-
ৱাই কৈছে, সেই যি দিন আহিছে, সেয়ে
সিহঁতৰ শিপা কি ডাল একো অৱশিষ্ট নথকাকৈ
২ সিহঁতক পুড়ি পেলাব। কিন্তু মোৰ নামলৈ
ভয় ৰাখোঁতা যি তোমালোক, তোমালোকলৈ
হলে, ধাৰ্ম্মিকতাৰূপ সূৰ্য্য সুস্থজনক কিৰণেৰে
সৈতে উদয় হব ; তাতে তোমালোকে ওলাই
গৈ গোহালিৰ দামুড়িৰ নিচিনাকৈ ডেও
৩ দি নাচিবা। আৰু তোমালোকে দুষ্টবোৰক
গচকিবা; কিয়নো, বাহিনীবিলাকৰ যিহোৱাই
কৈছে, ময় কাৰ্য্য কৰিবৰ দিনা সিহঁত
তোমালোকৰ ভৰিৰ তলুৱাৰ তলত থকা ছাই
যেন হব।
৪ মোৰ দাস মোচিৰ যি ব্যৱস্থা, যি বিধি আৰু
শাসনপ্ৰণালীবোৰ হোৰেবত গোটেই ইস্ৰায়েলৰ
নিমিত্তে তেওঁক আদেশ কৰিছিলোঁ, সেই
৫ সকলোকে তোমালোকে সোঁৱৰণ কৰা। দেখা,
যিহোৱাৰ সেই মহৎ আৰু ভয়ানক দিন অহাৰ
আগেয়ে, ময় তোমালোকৰ ওচৰলৈ এলিয়া
৬ ভাববাদীক পঠাম। তেওঁ সন্তানবিলাকলৈ পিতৃ-
বিলাকৰ মন, আৰু পিতৃবিলাকলৈ সন্তানবিলা-
কৰ মন ঘুৰাব ; নতুবা ময় আহি দেশকে
অভিশাপেৰে প্ৰহাৰ কৰিম।

পুৰণী নিয়ম সমাপ্ত।

# পুরণী নিয়মত যি যি বিষয়র কথা আছে, সেইবোরর নির্ঘণ্ট।



## আদিপুস্তক।

## যাত্রাপুস্তক।



## লেবীয়াপুস্তক।

বিষয়। — পৃষ্ঠা।

## গণনাপুস্তক।



বিষয়। — পৃষ্ঠা।



## দ্বিতীয় বিবৰণ।

## যিহোচূৱা।



## বিচাৰকৰ্ত্তাবিলাক।



## ৰূথ।

## নহিমিয়া।



## ইষ্টেৰ।



## ইয়োব।



## হিতোপদেশ।

## উপদেশক।



## পৰমগীত।



## যিচয়া।

বিষয়। পৃষ্ঠা।



বিষয়। পৃষ্ঠা।



## যিরিমিয়া।

বিষয়। পৃষ্ঠা।



বিষয়। পৃষ্ঠা।



## বিলাপ।



## যিহিষ্কেল।

## দানিয়েল।



## হোচেয়া।

